# সংস্কৃত-অসমীয়া অভিধান

*(অসমীয়া লিপিত মূল সংস্কৃত শব্দ, শব্দৰ ব্যুৎপত্তি আৰু অসমীয়া ভাঙনিৰ লগতে ছন্দ, অলঙ্কাৰ, কবি পৰিচিতি সম্বলিত বিস্তৃত পৰিশিষ্ট সহ)*

(সংশোধিত আৰু পৰিবৰ্দ্ধিত সংস্কৰণ)


**সঙ্কলক**

শ্ৰীমদ্‌ভগৱদ্‌গীতা, মনুসংহিতা আদি গ্ৰন্থৰ অনুবাদক

**শ্ৰীকিৰণ শৰ্মা**

মুখ্য সচিব, অসম বেদ বিদ্যালয়

ৰূপনগৰ, গুৱাহাটী - ৩২



**চন্দ্ৰ প্ৰকাশ**

পাণবজাৰ, গুৱাহাটী - ১

***Sanskrit-Asamiya Abhidhan*** **: a Sanskrit-Assamese Dictionary compiled by Prof. Kiran** Sarma and published by Rajendra Mohan Sarma, on behalf of Chandra Prakash, Panbazar, Guwahati-1 *Price Rs. 650.00 only*

---

**প্ৰথম** প্ৰকাশ ঃ ফেব্ৰুৱাৰী ২০০০ চন
**দ্বিতীয়** প্ৰকাশ ঃ চেপ্তেম্বৰ ২০০৩ চন
**তৃতীয়** প্ৰকাশ ঃ জুন ২০০৫ চন
চতুৰ্থ প্ৰকাশ ঃ জানুৱাৰী ২০০৯ চন

প্ৰকাশক ঃ শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী-১
দূৰভাষ - ২৫১১৯৪৬

মূল্য ঃ ৬৫০.০০ টকা মাত্ৰ

মুদ্ৰক ঃ পাকিজা অফছেট
ধীৰেণপাৰা, গুৱাহাটী- ২৫

## ।। অভিধানখনৰ সম্পৰ্কে কেইটামান বিশেষভাৱে উল্লেখযোগ্য কথা।।

১। অভিধান 'ৰচনা' কৰা নহয়, 'সঙ্কলন' কৰা হয়। অসমীয়া ভাষাকে ধৰি আধুনিক ভাৰতীয় ভাষাৰ অভিধান আৰু সংস্কৃত ভাষাৰ অভিধানৰ মাজত পাৰ্থক্য এয়ে যে প্ৰাচ্য, পাশ্চাত্য তথা বিভিন্ন জনগোষ্ঠীয় ভাষাৰ পৰা আহি আঞ্চলিক অথবা প্ৰান্তীয় মূল ভাষাৰ সুঁতিত সোমাই পৰা শব্দসমূহো আধুনিক ভাৰতীয় ভাষাৰ অভিধানত সময়ে সময়ে সংযোজিত হৈ থাকে আৰু এই ভাষাসমূহৰ শব্দ-ভাণ্ডাৰ ডাঙৰ হৈ গৈ থাকে। সংস্কৃত এটা অতি প্ৰাচীন ভাষা। এই ভাষাৰ ভাণ্ডাৰত বাহিৰৰ পৰা নতুনকৈ শব্দ সংযোজিত হ'বৰ সুৰুঙা নাই। যোৱা ১৩শ-১৪শ শতিকালৈকে সংস্কৃত কবিসকলে যিবিলাক মূল, সংযুক্ত, তথা তদ্ভৱ শব্দ তেওঁলোকৰ কাব্যসমূহত ব্যৱহাৰ কৰিছিল প্ৰকৃততে সেয়ে সংস্কৃত সাহিত্যৰ শব্দ-ভাণ্ডাৰ। মনিয়াৰ উইলিয়ম্‌চ্, আপ্তে আদিয়ে সঙ্কলন কৰা সংস্কৃত-ইংৰাজী তথা শব্দকল্পদ্ৰুম, বাচস্পত্যম্ আদি সংস্কৃত-সংস্কৃত অভিধানসমূহত তেনেকুৱা অসংখ্য তদ্ভৱ শব্দ সন্নিৱিষ্ট কৰিছে। অযথা কলেৱৰ বৃদ্ধিৰ আশঙ্কাত সেই গোটেইবিলাকক এই অভিধানত স্থান দিয়া হোৱা নাই। সংস্কৃত সাহিত্যৰ কবিসকলে সাধাৰণতে ব্যৱহাৰ কৰি থকা শব্দসমূহকহে এই অভিধানত লোৱা হৈছে। এই অভিধান সঙ্কলন কৰোতে মূলতঃ মনিয়াৰ উইলিয়ম্‌চ্, আপ্তে, শব্দকল্পদ্ৰুম, বাচস্পত্যম্ আদি প্ৰসিদ্ধ অভিধানসমূহৰ সহায় লোৱা হৈছে আৰু শব্দচয়নো সেই কেইখনৰ পৰাই কৰা হৈছে। মূল শব্দৰ ব্যুৎপত্তি, অভিধানত থকা উদ্ধৃতি-শ্লোক তথা পৌৰাণিক কাহিনীসমূহ প্ৰধানতঃ শব্দকল্পদ্ৰুম, আপ্তে আৰু অন্যান্য গ্ৰন্থৰ পৰা লোৱা হৈছে।

২। ক) দেৱনাগৰীৰ পৰা অসমীয়ালৈ লিপ্যন্তৰ কৰিবৰ সময়ত কেইটামান অসুবিধা ভোগ কৰিবলগীয়া হৈছে। বিশেষকৈ ব, ৱ আৰু য, য়ৰ ক্ষেত্ৰত। অসমীয়া অভিধানত ব, ৱ আৰু য য় একেলগে আছে। য় আৰু ৱ বৰ্ণ দুটা শব্দৰ আৰম্ভণিত নাই, মাজত অথবা শেষতহে থাকে। দেৱনাগৰী লিপিত 'ব' আৰু 'ৱ'ৰ সুকীয়া শিতান আছে যদিও 'য়' বৰ্ণ নাই। তেনেকৈ ঢ় ড় বৰ্ণও নাই, মাথোন য, ড, ঢ আছে। এই অভিধানত 'য', 'য়', ড, ড়, ঢ ঢ়, উচ্চাৰণ অনুযায়ী ব্যৱহাৰ কৰা হৈছে। যেনে— অনিৱাৰ্য্য, সমৱায়, আঢ্যৱন্ত, আষাঢ় ইত্যাদি।

খ) উচ্চাৰণৰ সুবিধাৰ বাবেই যুক্তাক্ষৰবোৰত মূৰ্দ্ধণ্যৰ লগত মূৰ্দ্ধণ্য, দন্ত্যৰ লগত দন্ত্যৰ সংযোগ হয়। যেনে— কাণ্ড, কান্দ। কিন্তু দেৱনাগৰীত ঙ, ঞ, ণ, ন, মৰ পিছত 'ক'ৰ পৰা 'প' বৰ্গলৈ কোনো বৰ্ণ থাকিলে প্ৰায়ে 'ং' ব্যৱহাৰ কৰা দেখা যায়। অসমীয়াত লিখিবৰ সময়ত 'ক' বৰ্গৰ হলে 'ঙ', 'চ' বৰ্গৰ হলে ঞ, প বৰ্গৰ হলে ম' ইত্যাদি। যেনে গঙ্গা (গংগা নহয়), আকাঙ্ক্ষা, সম্মেলন ইত্যাদি। উদাহৰণ স্বৰূপে 'ৰঞ্জ্' ধাতু শব্দকল্পদ্ৰুমত ৰন্জ্, মনিয়াৰ উইলিয়ম্‌চত ৰঞ্জ্ (ৰ্ঞ্জ) আৰু আপ্তেত 'ৰংজ্' ৰূপত পোৱা গৈছে।

৩। অভিধান সঙ্কলনৰ বিশেষ কোনো ধৰা-বন্ধা নীতি বা পদ্ধতি নাই। সঙ্কলকসকলে চয়ন কৰা শব্দসমূহ নিজৰ সুবিধা অনুযায়ী অভিধানত সন্নিৱিষ্ট কৰি থাকে। উদাহৰণ স্বৰূপে আপ্তেজীয়ে নভঃ(স্) শব্দৰ শিতানত, 'দুহঃ', 'মণ্ডল' আদি শব্দবোৰ বহুৱাই গৈছে। নভঃ শব্দৰ পিছত 'মণ্ডল' শব্দ সন্ধি হলে 'নভোমণ্ডল' হয়। মনিয়াৰ উইলিয়ম্‌চে 'নভো' শব্দৰ এটা সুকীয়া শিতান কৰি তাৰ পিছত, 'স্'(ঃ) সন্ধি হৈ 'ও'কাৰ হোৱা শব্দবোৰ উল্লেখ কৰিছে। শব্দকল্পদ্ৰুমত আকৌ 'নভঃ' আৰু 'নভোমণ্ডল' দুটা সম্পূৰ্ণ সুকীয়া শব্দ। ঠিক তেনেকৈ কিছুমান সঙ্কলকে মূল 'দেৱ' শব্দৰ শিতানত 'আলয়' আদি স্বৰবৰ্ণ থকা শব্দবোৰ উল্লেখ কৰিছে, কিন্তু 'শব্দকল্পদ্ৰুম'ত 'দেৱালয়' এটা সুকীয়া শব্দ। আমাৰ এই অভিধানত সুবিধা অনুসৰি ওপৰোক্ত দুয়োটা পদ্ধতিকে গ্ৰহণ কৰা হৈছে।

৪। এই অভিধানখনত কিছুমান গছ অথবা মাছৰ নামৰ অসমীয়া প্ৰতিশব্দ নাপাই এবিধ গছ, এবিধ মাছ, বুলি উল্লেখ কৰা হৈছে। আপ্তেজীয়েও তেনেকৈয়ে লিখিছে; মনিয়াৰ উইলিয়ম্‌চে মাজে মাজে বোটানিকেল নাম দিছে। শব্দকল্পদ্ৰুমত প্ৰায়ে 'বৃক্ষভেদঃ', 'মৎস্যভেদঃ' বুলি উল্লেখ কৰিছে, দুই-এঠাইত বঙলা নাম দিছে। গছ-লতা, মাছ আদিৰ অসমীয়া প্ৰতিশব্দ যিমানখিনি পোৱা গৈছে তাকে এইখন অভিধানত দিয়া হৈছে।

৫। অসমীয়া ভাষাত প্ৰথম বাৰৰ বাবে এনে এখন পূৰ্ণাঙ্গ সংস্কৃত অভিধান সঙ্কলন কৰি প্ৰকাশ কৰাটো যে অত্যন্ত দুৰূহ কাম এইটো বোধহয় সকলোৱে স্বীকাৰ কৰিব। ভাৰতৰ আন কোনো আঞ্চলিক ভাষাতো 'বোধহয়' এনেধৰণৰ পূৰ্ণাঙ্গ অভিধান এতিয়ালৈকে ওলোৱা নাই। অভিধানখন সঙ্কলন কৰি ছপা কৰি উলিয়াওতে যথেষ্ট সাৱধানতা অৱলম্বন কৰা হৈছে। তথাপি ভুল-ত্ৰুটি বৈ যোৱাটো স্বাভাৱিক। সহৃদয় সুধীসমাজে সেইবোৰ আঙুলিয়াই দিলে পৰম সন্তোষ পাম।

## প্ৰথম সংস্কৰণৰ পাতনি

সংস্কৃত-অসমীয়া অভিধান এখনৰ অভাৱ আজি বহুবছৰৰ পৰা উপলব্ধি কৰি অহা হৈছে। অসমৰ প্ৰাতঃস্মৰণীয় পণ্ডিত আনন্দৰাম বৰুৱাৰ ইংৰাজী-সংস্কৃত অভিধানখন এখন সৰ্বজনসমাদৃত গ্ৰন্থ। অতি কম বয়সতে তেওঁৰ জীৱনাৱসান নঘটা হলে সংস্কৃত-অসমীয়া অভিধান এখনো হয়তো সঙ্কলন কৰি উলিয়াব পাৰিলেহেঁতেন। তাৰ পিছতো বহুতে এনে এটা প্ৰচেষ্টা যে চলোৱা নাছিল তাকো ক'ব নোৱাৰি। আজি ওঠৰ-উনৈশ বছৰ আগতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ উদ্যোগত এখন পূৰ্ণাঙ্গ অভিধান প্ৰকাশ কৰাৰ আঁচনি লোৱা হৈছিল। এটা অংশ (দ, ধ, ন) আমাকো দিয়া হৈছিল। আমাৰ দায়িত্ব পালন কৰাৰ পিছত আমাক কিছু পাৰিশ্ৰমিকো দিয়া হ'ল। কিন্তু অৰ্থাভাৱৰ কাৰণতেই হওক বা অইন কোনো কাৰণতেই হওক অভিধানখন ছপা হৈ নোলাল। সেইখন অভিধানৰ সঙ্কলন কাৰ্যৰ অংশীদাৰ হৈ কিছু অভিজ্ঞতা আহৰণ কৰা যেন অনুভৱ কৰি বেদ বিদ্যালয়ৰ পৰা তেনেধৰণে সামূহিক প্ৰচেষ্টাত এখন পূৰ্ণাঙ্গ অভিধান প্ৰকাশ কৰাৰ আঁচনি লোৱা হ'ল। এইখিনিতে উল্লেখযোগ্য যে বেদ বিদ্যালয়ৰ তত্বাবধানতে ১৯৯৮ চনত 'বৈদিক সাহিত্যৰ ৰূপৰেখা' আৰু 'মনুসংহিতা' প্ৰকাশ কৰা হৈছিল আৰু এই দুয়োখন পুথিক পঢ়ুৱৈ ৰাইজে আদৰেৰে গ্ৰহণ কৰিছে। (মনুসংহিতাৰ দ্বিতীয় সংস্কৰণো প্ৰায় শেষ হোৱাৰ পথত)। বিদ্যালয়ৰ নামত সামূহিক প্ৰচেষ্টাৰে এখন অভিধান উলিওৱাৰ আঁচনি লৈ ১৯৯৬ চনৰ অক্টোবৰ মাহৰ ৬ তাৰিখে বিদ্যালয়ত এখন সভা আহ্বান কৰা হ'ল। সভাত ৰাজ্যখনৰ পঁচিশ গৰাকীমান সংস্কৃত পণ্ডিত-অধ্যাপকে যোগদানো কৰিলে। সভাৰ প্ৰস্তাৱানুসৰি ওপৰত উল্লেখ কৰা খনৰ দৰেই শব্দচয়নৰ বাবে আৰ্হিৰূপত আপ্তেজীৰ সংস্কৃত-ইংৰাজী অভিধানৰ একোটাকৈ অংশ সকলোলৈকে পঠিয়াই দিয়া হ'ল। কিন্তু প্ৰায় দুবছৰ পাৰ হোৱাৰ পিছতো কোনো এজনৰ পৰা বিশেষ সঁহাৰি নাপালোঁ। তথাপিও হতাশ নহলোঁ, ভাবিলোঁ এয়াও কিজানি ভগৱন্তৰে ইচ্ছা। অদম্য উৎসাহ, বিদ্বৎ-জনৰ প্ৰেৰণা আৰু আশীৰ্বাদ শিৰত লৈ নিজে সঙ্কলনৰ কাম আৰম্ভ কৰিলোঁ। অভিধানখনৰ সঙ্কলনৰ প্ৰায় আধাখিনি সম্পূৰ্ণ হোৱাৰ পিছতে ডি.টি.পিৰ কাৰণে প্ৰেছলৈ পঠোৱা হ'ল আৰু এইদৰে খণ্ড খণ্ডকৈ পাণ্ডুলিপি পঠিয়াই থকা হ'ল। সঙ্কলনো শেষ হ'ল একেলগে ডি.টি.পিও সম্পূৰ্ণ হ'ল। যিসকল বৰেণ্য ব্যক্তিৰ উৎসাহ-উদ্দীপনা প্ৰেৰণা-আশীৰ্বাদ, সহায়-সহযোগৰ ফলত এই অভিধানখন সম্পূৰ্ণ হৈ উঠিল সেই সকলৰ ওচৰত এই সঙ্কলক চিৰ কৃতজ্ঞ। আঠ-নখন বিভিন্ন ভাষাৰ অভিধান সমুখত ৰাখি দিনে ন-দহ ঘণ্টা বহি সঙ্কলনৰ কাম কৰি থকাৰ সময়ত আমাক একাণপতীয়াভাৱে সহায় কৰা ধৰ্মপত্নী শ্ৰীমতী ৰেবা শৰ্মা লৈ তথা উক্ত সকলোলৈকে কৃতজ্ঞতা প্ৰকাশ কৰাৰ লগতে সকলো ধৰণৰ অনিচ্ছাকৃত ত্ৰুটি-বিচ্যুতিৰ বাবে ক্ষমা ভিক্ষা কৰিছোঁ।

সদৌ শেহত—

**সংস্কৃত শব্দকোষৰ বাটকটীয়া মহৰ্ষি যাস্ক, অমৰ সিংহৰ পৰা আনন্দৰাম বৰুৱা, ৰাজা ৰাধাকান্ত দেৱ, মনিয়াৰ উইলিয়মচ, আপ্তেজীলৈকে চিৰনমস্য পণ্ডিত বৰ্গলৈ প্ৰণাম জনাই মোৰ চিৰপূজ্য পিতৃদেৱ স্বৰ্গীয় নাৰায়ণ চন্দ্ৰ শৰ্মাৰ পৱিত্ৰ স্মৃতিত এই গ্ৰন্থখন উৎসৰ্গ কৰি অসমৰ নবীন-প্ৰবীণ সংস্কৃতানুৰাগী সজ্জনবৰ্গৰ হাতত অৰ্পণ কৰিলোঁ।**

শ্ৰীপঞ্চমী, ২৬ মাঘ, ১৪০৬ ভাস্কৰাব্দ

—কিৰণ শৰ্মা

## ।। দ্বিতীয় সংস্কৰণৰ পাতনি ।।

সহৃদয় পঢ়ুৱৈ সমাজৰ অসীম অনুগ্ৰহৰ ফলত প্ৰথম সংস্কৰণৰ পুথিখিনি কেইমাহমানৰ ভিতৰত শেষ হোৱাত ৰাইজৰ অনুৰোধত অভিধানখনৰ দ্বিতীয় সংস্কৰণ ছপাই উলিয়াব লগা হ'ল। এই সংস্কৰণ যুগুত কৰাৰ সময়ত মাজে মাজে নতুন নতুন শব্দৰ সংযোজন কৰাৰ লগতে প্ৰথম সংস্কৰণত চকুত পৰা দুই এটা ছপাভুল সংশোধন কৰা হৈছে। এই সংস্কৰণটো প্ৰকাশ কৰাৰ দায়িত্ব পাণবজাৰৰ চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰী ৰাজেন শৰ্মাই লোৱাৰ কাৰণে তেওঁলৈ কৃতজ্ঞতাৰ শৰাই আগবঢ়াইছোঁ। পুথিখন আকৌ এবাৰ ৰাইজৰ হাতত অৰ্পণ কৰিলো। সাদৰেৰে গ্ৰহণ কৰিলে কৃতাৰ্থ হ'ম।

ওঁ পূৰ্ণমদঃ পূৰ্ণমিদং পূৰ্ণাৎপূৰ্ণমুদচ্যতে।
পূৰ্ণস্য পূৰ্ণমাদায় পূৰ্ণমেৱাৱশিষ্যতে।।
।। ওঁ শান্তিঃ শান্তিঃ শান্তিঃ ।।

## প্ৰকাশকৰ এষাৰ

অধ্যাপক শ্ৰীকিৰণ শৰ্মাৰ দ্বাৰা সঙ্কলিত আৰু অসম বেদ বিদ্যালয়ৰ তত্ত্বাৱধানত প্ৰকাশিত সংস্কৃত-অসমীয়া অভিধানখনৰ প্ৰথম সংস্কৰণৰ পুথিখিনি অতি কম সময়ৰ ভিতৰতে শেষ হৈ যোৱাত অধ্যাপক শ্ৰীশৰ্মাদেৱে আমাক দ্বিতীয় সংস্কৰণটি ছপা কৰি প্ৰকাশ কৰাৰ দায়িত্ব অৰ্পণ কৰাত আমি শ্ৰীশৰ্মালৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। আমি জনাত এনে ধৰণৰ প্ৰায় সকলো দিশ সামৰি সঙ্কলন কৰা এনে ধৰণৰ অভিধান ভাৰতৰ আন কোনো আঞ্চলিক ভাষাত সম্ভৱ নাই। এনে এখন মূল্যবান পুথি প্ৰকাশ কৰিবলৈ সুযোগ পাই আমি পৰম সন্তোষ পাইছো। সহৃদয় সুধীসমাজে পুথিখন আদৰেৰে গ্ৰহণ কৰিলে কৃতাৰ্থ হম। ইতি—

বিজয়া দশমী
২৬ আগষ্ট ২০০১

— ৰাজেন শৰ্মা
চন্দ্ৰ প্ৰকাশ, পাণবজাৰ, গুৱাহাটী-১

# পৰিভাষা

অ, অক : অকৰ্মক ধাতু
অপু : অগ্নি পুৰাণ
অবে : অথৰ্ববেদ
অব্য : অব্যয়
অশা : অলঙ্কাৰ শাস্ত্ৰ
আ : আত্মনেপদী
আবে : আয়ুৰ্বেদ
আস : আৰ্য্যাসপ্তশতী
উ : উভয়পদী
ঋ : ঋকবেদ
ঋতু : ঋতুসংহাৰ
কথা : কথাসৰিৎসাগৰ
কঠো : কঠোপনিষদ
কাপু : কালিকাপুৰাণ
কাপ্ৰ : কাব্যপ্ৰকাশ
কি : কিৰাতাৰ্জুনীয়ম
কু : কুমাৰসম্ভৱ
কূপু : কূৰ্ম পুৰাণ
ক্ৰি বি : ক্ৰিয়া বিশেষণ
ক্লী : ক্লীৱলিঙ্গ
গপু : গৰুড় পুৰাণ
গী : শ্ৰীমদভগবদগীতা
গীত : গীতগোবিন্দ
চা : চাণক্য শ্লোক
তৰ্ক : তৰ্কশাস্ত্ৰ
ত্ৰি : পু, স্ত্ৰী, ক্লীৱলিঙ্গ
দেভা : দেৱীভাগৱত
নীশ : নীতিশতক শ্লোক
নৈ : নৈষধ চৰিত
ন্যায় : ন্যায়দৰ্শন
প : পৰস্মৈপদী
পঞ্চ : পঞ্চতন্ত্ৰ
পপু : পদ্ম পুৰাণ
পাশি : পাণিনীয় শিক্ষা
পু : পুংলিঙ্গ
বপু : বৰাহ পুৰাণ
বাপু : বায়ু পুৰাণ
বিউ : বিক্ৰমোৰ্বশীয়ম্
বিণ : বিশেষণ
বিপু : বিষ্ণু পুৰাণ
বিস : বিষ্ণুসহস্ৰনাম
বৃ : বৃহস্পতি স্মৃতি
বৃস : বৃহৎসংহিতা
বেদ : বেদান্ত দৰ্শন
বেণী : বেণীসংহাৰ
বেপ : বেতালপঞ্চবিংশতি
বৈদ : বৈশেষিক দৰ্শন
ব্যাক : ব্যাকৰণ শাস্ত্ৰ
ব্ৰবৈ : ব্ৰহ্মবৈৱৰ্ত পুৰাণ
ভপু : ভৱিষ্য পুৰাণ
ভা : শ্ৰীমদ্‌ভাগৱৎ পুৰাণ
ভাপ : ভাষা পৰিচ্ছেদ
মচ : মহাবীৰচৰিত
মপু : মৎস্য পুৰাণ
মহা : মহাভাৰত
মাপু : মাৰ্কণ্ডেয় পুৰাণ
মামা : মালতীমাধৱ
মাবি : মালৱিকাগ্নিমিত্ৰ
মীমা : মীমাংসা দৰ্শন
মুউ : মুণ্ডকোপনিষদ
মৃ . মৃচ্ছকটিকা
মে : মেঘদূত
যা : যাজ্ঞৱল্ক্য স্মৃতি
যোগ : যোগদৰ্শন
ৰম : ৰতিমঞ্জৰী
ৰাত : ৰাজতৰঙ্গিণী
শ : অভিজ্ঞানশকুন্তলম
শকদ্ৰু : শব্দকল্পদ্ৰুম
শব্ৰা : শতপথব্ৰাহ্মণ
শি : শিশুপাল বধ
স, সক : সকৰ্মক ধাতু
সাদ : সাহিত্যদৰ্পণ
সুভা : সুভাষিত
স্ত্ৰী : স্ত্ৰীলিঙ্গ
স্বপ্ন : স্বপ্নবাসৱদত্তা
হচ : হৰ্ষচৰিত
হৰ : হৰিবংশ।
হি : হিতোপদেশ

ওঁ

।। শ্রীশ্রীগণেশায় নমঃ।।

# অ



**অ** অকাৰ, বৰ্ণমালাৰ প্ৰথম বৰ্ণ তথা প্ৰথম স্বৰবৰ্ণ। উচ্চাৰণ স্থান কণ্ঠ। পাণিনিৰ অষ্টাধ্যায়ীৰ চৈধ্য শিৱসূত্ৰৰ প্ৰথম সূত্ৰৰ প্ৰথম বৰ্ণ। ১। বিষ্ণুৰ এটা নাম। অ (বিষ্ণু), উ (মহেশ্বৰ) আৰু ম (ব্ৰহ্মা)। এই তিনি অক্ষৰ একেলগে (ওঁ) প্ৰণৱ।

'অকাৰো ৱিষ্ণুৰুদ্দিষ্ট উকাৰস্তু মহেশ্বৰঃ।
মকাৰ উচ্যতে ব্ৰহ্মা প্ৰণৱেন ত্ৰয়ো মতাঃ।।

২। বায়ু, ব্ৰহ্মা, বৈশ্বানৰ। 'অ' সাধাৰণতে নঞৰ সলনি ব্যৱহাৰ হয়। স্বৰবৰ্ণ পিছত থাকিলে 'অ'ৰ ঠাইত ন হয়। 'অ' ছয় প্ৰকাৰ অৰ্থত পোৱা যায়। (১) অভাৱ, (২) ভেদ, (৩) সাদৃশ্য, (৪) অল্পতা, (৫) অযোগ্যতা আৰু (৬) বিৰোধ।

৩। দুখ, গালি, নিন্দা আদি আবেগ প্ৰকাশ আৰু সম্বোধনত 'অ' ব্যৱহাৰ হয়। ৪। লঙ, লুঙ আৰু লৃঙ কালত ধাতুৰ আগত 'অ' আগম হয়।

**অ** অভাৱ, অল্প, নিষেধ, অতীত, অনুকম্পাবোধক অব্যয়।

**অঃ** *পু.* (অততি সৰ্ৱং ব্যাপ্নোতি ইতি ডঃ) বিষ্ণু। (ক্লী) ব্ৰহ্ম, 'অ, ই, উ, এ, ও, ওম কলাশ্চ মূলং ব্ৰহ্ম ইতি কীৰ্তিতম' (অপু)।

**অঋণী (ন্)** *বিণ.* ঋণ অৰ্থাৎ ধাৰ নথকা। ধাৰশূন্য।

**অংশ্** বিভাজনে (চুৰা উ সক অংশয়তি -তে) ১। বিভাজন কৰ, ২। দুভাগ কৰ, বিভক্ত কৰ, বিতৰণ কৰ, ভগাই দে।

**অংশঃ** *পু.* (অংশ ৱিভাজনে কৰ্মণি ঘঞ) ১। বিভাজন, অংশ, ভাগ, মনু ৮।৪০৮; ২। অক্ষাংশ। ৩। কান্ধ। ৪। ভগ্নাংশ। **—অংশঃ** ১। দ্বিতীয় শ্ৰেণীৰ অৱতাৰ। ২। ভাগৰ অংশ। **—অৱতাৰঃ** পৃথিৱীত দেৱতাৰ অংশ ৰূপত অৱতাৰ। **—কং** *ক্লী.* দিন। **—কঃ** জ্ঞাতি, ভাগী, অংশীদাৰ, **—ভাক্** ভাগী, অংশীদাৰ। **—লঃ** শক্তিশালী, বলৱান।

**অংশী (ন্)** *বিণ.* ভাগী, অংশীদাৰ।

**অংশুঃ** *পু.* (অংশয়তি ইতি কুঃ) ১। কিৰণ, ৰশ্মি, প্ৰভা, কু. ১।৩২; ২। উজ্জ্বলতা, ৩। শেষ বিন্দু, ৪। অণু, কণা, ৫। সূতাৰ শেষাংশ, ৬। বসন, ভূষণ, ৭। গতিবেগ। **—কং** **ক্লী.** বেশভূষা, পশমী কাপোৰ, শ ১।৩১; **—জালং** ৰশ্মিৰ উজ্জ্বলতা, সমূহ। **—ধৰঃ —পতিঃ, —ভৃৎ —ৱাণঃ —স্বামী —হস্তঃ** সূৰ্য। **—পট্টং** পাট কাপোৰ। **—মালা** পোহৰৰ মালা। **—মালিন্** *পু.* সূৰ্য্য।

**অংশুমান্ (ৎ)** *পু.* (অংশৱো ৱিদ্যন্তে অস্য ইতি মতুপ্) ১। সূৰ্য্য। ২। সগৰৰ নাতি, অসমঞ্জসৰ পুত্ৰ আৰু ৰজা দিলীপৰ পিতা। ৩। এবিধ গছৰ পাত (তেজপাত); (বিণ) ১। উজ্জ্বল, দীপ্তিমান গী ১০।২১; ২। জোঙা, তীক্ষ্ণ।

**অংশুলঃ** *পু.* (অংশুঃ ৱিদ্যাজ্যোতিঃ অস্তি অস্য অংশু লচ) চাণক্যমুনি।

**অংসঃ** *পু. ক্লী.* (অমতি ভাৰাদিনা অম্ সন) ১। কান্ধ, ২। কান্ধৰ হাড়, ৩। অংশ, ভাগ। **—কূটঃ** বলধৰ কুঁজ; **—ত্ৰং** কান্ধত লোৱা বৰ্ম; **—ফলকঃ** ৰাজহাড়ৰ ওপৰৰ অংশ, **—ভাৰঃ** কান্ধত লোৱা ভাৰ বা বোজা; **—ভাৰিক** ভাৰী, কান্ধত ভাৰ বহনকাৰী; **—লঃ** বলৱান, শক্তিশালী কান্ধ থকা ৰ ৩।৩৪।

**অংহ্** গমনে (ভ্বা আ অক অংহতে) ১। যা, গমন কৰ, ২। যাত্ৰা কৰ, আৰম্ভ কৰ, ওচৰলৈ যা।

**অংহঃ (স্)** পাপ, স্বধৰ্মত্যাগ, দুখ।

**অংহতিঃ তী** *স্ত্ৰী* (হন্তেৰংহ চ ইতি অতিঃ) ১। উপহাৰ, দান, ২। উৎকণ্ঠা, ৩। বিপদ, ৪। ৰোগ, ৫। ত্যাগ।

**অংহ্রিতিঃ** দান, উপহাৰ।

**অংঘ্ৰিঃ** *পু.* (অহি ক্রিণ) ১। ভৰি, ঠেং ২। গছৰ মূল বা শিপা, **—পঃ** গছ।

**অক** ৱক্ৰগতৌ (ভ্বা প অক অকতি) সাপৰ দৰে বেঁকা বেঁকিকৈ যা।

**অকং** (ন কং সুখং) ১। দুখ, দুৰ্গতি, ২। পাপ।

**অকচ** *বিণ.* (নাস্তি কচঃ কেশঃ যস্য) টপা, চুলিহীন। **—চঃ** কেতুগ্রহ।

**অকনিষ্ঠ** *বিণ.* কনিষ্ঠ নহয়, অর্থাৎ জ্যেষ্ঠ। **—ষ্ঠঃ —ষ্ঠগঃ** গৌতম বুদ্ধ।

**অকথ্য** *বিণ.* অকথনীয়, কোৱাৰ অযোগ্য।

**অকন্যা** *বিণ.* বয়সীয়া কন্যা, শাস্তি হোৱা ছোৱালী, গাভৰু।

**অকৰ** *বিণ.* ১। হাত নথকা, বিকলাঙ্গ, ২। কৰ বা ৰাজহ মুক্ত, ৩। নিষ্কৰ্মা, কৰ্মবিমুখ।

**অকৰণং** কৰ্ম নকৰা, কৰ্মহীন।

**অকৰণিঃ** *স্ত্রী.* (ন কৃঞ অনি) ১। বিফল মনোৰথ, অকৃতকাৰ্য্য, নৈৰাশ্য, ২। অভিশাপ।

**অকৰা** *স্ত্রী.* আমলখী।

**অকৰুণ** *বিণ.* নিৰ্দয়, হৃদয়হীন।

**অকৰ্ণ** *বিণ.* কৰ্ণহীন, কাণ নথকা, **—ৰ্ণঃ** সাপ।

**অকৰ্তন** *বিণ.* বাওনা।

**অকৰ্মন্** *বিণ.* ১। অকামিলা, এলেহুৱা, অপটু, অক্ষম, ২। দুষ্ট, নীচ। (ব্যাকৰণ) অকৰ্মক (ক্ৰিয়া); **—ৰ্ম** *(ক্লী)* কৰ্মহীন, অপৰাধ, কুকৰ্ম, পাপ। **—অন্বিত** *বিণ.* অসৎ কৰ্মী, এলেহুৱা। **—ভোগঃ** কৰ্মফলৰ পৰা মুক্তি লাভ।

**অকল** *বিণ.* অংশ শূন্য। **—লঃ** পৰম ব্ৰহ্ম।

**অকল্ক** *বিণ.* ১। গেদ বা তলনি নথকা, ২। নিষ্পাপ। **—ল্কন** *বিণ.* দম্ভৰহিত, নিৰহংকাৰী, সৰল। **—ল্কা** জ্যোৎস্না।

**অকল্প** *বিণ.* ১। অসংযমী, দুৰ্বল, অক্ষম, ২। অতুলনীয়।

**অকল্পিত** *বিণ.* কল্পনাৰহিত, অকৃত্ৰিম, প্ৰকৃত।

**অকল্য** *বিণ.* (ন কল্যঃ সুস্থঃ) ৰোগী, অসমৰ্থ।

**অকল্যাণং** *ক্লী.* অমঙ্গল, অসুভ।

**অকস্মাৎ** *অব্য.* অতৰ্কিতে, হঠাৎ, ৰঘু ১৪।৫৫।

**অকাণ্ড** *ক্ৰি.বি.* ১। হঠাতে হোৱা, অকস্মাত হোৱা, আশা নকৰাকৈ হোৱা উ ৪।১৫; ২। ঠাৰিহীন; **—জাত** হঠাতে জন্ম হোৱা; **—পাতঃ** অকস্মাৎ সংঘটন; **—পাতজাত** জন্ম হোৱাৰ লগে লগে মৰা; **—শূলং** হঠাতে পেট বিষোৱা।

**অকাণ্ডে** *ক্ৰি. বি.* অকস্মাৎ, হঠাৎ শ ২।১২।

**অকাম** *বিণ.* ১। কামনাশূন্য, অনিচ্ছুক, অনিচ্ছাকৃত, ২। অচেতন।

**অকামতঃ** *ক্ৰি.বি.* অনিচ্ছাকৃতভাৱে, অচেতনভাৱে, দ্বিধাগ্ৰস্তভাৱে।

**অকায়** *বিণ.* ১। দেহহীন, ২। ৰাহু গ্ৰহ, ৩। নিৰাকাৰ ব্ৰহ্ম।

**অকাৰণং** *বিণ.* কাৰণহীন, হেতুহীন, স্বয়ম্ভু। নিজে নিজে হোৱা কু ৪।৭।

**অকাৰ্পণ্যং** *ক্লী.* অকৃপণতা, উদাৰতা।

**অকাৰ্য** *বিণ.* অযোগ্য, অনুচিত, অন্যায়, অনুচিত; **—ৰ্যং** বেয়া কাম, কুকৰ্ম, অপৰাধ; **—কাৰী** কুকৰ্ম কৰোঁতা, নিজৰ কৰ্তব্যক অৱহেলা কৰোঁতা।

**অকালঃ** *পু.* অসময়, অশুদ্ধকাল, অনুপযুক্তকাল বা সময়; ৰ ১২।৩৩; **—কুসুমং — পুষ্পং** অকালতে ফুলা ফুল; **—কুষ্মাণ্ড** আবতৰীয়া লাও, নিষ্ফল জনম। **—জ —উৎপন্ন —জাত** আবতৰীয়া; **—জলোদয়ঃ —মেঘোদয়ঃ** আবতৰীয়া মেঘ, ২। কুঁৱলী, **—ৱেলা** আবতৰীয়া, অনুচিত সময়; **—সহ** *বিণ.* অধৈৰ্য্য।

**অকিঞ্চন** *বিণ.* দালদৰিদ্ৰ, অনাথ, নিঃকিন।

**অকিঞ্চিজ্জ্ঞ** *বিণ.* একোকে নজনা, জধামূৰ্খ।

**অকিঞ্চিৎকৰ** *বিণ.* অকামিলা, অপ্ৰয়োজনীয়, নিৰীহ।

**অকিল্বিষ** *বিণ.* (নাস্তি কিল্বিষং যস্য) নিষ্পাপ, নিৰ্দোষ।

**অকীৰ্তিঃ** *স্ত্রী.* অপযশ, অপবাদ।

**অকুণ্ঠ** *বিণ.* ১। সুতীক্ষ্ণ, অবাধ বে ২।২; ২। কৰ্মঠ, তেজস্বী, ৩। দৃঢ়, ৪। অত্যন্ত, অতিপাত, অত্যধিক।

**অকুতঃ** *ক্ৰি. বি.* ক'ৰো পৰা নহয়, **—চলঃ** সদাশিৱ; **—ভয়** নিৰাপদ, কাৰোপৰা ভয় বা আশঙ্কা নথকা, সুৰক্ষিত।

**অকুপ্যং** *ক্লী.* অসাধাৰণ ধাতু অৰ্থাৎ সোণ আৰু ৰূপ।

**অকুশল** *বিণ.* ১। অমঙ্গলজনক, দুৰ্ভগীয়া, ২। অনিপুণ, মূৰ্খ।

**অকূপাৰঃ** *পু.* (কুং পৃথিৱীং পিপৰ্তীতি কূপাৰঃ) ১। সাগৰ, ২। সূৰ্য্য, ৩। কাছ।

**অকূৰ্চ্চঃ** *পু.* (নাস্তি কূৰ্চ্চঃ কৈতৱং যস্য) গৌতম বুদ্ধ।

**অকৃচ্ছ্ৰ** *বিণ.* জটিলতাশূন্য, সহজ।

**অকৃত** *বিণ.* ১। অসম্পাদিত, কুসম্পাদিত, ২। অসম্পূৰ্ণ, ৩। অসৃষ্ট, ৪। অকামিলা, ৫। অপৈণত; **—তা** পুত্ৰৰ স্থান পোৱা কন্যা; **—তং** নকৰা কাম। **—অৰ্থ** অকৃতকাৰ্য্য; **—অস্ত্ৰ** অস্ত্ৰবিদ্যা নজনা; **—আত্মন্** ১। মূৰ্খ, অজ্ঞ, ২। পৰমব্ৰহ্মৰ লগত অনৈকত্ব; **—উদ্বাহ** অবিবাহিত; **—জ্ঞ** কৃতঘ্ন, কৃতজ্ঞতাশূন্য; **—ধী —বুদ্ধি;** বিণ. মূৰ্খ, অজ্ঞ।

**অকৃতিত্বং** *ক্লী.* অক্ষমতা, অকৰ্মণ্যতা।

**অকৃত্রিম** (কৰণাৎ জাতঃ কৃত্রিমঃ স নেতি) অজন্য, প্রকৃত, নৈসর্গিক, অযত্নকৃৎ।
**অকৃতী** *বিণ.* অক্ষম, অকর্মণ্য।
**অকৃপ** বিণ. কৃপাহীন, নির্দয়, অকৰুণ।
**অকৃষ্ট** *বিণ.* হাল নোবোৱা মাটি; **—পচ্য** হাল নোবোৱাকৈ হোৱা (শস্য) কি ১।১৭।
**অকেশ** *বিণ.* চুলিহীন, তপা।
**অকৈটৱ** *বিণ.* অকপটতা, অধূর্তালি।
**অকোটঃ** *পু.* (ন কুট ভাৱে ঘঞ) তামোল গছ।
**অকোৱিদ্** *বিণ.* মূর্খ, অপণ্ডিত।
**অকৌটিল্যং** *ক্লী.* অকুটিলতা, **সৰলতা**।
**অক্কা** *স্ত্রী.* (অকং দুঃখং কায়তি গৃহ্লাতি) মাতৃ।
**অক্ত** *বিণ.* (অঞ্চের্গতৌ ক্তঃ) ১। যুক্ত, গত, ব্যক্ত। ২। ৰং, ধূলি আদিৰে প্রলিপ্ত (যেনে ৰক্তাক্ত, ক্লেদাক্ত); **—ক্তা** ৰাতি।
**অক্তৰং** *ক্লী.* বর্ম, কবচ।
**অক্রম** *বিণ.* ক্রমৰহিত, ব্যতিক্রম, খেলিমেলি।
**অক্রিয়** *বিণ.* নিষ্কর্মা, কুকর্মা, কর্মহীন গী ৬।১
**অক্রূৰ** *বিণ.* সৰল, বিদ্বেষশূন্য। দয়াৱান (পু.) শ্রীকৃষ্ণৰ খুড়াক। স্বফল্ক আৰু গান্দিনীৰ পুত্র।
**অক্রোধ** *বিণ.* ক্রোধশূন্য।
**অক্লান্ত** *বিণ.* পৰিশ্রমী, অম্লান।
**অক্লিকা** *স্ত্রী.* নীলগছ।
**অক্লিষ্টকর্মা** অক্লেশে কাম কৰি যোৱা (লোক)।
**অক্লেশং** *ক্লী.* ক্লেশ শূন্য।
**অক্ষ্** ব্যাপ্তৌ, সংহতৌ (ভ্বা স্বা প সক অক্ষতি, অক্ষোতি); ১। ব্যাপ্ত হ, বা, কৰ; ২। প্রবেশ কৰ, ৩। সংগ্রহ কৰ, ৪। উপস্থিত, ঢুকি পা, ৫। সঞ্চয় কৰ, জমা ৰাখ।
**অক্ষঃ** *পু.* ১। ধুৰা, ২। যানবাহন, ৩। পাল্লা বা তুলাচনীৰ ওপৰৰ মাৰিডাল ৪। অক্ষৰেখা, ৫। মালা তৈয়াৰ কৰা গুটি বিশেষ, ৬। পাশাৰ গুটি, ৭। ওজনৰ দাগা, ৮। সাপ, ৯। গৰুড় পক্ষী, ১০। মোকর্দমা, ১১। জন্মান্ধ। **—ক্ষং** *ক্লী.* ১। জ্ঞানেন্দ্রিয়, ২। সাগৰীয় নিমখ, ৩। তুতিয়া। **—কুশলং** পাশা খেলত নিপুণ। **—কূটঃ** চকুৰ মণি; **—গ্লহঃ** পাশা খেল। **—জং** ১। হীৰা, ২। বিজুলি; **—জঃ** বিষ্ণু; **—ধূর্তঃ** জুৱাৰী; **—পাদঃ** মহর্ষি গৌতমৰ এটা নাম; **—মালা** **—সূত্রং** *স্ত্রী. ক্লী.* মন্ত্র জপ কৰা মালা; **—বাটঃ** জুৱা খেলৰ আড্ডাৰ গৰাকী; **—লকঃ** গাড়ীৰ ধুৰাত লগোৱা শলকা, 'পিন'।
**অক্ষণিক** *বিণ.* ধীৰ-স্থিৰ, অচল অটল।
**অক্ষত** *বিণ.* ১। ক্ষতশূন্য, আঘাত শূন্য কু ৪।৯; ২। অভগ্ন, পৰিপূর্ণ, অবিভক্ত; **—তঃ** : ১। সদাশিৱ, ২। মৰাণ মাৰি, জাৰি সূর্য্যৰ তাপত শুকাই থোৱা ধান। পূজা-সেৱাত ব্যৱহাৰ কৰিবলৈ বানি ধুই নিকা কৰা চাউল। ৰ ২।২১; ৩। যৱধান **—তং** ১। শস্য। ২। নপুংশক; **—যোনিঃ** কুমাৰী কন্যা। পুৰুষৰ লগত যৌন সম্পর্ক নোহোৱা কন্যা।
**অক্ষম** *বিণ.* অসমর্থ, অপ্রেয়োজনীয়, অধৈর্য্য, ৰ ১৩।১৬; ক্ষমাৰহিত **—মা** *স্ত্রী* অধৈর্য্য, ক্ষমাহীনা, ঈর্ষা।
**অক্ষয়** *বিণ.* চিৰস্থায়ী, অব্যর্থ ৰ ৪।১৩।
**অক্ষয্য** *বিণ.* অভগন, অবিনাশী শ ২।১৩।
**অক্ষৰ** *বিণ.* (ন ক্ষৰতীতি ক্ষৰ অচ) ১। অবিনশ্বৰ, চিৰস্থায়ী, অবিনাশী গী ১৫।১৬; ২। দৃঢ়, ধ্রুব, নিত্য; **—ৰঃ** সদাশিৱ, বিষ্ণু; **—ৰং** ১। বর্ণমালাৰ এটা বর্ণ, গী ১০।৩৩; ২। এটা উচ্চাৰণৰ শব্দ বা পদাংশ। যেনে— ওঁ। মনু ২।৮৩; ৩। নথিপত্র, লিখনি, ৪। অক্ষয় ব্রহ্ম, ৫। পানী, ৬। আকাশ; ৭। মুক্তি, মোক্ষ। **—অর্থ** পদার্থ; **—চঞ্চু, —চণঃ —নঃ** লেখক, নকলনবীচ; **—চ্যুতক** এটা বর্ণ বাদ দিয়াৰ ফলত বিপৰীত অর্থ প্রাপ্তি। **—ছন্দস্ —বৃত্তং** অক্ষৰৰ সংখ্যা অনুসৰি নিয়ন্ত্রিত ছন্দ। **—জননী, —তূলিকা** লেখনী, কাপ, পাখি-কলম। **—ন্যাসঃ** ১। লিখনি, ২। বর্ণমালা, ৩। ধর্মশাস্ত্র। **—ভূমিকা ফলক**। কাঠৰ তক্তা য'ৰ ওপৰত লিখা হয়। ৰ ১৮।৪৬; **—মুখঃ** পণ্ডিত, ছাত্র। **—ৱর্জিত** নিৰক্ষৰ; **—শিক্ষা** গুপ্তাক্ষৰ বিদ্যা বা জ্ঞান। **—সংস্থানং** বর্ণমালা, লিখনি, আখৰৰ শৃঙ্খলা।
**অক্ষৰকং** *ক্লী.* স্বৰবর্ণ, **—ৰসঃ** *ক্রি. বি.* এটা আখৰৰ পিছত এটাকৈ; আক্ষৰিকভাৱে।
**অক্ষান্তিঃ** *স্ত্রী.* (ন ক্ষমণম্ ক্ষম্ সহনে ইতি ক্তিন্) আনৰ উন্নতিত হোৱা জ্বলন, ঈর্ষা, অসহন।
**অক্ষাৰঃ** প্রাকৃতিক নিমখ, খাৰহীন নিমখ। **—লৱণং** হৃবিষ্যান্ন বিশেষ। সৈন্ধৱ লোণ।

**অক্ষি** *ক্লী.* (অশ্ ব্যাপ্তৌ নিদিতি ক্সিঃ) ১। চকু, চকুৰ মণি; ২। সংখ্যা '২', ৰ ১৫।৬৭; **—কম্পঃ** চকুৰ টিপ, চকুৰ কঁপনি, পচাৰ। **—কূটঃ** **—কূটকঃ** চকুৰ মণি; **—গত** চকুৰ দ্বাৰা দেখা, দৃষ্টি গোচৰ; **—ভেষজঃ** চকুৰ ঔষধ; **—পক্ষ্মম্** **—লোমন** চকুৰ পিৰঠি; **—বিকূণিতং** **—বিকুশিতং** বক্ৰদৃষ্টি, কেৰাহিকৈ চোৱা।

**অক্ষুন্ন** *বিণ.* অভগ্ন, অখণ্ডিত, অজেয়, কৃতকাৰ্য্য। বে ১।২ অসাধাৰণ।

**অক্ষুব্ধ** *বিণ.* (ক্ষুভ ক্ত) ক্ষোভশূন্য।

**অক্ষেত্ৰ** *বিণ.* খেতিবাতিহীন। পতিত, গৰাবাদি (মাটি); **—ত্ৰং** ১। বেয়া পথাৰ, ২। বেয়া বিদ্যাৰ্থী, ছাত্ৰ, অনুপযুক্ত পাত্ৰ; **—বাদ :** আধ্যাত্মিক জ্ঞানশূন্য।

**অক্ষোটঃ, অক্ষোড়ঃ** *পু.* আখৰোট গছ।

**অক্ষোভঃ** *পু.* হাতী বন্ধা খুটা।

**অক্ষোভ্য** *বিণ.* স্থিৰ, অচল অটল, স্থাৱৰ, অবিচলিত ৰ ১৭।৭৪।

**অক্ষৌৰিভং** *ক্লী.* ক্ষৌৰকৰ্ম্মৰ নিষিদ্ধ দিন বা তিথি।

**অক্ষৌহিণী** *স্ত্ৰী.* (উহঃ সমূহঃ ইনিঃ অক্ষাণাম উহিনী) এক অক্ষৌহিণী সংখ্যক সৈন্যবাহিনী। ২১৮৭০ খন ৰথ, ৬৫৬১০ ঘোঁৰা আৰু ১০৯৩৫০ পদাতি।

**অক্ষং** *ক্লী.* কাল।

**অখণ্ড** *বণ.* অখণ্ডিত, সম্পূৰ্ণ, সমুদায়। শ [illegible]।১০।

**অখগুনঃ** *পু.* কাল।

**অখণ্ডিত** *বিণ.* অভগ্ন, অবিভক্ত, অবাধ; **—উৎসন্ন** উৎসৰমুখৰ। **—ঋতুঃ** যি কাল বা ঋতুত ফল ফুলাদি উৎপন্ন হয়। সফল (বৃক্ষাদি)।

**অখৰ্ব** *বণ.* বাওনা বা চুটি নহয়। ওখ। বৃহৎ।

**অখাটং** *ক্লী.* ১। অকৃত্ৰিম জলাশয়, প্ৰাকৃতিক জলাধাৰ। দেৱখাট। মন্দিৰৰ সমুখৰ পুখুৰী।

**অখাদ্য** *বিণ.* অভক্ষ্য, খোৱাৰ অযোগ্য।

**অখিল** *বিণ.* ১। সম্পূৰ্ণ, পৰিপূৰ্ণ, মনু ১।৫৯; ২। অপৰ্তিত, কৰ্ষিত (ভূমি)।

**অখোটিকঃ** *পু.* ১। গছ, ২। চিকাৰৰ শিক্ষা দিয়া কুকুৰ।

**অখ্যাতিঃ** *স্ত্ৰী.* (ন খ্যা ক্তিন্) **অখ্যাতি**। অপবাদ, কুযশ; **—কৰ** অপবাদজনক।

**অগ্** (ক) বক্ৰগতৌ, কুটিল গমনে (ভ্বা, প অক অগতি), সাপৰ দৰে বেঁকাবেঁকিকৈ যা। (খ) গতৌ অঙ্গতি। যা, গমন কৰ।

**অগঃ** *পু.* (ন গচ্ছতীতি অ গম্ ডঃ) ১। যি যাব নোৱাৰে, যি লৰচৰ কৰিব নোৱাৰে। যেনে— গছ, পৰ্বত, সূৰ্য্য, ২। সংখ্যা '৭'।, ৩। সৰীসৃপ, সাপ; **—আত্মজা** পাৰ্বতী; **—ওকস্** *পু.* ১। গিৰিবাসী, ২। পক্ষী, ৩। (আঠখন ঠেং থকা) শৰভ জন্তু, ৪। সিংহ।

**অগচ্ছঃ** গছ।

**অগজ** *বিণ.* (অগে জায়তে ইতি অগ, জন ড) ১। গিৰিজাত, পৰ্বতত জন্ম হোৱা, ২। জঙ্গলী, পৰ্বতে কন্দৰে ঘূৰি ফুৰা, কি ১।৯ **—জং** খনিজ পদাৰ্থ, আলকাতৰা।

**অগতিঃ** *স্ত্ৰী.* সহায়হীনতা, আশ্ৰয়হীনতা।

**অগতি(তী)ক** *বিণ.* অসহায়, নিৰাশ্ৰয় যা ১।৩৪৬।

**অগদ** *বিণ.* স্বাস্থ্যৱান, নিৰোগী, সবল, সুস্থ। **—দঃ** ১। ঔষধ, ২। স্বাস্থ্য, ৩। আয়ুৰ্বেদৰ অন্তৰ্গত ৮টা শাখাৰ এটা। প্ৰতিষেধক বিদ্যা। **—ঙ্কাৰঃ** চিকিৎসক।

**অগমঃ** *পু.* (ন গম অচ) ১। গছ, ২। পৰ্বত।

**অগম্য** *বিণ.* (ন গম যৎ) ১। গমন বা ভ্ৰমণৰ অযোগ্য, দুৰ্গম; ২। দুৰ্বোধ্য, বুজিব নোৱৰা; **—ৰূপ** অনতিক্ৰম, অচিন্তনীয়, ধাৰণাৰ অতীত, কি ১।৯।

**অগম্যা** *স্ত্ৰী.* ১। মৈথুনৰ অযোগ্যা, ২। নীচ জাতিৰ তিৰোতা। **—গমনং** অবৈধ মৈথুন, সহবাস; **—গামী** *পু.* অবৈধ মৈথুনকাৰী।

**অগৰ্হিত** *বিণ.* অনিন্দিত। মনু ৯।১০৯।

**অগস্তিঃ** **—স্ত্যঃ** *পু.* (অগং বিন্ধ্যং অস্যতি ইতি ক্তিচ অগস্তি; অগ স্ত্যৈ ক অগস্ত্যঃ) ১। বকফুলৰ গছ ২। অগস্ত্য নক্ষত্ৰ, ৩। অগস্ত্য মুনি। কুম্ভৰ পৰা উৎপন্ন হোৱা কাৰণে ঋষিগৰাকীৰ আন এটা নাম কুম্ভসম্ভৱ। মিত্ৰাবৰুণ আৰু উৰ্বশীৰ পুত্ৰ অগস্ত্য বহুখিনি বেদমন্ত্ৰৰ ৰচয়িতা। এই মুনিজন চুটি-চাপৰ আছিল যদিও সমুদ্ৰক পান কৰাৰ উপৰিও বিন্ধ্যা পৰ্বতমালাক তেওঁৰ সমুখত দীঘল দি পৰিবলৈ বাধ্য কৰিছিল।

**অগাধ** *বিণ.* (নাস্তি গাধঃ স্থিতিৰত্ৰ) অতি গভীৰ, অতলস্পৰ্শী, অতি গম্ভীৰ হি ১।৫২; **– ধং** ছিদ্ৰ, বিন্ধা। **—ৰং** ঘৰ, গৃহ, মনু ৯।২৬৫।

**অগিৰঃ** *পু.* (অগ ইৰ) অগ্নি, জুই; সূৰ্য্য; ৰাক্ষস, দানৱ; স্বৰ্গ। **—ওকস্** স্বৰ্গবাস।

**অগুণ** *বিণ.* ১। গুণহীন, সদ্‌গুণৰ অভাৱ, অকামিলা, ২। নিৰ্গুণ (ব্ৰহ্ম); **—ণঃ** দোষ, ত্ৰুটী।

**অগুঃ** *পু.* (নাস্তি গৌঃ কিৰণঃ) ৰাহুগ্ৰহ।

**অগুৰু** *বিণ.* ১। অগধুৰ, পাতল, কম ওজনৰ, ২। গুৰুহীন, ৩। (বৃত্ত) চুটি। **—ৰু** *ক্লী.* অগৰু গছ আৰু কাঠ।

**অগোচৰ** *বিণ.* ১। অজ্ঞাত, অবিজ্ঞেয়, জ্ঞানেন্দ্ৰিয়ই ঢুকি নোপোৱা, অপ্ৰত্যক্ষ; **—ৰং** ১। জ্ঞানেন্দ্ৰিয়ই ঢুকি নোপোৱা বস্তু, ২। নেদেখা, নজনা বস্তু, ৩। পৰম ব্ৰহ্ম।

**অগৌকাঃ (স)** *পু.* (অগঃ ওকঃ যস্য সঃ) ১। শৰভ ২। সিংহ, ৩। পক্ষী।

**অগ্নায়ী** *স্ত্ৰী.* ১। অগ্নিৰ পত্নী, ২। ত্ৰেতাযুগ।

**অগ্নিঃ** *পু.* (অঙ্গতি উৰ্দ্ধং গচ্ছতি ইতি অগি গতৌ নিঃ) ১। জুই, অগ্নি, ২। তেজঃ পদাৰ্থ বিশেষ, ৩। অগ্নি দেৱতা, পত্নী স্বাহা, পুত্ৰ তিনিজন- পাৱক, পৱমান আৰু শুচিঃ, ৪। পেটৰ জুই অৰ্থাৎ পাচক শক্তি (জঠৰাগ্নি), ৫। পিত্তৰস, ৬। সোণ, ৭। সংখ্যা '৩'। **—আধানং** হোমত অগ্নি স্থাপন; **—আলয়ঃ —গৃহং** অগ্নি ঘৰ, অগ্নিশালা, অগ্নি মন্দিৰ; **—কঃ** এবিধ ৰঙা বৰণীয়া পোক। **—কণঃ —স্তোকঃ** ফিৰিঙতি; **—কাষ্ঠং** অগৰু; **—কুক্কুটঃ** জ্বলি থকা কাঠখৰি; **—কুণ্ডং** জুই ৰখা পাত্ৰ, হোমকুণ্ড; **—কেতুঃ** ধোঁৱা; **—কোণঃ** দক্ষিণ পূব দিশ; **—ক্ৰীড়া** আতচবাজি, ফটকা ফুলজাৰি; **—গৰ্ভ** ভিতৰত জুই থকা; **—গৰ্ভঃ** সূৰ্যকান্ত মণি, সূৰ্যৰ ৰশ্মি পৰিলে এই মণিৰ পৰা জুই উঠে, শ ২।৭; **—গৰ্ভা** ১। শমীধ গছ, ২। পৃথিৱী। **—চিৎ** যিয়ে হোমাগ্নি ৰক্ষা কৰি থাকে। **—চয়ঃ —চয়নং, —চিত্যা** অগ্নিচয়ন, অগ্ন্যাধান। **—জ** অগ্নিজাত; **—জঃ —জাতঃ** কাৰ্তিকেয়, বিষ্ণু; **—জং —জাতং** সোণ, **—জিহ্বা** ১। জুইৰ জিভা অৰ্থাৎ শিখা, ২। অগ্নিৰ সাতখন জিভাৰ এখন। **—ত্ৰয়ং —ত্ৰেতা** তিনি অগ্নি গাৰ্হপত্য, আহৱনীয় আৰু দক্ষিণ; **—দ** *বিণ.* ১। বলকাৰক, ভোকজনক, ২। ঘৰত জুই লগোৱা ব্যক্তি; **—দাতৃ** অন্ত্যেষ্টি ক্ৰিয়া কৰোঁতা; **—দীপন** অগ্নিদ; **—দীপ্তিঃ —বৃদ্ধিঃ** *স্ত্ৰী.* ভোক, ভাল পাচন ক্ৰিয়া; **—দেৱা** কৃত্তিকা নক্ষত্ৰ। **—ধানং** হোমাগ্নিৰ আধাৰ। **—পৰিক্ৰিয়া** অগ্নিপূজা; **—পৰিচ্ছেদঃ** হোমৰ সামগ্ৰী, সঁজুলি; মনু ৬।৪, **—প্ৰৱেশঃ —শনং** জুইৰে আত্মহত্যা; **—বাহঃ** ধোঁৱা, ছাগলী; **—ভং** সোণ, কৃত্তিকা নক্ষত্ৰ; **—ভূঃ** পানী; **—মন্থঃ —মথনং** দুডাল কাঠ ঘঁহি জুই উলিওৱা; **—মণিঃ** সূৰ্যকান্ত মণি; **—মান্দ্যং** বদ হজম; **—মুখ** দেৱতা, ব্ৰাহ্মণ; **—ৰজঃ** ইন্দ্ৰগোপ নামৰ এবিধ উজ্জল পতঙ্গ; **—শিখঃ** ১। চাকি, বন্তি ২। কুমকুম; **—সখঃ —সহায়ঃ** বতাহ; **—সাক্ষিক** *বিণ.* অগ্নিক সাক্ষী কৰি, অগ্নিৰ সম্মুখত; **—সাৎ** *অব্য.* জুইত পেলোৱা বা পোৰা। **—স্তুৎ** এদিনীয়া হোমৰ অংশবিশেষ; **—স্তোমঃ** বসন্ত কালত বহুদিনলৈ চলি থকা আৰু জ্যোতিষ্টোম যজ্ঞৰ অঙ্গবিশেষ; **—হোত্ৰং** অগ্নিত আহুতি দান; **—হোত্ৰী** পুৰোহিত যিজনে অগ্নিহোত্ৰ কৰে।

**অগ্ৰ** *বিণ.* প্ৰথম, প্ৰধান, মুখ্য **—গ্ৰং** ১। শীৰ্ষ বিন্দু, তীক্ষ্ণতা, ২। শ্ৰেষ্ঠ, ৩। লক্ষ্য, ৪। আৰম্ভণি, ৫। আধিক্য; **—অনি(ণী)কঃ (কং)** অসুখৰ সৈন্য, মনু ৭।১৯৩; **—কৰঃ** নেতা, পথপদশক; **—গণ্য** শীৰ্ষস্থানীয়; **—জাত, —জাতক, —জন্মন্** অগ্ৰজন্মা, ব্ৰাহ্মণ; **—দানিন্** প্ৰেতৰ বাবে দান কৰা বস্তু গ্ৰহণ কৰা ব্ৰাহ্মণ। **—দূতঃ** হ'ব লগীয়া কথা আগতে জনোৱা লোক ৰ ৬।১২ **—পাদঃ** ভৰিৰ আগভাগ; **—ভাগিন্** (সম্পত্তিৰ বা কোনো বস্তুৰ) আগভাগৰ অধিকাৰী, **—ভূঃ —ভূমিঃ** *স্ত্ৰী.* লক্ষ্য, উদ্দেশ্য; **—মাংসং** কলিজাৰ মঙহ, কলিজা; **—যায়িন্** আগে আগে যোৱা, সমুখত থকা লোক, অগ্ৰগামী; **—সন্ধানী** মানুহৰ কামকাজৰ তালিকা থকা যমৰাজৰ খাটা বহী; **—সন্ধ্যা** দোকমোকালি, **—সৰ** অগ্ৰগামী হোৱা, আগে আগে যোৱা, ৰ ৫।৭১; **—হস্তঃ** হাতৰ আগভাগ, হাতীৰ শুৰৰ আগভাগ, সোঁ হাত কু ৫।৬৩; **—হায়নঃ(ণঃ)** ১। বছৰৰ আৰম্ভণি, ২। আঘোণ মাহ; **—হাৰঃ** ৰজাই দান কৰা ব্ৰহ্মোত্তৰ মাটি।

**অগ্ৰতঃ** *ক্ৰি.বি.* ১। আগত, সমুখত, ২। উপস্থিতিত, ৩। প্ৰথম।

**অগ্ৰিম, —গ্ৰিয়, —গ্ৰীয়** *বিণ.* প্ৰথম, প্ৰধান, মুখ্য, ডাঙৰ; **—মঃ** ডাঙৰ ককায়েক, জ্যেষ্ঠ ভ্ৰাতৃ.

**অগ্ৰুঃ** *স্ত্ৰী.* (অঙ্গ্যতে দ্ৰব্যং গৃহ্যতে ২নয়া ইতি অগি ক্ৰ) আঙুলি।

**অগ্ৰে** *ক্ৰি বি.* ১। সমুখত, আগত, ২। শীৰ্ষত, ৩। প্ৰথমতে, ৪। উপস্থিতিত, ৫। ইয়াৰ পাছত;

**—দিধিষুঃ** *পু.* ১। যিজনে আগতে এবাৰ বিয়া হোৱা তিৰোতাক দ্বিতীয়বাৰ বিয়া কৰায়, ২। (স্ত্ৰী) ডাঙৰ বায়েক থাকোতে বিয়া হোৱা কন্যা আৰু এনে বিবাহিতা কন্যাৰ পতি পু)। **—ৱণং(নং)** বননিৰ কাষ বা সীমা; **—সৰ** *বিণ.* নেতা, অগ্ৰগামী।

**অগ্ৰ্য** *বিণ.* মুখ্য, শ্ৰেষ্ঠ, সৰ্ব্বোচ্চ ৰ ৩।৪৬; **—গ্ৰ্যঃ** ডাঙৰ ভায়েক।

**অঘ্, অঙ্ঘ্** ক) প্যপকৃতৌ (চুৰা উ সক অঘয়তি, -তে) পাপকাম কৰ, অনিষ্ট কৰ; খ) জবে, নিন্দায়াং, প্ৰাৰম্ভে (ভ্বা, আ, অ, স, অঙ্ঘতে) ১। বেগাই যা, বায়ু বেগে যা, ২। নিন্দা কৰ।

**অঘং** *ক্লী.* (অঘ পাপকৰণে অঘ ণিচ্ অচ) ১। পাপকৰ্ম, দোষ শি ১।১৮; ২। অপকৰ্ম, অপৰাধ শি ৪।৩৭; ৩। দুৰ্ঘটনা, বিপদ, ৪। অশৌচ, অশুদ্ধতা; **—ঘঃ** অঘাসুৰ দৈত্য, কংসৰ সেনাপতি, বক আৰু পূতনাৰ পুত্ৰ; **—নাশ, —নাশন** পাপখণ্ডন। **—আয়ুস্** অসৎ জীৱন যাপন কৰা; **—মৰ্ষণ** *বিণ.* পাপখণ্ডনৰ মন্ত্ৰ (ঋ বে ১০ম ১৯০সূ); **—শংসঃ** অসৎ লোক যেনে চোৰ। **—শংসিন্** এজনে কৰা পাপ কৰ্মৰ জাননী দিওতা।

**অঘৰ্ম** *বিণ.* অনুষ্ণ, চেঁচা।

**অঘোৰঃ** সদাশিৱ; **—প্ৰমাণং** কঠোৰ পৰীক্ষা, শপত; **—ৰা** ভাদ মাহৰ কৃষ্ণা চতুৰ্দশী তিথি।

**অঘোষ** *বিণ.* নিঃশব্দ, শব্দহীন, অল্পধ্বনি যুক্ত বৰ্ণ।

**অঘ্ন্যঃ** ব্ৰহ্মা।

**অঙ্ক্** পদে লক্ষ্মণি (চুৰা, উ, অক সক অঙ্কয়তি– তে) ১। বেঁকাকৈ যা, ২। চিহ্নিত কৰ, ৩। গণনা কৰ, ৪। দাগ দে, কলঙ্কিত কৰ, ভৰ্তৃ, ২।৫৪; ৫। খোজ কাঢ়, গমন কৰ।

**অঙ্ক** ১। কোলা কু ৭।৫, ২। দাগ, কলঙ্ক, কু : ১।৩ ৩। সংখ্যা, সংখ্যা ৯। ৪। কাষ, পাৰ্শ্বভাগ, কি ৩।৪০; ৫। নাটকৰ দৃশ্য, ৬। হাঁকোটা, ৭। দশ ৰূপকৰ এটা। **—অৱতাৰঃ** (নাটকত) এটা অঙ্কৰ শেষৰ ফালে এজন পাত্ৰই পিছৰ অঙ্কৰ বিষয়ে উল্লেখ কৰা কাৰ্য্য। **—তন্ত্ৰঃ** সংখ্যা বিজ্ঞান; **—ধাৰণং** ধাৰণা, সংখ্যা থকা; **—পৰিৱৰ্তঃ** আনফালে ঘূৰা। কোলাত ইফাল সিফাল কৰা। **—পালিঃ —লীঃ** অলিঙ্গন। মা ৮।২; **—পাশঃ** সংখ্যাৰ শিকলি; **—ভাজ্** *বিণ.* কোলাত বহি থকা। **—মুখং** নাটকৰ এটা দৃশ্য য'ত সকলো কেইটি দৃশ্যৰে বিষয় (চমুকৈ) উল্লেখ কৰা থাকে। **—ৱিদ্যা** সংখ্যা বিজ্ঞান।

**অঙ্কনং** *ক্লী* চিহ্ন, চিন দিয়া, মোহৰ লগোৱা কাৰ্য্য।

**অঙ্কতিঃ** *পু.* বায়ু, অগ্নি, ব্ৰহ্মা। যজ্ঞাগ্নি ৰক্ষা কৰা ব্ৰাহ্মণ।

**অঙ্কুটঃ** চাবি।

**অঙ্কুৰঃ, অঙ্কুৰঃ ৰং,** ১। গজালি, নৱপল্লৱ। শ ২। ২।১০; ২। পানী, ৩। ৰক্ত, ৪। চুলি, ৫। ফোঁহা।

**অঙ্কুৰিত** *বিণ.* গজালি ওলোৱা বে ১।১২।

**অঙ্কুশঃ** হুক। শাসনকৰ্তা, নিয়ন্ত্ৰণকাৰী; **—গ্ৰহঃ** মাহুত। শি ১২।১৬; **—দুৰ্ধৰঃ** মাতাল হাতী।

**অঙ্কুশিতঃ** *বিণ.* উত্তেজিত।

**অঙ্কোটঃ** **—ঠঃ** এবিধ গছ।

**অঙ্কোলিকা** আলিঙ্গন।

**অঙ্ক্য** *বিণ.* চিহ্নিত, গণিত, (পু) এবিধ ঢোল।

**অঙ্গ্** গতৌ (ভ্বা প অ অঙ্গতি) গমন কৰ, খোজ কাঢ়। চিহ্নিত কৰ।

**অঙ্গ** *অব্য.* 'ভাল বাৰু', 'সঁচাকৈয়ে' আদি অৰ্থত ব্যৱহাৰ হয়।

**অঙ্গং** ১। শৰীৰৰ এটা অংশ। ২। সংখ্যা '৬'; ৩। মন; **—ঙ্গঃ** অঙ্গদেশ; **—অধীনঃ** অঙ্গৰাজ, কৰ্ণ; **—গ্ৰহ** শৰীৰৰ কোনো অংশত আকস্মিক পীড়া (সঙ্কোচন); **—জনুস্** ১। পুত্ৰ, ২। চুলি, ৩। প্ৰেম, ৪। কামদেৱ, ৫। মাতলামি, ৬। ৰোগ; **—দ্বীপঃ** ছয়টা সৰু সৰু দ্বীপৰ এটা; **—পালিঃ** স্ত্ৰী আলিঙ্গন; **—প্ৰত্যঙ্গং** শৰীৰৰ প্ৰতিটো অঙ্গ; **—ভূঃ** পুত্ৰ, সন্তান; **—ভঙ্গং** পক্ষাঘাত; **—মৰ্দঃ** শৰীৰ মালিচ কৰা লোক; **—যজ্ঞঃ —যাগঃ** সৰু সুৰা যজ্ঞ, হোম; **—ৰক্ষক** শৰীৰ ৰক্ষী, 'বডিগাৰ্ড'; **—ৰাগঃ** প্ৰসাধন সামগ্ৰী কু ৫।১১; **—ৱিকল** *বিণ.* পক্ষাঘাতগ্ৰস্ত; **—ৱিদ্যা** ১। ব্যাকৰণ আদি ষড়ঙ্গৰ শিক্ষা; ২। হাতৰ ভঙ্গিৰে ভালবেয়া ভৱিষ্যৎবাণী প্ৰকাশ কৰা বিদ্যা (বৃস ৫১ অ); **—ৱীৰঃ** প্ৰধান বীৰ, মুখ্যাধিনায়ক; **—ৱৈকৃতং** চিনু, ইঙ্গিত; **—সংস্কাৰঃ** শৰীৰৰ প্ৰসাধন; **—সংহতিঃ** স্ত্ৰী শৰীৰ, শৰীৰৰ শক্তি, আঙ্গিক সমতা, সাদৃশ্য; **—হাৰঃ** নৃত্য; **—হাৰীঃ** নৃত্যশালা।

**অঙ্গকং** ১। শৰীৰৰ অঙ্গ, উ ১।২০; ২। শৰীৰ।

**অঙ্গতিঃ** *পু.* (অল্যাতে সেৱায়ৈ গম্যতে অঙ্গ কৰ্মণি অতি)

১। ব্ৰহ্মা, ২। বিষ্ণু, ৩। অগ্নি, ৪। অগ্নিৰক্ষক ব্ৰাহ্মণ, ৫। যানবাহন।

**অঙ্গদং** *ক্লী.* কাণৰ কেয়ুৰ বে ১।১৪; **—দঃ** ১। বালিৰ পুত্ৰৰ নাম, ২। উৰ্ম্মিলাৰ গৰ্ভজাত লক্ষ্মণৰ পুত্ৰ ৰ ১৫।৯০।

**অঙ্গনং** *(নং)* চোতাল, মুকলি ঠাই।

**অঙ্গনা** স্ত্ৰী ১। নাৰী, সুন্দৰী তিৰোতা, ২। এটা নক্ষত্ৰৰ নাম।

**অঙ্গনাপ্ৰিয়ঃ***পু.* ১। নাৰীয়ে ভাল পোৱা; ২। অশোক বৃক্ষ।

**অঙ্গস** *পু.* চৰাই।

**অঙ্গাৰঃ, —ৰং** এঙ্গাৰ হি. ১।৮০; মঙ্গল গ্ৰহ; ৰঙা ৰং। **—ৱল্লৰী, ৱল্লী** গুঞ্জাদি বিভিন্ন ফুলৰ নাম।

**অঙ্গাৰকঃ, —কং** ১। এঙ্গাৰ, ২। মঙ্গলগ্ৰহ, মৃ ৯।৩৩; মঙ্গলবাৰ, এটা ফিৰিঙতি। **—মণিঃ** প্ৰবাল মণি।

**অঙ্গাৰী** সৰু আকাৰৰ অগ্নিপাত্ৰ।

**অঙ্গাৰকিত** *বিণ.* ভস্মীভূত, জুইত পোৰা।

**অঙ্গাৰিকা** ১। সৰু আকাৰৰ অগ্নিপাত্ৰ, ২। কিংশুক গছৰ মুকুল, ৩। কুঁহিয়াৰৰ পাব।

**অঙ্গাৰিণী** *স্ত্ৰী.* সৰু আকাৰৰ অগ্নিপাত্ৰ; লতা।

**অঙ্গাৰিত** *বিণ.* জুইয়ে পোৰা, আধা পোৰা। **—তা** অগ্নিপাত্ৰ।

**অঙ্গাৰীয়** *বিণ.* কয়লা তৈয়াৰ কৰাত ব্যৱহাৰ কৰা।

**অঙ্গিকাঃ** নাৰীৰ পৰিধান, 'বঁডিচ'।

**অঙ্গিন্** *বিণ.* দেহধাৰী, মুখ্য।

**অঙ্গিৰঃ** (স্) *পু.* ঋক সূক্তৰ দ্ৰষ্টা। ঋষিৰ নাম।

**অঙ্গীকাৰ, —কৃতিঃ, —কৰণং** ১। গ্ৰহণ কাৰ্য্য, ২। মতৈক্য, শপত।

**অঙ্গীয়** *বিণ.* শৰীৰ সম্বন্ধীয়।

**অঙ্গুঃ** হাত।

**অঙ্গুৰিঃ, —ৰীঃ, —লীঃ** *স্ত্ৰী.* ১। হাতৰ আৰু ভৰিৰ আঙুলি, ২। বুঢ়া আঙুলি, ৩। হাতীৰ শুৰৰ শেষাংশ, জোখ-মাপ। **—ত্ৰং —ত্ৰাণং** আঙুলিৰ বৰ্ম; **—মুদ্ৰা, মুদ্ৰিকা** মোহৰ মৰা আঙুঠি; **—মোটনং, স্ফোটনং** দুটা আঙুলিৰে শব্দ কৰা; **—সংজ্ঞা, —সন্দেশঃ** আঙুলিৰ ইঙ্গিত। কুঃ ৩।৪১; **—সম্ভূতঃ** নখ।

**অঙ্গুলী(ৰী)য়ং, —য়কং** আঙুঠি শঃ ৬।১০।

**অঙ্গুষ্ঠঃ** *পু.* বুঢ়া আঙুলি; বুঢ়া আঙুলিৰ সমান বহল। **—মাত্ৰ** বুঢ়া আঙুলিৰ সমান দীঘল।

**অঙ্গুষ্ঠ্যঃ** নখ।

**অঙ্কুষঃ** নেউল, কাঁড়।

**অংঘ্** দুৰ্গমনে (ভ্বা, আ অ অঙ্ঘতে) ১। গমন কৰ, ২। আৰম্ভ কৰ ৩। তাৰাতাৰি কৰ, ৪। গালি পাৰ।

**অঙ্ঘস্** *বি:* পাপ বে ১।১২।

**অংঘ্ৰি** ভৰি, গছৰ গুৰি। শ্লোকৰ চাৰি পাদৰ এটা। **—পঃ** গছ। **—পান** (কেঁচুৱাই) নিজৰ ভৰি চোঁহা কাৰ্য্য। **—স্কন্ধঃ** ভৰিৰ গাঠি।

**অচ্, অঞ্চ** গতৌ, পূজায়াম্ঃ (ভ্বা উ অ অচতি -তে, অঞ্চতি -তে) গমন কৰ। সন্মান কৰ। প্ৰাৰ্থনা কৰ। *(পু.)* স্বৰ বৰ্ণ।

**অচক্ষুস্** *বিণ.* কণা।

**অচণ্ড** *বিণ.* শান্ত প্ৰকৃতিৰ।

**অচতুৰ** *বিণ.* ১। চাৰি সংখ্যা নথকা, ২। বুদ্ধিহীন।

**অচৰ** *বিণ.* স্থাৱৰ। মনু ৫।২৯।

**অচল** *বিণ.* স্থিৰ, দৃঢ়। **—লা** *স্ত্ৰী.* পৃথিবী; **—লঃ** *পুং.* ১। পৰ্বত, ২। বল্টু বা পিন, ৩। সংখ্যা ৭; **—লং** ব্ৰহ্ম, **—কীলা** পৃথিৱী। **—জ, —জাতঃ** পৰ্বতৰ সন্তান (পাৰ্বতী); **—দ্বিষ্** কুলি চৰাই; **—দ্বিষ্** পৰ্বতৰ শত্ৰু, ইন্দ্ৰৰ এটা নাম; **—পতিঃ, —ৰাট্ৰঃ** পৰ্বতৰ ৰজা। হিমালয়ৰ এটা নাম।

**অচাপল, ল্য** *বিশ.* ধীৰ স্থিৰ।

**অচিত্ত** *বিণ.* ১। অচিন্তনীয়, জ্ঞানশূন্য, মুৰ্খ। ২। অদৃষ্ট।

**অচিন্ত্য, —চিন্তনীয়** *বিণ.* বুজিব নোৱৰা, অবোধ্য; ৰ ৫।৫৩।

**অচিন্তিত** *বিণ.* আভৱনীয়, হঠাতে হোৱা।

**অচিৰ** *বিণ.* ১। কম সময় সাপেক্ষা, ২। নতুন, ৩। অলপতে হোৱা, ৪। সোনকালে।

**অচিৰাংশু** *স্ত্ৰী.* বিজুলি। কি ২।১৯।

**অচেতন** *বিণ.* প্ৰাণহীন, সংজ্ঞাশূন্য।

**অচ্ছ** *বিণ.* পৰিষ্কাৰ। শুদ্ধ। উ ৬।২৭।

**অচ্ছঃ** *পু.* ১। স্ফটিক। ২। ভালুক।

**অচ্ছাৱাকঃ** *পু.* সোমযজ্ঞৰ পুৰোহিত।

**অচ্ছন্দস্** *বিণ.* বেদাধ্যয়ন নকৰা, বেদত অধিকাৰ নথকা লোক, ছন্দহীন।

**অচ্ছিদ্ৰ** *বিণ.* নভঙা, আঘাতহীন, নিৰ্দোষ।

**অচ্ছিদ্ৰং** *ক্লী.* নিখুঁত কাম।

**অচ্ছিন্ন** *বিণ.* ১। বাধাহীন, ২। অক্ষুণ্ণ, অবিচ্ছেদ্য।
**অচ্ছোদনং** *ক্লী* চিকাৰ।
**অচ্যুত** *বিণ.* ১। দৃঢ়, ২। অবিনাশী।
**অচ্যুতঃ** *পু.* ভগৱান বিষ্ণু, সৰ্বশক্তিমান পৰমেশ্বৰ।
**অচ্যুতাগ্ৰজঃ** *পু.* শ্ৰীবলৰাম, শ্ৰীকৃষ্ণৰ ককায়েক।
**অচ্যুতাঙ্গজঃ** *পু.* ১। পুত্ৰ, আত্মজ, ২। কামদেৱ, ৩। শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীৰ পুত্ৰ।
**অচ্যুতাৱাসঃ** *পু.* পৱিত্ৰ আহঁত গছ।
অজ্ ক) গতৌ (ভ্বা, প অক অজতি) ১। যা, গমন কৰ, ২। চলা, বাট দেখুৱা, ৩। দলি মাৰ, নিক্ষেপ কৰ (বৈদিক)।
খ) ভাসি, দীপ্তৌ (চুৰা প অক অঞ্জয়তি) ১। পোহৰ দি, ২। উজ্জ্বল হ।
**অজ** *বিণ.* ১। জন্মহীন, ২। চিৰন্তন ৰ ১০।২৪; **—জঃ** ১। যি কেতিয়াও নজন্মে অৰ্থাৎ যি চিৰন্তন যেনে পৰম ব্ৰহ্ম, ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ। ২। আত্মা, জীৱাত্মা, ৩। ছাগল, ৪। মেষ ৰাশি, ৫। এবিধ শস্য, ৬। চন্দ্ৰ, কামদেৱ; **—অদনী** এবিধ কাঁইটীয়া বিষাক্ত গছ। **—অৱিকং** জন্তুৰ পোৱালি; **—গৰঃ** অজগৰ সাপ; **—জীৱঃ, —জীৱিকঃ** ছাগলী ৰখীয়া; **—মীঢ়ঃ** ১। আজমীৰ চহৰ, ২। যুধিষ্ঠিৰৰ এটা উপাধি; **—মোদা, মোদিকা** *স্ত্ৰী.* এবিধ ঔষধৰ গছ।
**অজকা, —জিকা** মাইকী ছাগলী পোৱালি।
**অজকৱঃ, —ৱং —কাৱঃ, —ৱং —গৱং, —গাৱঃ** সদাশিৱৰ ধনু, পিনাক।
**অজড়** *বিণ.* বুদ্ধিমান।
**অজন** *বিণ.* জনশূন্য, বালিময় (মৰুভূমি); **—নঃ** ব্ৰহ্মা।
**অজনিঃ** *স্ত্ৰী.* আলিবাট, পথ।
**অজন্মন্** *বিণ.* জন্মহীন, পৰমব্ৰহ্ম, *(পু.)* মোক্ষ। মুক্তি।
**অজন্য** *বিণ.* উৎপাদনৰ অযোগ্য, মানৱ জাতিৰ প্ৰতিকূল, অনিষ্টজনক; **—ন্যং** প্ৰাকৃতিক দুৰ্যোগ, মানৱ জাতিৰ অনিষ্টজনক ভূমিকম্প, বানপানী আদি।
**অজপঃ** *পু.* মন্ত্ৰ পাঠ নকৰা ব্ৰাহ্মণ। **—পা** *স্ত্ৰী.* সন্ধ্যা বন্দনা নকৰা স্ত্ৰী।
**অজন্ত** *বিণ.* দন্তহীন, (পু) ১। ভেকুলী, ২। সূৰ্য্য, ৩। শিশুৰ দাঁত ওলোৱাৰ পূৰ্বৰ অৱস্থা।
**অজয়** *বিণ.* অজেয়। **—য়ঃ** পৰাজয়। **—য়া** ভাং।
**অজয্য** *বিণ.* অজেয় শ ৬। ২৯ ।
**অজৰ** *বিণ.* চিৰতৰুণ, অবিনাশী। **—ৰঃ** দেৱতা; **—ৰং** পৰম ব্ৰহ্ম।
**অজস্ৰ** *বিণ.* স্থায়ী, নিত্য, অবিৰত। ৰ ৩।৪৪; **—স্ৰং** *অব্য.* চিৰকাল।
**অজহৎস্বাৰ্থা** *স্ত্ৰী.* এবিধ লক্ষণা। ইয়াৰ আন এটা নাম উপাদান লক্ষণা।
**অজহল্লিঙ্গং** লিঙ্গ পৰিহাৰ নকৰা বিশেষ্য, যেনে ৱেদঃ প্ৰমাণং।
**অজা** *স্ত্ৰী.* মায়া বা প্ৰকৃতি। মাইকী ছাগলী। **—জীৱঃ, —পালকঃ** ছাগলী ৰখীয়া।
**অজাগলস্তনঃ** ছাগলীৰ গলধন।
**অজাজি স্ত্ৰী** জীৰা।
**অজাত** *বিণ* অজন্মা। **—ককুৎ(দ্)** যি ষাঁড়ৰ কুঁজ ওলোৱা নাই। **—ব্যঞ্জন** *বিণ.* বিশেষ চিহ্ন নথকা। **—ব্যৱহাৰঃ** কিশোৰ। **—শত্ৰুঃ** যুধিষ্ঠিৰ, শিৱৰ এটা নাম।
**অজানিঃ** বিপত্নীক।
**অজানিকঃ** ছাগলী ৰখীয়া।
**অজানেয়** *বিণ.* নিৰ্ভীক।
**অজিত** *বিণ.* অজেয়। **—তঃ** বিষ্ণু, শিৱ।
**অজিনং** বাঘ, সিংহ বা হৰিণৰ (নোমাল) ছাল। কু ৫।৩০; **—পত্ৰা, —পত্ৰী, —পত্ৰিকঃ** বাদুলি। **—যোনিঃ** হৰিণ; **—ৱাসিন্** হৰিণৰ ছাল পৰিধানকাৰী।
**অজিৰ** *বিণ.* শীঘ্ৰ। **—ৰং** ১। চোতাল, ২। শৰীৰ, ৩। বায়ু, ৪। ভেকুলী।
**অজিহ্ম** *বিণ.* ঋজু, পোন। সৰল, সৎ। **—হ্মঃ** ভেকুলী।
**অজিহ্বঃ** ভেকুলী।
**অজীকৱং** শিৱৰ ধনু পিনাক।
**অজীগতঃ** সাপ।
**অজীৰ্ণ** *বিণ.* **—ৰ্ণিঃ** স্ত্ৰী. ১। বদহজম। হি ২।৫৭; ২। শক্তি, উৎসাহ।
**অজীৱ** *বিণ.* প্ৰাণহীন। **—ৱঃ** মৃত্যু।
**অজীৱনিঃ** *স্ত্ৰী.* মৃত্যু।
**অজুগুপ্সিত** *বিণ.* অনিন্দিত। মনু ৩।২০৯।
**অজেয়** *বিণ.* যাক জয় কৰিব নোৱাৰি।
**অজৈকপাৎ, —পাদঃ** *পু.* (অজস্য ছাগস্য একঃ পাদ ইৱ পাদো যস্য) একাদশ ৰুদ্ৰৰ এজন।
**অজ্জুকা** *স্ত্ৰী.* নাটকৰ বেশ্যা।

**অজ্‌ঝলং** *ক্লী.* ঢাল।
**অজ্ঞঃ** *বিণ.* ১। মূৰ্খ, মনু ২।১৫৩; ২। অজ্ঞানী।
**অজ্ঞাত** *বিণ.* নজনা, নুশুনা। —**ৱাসঃ** গুপ্তভাৱে বাস কৰা (যেনেকৈ পাণ্ডৱ সকলে এবছৰ আছিল।)
**অজ্ঞান** *বিণ.* —**নং** *ক্লী.* অবিদ্যা, জ্ঞানহীন। (সৃষ্টিৰ সময়ত ব্ৰহ্মাই প্ৰথমতে পাঁচবিধ অজ্ঞান ৰচনা কৰিছিল— তমং, মোহ, মহামোহ, তামিস্ৰং, অন্ধতামিস্ৰং)।
**অঞ্চতিঃ** *পু.* বায়ু।
**অঞ্চলঃ** *পু.* কাপোৰৰ আঁচল।
**অঞ্চিত** *বিণ.* পূজিত, সেৱিত।
**অঞ্চিতভ্ৰূঃ** *স্ত্ৰী.* (অঞ্চিতে উৎকৃষ্টে ভ্ৰূৱৌ যস্যাঃ) ধুনীয়া ভ্ৰূযুক্তা।
**অঞ্জনং** *ক্লী.* ১। গমন। ২। (চকুত লগোৱা) কাজল। (কাজল ৬ বিধ ঃ সৌবীৰ, জাম্বল, তুত্থ, ময়ুৰ, শ্ৰীকৰ, দৰ্বিকা আৰু নীলমেঘ কাপু অধ্যা ৬৮) ৰ ৭।৮; ৩। ৰং, প্ৰসাধন সামগ্ৰী। ৪। চিয়াঁহী, ৫। জুই, ৬। ৰাতি। —**শলাকা** অঞ্জন লগোৱা শলা।
**অঞ্জনঃ** *পু.* পশ্চিমে থকা দিকহস্তী।
**অঞ্জনা** *স্ত্ৰী.* ১। হনুমানৰ মাকৰ নাম, ২। উত্তৰ দিশৰ মাইকী হাতী।
**অঞ্জনাৱতী** *স্ত্ৰী.* সুপ্ৰতীক নামৰ দিক হস্তীৰ পত্নী।
**অঞ্জনী** *স্ত্ৰী.* ১। চন্দনাদিৰে প্ৰসাধনৰ যোগ্যা, ২। কালাঞ্জনী নামৰ এবিধ গছ।
**অঞ্জলিঃ** *পু.* দুহাতৰ তলুৱাৰ খোল। পঞ্চ ১।২৫; সম্মান প্ৰদৰ্শনৰ মুদ্ৰা।
**অঞ্জলিকা** পোৱালি এন্দুৰ।
**অঞ্জলিকাৰিকা** *স্ত্ৰী.* মাটিৰ পুতলা।
**অঞ্জসঃ** *বিণ.* ঋজু, সৰল।
**অঞ্জসা** *ক্ৰি.বি.* দ্ৰুত, শীঘ্ৰ, যথাৰ্থ, প্ৰকৃত মনু ২।২৪৪; *অব্য.* তৎক্ষণাৎ।
**অঞ্জিষ্ঠঃ**, —**ষ্ণুঃ** সূৰ্য্য।
**অঞ্জিৰঃ**, —**ৰং** মধুৰি আমৰ গছ আৰু তাৰ ফল।
**অট্‌** গমনে (ভ্বা প অ অটতি) ঘূৰি ফুৰ। ভিক্ষা খুজিবলৈ যা, ভট্টি ৪।১২
**অটনং, অটা,** ঘূৰি ফুৰা কাৰ্য্য, ভ্ৰমণ।
**অটনিঃ**, —**নী.** *স্ত্ৰী.* ধনুৰ মূৰৰ চিঞা অংশ ৰ ১১।১৪;
**অটৰুষঃ** *পু.* ঔষধৰ গছ বিশেষ।
**অটৱিঃ, ৱী** *স্ত্ৰী.* অৰণ্য।
**অটৱিকং** বনবাসী।
**অট্ট** অতিক্ৰমে ৱধে (ভ্বা আ সক অট্টতে) ১। চেৰ পেলা, ২। অতিক্ৰম কৰ, ৩। হত্যা কৰ, ৪। হ্ৰাস কৰ, তুচ্ছ কৰ, হেয় জ্ঞান কৰ, ঘৃণা কৰ।
**অট্ট** *বিণ.* ১। উচ্চস্বৰ যুক্ত, ২। নিত্য। বাৰে বাৰে হোৱা; —**ট্টং,** —**ট্টঃ** ১। ওপৰ মহলাৰ কোঠা, ২। সৰু গম্বুজ, ৩। দুৰ্গ ৰ; ৬।৬৭, ৪। হাট-বজাৰ, ৫। অট্টালিকা; —**ট্টং** খাদ্য, ভাত, অন্ন। —**হাসঃ** অট্টহাস্য, ডাঙৰকৈ বা উচ্চস্বৰে হাঁহি মাৰা; —**হাসী (ন্)** ১। সদাশিৱ। ২। অট্টহাস্য কৰা মানুহ।
**অট্টকঃ,** —**ট্টালঃ,** —**ট্টালকঃ** ওপৰ মহলাৰ কোঠা।
**অট্টালিকা** *স্ত্ৰী.* প্ৰকাণ্ড ঘৰ। —**কাৰঃ** মিস্ত্ৰী, কাৰিকৰ।
**অট্ট্যা** *স্ত্ৰী.* (অট ভাৱে কাপ টাপ) ভ্ৰমণ, পৰ্য্যটন।
**অণ্‌** ক) ৰৱে (ভ্বা প অক অণতি) ১। শব্দ কৰ, চিঞৰ মাৰ। খ) জীৱনে (দিৱা আ অক অণ্যতে), ২। জীয়াই থাক, প্ৰাণ ধাৰণ কৰ, উশাহ ল।
**অণ(ন) ক** *বিণ* অতি সূক্ষ্ম, তুচ্ছ।
**অণিঃ(ণী)** ১। বেজিৰ মুখ, ২। গাড়ীৰ ধুৰাত লগোৱা সৰু শলকা (পিন), ৩। শেষ সীমা।
**অণিমা(ন্)** *পু.* (অণ্‌ ভাৱে ইমনিচ) ১। সূক্ষ্মতা, ২। শিৱৰ ৮টা শক্তিৰ ভিতৰত এটা (অণিমা, লঘিমা, প্ৰাপ্তি, প্ৰাকাম্যং, মহিমা, ঈশিত্বং, বশিত্বং আৰু কামাৱসায়িতা)।
**অণু** *বিণ.* সূক্ষ্ম, সৰু। আণৱিক গী ৮।৯; —**ণুঃ** পু ১। এটা পৰমাণু, ২। কালৰ সূক্ষ্মাংশ, ৩। শিৱৰ এটা নাম। —**ৱাদঃ** আণৱিক মতবাদ।
**অণুক** *বিণ.* (অণু স্থুলাদিত্বাৎ কণ) ১। অতি সূক্ষ্ম, ২। নিপুণ।
**অণুভা** *স্ত্ৰী.* (অনুঃ ভা দীপ্তিৰ্যস্যাঃ) বিদ্যুৎ, বিজুলী।
**অণুব্ৰীহিঃ** *পু.* এবিধ সূক্ষ্মাকাৰৰ ধান।
**অণ্ডং** *ক্লী.* (অম ডো কৰণে ডঃ) ১। কণি, ২। অণ্ডকোষ, ৩। কস্তুৰী মৃগৰ থৈলা। শিৱ। —**কোশঃ** —**কোষঃ** বীৰ্য্যৰ থৈলা। —**জঃ** চৰাই আদি কণি পৰা জীৱ জন্তু। —**ধৰঃ** শিৱ; —**বৃদ্ধিঃ** *স্ত্ৰী.* অণ্ডকোষৰ ৰোগ।
**অণ্ডকঃ** ১। অণ্ডকোষ, ২। সৰু কণি শি ৯।৯।
**অণ্ডালুঃ** মাছ।
**অণ্ডীৰঃ** পূৰ্ণ বয়স্ক, বলৱান মানুহ।

**অঙ্গী** *স্ত্ৰী.* আঙুলি, ক্ষীণা।

**অৎ** বন্ধনে, ভ্ৰমণে, প্ৰাপণে চ (ভ্বা প অক অতিত) ১। গমন কৰ, যা, খোজ কাঢ়। ঘূৰি ফুৰ, ২। পা, ৩। বান্ধ।

**অতএৱ** *অব্য.* এই কাৰণে, এই হেতু, গতিকে।

**অতটঃ** *পু.* (তট্যাতে জলেন ইতি তট ঘঞর্থে কঃ তটং জল প্ৰপাতস্থানং ন ৱিদ্যাতে অস্য ৱহ্) পৰ্বতৰ উপৰিভাগ, থিয় পাহাৰ।

**অতথা** *অব্য.* তেনে নহয়।

**অতদৰ্হং** *অব্য.* অনুচিত, অযোগ্য।

**অতন্ত্ৰ** *বিণ.* ১। ৰচি অথবা বাদ্যযন্ত্ৰৰ গুণ (তাঁৰ) নথকা, ২। অসংযত, ৩। তন্ত্ৰ অৰ্থাৎ বিধি নিয়মৰ অধীন নহয়।

**অতন্দ্ৰ, –ন্দ্ৰিত** *বিণ.* সতৰ্ক, তন্দ্ৰাহীন, আলস্যশূন্য।

**অতপস্** যিয়ে ধৰ্মীয় কাৰ্য্য অৱজ্ঞা কৰে।

**অতৰ্ক** *বিণ.* তৰ্কৰ অতীত, যুক্তিহীন; **–ৰ্কঃ** যুক্তিহীন তাৰ্কিক।

**অতৰ্কিত** *অব্য.* আচম্বিতে, হঠাতে; **–আগত** হঠাতে ঘটা ঘটনা।

**অতল** *বিণ.* অতি গভীৰ, তলিশূন্য। **–লং** এখন পাতালৰ নাম; **–লঃ** শিৱ; **–স্পৰ্শ, –স্পৃশ্** অতি গভীৰ, তলিহীন।

**অতস্ (অতঃ)** *অব্য.* ১। কাৰণ, গতিকে, এই হেতু, ২। ইয়াত, ভৰ্তৃ ৩।৬; ৩। ইয়াৰ পৰা, ইয়াৰ পিচত; **–এৱ** গতিকে; **–উৰ্ধ্বং** ইয়াৰ পিচত, ওপৰত; **–পৰং** ইয়াৰ পিচত; **–সঃ** *পু* বায়ু; **–সী** *স্ত্ৰী.* তিচী গুটি, শণ সূতা।

**অতি** *অব্য.* সাধাৰণতে উৎকৰ্ষতা বুজাবলৈ ব্যৱহাৰ কৰা হয়। তাৰোপৰি প্ৰশংসা, প্ৰকৰ্ষ, লঙ্ঘন, অতিশয়, ক্ৰান্ত, পূজন, অসম্ভাৱনা আদি অৰ্থ প্ৰকাশ কৰাৰ কাৰণেও ব্যৱহাৰ হৈ থাকে। **–কথ** *বিণ.* অশ্ৰদ্ধেয়, নষ্ট, নষ্টধৰ্ম। **–কথা** অনৰ্থক ভাষণ, অপাৰ্থবাক্য। **–কৰ্ষণং** অতিকৈ দুখলগা, শোকজনক; **–কন্দকঃ** এবিধ গছ; **–কশ** অদম্য; **–কায়** প্ৰকাণ্ড, বিৰাট; **–কৃচ্ছ** *বিণ.* অতি কঠিন, কঠোৰ ব্ৰত মনু ১১।২১৩; **–ক্ৰমঃ** ক্ৰমৰ উলঙ্ঘন, ব্যতিক্ৰম, অনাধিকাৰ গমন, ২। বিৰোধ, ৩। উপেক্ষা, ৪। আক্ৰমণ, ৫। অপপ্ৰয়োগ; **–ক্ৰান্ত, –ক্ৰামক** *বিণ.* ব্যতিক্ৰম। **–গ** চেৰ পেলাই যোৱা; **–গণ্ডঃ** *পু* বিষ্কুম্ভক আদি ২৭ বিধ যোগাসনৰ ৬ষ্ঠ বিধ। **-গন্ধঃ** *পু* চম্পক ফুল, গন্ধক; **–গৱ** *বিণ.* যথামুৰ্খ, অবৰ্ণনীয়; **–গুণ** *বিণ.* ১। অতিগুণী, ২। মূল্যৰ অতীত, মূল্যহীন। **–গো** উৎকৃষ্ট গাই গৰু; **–গ্ৰহ** *বিণ.* অবোধ্য; **–চৰ** *বিণ.* পৰিৱৰ্তনশীল; **–চৰা** *স্ত্ৰী.* স্থলপদ্ম। **–চৰণং** ১। অত্যধিক অনুশীলন, ২। পৰিশ্ৰম; **–চাৰ** অতিক্ৰমণ কাৰ্য্য, এটা ৰাশিৰ পৰা আন এটালৈ গমন; **–চ্ছত্ৰঃ** *পু.* (ছদ নিচ কৰণে ষ্ট্ৰণ্) বেংছতা; **–ত্ৰা, ত্ৰকা** বেংছতা, গুৱামৰি; **–জৱ** তীব্ৰবেগী; **–জাত** *বিণ.* বসবাসহীন; **–জাগৰঃ** *পু* (জাগৃ ঘঞ) নীলা ৰঙৰ ক্ৰৌঞ্চ (কৰ্চন পক্ষী); **–ডীনং** তীব্ৰবেগ; **–তৰাং, তমাং** *অব্য.* অতুচ্চ, অত্যন্ত; **–তৃষ্ণা** লালসা, অত্যন্ত লোভ; **–দানং** *ক্লী.* (দা ভাৱে ল্যুট্) ভূৰিদান, বদান্যতা; **–দিষ্ট, –দেশঃ** (দিশ ক্ত, দিশ ঘঞ) ১। দেশান্তৰ, ২। স্থানান্তৰ, ৩। হস্তান্তৰ, ৪। শাস্ত্ৰৰ এটা বিধিৰে আন এটা সামৰি লোৱা কাৰ্য্য। **–দীপ্তঃ** এবিধ গছ; **–দ্বয়** *বিণ.* দুটাক অতিক্ৰম কৰা, অদ্বিতীয়, অনুপম; **–ধন্বন্** *পু* অব্যৰ্থ ধনুৰ্ধাৰী **–নিদা** *বিণ.* অত্যন্ত নিদ্ৰালু। সকলো সময়তে শুই থকা লোক; **–নু** নাৱৰ পৰা নমা লোক। **–পঞ্চা** *স্ত্ৰী.* পাঁচ বছৰ বয়স পাৰ হোৱা ছোৱালী; **–পতনং** *ক্লী.* সীমা পাৰ হৈ যোৱা, সীমা অতিক্ৰম কৰা কাৰ্য্য; **–পন্থাঃ** *পু* সুপন্থা। উৎকৃষ্ট মাৰ্গ; **–পত্ৰঃ** চেগুণ গছ। **–পাতঃ** *পু* (অতি পৎ ঘঞ) ১। অতিক্ৰম, ২। সময় পাৰ হোৱা, ৩। উপেক্ষা, ৪। সংঘটন, ৫। বিৰোধ; **–পাতকং** নবিধ পাপৰ ভিতৰত গুৰুতৰ পাপ (চুৰি, ডকাইতি, ধৰ্ষণাদি); **–পাতী(ন্)** অত্যন্ত দ্ৰুতগামী ৰ ৩।৩০; **–প্ৰৱন্ধঃ** উৎকৃষ্ট ধাৰা প্ৰবাহ ৰ ৩।৫৮; **–প্ৰৌঢ়া** *স্ত্ৰী.* বিবাহযোগ্যা কন্যা, গাভৰু কন্যা; **–বলঃ** অত্যন্ত বলৱান; **–বালা** দুবছৰীয়া গাই, চেউৰী; **–ভৱ** চেৰ পেলোৱা, জয় কৰা কাৰ্য্য; **–ভাৰ** অত্যন্ত গধুৰ; **–ভাৰগঃ** *পু.* গাধ; **–ভীঃ** *স্ত্ৰী.* ইন্দ্ৰৰ বজ্ৰ; **–ভূমিঃ** *স্ত্ৰী.* ১। উচ্চতম সীমা, ২। সাহস, উদ্যম, ৩। অমৰ্য্যাদা শি ৮।২০, ৪। খ্যাতি, প্ৰাধান্য; **–মতিঃ** *স্ত্ৰী.* অত্যভিমানী; **–মঙ্গল্যঃ** *পু.* বেলগছ; **–মাত্ৰং** *ক্লী.* অতিমাত্ৰ, অতিশয়, অত্যধিক;

**—মুক্ত** *বিণ.* ১। অনুৰ্বৰ, বন্ধ্যা, নিষ্ফল; **—মুক্তঃ** মাধবীলতা; **—মুক্তিঃ** *স্ত্রী.* মোক্ষ, নিৰ্বাণ; **—মোদা** *স্ত্রী.* নবমল্লিকা; **—ৰথঃ** মহাৰথী; **—ৰস** *স্ত্রী.* মূৰ্বা লতা, ৰাম্না লতা; **—ৰংহস্** *বিণ.* শীঘ্ৰগামী, অতিবেগৱান; **—ৰভস্** ক্ষীপ্ৰ গতি সম্পন্ন; **—ৰাজন্** *পু.* সৰ্বশ্ৰেষ্ঠ সম্ৰাট; **—ৰাত্ৰঃ** *পু.* ১। জ্যোতিষ্টোম যজ্ঞৰ এটা অংশ, ২। গভীৰ ৰাতি; **—ৰিক্ত** অতিৰিক্ত, প্ৰয়োজনতকৈ অধিক; **—ৰুক** *স্ত্রী.* অতি সুন্দৰী নাৰী; **—ৰুচ্** *পু.* আঠু। ঘোঁৰাৰ খুৰাৰ ওপৰ ভাগ; **—ৰেক** *বিণ.* ১। বেছি, অত্যধিক, উৎকৃষ্ট, ২। ৰাহি, উপৰুৱা, ৩। বিভিন্নতা; **—ৰো(লো)মশ** সৰ্বশৰীৰত নোম থকা; **—লঙ্ঘনং** অত্যধিক উপবাস; **—ৱয়স** *বিণ.* বয়োবৃদ্ধ, অতি বৃদ্ধ। **—ৱৰ্তুলঃ** *পু.* এবিধ মাহ জাতীয় শস্য, ক'লা মাহ বা মাটিমাহ। **—ৱৰ্তনং** ক্ষমাৰ অযোগ্য। ১০ বিধ অপৰাধৰ এবিধ মনু ২।২৯০; **—ৱাদ** *বিণ.* কৰ্কশ, নিন্দনীয় মনু ৬।৪৭; **—ৱাদী(ন্)** *বিণ.* বেছি কথা কোৱা মানুহ, কথকী। **—ৱাহন** *বিণ.* অত্যন্ত গধূৰ। অত্যন্ত কষ্টকৰ। **—ৱিকটঃ** *পু.* (বিকটঃ ভীষণঃ), মতলীয়া হাতী; **—ৱিষা** *স্ত্রী.* (ৱিষমতিক্ৰান্তা প্ৰাদিসমাস) এবিধ বিষাক্ত ঔষধি; **—ৱিস্তৰঃ** বাহুল্যতা, পৰিব্যাপ্তি; **—বৃত্তিঃ** *স্ত্রী.* চূড়ান্ত। (অলঙ্কাৰ শাস্ত্ৰ) অতিশয়োক্তি। **—বৃষ্টিঃ** *স্ত্রী.* ধাৰাষাৰ বৰষুণ। ছয় বিধ ঈতিৰ (প্ৰাকৃতিক দুৰ্যোগৰ) এবিধ। বাকী কেইবিধ— অনাবৃষ্টি, শলভ, মুষিক, খগ, প্ৰত্যাসন্নৰাজানঃ। **—ৱেল** *বিণ.* অতিশয়, অত্যধিক; **—ৱেলং** *ক্ৰি. বিণ.* আবতৰীয়া (ফল ফুলাদি); **—ৱ্যথা** *স্ত্রী.* তীব্ৰ বেদনা; **—ব্যাপ্তিঃ** *স্ত্রী.* অলক্ষ্যত লক্ষণ আৰোপ। এটা বিধিৰ অনুচিত ব্যাপ্তি। কোনো সংজ্ঞাৰ (লক্ষণৰ) ভিতৰত নপৰা কোনো বিষয়ক (জোৰকৈ) সেই সংজ্ঞাৰ ভিতৰলৈ অনা (দোষযুক্ত) কাৰ্য্য। **—শক্তিতা** *স্ত্রী.* পৰাক্ৰম। পৰম বীৰত্ব। **—শক্তিভাক্** *পু.* অত্যন্ত সমৰ্থবান, অত্যন্ত শক্তিমান; **—শয়ঃ** *পু.* (অতি শী অচ্) উৎকৃষ্ট, প্ৰাচুৰ্য্যতা ৰ ৬।১১; **—শয়ন** *বিণ.* চেৰ পেলোৱা কাৰ্য্য, মহান, বিখ্যাত, প্ৰচুৰ; **—শয়নং** *ক্লী.* আধিক্য, প্ৰচুৰতা। অত্যধিক; **—শয়োক্তিঃ** এবিধ কাব্যালঙ্কাৰ, **—শায়িন্** *বিণ.* অনুপম, চূড়ান্ত; **—শেষঃ** *পু.* অৱশিষ্ট; **—শ্ৰেয়সিঃ** *পু.* অত্যন্ত সুন্দৰী নাৰীতকৈও সুন্দৰ পুৰুষ; **—শ্ব** *বিণ.* ১। কুকুৰতকৈ শক্তিশালী (কোনো জন্তু), ২। কুকুৰতকৈ অধম। **—শ্বা(ন্)** উৎকৃষ্ট কুকুৰ; **—সৰ্জনং** *ক্লী.* প্ৰচুৰ দান; **—সন্ধানং** *ক্লী.* প্ৰৱঞ্চনা, শঠতা শ ৫।২৫; **—সৰ** *বিণ.* অগ্ৰণী, অগ্ৰগামী; **—সৰ্গঃ** ১। উৎসৰ্গ, দান ৰ ১০।২; ২। অনুমতি দান, ৩। পদচ্যুতি। **—সৰ্জনং** *ক্লী.* ১। দান, অনুমতি, সমৰ্পণ, কু ৪।৩২; ২। বদান্যতা, ৩। বিচ্ছেদ, ধ্বংস, বিনাশ; **—সৰ্বঃ** পৰমব্ৰহ্ম। **—সাৰঃ** *পু.* (অতিশয়েন মলং দ্ৰবীকৃত্য সৰতি ইতি অতি সৃ কৰ্তৰি ঘঞ্ বৃদ্ধিঃ দীৰ্ঘঃ চ) সঘনাই পনীয়া শৌচ হোৱা বেমাৰ। উদৰাময়, পেটৰ অসুখ। **—সাৰী** অতিসাৰ ৰোগ; **—সাৰকী** অতিসাৰ ৰোগী; **—সাম্যা** *স্ত্রী.* যষ্টিমধু লতা; **—স্ফিৰ** *বিণ.* অতি স্ফূৰ্তিবান; **—হৃশিতং** *ক্লী.* অট্টহাস্য।

**অতিথি** *বিণ.* (অতি সাততোন গচ্ছতি ন তিষ্ঠতি অৎ ইথিন) আগতে নজনোৱাকৈ ঘৰলৈ অহা ব্যক্তি। হঠাতে অহা আলহী মনু ৩।১০২; *পু.* কুশৰ পুত্ৰ, শ্ৰীৰামৰ নাতি, **—ক্ৰিয়া —পূজা, —সৎকাৰঃ —সৎ —ক্ৰিয়া —সেৱা** অতিথিৰ সেৱা শুশ্ৰূষা। আলহীক সোধপোচ কৰা, সৎকাৰ কৰা কাৰ্য্য। "অতিথি ৱালকশ্চৈৱ ৰাজা ভাৰ্য্যা তথৈৱ চ। অস্তি নাস্তি ন জানন্তি দেহি দেহি পুনঃ পুনঃ।।"

**অতীত** *বিণ.* (অতি ইণ্ ক্ত) আগেয়ে হৈ যোৱা, অতিক্ৰম কৰা। মৃত। **—তং** ভূতকাল।

**অতীন্দ্ৰিয়ঃ** *পু.* পৰমাত্মা, পৰম পুৰুষ। **—য়ং** ১। (সাংখ্য) প্ৰকৃতি, প্ৰধান, ২। (বেদান্ত) মন।

**অতীৱ** *অব্য.* অপৰিমিত।

**অতুল, অতুল্য** *বিণ.* অনুপম।

**অতুষাৰ** *বিণ.* অত্যন্ত চেঁচা নহয়।

**অতৃণ্যা** এমুঠি ঘাঁহ।

**অতেজস্** *বিণ.* অনুজ্জ্বল। দুৰ্বল।

**অতেজস্বিন্** *পু.* আন্ধাৰ, ছাঁ।

**অত্তা, অত্তিঃ, অত্তিকা** *স্ত্রী.* ১। মাতৃ, ২। বাইদেউ, ৩। শাহু আই।

**অত্নুঃ, ত্নুঃ** ১। বায়ু, ২। সূৰ্য্য।

**অত্যঃ** ঘোঁড়া।

**অত্যগ্নিঃ** শীঘ্ৰে হজম হোৱা।

**অত্যগ্নিষ্টোমঃ** *পু.* জ্যোতিষ্টোম যজ্ঞৰ অংশবিশেষ

**অত্যঙ্কুশ** *বিণ.* অদমনীয়। দুৰ্দম্য (হাতী আদি)।

**অত্যন্ত** *বিণ.* ১। অতিশয়, সম্পূৰ্ণ, অবিমিশ্ৰ, ২। অন্তহীন, নিত্য, চিৰস্থায়ী, অবাৰিত। মে: ১০৯; **—ৱাসিন্** গুৰুৰ লগত সকলো সময়তে থকা (শিষ্য); **—সংযোগঃ** সান্নিধ্য। নিৰবচ্ছিন্ন।

**অত্যান্তিক** *বিণ.* ১। তীব্ৰবেগী, ২। ওচৰত থকা। **—কং** সান্নিধ্য। কাষতে থকা।

**অত্যন্তিন** *বিণ.* তীব্ৰবেগী।

**অত্যয়ঃ** *পু.* (অতি ইন ভাৱে অচ) মৃত্যু, দণ্ড, পাপ, বিপদ, অপৰাধ।

**অত্যয়িত** *বিণ.* অত্যধিক, অতিৰিক্ত, উলঙ্ঘিত, ধৰ্ষিত।

**অত্যৰ্থং** *ক্লী.* অতিশয়।

**অত্যল্পং** *বিণ.* যৎকিঞ্চিতৎ, অতিসূক্ষ্ম।

**অত্যহ্ন** *বিণ.* এদিন পাৰ হোৱা।

**অত্যাকাৰঃ** *পু.* (অতি আধিকোন আকাৰঃ তিৰস্কাৰঃ) ধিক্কাৰ, তিৰস্কাৰ। প্ৰকাণ্ড শৰীৰ, বিৰাটাকায়।

**অত্যাচাৰং** *ক্লী.* **—ৰঃ** *পু.* (আচাৰম অতিক্ৰান্তং) বিৰুদ্ধাচৰণ, নীতি বিৰুদ্ধ, ধৰ্ম বিৰুদ্ধ আচাৰ।

**অত্যাজ্যং** *বিণ.* ত্যাগৰ অযোগ্য।

**অত্যাদিত্য** *বিণ.* (উজ্জ্বলতাত) সৰ্য্যকো চেৰ পোলাৱা। মে ৪৩।

**অত্যানন্দা** সহবাসৰ আনন্দৰ প্ৰতি উদাসীনতা।

**অত্যায়ঃ** উলঙ্ঘন, ধৰ্ষণ।

**অত্যাৰূঢ়, ঢ়ং, ঢ়িঃ** *স্ত্ৰী.* অতি উচ্চ স্থান, মৰ্য্যাদা।

**অত্যালঃ** *পু.* ৰক্তচিত্ৰক গছ।

**অত্যাশা** *স্ত্ৰী.* বেছিকৈ আশা কৰা। অত্যন্ত স্পৃহা।

**অত্যাশ্ৰমঃ** *পু.* বৰ্ণাশ্ৰমৰ শ্ৰেষ্ঠ আশ্ৰম—সন্ন্যাস। সন্ন্যাসী।

**অত্যাহাৰী** *বিণ.* বেছিকৈ আহাৰ কৰা (লোক)।

**অত্যাহিতং** *ক্লী.* (অতি আ ধা অধিকৰণে ক্তঃ) ১। মহাভীতি, সাংঘাটিক বিপদ, দুৰ্ঘটনা। হায় হায়! উস্ আদি আবেগ বুজাবৰ কাৰণে ব্যৱহাৰ হয়। ২। বিপদ সঙ্কুল কৰ্ম, উদ্যোগ।

**অত্যুক্তি** *স্ত্ৰী.* অতিশয়োক্তি।

**অত্যুপধ** *বিণ.* বিশ্বাসী।

**অত্যূহঃ** *পু.* (অতী উহ্ অচ) গভীৰ চিন্তা, ধ্যান। কুকুৰা জাতীয় পক্ষী বিশেষ, ডাউক চৰাই।

**অত্যূহা** *স্ত্ৰী.* শেফালি (শেৱালি) ফুল।

**অত্ৰ** *অব্য* (এতদ সপ্তম্যাৰ্থে ত্ৰল) ১। এই ঠাইত। ইয়াত, ২। এই বিষয়ত। **—অন্তৰে** ইতিমধ্যে ৩।১১; **—ভৱৎ** *বিণ.* পূজনীয়। সম্বোধনত 'হে পূজনীয় বা শ্ৰদ্ধেয় অমুক' বুজাবলৈ ব্যৱহাৰ কৰা হয়।

**অত্ৰত্য** *বিণ.* সম্পৰ্কীয়, স্থানীয়।

**অত্ৰপ** *বিণ.* নিৰ্লজ্জ, উদ্ধত।

**অত্ৰিঃ** *পু.* (সৰ্বমেৱ গঙ্গাজলং পীতৱান ইতি অদ ত্ৰিন) মৰীচি আদি সপ্তৰ্ষিৰ ভিতৰত এজন। (আন কেইজন : অঙ্গিৰস, পুলহ, পুলস্ত্য, ক্ৰতু আৰু বশিষ্ঠ। অত্ৰি ঋষি ব্ৰহ্মাৰ চকুৰ পৰা জন্ম হৈছিল। তেওঁৰ পত্নীৰ নাম অনসূয়া। তিনি পুত্ৰ —দত্ত, দুৰ্বাসা আৰু চন্দ্ৰ।) **—জঃ, —জাতঃ, —দৃগ্‌জঃ, —নেত্ৰপ্ৰসূতঃ, —প্ৰভৱঃ, —ভৱঃ** চন্দ্ৰ।

**অথ** *অব্য.* ১। মঙ্গল। অনন্তৰ, শুভাৰম্ভ। (সাধাৰণতে বাক্য অথবা পুথিৰ আৰম্ভণিত মঙ্গল বুজাবলৈ 'অথ' শব্দ ব্যৱহাৰ কৰা হয়)। ২। তাৰ পিছত ৰ ২।১; ৩। অধিকাৰ, ৪। সংশয়। **—অপি** ইয়াৰ উপৰিও; **—কিম্** (স্বীকাৰাৰ্থক) হয়, বাৰু। **—ৱা** ১। (বিকল্পাৰ্থক) বা, ২। হয়তো ৰ ২।৩।

**অথৰ্ব্ব(ন্)** *ক্লী.* (অথ অৰ্ব কৰ্মণি অনিপ) অথৰ্ব বেদ। সোম আৰু অগ্নিক অৰ্চনা কৰা ব্ৰাহ্মণ।

**অথৰ্ব্বণঃ** *পু.* সদাশিৱ।

**অথৰ্ব্বণিঃ** *পু.* অথৰ্ববেদজ্ঞ পুৰোহিত।

**অথৰ্ব্বাণঃ** অথৰ্ববেদৰ যজ্ঞকৰ্ম।

**অথো** অথ চাওক।

**অদ্** ভক্ষণে (অদা প অত্তি), ১। ভোজন কৰ, ২। ধ্বংস কৰ, (সনন্ত) জিঘৎসতি।

**অদংষ্ট্ৰ** *বিণ.* দন্তহীন। **—ষ্ট্ৰঃ** দাঁতহীন সাপ।

**অদক্ষিণ** *বিণ.* ১। বাওঁহাত, বাওঁফাল, ২। (ব্ৰাহ্মণক) দক্ষিণা নিদিয়া (লোক), ৩। সাধাৰণ, দুৰ্বল মনৰ। ৪। প্ৰতিকুল, অশুভ।

**অদণ্ড্য** *বিণ.* শাস্তিৰ অযোগ্য। শাস্তিৰ পৰা মুক্ত।

**অদত্ত** *বিণ.* ১। অপ্ৰদত্ত, অন্যায়ভাৱে দান কৰা, ২। বিবাহ নিদিয়া; **—ত্তা** অবিবাহিতা কন্যা। **—ত্তং** নিষ্ফল দান।

**অদনং** *ক্লী.* (অদ্ ল্যুট) ভোজন।

**অদন্ত** দাঁতহীন। **—ন্তঃ** জোঁক।

**অদন্ত্য** *বিণ.* দাঁতৰ উপযুক্ত নহয় অৰ্থাৎ দাঁতৰ হানিকাৰক।

**অদভ্ৰ** *বিণ.* (দনভ্ ৰক্) প্ৰচুৰ, বহু পৰিমাণ। কি ১।৩৮

**অদৰ্শনং** *ক্লী.* ১। নেদেখা, দৃষ্টিৰ অগোচৰ, ২। অন্তৰ্ধান।

**অদলঃ** *পু.* (ন দল্যতে ভিদ্যতে দল্ + কন) হিজ্জলগছ।

**অদলা** *স্ত্ৰী.* (দলম্ পত্ৰম্) ঘৃতকুমাৰী।

**অদস্** *সৰ্ব.* (ওচৰত থকা জনক নিৰ্দ্দেশ কৰা)। এইজন।

**অদাতৃ** *বিণ.* দান নকৰা (লোক)। কৃপণ।

**অদাদি** *বিণ.* অদ্ আদি গণীয় ধাতুসমূহ।

**অদায়** *বিণ.* ভাগ (বা অংশ) লাভৰ অযোগ্য।

**অদায়াদ** *বিণ.* উত্তৰাধিকাৰৰ অযোগ্য।

**অদায়িক** *বিণ.* উত্তৰাধিকাৰে দাবী নকৰা (ভাগ)।

**অদিতিঃ** *স্ত্ৰী.* (দিতিভিন্না)। দক্ষপ্ৰজাপতিৰ কন্যা। কাশ্যপৰ পত্নী, দেৱমাতা, পৃথিৱী, **—নন্দনঃ** দেৱতা।

**অদুৰ্গ** *বিণ.* ১। অগম্য নহয়, দুৰ্গম নহয়, প্ৰৱেশ কৰাৰ কাৰণে কঠিন নহয়, ২। দুৰ্গহীন (ৰাজ্য)।

**অদৃশ্** *বিণ.* দৃষ্টিৰহিত, কণা।

**অদৃষ্ট** *বিণ.* নেদেখা, ভৱিষ্যতৰ বিষয়ে নজনা, কপালত লিখা।

**অদৃষ্টং** *ক্লী.* ১। জন্মান্তৰীয় সংস্কাৰ, ২। ভাগ্য, নিয়তি, (জুই, পানী আদিৰ পৰা) হ'ব পৰা দুৰ্ঘটনা।

**অদৃষ্টৱান্(ৎ)** *বিণ.* ভাগ্যৱান।

**অদৃষ্টিঃ** *স্ত্ৰী* কুদৃষ্টি, বক্ৰদৃষ্টি *(বিণ.)* : নেত্ৰহীন, কণা।

**অদেয়** *বিণ.* অদাতব্য, নিদিব লগীয়া; **—য়ং** যিটো বস্তু আনক দান কৰিব নোৱাৰি, দানৰ অযোগ্য যেনে পত্নী, পুত্ৰ আদি।

**অদেৱ** *বিণ.* অনৈশ্বৰিক। অধাৰ্মিক। **—মাতৃকঃ** নদীমাতৃক। (যি ভূমি বৰষুণৰ ওপৰত নিৰ্ভৰশীল নহয়।) কি ১।১৭।

**অদেশঃ** ভুল ঠাই। বেয়া দেশ। **—কালঃ** ভুল ঠাই আৰু সময়।

**অদোষ** *বিণ.* ১। নিৰ্দোষ, ২। বাক্য গঠনত গ্ৰাম্যতা আদি দোষ নথকা।

**অদোহঃ** গাখীৰ খীৰোৱাৰ অসময়।

**অদ্গঃ** খিউ।

**অদ্ধা** *অব্য.* সঁচাকৈয়ে, যথাৰ্থতে।

**অদ্ভুতং** *ক্লী.* অপূৰ্ব, বিস্ময়কৰ, আশ্চৰ্য্যকৰ (ঘটনা)। **—তঃ** নৱৰসৰ এবিধ ৰস। **—স্বনঃ** শিৱ।

**অদ্মনিঃ** *পু.* (অত্তি সৰ্বান্ অদ মুট অনিঃ) অগ্নি।

**অদ্মৰ** *বিণ.* ভক্ষক; খঁকুৱা।

**অদ্য** *বিণ.* খাদ্য। **—দ্যঃ** খাদ্য বস্তু। আজি। মাঘ ৫।২৫। **—অৱধি** আজিলৈকে। **—প্ৰভৃতি** *অব্য.* আজিৰ পৰা; **—শ্বীনা** আসন্নপ্ৰসৱা।

**অদ্যতন** *বিণ.* ১। আজিৰ পৰা। ২। অৰ্বাচীন। **—নী** ভূতকাল।

**অদ্যাৱধি** *ক্লী.* আজিলৈকে।

**অদ্ৰি** *পু.* (আদিশদীতি ক্ৰিন্) সূৰ্য্য, পৰ্বত, গছ। পৰিমাণ বিশেষ। সংখ্যা ৭। **—ঈশঃ, —পতিঃ, —নাথ** পৰ্বতৰাজ। শিৱ। **—কীলা** পৃথিৱী; **—কন্যা তনয়া —সুতা** পাৰ্বতী; **—জং** ৰঙা চকমাটি। **—দ্বিষ্ —ভিদ্ —ইন্দ্ৰ। —পতিঃ —ৰাজঃ** হিমালয়।

**অদ্ৰোহঃ** ঈৰ্ষাশূন্যতা, বিদ্বেষহীনতা, কোমলতা, মনু ৪।২।

**অদ্বয়** *বিণ.* দুই নহয় বা দুটা নহয়; অদ্বিতীয়, একমাত্ৰ, অতুলনীয়। **—য়ঃ** বুদ্ধ; **—য়ং** একত্ব, অদ্বৈত, ব্ৰহ্ম, পৰম সত্য; **—য়াদী** ১। অদ্বৈতবাদী ব্ৰহ্ম আৰু ব্ৰহ্মাণ্ডৰ ভিতৰত অভিন্নতাদৰ্শী, ২। বুদ্ধ।

**অদ্বাৰং** *ক্লী.* দুৱাৰবিহীন (পথ), দুৱাৰ নথকা প্ৰৱেশ পথ, মনু ৪।৭৩।

**অদ্বিতীয়** *বিণ.* অতুলনীয়, একাকী, বেদান্ত দৰ্শনৰ একমেৱাদ্বিতীয়ং ব্ৰহ্ম।

**অদ্বৈত** *বিণ.* ১। দ্বিত্বহীন, অপৰিৱৰ্তনীয়, ২। অনুপম উ ১।৩৯, ৩। পৰম ব্ৰহ্ম; **—ৱাদী** বৈদান্তিক।

**অধম** *বিণ.* নিকৃষ্ট, জঘন্য, নীচ। **—মঃ** লাজহীন, লম্পট মানুহ; **—মা** দুষ্টা নাৰী; **—মাঙ্গং** ভৰি; **—মাৰ্ধং** নাভিৰ তলৰ অংশ; **—ভৃতঃ, —ভৃতকঃ** নিকৃষ্ট ভৃত্য।

**অধৰং** *ক্লী.* (ন ধ্ৰিয়তে কামুকস্য ধৈৰ্য্যং ন যত্ৰ তিষ্ঠতি ন ধৃ পুংসি ঘঃ) ৰতিগৃহ। স্মৰাগাৰং অৰ্থাৎ যোনিদেশ।

**অধৰঃ** *পু.* (ন ধৃ অচ) ১। মুখাৱয়ব বিশেষ, ওঠ, ২। ওপৰ পাৰি ওঠ মে ৮২, শী ১।২৪; **—ওষ্ঠঃ** তলৰ পাৰি ওঠ; **—অমৃতং —মধু** ওঠৰ অমৃত, সুধা; **—কণ্ঠঃ** গলৰ তলৰ অংশ; **—পানং** চুম্বন; **—স্বস্তিকং** *ক্লী.* অধোবিন্দু। আকাশৰ যিটো বিন্দু আমাৰ ভৰিৰ তলত অৱস্থিত।

**অধৰতঃ** *অব্য.* অধোভাগত, নিম্নভাগত।

**অধৰত্তাৎ, অধৰস্মাৎ, অধৰাৎ অধস্তাৎ,** *অব্য.* তলত. সকলোতকৈ তলৰ ভূখণ্ডত।

**অধৰীকৃ** (তনা উ) অতিক্ৰম কৰ। পৰাজিত কৰ।

**অধৰীণ** *বিণ.* নীচ, তিৰস্কৃত।

**অধৰেণ** *অব্য.* (অধৰ এনপ্) অধোদিশৰ দেশ-কাল, শতদ্রু।

**অধৰেদ্যুঃ** *অব্য.* আগদিনা, যোৱা পৰহি।

**অধৰ্ম্মঃ** *পু.* ধৰ্ম বিৰোধী। পাপ। অপকৰ্ম। **—চাৰী** *বিণ.* দুষ্ট। পাপী।

**অধৰা** *স্ত্রী.* বিধবা নাৰী।

**অধস্, অধ** *অব্য.* তলত, নিম্নাংশত, পাতালত; **—অংশুক** তলত পিন্ধা কাপোৰ, মেখেলা, পেটিকোট। **—অক্ষজঃ** বিষ্ণু। **—উপাসনং** যৌনক্রিয়া; **—কৰঃ** হাতৰ তলৰ অংশ; **—খননং** মাটিৰ তললৈ খন্দা, সুৰঙ্গ খন্দা; **—গমনং —পাতঃ** তললৈ যোৱা; **—গন্তু** নিগনি; **—চৰঃ** চোৰ; **—চোৰঃ** সিন্ধি খন্দা চোৰ; **—জিহ্বিকা** আলজিভা; **—ভাগঃ** নিম্নাংশ; **—মুখ, —ৱদন** তলমুৰকৈ থকা; **—লম্বঃ** ওলম। (গভীৰতা জোখা যন্ত্র বিশেষ); **—ৱায়ুঃ** শৌচাদ্বাৰেদি নিৰ্গত হোৱা বায়ু।

**অধস্তন** *বিণ.* তলৰ, তলত থকা।

**অধাৰণক** *বিণ.* অলাভজনক, লোকচানকাৰক।

**অধি** *অব্য.* (ন ধা কি) এটা উপসৰ্গ। ওপৰ, আধাৰ, উপৰিও, আধিক্য, শ্ৰেষ্ঠতা আদি বুজাবলৈ ধাতু আৰু বিশেষ পদৰ আগত ব্যৱহাৰ কৰা হয়। **—অধিঃ** *পু.* মনঃপীড়া, মানসিক কষ্ট; **—ক** *বিণ.* (অধি স্বাৰ্থে কঃ) ১। অধিক, প্ৰচুৰ, বেচি। ২। সংখ্যাৰ লগত বেছি বুজাবলৈ, যেনে- পঞ্চাধিকং সহস্ৰং : ১০০৫। ৩। বয়সীয়া শ ৭।২০; ৪। প্ৰখ্যাত, অসাধাৰণ; **—কং** *ক্লী.* ১। প্ৰচুৰ, প্ৰয়োজনতকৈ বেচি; ২। অতিশয়োক্তিৰ দৰে এবিধ কাব্যালঙ্কাৰ। **—কৰণং** *ক্লী.* (অধি কৃ ল্যূট) ১। মুৰব্বী পতা, ২। আধাৰ, অবলম্বন, ৩। বিষয়, ৪। শ্ৰেণী, ৫। সম্পৰ্ক, ৬। স্থান, ৭। চুক্তি, ঐক্য, ৮। ৭মী বিভক্তি পা ১।৪।৪৫; ৯। ন্যায়ালয় ১০। মুক্তি, দাবী, স্বত্ব; **—কৰণিকঃ** *পু.* বিচাৰক, ন্যায়াধীশ, চৰকাৰী বিষয়া; **—কৰ্দ্ধি** *বিণ.* প্ৰচুৰ সম্পত্তিশালী ৰ ১৯।৫; **—কৰ্মন্** *ক্লী.* ১। উৎকৃষ্ট কৰ্ম, ২। পৰিদৰ্শন; **—কৰ্মকাৰঃ, —কৃৎ** ভৃত্য, পৰিদৰ্শক। **—কৰ্মিক** *বিণ.* দোকানৰ পৰা কৰ আদায় কৰা বিষয়া; **—কাঙ্গ** *বিণ.* অধিক অঙ্গ, (যেনে- ৬ আঙুলি থকা।) **—কাম** *বিণ.* অত্যাধিক কামুক, লম্পট; **—কামঃ** প্ৰবল কামনা; **—কাৰঃ** *পু.* (অধি কৃ ঘঞ), ১। শক্তি, প্ৰভুত্ব মে ১; ২। সাৰ্বভৌমত্ব, ৩। স্বত্ব, ৪। বিশেষ সুবিধা, ৫। সা-সম্পত্তি বিষয়ত আইনসঙ্গত স্বত্ব, ৬। বিশেষ আইন বা বিধি; **—কাৰিণ্** *বিণ.* (অধি কৰোতীতি অধি কৃ গিনি) ১। প্ৰভু, স্বামী, গৰাকী, অধিপতি; ২। স্বত্ববান (পু) বেদান্ত শাস্ত্ৰত বিদ্বান। **—কাৰ্থ** *বিণ.* অত্যুক্তি; **—কৃত** *বিণ.* (অধি কৃ ক্তঃ) ক্ষমতাপ্ৰাপ্ত (**—তঃ**) *পু* বিষয়া, প্ৰাধিকাৰী। **—কৃতিঃ** *স্ত্রী.* নাৰ্য্য দাবী, অনুগ্ৰহ, স্বত্ব; **—কৃত্য** *অব্য.* প্ৰসঙ্গক্ৰমে, বিষয়ে; কোনো গ্ৰন্থ সম্পৰ্কে যেনে মেঘদূতমধিকৃত্য। **—ক্ৰমঃ, —ক্ৰমণং** আক্ৰমণ; **—ক্ষেপঃ** *পু.* ১। ভৰ্ৎসনা অপমান, কি ১।২৮ ; ২। পদচ্যুতি। **—ক্ষিপ্ত** *বিণ.* (অধিক্ষিপ ক্ত) ১। প্ৰেৰিত, ২। স্থাপিত, ৩। কুৎসিত, ৪। নিন্দিত, ভৰ্ৎসিত; **—গত** *বিণ.* প্ৰাপ্ত, পঠিত, জ্ঞাত উ।৩০; **—গমঃ** গমনং ১। অৰ্জিত, প্ৰাপ্ত, ২। প্ৰভুত্ব, ৩। জ্ঞান, অধ্যয়ন, ৪। সম্পত্তি অৰ্জন, ৫। স্বীকৃতি, ৬। জ্ঞানৰ আদান-প্ৰদান। **—গুণ** *বিণ.* উচ্চগুণ সম্পন্ন, লায়ক, গুণী মে ৬; **—চৰণং** *ক্লী.* কোনো বস্তুৰ ওপৰে ওপৰে যোৱা কাৰ্য্য; **—জননং** জন্ম; **—জিহ্বঃ** *পু.* সাপ; **—জিহ্বা, —জিহ্বিকা** আলজিভা, জিভাত হোৱা ফোঁহা; **—জ্য, —ধন্বন্ —কাৰ্মুক** *বিণ.* সজোৰে গুণ টনা (ধনু) শ ১।৬; **—তিথি, —দিনং —দিৱসং** চান্দ্ৰ মাহৰ এটা অধিক দিন। **—ত্যকা** *স্ত্রী.* মালভূমি, ওখ ঠাই, কু ৩।১৭; **—দন্তঃ** *পু.* দাঁতৰ কাষেদি আৰু এটা গজা দাঁত; **—দেৱঃ, —দেৱতা, —দৈৱং —দৈৱতং** কুলদেৱতা, ইষ্ট দেৱতা, ৰ ১২।১৭। **—নাথ পৰমেশ্বৰ; —নায়ঃ** সুগন্ধ, আঁতৰ; **—পঃ —পতিঃ** (অধি পাতি ৰক্ষতি অধি পা ডতি) প্ৰভু, স্বামী, গৰাকী, ৰজা, সম্ৰাট ৰ ২।১; **—পত্নী** *স্ত্রী.* মহিলা সম্ৰাট, সম্ৰাজ্ঞী, গৰাকিনী; **—পু(পূ)ৰুষঃ** পৰম ব্ৰহ্ম; **—প্ৰজ** *বিণ.* বহু সন্তানৰ জন্মদাতা; **—ভূঃ** গৰাকী, প্ৰধান, স্বামী; **—ভূতঃ** পৰম পুৰুষ; **—মাত্ৰ** *বিণ.* অপৰিসীম, অতিপাত, অত্যধিক; **—মাসঃ** মলমাহ; **—যজ্ঞঃ** *পু.* প্ৰধান (মুখ্য) যজ্ঞ, মুখ্য যজ্ঞকৰ্তা; **—ৰথ** *বিণ.* গাড়ীত বা বাহনত উঠি ফুৰা (মানুহ); **—ৰথঃ** ১। চালক, সাৰথি, ২। অঙ্গদেশৰ ৰজাৰ সাৰথিৰ নাম, ৩। কৰ্ণৰ পালক পিতা; **—ৰাজঃ** *পু.* সম্ৰাট, সাৰ্বভৌম প্ৰশাসক কু. ১।১;

—ৰাজ্যং —ৰাষ্ট্ৰং (আধিক্যেন ৰাজতে অধিৰাজ কৰ্তৰি ক্বিপ) ১। সৰ্ব্বোচ্চ ক্ষমতা, ২। সাৰ্বভৌম শাসন, প্ৰভুত্ব, ৩। সাম্ৰাজ্য, ৪। এখন ৰাজ্যৰ নাম; —ৰূঢ়ঃ বৰ্ধিত, উন্নত; —ৰোহঃ ঘোঁড়াত উঠি থকা লোক, হাতীৰ মাউত; —ৰোহণং ঘোঁড়াত উঠা কাৰ্য্য; —ৰোহণী —ৰোহিণী জখলা, চিৰি; —ৰোহিন্ বিণ. ঘোঁড়াত বা হাতীত উঠা, উত্তোলন; —লোকং অব্য. বিশ্ব ব্ৰহ্মাণ্ড সম্বন্ধীয়; —ৱচনং ক্লী. (অধি বচ ল্যুট) ১। এজনৰ হৈ কোৱা, ওকালতি কৰা, ২। নাম, সংজ্ঞা, উপাধি; —ৱাসঃ পু. (অধি বস ঘঞ) ১। নিবাস, ২। ধূপ-ধূনা আদিৰে কৰা অধিবাস সংস্কাৰ। শি ২।২০; ৩। দুৰ্গাপূজা, বিবাহ, উপনয়নাদি সংস্কাৰ কৰ্মৰ আগদিনা সন্ধিয়া দেৱতা অথবা পাত্ৰৰ মূৰত মন্ত্ৰপাঠপূৰ্বক সুগন্ধি তেল, হালধি, ফুলৰ মালা আদি মাঙ্গলিক দ্ৰব্য অৰ্পণ কৰা ধৰ্মীয় অনুষ্ঠান। —ৱাসনং ক্লী. (অধি বস ণিচ কৰণে ল্যুট) অধিবাস; —ৱিন্না স্ত্ৰী. (অধি ৱিদ্যাতে লভ্যাতে২সৌ অধি ৱিদ ক্তঃ টাপ্) প্ৰথমতে বিয়া কৰোৱা স্ত্ৰী। কেবাজনী বিবাহিতা পত্নী থকা জনৰ প্ৰথমজনী পত্নী মনু ৯।৮০; —ৱেত্তা (ত্তৃ) বিবাহিতা পত্নী থাকোঁতেও আকৌ বিয়া কৰোৱা পুৰুষ; —শ্ৰয়ণী স্ত্ৰী. চৌকা, চুলা। —শ্ৰী বিণ. অতি ধনী, সম্পত্তিশালী, ঐশ্বৰ্য্যশালী, উচ্চ মৰ্য্যাদাসম্পন্ন; —ষ্ঠানং ক্লী. (অধিষ্ঠীয়তে অত্ৰেতি স্থা ল্যুট) ১। অৱস্থান, ২ গাড়ীৰ চকা, ৩। আসন, ভেটি, আবাস, প্ৰভুত্ব; —ষ্ঠিত বিণ. প্ৰশাসিত, দখলীভূত, বশীকৃত, সুৰক্ষিত, সুপৰিচালিত।

**অধীকাৰ** অধিকাৰ কু ২।১৮।

**অধীতিঃ** স্ত্ৰী. ১। পঠন, অধ্যয়ন, ২। স্মৰণ।

**অধীতিন্** বিণ. সুপঠিত (বেদ ব্যাকৰণ আদিত) নিপুণ।

**অধীন** বিণ. বশৱৰ্তী মা ৩।১৪, ৰ ১।৭২।

**অধীয়ানঃ** ছাত্ৰ, বেদপাঠী।

**অধীৰ** বিণ. দুৰ্বল, বিমোৰ, পেঁপুৱা, অস্থিৰ। —ৰা ১। বিজুলী, ২। দম্দুৰী তিৰোতা।

**অধীৱাসঃ** গোটেই শৰীৰ আবৰা কাপোৰ, অধিৱাস।

**অধীশঃ** স্বামী, গৰাকী, সম্ৰাট।

**অধীশ্বৰ** প্ৰধান গৰাকী, স্বামী, মালিক।

**অধীষ্টঃ** বিণ. অবৈতনিক, আন্তৰিক; —ষ্টঃ আন্তৰিক, সশ্ৰদ্ধ অবৈতনিক কৰ্তব্য।

**অধুত** বিণ. অকম্পিত।

**অধুনা** অব্য. এতিয়া, বৰ্তমান কু ৪।১১।

**অধুনাতন** বিণ. (নী) আধুনিক।

**অধূমক** জ্বলি থকা (ধোঁৱা বিহীন) জুই।

**অধৃতিঃ** স্ত্ৰী. ১। অস্থিৰ, অদৃঢ়, ঢিলা, ২। কাম বিহ্বলতা, ৩। অশান্তি, দুৰ্দশা।

**অধৃষ্য** বিণ. ১। অজেয়, দুৰ্দ্ধৰ্ষ, অনাক্ৰম্য, অপৰাজেয়; ৰ ১।১৬; ২। নম্ৰ, লাজুক, ৩। অহঙ্কাৰী।

**অধোংশুক, অধোঽক্ষজ** অধস্ চাওক।

**অধ্যক্ষঃ** বিণ. ১। দৃষ্টিগোচৰ, ২। তত্বাৱধায়ক, ৩। কোনো সভাৰ বা অনুষ্ঠানৰ সভাপতি। মূৰব্বী; গী ৯।১০।

**অধ্যক্ষৰং** - 'ওঁ' অক্ষৰ।

**অধ্যণ্ডা** স্ত্ৰী বহু গুটি থকা, মাটিত হোৱা এবিধ আমলখী, বান্দৰ কচু।

**অধ্যগ্নি** অব্য. (বিবাহৰ) হোমৰ কাষত। ক্লী. বিবাহ হৈ থাকোঁতে কইনাক দিয়া দান, উছৰ্গা।

**অধ্যধিক্ষেপঃ** তীব্ৰ ভৰ্ৎসনা, গোৱালগালি। যা ৩।২২৮

**অধ্যধীন** বিণ. সম্পূৰ্ণভাৱে অধীন, যেনে ক্ৰীতদাস।

**অধ্যয়ঃ** পু. বিদ্যা শিক্ষা, স্মৰণ।

**অধ্যয়নং** ক্লী. পঠন। ব্ৰাহ্মণৰ ছয় কৰ্মৰ ভিতৰত এটা। (অধ্যয়ন, অধ্যাপন, যজন, যাজন, দান আৰু প্ৰতিগ্ৰহ)। মনু ১।৮৮।

**অধ্যৱসানং** চেষ্টা, যত্ন। প্ৰকৃত আৰু অপ্ৰকৃতৰ মিশ্ৰণ (অলঙ্কাৰ শাস্ত্ৰ)।

**অধ্যৱসায়ঃ** ১। মানসিক দৃঢ়তা, ২। একাগ্ৰতা, ৩। অবিৰত চেষ্টা। —য়িন্ বিণ. একাগ্ৰ।

**অধ্যশনং** গোগ্ৰাসে খোৱা। অত্যাধিক ভোজন। আগৰ আহাৰ হজম নোহোৱাকৈ আকৌ ভোজন কৰা কাৰ্য্য।

**অধ্যাত্ম** বিণ. ব্যক্তি বা আত্মা সম্পৰ্কীয়। —ত্মং পৰম ব্ৰহ্ম; —জ্ঞানং —ৱিদ্যা আত্মা সম্পৰ্কে জ্ঞান। (উপনিষদৰ) দাৰ্শনিক তত্ত্ব। —ৰতি পৰমাত্মাৰ ধ্যানত ৰত লোক।

**অধ্যাত্মিক** *বিণ.* (**—কী.** স্ত্রী) অধ্যাত্ম সম্পৰ্কীয়।

**অধ্যাপক** *পি.* শিক্ষক, গুৰু। বিষ্ণু স্মৃতি মতে অধ্যাপক দুই বিধ। ক) আচাৰ্য্য– যিয়ে শিষ্যক উপনয়ন সংস্কাৰ কৰি বেদত প্ৰৱেশ কৰায় আৰু খ) উপাধ্যায়– যিয়ে শিষ্যক জীৱিকাৰ বাবে শিক্ষা দিয়ে। মনু ২।১৪০।

**অধ্যাপনং** *ক্লী.* (অধি ইঙ নিচ্ ভাৱে ল্যুট) বিদ্যা শিক্ষাদান, ব্ৰাহ্মণৰ ছয় কৰ্মৰ এবিধ, 'অধ্যয়ন' চাওক।

**অধ্যাপয়িতৃ** *পু.* শিক্ষক, গুৰু।

**অধ্যায়** *পু.* (অধি ইঙ ঘঞ) ১। পঠন, অধ্যয়ন, বেদৰ শিক্ষা, ২। পাঠৰ উপযুক্ত সময়, ৩। পাঠ, উপদেশ, ৪। পৰিচ্ছেদ; সৰ্গ, উচ্ছ্বাস।

**অধ্যায়িন্** *বিণ.* অধ্যয়নশীল।

**অধ্যাৰূঢ়** *বিণ.* (অধি আঙ ৰুহ ক্তঃ) ১। আৰোহণ কৰা লোক, উন্নীত। ২। শ্ৰেষ্ঠ, উৰ্ধ্বতন, অতিশয়।

**অধ্যাৰোপঃ** *পু.* (অধি আ ৰুহ্ নিচ ভাৱে ক্ত) উন্নীত। আৰোপিত। (বেদান্ত দৰ্শনত) এটা বস্তুক ভুলকৈ আন এটা বুলি ভ্ৰম কৰা। যেনেকৈ ৰচীক ভুলতে সাপ বুলি ভবা। ভ্ৰমাত্মক জ্ঞান।

**অধ্যাৰোপণং** *ক্লী.* উন্নীতকৰণ, (বীজ) গুটি বপন বা সিঁচা কাৰ্য্য।

**অধ্যাৱাপঃ** *পু.* গুটি সিঁচা কাৰ্য্য। শস্য গুটি সিঁচা পথাৰ।

**অধ্যাৱাহনিকং** *ক্লী.* (অধি আ বহ নিচ ল্যুট অধ্যাবাহন ঠন ইকঃ) স্ত্ৰীধন। যৌতুক। পিতাকৰ ঘৰৰ পৰা পতিৰ ঘৰলৈ যাবৰ সময়ত পিতাকে লগত দিয়া ধন-সম্পত্তি।

**অধ্যাসঃ —সনং** *পু. স্ত্ৰী* (অধি আস ঘঞ, –ল্যুট) ১। আসীন আসনত বহি থকা, আসন ভোগ বা দখল কৰা কাৰ্য্য, ২। আসন, ৩। স্থান, ৪। প্ৰৱেশ, ৫। সম্পৰ্ক, সংসৰ্গ, সঙ্গম।

**অধ্যাসঃ** *পু.* ১। ভ্ৰান্ত ধাৰণা, ২। পৰিশিষ্ট।

**অধ্যাহৰণং–হাৰঃ** *পু ক্লী.* (অৰি আ হৃ ঘঞ ল্যুট) ১। তৰ্ক বিতৰ্ক, ২। অস্পষ্ট অৰ্থক অইন এটা শব্দেৰে বা শব্দৰ সহায়েৰে স্পষ্টীকৰণ, ৩। বাক্য এটাৰ সম্পূৰ্ণ অৰ্থ প্ৰকাশ কৰাৰ কাৰণে পদযোজন, ৪। অনুভৱ।

**অধ্যুষিত** *বিণ.* (অৰি উষিত) বাস কৰা, থকা।

**অধ্যুষ্ট** *বিণ.* (অধি বস্ ক্ত) চাৰে তিনি (তিনি আৰু আধা)।

**অধ্যুষ্ট্ৰঃ** *পু.* (উষ্ট্ৰম্ অধিগতঃ প্ৰাদিসমাসঃ) উটে টনা যানবাহন।

**অধ্যূঢ়** *বিণ.* (আধিক্যেন বৃদ্ধিং গতঃ অধি ৱহ্ ক্তঃ) ১। সমৃদ্ধিশালী, উন্নীত। **—ঢ়ঃ** *(পু)* সদাশিৱ। সমৃদ্ধ লোক। **—ঢ়া** *(স্ত্ৰী)* অধিবিন্না। কেবাজনী পত্নীৰ ভিতৰত প্ৰথমতে বিবাহিতাজনী।

**অধ্যেষণং —ণা** (অধি ইষ্ নিচ্ ভাৱে যুচ্ –আ) যাচঞা। যি কোনো কামৰ বাবে এজনক অনুনয় বিনয় কৰা কাৰ্য্য।

**অধ্ৰুৱ** *বিণ.* ১। অনিশ্চিত, সংশয়পূৰ্ণ, ২। অস্থিৰ।

**অধ্বগাঃ** *পু.* (অধ্বন গম ডঃ) পথিক, ঘোঁৰা; **–গা** গঙ্গা।

**অধ্বন্** *পু.* ১। পথ, আলিবাট, ২। দূৰত্ব ৰ ১।৪৭; ৩। ভ্ৰমণ মনু ৪।৬০; ৪। কাল, ৫। আক্ৰমণ, ৬। উপায়, সঙ্গতি, ৭। আকাশ, বায়ু মণ্ডল। **—নীনঃ —ন্যঃ** পথিক, পৰ্য্যটক।

**অধ্বৰঃ** *পু.* (অধ্বন্ ৰা কঃ উপপদসমাস)। যজ্ঞ। সোম যাগ। ৰ ৫।১; **—মীমাংসা** জৈমিনীয় পূৰ্ব মীমাংসা।

**অধ্বৰথঃ** ভ্ৰমণৰ উপযুক্ত ৰথ।

**অধ্বৰ্যুঃ** *পু.* (অধ্বৰ যু ক্বিপ) যজ্ঞকৰ্তা, ঋত্বিক যজুৰ্বেদজ্ঞ। **—ৱেদঃ** যজুৰ্বেদ।

**অধ্বশল্যঃ** *পু.* কাঁইটযুক্ত এবিধ গছ, পথৰ কাঁইট।

**অধ্বাতি** অধ্বগ চাওক।

**অধ্বাধীশঃ অধ্বেশঃ** পথ নিয়ন্ত্ৰক আৰক্ষী বিষয়া।

**অধ্বান্তং** গধূলি, ডাৱৰীয়া সময়।

**অন্** প্ৰাণনে জীৱনে (অদা, দিৱা প আ অক অনিতি, অন্যাতে) ১। জীয়াই থাক, উশাহ ল, ২। চলাচল কৰ। (ণিজন্ত) আনয়তি, (সনন্ত) অনিনিষতি।

**অনঃ** *পু.* উশাহ-নিশাহ। (স্) যানবাহন।

**অনক** *বিণ.* অধম।

**অনংশ** *বিণ.* (সম্পত্তিৰ) অংশ পোৱাৰ অযোগ্য।

**অনক্ষৰঃ** *বিণ.* বোবা, নিৰক্ষৰ; উচ্চাৰণৰ অযোগ্য; **—ৰং** ভৰ্ৎসনা, গালি শপনি।

**অনক্ষঃ** *বিণ.* চকুহীন, কণা।

**অনগাৰঃ** *পু.* (নাস্তি অগাৰং গৃহং যস্য) মুনি, সন্যাসী।

**অনগ্নিঃ** *পু.* (নাস্তি শ্ৰৌতঃ স্মাৰ্তঃ বা অগ্নিৰ্যস্য) ১। শ্ৰৌত স্মাৰ্ত কৰ্মহীন। ম ৬।২৫; ২। অধাৰ্মিক। অগ্নিৰ ব্যৱহাৰশূন্য। ৰ ৪।২৫; ৩। বদ হজম ৪। অবিবাহিত।

**অনঘ** *বিণ.* (নাস্তি অঘঃ পাপং যস্য) ১। নিষ্পাপ। নিৰীহ, ৰ ১৪।৪০; ২। নিৰ্ভুল, দোষশূন্য, সুন্দৰ শ ২।১৩; ৩। নিৰাপদ, অনাহত। ৰ ৫।৭; ৪। বিশুদ্ধ, নিষ্কলুষ। **—ঘঃ** বিষ্ণু, শিৱ। বগা সৰিয়হ।

**অনঙ্কুশ** *বিণ.* দুৰ্দম্য, অবাধ্য।

**অনঙ্গ** *বিণ.* অশৰীৰী, নিৰাকাৰ। **—ঙ্গং** আকাশ, বায়ু। মন; **—ঙ্গঃ** কামদেৱ।

**অনঙ্গকং** *ক্লী.* মন, চিত্ত।

**অনঙ্গলেখঃ** *বিণ.* প্ৰেম পত্ৰ কু ১।৭। **—শত্ৰুঃ** সদাশিৱ।

**অনঙ্গাসুহৃৎ** শিৱ।

**অনচ্ছঃ** *বিণ.* অপৰিষ্কাৰ, লেতেৰা।

**অনঞ্জনং** ১। আকাশ, বায়ুমণ্ডল, ২। পৰম ব্ৰহ্ম, বিষ্ণু।

**অনডুহ, অনড্বান্** *পু.* ১। ষাঁড় বা বলদ। ২। বৃষ ৰাশি। **—হী** গাই গৰু।

**অনদ্যঃ** *পু.* বগা সৰিয়হ।

**অনতি** *অব্য.* অনধিক। **—ৱিলম্বিতা** অনতি পলম। বাকপটুতা।

**অনদ্যতন** *বিণ.* (**—নী** *স্ত্ৰী*) আজিৰ নহয়।

**অনধিক** *বিণ* ১। বেছি নহয়, অপৰিমিত, ২। নিখুঁত।

**অনধীনঃ** কাৰো অধীন নোহোৱা কৰ্ম্মী।

**অনধ্যক্ষ** *বিণ.* ১। অদৃশ্য। ২। শাসকশূন্য।

**অনধ্যয়নং, অনধ্যায়ঃ** ১। পঢ়া শুনা নকৰা, ২। বেদাদি পাঠ নকৰা তিথি। (প্ৰতিপদ আৰু অষ্টমী আদি)।

**অননং** *ক্লী.* (অন ল্যুট) উশাহ লোৱা কাৰ্য্য। জীয়াই থকা।

**অনন্ত** *বিণ.* অন্তহীন, সীমাহীন, অক্ষয়, কু ২।৩; অশেষ, পাপমুক্ত। **—ন্তং** *ক্লী.* ১। আকাশ বায়ুমণ্ডল, অসীমত্ব, ২। পৰম ব্ৰহ্ম; **—ন্তঃ** *পু.* ১। বিষ্ণু, বিষ্ণুৰ বাহন শেষনাগ ২। শিৱ, সৰ্পৰাজ বাসুকি, ৩। মেঘ, ৪। সিন্দুবাৰ গছ, ৫। অনন্ত চতুৰ্দ্দশীৰ (ভাদ মাহৰ পূৰ্ণিমাৰ) দিনা হাতত পিন্ধা এডাল পাটসূতাৰ ডোল। **—ন্তা** *স্ত্ৰী.* ১। সীমাহীনতা, ২। পৃথিৱী, ৩। পাৰ্বতী, ৪। সংখ্যা '১', ৫। অনন্তমূল, দুবৰি আদি গছ। **—তৃতীয়া** বহাগ, ভাদ অথবা আঘোণ মাহৰ শুক্লপক্ষৰ তৃতীয়া তিথি; **—দৃষ্টিঃ** *পু.* শিৱ; **—দেৱঃ** *পু.* ১। কাশ্মীৰৰ এজন ৰজাৰ নাম; ২। শেষনাগ; ৩। শ্ৰীনাৰায়ণ, **—নেমী** *পু.* শাক্য মুনিৰ সমসাময়িক এজন মালৱৰ ৰজা। **—পাৰ** অপাৰ; **—পালঃ** কাশ্মীৰৰ এজন সেনাধ্যক্ষ; **—মতিঃ** বুধিসত্ত্ব; **—মায়ী** (ন্) ঠগ, প্ৰৱঞ্চক; **—মূলঃ** এবিধ ঔষধি। **—ৰূপঃ** বহুৰূপী, বিষ্ণু। **—ব্ৰৎ** *বিণ.* অনাদি, অনন্ত; *পু.* ব্ৰহ্ম' চাৰি পাদৰ (পৃথিৱী, আকাশ, স্বৰ্গ আৰু সমুদ্ৰ) এখন; **—ৱাতঃ** *পু.* ধনুষ্টঙ্কাৰ জাতীয় অসুখ; **—ৱিজয়ঃ** *পু.* যুধিষ্ঠিৰৰ শঙ্খৰ নাম; **—ৱীৰ্য্য** *পু.* ২৪শ জৈন অৰ্হত; **—ব্ৰতং** *পু.* ১। ভাদমাহৰ পূৰ্ণিমাৰ দিনা পালন কৰা বিষ্ণু পূজা, ২। ভৱিষ্য পুৰাণৰ ১০২ অধ্যায়ৰ নাম।

**অনন্তক, অনন্ত্য** *বিণ.* অসীম, অনন্ত, অপাৰ।

**অনন্তৰ** *বিণ.* (নাস্তি অন্তৰমৱকাশো যস্য) ১। ভিতৰত ঠাই নথকা, মধ্যৱৰ্তী শূন্য স্থান নথকা, ২। আটিল, নিবিড়, অদূৰবৰ্তী মনু ২।১৯; **—ৰং** *ক্লী.* ১। আটিল, নিবিড, ২। ব্ৰহ্ম, পৰমাত্মা; **—ৰং** *অব্য.* ইয়াৰ পিছতে; **—জঃ, —জা** ১। শাস্ত্ৰানুকূল জাত সন্তান। (পিতাক ব্ৰাহ্মণ বা ক্ষত্ৰিয় আৰু মাক ক্ৰমে ক্ষত্ৰিয় অথবা বৈশ্য) মনু ১০।৪; ২। এজনৰ ঠিক আগৰ জন অৰ্থাৎ ওপৰৰজন ককায়েক বা বায়েক।

**অনন্তৰীয়** (উত্তৰাধিকাৰ সূত্ৰে) পিছৰজন।

**অনন্তশীৰ্ষা** *স্ত্ৰী.* বাসুকিৰ পত্নী।

**অনন্য** *বিণ.* ১। অভিন্ন, একে। ২। একমাত্ৰ, ৩। অবিভাজিত, ৪। চিন্তা বা ধ্যান কৰিবলৈ দ্বিতীয় একো নথকা, গী ন।২২; **—গতি** গত্যন্তৰ শূন্য; **—চিত্ত, —চিন্ত, —চেতস্, —মনস্, —মানস, —হৃদয়** বিণ. একমনে এক প্ৰাণে, অভিন্ন হৃদয়ে (চিন্তা কৰা); **—জঃ, —জন্মন্** কামদেৱ। মাল ১।৩২; **—পূৰ্ৱঃ** দ্বিতীয় পত্নী নথকা; **—পূৰ্ৱা** *স্ত্ৰী.* কুমাৰী কন্যা ৰ ৪।৭; **—ভাজ্** আনৰ প্ৰতি অনাৰক্ত; **—ৱিষয়** *বিণ.* আনৰ লগত সম্পৰ্কহীন; **—বৃত্তি** একে প্ৰকৃতিৰ, জীৱিকাৰ আন উপায় নথকা; **—সামান্য, —সাধাৰণ** *বিণ.* অসাধাৰণ, অপূৰ্ব, অত্যন্ত অনুৰক্ত ৰে ৩।১৮; **—সদৃশ** *বিণ.* (**—শী** *স্ত্ৰী*) অতুলনীয়। অনুপম।

**অনন্বয়ঃ** এবিধ সাহিত্যালঙ্কাৰ। য'ত উপমেয় আৰু উপমান একেটাই। অৰ্থাৎ উপমেয়ৰ লগত তুলনা কৰিবলৈ উপমেয়ৰ বাহিৰে দ্বিতীয় একো নাই। (যেনে সাগৰঃ সাগৰোপমঃ)।

**অনপ** *বিণ.* জলশূন্য।

**অনপকৰ্ম্মন্** **—কাৰণং** অপকাৰশূন্য; অনাদায়।

**অনপকাৰঃ** নির্দোষ; **—কাৰিণ্** *বিণ.* নিৰীহ, নির্দোষ।

**অনপত্য** *বিণ.* নিঃসন্তান।

**অনপত্ৰপ** *বিণ.* নিলর্জ্জ।

**অনপভ্ৰংশঃ** অবিকৃত শব্দ বা পদ।

**অনপসৰ** *বিণ.* বাহিৰলৈ ওলোৱা কোনো পথ নথকা, অসমর্থনীয়, অমার্জনীয়। **—ৰঃ** অন্যায়ভাৱে আনৰ বস্তু কাঢ়ি লোৱা লোক।

**অনপায়** *বিণ.* অবিনাশী। অজড়। ত্রুটী শূন্য। **—য়িন্** দৃঢ়, অনশ্বৰ, নিত্য ৰ ৮।১৭।

**অনপেক্ষ** **—ক্ষিন্** ১। অমনোযোগী, ২। উদাসীন গী ১২।১৬; ৩। স্বাধীন, আনৰ প্রয়োজন নথকা, ৪। নিৰপেক্ষ। সম্পর্কৰহিত।

**অনপেত** *বিণ.* অশূন্য, অনির্গত। অমুক্ত মু ১।১৪।

**অনভিজ্ঞ** *বিণ* মুর্খ, বুদ্ধিহীন।

**অনভিলাষ** *পু.* অনিচ্ছা।

**অনভ্যাবৃত্তিঃ** *স্ত্রী.* বাৰে বাৰে নকৰা।

**অনন্যাশ, স** *বিণ.* দূৰৱৰ্তী।

**অনভ্ৰ** *বিণ.* মেঘশূন্য। ('বিনা মেঘে বৰষুণ বা বজ্রপাত'ৰ দৰে কোনো আচম্বিত ঘটনা বুজাবলৈ সাধাৰণতে ব্যৱহাৰ কৰা হয়)।

**অনমঃ** ব্ৰাহ্মণ।

**অনমিতম্পচঃ** *বিণ.* (মিতং পৰিমিতং পচতি ইতি মিত পচ্ খচ্ মিতম্পচ) কৃপণ।

**অনম্বৰ** *বিণ.* দিগম্বৰ, নঙঠা; **—ৰঃ** বৌদ্ধ সন্ন্যাসী।

**অনয়** *পু.* অশুভ, দৈৱ, অন্যায়, দুর্নীতি, ২। দুর্ভাগ্য, দুর্দশা মনু ১০।৯৫; ৩। জুৱা খেল।

**অনর্ঘ্য** *বিণ.* অমূল্য। ২। সম্মানজনক। **—র্ঘঃ** অশুদ্ধ মূল্য।

**অনৰ্থ** *বিণ.* ১। অপ্রয়োজনীয়, অকর্মণ্য, ২। দুর্ভগা, অসুখী, ৩। অপকাৰী, ৪। অর্থহীন; **—র্থঃ** অলাগতিয়াল, ২। বিপদ, ৩। অর্থশূন্য; **—কৰ** *বিণ.* অনিষ্টকাৰী।

**অনর্থ্য** *বিণ.* অনর্থক, ১। নিৰর্থক, ২। লাভজনক। দুর্ভাগ্যজনক। **—কং** অর্থহীন বাক্যালাপ।

**অনৰ্হ** *বিণ.* অর্হতাশূন্য, অযোগ্য।

**অনলঃ** *পু.* (নাস্তি অলঃ বহুদাহনেঽপি অতৃপ্তির্যস্য) জুই, অগ্নিদেৱতা, হজমকাৰক শক্তি, পিত্ত। **—দ** *বিণ.* অগ্নি নির্বাণ; **—দীপন** হজমশক্তি বৃদ্ধিকাৰী, ক্ষুধাবৰ্দ্ধক। **—প্রিয়া** অগ্নিপত্নী স্বাহা; **—সাদঃ** অভোক। বদহজম।

**অনলসঃ** *বিণ.* পৰিশ্রমী, কর্মঠ। ২। অযোগ্য।

**অনলিঃ** *পু.* বকুল গছ।

**অনল্প** *বিণ.* প্রচুৰ। উদাৰ, মহৎ পঞ্চ ১।১৩৬।

**অনৱকাশ** *বিণ.* অযথা, সুযোগ বা সুবিধা নথকা।

**অনৱগ্ৰহ** *বিণ.* অপ্রতিৰোধ্য, অনিবার্য। ম্যাল ১।৩৯।

**অনৱচ্ছিন্ন** *বিণ.* নিছিঙা, ছিন্ন নোহোৱা। অপৰিসীম। ২ অনিৰূপিত, অনির্ণীত। অবিচ্ছিত।

**অনৱদ্য** *বিণ.* দোষশূন্য, নিষ্কলঙ্ক। ৰ ৭।৭০ **—অঙ্গ, —ৰূপ** অপৰূপ অৱয়বযুক্ত।

**অনৱধান** *বিণ.* অমনোযোগী, অসাৱধান। **—নং** অমনোযোগ।

**অনৱধি** *বিণ.* অসীম।

**অনৱম** *বিণ.* তলখাপৰ নহয়। উন্নত ৰ ১৭।২৭

**অনৱৰত** *বিণ.* নিৰন্তৰ, নিত্য, অবাৰিত। শ ২।৪; **—তং** *ক্লী.*।

**অনৱৰাধ্য** *বিণ.* প্রধান, মুখ্য, উত্তম।

**অনৱলম্ব** *বিণ.* নিৰাশ্রয়, অৱলম্বনহীন।

**অনৱলোভনং** তিনিমহীয়া গর্ভৱতী মহিলাক পৰিশোধন কৰা সংস্কাৰ বিশেষ।

**অনৱসৰ** *বিণ.* ব্যস্ত, অৱকাশশূন্য, অসাময়িক।

**অনৱস্কৰ** *বিণ.* নির্মল, পৰিশোধিত।

**অনৱস্থ** *বিণ.* অস্থিৰ; **—স্থা** অস্থিৰতা, ২। ব্যভিচাৰ (তর্কশাস্ত্রত) শেষ সিদ্ধান্তৰ অথবা মীমাংসাৰ অভাৱ।

**অনৱস্থান** *বিণ.* অস্থিৰ, চঞ্চল; **—নঃ** বায়ু; **—নং** দৃঢ়তাৰ অভাৱ। অসংযম।

**অনৱস্থিত** *বিণ.* অস্থিৰ, পৰিৱর্তনশীল, লম্পট।

**অনৱেক্ষক** *বিণ.* নির্বিকাৰ, অসাৱধান।

**অনৱেক্ষণং** অসাৱধানতা, অমনোযোগ।

**অনশনং** *ক্লী.* উপবাস, লঘোন, আমৃত্যু একো নোখোৱাকৈ থকা।

**অনশ্বৰ** *বিণ.* (নশ্ কর্তৰি ৱৰচ্ = নশ্বৰ) সনাতন, শাশ্বত, নিত্য।

**অনস্** *পু.* ১। যানবাহন, গাড়ী, ২। সিদ্ধ আহাৰ, ৩। জন্ম, ৪। প্রাণী, ৫। পাকঘৰ।

**অনসূয়া** *স্ত্রী.* ১। ঈর্ষা শূন্যতা, ২। অত্ৰিৰ পত্নীৰ নাম। নাৰীৰ শ্রেষ্ঠ পত্নীধর্ম; পাতিব্রত ব্রত।

**অনহন্** *পু.* বেয়া দিন।

**অনহংৱাদী** *বিণ.* (অহমিতি গৰ্বং ৱদতি অহংবাদী) নিৰহংকাৰী। গৰ্বৰহিত।

**অনাকালঃ** অসময়। আকাল। **—ভৃতঃ** আপোনমনে আনৰ দাস হোৱা লোক।

**অনাকুলঃ** *বিণ.* (ন আকুলঃ) স্থিৰ, একাগ্ৰ, অব্যগ্ৰ।

**অনাক্ৰান্তা** *স্ত্ৰী.* এবিধ কাঁইটিয়া গছ।

**অনাগত** *বিণ.* আহি নোপোৱা হি ১।৫৭; অজ্ঞাত, অপৰিচিত। **—তং** ভৱিষ্যত কাল। **—আৱাধ** ভৱিষ্যতে হ'বলগীয়া বিপদ; **—আৰ্তৱাঃ** শান্তি নোহোৱা কুমাৰী কন্যা; **—কৰ্ত্তা, —ৱিধাতা,** ভগৱান।

**অনাগমঃ** আহি নোপোৱা। অপ্ৰাপ্ত।

**অনাগস্** *বিণ.* নিষ্পাপ, নিৰীহ। শ ১।১১।

**অনাচাৰঃ** *পু.* (ন কুৎসিত আচাৰঃ ইয়াত নঞ কুৎসিত অৰ্থত ব্যৱহাৰ কৰা হৈছে) কদাচাৰ, শ্ৰুতি-স্মৃতি বিৰুদ্ধাচাৰ।

**অনাতপঃ** *পু.* ৰ'দ নথকা স্থান, ছায়া, চেঁচা।

**অনাতুৰঃ** *বিণ* নিৰোগী। অনুদ্বিগ্ন। অশ্ৰান্ত। ৰ ১।২১।

**অনাত্মন্** *বিণ.* আত্মাশূন্য। অনাধ্যাত্মিক। অসংযতাত্মা। **—ৱেদিন্** *বিণ.* নিজকে নজনা। মূৰ্খ।

**অনাত্মনীন** *বিণ.* নিজৰ লাভৰ বাবে আকাঙ্ক্ষা নকৰা। নিঃস্বাৰ্থপৰ।

**অনাত্মৱৎ** *বিণ.* অসংযতেন্দ্ৰিয়।

**অনাথ** *বিণ.* আশ্ৰয়হীন, প্ৰভুহীন। স্বামীহীন, পিতা-মাতাহীন। ৰক্ষকশূন্য উ ১।৪৩।

**অনাদৰঃ** *পু.* (আ দৃ ভাৱে অপ্ আদৰঃ নঞ) নিৰাদৰ, অৱহেলা, তিৰস্কাৰ।

**অনাদি** *বিণ.* আদিৰহিত, উৎপত্তিশূন্য। স্বয়ম্ভূ। **—নিধন** *বিণ.* আদি অন্তৰহিত, শাশ্বত। **—মধ্যান্ত** আদি, মধ্য অন্তৰহিত। সনাতন।

**অনাদিনৱ** *বিণ.* দোষশূন্য শি ২।২২।

**অনাদৃত** *বিণ.* (আ দৃ কৰ্মণি ক্ত আদৃত) নিৰাদৰ।

**অনাদ্য** *বিণ.* ১। অনাদি, ২। অখাদ্য, কুখাদ্য।

**অনানুপূৰ্ব্বং** অনানুক্ৰমে; অনুক্ৰম অনুসৰণ নকৰি, মাজতে এটা সুমাই অনুক্ৰম ভঙ্গ কৰা কাৰ্য্য।

**অনাপ্ত** *বিণ.* (ন আপ্ ক্ত) অপ্ৰাপ্ত, অযোগ্য, নিপুণতাহীন, *(পু)* আগন্তুক।

**অনামকং** *ক্লী.* (অনং জীৱনম্ আময়তি অম্ ণিচ্ পুল্ অনস্য আমকং) ১। নাম নথকা, দুৰ্নামযুক্ত, ২। অৰ্শৰোগ, **—কঃ** *পু.* মলমাহ।

**অনামন্** *বিণ.* ১। নামহীন, সংজ্ঞাহীন, ২। মলমাহ, ৩। বুঢ়া আঙুলিৰ পৰা চতুৰ্থ আঙুলি।

**অনাময়** *বিণ.* (অম ভাৱে ঘঞ্ : আম যা কঃ) ৰোগহীন। নিৰোগী। **—য়ং** আৰোগ্য, সুস্বাস্থ্য; **—য়ঃ** বিষ্ণু, শিৱ।

**অনামিকা** *স্ত্ৰী.* বুঢ়া আঙুলিৰ পৰা চতুৰ্থ আঙুলি। এই আঙুলিটোৰ কোনো নাম নাই। বুঢ়া, তৰ্জনী, মধ্যমা, কনিষ্ঠ— বাকী চাৰিটা আঙুলিৰ নাম। এই আঙুলিৰ নাম কিয় এনে সেই বিষয়ে এটা সুভাষিত আছে :

পুৰা কবীনাং গণনা প্ৰসঙ্গে কনিষ্ঠিকাধিষ্ঠিত কবি কালিদাসঃ।
অদ্যাপি তত্তুল্যকবেৰভাবাৎ অনামিকা সাৰ্থৱতী বভুৱ।।

(পুৰণি কালত কবিসকলৰ নাম গণনা কৰিবৰ সময়ত প্ৰথমতে কবি কালিদাসৰ নাম কনিষ্ঠ আঙুলিত লৈ তাৰ পিছত তেওঁৰ সমান দ্বিতীয় এগৰাকী কবি নথকাত পিচৰ আঙুলিটোৰ নাম অনামিকা হৈ ৰ'ল)।

**অনায়ত্ত** *বিণ.* (অ যৎ ক্ত নঞ) অৱশীভূত, অনধীন হি ২।২২; স্বাধীন।

**অনায়াসঃ** *পু.* (আ যস ঘঞ নঞ) ১। অক্লেশ, ২। শ্ৰম, যত্ন বা চেষ্টাৰ অভাৱ; **—কৃতং** *ক্লী.* বিনাযত্নে কৰা কাম।

**অনাৰতং** *ক্লী.* (আ ৰম্ ক্তঃ নঞ) অনবৰতে হৈ থকা। সততে হৈ থকা, নিত্য একেৰাহে হৈ বা চলি থকা কি ১।১৫।

**অনাৰম্ভঃ** *পু.* (আ ৰম্ভ ভাৱে ঘঞ নঞ) আৰম্ভণৰ অভাৱ। আৰম্ভ নকৰা কাৰ্য্য।

**অনাৰ্জৱ** *বিণ.* কুটিল, অসৎ, প্ৰৱঞ্চক। **—ৱং** কুটিলতা, প্ৰৱঞ্চনা, ৰোগ।

**অনাৰ্তৱ** *বিণ.* (—ৱী. *স্ত্ৰী)* আবতৰীয়া। **—ৱা** শান্তি নোহোৱা কুমাৰী কন্যা।

**অনাৰ্য** *বিণ.* অসম্মানীয়, নীচ। **—ৰ্যঃ** আৰ্য্যসকলে বাস নকৰা ভূমিখণ্ড। শূদ্ৰ বা ম্লেচ্ছ। গী ২।২।

**অনাৰ্যকং** ঘৃতকুমাৰী (তেলৰ) কাঠ।

**অনাৰ্ষ** অবৈদিক। ঋষি সম্বন্ধীয় নহয়া।

**অনালম্ব** *বিণ* অৱলম্বনহীন। **—ম্বী** শিৱৰ বীণা।

**অনালম্বুকা** *স্ত্ৰী.* ৰজস্বলা নাৰী।

**অনাৱৰ্ত্তিন্** *বিণ.* পুনৰ্বাৰ নঘটা।

**অনাৰিদ্ধ** *বিণ.* অছিদ্রিত, ফুটা নকৰা (মণি আদি)। শ ২।১০।
**অনাবৃত্তিঃ** *স্ত্রী.* পৰম মুক্তি (অর্থাৎ পুনর্জন্ম নোহোৱা)।
**অনাবৃষ্টিঃ** *স্ত্রী.* খৰাং (বতৰ)। ছয় বিধ 'ঈতি'ৰ ভিতৰত এবিধ। অতিবৃষ্টি চাওক।
**অনাশ্রমিন্** *পু.* বর্ণাশ্রম ধর্ম নামানা লোক।
**অনাশ্য** *বিণ.* (নশ নিচ কর্মণি যৎ নাশ্য) নাশৰ অযোগ্য।
**অনাশ্রৱ** *বিণ.* কাৰো কথা নুশুনা আঁকোৰগোঁজ লোক।
**অনাস্থা** *স্ত্রী.* উদাসীনতা, অৱহেলা। ৰ ২।৫৭, অবিশ্বাস, অনিশ্চয়তা, অনাদৰ।
**অনাসিকঃ** *বিণ.* নাক নথকা।
**অনাহত** *বিণ.* ১। আঘাতৰহিত, অক্ষুন্ন, ২। নতুন আৰু কোৰা (অধৌত) বস্ত্র।
**অনাহাৰ** *পু.* (আ হৃ ভাৱে ঘঞ আহাৰঃ) উপবাস।
**অনাহুতঃ** *বিণ* অনিমন্ত্রিত।
**অনাহুতিঃ** *স্ত্রী.* ১। আহুতি নিদিয়া (যজ্ঞ) ২। অশুদ্ধ আহুতি।
**অনাহুতোপৱিষ্ট** *বিণ.* অনিমন্ত্রিত আলহীৰ দৰে বহি থকা।
**অনিকেত** *বিণ* গৃহহীন, যাযাবৰ।
**অনিগীর্ণ** *বিণ* ১। গিলি নেপেলোৱা। ২। (অশা) অগুপ্ত।
**অনিচ্ছ; —চ্ছক, —চ্ছু —চ্ছুক, —চ্ছ্যং** *বিণ.* অনাকাঙ্ক্ষী, নিস্পৃহ। উদাসীন।
**অনিত্য** *বিণ.* ১। নশ্বৰ, বিনাশশীল, অস্থায়ী, ২। অপ্রত্যাশিত, ৩। অনিয়মিত, ৪। অস্থিৰ, ৫। সন্দেহপূর্ণ প ৩।২২; **—কর্মণ** **—ক্রিয়া** যাগ-যজ্ঞাদি কোনো সাময়িক কর্ম। **—দত্তঃ —দত্তকঃ —দত্রিমঃ** এজনে আন এজনক কিছু দিনৰ বাবে দান কৰা পুত্র। **—ভাৱঃ** ক্ষণস্থায়িত্ব।
**অনিদ্র** *বিণ.* নিদ্রাহীন, জাগি থকা।
**অনিন্দিত** *বিণ.* ১। নিন্দা ৰহিত। ২। অগর্হিত।
**অনিন্দ্রিয়ং** ১। প্রমাণ, ২। মন।
**অনিভৃত** *বিণ.* ১। খোলা (ঠাই), ৰাজহুৱা, ২। অশিষ্ট, ৩। অস্থিৰ।
**অনিমকঃ** *পু.* ১। ভেকুলী, ২। কুলি চৰাই, ৩। মৌমাখি।
**অনিমিত্ত** *বিণ.* কাৰণশূন্য, ভিত্তিহীন, অপ্রত্যাশিত শ ৭।১৭। **—ত্তং** ১। কাৰণৰ অভাৱ; ২। কুলক্ষণ; **—নিৰাক্রিয়া** (গ্রহাদিৰ) কুদৃষ্টি আতৰোৱা কার্য্য।
**অনিমিষ, —মেষঃ** *পু. স্ত্রী.* (নাস্তি নিমিষঃ নিমেষঃ চক্ষুস্পন্দনং যস্য) দেৱতা, মাছ, স্থিৰ দৃষ্টিসম্পন্ন, সাৱধান। **—আচার্য্যঃ** *পু.* দেৱগুৰু বৃহস্পতি, বিষ্ণু।

**অনিয়ত** *বিণ.* ১। অদম্য, অনিয়ন্ত্রিত, ২। অনিশ্চিত, ৩। অপ্রত্যাশিত, ৪। বিনাশশীল; **—আত্মন্** অস্থিৰাত্মা; **—পুংস্কা** *স্ত্রী.* ব্যভিচাৰিণী, ভ্রষ্টা তিৰোতা; **—বৃত্তি** *বিণ.* জীৱিকাৰ উপায় নথকা।
**অনিয়ন্ত্রণ** *বিণ.* অদমিত, যথেচ্ছাচাৰী, মুক্ত।
**অনিয়মঃ** ১। নীতি-নিয়মৰ, নির্দ্ধাৰিত ৰীতিৰ অভাৱ। কোনো নির্দিষ্ট পদ্ধতি নথকা, ২। সন্দিগ্ধতা, ৩। অশুদ্ধাচাৰ।
**অনিৰুক্ত** *বিণ.* অস্পষ্টভাৱে কোৱা অথবা ব্যাখ্যা কৰা।
**অনিৰুদ্ধ** *বিণ.* মুক্ত, অবাধ্য, অদম্য, স্বেচ্ছাচাৰী; **—দ্ধঃ** ১। চোৰাংচোৱা। ২। প্রদ্যুম্নৰ পুত্র। **—পথং** ১। বিঘিনি শূন্য, মুক্ত পথ, ২। আকাশ, বায়ুমণ্ডল; **—ভাৱিনী** অনিৰুদ্ধৰ পত্নী উষা।
**অনির্ণয়ঃ** অনিশ্চয়, সন্দেহ, দ্বিধা।
**অনির্দশ, অনির্দশাহ** *বিণ* (জনন৷ বা মৃত) দহদিনীয়া অশৌচ।
**অনির্দেশঃ** সুস্থিৰ নীতি বা উপদেশৰ অভাৱ।
**অনির্দেশ্য** *বিণ.* ব্যাখ্যা বা বর্ণনাৰ অতীত; **—শ্যঃ** পৰম ব্রহ্ম।
**অনির্দ্ধাৰিত** *বিণ.* অনিৰূপিত। অনিশ্চিত।
**অনির্ৱচনীয়** *বিণ.* ব্যাখ্যাৰ অতীত, অকথনীয়। **—য়ং** ১। (বেদান্ত দর্শনত) মায়া, অজ্ঞতা, ২। সংসাৰ।
**অনির্ৱাণ** *বিণ.* অধৌত, অস্নাত।
**অনির্ৱেদঃ** *পু.* অৱসাদহীনতা, বিষাদহীনতা, আত্মনির্ভৰশীলতা।
**অনির্বৃত** *বিণ.* অসুখী, অস্থিৰ। **—তিঃ, —ত্তিঃ** *স্ত্রী.* ১। উদ্বিগ্নতা, ২। দাৰিদ্র্য।
**অনিলঃ** *পু.* (অনিতি জীৱত্যনেন অন ইলচ্) ১। বায়ু, ২। শৰীৰস্থ বায়ু, ৩। বাতৰোগ, ৪। স্বাতি নক্ষত্র; **—অয়নং** বায়ুৰ গতি; **—অশন, আশিন্** *বিণ.* বতাহ খাই থকা অর্থাৎ একো নোখোৱাকৈ থকা; **—আত্মজঃ** ভীম আৰু হনুমান; **—আময়ঃ** পেটফুলা বেমাৰ, বাতৰোগ; **—সখঃ** অগ্নি।
**অনির্লোচিত** *বিণ.* (নিৰ লোচি ক্ত নির্লোচিত) অনালোচিত, অবিবেচিত। শি ৩। ২৭।
**অনিশং** *ক্লী.* অনবৰত, সতত, বাধাহীন শ ৩।৪।
**অনিশ্চিত** *বিণ.* নিশ্চয়হীন, অনিৰূপিত, অনির্ণীত।
**অনিষ্টঃ** *বিণ.* (ইষ কর্মণি ক্ত ইষ্ট), ১। অবাঞ্ছিত, ২।

পাপযুক্ত, অমঙ্গলজনক; **—আপত্তিঃ** *স্ত্রী.* **—আপাদনং** অবাঞ্ছিত ঘটনা; **—গ্ৰহঃ** পাপগ্ৰহ; **—প্ৰসঙ্গঃ** অবাঞ্ছিত ঘটনা; **—ফলং** বেয়া ফল; **—শঙ্কা** পাপ অথবা বিপদৰ আশঙ্কা। **—হেতু** অশুভ লক্ষণ।

**অনিষ্কাত** *বিণ.* অনভিজ্ঞ, অকৃতী।

**অনিষ্পন্নঃ** *বিণ.* অসমাপ্ত, অসম্পূৰ্ণ।

**অনিস্তীৰ্ণ** *বিণ.* ১। পাৰ হৈ নোযোৱা, ২। যাৰ উত্তৰ দিয়া হোৱা নাই।

**অনীকং, —কঃ** - ১। সৈন্য বাহিনী, গী ১।২; ২। সংগ্ৰহ, দল; ৩। যুদ্ধ, ৪। সৈন্যৰ শাৰি, ৫। শীৰ্ষ, সন্মুখ, প্ৰধান; **—স্থঃ** *পু.* ১। যোদ্ধা, ৰাজ ৰক্ষক, প্ৰহৰী, ২। মাহুত, ৩। যুদ্ধৰ ডবা অথবা শিঙা, ৪। চিহ্ন।

**অনীকিনী** *স্ত্রী.* সৈন্যবাহিনী। এক অক্ষৌহিণী সেনাৰ দহ ভাগৰ এভাগ।

**অনীতিঃ** *স্ত্রী.* দুনীতি, অন্যায়।

**অনীশ** *বিণ.* সৰ্বশ্ৰেষ্ঠ। অদম্য। **—শঃ** বিষ্ণু।

**অনীশ্বৰ** *বিণ.* ১। ওপৰত কোনো গৰাকী নথকা। অদম্য। ২। অসমৰ্থ, ৩। অনৈশ্বৰিক, ৪। নাস্তিক; **—পাদঃ** নাস্তিকতাবাদ।

**অনীহ** *বিণ.* উদাসীন, নিৰ্লিপ্ত; **—হা** অৱজ্ঞা।

**অনু** *অব্য.* এটা উপসৰ্গ, ১। পিছত, পিছকালে ৰ ২।২৪; ২। কাষে কাষে; পিনে ৰ ১৩।৬১; ৩। ফলত, পৰিণতিত, ৪। নিম্নতৰ, অবৰ, ৫। অংশ যেনে লক্ষ্মী হৰিমনু, ৬। দোহৰা অৰ্থত যেনে অনুদিনং অৰ্থাৎ দিনে দিনে, ৭। এটাৰ পিছত এটা, অনুক্ৰম, ৮। অনুৰূপ, সাদৃশ্য বে ৪।২৫ ইত্যাদি অৰ্থ বুজাবলৈ ব্যৱহাৰ হয়। **—ক** *বিণ.* (অনুকাময়তে ঙ. কন) কামুক, লোভী, লম্পট; **—কথনং** *ক্লী.* ১। পিছত কোৱা বা উল্লেখ কৰা, ২। সঙ্গতি, প্ৰসঙ্গ, ৩। সংসৰ্গ, ৪। বক্তৃতা, আলাপ; **—কনীয়স্** *বিণ.* বয়সত ঠিক তলৰজন· **—কম্পা** *স্ত্রী.* **—কম্পনং** *ক্লী.* (অনু কম্প্ ভাৱে অ আ) দয়া, কৃপা; **—কম্প্য** *বিণ.* (অনুকম্পা অৰ্হাৰ্থে যৎ) ১। শোচনীয়, ২। কৃপাৰ যোগ্য কু ৩।৭৬; (পু) বাৰ্তাবাহক, দূত। **—কৰণং —কৃতিঃ** ১। নকল, ২। সাদৃশ্য, ৩। এজনৰ চাল-চলন, কাম আদি আন এজনে অনুকৰণ কৰা কাৰ্য্য। যেনে গুৰুৰ শিষ্যই অনুসৰণ কৰা। **—কৰ্ষঃ —কৰ্ষণং** (অনু কৃষ্ ভাৱে ল্যুট) ১। আকৰ্ষণ, ২। পিছে পিছে টানি অনা, ৩। গাড়ীৰ ধুৰা, ৪। কোনো কৰ্তব্য পলমকৈ কৰা বা পিছলৈ ঠেলি থোৱা কাৰ্য্য; **—কল্পঃ** *পু.* (অনু কৃপ ণিচ্ অচ্) গৌণ কল্প। মুখ্য বিষয় গ্ৰহণযোগ্য নহলে কোনো গৌণ অথবা বিকল্প বিষয় গ্ৰহণ কৰা কাৰ্য্য মনু ৩।১৪৭; **—কামীন** *বিণ.* স্বেচ্ছাচাৰী, নিজৰ ইচ্ছামতে আচৰণ কৰা; **—কাৰঃ** (অনু কৃ ঘঞ্); অনুকৰণ; **—কাল** *বিণ.* সুচল, সময়োচিত; **—কীৰ্তনং** ঘোষণা, অথবা প্ৰকাশ; **—কূল** *বিণ.* ১। অনুমত, সুবিধাজনক, ২। বন্ধুত্বপূৰ্ণ, দয়ালু (**—লঃ** *পু*) মৰমিয়াল বা দয়ালু পতি, একমাত্ৰ নিজৰ পত্নীকে ভাল পোৱা পতি; (**—লং**) দয়া, কৃপা; **—কূলতা** *স্ত্রী.* দাক্ষিণ্য, দয়া, প্ৰসন্নতা; **—ক্ৰকচ** *বিণ.* কৰতৰ দৰে দাঁত থকা; **—ক্ৰমঃ** এটাৰ পিছত আনটো হোৱা, পৰ্য্যায়ক্ৰম, বিন্যাস, পদ্ধতি ৰ ৬।৭০; **—ক্ৰমণং** ১। যথাক্ৰমে গমন কৰা, ২। অনুসৰণ কৰা (**—ণী, —ণীকা,** *স্ত্রী*) ১। সূচীপত্ৰ, ২। ভূমিকা, ৩। গ্ৰন্থৰ মুখবন্ধ, ৪। পুৰাণাদি শাস্ত্ৰৰ কোনো বিষয় সংক্ষেপতে পুনৰ্কথন; **—ক্ৰিয়া** অনুকৰণ; **—ক্ৰোশঃ** *পু.* (অনু ক্ৰুচ ঘঞ্) দয়া, সহানুভূতি মে ১১৫; **—ক্ষণং** *অব্য.* অনতিপলমে। তৎক্ষণাৎ; **—ক্ষতৃ (ত্তা)** *পু.* সাৰথি অথবা দুৰবীৰ সহচৰ; **—খ্যাতি** *স্ত্রী.* দূৰৈৰ পৰা দৰ্শন, সাক্ষাৎকৰণ, বিৱৰণ; **—গ** *বিণ.* (অনু গম্ ডঃ)। অনুসৰণ, পিছে পিছে যোৱা কাৰ্য্য। (**—গঃ** *পু*) অনুগামী, আজ্ঞাবহ ভৃত্য; **—গতিঃ** *স্ত্রী.* অনুগমন, অনুকৰণ; **—গমঃ —গমনং** ১। অনুসৰণ, ২। এজনৰ মৃত্যুত আন এজনে (যেনে পতিৰ মৃত্যুত পত্নীয়ে, প্ৰেমিকৰ মৃত্যুত প্ৰেমিকাই বা ইয়াৰ ওলোটা) নিজকে নিজে আত্মহত্যা কৰি মৃত্যুবৰণ কৰা। পতিৰ চিতাত উঠি পত্নীয়ে দেহত্যাগ কৰা। ৩। সাদৃস্য, মিল; **—গৰ্জিত, গৰ্জিত (—তং)** গৰ্জনৰ প্ৰতিধ্বনি; **—গৱীনঃ** গৰখীয়া; **—গামিন্** *পু.* সহচৰ, অনুচৰ, শিষ্য; **—গুণ** *বিণ.* সমগুণী, উপযুক্ত, সহজাত, আন্তৰিকতাপূৰ্ণ (**—ণং** ক্ৰি. বি.); ১। এজনৰ মনোমত, এজনৰ আশা বা ইচ্ছা অনুসৰি, ২। স্বাভাৱিকতে; **—গ্ৰহঃ** *পু.* (**—হণং**) *ক্লী.* ১। দয়া, ২। বাধ্যবাধকতা, ৩। সন্তুষ্টি ৰ ২।৩৫; ৪। স্বীকৃতি, ৫। পশ্চাৎৰক্ষী সৈন্য; **—গ্ৰাসকঃ** *পু.* এগ্ৰাহ

(ভাত), **—চৰঃ** *পু.* (অনু চৰ্ ট) অনুগামী ভৃত্য, সহচৰ, চাকৰ ৰ ২৬।৫২ (**—ৰী, —ৰা** *স্ত্রী.*) পৰিচাৰিকা; **—চাৰকঃ** *পু.* চাকৰ, সহচৰ (**—ৰিকা** *স্ত্রী.*) চাকৰণী; **—চিত** *বিণ.* ভ্রান্ত, অনুপযুক্ত, অযোগ্য; **—চিন্তা —চিন্তনং** ১। মনলৈ অহা, ধ্যান কৰা, ২। স্মৰণ, ৩। উৎকন্থা; **—চ্ছাদঃ** *পু.* মতা মানুহে ভিতৰত পিন্ধা কাপোৰ। অন্তৰ্বাস (কঁকালৰ পৰা ভৰিলৈকে ওলমা কাপোৰ; **—চ্ছিষ্ট** *বিণ.* উচ্ছিষ্টভিন্ন, পৱিত্ৰ; **—চ্ছিত্তিঃ** *স্ত্রী.* **—চ্ছেদঃ** *পু.* অবিনাশী; **—জ, —জাত** *বিণ.* পিছত জন্ম হোৱা, বয়সত সৰু ৰ ৬।৭৮; **—জঃ —জাতঃ —জন্মন্** সৰু ভায়েক। **—জা —জাতা** সৰু ভনীয়েক; **—জীৱিন্** *বিণ.* আনৰ ওপৰত নিৰ্ভৰশীল, চাকৰ কি ১৪। **—জ্ঞা, —জ্ঞানং** অনুমতি, আদেশ, দোষ বা দায়িত্বৰ পৰা মুক্তি দিয়া কাৰ্য্য; **—জ্ঞাপকঃ** *পু.* আদেশদাতা (**—নং —জ্ঞাপ্তিঃ**) আদেশ বা হুকুম জাৰি কৰণ, জাননী, কৰ্তৃত্ব প্ৰদান; **—তৰ্ষঃ —তৰ্ষণং** ১। পিপাসা (পিয়াহ), আশা, ইচ্ছা, ২। খোৱা পানী থকা পাত্ৰ, ৩। পানীয়; **—তাপঃ** পশ্চাত্তাপ, দুখ বে ৪।৩৮; **—তিলং** *অব্য.* এটা শস্যৰ পিছত এটাকৈ; **—ত্তম** *বিণ.* (নাস্তি উত্তমো উৎকৃষ্টো যস্মাৎ) শ্ৰেষ্ঠ, মুখ্য, প্ৰধান মনু ২।২৪২; নঞ সমাসত অধম; **—ত্তৰং** ১। মুখ্য, শ্ৰেষ্ঠ, ২। উত্তৰ নথকা। মনে মনে থকা, উত্তৰ দিয়াত অসমৰ্থ, ৩। নীচ, অধম, ৪। স্থিৰ, ৫। দক্ষিণ; **—ত্তৰঙ্গ** *বিণ.* ধীৰ স্থিৰ, গহীন কু ৩।৪৮; **—ত্থান** *বিণ.* যত্ন বা চেষ্টাৰ অভাৱ; **—ৎসূত্ৰ** *বিণ.* সূত্ৰ বা বিধিৰ বিপৰীত নহয় অৰ্থাৎ নীতি বা বিধি অনুসৰি, বিধিসম্মত শি ২।১১২; **—ৎসেকঃ** নিৰহঙ্কাৰ, বিনয়; (**—কী**) অগৰ্বিত, অহঙ্কাৰত ওফন্দি নথকা শ ৪।১৭; **—দৰ** *বিণ.* ক্ষীণ কঁকালৰ (মানুহ)। ওখ (লম্বা) মানুহ; **—দৰ্শনং** পৰিদৰ্শন; **—দগ্ৰ** *বিণ.* (নঞ সমাসত) চুটি, চাপৰ, (বহুব্ৰী) অতি উচ্চ; **—দাত্তঃ** *পু.* (উৎ আ দা ক্ত নঞ) সম্বৰ বেদ পাঠৰ তিনিটা স্বৰৰ এটা। অনুচ্চ, গম্ভীৰ স্বৰ। (স্বৰ তিনিটা : উদাত্ত, অনুদাত্ত আৰু স্বৰিত। উচ্চৈৰুদাত্তঃ, নীচৈৰনুদাত্ত, সমাহাৰঃ স্বৰিতঃ); **—দাৰ** *বিণ.* (নঞ সমাসত) ১। অদাতা, কৃপণ, নীচ (বহুব্ৰীহি) অতিশয়দাতা, ভূৰিদাতা, অতিদাতা, মুক্তহস্তে দান কৰোঁতা, ২। উপযুক্ত পত্নী থকা; **—দিনং —দিৱসং** *অব্য.* প্ৰতিদিনে, সদায়, দিনৰ পিছত দিন ধৰি; **—দেশঃ** পিছলৈ কৰা নিৰ্দেশ; কোনো বিধি বা নিয়ম যিটোৱে আগৰ কোনো বিধিক নিৰ্দেশ কৰে। **—দ্ধত** *বিণ.* উদ্ধত অৰ্থাৎ মদগৰ্বী নহয়। শ ৫।১২; **—দ্ৰুতং** *ক্লী..* (অনু দ্ৰু ক্তঃ) ১। অনুসৰণ, ২। সঙ্গীতৰ তাল বিশেষ (অৰ্ধদ্ৰুত); **—দ্বাহঃ** বিবাহ নোহোৱা, ব্ৰহ্মচাৰী; **—ধাৱনং** *ক্লী.* ১। পিছে পিছে দৌৰা, ২। অন্বেষণ, গৱেষণা, অনুসন্ধান, ৩। কোনো দুৰ্লভা নাৰী পাবৰ কাৰণে হাবিয়াস কৰা, ৪। পৰিশোধন। **—ধ্যানং** *ক্লী.* ১। চিন্তা, ধ্যান, ২। স্মৰণ কু ৬।২১; (আনৰ) মঙ্গল কামনা; **—নয়ঃ** *পু.* (অনু নী ভাৱে অচ) বিনয়, তুষ্টি সাধন, ২। নিয়মানুৱৰ্তিতা, প্ৰশিক্ষণ; **—নাদঃ** শব্দ, প্ৰতিধ্বনি; **—নায়ক** *বিণ.* বিনয়ী, বাধ্য; **—নায়িক** *বিণ.* শান্তিদায়ক, তুষ্টি সাধক (**—কা**) নাটকত নায়িকাৰ অধীনত থকা নাৰী চৰিত্ৰ, যেনে পৰিচাৰিকা, সহচৰী; **—নাসিক** *বিণ.* নাক সম্বন্ধীয়, নাকেৰে ওলোৱা; **—নিৰ্দেশঃ** *পু.* আগৰ বিধি বা নিৰ্দেশৰ পিছত কৰা বৰ্ণনা অথবা প্ৰসঙ্গ; **—পঘাতঃ** ক্ষতিশূন্য, হানিহীন। **—পতনং —পাতঃ** (পৎ ল্যুট ঘঞ) ১। ওপৰত পতন, ২। অনুসৰণ, সমতা, সমজোখ ভট্টি ২।১১ ৩। (অঙ্ক) সমসংখ্যাৰ হ্ৰাস বা বৃদ্ধি (যেনে ৪, ৩, ২, ১ বা ১, ২, ৩, ৪), (**—পাতকং**) মহাপাপৰ দৰে পাপ (যেনে চুৰি, ডকাইতি, ধৰ্ষণ ইত্যাদি। মনুসংহিতাত এনে ত্ৰিশ বিধ পাপৰ উল্লেখ আছে। **—পতি** *অব্য.* পতিৰ পিছতে; **—পথ** *বিণ.* পথানুসৰণ, (**—থঃ**) ১। এটা পথৰ পিছত থকা পথ, ২। ভৃত্য। (**—থং**) *অব্য.* বাটৰ কাষতে অথবা ওপৰতে; **—পদ** *বিণ.* পদ (অৰ্থাৎ খোজ) অনুসৰণ; **—পদং** ১। সমূহীয়া গীত। গীতৰ ধ্ৰুৱা, দোহাৰ, ২। এটা পদৰ পিছত এটা, ৩। খোজৰ পিছে পিছে, ঠিক পিছতে; **—পদৱী** আলিবাট, পথ। **—পদিন্** *বিণ.* অনুসৰণকাৰী, অনুসন্ধানকাৰী; **—পদীনা** ভৰিৰ জোখৰ জোতা; **—পধঃ** *বিণ.* উপধাবিহীন। (উপধা : শব্দ বা পদৰ শেষৰটোৰ আগৰটো। **—পধি** *বিণ.* সৰল, অকপট। উ ২।২; **—পন্যাসঃ** ১। উল্লেখ নথকা, মন্তব্যশূন্য, ২। সন্দেহ, অনিশ্চিত; **—পপত্তিঃ**

স্ত্রী. ১। অকৃতকাৰ্য্যতা, ২। অপ্ৰযোজ্যতা, ৩। উপযুক্ত ভেটি বা হেতু নথকা; **—পম** *বিণ.* উপমাহীন, উৎকৃষ্ট, শ্ৰেষ্ঠ। (**—মা**) দক্ষিণ-পশ্চিম দিশৰ মাইকী হাতী (দিগ্‌গজ পত্নী); **—প্ৰমেয় —প্ৰমিত** *বিণ.* অনুপম চাওক, **—পলব্ধিঃ** *স্ত্ৰী.* অনভিজ্ঞা, অনস্বীকাৰ্যতা, মীমাংসকৰ মতে এবিধ জ্ঞানৰ হেতু; **—পলম্ভঃ** আশংকাৰ অভাৱ। জ্ঞান বা অনুভৱ শক্তিৰ অভাৱ; **—পৱীতিন্** *পু.* উপনয়ন নোহোৱা পুৰুষ; **—পশয়ঃ** ব্যাধি অথবা ৰোগ বৰ্দ্ধক; **—পসংহাৰিণ্** *পু.* ন্যায় দৰ্শনৰ এটা দোষ; **—পসৰ্গঃ** উপসৰ্গহীন পদ; **—পস্থানং** অনুপস্থিত, অনুপস্থিতিঃ। ওচৰত নথকা, অবৰ্তমান; **—পহৃত** *বিণ.* অব্যবহৃত, নোধোৱা (কাপোৰ); **—পাক্ষ্য** *বিণ.* পৰিস্কাৰকৈ নেদেখা, মনিব নোৱাৰা; **—পানং** *ক্লী.* ঔষধৰ পিছতে খোৱা কোনো পানীয়। ঔষধৰ লগত থকা জুলীয়া পদাৰ্থ; **—পালনং** পালন কৰা, মানি লোৱা (কাৰ্য্য); **—পুৰুষঃ** অনুসৰণকাৰী, সহচৰ; **—পূৰ্ব** *বিণ.* নিয়মিত, ৰীতিমত; সমপৰিমিত কু ২।৩৫; (**—জ**) *বিণ.* নিয়মিতভাৱে জন্ম হোৱা বংশজ; (**—ৱৎসা**) প্ৰতিবছৰে নিয়মিতভাৱে পোৱালী দিয়া গাইগৰু; **—পূৰ্বশঃ —পূৰ্বেণ** *ক্ৰি. বিণ.* একাদিক্ৰমে; **—পেত** *বিণ.* অনুপবীত; **—প্ৰজ্ঞানং** সন্ধান লোৱা, বা পোৱা; **—প্ৰপাতং** *দং অব্য.* একাদিক্ৰমে গমন কৰা; **—প্ৰয়োগঃ** উপৰুৱা প্ৰয়োগ বা ব্যৱহাৰ; **—প্ৰৱেশঃ** ১। প্ৰৱেশ কৰা, ৰ ৩।২২; ২। আন এজনৰ ইচ্ছামতে নিজকে প্ৰস্তুত কৰা; **—প্ৰশ্নঃ** পিছৰটো প্ৰশ্ন; **—প্ৰসক্তিঃ** *স্ত্ৰী.* অতি নিকট বন্ধুত্ব, সংযোগ, সম্বন্ধ; **—প্ৰসাদনং** অনুৰোধ, প্ৰাৰ্থনা; **—প্ৰাসঃ** সংস্কৃত অলঙ্কাৰ শাস্ত্ৰৰ এবিধ অলঙ্কাৰ, য'ত এটা বাক্যৰ একাধিক পদৰ প্ৰথম আখৰটো একে; **—প্লৱঃ** *পু.* (অনু প্লু পচাদ্যচ) চাকৰ, ভৃত্য ৰ ১৩।৭৫; **—বদ্ধ** ১। আবদ্ধ, ২। শাৰি বা শ্ৰেণীৰ পিছে পিছে থকা। সঙ্গতি থকা। অবিচ্ছিন্ন। **—বন্ধ** *পু.* (অনু বন্ধ ঘঞ্ ঙীষ্) ১। দোষৰ উৎপত্তি, ২। সংযোগ, ৩। ফল পৰিণাম, ৪। বাধা, প্ৰতিবন্ধক, ৫। অভিপ্ৰায়, উদ্দেশ্য মনু ৮।১২৬; ৬। আৱৰ্ত্তণি ৭। ভগ্নাংশ, সৰু অংশ, ৮। পিতা মাতা, অথবা গুৰুক অনুকৰণ কৰা পুত্ৰ অথবা শিষ্য, ৯। (ব্যাক) শব্দৰ সাধন অথবা স্বৰৰ বৈশিষ্ট্যতা দেখুৱাবৰ বাবে ধাতুৰ লগত সংযুক্ত কৰা 'ই' 'ন্' আদি বৰ্ণ বা আখৰ, ১০। (বেদান্ত) অবিচ্ছেদ্য অথবা প্ৰাথমিক উপাদান, যুক্তি, ১১। (আয়ু) বাতাদি ৰোগৰ গৌণতা, অপ্ৰাধানাতা, গৌণ লক্ষণ, ১২। পশ্চাদ গমন। (**—ন্ধী**) *স্ত্ৰী.* হিকঁটি, পিয়াহ, তৃষ্ণা। (**—ন্ধনং**) *ক্লী.* সংযোগ, সম্পৰ্ক; **—বন্ধিন্** *বিণ.* প্ৰায়ে সমাসৰ শেষত ব্যৱহাৰ কৰা হয় যেনে হিতানুবন্ধী, ১। সংলগ্ন, সংযোজিত, ২। পৰিণতি সম্বন্ধীয়, ৩। এটাৰ পিছত এটা, অবাধ, স্থায়ী; **—বন্ধ্য** *বিণ.* ১। প্ৰাথমিক, ২। মুখ্য, ৩। বধ্য; **—বলং** *ক্লী.* পশ্চাদ ৰক্ষী সেনা, পিছত থকা সহায়কাৰী সেনাবাহিনী; **—বোধ** *পু.* (অনু বুধ ণিচ্ অচ) ১। স্মৰণ, ২। চন্দনাদি সুগন্ধি দ্ৰব্যৰ গোন্ধ নাইকিয়া হলে পুনৰ সুগন্ধি দ্ৰব্যৰ প্ৰয়োগ; **—ভৱঃ** *পু.* (অনু ভূ ভাবে অপ) ১। স্মৃতি ভিন্ন জ্ঞান, নিশ্চিত জ্ঞান, অনুমান, ২। ধাৰাবাহিক জ্ঞান, ৩। অভিজ্ঞতা, ৪। পৰিণাম, ৫। ধাৰাবাহিক জ্ঞান; **—ভাৱঃ** ১। খ্যাতি, মৰ্য্যাদা, সন্মান, দীপ্তি, উন্নত কান্তি, শক্তি, ক্ষমতা, ৰ ১।৩৭; ২। (অলঙ্কাৰ শাস্ত্ৰত) আঙ্গিক সংকেতেৰে কোনো ভাব প্ৰকাশ, ৩। বিশ্বাস, মনৰ দৃঢ়তা; **—ভাৱক** *বিণ.* সূচক, জ্ঞাপক, পৰিচায়ক; **—ভাৱনং** সংকেতেৰে ভাব প্ৰকাশ, **—ভাষণীং** একে কথাকে আকৌ কোৱা, দোহৰা; **—ভূতিঃ** *স্ত্ৰী.* অনুভৱ (নৈয়ায়িকৰ মতে ৪ বিধ— প্ৰত্যক্ষ, অনুমিতি, উপমিতি আৰু শাব্দবোধ। বেদান্তিন আৰু মীমাংসকৰ মতে আৰু দুটা— অৰ্থাপত্তি আৰু অনুপলব্ধি); **—ভোগঃ** ১। উপভোগ, ২। কোনো সেৱাৰ বিনিময়ত কৰা ভূমি দান; **—ভ্ৰাতৃ** *পু.* সৰু ভায়েক; **—মত** ১। অনুমোদনপ্ৰাপ্ত। শ ৪।৯। প্ৰস্থানৰ বাবে আজ্ঞাপ্ৰাপ্ত। ২। অতি প্ৰিয়। (**—তঃ**) প্ৰেমিক। (**—তং**) সম্মতি; **—মতিঃ** *স্ত্ৰী.* অনুমোদন, সম্মতি; (**—পত্ৰং**) সম্মতি পত্ৰ; **—মননং** সম্মতি। সুস্পষ্ট আপত্তিৰ অবিহনে সম্মতিদানত স্বতন্ত্ৰতা; **—মন্ত্ৰণং** স্তুতিগীতেৰে উৎসৰ্গকৰণ। পবিত্ৰকৰণ; **—মৰণং** (এজনৰ) মৃত্যুক আন এজনে অনুসৰণ কৰি মৃত্যু বৰণ কৰা। সহমৰণ। সতী যোৱা; **—মা** অনুসিদ্ধান্ত। অনুমিতি চাওক; **—মানং** সিদ্ধান্ত, উপলব্ধি, (তৰ্কশাস্ত্ৰ) উদাহৰণৰ পৰা লোৱা

সিদ্ধান্ত। অনুভব চাওক। অলঙ্কাৰ শাস্ত্ৰমতে এবিধ অৰ্থালংকাৰ (সা দ ৭১১); **—মাপক** *বিণ. (—পিকা স্ত্ৰী.)* সিদ্ধান্তৰ ভেটি, বুনিয়াদ; **—মাসঃ** পিছৰ মাহ। (**—সং**) প্ৰত্যেক মাহ; **—মিতিঃ** *স্ত্ৰী.* (অনু মা ক্তিন) উদাহৰণৰ সহায়ত লোৱা কোনো সিদ্ধান্ত। (ধোঁৱা দেখা গৈছে কাৰণে জুই আছে); **—মেয়** অনুমানৰ যোগ্য। ৰ ১।২০; **—মোদনং** অনুমতি, সম্মতি, স্বীকৃতি; **—যাগঃ —যাজঃ** যজ্ঞাঙ্গ বিশেষ। অনুপূৰক যজ্ঞ। **—যাতৃ** *পু.* সহচৰ অনুচৰ; **—যাত্ৰং —ত্ৰা** অনুচৰবৰ্গ, পৰৱৰ্তী; **—যাত্ৰিকঃ** অনুচৰ, পৰিচাৰক শ ১।২; **—যায়িন্** *বিণ.* অনুসৰণকাৰী, অনুজীৱি, ৰ ২।৪; **—যোক্তৃ** *পু.* পৰীক্ষক, শিক্ষক; **—যোগঃ** ১। প্ৰশ্ন, অনুসন্ধান, ২। ভৰ্ৎসনা, ৩। আমন্ত্ৰণ, ৪। অধ্যৱসায়, ৫। ধ্যান, জপ, ৬। মন্তব্য (**—কৃৎ**) প্ৰশ্নকৰ্তা, শিক্ষক, গুৰু। **—যোজনং** এটা প্ৰশ্ন, অনুসন্ধান; **—যোজ্যঃ** *পু.* ভৃত্য; **—ৰক্তঃ** *পু.* ৰঙচুৱা, ২। আনন্দিত, ৩। অনুগত; **—ৰক্তিঃ** *স্ত্ৰী.* প্ৰেম, প্ৰীতি, স্নেহ, ভক্তি, আসক্তি; **—ৰঞ্জক** *বিণ.* আনন্দদায়ক, তৃপ্তিকাৰক; **—ৰঞ্জনং** সন্তুষ্টিসাধন, আনন্দদান; **—ৰণনং** ১। শব্দৰ অনুৰূপ। ঘণ্টা আদি ধ্বনিকাৰক বস্তুৰ শব্দ, অবিৰত প্ৰতিধ্বনি। ২। 'ব্যঞ্জনা'। যিটো কথা কোৱা হয় তাৰ প্ৰকৃত অৰ্থৰ বাহিৰে আন এটা অৰ্থক ইঙ্গিত কৰা। ব্যঙ্গ। **—ৰতিঃ** স্ত্ৰী. প্ৰীতি; **—ৰথ্যা** খোজ কঢ়া বাট। সৰু পথ; **—ৰসঃ, ৰসিতং** প্ৰতিধ্বনি; **—ৰহস** *বিণ.* গুপ্ত, অপ্ৰকাশিত, নিভৃত; **—সং** *ক্ৰি. বিণ.* গুপ্তভাৱে; **—ৰাগঃ** *পু.* (অনু ৰনজ ভাৱে ঘঞ) ১। প্ৰেম প্ৰীতি, ভালপোৱা, আসক্তি শ ৩।১৫; ২। ৰঙচুৱা; **—ৰাগিন্, —ৰাগৱৎ** *বিণ.* (অনুৰনজ কৰ্তৰি ঘিনুণ) প্ৰেমাসক্ত; **—ৰাত্ৰং** *ক্ৰি. বিণ.* ৰাতি, প্ৰত্যেক ৰাতি; ৰাতিৰ পিছত ৰাতি; **—ৰাধা** ২৭টা নক্ষত্ৰৰ ১৭শ নক্ষত্ৰ; **—ৰূপ** *বিণ.* (ৰূপমনু' তঃ প্ৰাদি সমাস) একে, সদৃশ, উপযুক্ত যোগ্য বে ৫।২১; **—ৰোধঃ** ১। সম্মতি, সন্তুষ্ট কৰণ, ইচ্ছা পূৰণ, ২। নিয়ম বা আদৰ্শৰ লগ সাদৃশ্য ৰাখি কৰা কাম, ৩। প্ৰাৰ্থনা; **—ৰোধী, ৰোধক** *বিণ.* বশ্য, শিষ্ট; **—লাপঃ** *পু.* বাৰে বাৰে কোৱা কথা, পুনৰুক্তি; **—লাসঃ —স্যঃ** ময়ূৰপক্ষী; **—লেপঃ —লেপনং** ১। সুগন্ধি দ্ৰব্য শৰীৰত সনা, প্ৰসাধন দ্ৰব্য, চিকিৎসা অথবা ধৰ্মানুষ্ঠানৰ বাবে তেল আদিৰ প্ৰলেপ, ২। মলম। **—লোমঃ** *বিণ.* ১। লোমেৰে সৈতে, ২। যথাবিহিত, নিয়মিত প্ৰথা অনুসৰি, ৩। মিশ্ৰ। (**—অৰ্থ**) বিণ. কাৰো সপক্ষে কোৱা শি ২।২৫ (**—জ, —জন্মন**) বৰ্ণৰ ক্ৰম অনুসৰি কৰোৱা বিবাহৰ পিছত হোৱা সন্তান। উচ্চ বৰ্ণৰ পিতা আৰু নিম্ন বৰ্ণৰ মাতাৰ সন্তান (বিপৰীত— প্ৰতিলোম); **—ল্বণ** *বিণ.* ১। বেছিও নহয় কমো নহয়, ২। অপৰিমিত নহয়, ৩। সুস্পষ্ট নহয়; **—ৱংশঃ** বংশ তালিকা। **—ৱক্ৰ** *বিণ.* অতি দুষ্ট (গ্ৰহৰ ক্ষেত্ৰত) অলপ বা বেছি কু দৃষ্টিসম্পন্ন; **—ৱচনং** পুনৰুক্তি, আবৃত্তি, প্ৰশিক্ষণ। **—ৱৎসৰ** এবছৰ। **—ৱৰ্তনং** *ক্লী.* (অনু বৃৎ ল্যুট) ১। অনুৰোধ, অনুমোদন, ২। পৰিণাম, বাধ্যতা, ৩। সন্তুষ্টিসাধন, ৪। আগৰ (বেদৰ) সূক্তৰ পৰা উদ্ধৃতি। **—ৱৰ্তিন্** পৰৱৰ্তী, পালনশীল। **—ৱশ** *বিণ.* বাধ্য। এজনৰ বহতীয়া। **—শঃ** বাধ্যতা। **—ৱাকঃ** *পু.* (অনুচ্যতে অনু ৱচ ঘঞ কুত্বং) ১। ঋগযজুঃ আদি বেদসমূহৰ বিভাগ, অধ্যায়, ২। পুনৰুক্তি। **—ৱাচনং** ১। প্ৰশিক্ষণ দিয়া, আবৃত্তি কৰোৱা, ২। নিজে নিজে পঢ়া। **—ৱাতঃ** বায়ু যিপিনে বৈছে সেইপিনে যোৱা (বিপৰীত— প্ৰতিবাত)। **—ৱাদঃ** *পু.* পুনৰুক্তি। উদাহৰণৰ যোগেদি সমৰ্থন কৰা। বিৱৰণ, জনশ্ৰুতি। **—ৱাদক, —ৱাদিন্** *বিণ.* ব্যাখ্যাযুক্ত, অনুযায়ী। **—ৱাদ্য** ব্যাখ্যা কৰিবলগীয়া; বাক্যৰ উদ্দেশ্য (বিধেয়ৰ বিপৰীত)। **—ৱাৰং** *অব্য.* বাৰে বাৰে। **—ৱাসঃ —ৱাসনং** (অনু ৱাস সৌৰভ্যে ভাবে ল্যুট) সুগন্ধযুক্ত কৰা, ফিচকাৰী, চেৰেকা। **—ৱাসিন্** *বিণ.* সুগন্ধিকৃত; **—ৱিত্তিঃ** *স্ত্ৰী.* প্ৰাপ্তি। **—ৱিদ্ধ** ১। ছিদ্ৰিত, বিন্ধা কৰা, শ ১। ২০; ২। সম্পৰ্ক থকা, ৩। খটোৱা (যেনে, সোণৰ অলঙ্কাৰত বাখৰ)। চিত্ৰ-বিচিত্ৰ। ৰ ৬।৬৩; **—ৱিধানং** বাধ্যতা। আদেশানুসৰি কাম কৰা। **—ৱিধায়িন্** *বিণ.* বাধ্য, নম্ৰ, অধীন; **—ৱৃত্তঃ** ১। আজ্ঞা পালন, ২। অবিৰত। **—ৱৃত্তিঃ** *স্ত্ৰী.* অনুমোদন, অনুসৰণ, আজ্ঞানুসৰি কৰ্ম সম্পাদন। **—ৱেলং** *অব্য.* অবিৰতভাৱে, নিত্য ৰ ৩।৫। **—ৱেশঃ, —শনং** ১। অনুসৰণ, ২। ককায়েকৰ নোহোৱাকৈ সৰু ভায়েকে কৰা বিবাহ। **—ৱ্যৱসায়ঃ** (বেদান্তত) বিচাৰ শক্তিৰ

জ্ঞান বা অনুভৱ। **—ব্যাধঃ, ৰেধঃ** ১। আঘাত কৰা, ছিদ্ৰ কৰা। ২। সম্পৰ্ক, সংযোগ, শি ২।২০· ৩। মিশ্ৰণ, বাধা। **—ব্যাহৰণং —ব্যাহাৰঃ** ১। পুনৰুক্তি, ২। অভিশাপ। **—ব্ৰজনং** *ক্লী.* ব্ৰজ্যা: অনুসৰণ, আলহীক আগ বঢ়াই থ'বলৈ কিছু দূৰ পিছে পিছে যোৱা। **—ব্ৰত :** *বিণ.* বিশ্বস্ত, অনুৰক্ত। **—শতিক** *বিণ.* এশৰ লগত অথবা এশ মুদ্ৰাৰ বিনিময়ত কিনা। **—শয়** (অনু শী ভাৱে ল্যুট) ১। অনুতাপ, শোক, শি ২।১৪; বহু বছৰৰ শত্ৰুতা; শি ১৬।২; ২। ঘৃণা, ৩। নিবিড় সম্পৰ্ক, ৪। বেচা-কিনা সম্পৰ্কত অনুতাপ মনু ৭। ১২৭; **—শয়ান** অনুতাপ। (—না) নাটকৰ এবিধ নায়িকা, শোকাতুৰা নাৰী যিয়ে ইষ্ট হানিৰ আশঙ্কা কৰি থাকে। **—শয়ী** *স্ত্ৰী.* (অনু শী অচ গৌৰাদিত্বাৎ ঙীষ) ভৰিত হোৱা এবিধ সৰু বেমাৰ **—শয়িন** (অনু শী ইনি) অত্যন্ত অনুৰক্ত। অনুতপ্ত, অত্যন্ত ঘৃণা। **—শৰঃ** *পু* (অনু শৃ অচ) ৰাক্ষস; **—শাসক, —শাসিন, —শাস্তৃ** নিৰ্দেশদাতা, শাসনকৰ্তা, শাস্তিদাতা গী ৮।৯ **—শাসনং** *ক্লী.* উপদেশ, নিৰ্দেশ, শাসন, নীতি, বা বিধি কি ১।২৪· উপদেশমালা মনু ৮।১৩৯; **নামলিঙ্গানুশাসনম্—** নাম (বিশেষ্য পদ) লিঙ্গ আৰু লিঙ্গৰ লক্ষণ সম্পৰ্কে বিধি; **—শিষ্টিঃ** *স্ত্ৰী.* প্ৰশিক্ষণ, হুকুম, আদেশ, **—শীলনং** *স্ত্ৰী.* বাৰে বাৰে কৰা অভ্যাস, অধ্যয়ন; **—শোকঃ, —শোচনং** দুখ, অনুতাপ; **—শ্ৰৱঃ** বৈদিক পৰম্পৰা; **—ষক্তঃ** সম্পৰ্কিত, দৃঢ়ভাৱে লাগি থকা; **—ষঙ্গঃ** ১। সম্পৰ্ক, সংযোগ, ২। সংযুক্ত (যেনে চৰকাৰ) ৩। এটা শব্দৰ লগত আনএটাৰ সংযোগ, ৪। অপৰিহাৰ্য্য পৰিণতি, ৫। সহানুভূতি, দয়া; **—ষঙ্গিন্** *বিণ.* ১। অপৰিহাৰ্য্য পৰিণতি বা ফল (যেনে ধোৱাঁ দেখিলে জুই থাকিবই)। ২। সম্পৰ্ক থকা, সৰ্ব্বব্যাপী। কি ৬।৩৫; **—ষেকঃ, —সেচনং** (গছত) পানী দিয়া, পুনৰ পানী সিঞ্চন কৰা; **—ষ্টুতি** *স্ত্ৰী.* প্ৰশংসা; **—ষ্টুপ্(ভ্)** *স্ত্ৰী.* (অনু স্তুনভ ক্বিপ্ ষত্বং) ১। সৰস্বতী, ২। শ্লোক —৪টা পাদৰ প্ৰতিটো পাদত ৮ টাকৈ বৰ্ণ থকা ছন্দ বিশেষ; **—ষ্ঠানং** *ক্লী.* ১। কৰ্ম সম্পাদন, কৰ্মাৰম্ভ, ২। পালন, ব্ৰতাদিৰ পালন বা অভ্যাস, অনুশীলন, চৰ্চ্চা; **—ষ্ণ** *বিণ.* ১। শীতল, চেঁচা, ২। অলস, এলেহুৱা, (বহুব্ৰীহি সমাস হলে— অতি উষ্ণ); **—ষ্ণং** *ক্লী.* উৎপল (ভেটফুল); **—ষ্ণবল্লিকা** *স্ত্ৰী.* নীলাবৰণীয়া দুবৰি; **—ষ্যন্দঃ** পিছৰ চকা; **—সন্ধানং** *ক্লী.* (অনু সম ধা ভাৱে ল্যুট) ১। অন্বেষণ, চেষ্টা, পৰীক্ষা, ২। আচনি; **—সংহিত** পৰীক্ষাকৃত; (—তং) সংহিতা পাঠ অনুসৰি; **—সৰঃ** *পু.* অনুচৰ; **—সৰণং** *ক্লী.* পিছে পিছে যোৱা; **—সৰ্পঃ** *পু.* সাপ· **—সৱনং** *অব্য.* ১। হৱনৰ পিছত, ২। প্ৰতি মুহূৰ্ত; **—সাম** *বিণ.* সন্তুষ্টিকাৰক। সদ্ভাৱনাপূৰ্ণ; **—সায়ং** *অব্য.* প্ৰত্যেক সন্ধিয়া; **—সাৰঃ** ১। অনুসৰণ, ২। বিধি মতে, ৩। ৰীতি-নীতি, প্ৰথা, দেশাচাৰ; **—সাৰক, —সাৰিন্** *বিণ.* অনুসৰণ কৰা, শ ১।৬, শাস্ত্ৰ বিধি পালন মনু ৭।৩১; **—সূচক** *বিণ.* নিৰ্দেশক, প্ৰদৰ্শক; **—সূচনং** *ক্লী.* নিৰ্দেশন, লক্ষণ; **—সৈন্যং** সৈন্যবাহিনীৰ পিছৰ অংশ; **—স্তৰণং** বিকীৰ্ণ কৰণ, বিয়পোৱা, (—ণী) গাইগৰু। শ্ৰাদ্ধত দান দিয়া গাইগৰু; **—স্মৃতিঃ** *স্ত্ৰী.* ১। স্মৰণ, ২। কোনো এটা বিষয়ক বিশেষভাৱে স্মৰণ কৰা; **—স্যূত** *বিণ.* ১। একেলগে বোৱা বা গোঁথা, ২। নিবিড়ভাৱে আসক্ত; **—স্বানঃ** ১। প্ৰতিধ্বনি, ২। অনুৰূপ শব্দ কৰা; **—স্বাৰঃ** অনুনাসিক শব্দ; **—হাৰঃ** *পু.* **—হৰণং** *ক্লী.* অনুকৰণ।

**অনূকঃ, —কং** ১। পৰিয়াল, বংশ, ২। চৰিত্ৰ, প্ৰৱণতা, মেজাজ। বংশগত বৈশিষ্ট্য।

**অনূচান** *বিণ.* **—নঃ** (অনু ব্ৰু লিট কানচ্) শিক্ষিত, জ্ঞানী, সাঙ্গ বেদজ্ঞ। কু ৬।১৫, ২। নম্ৰ।

**অনূঢ়** *বিণ.* ১। অবিবাহিত, ২। বহন নকৰা; **—মান** *বিণ.* লাজুক; **—ভ্ৰাতৃ** *পু.* ১। অবিবাহিতা কন্যাৰ ভায়েক, ২। ৰাজ ৰক্ষিতাৰ ভাতৃ।

**অনূদকং** জলশূন্য, খৰ।

**অনূদ্যং** অনুবাদঃ চাওক।

**অনূন** *বিণ.* ১। নিকৃষ্ট নহয়। অভাৱশূন্য ৰ ৬।৫০, ২। পৰিপূৰ্ণ, সম্পূৰ্ণ, বৃহৎ শি ৪।১১

**অনূপ** *বিণ.* জলপূৰ্ণ, জলহুৱা। **—পঃ, পং** ১। জলপূৰ্ণ দেশ বা স্থান, ২। এখন দেশৰ নাম, ৩। নদী বা পাহাৰৰ দাঁতি, ৪। বাঁড়গৰু, ৫। ভেকুলী, ৬। হাতী, ৭। কুকুৰাৰ দৰে এবিধ চৰাই, তিত্তিৰ পক্ষী; **—জং** সেমেকা আদা।

**অনূৰু** *বিণ.* উৰুহীন; **—ৰুঃ** ১। সূৰ্য্যৰ সাৰথি, ২। এটাও উৰু নথকা মানুহ।

**অনৰ্জিত** *বিণ.* ১। দুৰ্বল, শক্তিহীন, ২। অহঙ্কাৰশূন্য।

**অনুষৰ** *বিণ.* ১। নিমখীয়া, ২। নিমখশূন্য।

**অনৃচ্, —চ** *বিণ.* ঋক মন্ত্ৰশূন্য। ঋকবেদ সম্পৰ্কে জ্ঞান নথকা।

**অনৃজু** *বিণ.* অসৰল, বক্ৰ, কুটিল। অসৎ।

**অনৃণী, (ন্)** *বিণ.* অঋণী, ধাৰ-ধুপাৰ নথকা লোক। ৰ ১২।৫৪। প্ৰত্যেকজন লোক দেৱতা, পিতৃ, মাতৃ আৰু গুৰু এই তিনিৰ ওচৰত ঋণী হৈ জন্ম গ্ৰহণ কৰে। সেয়ে যিজনে বেদ অধ্যয়ন কৰে, দেৱযজ্ঞ কৰে, আৰু পুত্ৰ সন্তান লাভ কৰে, সেইজনহে প্ৰকৃততে অঋণী। আনহাতে শাস্ত্ৰত কৈছে— একমপ্যক্ষৰং যস্তু গুৰুঃ শিষ্যে নিৱেদয়েৎ। পৃথিব্যাং নাস্তি তদদ্ৰব্যং যদ্দত্বা সোঽনৃণো ভৱেৎ।। (পিতা, মাতা আৰু গুৰুৰ ঋণ কেতিয়াও পৰিশোধ নহয়।)

**অনৃত** *বিণ.* ১। মিছা। মিথ্যা মনু ৪।১৩৮; **—তং** অসত্য। প্ৰৱঞ্চনা, ৩। কৃষি; **—ৱদনং, ভাষণং** অসৎ ভাষণ; **—ৱাদী** মিথ্যাবাদী; **—ব্ৰত** *বিণ.* যাৰ মিথ্যা ভাষণেই একমাত্ৰ ব্ৰত।

**অনেক** *বিণ.* (একস্মাৎ অন্যৎ) এক নহয়। একতকৈ বেছি অৰ্থাৎ বহু। কি ২।১৬; **—অক্ষৰ** যুক্তাক্ষৰ; **—অন্ত** অনিশ্চিত, সন্দেহযুক্ত; **—আশ্ৰয়, —আশ্ৰিত** এখনতকৈ বেছি ঠাইত বাস কৰা; **—গুণ** *বিণ.* বিভিন্ন প্ৰকাৰৰ; **—চিত্ত** *বিণ.* চঞ্চল মনৰ; **—পঃ** হাতী; **—মুখ (খী স্ত্ৰী)** বহুমুখী; **—লোচনঃ** ইন্দ্ৰ, শিৱ; **—ৱচনং** বহুবচন।

**অনেকধা** *অব্য.* বহু প্ৰকাৰে গী ১১।১৩।

**অনেকশঃ** *অব্য.* বহুবাৰ, বাৰম্বাৰ, ভট্টি ২।৫২, বহু প্ৰকাৰে। প্ৰচুৰ সংখ্যক।

**অনেডঃ** *পু.* মূৰ্খ। অবোধ; **—মূক** *বিণ.* ১। কলা বোবা, ২। কণা, ৩। অসৎ, দুষ্ট।

**অনেনস্** *বিণ.* নিষ্পাপী। নিৰ্দোষী।

**অনেহস্** *পু.* সময়, কাল।

**অনৈকান্ত** অনিশ্চিত, অস্থিৰ।

**অনৈকান্তিক** *বিণ. (—কী স্ত্ৰী)* ১। অস্থিৰ, অনাৱশ্যকীয়। ২। (তৰ্কশাস্ত্ৰত) পাঁচবিধ প্ৰধান হেত্বাভাষৰ (অযুক্তি) এবিধ।

**অনৈক্যং** *ক্লী.* একতাৰ অভাৱ। বিশৃঙ্খলতা, অৰাজকতা।

**অনো** *অব্য.* (ন নী ডো) নাই, নহয়।

**অনোকহঃ** *পু.* (অনসঃ শকটস্য গমনং হন্তি অনোক হন ডঃ) গছ। ৰ ২।১৩

**অনৌচিত্যং** অনুপযুক্ত। অন্যায় (ব্যৱহাৰ)।

**অনৌজস্যং** শক্তি। পৰাক্ৰমৰ অভাৱ।

**অনৌদ্ধত্যং** ১। বিনয়, নিৰহংকাৰ, ২। শান্তি কি ৪।২২

**অনৌৰস** *বিণ.* অপ্ৰকৃত, নিজৰ নহয়, তুলি লোৱা (সন্তান)।

**অন্ত** *বিণ.* ১। ওচৰৰ, ২। শেষ, ৩। ধুনীয়া, মনোৰম, মে ২৩, ৪। নিম্নতম নিকৃষ্ট, ৫। কনিষ্ঠ; **—তঃ** ১। শেষ সীমা, হি ৪।৫০, ২। কাষ, ৩। স্থান, উ ২।২৫; ৪। সমীপ, উপস্থিতি, ৰ।২৬; ৫। নিষ্পত্তি, পৰিণতি, ৬। মৃত্যু, জীৱনাৱসান ৰ ২। ৪৮; ৭। পদৰ শেষ বৰ্ণ, সমাসৰ শেষ পদ; ৮। শেষ সিদ্ধান্ত, গী ২।১৬; ৯। শেষ অংশ, যেনে নিশান্ত, বেদান্ত। ১০। প্ৰকৃতি, অৱস্থা, প্ৰকাৰ; **—কালঃ, —ৱেলা** মৃত্যুৰ সময় বা কাল; **—কৃৎ** *পু.* মৃত্য; **—গ** *বিণ.* সম্পূৰ্ণভাৱে আয়ত্ত্ব কৰা; **—গমনং** শেষ কৰা; **দীপকং** এবিধ কাব্যালংকাৰ; **—পালঃ** সীমাৰক্ষী; **—লোপঃ** কোনো পদৰ শেষ বৰ্ণ ত্যাগ কৰা; **—শয্যা** মাটিত পৰা বিচনা, অন্তিম শয্যা। শ্মশান; **—সৎক্ৰিয়া** অন্ত্যেষ্টিক্ৰিয়া; **—সদ্** *পু.* ছাত্ৰ, কি ৬।৩৪।

**অন্তঃকৰণম্** হৃদয়। বিবেক।

**অন্তঃকুটিল** *বিণ.* হাড়ে-হিমজুৰে কুটিল স্বভাৱৰ।

**অন্তঃকোপঃ** গুপ্ত ক্ৰোধ।

**অন্তঃপৰিধানং** শৰীৰৰ ভিতৰত পিন্ধা কাপোৰ।

**অন্তঃপুৰং** অন্তেষপুৰ। মহিলা থকা কোঠা; **—চৰ, অধ্যক্ষঃ, ৰক্ষকঃ** – অন্তেষপুৰ ৰক্ষী কাঞ্চুকীয়।

**অন্তঃপ্ৰকোপনং** বিভেদ সৃষ্টি কৰণ।

**অন্তঃসংজ্ঞা** আন্তৰিকভাৱে জ্ঞানসম্পন্ন।

**অন্তঃসত্ত্বা** গৰ্ভৱতী।

**অন্তঃসাৰ** শক্তিশালী। আন্তৰিকভাৱে সবল।

**অন্তঃসেনং** *অব্য.* সৈন্যৰ মাজত।

**অন্তঃস্থঃ** স্বৰ আৰু ব্যঞ্জনৰ মাজৰ বৰ্ণ যেনে য, ৰ ইত্যাদি;

**অন্তঃস্বেদঃ** হাতী।

**অন্তকঃ** *পু.* মৃত্যু দেৱতা, যম।

**অন্ততঃ** *অব্য.* ১। সম্ভাৱনা। অবয়ব। পৰিশেষত, অৱশেষত। ২। আংশিকভাৱে, ৩। ভিতৰত।

**অন্তৰ্** *অব্য.* ১। মধ্য। প্ৰান্ত, অভ্যন্তৰত ৰ ২।৩২, ২। (উপসৰ্গৰূপত) ভিতৰত, মাজত বে ৩।৫, **—আকাশঃ** মানুহৰ ভিতৰত থকা ব্ৰহ্ম বা আকাশ, **—আকূতং** গুপ্ত অভিলাস বা বাসনা, **—আত্মন্** মানুহৰ হৃদয়ৰ নিভৃততম কোণত থকা আত্মা গী ৫।২৪; **—আলং, —আলকং** মাজৰ ঠাই বা সময় (মধ্যান্তৰ) উ ১।৩১; **—গত** ১। অন্তৰিত, ২। বিনষ্ট; **—গতোপমা** গুপ্ত, অপ্ৰকাশিত উপমা অলঙ্কাৰ। **—গৰ্ভ** *বিণ.* গৰ্ভৱতী। **—গূঢ়** *বিণ.* গুপুত। নভৃত। **—গৃহং —গেহং —ভৱনং** ঘৰৰ ভিতৰ কোঠা; **—দহনং, দাহঃ** ভিতৰৰ উষ্ণতা। (অঙ্গ) ফুলা। **—ধা** গোপন, আৱৰণ। **—ধানং** অন্তৰ্হিত। **—ধিঃ** *স্ত্ৰী.* অন্তৰ্ধান। **—ভাৱঃ** ১। ভুক্তকৰণ, ২। স্বাভাৱিক গঢ় বা আকৃতি। **—মনস্** *বিণ.* দুখী; **—মৃত** মৃত জাতক; **—ৱেদিঃ, —দী** গঙ্গা আৰু যমুনাৰ মাজৰ ভূমিখণ্ড; **—ৱেশ্মন্** অন্তেষপুৰ। **—হাসঃ** গুপ্ত হাঁহি, মুখৰ ভিতৰত সুমুৱাই ৰখা হাঁহি। **—হিত** মধ্যস্থিত, পৃথককৃত, অন্তৰ্ধান হোৱা।

**অন্তৰ** *বিণ* ভিতৰত, ওচৰ, সম্বন্ধীয়, একে, বাহিৰ। **—ৰং** *ক্লী.* অৱকাশ, অৱধি, পৰিধান, ভেদ, ছিদ্ৰ, প্ৰবেশ পথ, পৰমাত্মা, প্ৰতিনিধি।

**অন্তৰঙ্গ** *বিণ.* আত্মীয়, সম্পৰ্কীয়।

**অন্তৰতঃ** *অব্য.* ভিতৰত, অভ্যন্তৰত, মাজত।

**অন্তৰতম** *বিণ.* অতি ওচৰৰ, আন্তৰিক, অনুৰূপ।

**অন্তৰয়ঃ, —ৰায়ঃ** বাধা, বিঘিনি ৰ ৩।৪৫।

**অন্তৰা** *অব্য.* ১। বৰ্জন, বিনা, মাজত ৰ ১৫।২০, ২ মাজপথত।

**অন্তৰাপত্যা** *স্ত্ৰী.* গৰ্ভৱতী।

**অন্তৰালোকং** *ক্লী.* অভ্যন্তৰ।

**অন্তৰি(ৰী)ক্ষং** অন্তৰীক্ষ (আকাশ আৰু পৃথিৱীৰ মাজৰ ঠাই), বায়ুমণ্ডল; **—উদৰং** বায়ুমণ্ডলৰ ভিতৰ ভাগ; **—গঃ, —চৰঃ** পক্ষী; **—জলং** নিয়ৰ।

**অন্তৰিত** অন্তৰ্ধান হোৱা, হঠাতে নোহোৱা হোৱা। গুপ্ত।

**অন্তৰীপং** *ক্লী.* (**—পঃ** *পু*) দ্বীপ। সাগৰৰ মাজলৈ সোমাই যোৱা ভূমি ভাগ।

**অন্তৰীয়ং** ভিতৰত পিন্ধা কাপোৰ।

**অন্তৰেণ** (উপসৰ্গৰূপে) ১। বিনা, বিহনে, ২। সম্পৰ্কত। দুজনৰ মাজত, ৩। হৃদয়েৰে।

**অন্তি** *অব্য.* কাষত। **—ন্তিঃ** *স্ত্ৰী.* ডাঙৰ বায়েক।

**অন্তিক** *বিণ.* ১। ওচৰত থকা, ২। কাষ, দাঁতি ৰ ২।২৪; **—আশ্ৰম** সমীপৱৰ্তী স্থানত বাস।

**অন্তিকা** *স্ত্ৰী.* ১। ডাঙৰ বায়েক, ২। চুলা, ৩। এবিধ গছ।

**অন্তিম** *বিণ* শেষ, চূড়ান্ত; **—অঙ্ক** শেষ সংখ্যা। সংখ্যা '৯'; **—অঙ্গুলিঃ** কনিষ্ঠ আঙুলি।

**অন্তী** চুলা, চৌকা।

**অন্তে** *অব্য.* পৰিশেষত, উপস্থিতিত, ওচৰত; **—ৱাসঃ** ১। ওচৰ চুবুৰীয়া। সহচৰ, ২। ছাত্ৰ শি ৩।৫৫

**অন্ত্য** *বিণ.* ১। শেষ, চূড়ান্ত, ২। শেষ বৰ্ণ (যেনে 'হ') ৰেবতী নক্ষত্ৰ। শেষ বয়স ৰ ৯।৭৯; ৩। নিম্নতম, নিকৃষ্ট। **—ন্ত্যঃ** (**—ন্ত্যা** *স্ত্ৰী.*) নিম্ন বৰ্ণত জন্ম হোৱা। **—ন্ত্যং** ১। সহস্ৰলক্ষ কোটি সংখ্যা, ২। দ্বাদশ ৰাশি; **—আহুতিঃ,** *স্ত্ৰী,* **—ইষ্টিঃ** (অন্ত্যা অন্তে ভৱা ইষ্টিঃ)। **—কৰ্মন্, —ক্ৰিয়া** শেষকৃত্য; **—ঋণং** তিনি ঋণৰ শেষ ঋণ। (সন্তানোৎপাদন)। **—জঃ, —জন্মন্** শূদ্ৰ। ওপৰোক্ত সাতবিধৰ এবিধ; **—যোনি** *বিণ.* নিম্নতম জন্মৰ মূল।

**অন্ত্যকঃ** নিম্নতম বৰ্ণৰ লোক।

**অন্ত্যাৱসায়ী** *পু.* চাণ্ডালাদি নিম্ন বৰ্ণজাত। এই বৰ্ণ সাতবিধ : চাণ্ডালঃ শ্বপচঃ ক্ষত্তা সূতো বৈদেহকস্তথা। মাগধাযোগৱৌ চৈৱ সপ্তৈতেঽন্ত্যাৱসায়িনঃ।।

**অন্ত্ৰং** পেটৰ ভিতৰৰ নাড়ী; **—কূজঃ, —কূজনং** পেটৰ শব্দ; **—বৃদ্ধিঃ** *স্ত্ৰী.* কৰণ্ডনৰ ভিতৰৰ নাড়ীৰ বেমাৰ।

**অন্দুঃ, —ন্দুকঃ, —দূঃ, —ন্দূকঃ** শিকলি। হাতীৰ ঠেঙত বন্ধা শিকলি। ভৰিত পিন্ধা অলঙ্কাৰ। (নূপুৰ)।

**অন্দোলনং** ঝুলন। স্পন্দন।

**অন্ধ** *বিণ.* কণা। চকুহীন। শ ৭।২৪; **—ন্ধং** অন্ধকাৰ। পানী। ঘোলা পানী; **—কূপঃ** গুপ্ত মুখৰ কুঁৱা। গছ-গছনিৰে আবৰা কুঁৱা; **—তামিস্ৰঃ (স্ৰং)** গভীৰ অন্ধকাৰৰ এখন নৰক; **—পূতনা** কেঁচুৱাৰ বেমাৰ অনা এজনী ৰাক্ষসী, ডাইনী।

**অন্ধকঃ** কাশ্যপ আৰু দিতিৰ অসুৰ পুত্ৰ। (সদাশিৱে বধ কৰে)। **—অৰিঃ, —ৰিপুঃ, —শত্ৰুঃ, —ঘাতী** অন্ধকাসুৰ হত্যাকাৰী শিৱ।

**অন্ধস্** *পু.* খাদ্য, আহাৰ। কি ১।৩৯।
**অন্ধিকা** *স্ত্ৰী.* ৰাতি। এবিধ খেল। চকুৰ এবিধ ৰোগ।
**অন্ধুঃ** কুঁৱা।
**অন্ধ্ৰঃ** একে নামৰ এখন ৰাজ্য আৰু জাতি। এটা ৰাজবংশ। মিশ্ৰ (সঙ্কৰ) বৰ্ণৰ লোক।
**অন্নং** *ক্লী. পু.* ভাত, আহাৰ, ১। বিষ্ণু-সহস্ৰ নামৰ এটা। ২। সূৰ্য্য; **—অদ্যং** খাদ্য; **—আচ্ছাদনং, —বস্ত্ৰং** - আহাৰ আৰু কাপোৰ; **—কালঃ** খোৱা সময়; **—কূটঃ** এপাচি ভাত; **—কোষ্ঠকঃ** খাদ্য বস্তু ৰখা ভঁড়াল। বিষ্ণু; **—গন্ধিঃ** পেটচলা ৰোগ; **—দোষঃ** অভোজ্য ভোজনৰ পাপ; **—দ্বেষঃ** অভোক; **—পূৰ্ণা** দুৰ্গামাতাৰ এটি ৰূপ; **—ব্ৰহ্মন্, —আত্মন্** অন্নময়ৰূপ ব্ৰহ্ম; **—ভুক্** শিৱ; **—মলং** শৌচ, মাদক পানীয় (চুলাই মদ); **—শেষঃ** অৱশিষ্ট অন্ন।
**অন্নময়** *বিণ.* (য়ী স্ত্ৰী) খাদ্যপূৰ্ণ, খাদ্যেৰে নিৰ্মিত। (**—য়ং**) প্ৰচুৰ খাদ্য, **—কোশঃ** দেহ, স্থূল শৰীৰ।
**অন্য** *বিণ.* ১। ভিন্ন, বেলেগ, আন এটা। ৰ ১২।৪৯; ২। অদ্ভুত, অসাধাৰণ, ৩। সাধাৰণ, যেই সেই এটা, ৪। নতুন, ওপৰঞ্চি; **—অসাধাৰণ** আনতকৈ বেলেগ, একাচেকা; **—উদৰ্য্যঃ** বিমাতা পুত্ৰ; **—ঊঢ়া** আনলৈ বিবাহিতা; **—গোত্ৰ** ভিন্নগোত্ৰী; **—চিত্ত** আন এটাৰ প্ৰতি আকৃষ্ট মন; **—নাভি** *বিণ.* ভিন্ন বংশৰ; **—পুষ্টঃ, —ষ্টা, —ভৃতঃ, —তা** আনৰ দ্বাৰা পালিত। কুলি চৰাই, যি কাউৰীৰ বাঁহত পালিত হয়। **—বীজঃ** তোলনীয়া পুত্ৰ; **—মনস্** আনফালে মন দি থকা; **—ৰূপ** সলনি, বদলি; **—স্বাপঃ** কুলি চৰাই; **—সঙ্গম** আনৰ লগত সহবাস।
**অন্যতম** *বিণ.* বহুৰ মাজত এটা।
**অন্যতৰ** দুটাৰ মাজত এটা।
**অন্যতঃ** *ক্ৰি. বিণ.* ১। আন এটাৰ পৰা, ২। এহাতে, এফালে কি ৫।২
**অন্যত্ৰ** *ক্ৰি বিণ.* ১। আন এঠাইত, ২। আন এটা বিষয়ত, ৩। বিনা, অবিহনে, ৪। আন হাতে।
**অন্যথা** *অব্য.* ১। আন হাতে, আনভাৱে; ২। মিছাকৈ, ৩। ভুলকৈ, বেয়াকৈ; **—বাদিন্** ভিন্নসুৰত কোৱা, মিছাকৈ কোৱা; **—বৃত্তি** *বিণ.* ১। বদলি, সলনি, ২। দুখিত, উদ্বিগ্ন; **—স্তোত্ৰং** ব্যঙ্গ, ঠাট্টা।
**অন্যদা** *অব্য.* ১। আন এদিন বা আন এসময়ত; অন্য প্ৰসঙ্গত শি ২।৪৪। ২। এবাৰ, বহুদিন আগতে, ৩। কেতিয়াবা কেতিয়াবা।
**অন্যদীয়** *অব্য.* অন্য সম্পৰ্কত।
**অন্যায়** *বিণ.* অসঙ্গত, অনুচিত; **—য়ঃ** ১। যি কোনো অসঙ্গত কাৰ্য্য, ২। অনিয়মিত।
**অন্যূন** *বিণ.* সম্পূৰ্ণ, ত্ৰুতিশূন্য; **—অঙ্গ** অঙ্গখুঁত নথকা।
**অন্যেদ্যুঃ** *অব্য.* ১। আন এদিন। ৰ ২।২৬. ২। এবাৰ বা এদিন।
**অন্যোন্য** *অব্য.* ইটোৱে সিটোৱে। পৰম্পৰ। (**—ন্যং**) পৰম্পৰে। **—অভাৱঃ —আশ্ৰয়ঃ** পৰম্পৰ নিৰ্ভৰশীল (ন্যায়দৰ্শনত) কাৰ্য্য আৰু কাৰণৰ পৰস্পৰ নিৰ্ভৰশীলতা।
**অন্বক্** *অব্য.* পিছত, পিছফালৰ পৰা, অনুকূলে
**অন্বক্ষঃ** *বিণ.* ১। দৃষ্টিগোচৰ, ২। ঠিক পিচৰটো. **—ক্ষং** *অব্য.* ১। পিছত, ২। তৎক্ষণাৎ, পিছতে।
**অন্বঞ্চ** *বিণ.* পিছে পিছে যোৱা। অনুসৰণ কৰা।
**অন্বয়ঃ** ১। অনুসৰণ কৰা ভৃত্যবৰ্গ। ভট্টি ৫।৬৬। ২। সম্পৰ্ক। এটা বাক্যত থকা পদবিলাকৰ স্বাভাৱিক ক্ৰম। ৩। ভাব, মৰ্ম, ৪। বংশ পৰিয়াল, ৰ ১।৯।৫; ভৱিষ্যৎ বংশধৰ। **—জ্ঞঃ** কুলাচাৰ্য্য, বংশজ্ঞ। ৰ ৬।৮।
**অন্বৰ্থ** *বিণ.* প্ৰকৃত অৰ্থানুসৰি, তাৎপৰ্য্যপূৰ্ণ ৰ ৪।১২; **—গ্ৰহণং** পদৰ এটা অৰ্থ গ্ৰহণ কৰা; **—সংজ্ঞা** প্ৰকৃত নাম বা সংজ্ঞা।
**অন্ববসৰ্গঃ** ঢিলাই দিয়া। কাৰোবাক তেওঁৰ ইচ্ছামতে কাম কৰিবলৈ এৰি দিয়া।
**অন্ববায়ঃ** বংশ, পৰিয়াল।
**অন্বষ্টকা** আঘোণৰ পিছৰ তিনি মাহৰ কৃষ্ণ নৱমী তিথি।
**অন্বষ্টক্যং** অন্বষ্টকা তিথিত উদযাপিত শ্ৰাদ্ধাদি কৰ্ম।
**অন্বহং** প্ৰতিদিন।
**অন্বাদিষ্ট** ১। পিছত উল্লেখিত। পুনৰ নিয়োজিত, ২। নিম্নতৰ। গৌণ।
**অন্বাদেশঃ** পুনৰ উল্লেখ।
**অন্বাধানং** হোমত ইন্ধন (খৰি) দান।
**অন্বাধিঃ** *পু.* (অনু পশ্চাৎ আধীয়তে ন্যস্যতে অনু আ ধা কি)। (আইনত) ১। জামিন। গচ্ছিত বস্তু, প্ৰকৃত গৰাকীক দিবৰ কাৰণে তৃতীয় এগৰাকীৰ হাতত জমা থোৱা বস্তু। ২। দুখ, অনুতাপ।

**অম্বাধেয়ং** *ক্লী.* বিবাহৰ সময়ত (বা পিছত) সম্বন্ধীয়ই দান কৰা স্ত্রীধন।

**অম্বাহার্য্যঃ, —র্য্যকং** পিতৃ পুৰুষৰ নামত অমাৱস্যাৰ দিনা কৰা মাহেকীয়া শ্রাদ্ধ।

**অন্বিত, —ন্বীত** ১। পালন বা সেৱা কৰা, ২। যুক্ত, সম্পর্কিত। মিলিত।

**অন্বীক্ষণং —ক্ষা** অন্বেষণ, গভীৰ চিন্তা।

**অন্বেষণং** *ক্লী.* অন্বেষণ, অনুসন্ধান। শ ১।২৪।

অপ *অব্য.* (ন পাতি ন পা ড') উপসর্গ বিশেষ। অনাদৰ, ভ্রংশ, ত্যাগ, বিবৃতি, বিপর্য্যয়, চৌর্য্য। সাধাৰণতে 'অপ' উপসর্গ বেয়া অর্থতে ব্যৱহাৰ হয়। **—পঃ(স)** *ক্লী.* (অপ কৃ ঘঞ)। দ্রোহ, অনুপকাৰ। অসদব্যৱহাৰ। **—কৰণং** অসৎ কার্য্য সম্পাদন। আঘাত কৰণ। অসদ ব্যৱহাৰ কৰণ; **—কর্তৃ** *বিণ.* হানিকৰ, (পু) শত্রু; **—কর্মন্** মুক্ত কৰা। ঋণ পৰিশোধ। মনু ৮।৪; অসৎ বা অনুচিত কাম। দুষ্টামি। উৎপীড়ন। **—কর্ষ** তললৈ নমোৱা, হ্রাস, ধ্বংস। (কবিতা বা ব্যাকৰণত) পিছত থকা পদ এটাৰ পূর্বানুমান; **—কাৰঃ** *পু..* ১। দ্রোহ, অনুপকাৰ, আঘাত, অপৰাধ, শি ২।৩৭; ২। নিকৃষ্ট কর্ম, (**—অর্থিন্**) ঈর্ষাপৰায়ণ, (**—গীঃ, —শব্দঃ**) গালি শপনি। কটুভাষণ; **—কাৰক, —কাৰিন্** *বিণ.* ক্ষতিকাৰক, অপকাৰ কৰোঁতা, অনিষ্টকাৰী, শি ২।৩৭; **—কৃষ্ট** *বিণ.* দূৰীকৃত, নীচ, শ ৫।১০; **—কৌশলী** *স্ত্রী.* বাতৰি, খবৰ।

**অপক্তিঃ** *স্ত্রী.* ১। কেঁচা, অপৈণত, ২। বদহজম।

**অপক্রমঃ** *পু.* পলায়ন, *(বিণ.)* বিশৃঙ্খল, অনিয়মিত।

**অপক্রোশঃ** *পু.* (অপ ক্রুশ ঘঞ) নিন্দা, গালি।

**অপক্ষ** *বিণ.* ১। পাখিহীন। একেটা পক্ষৰ বা দলৰ নহয়। বন্ধুহীন, ২। বিপৰীত; **—পাতঃ** নিৰপেক্ষ।

**অপক্ষয়ঃ** হ্রাস, অৱনতি; **—ক্ষেপঃ —পণং** দলি মৰা, নিক্ষেপণ, বৈশেষিক দর্শনৰ ৫ বিধ কর্মৰ এবিধ।

**অপগণ্ডঃ** ১৬ বছৰৰ ওপৰ বয়সৰ।

**অপগমঃ —গমনং** এৰি গুচি যোৱা। প্রস্থান। হি ৪।৬৫, অপসাৰণ, তিৰোধান ৰ ৩।৭ মৃত্যু।

**অপগতিঃ** *স্ত্রী.* দুর্দশা, দুর্ভাগ্য।

**অপগৰঃ** ভৰ্ৎসনা, গালি-গালাজ।

**অপগুণঃ** *পু.* দোষ, ত্রুটী।

**অপঘাতঃ** *পু.* ১। আঘাত, হত্যা, ২। সাংঘাতিক ধৰণৰ মৃত্যু (যেনে পর্বতৰ পৰা পৰি, নাদত পৰি, গাড়ীৰ আগত পৰি ইত্যাদি)।

**অপচঃ** *পু.* ১। যি নিজৰ কাৰণে নাৰান্ধে, ২। বেয়া ৰান্ধনী, ভৰ্ৎসনা।

**অপচয়ঃ** *পু.* অৱনতি, হ্রাস, অৱক্ষয়, ত্রুতি, অকৃতকার্য্যতা।

**অপচৰিতং** *ক্লী.* ত্রুতি, অসৎ কর্ম শ ৫।৯।

**অপচাৰঃ** *পু.* ১। প্রস্থান, মৃত্যু, ২। অভাৱ, ৩। ত্রুতি দোষ, অপৰাধ, ৰ ১৫।৪৭, ৪। অনিষ্টকাৰক চৰিত্র, ৫। অস্বাস্থ্যকৰ শি ২।৮৪।

**অপচিতিঃ** *স্ত্রী.* ১। ক্ষতি, অৱনতি, বিনাশ, ২। ব্যয়, ৩। ক্ষতিপূৰণ, পাপমোচন, ৪। সম্মান, পূজা, আদৰ শি ১৬।৯।

**অপছত্র** *বিণ.* ছাতিহীন।

**অপচ্ছায়** *বিণ.* ছায়াহীন, অনুজ্জল; **—য়ঃ** দেৱতা।

**অপচ্ছেদঃ, —দনং** কাটি পেলোৱা কার্য্য, ক্ষতি, বাধা।

**অপজাতঃ** *পু.* দুষ্ট সন্তান, পিতা-মাতাতকৈ তল খাপৰ পুত্র।

**অপঞ্চীকৃতং** *ক্লী.* পঞ্চভূত ভিন্ন পদার্থ। অতি সূক্ষ্ম পদার্থ।

**অপটী** *স্ত্রী.* ১। কাপোৰৰ দীঘল পর্দা, 'স্ক্রীণ' ২। যি কোনো পর্দা (**—ক্ষেপঃ**) নাটকীয় দৃশ্যত পাত্র-পাত্রী হঠাতে মঞ্চত প্রৱেশ কৰাৰ সময়ত পর্দা (যৱনিকা) আঁতৰ কৰা কার্য্য। **—টু** *বিণ.* ১। অচতুৰ, মূর্খ, অনভিজ্ঞ, ২। ৰোগী।

**অপঠ** *বিণ.* পঢ়িবলৈ অক্ষম, বেয়া পাঠক।

**অপণ্ডিত** *বিণ.* অজ্ঞ, অজ্ঞানী ভর্তৃ ২।৭ মূর্খ।

**অপণ্য** *বিণ.* বিক্রীৰ অযোগ্য।

**অপতর্পণং** *ক্লী.* ১। ৰোগৰ সময়ত দিয়া লঘোণ। অসন্তুষ্টি।

**অপতানকঃ** *পু.* পেটৰ কামোৰ।

**অপতি, —তিক** *বিণ.* পতিহীন, গৰাকীহীন, অবিবাহিত।

**অপত্নীক** *বিণ.* পত্নীহীন।

**অপতীর্থঃ** *পু.* কুতীর্থ। অপবিত্র তীর্থস্থান।

**অপত্যং** *ক্লী.* সন্তান, একে গোত্রৰ ভবিষ্যত বংশধৰ ৰ ১।৫০; **—কাম** *বিণ.* সন্তানকামী, সন্তানাভিলাষী; **—বিক্রয়ী** ১। সন্তান বিক্রী কৰোঁতা, ২। বৰ পক্ষৰ পৰা ধন লৈ কন্যাদান কৰা পিতা।

**অপত্রপ** *বিণ.* নির্লজ্জ। **—পনং, —পা,** লাজ।

**অপত্রস্ত** ভীত, নিবৃত্ত।

**অপথ** *বিণ.* পথশূন্য; **—থং** পথহীন, কুপথ, ৰ ৯।৭৪; **—গামী** বিপথগামী।

**অপথ্য** *বিণ.* ১। অযোগ্য, অনুচিত, ঘৃণনীয়; ২। (বেমাৰীৰ বাবে) বেয়া আহাৰ।

**অপদঃ** সাপ; **—দং** বাসৰ অযোগ্য ঠাই, বেয়া ঠাই। বাক্যৰ পদ নহয় যি; **—অন্তৰ** *বিণ.* কাষৰ পদ।

**অপদানং, —দানকং** সুচৰিত্ৰ। মহৎ কাম।

**অপদাৰ্থঃ** ১। শূন্য। তুচ্ছ। ২। বাক্যত থকা পদৰ ভুল অৰ্থ।

**অপদিশং** *অব্য.* দুটা দিশৰ মাজৰ দিশ।

**অপদেশঃ** *পু.* ১। উক্তি, বিবৃতি। নাম উল্লেখ, ২। ছল, ওজৰ। ৰ ২।৮; বৈশেষিক দৰ্শনৰ মতে ৫ টা হেতুৰ এটা, ৩। চিহ্ন, ৪। স্থান, ৫। প্ৰত্যাখ্যান, ৬। যশ, খ্যাতি, ৭। প্ৰৱঞ্চনা।

**অপদেৱতা** ভূত।

**অপদ্বাৰং** মূল দুৱাৰৰ কাষত থকা সৰু প্ৰৱেশ দ্বাৰ।

**অপধূম** *বিণ.* ধোঁৱাশূন্য।

**অপধ্যানং** *ক্লী.* কুভাৱ; অসৎ চিন্তা।

**অপধ্বংসঃ** *পু.* অৱনতি। অসম্মান; **—জঃ, —জা** মিশ্ৰ অথবা নিম্ন বৰ্ণৰ জাতিৰ লোক মনু ১০।৪১।

**অপধ্বস্ত** *বিণ.* ১। ভৰ্ৎসিত। অভিশপ্ত। ২। নিৰ্বাসিত; **—স্তঃ** ধৰ্ম আৰু নীতিৰ পৰা ভ্ৰষ্ট।

**অপনয়ঃ** *বিণ.* ১। লৈ যোৱা, গুচাই পেলোৱা, ২। কুনীতি, ৩। আঘাত। অপৰাধ শি ২।১৪।

**অপনয়নং** ১। এৰুৱাই নিয়া শি ৫।৬; ২। আৰোগ্য কৰা, ৩। ঋণ পৰিশোধ।

**অপনস** *বিণ.* নাকহীন। ভট্টি ৪।৩১;

**অপনুত্তিঃ** *স্ত্ৰী.* **—নোদঃ —নোদনঃ** অপমান। বিনাশ। পাপমুক্তি। মনু ১১।২১৫;

**অপপাত্ৰ** *বিণ.* একে পাত্ৰৰ পৰা পানী গ্ৰহণৰ অযোগ্য, নিম্ন বৰ্ণৰ পাত্ৰ।

**অপপাশ্ৰিত** কোনো পাপ কৰ্মৰ বাবে যি নিজৰ বৰ্ণৰ পৰা ভ্ৰষ্ট হোৱাৰ ফলত জুই-পানীৰ পৰা বৰ্জিত।

**অপপ্ৰজাতা** গৰ্ভস্ৰাৱ হোৱা নাৰী।

**অপপ্ৰদানং** ভেটী, ঘোঁচ।

**অপভয়, —ভী** *বিণ.* নিৰ্ভীক।

**অপভাষণং** ভৰ্ৎসনা।

**অপভ্ৰংশ** *বিণ.* ১। অধঃপতন, ২। বিকৃত পদ বা শব্দ, ৩। *বিকৃত ভাষা। গৰখীয়াৰ ভাষা,* ৪। অসংস্কৃত ভাষা।

**অপমঃ** (জ্যোতিষ শাস্ত্ৰত) গ্ৰহণসংক্ৰান্ত।

**অপমৰ্দঃ** মলি, ধূলি।

**অপমৰ্শঃ** কাৰুণ্য। পশুচাৰণ।

**অপমানঃ** অসম্মান।

**অপমাৰ্গঃ** অপপথ চাওক।

**অপমাৰ্জনং** ১। মচি পেলোৱা, শুদ্ধীকৰণ, ২। দাড়ি খুৰুৱা (চুলি) সৰু সৰুকৈ কটা।

**অপমুখঃ** *বিণ.* সিফালে মুখ কৰি থকা, অনুগ্ৰহহীন, কুদৰ্শন।

**অপমূৰ্ধন্** *বিণ.* মুণ্ডহীন।

**অপমৃত্যুঃ** *পু.* হঠাতে হোৱা মৃত্যু। অপঘাত মৰণ।

**অপমৃষিত** *বিণ.* দুৰ্বোধ্য (বাক্য) অসহনীয় শি ১৫।৪৬।

**অপযশস্** *পু.* কুকীৰ্তি, কুখ্যাতি। ভৰ্তৃ ২। ৫৫।

**অপযানং** পলায়ন।

**অপৰ** *বিণ.* ১। অনুপম, অপ্ৰতিদ্বন্দ্বী, ২। আন এটা, পৃথক্ মনু ১।৮৫। ৩। আন এজনৰ। পিচৰটো, ৪। পশ্চিমীয়া, কু ১।১; আনটো; **ৰঃ** হাতীৰ পিছভৰি। শত্ৰু। **—ৰা** ১। পশ্চিম দিক্, ২। গৰ্ভাশয়, ৩। গৰ্ভৱতী, তিৰোতাৰ ঋতুবন্ধ, **—ৰং** ভৱিষ্যৎ, **—অগ্নি** দক্ষিণ আৰু পশ্চিমৰ জুই; **—অন্ত** পশ্চিম দিশত বাস; **—অহ্নঃ** আবেলি; **—কালঃ** পিছৰ সময়; **—জনঃ** পশ্চিমবাসী, পশ্চিমীয়া; **—পক্ষঃ** ১। কৃষ্ণপক্ষ, ২। মোকৰ্দমাৰ দ্বিতীয় (প্ৰতিবাদী) পক্ষ; **—ৰাত্ৰ** শেষৰাতি; **—লোকঃ** স্বৰ্গ; **—হৈমনং** শীতকালৰ পিছৰ ভাগ।

**অপৰতা, —ত্বং** ভিন্নত্ব (২৪ গুণৰ এটা)। বিভিন্নতা।

**অপৰত্ৰ** *ক্ৰি. বিণ.* আন এঠাইত।

**অপৰক্ত** *বিণ.* বৰ্ণহীন, স্বচ্ছ। ৰক্তহীন, শেঁতা, শ ৬।৫; অতৃপ্ত।

**অপৰতিঃ** *স্ত্ৰী.* বিৰতি। অসন্তুষ্টি।

**অপৰৱঃ** ১। প্ৰতিযোগিতা। সম্পত্তি সম্পৰ্কত বিবাদ। ২। কুখ্যাতি।

**অপৰম্পৰ** *বিণ.* এটাৰ পিছত এটাকৈ, অবিৰত।

**অপৰাগ** *বিণ.* বৰ্ণহীন। **—গঃ** ১। অসন্তুষ্টি। কি ২।৫০; ২। শত্ৰুতা।

**অপৰাঙ** *বিণ.* সমুখাসমুখি, সমুখত। **—মুখ (—খী স্ত্ৰী)** মুখ নুঘুৰোৱা। সাহসেৰে সম্মুখীন হোৱা।

**অপৰাজিত** *বিণ.* অজেয়। **—তঃ** *বিষধৰ পোক বিশেষ।*

বিষ্ণু, সদাশিব, **—তা** ১। বিজয়া দশমীৰ দিনা দুৰ্গা দেৱীৰ নাম। ২। এবিধ লতা, ৩। উত্তৰ-পূব দিক্।

**অপবাদ্ধ** ১। দোষ কৰা, পাপ কৰ্ম কৰা, ২। লক্ষ্যভ্ৰষ্ট ।

**অপবাধঃ** *পু.* দোষ, দায়, জগৰ, পাপ। বে ৪।২৯।

**অপৰিগ্ৰহ** *বিণ.* নিঃস্ব। অধিকাৰহীন; **—হঃ** অগ্ৰাহ্য। দাৰিদ্ৰ্য।

**অপৰিচ্ছদ** *বিণ.* দীনদুখী। নিঠৰুৱা, অনাথ।

**অপৰিচ্ছন্ন** *বিণ.* বুজিব নোৱৰা। অবিচ্ছিন্ন।

**অপৰিণয়ঃ** ব্ৰহ্মচাৰী, **—ৰিণীতা** অবিবাহিতা।

**অপৰীক্ষিত** *বিণ.* পৰীক্ষা নোহোৱা, অপ্ৰমাণিত। মূৰ্খ। কু-বিবেচক।

**অপৰুচ** *বিণ.* ক্ৰোধশূন্য ৰ ৯।৮।

**অপৰূপ** *বিণ.* (*—পা, পী, স্ত্ৰী*) ১। কুদৰ্শন, বিকৃতাকৃতিযুক্ত। ২। অপৰিসীম ৰূপৱান।

**অপৰেদ্যুঃ** *অব্য.* পিছদিনা।

**অপৰোক্ষ** *বিণ.* ইন্দ্ৰিয়গ্ৰাহ্য, দৃষ্টিগোচৰ, অদূৰত অৱস্থিত।

**অপৰোধঃ** নিষেধ। বৰ্জন।

অপৰ্ণ *বিণ* পাত নথকা (গছ), **—ৰ্ণা** দুৰ্গা বা পাৰ্বতীৰ নাম।

**অপৰ্য্যাপ্ত** *বিণ.* ১। অসম্পূৰ্ণ, অপ্ৰচুৰ। ২। অপৰিসীম, ৩। অসমৰ্থ, অনুপযুক্ত গী ১।৩০।

**অপৰ্যায়** *বিণ* শৃঙ্খলাহীন।

অপৰ্যুচিত *বিণ* বাহী নহয়, নতুন, সতেজ।

অপৰ্ৱন *বিণ* গ্ৰন্থিহীন। সংযোগশূন্য। কোনো পৰ্ব নথকা দিন।

**অপল** *বিণ.* মাংসহীন। **—লং** শলা।

**অপলপনং, —লাপঃ** ১। লুকাই ৰখা (কথা), ২। বাগিবুগা দিয়া, দোষ এৰাবলৈ চেষ্টা; **—দণ্ডঃ** মোকৰ্দমাত অভিযুক্তজনে মিছা মাতিলে বিহা দণ্ড।

**অপলাষিকা** *স্ত্ৰী* (অপ লষ ভাৱে থূল) তৃষ্ণা, পিয়াহ; **—লাষী, —লাষুক** বাসনাশূন্য।

**অপৱনং** *ক্লী.* উপবন, কৃত্ৰিম ভৱন।

**অপৱৰকঃ —কা** ১। অন্তেষপুৰৰ (অথবা) ভিতৰৰ কোঠা, ২। বতাহ অহা-যোৱা কৰা ছিদ্ৰ।

**অপৱৰ্গ** *পু.* ১। মোক্ষ, ত্যাগ, কৰ্মফল, কাম সম্পূৰ্ণ হোৱাৰ সাফল্য। কাৰ্য্যসমাপ্তি। (ব্যাকৰণত) অপবৰ্গে তৃতীয়া কি ১।১৪; ২। বিশেষ বিধি, ৩। শুচি, ৪। চৰম সুখ, ৰ ৮।১৬; ৫। দান, উপহাৰ, ৬। ত্যাগ, বিসৰ্জন, ৭। নিক্ষেপ।

**অপৱৰ্জনং** এৰা, পালন কৰা। উপহাৰ। পৰিপূৰ্ণ শান্তি বা সুখ।

**অপৱৰ্তঃ, —ৱৰ্তনং** আঁতৰ কৰণ, স্থানান্ত৹।

**অপৱাদঃ** *পু.* ১। ভৰ্ৎসনা, নিন্দা, ১৪।৪০; ২। কেলেঙ্কাৰি, ৰাজহুৱা বদনাম, উ ১।৬; ২। আজ্ঞা, অনুমতি, কি ১৪।২৭; ৩। বিশ্বাসযোগ্যতা, ৪। প্ৰেম, প্ৰীতি, আত্মীয়তা, ৫। (বেদান্ত দৰ্শনত) খণ্ডন, ভুল প্ৰতিপাদন।

**অপৱাৰণং** ১। আৱৰণ, গোপন, ২। অন্তৰ্ধান।

**অপৱাহঃ, —হনং** ১। লৈ যোৱা, কঢ়িয়াই নিয়া, ২। বিয়োগ, হ্ৰাস।

**অপৱিঘ্ন** *বিণ.* অবাধ ৰ ৩।৩৮।

**অপৱিদ্ধ** দলিয়াই পেলোৱা, ত্যাগ কৰা; **—দ্ধঃ** মাক-বাপেকে ত্যাগ কৰা পুত্ৰ।

**অপৱিদ্যা** অজ্ঞান, মায়া, অবিদ্যা কি ১৬।৩২।

**অপৱৃক্তিঃ** *স্ত্ৰী.* পৰিপূৰণ। সমাপ্তি।

**অপৱৃতিঃ** উদঘাতন, মুক্তকৰণ।

**অপৱেধঃ** ভুলকৈ (মণি বা মুকুতা) ছিদ্ৰ কৰা।

**অপৱ্যয়ঃ** অনাৱশ্যক খৰচ। অপচয়।

**অপশকুনং** অশুভ লক্ষণ।

**অপশব্দঃ** ১। ব্যাকৰণমতে অশুদ্ধ শব্দ বা ভাষা, ২। অশ্লীল শব্দ, ৩। গালি-গালাজ, ভৰ্ৎসনা।

**অপশুচ্** *বিণ.* শোকশূন্য। *পু.* আত্মা।

**অপশ্চিম** *বিণ.* ১। পিছত কোনো নথকা, ২। প্ৰথম, ৩। চৰম, চূড়ান্ত।

**অপশ্ৰয়ঃ** গাৰু।

**অপশ্ৰী** সৌন্দৰ্যহীন, শি ১১।৬৪।

**অপষ্ঠং** অঙ্কুশৰ জোঙটো।

**অপষ্ঠু** *বিণ.* ১। বিপৰীত, ২। প্ৰতিকূল, অশুভ, ৩। বাওঁহাতে, বামপন্থা; **—ষ্ঠু** *ক্ৰি. বি.* ১। মিছাকৈ, ২। নিৰ্ভুলভাৱে, ৩। সঙ্গতভাৱে।

**অপসদঃ** সমাজচ্যুত, অভিশপ্ত, ২। প্ৰথম তিনিবৰ্ণৰ মতাৰ দ্বাৰা নিম্নবৰ্ণৰ তিৰোতাৰ গৰ্ভজাত পুত্ৰ সন্তান। মনু ১০।১০।

**অপসৰঃ** ১। প্ৰস্থান, ২। ক্ষমা প্ৰাৰ্থনা, বৈধ যুক্তি।

**অপসৰ্জনং** ১। পৰিত্যাগ, ২। দান বা উপহাৰ, ৩। চৰম সুখ।

**অপসৰ্পঃ, —ৰ্পকঃ** চোৰাংচোৱা, গুপ্তচৰ, ৰ ১৭।৫১।

**অপসব্য, —সব্যক** ১। সোঁহাত, মনু ৩।২১৪; ২। বিপৰীত; **—ব্যং** সোঁহাতে লোৱা লগুণ।

**অপসব্যৱৎ** *বিণ.* সোঁকান্ধত লগুণ লোৱা।

**অপসাৰঃ** ১। পলায়ন, ২। প্ৰস্থান পথ।

**অপসাৰণং** (—ণা) দূৰলৈ খেদি পঠোৱা।

**অপস্কৰঃ** ১। চকাৰ বাহিৰে। গাড়ীৰ যিকোনো অংশ, ২। শৌচ, ৩। যোনি, ৪। শৌচদ্বাৰ।

**অপস্নানং** ১। আত্মীয়ৰ মৃত্যুত কৰা স্নান, ২। অপবিত্ৰ স্নান।

**অপস্পশঃ** *পু* গুপ্তচৰশূন্য, শি ২।১১২।

**অপস্মৃতি** ১। বিস্মৰণ, ২। মৃগীৰোগ।

**অপহ** *বিণ.* দূৰলৈ খেদি পঠোৱা। বিনাশ কৰা ৰ ৮।৪৬

**অপহৰণং** *ক্লী* চুৰি কৰা।

**অপহসিতং, —হাসঃ** বিনা কাৰণে হাঁহি মৰা।

**অপহানিঃ** *স্ত্ৰী.* ১। ত্যাগ, ২। অন্তৰ্ধান, ৩। বহিষ্কৰণ।

**অপহৰঃ** লৈ যোৱা, চুৰি কৰা, ধ্বংস কৰা।

**অপহ্নবঃ** ১। লুকাই ৰখা। গোপন কৰা, ২। কপটতা, ৩। প্ৰেম, অনুৰাগ।

**অপহ্নুতিঃ** *স্ত্ৰী.* ১। গোপনে ৰখা বিদ্যা, ২। এবিধ কাব্যালঙ্কাৰ।

**অপাকঃ** ১। বদহজম, ২। অপৰিণত।

**অপাকৰণং** ১। খেদি পঠোৱা, ২। পৰিত্যাগ, বৰ্জন, ৩। ধন আদায়, পৰিশোধ।

**অপাকৃতিঃ** *স্ত্ৰী.* প্ৰত্যাখ্যান, ক্ৰোধজ অনুভূতি, কি ১।২৭।

**অপাক্ষ** *বিণ.* ১। দৃষ্টিগোচৰ, ২। চকুহীন। বেয়া চকু থকা।

**অপাংক্ত, —ক্তেয়, —ক্ত্য** একে শাৰীত বহাৰ অযোগ্য, জাতিভ্ৰষ্ট।

**অপাঙ্গঃ, —ঙ্গকঃ** *বিণ.* ১। চকুৰ বাহিৰৰ কোণ, কেৰাকৈ চোৱা। শ ১।২৪, ২। কপালত লোৱা তিলক, ৩। কামদেৱ; **—দৰ্শনং** দৃষ্টি; **—বীক্ষণং** বক্ৰ দৃষ্টি। চকু টিপ মৰা; **—নেত্ৰ** *বিণ.* ধুনীয়া, দীঘলীয়া চকুযুক্ত। বে ১।১৭।

**অপাচ্, —চী, —চীন, —ঞ্চ** ১। পিছলৈ যোৱা। পিচত থকা, ২। অমুক্ত, ৩। পশ্চিমীয়া, ৪। দক্ষিণ।

**অপাটৱং** ৰোগ, জড়তা।

**অপাণিনীয়** পাণিনিৰ শিক্ষা নোপোৱা। পাণিনি ব্যাকৰণ নজনা। পল্লৱগ্ৰাহী পণ্ডিত।

**অপাত্ৰং** ১। বেয়া পাত্ৰ বা বাচন, ২। অনুপযুক্ত, অযোগ্য পাত্ৰ, ৩। দান পাবৰ অযোগ্য; **—কৃত্যা, —ত্ৰীকৰণং** অনুচিত কৰ্তব্য; অযোগ্যতা, মনু ১১।৭০; **—দায়ী** অযোগাক দান দিয়া. **—ভৃৎ** *বিণ.* অযোগ্যজনক সমৰ্থন।

**অপাদানং** অপ্ৰসাৰণ। অপাদান কাৰক (৫মী বিভক্তি)।

**অপানঃ** *পু.* (অপানিতি অধোদেশাৎ নিঃসৰতি অপ অন্ অচ) গুহ্যস্থবায়ু। (পাঁচবিধ প্ৰাণবায়ুৰ) তলৰ ফাললৈ যোৱা এবিধ বায়ু। **—নং —দ্বাৰং** গুহ্যদ্বাৰ।

**অপাপ** *বিণ.* (নাস্তি পাপং যস্য) পাপশূন্য, নিষ্পাপ।

**অপামাৰ্জনং** *ক্লী.* শোধন।

**অপাম্পতিঃ** *পু.* (অপাং পতিঃ) ১। সমুদ্ৰ, ২। বৰুণ দেৱতা।

**অপাম্পিত্তং** *ক্লী.* এবিধ গছৰ নাম। চিত্ৰকবৃক্ষ, অগ্নি।

**অপায়ঃ** ১। প্ৰস্থান, ২। বিচ্ছেদ। ভট্টি ৬।৭৫; ৩। অন্তৰ্ধান, ৪। বিনাশ ৰ ৮।৪২; ৫। বিপদ, অনিষ্ট, অমঙ্গল, ৬। হানি, আঘাত।

**অপাৰ** *বিণ.* ১। পাৰহীন; ২। অপৰিসীম, প্ৰচুৰ; পাৰ হোৱা কঠিন, অনতিক্ৰম্য; **—ৰং** নদীৰ সিপাৰ।

**অপাৰ্ণ** *বিণ.* ১। দূৰৱৰ্তী; ২। নিকটৱৰ্তী।

**অপাৰ্থ, —ৰ্থক** *বিণ.* নিৰৰ্থক। মূল্যহীন, **—ৰ্থং** অনৰ্থক বকি থকা।

**অপাৱৰণং,—ৱৃতিঃ** ১। প্ৰৱেশ মুখ; ২। আৱৰণ; ৩। গোপন।

**অপাৱৰ্তনং, —ৱৃত্তিঃ** পলায়ন, পৃষ্ঠপ্ৰদৰ্শন। আন্দোলন।

**অপাশ্ৰয়** *বিণ.* আশ্ৰয়হীন। অসহায়। **—য়ঃ** চামিয়ানা।

**অপাসঙ্গঃ** কাঁড় থোৱা তূণ।

**অপাসনং** ১। দলিয়াই পেলোৱা। ত্যাগ কৰা; ২। হত্যা কৰা।

**অপাসৰণং** প্ৰস্থান, পলায়ন।

**অপাসু** *বিণ.* প্ৰাণহীন, মৃত।

**অপি** *অব্য.* এটা উপসৰ্গ। ১। বিশেষ্য অথবা ক্ৰিয়াৰ লগত ওচৰত, কাষত বুজাবলৈ; ২। ক্ৰিয়া-বিশেষণৰূপে অথবা সংযোজকৰূপে আৰু, ও, ইয়াৰ উপৰিও, বাহিৰেও, আদি অৰ্থত; ৩। দৃঢ়তা বুজাবলৈ, আনকি, অতি অৰ্থত যেনে 'যদ্যপি', তথাপি কি ১।২৮; ৪। বাক্যৰ প্ৰথমতে প্ৰশ্নবোধক ৰূপে কু ৫।৩৩; ৫। আশা-আকাঙ্ক্ষা বুজাবলৈ; ৬। সংশয় বুজাবলৈ; ৭। সংখ্যাৰ শেষত সম্পূৰ্ণতা বুজাবলৈ; ৮। সম্ভাৱনা বুজাবলৈ; ৯। ভৰ্ৎসনা অৰ্থত; ১০। আশ্চৰ্য্যবোধক ৰূপত; আদি বিভিন্ন অৰ্থত 'অপি' উপসৰ্গ ব্যৱহাৰ হয়।

**অপিগীৰ্ণ** *বিণ.* ১। প্ৰশংসিত; ২। কথিত, বৰ্ণিত।

**অপিতৃক** ১। পিতৃহীন; ২। পৈত্রিক স্বত্ব ভোগ নকৰা।

**অপিধানং** আৱৰণ, ঢাকন। **—ধিঃ** *স্ত্রী.* গোপন।

**অপিব্রত** *বিণ.* ৰক্তসম্পৰ্কীয়, ধৰ্মীয় ব্ৰতত এজনৰ লগত অংশ গ্ৰহণ।

**অপিহিত** ১। বন্ধ হোৱা, গোপন কৰা; ২। গোপন বন্ধ নকৰা, সাধাৰণ, নিৰ্মল।

**অপীতিঃ** *স্ত্রী.* ১। ওচৰ চপা। বিনাশ; ২। প্ৰলয়।

**অপীনসং** শুকান নাক। পীনস নামৰ এবিধ ৰোগ।

**অপীব্যং** *বিণ.* অতি সুন্দৰ।

**অপুংস্কা** *স্ত্রী.* পতিহীনা ভট্টি ৫।৭০।

**অপুত্রক** *বিণ.* পুত্ৰসন্তান হীন, **—পুত্রিকা** অপুত্ৰক পিতাৰ কন্যা।

**অপুচ্ছ** *বিণ* নেজহীন **—চ্ছা** *স্ত্রী.* শিশপ (শিশু) গছ।

**অপুনৰাবৃত্তিঃ, —পুনৰ্ভৱঃ** পুনৰ জন্মহীন, মোক্ষ।

**অপুষ্ট** *বিণ.* ১। পুষ্টিহীন, ২। কোমল। অলঙ্কাৰ শাস্ত্ৰত এবিধ দোষ।

**অপূপঃ** *পু.* (ন পূযতে ৱিশীৰ্য্যতি ন পূয় পঃ) চাউল বা আটাৰ পিঠা।

**অপূৰ্ণ** অসম্পূৰ্ণ, ত্ৰুটিপূৰ্ণ ৰ ৮।৮৮।

**অপূৰ্ব** *বিণ.* ১। আগতে নথকা, সম্পূৰ্ণ নতুন; ২। আৰ্চৰিত; আশ্চৰ্য্যজনক; ৩। অজ্ঞাত; ৪। অপ্ৰথম। **—ৰ্বঃ** পৰমাত্মা। **—পতিঃ** আগতে পতি নথকা। **—ৱিধিঃ** সম্পূৰ্ণ নতুন আইন।

**অপেক্ষা, —ক্ষণং** ১। আশা, আকাঙ্ক্ষা; ২। প্ৰয়োজন; ৩। বিবেচনা, সঙ্গতি, উদ্দেশ্যে মে ১৭, ৪। সম্পৰ্ক; ৫। যত্ন, মনোযোগ, ৬। সম্মান, শ্ৰদ্ধা।

**অপেত** (অপ আ ই ক্ত) ১। অন্তৰ্হিত, শি ৩/১; বিপৰীতে; ২। উপেক্ষিত, বঞ্চিত ৰ ৭/৭০; ত্ৰুটিহীন।

**অপোগণ্ড** *বিণ.* ১। অধিক অথবা কম অঙ্গ থকা, ১৬ বছৰ বয়সৰ ওচৰ, মনু ৮/১৪৮; ২। কেঁচুৱা, শিশু; ৪। অতি ভীৰু;

**অপোহঃ —হনং** ১। গুচাই পেলোৱা; খেদি পঠোৱা; ২। যুক্তি দৰ্শোৱা; ৩। নেতিবাচক যুক্তি।

**অপোহ্য** *বিণ.* অপসাৰণ কৰিবলগীয়া, প্ৰায়শ্চিত্তৰ যোগ্য, যুক্তিৰ দ্বাৰা প্ৰমাণ কৰিবলগীয়া।

**অপৌৰুষং, —ষেয়ং** *বিণ.*, ১। ভীৰু, কাপুৰুষ; ২। অতিমানৱীয়, অলৌকিক।

**অপ্তোৰ্যামঃ, —মন্** এবিধ যজ্ঞ। জ্যোতিষ্টোম যাগৰ শেষৰ অংশ।

**অপ্যয়ঃ** ১। ওচৰ চপা; ২। নিৰ্দেশ; ৩। অন্তৰ্ধান; ৪। বিনাশ।

**অপ্ৰকাশঃ** *বিণ.* ১। অনুজ্জ্বল। ৰ ১/৬৮; ২। স্ব-প্ৰকাশ; ৩। গোপন।

**অপ্ৰকৃত** *বিণ.* ১। অপ্ৰধান; ২। অপ্ৰাসঙ্গিক।

**অপ্ৰগম** *বিণ.* অতি বেগত গমন কৰা।

**অপ্ৰগল্ভ** *বিণ.* লাজুক, বিনীত, শিষ্ট।

**অপ্ৰগুণ** *বিণ.* হতবুদ্ধি। অপ্ৰতিভ।

**অপ্ৰজ** *বিণ.* সন্তানহীন, অজাত।

**অপ্ৰজাত, —তা** সন্তানহীন, (স্ত্রী) বন্ধ্যা।

**অপ্ৰতিঘ** *বিণ* ১। অজেয়, ২। অক্ৰোধান্বিত, ৰিতাড়ণৰ অযোগ্য।

**অপ্ৰতিপক্ষ** বিৰোধীপক্ষশূন্য। অসদৃশ।

**অপ্ৰতিপত্তি** *স্ত্রী.* ১। অসম্পাদন; ২। অৱহেলা; ৩। বোধৰ অভাৱ; ৪। সঙ্কল্পহীন, দৃঢ়তাৰ অভাৱ; বিবুদ্ধি।

**অপ্ৰতিবন্ধ** *বিণ.* অব্যাহত, অবিসংবাদী।

**অপ্ৰতিবল** *বিণ.* প্ৰভূত শক্তিধৰ।

**অপ্ৰতিভ** *বিণ.* বিনীত, লাজুক, নিৰ্বোধ, **—ভত** *বিণ.* অপ্ৰতিদ্বন্দ্বী।

**অপ্ৰতিম** *বিণ.* অনুপম, অপ্ৰতিদ্বন্দ্বী।

**অপ্ৰতিৰথ** *(থঃ পু)* অতুল, সমকক্ষহীন, শ ৪/১৯

**অপ্ৰতিৰব** অবিসংবাদী, অপ্ৰতিযোগী।

**অপ্ৰতিবীৰ্য** *বিণ.* অতুলনীয়, শক্তিশালী।

**অপ্ৰতিষ্ঠ** *বিণ.* ১। দৃঢ়তাশূন্য, অস্থায়ী, অকামিলা; ২। নিন্দনীয়, অখ্যাতিকৰ, **—ষ্ঠানং** চঞ্চলতা।

**অপ্ৰতিহত** ১। অপ্ৰতিৰোধ্য, অনিবাৰ্য্য; ২। অবিকৃত, ভট্টি ২।৪০, **—নেত্ৰ** অক্ষত চকু, সুদৃষ্টিসম্পন্ন।

**অপ্ৰতীত** *বিণ* অপ্ৰিয়, দুৰ্বোধ্য, (অল) এবিধ শব্দ দোষ।

**অপ্ৰত্তা** *স্ত্রী* অবিবাহিতা কুমাৰী কন্যা।

**অপ্ৰত্যক্ষ** *বিণ.* অদৃষ্ট গোচৰ, অজ্ঞাত, অনুপস্থিত।

**অপ্ৰত্যয়** *বিণ.* ১। সঙ্কুচিত, সন্দিগ্ধ শ ১।২; ২। জ্ঞানহীন; ৩। (ব্যাকৰণত) প্ৰত্যয় নথকা।

**অপ্ৰদক্ষিণ** বাঁওফালৰ পৰা সোঁফাললৈ, অপ্ৰধান।

**অপ্ৰধৃষ্য** *বিণ.* অজেয়, মাবি ৫/১৭।

**অপ্ৰভু** *বিণ.* শক্তিহীন, শাসনৰ অভাৱ, অসমৰ্থ, অক্ষম।

**অপ্ৰমত্ত** *বিণ.* সাৱধান, সতৰ্ক।

**অপ্রমদ** *বিণ.,* আনন্দহীন, দুখী ভট্টি ১০।৯।

**অপ্রমা** ত্রুতিপূৰ্ণ জ্ঞান, ভ্ৰান্তি।

**অপ্রমাণ** *বিণ.* ১। অসীম, অপৰিমিত; ২। অবোধ্য, দুৰ্জ্ঞেয়, অবিশ্বস্ত শ ৫।২৫;

**অপ্রমাদ** *বিণ.* সাৱধান, সতৰ্ক, **—দঃ** *পু.* যত্ন, সতৰ্কতা

**অপ্রমেয়** অপৰিমিত, সীমাহীন; দুৰ্জ্ঞেয়, অবিজ্ঞেয় মনু ১।৩, **—য়ং** ব্ৰহ্ম।

**অপ্রয়াণিঃ** *স্ত্রী,* প্ৰগতিহীনতা।

**অপ্রযুক্ত** ১। অব্যৱহৃত, ভুলকৈ ব্যৱহাৰ হোৱা; ২। (অলঙ্কাৰ শাস্ত্ৰত) বিৰল, অসাধাৰণ।

**অপ্রবৃত্তিঃ** ১। কামত নলগোৱা, নঘটা; ২। স্থবিৰতা; ৩। অকৰ্মণ্যতা।

**অপ্রসঙ্গঃ** ১। সঙ্গতিহীন, সম্পৰ্কহীন; ২। অনুপযুক্ত কাল, সুযোগ।

**অপ্রসিদ্ধ** *বিণ.* ১। অজ্ঞাত, তুচ্ছ, সামান্য কু ৩।১৯; ২। অসাধাৰণ।

**অপ্রস্তাৱিক** অপ্ৰাসঙ্গিক।

**অপ্রস্তুত** *বিণ.* ১। কাল বা উদ্দেশ্যৰ বাবে অনুপযুক্ত, অপ্ৰাসঙ্গিক; ২। নিৰৰ্থক; ৩। বাহ্যিক। **—প্ৰশংসা** এবিধ অৰ্থালংকাৰ। পৰিশিষ্ট ‘খ’ত চাওঁক।

**অপ্রহত** *বিণ.* ১। অক্ষত; ২। পতিত মাটি, নোধোৱা (নতুন) কাপোৰ।

**অপ্রাকৃত** অসাধাৰণ, মাৰ্জিত, আদিম নহয়।

**অপ্রাপ্ত** *বিণ.* নোপোৱা, আহি নোপোৱা। অপ্ৰমাণ্য। **—অৱসৰ —কাল** *বিণ.* অনুপযুক্ত সময় বা সুযোগ। **—যৌৱনা** শান্তি নোহোৱা। নাবালিকা। **—ব্যৱহাৰ, —ৱয়স্,** নাবালিকা।

**অপ্রিয়** *বিণ.* অপ্ৰীতিকৰ; বিৰক্তিকৰ। মনু ৪।১৩৮। নিৰ্দয় শত্ৰুভাৱাপন্ন। মনু ৫।১৫৬; **—কৰ —কাৰী, -কাৰক,** প্ৰতিকূল। অনিচ্ছুক। **—ৱাদীঃ** কাৰোবাৰ বিষয়ে কটুভাষণকাৰী য়া ১।৭৩।

**অপ্রৌঢ়** *বিণ.* ১। অনুদ্ধত, ভীৰু; ২। অপূৰ্ণবয়স্ক, **—ঢ়া** অবিবাহিতা কন্যা; ২। বিবাহিত্ৰ (শান্তি নোহোৱা) কন্যা।

**অস্ফুট** *বিণ.* অবিলম্বিত (স্বৰবৰ্ণ)।

**অপ্‌সৰস্** *স্ত্রী* **(ৰাঃ, ৰা)** —স্বৰ্গবাসী সুন্দৰী নাৰী, গন্ধৰ্ব পত্নী, ইন্দ্ৰৰ পাৰিচাৰিকা। বাণভট্টই কাদম্বৰীত১৪ টা বিভিন্ন বংশৰ অপ্‌সৰাৰ বিষয়ে উল্লেখ কৰিছে। সাধাৰণতে বহুবচনত ব্যৱহাৰ হয়। কেতিয়াবাহে একবচনত ব্যৱহাৰ হোৱা দেখা যায়। ৰ ৭।৫৩। **—তীৰ্থঃ** অপ্‌সৰাসকলে স্নান কৰা সৰোবৰ এখনৰ নাম।

**অফল** *বিণ.* ১। নিস্ফল। ২। অনুৰ্বৰ। ৩। অনুৎপাদী মনু ২।১৮ পুৰুষত্বহীন **—আকাঙ্ক্ষী** যিয়ে কাম কৰিও ফলৰ বাসনা নকৰে।

**অফেনঃ** ফেনহীন।

**অবদ্ধ-দ্ধক** *বিণ.* ১। মুক্ত, বন্ধনহীন; ২। অৰ্থহীন, অসঙ্গত, পৰস্পৰবিৰোধী।

**অবল** *বিণ.* দুৰ্বল। **—লা** নাৰী ভৰ্তৃ ১।১১; অবাধ বাধাহীন। দুখমুক্ত।

**অবাল** *বিণ.* অশিশুসুলভ, সতেজ।

**অবিন্ধনঃ** পানীৰ তলৰ অগ্নি ৰ ১৩।৪।

**অবুদ্ধ** *বিণ.* অবোধ। অজ্ঞানী। **—দ্ধিঃ** মূৰ্খামি, অজ্ঞতা।

**অবুধ, বুধ, বোধ** *বিণ.* মূৰ্খ, নিৰ্বোধ। **-ধঃ** নিৰ্বুদ্ধিতা।

**অব্‌জ** *বিণ.* পানীত জন্ম হোৱা, **—জং** পদুম, এশ কোটি। **—কৰ্ণিকা** পদুমৰ বীজকোষ, **—জঃ,-ভৱঃ, —ভূঃ, —যোনিঃ** ব্ৰহ্মা, **—বান্ধৱঃ** সূৰ্য্য। **—ৱাহনঃ** শিৱ।

**অব্‌জাঃ** এবিধ মুক্তা থকা শামুক।

**অব্‌জিনী** পদুমেৰে পূৰ্ণ স্থান। পদুম গছ। **—পতিঃ** সূৰ্য্য।

**অব্ধিঃ** ১। সাগৰ; ২। পুখুৰী; ৩। সংখ্যা ৭, **—জঃ** চন্দ্ৰ, শঙ্খ, অমৃত, লক্ষ্মীদেৱী, **—দ্বীপা** পৃথিৱী। **—নগৰী** দ্বাৰকা নগৰী, **—নৱনীতক** চন্দ্ৰ। **—শয়নঃ** বিষ্ণু, **—সাৰঃ** মুক্তা।

**অব্ৰহ্মণ্য** *বিণ.* ১। ব্ৰাহ্মণৰ অনুপযুক্ত; ২। ব্ৰাহ্মণৰ শত্ৰু, সংস্কৃত নাটকত পাত্ৰই উস্! ভয়ানক। ত্ৰাহি! আদি অৰ্থত ‘অব্ৰহ্মণ্যম্’ বুলি চিঞৰ বাখৰ কৰে।

**অভক্তিঃ** *স্ত্রী* ভক্তিশূন্যতা।

**অভক্ষ্য** *বিণ.* অখাদ্য। **—ক্ষ্যং** খোৱাৰ অনুপযোগী খাদ্য।

**অভগ** *বিণ.* দুৰ্দশা।

**অভদ্ৰ** *বিণ.* অমঙ্গলীয়া। দুষ্ট। **—দ্ৰং** পাপ, দোষ, দুখ।

**অভয়** *বিণ.* নিৰ্ভয়। সুৰক্ষিত ভট্টি ৩।৩৫। **—কৃৎ** অতীব্ৰ। **—ডিণ্ডিমঃ** সুৰক্ষাৰ ঘোষণা। **—দক্ষিণা, —দানং —প্ৰদানং** সুৰক্ষাৰ প্ৰতিশ্ৰুতি।

**অভৱঃ** ১। অস্তিত্বহীনতা; ২। মোক্ষ কি ১২।৩০ অন্ত, বিনাশ।

**অভব্য** *বিণ.* অনুচিত; অমঙ্গলীয়া, দুৰ্ভগীয়া, অভাগা।

**অভাৱঃ** ১। অভাৱ, অস্তিত্বহীন; ২। অনুপস্থিত; অকৃতকাৰ্য্য মনু ৯।১৮৮ ৩। মৃত্যু, ধ্বংস।

**অভাৱনা** যুক্তিৰ অভাৱ। বিচাৰৰ অভাৱ। ব্ৰতহীনতা।

**অভাষিত** অকথিত, **—পুংস্কঃ** নিত্য স্ত্ৰীলিঙ্গ শব্দ।

**অভি** *অব্য.* ১। প্ৰতি, লৈ, আদি অৰ্থত; ২। ওচৰ, সমীপ, সন্মুখত, অৰ্থত; অত্যন্ত, তীব্ৰ শ্ৰেষ্ঠতা অৰ্থত, ওপৰত অৰ্থত, এটাৰ পিছত এটাকৈ পৃথক পৃথককৈ অৰ্থত ব্যৱহাৰ হয়; **(স্ত্ৰী) —ক** *বিণ.*, কামুক, ইন্দ্ৰিয়সুখাভিলাষী ৰ ১৯।৪; **—কাঙ্ক্ষা** আশা, ইচ্ছা, বাসনা; **—কাম** *বিণ.*, প্ৰীতিপূৰ্ণ, স্নেহশীল, কামুক; **—ক্ৰমঃ** আৰম্ভণি, উদ্যম, **—ক্ৰোশঃ** ১। চিঞৰ মৰা (কাৰ্য্য); ২। ভৰ্ৎসনা; **—খ্যা** ১। সৌন্দৰ্য্য, উজ্জ্বলতা, মে ৮০; ২। ঘোষণা; ৩। সম্বোধন; ৪। নাম, পদবী, যশ **—নং** যশস্যা, **—গমঃ, —গমনং** ওচৰ চপা। সাক্ষাৎ, পৰিদৰ্শন; **—গৰ্জনং** বিকট চিঞৰ, গৰ্জন; **গুপ্তিঃ—** ৰক্ষা কৰা কাৰ্য্য, **—গোপ্তৃ** ৰক্ষক, পালক; **—গ্ৰহঃ,** ১। দখল, অধিকাৰ, লুণ্ঠন; ২। আক্ৰমণ; ৩। প্ৰত্যাহ্বান; ৪। আপত্তি; ৫। প্ৰভুত্ব; **—ঘৰ্ষ, —ঘৰ্ষণং** ১। ঘহঁন; ২। ভূতে পোৱা; **—ঘাতঃ** আঘাত, আক্ৰমণ, কু ৭।৪৯, উচ্ছেদ, বিনাশ; **—ঘাতী** শত্ৰু; **—ঘাৰঃ** ১। ঘিঁউ; ২। ঘিঁউৰ আহুতি; **—চৰঃ** অনুচৰ, ভৃত্য; **—চৰণং,—চাৰঃ** ১। ভূত বিতাড়ণ। মন্ত্ৰপাঠ; ২। হত্যা; **—মন্ত্ৰঃ** ভূত খেদা মন্ত্ৰ; **—চাৰকঃ** ওজা; **—জনঃ** ১। পৰিয়াল, বংশ; ২। উচ্চ বংশ মাল ২।১৩; ৩। জন্মস্থান, মাতৃভূমি; ৪। যশস্যা, খ্যাতি; ৫। পৰিয়ালৰ মূৰব্বী; ৬। পৰিচাৰক বৃন্দ; **—জয়ঃ** বিজয়যাত্ৰা; **—জাত** ১। উচ্চবংশজাত। ৰ ১৭।৪ জাতক; ২। নম্ৰ; ৩। উপযুক্ত; ৪। আনন্দদায়ক কু ১।৪৫; ৫। সুন্দৰ, মনোৰম; ৬। সুশিক্ষিত; **—জিঘ্ৰণং** (মৰমৰ চিন স্বৰূপে) নাকেৰে কপাল (মূৰ) স্পৰ্শ কৰা কাৰ্য্য; **—জিৎ** *পু.* বিষ্ণু। চন্দ্ৰকক্ষৰ নাম বিশেষ; **—জ্ঞঃ** *বিণ.* ১। জ্ঞানী, অনুভৱী মে ১৬; ২। নিপুণ, চতুৰ। **—জ্ঞাঃ** স্বীকৃতি, স্মৃতি; **—জ্ঞানং, —সংস্মৰণ** স্মৰণ চিহ্ন বা প্ৰতীক, চন্দ্ৰৰ ক'লা অংশ; **—তাপঃ** শৰীৰ বা মনৰ উষ্ণতা, উদ্বেগ কষ্ট বা দুখ কি ৯।৪; **—তাম্ৰ** *বিণ.* অত্যন্ত ৰঙা; **—দ্ৰৱঃ** আক্ৰমণ; **—দ্ৰোহঃ** ১। আঘাত, অনিষ্ট, শত্ৰুতা; ২। ভৰ্ৎসনা; **—ধৰ্ষণ** ভূত বা ৰাক্ষসে ধৰা; **—ধাৱনং** আঘাত, অনুসৰণ; **—ধেয়ং** *বিণ.* (অভি বা কৰ্মণি যৎ) ১। বাচ্য, প্ৰতিপাদ্য অৰ্থ, তাৎপৰ্য্য কি ১৪।৫; ২। পদাৰ্থ; ৩। বিষয়-বস্তু; ৪। শব্দৰ প্ৰকৃত অৰ্থ; **—ধ্যা** *স্ত্ৰী* (অভি ধৈ্যও অঙ টাপ) ১। আনৰ বস্তুৰ প্ৰতি লোভ; ২। আশা, বাসনা, **(—নং)** ধ্যান; **—নন্দনঃ** *পুঃ* (অভি নন্দ ণিচ ল্যুট) ১। আনন্দ কৰা, স্বাগতম জনোৱা; ২। প্ৰশংসা কৰা, অনুমোদন জনোৱা; ৩। আশা আকাঙ্ক্ষা; **—নম্ৰ হালি পৰা।** ৰ ১৩।৩২; **—নয়ঃ** কথা, ইঙ্গিত আদিৰে (নাটকত) ভাব প্ৰকাশ কৰা। কু ৫।৭৯।২; নাটকীয় চৰিত্ৰ মঞ্চত নিবেদন কৰা বা প্ৰকাশ কৰা ২।১৮; অভিনয় ৪ বিধ– আঙ্গিক, বাচিক, আহাৰ্য্য, সাত্ত্বিক; **—নৱ** *বিণ.* (অভি নু ভাবে অপ্‌) সম্পূৰ্ণ নতুন। শ ৩।৮ **(—যৌৱন, —ৱয়স্ক)** যুবা সুলভ, তৰুণ; **—নৱোদ্ভিৎ** *পুঃ* অঙ্কুৰ; **—নহনং** চকুত বন্ধা কাপোৰ (বেণ্ডেজ), কণা মানুহ; **—নিৰ্মুক্ত** সূৰ্য্যাস্তৰ সময়লৈকে শয়ন কৰা লোক। মনু ২।২২১; **—নিৰ্যাণং** (সৈন্যৰ) অগ্ৰগমন, আক্ৰমণ; **—নিৱিষ্ট** নিমগ্ন, দৃঢ়সঙ্কল্প, স্থিৰ, অটল, অদম্য; **—নিবৃত্তিঃ** *স্ত্ৰী* সম্পূৰ্ণতা, সম্পাদন; **—নিৱেশঃ** ১। একাগ্ৰতা, নিষ্ঠা, আসক্তি; ২। সঙ্কল্প, দৃঢ়তা, ঐকান্তিকতা কু ৫।৭; **—নিহ্নৱঃ** অস্বীকাৰ, প্ৰতিবাদ। গোপন; **—নীত** *বিণ.* ১। যুক্ত, ন্যায্য, সংস্কৃত; ২। নাটকত অংশ লোৱা; ৩। অলঙ্কৃত, উপযুক্ত; ৪। ধীৰ, ক্ষমাশীল; ৫। ক্ৰোধী। **(—তিঃ)** *স্ত্ৰী* ধৈৰ্য্যশীল কি ১৩।৩৬; নেতা *পুঃ বিণ.*, যিয়ে অভিনয় কৰে। **(—ত্ৰী) —পতনং** ১। ওচৰ চপা; ২। ওপৰত পৰা, আক্ৰমণ, প্ৰস্থান; **—পত্তিঃ** *স্ত্ৰী* ১। ওচৰ চপা; ২। সম্পাদন; **—পন্নঃ** ১। ওচৰলৈ অহা। কাষ চপা; ২। পলাতক; ৩। বশীভূত; ৪। দুৰ্ভগীয়া, বিপদগ্ৰস্ত; ৫। সমৰ্থিত; ৬। অপৰাধী; **—প্ৰণয়ঃ** স্নেহ, অনুগ্ৰহ, প্ৰাৰ্থনা; **—প্ৰণীত** ১। উৎসৰ্গীকৃত। ভট্টি ১।৪, ২। সংগৃহীত; **—প্ৰায়ঃ** (পু অভি প্ৰ ইন ভাৱে অচ্‌) ১। ইচ্ছা, উদ্দেশ্য, লক্ষ্য, অভিলাস; ২। অৰ্থ, বাক্য বা শব্দৰ ভাবাৰ্থ; ৩। অভিমত, বিশ্বাস; ৪। সম্বন্ধ, সন্মতি; **—প্ৰেত** ১। অভিপ্ৰায়, ২। সমৰ্থিত; ৩। আনন্দদায়ক; **—প্লৱঃ** ১। দুখ,

দুৰ্গতি, উপদ্ৰৱ, বানপানী; **—প্লুত** বশীভূত, পৰাভূত; **—বুদ্ধিঃ** চকু, জিভা, কাণ আদি জ্ঞানেন্দ্ৰিয়; **—ভৱঃ** *পু* (অভি ভূ ভাৱে অপ) ১। সৰ্বনাশ, ২। পৰাজয়। ৰ ৯।৪; ৩। অসম্মান, অৱমাননা কু ৫।৪৩; ৪। প্ৰাধান্যতা, কি ২।৩৭; **—ভূতিঃ** *স্ত্ৰী* অভিভৱ চাওক। কি ২।২০; **—মতঃ** *বিণ.* ইষ্ট, মনোমত আনন্দজনক, *পু* মৰমিয়াল মানুহ, প্ৰেমিক; **—মন্ত্ৰণং** *ক্লী* আহ্বান, নিমন্ত্ৰণ; মন্ত্ৰৰ দ্বাৰা সংস্কাৰ কৰা; যা ১।২৩৭; মনোৰম। **—মন্যু** অৰ্জুনৰ পুত্ৰ, **—মৰুঃ —মন্থঃ** *পু* চকুৰ বেমাৰ। *পু* (অভি মৃদ্ ভাৱে ঘঞ্) ১। পীড়ন, বিনাশ, হত্যা; ২। যুদ্ধ; ৩। নিজৰ দলত বিশ্বাসঘাতকতা; ৪। বন্ধন, শিকলি। **—মৰ্দঃ** ১। ঘৰ্ষণ; ২। ধ্বংস, দমন; ৩। যুদ্ধ; ৪। মদ; **—মৰ্শঃ, —মৰ্শনং, —মৰ্ষঃ, —মৰ্ষণং** ১। স্পৰ্শ, সংস্পৰ্শ; ২। আক্ৰমণ, ৩। উপদ্ৰৱ, ৪। যৌন-সংসৰ্গ শ ৫।২০ ৫। আলিঙ্গন, ৬। প্ৰলোভন মনু ৮।৩৫২; **—মানঃ** *পু,* ১। গৰ্ব, অহঙ্কাৰ; ২। অহমিকা; ৩। ব্যক্তিত্ব; ৪। আত্মশ্লাঘা; ৫। প্ৰেম, প্ৰীতি; ৬। আশা, অভিলাষ; ৭। আঘাত, হত্যা, হিংসা, **—মানী** আত্মসম্মানবোধ থকা লোক। **—মায়** *বিণ.* অভিভূত, হতবুদ্ধি; **—মুখং** *বিণ.* (—খী *স্ত্ৰী*) ১। সম্মুখীন, ২। মুখামুখি শ ২।১১; ৩। ইচ্ছুক কু ২।১৬; ৪। অনুকুল, বন্ধুসুলভ; **—যাচনং, —যাচঞা,** খোজা, অনুৰোধ কৰা; **—যাতিঃ** *পু, (—তী স্ত্ৰী)* শক্ৰ; আঘাত কৰাৰ বাবে ওচৰলৈ অহা। ৰ ১২।৪৩; **—যানং** যুদ্ধযাত্ৰা, আক্ৰমণ; **—যুক্ত** *বিণ,* ১। নিযুক্ত, দৃঢ়প্ৰতিজ্ঞ যত্নপৰ, উ ২।৩০; ২। দক্ষ, জ্ঞানী; ৩। আক্ৰান্ত শি ২।১০১; ৪। বিধিমতে দণ্ডনীয়, আচামী; **—যোক্তা** *বিণ* (অভি যুজ্ তৃচ্ কৰ্তৰি) ১। মোকৰ্দমাৰ বাদী, ফৰিয়াদী; মনু ৮।৫২; ২। মিছলীয়া দাবীদাৰ; **—যোগঃ** ১। আবেদন, সংযোগ; ২। অধ্যৱসায়, চেষ্টা, উদ্যম ভৰ্ত্তৃ ২।৭৩; ৩। আক্ৰমণ, কি ২।৪৬; ৪। (মোকৰ্দমাত) কাৰোবাৰ বিৰুদ্ধে গোচৰ **—যোগী** গোচৰীয়া; **—ৰক্ষা, —ৰক্ষণং** ৰাজ্যৰ চাৰিওদিশে সুৰক্ষা। কি ১।১৮; **—ৰতিঃ** *স্ত্ৰী* আনন্দ, প্ৰেম, পৰিতোষ, আসক্তি ৰ ৯।৭; **—ৰামঃ** *বিণ.* (অভিৰমতে মনোত্ৰ অভি ৰম্ আধাৰে ঘঞ্) *আনন্দজনক,* মনোৰম, সুন্দৰ, ধুনীয়া মে ৫১; **—ৰুচিঃ** *স্ত্ৰী* আশা, অভিলাষ, আনন্দ ভৰ্ত্তৃ ২।৬৩; উচ্চাকাঙ্ক্ষা, (**—তঃ**) প্ৰেমিক; **—ৰুতং** *ক্লী,* চিঞৰ, শব্দ; **—ৰূপ** *বিণ.,* ১। উপযুক্ত, সদৃশ; ২। আনন্দ জনক। মনু ৯।৮৮; ৩। মৰমৰ; ৪। পণ্ডিত, জ্ঞানী, (**—পঃ**) *পু* চন্দ্ৰ, শিৱ, বিষ্ণু, কামদেৱ, (**—পতিঃ**) স্বৰ্গত মনোমত পতি পাবৰ বাবে ব্ৰত বা পূজা; **—লজ্ঞনং** জপিয়াই পৰা; **—লষণং** ইচ্ছা; **—লষিতং** আশা, ইচ্ছা; **—লাপঃ** ১। প্ৰকাশ, বাক্য শব্দ; ২। ঘোষণা, উল্লেখ, নিৰ্দেশনা, ধৰ্মীয় সঙ্কল্প; **—লাৱঃ**, কাঁচিৰে শস্য কটা; **—লাষঃ** (**সঃ**) কামনা, আশা, ইচ্ছা, মনোৰম, (প্ৰেমিক বা প্ৰেমিকাৰ) সঙ্গমেচ্ছা। ৰ ৩।৪; **—লাষী** *বিণ.* (অভি লষ্ ণিনি) অভিলাষ থকা লোক, **—লাষুক** লুভীয়া। কি ১১।১৮; **—লীন** *বিণ.,* ১। আসক্ত, লগলাগি থকা ৰ ৩।৮; ২। আলিঙ্গন, আবৃত কৰা, মে ৩৬; **—লুলিত** *বিণ.,* ১। উদ্বিগ্ন, আকুল; ২। চঞ্চল, অস্থিৰ; **—লূতা** এবিধ মকৰা জাতীয় কীট; **—ৱদনং** নমস্কাৰ, প্ৰণাম; **—ৱন্দনং** সশ্ৰদ্ধ প্ৰণাম। ভৰিত ধৰি কৰা প্ৰণাম; **—ৱাদঃ, —ৱাদনং** গুৰুক বা জ্যেষ্ঠজনক কৰা নমস্কাৰ বা প্ৰণাম; **—ৱাদকঃ** *বিণ,* (অভি ৱদ্ ণিচ্ ণ্বুল) ১। প্ৰণাম; ২। বিনয়ী, শিষ্ট; **—ৱিশ্ৰুতঃ** *বিণ.,* খ্যাতিসম্পন্ন, যশস্বী; **—ৱ্যক্তিঃ** *স্ত্ৰী.,* আৱিৰ্ভাব, প্ৰকাশ, প্ৰদৰ্শন; **—ৱ্যাপ্তিঃ,** *স্ত্ৰী.* সৰ্বত্ৰ ব্যাপ্ত হৈ থকা; **—ৱ্যাহৰণং** উচ্চাৰণ, বিশেষ শব্দ, নাম, উপাধি; **—শংশনং** অভিযোগ, ভৰ্ৎসনা, অৱমাননা মে ৮: **—শঙ্কাঃ** শঙ্কা, উদ্বেগ, সংশয়; **—শপ্তঃ** *বিণ.,* (অভি শপ্ ক্ত) অভিশাপগ্ৰস্ত; **—শস্তঃ** (অভি শন্স্ ক্তঃ) ১। নিন্দিত, ভৎসিত মে ৮; ২। আক্ৰান্ত, পীড়িত; ৩। অভিশপ্ত; ৪। দুষ্ট, পাপী; **—শস্তিঃ** *স্ত্ৰী.,* ১। অভিশাপ, বিপদ, দুৰ্দশা; ২। অপমান, অপযশ; ৩। ভিক্ষা কৰা; **—শাপনং** *ক্লী* অভিশাপ দিয়া কাৰ্য্য; **—শোচনং** অত্যন্ত দুখ, শোক; **—শ্ৰৱণং** বেদ মন্ত্ৰ পাঠ; **—ষঙ্গঃ** ১। সংসৰ্গ, সংযোগ; ২। পৰাজয়, নৈৰাশ্য ৰ ২।৩০; ৩। আকস্মিক দুখ বা আঘাত ৰ ৮।৭৫; **—ষৱঃ** ১। সোমৰস নিষ্কাশন; ২। যজ্ঞৰ আগতে কৰা স্নান; ৩। যজ্ঞ; **—ষিক্ত** ১। (ধৰ্মীয় কাৰ্য্যত) পানী ছটিওৱা; ২। শিৰত মুকুট পিন্ধোৱা; উন্মোচন, উদ্‌ঘাটন,

আনুষ্ঠানিকভাৱে পদত অধিষ্ঠিত কৰা; **—ষেকঃ** *পু.,* (অভি সিচ্ ভাৱে ঘঞ) ১। স্নান, চন্দনাদিৰে প্ৰলেপন; ২। উন্মোচন, পানী ছটিয়াই পবিত্ৰ কৰা, উৎসৰ্গ কৰা, ৰ ১৪।৭; ৩। পবিত্ৰ জল; (**—অহঃ**) অভিষেকৰ দিন। (**—শালা**) অভিষেক গৃহ; **—ষেণনং** শত্ৰুৰ বিপক্ষে যুদ্ধযাত্ৰা কৰা; শত্ৰুৰ মুখামুখি হোৱা; **—ষেণয়তি** আক্ৰমণ কৰা, যুদ্ধযাত্ৰা কৰা বে ২।২৫; **—ষ্যং(স্যং)ন্দ** ১। বৈ থকা; ২। চকুৰ দুৰ্বলতা; ৩। বৃদ্ধি, উদ্বৃত্ত কু ৬।৩৭; **—ষঙ্গঃ** সংযোগ, আসক্তি, প্ৰেম; **—সংশ্ৰয়ঃ** বিশ্ৰামস্থান, আশ্ৰয়; **—সংস্তৱঃ** উচ্চ প্ৰশংসা; **—সন্তাপঃ** যুদ্ধ, সামৰ; **—সন্দেহঃ** ১। বিনিময়, বদলি; ২। জননেন্দ্ৰিয়; **—সন্ধঃ—ন্ধকঃ** ১। প্ৰবঞ্চক, ঠগ; ২। বদনাম কৰি ফুৰা লোক; **—সন্ধা** ১। বচন, ঘোষণা, প্ৰতিজ্ঞা, বিবৃতি; ২। প্ৰবঞ্চনা; **—সন্ধানং** (অভি সম্ ধা ভাৱে ল্যুট) ১। বচন, বিবৃতি, ২। প্ৰবঞ্চনা ৰ ১৭।৭৬; ৩। উদ্দেশ্য, লক্ষ্য; **—সন্ধিঃ** *পু,* ১। বচন, প্ৰতিজ্ঞা, সঙ্কল্প; ২। অভিলাষ, উদ্দেশ্য; ৩। প্ৰকৃত অথবা ইঙ্গিত অৰ্থ; ৪। অভিমত; ৫। চুক্তি অথবা চুক্তিৰ চৰ্ত; **—সম্পাতঃ** *পুঃ* (অভি সম্ পৎ আধাৰে ঘঞ) ১। যুদ্ধ; ২। অভিশাপ, সংযোগ, সঙ্গম; **—সম্বন্ধঃ** সংযোগ, সম্বন্ধ, যৌনসংসৰ্গ মনু ৫।৬৩; **—সৰঃ** *পু* অনুচৰ, ভৃত্য, সহচৰ; **—সৰ্গঃ** সৃষ্টি; **—সায়ং** *অব্য,* সন্ধিয়া, সূৰ্য্যাস্তৰ সময়ত; **—সাৰঃ** (অভি সৃ আধাৰে ঘঞ) ১। কাৰোবাক লগ পাবলৈ যোৱা, সাক্ষাৎ; ২। প্ৰেমিক প্ৰেমিকাৰ মিলনৰ স্থান; ৩। যুদ্ধ, আক্ৰমণ, সাধন; **—সাৰিকা** *স্ত্ৰী.* প্ৰেমিকক দেখা কৰাৰ কাৰণে গমন কৰা নাৰী ৰ ১৬।১২। সাহিত্য দৰ্পণত এনে মিলনৰ ৮ বিধ স্থানৰ উল্লেখ কৰিছে— পথাৰ, উদ্যান, ধ্বংসপ্ৰাপ্ত মন্দিৰ, নাৰী দূতৰ ঘৰ, জঙ্ঘল, তীৰ্থযাত্ৰীৰ নিবাস, শ্মশান আৰু নদীৰ পাৰ; **—স্নেহঃ** *পু* আসক্তি, প্ৰেম, বাসনা গী ২।৫৭; **—স্ফুৰিত** *বিণ.,* সম্পূৰ্ণভাৱে বিকশিত (ফুলাদি); **—হত** ১। আঘাতপ্ৰাপ্ত, প্ৰহৃত; মাবি ৫।৩; ২। আক্ৰান্ত; ৩। বাধাপ্ৰাপ্ত; ৪। (অঙ্কশাস্ত্ৰত) গুণ কৰা; **—হৃতিঃ** *স্ত্ৰী* **—হৰণং** ১। ওচৰলৈ অনা ৰ ১১।৪৩; ২। চুৰ কৰা, কাঢ়ি লোৱা; **—হ্বঃ** ১। অৰ্চনা; ২। সম্পূৰ্ণভাৱে উছৰ্গা কৰা; **—হ্বাৰঃ** ১। লৈ যোৱা, কাঢ়ি নিয়া, ২। আক্ৰমণ, আঘাত; ৩। হাতত অস্ত্ৰ ধাৰণ কৰা; **—হাসঃ** ব্যঙ্গ, ঠাট্টা, ইতিকিং; **—হিত** *বিণ.* (অভি ধা কৰ্মণি ক্ত) উক্ত, কথিত, সম্বোধিত। **—হোমঃ** ঘিউৰ আহুতি।

**অভি(ভী)ক** *বিণ.* কামুক, ইন্দ্ৰিয়সুখাভিলাষী। ৰ ১।৯৪।

**অভিতঃ** *অব্য.* ১। কাষত, ওচৰত, প্ৰতি কি ১১।৮; ২। সমুখত, বিপৰীতে কি ২।৫৯; ৩। দুয়োফালে উ ৪।২০; ৪। চাৰিওফালে ৫। সম্পূৰ্ণৰূপে; ৬। শীঘ্ৰে, ততালিকে।

**অভিধা** ১। নাম, পদবী, ২। শব্দ, ৩। শব্দ বা পদৰ প্ৰকৃত অৰ্থ, **—ধানং** ১। কথন, নামোল্লেখ, ২। উক্তি, ৰ ৩।২০; ৩। ভাষণ, ৪। শব্দকোষ, **—কোশঃ —মালা** শব্দকোষ, নামমালা, **—য়ক** (**—য়িকা** *স্ত্ৰী*), **—ধায়িন** *বিণ.* নামোল্লেখ, নিৰ্দেশ, কথন।

**অভিন্ন** *বিণ.* ১। নভগা, নকটা; ২। অপৰিবৰ্তিত; ৩। একে, সদৃশ।

**অভী** *বিণ.* নিৰ্ভীক ৰ ১৫।৮।

**অভীক্ষ্ণ** *বিণ.,* ১। বাৰে বাৰে কঠিত বা কৃত; ২। স্থিৰ, স্থায়ী, নিত্য; ৩। প্ৰচুৰ।

**অভীপ্সিত** *বিণ.* (অভি আপ্ সন্ কৰ্মণি ক্ত) বাঞ্ছিত অভীষ্ট।

**অভীৰঃ** *পুঃ* (অভি ঈৰ্ নিচ্ অচ্) গৰখীয়া। আভীৰ জাতি, **—পল্লীঃ** গৰখীয়াৰ গাওঁ।

**অভীকঃ** নিৰ্ভীক।

**অভীশাপঃ** অভিশাপ।

**অভীশুঃ** **—ষুঃ** (অভি শো কু) ১। শিকলি, ৰচি, পাশ; ২। ৰশ্মি, জিলিকনি, শি ১।২২; ৩। আশা; ৪। আসক্তি।

**অভীষ্ট** ১। ইপ্সিত; ২। মৰমৰ; **—ষ্টা** *স্ত্ৰী* প্ৰেয়সী, **—ষ্টং** *ক্লী* ইপ্সিত বস্তু।

**অভুক্ত** *বিণ.* উপবাসী।

**অভুগ্ন** *বিণ.,* ১। পোন, অবক্ৰ; ২। ৰোগহীন।

**অভুজ** *বিণ.* হাতহীন।

**অভূঃ** অজাত, বিষ্ণু।

**অভূত** *বিণ.* নথকা, অস্তিত্বহীন, **—তদ্ভাৱঃ** জগতে নথকাটো পিছত আকৌ হোৱা। পৰিবৰ্তিত। **—পূৰ্ব** *বিণ.* অদ্ভুত, অনতিক্ৰান্ত। বে ৩।২; **—শত্ৰুঃ** *বিণ.* অজাতশত্ৰু।

**অভূমিঃ** *স্ত্রী,* নিৰাকাৰ, আশ্ৰয়হীন, ভূমিৰ বাহিৰে যি কোনো শি ১।৪২।
**অভৃত** *বিণ.* আদায় নিদিয়া। অসমৰ্থিত।
**অভেদ** *বিণ.* অভিন্ন, সদৃশ, নিৰ্বিশেষ। **—দঃ** *পু* অভিন্নতা। কি ৯।১৩।
**অভেদ্য** *বিণ.,* ভেদ কৰিব নোৱৰা, কঠিন, অজেয়। **—দ্যং** *ক্লী* হীৰা।
**অভোজ্য** অখাদ্য।
**অভ্যগ্রং** *বিণ.* ওচৰ, সমীপ।
**অভ্যঙ্গং, অভ্যঞ্জনং** শৰীৰত তেল ঘঁহা কু ৭।৭ প্ৰলেপ, মলম।
**অভ্যধিক** *বিণ.,* ১। অধিক, প্ৰচুৰ; ২। গুণ আৰু পৰিমাণৰ অধিকতৰ। গী ১১।৪৩, অসাধাৰণ শ ৬।২
**অভ্যনুজ্ঞা, —জ্ঞানং** ১। সম্মতি, অনুমতি, কু ৫।৭; ২। আদেশ অনুপস্থিতিৰ বাবে অনুমতি। যুক্তিগ্ৰহণ।
**অভ্যন্তৰ** *বিণ.,* ১। ঘৰৰ ভিতৰ ভাগ। ভিতৰুৱা ৰ ১৭।৪৫; ২। গোষ্ঠীৰ ভিতৰত অন্তৰ্ভুক্ত; ৩। নিকট, আন্তৰিক। **—ৰং** *ক্লী* ১। ভিতৰৰ ২। স্থান, মাজৰ ঠাই। ৰ ৩।৯, ৩। মন **—কলা** গুপ্ত কলা (বিদ্যা), কপট আচৰণ।
**অভ্যন্তৰীকৰণং** প্ৰাৰম্ভ কৰা, প্ৰৱৰ্তন কৰা।
**অভ্যমনং** ১। আক্ৰমণ, আঘাত; ২। ৰোগ।
**অভ্যমিত্রং** শত্ৰুক আক্ৰমণ।
**অভ্যয়ঃ** আগমন, সূৰ্য্যাস্ত।
**অভ্যৰ্চনং, —র্চা** পূজা, অৰ্চনা, শ্ৰদ্ধা।
**অভ্যৰ্ণ** *বিণ.* ওচৰ, কাষ, ওচৰলৈ অহা ৰ ২।৩৫। শি ৩।২১।
**অভ্যৰ্থনা** *স্ত্রী.,* প্ৰাৰ্থনা, আবেদন, **—ৰ্হণা** পূজা, শ্ৰদ্ধা।
**অভ্যৰ্হিত** *বিণ.* ১। অভ্যৰ্থিত, শ্ৰদ্ধাস্পদ; ২। উপযুক্ত, যথাযোগ্য।
**অভ্যৱকৰ্ষণং** নিষ্কাশন।
**অভ্যৱস্কন্দঃ, —ন্দনং** শত্ৰুক ভীষণভাৱে আক্ৰমণ, তীব্ৰা ঘাত।
**অভ্যৱহাৰঃ** *পু* (অভি অৱ হৃ ভাৱে ঘঞ্) ১। আহাৰ কৰা, পান কৰা, ২। আহাৰ, খাদ্য।
**অভ্যৱহাৰ্য** খাবৰ যোগ্য, ভক্ষণীয়।
**অভ্যসনং** বাৰে বাৰে কৰা কাৰ্য্য, অভ্যাস। অধ্যয়ন ৰ ১।৪৮।
**অভ্যসূয়ক** ঈৰ্ষা, ক্ৰোধ ৰ ৬।৭৪।
**অভ্যস্ত** ১। জনা হোৱা, পঠন কৰা; ২। সঘনে অভ্যাস কৰি থকা; ৩। (অঙ্ক শাস্ত্ৰত) গুণিত।
**অভ্যাকাঙ্ক্ষিতং** ১। মিছা অপবাদ, ২। বাসনা।
**অভ্যাখ্যানং** ১। মিছা অপবাদ, ২। ধ্বংস, দুৰ্যোগ।
**অভ্যাগত** (অভি আ গম্ কৰ্তৰি ক্ত) ১। অতিথি, হি ১।১০৮; ২। ওচৰলৈ অহা জন।
**অভ্যাগম** ১। ওচৰলৈ অহা বা যোৱা। সাক্ষাৎ ৰ ১৬।৮; ২। সন্নিকট, ওচৰ-চুবুৰীয়া; ৩। মুখামুখি, আক্ৰমণ; ৪। যুদ্ধ; ৫। শত্ৰুতা।
**অভ্যাঘাতঃ** আঘাত, আক্ৰমণ।
**অভ্যাদানং** প্ৰাৰম্ভ।
**অভ্যান্ত** *বিণ.* ৰোগী।
**অভ্যামৰ্দঃ —মৰ্দনং** যুদ্ধ, সমৰ।
**অভ্যাৰোহঃ** ওপৰলৈ উঠা
**অভ্যাবৃত্তিঃ** *স্ত্রী* পুনৰাবৃত্তি।
**অভ্যাশ** *বিণ* সমীপ, ওচৰ, (পু.) লাভৰ আশা, ভৰসা।
**অভ্যাসঃ** *পু.* ১। অভ্যাস, আবৃত্তি, বাৰে বাৰে কৰা যেনে যোগাভ্যাস গীতা ৬।৩৫; ২। ৰীতি, আচাৰ কু ৫।৬৫; ৩। শৰাভ্যাস, নিয়মানুৱৰ্তিতা; ৪। ওচৰ চুবুৰী কু ৬।২; ৫। (ব্যাকৰণত) পুনৰ দুগুণ কৰণ; ৬। (গণিতত) পুৰণকৰণ; ৭। গীতৰ ধ্ৰুৱা, দোহাৰ; **—যোগঃ** নিৰৱচ্ছিন্ন ধ্যানৰ বলত মন সম্পূৰ্ণৰূপে ভগৱৎ প্ৰেমত লীন হোৱা, গী ১২।৯।
**অভ্যাহননং** ১। আঘাত কৰা, হত্যা কৰা, ২। বাধা দিয়া।
**অভ্যাহাৰঃ** ১। ওচৰলৈ অনা, আন ঠাইলৈ লৈ যোৱা; ২। লুট কৰা।
**অভ্যুক্ষণং** অভিষিক্ত কৰা, পানী ঢালি পৱিত্ৰ কৰা ৰ ১৬।৫৭।
**অভ্যুচ্চয়ঃ** বৃদ্ধি, উন্নতি।
**অভ্যুত্থানং** ১। আসনৰ পৰা উঠি সন্মান প্ৰদৰ্শন কৰা; ২। প্ৰাৰম্ভ কৰা, যাত্ৰা কৰা; ৩। উত্থান, বৃদ্ধি, খ্যাতি, মৰ্য্যাদা গী ৪।৭।
**অভ্যুৎপতনং** হঠাতে জঁপিয়াই পৰা, আক্ৰমণ কৰা ৰ ২।২৭।
**অভ্যুদয়ঃ** ১। উত্থান, উন্নতি, কৃতকাৰ্য্যতা, ৰ ৩।১০; ২। পৰ্ব, উৎসৱ; ৩। সূচনা, আৰম্ভণি।
**অভ্যুদ্গমঃ, —গমনং, —গতিঃ** *স্ত্রী* ১। অতিথি আদিক শ্ৰদ্ধাৰে সাক্ষাৎ কৰা; ২। ওপৰলৈ উঠা, উদ্ভাৱন হোৱা।

**অভ্যুদ্যত** উত্থিত, সাজু হোৱা, ওচৰ চপা, নোখোজাকৈ দিয়া।

**অভ্যুন্নত** উত্তোলিত, অতি উচ্চ কু ১।৩৩, —**তিঃ** *স্ত্রী* উন্নতি, সমৃদ্ধি।

**অভ্যুপগমঃ** ১। ওচৰ চপা, আগমন, ২। অনুমতি দিয়া, সঁচা বুলি গ্রহণ কৰা, ৩। কৰিবলৈ লোৱা, অঙ্গীকাৰ কৰা।

**অভ্যুপপত্তিঃ** *স্ত্রী* ১। সহানুভূতি দেখুওৱা, অনুগ্রহ কৰা; ২। সান্ত্বনা ৩। চুক্তি; প্রতিজ্ঞা, পৰিত্রাণ; ৪। গর্ভাধান ক্রিয়া। (বিশেষকৈ বিধৱা ভাতৃবধুত) মনু ৮।১১৩।

**অভ্যুপায়ঃ** *পু.* (অভি উপ ইণ ভাৱে অচ) ১। আঙ্গীকাৰ, স্বীকাৰ, উপায়; ২। উপায়, সংস্থান, প্রতিকাৰ কু ৩।১৯।

**অভ্যুপায়নং** *ক্লী* প্রলোভন, ভেঁটী কি ১।৪০।

**অভ্যুপেত** *অব্য.* স্বীকৃত, অঙ্গীকৃত।

**অভ্যূষঃ, অভ্যূষঃ অভ্যোষঃ** এবিধ পিঠা।

**অভ্যূহঃ** ১। তর্ক, যুক্তি প্রদর্শন, আলোচনা; ২। অনুমান, মাবি ১।১৪; ৩। লুপ্ত বর্ণ বা পদৰ যোগান; ৪। মনৰ মিল।

**অভ্র** সত্যাম্ (ভ্বা প অ অভ্রতি) যা, গমন কৰ, গমন কৰ, ভট্টি ৪।১১।

**অভ্রং** *ক্লী,* (অপ ভৃ ক) ১। মেঘ, আকাশ, শি ৯।৩; ২। বালিচন্দা, ৩। (অঙ্কশাস্ত্রত) শূন্য, —**অভ্রকাশঃ** বৃষ্টিপাত, —**নাগঃ** ভূমণ্ডল ধাৰণ কৰা এটা হাতী। ঐৰাৱত, —**পথঃ** বায়ুমণ্ডল —**পুষ্পঃ** বেত, —**মালা** মেঘৰাশি।

**অভ্রংলিহ** *বিণ.* মেঘচুম্বী মে ৬৪, —**লিহঃ** বতাহ।

**অভ্রকং** বালিচন্দা, —**সত্বং** তীখা।

**অভ্রকংষ** মেঘচুম্বী, —**ষঃ** ১। বায়ু, ২। পর্বত।

**অভ্রমুঃ** *স্ত্রী.* (ন ভ্রাম্যতি নঞ ভ্রম উঞ) প্রাচ্যদেশৰ মাইকী হাতী। ইন্দ্রৰ ঐৰাৱতৰ লগৰী, —**প্রিয়ঃ,** —**ৱল্লভঃ** ঐৰাবত।

**অভ্রিঃ** *পু* **অভ্রী** *স্ত্রী.* কাঠৰ জোঙা লাঠী, কোৰ।

**অভ্রিত** *বিণ.* মেঘে আবৰা। ৰঘু ৩।১২

**অভ্রিয়** *বিণ.* মেঘৰ পৰা উদ্ভূত।

**অভ্রেষঃ** *পু* (ভ্রেষ্ চলনে ঘঞ) অচল-অটল, উচিত, ন্যায়।

**অম্** *অব্য* (অম্ ক্বিপ্) ততালিকে।

**অম্** গতৌ (ভ্বা প অ অমতি) ১। গমন কৰা সেৱা কৰ, শব্দ কৰ, খা, ২। বেমাৰত পৰ।

**অম** *বিণ.* কেঁচা, —**মঃ** গমন, ৰোগ।

**অমঙ্গলং** অপৱিত্র, পাপ, ৰোগ ৰঘু ১২।৪৮; কু ৫।৬৫, দুর্ভাগ্য; —**লঃ** এৰা গছ।

**অমণ্ডঃ** *পুং* (নাস্তি মণ্ডো ভূষা যস্য) ১। শৃঙ্গাৰহীন, অলঙ্কাৰহীন; ২। এৰা গছ।

**অমত** *বিণ.* মনে নধৰা, নজনা, অপৰিচিত, ভাল নলগা —**তঃ** ১। সময়; ২। ৰোগ, মৃত্যু।

**অমতি** *বিণ.* কুস্বভাৱযুক্ত, দুষ্ট, —**তিঃ** ১। ঠগ, প্রবঞ্চক, ২। চন্দ্র, ৩। সময়, —**তিঃ** *স্ত্রী* অজ্ঞানী, অদূৰদর্শী মনু ৫/২০ —**পূর্ব** অজ্ঞান, অনভিপ্রেত।

**অমত্ত** *বিণ.* স্থিৰমতি, শান্ত।

**অমত্রং** *ক্লী* ১। ভোজনপাত্র; ২। শক্তি, বীর্য্য।

**অমৎসৰঃ** *বিণ.* ঈর্ষাশূন্য।

**অমনস্, অমনস্কঃ** *বিণ.* ১। চিন্তাশূন্য, জ্ঞানহীন; ২। অমনোযোগী।

**অমনিঃ** *স্ত্রী* (অম আকাৰে অনি) আলিবাট, পথ।

**অমন্দঃ** *পু* ১। গছ; ২। কুশল, উদ্যোগী; ৩। সৰহ; ৪। প্রচন্দ উ ৫/৫।

**অমনাক্** প্রচুৰ।

**অমনুষ্য** বিণ. মানৱশূন্য (পু) অমানৱ, দৈত্য।

**অমন্ত্র,** —**স্ত্রক** বৈদিক মন্ত্র নথকা। বৈদিক মন্ত্রপাঠৰ অযোগ্য, যাদুমন্ত্রহীন।

**অমম** মমত্বহীন, নিস্বার্থ, মনু ৬/২৬।

**অমৰ** *বিণ.* ১। মৃত্যুহীন, অবিনাশী, মনু ২/১৪৮; —**ৰঃ** দেৱতা; ২। পাৰা (পাৰদ) ৩। সোণ; ৪। সংখ্যা ৩৩, ইয়াক দেৱতাসকলৰ সংখ্যা বুলি কোৱা হয়; ৫। অমৰকোশৰ ৰচয়িতা অমৰ সিংহ, বিক্রমাদিত্য ৰজাৰ নবৰত্নৰ এজন। (আন ৮ জন হ'ল, ধন্বন্তৰী, ক্ষপণক, সিংহশঙ্কু, বেতালভট্ট, ঘটকর্পৰ, কালিদাস, ৱৰাহমিহিৰ আৰু বৰৰুচি); ৬। হাড়ৰ দ'ম; —**ৰা** ১। অমৰাৱতী, ইন্দ্রৰ বাসস্থান; ২। নাভিৰ (কংকালৰ) বচি; ৩। গর্ভাশয়, —**ৰী** ১। দেৱনাৰী; ২। অমৰাৱতী, —**অঙ্গনা** অপ্সৰা শি ১/৫১, —**অদ্রিঃ** সুমেৰু পর্বত। —**অধিপঃ,** —**ঈশঃ,** —**পতিঃ** —**ভর্তা,** —**ৰাজঃ** ইন্দ্র, শিৱ, বিষ্ণু, —**আপগা** —**সৰিৎ** *স্ত্রী* গঙ্গা নদী, —**কোশঃ(ষঃ)** অমৰসিংহই ৰচনা কৰা শব্দকোষৰ নাম, —**তৰুঃ** —**দাৰু** কল্পতৰু, দেৱদাৰু বৃক্ষ। —**পুৰং** দেৱতাৰ বাসস্থান; —**লোকঃ** স্বর্গ, মনু ২/৫।

**অমৰাৱতী** ইন্দ্রৰ বাসস্থান।

**অমৰ্ত্যঃ** *পু.* অক্ষয়, অবিনশ্বৰ, দেৱতা **—আপগা** গঙ্গা **—ভুৱনং** স্বৰ্গ।

**অমৰ্যাদ** *বিণ.* সীমালঙ্ঘনকাৰী, অনুচিত, শ্ৰদ্ধাহীন, **—দা** শ্ৰদ্ধাশূন্য, অৱমাননা।

**অমৰ্ষঃ** *পু* (মৃষ ভাৱে ঘঞ্ নঞ্) ১। ধৈৰ্য্যহীন, অসহিষ্ণু কি ১।৩৩; ২। ঈৰ্ষা, ক্ৰোধ; ৩। প্ৰচণ্ডতা, দৌৰাত্ম্য। **—হাসঃ** অট্টহাস্য।

**অমৰ্ষণ** *বিণ.* ক্ৰোধী, প্ৰকোপিত, অসহিষ্ণু।

**অমল** *বিণ.,* ১। নিৰ্মল, দোষহীন, পবিত্ৰ; ২। বগা, উজ্জ্বল, ৰ ৬/৮০; **—লা** লক্ষ্মীদেৱী। নাভি, **—লং** *ক্লী.* বালিচন্দা, পৰমব্ৰহ্ম।

**অমলিন** *বিণ.,* পৰিষ্কাৰ, নিৰ্মল।

**অমসঃ** ১। ৰোগ; ২। মূৰ্খতা, নিৰ্বোধ; ৩। কাল।

**অমা** *অব্য* সহাৰ্থত, লগত, যেনে অমাত্য, অমাৱস্যা। *(স্ত্রী)* অমাৱস্যা তিথি।

**অমাংস** *বিণ.* মাংসহীন, দুৰ্বল, ক্ষীণ।

**অমাত্য** *পু.* (অমা সহ ৱিদ্যতে অমা ত্যপ্) ৰজাৰ সহচৰ, মন্ত্ৰী ৰ ৩।২৮।

**অমাত্ৰ** *বিণ.* মাত্ৰাহীন, অসীম, **—ত্ৰঃ** পৰমব্ৰহ্ম।

**অমাননং, —না** অশ্ৰদ্ধা, অৱমাননা।

**অমানস্যং** কষ্ট, পীড়া।

**অমানিন** বিনয়ী, নম্ৰ।

**অমানুষ** *বিণ.* অমানৱিক, অলৌকিক।

**অমায়** *বিণ.* অধূৰ্ত্ত, অকপট, সৰল, অপৰিমেয়, **—য়া** স্ত্ৰী সৰলতা, (বেদান্তত) ভ্ৰমশূন্যতা, পৰম সত্যৰ জ্ঞান, **—য়ং** ব্ৰহ্ম।

**অমায়িক** *বিণ.* সৰল, সৎ।

**অমাৱস্যা,—ৱাস্যা, —ৱসী, —ৱাসী** (অমা সাহিত্যেন ৱসতঃ চন্দ্ৰাৰ্কৌ যস্যাং অমা ৱস্ আধাৰে ণ্যৎ টাপ্) কৃষ্ণপক্ষৰ শেষ তিথি।

**অমিত** *বিণ.,* ১। অসীম, অপৰিমিত; ২। উপেক্ষিত, অৱজ্ঞাকৃত; ৩। অজ্ঞাত; ৪। অমাৰ্জিত। **—অক্ষৰ** গদ্যবৎ। **—ওজস্** অপৰিমিত শক্তিশালী। **—তেজস্, —দ্যুতি** অসীম দীপ্তিমান। **—ৱিক্ৰমঃ** বিষ্ণু।

**অমিত্ৰ** বন্ধু নহয়। শত্ৰু, ৰিপু, প্ৰতিকূল, শি ২।৩৬ **—ঘাত**, ঘাতিন শত্ৰু নাশকাৰী, **—জিৎ** শত্ৰুবিজয়ী।

**অমিষং** *ক্লী* ১। লৌকিক সুখ; ২। সাধুতা, প্ৰবঞ্চনাশূন্যতা, ৩। মাংস।

**অমী** *বিণ.* ৰোগী

**অমীৱা** দুখ, শোক, ৰোগ, পাপ।

**অমুক** *বিণ.* নাম নোকোৱাকৈ কোনো এজনক উল্লেখ কৰা।

**অমুক্ত** *বিণ.,* ১। মুক্ত নোহোৱা; ২। মোক্ষ লাভ নকৰা। **—ক্তং** *ক্লী* ছুৰী, কটাৰী **—হস্ত** বিণ. কৃপণ। মনু ৫।১৫০

**অমুতঃ** *অব্য* ১। সেই ঠাইৰ পৰা; ২। ইয়াৰ পিছত; ৩। স্বৰ্গ।

**অমুত্ৰ** *অব্য* ১। সেই ঠাইত; ২। ইয়াৰ পিছৰ জীৱনত, অৰ্থাৎ স্বৰ্গত।

**অমুথা** *অব্য* এইদৰে।

**অমুষ্যকুল** *বিণ.,* এনেকুৱা বা তেনেকুৱা বংশৰ।

**অমুষ্যপুত্ৰঃ** *পু.* **—ত্ৰা** *স্ত্রী* প্ৰখ্যাত বংশজাত (তা), কুলীন।

**অমূৰ্ত্ত** *বিণ.* (মূৰ্চ্ছন্ ক্ত নঞ্) মূৰ্তিশূন্য, (পু.) শিৱ, আকাশ, কাল, দিশ, আত্মা।

**অমূদৃশঃ** *বিণ* এনেকুৱা, এইধৰণৰ।

**অমূৰ্ত্তি** *বিণ.,* মূৰ্তিহীন, নিৰাকাৰ। *পু.* বিষ্ণু।

**অমূল, —লক** *বিণ.,* ১। মূলহীন, ভিত্তিহীন, ২। অমৌলিক, কাৰণহীন (সাংখ্য)।

**অমৃত** *বিণ.,* নমৰা, মৃত্যুহীন, অবিনাশী, **—তঃ** দেৱতা। ধন্বন্তৰী **—তা** মদ, সুৰাসাৰ, **—তং** ১। মোক্ষ মনু ১২।১০৪; ২। স্বৰ্গ, ৩। সাগৰ মন্থন কৰি পোৱা অমৃতৰস। মনু ২/২৩৯; ৪। সোমৰস, ৫। বিষহাৰী ঔষধ বিশেষ, ৬। যজ্ঞাৱশিষ্ট মনু ৪।৫; ৭। পানী; ৮। এবিধ ঔষধ, ৯। ঘিউ শি ২।১০৭; ১০। গাখীৰ, ১১। আহাৰ, ১২। সিদ্ধান্ন, ১৩। যি কোনো মিঠা মনোৰম দ্ৰব্য, ১৪। সোণ, ১৫। পাৰা, ১৬। পৰম ব্ৰহ্ম, **—অংশুঃ, —কৰঃ, —দ্যুতিঃ, —ৰশ্মিঃ** চন্দ্ৰ, **—অহৰণঃ** গৰুড়, যি অমৃত চুৰ কৰি আনিছিল। **—উৎপন্না** মাখি, **—ফলা** আঙুৰ। **—বন্ধুঃ** দেৱতা **—ভুক্** অমৃত পানকাৰী দেৱতা। **—মন্থনং** সাগৰ মন্থন, **—লতাঃ** অমৃতবৰ্ষী লতা বিশেষ। **—সূঃ, —সূতিঃ** চন্দ্ৰ, দেৱতাৰ মাতা **—সোদৰঃ** উচ্চৈঃশ্ৰৱা ঘোঁৰা। **—স্ৰৱং** অমৃতৰ ধাৰা কু ১।৪৫।

**অমৃতপেয়ঃ** বিষ্ণু।

**অমৃষা** *অব্য,* মিছাকৈ নহয়, সঁচাকৈ।

**অমৃষ্টঃ** *বিণ.* অমার্জিত; নঘঁহা।

**অমেদস্ক** *বিণ.* ক্ষীণ।

**অমেধস্** *বিণ.* মূৰ্খ, নিৰ্বোধ।

**অমেধ্য** *বিণ.* ১। যজ্ঞ কৰাৰ অযোগ্য, অসমৰ্থ মনু ৪।৫৩; ২। অপৱিত্ৰ, কদৰ্য্য, অশুদ্ধ গী ১৭।১০, **—ধ্যং** ১। বিষ্ঠা, ময়লা। মনু ৯।২৮২; ২। অশুভ লক্ষণ।

**অমেয়** *বিণ.* ১। অপৰিমেয়, অপৰিমিত ৰ ১০।১৮, ২। অবিজ্ঞ, **—আত্মন্** মহাত্মা, বিষ্ণু।

**অমোঘ** *বিণ.,* ১। অজেয়, লক্ষ্যভেদী কু ৩।৩৬, ২। নিৰ্ভুল, ৩। ফলদায়ক, **—ঘঃ** বিষ্ণু, **—দণ্ডঃ, —ৱিক্ৰমঃ** শিৱ।

**অম্ব্** গতৌ (ভ্বা প অ অম্বতি) গমন কৰ, শব্দ কৰ।

**অম্বঃ** *পু.* পিতা **—বং** চকু, পানী, **—কং** চুক, পিতা তাম।

**অম্বৰং** *ক্লী.* ১। আকাশ, বায়ুমণ্ডল ৰ ১২।৪১; ২। কাপোৰ পৰিধান। গী ১১।১১; ৩। কুমকুম; ৪। বালিচন্দা, **—ওকস্** *পু* দেৱতা, **—দং** কপাহ, **—মণিঃ** সূৰ্য্য, **—লেখিন্** গগনচুম্বী ৰ ১৩।২৬।

**অম্বৰীষং** *ক্লী.* ১। কেৰাহী; ২। দুখ শোক; ৩। যুদ্ধ; ৪। এখন নৰক; ৫। জন্তুৰ পোৱালি; ৬। সূৰ্য্য; ৭। বিষ্ণু, শিৱ।

**অম্বষ্ঠঃ** ১। ব্ৰাহ্মণ পিতা আৰু বৈশ্য মাতাৰ সন্তান, মনু ১০।৮; ২। মাউত; ৩। এখন ৰাজ্যৰ নাম আৰু তাৰ অধিবাসী।

**অম্বা** *স্ত্ৰী.* ১। মাতৃ। সম্বোধনত বৈদিক অম্বে আৰু লৌকিক সংস্কৃতত অম্ব; ২। সম্মানীয়া নাৰী; ৩। দুৰ্গা; ৪। কাশীৰাজৰ কন্যা; (বিচিত্ৰবীৰ্য্যৰ সন্তান নথকাৰ বাবে ভীষ্মই অম্বাক আৰু দুজনী ভনীয়েকক পলুৱাই লৈ যায়। শাল্বৰজাৰ লগত অম্বাৰ আগতে বিবাহ হোৱা বুলি জানি ভীষ্মই অম্বাক শাল্বৰজাৰ ওচৰলৈ পঠিয়াই দিয়ে। শাল্বৰজাই গ্ৰহণ নকৰাত অম্বাই ভীষ্মক পত্নীৰূপে গ্ৰহণ কৰিবলৈ অনুনয় কৰে। ভীষ্মই প্ৰতিজ্ঞা থকাৰ কাৰণে প্ৰত্যাখ্যান কৰাত অম্বাই অৰণ্যলৈ গৈ ভীষ্মৰ প্ৰতিশোধ লবলৈ কঠোৰ তপস্যা কৰিবলৈ ধৰে। শিৱ তুষ্ট হৈ পিছৰ জনমত তাইৰ বাসনা পূৰ্ণ হ'ব বুলি বৰ দিয়ে। পিছত তাই নপুংসক শিখণ্ডীৰূপে জন্ম লয়। এই শিখণ্ডীয়েই ভীষ্মক মৃত্যুৰ মুখত পেলায়।

**অম্বালিকা** *স্ত্ৰী.* ১। মাতৃ। যিকোনো আদৰণীয়া মাতৃ; ২। কাশীৰাজৰ কনিষ্ঠা কন্যা আৰু বিচিত্ৰবীৰ্য্যৰ পত্নী, পাণ্ডুৰ মাতৃ।

**অম্বিকা** ১। মাতৃ, আদৰণীয়া মাতা; ২। পাৰ্বতী কু ৬।৯০; ৩। কাশীৰাজৰ কন্যা তথা বিচিত্ৰবীৰ্য্যৰ জ্যেষ্ঠা পত্নী। ধৃতৰাষ্ট্ৰৰ মাতৃ।

**অম্বিকেয়ঃ—য়কঃ** ১। গণেশ, ২। কাৰ্ত্তিক, ৩। ধৃতৰাষ্ট্ৰ।

**অম্বু** *ক্লী* ১। পানী; ২। তেজত থকা পানী, **—কণঃ** এটোপাল পানী, **—কণ্টকঃ —কিৰাতঃ** ঘৰিয়াল। **—কীশঃ, —কূৰ্মঃ** শিহু; **—ক্ৰিয়া** পিতৃপুৰুষলৈ জলতৰ্পণ; **—গ, —চৰ, —চাৰী** জলজ প্ৰাণী; **—জন্মা** পদুম, শঙ্খ, **—দঃ** মেঘ; **—নিধিঃ** সাগৰ, **—পঃ** সাগৰ, বৰুণ দেৱতা, **—ভৱং** পদুম, **—ভৃৎ** *পু.* মেঘ, **—মতী** নদীৰ নাম, **—ৰুহঃ** পদুম। **—ৱাচী** *স্ত্ৰী.* (অম্বু তদ ৱৰ্ষণং ৱাচয়তি সূচয়তি ৱচ ণিচ অন্ উপপদসমাসঃ ঙীপ) ঋতুমতী পৃথিৱী। (আহাৰ মাহৰ সাত দিনৰ দিনা অম্বুবাচী প্ৰবৃত্তি হয় আৰু ৩ দিনৰ পিছত নিবৃত্তি হয়। শাস্ত্ৰানুসৰি এই তিনিদিনত স্বাধ্যায়, দেৱ-পিতৃ তৰ্পণ, হালবোৱা, গুটি সিঁচা আদি কৰ্ম নিষিদ্ধ)। কামৰূপ কামাখ্যাত এই উপলক্ষে মহামেলা হয়। **—ৱাহিনী** বাল্টি। **—সৰ্পিণী** জোক।

**অম্বুকৃত** ১। মুখৰ ভিতৰত ভোৰ ভোৰোৱা শব্দ। ২। ভালুকৰ মাত।

**অম্ভ্** ধ্বনৌ (ভ্বা আ অ অম্ভতে) শব্দ কৰ।

**অম্ভস্** *ক্লী* ১। পানী কু ২।৩৭; ২। আকাশ **—জঃ** (অম্ভোজঃ) চন্দ্ৰ, **—জং** পদুম, **—ধিঃ, —নিধিঃ —ৰাশিঃ** সাগৰ, **—সাৰং** মুক্তা, **—সূঃ** ধোঁৱা।

**অম্ল** *বিণ* টেঙা গী ১৭।৯, **—ম্লঃ** ১। ছয় বিধ ৰসৰ এবিধ; ২। চিৰিকা, টেঙা গছ; টেঙাপানী উগাৰ **—পিত্তং** পেটৰ পিত্ত বেমাৰ। **—ফলঃ** তেঁতেলী; **—সাৰঃ** নেমুগছ।

**অম্লান** *বিণ* ১। উৰলি নোযোৱা; ২। নিৰ্ম্মল, উজ্জ্বল, পৱিত্ৰ, পৰিষ্কাৰ, মেঘমুক্ত। (**—নি**), *বিণ* সবল, তেজস্বী।

**অম্লিকা** টেঙা পানী উগাৰ। তেঁতেলি গছ।

**অয়্** (গতৌ (ভ্বা আ অয়তে) যা, গমন কৰা, **—অন্তৰ্** মাজতে আহি সোমোৱা। **—অভ্যুদ্** উদয় হোৱা। ঋৎ ১।৫৭।

অৰ্থত, সম্বোধনত, আশ্চৰ্য্য প্ৰকাশ কৰাত ব্যৱহাৰ হয়। কেতিয়াবা কেতিয়াবা মাত্ৰ অনুপূৰক ৰূপতো ব্যৱহাৰ হয়।

**অহোৰাত্ৰঃ** *পু.* দিনে ৰাতি। (শাস্ত্ৰ মতে মানুহৰ এটা মাহ দেৱতাৰ এদিন এৰাতিৰ সমান)।

**অহোৱত** *অব্য.* অনুকম্পা, খেদ, দুখ বুজাবলৈ সম্বোধনত আৰু আশ্চৰ্য্য প্ৰকাশ কৰাত ব্যৱহাৰ হয়।

**অহ্নায়** *অব্য.* তৎক্ষণাৎ। কি ১৬।১৬

**অহ্ৰীক** *বিণ.* লজ্জাহীন, **—কঃ** বৌদ্ধ সন্ন্যাসী, ক্ষপণক।

**অহুলা** *স্ত্ৰী.* এবিধ (ভোলা) গছ। ■

# আ

**আ, আকাৰ—** বৰ্ণমালাৰ দ্বিতীয় বৰ্ণ তথা দ্বিতীয় স্বৰবৰ্ণ। উচ্চাৰণ স্থান কণ্ঠ। দুখ, অনুভূতি, স্মৰণ, হায় হায়! খং আদি অৰ্থবোধক অব্যয়। সীমা, মৰ্য্যাদা, পৰ্য্যন্ত, দূৰত্ব অৰ্থও প্ৰকাশ কৰাত ব্যৱহাৰ হয়। মে ১১। বিশেষ্য অথবা বিশেষণ পদৰ আগত 'আ' বৰ্ণই ক্ষুদ্ৰতা, ঈষৎ অৰ্থও প্ৰকাশ কৰে। কোনো এটা বিষয় পাহৰি মনত পৰিলে 'আ এৱম' এইদৰে উচ্চাৰিত হয়।

**আং** (আম্) হয় বাৰু।

**আঃ** (স)—*অব্য* খণ্ড, পীড়া, স্মৃতি, স্পৰ্দ্ধা, তৰ্জ্জন আদি বুজাবলৈ (আশ্চৰ্য্যবোধক) আঃ ব্যৱহাৰ হয়। আঃ *স্ত্ৰী* লক্ষ্মীদেৱীৰ নাম (আ)। (পু) মহেশ্বৰ, পিতামহ, বাক্য। 'অ ৰিষ্ণুঃ প্ৰতিষেধঃ স্যাদাঃ পিতামহৱাক্যয়োঃ'। অপু।

**আকত্থনং** গৰ্ব কৰা। ফিতাহি মৰা।

**আকম্পঃ** লৰচৰ কৰোঁৱা। কঁপা।

**আকম্পিতঃ** *বিণ.* লৰি থকা। কঁপি থকা।

**আকৰঃ** *পু.* (আঙ কৃ অপ) ১। খনি ৰ ৩।১৮; ২। যি কোনো ঐশ্বৰ্য্যৰ উৎস। ভৰ্তৃ ২।৯২; ৩। সমষ্টি, সমূহ। কু ২।২৯; ৪। উৎকৃষ্ট।

**আকৰিকঃ** খনি পৰিদৰ্শক।

**আকৰিন্** আকৰৰ পৰা উৎপন্ন। কি ৫।৭।

**আকৰ্ষঃ** ১। আকৰ্ষণ, ওচৰলৈ টানি অনা; ২। পাশাখেল; ৩। জ্ঞানেন্দ্ৰিয়; ৪। পাশা **—ৰ্ষকঃ** চুম্বক।

**আকলনং** ১। ধৰা, দখললৈ অনা, অধিকাৰভুক্ত কৰা; ২। গণনা, বা হিচাব কৰা। ৩। আশা; ৪। অন্বেষণ; ৫। উপলব্ধি, বোধ।

**আকল্পঃ** ১। অলঙ্কাৰ, সাজসজ্জা ৰ ১৮।৫২; ২। ভূষণ; ৩। ৰোগ, অসুখ, **—কঃ** ১। অনুতাপ, ২। মূৰ্চ্ছা, ৩। আনন্দ, ৪। অন্ধকাৰ, ৫। গাঁথি।

**আকষঃ** কষ্টি পাথৰ।

**আকস্মিকং** *বিণ.* (অকস্মাৎ ঠ এঃ) হঠাতে হোৱা, অকাৰণে ঘটা।

**আকাঙ্ক্ষা** *স্ত্ৰী* (আঙ কাঙ্ক্ষ অচ টাপ্) ১। ইচ্ছা, অভিলাষ। ২। (ন্যায়শাস্ত্ৰত) ভাব সম্পূৰ্ণৰূপে প্ৰকাশ কৰাৰ বাবে যিটো শব্দ বিচৰা হয়। অপেক্ষা। ৩। উদ্দেশ্য, লক্ষ্য; ৪। জিজ্ঞাসা, অন্বেষণ; ৫। পদৰ বৈশিষ্ট্য।

**আকায়** *পু.* ১। চিতা; ২। নিৱাসস্থান।

**আকাৰঃ** *পুঃ* (আ কৃ ঘঞ্) ১। আকৃতি, মূৰ্তি; ২। দেহৰূপ, স্থিতি। ৩। মুখেৰে কৰা ইঙ্গিত, যাৰ দ্বাৰা অন্তৰৰ ভাব প্ৰকাশ কৰা হয়। **—গুপ্তিঃ,—গূহনং** ভণ্ডামি, বাহিৰৰ আওভাৱেৰে ভিতৰৰ প্ৰকৃতি লুকাই ৰখা কাৰ্য্য।

**আকাৰণ** (-ণা) ১। আমন্ত্ৰণ, আহ্বান; ২। প্ৰত্যাহ্বান।

**আকালঃ** উপযুক্ত সময়।

**আকালিকং** *বিণ.* খন্তেকীয়া, মনু ৪।১০৩; অসময়ত, অসাময়িক, **—কী** বিজুলী, **—প্ৰলয়ঃ** *পু.* কপিলমুনিৰ শাপত মন্বন্তৰত অকালতে জগতত হোৱা প্ৰলয়। (কালিকা পুৰাণৰ ৩১ অধ্যায় দ্ৰষ্টব্য)।

**আকাশঃ, শং** (আ সমন্তাৎ, কাশ ঘঞ্) ১। আকাশ, মহাশূন্য। পঞ্চভূতৰ এটা। (বৈশেষিকৰ মতে ৯টা) ২। মুক্তস্থান; ৩। ব্ৰহ্ম; ৪। পোহৰ; ৫। সংস্কৃত নাটকত মঞ্চত নথকাজনক 'আকাশে' বুলি নিৰ্দেশ কৰি প্ৰশ্ন কৰে আৰু 'উত্তৰো' শুনে। **—কক্ষা** দিগন্ত। **—কল্পঃ** ব্ৰহ্মা **—দীপঃ —প্ৰদীপঃ** আহিন মাহৰ সংক্ৰান্তিৰ(ৰাতি বিহুৰ) দিনা জ্বলোৱা আকাশ বন্তি,/ **—ভাষি- তং** (নাটকত) আকাশলৈ মুখ কৰি কথা কোৱা আৰু 'শুনা'। **—যানং** আকাশী জাহাজ, **—সলিলং** বৰষুণ, নিয়ৰ। **—স্ফটিকং** শিল বৰষুণৰ পাথৰ।

**আকিঞ্চনং** দৰিদ্ৰতা।
**আকীৰ্ণ** *বিণ্* (আঙ্ কৃশ ক্তঃ) ব্যাপ্ত, পৰিপূৰ্ণ।
**আকুচনং** বেঁকা হোৱা, কুঞ্চিত হোৱা, সঙ্কুচিত। ভাঁজ লোৱা।
**আকুল** *বিণ্.,* ১। পূৰ্ণ কৰা, সম্পূৰ্ণ হোৱা; ২। জয় কৰা, আঘাত কৰা; ৩। গভীৰভাবে মগ্ন হোৱা। ৪। ব্যাকুলতা, উদ্বিগ্নতা; ৫। আউল-বাউল হোৱা (যেনে চুলি) ৬। অসঙ্গতি।
**আকুলিত** *বিণ্.,* ব্যাকুল, উদ্বিগ্ন, দুৰ্দশাগ্ৰস্ত।
**আকূণিত** অলপ সঙ্কুচিত।
**আকূতং** ১। অৰ্থ, ভাব, উদ্দেশ্য কি ১৪।২৬; ২। অনুভূতি, আবেগ; ৩। কৌতূহল; ৪। অভিলাষ।
**আকৃতিঃ** *স্ত্ৰী.* ১। আকাৰ, মূৰ্তি; ২। শৰীৰ, অৱয়ব। ৩। চেহেৰা; ৪। প্ৰকৃতি, নমুনা; ৫। গোষ্ঠী, জাতি।
**আকৃষ্টিঃ** ১। আকৰ্ষণ, মধ্যাকৰ্ষণ; ২। ধনুৰ জ্যা।
**আকেকৰ** *বিণ.* আধা বন্ধ।
**আকোকেৰঃ** *পু.* মকৰ ৰাশি।
**আক্ৰন্দঃ** *পু.* (আঙ ক্ৰন্দ ঘঞ) ১। ৰোদন, কন্দা-কটা; ২। স্তুতি; ৩। শব্দ, চিঞৰ; ৪। বন্ধু, ৰক্ষাকৰ্তা; ৫। ভাতৃ;৬। যুদ্ধ; ৭। কন্দাৰ স্থান; ৮। যিজন ৰজাই মিত্ৰপক্ষীয়জনক শত্ৰুৰ সহায়ক হোৱাত বাধা দিয়ে। কাষৰ ৰাজ্যৰ সিকাষৰ ৰজা। মনু ৭।২০৭; —*ন্দনং* চিঞৰি চিঞৰি কন্দা। —**ন্দিক** *বিণ্.* কান্দোন শুনি দৌৰি যোৱা জন।
**আক্ৰমঃ, —মণং** ১। ওচৰলৈ অহা; ২। আক্ৰমণ কৰা, আঘাত কৰা। ৩। দখল কৰা, জয় কৰা। ভাৰাক্ৰান্ত কৰা।
**আক্ৰান্ত** *বিণ,* ১। অধিকৃত, পৰাজিত, অন্তৰ্ভুক্ত; ২। আবৃত, অতিক্ৰান্ত। ৰ ১০।৩৮; ৩। ভূতে ধৰা।
**আক্ৰান্তিঃ** *স্ত্ৰী,* পদাৰ্পণ, ভৰি পেলোৱা। আক্ৰান্ত চাওক।
**আক্ৰামকঃ** আক্ৰমণকাৰী।
**আক্ৰীড়ঃ —ড়ং** ১। খেল-ধেমালি, আনন্দ। ২। আনন্দবন।
**আক্ৰুষ্ট** *বিণ.,* ১। নিন্দিত, কলঙ্কিত শি ১২।২৭; ২। চিংকাৰিত; ৩। অভিশপ্ত —**ষ্টং** বিকট চিঞৰ, গালি-গালাজ।
**আক্ৰোশঃ, —শনং** ১। চিঞৰ-বাখৰ; ২। গালি-শপনি, নিন্দা, আক্ষেপ; ৩। অভিশাপ; ৪। শপথ।

**আক্লেদঃ** ভিজোৱা, তিওৱা, সিঞ্চিত কৰা।
**আক্ষপাটিকঃ** *পু.* পাশাখেলৰ বিচাৰক, ধৰ্মাধ্যক্ষ।
**আক্ষপাদঃ** *পু.* নৈয়ায়িক, তাৰ্কিক।
**আক্ষাৰণা** *স্ত্ৰী, ক্লী* (আঙ্ ক্ষৰ্ নিচ্ যুচ্) কেলেঙ্কাৰী (বিশেষকৈ যৌন সম্পৰ্কীয়)।
**আক্ষাৰিতং** *বিণ.* অভিযুক্ত, অপৰাধী, কেলেঙ্কাৰপূৰ্ণ।
**আক্ষিক** *বিণ্.,* (**—কী** স্ত্ৰী, **—কং** ক্লী) পাশাখেলুৱৈ। পাশাখেলত লাভ বা জয় কৰা ধনাদি। পাশাখেল সম্বন্ধীয় মনু ১/১৫৯; **—কঃ** এবিধ গছ যাৰ ফল বাত, পিত্ত আৰু পাণ্ডুৰোগৰ ঔষধ।
**আক্ষীৱ** *বিণ্.,* মদাহী।
**আক্ষেপ** *পুঃ* ১। অপবাদ, ভৰ্ৎসনা। ভৰ্তৃ ৩/৪২; ২। দলিওৱা, কাঢ়ি নিয়া কু ১।১৪; ৩। ইঙ্গিত; ৪। অনুমান; ৫। গচ্ছিত, জমা ৰখা। ৬। অলঙ্কাৰ শাস্ত্ৰৰ এবিধ অলঙ্কাৰ য'ত কবলৈ বা প্ৰকাশ কৰিবলৈ ইচ্ছা কৰা এটা কথা লুকাই ৰখা হয়।
**আক্ষোট, —ড** আখৰোট।
**আখঃ, আখনঃ—** কোৰ।
**আখণ্ডলঃ** ইন্দ্ৰ মে ১৫।
**আখনিকঃ** ১। খনিকৰ, ২। এন্দুৰ; ৩। চোৰ, ৪। কোৰ; ৫। গাহৰি।
**আখৰঃ** ১। কোৰ, ২। খনিত কাম কৰা মানুহ।
**আখাতঃ (—তং)** পুখুৰী। জলাশয়।
**আখানঃ** আখৰঃ।
**আখুঃ** ১। এন্দুৰ, নিগনি, উঁই; ২। চোৰ, ৩। গাহৰি; ৪। কোৰ। ৫। কৃপণ, **—উৎকৰঃ** উঁই হাফলু **—গঃ, —পত্ৰঃ, —ৰথঃ, —ৱাহনঃ** গণেশ; **—ঘাতঃ** ইন্দুৰ চিকাৰী। নীচ জাতিৰ লোক। **—ভুক্** মেকুৰী।
**আখেটিকং** চিকাৰ **—কঃ** চিকাৰী, **—টিকঃ** চিকাৰী কুকুৰ।
**আখোটঃ** আখৰোট।
**আখ্যা** *স্ত্ৰী.* নাম, উপাধি, সংজ্ঞা ক ১।২৬।
**আখ্যাত** *বিণ.,* ১। কথিত, উক্ত, ঘোষিত; ২। পঠিত। শব্দ বা ধাতুৰূপ আবৃত্তি কৰা।
**আখ্যানং** *ক্লী.* (আঙ্ খ্যা ল্যুট্) ১। আখ্যান, উপাখ্যান, ২। কাহিনী, সাধুকথা, মনু ৩।২৩২ ।
**আখ্যানকং** আখ্যানং।
**আখ্যায়কঃ** দূত, পত্ৰবাহক।

**আখ্যায়িকা** গদ্যৰচনা বিশেষ। গদ্য কাব্য। সংস্কৃত সাহিত্যত গদ্য কাব্য দুই প্ৰকাৰ— কথা আৰু আখ্যায়িকা। কথা, যেনে— কাদম্বৰী; আখ্যায়িকা, যেনে— হৰ্ষচৰিত।

**আখ্যেয়** কথনৰ যোগ্য, মৌখিক বাৰ্তা, মে ১০৩।

**আগঃ(স্)** *ক্লী.* পাপ, অপৰাধ শি ৩।১০৮

**আগতং** *ক্লী.* অহা, উপস্থিত। **—তিঃ** *স্ত্ৰী* ১। আগমন; ২। প্ৰত্যাগমন। ৩। মূল, আৰম্ভণি; ৪। আয়াত, প্ৰাপ্ত।

**আগন্তু** *বিণ* (আঙ গম্ তুন্) আগমনশীল, অতিথি, আলহী।

**আগন্তুকং** *বিণ.*, (আগন্তু স্বাৰ্থে কন্) ১। অপৰিচিত অতিথি। নমতাকৈ অহা আলহী; ২। গৰাকী নোহোৱা পশু আদি। ৩। আকস্মিক, প্ৰক্ষিপ্ত।

**আগমঃ** *পু.* ১। আগমন। উপস্থিতি। গী ৮।১৮; ২। প্ৰাপ্তি, লাভ; ৩। জন্ম, উৎপত্তি ৪। সম্পত্তি লাভ; ৫। ৰচিদ, সাক্ষী। ৬। সম্পত্তি বৃদ্ধি; ৭। শাস্ত্ৰ অধ্যয়ন; ৮। বিজ্ঞান, দৰ্শন; ৯। বেদ, বেদাঙ্গ; ১০। (নৈয়ায়িকৰ) প্ৰমাণ; ১১। প্ৰত্যয় অথবা বিভক্তি; ১২। মতবাদ, অনুমান। **—বৃদ্ধ** বিণ. অতি বিজ্ঞ পুৰুষ ৰ ৬।৪১; **—ৱেদী** বেদজ্ঞ, শাস্ত্ৰজ্ঞ। **—সাপেক্ষঃ** সাক্ষ্যৰ দ্বাৰা প্ৰমাণিত।

**আগস্ত্যী** দক্ষিণ দিশ। **—গস্ত্য** দক্ষিণ দিশৰ।

**আগাধ** অতি গভীৰ।

**আগামিক** *বিণ.*, ভৱিষ্যত সম্বন্ধীয়। আসন্ন।

**আগাৰং** *ক্লী* (আগ ঋ অণ্) ঘৰ, বাসস্থান।

**আগুঃ,–আগূঃ** *স্ত্ৰী.* সম্মতি, প্ৰতিজ্ঞা।

**আগ্নিক** *বিণ.*, অগ্নি, (যজ্ঞাগ্নি) সম্বন্ধীয়।

**আগ্নিধ্ৰং** *ক্লী.* হোম গৃহ। যজ্ঞ কুণ্ড **—ধ্ৰঃ** যি যজ্ঞাগ্নি প্ৰজ্বালন কৰে।

**আগ্নেয়** *বিণ.*, ১। অগ্নিদেৱতা সম্বন্ধীয় ২। অগ্নিদেৱতালৈ অৰ্পিত। **—য়ী,** *স্ত্ৰী* অগ্নিকোণ, অগ্নিপত্নী স্বাহা, **—য়ং** সোণ, তেজ, ঘিঁউ, অস্ত্ৰবিশেষ। **—য়ঃ** কাৰ্ত্তিকেয়। আগ্নেয় ব্ৰত মনু ৯।৩১০।

**আগ্ৰয়ণং** *ক্লী* নৱশস্যেষ্টি নামৰ যজ্ঞ বিশেষ। **—ণঃ** অগ্নিষ্টোমযাগৰ প্ৰথম সোম তৰ্পণ।

**আগ্ৰহঃ** *পু.* (আঙ গ্ৰহ্ অপ্) ১। অনুগ্ৰহ; ২। আক্ৰমণ; ৩। সঙ্কল্প; ৪। দৃঢ় আসক্তি; ৫। পৃষ্ঠপোষকতা।

**আগ্ৰহায়ণঃ** *পু.* আঘোণ মাহ।

**আগ্ৰহাৰিক** *বিণ.* যি ব্ৰহ্মোত্তৰ সম্পত্তি আত্মসাৎ কৰে।

**আঘট্টনা** *স্ত্ৰী.* কম্পন, আঘাত। ঘঁহন, সংস্পৰ্শ।

**আঘৰ্ষণং** ঘৰ্ষণ, পিহন।

**আঘাটঃ—** সীমা।

**আঘাতঃ** *পু.* (আঙ হন্ ঘঞ্) ১। আঘাত, হত্যা ২। আক্ৰমণ ৩। দুৰ্দশা, বিপদ, কু ২।৫০; ৪। বধ্যস্থান, কচাইখানা।

**আঘাৰঃ** *পু.* (আঙ ঘৃ ঘঞ্) ১। (অগ্নিত) ঘিঁউ ছটিওৱা ২। ঘিঁউ।

**আঘূৰ্ণনং** বাগৰা, ঘূৰি থকা, সাঁতোৰা।

**আঘোষঃ** আহ্বান, আৰাধনা।

**আঘোষণং** ৰাজহুৱা বিজ্ঞাপন বা ঘোষণা।

**আঘ্ৰাণং** গোন্ধ লোৱা। সন্তুষ্টি, তৃপ্তি।

**আঙ্গাৰং** এসোপা জুইৰ অঙঠা।

**আঙ্গিকং** ১। শাৰীৰিক; ২। শাৰীৰিক ভঙ্গী।

**আঙ্গিৰসঃ** অঙ্গিৰসৰ পুত্ৰ বৃহস্পতি।

**আচমঃ** মুখ ধোৱা কাৰ্য্য।

**আচমনং** *ক্লী.* (আঙ চম্ ল্যুট) খোৱাৰ আগত বা পিছত মুখ ধোৱা। ধাৰ্মিক কামৰ আগতে মুখত পানী লোৱা।

**আচমনকং** পিক পেলোৱা পাত্ৰ। মুখ ধোৱা চৰিয়া।

**আচমনীয়ং** মুখ ধোৱা পানী।

**আচয়ঃ** আহৰণ, চয়ন।

**আচৰণং** *ক্লী.* ১। আচাৰ, ব্যৱহাৰ; ২। অভ্যাস, পালন। ৩। ৰীতি, পদ্ধতি; ৪। আইন, বিধি।

**আচান্ত** *বিণ* মুখ ধুই উঠা।

**আচামঃ** ১। মুখ ধোৱন; ২। উতলা পানীৰ ফেন।

**আচাৰঃ—** *পু.* (আঙ চৰ্ ঘঞ্) ১। ব্যৱহাৰ, চৰিত্ৰ, শীল, স্বভাৱ; ২। ৰীতি, প্ৰথা, মনু ২।১৮; ৩। নিৰ্দিষ্ট পদ্ধতি অথবা বিধি; ৪। লৌকিকতা **—দীপঃ** আৰতিৰ বন্তি। **—পূত** প্ৰথা, বিধি অনুযায়ী পৱিত্ৰ কৰা। **—ভ্ৰষ্ট** জাতি ভ্ৰষ্ট। **—লাজ** বজাৰ মূৰত বৰ্ষণ কৰা আখৈ। **—ৱেদী** আৰ্য্যবৰ্ত।

**আচাৰিক** বৈধ।

**আচাৰ্য্যঃ** *পু.* (আঙ্ চৰ্ ণ্যৎ) বেদৰ অধ্যাপক, গুৰু, যজ্ঞোপবীত দাতা, মনু ২।১৪০; **—ৰ্য্যা** অধ্যাপিকা। গুৰ্ৱী; **—উপাসনং** গুৰুসেৱা। **—মিশ্ৰ** শ্ৰদ্ধেয়, সন্মানৰ যোগ্য।

**আচাৰ্যকং** শিক্ষা, উপদেশ। গুৰুৰ পাৰদৰ্শিতা, যোগ্যতা।

**আচাৰ্যানী** গুৰুপত্নী।

**আচিতং** *ক্লী.* (আঙ চি ক্ত) ১। বোজা, ভাৰ, ২। গ্ৰন্থিত, গুম্ফিত; ৩। একত্ৰিতকৰণ, ভৰ্ত্তিকৰণ, জমাকৰণ, সঞ্চয়ন। **—তঃ** ১। একগাড়ী মাল বা বোজা। ২। দহ ভাৰ বা দহ গাড়ীৰ ভাৰ, প্ৰায় ১০ কুইণ্টল।

**আচূষণং** শোহন, শুহি পেলোৱা। (চিকিৎসা) যন্ত্ৰৰ সাহায্যত শৰীৰৰ পৰা তেজ উলিওৱা।

**আচ্ছাদ** কাপোৰ; পৰিধান।

**আচ্ছাদনং** ১। আৱৰণ, চাদৰ, কাপোৰ। ২। ঘৰৰ চালত থকা কাঠৰ গাঁথনি।

**আচ্ছুৰিত** *বিণ.* ১। মিশ্ৰিত; ২। আঁচোৰ, নখাঘাত। **—তং** ১। নখে নখে কৰা শব্দ।; ৩। ঘোঁৰাৰ হাঁহি।

**আচ্ছেদঃ, —দনং** কাটি পেলোৱা। ছেদন কৰা।

**আচ্ছোটনং** আঙুলি বজোৱা। টিলিকিয়া।

**আচ্ছোদনং** মৃগয়া, চিকাৰ।

**আজকং** ছাগলীৰ পাল।

**আজগদং** শিৱধনু।

**আজননং** অভিজাত, উচ্চ বংশজাত।

**আজানঃ** জন্ম, উৎপত্তি।

**আজানেয়** ১। উচ্চ সঁচৰ পৰা জন্ম হোৱা (গৰু ঘোঁৰা আদি); ২। নিৰ্ভীক, **—য়ঃ** ভাল সঁচৰ ঘোঁৰা।

**আজিঃ** ১। যুদ্ধ, সমৰ ৰ ১২।৪৫; ২। যুদ্ধক্ষেত্ৰ।

**আজীৱঃ,— ৱনং** জীৱিকা, বৃত্তি, ব্যৱসায়, **—ৱঃ** জৈন ভিক্ষু।

**আজীৱিকা** আজীৱঃ।

**আজুঃ(ৰ), আজূঃ** *স্ত্ৰী.* বিনা বেতনে কাম কৰা, অবৈতনিক। নৰকবাস।

**আজ্ঞপ্তিঃ** আদেশ, হুকুম।

**আজ্ঞা** *স্ত্ৰী.* (আঙ্ গম্ অঙ্ টাপ্) ১। আদেশ, নিৰ্দেশ। ২। অনুজ্ঞা, অনুমতি। **—অনুগ, —ৱহ** *বিণ্.* আজ্ঞানুসৰি কাম কৰা লোক।

**আজ্ঞাপক** *বিণ.* (আজ্ঞা নিচ্ ন্যূল্) আজ্ঞাকৰ্তা, নিৰ্দেশদাতা।

**আজ্ঞাপনং** বিজ্ঞাপনং।

**আজ্যং** *ক্লী.* (আঙ্ অঞ্জেঃ ক্যপ্) ঘিঁউ। যাগক্ৰিয়াৰ সাধনস্বৰূপে তেল, গাখীৰ আদিকো বুজায়। ৰ ৭।২০; **—ভুজ্** অগ্নি, দেৱতা।

**আঞ্চনং** শৰীৰৰ পৰা কাঁইট উলিওৱা।

**আঞ্চ্** বিস্তৃতৌ (ভ্বা প স আঞ্চতি) বহল কৰ, দীঘল কৰ, শৰীৰৰ অঙ্গ নিয়ন্ত্ৰণ কৰ।

**আঞ্জনং** *ক্লী.* ১। চকুত লগোৱা অঞ্জন; ২। চৰ্বী, **—নঃ** অঞ্জনাপুত্ৰ হনুমান।

**আঞ্জনী** অঞ্জন।

**আঞ্জনেয়** হনুমান।

**আটৱিকঃ** ১। অৰণ্যবাসী, খৰিকটীয়া, ২। অগ্ৰগণী, পথিকৃৎ।

**আটীকনং** গৰু পোৱালিৰ জাপ।

**আটীকৰঃ** বলদ, ষাঁড়।

**আটোপঃ** *পুঃ* ১। গৰ্ব, অহঙ্কাৰ, দৰ্প; ২। স্ফীত, বিস্তৃতি। গৰ্বত ফুলি থকা। শি ৩।৭৪।

**আড়ম্বৰঃ** *পু.* (আঙ দম ৱৰচ) ১। দৰ্প, অহঙ্কাৰ; ২। আক্ৰমণৰ সময়ত কৰা ঢোলবাদন; ৩। আৰম্ভণি; ৪। খং, ক্ৰোধ; ৫। আনন্দ, সুখ; ৬। মেঘ অথবা হাতীৰ গৰ্জন; ৭। যুদ্ধৰ চিঞৰ-বাখৰ।

**আড়িঃ** শৰালি চৰাই।

**আডুঃ** ভেল, ভুৰ, মাৰনাও।

**আঢকঃ, —কং** শস্যৰ ওজন বিশেষ। এদোণৰ চাৰিভাগৰ এভাগ, **—কী** ৰহৰ দালি।

**আঢ্য** *বিণ* ১। ধনৱান, সম্পত্তিশালী গী ১৬।১৫; ২। প্ৰাচুৰ্য্য।

**আণক** *বিণ.* নীচ, দুষ্ট। **—কং** এটা বিশেষ ভঙ্গিমাৰ যৌন উপভোগ।

**আণৱ** (ৱী স্ত্ৰী) অত্যন্ত সৰু, সূক্ষ্ম।

**আণিঃ** *পু. স্ত্ৰী.* ১। গাড়ীৰ চকাৰ খিলি; ২। আঁঠুৰ ওপৰৰ ভাগ; ৩। সীমা; ৪। তৰোৱালৰ ধাৰ।

**আণ্ড** *বিণ.* কণীৰ পৰা জন্ম হোৱা, **—ণ্ডঃ** হিৰণ্যগৰ্ভ ব্ৰহ্ম। **—ণ্ডং** অণ্ডকোষ।

**আণ্ডীৰ** *বিণ.* পূৰ্ণবয়স্ক।

**আতঙ্কং** *পু.* (আঙ তক ঘঞ) ১। ৰোগ; ২। দুখ, যাতনা; ৩। ভয়, সন্ত্ৰাস; ৪। ঢোলৰ শব্দ।

**আতঞ্চনং** *ক্লী.* (আঙ্ তঞ্চ + ল্যুট্) ১। ঘনীভূত কৰা বা হোৱা; ২। দৈ; ৩। দৈ বা ছানাৰ পানী, ৪। সন্তুষ্টি কৰণ, ৫। বিপদ, দুৰ্দশা; ৬। গতিবেগ।

**আতত** *বিণ.* ব্যাপ্ত। প্ৰসাৰিত।

**আততায়ী** (ন্) *বিণ্* (আতত অয় ণিন্) ১। **বধ কৰিবলৈ** উদ্যত, উন্মত্ত, গী ১।৩৬; ২। হত্যাকাৰী, ডকাইত, মাৰাত্মক অপৰাধী।

**আতপঃ** *পু.* (আঙ্ তপ্ অচ্) ১। তাপ, সূৰ্য্যৰ তাপ। ২। পোহৰ **—অত্যয়ঃ** সূৰ্য্যৰ তাপ কম হোৱা, সূৰ্য্যাস্ত। **—অভাৱঃ** ছায়া। **—উদকং** মৰীচিকা **—ত্ৰং, —ত্ৰকং, —ৱাৰণং** ছাতি **—শুষ্ক** *বিণ.* ৰ'দত শুকোৱা।

**আতপনঃ** শিৱ।

**আতৰঃ, —আতাৰঃ** নদী পাৰ কৰা ভাৰা।

**আতৰ্পণং** ১। তৃপ্তি, সন্তুষ্টি, আনন্দ, ২। ঘৰত চুণ দিয়া।

**আতাপী(ন্), —তায়ী** চিলনী (চৰাই)।

**আতিঃ** *পু* চৰাই।

**আতিথেয়, —আতিথ্য** অতিথিৰ অভ্যৰ্থনা, শুশ্ৰূষা কু ৫।৩১, **—থ্যঃ** আলহী।

**আতিদেশিক** *বিণ.* প্ৰাচুৰ্য্য।

**আতিশয্যং** প্ৰচুৰতা, আধিক্য।

**আতুঃ** ভূৰ, ভেল।

**আতুৰঃ** ১। আঘাতপ্ৰাপ্ত, দুখগ্ৰস্ত; ২। ৰোগাক্ৰান্ত, ৰ ১২।৩২; ৩। উৎকণ্ঠিত, আগ্ৰহী, ৪। দুৰ্বল মনু ৪।১৮৪।

**আতোদ্যং** বাদ্যযন্ত্ৰবিশেষ।

**আত্ত**— *বিণ্* প্ৰাপ্ত, গৃহীত, ৰ ১১।৫৭; অনুমত, আকৰ্ষিত। নিষ্কাশিত ৰ ৫।২৬; **—গন্ধঃ** ১। যাৰ গৰ্ব খৰ্ব হৈছে। অভিভূত, পৰাজিত। ২। গন্ধপ্ৰাপ্ত। ৰ ১৩।১৭; **—গৰ্ৱঃ** *বিণ্* শত্ৰুৱে যাৰ গৌৰৱ হৰণ কৰিছে। ভগ্নদৰ্প, অপমানিত।

**আত্মকীয়, আত্মীয়** *বিণ.* নিজৰ, আপোন, সম্পৰ্কীয় কু ২।১৯।

**আত্মন্** *পু.* ১। আত্মা, হৃদয়। ২। স্বয়ং; ৩। পৰমাত্মা ব্ৰহ্ম, ৪। চৰিত্ৰ, বৈশিষ্ট্য; ৫। সহজাত প্ৰকৃতি বা মেজাজ; ৬। ব্যক্তি, সম্পূৰ্ণ শৰীৰ; ৭। মনোবৃত্তি; ৮। আকাৰ, মানসিক চিত্ৰ; ৯। পুত্ৰ। ১০। যত্ন। ১১। সূৰ্য্য; ১২। অগ্নি; ১৩। বায়ু; ১৪। বোধ। **—অপহাৰঃ** নিজকে লুকুৱাই ৰখা। **—অপহাৰকঃ** ভণ্ড। **—আৰাম** *বিণ.* আধ্যাত্মিক জ্ঞানৰ ইচ্ছুক বে ১।২৩ **—আশ্ৰয়ঃ** স্বাধীন **—উত্তৰঃ** পুত্ৰ, কামদেৱ **—উপজীৱী** দিন মজুৰী। নিজে পৰিশ্ৰম কৰি জীৱিকা নিৰ্বাহ কৰা। **—কাম** আত্মপ্ৰেমী, ব্ৰহ্মপ্ৰেমী **—গতং** (নাটকত) নিজকে উদ্দেশ্য কৰি কথা কোৱা। **—গুপ্তিঃ** গুহা। **—গ্ৰাহিন্** স্বাৰ্থপৰ। **—ঘাতঃ,** আত্মহত্যা, **—ঘাতী, —ঘাতক** আত্মহত্যাকাৰী। ধৰ্মবিৰোধী। **—ঘোষঃ** কুকুৰা, কাউৰী। **—জঃ, —জন্মন্—জাতঃ —প্ৰভৱঃ,—সম্ভৱঃ** ১। পুত্ৰ; ২। কামদেৱ। কু ৬।২৮; **—জ্ঞঃ** সন্যাসী, **—ত্যাগঃ** আত্মহত্যা, **—ত্ৰাণং** নিজকে ৰক্ষা কৰা, গা ৰখীয়া, **—দৰ্শনঃ** আধ্যাত্মিক জ্ঞান **—নিত্যঃ** আত্মপ্ৰিয়, **—নিষ্ঠঃ** আধ্যাত্মিক জ্ঞানৰ ইচ্ছুক, **—ভূঃ,** (পু) **—যোনিঃ** ১। ব্ৰহ্মা, বিষ্ণু, শিৱ, কামদেৱ; ২। পুত্ৰ সন্তান, **—ভূঃ** *স্ত্ৰী* কন্যা, মেধা। **—যাজী** যি নিজৰ হকে যজ্ঞ কৰে, যি সকলো ভূততে নিজক দেখে মনু ১২।৯১; **—লাভঃ** জন্ম, উৎপত্তি কি ৩।৩২; **—ৱিদ্** জ্ঞানী লোক, **—ৱিদ্যাঃ** আধ্যাত্মিক জ্ঞান, **—ৱীৰঃ** ১। পুত্ৰ; ২। খুলশালি, বিদূষক। **—শ্লাঘা, —স্তুতিঃ** গৰ্ব কৰা, নিজকে প্ৰশংসা কৰা। **—সম্ভৱঃ, —সমুদ্ভৱঃ** ১। পুত্ৰ; ২। কামদেৱ, ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ।

**আত্মলীনঃ,** আত্মবীৰঃ চাওক।

**আত্মনেপদং** (ব্যাকৰণ) ধাতুৰূপৰ দুটা বাচ্যৰ এটা (আনেটো পৰস্মৈপদ)।

**আত্মম্ভৰি** *বিণ.* স্বাৰ্থপৰ, স্বাৰ্থলোভী হি ৩।১২৮।

**আত্মবৎ** *বিণ.* প্ৰশান্ত, স্থিৰ, জ্ঞানী।

**আত্মবত্তা** প্ৰশান্তি, আত্মসংযম, প্ৰজ্ঞান।

**আত্মসাৎ** *অব্য.* (সাধাৰণতে কৃ আৰু ভূ ধাতুৰ লগত ৰূপ কৰা হয়) সম্পত্তি আদি নিজৰ কৰি লোৱা।

**আত্যন্তিক** *বিণ.* ১। অবাধ, অনন্ত, চিৰস্থায়ী গী ৬।২১; ২। প্ৰচুৰ। ৩। শ্ৰেষ্ঠ, সুনিশ্চিত। *স্ত্ৰী.* **—কী**

**আত্যয়িক** *বিণ.* ১। বিধ্বংসী, ২। দুখজনক, অমঙ্গলীয়া, ৩। জৰুৰী। *স্ত্ৰী.* **—কী**

**আত্ৰেয়** *বিণ.* অত্ৰিসম্ভূত। **—য়ীঃ** ১। অত্ৰিপত্নী; ২। ৰজস্বলা তিৰোতা।

**আথৰ্বণ** *বিণ.* অথৰ্ববেদ সম্বন্ধীয়। ১। অথৰ্ববেদ অধ্যয়নকাৰী ব্ৰাহ্মণ; ২। অথৰ্ববেদ। ৩। গৃহপুৰোহিত।

**আদংশ** ১। কামোৰ, দংশন; ২। দাঁত।

**আদৰঃ** ১। শ্ৰদ্ধা, সম্মান কি ১।৩৩; ২। যত্ন, শুশ্ৰূষা। ৩। আগ্ৰহ, ইচ্ছা, ৪। আৱৰ্জনি। ৫। প্ৰেম, আসক্তি।

**আদৰ্শঃ** ১। (মুখ চোৱা) আয়না, দাপোণ; ২। মূল পাণ্ডুলিপি য'ৰ পৰা নকল কৰা হৈছে। ৩। প্ৰতিৰূপ, চানেকী **—কঃ** আয়না, **—নং** প্ৰদৰ্শনী।

**আদহনং** ১। দাহন, আঘাত, হত্যা; ২। নিন্দা, ভৰ্ৎসনা; ৩। শ্মশান।

**আদানং** ১। লোৱা, গ্ৰহণ কৰা। ২। উপাৰ্জন; ৩। ৰোগৰ উপসৰ্গ।

**আদি** *বিণ.* ১। প্ৰথম, মূল, আদিম। ২। প্ৰধান, **—দিঃ** ১। আৰম্ভণি গী ৩।৪১; (ইতি উপসৰ্গৰ লগত) ইত্যাদি 'আৰু বহুতো' বুজাবৰ বাবে; যেনে, ইন্দ্ৰাদয়ঃ ইন্দ্ৰাদি দেৱতাসকল। ২। মৌলিক হেতু, ৩। প্ৰথম অংশ, **—অন্ত** *বিণ.* প্ৰথমতে আৰু শেষত থকা। **—উদাত্তঃ** যাৰ প্ৰথম বৰ্ণ উদাত্ত। **—কৰঃ, —কৰ্তৃ, —কৃৎ** ব্ৰহ্মা,গী ১১/৩৭; **—কৱিঃ** ১। (বেদৰ প্ৰথম স্ৰষ্টা) ব্ৰহ্মা; ২। (আদিকাব্য ৰামায়ণৰ প্ৰণেতা) বাল্মীকি। **—কাণ্ড** ৰামায়ণৰ প্ৰথম অধ্যায়ৰ নাম। **—কাৰণং** বেদান্ত মতে জগতৰ প্ৰথম কাৰণ, ব্ৰহ্ম। ন্যায় আৰু বৈশেষিকৰ মতে পৰমাণু। **—দেৱঃ** পৰমেশ্বৰ, বিষ্ণু, শিৱ, সূৰ্য্য। **—পৰ্ৱন্** *পু.* মহাভাৰতৰ প্ৰথম অধ্যায়ৰ নাম। **—পুৰুষঃ** প্ৰথম সৃষ্টিকৰ্তা, বিষ্ণু। **—ভৱঃ -ভূত** ১। ব্ৰহ্মা; ২। ককায়েক। **—ৱৰাহঃ** বিষ্ণু। **—শক্তিঃ** আদ্যাশক্তি মহামায়া।

**আদিতঃ, —আদৌ** *অব্য.* আৰম্ভণিতে, আৰম্ভণিৰ পৰা।

**আদিতেয়ঃ** অদিতিৰ পুত্ৰ, দেৱতা।

**আদিত্যঃ** ১। কাশ্যপ আৰু অদিতিৰ পুত্ৰ, দেৱতা। ২। দ্বাদশ সূৰ্য্য, (বিৱস্বান্, অৰ্য্যমা, পূষা, ত্বষ্টা, সৱিতা, ভগঃ, ধাতা, বিধাতা, বৰুণঃ মিত্ৰঃ, শক্ৰঃ, উৰুক্ৰমঃ) গী ১০।২১; ৩। সূৰ্য্য, ৪। বামনৰূপী বিষ্ণু। **—সুনুঃ** সূৰ্য্যপুত্ৰ সুগ্ৰীৱ, যম, শনি আৰু কৰ্ণ।

**আদিনৱঃ, —ৱং** ১। দুৰ্ভাগ্য, আপদ; ২। দোষ, ত্ৰুটী।

**আদিম** *বিণ.* প্ৰথম, মৌলিক, প্ৰাচীন।

**আদিৰাজঃ** পৃথুৰাজ।

**আদীপনং** ১। জুই জ্বলোৱা, উত্তেজিত কৰা, ২। উৎসৱ উপলক্ষে ঘৰৰ বেৰত চূণৰ ৰং কৰা।

**আদৃত** ১। সম্মানিত, পূজিত, ২। যত্নপৰ, শ্ৰদ্ধাপূৰ্ণ। অপ্ৰমত্ত।

**আদ্দেৱনুঃ** পাশাৰ গুটি, পাশাৰ ঢাল।

**আদেশঃ** (আ দিশ্ ঘঞ্) ১। আদেশ, আজ্ঞা, নিৰ্দেশ, ২। উপদেশ, শাসন, ৩। বিৱৰণ, সংবাদ, ৪। (ব্যাকৰণত) বিকল্প।

**আদেশী** *পু.* দৈৱজ্ঞ। গণনাকাৰী ৰ ৪।৬৮।

**আদ্য** *বিণ.* ১। প্ৰথম, আদিম ২। সৰ্বপ্ৰথম **—দ্যা,** কালী, দুৰ্গা, তাৰা। প্ৰথমা তিথি **—দ্যং** ১। আৰম্ভণি, ২। শস্য, খাদ্য, মনু ৫।২৪; **—আদ্যঃ** প্ৰথম, মনু ৫।২৬; **—কৱিঃ** ব্ৰহ্মা, বাল্মীকি। **—বীজং** বিশ্বব্ৰহ্মাণ্ডৰ মূল বীজ বা আদি কাৰণ।

**আদ্যূন** *বিণ.* ১। লজ্জাহীনভাৱে লুলুপ, ভোকাতুৰ, খঁকুৰা। ২। আদিহীন।

**আদ্যোতঃ** পোহৰ, উজ্জ্বলতা।

**আধমনং** অনাৰ্য্য, জামিন, বন্ধক। মনু ৮।১৮৫।

**আধৰ্মিক, —আধাৰ্মিক** অধাৰ্মিক।

**আধৰ্ষঃ** অৱমাননা, ধৰ্ষণ।

**আধৰ্ষণং** ১। দণ্ডাজ্ঞা। ২। ধৰ্ষণ, ৩। যুক্তিখণ্ডন।

**আধানং** *ক্লী.* ১। স্থাপন, ২। গ্ৰহণ ৩। যজ্ঞকুণ্ডত অগ্নিস্থাপন। ৪। অনুপ্ৰবিষ্টকৰণ। ৫। উৎপাদন, যেনে গৰ্ভাধান ক্ৰিয়া। মে ৯; ৬। বন্ধক।

**আধানিকঃ** গৰ্ভাধান সংস্কাৰ।

**আধাৰঃ** *পু.* ১। অৱলম্বন, সহায়। ২। ডাঙৰ পাত্ৰ, যেনে জলাধাৰ শ ১।১৪; ৩। গছৰ তলত ৰখা পানীৰ পাত্ৰ, ৪। বান্ধ, পৰিখা, মথাউৰি, ৫। খাল, ৬। অধিকৰণ।

**আধিঃ** *পু.* (আঙ্ ধা কিঃ) ১। মানসিক পীড়া, প্ৰত্যাশা উদ্বেগ, সন্তাপ, শ ৩।১১; ২। অভিশাপ, দুৰ্দশা। ৩। বন্ধক, জামিন; খাদ্য-শস্যৰ বাবে খেতি কৰিবলৈ দিয়া মাটি, মনু ৮।১৪৩; ৪। বাসস্থান। ৫। স্থান, অধিষ্ঠান। **—ভোগঃ** বন্ধকৰ বস্তু (যেনে— ভূমি, শস্য, পশু আদি) ভোগ কৰা। **—স্তেনঃ** গৰাকীৰ বিনানুমতিত বন্ধকী ভোগ কৰা লোক।

**আধিকৰণিক** ন্যায়াধীশ। **—কাৰিক** *বিণ.* ১। শ্ৰেষ্ঠ। ২। বিষয়া।

**আধিক্যং** প্ৰাচুৰ্য্য, প্ৰাধান্য।

**আধিদৈৱিক** *বিণ.* (অধি দেৱ ঠঞ্) ১। অধিষ্ঠাত্ৰী দেৱতা সম্বন্ধীয় মনু ৬।৮৩; ২। দৈৱিক। দুখ বা অসুখৰ উৎস তিনি বিধ— আধিভৌতিক, আধিদৈৱিক আৰু আধ্যাত্মিক।

**আধিপত্যং** *ক্লী.* প্ৰভুত্ব, স্বামিত্ব, ঐশ্বৰ্য্য, মনু ১২।১০০; গী ২।৮ ।

**আধিভৌতিক** *বিণ.* ১। ভূত বা প্ৰাণীৰ পৰা হোৱা দুখ বা ৰোগ। ২। লৌকিক; ৩। মৌলিক, পাৰ্থিৱ।

**আধিৰাজ্যং** ৰাজধৰ্ম, সাৰ্বভৌমত্ব। সৰ্বশ্ৰেষ্ঠ অধিপতি। ৰ ১৭।৩০।

**আধিৱেদনিকং** দ্বিতীয় বিবাহ কৰাবৰ সময়ত প্ৰথম পত্নীক দিয়া ধন সম্পত্তি, উপহাৰাদি।

**আধূত, —ধূত** কম্পিত। ৰ ১।৩৮।

**আধুনিক** *বিণ.* (অধুনা ঠঞ) নব্য, নতুন, অধুনাজাত।

**আধোৰণঃ** *পু.* মাউত। ৰ ৭।৪৬।

**আধ্মাত** *বিণ* দগ্ধ, সংযত, বাতৰোগ বিশেষ। উদ্ধত।

**আধ্মানং** ১। বৃদ্ধি, দম্ভ। ২। গৰ্জন। ৩। পেটফুলা বা ফুলা বেমাৰ।

**আধ্যা** *স্ত্ৰী* চিন্তা, স্মৃতি।

**আধ্যাত্মিক** ১। আত্মা, পৰমাত্মা সম্পৰ্কীয়, ২। মানসিক আৰু শাৰীৰিক দুবিধ দুখ বা ৰোগ— মানসিক ৰোগ, কাম ক্ৰোধাদি, শাৰীৰিক ৰোগ বাতপিত্তাদি, ৩। আত্মতত্ত্ববিষয়ক জ্ঞান মনু ২।১১৭।

**আধ্যানং** *ক্লী.* (আঙ ধ্যৈ ল্যুট) ১। উদ্বেগ, সন্তাপ, ২। ধ্যান।

**আধ্যাপকঃ** অধ্যাপক, গুৰু।

**আধ্বনিকঃ** ভ্ৰমণকাৰী।

**আনঃ** *পু.* উশাহ।

**আনকঃ** *পু.* (আঙ অন খুল্) ১। ভেৰী, ৰণবাদ্য বিশেষ, ২। মৃদঙ্গ, গী ১।১৩; ২। বজ্ৰপূৰ্ণ মেঘ, **—দুন্দুভিঃ** বসুদেৱ। এওঁৰ জন্মৰ সময়ত দেৱতাসকলে দুন্দুভি ধ্বনি কৰিছিল।

**আনতিঃ** *স্ত্ৰী.* ১। প্ৰণতি, নম্ৰতা, ২। নতশিৰ হোৱা, ৩। সম্মান।

**আনদ্ধ** (আঙ নহ ক্ত) *বিণ.* ১। আবদ্ধ। ২। কোষ্ঠবদ্ধ, শৌচ কচা। **—দ্ধঃ** ১। ঢোল। ২। কাপোৰ পিন্ধা।

**আননং** *ক্লী.* ১। মুখ, মুখমণ্ডল ৰ ৩।৩; ২। পুথিৰ অধ্যায়।

**আনন্ত্যং** ১। অনন্ত; ২। সীমাহীন। ৩। শাশ্বত। ৪। স্বৰ্গ। পৰলোক।

**আনন্দঃ** *পু.* (আঙ্ নন্দ ঘঞ) ১। আহ্লাদ, আমোদ, সুখ। ২। পৰমেশ্বৰ, পৰমাত্মা। ৩। শিৱ ; **—ৱনং** কাশী। **—পটঃ** কইনাই পিন্ধা কাপোৰ।

**আনন্দথুঃ** *পু.* আনন্দ, হৰ্ষ।

**আনন্দনং** *ক্লী.* (আঙ নদি ল্যুট) ১। আনন্দদান ২। সম্মান প্ৰদৰ্শন। ৩। সৌজন্য প্ৰকাশ। ৪। আগমন আৰু প্ৰস্থানৰ সময়ত বন্ধু-বান্ধৱৰ প্ৰতি কৰা সদ্‌-ব্যৱহাৰ। — **প্ৰভৱঃ** বীৰ্য্য, শুক্ৰ।

**আনন্দময়** *বিণ* **—কোষঃ** শৰীৰৰ নিগূঢ়তম কোষ বা আৱৰক; কাৰণশৰীৰ; সুষুপ্তিঃ (বেদান্ত)।

**আনৰ্ত্তঃ** *পু.* ১। নৃত্যশালা, মঞ্চ, ৰঙ্গালয়। ২। যুদ্ধ, সমৰ। ৩। সৌৰাষ্ট্ৰ (দ্বাৰকা)।

**আনয়ঃ** *পু.* উপনয়ন।

**আনায়ঃ** *পু.* (মাছ ধৰা) জাল, **—য়ী** মাছমৰীয়া।

**আনায্যঃ** (গাৰ্হপত্যৰ পৰা অনা) দক্ষিণাগ্নি।

**আনাহঃ** *পু.* ১। ৰোধ। ২। কোষ্ঠবদ্ধতা (শৌচ কচা হোৱা ৰোগ)।

**আনিল** *বিণ.* বায়ুৰ পৰা হোৱা, **—লঃ —লিঃ** হনুমান, ভীম।

**আনীল** *বিণ.* ঈষৎ নীলা বৰণীয়া। **—লঃ** ক'লা ঘোঁৰা।

**আনুকূল্যং** *ক্লী.* অনুকূলতা, সহায়তা।

**আনুগত্যং** *ক্লী.* (অনু গত ষ্যঞ) পৰিচিতি, আত্মীয়তা।

**আনুগুণ্যং** *ক্লী.* আনুকূল্য, সঙ্গতি।

**আনুগ্ৰামিক** *বিণ.* (কী স্ত্ৰী) গাওঁ সম্বন্ধীয়, গ্ৰাম্য।

**আনুপূৰ্ব্বং,—ৰ্ব্যং—ৰ্ব্বী** ১। পৰিপাটি; অনুক্ৰম। মনু ২।৪১; ২। (আইন) বৰ্ণক্ৰম মনু ৩।২৩।

**আনুমানিক** যুক্তিসিদ্ধ। অনুমান সম্বন্ধীয় **—কং** (সাংখ্যমতে) প্ৰধান।

**আনুযাত্ৰিকঃ** সহচৰ, সহযাত্ৰী, অনুচৰ বা ভৃত্য।

**আনুৰক্তিঃ** *স্ত্ৰী.* অনুৰাগ, প্ৰীতি।

**আনুলোমিক, —লোম্য** *বিণ.* বিধিসম্মত, বৈধ।

**আনুৱিধিৎসা** *স্ত্ৰী.* উপকাৰীক প্ৰত্যুপকাৰ কৰা ইচ্ছা।

**আনুৱেশ্যঃ** প্ৰতিবেশীৰ সিকাষৰ প্ৰতিবেশীৰ ঘৰ। মনু ৮।৩৯২।

**আনুষঙ্গিক** *বিণ.* ১। প্ৰাসঙ্গিক, ২। অপৰিহাৰ্য্য, প্ৰয়োজনীয়, ৩। গৌণ, ৪। আপেক্ষিক সামঞ্জস্য থকা, ৫। গুপ্তাৰ্থক।

**আনূপ** *বিণ.* ( **—পী** স্ত্ৰী) ১। জলপূৰ্ণ, ২। জলাশয়ত উৎপন্ন, **—পঃ** সঘনে পানীত থাকি ভাল পোৱা জন্তু যেনে— ম'হ।

**আনৃণ্যং** ঋণ পৰিশোধ।

**আনৃশংস্যং** *ক্লী.* ১। অনিষ্ঠুৰতা, কাৰুণ্য, অহিংসা মনু ৩।৫৪; ২। দয়া, সহানুভূতি।

**আন্ত** *বিণ.* ( **—ন্তী** স্ত্ৰী) অন্তিম, শেষ, **—ন্তং** অব্য শেষলৈকে, সম্পূৰ্ণৰূপে।

**আন্তৰ** *বিণ.* আভ্যন্তৰীণ, গুপুত, **—ৰং নিগূঢ়তম প্রকৃতি।**

**আন্তৰি(ৰী)ক্ষং** *ক্লী.* ১। অন্তৰীক্ষ, গগন ২। পৃথিৱী আৰু আকাশৰ মাজৰ ঠাই। **—ক্ষী** অন্তৰীক্ষত উৎপন্ন।

**আন্তিকা** *স্ত্রী.* বায়েক।

**আন্দোলনং** ১। ঝুলন, ২। কম্পন।

**আন্ধসঃ** ভাতৰ ফেন, মাড। **—সিকঃ** ৰান্ধনি।

**আন্ধ্যং** অন্ধতা।

**আন্ধ্রং** *বিণ.* অন্ধ্রপ্রদেশীয় (যেনে, তেলেগু ভাষা) **—ন্ধ্রঃ** অন্ধ্ৰৰাজ্য।

**আন্বয়িক** *বিণ.* **(—কী)** ১। সদবংশীয়, অভিজাত। ২। বিধিসম্মত।

**আন্বাহিক** *বিণ.* **(—কী** স্ত্রী) দৈনিক, প্রতিদিন পালনীয়, মনু ৩।৬৭।

**আন্বীক্ষিকী** ১। তর্কবিদ্যা, ন্যায়দর্শন। ২। অধিবিদ্যা, দর্শন শাস্ত্র। মনু ৭।৪৩ ।

**আপ্** ব্যাপনে (চুৰা, ভ্বা, স্বা, উ, প শক আপ্নোতি) আপয়তি, আপতি) ১। প্রাপ্ত কৰ, লাভ কৰ। ২। লগ ধৰ; ৩। ব্যাপ্ত কৰ ৪। সহ্য কৰ। **পৰি—** (পৰ্য্যাপ্ত) ১। যোগ্য হ, ২। পূর্ণ হ, ৰক্ষা কৰ, পূর্ণ কৰ **ৱি—** ব্যাপ্ত হ, বিস্তৃত হ, **সম্—** সমাপ্ত কৰ।

**আপকৰ** *বিণ.* (ৰী স্ত্রী) আক্রমণাত্মক, অনিষ্টজনক।

**আপক্ক** *বিণ.* আধা পকা, অপৈণত, **—ক্কং** পিঠা, ৰুটি।

**আপগা** নদী শি ২।১০০; **—গেয়ঃ** নদী পুত্র ভীষ্ম।

**আপণঃ** *পু.* (আ পণ অচ) পণ্যশালা, বজাৰ, হাট। **—ণিকঃ** দোকানী, বেপাৰী।

**আপতনং** ১। আগমন ২। ঘটনা ৩। প্রাপ্তি ৪। জ্ঞান। ৫। স্বাভাৱিক পৰিণতি।

**আপতিক** *বিণ* দৈৱিক ঘটনা। **—কঃ** শেনচৰাই।

**আপৎ** *স্ত্রী.* (আঙ পৎ ক্বিপ) বিপত্তি, দুর্দশা, বিপদ মনু ১১।২৯; **—কালঃ** বিপদৰ সময়। **—গ্রস্ত** *বিণ.* বিপদত পৰা, দুৰ্দশাগ্ৰস্ত।

**আপদা** *স্ত্রী.* বিপদ।

**আপনিকঃ** ১। মুক্তা, হীৰা। ২। বনচৰ। কিৰাট।

**আপন্ন** ১। প্রাপ্ত। ২। বিপদগ্রস্ত। মে ৫৩; **—সত্ত্বা** গর্ভৱতী।

**আপমিত্যকং** *ক্লী.* বিনিময়ৰ জৰিয়তে প্রাপ্ত। যেনে— গৰু দি লোৱা ধন।

**আপৱ** *পু.* বশিষ্ঠমুনি।

**আপস্** পানী, পাপ।

**আপস্তম্বঃ** *পু.* এগৰাকী ধর্ম শাস্ত্র (গৃহ্যসূত্র) প্রণেতা।

**আপাকঃ** কুমাৰৰ মাটিৰ বাচন পোৰা ঠাই।

**আপাতঃ** *পু.* (আ পৎ ঘঞ) ১। পতন, আক্রমণ, আৰোহণ, অৱৰোহণ। দ্রুত, তন্মুহূর্ত, তৎকাল; ২। প্রথম দৃষ্টি, অথবা উপৰুৱা দৃষ্টি বা আকৃতি, ৩। উপস্থিতি, সংঘটন।

**আপাততঃ** *অব্য* তৎক্ষণাৎ।

**আপাদঃ** ১। প্রাপ্তি ২। পুৰস্কাৰ, বেতন।

**আপানং,—নকং** *ক্লী.* ১। মদ্যপানৰ সভা। ২। মদৰ দোকান কু ৬।৪২।

**আপালিঃ** *পু.* ওকণি।

**আপিঞ্জৰং** *ক্লী.* সোণ।

**আপীড়ঃ** *পু.* (আঙ পীড় পচাদ্যচ) ১। দুখ দান, আঘাত হনা। ২। চেপি দিয়া। ৩। মূৰত লোৱা মালা ৰ ১৮।২৮।

**আপীন** শকত, মোটা, **—নঃ** কুঁৱা, **—নং** (গৰুৰ) ওহাৰ।

**আপূপীক** পিঠা বনোৱা কাৰিকৰ, পিঠা খোৱা মানুহ।

**আপূয্যঃ** *পু.* আটা বা ময়দা।

**আপূৰণং** পূৰণ কৰা, সম্পূর্ণ কৰা।

**আপৃষং** *ক্লী.* ৰাং ধাতু।

**আপৃচ্ছা** *স্ত্রী.* (আঙ প্রচ্ছ অঙ টাপ) সম্ভাষণ, আলাপ।

**আপোশানঃ** খোৱাৰ আগত বা পাছত পাঠ কৰা মন্ত্র বিশেষ। যা ১।৩১, ১০৬ ।

**আপ্ত** *বিণ* ১। প্রাপ্ত, লব্ধ । ২। বিশ্বস্ত, বিশ্বাসযোগ্য মনু ৭।৮০, **—প্তঃ** আত্মীয়, মনু ৩।১০১; সম্বন্ধীয় ৰ ১২।৫২, **—প্তং** ভাগফল। **—কামঃ** যাৰ আশা পূৰণ হৈছে। **—গর্ভাঃ** গর্ভৱতী তিৰোতা **—ৱচনং** মহৎ লোকৰ উক্তি ৰ ১৫।৪৮; **—ৱাক্** *স্ত্রী* ১। বিশ্বাসযোগ্য লোকৰ কথা। ২। শ্রুতি অথবা স্মৃতি শাস্ত্র।

**আপ্যং** *বিণ* (অপাং ৱিকাৰঃ স্বার্থে ষ্যঞ) জলবিকাৰ, ফেনাদি।

**আপ্যান** ১। শকত, মোটা। ২। সন্তুষ্ট, **—নং** প্রেম, প্রীতি, বৃদ্ধি।

**আপ্যায়নং** (আঙ প্যায় ল্যুট) ১। পূর্ণ কৰণ, ২। তৃপ্তি, তুষ্টি সাধন, মনু ৩।২০৩; ৩। স্থূলকায়ত্ব ৪। শক্তি-দায়ক ঔষধ বিশেষ, **—য়িতঃ** তৃপ্ত, প্রীত, সম্বৰ্দ্ধিত।

**আপ্ৰচ্ছনং** *ক্লী.* আগমন আৰু গমনৰ সময়ত কৰা আলিঙ্গন।

**আপ্ৰপদং** *ক্লী.* ভৰিৰ আঙুলি পৰ্যন্ত। **—পদীনং** *বিণ্* ভৰিলৈকে যোৱা (কাপোৰ আদি)।

**আপ্লৱঃ** *পুঃ* (আঙ প্লু অপ) স্নান, **—ব্ৰতী** (ব্ৰহ্মচৰ্য্য সাং কৰি গৃহস্থাশ্ৰমত প্ৰবেশ কৰা) স্নাতক ব্ৰাহ্মণ।

**আপ্লাৱঃ** ১। জল প্ৰক্ষেপ, পানীত নামি কৰা স্নান। ২। বানপানী।

**আপ্লুতঃ** স্নাতক **—তব্ৰতী** আপ্লাৱব্ৰতী।

**আপ্বা (ন্)** *পু.* (আপ ক্বুন) বায়ু।

**আফূকং** *ক্লী* আফিং, কানি।

**আবদ্ধঃ** *পু.* (আঙ বন্ধ ক্তঃ) ১। দৃঢ়বন্ধন ২। প্ৰেম, প্ৰীতি, ৩। অলঙ্কাৰ মে ৯: ৪। বাধাপ্ৰাপ্ত ৫। যুঁৱলি।

**আবন্ধঃ,** *পু.* **—ন্ধনং** *ক্লী.* ১। বন্ধন ২। যুঁৱলি ৩। অলঙ্কাৰ। সাজসজ্জা ৪। প্ৰেম, আসক্তি।

**আবৰ্হঃ** হত্যা, ছিন্নকৰণ।

**আবলিঃ** আলি, শ্ৰেণী।

**আবাধঃ** ক্লেশ, আঘাত, ধৰ্ষণ মনু ৪।৫১।

**আবুত্তঃ, আবুত্তঃ** ভগ্নীপতি, বৈনাই।

**আবোধনং** জ্ঞান, উপলব্ধি।

**আব্দ** *বিণ.* মেঘোৎপন্ন।

**আব্দিক** *বিণ.* বছৰেকীয়া মনু ৩।১।

**আভৰণং** অলঙ্কাৰ, সাজ-সজ্জা, আভূষণ; আভৰণ ৪ বিধ— আবেধ্যং (কুণ্ডলাদি), বন্ধনীয়ং (ফুলাদি); ক্ষেপ্যং (নূপুৰাদি), আৰোপ্যং (হাৰাদি)।

**আভা** *স্ত্ৰী.* (আঙ ভা টাপ) ১। শোভা, প্ৰভা, কান্তি, দীপ্তি, জ্যোতি; ২। ৰং, মনু ১২।২৭; ৩। সাদৃশ্য; প্ৰায়ে সমাসৰ শেষত ব্যৱহাৰ হয়।

**আভাণক** জনপ্ৰিয় উক্তি। সূক্তি।

**আভাষঃ** ভূমিকা।

**আভাষণং** সম্বোধন, সম্ভাষণ, কথোপকথন।

**আভাসঃ** ১। জ্যোতি, ২। প্ৰতিবিম্ব ৩। সাদৃশ্য ৪। ভুল অথবা অসৎ আকাৰ, বা সাদৃশ্য; ৫। উদ্দেশ্য, মনোবৃত্তি, মিথ্যাবুদ্ধি।

**আভাসুৰঃ** ৬৪ বিধ উপদেৱতা, গণদেৱতা।

**আভিচাৰিকং** যাদু মন্ত্ৰ।

**আভিজনঃ** *পু.* জন্ম সম্বন্ধীয়, গোত্ৰজ অথবা পিতৃজ নাম। কু ১।২৬; **—নং** অভিজাত, উচ্চবংশজাত।

**আভিজাত্যং** *ক্লী.* ১। কৌলিনা, ২। উচ্চবংশজনিত মৰ্য্যাদা, ৩। পাণ্ডিত্য।

**আভিধা** *স্ত্ৰী.* ১। শব্দ, পদ, ২। নাম, **—তকং** *ক্লী* শব্দ।

**আভিধানিক** *বিণ.* অভিধানত থকা (পদ) **—কঃ** অভিধান সঙ্কলক।

**আভিমুখ্যং** ১। মুখামুখি; ২। আনুকূল্য।

**আভিৰূপক, ৰূপ্যং** সৌন্দৰ্য্য।

**আভীক্ষ্ণ্যং** *ক্লী.* নিত্য, পুনৰুক্তি।

**আভীৰঃ** ১। গৰখীয়া, গোপালক ২। এখন দেশৰ নাম। **---ৰী** আভীৰপত্নী, আভীৰ জাতিৰ তিৰোতা। **—পল্লিঃ** গৰখীয়া থকা গাওঁ।

**আভীল** *বিণ.* ভয়ানক, ভীতিজনক। **—লং** আঘাত।

**আভোগঃ** ১। পৰিপূৰ্ণতা, বিস্তৃতি মে ৯২; ২। চেষ্টা। ৩। ফেঁটী সাপৰ ফণা (বৰুণছত্ৰ)। ৪। পৰিতৃপ্তি।

**আভ্যৱহাৰিক** *বিণ.* (ক্লী স্ত্ৰী) খাবৰ যোগ্য, খাদ্য।

**আভ্যুদযিক** *বিণ.* ১। মঙ্গলমুখী ২। উচ্চ, উন্নত **—কং** কোনো আনন্দ সংস্কাৰ কাৰ্য্যৰ সময়ত পিতৃ-পুৰুষৰ কাৰণে কৰা শ্ৰাদ্ধ।

**আম্** *অব্য.* ১। হয়, বাৰু ২। পাহৰি মনত পৰিলে, নিশ্চয়, উত্তৰ আদি প্ৰকাশ কৰিবৰ সময়ত ব্যৱহাৰ কৰা হয়।

**আম** *বিণ.* ১। কেঁচা, অপক্ক, অসিদ্ধ মনু ৪।২২, ২। বদহজম, কোষ্ঠকাঠিন্য, তুঁহ (বাকলি), ৩। হীন শস্য। **—আশয়ঃ** পেট (য'ত হজম নোহোৱা খাদ্য জমা হয়), **—কুম্ভঃ** কেঁচা মাটিৰ বাচন, **—গন্ধি** *ক্লী* কেঁচা মাংস অথবা পোৰা মাংসৰ গোন্ধ। **—ত্বচ্** *বিণ.* নৰম ছাল থকা। **---পাত্ৰং** কেঁচা পাত্ৰ, **—ৰক্তৃকং** তেজগ্ৰহণী, **—ৰসঃ** বদহজম, **—ৱাতঃ** শৌচ কচা, **—শূলঃ** পেটকামোৰা।

**আমঞ্জু** *বিণ.* ধুনীয়া, মনোৰম।

**আমণ্ডঃ** *পু.* এৰা গছ।

**আমনস্যং** পীড়া, দুখ।

**আমন্ত্ৰণং** *ক্লী.* সম্বোধন, আহ্বান। নিমন্ত্ৰণ।

**আমন্দ্ৰঃ** *পু* গম্ভীৰ শব্দ, গুৰু গুৰু শব্দ।

**আময়ং** *ক্লী.* কুষ্ঠৰোগ।

**আময়ঃ** ১। বেমাৰ, ৰোগ, বদমেজাজ। ২। আঘাত, ক্ষতি। **—য়াৱী** ৰোগী।

**আমৰণান্ত, —ন্তিক** *বিণ.* মৰণ পৰ্য্যন্ত। জীৱন থাকে মানে, মনু ৯।১০১।

**আমৰ্দঃ** ভাঙি, পিঁহি পেলোৱা। উগ্র ব্যৱহাৰ।

**আমৰ্শ** ১। স্পৰ্শ, পিঁহা। ২। উপদেশ।

**আমৰ্ষঃ** *পু* খং, ক্ৰোধ, অধৈৰ্য্য।

**আমলকঃ** *ক্লী.* আমলখী গছ **—কং** আমলখী ফল।

**আমাত্যঃ** মন্ত্রী, সেনাপতি।

**আমানস্যং** দুখ, ক্লেশ।

**আমিক্ষাঃ—** *স্ত্রী.* উতলা গাখীৰত দৈ দিলে যি হয়। ছানা।

**আমিষং** *ক্লী.* ১। মাংস; ২। ভোগ্য বস্তু, সম্ভোগ, চিকাৰ; ৩। খাদ্য, ৪। উৎকোচ, ভেঁটী; ৫। কামনা; ৬। উপভোগ, আমোদ।

**আমীলনং** চকু মুদ খোৱা।

**আমুক্তিঃ** *স্ত্রী.* কাপোৰ, বৰ্ম আদি পৰিধান।

**আমুপঃ** কোটোহা বাঁহ।

**আমুখং** ১। আৰম্ভণি ২। ভূমিকা। (সংস্কৃত নাটকৰ) প্ৰস্তাৱনা, **—খং** *অব্য* মুখলৈকে।

**আমুষ্মিক** *বিণ.* পৰলোক সম্বন্ধীয়।

**আমুষ্যায়ণ** *বিণ* অভিজাঁত, উচ্চবংশজাত, প্ৰখ্যাত পৰিয়ালৰ সন্তান।

**আমোচনং** ১। মুক্ত কৰা; ২। ত্যাগ কৰা; ৩। বান্ধা।

**আমোদঃ** ১। আনন্দ, পৰিতৃপ্তি; ২। সুবাস মে ৩১; **—দনঃ** *বিণ.* **—দনং** *ক্লী.*

**আমোদীন্** *বিণ.* ১। আমো[illegible]জনক ২। সুগন্ধি।

**আমোষঃ** চুৰি, ডকাইতি, **—ষী** চোৰ।

**আম্নাত** ১। বিবেচিত, কথিত; ২। পঠিত, অধীত, ৩। পৰম্পৰাগত।

**আম্নানং** ১। বেদাভ্যাস ২। উল্লেখ, বৰ্ণন।

**আম্নায়ঃ** *পু.* (আঙ ম্না ঘঞ যুক্), (ব্ৰাহ্মণ, উপনিষদ আৰু আৰণ্যকক লৈ), বেদ, শ্ৰুতি; ২। (পৰম্পৰাগত) সম্প্ৰদায়, দেশ আৰু কুলাচাৰ; ৩। উপদেশ।

**আম্বিকেয়** ধৃতৰাষ্ট্ৰ, কাৰ্ত্তিকেয়।

**আম্ভসিক** *বিণ.* জলজ (প্ৰাণী), **—কঃ** মাছ।

**আম্রঃ** *পু.* আমগছ, **—ম্রং** আমফল **—কূটঃ** এখন পৰ্বত মে ১৭। **—ৱনং** আমবন।

**আম্রাতঃ** অমৰা গছ। **—তং** অমৰা ফল।

**আম্রাতকঃ** ১। অমৰা গছ; ২। শুকাই ৰখা আমৰস।

**আম্রেড়নং, —ড়িতং** একেটা কথাকে বাৰে বাৰে কোৱা।

**আম্লঃ, —ম্লা** তেঁতেলি গছ। **—ম্লং** টেঙা।

**আম্লিকাঃ** ১। তেঁতেলি গছ; ২। পিত্ত ৰোগ।

**আয়ঃ** *পু.* (আঙ যা ড) ১। আগমন। ২। ধনাগম, লাভ। মনু ৮।৪১৯; ৩। অন্তেষপুৰৰক্ষী, **—ব্যয়ৌ** জমা খৰচ, আয়-ব্যয়।

**আয়ঃশূলিক** কৰ্মঠ, পৰিশ্ৰমী। **—কঃ** ধন লাভৰ বাবে যি বলপ্ৰয়োগ কৰে।

**আয়ত** *বিণ* ১। দীঘল, বিস্তৃত, বিশাল ২। আকৃষ্ট ৩। সংযত **—তঃ** (জ্যামিতিত) আয়তক্ষেত্ৰ, **—অক্ষ —নেত্ৰ —লোচন** *বিণ.* দীঘল, বিশাল চকু থকা (নাৰী), বিশালাক্ষী, **—অপাঙ্গ** হৰিণনয়না, **—আয়তিঃ** দীৰ্ঘৱস্থিতি। সুদূৰ ভৱিষ্যত, **—ছদা** কলগছ; **—স্তুঃ** *পু.* চাৰণ।

**আয়তনং** ১। স্থান, বাসস্থান, ঘৰ, আশ্ৰয়স্থান ২। যজ্ঞবেদী। ৩। তীৰ্থস্থান ৪। ঘৰ বন্ধাৰ বাবে জমী।

**আয়তিঃ** *স্ত্রী.* ১। দীৰ্ঘতা, বিশালতা, বিস্তৃতি ২। ভৱিষ্যত কাম। ৩। ভৱিষ্যত পৰিণতি, মনু ৭।১৭৮; ৪। উচ্চ মৰ্য্যাদা, ৫। হাত মেলা, গ্ৰহণ কৰা; ৬। কৰ্ম, ৭। সংযম।

**আয়ত্ত** ১। অধীনলৈ অনা ২। নম্ৰ, বাধ্য।

**আয়ত্তিঃ** ১। পৰাধীনতা ২। আসক্তি ৩। শক্তি ৪। সীমা ৫। প্ৰতিকাৰক (ঔষধ) ৬। মৰ্য্যাদা ৭। ধৈৰ্য্য।

**আয়মনং** ১। দীৰ্ঘতা, বিস্তৃতি ২। সংযম।

**আয়ল্লকঃ** অধৈৰ্য্য, হেঁপাহ।

**আয়স** *বিণ.* লৌহনিৰ্মিত, ধাতৱ মনু ৮।৩১৫; **—সীঃ** লোহাৰ বৰ্ম, **—সং** লৌহ পদাৰ্থ, অস্ত্ৰ শস্ত্ৰ।

**আয়স্ত** ১। দুখিত, ২। আঘাতপ্ৰাপ্ত, ৩। উদ্বিগ্ন, ক্ৰোধান্বিত, ৪। তীক্ষ্ণকৃত।

**আয়ানং** ১। আগমন ২। স্বাভাৱিক প্ৰকৃতি, মেজাজ।

**আয়াম** ১। দীৰ্ঘতা, বিস্তৃতি মে ৫৮; ২। প্ৰসাৰণ, ৩। সংযম, নিয়মন, মনু ২।৮৩

**আয়াসঃ** *পুঃ* (আঙ যস্ ঘঞ) ১। শ্ৰম, কষ্ট, প্ৰযত্ন গী ১৮।২৪; ২। শ্ৰান্তি, ক্লান্তি।

**আয়ুঃ(য়ুস্)** *পুং, ক্লী* (ইণ্ গতৌ ছন্দসোণ ইতি উণ্) ১। জীৱন কাল; ২। প্ৰাণ, ৩। আহাৰ **—কৰ** *বিণ.* দীৰ্ঘায়ুঃকাৰী, **—কাম** *বিণ.* দীৰ্ঘায়ু অভিলাষী **—দ্ৰব্যং** ঔষধ, ঘিঁউ; **—ৱেদঃ** চিকিৎসা শাস্ত্ৰ **—ৱেদিকঃ** চিকিৎসক; **—শেষঃ** ১। জীৱনৰ বাকীখিনি সময়। ২। জীৱনাৱসান। **—ষ্টোমঃ** দীৰ্ঘায়ুসৰ বাবে কৰা যজ্ঞ।

**আয়ুক্তঃ** *বিণ* ১। কাৰ্য্যাধ্যক্ষ, সচিব ২। সংযুক্ত।

**আয়ুধঃ** *পু.* (আ যুধ ক) অস্ত্ৰ, তিনি বিধ ১। প্ৰহাৰ কৰা, যেনে— তৰোৱাল, গদা, ২। হাতেৰে নিক্ষেপ কৰা যেনে— চক্ৰ, ৩। যন্ত্ৰৰ দ্বাৰা নিক্ষেপ কৰা যেনে— কাঁড়। **—জীৱী** সৈনিক।

**আয়ুধিকঃ, —ধীয়ঃ** *পু.* অস্ত্ৰজীৱী, সৈনিক। মনু ৭।২২২ ।

**আয়ুষ্মৎ** *বিণ* (আয়ুস মতুপ) চিৰজীৱী, দীৰ্ঘজীৱী। সাধাৰণতে (সংস্কৃত নাটকত) বয়সত ডাঙৰ জনে সৰুজনক আশীৰ্বাদ দিবৰ সময়ত কৰা সম্বোধন। মনু ৪।১২৫ ।

**আয়ুষ্যং** *বিণ* ১। দীৰ্ঘায়ুদায়ক ঔষধ, জীৱন ৰক্ষক।

**আয়ুষ্যসূক্তং** নান্দীশ্ৰাদ্ধাদিত পাঠ কৰা মন্ত্ৰবিশেষ।

**আয়োগঃ** *পু.* ১। নিয়োগ ২। কৰ্মসম্পাদন। ৩। গন্ধমাল্যাদিৰে দিয়া উপহাৰ ৪। নদী বা সাগৰৰ পাৰ।

**আয়োগৱঃ** বৈশ্য তিৰোতাৰ পৰা জন্ম হোৱা শূদ্ৰ সন্তান (এইবিলাক সাধাৰণতে কাঠ মিস্ত্ৰী হৈছিল) মনু ১০।৪৮ ।

**আয়োজনং** *ক্লী.* ১। উদ্যোগ, ২। সংযোজন ৩। আহৰণ।

**আয়োধনং** ১। যুদ্ধ, সমৰ। ২। যুদ্ধক্ষেত্ৰ।

**আৰং** *ক্লী.* (আঙ ঋ ঘঞ) ১। পিতল, ২। মুণ্ড লো (অম্লজ লো), ৩। কোণা, প্ৰান্তভাগ, **—ৰঃ** মঙ্গল আৰু শনিগ্ৰহ, **—ৰা** ১। মুচিয়াৰৰ বেজী অথবা জোঙাল শলা, ২। ছুৰী কটাৰী।

**আৰক্ষ** *বিণ.* সংৰক্ষিত **—ক্ষঃ,—ক্ষা** ১। সংৰক্ষণ, ২। হাতীৰ কুম্ভসন্ধি (নাকৰ গহ্বৰৰ সন্ধিস্থল) **—ক্ষিক** ১। প্ৰহৰী ২। পুলিচ, হাকিম।

**আৰটঃ** অভিনেতা।

**আৰণিঃ** চাকনৈয়া।

**আৰণ্যকঃ** বনচৰ, অৰণ্যবাসী, **—কং** আৰণ্যক; ব্ৰাহ্মণ গ্ৰন্থৰ লগত সম্পৰ্ক থকা, অৰণ্যত ৰচনা বা অধ্যয়ন কৰা শাস্ত্ৰ।

**আৰতিঃ** ১। বিৰতি। ২। নীৰাজনা, মূৰ্ত্তিৰ সমুখত ধূপ দীপ আদি ঘূৰাই পূজা বা সন্মান কৰা।

**আৰনালং** পক উঠা, সিদ্ধ, ভাতৰ মণ্ড।

**আৰাব্ধেঃ** স্ত্ৰী. আৰম্ভণি।

**আৰভটঃ** উদ্যোগী পুৰুষ **—টীঃ** ১। সাহসিকতা ২। নাটকীয় কলা বিশেষ ৩। সাহিত্যিক পদ্ধতি বিশেষ (বৃত্তি) ৪। নৃত্যকলা।

**আৰম্ভঃ** *পু.* (আঙ ৰভি ঘঞ) ১। আৰম্ভণি, উপক্ৰম ২। ভূমিকা, পাতনি, ৩। উদ্যোগ, চুক্তি, ৩। গতিবেগ, শীঘ্ৰতা ৫। দৃশ্য, কাৰ্য্য। ৬। হত্যা, বধ।

**আৰম্ভণং** ১। ধৰা, দখল কৰা, অধিকাৰ কৰা। ২। নাল, হাতল, হাতনি, আৰম্ভণি।

**আৰৱঃ, আৰাৱঃ** ১। শব্দ, চিঞৰ, ২। আৰ্তনাদ।

**আৰাস্যং** নিৰস।

**আৰাৎ** *অব্য.* ১। ওচৰত, কাষত; ২। সুদূৰ। দূৰৈৰ পৰা। **—তীয়** *বিণ.* ওচৰত থকা।

**আৰাতিঃ** শত্ৰু।

**আৰাত্ৰিকং** ১। ৰাতি কৰা আৰতি, নীৰাজনা, ২। আৰতিৰ প্ৰদীপ।

**আৰাধনং** *ক্লী* (আঙ ৰাধ ল্যুট) ১। তোষণ, তৃপ্তি ২। সেৱা, পূজা, প্ৰণতি, গী ৭।২২; ৩। সাধন, প্ৰাপ্তি, ৪। ৰান্ধন, পচন ৫। সন্মান প্ৰদৰ্শন, **—না** পূজা, সেৱা ভক্তি, সাধনা।

**আৰামঃ** *পু* ১। আনন্দ, প্ৰশস্তি গী ৩।১৬; ২। উপবন। উদ্যান, **—মিকঃ** মালী।

**আৰালিকঃ** ৰান্ধনি।

**আৰুঃ** ১। গাহৰি ২। কেঁকোৰা।

**আৰু** *বিণ.* পিঙ্গল, মুগা বৰণীয়া।

**আৰুকং** *ক্লী.* হিমাচলৰ এবিধ প্ৰসিদ্ধ গছ।

**আৰূঢ়ঃ** *বিণ* (আঙ ৰুহ ক্ত) আৰোহণকাৰী। **—ঢ়িঃ** উৎথান।

**আৰেচিত** *বিণ.* সংকুচিত (যেনে, চকুৰ পিৰঠি) মিথ্যা জ্ঞান।

**আৰোপঃ** (আ ৰুহ্ ণিচ ঘঞ) ১। এটাৰ গুণ বা প্ৰকৃতি আন এটাৰ ওপৰত জাপি দিয়া। (বেদান্ত) ২। বিবেচনা, ৩। অধ্যাৰোপ, এটাৰ ওপৰত আন এটা বহুউৱা। ৪। ওপৰত পেলোৱা, স্থাপন কৰা। অভিযুক্ত কৰা। যেনে— দোষাৰোপ, ভাৱাৰোপ। **—পণং** ১। সংস্থাপন, উপস্থাপন, ন্যাস, অধিষ্ঠিত কৰণ, ২। ধনুত কাঁড় সংযোজন।

**আৰোহঃ** *পু.* ১। ওপৰত উঠা লোক, আৰোহী; ২। হাতী, ঘোঁৰা আদিত উঠা; ৩। উচ্চ স্থান, দৈৰ্ঘ্য; ৪। গৰ্ব,

অহঙ্কাৰ, ৫। পৰ্বত, ৬। তিৰোতাৰ তপিনা বা কঁকাল, ৭। এবিধ জোখ, ৮। খনি, আকৰ, **—ণং** ক্লী।

**আৰ্কিঃ** অৰ্কপুত্ৰ, যম, শনিগ্ৰহ, কৰ্ণ, সুগ্ৰীৱ।

**আৰ্ক্ষ** *বিণ.* (**—ক্ষী** স্ত্ৰী) নক্ষত্ৰ সম্বন্ধীয়, নাক্ষত্ৰিক।

**আৰ্ঘা** এবিধ হালধীয়া মৌমাখি, **—ৰ্ঘ্যং** মৌ।

**আৰ্চ** *বিণ.* (**—ৰ্চী** স্ত্ৰী) ভক্তিমান, ধাৰ্মিক।

**আৰ্চিক** *বিণ.* ঋগবেদ সম্বন্ধীয় **—কং** সামবেদ।

**আৰ্জৱং** সৰলতা, সততা, আন্তৰিকতা, উদাৰতা।

**আৰ্জুনি** অৰ্জুনপুত্ৰ অভিমন্যু।

**আৰ্তঃ** *বিণ* (আঙ্ ঋ ক্তঃ) ১। পীড়িত, অসুস্থ ৰ ১।২৮; ২। দুৰ্দশাগ্ৰস্ত। অসুখী, **—নাদঃ,—ধ্বনিঃ —স্বৰঃ** আটাহ, দুখ বা ভয়ৰ চিঞৰ। **—বন্ধুঃ —সাধুঃ** দুখৰ বান্ধৱ।

**আৰ্তৱ** *বিণ.* ১। ঋতুসম্বন্ধীয়, সাময়িক, বসন্তকালীয়, ২। ঋতুস্ৰাৱ, **—ৱঃ** ঋতুমতে উৎপন্ন। **—ৱী** ঘুঁৰী। **—ৱং** ১। ঋতুস্ৰাৱ, মনু ৩।৪৮, ২। ঋতুস্ৰাৱৰ পিছৰ গৰ্ভাধানৰ দিনকেইটা। ৩। ফুল।

**আৰ্তিঃ** ১। দুৰ্দশা, বিপদ, দুখ, আঘাত মে ৫৩, ২। মানসিক অশান্তি। ৩। ৰোগ। ৪। ধ্বংস, বিনাশ।

**আৰ্ত্বিজীন** *বিণ.* ঋত্বিক হোৱাৰ যোগ্য। **—জ্যং** ঋত্বিকৰ পদ মৰ্য্যাদা।

**আৰ্থিক** *বিণ.* ১। অৰ্থ (ধন) সম্বন্ধীয় ২। জ্ঞানী ৩। ধনী ৪। বাস্তৱিক ৫। তাৎপৰ্য্যপূৰ্ণ।

**আৰ্দ্ৰ** *বিণ.* ১। তিতা, সেমেকা ২। সেউজ, ৰসাল ৩। নতুন, সজীৱ, ৪। কোমল। **—ৰ্দ্ৰা** ৬ষ্ঠ নক্ষত্ৰ। **—কাষ্ঠং** কেঁচা কাঠ, **—লুব্ধকঃ** কেতুগ্ৰহ।

**আৰ্দ্ৰকং** কেঁচা আদা।

**আৰ্ধিক** *বিণ.* আধা অংশ লাভ কৰা বা পোৱা জন। **—কঃ** ১। আধিয়াৰ (আধা ভাগ) শস্যৰ বিনিময়ত যি হাল বায়। ২। ব্ৰাহ্মণৰ দ্বাৰা পালিত বৈশ্য তিৰোতাৰ পুত্ৰ।

**আৰ্য** *পু* (ঋ ণ্যৎ) ১। সদ্বংশজাত। পূজ্য, শ্ৰেষ্ঠ, সঙ্গত। মান্য, উদাৰচৰিত, শান্তচিত্ত, ২। ধৰ্মীয় আচাৰ-বিধি সম্যকৰূপত পালন কৰোঁতা, ৩। স্বামী, গৰাকী, ৪। বান্ধৱ, ৫। বৈশ্য, ৬। শহুৰ, ৭। বুদ্ধ, **—ৰ্যা** ১। পাৰ্বতী ২। শাহু ৩। ছন্দবিশেষৰ নাম। ৪। মহোদয়া, শ্ৰদ্ধেয়া। **—আৱৰ্তঃ** আৰ্য্যসকলৰ দেশ (উত্তৰে হিমালয়, দক্ষিণে বিন্ধ্যাচল, পূব আৰু পশ্চিমে মহাসাগৰ)। **—গৃহ্য** *বিণ.* আৰ্য্যৰ দ্বাৰা সম্মানিত, **—পুত্ৰঃ** শ্ৰদ্ধাভাজনৰ পুত্ৰ, গুৰুপুত্ৰ, স্বামীৰ প্ৰতি পত্নীৰ সম্মানপূৰ্বক সম্বোধন। **—প্ৰায়** বিণ. আৰ্য্যসকলে বাস কৰা, **—মিশ্ৰঃ** সাম্ভ্ৰান্ত লোক। **—লিঙ্গী** ভণ্ড; **—বৃত্ত** ধাৰ্মিক **—ৱেশ** ভালভাৱে কাপোৰ-কানি পিন্ধা লোক। **—সত্যং** মহান সত্য। **—হৃদ্য** মহৎ লোকে ভাল পোৱা।

**আৰ্যকঃ** ককা।

**আৰ্যিকা** সম্মানীয়া নাৰী।

**আৰ্ষ** *বিণ.* (ৰ্ষী স্ত্ৰী) ১। ঋষি সম্বন্ধীয়, ঋষিৰ দ্বাৰা উক্ত। ২। প্ৰাচীন, বৈদিক ৩। পবিত্ৰ, অমানৱীয় **—ৰ্ষঃ** ঋষিৰ দ্বাৰা প্ৰোক্ত এবিধ বিবাহ। ৮ বিধ বিবাহৰ এবিধ, য'ত কন্যাদাতাই বৰৰ পৰা এহাল বা দুহাল গৰু লয়, মনু ৯।১৯৬; **—ৰ্ষং** বেদশাস্ত্ৰ।

**আৰ্ষভ্যঃ** *পু.* ষাঁড় কৰি এৰি দিয়াৰ উপযুক্ত বলদ।

**আৰ্হতঃ** জৈন ধৰ্মাৱলম্বী লোক। **—তং** জৈন ধৰ্মনীতি।

**আৰ্হতী—ত্যং** যোগ্যতা।

**আলং—লঃ** ১। মাছ বা ভেকুলীৰ পোনা। ২। হাঁইতাল।

**আলম্বঃ** *পু* **—ম্বনং** (আঙ লবি ঘঞ) ১। অৱলম্বন; ২। নিৰ্ভৰশীলতা; ৩। আধাৰ, আবাস; ৪। হেতু, (অলঙ্কাৰ শাস্ত্ৰত), যি হেতু বা কাৰণৰ বাবে এটা ৰসৰ উৎপত্তি হয়, আন বিধ হেতু উদ্দীপন। (যেনে, বীভৎস ৰস উদ্ভৱ হয় যেতিয়া কোনো দৃশ্যত পঁচা মঙহত কিলবিলাই থকা পোকবোৰ দেখা যায়) সাদ ৩য় অধ্যায়।

**আলম্ভঃ, —ম্ভনং** ১। ধৰা, দখল কৰা, ২। ছিৰি-ফালি পেলোৱা, ৩। হত্যা বা বধ কৰা। **—ম্ভ্যাঃ** বধ্য, হননৰ যোগ্য।

**আলয়ঃ, —য়ং** ১। ঘৰ, বাসস্থান, ২। আসন, স্থান।

**আলৰ্ক** *বিণ.* পগলা কুকুৰে কামোৰা বিষয়ক।

**আলৱণ্যং** নিৰস, কুদৰ্শন।

**আলৱালং** *ক্লী.* (আঙ্ লৱ লা ক্ত) জলাধাৰ। গছৰ গুৰিত ৰখা পানীৰ পাত্ৰ।

**আলস** (**—সী** *স্ত্ৰী*) অলস। শ্ৰমবিমুখ, আলস্যযুক্ত।

**আলস্য** *বিণ.* অলস, নিৰ্ক্ৰমা; দুৰ্বল।

**আলাতং** *ক্লী.* জুইৰ অঙঠা।

**আলানং** *ক্লী.* ১। হাতীবন্ধা ৰচি আৰু খুঁটা।ৰ ৪।৬৯; ২। ৰচি, শিকলি।

**আলাপঃ** *পু.* (আঙ্ লপ্ ঘঞ্) ১। কথোপকথন ২। বৰ্ণনা, উল্লেখ।

**আলাৱৰ্ত্তং** *ক্লী.* কাপোৰৰ বিচনি।

**আলাবুঃ** (বূঃ) লাউ।

**আলাস্যঃ** *পু* কুম্ভীৰ, ঘঁৰিয়াল।

**আলি** *বিণ.* ১। অপদাৰ্থ, অনৰ্থ, এলেহুৱা; ২। সৎ; ৩। নিৰ্মল অন্তঃকৰণযুক্ত। **—লিঃ** ১। বৃশ্চিক, ভোমোৰা, মৌমাখি। **—লিঃ,** *লী স্ত্ৰী* ১। বান্ধৱী, সখী ২। শ্ৰেণী, পংক্তি ৩। সেতু, দলং।

**আলিঙ্গনং** *ক্লী.* (আঙ্ লিঙ্গ ল্যুট্) আলিঙ্গন, আঁকোৱালি ধৰা।

**আলিঙ্গ্যঃ** ঢোলোক।

**আলিঞ্জৰঃ** বিৰাটকায় মাটিৰ পাত্ৰ।

**আলিন্দঃ** বাৰান্দা।

**আলিম্পনং** ঘৰৰ বেৰত চূণ কাম কৰা।

**আলীঢ়ং** *ক্লী.* (আঙ লীহ্ ক্তঃ) শৰ নিক্ষেপ কৰাৰ সময়ত চিকাৰীৰ বিশেষ ভঙ্গিমা। (সোঁ আঁঠু আগুৱাই আৰু বাওঁ ভৰি পিছুৱাই ৰখা)।

**আলু** *ক্লী* (আঙ লু ডু) আলু, মূল। **—লুঃ** *পু* ফেঁচা, ভূৰ, ভেল। এবিধ ক'লা কাঠ (স্ত্ৰী) সৰু ঘটী।

**আলুকং** আলু। **—কঃ** শেষনাগ, **—কী** ৰঙা আলু।

**আলুঞ্চনং** ফালি-ছিৰি পেলোৱা।

**আলেখ্যং** *ক্লী* চিত্ৰ, ছবি, শি ২।৬৭; লিখনি, ৰচনা। **—শেষঃ** মাথোন ছবিতহে আছেগৈ অৰ্থাৎ মৃত।

**আলেপঃ, —পনং** ১। (মুখাদিত) ঘঁহা প্ৰলেপ, ২। তৰল (মল জাতীয়) প্ৰসাধন দ্ৰব্য।

**আলোকঃ,—কনং** ১। দেখা, দৰ্শন কৰা; ২। দৃশ্য, আকৃতি কু ৭।২২; ৩। দৃষ্টি পৰিসৰ, শক্তি মে ৪।৮৫; ৪। পোহৰ, উজ্জ্বলতা ৫। স্তুতি গীত ৰ ২।৯।

**আলোচকং** দৃষ্টিশক্তি।

**আলোচনং,—না** দৰ্শন, বিবেচনা।

**আলোড়নং —না** ১। কঁপোৱা, লৰচৰ কৰোৱা ২। মিশ্ৰণ।

**আলোল** *বিণ.* ঈষৎ কম্পিত। লৰচৰ কৰা, কঁপা (যেনে, চকু) মে ৬১।

**আৱনেয়ঃ** পৃথিৱীপুত্ৰ। মঙ্গলগ্ৰহ।

**আৱন্ত্য** *বিণ.* অৱন্তীদেশীয়। **—ন্ত্যঃ** ১। অৱন্তীবাসী ২। ভ্ৰষ্টাচাৰী ব্ৰাহ্মণৰ পুত্ৰ। মনু ১০।২১।

**আৱপনং** গুটি ১। সিঁচা, দলিওৱা, সিঞ্চন কৰা। ২। চুলি (ডাঢ়ি) খুৰুৱা কাৰ্য্য, ৩। পাত্ৰ।

**আৱৰকং** ঢাকনী, ওৰণি।

**আৱৰণং** ১। ঢাকন দিয়া, লুকাই ৰখা, ২। বন্ধ কৰা, ৩। ঢাকনী, ৪। বাধা, ৫। ঘেৰ। ৬। আভৰণ পৰিধান, ৭। ঢাল, **—শক্তিঃ** *স্ত্ৰী* মায়াশক্তি (বেদান্ত)।

**আৱৰ্তঃ—** *পু* (আঙ বৃৎ ঘঞ্) ১। চক্ৰাকাৰে ভ্ৰমণ ২। চাকনৈয়া মে.২৮; ৩। ভাৱনা, স্থিৰ চিন্তা। ৪। জন সমাগম। ৫। এবিধ ৰত্ন **—কঃ** ১। এবিধ মেঘৰ নাম, মে ৬; ২। চাকনৈয়া; ৩। পৰিক্ৰমণ, ৪। একোঁচা চুলি। **—নং** ১। পৰিক্ৰমণ, ২। ধাতুৰ সংমিশ্ৰণ, ৩। পুনৰ্কথন; **—নঃ** বিষ্ণু **—নী** ধাতু গলোৱা মাটিৰ পাত্ৰ।

**আৱৰ্হিত** *বিণ* (আঙ বৃহ্ ক্তঃ) উন্মূলিত, উঘালি পেলোৱা।

**আৱলিঃ —লী.** *স্ত্ৰী* (আ বল ইন ঙীপ) শ্ৰেণী, পংক্তি।

**আৱল্যং** দুৰ্বলতা।

**আৱশ্যক** *বিণ* ১। প্ৰয়োজনীয়, দৰ্কাৰী, সমুচিত, ২। অনিবাৰ্য্য প্ৰমাণ বা অনুমান।

**আৱসতিঃ** ১। ৰাতি (যি সময়ত বিশ্ৰাম লোৱা হয়), ২। মাজ ৰাতি।

**আৱসথঃ—থং** ১। ঘৰ, বাসস্থান। বিশ্ৰামস্থান, মনু ৩।১০৭; ২। ঋষিমুনিৰ কুটীৰ।

**আৱসথ্য** *বিণ.* গৃহবাসী, **—থ্যঃ** গৃহস্থী ঘৰৰ অগ্নি; পঞ্চাগ্নিৰ ভিতৰৰ এবিধ, **—থ্যং** ঘৰ।

**আৱসিত** *বিণ.* ১। সম্পূৰ্ণকৃত। সমাপ্ত। ২। নিশ্চিত, নিৰ্দ্ধাৰিত, **—তং** পকাধান।

**আৱহ** সমাসৰ শেষত ব্যৱহাৰৰ হয়, যেনে— দুখাৱহ। **—হঃ** ৭ বিধ বায়ুৰ এবিধ, ভূবায়ু। মনু ৮।৩৪৭ ।

**আৱাপঃ** ১। শস্য বীজ সিঁচা। ২। গছৰ গুৰিত ৰখা পানীৰ পাত্ৰ, ৩। শস্য ৰখা পাত্ৰ, ৪। এবিধ পেয় ৫। বালা, খাৰু, ৬। ওখোৰা মোখোৰা ভূমি, **—পকঃ** খাৰু, **—পনং** তাঁতশাল।

**আৱাসঃ** নিবাসস্থান, ঘৰ।

**আৱাহনং** ১। নিমন্ত্ৰণ ২। ঈশ্বৰক স্তুতি। ৩। যজ্ঞত আহুতি।

**আৱিক** *বিণ.* (**—কী**) ১। ভেঁড়া সম্পৰ্কীয়। মনু ৫।৮; ২। উণী, উণেৰে তৈয়াৰী।

**আৱিদ্ধ** ১। ছিদ্ৰিত, বিন্ধা কৰা ২। সজোৰে প্ৰক্ষেপ কৰা।

**আৱিৰ্ভাৱঃ** প্ৰকাশ, দেৱতাৰ অৱতৰণ, প্ৰাদুৰ্ভাৱ।

**আৱিল** *বিণ.* ১। লেতেৰা, ঘোলা (পানী), মলিন ২। অপৱিত্ৰ ৩। ক'লা বৰণীয়া ৪। অস্পষ্ট ৰ ৮।৪২।

**আৱিষ্কৰণং, —স্কাৰঃ** প্ৰকাশকৰণ, প্ৰকাশ।

**আৱিষ্ট, —নিৱিষ্টঃ** 'ভূতৰ' দ্বাৰা আক্ৰান্ত। প্ৰৱিষ্ট।

**আৱিৰচূৰ্ণং** *ক্লী* ফাকুগুড়ি।

**আৱুকঃ** (নাটকীয় ভাষাত) পিতা।

**আৱুত্তঃ** ভগ্নীপতি, বৈনাই।

**আৱৃৎ** *স্ত্ৰী.* ১। পৰিক্ৰমণ ২। পৰিপাটী, অনুক্ৰম, ৩। ৰীতি, ধাৰা, মনু ৩।২৪৮; ৪। গতিপথ ৫। জাত কৰ্মাদি ক্ৰিয়া; মনু ২।৬৬।

**আৱৃত** ১। আৱৰণযুক্ত, সংবীত, আচ্ছাদিত।

**আৱৃত্ত** *বিণ* ১। আবৃত, অভ্যস্ত ২। পাক খোৱা। ৩। ঘূৰাই দিয়া, ৪। বাৰম্বাৰ কথিত বা পঠিত, ৫। মুখস্থকৃত।

**আৱৃত্তিঃ** ১। ঘূৰি অহা গী ১।২৩; ২। জন্ম-মৃত্যু বাৰে বাৰে অহা, ৩। আগৰ ঠাইলৈ আকৌ অহা, ৪। মুখস্থ কৰা।

**আৱেগঃ** *পু* (আঙ বিজ ঘঞ) ১। খৰধৰ, অমৰু ৮ ২। উদ্বেগ, ব্যাকুলতা।

**আৱেদনং** *ক্লী* ১। নিৱেদন, বিজ্ঞাপন, প্ৰাৰ্থনা ২। গোচৰ, অভিযোগনামা।

**আৱেশঃ** ১। প্ৰৱেশ ২। অধিকাৰ গ্ৰহণ, প্ৰভাৱ ৩। অনুৰাগ, একাগ্ৰতা ৪। গৌৰৱ, অহঙ্কাৰ ৫। ব্যাকুলতা, ক্ৰোধ ৬। দৈত্য বা ভূতে পোৱা ৭। মৃগী ৰোগীৰ অস্থিৰতা।

**আৱেশনং** *ক্লী* ১। শিল্পালয়, কাৰখানা মনু ৯।২৬৫; ২। ক্ৰোধ, আবেগ, ৩। প্ৰবেশ পথ। দুৱাৰ মুখ।

**আৱেশিক** *বিণ.* অস্বাভাৱিক, ব্যক্তিগত। **—কঃ** আলহী, অতিথি।

**আৱেষ্টকঃ** বেৰা, প্ৰাচীৰ।

**আৱেষ্টনং** *ক্লী* লেফাফা, আলোৱান, প্ৰাচীৰ।

**আৱোধনং** *ক্লী* জ্ঞান, বুদ্ধি।

**আশ** *বিণ.* খাৰবীয়া। প্ৰায়ে সমাসৰ শেষত ব্যৱহাৰ হয়। **—শঃ** খাৱন।

**আশংসা** *স্ত্ৰী* (আঙ্ শন্স অঙ্ টাপ্) ১। ইচ্ছা, অভিলাষ আকাঙ্ক্ষা; ৰ ১২।৪৪; ২। ভাষণ, ঘোষণা, ৩। কল্পনা।

**আশংসু** *বিণ* (আ শন্স্ উ) ইচ্ছুক, অভিলাষী।

**আশঙ্কা** *স্ত্ৰী* (আঙ শকি অ টাপ) ১। ভয়, ত্ৰাস ২। সন্দেহ, অনিশ্চয়তা ৩। অবিশ্বাস।

**আশঙ্কিত** ভয়ভীত, **—তং** ভয়, ত্ৰাস, সন্দেহ।

**আশয়ঃ** *পু* (আঙ শীঙ অচ) ১। অভিপ্ৰায়, ২। শোৱা কোঠা, বিশ্ৰামস্থান। ৩। বাসস্থান, আসন ৪। জলাধাৰ, চৌবাচ্চা; ৫। পেট ৬। অৰ্থ, তাৎপৰ্য্য। ৭। মন, অন্তঃকৰণ, গী ১০।২০; ৮। উন্নতি, ৯। ভঁড়ালঘৰ, ১০। অভিলাষ, ১১। ভাগ্য, সৌভাগ্য, ১২। জন্তু ধৰা গাঁত, **—আশঃ** জুই।

**আশৰঃ** *পু* (আ শৃ পচাদ্যচ) ১। অগ্নি, ২। ৰাক্ষস, ৩। বায়ু।

**আশৱং** ১। গতিবেগ, ২। নিৰ্য্যাস (যেনে, দ্ৰাক্ষাসৱ)।

**আশা** *স্ত্ৰী* (আঙ অশূ পচাদ্যচ টাপ) ১। তৃষ্ণা, অভিলাষ। দীৰ্ঘাকাঙ্ক্ষা, ২। দুৰাশা ৩। দিক, প্ৰান্ত, **—অন্বিত** আশাজনক, **—গজঃ** দিগগজ, **—তন্তু** ক্ষীণাশা, **—পালঃ** দিকৰক্ষক, **—বন্ধঃ** ১। আশাৰ বান্ধোন, বিশ্বাস, আস্থা। মে ১০; ২। সান্ত্বনা ৩। মকৰাৰ জাল।

**আশাঢ়ঃ** *পু* আহাৰ মাহ।

**আশাঢ়া** *স্ত্ৰী* পূৰ্বা ষাঢ়া আৰু উত্তৰা ষাঢা নক্ষত্ৰ।

**আশাস্য** ১। বৰ দানেৰে প্ৰাপ্য, ২। বাঞ্ছনীয় ৩। আশীৰ্বাদ, বৰদান।

**আশিত** *বিণ* (আঙ অশ ক্তঃ) ভুক্ত।

**আশিতঙ্গৱীন** *বিণ.* পূৰ্বতে যিবিলাক গৰুৱে পথাৰত ঘাঁহ খাইছিল।

**আশিতম্ভৱং** ১। তৃপ্তি সহকাৰে ভোজন কৰা অন্ন। ২। তৃপ্তি।

**আশিৰ** *বিণ.* লুলুপ, অতি লুভীয়া, **—ৰঃ** ১। জুই ২। সূৰ্য্য, ৩। ৰাক্ষস।

**আশীঃ (স্)** *স্ত্ৰী* (আঙ শাস ক্বিপ্ উপধা ই) ১। আশীৰ্বাদ, আশীৰ্বচন। আশীৰ্বাদ আৰু বৰৰ মাজত পাৰ্থক্য এয়ে যে আশীৰ্বাদ এজনে নিজৰ ইচ্ছা অনুসৰি দান দিয়ে, সফল হ'বও পাৰে নহ'বও পাৰে, যেনে 'শতায়ু হোৱা' বুলি আশীৰ্বাদ পোৱাজনে এশ বছৰ জীয়াই নাথাকিবও পাৰে। কিন্তু বৰদানৰ ফল পাবই, ২। প্ৰাৰ্থনা, আশা গী ৪।২১; ৩। সাপৰ বিষদাঁত।

**আশী** *স্ত্ৰী* ১। সাপৰ বিষদাঁত, ২। এবিধ বিহ, ৩। আশীৰ্বাদ, **—ৱিষঃ** সাপ।

আশু *অব্য* শীঘ্র, সোনকালে; —**শু-শুঃ** *ক্লী. পু.* ধান —**গঃ** ১। বায়ু, ২। সূর্য্য ৩। কাঁড়; —**তোষঃ** সহজে সন্তুষ্ট, শিব। —**ব্রীহিঃ** বর্ষাকালত পকা ধান। আহুধান।

**আশুক্ষণিঃ** ১। বায়ু ২। অগ্নি।

**আশেকুটিন্** *পু* পর্বত।

**আশৌচং** অশৌচং চাওক। মনু ৫।৫৯।

**আশ্চর্যং** *ক্লী* (আঙ চৰ্ ণ্যৎ, সুট নিপাতনাৎ) আচৰিত, অপূর্ব, অদ্ভুত, ৰ ১৬।৮৭, গী ২।২৯ ।

**আশ্মনঃ** *পু* (আশ্মন্ অন) ১। প্ৰস্তৰ নির্মিত, শিলৰ তৈয়াৰী ২। সূৰ্য্যৰ সাৰথি অৰুণ, —**শ্মিক**, —**কীঃ** শিলৰ তৈয়াৰী।

**আশ্যান** ১। ঘনীভূত ২। ধোঁৱাৰ দ্বাৰা শুকুৱা।

**আশ্রং** চকুপানী।

**আশ্রমণং**— পাক কৰা, ৰন্ধা।

**আশ্রমঃ**, —**মং** ১। আশ্রম, তপোবন, ঋষিমুনিসকলৰ বাসস্থান ২। দ্বিজসকলৰ চাৰি বর্ণাশ্রম ধর্ম। ব্ৰহ্মচৰ্য্য, গার্হস্থ্য, বানপ্রস্থ আৰু সন্ন্যাস। ৩। ঋষিসকলে তপস্যা কৰা বন বা অৰণ্য। —**ধর্মঃ** আশ্রমত পালিব লগীয়া কর্তব্য, —**পদং**, —**মণ্ডলং** তপোবন, গুহা —**ভ্রষ্ট** *বিণ.* ভ্রষ্টাচাৰী —**আলয়ঃ**, —**ৱাসী**, —**সদ্** *পু* মুনি, সন্ন্যাসী।

**আশ্রয়ঃ** ১। জিৰণিঘৰ, ২। আধাৰ, ৩। অৱলম্বন, ৪। আশ্রম ৫। পৃষ্ঠপোষক, সহায়ক, ৬। তৃণ, ৭। প্ৰভুত্ব, প্ৰাধিকাৰ, ৮। সংযোগ, সম্পৰ্ক, ৯। সন্ধি আদি ছয়টা গুণৰ এটা; আনৰ ওচৰত আশ্রয় বিচৰা।

**আশ্রৱ** *বিণ.* ১। নম্ৰ, বাধ্য, ২। বিলাপ, অভিযোগ —**ৱঃ** ১। নিজৰা, নদী, ২। অঙ্গীকাৰ ৩। দোষ, অপৰাধ।

**অশ্রি** তৰোৱালৰ ধাৰ।

**আশ্রিত**— *বিণ্* (আঙ্ শ্রি ক্তঃ) ১। আশ্রয়প্রাপ্ত। শৰণাগত, ২। বশৱৰ্তী ৩। অৱলম্বিত, ৪। অধীন ৫। অনুচৰ, ভৃত্য।

**আশ্রুত** ১। শুনা, শুনিবলৈ পোৱা, ২। অঙ্গীকৃত গৃহীত, স্বীকৃত।

**আশ্লেষঃ** *পু* আলিঙ্গন মে ৩ ।

**আশ্বং** *ক্লী.* ঘোঁৰাৰ পাল।

**আশ্বত্থ** *বিণ্.* আঁহত গছৰ ফল।

**আশ্বযুজঃ** *পু* আহিন মাহ, মনু ৬।১৫; —**জী** আহিন মাহৰ পূৰ্ণিমা।

**আশ্বলক্ষণিকঃ** *পু* ঘোঁৰা চিকিৎসক।

**আশ্বাসঃ** *পু.* (আঙ শ্বস্ ঘঞ) ১। উশাহ-নিশাহ। আৰোগ্য লাভ, ২। সান্ত্বনা, ৩। আশা প্ৰদান, ৪। আশ্রয় দান, ৫। পুথিৰ অধ্যায়ৰ নাম।

**আশ্বাসনং** সান্ত্বনা, উৎসাহদান।

**আশ্বিন** *বিণ্* এটা ঘোঁৰাই এদিনত অতিক্ৰম কৰা পথ।

**আশ্বিনঃ** আহিন মাহ। এই মাহত চন্দ্র অশ্বিনী নক্ষত্ৰৰ কাষত থাকে।

**আশ্বিনেয়ৌ** দেৱতাৰ চিকিৎসক অশ্বিনী কুমাৰ দ্বয়, নকুল আৰু সহদেৱ।

**আষাঢ়ঃ** ১। আহাৰ মাহ, মে ২; ২। সন্ন্যাসীয়ে লোৱা পলাশ দণ্ড। —**ঢ়া** পূৰ্বা আৰু উত্তৰাষাঢ়া নক্ষত্ৰ —**ঢ়ী** আহাৰৰ পূৰ্ণিমা।

**আষ্টমঃ** অষ্টম ভাগ।

**আস্ আঃ** আশ্চর্য্যবোধক অব্যয় শব্দ। খণ্ড, ক্ৰোধ, কষ্ট, দুখ আদি বুজাবলৈ ব্যৱহাৰ কৰা হয়।

**আস্** উপৱেশনে (অদা আ অক আস্তে) ১। বহ, আসনত বহ, জিৰণি ল, মনু ২।১৯৩; ২। বাস কৰ ৩। জীয়াই থাক ৪। এৰি দি, **অধিঃ**— ১। শো, বাগৰি পৰ ২। অধিকাৰ কৰ, **অনু**— কাষত বহ, সেৱা কৰ, এজনৰ পিচত বহ, **উদ্**— উদাসীন হ, গী ৯।৯, **উপ**— ১। উপাসনা, পূজা, সেৱা কৰ। ২। ওচৰলৈ যা, ৩। অংশ গ্ৰহণ কৰ, ৪। (সময়) অতিবাহিত কৰ। ৫। ভোগ কৰ, মনু ১১।১৮৪; ৬। ব্যৱহাৰ কৰ, **পৰ্য্যুপ**— ১। উপাসনা কৰ, মনু ৭।৩৭; ২। আশ্রয় ল, ৩। আবৃত কৰ। **সম্**— ১। বহ ২। একেলগে বহ **সমুপ**— ১। উপাসনা, পূজা কৰ ২। সম্পাদন কৰ।

**আসঃ** ১। আসন ২। ধনু।

**আসক্ত** *বিণ্* (আঙ্ সঞ্জ্ ক্তঃ) ১। তৎপৰ। অনুৰক্ত কি ১১।৩৪; ২। নিত্য, সতত, অবিৰত।

**আসক্তিঃ** অনুৰাগ, মনোযোগ, একাগ্ৰতা। অধ্যৱসায়।

**আসঙ্গঃ** ১। আসক্তি, অনুৰাগ ২। সম্পৰ্ক ৩। সংযোজন।

**আসঙ্গিনী** চাকনৈয়া।

**আসত্তিঃ** *স্ত্ৰী* (আঙ্ সদ্ ক্তিন্) ১। সঙ্গম, সংযোগ ২। নিবিড় সংস্পৰ্শ। ৩। লাভ, প্ৰাপ্তি ৪। সান্নিধ্য।

**আসনং** ১। বহা আসন, পিৰা, দলিচা আদি, ২। বিশেষ ধৰণৰ বহা ভঙ্গী, যেনে— পদ্মাসন, বীৰাসন

ইত্যাদি, ৪। বিশেষ ধৰণৰ ৰতি ক্ৰিয়া ভঙ্গী, ৫। ৬ প্ৰকাৰ বৈদেশিক নীতিৰ এক প্ৰকাৰ। বাকী ৫টা সন্ধি, বিগ্ৰহ, যান, দ্বৈধীভাব আৰু আশ্ৰয়। মনু ৭।১৬০; **—না** স্থিতি, পীৰা, টুল, **—নী** আসন। সৰু টুল, ৩। দোকান, **—বন্ধধীৰ** *বিণ.* নিজৰ আসনত বহাৰ বাবে অটল।

**আসন্দ** বাসুদেৱ। **—ন্দী** সৰু চোফা।

**আসন্ন** *বিণ্* (আঙ সদ অপ্) ১। ওচৰ পোৱা ২। সন্নিহিত। অতি অলপতে ঘটিব লগীয়া (যেনে, বিপদাদি), **—কালঃ** ১। মৃত্যুৰ সময় ২। যাৰ মৃত্যু অলপতে হ'ব, **—চাৰিকাঃ** ব্যক্তিগত ৰক্ষী।

**আসৱঃ** ১। চুলাই মদ, ২। অৰিষ্ট।

**আসাদনং** ১। প্ৰাপ্তি ২। আক্ৰমণ, আঘাত।

**আসাৰঃ** ১। ধাৰাসাৰ বৰষুণ, মে ১৭; ২। সৈন্যৰ দ্বাৰা পৰিবেষ্টিত, ৩। আক্ৰমণ, ৪। খাদ্য সম্ভাৰ, ৫। মিত্ৰপক্ষৰ সৈন্যবাহিনী।

**আসিকঃ** তৰোৱালধাৰী।

**আসিধাৰং** এবিধ কঠোৰ ব্ৰত।

**আসুৰ** *বিণ.* ১। অসুৰ সম্বন্ধীয়, আসুৰিক, ২। পৈশাচিক, নাৰকীয়, গী ৭।১৫; **—ৰঃ** দৈত্য; ৮ বিধ বিবাহৰ এবিধ। মনু ৩।৩১; **—ৰী** ১। শৈল চিকিৎসা, ২। পিশাচিনী।

**আসূত্ৰিত** *বিণ* মালা গোঁথা বা পিন্ধা।

**আসেকঃ** ছটিওৱা, ঢালি দিয়া।

**আসেধঃ** কৰায়ত্ত, ন্যায়িক বাধা নিষেধ, জিম্মা।

**আসেৱনং, —না** ১। অভ্যাস, কৰ্ম সম্পাদন, ২। বাৰম্বাৰ সংঘটন।

**আস্কন্দনং** (আ স্কন্দ ভাৱে ল্যুট) ১। আক্ৰমণ, আঘাত, তিৰস্কাৰ, ৰণ, ২। শোষণ কি ৬।২৫।

**আস্তৰঃ** *পু* (আঙ স্তৃ অপ্) ১। আৱৰণ, চাদৰ, ২। শতৰঞ্জি, বিচনা, ৩। চাদৰ পাৰা, **—ণং** বিচনা চাদৰ, তুলী, কাৰ্পেট, হাতীৰ পিঠিত পৰা কাপোৰ।

**আস্তিক** *বিণ.* ১। ঈশ্বৰ-বিশ্বাসী, ২। শাস্ত্ৰ-বিশ্বাসী, ৩। ধাৰ্মিক, বিশ্বস্ত।

**আস্তীকঃ** জৰৎকাৰু মুনিৰ পুত্ৰ। এই মুনিজনাৰ মধ্যস্থতাত ৰজা জন্মেজয়ে তক্ষক নাগক সৰ্পযজ্ঞত ধ্বংস হোৱাৰ পৰা মুক্তি দিয়ে, **—মাতা** মনসা দেৱী।

**আস্থা** ১। বিশ্বাস, যত্ন, শ্ৰদ্ধা, আদৰ, প্ৰতিষ্ঠা ৰ ১০।৪৩; ২। প্ৰতিজ্ঞা ৩। অৱলম্বন, ৪। আশা।

**আস্থানং** ১। স্থান, ২। ভূমি, ৩। সজ্ঘ, ৪। যত্ন, শ্ৰদ্ধা, ৫। সভাগৃহ, কি ১।১৬, **—নী** সভা।

**আস্পদং** *ক্লী* ১। প্ৰতিষ্ঠা, ২। কৰ্ম, ৩। প্ৰভুত্ব, ৪। স্থান, আস্থান, ৫। শ্ৰেণী, পদবী, ৬। ব্যৱসায়, বিষয়, ৭। অৱলম্বন।

**আস্পৰ্ধা** প্ৰতিদ্বন্দ্বিতা, অৰিয়াঅৰি।

**আস্ফালঃ** *পু* (আঙ স্ফুল ঘঞ) ১। আঘাত কৰা, ২। (পক্ষীয়ে) পাখি লৰোৱা, ৩। হাতীয়ে কাণ লৰোৱা।

**আস্ফালনং** ১। ঘঁহা, (পানী) ঘোদলা, পাখি লৰোৱা, ২। অহঙ্কাৰ কৰা।

**আস্ফোটঃ** ১। আকন গছ ২। হাত চাপৰিৰ শব্দ, **—টকঃ** আখৰোট গছ, **—টনং** বিকাশ, মুদ্ৰণ, হাত চাপৰি মৰা, **—টাঃ** নৰমল্লিকা, ধনমল্লিকা, অপৰাজিতা।

**আস্মাক —কী** *বিণ.* আমাৰ শি ৮।৫০।

**আস্যং** ১। মুখ, দাঁতৰ মাৰি, ২। মুখমণ্ডল, ৩। মুখৰ যিটো অংশেৰে বৰ্ণ উচ্চাৰণ কৰা হয়, ৪। প্ৰৱেশ পথ, **—আসৱঃ** মুখৰ ৰস, লাল, পিক, **—পত্ৰং** পদুম, **—লাঙ্গলঃ** কুকুৰ, গাহৰি, **—লোমন্** দাঢ়ি।

**আস্যা** স্থিতি। আসন।

**আস্ৰং** তেজ, ৰক্ত, **—পঃ** ৰাক্ষস, মূলা নক্ষত্ৰ।

**আস্ৰৱঃ** (আঙ স্ৰু অচ) ১। ক্লেশ, কষ্ট, দুৰ্দশা, ২। বৈ থকা, ৩। নিৰ্গত হোৱা (তেজ-পুঁজ ওলোৱা), ৪। দোষ, অপৰাধ, ৫। উতলা ভাতৰ ফেন।

**আস্ৰাঃ** ১। ঘাঁ, ২। নিৰ্গমন, ৩। পিক, ৪। দুখ, ক্লেশ।

**আস্বাদঃ** ১। সোৱাদ, ভক্ষণ, ২। উপভোগ কৰা।

**আহ** *অব্য* ১। কৈছিল (উৱাচ) ২। নিন্দা, কঠোৰতা, আদেশ, নিক্ষেপ আদি বুজোৱা আশ্চৰ্যবোধক অব্যয় শব্দ।

**আহত** *বিণ্* (আ হন্ ক্ত) ১। আঘাত কৰা, ২। (ঢোলত) কোব মৰা, ৩। গছকা, ৪। হত্যা কৰা, ৫। (অঙ্কত) গুণিত কৰা, ৬। ভুলকৈ উচ্চাৰণ কৰা, **—তঃ** ঢোল, **—তং** ১। পুৰণি বা নতুন কাপোৰ, ২। নিৰৰ্থক ৰাক্য বা কথা, **—তিঃ** ১। হত্যা, বধ, ২। আঘাত, ৩। লাঠী।

**আহৰঃ** *পু* (আঙ হৃ অচ) ১। উচ্ছ্বাস, উশাহ ২। গ্ৰহণ অধিকাৰ, ৩। সম্পাদন ৪। যজ্ঞত আহুতি।

**আহৰণং** ১। সংগ্ৰহ কৰা, অনা, ২। অধিকাৰ কৰা, ৩। নিষ্কাশন, ৪। (কন্যাক দিয়া) যৌতুক বা উপহাৰ।

**আহৱঃ** *পু* ক) (আঙ্ হ্বে অপ) ১। যুদ্ধ। সমৰ। গী ১।৩১; ২। প্ৰত্যাহ্বান।
খ) (আঙ্ হু অপ্) যজ্ঞ, **—নীয়ঃ** এবিধ যজ্ঞাগ্নি। মনু ২।২৩১; **—নং** আহুতি।

**আহাৰঃ** *পু* (আঙ হৃ ঘঞ) ১। গ্ৰহণ কৰা, আহৰণ কৰা, ২। ভোজন কৰা, ৩। খাদ্য, **—পাকঃ** হজম হোৱা, **—ৱিৰহঃ** খাদ্যাভাৱ, আকাল। **—সম্ভৱঃ** দেহৰ ৰস।

**আহাৰ্য**—*বিণ* (আঙ হৃ ণ্যৎ) ১। আহাৰ কৰিব লগীয়া, ২। আহৰণ কৰিব লগীয়া, মনু ৮।২০২; ৩। কৃত্ৰিম, বাহ্যিক, ৪। অভিপ্ৰেত, ৫। সমৰ্পিত, ৬। নাটকৰ ৬ বিধ অভিনয়ৰ এবিধ, **—ৰ্যং** আগন্তুক।

**আহাৱঃ** পশু আদিয়ে পানী খোৱাৰ বাবে কুঁৱাৰ কাষত থকা সৰু চৌবাচ্চা।

**আহিকঃ** পাণিনি মুনি।

**আহিণ্ডিকঃ** বৰ্ণসঙ্কৰ। নিষাদ পিতা আৰু বৈদেহী মাতাৰ সন্তান। মনু ১০।৩৭।

**আহিত** *বিণ* (আঙ ধা ক্ত) ১। ন্যস্ত। স্থাপিত, অৰ্পিত। ২। সম্পাদিত, **—অগ্নিঃ** সাগ্নিক, অগ্নিহোত্ৰী ব্ৰাহ্মণ, **—অঙ্কঃ** চিহ্নিত, **—লক্ষণঃ** *বিণ.* গুণৰ দ্বাৰা পৰিচিত।

**আহিতুণ্ডিকঃ** *পু* ১। বাজিকৰ, যাদুকৰ, ২। সাপ বাজিকৰ।

**আহুতং** গৃহস্থীৰ পঞ্চযজ্ঞৰ এবিধ, নৃযজ্ঞ (অতিথিপূজন)।

**আহুতিঃ** *স্ত্ৰী* ১। যজ্ঞত ঘিঁউ অৰ্পণ, ২। যি কোনো পবিত্ৰ কৰ্ম, ৩। সমৰ্পণ, যেনে— আত্মাহুতি, ৪। স্তুতি, প্ৰাৰ্থনা।

**আহুল্যং** *ক্লী* তগৰ ফুল।

**আহেয়** *বিণ.* সৰ্প সম্বন্ধীয়।

**আহো** *অব্য* সন্দেহ, বিকল্প, পৰম্পৰ সম্বন্ধ প্ৰশ্ন ইত্যাদি বুজোৱা আশ্চৰ্যাবোধক অব্যয়, **—পুৰুষিকা** ১। গৌৰৱ, অহোপুৰুষাৰ্থ, ২। নিজৰ শক্তি প্ৰদৰ্শন। **—স্বিৎ** প্ৰশ্নবোধক অব্যয়।

**আহ্নং** বহুদিন, দিনসমূহ।

**আহ্নিক** *বিণ* (অহন ঠঞ) প্ৰতিদিন, সদায়, দৈনিক অধ্যয়ন, বেদাভ্যাস, **—কং** ১। প্ৰতিদিন নিৰ্দিষ্ট সময়ত সম্পাদন কৰা ধৰ্মীয় অনুষ্ঠান, ২। প্ৰত্যহ কৰিব লগীয়া যেনে— খাৱন, শোৱন ইত্যাদি, ৩। দৈনিক আহাৰ, ৪। দৈনিক ব্যৱসায়।

**আহ্লাদঃ** *পু* (আঙ হ্লদ ঘঞ) আনন্দ, হৰ্ষ; ভা ১০।৫।১; **—দিতঃ** আনন্দিত, উৎফুল্লিত।

**আহ্ব** *বিণ.* মাতোতা, চিঞৰ মাৰোঁতা, আহ্বান কৰোঁতা।

**আহ্বয়ঃ** *পু* (আঙ হ্বে অচ) ১। নাম, উপাধি, পদবী, ২। হাঁহ যুজ, ম'হযুজ আদি বিবাদত দাখিল কৰা মোকৰ্দমা। মনু ৮।৭; **—নং** *ক্লী।*

**আহ্বানং** *ক্লী* (আঙ হ্বে ল্যুট) ১। আৱাহন, ২। আমন্ত্ৰণ, ৩। ন্যায়িক চমন, ৪। দেৱতা স্তুতি, মনু ৯।১২৬; ৫। প্ৰত্যাহ্বান, ৬। নাম, পদবী।

**আহ্বায়ঃ** *পু* ১। চমন, ২। নাম।

**আহ্বায়কঃ** ১। দূত, বাৰ্তা সংবাহক, ২। মেল, সভা আদি আহ্বান কৰোঁতা। ■

# ই

**ই,** ইকাৰঃ বৰ্ণমালাৰ তৃতীয় স্বৰবৰ্ণ আৰু শিৱসূত্ৰৰ প্ৰথম সূত্ৰৰ দ্বিতীয় বৰ্ণ। উচ্চাৰণ স্থান তালু। 'ই' আশ্চৰ্যাবোধক অব্যয়। খং, আবেগ, ভৰ্ৎসনা, অনুকম্পা, খেদ তথা আশ্চৰ্য্য প্ৰকাশকৰূপে ব্যৱহাৰ কৰা হয়।

**ই,** গতৌ (ভ্বাদি, অদা, প, সক এতি) ১। গমন কৰ, ২। দৌৰি যা, ৩। লাভ কৰ, ৪। গৈ পা, ৫। আহ, উপস্থিত হ, ৬। শীঘ্ৰে, অতিক্ৰম কৰি যা, **—অতি** (অত্যেতি) অতিক্ৰম কৰ, মে ৩৪; পিছ পেলা, উপেক্ষা কৰ। **অধি—** (অধ্যেতি) অধ্যয়ন কৰ, পঢ়; **অনু—** (অন্বেতি) অনুসৰণ কৰ, অনুকৰণ কৰ, পালন কৰা; **অন্তৰ—** (অন্তৰেতি) মাজত সোমা, বাধা দি, লুকা; **অপ—** (অপেহি), দূৰলৈ যা, প্ৰত্যাহাৰ কৰ, ধ্বংস কৰ, মৃত্যু হ; **অভি—** (অভ্যেতি) ওচৰলৈ যা, সেৱা কৰ, পালন কৰ, পা; **অভিপ্ৰ—** (অভিপ্ৰেতি) অভিপ্ৰায়, লক্ষ্য; **অভ্যুপ—** (অভ্যুপৈতি) গ্ৰহণ, কথা দে, অৰ্জন কৰ; **অৱ—** (অৱেহি) জান, শিক; **উদ—** (উদেতি) উদয় হ, উঠ, উন্নতি কৰ, **উপ—** (উপৈতি) ওচৰ পা গী ৮।২৮, ঘটা; **পৰা—** (পৰৈতি) পলাই যা, জগত ত্যাগ কৰ। **পৰি—** (পৰীত) প্ৰদক্ষিণ কৰ, **প্ৰ—** (প্ৰেত্য) বাহিৰ হ, প্ৰস্থান কৰ, মৃত্যু হ, গী ৫।৩৫; **প্ৰতি—** (প্ৰতীয়তে) বিশ্বাস কৰ, শিক্ষ,

বৃজ, জান শি ১।৬৯; বিখ্যাত, জনাজাত, আনন্দিত হ, বিশ্বাস জন্মা, শ ৫।৩১; **নিত—** বীত, দূৰ হ, পৰিবৰ্তন হ, খৰচ কৰ; **ব্যতি—** অতিক্ৰম কৰ, অতিবাহিত কৰ, পিছ পেলা, ৰ ২।২৫; **ব্যপ—** (ব্যপেত) দূৰ হ, মুক্ত হ, বিভক্ত হ; **সম—** (সমেত) লগ হ, **সমব—** (সমবেত) লগ হ, গোট খা, গী ১।১; **সমুদ—** (সমুদিত) একগোট কৰ, স্তুপীকৃত কৰ। ৰত্নাৱলী ১।৬, **সম্প্ৰতি—** (সম্প্ৰতীয়ুঃ), নিৰ্দ্ধাৰণ কৰ, বিচাৰ কৰ, ভট্টি ১১।১০।

**ইঃ** (স্) *অব্য.* খং, সন্তাপ, দুখ প্ৰকাশক।

**ইঃ** কামদেৱ।

**ইক্ষুঃ** *পু.* (ইষ কস্) কুঁহিয়াৰ। **—কাণ্ডঃ** *পুং* দুবিধ ভিন জাতৰ কুঁহিয়াৰ -কাশ আৰু মুঞ্জতৃণ, ৰা ২।৯১।১৫; **—কুট্টকঃ** কুঁহিয়াৰ কাটোতা। **—গন্ধিকা** *স্ত্ৰী* মাটিত হোৱা লাউ। **—দা** এখন নদীৰ নাম। **—পত্ৰঃ** জোৱাৰ শস্য; **—পাকঃ** গুড় **—ভক্ষিকা** চেনি আৰু গুড়ৰ চূৰ্ণ। **—মতী** এখন নদীৰ নাম, **—মেহঃ** বহুমূত্ৰ ৰোগ **—যন্ত্ৰং** চেনিকল, **—ৰসঃ** কুঁহিয়াৰৰ ৰস, গুড়। **—বিকাৰঃ** চেনি, গুড়, **—শাকটং** কুঁহিয়াৰ খেতি। **—সাৰঃ** গুড়।

**ইক্ষ্বাকুঃ** *স্ত্ৰী* (ইক্ষু আঙ্ কৃ ডু), তিতালাউ। (সুশ্ৰুতত আছে তিতালাউৰ ফুলৰ [illegible]গত কুঁহিয়াৰৰ ৰস বা গুড় মিহলাই খালে, কাহ, শ্বাস, কফৰোগৰ উপশম হয়)।

**ইক্ষ্বাকুঃ** *পু* ১। বৈৱস্বতমনুৰ পুত্ৰ। অযোধ্যাত ৰাজত্ব কৰা সূৰ্য্যবংশীয় প্ৰথম ৰজা, গী ৪।১; ২। ইক্ষ্বাকুৰ বংশধৰ।

**ইক্ষ্বাৰিঃ** *পু* কাঁহ বন।

**ইখ্ ইঙ্খ—** গতৌ (ভ্বা প, শক এখতি, ইঙ্খতি) ১। চলাচল কৰ, গমন কৰ, ২। কঁপা, কঁপাই তোল।

**ইঙ্** গতৌ (ভ্বা উ শক ইঙতি-তে) ১। কঁপা, লৰা, লৰাই দি, আলোড়িত কৰ, গী ৬/১৯; ২। গমন কৰ, চলাচল কৰ।

**ইঙ্গ** *বিণ* (ইগি কঃ) অদ্ভুত, জঙ্গম, অস্থাৱৰ।

**ইঙ্গঃ** *পু* (ইঙ্ ঘঞ) ১। ইঙ্গিত, সঙ্কেত, ২। শাৰীৰিক কোনো অঙ্গৰ দ্বাৰা নিজৰ ভাবাবেগ প্ৰকাশ কৰা, **—নং** কম্পন।

**ইঙ্গিতং** *ক্লী.* (ইঙ্ ক্ত) ১। ইঙ্গিত, সঙ্কেত মনু ৮।২৬; ২। কম্পন, ৩। অভিপ্ৰায়, ভাব, উদ্দেশ্য।

**ইঙ্গুদঃ** **—দী** ইঙ্গুদী গছ। এবিধ ঔষধৰ গছ, **—দং** সেই গছৰ গুটি।

**ইচ্ছা** *স্ত্ৰী* (ইষ্ শ টাপ্) ১। আকাঙ্ক্ষা, বাসনা, মনোৰথ কামনা, অভিলাষ, স্পৃহা, ২। প্ৰশ্ন অথবা দুৰ্বোধ্য বিষয়, **—দানং** ইচ্ছা পূৰণ, **—নিবৃত্তিঃ** ইচ্ছা দমন, **—ফলং** সমস্যা সমাধান, **—ৰতীঃ** কামুকা নাৰী, **—ৱসুঃ** কুবেৰ।

**ইজ্যঃ** ১। দেৱগুৰু বৃহস্পতি, ২। গুৰু, আচাৰ্য্য।

**ইজ্যা** *স্ত্ৰী* ১। যজ্ঞ, হৱন ৰ ১।৬৮, ২। দান, ৩। প্ৰতিবিম্ব, ৪। নাৰী সংগ্ৰাহক, কুটনী, ৫। গাই গৰু, **—শীলং** যজমান। নিত্য যজ্ঞ কৰোঁতা।

**ইঞ্চাকঃ** *পু* মিছা মাছ।

**ইট** গত্যাং (ভ্বা প স এতটি) গমন কৰ।

**ইট্(ষ্)** *স্ত্ৰী* (ইষ ক্বিপ্) ইচ্ছা।

**ইট্(দ্)চৰঃ** ষাঁড় গৰু।

**ইড়া, —লা** ১। পৃথিৱী, ২। বচন, ৩। খাদ্য, ৪। গৰু, ৫। বুধগ্ৰহৰ পত্নী, ইক্ষ্বাকু ৰাজকন্যা, ৬। শৰীৰৰ বাওঁফালে থকা নাড়ী।

**ইড়িকা** পৃথিৱী।

**ইড়িক্কঃ** *পু* বনছাগলী।

**ইড্বৰঃ** *পু* ষাঁড় গৰু।

**ইতঃ** (স্) *অব্য* ১। ইয়াৰ পৰা, ২। মোৰ পৰা, এই জনৰ পৰা, ৩। এইফালে, মোৰ ফালে, ৪। ইহ জগতৰ পৰা, এই সময়ৰ পৰা।

**ইতৰ** *বিণ* (ই তৃ অচ্) ১। অন্য, ভিন্ন আনটো, ২। আনবিলাক, ৩। ইয়াত বাহিৰে, ৪। নিকৃষ্ট, নীচ, সাধাৰণ **—ইতৰঃ** (ইতৰেতৰ), ১। পৰস্পৰ ৰ ৭।৫৪; ২। এবিধ দ্বন্দ্ব সমাস।

**ইতৰেদ্যুঃ** আন এদিন।

**ইতস্ততঃ** *অব্য* ইফালে-সিফালে। অ'ত-ত'ত।

**ইতি** *অব্য* (ইণ্ ক্তিচ্) হেতু, কাৰণ ৰ ২।২২, প্ৰকৰণ মনু ২।২৫, প্ৰকাশ ৰ ১।১২, আদি, সমাপ্তি, নিদৰ্শন, প্ৰকাৰ, অৱধাৰণ, পৰামৰ্শ। এই অব্যয় শব্দটো বক্তাৰ বচন যথাযথভাৱে প্ৰকাশ কৰাৰ শেষত ব্যৱহাৰ কৰা হয়। আজিকালি (কৰ্তৃবাচ্যত উদ্ধৃত) এই বচন উৰ্দ্ধকমাৰ (" ") ভিতৰত ৰখা হয়। **—অৰ্থ** ইয়াৰ বাবে। **—অৰ্থঃ** এয়ে ভাৱাৰ্থ, **—কথা** নিৰৰ্থক কথা বা আলোচনা। **—বৃত্তং** ১। বিৱৰণ, ঘটনাৰ সবিশেষ, ২। কাহিনী।

ইতিহ অব্য পৰম্পৰানুসৰি সত্য।
ইতিহাসঃ ১। ইতিহাস, বুৰঞ্জী, ২। পূৰ্ববৃত্তান্ত, প্ৰাচীন আখ্যান মনু ৩।২৩২ —নিবন্ধনং পৌৰাণিক ৰচনা।
ইত্থং অব্য এইদৰে, এইভাবে, ইয়াৰ ফলত, এই প্ৰকাৰে ৰ ২।২৫, গতিকে, —ত্থিধঃ বিণ. এনেবিধ, এইবিলাক গুণৰ বাবে।
ইত্য বিণ (ই ক্যপ্) গম্য (স্থান), যাব লগীয়া।
ইত্বৰ বিণ ১। গম্য, ২। পথিক, ৩। ক্ৰূৰকৰ্মা, ৪। নীচ, দুখীয়া, —ৰঃ নপুংসক, —ৰীঃ দুষ্টা, অসতী, ব্যাভিচাৰী তিৰোতা।
ইদং সৰ্বনাম বিণ. ১। এইজন, এইটো। ২। সমুখত উপস্থিত থকা, ৩। ইয়াৰ পিছতে থকা বুজাবলৈ, যৎ, তৎ, এতদ্ কিং আদিৰ লগত, অথবা সৰ্বনামৰূপে জোৰ বুজাবলৈ ব্যৱহাৰ হয় যেনে—সেয়ং, অয়মহং ইত্যাদি।
ইদানীং (ন) অব্য (ইদম্ দানীং) এই সময়ত, অধুনা, এই মুহূৰ্ত, এতিয়াই।
ইদানীন্তন বিণ বৰ্তমান, আধুনিক, ক্ষণিক।
ইদ্ধং ক্লী (ইন্দ + ক্ত) তাপ, সূৰ্য্যৰ তাপ, দীপ্তি, আশ্চৰ্য্য, —দ্ধ নিৰ্মল।
ইধ্মং ক্লী (ইন্ধ + মক) যজ্ঞকাষ্ঠ। জুই জ্বলোৱা কাঠ। —জিহ্বঃ অগ্নি —প্ৰব্ৰশ্চনঃ কুঠাৰ।
ইধ্যা প্ৰজ্বালন।
ইন বিণ ১। সমৰ্থ, শক্তিশালী। ২। সাহসী, —নঃ সূৰ্য্য বজা ৰ ৯।৫ ।
ইন্দৰৰং, ইন্দি(ন্দী) ৱৰং,—ইন্দিৱাৰং নীলা পদুম।
ইন্দিন্দিৰঃ মৌমাখি, ভোমোৰা।
ইন্দিৰা স্ত্ৰী (ইন্দ + কিৰচ্ + টাপ্) বিষ্ণুপত্নী, লক্ষ্মীদেৱী, —আলয়ঃ লক্ষ্মীৰ ঘৰ, পদুম ফুল, —মন্দিৰঃ বিষ্ণু, —ৱৰং লক্ষ্মীৰ প্ৰিয়, পদুম ফুল।
ইন্দীৱৰিণী, ইন্দীৱাৰ ক্লী নীলাপদুম।
ইন্দুঃ পু (উন্দ্ উ আদেৰিচ্চ) চন্দ্ৰ। সংখ্যা ১, কৰ্পূৰ, —কমলং বগাপদুম, —কলা চন্দ্ৰ কলা (শুক্লপক্ষত বাঢ়ি যায় আৰু কৃষ্ণপক্ষত কমে), —কলিকাঃ কেতেকী ফুল, —কান্তঃ চন্দ্ৰকান্ত মণি, —ক্ষয়ঃ অমাৱস্যা, —জঃ, —পুত্ৰঃ বুধগ্ৰহ, —জা নৰ্মদা নদী, —জনকঃ সাগৰ, —ভৃৎ, —শেখৰঃ —মৌলিঃ সদাশিৱ, —লৌহং ৰূপা, —ৱদনা এবিধ ছন্দ, —ৱাসৰঃ সোমবাৰ।
ইন্দুমতী স্ত্ৰী পূৰ্ণিমা, বিদৰ্ভৰাজৰ ভনী, সম্ৰাট অজৰ পত্নী।
ইন্দুলেখা, —ৱল্লীঃ স্ত্ৰী সোমলতা।
ইন্দুব্ৰতং ক্লী এবিধ ব্ৰত (চান্দ্ৰায়ণ ব্ৰত)
ইন্দুৰঃ পু এন্দুৰ, নিগনি।
ইন্দ্ৰঃ পু (ইন্দ্ ৰন) ১। দেৱৰাজ, ২। অদিতি পুত্ৰ, ৩। বৰষুণৰ দেৱতা, ৪। নৰ, মৃগ আদিৰ পিছত সমাস কৰিলে নৰেন্দ্ৰ, মৃগেন্দ্ৰ আদি ৰূপ পোৱা যায়, যাৰ অৰ্থ হ'ল মানুহৰ ভিতৰত শ্ৰেষ্ঠ বা সম্ৰাট, ইত্যাদি। ইন্দ্ৰ যদিও দেৱতাৰ ৰজাৰূপে খ্যাত তথাপি 'ইন্দ্ৰ' এটা 'পদ' অৰ্থাৎ ৰাজপদ বুলি ধৰা হয়। বেদকে আদি কৰি প্ৰায় সকলো শাস্ত্ৰতে ইন্দ্ৰৰ নাম পোৱা যায়। দেৱৰাজ ইন্দ্ৰ প্ৰায়ে অসুৰৰ দ্বাৰা আক্ৰান্ত হয় আৰু দৈত্য, অসুৰৰ লগত যুদ্ধ কৰি থাকে। যেতিয়াই যুদ্ধত পৰাস্ত হয় তেতিয়াই সহায়ৰ বাবে ব্ৰহ্মা, বিষ্ণু, সদাশিৱৰ ওচৰ চাপে। ইন্দ্ৰৰ ৰাজ্যখনৰ নাম স্বৰ্গ আৰু ৰাজধানীৰ নাম অমৰাৱতী। পত্নীৰ নাম শচী, যি অত্যন্ত সুন্দৰী হোৱা সত্বেও ইন্দ্ৰ প্ৰায়েই আনৰ সুন্দৰী পত্নীৰ প্ৰতি আকৰ্ষিত হৈ থাকে বুলি পুৰাণৰ আখ্যান সমূহত আছে। এবাৰ গৌতম পত্নী অহল্যাৰ প্ৰতি আকৃষ্ট হৈ অহল্যাক 'ধৰ্ষণ' কৰাত গৌতমৰ পৰা 'সহস্ৰযোনি' অভিশাপ পায়। পিছত এই অভিশাপ 'নেত্ৰ যোনি,' আৰু 'সহস্ৰাক্ষ'লৈ ৰূপান্তৰিত কৰা হয়। ইন্দ্ৰক অৰ্জুনৰ পিতৃ বুলিও কোৱা হয়। পুত্ৰৰ নাম জয়ন্ত, অস্ত্ৰ হ'ল বজ্ৰ। —অনুজঃ বিষ্ণু, —অৰিঃ দৈত্য, অসুৰ, —আয়ুধং ৰামধনু, —কীলঃ এখন পৰ্বত, —কুঞ্জৰ ঐৰাৱত, —কূটঃ ইন্দ্ৰকূট পৰ্বত, —কোশঃ, —ৰকঃ ১। চোফা, ২। উন্নত মঞ্চ, —গিৰিঃ মহেন্দ্ৰ পৰ্বত, —গুৰুঃ বৃহস্পতি, —ধনুঃ ৰামধনু, —জালিকঃ ঐন্দ্ৰজালিক, যাদুকৰ, —জিৎ ৰাৱণপুত্ৰ।
ইন্দ্ৰপ্ৰস্থং ক্লী যুধিষ্ঠিৰৰ নগৰখনৰ নাম। (এতিয়াৰ দিল্লী) মহা ১।২০৮।১৮ ।
ইন্দ্ৰপ্ৰহৰণং ক্লী বজ্ৰ।
ইন্দ্ৰলুপ্তং ক্লী চুলি উঠা, তপা হোৱা ৰোগবিশেষ।
ইন্দ্ৰসাৱৰ্ণিঃ পু চতুৰ্দ্দশ মনু।
ইন্দ্ৰসুতঃ ইন্দ্ৰপুত্ৰ বালি। অৰ্জুন গছ। অৰ্জুন। জয়ন্ত।
ইন্দ্ৰাগ্নিধূমঃ পু হিম, বৰফ।
ইন্দ্ৰাণী ইন্দ্ৰপত্নী শচী। দৈত্যৰাজ পুলোমনৰ কন্যা।

**ইন্দ্ৰিয়ং** *ক্লী* (ইন্দ্ৰ ঘচ) ১। জ্ঞান কৰ্মৰ সাধন, শক্তি। ইন্দ্ৰিয় দুবিধ– চকু, নাকাদি জ্ঞানেন্দ্ৰিয় আৰু হাত-ভৰি আদি কৰ্মেন্দ্ৰিয়। ২। সংখ্যা '৫'; ৩। দৈহিক শক্তি। **—অৰ্থ** ৰূপ-ৰসাদি বিষয় ৫টা। **—আয়তন** শৰীৰ, **—গ্ৰামঃ–ৱৰ্গঃ** পঞ্চেন্দ্ৰিয় একেলগে **—নিগ্ৰহঃ** সংযম **—বধঃ –স্বাপঃ** অচেতনতা, **—সন্নিকৰ্ষঃ** বিষয় সংযোগ।

**ইন্দ্ৰেজ্যঃ** মহৰ্ষি বৃহস্পতি।

**ইন্ধ্** দ্যূতৌ (ৰুধা আ স ইন্ধে) জুই জ্বলা, জুই লাগ, জুই জ্বলোৱা। **—ন্ধঃ,–ন্ধনং** খৰি।

**ইভঃ** *পু স্ত্ৰী* (ইণ ভন্) হাতী **—অৰিঃ** সিংহ, **–আননঃ** গণেশ, **—পালকঃ** মাউত।

**ইয়ং** ইদং শব্দৰ স্ত্ৰীলিঙ্গৰ ১মা একবচন।

**ইয়ৎ** *বিণ* ইমানখিনি। ৰ ১৩।৬৭;

**ইয়ত্তা** *স্ত্ৰী* সীমা, পৰিমাণ।

**ইৰণ** *বিণ* শূন্য, লুণীয়া মাটি (উষৰ ভূমি), মৰুভূমি।

**ইৰা** *স্ত্ৰী* ১। পৃথিৱী, বাক, কথা ২। বাগ্দেৱী ৩। পানী ৪। খাদ্য, ৫। মদ, **—ঈশঃ** বৰুণ, বিষ্ণু, গণেশ। **—চৰং** শিলাবৃষ্টি।

**ইৰাৱৎ** সাগৰ।

**ইৰিণং** অনুৰ্বৰ ভূমি। মৰুভূমি।

**ইৰ্ৱাৰু, —লু** *বিণ.* বিধ্বংসী, মাংসাহাৰী।

**ইল্** শেয়ে, গতৌ (তুদা প স ইলতি) ১। গমন কৰ, যা, ২। শয়ন কৰ, ৩। নিক্ষেপ কৰ।

**ইলা** *স্ত্ৰী* পৃথিৱী, গাইগৰু, কথা **—গোলঃ, —লং** ভূমণ্ডল, **—ধৰঃ** পৰ্বত।

**ইলিকা** পৃথিৱী।

**ইলী** *স্ত্ৰী* হাতকটাৰী।

**ইলীশঃ** ইলীহ্ মাছ।

**ইল্বকাঃ, –লাঃ** নিত্য বহুবচন। মৃগশিৰা নক্ষত্ৰৰ শিৰ্ষত থকা নক্ষত্ৰ পাঁচটা।

**ইৱ** সাদৃশ্য, সাম্য, যেনে, অলপ, সম্ভৱ ইত্যাদি অৰ্থবোধক অব্যয়।

**ইষ্** ৰাঞ্ছে (তুদা প অ ইচ্ছতি) ১। ইচ্ছা কৰ, কামনা কৰ, ২। মনোনীত কৰ, ৩। স্বীকাৰ কৰ, (কৰ্মবাচ্য), **অনু—** অন্বেষণ কৰ, **অভি—** অভিলাষ কৰ, **প্ৰতি—** গ্ৰহণ কৰ।

**ইষঃ** ১। শক্তিমান, ২। আহিন মাহ।

**ইষি(ষী)কা** (ইষ্ বুন্) তুলিকা, নল-খাগৰি, হাতীৰ চকুৰ মণি।

**ইষিৰঃ** জুই।

**ইষুঃ** ১। কাঁড়, ২। সংখ্যা ৫, **—অগ্ৰং** কাঁড়ৰ মুখ বা জোঙা অংশ, **—অসনং, –আসঃ** ১। ধনু, ২। যোদ্ধা গী ২।৪; **—ধিঃ** তূণ।

**ইষ্ট** ১। অভীষ্ট, বাঞ্ছিত, অভিলষিত, ২। মৰমৰ, অতিপ্ৰিয়, প্ৰিয়তম, ৩। পূজিত, অৰ্চিত, ৪। উৎসৰ্গিত, নিবেদিত, **—ষ্টং** যজ্ঞাদি কৰ্ম, **—ষ্টঃ** প্ৰিয় পতি, **—আপত্তিঃ** কামনা কৰা মতে সংঘটিত হোৱা, বিপক্ষৰ অনুকূলে দিয়া যুক্তি বা বিবৃতি, **—দেৱতাঃ** অধিষ্ঠাত্ৰী দেৱতা, **—গন্ধং** বালি, গন্ধ সুগন্ধি বস্তু।

**ইষ্টকা, –ইষ্টিকা** *স্ত্ৰী* (ইষ্ তকণ টাপ্) ইটা।

**ইষ্টাপূৰ্তং** জনহিতকৰ কাম, যেনে– যজ্ঞাদি কৰ্ম, কুঁৱা খন্দা, আলিবাট তৈয়াৰ কৰা আদি।

**ইষ্টিঃ** *স্ত্ৰী* (ইষ্ ক্তিন্) ১। যজ্ঞ ২। ইচ্ছা, বাসনা, অভিলাষ, ৩। ব্যাকৰণৰ বিধি (কাত্যায়নৰ বাৰ্তিকৰ উত্তৰত পতঞ্জলিৰ অতিৰিক্ত বিধি), ৪। আমন্ত্ৰণ, আদেশ, ৫। শীঘ্ৰতা, তাড়না, **—পচঃ** কৃপণ, **—পশুঃ** বলিৰ পশু, অসুৰ, **—মুষ্ট্** দৈত্য।

**ইষ্টুঃ** *স্ত্ৰী* ইচ্ছা।

**ইষ্মঃ** *পু* (ইষ মক) ১। কামদেৱ, ২। বসন্তকাল।

**ইষ্যঃ, –ষ্যং** বসন্তকাল।

**ইষ্বঃ** *পু* উপদেষ্টা।

**ইষ্বাসং** *বিণ* কাঁড় নিক্ষেপ, **—সঃ** ধনু, গী ১।৪।

**ইহ** *অব্য.* এই সময়ত, ঠাইত, বিষয়ত, জগতত, **—অমুত্ৰঃ** ইহজগতত আৰু পৰলোকত, **—লোকঃ** এই জগত, **—স্থঃ** ইয়াত থিয় হৈ থাকি।

**ইহত্য** *বিণ.* এই জগতত থকা। ■

# ঈ

**ঈ** ঈকাৰ বৰ্ণমালাৰ চতুৰ্থ স্বৰবৰ্ণ। উচ্চাৰণ স্থান তালু।

**ঈ** কান্তৌ, গতৌ, ব্যাপ্তৌ, ক্ষেপে, প্ৰজনে, খাদনে (অদা প, দিবা আ সক অক এতি, ঈয়তে) ১। উজ্জ্বল হ বা কৰ, ২। দীপ্তিমান হ, ৩। গমন কৰ, যা, ৪। নিক্ষেপ কৰ, ৫। গৰ্ভৱতী হ, ৬। আশা কৰ, ৭। খা, ভক্ষণ কৰ, ৮। ব্যাপ্ত হ বা কৰ।

**ঈ** বিষাদ, অনুকম্পা, ক্ৰোধ, দুখ, প্ৰত্যক্ষ, সান্নিধ্য-বোধক অব্যয় শব্দ।

**ঈ** *পু* কামদেৱ। *স্ত্ৰী* (অস্য বিষ্ণোঃ পত্নীতি ঙীষ্) লক্ষ্মী দেৱী।

**ঈক্ষ্** দৰ্শনে (ভ্বা আ সক ঈক্ষতে) ১। চা, দৰ্শন কৰ, ২। বিবেচনা কৰ, গী ৬।২৯; ৩। চিন্তা কৰ, ভাবি

চা, ৪। অন্বেষণ কৰ, **অধি—** সন্দেহ কৰ, **—অনু** অন্বেষণ কৰ, **অপ—** বিচাৰ কৰ, প্ৰয়োজনবোধ কৰ, অপেক্ষা কৰ, বিবেচনা কৰ, **অব—** নিৰীক্ষণ কৰ, উপলব্ধি কৰ, **উদ্—** অপেক্ষা কৰ মনু ৯।৯০; **উৎপ্ৰ—** ১। আশা কৰি চাই থাক, ২। কল্পনা কৰ, ৩। (উৎপ্ৰেক্ষা) সাহিত্যালঙ্কাৰ বিশেষ, **উপ—** উপেক্ষা কৰ, অৱজ্ঞা কৰ, এৰি দি মনু ৮।৩৪৪, **নিৰ—** দৃঢ়ভাৱে লক্ষ্য কৰ, মনু ৪।৩৮; গভীৰভাৱে লক্ষ্য কৰ, **পৰি—** তদন্ত কৰ, পৰীক্ষা কৰ, মনু ৯।১৪; অন্বেষণ কৰ, বিচাৰি চা **সম্—** (সমীক্ষা) চিন্তা কৰ, বিবেচনা কৰ, গণ্য কৰ, ভালকৈ অনুসন্ধান কৰ।

**ঈক্ষকঃ** দৰ্শক।

**ঈক্ষণং** *ক্লী* ১। দৰ্শন, ২। দৃশ্য, ৩। চকু, ৰ ২।২৭।

**ঈক্ষণিকঃ** *পু* জ্যোতিষী, ভৱিষ্যৎ বক্তা, দৈৱজ্ঞ।

**ঈক্ষা** দৃশ্য, বিবেচনা।

**ঈক্ষিকা** চকু, দৃষ্টি।

**ঈক্ষিতঃ** দৃষ্ট, বিবেচিত, **—তং** দৃশ্য, চকু।

**ঈখ** (গতৌ ভ্বা, প সক ঈখতি) ১। গমন কৰ, লৰফৰ কৰ, ২। লৰা, লৰচৰ কৰ, কঁপা।

**ঈজ** কুৎসে (ভ্বা, আ সক ঈজতে) ১। কুৎসা ৰটন কৰ, নিন্দা কৰ, ২। গমন কৰ।

**ঈড** স্তুতৌ চুৰা, প সক (ঈড়য়তি) প্ৰশংসা কৰ।

**ঈড়া** প্ৰসস্তি, স্তুতি, প্ৰশংসা। **—ড়িতঃ** প্ৰশংসিত।

**ঈতিঃ** *স্ত্ৰী* ১। প্লেগ বেমাৰ, বিপদ, দুৰ্দশা ২। প্ৰাকৃতিক দুৰ্যোগ। ঈতি ৬ বিধ— অতিবৃষ্টি, অনাবৃষ্টি, শলভাঃ (ফৰিংজাতীয় কীট) মূষিকাঃ (এন্দুৰ) খগাঃ (চৰাই-চিৰিকটি) আৰু প্ৰত্যাসন্নাঃ ৰাজানঃ (বিদেশী ৰজাৰ আক্ৰমণ), ৩। সংক্ৰামক ব্যাধি, ৪। বিদেশ ভ্ৰমণ, ৫। কাঁজিয়া, মাৰপিট।

**ঈদৃক্** (শ)*বিণ* (ইদম দৃশ ক্বিপ) এনেকুৱা, এনেধৰণৰ।

**ঈপ্সা** *স্ত্ৰী* ইচ্ছা, আকাঙ্ক্ষা।

**ঈপ্সু** *বিণ* অভিলাষী, ইচ্ছুক।

**ঈৰ** ক) গতৌ, প্ৰেৰণে (চুৰা প সক ঈৰয়তি, ঈৰতি) প্ৰেৰণ কৰ, গমন কৰ, খ) কম্পে (অদা, আ সক অক ঈৰ্তে) কঁপা, কম্পন কৰ, লৰচৰ কৰ, বা কৰ, উচ্চাৰণ কৰ কি ১।২৬; **উদ্—** (উদীৰিত) ক, উচ্চাৰণ কৰ, ওপৰলৈ উঠ, (যেনে, ধূলি), প্ৰদৰ্শন কৰ, **প্ৰ—** (প্ৰেৰিত) পঠা, প্ৰেৰণা দান কৰ। নিক্ষেপ কৰ, শ ২।২

**ঈৰণঃ** *পু* বতাহ **—ণং** লৰচৰ কৰোৱা, গমন কৰা।

**ঈৰিণং** *ক্লী* মৰুভূমি, অনুৰ্বৰ ভূমি।

**ঈৰিতং** *বিণ* নিক্ষিপ্ত, কম্পি ।

**ঈৰ্মং** *ক্লী.* ব্ৰণ, ঘা। ভট্টি ৪।৪৪

**ঈৰ্য্যা** *স্ত্ৰী* ভিক্ষাব্ৰত। ব্ৰহ্মচাৰীৰ দৰে ঘূৰি ফুৰা।

**ঈৰ্ষ্যকঃ** *পু, স্ত্ৰী* ছিঁৰাল, বাণ্ডি।

**ঈৰ্ষা** *বিণ.* হিংসাকুৰীয়া, **—লু** হিংসাকুৰীয়া।

**ঈৰ্ষ্য** হিংসে (ভ্বা, প, পৰ অক ঈৰ্ষ্যতি) হিংসা কৰ, ঈৰ্ষা কৰ, আনৰ উন্নতিত জ্বলি-পুৰি মৰ।

**ঈৰ্ষ্যা,-ৰ্ষা,** *স্ত্ৰী* হিংসা, ঈৰ্ষা, আনৰ উন্নতিত অসহিষ্ণুতা, মনু ৯।৪৮; পতিৰ আন তিৰোতাৰ লগত সংস্পৰ্শ দেখি হোৱা জ্বলন।

**ঈৰ্ষ্যালু** *বিণ* ঈৰ্ষা বিশিষ্ট, অধৈৰ্য্য, অসহিষ্ণু।

**ঈলিঃ** (**—লী** স্ত্ৰী) অস্ত্ৰ, সৰু তৰোৱাল, ডেগাৰ।

**ঈশ্** ঐশ্বৰ্য্যে (অদা আ অক ঈষ্টে) ১। ঐশ্বৰ্য্যবান হ শাসন কৰ, আদেশ কৰ, ২। সমৰ্থ হ, শক্তিশালী হ, ৩। অধিকাৰী হ।

**ঈশ** *বিণ* (ঈশক) ১। গৰাকী, প্ৰভু, ২। সৰ্বোচ্চ অধিকাৰী, শক্তিশালী, **—শঃ** ১। গৰাকী, স্বামী, ২। পতি, ৩। সংখ্যা ১১; ৪। শিৱ, **—শাঃ** দুৰ্গা, আধিপত্য থকা নাৰী, মালিকনী, ধনী তিৰোতা, **—কোণঃ** ঈশান (উত্তৰ-পূব) দিশ, **—পুৰী, —নগৰী** বাৰাণসী **—সখঃ** কুবেৰ।

**ঈশাদন্তঃ***পু* দঁতাল হাতী।

**ঈশানং** *ক্লী.* জ্যোতি। **—নঃ** ১। প্ৰশাসক, গৰাকী, স্বামী ২। শিৱ, ৩। সূৰ্য্য ৪। বিষ্ণু, **—নীঃ** দুৰ্গা।

**ঈশিতা, —ত্বং** প্ৰভুত্ব, শ্ৰেষ্ঠত্ব, মহানুভৱতা, আধিপত্য শিৱৰ ৮ গুণৰ (সিদ্ধি) এটা। (আঠটা গুণ— অণিমা, লঘিমা, ব্যাপ্তি, প্ৰাকাম্য, গৰিমা, ঈশিত্বং, বশিত্বং কামাৰশায়িতা।

**ঈশ্বৰ** *বিণ* (**—ৰা, ৰী**) ১। শক্তিশালী, সমৰ্থবান, ২। ধনী, সম্পত্তিশালী, **—ৰঃ** ১। প্ৰভু, গৰাকী, ২। ধনী লোক। ৩। ৰজা, শাসক, যুৱৰাজ, ৪। পতি, স্বামী ৫। পৰমেশ্বৰ, ৬। শিৱ, ৭। কামদেৱ, **—ৰা, —ৰী** দুৰ্গা, **—নিষেধঃ** নাস্তিকতা, **—সদ্মন্** মন্দিৰ, **—সভং** ৰাজসভা।

**ঈষ্** উঞ্ছে (তুদা, উভ সক ঈষতি-তে) ১। পলাই যা। ২। দান দি, (উঞ্ছ অৰ্থাৎ শস্য কাটি নিয়াৰ পিছত পৰি থকা শস্য আহৰণ কৰা)।

**ঈষ** হিংসনে (ভ্বা আ সক ঈষতে) হিংসা কৰ, হত্যা কৰ, দৰ্শন কৰ।

**ঈষঃ** *পু* (ঈষ ক) আহিন মাহ।

**ঈষৎ** *অব্য* অলপ, কিছু পৰিমাণ, **—উষ্ণ** কুহমীয়া, **—কৰ** সহজতে কৰিব পৰা, **—জলং** বাম (অগভীৰ) পানী, **—পাণ্ডু** অলপ বগা, শেঁতা, **—পুৰুষ** নীচ লোক, **—ৰক্তঃ** ৰঙচুৰা, **—হাসঃ** মিচিকিয়া হাঁহি।

**ঈষা** *স্ত্ৰী* নাঙল অথবা গাড়ীৰ দণ্ড বা ধুৰা।

**ঈষাদন্তঃ** দীঘলীয়া দাঁত থকা হাতী।

**ঈষিকা** *স্ত্ৰী* হাতীৰ চকুৰ মণি।

**ঈষীকা** *স্ত্ৰী* তুলিকা, নলখাগৰি।

**ঈষ্মঃ** কামদেৱ।

**ঈহ্** চেষ্টে (ভ্বা আ অক ঈহতে) ১। কামনা কৰ, আশা কৰ, ২। পাবলৈ অভিলাষ কৰ, ৩। চেষ্টা কৰ।

**ঈহা** *স্ত্ৰী* ১। ইচ্ছা, অভিলাষ, বাসনা, ২। চেষ্টা, উদ্যম, **—মৃগঃ** ১। কুকুৰনেচীয়া বাঘ, ঘোং, ২। চাৰি অঙ্কীয়া নাটকৰ এটা বিভাগ।

**ঈহিতং** ১। ইচ্ছা, অভিলাষ, ২। উদ্যম, চেষ্টা, ৩। উদ্যোগ, ব্যৱসায়, কৰ্ম; কি ১।২০ ■

# উ

**উ, উকাৰ** স্বৰবৰ্ণ পঞ্চম বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ প্ৰথম সূত্ৰৰ তৃতীয় বৰ্ণ। উচ্চাৰণ স্থান ওষ্ঠ।

**উ** শব্দে (ভ্বা আ অক অৱতে) শ্মাত, চিঞৰ, শব্দ কৰ।

**উ** *অব্য* (উ শব্দে ক্বিপ্ তুক), আশ্চৰ্য্যবোধক অব্যয়। আহ্বান, সম্বোধন, ৰোষ, অনুকম্পা, নিয়োগ, প্ৰশ্ন আৰু অঙ্গীকাৰবোধক। 'উ' বৰ্ণ পাদপূৰণ অথবা বাক্যৰ অনুপূৰক ৰূপেও ব্যৱহাৰ হয়।

**উঃ** *পু* ( অততি সৰ্বং ব্যাপ্নোতীতি অৎ ডু ) মহাদেৱ। ('ওম'ৰ দ্বিতীয় বৰ্ণ। ('অ' চাওক)।

**উক্তং** *ক্লী.* একাক্ষৰ ছন্দ। বাক্য। **—উক্তঃ** *বিণ্* (ৱচ ক্তঃ) কথিত, উদিত, ভণিত, নিগদিত, উদীৰিত, আখ্যাত, ব্যাখ্যাত, **—অনুক্ত** কোৱা নোকোৱা, **—পুংস্কঃ** (স্ত্ৰী অথবা ক্লীৱলিঙ্গ) শব্দ। যিবিলাকৰ পুলিঙ্গ থাকিলেও সেই পুলিঙ্গৰ অৰ্থ বেলেগ, যেনে— শুভ্ৰ, গ্ৰামণী।

**উক্তিঃ** *স্ত্ৰী* কথন, বচন, বিবৃতি, ভাষণ।

**উক্থং** *ক্লী.* (ৱচ্ থক) ১। সামবেদ, ঋবে ৩।৬৪।৭; ২। স্তোত্ৰ, কবিতা, ৩। বাক্য, ৪। স্তুতি বা প্ৰশংসা।

**উকথশাঃ** *পু* যজমান।

**উক্থা** *স্ত্ৰী* এবিধ ছন্দ।

**উক্ষ্** বৃষি (ভ্বা প সক উক্ষতি) ১। তিতা, সেমেকা কৰ, শি ৫।৩০; ২। নিৰ্গত কৰ, উৎক্ষিপ্ত কৰ, **অভি—** (অভ্যুক্ষ) পৱিত্ৰ জল ছটিয়া, **পৰি— সম্প্ৰ—** (সম্প্ৰোক্ষ) পৱিত্ৰ জল ছটিয়াই শুদ্ধ কৰ, মনু ৫।২৭; পানী ছটিয়া।

**উক্ষা** (ন্) *পু* (উক্ষ কনিন) ষাঁড় গৰু, কু ৭।৭০।

**উখ্, উঙ্খ্** গতৌ (ভ্বাদি, প, স ওখতি, ওঙ্খতি) গমন কৰ, অগ্ৰসৰ হ।

**উখা** *স্ত্ৰী* ডাঙৰ থালী বা টৌ।

**উখ্য** *ক্লী* থালীত সিদ্ধ কৰা মাংসাদি, ভট্টি ৪।৯ ।

**উগ্ৰ** *বিণ্* (উচ্ ৰক) ১। হিংস্ৰ, ভয়ঙ্কৰ, প্ৰচণ্ড, ২। তীব্ৰ, ভীতিজনক, মনু ৬।৭৫; ৩। শক্তিশালী, প্ৰবল, ৪। তীক্ষ্ণ, ৫। মহান, **—গ্ৰঃ** ১। শিৱ, ৰুদ্ৰ, ২। মিশ্ৰজাতি, ক্ষত্ৰিয় পিতা আৰু শূদ্ৰ মাতা, মনু ১০।৯; ৩। কেৰেলা ৰাজ্য, ৪। ৰৌদ্ৰ ৰস, **—গন্ধঃ** ১। চম্পক গছ ২। নহৰু, **—চণ্ডা —তাৰা** দুৰ্গা, **—ৰূপঃ** ভয়ানক আকৃতিযুক্ত, **—ধন্বন্** ভয়ঙ্কৰ ধনু (হাতত) থকা শিৱ, ইন্দ্ৰ, **—শেখৰা** গঙ্গা, **—সেনঃ** কংসৰ পিতৃ, মথুৰাৰাজ। কংসই উগ্ৰসেনক কাৰাৰুদ্ধ কৰে। শ্ৰীকৃষ্ণই কংসক বধ কৰি আকৌ উগ্ৰসেনক মথুৰাৰ ৰাজপাটিত বহুৱায়।

**উগ্ৰকাণ্ডঃ** তিতা কেৰেলা।

**উগ্ৰংপশ্য** ভয়ানক দেখা, ভয়ঙ্কৰ, ভীষণ।

**উচ্** মিশ্ৰণে (দিৱা প সক উচ্যতি) এক গোট কৰ, আনন্দ পা, উপযুক্ত হ, অভ্যস্ত হ।

**উচিত** *বিণ্* ১। উপযুক্ত, যোগ্য, ২। বিদিত, অভ্যস্ত, ৩। প্ৰচলিত।

**উচ্চ** *বিণ্* ১। ওখ, উন্নত, ২। চিৎকাৰযুক্ত, ৩। শকত,

ভীষণ, —তৰুঃ নাৰিকল গছ, —তালঃ মদৰ দোকানৰ নৃত্যগীত (অৰ্থাৎ অতি কোলাহলপূৰ্ণ নৃত্যগীত) —দেৱঃ শ্ৰীকৃষ্ণ।

**উচ্চকৈঃ** *অব্য* অতিশয় ওখ, উন্নত, শি ১।১২; উচ্চস্বৰে।

**উচ্চণ্ড** *বিণ* ১। ভয়ানক, ২। শীঘ্ৰ ৩। উচ্চস্বৰযুক্ত, ৪। খঙাল।

**উচ্চন্দ্ৰঃ** *পু* শেষৰাতি।

**উচ্চয়ঃ** *পু* (উৎ চি অচ) ১। তিৰোতাই পিন্ধা কাপোৰৰ গাঁথি, নীবী (মেখেলাৰ গাঁথি), ৰ ১০।৪৪; ২। ৰাশি, সমষ্টি, সংগ্ৰহ, দ'ম, ৩। এক গোট, ৪। উন্নতি।

**উচ্চৰণং** ১। ওপৰলৈ যোৱা, ২। উচ্চাৰণ কৰা।

**উচ্চলং** মন।

**উচ্চললাটা** *স্ত্ৰী* ওখ কপলীয়া নাৰী।

**উচ্চলিত** যাত্ৰা। অভিযান। ৰ ২।৬ ।

**উচ্চাটনং** *ক্লী* (উৎ চট ণিচ ল্যুট) উৎখাতন, উঘালি পেলোৱা, দূৰীভূত কৰা। বিভাজন, যাদুমন্ত্ৰ, শত্ৰুনিপাতন।

**উচ্চাৰঃ** ১। উচ্চাৰণ, জ্ঞাপন, ২। গোবৰ, বিষ্ঠা, ৩। নিঃসৰণ, মনু ৪।৫০ ।

**উচ্চাৰণং** ১। উচ্চাৰণ, কথন, ২। জ্ঞাপন।

**উচ্চাৱচ** *বিণ* বহু প্ৰকাৰ, বিভিন্ন, মনু ১।৩৮; উচ্চনীচ, অনিয়মিত।

**উচ্চিঙ্গটঃ** *পু* খঙাল পুৰুষ।

**উচ্চূড়ঃ** —লঃ ধ্বজাৰ কাপোৰ, ধ্বজা।

**উচ্চৈঃ** *অব্য* ১। উচ্চ, ওপৰফালে, ২। উচ্চস্বৰে, ৩। মহৎ, খ্যাত, শ্ৰেষ্ঠ, —ঘুষ্টং চিঞৰ-বাখৰ, হুলস্থুল, —ৱাদঃ উচ্চপ্ৰশংসা, —শিৰস্ মহানুভৱ। কু ১।১২;

**উচ্চৈঃশ্ৰৱাঃ** ইন্দ্ৰৰ ঘোঁৰাৰ নাম। (সাগৰ মন্থনত নিৰ্গত হৈছিল)।

**উচ্ছন্ন** *বিণ* (উৎ ছদ ক্ত) নষ্ট, ধ্বংসপ্ৰাপ্ত, লুপ্ত।

**উচ্ছলনং** ওপৰলৈ উঠন।

**উচ্ছাদনং** ১। আৱৰণ, ২। চাবোনাদি সুগন্ধি দ্ৰব্যৰ দ্বাৰা শৰীৰৰ নিৰ্মলীকৰণ, প্ৰসাধন।

**উচ্ছাসনং** শাসনহীনতা, অৰাজকতা।

**উচ্ছাস্ত্ৰ** *বিণ* শাস্ত্ৰ-বিৰোধী।

**উচ্ছিখ** *বিণ* ১। শিখাবিশিষ্ট, ২। জ্বলন্ত।

**উচ্ছিত্তিঃ** *স্ত্ৰী* সমূলে বিনাশ, ধ্বংস।

**উচ্ছিৰঃ** উচ্চ, মহান, উন্নত।

**উচ্ছিলিন্ধ্ৰং** *ক্লী* বেংছতা। মে ১৮ ।

**উচ্ছিষ্ট** *বিণ* ১। খাই এৰা, এৰি থোৱা, অৱশিষ্ট, ২। বাহী, পচা (খাদ্য), মনু ২।৫৬; —মোদনং মম, লা।

**উচ্ছিৰ্ষকং** উপাধান, গাৰু।

**উচ্ছুষ্ক** *বিণ* শুকান, লেৰেলি যোৱা।

**উচ্ছূন** *বিণ* ১। ফুলি থকা, মে ৮৪; ২। শকত, ৩। উন্নত, বৰ্দ্ধিত।

**উচ্ছৃংখল** ১। শৃঙ্খলৰহিত, বিশৃঙ্খল, অবাধ, অনিয়ন্ত্ৰিত, ২। অনিয়মিত।

**উচ্ছেদঃ** —দনং বিনাশ, ধ্বংস, উন্মূলন।

**উচ্ছেষঃ**, —ষণং বাকীখিনি, অৱশিষ্ট।

**উচ্ছোষণ** *বিণ* ১। শুকাই যোৱা, লেৰেলা পৰা, গী ২।৮, ২। জ্বলি থকা।

**উচ্ছ্ৰয়ঃ**,—চ্ছ্ৰায়ঃ (পৰ্বতাদিৰ) উচ্চতা, মে ৫৮; গৌৰৱ।

**উচ্ছ্ৰিত** *বিণ* ১। উচ্চ, প্ৰবৃদ্ধ, উন্নত, ২। উৎপন্ন, সংজাত, গৌৰৱান্বিত।

**উচ্ছ্বসনং** উশাহ, হুমুনিয়াহ।

**উচ্ছ্বসিত** *বিণ* ১। প্ৰফুল্ল, ২। বিকশিত, স্ফুৰিত, মে ৪২; প্ৰশমিত, ৩। উশাহ-নিশাহ, ৪। প্ৰাণবায়ু।

**উচ্ছ্বাসঃ** *পু* ১। উশাহ, মে ১০২; ২। জীৱন বায়ু, ৩। হুমুনিয়াহ, ৪। শান্ত্বনা, আশ্বাস, ৫। বতাহ সোমোৱা ছিদ্ৰ, ৫। গ্ৰন্থৰ অধ্যায়ৰ নাম। —সী(ন্) বিণ।

**উজ্জয়নী**, —জ্জয়িনী *স্ত্ৰী* বিশালানগৰী, মধ্যপ্ৰদেশৰ এখন চহৰ। সাতখন পবিত্ৰ নগৰৰ ভিতৰত এখন।

**উজ্জাসনং** *ক্লী* (উৎ জস্ ণিচ ল্যুট) বধ, হত্যা।

**উজ্জৃম্ভ** *বিণ* (উৎ জৃম্ভি ঘঞ) ১। প্ৰফুল্লিত, ২। প্ৰস্ফুটিত, বিকশিত, ৩। বিয়োজিত।

**উজ্জৃম্ভা**,—ম্ভণং ১। হাঁহি, ২। মুখ মেলা, ৩। প্ৰৱেশ পথ, ৪। বিস্তাৰ, বৃদ্ধি।

**উজ্জ্বল** *বিণ* (উৎ জ্বল অচ) ১। উজ্জ্বল, দীপ্তিমান, ২। মনোৰম, ৩। বিকশিত, —লঃ প্ৰেম, আসক্তি, —লং সোণ।

**উজ্ঝ** ত্যাগে (তুদা প সক উজ্ঝতি) ১। পৰিত্যাগ কৰ, এৰি যা, ২। সাৰি যা, পলাই যা, ৩। উলিওৱা, বাহিৰ কৰ, শি ৪।৬৩।

**উজ্ঝিত** *বিণ* পৰিত্যক্ত, বৰ্জিত।

**উজ্ঝকঃ** ১। মেঘ, ২। ভক্ত।

**উঞ্ছং** *ক্লী* (উঞ্ছি ঘঞ) চৰাইয়ে ঠোঁটেৰে গ্ৰহণ কৰাৰ দৰে (পথাৰৰ পৰা) শস্য আহৰণ কৰা, মনু

১০।১১২; **—বৃত্তিঃ, —শীলঃ** *বিণ.* এইধৰণে শস্য আহৰণ কৰি জীৱিকা নির্বাহ কৰা লোক।

**উঞ্ছনং** *ক্লী* দোকানত বা বজাৰত পৰি থকা খাদ্য শস্য বোটলা।

**উটং** তৃণ, ঘাঁহ, পাত **—জঃ, —জং** পর্ণকুটীৰ, খেৰৰ সৰু ঘৰ। শ ৪।২০;

**উডু,** *ক্লী* **উডুঃ** *পু* ১। নক্ষত্র, তাৰাপুঞ্জ, ২। পানী **—পঃ, —প** ভেল, ভূৰ ৰ ১।২; **—পতিঃ** চন্দ্ৰ **—পথঃ** আকাশ।

**উডুম্বৰ** *পু* (উডু বৃ অচ) ১। উডুম্বৰ গছ, যজ্ঞডিমৰু, ২। ঘৰৰ দুৱাৰডলি, ৩। নপুংসক, ৪। এবিধ কুষ্ঠবেমাৰ, **—ৰং** তাম।

**উডুপঃ** ভুৰ।

**উড্ডয়নং** *ক্লী* (উৎ ডী ল্যুট) আকাত উৰণ, নৈ ১।১২৫ ।

**উড্ডামৰ** *বিণ* ১। শ্ৰেষ্ঠ। উদ্ভট, ২। ভয়ানক।

**উড্ডীনং** *ক্লী* পক্ষীৰ উধর্বগমন, আকাশলৈ উৰা মৰা।

**উড্ডীশঃ** সদাশিৱ।

**উণ্ডেৰকঃ** ১। ময়দাৰ লাডু, পাওৰুটি।

**উৎ** সংশয়, সন্দেহ, প্রশ্ন, আলোচনা, প্রখৰতাবোধক অব্যয়। **—ক** *বিণ.* ১। উন্মনা, অন্যমনস্ক, ২। প্ৰত্যাশী, অভিলাষী, ৩। বিষণ্ণ, দুখিত, **—কঞ্চুক** *বিণ.* 'বদিচ', 'চেমিজ' [illegible]থকা। **—কট** *বিণ.* ১। ডাঙৰ, ২। শক্তিশালী, ৩। প্রশস্ত, ৪। প্রচুৰ, ৫। মাতাল, পাগল, ৬। উচ্চমান বিশিষ্ট, ৭। অসমান। **(—টঃ)** হাতীৰ কপালৰ পৰা ওলোৱা ৰস, মদবাৰি, মাতাল হাতী। **—কণ্ঠ** *বিণ.* আগ্রহী, আগ্রহান্বিত, কাম কৰাৰ বাবে উন্মুখ, **(ণ্ঠঃ,—ণ্ঠা)** এক ধৰণৰ ৰতিক্রিয়াৰ আনন্দ। **—কণ্ঠা** *স্ত্রী* ১। অভিলাষ কৰা বস্তু লাভৰ বাবে অপেক্ষা কৰাত অসহিষ্ণুতা, ২। প্রিয়জনক পাবৰ ইচ্ছা, ৩। দুখ, কোনো ব্যক্তিক বা বস্তুক হেৰুওৱা। মে ৮৩; **—কণ্ঠিতং** উৎকণ্ঠাজড়িত। **(—তা)** ১। অনুপস্থিত প্রেমিকক পাবৰ বাবে আশা কৰি থকা প্রেমিকা। নাটকৰ ৮ বিধ নায়িকাৰ এবিধ, ২। উন্মনা, **—কম্পনং** কম্পন, শিঁহৰণ, **—কৰঃ** ধান আদিৰ দ'ম, স্তূপ, **—কর্তনং** সম্পূর্ণৰূপে কাটি পেলোৱা, ছিঙি পেলোৱা, উঘালি পেলোৱা, **—কর্ষঃ** (উৎ কৃষ্ ঘঞ্) ১। আতিশয্য, শ্রেষ্ঠতা, উন্নতি মনু ৪।২৪৪; ২। ওপৰলৈ তোলা কার্য্য, ৩। প্রাচুর্য্য, ৪। গৌৰৱ, উচ্চমান বিশিষ্ট, ৫। আত্মম্ভৰিতা, ৬। আনন্দ, **—কলঃ** ১। এখন প্রান্তৰ নাম। উৰিষ্যা ৰাজ্য, ২। চৰাই চিকাৰী, ৩। মজদুৰ, **—কলাপ** *বিণ.* ১। ওপৰলৈ উঠা ফিচাযুক্ত (চৰাই), **—কলিকা** *স্ত্রী* (উৎ কল বুন টাপ) উৎকণ্ঠা, ২। ধেমালি, পৰস্পৰ কোলাকুলি; হাঁহিখিকিন্দালি, ৩। কলি, ৪। ঢৌ। **—কষণং** ১। ছিৰি পেলোৱা, ২। হাল বোৱা, ৩। ঘঁহা, **—কা** *স্ত্রী* উৎকণ্ঠিতা নায়িকা, **—কাকা** প্ৰতি বছৰে পোৱালি দিয়া গাইগৰু, **—কাৰঃ** ধান কাটা। ধান দ'ম কৰি ৰখা। ধান দোৱা মানুহ, **—কুটং** *ক্লী* ওপৰলৈ মুখ কৰি শোৱা, **—কুণঃ** ওকণি, উৰহ, **—কুল** *বিণ.* কুলভ্ৰষ্ট। শ ৫।২৭; **—কূজ** কুলি চৰাইৰ মাত, **—কূটঃ** ছাটি **—কূর্দনং** ওপৰলৈ জপিওৱা, **—কূল** *বিণ.* পাৰ ওপচি পৰা, **—কৃষ্ট** *বিণ.* ১। উৎকৰ্ষ বিশিষ্ট, প্রকৃষ্ট; শ্ৰেষ্ঠ, উচ্চমান বিশিষ্ট, মনু ৫।১৬৩; ২। হাল বাই উঠা (মাটি) **—কোচঃ** *পু, স্ত্রী* (উৎ কুচ ক) উৎকোচ, ভেঁটী, যাজ্ঞবল্ক্য স্মৃতিত আছে; উৎকোচজীৱিনো দ্ৰব্যহীনান কৃত্বা প্ৰৱাসয়েৎ। (ভেঁটী খোৱা বিলাকৰ সকলো সম্পত্তি বাজেয়াপ্ত কৰি দেশান্তৰ কৰা উচিত)। যা ১।৩।৩৮; **—ক্রমঃ, —ক্রামঃ** ১। ওপৰলৈ উঠা বা বাহিৰলৈ যোৱা, ২। উন্নতি, বৃদ্ধি, ৩। ব্যতিক্রম, উলঙ্ঘন, ৪। উধর্বগমন, অতিক্রম, ৫। আত্মাৰ উদগমন অর্থাৎ মৃত্যু। মনু ৬।৬৩; **—ক্রান্তিঃ** *স্ত্রী* প্ৰস্থান। আত্মাৰ উৎক্রমণ, মৃত্যু, **—ক্রোশঃ** ১। চিঞৰ-বাখৰ, ২। ঘোষণা, ৩। এবিধ ডাঙৰ শেন চৰাই, **—ক্লেশঃ** ১। উত্তেজনা, অশান্তি, চাটি-ফুটি, ২। বায়ু পিত্ত কফাদি অসুখ, ৩। ৰোগ, **—ক্ষিপ্ত** ১। উধর্বনিক্ষিপ্ত, ওপৰলৈ দলিওৱা (বস্তু), ২। ধৰি ৰখা, অৱলম্বিত, ৩। অধিকৃত, ৪। বিনষ্ট, ধ্বংসকৃত, **—ক্ষিপ্তঃ** ধতুৰা গছ, **—ক্ষিপ্তিকা** কেয়ুৰ, **—ক্ষেপণং** *ক্লী* (উৎ ক্ষিপ ল্যুট) ১। ওপৰলৈ নিক্ষেপ কৰা, বা তোল, ২। বৈশেষিক দর্শনৰ মতে ৫টা কর্মৰ এটা, বাকী ৪টা অৱক্ষেপণ, আকুঞ্চন, গমন, প্রসাৰণ, ৩। বমি কৰা, ৪। দলা চালনী, ৫। বিচনি। **—খচিত** *বিণ.* মিশ্রিত, সান-মিহলি কৰা, একেলগে সংযুক্ত কৰা, **—খলা** *স্ত্রী* এবিধ সুগন্ধি দ্রব্য, **—খাতং** *ক্লী* (উৎ খন্ ক্ত) ১। উন্মূলিত, বিদাৰিত, উঘালি

পেলোৱা, ২। ছিদ্ৰ, গাঁত অসমতল ভূমি, **—তং** তিতা বস্তু, **—তংসঃ** *পু, ক্লী* শিৰোভূষণ, কৰ্ণাভৰণ, কুণ্ডল, শেখৰ **—তট** *বিণ* পাৰ ওপচি পৰা, **—তপ্ত** তপ্ত, দগ্ধ, সম্পূৰ্ণৰূপে পুৰি পেলোৱা। **—প্তঃ** শুকান মাংস। **—তম** *বিণ* (উৎ তম প) উৎকৃষ্ট, প্ৰমুখ, মুখ্য, বৰেণ্য। অগ্ৰণী **(—মঃ)** বিষ্ণু। সংস্কৃত ব্যাকৰণত উত্তম পুৰুষ (অসমীয়া ব্যাকৰণত প্ৰথম পুৰুষ)। **(—অঙ্গঃ)** মূৰ, মুখ, মনু ১।৯৩; **(—অৰ্ধঃ)** শ্ৰেষ্ঠাৰ্ধ বা শেষাৰ্ধ **(—ঋণঃ)** (উত্তমৰ্ণঃ) ধৰুৱা, **(—পুৰুষঃ)** ১। শ্ৰেষ্ঠ পুৰুষ, ২। ধাতুপাঠত উত্তম পুৰুষ, ৩। পৰম ব্ৰহ্ম **(—শ্লোকঃ)** বিখ্যাত, প্ৰসিদ্ধ। **(—সংগ্ৰহঃ)** পৰস্ত্ৰীৰ লগত গুপ্ত প্ৰণয়। **(—সাহসং)** আৰ্থিক দণ্ড (এহাজাৰ পণ)। মনু (পণানাং দ্বে শতে....), উৎকৃষ্টা নাৰী, **—ত্তম্ভঃ—ম্ভনং** ১। ওপৰলৈ দাঙি ধৰা, ২। অৱলম্বন ৩। বাধা দান, ৰোধ, **—তৰ** *বিণ.* (উৎ তৰপ্) ১। উৰ্ধ্ব, উত্তৰ দিশ, শ্ৰেষ্ঠ। ৰ ১৩।৩; ২। অনন্তৰ, ইয়াৰ পিছৰ, ভৱিষ্যতৰ, ৩। বাওঁফাল, ৪। শ্ৰেষ্ঠ, ৫। আৰু বেছি, ৬। পাৰ হব লগীয়া, অতিক্ৰাম্য, **—তৰা** উত্তৰ দিশ, চন্দ্ৰ মণ্ডল, বিৰাটকন্যা, অভিমন্যুৰ পত্নী **—তৰঃ** *পু* ১। বিৰাটৰাজৰ পুত্ৰৰ নাম, ২। এখন পৰ্বতৰ নাম, ৩। সংসাৰ পাৰ কৰে কাৰণে সদাশিৱ, বিষ্ণু, **—তৰং** ১। প্ৰশ্নৰ উত্তৰ, ২। (আইনত) প্ৰতিবাদী, প্ৰত্যুত্তৰ, ৩। আৱৰণ, ৪। সিদ্ধান্ত, ৫। (অঙ্ক) বাকী থকা সংখ্যা। **—তৰং** *অব্য* ওপৰত, পিছত **(—অধিকাৰী)** উত্তৰাধিকাৰপ্ৰাপ্ত। **(—অয়নং—নঃ)** ১। সূৰ্য্যৰ বিষুৱৰ পৰা উত্তৰ দিশলৈ গমন, গী ৮।২৪; ২। কৰ্কট সংক্ৰান্তি। **(—অৰ্ধ)** ১। শৰীৰৰ ওপৰৰ অংশ, ২। উত্তৰাংশ, পিছৰ অংশ, **(—অহঃ)** পিচদিনা **(—আভাসঃ)** মিছা উত্তৰ। **(—উত্তৰ)** উত্তৰোত্তৰ, সদা বৃদ্ধিশীল, **(—ওষ্ঠঃ)** তলৰ পাৰি ওঠ। **(—কাণ্ডং)** ৰামায়ণৰ শেষ কাণ্ড (অধ্যায়) **(—কালঃ)** ভৱিষ্যৎ কাল, **(—কুৰুঃ)** জম্বুদ্বীপৰ নটা বিভাগৰ এটাৰ নাম, **(—কোশলাঃ)** অযোধ্যা নগৰী **(—ক্ৰিয়া)** অন্ত্যেষ্টি ক্ৰিয়া। **(—ছদঃ)** বিচনা চাদৰ **(—ঈশঃ—পালঃ)** কুবেৰ, **(—পক্ষঃ)** ১। কৃষ্ণপক্ষ, ২। উত্তৰ ভাগ, ৩। প্ৰতিবাদী, ৪। যুক্তি তৰ্কৰ পিছৰ অংশ, ৫। সিদ্ধান্ত। (মীমাংসা) অধিকৰণৰ পঞ্চম অঙ্গ। **(—পটঃ)** ওপৰ ভাগত পিন্ধা কাপোৰ। বিচনা চাদৰ **(—পদং)** সমাসৰ শেষৰ পদ। **(—পাদঃ)** অভিযোগনামাৰ দ্বিতীয় অংশ। **(—ফাল্গুনী)** দ্বাদশ নক্ষত্ৰপুঞ্জ। **(—ভাদ্ৰপদা)** ২৬ তম নক্ষত্ৰপুঞ্জ। **(—মীমাংসা)** পিছৰ মীমাংসা দৰ্শন অৰ্থাৎ বেদান্ত দৰ্শন। **(—বয়সং)** শেষ বয়সৰ, বৃদ্ধ। **(—বাদী)** প্ৰতিবাদী, **(—ষাঢ়া)** একবিংশতিতম নক্ষত্ৰ **(—সাধকঃ)** সহকাৰী **—তৰঙ্গ** *বিণ* ১। ঢৌৱে উটুৱাই নিয়া, পানীৰে ওপচাই পেলোৱা মু ৬।৩, ২। উত্তাল তৰঙ্গযুক্ত। কু ৩।৪২, **—তৰতঃ,—ৰাৎ** *অব্য* ১। উত্তৰৰ পৰা, ২। বাওঁফালে, ৩। পিচফালে, ৪। পিচে-পৰে। **—তৰত্ৰ** *অব্য* পিছত, তলত, পৰিণামত, ফলতঃ। **—তৰাহি** *অব্য* উত্তৰ দিশ মতে, উত্তৰ দিশলৈ। **—তৰায়ং** *ক্লী* (উত্তৰ ছঃ) উত্তৰীয়, গাত লোৱা চাদৰ। প্ৰাবাৰক, **—তৰেণঃ** *অব্য* উত্তৰমুখলৈ, উত্তৰফালে মে ৭৫, **—তৰেদ্যুঃ** *অব্য* পিছদিনা, **—তৰ্জনং** সাংঘাতিক ভীতি প্ৰদৰ্শন **—তান** *বিণ* ১। বিস্তৃত, বহল, ২। বাম, অগভীৰ, ৩। ওপৰৰ ফালে মুখ কৰি শোৱা, ওপৰ ফালে থকা, ৪। মুক্ত, অকপট, ৫। সৰল মনৰ, ৬। ধেনুভিৰীয়া, ৭। বাম **(—পাদঃ)** স্বায়ম্ভুৱ মনুৰ পুত্ৰ, ধ্ৰুৱৰ পিতা, **(—জঃ)** ধ্ৰুৱ, **(—শয়ঃ)** পিয়াহ খোৱা কেঁচুৱা, **—তাপঃ** *পু* (উৎ তপ ঘঞ), ১। অত্যন্ত গৰম, তাপ, ২। সন্তাপ, ৩। আবেগ, উত্তেজনা, **—তাৰঃ** *বিণ* (উৎ তৃ ঘঞ) ১। মহান, উদ্ভট, উদাৰ, উত্তম, ২। নমোৱা, বামলৈ নমোৱা, ৩। মুক্ত হোৱা, ৪। বমি কৰা **(—ৰকঃ)**, ১। ৰক্ষাকৰ্তা, উদ্ধাৰকৰ্তা, ২। শিৱ। **(—ৰী)** চঞ্চল। **(—ণং)** উদ্ধাৰ, ৰক্ষা। **(—ণঃ)** বিষ্ণু, **—তাল** *বিণ* (উৎ তল ঘঞ), ১। উৎকট, শ্ৰেষ্ঠ, ২। ভয়ানক, ৩। উচ্চৰব, শি ক।৬৮; ৪। কঠিন, ৫। ওখ, উচ্চ, উন্নত **(—লঃ)** এবিধ বান্দৰ, **—ত্তীৰ্ণ** *বিণ* (উৎ তৃ ক্ত) মুক্ত, পাৰ্গত, (পৰীক্ষাত) কৃতকাৰ্য্য, **—তুঙ্গ** *বিণ* উচ্চ, উদ্ভট, উন্নত ভৰ্তৃ ১।৭২; **—তুষঃ** *পু* তুঁহ যুক্ত শস্য, **—ত্তেজনা** *স্ত্ৰী* (উৎ তিজ নিচ যুচ) ১। ব্যগ্ৰতা, উৎকণ্ঠা, ২। প্ৰেৰণা, ৩। (অস্ত্ৰাদিত) তীক্ষ্ণকৰণ, ৪। উত্তেজিত কৰা ভাষণ, **—ত্তোৰণ** *বিণ* তোৰণ আদিৰে সজোৱা (পথ),

**—তোলনং** ওপৰলৈ তোলা, **—ত্যাগঃ** ১। পৰিত্যাগ, ২। দলিয়াই পেলোৱা, ৩। সংসাৰ ত্যাগ, **—ত্ৰাসঃ** *পু* ত্ৰাস, ভয়, **—থানং** *ক্লী* (উৎ স্থা ল্যুট) ১। থিয় হোৱা, উঠা, ২। সৈন্য, যুদ্ধ ৩। পৌৰুষ, ৪। পুথি, ৫। উদ্যম, উদ্যোগ, ৬। পুনৰুত্থান, ৭। আনন্দ, প্ৰমোদ, ৮। চোতাল, (উথান), ৯। সীমা, ১০। জাগৰণ (**—একাদশী**) কাতিমাহৰ শুক্লা একাদশী। এইদিনা বিষ্ণুৱে চাৰিমাহ শয়নৰ পৰা উঠে। **—থাপনং** *ক্লী* (উৎ স্থা নিচ ল্যুট) ১। উত্তোলন, ২। উপস্থিত কৰোৱা, ৩। জাগৃত কৰা, ৪। উত্তেজিত কৰা, ৫। বমি কৰা। **—থিত** *বিণ* ১। (আসনৰ পৰা) উঠা কু ৭।৬১; ২। ওপৰলৈ উঠা ৩। জাত, উৎপাদিত, জাগৃত, ৪। বৰ্দ্ধিত, ৫। সীমিত। ৬। বিস্তৃত (**—আঙ্গুলিঃ**) মেলা আঙুলিৰে হাতৰ তলুৱা। **—পতঃ** *পু* চৰাই। **—পতনং** *ক্লী* উৎপত্তি, উৰ্ধ্বগমন, ওপৰলৈ উঠা। **—পতাক** *বিণ* উত্তোলন কৰা ধ্বজা, পতাকা৷ ৰ ২।৭৪; **—পত্তিঃ** *স্ত্ৰী* ১। উৎপতন, জন্ম, উদ্ভৱ, ২। লাভ, উৎপাদন ৩। সংসাৰ, জাতি, (**—ব্যঞ্জকঃ**) জন্মব্যঞ্জক যেনে—দ্বিজৰ দ্বিতীয় জন্ম উপনয়ন সংস্কাৰ মনু ২।৬৮; **—পথঃ** ভুলপথ। শি ১২।২৪; (**—থং**) *অব্য* বিপথে (যোৱা) **—পন্ন** ১। উৎপাদিত, জাত, উদ্ভুত। ২। উপাৰ্জিত। **—পলং** *ক্লী* নীলা পদুম, কুষ্ঠৰোগৰ ঔষধ বিশেষ, ফুল। (**—লঃ**) *বিণ* মাংসহীন, ক্ষীণকায়। (**—অক্ষ**) পদুমৰ দৰে চকু থকা, নলীনাক্ষ। (**—পত্ৰং**) ১। পদুমৰ পাত, ২। নাৰীয়ে নখেৰে কৰা দাগ বা ঘা, ৩। তিলক, **—পলিন্** *বিণ* পদুমেৰে ভৰি থকা। পানীত হোৱা ফুল, যেনে—ভেঁটফুল, কুমুদ ফুল। **—পবনং** পৰিষ্কাৰ কৰা, চাফ-চিকুণ কৰা। মনু ৫।১১৫; **—পশ্য** *বিণ* উন্মুখ, উৰ্ধ্বমুখ, **—পাটনং** *ক্লী* ১। ডাল-পাত মূলাদি সমূলে ধ্বংস কৰা, উন্মূলন, **—পাটিকা** *স্ত্ৰী* গছৰ ওপৰৰ বাকলি, **—পাতঃ** *পু* (উৎ পৎ ঘঞ্) ১। মহাপ্ৰলয়, ২। জাপ, লম্ফন, ৰা ৫।৬৮।২৩; ৩। প্ৰাকৃতিক বিপৰ্য্যয় (যেনে— ভূমিকম্প, বানপানী আদি), ৪। উন্নতি, বৃদ্ধি, উৎপত্তি (**—পবনঃ —ৱাতঃ, —ৱাতালিঃ**) ধুমুহা, ঘূৰ্ণীবতাহ, **—পাদঃ** জন্ম, উৎপত্তি, আবিৰ্ভাব, (**—শয়ঃ,—য়নঃ**) ১। কেঁচুৱা ২। কুকুৰাৰ দৰে এবিধ চৰাই, তিতিৰ পক্ষী **—পাদক** (উৎ পদ নিচ মূল) *বিণ* উৎপাদনশীল (**—কঃ**) উৎপাদন কৰোঁতা, পিতা। এবিধ পশু। শৰভ, **—কং** হেতু, মূল, **—পাদিকা** এবিধ কীট, বগা পৰুৱা, উঁই, **—পালী** *স্ত্ৰী* আৰোগ্য, **—পিঞ্জৰ,(লঃ)** *বিণ* ১। পিঁজৰাৰ বাহিৰ, ২। অনিয়ম, ৩। অতিশয় ব্যাকুলতা, **—পীড়ঃ** ১। অতি জোৰে নিৰ্গত, প্ৰবাহিত হোৱা, ২। লুৰ লুৰকৈ পৰা, ৩। ফেন, **—পীড়নং** আঘাত, কষ্ট, **—পুচ্ছ** *বিণ* নেজ দাঙি থকা, **—পুলক** *বিণ* উদ্ধাউল, আনন্দিত, পুলকিত। **—প্ৰভ** *বিণ* অত্যুজ্জ্বল। (**—ভঃ**) জ্বলি থকা জুই **—প্ৰসৱ** গৰ্ভপাত, **—প্ৰাসঃ, —সনং** ১। উৎক্ষেপণ, নিক্ষেপ কৰা (যেনে, কাঁড়) ২। উপহাস, ব্যঙ্গ। **—প্ৰেক্ষা** *স্ত্ৰী* (উৎ + প্ৰ, ঈক্ষ আ টাপ) ১। কল্পনা। ২। উদাসীনতা, অসাৱধানতা, ৩। এবিধ কাব্যালঙ্কাৰ, য'ত উপমেয় আৰু উপমান দুয়োটাৰে ভিতৰত সাদৃশ্যতা থকা বুলি সম্ভাৱনা অৰ্থাৎ কল্পনা কৰা হয়। উৎপ্ৰেক্ষা মূলতঃ দুবিধ—বাচ্যা আৰু প্ৰতীয়মানা **—প্লৱনং** *ক্লী* জাপ মৰা। উল্লম্ফন, লাফ মৰা মনু ৫।১১৫; **—প্লৱা** *স্ত্ৰী* নাও, **—ফল** ভাল (খোৱা) ফল। **—ফালঃ** জাপ, লাফ **—ফুল্লঃ** *বিণ* ১। প্ৰফুল্ল, বিকশিত, প্ৰফুল্লিত, আনন্দিত, ২। বিস্তাৰিত ৩। ফুলি উঠা, শকত হোৱা, **—ফুল্লং** যৌনাঙ্গ। **—সঃ** ১। নিজৰা, ২। জলপূৰ্ণ স্থান। **—সঙ্গঃ** *পু* (উ সঞ্জ ঘঞ্) ১। কোলা মে ৮৭; ২। আলিঙ্গন, ৩। গৃহাদিৰ ওপৰ ভাগ, ছাদ, ৪। পৰ্বতৰ শিখৰ, ৫। সঙ্গম, বিবাহ, ৬। তপিনা, নিতম্ব, ৭। গৰ্ভ, ভিতৰ ভাগ, **—সঙ্গিতঃ** *বিণ*. ১। সংযোজিত, শি ৩।৭৯; ২। কোলাত লোৱা, **—সন্নঃ** ১। জীৰ্ণ, ২। বিনষ্ট, উন্মূলিত, পৰিত্যক্ত, ৩। অভিশপ্ত, জঘন্য, ৪। অধুনালুপ্ত, **—সৰ্গঃ** *পু* (উৎ সৃজ ঘঞ্) ১। ত্যাগ, দান, উছৰ্গা, নিবেদন, ২। পানী ঢলা বা টোপ টোপকৈ পেলোৱা, নিৰ্গমন, ৩। ব্যয় কৰা, ৪। ঢিলা কৰা, ৫। আহুতি, তৰ্পণ, তিল জলেৰে অৰ্ঘ্য দান, ৬। মল-মূত্ৰাদি ত্যাগ মনু ১২।১২১; ৭। সামান্য বিধি, ৮। শৌচদ্বাৰ, **—সৰ্জনং** ১। ত্যাগ, ২। দান, ৩। বেদৰ অনধ্যায়, ৪। বিসৰ্জন, ৫। সান্নিকৰ দ্বাৰা কৰণীয় ক্ৰিয়া বিশেষ, মনু ৪।৯৬; **—সৰ্পঃ —সৰ্পণং** ১।

ওপৰলৈ উঠা, ২। ফুলি উঠা, ওফন্দা। **—সৰ্পিণী** *স্ত্ৰী* ১। জিনসকলৰ কালচক্ৰ, ২। উদগমনশীলা, **—সৰ্য্যা** *স্ত্ৰী* (উৎ সৃ ণ্যৎ) পাল খুৰাবৰ উপযুক্ত হোৱা গাইগৰু, **—সৰঃ** *পু* (উৎ সৃ অচ) ১। উৎসৱ, পৰ্ব, মেলা, মনু ৩।৫৯; ২। আনন্দ, ৩। উন্নতি, ৪। অভিলাষ, ৫। ক্ৰোধ (**—সঙ্কেতাঃ**) হিমালয় নিবাসী এক পৰ্বতীয়া জাতি, **—সাদনং** *ক্লী* (উৎ সদ ণিচ ল্যুট) ১। সুগন্ধি দ্ৰব্যেৰে শৰীৰৰ প্ৰসাধন, মনু ২।২০৯; ২। বিনাশ, সমূলে বিনষ্ট কৰা ৰা ১।৭৪।২১; গী ১৭।১৯; ৩। বাধা, স্থগিতকৰণ, ৪। মলমাদিৰে ঘাৰ চিকিৎসা, ৫। উত্তোলন, ৬। খেতিপথাৰত দুই-তিনিবাৰকৈ হাল বোৱা, **—সাৰকঃ** ১। আৰক্ষী (পুলিচ), ২। ৰক্ষী, ৩। মজদুৰ, দুৰৱী, **—সাৰণং** *ক্লী* (উৎ সৃ ণিচ ল্যুট), ১। দূৰীকৰণ, স্থানান্তৰ কৰ, ২। অতিথিৰ অভ্যৰ্থনা, **—সাহঃ** *পু* (উৎ সহ্ ঘঞ) ১। উৎসাহ, উদ্যম, গী ১৮।২৬ ২। বল, শক্তি, সামৰ্থ্য, ৩। অধ্যৱসায়, ৪। কল্যাণ, ৫। বীৰ ৰসৰ প্ৰেৰক, দৃঢ়ভাব। ৬। আঠ বিধ ভাবৰ এবিধ। আন ৭ বিধ– ৰতি, হাস, শোক, ক্ৰোধ, ভয়, জুগুপ্সা, বিস্ময়। **—বৰ্দ্ধনঃ** বীৰৰস। **—সিক্ত** *বিণ* (উৎ সিচ ক্ত) ১। সিঞ্চিত, ২। গৰ্বিত, দাম্ভিক স্বপ্ন ১।৪, ৩। পানীত ডুব যোৱা, ৪। চঞ্চল, ব্যাকুল, মনু ৮।৭১, **—সুক** *বিণ* (উৎ সু ক্বিপ কন) আশা কৰা কাম কৰাৰ বাবে ব্যাকুল। মে ৯৯; ২। অধৈৰ্য্য, ৩। অনুৰক্ত, ৰ ২।২২; ৪। দুখী, অসন্তুষ্ট, **—সূত্ৰ** *বিণ.* ১। অসংযুক্ত, বিযুক্ত শি ৮।৫৩; ২। অনিয়মিত, ৩। পাণিনি সূত্ৰৰ বহিৰ্ভূত, শি ২।১১২; **—সূৰঃ** *পু* সন্ধিয়া সময়, **—সৃষ্ট** ১। পৰিত্যক্ত, ২। উছৰ্গিত, **—সেকঃ** ১। সিঞ্চন, বৰ্ষণ, সিঁচা, ২। ওপচি পৰা, ৩। গৰ্ব, দম্ভ, **—সেধঃ** *পু* (উৎ সিধ ঘঞ) ১। পৰ্বত, গছ আদিৰ দৈৰ্ঘ্য, ২। ওখ অথবা বাহিৰলৈ ওলোৱা অৰ্থাৎ বৃহদাকাৰৰ স্তন, ৩। স্থূলতা, ৪। শৰীৰ (**—ধং**) হত্যা, বধ, **—স্ময়ঃ** *পু* মিচিকিয়া হাঁহি, **—স্বনঃ** উচ্চস্বৰ, চিঞৰ।

**উত** সমুচ্চয়, বিতৰ্ক, প্ৰশ্ন, সন্দেহ, বিকল্পবোধক অব্যয় শব্দ। পাদপূৰণতো ব্যৱহাৰ হয়।

**উত** *বিণ* (ৱে ক্ত) সূঁতাৰে বোৱা (কাপোৰ)।

**উতথ্যঃ** *পু* অঙ্গিৰস মুনিৰ পুত্ৰৰ নাম, **—অনুজঃ** মহৰ্ষি বৃহস্পতি।

**উতাহো** প্ৰশ্ন, পৰিপ্ৰশ্ন, বিবেচনা, বিকল্পবোধক অব্যয়।

**উতাহোস্বিৎ** বিকল্পসূচক অব্যয়।

**উদ্** *অব্য,* ধাতু আৰু বিশেষ্য পদৰ আগত ব্যৱহাৰ হয়। এই অব্যয় পদ সাধাৰণতে এইবিলাক অৰ্থ প্ৰকাশ কৰাৰ কাৰণে ব্যৱহাৰ হৈ থাকে— উৰ্দ্ধতা, উৎকৰ্ষতা প্ৰকটতা, নৈকট্য, প্ৰকাশ, বিভাগ, প্ৰবলতা, অসুস্থতা, শক্তি, প্ৰাধান্যতা, বন্ধন, অনুভৱ, মোক্ষ, লাভ, অনুপস্থিতি, বিস্তৃতি, ব্যাকুলতা ইত্যাদি।

**উদং** *ক্লী* (উদ অচ) পানী, গী ২।৪৬।

**উদকং** *ক্লী* (উন্দো ক্লেদনে-কণ্) পানী, **—অন্তঃ** (নদীৰ) পাৰ, **—অৰ্থী** তৃষ্ণাতুৰ, **—আধাৰঃ** চৌবাচ্চা, জলাধাৰ, **—উদঞ্জনঃ** ঘটী, কলহ, **—উদৰং** উদৰীৰোগ, **—ক্ৰিয়া, —দানং** মৃত পিতৃপুৰুষলৈ জল তৰ্পণ, **—কুম্ভঃ** কলহ, **—গাহঃ** স্নান, **—দ, দাতৃ, —দানিক, —দায়ী** ১। জল তৰ্পণ কৰোঁতা, ২। উত্তৰাধিকাৰী, **—ধৰঃ** মেঘ, **—শাকং** পানীত হোৱা (কলমৌ আদি) শাক, **—শান্তিঃ** *স্ত্ৰী* ১। পানী ছটিয়াই শান্তি কৰা, ২। ৰোগীৰ গাত শান্তিপানী ছটিওৱা, **—হাৰঃ** পানী ভাৰী।

**উদকেচৰঃ** *পু* এবিধ জলজপ্ৰাণী।

**উদক্যা** *স্ত্ৰী* ৰজস্বলা, ঋতুমতী তিৰোতা, মনু ৪।৫৭।

**উদগাদ্ৰিঃ** *পু* হিমালয় পৰ্বত।

**উদগমনং** *ক্লী* উত্তৰায়ণ, মনু ১।৬৭ ।

**উদগভূমঃ** *পু* উৎকৃষ্ট স্থান।

**উদগ্ৰ** *বিণ* ১। উচ্চ, বিশাল, সুদীৰ্ঘ, ভীমাকাৰ শি ২।১১; ২। বয়োবৃদ্ধ, ৩। মহান, ৪। ভয়ানক, ৫। আনন্দত উন্মত্ত।

**উদগ্ৰদন্** (ৎ) *পু* দীঘল দাঁত থকা হাতী।

**উদঞ্চনং** *ক্লী* (উৎ অঞ্চ ল্যুট) ১। ঢাকনী, ২। নাদৰ পৰা পানী তোলা বাল্টি।

**উদঞ্চিতং** *বিণ* উৰ্দ্ধনিক্ষিপ্ত। ওপৰলৈ দলিওৱা।

**উদঞ্জলি** *বিণ* হাতৰ আঙুলি ওপৰলৈ তোলা।

**উদণ্ডপালঃ** ১। মাছ, ২। সাপ (কণীৰ পৰা ওলাই দৌৰ মাৰে)।

**উদধিঃ** *পু* (উদক ধা কি) সমুদ্ৰ, সাগৰ। **—মলঃ** সাগৰৰ ফেন, **—মেখলা** *স্ত্ৰী* পৃথিৱী।

**উদন্** *ক্লী* পানী সাধাৰণতে সমাসৰ পূৰ্বপদৰূপে ব্যৱহাৰ হয়। সমাস হলে ন লোপ হয়, **—কুম্ভঃ** পানীৰ কলহ, **—ধিঃ** *পু* ১। সাগৰ, ২। মেঘ, ৩। কলহ, (**—কন্যা,-তনয়া— সুতা**) লক্ষ্মীদেৱী, দ্বাৰকা নগৰী, **—মণ্ডুকঃ** চুক ভেকুলী, **—ভাৰঃ** মেঘ **—বাসঃ** পানীৰ ওপৰত বাস, **—বাহঃ** মেঘ, **—শ্বিৎ** *ক্লী* গাখীৰ পানী (অৰ্থাৎ গাখীৰৰ লগত আধা ভাগ পানী)।

**উদন্তঃ —কঃ** ১। বাতৰি, মে ১০১; ইতিহাস, পূৰ্ণবৃত্তান্ত, ২। ধাৰ্মিক পুৰুষ।

**উদন্তিকা** *স্ত্রী* (উৎ অন্ত নিচ্ স্থুল্) সন্তুষ্টি, তৃপ্তি।

**উদন্যা** *স্ত্রী* পিপাসা, পিয়াহ।

**উদন্বান(ৎ)** *পু* (উদক মতুপ) সমুদ্ৰ, সাগৰ ৰ ৪।৫২।

**উদয়ঃ** *পু* (উৎ ই অচ) ১। উদযাচল, ২। উদয় হোৱা, যেনে সূৰ্য্যোদয়, ৩। আকৃতি, উৎপন্ন, ৪। সৃষ্টি, ৫। উন্নতি, বৃদ্ধি, ৬। ফল, পৰিণতি, ৭। সাধন, সিদ্ধি, ৮। উৎকৰ্ষতা, সুবিধা, ৯। আয়, ৰাজহ, ১০। উপকাৰ, ১১। দীপ্তি, মঙ্গল, **—অচলঃ, —অদ্রিঃ** গিৰি, উদয়াচল। এইখন পৰ্বতৰ পিছ ফালৰ পৰা চন্দ্ৰ সূৰ্য্য উদয় হৈ থাকে বুলি কোৱা হয়।

**উদয়নং** *ক্লী* (উৎ ই ল্যুট) ১। উদয়, ২। ওপৰলৈ উঠা, ৩। ফল।

**উদয়নঃ** *পু* ১। অগস্ত্যমুনি, ২। বৎসৰাজ, মে ৩০; সূৰ্য্যবংশীয় প্ৰাসিদ্ধ সম্ৰাট। কৌশম্বীৰ শাসক। উজ্জয়িনীৰ ৰাজকন্যা বাসৱদত্তা এওঁৰ পত্নী। উদয়ন হৰ্ষৰ 'ৰত্নাৱলী' আৰু ভাসৰ 'স্বপ্নবাসৱদত্তা'ৰ নায়ক, ৩। কুসুমাঞ্জলিৰ ৰচক উদয়াচাৰ্য্য।

**উদৰং** *ক্লী* (উৎ দৃ অচ) ১। নাভি আৰু স্তনৰ মধ্যভাগ। পেট, ২। যি কোনো বস্তুৰ ভিতৰ ভাগ, শ ১।১৯; ৩। পেটফুলা, উদৰী ৰোগ, ৪। বধ, **—আধ্মানঃ** পেটফুলা ৰোগ, **—আময়ঃ** পেটৰ অসুখ, ডিচেণ্ট্ৰি **—আৱৰ্তঃ** নাভি, **—আৱেষ্টঃ** ফিটা পেলু, **—ত্ৰাণং** ১। বুকত পিন্ধা বৰ্ম, ২। ঘোঁৰাৰ জিন বন্ধা পেটী, **—ধিঃ** সাগৰ, সূৰ্য্য, **—পিশাচঃ** খকুৱা, অতিশয় লোভী, লুলুপ, সৰ্বান্নভোজী, **—স্তৰিঃ** নিজৰ পেট ভৰিলেই হ'ল চিন্তা কৰা মানুহ, আত্মম্ভৰি।

**উদৰিণী** *স্ত্রী* গৰ্ভৱতী।

**উদৰ্কঃ** *পু* (উৎ ঋচ্ ঘঞ্) ১। শেষ, সিদ্ধান্ত, ২। ফল পৰিণতি, কোনো কৰ্মৰ ভৱিষ্যত ফল। মনু ৪।১৭৬; ৩। ভৱিষ্যত কাল।

**উদৰ্চ্চিঃ(স্)** ১। ওপৰলৈ জ্বলি উঠা, দীপ্তিমান কু ১৫।৭৬; ২। জুই, ৩। কামদেৱ, ৪। শিৱ।

**উদৰ্দঃ** *পু* ৰোগ বিশেষ।

**উদলাৱণিক** *বিণ্* নিমখ পানীৰে সিদ্ধ কৰা ব্যঞ্জনাদি।

**উদৱসিতং** *ক্লী* গৃহ, ঘৰ, বাসস্থান।

**উদশ্ৰু** *বিণ্* সবেগে চকুৰ পানী ওলোৱা ৰ ১২।১৪।

**উদাত্ত** *বিণ্* (উৎ আ দা ক্ত) ১। উচ্চমান বিশিষ্ট, ২। মহান, ৩। দানশীল, ৪। খ্যাতিমান, যশস্বী, ৫। বেদৰ ৩ বিধ স্বৰৰ এবিধ উচ্চস্বৰ। (বাকী দুবিধ— অনুদাত্ত, স্বৰিত)।

**উদানঃ** *পু* (উৎ আঙ অন ঘঞ্) ১। কণ্ঠস্থ বায়ু ওপৰলৈ টানা উশাহ, ২। পাঁচটা প্ৰাণবায়ুৰ এটা, যিটো কণ্ঠৰ পৰা উঠি মূৰ পায়। বাকী ৪টা— প্ৰাণ, অপান, সমান আৰু ব্যান। ৩। নাভি।

**উদাৰ** *বিণ্* (উৎ ৰা আতশ্চেতি কঃ) ১। উদাৰ, মহান মুক্ত হস্ত। ২। যশস্বী ৩। সৎ, সাধু, সৰল ৪। বিশাল, বিৰাট, ৫। বাকপটু ৬। দীপ্তিমান ৭। মনোৰম, ধুনীয়া ৮। সম্ভ্ৰান্ত ৯। অসাধাৰণ **—ৰং** উচ্চস্বৰে শি ৪।৩৩; **—আত্মন্, চেতঃ,-মনঃ-সত্ত্বঃ** উদাৰমনা, মহানুভৱ, **—ধীঃ** উচ্চবুদ্ধি সম্পন্ন, **—দৰ্শনঃ** দেখাত ধুনীয়া, কু ৫।৩৬।

**উদাৰতা** মহানুভৱত।

**উদাৱৰ্তঃ** *পু* মলমূত্ৰ বন্ধ হোৱা ৰোগ বিশেষ।

**উদাসঃ** *পু* (উৎ অস্ ঘঞ্) িকৰুণ, ঔদাস্যতা। বিৰাগ মায়া-মমতা-হীনতা।

**উদাসীনঃ** *পু* ১। (উৎ আস ই শানচ) উদাসীন, বৈৰাগী, অমনোযোগী, ২। নিৰপেক্ষ, ৩। (আইনত) সকলো ৰকমৰ বিবাদৰ পৰা নিজকে দূৰৈত ৰখা, গীত ৬।৯; ৪। সাধাৰণ পৰিচয়।

**উদাস্থিতঃ** ১। দুৱৰী, ২। অনুচৰ, চোৰাংচোৱা, ৩। অধীক্ষক, ৪। যি সন্ন্যাস ধৰ্ম ত্যাগ কৰিছে।

**উদাহৰণং** *ক্লী* (উৎ আঙ্ হৃ ল্যুট্) ১। দৃষ্টান্ত, ২। ঘোষণা, ৩। বিবৃতি, ৪। উপোদ্‌ঘাত। কবিতাৰ আৰম্ভণিতে থকা স্তুতি পাঠ। ৫। কথাপ্ৰসঙ্গ কু ৬।৬৫।

**উদাহাৰঃ** ১। দৃষ্টান্ত, উদাহৰণ, ২। কথামুখ। আগকথা।

**উদিত** ১। উঠা, ওপৰলৈ উঠা, ২। উচ্চ, ওখ, ৩। বৃদ্ধি কৰা, ৪। জাত, উৎপাদিত, ৫। উক্ত, কথিত। **—উদিতঃ** শাস্ত্ৰজ্ঞ।

**উদীচীঃ** *স্ত্রী* উত্তৰ দিশ, মে ৫৭।

**উদীচীনঃ** *বিণ* উত্তৰমুখী, উত্তৰ দিশৰ হোৱা বস্তু।

**উদীচ্যং** *ক্লী* বালা নামৰ এবিধ সুগন্ধি দ্ৰব্য, **—চ্যঃ** শৰাৱতী নদীৰ উত্তৰ-পশ্চিম দিশত থকা ৰাজ্য আৰু তাৰ নিবাসী, ৰ ।৬৬।

**উদীপঃ** বানপানী।

**উদীৰণং** বচন। কথন।

**উদীৰ্ণঃ** ১। উদাৰ, মহান, ২। উত্তেজিত, ওফন্দি থকা, উদ্ধত, কু ২।৩২; ৩। বৃদ্ধিপ্ৰাপ্ত।

**উদুম্বৰং** তাম (ধাতু) **—ৰঃ** যজ্ঞডিমৰু।

**উদূঢ়ঃ** বিবাহিত, স্থূল, শি ১।৩৬; —ঢ়া বিবাহিতা স্ত্ৰী।

**উদ্‌গতং** ১। বমি, ২। উৰ্ধ্বগমন, ৩। উদয় হোৱা।

**উদ্‌গতিঃ** *স্ত্ৰী* ১। উন্নতি, ওপৰলৈ উঠা, ২। আকৃতি, উপস্থিতি, উৎপত্তি, ৩। বমি কৰা।

**উদ্‌গন্ধি** *বিণ* ১। সুগন্ধি, ২। উৎকট গন্ধযুক্ত।

**উদ্‌গমঃ** ১। উন্নতি, ওপৰলৈ উঠা, ২। চুলি থিয় হোৱা, ৩। প্ৰস্থান, ৪। জন্ম, উৎপাদন, সৃষ্টি, ৫। উত্তোলন ৬। গজালি ৭। বমি কৰা, ওপৰলৈ নিক্ষেপ কৰা। **—নীয়ং** ধৌতবস্ত্ৰ। ধুই পৰিষ্কাৰ কৰা এযোৰ পিন্ধা কাপোৰ।

**উদ্‌গাঢ়** দ, গভীৰ, অতিশয়।

**উদ্‌গাতা(তৃ)** পু. (উদ গৈ তৃচ) সামবেদজ্ঞ। যজ্ঞৰ চাৰিগৰাকী মুখ্য পুৰোহিতৰ এজন, যি সামবেদৰ মন্ত্ৰ গায়। (বাকী ৩ জন– ব্ৰহ্মা, হোতা আৰু অধ্বৰ্যু)।

**উদ্‌গাৰঃ** *পু* (উৎ গৃ ঘঞ) ১। উদগমন, ওপৰলৈ উঠা, বৰ্হিগত কৰা, বমি কৰা, ২। বৰ্ণনা, বাৰম্বাৰ কথন, ৩। থুই, লালটি, ৪। উগাৰ।

**উদ্‌গীতিঃ** *স্ত্ৰী* ১। ডাঙৰকৈ চিঞৰি গোৱা গান, ২। সামবেদৰ মন্ত্ৰপাঠ, সামগান, ৩। একপ্ৰকাৰ আৰ্য্যা ছন্দ।

**উদ্‌গীথঃ** ১। সামগান, সামবেদধ্বনি, ২। সামবেদৰ এটা বিভাগ, ৩। প্ৰণৱ (ওঁ)।

**উদ্‌গীৰ্ণঃ** ১। বমি হোৱা। ২। নিৰ্গত হোৱা।

**উদ্‌গূৰ্ণ** *বিণ* (উৎ গূৰ ক্ত) উত্তোলিত, ওপৰলৈ তোলা, বে ৬।১২।

**উদ্‌গ্ৰন্থঃ** অধ্যায়, পৰিচ্ছেদ।

**উদ্‌গ্ৰন্থি** অসংযুক্ত।

**উদ্‌গ্ৰহণং** ১। তুলি লোৱা, ২। ধৰ্মকাৰ্যৰ দ্বাৰা কোনো বস্তু গ্ৰহণ কৰা, ৩। ডাঙৰকৈ উগাৰ মৰা।

**উদ্‌গ্ৰাহঃ** ১। ওপৰলৈ তুলি কৰা গ্ৰহণ, ২। যুক্তি সহকাৰে দিয়া উত্তৰ। প্ৰত্যুত্তৰ।

**উদ্‌গ্ৰাহিত** *বিণ* (উৎ গ্ৰহ ণিচ ক্ত) ১। উত্তোলিত, ২। উৎকৃষ্ট ৩। ন্যস্ত, সমৰ্পিত, ৪। আবদ্ধ, ৫। স্মৃত।

**উদ্‌গ্ৰীৱঃ** ১। গল ওপৰলৈ তুলি থকা। মা ২১।

**উদ্‌ঘঃ** *পু* (উৎ হন কৰ্মণি অপ) ১। প্ৰশস্ত, ২। প্ৰকাণ্ড, শ্ৰেষ্ঠ, বিৰাট, ৩। অগ্নি, ৪। শৰীৰস্থ বায়ু, ৫। সুখ। হস্তপুট। হাতৰ তলুৱা, আঁজলি, ৬। আৰ্হি, চানেকি।

**উদ্‌ঘনঃ** *পু* থিয়া (কাঠমিস্ত্ৰীয়ে কাঠ কটা, ৰান্দা মৰাৰ কাৰণে লোৱা কাঠৰ দীঘলীয়া মেজ) ভট্টি ৭।৬২।

**উদ্‌ঘৰ্ষণং** *ক্লী* (উৎ ঘৃষ ল্যুট) গা ঘঁহা, গা খজুৱা।

**উদ্‌ঘসং** *ক্লী* মাংস।

**উদ্‌ঘট্টনং** **—না** ১। ঘৰ্ষণ, আঘাত কৰা, মে ৬১ ।

**উদ্‌ঘাটঃ** ১। প্ৰহৰী, ২। ৰক্ষী গৃহ। (ঘৰৰ চৌহদৰ মূল প্ৰৱেশ দ্বাৰত প্ৰহৰী থকাৰ বাবে সজোৱা সৰু ঘৰ)।

**উদ্‌ঘাটকঃ** ১। চাবি, ২। নাদৰ পানী তোলাৰ বাবে ৰচি লগোৱা বাল্টি।

**উদ্‌ঘাটনং** *ক্লী* ১। প্ৰৱেশ পথ, ২। দ্বাৰ উন্মোচন, ৩। উত্তোলন, ৪। চাবি, ৫। পানীতোলা বাল্টি, ৬। পানী তোলা চকা ('পুলি')।

**উদ্‌ঘাতঃ** *পু* (উদ হন ঘঞ) ১। আৰম্ভণি, ২। সূচনা, প্ৰসঙ্গ, ইঙ্গিত, ৩। আঘাত, ঘা, জখম, ৪। যানবাহনাদিৰ জোঁকাৰণি, ৫। গদা, ৬। অস্ত্ৰ, ৭। অধ্যায়, পৰিচ্ছেদ, ৮। পাদস্খলন, ভৰি পিছলা।

**উদ্‌ঘোষঃ** ১। উচ্চস্বৰে কৰা ঘোষণা, ২। সাধাৰণ বিবৃতি, প্ৰিয় বাৰ্তালাপ।

**উদ্‌ঝ** ত্যাগে (তুদা প সক উজঝতি) ত্যাগ কৰ।

**উদ্দংশঃ** ১। উৰহ, ২। ওকণি, ৩। মহ, দাঁহ।

**উদ্দণ্ড** *বিণ* ১। ওপৰলৈ উঠোৱা দণ্ডযুক্ত। অৰ্থাৎ দণ্ড বিহিবলৈ উদ্যত, ২। ভয়ানক, অদম্য, **—পালঃ** ১। দণ্ডবিধান কৰোঁতা, ন্যায়াধীশ, ২। এবিধ মাছ, ৩। এবিধ সাপ।

**উদ্দন্তুৰ** *বিণ.* ১। দাঁত ওলোৱা, দঁতুৱা, কৰাল, ২। উচ্চ, ওখ, ৩। ভয়ানক, অদম্য।

**উদ্দান্ত** *বিণ.* ১। উদ্যোগী, ২। নম্ৰ।

**উদ্দানং** ১। বন্ধন, ২। উদ্দম, দমন কৰা, ৩। মধ্যভাগ, কঁকাল, ৪। চুলা, ৫। বাড়ৱানল, ৬। লগ্ন।

**উদ্দাম** *বিণ্* ১। বাধাহীন, বন্ধনৰহিত, মুক্ত, ৰ ১।৭৮; ২। মহান, ৩। উন্মত্ত, মতলীয়া, ৪। ভয়ানক, ৫। স্বেচ্ছাচাৰী, স্বতন্ত্ৰ, ৬। অত্যধিক, ভৰপূৰ। মে ২৫ **—মঃ** যম, বৰুণ **—নং** *অব্য.* প্ৰচণ্ডভাৱে, জোৰকৈ।

**উদ্দালক** এবিধ মৌ, **—কঃ** ১। এবিধ গছৰ নাম, ২। এজন মুনি, শ্বেতকেতুৰ পিতৃ।

**উদ্দিত** *বিণ্* (উৎ দো ক্ত) বদ্ধ, আবদ্ধ।

**উদ্দিষ্ট** ১। উল্লেখিত, ২। বিশেষভাৱে বৰ্ণিত, ৩। অভিলষিত, ব্যাখ্যাত।

**উদ্দীপক** *বিণ্* উদ্দীপনকাৰী, উত্তেজক, **—নং** ১। (অলঙ্কাৰ শাস্ত্ৰত) যিয়ে ৰসোদ্দীপন কৰে, ২। প্ৰজ্বলন, ৩। দেহ জ্বলোৱা, জুইত দগ্ধ কৰা।

**উদ্দীপ্ত** প্ৰকাশিত।

**উদ্দীপ্ৰ** জ্বলি থকা। উজ্জ্বল; **—প্ৰঃ, —প্ৰং** গুগগুল। (এবিধ সুগন্ধী ধুনাজাতীয় পদাৰ্থ)।

**উদ্দৃপ্ত** *বিণ.* অহঙ্কাৰী, দাম্ভিক।

**উদ্দেশঃ** *পু.* (উৎ দিশ ঘঞ্) ১। নিৰ্দেশ, ২। উল্লেখ, ৩। ব্যাখ্যা, ৪। উদাহৰণ, উদ্ধৃতি, ৫। চমু বিৱৰণ, গী ১০।৪০; ৬। স্বত্তাৰ্পণ, ৭। চুক্তি চৰ্ত, ৮। উদ্দেশ্য, লক্ষ্য, ৯। স্থান, অঞ্চল।

**উদ্দেশকঃ** উদ্দেশকৰ্তা। উদাহৰণ। (অঙ্ক শাস্ত্ৰত) প্ৰশ্ন, সম্পাদ্য বিষয়।

**উদ্দেশ্য** *বিণ্* (উৎ দিশ্ ণ্যৎ) ১। প্ৰয়োজনীয়, ২। উদ্দেষ্টব্য, উদ্দেশ কৰিবলগীয়া। ব্যাখ্যা কৰিবলগীয়া; **—শ্যং** ১। অভিপ্ৰায়, আলোচ্য বিষয়, ২। (ব্যাকৰণ) বাক্যৰ উদ্দেশ্য (বিধেয়ৰ বিপৰীত)।

**উদ্দেহিকা** এবিধ কীট।

**উদ্দ্ৰাৱঃ** পলায়ন।

**উদ্ধত** *পু.* (উৎ হন্ ক্ত) ১। ওপৰলৈ উঠা বা উথোৱা, ২। উত্তোলিত ৰ ৯।৫০, ৩। অত্যধিক, দাম্ভিক ৪। কঠোৰ, কৰ্কশ, ৫। উত্তেজিত, ৬। ৰাজসুলভ ৰাজোচিত, মৰ্য্যাদাসম্পন্ন, ৭। অশিষ্ট, অমাৰ্জিত, কি ২।৪৯; ৮। উৎক্ষিপ্ত, উত্থিত। আহত, ৯। নিবিড়; **—তঃ** *পু.* মালযুঁজাৰু, **—মনস্ —মনস্ক,** উচ্চমনা, দাম্ভিক।

**উদ্ধতিঃ** *স্ত্ৰী.* ১। মৰ্য্যাদা, গৰ্ব, ২। কঠোৰতা, দাম্ভিকতা, ৩। ঔদ্ধত্য, ৪। আঘাত।

**উদ্ধমঃ** ১। শব্দ, ২। জোৰে উশাহ লোৱা, ফোপোৱা।

**উদ্ধৰণং** ১। বাহিৰলৈ উলিওৱা, ২। (কাপোৰ) খোলা, ৩। উন্মোচন কৰা, ৪। (বিপদৰ পৰা) মুক্তি, উদ্ধাৰ, ৫। ঋণ পৰিশোধ, ৬। বেয়া কামৰ পৰা মুক্তি, ৭। মোক্ষ, ৮। বমি কৰা।

**উদ্ধৰ্তৃ, উদ্ধাৰকঃ** উদ্ধাৰকৰ্তা, উত্তৰাধিকাৰী।

**উদ্ধৰ্ষঃ** *পু.* ১। আনন্দ, উৎসৱ, ২। কাম কৰাৰ সাহস।

**উদ্ধৰ্ষণং** *ক্লী.* (উৎ হৃষ ল্যুট) ১। ৰোমাঞ্চিত, সিহঁৰণ, ২। প্ৰফুল্লতা।

**উদ্ধৱঃ** *পু.* (উৎ ধূঙ অচ) ১। উৎসৱ, ২। যজ্ঞাগ্নি, ৩। এজন যাদৱ বংশীয় লোকৰ নাম। শ্ৰীকৃষ্ণৰ অতি প্ৰিয় বান্ধৱ।

**উদ্ধস্ত** *বিণ.* হাত ওপৰলৈ তোলা।

**উদ্ধানং** ১। উধান, ২। চৌকা, ৩। বমিকৰণ।

**উদ্ধান্তঃ** মদমত্ত হাতী।

**উদ্ধাৰঃ** ১। নিষ্কাশন, ৰস আদি বাহিৰ কৰা, ২। উদ্ধাৰ কৰা, ৰক্ষা কৰা, ৩। উত্তোলন, ৪। উদ্ধাৰ ভাগ (সম্পত্তিৰ পৰা জ্যেষ্ঠ পুত্ৰৰ কাৰণে আছুতীয়াকৈ ৰখা ভাগ), মনু ৯।১১২; ৫। যুদ্ধত লাভ কৰা সম্পত্তিৰ ষষ্ঠ ভাগ, মনু ৭।৯৭; ৬। ধাৰ, ঋণ, ৭। সম্পত্তি উদ্ধাৰ, ৮। মোক্ষ।

**উদ্ধুৰ** *বিণ.* ১। অনিয়ন্ত্ৰিত, মুক্ত, ২। দঢ়, ৩। স্থূল, ৪। সমৰ্থ, যোগ্য, ৫। গধুৰ। শি ৫।৬৪।

**উদ্ধূনণং** *ক্লী.* এবিধ মচলা। (ইলাচী, লং, কৰ্পূৰ, কস্তুৰী, আৰু জলকীয়া চূৰ্ণ)।

**উদ্ধূষণং** শিহঁৰণ।

**উদ্ধৃত** *বিণ্* (উৎ হৃ ক্তং) ১। ওপৰলৈ তোলা বা উঠোৱা, ২। জোকাৰি পেলোৱা, ৩। উন্নত, উচ্চ।

**উদ্ধৃতিঃ** *স্ত্ৰী.* ১। নিষ্কাশন, ২। পুথিৰ পৰা তুলি লোৱা কোনো এটা অংশ, ৩। উদ্ধাৰ, ৰক্ষা, পাপৰ পৰা মুক্তি, ৪। মোক্ষ।

**উদধ্মানং** *ক্লী.* উধান, চৌকা।

**উদ্ধ্যঃ** এখন নদীৰ নাম, ৰ ১১।৮।

**উদ্বন্ধকঃ** এটা মিশ্ৰ জাতি, (ধোবা)।

**উদ্বল** *বিণ.* শক্তিশালী।

**উদ্বাষ্প** *বিণ.* চকুৰ পানীৰে পূৰ্ণ। কি ৩।৫৯ ।

**উদ্বাহু** *বিণ.* ওপৰলৈ হাত তুলি থকা (আঁৰি থোৱা বস্তু ধৰিবলৈ ওপৰলৈ হাত দাঙি থকা) ৰ ১।৩ ।

**উদ্বুদ্ধ** *বিণ.* ১। জাগৃত, শোৱাৰ পৰা উঠা, ২। বিস্তাৰিত, বিকশিত, মুক্ত, ৩। স্মৃত।

**উদ্‌বোধঃ, —ধনং** (উৎ বোধ ঘঞ) শোৱাৰ পৰা, উঠা, জ্ঞান পোৱা।

**উদ্‌ভট** *বিণ.* শ্ৰেষ্ঠ, উদাৰ, মহাশয়, মহামনা, মহাত্মা। **—টঃ** *পু.* ১। কাছ, সূৰ্য্য, ৩। শস্য বা-দিয়া বিচনী।

**উদ্ভৱঃ** *পু.* (উৎ ভূ অপ) ১। জন্ম, উৎপত্তি, ২। মূল, উৎস, ৩। ইয়াৰ পৰা উৎপন্ন হৈছে এই অৰ্থত সমাসৰ শেষত ব্যৱহাৰ হয়, যেনে উৰুদ্ভৱা বে ১।৩।

**উদ্ভাৱঃ** *পু.* উৎপাদন, ২। মহানুভৱতা।

**উদ্ভাৱনং** ১। চিন্তা, ২। উৎপাদন, সৃষ্টি, ৩। অৱহেলা, অসম্মান।

**উদ্ভাসঃ** উজ্জ্বলতা, দীপ্তি।

**উদ্ভিজ্জঃ** *পু.* (উদ্ভিৎ জন ড) উদ্ভিদ জাত, লতা গুল্মাদি গছ-গছনি। মনু ১।৪৬।

**উদ্ভিদ্‌** *পু.* ১। গজালি, ২। গছ, ৩। নিজৰা।

**উদ্ভিদং** *ক্লী* (উৎ ভি ইগুপধিত কঃ) ১। গছ লতা আদি, ২। পাংশুলৱণ।

**উদ্ভূত** *বিণ* ১। উৎপন্ন, জাত, ২। ওখ, ৩। জ্ঞানেন্দ্ৰিয়ৰ দ্বাৰা বোধগম্য।

**উদ্ভূতিঃ** *স্ত্ৰী.* ১। উৎপত্তি, ২। উদগতি, উন্নতি কু ৬।৮২

**উদ্ভেদঃ, —দনং** ১। দৃষ্টিগোচৰ হোৱা, আৱিৰ্ভাৱ, বৃদ্ধি, ২। নিজৰা, ৩। ৰোমাঞ্চিত হোৱা।

**উদ্‌ভ্ৰমঃ** *পু.* (উৎ ভ্ৰম ঘঞ) ১। উদ্বেগ, ২। শোক, ৩। চাৰিওফালে ঘূৰা, ৪। ওপৰলৈ হাত তুলি (তৰোৱাল) ঘূৰোৱা।

**উদ্যঃ** *পু.* নদ, (বিণ) কথনীয়।

**উদ্যত** *বিণ* (উৎ যস ক্ত) ১। ওপৰলৈ তোলা, ২। কৰ্মপৰায়ণ, অধ্যৱসায়ী, ৩। আকৰ্ষিত (যেনে, ধনু), ৪। সজ্জিত, আগ্ৰহী, ৫। কোনো কাম কৰাৰ বাবে সাজু। গী ১।৪৫।

**উদ্যমঃ** *পু.* (উৎ যম ঘঞ) উদ্যোগ, উৎসাহ, অধ্যৱসায়। কু ৫।৩।

**উদ্যানং** *ক্লী.* (উৎ যা ল্যুট) ১। বজাৰ ফুৰা ঠাই, প্ৰমোদ কানন, ২। ফুলনি, মে ৭; ৩। উদ্দেশ্য, অভিপ্ৰায়। **—পালঃ, —পালকঃ** মালী। কু ২।৩৬।

**উদ্যানকং** ফুলনি, উদ্যান।

**উদ্যাপনং** *ক্লী.* সম্পূৰ্ণ কৰা, শেষ কৰা, সম্পূৰ্ণৰূপে পালন কৰা।

**উদ্যোগঃ** *পু.* (উৎ যুজ ঘঞ) ১। চেষ্টা, যত্ন, উদ্যম, ২। অধ্যৱসায়, ৩। শিল্প, বাণিজ্য, ৪। কৰ্ম, কৰ্তব্য, কাৰ্য্যালয়।

**উদ্ৰঃ** উদ।

**উদ্ৰথঃ** ১। ৰথৰ চকাৰ ধুৰাত থকা সৰু শলকা, ২। মতা কুকুৰা।

**উদ্ৰিক্ত** *বিণ* (উদ ৰিচ ক্ত) পৰিস্ফুট। স্পষ্ট।

**উদ্ৰেকঃ** *পু.* (উদ ৰিচ ঘঞ) উপক্ৰম। বৃদ্ধি, প্ৰাচুৰ্য্য; **—কা** মহনিম।

**উদ্বৎসৰঃ** এবছৰ।

**উদ্বন্ধনং** *ক্লী.* ওপৰত বান্ধি ওলমাই ৰখা, গলত ৰচি লগাই বন্ধা, (ফাঁচী দিয়া)।

**উদ্বপনং** *ক্লী.* ১। উপহাৰ, দান, ২। ঢালা, নিগৰণ।

**উদ্বমনং, উদ্বান্তিঃ** বমি কৰা, উলিয়াই পেলোৱা।

**উদ্বৰ্ত্তঃ** *পু.* (উৎ বৃৎ ঘঞ) ১। অৱশিষ্ট, বাকী থকা, উদ্বৃত্ত, ২। অতিৰিক্ত, ৩। শৰীৰত সুগন্ধী প্ৰলেপ সনা।

**উদ্বৰ্ত্তনম্‌** *ক্লী.* (উৎ বৃৎ ণিচ ভাৱে ল্যুট) ১। উৎপতন, বৃদ্ধি, মে ৪২; ২। উন্নতি, ৩। এফালৰ পৰা সিফাললৈ ঘূৰা মে ৪০; ৪। গুড়ি কৰা, ৫। শৰীৰত সুগন্ধী দ্ৰব্য ঘঁহা অথবা মলম ঘঁহা।

**উদ্বৰ্ধনং** ১। বৃদ্ধি, ২। অন্তৰ্হাস, গোপন হাঁহি।

**উদ্বহঃ** *পু.* (উদ বহ্‌ অচ) ১। পুত্ৰ, ২। সাতবিধ বায়ুৰ ভিতৰত এবিধ বায়ু (বাকী ৬ বিধ– আৱহ, প্ৰৱহ, বিৱহ, সমীৰণ, পৰাৱহ, সাংবহ); **—হা** কন্যা।

**উদ্বহনং** ১। বিবাহ কৰা, ২। বহন কৰা, ধৰি ৰখা, সহায় কৰা। ৰ ২।১৮; ৩। হাতীত বা ঘোঁৰাত উঠা। মনু ৮।৩৭০

**উদ্বানং** *ক্লী.* ১। বমি, ২। উলিয়াই পেলোৱা, ৩। জুই ধৰা চুলা বা চৌকা।

**উদ্বান্ত** *বিণ.* মদমুক্ত হাতী।

**উদ্বাপঃ** ১। উলিয়াই বাহিৰ কৰা, ২। চুলি বা দাড়ি খুৰোৱা।

**উদ্বাসনং** ১। নিৰ্বাসন, ২। হত্যা, বধ, ৩। পৰিত্যাগ।

**উদ্বাৰণ** ১। নিৰ্বাসন, ২। পৰিত্যাগ, ৩। বাহিৰলৈ উলিওৱা (যেনে, জুইৰ পৰা), ৪। হত্যা কৰা।

**উদ্বাহঃ** *পু.* (উৎ বহ্‌ ঘঞ) ১। বহন, প্ৰতিপালন, ২। বিবাহ। মনু ৩।৪৩। (স্মৃতি শাস্ত্ৰ মতে বিবাহ ৮

বিধ— ব্ৰাহ্ম, দেৱ, আৰ্ষ, প্ৰাজাপত্য, আসুৰ, গান্ধৰ্ব, ৰাক্ষস আৰু পৈশাচ)। **—নং** উত্তোলন। বিবাহ। দুবাৰ হাল বোৱা পথাৰ, **—নী** ১। ৰচি, ২। কড়ি।

**উদ্বাহিক** *বিণ* (উদ্বাহ —থক) বিবাহ সম্বন্ধীয়। মনু ৯।৯৫।

**উদ্বাহু** *বিণ* ওপৰলৈ হাত তোলা (লোক)। ৰ ১।৩।

**উদ্বিগ্নঃ** *পু.* (উৎ বিজ ক্ত) ১। উদ্বেগযুক্ত ভট্টি ৪।৪২; ২। শোকগ্ৰস্ত, ৩। উৎকণ্ঠিত।

**উদ্বীক্ষণং** ১। নিৰীক্ষণ, ২। দৃশ্য, চকু, দৰ্শন।

**উদ্বীজনং** বিচনিৰে বিচা।

**উদ্বৃংহণং** বৃদ্ধি, উদ্ভৱ।

**উদ্বৃত্তঃ** ১। উত্তোলিত, উৎক্ষিপ্ত, ২। ভুক্তাবশিষ্ট, খাই এৰা বস্তু।

**উদ্বেগঃ** *পু.* (উৎ বিজ ঘঞ) ১। উদ্বেগ, কম্পন, ২। মানসিক অশান্তি, উৎকণ্ঠা, গী ১২।১৫; ৩। আশঙ্কা, ভয়, মে ৩৬; ৪। শোক, দুখ, ৫। বিস্ময়; **—গং** তামোল।

**উদ্বেজনং** *ক্লী.* (উৎ বিজ ল্যুট) ১। উদ্বেগ, ২। শান্তি, বিধান। মনু ৮।৩৫২; ৩। দুখ, ৪। অনুতাপ।

**উদ্বেদি** *বিণ.* ওখ আসনযুক্ত।

**উদ্বেপঃ** কম্পন।

**উদ্বেলঃ** পাৰ ওপচাই পেলোৱা।

**উদ্বেষ্টন** *বিণ.* বান্ধোন মুক্ত, শিথিল; **—নং** ১। পৰিবেষ্টন, ২। চৌহদ, বেৰ, ৩। তপিনা অথবা পিঠিৰ বিষ।

**উদ্‌ৰোঢ়** *পু.* পতি, স্বামী।

**উধঃ (স্)** *ক্লী.* গাই গৰুৰ বাহু, ওহাৰ।

**উন্দ্** *ক্লেদে* (ৰুধা, প, সক উনত্তি) তিতা, স্নান কৰ।

**উন্দৰঃ, উন্দুৰঃ, উন্দুৰুঃ, উন্দূকঃ** এন্দুৰ, নিগনি।

**উন্নত** *বিণ* (উৎ নম ক্ত) বৰ্দ্ধিত। উচ্চ, প্ৰাংশু; **—আনত** *বিণ.* ওখ চাপৰ, অসমতল। **—চৰণ** বৰ্দ্ধিষ্ণু, উৎপতীয়া; **—নাভি** নাই ওলোৱা; **—শিৰঃ** উচ্চশিৰ, গৰ্বিত।

**উন্নতিঃ** *স্ত্ৰী.* (উৎ নম্ ক্তিন্) ১। গৰুড়ৰ পত্নী, ২। সমৃদ্ধি, উদয়, **—ঈশঃ** গৰুড়পক্ষী।

**উন্নমিত** *বিণ* (উৎ নম নিচ ক্ত) উত্তোলিত, উৰ্ধ্বীকৃত ওপৰলৈ তোলা। শি ১।১৪।

**উন্নম্ৰ** *বিণ.* থিয়, ঋজু, ওখ শি ৫।৬ ।

**উন্নয়ঃ, উন্নায়ঃ** *পু.* (উৎ নী এৰচ) ১। উত্তোলন, ২। সাদৃশ্য, ৩। অনুমান।

**উন্নয়নং** *ক্লী.* (উৎ নী ল্যুট) ১। উত্তোলন, ২। উন্নতি, ৩। পানী ওপৰলৈ তোলা, ৪। আলোচনা, ৫। অনুমান।

**উন্নাদঃ** *পু.* (উৎ নদ ঘঞ) চিঞৰ, হুঙ্কাৰ, গৰ্জন।

**উন্নাভ** *বিণ.* নাই ওলোৱা, নোদোকা, শকত।

**উন্নাহঃ** *পু.* ১। টেমুনা, ফোঁহা, ২। বন্ধন; **—হং** মেকা ভাতৰ মণ্ড। কাঞ্জিক।

**উন্নিদ্ৰ** *বিণ.* ১। বিনিদ্ৰ, নিদ্ৰাহীন। মে ৮৮; ২। বিস্তৃত, প্ৰফুল্লিত, বিকশিত, প্ৰস্ফুটিত।

**উম্ভ** পূৰ্তৌ (তুদা, প, সক, উম্ভতি), (পানীৰ কলহ) পূৰ্ণ কৰ।

**উন্নেতা** *পু.* যজ্ঞৰ ১৬ গৰাকী পুৰোহিতৰ এগৰাকী।

**উন্মত্ত** *বিণ* (উৎ মদ ক্ত) ১। মাতাল, মদাহী, ২। উন্মাদ, পাগল। মনু ৯।৭৯; ৩। ওফন্দি থকা, ৪। ভূতে ধৰা; **—ত্তঃ** ধতুৰা; **—কীৰ্তিঃ, —ৰেশঃ** সদাশিৱ; **—প্ৰলপিত** পগলাৰ প্ৰলাপ।

**উন্মথনং** ১। দলিয়াই, ওফৰাই পেলোৱা, ২। বধ কৰা।

**উন্মদ** *বিণ.* ১। মাতাল, ২। পাগল, উদণ্ড, শি ১০।৪; ৩। মতলীয়া, **—দঃ** উন্মত্ততা, পাগলামি।

**উন্মদন** *বিণ.* কামাসক্ত।

**উন্মাদনঃ** *পু.* কামদেৱৰ পাঁচ বিধ বাণৰ এবিধ।

**উন্মনস্,—নস্ক** *বিণ.* ১। উত্তেজিত, মানসিক বিকাৰগ্ৰস্ত, ২। (কাৰোবাৰ বিয়োগত) শোকগ্ৰস্ত, ৩। অধৈৰ্য্য, ব্যগ্ৰ, উত্ৰাৱল।

**উন্ময়ূখ** *বিণ.* উজ্জ্বল, দীপ্তিমান।

**উন্মৰ্দনং** ১। ঘঁহা, মোহৰা, ২। শৰীৰত ঘঁহা এবিধ সুগন্ধী আতৰ।

**উন্মাথঃ** *পু.* ১। শোক, দুখ, ২। উদ্বেগ, ৩। হত্যা, ৪। ফান্দ বা ফাঁচ।

**উন্মাদঃ** *পু.* (উৎ মদ ঘঞ) ১। উন্মাদৰোগী, পাগল, ২। উদণ্ড, তীব্ৰ আবেগ বা অনুৰাগ, ৩। বাতুলতা, ৪। (অলঙ্কাৰ শাস্ত্ৰত) ৩৩ টা অনুভৱৰ এটা, ৫। প্ৰস্ফুটন, ফুল সম্পূৰ্ণৰূপে ফুলি উঠা।

**উন্মানং** *ক্লী.* ১। ওজন, জোখ, ২। এদোণ পৰিমাণ, ৩। দাম, দৰ।

**উন্মাৰ্গঃ** ১। ভুল পথ, ২। ভুল পথে যোৱা, ৩। অসৎ চৰিত্ৰ, কুমাৰ্গ।

**উন্মিতিঃ** *স্ত্ৰী* জোখ, দৰ।

**উন্মিষিত** *বিণ* (উৎ মিষ ক্ত) প্ৰফুল্লিত, বিকশিত। কু ৫।২৫।

**উন্মিলনং** *ক্লী.* ১। উন্মেষ, চকু মেলা, ২। বিকাশ, ৩। মেলা, মুকলি কৰা।

**উন্মুখ** *বিণ* ১। উৰ্ধ্বমুখ, মে ১০০; ২। সাজু হৈ থকা, সন্ন্যাস অথবা বানপ্ৰস্থৰ বাবে সাজু হোৱা, ৩। আগ্ৰহী, অপেক্ষা কৰি থকা ৪। শব্দ কৰা, কথা কোৱা। কু ৬।২।

**উন্মুদ্ৰ** ১। প্ৰস্ফুটিত, ২। উন্মুক্ত, বিকশিত।

**উন্মূলনং** সমূলে উঘালি পেলোৱা।

**উন্মেদা** শকত, মোটা, পেটুৱা।

**উন্মেষং** *ক্লী.* (উৎ মিষ ঘঞ) ১। চকু মেলা, ২। চকু টিপ মৰা, ৩। প্ৰস্ফুটন, বিকাশ, ৪। পোহৰ, দীপ্তি। মে ৮১; ৫। দৃষ্টিগোচৰ হোৱা, প্ৰকাশ, জাগৰণ।

**উন্মোচনং** মুক্ত কৰা, বান্ধ খুলি দিয়া।

**উপ** *অব্য* উপসৰ্গ ৰূপত এই অব্যয়টি ধাতু আৰু বিশেষ্য পদৰ আগত, অনুকম্পা, আধিক্য, হীনতা, সামীপ্য, সামৰ্থ্য, অত্যয়, দাক্ষিণ্য, ভূষণ, নিদৰ্শন, আশ্চৰ্যাকৰ, দান, মাৰণ (বধ), মৃত্যু, ব্যাপ্তি, লিপ্সা, পূজা, উদ্যোগ, অধ্যয়ন, দোষ, দীক্ষা আদি বুজাবৰ বাবে ব্যৱহাৰ কৰা হয়। ধাতু আৰু বিশেষ্য পদৰ লগৰ সংযোগ নাথাকিলেও ই কেতিয়াবা সামীপ্য, সাদৃশ্য অথবা অধীনতা, হীনতা দেখুৱাবৰ কাৰণেও ব্যবহাৰ হোৱা দেখা যায়। যেনে উপপুৰাণ। এইবিলাক অৰ্থত অব্যয়ীভাব সমাসো হয়। উপকূল উপবন ইত্যাদি। সংখ্যাবাচক শব্দৰ লগত এই উপসৰ্গ 'প্ৰায়' অৰ্থত ব্যৱহাৰ হয়। উপবিংশাঃ। দ্বিতীয়া বিভক্তিত 'নিকৃষ্টত" আৰু সপ্তমী বিভক্তিত 'শ্ৰেষ্ঠ', 'মহান' অৰ্থত হয়। **—কণ্ঠ, —ণ্ঠং** ১। নিকট, ওচৰ, সমীপ, ২। গাৰ্ৰৰ কাষৰ ঠাই। অব্য. ১। গলৰ ওপৰত, গলৰ কাষত, ২। কাষতে; **—কথা** সাধুকথা; **—কনিষ্ঠিকা** কেঞা আঙুলিৰ কাষৰটো; **—কৰণং** *ক্লী.* ১। সেৱা, সাহায্য, ২। সামগ্ৰী, পূজাৰ নৈবেদ্য, ভোজনৰ আঞ্জা, তৰকাৰী আদি, সৰঞ্জাম, উপায়। মনু ৯।২৭০; ৩। জীৱিকাৰ উপায়, ৪। ৰাজচিহ্ন ছত্ৰচামৰাদি; **—কৰ্ণিকা** উৰা বাতৰি, বাৰ্তা; **—কৰ্তা** *বিণ.* সাহায্যকাৰী, প্ৰয়োজনীয়, হিতৈষী। শি ২।৫৭; **—কল্পনং—না** ১। প্ৰয়োজন, আয়োজন, ২। পৰিকল্পনা, নিৰ্মাণ; **—কাৰঃ** *পু.* (উপ কৃ ঘঞ) ১। সহায়, সেৱা, অনুগ্ৰহ শি ২।৩৭; ২। আয়োজন, ৩। অলঙ্কাৰ, সাজসজ্জা, (**—ৰী**) ৰাজ অট্টালিকা, ৰজাৰ বাহৰ। পথিকৰ কাৰণে পথৰ দাঁতিত সজোৱা ঘৰ। চৰাইখানা; **—কাৰ্য** *বিণ.* সাহায্যকৃত; (**—ৰ্যা**) ৰাজ অট্টালিকা, ৰজাৰ বাহৰ ৰ ৫।৬৩; **—কুঞ্চিঃ, —কুঞ্চিকা** সৰু ইলাচি; **—কুম্ভ** *বিণ.* ১। ওচৰত থকা, ২। অকলশৰীয়া, অৱসৰপ্ৰাপ্ত; **—কুল্যা** খাল; **—কূপং** *অব্য.* কুঁৱাৰ পাৰত; **—ক্ৰমঃ** *পু.* (উপ ক্ৰম্ ঘঞ) ১। আৰম্ভণি, প্ৰাৰম্ভ, ২। অগ্ৰসৰ, ওচৰলৈ যোৱা, ৩। কোনো কাম কৰিবলৈ আগবঢ়া, উদ্যোগ, ৪। আঁচনি, উপায়, মনু ৭।১০৭; ৫। ইয়াৰ দ্বাৰা এই কামটো সিদ্ধ হ'ব বুলি আৰম্ভ কৰা, ৬। ৰোগীৰ শুশ্ৰূষা। চিকিৎসা, ৭। পলায়ন, ৮। সততাৰ পৰীক্ষা; **—নিকা** পাতনি, ভূমিকা; **—ক্ৰীড়া** খেলপথাৰ; **—ক্ৰোশঃ** *পু.* (উপ ক্ৰুশ ঘঞ) নিন্দা, ৰ ২।৫৩; **—ক্ৰোষ্টা** গাধ, নিন্দুক; **—ক্বণঃ** *পু.* (উপ ক্বণ অচ) বীণাৰ ধ্বনি; **—ক্ষয়ঃ** অৱক্ষয়, ক্ষতি, লোকচান, ব্যয়; **—ক্ষেপঃ** ১। নিক্ষেপ, ২। উদ্ধৃতি, উল্লেখ, ইঙ্গিত, ৩। ভীতি প্ৰদৰ্শন, **—গ** *বিণ.* অনুসৰণকাৰী, ওচৰলৈ গৈ থকা পাই থকা মনু ১।৪৬; **—গত** *বিণ* ১। স্বীকৃত, অঙ্গীকৃত। ৰ ৬।৬৯; ২। ওচৰ পোৱা, ৩। পোৱা, ৪। সংঘটিত, ৫। অভিজ্ঞতাপুষ্ট, ৬। মৈথুন ক্ৰিয়া সম্পাদিত; **—গমঃ** *পু.* (উপ গম্ অপ্) ১। অঙ্গীকাৰ, ২। ওচৰলৈ গমন, ৩। জ্ঞান, পৰিচিতি, ৪। প্ৰাপ্তি, ৫। সমাজ, সঙ্গ, ৬। যৌন সঙ্গম, ৭। স্বীকাৰ, অঙ্গীকাৰ, ৮। দুৰ্ভগীয়া; **—গু** *অব্য.* গৰুৰ কাষতে **—গুঃ** গৰখীয়া; **—গুৰুঃ** সহকাৰী শিক্ষক; **—গূঢ়** লুকাই ৰখা, গুপ্ত। (**—ঢ়ঃ**) আলিঙ্গন। শি ১০।৮৮; **—গূহনং** *ক্লী* (উপ গূহ ল্যূট) ১। আলিঙ্গন। ভা ১।৫।১৯; ২। আচাৰ্য্য; **—গ্ৰহ** *পু* (উপ গ্ৰহ্ অপ্) ১। কাৰাৰুদ্ধ, বন্দী, ২। উপযোগ, অনুকূল, ৩। সৰু গ্ৰহ; **—গ্ৰহণং** ১। ধৰা, ২। দখল কৰা, ৩। অৱলম্বন, ৪। সংস্কাৰপূৰ্বক শ্ৰুতিপাঠ; **—গ্ৰাহ্যঃ** *পু* (উপ গ্ৰহ্ ণ্যৎ) ১। উপঢৌকন,

উপহাৰ, ডাঙৰ ৰাজবিষয়া আদিক দিয়া ভেটী; **—ঘাতঃ** *পু* (উপ হন্ কৰণে ঘঞ্) ১। ৰোগ, আঘাত, মনু ২।১৭৯; ২। ধ্বংস, বিনাশ, ৩। সংযোগ, ৪। পাপ, ৫। উৎপীড়ন; **—ঘ্নঃ** *পু* ১। আশ্রয়, ৰক্ষণ, ২। নিকট আশ্রয়। ৰ ১৫।১; **—চক্রঃ** *পু* এবিধ ৰঙা হাঁহ, শৰালি হাঁহ, চক্রবাক পক্ষী বিশেষ; **—চক্ষুঃ** (স্) *ক্লী* চশমা; **—চয়ঃ** *পু* (উপ চি অচ) ১। বৃদ্ধি, উন্নতি শি ২।৫৭; ২। পৰিমাণ, দ'ম। (জ্যোতিষ) লগ্নৰ পৰা ৩য়, ৬ষ্ঠ, দশম আৰু একাদশ স্থান; **—চৰ্য্যা** *স্ত্রী* (উপ চৰ্ ক্যপ্ টাপ) চিকিৎসা; **—চায্যঃ** *পু* যজ্ঞৰ অগ্নি; **—চাৰঃ** *পু* (উপ চৰ্ ঘঞ্) ১। ৰোগৰ প্রতিকাৰ, ২। চিকিৎসা, সেৱা, ৩। অনুৰোধ, ছল, ৪। ভেটী, ৫। নম্রতা, সৌজন্যতা, ৬। প্রশস্তি, ৭। সম্বোধন, ৮। স্বভাৱ, ৯। উৎসৱ, বাহ্যিক আড়ম্বৰ, সাজ-সজ্জা, ১০। সম্মান প্রদর্শন, ১১। অভ্যাস, পৰিচালনা, সঞ্চালন, পালন, মনু ১।১১১; ১২। যি কোনো ধৰ্ম্মীয় অনুষ্ঠান, কু ৭।৮৬; **—চিতি** *স্ত্রী* বৃদ্ধি, উন্নতি, সংগ্ৰহ; **—চ্ছদঃ** সৰু চাদৰ। **—চ্ছন্দনং** নিমন্ত্রণ; **—জনঃ** ১। যোগ, বৃদ্ধি, । পৰিশিষ্ট, ৩। মূল; **—জাপঃ** *পু* (উপ জপ ঘঞ্) ১। ভেদ, বিচ্ছেদ, শি ২।৯৯; ২। গুপ্ত পৰামর্শ; **—জিহ্বা** *স্ত্রী* ১। আলজিভা, ২। এবিধ কীট; **—জীৱিকা** *স্ত্রী* জীৱিকা, জীয়াই থকাৰ উপায়। মনু ৯।০৭; **—জীব্যঃ** *পু* ১। পৃষ্ঠপোষক, ২। পালক; **—জোষঃ —ষণং** (উপ জুষ্ অম্) ১। আনন্দ, উৎসৱ, ২। মৰম, আদৰ; **—জ্ঞা** *স্ত্রী* ১। আদ্যজ্ঞান, নিজে আয়ত্ব কৰা জ্ঞান, কোনো পুথি বা শিক্ষকৰ পৰা নোপোৱা জ্ঞান, ২। আগতে নকৰা কোনো কাম হাতত লোৱা; **—ঢৌকনং** *ক্লী* পাৰিতোষিক, ভেটী, উপহাৰ; **—তাপ** ১। তাপ, উষ্ণতা, ২। সমস্যা, দুখ কষ্ট, অমঙ্গল, ৩। ৰোগ; **—তিষ্যং** অশ্লেষা আৰু পুনর্বসু নক্ষত্র **—ত্যকা** *স্ত্রী* পৰ্বতৰ কাষৰ ভূমি, ৰ ৪।৪৬; নিম্নভূমি; **—দশ** *বিণ.* প্ৰায় দহ; **—দংশঃ** *পু* (উপ দংশ কর্মণি ঘঞ্)। ১। মদৰ লগত খোৱা মুখৰোচক (ভাজা পোৱা আদি) খাদ্য, ২। যৌনব্যাধি, ৩। দংশন, কীট, পোক আদিয়ে কামোৰা; **—দর্শকঃ** *পু* (উপ দৃশ নিচ খুল) ১। দ্বাৰপাল, দুৱৰী, ২। সাক্ষী, ৩। পথ-প্ৰদৰ্শক; **—দা** *স্ত্রী* উপঢৌকন, উপহাৰ, নৈবেদ্য; **—দানকং** *ক্লী* ১। উছর্গা, ২। উৎকোচ, ভেটী; **—দেৱতা** *স্ত্রী* যক্ষ, ভূতাদি; **—দেশঃ** *পু* (উপ দিশ্ ঘঞ্) ১। মন্ত্রণা, দীক্ষা, মনু ৮।২৭২; ২। উল্লেখ, ৩। ছল, ৪। মন্ত্র দান, ৫। মঙ্গল বচন; **—দেষ্টাঃ (ষ্টৃ)** *বিণ* উপদেশ দাতা, মন্ত্রণাদাতা; **—দেহঃ** ১। মলম, প্রলেপ, ২। প্ৰচ্ছদ, আৱৰণ; **—দ্রোহঃ** *পু* ১। গৰুৰ ওহাৰৰ বাট, ২। গাখীৰ খিৰোৱা পাত্ৰ, **—দ্রৱঃ** ১। অশুভ ঘটনা, বিপদ, অনিষ্ট, উৎপীড়ন, উৎপাত, দ্রোহ, ২। ৰোগৰ উপসর্গ (যেনে মেলেৰিয়া হলে গা কঁপে); **—দ্রষ্টা** সাক্ষী; **—ধৰ্ম্মঃ** ১। উপৰুৱা বিধি, মনু ২।২৩৭; **—ধা** *স্ত্রী* (উপ ধা অঙ টাপ্) ১। প্ৰবঞ্চনা, ছলনা, ২। অমাত্যবিলাক সৎ নে অসৎ জনাৰ বাবে ৰজাই লোৱা পৰীক্ষা। এনে পৰীক্ষা ৪ প্ৰকাৰ ক) ৰাজভক্তি, খ) নিঃস্বাৰ্থপৰতা, গ) সাধুতা, ঘ) সাহসিকতা; ৩। উপায়, বুদ্ধি, ৪। (ব্যাকৰণত) শেষ বৰ্ণৰ আগৰ বৰ্ণ (**—ভৃতঃ**) অসাধু-ভৃত্য। (**—শুচি**) (পৰীক্ষাৰ পিছত) সৎ বুলি প্ৰমাণিত; **—ধাতুঃ** *পু* ১। ধাতু সদৃশ ধাতু। প্ৰধান ধাতু সদৃশ গৌণ ধাতু। উপধাতু ৭ বিধ ঃ মাক্ষিক, তুৎথক, অভ্ৰ, নীলাঞ্জন, মনঃশিলা, হৰিতাল, ৰসাঞ্জন (শকদ্রু); (স্বৰ্ণমাক্ষিক, তাৰমাক্ষিক, তুৎথ, কাঁহ, ৰীতি, সিন্দুৰ, শিলাজতু)। ২। শৰীৰৰ ধাতুৰ পৰা উৎপন্ন সাত বিধ গৌণ ধাতু—ৰসৰ পৰা স্তনদুগ্ধ, তেজৰ পৰা স্ত্রীৰজ, মাংসৰ পৰা মেদ, মেদসৰ পৰা ঘাম, অস্থিৰ পৰা দাঁত, মজ্জাৰ পৰা কেশ আৰু শুক্ৰৰ পৰা ওজঃ **—ধানং** *ক্লী* ১। গাৰু, ২। বৈশিষ্ট্য, ব্যক্তিত্ব, ৩। মৰম, দয়া, ৪। ধর্মীয় ব্ৰতাদি পালন, ৫। শ্রেষ্ঠ গুণ শি ২।৭৭, ৬। বিষ (**—নীয়ং**) গাৰু; **—ধিঃ** *স্ত্রী পু* (উপ ধা কি) ১। কপটতা, অসাধুতা, মনু ৮।১৬৫; ২। (আইনত) সত্য লুকুৱাই ৰখা, মিছা সাক্ষী দিয়া, ৩। আতঙ্ক, ভয়, মিছা প্রলোভন, ৪। গাড়ীৰ চকা, **—ধিকঃ** *পু* ঠগ, প্ৰৱঞ্চক; **—ধূপিতঃ** *বিণ.* সুগন্ধীকৃত, মুমূর্ষু, অত্যন্ত বেদনাগ্রস্ত, **—ধৃতিঃ** ৰশ্মি, কিৰণ; **—ধ্মানঃ** ওঠ; **—নগৰং** সৰু নগৰ, মফচল; **—নত** *বিণ* ১। উপস্থিত, ২। নম্র শি ১২।৩৩; **—নদং** নদী, নদীৰ কাষ; **—নয়ঃ** *পু* (উপ নী অচ্) ১। ওচৰলৈ

নিয়া, পোৱা, লাভ কৰা, ২। নিযুক্ত কৰা, **—নয়নং** *ক্লী.* (উপ নী ল্যুট) ১। ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্যৰ যজ্ঞসূত্ৰ ধাৰণ সংস্কাৰ, লগুণদিয়নি। বেদ অধ্যয়নৰ কাৰণে আচাৰ্য্যৰ ওচৰলৈ নিয়া কৰ্ম। মনু ২।১০৮; **—নায়ঃ** উপনয়ন; **—নায়কঃ** ১। (নাটকত) নায়কৰ গুণোৎকৰ্ষসাধক তলতীয়া নায়ক, যেনে– ৰামায়ণত লক্ষ্মণ, ২। উপপতি, **—য়িকা** স্ত্ৰী. এগৰাকী তেনে নায়িকা। যেনে— শকুন্তলাৰ অনুসূয়া বা প্ৰিয়ম্বদা; **—নাহঃ** *পু* ১। ঘাত লগোৱা মলম, ২। বীণাৰ গুণ আটিল কৰাৰ বাবে লগোৱা খিলি; **—নিগ্ৰহঃ** ইন্দ্ৰিয় সংযম **—নিধিঃ** *পু* (উপ নি ধা কি) ১। ন্যস্ত সামগ্ৰী, জমা ৰখা বস্তু, জামিন, ২। (আইনত) চীল মোহৰ কৰি ৰখা বস্তু বা সম্পত্তি। মনু ৮।১৪৫; **—নিপাতঃ** ১। ওচৰ চপা, আগমন, ২। হঠাতে কৰা আক্ৰমণ, সংঘাত; **—নিৱেশিত** *বিণ.* স্থাপিত, পাম (উপনিৱেশ), **—নিষৎ** *স্ত্ৰী* (ব্ৰহ্মৱিদ্যা প্ৰাপ্যাতে অনয়া ইতি উপ নি সদ ক্বিপ) ১। বেদান্তশাস্ত্ৰ। ব্ৰাহ্মণ গ্ৰন্থৰ লগত সংযোজিত দৰ্শন শাস্ত্ৰ, যাৰ দ্বাৰা বেদৰ সাৰ তত্ত্ব জানিব পাৰি। চাৰিওখন বেদৰ এহাজাৰতো অধিক উপনিষদ আছে বুলি জনা যায়। তাৰ ভিতৰত ঋগবেদৰ ২১ খন, যজুৰ্বেদৰ ১০৯ খন, সামবেদৰ ১০০০ আৰু অথৰ্ববেদৰ ৫০ খন। (মুণ্ডকোপনিষদত ১০৮ খনৰ নাম উল্লেখ কৰা আছে), ২। গুপ্ত ধৰ্ম্মমত, ৰহস্যময় জ্ঞান, ৩। ব্ৰহ্ম বিদ্যা, ৪। সমীপসদন, ওচৰত থকা ঘৰ, ৫। ধৰ্ম সম্বন্ধীয় শাস্ত্ৰ; **—নিষ্কৰঃ** ৰাজপথ; **—নিষ্ক্ৰমণং** *ক্লী* ১। বাহিৰলৈ ওলোৱা, ২। কেঁচুৱাক পোনপ্ৰথম বাৰৰ বাবে সূৰ্য্যক দেখুওৱাৰ কাৰণে বাহিৰলৈ উলিওৱা। মনু ২।৩৪; ৩। ৰাজপথ; **—নীতঃ** *পু* উপনয়ন হৈ যোৱা; **—ন্যাসঃ** *পু* (উপ নি অস্ ক্ষেপণে ঘঞ) ১। ওচৰত ৰখা, ২। ন্যাস, জমা, বন্ধক, ৩। বিৱৰণ, প্ৰসঙ্গ, ৪। পাতনি, ভূমিকা, ৫। সূচনা, ৬। আইন, বিধান; **—পতিঃ** *পু* জাৰ, অবৈধ পতি, মনু ৩।১৫৫; ই চাৰি বিধ– অনুকূল, দক্ষিণ, ধৃষ্ট আৰু শঠ। **—পত্তিঃ** *স্ত্ৰী* ১। সঙ্গতি, ২। নিবৃত্তি, ৩। সমাধান, ৪। সিদ্ধান্ত, ৫। হেতু, ৬। যুক্তি (অঙ্কশাস্ত্ৰত) প্ৰমাণ, ৭। উপায়, ৮। লাভ, প্ৰাপ্তি।

কি ৩।১; **—পদং** *ক্লী* ১। এটা শব্দৰ আগত থকা শব্দটো, যেনে আয়ুৰ্বেদ শব্দৰ আয়ুৰ্ শব্দ, ২। নামৰ শেষত থকা উপাধি, যেনে– দাস, কলিতা আদি, ৩। বাক্যৰ গৌণ শব্দ, ক্ৰিয়া বা বিশেষ্য শব্দৰ আগত ব্যৱহাৰ কৰি অৰ্থৰ উৎকৰ্ষতা বৃদ্ধি কৰা হয়; **—পন্ন** *বিণ* ১। প্ৰাপ্ত, সম্মিলিত, ২। যুক্তিযুক্ত, উপযুক্ত; **—পাতঃ** *পু* ১। আকস্মিক ঘটনা, ২। দুৰ্যোগ, দুৰ্ঘটনা; **—পাতকং** *ক্লী* সৰু পাপ, দোষ বা অপৰাধ; **—পাদনং** ১। দান, ২। প্ৰমাণ, যুক্তিসহকাৰে প্ৰমাণ, ৩। পৰীক্ষা, নিশ্চিতকৰণ; **—পাপং** উপপাতকং; **—পুৰং** *ক্লী* সৰু চহৰ, মফচল; **—পুৰাণং** *ক্লী* বেদব্যাসকৃত ওঠৰখন মূল পুৰাণৰ দৰে অন্যান্য পণ্ডিতসকলৰ দ্বাৰা প্ৰণীত আন ওঠৰখন পুৰাণ। ১। আদি, ২। নৰসিংহ, ৩। বায়ু, ৪। শিৱ, ৫। আশ্চৰ্য্য, ৬। নাৰদীয়, ৭। নন্দিকেশ্বৰ, ৮। উশনস, ৯। কপিল, ১০। বৰুণ, ১১। শম্ব, ১২। কালিকা, ১৩। মহেশ্বৰ, ১৪। কল্কী, ১৫। দেৱী, ১৬। পৰাশৰ, ১৭। মাৰীচ আৰু ১৮। ভাস্কৰ; **—পুষ্পিকাঃ** *স্ত্ৰী* হামি। মুখ মেলি হামিয়া; **—প্ৰদানং** *ক্লী* ১। ওচৰত প্ৰদান কৰা, ভেটী, উৎকোচ, ২। প্ৰশস্তি; **—প্লৱঃ** *পু* (উপ প্লু অপ) ১। ৰাহুগ্ৰহ, ২। বিপ্লৱ, দুৰ্যোগ, ৩। আঘাত, দুৰ্ঘটনা, মে ১৭; ৪। প্ৰতিবন্ধক, ৫। উপদ্ৰৱ, অত্যাচাৰ, উৎপাত, ৬। ভয়, আতঙ্ক, ৭। সূৰ্য্য অথবা চন্দ্ৰগ্ৰহণ; **—বন্ধঃ** ১। সংযোগ, ২। বিভক্তি বা প্ৰত্যয়, ৩। এক বিশেষ প্ৰকাৰৰ যৌন সম্ভোগ; **—বহুঃ** *বিণ* অলপ, কেইটামান। অৰ্থাৎ বহুত নহয়, **—বাহুঃ** কিলাকুটিৰ তলৰ অংশ; **—ভঙ্গঃ** পৃষ্ঠভঙ্গ, কবিতাৰ ছেদ বা কলি; **—ভাষা** দোৱান; **—ভৃৎ** *স্ত্ৰী* ঘূৰণীয়া যজ্ঞপাত্ৰ; **—ভোগঃ** *পু* (উপ ভুজ্ ঘঞ) ১। ভোজনৰ অতিৰিক্তি ভোগ। মনু ২।৯৪; ২। যৌন সম্ভোগ, ৩। আনৰ সম্পত্তি ভোগ, ব্যৱহাৰিক স্বত্ব লাভ, ৪। আনন্দ, সন্তুষ্টি; **—মন্ত্ৰণং** নিমন্ত্ৰণ; **—মন্থনী** যজ্ঞাদি মন্থন কৰা কাঠ; **—মৰ্দঃ** ১। ঘহন, ২। চেপন, দলন, ৩। ধ্বংস, আঘাত, হত্যা, ৪। নিন্দা, ভৰ্ৎসনা, ৫। অভিযোগ খণ্ডন; **—মা** *স্ত্ৰী* (উপ মা অঙ টাপ্) ১। সাদৃশ্য, ৰ ১।৪৭; ২। (অলঙ্কাৰ শাস্ত্ৰত) এবিধ অৰ্থালঙ্কাৰ, ৩। উপমান। (যাৰ লগত উপমা কৰা হয়); **—মাতা** *স্ত্ৰী* ১। ধাই

মা, ২। দ্বিতীয় মাতা, ৩। নিকটাত্মীয়। উপমাতা ৬ গৰাকী ঃ মাহীয়েক, মামীয়েক, খুড়ীয়েক, পেহীয়েক, শাহুৰেক আৰু ডাঙৰ বৌয়েক; **—মানং** *ক্লী* ১। উপমা। কু ৪।৫; সাদৃশ্য, ২। যাৰ লগত তুলনা কৰা হয়। উপমালঙ্কাৰৰ প্ৰয়োজনীয় ৪টা বিষয়ৰ এটা। (ন্যায় দৰ্শনত) প্ৰকৃত জ্ঞান লাভৰ কাৰণ, চাৰিটা প্ৰমাণৰ এটা– সাদৃশ্যতা; **—মিতিঃ** *স্ত্ৰী* ১। উপমা, সাদৃশ্যতা, ২। (ন্যায়দৰ্শনত) অনুমান। সাদৃশ্যতাৰ আধাৰত পোৱা শুদ্ধ জ্ঞান, সিদ্ধান্ত; **—মেতঃ** শালগছ, **—মেয়** উপমাৰ যোগ্য কু ৭।২; (**—য়ং**) উপমাৰ বিষয়, (**—উপমা**) যি অলঙ্কাৰত উপমান আৰু উপমেয়ৰ পৰস্পৰ সাদৃশ্যতা দেখুৱা হয়, **—যন্তা** (ন্তৃ) *পু* পতি, স্বামী, কু ৫।৪৫; **—যমঃ** *পু.* বিবাহ; **—যাচকঃ** *বিণ্* (উপ যাচ ণ্বুল) ভিখাৰী, খোজনীয়া; **—যাচিত** *বিণ্* ১। প্ৰাৰ্থনা, অনুৰোধ, ২। কোনো ফল পাবৰ কাৰণে দেৱতালৈ আগ কৰি থোৱা বস্তু; **—যানং** *ক্লী* ওচৰলৈ যোৱা, কাষ চপা; **—যামঃ** *পু* (উপ যম্ ঘঞ্) বিবাহ; **—যুক্ত** *বিণ্* যোগ্য, উচিত; **—যোগঃ** *পু* ১। আচৰণ, ২। ব্যৱহাৰ, সেৱা, ৩। ৰোগীৰ ঔষধ সেৱন, ৪। ওচৰ, নিকট; **—যোষং —জোষং** আনন্দ; **—ৰক্ত** *বিণ* ১। দুৰ্দশাগ্ৰস্ত, ২। ৰঞ্জিত, ৩। চন্দ্ৰ অথবা সূৰ্য্য গ্ৰহণ; **—ৰক্ষঃ** দেহৰক্ষী; **—ৰত** *বিণ্* (উপ ৰম ক্ত) মৃত; **—ৰতিঃ** *স্ত্ৰী* ১। বিৰতি, ২। যৌন সম্ভোগৰ পৰা দূৰত থকা, ৩। উদাসীন, ৪। নাস্তিকতা, ধাৰ্ম্মিক কাৰ্য্যৰ প্ৰতি আস্থাহীনতা; **—ৰত্নং** *ক্লী* অপ্ৰধান বা কম মূল্যৰ ৰত্ন; **—ৰমঃ** *পু* উপৰতি; **—ৰসঃ** *পু* ১। গৌণ ধাতু। দ্বিতীয় পৰ্য্যায়ৰ ধাতু, ২। সামান্য অনুৰাগ; **—ৰাগঃ** *পু* ১। সূৰ্য্য অথবা চন্দ্ৰ গ্ৰহণ, ২। ৰাহু গ্ৰহ, ৩। ৰঙা ৰং, ৪। দুৰ্যোগ, সংঘাত, ৫। নিন্দা, গালি-শপনি, ৬। গ্ৰহ কল্লোল; **—ৰাজঃ** আয়ুক্ত, ৰজাৰ তলৰ বিষয়া; **—ৰামঃ** নিবৃত্তি, বিৰতি, বিৰাম; **—ৰিষ্টাৎ** *অব্য* ১। ওপৰত, উৰ্দ্ধত, ২। পিছত; **—ৰীতকঃ** *পু* এক বিশেষ ধৰণৰ ৰতি ক্ৰীড়া; **—ৰূপকং** *ক্লী* এবিধ নাটক। উপনাটক। ই ১৮ বিধ– নাটিকা, ত্ৰোটক, গোষ্ঠী, সট্টক, নাট্যৰাসক, প্ৰস্থান, উল্লাপী, অকাব্য, প্ৰেঙ্খণ, ৰাসক, সংলাপক, শ্ৰীগদিত, শিল্পক, ভাণিক, বিলাসিকা, দুমল্লিকা, প্ৰকৰণী, হল্লিশ; **—ৰোধঃ** ১। প্ৰতিবন্ধক, বাধা, ২। হাঙ্গামা, বিপদ, ৩। আৱৰণ, চাৰিওফালৰ বেৰ, ৪। সুৰক্ষা, অনুগ্ৰহ; **—লঃ** *পু* ১। শিল, পাথৰ। মে ১৯; ২। মূল্যৱান পাথৰ, **—লা** ১। বালি, ২। চেনী; **—লক্ষণং** ১। দৰ্শন, ২। চিহ্ন, বিশেষ ৰূপ, গঢ় বা লক্ষণ, ৩। উপাধি, ৪। লক্ষণা, প্ৰকাশ নকৰা বিষয় এটা বুজোৱা। (অলঙ্কাৰত) অজহৎ স্বাৰ্থলক্ষণা; **—লক্ষ্যঃ** *পু* আশ্ৰয়, অৱলম্বন; **—লব্ধিঃ** *স্ত্ৰী* (উপ লভ ক্তিন্) ১। প্ৰাপ্তি, ২। জ্ঞান, মতি, মনোযোগ, ৩। অনুমান, ৪। বোধগম্যতা; **—লম্ভঃ** *পু* ১। প্ৰাপ্তি, ২। অনুভৱ, ৰ ২৪।২; ৩। জ্ঞান, উপলব্ধি; **—লালিকাঃ** *স্ত্ৰী* তৃষ্ণা, পিয়াহ; **—লিঙ্গং** উপদ্ৰৱ, অৰিষ্ট; **—লেপঃ** ১। প্ৰলেপ, ২। ঘৰত চূণ কাম কৰা, বাধা; **—লেপনং** *ক্লী* ১। গোবৰ আদিৰে লিপা, ২। প্ৰলেপ, মলম; **—ৱটঃ** এবিধ গছ, প্ৰিয়ালবৃক্ষ; **—ৱনং** *ক্লী.* কৃত্ৰিম বন বা বাগিচা, **—ৱৰ্ণনং** ব্যাখ্যা; **—ৱৰ্তনং** জনপদ বা জনপদৰ একাংশ, জলপূৰ্ণ স্থান; **—ৱৰ্হঃ** গাৰু; **—ৱসথঃ** গাওঁ; **—ৱাসঃ** *পু* (উপ বস্ ঘঞ্) ১। অগ্ন্যাধান। যজ্ঞৰ অগ্নি স্থাপন কৰা, ২। দিনে-ৰাতিয়ে লঘোণে থকা। মনু ১১।১৯৬; **—ৱাহ্যঃ —হ্যা** ১। ৰজাই উঠা হাতী, ২। ৰাজবাহন; **—ৱিদ্যা** *স্ত্ৰী* অপবিত্ৰ বিদ্যা; **—ৱিষঃ —ষং** ১। কৃত্ৰিম বিহ, ২। মাদক দ্ৰব্য। উপবিষ ৭ বিধ– অৰ্কক্ষীৰ, সুহক্ষীৰ, কলিহাৰিকা, কৰবীৰক, ধুস্তুৰ, গুঞ্জফল আৰু বেঙছতা; **—ৱীতং** *ক্লী* (উপ ৱি ই ক্ত) উপনয়ন সংস্কাৰ, লগুণদিয়নি। মনু ২।৪৪; **—বৃংহণং** বৃদ্ধি, সংগ্ৰহ; **—ৱেদঃ** ১। সামান্য জ্ঞান, ২। প্ৰধান বেদ চাৰিখনৰ অতিৰিক্ত বেদ চাৰিখন– আৰ্যুবেদ, ধনুৰ্বেদ, গান্ধৰ্ববেদ আৰু স্থাপত্যবেদ; **—ৱেশঃ —ৱেশনং** ১। বহা, ২। সংযোজন, ৩। মেদ শৌচাদি ত্যাগ; **—বৈণৱং** ত্ৰিসন্ধ্যা– পুৱা, দুপৰীয়া আৰু সন্ধিয়া; **—ব্যাঘ্ৰঃ** চিতাবাঘ। নাহৰফুটুকী বাঘ; **—শমঃ** *পু* (উপ শম ঘঞ্) ১। শম, শান্তি, সান্ত্বনা, ২। শিথিলতা, ৩। বন্ধ, লুপ্ত, নিপাত, ৪। ইন্দ্ৰিয় সংযম; **—শয়ঃ** *পু* ১। কাষত শোৱা, ২। বনৰীয়া জন্তু থকা ঠাই, ৩। গুপ্ত স্থান। শি ২।৮০; নিদানপঞ্চকৰ অন্তৰ্গত ৰোগজ্ঞান সূচক; **—শল্যং** *ক্লী* চহৰৰ কাষৰ খেলা পথাৰ। শি ৫।৮, **—শান্তিঃ** সমাপ্তি। শেষ, উপশম। লঘুকৰণ; **—শায়ঃ** *পু.* পৰ্য্যায়শয়ন, প্ৰহৰীবিলাকৰ ক্ৰমানুসৰি

শয়ন, **—শালং** ঘৰৰ কাষৰ ঠাই; **—শিষ্যঃ** শিষ্যৰ শিষ্য; **—শ্ৰুতিঃ** *স্ত্ৰী* ১। শ্ৰৱণ, শুনা, ২। ৰাতি শুনা অলৌকিক শব্দ, ৩। প্ৰতিজ্ঞা, সমৰ্থন; **—শ্লেষঃ—ষণং** আলিঙ্গন; **—সংগ্ৰহঃ** ১। পাদস্পৰ্শ কৰি অভিবাদন, ২। সংগ্ৰহ, ৩। জোৰা দিয়া; **—সংযমঃ** *পু* ১। সংযম, বন্ধন, ২। জগতৰ প্ৰলয়, অংশ, ধ্বংসলীলা; **—সংস্থানম্** পিন্ধা কাপোৰ; **—সংহাৰঃ** সমাপ্তি, শেষ, অন্ত; **—সদঃ** উপহাৰ, দান। (**—দ**) অগ্নি বিশেষ; **—সদনং** ১। ঘৰৰ কাষ, ওচৰ-চুবুৰীয়া, ২। গুৰুৰ ভৰিৰ কাষত বহা, ৩। শিষ্যত্ব গ্ৰহণ, ৪। সেৱা; **—সন্তানং** বংশধৰ; **—সন্ন** *বিণ* উপনত, উপস্থিত; **—সম্পন্নঃ** *বিণ* (উপ সম পদ ক্ত) ১। লব্ধ, প্ৰাপ্ত, ২। যজ্ঞত উৎসৰ্গীকৃত, (বলি দিয়া) পশু, ৩। দক্ষ; **—সৰঃ** (উপ সৃ অপ্) ১। ওচৰ চপা, ২। গাইগৰু, স্ত্ৰী আদিৰ গৰ্ভাধানৰ বাবে মৈথুন, ৩। প্ৰথম গৰ্ভসঞ্চাৰ; **—সৰ্গঃ** *পু* (উপ সৃদ ঘঞ) ১। ৰোগ, বেমাৰ, ২। বেমাৰৰ সময়ত দেখা দিয়া পৰিৱৰ্তন (যেনে ক্ষীণাই যোৱা ইত্যাদি) ৩। বিপদ, দুৰ্দশা, অনিষ্ট, ৪। প্ৰাকৃতিক দুৰ্যোগ, ৫। মৃত্যুৰ আগতে দেখা দিয়া লক্ষণ, ৬। ধাতুৰ আগত বহুৱা অব্যয় শব্দ। উপসৰ্গ ২০ টা— প্ৰ, পৰা, অপ, সম, অনু, অব, নিস্ (নিৰ্), দুস (দুৰ্), বি, আ, নি, অপি. অধি, অতি, সু, উৎ, অভি, প্ৰতি পৰি, উপ। এই উপসৰ্গবিলাকৰ নিজৰ অৰ্থ প্ৰকাশ কৰাৰ উপৰিও ধাতুৰ অৰ্থ প্ৰায়েই সম্পূৰ্ণভাৱে ভিন্ন কৰি পেলায়। উপসৰ্গেন ধাত্বৰ্থং বলাদন্যত্ৰ নীয়তে, প্ৰহাৰাহাৰবিহাৰৱৎ। ইয়াত ধাতু হৃ হলেও, 'প্ৰহাৰ', 'আহাৰ' আৰু 'বিহাৰ'ৰ অৰ্থ সম্পূৰ্ণ ভিন্ন; **—সৰ্জনং** *স্ত্ৰী* (উপ সৃজ্ ল্যুট্) ১। ঢালা, ২। দুৰ্দশা, উপদ্ৰৱ, বিপদ, ৩। ত্যাগ কৰা, ৪। পৰিৱৰ্তন, প্ৰতিভূ, ৫। অপ্ৰধান। মনু ৯।২১১; **—সৰ্পক** *বিণ* ওচৰলৈ যোৱা জন। উপাসক; **—সৰ্যা** *স্ত্ৰী* ১। গাভিনী হ'বৰ সময় হোৱা গৰু, বলদৰ ওচৰলৈ নিবৰ সময় হোৱা গৰু, ঋতুমতী গাইগৰু; **—সৃষ্টঃ** ১। সংযোগ। ভূত বা দৈত্যাই পোৱা, ২। আঘাতপ্ৰাপ্ত, ৩। গ্ৰস্ত, ব্যাপ্ত; ৪। উপসৰ্গৰ লগত সংযুক্ত। **—ষ্টং** মৈথুন। যৌনক্ৰীড়া; **—ষ্টঃ** ৰাহুগ্ৰস্ত সূৰ্য্য বা চন্দ্ৰ; **—সেৱাঃ** *স্ত্ৰী* ১। পূজা, অৰ্চনা, ২। সেৱা, মনু ৪।১৩৪; **—স্কৰঃ** *পু* (উপ কৃ অপ্ সমৱায়ে চেতি সুট্) ১। কোনো বস্তু উৎকৃষ্ট কৰাৰ বাবে যি বস্তু সংযোগ কৰা হয়, যেনে— তৰকাৰী সুস্বাদু কৰাৰ বাবে বেহাৰ বটা, ২। উপদান, ৩। আচবাব পত্ৰ, সাজ-সৰঞ্জাম আদি, ৪। ঘৰত ব্যৱহাৰ কৰা সামগ্ৰী, যেনে, বাঢ়নী। মনু ৩।৬৮; ৫। আ-অলঙ্কাৰ, ৬। নিন্দা, গালি গালাজ; **—স্কৃত** ১। সংগৃহীত, ২। প্ৰস্তুত, ৩। অলঙ্কৃত, ৪। ৰূপান্তৰিত; **—স্তম্ভঃ —ম্ভং** ১। অৱলম্বন, ২। সহায়, ৩। উৎসাহ, ৪। ভেটি, ভিত্তি, কাৰণ, উপলক্ষ; **—স্তৰণং** ১। বিস্তাৰণ, ২। আৱৰণ, ৩। বিচনা; **—স্ত্ৰী** *স্ত্ৰী* উপপত্নী; **—স্থঃ** *পু* (উপ স্থা ক) ১। লিঙ্গ, ২। ভগ, শৌচদ্বাৰ, ৩। কোলা, ৪। ওচৰত, নিকট। (**—নিগ্ৰহঃ**) ইন্দ্ৰিয় সংযম। (**—পত্ৰঃ, —দলঃ**) আঁহত গছ। (এই গছৰ পাতটো স্ত্ৰীৰ গুপ্তাঙ্গৰ দৰে); **—স্থাতা (তৃ)** *বিণ* ভৃত্য; **—স্থিত** *বিণ.* সমীপস্থিত, উপস্থিত, ৰ ১।৮৭; **—স্থিতিঃ** *স্ত্ৰী* ১। ওচৰত থকা, ২। প্ৰাপ্তি, ৩। স্মৰণ, ৪। সেৱা, শুশ্ৰূষা; **—স্পৰ্শঃ** *পু* (উপ স্পৃশ্ ঘঞ) ১। স্পৰ্শ, সংযোগ, ২। স্নান, ৩। মুখত পানী লৈ উলিয়াই পেলোৱা, আচমন কৰা; **—স্মৃতিঃ** *স্ত্ৰী* সৰু স্মৃতি শাস্ত্ৰ। (মুঠতে ১৮ খন বুলি জনা যায়); **—স্ৰৱঃ** ১। বৈ যোৱা, ২। ঋতুস্ৰাব; **—স্বত্বং** ৰাজহ, সম্পত্তিৰ পৰা পোৱা আয় বা লাভ; **—হত** *বিণ* (উপ হন্ ক্ত) ১। আঘাতপ্ৰাপ্ত, দুৰ্দশাগ্ৰস্ত, ২। অশুদ্ধ দ্ৰব্য। কু ৫।৭৬; ৩। ধ্বংসপ্ৰাপ্ত, ৪। নিন্দিত, ৫। দূষিত। **—আত্মন্** *বিণ.* ব্যাকুল; **—দৃশ্** *বিণ.* তীব্ৰ পোহৰত একো নেদেখা হোৱা, **—হৰণং** *বিণ.* ১। ওচৰলৈ অনা, ২। দেৱতা বা বয়োজ্যেষ্ঠক দিয়া নৈবেদ্য, উপহাৰ আদি, ৩। খাদ্য পৰিবেশন; **—হসিতং** *স্ত্ৰী.* (উপ হস্ ক্ত) উপহাস, বিদ্ৰূপ। সাদ ৩।২২৮; **—হস্তিকা** *স্ত্ৰী.* হাফতি। তামোল পাণ মছলা আদি লৈ ফুৰা সৰু টেমা বা বটা; **—হাৰঃ** *পু.* (উপ হৃ ঘঞ) ১। উপঢৌকন দ্ৰব্য, ২। নৈবেদ্য, দান ৩। বলি যজ্ঞানুষ্ঠান, ৪। সন্মান, ৫। শান্তি স্থাপনৰ সময়ত ক্ষতি পূৰণ ৰূপত দিয়া সামগ্ৰী; **—হালকঃ** *পু.* কুন্তল ৰাজ্য; **—হাসঃ** *পু.* (উপ হস্ ঘঞ) ১। পৰিহাস, বিদ্ৰূপ। ৰ ১২।৩৭; ২। হাঁহি-ধেমালি; **—হ্বৰং** *স্ত্ৰী.* (উপ হ্বৃ অ) ১। নিৰ্জন স্থান ৰাবে ৮।৬।২৮' ১। নিৰ্জন স্থান (— [illegible]

**উপৰি** *অব্য.* এই অব্যয় শব্দটো সাধাৰণতে (ক) ওপৰত, প্ৰতি, শ ৭।৭; (খ) শেষত, শীৰ্ষত (গ) প্ৰসঙ্গক্ৰমে, ৰ ৩।৩৪; (ঘ) পিছত আদি অৰ্থত ব্যৱহাৰ হয়; **—চৰ** *বিণ.* চৰাই।

**উপাংশু** *অব্য* ১। মনে মনে, গুপ্তভাৱে। **—শুঃ** মনে মনে কৰা জপ। মনু ২।৮৫।

**উপাকৰণং, —কৰ্ম** *ক্লী.* ১। সংস্কাৰৰ আগত বা পিছত শ্ৰুতি (বেদ) মন্ত্ৰ পাঠ, ২। আৰম্ভণি। মনু ৪।১১৯।

**উপাকৃত** *বিণ* ১। উপদ্ৰুত। *পু* **—তঃ** ১। যজ্ঞত বলি দিয়া পশু, ২। উপদ্ৰৱ।

**উপাক্ষং** *অব্য* ১। চকুৰ আগত, সমুখত, ২। উপস্থিতি।

**উপাখ্যানং** ১। সৰু আখ্যান বা কাহিনী, ২। চুটি গল্প।

**উপাগ্ৰং** ১। শেষৰ আগৰটো, ২। গৌণ।

**উপাগ্ৰহণং** *ক্লী.* (উপ আ গ্ৰহ্ ল্যুট) ১। উপাকৰণ, ২। সংস্কাৰ পূৰ্বক বেদ গ্ৰহণ (পাঠ)।

**উপাঙ্গঃ** *পু.* ১। তিলক, ফোঁট, ২। ক্ষুদ্ৰাংশ। উপশিতান। উপশিৰ্ষক, ৩। বেদাঙ্গৰ অনুপূৰক। উপাঙ্গ চাৰিবিধ— পুৰাণ, ন্যায়, মীমাংসা আৰু ধৰ্মশাস্ত্ৰ।

**উপাচাৰঃ** ১। বাক্যত পদৰ স্থান বা স্থিতি, ২। পদ্ধতি।

**উপাঞ্জনং** *ক্লী.* ১। অঞ্জনাদি সুগন্ধী দ্ৰব্যৰ প্ৰলেপন, ২। গোবৰেৰে মচা। মনু ৫।১০৫।

উপাত্ত *বিণ* (উপ আ দা ক্ত) প্ৰাপ্ত, **—ত্তঃ** ওচৰলৈ অহা (শান্ত) হাতী।

**উপাত্যয়ঃ** *পু.* (উপ অতি ই অচ) শাস্ত্ৰীয় অথবা লোক ব্যৱস্থাৰ বিৰোধী।

উপা**দনং** *ক্লী.* (উপ আঙ দা ল্যুঙ) ১। বিষয়ৰ পৰা ইন্দ্ৰিয়ক আকৰ্ষণ, প্ৰত্যাহাৰ, ২। গ্ৰহণ, ৩। উল্লেখ, ৪। হেতু, অভিপ্ৰায়, ৫। যি পদাৰ্থৰ পৰা আন যি কোনো বস্তু তৈয়াৰ কৰা হয়। নিমিত্ত। (ন্যায়) সমবায়ীকৰণ। প্ৰবৃত্তিজনক জ্ঞান।

উপাদেয় *বিণ* (উপ আ দা যৎ) ১। গ্ৰহণীয়। উত্তম, উৎকৃষ্ট। ২। বিধেয় কৰ্ম।

**উপাধিঃ** *পু.* (উপ আ ধা কি) ১। ধৰ্ম চিন্তা, ২। ঠগ, প্ৰৱঞ্চক, ৩। (ন্যায় দৰ্শন মতে) হেতু, জুইৰ পৰা বেছিকৈ ধোঁৱা ওলালে কেঁচা খৰি হেতু অৰ্থাৎ উপাধি, ৪। নামৰ শেষত থকা চিহ্ন–দাস, শৰ্মা আদি, ৫। উদ্দেশ্য, লক্ষ্য, ৬। অবধি, মিয়াদ।

**উপাধ্যায়ঃ** *পু.* (উপেত্য অধীয়তেঽস্মাৎ উপ অধি ই ঘঞ) ১। অধ্যাপক, বেদৰ অধ্যাপক। মনু ২।১৪১; **—য়া** অধ্যাপিকা, শিক্ষয়িত্ৰী, ২। অধ্যাপকৰ পত্নী; **—য়ী, —য়ানী** অধ্যাপকৰ স্ত্ৰী।

**উপানহ্** *স্ত্ৰী.* ১। (উপ নহ্ ক্বীপ্) ২। পাদুকা, জোতা। মনু ২।২৪৬।

**উপান্ত** *বিণ* ১। নিকট, ওচৰ, সীমাত থকা, কু ৩।৬৯; ২। চকুৰ কোণ, ৩। কাষ বা ঢাল খোৱা (তালু) ঠাই। নিতম্বৰ দৰে। মে ১৮; **—ন্ত্য** *বিণ.* শেষৰ আগৰটো।

**উপায়ঃ** *পু.* (উপ অয় ঘঞ) ১। ৰজাই শাসন কালত গ্ৰহণ কৰা উপায় (চাৰিটা) : সাম, দান, ভেদ, দণ্ড। মনু ৭।১৭৭, ২। সাধন, স্বাৰ্থ সম্পাদক, ৩। চেষ্টা, প্ৰযত্ন। মনু ৯।২৪৮, ৪। আৰম্ভ, ৫। উপক্ৰম, বুদ্ধি, কৌশল, **—তুৰীয়ঃ** চতুৰ্থ উপায়, দণ্ড; **—যোগঃ** কৌশল অৱলম্বন।

**উপায়নং** *ক্লী.* (উপ ইণ অয় ল্যুট) ১। উপহাৰ, কি ১।১৬; ২। সমীপ গমন, ৩। শিষ্যত্ব গ্ৰহণ, ৪। ধাৰ্মীক কাৰ্যত নিযুক্ত।

**উপাৰম্ভঃ** আৰম্ভণি।

**উপাৰ্জনং** *ক্লী* (উপ অৰ্জ ল্যুট) আৰ্জন। ধানাদি আহৰণ।

**উপালম্ভঃ, —ম্ভনং** ১। নিন্দা, ভৰ্ৎসনা, ২। স্থগিতকৰণ।

**উপাবৃত্ত** *বিণ* (উপ আ বৃৎ ক্ত) ১। ওভতনি, ২। নিবৃত্তি, ৩। পৰিশ্ৰমৰ পিচত মাটিত লুটি-বাগৰ দিয়া ঘোঁৰা।

**উপাশ্ৰয়ঃ** ১। আশ্ৰয়, অৱলম্বন, ভৰ্তৃ ২।৪৮; ২। আধাৰ, ৩। প্ৰত্যয়, বিশ্বাস।

**উপাসকঃ** *পু.* (উপ আস ণ্বুল) ১। ভৃত্য, ২। পুৰোহিতৰ সহায়কাৰী (আঠপৰীয়া), ৩। নীচ জাতি, ৪। উপাসনা কৰোঁতা।

**উপাসঙ্গঃ** *পু.* তূণীৰ।

**উপাসনং, —না** ১। সেৱা, অৰ্চনা। গী ১৩।৭; ২। সম্পাদনা, নিযোজনা। মনু ২।৬৯; ৩। পৰিচৰ্য্যা, শুশ্ৰূষা, ৪। শৰাভ্যাস, ৫। ধ্যান, ৬। যজ্ঞাগ্নি।

**উপাস্তমনং** *ক্লী.* সূৰ্য্যাস্ত।

**উপাস্তিঃ** *স্ত্ৰী.* ১। সেৱা, পৰিচৰ্য্যা, ২। পূজা, অৰ্চনা।

**উপাস্ত্ৰঃ** সৰু অস্ত্ৰ, যেনে– ডেগাৰ, পিস্তল।

**উপাহাৰঃ** অল্পাহাৰ, জলপান।

**উপাহিত** *বিণ্* (উপ আ ধা ক্ত) ১। সংযোজিত, আৰোপিত; পু. জুইৰ দ্বাৰা হোৱা বিপদ, ধ্বংসলীলা।

**উপেক্ষা** *স্ত্রী.* (উপ ঈক্ষ্ অ টপ্) ১। অস্বীকাৰ, ত্যাগ, ৰ ১৪।৬৫; ২। উদাসীনতা, ৩। যুদ্ধ কৌশল।

**উপেত** ১। ওচৰ চপা, ২। উপহাৰ, দান, তৃতীয় ৩। থকা, যুক্ত যেনে 'গুণোপেত'।

**উপেন্দ্রঃ** ইন্দ্রৰ ভাতৃ, বিষ্ণু বা কৃষ্ণ। ভাঃ ৮।২৩।২১;

**উপেয়** ১। ওচৰ পাব লগীয়া, ২। যি কোনো প্রকাৰে পাবলগীয়া।

**উপোঢ়** *বিণ্* (উপ বহ্ ক্ত) ১। নিকট, কাষ, ২। বিবাহিত, ৩। সংগৃহীত, ৪। আৰব্ধ, ৫। যুদ্ধৰ বাবে সজ্জিত।

**উপোতী, উপোদকী** *স্ত্রী.* পূই শাক। উপোদি(দী)কা।

**উপোদ্‌ঘাতঃ** *পু.* (উপ উৎ হন্ ঘঞ্) ১। আৰম্ভ, সঙ্গতি বিশেষ, ২। উদাহৰণ, ৩। ভূমিকা, ৪। সুযোগ, উপায়।

**উপোষণং, —ষিতং** *ক্লী.* (উপ্ উষ দাহে ল্যুট) উপবাস।

**উপ্তিঃ** *স্ত্রী.* শস্য সিঁচা।

**উব্জ** আৰ্জৱে (তুদা প অক উব্জতি) ১। চিধা বা পোন হ বা কৰ, ২। বশ কৰ, অধীন কৰ, তললৈ নমা।

**উভ্ উম্ভ** পূৰ্তৌ (তুদা ক্রা প সক উভতি উম্ভতি) ১। পূৰ্ণ কৰ, আবৃত কৰ, ২। আবদ্ধ কৰ, ভৰ্তিকৰ।

**উভ** *সৰ্ব বিণ.* মাথোন দ্বিবচনত ব্যৱহাৰ হয় **—উভৌ**। গী ২।১৯ ।

**উভয়** *সৰ্ব. বিণ্* (উভ তয়প্) যুগল, দুয়োটা। মনু ২।৫৫; **—চৰ** *বিণ.* পানী আৰু মাটি বা আকাশ দুয়োটাতে থকা বা চৰিব পৰা। **—ৱিদ্যা** লৌকিক আৰু ধাৰ্মিক দুয়োবিধ শিক্ষা; **—ৱেতন** দুজন মালিকৰ পৰা বেতন লোৱা লোক, বিশ্বাসঘাতক; **—ব্যঞ্জন** পুৰুষ নাৰী দুয়োটা চিন থকা লোক; **—সম্ভৱ** দোধোৰ-মোধোৰ।

**উভয়তঃ** *অব্য.* ১। দুয়োফালৰ পৰা বা দুয়োফালে। মনু ৮।৩১৫; ২। দুয়োটা বিষয়ত বা সম্পৰ্কত, ৩। দুয়ো দিশে বা ৰকমে। মনু ১।৪৭; **—দন্ত** *বিণ.* দুয়ো পাৰি দাঁত থকা; **—মুখ** দুফালে প্রৱেশ পথ থকা (ঘৰ); **—মুখী** গাই গৰু।

**উভয়ত্র** *অব্য.* দুয়োফালে, দুয়ো ঠাইতে, দুয়ো বিষয়তে। মনু ৩।১২৫ ।

**উভয়েদ্যুঃ, —য়েদ্যুঃ** দুয়ো দিনত। দুদিন। অবে ১।২৫।৪।

**উম্** ৰোষ, ক্রোধ, প্রশ্ন, অঙ্গীকাৰ, স্বীকাৰ, আন্তৰিকতা-বোধক অব্যয়।

**উমা** *স্ত্রী.* ১। দুৰ্গা। হিমালয় পুত্রী, শিৱজায়া। কু ১।২৬; ২। উজ্জ্বলতা, ৩। যশস্যা, ৪। প্রশান্তি, ৫। ৰাত্রি, ৬। হালধি, ৭। শণ-সূতা, **—চতুৰ্থী** জেঠ মাহৰ শুক্লা চতুৰ্থী; **—জনকঃ** হিমালয়। **—গুৰুঃ, —পতিঃ** সদাশিৱ; **—সুতঃ** কাৰ্ত্তিকেয় বা গণেশ। **—ৱণং** এখন নগৰ। বাণপুৰ, শোণিতপুৰ।

**উমেশঃ** সদাশিৱ।

**উম্বৰঃ** *পু.* দুৱাৰৰ চৌকাঠৰ ওপৰৰ কাঠডাল।

**উম্যং** *ক্লী.* হালধিৰ খেতি।

**উৰঃ** ভেড়া।

**উৰগঃ** *পু.* (উৰসা গচ্ছতীতি উৰস্ গম্ ড) ১। সাপ, ২। নাগ। মনু ৩।১৯৬; ৩। সীহ ধাতু; **—গা** *স্ত্রী.* নগৰ বিশেষ; **—অৰিঃ, —অশনঃ, —শত্রুঃ** ১। গৰুড়, ২। ময়ূৰ; **—ইন্দ্রঃ, —ৰাজঃ** বাসুকী, শেষনাগ; **—ভূষণঃ** সদাশিৱ, **—সাৰচন্দনং** এবিধ চন্দন কাঠ; **—স্থানং** পাতাল।

**উৰঙ্গঃ —ঙ্গমঃ** সাপ।

**উৰণঃ** ১। ভেড়া, ৰাম ছাগল, ২। ইন্দ্রই বধ কৰা এজন দৈত্য। **—ণীঃ** ভেড়ী; **—ণকঃ** মেঘ।

**উৰভ্রঃ** ভেড়া।

**উৰৰী** ১। স্বীকাৰ, ২। বিস্তাৰ, গ্রহণ আদি অৰ্থবোধক অব্যয়। সাধাৰণতে কৃ, ভূ বা অস্ ধাতুৰ [illegible]ত ব্যৱহাৰ হয়।

**উৰঃ** (স্) বুকু, স্তন। ৰ ১।১৩; **—ক্ষতং** বুকুত বা স্তনত আঘাত; **—গ্রহঃ, —ঘাতঃ** বুকুৰ বেমাৰ। হৃদশূল; **—ছদঃ, —ত্রাণং** কবচ, বৰ্ম; **—জঃ, —ভূঃ, —সিজঃ, —সিৰুহঃ** মাইকী মানুহৰ স্তন, পিয়াহ। শি ৮।৫৩; **—ভূষণং** বুকৰ অলঙ্কাৰ; **—সূত্রিকা** বুকুত ওলমি থকা হাৰ।

**উৰস্য** *বিণ.* ১। বুকত থকা, ২। বৈধ সন্তান, ৩। উৎকৃষ্ট; **—স্যঃ** পুত্র সন্তান।

**উৰস্বৎ, —সিল** *বিণ.* বহল বুকুযুক্ত।

**উৰী** ১। অনুমতি, স্বীকাৰ, ২। অনুসৰণ, বিস্তাৰ আদি অৰ্থবোধক অব্যয়। ৰ ১৫।৭০ ।

**উৰু** *বিণ্* ১। মহান, ২। বহল, মুকলি, ৩। অত্যন্ত, প্ৰচুৰ, শ্ৰেষ্ঠ, মূল্যৱান; **—কীৰ্ত্তি** বিখ্যাত; **—ক্ৰমঃ** বিষ্ণু; **—গায়ঃ** শ্ৰীকৃষ্ণ। বিস্তীৰ্ণ গতি কঠো ২।১১; **—মাৰ্গঃ** সুদীৰ্ঘ পথ; **—ৰিক্ৰম** পৰাক্ৰমী, উচ্চ স্বৰযুক্ত; **—হাৰঃ** দামী হাৰ।

**উৰূকঃ —লূকঃ,** ফেঁচা।

**ঊৰ্ণনাভঃ** মকৰা।

**ঊৰ্ণা** *স্ত্ৰী.* ভেড়াৰ নোম, উল।

**উৰ্টঃ** ১। গৰু পোৱালি, ২। এটা বছৰ।

**উৰ্ৱৰা** *স্ত্ৰী.* (ঋ অচ টাপ) ১। সাৰুৱা পথাৰ, ২। ভূমি, পথাৰ।

**উৰ্ৱশী** *স্ত্ৰী.* (উৰু অশ ক গৌৰাদিত্বাৎ ঙীষ) স্বৰ্গৰ বিখ্যাত অপসৰা এগৰাকী। ঋগবেদতো উৰ্বশীৰ নাম পোৱা যায়। আখ্যানমতে উৰ্বশীক দেখাৰ লগে লগে মিত্ৰ আৰু বৰুণৰ বীৰ্য্যস্খলন হয় আৰু তাৰ পৰা অগস্ত্য আৰু বিশ্বামিত্ৰৰ জন্ম হয়। তাৰ পিছত মিত্ৰাবৰুণৰ শাপত তাই মৰ্ত্যত আহি পুৰুৰৱাৰ পত্নী হয় আৰু শাপৰ কাল শেষ হোৱাত স্বৰ্গলৈ ঘূৰি আহে। কিছুকালৰ পিছত আকৌ পুৰুৰৱাৰ লগত থাকিবলৈ আহে। এই সময়তে তাইৰ এটা পুত্ৰ হয়। সেই পুত্ৰৰ নাম আয়ুস। তাৰ পিছত তাই পুৰুৰৱাক চিৰকাললৈ ত্যাগ কৰি গুচি যায়। **—ৰমণঃ, —সহায়ঃ —ৱল্লভ** পুৰুৰ[illegible]।

**উৰ্ৱাৰুঃ** এবিধ বাঙি।

**উৰ্ৱী** *স্ত্ৰী.* ১। মহান ক্ষেত্ৰ, পৃথিৱী, ২। খোলা ঠাই, **—ঈশঃ, —ঈশ্বৰঃ, —পতিঃ, —ধৰঃ** ৰজা; **—ধৰঃ** ১। পৰ্বত, ২। শেষ নাগ; **—ভৃৎ** ৰজা। পৰ্বত; **—ৰুহঃ** গছ।

**উলপঃ** *পু.* ১। বিস্তীৰ্ণ লতা। চাৰিওফালে বিয়পি পৰা লতা, ২। কোমল ঘাঁহনি।

**উলূকঃ** ১। ফেঁচা, ২। ইন্দ্ৰ, ৩। বিশ্বামিত্ৰৰ পুত্ৰ।

**উলূখলং** *ক্লী.* উৰাল।

**উলূতঃ** অজগৰ সাপ।

**উলু(লু)পী(ন্)** *পু.* শিহু।

**উলূপী** *স্ত্ৰী.* কৌৰব্য নামৰ নাগৰ কন্যা। অৰ্জুনৰ পত্নী। আখ্যান মতে গঙ্গাত গা ধুই থাকোঁতে তাই অৰ্জুনক দেখে আৰু অৰ্জুনক পতিৰূপে পাবলৈ ইচ্ছা কৰে। তাই অৰ্জুনক পাতাললৈ লৈ যায় আৰু তাতে অৰ্জুনৰ প্ৰতি প্ৰণয় নিবেদন কৰে। শেষত অৰ্জুন মান্তি হয়। তেওঁলোকৰ পুত্ৰৰ নাম ইৰাৱত। বভ্ৰুবাহনে অৰ্জুনৰ শিৰশ্ছেদ কৰাৰ সময়ত এই উলূপীৰ সহায়ত পুনৰ জীৱন লাভ কৰে।)

**উল্কা** ১। আকাশৰ পৰা সৰি পৰা স্ফুলিঙ্গ, অগ্নিশিখা। মনু ১।৩৮; ২। ধূমকেতু, পপীয়া তৰা, ৩। মশাল, ৪। জুই; **—মুখঃ** মুখত জুই থকা দৈত্য। মনু ১২।৭১।

**উল্কুষী** *স্ত্ৰী* ধূমকেতু।

**উল্মুকং** *ক্লী.* অলঙ্কাৰ। শতপথ, ৬।২।৭;

**উল্লঙ্ঘনং** *ক্লী.* ১। অতিক্ৰম, ২। শাস্ত্ৰবিধি উপেক্ষা।

**উল্লল** *বিণ* ১। নোমাল। ঘন নোম থকা, ২। আন্দোলিত।

**উল্লসনং** *ক্লী.* ১। উল্লাস, আনন্দ, ২। ৰোমাঞ্চিত হোৱা।

**উল্লাঘঃ** *পু.* (উৎ লাঘ ক্ত) ১। বেমাৰৰ পৰা উঠা, ৰোগমুক্ত, ২। চতুৰ, ৩। পৱিত্ৰ, ৪। আনন্দিত।

**উল্লাপঃ** *পু.* (উৎ লপ ঘঞ) ১। বাক্য, বচন, ২। কটু ভাষণ, ৩। উচ্চস্বৰে আহ্বান, ৪। বেমাৰ, আবেগাদিৰ সময়ত মাতৰ বিকাৰ, ৫। ইঙ্গিত। **—প্যং** এবিধ নাটক।

**উল্লাসঃ** *পু.* (উৎ লস ঘঞ) ১। পুথিৰ পৰিচ্ছেদ, যেনে - কাব্য প্ৰকাশ গ্ৰন্থৰ দহটা উল্লাস, ২। আনন্দ। স্ফূৰ্টি ৩। পোহৰ, উজ্জ্বলতা, ৪। (অলঙ্কাৰ) এবিধ অৰ্থালঙ্কাৰ।

**উল্লিঙ্গিত** *বিণ.* বিখ্যাত।

**উল্লিঢ়** *বিণ.* চিকচিকিয়া, উজ্জ্বল। ঘৰ্ষিত।

**উল্লুঞ্চনং** ১। কটা, ছিঙা, চুলি ছিঙা।

**উল্লুণ্ঠনং, —ণ্ঠা** শ্লেষ।

**উল্লেখঃ** *পু.* (উৎ লিখ ঘঞ) ১। উচ্চাৰণ, কথন, ২। খন্দা; (অলঙ্কাৰ) এবিধ অলঙ্কাৰ, সাদ ১০ পৰি; ৩। ঘঁহা, ৰোকা, ছিৰা। **—খনং** উল্লেখ, ৰোকন'

**উল্লোচঃ** ডাঙৰ ছাতি। ৰ'দ নপৰিবলৈ দিয়া পৰ্দা।

**উল্লোলঃ** *পু* প্ৰকাণ্ড ঢৌ।

**উল্বং** জৰায়ু, যোনি, **—ণ** ব্যক্ত, স্পষ্ট।

**উশনা (স্)** *পু.* ভৃগুপুত্ৰ, দৈত্যগুৰু শুক্ৰাচাৰ্য্য, গীতাত কবি (জ্ঞানী) -বিলাকৰ ভিতৰত শ্ৰেষ্ঠ বুলি কৈছে। গী ১০।৩০; আইন শাস্ত্ৰৰ ৰচয়িতা।

**উশী** ইচ্ছা, অভিলাষ। বাসনা। **—নৰঃ** গান্ধাৰ ৰাজ্য।

**উশীক্ (জ)** জুই, ঘিউ।

**উশী(ষী)ৰঃ,-ৰং,-ৰকং.** বীৰণ নামৰ গছৰ সুগন্ধী শিপা।

**উষ্** বধে, দহি (ভ্বাদি, প, সক ওষতি) ১। হত্যা কৰ, ২। দণ্ডিত কৰ, ৩। দগ্ধ কৰ। মনু ৬।২৭৩।

**উষঃ** ১। লম্পট, কামাতুৰ, ২। উৰ্বৰ ভূমি।

**উষস্** *স্ত্রী.* ১। দোকমোকালি। পুৱতি নিশা, ২। পুৱাৰ পোহৰ, ৩। পুৱা আৰু সন্ধিয়াৰ অধিষ্ঠাত্রী দেৱতা; **—সী** দিনাৱসান। বিয়লি বেলা; **—বুধঃ** জুই।

**উষা** ১। ৰাতিপুৱা। পুৱাৰ পোহৰ, ২। উৰ্বৰ ভূমি, ৩। ৰান্ধা বাচন, ৪। শোণিতপুৰৰ ৰজা বাণৰ কন্যা আৰু অনিৰুদ্ধৰ পত্নী। উষাই অনিৰুদ্ধক সপোনত দেখি বান্ধৱী চিত্ৰলেখাক কয়। চিত্ৰলেখাই অঁকা ৰাজকুমাৰ-বিলাকৰ ছবিৰ পৰা উষাই অনিৰুদ্ধক চিনি উলিয়ায়। চিত্ৰলেখাই তেতিয়া অনিৰুদ্ধক শোণিতপুৰলৈ লৈ আহে আৰু উষা অনিৰুদ্ধৰ বিবাহ সম্পন্ন কৰায়; **—কালঃ** মতা কুকুৰা।

**উষিত** *বিণ* (উষ্ ৱা ৱস্ ক্ত) ১। স্থিত, ২। দগ্ধ।

**উষ্ট্ৰঃ** ১। উট, ২। ম'হ, ৩। কুঁজ থকা ষাঁড়। **—ষ্ট্রিকা** মাটিৰ পাত্ৰ।

**উষ্ণ** *বিণ.* ১। তপত, গৰম, ২। কৰ্মঠ, কঠোৰ, ৩। তীক্ষ্ণ, চতুৰ, ৪। জলা, তিতা, ৫। খঙাল; **—ষ্ণঃ, —ষ্ণং** ১। উত্তাপ, ২। গ্ৰীষ্ম কাল, ৩। সূৰ্য্যৰ তাপ। পু. পিয়াঁজ; **—ষ্ণা** ক্ষয়ৰোগ, সন্তাপ পিত্ত, **—অংশুঃ, —কৰঃ,—গুঃ—দীধিতিঃ,—ৰুচিঃ** সূৰ্য্য; **—আগমঃ** গ্ৰীষ্ম কালৰ আগমন; **—উদকং** গৰম পানী; **—ৱাৰণং** ছাতি।

**উষ্ণক** *বিণ.* তীক্ষ্ণ। জ্বৰত ভোগা। আতুৰ, তপত হোৱা; **—কঃ** *পু.* জ্বৰ। গ্ৰীষ্মকাল।

**উষ্ণিকা** ভাতৰ মাড় বা মণ্ড।

**উষ্ণীষঃ,—ষং** মূৰত পিন্ধা পাগুৰী, কিৰীটি, মুকুট। *পু.* বিশেষ চিহ্ন। **—ষী** সদাশিৱ।

**উষ্মঃ, —ষ্মকঃ** (উষ্ মক) ১। তাপ, ২। গৰম কাল, ৩। খং, ক্ৰোধ, ৪। আগ্ৰহ, উৎসাহ, **—অন্বিত** ক্ৰোধান্বিত, **—ভাস্** সূৰ্য্য, **—স্বেদঃ** গৰম পানীৰ স্নান।

**উষ্মা(ন্)** *পু.* (উষ্ মনিন্) ১। গ্ৰীষ্মকাল, উত্তাপ। মনু ৯।২৩১; ২। তপত ভাপ, ৩। আগ্ৰহ, ৪। উষ্ম বৰ্ণ, শ, ষ, স আৰু হ।

**উস্রঃ** *পু.* (ৱস্ ৰক) ১। ষাঁড় গৰু, ২। ৰশ্মি। কি ৫।৩১; ৩। দেৱতা, ৪। সূৰ্য্য; **—স্রা** ১। উষা, ২। পোহৰ, দীপ্তি, ৩। গাই গৰু।

**উহ্** অৰ্দে (ভ্বা প স ওহতি) বধ কৰ, নাশ কৰ।

**উহু, উহহ** মাতিবৰ সময়ত ব্যৱহাৰ কৰা অব্যয়।

**উহ্নঃ** *পু.* ষাঁড় গৰু।

**উহানঃ** *পু.* এখন ৰাজ্যৰ নাম। ■

# ঊ

**ঊ** দীৰ্ঘ উকাৰ। ৬ষ্ঠ স্বৰবৰ্ণ। উচ্চাৰণ স্থান ওষ্ঠ। কোনো বিষয় আৰম্ভ কৰাৰ সময়ত ব্যৱহাৰ কৰা অব্যয় শব্দ। সম্বোধন, অনুকম্পা, অনুৰাগ আৰু ৰক্ষণ অৰ্থত ব্যৱহাৰ হোৱা আশ্চৰ্য্যবোধক শব্দ।

**ঊঃ** *পু.* (অৱ্ ক্বিপ্) মহেশ্বৰ। চন্দ্ৰ। ৰক্ষাকৰ্ত্তা।

**ঊঢ়** *বিণ* (বহ্ ক্ত) ১। বিবাহিত। ভট্টি ৪।২৫; ২। বহন কৰা, বোজা কঢ়িওৱা; **—কঙ্কটঃ** কৱচধাৰী; **—ঢ়া** পত্নী। বিবাহিতা কন্যা। **—ঢ়িঃ** বিবাহ।

**ঊতিঃ** *স্ত্রী.* ১। ৰক্ষণ, ২। কাপোৰ বোৱা বা চিলাই কৰা, ৩। উপভোগ, ৪। খেল-ধেমালি।

**ঊধস্** *ক্লী.* গাইৰ ওহাৰ।

**ঊধন্যং** গাখীৰ।

**ঊন** *বিণ.* ১। কম। অভাৱ, অসম্পূৰ্ণ, ২। দুবছৰৰ কম। ৰ ২।১৪; ৩। দুৰ্বল, নিকৃষ্ট, ৪। (অঙ্ক) বিয়োগ অৰ্থাৎ সংখ্যাত কম। যেনে একোনবিংশতিঃ ২০ৰ ১ কম অৰ্থাৎ ১৯।

**ঊম্** প্ৰশ্ন, নিন্দা, ক্ৰোধ, খং বুজাবলৈ ব্যৱহাৰ কৰা অব্যয় শব্দ।

**ঊয়্** সেৱনে (ভ্বাদি, আ, সক, ঊয়তে) কাপোৰ চিলাই কৰ।

**ঊৰব্যঃ** *পু.* (ব্ৰহ্মাৰ ঊৰুৰ পৰা উৎপন্ন) বৈশ্য বৰ্ণৰ লোক।

**ঊৰুঃ** *পু* আঁঠুৰ ওপৰ ভাগ, কৰঙন, **—অষ্ঠীৱৎ** ঊৰু আৰু আঠু; **—উদ্ভৱ** ঊৰুৰ পৰা জন্ম হোৱা, বৈশ্য; **—দঘ্ন, —মাত্ৰ** ঊৰুলৈকে ওখ; **—পৰ্ব্বন্** আঁঠু; **—ফলকং** ঊৰুৰ ভিতৰত থকা হাঁড়।

**ঊৰ্জং** *ক্লী.* ১। শক্তি, বল। ভাগ ৪।২৪।৩৮, ৩। শৰীৰৰ ৰস, তেজ। **—ৰ্জঃ** *পু.* ১। কাতি মাহ, ২। উৎসাহ, বল, শক্তি, ৩। জীৱন শক্তি। জীৱন, উশাহ

নিশাহ; **—র্জা** ১। আহাৰ, খাদ্য, ২। শক্তি, তেজ, ৩। বৃদ্ধি; **—স্বল–স্বী** *বিণ্* অতিশয় বলৱান। ভট্টি ৩।৫৫; **—স্বি (ন্)** *ক্লী.* অলঙ্কৰ।

**উৰ্জিত** *বিণ.* ১। বলৱান, শক্তিমান, ২। শ্ৰেষ্ঠ, মনোৰম, শি ১৬।৮৫; ৩। উচ্চ, মহান, সাহসী।

**উৰ্ণ** *বিণ.* উণ সূতা। উণৰ কাপোৰ; **—নাভঃ, —পটঃ** মকৰা। **–ৰ্ণা** ১। উণ সূতা, ২। দুপাৰি চেলাউৰিৰ মাজত চক্ৰাকাৰ চুলি।

**উৰ্ণায়ুঃ** *পু.* ভেঁড়া। মকৰা। উণৰ **কম্বল।**

**উৰ্ণু** আচ্ছাদনে (অদা উ সক উৰ্ণোতি) আচ্ছাদিত কৰ। বেৰি ৰাখ, লুকাই থ, ভট্টি ১৪।১০৩ ।

**উৰ্দ্দৰঃ** *পু.* ৰাক্ষস।

**উৰ্দ্ধ(ৰ্দ্ধ)** *বিণ.* ১। ঋজু, থিয়, ওপৰ, ২। উত্তোলিত, ৩। উচ্চ, শ্ৰেষ্ঠ, ৪। বহি নথকা, ৫। ছিঙি পেলোৱা, যেনে চুলি। **—ৰ্দ্ধং** উচ্চতা, (অব্য) ১। ওপৰত, শীৰ্ষত, ২। শেষ ভাগত, পিছৰ ভাগত, ৩। উচ্চৰবে, ৪। পিছত, ইয়াৰ পিছত; **—কচ, —কেশ** *বিণ.* ১। থিয় চুলি থকা, ২। যাৰ চুলি কাটি পেলোৱা হৈছে; **—কচঃ** কেতু গ্ৰহ; **—কৰ্মা** বিষ্ণু; **—কায়ঃ** শৰীৰৰ ওপৰভাগ; **—পাদঃ** সৰভ নামৰ জন্তু; **—জানু –জ্ঞ –জ্ঞু** উৰুক ওপৰলৈ তোলা, পাচ পীৰাত বহা; **—দৃষ্টি, —নেত্ৰ** ওপৰ চকুৱা। উচ্চাভিলাষী। (যোগত) দুয়োটা চেলাউৰিৰ মাজত দৃষ্টি স্থাপন, সমাহৰণ; **—দেহঃ** শ্মশানযাত্ৰা। অন্ত্যেষ্টিক্ৰিয়া; **—পাত্ৰং** যজ্ঞপাত্ৰ; **—ৰেতস্** ১। শিৱ, ২। ভীষ্ম, ৩। সনৎ কুমাৰ, ৪। নাৰী সম্ভোগৰ পৰা সম্পূৰ্ণৰূপে দূৰত থকা, ব্ৰহ্মচাৰী, সন্ন্যাসী; **—লিঙ্গঃ** শিৱ; **—লোকঃ** স্বৰ্গ; **—ৱায়ুঃ** শৰীৰৰ ওপৰ ভাগৰ বায়ু; **—শায়ী** শিৱ; **—শোধনং** বমি; **—শ্বাস** সজোৰে শ্বাস ত্যাগ; **—স্থিতিঃ** *স্ত্ৰী.* ঘোঁৰাৰ পিঠি। ওখ ঠাই। উন্নতি।

**উৰ্মি** *স্ত্ৰী. পু.* (ঋ উণাদিসূত্ৰেণ মিঃ) ১। তৰঙ্গ, ঢৌ। ৰ ১২।৮৫; ২। সোঁত, ৩। প্ৰকাশ, পোহৰ, ৪। গতিবেগ, ৫। কাপোৰৰ ভাঁজ, বা কোঁচ, ৬। শাৰী, লানি, ৭। দুৰ্দশা, উৎকণ্ঠা, (পু) সাগৰ।

**উৰ্মিকা** *স্ত্ৰী.* ১। উৎকণ্ঠা, ২। মৌমাখিৰ গুঞ্জন, ৩। কাপোৰৰ ভাজ, ৪। আঙঠী।

**উৰ্ৱৰা** *স্ত্ৰী.* উৰ্বৰ সাৰুৱা মাটি।

**উৰ্ৱশী, উৰ্ৱসী** *স্ত্ৰী.* উৰ্বশী।

**উলুপী (ন্)** *পু.* শিহু।

**উলূকঃ, উলুক** ফেঁচা।

**উষ্** ৰোগে (ভ্বাদি, প সক উষতি) বেমাৰ হ, বেমাৰত পৰ।

**উষং, —ষকং** ৰাতিপুৱা, প্ৰভাত।

**উষঃ** (উষ্ ক) *পু.* ১। খাৰুৱা মাটি, ২। টেঙা বস্তু, ৩। ফাট বা বিন্ধা, ৪। কাণৰ বিন্ধা, ৫। মলয় পৰ্বত, ৬। প্ৰভাত।

**উষণং, —ণা** জালুক, আদা, জলকীয়া।

**উষৰ** (উষ্ ৰ) *বিণ.* নিমখীয়া; **—ৰঃ** অনুৰ্বৰ ভূমি। মনু ২।১১২।

**উষা** উষা অনিৰুদ্ধৰ পত্নী।

**উষ্মন্** *পু.* ১। উত্তাপ, ২। গৰম কাম, ৩। ভাপ, ৪। আগ্ৰহ, উৎসাহ, অত্যাচাৰ, ৫। (ব্যাকৰণ) উষ্ম বৰ্ণ কেইটা শ্ ষ্ স্ আৰু হ, **—উপগমঃ** গ্ৰীষ্ম কালৰ আগমন; **—পঃ** ১। জুই, ২। পূৰ্বপুৰুষৰ প্ৰেতাত্মা।

**উহ্** বিতৰ্কে (ভ্বা উ সক, উহতি, তে) ১। মন কৰ, মন্তব্য প্ৰকাশ কৰ, ২। চিন্তা কৰ, অনুমান কৰ, ৩। প্ৰমাণ দি; **অপ—** ১। বাধা দি, দূৰ কৰ, ২। অনুসৰণ কৰ; **অভি—** ১। অনুমান কৰ, ২। আবৃত কৰ; **নিৰ্নি—** সম্পাদন কৰ; **প্ৰতি—** ১। বাধা দি, ২। অস্বীকাৰ কৰ; **প্ৰতিৱি,— ৱি—** শত্ৰুৰ বিৰুদ্ধে সৈন্য বাহিনী ৰচনা কৰ। মনু ৭।১৯১; **সং—** লগ লাগ, গোট খা (সমূহ)।

**উহঃ** *পু* (উহ্ ঘঞ্) ১। অনুমান, ২। পৰীক্ষণ, ৩। বোধ, ৪। বিতৰ্ক, ৫। অধ্যাহাৰ, আৰোপ। উহ্য পদ; **—অপোহঃ** স্বপক্ষে বিপক্ষে, সম্পূৰ্ণৰূপে আলোচনা কৰা।

**উহনং** অনুমান।

**উহনী** বাঢ়নী।

**উহিনী** *স্ত্ৰী.* ১। সমূহ, সমাৱেশ, ২। বিন্যাস, সজ্জা। ■

**ঋ** ঋকাৰ। সপ্তম স্বৰবৰ্ণ। পাণিনীয় শিৱসূত্ৰৰ দ্বিতীয় সূত্ৰৰ প্ৰথম্ বৰ্ণ। উচ্চাৰণ স্থান মূৰ্দ্ধা।

**ঋ** সম্বোধন, নিন্দা, ভৰ্ৎসনাবোধক অব্যয়।

**ঋ** ক) প্ৰাপে, গত্যাম্ (ভ্বাদি, প সক ঋচ্ছতি), যা, গমন কৰ। লাভ কৰ, উত্তোলন কৰ। মনোযোগ দি। (নিজন্ত) অৰ্পয়তি।

খ) গত্যাম (জুহো, ইয়ৰ্ত্তি) বেদতহে পোৱা যায়।

গ) হিংসনে (স্বাদি প সক ঋণোতি) ১। আঘাত কৰ, ২। আক্ৰমণ কৰ, ৩। (দৃষ্টি) নিক্ষেপ কৰ, ৪। দি, অৰ্পণ কৰ, ন্যস্ত কৰ। শ ১।১৯।

**ঋকৃণ** *বিণ.* আঘাতপ্ৰাপ্ত।

**ঋক্‌থং** ১। ধন, সম্পত্তি, ২। মৃত্যুৰ পিছত বৈ যোৱা সম্পত্তি, ৩। সোণ; **—গ্ৰাহঃ** উত্তৰাধিকাৰী; **—ভাগঃ** সম্পত্তিৰ ভাগ, অংশ; **—ভাগী, —হৰ, —হাৰী** ভাগী, সম্পত্তিৰ অংশীদাৰ।

**ঋক্ষ্** ৱধে (স্বা প সক ঋক্ষোতি) বৈদিক ধাতু। বধ কৰ।

**ঋক্ষং** *ক্লী. পু.* (ঋ ষ্ স) নক্ষত্ৰ। মনু ২।১৯১; **—ক্ষা** উত্তৰ দিশ।

**ঋক্ষঃ** *পু.* (ঋক্ষ অচ্) ১। এখন পৰ্বতৰ নাম, ২। ভালুক, ৩। বিদূৰথৰ পুত্ৰ; **—ক্ষাঃ** সপ্তৰ্ষি মণ্ডল। ৰ ১২।২৫; **—চক্ৰং** নক্ষত্ৰ চক্ৰ; **—নাথঃ, —ঈশঃ** চন্দ্ৰ; **—নেমিঃ** বিষ্ণু; **—ৰাজঃ** ১। চন্দ্ৰ, ২। জাম্বৱন্ত; **—হৰীশ্বৰঃ** বান্দৰ আৰু ভালুকৰ প্ৰভু, স্বামী।

**ঋক্ষৰঃ** ১। পুৰোহিত, ২। কাইট।

**ঋক্ষৱান্** *পু.* নৰ্মদাৰ কাষৰ এখন পৰ্বত।

**ঋচ্ (ক্)** *স্ত্ৰী.* (ঋচ্ ক্বিপ্) ১। স্তোত্ৰ, ২। ঋকবেদৰ মন্ত্ৰ। ঋকবেদৰ একৈশটা শাখা আছিল বুলি জনা যায়। বৰ্ত্তমান মাত্ৰ কেইটামানহে আছেগৈ, ৩। ঋক্ বেদ, ৪। সৌন্দৰ্য্য। প্ৰশংসা, পূজা, অৰ্চনা; **—ৱেদঃ** ৪খন বেদৰ (ঋক যজুঃ সাম অথৰ্ব) ভিতৰত সকলোতকৈ পুৰণি আৰু পৱিত্ৰ গ্ৰন্থ; **—সংহিতা** ঋক বেদৰ মন্ত্ৰসমূহৰ শৃঙ্খলাবদ্ধ সংগ্ৰহ।

**ঋচীষঃ** ঘণ্টা; **—ষং** কেৰাহী।

**ঋচ্ছ্** মূৰ্ত্তৌ, গমনে, মোহে (তুদা প সক, অক ঋচ্ছতি) ১। কঠিন হ, ২। গমন কৰ, ৩। মোহিত হ।

**ঋচ্ছকা** আশা। বাসনা।

**ঋজ্** গত্যাম, স্থৈৰ্যে, অৰ্জনে, উৰ্জনে (ভ্বাদি, আ, অক, সক অৰ্জতে) ১। গমন কৰ, ২। পা, লাভ কৰ, ৩। স্থিৰ হ, থিয় হ, ৪। শক্ত বা কঠিন হ।

**ঋজু, ঋজুক** *বিণ.* ১। চিধা, পোন, ২। থিয়, অকপট, সৰল, ৩। অনুকূল; **—কায়ঃ** কশ্যপ মুনি; **—ৰোহিতং** ইন্দ্ৰৰ ৰঙা ধনুখন।

**ঋজ্বী** *স্ত্ৰী.* ১। সৰলা নাৰী, ২। গ্ৰহৰ চলন।

**ঋজ্ৰঃ** নায়ক।

**ঋজ্ৰাসনঃ** *পু* মেঘ।

**ঋণ্** গতৌ (তনা উ সক ঋণোতি, ঋণুতে, অৰ্ণুতে) গমন কৰ।

**ঋণং** *ক্লী.* (ঋ ক্ত) ১। ধাৰ, দেনা। বাধ্যতা, কৰ্তব্যতা, ২। তিনিবিধ ঋণৰ বিষয়ে 'অনৃণ' চাওক, ৩। (অঙ্ক) বিয়োগ, ৪। দুৰ্গ, ৫। পানী, ৬। ভূমি; **—অন্তকঃ** মঙ্গলগ্ৰহ; **—অপনোদন, —দানং, —মুক্তিঃ, —শোধনং** ধাৰ পৰিশোধ; **—আদানং** ধাৰে দিয়া ধন ঘূৰাই পোৱা; **—ঋণং (ঋণাৰ্ণং)** ধাৰ পৰিশোধৰ কাৰণে কৰা ধাৰ; **—দাসঃ** ধাৰৰ বিনিময়ত পোৱা দাস; **—মৎকুণঃ, —মাৰ্গণঃ** জামিন, বন্ধক; **—লেখ্যং** ধাৰৰ বাবে লিখি দিয়া দলিল বা কাগজ।

**ঋত** *বিণ.* ১। উপযুক্ত, শুদ্ধ। ২। সৰল, সাধু। আ ১০।১৪; ৩। পূজিত, সম্মানিত; **—তং** *অব্য.* সঁচাকৈয়ে, শুদ্ধভাৱে; **—তং** ১। ধৰ্মনীতি, ২। সদাচাৰ, ৩। পৱিত্ৰ সত্য, ৪। পানী, ৫। সত্য, ৬। উঞ্ছবৃত্তি, 'উঞ্ছ' চাওক। মনু ৪।৪; ৭। বিষ্ণু; *পু.* সূৰ্য্য, **—ধামন্** বিষ্ণু।

**ঋতিঃ** *স্ত্ৰী.* ১। কল্যাণ, ২। স্পৰ্দ্ধা, ৩। গমন, ৪। অশান্তি, অমঙ্গল, ৫। যজ্ঞীয় দেৱতা।

**ঋতীয়া** *স্ত্ৰী.* (ঋত ঈয়ঙ্ টাপ্) ঘৃণা, নিন্দা।

**ঋতুঃ** *পু.* (ঋ অৰ্তেশ্চ তুঃ কিৎ) ১। কাল, ২। বছৰৰ ভাগ, ৬টা ঋতু— গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত, বসন্ত। কোনো কোনো স্মৃতিত পাঁচটা ঋতু বুলি উল্লেখ কৰা আছে। হেমন্ত আৰু শীতক এটা বুলি ধৰিছে, ৩। নাৰীৰ মাহেকীয়া স্ৰাৱ, ৪। গৰ্ভাধানৰ বাবে উপযুক্ত সময়। মনু ৩।৪৬; ৫। প্ৰকাশ, উজ্জ্বলতা, ৬। সংখ্যা '৬'

**—কালঃ, —ৱেলা** ১। ঋতু কাল, ২। গৰ্ভাধানৰ উপযুক্ত সময় ঋতুস্ৰাৱৰ পৰা ১৬ ৰাতিৰ পিছত; **—গামী** উপযুক্ত সময়ত সহবাস; **—পৰ্ণঃ** অযোধ্যাৰ ৰজা, অযুতায়ুৰ পুত্ৰ; **—মুখং** ঋতুৰ প্ৰথম দিন; **—ৰাজঃ** বসন্ত কাল; **—লিঙ্গং** ১। যি চিহ্ন বা লক্ষণৰ দ্বাৰা ঋতুৰ আগমন বুজা যায়, ২। ঋতুস্ৰাৱৰ পিছত স্নান কৰি উঠা (অৰ্থাৎ সহবাসৰ যোগ্যা) স্ত্ৰী।

**ঋতে** *অব্য.* বিনা, বৰ্জন, ৰ ৩।৬৩; গী ১১।৩২।

**ঋত্বিক্(জ্)** *পু.* (ঋতু যজ ক্বিন) ১। পুৰোহিত। যজ্ঞত ৪ জন প্ৰধান পুৰোহিত- হোতা, উদগাতা, অধ্বৰ্যু আৰু ব্ৰহ্মা। ডাঙৰ যজ্ঞত এনে ১৬ জন থাকে। ২। নাটকত নায়কৰ ধৰ্ম সহায়ক। সাদ ৩।৫১।

**ঋদ্ধ** *বিণ* **সমৃদ্ধ,** সম্পন্ন। গী ২।৮।

**ঋদ্ধং** *ক্লী.* (ঋধ্ ক্ত) ১। পৰিষ্কাৰ কৰা ধান বা শস্য, ২। সিদ্ধান্ত; **—দ্ধঃ** বিষ্ণু।

**ঋদ্ধি** *স্ত্ৰী.* (ঋধ ক্তিন) ১। এবিধ ঔষধ, ২। বৃদ্ধি, উন্নতি, সিদ্ধি, যোগ্যতা, ৩। যশস্যা, ঐশ্বৰ্য্য, সমৃদ্ধি, ৪। পাৰ্বতী, লক্ষ্মী।

**ঋধ্** বৃদ্ধৌ (দিৱা, স্বা গ সক ঋধ্যতি, ঋধ্নোতি) ১। উন্নতি কৰ, বৃদ্ধি হ, কৃতকাৰ্য্য হ, ২। তৃপ্ত কৰ, আনন্দিত কৰ, প্ৰসন্ন কৰ।

**ঋফ** দানে, শ্লাঘায়াম্, হিংসায়াম্, নিন্দায়াম। (তুদা প সক অক ঋফতি)।

**ঋভুঃ** দেৱতা। ঋ বে ৯।২১।৬।

**ঋভুক্ষঃ** ১। ইন্দ্ৰ, ২। স্বৰ্গ।

**ঋভুক্ষিন্** *পু.* ইন্দ্ৰ।

**ঋশ্যং** হত্যা।

**ঋশ্যঃ** *পু.* এবিধ হৰিণ ঋবে ৮।৪।১০; **—কেতুঃ** ১। প্ৰদ্যুম্নৰ পুত্ৰ, ২। কামদেৱ।

**ঋষ্** গতৌ (তুদা প সক ঋষতি) ১। গমন কৰ, ২। হত্যা কৰ, আঘাত কৰ।

**ঋষভঃ** *পু.* (ঋষ্ অভচ্ ক্বিৎ) ১। ষাঁড় গৰু। ঋবে ৬।২৮।৮, ২। সমাসৰ শেষত থাকিলে (উত্তৰ পদত) শ্ৰেষ্ঠ, সৰ্বোত্তম, যেনে পুৰুষৰ্ষভঃ, ৩। কাণৰ বিন্ধা, ৪। কুম্ভীৰৰ নেজ, ৫। সপ্তসুৰৰ দ্বিতীয় (ৰে), ৬। ভালুকৰ নেজ; **—ভী** মতা মানুহৰ লক্ষণ (যেনে ডাঢ়ি গোঁফ আদি) থকা নাৰী, বিধবা, গাই গৰু; **—তৰ্পণং** ঋষিৰ প্ৰতি অৰ্পিত অৰ্ঘ্য; **—কূটঃ** এখন পৰ্বতৰ নাম; **—ধ্বজঃ** শিৱ।

**ঋষিঃ** *পু.* (ঋষ্ উণাদিসূত্ৰেণ ইন্) ১। (জ্ঞানৰ দ্বাৰা) মন্ত্ৰদ্ৰষ্টা। আচাৰ্য্য। ঋবে ১।১।২; মুনি, মহৰ্ষি, সন্ন্যাসী, ২। ৰক্ষী। ঋষি ৭ প্ৰকাৰ। ব্যাসাদি মহৰ্ষি, ভেলাদি পৰমৰ্ষি, কণ্বাদি দেৱৰ্ষি, বশিষ্ঠাদি ব্ৰহ্মৰ্ষি, সুশ্ৰুতাদি শ্ৰুতৰ্ষি, ঋতুপৰ্ণাদি ৰাজৰ্ষি আৰু জৈমিন্যাদি কাণ্ডৰ্ষি। ৭ জন ঋষিৰ নাম— মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু আৰু বশিষ্ঠ; **—কঃ** ঋষিপুত্ৰ; **—কুল্যা** এখন পবিত্ৰ নদী; **—পঞ্চমী** ভাদ মাহৰ শুক্লপঞ্চমীত উদযাপিত পৰ্ব।

**ঋষ্টিঃ** *পু. স্ত্ৰী.* ১। খড়্গ, তৰোৱাল, ২। যাঠী আদি যি কোনো অস্ত্ৰ। ঋবে ১।১৬৬।৪; ৩। দীপ্তি ঋবে ৩।৫৪।১৩ ।

**ঋষ্যঃ** *পু. স্ত্ৰী.* (ঋষ যৎ) এবিধ হৰিণ; **—কেতুঃ** অনিৰুদ্ধ; **—মূকঃ** পম্পাসৰোবৰৰ কাষৰ এখন পৰ্বত। এইখনতে শ্ৰীৰামে সুগ্ৰীৱৰ লগত কিছুদিন আছিল; **—শৃঙ্গঃ** এজন ঋষিৰ নাম। বিভাণ্ডকৰ পুত্ৰ। আখ্যান মতে বিভাণ্ডক নামৰ এগৰাকী মহাতেজস্বী তপস্বী আছিল। তেওঁ তপস্যা কৰি থকা সময়তে উৰ্বশীক দেখি মুগ্ধ হ'ল আৰু লগে লগে বীৰ্য্য স্খলিত হৈ সৰোবৰত পৰিল। এটা হৰিণে পানী খাবলৈ আহি সৰোবৰত মুখ দিয়াত বীৰ্য্য হৰিণৰ পেটলৈ গ'ল আৰু গৰ্ভৱতী হ'ল। এই হৰিণীটি আগতে কোনোবা অপ্সৰা আছিল, শাপৰ ফলত হৰিণী হৈ আছিল। তাৰ পিছত সেই হৰিণীৰ পৰা এটা পুত্ৰ সন্তান জন্ম হ'ল। সন্তানৰ মূৰত দুটা শিঙ দেখি পুত্ৰৰ নাম ঋষ্যশৃঙ্গ ৰাখিলে। এবাৰ অঙ্গৰাজ্যত ভয়ানক অনাবৃষ্টি হোৱাত ব্ৰাহ্মণসকলে ঋষ্যশৃঙ্গ মুনিক অঙ্গৰাজ্যলৈ আনিলে বৰষুণ হ'ব বুলি কোৱাত ৰজা লোমপাদে সুন্দৰী অপ্সৰা এগৰাকীক পঠিয়াই ঋষ্যশৃঙ্গক অনালে। ৰাজ্যত বৰষুণ হ'ল। ৰজাই বন্ধু দশৰথৰ কন্যা শান্তাক ঋষ্যশৃঙ্গলৈ বিয়া দিলে। ৰজা দশৰথ বহুদিন অপুত্ৰক হৈ থকাত বশিষ্ঠৰ নিৰ্দেশক্ৰমে অঙ্গৰাজ্যৰ পৰা ঋষ্যশৃঙ্গক অনাই পুত্ৰেষ্টি যজ্ঞ কৰায়। তাৰ পিছত দশৰথৰ চাৰিজন পুত্ৰৰ জন্ম হয়; **—কঃ** বগা ঠেঙৰ হৰিণ এবিধ। ■

ৠ দীৰ্ঘ ঋকাৰ। অষ্টম স্বৰবৰ্ণ, উচ্চাৰণস্থান মূৰ্দ্ধা। আতঙ্ক, খেদি পঠিওৱা, নিন্দা, অনুৰাগ স্মৃতিবোধক অব্যয় শব্দ।

ৠঃ পু. ১। ভৈৰব, ২। দৈত্য বা দানৱ। স্ত্রী দানৱ মাতৃ। স্মৃতি।

ৠ গত্যাং (প্ৰাদি, ক্ৰ্যাদি, প, সক ঋণাতি) গমন কৰ, লৰচৰ কৰ। ■

## ঌ

ঌ, ঌকাৰ। ২য় শিৱসূত্ৰৰ ২য় আৰু বৰ্ণমালাৰ নৱম স্বৰবৰ্ণ। উচ্চাৰণ স্থান দন্ত। ১। ভূমি, ২। পৰ্বত। ■

## ৡ

ৡ দীৰ্ঘ ঌকাৰ। বৰ্ণমালাৰ ১০ম স্বৰবৰ্ণ। উচ্চাৰণ স্থান দন্ত।

ৡঃ স্ত্রী. দেৱমাতা। দৈত্যপত্নী, কামধেনুমাতা। পু. মহাদেৱ। ■

## এ

এ একাৰ। একাদশ স্বৰবৰ্ণ আৰু শিৱসূত্ৰৰ ৩য় সূত্ৰৰ ১ম বৰ্ণ। উচ্চাৰণ স্থান কণ্ঠ তালু।
স্মৰণ, অসূয়া, নিন্দা, অনুকম্পা, আমন্ত্ৰণ, আহ্বানবোধক অব্যয়।

এঃ *পু.* (ইণ্ অচ্) বিষ্ণু।

এক *বিণ.* (ইণ্ গতৌ কন্) ১। এটা, অকল, ২। কেৱল আনৰ কাৰো লগত নহয়। মনু ২।৪৭, ৩। শ্ৰেষ্ঠ, প্ৰধান, একমাত্ৰ, সৰ্ব্বোচ্চ, চূড়ান্ত, ৪। অনুপম, ৫। দুই বা বহুৰ মাজত, **—অক্ষ** ১। এডাল ধুৰা থকা (গাড়ী), ২। এচকুৱা; **—অক্ষঃ** কাউৰী, শিৱ; **—অক্ষৰং** এটা আখৰ থকা; 'ওম্' **—অগ্ৰ** একাগ্ৰতা, মনোযোগী। মনু ১।১ অবিচলিত; **—অঙ্গঃ** ১। দেহৰক্ষী, ২। মঙ্গলগ্ৰহ; **—অন্ত** *বিণ* ১। অকলশৰীয়া, ২। একমুখী, ৩। চৰম, খাটাং, অপৰিবৰ্ত্তিত, শাশ্বত, মে ১০৯; নিৰ্জন, চৰম সীমা; **—অন্ততং —অন্ততঃ** *অব্য* ১। একমাত্ৰ, সদায়, অত্যন্তৰূপে, মে ১০৯; **—অন্তৰঃ** শেষৰ আগৰটো, দুটাৰ মাজৰটো; **—অন্তিকঃ** *বিণ* চূড়ান্ত; **—অয়নঃ** এজনে যাব পৰা (পথ), একাগ্ৰ। (**—নং**) ১। নিৰ্জন স্থান, ২। মিলনৰ স্থান, ৩। একেশ্বৰবাদ; **—আতপত্ৰ** একচ্ছত্ৰী (ৰজা); **—আৱলিঃ** বহুতো মুক্তা লগোৱা এডাল হাৰ; **—উদকঃ** অন্ত্যেষ্টিক্ৰিয়াত একেলগে জল তৰ্পণ কৰা আত্মীয়; **—উদৰঃ** সহোদৰ; **—উদ্দিষ্টং** এজনৰ উদ্দেশ্যে কৰা (শ্ৰাদ্ধ); **—ঊন** এক কম; **—এক** এজনৰ পিছত এজন; **—একৈকশঃ** *অব্য* এজন এজনকৈ; **—ওঘঃ** প্ৰহাৰ; **—কৰঃ** এটাহে মাত্ৰ কাম কৰোঁতা; **—কালীন** *বিণ* ১। এবাৰ মাত্ৰ হোৱা, ২। সমসাময়িক; **—কুণ্ডলঃ** কুবেৰ, বলভদ্ৰ, শেষনাগ; **—চক্ৰ** ১। এক চকীয়া, ২। এজন ৰজাই শাসন কৰা; **—চৰ** *বিণ* ১। অকলে চৰি ফুৰা, ২। এজন অনুচৰ থকা, ৩। সাৰথিহীন; **—চাৰী** অকলশৰীয়া (**ণী**) পতিব্ৰতা পত্নী; **—চিত্তং** একমন, একপ্ৰাণ, ঐক্যমত; **—জ্যোতিঃ** শিৱ; **—তাল** ঐক্যতান; **—তীৰ্থিন্** ১। একেখন নদীত স্নান কৰা, ২। একে ধৰ্মীয়, ৩। সহপাঠী; **—দন্তঃ** গণেশ; **—দণ্ডীঃ** একে পৰ্য্যায়ৰ সন্ন্যাসী; **—দৃশ্, —দৃষ্টি** শিৱ, দাশনিক, কাউৰী; **—দেৱঃ** পৰমেশ্বৰ; **—দেশঃ** ১। এটুকুৰা ঠাই, ২। স্থানৰ একাংশ, এফাল; **—ধৰ্ম্মী** একে গুণসম্পন্ন; এক ধৰ্মীয়; **—ধুৰ, —ধুৰী** একমাত্ৰ কামৰ উপযুক্ত, একমাত্ৰ বোজাৰ যোগ্য; **—নটঃ** নাটকৰ সূত্ৰধাৰ; **—পত্নী** পতিব্ৰতা পত্নী; **—পদী** পদপথ; **—পদে** *অব্য* হঠাতে, আচম্বিতে; **—পাদঃ** ১। একমাত্ৰ ভৰি, ২। একমাত্ৰ পাদ, ৩। শিৱ, বিষ্ণু; **—পিণ্ড** *বিণ* একত্ৰ পিণ্ডদান; **—ভাৱঃ** *বিণ* অনুৰক্ত; **—যষ্টি** মুক্তাৰ হাৰ; **—যোনি** সহোদৰ, একেটা পৰিয়ালৰ মনু ৯।১৪৮; **—ৰস** একেটা লক্ষ্য বা অনুভৱ; **—ৰাজঃ** একছত্ৰী ৰজা; **—ৰাত্ৰঃ** এৰাতিৰ ব্ৰত বা পৰ্ব; **—বিংশতিঃ** *পু* সহ

উত্তৰাধিকাৰী; **—ৰূপ** ১। সদৃশ, ২। একে সমান: **—লিঙ্গঃ** ১। এটা লিঙ্গৰ শব্দ, ২। কুবেৰ; **—বৰ্ষিকা** এবছৰীয়া চেঁউৰী; **—বিষয়ী** প্ৰতিযোগী; **—বেণী** (পতিৰ দ্বাৰা বিচ্ছেদ হোৱা) একবেণীযুক্তা তিৰোতা। মে ৯২; **—শফ** ঘোঁৰাৰ দৰে এটা খুৰাযুক্ত (জন্তু); **—শৰীৰ** সগোত্ৰীয়; **—শৃঙ্গ** এটা শিং থকা। গঁড়। বিষ্ণু; **—শেষঃ** এবিধ দ্বন্দ্ব সমাস, য'ত সমাসৰ পদবিলাকৰ মাত্ৰ এটাহে লোৱা হয়। যেনে মাতাপিতৰৌৰ সলনি পিতৰৌ; **—সৰ্গ** মনোযোগী; **—হায়ন** এবছৰীয়া (–নী) এবছৰীয়া চেঁউৰী।

**একক** *বিণ.* ১। অকল, একমাত্ৰ, একে, অনন্য অভিন্ন।

**একজটা** *স্ত্ৰী.* উগ্ৰতাৰা।

**একজন্মা** *পু.* ১। ৰজা, ২। অদ্বিজ, শূদ্ৰ।

**একতম** *বিণ.* ১। এক, ২। বহুতৰ ভিতৰত এটা।

**একতৰ** *বিণ.* দুটাৰ ভিতৰত এটা।

**একতস্** *অব্য.* ১। এফালৰ পৰা, এফালে, ২। এটাৰ পিছত এটাকৈ।

**একতা** *স্ত্ৰী.* (এক তল্ টাপ্) একত্ব, ঐক্য।

**একত্ৰ** *অব্য.* ১। এঠাইত। ২। একেলগে।

**একদা** *অব্য.* এদিন। এসময়ত। একে সময়তে।

**একধা** *অব্য.* ১। এক ফালে, ২। হঠাতে, একে সময়তে, একেলগে।

**একল** *বিণ.* অকল, নিৰ্জন।

**একশৎ** *অব্য.* এটাৰ পিছত এটাকৈ, এটা এটাকৈ।

**একাকিন্** *বিণ.* অকলশৰীয়া, নিঃসঙ্গ, কেৱল।

**একাদশ(ন্)** সংখ্যাবাচক, এঘাৰ। দুৰ্যোধনৰ সেনাপতিৰ নাম। মনু ২।৪৬।

**একাদশদ্বাৰং** শৰীৰৰ এঘাৰখন দুৱাৰ (ছিদ্ৰ)।

**একাদশৰুদ্ৰাঃ** এঘাৰটা ৰুদ্ৰ।

**একাদশী** *স্ত্ৰী.* ১। দুয়োটা পক্ষৰ একাদশী তিথি। উপবাসৰ বাবে প্ৰশস্ত দিন, ২। হৰিবাসৰ, বিষ্ণুৰ তিথি (স্মৃতি)।

**একানংশ** *স্ত্ৰী.* পাৰ্বতী।

**একান্তী** বিষ্ণুভক্তি।

**একান্ন** *বিণ.* একভক্ত। অবিভক্ত।

**একাব্দা** *স্ত্ৰী.* এবছৰীয়া চেঁউৰী।

**এজ্** ক ) দীপ্তৌ (ভ্বাদি অক এজতে) উজ্জ্বল হ, পোহৰ দি। খ) কম্পে (ভ্বাদি প সক এজতি) ১। কঁপি থাক, ২। লৰচৰ কৰ।

**এজনং** *ক্লী.* কম্পন।

**এঠ্** বাধনে (ভ্বাদি আ সক এঠতে) ১। খং তোল। ২। বাধা দি। বিৰোধিতা কৰ।

**এড** *বিণ.* কলা, **—ডঃ** এবিধ ভেঁড়া, **—মূক** *বিণ.* ১। বোবা কলা, ২। দুষ্ট। বিকৃত স্বভাৱী।

**এডকঃ** ১। ৰাম ছাগলী, ২। বনৰীয়া ভেঁড়া; **—কা** মাইকী ভেঁড়া।

**এণঃ, এণকঃ** এবিধ ক'লা হৰিণ; **—অজিনং** হৰিণৰ ছাল; **—তিলকঃ, —ভৃৎ** চন্দ্ৰ; **—দৃশ্** হৰিণৰ দৰে চকু থকা। (পু) মকৰ ৰাশি; (—ণী) মাইকী হৰিণ। হৰিণী।

**এত (এতা, এতী)** *বিণ.* চিত্ৰ বিচিত্ৰ; **—তঃ** হৰিণ।

**এতদ্** *সৰ্ব.* ১। এইটো এইখন, ২। আন সৰ্বনামৰ লগত যেনে 'এতদন্ত'। মনু ৩।১৪৭; (অব্য), এইভাবে, এইদৰে, **—দ্বিতীয়** দ্বিতীয় বাৰ কৰোঁতা; **—প্ৰথম** প্ৰথম বাৰ কৰোঁতা।

**এতনঃ** *পু.* উশাহ-নিশাহ।

**এতৰ্হি** *অব্য* এতিয়াই, এই সময়তে। সম্প্ৰতি। ভা ১।১৭।৪২।

**এতশঃ** ব্ৰাহ্মণ।

**এতাদৃশ্** *বিণ.* এই এনেকুৱা, এই ধৰণৰ।

**এতাৱৎ** *বিণ.* এই পৰিমাণৰ। ৰ ২।৫১; ইমানখিনি, ইমানলৈকে, এনে গুণসম্পন্ন।

**এধ্** বৃদ্ধৌ (ভ্বাদি, আ অক এধতে) ১। বৃদ্ধি হ, ২। উন্নতি হ, ৩। আনন্দত থাক। মনু ৪।১৭০।

**এধঃ (স্)** *ক্লী.* (এধ্ অসুন্) ১। ইন্ধন, ২। জুই জ্বলোৱা খৰি বা কাঠ। শি ২।৯৯; **—তুঃ** ১। পুৰুষ, ২। অগ্নি।

**এধা** *স্ত্ৰী.* উন্নতি, সুখ-শান্তি।

**এধিত** *বিণ.* বৰ্দ্ধিত। বৃদ্ধিপ্ৰাপ্ত।

**এনঃ (স্)** *ক্লী* ১। পাপ, অপৰাধ, ২। অশান্তি, ৩। নিন্দা। ৰ ৫।২৩; **এনস্বৎ** দুষ্ট, পাপী।

**এৰণ্ডঃ** *পু* (আ ঈৰ্ গতৌ বাহুলকাৎ অণ্ডচ্) এড়া গছ। **—ণ্ডা** জালুক।

**এলকঃ** ভেঁড়া।

**এলঙ্গঃ** এলেং মাছ।

**এলৱালু, —লুকং** ১। লালুক নামৰ এবিধ সুগন্ধি দ্ৰব্য, ২। কপিত্থ গছৰ সুগন্ধি বাকলি।

**এলৱিলঃ** কুবেৰ।

**এলা** এলাচি গছ, এলাচী গুটি, **—লীকা** সৰু এলাচী।

**এব্র** এই অব্য শব্দটি সাধাৰণতে ১। সঠিক, ২। নিচিনা এক, ৩। একমাত্র, কেৱল, সোনকালে, ৪। নির্দেশ, আজ্ঞা, ৫। বাধা আদি শব্দৰ অৰ্থত দৃঢ়তা আৰোপ কৰিবৰ সময়ত ব্যৱহাৰ কৰা হয়। যেনে 'একমেৱ' বুলিলে 'মাত্র এটাই'। ভৱিতব্যমেৱ বুলিলে 'ভৱিষ্যতে হবই' —এনে অর্থ প্রকাশ কৰে।

**এৱং** *অব্য* ১। এইদৰে, এই ধৰণে, ২। এনেকুৱাই।

**এষ্** গতৌ (ভ্বাদি, উ, শক এষতে, এষতি) ১। গমন কৰ, ওচৰ চাপ, ২। শীঘ্রে যা, উৰি পৰ।

**এষঃ** *পু* সমুখত থকা পুৰুষজন, **—ষা** আশা।

**এষণঃ** *পু* লোৰ শৰ। ভা ৭।৯।৩৯, **—ণা** ইচ্ছা, আশা। **—ণিকা, —ণী** সোণাৰীৰ তুলাচনী। ■

# ঐ

**ঐ** ঐকাৰ। দ্বাদশ স্বৰ বৰ্ণ। শিৱসূত্রৰ ৪র্থ সূত্রৰ ১ম বৰ্ণ। উচ্চাৰণ স্থান কণ্ঠ তালু। (আ ইন্ ৱিচ্) আহ্বান, স্মৰণ, আদি অর্থবোধক অব্যয়।

**ঐঃ** *পু* মহেশ্বৰ।

**ঐকদ্যং** *অব্য* তৎক্ষণাৎ।

**ঐকপত্যং** *একক* সার্বভৌমতা। সর্বোচ্চ ক্ষমতা।

**ঐকপদিক** এটা শব্দৰ পৰা হোৱা।

**ঐকপদ্যং** পদ বা শব্দৰ একত্ব। এটা শব্দ হোৱা।

**ঐকমত্যং** একমত, সম্মতি।

**ঐকাগাৰিক** *বিণ.* ১। চোৰ, ২। এটা মাত্র ঘৰৰ গৰাকী।

**ঐকাঙ্গঃ** *পু* সৈনিক, দেহৰক্ষী।

**ঐকাত্ম্যং** ১। একতা, একাত্ম, ২। সাদৃশ্য, ৩। পৰমব্রহ্মৰ লগত একাত্মতা (লীন)।

**ঐকান্তিক** *বিণ.* চৰম, সম্পূর্ণ, নিখুঁত, নিশ্চিত, অনন্য।

**ঐকান্যিকঃ** অশুদ্ধ বেদমন্ত্র এটা পাঠ কৰা শিষ্য।

**ঐকাৰ্থ্যং** ১। উদ্দেশ্য বা লক্ষ্যৰ সাদৃশ্য, ২। অর্থৰ সঙ্গতি।

**ঐকাহ্নিক** *বিণ.* ১। দিনতীয়া, এদিনীয়া, ২। নিত্য, প্রত্যহ।

**ঐক্যং** *ক্লী* (এক ভাৱে ব্যঞ্) ১। একতা, ২। মিল, একমত, ৩। ভগৱানৰ লগত একভাৱ, ৪। মুঠ, সমুদায়।

**ঐক্ষৱং** *বিণ.* (ইক্ষু অণ্) কুঁহিয়াৰৰ ৰসৰ পৰা হোৱা ১। চেনি, গুড়, ২। মদ।

**ঐক্ষুকঃ** কুঁহিয়াৰ কঢ়িওৱা লোক। কুঁহিয়াৰ-ভাৰী।

**ঐক্ষ্বাকঃ** ইক্ষ্বাকু বংশীয়।

**ঐঙ্গুদং** *ক্লী* ইঙ্গুদী গছৰ গুটি।

**ঐচ্ছিকঃ** *বিণ.* ১। ইচ্ছাধীন, ২। মইমতীয়া।

**ঐড়বিড়ঃ** কুবেৰ।

**ঐণ** *বিণ* পহু সম্বন্ধীয় (ছাল আদি)।

**ঐণেয়ঃ** ক'লা হৰিণ। **—য়ং** এবিধ যৌন সঙ্গম।

**ঐতৰেয়িন্,** ঐতৰেয় ব্রাহ্মণৰ পাঠক।

**ঐতিহাসিক** *বিণ* বুৰঞ্জীমূলক, **—কঃ** ইতিহাসজ্ঞাতা।

**ঐতিহ্যং** *ক্লী* ১। পাৰম্পৰীয় শিক্ষা, ২। আখ্যানমূলক বিৱৰণ, পণ্ডিতসকলৰ মতে 'ঐতিহ্য'ও এবিধ প্ৰমাণ।

**ঐনসং** *ক্লী* পাপ, অপৰাধ।

**ঐন্দৱং** *ক্লী* মৃগশিৰা নক্ষত্র।

**ঐন্দ্রং** *ক্লী* জেষ্ঠা নক্ষত্র; **—ন্দ্রঃ** অৰ্জুন, বালি; **—ন্দ্রী** ১। ইন্দ্রক আহ্বান কৰা ঋক মন্ত্র, ২। পূব দিশ, ৩। দুৰ্দশা, ৪। দুৰ্গা, ৫। সৰু এলাচী।

**ঐন্দ্ৰজালিকঃ** *পু* ১। যাদুকৰ, প্ৰৱঞ্চক। শি ১৫।২৫।

**ঐন্দ্রলুপ্তিক** *বিণ* তপামূৰীয়া।

**ঐন্দ্রশিৰঃ** এবিধ হাতী।

**ঐন্দ্রিঃ** *পু* (ইন্দ্র ইঞ্) ১। ইন্দ্রপুত্র জয়ন্ত। অৰ্জুন, বালি, ২। কাউৰী।

**ঐন্দ্রিয়** *বিণ* ১। ইন্দ্রিয় সম্বন্ধীয়, ২। ইন্দ্রিয়গম্য।

**ঐন্ধনঃ** সূৰ্য্য।

**ঐযত্তং** পৰিমাণ, সংখ্যা।

**ঐৰাৱণ** *পু* ঐৰাৱত।

**ঐৰাৱতঃ** *পু* (ইৰা মতুপ্, ইৰাৱৎ অণ্) ১। সমুদ্র মন্থনত উদ্ভব হোৱা ইন্দ্রৰ হাতী, ২। শ্রেষ্ঠ হাতী, ৩। নাগপতি, ৪। পূব দিশত থকা দিগ্‌গজ, ৫। ৰামধনু; **—তী** ১। ঐৰাৱতৰ মাইকী, ২। বিজুলী, ৩। পাঞ্জাবৰ এখন নদীৰ নাম।

**ঐৰেয়ং** মদ।

**ঐলঃ** *পু* ১। ইলাৰ পুত্ৰ পুৰূৰৱস, ২। মঙ্গল গ্রহ।

**ঐলৱিলঃ** ১। কুবেৰ, ২। মঙ্গল গ্রহ।

**ঐলেয়ঃ** ১। এবিধ আতৰ, ২। মঙ্গল গ্রহ।

**ঐশ (শী)** *বিণ* ১। শৈৱ, ২। ৰাজকীয়।

**ঐশান** *বিণ* শিৱ সম্বন্ধীয়, শৈৱ; **—নী** ১। উত্তৰ-পূব দিশ, ২। দুৰ্গা।

**ঐশ্বৰ** *বিণ (ৰী)* ১। ঐশ্বৰ্য্যৱান, শক্তিশালী, ২। শৈৱ, ৩। সৰ্বশ্ৰেষ্ঠ, ৰাজকীয়, দৈৱ **—ৰী** দুৰ্গা।

**ঐশ্বৰ্য্যং** *ক্লী* (ঈশ্বৰ য্যঞ্) ১। সাৰ্বভৌমত্ব, ২। শক্তি, ৩। আধিপত্য, ৪। সম্পত্তি, সমৃদ্ধি, ৫। সৰ্বগামী, সৰ্বশক্তিমান, সৰ্বত্ৰবিদ্যমান আদি ঐশ্বৰিক গুণসমূহ।

**ঐষমঃ (স্)** *অব্য* এই বছৰতে।

**ঐষমস্তনঃ** *বিণ.* এই বছৰ সম্বন্ধীয়, এই বছৰতে সংঘটিত।

**ঐষ্টিক** *বিণ* যজ্ঞীয়, আনুষ্ঠানিক।

**ঐহিক** *বিণ (কী স্ত্ৰী)* ১। ইহ জগতৰ, ২। অনিত্য, পাৰ্থিৱ, ৩। স্থানীয়; **—কং** এই সংসাৰত কৰিব লগীয়া। ■

# ও

**ও** ওকাৰ। ত্ৰয়োদশ স্বৰ বৰ্ণ। শিৱসূত্ৰৰ ৩য় সূত্ৰৰ ২য় বৰ্ণ। উচ্চাৰণ স্থান কণ্ঠৌষ্ঠ।
১। সম্বোধনত ব্যৱহাৰ হোৱা অব্যয়, ২। আহ্বান, স্মৃতি, অনুৰাগ, অনুকম্পা আদি অৰ্থবোধক ৰূপেও ব্যৱহাৰ হয়।

**ওঃ** ব্ৰহ্মা।

**ওক** *ক্লী* ঘৰ, আশ্ৰয়স্থান। পুং চৰাই, শূদ্ৰ।

**ওকঃ (স্)** *ক্লী* ঘৰ, আশ্ৰয়।

**ওকণঃ** *পু* চুলিৰ কীট, ওকণি।

**ওকণিঃ ওকোদনী** *পু* ওকণি।

**ওকুলঃ** *পু (উচ্ উলচ্)* ঘেঁহুৰে বনোৱা সুস্বাদু খাদ্য বিশেষ। চুজি।

**ওখ্** শোষণে, ভূষণে, সামৰ্থ্যে, নিৱাৰণে (ভ্বাদি অক সক ওখতি) ১। শুহি পেলা, শুকাই পেলা, ২। সমৰ্থৱান হ, ৩। নিবাৰণ কৰ, ৪। অস্বীকাৰ কৰ।

**ওঘঃ** *পু* ১। বানপানী, নিজৰা, প্ৰৱাহ, ২। দ'ম, সমূহ, ৩। সম্পূৰ্ণতা, ৪। পৰম্পৰা, পাৰম্পৰিক শিক্ষা, ৫। নৃত্য গীত বাদ্য।

**ওঙ্কাৰঃ** *পু* (ওম্ কাৰ প্ৰত্যয়) প্ৰণৱ।

**ওজ্** বলে (চুৰা প অক ওজনি) শক্তিমান হ, সমৰ্থ হ।

**ওজ** *বিণ* অসমান।

**ওজস্** *ক্লী* ১। শাৰীৰিক শক্তি, ২। পুৰুষত্ব, ৩। ঐশ্বৰ্য্য, পোহৰ, ৪। আলঙ্কাৰিক দণ্ডিনৰ মতে ওজস্ গদ্যৰ 'আত্মা'। ই ৫ বিধ; ৫। পানী, ৬। ধাতৱ দীপ্তি।

**ওজস্বী (ন্)** *বিণ* শক্তিশালী, বলৱান, তেজস্বী।

**ওড্ৰ** *পু* এখন ৰাজ্য আৰু তাৰ বাসিন্দাসকলৰ নাম। উড়িষ্যা। মনু ১০।৪৪।

**ওত** *বিণ.* গ্ৰন্থিত, গুন্থিত। সূতাৰে চিলোৱা; **—প্ৰোত** *বিণ.* দীঘলে-পথালিয়ে, অৱগুণ্ঠিত, বিস্তাৰিত।

**ওতুঃ** মেকুৰী।

**ওদনঃ, —নং** ১। আহাৰ। খাদ্য, ভাত, ২। পায়স। মনু ৮।৩২৯।

**ওম্** *অব্য. (অৱতি ৰক্ষতি উণাদি মন্)* ১। প্ৰণৱ। অউমকাৰ বৰ্ণত্ৰয়াত্মক। মন্ত্ৰ পাঠ কৰিবৰ সময়ত এই পৱিত্ৰ ওঁ প্ৰথমতে উচ্চাৰণ কৰা হয়। তাৰ পিছতহে বৈদিক অথবা লৌকিক যি কোনো মন্ত্ৰ পূজা পাঠ আদি কৰা হয়। মন্ত্ৰ পাঠৰ শেষতো ওঁ উচ্চাৰণ কৰা হয়।
২। দৃঢ়তা, স্বীকাৰ (হয়!), অৱজ্ঞা, পৱিত্ৰতা, নিবাৰণ আদি বুজাবৰ কাৰণে এই বৰ্ণটো ব্যৱহাৰ কৰা হয়।
৩। ব্ৰহ্ম, **—কাৰঃ** পৱিত্ৰ বৰ্ণ ওম্। আশ্চৰ্য্যবোধক অব্যয় ওম্।

**ওল** *বিণ.* আৰ্দ্ৰ, তিতা।

**ওলঃ** *পু* ওল।

**ওলণ্ড্** উৎক্ষেপে (ভ্বাদি, প সক ওলণ্ডতি) ওপৰলৈ দলিয়া।

**ওল্লঃ** *পু* ওল। জামিন।

**ওষঃ** *পু* দাহ। জুইত পোৱা।

**ওষণঃ** *পু* তিতা বা কটু ৰস।

**ওষধিঃ, ধী** ১। গছ, লতা, ২। ভেষজ, ঔষধৰ গছ, ৩। ফল পকাৰ পিছত মৰি যোৱা গছ, যেনে ধান গছ, কল গছ আদি। **—ঈশঃ, —নাথঃ** চন্দ্ৰ। **—ধৰঃ, —পতিঃ** চিকিৎসক। চন্দ্ৰ; **—প্ৰস্থঃ** হিমালয়ৰ ৰাজধানী। কু ৬।৩৩।

**ওষ্ঠঃ** *পু* (উষ দাহে থন্) ওপৰৰ বা তলৰ ওঁঠ।

**ওষ্ঠপল্লৱঃ —ৱং** কলিৰ দৰে কোমল ওঁঠ।

**ওষ্ঠপুষ্পঃ** *পু* বন্ধুক ফুলৰ গছ।

**ওষ্ঠপুটং** ওঁঠ মেলিলে হোৱা গহ্বৰ।

**ওষ্ঠী** *স্ত্ৰী.* বিম্বফল। কোৱাভাতুৰী।

**ওষ্ঠ্য** *বিণ.* কুহুমীয়া (গৰম)। ■

**ঔ** ঔকাৰ। চতুৰ্দশ স্বৰবৰ্ণ। শিৱসূত্ৰৰ ৪ৰ্থ সূত্ৰৰ ২য় বৰ্ণ। উচ্চাৰণ স্থান কণ্ঠৌষ্ঠ। ঔকাৰত ব্ৰহ্মাদি সকলো দেৱতা বিৰাজমান বুলি ভবা হয়।
আহ্বান, সম্বোধন, বিৰোধ, দৃঢ়তা, নিৰ্ণয় অৰ্থবোধক অব্যয় শব্দ।

**ঔঃ** *পু* অনন্ত, শব্দ, কোলাহল।

**ঔকৃথিক্যং** উকথৰ (সামৰ) মূলপাঠ।

**ঔক্থ্যং** বিশেষ ধৰণৰ আবৃত্তি।

**ঔক্ষকং, ঔখং** এপাল ষাঁড় গৰু।

**ঔখ্যং** *বিণ.* থালীত সিদ্ধ কৰা অন্ন।

**ঔঘঃ** বানপানী।

**ঔচিত্যং, ঔচিতী** ১। সমীচীনতা, উপযুক্ততা; ২। বাক্যস্থিত পদৰ প্ৰকৃতাৰ্থ প্ৰকাশ কৰা লক্ষণ বা অৱস্থাসমূহৰ এটা।

**ঔজসিক (কী)** *বিণ.* শক্তিশালী, তেজস্বী।

**ঔজস্যং** শক্তি, প্ৰাণশক্তি।

**ঔজল্যং** উজ্জ্বলতা।

**ঔড়ুপিকঃ** ভুৰত বা নাৱত পাৰ হোৱা লোক।

**ঔড়ুম্বৰং** *ক্লী.* এবিধ কুষ্ঠ বেমাৰ; **—ৰঃ** এগৰাকী মুনিৰ নাম।

**ঔড্ৰঃ** ওড্ৰ দেশৰ বাসিন্দা বা ৰজা।

**ঔৎকণ্ঠ্যং** উৎকণ্ঠতা।

**ঔত্তমিঃ** চৈধ্যজন মনুৰ তৃতীয়জনৰ নাম।

**ঔত্তৰ (ৰা, ৰী)** উত্তৰ দিশত থকা।

**ঔত্তৰেয়ঃ** উত্তৰাৰ পুত্ৰ। পৰীক্ষিত।

**ঔত্তানপাদঃ, (দিঃ)** ৰজা উত্তানপাদৰ পুত্ৰ, ধ্ৰুৱ। ধ্ৰুৱ নক্ষত্ৰ।

**ঔৎপত্তিক (কী)** ১। জন্মগত, ২। সহজাত।

**ঔৎপাতিক** *বিণ.* অশুভসূচক, সহজাত, দুৰ্দৈৱসূচক, বিস্ময়কৰ। ৰ ১৪।৫৩।

**ঔৎসঙ্গিক (কী)** *বিণ.* উৰু বা তপিনাত লোৱা বা থোৱা।

**ঔৎসৰ্গিক** *বিণ.* ১। সামান্য বিধি, ২। প্ৰাকৃতিক। সহজাত, ৩। গৌণ।

**ঔৎসুক্যং** উৎকণ্ঠতা। অস্থিৰতা। আগ্ৰহ। আন্তৰিকতা।

**ঔদকং** পানী সম্বন্ধীয়, জলীয়।

**ঔদখন** *বিণ.* বাল্টি বা কলহত থকা।

**ঔদনিকঃ** *পু.* ৰান্ধনি।

**ঔদৰিক (কী)** *বিণ.* লুভীয়া, খঁকুৱা।

**ঔদৰ্য** গৰ্ভস্থিত।

**ঔদশ্বিতং** ঘিউপানী, ঘিউ মিহলি পানী।

**ঔদাৰ্যং** *ক্লী* (উদাৰস্য ভাৱঃ ষ্যঞ্) ১। উদাৰতা, মহানুভৱতা; ২। বিনয়, ৩। অৰ্থৰ গাম্ভীৰ্য্যতা, অৰ্থ সম্পত্তি, কি ১১।৪০।

**ঔদাসীন্যং, ঔদাস্যং** (উদাস ষ্যঞ্) ১। উদাসীনতা, অনুৰাগশূন্যতা। ২। কৈৱল্য। ৩। পাৰ্থিব বিষয়ৰ প্ৰতি বিৰাগতা, বৈৰাগ্য।

**ঔদুম্বৰঃ** ডিমৰু গছ, **—ৰং** ১। সেই গছৰ গুটি। ২। তাম। এবিধ ৰস।

**ঔদ্দালকং** *ক্লী* উঁই আদি কিছুমান পোকে তৈয়াৰ কৰা এবিধ তিতা ৰস।

**ঔদ্ধত্যং** *ক্লী* ১। উদ্ধত ভাব। অহমিকা। ২। সাহসিকতা।

**ঔদ্ধাৰিক** *(ক্লী)* পৈত্ৰিক সম্পত্তিৰ পৰা আছুতীয়াকৈ ৰখা অংশ (উদ্ধাৰাংশ) মনু ৯।২০৬।

**ঔদ্ভিদং** নিজৰাৰ পানী। সৈন্ধৱ লোণ, খনিজ লৱণ।

**ঔদ্বাহিক** *বিণ* বৈবাহিক, **—কং** যৌতুক।

**ঔধস্যং** গাইৰ ওহাৰৰ পৰা ওলোৱা (গাখীৰ)।

**ঔন্নত্যং** উচ্চতা। উন্নতি।

**ঔপকৰ্ণিক** *বিণ* কাণৰ কাষত থকা।

**ঔপকাৰ্যং (ৰ্যা)** বাসস্থান। বাহৰ।

**ঔপগ্ৰহিকঃ** ৰাহুগ্ৰস্ত সূৰ্য্য বা চন্দ্ৰ।

**ঔপচাৰিক** গৌণ। আলঙ্কাৰিক।

**ঔপদেশিকবৃত্তি** ১। দীক্ষা দানৰ দ্বাৰা জীৱিকা, ২। উপদেশ দানেৰে পোৱা ধন।

**ঔপধৰ্ম্যং** ১। মিছা উপদেশ, প্ৰচলিত ধৰ্মমতৰ বিৰোধী মত, ২। নিম্ন খাপৰ ধৰ্ম।

**ঔপধিক (কী)** *বিণ.* প্ৰতাৰণাপূৰ্ণ।

**ঔপধেয়ং** ৰথৰ চকা।

**ঔপনায়নিক (কী)** *বিণ.* উপনয়ন সংস্কাৰ সম্পৰ্কীয়। মনু ২।৬৮।

**ঔপনিধিক (কী)** *বিণ.* ন্যাস, জামিন, বন্ধক সম্পৰ্কীয়।

**ঔপনিষদ (দী)** *বিণ.* উপনিষদত থকা। শাস্ত্ৰীয়, ধৰ্মীয়; **—দঃ** পৰম ব্ৰহ্ম।

**ঔপনীৱিক** কঁকালৰ গাঁথিৰ (কাপোৰৰ) কাষত থকা। শি ১০।৬০।

**ঔপস্তিক, (কী)** *বিণ.* ১। হাতৰ কাষতে থকা, ২। উপযুক্ত, ৩। তাত্ত্বিক, কাল্পনিক।

**ঔপমিক (কী)** উপমা। সাদৃশ্য।

**ঔপয়িক (কী)** উপযুক্ত, শুদ্ধ। প্ৰকৃত; **—কঃ** উপায়, প্ৰতিকাৰ।

**ঔপল** *বিণ. (লা)* প্ৰস্তৰময়।

**ঔপৱস্তং, ঔপৱাস্যং** উপবাস, লঘোণ।

**ঔপসৰ্গিক** *বিণ. (কী)* ১। যি কোনো দুৰ্দশাৰ সম্মুখীন হোৱাৰ সামৰ্থ্য, ২। অশুভসূচক; **—কঃ** এবিধ সান্নিপাত ৰোগ।

**ঔপস্থিক** যৌনক্ৰিয়াৰ দ্বাৰা জীৱিকা অৰ্জন।

**ঔপস্থ্যং** *ক্লী.* যৌনসম্ভোগ।

**ঔপহাৰিকং** *ক্লী.* আহুতি, নৈবেদ্য।

**ঔপাধিক** *বিণ. (কী* সৰ্ত সাপেক্ষ। গুণ সম্বন্ধীয়।

**ঔপাসন** *বিণ. (নী)* গৃহ্যাগ্নি সম্বন্ধীয়; **—নঃ** গৃহ্যাগ্নি।

**ঔম্** *অব্য.* শূদ্ৰৰ প্ৰণৱ।

**ঔৰগং** *ক্লী.* অশ্লেষা নক্ষত্ৰ।

**ঔৰভ্ৰং** *ক্লী.* ১। ভেঁড়াৰ মাংস, ২। উণ বা উল, কম্বল।

**ঔৰভ্ৰিকঃ** ভেঁড়াৰখীয়া।

**ঔমীনং** *ক্লী.* উমাৰ বাসস্থান।

**ঔৰসঃ** *বিণ. (সী)* বুকুৰ পৰা জন্ম হোৱা। বৈধ সন্তান।

**ঔৰ্ধ্বদেহং** *ক্লী.* অন্ত্যেষ্টিক্ৰিয়া; **—দেহিক** *বিণ.* মৃত পুৰুষ সম্পৰ্কীয়।

**ঔৰ্ব** *বিণ. (ৰ্বী)* উৰুজাত। **—ৰ্বঃ** ১। বাড়ৱানল, ২। এগৰাকী ভৃগুবংশীয় প্ৰসিদ্ধ ঋষি। মহাভাৰতত থকা আখ্যান : ভৃগুমুনিক নিৰ্বংশ কৰাৰ উদ্দেশ্যে কাৰ্তবীৰ্য্যৰ পুত্ৰবিলাকে আনকি গৰ্ভস্থ শিশুবিলাককো হত্যা কৰে। এগৰাকী নাৰীয়ে বংশ ৰক্ষাৰ মানসেৰে নিজৰ গৰ্ভস্থ শিশুক উৰুৰ ভিতৰত লুকাই ৰাখে, সেয়ে এই শিশুৰ নাম ঔৰ্ব হয়। এই শিশুক দেখা মাত্ৰকে কাৰ্তবীৰ্য্যৰ পুত্ৰবিলাক অন্ধ হৈ যায়। ঔৰ্বৰ ক্ৰোধাগ্নিত সমগ্ৰ জগত ভস্মীভূত হোৱাৰ পৰা ৰক্ষা কৰাৰ উদ্দেশ্যে ভাৰ্গৱসকলে সেই জুইকুৰাক সমুদ্ৰত নিক্ষেপ কৰে। এই অগ্নিয়ে ঘোঁৰাৰ মুখৰ ৰূপ লৈ সাগৰত থাকিল। এয়ে বাড়ৱানল। ঔৰ্বঋষি ৰজা সগৰৰ গুৰু আছিল।

**ঔলূক্যঃ** মহৰ্ষি কণাদৰ এটা নাম। এই মহৰ্ষিগৰাকী প্ৰসিদ্ধ বৈশেষিক দৰ্শনৰ প্ৰণেতা।

**ঔল্বণ্যং** আধিক্য। উগ্ৰতা। তীব্ৰতা।

**ঔশন, ঔশনস** *বিণ (নী, সী স্ত্ৰী)* উশনা ঋষিৰ দ্বাৰা প্ৰণীত, উক্ত, **—সং** সামাজিক (অসামৰিক) বিধি বা আইন।

**ঔশীনৰঃ** উশীনৰৰ পুত্ৰ, **—ৰী** পুৰূৰৱৰ পত্নী।

**ঔশীৰং** ১। বিচনীৰ নাল। ২। বিচনা। ৩। আসন, পীৰা, চকী আদি। ৪। উশীৰৰ পৰা তৈয়াৰ কৰা সুগন্ধি দ্ৰব্য। ৫। বিচনী।

**ঔষণং** ১। তীব্ৰতা। ২। জালুক।

**ঔষধং** ১। গছ-লতা, ২। ঔষধ। ৩। খনিজ পদাৰ্থ।

**ঔষধিঃ, —ধী** *(স্ত্ৰী)* ১। গছ, লতা, উদ্ভিদ। ২। ঔষধৰ গছ বা লতা। ৩। জুই ওলোৱা গছ বিশেষ। ৪। বছৰে বছৰে পাত সৰা গছ।

**ঔষৰং** সৈন্ধৱ লোণ।

**ঔষস** *বিণ.* (সী) ঢল পুৱাতে ঘটা বা হোৱা। অতি শীঘ্ৰ। নিৰ্দিষ্ট সময়ৰ আগতে হোৱা।

**ঔষসিক** পুৱাতে হোৱা। সময়ৰ পূৰ্বে জন্ম বা উৎপন্ন হোৱা।

**ঔষ্ট্ৰ** *বিণ.* উটৰ পৰা উৎপন্ন (গাখীৰ আদি)।

**ঔষ্ঠ্য** *বিণ.* ওঁঠ (অধৰ) সম্পৰ্কীয়। **—ৱৰ্ণঃ** ওষ্ঠ বৰ্ণ-কেইটা : উ, ঊ, প, ফ, ব, ভ, ম আৰু ৱ; **—স্থান** ওঁঠেৰে উচ্চাৰিত; **—স্বৰঃ** ওষ্ঠ স্বৰবৰ্ণ।

**ঔষ্ণং** উত্তাপ, গৰম।

**ঔষ্ম্যং** *ক্লী.* (উষ্মন্ ষ্যঞ্) উষ্ণতা, ৰ ১৭।৩৩ ■

# অং আৰু অঃ

(স্বৰবৰ্ণমালাত 'অং' আৰু 'অঃ' সুকীয়া বৰ্ণৰূপে দেখুৱা হোৱা নাই যদিও তন্ত্ৰমতে এই দুয়োটা সুকীয়া বৰ্ণ। অং পঞ্চদশ বৰ্ণ আৰু অঃ ষোড়শ বৰ্ণ।)

**অং** অংকাৰঃ অনুস্বাৰঃ। পাণিনিমতে আযোগবাহ বৰ্ণ। অংকাৰং বিন্দুসংযুক্তং পঞ্চপ্ৰাণাত্মকং ব্ৰহ্মাদি দেৱতাময়ম্ সৰ্বজ্ঞানময়ঞ্চ; শকদ্ৰু *ক্লী.* পৰমব্ৰহ্ম *পু.*, মহেশ্বৰ। মহা ১৩।১৭।১২৬।

**অঃ** অঃকাৰঃ। বিসৰ্গঃ দ্বিবিন্দুমাত্ৰকঃ। অযোগবাহঃ। পঞ্চদেৱময়ঃ পঞ্চপ্ৰাণময়ঃ সৰ্বজ্ঞানময়ঃ আত্মাদি-তত্ত্বসংযুতঃ। পু মহেশ্বৰ। মহা ১৩।১৭।১২৬ ■

**ক,** ককাৰ। বৰ্ণমালাৰ প্ৰথম ব্যঞ্জন বৰ্ণ। শিৰসূত্ৰৰ ১২শ সূত্ৰৰ প্ৰথম বৰ্ণ। উচ্চাৰণস্থান কণ্ঠ।

**কং** *ক্লী.* ১। শিৰ, মূৰ, ২। পানী, ৩। সুখ, ৪। চুলি।

**কঃ** *পু.* (কৃচ ড) ১। বিষ্ণু, ২। ব্ৰহ্মা, ৩। দক্ষ প্ৰজাপতি, ৪। কামদেৱ, ৫। বায়ু, ৬। যম, ৭। সূৰ্য্য, ৮। আত্মা, ৯। ৰজা অথবা যুৱৰাজ, ১০। গ্ৰন্থী, গাঁঠি, ১১। ময়ূৰ, ১২। পক্ষীৰাজ, ১৩। মন, ১৪। শৰীৰ, ১৫। কাল, ১৬। মেঘ, ১৭। শব্দ।

**কঃ***সৰ্বনাম।* বিপু ১।১৭।২০।

**কংসঃ** *পু. ক্লী.* ১। পানপাত্ৰ, বাটি আদি ২। কাঁহ।

**কংসঃ** *পু.* (কম্ সঃ) বিষ্ণুশক্ৰ এজন অসুৰৰ নাম। উগ্ৰসেনৰ পুত্ৰ, মথুৰাৰ ৰজা। কংসই ভনীয়েক দৈৱকীক বসুদেৱৰ লগত বিয়া দিয়ে। বিয়াৰ পিচতে দৈৱবাণী শুনে যে দৈৱকীৰ অষ্টম পুত্ৰৰ হাতত কংসৰ মৃত্যু হ'ব। তেতিয়া কংসই দুয়ো জনকে কাৰাগাৰত বন্দী কৰি ৰাখে আৰু সন্তান জন্ম হোৱাৰ লগে লগে হত্যা কৰে। কিন্তু অষ্টম পুত্ৰ কৃষ্ণক বসুদেৱে পলুৱাই নি নন্দৰ ঘৰত ৰাখে। কংসই এই কথা গম পাই বহুতো চেষ্টা কৰিও কৃষ্ণক বধ কৰিব নোৱাৰিলে; শেষত এই কৃষ্ণৰ হাততে কংসৰ মৃত্যু হয়। **—জিৎ, —দ্বিষ** *পু.* শ্ৰীকৃষ্ণ, **—কাৰঃ** এবিধ বৰ্ণসংকৰ জাতি। কঁহাৰ।

**কংসকং** *ক্লী.* এবিধ চকুৰ ঔষধ। কাঁহ।

**কংসাৰাতিঃ, —সাৰিঃ** শ্ৰীকৃষ্ণ।

**কংসাস্থিঃ** কাঁহ ধাতু।

**কক্** ক) ব্ৰজনে (ভ্বা আ সক কক্ষ্যতে) গমন কৰ, ভ্ৰমণ কৰ, খ) ইচ্ছায়াং, গৰ্বে, চাপলে (ভ্বা আ অক ককতে) ১। আশা কৰ, ২। গৌৰৱ কৰ, ৩। অস্থিৰ হ।

**ককন্দঃ** *পু.* (কক দা ডঃ) সোণ।

**ককুণ্ডলঃ** *পু. স্ত্ৰী.* (ক কুজ অলচ্) চাতক চৰাই।

**ককুৎ** (দ্) *স্ত্ৰী.* ১। পৰ্বতৰ শিখৰ, ২। প্ৰধান, ৩। ষাঁড়ৰ কুঁজ, ৪। শিং, ৫। ৰাজচিহ্ন ছত্ৰ, চামৰাদি। **—স্থঃ** সূৰ্য্য বংশীয় ৰজা শশাদৰাৰ পুত্ৰ আৰু ইক্ষ্বাকুৰ নাতি পুৰঞ্জয়ৰ নাম। আখ্যান মতে: দৈত্যৰ অত্যাচাৰত অতিষ্ঠ হৈ ইন্দ্ৰাদি দেৱতাসকলে পুৰঞ্জয়ৰ ওচৰলৈ গৈ অনুৰোধ কৰিলে যাতে পুৰঞ্জয়ে দৈত্যক বধ কৰে। পুৰঞ্জয়ে ক'লে যে ইন্দ্ৰৰ কান্ধত উঠিহে তেওঁ দৈত্যক বধ কৰিব। তেতিয়া ইন্দ্ৰই পুৰঞ্জয়ক নিজৰ কান্ধত তুলি ললে আৰু পুৰঞ্জয়ে ইন্দ্ৰৰ কান্ধৰ পৰাই যুদ্ধ কৰি দৈত্যবিলাকক ধ্বংস কৰে। পুৰঞ্জয়ক সেই কাৰণেই ককুৎস্থ বোলা হয়।

**ককুদঃ** *পু. ক্লী.* (দং) ১। পৰ্বতৰ শিখৰ, ২। কুঁজ, ৩। প্ৰধান, ৪। ৰাজচিহ্ন।

**ককুদ্মৎ** *পু.* ১। ষাঁড গৰু, কু ১।৫/৬; ২। পৰ্বত; **—তী** কটিদেশ।

**ককুন্দৰং** ১। নিতম্বৰ খাল দুটা। কৰঙন।

**ককুভ্** *স্ত্ৰী.* ১। দিশ, ২। সৌন্দৰ্য্য, ৩। চম্পক ফুলৰ মালা, ৪। শিখৰ, ৫। ধৰ্ম শাস্ত্ৰ, **—ভঃ** *পু.* ১। বীণাৰ মূৰৰ ফালে থকা বেঁকা অংশ, ২। অৰ্জুন গছ; **—ভং** কুটজ গছৰ ফুল। মে ২২।

**ককুলঃ** বকুল গছ।

**কক্ক ককখঃ** হাসে *(ভ্বা প ক ককতি, ককখতি)* হাঁহি মাৰ।

**কক্কোলঃ** *পু. ক্লী.* কক্কোল গছৰ গুটি। পূজাত লগা এবিধ সুগন্ধি দ্ৰব্য।

**কক্খট** ১। কঠিন, গোটা; ২। হাঁহি; **—টী** চকমাটি।

**কক্ষঃ** *পু.* (কষ সঃ) ১। কাবলতি, ২। কাষ, পাৰ্শ্ব, ৩। তৃণ, শুকান ঘাঁহ, লতা, ৪। অৰণ্য, বন, ৫। (নদী বা সাগৰৰ) পাৰ, ৬। পাপ, ৭। গোপন ঠাই, ৮। প্ৰৱেশ পথ, ৯। জলহুৱা ঠাই, ১০। অন্তঃপুৰ। ৰাণী-মহল; **—ক্ষা** ১। কাষবিৰলা, ২। হাতী বা ঘোঁৰাৰ পেটত বন্ধা ফিটা, পেটী, ৩। কঁকালত বন্ধা পেটী, 'স্কাৰ্ট', ৪। চৌহদ বেৰ, ৫। চোতাল, ৬। অন্তঃপৰ, মনু ৭।২২৪, ৭। সাদৃশ্য, ৮। (তৰ্ক) প্ৰত্যুত্তৰ, আপত্তি, মুক্তি, ৯। **—ক্ষং** ১। নক্ষত্ৰ, ২। পাপ; **—অন্তৰং** অন্দৰমহল; **—অধ্যক্ষ** ১। অন্তঃপুৰৰ অধ্যক্ষ, ২। উদ্যানৰ ৰখীয়া, ৩। দুৱৰী, ৪। কবি, ৫ মদাহী, লম্পট, ৬। ক্ৰীড়াবিদ, শিল্পী, ৭। অভিনেতা, ৮। প্ৰিয়পাত্ৰ; **—ধৰং** কান্ধ; **—পঃ**

কাছ; —(ক্ষা) পটঃ কৌপীন বস্ত্র, লেংটি। দুই ভৰিৰ মাজেৰে উপস্থ ঢাকি কঁকালত গাঁথি মাৰি লোৱা সৰু কাপোৰ; —পুটঃ কাবলতি; —শায়ঃ কুকুৰ।

**কক্ষ্যা** ১। হাতী বা ঘোঁৰাৰ পিঠিত বন্ধা জীন, ২। তিৰোতাৰ কঁকালী, শি ১৮।৬২; ৩। মেখেলা, ৪। মেখেলাৰ পাৰি, ৫। অন্তঃপুৰ, ৬। বেৰা, ৭। সাদৃশ্য।

**কঙ্কঃ** পু. ১। কঙ্কপক্ষী, বামুণ বগ, ২। যমৰাজ, ৩। ভেশচন ধৰা ব্ৰাহ্মণ, ৪। কংসৰাজৰ ভায়েক, ৫। বিৰাট ৰজাৰ ঘৰত থকা সময়ত যুধিষ্ঠিৰে লোৱা নাম; —পত্রী কঙ্কপক্ষীৰ পাখি থকা পাত্র; —পত্ৰঃ ক-পক্ষীৰ পাখিযুক্ত কাঁড়; ৰ ২।৩১; —মুখঃ চেপেনা; —শায়ঃ বগৰ দৰে শুই থকা কুকুৰ।

**কঙ্কটঃ, কঙ্কটকঃ** ১। লোৰ বৰ্ম। বে ৫।১; ২। অঙ্কুশ।

**কঙ্কণঃ, ণং** ১। কঙ্কণ, খাৰু। ভৰ্তৃ ২।৭১; ২। বিবাহৰ লগুণগাঁঠি, ৩। অলঙ্কাৰ, ৪। চূড়া, মুৰ্গী আদি চৰাইৰ মূৰত থকা থিয় পাখি, জঁ। —নী, —নীকা সৰু ঘণ্টা, জুনজুন।

**কঙ্কতঃ, তং, তিকা, তী** কাঁকৈ, ফণি। শি ১৫।৩৩।

**কঙ্কত্রোটঃ** পু. (কঙ্ক ত্রা অটন্) কঁকিলা মাছ।

**কঙ্কৰং** (মাখন তোলাৰ পিচত)। গাখীৰৰ মথা।

**কঙ্কালঃ, লং** (কং কালি অচ) কঙ্কাল, অস্থিপঞ্জৰ। —পালী সদাশিৱ; —শোষঃ কঙ্কালত পৰিণত কৰা বা হোৱা। —য়ঃ শৰীৰ।

**কঙ্কুঃ** কংসৰ ভায়েক।

**কঙ্কেৰুঃ** পু. এবিধ কাউৰী।

**কঙ্কেলিঃ** অশোক গছ।

**কচ্** ক) ৰৱে (ভ্বা, প অ কচতি) শব্দ কৰ। খ) বন্ধে (ভ্বা প বন্ধে সক, দীপ্তৌ অক কঞ্চতি) বান্ধ, (কঞ্চতে, কচতে) দীপ্তিমান হ।

**কচঃ**পু. (কচ্ বন্ধে কৰ্মণি অপ্) ১। চুলি, মূৰৰ চুলি। ভৰ্তৃ ১।৫; ২। শুকান ঘা। ৩। পেটী বা ফিটা, ৪। কাপোৰৰ পাৰি, ৫। মেঘ, ৬। বৃহস্পতিৰ পুত্ৰৰ নাম। আখ্যান মতে— দেৱতাসকলে দানৱ আৰু ৰাক্ষসৰ লগত যুগ যুগ ধৰি যুদ্ধ কৰি আছিল আৰু প্ৰায়ে দেৱতা পৰাজিত হৈছিল। কাৰণ দৈত্যবিলাক যুদ্ধত মৰিলেও গুৰু শুক্ৰাচাৰ্যৰ মন্ত্ৰবলত আকৌ জী উঠে। দেৱতাবিলাকে তেতিয়া কচক মন্ত্ৰখিনি শিকি নবলৈ শুক্ৰাচাৰ্যৰ ওচৰলৈ পঠিয়ায়। দৈত্যবিলাকে গম পাই কচক বধ কৰে যদিও শুক্ৰাচাৰ্য্যই আকৌ জীয়াই তোলে। শুক্ৰাচাৰ্যৰ ওচৰত থকা কালতেই আচাৰ্য্য কন্যা দেৱযানী কচৰ প্ৰেমত পৰে। দৈত্যবিলাকে তৃতীয় বাৰ কচক হত্যা কৰে আৰু এইবাৰ জুইত পুৰি ছাইখিনি শুক্ৰাচাৰ্যৰ সোমৰসত মিহলাই দিয়ে। কন্যাৰ অনুৰোধত আচাৰ্য্যই এইবাৰো কচক জীয়াই তোলে। দেৱযানীয়ে কচৰ ওচৰত প্ৰেম নিবেদন কৰাত কচে প্ৰত্যাখ্যান কৰি কয় যে গুৰু কন্যা তেওঁৰ ভনীৰ দৰে, গতিকে বিয়া কৰাব নোৱাৰে। তেতিয়া দেৱযানীয়ে কচক অভিশাপ দি কয় যে কচে শিকা সকলো মন্ত্ৰ নিষ্ফল হ'ব। কচেও দেবযানীক শাপ দিয়ে যে তাইৰ ক্ষত্ৰিয়ৰ লগতহে বিয়া হ'ব।) —চা মাইকী হাতী; —অগ্ৰং কেঁকোৰা চুলি। চুলিৰ আগ; —গ্ৰহঃ চুলিত ধৰা। ৰ ১৯।৩০; —পক্ষঃ —পাশঃ —হস্তঃ চুলিৰ কোঁচা; —মালঃ ধোঁৱা।

**কচঙ্গনং** ক্লী. বিক্ৰয়স্থান। বজাৰ।

**কচঙ্গলঃ** পু. সাগৰ।

**কচপং** ক্লী. ঘাঁহ।

**কচবিপুফলা** স্ত্রী. সমিধ গছ।

**কচাকু** বিণ. দুৰ্দ্ধৰ্ষ, দুষ্ট। —কুঃ সাপ।

**কচাটুৰঃ** ডাউক চৰাই।

**কচামোদং** ক্লী. শিশু, বালক।

**কচুঃ** স্ত্রী. কচুগছ। দুৰ্গা পূজাৰ নৱপত্ৰিকাৰ এবিধ।
কদলী দাড়িমী ধান্যং হৰিদ্ৰা মানকং কচুঃ।
বিল্বোঽশোকো জয়ন্তী চ বিজ্ঞেয়া নৱপত্ৰিকা।।

**কচ্চৰং** ক্লী. (কু চৰ্ অচ) মলিন। কুৎসিৎ। দুষ্ট। হীন।

**কচ্চিৎ** প্ৰশ্নবোধক অব্যয়। আনন্দ, মঙ্গলাদি বুজাবলৈও ব্যৱহাৰ হয়।

**কচ্ছঃ, —চ্ছং** ১। নদী বা সাগৰৰ পাৰ, ২। বিল, জলাহ, ৩। তলৰ ভাগ ওপৰলৈ তুলি কঁকালত গাঁথি মাৰি লোৱা কাপোৰ, ৪। নাৱৰ অংশ। —চ্ছা ফৰিং; —পঃ ১। কাছ। মনু ১২।৪২; ২। মালযুঁজ, ৩। কুবেৰৰ নবিধ ধনৰ এবিধ। —ভূঃ জলাহ।

**কচ্ছুঃ** খজুৱতি।

**কচ্ছুৰ** বিণ. দুষ্ট, অসৎ।

**কজং** ক্লী. পদুম।

**কজ্জলং** কাজল, অঞ্জন, —লঃ মেঘ, —ধ্বজঃ প্ৰদীপ, চাকি, —ৰোচকঃ দীপাধাৰ। গছা।

**কঞ্চাৰঃ** ১। সূৰ্য্য, ২। আকন্দ গছ।

**কঞ্চুকঃ** ১। বৰ্ম, ২। সাপৰ মোট, ৩। পোচাক, ৪। দীঘল চোলা, বন্দিচ, জেকেট। শি ১২।২০।

**কঞ্চুকালুঃ** সাৰ্প।

**কঞ্চুকী (ন্)** পু. অন্দৰ মহলৰ অধ্যক্ষ। সংস্কৃত নাটকত থকা এটা পাত্ৰ, যি ৰাণীমহলতো প্ৰৱেশ কৰিব পাৰে আৰু ৰাণী, ৰাজকন্যা আদিৰ লগতো একেধৰণে কথা-বতৰা হ'ব পাৰে। দীঘল চোলা পিন্ধা এই পাত্ৰজন সাধাৰণতে বুঢ়া বয়সৰ হয়।

**কঞ্চুলিকা, লী** কাঞ্চুলি, কাঁচুলি কঞ্চুক।

**কঞ্জ** ১। চুলি, ২। ব্ৰহ্মা; **—ঞ্জং** ১। পদুম, ২। অমৃৎ; **—ঞ্জঃ** ব্ৰহ্মা; **—ঞ্জলঃ** এবিধ চৰাই।

**কঞ্জকঃ** এবিধ চৰাই।

**কঞ্জৰঃ, কঞ্জাৰঃ** ১। সূৰ্য্য, ২। হাতী, ৩। পেট, ৪। ব্ৰহ্মা।

**কট** গত্যাং (ভ্বা প সক কটতি) ১। গমন কৰ, ২। আবৃত কৰ, **—প্ৰ** আৱিৰ্ভাব হ, প্ৰকাশ কৰ।

**কটঃ** পু. ১। হাতীৰ কপাল (যি ফালেৰে মদবাৰি বৰ্ষণ হয়)। ২। কটিদেশ, ৩। কঠ, ঢাৰি, ৪। এবিধ ঘাঁহ, ৫। মৰা শ, ৬। মৰা শ নিয়া গাড়ী, ৭। অক্ষ নিক্ষেপ, ৮। মাত্ৰাধিক্য, ৯। কাঁড়, ১০। ৰীতি, দেশাচাৰ, ১১। মৰিশালি। **—অক্ষঃ** কেৰাহিকৈ চোৱা, বক্ৰদৃষ্টি। মে ৩৫; **—উদকং** ১। অন্ত্যেষ্টি-ক্ৰিয়াৰ জলতৰ্পণ। ২। হাতীৰ মদবাৰি; **—কাৰঃ** ১। বৰ্ণ-সঙ্কৰ, উপজাতি, ২। কঠ বোৱা লোক; **—কোলঃ** থু পেলোৱা পাত্ৰ, **—খাদকঃ** ১। শিয়াল, ২। কাউৰী, ৩। আয়নাৰ পাত্ৰ; **—পূতনঃ, —না** প্ৰেতাত্মা। মনু ১২।৭১; **—পূঃ** শিৱ ২। ভূত, প্ৰেত, ৩। কীট; **—প্ৰোথঃ —থং** তপিনা, **—ভঙ্গঃ** হাতেৰে শস্য বোটলা, ২। ৰাজকীয় দুৰ্দশা বা দুৰ্যোগ; **—মালিনী** মদ।

**কটকঃ, —কং** ১। খাৰু, ২। মেখলা, ৩। ৰচি, ৪ শিকলি, ৫। ঢাৰি, কঠ, ৬। সাগৰীয় নিমখ, ৭ পৰ্বতৰ মাজ ভাগ। ৰ ১৬।৩১; ৮। মালভূমি, ৯। সৈন্যবাহিনী, শিবিৰ, ১০। ৰাজধানী, ১১। থকা ঘৰ, ১২। চক্ৰ, চকা।

**কটকী (ন্)** পু. পৰ্বত।

**কটঙ্কটঃ** ১। জুই, ২। সোণ, ৩ [illegible] **—টেৰী** হালধি।

**কটনং** ঘৰৰ মুধচ।

**কটাহঃ** (কট ঋ অণ্) ১। ভাত-আঞ্জা ৰন্ধা দুফালে খাৰুৱা থকা ডাঙৰ থালী, ২। কাছৰ খোল, ৩। কুঁৱা, ৪। সৰু পাহাৰ, ৫। ভগা কলহৰ টুকুৰা, শি ৫।৩৭।

**কটিঃ —টী** ১। কটি দেশ, নিতম্ব। আলঙ্কাৰিকৰ মতে এই শব্দ গ্ৰাম্য অৰ্থাৎ অশ্লীল, ২। হাতীৰ গাল; **—তটং** নিতম্ব, তপিনা; **—ত্ৰং** নিতম্বত পিন্ধা কাপোৰ। মেখেলা; **—প্ৰোথঃ** তপিনা; **—মালিকা** তিৰোতাৰ মেখেলা; **—ৰোহকঃ** হাতীৰ আৰোহী; **—শৃঙ্খলা** জুনুকা থকা মেখেলা; **—সূত্ৰং** কঁকালত বন্ধা ৰচি।

**কটীৰঃ** ১। গুহা, ২। তপিনাৰ মাজৰ দ অংশ, জঘন; **—ৰং** নিতম্ব।

**কটীৰকঃ** পু. নিতম্ব।

**কটু** *বিণ.* (কট উঃ) ১। তীক্ষ্ণ, কটু ৰসযুক্ত। (ৰস ৬ বিধ মধুৰ, কটু, অম্ল, তিক্ত, কষায় আৰু লৱণ)। গী ১৮।৯; ২। তীব্ৰ গোন্ধযুক্ত, ৩। সুগন্ধি, ৪। তিতা, বেয়া, অপ্ৰিয়, ৫। গৰম, তপত; **—টু** *স্ত্ৰী.* বেয়া কাম, কেলেঙ্কাৰি, গালি-শপনি; **—কীটঃ** মহ, ডাহ। **—ক্বাণ** টিটিভ চৰাই, **—গ্ৰন্থি** *স্ত্ৰী.* শুকান আদা; **—নিষ্পাৱঃ** নিতিওঁৱা শস্য; **—মোদং** এবিধ আতৰ।

**কটুকতা** কুব্যৱহাৰ। কঠোৰতা।

**কটুৰং** (মাখন তোলা) গাখীৰৰ মথা।

**কটোৰং** মাটিৰ পাত্ৰ।

**কটোলঃ** ১। তিতা ৰস, ২। নীচ জাতিৰ মানুহ।

**কঠ** তৰ্কনে (ভ্বা প অক কঠতি) দুখেৰে জীয়াই থাক।

**কঠঃ** পু. এজন মুনিৰ নাম। প্ৰসিদ্ধ কঠোপনিষদ গ্ৰন্থৰ প্ৰণেতা। বৈশম্পায়নৰ শিষ্য। **—ঠাঃ** কঠৰ শিষ্যসকল; **—ধূৰ্তঃ, —শ্ৰোত্ৰিয়ঃ** কঠোপনিষদ গ্ৰন্থত অভিজ্ঞ।

**কঠমৰ্দ্দঃ** সদাশিৱ।

**কঠৰ** *বিণ.* কঠিন, টান।

**কঠিকা** চকমাটি।

**কঠিন** *বিণ.* ১। কঠিন, টান। মে ৯২; ২। কঠোৰ, নিষ্ঠুৰ, হৃদয়হীন, ৩। তীক্ষ্ণ, তীব্ৰ; **—নঃ** ভাঠ হাবি, জাৰণি; **—না** চেনিৰে তৈয়াৰী মিঠাই। মাটিৰে তৈয়াৰী ৰন্ধা পাত্ৰ; **—নিকা, —নী** চকমাটি।

**কঠোৰ** *বিণ.* ১। কঠিন। গোটা, ২। নিষ্ঠুৰ, নিৰ্দয়, ৩। তীক্ষ্ণ, ৪। সম্পূৰ্ণ, শৈশত। শি ১২০; ৫। শোষিত।

**কড** *বিণ.* ১। বোবা, ২। অজ্ঞ, মুৰ্খ, ৩। মাত ভগা, কৰ্কশ।

**কডঙ্গৰঃ** খেৰ।

**কডঙ্গৰীয়ঃ** *পু.* ঘাঁহ খোৱা গৰু বা ম'হ।

**কড়ত্ৰং** এবিধ পাত্ৰ।

**কড়ন্দিকা** বিজ্ঞান।

**কড়ম্বঃ** *পু.* ১। মৰিচা শাক। ২। প্ৰান্ত ভাগ, কোণ।

**কড়ম্বী** *স্ত্ৰী.* কলমৌ শাক।

**কড়াৰ** *পু.* ১। পিঙ্গল ৰং, মুগা ৰং, ২। দাস, ৩। অহঙ্কাৰ।

**কড়িুলঃ** ১। খড়্গ, ২। তৰোৱাল।

**কণ্** ক) আৰ্তস্বৰে (ভ্বা প অক কণতি) ১। ভয়তে চিঞৰ, কেঁকা, ২। ক্ষুদ্ৰাকাৰ হ, খ) গতৌ (ভ্বা প সক কণয়তি) গমন কৰ, যা। গ) নিমীলনে (চুৰা প সক কাণয়তি) চকু টিপ মাৰ।

**কণঃ** *পু.* (কণতি সূক্ষ্মত্বং গচ্ছতি কণ পচাদ্যচ) ১। সৰু শস্যাদি। মনু ১১।৯২; ২। পৰমাণু, অণু, ৩। অতি কম পৰিমাণ, ৪। ধূলিকণা, ৫। জলবিন্দু। মে ৪৫; ৬। ধান আদি শস্যত থকা, শুং, ৭। ফিৰিঙতি; **—অদঃ, —ভক্ষঃ, —ভুজ্** *পু.* মহৰ্ষি কণাদ; এইজনা মুনি (বৈশেষিক দৰ্শনৰ) পৰমাণুবাদৰ উদ্ভাৱক; সেয়ে এওঁক 'কণাদ' অৰ্থাৎ 'কণাভক্ষী' উপনাম দিয়া হৈছে; **—জীৰকং** জীৰা গুটি; **—ভক্ষকঃ** ভাৰিট নামৰ এবিধ চৰাই; **—লাভঃ** চাৰুনৈয়া।

**কণপঃ** লৌহস্তম্ভ, লোৰ খুঁটা অথবা ডাং।

**কণশঃ** *অব্য.* কণ কণকৈ। টোপ টোপকৈ, কম কমকৈ। কু ৪।২৭

**কণা** *স্ত্ৰী.* জীৰা, জালুক।

**কণিকঃ** *পু.* (কণ্ অং ইত্বম্) ১। কণা, ২। শত্ৰু, ৩। আৰতি, ৪। ঘেঁহুৰ গুড়ি, আটা, ৫। ধৃতৰাষ্ট্ৰৰ এজন মন্ত্ৰীৰ নাম।

**কণিকা** *স্ত্ৰী.* ১। অত্যন্ত সূক্ষ্ম পদাৰ্থ, ২। পৰমাণু, ৩। জলবিন্দু। মে ৯৮; ৪। এবিধ শস্য।

**কণিতং** *ক্লী.* (কণ আৰ্তনাদে ক্তঃ) আৰ্তনাদ।

**কণিশং** *ক্লী.* (কণিনঃ শেৰতে অস্মিন্ কণিন্ শী ডঃ) ধানৰ শুং, শস্য মঞ্জৰী।

**কণী** *স্ত্ৰী.* কণিকা।

**কণীকং** *বিণ.* অলপ, কম, অকণমান।

**কণীয়ঃ (স্)** *বিণ.* ১। অতি কম, এঙ্কনমান, ২। কনিষ্ঠ।

**কণে** তৃপ্তিবোধক অব্যয়।

**কণেৰা, —কঃ** *স্ত্ৰী.* ১। বেশ্যা, ২। মাইকী হাতী।

**কণ্টকঃ** *পু. ক্লী.* (কণ্টতি ইতি কটি খুল্) ১। ক্ষুদ্ৰ শত্ৰু, ২। কাঁইট, ৩। জোং, হুল, ৪। দেশ বা ৰাজ্যৰ কণ্টক অৰ্থাৎ বিৰক্তজনক লোক, যি সদায় কিবা নহয় কিবা এটা অশান্তি উৎপন্ন কৰি থাকে। মনু ৯।২৬০; ৫। আপদ, অনিষ্ট, ৬। শিহৰণ, ৭। নখ, বিৰক্তিকৰ কথা বা ভাষণ; **—কঃ** বাঁহ। কাৰখানা; **—অশনঃ, —ভক্ষকঃ, —ভুজ** উট; **—উদ্ধৰণং** ১। হুল উলিওৱা, ২। চোৰ, ডকাইত আদি ৰাষ্ট্ৰকণ্টকৰ পৰা উদ্ধাৰ হোৱা। মনু ৯।২৫২; **—দ্ৰুমঃ** ১। কাঁইটীয়া জোপোহা গছ, ২। শিমলু গছ; **—ফলঃ** সিদ্ধ কৰিলে ৰুটিৰ দৰে সুখাদ্য এবিধ ফল। ইংৰাজী ভাষাত 'ব্ৰেডফ্ৰুট' বুলি কয়; কঠাল গছ, গোক্ষুৰ বৃক্ষ; **—মৰ্দন্, —বিশোধনং** কণ্টক বিনাশ।

**কণ্টাকিলঃ** *পু.* এবিধ কাঁইটীয়া বাঁহ, কোটোহা বাঁহ।

**কণ্টকিলতা** *স্ত্ৰী.* তিয়ঁহ।

**কণ্টদলা** *স্ত্ৰী.* কেতেকী ফুল।

**কণ্টফলঃ** *পু.* ধঁতুৰা ফুল।

**কণ্টলঃ** *পু.* এবিধ কাঁইটীয়া (বাবলা) গছ।

**কণ্টাফলং** *পু.* কঁঠাল গছ।

**কণ্টালুঃ** *পু.* বাঁহ গছ।

**কণ্ঠ** শোকে (ভ্বা, চুৰা উ অক সক কণ্ঠতি, কণ্ঠয়তি তে); ১। শোক কৰ, ২। হেঁপাহ কৰ, দুখেৰে স্মৰণ কৰ, উৎকণ্ঠিত হ।

**কণ্ঠঃ, —ঠং** *পু. ক্লী.* (কণ্ 'কণেষ্ঠ' ইতি ঠঃ) ১। কণ্ঠ, গলৰ সমুখৰ অংশ, গল। মে ৩; ২। মাত, কণ্ঠস্বৰ, ৩। কলহাদি পাত্ৰৰ গল বা ওপৰভাগ, ৪। উপকণ্ঠ, ওচৰ, কাষ; **—আভৰণং** হাৰ; **—কূণিকা** বীণা, **—গত** গলৰ ওচৰ পোৱা। প্ৰায় যাওঁ যাওঁ হোৱা (যেনে— মৃতপ্ৰায় ব্যক্তিৰ প্ৰাণ)। **—নীড়কঃ** চিলনী, চিলপক্ষী। **—নীলকঃ** আৰিয়া, উল্কা। **—পাশকঃ** হাতীৰ গলত বন্ধা ৰচি। **—ভূষাঃ** হাৰ। **—মণিঃ** ১। গলত পিন্ধা মুক্তা, ২। অতি মৰমৰ বস্তু। **—লতা** গলা-বান্ধনী, **—বৰ্তী** কণ্ঠগত। **—শোষঃ** ১।

অণ্ঠ-কণ্ঠ শুকাই যোৱা ২। অনৰ্থক নিন্দা বা গৰিহণা, **—সজ্জনং** গলত ওলমাই ৰখা, **—সূত্ৰং** আলিঙ্গন, **—স্থঃ** ১। কণ্ঠত থকা, ২। মুখস্থ।

**কণ্ঠালঃ** *পু.* (কণ্ঠি আলচ্) ১। যুদ্ধ, ২। মূলা, গাজৰৰ দৰে এবিধ খাদ্য শিপা, ৩। নাও, ৪। কোৰ।

**কণ্ঠী** *স্ত্ৰী* ১। গল, কণ্ঠ, ২। হাৰ ৩। ঘোঁৰা বা হাতীৰ গলত বন্ধা ৰছি, **—ৰৱ** ১। সিংহ, ২। মাতাল মদমত্ত হাতী, ৩। পাৰ চৰাই, ৪। স্পষ্ট ঘোষণা বা উল্লেখ। **—লঃ** উট।

**কণ্ঠেকালঃ** সদাশিৱ।

**কণ্ঠ্যঃ** *বিণ্* ১। কণ্ঠোদ্ভৱ, ২। কণ্ঠ সম্বন্ধীয়, **—ৱৰ্ণঃ** কণ্ঠৰ পৰা উদ্ভৱ হোৱা বৰ্ণ অ, আ, ক, খ, গ, ঘ, ঙ, আৰু হ, **—স্বৰঃ** কণ্ঠস্বৰযক্ত বৰ্ণ।

**কণ্ড্** তৃপ্তৌ, গৰ্ৱে, হৰ্ষে তাপনয়নে, ভেদে ৰক্ষণে (ভ্বা, চু, উ, সক কণ্ডতি, কণ্ডতে, কণ্ডয়তি, —তে) ১। আনন্দিত হ, ২। তৃপ্ত হ, ৩। তুঁহ শুচা, বান, ৪। ৰক্ষা কৰ।

**কণ্ডনং** *ক্লী.* (কণ্ডি ভাৱে ল্যুট্) ১। ধান বনা, শস্যৰ বাকলি গুচুৱা, ২। তুঁহ। **—নী** ১। উড়াল, ২। খুন্দনা।

**কণ্ডৰা** *স্ত্ৰী* (কণ্ডি অৰণ্ টাপচ্) স্নায়ু। নাড়ী।

**কণ্ডিকা** *স্ত্ৰী* সৰু ভাগ বা বিভাগ।

**কণ্ডুঃ** **—ণ্ডূঃ** ১। খজুৱা, আঁচোৰা, ২। খজুৱতি। কু ১।৯; **—ঘ্নঃ** বগা সৰিয়হ।

**কণ্ডুতিঃ** কণ্ডুঃ।

**কণ্ডূয়নং** *ক্লী.* খজুৱা, ঘঁহা, **—নী** ঘঁহা বুৰুজ।

**কণ্ডূয়নকঃ** *পু* ৰসিক, বহুৱা।

**কণ্ডূলঃ** *পু* খহুলা।

**কণ্ডোলঃ** *পু* ১। বাঁহৰ পাচি, ২। ভঁৰাল, ৩। উট, **—ৱী** চাণ্ডালবিলাকে ব্যৱহাৰ কৰা বাঁহী।

**কণ্ডোষঃ** *পু* পলু, বিছা।

**কণ্বং** *ক্লী* (কণ্ ক্বন্) পাপ।

**কণ্বঃ** *পু* এগৰাকী প্ৰসিদ্ধ মুনিৰ নাম। পুৰুবংশৰ অপ্ৰতিৰথ নামৰ ক্ষত্ৰিয়ৰ পুত্ৰ। শকুন্তলাৰ (পালক) পিতা আৰু যৰ্জুবেদীয় (কাণ্ব) শাখাৰ উদ্ভাৱক তথা কাণ্বশাখীয় ব্ৰাহ্মণৰ আদি পুৰুষ। **—সুতা** শকুন্তলা।

**কতঃ** *পু* ১। মহৰ্ষি বিশ্বামিত্ৰৰ এজন পুত্ৰৰ নাম, ২। এই নামৰ এবিধ গছৰ ফল। এই ফলৰ আন এটা নাম নিৰ্মলী ফল। পানী পৰিষ্কাৰ কৰোঁতে ব্যৱহাৰ কৰা হয়।

**কতকঃ** নিৰ্মলীফল। মনু ৬/৬৭।

**কতম** *সৰ্ব* কোন, বা এই বহুতবিলাকৰ ভিতৰত কোনটো।

**কতৰ** *সৰ্ব* কোন বা এই দুটাৰ ভিতৰত কোনটো।

**কতমালঃ** *পু* (কতম অল্ অচ্) অগ্নি।

**কতি** *সৰ্ব* বহুত বা অলপ পৰিমাণ বুজাবলৈ সদায় বহুবচনত ব্যৱহাৰ হয়। চিৎ, অপি আদি অব্যয় শব্দ পিচত থাকিলে প্ৰশ্ন, সলনি, অলপ, কিছুমান আদি অৰ্থ প্ৰকাশ কৰে। মে ২; **—ৱিধ** *বিণ.* কিমান বিধ বা প্ৰকাৰৰ।

**কতিধা** *অব্য* ১। কিমান বাৰ ২। কিমান ঠাইত।

**কতিপয়** *বিণ.* (কিম্ ডতি কতি অয়ক্ পুকচ্) ১। কিমানবিলাক, ২। কিছুমান, ৩। অলপমান মে ২৩; ৪। কিছু দিন যোৱাত।

**কতৃণং** *ক্লী* ১। এবিধ সুগন্ধি ঘাঁহ। গান্ধবিৰিণা, ৰামকৰ্পূৰ ২। পৃশ্নি গছ, এবিধ জলজ গছ।

**কত্তোয়ং** *ক্লী* মদ।

**কত্থ্** শ্লাঘে (ভ্বা আ সক কত্থতে) ১। প্ৰশংসা কৰ, ২। নিজকে নিজে গৰ্ব কৰ, অহঙ্কাৰ কৰ। ৩। নিন্দা কৰ, ৱি— গৰ্ব কৰ, ২। নিন্দা কৰ।

**কত্থনং** (-না) অহঙ্কাৰ।

**কৎসৱৰং** *ক্লী* কান্ধ।

**কথ্** বাক্য প্ৰবন্ধে (চুৰা প সক কথয়তি) ১। কথা ক। ক, ২। উল্লেখ কৰ, ঘোষণা কৰ, গী ২।৩৪; ৩। বাক্যালাপ কৰ, ৪। নিৰ্দেশ কৰ, দেখুৱা, ৫। বৰ্ণনা কৰ, ৬। জনা, আপত্তি কৰ।

**কথক** *বিণ্* বক্তা, বৰ্ণনাকাৰী, বিৱৰণ দাতা, **—কঃ** ১। প্ৰধান অভিনেতা, ২। বিবাদী, ৩। সাধু কথা কোৱা লোক, কথোপজীৱী।

**কথনং** *ক্লী* (কথ ভাৱে ল্যুট্) কথা। বিৱৰণ পঞ্চ ১।১৩।

**কথম্** *অব্য* ১। কেনেকৈ, কি প্ৰকাৰে, ৰ ১।৬৪; ২। ক'ত, কেনেকৈ সম্ভৱ হ'ল (আশ্চৰ্য্য), ৩। ইৱ, নাম, নু, ৱা, স্বিৎ আদি অব্যয়ৰ লগত : সকলো প্ৰকাৰে, কোনোমতে (অৰ্থাৎ/অতি কষ্টেৰে) মে ৩, ২২, মনু ৫।১৪৩; ইত্যাদি বুজাবলৈ ব্যৱহাৰ কৰা হয়। **—কথিকঃ** *পু* প্ৰশ্নকৰ্তা, অনুসন্ধিৎসু লোক।

—কাৰং অব্য কি প্ৰকাৰে, কেনেকৈ শি ২।৫২। —প্ৰমাণ্য বিণ কি ধৰণে, কি পৰিমাণে —ভূত বিণ কি প্ৰকৃতিৰ, —ৰূপ বিণ কি প্ৰকাৰৰ।

**কথা** স্ত্ৰী (কথ অঙ টাপ্) ১। প্ৰবন্ধ, ৰচনা, মনু ৩।২৩১; ২। বাক্য, বাৰ্তা ক ৮।৪৩, বিৱৰণ ৰা ১।৮।৬; ৩। আখ্যান, উপন্যাস (যেনে—কাদম্বৰী), ৪। কথোপকথন। —অনুৰাগঃ কথা পাতি ভাল পোৱা লোক। —অন্তৰ ১। আলাপৰ মাজতে, ২। আন এটা কথা। —উদয়ঃ কথাৰ আৰম্ভণি। —উদ্‌ঘাতঃ ১। সংস্কৃত নাটকৰ পাঁচ প্ৰকাৰ প্ৰস্তাৱনাৰ দ্বিতীয় বিধ। ২। মিছা বিৱৰণ দিয়া। —নায়কঃ, —পুৰুষঃ আখ্যানৰ নায়ক। —প্ৰৱন্ধঃ সাধু কথা, গল্প। —প্ৰসঙ্গঃ ১। কথোপকথন, কথা প্ৰসঙ্গত, ২। বেজ, বিষ দূৰ কৰা লোক, বিষবৈদ্য। কি ১।২৪; —প্ৰাণঃ অভিনেতা, কথক, —মুখং গল্প বা উপন্যাসৰ ভূমিকা, পাতনি, —যোগঃ কথা প্ৰসঙ্গ। —ৱিপৰ্য্যাসঃ গল্পৰ গতি পৰিৱৰ্তন, —শেষ অৱশেষ, বিণ. যাৰ মাথোন নাম ৰা বিৱৰণহে আছেগৈ, অৰ্থাৎ মৃত।

**কথানকং** ক্লী চুটি গল্প।

**কথিত** বিণ. (কথ্যতেস্মৌ কথ কৰ্মণি ক্ত) ১। উক্ত, ভা ১০।১।১; ২। বৰ্ণিত, —পদং বাৰে বাৰে কোৱা। অলঙ্কাৰ শাস্ত্ৰৰ মতে কাব্যৰ এটা দোষ।

**কদ্** ক) ৰোদনে, আহ্বানে, (ভ্বা প সক্ অক কদতে) ১। ক্ৰন্দন কৰ, ২। আহ্বান কৰ, মাত। খ) বৈক্লব্যে, বিহ্বলীভাৱে (দিৱা আ অক কন্দ্যতে) বিবুদ্ধি হ, বিহ্বল হ।

**কদ্** অব্য প্ৰায়ে 'কু', (বেয়া) অৰ্থাত ব্যৱহাৰ হয়। যেনে—কদাকাৰ। —অক্ষৰং বেয়া বা ভুল আখৰ বা লেখা। —অগ্নিঃ কম জুই; —অন্নং কুখাদ্য। —অপত্য কুপুত্ৰ —অভ্যাস কু অভ্যাস, বদভ্যাস। —অৰ্থ কু অৰ্থ। অনৰ্থ; —অৰ্থনং (না) কষ্ট দিয়া, শাস্তি দিয়া; —অৰ্থিত ১। ঘৃণীত, উপেক্ষিত। দণ্ডিত, ২। নীচ, তুচ্ছ, ৩। অধম, জঘন্য। —অশ্বঃ বেয়া ঘোঁৰা; —আকাৰঃ বিণ. কুৎচিত; —আচাৰ বিণ. দুৰাচাৰী —উষ্ণ কুহুমীয়া। —ৰথঃ বেয়া ৰথ —ৱদ বিণ আনৰ বদনাম কৰি ফুৰা শি ১৪।১; ২। নীচ, নিন্দনীয়।

**কদঃ** (কং জলং দদাতি ক দা ক) মেঘ।

**কদকঃ** (কদ্ কৈ কঃ) চন্দ্ৰতাপ।

**কদধ্বা** (ন্) পু. বেয়া পথ, নিন্দিত মাৰ্গ।

**কদনং** ক্লী (কদ্ ণিচ্ কৰণে ল্যুট্) ১। পাপ, ২। ধ্বংস, বিনাশ, ৩। যুদ্ধ, ৪। বধ, হত্যা।

**কদম্বঃ, —ম্বকঃ** (কদ্ কৰণে অম্বচ্) ১। কদম গছ আৰু ফুল। (কোৱা হয় যে এই ফুল দেখিলে বিৰহী-বিলাকৰ চিত্তচাঞ্চল্য ঘটে।) কবিসকলে প্ৰায়ে বৰ্ষাকালত এই ফুলৰ বৰ্ণনা কৰি থাকে। মে ২৫ ৰ ১২।৯৯; উ ৩।২০; ২। এবিধ ঘাঁহ (দেৱতাড়ক তৃণ), ৩। হালধি —অনিলঃ ১। কদম ফুলৰ মাজেৰে বৈ অহা সুগন্ধি বতাহ, ২। বসন্ত কাল; —কোৰকন্যায়ঃ এবিধ ন্যায়, পটন্তৰ, ফকৰা। সংস্কৃত সাহিত্যত এনে বহু ন্যায় আছে। সচৰাচৰ ব্যৱহাৰ হৈ থকা ন্যায় কেইটামানৰ চমু বিৱৰণৰ বাবে পৰিশিষ্ট চাওক।

**কদৰং** ক্লী পগাই গোট মৰা গাখীৰ।

**কদৰঃ** পু (ক দৃ অচ্) ১। কাঁইটীয়া বাবলা গছ, ২। অঙ্কুশ, ৩। কৰত, ৪। এবিধ ৰোগ।

**কদৰ্য** বিণ. ক্ষুদ্ৰ, কৃপণ।

**কদলঃ, —লকঃ** (কদ বৃষাদিত্বাৎ কলচ্) ১। কল গছ। ২। পৃশ্নিলতা (এবিধ জলজ উদ্ভিদ)।

**কদলা** স্ত্ৰী. পৃশ্নিলতা, শিমলু গছ।

**কদলী** স্ত্ৰী. (কদল ঙীষ্) ১। কলগছ। মে ৯৬; ৰ ১২।৯৬; ২। এবিধ হৰিণ, ৩। হাতীৰ পিঠিত বান্ধি দিয়া পতাকা, ৪। ধ্বজা।

**কদা** অব্য (কিম্ কালে দা) কেতিয়া ৰবে ১।৮৪।৮; —অপি উপসৰ্গৰ আগত থাকিলে (কদাপি) ইয়াৰ অৰ্থ এতিয়া বা তেতিয়া, কেতিয়াবা, ন আগত থাকিলে কেতিয়াও নহয়; চন পিচত থাকিলে (কদাচন) আন এদিন, কোনো এদিনাখন, এবাৰ। মনু ২।৫৪; চিৎ পিচত থাকিলে (কদাচিৎ) কেতিয়াবাহে, বহুদিন আগতে, এসময়ত ইত্যাদি অৰ্থ প্ৰকাশ কৰে। মনু ৪।৭৪।

**কদ্ৰুঃ** স্ত্ৰী. (কদ্ কুঃ) নাগমাতা। দক্ষৰাজৰ কন্যা আৰু কশ্যপৰ পত্নী, ৰা ৩।২০।২৯; —পুত্ৰঃ, —সুতঃ নাগ।

**কন্** প্ৰীতৌ, গতৌ, দীপ্তৌ (ভ্বা. প অক সক কনতি) আনন্দিত হ, গমন কৰ, দীপ্তিমান হ।

**কনকং** *ক্লী.* (কন্ বুন্) সোণ, মে ২। —**কঃ** ১। পলাশ বৃক্ষ, ধঁতুৰা গছ; নাহৰ গছ, ২। সদাশিৱ। মহা ১৩।১৭।৯২; —**অঙ্গদং** সোণৰ খাৰু; —**অচলঃ**, —**অদ্রিঃ**, —**গিৰিঃ**, —**শৈলঃ** সুমেৰু পৰ্বত; —**আলুকা** ভৃঙ্গাৰ, সোণৰ কলহ; —**টঙ্কঃ** সোণৰ কুঠাৰ; —**ক্ষাৰঃ** সুৱগা, সোণৰ দ্রাৱক, —**দণ্ডং** —**দণ্ডকং** সোণৰ দণ্ডযুক্ত ৰাজছত্র; —**পত্রং** সোণৰ কাণফুলি; —**পৰাগঃ** সোণৰ গুড়ি, —**ৰসঃ** ১। সোণপানী, ২। হালধীয়া হাইতাল; —**স্থলীঃ** সোণৰ খনি।

**কনকখলং** এখন তীর্থক্ষেত্রৰ নাম। মে ৫০

**কনকপ্রসৱা** *স্ত্রী.* সোণ বৰণীয়া কেতেকী ফুলৰ গছ।

**কনকলোত্তৱঃ** *পু.* ধুনা।

**কনকাহ্বয়ঃ** *পু.* ধঁতুৰা গছ।

**কনন** *বিণ.* (কণ্ যুচ্) কণা, এক চকুৱা।

**কনয়তি** নাম ধাতু, সৰু কৰ, সূক্ষ্ম কৰ, ভট্টি ১৮।২৫।

**কনিষ্ঠ** *বিণ.* সকলোতকৈ সৰু, বয়সত সকলোতকৈ কম। —**ষ্ঠা**, —**ষ্ঠিকা** কেঞা আঙুলি।

**কনী** *স্ত্রী.* (কন অচ্ ঙীষ্) কন্যা।

**কনী(ণী)চিঃ** *স্ত্রী.* ১। লাতুৰমণি, ২। বাহন, ৰথ।

**কনীনিকা** *স্ত্রী.* ১। চকুৰ মণি, ২। কনিষ্ঠাঙুলি।

**কনীনী** কনিষ্ঠাঙুলি।

**কনীয়সং** *ক্লী.* তাম।

**কনীয়ান্ (স্)** *বিণ.* ১। অতি কম, ২। অনুজ।

**কনেৰা** *স্ত্রী.* ১। বেশ্যা, ২। মাইকী হাতী।

**কন্তুঃ** *পু.* (কম্ তুঃ) ১। কামদেৱ, ২। হৃদয়, ৩। ভঁড়াল, ৪। চিত্র, ৫। সুখী লোক।

**কন্থা** *স্ত্রী.* (কম্ থন্ টাপ্) ১। জোৰা তাপলি দিয়া কাপোৰ। কঁথা। ভর্তৃ ৩।৭৪; ২। জোলোঙা; —**ধাৰণং** তাপলি মৰা কাপোৰ পিন্ধা লোক, যোগী; —**ধাৰী** সন্ন্যাসী।

**কন্দং** *ক্লী.* (কন্দি্ নিচ্ অচ্) ১। শস্যমূল, ২। ঘূৰণীয়া আলুৰ দৰে মূল। ভট্টি ৩।৬৯; ৩। নহৰু, ৪। গাঁঠি।

**কন্দঃ** *পু.* (কং জলং দদাতি ক দা ক) ১। মেঘ, ২। কর্পূৰ; ৩। যোনিৰ ৰোগ, —**ট্টং** *ক্লী.* বগা পদুম, ভেট ফুল; —**মূলং** মূলা।

**কন্দৰং** ১। আদা; —**ৰঃ** ১। গুহা, ২। অঙ্কুশ; —**ৰা**, —**ৰী** গুহা, উপত্যকা; —**আকৰঃ** পৰ্বত।

**কন্দৰ্পঃ** *পু.* (কং কুৎসিতো দর্পঃ ক দৃপ্ অচ্) কামদেৱ। গীতা ১০।২৮; —**কূপঃ** যোনি; —**জ্বৰঃ** প্রেমৰোগ, অদম্য কামনা; —**দহনঃ** সদাশিৱ; —**মুষলঃ**, —**মুসলঃ** পুৰুষৰ লিঙ্গ; —**শৃঙ্খলঃ** যৌন ক্রিয়াৰ এক বিশেষ ভঙ্গিমা (ৰতি মঞ্জৰীত ইয়াৰ বিৱৰণ আছে)।

**কন্দলং** *বিণ.* (কদি অলং) ১। কপাল, ২। নতুন গজালি, ৩। কল কল ধ্বনি, ৪। এবিধ কলগছ, ৫। নিন্দা, ভৰ্ৎসনা, কন্দল ফুল, শি ৬।৩০; —**লঃ** ১। সোণ, ২। যুদ্ধ, বিবাদ, হাই-কাজিয়া (যেনে—গৃহকন্দল)।

**কন্দলী** ১। কলগছ। মে ২১; ২। এবিধ হৰিণ, ৩। পতাকা, ৪। পদমৰ গুটি; —**কুসুম** বেংছতা; —**শূৰণঃ** ওল কচু; —**সাৰং** *ক্লী.* নন্দন বন।

**কন্দাৰ্হঃ** ওল কচু।

**কন্দালুঃ** কাসালু।

**কন্দুঃ** *পু.* *স্ত্রী.* লোহাৰ চৌকা, আখা, তাৱা।

**কন্দুকঃ** *পু.* (কং সুখং দা কন্) ঢোপ, বল। ৰ ১৬।৯৩; —**লীলা** ঢোপৰ খেল।

**কন্দোটঃ** (ট্টঃ) ১। বগা পদুম, ২। নীলা পদুম, ৩। কুমুদ ফুল।

**কন্ধঃ** *পু.* (কং জলং ধা কঃ) মেঘ।

**কন্ধৰঃ** *পু.* (কং জলং ধৰতি কম্ ধৃ অচ্) ১। মেঘ, ২। (কং শিৰো ধৰতীতি) গল, ভা ৬।১২।৩৩; —**ৰা** গল।

**কব্ধিঃ** *পু.* সাগৰ, স্ত্রী গল।

**কন্নং** *ক্লী.* (কন্ গত্যাং কৰণে ক্ত) ১। পাপ, ২। মূৰ্চ্ছা।

**কন্যকা** *স্ত্রী.* কম বয়সীয়া ছোৱালী। ৰ ১১।৫৩; ২। অবিবাহিতা ছোৱালী, ৩। দহ বছৰীয়া কন্যাক কন্যকা কোৱা হয়। অষ্টবর্ষা ভবেদ্গৌৰী নৱবর্ষা চ ৰোহিণী। দশমে কন্যকা প্রোক্তা অত ঊর্দ্ধং ৰজস্বলা, ৪। (অলঙ্কাৰ শাস্ত্রত) এবিধ নায়িকা, ৫। কন্যা ৰাশি; —**ছলঃ** নাৰী হৰণ, ফুচুলাই নি কন্যাৰ সতীত্ব নষ্ট ক[illegible]নঃ কুমাৰী; —**জাতঃ** অবিবাহিতা কন্যাৰ সন্তান; কানীনঃ যা ১২।১৩২; —**পতিঃ** জোঁৱাই।

**কন্যসঃ** সৰু ভায়েক; —**সা** কেঞা আঙুলি; —**সী** সৰু ভনীয়েক।

**কন্যা** *স্ত্রী.* (কন্ দীপ্তৌ যক টাপ্) ১। কুমাৰী ছোৱালী, (স্মৃতিমতে দহ বছৰীয়া), ২। অবিবাহিতা জীয়াৰী,

৩। নাৰী, ৪। কন্যা ৰাশি, ৫। দুৰ্গা, ৬। ডাঙৰ ইলাচী; **—আট** *বিণ.* কন্যা বিচাৰি ফুৰা। (**—টঃ**) ১। ঘৰৰ ভিতৰ কোঠা, ২। কন্যা বিচাৰি ফুৰা পুৰুষ; **—কুব্জঃ** এখন ৰাজ্যৰ নাম, (কনৌজ); **—গতং** কন্যা ৰাশিত গ্ৰহৰ স্থিতি; **—গ্ৰহণং** বিবাহত কন্যাৰ পাণিগ্ৰহণ; **—দানং** বিবাহিত কন্যাক বৰলৈ অৰ্পণ কৰা কাৰ্য্য; **—দূষণং** কন্যাৰ কৌমাৰ্য্য নাশ; **—ধনং** যৌতুক; **—পতিঃ** জোঁৱাই; **—পুত্ৰঃ** কানীন; **—পুৰং** অন্তঃপুৰ; **—ভৰ্তৃ** ১। জোঁৱাই, ২। কাৰ্ত্তিকেয়; **—ৱেদিন্** জোঁৱাই; **—শুল্কং** কন্যাপণ, (কন্যাৰ পিতাকক দিয়া ধন); **—হৰণং** কন্যাক পলুৱাই নিয়া।

**কন্যাকা, কনিকা** কুমাৰী।

**কন্যাময়** *বিণ.* কন্যাৰ আকাৰৰ; **—য়ং** অন্তঃপুৰ। কন্যাৰ কোঠা।

**কপ্ কম্প্** সঞ্চলনে (ভ্বা আ অক কম্পতে। কৰ্ম্মণি কম্প্যতে) কঁপি থাক, লৰচৰ কৰ।

**কপটঃ** *পু.* **—টং** *স্ত্ৰী.* (কুপ্ অটন্) প্ৰতাৰণা, প্ৰৱঞ্চনা, ছল। **—তাপসঃ** ভণ্ড সন্ন্যাসী। **—পটু** প্ৰৱঞ্চক; **—প্ৰবন্ধঃ** ছলনাপূৰ্ণ অভিসন্ধি; **—লেখ্যং** জাল দলিল; **—ৱচনং** ছলনাপূৰ্ণ কথা; **—ৱেশ** ছদ্মবেশ।

**কপটিকঃ** প্ৰৱঞ্চক, ঠগ।

**কপৰ্দঃ, —ৰ্দকঃ** ১। কড়ি, ২। জটা (চুলি) যেনে শিৱৰ জঁটা।

**কপৰ্দী** (ন্) সদাশিৱ।

**কপাটঃ, —টং** ১। দুৱাৰ, দর্জাৰ পাল্লা। ৰ ৩।৩৪; ২। দৰ্জা; **—উদ্‌ঘাটন** দুৱাৰ মুকলি; **—ঘ্নঃ** চোৰ।

**কপালঃ, —লং** (কং মস্তকং পালয়তি ক পালি অণ্) ১। মূৰৰ খোলা, ২। মাটিৰ কলহৰ ভগা খোলা। মনু ৪।৯৩ ৩। জাক, সমূহ; ভিখাৰীয়ে হাতত লোৱা পাত্ৰ, খোলা। মনু ৬।৪৪; ৫। বাটি, পিয়লা, ৬। ঢাকনী; **—পাণিঃ, —ভৃৎ, —শিৰস্** *পু.* শিৱ; **—মালিনী** দুৰ্গা।

**কপালিকা** *স্ত্ৰী.* (কপাল কণ টাপ্) ১। এবিধ দাঁতৰ বেমাৰ, ২। মাটিৰ পাত্ৰৰ ভগা খোলা। মনু ৪।৭৮।

**কপালিন্** *বিণ.* ১। মূৰৰ খোলা থকা। মূৰৰ খোলা পিন্ধা। কু ৫।৭৮; পু. ১। শিৱ, ২। ব্ৰাহ্মণী আৰু মৎস্যজীৱীৰ সন্তান, ৩। যোগী, সন্ন্যাসী।

**কপিঃ** *পু.* (কম্পতে যঃ সদা কপি চলনে ই) ১। বান্দৰ। মনু ১১।১৫৪; ২। হাতী, ৩। বৰাহ, ৪। ৰক্ত চন্দন; **—ইজ্যঃ** শ্ৰীৰামচন্দ্ৰ, সুগ্ৰীৱ; **—ইন্দ্ৰঃ** হনুমান, সুগ্ৰীৱ। জাম্বৱন্ত; **—কচ্ছুঃ** বান্দৰ-কেঁকোৱা; **—কেতন, —ধ্বজঃ** অৰ্জুন। গী ১।২০; **—জঃ, —তৈলং, —নামন্** ধূনা; **—প্ৰভুঃ** শ্ৰীৰামচন্দ্ৰ; **—লোহং** পিতল।

**কপিঞ্জল** ১। চাতক পক্ষী, ২। তিত্তিৰি চৰাই।

**কপিত্থং** কৎবেল; ঔটেঙা, 'গজভুক্ত কপিত্থৱৎ' **—আস্য** এবিধ বান্দৰ।

**কপিল** *বিণ.* (কমু কান্তৌ প ইলচ্) ১। ৰঙচুৱা। মুগা, ২। ৰঙচুৱা চুলিযুক্ত।

**কপিলঃ** *পু.* ১। মহৰ্ষি কপিল। আখ্যান মতে— সগৰৰ ষাঠী হাজাৰ পুত্ৰই অশ্বমেধৰ ঘোঁৰাক বিচাৰি গৈ কপিল মুনিৰ আশ্ৰমত ঘোঁৰাটো দেখা পায়। আচলতে ইন্দ্ৰইহে ঘোঁৰাটো সেই আশ্ৰমত লুকাই ৰাখিছিল। সগৰৰ পুত্ৰসকলে ঘোঁৰাটো কপিল মুনিয়ে অপহৰণ কৰা বুলি মুনিজনক গালি-শপনি পাৰে। ধ্যান ভঙ্গ হোৱাত কপিলে সগৰ পুত্ৰবিলাকক শাপি ভস্ম কৰে। পিচত ভগীৰথে গঙ্গা আনি পুত্ৰবিলাকক উদ্ধাৰ কৰে। কোনো কোনো পণ্ডিতে এই মহৰ্ষিগৰাকীকেই সাংখ্য দৰ্শনৰ প্ৰণেতা বুলি কয়। ২। কুকুৰ, ৩। ধূনা, ৪। এবিধ অগ্নি; **—লা** ১। কপিল বৰণৰ গাইগৰু, ২। এবিধ আতৰ, ৩। এবিধ কাঠ, ৪। জোক; **—অশ্বঃ** ইন্দ্ৰ; **—দ্যুতি** সূৰ্য্য; **—ধাৰা** গঙ্গা; **—স্মৃতি** *স্ত্ৰী.* সাংখ্য দৰ্শনৰ সূত্ৰ।

**কপিশঃ** *পু.* ১। মেহেগনি (ক'লা আৰু ৰঙাৰ মিশ্ৰণ) ৰং, ২। কফি ৰং। মে ২১; ধূনা; **—শা** মাধৱীলতা, ২। এখন নদীৰ নাম।

**কপীতঃ** *পু.* কপিত্থ।

**কপুচ্ছলং,** *পু.* **—পুচ্ছিকা** ১। চূড়াকৰণ সংস্কাৰ, ২। মূৰৰ দুয়ো কাষে দুকোঁচা চুলি।

**কপূয়** *বিণ.* নীচ, অকৰ্মণ্য।

**কপোতঃ** (কো ৱায়ুঃ পোতঃ ইতি ওতচ্ হ্ৰস্য পশ্চ) ১। কপৌ, পাৰ চৰাই, ২। চৰাই; **—অৰিঃ** চিলা, শেন চৰাই (পাৰৰ শত্ৰু); **—চৰণা** এবিধ আতৰ; **—পালিকা, —পালী** পাৰৰ ঘাহ; **—সাৰং** অঞ্জন, কাজল; **—হস্ত** (শ্ৰদ্ধাত) হাত যোৰ কৰা।

**কপোতকঃ** এবিধ সৰু পাৰ চৰাই।

**কপোলঃ** *পু.* (কং মুখং পোলতীতি ক পুল্ কৰ্মণি অণ্)

গাল; শ ৬।১৪; —**কাষঃ** গালেৰে ঘঁহা বা গালত ঘঁহা দ্ৰব্য; —**ৰাগঃ** গালৰ জেউতি, উজ্জ্বলতা।

**কফঃ** *পু.* (কেন জলেন ফলতি ক ফল ডঃ) ১। শ্লেষ্মা (আয়ু) শৰীৰৰ তিনি ধাতুৰ এটা, বাকী দুটা বায়ু আৰু পিত্ত, ২। ফেন; —**অৰিঃ** আদা; —**কূৰ্চিকা** (মুখৰ) থু, লালটি; —**ক্ষয়ঃ** (হাওফাওৰ) ক্ষয় ৰোগ; —**ঘ্ন**, —**নাশন**, —**হৰ** *বিণ.* কফ-নাশকাৰী (ঔষধ); —**জ্বৰঃ** কফৰ (পৰা হোৱা) জ্বৰ।

**কফণিঃ**, **কফোণিঃ** (ণী) কিলাকুটি।

**কফী** (ন্), **কফেলুঃ** কফযুক্ত।

**কব্** স্তুতৌ ৱৰ্ণে (ভ্বা আ সক কৱতে) স্তুতি কৰ, ৰং কৰ।

**কবন্ধং** *ক্লী.* ১। মূৰহীন দেহ, ২। পানী ঋবে. ৫।৮৫।৩।

**কবন্ধঃ** *পু.* (কং শূনং বন্ধ ঘঞ্) ১। ৰাহুগ্ৰহ, ২। পেট, ৩। মেঘ, ৪। ধূমকেতু, ৫। ৰামায়ণৰ কাহিনীত থকা এজন দৈত্য। আখ্যানমতে দণ্ডকাৰণ্যত ৰাম-লক্ষ্মণ থকাৰ সময়ত এই কবন্ধ নামৰ ৰাক্ষসটোৱে তেওঁলোকক আক্ৰমণ কৰি তেওঁলোকৰ হাতত নিহত হয়। কবন্ধ পূৰ্বতে স্বৰ্গত আছিল যদিও ইন্দ্ৰৰ অভিশাপত মৰ্ত্ত্যলৈ ৰাক্ষস ৰূপে জন্ম লৈ ৰাঘৱৰ হাতত নিহত হয়।

**কৰিৎথঃ** *পু.* কৎবেল, ঔটেঙা।

**কবিলঃ** *পু.* কপিল ৰং।

**কম্** স্পৃহি (চুৰা আ সক কাময়তে) ১। আশা কৰ, ইচ্ছা কৰ, বাসনা কৰ, ২। ভাল পা, প্ৰেমত পৰ; **অভি—** বাসনা কৰ; **নি—**, **প্ৰ—** অত্যধিক বাসনা কৰ।

**কমঠং** *ক্লী.* পানীৰ কলহ বা টেকেলি।

**কমঠঃ** *পু.* (কে জলে মঠতি ৱসতীতি ক মঠ অচ্) ১। কাছ, ২। বাঁহ, ৩। পানীৰ ভাণ্ড।

**কমণ্ডলু** *পু.* —**লং** *ক্লী.* সন্ন্যাসীয়ে হাতত লোৱা পানীৰ পাত্ৰ। মনু ২।৬৪; —**তৰুঃ** কমণ্ডলু তৈয়াৰ কৰা কাঠৰ গছ; —**ধৰঃ** সদাশিৱ।

**কমনং** *বিণ.* (কম নিস্ যুচ্) কামুক। ভা ১।৯।৩৩; —**নঃ** কামদেৱ, অশোক গছ। ব্ৰহ্মা।

**কমনীয়ং** *বিণ.* ধুনীয়া, চাৰু, মনোহৰ, শোভনীয়, মনোৰম, ৰম্য, মনোজ্ঞ, সুন্দৰ, মধুৰ। প্ৰিয়, সৌম্য। কু ১।৩৭।

**কমৰ** *বিণ.* কামুক। ইচ্ছুক।

**কমলং** *ক্লী.* (কম জলম্ অলঙ্কৰোতি ক অল্ অচ্) ১। এবিধ জলজ ফুল। কমল ফুল, পদুম ফুল, ২। পানী, ৩। তাম ধাতু, ৪। ঔষধ, ৫। সাৰস পক্ষী, ৬। মূত্ৰাশয়; —**লঃ** ১। সাৰস পক্ষী, ২। এবিধ হৰিণ; —**অক্ষী** পদুমৰ দৰে নেত্ৰযুক্তা; —**আকৰঃ** পদুম পুখুৰী; —**আলয়া** মহালক্ষ্মী; —**আসনঃ** ব্ৰহ্মা। কু ৭।৭০; —**ঈক্ষণা** কমল-নেত্ৰ; —**উত্তৰং** কুসুম ফল। এই ফলৰ ৰসেৰে কাপোৰ ৰং কৰা হয়; —**জঃ** ব্ৰহ্মা। ৰোহিণী নক্ষত্ৰ; —**ভৱঃ**, —**যোনিঃ** —**সম্ভৱঃ** ব্ৰহ্মা।

**কমলা** *স্ত্ৰী.* ১। লক্ষ্মী, ২। গজা।

**কমলিনী** *স্ত্ৰী.* পদ্মিনী। পদুম। মে ৯০; পদুম পুখুৰী।

**কমা** *স্ত্ৰী.* (কম্ ভাৱে অঃ টাপ্) শোভা, সৌন্দৰ্য্য।

**কমিতা** (তৃ) *বিণ.* (কম্ তৃচ্) কামুক, লম্পট।

**কম্প্** চলনে (ভ্বা আ অক কম্পতে) কঁপি থাক, লৰচৰ কৰ, কঁপাই থাক। ৰ ৪।৮১।

**কম্পঃ** *পু.* ১। কম্পন। শিহৰণ। কু ৭।৪৬; ২। স্বৰিত স্বৰৰ এটা বিকৃতি; —**অন্বিত** *বিণ.* কম্পিত, আন্দোলিত; —**লক্ষ্মন্** *পু.* বায়ু।

**কম্পনং** *ক্লী.* কম্পন, কঁপি কঁপি কৰা উচ্চাৰণ; —**নঃ** শীতকাল।

**কম্পাকঃ** *পু.* বায়ু।

**কম্প্ৰ** *বিণ.* কঁপি থকা, লৰচৰ কৰি থকা।

**কম্ব্** গতৌ (ভ্বা প অক কম্বতি) গমন কৰ, অগ্ৰসৰ হ, চল।

**কম্বৰ** *বিণ* চিত্ৰবিচিত্ৰ।

**কম্বলঃ** *প.* (কম গতৌ বৃষাদিত্বাৎ কলচ্) ১। কম্বল, গৰম কাপোৰ, ২। বলদৰ গলবিচনি, ৩। এবিধ হৰিণ, ৪। আলোৱান, শাল, ৫। বেৰ। —**লং** পানী —**ৱাহ্যকং** কাপোৰৰ চৈ দিয়া গৰুগাড়ী।

**কম্বলী** *পু.* বলদ গৰু।

**কম্বী** *স্ত্ৰী* হেতা বা চামুচ।

**কম্বু** *বিণ.* ফুট্‌ফুটীয়া, চিত্ৰ বিচিত্ৰ —**ম্বুঃ** *পু ক্লী* ১। শঙ্খ, ২। হাতী, ৩। গল, ৪। ফুট্‌ফুটীয়া ৰং, ৫। শৰীৰ ৰক্তবাহক নাড়ী, ৬। খাৰু ৭। নলীৰ আকাৰৰ হাড়। —**কণ্ঠী** শঙ্খৰ দৰে গলযুক্ত তিৰোতা। —**গ্ৰীৱ** শঙ্খৰ আকাৰৰ গল আৰু তেনে গল থকা নাৰী। (শঙ্খৰ দৰে এই গলত তিনিডাল ৰেখা থাকে আৰু ভাগ্যৱতী বুলি কোৱা হয়।)

**কম্বোজঃ** ১। শঙ্খ, ২। এবিধ হাতী, ৩। এখন দেশৰ নাম। ৰ ৪।৬৯।

**কম্ৰ** *বিণ.* (কম্ ৰঃ) ১। কামুক, লম্পট, ২। কমনীয়, মনোহৰ, **—ম্ৰা** *স্ত্ৰী* গঙ্গা।

**কয়স্থা** বয়স্থা, এবিধ ঔষধ।

**কৰঃ** *পু.* (কং সুখং ৰাতি দদাতি ক ৰা কঃ) ১। ৰাজহ, ২। হাত, শ ১।২৪; ৩। ৰশ্মি, ৪। হাতীৰ শুঁৰ, ৫। বৰষুণৰ শিল, ৬। এক হাত (দীঘল) জোখ, প্ৰায় ১৮ ইঞ্চি, ৭। হস্তা নক্ষত্ৰ। **—অগ্ৰং** ১। হাতৰ আগভাগ, ২। হাতীৰ শুঁৰৰ আগৰ অংশ। **—আঘাতঃ** চৰ মৰা, চপেটাঘাত। **—আৰোটঃ** আঙুঠি। **—আলম্বঃ** সহায়ৰ হাত আগ বঢ়োৱা। **—আস্ফোটঃ** ১। বুকু। ২। হাতৰ ভুকু। **—কণ্টকঃ, —কং** হাতৰ নখ। **—কমলং —পঙ্কজং, —পদ্মং** পদুমৰ দৰে ধুনীয়া হাত। **—কলশং, —শঃ** আঁজলি। **—কিসলয়ঃ, —য়ং** ১। ফুলৰ কলিৰ দৰে হাত, ২। আঙুলি **—কোষঃ** আঁজলি। **—গ্ৰহঃ, —গ্ৰহণং** ১৷ ৰাজহ আদায় বা গ্ৰহণ, ২। পাণিগ্ৰহণ, বিবাহ। **—গ্ৰাহঃ** ১। পতি, ২। কৰ-সংগ্ৰাহক। **—জং** এবিধ আতৰ। **—জঃ** নখ। **—জালং** পোহৰৰ বিস্তাৰ, ৰশ্মিৰেখা। **—তলঃ** হাতৰ তলুৱা। (**—আমলকং**) হাতৰ আমলখিৰ দৰে স্পষ্ট। **—তালিকা —তালী** হাতচাপৰি। **—দ** *বিণ.* ৰাজহ আদায় দিয়া। **—পত্ৰং** কৰত। **—পুটঃ** হাত দুখনেৰে আঁজলি কৰি বস্তু গ্ৰহণ কৰা। **—পৃষ্ঠং** হাতৰ সিপিঠি। **—বালঃ, ৱালঃ** তৰোৱাল। **ভূষণং** হাতৰ খাৰু আদি অলঙ্কাৰ। **—মালঃ** ধোঁৱা। **—ৰুহঃ** হাতত নখ। **—ৱীৰঃ, —ৱীৰকঃ** ১। তৰোৱাল, ২। শ্মশান, ৩। এবিধ গছ। **—শাখা** আঙুলি। **—শীকৰঃ** হাতীয়ে শুঁৰেৰে দলিওৱা পানী। **—শূকঃ** নখ। **—সূত্ৰং** বিয়াৰ সময়ত হাতত বন্ধা বিবাহসূত্ৰ। **—স্থালিন্** সদাশিৱ। **—স্বনঃ** হাতচাপৰিৰ শব্দ।

**কৰক** (সন্ন্যাসীৰ) কমণ্ডলু। মনু ৪।৬৬; **—কঃ** ডালিম গছ। পলাশ গছ, এবিধ চৰাই, শিলবৰষুণ, বকুল গছ। নাৰিকলৰ কোৰোকা; **—অম্ভস্** *পু.* নাৰিকল গছ; **—আসাৰঃ** শিলাবৃষ্টি; **—জং** পানী; **—পত্ৰিকা** কমণ্ডলু।

**কৰঘৰ্ষণঃ** *পু.* মথনি মাৰি।

**কৰঙ্কঃ** *পু.* ১। কঙ্কাল, ২। মূৰৰ খোলা, ৩। নাৰিকলৰ কোৰোকা। সৰু বাকচ।

**কৰঞ্জঃ** *পু.* (ক ৰঞ্জ্ নিচ অণ্) লেটা গুটি।

**কৰটঃ** (কং কুৎসিতং ৰটতি শব্দং কৰোতি ক ৰট পচাদ্যচ) ১। কাউৰী, ২। হাতীৰ গাল, ৩। কুসুম্ভ (কুহুম) ফুলৰ গছ। ইয়াৰ পৰা ৰঙা ৰঙ তৈয়াৰ কৰা হয়, ৪। নাস্তিক, ৫। নীচ ব্ৰাহ্মণ।

**কৰটকঃ** *পু.* ১। কাউৰী, ২। চৌৰ্য্য (স্তেয়) শাস্ত্ৰ নিৰ্মাতা কৰ্ণীসূতৰ এটা নাম। পিঙ্গলক নামৰ পশুৰাজ সিংহৰ মন্ত্ৰীৰ পুত্ৰৰ নাম। হি ২।২৫।

**কৰটী** (ন্) হাতী।

**কৰেদুঃ** এবিধ চৰাই। কৰকটিয়া চৰাই।

**কৰণং** *ক্লী.* (ক্ৰিয়তেঽনেন কৃ কৰণে ল্যুট্) ১। সম্পাদন কৰা, কাৰ্য্যত পৰিণত কৰা, ২। কাম, কাৰ্য্য, ৩। ধৰ্মকাৰ্য্য, ৪। ব্যৱসায় ,বাণিজ্য, ৫। জ্ঞানেন্দ্ৰিয়। ৰ ৮।৩৮; ৬। শৰীৰ, ৭। কাৰ্য্যৰ উপায় বা আহিলা, ৮। হেতু, অভিপ্ৰায়, ৯। (ব্যাকৰণ) কৰণ কাৰক। ১০। (তৰ্ক শাস্ত্ৰত) কাৰণভূত হেতু। ১১। (আইনশাস্ত্ৰত) দলিল, নথিপত্ৰ। মনু ৮।৫২; ১২। সঙ্গীতৰ তাল, হাতেৰে চাপৰি মাৰি ৰখা তাল। কু ৬।৪০ ১৩। দিনৰ অংশ বিশেষ। **—অধিপঃ** আত্মা; **—গ্ৰামঃ** জ্ঞানেন্দ্ৰিয়সমূহ; **—ত্ৰাণং** মূৰ।

**কৰণীয়ম্** *বিণ.* (কৃ অনীয়ৰ) কৰ্তব্য। কাৰ্য্য।

**কৰণ্ডঃ** *পু.* (কৃঞ অণ্ডন্ ১। মৌচাক, ২। বাঁহৰ সৰু বাকচ বা পাচি, ৩। তৰোৱাল, ৪। এবিধ হাঁহ।

**কৰণ্ডী** *পু.* মাছ।

**কৰভঃ** *পু.* (কৰে ভাতি শোভতে কৰ ভা কঃ) ১। হাতৰ মণিবন্ধৰ পৰা কনিষ্ঠ আঙুলিৰ গুৰিলৈকে হাতৰ তলুৱাৰ বহিৰ্ভাগ। ৰ ৬।৮৩; ২। হাতীৰ সুৰ, ৩। পোৱালি হাতী, ৪। পোৱালি উট, ৫। উট, ৬। আতৰ বিশেষ; **—উৰুঃ** যি নাৰীৰ উৰু কৰভৰ দৰে, (শ ৩।২১) অথবা হাতীৰ শুঁৰৰ দৰে।

**কৰভকঃ** *পু.* উট।

**কৰভী** (ন্) *প.* হাতী।

**কৰভীৰঃ** *পু.* (কৰভি ঈৰ্ অণ্) সিংহ।

**কৰম্ব, কৰম্বিত** *বিণ.* ১। মিশ্ৰিত। গীগো ১।২; চিত্ৰবিচিত্ৰ, ২। খচিত, যেনে মুক্তাখচিত হাৰ।

**কৰম্ভঃ** (স্বঃ) ১। দধি মিশ্ৰিত আটা, ২। বোকা। মনু ১২।৭৬।

**কৰহাটঃ** *পু.* ১। এখন ঠাইৰ নাম, ২। পদুমৰ শ্বাল বা শিপা।

**কৰাল** *বিণ.* (কৰায় ক্ষেপায় অলতি) ভয়ানক, দুৰ্দম্য, ভয়ঙ্কৰ। গী ১১।২৩; বে ১।৬; **—লা** দুৰ্গাৰ ভয়ানক ৰূপ, কালী, অনন্তমূলা; **—দংষ্ট্ৰ** ভয়ানক দাঁতযুক্ত; **—ৱদনা** দুৰ্গা। চামুণ্ডা।

**কৰালক** ক'লা তুলসী।

**কৰালী** *স্ত্ৰী.* অগ্নিৰ সাতখন জিভাৰ এখন। মু উ ১।২।৯।

**কৰিকা** *স্ত্ৰী.* নখাঘাত।

**কৰিণী** *স্ত্ৰী.* মাইকী হাতী। কি ২।৬।

**কৰিন্** *পু.* (কৰঃ শুণ্ডঃ অস্যাস্তীতি ইনিঃ) ১। হাতী, ২। (অঙ্কত) সংখ্যা ৮; **—ইন্দ্ৰঃ**, **—ঈশ্বৰঃ**, **—ৱৰঃ** প্ৰকাণ্ড হাতী; **—কুম্ভঃ** হাতীৰ মুখৰ গোলাকাৰ অংশ; **—গৰ্জিতং** হাতীৰ চিঞৰ বা গৰ্জন; **—দন্তঃ** হাতীৰ দাঁত; **—পঃ** মাউত; **—জঃ**, **—পোতঃ**, **—শাৱঃ**, **—শাৱকঃ**, হাতীৰ পোৱালি, **—বন্ধঃ** হাতী বন্ধা খুঁটা; **—মাচলঃ** সিংহ; **—মুখঃ** গণেশ; **—ৱৈজয়ন্তী** হাতীৰ পিঠিত থকা ধ্বজা, **—স্কন্ধ** এজাক হাতী।

**কৰীৰঃ** *পু. স্ত্ৰী.* (কিৰতি বিক্ষিপতি কৃ ঈৰণ্) ১। বাঁহৰ গাজ। শি ৪।১৪; ২। গজালি, ৩। মৰুভূমিত হোৱা এবিধ কাঁইটীয়া গছ। ভৰ্তৃ ২।৯৩; ৪। পানীৰ কলহ বা লোটা।

**কৰীৰা**, **—ৰী** *স্ত্ৰী.* ১। জিলিপোক। ২। হাতীৰ দাঁতৰ আলু (গুৰি)।

**কৰীষং**, **—ষঃ** *পু. স্ত্ৰী.* গোবৰৰ শুঁঠি। জ্বলাবৰ কাৰণে শুকুৱাই ৰখা গোবৰ। **—অগ্নিঃ** শুকান গোবৰৰ জুই।

**কৰীষিণী** সম্পত্তিৰ অধিষ্ঠাত্ৰী দেৱী।

**কৰুণ** *বিণ.* শোকাবহ, কোমল। পুতৌ কৰিব লগীয়া বা পুতৌজনক। শি ৯।৬৭; **—ণঃ** সহানুভূতি, দয়া, চিন্তাজনক শোক। নৱ ৰসৰ এটা। ৰ ৮।৭০; **—মল্লী** মল্লিকা লতা। **—ৱিপ্ৰলম্ভঃ** (অলঙ্কাৰ শা) বিৰহৰ দুখ।

**কৰুণা** *স্ত্ৰী.* দয়া, কোমলতা, দুখ। মে ৯৩; **—আৰ্দ্ৰ** কোমল হৃদয়ৰ শোকাৰ্ত্ত; **—নিধিঃ** দয়াৰ সাগৰ, কৃপাময়; **—পৰ** দয়াময়; **—ৱিমুখ** নিৰ্দয়, ৰ ৮।৬৭।

**কৰেটঃ** (হাতৰ) নখ। **—টুঃ** এবিধ চৰাই।

**কৰেণুঃ** *পু.* (কৃ এনুঃ অথবা কে মস্তকে ৰেণুঃ) ১। হাতী। (হাতীয়ে শুঁৰেৰে কপালত ধূলি ছটিয়ায়।) শি ১২।৫; ২। কৰ্ণিকাৰ গছ, *(স্ত্ৰী.)* ১। হস্তিনী, ২। পালকাপ্যৰ মাক; **—ভূঃ**, **—সুতঃ** হস্তীবিদ্যাৰ ৰচয়িতা পালকাপ্য।

**কৰোটং** **—কৰোটিঃ** ১। মূৰৰ খোলা, ২। পিয়লা বা চৰিয়া।

**কৰ্কঃ** *পু.* (কৃ কঃ) ১। কেঁকোৰা, ২। কৰ্কট ৰাশি, ৩। অগ্নি, ৪। পানীৰ লোটা, ৫। দৰ্পণ, আৰ্চী, ৬। শ্বেতাশ্ব, বগা ঘোঁৰা।

**কৰ্কট**, **—টকঃ** ১। কেঁকোৰা, ২। কৰ্কট ৰাশি, ৩। বৃত্ত, বেষ্টন; **—টিঃ** **—টী** এবিধ ৰামী; **—টুঃ** কৰ্কটিয়া চৰাই।

**কৰ্কন্ধুঃ**, **—ন্ধূঃ** *স্ত্ৰী.* (কৰ্ক কণ্টাকং দধাতীতি কৰ্ক ধা কুঃ নুম্ চ) বগৰি গছ আৰু ফল। যা ১।২৫০।

**কৰ্কৰ** *বিণ.* ১। কঠিন, শক্ত, ২। দৃঢ়; **—ৰঃ** ১। হাতুৰি, ২। দৰ্পণ, ৩। হাড় বা হাড়ৰ টুকুৰা, ৪। চামৰাৰ ফিটা।

**কৰ্কৰাক্ষঃ** বালিমাহি (চৰাই)।

**কৰ্কৰাঙ্গঃ** খঞ্জন চৰাই।

**কৰ্কৰাটুঃ** কেৰাহিকৈ চোৱা দৃষ্টি।

**কৰ্কৰান্ধুকঃ** অন্ধকূপ।

**কৰ্কৰালা** চুলিৰ পাক। সৰু আঙুঠি।

**কৰ্কৰী** ফুটা থকা সৰু লোটা।

**কৰ্কশঃ** *পু.* (কৰ্ক শঃ) ১। কঠিন, অমসৃণ। ৰ ১২।৪১; ২। কঠুৱা, ক্ৰূৰ, নিৰ্দয়, ৩। উগ্ৰমূৰ্ত্তি, অত্যাচাৰ। ৰ ৯।৬৮; ৪। তৰোৱাল, ৫। দুঃসাহসিক, ৬। কৃপণ, ৭। দুৰ্বোধ্য, ৮। অসৎ, ৯। অবিশ্বাসী, ১০। দুঃচৰিত্ৰৱান, দুৰাচাৰী।

**কৰ্কন্ধী** বনৰীয়া বগৰি।

**কৰ্কি** কৰ্কট ৰাশি।

**কৰ্কোটঃ**, **—টকঃ** আঠোটা নাগৰাজৰ এটাৰ নাম। (কলিয়ে ৰজা নলক শাস্তি বিহাৰ উদ্দেশ্যে নানান ধৰণৰ কষ্ট দিবলৈ ধৰে। এবাৰ নলে নাগৰাজ কৰ্কোটক জুইৰ পৰা ৰক্ষা কৰাৰ পিচত নলক এনেকুৱা কুৎচিত কৰি পেলালে যাতে কোনোৱে নলক চিনিবই নোৱাৰে। এইদৰেই নলে দুখৰ দিনকইটা অতিবাহিত কৰে।) **—টকঃ** বেলগছ।

**কৰ্চৰিকা** *স্ত্ৰী.* কচুৰী।

**কৰ্চূৰঃ** (কৰ্জ উৰঃ) এবিধ সুগন্ধি গছ, **—ৰং** সোণ, হাইতাল।

**কৰ্জ্** পীড়ে (ভ্বা প সক কৰ্জতি) পীড়া দি, কষ্ট দি।

**কৰ্ণ্** ভিদি (চুৰা প সক কৰ্ণয়তি) বিন্ধা। ছিদ্ৰ কৰ। 'আ' আগত থাকিলে (আকৰ্ণয়তি) শুন, শ্ৰৱণ কৰ।

**কৰ্ণ** *পু.* (কৰ্ণ্যতে আকৰ্ণ্যতে অনেনেতি কৰ্ণ কৰণে অপ্) ১। কাণ, শ্ৰৱণেন্দ্ৰিয়। কৰ্ণ দা কাণ দিয়া, কৰ্ণমাগম কাণলৈ অহা, শুনিবলৈ পোৱা, কৰ্ণে কথয়তি ফুচফুচাই কোৱা, ২। কলহ, কেৰাহী আদিৰ 'কাণ', ৩। জাহাজৰ গুৰি বঠা, ৪। ত্ৰিভুজৰ কৰ্ণ, ৫। মহাভাৰতৰ প্ৰখ্যাত কৌৰৱ বীৰ কৰ্ণ, সূৰ্য্যৰ ঔৰসত কুন্তীৰ পুত্ৰ। কুমাৰী বয়সত মাকৰ ঘৰত থকা কালত কুন্তীৰ এই পুত্ৰ জন্ম হোৱাৰ লগে লগে কুন্তীয়ে নদীত উটুৱাই দিয়ে। ধৃতৰাষ্ট্ৰৰ সাৰথি অধিৰথে পাই পত্নী ৰাধাৰে সৈতে কৰ্ণক নিজৰ পুত্ৰৰ দৰে ডাঙৰ-দীঘল কৰে। সেয়ে কৰ্ণক প্ৰায়ে সুতপুত্ৰ, ৰাধেয় বুলি সম্বোধন কৰা হয়। কৰ্ণৰ গুণ গৰিমা আৰু পৰাক্ৰমৰ বাবে ধৃতৰাষ্ট্ৰই অঙ্গৰাজ্য দান কৰে। পৰশুৰামে মাথোন ব্ৰাহ্মণকহে ধনুৰ্বিদ্যা শিক্ষা দিছিল বুলি জানিব পাৰি কৰ্ণই নিজকে ব্ৰাহ্মণ বুলি পৰিচয় দি পৰশুৰামৰ পৰা সকলোখিনি বিদ্যা শিকি লয়। কিন্তু পৰশুৰামে পিচত জানিব পাৰি কৰ্ণক অভিশাপ দিয়ে যে বিপদৰ সময়ত সি সকলো বিদ্যা পাহৰি যাব। পাণ্ডৱৰ লগত যুদ্ধত কৰ্ণৰ ৰথৰ চকা মাটিত সোমাই যোৱাত শ্ৰীকৃষ্ণৰ নিৰ্দেশত অৰ্জুনে কৰ্ণক বধ কৰে। তথাপি মহাভাৰতত শ্ৰেষ্ঠ বীৰ দুজনৰ এজন কৰ্ণ আৰু আনজন অৰ্জুন। ভীষ্ম আৰু দ্ৰোণাচাৰ্য্যৰ পিচত কৰ্ণ মহাভাৰতৰ যুদ্ধৰ সেনাপতি হয়, আৰু মৃত্যুৰ দিনলৈকে কৌৰৱপক্ষৰ সেৱা কৰি থাকিল। **—অঞ্জলিঃ** কাণৰ ছিদ্ৰ; **—অনুজঃ** যুধিষ্ঠিৰ; **—অন্তিক** কাণৰ কাষ; **—অন্দুঃ, —ন্দূঃ** *স্ত্ৰী.* কাণফুলি; **—আস্ফালঃ, —তালঃ** হাতীয়ে কাণ দুখনেৰে কৰা আস্ফালন; **—উপকৰ্ণিকা** উৰাবাতৰি; **—কণ্ডুঃ** কাণৰ বেমাৰ; **—গূথং** কণা-মাকৰি; **—গোচৰ** শুনিবলৈ পোৱা, কাণত পৰা; **—জপ** *বিণ.* গুপুত বাতৰি কওঁতা; **—জলৌকা** কেৰেলুৱা, কুমজেলুকা; **—জাহঃ** কাণৰ গুৰি; **—জিৎ** অৰ্জুন; **—ধাৰঃ** নাবিক, গুৰিয়াল; **—ধাৰিণী** মাইকী হাতী; **—পথঃ** শ্ৰৱণ শক্তিৰ পৰিসৰ; **—পূৰকঃ** ১। কাণৰ ফুলি, ২। কদম গছ, ৩। অশোক গছ, ৪। নীলা পদুম; **—প্ৰান্ত** কাণলতি; **—ফলঃ** কান্ধুলি মাছ; **—মূলং** কাণৰ গুৰি; **—ৱংশঃ** বাহৰ চাং; **—ৱিৱৰং** কাণৰ ছিদ্ৰ; **—ৱিষ্** কাণৰ মলি; **—ৱেষ্টঃ, —ৱেষ্টনং** কাণফুলি; ১। **—শষ্কুলী** কাণৰ বাহিৰৰ অংশ; **—শূলঃ** কাণৰ বিষ; **—শ্ৰৱ** উচ্চ স্বৰ। মনু ৪।১০২; **—স্ৰাৱঃ, —সংস্ৰৱঃ** কাণৰ পৰা পুঁজ ওলোৱা ৰোগ; **—সূঃ** কৰ্ণৰ মাক কুন্তী; **—হীন** কাণহীন; (**—নঃ**) সাপ।

**কৰ্ণাকৰ্ণি** *অব্য.* কাণে কাণে।

**কৰ্ণাটঃ** *পু.* (কৰ্ণ অট্ অচ্) কৰ্ণাটক ৰাজ্য (এইখন ৰাজ্যৰ ৰজাৰ যশস্যা হেনো এসময়ত কাণে কাণে ভ্ৰমি ফুৰিছিল, সেয়ে এইখন ৰাজ্যৰ নাম কৰ্ণাট); **—টী** *স্ত্ৰী.* ১। সঙ্গীতৰ এটি প্ৰসিদ্ধ ৰাগিনী, ২। কৰ্ণাটক ৰাজ্যৰ নাৰী।

**কৰ্ণক** *বিণ.* কাণ থকা, ২। গুৰি থকা, নেতৃত্ব থকা; **—কঃ** গুৰীয়াল; **—কা** ১। কাণফুলি, ২। গাঁথি, টৈমুনা, ৩। পদুমৰ বাদু, ৪। তুলিকা, কলম, ৫। মধ্যমা আঙুলি, ৬। ফলৰ ঠাৰি, ৭। হাতীৰ শুঁৰৰ আগভাগ, ৮। চকমাটি; **—অচলঃ** মেৰু পৰ্বত।

**কৰ্ণিকী (ন্)ঃ** ১। এবিধ গছ। বে ২।২৩; ২। পদুমৰ বাদু; **—ৰং** কৰ্ণিকা গছৰ (গোন্ধহীন) ফুল।

**কৰ্ণিকিন্** *পু.* হাতী।

**কৰ্ণী (ন্)** পু. (কৰ্ণৌ পক্ষৌ স্তঃ কৰ্ণ ইনিঃ) ১। সাতখন বৰ্ষপৰ্বত (পুৰণি কালত পৰ্বতৰ পাখি আছিল। য'তে ততে উৰি ফুৰাৰ কাৰণে ইন্দ্ৰই পাখিবোৰ কাটি পেলোৱাত একে ঠাইতে ৰৈ গ'ল। সেই কাৰণে ইন্দ্ৰৰ আন এটা নাম পক্ষচ্ছিৎ)। আন ছয়খন বৰ্ষপৰ্বত হ'ল : হিমৱান, হেমকূট, নিষধ, মেৰু, চৈত্ৰ আৰু শৃঙ্গী। ২। এবিধ কাইটীয়া কাঁড়, ৩। চৌৰ্য্য শাস্ত্ৰৰ ৰচক মূলদেৱৰ মাকৰ নাম; **—সুতঃ** মূলদেৱ।

**কৰ্তনং** *ক্লী.* (কৎ ছেদনে ভাৱে ল্যুট) ১। ছেদন, কাতন, ২। যঁতৰত সূতা কটা।

**কৰ্তনী** *স্ত্ৰী* কেঁচী।

**কৰ্তৰিকা, কৰ্তৰী** *স্ত্ৰী* (কৃৎ ঘঞ্ ঙীৰ্) ১। কেঁচী, ২। ছুৰী, কটাৰী।

**কৰ্তব্য** *বিণ.* ১। কৰণৰ যোগ্য, ২। কটাৰ উপযুক্ত, ধ্বংস কৰিব লগীয়া।

**কৰ্তব্যং** *ক্লী.* (কৃ তব্য) কৰণীয়, কাৰ্য্য।

কৰ্তা (তৃ) *বিণ.* (কৃ কৰ্তৰি তৃচ্) ১। যি কৰে। কাৰক, যি অনুষ্ঠান কৰে, ২। ৰচক যেনে শাস্ত্ৰৰ কৰ্তা। হিতকাৰী। ঋণকৰ্তা, ৩। (ব্যাকৰণত) কৰ্তা কাৰক, ৪। পৰম ব্ৰহ্ম, ৫। ব্ৰহ্মা, ৬। সদাশিৱ, ৭। বিষ্ণু।

কৰ্ত্ৰী ১। ছুৰী, ২। কেঁচী।

কৰ্দ কুৎসিতৰৱে (ভ্ৰু প অক কৰ্দতি) ১। কাউৰীয়ে মাত, ২। পেটে শব্দ কৰ।

কৰ্দঃ *পু.* (কৰ্দ অচ) বোকা।

কৰ্দটঃ *পু.* (কৰ্দ অট অচ) বোকা।

কৰ্দনং *ক্লী.* (কৰ্দ ভাৱে ল্যুট) পেটৰ মাত।

কৰ্দমং *পু.* (কৰ্দ অসঃ) মাংস; **—মঃ** ১। বোকা। যা ১।১৯৭; ২। মলি, গোকাট বস্তু, ৩। (অলঙ্কাৰ) পাপ।

কৰ্দমাটকঃ *পু.* মলবিষ্ঠাদি নিক্ষেপ কৰা পাত্ৰ।

কৰ্পটঃ —টং (কীৰ্য্যন্তে ক্ষিপ্যাতে কৃ ৱিচ) ফটা কাপোৰ, মলিন কাপোৰ। ফটাকানি। লেতেৰা কাপোৰ। কাপোৰৰ টুকুৰা। **—ধাৰী** ভিক্ষুক।

কৰ্পটিক *বিণ.* ফটা কাপোৰেৰে ঢকা।

কৰ্পটী (ন্) *বিণ.* কৰ্পটধাৰী, ভিক্ষুক।

কৰ্পৰ *পু.* (কৃপ্ ৱাহুলকাৎ অৰন) ১। লোহাৰ কেৰাহী, নাইবা চচপেন, ২। যি কোনো পাত্ৰ, ৩। খোলাকটি। ভগা কলহৰ টুকুৰা, ৪। মূৰৰ খোলা, ৫। এবিধ অস্ত্ৰ।

কৰ্পৰাল *পু.* এবিধ পৰ্বতীয়া গছ। আখৰোট গছ।

কৰ্পৰী *স্ত্ৰী.* তুতিয়া।

কৰ্পাসঃ, —সং, —সী কপাহ গছ।

কৰ্পূৰঃ, —ৰং কৰ্পূৰ; **—খণ্ডঃ** এটুকুৰা কৰ্পূৰ; **—তৈলং** কৰ্পূৰৰ মলম।

কৰ্কৰঃ আচী, দাপোণ।

কৰ্বু *বিণ.* চিত্ৰ বিচিত্ৰ। যা ৩।১৬৬

কৰ্বুৰ *বিণ.* ১। চিত্ৰ বিচিত্ৰ, ফুটফুটীয়া। শি ১৭।৫৬, ২। পাৰৰ দৰে ৰং থকা; **—ৰঃ** ১। চিত্ৰবিচিত্ৰ ৰং, ২। পাপ, ৩। ভূত বা পিশাচ, ৪। ধঁতুৰা গছ; **—ৰং** সোণ, পানী, হাইতাল; **—ৰী** দুৰ্গা।

কৰ্ম (ন্) *ক্লী.* (যৎ ক্ৰিয়তে তৎ কৃ মনিন্) ১। কাম, কাৰ্য্য, সম্পাদন, ২। ব্যৱসায়, কৰ্তব্য, ৩। ধৰ্ম কাৰ্য্য, ৪। বিশেষ কৰ্তব্য, নৈতিক কৰ্তব্য, ৫। পৰিণতি, ফল, ৬। ছয় বিধ কাৰকৰ এবিধ— কৰ্ম কাৰক, ৭। ভাগ্য, পূৰ্ব জন্মৰ কৰ্মফল। ভৰ্তৃ ২।৯৪; ৮। (বৈশেষিক) সাত বিধ পদাৰ্থৰ ভিতৰত তৃতীয় বিধ। এই কৰ্ম আকৌ পাঁচ বিধ— উৎক্ষেপণ, অৱক্ষেপণ, আকুঞ্চন, প্ৰসাৰণ আৰু গমন। ৯। গীতাত মুঠতে তিনিবিধ কৰ্ম বুলি কৈছে : সাত্ত্বিক, ৰাজসিক আৰু তামসিক। গী ১৮।২৩–২৫; **—অক্ষম** *বিণ.* কোনো কাম কৰাত অসমৰ্থ; **—অধিকাৰঃ** ধৰ্মকাৰ্য্যত অধিকাৰ; **—অনুৰূপ** *বিণ.* পূৰ্বজন্মৰ কৰ্মানুসৰি; **—অন্তঃ** ১। কৰ্ম সমাপ্তি, ২। কাৰ্য্য, ব্যৱসায়, ৩। শস্যৰ ভঁড়াল। মনু ৭।৬২; ৪। হাল বাই উঠা পথাৰ; **—অন্তৰং** ব্যতিক্ৰম, প্ৰায়শ্চিত্ত, ব্ৰত। ধৰ্ম কাৰ্যত বিৰতি, স্থগিতকৰণ; **—অন্তিক** *বিণ.* চূড়ান্ত (**—কঃ**) ভৃত্য, কৰ্মচাৰী; **—আজীৱঃ** *পু.* কোনো কাম কৰি জীৱিকা নিৰ্বাহ কৰা লোক; **—আত্মন্** কৰ্মী, পৰিশ্ৰমী, উদ্যোগী। মনু ১।২৩; **—ইন্দ্ৰিয়ং** কৰ্ম কৰা ইন্দ্ৰিয় যেনে বাক্, পাণি, পাদ, পায়ু, উপস্থ; মনু ১১।৯১; **—উদাৰং** মহৎ কৰ্ম, মহানুভৱতা, সাহস, বিক্ৰম, পৰাক্ৰম; **—উদ্যোক্ত** *বিণ.* কৰ্ম ব্যস্ত, উৎসাহী; **—কৰঃ** *পু.* ১। দৰ্মহা লৈ কাম কৰা মানুহ, মজদুৰ, ২। যমৰাজ; **—কৰ্তৃ** *পু.* (ব্যাকৰণ) কৰ্তা যেতিয়া কৰ্ম আৰু কৰ্তা দুয়োটা হয় যেনে পচ্যতে ওদনঃ; **—কাণ্ডঃ —ণ্ডং** যাগ-যজ্ঞাদি বৈদিক কৰ্মৰ শাস্ত্ৰীয় বিধান সম্পৰ্কে যিটো বিভাগত উল্লেখ কৰা হৈছে, আৰু সেইবোৰ অনুষ্ঠানৰ গুণাগুণ; **—কাৰঃ** *পু.* ১। কমাৰ, ২। মজুৰ; **—কাৰী (ন্)** মজুৰ, কৰ্মচাৰী; **—কাৰ্মুকঃ, (—কং)** ধনু; **—কীলকঃ** ধোবা; **—ক্ষম** কৰ্মঠ; **—ক্ষেত্ৰং** ধৰ্মকাৰ্য্যৰ স্থান বা দেশ (ভাৰতবৰ্ষ); **—গৃহীত** হাতে-লোতৰে ধৰা। যেনে চুৰ কৰি থাকোঁতে চোৰক ধৰা পেলোৱা; **—ঘাতঃ** কৰ্ম বিৰতি; **—চাণ্ডালঃ** ১। অতি নীচ কাম কৰা মানুহ। মহৰ্ষি বশিষ্ঠই এনে চাৰি বিধ কৰ্ম-চাণ্ডালৰ নাম উল্লেখ কৰিছে : অসূয়ক, পিশুন, কৃতঘ্ন আৰু দীৰ্ঘৰোষক, ২। নিষ্ঠুৰ কৰ্মকাৰী, ৩। ৰাহু গ্ৰহ; **—চোদনা** ১। ধৰ্ম কাৰ্য্যৰ বাবে বাধ্য কৰা, ২। ধৰ্ম কাৰ্য্যৰ নিৰ্দ্ধাৰিত বিধি; **—জ্ঞঃ** ধৰ্ম কাৰ্য্যত অভিজ্ঞ; **—ত্যাগঃ** পাৰ্থিৱ তথা ধৰ্মীয় কাৰ্যৰ প্ৰতি বিৰাগ; **—দুষ্ট** *বিণ.* অনাচাৰী, ভ্ৰষ্ট, অসৎ; **—দোষঃ** ১। পাপ। অনু

৬।৬১; ২। ভ্ৰান্তি, ভুল। মনু ১।১০৪; ৩। কু কৰ্মফল, ৪। নিন্দনীয় স্বভাব; **—ধাৰয়ঃ** (ব্যাকৰণ) এবিধ সমাস, য'ত সমাসৰ পদ কেইটা সমানাধিকৰণ অৰ্থাৎ প্ৰথমা ৰিভক্তিৰ বিশেষণ আৰু বিশেষ্য। (তৎপৰুষঃ সমানাধিকৰণঃ কৰ্মধাৰয়ঃ)। যেনে নীলোৎপলম। আটাইকেইটা সমাসৰ নাম থকা এটা উদ্ধৃত শ্লোক পোৱা যায় :

দ্বন্দ্বো দ্বিগুৰপি চাহং মদগৃহে নিত্যমব্যয়িভাবঃ।
তৎপুৰুষ কৰ্মধাৰয় তেনাহং স্যাম্ বহুব্ৰীহিঃ।।

**—ধ্বংসঃ** ১। ধৰ্ম কাৰ্যৰ পৰা উৎপন্ন ফল হানি, ২। হতাশা, নিৰাশা; **—নাম** (ব্যাকৰণ) কৃদন্ত নাম; **—নাশা** ১। কাশী আৰু বিহাৰৰ মাজৰ এখন নদী; ২। উমানন্দৰ কাষৰ এটা সৰু দ্বীপ; **—নিষ্ঠ** ধৰ্ম কাৰ্য্যত ব্ৰতী; **—পথঃ** কাৰ্যপন্থা; ধৰ্মমাৰ্গ; **—পাকঃ** কৰ্মৰ পৰিণতি। পূৰ্বকৰ্মৰ ফল; **—প্ৰৱচনীয়ঃ** আ, অতি অনু আদি কিছুমান উপসৰ্গ, অব্যয় অথবা ক্ৰিয়া বিশেষণৰ লগত সম্পৰ্ক নাথাকিলেও বিশেষ্য পদৰ অৰ্থৰ কেতিয়াবা সালসলনি ঘটায়। যেনে অতি দেৱান্ হৰিঃ শ্ৰীহৰিৰ স্থান সকলো দেৱতাৰে ওপৰত; **—ন্যাসঃ** ধৰ্মকাৰ্য্যৰ ফলত্যাগ; **—ফলং** সুখ-দুখাদি পূৰ্বজন্মৰ কৰ্মৰ ফল; **—বন্ধঃ —বন্ধনং** ভাল বেয়া ধৰ্ম কাৰ্যৰ ফলস্বৰূপে বাৰে বাৰে হোৱা জন্মৰ বান্ধোন; **—ভূঃ —ভূমিঃ** *স্ত্ৰী.* ধৰ্মকাৰ্য্যৰ ক্ষেত্ৰ বা দেশ— ভাৰতবৰ্ষ; **—মীমাংসা** ধৰ্মকৃত্যৰ মীমাংসা; **—মূলং** *ক্লী.* কুশ (তৃণ); **—যুগ** কলিযুগ; **—যোগঃ** *পু* ১। চিত্তশুদ্ধিজনক বৈদিক কৰ্ম, (গীতাৰ ৩য় অধ্যায় দ্ৰষ্টব্য), ২। পৰিশ্ৰম, উদ্যোগ। **—শালা:** কাৰখানা। **—শীল,-শূৰ** উদ্যোগী, পৰিশ্ৰমী। **—সঙ্গঃ** পাৰ্থিব কৰ্মৰ প্ৰতি আসক্তি, **—সচিৱঃ** মন্ত্ৰী **—সন্ন্যাসিকঃ, -সন্ন্যাসী—** ১। পাৰ্থিব কৰ্মৰ প্ৰতি স্পৃহাহীন ধাৰ্মিক লোক, ২। ফলৰ আশা নকৰাকৈ ধৰ্ম কাৰ্য্য কৰি থকা তপস্বী, যতী **—সাক্ষী** *পু* ১। দেখা সাক্ষী কু ৭।৮৩, ২। মানুহৰ সু অথবা কু কৰ্ম চাই থকা (দেৱতা) সূৰ্য্য। বৈদিক ক্ৰিয়া-পদ্ধতিত এনে ন জন কৰ্মসাক্ষীৰ নাম পোৱা যায়। সূৰ্য্য, সোম, যম, কাল আৰু পাঁচ মহাভূত। **—সিদ্ধিঃ** *স্ত্ৰী* কৰ্মৰ সফল পৰিণতি। কু ৩।৫৭ **—স্থানং** ৰাজহুৱা কাৰ্য্যালয়।

**কৰ্মঠ** *বিণ.* কৰ্মত পটু, নিপুণ, ধৰ্ম কাৰ্য্যত আসক্ত; **—ঠঃ** যজ্ঞৰ উপদেষ্টা।

**কৰ্মণ্য** *বিণ.* নিপুণ, চতুৰ; **—ণ্যা** মজুৰী; **—ণ্যং** সক্ৰিয়তা, কৰ্মতৎপৰতা।

**কৰ্মন্দী** (ন্) ভিক্ষু, সন্ন্যাসী।

**কৰ্মাৰঃ** *পু* (কৰ্ম ঋ অণ্) কৰ্মকাৰ, কমাৰ। মনু ৪।২১৫

**কৰ্মী** (ন্) *পু* ১। কাম কৰা লোক। ব্যস্ত লোক, ২। ফল আশা কৰি কাম কৰা পুৰুষ, গী ৬।৪৬; ৩। শিল্পী, যান্ত্ৰিক, যা ২।২৬৫; ভা ১।৩।৮।

**কৰ্মিষ্ঠ** *বিণ* চতুৰ, নিপুণ, কৰ্মপটু।

**কৰ্বটং** *ক্লী.* পুৰ, নগৰ, চহৰ।

**কৰ্বটঃ** *পু ক্লী* (কৰ্ব অটন্) দুই বা চাৰি শ খন গাঁৱৰ মাজৰ মনোৰম ঠাই (ৰাজধানী), বজাৰ অথবা হাট।

**কৰ্বুৰঃ** ৰাক্ষস **—ৰী** ৰাক্ষসিনী।

**কৰ্ষঃ** *পু.* (কৃষ ভাৱে ঘঞ্) ১। আকৰ্ষণ, টনা, টানি অনা, যা ২।২১৭; ২। হাল বোৱা, ৩। সীৱলু, খাল, খাঁৱৈ, **—ষং** ১৬ মাষ সোণৰ ওজন, **—ফল** আমলখি।

**কৰ্ষকঃ** (কৃষ্ ণুল্) খেতিয়ক, কৃষিজীৱী।

**কৰ্ষণং** (কৃষ্ ভাৱে ল্যুট্) ১। কৃষিকৰ্ম, ২। আকৰ্ষণ, ৩। শোষণ, পীড়ন মনু ৭।১১২।

**কৰ্ষণী** *স্ত্ৰী* অসৎ তিৰোতা।

**কৰ্ষিণিঃ** *স্ত্ৰী* ঘোঁৰাৰ মুখত থকা লাগামৰ লোহাডাল।

**কৰ্ষূঃ** *স্ত্ৰী* (কৃষ্ ঊঃ) ১। খাল, খাঁৱৈ, কৃত্ৰিম সৰিৎ, নদী, ২। খেতিবাতি, ৩। জীৱিকা।

**কৰ্হি** *অব্য* (কিম্ হিল্) কেতিয়া, কোন সময়ত ঋবে ৬।৩৫।২ **—চিৎ** অব্য সাধাৰণতে 'ন' কৰ্হিচিৎ অৰ্থাৎ কেতিয়াও, কোনো কালেও নহয় এই অৰ্থত 'ন' যোগত ব্যৱহাৰ হয়। ভা ১০।৮৪।১৩; মনু ২।৪।

**কল্** ক) গতৌ সংখ্যায়াম্ (চুৰা প সপ কলয়তি) ১। গমন কৰ, ২। গণনা কৰ, ৩। বহন কৰ, ধৰ, কঢ়িয়া, ৪। সঞ্চালন কৰ, ৫। চয়ন কৰ, ৬। চিন্তা কৰ, বিবেচনা কৰ। খ) সংখ্যানতোঃ (ভ্বা আ সক অক কলতে) গণনা কৰ, গী ১০।৩০ শব্দ কৰ, গ) নুদৌ (চুৰা প সক কালয়তি), ১। গ্ৰহণ কৰ, প্ৰেৰণা দি, হেঁচা দি, বাধ্য কৰ, মে ৯; ২। দূৰ কৰ, খেদা শি ১।২৭; (সৰ্বাচলতে ক'বলৈ গ'লে কল্ ধাতু কবিসকলে অসংখ্য অৰ্থত ব্যৱহাৰ কৰে। সেয়ে কোৱা হয়, কবীনাং কলিঃ কামধেনুঃ)। **আ—** ধৰ, বিবেচনা কৰ, লক্ষ্য কৰ, বন্ধ, সংযত কৰ, নিক্ষেপ কৰ, কপাঁ। **পৰি—** জ্ঞান, বুজ, গ্ৰাহ্য কৰ, জ্ঞাত

কৰ, স্মৰণ কৰ, ব্রি— জখম কৰ, আঘাত কৰ, অঙ্গহীন কৰ। সংযোগ কৰ, একগোট কৰ, বিবেচনা কৰ, গ্রাহ্য কৰ।

**কল** *বিণ.* ১। মধুৰ আৰু অস্ফুট; ৰ ১।৪১; ২। ঝুনঝুনীয়া শব্দযুক্ত শি ৯।৭৪; ৩। দুৰ্বল, ৪। অপৰিষ্কাৰ, অজীৰ্ণ, **—লঃ** অস্ফুট মধুৰ মাত (যেনে, শিশুৰ মাত), **—লং** বীৰ্য্য, শুক্র; **—অঙ্কুৰঃ** সাৰস পক্ষী, **—অনুনাদী** পাৰ চৰাই, মৌমাখি, চাতক চৰাই, **—আলাপঃ** মধুৰ গুণগুণীয়া শব্দ। মনোগ্রাহী আলোচনা, **—উত্তাল** *বিণ.* উচ্চ, তীক্ষ্ণ, **—কণ্ঠ** ১। মধুৰ মাতৰ (চৰাই), ২। কুলি চৰাই, ৰাজহাঁহ, পাৰ চৰাই, **—কলঃ** ১। কোলাহল, ২। অস্পষ্ট শব্দ। শি ৬।১৪; ৩। শিৱ, **—কূজিকা, —কূণিকা** ভ্রষ্টা নাৰী, **—ঘোষঃ** কুলি চৰাই, **—তূলিকা** ভ্রষ্টা, চঞ্চল তিৰোতা, **—ধৌতং** ১। ৰূপ, শি ১৩।৫১; ২। সোণ; **—ধৌতলিপিঃ** *স্ত্রী* স্বৰ্ণখচিত লিপি, **—ধ্বনিঃ** ১। মধুৰ স্বৰ, ২। পাৰ চৰাই, ৩। ময়ূৰ, ৪। কুলি চৰাই, **—নাদঃ** মধুৰ মাত, **—ভাষণং** অনৰ্থক কথা, বকবক, **—ৰবঃ** ১। মধুৰ স্বৰ, ২। পাৰ চৰাই, ৩। কুলি চৰাই, **—হংসঃ** ১। ৰাজহাঁহ, কু ৫।৬৭; ২। হাঁহ, ৰ ৮।৫৯; ৩। পৰমাত্মা।

**কলঙ্কঃ** *পু.* (কলয়তীতি কল ক্বিপ্) চিহ্ন, দাগ। ৰ ১৩।১৫; ২। লোহাৰ মল, মামৰ, ৩। অপবাদ। ৰ ১৪।৩৭ ৪। দোষ, ত্রুটি, ভুল। ভৰ্তৃ ৩।৪৮; **—ষঃ** সিংহ।

**কলঙ্কিত** *বিণ.* দাগ থকা, চিহ্নযুক্ত, কুখ্যাত।

**কলঙ্কী (ন্)** *বিণ.* অপবাদগ্রস্ত। কুখ্যাত। কলঙ্কযুক্ত, যেনে, চন্দ্র। মামৰে খোৱা, মামৰ থকা।

**কলঙ্কুৰঃ** *পু.* (কং লকিগতৌ শিচ উৰচ্) চাকনৈয়া, আৱৰ্ত।

**কলঞ্জঃ** *পু.* (কং লঞ্জি অণ্) ১। চৰাই, ২। বিষাস্ত্রৰ দ্বাৰা নিহত পশু বা পক্ষী, **—ঞ্জং** এনেদৰে হত্যা কৰা পশু-পক্ষীৰ মাংস।

**কলটং** *ক্লী.* (কং জলং অটতি ক নট্ অচ্) ঘৰৰ চাল।

**কলত** *বিণ.* তপা মূৰা।

**কলত্রং** *ক্লী.* ১। পত্নী, ৰ ১২।৩৪; ২। জন্তুৰ মাইকী, ৩। উৰু, কঁকাল, কি ৮।৯; ৪। ৰাজকীয় দুৰ্গ।

**কলনং** *ক্লী.* (কল্যতে লক্ষ্যতে দৃশ্যতে কল ল্যুট্) ১। চিহ্ন, ২। দোষ, অপবাদ, ৩। খামোচ মাৰি ধৰা, সাৱটি ধৰা, ৪। বোধ, জ্ঞান, ৫। শব্দ কৰা **—নঃ** বেত গছ, **—না** ১। খামোচ, বোধ, শিক্ষন, ৩। কল্পতা।

**কলন্দকঃ** *পু.* কেৰ্কেটুৱা। (বৌদ্ধ) শ্রমণসকলে ব্যৱহাৰ কৰা একধৰণৰ বিশেষ পাত্র, **—ন্দিকা** জ্ঞান, বুদ্ধি।

**কলন্দৰঃ** বৰ্ণসঙ্কৰ জাতিৰ মানুহ।

**কলভঃ ভী** *স্ত্রী.* (কল্ ভা কঃ) কৰভ, ১। হাতীৰ পোৱালি, ৰ ১১।৩৯; ২। ত্রিশ বছৰ বয়সৰ হাতী।

**কলমঃ** *পু.* (কলতে অক্ষৰং প্রকাশয়তি কল অসঃ) ১। লেখনী, তুলিকা, ২। জেঠ-আহাৰ মাহত ৰোৱা আৰু আঘোণ-পুহ মাহত চপোৱা শালি ধান। কি ৪।৩৭; ৩। চোৰ, ৪। দগাবাজ, গুণ্ডা, ঠগ।

**কলমোত্তমঃ** জহা চাউল।

**কলম্বঃ** *পু.* (কল্যতে ক্ষিপ্যতে শত্রুং কল অম্বচ্) ১। বাণ, শৰ, ২। কদম্ব গছ, **—ম্বিকা** কলমৌ শাক।

**কলম্বুটং** মাখন।

**কললং, লঃ** *ক্লী.* জৰায়ু। গৰ্ভৰ আচ্ছাদন চৰ্ম্ম। জ্রূণ।

**কলবিঙ্ক (সঃ) —গঃ** ১। চাতক চৰাই। মনু ৫।১২; ২। কুলি চৰাই, ৩। দাগ, চিন।

**কলশঃ (সঃ)** *পু.* (কলং মধুৰং শব্দতি কল শু গৰ্জে ডঃ) ১। কলহ, কুম্ভঃ। ভৰ্তৃ, ১।৯৭; ২। মন্দিৰৰ ওপৰত লগোৱা তাম বা পিতলৰ চূড়া, ৩। ওজন (দ্রোণ), **—জন্মন্** অগস্ত্য মুনি।

**কলশী (সী)** ১। কলহ, লোটা, **—সুতঃ** অগস্ত্য মুনি।

**কলহং, হঃ** *ক্লী. পু.* (কলং কামং হন্তি হন অধিকৰণে ডঃ) ১। বিবাদ, কাঁজিয়া, ২। যুদ্ধ-বিগ্রহ, ৩। ঠগ, প্রবঞ্চনা, ফাঁকি, ৪। অত্যাচাৰ, মাৰপিট। মনু ৪।১২১; **—অন্তৰিতা** পতিৰ লগত কাঁজিয়াৰ ফলত বিচ্ছেদ হোৱা নাৰী, **—অপহৃত** বলেৰে টানি নৈ যোৱা, **—প্রিয়** *বিণ.* হাই-কাঁজিয়া ভাল পোৱা মানুহ।

**কলহংসঃ** বালিহাঁহ।

**কলা** *স্ত্রী.* (কলয়তি বৃদ্ধিতো ধনং সংগৃহ্লাতি কল অচ্ টাপ) ১। মূলধন বৃদ্ধি, সুদ। শি ৯।৩২; ২। টুকুৰা, অংশ। মনু ২।৮৬; ৩। চন্দ্রৰ ১৬ কলাৰ এটা, ৪। শিল্প কলা। সুকুমাৰ কলা। এনে কলা ৬৪ বিধ। পৰিশিষ্ট চাওক, ৫। এক মিনিট, ৪৮ ছেকেণ্ড অথবা ৮ ছেকেণ্ড আদি বিভিন্ন ৰকমে গণনা কৰা সময়ৰ অংশ, ৬। ৰাশিৰ ৩০ ভাগৰ একভাগৰ ৬০ভাগ, ৭। পটুতা, কৌশল, ৮। কপটিতা, প্রৱঞ্চনা,

৯। (ছন্দ) মাত্ৰা, ১০। নাও, ১১। ৰজঃস্ৰাৱ, ১২। অণু। শৰীৰৰ (মাংস, ৰক্ত, চৰ্বী, পিত্ত, মূত্ৰ আৰু শুক্ৰ) এই ছয়টা ধাতুৰ প্ৰত্যেকৰে ৩০১৫ টাকৈ কলা অৰ্থাৎ অণু আছে। গতিকে কলা মুঠতে ১৮০৯০ টা, ১৩। মন্ত্ৰ, দ্ৰব্য আৰু শ্ৰদ্ধা— এই তিনি যজ্ঞাঙ্গৰ নাম, ১৪। মধুৰ শব্দ, ১৫। ব্যাকৰণ ভাষ্যৰ নাম, ১৬। জিভা; **—অন্তৰং** ১। আন এটা সংখ্যা, ২। লাভ, **—অয়নঃ** ১। বাচন, ২। নাচনী, **—আকূলং** বিহ, **—কেলিঃ** খেল, ধেমালি, কামদেৱ; **—ক্ষয়ঃ** (চন্দ্ৰৰ) কৃষ্ণপক্ষ। ৰা ৫।১৬; **—ধৰঃ**, **—নিধিঃ** **—পূৰ্ণঃ** **—ভৃৎ** চন্দ্ৰ; **—শাস্ত্ৰঃ** কবি বিশানখিলৰ এখন পুথিৰ নাম, **—শ্লাঘ্যঃ** শিৱ; **—সাৰং** এখন তন্ত্ৰ।

**কলাদঃ** **দকঃ** *পু.* সোণাৰী।

**কলানকঃ** শিৱৰ এজন সহচৰৰ নাম।

**কলাপঃ** *পু.* (কলাং মাত্ৰাং আপ্নোতি কলা আপ্ অন্) ১। সমূহ, বান্ধনী, পেটী, ২। মুক্তা লগোৱা হাৰ, ৩। ময়ূৰৰ নেজ। বে ৫।১৩; ৪। তিৰোতাৰ কঁকালৰ পেটী বা বেষ্টন, ৫। চন্দ্ৰ, ৬। অলঙ্কাৰ, ৭। হাতীৰ গলত বন্ধা ৰচি, ৮। টোপ, ৯। কাঁড়, ১০। চন্দ্ৰ, ১১। চতুৰ, বিদগ্ধ মানুহ, ১২। এটা ছন্দৰ কবিতা; **—পী** একোঁচা ঘাঁহ।

**কলাপকং** *ক্লী.* (কলাপ সংজ্ঞায়াং কন্) ১। এবিধ কবিতা য'ত একেলেঠাৰিয়ে থকা চাৰিটা শ্লোকৰ এটা বাক্য। যেনে কিৰাটৰ ৩য় অধ্যায়ৰ শ্লো. ৪১ৰ পৰা ৪৪লৈ, ২। যি সময়ত ম'ৰাই চালি ধৰে সেই সময়ত পৰিশোধ কৰা ঋণ, **—কঃ** ১। হাতীৰ গলত বন্ধা ৰচি, ২। মুক্তাৰ হাৰ, ৩। কঁকালৰ পেটী। শ ৯।৪৫; ৪। কপালত লোৱা চন্দন বা সেন্দূৰৰ বিশেষ ধৰণৰ চিহ্ন বা তিলক। (যেনে বৈষ্ণৱসকলে থিয়কৈ এডাল, শৈৱসকলে পথালিকৈ তিনিডাল ৰেখা)।

**কলাপী (ন্)** — ১। ময়ূৰ। ৰ ৬।৯; ২। কুলি চৰাই, ৩। ডিমৰু গছ, **—পী** ১। ৰাতি, ২। চন্দ্ৰ।

**কলামকঃ** শীত কালত হোৱা এবিধ ধান। কলম ধান।

**কলায়ঃ** *পু.* এবিধ মটৰ মাহ। কলা বা খেচাৰী দালি। কল। ফুলৰ এবিধ গছ।

**কলাৱিকঃ** কুকুৰা চৰাই। **—ৱিকলঃ** চাতক পক্ষী।

**কলাহক** এবিধ বাদ্যযন্ত্ৰ।

**কলিঃ** *পু.* (কলতে ৱৰ্ততে ইতি কল সৰ্ব্বধাতুভ্য ইন্) ১। বিবাদ, কাঁজিয়া। ভা ৯।৬।৪৪; ২। যুদ্ধ, সমৰ, ৩। পাশতিৰ যিটো ফালে মাত্ৰ এটা বিন্দু থাকে খেলত হৰা, ৪। কলিযুগ। এই যুগত ৪৩২ হাজাৰ মানৱ বছৰ আৰু খ্ৰী. পূঃ ৩১০২ ফেব্ৰুৱাৰী ১৮ তাৰিখে এই যুগ আৰম্ভ হৈছিল, ৫। নিকৃষ্টতম শ্ৰেণী, ৬। ভোমোৰা গছ, ৭। নায়ক, কাঁড় (স্ত্ৰী.) ফুলৰ কলি, **—কাৰঃ** **—কাৰকঃ** **—প্ৰিয়ঃ** নাৰদ, **—কুঞ্চিকা** স্বামী, ভনীয়েক, ননদ; **—যুগং** কলিযুগ। মনু ১।৮৫।

**কলিকঃ** ক্ৰৌঞ্চপক্ষী।

**কলিকা** *স্ত্ৰী.* (কলি স্বাৰ্থে কন্ টাপ্) ১। ফুলৰ কলি, কোৰক। নুফুলা ফুল। ৰ ৯।৩৩; ২। একাঙ্গুল দীঘল ৰেখা।

**কলিঙ্গঃ** *পু.* (কলিং পূতিগন্ধাদিকং গচ্ছতি কলি গম্ ড নিপাতনাৎ সাধুঃ) ১। কৰমণ্ডল উপকূলৰ এখন দেশৰ নাম। ৰ ৪।৩৮; **—ঙ্গা** *স্ত্ৰী.* নিতম্বিনী তিৰোতা।

**কলিঞ্জঃ** ঢাৰি, পৰ্দা।

**কলিতং** *বিণ.* জ্ঞাত, প্ৰাপ্ত, ছিদ্ৰিত, গণিত।

**কলিন্দঃ** *পু.* (কলিং দদাতি কলি খচ্ মুম) ১। সূৰ্য্য, ২ এখন পৰ্বতৰ নাম। (এই পৰ্বতৰ পৰা যমুনা নদী ওলাইছে)। ৰ ৬।৪৮; **—কন্যা**, **—নন্দিনী** যমুনা নদী।

**কলিপ্ৰিয়ঃ** (কলিঃ কলহঃ প্ৰিয়ঃ যস্য) নাৰদ মুনি। বান্দৰ।

**কলিল** *বিণ.* (কলি ইলচ্) ১। গহন, (যেনে, গহন বননি) গভীৰ, অভেদ্য); ২। আবৃত, পৰিপূৰ্ণ, ৩। মিশ্ৰিত, ৪। অধীন, শি ১৯।৯৮; ২। শিৰীষ গছ; **—লং** ১। ভাণ্ডৰ দ'ম, সমূহ, ২। বিবুদ্ধি গ ২।৫২।

**কলুষ** *বিণ.* (কং সুখং হিনস্তি কলুষ অণ্) ১। পাপী, ২। দোষী, ক্ৰটিপূৰ্ণ কলঙ্কিত, নিন্দিত। মনু ১।৫৭, ৩। কৰ্কশ (মাত), হুটা, ৪। মলিন, লেতেৰা, ৫। এন্ধাৰপূৰ্ণ, ৬। খঙাল, অসন্তুষ্ট, ৭। নিৰ্দয়, ৮। ক'লা, অস্বচ্ছ, ৯। এলেহুৱা, **—ষঃ** পু বলদ গৰু, **—ষং** ১। মল, বিষ্ঠা, বোকা, ২। পাপ, ৩। ক্ৰোধ, **—যোনিজ** অবৈধ (সন্তান)।

**কলেৱৰঃ** **—ৰং** ১। কলেৱৰ, আকাৰ, শৰীৰ। গী ৮।৫.

**কল্কঃ**, **—ল্কং** (কল্ গতৌ কঃ) ১। পিঁড়ি, তেল আদিৰ গেদ। (তেলবীজ গুড়ি কৰোঁতে যি বীজলুৱা গেদ

পৰি থাকে) যা ১।২৭৭; ২। এবিধ বীজলুৱা এঠা, ৩। গোবৰ, মল, বিষ্ঠা, ৪। ভণ্ড, ঠগ, প্ৰবঞ্চক। শি ১৯।৯৮; ৫। পাপ, অপৰাধ, ৬। চূৰ্ণ। কু ৭।৯; —ফলঃ ডালিম গছ আৰু ফল।

**কল্কনং** *ক্লী* নীচতা, দুষ্টামি।

**কল্কিঃ,—ল্কী** (ন্) *পু.* ( কল্কঃ পাপং হাৰ্য্যতয়া অস্তি অস্য কল্ক ইন্) বিষ্ণুৰ দশম অৱতাৰ। বিষ্ণুৱে এই অৱতাৰ ধাৰণ কৰি বগা ঘোঁৰাত উঠি হাতত খোলা তৰোৱাল লৈ পৃথিৱীক পাপী আৰু দুষ্টৰ পৰা ৰক্ষা কৰিব। গীত গো ১।১০; ভগৱান বিষ্ণুৰ দশাৱতাৰ— মৎস্য কূৰ্মো বৰাহশ্চ নৰসিংহোঽথ ৱামনঃ। ৰামো ৰামশ্চ ৰামশ্চ বুদ্ধঃ কল্কী চ তে দশঃ।। —পুৰাণ এখন পুৰাণ।

**কল্পঃ** *পু.* (কল্প্যতে বিৰীয়তে অসৌ কৃপ্ ঘঞ্) ১। বিধি, বিধান, নীতি। আইন। মনু ১১।৩০; ২। আঁচনি, প্ৰস্তাৱ, পৰামৰ্শ, ৩। ধৰ্মকাৰ্য্যৰ নীতি-নিয়ম, কাৰ্য্য প্ৰণালী, ৪। জগতৰ অন্ত, বিশ্বৰ বিনাশ-কল্পান্ত, ৫। ৰোগীৰ চিকিৎসা, ৬। ষড় বেদাঙ্গৰ এখন। বাকী কেইখন— শিক্ষা, ব্যাকৰণ জ্যোতিষ, ছন্দ আৰু নিৰুক্ত; ৭। ব্ৰহ্মাৰ এটা দিন বা এহাজাৰ যুগ যি ৪৩.২ কোটি মানৱ বছৰৰ সমান আৰু এয়ে পৃথিৱীৰ স্থিতিকাল। ব্ৰহ্মাৰ এটা মাহত এনে ত্ৰিশটা কল্প, আৰু এনে বাৰ মাহত ব্ৰহ্মাৰ এবছৰ। ব্ৰহ্মাৰ জীৱন কাল হ'ল এশবছৰ। ব্ৰহ্মাৰ পঞ্চাশ বছৰ ইতিমধ্যে পাৰ হৈছে আৰু বৰ্ত্তমান আমি শ্বেত-বৰাহকল্পত আছোঁহক। ৮। ধ্ৰুৱৰ এটা পুত্ৰৰ নাম, ৯। এবিধ সুৰা। ১০। বিশেষ্য অথবা বিশেষণৰ শেষত 'সৰু', 'কম', 'প্ৰায় সমান' ইত্যাদি বুজাবলৈ ব্যৱহাৰ কৰা হয়, যেনে, কুমাৰকল্পঃ —ক্ষয়ঃ পৃথিৱীৰ বিনাশ। প্ৰলয়; —তৰুঃ —দ্ৰুমঃ —পাদপ —বৃক্ষঃ *পু.* ইন্দ্ৰৰ নন্দন কাননত থকা এডাল গছৰ নাম। এই গছজোপাৰ ওচৰত যিহকে কামনা কৰা হয় তাকে পোৱা যায়। —পালঃ সুৰা বেপাৰী; —লতা, —লতিকা *স্ত্ৰী.* ইন্দ্ৰৰ স্বৰ্গত থকা এবিধ কল্পতৰুৰ দৰে। এই লতাইও সকলো বাসনা পূৰ্ণ কৰে। ভৰ্ত্ত ২।৪৬; —সূত্ৰং যজ্ঞবিধি থকা এখন সূত্ৰ শাস্ত্ৰ।

**কল্পকঃ** *পু.* ১। ধৰ্ম কাৰ্য্য, ২। নাপিত।

**কল্পনং** *ক্লী.* ১। গঠন, যো জা, আয়োজন, ২। সম্পাদন, ৩। কাৰ্য্য, ৪। কৰ্ত্তন, ৫। সংযোজন, ৬। সৌন্দৰ্য্য সাধন, —না ১। সংযোজনা, ২। নিষ্পত্তি। মনু ৯।১৬; ৩। সম্পাদনা, ৪। আয়োজন, ৫। স্মৰণ, চিন্তা, ৬। ভাৱ, মূৰ্ত্তি, ৭। গঠন, নিৰ্মাণ, ৮। আবিষ্কাৰ, ৯। জাল, অপৰাধ, ১০। উপায়, কৌশল, ১১। (মীমাংসা) অৰ্থাপত্তি। —নী কেঁচি।

**কল্পিক** *বিণ.* উপযুক্ত, যোগ্য।

**কল্পিত** *বিণ.* (ক্লৃপ্ ণিচ কৰ্ম্মণি ক্ত) সজ্জিত (হাতী ঘোঁৰা আদি) ৰচিত।

**কল্মলিঃ** *পু.* (কল মল) উজ্জ্বলতা, —ষঃ দীপ্তি।

**কল্মষং ষঃ** (কৰ্ম শুভকৰ্ম স্যতি নাশয়তি ৰস্য ল্যত্বে ষত্বে পৃষোদৰাদিত্বাৎ সাধুঃ) ১। পাপ, গী ৪।৩০; মনু ১২।২২; ২। দোষ, মলি।

**কল্মাষঃ** *পু.* (কল মষ হিংসায়াং ণিচ অচ্) ১। চিত্ৰ বিচিত্ৰ ৰং, ২। বগা আৰু কলাৰ মিশ্ৰণ, ৩। দৈত্য; —ষী যমুনা নদী; —কণ্ঠঃ শিৱ।

**কল্যং** *বিণ.* ১। সুস্থ, ২। সাজু, ৩। চতুৰ, ৪। মঙ্গলজনক, ৫। কলা বোবা; —ল্যা সুৰা।

**কল্য** *ক্লী.* (কল্যতে আগম্যতে কল্ গতৌ কৰ্ম্মণি যৎ) ১। প্ৰত্যূষ, দোকমোকালি, ৰাতিপুৱা, ভা ৪।২৪।৭৮; ২। মৌ, ৩। কাইলৈ, ৪। সুৰা, ৫। শুভেচ্ছা, অভিনন্দন, ৬। সুখবৰ। —আশঃ, —জগ্ধিঃ *স্ত্ৰী.* প্ৰাতৰাশ। পুৱাৰ আহাৰ; —পালঃ —পালকঃ সুৰা বেপাৰী বা তৈয়াৰ কৰোঁতা; —ৱৰ্ত্তঃ পুৱাৰ আহাৰ।

**কল্যাণ** *বিণ.* (কল্য অণ্ অকৰ্ত্তৰিচেতি ঘঞ্) ১। ভাগ্যৱান, মাঙ্গলিক। মে ১০৯; ২। সুন্দৰ, মনোহৰ, ৩। প্ৰসিদ্ধ, —ণং *ক্লী.* ১। সৌভাগ্য, সুখ সমৃদ্ধি। ৰ ২।৫০; মনু ৩।৬০; ২। ধৰ্ম, ৩। উৎসৱ, ৪। সোণ, ৫। স্বৰ্গ, —ণী *স্ত্ৰী.* ১। সুখী, সৌভাগ্যৱতী মঙ্গলময়ী, ২। গাই গৰু। ৰ ১।৮৭; —ক *বিণ.* মাঙ্গলিক, ধন্য, সমৃদ্ধিশালী, —কৃৎ *বিণ.* ১। প্ৰীতিকাৰক। গী ৬।৪০; ২। ভাগ্যৱান, ৩। ধাৰ্মিক, —ৱচনং শুভেচ্ছা।

**কল্ল** *বিণ.* কলা।

**কল্লোলঃ** *পু.* (কং জলং লোলং চপলং যস্মাৎ) ১। মহাতৰঙ্গ, ২। সাগৰৰ ভয়ানক ঢৌ। ভৰ্ত্ত ৩।৮২; ৩। আনন্দ, সুখ, —লিনী *স্ত্ৰী.* নদী।

**কৱ্** স্তুতৌ (ভ্বা আ সক কৱতে) ১। স্তুতি কৰ, প্ৰশংসা কৰ, ২। বৰ্ণনা কৰ, ৰচনা কৰ, চিত্ৰাঙ্কণ কৰ।

**কৰকং** *ক্লী.* (কৰতে আচ্ছাদয়তি কৰ্ অচ্ সংজ্ঞায়াং কন্) ছত্ৰাক, বেঙছতা, কাঠফুলা, **—কঃ** এগৰাহ, গ্ৰাস, কবল।

**কৰচং, —চঃ** (কং দেহং ৰঞ্চতি ৰক্ষতি ইতি ক ৰন্চ অচ্) ১। কৰচ, বৰ্ম, ২। যুদ্ধলৈ ওলাবৰ সময়ত হাতত পিন্ধা ৰক্ষাবৰ্ম বা তাবিজ; **—পত্ৰঃ** ভূৰ্জপত্ৰ।

**কৰটী** *স্ত্ৰী.* দৰ্জাৰ পাল্লা।

**কৰ্বৰ, ৰা, ৰী** *বিণ.* ১। মিশ্ৰিত, শি ৫।১৯; ২। খচিত, ৩। চিত্ৰবিচিত্ৰ; **—ৰং, —ৰঃ** ১। নিমখ, ২। টেঙা, ৩। বেণী বা একোঁচা চুলি; **—ৰকী** কাৰাৰুদ্ধ, কয়েদী।

**কৰৰীতা** বেণী। শি ৯।২৮।

**কৰলং, —লঃ** (কবল অচ্) ১। এগৰাহ (অন্ন) ৰ ২।৫; ২। এবিধ মাছ।

**কৰলিত** *ত্ৰি.* (কৰল নিচ্ ক্ত) ১। ভুক্ত, ২। চৰ্বিত, ৩। ধৃত।

**কৰসঃ** *পু.* কবচ।

**কৰাটঃ** কপাট।

**কৰাৰং** পদুম ফুল।

**কৰিঃ** *পু.* (কৰতে সৰ্বং জানাতি কৰ্ ইন্) ১। ব্ৰহ্মা, ২। সৰ্বজ্ঞানী, ৩। চিন্তন, ৪। জ্ঞানীলোক। গী ১০।৩৭; ৫। কবিতা ৰচক। ৰ ১।৩; ৬। দৈত্যগুৰু শুক্ৰাচাৰ্য্য, ৭। মহাকবি বাল্মীকি, ৮। সূৰ্য্য, ৯। বিষ্ণু, ১০। কল্কিদেৱৰ ককায়েক। (বিণ্) পণ্ডিত, জ্ঞানী। মনু ২।১৫১; (স্ত্ৰী) ঘোঁৰাৰ লাগামৰ মুখত থকা লোৰ শলা; **—জ্যেষ্ঠঃ** বাল্মীকি; **—ৰাজঃ** ১। শ্ৰেষ্ঠ কবি। ২। ৰাঘৱপাণ্ডৱীয় কাব্যৰ ৰচয়িতা; **—লাসিকা :** এবিধ বীণা।

**কৰিকঃ, কা** *স্ত্ৰী.* **—য়ং** *ক্লী.* পেটী বা বান্ধনীৰ মুখ, লাগাম।

**কৰিতা** (কৱেঃ ৰচয়িতুৰ্ভাৱঃ তল্) কবিত্ব, কাব্য। ভৰ্তৃ ২।২১; উদ্ভট শ্লোক : কৰিতা ৱনিতা ৱাপি আয়াতা সুখদায়িনী।।

**কৰোষ্ণং** *ক্লী.* কুহুমীয়া, ঈষদুষ্ণ। ৰ ১।৬৭;

**কৱ্যং** *ক্লী.* (কূয়তে পিতৃভ্যঃ ক অচো যৎ) পিতৃ পুৰুষলৈ পিণ্ডদান। মনু ১।৯৫, ৩।১৪৭; **—ৱালঃ, —ৱ্যঃ** পিতৃপুৰুষ, পুৰোহিত, যাজক; **—ৱাহঃ, ৱাহনঃ** অগ্নি।

**কশ্** শব্দে (ভ্বা প অ কশতি) ১। শব্দ কৰ, গমন কৰ, ২। আঘাত কৰ, হত্যা কৰ, শাস্তি দি, **—শঃ** চাবুক, ৰচী।

**কশিপুঃ** *পু. ক্লী.* ১। ঢাৰি, পাটী, ২। গাৰু, বিচনা, (পু) আহাৰ, পিন্ধা কাপোৰ, আচ্ছাদন, অন্ন-বস্ত্ৰ। ভা ২।২।৪।

**কশেৰু** *পু. ক্লী.* ৰাজহাঁড়, কেঁহেৰু, চেঁচোৰ, **—ৰুঃ** *পু.* জম্বুদ্বীপৰ এটা ভাগ।

**কশ্মল** *বিণ.* ১। দোষ, মলিয়ন, অপমানজনক, উ ১।৪২; **—লং** *ক্লী.* ১। মনোভঙ্গ, মনৰ বেজাৰ, নিৰুৎসাহ, ২। পাপ, ৩। মূৰ্ছা। গী ২।২।

**কশ্মীৰঃ** *পু.* (কশ, ঈৰণ্ মুট) কাশ্মীৰ ৰাজ্য (শক্তি সঙ্গমতন্ত্ৰত এই ৰাজ্যৰ সীমাৰ উল্লেখ আছে।) **—জঃ, জং** কুঙ্কুম্।

**কশ্য** *বিণ.* (কশাং অৰ্হতীতি কলা যৎ) পিটন খোৱা, চাবুকৰ কোব খোৱাৰ যোগ্য। **—শ্যং** ১। ঘোঁৰাৰ মাজ ভাগ, ২। মদ।

**কশ্যপঃ** *পু.* (কশ্যং সোমৰসাদিজনিতং মদ্যং পিৱতীতি কশ্য পা ক) ১। কশ্যপ মুনি। অদিতি আৰু দিতিৰ স্বামী হোৱা হেতু দেৱতা আৰু দৈত্যৰ পিতৃ। মৰীচি পুত্ৰ কশ্যপৰ জগৎসৃষ্টিত বহুখিনি দায়িত্ব আছিল। এওঁ দক্ষৰাজৰ অদিতি আৰু বাৰজনী কন্যাক বিবাহ কৰে। অদিতিৰ পৰা বাৰ আদিত্যৰ জন্ম হয়। আন বাৰগৰাকী পত্নীৰ পৰা অসংখ্য পুত্ৰ-কন্যাৰ উপৰিও সৰ্প, নাগ, দৈত্য, পক্ষী, চন্দ্ৰমণ্ডলৰ অপসৰা আদি জন্মে। ক'বলৈ গ'লে মহৰ্ষি কশ্যপ সকলো প্ৰাণীৰে জনক আছিল আৰু সেয়ে এই গৰাকী মহৰ্ষিৰ আন এটা নাম প্ৰজাপতি।

**কষ্** ৱধে (ভ্বা প সক কষতি) ১। ঘঁহ, আঁচোৰ, ২। পৰীক্ষা কৰ, ৩। হত্যা কৰ, ধ্বংস কৰ, আঘাত কৰ, ৪। খজুৱা।

**কষঃ** *পু.* (কষ্ অচ্) ১। কষটি পাথৰ। সোণ পৰীক্ষা কৰা পাথৰ বিশেষ। **—ষা** চাবুক।

**কষাকুঃ** *পু.* সূৰ্য্য, অগ্নি।

**কষায়** *বিণ.* (কষতি কণ্ঠম্। কষ্ আয়ঃ) ১। কেঁহা। মনু ১১।১৪৩; ২। গন্ধযুক্ত, মে ৩১; ৩। ৰঙা। কু ৩।৩২; ৪। মধুৰ স্বৰযুক্ত, ৫। তাম বৰণীয়া, ৬। মলিন, অশুদ্ধ; **—য়ং য়ঃ** ১। কেঁহা ৰস, ছয় বিধ ৰসৰ এবিধ, ২। ৰঙা ৰং, ৩। এবিধ সাপ, ৪। মনৰ

ভাব, অনুৰাগ, ৫। গেৰুৱা কাপোৰ, ৬। এভাগ ঔষধ আৰু চাৰি, আঠ অথবা ষোল ভাগ পানীৰ লগত মিলাই কৰা পাচন, ৭। প্ৰলেপন। কু ৭।১৭; ৮। মলি, অশুদ্ধতা, ৯। নিৰানন্দ ভাব, নিৰ্বুদ্ধিতা, ১০। সাংসাৰিক পদাৰ্থৰ প্ৰতি অনুৰাগ, **—য়ঃ** অনুৰাগ, ২। কলিযুগ, **—ৱসনং** বৌদ্ধ সন্ন্যাসীয়ে পিন্ধা কাপোৰ।

**কষায়িতঃ** ৰঙা ৰঙ লগোৱা, ৰঙা, ৰঞ্জিত। শি ৭।১১; ২। কাৰ্য্যকৰী কৰা।

**কষায়ী (ন্)** *পু.* শালগছ।

**কষি** *বিণ.* (কষতি হিনস্তি যঃ কষ্ ই) হিংস্ৰ, ক্ৰুৰ।

**কষে(স)ৰুকা** *স্ত্ৰী.* ৰাজহাঁড়।

**কষ্ট** *বিণ.* (কষ্যতেঽসৌ কষ কৰ্ম্মণি ক্ত) ১। পীড়াযুক্ত। মনু ১২।৭৮; দোষযুক্ত, ৰোগী, ২। দুখপূৰ্ণ, ৩। যন্ত্ৰণাদায়ক, ক্লেশজনক, ৪। কঠিন, দুষ্কৰ, ৫। দুঃসাধ্য, দুৰ্দমনীয়। মনু ৭।১৮৬; ৬। হিংসুক, অনিষ্টকাৰী; **—ষ্টং** *ক্লী.* ১। দোষ, পাপ, কাঠিন্য, ক্লেশ, কাৰ্পণ্য, ২। দুষ্টামি; **—ষ্টং** অব্য. হায়! হায়! **—আগত** *বিণ.* বৰ কষ্ট কৰি পোৱা; **—কৰ** ক্লেশজনক; **—তপস্** *বিণ.* কঠিন তপস্যা কৰা (মুনি); **—সাধ্য** *বিণ.* ক্লেশলভ্য; **—স্থানং** দুখজনক স্থান। বেয়া আস্থান।

**কষ্টি** *স্ত্ৰী.* ১। পৰীক্ষা, ২। দুখ, পীড়া।

**কস্** গতৌ. (ভ্বা প সক কসতি) ১। গমন কৰ, যা, আগুৱাই যা; **—নিস্** ১। নিষ্কাশন কৰ, বাহিৰ কৰ, ২। দূৰীভূত কৰ, শিন।১০; **—প্ৰ** মুক্ত কৰ, বৃদ্ধি কৰ; **—ৱি** মুক্ত বহল কৰ। শি ৯।৪৭; (ণিজন্ত) বিকাসতি। শি ১৫।১২; (আত্ম) কসতে, ১। গমন কৰ, ২। ধ্বংস কৰ।

**কসনোৎপাটনঃ** *পু.* বাহক গছ।

**কস্তু (স্তূ) ৰিকা, ৰী** *স্ত্ৰী.* **কস্তুৰী** (এবিধ হৰিণৰ শৰীৰত থকা সুগন্ধি পদাৰ্থ), **—মৃগঃ কস্তুৰী** থকা হৰিণ। শি ৪।৬১।

**কস্মলং কশ্মলং** *ক্লী.* মূৰ্চ্ছা।

**কহ্লাৰং** *ক্লী.* (কে হ্লাদ পচাদ্যচ্) বগা পদুম। ভা ৪।৬।১৮।

**কহ্বঃ** *পু.* (কে জলে হ্বয়তি ক হ্বে কঃ) বগলী।

**কাংসীয়ং** *ক্লী.* কাঁহ।

**কাংস্যং** *ক্লী.* ১। কাঁহ বা কাঁহৰ বাচন, ২। কাঁহৰ তাল বা **খঞ্জৰী**, ৩। দস্তা আৰু তাম মিশ্ৰিত ধাতু, **—কাৰঃ** কঁহাৰ, **—তালঃ** তাল, খঞ্জৰী, **—ভাজনং** পিতলৰ কলহ, **—মলং** কঁহ, তাম বা কাঁহৰ ওপৰত ধৰা মামৰ।

**কাকঃ** *পু.* (কায়তে শব্দায়তে কৈ কন্) ১। **কাউৰী**, ২। নিন্দনীয় পুৰুষ, নীচ লোক, ৩। খোঁৰা মানুহ, ৪। (কাউৰীৰ দৰে) মাথোন মূৰটো ডুবিয়াই গা ধোঁৱা; **—কীঃ** মাইকী কাউৰী, **—কং** এজাক কাউৰী, **—অক্ষিগোলক ন্যায় পৰিশিষ্ট** চাওক, **—অৰিঃ** ফেঁচা, **—উদৰঃ** সাপ, **—উলূকিকা, —উলূকীয়ং** ফেঁচা আৰু কাউৰীৰ সনাতন কাজিয়া, পঞ্চতন্ত্ৰৰ তৃতীয় তন্ত্ৰৰ নাম, **—চিঞ্চা** ভাং গছ, **—ছদঃ, —ছদিঃ** ১। বালিমাহী চৰাই, ২। (কপালৰ) কাষৰ চুলি একোঁচা, **—জাতঃ** কুলিচৰাই, **—তালীয়ঃ** হঠাতে হোৱা ঘটনা। ন্যায়। পৰিশিষ্ট চাওক, **—দন্তঃ** (অলঙ্কাৰ) অসম্ভৱ, নোহোৱা-নোপজা, **—ধ্বজঃ** বাড়ৱানল, **—নিদ্ৰাঃ** কুকুৰ ঘুমতি। তৎক্ষণাৎ সাৰ পোৱা নিদ্ৰা, **—পক্ষঃ, পক্ষকঃ** ক্ষত্ৰিয় যুৱকৰ কপালৰ কাষেৰে থকা একোচা চুলি। ৰ ৩।২৮, **—পদং** বাক্যত কোনো অংশ ভুলতে এৰি গ'লে 'কাউৰীৰ ঠেঙৰ' দৰে যি (^) চিনটো দি ওপৰত লিখা হয়। **—পদঃ** যৌন সঙ্গমৰ এক বিশেষ ধৰণৰ ভঙ্গী। 'পাদৌ দ্বৌ স্কন্ধযুগ্মস্থৌ ক্ষিপ্ত্বা লিঙ্গং ভগে লঘু' —ৰতিমঞ্জৰী। **—পেয়** *বিণ.* বাম, অগভীৰ (যেনে-নদী)। **—ভীৰুঃ** ফেঁচা **—মদগুঃ** ডাউক চৰাই। **—যৱঃ** চাউল নথকা ধান, পতান। **—ৱন্ধ্যা** এটা সন্তানৰ পিচত আৰু সন্তান নোহোৱা তিৰোতা। **—স্বৰঃ** কাউৰীৰ দৰে কৰ্কশ মাত।

**কাকৰুক** *বিণ* (কু কুৎসিতং কৰোতীতি কু কৃ উকঃ) ১। ভয়াতুৰ, কাপুৰুষ, ২। উলঙ্গ ৩। দুৰ্বল, **—কঃ** তিৰোতা-সেৰুৱা, **—কীঃ** ১। ফেঁচা, ২। প্ৰবঞ্চক, ঠগ।

**কাকলঃ** *পু* (কা ইত্যাকাৰঃ কলো যস্য) ঢোঁৰা কাউৰী, **—কং** গলত পিন্ধা মুক্তামণি।

**কাকলিঃ লী** *স্ত্ৰী* ১। মধুৰ, লঘু স্বৰ, ২। চোৰে ব্যৱহাৰ কৰা এবিধ বাদ্য। এই বাদ্য বজাই চোৰে গৃহস্থ শুইছে নে নাই জানি লয়, ৩। কেঁচি, ৪। ভাং গছ।

**কাকিণী, —ণীকা** ১। মুদ্ৰাৰূপে ব্যৱহাৰ কৰা এবিধ কড়ি, ২। ২০ কড়ি মূল্যৰ ধন, ৩। এক মাস ওজনৰ চাৰি ভাগৰ এভাগ, ৪। পাল্লাৰ ওপৰৰ দণ্ডডাল, ৫। এহাত (পৰিমাণ)। **—নী** *স্ত্ৰী* কড়ি।

**কাকাণ্ডঃ** *পু.* (কাক্যা অণ্ড ইৱ ফলং যস্য) মহানিম গছ।

**কাকিলঃ** *পু.* কাকল, কণ্ঠমণি।

**কাকুঃ** *স্ত্রী* (কক লৌল্যে উণ্) ১। শোক আৰু ভয়তে মৰা চিঞৰ, ২। জিভা, ৩। দেখাত অস্বীকাৰাৰ্থক হলেও বক্তাৰ স্বীকাৰ্থক ইচ্ছা ব্যক্ত কৰা কথা, বা বাক্য, ৩। (মুখৰ ভিতৰতে) ভোৰভোৰাই থকা।

**কাকুৎস্থঃ** (ককুৎস্থস্য নৃপতেৰপত্যম্ অণ্) সূৰ্যবংশীয় ৰজা শ্ৰীৰামচন্দ্ৰ। ৰ ১২/৪৬; ককুৎস্থ চাওক।

**কাকুদং** তালু।

**কাকেক্ষুঃ** *পু* নলখাগড়ি।

**কাকেষ্টঃ** *পু* (কাকস্য ইষ্টঃ) নিমগছ।

**কাকোলঃ** *পু* ১। ঢোঁৰা কাউৰী, ২। সাপ, ৩। ভালুক, ৪। কুমাৰ, ৫। নৰকৰ এটা বিভাগ।

**কাক্ষঃ** কটাক্ষ, বক্ৰদৃষ্টি, **—ক্ষং** কুৰ্ছষ্টি হিংসাপূৰ্ণ দৃষ্টি; ভট্টি ৫/২৮।

**কাগঃ** কস্তুৰী

**কাগদং** *ক্লী* (কাগঃ কাকৰৰ্ণঃ মস্যাদিৰ্দীয়তে অত্ৰ কাগ দা ঘঞৰ্থে আধাৰে কঃ) কাগজ, লিখা পত্ৰ।

**কাঙ্ক্ষ**, কাঙ্ক্ষণে (ভ্বা, প, সক কাঙ্ক্ষতি) আকাঙ্ক্ষা কৰ, বাসনা কৰ, অভিলাষ কৰ, মনু ২।২৪২; গী ১২।৭; **অভি—** অভিলাষ কৰ, **আ—** ১। আকাঙ্ক্ষা কৰ, মনু ২।১৬২; মে ৯১; ২। আৱশ্যক হ, লাগ। **প্ৰত্যা—** প্ৰতীক্ষা কৰ। খাপ লৈ থাক। **ৱি—** অভিলাষ কৰ, **সমা—** আশা কৰ।

**কাচং** *ক্লী* (কচ্যতে ৱধ্যতে অনেন কচ ঘঞ্ ন কুত্বম্) মম।

**কাচঃ** *পু* (কচ দীপ্তৌ ণিচ ঘঞ্) ১। আয়না, স্ফটিক, ২। চিপ্ ফাঁচ; ৩। বোজা বান্ধিবৰ বাবে যুঁৰলিত বন্ধা ৰচি, ৪। এবিধ চকুৰ বেমাৰ। **—কামলঃ** চকুৰ বেমাৰ। আয়নাৰ বটল। **—কূপী-ঘটী** আয়নাৰ জাৰী, ডাঙৰ পানীৰ পাত্ৰ। **—তিলকং** *ক্লী* ক'লা নিমখ, **—ভাজনং** আয়নাৰ বাচন বা পাত্ৰ, **—মলং** চকুৰ কেটাৰ, ফেঁচকুৰি।

**কাচনং, —নকং** *ক্লী* পাণ্ডুলিপি অথবা টোপোলা বান্ধা ৰচি, ফিটা, **—ণকী** *পু* পাণ্ডুলিপি, লিখনি।

**কাচিঘঃ** *পু* ১। কাঞ্চন, ২। মূষিক, নিগনি।

**কাচিৎ** *অব্য* কোনোবা এগৰাকী নাৰী।

**কাঞ্চন** *বিণ্* ১। সোণালী, সোণেৰে তৈয়াৰী। মে ৭৯; **—নং** ১। সোণ, মনু ২। ২৩৯; ২। উজ্জ্বলতা, দীপ্তি, ৩। সম্পত্তি, ৪। পদুম ফুলৰ ভিতৰত থকা কেশৰ। **—নঃ** ১। ধঁতুৰা গছ, ২। চম্পক ফুল, গছ। **—অঙ্গী** সোণালী বৰণৰ তিৰোতা। **—কন্দৰ** সোণৰ খনি **—গিৰিঃ** মেৰু পৰ্বত **—ভূঃ** *স্ত্রী* ১। হালধীয়া (সোণালী বৰণৰ) মাটি ২। স্বৰ্ণচূৰ্ণ। সোণালী গুড়ি। **—সন্ধিঃ** দুটা সমনীয়া দলৰ মাজৰ সন্ধি।

**কাঞ্চনাৰঃ, —লঃ** কোৰিদাৰ গছ।

**কাঞ্চনী, —নীয়াঃ** *স্ত্রী* গোৰোচনা, হালধি।

**কাঞ্চিঃ** *স্ত্রী* (কাঞ্চতে ইতি সৰ্বধাতুভ্যঃ ইন্) কাঞ্চী নগৰী কাঞ্চীপুৰম, —এখন প্ৰসিদ্ধ তীৰ্থস্থান। সাতখন পৱিত্ৰ নগৰীৰ এখন।

**কাঞ্চীঃ** *স্ত্রী* স্ত্ৰীকট্যাভৰণ, নাৰীয়ে কঁকালত পিন্ধা বান্ধনী, বেষ্টনী, পেটী, মেখেলা। মে ২৮ ৰ ৬।৪৩;

**কাঞ্জিকং-কাঃ** টেঙা (ভাতৰ) মণ্ড। পঁইতা ভাতৰ (টেঙা) পানী

**কাটুকং** পিত্তৰোগ।

**কাঠঃ** শিল, পাথৰ।

**কাঠিনং —ন্যং** ১। কঠিনতা, শ ৩।১১, কু ৬।৭৩, ২। ক্ৰূৰতা, নিষ্ঠুৰতা।

**কাণ** *বিণ্* (কণতি একচক্ষুষা পশ্যতি কণ্ ঘঞ্) ১। কণা, একচকুৰা। মনু ৩।২৪২, ২। ছিদ্ৰিত, ভৰ্তৃ ৩।৪, **—ণঃ, —ণুকঃ** কাউৰী।

**কাণ্ডঃ, —ণ্ডং** (কণি দীপ্তৌ ডঃ) ১। দণ্ড, ২। পদুমৰ নাল, নল, ৩। কাঁড়। মহা ১৩।৫।৩; ৩। বিভাগ, খাগৰি; অংশ, ৪। ঠাৰি, গছৰ এটা গাঁথিৰ পৰা আন এটালৈ, ৫। ঠাল, শাখা, ডালি। মনু ১।৪৬; ৬। কোনো পুথি বা গ্ৰন্থৰ বিভাগ, পৰিচ্ছেদ, ৭। বিশেষ বিভাগ, যেনে— জ্ঞান কাণ্ড, কৰ্মকাণ্ড, ৮। সমূহ, থোপা, জাক, মুঠা, ৯। হাত বা ভৰিৰ দীঘল হাড়, ১০। পানী, ১১। সুযোগ, ১২। গুপ্ত স্থান, ১৩। বেয়া, দোষযুক্ত, নীচ, **—কাৰঃ** বাণ তৈয়াৰ কৰোঁতা, **—গোচৰঃ** লোহাৰ কাঁড়, **—পটঃ, —পটকঃ** তম্বু ঘেৰ দিয়া পৰ্দা। শি ৫।২২; **—পাতঃ** কাঁড়ৰ দূৰত্ব, **—পৃষ্ঠঃ** ১। সৈনিক, ২। বৈশ্য তিৰোতাৰ স্বামী, ৩। পালিত পুত্ৰ, ৪। গোত্ৰ, জাতি, বৰ্ণ, ধৰ্ম বিদ্বেষী নীচ (বংশজাত) লোক, **—ভঙ্গঃ** ভগা হাড়, **—ৱাৰিণী** *স্ত্রী* দুৰ্গা, **—স্পৃষ্টঃ** সৈনিক।

**কাণ্ডোলঃ** এপাচি নল-খাগৰি।

**কাতৰ** *বিণ.* (কু কষ্টেন তৰতীতি কু তৃ অচ্) ১। কাপুৰুষ, ভয়াতুৰ, দুৰ্বল; ৰ ১১।৭৮; মে ৭৭; ২। আতঙ্কিত, শোকাৰ্ত, ৩। ব্যাকুল, বিহ্বল, ভৰ্তৃ ১।৬০, **—ৰঃ —লঃ** *পু* (কং জলং আতৰতি ক-আ তৃ অচ্) ভকুৱা মাছ।

**কাতৰ্যঃ** কাতৰতা, কাপুৰুষালি।

**কাত্যঃ, —ত্যায়নঃ** *পু* (কতস্য গোত্ৰাপত্যং কত্ যঞ্ যনিষ্ফঃ) ১। ধৰ্মশাস্ত্ৰকাৰ কাত্যায়ন মুনি। যা ১/৪/৫; পাণিনিৰ অষ্টাধ্যায়ীৰ ওপৰঞ্চি 'বাৰ্তিক'ৰ প্ৰণেতা এগৰাকীৰ নাম।

**কাত্যায়নী** *স্ত্ৰী* ১। দুৰ্গা, ২। মহৰ্ষি যাজ্ঞবল্ক্যৰ এগৰাকী পত্নীৰ নাম। মহৰ্ষিজনাৰ আন গৰাকী পত্নীৰ নাম মৈত্ৰেয়ী, ৩। কাত্যায়নৰ পত্নী, ৪। বয়সীয়া বিধৱা নাৰী (ৰক্তাম্বৰা)।

**কাথিকঃ** *পু* সাধু কথা, গল্পাদি কোৱা লোক। গল্প লেখক।

**কাদম্বঃ** *পু* (কদম্বে সমূহে ভৱঃ কদম্ব অণ্) ১। বালিহাঁহ (কলহংসঃ) ঋস ৪।৯; ২। কাঁড়, ৩। কুঁহিয়াৰ, ৪। কদম গছ, **—ম্বং** কদম ফুল।

**কাদম্বৰং** (কাদম্ব-উদভৱং ৰসং লাতি কদম্ব লা ক লস্য ৰঃ) ১। কদমফুলৰ ৰসেৰে তৈয়াৰ কৰা মদ, ২। দৈৰ সৰ, 'ক্ৰীম', ৩। কুঁহিয়াৰৰ গুড়, **—ৰী:** *স্ত্ৰী* ১। বাণভট্টই ৰচনা কৰা প্ৰসিদ্ধ কাব্যৰ নাম আৰু সেই কাব্যৰ নায়িকা, ২। মদিৰা, সুৰা, ৩। শ্ৰীবলৰামৰ প্ৰেয়সী, ৪। মতলীয়া হাতীৰ কপালৰ পৰা ওলোৱা ৰস, ৫। দেৱী সৰস্বতীৰ এটা নাম, ৬। মাইকী কুলি চৰাই।

**কাদম্বিনী:** *স্ত্ৰী* (কাদম্বাঃ কলহংসাঃ সন্তি অস্যাং কাদম্ব ইনি ঙীষ্) মেঘমালা।

**কাদাচিৎক, —কী** সাময়িক, আনুষঙ্গিক, কেতিয়াবা সংঘটিত।

**কাদ্ৰৱেয়ঃ** *পু* (কদ্ৰু ঢক্) কদ্ৰুৰ সন্তান, নাগ।

**কাননং** *ক্লী* (কং জলং অননং জীৱনমস্য কন নিচ ল্যুট্) ১। বন, উপবন, উদ্যান, মে ১৮, ৪২; ২। ঘৰ, বাসস্থান, **—অগ্নিঃ** অগ্নিকাণ্ড, প্ৰবল অগ্নি, **—ওকস্** *পু.* ১। অৰণ্যবাসী, ২। বান্দৰ।

**কাননাৰিঃ** শমীধ গছ।

**কানিষ্ঠিকং** *ক্লী.* কেঞা আঙুলি, **—ষ্ঠিনেয়ঃ —ষ্ঠঃ** কনিষ্ঠ পুত্ৰৰ সন্তান।

**কানীনঃ** *পু* (কন্যায়াঃ জাতঃ), ১। কুমাৰী কন্যাৰ সন্তান, অনূঢ়াৰ পুত্ৰ মনু ৯।১৭২; ২। ব্যাসদেৱ ৩। কৰ্ণ।

**কান্ত** *বিণ.* (কনতে দীপ্যাতে কন কৰ্তৰি ক্ত) ১। প্ৰিয়, আকাঙ্ক্ষিত, ২। মনোৰম, ধুনীয়া, সুন্দৰ, **—ন্তঃ** ১। প্ৰেমিক, ২। পতি, মে ১০০; ৩। প্ৰিয় পুৰুষ, ৪। চন্দ্ৰ, ৫। বসন্ত কাল, ৬। এবিধ লো, ৭। এবিধ মূল্যৱান মুক্তা (যেনে— সূৰ্য্যকান্ত, চন্দ্ৰকান্ত মণি), ৮। কাৰ্ত্তিকৰ এটা নাম, **—ন্তং** কুঙ্কুম, **—আয়সং, —লোহং** চুম্বক লো।

**কান্তপক্ষী** (ন্) *পু* কাৰ্ত্তিকৰ পক্ষী, ম'ৰা।

**কান্তা** *স্ত্ৰী* ১। মনোৰমা নাৰী, ২। পত্নী, ঘৈণী মে ১৯; ৩। প্ৰিয়ঙ্গু লতা, ৪। ডাঙৰ ইলাচী, ৫। পৃথিৱী।

**কান্তাৰঃ —ৰং** *পু ক্লী* ১। ডাঙৰ হাবি, ভৰ্তৃ ১।৮৬; ২। বেয়া ৰাস্তা বা পথ, ৩। ছিদ্ৰ, ফুটা, গাঁত (পু) ১। ৰঙা বিধৰ কুঁহিয়াৰ, ২। পাহাৰীয়া আবলুচ কাঠ।

**কান্তিঃ** *স্ত্ৰী* (কন দীপ্তৌ ভাৱে ক্তিন্) ১। দীপ্তি, শোভা, সৌন্দৰ্য্য মে, ১৫; ২। উজ্জ্বলতা, জলক মে৮ ৪; ৩। প্ৰসাধন, ৪। বাসনা, ইচ্ছা, ৫। মনোৰমা নাৰী, ৬। দুৰ্গা, ৭। গঙ্গা, **—কৰ, —দ** শোভাকৰণ, সৌন্দৰ্য্যকৰণ, **—দং** পিত্ত, **—ভৃৎ** = চন্দ্ৰ।

**কান্তিমৎ** *বিণ.* ধুনীয়া, সুন্দৰ, মনোৰম, মে ৩০; পু চন্দ্ৰ।

**কান্দৱিকঃ** পাউৰুটি তৈয়াৰকাৰী, ৰুটিৱালা।

**কান্দিশীক** *বিণ.* (কাং দিশং যামি ইত্যাহ কান্দিশ্ যা ঠক্) ১। ভয়তে পলোৱা লোক। পলায়নকাৰী, ২। আতঙ্কিত।

**কান্যকুব্জঃ** এখন ৰাজ্যৰ নাম।

**কাপটিক** *ত্ৰিং* (**—কী** স্ত্ৰী) ১। প্ৰবঞ্চক, ভণ্ড, দুষ্ট, ২। উদ্দণ্ড। **—কঃ** চাটুকাৰ, পৰজীৱী।

**কাপট্যং** দুষ্টামি, প্ৰবঞ্চনা।

**কাপথঃ** কুপথ, কুমাৰ্গ।

**কাপালঃ, —কাপালিকঃ** (কপালেন নৃকপালেন চৰতি কপালং ঠক্) ১। বৰ্ণসঙ্কৰ জাতি বিশেষ, ২। বামাচাৰী হঠযোগী। এইবিলাক শৈৱই হাতত গলত মানুহৰ মূৰৰ খোলা লয় আৰু সেইবোৰতে খায়, **—লীঃ** শিৱ।

**কাপিক** *বিণ* বান্দৰৰ দৰে দেখা, বান্দৰৰ দৰে ব্যৱহাৰ কৰা।

**কাপিল** *বিণ্* কপিল মুনিৰ দৰে ব্যৱহাৰ কৰা। কপিলৰ পৰা উদ্ধৃত। **—লঃ** *পু* (কাপিলেন প্ৰোক্তং শাস্ত্ৰং বেত্তি) কপিলমুনিকৃত সাংখ্য দৰ্শন জ্ঞাতা। পিতল বৰণ।

**কাপিশং** *ক্লী* মদ, সুৰা **—শায়নং** সুৰা, দেৱতা, **—শেয়ং** পিশাচ।

**কাপুৰুষঃ** *পু.* (কুৎসিতঃ পুৰুষঃ) কুপুৰুষ, নীচ লোক, দুষ্ট মানুহ।

**কাপেয়** (কপের্ভাৱঃ কপি ঢক) বান্দৰ সম্বন্ধীয়; ৰা ৬।১১১।১৯; **—য়ং** বান্দৰ বংশ, বান্দৰামি।

**কাপোতং (তী স্ত্ৰী)** *ক্লী.* ১। এজাক পাৰ চৰাই, ২। কাজল ধাতু।

**কাপ্যকৰঃ, —কাৰঃ** নিজে কৰা পাপ কৰ্ম নিজে ব্যক্ত কৰা লোক। স্বপাপবক্তা।

**কাম্** এজনক চিঞৰি মতা অৰ্থত ব্যৱহাৰ হোৱা অব্যয়।

**কামং** *ক্লী.* (কামায় হিতম্ কুম অণ্) ১। শুক্ৰ, ২। কাম্য, বাৰু, অনুমতিদান। শি ২।৪৩; *অব্য* ১। ইচ্ছামতে, ২। অনুমতি, অসূয়া, অনুগমন, ৩। আনন্দেৰে, ৪। হয়, হয়, বেচ, ৫। সঁচাকৈয়ে, ৬। বৰং, বৰঞ্চ, বিশেষতঃ।

**কামঃ** *পু.* (কাম্যতে অসৌ কৰ্মণি অণ্) ১। ইচ্ছা, অভিলাষ, বাসনা, (ন জাতু কামঃ কামানামুপভোগেন শাম্যতি, মনু ২।৯৪) ২। কাম্য বস্তু মনু ২।৫; ৩। প্ৰেম, প্ৰীতি, ৪। ইন্দ্ৰিয় সম্ভোগৰ বাসনা, তৃতীয় পুৰুষাৰ্থ। (বাকী ৩টা— ধৰ্ম, অৰ্থ আৰু মোক্ষ), ৫। সহবাসেচ্ছা। কামাসক্তি। মনু ২।২১৪; ৬। মদন, কামদেৱ, ৭। প্ৰদ্যুম্ন, বলৰাম, ৮। এবিধ আমগছ। (কামদেৱক হিন্দুসকলে কামনাৰ প্ৰতিমূৰ্তি বুলি ভাবে। শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীৰ পুত্ৰ। কামদেৱৰ পত্নীৰ নাম ৰতি। তাৰকাসুৰক ধ্বংস কৰাৰ কাৰণে দেৱতাসকলক এজন সেনাপতিৰ প্ৰয়োজন হোৱাত তেওঁলোকে কামদেৱৰ সহায় লয় আৰু তেওঁৰ দ্বাৰা শিৱৰ ধ্যান ভঙ্গ কৰে। ধ্যান ভঙ্গ হোৱাত শিৱৰ খং উঠি কামদেৱক ভস্মীভূত কৰে। পিচত ৰতিৰ অনুৰোধত শিৱই কামদেৱক প্ৰদ্যুম্নৰ ৰূপত পুনৰ জন্ম দান কৰে। কামদেৱৰ হাতত ধনু, পাঁচ বিধ পুষ্প শৰ আৰু ধনুৰ গুণ হ'ল মৌমাখিৰ লানি।) **—অগ্নি** উগ্ৰবাসনা, প্ৰেমৰ অগ্নি, **—অঙ্কুশঃ** ১। হাতৰ আঙুলিৰ নখ, ২। পুৰুষাঙ্গ, **—অঙ্গ** আমগছ, **—অধিকাৰঃ** প্ৰেমৰ প্ৰভাৱ, **—অনলঃ** কামাগ্নি, **—অন্ধ** প্ৰেমত অন্ধ, **—অন্ধঃ** কুলি চৰাই. **—অভিকাম** *বিণ.* লম্পট, কামুক। **—অৰণ্যং** প্ৰেমোদ্যান, **—অৰিঃ** শিৱ, **—অৰ্থী** কামাসক্ত, **—আতুৰঃ** কামুক, প্ৰেমৰোগত আক্ৰান্ত, **—আত্মজঃ** অনিৰুদ্ধ। **—আয়ুধং** ১। কামদেৱৰ ধনু, ২। যোনিদ্বাৰৰ চ্ছদ; **—আয়ুস** ১। শগুণ, ২। গৰুড় **—আৰ্ত্তঃ** কামাতুৰ, **—আসক্তঃ** কামত উন্মত্ত, **—ঈপ্সু** *বিণ.* ইচ্ছা কৰা বস্তু পাবলৈ অভিলাষ কৰা, **—ঈশ্বৰঃ** ১। কুবেৰ, ২। পৰমাত্মা, **—উদকং** স্ব ইচ্ছাই কৰা তৰ্পণ, **—উপহত** কামৰ দ্বাৰা জয় কৰা, **—কলা** কামদেৱ পত্নী ৰতি, **—কামীঃ** কামনাৰ অধীন হৈ কাম কৰা, **—কাৰঃ** ১। স্বেচ্ছামূলক কাৰ্য্য; স্বাভাৱিক কৰ্ম্ম। মনু ১১।৪২; ২। অভিলাষ, বাসনাৰ প্ৰভা, গী ৫।১১; **—কূটঃ** বেশ্যাৰ পতি, প্ৰেমিক, বেশ্যাবৃত্তি, **—কৃৎঃ** *বিণ.* স্বেচ্ছাচাৰী (*পু*) পৰমাত্মা, **—কেলিঃ** প্ৰেমিক, যৌনসঙ্গম, **—ক্ৰীড়া** যৌন ক্ৰীড়া, সঙ্গম, **—গ** *বিণ.* নিজৰ ইচ্ছা মতে কোনো কাম কৰা লোক, **—গা** অসতী তিৰোতা, **—গতি** *বিণ.* কামনা কৰা যি কোনো ঠাইলৈ যাব পৰা (লোক)। ৰ ১৩।৭৬; **—গুণঃ** ১। প্ৰেমৰ, গৰিমা, মৰম, ২। আনন্দ, পূৰ্ণ উপভোগ, ৩। ইন্দ্ৰিয়গ্ৰাহ্য (বস্তু)। **—চৰ,-চাৰ** *বিণ্* ১। স্বেচ্ছাই ঘূৰি ফুৰিব পৰা, ২। স্ব-ইচ্ছা, ৩। স্বাৰ্থপৰতা, মুক্ত বাসনা, **—চাৰী** ১। স্বেচ্ছাচাৰী। মে ৬৩, ২। লম্পট, কামুক, (*পু*) গৰুড়, চাটক পক্ষী, **—জ** কামনাৰ দ্বাৰা উৎপন্ন। মনু ৭।৪৬; **—জিৎ** কামনাক জয় কৰা ৰ ৯।৩৩ (*পু*) স্কন্দ, শিৱ, **—তালঃ** কুলি চৰাই, **—দৰ্শনঃ** দেখাত ধুনীয়া, সুদৰ্শন, **—দুধ** *বিণ্* যি কোনো অভিলাষ পূৰ্ণ কৰা, ৰ ১।৮০; **—দুধা, -দুহ** *স্ত্ৰী* কামধেনু। গী ১০।২৮; **—দূতীঃ** মাইকী কুলি চৰাই, **—ধেনুঃ** দেৱতাসকলৰ এজনী গাই গৰু। এইজনীয়ে যিমান লাগে সিমান গাখীৰ দিয়ে, **—ধ্বংসীঃ** শিৱ, **—পতি,** পত্নী ৰতি, **—পাল** শ্ৰীবলৰাম, **—প্ৰৱেদনং** নিজৰ ইচ্ছা প্ৰকাশ কৰা, **—প্ৰশ্নঃ** নিজৰ ইচ্ছামতে কৰা প্ৰশ্ন, **—ফলঃ** এবিধ আম গছ, **—ভোগাঃ** কামনা উপভোগ, ইন্দ্ৰিয় তৃপ্তি, **—মহঃ** চ'ত মাহৰ পূৰ্ণিমাত

উদযাপন কৰা কামদেৱ উৎসৱ, **—মূঢ়, —মোহিতঃ** কামৰ দ্বাৰা আক্ৰান্ত, কামমুগ্ধ উ ২।৫; **—ৰসঃ** বীৰ্য্য স্খলন, **—ৰসিক** কামুক, **—ৰূপ** ১। ইচ্ছামতে ৰূপ সলনি কৰিব পৰা, ২। সুন্দৰ, মনোৰম, ৩। অসমৰ প্ৰাচীন নাম, অসমৰ পশ্চিমাংশৰ এখন জিলাৰ নাম, **—ৰেখা, —লেখা** বেশ্যা, **—লতা** পুৰুষাঙ্গ **—ৱৰঃ** ইচ্ছামতে খোজা বৰ, **—ৱল্লভঃ** ১। বসন্ত কাল, ২। আমগছ, **—ৱশঃ** কামনাৰ বশৱতী, **—ৱাদঃ** ইচ্ছা অনুসৰি কোৱা, **—ৱিহন্তৃ** নিষ্ফল কামনা, **—বৃত্ত** *বিণ.* ইন্দ্ৰিয় তৃপ্তিত আসক্ত, কামাসক্ত, **—বৃত্তি** স্বেচ্ছাচাৰী, **—ৰঃ** কামদেৱৰ শৰ, আমগছ, **—শাস্ত্ৰ** কামবিজ্ঞান, **—সখ** বসন্ত কাল, **—সূ** *বিণ.* বাসনাৰ পৰিপূৰ্ণতা। ৰ ৫।৩৩; **—সূত্ৰং** বাৎসায়ন প্ৰণীত কামশাস্ত্ৰৰ নাম, **—হৈতুক** প্ৰকৃত হেতু নোহোৱাকৈ মাথোন বাসনাৰ দ্বাৰা উৎপন্ন। গ ১৬।৮।

**কামতঃ** *অব্য* ১। ইচ্ছামতে, ২। স্বাভাৱিকতে, ৩। ইচ্ছাপূৰ্বক, মনু ৪।১৩০; ৪। মুক্তভাৱে, বাধাহীনভাৱে।

**কামন** *বিণ.* (কাময়তি কম্ ণিঙ যুচ্) কামুক।

**কামনা** *স্ত্ৰী* ইচ্ছা, অভিলাষ।

**কামন্ধমী** (ন্) *পু* (কাম ধ্মা ণিনিঃ) কঁহাৰ।

**কামপ্ৰদঃ** *পু* (কামং কামজৰতিভেদং প্ৰদদাতি কাম প্ৰ দা কঃ) ১। যৌন সঙ্গমৰ বিশেষ ভঙ্গি (দ্বৌ পাদৌ স্কন্ধসংলগ্নৌ ক্ষিপ্ত্বা লিঙ্গং ভগে তথা। কাময়েৎ কামুকঃ প্ৰীত্যা বন্ধঃ কামপ্ৰদো হি সঃ। ২। বিষ্ণু। মহা ১৩।১৪৯।৪৫।

**কামল** *বিণ্* কামুক, লম্পট, **—লঃ** ১। বসন্ত কাল, ২। মৰুভূমি।

**কামলিকা** *স্ত্ৰী* সুৰা।

**কামৱৎ** কামুক।

**কামাখ্যা** *স্ত্ৰী* (কাময়তে ভক্তানাং কামং পূৰয়তি ইতি কামা আখ্যা যস্যাঃ) শ্ৰীশ্ৰী কামাখ্যা দেৱী। কামদা কামিনী কামা কান্তা কামাঙ্গদায়িনী। কামাঙ্গনাশিনী যস্মাৎ কামাখ্যা তেন চোচ্যতে।। কাপু ৬১ অ।

**কামিঃ** *পু.* (কম্ ণিচ্ ইন্) কামুক।

**কামিনী** *স্ত্ৰী* (অতিশয়েন কামঃ অস্যা অস্তি, কাম ইনিঃ ঙীব্), ১। অতিশয় কামুকা নাৰী। মনু ৮।১১; ২। নাৰী, মে ৬৩; ৩। সুন্দৰী তিৰোতা, ৪। ভয়াতুৰা, ৫। সুৰা।

**কামী** (ন্) *পু* ১। চকোৱা চৰাই, ২। পাৰচৰাই, ৩। কামুক পুৰুষ মে ৭৪; ৪। চাতক চৰাই, ৫। চন্দ্ৰ, ৬। সাৰস পক্ষী, ৭। বিষ্ণু।

**কামুকঃ** *পু* (কম উকঞ্) ১। অশোক গছ, ২। চাতক পক্ষী, ৩। প্ৰেমিক, কামপ্ৰিয় লোক, **—কা** সম্পত্তিলোভী তিৰোতা। **—কী** প্ৰেমিকা, সঙ্গমপ্ৰিয় নাৰী।

**কাম্পিলঃ, —ল্যঃ** পাঞ্চাল ৰাজ্যৰ দক্ষিণে থকা এখন দেশৰ নাম।

**কাম্বলঃ** *পু* কম্বলেৰে ঢকা যান-বাহন।

**কাম্বৱিকঃ** *পু* (কম্বুঃ শঙ্খং ভূষণত্বেন শিল্পমস্য ঠক্) শঙ্খৰ গহনা বনোৱা শিল্পী। শঙ্খ বেপাৰী।

**কাম্বুকা** *স্ত্ৰী* অশ্বগন্ধা।

**কাম্বোজঃ** *পু* (কম্বোজে ভৱঃ অণ্) ১। কম্বোজ দেশৰ মানুহ। মনু ১০।৪৪; ২। কম্বোজ দেশৰ ৰজা, ৩। পুন্নাগ গছ, ৪। কম্বোজ দেশীয়া ঘোঁৰা, ৫। যৱন তুল্য ম্লেচ্ছ জাতি বিশেষ। হৰিবংশত আছে সগৰ ৰজাই হেনো এই মানুহবিলাকৰ সকলোৰে মুণ্ডন কৰি পেলাইছিল।

**কাম্যং** *বিণ.* (কাম্যতে ইতি কম্ ণিচ্ কৰ্মণি যৎ) ১। কমনীয়, সুন্দৰ, মনোহৰ ৰ ৬।৩০; ২। বিশেষ ফলৰ বাবে কৰা কৰ্ম। মনু ২।২; **—ম্যা** *স্ত্ৰী* অভিলাষ, ইচ্ছা, আশা, অভিপ্ৰায়, প্ৰাৰ্থনা গী ১০/১; **—অভিপ্ৰায়ঃ** স্বাৰ্থকেন্দ্ৰিক উদ্দেশ্য। **—কৰ্মণ্** ভৱিষ্যতৰ ফলৰ বাবে কৰা কাম, **—গিৰঃ** মনোজ্ঞ বাণী, **—দানং** সন্তোষজনক দান, মুক্তভাৱে কৰা দান, স্ব ইচ্ছাই কৰা দান, **—মৰণং** আত্মহত্যা, **—ব্ৰতং** স্বইচ্ছাই পালন কৰা ব্ৰত।

**কাম্ৰ** *বিণ.* ঈষদম্ল। অলপ টেঙা।

**কায়ঃ, —য়ং** (কঃ প্ৰজাপতি ব্ৰহ্মা বা দেৱতা অস্য ইতি অণ্) ১। শৰীৰ, গী ৫।১১; ২। গা-গছ, ৩। বীণাৰ (তাঁৰহীন) দেহ। ৪। সমূহ, সংগ্ৰহ, ৫। মূলধন, ৬। গৃহ, বাসস্থান, ৭। দাগ, চিন, ৮। স্বাভাৱিক প্ৰকৃতি বা মেজাজ, **—য়ং** *স্ত্ৰী* প্ৰজাপতি তীৰ্থ কনিষ্ঠাঙুলিৰ তলভাগ। মনু ২।৫৯; বুঢ়া আঙুলিৰ তলভাগ ব্ৰহ্মতীৰ্থ, **—য়ঃ** প্ৰজাপতি বিবাহ।

আঠ বিধ বিবাহৰ এবিধ। মনু ৩।৩৮; —অগ্নিঃ হজম শক্তি। —ক্লেশঃ শাৰীৰিক কষ্ট; —চিকিৎসা আয়ুৰ্বেদ চিকিৎসাৰ আঠটা বিভাগৰ তৃতীয় বিভাগ, সম্পূৰ্ণ শৰীৰৰ চিকিৎসা; —মানং শৰীৰৰ জোখ, —ৱন্ধনং বৰ্ম।

**কায়স্থঃ** পু. (কায়েষু সৰ্বভূতশৰীৰেষু অন্তৰ্যামিৰূপেণ তিষ্ঠতীতি কায় স্থা কঃ) ১। পৰমাত্মা, ২। কায়স্থ জাতি, পঞ্জীকাৰক। (ক্ষত্ৰিয়-শূদ্ৰাৰ বৰ্ণসঙ্কৰ), —স্থা কায়স্থ নাৰী, শিলিখা গছ, তুলসী গছ, —স্থী কায়স্থ পত্নী, —স্থিত বিণ্ শাৰীৰিক, দৈহিক, পাৰ্থিৱ।

**কায়ক,** (–য়িকা), –য়িক (—কী) পু স্ত্ৰী (কায়েন নিবৃত্ত কায় ঠক) শাৰিৰীক, দৈহিক, কায় নিষ্পন্ন। মনু ১২।৮; —বৃদ্ধিঃ স্ত্ৰী ১। বন্ধকত ৰখা সম্পদৰ ওপৰত লগোৱা সুদ, ২। মূলধনৰ ব্যতিক্ৰম নোহোৱাকৈ ধৰা সুদ।

**কাৰ** বিণ. (—ৰী) সমাসৰ শেষত কৰোঁতা, তৈয়াৰ কৰোঁতা, সম্পাদন কৰোঁতা, ৰচনাকাৰী, স্ৰষ্টা আদি বুজাবলৈ ব্যৱহাৰ কৰা হয়। যেনে— কৰ্মকাৰ, গ্ৰন্থকাৰ, কুম্ভকাৰ আদি, —ৰঃ পু (কৃ হিংসায়াং ভাৱে ঘঞ্), ১। বধ, ২। নিশ্চয়তা, দৃঢ়তা, ৩। যত্ন, অধ্যৱসায়, শি ১৯।২৭, ৪। ধৰ্মীয় পৱিত্ৰতা, ৫। পতি, গৰাকী, ৬। শক্তি, সামৰ্থ্য, ৭। কৰ-কাটল, ৮। বৰফৰ দ'ম, ৯। হিমালয় পৰ্বত, ১০। আখৰৰ শেষত (অক্ষৰবাচক ৰূপত) যেনে— অকাৰ, ককাৰ ইত্যাদি, —অৱৰঃ নীচ বৰ্ণৰ মানুহ। (নিষাদ পিতৃ আৰু বৈদেহী মাতৃ) মনু ১০।৩৬; —ভূঃ কৰকাটল আদায় কৰা স্থান।

**কাৰকং** (কৃ কৰ্তৰি ণ্বুল্) ১। ক্ৰিয়া নিমিত্তং। বাক্যত বিশেষ্য আৰু ধাতুৰ সম্পৰ্ক। এনে ৬ বিধ কাৰক আদি। কৰ্তা, কৰ্ম, কৰণ, সম্প্ৰদান, অপাদান আৰু অধিকৰণ, ২। ব্যাকৰণৰ দ্বিটো ভাগত কৰ্তা আৰু ক্ৰিয়াৰ সম্বন্ধৰ বিৱৰণ থাকে। —কঃ কৰ্তা মনু ৭।২০৪; —দীপকঃ এবিধ অৰ্থালঙ্কাৰ; ইয়াত বহুতো ক্ৰিয়াৰ লগত একেটা কাৰক সংযুক্ত থাকে। —হেতুঃ প্ৰকৃত অথবা উপযুক্ত হেতু।

**কাৰণং** ক্লী (কাৰ্য্যতেঽনেন, নিজন্তাৎ কৃঞো ল্যুট্) ১। হেতু, (যিটো নাথাকিলে যি নকলে) ২। বীজ, ৩। নিমিত্ত গী ১৩।২১; ৪। ভেঁটি, স্থিতি, উদ্দেশ্য, লক্ষ্য; মনু ৮।৩৪৭; ৩। ন্যায় দৰ্শন মতে হেতু, যি কোনো ফলৰ পূৰ্বত থাকিবই, অৰ্থাৎ কাৰ্য্য অৰ্থাৎ ফল সদায় হেতুৰ পৰিণতি। এই দৰ্শনমতে হেতু তিনিবিধ— ক) সমবায়ী যেনে— কাপোৰৰ সূতা, খ) অসমবায়ী, সূতা আৰু কাপোৰৰ সংযোগ আৰু গ) নিমিত্ত, তাঁতশাল, ৪। উৎপাদক হেতু, স্ৰষ্টা, পিতা। কু ৫।৮১; ৫। মৌলিক পদাৰ্থ গী ১৮।১৩; ৬। নাটক বা কবিতাৰ পটভূমি, ৭। জ্ঞানেন্দ্ৰিয়, ৮। নথিপত্ৰ, প্ৰমাণ, স্বাক্ষৰ, হুকুম। মনু ১১।৮৪; ৯। শৰীৰ, দেহ, ১০। মতামত অথবা ৰায়ৰ আধাৰ, ভেঁটি, —উত্তৰং বিশেষ আপত্তি, অভিযোগ অস্বীকাৰ, —কাৰণং প্ৰাথমিক হেতু। পৰমাণু —গুণঃ হেতুৰ গুণ, প্ৰকাৰ বা মৰ্য্যাদা, —ভূতঃ বিণ. হেতুৰ গঠন, সংঘটন, —মালাঃ হেতুৰ মালা, ইটোৰ পিচত সিটো কাৰণ, —ৱাদী বাদী, অভিযোগকাৰী, —ৱাৰি ক্লী সৃষ্টিৰ আৰম্ভণিতে উৎপন্ন কৰা পানী।

**কাৰণশৰীৰং** ক্লী (কাৰণং অৱিদ্যা সৈৱ শৰীৰম্) কাৰ্য্যকাৰণ সম্বন্ধীয় শৰীৰ। শৰীৰৰ মৌলিক উৎস অথবা ভ্ৰূণ, মৌলিক তত্ত্ব। আনন্দময় কোষ, সুষুপ্তি। (বেদান্ত)।

**কাৰণা** ১। দুখ, কষ্ট ক্লেশ; ২। নৰকযাতনা। যমযাতনা।

**কাৰণিকঃ** পু. পৰীক্ষক, বিচাৰক।

**কাৰণ্ডৱঃ** পু. স্ত্ৰী ১। খাৰ হাঁহ, বে ২।২৩।

**কাৰণ্ডব্যূহঃ** পু এখন বৌদ্ধ ধৰ্মশাস্ত্ৰ।

**কাৰন্ধমী** (ন্) পু ১। কঁহাৰ, ২। ধাতুবিদ্।

**কাৰৱঃ** পু (কা ইতি ৰৱো যস্য) কাউৰী।

**কাৰবেল্লং** ক্লী তিতা কেৰেলা।

**কাৰস্করঃ** পু এবিধ গছৰ নাম।

**কাৰা** স্ত্ৰী (কীৰ্যতে ক্ষিপ্যতে দণ্ডাৰ্হো যস্যাম্) ১। কাৰাগাৰ, ২। কাৰাবাস, ৩। বীণাৰ গলৰ তলভাগ, ৪। দুখ, কষ্ট, ৫। মহিলা দূত, দূতী, ৬। মহিলা স্বৰ্ণকাৰ, —অগাৰং, —গৃহং, —বেশ্মন্ কাৰাগাৰ, —গুপ্ত বন্দী।

**কাৰিঃ** স্ত্ৰী (কৃ ইঞ্) ১। ক্ৰিয়া, কৰ্ম। শিল্পী, কলাকাৰ, যান্ত্ৰিক।

**কাৰিকা** স্ত্ৰী (কৰোতীতি কৃ ণ্বুল্) ১। নটিনী, নৰ্তকী, ২। কৃতি, কম আথবা বৃত্তিৰ বহুলাৰ্থবাচক কবিতা,

৩। স্মাৰক কবিতা, ৪। ব্যাকৰণ, দৰ্শন অথবা বিজ্ঞানৰ বিষয়ত ৰচিত কবিতা বা শ্লোকৰ সংগ্ৰহ। যেনে— সাংখ্যকাৰিকা; ৫। শাস্তি, যাতনা, ৬। স্বাৰ্থ, লাভালাভ, সুদ।

**কাৰিত** *বিণ্* (কৃ নিচ কৰ্মণি ক্ত) কৰাওঁতা। মাৰ্কণ্ডেয় পুৰাণৰ দেৱীমাহাত্ম্য ৮১।৬৫।

**কাৰিতা** *স্ত্ৰী* অধিক সুদ। মনু ৮।১৫৩ৰ

**কাৰীষং** *ক্লী* গোবৰৰ দ'ম। গোবৰৰ শুঁঠিৰ দ'ম।

**কাৰু** *বিণ্* (কৰোতীতি কৃ উণ্) ১। কৰোঁতা, ভৃত্য, ২। শিল্পী, কাৰিকৰ, মনু ৫।১২৮; —**ৰুঃ** *পু* বিশ্বকৰ্মা, কাৰক, শিল্প, ভট্টি ৭।২৮।

**কাৰুকঃ** *পু* শিল্পী।

**কাৰুজঃ** *পু* (কং আৰুজতি ক আ ৰুজ কঃ) ১। হাতী, উট, ২। উঁই পৰুৱা, ৩। নাহৰ গছ। গৈৰিক, ৪। শিল্পীয়ে আঁকা চিত্ৰ। উৎপাদিত পদাৰ্থ, ৫। ফেন।

**কাৰুণিকঃ** *পু.* (কৰুণা শীলমস্য ইতি ঠক্) দয়ালু, কৰুণাময়, ৰ ১৫।৭১।

**কাৰুণ্যং** *ক্লী* (কৰুণস্য ভাৱঃ ইতি ষ্যঞ্) কৰুণা, দয়া, কৃপা।

**কাৰূষাঃ** *পু* কৰূষ দেশৰ বাসিন্দা।

**কাৰ্কশ্যং** *ক্লী* (কৰ্কশস্য ভাৱঃ ইতি ষ্যঞ্) ১। কৰ্কশতা, কাঠিন্য, দৃঢ়তা, ২। নিষ্ঠুৰতা, নিৰ্দয়তা।

**কাৰ্তবীৰ্য্যঃ** *পু.* মাহীষ্মতী ৰাজ্যৰ প্ৰশাসক হৈহয়স্ বংশীয় ৰজা কৃতবীৰ্য্যৰ পুত্ৰ। এওঁ অতি শক্তিশালী ৰজা আছিল। নিজৰ বাহুবলেৰে সপ্তদ্বীপা ধৰিত্ৰীক জয় কৰিছিল। দত্তাত্ৰেয়ক পূজাৰ্চনা কৰি সহস্ৰবাহু লাভ কৰে। এওঁ ৰাৱণকো যুদ্ধত পৰাজিত কৰি কাৰাৰুদ্ধ কৰিছিল। পিচত অৱশ্যে পিতামহ পুলস্ত্য মুনিয়ে মুক্ত কৰে। কাৰ্তবীৰ্যই ন্যায় আৰু নিষ্ঠাৰে সৈতে পঁচাশী হাজাৰ বছৰ ৰাজত্ব কৰে। এবাৰ তেওঁ জমদগ্নিৰ আশ্ৰমলৈ গৈ বলেৰে কামধেনুক লৈ আহে। জমদগ্নিৰ পুত্ৰ পৰশুৰামে খণ্ডতে গৈ কাৰ্তবীৰ্য্যেৰে সৈতে সকলোকে হত্যা কৰে। কাৰ্তবীৰ্য্যৰ পুত্ৰবিলাকে তেতিয়া জমদগ্নিৰ আশ্ৰম ধ্বংস কৰি জমদগ্নিক হত্যা কৰে। পিতৃ নিহত হোৱাত ক্ৰোধান্বিত পৰশুৰামে হৈহয়স বংশৰ সকলোকে বধ কৰে। কাৰ্তবীৰ্য্যৰ আন এটা নাম সহস্ৰাৰ্জুন।

**কাৰ্তস্বৰং** *ক্লী* সোণ, শি ১।২০; ধঁতুৰা গছ।

**কাৰ্তান্তিকঃ** *পু* (কৃতান্তং বেত্তি ইতি ঠক্) জ্যোতিষী, দৈৱজ্ঞ।

**কাৰ্ত্তিকঃ** *পু* (কৃত্তিকানক্ষত্ৰযুক্তা পৌৰ্ণমাসী ইতি অণ্) কাতি মাহ। কৃত্তিকা নক্ষত্ৰৰ কাষত পূৰ্ণিমা হোৱাৰ বাবে এই মাহৰ নাম। (শিৱপুত্ৰ) স্কন্দৰ এটা নাম। —**কী** *স্ত্ৰী* কাতিমাহৰ পূৰ্ণিমা তিথি।

**কাৰ্ত্তিকেয়ঃ** *পু* (কৃত্তিকানামপত্যম্ ইতি ঢক্) ১। শিৱৰ পুত্ৰ কাৰ্ত্তিক। এইজনৰ আন এটা নাম স্কন্দ। ছয় গৰাকী কৃত্তিকাই পালন কৰিছিল। কাৰ্ত্তিকৰ আন দুটা নাম হ'ল অগ্নিভূঃ আৰু গঙ্গাপুত্ৰ। শিৱৰ বীৰ্য্য পাৰ্বতীৰ ৰূপত অহা অগ্নিয়ে বহন কৰিবলৈ অসমৰ্থ হোৱাত গঙ্গাত পেলাই দিয়ে। সেই বীৰ্য্য ছয়গৰাকী কৃত্তিকাই গ্ৰহণ কৰাত প্ৰত্যেকে গৰ্ভৱতী হয় আৰু ছয়টা পুত্ৰ সন্তান জন্ম দিয়ে। পিছত এই ছয় পুত্ৰ এজন অতি পৰাক্ৰমী পুত্ৰত পৰিণত হয়। ছয়টা মূৰ, বাৰখন হাত আৰু বাৰটা চকুযুক্ত এইজনেই কাৰ্ত্তিকেয়। কাৰ্ত্তিক অতি সুদৰ্শন আছিল কাৰণে যি কোনো সুন্দৰ যুৱকক আজিও এইজন ল'ৰা কাৰ্ত্তিকৰ দৰে ধুনীয়া বুলি কয়। কাৰ্ত্তিকে ক্ৰৌঞ্চ নামৰ পৰ্বত এখনক খণ্ড-বিখণ্ড কৰিছিল কাৰণে তেওঁৰ আন এটা নাম ক্ৰৌঞ্চদাৰণ। কাৰ্ত্তিকে দেৱ সৈন্যবাহিনীৰ সেনাপতি হৈ তাৰকাসুৰক নিধন কৰে। সেয়ে কাৰ্ত্তিকৰ আন দুটা নাম— সেনানী আৰু তাৰকজিৎ, —**প্ৰসূঃ** পাৰ্বতী।

**কাৰ্ৎস্ন্যং** *ক্লী* সম্পূৰ্ণতা।

**কাৰ্দম** *বিণ্.* —**মী** *স্ত্ৰী,* বোকাময়, লেতেৰা, কৰ্দমাক্ত।

**কাৰ্পটিঃ** *পু* ১। আবেদনকাৰী, প্ৰাৰ্থী, ২। ফটাকানি।

**কাৰ্পটিকঃ** *পু* (কাৰ্পটং অন্তস্তত্ত্বং জানাতি ইতি ঠক্) ১। মৰ্মজ্ঞ, জ্ঞানী, ২। পৰজীৱী, ৩। তীৰ্থযাত্ৰী, ৪। তীৰ্থজল কঢ়িয়াই জীৱন নিৰ্বাহ কৰা লোক।

**কাৰ্পণ্যং** *ক্লী.* (কৃপণস্য ভাৱঃ কৃপণ ষ্যঞ্) ১। কৃপণতা, ২। দৈন্য, দাৰিদ্ৰ, গী ২।৭; ৩। চঞ্চলতা, শক্তিহীনতা, অনুদ্যমতা।

**কাৰ্পাসঃ,** —**সং** *পু. ক্লী.* (কৰ্পাস/এৰ ইতি স্বাৰ্থে অণ্) কপাহ গছ। কপাহ গছৰ পাতৰ ৰস সাপে খোঁটা মানুহক খুৱালে বিষৰ উপশম হয়। দংশন হোৱাৰ লগে লগে কপাহ গছৰ পাতৰ ৰস ৰোগীজনক খুৱাব

আৰু ঘাত সেই পাত বটি প্ৰলেপ দিব। বিষ সম্পূৰ্ণৰূপে নোযোৱালৈকে সঘনাই এনেদৰে চিকিৎসা কৰি থাকিব। শকদ্ৰু) —সং ক্লী. ১। কপাহী কাপোৰ, ২। কাগজ পাত, —সী কপাহ গছ, —অস্থি ক্লী. কপাহ গুটি, —ধেনুঃ দানৰ বাবে কপাহেৰে তৈয়াৰ কৰা গৰু, —নাসিকাঃ কঁৰাশলি, টাকুৰীৰ শলা, —সৌত্ৰিক বিণ. কপাহৰ সূতাৰে তৈয়াৰী।

**কাৰ্ম** *বিণ.* (কৰ্ম শীলমস্য ইতি ণঃ) কৰ্মশীল, কামিলা।

**কাৰ্মণ** *ক্লী* (কৰ্মৈব ইতি অণ্) কাম সম্পূৰ্ণ কৰা, —ণং ১। যাদু বিদ্যা। ভূত-প্ৰেতাদি নিবাৰণ কৰা বিদ্যা।

**কাৰ্মিক** *বিণ* (কৰ্মণা চিত্ৰকৰ্মণা নিৰ্বৃত্তঃ) ১। নিৰ্মিত, ২। ফুল তোলা (কাপোৰ), গুণাৰে বন কৰা(কাপোৰ), ৩। চিত্ৰ বিচিত্ৰ বস্ত্ৰ।

**কাৰ্মুকং** *ক্লী.* (কৰ্মণে প্ৰভৱতীতি উকঞ্) ১। ধনু। শি ২।৯৭; ২। বাঁহ। (বিণ) কাৰ্য্যক্ষম।

**কাৰ্যং** *ক্লী* (ক্ৰীয়তে যৎ কৃ ণ্যৎ) ১। যি কৰা হয় অৰ্থাৎ কাম, কৰ্ম। মনু ৯।২৯৯; ২। হেতু ৩। প্ৰয়োজন, ৪। ব্যৱসায়, উদ্যোগ, ৫। ধৰ্মীয় কৰ্ম, ৬। কৰ্তব্য শি ২।১; ৭। উদ্দেশ্য, লক্ষ্য, অভিপ্ৰায়, ৮। বিভাগ, পৰিচালন, ৯। মোকৰ্দমা, ঋণ বিষয়ক বিবাদ, মনু ৮।৪৩; ১০। হেতু, কাৰণৰ বিপৰীত, ১১। নাটকৰ ঘোষণা, ১২। (চিকিৎসা) নিৰোগিতা, সুস্থতা, ১৩। মূল, —অক্ষম *বিণ.* কাম কৰাত অসমৰ্থ, অযোগ্য, —অকাৰ্যবিচাৰঃ *পু.* কৰ্তব্যাকৰ্তব্য বিষয়ে আলোচনা। —অধিপঃ কাৰ্য্যাধ্যক্ষ। (জ্যোতিষশাস্ত্ৰত) যিটো গ্ৰহে যি কোনো প্ৰশ্নৰ সমিধান দিয়ে, —অৰ্থঃ উদ্দেশ্য বা লক্ষ্য। মনু ৭।১৬৭; চাকৰিৰ বাবে আৱেদন, —অৰ্থিনঃ ১। চাকৰি আদিৰ বাবে প্ৰাৰ্থনা, অনুৰোধ, ২। আদালতত ওকালতি কৰা, আদালতৰ সহায় লোৱা, —ঈক্ষণং ৰাজহুৱা বিষয় পৰ্য্যৱেক্ষণ কৰা। মনু ৭।১৪১; —উদ্ধাৰঃ কৰ্তব্য সমাধা কৰা, —কৰঃ ফলপ্ৰসূ, প্ৰামাণ্য, —কালঃ কাম বা চাকৰিৰ কাল, সুযোগ, উপযুক্ত সময়, —কুশলঃ কৰ্মঠ, —গৌৰৱং কৰ্মৰ মাহাত্ম্য, —চিন্তক সতৰ্ক, দূৰদৰ্শী, বিবেচক, —চিন্তকঃ কাৰ্য্যাধ্যক্ষ, —চ্যুত চাকৰিৰ পৰা বৰ্খাস্ত, কৰ্মৰ পৰা দূৰীভূত, —নিৰ্ণয়ঃ কৰ্মৰ সিদ্ধান্ত, নিষ্পত্তি, —পুটঃ ১। অনৰ্থক কৰ্ম কৰোঁতা। ২। পাগল, চেৰাবলিয়া, ৩। এলেহুৱা, —প্ৰদ্বেষঃ আলস্যতা ঢিলামি, —বস্তু ক্লী উদ্দেশ্য, লক্ষ্য, —বিপত্তি স্ত্ৰী অকৃতকাৰ্য্য, দুৰ্ভাগ্য, বিপৰ্য্যয়, —শেষঃ ১। কোনো কামৰ শেষাংশ, মনু ৭।১৫৩; ২। কৰ্ম সমাপ্তি —সিদ্ধিঃ স্ত্ৰী কৃতকাৰ্য্যতা, সাফল্যতা, —স্থানং কাৰ্য্যালয়, —হন্তা আনৰ কাম নষ্ট কৰোঁতা। আনৰ স্বাৰ্থ-বিৰোধী।

**কাৰ্যতঃ** *অব্য* লক্ষ্যানুসৰি, ফলতঃ, অৱশেষ।

**কাৰ্শ্যং** *ক্লী* (কৃশ ষ্যঞ্) ক্ষীণতা, কৃশতা, লঘুতা, অল্পতা।

**কাশ্মৰী** *স্ত্ৰী* গমাৰী গছ।

**কাৰ্ষঃ, —ৰ্ষকঃ** *পু.* (কৃষিঃ শীলমস্য ণঃ -ক্কুন্) কৃষক, খেতিয়ক।

**কাৰ্ষাপণঃ** —ণং *পু ক্লী* মুদ্ৰা, বিভিন্ন মানৰ ওজন। মনু ৮।১৩৬; —ণং ধন।

**কাৰ্ষ্ণ** *বিণ.* ১। কৃষ্ণ সম্বন্ধীয়, ২। ব্যাস সম্বন্ধীয়, ৩। ক'লা হৰিণ সম্পৰ্কীয়, মনু ২।৪১; ৪। ক'লা, —ৰ্ষ্ণি *পু.* কামদেৱ। শি ১৯।১০

**কাৰ্ষ্যঃ** শালগছ।

**কাল** *বিণ.* (কালী স্ত্ৰী) ক'লা, ক'লা বৰণ, লৌহ।

**কালঃ** *পু* (কলয়তি আয়ুঃ কল্ সংখ্যানে পচাদ্যচ্ ততঃ প্ৰজ্ঞাদ্যণ্) ১। কাল, সময়। ক্ষণ দণ্ড মুহূৰ্ত প্ৰহৰ দিন ৰাত্ৰি মাস বৎসৰাদিঃ। ২। উপযুক্ত মুহূৰ্ত, বা সময়, ৩। সময়ৰ অংশ যেনে— ঘড়ীৰ ঘণ্টা, মিনিট, চেকেণ্ড ইত্যাদি। মনু ৫।১৫৩; ৪। বতৰ, ৫। (বৈশেষিক) নটা দ্ৰব্যৰ এটা। ৬। কাল অৰ্থাৎ পৰমাত্মা, যি জগতৰ সংহাৰকৰ্তা, ৭। যম, ৮। ভাগ্য, নিয়তি। ৯। চকুৰ ক'লা অংশ, ১০। কুলি চৰাই। ১১। শনিগ্ৰহ, ১২। শিৱ। ১৩। (সঙ্গীত অথবা ছন্দ শাস্ত্ৰত) সময়ৰ ছন্দ বা মান, ১৪। সুৰা তৈয়াৰ কৰোঁতা। ১৫। এবিধ আতৰ, —লং লোহা; আতৰ, —অক্ষৰিকঃ পণ্ডিত, পাঠোদ্ধাৰক, —অগৰুঃ এবিধ চন্দন গছ। ক'লা অগৰু। ৰ ৪।৮১, —অগ্নিঃ, —অনলঃ সৃষ্টি-ধ্বংসী অগ্নি, —অজিনং ক'লা হৰিণাৰ ছাল, —অণ্ডজঃ কুলি চৰাই, —অতিপাতঃ —অবিবেকঃ —অত্যয়ঃ সময়ৰ অপব্যয়, পলম। —অধ্যক্ষঃ সূৰ্য্য, পৰমাত্মা, —অনুনাদিন্ *পু.* মৌমাখি, চাতক চৰাই, চক্ৰবাক পক্ষী, —অন্তকঃ যমৰূপী 'কাল', —অন্তৰং সময়ৰ ব্যৱধান, মাজৰ সময়। সুযোগ, —অভ্ৰঃ ক'লা মেঘ, ডাৱৰ, —অৱধিঃ নিৰ্দিষ্ট

সময়, **—অশুদ্ধিঃ** অশৌচৰ কাল, শোকৰ কাল; **—আয়সং** লোহা, **—উপ্ত** গুটি সিঁচাৰ উপযুক্ত সময়। **—কজং** নীলোৎপল, **—কটংকটঃ** শিৱ **—কণ্ঠঃ** ম'ৰা চৰাই, চাতক চৰাই, শিৱ, **—কৰ্ণিকা, —কৰ্ণী** দুৰ্ভাগ্য **—কৰ্মন্** মৃত্যু, **—কীলঃ** শব্দ, **—কণ্ঠঃ** যম, **—কূটঃ** ১। মাৰাত্মক বিহ, ২। সমুদ্ৰ মন্থনত পোৱা আৰু শিৱই পান কৰা বিহ, **—ক্ৰমঃ** (কিছু) কাল যোৱাত, সময়মতে, **—ক্ৰিয়া** ১। সময় নিৰ্দ্ধাৰণ, ২। মৃত্যু **—ক্ষেপঃ** সময় ব্যয়। মে ২২; **—খঞ্জনং,—খণ্ডং** যকৃৎ, **—গঙ্গা** যমুনা নদী, **—চক্ৰং** ১। সময়ৰ চকা (যি সদায় ঘূৰি থাকে), ২। চকা, ৩। সৌভাগ্য চক্ৰ, জীৱনৰ উত্থান-পতন, **—চিহ্নং** মৃত্যুৰ আগতে দেখা দিয়া উপসৰ্গ, লক্ষণ, **—চোদিত** মৃত্যুদূতৰ দ্বাৰা আহুত, **—জ্ঞঃ** ১। জ্যোতিষী, ২। কুকুৰা, **—ত্ৰয়ং** তিনি কাল ভূত, বৰ্তমান আৰু ভৱিষ্যত, **—দণ্ডঃ** মৃত্যু, **—ধৰ্মঃ, —ধৰ্মাঃ** মৃত্যু, এটা বিশেষ সময়ৰ উপযুক্ত আচৰণ বা ধৰ্ম, **—নিয়োগঃ** নিয়তিৰ বিচাৰ, সিদ্ধান্ত, **—নিৰূপণং** সময় নিৰ্ণয় বা গণনা, **—নেমিঃ** ১। চকাৰ ঘেৰ, ২। এজন দৈত্য, ৰাৱণৰ মামা। হনুমানক বধ কৰাৰ বাবে ৰাৱণে এওঁকেই পঠাইছিল, ৩। এশখন বাহুযুক্ত দৈত্যবিশেষ, হিৰণ্যকশিপুৰ পুত্ৰ, বিষ্ণুৰ হাতত নিহত হয়, **—পক্কঃ** *বিণ্* সময়মতে পকা। মনু ৬।১৭; **—পাশঃ** যমৰাজৰ ৰচি বা পঘা, **—পাশিকঃ** ফাঁচি দিয়া মানুহ, চাউডাং, **—ভক্ষঃ** শিৱ, **—মুখঃ** এবিধ বান্দৰ, **—যৱনঃ** কৃষ্ণবৈৰী যৱনৰাজ। কৃষ্ণই এইজনক বধ কৰিব নোৱাৰি শেষত মুচুকুন্দ শুই থকা গুহালৈ ফুচুলাই লৈ যায়। মুচুকুন্দই সাৰ পাই তাক ভস্মীভূত কৰে, **—যাপঃ —যাপনং** দীৰ্ঘসূত্ৰিতা, সময় নষ্ট, লেহেম, **—যোগীঃ** শিৱ, **—ৰাত্ৰিঃ, —ৰাত্ৰি** ১। কৃষ্ণপক্ষৰ ৰাতি, ২। সৃষ্টি-ধ্বংসৰ ৰাতি। দুৰ্গা, **—লোহং** লোহা, **—বিপ্ৰকৰ্ষঃ** সময় দীঘলীয়া কৰা, **—বৃদ্ধিঃ** সুদ আদায়ৰ কাল, যেনে— মাহেকীয়া, ছমহীয়া সুদ ইত্যাদি মনু ৮।১৫৩; **—বেলাঃ** শনিৰ কাল। প্ৰতিদিনৰ এইটো সময়ত কোনো ধৰ্ম কাৰ্য্য কৰা নহয়, **—সংৰোধঃ** বহুদিনলৈ পিচুৱাই থকা। মনু ৮/১৪৩; বহুদিন অতিবাহিত হোৱা, **—সৰ্পঃ** ক'লা সাপ, অতি বিষাক্ত সাপ, **—সাৰঃ** কৃষ্ণসাৰ পহু, **—সূত্ৰং, —সূত্ৰকং** ১। সময়ৰ সূত্ৰ, মৃত্যু, ২। এখন নৰক। মনু ৪।৮৮; **—স্কন্ধঃ** তমাল গছ, **—স্বৰূপঃ** মৃত্যুৰ দৰে ভয়ানক, **—হৰঃ** শিৱ **—হৰণং** সময় হানি, পলম, **—হানিঃ** পলম ৰ ১৩।১৬।

**কালকং** *ক্লী* (কল নোদনে ণ্বুল্) যকৃৎ, **—কঃ** *পুং* ১। শৰীৰৰ তিল, মাহ আদি ক'লা চিন, ২। পানীত থকা সাপ, ঢোঁৰা সাপ, ৩। এটা ৰাক্ষসৰ নাম, ৪। চকুৰ ক'লা অংশ, **—কাঃ** দেৱমাতা। বৈশ্বানৰৰ কন্যা।

**কালঞ্জৰঃ** ১। এখন পৰ্বত আৰু পৰ্বতৰ দাঁতিৰ ৰাজ্যৰ নাম, ২। সন্ন্যাসীৰ সমাজ, ৩। শিৱ।

**কালশেয়ং** ক্ৰীম বা মাখন।

**কালা** দুৰ্গা।

**কালাপঃ** *পু* (কালঃ মৃত্যুৰাপ্যতে যস্মাৎ কাল আপ্ অপাদানে ঘঞ্) ১। মূৰৰ চুলি, ২। সাপৰ ফণা, ৩। কলাপ ব্যাকৰণৰ ছাত্ৰ, কলাপজ্ঞ, ৪। এটা ৰাক্ষসৰ নাম, ৫। এজন মুনিৰ নাম, **—কং** কলাপ বিদ্যাৰ দৰ্শন বা মতবাদ।

**কালাৰিঃ** *পু.* শিৱ।

**কালিকং** *ক্লী* (কালঃ কৃষ্ণঃ বৰ্ণোঽস্যেতি ঠন্) ১। ক'লা চন্দন, ২। এজন নাগ ৰজাৰ নাম, ৩। সোণত থকা খাদ দোষ, **—কা** ১। শ্ৰীশ্ৰীচণ্ডী, কালী, ২। মেঘৰ থুপ, ৰ ১১।১৫; ৩। চিয়াঁহী, শ্যামপক্ষী, ৪। মাহেকীয়া সুদ, ৫। সুৰা, হিমালয়ত হোৱা শিলিখা। এইবিধ শিলিখাত তিনিডাল শিৰ, ৬। এখন নদীৰ নাম, মহা ৩।৮৪।১৪৬; **—ব্ৰতং** *ক্লী* অমাৱস্যাত তিৰোতাই পালন কৰা ব্ৰত। এই ব্ৰতৰ কথা ভৱিষ্য পুৰাণত আছে।

**কালিঙ্গং** *ক্লী* (কেন জলেন আলিঙ্গ্যতে আ লিগি কৰ্মণি ঘঞ্) তৰমুজ ফল।

**কালিঙ্গঃ** *পু* ১। হাতী, ২। সাপ, ৩। এবিধ লো, ৪। কলিঙ্গৰ ৰজা ৰ ৪/৪০; ৫। কলিঙ্গ দেশোদ্ভৱ।

**কালিদাসঃ** *পু* (কাল্যা দাসঃ সংজ্ঞায়াং হ্রস্বঃ) সংস্কৃত সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ কবি। শকুন্তলা, মালৱিকাগ্নিমিত্ৰ, বিক্ৰমোৰ্ৱশীয়ম্ আদি প্ৰসিদ্ধ নাটক, ৰঘুবংশ, কুমাৰ সম্ভৱ আদি বিখ্যাত কাব্যগ্ৰন্থ আৰু মেঘদূত ঋতুসংহাৰ আদি মনোৰম গীতিকাব্যৰ ৰচয়িতা। ৰজা বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱৰত্নৰ এজন। কালিদাসৰ কাল সম্বন্ধে আজিলৈকে কোনেও সঠিক সিদ্ধান্ত দিব পৰা নাই যদিও খ্ৰী. ১ম শতিকাৰ পৰা খ্ৰী. পঞ্চম

শতিকাৰ ভিতৰত কোনো এটা সময়ত এই কবিজনাৰ জন্ম হৈছিল বুলি সকলোৱে স্বীকাৰ কৰিছে। কালিদাস দুজন বা তিনিজন আছিল বুলিও কোনো কোনোৱে কয়। বিশেষকৈ নলোদয় আৰু শ্ৰুতবোধৰ প্ৰণেতা আন দুজন কালিদাস আছিল আৰু সেয়ে 'কালিদাস তিনিজন' (কালিদাসত্ৰয়ী) আছিল বুলি বহুকেইজন পণ্ডিতে কৈছে।

**কালিনী** *স্ত্ৰী.* আৰ্দ্ৰা নক্ষত্ৰ।

**কালিন্দী** *স্ত্ৰী* (কলিন্দাৎ নিঃসৃতা ইতি অণ্ ঙীপ্) যমুনা নদী। ৰ ১৫।২৮; **—কৰ্ষণঃ, —ভেদনঃ** বলৰাম, **—সূঃ** *স্ত্ৰী* সূৰ্য্যপত্নী সংজ্ঞা, যমুনামাতা, **—সোদৰঃ** যমৰাজ।

**কালিয়ঃ** যমুনা নদীৰ পানীৰ তলত বাস কৰি থকা এই ডাল বিৰাটকায় সাপে মথুৰাবাসীৰ মনত সদায় আতঙ্কৰ সৃষ্টি কৰিছিল। পিচত কিশোৰ কৃষ্ণৰ হাতত বশীভূত হয় আৰু গোকুল ৰক্ষা পৰে। ভাগৱতৰ দশম স্কন্ধত থকা এই আখ্যানটোক "কালিয়দমন" বোলা হয়।

**কালী** *স্ত্ৰী.* (কালঃ কৃষ্ণৱৰ্ণোঽস্ত্যস্যাঃ কাল ঙীষ্) ১। শান্তনুৰজাৰ পত্নী, ৰাতি। (কালঃ শিৱঃ তস্য পত্নীতি) ২। কালিকা, শ্যামাদেৱী, অম্বিকাৰ কপালৰ পৰা উৎপন্ন হোৱা দেৱী দুৰ্গা, ৩। ভীমৰ পত্নী ভা ৯।২২।৩১; ৪। ব্যাসৰ মাতৃ, **—কঃ** এবিধ বগলী, বামুণ বগ, **—চী** যমৰাজৰ বিচাৰ ভূমি।

**কালীন** *বিণ.* বিশেষ কোনো সময়ৰ, সময়োপযোগী।

**কালীয়ং** এবিধ চন্দন কাঠ।

**কালীয়কং, —লেয়ং** ১। হালধীয়া বৰণৰ এবিধ সুগন্ধি কাঠ। কু ৭।৯; ২। যকৃৎ।

**কালেয়কঃ** *পু.* (কলয়ে ৱিৱাদায় সাধুঃ ইতি ঢক্ কণ্) কুকুৰ।

**কাল্পঃ (—কঃ)** *পু* কেঁচা হালধি।

**কাল্পনিকঃ** *ত্ৰি* (কল্পনায়া আগতঃ ইতি ঠন্) ১। কল্পনাপ্ৰসূত, কৃত্ৰিম, ২। জাল, মিছা, সজা।

**কাল্য** *বিণ.* ১। সময়োপযোগী, ২। মনোমত, মাঙ্গলিক, **—ল্যং** ৰাতিপুৱা।

**কাল্যা** *স্ত্ৰী.* (কালঃ প্ৰাপ্তঃ অস্যাঃ) গৰ্ভধাৰণ কৰাৰ সময় হোৱা গাই। চেঁউৰী।

**কাৱচিকং** *ক্লী.* (কৱচিনাং সমূহঃ ঠঞ্) কবচ (বৰ্ম)-ধাৰী সেনা বাহিনী।

**কাৱাৰং** *ক্লী.* শেলুৱৈ।

**কাবৃকঃ** *পু* মতা কুকুৰা, চকোৱা পক্ষী, হালধীয়া মূৰৰ এবিধ চৰাই।

**কাৱেৰং** কুঙ্কুম।

**কাৱেৰী** *স্ত্ৰী.* (কং জলমেৱ শৰীৰং তস্যেদম্ ইতি অণ্ ঙীপ্) ১। দাক্ষিণাত্যৰ এখন নদীৰ নাম। ৰ ৪।৪৫; ২। বেশ্যা।

**কাব্যং** *ক্লী.* (কৱেৰিদং কৰ্ম ষ্যঞ্) ১। কাব্য গ্ৰন্থ, কবিতা, ২। ৰসাল ৰচনা। (ৱাক্যং ৰসাত্মকং কাব্যম্), ৩। সুখ, কল্যাণ, ৪। জ্ঞান, ৫। অনুপ্ৰেৰণা, **—ব্যঃ** *পু.* দৈত্যগুৰু শুক্ৰাচাৰ্য্য, **—ব্যা** ১। বুদ্ধি, ২। বান্ধৱী, **—অৰ্থঃ** কাব্যিক ভাৱনা, **—চৌৰঃ** আনৰ কবিতা চুৰ কৰি নিজৰ বুলি প্ৰকাশ কৰা লোক, **—মীমাংসকঃ** কাব্য সমালোচক, আলঙ্কাৰিক, **—ৰসিক** কাব্যিক সৌন্দৰ্য্য বুজি পোৱা লোক, **—লিঙ্গং** কাব্যৰ অলঙ্কাৰ।

**কাশ** *দ্যুতৌ.* ক) (ভ্বা আ অক ক্বা কাশতে) পোহৰ দি, উজ্জ্বল হ, সুন্দৰ হ। ৰ ১০।৮৬; খ) (দিবা আ অক কাশ্যতে) জকমকীয়া হ, চমক লগা হ, ২। দৃশ্য হ, চা, দেখ, পা, উপস্থিত হ। **—নিস** ১। দূৰীভূত কৰা, বাহিৰ কৰ, ২। মুক্ত কৰ, **প্ৰ—** উজ্জ্বল হ, দৃশ্য হ, **ৱি—** ফুলি উঠ, বিকশিত হ, **সং—** সদৃশ।

**কাশঃ, —শং** কাশ বন, কাহী বন, ঋতু ৩।১; **—শং** কাশ ফুল। ৰ ৪।১৭।

**কাশিঃ —শীঃ** *স্ত্ৰী* ১। সনাতন, পৱিত্ৰ নগৰীৰ এখন। বৰ্ত্তমান বাৰাণসী, ২। মুঠি, ৰা ।১৩।২৩, **—পঃ** শিৱ, **—ৰাজঃ** কাশীৰাজ অম্বা, অম্বিকা আৰু অম্বালিকাৰ পিতৃ।

**কাশ্মৰী** *স্ত্ৰী* গমাৰী কাঠ।

**কাশ্মীৰ (ৰী স্ত্ৰী)** *বিণ.* কাশ্মীৰ দেশীয়, **—ৰাঃ** কাশ্মীৰৰ বাসিন্দা, **—ৰং** কঙ্কুম, গছৰ শিপা, **—জং** কুঙ্কুম।

**কাশ্যং** *ক্লী.* সুৰা।

**কাশ্যপঃ** (কাশ্যং মদ্যং পিৱত্যত্ৰ) মাংস।

**কাশ্যপঃ** *পু.* (কশ্যপস্য গোত্ৰাপত্যম্) ১। কণাদ মুনি, ২। বিষ বিদ্যাত পাৰদৰ্শী এজন দ্বিজ। হস্তিনাপুৰৰ ৰজা পৰীক্ষিতক সৰ্পৰাজ তক্ষকে দংশন কৰি মৃত্যুৰ ঘটাব বুলি জানি এই বিষবৈদ্যজনে পৰীক্ষিতক তক্ষকৰ বিষৰ পৰা ৰক্ষা কৰি প্ৰভূত ধন ঘটাৰ উদ্দেশ্যে

হস্তিনাপুৰলৈ যায়। তক্ষকে এই কথা জানিব পাৰি বাটতে কাশ্যপক 'আপুনিনো কোন? কলৈ বা যাব ওলাইছে' ইত্যাদি প্ৰশ্ন কৰাত কাশ্যপে সকলো কথা বিবৰি ক'লে। তেতিয়া তক্ষকে কাশ্যপৰ বিষবিদ্যাক পৰীক্ষা কৰা উদ্দেশ্যে সমুখতে থকা এডাল ডাঙৰ বটগছক বিষ প্ৰয়োগেৰে ভস্মীভূত কৰি সেইডাল জীয়াই তুলিবলৈ ক'লে। কাশ্যপে তেতিয়া গছডালৰ ছাঁই কিছুমান বুটলি আনি মন্ত্ৰ পাঠ কৰি সম্পূৰ্ণ গছডাল জীয়াই তুলিলে। নাগৰাজে দেখা পাই অত্যন্ত আচৰিত হ'ল আৰু প্ৰচুৰ ধন-সম্পত্তি দি কাশ্যপক ঘৰলৈ ঘূৰাই পঠালে। মহা ১।৪৩; **—পিঃ** *পু.* গৰুড়, **—পী** *স্ত্ৰী* পৃথিৱী, প্ৰজা।

**কাশ্যপেয়ঃ** *পু.* কাশ্যপ পত্নী অদিতিৰ পুত্ৰ সূৰ্য্য। সদায় সূৰ্য্য প্ৰণাম কৰা মন্ত্ৰ :

জৱাকুসুমসঙ্কাশং কাশ্যপেয়ং মহাদ্যুতিম্।
ধ্বান্তাৰিং সৰ্বপাপঘ্নং প্ৰণতোঽস্মি দিৱাকৰম্।।

**কাষঃ** ঘঁহণ, আচোৰ, ২। কিহবাত ঘঁহা কাৰ্য্য।

**কাষায় (–য়ী)** *বিণ.* ৰঙা, ৰঙা ৰঙৰ, **—য়ং** ৰঙা ৰঙৰ কাপোৰ।

**কাষ্ঠং** *ক্লী.* (কাশ্যতে দীপ্যতে ইতি কথন) ১। কাঠ, ২। জুই জ্বলোৱা কাঠ বা খৰি। মনু ৪।৪। ঘৰত লগোৱা কাঠ, ৩। লাঠী, ৪। জোখ লোৱা মাপকাঠী; **—কদলী** বনৰীয়া কলগছ, **—কুট্টঃ, —কূটঃ** কাঠৰ পোক; **—কুদ্দালঃ** নাওৰ পানী বাহিৰলৈ উলিওৱা এবিধ কোৰৰ দৰে কাঠৰ হেতা; **—তক্ষকঃ** কাঠ মিস্ত্ৰী; **—তন্তুঃ** এবিধ সৰু কাঠপোক। **—দাৰুঃ** দেৱদাৰু গছ; **—দ্ৰুঃ** পলাশ গছ; **—পুত্তলিকা** কাঠৰ মূৰ্তি; **—ভাৰিকঃ** খৰিভাৰী; **—মঠী** কাঠৰ চিতা; **—মল্লঃ** মৰা শ' নিয়া চাঙী; **—লেখকঃ** ঘুণ; **—বাটঃ —টং** কাঠৰ বেৰা।

**কাষ্ঠা** *স্ত্ৰী.* ১। দিশ। শি ১১।১২; ২। পৰিসীমা, ৩। শেষ সীমা, ৪। ঘোৰা দৌৰৰ বাট, ৫। চিহ্ন, লক্ষ্য, ৬। বায়ুপথ, ৭। সময়ৰ মাপ : ত্ৰিশ ভাগৰ এক কলা, **—গাৰঃ, —গাৰং** কাঠৰ ঘৰ।

**কাষ্ঠিকঃ** খৰিভাৰী।

**কাষ্ঠিকা** কাঠৰ সৰু টুকুৰা।

**কাষ্ঠীলা** কলগছ।

**কাস** কুশব্দে (ভ্বা আ অক বাসতে) ১। কাহ মাৰ, ২। উজ্জ্বল হ।

**কাসঃ, —সা** ১। কাহ, কফ, হাঁচি; **—কুণ্ট** *বিণ.* কাহ ৰোগত আক্ৰান্ত।

**কাসৰঃ (ৰী)** ম'হ।

**কাসাৰঃ** *পু.* (কস্য জলস্য আসাৰঃ কাস আৰণ্) সৰোবৰ, জলাশয়, পুখুৰী ভট্টি ১।৩৯।

**কাসূঃ (সূঃ)** *স্ত্ৰী.* ১। এবিধ যাঠী, ২। অস্ফুট মাত, ৩। পোহৰ, দীপ্তি, ৪। ৰোগ, ৫। ভক্তি, অনুৰাগ।

**কাসৃতি** *স্ত্ৰী.* ১। উপপথ, ২। গুপ্তপথ।

**কাহল** *বিণ.* ১। শুকান, লেৰেলা, ২। দুষ্ট, অনিষ্টকাৰী, ৩। বহল, প্ৰচুৰ, ডাঙৰ; **—লঃ** ১। মেকুৰী, ২। কুকুৰা, ৩। কাউৰী, ৪। শব্দ; **—লং** অস্পষ্ট বাক্য বা কথা; **—লা** ডাঙৰ ডবা; **—লী** যুৱতী, তৰুণী।

**কাহাৰকঃ** *পু.* দোলাভাৰী।

**কিং** *অব্য.* কি?

**কিং** *বিণ.* প্ৰশ্নবোধক কিম সৰ্বনামৰ ক্লীবলিঙ্গ ৰূপ। কিম চাওক।

**কিংবদন্তিঃ, —ন্তী** *স্ত্ৰী.* জনশ্ৰুতি। সত্যও হ'ব পাৰে অসত্যও হ'ব পাৰে এনে কিছুমান সাধু কথা, যিবিলাক বহু যুগ ধৰি মুখে মুখে চলি আহিছে।

**কিংৱৎ** *বিণ.* সামান্য, তুচ্ছ।

**কিংৱা** *অব্য.* (কিং চ বা চ) বিকল্প, অথবা।

**কিংশাৰুঃ** *পু.* ১। শস্যৰ শুং বা আঁহ, ২। বামুণ বগ, দীঘল ঠেঙীয়া, বগলী, ৩। কাঁড়।

**কিংশুকঃ** পলাশ গছ, **—কং** গন্ধহীন ফুল, পলাশ ফুল 'বিদ্যাহীনা ন শোভন্তে নিৰ্গন্ধ ইব কিংশুকাঃ'— চাণক্য শ্লোক; **—শুলুকঃ** পলাশ গছ।

**কিকিঃ** *পু.* ১। নাৰিকল গছ, ২। চাতক চৰাই।

**কিখিঃ** *পু.* বান্দৰ।

**কিঙ্কণী, কিঙ্কিণিকা, কিঙ্কিণী, কিঙ্কিণীকা** সৰু ঘণ্টা, ঝুমকা। শি ৯।৭৪।

**কিঙ্কৰঃ** *বিণ.* (কিঞ্চিৎ কৰোতি ইতি অচ্) ভৃত্য, দাস।

**কিঙ্কৰঃ** *পু.* ১। ঘোঁৰা, ২। কুলি চৰাই, ৩। কামদেৱ ৪। ৰঙা ৰং, **—ৰং** হাতীৰ কুম্ভ, **—ৰা** তেজ, ৰক্ত।

**কিঙ্কিৰাতঃ** ১। ভাটৌ, ২। কুলি চৰাই, ৩। কামদেৱ, ৪। অশোক গছ।

**কিঞ্জলঃ, —ল্কঃ** (পদুম) ফুলৰ আঁহ।

**কিটিঃ** *পু.* গাহৰি; **—ভঃ** ওকণী, উৰহ।

**কিট্টং, কিট্টকং** *ক্লী.* ১। মল, ২। মল-মূত্রাদি নিষ্কাসন, ৩। গেদ।

**কিট্টালঃ** তামৰ পাত্র, লোৰ মামৰ, মৰিচা।

**কিণঃ** *পু.* ১। শস্য, ২। ছালৰ টেমুনা, দাগ; ৰ ১৬।৮৪; ২। কাঠ-আচিনাই, ৩। কাঠৰ পোক।

**কিণ্বং** পাপ **—ধ্বঃ —ধ্বং** সুৰা তৈয়াৰ কৰোঁতে দিয়া এবিধ ঔষধ। মনু ৮।৩২৬।

**কিৎ** সংশয়ে, ইচ্ছায়াং, ৱাসে আৰোগ্যে (ভ্বা প অক সক, কেততি, চিকিৎসতি) ইচ্ছা কৰ, জীয়াই থাক, চিকিৎসা কৰ, আৰোগ্য কৰ।

**কিতৱঃ** *ত্ৰী পু. স্ত্রী.* (কিতং ৱায়তি কিত বা কঃ) ১। জুৱাৰী, ২। ঠগ, মিছলীয়া, মে ১১১; ৩। ধঁতুৰা গছ ৪। এবিধ আতৰ।

**কিন্তনুঃ** (কিং কুৎসিতা তনুঃ) আঠ ঠেঙীয়া মকৰা।

**কিন্তু** *অব্য.* (কিং চ তু চ ইতি দ্বন্দ্বঃ) কিন্তু, পৰন্তু।

**কিন্ধী (ন্)** *পু.* ঘোঁৰা।

**কিন্নৰঃ** *পু. স্ত্রী.* (কিং কুৎসিতো নৰঃ) (ঘোঁৰাৰ মুখৰ আকৃতিযুক্ত গন্ধৰ্ব, স্বৰ্গীয় গায়ক; **—ঈশ্বৰঃ** কুবেৰ।

**কিনু** *অব্য.* (কিং চ নু চ) ১। প্রশ্নবোধক কিনো? ২। স্থান আৰু সাদৃশ্যবোধক।

**কিম্** *বিণ.* নিন্দা, আক্ষেপ, পৰিপ্রশ্ন আদি বুজাবলৈ, তথা 'কু' অর্থাৎ বেয়া বুজাবলৈ ব্যৱহাৰ কৰা হয়। যেনে কিং সখা (কি ১/৫) অর্থাৎ বেয়া বন্ধু, কিন্নৰ কুৎসিৎ অথবা বিকলাঙ্গ মানুহ; **—দাসঃ** বেয়া ভৃত্য; **—পুৰুষঃ** নীচ পুৰুষ। পুৰাণত থকা মানুহৰ মূৰ আৰু ঘোঁৰাৰ শৰীৰযুক্ত পুৰুষ, **—প্রভুঃ** বেয়া গৰাকী, **—ৰাজন্** বেয়া ৰজা।

**কিম্** *সর্বনাম. বিণ.* (১মাৰ ১ বচন পুঃ কঃ, স্ত্রী. কা আৰু ক্লীৱ লিঙ্গত কিম্)। ১। কোন, কি, কোনটো। কোনো কাম কৰাৰ শক্তি বুজাবলৈ, 'আমি কোন' এই অর্থ, 'ইয়াৰ কি প্রয়োজন' এই অর্থ বুজাবলৈ ক্লীৱ লিঙ্গ ৰূপে তৃতীয়া বিভক্তিযুক্ত বিশেষ্যৰ লগত ব্যৱহাৰ কৰা হয়। ভর্তৃ ২।৫৫; কিম্ শব্দ অপি, চিৎ, চন, চিদপি, যেনে কাপি কন্যা, কিঞ্চিৎ (অলপ) কেচন (কোনোবা) কিঞ্চিদপি (অলপো) আদি অর্থতো ব্যৱহাৰ হয়, ২। কিয়, কিহৰ কাৰণে, বোধহয়, কিমানবা আদি প্রশ্নবোধক অব্যয়, ৩। কেতিয়াবা 'বা অথবা' অর্থও প্রকাশ কৰাৰ কাৰণে ব্যৱহাৰ হয়, **—অপি** কিমান পৰিসৰ, গুণ পৰিমাণ বিষয়ত অবর্ণনীয়তা, বহুত বেছি, ভালেখিনি, কিমপি কমনীয়ং, কিমপি ভীষণং, **—অৰ্থ** *অব্য.* কি উদ্দেশ্যে, কিয়, **—আখ্যা** কি নামৰ, **—ইতি** *অব্য.* কিয়নো, কি কাৰণেনো, **—উত** কি বাৰু (সন্দেহ), কিয় বাৰু?, **—কর্তব্যতা** কি কৰোঁ কি নকৰোঁ ভাব; **—গোত্র** কোন বংশৰ; **—চ** *অব্য.* আকৌ ইয়াৰ উপৰি, **—চন** *অব্য.* অলপ, **—চিৎজ্ঞ** অলপ। ৰ ১২।২১; **—চিজ্ঞ** অলপ জনা, পল্লবগ্রাহী (পণ্ডিত); **—চিৎকাল** অলপ সময়; **—চিৎপ্রাণ** অলপ জীৱন; **—চিন্মাত্র** অকণমান; **—ছন্দস্** কোনখন বেদত পাৰ্গত। **—দেৱত** কোন দেৱতাৰ (ভক্ত); **—নামধেয়** কি নাম?; **—নিমিত্ত** কিহৰ কাৰণে, **—নু** দুটাৰ কোনটো, কম-বেছি, গী ১।৩৫; **—নুখলু** *অব্য.* কেনেকৈ হ'বলৈ পালে, কি হ'ল, শ ৫।২; **—পচ্, —পচান** *বিণ.* কৃপণ, **—পৰাক্রম** কিমান শক্তিশালী; **—পুনৰ** *অব্য.* কিমান বেছি বা কিমান কম; **—প্রকাৰং** *অব্য.* কি প্রকাৰে, **—প্রভাৱ** কিমান শক্তি আছে, **—ভূত** কি ৰূপৰ, **—ৱদন্তী** জনৰব। উ ১।৪; **—ৱৰাটক্** খৰচী, অপব্যয়ী, **—ৱা** *অব্য.* প্রশ্নবোধক। শ ৭।২; অথবা, **—ৱিদ** কি জানে, **—ব্যাপাৰ** কি বেপাৰী, **—শীল** কি স্বভাৱৰ, **—স্বিৎ** *অব্য.* দুটাৰ কোনটো, কেনেকৈ, মে ১৪।

**কিয়ৎ** *বিণ.* ১মা, ১ব পু. কিয়ান্, স্ত্রী. কিয়তী, ক্লী. কিয়ৎ। (প্রশ্নবোধক) ১। কিমান মহান, ডাঙৰ, দূৰলৈ, পৰিমাণ; গুণ। শ ১।১৩; ২। কি বিবেচনাৰে অর্থাৎ অনুপযুক্ত বে ৫।৯, ৩। অলপ, কেইটামান, ভর্তৃ ২।৭৮; **—এতিকা** চেষ্টা, যত্ন, অধ্যৱসায়, **—কালম্** *অব্য.* কিমান সময়, অলপ সময়; **—চিৰং** *অব্য.* কিমান দিনলৈ। কু ৫।৫০; **—দূৰং** *অব্য.* ১। কিমান দূৰ, ২। অলপ দূৰ।

**কিৰঃ** *পু.* গাহৰি পোৱালি, **—কঃ** লেখক, কেৰাণী, কাকতী।

**কিৰণঃ** *পু.* (কীৰ্যতে ৱিক্ষিপ্যতে ৰশ্ময় ইতি ক্যঃ) ১। সূৰ্য্য, ২। সূৰ্য্য অথবা চন্দ্রৰ ৰশ্মি, কু ১।৩; ৩। ধূলিকণা, **—মালী** সূৰ্য্য।

**কিৰাতঃ** *পু.* (কিৰং শূকৰাদিকং অততি হিনস্তীতি অচ্) ১। নিবাদ, জনজাতি, পর্বতবাসী, জন্তু চিকাৰ কৰি

জীৱিকা নিৰ্বাহ কৰা জাতি। কু ১।৬; ২। বাওনা, ৩। বৰ্বৰ, নিষ্ঠুৰ, ৪। দৰা, অশ্বাৰোহী, ৫। কিৰাটবেশী শিৱ, —**আশী** গৰুড়, —**তী** ১। কিৰাত তিৰোতা, ২। চোঁৰৰ ধাৰণ কৰা নাৰী ৰ ১৬।৫৭; ৩। কুট্নী, মাইকী বিচাৰি আনি দিয়া তিৰোতা, ৪। কিৰাতবেশী পাৰ্বতী, ৫। আকাশী গঙ্গা।

**কিৰিঃ** *পু.* ১। গাহৰি, বৰা, ২। মেঘ।

**কিৰীটঃ** টং ১। শিৰোভূষণ, কিৰীটি, মুকুট; কু ৭।৯২, ২। বেপাৰী; —**ধাৰী** ৰজা; —**মালিন** *পু.* অৰ্জুন।

**কিৰীটী** (ন্) *বিণ.* মুকুটধাৰী; গী ১১।১৭ (পু) অৰ্জুন, গী ১১।৩৫

**কিৰ্মীৰ** *বিণ.* চিত্ৰ-বিচিত্ৰ। ফুটফুটীয়া, —**ৰঃ** ভীমে বধ কৰা এটা ৰাক্ষসৰ নাম, ২। ফুটফুটীয়া ৰং।

**কিল** *অব্য.* ১। সঁচাকৈয়ে, নিশ্চিতভাৱে, নিতান্তই, ২। প্ৰবাদ আছে, কোৱা শুনা যায়, ৩। অলীক, কাল্পনিক, কৃত্ৰিম কাৰ্য্য, ৪। আশা, সম্ভাৱ্যতা, ৫। অসন্তোষ, অতৃপ্তি, ৬। নিন্দা, ৭। হেতু, কাৰণ।

**কিলঃ** ১। খেল-ধেমালি, নাটক; —**কিঞ্চিতং** ধেমালিতে খং উঠা। কুটকুটাই দিয়া, কন্দা, হাঁহা, খং উঠা।

**কিলকিল** শব্দ, আনন্দৰ চিঞৰ।

**কিলাটঃ** গোটমৰা গাখীৰ, —**টী** বাঁহ।

**কিলিঞ্জং** *ক্লী.* ঢাৰি, কাঠৰ তক্তা, পাত।

**কিল্বিৎ** *পু.* ঘোঁৰা।

**কিল্বিষং** *ক্লী.* (কিলেৰ্বুক চ ইতি টিষচ) পাপ, অপৰাধ, গী ৩।১৩

**কিশলং**, —**লয়ং** (কিঞ্চিৎ চলতি অচ্) পল্লৱ, পোখা।

**কিশোৰঃ** *পু.* (কিঞ্চিৎ শৃণাতি ইতি ওৰন্) ১। ঘোঁৰা পোৱালি, ২। তৰুণ, ল'ৰা, পোন্ধৰ বছৰৰ তলৰ শিশু, অপ্ৰাপ্তবয়স্ক, ৩। সূৰ্য্য; —**ৰী** কম বয়সীয়া কন্যা।

**কিষ্ক** *বধে* (চুৰা আ সক কিষ্কয়তে) হত্যা কৰ, বধ কৰ।

**কিষ্কিন্ধঃ**, —**ন্ধ্যঃ** ১। এখন ৰাজ্যৰ নাম, ২। সেই ৰাজ্যত থকা এখন পৰ্বতৰ নাম।

**কিষ্কিন্ধ্যা** *স্ত্ৰী.* ১। কিষ্কিন্ধৰাজ্যৰ পৰ্বতৰ এটা গুহা, ২। বানৰ-ৰাজ বালিৰ ৰাজধানী। শ্ৰীৰামচন্দ্ৰই বালিক বধ কৰি ৰাজ্যখন সুগ্ৰীৱক গতায়; —**অধিপঃ** বালি। সুগ্ৰীৱ।

**কিষ্কু** *বিণ.* ১। কুৎসিত, নিন্দনীয়, জঘন্য; —**ষ্কুঃ** *পু. স্ত্ৰী.* ১। হাতৰ ঠাৰি (গাঁঠিৰ পৰা কিলাকুটিলৈ) ২। এহাত (বাৰ আঙুল) পৰিমাণ।

**কিসলং**, —**লয়ং** *ক্লী. পু.* (কিঞ্চিৎ সলতি অচ্, কয়ন্) কিশলং চাওক।

**কীকট**, (**টী**) *বিণ.* ১। দুৰ্বল, দুখীয়া, ২। কৃপণ; —**টঃ** বিহাৰ ৰাজ্যৰ পুৰণি নাম। পিচত এইখনৰ নাম্ মগধ হয়গৈ, বুদ্ধদেৱৰ জন্ম ইয়াতে হৈছিল। ভা ১।৩।২৪; ২। অযৌতিৰ লোকৰ বসতিস্থল। ৩। ঋষভৰ এজন পুত্ৰৰ নাম, ৪। ঘোঁৰা।

**কীকস** (কী কস গতৌ অচ্) *বিণ.* কৰ্কশ, কঠিন, —**সং** *ক্লী.* অস্থি, হাড়, —**সঃ** *পু.* কৃমি। কীট।

**কীকসাস্যঃ** *পু.* চৰাই।

**কীচকঃ** *পু.* (চীকয়তি শব্দায়তে উণাদি বুন্) ১। বতাহৰ সংযোগত শব্দ কৰা বাঁহ গছ, মে ৫৬, ২। এজন ৰাক্ষসৰ নাম, ৩। এজন দৈত্য, ৪। এবিধ গছৰ নাম, ৫। কৈকয় ৰাজপুত্ৰ, বিৰাটৰাজৰ খুলশালি আৰু সেনাপতি। মহা ৪।১৩।৫; সৈৰিন্ধ্ৰীৰ বেশত দ্ৰৌপদী পাঁচ পাণ্ডৱৰ লগত বিৰাটৰ ৰাজসভাত থকা সময়ত সেনাপতি কীচকে তাইক দেখা পাই মোহিত হ'ল আৰু মহাৰাণীৰ (কীচকৰ ভনীয়েকৰ) সহায়ত দ্ৰৌপদীৰ সতীত্ব নষ্ট কৰিবলৈ ওলায়। ভীমে দ্ৰৌপদীৰ মুখৰ পৰা কথাটো জানিব পাৰি দ্ৰৌপদীৰ বেশ লৈ ৰাতি নিৰ্দিষ্ট স্থানত কীচকৰ বাবে বৈ থাকে। কীচক আহি ভীমক সৌৰিন্ধ্ৰী বুলি ধৰি লৈ প্ৰেম নিবেদন কৰিবলৈ যাওঁতেই ভীমে কীচকক বধ কৰে।

**কীটঃ** *পু.* (কীট অচ) ১। কৃমি, পোক, পেল্‌, ২। পদৰ শেষত নীচত্ব, নিন্দা আদি বুজাবলৈ ব্যৱহাৰ হয়, যেনে— পক্ষিকীটঃ দুষ্ট চৰাই, —**ঘ্নঃ** গন্ধক, —**জং** পাটসূতা, —**জা** লা, —**মণিঃ** জোনাকী পৰুৱা।

**কীটকঃ** ১। পোক, পেলু, ২। মাগধী চাৰণ।

**কীদৃশ্**, **কীদৃশ** (**শী**), **কীদৃক্ষ** (**ক্ষী**) কেনেকুৱা, কোন ধৰণৰ, কোন বিধৰ, কি স্বভাৱৰ।

**কীনাশ** *বিণ.* ১। খেতিয়ক। মনু ৯।১৫০; ২। ক্ষুদ্ৰ, ৩। দৰিদ্ৰ, ৪। কৃপণ, —**শঃ** যমৰাজ। এবিধ বান্দৰ।

**কীৰং** *ক্লী.* (কীলতি বধ্নাতি শৰীৰম কীল অচ্ লস্য ৰঃ) মাংস।

**কীৰঃ** *পু.* (কীতি অব্যক্তম্ ঈৰয়তি ঈৰ ণিচ অচ্) শুকপক্ষী, ভাটৌ চৰাই। (**ৰাঃ**) কাশ্মীৰ ৰাজ্য আৰু তাৰ বাসিন্দা।

**কীৰেষ্টঃ** আমগছ।

**কীৰ্ণ** *বিণ.* (কৃ কৰ্মণি ক্তঃ) ১। আবৃত, আচ্ছন্ন, বিক্ষিপ্ত, ২। সিঞ্চিত, পৰিপূৰ্ণ, ৩। স্থাপিত, ৪। আঘাতপ্ৰাপ্ত।

**কীৰ্তনং** *ক্লী.* (কৃৎ ভাৱে ল্যুট) কীৰ্তন কৰা, কথন, পাঠ, বচন। মাপু ৯২।২২; **—না** যশস্যা।

**কীৰ্তিঃ** *স্ত্ৰী.* (কৃৎ ক্তিন) ১। সুখ্যাতি, গৌৰৱ মে ৪৫; মনু ২।৯; ২। উপকাৰ, মঞ্জুৰী, ৩। মল, বোকা, ৪। বিস্তাৰ, ব্যাপ্তি, ৫। পোহৰ, উজ্জ্বলতা, ৬। শব্দ, **—ভাজ্‌লি** কীৰ্তিমান, যশস্বী, বিখ্যাত পুং) দ্ৰোণৰ এটা নাম নাম, **—শেষঃ** মৃত্যু, মৰণ, একমাত্ৰ যশস্যাই ৰৈ গ'ল।

**কীল্‌** বন্ধে (ভ্বা প সক কীলতি) ১। বান্ধ, ২। খিলা লগাই বান্ধ, খুটাত বান্ধ।

**কীলঃ** *পু. স্ত্ৰী.* ১। খিলা, শলা, ২। যাঠী, শূল, ৩। খুটা, স্তম্ভ, ৪। অস্ত্ৰ, ৫। কিলাকুটী, ৬। কিলাকুটীৰে কৰা আঘাত, ৭। অগ্নিশিখা, ৮। ক্ষুদ্ৰ কণিকা, ৯। শিৰ, ১০। ভ্ৰূণৰ যিটো অৱস্থানে প্ৰসৱত ব্যাঘাত জন্মায়। (যেনে, তলৰ ফালে ভৰি আৰু ওপৰৰ ফালে মূৰ)।

**কীলকঃ** *পু.* শলা, শলকা, স্তম্ভ, খুটা।

**কীলালঃ** *পু.* (কীলং আলাতি, আলা কঃ ১। অমৃত, মধু, ২। পশু, **—লং**, **—লকং** পানী, তেজ। **—লধিঃ** সাগৰ।

**কীলালপঃ** ৰাক্ষস, দৈত্য।

**কীলিকা** *স্ত্ৰী.* চকাৰ ধুৰাৰ শলা, 'পিন', খিলি।

**কীলিত** *বিণ.* (কীল কৰ্মণি ক্ত) ১। বদ্ধ। সংযোজিত, ২। নিৰ্দিষ্ট, শলকাবদ্ধ।

**কীশ** *বিণ.* **—শঃ** ১। বান্দৰ, ২। সূৰ্য্য, ৩। পক্ষী।

**কু** *অব্য.* শব্দ বা পদৰ আগত বেয়া, নিন্দা, পাপ, অভাৱ, কম আদি বিভিন্ন অৰ্থত ব্যৱহাৰ কৰা হয়; **—কৰ্মণ্‌** বেয়া কাম, **—গ্ৰহঃ** অমঙ্গলীয়া গ্ৰহ, **—গ্ৰামঃ** বেয়া গাওঁ, য'ত চিকিৎসালয়, ধৰ্মস্থান, বিষয়া, নদী আদি একো নাই, **—চেল** *বিণ.* ফটা কাপোৰ পিন্ধা (মানুহ), **—চৰ্য্যা** অসদাচৰণ, **—জন্মন্‌** নীচ বংশজাত, **—তনুঃ** বিকলাঙ্গ, কুৎসিত, **—তন্ত্ৰী** বেয়া বীণা, **—তৰ্কঃ** ভুল যুক্তি, ধৰ্ম-বিৰোধী মতবাদ, **—তীৰ্থং** বেয়া শিক্ষক, **—দিনং** বেয়া দিন **—দৃষ্টিঃ** দুৰ্বল চাৱনি, অমঙ্গলীয়া দৃষ্টি, বেদবিৰুদ্ধ মত। মনু ১২।৯৫; **—দেশ** বেয়া ৰাজ্য, যি ৰাজ্যত সাধাৰণ সুবিধাকণো নাই, **—দেহঃ** বিকলাঙ্গ, কুৎসিত, **—দেহঃ** কুবেৰ, **—ধী** মূৰ্খ, নিৰ্বোধ, ২। দুষ্ট, **—নাদিকা** সৰু নদী. **—নাথঃ** বেয়া গৰাকী, **—নামা** কৃপণ; **—পথঃ** বেয়া পথ, ধৰ্ম বিৰুদ্ধ মত, **—পুৰুষঃ** নীচ লোক, **—পূয়** নীচ, অধম, **—প্ৰিয়** নীচ, অসম্মত, **—প্লৱঃ** বেয়া নাও (অৰ্থাৎ তলিফুটা নাও) মনু ৯।১৬১; **—ব্ৰহ্মঃ ব্ৰাহ্মণ্‌** *পু.* ব্ৰাহ্মণ; **—মন্ত্ৰঃ** বেয়া উপদেশ। বেয়া কামত কৃতকাৰ্য্য হোৱাৰ বাবে প্ৰয়োগ কৰা মন্ত্ৰ, **—যোগঃ** অমঙ্গল (গ্ৰহ) সংযোগ, **—ৰসঃ** সুৰা, **—ৰূপ্যং** টিন, বগিতাম, **—ৰঙ্গ** সীহ, **—ৱচস্‌** *বিণ.* গালি-গালাজ। (*ক্লী*) গালি, বেয়া ভাষা, **—ৱৰ্ষঃ** হঠাতে হোৱা বৰষুণ; মনু ৩।৬৩, **—বিবাহঃ** অবৈধ, নীচ বিবাহ। মনু ৮।৩।৬৩, **—বৃত্তিঃ** অসদ্‌ব্যৱহাৰ বা আচৰণ, **—বৈদ্যঃ** বেয়া চিকিৎসক। মিছাতে বেজ বুলি জাহিৰ কৰা লোক, **—শীল** বেয়া স্বভাৱৰ, **—সৰিৎ** *স্ত্ৰী.* সৰু নদী, বেয়া নদী, পঞ্চ ২।৮৫, **—সৃতিঃ** ১। বেয়া স্বভাৱ, দুষ্টামি, ২। যাদুকৰ, ৩। ঠগামি; **—স্ত্ৰী** অসতী নাৰী।

**কু** ক) শব্দে (ভ্বা, আ অক কৱতে) শব্দ কৰ, খ) শব্দে (অদা প অক কৌতি), গুণগুণা, মাতা, গ) আৰ্তস্বৰে (তুদা আ অক কুৱতে) দুখত কেঁকা, কান্দ, চিঞৰ।

**কুঃ** *স্ত্ৰী.* পৃথিৱী।

**কুকভং** *ক্লী.* এবিধ সুৰা।

**কুকীলঃ** *পু.* (কু পৃথিৱী তস্যা কীল ইৱ) পৰ্বত।

**কুকুটঃ** *পু.* এবিধ শাক।

**কুকুদঃ**, **—কূদঃ** (কুকু অলঙ্কৃতা কন্যা বিধিপূৰ্বকং পাত্ৰায় যো দদাতি) বিধিসম্মতভাৱে সালঙ্কৃতা কন্যাক পাত্ৰলৈ দান কৰা অভিভাৱক।

**কুকুন্দৰঃ** নিতম্বস্থ গাঁত (কূপ)দ্বয়। জঘনৰ ওপৰত থকা খাল দুটা : (জঘনকূপ)।

**কুকুভা** *স্ত্ৰী.* সঙ্গীতৰ ৰাগিণী।

**কুকুলঃ**, **—লং** ১। তুঁহ, উ ৬।৪০; ২। তুঁহৰ জুই, **—লং** ছিদ্ৰ, বিন্ধা, গাঁত, ৩। বৰ্ম।

**কুক্কুটঃ** ১। কুকুৰা, বনৰীয়া মুৰ্গী, ২। খেৰৰ জুই, অগ্নিশিখা। জ্বলি থকা কাঠখৰি, **—টিঃ** ভণ্ডামি। স্বাৰ্থৰ হকে ধৰ্ম কাৰ্য্য কৰা, **—টীঃ** জেঠী।

**কুক্কুভঃ** কুক্কুটঃ।

**কুক্কুৰঃ (ৰী)** *পু. স্ত্ৰী.* (কুক যৎকিঞ্চিদপি গৃহ্নন্তং জনং দৃষ্টা কুৰতি শব্দায়তে কুক কুৰ কঃ) কুকুৰ। চাণক্যৰ

মতে কুকুৰৰ ছয়টা গুণ— বহ্বাশীঃ (বহু খায়), স্বল্পসন্তুষ্টঃ (অলপতে সন্তুষ্ট), সুনিদ্রঃ (বেছি শোৱে), শীঘ্রচেতনঃ (তৎক্ষণাত সাৰ পায়), প্ৰভুভক্তঃ আৰু শূৰঃ (শক্তিমান)। **—ৰী** *স্ত্ৰী.* মাইকী কুকুৰ। **—ৱাচ্** এৰিধ হৰিণ।

**কুক্ষঃ** পেট।

**কুক্ষিঃ** *পু.* ১। পেট, উদৰ, ২। তলপেট, গৰ্ভ ৰ ১৫।১৫; ৩। যি কোনো বস্তুৰ ভিতৰৰ অংশ। ৰ ১০।৬৫; ৪। গাঁত, ফাট, ৫। গহ্বৰ, গুহা ৰ ২।৩৮; ৬। তৰোৱালৰ খাপ, ৭। উপসাগৰ, **—শূলঃ** পেটৰ বিষ।

**কুক্ষিম্ভৰি** *বিণ.* আত্মকেন্দ্ৰিক, স্বাৰ্থপৰ। নিজৰ পেট ভৰিলেই হ'ল— এইদৰে ভবা লোক।

**কুঙ্কুমং** *ক্লী.* (কুক্ আদানে উমক্ নিপাতনাৎ মুম) কুঙ্কুম, এৰিধ ৰঙা বৰ্ণৰ সুগন্ধি দ্ৰব্য। প্ৰসাধন দ্ৰব্য। শি ১১।১৪; **—অদ্ৰিঃ** এখন পৰ্বত।

**কুচ্** ক) (ৰাধ পৰ্ক লেখনে (ভ্বা প সক কুচতি) ১। বাধা দে, ২। লিখ, ৩। সম্পৰ্ক কৰ। খ) সঙ্কোচে (তুদা প অক সঙ্কুচতি) সঙ্কোচ কৰ; গ) তাৰশব্দে, উচ্চৈঃশব্দে ইতি (ভ্বা, প অক কোচতি, কুঞ্চতি) ডাঙৰকৈ শব্দ কৰ, ঢাকৰ শব্দ। সঙ্কুচিত হ, সৰু হ।

**কুচঃ** *পু.* (কুচতি সঙ্কুচতীতি কঃ) ১। নাৰীৰ স্তন, ২। স্তনৰ মুৰ, বাট, **—মুখং** পিয়াহৰ বাট, মুখ, **—তটং —তটী** পিয়াহৰ এঢলীয়া অংশ, **—ফলঃ** ডালিম গছ।

**কুচৰ** *বিণ.* (**ৰা, ৰী** স্ত্ৰী) ১। ধীৰ গমন, চোঁচৰা, ২। বদমাচ, নীচ, জঘন্য, ৩। গৰ্হিত, ৪। আনৰ দোষ খুঁচৰি ফুৰা লোক, **—ৰঃ** ধ্ৰুব নক্ষত্ৰ; দুৰ্গম ৰাজ্য ভ্ৰমণ কৰোঁতা।

**কুচিকঃ** *পু. স্ত্ৰী.* কুঁচিয়া মাছ।

**কুচ্ছং** এৰিধ পদুম ফুল।

**কুজ্** ক) স্তেয়ে (ভ্বা প সক কুজতি) চুৰি কৰ, খ) অব্যক্ত শব্দে (ভ্বা পৰ অক কুঞ্জতি) চিঞৰ মাৰ, যেনে হাতীৰ চিঞৰ।

**কুজঃ** *পু.* (কু জন ডঃ) ১। মঙ্গল গ্ৰহ, ২। শ্ৰীকৃষ্ণই বধ কৰা দানৱ, নৰকাসুৰ, **কুজা** স্ত্ৰী কাত্যায়নী দেৱী, সীতা।

**কুজম্ভনঃ, —ম্ভিলঃ** বলেৰে সোমোৱা চোৰ।

**কুজৰ্টিঃ, —টিকা, —টী** কুঁৱলী।

**কুঞ্চনং** ১। বেঁকা কৰা, সঙ্কোচন, ২। এৰিধ চকুৰ বেমাৰ, **—ঞ্চিত** সঙ্কুচিত।

**কুঞ্চিঃ** আঠ মুঠি পৰিমাণ।

**কুঞ্জ, —ঞ্জঃ** ১। গছলতাৰে ভৰপূৰ ঠাই, জিৰণি ঘৰ। মে ১৯, ২। হাতীৰ শুঁৰ।

**কুঞ্জৰঃ** *পু.* (প্ৰশস্তঃ কুঞ্জঃ হনুৰ্দন্তো বা অস্যাস্য কুঞ্জ ৰঃ) ১। হাতী, মহা ৩।২৬।১৫; ২। এৰিধ সাপ, ৩। আঁহত গছ, ৪। হস্তা নক্ষত্ৰ, ৫। এখন দেশৰ নাম, ৬। চুলি, ৭। এখন পৰ্বতৰ নাম, **—ৰা, —ৰী** মাইকী হাতী।

**কুঞ্জৰাৰাতিঃ** ১। সিংহ, ২। শৰভ, আঠখন ভৰি থকা পৌৰাণিক জন্তু বিশেষ।

**কুঞ্জৰানীকং** হাতী বাহিনী।

**কুঞ্জৰাসুৰঃ** দুৰ্গাই বধকৰা এজন অসুৰ।

**কুট্** ক) বৈকল্যে (ভ্বা প সক কুণ্টতি) কষ্ট দি। খ) কৌটিল্যে (তুদা প অক কুটতি) ১। বেঁকা কৰ, কুটিল হ, ক্ৰুৰ হ, অসদাচৰণ কৰ, ২। প্ৰবঞ্চনা কৰ, ঠগা। (চুৰাদি) কুটয়তি : ভাঙি পেলা, ছিন্ন-ভিন্ন কৰ, টুকুৰা-টুকুৰ কৰ।

**কুটঃ —টং** ঘটী, কলহ (**—টঃ**) ১। দুৰ্গ, ২। হাতুৰী, ৩। ঘৰ, ৪। পৰ্বত; **—জঃ** ১। এৰিধ গছ। মে ৪; ২। অগস্ত্য মুনি, ৩। দ্ৰোণাচাৰ্য্য, **—হাৰিকা** পৰিচাৰিকা।

**কুটকং** যুঁৱলি নথকা হাল।

**কুটকঃ, —টলং** খেৰৰ চাল।

**কুটঙ্গকঃ** লতাৰ ঘৰ। কুটীৰ, পজা ঘৰ।

**কুটপঃ** ১। শস্যৰ জোখ, ২। ঘৰৰ কাষৰ ফুলনি, ৩। সন্ন্যাসী; **—পং** পদুম ফুল।

**কুটিঃ** ১। শৰীৰ, ২। গছ, কুটিৰ, পঁজা; **—চৰঃ** শিহু।

**কুটিৰং** (কুট্ ইৰন) পঁজা ঘৰ, কুটিৰ।

**কুটিল** *বিণ.* (কুট ইলচ) ১। বেঁকা, বক্ৰ, ২। বেঁকা বেঁকি, অকোৰা-পকোৰা, ৩। কুটিল স্বভাৱৰ, অসৎ, দুষ্ট, **—আশয়** *বিণ.* অনিষ্টকাৰী, হিংসুক, **—পক্ষ্মন্** *বিণ.* বেঁকা চেলউৰি থকা (**—লা** স্ত্ৰী) সৰস্বতী নদী।

**কুটিলিকা** *স্ত্ৰী.* (চিকাৰীৰ নিচিনাকৈ) চুপ্‌চুপ্ চুপি অহা ২। কমাৰৰ ভাতী।

**কুটী** *পু. স্ত্ৰী.* ১। পঁজা ঘৰ। মনু ১১।৭২; ২। ভাঁজ, ৩। মাইকী যোগাৰ কৰি দিয়া তিৰোতা। ৪। মুৰা নামৰ এৰিধ সুগন্ধি দ্ৰব্য, **—চকঃ** ১। সন্ন্যাসী, ২।

পুতেকৰ অন্ন খাই জীৱন নির্বাহ কৰা লোক, **—চৰঃ —চৰকঃ** পুত্ৰৰ ওপৰত সকলো ভাৰ অর্পণ কৰি সন্যাস লোৱা লোক।

**কুটীৰঃ, —ৰকঃ** পঁজা ঘৰ। উ ২।২৯।

**কুটনী, কুটী,** কুন্তদাসী।

**কুটুম্ব্** ধৃত্যাম (চুৰা আ অক কুটুম্বয়তে) পালন কৰ, ভৰণ পোষণ দি।

**কুটুম্বং, —ম্বকং** ১। পৰিয়াল। মনু ১১।১২; ২। পৰিয়ালৰ দায়িত্ব আৰু কর্তব্য ৰ ৭।৭১, **—ম্বং —ম্বঃ** ১। সম্বন্ধীয় লোক, কুটুম্ব, মিতিৰ, ২। সন্তান, ৩। নাম, ৪। বংশ, **—কলহং, —হঃ** গৃহ-কন্দল; **—ভৰঃ** পৰিয়ালৰ বোজা। **—ব্যাপৃত** পৰিয়ালৰ প্ৰতি মনোযোগী পিতৃ।

**কুটুম্বিকঃ, কুটুম্বিন্** *পু.* ১। গৃহস্থী। মনু ৩।৮০; ২। পৰিয়ালৰ এজন। **—নী** ১। গৃহস্থপত্নী, গৃহিণী। ৰ ৮।৮৬; ২। তিৰোতা।

**কুট্ট** ছিদি, কুৎসায়াম্ (চুৰা প সক কুট্টয়তি) ১। কাট, ভিন্ন কৰ, ২। **গুড়ি কৰ,** ৩। নিন্দা কৰ, কুৎসা ৰটনা কৰ, পূৰণ কৰ, বৃদ্ধি কৰ।

**কুট্ট (ট্টি) নী** *স্ত্ৰী.* কুটনী। হি ১।২৪৩।

**কুট্টমিতং** *ক্লী.* নাৰীৰ দহ বিধ শৃঙ্গাৰ চেষ্টাৰ এবিধ। প্ৰেমিকে প্ৰেমিকাৰ শৰীৰৰ কোনো অঙ্গত হাত দিলে প্ৰেমিকাৰ হাত মূৰ জোকাৰি 'বাধা' দিয়াৰ চেষ্টা।

**কুট্টাক** *বিণ. (-কী স্ত্ৰী.)* যিয়ে কাটে বা বিভাজিত কৰে।

**কুট্টাৰং** *ক্লী.* (কুট্ট আৰন্) বর্জন, ৰতি ক্ৰীড়া, কম্বল, **—ৰঃ** পর্বত।

**কুট্টিমং, —মঃ** (কুট্ট ভাৱে ঘঞ্ তেন নিষ্পন্নং) ১। মণিভূমি। মুক্তাখচিত (মোজেয়িক) মজিয়া। পকা ভেঁটি। ২। মুক্তাৰ খনি, ৩। ডালিম, ৪। পঁজা ঘৰ। পর্ণকুটিৰ।

**কুট্টিহাৰিকা** *স্ত্ৰী.* পৰিচাৰিকা।

**কুঠঃ** গছ।

**কুঠাৰঃ (ৰী)** কুঠাৰ, ভর্তৃ ৩।১১; **—ৰিকঃ** খৰিকটীয়া; **—ৰিকা** হাত কুঠাৰ; **—ৰুঃ** ১। গছ, ২। বান্দৰ।

**কুঠিঃ** গছ, পর্বত।

**কুড্** ক) অদনে (তুদা প অক কুডতি) খা, ভক্ষণ কৰ। ঘাঁহ খা; খ) বৈকল্যে (ভ্বা প সক কুণ্ডতি) কষ্ট দি, বিকল কৰ; গ) দাহে (ভ্বা আ সক কুণ্ডতে) পোৰ, জ্বলা, দাহ কৰ; ঘ) ৰক্ষে (চুৰা প সক কুণ্ডয়তি) ৰক্ষা কৰ।

**কুডৱঃ (পঃ)** বাৰ মুঠি শস্য।

**কুড্(ট্)মল** *বিণ.* বিকশিত (যেনে ফুল), বিস্তাৰিত। ৰ ১৮।৩৭; **—লঃ** কলি। শি ২।৭; **—লং** এখন নৰক। মনু ৪।৮৯।

**কুড্মলিত** প্ৰস্ফুটিত, আনন্দিত। প্ৰফুল্লিত।

**কুড়িঃ** শৰীৰ।

**কুড়িশঃ** কুড়ি মাচ।

**কুড্যং** *ক্লী.* (কুড়ি য্য) ১। দেৱাল, বেৱা শি ৩।৪৫; ২। (বেৱা) প্ৰলেপন, ৩। কৌতূহল; **—ছেদী** চোৰ, ডকাইত; **—ছেদ্যঃ** সিন্ধি খন্দা চোৰ; **—ছেদ্যং** গাঁত, খাল।

**কুণ্** উপকৰণে, শব্দে (তুদা প সক কুণতি) ১। দয়া কৰ, সহায় কৰ, ২। শব্দ কৰ।

**কুণ্** নাভিৰ মলি।

**কুণকঃ** সদ্য প্ৰসূত জন্তুৰ বা পহুৰ পোৱালি।

**কুণপং, —পঃ** ১। মৰা শ, মৃত শৰীৰ। মহা ১৪।৬।২২; **—পঃ** *পু.* ১। বল্লম, ২। দুর্গন্ধ, **—অশনঃ** মৰা শ' খাদক, শগুন।

**কুণালঃ** ১। এবিধ চৰাই, ২। সম্ৰাট অশোকৰ এজন পুত্ৰৰ নাম। (পত্নীবিলাকে নিজৰ ভিতৰত কাঁজিয়া কৰি কুণালৰ চকু দুটা উলিয়াই পেলাইছিল)।

**কুণ্ঠ** *বিণ.* ১। ভোদা, মূর্খ, ২। এলেহুৱা, ৩। দুর্বল, অকর্মঠ), **—ঠঃ** মূর্খ।

**কুণ্ঠিত** *বিণ.* (কুঠি কর্তৰি ক্ত) ১। সঙ্কুচিত, (ভেৰা, ৰ ১১।৭৪; ২। বিকলাঙ্গ।

**কুণ্ডং, ণ্ডঃ** (কুড়ি অধিকৰণে অপ্) ১। পানীৰ পাত্ৰ, বাটি, চৰিয়া, ২। পানী ৰখাৰ কাৰণে গাঁত বা খাল, ৩। গাঁত, যেনে অগ্নিকুণ্ড, ৪। পুখুৰী, কুঁৱা, ৫। সন্ন্যাসীৰ হাতত থকা বাটি বা খোল, **—ণ্ডঃ, —ণ্ডী** অবৈধ সন্তান। পতি জীয়াই থাকোঁতে আনৰ লগত সহবাসৰ ফলত জন্ম হোৱা সন্তান, মনু ৩।১৭৪; **—আশিন্** কুটনা ব্যৱসায় কৰি জীৱিকা নির্বাহ কৰা লোক। **—উধস্** ডাঙৰ ওহাৰ থকা গাইগৰু। ডাঙৰ স্তনযুক্তা নাৰী, **—কীটঃ** ১। উপপত্নী ৰক্ষী, ২। নাস্তিক, চার্বাকৰ অনুগামী, ৩। পতিতা ব্ৰাহ্মণীৰ পুত্ৰ, ৪। দাসীকামুক, **—কীলঃ** নীচ, জঘন্য মানুহ, **—গোলং, —গোলকং** ভাতৰ মণ্ড, কুণ্ড আৰু গোলক (দ্বন্দ্ব) একেলগে। মনু ৩।১৭৪; **—পায্যঃ** যজ্ঞ, ক্ৰতু।

**কুণ্ডলং, —লঃ** (কুণ্ডং লাতি কুণ্ড লা কঃ) ১। কাণত পিন্ধা অলঙ্কাৰ, ঝুমকা, বলয়, ৰচিৰ বিৰিয়া।

**কুণ্ডলনা** বাক্য থকা কোনো পদ বাদ দিবৰ কাৰণে পদটোৰ ঘেৰি আঁকা বৃত্ত।

**কুণ্ডলিন্** (নী) ১। কৰ্ণালঙ্কাৰেৰে বিভূষিত, ২। বৃত্তাকাৰ, ৩। সাপৰ মেৰ, পাক (পু) সাপ, ম'ৰা চৰাই, বৰুণ দেৱতা।

**কুণ্ডলিনী** *স্ত্রী.* (কুণ্ডলিন ঙীপ্) ১। মূলাধাৰ নিবাসিনী কুল কুণ্ডলিনী শক্তি, ২। জিলাপী মিঠাই।

**কুণ্ডলী** ১। জিলাপী, ২। কুলকুণ্ডলিনী শক্তি, ৩। গুড়ুচী, ৪। বান্দৰকচু।

**কুণ্ডিকা** ১। কমণ্ডলু, ২। সামবেদৰ অন্তৰ্গত এখন উপনিষদ।

**কুণ্ডিনং** *ক্লী.* বিদৰ্ভ নগৰী; **—নঃ** ১। এজন মুনিৰ নাম, ২। ধৃতৰাষ্ট্ৰৰ এজন পুত্ৰৰ নাম।

**কুণ্ডী** ১। কমণ্ডলু, ২। ডাঙৰ থালী।

**কুণ্ডীৰ** *বিণ.* শক্তিশালী, বলৱান, **—ৰঃ** মনুষ্য।

**কুতঃ** প্ৰশ্নবোধক অব্যয়। ক'ৰ পৰা, কেতিয়াৰ পৰা, ক'ত, আন কি ঠাইত, কিয়, কিহৰ কাৰণে, কেনেকৈ কি প্ৰকাৰে ইত্যাদি প্ৰশ্নত ব্যৱহাৰ হয়। গী ১১।৪৩; শ ২।৫; শ ৫।৪; বিপু ১।১৭।৩৭।

**কুতপঃ** ১। দ্বিজ, ব্ৰাহ্মণ, ২। সূৰ্য্য, ৩। বৈশ্বানৰ অগ্নি, ৪। অতিথি, ৫। বলদ গৰু, ৬। ভাগিন, ৭। দিনটোৰ আঠ ভাগৰ এভাগ, অষ্টম মুহূৰ্ত্ত, ৮। কন্যাৰ পুত্ৰ, নাতি, ৯। শস্য, **—পং** কুশ, কম্বল।

**কুতস্ত্য** কেনেকৈ হ'ল বা ঘটিল।

**কুতুকং** *ক্লী.* (কং বাহুলকাত উকঞ) ১। কৌতুক, ২। ইচ্ছা, প্ৰবৃত্তি, কৌতূহল, আবেগ।

**কুতপঃ, কুতূঃ** *স্ত্রী.* ছালেৰে তৈয়াৰী তলপাত্ৰ, বটল।

**কুতৃণকঃ** এবিধ চকুৰ ৰোগ।

**কুতূহল** প্ৰশস্ত, অদ্ভুত, আচৰিত। **—লং** *ক্লী.* (কুতূং হলতি সোৎসুকং কৰোতি হল্ অচ্) ১। কৌতূহল, উৎকণ্ঠা, ২। আবেগ, ৩। অপূৰ্ব বস্তু দেখাৰ অতিশয় ইচ্ছা, ৪। নায়িকাই পিন্ধা এবিধ অলঙ্কাৰ।

**কুত্ৰ** *অব্য.* ক'ত, কোন বিষয়ত আদি প্ৰশ্ন সোধাত ব্যৱহাৰ হয়। চিৎ, চন বা অপিৰ লগত ব্যৱহাৰ হ'লে যি কোনো ঠাইত, ক'তো নহয়, ইয়াত নহয় আদি অৰ্থ প্ৰকাশ হয়।

**কুৎস্** অৱক্ষেপে (চুৰা আ অঃ সক কুৎসয়তি, —তে) গালি পাৰ, নিন্দা কৰ, তিৰস্কাৰ কৰ। মনু ২।৫৪।

**কুৎসনং, কুৎসা** গালি, ভৰ্ৎসনা, নিন্দা। মনু ৪।১৬৩।

**কুৎসিত** *বিণ.* নিন্দিত, নিকৃষ্ট, অধম, নীচ।

**কুথ্** ক্লেশে বধে (ভ্বা প অক সক কুন্থতি) কষ্ট পা, বধ কৰ। আঘাত কৰ।

**কুথঃ —থা** *পু. স্ত্রী.* (কুন্থতি ক্লেশং কুথ হিংসায়াম্ অচ) ১। হাতীৰ পিঠিত (জিনত) আৰি দিয়া ৰঙীণ কম্বল (কাপোৰ), ২। কুশ ৰা ২।৩০।১৪।

**কুথোদৰী** *স্ত্রী.* কুম্ভকৰ্ণৰ নাতিনী, নিকুম্ভৰ কন্যা। কল্কিদেৱৰ হাতত তাইৰ মৃত্যু হয়।

**কুদাৰঃ, —দালঃ** কোদাল।

**কুদ্যং** *ক্লী.* (কুদ ক্যপ) ১। বেৰা, দেৱাল, ২। ভেটী।

**কুদ্ৰঙ্কঃ, ঙ্গঃ** *পু.* ১। মণ্ডপ, মঞ্চ, ২। প্ৰহৰী থকা ঘৰ, চকী।

**কুদ্ৰৱঃ** দুখীয়া মানুহে খোৱা এবিধ শস্য।

**কুধ্ৰঃ** *পু.* (কং পৃথিবীং ধাৰয়তীতি কু ধৃ কঃ) পৰ্বত।

**কুন্তঃ** যাঠি, শূল।

**কুন্তলঃ** *পু.* (কুন্তং উৎকনং লাতি কুন্তলা কঃ) ১। মূৰৰ চুলি। উ ১।২০; একোছাঁ চুলি, ২। পানী-খোৱা গিলাচ বা বাটি, ৩। হাল; **—লাঃ** এখন ৰাজ্য আৰু তাৰ অধিবাসীৰ নাম।

**কুন্তিঃ** এজন ৰজা। ক্ৰথৰ পুত্ৰ, **—ভোজঃ** যাদৱ বংশৰ ৰজা। নিঃসন্তান হৈ থকাৰ পিচত কুন্তীক তুলি লয়।

**কুন্তী** যাদৱ বংশৰ শূৰৰ কন্যা পৃথাক ৰজা কুন্তিভোজে তুলি লয় আৰু নাম কুন্তী ৰাখে। পাণ্ডুৰ পত্নী কুন্তী অভিশাপৰ ফলত নিঃসন্তান হৈ থকাৰ পিচত পাণ্ডুৰ অনুমতিত দুৰ্বাসাৰ পৰা পোৱা মন্ত্ৰৰ বলত যমৰাজ, বায়ু, ইন্দ্ৰ আৰু অশ্বিনীকুমাৰদ্বয়ৰ পৰা ক্ৰমে যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল আৰু সহদেৱক পুত্ৰৰূপে লাভ কৰে। কুমাৰী বয়সতে মন্ত্ৰবল পৰীক্ষা কৰাৰ ফলত সূৰ্য্যৰ পৰা কৰ্ণক পায় যদিও সমাজত নিন্দিতা হোৱাৰ ভয়ত জন্ম হোৱাৰ লগে লগে নদীত পেলাই দিয়ে। এই কৰ্ণই পিচত দুৰ্যোধনৰ সেনাপতি হয়গৈ।

**কুম্ব** শ্লিষি ক্লিশি (ক্ৰ্যা প অক সক কুম্বতি, কুম্বাতি) ১। কষ্ট পা, কষ্ট দি, আঘাত কৰ, ২। ঘেৰি ধৰ, লাগি ধৰ।

**কুন্দঃ, —ন্দং** কুন্দ ফুল। মে ৬৫; (পু) ১। বিষ্ণু, ২। কুন্দোৱা যন্ত্ৰ; **—কৰঃ** কুন্দোৱা মিস্ত্ৰী।

**কুন্দমঃ** মেকুৰী।

**কুন্দিনী** এদ'ম পদুম ফুল।

**কুন্দুঃ** নিগনি, এন্দুৰ।

**কুপ্** ক) স্তৃতৌ (চুৰা প সক কুম্পয়তি, কুম্পতি) ১। আবৃত কৰ, আচ্ছাদন কৰ, বিস্তাৰ কৰ।
খ) দ্যুতৌ (চুৰা প অক কোপয়তি) উজ্জ্বল হ বা কৰ, পোহৰ কৰ
গ) কোপে (দিৱা প অক কুপ্যতি) খং কৰ, ক্ৰোধান্বিত হ। উত্তেজিত হ।

**কুপিনী** (ন্) *পু.* কৈৱৰ্ত, মাছমৰীয়া।

**কুপিনী** *স্ত্ৰী.* ১। এবিধ মাছ মৰা জাল, ২। খালৈ।

**কুপিন্দঃ** *পু.* তাঁতী।

**কুপ্যং** *ক্লী.* ১। যিকোনো ধাতু। ২। সোণ আৰু ৰূপৰ বাহিৰে আন ধাতু। কি ১।৩৫; মহা ১৫।৬।১১; **—শালা** কঁহাৰৰ দোকান বা কাৰখানা।

**কুব্** স্তৃতৌ (চুৰা, ভ্বা, প সক, কুম্বয়তি, কুম্বতি) বিস্তাৰ কৰ, আচ্ছাদন কৰ।

**কুবে (ৱে) ৰঃ** *পু.* (কুৎসিতং বেৰং শৰীৰং যস্য) যক্ষৰাজ কুবেৰ, ধনৰ দেৱতা, কু ৩।২৫; ইড়বিড়াৰ গৰ্ভজাত কুবেৰ বিশ্ৰৱসৰ পুত্ৰ আৰু সেয়ে ৰাৱণৰ ভায়েক। উত্তৰ দিশৰ শাসনকৰ্তা তথা [illegible] সম্পত্তিৰ গৰাকী কুবেৰ যক্ষ আৰু কিন্নৰবিলাকৰ ৰজা আছিল। কুবেৰৰ তিনিখন ভৰি, মাত্ৰ আঠটা দাঁত আৰু এটা চকুৰ সলনি হালধীয়া দাগ এটা আছিল। সেইকাৰণে কুবেৰ দেখাত কুৎসিত আছিল।

**কুব্জ** *বিণ.* কুঁজা, বেঁকা, কুটিল; **—জ্ঞঃ** *পু.* বেঁকা খড়গ বা তৰোৱাল, **—জ্ঞা** কংসৰ এজনী ভৃত্যা। এইজনীৰ শৰীৰত তিনিটা ভাঁজ আছিল। কৃষ্ণ আৰু বলৰাম মথুৰালৈ আহোঁতে কুব্জাক বাটত দেখা পায়। কুব্জাই কংসৰ কাৰণে সুগন্ধি তেল লৈ আহিছিল। কৃষ্ণই তেল খোজাত কুব্জাই যিমান ইচ্ছা ল'বলৈ ক'লে। কৃষ্ণ সন্তুষ্ট হৈ কুব্জাক এগৰাকী সুন্দৰী নাৰীত পৰিণত কৰিলে।

**কুব্জিকা** আঠ বছৰীয়া অবিবাহিতা কন্যা।

**কুব্ৰং** *ক্লী.* (কুবি আচ্ছাদনে ৰণ্) বননি।

**কুমাৰঃ** (কুৎসিতো মাৰঃ কন্দৰ্পঃ যস্মাৎ) ১। কাৰ্ত্তিকেয়, ৰ ৫।৩৬; ২। পুত্ৰ, ল'ৰা, যুৱক; ৰ ৩।৪৮; ২। পাঁচ বছৰীয়া বালক, ৩। যুৱৰাজ, ৰাজকুমাৰ, ৪। ভাটৌ, ৫। মঙ্গল গ্ৰহ, ৬। ঘোঁৰাত উঠি অহা দৰা, ৭। সিন্ধুনদ **—পালঃ, —পালনঃ** ১। সৰু ল'ৰা-ছোৱালী লালন-পালন কৰোঁতা, ২। ৰজা শালিবাহন, **—ভৃত্যা** গৰ্ভৱতী তিৰোতাৰ পৰিচৰ্য্যা, শিশুৰ পৰিচৰ্য্যা ৰ ৩।১২; **যুঃ** যুৱৰাজ, **—ৱাহী** (ন্) ম'ৰা চৰাই, **—সূঃ** *স্ত্ৰী.* গঙ্গা, পাৰ্বতী। (পু) অগ্নি। মহা ২।৩১।৪৩।

**কুমাৰকঃ** শিশু। চকুৰ মণি।

**কুমাৰিকা, কুমাৰী** *ক্লী.* (কুমাৰিয়তি আনন্দেন ক্ৰীড়তি ইতি কুমাৰ ণিচ্ ণ্বুল টাপ ইত্বম্), ১। দহ বাৰ বছৰীয়া কন্যা, ২। অবিবাহিতা কন্যা, মনু ৯।৯০; ৩। কন্যা, ৪। দুৰ্গা, ৫। নৱমল্লিকা, ৬। দক্ষিণ ভাৰতৰ এটুকুৰা ঠাই, ৭। চালকুঁৱৰী গছ, ৮। সীতা, পাৰ্ব্বতী, ৯। পৰীক্ষিৎ পুত্ৰ ভীমসেনৰ পত্নী। মহা ১।৯৫।৪৩।

**কুমুৎ** (দ্) *ক্লী.* (কু মুদ্ কিপ্) কুমুদ ফুল। ৰঙা পদুম; *বিণ.* (কুৎসিতে বিষয়ে মুৎ হৰ্ষো যস্য) কৃপণ, নিৰ্দয়।

**কুমুদং** *ক্লী.* বগা পদুম। ৰা ৫।৫।১।

**কুমুদঃ** *পু.* (কুৎসিতে নৈঋত কোণে মোদতে কুমুদ কঃ) ১। নৈঋত দিশৰ দিগ্‌গজ, ২। এবিধ বান্দৰ, ৩। বিষ্ণু, ৪। পৰ্বত। বি পু ২।৪।২৬; ৫। এটা নাগৰ নাম। এই নাগে নিজৰ ভনীয়েক কুমুদ্বতীক ৰামৰ পুত্ৰ কুশলৈ বিবাহ দিছিল। ৰ ১৬।৭৫-৮৬; **—অভিৰূপং** ৰূপ; **—আকৰঃ, —আৱাসঃ** পদুম পুখুৰী, **—ঈশঃ, —নাথঃ, —পতিঃ, —বন্ধুঃ, —বান্ধৱঃ, —সুহৃদ্** *পু.* চন্দ্ৰ।

**কুমোদকঃ** *পু.* (কু মুদ্ ণিচ্ ণ্বুল্) বিষ্ণু।

**কুম্বা** *স্ত্ৰী.* (কুবি বেষ্টনে অচ্ টাপ্) যজ্ঞভূমিক আগুৰি দিয়া বেৰ, (যাতে অস্পৃশ্যাদিয়ে দৰ্শন স্পৰ্শন কৰিব নোৱাৰে।)

**কুম্ভং** *ক্লী.* কুং (ভূমিং উম্ভতি জলেন পূৰয়তি কু উম্ভ পূৰণে অচ্) ১। কলহ, ঘট, ২। হাতীৰ কুম। হাতীৰ মূৰৰ পিণ্ডদুটা, ৩। প্ৰহ্লাদৰ পুত্ৰৰ নাম। মহা ১।৬৫।১৯; ৪। বিষ্ণু মহা ১৩।১৪।৮১; ৫। কুম্ভ ৰাশি, ৬। ২০ দ্ৰোণ পৰিমাণ মনু ৮।৩২০; ৬। এবিধ যোগাসন। (নাক আৰু মুখ বন্ধ কৰি উশাহ ৰোধ

কৰি থকা)। **—কৰ্ণঃ** ৰাৱণৰ ভায়েক। প্ৰবল প্ৰতাপী এই ৰাক্ষসটোৱে যেতিয়া হাজাৰ হাজাৰ প্ৰাণী, সন্ন্যাসী, অপ্সৰা আদি খাবলৈ ধৰিলে তেতিয়া দেৱতাসকল অতিষ্ঠ হৈ উঠিল। ইপিনে ত্ৰিভূৱন জয় কৰাৰ উদ্দেশ্যে কুম্ভকৰ্ণ কঠোৰ তপস্যাত বহিল। ব্ৰহ্মা তাৰ তপস্যাত সন্তুষ্ট হৈ বৰ দিব ওলাইছিল। কিন্তু দেৱতাসকলৰ অনুৰোধত সৰস্বতীয়ে দানৱটোৰ জিভাত স্থান লোৱাত দানৱৰ মুখৰ পৰা 'ইন্দ্ৰপদ'ৰ সলনি 'নিদ্ৰাপদ' ওলাল। ব্ৰহ্মাইও 'তথাস্তু' বুলি বৰ দিলে। সেয়ে কুম্ভকৰ্ণই ছয় মাহ শোৱে আৰু ছয় মাহ জাগে। শ্ৰীৰামচন্দ্ৰৰ বানৰ সেনাই লঙ্কা দখল কৰাত উপায়হীন হৈ ৰাৱণে বহু কষ্টেৰে কুম্ভকৰ্ণৰ টোপনি ভাঙিলে। কুম্ভকৰ্ণই সাৰ পাই বানৰ বাহিনী এফালৰ পৰা খাই যাবলৈ ধৰিলে। শেষত ৰামচন্দ্ৰৰ হাতত কুম্ভকৰ্ণৰ মৃত্যু হয়। **—কাৰঃ** কুমাৰ। এবিধ মিশ্ৰিত জাতি; **—জঃ —জন্মন্ —যোনিঃ, —সম্ভৱঃ** *পু.* অগস্ত্যমুনি, দ্ৰোণাচাৰ্য্য, বশিষ্ঠ; **—দাসী** কুটনী; **—লগ্নং** দিনটোৰ যিটো সময়ত কুম্ভ ৰাশি দিগন্তৰ ওপৰলৈ উঠে; **—মণ্ডুকঃ** ১। কলহৰ ভেকুলী, ২। (অলঙ্কাৰ) অনভিজ্ঞ লোক; **—সন্ধিঃ** হাতীৰ মূৰৰ ওপৰত থকা কুম দুটাৰ মাজৰ ঠাইখিনি।

**কুম্ভা** *স্ত্ৰী.* বেশ্যা।

**কুম্ভাণ্ডঃ** *পু.* বাণৰজাৰ মন্ত্ৰী।

**কুম্ভিকা** সৰু ঘট। বেশ্যা।

**কুম্ভিন্** ১। হাতী, ২। ঘঁড়িয়াল, **—নৰকঃ** এখন নৰকৰ নাম, **—মদঃ** হাতীৰ মূৰৰ পৰা ওলোৱা ৰস।

**কুম্ভিলঃ** ১। জোৰেৰে ঘৰত সোমাই চুৰি কৰা চোৰ, ডকাইত, ২। আনে লিখা পুথি নিজৰ বুলি প্ৰকাশ কৰা, ৩। ঘৈণীয়েকৰ ভায়েক, খুলশালি, ৪। অসময়ত বা পৈণত হোৱাৰ আগেয়ে জাত সন্তান।

**কুম্ভী** *স্ত্ৰী.* (কুম্ভ অল্পাৰ্থে ঙীপ্) সৰু কলহ; **—কঃ** পুন্নাগ গছ; **—নসঃ** এবিধ বিষাক্ত সাপ; **—পাকঃ** এখন নৰক, য'ত পাপীবিলাকক জুইৰে পোৰা হয়।

**কুম্ভীৰঃ** কুম্ভীৰ, 'চাৰ্ক'।

**কুম্ভীৰকঃ, —ম্ভীলঃ, —লকঃ** চোৰ।

**কুৰ্** শব্দে (তুদা প অক কুৰতি) শব্দ কৰ।

**কুৰকৰঃ, —কুৰঙ্কুৰঃ** কুলি চৰাই। সাৰস পক্ষী।

**কুৰঙ্গঃ** (কৌ ভূমৌ ৰঙ্গতি ৰগি অচ) ১। হৰিণ। ২। পহুৰ এটা জাত। **—অক্ষী,—নয়না, —নেত্ৰা** হৰিণ চকুৱা, হৰিণৰ দৰে চকু যাৰ, **—নাভিঃ** কস্তুৰী।

**কুৰচিল্লঃ** কেঁকোৰা।

**কুৰটঃ** মুচী।

**কুৰণ্টঃ —ণ্টকঃ, —ণ্টিকা** হালধীয়া পাৰিজাত। (এই ফুল কেতিয়াও জঁয় নপৰে)।

**কুৰণ্ডঃ** *পু.* অণ্ডকোষ বৃদ্ধি ৰোগ।

**কুৰৰঃ** (লঃ) ডাঙৰ শেন চৰাই, 'ঈগল', **—ৰী** মাইকী শেন চৰাই ৰ ১৪।৬৮; মাইকী ভেড়া।

**কুৰব, —ৱকং** ১। ৰঙা পাৰিজাত, ২। বগা মদাৰ, মে ৬৫; ৩। বেয়া শব্দ।

**কুৰীৰং** ১। তিৰোতাই মূৰত লোৱা সাজ। ২। মৈথুন, যৌন ক্ৰিয়া।

**কুৰুঃ** *পু.* (কৃ 'কৃগ্ৰোৰুচ্চ' ইতি কুঃ উৎচ) ১। আধুনিক দিল্লীৰ কাষৰ এখন পুৰণি ৰাজ্যৰ নাম। কি ১।১; ২। পাণ্ডু-ধৃতৰাষ্ট্ৰৰ পূৰ্ব পুৰুষ, ৩। অগ্নিধ্ৰৰ পুত্ৰ আৰু প্ৰিয়ব্ৰতৰ নাতিৰ নাম, ৪। কুৰু বংশৰ পূৰ্ব পুৰুষ সম্বৰণ আৰু সূৰ্য্য তনয়া। তপতীৰ পুত্ৰৰ নাম। ৫। সিদ্ধ চাউল, ভাত; **—ক্ষেত্ৰং** মহাভাৰতৰ যুদ্ধক্ষেত্ৰৰ নাম। গী ১।১, মনু ২।১৯; **—ৰাজঃ** দুৰ্যোধন; **—ৱিস্তঃ** সোণৰ এবিধ জোখ। চাৰি তোলা।

**কুৰুক্ষেত্ৰীযোগঃ** যিটো সৌৰ দিনত তিথিত্ৰয়, নক্ষত্ৰত্ৰয় আৰু যোগত্ৰয় স্পৰ্শ হয়– মৃত্যু যোগ।

**কুৰুণ্টঃ** *পু.* ৰঙা পাৰিজাত; **—ণ্টী** ১। কাঠৰ পুতলা, ২। ব্ৰাহ্মণ পত্নী।

**কুৰুম্বং** *স্ত্ৰী.* কমলাটেঙা; **—ম্বা** দ্ৰোণফুল।

**কুৰুল্লঃ** কপালৰ ওপৰৰ চুলি।

**কুৰুৱিন্দঃ, —ন্দং** মানিক (ৰুবি), **—ন্দং** ১। ক'লা নিমখ, ২। দাপোণ।

**কুৰুৱিল্বঃ** পদ্মৰাগ মণি।

**কুৰ্কুটঃ** ১। কুকুৰা চৰাই, ২। জাবৰ।

**কুৰ্কুৰঃ** (কুৰংকুৰ কঃ) কুকুৰ।

**কুৰ্দ, কূৰ্দ্** ক্ৰীড়ায়াম (ভ্বা আ অক কূৰ্দ্দতে) ১। খেল-ধেমালি কৰ, ২। জাপ মাৰ।

**কু(কূ)ৰ্দনং** জাঁপ, খেল-ধেমালি।

**কু(কূ)ৰ্পৰঃ** আঁঠু।

**কু(কূ)ৰ্পাসঃ** তিৰোতাই পিন্ধা সৰু 'বডিচ'।

**কুৰ্ব্বৎ** *পু* ভৃত্য, মুচী, কৰ্মকাৰ।

**কুল্** বন্ধৌ সংহতৌ (ভ্বা প অক, সক কোলতি) সম্বন্ধ কৰ, সংগ্ৰহ কৰ।

**কুলং** *ক্লী* (কুল ইগুপধেতি কঃ) ১। বংশ, পৰিয়াল, ৰ ১৬।৮৬; বংশৰ লক্ষণ ঃ আচাৰো ৱিনয়ো ৱিদ্যা প্ৰতিষ্ঠা তীৰ্থদৰ্শনম্। নিষ্ঠা বৃত্তিস্তপো দানং নৱধা কুললক্ষণম্, ২। বংশৰ বাসস্থান, আসন, ঘৰ। ৰ ১২।২৫; ৩। কুলীন বা উচ্চ পৰিয়াল, মনু ৭।৫৪; ৪। জাক, দল, সমূহ, শ ২।৫; ৫। বেয়া দল, যেনে— ডকাইতৰ দল, ৬। দেশ, ৭। শৰীৰ, ৮। সমুখৰ অংশ, **—লঃ** অনুষ্ঠানৰ অধ্যক্ষ **—অকুল** *বিণ্* মিশ্ৰিত জাতি, মজলীয়া, **—অকুলতিথিঃ** চান্দ্ৰ মাহৰ প্ৰতি পক্ষৰ দ্বিতীয়া, ষষ্ঠী আৰু দশমী তিথি, **—অকুলৱাৰঃ** বুধবাৰ, **—অঙ্গনা** উচ্চবংশজাতা নাৰী, **—অঙ্গাৰঃ** বংশনাশী। **—অচলঃ, —অদ্ৰিঃ, —পৰ্বতঃ, —শৈলঃ** *পু* কুলপৰ্বত, প্ৰধান, মুখ্য পৰ্বত। 'অষ্টকুলাচলসপ্তসমুদ্ৰাঃ' মোহমুদগৰ। সপ্ত কুলপৰ্বতাঃ, —মাহেন্দ্ৰঃ, মলয়ঃ; সহ্যঃ, শুক্তিমান্, ঋক্ষৱান্, বিন্ধ্যঃ, পাৰিপাত্ৰঃ (মৎস্য পু ৯৫ অ); **—অন্বিত** *বিণ্* উচ্চবংশজাত, **—অভিমানঃ** বংশগৌৰৱ, **—আচাৰঃ** এটা বিশেষ বংশ, বৰ্ণ বা জাতিৰ আচাৰ ব্যৱহাৰ, **—আচাৰ্য্যঃ** বংশজ্ঞ, কুলপুৰোহিত, কুলপণ্ডিত, **—আলম্বী** বংশপালক, **—ঈশ্বৰ** ১। বংশৰ মুৰব্বী, ২। সদাশিৱ, **—উৎকৃষ্ট** *বিণ্* উচ্চবংশজাত (**—টঃ**) ভাল সঁচৰ ঘোঁৰা, **—উৎপন্ন, —উদ্‌গত, —উত্তৰ** *বিণ্* উচ্চকুলজাত, **—উদ্বহঃ** বংশ বা কুলৰ ধাৰক, জীয়াই ৰাখোঁতা, **—উপদেশঃ** গোত্ৰীয় উপাধি বা নাম, **—কজ্জলঃ** যিয়ে বংশৰ গৌৰৱ নষ্ট কৰে, **—কণ্টকঃ** বংশ বা পৰিয়ালত অশান্তি কৰি থকা লোক, **—কন্যকাঃ, —কন্যা** উচ্চ বংশজাতা কন্যা। মাল ৭।১; **—কৰঃ** বংশ প্ৰতিষ্ঠাপক, **—কৰ্মণ:** পৰিয়ালৰ নিজা আচাৰ, **—কলঙ্কঃ** বংশৰ কলঙ্ক, **—ক্ষয়ঃ** বংশনাশ, **—গিৰিঃ, —ভূভৃৎ, —পৰ্বতঃ —শৈলঃ** কুলাচল, **—ঘ্ন** *বিণ্* বংশ নাশকাৰী গী ১।৪২; **—জ, —জাত** *বিণ.* ১। উচ্চবংশীয়, ২। পৰম্পৰাগত কি ১।৩১; **—জনঃ** প্ৰসিদ্ধ লোক, **—তন্তুঃ** বংশ-ধাৰক। বংশ জীয়াই ৰাখোঁতা, **—তিথিঃ** প্ৰধান চান্দ্ৰ দিন। চান্দ্ৰ মাহৰ প্ৰতিপক্ষৰ ৪ৰ্থ, ৮ম, ১২শ আৰু ১৪শ দিন, **—তিলকঃ** বংশগৌৰৱ, বংশৰ মণি, **—দীপঃ, —দীপকঃ** বংশগৌৰৱ, **—দেৱতা** পৰিয়াল বা বংশৰ গৃহদেৱতা, কু ৭।২৭; **—ধৰ্ম** কুলাচাৰ, কুলকৰ্ম গী ১।৪৩; মনু ১।১১৮; **—ধাৰকঃ —পুত্ৰঃ, —ধুৰ্য্যঃ** প্ৰাপ্তবয়স্ক উপযুক্ত (পৰিয়াল পালন কৰাৰ যোগ্য) পুত্ৰ। ৰ ৭।৭১; **—নন্দন** *বিণ্* বংশলৈ আনন্দ, গৌৰৱ আনোতা, **—নাৰীঃ** উচ্চবংশ জাতা নাৰী, **—নাশঃ** ১। বংশ নাশ, ২। পাষণ্ড, দুৰাত্মা, ৩। উট, **—পতিঃ** ১। বংশৰ মুৰব্বী, ২। ব্ৰহ্মচৰ্য্যাশ্ৰমত থকা সময়ত শিক্ষা, দীক্ষা, অন্নাদি সকলোখিনি দান দিয়া গুৰু, দহ হাজাৰ শিষ্যৰ শিক্ষাদাতা। ৰ ১।৯৫ **—পাংসুকা** বংশৰ দুৰ্নাম অনা তিৰোতা। অসতী নাৰী **—পালিঃ, —পালিকা, —পালী** *স্ত্ৰী* উচ্চবংশজাতা নাৰী, **—পুত্ৰঃ** বংশলৈ সুনাম অনা পুত্ৰ। **—পুৰুষঃ** ১। উচ্চবংশজাত পুৰুষ ভট্টি, ১।৯২; ২। পূৰ্বপুৰুষ **—পূৰ্বগঃ** পূৰ্বপুৰুষ, **—ভাৰ্য্যা** ধাৰ্মিকা নাৰী **—ভৃত্যাঃ** গৰ্ভৱতী নাৰীৰ শুশ্ৰূষা, **—মৰ্য্যাদা** বংশগৌৰৱ, **—মাৰ্গঃ** বংশগত আচাৰ। ধৰ্মমাৰ্গ। **—যোষিৎ, —ৱধূঃ** সৎ চৰিত্ৰৰ তিৰোতা, **—ৱাৰঃ** প্ৰধান বাৰ (মঙ্গল আৰু শুক্ৰবাৰ) **—ৱিদ্যা** বংশ পৰম্পৰা মতে চলি অহা বিদ্যা, **—ৱিপ্ৰঃ** কুল পুৰোহিত, **—বৃদ্ধঃ** বংশৰ বা পৰিয়ালৰ বয়োবৃদ্ধ জ্ঞানী লোক, **—ব্ৰতং —তঃ** বংশগতভাৱে পালি অহা ব্ৰত ৰ ৩।৭০; **—শ্ৰেষ্ঠী** ১। পৰিয়ালৰ মুৰব্বী, ২। ভাল বংশৰ শিল্পী, **—সংখ্যা** ১। বংশ সম্মান, ২। উচ্চবংশৰ লেখত পৰা মনু ৩।৬৬; **—সন্ততিঃ** *স্ত্ৰী* বংশজ, উত্তৰাধিকাৰী মনু ৫।১৫৯; **—সম্ভৱঃ** সম্ভ্ৰান্ত পৰিয়ালৰ, **—সেৱকঃ** উৎকৃষ্ট সেৱক, ভৃত্য *স্ত্ৰী* উচ্চবংশজাতা নাৰী, কুলীন তিৰোতা, গী ১।৪১, **—স্থিতিঃ** *স্ত্ৰী* বংশৰ অতীত আৰু ভৱিষ্যতৰ অৱস্থা।

**কুলক** *বিণ.* উচ্চবংশজাত।

**কুলকং** *ক্লী* (কুলী ডঃ) ১। পটল লতা, ২। সমূহ, সমষ্টি, ৩। একেটা ক্ৰিয়াতে ৰচিত ৫ বা ১৫ টা শ্লোকৰ এটা সমষ্টি; অৰ্থাৎ দেখাত শ্লোক একাধিক হলেও মূলতঃ বাক্য এটাই। কু ১।১–১৬;

**কুলটা** *স্ত্ৰী* ব্যাভিচাৰিণী তিৰোতা।

**কুলত্থঃ** এবিধ মাহ। খেচাৰী দালি। মা পু ১৫।৭;

**কুলন্ধৰ** *বিণ.* বংশধাৰক।

**কুলন্তবঃ, লঃ** *পু* চোৰ।

**কুলাটিঃ** *বিণ.* উঁকিকনা মাছ, এবিধ সৰু মাছ।

**কুলায়ং, য়ঃ** ১। চৰাইৰ বাহ, উ ২।৯; ২। শৰীৰ ৩। স্থান, ৪। জাল, বোৱা কাপোৰ, ৫। পাত্ৰ, আধাৰ। **–নিলায়** উমনিত পৰা, **–য়িকা** চৰাইৰ সঁজা, চৰাই পোহা ঠাই। পাৰ বাহ।

**কুলালঃ** ১। কুমাৰ, ভট্টি ২।৯৫; ২। বনৰীয়া কুকুৰা। কুকুভ পক্ষী।

**কুলিঃ** *পু* হাত, **–কঃ** ১। প্ৰধান শিল্পী, ২। আঠ বিধ প্ৰকাণ্ড নাগৰ এবিধ। ৩। উচ্চবংশীয় শিল্পী, **–বেলা** শুভকৰ্মৰ অযোগ্য কাল।

**কুলিঙ্গঃ** ১। চৰাই, ২। পাৰ চৰাই, চাতক পক্ষী।

**কুলিনঃ** *বিণ্ নী স্ত্ৰী* উচ্চবংশীয় সন্তান, অভিজাত। পু পৰ্বত।

**কুলিন্দঃ** এখন দেশ আৰু দেশবাসীৰ নাম।

**কুলিৰঃ, –ৰং** কেঁকোৰা, কৰ্কট ৰাশি।

**কুলি(লী)শঃ, –শং** ১। ইন্দ্ৰৰ বজ্ৰ। কু ২।২০; ২। কোনো বস্তুৰ শেষ বিন্দু মে ৬১; **–ধৰঃ, –পাণিঃ** ইন্দ্ৰ, **–নায়কঃ** এক বিশেষ প্ৰকাৰৰ যৌন উপভোগ।

**কুলী** *স্ত্ৰী* জেশাহু।

**কুলীন** *বিণ্* অভিজাত, উচ্চবংশীয়, **–নঃ** ভাল জাতৰ ঘোঁৰা।

**কুলীনসং** পানী।

**কুলীৰঃ, –ৰকঃ** ১। কেঁকোৰা, ২। কৰ্কট ৰাশি।

**কুলুকং** *ক্লী* জিভাৰ মল, জাৰি।

**কুলুতঃ** এখন দেশ আৰু তাৰ বাসিন্দাসকলৰ নাম।

**কুল্মাষং** ভাতৰ মণ্ড, **–ষঃ** এবিধ শস্য। বোৰবধান্যম। বৰা (বৰো) ধান, **–অভিষুতং** মণ্ড।

**কুল্য** *বিণ্* ১। বংশীয়, ২। অভিজাত, **–ল্যঃ** সম্মানীয় ব্যক্তি, **–ল্যং** ১। আঠ দোণ পৰিমাণ।, ২। হাড়, ৩। মাংস, ৪। কুলা, ডলা, **–ল্যা** ১। সতী নাৰী, ২। নদী, জুৰি, ৩। গাঁত, খাল, কৃত্ৰিম নদী।

**কুবং** ১। পদুম ফুল, ২। পানীত জন্মা যি কোনো ফুল।

**কুবচ** *বিণ্* (কুৎসিতং বচঃ) কুবাদ, অপবাদ, আনৰ দোষ ৰটনা কৰি ফুৰা লোক।

**কুবলং** *ক্লী* (কা বলতে বল্ পচাদ্যচ্) ১। উৎপল, পদুম, ২। বগৰী, ৩। মুক্তা, ৪। পানী, **–লয়ং:** নীলা পদুম মে ৪৬; **–লয়াপীড়ঃ** কংসৰ হাতীৰ দৰে দেখা দৈত্য এজনৰ নাম।

**কুবলয়িনী** ১। নীলা ভেঁটফুল, নীলোৎপল, ২। পদুমেৰে ঠাহ খাই থকা স্থান বা জলাশয়।

**কুবলাশ্বঃ** ৰজা ধুন্ধুমাৰ। বিপু ৪।২।১২।

**কুবাদঃ** ১। কুবচঃ, অপবাদ, ২। নীচ, জঘন্য।

**কুবাহুলঃ** *পু* (কুৎসিতং বহতীতি কু বহ উলচ্) উট।

**কুবিন্দঃ** *পু* ১। তাঁতী, ২। তাঁতী জাতি।

**কুবেণী** *স্ত্ৰী* (কু ঈষৎ বেণন্তে গচ্ছন্তি মৎস্যা কু বেণ্ ইন্) মাছৰ খালৈ।

**কুবেৰঃ** কুবেৰ চাওক।

**কুবেলং** পদুম ফুল।

**কুশ্** ক) দ্যুতৌ (চুৰা ভ্বা প অক কুংশয়তি, কুংশতি) উজ্বল হ, পোহৰ কৰ, খ) শ্লিষি, আলিঙ্গনে (দিৱা প সক কুশ্যতি) আলিঙ্গন কৰা, আঁকোৱালি লোৱা।

**কুশ** *বিণ্* (কু কৰ্মণি শেতে) পাপিষ্ঠ, জঘন্য, মত্তলীয়া।

**কুশং** *ক্লী* পু (কু পাপং শ্যতি নাশয়তি কু শো ডঃ) বা (কৌ ভূমৌ শেতে ৰাজতে শোভতে ইতি) ১। পূজা পাৰ্বণ যজ্ঞাদি সকলো ধৰ্মীয় কাজতে প্ৰয়োজনীয় এবিধ পবিত্ৰ ঘাঁহ। শাস্ত্ৰত আছে– পূজাকালে সৰ্বদৈৱ কুশহস্তো ভৱেৎ শুচিঃ। আকৌ আছে– কুশেন ৰহিতা পূজা ৱিফলা কথিতা ময়া। বৰদাতন্ত্ৰ। ব্ৰাহ্মণ সৰ্ম্বস্বত আছে– ন স্পৃশেত্তিলদৰ্ভাংশ্চ সধৱা তু কথঞ্চন, ২। পানী, **–অগ্ৰং** কুশৰ আগ। 'তীক্ষ্ণ বুদ্ধি' অৰ্থত ব্যৱহাৰ হয়। **–অগ্ৰীয়** তীক্ষ্ণ, **–অঙ্গুৰীয়** কুশেৰে তৈয়াৰী আঙুঠি, পূজা শ্ৰাদ্ধাদি কৰোঁতে আঙুলিত পিন্ধা হয়, **–আসনং** কুশৰ আসন। **–লৱৌ** লৱ-কুশ।

**কুশঃ** *পু* ১। শ্ৰীৰামচন্দ্ৰৰ জ্যেষ্ঠ পুত্ৰৰ নাম। ৰ ১৬।৭২। মহাকবি বাল্মীকিৰ আশ্ৰমত সীতাই বনবাস পালন কৰি থকা কালত লৱ আৰু কুশ নামৰ দুই পুত্ৰৰ জন্ম হয়। বাল্মীকিয়ে দুয়ো জনকে ৰামায়ণ মহাকাব্য গাবলৈ অযোধ্যালৈ পঠিয়াই দিয়ে। ৰামে প্ৰথমতে লৱ-কুশক চিনি পোৱা নাছিল যদিও পিচত চিনি পায়। ৰামে কুশক কুশাৱতী ৰাজ্যৰ ৰজা পাতে। ৰামৰ মৃত্যুৰ পিচত অযোধ্যাৰ অধিষ্ঠাত্ৰী দেৱতাই সপোনত দেখা দি কুশক অযোধ্যালৈ ঘূৰি আহিব কোৱাত কুশ অযোধ্যাৰ সিংহাসনত বহে। ৰ ১৬ অধ্যায়। ২। পাপিষ্ঠ।

**কুশণ্ডিকা** সকলো হোম কাৰ্য্যৰ অগ্নি সংস্কাৰ ক্ৰিয়া।

**কুশপঃ** *পু* পানপাত্ৰ। ঘটী, গিলাচ আদি।

**কুশল** *বিণ্* ১। উপযুক্ত, সঠিক, ভাল, মঙ্গলজনক শি ১৬।৪১; গী ১৮।১০; ২। সুখী, উন্নতিশীল,

৩। সমর্থ, তীক্ষ্ণবুদ্ধিসম্পন্ন, চতুৰ, জ্ঞানী, নিপুণ মনু ৭।১৯০; **—লং** ১। কল্যাণ, সুখ, উন্নতি ৰ ১।৫৮; মে ১০১; ২। সৎকৰ্ম, পুণ্য, ৩। চাতুৰ্য্য, সামৰ্থ্য, **—প্ৰশ্নঃ** পৰিয়ালৰ ভাল-বেয়া সম্পৰ্কে খবৰ লোৱা, **—বুদ্ধি** *বিণ্* জ্ঞানী, বুধিয়ক, চতুৰ, তীক্ষ্ণ বুদ্ধি-সম্পন্ন।

**কুশলী** (ন্) *বিণ্* (কুশল ইনিঃ) মঙ্গলময়, সুখী, মে ১১২।

**কুশস্থলং** *ক্লী* (কনৌজ ৰাজ্য, **—লী** দ্বাৰকা ৰাজ্য।

**কুশা** *স্ত্ৰী* (কুশ কঃ টাপ্) ১। ৰচি, ২। লাগাম।

**কুশাৱতী** *স্ত্ৰী* কুশে শাসন কৰা ৰাজ্যৰ নাম।

**কুশাকাৰঃ** অগ্নি।

**কুশাক্ষঃ** বান্দৰ।

**কুশাৰণিঃ** (কুশং শাপদানাৰ্থং জলং অৰণিৰিৱ যস্য) দুৰ্বাসা ঋষি।

**কুশিকঃ** *পু* (কুশ ঠন্) ১। এজন ৰজাৰ নাম। বিশ্বামিত্ৰৰ ককাক, গাধিৰ পুত্ৰ, ২। হালৰ ফাল, ৩। তেলৰ গেদা।

**কুশী** *স্ত্ৰী* হালৰ ফাল।

**কুশীদং** ৰঙা চন্দন।

**কুশীলৱঃ** *পু* (কুশীলং ৱাতি গচ্ছতি কুশীল বা কঃ) ১। চাৰণ, ২। নট, অভিনেতা, ৩। সাংবাদিক, ৪। বাল্মীকি, মনু ৩/১৫৫; **—ৱৌ** লৱ-কুশ।

**কুশীৱশঃ** *পু* বাল্মীকি মুনি।

**কুশূলঃ** *পু* (কুসুল পুষোদৰাৎ শত্বম) ১। তুঁহৰ জুই, ২। ধানৰ ভঁৰাল, ভঁৰাল ঘৰ।

**কুশেশয়ং** *ক্লী* পদুম, ৰ ৬।১৮; সাৰসপক্ষী, **—য়ঃ** পু কৰ্ণিকাৰ গছ। কুশদ্বীপত থকা এখন পৰ্বতৰ নাম।

**কুষ্** নিষ্কৰ্ষে (ক্ৰ্যা প সক কুষ্ণাতি) ১। ফালি, ছিৰি পেলা, টানি আন, ভট্টি ১৮।১২; ২। পৰীক্ষা কৰ, ৩। পোহৰ কৰ, **নিস্—** ফাল, ছিৰ, ৰ ৭।৫০।

**কুষল** *বিণ্* কুশল।

**কুষাকুঃ** *পু* (কুষ্ কাকুঃ) ১। বান্ধৰ, ২। অগ্নি, ৩। সূৰ্য্য, ৪। পুত্ৰ।

**কুষিত, কুশিত** পানীমিশ্ৰিত।

**কুষ্ঠঃ ষ্ঠং** *পু, ক্লী* (কুষ্ণাতি শৰীৰস্থ্ শোণিতং বিকুৰুতে কুষ নিষ্কৰ্ষে কথন) কুষ্ঠ ৰোগ। ওঠৰ বিধ কুষ্ঠ ৰোগ আছে। ভৰ্ত্ত ১।৯০; **—অৰিঃ** গন্ধক। গাৰ বিষ। **—ষ্ঠী** কুষ্ঠৰোগী।

**কুষ্মাণ্ডঃ** *পু স্ত্ৰী* ১। শিৱৰ গণদেৱতা। বিপু ১।১২।১৩; ২। তৰমুজ, ৩। এবিধ নাগ, ৪। মিছা গৰ্ভধাৰণ। গৰ্ভত ভ্ৰূণ থকা বুলি বাহিৰৰ পৰা দেখা গ'লেও আচলতে সেয়া গৰ্ভ নহয় আন কাৰণেহে তেনে দেখা গৈছে, **—ণ্ডী** উমা, এবিধ ওষধি।

**কুস্** ক) ভাসনে (চুৰা, ভ্বা প অক কুংসয়তি, কুসতি) দীপ্তিমান হ, উজ্জ্বল হ, খ) শ্লিষি (দিবা প সক কুস্যতি) ১। আলিঙ্গন কৰ, আঁকোৱালি ধৰ, ২। ঘেৰি বা বেৰি ধৰ।

**কুসিতঃ** সুদখোৰ।

**কুসীদং** *ক্লী* (কুস ঈদ্) ধাৰলৈ ধন দি জীৱিকা নিৰ্বাহ কৰা কাৰ্য্য, **—দঃ** সুদখোৰ, মহাজন, **—দা** মাইকী সুদখোৰ।

**কুসীদায়ী** *স্ত্ৰী* মহাজনপত্নী।

**কুসীদিকঃ, কুসীদী** সুদখোৰ।

**কুসুমং** *ক্লী* (কুস উমঃ) ১। ফুল, পুষ্প, শ ৭।৩০; ২। ঋতুস্ৰাৱ, ৩। ফল **—অঞ্জনং** চকুত অঞ্জনৰূপে ব্যৱহাৰ কৰা পিতল বা তামৰ ভস্ম (জাৰণ) **—অধিপ** চম্পক ফুল। **—অৱচায়ঃ** পুষ্পচয়ন। **—অৱতংসকং** মালা। **—অস্ত্ৰঃ, —আয়ুধঃ,—ইষু, —ৱাণঃ —শৰঃ** ১। ফুলৰ কাঁড়, ২। কামদেৱ, ভৰ্ত্ত ১।১ ঋতু ৬।৩৩; **—আকৰঃ** ১। ফুলনি, ২। বসন্তকাল, ৩। ফুলৰ থোপা। গী ১০।৩৫; **—আত্মকং** কুস্কুম, **—আসৱং** ১। মৌ, ২। সুৰা, **—কাৰ্মুকঃ, —চাপঃ —ধন্বন্** কামদেৱ। ঋ ৬।২৭; **—চিৎ** ফুলৰ দ'ম, **—পুৰং** পাটলিপুত্ৰ নগৰী, **—শয়নঃ** পুষ্প শয্যা **—স্তৱকঃ** ফুলৰ থোপা, চাকি। ভৰ্ত্ত ২।৩৩; কুসুমৱতী, ৰজস্বলা তিৰোতা।

**কুসুমালঃ** চোৰ।

**কুসুম্ভং** *ক্লী* (কৌ পৃথিব্যাং সুম্ভতি শোভতে কু মুভি অচ্ নুম্) ১। সোণ, ২। কুসুম পুষ্প।

**কুসুম্ভঃ** *পু* ১। কমণ্ডলু; মনু ৬।৫২; ২। কুসুম ফুল।

**কুসূলঃ** (কুস কুলস্) ধানৰ ভঁৰাল, ভঁৰাল ঘৰ।

**কুস্তুভঃ** *পু.* (কুং ভুৱং স্তুভ্নোতি কু স্তুণভ মূলাদিত্বাৎ কঃ) ১। বিষ্ণু, ২। সমুদ্ৰ।

**কুহঃ** *পু* কুবেৰ।

**কুহকঃ** *পু* ঠগ, ডকাইত, যাদুকৰ, **—কং —কা,** মায়াজাল যাদু, ইন্দ্ৰজাত, প্ৰৱঞ্চনা, **—কাৰ** *বিণ্* ইন্দ্ৰজাল, প্ৰৱঞ্চনা **—চকিতঃ** সন্দেহযুক্ত সতৰ্ক, সাৱধান। হি ৪।১০২; **—স্বনঃ, —স্বৰঃ** কুকুৰা।

**কুহনঃ** ১। নিগনি, ২। সাপ **–নং** মাটিৰ সৰু পাত্ৰ, আয়নাৰ পাত্ৰ।

**কুহনাঃ, কুহনিকা** *স্ত্ৰী* দম্ভ, ভণ্ডামি। নিজকে সমাজত প্ৰতিষ্ঠা কৰাৰ উদ্দেশ্যে ধৰ্মকাৰ্য্য কৰা।

**কুহৰং** *ক্লী* (কং ভূমিং হৰতীতি কু হৃ অচ্) ১। ছিদ্ৰ, ২। গহ্বৰ, **–ৰঃ** এবিধ নাগ।

**কুহৰিতং** *ক্লী* (কুহৰ নিচ ভাৱে ক্ত) ১। শব্দ, ২। কুকুৰাৰ মাত, ৩। যৌনসঙ্গমৰ সময়ত স্ত্ৰী-পুৰুষ উভয়েৰে কেঁকনি।

**কুহঃ, কুহূঃ** *স্ত্ৰী* ১। অমাৱস্যা তিথি, ২। নষ্ট চন্দ্ৰা, ৩। শেই তিথিৰ অধিষ্ঠিতা দেৱী, অঙ্গিৰসৰ কন্যা, মনু ৩।৮৬; ৪। কুলি চৰাইৰ মাত। আস ৬৩০; **–কুণ্টঃ, –মুখঃ, –ৰৱঃ, –শব্দঃ** কুলি চৰাই।

**কুহেড়ি (লি) কা** *স্ত্ৰী* (কু ঈষৎ হেড়তি নেত্ৰ সঞ্চৰোঽস্যাম্) কুৰলী।

**কূ** ক) আৰ্তস্বৰে (তুদা আ অক কুৱতে) দুখত চিঞৰ। কেঁকা, খ) শব্দে (ক্ৰ্যা উ অক কূনাতি, কূনীতে) শব্দ কৰ, চিঞৰ-বাখৰ কৰ। ভট্টি ১।২০।

**কূঃ** *স্ত্ৰী* (কূ ক্বিপ) পিশাচিনী, ভূতুনী।

**কূকুদ** (কূকু দা কঃ) অলঙ্কাৰ-পাতিৰে সৈতে আদৰ সহকাৰে কন্যাদান কৰোঁতা।

**কূচঃ** *পু* (কু শব্দে উণাদি চট) তিৰোতাৰ স্তন। বিশেষকৈ কুমাৰী কন্যাৰ স্তন।

**কূচিকা কূচী** ১। সৰু তুলিকা, বুৰুজ, ২। পেন্সিল, ৩। চাবি।

**কূজ** হিক্কনে (ভ্বা প অক কূজতি) কুলি আদি চৰায়ে কু কু কৰি মাত, শব্দ কৰ, গুণ গুণা, ঋতু ৬।২২।

**কূজঃ,–জনং–জিতং** চৰাইৰ কুকু মাত। চকাৰ ঘেৰ ঘেৰ শব্দ।

**কূট** দাহে মন্ত্ৰে (চুৰা প সক কূটয়তি) পোৰ, দগ্ধ কৰ জ্বলা, দাহ কৰ।

**কূট** *বিণ্* ১। মিছা, ফাঁকি যা ১।৮০; ২। স্থাৱৰ, অচল **–টং,–টঃ** ১। চল, চলনা প্ৰবঞ্চনা, ২। ভেল্কিবাজি, ৩। পকোৱাপকি প্ৰশ্ন, ৪। মিথ্যা, ফাঁকি, ৫। পৰ্বতৰ শিখৰ মে ১১৩; ৬। আগ বাঢ়ি ওলাই থকা অংশ, ৭। কপালৰ হাড়, মূৰৰ মুকুট, ৮। শিং, ৯। কোণ, অন্ত, শেষ। যা ৩।৯৬; ১০। প্ৰধান, মুখ্য, ১১। সমূহ, দ'ম, ১২। হাতুৰী, ১৩। হালৰ ফাল, ১৪। পছু ধৰা ফান্দ, ১৫। খাপৰ ভিতৰত থকা অস্ত্ৰ বা লাঠী, ১৬। পানীৰ পাত্ৰ। **–টঃ** ১। ঘৰ, বাসস্থান, ২। অগস্ত্যমুনি। **–অক্ষঃ** কপট পাশা। **–অগাৰং** ঘৰৰ ওপৰত (চালত) থকা কোঠা। **–অৰ্থঃ** দুৰ্বোধ্য অৰ্থ, **–উপায়ঃ** চলনা, ছলনাপূৰ্ণ আচনি, ফন্দি, **–কাৰঃ** ঠগ, মিছা সাক্ষী, **–কৃৎ** প্ৰৱঞ্চনা, নথি জাল কৰা, যা ২।৭০; ভেটী (পু) ১। কায়স্থ জাতিৰ লোক, ২। সদাশিৱ **–খড়্গঃ** লাঠীৰ ভিতৰত লুকাই ৰখা তৰোৱাল। **–তুলাঃ** ঠগোৱা দগা পাল্লা, ওজনৰ হেৰফেৰ কৰা তুলাচনী। **–ধৰ্ম** যি ঠাইত ফাঁকি দিয়া প্ৰৱঞ্চনা কৰাই এটা কৰ্তব্য বা ধৰ্ম বুলি ভবা হয়। **–পাকলঃ** হাতীৰ পিত্তজনিত জ্বৰ। **–পালকঃ** কুমাৰ, যি মাটিৰ পাত্ৰ তৈয়াৰ কৰে। কুমাৰৰ জুহাল, ভাতী। **–পাশঃ –বন্ধঃ** ফান্দ, জাল। ৰ ১৩।৩৯ **–মানং** মিছা জোখ। **–মোহন** স্কন্দ **–যন্ত্ৰং** হৰিণ, চৰাই আদি ধৰা ফান্দ, বা জাল। **–যুদ্ধং** অন্যায় যুদ্ধ, ৰ ১৭।৬৯ **–শাল্মলিঃ** *স্ত্ৰী, পু* ১। এবিধ শিমলু গছ, ২। কাইটীয়া গছ। যমৰাজ্যত ব্যৱহাৰ কৰা এবিধ কাঁইটীয়া গদা। **–শাসনং** জাল হুকুম। **–স্থ** শীৰ্ষস্থানত থকা। বংশ তালিকাৰ এক নম্বৰত থকা। **–স্থঃ** (অচল, নিৰ্বিকাৰ আৰু শাশ্বত) পৰমাত্মা, গী ১২।৩; **–স্বৰ্ণঃ** জাল সোণ, কৃত্ৰিম সোণ।

**কূটকং** *ক্লী* (কূট সংজ্ঞায়াং কন্) ১। হালৰ ফাল, ২। ঠগ, প্ৰবঞ্চনা, কৌশল, ৩। উন্নত, প্ৰসিদ্ধ। **–কঃ** ১। কবৰী, খোঁপা, ২। এখন পৰ্বতৰ নাম; ভা ৫।১৯।১৭।

**কূটশঃ** *অব্য* সোপাসোপে।

**কূড়্** ঘান্যে ভক্ষে (তুদা প অক সক কূড়তি) ১। ঘন হ, গোট মাৰ, ২। ভক্ষণ কৰ, খা।

**কূণ্** সঙ্কোচে (চুৰা আ অক কূণয়তে) ১। কথা আলাপ কৰ, ২। সঙ্কোচিত হ, বন্ধ কৰ। যেনে– চকু টিপ মৰা।

**কূণিকা** *স্ত্ৰী* (কূণ্ ণ্বুল্ টাপ্ ইত্বঞ্চ) ১। জন্তুৰ শিং, ২। বীণাৰ তাঁৰ টান কৰাৰ বাবে লগোৱা শলা।

**কূণিতঃ** বন্ধ কৰা, কন্ধ কৰা।

**কূদ্দালঃ** পাহাৰীয়া আবলুচ গছ।

**কূপঃ** *পু* (কু ঈষৎ আপো যত্ৰ) ১। কুঁৱা, ভট্টি ২।৪৯; ২। গাঁত, গুহা, ছিদ্ৰ, ৩। চামৰাৰে তৈয়াৰী তেল ৰখা পাত্ৰ, ৪। জাহাজৰ মাস্তুল, **–অঙ্কঃ, –অঙ্গঃ** শিহৰণ, ৰোমাঞ্চ। **–কচ্ছপঃ, –মণ্ডুকঃ**

চুকভেকুলি, কুঁৱাৰ ভেকুলি অথবা কাছ। (অলঙ্কাৰ) অনভিজ্ঞ লোক, যি নিজৰ বা পৰিয়ালৰ বাহিৰে আন কাকো চিনি নাপায়। নিন্দা অৰ্থতো প্ৰায়ে ব্যৱহাৰ হোৱা দেখা যায়, **–যন্ত্ৰ** কুঁৱাৰ পৰা পানী তোলা চকা **–যন্ত্ৰঘটী, –ঘটিকা** কুঁৱাৰ পৰা পানী তোলা বাল্টি।

**কূপকঃ** (কূপে গৰ্তে কায়তে প্ৰকাশতে কূপ কৈ কঃ) ১। কুঁৱা বা খাল, বা গাঁত, ২। মাস্তুল, ৩। চামৰাৰে তৈয়াৰী তেলৰ পাত্ৰ, ৪। কৰঙ্গনৰ তলৰ দ অংশ, ৫। নাও বন্ধা খুঁটা, ৬। চিতা, ৭। চিতাৰ তলত থকা গাঁত, ৮। নদীৰ মাজৰ সৰু শিলৰ পাহাৰ বা গছ।

**কূপা(ৱা)ৰঃ** সাগৰ,

**কূপী** ১। সৰু কুঁৱা, ২। বটল বা ফ্লাস্ক, ৩। নাভি।

**কূবৰ** *(স্ত্ৰী* **ৰী**) *বিণ্* ১। ধুনীয়া, মনোৰম। মনোমত, ২। কুঁজা **–ৰং,–ৰঃ** ১। গাড়ীৰ যুঁৱলি বন্ধা কাঠৰ ডাং, ২। কুঁজা মানুহ **–ৰী** ১। কাপোৰেৰে ঢকা গাড়ী।

**কূৰং, ৰঃ** আহাৰ, ভাত।

**কূৰ্চং** *ক্লী* (কূৰ্ চট্) ১। কোঁচা (যেনে— চাবিকোছা, চুলিকোছা) ২। এমুঠি কুশ, ৩। ম'ৰা চৰাইৰ পাখি, ৪। দাড়ী, ৫। চিকুট মাৰিবৰ কাৰণে বুঢ়া আৰু মধ্যমাৰ আগভাগৰ সংযোগ, ৬। চকুৰ ভ্ৰূৰ মাজৰ ভাগ, ৭। বুৰুজ, ৮। ঠগ, প্ৰবঞ্চনা, ৯। দম্ভালি, ১০। ভণ্ডামি (পু) ১। মূৰ, ২। ভঁৰাল ঘৰ। **–শীৰ্ষঃ, শেখৰঃ** নাৰিকল গছ।

**কূৰ্চিকা** *স্ত্ৰী* ১। ৰং কৰা বুৰুজ, তুলিকা, ২। চাবি, ৩। ফুলৰ কলি, ৪। পগোৱা গাখীৰ।

**কূৰ্দ** ক্ৰীয়ায়াম্ (ভ্বা আ অক কূৰ্দতে) খেল-ধেমালি কৰ।

**কূৰ্দনং** *ক্লী* ১। (কূৰ্দ ভাৱে ল্যুট) ক্ৰীড়া, খেল-ধেমালি --**নী** ১। চ'ত মাহৰ পূৰ্ণিমা তিথিত উদ্‌যাপন কৰা কামদেৱোৎসৱ, ২। চ'ত মাহৰ পূৰ্ণিমা তিথি।

**কূৰ্প** *ক্লী* (কুৰ পা ক ঃ) ভ্ৰূ দুটাৰ মাজৰ ঠাই।

**কূৰ্পৰ ঃ** ১। কিলাকুটি, শি ২০।১৯; ২। আঁঠু।

**কূৰ্মঃ** (কে জলে উৰ্মিঃ যস্যেতি) ১। কাছ, গী ২।৫৮ মনু ৭।১০৫; ২। বিষ্ণুৰ দ্বিতীয় অৱতাৰ, ৩। প্ৰজাপতিৰ কূৰ্মাৱতাৰ শ ব্ৰা ৭।৫।১।৫; ৪। একপ্ৰকাৰ হস্ত মুদ্ৰা — কূৰ্ম মুদ্ৰা, ৫। এবিধ আসন, ৬। সত্য যুগত সমুদ্ৰ মন্থনৰ সময়ত শ্ৰীহৰিয়ে কূৰ্মৰূপ ধৰি মন্দৰ পৰ্বত ধাৰণ কৰে, ৭। কশ্যপপত্নী কদ্ৰুৰ এটা পুত্ৰৰ নাম। **–অৱতাৰঃ** বিষ্ণুৰ কূৰ্মাৱতাৰ। **–পৃষ্ঠং** ১। কাছৰ পিঠি বা চলং, ২। ঢাকনী **–ৰাজঃ** ১। কূৰ্মৰূপত বিষ্ণু, ২। আদি কচ্ছপ, ভা ৮।৭।৮।

**কূল্** আবৃতৌ (ভ্বা প সক কূলতি) ১। ঘেৰ, আগুৰ।

**কূলং** (কূলতি জলপ্ৰৱাহং কূল অচ্) ১। নদীৰ পানীৰ কাষৰ ঠাই। নদী বা সাগৰৰ পাৰ। ৰ ১২।৩৫; ২। ঢাল, এঢলীয়া ঠাই, ৩। কাষ, দাঁতি, ৪। পুখুৰী, ৫। সৈন্য বাহিনীৰ শেষৰ অংশ, ৬। ঢিপ, নদীৰ পাৰ ৰক্ষা কৰাৰ বাবে দিয়া বান্ধ বা গড়, **–ভূঃ** নদীৰ পাৰৰ মাটি, **–ৱতী –নদী –হণ্ডকঃ, –হুণ্ডকঃ** *পু* চাকনৈয়া।

**কূলকং** *ক্লী* (কূল স্বাৰ্থে কন্) স্তুপ, দ'ম, **–কঃ** উঁইৰ হাফলু।

**কূলঙ্কষঃ** *পু* (কূলং তীৰং কষতি কূল কষ্ খশ্ মুম) সমুদ্ৰ, সাগৰ, **–ষা** *স্ত্ৰী* নদী।

**কূলমুদ্ৰুজ** *বিণ্* কূল বা পাৰ ভঙা ৰ ৪।২২।

**কূলমুদ্বহ** *বিণ্* নদীৰ পাৰ ভাঙি-ছিঙি লৈ যোৱা।

**কূৱৰ** (কূ ৱৰচ্) কুঁজা।

**কুষ্মাণ্ডঃ** তৰমুজ।

**কূহা** কুঁৱলী।

**কৃ** ক) কৃতৌ (ভ্বৃ উ স কৰতি, কৰতে) ১। কৰ, সম্পাদন কৰ, (তনা উ সক কৰোতি, কুৰুতে) কৰ, কৰ্ম কৰ। খ) ৱধে (স্বা উ সক কৃণোতি, কৃণুতে) বধ কৰ, আঘাত কৰ। 'কৰা' অৰ্থত কৃ ধাতু সচৰাচৰ ব্যৱহাৰ হলেও আন বহু অৰ্থত কবিসকলে ব্যৱহাৰ কৰে। যেনে— ১। তৈয়াৰ কৰা, নিৰ্মাণ কৰা, ঘটং কৰোতি কূৰ্মকাৰঃ, ২। সৃষ্টি কৰা, নিৰ্মাণ কৰা, গৃহং কুৰু, ৩। উৎপন্ন কৰা, জন্মা, ঘটা শ ২।১; ৪। গঠন কৰা, চিজিল কৰা, আয়োজন কৰা, ৫। ৰচনা কৰা, লিখা, চকাৰ মনোহৰং গ্ৰন্থং, ৬। সম্পাদন কৰা, ব্যস্ত থকা পূজাং কৰোতি, ৭। কোৱা, বৰ্ণনা কৰা কথাঃ কুৰ্ৱন্, ৮। সম্পন্ন কৰা, সৎসঙ্গতিঃ কথয় কি ন কৰোতি, ৯। বাহিৰ কৰা, নিষ্কাশন কৰা, মূত্ৰং কৰোতি, ১০। গ্ৰহণ কৰা, পিন্ধা, ধাৰণ কৰা, স্ত্ৰীৰূপং কৃত্বা, ১১। নিযুক্ত কৰা,

ভাৰাৰ্পণ কৰা, মনু ৭।৮১; ১২। ৰন্ধা— কৃতান্নং, ১৩। ভবা, বিবেচনা কৰা উ– ৬।১৯; ১৪। শব্দ কৰাঃ ফুৎকৃত্য, ১৫। অতিক্ৰম কৰা, অতিবাহিত কৰা, বৰ্ষাণি দশ চক্ৰুঃ ১৬। আনৰ কাৰণে কাম কৰা, ১৭। ব্যৱহাৰ কৰা প ১।২৫; ১৮। ভাগ কৰা, খণ্ড খণ্ড কৰা— দ্বিধা কৰোতি। ১৯। নিজৰ কৰা— আত্মসাৎ কৃ। ২০। যিটো আগতে নাছিল তাকে কৰা— অশ্বেতং শ্বেতং কৰোতি।

এই 'কৃ' ধাতু আত্ম আৰু পৰ দুয়োটা পদতে ব্যৱহাৰ হয় যদিও আত্মনেপদত সাধাৰণতে আঘাত কৰা, নিন্দা কৰা, সেৱা কৰা, উগ্ৰমূৰ্তি ধৰা, আবৃত্তি কৰা, প্ৰস্তুত কৰা, নিযুক্ত কৰা— এইবিলাক অৰ্থত ব্যৱহাৰ হয়।

মুঠতে ক'বলৈ গ'লে লৌকিক সংস্কৃত সাহিত্যত 'কৃ' ধাতু বিভিন্ন অৰ্থত সকলোতকৈ বেছিকৈ ব্যৱহাৰ হোৱা দেখা যায়। আনকি বিশেষ্য পদৰ লগতো এই কৃ ধাতু ব্যৱহাৰ কৰি পদৰ অৰ্থৰ সালসলনি ঘটায়। **অঙ্গী কৃ**— অঙ্গীকাৰ কৰ, স্বীকাৰ কৰ, **অস্ত্ৰাণি**— অস্ত্ৰ-শস্ত্ৰৰ শিক্ষা গ্ৰহণ কৰ **উদকং**— পিতৃ পুৰুষক তৰ্পণ কৰ, **কন্যাং**— কুমাৰী কন্যাক ধৰ্ষণ কৰা, **কালং**— মৃত্যু হ, **চিৰং**— দেৰি কৰ, পলম কৰ, **দণ্ডং** দণ্ডবিধান কৰ, **নখানি**— নখ কাট **পদং**— ভৰি দি, **মনসি**— স্মৰণ কৰ, ধ্যান কৰ, **মৈত্ৰীং** মিত্ৰতা কৰ, বন্ধুত্ব কৰ **হৃদয়ে**— মন দি। (উপসৰ্গ) **অতি**— অতিক্ৰম কৰ, চেৰ পেলা, **অধি**— অধিকাৰ কৰ, দখল কৰ, বশ কৰ, (-কৃত্য) ১। কোনো বস্তু বা গ্ৰন্থক অৱলম্বন কৰি ৰচনা কৰ, ২। স্বীকাৰ কৰ, ৩। দমন কৰ, **অনু**— অনুকৰণ কৰ, অনুসৰণ কৰ, **অপ**— অপকাৰ কৰ, আঘাত কৰ, অনিষ্ট কৰ; **অপা**— দূৰ কৰ, অগ্ৰাহ্য কৰা, ৰ ৭।৫০; **অলং** অলঙ্কৃত কৰ, **আ**— (নিজন্ত) আহ্বান কৰ, নিমন্ত্ৰণ কৰ; **আৱিস্**— আৱিষ্কৃত কৰ। দেখুৱা **উপা**— উপকাৰ কৰ, সেৱা কৰা, সহায় কৰ, দি, ধৰ্মীয় কাৰ্য্য কৰ মনু ৪।৯৫; ৩। আন, আৰম্ভ কৰ। **তিৰস্**— তিৰস্কাৰ কৰ **ধিক্**— ধিক্কাৰ কৰ, বা দি **নমস্**— নমস্কাৰ কৰ, **নি**— আঘাত কৰ, অনিষ্ট কৰ, **নিস্**— দূৰ কৰ, খেদা, নুই কৰ, প্ৰতিবাদ কৰ, ধ্বংস কৰ; **ন্যক্**— ন্যক্কাৰ কৰ, নিন্দা কৰ, **পৰা** অগ্ৰাহ্য কৰ, উপেক্ষা কৰ ভট্টি ৪৮।৫০; **পৰি**— পৰিষ্কাৰ কৰ, ঘেৰ, অলঙ্কৃত কৰ, সজা, **পুৰস্ কৃ** ১। সম্মুখত ৰাখ, ২। পুৰস্কাৰ দি, পুৰস্কৃত কৰ। **প্ৰ** আৰম্ভ কৰ, সম্পাদন কৰ। মনু ৮।৫৪; **প্ৰতি** প্ৰতিকাৰ কৰ, ৰোগ নিৰাময় কৰ, প্ৰত্যাৰ্পণ কৰ, সুষ্ঠ কৰ, পুনৰায় আগৰ ঠাইত থ, মনু ৯।২৮৫; **প্ৰমাণী**— প্ৰমাণিত কৰ, স্বীকাৰ কৰ, **প্ৰাদুস**— প্ৰদৰ্শন কৰ, দেখুৱা **ৱি**— ১। বিকৃত কৰ, পৰিৱৰ্তন কৰ মনু ৯।৫২, ২। সৃষ্টি কৰ মনু ১।৭৫; ৩। অনিষ্ট কৰ, বিকল কৰ, ৪। চিঞৰ, ৫। অবিশ্বাসী হ, **ৱিনি**— আঘাত কৰ, **ৱিপ্ৰ**— ১। খং তোল, গণ্ডগোল কৰ, দিগ্‌দাৰি দি, অনিষ্ট কৰ, **ব্যা**— ব্যাখ্যা কৰ, বৰ্ণনা কৰ, উদ্ভাৱন কৰ, **সং**— সংস্কাৰ কৰ, শুদ্ধ কৰ, সম্পাদন কৰ, মন্ত্ৰপাঠেৰে সংস্কাৰ কৰ, মনু ৫।৩৬; উপনয়নাদি সংস্কাৰ কৰ্মৰ দ্বাৰা পৱিত্ৰ কৰ, সুসংস্কৃত কৰ, ৰ ১৫।৩১; **সাচী**— কেৰাহিকৈ চা।

**কৃকঃ** *পু* (কৃ কক) গল।

**কৃকণঃ** (কৃ ইতি কণতি কৃ শব্দং কৰোতি কৃ কণ অচ্) ১। এবিধ কুকুৰা চৰাই, ২। কৃমি, পোক।

**কৃকৰঃ** *পু* (কৃ কৰণং সৃষ্টি আদি কাৰ্য্যং কৰোতি কৃট) ১। শিৱ, ২। শৰীৰ পঞ্চবায়ুৰ অন্তৰ্গত এবিধ বায়ুৰ নাম। কৰবীৰ গছ।

**কৃক(কু)লাসঃ** কৃকং কণ্ঠং লাসয়তি কৃক লস্ নিচ্ অচ্) ১। জেঠী, কোকলোঙা, ২। তেজপিয়া।

**কৃক(কু)ৱাকুঃ** (কৃকেন গলেন বক্তি) ১। কুকুৰা চৰাই। ২। জেঠী, তেজপিয়া **—ধ্বজঃ** কাৰ্ত্তিক।

**কৃকাটিকা** *স্ত্ৰী* গলৰ থিয় অংশ, গলৰ পিচফাল।

**কৃচ্ছ্ৰ** *বিণ্* ১। কষ্টকৰ, মনু ৬।৭৮; ২। দুষ্ট, পাপী, ৩। দৰিদ্ৰ, নিছলা, নীচ, ৪। অতি কষ্টত বা দুখত পৰা **—চ্ছ্ৰঃ,—চ্ছ্ৰং** ১। কষ্ট, বিপত্তি, ৰ ১৪।৬; ২। শাৰীৰিক বিৱশতা, অনুতাপ ব্ৰত, প্ৰায়শ্চিত্ত, মনু ৪।২২২; ৩। পাপ, ৪। এবিধ মূত্ৰৰোগ, **কৃচ্ছ্ৰেণ, কৃচ্ছ্ৰাৎ** অতি কষ্টেৰে, হি ১।১৮৫; **—প্ৰাণ** *বিণ্* বিপদগ্ৰস্ত জীৱন, অতি কষ্টেৰে উশাহ লৈ থকা, কোনোমতে জীৱন নিৰ্বাহ কৰা, **—সাধ্য** অতি কঠিনভাৱে ৰোগমুক্ত হ'ব পৰা, সম্পাদিত কৰিব পৰা।

**কৃচ্ছ্রার্দ্ধঃ** *পু* ছয় দিন ধৰি পালন কৰা এবিধ ব্ৰত।
**কৃণুঃ** *পু* (কৰোতি প্ৰতিমূৰ্ত্যাদিকম্) চিত্ৰকৰ জাতি।
**কৃৎ** ক) ৱেষ্টে (ৰুধা প সক কৃণত্তি) ১। ঘূৰা, পাক দি, ২। বেষ্টন কৰ, ঘেৰ।
খ) ছিদি (তুদা প সক কৃন্তুতি) কাটি পেলা যেনে— গছ লতাদি, খণ্ড-বিখণ্ড কৰ, বিভাজিত কৰ, নাশ কৰ। **উৎ—** ১। ছিৰি পেলা, কাটি পেলা। মনু ১১।১০৫; ২। দ্বিখণ্ডিত কৰ, **নি—** ছিৰি পেলা, ভট্টি ৭।১১।
**কৃতং** *ক্লী* (ক্ৰিয়তে সত্যমেৱানুষ্ঠীয়তে অস্মিন্, কৃ ক্তঃ) ১। সত্য যুগ। এই যুগত ১৭২৮০০ মানৱ বছৰ, মনু ১।৬৯; বিপু ২।১।৪৩; ২। প্ৰাচুৰ্য্য, পৰ্য্যাপ্ত, ৩। কাম, কাৰ্য্য, মনু ৭।১৯৭; ৪। সেৱা, উপকাৰ, ৫। ফলাফল, ৬। উদ্দেশ্য, লক্ষ্য, ৭। পাশাৰ চাৰিটা বিন্দু থকা ফাল, ৮। হিংসিত, নিষ্পাদিত, ৯। যথাবিহিত, ১০। সংখ্যা '৪', **—অকৃত** কৃতাকৃত, কৰা নকৰা **—অঙ্ক** ১। চিহ্নিত, মাৰ্কা মৰা, মনু ৮।২৮১; ২। লেখত ধৰা **—অঞ্জলিঃ** হাত যোৰ কৰা গী ১১।১৪ **—অনুকৰ** আনৰ উদাহৰণ লোৱা, অনুকৰণ কৰা। **—অনুসাৰঃ** সামাজিক ৰীতি, আচাৰ। **—অন্তঃ** ১। যমৰাজ, ২। নিয়তি, মে ১০৫; ৩। মতবাদ, ৪। অমঙ্গলীয়া অথবা পাপ কাৰ্য্য। ৫। শনিগ্ৰহ ৬। শনিবাৰ **—অন্নং** ১। ভাত, মনু ৪।২১৯; ২। হজম হোৱা খাদ্য, ৩। মলমূত্ৰ। **—অপৰাধঃ** দোষী, অভিযুক্ত, **—অৰ্থ** *বিণ্* ১। কৃতকাৰ্য্য হোৱা, ২। তৃপ্ত, সন্তুষ্ট হোৱা, কি ৪।৯, ৩। চতুৰ। **—অৱধান** সাৱধান **—অৱধি** নিৰ্দ্ধাৰিত, সীমিত; **—অৱস্থঃ** ১। উপস্থিত হ'বলৈ বাধ্য হোৱা, ২। নিৰ্দ্ধাৰিত, **—অস্ত্ৰ** অস্ত্ৰসজ্জিত, অস্ত্ৰবিদ্যাপ্ৰাপ্ত, **—আগমঃ** নিপুণ, দক্ষ। (**—মঃ**) পৰমাত্মা। **—আগস্** *বিণ্* দোষী, অভিযুক্ত, পাপী **—আত্মন্** নিজৰ ওপৰত শাসন থকা, আত্মসংযমী। **—আয়স** *বিণ্* কষ্ট ভোগ কৰি থকা। **—উৎসাহ** অধ্যৱসায়ী, **—উদ্বাহ** বিবাহিত, **—উপকাৰ** *বিণ্* সহায়প্ৰাপ্ত, অনুগৃহীত কৰা বা হোৱা **—কৰ্মা** : ১। যিয়ে নিজৰ কাম কৰিছে। ৰ ৯/৩; ২। চতুৰ, দক্ষ। (পু) ১। পৰমেশ্বৰ, ২। সন্ন্যাসী। **—কালঃ** ১। নিৰ্দ্ধাৰিত সময়, ২। এটা নিৰ্দ্দিষ্ট সময় অপেক্ষা কৰি থকা লোক। **—ঘ্ন** *বিণ্* অকৃতজ্ঞ, মনু ৮।১৯; **—জ্ঞ** বিশ্বাসী **—জ্ঞঃ** কুকুৰ **—তীৰ্থঃ** ১। সঘনে তীৰ্থস্থান ঘূৰি ফুৰা লোক, ২। অধ্যাপকৰ ওচৰত শিক্ষা লাভ কৰা লোক। ৩। মাৰ্গদৰ্শক, উপদেষ্টা। **—দাসঃ** ভাড়া, কেৰেয়া কৰা দাস। **—নিশ্চয়ঃ** দৃঢ়মনা, দৃঢ়সংকল্প। **—পুঙ্খঃ** নিপুণ, ধনুৰ্দ্ধাৰী **—পূৰ্ব্ব** আগতে কৰি থোৱা। **—বুদ্ধি** জ্ঞানী, শিক্ষিত, মনু ১।৯৭; **—লক্ষণ** ১। মাৰ্কা মৰা, চিহ্নিত, মনু ৯।২৩৯; ২। উৎকৃষ্ট, অমায়িক। **—ৱৰ্মা** কৌৰৱৰ অতি পৰাক্ৰমী এজন সেনাপতি। পিচত সাত্যকিৰ হাতত নিহত হয়। **—ৱিদ্যঃ** শিক্ষিত, জ্ঞানী, পঞ্চ ১।৪৫; **—ৱেতনঃ** কেৰেয়া কৰা, বেতনভোগী, যা ২।১৬৪; **—ৱেদিন্** কৃতজ্ঞ। **—ৱেশঃ** বিভূষিত, অলঙ্কৃত, **—শোভ** সুন্দৰ, মনোৰম, দক্ষ, **—শৌচ** শোধিত; **—শ্ৰমঃ, —পৰিশ্ৰমঃ** যত্নসহকাৰে অধ্যয়ন কৰা, **—সঙ্কল্প** দৃঢ়মনা, দৃঢ়প্ৰতিজ্ঞ, **—সঙ্কেত** দেখা হোৱাৰ কাৰণে আগতীয়াকৈ সময় নিৰ্দ্ধাৰণ, নিযুক্তি, **—সংজ্ঞ** মূৰ্চ্ছা যোৱাৰ পিচত সংজ্ঞা লাভ কৰা, জাগৃত, **—সন্নাহ** *বিণ্* বৰ্মসজ্জিত, বৰ্ম পিন্ধা, **— সাপত্নিকা** যি গৰাকীৰ পতিয়ে আন এগৰাকী তিৰোতা বিয়া কৰাইছে, সতিনীয়েক থকা তিৰোতা, **—হস্ত —হস্তকঃ** ১। নিপুণ, চতুৰ, কাৰ্য্যক্ষম, দক্ষ, ২। ধনুৰ্দ্ধৰ, **—হস্ততা** নিপুণতা, দক্ষতা, ধনু ধাৰণ ক্ষমতা বে ৬/১২।
**কৃতং** যথেষ্ট হৈছে, আৰু নালাগে, প্ৰয়োজন নাই ইত্যাদি অৰ্থবোধক অব্যয়।
**কৃতক** *বিণ্* (কৃৎ কুন্) ১। সম্পাদিত, কৃত, প্ৰস্তুত, ন্যায় মতে অনিত্য, ২। কৃত্ৰিম, মহা ৪।২।২৯; ৩। মিছা, ফাঁকি, ৪। দত্তক, পোষ্য (পুত্ৰ) মে ৭৫।
**কৃতিঃ** *স্ত্ৰী* (কৃ ভাৱে ক্তিন্) ১। কৰণ ক্ৰিয়া, সম্পাদন, প্ৰস্তুতি, ২। কাৰ্য্য, ৩। সৃষ্টি, ৰচনা ৰ ১৫।৩৩; ৪। যাদুবিদ্যা, ৫। আঘাত, হত্যা, ৬। সংখ্যা '২০' *পু* ১। এজন ৰজাৰ নাম, মা *পু* ৮।২১, ২। এজন জনকবংশজাত ঋষিৰ নাম, ভা ৯।১৩।২৬, ৩। বিষ্ণু, মহা ১৩।১৪৯।২২; **—কৰঃ** *পু* ৰাৱণ।
**কৃতী (ন্)** *বিণ্* (কৃতং কৰ্ম প্ৰশস্তমস্যাস্তীতি ইনি), ১। নিপুণ, পণ্ডিত, সাধু পুণ্যৱান, কৃতকাৰ্য্য, ৰ ৩।৫১; ২। ভাগ্যৱান, শ ১।২৪; ৩। ধাৰ্মিক, পবিত্ৰ, ভৰ্তৃ ১।৫৬; ৪। আজ্ঞাবহ।
**কৃত্তং** *বিণ্* ছিন্ন, চেষ্টাকৃত।

**কৃত্তিঃ** *স্ত্রী* (কৃত্যাতে ইতি কৃৎ কর্মণি ক্তিন্) ১। কৃষ্ণসাৰ পহুৰ ছাল, ২। জন্তুৰ ছাল, শিৱৰ ধ্যানত 'ব্যঘ্ৰকৃত্তিং ৱসানং' ৩। ভূৰ্জ্জ গছৰ ছাল, এই ছালতে আগৰ দিনৰ ঋষি-মুনিসকলে কাব্যাদি ৰচনা কৰিছিল, ৪। কৃত্তিকা নক্ষত্ৰ। **–ৱাসঃ, –ৱাসচ্** *পু* শিৱ, কু ১।৫৪; ২। বঙালী ভাষাত ৰচিত ৰামায়ণৰ ৰচয়িতা।

**কৃত্তিকা** *স্ত্রী* (কৃৎ তিকণ্ কিচ্চ) ১। কৃত্তিকা নক্ষত্ৰ। এই নক্ষত্ৰপুঞ্জত ছয়টা তৰা আছে, এই ছটা তৰাই ছটা অপসৰাৰূপত কাৰ্ত্তিকেয়ক লালন-পালন কৰিছিল।

**কৃৎনু** *বিণ্* (কৃ উণাদি কত্নু) শক্তিশালী, কৰ্মঠ, কৰ্মপটু **–ত্নু** শিল্পী, মিস্ত্ৰী।

**কৃত্য** *বিণ্* (কৃ ক্যপ্) ১। কৰণীয়, কাৰ্য্য, উপযুক্ত, ২। সুসাধ্য, সন্তৰপৰ, ৩। বিশ্বাসঘাতক **–ত্যং** *ক্লী* ১। কৰণীয় কাৰ্য্য, কৰ্ত্তব্য; মনু ২।২৩৭; ২। কাম, ব্যৱসায়, মে ১১৪; ৩। উদ্দেশ্য, পৰিণাম ৰ ২।১২; ৪। অভিপ্ৰায়, হেতু। **–ত্যঃ** *পু* তব্য, অনীয়, য, এলিম আদি কৃত্য প্ৰত্যয়সমূহ **–ত্যা** ১। কৰিব লগীয়া, কৰ্ত্তব্য, ২। যক্ষ দেৱতা, ৩। অভিচাৰিকী ক্ৰিয়া– ৰোগ, ভূত-প্ৰেতাদি নিবাৰণৰ কাৰণে যিবিলাক ক্ৰিয়া কৰা হয়।

**কৃত্ৰিম** *বিণ্* (কৃ ক্ত্ৰিঃ মপ) ১। তৈয়াৰী, কৃত্ৰিম, কাল্পনিক, ২। পালিত, তুলি লোৱা (যেনে– শিশু), **–মং** এবিধ নিমখ– বিড্ লৱণ, এবিধ সুগন্ধি দ্ৰব্য **–ধূপঃ, –ধূপকঃ** আগৰবাতি; ধূপ, **–পুত্ৰঃ,–পুত্ৰকঃ** ১। পোষ্য পুত্ৰ তোলনীয়া পুত্ৰ, শাস্ত্ৰবিধিসম্মত বাৰ বিধ তোলনীয়া পুত্ৰৰ এবিধ। প্ৰাপ্তবয়স্ক এই পুত্ৰক বাপেক-মাকৰ অনুমতি নোহোৱাকৈ তুলি লোৱা হয়। ২। পুতলা, কু ১।২৯; **–ভূমিঃ** কৃত্ৰিম মজিয়া, **–মিত্ৰং** কৃত্ৰিম বন্ধু। সাজি লোৱা বন্ধু। **–ৱনং** বাগিচা।

**কৃত্বস্** *অব্য* সংখ্যাৰ পিচত গুণ, যেনে– দুগুণ, চাৰিগুণ আদি বুজাবলৈ ব্যৱহাৰ কৰা হয়। যেনে– অষ্টকৃত্বঃ, দশকৃত্বঃ ইত্যাদি।

**কৃৎসং** (কৃৎ ৱেষ্টনে উণাদি সঃ কিৎচ) ১। পানী, ২। সমূদায়, সমূহ।

**কৃৎস্নং** *ক্লী* (কৃৎ কস্ন) ১। পানী, ২। সকলোবিলাক; সমস্ত, গী ১১।১৩; ৩। পেট; **–স্নঃ** ১। অশেষ, সমস্ত শ ২।১৫; গী ৩।২৯; ২। পাপ।

**কৃদৰঃ** *পু* ধান থোৱা ঘৰ। ধানৰ ভঁৰাল।

**কৃন্তত্ৰং** *ক্লী* (কৃণ্ডতি ইতি কৃ কত্ৰন্ নুম্) নাঙল।

**কৃন্তনং** (কৃৎ ল্যুট্) ১। ছেদন। কৰ্ত্তন। গীগো ১।৩২।

**কৃপ্** দৌৰ্ব্বল্যে (অদন্ত চুৰা প অক কৃপয়তি কৃপতে) দুখ কৰ, শোক কৰ, কৃপা কৰ, দুৰ্বল হ।

**কৃপঃ** *পু* (কৃপা অন্ত্যস অচ্) ১। কৃপাচাৰ্য্য, দ্ৰোণাচাৰ্য্যৰ খুলশালি। অশ্বত্থামাৰ মামা। গৌতম বংশৰ শৰদ্বত আৰু অপ্‌সৰা জানপদীৰ পুত্ৰ। ৰজা শান্তনুৱে অতি কৃপা কৰি পালন কৰাৰ কাৰণে এওঁ কৃপাচাৰ্য্য নামেৰে জনাজাত হয়। চিৰকুমাৰ কৃপাচাৰ্য্যক পিতামহ ভীষ্মই কৌৰৱ পুত্ৰসকলক অস্ত্ৰশিক্ষা দিয়াত নিযুক্ত কৰে। কুৰুক্ষেত্ৰ যুদ্ধত পাণ্ডৱৰ বিৰুদ্ধে অসীম পৰাক্ৰমেৰে যুদ্ধ কৰে। কৃপাচাৰ্য্য চিৰজীৱী হোৱাৰ কাৰণে কুৰুক্ষেত্ৰৰ মহাসমৰত তেওঁৰ মৃত্যু হোৱা নাছিল। পিচত পাণ্ডৱসকলে তেওঁক আশ্ৰয় দিয়ে; ২। ব্যাস।

**কৃপণ** *বিণ্* (কল্পতে স্বল্পমপি দাতুম, কৃপ্ ক্যন্) ১। অদাতা, ২। দুৰ্ব্বল, পুতৌ কৰিবলগীয়া, দীন, ৰা ২।৩২।২৮; ৩। কুৎসিত, অধম, জঘন্য গী ২।৪৯; ৪। বিবেচনাহীন। **–ণঃ** কৃমি। **–ধী,–বুদ্ধি–** নীচমনা। **–ৱৎসল** দীনদয়াল।

**কৃপা** *স্ত্রী* করুণা, দয়া, সহানুভূতি।

**কৃপাণঃ** *পু* (কৃপাং নুদতি প্ৰেৰয়তি দূৰীকৰোতি নুদ ডঃ) খড়্গ, তৰোৱাল। কটাৰী। **–ণিকা** ডেগাৰ, ছুৰী।

**কৃপালু** (কৃপাং লাতি কৃপ লা ডুঃ) দয়ালু ভা ৪।১২।৫১।

**কৃপী** *স্ত্রী* দ্ৰোণাচাৰ্য্যৰ পত্নীৰ নাম। মহৰ্ষি গৌতমৰ পুত্ৰ শৰদ্বতে দিগ্বিজয়ৰ আশাৰে কঠোৰ তপস্যা কৰিবলৈ ধৰিলে। ইন্দ্ৰই ভয় খাই তপস্যা ভঙ্গ কৰাৰ কাৰণে জানপদী নামৰ এজনী অপ্‌সৰাক পঠিয়াই দিলে। অপ্‌সৰাক দেখি শৰদ্বতৰ বীৰ্য্য স্খলিত হৈ খাঁহত পৰি দুভাগ হ'ল। তাৰপৰা (কৃপ আৰু কৃপী) মিথুনৰ জন্ম হয়। ৰজা শান্তনুৱে মৃগয়ালৈ আহি শিশু দুটাক পাই লৈ যায় আৰু প্ৰতিপালন কৰে। কৃপৰ বিষয়ে ওপৰত কোৱা হৈছে। কৃপী দ্ৰোণাচাৰ্য্যৰ পত্নী হয়। অশ্বত্থামা তেওঁলোকৰ সন্তান।

**কৃপীটং** *ক্লী* (কৃপ্ কীটন উণাদি) ১। পেট, ২। পানী, ৩। ইন্ধন, ১। গছৰ তলৰ হাবি। পাহাৰীয়া কাঠ।

**—পালঃ** ১। গুৰি বঠা, ২। সাগৰ, ৩। বায়ু, বতাহ। **—যোনিঃ** জুই।

**কৃমিঃ** (ক্ৰামতীতি উণাদি ইন্) ১। কীট, পোক, ২। কৃমি বেমাৰ, ৩। গাধ, ৪। মকৰা, ৫। লা (ৰং) **—কোশঃ —কোষঃ** পাট পলু, **—জং —জগ্ধং** অগৰু কাঠ। **—জা** লা **—জলজঃ —ৱাবিৰুহঃ** শামুকৰ দৰে খোলা থকা সাগৰীয় মাছ বা জন্তু। **—পৰ্ব্বতঃ, —শৈলঃ —শৈলকঃ** উঁই হাঁফলু, **—ফলঃ** ডিমৰু গছ। **—শংখঃ** শঙ্খৰ ভিতৰত থকা মাছ। **—শুক্তিঃ** *স্ত্ৰী* ১। দুটা খোলা থকা একপ্ৰকাৰ শঙ্খ বা শামুক, ২। তেনে শামুকৰ ভিতৰত থকা জন্তু, ৩। এবিধ সাগৰীয় শামুক বা শঙ্খ।

**কৃমিল** *বিণ্* কৃমিযুক্ত, কৃমিৰোগী, **—লা** কৃমিৰ দৰে বহু সন্তানৰ মাতৃ।

**কৃৱিঃ** *পু* (ক্ৰিয়তে বস্ত্ৰাদিকম্ অনেন কৃঞ্ কৰণে উণাদি কিন্) কাপোৰ বোৱা যন্ত্ৰ, তাঁতুশাল।

**কৃশ্** কাৰ্শ্যে (দিবা প সক কৃশ্যতি) ১। ক্ষীণাই যা, ক্ষীণ কৰ, ২। সৰু হৈ যা, যেনে— কৃষ্ণপক্ষত চন্দ্ৰ দিনে দিনে ক্ষীণাই যায়।

**কৃশ** *বিণ্* ১। অলপ, কম, অকণমান, সূক্ষ্ম, ২। ক্ষীণ, দুৰ্ব্বল, অক্ষম, মনু ৪।১৩৫; ৩। সামান্য, দীন। মনু ৭/২০৮; **—শঃ** *পু* বিষ্ণু **—অক্ষঃ** মকৰা **—অঙ্গ** শুকাই ক্ষীণাই যোৱা; **—অঙ্গী** ১। ক্ষীণাঙ্গী তিৰোতা, ২। প্ৰিয়ঙ্গু লতা। **—উদৰ** ক্ষীণ কঁকালৰ।

**কৃশৰা** *স্ত্ৰী* (কৃশৰ টাপ্) ১। দালি মিশ্ৰিত অন্ন, খিচিৰী।

**কৃশলা** মূৰৰ চুলি।

**কৃশানুঃ** (কৃশ্যতি তনূকৰোতি তৃণকাষ্ঠাদীন্) অগ্নি, ৰ ৭।২৪; **—ৰেতস্** *পু* সদাশিৱ।

**কৃষ্** ক) আকৃষি (ভ্বা প সক কৰ্ষতি) টান, আকৰ্ষণ কৰ, টানি আন, ৰ ২।২৭; খ) আকৰ্ষণে, ৱিলেখনে (তুদা উ সক কৃষতি, তে) ১। হাল বা, ২। হালেৰে সীৰলু কাট; ৩। সৈন্য পৰিচালনা কৰ, ৰ ১৪।৩২; ৪। ধনুৰ দৰে ভাজ, ল ৰ ৫।৫০; ৫। দমন কৰ, প্ৰভুত্ব কৰ, মনু ২।২১৫; ৬। পা, লাভ কৰ, ৭। আনৰ পৰা কাঢ়ি নি, **অপ—** ১। টানি নি, নিষ্কাশন, কৰ, বাহিৰ কৰ ৰ ১৬।৫৫; ২। দূৰ কৰ, ৩। কম কৰ, সূক্ষ্ম কৰ, **আ—** ১। আকৰ্ষণ কৰ, শ ১।৩৩; ২। ধনুৰ দৰে ভাজ লগা, বেঁকা কৰ, ৩। কাঢ়ি নি, ভট্টি ১৬।৩০; **উদ—** ১। ওপৰলৈ টান, উন্নত হ বা কৰ, বৃদ্ধি কৰ, **নি—** তললৈ নমা, সৰু কৰ। **নিস্—** ১। টানি উলিয়া, ২। জোৰেৰে কাঢ়ি নে, ৰ ৫।২৬; **পৰি—** টান, আকৰ্ষণ কৰ, **ৱি—** টান, ধনুৰ দৰে ভাজ দি, শ ৬।২৮; **ৱিপ্ৰ—** দূৰ কৰ **সন্নি—** ওচৰলৈ আন।

**কৃষকঃ** *পু* (কৃষতি ভূমিং যঃ ইতি উণা ক্বুন্) ১। কৰ্ষক, হাল বোৱা মানুহ, খেতিয়ক, ২। নাঙলৰ ফাল, ৩। বলদ।

**কৃষাণঃ, কৃষিকঃ** *পু* হালোৱা।

**কৃষিঃ** *স্ত্ৰী* (কৃষ ৱিলেখনে সৰ্ব্বধাতুভ্য ইন্ উণা কিৎ) ১। কৃষি কাৰ্য্য, খেতি-বাতি, পশুপালন, মনু ১।৯০: গী ১৮/৪৪; মে ১৬; **—ফঃ** নাঙলৰ ফাল, **—ৱলঃ** কৃষক, কৃষিজীৱী, মহা ২।৫।৭৭; মনু ৯/৩৮।

**কৃষ্কৰঃ** (কৃষ্ কৃ টক) সদাশিৱ।

**কৃষ্ট** *বিণ্* আকৰ্ষিত, চহাই থোৱা, হাল বাই থোৱা, **—ষ্টং** খেতিপথাৰ। **—পচ্য** ধান।

**কৃষ্টিঃ** *পু* (কৃষ্ কৰ্ত্তৰি ক্তিচ্) ১। পণ্ডিত, জ্ঞানী পুৰুষ, ঋবে ৬/১৮/২; (স্ত্ৰী) কৰ্ষণ, হাল বোৱা (কাম), খেতি-বাতি।

**কৃষ্ণ** *বিণ্* (কৃষেৰ্ব্বৰ্ণে ইতি নক ততঃ ণত্বম্) ১। কৃষ্ণবৰ্ণ, ক'লা বৰণীয়া, ২। দুষ্ট, নীচ, **—ষ্ণং** *(ক্লী)* ১। ক'লা ৰং, অন্ধকাৰ, ২। লোহা, ৩। কাজল ধাতু, নীলাঞ্জন, ৪। চকুৰ ক'লা অংশ, ৫। জালুক, ৬। সীহ **—অগৰু** ক'লা চন্দন, **—অচলঃ** ৰৈৱতক পৰ্বত। **—অজিনং** ক'লা হৰিণৰ ছাল, অয়স **আমিষং—** লো। অশুদ্ধ লো। **—অধ্বন্ —অৰ্চীঃ** জুই, **—অষ্টমী** কৃষ্ণপক্ষৰ অষ্টমী তিথি। শ্ৰীকৃষ্ণৰ জন্মদিন, শাওণ-ভাদ মাহৰ অষ্টমী তিথি, গোকুলাষ্টমী **—আৱাসঃ** ডিমৰু গছ, আঁহত গছ, **—উদৰঃ** ফেঁটীসাপ, **—কন্দং** ৰঙা পদুম **—কৰ্ম্মন্** পাপী, পাপ কাৰ্য্য কৰোঁতা, দুষ্ট, ভ্ৰষ্ট, **—কাকঃ** ঢোঁৰা কাউৰী, **—কায়ঃ** ম'হ, **—কাষ্ঠং** অগৰু, **—কোহলঃ** জুৱাৰী **—গতিঃ** জুই, **—গ্ৰীৱঃ** শিৱ, **—তাৰঃ** এবিধ হৰিণ। **—দেহঃ** মৌমাখি **—দ্বৈপায়নঃ** ব্যাস বে ১।৩; **—পৰ্ণী** ক'লা তুলসী, **—মুখঃ, —ৱদনঃ** ক'লা মুখৰ বান্দৰ, হলৌ বান্দৰ, **—যজুৰ্ব্বেদঃ** তৈত্তিৰীয় যজুৰ্বেদ, **—লোহঃ** চুম্বক, **—ৱৰ্ণঃ** ১। ক'লা ৰং, ২। ৰাহু গ্ৰহ, ৩। শূদ্ৰ, **—ৱৰ্ত্মন্** *পু* ১। অগ্নি, মনু ২।৯৪; ২। ৰাহুগ্ৰহ, ৩। নীচ মানুহ, অধম, অসভ্য, **—ৱেণা**

এখন নদীৰ নাম, **–শকুনি** কাউৰী **–শাৰঃ,–সাৰঃ** ফুটফুটীয়া দাগ থকা এবিধ হৰিণ, শ ১।৬; **–শৃঙ্গঃ** ম'হ, **–সখঃ –সাৰথিঃ** অৰ্জুন।

**কৃষ্ণঃ** *পু* (কৰ্ষতি সৰ্ব্বান স্বকুক্ষৌ প্ৰলয়কালে কৃষ নক)। 'কৰ্ষণাৎ কৃষ্ণো ৰমণাৎ ৰামো ব্যাপনাৎ বিষ্ণুঃ' ১। শ্ৰীকৃষ্ণ। বাসুদেৱ আৰু দৈৱকীৰ পুত্ৰ। ৰজা কংসৰ ভাগিনেয়। নন্দ-যশোদাৰ দ্বাৰা লালিত-পালিত। ভাৰতৰ পুৰাণসমূহত উল্লেখ কৰা দেৱতাবিলাকৰ ভিতৰত সকলোতকৈ প্ৰখ্যাত আৰু প্ৰসিদ্ধ দেৱতা। দৈৱকী আৰু বাসুদেৱৰ পুত্ৰ হলেও নন্দ-যশোদাৰ লগত শৈশৱ কাল অতিবাহিত কৰাৰ কাৰণে নন্দ-যশোদাকে কৃষ্ণৰ পিতা-মাতা বুলি পৰিচয় দিয়া হয়, কাৰণ শ্ৰীকৃষ্ণৰ সমস্ত লীলাৰ ভিতৰত শিশুলীলাই শ্ৰেষ্ঠ আৰু মনোৰম। প্ৰেম আৰু ভক্তিৰ চৰম নিদৰ্শন এই শিশুলীলাত। ভাগৱতৰ দশম স্কন্ধত থকা এই কৃষ্ণলীলাক অৱলম্বন কৰি ভাৰতত প্ৰচুৰভাৱে উৎকৃষ্ট লৌকিক তথা আঞ্চলিক সাহিত্য ৰচিত হৈছে আৰু ভৱিষ্যতেও হৈ থাকিব। ভাগৱতৰ আখ্যান মতে কংসৰ ভয়ত বসুদেৱে কৃষ্ণক কাৰাগাৰৰ পৰা পলুৱাই নন্দৰ ঘৰত ৰাখেগৈ। কৃষ্ণ তাতে ডাঙৰ-দীঘল হয়। কংসই কৃষ্ণক মাৰিবলৈ বহু ষড়যন্ত্ৰ কৰে যদিও কৃষ্ণই অৱলীলাক্ৰমে সকলো নিৰ্মূল কৰে। শেষত কৃষ্ণৰ হাতত কংস নিহত হয়। পিচত গুজৰাটৰ দ্বাৰকাত এখন নতুন নগৰ সাজি মথুৰাৰ মানুহখিনিক তালৈ লৈ যায়। মহাভাৰতত শ্ৰীকৃষ্ণ অৰ্জুনৰ পৰম বন্ধু। কৌৰৱ বংশ ধ্বংস হোৱাৰ মূলতে শ্ৰীকৃষ্ণৰ চাতুৰ্য্য আৰু পাণ্ডৱৰ প্ৰতি আগ বঢ়োৱা সাহায্য। কৃষ্ণৰ ষোল হাজাৰৰো অধিক পত্নী আছিল যদিও ৰুক্মিণী আৰু সত্যভামাই তেওঁৰ প্ৰিয়তমা পত্নী। প্ৰদ্যুম্ন শ্ৰীকৃষ্ণৰ পুত্ৰ। প্ৰদ্যুম্নক কামদেৱ বুলিও জনা যায়।

২। বিষ্ণুৰ অষ্টম অৱতাৰ। ৩। কলিযুগ, ৪। কাউৰী, ৫। কুলি চৰাই।

**কৃষ্ণকং** ক'লা হৰিণৰ ছাল।

**কৃষ্ণলং** ভাং গছৰ গুটি, **–লঃ** ভাং গছ।

**কৃষ্ণা** ১। পাণ্ডৱপত্নী দ্ৰৌপদী, কি, ১।২৬; ২। দাক্ষিণাত্যৰ কৃষ্ণা নদী, ৩। এবিধ জোঁক, ৪। এবিধ বিষধৰ পোক, ৫। আঙুৰ, ৬। ক'লা ফুলৰ পুনৰ্ন্নৱা শাক, ৭। অগ্নিৰ সাতখন জিভাৰ এখন।

**কৃষ্ণিকা** *স্ত্ৰী* ক'লা সৰিয়হ।

**কৃষ্ণেক্ষুঃ** *পু* এবিধ কুঁহিয়াৰ, কাজলী কুঁহিয়াৰ।

**কৃসৰঃ** *পু* খিচিৰী।

**কৃ** বিক্ষেপে (তুদা পৰ সক কিৰতি) সিঁচ, সিঞ্চিত কৰ, ছটিয়া, দলিয়া, উ ৫।২; আবৃত কৰ, পৰিপূৰ্ণ কৰ ভট্টি ৩।৫; খ) হিংসে (ক্ৰ্যা উ সক কৃণাতি, কৃণীতে) হিংসা কৰ, আঘাত কৰ। গ) বিজ্ঞানে (চুৰা আ সক কাৰয়তে) জনা, জনোৱা, **অপা–** দলিয়াই পেলা, প্ৰত্যাখ্যান কৰ, **অৱ** ছটিয়াই দি, **উদ্–** ১। ওপৰলৈ দলিয়া, ৰ ১।৪২; ২। খনন কৰ, ৩। খোদিত কৰ, **উপ–** আঘাত কৰ, **পৰি–** ১। ঘেৰি ধৰ, ঘেৰ, ২। প্ৰদান কৰ, **প্ৰতি–** ১। আঘাত কৰ ছিৰি পেলা। **বি–** ছটিয়া, বিস্তৃত কৰ, কি ২।৫৯; **বিনি–** ত্যাগ কৰ, দলিয়াই পেলা। **সম্–** মিহলা, সংমিশ্ৰণ কৰ। **সমুদ্–** বিন্ধা কৰ, ছিদ্ৰ কৰ।

**কৃৎ** সংশব্দে (চুৰা প সক কীৰ্ত্তয়তি) ১। উল্লেখ কৰ, নাম ল, উচ্চাৰণ কৰ, ২। ক, আবৃত্তি কৰ, ঘোষণা কৰ, মনু ৩।৩৬; ৪। মাত, আহ্বান কৰ, ৫। প্ৰশংসা কৰ, স্তুতি কৰ, পঞ্চ ১।৪

**ক্লৃপ্** কল্পনে – (ভ্বা আ অক কল্পতে) ১। উপযুক্ত হ, সম্পন্ন কৰ, উৎপন্ন কৰ, ফল দি, যেনে— ভক্তিৰ্জ্ঞানায় কল্পতে, সিদ্ধি কৰ, পূৰ্ণ কৰ, কু ৬।২৯; ৰ ৮।৪০; মে ৫৫; ২। ঘট ভট্টি ৯।৪৪; ৩। সাজু হ, ৪। অনুকূল হ, **অভি–** উৎপন্ন হ, ফল ধৰ, **আ–** অলঙ্কৃত কৰ, নিৰ্মাণ কৰ, **উপ–** উৎপন্ন হ, মনু ৩।২০২; সাজু হ, মনু ৩।২০৮; **পৰি–** ১। নিৰ্দ্ধাৰণ কৰ, স্থিৰ কৰ, ২। সাজু হ, ৩। দান দে, শ ২।৯; **প্ৰ–** ঘট, কৃতকাৰ্য্য হ, তৈয়াৰ কৰ, নিৰ্মাণ কৰ, কল্পনা কৰ, প্ৰস্তুত কৰ, যো-জা কৰ, **বি–** সন্দেহ কৰ, **সং–** স্থিৰ কৰ, নিৰ্দ্ধাৰণ কৰ, ২। ইচ্ছা কৰ, প্ৰস্তাৱ কৰ, ৩। সাজু হ।

**ক্লৃপ্তঃ** ১। প্ৰস্তুত, সম্পাদিত, বিভূষিত, সুসজ্জিত ৰ ৬।১০, ২। বিভাজিত, কাটিন, (যেনে— নখ, চুলি আদি) মনু ৪।৩৫; ৩। উৎপন্ন, ৪। নিৰ্দ্ধাৰিত, দৃঢ়কৃত, **–কীলা** নামজাৰি দলিল, বন্ধ দলিল।

**ক্লৃপ্তিঃ** সম্পাদন, কৃতকাৰ্য্যতা, যোজনা।
**ক্লৃপ্তিকঃ** *বিণ* ক্রীত, দাম দি লোৱা (বস্তু)।
**কেকয়ঃ** *পু* এখন দেশ আৰু দেশবাসীৰ নাম। সূৰ্য্যবংশীয় ৰজা। দশৰথৰ শহুৰেক। ৰ ৯।১৭; **–য়ী** কেকয়ৰাজৰ কন্যা। দশৰথৰ পত্নী।
**কেকৰ (ৰী)** কেঁৰা চকুৰা **–ৰং** কেঁৰা চকু।
**কেকা** *স্ত্রী* ম'ৰাৰ মাত, ৰ ১।৩৯, মে ২২।
**কেকাৱলঃ, –কেকিঃ, –কেকীঃ** *পু* ম'ৰা চৰাই।
**কেণিকা** *স্ত্রী* তম্বু, চামিয়ানা।
**কেতঃ** *পু* ১। ঘৰ, বাসস্থান, ২। বাস, বৃত্তি, ৩। পতাকা, ধ্বজা, ৪। ইচ্ছা, অভিপ্রায়, অভিলাষ।
**কেতকঃ** *পু* (কিৎ নিৱাসে ণ্বুল) ১। কেতেকী গছ, ৰ ৬।১৭; ২। ধ্বজা, পতাকা; **–কং** কেতেকী ফুল মে ২৪; **–কী** কেতেকী গছ আৰু ফুল ঋতু ২।২০।
**কেতনং** *ক্লী* (কিৎ নিৱাসাদি অৰ্থেষু ল্যট) ১। ঘৰ, বাসস্থান, ২। ধ্বজা, পতাকা, ৰ ৯।৩৯; ৩। কাৰ্য্য, ৪। নিমন্ত্রণ, মনু ৪।১১০; ৫। চিন, প্রতীক, ৬। স্থান বিপু ১।১১।৯।
**কেতিত** *বিণ* ১। আমন্ত্রিত, ২। অধিকৃত।
**কেতুঃ** *পু* ১। নৱগ্ৰহৰ এটা গ্ৰহ, কেতুগ্ৰহ, ২। ধ্বজা, পতাকা, বে ২।২৩; ৩। নিমন্ত্রণ, ৪। স্থান, ৫। চিন, প্রতীক, ৬। অনিবাৰ্য্য কৰ্ম, ৭। উজ্জ্বলতা, ৮। ৰশ্মি, **–ভঃ** মেঘ, **–মালা** নদী, **–যষ্টিঃ** ধ্বজাৰ দণ্ড, পতাকাৰ খুঁটি, **–ৰত্নং** বৈদূৰ্য্য মণি **–ৱসনং** পতাকা।
**কেদাৰঃ** *পু* (কেন জলেন দ্রিয়তে আদ্রিয়তে) ১। পানীৰ তলৰ মাটি, চৰণীয়া পথাৰ, ২। গছৰ গুৰিত চাৰিওফালে থকা পানীৰ পাত্র, ৩। পৰ্বত, ৪। কেদাৰ পৰ্বত আৰু তীৰ্থস্থান, ৫। কেদাৰৰূপী মহাদেৱ, (কে মস্তকে জটাভ্যন্তৰে গঙ্গাৰূপিণী দাৰাঃ পত্নী যস্য)।
**কেদাৰেশঃ** মহাদেৱ।
**কেনাৰঃ** *পু* (কে মূৰ্দ্ধি নাৰঃ) ১। মূৰ, ২। মূৰৰ খোলা, ৩। গাল, ৪। গ্ৰন্থি, ৫। কুম্ভি নামৰ নৰক।
**কেনিপাতঃ** গুৰি বঠা।
**কেন্দ্ৰং** *ক্লী* ১। বৃত্তৰ কেন্দ্ৰ, ২। গ্ৰহ পথৰ ৪ৰ্থ, ৭ম আৰু ১০ম ডিগ্ৰীত প্ৰথম বিন্দুৰ পৰা গ্ৰহৰ দূৰত্ব, গ্ৰহলগ্ন, ৩। যাত্ৰাৰ এটা যোগ।
**কেয়ূৰং, –ৰঃ** ১। কাণত পিন্ধা অলঙ্কাৰ এবিধ, ভৰ্তৃ ২।১৯; **–ৰঃ** এবিধ ৰতি ক্রীড়া।
**কেৰলঃ** *পু.* দক্ষিণ ভাৰতৰ এখন ৰাজ্য আৰু তাৰ অধিবাসীৰ নাম, ৰ, ৪। ৫৪; **–লী** ১। কেৰেলাৰ তিৰোতা, ২। জ্যোতিৰ্বিজ্ঞান।
**কেল্** চালে গতৌ (ভ্বা প অক, গত্যৰ্থে, সক কেলতি) ১। জোকাৰি দি, ২। ক্রীড়া বা খেল-ধেমালি কৰ, স্ফূৰ্তি-তামাচা কৰ।
**কেলকঃ** নট, বাজীকৰ।
**কেলাসঃ** স্ফটিক।
**কেলিঃ** *পু. স্ত্রী.* (কেল ইন) ১। খেল-ধেমালি, আনন্দ, ক্রীড়া, লীলা। মনু ৮।৩৫৭; ২। পৰিহাস, ব্যঙ্গ, **–লিঃ** *স্ত্রী* পৃথিৱী, **–কলা** ক্রীড়া নৈপুণ্য। সৰস্বতীৰ বীণাখনৰ নাম, **–কিলঃ** এবিধ বিদূষক। নায়কৰ গুপ্ত সহচৰ, **–কিলাৱতীঃ** কামদেৱৰ পত্নী ৰতি; **–কীৰ্ণঃ** উট, **–কুঞ্চিকা** পত্নীৰ ভনীয়েক, **–কোষঃ** অভিনেতা, নৰ্তক, **–গৃহং –নিকেতনং –মন্দিৰং –সদনং** উদ্যান গৃহ, ব্যক্তিগত কোঠা, **–নাগৰঃ** লম্পট, কামুক, **–পৰ** প্ৰেমাসক্ত, কামুক, ৰতিপ্ৰিয়, উদণ্ড, **–মুখঃ** পৰিহাস, খেল-ধেমালি, **–বৃক্ষঃ** এবিধ কদম গছ, **–শয়নং** চোফা, আৰাম চকী, **–শুষিঃ** *স্ত্রী* পৃথিৱী; **–সচিৱঃ** সহচৰ বান্ধৱ, গুপুত বান্ধৱ।
**কেলিকঃ** অশোক গছ।
**কেৱ্** সেৱনে (ভ্বা আ সক কেৱতে) ১। সেৱা কৰ, শুশ্ৰূষা কৰ।
**কেৱৰ্তঃ** *পু.* (কে জলে বৰ্ততে ক বৃৎ অচ্) কৈৱৰ্ত জাতি। অন্ত্যজ শূদ্ৰ।
**কেৱল** *বিণ.* (কেৱল অচ্) ১। একচেতীয়া, একজাতীয়, অসাধাৰণ, ২। অকলশৰীয়া, একমাত্ৰ, ৰ ৮।৫, ৩। সম্পূৰ্ণ, চৰম, ৪। মুক্ত, অনাবৃত, ৫। শুদ্ধ, অমিশ্ৰিত, **–লং** *অব্য.* সম্পূৰ্ণভাৱে, একেবাৰেই, ৰ ৩।১৯; **–লঃ** এক, কুম্ভক বিশেষ (হঠযোগ)। পৰিপূৰ্ণত্ব।
**কেৱলিন্** *(নী স্ত্রী.)* ১। শুদ্ধজ্ঞানসম্পন্ন ব্যক্তি, ২। পৰমাত্মাৰ (সম্পূৰ্ণ) একত্ববাদত বিশ্বাসী, ৩। জৈন সন্ন্যাসী, ৪। একমাত্ৰ, অদ্বৈত।
**কেৰিকা** *স্ত্রী.* এবিধ ফুল।

**কেশঃ** *পু.* (কে মস্তকে শেতে ক শী অচ্) ১। চুলি, লোম, ২। মূৰৰ চুলি, মনু ৭।৯১; ৩। ঘোঁৰা বা সিংহৰ কান্ধত থকা চুলি, ৪। ৰশ্মি, ৫। বৰুণ দেৱতা, ৬। এবিধ আতৰ; **—অন্তঃ** ১। চুলিৰ আগ, ২। কপালত ওলমি থকা চুলি, ৩। ধৰ্ম কাৰ্য্যৰ সময়ত কৰা মুণ্ডন, **—উচ্চয়ঃ** ধুনীয়া চুলি, **—কীটঃ** ওকণি, **—গৰ্ভঃ** বেণী, খোঁপা, **—গৃহীত** চুলিত ধৰা, **—গ্ৰহঃ, —গ্ৰহণং**: চুলিত ধৰি টনা, বে ৩।১১; মে ৫০; **—চ্ছিদ্** নাপিত, **—জাহঃ** চুলিৰ গুৰি, **—পক্ষঃ, —পাশঃ, —হস্তঃ** অলঙ্কৃত চুলি, কু ১।৪৮: **—ভূঃ —ভূমিঃ** মূৰকে ধৰি শৰীৰৰ চুলি গজা ঠাইবোৰ, **—প্ৰসাধনী, —মাৰ্জকং, —মাৰ্জনং** ফণি, কাঁকৈ, **—মুষ্টিঃ** মহানিম; **—ৰচনা** চুলি আঁচোৰা; **—ক্লেশ** চুলিত মৰা ফিটা।

**কেশটঃ** ১। ছাগল, ২। বিষ্ণু, ৩। উৰহ, ৪। ভায়েক।

**কেশৰঃ** *পু.* নাহৰ গছ, পুন্নাগ গছ, হিঙ্গু বৃক্ষ, কেলিকদম্ব গছ, মে ২২; **—ৰী** সিংহ, ৰ ২।২৯; ঘোঁৰা।

**কেশৱঃ** *পু.* (কে জলে শৱৱৎ ভাতীতি। প্ৰলয় কালে ক্ষীৰোদশায়িতয়া তথাত্বম। কেশ বা কঃ)।
কো ব্ৰহ্মেতি সমাখ্যাতঃ ঈশোঽহং সৰ্ব্বদেহিনাম্।
আৱাং তৱাংশসম্ভূতৌ তস্মাৎ কেশৱনামৱান্।। (হৰিব)
১। বিষ্ণু, ২। পুন্নাগ বৃক্ষ, ৩। পানীত উপঙি থকা মৰা শ'। কেশৱং পতিতং দৃষ্ট্বা দ্ৰোণো হৰ্ষমুপাগতঃ।
ৰুদন্তি পাণ্ডৱাঃ সৰ্বে হা! হা! কেশৱ! কেশৱ!।।
(এই উদ্ভট শ্লোকটিত কেশৱ = পানীৰ ওপৰত থকা মৰা শ', দ্ৰোণঃ = ঢোৰা কাউৰী, পাণ্ডৱাঃ = শিয়াল বিলাকে, ৰুদন্তি = চিঞৰিব ধৰিলে।)

**কেশাকেশি** *ক্লী.* চুলিয়া-চুলি (কাঁজিয়া) যা ২।২৮৩।

**কেশী (ন্)** *পু.* ১। সিংহ, ২। কৃষ্ণই বধ কৰা এটা ৰাক্ষসৰ নাম, ৩। দেৱসেনাক হৰণ কৰা আন এজন ৰাক্ষসৰ নাম, এইজনো কৃষ্ণৰ হাতত নিহত হয়, ৪। শ্ৰীকৃষ্ণ, ৫। ধুনীয়া চুলি থকা, **—নিষুদন, —মথন** শ্ৰীকৃষ্ণ গী ১৮।১।

**কেস(শ)ৰঃ, —ৰং** ঘোঁৰা বা সিংহৰ কান্ধৰ চুলি, ঋতু ১।১৪; ২। ফুলৰ কেশৰ (গৰ্ভ বা পুং), মে ২১; ৩। বকুল গছ, মে ৭৮; ৪। আঁহ, **—ৰং** বকুল ফুল, ৰ ৯।৩৬; **—অচলঃ** মেৰু পৰ্বত; **—ৱৰং** কুঙ্কুম।

**কেস(শ)ৰিন্** *পু.* ১। সিংহ শ ৭।৩; ২। সৰ্বশ্ৰেষ্ঠ, ৩। ঘোঁৰা, ৪। নেমু গছ, ৫। পুন্নাগ গছ, ৬। হনুমানৰ পিতাকৰ নাম, **—সুতঃ** হনুমান।

**কেসাৰুকা** ৰাজহাঁড়।

**কৈ** শব্দে (ভ্বা প অক কায়তি) শব্দ কৰ।

**কৈংশুকং** কিংশুক গছৰ ফুল।

**কৈকয়ঃ** কেকয় ৰাজ্যৰ ৰজা। **—য়ী** কেকয় ৰাজপুত্ৰী।

**কৈকসঃ** দৈত্য, দানৱ।

**কৈকেয়ঃ** *পু.* (কেকয় স্বাৰ্থে অণ্) কেকয় ৰাজ্যৰ ৰজা।

**কৈকেয়ী** কেকয়ৰাজৰ কন্যা। দশৰথৰ তিনি গৰাকী পত্নীৰ ভিতৰত কনিষ্ঠা পত্নী, আৰু ভৰতৰ মাতৃ। ৰাণী কৈকেয়ীৰ সেৱা-শুশ্ৰূষাত সন্তুষ্ট হৈ ৰজা দশৰথে ৰাণীক দুটা বৰ দান দিয়াৰ প্ৰতিজ্ঞা কৰি থৈছিল। শ্ৰীৰামচন্দ্ৰক যুৱৰাজ পদত অভিষিক্ত কৰাৰ আগ মুহূৰ্ত্তত কুঁজী মন্থৰাৰ উচটনিত কৈকেয়ীয়ে দশৰথক সেই দুটা বৰদানৰ কথা মনত পেলাই দিয়ে। প্ৰথমটোৰে পুত্ৰ ভৰতক যুৱৰাজপদ দান আৰু দ্বিতীয়টোৰে শ্ৰীৰামচন্দ্ৰক চৈধ্য বছৰ বনবাস। দশৰথে প্ৰথমতে মান্তি হোৱা নাছিল যদিও শেষত তাকে কৰিবলৈ বাধ্য হ'ল। শ্ৰীৰামচন্দ্ৰৰ শোকত ৰজা বেছি দিনলৈ জীয়াই নাথাকিল। সেয়ে 'কৈকেয়ী' চিৰকালৰ বাবে কুটিলতাৰ প্ৰতিমূৰ্তি হৈ ৰ'ল।

**কৈটভঃ** এটা দৈত্যৰ নাম। বিষ্ণু যোগনিদ্ৰাত থকাৰ সময়ত মধু আৰু কৈতভ নামৰ দুটা দৈত্য বিষ্ণুৰ কাণৰ পৰা উদ্ভৱ হয়। জন্ম হৈয়ে যেতিয়া ব্ৰহ্মাক খাবলৈ মুখ মেলি যায় তেতিয়াই বিষ্ণুৱে সিহঁত দুয়োটাকে বধ কৰে: **—ভী** দুৰ্গা।

**কৈতৰ্যঃ** *পু* কটবেল, মহানিম গছ।

**কৈতকং** কেতেকী ফুল।

**কৈতৱং** ১। খেল বা জুৱাৰ পণ, ২। জুৱা, ৩। মিথ্যা, ঠগ, প্ৰৱঞ্চনা, ছল, কু ৪।৯; **—ৱঃ** ১। ঠগ, প্ৰবঞ্চক, ২। জুৱাৰী, ৩। ধঁতুৰা গছ।

**কৈদাৰং** *ক্লী* খেতি পথাৰসমূহ, **—ৰঃ** শালিধান।

**কৈমুতিকঃ** *পু.* (কিমুত ইত্যবায়ং তস্মাৎ আগতঃ ঠক্) এক প্ৰকাৰ ন্যায়, ফকৰা।

**কৈৰৱঃ** *পু.* (কুৎসিতো ৰৱঃ যস্য স্বাৰ্থে অণ্) ১। শত্ৰু, ২। ঠগ, জুৱাৰী, **—ৱং** কুমুদ ফুল, শ্বেতপদুম, মহা ১।১৮৬; **—বন্ধু** চন্দ্ৰ।

**কৈৰৱিণী** কুমুদিনী।

**কৈৰৱী (ন্)** চন্দ্ৰ। **—ৱী** *স্ত্ৰী.* জ্যোৎস্না।

**কৈৰাতঃ** *পু.* (কিৰাতে ভৱঃ ইত্যণ্) বলৱান পুৰুষ। কিৰাত বেশী, মহা ১।২।৫০।

**কৈলাসঃ** *পু.* (কে জলে লাসো লসনং দীপ্তিৰস্য) ১। কৈলাস পৰ্বত। ২। শিৱ, পাৰ্বতী আৰু কুবেৰৰ বাসস্থান। মে ১১; **—নাথঃ** সদাশিৱ, কুবেৰ, ৰ ৫।২৮।

**কৈৱৰ্তঃ** *পু.* (কে জলে ৱৰ্ততে বৃৎ অচ স্বাৰ্থে অণ্) কৈৱৰ্ত জাতি, জালোৱা, নদীয়াল, মনু ৮।২৬০।

**কৈৱল্যং** (কেৱলস্য সৰ্বোপাধি ৱৰ্জিতস্য ভাৱঃ ইতি ষ্যঞ্) ১। সম্পূৰ্ণভাৱে অকলশৰীয়া, ২। পৃথক অস্তিত্ব, ৩। পাৰ্থিৱ বস্তুৰ প্ৰতি সম্পূৰ্ণ অনাসক্তি, ৪। মোক্ষ।

**কৈশিক** *বিণ্* চুলিৰ দৰে (সূক্ষ্ম), **—কঃ** শৃঙ্গাৰ ৰস, কাম, **—কং** একোঁছা চুলি **—কী** নাটকীয় ৰীতি (বৃত্তি) চাৰিবিধৰ এবিধ। বাকী তিনি বিধ— ভাৰতী, সাত্বতী, আৰভটী।

**কৈশোৰং** *ক্লী* (কিশোৰস্য ভাৱঃ কিশোৰ অঞ্) কিশোৰাৱস্থা। যুবাৱস্থা। পোন্ধৰ বছৰৰ কম বয়সীয়া।

**কৈশ্যং** *ক্লী* (কেশানং সমূহঃ ষ্যঞ্) চুলিৰ কোছা।

**কোকঃ** *পু.* (কোকতে আদত্তে চন্দ্ৰসুধামিতি কুক অচ্) ১। চকোৱা চৰাই, ২। কুকুৰনেচীয়া বাঘ, ৰা ৫।২৬।৯; ৩। জেঠী, ৪। ভেকুলী, ৫। বিষ্ণু **—দেৱঃ** পাৰ চৰাই **—বুধঃ** সূৰ্য্য।

**কোকনদং** *পু.* (কোকান্ চক্ৰাকান নদতি কোক নদ নিচ অচ্) ৰঙা কুমুদ বা পদুম। শি ৪।৪৬।

**কোকাহঃ** (কোক ইৱ আহন্তি ৱেগেন গচ্ছন্তি) বগা ঘোঁৰা।

**কোকিলঃ** *পু.* (কুক্ আদানে ইলচ) ১। কুলি চৰাই, ৰ ১২।৩৯। ২। জ্বলন্ত কাঠৰ টুকুৰা, আঙঠা, **—আৱাসঃ —উৎসৱ** আম গছ।

**কোঙ্ক, কোঙ্কণঃ** দাক্ষিণাত্যৰ এখন ৰাজ্যৰ নাম।

**কোঙ্কণা** *স্ত্ৰী* জমদগ্নিৰ পত্নী ৰেণুকাৰ নাম, **—সুতঃ** পৰশুৰাম।

**কোজাগৰঃ** *পু.* (কো জাগৰ্তি অস্যাং পৌৰ্ণমাসীনিশায়াং) আহিন মাহৰ পূৰ্ণিমা তিথিত শ্ৰীশ্ৰী লক্ষ্মীপূজাৰ দিনা ৰাতি সম্পূৰ্ণভাৱে উজাগৰে থকা পৰ্ব।

**কোটঃ** *পু.* ১। দুৰ্গ, গড়। ২। পৰ্ণ কুটীৰ, পঁজাঘৰ, ৩। বক্ৰতা, ক্ৰুৰতা, ৪। ডাঢ়ি।

**কোটৰঃ —ৰং** (কোটং কৌটিল্যাকাৰং স্থানং গৰ্তমিতি কোট ৰা কঃ) গাঁত, গছৰ খোৰোং, ঋতু ১।২৬।

**কোটৰী, —কোটৱী** ১। নগ্না, বিবস্ত্ৰা স্ত্ৰী, ২। কালী, চণ্ডিকা, দুৰ্গা।

**কোটিঃ —টী** *স্ত্ৰী* ১। ধনুৰ বেঁকা আগভাগ। উ ৪।২৯; ২। যি কোনো বস্তুৰ বা অস্ত্ৰাদিৰ কোণ, অন্তঃভাগ, ৰ ৭।৪৬; ৩। শীৰ্ষ বিন্দু, ৪। অত্যন্তভাৱে শ্ৰেষ্ঠী, ৫। চন্দ্ৰৰ কলা, কু ২।২৬; ৬। এশ লাখ, ৬।৬৩; ৭। শ্ৰেণী, বিভাগ, ৰাজ্য, যেনে, মনুষ্যকোটি, ৮। বিকল্প, বিবাদৰ এটা কোণ বা অংশ, ৯। (অঙ্ক) সমকোণী ত্ৰিভুজৰ এটা ৰেখা, **—ঈশ্বৰঃ** কোটিপতি, **—জিৎ** *পু* কালিদাসৰ এটা উপাধি, **—জ্যা** (অঙ্ক) সমকোণী ত্ৰিভুজৰ সূক্ষ্মকোণৰ পূৰক ৰেখা **—দ্বয়ং** দুটা বিকল্প **—পাত্ৰং** গুৰি বঠা, **—পালঃ** দুৰ্গ-ৰক্ষক, **—বেধী** অতি কঠিন কাৰ্য্য সম্পাদন কৰোঁতা।

**কোটিৰ** *পু* ১। জটা, সন্ন্যাসীবিলাকে কপালৰ ওপৰত শিঙৰ দৰে থিয়কৈ বান্ধা চুলিকোছা, ২। নেউল, ৩। ইন্দ্ৰ।

**কোটি(টী)শঃ** মৈ, হাল বোৱা মাটি সমান কৰাৰ কাৰণে এবিধ বাঁহ বা কাঠৰ সঁজুলি।

**কোটিশঃ** *অব্য* কোটি কোটিকৈ, অসংখ্যকভাৱে।

**কোটীৰঃ** *পু* ১। মুকুট, কিৰীটি, ২। চূড়া, ৩। জটা।

**কোট্টঃ** দুৰ্গ।

**কোট্টৰী** *স্ত্ৰী* ১। আউল-বাউল চুলিৰে উলঙ্গ তিৰোতা, ২। আদ্যা শক্তিৰূপিণী দুৰ্গা, ৩। ৰজা বাণৰ মাতৃ।

**কোট্টাৰঃ** *পু.* ১। দুৰ্গ বেষ্টিত নগৰ, ২। পুখুৰীত নমা খটখটী। ৩। কুঁৱা, পুখুৰী, ৪। ইন্দ্ৰিয়াসক্ত পুৰুষ। ভ্ৰষ্টাচাৰী।

**কোঠঃ** এবিধ গোলাকাৰ চৰ্মৰোগ।

**কোণঃ** *পু.* (কুণতি ৱাদয়তি অনেন কুণ কৰণে ঘঞ অচ্) ১। চেতাৰাদি বজাওঁতে হাতত লোৱা কাঠী বিশেষ, 'স্রস্তকোণেন কৃতমাকাশৱাদিতম' স্বপ্নবা, ২। বীণা, ভায়লীন বজোৱা ৰেপনী, ঢোল আদি কোনো বাদ্য যন্ত্ৰ বজোৱা লাঠী, ৩। কোণ, যি কোনো বস্তুৰ কোণা, ৪। তৰোৱালৰ ধাৰ থকা ফাল, ৫। লাঠী, ৬। মঙ্গল গ্ৰহ, ৭। শনি গ্ৰহ; **—আঘাতঃ** ঢোল আদি বাদ্যযন্ত্ৰত আঘাত, ৱে ১।২২; **—কুণঃ** উৰহ, ওকণি।

**কোণাকোণি** *অব্য* কোণাকুণিকৈ, কোণৰ পৰা কোণলৈ।
**কোদণ্ডং** ধনু, ভট্টি ৩।১০০; **—ণ্ডঃ** চেলাউৰি।
**কোদ্রৱঃ** দুখীয়া মানুহে খোৱা এবিধ শস্য।
**কোপঃ** *পু.* (কুপ্যাতে ইতি কুপ ঘঞ) ১। খং, ক্রোধ পঞ্চ ১।১২৩; ২। (আয়ু) ৰোগাক্রান্ত শাৰীৰিক ধাতুঃ বায়ু পিত্ত আৰু কফ, **—আকুল —আৱিষ্ট** ক্রোধাম্বিত, **—ক্রমঃ** খঙাল পুৰুষ, খঙৰ গতি **—পদং** ১। ক্রোধৰ হেতু বা কাৰণ, ২। মিছা খং, **—ৱশঃ** ক্রোধৰ বশীভূত হোবা **—ৱেগঃ** ক্রোধাগ্নি, অত্যাচাৰ।
**কোপন** *বিণ* ১। ক্রোধী, উগ্র, খিঙখিঙিয়া, ২। খং তোলা, **—না** খঙাল তিৰোতা, উগ্রা, কু ৩।৮।
**কোপী(ন)** *বিণ* ক্রোধী, বায়ু পিত্ত কফত বিশৃঙ্খল।
**কোমল** *বিণ* (কমু কান্তৌ ৱাহুলকাৎ কলচ, উত্বং গুণশ্চ) ১। কোমল, অকঠিন, নৰম, ভট্টি ২।৬৬; ২। মধুৰ, মনোগ্রাহী। যেনে— কুলিৰ মাত, ভট্টি ৩।১০০; ৩। ধুনীয়া, সুন্দৰ **—লকং** পদুমৰ নালৰ আঁহ।
**কোমষ্টিঃ,—ষ্টিকঃ** এবিধ জলচৰ পক্ষী, টিট্টিভ চৰাই। মনু ৫।১৩।
**কোৰকং,—কঃ** *ক্লী. পু* ১। কলি, নুফুটা ফুল, শ ৬।৩; ২। মুকুল শি ৭।২৬; ৩। কলিৰ দৰে দেখা অর্থাৎ আধা প্রস্ফুটিত যি কোনো বস্তু গীত ১২; ৪। পদুমৰ নালৰ আঁহ, ৫। এবিধ আতৰ, ৬। মুকুল।
**কোৰিত** *বিণ* ১। কলি ওলোৱা, মুকুলিত, ২। চূৰ্ণীকৃত, গুড়িকৃত।
**কোলঃ***পু.* (কোলতি কামতি বাধাং ন মত্বৈৰ শত্রুং প্রতি ধাৰতি কুল অচ) ১। গাহৰি, বৰা শি ১৪।৪৩; ২। ভুৰ, নাও, ৩। বুকু, ৪। কোলা, ৫। আলিঙ্গন, ৬। শনিগ্রহ, ৭। নীচ জাতি, ৮। জঙ্গলী জাতি, ম্লেচ্ছ, **—লং** ১। এতোলা ওজন, ২। জালুক, ৩। বগৰী, **—অঞ্চঃ** কলিঙ্গ ৰাজ্য, **—পুচ্ছঃ** ডাঙৰ জাতৰ বগলী, বামুণ বগ।
**কোলম্বকঃ** *পু.* বীণাৰ দণ্ড (শৰীৰ)
**কোলাহলং, লঃ** চিঞৰ-বাখৰ, কোলাহল।
**কোৱিদ** *বিণ* অভিজ্ঞ, শিক্ষিত, নিপুণ, জ্ঞানী, মনু ৭।২৬।
**কোশং,—শঃ (ষং, —ষঃ)** ১। চাঙ্গি, বাল্টি, পিয়লা, ২। বাকচ, ট্রাঙ্ক, ৩। তৰোৱালৰ খাপ, ৪। ঢাকনী, ৫। দ'ম, একেঠাইত থোৱা বস্তু, মনু ১।৯৯; ৬। ভঁৰাল ঘৰ, ৭। ধনৰ ভঁৰাল, মনু ৮।৪১৯; ৮। ধন, সম্পত্তি, ৰ ৫।১; ৯। সোণ, ৰূপ, ১০। অভিধান, শব্দকোষ, ১১। কলি, মুকুল, নুফুলা ফুল, ১২। ফলৰ ভিতৰত থকা টান গুটি, ১৩। মাছ উৰহী আদিৰ খোল, চুপহি, ১৪। জাঁইফল, ১৫। পাট পলুৰ লেটা, ১৬। যোনি, জৰায়ু, ১৭। কণী, ডিমা, ১৮। অণ্ডকোষ, ১৯। পুৰুষাঙ্গ, ২০। 'গ্লোব', ঢোপ, ২১। শৰীৰৰ কোষ পাঁচটা (বেদান্ত), ২২। এবিধ মোকৰ্দমা (আইন), **—অধিপতিঃ, —অধ্যক্ষঃ** ধন ভঁৰালী, বিত্ত মন্ত্রী, কুবেৰ, **—অগাৰঃ** ধনৰ ভঁৰাল; **—কাৰঃ** ১। অভিধান সঙ্কলক, ২। তৰোৱালৰ খাপ তৈয়াৰ কৰোঁতা, ৩। পাটপলু, ৪। পলুৰ লেটা, **—কাৰকঃ** পাটপলু, **—কৃৎ** এবিধ কুঁহিয়াৰ, **—গৃহং** ভঁৰাল ঘৰ, ৰ ৫।২৯; **—চঞ্চুঃ** বগলী, **—নায়কঃ, পালঃ** ধনভঁৰালী, **—পেটকঃ —কং** পেৰা, চন্দুক, **—ৱাসিনঃ** খোলৰ ভিতৰত থকা জন্তু, **—বৃদ্ধি** ১। ধন বৃদ্ধি, ২। অণ্ডকোষ বৃদ্ধি, **—শায়িকা** খাপৰ ভিতৰত থকা অস্ত্র, **—স্থঃ** খোল বা খাপৰ ভিতৰত থকা, **—হীন** ধনহীন।
**কোশলিকং (কৌশলিকং)** ভেঁটী।
**কোশাটকিন** *পু.* ১। বেপাৰ, বাণিজ্য, ২। বেপাৰী, সদাগৰ।
**কোশি (ষি)** *ন্* আমগছ।
**কোষ্ঠঃ** ১। শৰীৰৰ নাড়ী ২। পেট, তলপেট, ৩। অন্তঃপুৰ, ৪। ভঁৰাল, **—ষ্ঠং** চাৰিসীমাৰ বেৰ, চৌহদ বেৰ, যি কোনো বস্তুৰ খোল, **—অগাৰং** ভঁৰাল ঘৰ, মনু ৯।২৮০; **—অগ্নিঃ** জীৰ্ণকাৰক শক্তি, **—পালঃ** ১। ভঁৰালী, ২। প্রহৰী, ৩। চিপাহী; **—শুদ্ধিঃ** মল নিষ্কাসন।
**কোষ্ঠকঃ** *পু.* ভঁৰাল, চৌহদ বেৰ, **—কং** ইটাৰ দীঘলীয়া পাত্র, য'ৰ পৰা গৰু-ছাগলীয়ে পানী খায়।
**কোষ্ণঃ** *বিণ.* কুহমীয়া (গৰম) ৰ ১।৮৪; **—ষ্ণং** উষ্ণতা।
**কোস(শ)লঃ** কোশল ৰাজ্য আৰু তাৰ অধিবাসী। ৰ ৯।৯।
**কোস(শ)লা** অযোধ্যা নগৰী।
**কোহলঃ** ১। এবিধ বাদ্যযন্ত্র, ২। এবিধ সুৰা।

**কৌক্কুটিকঃ** ১। হাঁহ-পাৰৰ পালক, ২। এক প্ৰকাৰ সন্ন্যাসী, যিয়ে তলমূৰকৈ খোজ কাঢ়ে যাতে খোজত পোক-পৰুৱা আদিৰ মৃত্যু নহয়। ৩। ভণ্ড (সন্ন্যাসী), ৪। দাম্ভিক।

**কৌক্ষ, কৌক্ষী** কুক্ষি (পেট) সম্বন্ধীয়।

**কৌক্ষেয়, –য়ী** পেটত থকা, খোলৰ ভিতৰত থকা (কীট-পোকাদি)।

**কৌক্ষেয়কঃ** *পু.* তৰোৱাল (ডেগাৰ)।

**কৌঙ্কঃ, কৌঙ্কণঃ** কোঙ্কণ চাওক।

**কৌট(টী)** *বিণ.* (কূট্যাং ভৱ) ১। নিজৰ ঘৰত থকা, স্বাধীনচিতীয়া, ২। ঘৰুৱা, ৩। অসৎ, ঠগ, ৪। পাশবদ্ধ; **—টঃ** মিছা সাক্ষী, কপট সাক্ষী, **—জঃ** কুটজ গছ, **—তক্ষঃ** স্বাধীনমনা (অৰ্থাৎ নিজৰ ঘৰতে থাকি ইচ্ছানুসৰি কাম কৰা) কাঠমিস্ত্ৰী, **—সাক্ষ্য** মিছা সাক্ষ্য।

**কৌটাটিকঃ, –কৌটিকঃ** ১। ফান্দত বা জালত চৰাই ধৰি ফুৰা লোক, ২। কচ্ছাই।

**কৌটিলিকঃ** ১। চিকাৰী, ২। কমাৰ।

**কৌটিল্যং** কুটিলতা, দুষ্টামি, অসততা।

**কৌটিল্যঃ** *পু.* ৰাজনীতি আৰু অৰ্থনীতি বিষয়ৰ বিখ্যাত পুথি অৰ্থশাস্ত্ৰৰ প্ৰণেতা, মহাৰাজ চন্দ্ৰগুপ্তৰ উপদেষ্টা, মাৰ্গদৰ্শক আৰু বিশাখদত্তৰ বিখ্যাত নাটক মুদ্ৰাৰাক্ষসৰ প্ৰধান চৰিত্ৰ চাণক্য, মুদ্ৰা ১।৭।

**কৌটুম্বং** মিতিৰ, কুটুম্ব।

**কৌটুম্বিক (কী)** *(বিণ)* পৰিয়ালৰ মূৰব্বী।

**কৌণপঃ** *পু* ৰাক্ষস, দৈত্য, **—দন্তঃ** পিতামহ, ভীষ্মত্ব।

**কৌতুকং** (কুটুক স্বাৰ্থে অণ) ১। কৌতূহল, আশা, ২। অধীৰতা, ৩। বিবাহসূত্ৰ, বিবাহ কাৰ্য্যৰ আগতে দৰাক কঁকালত লবলৈ দিয়া এডাল বটিয়া, ৰ ৮।১৪; ৪। বিবাহাদি উৎসৱ, ৫। আনন্দ, সুখ, ভৰ্তৃ ৩।১৪০; ৬। খেল-ধেমালি, ৭। নৃত্য-গীত, সাংস্কৃতিক অনুষ্ঠান, ৮। হাস্য, পৰিহাস, ব্যঙ্গ, ৯। আদৰ-সম্ভাষণ, অভিবাদন, **—অগাৰঃ, ৰং, গৃহং** প্ৰমোদ কানন, কু ৭।৯৪; **—ক্ৰিয়া, –মঙ্গলং** মাঙ্গলিক উৎসৱ, বিবাহোৎসৱ, ৰ ১১।৫৩; **—তোৰণঃ, —ণং** মাঙ্গলিক উৎসৱৰ সময়ত পদুলিত সজোৱা তোৰণ।

**কৌতূহলং** ১। কৌতূহল, ইচ্ছা, আবেগ, ২। উগ্ৰ অভিলাষ, ৩। আশ্চৰ্য্যসূচক বিষয়।

**কাত্তিকঃ** যাঠীয়াল।

**কৌদালিকঃ** বৰ্ণসঙ্কৰ জাতি বিশেষ। ৰজক আৰু তীবৰৰ সন্তান।

**কৌন্তী** *স্ত্ৰী.* ১। ৰেণুকা নামৰ এবিধ সুগন্ধি দ্ৰব্য। ২। এখন নদীৰ নাম।

**কৌন্তেয়ঃ** *পুং* (কুন্ত্যা অপত্যং ইতি ঢক) কুন্তীপুত্ৰ। যুধিষ্ঠিৰাদি পঞ্চপাণ্ডৱ। গী ২।৩।

**কৌপ (পী)** *বিণ.* কুঁৱা সম্পৰ্কীয়।

**কৌপীনং** (কূপপতনমৰ্হতীতি) ১। পাপ, পাপ কাৰ্য, ২। কঁকালৰ তলত গুপ্তাঙ্গ ঢাকি পিন্ধা এটুকুৰা সৰু কাপোৰ, লেংটি। ৩। গুপ্তাঙ্গ, ৪। ফটাছিটা কাপোৰ।

**কৌমাৰং** *ক্লী.* (কুমাৰস্য কৰ্ম ভাৱো বা কুমাৰ অঞ্) ১। কুমাৰাৱস্থা, ২। কিশোৰ কাল, **—ৰং** শিশুকাল, শৈশৱাৱস্থা, কন্যাকাল, মনু ৯।৩; **—ভৃত্যং** শিশু পালন, ল'ৰা-ছোৱালীৰ লালন-পালন, **—হৰ** *বিণ.* তিৰোতাক কন্যা ৰূপত পোৱা অথবা বিবাহ কৰোঁতা।

**কৌমাৰকং** *ক্লী.* লৰালি কাল, কোমল বয়স।

**কৌমাৰিকেয়ঃ** কুমাৰী বয়সত হোৱা ল'ৰা সন্তান।

**কৌমুদঃ** কাতি মাহ।

**কৌমুদী** *স্ত্ৰী.* (কুমুদস্য ইয়ং প্ৰকাশকত্বাৎ অণ ঙীপ) ১। জ্যোৎস্না কু ৪।৩৩; ২। আনন্দজনক, ৩। উৎসৱ, ৪। কাতি মাহৰ পূৰ্ণিমা তিথি, আহিন মাহৰ পূৰ্ণিমা, দীপান্বিতা, ৫। ব্যাখ্যা, যি গ্ৰন্থত কোনো বিষয়ৰ বিশদ ব্যাখ্যা থাকে, যেনে— সিদ্ধান্ত কৌমুদী।

**কৌমোদকী, কৌমোদী** বিষ্ণুৰ গদা।

**কৌৰৱঃ** (কুৰোৰপত্যমিতি অণ) কুৰুৰাজৰ সন্ততি, কুৰু বংশৰ সতি-সন্ততি। মে ৪৮।

**কৌৰব্যঃ** *পু.* কৌৰৱ, কুৰুৰাজ।

**কৌৰ্প্যঃ** *পু* বৃশ্চিক ৰাশি।

**কৌল** *বিণ* ১। কুল বা পৰিয়াল সম্পৰ্কীয়, ২। সৎকুলোদ্ভৱ, মহান কুলপ্ৰসূত, **—লঃ** বামহস্ত শক্তিপূজক, **—লং** বামাচাৰী শাক্তসকলৰ ধৰ্ম্মমত।

**কৌলকেয়ঃ** অসতী তিৰোতাৰ সন্তান, ব্যভিচাৰী তিৰোতাৰ পুত্ৰ।

**কৌলটিনেয়ঃ, —কৌলটেয়ঃ** ১। ভিক্ষাৰী তিৰোতাৰ পুত্ৰ, ২। জাৰজ।

**কৌলিক** *বিণ.* ১। পাৰিবাৰিক, বংশীয়, ২। পৰম্পৰাগত পাৰিবাৰিক আচাৰ, **—কঃ** ১। তাঁতী, পঞ্চ ১।২০২; ২। বিধৰ্মী, ৩। বামাচাৰী, শাক্ত ধৰ্মাৱলম্বী।

**কৌলীন** *বিণ.* অভিজাত, উচ্চ বংশজাত, **—নঃ** ভিক্ষাৰিণীৰ সন্তান। বামাচাৰী, শাক্তপন্থী, **—নং** ১। কেলেঙ্কাৰি, লোকাপবাদ, মে ১১২; ২। পাপকৰ্ম, নিন্দনীয় চৰিত্ৰ, বে ২।১০; ৩। পশু, সাপ, চৰাই আদিৰ যুদ্ধ, ৪। কুকুৰা যুঁজ, ৫। যুদ্ধ, সমৰ, ৬। উচ্চ জন্ম, ৭। গুহ্যদ্বাৰ।

**কৌলীন্যং** উচ্চ বংশত জন্ম, পাৰিবাৰিক কেলেঙ্কাৰী।

**কৌলূতঃ** কুলূতবিলাকৰ ৰজা।

**কৌলেয়** কুলীন।

**কৌলেয়কঃ** *পু.* কুকুৰ। প্ৰকাণ্ড চিকাৰী কুকুৰ।

**কৌল্য** *বিণ.* কুলীন, অভিজাত, উচ্চ বংশজাত।

**কৌবেৰ** *বিণ.* কুবেৰৰ পৰা অহা। ৰ ১৫।৪৫; **—ৰী** কুবেৰৰ বাসস্থান, উত্তৰ দিশ, **—ৰং** কুষ্ঠ ৰোগ।

**কৌশ(শী)** *বিণ.* পাট সূতাৰে তৈয়াৰী, কুশেৰে তৈয়াৰী।

**কৌশলং(ল্যং)** *ক্লী.* কুশলতা, সুখ, আনন্দ, শান্তি, ২। নিপুণতা, চাতুৰ্য্য। শি ১০।১৩।

**কৌশলিকং** ভেটী।

**কৌশলিকা কৌশলী** ১। উপহাৰ, নৈবেদ্য, ২। কুশল সম্ভাষণ।

**কৌশলেয়ঃ** *পু.* কৌশল্যাৰ পুত্ৰ শ্ৰীৰামচন্দ্ৰ।

**কৌশল্যা** *স্ত্ৰী.* দশৰথৰ জ্যেষ্ঠা পত্নী আৰু শ্ৰীৰামৰ মাক।

**কৌশম্বীঃ** গঙ্গাৰ পাৰৰ এখন পৌৰাণিক নগৰৰ নাম।

**কৌশিক (কী)** *বিণ.* ১। খাপৰ ভিতৰত সুমুৱাই ৰখা, ২। পাট সূতাৰে তৈয়াৰী।

**কৌশিকঃ** *পু.* (কুশিকস্যাপত্যম্ ঋষি অণ্) ১। ইন্দ্ৰ, ২। বিশ্বামিত্ৰ, ৩। ফেঁচা উ ২।২৯; ৪। অভিধান সঙ্কলক, ৫। হাড়ৰ মাজত থকা মগজু বা মজ্জা, ৬। গুগ্‌গুল, এবিধ সুগন্ধি ধূনা জাতীয় দ্ৰব্য, ৭। সাপ ধৰা মানুহ, ৮। শৃঙ্গাৰ ৰস; **—কা** পিয়লা, পানপাত্ৰ; **—কী** ১। বিহাৰৰ এখন নদীৰ নাম, ২। দুৰ্গা, ৩। চাৰি বিধ নাটকীয় ৰীতিৰ এবিধ, **—অৰাতিঃ, —অৰিঃ** কাউৰী, **—ফলঃ** নাৰিকল গছ, **—প্ৰিয়** শ্ৰীৰামচন্দ্ৰ।

**কৌশেয়ং** *ক্লী.* ১। পাটৰ কাপোৰ, পঞ্চ ১।৯৪; ২। পাট সূতা মনু ৫।১২০; ৩। প্ৰেমিকে পিন্ধা পাটৰ কাপোৰ। ঋতু ৫।৯।

**কৌসীদ্যং** (কুৎসিতং সীদতি অস্মিন কু সীদ শঃ) ১। আলস্যতা তন্দ্ৰা, ২। (কুসীদস্য কৰ্ম ষ্যঞ্) সুদৰ ব্যৱসায়।

**কৌসৃতিকঃ** ১। ঠগ, প্ৰবঞ্চক, ২। যাদুকৰ।

**কৌস্তুভঃ** *পু.* (কুং ভুৱং স্তুভ্নাতি ব্যাপ্নোতি, কুস্তুভঃ সাগৰঃ তস্য ভাৱঃ ইত্যণ্) বিষ্ণুৰ বুকত থকা মণি, ভা ৮।৮।৫; সমুদ্ৰ মন্থনত এই মণিৰ লগতে আন তেৰটা মণি সাগৰৰ পৰা উত্থিত হৈছিল। ৰ ৬।৪৯; **—লক্ষণঃ, —ৱক্ষঃ —হৃদয়ঃ** বিষ্ণু।

**ক্নূয়্** আৰ্দ্ৰত্বে, দুৰ্গন্ধে (ভ্বা আ অক ক্নূয়তে) ১। তিতা, ২। শব্দ কৰ, ৩। ডুব, ৪। দুৰ্গন্ধ বাহিৰ হ।

**ক্ৰকচঃ** (কচ শব্দে অচ্) কৰত। জ্যোতিষ শাস্ত্ৰোক্ত যোগ বিশেষ। শনিবাৰৰ ৬ষ্ঠী, শুক্ৰৰ ৭মী, এনেকৈ ৰবিবাৰৰ দ্বাদশী তিথিলৈ যোগকেইটাক ক্ৰকচযোগ বুলি কোৱা হয়। **—চ্ছদ** কেতেকী গছ, **—পাদঃ** জেঠী।

**ক্ৰকৰঃ** ১। কুকুৰাৰ দৰে এবিধ চৰাই, ২। দৰিদ্ৰ, ৩। কৰত, ৪। এবিধ ৰোগ।

**ক্ৰতুঃ** *পু.* (ক্ৰিয়তেঽসৌ ইতি কৃ কতু উণাদি) ১। যজ্ঞ, অশ্বমেধ যজ্ঞ, মনু ৭।৭৯; ২। বিষ্ণু, ৩। দহ প্ৰজাপতিৰ এজন, ৪। ব্ৰহ্মাৰ মানস পুত্ৰ সাতগৰাকী ঋষিৰ এগৰাকী; ৫। প্ৰজ্ঞা, জ্ঞান, ৬। শক্তি, সামৰ্থ্য; **—উত্তমঃ** ৰাজসূয় যজ্ঞ, **—দ্ৰুহ, —দ্বিষ্** ৰাক্ষস, দানৱ, **—ধ্বংসীঃ** শিৱ (শিৱই দক্ষযজ্ঞ ধ্বংস কৰিছিল)। **—পতি** যজ্ঞকৰ্তা, **—পশু** যজ্ঞৰ ঘোঁৰা; **—পুৰুষঃ** বিষ্ণু; **—ভুক্** দেৱতা, **—ৰাজ** যজ্ঞদেৱতা, মনু ৯।২৬০।

**ক্ৰথ্** ক) ৱধে (ভ্বা প সক ক্ৰথতি) আঘাত কৰ, বধ কৰ, বধে (চুৰা প সক ক্ৰথয়তি, ক্ৰাথয়তি) বধ কৰ, খ) প্ৰতিহৰ্ষে (চুৰা প সক ক্ৰথয়তি) হাঁহি তোল, হঁহুৱা, হঁহুৱাই ভাল পা, যেনে, লোকঃ শিশুং ক্ৰথয়তি। মানুহে শিশুক হঁহুৱাই ভাল পায়।

**ক্ৰথনং** *ক্লী.* (ক্ৰথ্ ৱধে ভাৱে ল্যুট্) ১। মাৰণ, হত্যা, বধ। **—নঃ** এটা দানৱ।

**ক্ৰথনকঃ** উট।

**ক্ৰন্দ্** ৰোদনে, আহ্বানে (ভ্বা প অক আহ্বানে সক ক্ৰন্দতি) ১। কন্দা, উচুপ, চকুপানী টোক, ২। আহ্বান কৰ, মাত; **—আ চিএৰি চিএৰি কান্দ,** ঋ ৪।৭।

**ক্রন্দনং** ১। দুখত কন্দা, শোক ৰ ৯।৭৫; ২। প্রত্যাহ্বান।
**ক্রন্দনঃ** মেকুৰী।
**ক্রুপ্** কৃপায়াম (ভ্বা আ অক ক্রপতে) দয়া কৰা।
**ক্রম্** গতৌ (ভ্বা প সক ক্রামতি); দিৱা প সক ক্রম্যতি, ক্রাম্যতি) ১। খোজ কাঢ়, যা, গমন কৰ, ভট্টি ৮।২; ২। ওচৰলৈ যা, ৩। অতিক্রম কৰ, ৪। জাঁপ মাৰ, ভট্টি ২।৯; ৫। ওপৰলৈ উঠ, ৬। অধিকাৰ কৰ, পূৰ্ণ কৰ, ৭। চেৰ পেলা, ৮। ভাৰ ল, চেষ্টা কৰ, ৯। যৌন সঙ্গম কৰ। **অতি—** অতিক্রম কৰ, পাৰ হৈ যা, চেৰ পেলা, উপেক্ষা কৰ, অস্বীকাৰ কৰ (সময়) অতিবাহিত কৰ, **অধি—** ওপৰলৈ উঠ; **অধ্যা—** অধিকাৰ কৰ, পূৰ্ণ কৰ, **অনু—** অনুসৰণ কৰ, আৰম্ভ কৰ, **অন্বা—** এজনৰ পিচত এজনক দেখ বা চা বা দেখা কৰ, **অপ—** গুচি যা; **অভি—** ওচৰ চাপ, ঘূৰি ফুৰ, আক্রমণ কৰ। দমন কৰ; **আ—** আক্রমণ কৰ, ওচৰ চাপ, ওচৰলৈ যা, জয় কৰ; **উদ্—** উলঙ্ঘন কৰ, অৱজ্ঞা কৰ, **উপ—** ওচৰলৈ যা। আক্রমণ কৰ, শুশ্রূষা কৰ, সেৱা কৰ, আৰোগ্য কৰ. নিৰ্গত হ। **পৰা—** শক্তি প্রদৰ্শন কৰ, সাহসেৰে কাম কৰ, ঘূৰি চা; **পৰি—** ১। ঘূৰ, পাৰ হ; **প্র** আৰম্ভ কৰ। ৰ ২।১৫; ২। ভৰি দি, ভট্টি ১৫।২৪, ৩। যা, যাত্রা কৰ। **প্রতি—** উভতি আহ, **বি—** ১। খোজ কাঢ়ি আগ বাঢ়, ২। প্রচণ্ডভাৱে আক্রমণ কৰ, জয় কৰ। ৩। ভাগি যা, বা পেলা, খোল; **ব্যতি—** উলঙ্ঘন কৰ। অতিবাহিত কৰ। **সম্—** ১। এক লগ হ, মিলি যা, ২। পাৰ হ, অতিক্রম কৰ, ওচৰ চাপ, ৩। লাহে লাহে ভিতৰলৈ সোমা, ৰ ৫।১০; **সমা—** ১। অধিকাৰ কৰ, পূৰ্ণ কৰ, দখল কৰ। ৰ ৯।৪, ২। দমন কৰ, আক্রমণ কৰ।
**ক্রমঃ** *পু.* (ক্রম্যতে প্রাপ্যতে পাঠভেদোঽনেন ক্রম ঘঞ্) ১। বেদ সংহিতাৰ পাঠ বিশেষ, ক্রম পাঠ, ২। (ক্রম্ ভাৱে ঘঞ্) অনুক্রম ৰ ১১।২৪; ৩। খোজ, গতি, ৪। লাহে লাহে, কালক্রমত আগ বঢ়া, ৫। সম্পাদন, প্রাৰম্ভ, ৬। নিয়মিত ৰীতিত গতি, এটাৰ পিছত এটা, মনু ৭।২৪; ৭। পদ্ধতি। নীতি, ৮। আক্রমণ কৰাৰ আগতে লোৱা স্থিতি, ভঙ্গী, ৯। যো-জা, সাজ-সজ্জা, ১০। উদ্যোগ, ১১। শক্তি, বল, **—মং** বোকা, **—আগত, —আম্নাত** বংশানুক্রমে প্রাপ্ত: **—জ্যা** ৰাশিচক্রৰ গ্রহৰ দূৰত্ব; **—ভঙ্গঃ** বিশৃঙ্খলতা।
**ক্রমক** *বিণ.* সুশৃঙ্খল, পদ্ধতিগত; **—কঃ** নিয়মিত পাঠ্যক্রম অনুসৰণ কৰা ছাত্র।
**ক্রমণঃ** ১। ভৰি, ঠেং, ২। ঘোঁৰা; **—ণং** ১। খোজ, পদক্ষেপ, ২। খোজ কঢ়া, আগ বঢ়া, উলঙ্ঘন।
**ক্রমতঃ** *অব্য.* লাহে লাহে, এটাৰ পিছত এটাকৈ।
**ক্রমশঃ** *অব্য.* নিয়মিতভাৱে, এটাৰ পিছত এটাকৈ, লাহে লাহে, মনু ১।৬৮।
**ক্রমিক** *বিণ.* আনুক্রমিক, এটাৰ পিচত এটা। বংশানুক্রমে, পৰম্পৰাগতভাৱে।
**ক্রমিজা** লা।
**ক্রমুঃ ক্রমুকঃ** তামোল গছ। শি ৩।৮১।
**ক্রমেলঃ, —লকঃ** উট। শি ১২।১৮।
**ক্রমোদ্বেগঃ** (ক্রমেণ উদগতঃ বেগঃ যস্য) বলদ।
**ক্রয়ঃ** *পু.* (ক্রী ভাৱে অচ) কিনা, ক্রয়, মূল্যৰ বিনিময়ত গ্রহণ। **—আৰোহঃ** বজাৰ, হাট। **—ক্রীত** *বিণ.* মূল্য বা পণৰ বিনিময়ত গৃহীত। **—লেখ্যং** বিক্রী দলিল। **—বিক্রয়ৌ** বাণিজ্য, বেহা বেপাৰ। মনু ৮।৫: **—বিক্রয়িকঃ** বেপাৰী, সদাগৰ।
**ক্রয়িকঃ** *পু.* (ক্রয়ঃ প্রয়োজনমস্যাসা ইতি ঠন) ক্রেতা, কিনোতা, খৰিদ্দাৰ।
**ক্রয্য** বিক্রীৰ বাবে বজাৰত যিটো বস্তু সকলোৱে দেখাকৈ ৰখা হয়। শঃ ব্রা ৩।৩।৩১
**ক্রব্যং** *ক্লী.* (ক্লব যৎ লস্য ৰত্বম) মাংস, গেলা মাংস। **—অদ্ —অদ, —ভুজ্** গেলা মাংস খোৱা। মনু ৫।৩১, **—ব্যাঃ** ১। মাংসাহাৰী জন্তু, যেনে বাঘ উ ১।৪৯, ২। দৈত্য, দানৱ। ৰ ১৫।১৬
**ক্রশিমন্** *পু.* ক্ষীণতা, কৃশতা।
**ক্রাকচিকঃ** কৰতীয়া। কৰতেৰে কাঠ ফলা মানুহ।
**ক্রান্তঃ** (ক্রম্যতে ইতি ক্রম ক্তঃ) ১। ঘোঁৰা, ২। এখোজ, পদক্ষেপ, **—দৰ্শী** সৰ্বজ্ঞ।
**ক্রান্তি** *স্ত্রী.* ১। গমন, আগ বঢ়া, ২। খোজ, গতি, ৩। অতিক্রম, ৪। আক্রমণ, ৫। গ্রহৰ গতি, ৰবিমাৰ্গ, ৬। সূৰ্য্য বা চন্দ্র গ্রহণ, **—কক্ষঃ —মণ্ডলং, —বৃত্তং** গ্রহণ সংক্রান্ত, ৰবি মাৰ্গ। **—বলয় ক্রান্তি মণ্ডল।**
**ক্রায়কঃ, —য়িকঃ** (ক্রীণাতি ইতি ক্রী ণ্বুল্) ক্রেতা, কিনোতা, খৰিদ্দাৰ।

**ক্রিমিঃ** *পু.* (ক্রমু পাদ বিক্ষেপে ইতি ইন কিৎ ইচ্চ) কীট, পেলু। **—জং** অগৰু গছ। **—জা** লা, **—শৈলঃ** উঁই হাফলু।

**ক্রিয়ঃ** *পু.* মেষ ৰাশি।

**ক্রিয়া** *স্ত্রী.* (ক্রিয়তে অনয়া অসৌ অস্মিন্ ইতি শ প্রত্যয়ঃ ৰিঙাদেশঃ ইয়ঙ্) ১। আৰম্ভ, সম্পাদন, ২। কৰ্ম, কাৰ্য্য, ব্যৱসায়, উদ্যোগ, মনু ২।৪; ৩। শাৰীৰিক কৰ্ম, পৰিশ্ৰম, ৪। শিক্ষাদান, ৫। নৃত্য-গীতাদি কলা, বা বিদ্যাত পাৰ্গত অথবা অধিকাৰ, ৬। অনুশীলন, ৭। ধৰ্মীয় কাৰ্য্য বা উৎসৱ, ৮। ব্ৰত বা প্ৰায়শ্চিত্ত, ৯। শ্ৰাদ্ধ, তৰ্পণ আদি, ১০। পূজা-পাৰ্বণ, ১১। চিকিৎসা, ১২। (ব্যাকৰণ) ক্রিয়া, ধাতুৰে প্ৰকাশ কৰা ভাব, ১৩। গতি, ১৪। (আইন) কঠোৰ পৰীক্ষা অথবা সাক্ষী-বাদীৰে ন্যায়িক তদন্ত, ১৫। প্ৰমাণৰ ভাৰ; **—অন্বিত** ধৰ্মীয় ব্ৰতাদি পালন। **—অপৱৰ্গঃ** কৰ্মৰ সু-সম্পাদন। কি ১।৪৪; ২। নৈষ্ঠিক কৰ্মৰ পৰা মুক্তি, **—অভ্যুপগমঃ** বিশেষ চুক্তিপত্ৰ, **—অৱসন্ন** *বিণ.* সাক্ষ্যৰ দোষত যি কোনো মোকৰ্দমাত হাৰে, **—কলাপঃ** ১। ধৰ্মীয় বিধি অনুসাৰে পালন কৰিব লগীয়া সমস্ত পূজা-পাৰ্বণাদি অনুষ্ঠান, ২। ব্যৱসায়ৰ সকলো দিশ, **—কাৰঃ** ১। কৰ্মী, ২। নতুন বিদ্যাৰ্থী, ৩। সম্মতি বা চুক্তিপত্ৰ, **—দ্বেষিন্** যি সাক্ষীৰ সাক্ষ্য মোকৰ্দমাৰ বাবে অনিষ্টকৰ। পাঁচ বিধ সাক্ষীৰ এবিধ। আন চাৰিবিধ, অন্যবাদী, নোপস্থায়ী, নিৰুত্তৰ, আহুতপ্ৰপলায়ী, **—নিৰ্দেশঃ** সাক্ষ্য প্ৰমাণ, **—পথঃ** চিকিৎসা পদ্ধতি, **—পৰ** পৰিশ্ৰমী, **—পাদঃ** মোকৰ্দমাৰ চাৰিটা পাদ বা বিভাগৰ তৃতীয় বিভাগ। ক্ৰমে বাকীকেইটা হ'ল : পূৰ্বপক্ষ, উত্তৰপক্ষ আৰু নিৰ্ণয় অৰ্থাৎ ৰায়। **—যোগঃ** ১। ক্রিয়াৰ লগত সম্পৰ্ক বা সংযোগ, ২। উপায় প্ৰয়োগ, **—লোপ** পূজা-পাৰ্বণাদি কোনো ধৰ্ম কাৰ্যৰ বিৰাম বা স্থগিত কৰণ, মনু ১০।৪৩; **—ৱশঃ** কৃতকৰ্মৰ প্ৰভাৱ, **—ৱাচক, —ৱাচিন্** কৰ্মবাচক, বিশেষ্য, **—ৱাদী** অভিযোগকাৰী, মোকৰ্দমাৰ পূৰ্বপক্ষ, **—ৱিধিঃ** ধৰ্মকাৰ্য্যৰ নীতি, নিয়ম, মনু ৯।২২০; **—সংক্ৰান্তিঃ** নিজৰ জ্ঞান আনক দিয়া, দীক্ষা দান।

**ক্রিয়াৱৎ** *পু.* কৰ্মৰত, কৰ্মত নিযুক্ত। কাম কৰি থকা লোক, ভট্টি ১।১০;

**ক্ৰী** দ্ৰব্যপৰ্যায়ে (ক্ৰ্যা উ সক ক্ৰীণাতি, ক্ৰীণীতে) ১। কিন, ক্ৰয় কৰ। ধন বা পণৰ বিনিময়ত লাভ কৰ, মনু ৯।১৭৪; ২। বিনিময় কৰ, **নিস—** ১। ধন দি মুক্ত কৰ, বা খালাচ কৰ, **পৰি—** ১। কিন, ভট্টি ৮।৭২; ২। ভাড়া কৰ, কিছু সময়ৰ বাবে কিন, ৩। ঘূৰাই দি, পৰিশোধ কৰ, **বি—** ১। বিক্ৰী কৰ মনু ১০।৯০; ২। বিনিময় কৰ।

**ক্ৰীড়্** খেলে (ভ্বা প অক ক্ৰীড়তি) ১। খেল-ধেমালি কৰ, ২। আমোদ কৰ, ৩। জুৱা খেল, বাজি মাৰ, পাশা খেল, মনু ৪।৭৪; ৪। আনন্দ কৰ, পৰিহাস কৰ, গীত ৩ **অনু—** খেল, আমোদ কৰ, **আ—, —পৰি, —সং** খেল। মে ৭০। শব্দ কৰ অৰ্থত সং ক্ৰীড় পৰস্মৈপদী হয়।

**ক্ৰীড়ঃ** *পু.* খেল-ধেমালি, আনন্দ-উৎসৱ, ২। পৰিহাস।

**ক্ৰীড়নকঃ —কং, —নীয়ং, —নীয়কং** খেলৰ সামগ্ৰী, পুতলা আদি।

**ক্ৰীড়া** *স্ত্রী.* (ক্ৰীড় ভাৱে অপ টাপ্) পৰিহাস, খেল ধেমালি, ভা ২।৩।১৫; মে ৩৩ – **গৃহং** প্ৰমোদ গৃহ, **—শৈলঃ** কৃত্ৰিম পাহাৰ, প্ৰমোদ বনত তৈয়াৰ কৰা পাহাৰ। মে ৭৭; **—নাৰী** বেশ্যা, গণিকা। **—কোপঃ** মিছা খং, কৃত্ৰিম ক্ৰোধ, **—ময়ূৰঃ** খেলিবৰ বাবে ৰখা ম'ৰা চৰাই, **—ৰত্নং** খেলৰ ভিতৰত ৰত্নস্বৰূপ : যৌন সম্ভোগ।

**ক্ৰীত** *বিণ.* (ক্ৰী কৰ্মণি ক্তঃ) কিনা, কিনি অনা (বস্তু আদি) **—তঃ —তকঃ** শাস্ত্ৰবিধিমতে বাৰ বিধ পুত্ৰৰ ভিতৰত এবিধ— আচল পিতা-মাতাৰ পৰা ধনৰ বিনিময়ত অনা পুত্ৰ, **—অনুশয়ঃ** বস্তু কিনি উঠাৰ পিচত কৰা অনুতাপ, কিনা বস্তু বিক্ৰেতাক ঘূৰাই দিয়া।

**ক্ৰুঞ্চ, ক্ৰুঞ্চঃ** ১। ডাঙৰ বগলী, বামুণ বগ, ২। ক্ৰৌঞ্চ পৰ্বত।

**ক্ৰুদ্ধ** *বিণ.* (ক্ৰুধ্ কৰ্তৰি ক্তঃ) ক্ৰোধান্বিত, খঙাল, ক্ৰোধযুক্ত।

**ক্ৰুধ্** কোপে (দিৱা প অক ক্ৰুধ্যতি) খং উঠ, ক্ৰোধান্বিত হ, **প্ৰতি—** প্ৰতিক্ৰোধ, (ক্ৰোধৰ বিপৰীতে ক্ৰোধ) প্ৰতিশোধ ল, মনু ৬।৪৮; **সম্—** কাৰোবাৰ ওপৰত খং উঠ, ভট্টি ৮।৭৬।

**ক্ৰুধা** *স্ত্রী.* খং, ক্ৰোধ।

**ক্ৰুশ্** ৰোদে হ্বতৌ (ভ্বা প অক, আহ্বানে সক ক্ৰোশতি) ১। কন্দাকটা কৰ, চকু পানী টোক, দুখ কৰ, ২। চিঞৰ মাৰ, আৰ্তনাদ কৰ, চিঞৰি মাত, ভট্টি ১৪।৩১; **অনু—** পুতৌ কৰ, দুখ দেখি বেজাৰ কৰ, **আ—** ১। চিঞৰ, উচ্চস্বৰে চিঞৰ, ভৰ্তৃ ৩।১২৩; ২। নিন্দা কৰ, তিৰস্কাৰ কৰ। মনু ৮।২৬৭; **পৰি—** শোক কৰ; **প্ৰত্যা—** ওলোটাই গালি-গালাজ কৰ, **ৱি—** উচ্চৰৱে মাত, ভট্টি ১৪।৪২; ২। চিঞৰি মাত, চিঞৰ, ৩। প্ৰতিধ্বনিত হ, **ব্যা—** শোক কৰ।

**ক্ৰুষ্টং** *ক্লী.* (ক্ৰুশ ভাৱে ক্তঃ) ৰোদন, কান্দোন, চিঞৰ।

**ক্ৰূৰ** *বিণ.* (কৃৎ ছেদনে উণাদি ৰক ক্ৰু আদেশশ্চ) ১। পৰদ্ৰোহকাৰী, নিৰ্দয়, হৃদয়হীন, মে ১০৫; মনু ১০।৯; ২। কঠিন, কৰ্কশ, ৩। ভয়ানক, ৪। বিধ্বংসী, অনিষ্টকাৰী, ৫। আঘাতপ্ৰাপ্ত, ৬। ৰক্ত-পিপাসু, ৭। অশিক্ষিত, ৮। শক্তিশালী, ৯। গৰম, তীক্ষ্ণ, অপ্ৰীতিকৰ, মনু ২।৩৩; **—ৰঃ** চিলনী, শেন চৰাই; **—ৰং** ১। আঘাত, ২। হত্যা, বধ, ৩। ভয়ানক কাৰ্য্য; **—আকৃতি** ভয়ানক শৰীৰযুক্ত, (পু) ৰাৱণ, **—আচাৰঃ** কদাচাৰ। কু সংস্কাৰ; **—আশয়** *বিণ.* ১। ভয়ানক জন্তু থকা (নদী সৰোবৰ আদি), ২। হৃদয়হীন; **—কৰ্ম্মন্** কঠিন পৰিশ্ৰম; **—কৃৎ** ভয়ানক, নিৰ্দয়; **—কোষ্ঠ** *বিণ.* শৌচ কচা, ঔষধ খোৱাৰ পিচতো শৌচ নোহোৱা, **—গন্ধ** গন্ধক, **—দৃশ্** হিংসুক দৃষ্টিযুক্ত, কুদৃষ্টিসম্পন্ন; **—ৰাৱিন্** *পু.* শেন চৰাই; **—লোচনঃ** শনি গ্ৰহ, **ক্ৰূৰা** *(স্ত্ৰী)* ৰঙা পুনৰ্ণবা শাক।

**ক্ৰেতৃ** *পু.* ক্ৰেতা, কিনোতা, **—য়ং** কিনিব লগীয়া বস্তু।

**ক্ৰোঞ্চঃ** এখন পৰ্বতৰ নাম।

**ক্ৰোড়ঃ** *পু.* (ক্ৰুড় ঘঞ) ১। গাহৰি, ২। গছৰ খোৰোং, ৩। বুকু, কোলা, ৪। মাজ ভাগ বা মাজৰ অংশ **ক্ৰোড়ী কৃ** কোলাত ল, বুকুত সাবটি ল; **—ড়ং —ড়া** ১। বুকু, দুই কান্ধৰ মাজ ভাগ, ২। গাঁত, খোৰোং, মধ্য স্থল, **—অঙ্কঃ —অঙ্গঃ —অংঘ্ৰি, —পাদঃ** কাছ, **—পত্ৰং** ১। কোনো ৰচনাৰ শেষত 'আকৌ' 'পুনশ্চ' বুলি কিছু লিখা কথা। ২। বাতৰিকাকত অথবা আলোচনীৰ লগতে দিয়া আন এখন কাকত বা পত্ৰ, ৩। উইল বা ইচ্ছা-দলিলৰ লগত থকা পত্ৰ বা নথি।

**ক্ৰোড়ীমুখঃ** গঁড়।

**ক্ৰোথঃ** *পু.* (ক্ৰুথ হিংসনে ভাৱে ঘঞ) হত্যা, বধ।

**ক্ৰোধঃ** *পু.* (ক্ৰুধ ভাৱে ঘঞ) ১। খং, ৰাগ। গী ২।৬২; "কাম এষ ক্ৰোধ এষ ৰজোগুণ সমুদ্ভৱঃ" গীতা, ৩।৩৭; ২। (অলঙ্কাৰ) ৰৌদ্ৰ ৰসৰ উৎপাদক। **—উজ্ঝিতঃ** ক্ৰোধশূন্য, শান্ত, ধীৰ, স্থিৰ, **—মূৰ্চ্ছিত** খঙত একো নাইকিয়া হোৱা।

**ক্ৰোধন** *বিণ.* ক্ৰোধী, ক্ৰোধপূৰ্ণ, খঙাল, উগ্ৰ, বে ৩।৩১; **—না** চণ্ডী।

**ক্ৰোধালু** *বিণ* খঙাল।

**ক্ৰোশঃ** *পু* (ক্ৰোশতি যতঃ ক্ৰুশ অপাদানে ঘঞ) ১। চাৰি ভাগৰ এক যোজন। চাৰি হাজাৰ হাত (দীঘল বা দূৰত্ব) পৰিমাণ। ৰ ১৩।৭৯; ২। (ক্ৰুশ ভাৱে ঘঞ) ৰোদন, কান্দোন, চিঞৰ-বাখৰ। **—তালঃ —ধ্বনিঃ** ডাঙৰ ঢোল বা ডবা।

**ক্ৰোষ্টা ষ্টু** *পু.* স্ত্ৰী. শিয়াল। মহা ১।২১৪।৮।

**ক্ৰোষ্টুপুচ্ছিকা** বাহক পাত। পৃশ্নিপৰ্ণী। বিয়নী সাবটা।

**ক্ৰোষ্টুকঃ** বগা কুঁহিয়াৰ।

**ক্ৰোষ্ট্ৰী** *স্ত্ৰী.* বগা কোমোৰা, বগা বাঙী।

**ক্ৰৌঞ্চঃ** *পু.* ১। শেন চৰাই, চিলনী, ঋতু ৪।৮, মনু ১২।৬৪; ২। এখন পৰ্বতৰ নাম। হিমালয়ৰ নাতী। আখ্যানমতে কাৰ্ত্তিকেয় আৰু পৰশুৰামে এই পৰ্বতখনক বিদ্ধ কৰিছিল। **—অদনং** পদুমৰ নালৰ আঁহ, **—অৰাতিঃ, —অৰিঃ, —ৰিপুঃ** পৰশুৰাম, কাৰ্ত্তিকেয়। **—দাৰণঃ, —সূদনঃ** কাৰ্ত্তিক, পৰশুৰাম।

**ক্ৰৌৰ্য্যং** নিৰ্দয়তা, হৃদয়হীনতা।

**ক্লন্দ্** ৰোদনে, আহ্বানে ভ্বা, উ অক, সক আহ্বানে, ক্লন্দতি, ক্লন্দতে) ১। আহ্বান কৰ, চিঞৰি মাত, ২। ৰোদন কৰ, কন্দাকটা কৰ, ৩। বিমোৰত পৰ।

**ক্লম্** গ্লানৌ (ভ্বা ক্লামতি, দিবা ক্লাম্যতি, প, অক) ১। পৰিশ্ৰান্ত হ, ভাগৰ লাগ, অৱসন্ন হ, ভট্টি ৫।১০২।

**ক্লমঃ, ক্লমথঃ** ভাগৰ, হাবাথুৰি। পৰিশ্ৰম। মনু ৭।১৫১।

**ক্লান্ত** *বিণ.* (ক্লম্ কৰ্ত্তৰি ক্তঃ) পৰিশ্ৰান্ত, মে ১৮, মহা ৩।৭৩।২৭।

**ক্লান্তিঃ** *স্ত্ৰী.* (ক্লম্ ক্তিন্) ভাগৰ, পৰিশ্ৰম। **—ছিদ্** *বিণ.* ভাগৰ পলোৱা, সবল কৰা, স্ফূৰ্ত্তিদায়ক।

**ক্লিদ্** ক) ৰুদি (ভ্বা, উ অক, ক্লিন্দতি, ক্লিন্দতে) কন্দাকটা

কৰ, ৰোদন কৰ। শোক কৰ। খ) ক্লেদে (দিৱা প অক ক্লিদ্যতি) তিত, ভিজ।

**ক্লিন্ন** *বিণ* তিতা বা ভিজা (কাপোৰ আদি) গী ২।২৩।

**ক্লিশ্** ক) উপতাপে (দিৱা উ অক সক ক্লিশ্যতি, ক্লিশ্যতে) ১। কষ্ট পা। কষ্ট ভোগ কৰ। যাতনা ভোগ কৰ, ২। কষ্ট দি, যাতনা দি, ধৰ্ষণ কৰ। মনু ৮।১৬৯।

খ) ৱিহতৌ (ক্র্যা প সক ক্লিশ্নাতি) যাতনা দি, দুখ দি, ধৰ্ষণ কৰ, ৰ ১১।৫৮।

**ক্লিশিত, ক্লিষ্ট** *বিণ.* ক্লেশযুক্ত। কষ্টত পৰা লোক। নিন্দিত হোৱা, লাজত পৰা।

**ক্লিষ্টিঃ** *স্ত্রী.* ১। দুখ, যাতনা, বেদনা, ২। সেৱা।

**ক্লীতকং** যষ্টিমধু।

**ক্লীৱ** *বিণ.* ১। পুৰুষত্বহীন, নপুংসক, স্ত্রী, পুৰুষত বাহিৰে (অন্য); মনু ৩।১৫০, ২। দুৰ্বল, বীৰ্যহীন, দুৰ্বলমনা, ৰ ৮।৮৪, ৩। কাপুৰুষ, নীচ, অধম —ৱঃ, —ৱং ১। নপুংসক, ২। ক্লীৱ লিঙ্গ।

**ক্লেদঃ** ১। জীপ, ৰস, পনীয়া গুণ। আৰ্দ্ৰতা। ৰ ৭।২১; ২। ওলাই থকা পুঁজ-পানী, ৩। দুৰ্দশা, যন্ত্ৰণা।

**ক্লেশঃ** *পু.* (ক্লিশ ভাৱে ঘঞ্) ১। দুখ, কষ্ট, গী ১২।৫; ক্লেশ ৫ বিধ : অৱিদ্যা, অস্মিতা (অহঙ্কাৰ), ৰাগ (কামনা, দ্বেষ (হিংসা), অভিনিৱেশঃ (মৰণভয়) ২। খং, ক্ৰোধ, ৩। পাৰ্থিৱ জীৱিকা; —ক্ষম কষ্ট-সহিষ্ণু।

**ক্লৈব্যং** *ক্লী.* (ক্লীৱস্য ভাৱঃ) ১। দুৰ্বলতা, পুৰুষত্বহীনতা, কাপুৰুষালি গী ২।৪; ৩। বীৰ্যহীনতা ৰ ১২।৮৬।

**ক্লোম (ন্)** *ক্লী.* ফুচফুচ, হাঁওফাঁও।

**ক** *অব্য.* ১। ক'ত, কোনফালে আদি প্ৰশ্নবাচক অব্যয়। উ ৬।৩৩; ২। বিষম অৰ্থ বুজাবলৈ ক ক দুবাৰকৈ ব্যৱহাৰ কৰা হয়, যেনে, ক সূৰ্যপ্ৰভৱো ৱংশঃ ক চাল্প ৱিষয়ামতিঃ ৰ ১।২; অলঙ্কাৰ শাস্ত্ৰ মতে এইটো বিষমালঙ্কাৰ, ২। কেতিয়াবা 'কোন' অৰ্থত ব্যৱহাৰ হোৱা দেখা যায় যেনে ক প্ৰদেশে, অৰ্থাৎ কোন প্ৰদেশত, ৩। অপিৰ আগত থাকিলে 'ক'ৰবাত'; 'চিৎ'ৰ আগত থাকিলে কোনো কোনো ঠাইত, ঋতু ১।২; কচিৎ দুবাৰকৈ লিখিলে— এতিয়া ইয়াত, এতিয়া তাত, 'ইয়াত-তাত' এনেবিলাক অৰ্থ হয়।

**ক্ৱণ্** শব্দে (ভ্বা প অক ক্ৱণতি) ১। কুণ কুণাই শব্দ কৰ। জুন জুনাই শব্দ কৰ, ঝন ঝন শব্দ কৰ, হি ২।৮৬; মে ৩৬: ২। গুণ গুণ কৰ (মৌমাখি), গুণ গুনাই গান গা।

**ক্ৱণঃ, ক্ৱণনং, ক্ৱণিতং, ক্ৱাণঃ** কোনো বাদ্য যন্ত্ৰৰ শব্দ। যি কোনো বস্তুৰ শব্দ।

**ক্ৱথ্** নিষ্পাচনে (ভ্বা প সক ক্ৱথতি) ১। সিজা, সিজ কৰ, সিজাই কাথ বা ৰস তৈয়াৰ কৰ। বৈদ্যঃ ক্ৱথতি অৰ্থাৎ চিকিৎসকে ক্ৱথ (ঔষধ) তৈয়াৰ কৰিছে, ২। হজম কৰ।

**ক্ৱথঃ, ক্ৱাথ** ৰস, আসৱ, অৰিষ্ট।

**ক্ৱাচিৎক** *বিণ* বিৰল, অস্বাভাৱিক।

**ক্ষ** ক্ষকাৰ। ক আৰু ষ বৰ্ণ দুটা লগ লাগি 'ক্ষ' বৰ্ণ নিষ্পন্ন হোৱাৰ কাৰণে 'ক্ষ'ৰ পৃথক বৰ্ণত্ব নাই। তন্ত্ৰমতে চতুস্ত্রিংশ ব্যঞ্জনবৰ্ণ। অষ্টমবৰ্গীয় পঞ্চমবৰ্ণ আৰু বৰ্ণমালাৰ একাৱন্নটা বৰ্ণৰ শেষ বৰ্ণ।

**ক্ষঃ** *পু* (ক্ষয়ন্তি লোকান যুগান্তকালে প্ৰলয়ে সৰ্ব্বাণি ভূতানি মহাকালোদৰং প্ৰেৰয়ন্তি ক্ষি ক্ষয়ে ডঃ) ১। প্ৰলয়, ধ্বংস, নাশ, ২। পথাৰ, ৩। খেতিয়ক, ৪। বিষ্ণুৰ নৰসিংহাৱতাৰ, ৫। ৰাক্ষস।

**ক্ষণ্** ৱধে (তনা উ সক ক্ষণোতি, ক্ষনুতে) ১। আঘাত কৰ, কু ৫।৫৪; ২। টুকুৰা-টুকুৰকৈ ভাং, ৰ ১১।৭২; উপ—, পৰি —, ৱি— ভাং, আঘাত কৰ, বধ কৰ।

**ক্ষণং —ণঃ** ১। ক্ষণ, মুহূৰ্ত, পাঁচ ভাগৰ চাৰি চেকেণ্ড পৰিমাণ সময়, মে ২৬; ২। আজৰি, জিৰণি, ৩। উপযুক্ত সময় বা মুহূৰ্ত, মে ৬২; ৪। মঙ্গল ক্ষণ, ভাগ্য মুহূৰ্ত, ৫। আনন্দ, উৎসৱ, ৬। গোলামি, পৰাধীনতা, দাসত্ব —অন্তৰে *অব্য* পিচ মুহূৰ্ততে, অলপ পিচতে। —দঃ জ্যোতিষী —দং পানী —দা ৰাতি, ৰ ৮।১৪; —দাচৰঃ ৰাক্ষস —দাপতিঃ চন্দ্ৰ —দ্যুতিঃ,—প্ৰকাশা, —প্ৰভা বিজুলী —নিশ্বাসঃ শিহু —ভঙ্গুৰ দুৰ্বল, ক্ষণস্থায়ী —ৰামিন্ পাৰ চৰাই। —ৱিধ্বংসী ক্ষণস্থায়ী, অনিত্য। শৰীৰং ক্ষণৱিধ্বংসী কল্পান্তস্থায়িনো গুণাঃ —নাগানন্দম্।

**ক্ষণতুঃ** *পু* (ক্ষণং ভাৱে অতু) ক্ষত, আঘাত, ঘা।

**ক্ষণিক** *বিণ* (ক্ষণঃ ঠন্) ক্ষণমাত্ৰস্থায়ী, অনিত্য, ৰ ৮।৯২; —কা বিজুলী।

**ক্ষণিনী** *স্ত্রী* (ক্ষণ ইনি ঙীপ্) ৰাতি।

**ক্ষতং** *ক্লী* (ক্ষণ্যতে ৰধ্যতে অনেন ক্ষণ্ কৰণে ক্তঃ) ১। আঘাত, ঘা, আঁচোৰ, উ ৪।৭; ২। বিপদ, ধ্বংস, বিনাশ ৰ ২।৫৩; **–অৰি** বিজয়ী **–উদ্ভৱং** গ্ৰহণী বেমাৰ, **–কাসঃ** ঘা বা আঘাতৰ পৰা হোৱা কাহ। **–জং** ১। তেজ ৰ ৭।৪৩; ২। পুঁজ **–যোনিঃ** যি তিৰোতাৰ যোনি ক্ষত হৈছে, অৰ্থাৎ যৌন সঙ্গম হোৱা তিৰোতা, **–ৱিক্ষত** আঘাত আৰু ঘাৰে পৰিপূৰ্ণ শৰীৰ, **–বৃত্তিঃ** জীৱিকা নোহোৱা লোক। নিঠৰুৱা অৱস্থা। **–ব্ৰতঃ** ব্ৰত ভঙ্গ কৰা বিদ্যাৰ্থী।

**ক্ষতি** *স্ত্ৰী* (ক্ষণ ক্তিন্) ১। আঘাত, ঘা, ২। ধ্বংস, নাশ, কটা, ছিঙা শ ২।৬।

**ক্ষত্তৃ** *পু* (ক্ষৎ সংবৃতৌ তৃচ্) ১। কাটি ফুৰা লোক, ২। সহকাৰী, দুৱৰী, ৩। ৰথৰ সাৰথি, ৪। শূদ্ৰ আৰু ক্ষত্ৰিয়ৰ পুত্ৰ, মনু ১০।৯; ৫। দাসীপুত্ৰ, ৬। ব্ৰহ্মা, ৭। মাছ।

**ক্ষত্ৰং, –ত্ৰঃ** (ক্ষতঃ ত্ৰায়তে ইতি ক্ষৎ ত্ৰৈ কঃ) ১। শৰীৰ, ২। নগৰ, ৩। ক্ষত্ৰিয় কুল, শ ১।২১; ৪। শক্তি, ৰাজ্য, সাৰ্বভৌমত্ব, মনু ৯।৩২২; **–অন্তকঃ** পৰশুৰাম, **–ধৰ্মঃ** ১। শক্তি, সাহসিকতা, বীৰত্ব, ২। ক্ষত্ৰিয়ৰ কৰ্তব্য **–পঃ** প্ৰশাসক **–বন্ধু** ১। জাতি হিচাবে ক্ষত্ৰিয়, ২। সাধাৰণ ক্ষত্ৰিয়, ৩। জঘন্য, অধম ক্ষত্ৰিয়।

**ক্ষত্ৰিয়ঃ** *পু* (ক্ষত্ৰে ৰাষ্ট্ৰে সাধুঃ ক্ষত্ৰস্যাপত্যং ৱা ক্ষত্ৰাদ্ ঘঃ) ১। ক্ষত্ৰিয় জাতিৰ মানুহ, ২। দ্বিজসকলৰ ভিতৰত এটা। তিনি বিধ দ্বিজৰ আন দুবিধ হ'ল, ব্ৰাহ্মণ আৰু বৈশ্য। মনু ১০।৪; **–হণঃ** পৰশুৰাম।

**ক্ষত্ৰিয়কা, –য়া, –য়িকা** ক্ষত্ৰিয়া নাৰী।

**ক্ষত্ৰিয়াণী, –য়ী** ১। ক্ষত্ৰিয়া নাৰী, ২। ক্ষত্ৰিয়াৰ পত্নী।

**ক্ষত্ৰ** *বিণ্* ১। ধৈৰ্য্যশীল, সহনশীল, ২। নম্ৰ।

**ক্ষপ্** ক) শক্তৌ (চুৰা প সক ক্ষম্পয়তি) সহন কৰ, ক্ষমা কৰ। ক্ষম্পয়তি দুখং মুনিঃ।

খ) ক্ষেপে (অদন্ত চুৰা প সক ক্ষপয়তি) দলিয়া, দূৰ কৰ, প্ৰেৰণ কৰ, হেৰা।

গ) উপৱাসে (ভ্বা উ অস ক্ষপতি ক্ষপতে) ১। উপবাস কৰ, ২। মাদক বস্তুৰ পৰা দূৰত থাক। মনু ৫।৬৯

**ক্ষপণঃ** *পু* (ক্ষপয়তি ক্ষিপতি দূৰীকৰোতি লজ্জাং ক্ষপ্ ল্যুঃ) নিলাজ পুৰুষ। (ক্ষপয়তি বিষয়ৰাগং) বৌদ্ধ সন্ন্যাসী মনু ৪।২২২; **–ণং** নিলাজ, অপৱিত্ৰতা। ধ্বংস, দমন।

**ক্ষপণকঃ** (ক্ষপ ল্যুঃ স্বাৰ্থে কন্) জৈন বা বৌদ্ধ সন্ন্যাসী।

**ক্ষপণীঃ** ১। লোহাৰ ডাং, ২। জাল।

**ক্ষপণ্যুঃ** *পু* অপৰাধ।

**ক্ষপা** *স্ত্ৰী* (ক্ষপয়তি ৱাৰয়তি চেষ্টামিন্দ্ৰিয়াণাং ক্ষপ অচ্) ৰাতি মে ১১০; ২। হালধি, **–অটঃ** ৰাক্ষস, দানৱ, ভূত, প্ৰেত **–কৰঃ –নাথঃ,** ১। চন্দ্ৰ, ২। কৰ্পূৰ **–ঘনঃ** ক'লা মেঘ **–চৰঃ** ৰাক্ষস, দানৱ, ভূত, প্ৰেত।

**ক্ষম্** মৰ্ষে (দিৱা প সক ক্ষাম্যতি) ক্ষমা কৰ, (ভ্বা আ সক ক্ষমতে) ১। ক্ষমা কৰ, অনুমতি দি, ভৰ্তৃ ৩।১৩; ২। সহন কৰ, মনে মনে থাক, অপেক্ষা কৰ, ৰ ১৫।৪৫; ৩। বিৰোধিতা কৰ, সমৰ্থ হ, শি ১।৩৮।

**ক্ষম** *বিণ্* (ক্ষমতে ইতি ক্ষম্ অচ্) ১। সহনশীল, নম্ৰ, ২। সমৰ্থ, ৰ ১১।৫; ৩। উপযুক্ত, যোগ্য, উ ১।১৪ ৪। সহনীয়, ৫। অনুকূল, হিতৈষী।

**ক্ষমতা** *স্ত্ৰী* (ক্ষমস্য ভাৱঃ ক্ষম তল) যোগ্যতা, সামৰ্থ্য।

**ক্ষমা** *স্ত্ৰী* (ক্ষমতে আত্মোপৰিস্থিতানং জীৱানামপৰাধং যা ক্ষম্ অচ টাপ্)। বাহ্যে চ আধ্যাত্মিকে চৈৱ দুঃখে চ উৎপাদিতে ক্বচিৎ। ন কুপ্যতি ন ৱা হন্তি সা ক্ষমা পৰিকীৰ্তিতা, ১। ধৈৰ্য্য, সহিষ্ণুতা, ক্ষমাশীলতা, ৰ ১।২২; ২। পৃথিৱী, ৩। দুৰ্গা, ৪। ৰাত্ৰি **–জঃ** মঙ্গল গ্ৰহ **–ভুজ্, –ভুজঃ** এজন ৰজা।

**ক্ষমিতৃ** (ত্ৰী *স্ত্ৰী*) **ক্ষমিন্** (নী) ১। ধৈৰ্য্যশীল, সহিষ্ণু, ক্ষমাশীল শি ২।৪৩।

**ক্ষয়ঃ** *পু* (ক্ষিং ক্ষযে অচ্) ১। ঘৰ, বাসস্থান, থকা ঠাই। মনু ৬।৬১; ২। লোকচান, অৱনতি, পতন, ৩। ধ্বংস, বিনাশ, সমাপ্তি, ৰ ১।৯; ৪। আৰ্থিক লোকচান বা হানি। মনু ৮।৪০১; ৫। প্ৰলয়, ৬। যক্ষ্মা ৰোগ ৭। ৰোগ, ৮। বিয়োগ (অঙ্ক) **–কৰঃ** বিধ্বংসী, ধ্বংসকাৰক, **–কালঃ** প্ৰলয় কাল। অধঃপতনৰ সময়। **–কাসঃ** যক্ষ্মাৰ কাহ, **–যোগঃ** বিনাশযোগ, **–ৰোগঃ** যক্ষ্মা ৰোগ **–ৱায়ুঃ** প্ৰলয়ৰ সময়ৰ বতাহ। **–সম্পদ্** ধন-সম্পত্তি সকলোৰে বিনাশ।

**ক্ষয্য** *বিণ্* (ক্ষেতুং শক্যমিতি ক্ষি যৎ) ক্ষয়নীয়: ক্ষয়যোগ্য, অৰ্থাৎ নাশ হ'ব লগীয়া।

**ক্ষযথুঃ** যক্ষ্মা ৰোগীৰ কাহ বা কফ।

**ক্ষয়িন্** *বিণ্* (নী) ক্ৰমে ক্ষয় হ'বলৈ ধৰা, নাশ হ'বলৈ ধৰা, ভৰ্তৃ ২।৬০; হানি হোৱা, ক্ৰমে হ্ৰাস পোৱা।

**ক্ষয়িষ্ণু** *বিণ* ঠুনুকা, বিনাশশীল।

**ক্ষৰ্** সঞ্চলনে (ভ্বা প অক ক্ষৰতি) ১। বৈ যা, বাগৰি যা, ২। ঢালি দি উলিয়া, বাহিৰ কৰ, ৰ ১৩।৭৪; ৩। টোপ টোপকৈ পৰ, ৪। নাশ হ, ৫। ব্যৱহাৰৰ অযোগ্য হ, মনু ৪।২৩৭; ৬। সৰকি পৰ, ৭। বঞ্চিত হ।

**ক্ষৰ** *বিণ* ১। গলি যোৱা, ২। অস্থায়ী, ৩। নশ্বৰ, বিনাশশীল, **–ৰং** পানী, শৰীৰ, **–ৰঃ** নশ্বৰ বস্তু, বিনাশশীল প্ৰাণী, গী ১৫/১৭।

**ক্ষৰণং** *ক্লী* (ক্ষৰ ল্যুট) ১। লাহে লাহে বৈ যোৱা, টোপ টোপকৈ পৰা কাৰ্য্য; ২। ঘাম ওলোৱা কাৰ্য্য। ৰ ১৯।১৮।

**ক্ষৰিন্** *পু* বৰ্ষা কাল।

**ক্ষল্** ক) শৌচে (চুৰা প আ সক ক্ষালয়তি, তে) ১। প্ৰক্ষালন কৰ, ধো, পৰিষ্কাৰ কৰ, চাফ কৰ, শুদ্ধ কৰ, শি ১।৩৮; ২। ধুই বা মচি পেলা।

খ) চালে চয়ে (ভ্বা প অক ক্ষলতি) ১। কঁপি থাক, কঁপ, ২। চয়ন কৰ। **প্ৰ–** ধো, শুদ্ধ কৰ, প্ৰক্ষালন কৰ। **–ৱি** ধুই পেলা, মচি পেলা, ৰ ৫।৪৪।

**ক্ষৱঃ, ক্ষৱথুঃ** ১। হাঁচি, ২। কাহ, কফ।

**ক্ষাত্ৰ** (ত্ৰী) *বিণ* ক্ষত্ৰিয় বংশ সম্পৰ্কীয়, যেনে— ক্ষাত্ৰধৰ্ম। ৰ ১।১৩; **–ত্ৰং** ১। ক্ষত্ৰিয় জাতি বা বৰ্ণ, ২। ক্ষত্ৰিয়ৰ গুণ বা স্বভাৱ, গী ১৮/৪৩।

**ক্ষান্ত** *বিণ* ১। সহনশীল, সহিষ্ণু ২। ক্ষমাপ্ৰাপ্ত, **–ন্তা** পৃথিৱী।

**ক্ষান্তিঃ** *স্ত্ৰী* ১। (ক্ষম ভাৱে ক্তিন্) ১। ধৈৰ্য্য, ক্ষমা, ২। ক্ষমাশীলতা, গী ১৮।৪২।

**ক্ষান্তু** *বিণ* ক্ষমাশীল, সহনশীল, **–ন্তুঃ** পিতা।

**ক্ষাম** *বিণ* (ক্ষৈ কৰ্তৰি ক্ত নিষ্ঠা মত্বম্) ১। ক্ষীণ, ২। ক্ষয়প্ৰাপ্ত, হ্ৰাসপ্ৰাপ্ত, মে ৮২; ৩। দগ্ধ, ৪। অলপমান কম, ৫। দুৰ্বল, শিথিল।

**ক্ষাৰং** *ক্লী* (ক্ষৰতীতি ক্ষৰ ণঃ) ১। ক'লা নিমখ, ২। য'খাৰ, ৩। পানী।

**ক্ষাৰঃ** *পু* ১। এবিধ ৰস, যাৰ 'তাতস্য কূপোঽয়মিতি মত্বা ক্ষাৰং জলং কাপুৰুষাঃ পিবন্তি।' পঞ্চ ১।৩১৫; ২। লালী, গুড়, ৩। যি কোনো খাৰ জাতীয় বস্তু, উ ৪।৭; ক্ষাৰং ক্ষতে ক্ষিপেৎ; কটা ঘাত নিমখ ছটিওৱা (কটা ঘাত চেঙাতেল), অৰ্থাৎ বেছিকৈ কষ্ট দিয়া। ৪। আয়না, ৫। ঠগ, প্ৰবঞ্চক। **–অচ্ছং** সাগৰীয় নিমখ **–অঞ্জনং** খাৰ জাতীয় অঞ্জন। **–অম্বু** খাৰুৱা পানী **–উদঃ,–উদকঃ, –উদধিঃ –সমুদ্ৰঃ** নিমখীয়া সাগৰ, **–ত্ৰয়ং –ত্ৰিতয়ং** তিনি বিধ খাৰ-শাক্তিমাটি, যখাৰ আৰু সুৱগা; **–নদী** নৰকত থকা খাৰুৱা নদী, **–ভূমিঃ, –মৃত্তিকাঃ** খাৰুৱা মাটি, **–মেলকঃ** খাৰুৱা বস্তু। **–ৰসঃ** খাৰুৱা সোৱাদ।

**ক্ষাৰকঃ** *পু* (ক্ষৰ ণ্বুল্) ১। খাৰ, ২। ৰস, ৩। পিঞ্জৰা, চৰাইৰ সাঁজা, ৪। ধোবা, ৫। ফুলৰ কলি, কলিকা।

**ক্ষাৰণং–ণা** (ব্যভিচাৰৰ কাৰণে) নিন্দা, ভৰ্ৎসনা।

**ক্ষাৰিকা** *স্ত্ৰী* ক্ষুধা, ভোক।

**ক্ষাৰিত** *বিণ* (ক্ষৰ্ ণিচ কৰ্মণি ক্তঃ) নিন্দিত, মিছাকৈ ভৎসিত।

**ক্ষালনং** *ক্লী* (ক্ষল্ ণিচ ভাৱে ল্যুট) ১। প্ৰক্ষালন, হাত মুখ ধোৱা (কাৰ্য্য), ছটিওৱা।

**ক্ষালিত** (ক্ষল ণিচ ক্ত) ধৌত। পৰিষ্কৃত, শোধিত, পৰিশোধিত।

**ক্ষি** ক) ক্ষয়ৈশ্বৰ্য্যয়োঃ (ভ্বা প সক ঐশ্বৰ্যে, অক ক্ষয়ে ক্ষয়তি) ১। ক্ষয় হ, যেনে— পাপ ক্ষয় হ, ২। শাসন কৰ, অধিকাৰ কৰ, গৰাকী হ।

খ) হিংসায়াম্ (স্বা, ক্ৰ্যা, প সক ক্ষিণোতি, ক্ষিণাতি) ১। ধ্বংস কৰ, নাশ কৰ, ২। হ্ৰাস হ, ক্ষয় হ অপ— অৱনতি হ, হ্ৰাস হ, **পৰি–, প্ৰ–, সং–** ক্ষয় হ, হ্ৰাস হ, ক্ষীণ হ, শুকাই ক্ষীণাই যা।

**ক্ষিতিঃ** *স্ত্ৰী* (ক্ষয়তি ৰসতাস্যাম্ ক্ষি অধিকৰণে ক্তিন্) ১। পৃথিৱী, ২। বাসস্থান, ঘৰ ৩। হানি, ধ্বংস, বিনাশ, ৪। পৃথিৱীৰ বিনাশ। **–অদিতিঃ** দৈৱকী; **–ঈশঃ –ঈশ্বৰঃ** ৰজা, সম্ৰাট ৰ ১।৫; **–ক্ষণঃ** ধূলি **–কম্পঃ** ভূমিকম্প **–ক্ষিৎ** ৰজা, সম্ৰাট, **–জঃ** ১। গছ, ২। উঁই, ৩। মঙ্গলগ্ৰহ, ৪। বিষ্ণুৱে বধ কৰা নৰকাসুৰৰ এটা নাম, **–জং** দিগন্ত, **–জা** সীতা, **–তলং** ভূতল। **–দেৱঃ** ভূদেৱ, ব্ৰাহ্মণ, **–ধৰঃ** পৰ্বত **–নাথঃ, –পঃ, –পতিঃ –পালঃ –ভুজ্ –ৰক্ষী** ৰজা, একছত্ৰী সম্ৰাট। ৰ ৯।৭৫; **–পুত্ৰঃ** মঙ্গলগ্ৰহ **–প্ৰতিষ্ঠ** পৃথিৱীত বাস কৰা। **–ভৃৎ** ১। পৰ্বত, কি ৫।২০; ২। ৰজা **–মণ্ডলঃ** ভূমণ্ডল

—খাতং মাটিৰ গাঁত, খাল। —বহঃ পু পৰ্বত —বৰ্দ্ধনঃ পু মৰা শ' —বৃত্তিঃ স্ত্ৰী সহিষ্ণুতা, পৃথিৱীৰ দৰে সহনশীল স্বভাৱ বা আচৰণ। —ব্যুদাসঃ মাটিৰ গাঁত, মাটিৰ তলৰ গাঁত বা গহ্বৰ। (য'ত ধন-সম্পত্তি লুকাই ৰখা হয়)

**ক্ষিত্না (ন্)** *পু* (ক্ষি ক্বনিপ্) বায়ু।

**ক্ষিদ্ৰ** *পু* (ক্ষিদ ৰক) ৰোগ, বেমাৰ, অসুখ।

**ক্ষিপ্** নুদি (দিৱা প সক ক্ষিপ্যতি); (তুদা উ সক ক্ষিপতি, ক্ষিপতে) ১। দলি মাৰি দি, নিক্ষেপ কৰ, যাবলৈ দি, পঠিয়া, মনু ৩।৮৮; ২। স্থাপন কৰ, ৰাখ, গী ১৬।১৯; ৩। স্থিৰ কৰ, ৪। সংলগ্ন কৰ, সংযোজিত কৰ, ৫। দলিয়াই পেলা, মুক্ত হ, ৬। নাশ কৰ, ৭। প্ৰত্যাখ্যান কৰ, ৮। নিন্দা কৰ, গালি পাৰ, মনু ৮।৩১২; **অধি—** ১। গালি পাৰ, নিন্দা কৰ, ২। বিতুষ্ট কৰ, ৩। চেৰ পেলা, **অব—** ১। ত্যাগ কৰ, এৰ, ২। তিৰস্কাৰ কৰ, **আ—** ১। দলিয়াই পেলা, খুন্দা মাৰ, ২। সঙ্কোচন কৰ, ৩। পিচুৱাই যা, কাঢ়ি নি, আঁতৰ কৰ, মে ৬৮; ৪। ইঙ্গিত দি, নিৰ্দেশ কৰ, ৫। অনুমান কৰ, বিৰোধ কৰ, ৬। উপেক্ষা কৰ, অপমান কৰ, **উদ্—** ওপৰলৈ দলিয়া, ৰ ১।১২; **উপ—** ১। নিৰ্দেশ কৰ, ইঙ্গিত দি, ২। আৰম্ভ কৰ, ৩। অপমান কৰ, **নি—** স্থাপন কৰ, পেলা, ২। ন্যস্ত কৰ, ভাৰ অৰ্পণ কৰ, মনু ৬।৩ **পৰি—** ১। ঘেৰি পেলা, ঘেৰা ২। আঁকোৱালি ল, **পৰ্য্যা—** বান্ধি থ, সংগ্ৰহ কৰ, **প্ৰ—** ১। প্ৰক্ষেপ কৰ, দলিয়া, মনু ৪/৫৩; ২। প্ৰৱিষ্ট কৰ, পিচত সুমুৱাই দি, প্ৰক্ষিপ্ত শ্লোক, অৰ্থাৎ মূল গ্ৰন্থকাৰৰ বাহিৰে আন কোনোৱে লিখা শ্লোকাদি পিচত মূল গ্ৰন্থত সুমুৱাই দিয়া কাৰ্য্য। **বি—** দলিয়া, আন ফালে লৈ যা, বিকৰ্ষণ কৰ, **সং—** একে লগ কৰ, নাশ কৰ, সৰু কৰ, চমু কৰ। মনু ৭।৩৪।

**ক্ষিপকঃ** *পু* (ক্ষিপ্ কঃ কণ্) যোদ্ধা।

**ক্ষিপণং** *ক্লী* (ক্ষিপ্ ক্যন্ কিৎ) ১। প্ৰক্ষেপণ, দলিওৱা কাৰ্য্য, ২। গালি-শপনি।

**ক্ষিপণি (ণী)** *স্ত্ৰী* ১। নাৱৰ বঠা, ২। অস্ত্ৰ-শস্ত্ৰ, ৩। জাল, ৪। অধ্বৰ্য্যু —ণিঃ (বঠাৰ) আঘাত।

**ক্ষিপণুঃ** *পু* (ক্ষিপ্ অনুঙ্) বায়ু, ঋবে ৪।৫৮।৬।

**ক্ষিপণ্যুঃ** *পু* (ক্ষিপ্ কন্যুচ) ১। বসন্ত কাল, ২। শৰীৰ।

**ক্ষিপা** ১। ক্ষেপণ, প্ৰেৰণ, ২। ৰাত্তি।

**ক্ষিপ্ত** *বিণ্* (ক্ষিপ কৰ্মণি ক্তঃ) ১। পৰিত্যক্ত, ২। দলিয়াই পেলোৱা বস্তু, সিঞ্চিত, ৩। উপেক্ষিত, অপমানিত, অস্বীকৃত, ৪। স্থাপিত, ৫। বলিয়া, বিকৃত মস্তিষ্ক, ৬। নিহত, শি ২।৫৩; **—কুক্কুৰঃ** পগলা কুকুৰ, **—চিত্ত** পাগল, অন্যমনস্ক, **—দেহ** শৰীৰ দণ্ডৱৎ কৰা। মাটিত দীঘল হৈ পৰা।

**ক্ষিপ্তিঃ** *স্ত্ৰী* ১। প্ৰক্ষেপণ, ২। অন্তৰ্নিহিত অৰ্থ ব্যাখ্যা কৰণ।

**ক্ষিপ্ৰ** *বিণ্* (ক্ষিপ্ উণাদি ৰক) বেগী, দ্ৰুতগতিসম্পন্ন। **—প্ৰং** *অব্য* বেগেৰে, সোনকালে, শীঘ্ৰে, ততাতৈয়াকৈ, তৎক্ষণাৎ, মনু ৩।১৭৯।

**ক্ষিয়া** *স্ত্ৰী* (ক্ষি ক্ষয়ে অঙ টাপ্) ১। ধ্বংস, বিনাশ, অপচয়, ২। অপৰাধ, অন্যায়। ৩। আচাৰৰ বিৰোধ।

**ক্ষীজ** হিক্কনে (ভ্বা প অক ক্ষীজতি) অস্পষ্ট শব্দ কৰ, ভোৰ ভোৰা।

**ক্ষীজনং** *ক্লী* (ক্ষীজ ল্যুট) নলখাগৰিৰ সুহুৰিৰ দৰে শব্দ। (নলখাগৰিৰ মাজেৰে বতাহ বলিলে সুহুৰিৰ দৰে শব্দ ওলায়) সুহুৰি।

**ক্ষীণ** *বিণ্* (ক্ষি ক্ত ঃ) ১। সূক্ষ্ম, খীণ, কৃশ, জীৰ্ণ, ২। কোমল, ৩। সৰু, কম, ৪। দুৰ্দশাগ্ৰস্ত, নিছলা, ৫। দুৰ্বল, শক্তিহীন। **—চন্দ্ৰঃ** ক্ৰমে ক্ষীণ হৈ যোৱা চন্দ্ৰ। কৃষ্ণপক্ষৰ চন্দ্ৰ। **—ঘন** দুৰ্দশা গ্ৰস্ত, কঙালত পৰিণত হোৱা লোক। **—পাপ** পাপৰ পৰা মুক্ত। **—পুণ্য** যি সকলোখিনি পুণ্য শেষ কৰিলে, অৰ্থাৎ ভোগ কৰিলে। **—মধ্য** সৰু কঁকাল থকা **—ৱাসিন্** ভগা ঘৰত বাস কৰা লোক **—বিক্ৰান্তঃ** শক্তিহীন, বীৰ্য্যহীন, **—বৃত্তি** অৱলম্বনহীন, নিঠৰুৱা, কৰ্মচ্যুত।

**ক্ষীৰং** *ক্লী* (ঘস্যতে অদ্যতে ইতি উণাং ঈৰণ্) ১। গাখীৰ শ ৬।২৭; মনু ৫।৯; ২। গছৰ পৰা ওলোৱা গাখীৰৰ দৰে আঠা, মে ১০৭; ৩। পানী, **—অদঃ** পিয়াহ খোৱা কেঁচুৱা, **—অব্ধিঃ** ক্ষীৰ সাগৰ, **—অব্ধিজঃ** ১। চন্দ্ৰ, ২। মণি, **—অব্ধিজং** নিমখ **—অব্ধিজা**, **—তনয়া লক্ষ্মী**, **—আঢ্যঃ** সবল গছ, **—উদ** ক্ষীৰ সাগৰ কু ৭।২৬; **—উদধিঃ** ক্ষীৰ সাগৰ **—উৰ্ম্মিঃ** ক্ষীৰ সাগৰৰ টৌ। ৰ ৪।২৭; **—ওদনঃ** পায়স **—কণ্ঠঃ** অতি কম বয়সীয়া শিশু। **—জং** পগোৱা গাখীৰ, **—ক্ৰমঃ**

আঁহত গছ। –ধাত্ৰী পিয়াহ খুউৱা ধাই। –ধিঃ, –নিধিঃ ক্ষীৰ সাগৰ ৰ ১।১২; –ধেনুঃ খীৰতী গাই। –নীৰং ১। গাখীৰ পানী, ২। গাখীৰৰ দৰে পানী, ৩। আলিঙ্গন। বেপ ১২।১৮; –পঃ কেঁচুৱা –ৱাৰিঃ, –ৱাৰিধিঃ ক্ষীৰ সমুদ্ৰ –ৱিকৃতিঃ গোট মৰা গাখীৰ –বৃক্ষঃ ১। দুগ্ধযুক্ত চাৰি বিধ গছৰ নাম, নাগ্ৰোধ, উডুম্বৰ, অশ্বত্থ আৰু মধুক, ২। ডিমৰু গছ। –শৰঃ গাখীৰৰ সৰ, ক্ৰীম, - সাৰঃ মাখন –হিণ্ডীৰঃ গাখীৰৰ ফেন।

**ক্ষীৰিকাঃ** ক্ষীৰৰ আহাৰ।

**ক্ষীৰিণী** *স্ত্ৰী* ১। গাখীৰৰ দৰে ৰস ওলোৱা এবিধ গছ, ২। কুটুম্বিকা, ৩। দুগ্ধিকা।

**ক্ষীৰেয়ী** *স্ত্ৰী* পায়স। ক্ষীৰেয়ী পায়সং প্ৰোক্তং পৰমান্নঞ্চ সূৰিভিঃ।

**ক্ষীৱ** ক) দৰ্পে (ভ্বা আ অক ক্ষীৱতে) অহঙ্কাৰ কৰ; দৰ্প কৰ, খ) নিৰাসে (ভ্বা, দিৱা প সক ক্ষীৱতি, ক্ষীৱ্যতি) ১। মুখৰ পৰা উলিয়াই পেলা, ২। থু পেলা, বমি কৰ, ৩। মাতলামি কৰ, মাতাল হ।

**ক্ষীৱ** *বিণ* (ক্ষীৱ মদে ক্তঃ) সুৰামত্ত। মাতাল ধা ৫।৬০।১২।

**ক্ষু** ক্ষুতে (অদা প অক ক্ষৌতি) ১। হাঁচি মাৰ, ভট্টি, ১৪।৭৫, ২। কাহ্ মাৰ, কাহি থাক।

**ক্ষুণ্ণ** *বিণ* (ক্ষুদ সংপেষণে কৰ্মণি ক্তঃ) ১। প্ৰহৃত, প্ৰহৃত, গচকা, ৰ ১।১৭; ২। চূৰ্ণীকৃত, গুড়ি কৰা, –মনঃ অনুতপ্ত।

**ক্ষুৎ, ক্ষুতং**– ভাঃ হাঁচি, হাঁচি মৰা।

**ক্ষুৎ** ১। এবিধ শান। ২। ক্ষুধা, ভোক।

**ক্ষুদ** ক্ষুদি (ৰুধা উ সক ক্ষুণত্তি, ক্ষুন্তে) ১। পদদলিত কৰ, আঘাত কৰ, গুড়ি কৰ, চূৰ্ণ কৰ, ২। ভৰিৰে গচকি গুড়ি কৰ, ভট্টি ১৭।৬৬; ৩। উত্তেজিত কৰ। **প্ৰ**– হেঁচা মাৰি গুড়ি কৰ, চূৰ্ণ-বিচূৰ্ণ কৰ, ভট্টি ১৪।৩৩।

**ক্ষুদ্ৰ** *বিণ* (ক্ষুদ উণাদি ৰক) ১। সৰু, সূক্ষ্ম, অকণমান তুচ্ছ, সামান্য, ২। নীচ, অধম, জঘন্য কু ১।১২; ৩। দৰিদ্ৰ, ৪। দুষ্ট, ৫। ক্ৰুৰ, ৬। কৃপণ, মে ১৭ –দ্ৰা স্ত্ৰী ১। মৌমাখি, ২। কাঁজিয়া কৰা তিৰোতা, ৩। হিংস্ৰা ৪। বিকলাঙ্গ তিৰোতা, ৫। বেশ্যা –অঞ্জনং চকুৰ বেমাৰত লগোৱা এবিধ অঞ্জন। –অন্ত্ৰং *স্ত্ৰী* কলিজাত থকা সূক্ষ্ম অন্ত্ৰ (নাড়ী) –উলূকঃ ফেঁচা –কম্বুঃ সৰু শঙ্খ। –কুষ্ঠং এঘাৰ বিধ কুষ্ঠৰোগৰ এবিধ। সৰু বিধ কুষ্ঠৰোগ। –ঘণ্টিকা ১। সৰু ঘণ্টা বা ঝুমুকা, ২। জুমুকাৰ কঁকালী বা বেষ্টনী। –চন্দনং ৰঙা চন্দন। –দংশিকা ডাঁহ। –বুদ্ধি নীচমনা –ৰসঃ মৌ –ৰোগাঃ সৰুসুৱা ৰোগৰ, সুশ্ৰুতৰ মতে এনে ৰোগ ৪৪ বিধ। –শঙ্খঃ সৰু শঙ্খ –সুৱৰ্ণং বেয়া সোণ অৰ্থাৎ পিতল।

**ক্ষুদ্ৰচূড়** *পু* শালিকা চৰাই।

**ক্ষুদ্ৰজাতিফলং** আমলখি।

**ক্ষুদ্ৰহা** *পু* (ক্ষুদ্ৰান নীচান হন্তীতি হন ক্বিপ) মহাদেৱ।

**ক্ষদ্ৰিকা** ডাঁহ।

**ক্ষুধ্** ক্ষুদি (দিৱা প সক ক্ষুধ্যতি) ভোক লাগ, ভোকাতুৰ হ, ভট্টি ৫।৬৬।

**ক্ষুধা** *স্ত্ৰী* (ক্ষুধ টাপ) ভোক, ভোজনৰ ইচ্ছা। 'যা দেৱী সৰ্বভূতেষু ক্ষুধাৰূপেণ সংস্থিতা'— শ্ৰীশ্ৰীচণ্ডী। –আৰ্ত্ত –আৱিষ্ট ক্ষুধা পীড়িত। ভোকত কষ্ট পোৱা লোক, –ক্ষামঃ ভোকৰ দ্বাৰা আক্ৰান্ত। ক্ষুধাগ্ৰস্ত। ভট্টি ২।২৯; –পিপাসিত ভোকে-পিয়াহে জৰ্জৰিত। –নিবৃত্তিঃ *স্ত্ৰী* ভোক পলোৱা, ভোক গুচা।

**ক্ষুধালু** *বিণ* ভোকাতুৰ।

**ক্ষুধাৱতী** *স্ত্ৰী* ভোক লগোৱা বড়ি (ঔষধ) বিশেষ।

**ক্ষুধিত** *বিণ* ক্ষুধা পীড়িত, ভোকাতুৰ ৰ ২।৩৯।

**ক্ষুপঃ** *পু* জোপোহা গছ।

**ক্ষুভ** সঞ্চলনে (ভ্বা আ অক ক্ষোভতে; দিৱা, ক্ৰ্যা প অক ক্ষুভ্যতি, ক্ষুভ্নাতি) ১। সঞ্চালন কৰ, লৰচৰ কৰা, কঁপা, উত্তেজিত হ, ভট্টি ৯।১৮; ২। অস্থিৰ হ, ৩। উজুটি খা।

**ক্ষুভিত** *বিণ* (ক্ষুভ কৰ্তৰি ক্ত) ভীত, সঞ্চলিত, আতঙ্কিত। বে ৩।২; ২। ক্ৰোধান্বিত।

**ক্ষুমা** তিচি গুটি। এবিধ শণ গছ।

**ক্ষুৰ্** বিলেখনে (তুদা প সক ক্ষুৰতি) ১। কাটি, আঁচোৰ, ২। পথাৰৰ আলি, (সীৰলু) কাট।

**ক্ষুৰঃ** *পু* (ক্ষুৰ কঃ) ১। খুৰ, মনু ৯।২৬৫; ২। কাঁড়ৰ মুখত লগোৱা তীক্ষ্ণ কাইট, ৩। গৰু বা ঘোঁৰাৰ খুৰা, ৪। কাঁড়, ৫। কুলি চৰাইৰ চকু –কৰ্মণ, –ক্ৰিয়া চূড়াকৰণ, ক্ষৌৰ কৰ্ম। ভাটি ক্ষুলি কটা কাৰ্য্য। –ধানং –ভাণ্ডঃ খুৰৰ খাপ, –ধাৰ বিণ

খুৰৰ দৰে তীক্ষ্ণ। অৰ্থাৎ তীক্ষ্ণবুদ্ধিসম্পন্ন। **–প্ৰঃ** ১। ঘোঁৰাৰ খুৰাৰ দৰে বেঁকা তীক্ষ্ণ মুখৰ কাঁড়। ৰ ৯।৬২; ২। এবিধ কোৰ, ঘাঁহ বা বন কটা বেঁকা ধৰণৰ কোৰ। **–মৰ্দী –মুণ্ডী** নাপিত।

**ক্ষুৰপত্ৰিকা** পালেং শাক।

**ক্ষুৰাঙ্গ** গৰুৰ খুৰা।

**ক্ষুৰিকা, ক্ষুৰী** (ক্ষৰ্ ঙী স্বাৰ্থে কণ টাপ) ১। পালেং শাক। ২। এবিধ মাটিৰ পাত্ৰ। ৩। সৰু ছুৰী বা খুৰ।

**ক্ষুৰিণী** *স্ত্ৰী* নাপিতনী।

**ক্ষুৰী** (ন্) নাপিত।

**ক্ষুল্ল–** *বিণ* (ক্ষুদ ক্বিপ, ক্ষুদং লাতি ক্ষুদ লা কঃ) ক্ষুদ্ৰ, সৰু **–তাতঃ** সৰু পিতা, খুড়া।

**ক্ষুল্লক** *বিণ* (ক্ষুল্ল স্বাৰ্থে কন) ১। সৰু, ক্ষুদ্ৰ. ২। নীচ, অধম, ৩। তুচ্ছ, ৪। দুখীয়া, দৰিদ্ৰ. ৫। দুষ্ট, হিংসুক।

**ক্ষেত্ৰং** *ক্লী* (ক্ষি ষ্ট্ৰন্) ১। ভূমি, মাটি, খেতিপথাৰ, ২। ভূ-সম্পত্তি, ৩। স্থান, বাসস্থান, এলাকা, ভৰ্তৃ ১।৭৭; মে ১৬; ৪। পৱিত্ৰ ভূমি, তীৰ্থস্থান, গী ১।১; ৫। খেল পথাৰ, ৬। উৰ্বৰ ভূমি, সাৰুৱা মাটি, ৭। মৰ্ম স্থান, ৮। গৃহিণী, মনু ৩।১৭৫; ৯। কৰ্মক্ষেত্ৰ শৰীৰ (আত্মাৰ কৰ্মক্ষেত্ৰ), গী ১৩।১; ১০। মন, ১১। ঘৰ, নগৰ, ১২। জ্যামিতিৰ ক্ষেত্ৰ যেনে— আয়তক্ষেত্ৰ, বৰ্গক্ষেত্ৰ ইত্যাদি, ১৩। নক্সা, **–অধিদেৱতা, –দেৱতা** কোনো এখন স্থানৰ অধিষ্ঠাত্ৰী দেৱতা। যেনে— উজ্জয়িনীৰ মহাকাল। **–আজীৱঃ, –কৰঃ** খেতিয়ক, খেতিজীৱী; **–গণিতং** জ্যামিতি। **–গত** *বিণ* জ্যামিতি বিষয়ক **–জ** ১। খেতিত হোৱা শস্যাদি, ২। শৰীৰৰ পৰা উৎপন্ন বা জন্ম হোৱা। **–জঃ** পতি অপুত্ৰক হ'লে শাস্ত্ৰবিধি অনুসাৰে আন কুটুম্বৰ হতুৱাই পত্নীৰ পৰা জন্ম দিয়া পুত্ৰ সন্তান। বাৰ বিধ পুত্ৰ সন্তানৰ ভিতৰত এবিধ। মনু ৯।১৬৭; যা ১।৬৮-৬৯; **–জাতঃ** আনৰ পত্নীত জন্ম হোৱা পুত্ৰ। **–জ্ঞ** ১। স্থান সম্পৰ্কে জ্ঞান থকা, ২। চতুৰ, পটু। **–জ্ঞঃ** ১। শৰীৰৰ অধিদেৱতা, ২। আত্মা, পৰম পুৰুষ, মনু ১২।১২; ৩। বিষ্ণু, ৪। বটুক ভৈৰৱ, ৫। ক্ষেত্ৰ অৰ্থাৎ শৰীৰক যি জানে (ক্ষেত্ৰ জ্ঞা ডঃ), বিদগ্ধ। গী ১৩।১-২; ৬। অভিজ্ঞ খেতিয়ক, ৭। লম্পট, **–পতিঃ** মাটিৰ গৰাকী, **–পদং** দেৱস্থান, **–পাল** ১। খেতিৰখীয়া, ২। খেতিৰক্ষক দেৱতা, ৩। সদাশিৱ, **–ফলং** (অঙ্ক) কোনো নক্সাৰ কালি। **–ভক্তিঃ** *স্ত্ৰী* খেতিপথাৰৰ বিভাগ। **–ভূমিঃ** হাল বোৱা বা খেতি কৰা মাটি। **–ৱিদ্** ১। ক্ষেত্ৰ সম্পৰ্কে জ্ঞান থকা লোক, ক্ষেত্ৰজ্ঞ, ২। আধ্যাত্মিক জ্ঞান থকা লোক, কু ৩।৫০; ৩। আত্মা। **–স্থ** *বিণ* পৱিত্ৰ স্থানৰ বাসিন্দা।

**ক্ষেত্ৰিক** *বিণ* খেতি সম্বন্ধীয় **–কঃ** ১। খেতিয়ক, মনু ৮।২৪১; ২। পতি, স্বামী, মনু ৯।১৪৫।

**ক্ষেত্ৰী** *পু* ১। খেতিয়ক, ২। কৃষি-বিজ্ঞানী, ৩। আত্মা, ৪। পৰমাত্মা, গী ১৩।৩৩; ৫। পতি, স্বামী, মনু ৯।৩২; (কুল্লুকভট্টই' এনে দুবিধ স্বামীৰ বিষয়ে উল্লেখ কৰিছে। এবিধ স্বামী, আৰু আন ৱিধ 'নামত' স্বামী অৰ্থাৎ নিজৰ স্বামী থাকোঁতে সন্তান উৎপাদন কৰা আন পুৰুষ।)

**ক্ষেত্ৰিয়** *বিণ* ১। ক্ষেত্ৰ সম্বন্ধীয়, ২। যি শৰীৰ পৰজন্মতহে আৰোগ্যৰ যোগ্য, চিকিৎসাৰ বাহিৰ, **–ৰং** ১। শাৰীৰিক যন্ত্ৰৰ পীড়া বা বেমাৰ, ২। ঘাঁহনি, চৰণীয়া পথাৰ, **–য়ঃ** ব্যাভিচাৰী পুৰুষ।

**ক্ষেপঃ** *পু* (ক্ষিপ ঘঞ) ১। নিক্ষেপ, অঙ্গচালন, মে ৪৭; ২। প্ৰেৰণ, ৩। আঘাত, ৪। অতিক্ৰম, ৫। সময় ব্যয়, ৬। পলম, হেমাহি, ৭। নিন্দা, গালি, যা ২।২০৪; ৮। অসম্মান, অপবাদ, ৯। গৰ্ব, দম্ভ, ১০। ফুলৰ থোপা।

**ক্ষেপক** *বিণ* ১। নিক্ষেপ কৰ্তা, প্ৰেৰক, ২। ভুক্তিকৃত। এজনৰ ৰচনাৰ মাজত সুমুৱাই দিয়া আনৰ লিখনি বা ৰচনা, ৩। অপমানজনক, নিন্দাজনক। **–কঃ** ভুক্তিকৃত বিষয়।

**ক্ষেপণং** *ক্লী* (ক্ষিপ ভাৰকৰ্মাদিষু ল্যুট) ১। প্ৰেৰণ, নিক্ষেপণ, ২। (সময়) ব্যয়, ৩। উপেক্ষা, ৪। নিন্দা, **–নিঃ, –নী** ১। নাৱৰ বঠা, ২। মাছ মৰা জাল, ৩। শিলগুটি, অস্ত্ৰ আদি দলি মৰা যতন।

**ক্ষেপিমা** (ন্), **ক্ষেপিষ্ঠ, ক্ষেপীয়ান্** (স্) *বিণ* অতিশয় ক্ষিপ্ৰ, ক্ষিপ্ৰতম।

**ক্ষেম** *বিণ* ১। সুখ, শান্তি, আৰাম দায়ক, ২। মঙ্গলজনক, কল্যাণকামী, গী ১।৪৫; ৩। সুখী, নিৰাপদ, নিৰ্বিঘ্ন **–মং, –মঃ** *ক্লী পু* ১। শান্তি, সুখ, কল্যাণ, মঙ্গল। কি ১।১৭, মনু ২।১২৭; ২। নিৰাপত্তা, নিৰ্বিঘ্নতা

পঞ্চ ১।১৪৬; ৩। সংৰক্ষণ, ৪। যি পোৱা যায় তাক ভালদৰে ৰক্ষা কৰা— যোগক্ষেমং ৱহাম্যহম, গীতা; (—মঃ) পু ১। এবিধ আতৰ, ২। চন্দ্ৰবংশীয় ৰাজপুত্ৰ, ৩। কলিঙ্গৰ ৰজা। —**কৰ** *বিণ* শান্তি-সুখ-দায়ক, সন্তুষ্ট, ক্ষমাশীল।

**ক্ষেমা** *স্ত্ৰী* কাত্যায়নী।

**ক্ষেমিন্** (নী) *বিণ* সুৰক্ষিত, সুখী, নিৰাপদ।

**ক্ষৈ** ক্ষয়ে (ভ্বা প অক ক্ষায়তি) ক্ষয় যা, লাহে লাহে কমি যা, হ্ৰাস হ, ক্ষীণ হ, শক্তিহীন হ, শুকাই-খীণাই যা।

**ক্ষৈণ্যং** *ক্লী* (ক্ষীণস্য ভাৱঃ ক্ষীণ ঞঃ) ১। ক্ষীণতা, ২। ধ্বংস, কৃশতা।

**ক্ষৈত্ৰং** *ক্লী* (ক্ষেত্ৰাণাং সমূহঃ ভিক্ষাদিভ্যোঃ অণ) ১। কেবাখনো পথাৰ (একেলগে) ২। এখন পথাৰ।

**ক্ষৈৰেয়ী** *ক্লী* (ক্ষীৰে সংস্কৃতমন্নং) পৰমান্ন, পায়স।

**ক্ষোড়ঃ** *পু* (ক্ষোডাতে বধ্যতে অস্মিন ক্ষোড অপ্) ১। হাতী বন্ধা খুঁটা।

**ক্ষোণিঃ, ণী** *স্ত্ৰী* পৃথিৱী, (অঙ্ক) সংখ্যা 'এক'।

**ক্ষোতৃ** *পু.* উৰাঙ্কৰ খোৰা, উৰাল-মাৰি।

**ক্ষোদঃ** *পু.* (ক্ষুদ্ পেষণে ভাৱে ঘঞ) ১। খুন্দন, গুড়ি কৰা কাৰ্য্য, ২। উড়ুখল, ৩। ধূলি, ধূলিকণা, চূৰ্ণ। উ ৩।২; —**ক্ষণ** *বিণ.* পৰীক্ষাৰ যোগ্য, অনুসন্ধানৰ উপযুক্ত।

**ক্ষোদিত** *বিণ.* চূৰ্ণীকৃত।

**ক্ষোদিমা** (ন্) অতিশয় সূক্ষ্মতা, ক্ষুদ্ৰত্ব।

**ক্ষোদীয়ান্** (স্) *বিণ.* অতি সৰু, সূক্ষ্ম, শি ২।১০০।

**ক্ষোদ্য** *বিণ.* চূৰ্ণ (গুড়ি) কৰাৰ উপযুক্ত, ৰা ২।৮০।১০।

**ক্ষোভঃ** *পু.* (ক্ষুভ ভাৱে ঘঞ) ক্ষোভণ, চিত্ত চাঞ্চল্য। মে ২৮।৯৫; ২। জোকাৰণি, ˆৰ ১।৫৮; ৩। আলোড়ন, উত্তেজনা, বিৰক্তি, ক্ৰোধ। শ ৬।৩১; —**ণঃ** কামদেৱৰ পঞ্চশৰৰ ভিতৰত এপাত শৰ। —**ণং** ক্ষোভজনক; ৰা ৩।৩৬।১০।

**ক্ষোভকঃ** *পু.* (ক্ষোভ সংজ্ঞায়াং কণ) কামাখ্যাৰ এখন পৰ্বতৰ নাম; কা পু ৮১ অ (শকদ্ৰু)।

**ক্ষোমং, —মঃ** ঘৰৰ ওপৰত থকা কোঠা।

**ক্ষৌণিঃ, ণী** ক্ষোণি, —**প্ৰাচীৰঃ** সাগৰ —**ভূজ্** ৰজা —**ভৃৎ** পৰ্বত।

**ক্ষৌদ্ৰঃ** চম্পক গছ, —**দ্ৰং** ১। সূক্ষ্মত্ব, অভদ্ৰতা, অধমত্ব, ২। মৌ ৰ ৪।৬৩; ৩। পানী, ৪। ধূলিকণা, —**জং** মম, মৌসিতা।

**ক্ষৌদ্ৰেয়ং** মম।

**ক্ষৌমং–মঃ** (ক্ষু মন অণ বৃদ্ধিঃ) ১। পাটৰ কাপোৰ। বোৱা পাট; শ ৪।৫; ২। অট্টালিকাৰ ওপৰত থকা কোঠা, ৩। পকী ঘৰৰ পিচফাল, —**মং** তিন্তিগুটি। —**মী** শণ সূতা।

**ক্ষৌৰং** (খুৰেৰে) ডাঢ়ি, চুলি কটা (কাম)।

**ক্ষৌৰিকঃ** নাপিত।

**ক্ষ্ণু** তেজনে (অদা প সক ক্ষ্ণৌতি) ১। অস্ত্ৰাদি ধাৰ দি; তীক্ষ্ণ কৰ। —**সং** অস্ত্ৰাদি ধাৰ দি। ভট্টি ৮।৪০।

**ক্ষ্ণুত** *বিণ.* শাণিত, তীক্ষ্ণকৃত।

**ক্ষ্মা** *স্ত্ৰী.* (ক্ষমতে সহতে ভাৰং ক্ষম অচ উপাধায়া লোপঃ) ১। পৃথিৱী ভা ৭।৮।৩৩; ২। (অঙ্ক) সংখ্যা 'এক'; —**জঃ** মঙ্গল গ্ৰহ; —**পঃ**, —**পতিঃ** —**ভুজ** ৰজা, —**ভৃৎ** ৰজা, পৰ্বত।

**ক্ষ্মায়** বিধূননে (ভ্বা আ অক ক্ষ্মায়তে) ১। কঁপা, ২। আলোড়িত কৰ। ভট্টি ১৪।২১।

**ক্ষ্মায়িত** *বিণ.* (ক্ষ্মায় ইতচ) কম্পিত, আলোড়িত।

**ক্ষ্বিড়** (দ) স্নেহে মোক্ষে (ভ্বা আঁ অক মোক্ষে, সক ক্ষ্বেডাতি) ১। পানীত তিত, ভিজ, ভিজা, ২। (গছ গুটি বা জন্তুৰ) গাৰ পৰা ওলা (ৰস, তেল, পূঁজ-পানী ইত্যাদি), ঘাম ওলা; **প্ৰ—** ভোৰভোৰা, গুণগুণা, ভট্টি ৭।১০৩।

**ক্ষ্বিদ্** কূজনে (ভ্বা উ অক ক্ষ্বেদতি -তে) ১। গুণ গুণা, চিঞৰ, গৰ্জন কৰ, সুহুঁৰি মাৰ, ভোৰভোৰা, অস্পষ্ট শব্দ কৰ। মনু ৪।৬৪।

**ক্ষ্বেড়ঃ** *পু.* (ক্ষ্বিড ঘঞ) ১। ধ্বনি, শব্দ, ২। বিষ, ৩। জেকাকৰণ, ৪। ত্যাগ, বিসৰ্জন, —**ভা** ১। সিংহৰ গৰ্জ্জন, ২। যুদ্ধৰ কোলাহল, আটাহ, ৩। বাঁহ।

**ক্ষ্বেড়নং** ত্যাগ, মোচন, বিসৰ্জন মহা ৩।১৭৮।২৬।

**ক্ষ্বেড়িতং** *ক্লী.* (ক্ষ্বিড ভাৱে ক্তঃ) সিংহ নাদ। সিংহৰ গোজৰণি। মহা ১।৬৯।৬।

**ক্ষ্বেলা, –লিকা, –লী** *স্ত্ৰী.* ক্ৰীড়া, খেলা, খেল-ধেমালি, পৰিহাস। ভা ১০।২৯।৪৬।■

**খ,** খকাৰ। বৰ্ণমালাৰ ব্যঞ্জন বৰ্ণৰ ক বৰ্গৰ দ্বিতীয় বৰ্ণ। শিৱসূত্ৰৰ ১১শ সূত্ৰৰ প্ৰথম বৰ্ণ। উচ্চাৰণ স্থান কণ্ঠ।

**খং** *ক্লী.* (খৰতি মনোঽস্মিন্ খৰ্ব ডঃ) ১। ইন্দ্ৰিয় মনু ২।৬০; ২। আকাশ, মে ৯; ৩। স্বৰ্গ, ৪। চহৰ বা নগৰ, ৫। পথাৰ, ৬। শূন্য (০), ৭। বিন্দু, ৮। ছিদ্ৰ, বিন্ধা, মনু ৯।৪৩; ৯। মানৱ শৰীৰৰ '৯' টা ছিদ্ৰৰ এটা (মুখ, দুখন কাণ, দুটা চকু, দুটা নাকৰ বিন্ধা, লিঙ্গ আৰু গুহ্যদ্বাৰ)। মনু ২।৬০; ১০। আঘাত, ঘা, ১১। সুখ শান্তি, ১২। অভ্ৰ, বালিচন্দা, ১৩। কাৰ্য্য, ১৪। জ্ঞান, ১৫। ব্ৰহ্ম, **—অটঃ** ১। গ্ৰহ, ২। ৰাহু গ্ৰহ, **—আপগা** গঙ্গা নদী, **—উল্কঃ** ১। উল্কা, পপীয়া তৰা, ২। গ্ৰহ. **—উল্মুকঃ** মঙ্গল গ্ৰহ, **—কামিনী** দুৰ্গা; **—কুন্তলঃ** সদাশিৱ, **—গঃ** ১। চৰাই, মনু ১২।৬৩, ২। বায়ু, বতাহ, ৩। সূৰ্য্য, ৪। গ্ৰহ, ৫। এবিধ ফৰিং, ৬। দেৱতা, ৭। কাঁড়, **—গাধিপঃ** গৰুড়, **—গান্তকঃ** শেন চৰাই; **—গাভিৰামঃ** সদাশিৱ; **—গাসনঃ** ১। উদয়াচল; ২। বিষ্ণু, **—গেন্দ্ৰঃ**, **—গীশ্বৰঃ**, **—গপতিঃ** গৰুড়, **—গৱতী** পৃথিৱী; **—গস্থানং** ১। গছৰ খোৰোং, ২। চৰাইৰ বাহ, **—গঙ্গা** আকাশী-গঙ্গা, **—গতিঃ** *স্ত্ৰী.* বতাহৰ গতি, **—গমঃ** চৰাই, **—গোলঃ** আকাশ মণ্ডল, **—গোলবিদ্যা,** জ্যোতিষ বিদ্যা, **—চমসঃ** চন্দ্ৰ, **—চৰঃ** (খেচৰঃ) ১। চৰাই, ২। ৰাক্ষস, ৩। মেঘ, ৪। সূৰ্য্য, ৫। বায়ু, (**—ৰী**) ১। আকাশত উৰি ফুৰা নাৰী, ২। দুৰ্গা) **—জলং** নিয়ৰ, বৰষুণ, **—জ্যোতিষঃ** *পু.* ১। জোনাকী পৰুৱা; **—তমালঃ** ১। মেঘ, ২। ধোঁৱা **—দ্যোতঃ** জোনাকী পৰুৱা, মে ৮১; ২। সূৰ্য্য; **—দ্যোতনঃ** সূৰ্য্য, **—ধূপঃ** আতচবাজী এবিধ, ভট্টি ৩৩।৫; **—পৰাগঃ** আন্ধাৰ, **—পুষ্পং** 'আকাশ কুসুম' অৰ্থাৎ যিটো কাল্পনিক গতিকে অসম্ভৱ। এনে অসম্ভৱ চাৰি বিধ। (বাকী ৩ বিধ : মৃগতৃষ্ণা, শহা পহুৰ শিং আৰু বন্ধ্যা পুত্ৰ), **—ভং** মেঘ, **—ভ্ৰান্তিঃ** শেন চৰাই, **—মণিঃ** সূৰ্য্য, **—মীলনং** টোপনিৰ ভাৰ, শ্ৰান্তি; **—মূৰ্ত্তিঃ** সদাশিৱ, **—বাৰিঃ** বৰষুণৰ পানী, নিয়ৰ;: **—বাষ্পঃ** বৰফ, নিয়ৰ গোট মাৰি হোৱা বৰফ, **—শয়ঃ** (খেশয়) আকাশ বাস, **—শৰীৰং** স্বৰ্গীয় শৰীৰ, **—শ্বাসঃ** বতাহ, **—সমুত্থ, —সম্ভৱ** আকাশত উৎপন্ন; **—সিন্ধুঃ** চন্দ্ৰ; **—স্তনী** পৃথিৱী, **—স্ফটিকং** সূৰ্য্য অথবা চন্দ্ৰকান্ত মণি।

**খঃ** *পু* (খৰ্বয়তি স্বৰশ্মিভিঃ পিচ ডঃ) সূৰ্য্য।

**খক্খট** *বিণ.* টান, কঠিন, গোটা, **—টঃ** চকমাটি।

**খক্কৰঃ** একোছা চুলি।

**খচ্** ভূতিপূত্যোঃ (ক্ৰ্যা প অ খচতি, খচঞাতি) ১। আবিৰ্ভাৱ হ, আকৌ জন্ম হ, ২। পৱিত্ৰ হ। বন্ধনে (অদন্ত চুৰা প সক খচয়তি ) বান্ধ, (ৰচিবে বান্ধ, **উদ্—** মিশ্ৰণ কৰ, সংমিশ্ৰণ কৰ ৰ ৮।৫৩।

**খচিত** *বিণ.* (খচ ক্ত) ১। খটোৱা, খচিত, যেনে মুক্তাখচিত হাৰ, শ ৭।১১; ২। দৃঢ়ীকৃত।

**খজ্** মন্থে (ভ্বা প সক খজতি) ১। মন্থন কৰ, ২। আলোড়ন কৰ।

**খজঃ, —জকঃ** মন্থন কৰা ডাং, মথনী মাড়ি।

**খজপং** মাখন।

**খজাকঃ** চৰাই।

**খজাকা, খজাজিকা,** চামুচ, হেতা।

**খঞ্জ্, খঞ্জ** পাঙ্গুল্যে (ভ্বা প অক, খঞ্জতি) লেঙেৰাই যা, খোৰাই যা।

**খঞ্জ** *বিণ.* লেঙেৰা, খোৰা। মনু ৮।২৪৮; **—খেটঃ, —খেলঃ** খঞ্জন পক্ষী।

**খঞ্জনঃ** খঞ্জন পক্ষী; **—নং** খোৰাই যোৱা, **—ৰতং** সন্ন্যাসীৰ সহবাস।

**খটঃ** *পু.* ১। কফ, খেঁকাৰ, ২। অন্ধকূপ, ৩। কুঠাৰ, ৪। নাঙল, ৫। ঘাঁহ, **—কটাহকঃ** থু পেলোৱা পাত্ৰ। **—খাদকঃ** ১। শিয়াল, ২। কাউৰী, ৩। জন্তু, ৪। আয়নাৰ পাত্ৰ।

**খটক্কঃ** ঘটক (বিবাহৰ সম্বন্ধ যোগাৰ কৰি দিয়াই যাৰ ব্যৱসায়)।

**খটিকামুকখং** বন্দুক ধৰাৰ ভঙ্গী।

**খটিকা** ১। চক মাটি, ২। কাণৰ বহিৰ্ভাগ।

**খড়ক্কিকা** ১। সৰু দুৱাৰ, ২। খিৰিকি।

**খটিনী, খটী** চকমাটি।
**খট্টনঃ** বাওনা।
**খট্টা** ১। খাট পালেং, চালপীৰা।
**খট্টিঃ** *পু. স্ত্রী.* মৰা শ নিয়া গাড়ী বা চাঙী।
**খট্টিকঃ** ১। কচাই, ২। চিকাৰী।
**খট্বা** *স্ত্রী.* ১। খাট, পালেং, বিচনা, ২। ঝুলনা, **—অঙ্গঃ** ১। সদাশিৱৰ অস্ত্র (এডাল লাঠীৰ ওপৰত লাওখোলা। সন্ন্যাসী আৰু যোগীবিলাকে হাতত লৈ ফুৰে), ২। ৰজা দিলীপৰ নাম, **—অঙ্গধৰঃ** সদাশিৱ; **—আপ্লুত, —আৰূঢ়** *বিণ.* ১। নীচ, জঘন্য, ২। পৰিত্যক্ত, বৰ্ব্বৰ, ৩। দুষ্ট, মুৰ্খ।
**খট্বাক, —ট্বিকা** সৰু চালপীৰা।
**খড়্** ভঙ্গ, বিভাজন।
**খড়িকা, —খড়ী** চকমাটি।
**খড়্গঃ** *পু* (খড়তি ভিনত্তি খড় কিং গন) ১। তৰোৱাল, খড়্গা, ২। গঁড়ৰ খড়্গা, ৩। গঁড়, মনু ৩।২৭২; **—ড়্গং** লোহা, **—আঘাতঃ** তৰোৱালৰ ঘাপ, **—আধাৰঃ** খাপ, **—আমিষং** ম'হৰ মাংস, **—কোশ** খাপ, **—ধৰঃ** অস্ত্রধাৰী, **—ধেনুঃ, —ধেনুকা** ১। সৰু তৰোৱাল, ২। মাইকী গঁড়, **—পত্রং** তৰোৱালৰ ধাৰ থকা ফাল, **—পিধানং** খাপ, **—পুত্রিকা** ছুৰী, কটাৰী, **—ফলং** তৰোৱালৰ ধাৰ থকা ফাল।
**খড়্গাৰৎ** *বিণ্* খড়্গাধাৰী।
**খড়্গিকঃ** ১। খড়্গাধাৰী, ২। কচাই।
**খড়্গীকং** ধানকটা কাঁচি।
**খণ্ড্** ভেদে (চুৰা প সক খণ্ডয়তি) ১। খণ্ডিত কৰ, খণ্ড বিখণ্ড কৰ। ছিৰি পেলা, ভাঙি ডোখৰ ডোখৰ কৰ, ২। পৰাভূত কৰ, ধ্বংস কৰ, দূৰ কৰ, ৩। নিৰাশ কৰ, হতাশ কৰ। ৪। ঠগা, প্ৰবঞ্চনা কৰ।
**খণ্ডঃ, —ণ্ডং** *ক্লী.* ১। খণ্ড ভাগ, ২। ভাঙন, ফাট, অংশ, টুকুৰা, মে ৩০; ৩। পুথিৰ অংশ, অধ্যায়, ৪। সমূহ। গোষ্ঠী, **—ণ্ডং** এবিধ নিমখ, এবিধ কুঁহিয়াৰ, **—অভ্রং** সিঁচৰতি হৈ থকা মেঘ। দাঁতৰ কৰমৰণি, **—আলিঃ** ১। তেলৰ জোখ, ২। পুখুৰী, ৩। ব্যভিচাৰী পতিৰ পত্নী, **—কথা** চুটিগল্প, **—কাব্যং** চুটি কাব্য, যেনে মেঘদূত, **—জঃ** এবিধ চেনি। **—ধাৰা** কেঁচি, **—পৰশুঃ** ১। সদাশিৱ, ২। পৰশুৰাম, **—পৰ্শুঃ** ১। শিৱ, ২। পৰশুৰাম, ৩। ৰাহু, ৪। ভগা দাঁতৰ হাতী, **—পালঃ** মিঠাইৱালা; **—প্ৰলয়ঃ** বিশ্বব্ৰহ্মাণ্ডৰ আংশিক বিনাশ। **—মণ্ডলং** বৃত্তৰ একাংশ, **—মোদকঃ** এবিধ চেনি, **—শৰ্কৰা** বাতাচা, **—শীলা** দুশ্চৰিত্ৰা নাৰী।
**খণ্ডকঃ** *পু.* ১। বাতাচা, চেনিৰ লাড়ু, ২। নখহীন মানুহ।
**খণ্ডনং** ১। খণ্ডন, ভাঙন, বিভাজন, ২। ধ্বংস, বিনাশ, গীত ১০; ৩। কামোৰ, আঘাত, ৪। নৈৰাশ্য, হতাশা, ৫। প্ৰতিবন্ধক, ৰ ৯।৩৬; ৬। প্ৰবঞ্চনা, ৭। প্ৰতিবাদ, ৮। বিদ্ৰোহ, ৯। প্ৰত্যাখ্যান।
**খণ্ডলং** টুকুৰা।
**খণ্ডশঃ** (স্) *অব্য.* টুকুৰা-টুকুৰ।
**খণ্ডিত** (খড়ি ক্ত) ১। বিখণ্ডিত, ২। ধ্বংসকৃত, বিনষ্ট, ৩। প্ৰতিবাদকৃত, ৪। পৰিত্যক্ত, গীত ৮, **—তা** পতিৰ ব্যভিচাৰত ৰুষ্টা তিৰোতা। সংস্কৃত নাটকৰ ৮ প্ৰকাৰ নায়িকাৰ এবিধ। মে ৩৯; **—নিগ্ৰহ** পঙ্গুকৃত, **—বৃত্ত** অসৎ, দুৰাচাৰ।
**খণ্ডিনী** পৃথিৱী।
**খন্দিকা** *স্ত্রী.* চিৰা, ভজা শস্য।
**খদিৰঃ** ১। খয়েৰ গছ, ২। ইন্দ্ৰ, ৩। চন্দ্ৰ।
**খদ্যোতঃ** *পু.* সূৰ্য্য, জোনাকী পৰুৱা।
**খধূপঃ** আটচবাজি।
**খন্** ৱিদাৰে (ভ্বা উ সক খনতি) ১। খান্দ, যেনে কুঁৱা খান্দ, খনন কৰ। মনু ২।২১৮; **অভি—** খনন কৰ, **উদ্—** উভালি পেলা; সমূলে নাশ কৰ। মে ৫২; **নি—** ১। খনন কৰ, কবৰ দি, পুতি পেলা। ৰ ১২।৩০; ২। থিয় কৰ, নিৰ্মাণ কৰ, ৩। ৰোপণ কৰ, ৰ ৩।৫৫; **পৰি—** খাল খান্দ।
**খনকঃ** ১। খনিকৰ, খনিত কাম কৰা লোক, ২। সিন্ধি খন্দা চোৰ, ৩। ইন্দুৰ, ৪। খনি।
**খননং** ১। খনন কাৰ্য্য, ২। পুতি পেলোৱা।
**খনিঃ** (নী *স্ত্রী*) ১। খনি ৰ ১৭।৬৬; ২। গুহা।
**খনিত্ৰং** ১। কুঠাৰ, ২। কোৰ।
**খপুৰঃ** তামোল গছ।
**খৰ** *বিণ.* ১। টান, কঠিন, গোটা, ২। তীব্ৰ, তীক্ষ্ণ। ৰ ৮।৯, ৩। টেঙা, ৪। ডাঠ, গহন, ৫। অনিষ্টকৰ, ৬। তপত; উষ্ণ, ৭। নিষ্ঠুৰ।
**খৰঃ** *পু.* (খং মুখকুহৰং অতিশয়েনাস্যাস্তীতি ৰঃ) ১। গাধ, মনু ২।২৮১; ২। খচ্চৰ, ৩। দীঘল ঠেঙীয়া

বগলী, বামুণ বগ, ৪। কাউৰী, ৫। এটা ৰাক্ষস, ৰাৱণৰ ভায়েক, শ্ৰীৰামচন্দ্ৰ হাতত নিহত হয়। ৰ ১২।৪২; —অংশু —কৰঃ, —ৰশ্মিঃ সূৰ্য্য। —কুটী ১। গাধশাল, ২। নাপিতৰ দোকান, 'চেলুন'। —কোণঃ, —ক্বাণঃ তিত্তিৰ পক্ষী, —কোমলঃ জেঠ মাহ, —গৃহং, —গেহং গাধশাল, —ণস্,—ণস *বিণ.* জোঙা নাক থকা, —দণ্ডং পদুম, —ধ্বংসী খৰ নামৰ ৰাক্ষসক বধ কৰা শ্ৰীৰামচন্দ্ৰ। —নাদঃ গাধৰ চিঞৰ, —নালঃ পদুম, —পাত্ৰং লোহাৰ পাত্ৰ —পালঃ কাঠৰ পাত্ৰ, —প্ৰিয়ঃ পাৰ চৰাই, —যানং গাধই টনা বাহন, —শব্দঃ ১। গাধৰ চিঞৰ, ২। শেন চৰাই, —শালঃ গাধশাল, —খৰা জঙ্গলী মালতী ফুল।

**খৰিকা** কস্তুৰীৰ গুড়ি।

**খৰিজ্ৰম** গাধৰ গাখীৰ পান কৰোঁতা।

**খৰী** মাইকী গাধ, —জঙ্ঘঃ সদাশিৱ —বৃষঃ জধামূৰ্খ।

**খৰু** *বিণ.* ১। শুভ্ৰ, বগা, ২। মূৰ্খ, ৩। নিষ্ঠুৰ, ৪। নিষিদ্ধ বস্তু পাবলৈ আশা কৰা লোক।

**খৰুঃ** *পু.* (খন কুঃ ৰঃ চান্তাদেশঃ) ১। সদাশিৱ, ২। ঘোঁৰা, ৩। দৰ্প, দম্ভ, ৪। দাঁত, ৫। কামদেৱ, —ৰুঃ *স্ত্ৰী.* নিজৰ মতে পতি নিৰ্বাচন কৰা কন্যা।

**খৰ্জ্** ব্যথামাৰ্জনয়োঃ (ভ্বা, প, অক, খৰ্জতি) ১। শোক কৰ, দুখ কৰ, অস্থিৰ হ, ২। কেৰকেৰোৱা (বা তেনেকৈ শব্দ কৰ), ৩। লিপ, পোঁছ, মাজ, ঘঁহ।

**খৰ্জনং** মাজন।

**খৰ্জিকা** ১। যৌন ৰোগ বিশেষ, ২। ক্ষুধাজনক আহাৰ।

**খৰ্জুঃ** *পু.* (খৰ্জ উন্) ১। খেজুৰ, ২। খজুৰতী, খৰ, কণ্ডু, ৩। ধঁতুৰা গছ, ৪। কীট; —ৰ্জূঃ *স্ত্ৰী.* কণ্ডু, খৰ, কীট। —ৰ্জুঘ্নঃ ধঁতুৰা গছ, আকন্দ গছ।

**খৰ্জুৰঃ** *পু.* ১। খেজুৰ গছ, ২। বৃশ্চিক, —ৰং *ক্লী.* ১। খেজুৰ ফল, ২। ৰূপা, ৩। হালধীয়া হাইতাল, —ৰী খেজুৰ গছ। ৰ ৪।৫৭।

**খৰ্পৰঃ** (কৰ্পৰঃ, পৃষোদৰাৎ খত্বম্) ১। চোৰ, ২। ধূৰ্ত, ৩। ঠগ, ৪। ভিক্ষা পাত্ৰ, ৫। লাওখোলা, ৬। ভগা মাটিৰ বাচনৰ টুকুৰা, খোলাকটি, ৭। ছাতি।

**খৰ্পৰিকা, খৰ্পৰী** অঞ্জন।

**খৰ্ব্** গতৌ (ভ্বা প সক অক খৰ্বতি) ১। গমন কৰ, যা, আগুৱাই যা, ২। গৰ্ব কৰ, অহঙ্কাৰ কৰ।

**খৰ্ব্ব (ৰ্ব)** *বিণ.* (খৰ্ব্ + অচ্) ১। বিকলাঙ্গ, অসম্পূৰ্ণ, ২। বামন, বাওনা, কটীয়া, —ৰ্ব্বঃ *পু.* কুবেৰৰ পুঁজি, সংখ্যা— ১০,০০০,০০০,০০০, —শাখ বাওনা, সৰু, চুটি-চাপৰ।

**খৰ্ব্বটঃ,—টং** ১। বজাৰ, ২। পৰ্বতৰ পাদভূমিত থকা, চহৰ বা গাওঁ, কাষৰ গাওঁ, ৩। চাৰিশ গাৱঁৰ মাজৰ ঠাই।

**খৰ্ব্বুজং** *ক্লী.* খৰ্মুজা, এবিধ বাঙী জাতীয় ফল।

**খল্** স্খলনে (ভ্বা প অ খলতি) ১। লৰচৰ কৰ, হোঁহক, লৰা, ২। একত্ৰিত কৰ, গোট খুৰা, ৩। স্খলন হ, যেনে— খলতি খলঃ ধৰ্মাৎ।

**খলঃ —লং** (খল্ অচ) ১। ধান মৰা ঠাই, চোতাল, মনু ১১।১৭; ২। পৃথিৱী, ভূমি, ৩। স্থান, ৪। ধূলিৰ দ'ম, ৫। গেদ, —লঃ ১। দুষ্ট লোক, অধম লোক, ২। সূৰ্য্য, ৩। তমাল গছ, —উক্তিঃ গালিগালাজ, বেয়া কথা বা ভাষা, —ধান্যং ধান মৰা ঠাই, —পূঃ ঝাৰুদাৰ। মেতৰ, —মূৰ্ত্তিঃ পাৰদ। —সংসৰ্গঃ দুষ্ট লোকৰ লগত বন্ধুত্ব।

**খলকঃ** *পু.* কলহ, ঘট।

**খলতিঃ** *পু.* (স্খলন্তি কেশা অস্মাৎ) ১। কেশহীনতা, ২। তপা মূৰৰ মানুহ।

**খলত্তিকঃ** পৰ্বত।

**খলিঃ—লী** *স্ত্ৰী.* খলিহৈ। ভৰ্তৃ ২।১০০; তেলৰ গেদ। —শঃ খলিহনা মাছ।

**খলি (লী) নঃ, —নং** *পু. ক্লী.* লাগামৰ মুখত থকা লোৰ টুকুৰা; মহা ১।১৯৯।১৫।

**খলীকাৰঃ,—কৃতিঃ** *স্ত্ৰী.* ১। আঘাত, অনিষ্ট, অপকাৰ, ২। অপব্যৱহাৰ, ৩। পাপ, দোষ, অনিষ্ট, অমঙ্গল।

**খলু** *অব্য.* ১। নিষেধ, ২। অনুনয়, প্ৰাৰ্থনা, শ ১।১০; ৩। নিশ্চয়তা, সন্দেহশূন্যতা, শ ৪।১৪; ৪। অনুসন্ধান, কু ৪।২৪; জিজ্ঞাসা, ৫। হেতু, কাৰণ, কু ৪।৫; আদি অৰ্থ প্ৰকাশ কৰাৰ বাবে ব্যৱহাৰ হয়। 'খলু' শব্দৰ নিজা কোনো অৰ্থ নাথাকিলেও বাক্যালঙ্কাৰ ৰূপেও ব্যৱহাৰ কৰা হয়। তাৰোপৰি পদ, বাক্যাদি পূৰণৰ কাৰণেও ব্যৱহাৰ হয়, ৰা ৩।৪১।৬; বীপ্সা, অৰ্থাৎ একেটা শব্দক একাধিক বাৰ উচ্চাৰণ কৰাৰ বাবেও 'খলু' ব্যৱহাৰ কৰা হয়, যেনে, 'ন খলু ন খলু বাণঃ' ইত্যাদি শ ১।১০।

**খলুক্** (জ) *পু.* অন্ধকাৰ।
**খলূৰিকা** *স্ত্রী.* অস্ত্র-শস্ত্র বিদ্যা শিক্ষাৰ স্থান।
**খলেশঃ** *স্ত্রী.* খলিহনা মাছ।
**খল্যা** *স্ত্রী* (খলানাং সমূহঃ) মৰণা মৰা কেবাখনো চোতাল বা স্থান।
**খল্লঃ** *পু.* (খল্ লা আদানে কঃ) ১। ঔষধ গুড়ি কৰা বা পিঁহা শিলৰ পাত্ৰ, ২। গাত, ৩। ছাল, ৪। চাতক পক্ষী, ৫। ছালেৰে তৈয়াৰী পানীৰ মোনা।
**খল্লিকা** *স্ত্রী.* (তৰকাৰী, মাছ আদি) ভজা বহল মুখৰ পাত্ৰ, কেৰাহী।
**খল্লীট** *বিণ.* তপা মূৰা।
**খল্বাট** *বিণ.* তপা, ভৰ্তৃ ২।৯০ ।
**খৱ** ভূতিপূত্যোৰুৎপত্তৌ (ক্র্যা প অ খৌণাতি, খুণতি বা) ১। সম্পত্তি, সম্পদ বৃদ্ধি হ, ২। পৱিত্ৰ হ, শুদ্ধ হ।
**খশঃ (সঃ)** *পু* ভাৰতৰ উত্তৰাংশত থকা এখন পৰ্বতীয়া ৰাজ্য আৰু তাৰ অধিবাসী। মনু ১০।৪৪।
**খশা** ১। এবিধ সুগন্ধি দ্ৰব্য, ২। দক্ষ ৰজাৰ কন্যা, কাশ্যপৰ পত্নী।
**খশেটঃ** খলিহনা মাছ।
**খষ্পঃ** *পু.* ১। ক্রোধ, ২। ধৰ্ষণ, বলাৎকাৰ, নিষ্ঠুৰতা।
**খসঃ** *পু.* (খং স্যতি ক সো কঃ) খজুৰতি, খৰ, খজুলি।
**খাখসঃ** *পু.* আফুগুটি, পোস্তাদানা।
**খাজিকঃ** *পু.* আখৈ।
**খাটঃ –টিঃ,–টিকা** (খ অট্ কৰণে ঘঞ) মৰা শ কটিওৱা খাট বা চালপীৰা।
**খাণ্ডৱঃ** *পু.* চেনিৰ লাড়ু, মিঠাই, বাতাচা। **—ৱং** *ক্লী.* কুৰুক্ষেত্ৰৰ খাণ্ডৱ নামৰ এখন অৰণ্য। অৰ্জুন আৰু কৃষ্ণৰ সহায়ত অগ্নিয়ে ইন্দ্ৰৰ প্ৰিয় এই অৰণ্যখন পুৰি ভস্ম কৰে। **—প্ৰস্থঃ** এখন চহৰৰ নাম।
**খাণ্ডৱিকঃ, —ণ্ডিকঃ** – মিঠাইৱালা।
**খাত** *বিণ* ১। খননকৃত, ২। ছিৰা, বিদীৰ্ণ, **—তং** ১। খনন কাৰ্য্য, ২। ছিদ্ৰ, ৩। গাঁত, ৪। দীঘল পুখুৰী।
**খাতকঃ** ১। খান্দোতা, ২। ঋণী, ৩। শত্ৰু বিদাৰক; **—কং** গাঁত।
**খাতা** কৃত্ৰিম খাল বা পুখুৰী।
**খাত্ৰং** ১। কোৰ, ২। দীঘল পুখুৰী, ৩। সূতা, ৪। বন, অৰণ্য, ৫। ভয়, আতঙ্ক।
**খাদ** ভক্ষণে (ভ্বা প সক খাদতি) ১। খা, ভক্ষণ কৰ, ২। কামুৰি খা, হি ১।৮১, মনু ৫।৩২।
**খাদক** *বিণ.* খাৱন, ভক্ষণ, **—কঃ** ঋণী।
**খাদনঃ** *পু.* দাঁত; **—নং** আহাৰ, খাদ্য, ভক্ষণ।
**খাদুক** *বিণ.* দুষ্ট, হিংসুক, অনিষ্টকাৰী।
**খাদ্যং** *ক্লী.* (খাদ কৰ্মণি ণ্যৎ) ১। ভক্ষণৰ যোগ্য দ্ৰব্য। ২। আহাৰ।
**খাদিৰ** *বিণ.* (ৰী স্ত্রী) খদিৰ গছৰ পৰা উৎপন্ন। মনু ২।৪৫।
**খানং** ১। খনন কাৰ্য্য, ২। অনিষ্ট, আঘাত, **—উদকঃ** নাৰিকল গছ।
**খানপানং** (খানঞ্চ পানঞ্চ) খোৱা-পিয়া, খোৱা-বোৱা।
**খানিঃ** *স্ত্রী.* (খন ইন্) খনি, আকৰ।
**খানিকং** *ক্লী.* বেৰৰ ফুটা বা বিন্ধা।
**খাপগা** *স্ত্রী.* গঙ্গা।
**খাৰঃ (–ৰিঃ, –ৰীঃ** *স্ত্রী.*) ধানৰ জোখ। ১৫ দোণ।
**খাৰিম্পচ** *বিণ.* খাৰি পৰিমাণৰ অন্নাদি পাক কৰোঁতা।
**খাৰ্ব্বা** ত্ৰেতা যুগ।
**খিঙ্খিৰঃ** *পু.* (খিং অব্যক্ত শব্দং কৃ কঃ) ১। শিয়াল, খেক শিয়াল, ২। শিৱৰ অস্ত্ৰ-খট্টাঙ্গ, ৩। চালপীৰাৰ খুঁটা।
**খিট্** ভয়ভীষয়োঃ (ভ্বা উ অক, সক খেটতি – তে) ১। ভয় খা, ২। আতঙ্কিত কৰ, যেনে ব্যাঘ্ৰাৎ খেটতি, ব্যাঘ্ৰঃ জনং খেটতে)।
**খিদ্** ক) পৰিঘাতে (তুদা প সক খিন্দতি) দমন কৰ, শাস্তি দি, দণ্ডিত কৰ। খ) দৈন্যকে (দিৱা, ৰুধা, আ অক খিন্তে, খিদ্যতে) ১। আঘাত কৰ, যাতনা দি, কষ্ট দি, ২। যাতনা ভোগ কৰ, কষ্ট ভোগ কৰ, (খিদ্যতে), অৱসন্ন হ, শ ৫।৭; ৩। ভয় খুৱা, আতঙ্কিত কৰ।
**খিদিৰঃ** ১। সন্ন্যাসী, ২। ভিখাৰী, ৩। চন্দ্ৰ।
**খিদ্ৰঃ** *পু.* ১। ৰোগ, ২। দাৰিদ্ৰ্য।
**খিন্ন** (খিদ্ ক্তঃ) ১। শোকাৰ্ত, দুৰ্দশাগ্ৰস্ত, বিষণ্ণ, বে ১।১১; ২। পৰিশ্ৰান্ত মে ১৩; ৰ ৩।১১ ।
**খিলঃ –লং** ১। পৰি থকা মাটি, গড় আবাদী মাটি, ২। মূল সংগ্ৰহৰ লগতে গাঁথি দিয়া বা সংযোজিত কৰা আন এটি মন্ত্ৰ, মনু ৩।২৩২; ৩। পৰিশিষ্ট, ৪। সংগ্ৰহ, সঙ্কলন, ৫। শূন্যতা। ভূ আৰু কৃ ধাতুৰ লগত

খিলীভূ, আৰদ্ধ হোৱা, অনতিক্ৰম্য, গতিৰোধ হোৱা, কু ২।৪৫; খিলীকৃ, বাধা দিয়া, ৰোধ কৰা, ৰ ১১।১৪; ধ্বংস কৰা, নাশ কৰা, শি ২।৩৪।

**খু** ধ্বনৌ (ভ্বা আ অ খৱতে) ১। শব্দ কৰ, ধ্বনি তোল।

**খুঙ্গাহঃ** *পু.* ক'লা ঘোঁৰা।

**খুজ্** স্তেয়ে (ভ্বা প সক খোজতি) চুৰি কৰ।

**খুৰ্** ছেদনে (তুদা প সক খুৰতি) ১। দাঢ়ি খুৰা, ২। কাট, ছেদন কৰা।

**খুৰঃ** *পু* (খুৰ্ কঃ) ১। খুৰ, ২। গৰু বা ঘোঁৰাৰ খুৰা, ৩। এবিধ আতৰ, **—আঘাতঃ —ক্ষেপঃ** লাথি, গোৰ, **-ণস্ —ণস** *বিণ.* চেপেটা নাকৰ মানুহ। **—পদৱী** ঘোৰাৰ খুৰাৰ চিন, **—প্ৰঃ** ধনুৰ দৰে মুখ থকা কাঁড়।

**খুৰলী** অস্ত্ৰ শিক্ষা।

**খুৰালকঃ** লোৰ কাঁড়।

**খুৰালিকঃ** ১। খুৰৰ খাপ, ২। লোৰ কাঁড়, ৩। গাৰু।

**খুল্ল** *বিণ.* সৰু, নীচ, ক্ষুদ্ৰ, **—তাতঃ** পিতাকৰ ভায়েক, খুৰাদেউ।

**খেটং** *ক্লী.* (খে, অট্, অচ) ঘাঁহ।

**খেটঃ** *পু.* (খে অট্ অচ্) ১। গ্ৰহ, ২। নগৰ বা চহৰ, ৩। কফ, শ্লেষ্মা, ৪। বলৰামৰ গদা, ৫। ঘোঁৰা।

**খেটিতানঃ —লঃ** *পু.* বৈতালিক, চাৰণ।

**খেটিন্** *পু.* ভ্ৰষ্টাচাৰী লোক। কামুক।

**খেদঃ** *পু.* (খিদ ভাৱে ঘঞ্) ১। অৱসন্নতা, ২। শ্ৰান্তি, মে ৩২, ৩। দুখ, কষ্ট, দুৰ্দশা বে ১।১১।

**খেয়ং** *ক্লী.* ১। গাঁত, পৰিখা, সৰু খাল, খাৱৈ, **—য়ঃ** দলং, সেতু।

**খেল্** চালে, গত্যাম্ (ভ্বা প চলনে, অক গত্যাং সক খেলতি) ১। চালিত কৰ, কম্পিত কৰ, ২। খেল, ধেমালি কৰ।

**খেল** *বিণ্* ধেমেলীয়া, খেলত লিপ্ত। ৰ ৪।২২।

**খেলনং** *ক্লী.* (খেল্ ল্যুট্) ১। খেল-ধেমালি, ২। কম্পন, ৩। সম্পাদন।

**খেলা** *স্ত্ৰী.* খেলা, ধেমালি।

**খেলিঃ** *স্ত্ৰী.* ১। খেলা, ২। কাঁড়।

**খোটিঃ** *স্ত্ৰী.* চতুৰা তিৰোতা।

**খোড** *বিণ.* বিকলাঙ্গ, খোৰা।

**খোৰ(ল)** খোৰা, লেঙেৰা।

**খোলকঃ** *পু.* (খোল সংজ্ঞায়াং কন্) ১। চচপেন, কেৰাহী, ২। শিৰস্ত্ৰাণ, ৩। উঁই হাফলু, ৪। তামোলৰ বাকলি।

**খোলিঃ** *স্ত্ৰী.* (খোল ইন্) ১। কাঁড় ৰখা তূণ।

**খ্যা** খ্যাতৌ কথনে (অদা প অক কথনে সক খ্যাতি) ১। ক ঘোষণা কৰ, ২। খ্যাত হ, নাম কৰ, জনাজাত হ। মনু ৭।২১০; ৩। প্ৰশংসা কৰ; **অভি—** জনাজাত হ, **আ—** ১। ক, ঘোষণা কৰ, গী ১১।৩১; ২। আহ্বান কৰ, মনু ৪।৬; **পৰি—** জনাজাত হ, **পৰিসং—** গণনা কৰ, **প্ৰ—** প্ৰখ্যাত হ, **প্ৰত্যা—** প্ৰত্যাখ্যান কৰ, অস্বীকাৰ কৰ, ২। নিষিদ্ধ কৰ, ৩। বাৰণ কৰ, ৫। অতিক্ৰম কৰ, চেৰ পেলা। **ৱি—** বিখ্যাত হ। **ৱ্যা—** ১। ব্যাখ্যা কৰ, ২। ঘোষণা কৰ, জনা, ৩। মাত, আহ্বান কৰ। **সং—** গণ, গণনা কৰ, যোগ কৰ।

**খ্যাত** *বিণ.* ১। জনাজাত, প্ৰসিদ্ধ ৰ ১৮।৬; ২। জ্ঞাত, উক্ত, ৩। বিখ্যাত, প্ৰখ্যাত, কুখ্যাত, **—গৰ্হণ** *বিণ.* জঘন্য, কুখ্যাত।

**খ্যাতিঃ** *স্ত্ৰী.* (খ্যা ক্তিন্) ১। গৌৰৱ, প্ৰসিদ্ধি, মনু ১২।৩৬; ২। নাম, উপাধি, ৩। ব্যাখ্যা, বৰ্ণনা, ৪। প্ৰশংসা, ৫। দৰ্শন শাস্ত্ৰমতে 'জ্ঞান', প্ৰকাশ, শি ৪।৫৫ ■

# গ

**গ** গকাৰ। বৰ্ণমালাৰ ব্যঞ্জনবৰ্ণৰ ক বৰ্গৰ তৃতীয় বৰ্ণ। শিৱসূত্ৰৰ ১০ম সূত্ৰৰ তৃতীয় বৰ্ণ। উচ্চাৰণ স্থান কণ্ঠ। সাধাৰণতে 'গ', সমাসৰ শেষত, যোৱা, গমন কৰা, সঙ্গম কৰা, থকা আদি অৰ্থত ব্যৱহাৰ হয়।

**গং** *ক্লী.* (গীয়তে ইতি গৈ ডঃ) গীত, গান।

**গঃ** *পু.* (গচ্ছতি সৰ্বং জানাতি, প্ৰাপ্নোতি ইতি গম্ ডঃ) ১। গণেশ, ২। গন্ধৰ্ব, ৩। গুৰুসংজ্ঞক বৰ্ণ। (গুৰু শব্দৰ সলনি 'গ' ব্যৱহাৰ হয়।) ৪। গান গোৱা বুজাবলৈ 'গ' ব্যৱহাৰ হয়; যেনে সামবেদৰ মন্ত্ৰ পাঠ কৰোঁতাক 'সামগ' বোলা হয়। মনু ২।৬২।

**গগনং** *ক্লী.* (গচ্ছন্তি অস্মিন্ দেৱাদয় ইতি গম্ যুচ্ গশ্চ অন্তাদেশঃ) ১। গগন, আকাশ, মে ৪৮; ২। বায়ুমণ্ডল, ৰ ৩।৪৯; ৩। (অঙ্ক) শূন্য, ৪। স্বৰ্গ। **—অগ্ৰং** উচ্চতম উৎকৃষ্ট স্বৰ্গসমূহ; **—অঙ্গনা** অপসৰা; **—অধ্বগঃ** ১। সূৰ্য্য, ২। গ্ৰহ, ৩। দেৱতা; **—অম্বু** বৰষুণৰ পানী, **—উল্মুকঃ** মঙ্গলগ্ৰহ, **—কুসুমং —পুষ্পং** আকাশ কুসুম, অৰ্থাৎ অসম্ভৱ বস্তু, **—গতিঃ** ১। দেৱতা, ২। স্বৰ্গীয় প্ৰাণী; মে ৪৬; ৩। গ্ৰহ, **—চৰ** বতাহত চৰি ফুৰা, **—চৰঃ** ১। পক্ষী, ২। গ্ৰহ, ৩। স্বৰ্গীয় আত্মা, ভূত। **—ধ্বজঃ** ১। সূৰ্য্য, ২। মেঘ, **—সদঃ** আকাশবাসী, শি ৪।৫৩; **—সিন্ধু** *স্ত্ৰী.* গঙ্গা নদী **—স্থ, —স্থিত** *বিণ.* আকাশত থকা, **—স্পৰ্শনঃ** ১। বায়ু, বতাহ, ২। আঠ মৰুতৰ ভিতৰত এটাৰ নাম।

**গঙ্গকা, গঙ্গাকা, গঙ্গিকা** *স্ত্ৰী.* গঙ্গা নদী।

**গঙ্গা** *স্ত্ৰী.* (গময়তি প্ৰাপয়তি ভগৱৎ পদং যা শক্তিঃ গম্ গন্ টাপ্) ১। গঙ্গা নামৰ নদী আৰু তাৰ অধিষ্ঠাত্ৰী দেৱতা। গঙ্গাৰ অসংখ্য নাম। তাৰ ভিতৰত উল্লেখযোগ্য কেইটামান হ'ল : জাহ্নৱী, ভাগীৰথী, ত্ৰিপথগা, তীৰ্থৰাজ, অলকনন্দা, মন্দাকিনী, আদি। ২। গঙ্গাক দেৱী গঙ্গামাতা বুলিও প্ৰশংসা কৰা হয়। গঙ্গা হিমৱানৰ জ্যেষ্ঠা কন্যা। ব্ৰহ্মাৰ শাপত গঙ্গা পৃথিৱীলৈ আহে আৰু ৰজা শান্তনুৰ প্ৰথমা পত্নী হয়। গঙ্গাৰ ৮টা পুত্ৰ হয়; তাৰ ভিতৰত ভীষ্ম কনিষ্ঠতম সন্তান। আন এটা আখ্যানমতে গঙ্গা ভগীৰথৰ আৰাধনাত আকাশৰ পৰা ওলাই নামি আহি কৈলাশস্থিত শিৱৰ জটাত পৰে আৰু তাৰ পৰা দেশৰ মাজেৰে বৈ গৈ সাগৰত পৰি সগৰৰ পুত্ৰসকলক মুক্তি দিয়ে। সেয়ে গঙ্গাৰ আন কেইটামান নাম হ'ল ভীষ্মজননী, হৈমৱতী, ৰুদ্ৰশেখৰা, সমুদ্ৰসুভগা ইত্যাদি। **—অম্বু, —অম্ভস্** *ক্লী.* ১। গঙ্গাজল, ২। শুদ্ধ বৰষুণৰ পানী, **—অৱতাৰঃ** ১। গঙ্গাৰ পৃথিৱীত অৱতৰণ, ২। এখন পবিত্ৰ স্থানৰ নাম। **—উদ্ভেদঃ** *পু.* গঙ্গাৰ উৎস। **—ক্ষেত্ৰং** গঙ্গানদী আৰু দুয়োপাৰে দুই কোশলৈ থকা ভূমিখণ্ড। **—চিল্লী** গঙ্গা চিলনী। **—জঃ** ১। ভীষ্ম, ২। কাৰ্ত্তিকেয়। **—দত্তঃ** ভীষ্ম। **—দ্বাৰং** হৰিদ্বাৰ। **—ধৰঃ** ১। শিৱ, ২। সাগৰ। **—পুত্ৰঃ** ১। ভীষ্ম, ২। কাৰ্ত্তিকেয়, ৩। মৰা শ' কঢ়িওৱা নীচ জাতৰ মানুহ, ৪। গঙ্গাতীৰ্থলৈ যাত্ৰীক অনা-নিয়া কৰা ব্ৰাহ্মণ। **—ভৃৎ** *পু.* ১। শিৱ, ২। সাগৰ। **—যাত্ৰা** ১। গঙ্গালৈ তীৰ্থযাত্ৰা, ২। বৃদ্ধক, ৰোগীক জীৱনৰ অন্তিম সময়ত নদীৰ পাৰলৈ নিয়া। **—সাগৰঃ** গঙ্গা আৰু সাগৰৰ সঙ্গমস্থল। **—সুত** ১। ভীষ্ম, ২। কাৰ্ত্তিকেয়।

**গঙ্গাটেয়ঃ** *পু.* (গঙ্গা অট অচ ঢক্) মিছা মাছ।

**গঞ্জোলঃ** গোমেদ পাথৰ (মুক্তা)।

**গচ্ছঃ** *পু.* (গম্ ক্বিপ্ তুক্ গৎ ছো কঃ) গছ।

**গজ** ক) স্বনে (ভ্বা প অক গজতি) ১। শব্দ কৰ, চিঞৰ, গৰ্জন কৰ, ভট্টি ১৪।৫; ২। মাতাল হ, মতলীয়া হ, বিমোৰত পৰ। খ) স্বনে (চুৰা প অ গাজয়তি) গৰ্জন কৰ।

**গজঃ** *পু.* (গজতি মদেন মত্তো ভৱতীতি গজ অচ্) ১। হাতী। হাতী ৩ বিধ : ভদ্ৰ, মন্দ আৰু মৃগ, ২। সংখ্যা '৮', ৩। পৰিমাণ, জোখ যেনে এক গজ অৰ্থাৎ দুহাত, ৪। শিৱই বধ কৰা এটা ৰাক্ষসৰ নাম গজাসুৰ। **—অগ্ৰণীঃ** *পু.* ১। শ্ৰেষ্ঠ হাতী, ২। ঐৰাৱত। **—অধ্যক্ষঃ** হাতীসমূহৰ তত্ত্বাৱধায়ক। **—অপসদঃ** দুষ্ট হাতী, নীচ জাতৰ হাতী। **—অশনঃ** আঁহত গছ। (**—নং**) পদুমৰ শিপা। **—অৰিঃ** ১। সিংহ, ২। গজাসুৰক বধ কৰোঁতা, শিৱ, **—আজীৱঃ** মাউত। **—আননঃ —আস্যঃ** গণেশ। **—আহ্বং** হস্তিনাপুৰ। **—ইন্দ্ৰঃ** ১। উৎকৃষ্ট হাতী, ২। ঐৰাৱত। **—কন্দঃ** মূলাৰ দৰে এবিধ ডাঙৰ (খাদ্য) শিপা, বা মূল। **—গতিঃ** হাতীৰ দৰে গহীন গতিসম্পন্ন। **—গামিনী** গহীন গতিসম্পন্না তিৰোতা। **—দঘ্ন** হাতীৰ দৰে ওখ। **—দন্তঃ** ১। হাতীৰ দাঁত, ২। গণেশ, ৩। বেৰত চিত্ৰ আদি আৰি থবলৈ লগাই ৰখা সৰু কাঠী বা 'পিন'। **—দানং** ১। হাতীৰ কুম্ভৰ পৰা ওলোৱা মদবাৰি, ২। হাতীৰ দান। **—নাসা** হাতীৰ কুম্ভ। **—পতিঃ, —অধিপতিঃ** হাতীৰখীয়া, ওখ হাতী। শি ৬।৫; **—পুঙ্গৱঃ** উৎকৃষ্ট হাতী। ভৰ্তৃ ২।৩১; **—পুৰং** হস্তিনাপুৰ। **—বন্ধনী, —বন্ধিনী** হাতীশাল। **—ভক্ষকঃ** পবিত্ৰ ডিমৰু গছ। **—মণ্ডনং** হাতীৰ মূৰত লগোৱা ৰঙীণ কাপোৰবাৰি। **—মাচলঃ** সিংহ। **—মুক্তা, —মৌক্তিক** হাতীৰ কুম্ভত থকা এবিধ

মুক্তা। **—মুখঃ**, **—ৱক্তঃ** **—ৱদনঃ** গণেশ। **—মোটিনঃ** সিংহ। **—যূথং** হাতীৰ পাল ৰ ৯।৭১; **—যোধিন্** *বিণ.* হাতীত উঠি কৰা যুদ্ধ। **—শিক্ষা** হস্তীবিদ্যা। **—স্নানং** হাতীৰ গা ধোৱা অর্থাৎ নিষ্ফল প্রচেষ্টা।

**গজতা** হাতীৰ পাল।

**গজৱান** হাতী থকা মানুহ। ৰ ৯।১০।

**গঞ্জঃ** *পু.* (গঞ্জি ভাৱে ঘঞ্) ১। অৱজ্ঞা, অৱমাননা, ২। খনি, ৩। ধনৰ ভঁড়াল, ৰাজকোষ, ৪। গোশালা, ৫। বিক্রীৰ বাবে শস্য ৰখা ঠাই। **—গ্রা** ১। জুপুৰি ঘৰ, ২। পানপাত্র, ৩। মদৰ মহল, দোকান।

**গঞ্জন** *বিণ.* ১। নিন্দিত কৰা, চেৰ পেলোৱা (কার্য্য), ২। পৰাজয় কৰা, জয়ী হোৱা।

**গঞ্জিকা** *স্ত্রী.* মদৰ দোকান।

**গড্** সেকে (ভ্বা প সক গড়তি) ১। ক্ষৰণ কৰ, উলিয়া, নিষ্কাসন কৰ, ২। নিগৰি পৰ, বাগৰি যা (যেনে, পানী)।

**গড়ঃ** *পু.* (গড়তি হস্তাৎ জালাৎ বা গড্ + অচ্) ১। গড়ৈ মাছ, ২। 'স্ক্রীণ', পর্দা, ৩। বেৰা, ৪। গাঁত, খাল, ৫। প্রতিবন্ধক। **—উত্থং**, **—দেশজং**, **—লৱণং** গঁড় ৰাজ্যত পোৱা সৈন্ধৱ লৱণ।

**গড়ৱন্তঃ** মেঘ।

**গড়িঃ** *পু.* (গড় ইন্) ১। দমৰা পোৱালি, ২। এলেহুৱা বলদ।

**গডু** *বিণ.* (গড় উন্) ১। কুঁজ, ২। কুঁজা; **—ডুঃ** ১। কুঁজা মানুহ, ২। যাঠী, ৩। পানীৰ পাত্র, ৪। উঁই পৰুৱা, ৫। অমূলক পদার্থ।

**গডুকাঃ** *পু.* ১। পানীৰ পাত্র, ২। আঙুঠী।

**গডুলঃ** *পু.* কুঁজা মানুহ।

**গড়েৰঃ** *পু.* (গড় এৰক্) মেঘ।

**গড়োলঃ** ১। এক গৰাহ (গ্রাস), ২। গুড়।

**গড্ডৰঃ** ভেঁড়া।

**গড্ডৰিকা** ১। ধাৰাবাহী নদী, ২। ভেঁড়াৰ পালৰ পিচে পিচে যোৱা ভেঁড়ী, ৩। 'ভেঁড়াৰ দল' বা শাৰী। (ইয়াত 'ভেঁড়াৰ দল'ৰ অর্থ হ'ল চকুমুদি আগৰ জনৰ পিচে পিচে ভেঁড়াৰ দৰে গৈ থকা)।

**গড্ডুকঃ** সোণালী পাত্র। সোণৰ ফুলদানী।

**গণ্** সংখ্যানে (অদন্ত চুৰা পৰ সক গণয়তি, গণিত) ১। গণনা কৰ, সংখ্যা গণ, কু ৬।৮৪; ২। হিচাব কৰ, ৩। যোগ কৰ, ৪। মূল্য স্থিৰ কৰ, ৫। শ্রেণীভূক্ত কৰ, ৬। বিবেচনা কৰ, গ্রাহ্য কৰ, আৰোপ কৰ, মন কৰ; (নঞ্ যোগত) অগ্রাহ্য কৰ, অৱজ্ঞা কৰ, ভর্তৃ ২।৮১; **অধি—** ১। প্রশংসা কৰ, ২। গণনা কৰ, **অৱ—** অৱজ্ঞা কৰ, **পৰি—** গণনা কৰ, বিৱেচনা কৰ, মে ৫। **বি—** ১। গণনা কৰ, ২। স্বীকাৰ কৰ, মে ১০৯; ৩। অৱজ্ঞা কৰ, ৪। চিন্তা কৰ, পঞ্চ ৩।৪৩।

**গণঃ** *পু.* (গণ্যতে কর্মণি অপ্) ১। সমূহ, গোষ্ঠী, ২। সম্প্রদায়, ৩। অনুচৰবৃন্দ, ৪। শিৱৰ অনুচৰ, কিন্নৰ। কু ১।৫৫; ৫। এক উদ্দেশ্যৰ এটা গোষ্ঠী, ৬। সৰু সৈন্য বাহিনী য'ত ২৭খন ৰথ, সিমান সংখ্যক হাতী, ৮১ ঘোঁৰা আৰু ১৩৫ পদাতি থাকে, ৭। (অঙ্ক) সংখ্যা, ৮। ছন্দৰ পাদ, ৯। (ব্যাকৰণ) একে নিয়মৰ অধীনত থকা কেইটামান ধাতুৰ সমষ্টি যেনে অদাদি গণ। **—অগ্রণী** গণেশ। **—অচলঃ** শিৱৰ গণবিলাকৰ বাসস্থান কৈলাস পর্বত। **—অধিপঃ** **—অধিপতিঃ** ১। শিৱ শি ৯।২৭; ২। গণেশ, ৩। সৈন্য বাহিনী, শিষ্য, মানুহ অথবা জন্তুৰ মুখ্য অর্থাৎ প্রধানজন। **—অন্নং** একেলগে বহুতৰ কাৰণে ৰন্ধা অন্ন, গণভোজ। মনু ৪।২০৯; **—অভ্যন্তৰঃ** ধর্মীয় সংস্থাৰ মূৰব্বী। মনু ৩।১৫৪; **—ঈশঃ** **—ঈশানঃ**, **—ঈশ্বৰঃ** **—পঃ**, **—পতিঃ** *পু.* শিৱ-পার্বতীৰ পুত্র গণেশ। **—উৎসাহঃ** গড়, **—কাৰঃ** ১। গণক, ২। ভীম। **—গতিঃ** এটা বিশেষ ডাণ্ডৱ সংখ্যা। **—চক্রকং** ধার্মিক মানুহে একেলগে কৰা ভোজন। **—ছন্দস্** *স্ত্রী.* পাদেৰে গণনা কৰা ছন্দ। **—দীক্ষা** সামূহিক শিক্ষা, সামূহিক ধর্মীয় কার্য্য। **—দেৱতাঃ** একেলগে আবির্ভাৱ হোৱা দেৱতাৰ সমষ্টি। **—দ্রব্যং** ৰাজহুৱা সম্পত্তি। **—নায়কঃ** শিৱ, গণেশ। **—নায়িকা** দুর্গা। **—পীঠকং** স্তন। **—পুঙ্গৱঃ** **—পূর্ৱঃ** এটা শ্রেণী বা গোষ্ঠীৰ মূৰব্বী। **—ভর্তৃ** *পু.* ১। শিৱ, কি ৫।৪২; ২। গণেশ, ৩। গোষ্ঠীৰ মূৰব্বী। **—যজ্ঞঃ** ৰাজহুৱা যজ্ঞানুষ্ঠান। **—ৰাজ্যং** দক্ষিণাত্যৰ এখন ৰাজ্যৰ নাম। **—হাসঃ** **—হাসকঃ** এবিধ আভৰ।

**গণক** *বিণ.* (**ণিকা** *স্ত্রী.*) বহু ধনৰ বিনিময়ত কিনি অনা। **—কঃ** ১। গণনাকাৰী, ২। জ্যোতিষী। **—কী** গণকপত্নী।

**গণিঃ** *স্ত্রী.* গণনা।

**গণিকা** *স্ত্রী.* (গণঃ লম্পটগণঃ উপপতিত্বেনাস্তি অস্যাঃ ইতি ঠন্) বেশ্যা, হৰিব ৮৫।৯; শি ৯।১০; ২। মাইকী হাতী, ৩। এবিধ ফুল।

**গণিত** (গণ্ কৰ্মণি ক্তঃ) ১। গণনাকৃত, ২। চিন্তিত, স্বীকৃত, **—তং** ১। অঙ্কশাস্ত্ৰ, ২। অঙ্ক।

**গণিতী (ন্)** *পু.* ১। যিয়ে গণনা কৰিছে, গণনাকাৰী, ২। অঙ্কশাস্ত্ৰজ্ঞ।

**গণী (ন্)** *বিণ* এটা দল বা পালৰ অধিকাৰী। যেনে শ্বগণিন্– এদল কুকুৰ থকা লোক। ৰ ৯।৫৩; *(পু.)* শিক্ষক।

**গণেয়** *বিণ.* গণনাৰ যোগ্য, গণনা কৰিব পৰা।

**গণেৰুঃ** *স্ত্রী.* ১। বেশ্যা, ২। মাইকী হাতী। **—ৰুকা** কুটনী।

**গণেশঃ** *পু.* (গণানাং ঈশঃ) ১। শিব, ২। শিব আৰু পাৰ্বতীৰ পুত্ৰ গণেশ। গণেশ সকলোৰে দেৱতা, সিদ্ধিদাতা আৰু বিঘ্নহাৰী। যি কোনো কাৰ্য্য গণেশৰ নাম লৈহে আৰম্ভ কৰা হয়। সেয়ে শুভাৰম্ভ কৰাক 'শ্ৰীগণেশ' কৰা বুলি কয়। গণেশৰ বাহন এন্দুৰ আৰু মূৰটো হাতীৰ। গণেশৰ হাতীৰ মূৰ কেনেকৈ হ'ল সেই বিষয়ে একাধিক পৌৰাণিক আখ্যান আছে। তাৰে এটা হ'ল : শনিৰ দৃষ্টিত শিশু গণেশৰ মূৰটো খহি পৰাত বিষ্ণুৱে ততালিকে সমুখতে দেখা হাতীটোৰ মূৰটো কাটি লগাই দিয়ে। অদ্ভুত আকৃতিৰ বাবে গণেশৰ বহু নাম। যেনে– একদন্ত, মহাকায়, গজেন্দ্ৰ বদন, লম্বোদৰ ইত্যাদি। পৰশুৰামৰ লগত যুদ্ধ কৰোঁতে গণেশে দুটা দাঁতৰ এটা হেৰুৱায়। আখ্যানমতে গণেশেই হেনো ব্যাসৰ পৰা শুনি মহাভাৰত লিখি উলিয়ায়। আন এটা আখ্যান মতে চাৰিখন বেদৰো লিখক গণেশেই।

**গণ্ডঃ** ১। গাল, ২। মুখাৱয়ৱ। মে ২৬, ঋতু ৪।৬, ৩। হাতীৰ কুম, ৪। বুৰবুৰণি, ৫। ফোঁহা, খহু, ব্ৰণ, ৬। গঁৰল অথবা গলৰ বেমাৰ, ৭। গাঁথি, জোৰা, ৮। চিহ্ন, দাগ, ৯। গঁড়, ১০। মূত্ৰাশয়, ১১। বীৰ যোদ্ধা, ১২। ঘোঁৰাৰ সাঁজত লগোৱা ফিটা, গুদাম আদি। **—অঙ্গ** গঁড়, **—উপাধানং** গাৰু। **—কুসুমং** মদবাৰি। **—কূপঃ** পৰ্বতৰ শিখৰৰ কুঁৱা। **—দেশঃ —প্ৰদেশঃ** গাল। **—ফলকং** বহল গাল। শি ৯।৪৭; **—ভিত্তিঃ** ১। হাতীৰ কুমৰ ছিদ্ৰ, যি কালে মদবাৰি নিৰ্গত হয়, ২। বিস্তৃত গাল। **—মালঃ —মালা** গলৰ বেমাৰ। **—মূৰ্খ** জধামূৰ্খ, **—শৈলঃ** ১। ভূমিকম্পই নিক্ষেপ কৰা বিৰাট শিল। কি ৭।৩৭; ২। কপাল। **—সাহ্বয়া** গণ্ডকী নদী। **—স্থলী** গাল।

**গণ্ডকঃ** ১। গঁড়, ২। বাধা, বিঘিনি, ৩। গাঁথি, জোৰা, ৪। চিন, দাগ, ৫। ফোঁহা, ব্ৰণ, ৬। বিয়োগ, ৭। চাৰি কড়ি মূল্য। **—কা** লদা, টোপ, গুলি। **—কী** *স্ত্রী.* গণ্ডকী নদী, মাইকী গঁড়। **—পুত্ৰঃ —শিলা** শালগ্ৰাম।

**গণ্ডলিন্** *পু.* সদাশিৱ।

**গণ্ডিঃ** গা গছ (শিপাৰ পৰা ঠানি ওলোৱা অংশটোকে)। **—কা** শিলগুটি এবিধ, ২। এবিধ পেয়।

**গণ্ডীৰঃ** বীৰ, নায়ক।

**গণ্ডুঃ** *পু. স্ত্রী.* ১। গাৰু, ২। জোৰ, গাঁথি; *(স্ত্রী.)* ১। গাঁথি, ২। হাড়, ৩। গাৰু, ৪। তেল। **—পদঃ** এবিধ কীট।

**গণ্ডূষঃ,—ষা** (গড়ি উষন্) ১। মুখ পূৰণ, এক মুখ ভৰ্তি (পানী), ভা ৯।১৫।৩, কু ৩।৩৭; ২। হাতীৰ শুঁৰৰ আগভাগ

**গণ্ডোলঃ** ১। গুড়, ২। এক মুখ পূৰ্ণ।

**গত** *বিণ* (গচ্ছতি জানাতি যাতীতি বা ক্তঃ) ১। গত, প্ৰস্থানকৃত, ২। অতীত, ৩। মৃত, পৰলোকগত, কু ৪।৩০; ৪। প্ৰাপ্ত, ৫। [illegible]লীন, ৬। সম্বন্ধিত। **—তং** ১। গমন, শি ১।২, ২। চলন, বুলন, কু ১।৩৪; ৩। ঘটন, ৪। 'অভাব', 'হীনতা', 'মুক্ত' আদি বুজাবলৈ সমাসৰ আগত 'গত' ব্যৱহাৰ হয়। যেনে গতস্পৃহ স্পৃহাশূন্য। **—অক্ষ** *বিণ.* কণা। **—অধ্বন্** *বিণ.* ১। যিয়ে ভ্ৰমণ সম্পন্ন কৰিছে, ২। পৰিচিত, জ্ঞাত। **—অনুগতং** দেশাচাৰ অনুসৰি, **—অনুগতিক** অন্ধ অনুকৰণকাৰী, পঞ্চ ১।৩৪২; **—অন্ত** যাৰ অন্ত সমাগত। **—অৰ্থ** *বিণ.* ১। দুখীয়া, ২। নিৰৰ্থক। **—অসু —জীৱিত, —প্ৰাণ** *বিণ.* মৃত। গী ২।১১; **—আগতং** অহাযোৱা, সঘনাই সাক্ষাৎ। গী ৯।২১; নক্ষত্ৰৰ অনিয়মিত গতি। **—আধি** উদ্বেগহীন, সুখী, **—আয়ুস্** অতি বৃদ্ধ, জৰাজীৰ্ণ। **—আৰ্তৱা** সন্তান জন্মৰ কাল পাৰ হোৱা নাৰী, বুঢ়া নাৰী। **—উৎসাহ** *বিণ.* উদ্দীপনাহীন, **—[illegible]** *বিণ.* শক্তিহীন, বীৰ্য্যহীন, **—কল্মষ** *বিণ.* নিষ্পাপী,

পাপমুক্ত, ৰিশুদ্ধ, —**চেতন** অচেতন, নিসাৰ, জ্ঞানশূন্য। —**দিনং** *অব্য.* যোৱা কালি। —**প্ৰত্যাগত** গৈ ঘূৰি অহা, মনু ৭।১৪৬; —**প্ৰভ** জ্যোতিহীন, নিষ্প্ৰভ, শেঁতা, অস্পষ্ট। —**প্ৰাণ** প্ৰাণহীন, মৃত। —**প্ৰায়** *বিণ.* মৃতপ্ৰায়। —**ভৰ্তৃকা** ১। বিধৱা, ২। প্ৰৱাসী পতিৰ পত্নী। —**লক্ষ্মীক** *বিণ.* ১। দীপ্তিহীন, ২। ধনহীন, কঙাল। —**ৱয়স্ক** বয়সীয়া। —**বৈৰ** শত্ৰুতা নথকা, মিল হোৱা। —**ৱ্যৰ্থ** কষ্টহীন। —**সত্ত্ব** ১। মৃত, প্ৰাণহীন, নিহত, ২। অধম, নীচ। —**সন্নকঃ** মদহীন হাতী। —**স্পৃহ** স্পৃহাহীন, বাসনাশূন্য।

**গতিঃ** *স্ত্ৰী.* (গম্ ক্তিন্) ১। গতি, চলন, শ ১।১৪; গমন-ভঙ্গী, মে ১৬; ২। প্ৰৱেশ, ৰ ১।৪, ৩। চকুৰে আগুৰিব পৰা ঠাই। কু ৫।৬৪; ৪। প্ৰাপ্তি, স্বৰ্গগতি, অৰ্থাৎ স্বৰ্গপ্ৰাপ্তি, ৫। ভাগ্য, ৬। অৱস্থা, ভৰ্তৃ ২।৪৩; ৭। স্থিতি। ৰ ৮।২৭; ৮। উপায়, বিকল্প, ৯। আশ্ৰয়, যেনে শ্ৰীহৰিৰেৱ গতিঃ, ১০। উৎপত্তি, জন্ম, আৰ্জন, মনু ১।১০; ১১। পথ, মাৰ্গ, গী ৮।২৬; ১২। যাত্ৰা, শোভাযাত্ৰা, ১৩। ঘটনা, পৰিণতি, ১৪। নক্ষত্ৰৰ গতি, ১৫। গ্ৰহৰ দৈনিক গতি, ১৬। ভগন্দৰ, অৰ্শ, ১৭। জ্ঞান, বিচাৰ শক্তি, ১৮। এটা জন্মৰ পৰা আন এটালৈ গমন। মনু ৬।৭৩; ১৯। জীৱনৰ বিভিন্ন অৱস্থা, যেনে শৈশৱ, যৌৱন আদি); —**অনুসৰ** আনৰ গতি অনুসৰণ। —**ভঙ্গঃ** ব্যাঘাত, বিৰাম। —**হীন** আশ্ৰয়হীন।

**গত্বৰ** (**ৰী** *স্ত্ৰী.*) *বিণ.* (গম্ ক্বৰপ্) ১। গমনশীল, চলনশীল, গতিশীল, ২। অস্থাৱৰ, বিনাশশীল।

**গদ্** ভাষে (ভ্বা প সক গদতি) ১। ক, কথা ক, বৰ্ণনা কৰ, শি ২।৬৯; ২। গণ্তি কৰ। **নি—** ১। ক, ২। ঘোষণা কৰ।

**গদং** *ক্লী.* (গদ্যতে পীড্যতে অনেন গদ কৰণে অপ্) বিহ।

**গদঃ** *পু.* ১। ৰোগ, বেমাৰ। শি ২।৮৪; ২। বিজুলী, ঢেৰেকনি, মেঘৰ গৰ্জন, ৩। শ্ৰীকৃষ্ণৰ ভায়েক, ৪। ভাষণ, ৫। ঔষধ মহা. ১।৪৩।২১; ৬। এটা অসুৰৰ নাম। —**অগদৌ** দেৱ-চিকিৎসক অশ্বিনী কুমাৰদ্বয়। —**অগ্ৰণী** যক্ষ্মা ৰোগ। —**অম্বৰঃ** মেঘ। —**অৰাতিঃ** ঔষধ।

**গদয়িত্নু** *বিণ.* (গদয়তি কামযুক্তং কৰোতীতি গদ ইত্নুচ্) ১। কামুক, লম্পট, ২। কেপ কেপাই থকা, বাচাল, *(পু.)* কামদেৱ।

**গদা** *স্ত্ৰী.* (গদয়তি পীড়য়তি অনয়া গদ্ নিচ অপ্ টাপ্) লোৰে নিৰ্মিত অস্ত্ৰ বিশেষ। দণ্ড। বে ১।১৫; —**অগ্ৰজঃ** শ্ৰীকৃষ্ণ। শি ২।৮৪; —**আখ্যং** —**আহ্বং** কুষ্ঠ ৰোগ, —**ধৰঃ**, —**ভৃৎ** *পু.* বিষ্ণু।

**গদিন্** *বিণ.* (—**নী**) ১। গদাহস্ত, গী ১১।১৭; ২। বেমাৰত ভোগা, ৰোগী, *(পু.)* বিষ্ণু।

**গদ্গদঃ** *পু.* ১। অস্পষ্ট বক্তা, ২। খোনা মানুহ, ভৰ্তৃ ৩।৮; —**দং** অস্পষ্ট ভাষণ। —**ধ্বনিঃ** আনন্দত বা দুখত ওলোৱা মৃদু শব্দ। —**ৱাচ্** *স্ত্ৰী.* উচুপি উচুপি কোৱা কথা। —**স্বৰ** *বিণ.* খোনা ভাষণ, *(পু.)* বলদ।

**গদ্যং** *ক্লী.* (গদ্যতে ছন্দসা ৱিনা গদ যৎ) ১। পদ্যভিন্ন, ২। ছন্দবিহীন ৰচনা, ৩। তিনি বিধ কাব্য ৰচনাৰ এবিধ। বাকী দুবিধ : পদ্য আৰু চম্পু। গদ্য তিনি বিধ— বৃত্তক, উৎকলিকাপ্ৰায়, আৰু বৃত্তগন্ধি। কোনো কোনোৰ মতে আৰু এবিধ : চূৰ্ণক। —**আণ(ন, ল)কঃ** ৬৪, (৪১) গুঞ্জা অথবা ৪৮ ৰক্তিকা পৰিমাণ।

**গন্তৃ** *বিণ.* (গচ্ছতীতি গম্ তৃচ) ১। গমন কৰ্তা, ২। (নাৰীৰ লগত) সঙ্গম কৰোঁতা।

**গন্ত্ৰী** *স্ত্ৰী.* (গম্যতেঽনেন গম ষ্ট্ৰন ঙীষ্) ১। গৰুৰ গাড়ী, ২। যানবাহন। —**ৰথঃ** শকট, ৰথ।

**গন্ধ** দ্ৰুহি (চুৰা আ স গন্ধয়তি) ১। আঘাত কৰ, ২। হিংসা, কৰ, ৩। খোজ, প্ৰাৰ্থনা কৰ, ৪। গমন কৰ।

**গন্ধং** *ক্লী.* ক'লা অগৰু।

**গন্ধঃ** *পু.* (গন্ধ পচাদ্যচ্) ১। আমোদ, ২। গোন্ধ, মে ২১; সমাসৰ শেষত 'গন্ধ', 'গন্ধি' হয় যেনে কমলগন্ধি, ৩। ঘ্ৰাণগ্ৰাহ্য পৃথিৱীৰ গুণ (বৈশেষিক), ২৪ বিধ গুণৰ এবিধ, ৪। অকণমান, অলপমান, ৫। সুগন্ধি দ্ৰব্য, ৬। গন্ধক, ৭। চন্দনৰ গুড়ি, ৮। সম্বন্ধ, প্ৰতিবেশী, ৯। গৰ্ব, দম্ভ। —**অম্বু** *ক্লী.* সুগন্ধি পানী। —**অম্লা** বনৰীয়া নেমুগছ, —**অশ্মন্** গন্ধক। —**অষ্টকং** দেৱতাৰ প্ৰকৃতিৰ লগত সাদৃশ্য ৰাখি অৰ্পণ কৰা ৮ বিধ গন্ধদ্ৰব্য। —**আখুঃ** চিকা। —**আজীৱঃ**, —**উপজীৱী** আতৰজীৱী, আতৰ বিক্ৰী

কৰোঁতা। **—আঢ্য** অত্যধিক সুগন্ধি। **—আঢ্যং** চন্দন। **—ইন্দ্ৰিয়ং** ঘ্ৰাণেন্দ্ৰিয়। নাক, **—ইভঃ —গজঃ —দ্বিপঃ —হস্তীঃ** উৎকৃষ্ট হাতী। **—কালিকা, —কালী** ব্যাসৰ মাতৃ, সত্যৱতী। **—কাষ্ঠং** অগৰু কাঠ। **—কেলিকা, —চেলিকা** কস্তুৰী। **—জ্ঞা** নাক। **—তূৰ্য্যং** যুদ্ধৰ সময়ত বজোৱা ঢোল বা ডবা। **—ধূলিঃ** কস্তুৰী। **—নালী** নাক। এবিধ সুগন্ধি পাতৰ পলাশ, **—নিলয়া** মালতী ফুল। **—পত্ৰা, —পলাশী** এবিধ সুগন্ধি পাতৰ পলাশ, **—পলাশিকা** হালধি, **—পত্ৰী** অশ্বগন্ধা; **—পাষাণঃ** গন্ধক; **—পুষ্পঃ** কেতেকী গছ আৰু ফুল *(ক্লী.)*, **—পূতনা** ভূতুনী, পিশাচ **—ফলী** প্ৰিয়ঙ্গু লতা, চম্পক ফুলৰ কলি। **—মাতৃ** পৃথিৱী। **—মাদনঃ** ১। ক'লা ভোমোৰা, ২। গন্ধক, **(—নঃ,—নং)** মেৰু পৰ্বতৰ পূৱে থকা এখন সুগন্ধি পৰ্বত। **—মাদনী** মদ, সুৰা। **—মাদিনী** লা। **—মাৰ্জাৰঃ** জহামাল। **—মুখা, —মূষিক, —মূষী** চিকা। **—মৃগঃ** ১। জহামাল, ২। কস্তুৰী মৃগ। **—মৈথুনঃ** ষাঁড় গৰু। **—মোদনঃ** গন্ধক। **—ৰাজঃ** ১। মালতী লতা, ২। এবিধ আতৰ, ৩। চন্দন কাঠ। **—লতা** প্ৰিয়ঙ্গু লতা। **—লোলুপা** মৌমাখি। কু ৩।২৫; **—ৱহা —ৱাহী** নাক। **—ৱাহকঃ** বতাহ। **—ৱিহ্বলঃ** ঘেঁহু। **—বৃক্ষঃ** শাল গছ। **—ৱ্যাকুলং** কক্কোল। **—শুণ্ডিনী** চিকা। **—শেখৰঃ** কস্তুৰী। **—সাৰঃ** চন্দন কাঠ। **—সোমং** বগা ভেঁট ফুল। **—হাৰিকা** সুগন্ধি আতৰ তৈয়াৰ কৰোঁতা ভৃত্যা।

**গন্ধকঃ** *পু.* (উগ্ৰো গন্ধো অস্তি অস্য ইতি গন্ধ্ কন্) গন্ধক।

**গন্ধনং** *ক্লী.* (গন্ধ্ ভাৱে ল্যুট্) ১। উৎসাহ, অধ্যৱসায়, চেষ্টা, ২। আঘাত, হিংসা, হত্যা, ৩। প্ৰকাশ, আৱিৰ্ভাৱ, ৪। সূচনা, বাৰ্ত্তা।

**গন্ধৱতী** *স্ত্ৰী.* ১। পৃথিৱী, ২। সুৰা, মদ, ৩। ব্যাসৰ মাতৃ সত্যৱতীৰ নাম; ৪। এবিধ মালতী ফুল।

**গন্ধৰ্ব্বঃ** *পুং.* (গন্ধং সঙ্গীতৱাদ্যাদিজনিতং প্ৰমোদং প্ৰাপ্নোতি গন্ধ্ অৰ্ব্ব অণ্) ১। স্বৰ্গত বাস কৰা গায়ক, ২। সঙ্গীতজ্ঞ, গায়ক, ৩। ঘোঁৰা, ৪। কস্তুৰী মৃগ, ৫। মৃত্যুৰ পিচৰ আৰু পুনৰ জন্মৰ আগৰ আত্মা, ৬। কুলি চৰাই; **—নগৰং —পুৰং** গন্ধৰ্ববিলাক বাস কৰা চহৰ। **—ৰাজঃ** গন্ধৰ্বৰ ৰজা চিত্ৰৰথ। **—ৱিদ্যা** সঙ্গীত বিদ্যা। **—ৱিৱাহঃ** আঠ বিধ বিবাহৰ এবিধ। মনু ৩।২৭; ল'ৰা আৰু ছোৱালী দুয়োজনৰ ইচ্ছাত, অভিভাৱকৰ অনুমতি বিনা যি আনুষ্ঠানিক বিবাহ হয়, **—ৱেদঃ** চাৰি খন উপবেদৰ এখন। **—হস্তঃ —হস্তকঃ** এৰা গছ।

**গন্ধাৰ** এখন ৰাজ্য আৰু তাৰ ৰজাৰ নাম।

**গন্ধালী** ১। বৰল, ২। একেৰাহে গোন্ধাই থকা বস্তু। **—গৰ্ভঃ** সৰু ইলাচী।

**গন্ধিক** *বিণ.* গন্ধযুক্ত, গোন্ধ থকা। যেনে ভাতৃত্বৰ গোন্ধ থকা। **—কঃ** ১। আতৰ বিক্ৰী কৰা লোক, ২। গন্ধক।

**গভস্তি** *পু. স্ত্ৰী.* (গম্যতে জ্ঞায়তে ইতি গম্ ডঃ, তম্ ৱভস্তি দীপয়তি ভস্ ক্তিচ্) ১। কিৰণ, ৰশ্মি। ২। সূৰ্য্য বা চন্দ্ৰৰ কিৰণ। **—স্তিঃ** সূৰ্য্য। (স্ত্ৰী) স্বাহা (অগ্নিৰ পত্নী)। **—মৎ** সূৰ্য্য (ক্লী.) পাতালৰ সাতটা বিভাগৰ এটা।

**গভীৰ** *বিণ.* (গচ্ছতি জলমত্ৰ গম ঈৰন্) ১। দ', উ ২।৩০; ২। গভীৰ শব্দযুক্ত (ডবা), ৩। ডাঠ, ঘন, ৪। অগাধ, ৫। দুৰ্ঘোৰ (যেনে— গভীৰ নিদ্ৰা), ৬। গহীন, দৃঢ়, ৭। ৰহস্যজনক, গুপুত, ৮। অবোধ্য। **—আত্মন্** পৰমাত্মা, **—ৱেধ** তীক্ষ্ন।

**গভীৰিকা** ডাঙৰ ডবা।

**গভোলিকঃ** সৰু ঘূৰণীয়া গাৰু।

**গম্** গত্যাম্ (ভ্বা পৰ সক গচ্ছতি) ১। গমন কৰ, যা, ২। আগুৱাই যা, গতি কৰ, শ ১।৩৪; ৩। প্ৰস্থান কৰ, যাত্ৰা কৰ, ৪। ওচৰ চাপ, প, মনু ৮।১৯; ৫। অতিক্ৰম কৰ, অতিবাহিত কৰ, ব্যয় হ, (যেনে সময়), ৬। অৱস্থা পা, ভোগ কৰ, ৭। সঙ্গম কৰ, যৌন ক্ৰিয়া কৰ, **অতি—** যা, অতীত হ, **অধি—** ১। অধিকাৰ কৰ, পা, মনু ২।২৮; ২। সম্পাদন কৰ, সম্পূৰ্ণ কৰ, সফল কৰ, ৩। জ্ঞান, শিক, অধ্যয়ন কৰ, বুজ। মনু ৭।৩৯; ৪। বিবাহ কৰ, পতি বা পত্নীৰূপে গ্ৰহণ কৰ। মনু ৯।৯১; **অধ্যা—** প, বিচাৰি পা, **অনু—** ১। অনুগমন কৰ, অনুসৰণ কৰ। মনু ১২।১৫; ২। ওচৰ চাপ, ৩। অনুকৰণ কৰ, উত্তৰ দি, ৰ ১৬।১৩; **অন্তৰ—** দুটাৰ মাজত থাক বা মাজে মাজে যা, অন্তৰ্ভুক্ত কৰ। **অপ—** প্ৰস্থান কৰ, গুচি যা, অতীত হ, **অভি—** ১। ওচৰলৈ যা, কি ১০।২১; ২। পা, লগ পা, ৩। যৌন সঙ্গম

কৰ, **অভ্যা—** ১। ওচৰ চাপ, পা, ওচৰলৈ আহ। **অভ্যুদ—** ওপৰলৈ উঠা **অভ্যুপ—** স্বীকাৰ কৰ, গ্ৰহণ কৰ, মানি ল, **অৱ—** ১। জান, বুজি পা, ২। বিশ্বাস কৰ। গী ১০।৪১; **উদ—** ১। ওপৰলৈ উঠ, ২। দেখা দে, ৩। আৰম্ভ হ, সৃষ্টি হ বা কৰ। ৰ ৭।১৬; ৪। বিখ্যাত হ, জনাজাত হ,। **উপ—** ১। ওচৰলৈ যা, ৰ ৬।৮৫; ২। ভেদ কৰ, সুমাই দি, শি ৯।৬; ৩। স্বীকাৰ কৰ, গ্ৰহণ কৰ, মানি ল, ৪। সঙ্গমৰ কাৰণে কোনো তিৰোতাৰ কাষ চাপ। মনু ৩।৩৪। **উপা—** ১। ওচৰলৈ যা, ২। পা, লাভ কৰ। **নি—** ১। ওচৰলৈ যা, দখল কৰ। গী ১৮।৩৬; ২। জান, শিক। **নিস্ (নিৰ্)—**, ১। প্ৰস্থান কৰ, গুচি যা, ঋতু ১।২৭, ২। উলিয়াই পেলা, দূৰ কৰ, ৩। আৰোগ্য লাভ কৰ; **পৰা—** ১। উভতি যা, বা আহ, ২। বেৰি ধৰ, ব্যাপ্ত হ, বা কৰ,। শি ৬।২; **পৰি—** ১। চাৰিওফালে ঘূৰি খোজ কাঢ়, ২। বেঢ়ি ধৰ। শি ৯।২৬; ৩। ব্যাপ্ত হ, চাৰিওফালে বিয়পি পৰ, ৪। পা, লাভ কৰ, ৫। বুজ, বুজি পা। শিক, ৰ ৭।৭১; ৬। মৃত্যু হ, পৰলোক গমন কৰ, ৭। বশ কৰ, দমন কৰ, **পৰ্যা—** ১। ওচৰলৈ যা, ২। শেষ কৰ, সমাপ্ত কৰ; **প্ৰতি—** উভতি যোৱা বা আহ, **প্ৰত্যা—** উভতি আহ বা যা; **প্ৰত্যুদ্—** লগ পাবৰ কাৰণে ওচৰলৈ যা, ৰ ৫।২; **ৱি—** ১। অতীত হ। শি ৯।১৭; ২। অন্তৰ্ধান হ, নেদেখা হ, মনু ৩।২; **ৱিনস্—** ১। দূৰ হ, ২। নেদেখা হ, অন্তৰ্ধান হ; **ৱিপ্ৰ—** বিভাজন কৰ, বেলেগ কৰ; **সং—** ১। সঙ্গম কৰ। মনু ৮।৩৭৮; লগ লাগ, ২। মুখামুখি হ; **সমধি—** ১। ওচৰ চাপ, ওচৰলৈ যা, ২। অধ্যয়ন কৰ, ৩। দখল বা অধিকাৰ কৰ, মনু ৮।৪১৬; **সমৱ—** সম্পূৰ্ণভাৱে অৱগত হ, বুজি পা; **সমুপা—** ১। ওচৰলৈ যা, ২। সজ্ঘটিত হ, ঘট।

**গমঃ** *পু.* (গম্যতে ইতি গম্ অপ্) ১। গমন, ২। যাত্ৰা, ৩। যুদ্ধত জয় লাভ কৰিবলৈ কৰা যাত্ৰা, ৪। যাত্ৰা পথ, ৫। বিবেচনাহীনতা, চিন্তাশূন্যতা, ৬। ওপৰে ওপৰে চোৱা বা পঢ়া, অসাৱধানতা, ৭। যৌন সঙ্গম, মনু ১১।৫৫; ৮। পাশা খেল, **—আগমঃ** অহাযোৱা।

**গমকঃ** *পু.* (গম্ নিচ্ ণ্বুল্) সঙ্গীতৰ স্বৰ বিশেষ। *(বিণ.)* প্ৰত্যয়জনক, বিশ্বাসজনক, প্ৰামাণ্য।

**গমনং** (গম্ ভাৱে ল্যুট্) ১। গমন ভঙ্গী, চলন ভঙ্গী। মে ৮২; ২। গতি। বৈশেষিকৰ মতে পাঁচ বিধ কৰ্মৰ এবিধ (বাকী চাৰিটা : উৎক্ষেপণ, অৱক্ষেপণ আৰু প্ৰসাৰণ) ৩। যুদ্ধযাত্ৰা, জয় যাত্ৰা, ৪। ভোগ, যেনে দুখভোগ, ৫। যৌন সঙ্গম।

**গমী (ন্)** *বিণ.* (গম্ ইনিঃ) গমনকৰ্তা, যাত্ৰী।

**গমনীয়, গম্য** ১। সুগম, ওচৰ চাপিব পৰা, ২। বোধ্য, বোধগম্য, ৩। যোগ্য, উপযুক্ত, ৪। সঙ্গমৰ যোগ্য, ৫। আৰোগ্য লাভৰ যোগ্য, ভৰ্তৃ ১।৮৯।

**গম্ভাৰিকা, গম্ভাৰী** গমাৰী গছ আৰু কাঠ।

**গম্ভীৰ** *বিণ.* (গম্ ঈৰণ) গভীৰ, দ', অগাধ, গহীন মে ৬৪; **—ৰঃ** ১। পদুম, ২। নেমু টেঙা। **—ৱেদী** হাতীৰ দৰে মঠ ধৰা, অমূৰি।

**গয়ঃ** *পু.* (গৈ ঘঞ্) ১। গয় ৰাজ্য আৰু তাৰ প্ৰজা, ২। গয় নামৰ অসুৰ বিশেষ। **—য়া** তীৰ্থস্থান গয়া। এই গয়া তীৰ্থত গয়াসুৰৰ বুকুৰ ওপৰত থকা বিষ্ণু পদত ভক্তসকলে মৃতকৰ উদ্দেশ্যে পিণ্ডদান কৰি তৃপ্ত কৰে। পৌৰাণিক আখ্যানমতে গয় নামৰ অসুৰে তপস্যাৰ বলত ব্ৰহ্মাৰ বৰ লাভ কৰি স্বৰ্গৰ দেৱতা কিন্নৰ সকলোকে আতঙ্কিত কৰি তোলে। অসুৰৰ অত্যাচাৰত অতিষ্ঠ হৈ দেৱতাসকল ব্ৰহ্মা বিষ্ণু মহেশ্বৰৰ ওচৰ চাপে। তেতিয়া বিষ্ণুৰ উপদেশ মতে ব্ৰহ্মাই গৈ গয়াসুৰৰ শৰীৰটো যজ্ঞৰ কাৰণে খোজে। ব্ৰহ্মাই কয় যে সমগ্ৰ পৃথিৱী ঘূৰি আহি এখনো এনে পৱিত্ৰ তীৰ্থস্থান নাপালে য'ত তেওঁ যজ্ঞ কৰিব পাৰে। গয়াসুৰৰ শৰীৰ যিহেতু অতিকৈ পৱিত্ৰ গতিকে তাতে তেওঁ যজ্ঞ কৰিব খোজে। গয়াসুৰে মহানন্দে মাটিত উত্তৰা-দক্ষিণাকৈ শুই পৰিল। ব্ৰহ্মাৰ নিৰ্দেশত যমৰাজে এটা প্ৰকাণ্ড শিল আনি গয়াসুৰৰ ওপৰত থোৱাৰ পিচতো অসুৰৰ শৰীৰ স্থিৰ হৈ থকা নাছিল। তেতিয়া বিষ্ণুৱে ততালিকে ক্ষীৰ সাগৰৰ পৰা উঠি আহি নিজৰ ভৰি অসুৰৰ বুকুৰ ওপৰত দিয়াতহে স্থিৰ হ'ল আৰু গয়াসুৰ তেনেকৈয়ে থাকি গ'ল।

**গৰং** *ক্লী.* (গিৰতীতি গ পচাদ্যচ্) ১। ববাদি একাদশ কৰণৰ (জ্যোতিষ) পঞ্চম কৰণ। কৰণ অৰ্থাৎ দিনটোৰ বিভাগ, ২। সিঞ্চন, (পানীৰে) তিয়ন, ৩। গ্ৰাস, **—ৰঃ —ৰং** ১। বিহ, ২। প্ৰতিষেধক, **—ৰিকা** লা পকৰা, লা,

ৰঙা বং, —স্ত্ৰী এবিধ মাছ। —দ *বিণ.* বিহ প্ৰয়োগ, —দং বিহ। —ব্ৰতঃ ম'ৰা চৰাই।

**গৰণং** ১। গিলা কাৰ্য্য, ২। সিঞ্চন, ৩। বিহ।

**গৰভঃ** জ্ৰণ।

**গৰলং-লং** (গৃ অলচ্) ১। বিহ, ২। সাপৰ বিহ। —লং একোছা ঘাঁহ। —অৰিঃ পান্না, মৰকত।

**গৰিমণ্** *পু.* (গুৰু ইমনিচ্) ১। গুৰুতা, ২। ওজন, শি ৯।৪৯; ৩। বৈশিষ্ট্য, মহানুভৱতা, ৪। উৎকৃষ্টতা, মূল্য, যোগ্যতা, ৫। শিৱৰ আঠটা সিদ্ধিৰ এটা।

**গৰিষ্ঠ** *বিণ.* গুৰুতম, সৰ্বোৎকৃষ্ট।

**গৰীয়স্** *বিণ.* গুৰুতৰ। এটাতকৈ বেছি ওজনৰ। —সী *স্ত্ৰী.* 'বৃদ্ধস্য তৰুণী ভাৰ্য্যা প্ৰাণেভ্যোঽপি গৰীয়সী। হি ১।১১২।

**গৰুড়ঃ** *পু.* (গৰুদ্ভ্যাং পক্ষাভ্যাং ডয়তে ইতি গৰুৎ ডী ডঃ) ১। পক্ষীকুলৰ ৰজা, বিষ্ণুৰ বাহন গৰুড় পক্ষী। কাশ্যপ আৰু বিনতাৰ পুত্ৰ। সৰ্পশত্ৰু গৰুড় অৰুণৰ ভাতৃ। দুই সতিনী কদ্ৰু আৰু বিনতাৰ ভিতৰত উচ্চৈঃশ্ৰৱাৰ ৰং সম্বন্ধে কাঁজিয়া হয় আৰু কদ্ৰুৱে মনে মনে নিজৰ পুত্ৰবিলাকক পঠিয়াই উচ্চৈঃশ্ৰৱাক মেৰিয়াই ধৰাত ক'লা বৰণৰ হয়। ফলত বিনতা কদ্ৰুৰ দাসী হয়। পিচত গৰুড়ে অমৃত আনি দিয়াত মাকে মুক্তি লাভ কৰে। ইন্দ্ৰই কদ্ৰুৰ পুতেকহঁতক অমৃত নিদি লৈ যায়। কলহৰ পৰা দুই চাৰি টোপ অমৃত ঘাঁহনিত পৰাত সাপবিলাকে তাকেই চেলেকি খোৱাৰ কাৰণে সাপৰ জিভাবিলাক দুফাল হৈ ৰয়, ২। গৰুড়ৰ আকাৰৰ অট্টালিকা, ৩। (যুদ্ধত) গৰুড়ব্যূহ। —অগ্ৰজঃ অৰুণ, সূৰ্য্যৰ সাৰথি। —অঙ্কঃ বিষ্ণু। —অঙ্কিতং —অশ্মন্ *পু.* —উত্তীৰ্ণং মৰকত। পান্না। —ধ্বজঃ বিষ্ণু। —ব্যূহঃ এক বিশেষ ধৰণৰ সৈন্য সজ্জা।

**গৰুৎ** *পু.* ১। চৰাইৰ পাখি, ২। গ্ৰাস, গৰাহ, —যোধী বতা চৰাই।

**গৰুত্মৎ** *পু.* গৰুড় পক্ষী।

**গৰ্গঃ** *পু.* (গৃণাতি বেদধ্বনিনা স্তৌতি গৃ গি শব্দে গঃ) ১। গৰ্গ ঋষি, ব্ৰহ্মাৰ পুত্ৰ, ২। বলদ গৰু, ৩। উঁই, ৪। বৃহস্পতি বংশৰ আন এগৰাকী মুনিৰ নাম। এওঁ বিতথ ঋষিৰ পুত্ৰ, হৰিব ৩২।১৫; ৫। সঙ্গীতৰ তাল বিশেষ। —আটিঃ এবিধ মাছ।

**গৰ্গৰিঃ** *পু.* (গৰ্গং শব্দং ৰাতীতি গৰ্গ ৰা কঃ) ১। গাগল মাছ, ২। চাকনৈয়া, ৩। এবিধ বাদ্যযন্ত্ৰ, ৪। মথনী, মাৰি, —ৰী পানীৰ পাত্ৰ। মথনী মাৰি।

**গৰ্জ** স্বনে (ভ্বা প, চুৰা উ অক গৰ্জতি, গৰ্জয়তি -তে) ১। তৰ্জন-গৰ্জন কৰ, গৰ্জ; ভট্টি ২।৯; ২। সাংঘাতিক শব্দ কৰ, ঢেৰেকনি মাৰ। অনু— প্ৰতি গৰ্জন কৰ, প্ৰতিধ্বনিত হ, কু ৬।৪০; প্ৰতি— (কাৰোবাৰ) বিপক্ষে গৰ্জ, বাধা দি, বিৰুদ্ধাচৰণ কৰ। ৰ ৯।৯

**গৰ্জঃ** (গৰ্জ ঘঞ) ক্লী. হাতীৰ গৰ্জন, —নং (গৰ্জ ল্যুট্) *ক্লী.* ১। কোপ, খং, ২। গৰ্জন, মেঘৰ গাজনি, ৩। যুদ্ধ, সমৰ, ৪। গালি-গালাজ।

**গৰ্তং —ৰ্তঃ** – (গৃ নিগৰণে তন্) *ক্লী. পু.* মাটিৰ গাঁত, গুহা, গহ্বৰ মনু ৪।৪৭; —ৰ্তঃ কৰঙনৰ খাল। এবিধ ৰোগ। ত্ৰিগৰ্ত ৰাজ্যৰ এটা অংশ। —আশ্ৰয়ঃ নিগনি বা এন্দুৰ আদিয়ে বাস কৰা গাঁত।

**গৰ্তিকা** *স্ত্ৰী.* তাঁতশাল।

**গৰ্দ** ৰৱে (চুৰা উ ভ্বা প অক গৰ্দয়তি -তে, গৰ্দতি) গৰ্জন কৰ, শব্দ কৰ, চিঞৰ।

**গৰ্দভঃ** *পু.* গৰ্দতি কৰ্কশ শব্দং কৰোতীতি গৰ্দ্ অভচ্) ১। গাধ, মনু ৮।২৯৮ 'প্ৰাপ্তে তু ষোড়শে বৰ্ষে গৰ্দভী হি অপ্সৰায়তে' (ষোল বছৰ পোৱাৰ লগে লগে গাধীয়েও অপ্সৰাৰ দৰে আচৰণ কৰিব ধৰে) - সুভাষিত। গাধৰ তিনিটা গুণ আছে। সেই-কেইটাৰ শিক্ষা সকলোৱে লোৱা উচিত : বোজা বৈ থাকিলেও পৰিশ্ৰান্ত নহয়, শীত-তাপত বিচলিত নহয়, আৰু সদায় সন্তুষ্ট, চাণক্য ৭০; ২। গোন্ধ। —ভং বগা ভেঁট ফুল। শ্বেত কুমুদ। —অণ্ডঃ —অণ্ডকঃ ১। এবিধ গছ, ২। গছ। —আহ্বয়ং বগা পদুম। —গদঃ চৰ্মৰোগ বিশেষ।

**গৰ্দ্ধ** (ৰ্ধ) লিপ্সে (চুৰা প সক গৰ্ধয়তি) ১। লোভ কৰ, ২। ইচ্ছা কৰ, পাৱলৈ আশা কৰ।

**গৰ্ধঃ** *পু.* (গৰ্ধ, ভাৱে ঘঞ) ১। স্পৃহা, ২। বাসনা, আগ্ৰহ।

**গৰ্ধন, গৰ্ধিত** *বিণ.* লুলুপ, লুভীয়া, লোভজনক।

**গৰ্ধিন্** (নী *স্ত্ৰী.*) *বিণ.* ১। আশাবাদী, লুভীয়া, লোভী, লোভজনক, মনু ৪।২৮; ২। আগ্ৰহেৰে বাট চাই থকা।

**গৰ্ৱঃ** *পু.* (গৰ্ব ভাৱে অপ্) অহঙ্কাৰ, দৰ্প।

**গৰ্ভঃ** *পু.* (গীৰ্য্যতে জঠৰ গহ্বৰে স্থাপ্যতে পুৰুষশুক্ৰ যোগেন গৃ ভন্) ১। ভ্ৰূণ। উদৰ, গৰ্ভ, ২। গৰ্ভকোষ, মনু ৬।৬৩; ৩। গৰ্ভ সঞ্চাৰৰ সময়। মনু ২।৩৬; ৪। (গৰ্ভস্থ) সন্তান, ৫। চৰাইৰ পোৱালি, ৬। যি কোনো বস্তুৰ ভিতৰ ভাগ, ৭। ঘৰৰ ভিতৰ কোঠা, অন্তেষপুৰ, ৮। ছিদ্ৰ, বিন্ধা, ৯। অগ্নি, ১০। আহাৰ, খাদ্য, ১১। কঁঠালৰ বাকলি, ১২। নদী পৃষ্ঠ। বাৰিষাৰ গঙ্গা, ভাদ মাহৰ কৃষ্ণচতুৰ্দশীৰ গঙ্গাপৃষ্ঠ। **—অঙ্ক** নাটকৰ এটা অঙ্কৰ মাজতে থকা দৃশ্যাংশ। **—অৱক্ৰান্তিঃ** *স্ত্ৰী.* গৰ্ভত আত্মাৰ প্ৰৱেশ বা অৱতৰণ। **—অঙ্গাৰং** ১। গৰ্ভাশয়, ২। অন্তেষপুৰ, ৩। শোৱা কোঠা, ৪। মন্দিৰৰ গৰ্ভকুণ্ড য'ত বিগ্ৰহ স্থাপন কৰা হয় বা থাকে। **—আধানং** গৰ্ভ স্থাপন ক্ৰিয়া বা সংস্কাৰ। **—আশ্ৰাৱঃ** গৰ্ভপাত। **—ঈশ্বৰঃ** অভিজাত ('সোণৰ চামুচ মুখত লৈ' জন্ম হোৱা সন্তান)। **—উৎপত্তিঃ** গৰ্ভ সঞ্চাৰ। **—উপঘাতঃ** গৰ্ভপাত। **—কালঃ** গৰ্ভৰ সময়। **—কোশঃ —ষঃ** গৰ্ভাশয়। **—ক্লেশঃ** সন্তান জন্মৰ সময়ত হোৱা কষ্ট বা পীড়া। প্ৰসৱ বেদনা। **—ক্ষয়ঃ** গৰ্ভপাত। **—গৃহং —ভৱনং, —ৱেশ্মন্** *ক্লী.* ১। অন্তেষপুৰ, ২। শোৱা কোঠা, ৩। মন্দিৰ গৰ্ভকুণ্ড। **—গ্ৰহণং** গৰ্ভসঞ্চাৰ। **—চলনং** ভ্ৰূণৰ লৰচৰ ক্ৰিয়া। **—চ্যুতিঃ** ১। প্ৰসৱ, ২। গৰ্ভপাত। **—দাসঃ —দাসী** জন্মৰ পৰা দাস বা দাসী। **—দ্ৰুহ্** গৰ্ভপাত কৰোৱা। **—ধাৰণং —ধাৰণা** গৰ্ভ সঞ্চাৰ। **—ধ্বংসঃ** গৰ্ভপাত। **—পাকিন্** ৬০ দিনত পকা ধান। **—পাতঃ** গৰ্ভৰ চাৰি মাহত হোৱা গৰ্ভপাত। **—পোষণং** ভ্ৰূণৰ পোষণ, মাকৰ দ্বাৰা পুষ্টিকৰ আহাৰ সেৱন। **—মাসঃ** গৰ্ভকাল। **—মোচনং** প্ৰসৱ। **—ঘোষা** গৰ্ভৱতী তিৰোতা। **—ৰূপঃ, —ৰূপকঃ** কেঁচুৱা, শিশু। **—লক্ষণং** গৰ্ভ সঞ্চাৰৰ উপসৰ্গ, যেনে বমি, গা অসুখ ইত্যাদি। **—লম্ভনং** গৰ্ভোৎকৰ্ষৰ বাবে কৃত সংস্কাৰ কৰ্ম। **—ৱসতিঃ, —ৱাসঃ** জৰায়ু। **—ৱিচ্যুতিঃ** ভ্ৰূণৰ প্ৰথম অৱস্থাতে হোৱা গৰ্ভপাত। **—ৱেদনা** প্ৰসৱ বেদনা। **—ব্যাকৰণং** গৰ্ভ ধাৰণ। **—শঙ্কুঃ** গৰ্ভপাত কৰোৱা যন্ত্ৰ বিশেষ। **—শয্যা** ভ্ৰূণৰ বাসস্থান, জৰায়ু। **—সম্ভৱঃ, —সংভূতিঃ** গৰ্ভৱতী হোৱা। **—স্থ** *বিণ.* গৰ্ভত থকা, অভ্যন্তৰ। **—স্ৰাৱঃ** গৰ্ভপাত।

**গৰ্ভকঃ** চুলিত পিন্ধা ফুলৰ থোপা। **—কং** এদিন দুৰাতি।

**গৰ্ভটঃ** নাভি ডাঙৰ হোৱা (ৰোগ)।

**গৰ্ভিণী** গৰ্ভৱতী মাইকী (মানুহ অথবা জন্তু), মনু ৩।১১৪; **—অৱেক্ষণং** গৰ্ভৱতীৰ পৰিচৰ্য্যা, পোৱাঁতীৰ শুশ্ৰূষা। **—দৌহদং** গৰ্ভৱতীয়ে খাবলৈ বা পাবলৈ কৰা ইচ্ছা, আশা। **—ব্যাকৰণং, —ব্যাকৃতিঃ** গৰ্ভোৎকৰ্ষৰ বিদ্যা। (আয়ুৰ্বেদৰ এটা বিশেষ বিভাগ)।

**গৰ্ভেতৃপ্ত** ১। গৰ্ভতে তৃপ্ত, ২। খাদ্য অথবা আহাৰত সদাতৃপ্ত, ৩। ধোদ। এলেহুৱা।

**গৰ্মুৎ** *স্ত্ৰী.* ১। এবিধ ঘাঁহ, ২। এবিধ নল-খাগৰি, ৩। সোণ।

**গৰ্ৱ** মদে (ভ্বা প অক গৰ্ৱতি) ১। গৰ্ব কৰ, দম্ভ কৰ, অহঙ্কাৰ কৰ, ২। গৌৰৱ কৰ। যেনে নীচঃ গৰ্ৱতি সম্পদা।

**গৰ্ৱঃ** *পু.* (গৰ্ৱ্ ঘঞ্) অহঙ্কাৰ, গৰ্ব, দম্ভ। অলঙ্কাৰ শাস্ত্ৰত ৩৩ বিধ গৌণ ৰসৰ এবিধ।

**গৰ্ৱাটঃ** প্ৰহৰী।

**গৰ্হ** কুৎসনে (ভ্বা উ সক গৰ্হতি, গৰ্হতে) নিন্দা কৰ, গালি-গালাজ কৰ, অৱমাননা কৰ -(চুৰা উ সক গৰ্হয়তি -তে) ১। নিন্দা কৰ, গালি পাৰ, ভৰ্ৎসনা কৰ। ভা ৬।৭।১০; মনু ৪।১৯৯; ২। অনুতপ্ত হ, ৱি— নিন্দা কৰ, গালি পাৰ, মনু ৯।৬৮

**গৰ্হণং,—ণা, —গৰ্হা** *স্ত্ৰী* গালি, নিন্দা, ভৰ্ৎসনা, গাৰিহণা।

**গৰ্হ্য** (গৰ্হ্ ণ্যৎ) গৰিহণাৰ যোগ্য, নিন্দাৰ পাত্ৰ। মনু ৫।১৪৯ **—ৱাদী** *বিণ্* আনৰ নিন্দা কৰি ফুৰা লোক।

**গল্** ক) স্ৰাৱে, ভক্ষে (ভ্বা পৰ সক স্ৰাৱে অক গলতি) ১। টোপ টোপকৈ নিগৰি পৰ, লাহে লাহে বাহিৰ হ, (যেনে পুঁজ) ২। তললৈ খহি পৰ, বা নিগৰি পৰ, শি ৬/৪২ মে ৪৪; ৩। নোহোৱা হ, নাইকিয়া হ, ৪। খা, গ্ৰাস কৰ, খ) স্ৰাৱে (চুৰা আ অক গালয়তে) ১। নিগৰি পৰ, ওলা; যেনে— ঘাৰ পৰা তেজ ওলোৱা, ২। বৈ যা (ছেকনীৰে) ছেকা, ক্ষৰণ হ, **—পৰ্য্যা, ৱি—** ১। তললৈ পৰা, ২। ওলা, যেনে— পুঁজ ওলোৱা, ৩। অন্তৰ্ধান হ, নাইকিয়া হ।

**গলঃ** *পু* (গলতি ভক্ষয়ত্যনেন গল্ কৰণে অপ্) ১। কণ্ঠ, গল পঞ্চ ৩/১৬৪; ২। শালধুনা, ৩। বাদ্যযন্ত্ৰ

বিশেষ, –অঙ্কুৰ গলৰ বেমাৰ বিশেষ, –উত্তৰঃ ঘোঁৰাৰ গলধনৰ চুলি। –ওঘঃ গলফুলা, গলত হোৱা ফোঁহা –কম্বলঃ গলধন। –গণ্ডঃ ডিঙিৰ বেমাৰ, গঁৰল। –গ্ৰহঃ, –গ্ৰহণং ১। গলত হেঁচা মাৰি ধৰা, টেঁটু চেপা, গলত টিপি ধৰা কাৰ্য্য, ২। শ্বাস বন্ধ, ৩। এবিধ বেমাৰ, ৪। কৃষ্ণপক্ষৰ ৪ৰ্থ, ৭ম, ৮ম, ৯ম আৰু ১৩শ তিথি –চৰ্মন্ টেঁটু, নেলু। –দ্বাৰং মুখ –মেখলা গলৰ হাৰ, নেকলেচ, –ব্ৰাৰ্ত ১। গল ভালে থকা, খাব পৰা, হজম কৰিব পৰা, সুষ্ঠ, সবল; ২। পৰজীৱী –ব্ৰতঃ ম'ৰাচৰাই –শুণ্ডিকা আলজিভা। –শুণ্ডী গলৰ বেমাৰ, –স্তনী মাইকী ছাগলী। –হস্তঃ ১। টেঁটু চেপা, ২। অৰ্দ্ধচন্দ্ৰাকাৰৰ মূৰ থকা কাঁড় –হস্তিত *বিণ্* হাতেৰে নেলু চেপা, গলত হেঁচা মাৰি ধৰা।

**গলকঃ** *পু* ১। গল, টেঁটু, কণ্ঠ, ২। এবিধ মাছ।

**গলনং** ১। পুঁজাদি ওলাই থকা, বৈ যোৱা কাৰ্য্য, ২। ছিদ্ৰেৰে নিৰ্গমন, নিঃসৰণ, গলি গলি বাহিৰ হোৱা কাৰ্য্য।

**গলন্তিকা,–গলন্তী** ১। পানীৰ পাত্ৰ, কলহ, ২। শিৱলিঙ্গ বা তুলসীৰ ওপৰত পানী টোপ টোপকৈ পৰিবৰ কাৰণে ছিদ্ৰ থকা কলহ।

**গলিঃ** শক্তিশালী কিন্তু এলেহুৱা বলদ।

**গলিত** (গল্ ক্তঃ) ১। পতিত, চ্যুত, নিঃসৰিত, ২। টোপ টোপকৈ তলত পৰা (পানী আদি), ৩। গলি যোৱা, ৪। পুঁজ, তেজ আদি নিঃসৰণ হোৱা, ৫। হৃত, অন্তৰ্হিত, ৬। নিষ্কাশিত, ৭। ক্ষয়প্ৰাপ্ত, জীৰ্ণ –কুষ্ঠং হাত-ভৰিৰ আঙুলি ছিগি পৰা সাংঘাতিক ধৰণৰ কুষ্ঠৰোগ। –দন্ত *বিণ্* দন্তহীন –নয়ন *বিণ্* চকুহীন, কণা।

**গলতিকঃ** *পু* এবিধ নৃত্য।

**গল্ভ্** ধৃষ্টত্বে (ভ্বা আ অক গল্ভতে) ১। সাহসী হ, ২। নিসন্দেহ হ, দৃঢ় হ, প্ৰ— সাহসী হ, দৃঢ় হ, শি ১০/১৮।

**গল্ভ** *বিণ্* সাহসী, দুঃসাহসী, অসন্দিগ্ধ।

**গল্যাঃ** কণ্ঠসমূহ, বহুতো গল একেলগে।

**গল্লঃ** *পু* গাল, গণ্ড, –চাতুৰী গালৰ তলত ৰখা সৰু গাৰু।

**গল্লকঃ** *পু* ১। মদৰ পিয়াচ, ২। নীলমণি।

**গল্লৰ্কঃ** মদ খোৱা পাত্ৰ।

**গল্বৰ্কঃ** ১। মুক্তা, স্ফটিক, ২। নীলৰত্ন, ৩। বাটি (পাত্ৰ)।

**গল্‌হ্** কুৎসনে (ভ্বাদি আ সক গল্‌হতে) ১। গৰিহণা দিয়া, গালি পাৰ, নিন্দা কৰ।

**গৱঃ** (গু অপ) 'গো' পদৰ সলনি ব্যৱহাৰ হয়। –অক্ষঃ গৱাক্ষ, বা-বতাহ অহা যোৱাৰ কাৰণে ঘৰৰ খিড়িকিৰ ওপৰত থকা সৰু ছিদ্ৰ। ৰ ৭।১১; –অক্ষিত খিড়িকি থকা (ঘৰ, –অগ্ৰং গৰুৰ পাল বা সমূহ। –অদনং চৰণীয়া পথাৰ। –অদনী ১। চৰণীয়া পথাৰ, ২। জন্তুক দানা দিয়া কাঠৰ পাত্ৰ, –অধিকা লা –অৱিকং গৰু আৰু ভেঁড়া, –অশন ১। মুচী, চৰ্মকাৰ, ২। সমাজ বহিৰ্ভূত লোক। –অশ্বং গৰু আৰু ঘোঁৰা, –আকৃতি গৰুৰ দৰে আকৃতিৰ, –আহ্নিকং গৰুৰ এদিনৰ দানা, –ইন্দ্ৰঃ ১। গৰুৰ গৰাকী, ২। উৎকৃষ্ট ষাঁড়। –উদ্ধঃ উৎকৃষ্ট গৰু, –ৰাজঃ ষাঁড়।

**গৱয়ঃ** ১। এবিধ ষাঁড়। গলধন নথকা গৰুৰ দৰে দেখা এবিধ পশু। ৰা ২।১০৩।৪২; ২। বনগৌ, ৩। বৈৱস্বতৰ পুত্ৰ এটা বানৰৰ নাম।

**গৱলঃ** *পু* (গৱ লা কঃ) বনৰীয়া ম'হ।

**গৱ্য** *বিণ্* (গো সৎ অৱ্) গোসম্বন্ধীয়, গৰুৰ পৰা পোৱা (যেনে— গাখীৰ, দৈ ইত্যাদি)।

**গৱ্যং** *ক্লী* ১। গৰুৰ পাল, ২। গাখীৰ, ৩। চৰণীয়া পথাৰ, ৪। ধনুৰ গুণ, ৫। হালধীয়া ৰং –ব্যা ১। গৰুৰ পাল, ২। দুই ক্ৰোশ দূৰত্ব, ৩। ধনুৰ জ্যা।

**গৱ্যূতং** –তিঃ ১। দুই মাইল বা এক ক্ৰোশ দূৰত্ব, ২। দুই ক্ৰোশ দূৰত্ব। –তিঃ দুই হাজাৰ গজ।

**গৱেড়ুঃ,–ধুঃ,–ধুকা** গৰুৱে খোৱা এবিধ ঘাঁহ, (দলঘাঁহ)।

**গৱেরুকং** ৰঙা খড়ীমাটি।

**গৱেষ্** ইচ্ছায়াং, ইষণে (ভ্বা আ অক, গৱেষতে, চুৰা প অক গৱেষয়তি), ১। বিচাৰ, অন্বেষণ কৰ, অনুসন্ধান কৰ, ২। আশা কৰ, ব্যগ্ৰভাৱে আকাঙ্ক্ষা কৰ, যত্ন কৰ, ঋতু ১।২১।

**গৱেষণং,–ণা** অনুসন্ধান, অন্বেষণ।

**গহ্** গহনে (অদন্ত চুৰা সক গহয়তি-তে) ১। গহন হ, ২। দুৰ্ভেদ্য হ (যেনে— জঙ্গল), ৩। গভীৰলৈ প্ৰৱেশ কৰ, ভিতৰ সোমা।

**গহন** *বিণ্* (গাহ্যতে দুঃখেন গম্যতে গাহ্ যুচ্) ১। গহন, গভীৰ ডাঠ, ২। অভেদ্য, অনতিক্ৰমণীয়, ৩। দুৰ্বোধ্য, ৰহস্যঘন, ভৰ্তৃ ২/৫৮। গহনা কৰ্মণো গতিঃ গী ৪।১৭; ৪। কঠিন, টান, কষ্টজনক, প্ৰবল **–নং** *ক্লী* ১। অতল গাঁত, গভীৰতা, ২। বন, ঘন, জঙ্গল, ৩। লুকোৱা ঠাই, ৪। গুহা, ৫। দুখ-কষ্ট, **–না** অলঙ্কাৰ।

**গহ্বৰং** *ক্লী* (গাহ্ উণাং ববচ্) ১। গুহা ঋ ১।২১; গভীৰ গাঁত, ২। গহন, বননি, ৩। অভেদ্য বা দুৰ্ভেদ্য স্থান। ৪। লুকোৱা ঠাই, ৫। সাঁথৰ, ৬। ভণ্ডামি, ৭। কান্দোন **–ৰঃ** হাবিৰ মাজৰ পঁজা।

**গা** *স্ত্ৰী* (গা স্তুতৌ ক্বিপ্) ১। গাথা, ২। গীত বা গান।

**গাঙ্গ** *বিণ্* (গঙ্গায়া ইদম্ ইতি অণ্) ১। গঙ্গা সম্বন্ধীয়, গঙ্গাৰ পৰা উৎপন্ন, গঙ্গাত থকা কু ৫।৩৭; **–ঙ্গঃ** ১। ভীষ্ম, ২। কাৰ্ত্তিকেয় **–ঙ্গং** ১। আকাশী গঙ্গাৰ পানী, ২। সোণ।

**গাঙ্গটঃ, –টেয়ঃ** মিছা মাছ।

**গাঙ্গায়নিঃ, –গাঙ্গেয়ঃ** ১। ভীষ্ম, ২। কাৰ্ত্তিকেয়।

**গাজৰং** গাজৰ।

**গাঞ্জিকায়ঃ** বতা চৰাই।

**গাঢ়** *বিণ্* (গাহতে ইতি গাহ বিলোড়নে ক্তঃ) ১। অতিশয়, ২। দৃঢ়, ৩। জোৰেৰে হেঁচি ধৰা, আলিঙ্গন, ৪। বুৰা, জোবোৰা, ৫। ঘন বসতিপূৰ্ণ, ৬। কঠিন, অত্যধিক, মে ৮৩; **–ঢ়ং** *অব্য* টানকৈ, ওচৰা-উচৰিকৈ, জোৰকৈ, প্ৰবলভাৱে, **–মুষ্টিঃ** বদ্ধমুঠি, কৃপণ **–মুষ্টিঃ** *স্ত্ৰী* তৰোৱাল।

**গাঢ়াৰতী** *স্ত্ৰী* চতুৰঙ্গ ক্ৰীড়াৰ ভিতৰৰ এটা খেল।

**গাণপত্য** *বিণ্* (গণপতিঃ উপাস্যদেৱো যস্য ইতি অণ্) গণেশৰ উপাসক, ভক্ত, **–ত্যং** গণেশৰ পূজন, ২। সেনাধ্যক্ষ।

**গাণিক্যং** (গণিকানাং ৰেশ্যানাং সমূহঃ ইতি যঞ্) বেশ্যাৰ দল।

**গাণ্ডি(ণ্ডী)ৱং, –ৱঃ** (গাণ্ডিঃ গ্ৰন্থিঃ অস্যাস্তি ইতি ৱঃ) অৰ্জুনৰ ধনুৰ নাম। মহা ৩।২৩৫।৩০; আখ্যান মতে এই বিখ্যাত ধনুখন পূৰ্বতে ব্ৰহ্মাই এহাজাৰ বছৰ, তাৰ পিছত প্ৰজাপতিয়ে, তাৰ পিছত ইন্দ্ৰই ধাৰণ কৰে। ইন্দ্ৰৰ পিছত সোমে পাঁচ শ বছৰ ৰাখে। সোমে বৰুণক দিয়ে। বৰুণে এশ বছৰ ৰাখি অগ্নিক দিয়ে আৰু অগ্নিয়ে, খাণ্ডৱ বন দাহৰ সময়ত সহায় কৰাৰ কাৰণে অৰ্জুনক দিয়ে। গী ১।২৯; ২। ধনু **–ধন্বন্** অৰ্জুন। মে ৪৮।

**গাতানুগতিক** *বিণ্* (**কী** স্ত্ৰী) অন্ধানুকৰণকাৰী।

**গাতুঃ** *পু* (গৈ গানে তুঃ) ১। কুলি চৰাই, ২। গান, গীত, ৩। গায়ক, ৪। গন্ধৰ্ব, ৫। ক'লা ভোমোৰা, মৌমাখি।

**গাতৃ** *পু* (স্ত্ৰী) ১। গায়ক, ২। গন্ধৰ্ব।

**গাত্ৰং** *ক্লী* (গম্ উণাং ত্ৰন্) ১। গা, শৰীৰ, দেহ, শ ২/৪; ২। শৰীৰৰ অঙ্গ, মনু ২।২০৯; ৩। হাতীৰ আগ ভাগ, সমুখ ভাগ। **–অনুলেপনী** গাত ঘঁহা সুগন্ধি তেলাদি দ্ৰব্য। - **আৱৰণং** বৰ্ম। **–উৎসাদনং** শৰীৰত আতৰাদি ঘঁহা কাৰ্য্য। **–কৰ্ষণ** *বিণ্* ক্ষীণকায় কৰণ, **–মাৰ্জনী** গামোচা। **–যষ্টিঃ** লাঠীৰ দৰে ক্ষীণ শৰীৰ **–ৰুহঃ** শৰীৰৰ লোম **–লতাঃ** ক্ষীণ শৰীৰ **–সঙ্কোচিন্** *পু* জহামাল (জঁপিয়াবৰ কাৰণে ই শৰীৰটো কোঁচাই লয়) **–সম্প্লৱঃ** পানীকাউৰী।

**গাথঃ** গান, গীত।

**গাথকঃ, –থিকঃ** ১। সঙ্গীতজ্ঞ, গায়ক, ২। ভাগৱতাদি ধৰ্মপুথি পঢ়োঁতা, পাঠক।

**গাথা** *স্ত্ৰী* (গৈ গানে থন্ টাপ্) ১। শ্লোক, কবিতা, শ্ৰুতিভিন্ন ধৰ্মীয় কবিতা, ২। গীত, মনু ৯।৪২; গাথা (গাথা সপ্তশতী) ৩। প্ৰাকৃত ভাষা **–কাৰঃ** প্ৰকৃত কবিতাৰ ৰচক। **–থিকা** শ্লোক।

**গাধ্** গ্ৰন্থে, লিপ্সায়াম্ প্ৰতিষ্ঠায়াম্ (ভ্বা আ প্ৰতিষ্ঠায়াং সক, অন্যত্ৰ অক, গাধতে) ১। থিয় হ, থাক, ২। বুৰ মাৰ, জপিয়াই পৰ, যাত্ৰা কৰ, ৩। বিচাৰ, অনুসন্ধান কৰ, ৪। গাঁথ (যেনে— ফুলৰ মালা), সঙ্কলন কৰ।

**গাধ** *বিণ্* বাম, বেছি দ' নহয়, অগভীৰ, ৰ ৪।২৪; **–ধং** ১। বাম ঠাই, তৰাং ঠাই, ২। স্থান, থল। ৩। ধনৰ আক্ৰোহ, ৪। তলি।

**গাধিঃ, গাধী** (ন্) *পু* বিশ্বামিত্ৰৰ পিতাকৰ নাম। ৰজা কৌশাম্বৰ পুত্ৰৰূপত ইন্দ্ৰৰ অৱতাৰ। **–জঃ, –নন্দনঃ, –পুত্ৰঃ** বিশ্বামিত্ৰ **–নগৰং –পুৰং** কান্যকুব্জ (আজিৰ কনৌজ) ৰাজ্য।

**গাধেয়ঃ** *পু* (গাধেঃ অপত্যং গাধি ঢক্) বিশ্বামিত্ৰ মুনি।

**গানং** *ক্লী* (গীয়তে ইতি গৈ ল্যুট্) গীত, গান।

**গান্ত্ৰী** *স্ত্ৰী* গৰু গাড়ী।

**গান্দিনী** *স্ত্ৰী* (গাং পশুং দায়ন্তি শোধয়তীতি গা দৈ

গিনিঃ ঙীপ্) ১। গঙ্গা নদী, ২। কাশীৰ ৰাজকুমাৰী, শ্বফল্কৰ পত্নী, অক্ৰূৰৰ মাতৃৰ নাম। **–সুতঃ** ১। ভীষ্ম, ২। কাৰ্ত্তিকেয়, ৩। অক্ৰূৰ।

**গান্ধৰ্ব্বং** *ক্লী* (গন্ধৰ্ব্বস্যেদম্ ইতি অণ্) গান, সঙ্গীত।

**গান্ধৰ্ব্বঃ** *পু* ১। গায়ক, স্বৰ্গৰ সঙ্গীতজ্ঞ, ২। আঠ বিধ বিবাহৰ এবিধ, যা ১।১৬১; ৩। এই নামৰ এখন উপবেদ। ৪। ঘোঁৰা, ৫। ভাৰতবৰ্ষীয় উপদ্বীপ এটা, **–চিত্তঃ** গন্ধৰ্বৰ চিন্তাত মজ্জিত। **–শালা** সঙ্গীত গৃহ। জলসাঘৰ। **–ৰ্ব্বিকঃ** গায়ক।

**গান্ধাৰঃ** *পু* (গন্ধ এৱ গান্ধঃ গন্ধকঃ তং ঋচ্ছতি ইতি অণ্) ১। সেন্দুৰ, ২। ভাৰত আৰু পাৰস্যৰ মাজৰ ভূখণ্ড (বৰ্তমান কান্দাহাৰ), ৩। সেই ৰাজ্যৰ ৰজা আৰু প্ৰজা, ৪। সঙ্গীতৰ সপ্ত সুৰৰ তৃতীয় স্বৰ (গা)

**গান্ধাৰিঃ** শকুনি। দুৰ্যোধনৰ মামা।

**গান্ধাৰী** *স্ত্ৰী* গান্ধাৰ দেশৰ ৰজা সুবলৰ কন্যা, ধৃতৰাষ্ট্ৰৰ পত্নী। গান্ধাৰীৰ এশ পুত্ৰ আছিল। দুৰ্যোধন জ্যেষ্ঠ পুত্ৰ। ধৃতৰাষ্ট্ৰ জন্মান্ধ আছিল। পতি অন্ধ আছিল কাৰণে গান্ধাৰীয়েও নিজৰ চকুত কাপোৰ বান্ধি ৰাখিছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত কৌৰৱ বংশ সমূলে ধ্বংস হোৱাৰ পিছত ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীয়ে ভতিজাক যুধিষ্ঠিৰৰ লগত থাকি জীৱনৰ বাকী কেইটা দিন কটায়।

**গান্ধিকঃ** ১। আতৰ বেপাৰী, ২। লিখক, কেৰাণী, ৩। গান্ধী পোক, **–কং** আতৰ, সুগন্ধি পাত্ৰ; পঞ্চ ১।১৩।

**গামী** (ন্) সমাসৰ শেষতহে গমনাৰ্থত ব্যৱহাৰ হয়। যেনে— অগ্ৰগামী, গজেন্দ্ৰগামী ইত্যাদি।

**গামুক** *বিণ্* (গম্ উকঞ) গন্তা, গমনকৰ্তা।

**গাম্ভীৰ্য্যং** *ক্লী* (গম্ভীৰস্য ভাৱঃ ইতি ষ্যঞ্ঃ) ১। গম্ভীৰতা, ২। গভীৰতা, মহত্ব, ৩। অৰ্থ তথা চৰিত্ৰৰ গভীৰতা, শি ১।৫৫।

**গায়ঃ** গীত, গান, যা ৩/১১২

**গায়কঃ** গায়ক, সঙ্গীতজ্ঞ, ভৰ্তৃ ৩।২৭।

**গায়ত্ৰঃ–ত্ৰং** (গায়ন্তং ত্ৰায়তে ইতি গায়ৎ ত্ৰৈ অপ্) গীত, শ্লোক, স্তুতি, মন্ত্ৰ।

**গায়ত্ৰী** (গায়ন্তং ত্ৰায়তে ইতি গৈ গানে ত্ৰৈ পালনে কঃ ঙীষ্) ১। ২৪টা আখৰ থকা বৈদিক ছন্দ। আঠোটা আখৰৰ ত্ৰিপদী শ্লোক বা মন্ত্ৰ। এই ছন্দত লিখা সকলো শ্লোকক গায়ত্ৰী বোলা হয় যদিও ঋক্‌বেদৰ তৃতীয় মণ্ডলৰ ৬২ নং সূক্তৰ দশম মন্ত্ৰ গায়ত্ৰী মন্ত্ৰ নামেৰে প্ৰসিদ্ধ। অতি পৱিত্ৰ এই মন্ত্ৰটি আজিও ব্ৰাহ্মণে পুৱা গধূলি পৰম শ্ৰদ্ধাৰে পাঠ-জপ কৰে। মন্ত্ৰটি হ'ল— 'ওঁ তৎ সৱিতুৰ্ব্বৰেণ্যং ভৰ্গো দেৱস্য ধীমহি ধিয়ো যো নঃ প্ৰচোদয়াৎ।' মন্ত্ৰটিত সৱিতা অৰ্থাৎ সূৰ্য্য দেৱতাক সকলো প্ৰাণীৰে প্ৰেৰণাদায়ক, শক্তিদায়কৰূপে স্তুতি কৰা হৈছে। গায়ত্ৰীমন্ত্ৰক সাৱিত্ৰী মন্ত্ৰ বুলিও কোৱা হয়। গায়ত্ৰীক ব্ৰহ্মাৰ পত্নী আৰু চাৰিবেদৰ মাতৃ ৰূপেও বন্দনা কৰা হয়। ২। খয়েৰ গছ, ৩। দুৰ্গা দেৱী, দেভা ৭।৩০।৮১; ৪। গঙ্গা নদী, ৫। বেদমাতা, মনু ২।৭৭।

**গায়নঃ** *পু* **–নী** *স্ত্ৰী* (গৈ ণ্যুট্) ১। গায়ক, ভৰ্তৃ ৩।২৭; ২। গান গাই জীৱিকা অৰ্জনকাৰী, ৩। কথকী, ৪। স্তুতি পাঠক।

**গাৰিত্ৰং** *ক্লী* অন্ন, খাদ্য, ওদন।

**গাৰুড়ং** *ক্লী* (গৰুড়স্য ইদং গৰুড় অণ্) ১। গৰুড়পুৰাণ, ২। পান্না, মৰকত, ৩। সাপৰ বিষৰ মন্ত্ৰ, ৪। গৰুড়াস্ত্ৰ, ৫। সোণ।

**গাৰুড়িক** সাপ বাজীকৰ, বেজ। ঔষধ বিক্ৰেতা।

**গাৰুৎমত** *বিণ্* ১। গৰুড়াকৃতিযুক্ত, ২। গৰুড়াস্ত্ৰ।

**গাৰ্দভ** *বিণ্* ১। গাধৰ পৰা হোৱা বা অহা, ২। গাধৰ দৰে।

**গাৰ্দ্ধ্যং** লুলুপতা, লিপ্‌সা শি ৩।৭৩।

**গাৰ্দ্ধ্ৰঃ** ১। লিপ্সা; ২। কাঁড় **–পক্ষঃ** **–ৱাসস্** শগুনৰ পাখি লগোৱা কাঁড়।

**গাৰ্হপত্যঃ** *পু* (গৃহপতিঃ যজমানঃ তেন সংযুক্তঃ ইতি ঞ্যঃ) ১। তিনি অগ্নি ৰক্ষা কৰোঁতা গৃহস্বামী। এই অগ্নি পৰম্পৰা ৰূপত পিতাকে গৃহস্বামীক আৰু গৃহস্বামীয়ে বংশজসকলক দি যায়। মনু ২।২৩১। ২। এই পৱিত্ৰ অগ্নি যি ঠাইত ৰখা হয়। **–ত্যং** ঘৰুৱা সংসাৰ আৰু গৃহস্বামীৰ স্থান।

**গাৰ্হমেধ** *বিণ্* গৃহস্থীৰ কাৰণে উপযুক্ত **–ধঃ** পঞ্চ যজ্ঞ।

**গাৰ্হস্থ্যং** ১। গৃহস্থাশ্ৰম, ঘৰুৱা কাম কাজ, ২। নিতৌ পালন কৰিবলগীয়া পঞ্চযজ্ঞ।

**গালনং** *ক্লী* ১। ছেকনীৰে ছেকন, ২। গলা কাৰ্য্য, জুলীয়াকৰণ।

**গালৱ** *পু* ১। লোধ্ৰ গছ, ২। এজন মুনিৰ নাম। মহৰ্ষি বিশ্বামিত্ৰৰ শিষ্য। ভা ৮।১৩।১৫।

**গালিঃ** *পু* (গাল্যতে রিক্রিয়তে শ্রৱণমাত্রেণ যেন গল্ ইঞ্) গালি-শপনি, ভর্তৃ ৩।১৩৩।

**গালিত** (গল্ ণিচ্ কর্মণি ক্তঃ) ১। দ্রৱীকৃত, গলোৱা, গলাই পেলোৱা, ২। নিগৰিত।

**গালিনী** *স্ত্রী* হাতৰ এবিধ মুদ্রা।

**গালোড়নং** *ক্লী* (গো আ লোড়ি কৰণে ল্যুট্) ১। উন্মাদ, ২। ৰোগ, ৩। মূৰ্খতা।

**গালোড্যং** *ক্লী* পদুম ফুলৰ বীজ, গুটি।

**গাৱল্গণিঃ** *পু* গৱল্গণৰ পুত্র সঞ্জয় (ধৃতৰাষ্ট্ৰৰ সাৰথি)

**গাহ্** ৱিলোড়নে (ভ্বা আ সক গাহতে) ১। গা ধো, পানীত বুৰ মাৰ, শ ২।৬; ২। ভিতৰলৈ সোমা, গভীৰতালৈ যা, ৩। আলোড়িত কৰ, কঁপা, মন্থন কৰ, ৪। নিমগ্ন হ, ৫। লুকাই থাক, ৬। নাশ কৰ। **অৱ—** অৱগাহন কৰ, স্নান কৰ, সোমাই যা, **উপ—** সজোৰে প্রৱেশ কৰ, **ৱি—** গা ধো, বুৰ মাৰ, বিয়পা, ব্যাপ্ত কৰ, কি ২।৩; **সং—** প্রৱেশ কৰ, সোমাই যা, ভট্টি ১৫/৫৯।

**গিন্দুকঃ** *পু* ১। খেলা ঢোপ (বল) ২। এবিধ গছৰ নাম।

**গিৰ্** *স্ত্রী* (গ ভাৱে ক্বিপ্) ১। বচন, বাক্য, কথা, ভাষা, কি ১।২৫; ২। প্ৰশংসা, স্তুতি, ৩। বাক্, বিদ্যাৰ অধিষ্ঠাত্রী সৰস্বতী **—দেৱী** সৰস্বতী, **—পতিঃ** ১। দেৱগুৰু বৃহস্পতি, ২। পণ্ডিত, ৱিজ্ঞ লোক, **—ৰথঃ** বৃহস্পতি **—ৱাণঃ** (গীৰ্বাণঃ) দেৱতা।

**গিৰা** *স্ত্রী* (গ ক্বিপ্ টাপ্) বচন, বাক্য, কথা, ভাষা।

**গিৰি** *বিণ্* (গৃহ ই কিঃ চ) ১। পূজনীয়, শ্রদ্ধেয়।

**গিৰিঃ** (গিৰতি ধাৰয়তি পৃথ্বীং ইতি ইঃ কিচ্চ) ১। পৰ্বত, ২। ওখ ঠাই। ৩। প্ৰকাণ্ড শিল, ৪। চকুৰ বেমাৰ। ৫। প্ৰসিদ্ধ সন্ন্যাসীক অৰ্পণ কৰা এটা সম্মানজনক উপাধি যেনে— আনন্দগিৰি, ৬। সংখ্যা '৮'; আঠখন পৰ্বতৰ নাম— মেৰু, মন্দৰ, কৈলাস, মলয়, গন্ধমাদন, মহেন্দ্ৰ, শ্ৰীপৰ্বত আৰু হেমকূট। **—ইন্দ্ৰঃ** ১। হিমালয়, ২। শিৱ **—কচ্ছপঃ** পৰ্বতত থকা কাছ। **—কণ্টকঃ** ইন্দ্ৰৰ বজ্ৰ, **—কৰ্ণিকা** পৃথিৱী **—কন্দৰঃ** গুহা। **—কাণ** এচকু কণা, **—কাননং** উপবন। **—কূটং** পৰ্বতৰ শিখৰ **—গুডঃ** ঢোপ **—চৰঃ** চোৰ **—জঃ** পৰ্বতত জন্ম হোৱা **—জং** ১। অভ্ৰ, ২। ৰঙা খড়ীমাটি, ৩। ধূনা, ৪। আলকাতৰা, ৫। লোহা **—জা** ১। পাৰ্বতী, ২। বনৰীয়া কলগছ, ৩। মল্লিকা লতা, ৪। গঙ্গা নদী **—নন্দনঃ,—সুতঃ** ১। কাৰ্ত্তিকেয়, ২। গণেশ **—দুৰ্গং** পাহাৰ-দুৰ্গ, মনু ৭।৭০; **—দ্বাৰং** পৰ্বতৰ মাজৰ সৰু বাট, গিৰিপথ। **—ধাতুঃ** ৰঙা চকমাটি **—ধ্বজং** ইন্দ্ৰৰ বজ্ৰ **—নদী:** (নদী) পৰ্বতীয়া জান বা জুৰি **—নন্দিনী** ১। পাৰ্বতী, ২। গঙ্গা, ৩। পৰ্বতৰ পৰা ওলোৱা নদী, **—নিতম্ব** পৰ্বতৰ ঢাল, **—পুষ্পকং** আলকাতৰা **—পৃষ্ঠঃ** পৰ্বতৰ টিং, **—প্ৰপাতঃ** পৰ্বতৰ ঢাল, **—প্ৰস্থঃ** মালভূমি **—ভিদ্** ইন্দ্ৰ **—ভূ:** পৰ্বতত জন্ম হোৱা **—ভূ** : *স্ত্রী* ১। গঙ্গা, ২। পাৰ্বতী **—মানঃ** প্ৰকাণ্ড হাতী **—মৃদ্‌-মৃত্তৱং** ৰঙা চক মাটি। **—ৰাজ** হিমালয় **—ব্ৰজং** মগধ চহৰ। **—শালঃ** এবিধ চৰাই **—শৃঙ্গঃ** গণেশ, **—ষদ্** (সদ্) শিৱ; **—সানু** মালভূমি **—সাৰঃ** লোহা **—সুতা** পাৰ্বতী, **—স্ৰৱা:** পাহাৰীয়া নদী।

**গিৰিকঃ, —য়কঃ, —য়াকঃ** খেলা ঢোপ 'বল'।

**গিৰিকা** নিগনি।

**গিৰিশঃ** *পু* (গিৰৌ শেতে ৱিৰাজতে ইতি গিৰি শি শঃ) ১। সদাশিৱ, ২। বৃহস্পতি, ৩। হিমালয় পৰ্বত।

**গিলঃ** *পু* (গিল কঃ) নেমু টেঙাৰ গছ। **—গ্ৰাহঃ** ঘঁৰিয়াল্।

**গিলনং** *ক্লী* (গিল ভাৱে ল্যুট্) গিলা, গ্ৰাস, ভক্ষণ। (স্ত্রী) গিলিঃ।

**গিলিত** *বিণ্* ভক্ষিত।

**গিষ্ণঃ** *পু* (গায়তি সামৱেদং গায়তি ৱা গৈ ইষ্ণঃ) ১। গায়ক, ২। সামৱেদৰ গায়ক, উদ্‌গাতা।

**গীঃ** (ৰ্)*স্ত্রী* (গৃ ক্বিপ্) বাক্য, সৰস্বতী।

**গীতম্** *ক্লী* (গীয়তে ইতি গৈ গানে ভাৱে ক্তঃ) ১। গান, ২। সঙ্গীত। গীত দুবিধ— যন্ত্ৰ (বীণা আদি) আৰু গাত্ৰ (কণ্ঠ)। **—কং** গান, **—জ্ঞঃ** সঙ্গীতজ্ঞ **—প্ৰিয়ঃ** শিৱ **—মোদিন্** কিন্নৰ **—শাস্ত্ৰং** সঙ্গীত শাস্ত্ৰ।

**গীতা** *স্ত্রী* (গীয়তে স্ম আত্মৱিদ্যোপদেশাত্মিকা, ব্ৰহ্মতত্ত্বোপদেশময়ী কথা গৈ ক্ত টাপ্) ১। শ্ৰীমদ্‌ভগৱদ্‌গীতা শাস্ত্ৰ। আধ্যাত্মিক জ্ঞানৰ সৰ্বশ্ৰেষ্ঠ ধৰ্মপুথি। গীতা সুগীতা কৰ্তব্যা কিমন্যৈঃ শাস্ত্ৰৱিস্তৰৈঃ। যা স্বয়ং পদ্মনাভস্য মুখপদ্মাদ্ ৱিনিঃসৃতা।। সচাকৈয়ে, গীতা পঢ়ি গীতাৰ জ্ঞান লাভ কৰাৰ পিছত আন কোনো শাস্ত্ৰ পঢ়াৰ আৱশ্যক নাই। গীতা সকলো উপনিষদৰ সাৰ। সেয়ে পণ্ডিতবৰ্গই কয়—

সৰ্বোপনিষদো গাৱো দোগ্ধা গোপালনন্দনঃ। পার্থো বৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ।। মহাভাৰতৰ ভীষ্মপৰ্বৰ অন্তৰ্গত প্ৰায় সাত শ শ্লোকৰ এই পুথিখনত কৰ্ম, ভক্তি আৰু জ্ঞানৰ মহত্ত্ব প্ৰকাশ হৈছে। যুদ্ধত অসংখ্য জ্ঞাতি-কুটুম্বৰ মৃত্যু হ'ব বুলি আশঙ্কা কৰি অৰ্জুনে যুদ্ধ কৰিবলৈ অসম্মতি প্ৰকাশ কৰাত সাৰথি শ্ৰীকৃষ্ণই যি 'বুজনি' দিছিল সেয়ে গীতা।

**গীতায়নং** বাদ্যযন্ত্ৰ।

**গীতাসাৰঃ** *পু* (গীতাসু সাৰঃ, বেদান্তাদিশাস্ত্ৰাণাং সাৰো যত্ৰ) গীতাৰ সাৰ। মুক্তিৰ অৰ্থে অষ্টাঙ্গাদি যোগ সম্পৰ্কে অৰ্জুনৰ প্ৰতি শ্ৰীকৃষ্ণৰ উক্তি।

গীতাসাৰং প্ৰৱক্ষ্যামি অৰ্জুনায়োদিতং পুৰা।
অষ্টাঙ্গযোগং মুক্ত্যৰ্থং সাৰ্ব্ববেদান্তসাৰগম্।।
গৰুড় পুৰাণ ২৩৩ অধ্যায়।

**গীতিঃ** *স্ত্ৰী* (গৈ ক্তিন্) ১। গান কু ৩।৪০; ২। আৰ্য্যা ছন্দবিশেষ। **–কা** সৰু কবিতা বা গান।

**গীতিন্ (নী)** *বিণ্* গান গোৱাৰ দৰে যি আবৃত্তি কৰে।

**গীৰ্ণ** *বিণ্* ১। গিলিত, গিলা (খাদ্য) ২। বৰ্ণিত, প্ৰশংসিত। **–ৰ্ণীঃ** *স্ত্ৰী* প্ৰশংসা, খ্যাতি, গ্ৰাস।

**গু** ধ্বনৌ (ভ্বা আ অ গৱতে) ১। শব্দ কৰ, ধ্বনি কৰ। বিষ্ঠোৎসৰ্গে (তুদা প অ গুৱতি) ২। বিষ্ঠা ত্যাগ কৰ, ৩। হাগ, মলত্যাগ কৰ, শৌচ কৰ।

**গুগ্গুলঃ –লুঃ** *পু* গুগ্‌গুল। পূজাত লগা এবিধ সুগন্ধি ধুনাসদৃশ দ্ৰব্য।

**গুচ্ছ** *পু* (গুধ্যতি পৰিষ্টেতে ইতি গুধ্ চঞ্) ১। স্তবক, ফুলৰ থোঁপা মনু ১।৪৮; ২। গুছি, আটি, ৩। ম'ৰাৰ পাখি, ৪। বস্ত্ৰহাৰ, ৫। ৩২ গুণাযুক্ত বস্ত্ৰহাৰ। **–ৰ্অধঃ** ২৪ গুণাযুক্ত মুক্তাৰ হাৰ, **–কণিশঃ** এবিধ শস্য (কণি চাউল?) **–পত্ৰঃ** তালগছ। **–ফলঃ** ১। আঙুৰ, ২। কলগছ।

**গুজ্** কূজনে (ভ্বা প অক গোজতি, গুজতি) শব্দ কৰ, গুণ গুণ শব্দ কৰ, অস্পষ্ট ধ্বনি কৰ, উ ২।২৯; ধ্বনৌ (তুদা প অক গুজতি) শব্দ কৰ।

**গুঞ্জঃ** *পু* গুণ গুণ শব্দ, এথোপা ফুল, স্তবক **–কৃৎ** ভোমোৰা।

**গুৰ্জ্জৰী** *স্ত্ৰী* গুৰ্জৰ দেশৰ (গুজৰাটৰ) প্ৰিয় ৰাগিনী (সঙ্গীতৰ ৰাগ)।

**গুঞ্জা** *স্ত্ৰী* ১। এবিধ লতা। কুঞ্জলতা। সেই লতাৰ ফল, লাতুৰমণি, ৰঙা ক'লা বৰণৰ এই গুটি বিলাক স্বৰ্ণকাৰীয়ে 'ৰতি' ওজনৰূপে ব্যৱহাৰ কৰে। গুঞ্জফলবোৰ বিষাক্ত, অভক্ষ্য। পঞ্চ ৪/৫৮; ২। গুণ গুণ ধ্বনি, ৩। নাগাৰা, ঢোল, ৪। মদৰ দোকান, ৫। ধ্যান, চিন্তা।

**গুঞ্জিকা** *স্ত্ৰী* গুঞ্জফল। লাতুৰমণি।

**গুটিকা** *স্ত্ৰী* (গুটি স্বাৰ্থে কন্) ১। গুটি, বড়ি, গুলি, ২। ঘূৰণীয়া শিলগুটি, ৩। পাট পলুৰ লেটা, ৪। মুক্তা, ৰ ৫।৭০; **–অঞ্জনং** এবিধ অঞ্জন।

**গুড়ঃ** *পু* ১। গুড়, জুলীয়া মিঠৈ, ২। খেলা বল বা ঢোপ, ৩। গ্ৰাস, গৰাহ, ৪। হাতীৰ বৰ্ম **–উদকং** পানী মিহলোৱা গুড় **–উত্তৱা** চেনি, **–ওদনং** গুড় ভাত। **–তৃণং, –দাৰুঃ–কঃ** কুঁহিয়াৰ। **–ধেনুঃ** ব্ৰাহ্মণক দান দিয়াৰ কাৰণে গুড়েৰে তৈয়াৰী গাই গৰু। **–পিষ্টং** গুড় আৰু আটা মিহলাই তৈয়াৰ কৰা পিঠা। **–ফলঃ** পীলু গছ। **–শৰ্কৰা** পৰিষ্কৃত গুড় বা চেনি, **–শৃঙ্গং** গম্বুজ **–হৰীতকী** গুড়ত সংৰক্ষণ কৰা শিলিখা।

**গুড়কঃ** ১। ঢোপ, ২। গ্ৰাস, ৩। গুড়েৰে তৈয়াৰী এবিধ ঔষধ।

**গুড়লং** লালীৰে তৈয়াৰী মদ।

**গুড়া** ১। কপাহ গছ, ২। বড়ি, পিল।

**গুড়াকা** আলস্যতা, নিদ্ৰা।

**গুড়াকেশঃ** *পু* (গুড়াকা নিদ্ৰা মায়া ইত্যৰ্থঃ তস্যাঃ ঈশঃ) ১। জিতেন্দ্ৰিয়, জিতনিদ্ৰ, ২। অৰ্জুন, গী ১১।৭; ৩। শিৱ।

**গুড়ুচী** *স্ত্ৰী* গুলঞ্চ লতা।

**গুড়েৰঃ** গ্ৰাস, গৰাহ।

**গুণ** মন্ত্ৰণে (চুৰা উ সক গুণয়তি -তে) ১। আমন্ত্ৰণ কৰ, ২। মন্ত্ৰণা কৰ, উপদেশ দি, ৩। (অঙ্ক) পূৰণ কৰ, গুণ কৰ।

**গুণঃ** *পু* (গুণ মন্ত্ৰণে ঘঞ্) ১। ছয় প্ৰকাৰ ৰাজনীতি সন্ধি, বিগ্ৰহ, যান, আসন, দ্বৈধ আৰু আশ্ৰয়ঃ, ২। গুণ, সদ্‌গুণ, ৰ ১।২২; প্ৰসিদ্ধি, সম্ভ্ৰম, ৩। ব্যৱহাৰ, সুবিধা, ৪। ফল, পৰিণতি, ৫। সূতা, গুণা, ৬। ধনুৰ গুণ, জ্যা, ৭। বীণাৰ গুণ, তাঁৰ, ৮। স্নায়ু; ৯। স্বভাৱ, ধৰ্ম, ১০। প্ৰকৃতি গুণ, যেনে— সত্ত্ব, ৰজ আৰু তম। গী ১৪।৫; ১১। পলিতা, [illegible] সূতা, ১২। ইন্দ্ৰিয়ৰ গুণ পাঁচটা, যেনে— শব্দ,

স্পৰ্শ,ৰূপ, ৰস আৰু গন্ধ। ১৩। দুগুণ, তিনিগুণ আদি গুণ, আবৃত্তি। আহাৰো দ্বিগুণঃ স্ত্রীণাং বুদ্ধিস্তাসাং চতুৰ্গুণাঃ। ষড়্গুণো ব্যৱসায়শ্চ কামাশ্চাষ্টাগুণাঃ স্মৃতাঃ।। মহা ১৪। অমুখ্য, গৌণ, পদাৰ্থ। ১৫। আধিক্য, প্ৰাচুৰ্য্য, ১৬। বিশেষণ, ১৭। (অলঙ্কাৰ) ৰসৰ প্ৰধান ধৰ্ম, ১৮। (ব্যাকৰণ) শব্দৰ চাৰি প্ৰকাৰ অৰ্থৰ এটা। বাকী ৩টা— জাতি, ক্ৰিয়া, আৰু দ্ৰব্য। ১৯। সংখ্যা '৩'। ২০। (জ্যামিতি) বৃত্তৰ জ্যা, ২১। জ্ঞানেন্দ্ৰিয়, ২২। লঘু আহাৰ, মনু ৩।২২৪; ২৩। ৰান্ধনী, ২৪। ভীমসেন, ২৫। ত্যাগ। **–অতীত** *বিণ্* গুণমুক্ত **–অধিষ্ঠানকং** বুকুৰ তলৰ যি অংশত কঁকালী বন্ধা হয়। **–অনুৰাগঃ** আনৰ গুণৰ প্ৰতি আদৰ, কি ১।১১; **–অনুৰোধঃ** গুণৰ যোগ্যতা **–অন্বিত** গুণী **–অপৱাদঃ** অৱজ্ঞা, নিন্দা, **–আকৰঃ** সকলো গুণৰ অধিকাৰী, **–আঢ্য** সৰ্বগুণী, ধৰ্মনিষ্ঠ। **–আধাৰঃ** গুণাকৰ **–কৰ্মণ্** গৌণকৰ্ম। **–কাৰ** লাভজনক, **–কাৰঃ** ভীমসেন, লঘু আহাৰৰ ৰান্ধনী। **–গান** গুণকীৰ্তন **–গৃধ্নু** *বিণ্* গুণধৰ, সদ্গুণৰ অধিকাৰী। **–গৃহ্য** *বিণ্* গুণত আকৃষ্ট। **–গ্ৰহীতৃ** গ্ৰাহক **–গ্ৰাহিন্** গুণত আকৃষ্ট। **–গ্ৰামঃ** গুণৰ সমূহ, গীত ২ **–জ্ঞ** গুণ জানোতা, গুণগ্ৰাহী। **–ত্ৰয়ং –ত্ৰিতয়ং** সত্ব, ৰজ, তম এই তিনি গুণ; **–নিধিঃ** গুণাকৰ, গুণৰ ভঁড়াল। **–প্ৰকৰ্ষঃ** গুণৰ উৎকৰ্ষতা **–লক্ষণং** আভ্যন্তৰিক গুণৰ চিহ্ন বা লক্ষণ **–লয়নিকা, –লয়নী** তম্বু; **–ৱচনং** গুণৰ প্ৰকাশক, বিশেষণ। যেনে— বগা ঘোঁৰাৰ 'বগা' ৰংটো। **–বৃক্ষঃ, –বৃক্ষক** ভেঁড়া বা ছাগলী বন্ধা খুঁটা। **–বৃত্তিঃ** গৌণ সম্বন্ধ, **–বৈশেষ্যং** গুণৰ বৈশিষ্ট্য। **–সংখ্যানং** তিনিটা মৌলিক গুণৰ গণনা (সাংখ্য দৰ্শন) **–সংগঃ** ১। গুণৰ সংসৰ্গ, ২। সাংসাৰিক ভোগৰ প্ৰতি অনুৰাগ। **–সাগৰঃ** ১। গুণৰ সাগৰ, ২। ব্ৰহ্মা।

**গুণকঃ** ১। গণক, গণনাকাৰী, ২। অঙ্কৰ গুণক, পূৰক।

**গুণনং** *ক্লী* ১। পূৰণকৰণ, ২। গণনা; ৩। গুণৰ বৰ্ণনা, **–নী** অধ্যয়ন, পৰীক্ষাৰ বহী চোৱা অৰ্থাৎ গুণাগুণ নিৰ্দ্ধাৰণ কৰা।

**গুণনিকা** *স্ত্ৰী* ১। অধ্যয়ন, ২। বাৰে বাৰে পঢ়া, আবৃত্তি কৰা, ৩। নৃত্য, নৃত্য বিদ্যা, ৪। নাটকৰ ভূমিকা, ৫। হাৰ, মালা, ৬। অঙ্কৰ শূন্য '০'।

**গুণিকা** ফোঁহা, উখহা, টেমুনা।

**গুণিন্** *বিণ্* (গুণাঃ দাক্ষিণ্যাদয়ঃ ৱিদ্যন্তে অস্যেতি গুণ ইনিঃ) ১। গুণী, গুণৱান, গুণধৰ, ২। ধনু, ৩। গুণজ্ঞ, ৪। গৌণাংশযুক্ত, ৫। বিশুদ্ধ, মঙ্গলময়।

**গুণীভূত** *বিণ্* (অগুণঃ গুণোভূতঃ গুণ ভূ ক্তঃ চ্বি) ১। অপ্ৰধানীভূত, প্ৰধান গুণসমূহ অপ্ৰধান কৰা। মৌলিক যোগ্যতা হেৰুৱা, ২। গুণৰ দ্বাৰা বিভূষিত। **–ব্যঙ্গং** (অলঙ্কাৰ) কাব্যৰ তিনিটা বিভাগৰ দ্বিতীয়টো।

**গুণ্ঠ্, গুঠ্** ৱেষ্টনে (চুৰা প সক গুণ্ঠয়তি) ১। বেষ্টন কৰ, আগুৰ, আগুৰি ধৰ, ২। লুকাই ৰাখ, ঢাকি থ, **অৱ–** ঢাকি ৰাখ, লুকাই ৰাখ, কু ৪।১১

**গুণ্ঠনং** ১। ঢাকি ৰখা কাৰ্য্য, ২। প্ৰলেপন।

**গুণ্ঠিত** ১। আবৃত, পৰিবেষ্টিত, ২। চূৰ্ণীকৃত, গুড়ি কৰা।

**গুণ্ঠ গুণ্ড্, গুড়্** ৱেষ্টে, ৰক্ষে (চুৰা প সক গুণ্ডয়তি) ১। চূৰ্ণ কৰা, গুড়ি কৰা, ২। বেষ্টন কৰা, আবৃত কৰা, ঢাকি ৰখা।

**গুণ্ডকঃ** ১। গুড়ি (যেনে— মচলা গুড়ি) ২। তেলৰ পাত্ৰ, ৩। মৃদু মধুৰ ধ্বনি বা সুৰ।

**গুণ্ডিকঃ** ময়দা; গুড়ি, চূৰ্ণ।

**গুণ্য** *বিণ্* ১। ধাৰ্মিক, গুণৱান, ২। গণ্য, গণনাৰ যোগ্য, ৩। প্ৰশংসনীয় ৪। (অঙ্ক) পূৰণ কৰিব লগীয়া।

**গুৎসকঃ** ১। মুঠি, কোছা, ২। ফুলৰ থোপা, ৩। চোঁৰৰ, ৪। কোনো পুথিৰ অধ্যায় বা পৰিচ্ছেদ।

**গুদ্** খেলনে (ভ্বা আ অক গোদতে) ১। খেল, ২। ধেমালি কৰ, স্ফূৰ্তি কৰ।

**গুদং** *ক্লী* ((গোদতে খেলতি চলতি অপানবায়ুঃ গুদ্ কঃ) মলদ্বাৰ, গুহ্যদ্বাৰ, মনু ৫।১৩৬ **–অঙ্কুৰঃ** অৰ্শৰোগ, ভগন্দৰ **–আৱৰ্তঃ** শৌচবন্ধ, অষ্ঠীলা **–উত্তৰঃ** অৰ্শ **–ওষ্ঠঃ** শৌচদ্বাৰৰ বাহিৰ ভাগ। **–কীলঃ, –কীলকঃ** অৰ্শ; **–গ্ৰহঃ** কোষ্ঠবন্ধ **–পাকঃ** শৌচদ্বাৰ উখহা ৰোগ **–ভ্ৰংশঃ** শৌচদ্বাৰ বাহিৰলৈ ওলোৱা ৰোগ। **–ৱৰ্ত্মন্** শৌচদ্বাৰ। **–স্তম্ভঃ** কোষ্ঠবন্ধ।

**গুদ্ৰ** মিথ্যোক্তৌ (চুৰা প স গুদ্ৰয়তি) মিছা মাত।

**গুধ্** ক) ৰুষি (ক্ৰ্যা প অক গুধ্নাতি) ১। ক্ৰোধান্বিত হ, খং কৰ।

খ) ক্ৰীড়ে (ভ্বা আ অক গোধতে) ১। খেল-ধেমালি কৰ, গ) ৱেষ্টে (দিবা প সক গুধ্যতি) ১। ঢাকি ৰাখ, আবৃত কৰ, কাপোৰেৰে ঢাক।

গুধেৰঃ *পু* ৰক্ষক।

গুপ্ ক) ৰক্ষে (ভ্বা প সক গোপায়তি) ১। ৰক্ষা কৰ, ২। ৰখি চাই থাক, চকিদাৰী কৰ। ৰ ১।২১; ৩। লুকাই ৰাখ।

খ) গোপনকুৎসয়ো (ভ্বা আ সক জুগুপ্সতে) ১। নিন্দা কৰ, ভৰ্ৎসনা কৰ, গালি-গালাজ কৰ, অতিকৈ ঘিণ কৰ, ভট্টি ১৫।১৯; ২। লুকাই ৰাখ, ঢাকি ৰাখ। গ) ব্যাকুলত্বে (দিৱা প অক গুপ্যতি), ১। ব্যাকুল হ, ২। দোধোৰ মোধোৰ হ।

ঘ) ভাসি (চুৰা প অক গোপয়তি তে) ১। উজ্জ্বল হ, ২। ভাষণ দি, কথা ক, ৩। গোপন কৰ, লুকাই ৰাখ।

গুপিলঃ *পু* (গুপ্ ইলচ্ কিচ্চ) ১। ৰক্ষক, ২। ৰজা।

গুপ্ত *বিণ্* (গুপ্যতে গুপ্ কৰ্মণি ক্তঃ) ১। সুৰক্ষিত, সংৰক্ষিত ৰ ১০।৬০; ২। লুক্কায়িত, মনু ২।১৬০; ৩। অদৃশ্য, দৃষ্টিৰ পৰা দূৰীকৃত, ৪। সংযুক্ত, ৫। এটা উপাধি, যেনে— চন্দ্ৰগুপ্ত। —প্তং *অব্য* মনে মনে, গুপুতভাৱে, সুকীয়াকৈ। —প্তা কাব্যত এগৰাকী প্ৰধান নাৰী চৰিত্ৰ। এই নাৰীয়ে নিজৰ পৰকীয়া প্ৰেমৰ কথা পতিৰ ওচৰত লুকাই ৰাখে। —কথা গুপুত বাতৰি। —গতিঃ চোৰাংচোৱা —চৰঃ ১। চোৰাংচোৱা, ২। বলৰাম, —দানং গুপ্ত উপহাৰ, —ক্লেশঃ ভেশচন।

গুপ্তিঃ *স্ত্ৰী* (গুপ ক্তিন্) ১। সংৰক্ষণ, ৰক্ষা, মনু ১/৮৭, ২। লুকোৱা, ৩। আৱৰণ, ৪। গাঁত, খাল, নলা, মাটিৰ তলৰ ভঁৰাল; ৫। ৰক্ষণৰ উপায়, দুৰ্গ, ৬। কাৰাগাৰ, শি ১১।৬০; ৭। নাৱত মানুহ বহা পাত, ৮। আটক, ছেদ, বিৰাম, বন্ধ।

গুফ্ গুম্ফ্ গ্ৰন্থে (তুদা প সক গুফতি, গুম্ফতি) ১। গাঁথ, কাপোৰ ব, একেলগে বান্ধ, ৰচি ঘূৰাই ঘূৰাই বান্ধ, ভট্টি ৭।১০৫; ২। কাব্যাদি ৰচনা কৰ।

গুম্ফঃ*পু* (গুম্ফ্ + ঘঞ্) ১। গ্ৰন্থন, গোঁথন, ২। সংযুক্তকৰণ, ৰচনা, আয়োজন, ৩। হাতত পিন্ধা অলঙ্কাৰ, খাৰু, বালা, ৪। গোঁফ, ডাড়ি। —না *স্ত্ৰী* ১। একেলগে গাঁথা, ২। আয়োজন, ৩। ৰচনা, ৪। শব্দ আৰু অৰ্থৰ সুসংযোজন, ৫। সুন্দৰ ৰচনা।

গুৰ্ ক) উদ্যমে (তুদা আ অক গুৰতে) উদ্যোগ কৰ, উদ্যমী হ, যত্ন কৰ, চেষ্টাশীল হ।

খ) ৰধে গত্যাম্ (দিৱা আ সক গুৰ্য্যতে, গূৰ্য্যতে) ১। বধ কৰ, হত্যা কৰ, আঘাত কৰ, ২। গমন কৰ।

গুৰু *বিণ্* (গীৰ্য্যতে স্তূয়তে মহত্বাৎ গৃ উং) ১। অলঘু, গধুৰ, ঋতু ১/৭; ২। মহান, বিৰাট, দীঘল মে ৮৩; ৩। আৱশ্যকীয়, ৪। কঠিন, ক্লেশজনক, দুঃসাধ্য, অবহনীয়, ৫। অত্যধিক, উগ্ৰ, শী ৬।২২; ৬। আদৰণীয়, পূজ্য, ৭। উৎকৃষ্ট, শ্ৰেষ্ঠ, ৮। মৰমৰ, ৯। দাম্ভিক, অহঙ্কাৰী, ১০। (ছন্দ) গুৰুবৰ্ণ, যুক্তাক্ষৰৰ আগৰ বৰ্ণ আৰু দীৰ্ঘস্বৰ বৰ্ণ, যেনে— 'ঈষিকা'ৰ ঈ আৰু 'পুস্তক'ৰ পু।

গুৰুঃ *পু* (গৃণাতি উপদিশতি শাস্ত্ৰাণি স্তৌতি গৃ উং) ১। গুৰু, আচাৰ্য্য, শিক্ষাগুৰু, ২। পিতা ৰ ৪।১; ৩। বয়োজ্যেষ্ঠ পুৰুষ, ৪। ধৰ্মশিক্ষা দাতা, বৌদ্ধ শাস্ত্ৰৰ শিক্ষক, ৫। স্বামী, অধ্যক্ষ, প্ৰধান, ৬। দেৱগুৰু বৃহস্পতি, কু ২।২৯; ৭। বৃহস্পতি গ্ৰহ, ৮। পুষ্যা নক্ষত্ৰ, ৯। দোণাচাৰ্য্য, ১০। প্ৰভাকৰীয় (মীমাংসা) দৰ্শনৰ স্ৰষ্টা —অৰ্থঃ গুৰুদক্ষিণা —উত্তম পৰমাত্মা —কাৰঃ গুৰুপূজা। —ক্ৰমঃ পাৰম্পৰিক শিক্ষা —জন পূজ্য লোক, বয়োজ্যেষ্ঠ কুটুম্ব। —তল্পঃ ১। গুৰুৰ বিচনা, ২। গুৰুৰ বিচনা উলঙ্ঘনকাৰী —তল্পগঃ —তল্পিন্ যি গুৰুৰ বিচনা উলঙ্ঘন কৰে অৰ্থাৎ গুৰুপত্নীক যি সম্ভোগ কৰে সি এজন মহাপাপী আৰু তাৰ শাস্তি অতি কঠোৰ, মনু ১১।১০৩; ৩। যিয়ে মাহীমাকক অপমান কৰে। —দক্ষিণা শিক্ষা সাং হোৱাৰ পিছত গুৰুক দিয়া প্ৰণামী —দৈৱতঃ পুষ্যা নক্ষত্ৰ —পাক বদহজম —ভং ১। পুষ্যা নক্ষত্ৰ, ২। ধনু —মৰ্দলঃ ঢোল, নাগাৰা —বল্লং তপাজ পাথৰ, পোখৰাজ। —লাঘৱং লঘু-গুৰু, মূল্য, —ৱৰ্তিন্—ৱাসিন্ গুৰুৰ ঘৰত বাস কৰা ছাত্ৰ —ৱাসৰঃ বৃহস্পতিবাৰ —বৃত্তিঃ *স্ত্ৰী* গুৰুৰ প্ৰতি ছাত্ৰৰ আচৰণ।

গু(গূ) ৰ্জৰঃ গুৰ্জৰ ৰাজ্য, বৰ্তমান গুজৰাট।

গুৰ্ৱিণী,—গুৰ্ৱীঃ গৰ্ভৱতী নাৰী; গুৰুপত্নী।

গুলঃ গুড়।

গুলুচ্ছঃ,—গুলুঞ্চঃ থোপা, থোক, জোটা (যেনে— চাবি জোঁটা)

গুল্মং —গুল্মঃ ১। গছৰ থোপ, ২। ডাঠ হাবি, জঙ্গল, মনু ১।৪৮; ৩। সৈন্য বাহিনীৰ এটা বিভাগ য'ত ১খন ৰথ, ১টা হাতী, ২৭টা ঘোঁৰা আৰু ৪৫ জন পদাতি থাকে। ৪। দুৰ্গ, ৫। প্লীহা, যকৃত, ৬। [illegible]

বেমাৰ, ৭। গাওঁৰ আৰক্ষী থানা, ৮। খটখটি থকা পকী ঘাট। **–ল্মী** ১। যকৃত ৰোগী, তম্বু।

**গুল্য** *বিণ্* মধুৰ, স্বাদু।

**গু(গ্)ৱাকঃ** তামোল গছ।

**গুহ্** সংবৃতৌ (ভ্বা উভ সক গূহতি, গূহতে) ১। আবৃত্ত কৰ, লুকাই ৰাখ, গুপ্তভাৱে ৰাখ, মনু ৭।১০৫; **উপ—** আলিঙ্গন কৰ, আঁকোৱালি ধৰ, শি ৯/৩৮; **নি—** লুকাই ৰাখ, গুপুতে ৰাখ।

**গুহঃ** *পু* (গূহতি ৰক্ষতি দেৱসেনাম্ গুহ্ কঃ) ১। **কাৰ্ত্তিকেয়**, ২। এজন চণ্ডাল, শৃঙ্গবেৰৰ ৰজা আৰু **শ্ৰীৰামচন্দ্ৰৰ** বন্ধু। ৩। ঘোঁৰা।

**গুহা** *স্ত্ৰী* (গুহ্ কঃ টাপ্) ১। গাঁত, ২। পৰ্বতৰ গহ্বৰ ৰা ১১।৭০; ৩। হৃদয়, শপব্ৰা ১১।২।৬।৫; ৪। গোপনতা। **–আহিত** হৃদয়স্থ; **–চৰং** ব্ৰহ্ম **–মুখ** বহল মুখৰ। **–শয়ঃ** ১। এন্দুৰ, ২। বাঘ বা সিংহ, ৩। পৰমাত্মা। ৪। প্ৰাণ, মু উ ২/১/৮।

**গুহিনং** জঙ্গল।

**গুহেৰঃ** ১। অভিভাৱক, ৰক্ষক ২। কমাৰ।

**গুহ্য** *বিণ্* (গুহা যৎ) গোপনীয়, গুপ্ত, ভিতৰুৱা। ভৰ্তৃ ২।৭২; ২। একান্ত, নিৰ্জন, ৩। ৰহস্যজনক, গী ১৮।৬৩; **–হ্যঃ** ১। ভণ্ডামি, ২। কাছ, ৩। বিষ্ণু, ৪। উপদেৱতা, মহা ৩।২।৪৩; ৫। গায়ত্ৰীস্বৰূপা দেৱী, দেভা ১২।৬।৪২; **–হ্যং** ১। গুপ্ত বিষয়, ৰহস্য, মনু ১২।১১৭; ২। গুহ্যাঙ্গ। **–গুৰুঃ** শিৱ। **–দীপকঃ** জোনাকী পৰুৱা **–নিষ্যন্দঃ** মূত্ৰ, **–ভাষিতং** গুপ্ত ভাষণ **–ময়ঃ** কাৰ্ত্তিকেয়।

**গুহ্যকঃ** *পু* (গূহতি নিধিং ৰক্ষতি গুহ্ ণ্বুল্) ১। কুবেৰৰ ধন ৰক্ষক আৰু ভৃত্য। মে ৫।

**গূঃ** *স্ত্ৰী.* বিষ্ঠা, 'গু'।

**গূঢ়** *বিণ.* (গুহ্ কৰ্মণি ক্তঃ) ১। গুপ্ত, লুক্কায়িত, ২। আবৃত **–অঙ্গঃ** কাছ **–অঙ্ঘ্ৰিঃ** সাপ, **–আত্মন্** পৰমাত্মা। **–উৎপন্নঃ –জঃ** হিন্দুশাস্ত্ৰ মতে ১২ বিধ পুত্ৰৰ এবিধ। পতি প্ৰবাসত থকাৰ সময়ত আনৰ লগত সহবাসৰ ফলত জন্ম হোৱা পুত্ৰ সন্তান। এই পুত্ৰৰ কোন আচল পিতাক জনা সম্ভৱ নহয়, কাৰণ একাধিকৰ লগতো সহবাস হ'ব পাৰে। যা ২।১২৯; মনু ৯।১৫৯; **–নীড়ঃ** বালিমাহী চৰাই। **–পথঃ** ১। গুপ্ত পথ, ২। উপপথ, ৩। মন, বুদ্ধি **–পাদ্–পাদঃ** সাপ, **–পুৰুষঃ** চোৰাংচোৰা **–পুষ্পকঃ** বকুল গছ আৰু ফুল **–মাৰ্গঃ** মাটিৰ তলৰ পথ। **–মৈথুনঃ** কাউৰী **–ৱৰ্চস্** ভেকুলী।

**গূথঃ –থং** *পু* বিষ্ঠা, মল।

**গূন** *বিণ্* শৌচ কৰি খালি হোৱা (পেট)।

**গূষণা** *স্ত্ৰী* ম'ৰা পাখিৰ আগত থকা 'চকু' বা চকৰী।

**গৃ** সেকে (ভ্বা প সক গৰতি) ১। সিক্ত কৰ, ভিজ, যেনে— মেঘঃ তৰুং গৰতি।

**গৃজ্, গৃঞ্জ্,** ধ্বনৌ (ভ্বা প অক গৰ্জতি) ১। গৰ্জন কৰা, শব্দ কৰ, ভোৰ ভোৰ কৰ।

**গৃঞ্জনং** *পু* ১। এবিধ মূলা জাতীয় খাদ্য, চালগোম, ২। নহৰু, ৩। ভাং বা গাঞ্জা **–নং** বিষাক্ত কাঁড়ৰ দ্বাৰা নিহত জন্তুৰ মাংস।

**গৃণ্ডীৱঃ** এবিধ ডাঙৰ জাতৰ শিয়াল।

**গৃধ্** লিপ্সে (দিৱা প সক গৃধ্যতি) ১। লোভ কৰ, ২। আশা কৰ, ৩। পাবলৈ বা খাবলৈ তীব্ৰভাৱে ইচ্ছা কৰ।

**গৃধু** *বিণ্* (গৃধ্ কুঃ) লুভীয়া, লুলুপ, **–ধুঃ** *পু* কামদেৱ।

**গৃধ্নু** *বিণ্* (গৃধ্ ক্নুঃ) লুব্ধ, লুভীয়া, ভা ৩।১৪।২০; **–তা** লুব্ধতা।

**গৃধ্যং–ধ্যা** লিপ্সা, লোভ।

**গৃধ্ৰঃ** *পু* (গৃধ্যতি কাঙ্ক্ষতি মাংসানীতি গৃধ্ ক্ৰন্) শগুন, ৰ ১২।৫০; **–কূটঃ** ৰাজগৃহৰ ওচৰৰ এখন পৰ্বত। **–পতিঃ, –ৰাজঃ** শগুনৰ ৰজা, জটায়ু পক্ষী, উ ২।২৫; **–ৱাজ –ৱাজিত** শগুনৰ পাখি লগোৱা (কাঁড়)।

**গৃষ্টিঃ** *স্ত্ৰী* (গৃহ্নাতি সকৃৎ গৰ্ভমিতি গ্ৰহ্ এঃ কৰ্তৰি ক্তিচ্) এবাৰ পোৱালি দিয়া গাইগৰু। কম বয়সীয়া গাই অথবা অন্য জন্তু, ৰ ২/১৮।

**গৃহং** *স্ত্ৰী* (গৃহ্নাতি ধান্যাদিকং যস্মিন্নিতি গ্ৰহ্ + কঃ) ১। বাসস্থান, ঘৰ, ২। পত্নী পঞ্চ ৪।৮১; ৩। গৃহস্থী জীৱন, ৪। ৰাশিচক্ৰ, ৫। উপাধি বা নাম। **–হাঃ** (বহুব, পু) ১। ঘৰ, বাসস্থান, মে ৭৫; ২। পত্নী, ৩। পৰিয়াল **–অক্ষঃ** গৱাক্ষ; **–অধিপঃ –ঈশঃ, –ঈশ্বৰঃ** গৃহকৰ্তা, গৃহস্বামী **–অগ্নিকঃ** গৃহস্থী **–অৰ্থঃ** ঘৰুৱা বিষয়, মনু ২।৬৭; **–অশ্মন্** (মচলা বটা) পটা **–আৰামঃ** ঘৰৰ সমুখৰ ফুলনি **–আশ্ৰম** গৃহস্থাশ্ৰম। দ্বিতীয় আশ্ৰম, **–উৎপাতঃ** ঘৰুৱা বেমেজালি, **–উপকৰণং** বাচন-বৰ্তন, **–কপোতঃ**

ঘৰচীয়া পাৰ চৰাই, **–কলহঃ** ঘৰুৱা কন্দল, **–কাৰকঃ** ৰাজমিস্ত্রী, কাঠমিস্ত্রী, **–কুক্কুটঃ** ঘৰচীয়া কুকুৰা চৰাই, **–চুল্লী** পুবা-পশ্চিমাকে থকা দুটা কোঠাৰ ঘৰ, **–ছিদ্রং** ঘৰুৱা কেলেঙ্কাৰি, গৃহ-কন্দল, **–জঃ, –জাতঃ** ঘৰতে জন্ম হোৱা চাকৰ, **–জালিক** ঠগ, প্রবঞ্চক **–জ্ঞানিন্** ঘৰতে জ্ঞানী (বাহিৰত নহয়) অর্থাৎ মূর্খ, নির্বোধ, **–তটী** ঘৰৰ সমুখৰ ওখ ঠাই, অলিন্দ, **–দাস** ঘৰুৱা চাকৰ **–দেহলী** দুৱাৰ মুখ, নঙলা, **–নমনং** বতাহ, **–নাশনঃ** বনৰীয়া পাৰ, **–নীড়** ঘৰচিৰিকা, চাতক চৰাই, **–পতিঃ** ১। গৃহস্থ। গৃহস্বামী, ২। যজমান, ৩। অতিথি সংকাৰ, **–পালঃ** ১। গৃহৰক্ষী, ২। ঘৰুৱা কুকুৰ, **–পোতকঃ** ঘৰৰ ভেঁটি, **–প্রৱেশঃ** যাগ-যজ্ঞাদি কৰি নতুন ঘৰত প্রৱেশ কৰা, **–বক্রুঃ** ঘৰচীয়া নেউল, **–বলিঃ** পশু, পক্ষী, গৃহদেৱতা আদিলৈ প্রতিদিন যি 'বলি', অর্থাৎ উছর্গা কৰা হয়। মনু ৩।২৬৫; **–বলিভুজ্** কাউৰী, ঘৰচিৰিকা, **–বলিদেৱতা** ঘৰৰ গোসাঁই ঘৰত থকা দেৱতা, যাৰ ওচৰত সদায় নৈবেদ্যাদি অর্পণ কৰা হয়, **–ভেদিন্** ঘৰুৱা বিষয়ত জুমি চাই ফুৰা, গৃহকন্দল লগোৱা, **–মণিঃ** চাকি, লেম, **–মাচিকা** বাদুলি, **–মৃগঃ** কুকুৰ, **–মেধঃ** ১। গৃহস্থ, ২। গৃহযাগ **–যন্ত্রং** ঘৰুৱা পূজা-পাৰ্বণাদিত পতাকা আৰিবলৈ ৰখা লাঠী। কু ৪।৪১; **–ৱটিকা, –ৱাটী** ঘৰৰ সমুখৰ বাগিচা, **–ৱিত্তঃ** গৃহস্বামী, **–শুকঃ** ঘৰুৱা ভাটো **–সংৱেশকঃ** ঘৰবান্ধা ঠিকাদাৰ, **–স্থঃ** গৃহস্বামী, গৃহস্থাশ্রমত প্রৱেশ কৰোঁতা, মনু ৩।৬৮

**গৃহয়ালু** *বিণ.* (গৃহ্ আলুচ্) গৃহীত, গ্রহণশীল।

**গৃহিণী** *স্ত্রী.* গিৰিহঁতনী, পত্নী, ঘৰখনৰ জ্যেষ্ঠা মহিলা, যি ঘৰখনৰ সকলো পিনে চকু ৰাখে। শ ৫।১৭; গৃহ কর্মকুশলা স্ত্রী. ৰ ৮।৬৭।

ন গৃহং গৃহমিত্যাহুর্গৃহিণী গৃহমুচ্যতে।
তয়া হি সহিতঃ সর্বান্ পুরুষার্থান্ সমশ্নুতে।।

পঞ্চ ৪।৮১

**গৃহিন্ (ন্)** *পু.* (গৃহা দাৰা ৱিদ্যন্তেঽস্য ইনিঃ), গৃহস্থ, ভর্তা ভা ৩।৩০।৯।

**গৃহীত** *বিণ.* (গ্রহ্ কর্মনি ক্তঃ) ১। স্বীকৃত, ২। প্রাপ্ত, ৩। জ্ঞাত, ৪। ধৃত হি ১।৩—

অজৰামৰৱৎ প্রাজ্ঞঃ ৱিদ্যামর্থঞ্চ চিন্তয়েৎ।
গৃহীত ইৱ কেশেষু মৃত্যুনা ধর্মমাচৰেৎ।।

৫। লব্ধ, ৬। অপহৃত। **–গর্ভা** গর্ভৱতী তিৰোতা। **–দিশ্** পলায়নকাৰী, পলাতক, অন্তর্হিত।

**গৃহ্য** *বিণ.* (গ্রহ্ ক্যপ্, গৃহ্ যৎ) ১। ঘৰুৱা, ২। অস্বতন্ত্র, অর্থাৎ নিজে নিজৰ স্বামী বা গৰাকী নহয়, ৩। পোহমনা, ঘৰচীয়া হোৱা, ৪। বাহিৰত থকা। যেনে পার্শ্বৰ বা চহৰৰ বাহিৰত থকা সৈন্যবাহিনী, **—হ্যঃ** ১। ঘৰৰ সহবাসী, ২। পোহমনা জন্তু, যেনে— কুকুৰ, মেকুৰী আদি, **—হ্যং** শৌচাগাৰ। **—হ্যা** *স্ত্রী.* নগৰৰ কাষৰ গাওঁ, **—অগ্নি** গৃহাগ্নি। ব্রাহ্মণ মাত্রেই এই অগ্নিক ৰক্ষা কৰিব লাগে।

**গৄ** ক) শব্দে (ক্র্যা প সক গৃণাতি) ১। শব্দ কৰ, স্তুতি কৰ, আৰাধনা কৰ, ২। ঘোষণা কৰ। ৰ ১০।১৩; ৩। প্রচাৰ কৰ, জাৰি কৰ, ৪। প্রশংসা কৰ। গী ১১।২১; অন— উদগনি দি, উৎসাহ দি।

খ) বিজ্ঞাপে (চুৰা আ সক গাৰয়তে) ১। বুজাই দি, ২। বিজ্ঞাপিত কৰ, বৰ্ণনা কৰ, উল্লেখ কৰ। গ) নিগৰণে (তুদা প সক গিৰতি) ১। গিল, খা, ২। ঢালি দি, মুখৰ পৰা উলিয়াই পেলা। অৱ— খা, গিল, ভট্টি ৮।৩০; উদ্— উলিয়াই পেলা, বাহিৰ কৰ, বে ৫।১৪; নি— গিল, খাই পেলা, সাম— ১। গিল, খাই পেলা, ২। প্রতিজ্ঞা কৰ, কথা দি। সমুদ্— ১। বাহিৰলৈ দলিয়াই দি, ২। চিঞৰ।

**গেয়** *বিণ.* (গৈ যৎ) ১। গাব লগীয়া, ২। গায়ন, হৰিৰ ৫০।৪১।

**গেৱ্** অন্বেষে (ভ্বা আ সক গেৱতে) অন্বেষণ কৰ, বিচাৰ, অনুসন্ধান কৰ।

**গেষ্ণঃ** *পু.* সামগানৰ গায়ক উদ্‌গাতা। **—ষ্ণুঃ** গায়ন, গায়ক।

**গেহং** *ক্লী.* (গেন গণেশেন ৱা ঈহ্যতে কাম্যতে গ ঈহ ঘঞ) গৃহ, ঘৰ, বাসস্থান। **গেহেনর্দী** ঘৰতে বীৰ, ঘৰতে চিঞৰ-বাখৰ কৰি থকা লোক, কাপুৰুষ। **—গেহেমেহিন্** ধোদ, সোৱোপা, **গেহেশূৰঃ** ঘৰতে বীৰ, কাপুৰুষ।

**গেহিনী** *স্ত্রী.* ঘৰণী, গিৰিহঁতনী, মে ৭৭।

**গৈ** গানে (ভ্বা প সক গায়তি) ১। গান গা, মনু ৪।৬৪; ২। কীর্তন কৰ, ৩। ক, আবৃত্তি কৰ, ৪। বর্ণনা কৰ। অনু— গীতৰ লগে লগে বা পিছে গা, কি ৩।৬০; অপ— বদনাম কৰ, নিন্দা কৰ। উদ্—

চিঞৰি বা উচ্চৰৱে গান গা, কু ১।৮; মে ৮৬। উপগৃ— ওপৰত গা। কি ১৮।৪৭; পৰি— গা, বৰ্ণনা কৰ। ... পাৰ, ভালভঙ্গ কৰি গা।

গৈৰ স্ত্ৰী ... পৰা অহা।

গৈৰিক বিশ ... জন্ম হোৱা। —কং ৰঙা চকমাটি, এবিধ ৰঙা ... সোণ।

গৈৰেয়ং আলকাতৰা।

গো (কৰ্তাকাৰকত গৌঃ) পু. স্ত্ৰী. (গচ্ছতীতি গম্ গমের্ডোঃ ইতি ডোঃ) ১। বলদ, ষাঁড়, গাইগৰু, ২। গাখীৰ, ছাল, মাংসাদি যিবিলাক গৰুৰ পৰা পোৱা হয়, ৩। তৰা, ৪। আকাশ, ৫। ইন্দ্ৰৰ বজ্ৰ, ৬। ৰশ্মি, কিৰণ, ৭। হীৰা, ৮। স্বৰ্গ, ৯। কাঁড়; (স্ত্ৰী) ১। গাই গৰু। ৰ ২।৩; ২। পৃথিৱী গী ১৫।১৩, ৩। বাক্য, কথা, কি ৪।২০; ৪। বাগ্দেৱী সৰস্বতী, ৫। মাতা, ৬। ঘৰ বা পৰিসীমাৰ চাৰিভাগৰ এভাগ, ৭। পানী, । চকু; (পু.) ১। ষাঁড় গৰু, বলদ, মনু ৪।৭২; ২। গাৰ চুলি, ৩। জ্ঞানেন্দ্ৰিয়, ৪। বৃষ ৰাশি, ৫। সূৰ্য্য, ৬। সংখ্যা '৯', ৭। চন্দ্ৰ, ৮। ঘোঁৰা —কণ্টকং —কং পথত গৰুৰ খোজৰ চৰকাত হোৱা গাঁত, গতিকে দুৰ্গম পথ, ২। গৰুৰ খুৰা, —কৰ্ণঃ ১। গৰুৰ কাণ, ২। খচ্চৰ, ৩। সাপ, ৪। এবেগেত (বুঢ়া আঙুলিৰ মূৰৰ পৰা অনামিকাৰ মূৰলৈ), ৫। এখন প্ৰসিদ্ধ তীৰ্থস্থান (শিৱস্থান), ৬। এবিধ গঁড়। —কিলঃ, —কীলঃ ১। নাঙল, ২। উৰল মাৰি। —কুলং ১। গৰুৰ পাল, ২। শ্ৰীকৃষ্ণৰ ক্ষেত্ৰ গোকুল। —কুলিক ১। বোকাত পৰা গৰুক যি উদ্ধাৰ নকৰাকৈ এৰি যায়, ২। কেঁৰা চকুৱা। —কৃতং গোবৰ। —ক্ষীৰং গাখীৰ। —খা নখ। —গৃষ্টিঃ এটা পোৱালি থকা কম বয়সীয়া গাই। —যুগং এহাল বলদ। —গোষ্ঠং গোশালা, —গ্ৰন্থিঃ ১। শুকাই থকা গোবৰ, ২। গোশালা। —গ্ৰহঃ গো লুণ্ঠন, গো অপহৰণ, —ঘৃতং ১। বৰষুণৰ পানী, ২। ঘিঁউ, ক্ৰীম, মাখন। —চন্দনং এবিধ চন্দন কাঠ। —চৰ ১। গৰু চৰা (ঘাঁহনি বা পথাৰ), ২। সদনাই চিকাৰ কৰা। —চৰঃ ১। চৰণীয়া পথাৰ, ২। জ্ঞানেন্দ্ৰিয়ৰ পৰিসৰ। —চৰ্মন্ গৰুৰ ছাল। —চাৰকঃ গৰখীয়া। —জলং গৰুৰ মূত। —জাগৰিকং সুখ, মঙ্গল। —তল্লজঃ উৎকৃষ্ট গৰু —তীৰ্থঃ গোশালা। —ত্ৰং ১। গোশালা, ২। জন্তু থকা ঘৰ, ৩। বংশ বা গোত্ৰ। মনু ৩।১০৯; ৪। নাম, উপাধি, ৫। সমূহ, সমষ্টি, ৬। বৃদ্ধি, ৭। সম্পত্তি, ৮। পথ, ৯। পথাৰ, ১০। অৰণ্য, ১১। ছাতি, ১২। ভৱিষ্যত জ্ঞান, ১৩। শ্ৰেণী, সম্প্ৰদায়। —ত্ৰঃ পৰ্বত, —ত্ৰকীলা পৃথিৱী। —ত্ৰজ একে গোত্ৰত বা বংশত জন্ম হোৱা। —ত্ৰভিদ্ ইন্দ্ৰ, ৰ ৪।৭৩; —ত্ৰস্খলনং, —ত্ৰস্খলিতং ভুল নামেৰে সম্বোধন কৰা অথবা নাম কাঢ়ি ভুলকৈ মতা। —দাৰণং নাঙল, কোৰ। —দুহ্, —দুহঃ গৰখীয়া। —দোহঃ গাই দোৱা। —দোহনং দোহনৰ সময়, দোহন। —দোহনী গাখীৰ খীৰোৱা বাচন। —দ্ৰৱঃ গৰুৰ মূত। —ধু(ধূ) মঃ ১। ঘেঁহু, ২। কমলা টেঙা। —ধূলিঃ গৰুৰ খোজৰ ধূলি, গধূলি সময়। —ধেনুঃ পোৱালীসহ গাখীৰতী গাই। —ধ্ৰঃ পৰ্বত। —নন্দী মাইকী সাৰস পক্ষী। —নৰ্দঃ ১। সাৰেং পক্ষী, ২। এখন ৰাজ্যৰ নাম। —নৰ্দীয়ঃ মহা-ভাষ্যকাৰ পটঞ্জলি। —নসঃ —নাসঃ ১। এবিধ সাপ, ২। এবিধ মুক্তা। —নাথঃ ১। ষাঁড়, ২। মাটিৰ মালিক, ৩। গৰুৰ গৰাকী, ৪। গৰখীয়া। —নায়ঃ গৰখীয়া। —নিষ্যন্দঃ গোমূত্ৰ। —পঃ ১। গৰখীয়া, গোপালক, মে ১৫; ২। গোশালাৰ অধ্যক্ষ, ৩। গাওঁবুঢ়া, ৪। ৰক্ষক। —পী গোপিনী, —পতিঃ ১। গৰুৰ গৰাকী, ২। ষাঁড়, ৩। নেতা, প্ৰধান, ৪। সূৰ্য্য, ৫। শ্ৰীকৃষ্ণ, ৬। ইন্দ্ৰ, ৭। বৰুণ, ৮। শিৱ। —পালক গৰখীয়া, —পালঃ ১। গৰখীয়া, ২। ৰজা, ৩। শ্ৰীকৃষ্ণ —পালকঃ গৰখীয়া, শিৱ। —পালিকা, —পালী গৰখীয়াৰ পত্নী। —পীতঃ খঞ্জৰী চৰাই। —পুচ্ছং গৰুৰ নেজ। —পুচ্ছঃ ১। এবিধ বান্দৰ, ২। একাধিক গুণাযুক্ত এবিধ হাৰ। —পুটিকং শিৱৰ ষাঁড়ৰ মূৰ। —পুৰং ১। নগৰ দ্বাৰ, ২। প্ৰধান তোৰণ, মুখ্য দুৱাৰ, ৩। মন্দিৰৰ সুসজ্জিত দুৱাৰ। —পৰীষং গোবৰ। —প্ৰচাৰঃ চৰণীয়া পথাৰ। —প্ৰৱেশঃ গৰুৰে ঘৰত সোমোৱা সময়। গধূলি বেলা। —ভৃৎ পৰ্বত। —মক্ষিক ডাঁহ। —মণ্ডলং ভূমণ্ডল, গৰুৰ পাল। —মতল্লিকা শান্ত গাই গৰু। —মহঃ গৰখীয়া। —মায়ুঃ ১। ভেকুলী, ২। শিয়াল, ৩। গৰুৰ পিত্তৰস, ৪। এজন গন্ধৰ্ব নাম। —মুখং —মুখঃ ১। এবিধ বাদ্যযন্ত্ৰ, গী ১।১৩; ২। ঘৰিয়াল, মকৰ, ৩। সিন্ধি, চোৰে বেৰৰ তলত কৰা গাঁত। —মুখী সন্ন্যাসীয়ে জপৰ মন্ত্ৰ গণিবৰ কাৰণে ৰুদ্ৰাক্ষৰ

মালা ৰখা জোলোঙা, —মূঢ় জধা মুৰ্খ। —মেদঃ গোমেদ পাথৰ বা মুক্তা। —যানং গৰুগাড়ী। —ৰঙ্কঃ ১। পানী কাউৰী, ২। বন্দী, ৩। উলঙ্গ, দিগম্বৰ সন্ন্যাসী। —ৰসঃ গাখীৰ, দৈ, ক্ৰীম। —ৰুতং দুই ক্ৰোশ দূৰত্ব। —ৰাটিকা —ৰাটি মইনা চৰাই। —ৰোচনা গৰুৰ পিত্তৰস অথবা মূত্ৰৰ পৰা তৈয়াৰ কৰা এবিধ উজ্জ্বল হালধীয়া ৰং। —লৱণং গৰুক দিয়া লোণৰ পৰিমাণ। —লাঙ্গুলঃ গৰুৰ দৰে নেজ, ক'লা দেহ আৰু ৰঙা গালৰ এবিধ বান্দৰ। —লোমী বেশ্যা। —ৱৎসাদী পু. গৰু পোৱালি খাই ফুৰা কুকুৰনেচীয়া বাঘ। —ৱৰ্ধনঃ বৃন্দাবনৰ ওচৰৰ এখন প্ৰসিদ্ধ পৰ্বত। বৃন্দাবনবাসীক ইন্দ্ৰৰ অত্যাচাৰৰ (বিজুলী, শিলবৰষুণ, বজ্ৰ আদিৰ) পৰা ৰক্ষাৰ কাৰণে শ্ৰীকৃষ্ণই এই পৰ্বতখন দাঙি ধৰিছিল। (—ধাৰী) শ্ৰীকৃষ্ণ। —ৱশা বাজী গাই। —ৱাটং গোশালা। —ৱিন্দঃ ১। গৰখীয়া, ২। শ্ৰীকৃষ্ণ, ৩। বৃহস্পতি। —ৱিষ্, —ৱিষ্ঠা গোবৰ। —ৱিসৰ্গঃ ডোকমোকালি, যি সময়ত গৰু পথাৰলৈ এৰি দিয়া হয়। —ৱীৰ্যং গাখীৰৰ দাম। —বৃন্দং গৰুৰ পাল, জাক। —বৃষঃ ভাল জাতৰ ষাঁড় (—ধ্বজঃ) শিৱ। —ব্ৰজঃ ১। গোশালা, ২। গৰুৰ পাল, ৩। ঘাঁহনি। —শকৃৎ ক্লী. গোবৰ, —শালং-লা গোশালা। গোহালি, —সৰ্গঃ ডোকমোকালি। —সূত্ৰিকা গৰুৰ মুখত বন্ধা ৰচি। —স্তনঃ ১। গৰুৰ ওহাৰ, ২। ফুলৰ স্তৱক, থোপা, ৩। মুক্তাৰ হাৰ, —স্তনা,—নী এথোক আঙুৰ, —স্বামিন্ ১। গৰুৰ মালিক, ২। সন্ন্যাসী, ৩। সন্মানজনক উপাধি। —হত্যা গোবধ। —হলং গোবৰ। —হিত গৰুৰ বাবে হিতকাৰী।

**গোগ্ৰাসঃ** প্ৰায়শ্চিত্তৰ সময়ত গৰুক ঘাঁহৰ আহাৰ দান।

**গোছত্ৰং** বেংছতা।

**গোতুম্বঃ** তৰমুজ।

**গোণী** স্ত্ৰী. (গোণঃ ঙীষ্) ১। শণেৰে (মৰাপাতেৰে) তৈয়াৰী শস্যাদি ৰখা বস্তা, ২। এদোণ পৰিমাণ, ৩। ফটা কাপোৰ।

**গোণ্ডঃ** পু. (গোঃ অণ্ড ইৱ) ১। মোটা ডাঙৰ নাভি, ২। এবিধ নীচ জাতৰ মানুহ।

**গোতমঃ** পু. অঙ্গিৰস বংশৰ (গোত্ৰৰ) প্ৰসিদ্ধ গোতম মুনি। সতানন্দৰ পিতৃ আৰু অহল্যাৰ স্বামী। —আত্মজঃ শাক্যমুনি। —স্ত্ৰী অহল্যা।

**গোদঃ** পু. মূৰৰ মগজু।

**গোধা** ১। কাঁড় নিক্ষেপ কৰোঁতে হাতত দুখ নোপোৱাৰ বাবে বাওঁহাতে বান্ধি লোৱা ছালৰ খাৰু, ২। ঘৰিয়াল, ৩। স্নায়ু, তাঁৰ। —ধিঃ পু. ১। কপাল, ২। গঙ্গাৰ ঘৰিয়াল, —ধিকা জেঠী, তেজপিয়া জাতীয় জন্তু।

**গোপঃ** পু. (গাং পাতি ৰক্ষতীতি গো পা কঃ) ১। ৰক্ষক, ৰক্ষাকৰ্তা, ৰ ৪।২০, ২। লুকাই ৰখা (কাৰ্য্য), ৩। নিন্দা, ভৰ্ৎসনা, ৪। আন্দোলন, ৫। পোহৰ, উজ্জ্বলতা। —আয়নং ৰক্ষণ। —আয়িত লুকাই ৰখা (বস্তু), সুৰক্ষিত।

**গোপ্তৃ** বিণ. (স্ত্ৰী. —প্ত্ৰী) ১। ৰক্ষক, সংৰক্ষক, অভিভাৱক, গী ১১।১১; ২। লুকাই ৰাখোঁতা (পু.) বিষ্ণু।

**গোমতী** এখন নদীৰ নাম।

**গোমী (ন্)** পু. ১। গৰুৰ মালিক, ২। শিয়াল, ৩। পূজাৰী, পূজক, ৪। বুদ্ধৰ পৰিচাৰক।

**গোৰণং** শক্তি, সামৰ্থ্য, অধ্যৱসায়।

**গোৰ্দং** ক্লী. মগজ।

**গোলঃ** ১। ঢোপ বা বল, মণ্ডল, ২। ভূৱা আকাশ মণ্ডল, ৩। বৃত্ত, ৪। বিধৱাৰ জাৰজ সন্তান। যা ১।২২২; ৫। এটা ৰাশিত কেবাটাও গ্ৰহৰ সংযোগ। —লা ১। কাঠৰ ঢোপ বা বল, ২। ডাঙৰ ঘূৰণীয়া পানীৰ পাত্ৰ, ৩। ৰঙা হাইতাল, ৪। চিয়াঁহী, ৫। নাৰীৰ বান্ধৱী, ৬। দুৰ্গা, ৭। গোদাৱৰী নদী।

**গোলকঃ** ১। বল, কাঠৰ বল বা ঢোপ, ২। ঘূৰণীয়া পানীৰ পাত্ৰ, ৩। বিধৱাৰ জাৰজ সন্তান, ৪। ছয় বা ততোধিক গ্ৰহৰ এটা ৰাশিত সমাৱেশ, ৫। গুড়, ৬। এবিধ এঠালেতীয়া গন্ধৰস।

**গোষ্ঠ্** সংঘাতে (ভ্বা আ সক গোষ্ঠতে) ১। একত্ৰিত হ, লগ লাগ, ২। দ'ম কৰ।

**গোষ্ঠং** ১। গোহালি, ২। গৰখীয়াৰ ঘৰ, —ষ্ঠঃ সম্মিলন। —শ্বঃ ১। গোহালিৰ কুকুৰ, যি গোহালিৰ ভিতৰত থাকি এনেয়ে ভুকি থাকে, ২। যিজনে ঘৰতে এনেয়ে বহি থাকি প্ৰতিবেশীক গালি-গালাজ পাৰি থাকে। —ষ্ঠি,—ষ্ঠী স্ত্ৰী. ১। সম্মিলন, সভা, বৈঠক, ২। সমিতি, সঙ্ঘ, ৩। আলোচনা ৰঘু। ভৰ্তৃ ১।২৮; ৪। সমূহ, ৫। ঘৰুৱা সম্পৰ্ক, কুটুম্ব, ৬। একাঙ্কিকা নাটক।

**গোষ্পদং** *ক্লী.* (গোঃ পদং) ১। গৰুৰ খোজ, ২। মাটিত গৰুৰ খোজৰ চিন, ৩। গৰুৰ খোজত যিখিনি পানী ধৰে। ৪। যি ঠাইলৈ গৰুৱে সঘনাই গৈ থাকে।

**গোহ্য** গোপন কৰিব লগীয়া, গোপনে ৰাখিব লগীয়া।

**গৌঞ্জিকঃ** *পু.* সোণাৰী।

**গৌড়ঃ** *পু.* ১। এখন প্ৰসিদ্ধ ৰাজ্যৰ নাম। গৌড়দেশ। ২। ব্ৰাহ্মণৰ এটা বিশেষ ভাগ, **—ড়াঃ** গৌড় দেশৰ প্ৰজা। **—ড়ী** ১। গুড়ৰ পৰা তৈয়াৰী সুৰা। গৌড়ী, পৈষ্টী আৰু মাধ্বী —এই তিনি বিধ সুৰা, ২। সঙ্গীতৰ ৰাগিনী বিশেষ, ৩। (অলঙ্কাৰ) চাৰি ৰীতিৰ এটা।

**গৌড়িকঃ** কুঁহিয়াৰ।

**গৌণ (ণী, স্ত্ৰী.)** *বিণ.* ১। অপ্ৰধান, ২। দ্বিতীয় শ্ৰেণীৰ, ৩। ৰূপক, ৪। লক্ষণা বিশেষ, ৫। (অঙ্ক) পূৰণ সম্বন্ধীয়, ৬। গুণ সম্বন্ধীয়।

**গৌতমঃ** *পু.* ১। ভাৰদ্বাজ, ২। সতানন্দ, ৩। দ্ৰোণাচাৰ্য্যৰ খুলশালি কৃপাচাৰ্য্য, ৪। শাক্যবংশীয় বুদ্ধমুনি, ৫। ন্যায় দৰ্শনৰ প্ৰৱৰ্ত্তক মহৰ্ষি। **—সম্ভৱা** গোদাৱৰী নদী।

**গৌতমী** *স্ত্ৰী.* ১ গোতম বংশীয় শৰদ্বতৰ কন্যা কৃপাচাৰ্য্যৰ ভনীয়েক কৃপী, ২। গোদাৱৰী নদী, ৩। বুদ্ধৰ শিক্ষা বা মতবাদ, ৪। ন্যায় দৰ্শন, ৫। এবিধ হালধীয়া ৰং।

**গৌধূমীনং** ঘেঁহুৰ পথাৰ।

**গৌনৰ্দঃ** *পু.* পটঞ্জলি।

**গৌপিকঃ** গোপী পুত্ৰ।

**গৌপ্তেয়** বৈশ্য তিৰোতাৰ সন্তান।

**গৌৰ** *বিণ.* ( **—ৰা, ৰী** ) ১। বগা, শুভ্ৰ, মে ৫২; ২। পীতবৰ্ণ, কু ৭।১৭; ৩। ৰঙচুৰা, ৪। উজ্জ্বল, ৫। বিশুদ্ধ, নিৰ্ম্মল, সুন্দৰ। **—ৰঃ** ১। বগা ৰং, ২। ৰঙা ৰং, ৩। বগা সৰিয়হ, ৪। চন্দ্ৰ, ৫। এবিধ ম'হ, ৬। এবিধ হৰিণ, ৭। শ্ৰীচৈতন্যদেৱ। **—ৰং** ১। পদুমৰ কেশৰ, ২। কুঙ্কুম, ৩। সোণ, **—আস্যঃ** বগা মুখৰ ক'লা বান্দৰ।

**গৌৰক্ষ্যং** গৰখীয়াৰ ঘৰ বা কাৰ্য্যালয়।

**গৌৰৱং** *ক্লী.* (গুৰোৰ্ভাৱঃ ইতি অণ্) ১। গৌৰৱ, ২। ওজন, ৩। গুৰুত্ব, মহত্ব, ৪। সম্মান, আদৰ শি ২।১; ৫। মহানুভৱতা। মনু ২।১৪৫; ৬। গধুৰতা। **—আসনং** গৌৰৱপূৰ্ণ পদ বা আসন। **—ান্বিত** প্ৰশংসিত, খ্যাতিমন্ত।

**গৌৰৱিত** উচ্চ প্ৰশংসিত।

**গৌৰাঙ্গ ঃ** শ্ৰীচৈতন্যদেৱ।

**গৌৰিকা** *স্ত্ৰী* কুমাৰী কন্যা।

**গৌৰিলঃ** ১। বগা সৰিয়হ, ২। লোৰ গুড়ি।

**গৌৰী** *স্ত্ৰী.* (গৌৰ ঙীষ্) ১। পাৰ্বতী, ২। আঠ বছৰীয়া কন্যা, '**অষ্টৱৰ্ষা ভৱেৎগৌৰী নৱৱৰ্ষা তু ৰোহিণী**', ৩। কুমাৰী কন্যা, ৪। শুভ্ৰা নাৰী, ৫। পৃথিৱী, ৬। হালধি, ৭। হালধীয়া ৰঙ, ৮। বৰুণৰ স্ত্ৰী, ৯। মল্লিকা লতা, ১০। তুলসী গছ, ১১। মঞ্জিষ্ঠা গছ। **—কান্তঃ —নাথঃ** সদাশিৱ। **—গুৰুঃ** হিমালয়। কি ৫।২১; **—জঃ** কাৰ্ত্তিকেয়। **—জং** অভ্ৰ। **—পট্টঃ** শিৱ লিঙ্গৰ তলত থকা যোনিপীঠ, **—ললিতং** হালধীয়া ৰং, **—সুতঃ** ১। কাৰ্ত্তিকেয়, ২। আঠ বছৰীয়া বিবাহিতা কন্যাৰ সন্তান।

**গৌলক্ষণিকঃ** গৰুৰ ভাল-বেয়া লক্ষণ জনা মানুহ।

**গৌল্মিকঃ** বাহিনীৰ এজন সৈন্য।

**গৌশতিকঃ** এশ গৰুৰ মালিক।

**গ্না** *স্ত্ৰী.* ১। দেৱতা, দেৱী, অপ্সৰা।

**গ্মা** *স্ত্ৰী.* পৃথিৱী।

**গ্ৰথ্, গ্ৰন্থ** জৈস্কে (ভ্বা আ অক সক গ্ৰথতে, গ্ৰন্থতে) ১। ক্ৰূৰ হ, দুষ্ট হ। দুষ্টামি কৰ, ২। বেঁকা কৰ, কুটিল হ।

**গ্ৰথ্নঃ** মুঠা, কোছা, থোক।

**গ্ৰথিত** ১। গুন্থিত, ৰচিত, ২। শ্ৰেণীভূক্ত, ৩। গোট মৰা, গাঁঠিয়া।

**গ্ৰন্থ** দৰ্ভে (চুৰা, ভ্বা, ক্ৰ্যা, প সক গ্ৰন্থতি, গ্ৰথ্নাতি, গ্ৰন্থয়তি। গ্ৰথতি –তে) ১। বান্ধ, ৰচিৰে বান্ধ, ২। শ্ৰেণীভুক্ত কৰ, ৩। পকাই বান্ধ, ৪। ৰচনা কৰ, ৫। উৎপন্ন কৰ। **উদ্—** বান্ধ খোল।

**গ্ৰন্থঃ** ১। বান্ধোন, ২। গ্ৰন্থ, পুথি, শাস্ত্ৰ, সাহিত্যিক ৰচনা, কাব্য, ৩। সম্পত্তি, ৪। ৩২ টা আখৰ থকা শ্লোক বিশেষ, অনুষ্টুভ ছন্দ। **—কৃৎ** লিখক, ৰচয়িতা। **—কুটী —কুটী** ১। পুথিভঁৰাল, ২। চিত্ৰকৰৰ ঘৰ। **—ৱিস্তৰঃ, —ৱিস্তাৰঃ** প্ৰকাণ্ড। **—সন্ধিঃ** পুথিৰ অধ্যায় বা বিভাগ।

**গ্ৰন্থিঃ** *পু.* (গ্ৰন্থ ইঃ) ১। গাঁথি, ২। কোছা, জোঁটা, ৰচিৰ গাঁথি, ৩। টকা-পইচা বান্ধিবৰ কাৰণে লিজ্জা কাপোৰত দিয়া গাঁথি, ৪। বেঁতৰ গাঁথি, ৫। কুটিলতা, মিথ্যা, সত্যৰ অপলাপ, ৬। শৰীৰ ৰক্তনলীৰ বৃদ্ধি বা ফুলা, **—চ্ছেদকঃ, —ভেদঃ —মোচকঃ** জেপলুকা।

মনু ৯।২৭৭; —পর্ণঃ —র্ণং ১। এবিধ সুগন্ধি গছ, ২। এবিধ আতৰ। —বন্ধনং ১। বিয়াত দৰা-কইনাৰ কাপোৰ বান্ধি দিয়া কাৰ্য্য, ২। বন্ধনী, পটী।

**গ্ৰন্থিকঃ** *পু.* ১। জ্যোতিষী, ২। ভৱিষ্যত বক্তা, ৩। বিৰাট ৰজাৰ ঘৰত থকাৰ সময়ত নকুলে লোৱা নাম।

**গ্ৰন্থী (ন্)** *পু.* ১। পাঠক, ২। কিতাপৰ পোক।

**গ্ৰস্** ভক্ষণে, গ্ৰাসে (ভ্বা, আ, চুৰা প সক, গ্ৰসতে, গ্ৰসতি, গ্ৰাসয়তি, —তে) ১। গ্ৰাস কৰ, গিল, খাই পেলা, গী ১১।৩০; ২। দখল কৰ, ৩। ঢাকি ধৰ, ৪। ধ্বংস কৰ, ৫। বাক্য গোপন কৰ। **সং—** ধ্বংস কৰ, ভট্টি ১২।৪।

**গ্ৰস্ত** *বিণ.* (গ্ৰস্যাতে স্ম গ্ৰস ক্তঃ) ১। এটা বৰ্ণ লুপ্ত হোৱা পদ, ২। ভুক্ত, ৩। অসম্পূৰ্ণ বাক্য, ৪। আক্ৰান্ত, যা ৩।২৪৪; ৫। গ্ৰাসীভূত, **—অস্তং** গ্ৰহণৰ সময়ত সূৰ্য্য অথবা চন্দ্ৰ অস্ত যোৱা। **—উদয়ঃ** গ্ৰহণৰ সময়ত সূৰ্য্য অথবা চন্দ্ৰ উদয় হোৱা।

**গ্ৰহ্** গ্ৰহণে (ক্ৰ্যা উ স গৃহ্লাতি); আদানে (চুৰা, ভ্বা প সক গ্ৰাহয়তি, গ্ৰহতি) ১। দখল কৰ, অধিকাৰ কৰ, ধৰ, খামুচি ধৰ, সাৱটি ধৰ, ৰ ১।৫৭; ২। গ্ৰহণ কৰ, স্বীকাৰ কৰ। মনু ৭।১২৪; ৩। ধৰ, বন্দী কৰ। মনু ৮।৩৪; ৪। বন্ধ কৰ, গী ৬।৩৫; ৫। আকৰ্ষণ কৰ, ৰ ১৮।১৩, ৬। জয় কৰ, ৭। সৈমান কৰ, বুজনি দি, ৮। (ভূতে প্ৰেতে) ধৰ, ৯। ভাবি ল, ১০। শিক, চিনি পা, বুজ, ক ১০।৮; ১১। বিবেচনা কৰ, শ ২।১৮, ১২। ইন্দ্ৰিয় গোচৰ কৰ, ১৩। অনুমান কৰ, মনু ৮।২৬; ১৪। উচ্চাৰণ কৰ, উল্লেখ কৰ, মনু ৫।১৫৭; ১৫। কিন, মনু ৮।২০১; ১৬। কাঢ়ি ল, ভট্টি ৯।৯, ১৭। পিন্ধ, গী ২।২২, ১৮। গৰ্ভ ধাৰণ কৰ, ১৯। ব্ৰত উপবাসাদি পালন কৰ, ২০। গ্ৰাস কৰ, ঢাকি পেলা, ২১। গাত ল, ভাৰ ল। **অনু—** অনুগ্ৰহ কৰ, দয়া কৰ। **অনুসং—** বিনীতভাৱে নমস্কাৰ কৰ। **অপ—** কাঢ়ি ল, ছিৰি পেলা। **অভি—** জোৰেৰে কাঢ়ি ল, দখল কৰ। **অৱ—** ১। বাধা দি, ২। শাস্তি দি, ৩। অধিকাৰ কৰ, বশীভূত কৰ। **আ—** আগ্ৰহ কৰ। **উদ্—** ওপৰলৈ তোল, খিয় কৰ, নিষ্কাসন কৰ। **উপ—** ১। যোগান ধৰ, ২। দখল কৰ, ৩। অধিকাৰ কৰ, মনু ৭।১৮৪; ৪। স্বীকাৰ কৰ, অনুমতি দি, ৫। সমৰ্থন কৰ। **নি—** ১। বন্ধ কৰ, ২। সংযত কৰ, অৱদমিত কৰ, গী ২।৬৮; ৩। শাস্তি দি। মনু ৮।৩১০; ৪। ধৰ, খামুচি ধৰ, ৫। (চকু) বন্ধ কৰ, সঙ্কুচিত কৰ। **পৰি—** ১। সাৱটি ধৰ, ২। বেঢ়ি ধৰ, ৩। মানি ল, ৪। সমৰ্থন দি। **প্ৰতি—** ১। ধৰ, ২। দখল কৰ, সমৰ্থন কৰ। মনু ২।৪৮; ৩। প্ৰাপ্ত কৰ, ৪। উপহাৰাদি গ্ৰহণ কৰ, ৫। বিৰুদ্ধাচৰণ কৰ, ৬। বিবাহ কৰ। মনু ৯।৭২; ৭। শুন, মানি ল। **বি—** ১। ধৰ, দখল কৰ, ২। কঁজিয়া কৰ, যুদ্ধ কৰ। **সং—** ১। সংগ্ৰহ কৰ, একত্ৰিত কৰ, ২। আদৰেৰে গ্ৰহণ কৰ, ৩। বন্ধ কৰ, সংযত কৰ, দমন কৰ, ৪। বান্ধ খোল, ধনুৰ গুণ (জ্যা) খোল।

**গ্ৰহঃ** *পু.* (গ্ৰহ্ অচ্) ১। দখল, অধিকাৰ, অৱৰোধ, ৰ ১৯।৩১; ২। খামোচ, গ্ৰহণ, স্বীকাৰ, ৩। চৌৰ্য্য, ডকাইতি, ৪। লুটি অনা বস্তু, লুট, ৫। সূৰ্য্যাদি নটা গ্ৰহ : যেনে— সূৰ্য্য, চন্দ্ৰ, মঙ্গল, বুধ, বৃহস্পতি, শুক্ৰ, শনি, ৰাহু আৰু কেতু। ৰ ১২।২৮; ৬। গ্ৰাহ, কুম্ভীৰ, ঘঁৰিয়াল, ৭। ভূত, প্ৰেত, ৮। সৰু ল'ৰা-ছোৱালীক ধৰা ভূত, ৯। ভয় আশঙ্কা, ১০। অধ্যৱসায়, ১১। উদ্দেশ্য, লক্ষ্য, অভিপ্ৰায়, ১২। দয়া, অনুগ্ৰহ, পৃষ্ঠপোষকতা। **—অৱমৰ্দনঃ** ১। ৰাহু গ্ৰহ, ২। গ্ৰহপুঞ্জৰ ঘৰ্ষণ। **—আধাৰঃ —আশ্ৰয়ঃ** ধ্ৰুৱ তৰা। **—আময়ঃ** ১। মূৰ্চ্ছা যোৱা বেমাৰ, মৃগী বেমাৰ। ২। ভূতে ধৰা ৰোগ। **—আলুঞ্চনং** চিকাৰ কৰা জন্তুক কাটি টুকুৰা-টুকুৰ কৰা। **—ঈশঃ** সূৰ্য্য। **—কল্লোলঃ** ৰাহুগ্ৰহ। **—গতিঃ** গ্ৰহবিলাকৰ গতি বা সঞ্চাৰ। **—চিন্তকঃ** জ্যোতিষী। **—দশা** গ্ৰহৰ দশা, গ্ৰহবিলাকৰ ভোগ কাল। **—দেৱতা** গ্ৰহত অধিষ্ঠিত দেৱতা। **—নায়কঃ** ১। সূৰ্য্য, ২। শনি, **—নিগ্ৰহৌ** (দ্বিব) পুৰস্কাৰ আৰু দণ্ড **—নেমি** চন্দ্ৰ। **—পতিঃ** চন্দ্ৰ, সূৰ্য্য। **—পীড়নং —পীড়া** ১। গ্ৰহৰ কাৰণে পোৱা কষ্ট বা দুখ, ২। গ্ৰহণ; ভৰ্ত্তৃ ২।৯১। **—যুদ্ধং** গ্ৰহৰ অৰিয়াঅৰি। **—ৰাজঃ** সূৰ্য্য, চন্দ্ৰ, বৃহস্পতি। **—যুতিঃ** *স্ত্ৰী.* গ্ৰহৰ সংযোগ। **—বৰ্ষঃ** গ্ৰহৰ বছৰ, ভোগ কাল। **—বিপ্ৰঃ** জ্যোতিষী। **—শান্তিঃ** যজ্ঞাদিৰ দ্বাৰা গ্ৰহৰ তুষ্টিসাধন।

**গ্ৰহণং** *ক্লী.* ১। অৱবোধ, দখল, ধৰণ, ২। প্ৰাপ্তি, স্বীকাৰ, ৩। উল্লেখন, উচ্চাৰণ, ৪। পিন্ধন, ৰ ১৯।২১; ৫। (চন্দ্ৰ, সূৰ্য্যৰ) গ্ৰহণ, গ্ৰাস, ৬। অনুমান, বোধ, জ্ঞান, ৭। শিক্ষা, মনৰ দ্বাৰা গ্ৰহণ, অৰ্থাৎ বুজি পোৱা কাৰ্য্য, ৮। শব্দ গ্ৰহণ, প্ৰতিধ্বনি।

**গ্ৰহণিঃ,–ণী** গ্ৰহণী বেমাৰ।

**গৃহীতৃ** *বিণ* (ত্ৰী স্ত্ৰী) ১। ধাৰক, গ্ৰহণ কৰ্তা, স্বীকাৰ কৰোঁতা, ২। অবিৰত চেষ্টা, ৩। ঋণী।

**গ্ৰামঃ** *পু.* (গস্ মন্) ১। বহু জনবসতিপূৰ্ণ স্থান। মনু ২।৩; ১৯। গাওঁ, ৰ ১।৪৪; ২। বংশ, সম্প্ৰদায়, ৩। সমূহ, একেলগে বহুতো, যেনে **ইন্দ্ৰিয়গ্ৰামঃ** গী ৮।১৯, ৪। সঙ্গীতৰ স্বৰভেদ, **—অধিকৃতঃ,—অধ্যক্ষঃ, —ঈশঃ, —ঈশ্বৰঃ** গাৱঁৰ মুৰব্বী, গাওঁবুঢ়া। মনু ৪। ১১৬; **—অন্তৰং** আন এখন গাওঁ, **—অন্তিকং** গাৱঁৰ কাষৰ ঠাই, **—আচাৰঃ** গাৱঁলীয়া ৰীতিনীতি, **—আধানং** চিকাৰ, **—উপাধ্যায়ঃ** গাৱঁৰ পুৰোহিত, **—কণ্টকঃ** ১। গাৱঁৰ কণ্টক অৰ্থাৎ গাঁওখনত কাজিয়া লগাই ফুৰা মানুহ, ২। কথা লগাই ফুৰা মানুহ, **—কুমাৰঃ** গাৱঁৰ লৰা, গাৱঁৰ ভিতৰতে ধুনীয়াজন, **—কূটঃ** ১। গাৱঁৰ ভিতৰত মহান লোক, ২। শূদ্ৰ, **—গৃহ্য** গাৱঁৰ বাহিৰত থকা, **—গোদুহঃ** গাৱঁৰ গৰখীয়া, **—ঘাতঃ** গাৱঁৰ লুণ্ঠনকাৰী, লুণ্ঠন, **—ঘোষীঃ** ইন্দ্ৰ, **—চৰ্য্যা** স্ত্ৰীসম্ভোগ, **—চৈত্যং** পবিত্ৰ আঁহত গছ। মে ২৩, **—জালং** কেবাখনো গাৱঁৰ সমষ্টি। জিলা। **—ণীঃ** ১। গাওঁবুঢ়া, ২। নেতা, প্ৰধান, ৩। নাপিত, ৪। কামাতুৰ, লম্পট, ৫। বিষ্ণু; *(স্ত্ৰী)* ১। বেশ্যা, ২। নীল গছ, **—তক্ষঃ** কাঠমিস্ত্ৰী, **—দেৱতা** গাৱঁৰ অধিষ্ঠাত্ৰী দেৱতা, **—ধৰ্মঃ** স্ত্ৰীসম্ভোগ, **—প্ৰেষ্যঃ** গাৱঁৰ কটকী বা ভৃত্য। **—মদ্‌গুৰিকা** গাৱঁৰ হাই-কাঁজিয়া, মৰামৰি, **—মুখঃ** হাট, বজাৰ, **—মৃগঃ** কুকুৰ, **—যাজকঃ —যাজিন্** ১। গাৱঁৰ পুৰোহিত, ২। বিগ্ৰহ ৰক্ষক, **—ষণ্ডঃ** নপুংসক, **—স্থ** গাওঁবাসী। **—হাসক** ভনী-জোঁৱাই, ভগ্নীপতি।

**গ্ৰামটিকা** জঘন্য গাওঁ। দৰিদ্ৰ গাওঁ।

**গ্ৰামিক** *বিণ* ১। গাৱঁলীয়া, ২। অশিষ্ট, গ্ৰাম্য, **—কঃ** গাওঁবুঢ়া।

**গ্ৰামীণঃ** (গ্ৰামে ভৱঃ গ্ৰাম খঞ্) ১। গাওঁবাসী, শি ১২। ৩৭, ২। কুকুৰ, ৩। কাউৰী, ৪। শাহৰি।

**গ্ৰামেয়** *বিণ.* গাৱঁত জন্ম হোৱা, **—য়ী** বেশ্যা, গণিকা।

**গ্ৰাম্য** *বিণ.* (গ্ৰামে ভৱঃ গাম্ যঞ্) ১। গাৱঁত জন্ম হোৱা, ২। গাওঁ সম্বন্ধীয়, ৩। গাওঁবাসী, শি ১২।৩৮; ৪। ঘৰচীয়া, ৫। হাল বোৱা মাটি, ৬। নীচ, অধম, অশিষ্ট, ৭। অশ্লীল কথা, ৮। মূৰ্খ, প্ৰাকৃত, শি ১৪।৬৪; **—ম্যঃ** শিক্ষিত কুকুৰ। **—ম্যং** ১। অশ্লীল ভাষা, ২। গাওঁবাসীৰ কাৰণে ৰন্ধা ভোজ, **—অৰ্শ্বঃ** গাধ, **—কৰ্মন্** গাৱঁলীয়া মানুহৰ বৃত্তি, ব্যৱসায়, **—কুঙ্কুমং** কুসুম ফুল, **—ধৰ্মঃ** যৌন সঙ্গম, সহবাস, **—পশুঃ** ঘৰচীয়া জন্তু, **—বুদ্ধি** অজ্ঞ, চহা, অসত্য, **—ৱল্লভা** বেশ্যা, **—সুখং** যৌন সঙ্গম।

**গ্ৰাৱন্** *পু.* (প্ৰসতে ইতি গ্ৰস্ ডঃ, আৱনতি শব্দায়তে ইতি আ ৱন ৱিচ, গ্ৰঃ চ অসৌ আৱা চ) ১। শিল, পাথৰ, উ ১।২৮; ২। পৰ্বত, ৩। মেঘ।

**গ্ৰাসঃ** *পু.* (গ্ৰস্যতে অদ্যতে ইতি গ্ৰস্ ঘঞ্) ১।এমুখ পৰিমাণৰ খাদ্য, মনু ১১।২১৩; ২। খাদ্য, আহাৰ, পৌষ্টিকতা, ৩। চন্দ্ৰ বা সূৰ্য্য গ্ৰহণ, **—আচ্ছাদনং** খাদ্যবস্ত্ৰ, খোৱা পিন্ধা, **—শল্যং** গলৰ কাইট অথবা তেনে কোনো বাহিৰা বস্তু।

**গ্ৰাহ** *বিণ.* (গৃহ্যতে ইতি গ্ৰহ্ ঘঞ্) ১। গৃহীত, প্ৰাপ্ত, ২। খামুচি ধৰা। **—হঃ** ১। গ্ৰহণ, খামোচ, দখল, ২। ঘঁৰিয়াল, ৩। স্বীকাৰ, ৪। বোধ, জ্ঞান, ৫। যত্ন, অধ্যৱসায়, ৬। আমনি, ৭। দৃঢ়তা, সংকল্প, গী ১৭। ১৯; ৮। ৰোগ।

**গ্ৰাহক** *বিণ.* যি গ্ৰহণ কৰে। **—কঃ** ১। শেন চৰাই, ২। বিষৰ প্ৰতিষেধক, ৩। ক্ৰেতা, কিনোতা, খৰিদ্দাৰ, ৪। আৰক্ষী বিষয়া।

**গ্ৰীৱা** *স্ত্ৰী.* (গৃ নিগৰণে ৱন্) গল, গলৰ, পিছফাল। শ ১।৭; **—ঘণ্টা** ঘোঁৰাৰ গলত আৰি দিয়া ঘণ্টা।

**গ্ৰীৱিণ্** *পু. স্ত্ৰী.* (গ্ৰীৱা অস্তি অস্য গ্ৰীৱা ইনিঃ) ১। উট, ২। দীঘল গল থকা জন্তু। যেনে— জিৰাফ।

**গ্ৰীষ্মঃ** *পু.* (গ্ৰসতে ৰসান গ্ৰসু অদনে মক) ১। গ্ৰীষ্ম ঋতু গ্ৰীষ্ম কাল, মনু ৬।২৩; জেঠ আৰু আহাৰ মাহ। ২। তাপ, গৰম, **—উদ্ভৱা, —জা —ভৱা**, নৱমল্লিকা লতা।

**গ্ৰৈৱ** (ত্ৰী স্ত্ৰী), **গ্ৰৈৱেয়** (য়ী) ১। গল সম্বন্ধীয়, ২। কণ্ঠভূষণ, গলৰ হাৰাদি অলঙ্কাৰ, ৰ ৪।৪৮; ৩। (কমিজৰ) কলাৰ, (উঁইলে লোৱা) কলাৰ, **—কং** (ক্লী.)।

**গ্ৰৈষ্মক (ষ্মিকা** *স্ত্ৰী.)* *বিণ.* গ্ৰীষ্ম কালত ৰোৱা অথবা গুটি সিঁচা। গ্ৰীষ্ম কালত দেয় ঋণ।

**গ্লপনং** শেঁতা পৰা, শুকাই যোৱা, লেৰেলি যোৱা।

**গ্লস্** (শ্) ভক্ষণে(ভ্বা আ সক গ্লসতে) খা, গ্ৰাস কৰ।

**গ্লহ্** আদানে (চুৰা, ভ্বা, উ সক গ্লাহয়তি-তে, গ্লহতি-তে) ১। জুৱা খেল, জুৱা খেলি জিক, ২। পা, গ্ৰহণ কৰ।

**গ্লহঃ** *পু.* ১। পাশা খেলুৱৈ, জুৱাৰী, ২। বাজী, পণ, ৩। পাশাৰ গুটি, ৪। জুৱা।

**গ্লানিঃ** *স্ত্ৰী.* (গ্লৈ নিঃ) ১। দুৰ্বলতা, বলহীনতা, গী ৪।৭, ২। অৱনতি, জীৰ্ণতা, জীৰ্ণাৱস্থা, ৩। অসুস্থতা, ৪। ভাগৰ, ক্লান্তি। মনু ১।৫৩।

**গ্লাস্নু** *বিণ.* (গ্লৈ স্নুঃ) শ্ৰান্ত, ক্লান্ত।

**গ্লুচ** চৌৰ্য্যে গতৌ (ভ্বা প সক গ্লোচতি) ১। যা, গমন কৰ, ২। চুৰ কৰ, লুট কৰ, ৩। কাঢ়ি নি।

**গ্লুঞ্চ** গতৌ – (ভ্বা পৰ সক গ্লুঞ্চতি) গমন কৰ, যা।

**গ্লেপ্** গতৌ, চালে (ভ্বা আ সক, অক গ্লেপতে) ১। দুৰ্দশাগ্ৰস্ত হ, দুখত পৰ, ২। কঁপি থাক, ৩। চল, গমন কৰ।

**গ্লেয়ঃ** (গ্লৈ যঃ) পু. গ্লানিযোগ্য।

**গ্লেৱ্** সেৱে (ভ্বা আ সক গ্লেৱতে) সেৱা কৰ, পূজা কৰ।

**গ্লেষ্** অন্বেষে (ভ্বা আ স গ্লেষতে) ১। বিচাৰ, ২। অন্বেষণ কৰ, ৩। অনুসন্ধান কৰ।

**গ্লৈ** ক্লমে (ভ্বা প অক গ্লায়তি) ১। বিমুখ হ, কোনো কাম কৰিবলৈ অনিচ্ছা হ, ২। অলস হ, আলস্যবোধ কৰ, ক্লান্ত হ, ৩। উদ্যমশূন্য হ, ৪। ক্ৰমে হ্ৰাস পা, ক্ষয় হৈ গৈ থাক।

**গ্লৌঃ** *পু.* (গ্লায়তি গ্লানিং প্ৰাপ্নোতি গ্লৈ ডৌঃ) ১। চন্দ্ৰ। অবে ৬।৮৩।৩; ২। কৰ্পূৰ। ■

# ঘ

**ঘ** ঘকাৰঃ। ব্যঞ্জনবৰ্ণৰ ক বৰ্গৰ চতুৰ্থ বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ ৯ম সূত্ৰৰ ১ম বৰ্ণ। উচ্চাৰণ স্থান কণ্ঠ। 'অকুহৱিসৰ্জনীয়ানাং কণ্ঠঃ' পাণি। ঘ বৰ্ণ আঘাত কৰা, বধ কৰা, ধ্বংস কৰা অৰ্থত সাধাৰণতে ব্যৱহাৰ হয়।

**ঘঃ** *পু.* (ঘণ্টয়তি শব্দেন শোভতে ঘটি ডঃ) ১। ঘণ্টা, ২। ঘৰ্-ঘৰ্ শব্দ, তং তং শব্দ।

**ঘঘ্** হসনে (ভ্বা পৰ অক ঘগঘতি) ঘৰ ঘৰ শব্দ কৰ।

**ঘট্** হিংসে সংঘাতে (চুৰা উ সক অক ঘাটয়তি, -তে) ১। আঘাত কৰ, হত্যা, বধ কৰ, ২। সহযোগ কৰ, সংলগ্ন কৰ, একত্ৰিত কৰ, **উদ্**— উদঘাতন কৰ, উন্মোচন কৰ, জোৰকৈ খোল। ভৰ্তৃ ১।৬৩।

(খ) চেষ্টে (ভ্বা আ অক ঘটতে) ১। ব্যস্ত হ, যত্ন কৰ, নিমগ্ন হ, ভট্টি ১০।৪০; ২। সংঘটিত হ, সম্ভৱ হ, ৩। পা, আহ; (ণিচ্) ঘটয়তি, ১। সংযোগ কৰ, একে লগ কৰ, বে ১।১০; ২। সম্পাদন কৰ, ৩। গঠন কৰ, ৪। আকাৰ দি, তৈয়াৰ কৰ, ৫। বাক্য গঠন কৰ, ৬। ঘঁহ, স্পৰ্শ কৰ, **প্ৰ**— ব্যস্ত হ। আৰম্ভ কৰ ১৪।৭৭; **বি**— বিযুক্ত কৰ, বেলেগ কৰ, বন্ধ হ।

**ঘটঃ** *পু.* (ঘটতে মৃদাদিসংঘাতৈঃ ঘট্ পচাদ্যচ্) ১। কলহ, ঘট, ২। গছত পানী দিয়া জাৰি, ৩। হাতীৰ নাকৰ সমুখৰ অংশ, ৪। প্ৰাণায়াম, ৫। ২০ দ্ৰোণ পৰিমাণ, ৬। খুঁটাৰ বা স্তম্ভৰ এটা অংশ। **—আটোপঃ** গাড়ী অথবা আচবাবৰ ওপৰত দিয়া আৱৰণ, **—উদ্ভৱঃ —জঃ —যোনিঃ —সম্ভৱঃ** মহৰ্ষি অগস্ত্য, **—ঊধ্নী** *স্ত্ৰী.* ডাঙৰ ওহাৰ থকা গাই। ৰ ২।৪৯; **—কৰ্পৰঃ** এজন সংস্কৃত কবিৰ নাম। এই কবিজনাই একে নামৰ এখন কাব্য আৰু নীতিসাৰ নামৰ পুথি ৰচনা কৰে। বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱৰত্নৰ এজন। **—কাৰঃ —কৃৎ** কুমাৰ, **—গ্ৰহঃ** পানী অনা মানুহ, **—দাসী** কূটনী, **—পৰ্য্যসনং** পতিতৰ অন্ত্যেষ্টিক্ৰিয়া, **—ভেদনকং** কুমাৰে ব্যৱহাৰ কৰা যন্ত্ৰ, **—স্থাপনং** পূজাৰ সময়ত বেদীত ঘট স্থাপন কৰি যি পূজা কৰা হয়।

**ঘটক** *বিণ.* (ঘটয়তি ইতি ঘট্ নিচ্ ণুল্) ১। চেষ্টা, যত্ন, ২। সংঘটিতকৰণ, সম্পাদন, ৩। সাৰ অংশ, মৌলিক অংশ, **—কঃ** পু ১। ফুল নোহোৱাকৈ ফল দিয়া গছ, ২। ল'ৰা-ছোৱালীৰ বিবাহ সংঘটক (স্থিৰ) কৰোঁতা, ঘটক, ৩। কুলাচাৰ্য্য।

**ঘটনং** —**না** *ক্লী. স্ত্রী.* ১। সমূহীকৰণ, সংঘটন, ২। চেষ্টা, যত্ন, ৩। সম্পাদন, ৪। সংযোজন, সংযোগ, একে লগ কৰা কাৰ্য্য, ৫। গঠন।

**ঘটা** *স্ত্রী.* (ঘট্ ভাৱে অঙ্ টাপ্) ১। চেষ্টা, যত্ন, অধ্যৱসায়, ২। সংগঠন, বাহিনী, সভা, উ ২।২৯; ৩। যুদ্ধৰ বাবে হাতীৰ বাহিনী, ৪। সভা, জনতা।

**ঘটিকঃ** নাৱৰীয়া, —**কং** তপিনা।

**ঘটিকা** ১। সৰু ঘট। বাল্টি। মাটিৰ কলহ। পঞ্চ ১।১৯২; ২। ২৪ মিনিট সময়, এক দণ্ড, ৩। দিনটোৰ ঘটিকা জুখিবৰ কাৰণে ৰখা পানীৰ ঘট, ৪। ভৰিৰ গাঁঠি।

**ঘটিন্** *পু.* কুম্ভৰাশি।

**ঘটিন্ধম** *বিণ.* যি একলহ পানী খায় বা খাব পাৰে।

**ঘটী** *স্ত্রী.* (ঘটতে ইতি ঘটঃ অচ্-ঙীচ) ১। সৰু ঘট বা টেকেলি, ২। ২৪ মিনিট সময়, এক দণ্ড, দিনটোৰ সময় জোখা পানীৰ কলহ, —**কাৰঃ** কুমাৰ —**যন্ত্রং** ১। কুঁৱাৰ পৰা পানী তোলা মন্ত্র, ২। দিনটোৰ সময় জোখা যন্ত্র।

**ঘটোৎকচঃ** *পু.* (ঘট ইৱ উদ্‌গতঃ কচোঽস্য) ঘটোৎকচ নামৰ এজন ৰাক্ষস। ভীমৰ ঔৰসত হিড়িম্বা নামৰ ৰাক্ষসীৰ গৰ্ভত জন্ম হয়। ঘটোৎকচ এজন অতি শক্তিশালী আৰু পৰাক্রমী বীৰ আছিল। কুৰুক্ষেত্রৰ যুদ্ধত বীৰ ঘটোৎকচে এফালৰ পৰা শত্রু কৌৰৱ সেনা পিঁহি পেলোৱা দেখা পাই দুৰ্যোধনৰ নিৰ্দেশত কৰ্ণই ইন্দ্রপ্রদত্ত শক্তিশেল প্রয়োগ কৰি ঘটোৎকচক বধ কৰে।

**ঘট্ট** চালে (চুৰা, ভ্বা, প, আ, অক ঘট্টতি, ঘট্টয়তি) ১। লৰ, কঁপ, আলোড়িত কৰ, ২। স্পৰ্শ কৰ, ঘঁহ, ৩। আক্রোশ প্রকাশ কৰি ক, বেয়াকৈ ক, অনিষ্ট কৰি ক, ৪। আমনি কৰ, **অৱ**— খোল, মোচন কৰ, **ৱি**— ১। আঘাত কৰ, ভয় খুৱাই খেদ, খেদি দে, ২। ঘঁহ, পিঁহ, ঋতু ৪।৯; **সং**— ১। আঘাত কৰ, ২। সংযোগ কৰ, যুক্ত কৰ, ৩। সংগ্রহ কৰ, ঘঁহ, চেপ।

**ঘট্টঃ** (ঘট্টতেঽস্মিন্ ঘট্ট ঘঞ্) ১। (নদী বা পুখুৰীৰ) গা ধোৱা ঘাট, ২। আলোড়ন, ৩। কৰ লোৱা স্থান, —**কুটীঃ** কৰ লোৱা ঘৰ, —**জীৱিন্** ১। পাৰঘাটৰ নাৱৰীয়া, ২। বৰ্ণ-সঙ্কৰ, (ৰেশ্যায়াং ৰজকজাতঃ)।

**ঘট্টনা** *স্ত্রী.* ১। লৰোৱা কাৰ্য্য, চলন কাৰ্য্য, ২। ঘঁহন, ৩। জীৱিকাৰ উপায়, ব্যৱসায়, বৃত্তি।

**ঘণ্টঃ** *পু.* এবিধ আঞ্জা। (যেনে মূৰীঘণ্ট)

**ঘণ্টা** *স্ত্রী.* (ঘণ্টয়তি শব্দায়তে ঘটি দীপ্তৌ অচ্ টাপ্) ১। পূজাত বজোৱা ঘণ্টা (বাদ্য) ২। ঘড়ীৰ দৰে বজাই সময় বুজোৱা কাঁহ বা পিতলৰ ঢাল বা ফলক, —**ফলকং** সৰু সৰু ঘণ্টা লগোৱা ঢাল বিশেষ, —**তাড়ঃ** ঘণ্টাবাদক, —**নাদঃ** ঘণ্টাৰ শব্দ, —**পথঃ** ৰাজআলি, গাৱঁৰ প্রধান পথ, ঘাই পথ। —**শব্দঃ** ১। কাঁহ ধাতু, ২। ঘণ্টাৰ শব্দ।

**ঘণ্টিকা** ১। সৰু ঘণ্টা। জুনুকা, ২। আলজিভা।

**ঘণ্টুঃ** *পু.* (ঘণ্টয়তি দীপ্যতে ইতি ৰুঃ) ১। হাতীৰ পেটত আঁৰি দিয়া সৰু সৰু ঘণ্টাৰ মালা, ২। তাপ, প্রতাপ, পোহৰ।

**ঘণ্টেশ্বৰঃ** *পু.* (ঘণ্টানাং ঘণ্টাকৰ্ণাদি গণৱিশেষাণাং ঈশ্বৰঃ) এজন দেৱতা। মঙ্গলগ্রহৰ পুত্র।

**ঘণ্ডঃ** *পু.* (ঘণিতি শব্দং কুৰ্ৱন্ ডয়তে উড্ডীয়তে) ভোমোৰা।

**ঘন** *বিণ.* (হন্যতে ইতি হন্ অপ্ ঘনাদেশশ্চ) ১। নিবিড়, দৃঢ়, কঠিন, গোটা, যা ৩।৮; ২। ডাঠ, ঠাহ মৰা, ৰ ৮।৮১; ৩। পৰিপূৰ্ণ, পুৰঠ (যেনে, স্তন), ৪। গভীৰ, গম্ভীৰ (যেনে, শব্দ), ৫। স্থায়ী, অবাধ, ৬। অগম্য, অভেদ্য, ৭। অত্যধিক, সাঙ্ঘাতিক, ৮। মাঙ্গলিক, ভাগ্যৱান। —**নঃ** পু. ১। মেঘ। শ ৭।৩০; ২। লোহাৰ মুদ্‌গৰ, গদা, ৩। শৰীৰ, ৪। অঙ্কৰ 'ঘন'ফল, ৫। ব্যাপ্তি, ৬। সংগ্রহ, সমূহ, সৰ্বসাধাৰণ, ৭। অভ্র, —**নং** ১। (বজোৱা) তাল, খঞ্জুৰী, ঘণ্টা, ২। লো, ৩। টিন, বগিতাম ধাতু, ৪। চাল, চৰ্ম, বাকলি, —**অত্যয়ঃ**, —**অন্তঃ** মেঘ আঁতৰ হোৱা (সময়), শৰৎ কাল, —**অম্বু** *ক্লী.* বৰষুণ, —**আকৰঃ** বৰ্ষাকাল, —**আগমঃ** বৰ্ষাৰ আৰম্ভণি, —**আময়ঃ** খেজুৰী গছ, —**আশ্রয়ঃ** বায়ুমণ্ডল, —**উপলঃ** শিলাবৃষ্টি, —**ওঘঃ** মেঘৰ সমাগম, —**কালঃ** বৰ্ষাকাল, —**গৰ্জিতং** বজ্র, মেঘৰ গৰ্জন, —**গোলকঃ** সোণ-ৰূপৰ মিশ্রণ ধাতু, —**জম্বালঃ** দ' বোকা, —**তালঃ** এবিধ চৰাই —**তোলঃ** চাতক চৰাই, —**নাভিঃ** ধোঁৱা, —**নীহাৰঃ** ডাঠ কুঁৱলী, —**পদৱী** বায়ুমণ্ডল, —**পাষণ্ডঃ** ম'ৰা চৰাই, —**ৰসঃ** ১। ডাঠ ৰস, ২। নিৰ্য্যাস, চেপি উলিওৱা ৰস, ৩। কৰ্পূৰ, ৪। পানী, —**ৱৰ্ত্মন্** বায়ুমণ্ডল। কি ৫।১৭; —**ৱল্লিকা, ৱল্লী**, বিজুলী, বজ্র, —**ৱাসঃ** এবিধ লাউ,

—ৱাহনঃ ১। শিৱ, ২। ইন্দ্ৰ, —শ্যাম ১। মেঘৰ দৰে ক'লা, ২। ক'লা, ডাঠ ক'লা (—মঃ), ১। ৰাম, ২। কৃষ্ণ, —সাৰঃ ১। কৰ্পূৰ, ২। পাৰা, ৩। পানী, —স্বনঃ মেঘৰ গৰ্জন।

**ঘনা** *স্ত্ৰী.* শিৰৰ জঁটা।

**ঘনাঘনঃ** *পু.* ১। ইন্দ্ৰ, ২। মতলীয়া হাতী, ৩। ডাঠ মেঘ।

**ঘৰট্টঃ** *পু.* (ঘৰং ঘৰ্ঘৰ ইতি শব্দন অটতি ইতি ঘৰ অট্ দ্বিত্বং) দালি, ঘেঁহু আদি গুড়ি কৰা জাঁত।

**ঘৰ্ঘটঃ** *পু* শিঙৰা মাছ।

**ঘৰ্ঘৰ** *বিণ.* ১। অস্পষ্ট, ঘৰ্ঘৰ (শব্দ) ২। ভোৰ-ভোৰোৱা, মেঘৰ দৰে শব্দ কৰা, —ৰঃ ১। অস্পষ্ট ঘৰ্ঘৰ শব্দ, ২। যি কোনো শব্দ বা ধ্বনি, ৩। দুৱাৰ, তোৰণ, ৪। অট্টহাস, ৫। ফেঁচা, ৬। তুঁহৰ জুই।

**ঘৰ্ঘৰা, —ৰী** ১। অলঙ্কাৰৰূপে ব্যৱহাৰ কৰা সৰু ঘণ্টা বা জুনুকা, ২। সৰু জুনুকা থকা কঁকালী, ৩। গঙ্গা নদী, ৪। এবিধ বাঁহী, —ৰিকা এবিধ বাদ্যযন্ত্ৰ।

**ঘৰ্ঘৰিতং** গাহৰিৰ ঘৰ্ঘৰ মাত।

**ঘৰ্মঃ** *পু.* (ঘৰতি ক্ষৰতি অঙ্গাদিতি ঘৃ মন্) ১। পৰিশ্ৰমত শৰীৰৰ পৰা ওলোৱা ৰস, অঙ্গজল, ঘাম। শি ১।৫৮; ২। গৰম, তাপ, গ্ৰীষ্ম কাল, ৰ ১৬।৪৩; ৩। বস্তু সিজোৱা ডাঙৰ পাত্ৰ। —অংশুঃ সূৰ্য্য, —অন্তঃ বৰ্ষাকাল, —অম্বুঃ —অম্ভস্ ঘাম, শ ১।৩০; —চৰ্চিকা ঘামচি, —দীধিতিঃ, —দ্যুতিঃ সূৰ্য্য, কি ৫।৪১; —পয়স্ ঘাম শি ৯।৩৫।

**ঘৰ্ষঃ, —ৰ্ষণং** ১। ঘহন, পিঁহন, ২। খুন্দন, চূৰ্ণকৰণ।

**ঘস্** ভক্ষণে (ভ্বা প সক ঘসতি) খা, গিল, ভক্ষণ কৰ (অদ্ ধাতুৰ কেইটামান কালতহে এই ধাতু ব্যৱহাৰ হয়)।

**ঘসিঃ** *পু.* (ঘস্ ইন্) আহাৰ, খাদ্য।

**ঘস্মৰ** *বিণ.* (ঘস্ ক্মৰচ্) লুলুপ, খঁকুৱা, ভক্ষক, মহা ৮।৪০।৩৯; ধ্বংসকাৰী, বে ৫।৩৬।

**ঘস্ৰ** *বিণ.* অনিষ্টকৰ, অপকাৰক। —স্ৰঃ দিন, সূৰ্য্য। —স্ৰং কুঙ্কুম।

**ঘাট** —টা গলৰ পিচফাল।

**ঘাণ্টিকঃ** *পু* (ঘণ্টয়া চৰতীতি) ১। ঘণ্টা বজোৱা মানুহ, ২। দেৱতাৰ সমুখত বহুতৰ লগত একেলগে কীৰ্ত্তন কৰা চাৰণ, ৩। ধঁতুৰা গছ, ৪। ৰজাক টোপনিৰ পৰা জগাবৰ বাবে স্তুতি পাঠ কৰা চাৰণ।

**ঘাতঃ** *পু.* (হন্ ঘঞ্) ১। প্ৰহাৰ, খুন্দা, আঘাত, ২। হত্যা, ধ্বংস বধ উ ৩।৪৪; কাঁড়, ৩। পূৰণ ফল (অঙ্ক), —চন্দ্ৰঃ অশুভ স্থানত (ৰাশিত) থকা চন্দ্ৰ, —তিথিঃ অশুভ চান্দ্ৰ দিন, —নক্ষত্ৰং অশুভ নক্ষত্ৰ, —ৱাৰঃ সপ্তাহটোৰ এটা অশুভ বাৰ, —স্থানং কচাইখানা, বধ্যস্থান।

**ঘাতক** *বিণ.* (হন্তীতি হন ণ্বুল্) হননকৰ্ত্তা, হত্যাকাৰী, ধ্বংসকাৰী।

**ঘাতনং** *ক্লী.* (হন্ ণিচ্ ল্যুট্) ১। হনন কাৰ্য্য, ২। বধ, হত্যা, মহা ২।৪৪।৪০, ৩। (পশু) বলি।

**ঘাতিঃ** ১। হনন, ২। চৰাই ধৰা বা মৰা, ৩। ধ্বংসকাৰী, —পক্ষী শেনচৰাই।

**ঘাতুক** *বিণ.* (হন্তীতি হন উকঞ্) হিংস্ৰ, ক্ৰূৰ, অবে ১২।৪।৭; ধ্বংসকাৰী।

**ঘাত্য** *বিণ.* হননযোগ্য, বধযোগ্য, বধ্য, পঞ্চ ৩।২২৮।

**ঘাৰঃ** সিঞ্চন, পানী সিঁচা, তিঁওৱা।

**ঘাৰ্ত্তিকঃ** ঘিঁউৰে তৈয়াৰ কৰা, বহুতো ফুটা থকা এবিধ পিঠা।

**ঘাসঃ** *পু.* (ঘস্যতে অসৌ পশুভিঃ ঘস কৰ্মণি ঘঞ্) ১। গৰু আদি পশুৱে খোৱা ঘাঁহ, ২। আহাৰ, —কুন্দং, —স্থানং চৰণীয়া পথাৰ।

**ঘাসিঃ** পু. (ঘসতি ভক্ষয়তি হব্যম্ ঘস্ ইণ্) অগ্নি, ঋ বে ১।১৬২।১৪।

**ঘু** ধ্বনৌ (ভ্বা আ অ ঘৱতে) ১। শব্দ কৰ, ২। অস্পষ্ট ধ্বনি কৰ।

**ঘূঃ** পাৰৰ মাত।

**ঘুট্** ক) প্ৰতিহতৌ (তুদা প সক ঘুটতি) ১। আকৌ আঘাত কৰ, ২। প্ৰতি আঘাত কৰ, ৩। বাধা দি, নিবাৰণ কৰ, খ) পৰিবৰ্ত্তে (ভ্বা আ অক ঘোটতে) ১। ঘূৰি আহ, প্ৰত্যাবৰ্ত্তন কৰ, ২। বিনিময় কৰ, যেনে ছাগলী দি ভেঁড়া অনা, ধনৰ বিনিময়ত সোণ অনা বা লোৱা।

**ঘুটঃ, ঘুটিঃ, ঘুটিকঃ** —কা ভৰিৰ গাঁঠি।

**ঘূণ্** ক) ভ্ৰমণে (ভ্বা আ সক ঘোণতে, ঘুণতি) ১। ঘূৰি থাক, ২। পাক খাই ঘূৰ, ঢলং পলং কৰ, খ) গ্ৰহণে (ভ্বা আ সক ঘুণতে) পা, গ্ৰহণ কৰ।

**ঘুণঃ** *পু.* (ঘুণতি কাষ্ঠং ভক্ষয়ন্ ভ্রমতি ইতি ঘু কঃ) ১। ঘুণ, এবিধ কাঠৰ পোক, **—অক্ষৰং —লিপিঃ** ঘুণে কাঠ বা কিতাপত প্ৰায় আখৰৰ দৰে কৰা ছিদ্ৰ বা ফুটা।

**ঘুণ্টঃ, —ঘুণ্টকঃ —ঘুণ্টিকা** ভৰিৰ গাঁঠি।

**ঘুণ্ডঃ** এবিধ ডাঙৰ ক'লা ভোমোৰা।

**ঘুৰ্** ধ্বনৌ (তুদা প অক ঘুৰতি) ১। শব্দ কৰ, ধ্বনি তোল, নাকেৰে ঘোৰ্ঘোৰ শব্দ কৰ, গাহৰিৰ দৰে হোক্ হোক্ কৰ, ২। আতঙ্কিত হ, ৩। দুখত চিঞৰি কান্দ।

**ঘুৰী** *স্ত্ৰী.* (গাহৰিৰ) নাক।

**ঘুৰ্ঘুৰঃ** (ঘুৰতি মনুষ্যাণাং ভয়হেতুৰ্ভৱতি ঘুৰ ক্বিপ্) ১। এবিধ কীট, ২। ঘোৰ্ঘোৰ শব্দ। ভোৰ ভোৰ শব্দ। **—ৰী** গাহৰিৰ হোক্‌হোকনি।

**ঘুলঘুলাৰৱঃ** এবিধ পাৰ চৰাই।

**ঘুষ্** (ক) ঘুশে (ভ্বা আ, সক ঘুষতে) সৌন্দৰ্য্য সাধন কৰ, প্ৰসাধন কৰ, উজ্জ্বল হ।

(খ) ৱিশব্দে (ভ্বা, চুৰা, প সক ঘোষতি, ঘোষয়তি তে) ১। শব্দ কৰ, ধ্বনি তোল, ২। চিঞৰ, ডাঙৰকৈ ঘোষণা কৰ, ৰাজহুৰাভাৱে ঘোষণা কৰ, শ ৬।২২; **আ—** ১। ঘোষণা কৰ, ২। ডাঙৰকৈ কান্দ, ঘোষণা কৰ, ৩। উচুপ, উচুপি কান্দ, **উদ—** ডাঙৰকৈ ঘোষণা কৰ।

**ঘুসৃণং** কুঙ্কুম।

**ঘূকঃ** ফেঁচা, **—অৰিঃ** কাউৰী।

**ঘূৰ্ণ** ভ্ৰমণে (তুদা উ অ ঘূৰ্ণতি -তে) ১। ঘূৰ ঘূৰি থাক, পাক খা। ইফালে-সিফালে ঘূৰি ফুৰ, ২। থৰক বৰক কৰ শি ১০।৩২।

**ঘূৰ্ণবায়ুঃ** ঘূৰ্ণী বতাহ, বা-মঁৰলি।

**ঘৃ** ক) সেকে (ভ্বা প সক ঘৰতি) ১। সিঞ্চন কৰ, ২। পানী সিঁচ।

খ) সেকে ছাদনে (চুৰা প সক ঘাৰয়তি -তে) ১। পানী সিঞ্চন কৰ, তিত, সিক্ত কৰ, **অভি,— আ—** সিঞ্চিত কৰ।

**ঘৃণ্** দীপ্তৌ (তনা উ অক ঘৃণোতি, ঘৰ্ণতে) ১। উজ্জ্বল হ, ২। দীপ্তিমান হ, ৩। দগ্ধ হ।

**ঘৃণা** *স্ত্ৰী.* (ঘ্ৰিয়তে সিচ্যতে হৃদয়মনয়া ঘৃ নক্ টাপ্) ১। কৰুণা, সহানুভূতি, কৃপা, পুতৌ, কি ১৫।১৩; ২। বিৰক্তি, অৱজ্ঞা, নিন্দা।

**ঘৃণালু** *বিণ্* দয়ালু, কোমলমনা, উপকাৰী।

**ঘৃণিঃ** *পু.* (জঘৰ্তি দীপ্যতে ইতি ঘৃ নিঃ) ১। কিৰণ, ৰশ্মি, ২। তাপ, সূৰ্য্যৰ পোহৰ, ৩। সূৰ্য্য, **—নিধিঃ** সূৰ্য্য।

**ঘৃতং —তঃ** *ক্লী. পু.* (জঘৰ্তি ক্ষৰতি ইতি ঘৃ ক্তঃ) ১। পকা নৱনীত, ঘিঁউ, ২। মাখন, ৩। পানী, **—অন্নঃ —অৰ্চিস্** *পু.* জুই, অগ্নি, **—আহুতিঃ** ঘিঁউৰ আহুতি, **—আহ্বঃ** সৰল গছ, **—উদঃ** ঘৃতসমুদ্ৰ, সাত সমুদ্ৰৰ এখন, **—ওদনঃ** ঘিঁউ ভাত, **—কুল্যা** ঘিঁউৰ নদী, **—দীধিতিঃ** জুই, **—ধাৰা** ঘিঁউৰ ধাৰা, **—পূৰঃ —স্বৱঃ** এবিধ মিঠাই, **—লেখনী** ঘিঁউ দিয়া হেঁতা।

**ঘৃতাচী** *স্ত্ৰী.* (ঘৃতেন অমৃতেন অঞ্চতি ঘৃত অনচ ক্বিপ্ ঙীপ্) ১। এজনী অপ্‌সৰাৰ নাম। স্বৰ্গৰ প্ৰসিদ্ধ অপ্সৰা কেইগৰাকী— ঘৃতাচী মেনকা ৰম্ভা উৰ্বশী চ তিলোত্তমা। সুকেশী মঞ্জুঘোষাদ্যাঃ কথ্যন্তেঽপ্সৰসো বুধৈঃ।

**ঘৃষ্** সংঘৰ্ষে (ভ্ব প স ঘৰ্ষতি) ১। ঘৰ্ষণ কৰ, ঘঁহ, যেনে চন্দন পটাত ঘঁহি ল, ২। (শৰীৰত) ঘঁহ, ৩। গুড়ি কৰ, চূৰ্ণ কৰ, ৪। অৰিয়াঅৰি কৰ, প্ৰতিযোগিতাত অংশ ল, চেৰ পেলাবলৈ যত্ন কৰ, **উদ্—** আঁচোৰ, ৰ ১৭।২৮; **সং—** সংঘৰ্ষত নাম, মুখামুখি হ, ফেৰ পাত, ঘঁহ, আঁচোৰ।

**ঘৃষ্টিঃ** *পু.* গাহৰি, (স্ত্ৰী.) গুৰি কৰা কাৰ্য্য, ঘঁহন, পিঁহন, ২। অৰিয়াঅৰি, প্ৰতিযোগিতা।

**ঘোটঃ, ঘোটকঃ** (ঘুট্ পৰিৱৰ্ত্তনে থুল্) ঘোঁৰা, **—অৰিঃ** ম'হ।

**ঘোটী, ঘোটিকা** ১। ঘোঁৰা, ২। মাইকী ঘোঁৰা, ঘুৰী।

**ঘোণ(ন)সঃ** এবিধ সৰীসৃপ।

**ঘোণা** *স্ত্ৰী.* (ঘোণতে গৃহ্লাতি বস্তুগন্ধম্ ঘুণ্ অচ্ টাপ্) ১। নাক, ২। ঘোঁৰাৰ নাক, ৩। গাহৰিৰ নাকটি।

**ঘোণী(ন্)** গাহৰি।

**ঘোণ্টা** বগৰি গছ।

**ঘোৰ** *বিণ.* (হন্ অচ্) ১। সাংঘাতিক, দুৰ্ঘোৰ, ভয়ানক, মনু ১।৫০; ২। প্ৰবল, **—ৰঃ** শিৱ, **—ৰা** ৰাতি, **—ৰং** আতঙ্ক, ২। বিহ, **—আকৃতি, —দৰ্শন** দেখাত ভয়ানক, বিকটাকাৰ **—ঘুষ্যং** কাঁহ ধাতু, **—ৰাসনঃ, —ৰাসী,** **ৰাশনঃ —ৰাশী** শিয়াল, **—ৰূপঃ** শিৱ।

**ঘোলং, —লঃ** ঘিউ।

**ঘোষঃ** *পু.* (ঘোষন্তি শব্দায়ন্তে গাৱো যস্মিন্ ঘুষি ঘঞ্) ১। ঘোষপল্লী, গৰু খুঁটি, ৰ ১।৪৫; ২। গোপালক, ৩। মেঘৰ গৰ্জন, ৪। ঘোষণা, বিজ্ঞপ্তি, ৫। উবা

বাতৰি, বাতৰি, ৬। (ব্যাকৰণ) ঘোষ বৰ্ণ, ৭। কায়স্থ, —ষং কাঁহ ধাতু।

ঘোষকঃ *পু.* ঘোষক, বিজ্ঞাপক, প্ৰচাৰক।

ঘোষণং, —ণা *ক্লী. স্ত্ৰী.* বিজ্ঞাপন; ডাঙৰকৈ, সকলোৰে শুনাকৈ দিয়া জাননী। ৰ ১২।৭২।

ঘোষয়িতুঃ *পু.* (ঘোষ নিচ্ ত ইত্বচ) ১। চাৰণ, কবি, ঘোষণাকাৰক, প্ৰচাৰক, ২। ব্ৰাহ্মণ, ৩। কুলি চৰাই।

ঘ্ন *বিণ.* (ঘ্নী) হত্যা, বধ অৰ্থত সমাসৰ শেষত ব্যৱহাৰ হয়, যেনে পিতৃঘ্ন, বালঘ্ন। ১। বধ, হত্যা, ২। অপহৰণ, কাঢ়ি লৈ যোৱা।

ঘ্ৰা গন্ধোপাদানে (ভ্বা প সক জিঘ্ৰতি) ১। গোন্ধ ল বা পা, সুং, ২। চুম্বন কৰ। অৱ, আ, উপ, ৱি, সং উপসৰ্গ ঘ্ৰা ধাতুৰ আগত ব্যৱহাৰ কৰিলে, ধাতুৰ মূল অৰ্থৰ কোনো বিশেষ সলনি নহয়।

ঘ্ৰাণং *ক্লী.* (জিঘ্ৰতি অনেন ঘ্ৰা কৰণে ল্যুট্) ১। নাক, ২। ঘ্ৰাণ লোৱা কাৰ্য্য ৰ ১৯।১১; আঘ্ৰাণ; ৩। (ন্যায়) ঘ্ৰাণেন্দ্ৰিয়গ্ৰাহ্য গন্ধত্ব। —ইন্দ্ৰিয় নাক। —চক্ষুস্ চকুৰ সলনি নাক, কণা, যি সুঙি সুঙি বাটত খোজ কাঢ়ে। —তৰ্পণ *বিণ.* নাকৰ কাৰণে আনন্দদায়ক, সুগন্ধি (—ণং) সুগন্ধি দ্ৰব্য।

ঘ্ৰাত *বিণ.* (ঘ্ৰা ক্তঃ) সুগন্ধি ফুলৰ গন্ধপ্ৰাপ্ত। মনু ৫।১২৫ ।

ঘ্ৰাতিঃ *স্ত্ৰী.* (ঘ্ৰা কৰণে ক্তিন্) ১। নাক, ২। আঘ্ৰাণ। মনু ১১।৬৮ ■

# ঙ

ঙ ঙকাৰ ব্যঞ্জনবৰ্ণৰ ক বৰ্গৰ পঞ্চম বৰ্ণ। শিৱসূত্ৰৰ ৭ম সূত্ৰৰ ৩য় বৰ্ণ। উচ্চাৰণ স্থান নাসিককণ্ঠ।

ঙঃ *পু.* (ঙযতে গৃহ্য ইন্দ্ৰিয়ৈৰিতি ঙু ডঃ) ১। বিষয়, ২। বিষয়ৰ প্ৰতি স্পৃহা, ৩। ভৈৰৱ।

ঙু ধ্বনৌ (ভ্বা আ অ ঙৱতে) ধ্বনি তোল, শব্দ কৰ। ■

# চ

চ চকাৰ ব্যঞ্জনবৰ্ণৰ চ বৰ্গৰ প্ৰথম বৰ্ণ। শিৱসূত্ৰৰ ১১শ সূত্ৰৰ ৬ষ্ঠ বৰ্ণ। উচ্চাৰণ স্থান-তালু। ইচুযশানাং তালু।

চ এই অব্যয় শব্দটি ১। 'আৰু' অৰ্থত সমুচ্চয়ত বেছি ব্যৱহাৰ হয়। 'আৰু' অৰ্থাৎ সংযোগ। দুটা পদ বা শব্দক সংযুক্ত কৰাৰ বাবে মাজত অথবা শেষত 'চ' লোৱা হয়। কিন্তু কেতিয়াও বাক্যৰ আদিত ব্যৱহাৰ নহয়। ২। কিন্তু, তথাপি, সত্যতা, দৃঢ়তা, অৱস্থা, সৰ্ত (যদি), পাদপূৰণ, সমুচ্চয়, আদি বুজাবলৈও ব্যৱহাৰ হয়। 'এহাতে, আনহাতে' বুজাবলৈ অথবা দুটা ঘটনা একেলগে ঘটিলেও 'চ', 'চ' দুবাৰকৈ ব্যৱহাৰ হোৱা দেখা যায়।

চঃ *পু.* ১। চোৰ; ২। চন্দ্ৰ, ৩। কাছ।

চক প্ৰতিঘাতে, তৃপ্তৌ (ভ্বা উ অক চকতি —তে) ১। তৃপ্ত ২। সন্তুষ্ট হ, ৩। বাধা দি, প্ৰতিৰোধ কৰ।

চকাস্ দীপ্তৌ (অদা প অক চকাস্তি) ১। উজ্জ্বল হ, শাইন দি, শি ১।৮। ২। সুখী হ, আনন্দিত হ।

চকিত *বিণ.* (চক ভ্ৰান্তৌ ক্তঃ) ১। ভীত, সন্ত্ৰস্ত, মে ১৩, কম্পিত, ২। আতঙ্কিত, —তং *অব্য.* ভয়ানক ভাৱে, ভয়ভীত।

চকোৰঃ *পু.* (চকতে চন্দ্ৰকিৰণেন তৃপ্যতীতি ওৰণ্) ১। চকোৰ পক্ষী, ২। তিৰিক চৰাই, ৰ ৭।২৫।

চক্ৰং *ক্লী.* (ক্ৰিয়তেऽনেন ইতি কৃ ঘঞৰ্থে কঃ) ১। ৰথ, গাড়ী আদিৰ চকা, ২। কুমাৰৰ চাক, ৩। চক্ৰ (ঘূৰণীয়া অস্ত্ৰ বিশেষ যেনে সুদৰ্শন চক্ৰ), ৪। তেলৰ ঘানি, ৫। বৃত্ত, ৰঘু ২।১৪; ৬। সৈন্য বাহিনী, সমূহ, সমাজ, ৭। শাসন, সাৰ্বভৌমত্ব, ৮। জিলা, প্ৰদেশ, ৯। সৈন্যৰ ব্যূহ ৰচনা, ১০। শৰীৰৰ ধমনী বা তলদেশে কৰি লোৱা কোনো অংশ, ১১। বৰ্ষচক্ৰ, ১২। দিগন্ত, ১৩। চাকনৈয়া; ১৪। নদীৰ ঘূৰণীয়া ভাঁজ, ১৫। কিতাপৰ অধ্যায় বা পৰিচ্ছেদ, —ক্ৰঃ চকোৱা চৰাই, ২। বাহিনী, গোষ্ঠী —অঙ্গঃ ১। ঘূৰণীয়া গলৰ মতা ৰাজহাঁহ, ২। যানবাহন, ৩। চকোৱা চৰাই,

—অটঃ ১। বাজীকৰ, যাদুকৰ, সাপ ধৰা বেজ, ২। ধূৰ্ত্ত, ঠগ, ৩। 'ডিনাৰ' মুদ্ৰা, —আয়ুধঃ শ্ৰীকৃষ্ণ, —আৱৰ্ত্ত পাক-ঘূৰণি, —আহ্বঃ —আহ্বয়ঃ চকোৰা চৰাই, —ঈশ্বৰঃ ১। বিষ্ণু, ২। চক্ৰ বিষয়া, এচ ডি চি, —উপজীৱী তেল বেপাৰী, তেলী, —কাৰকং ১। নখ, ২। এবিধ আতৰ, —গণ্ডুঃ ঘূৰণীয়া গাৰু, —গুচ্ছঃ অশোক গছ, —গ্ৰহণং —ণী দুৰ্গৰ চাৰিওফালৰ গড়, —চৰ চক্ৰাকাৰে ঘূৰা, —চূড়ামণিঃ মুকুটত থকা ঘূৰণীয়া মণি, —জীৱকঃ, —জীৱি(ন্) কুমাৰ, —তীৰ্থঃ এখন তীৰ্থস্থানৰ নাম, —দন্দ্ৰঃ গাহৰি, —ধৰঃ ১। বিষ্ণু, ২। জিলা প্ৰশাসক, ৩। বাজীকৰ, —ধাৰা, —নেমিঃ চকাৰ বেৰ, মে ১০৯; —নাভিঃ চকাৰ মাজৰ ধুৰা, —পাণিঃ বিষ্ণু, —পাদঃ —পাদকঃ ১। যানবাহন, গাড়ী, ২। হাতী, —পালঃ ১। জিলাধিপতি, ২। সৈন্য বাহিনীৰ এটা বিভাগৰ নায়ক, ৩। দিগন্ত, —বন্ধুঃ —বান্ধৱঃ সূৰ্য্য, —বালঃ ড়ঃ, —বালং ড়ং ১। ঘূৰণীয়া চক্ৰ, ২। সমষ্টি, সমূহ, ৩। দিগন্ত; (লঃ) ১। পৃথিৱীক ঘেৰি ৰখা (পৌৰাণিক আখ্যানত থকা) পৰ্ব্বতশ্ৰেণী, ২। চকোৰ পক্ষী, —ভৃৎ চক্ৰধাৰী বিষ্ণু, —মেদিনী ৰাতি ৰ ৬।৩২; —মণ্ডলী চকৰী ফেঁটী সাপ, চক্ৰফেঁটী, —মুখঃ গাহৰি —ৰদঃ গাহৰি, —ৱৰ্তী(ন্) সম্ৰাট, সাৰ্বভৌম সম্ৰাট, সসাগৰা ধৰিত্ৰীৰ সম্ৰাট। শ ১।১২; —ৱাকঃ চকোৰা, চকোৰ চৰাই, —ৱাটঃ ১। পৰিসীমা, ২। চাকিৰ গছা, —ৱাতঃ ঘূৰ্ণী বতাহ, —বৃদ্ধিঃ চক্ৰবৃদ্ধি (সুদৰ ওপৰত সুদ), —ব্যূহঃ এক ধৰণৰ সৈন্য সজ্জা। এনে চক্ৰব্যূহৰ ভিতৰত পেলাই অভিমন্যুক হত্যা কৰা হৈছিল। —সঙ্গং বগিতাম। —সাহ্বয়ঃ চকোৰা পক্ষী।

**চক্ৰক** *বিণ* (চক্ৰ ইৱ কায়তি প্ৰকাশতে, কৈ কঃ) চক্ৰাকাৰ, ঘূৰণীয়া আকাৰৰ, —ক্ৰঃ (তৰ্ক) চক্ৰত থাকি তৰ্ক কৰা।

**চক্ৰৱৎ** *বিণ.* চক্ৰযুক্ত, ঘূৰণীয়া (পু.) ১। তেলী, ২। চক্ৰৱৰ্ত্তী সম্ৰাট, ৩। বিষ্ণু। "চক্ৰৱৎ পৰিৱৰ্ত্তন্তে দুঃখানি চ সুখানি চ"।

**চক্ৰাঙ্কী, চক্ৰাঙ্গী** ৰাজহাঁহ।

**চক্ৰিকা** *স্ত্ৰী.* ১। দ'ম, বাহিনী, ২। আঁঠু, ৩। ঠগোৱা উপায়।

**চক্ৰিন্** *পু.* (চক্ৰং অস্যাস্তীতি চক্ৰ ইনিঃ) ১। বিষ্ণু, শি ৩।২২; ২। কুমাৰ, ৩। তেলী, ৪। একছত্ৰী সম্ৰাট, ৫। জিলাধিকাৰী, ৬। গাধ, ৭। চকোৰা পক্ষী, ৮। সংবাদদাতা, ৯। সাপ, ১০। কাউৰী, ১১। বাজীকৰ।

**চক্ৰিয়** গাড়ীত ভ্ৰমণ, গাড়ীত যাত্ৰা।

**চক্ৰিৱৎ** গাধ, শি ৫।৮

**চক্ষ্** ৱদে (অদা আ সক চষ্টে, অচষ্ট) ১। দেখ, চা, দৰ্শন কৰ, নিৰীক্ষণ কৰ, ২। ক, বৰ্ণনা কৰ, শিক্ষা দি, মনু ৪।৫৯, আ— ঘোষণা কৰ, বৰ্ণনা কৰ, শিকা, পৰি— ১। ঘোষণা কৰ, ২। গণনা কৰ, উল্লেখ কৰ, ৩। মাত, নাম ল, গী ১৭।১৩; প্ৰ— মাত, ক, মনু ১২।১২; প্ৰত্য— অগ্ৰাহ্য কৰ, অস্বীকাৰ কৰ, ব্যা— ব্যাখ্যা কৰ, মতামত দি।

**চক্ষুস্** *ক্লী.* (চক্ষ উসিঃ শিচ্চ) ১। চকু, নেত্ৰ, শ ১।৬, ২। সমাসৰ শেষতো ব্যৱহাৰ হয়, যেনে জ্ঞানচক্ষুঃ, চাৰচক্ষুঃ, ৩। দৃষ্টি, দৃষ্টিশক্তি, মনু ৪।৪১; (পু) শিক্ষক, বৃহস্পতি। —গোচৰ বিণ. চকুৰে দেখা, চকুৰ দৃষ্টিৰ পৰিসীমাৰ ভিতৰত পৰা, —দানং বিগ্ৰহত চকু দান কৰা পূজা বিশেষ, —পথঃ দৃষ্টিপথ, —মলং চকুৰ কেটাৰ, ফেঁচকুৰি, —ৰাগঃ ১। চকু ৰঙা পৰা, ২। দেখাদেখি হৈ প্ৰেমত পৰা, —ৰোগঃ চকুৰ বেমাৰ, —ৱিষয়ঃ ১। দৃষ্টিৰ দূৰত্ব, দৃষ্টিৰ সীমা। মনু ২।১৯৮; ২। দিগন্ত, ৩। প্ৰত্যক্ষ বস্তু, —শ্ৰৱস্ সাপ, কি ১৬।৪২।

**চক্ষুষ্মৎ** *বিণ.* ১। দৃষ্টিযুক্ত, ২। চকু থকা, ৩। দৃষ্টিশক্তি সম্বলিত, ৰ ৪।১৮; ৪। ভাল সুষ্ঠ চকু থকা।

**চক্ষুণঃ–ৰঃ** *পু.* (চক্যতে তৃপ্যতে অনেন চকি উৰচ) ১। গছ, ২। যানবাহন (–ৰং) যি কোনো যানবাহন।

**চংক্ৰমণং** *ক্লী.* (পুনঃ পুনঃ ক্ৰাম্যতি চং ক্ৰম্ ভাৱে ল্যুট্) ১। বাৰে বাৰে ভ্ৰমণ কৰ, অহা-যোৱা কৰ, খোজ কাঢ়ি ফুৰ, ২। লাহে লাহে যা।

**চঞ্চ্** ভ্ৰমে (ভ্বা প অ সক চঞ্চতি) ১। গমন কৰ, লৰচৰ কৰ, বিচলিত কৰ, কম্পিত কৰ, উ ৫।৩; ২। ঘূৰি ফুৰ, অনুগ্ৰহ পোৱাৰ আশাত পিচে পিচে ঘূৰি ফুৰ।

**চঞ্চঃ** *পু.* ১। পাচি, ২। পাঁচ আঙুল পৰিমাণ।

**চঞ্চৰী(ন্)** *পু.* এবিধ ডাঙৰ ক'লা ভোমোৰা।

**চঞ্চৰীকঃ** *পু.* এবিধ ক'লা ভোমোৰা।

**চঞ্চল** *বিণ.* (চঞ্চং গতিং লাতি ইতি চঞ্চ লা কঃ) ১। চঞ্চল, অস্থিৰ, গী ৬।২৬; ২। কম্পমান, থৰকবৰক,

**—লঃ** ১। বতাহ, ২। প্ৰেমিক, ৩। ভ্ৰষ্টাচাৰী, **—লা** ১। বিজুলী, ২। ধনৰ অধিষ্ঠাত্ৰী দেৱী, লক্ষ্মী।

**চঞ্চা** ১। বেঁতৰ তৈয়াৰী (সামগ্ৰী), ২। খেৰেৰে তৈয়াৰী মানুহ, পুতলা।

**চঞ্চু** *বিণ.* ১। বিখ্যাত, প্ৰসিদ্ধ, ২। চতুৰ, **—ঞ্চুঃ** পহু, হৰিণ, **—ঞ্চুঃ, —ঞ্চুঃ** *স্ত্ৰী.* ঠোঁট, **—পুটিঃ** জপাই থোৱা অৱস্থাত চৰাইৰ ঠোঁট, **—প্ৰহাৰঃ** ঠোঁটেৰে খুঁটিয়া, **—ভৃৎ, —মৎ** চৰাই, **—সূচিঃ** পাতসিয়া চৰাই।

**চঞ্চুৰ** *বিণ.* চতুৰ, নিপুণ।

**চট্** (ক) ভেদে (ভ্বা প সক চটয়তি) ১। ভাঙ, ভাঙি পেলা, ২। বিযুক্ত কৰ।
(খ) বধে, ভেদে (চুৰা উ সক চাটয়তি —তে) ১। বধ কৰ, আঘাত কৰ, ২। ছিদ্ৰ কৰ, ভাঙি পেলা, **উদ্**— ১। আতঙ্কিত কৰ, ভয় খুৱা, ২। নিৰ্মূল কৰ, ধ্বংস কৰ, ৩। বধ কৰ, আঘাত কৰ।

**চটকঃ** চাতক চৰাই, **—কা, —টিকা** চাতকী।

**চটুঃ** *ক্লী.* ১। চাটু বাক্য, ২। তোষামোদ কৰা কথা, **—টুঃ** পেট।

**চটুল** *বিণ.* ১। কম্পমান, ঘূৰি ফুৰা, ২। চঞ্চল, অস্থিৰ, ৩। সুন্দৰ, ধুনীয়া, মনোগ্ৰাহী, গী ৩১০; **—লা** বিজুলী।

**চটুলোল** ১। চঞ্চল, ২। ধুনীয়া, ৩। মিঠা কথা কোৱা।

**চণঃ চণকঃ** পু. এবিধ সৰু জাতৰ মটৰ মাহ, পঞ্চ ১।১৩২।

**চণ্ড** *বিণ.* ১। ভয়ানক, প্ৰবল, খঙাল, ক্ৰোধী, ৰ ২।৪৯, ২। গৰম, তপত, ৩। কৰ্মঠ, শীঘ্ৰ, চোকা, **—ণ্ডং** ১। তাপ, ২। ক্ৰোধ, **—অংশুঃ, —দীধিতিঃ, —ভানুঃ** সূৰ্য্য, **—ঈশ্বৰঃ** শিৱৰ এটা ৰূপ, **—মুণ্ডা** চামুণ্ডা, কালী, **—মৃগঃ** জঙ্গলী জন্তু, **—বিক্ৰম** *বিণ.* প্ৰবল, পৰাক্ৰমী।

**চণ্ডা, —ণ্ডী** ১। কালী, বা দুৰ্গাৰ এটা ৰূপ, ২। অতি খঙাল তিৰোতা, মে ১০৫, **—পতিঃ** শিৱ।

**চণ্ডাতঃ** সুগন্ধি কৰবী ফুল।

**চণ্ডাতকং —কঃ** এটা সৰু 'পেটিকোট'।

**চণ্ডাল** *বিণ.* দুষ্টাচাৰী, ক্ৰূৰাচাৰী, কুকৰ্মা, **—লঃ** অতি ঘৃণনীয় জাতিৰ মানুহ, মনু ৫।১৩১; **—বল্লকী** চণ্ডালৰ বীণা। নিকৃষ্ট বীণা।

**চণ্ডালিকা** *স্ত্ৰী.* চণ্ডালৰ বীণা।

**চণ্ডিকা** *স্ত্ৰী.* দুৰ্গা, চণ্ডী, কালী।

**চণ্ডিমা(ন্)** *পু.* ১। ক্ৰোধ, অত্যাচাৰ, ২। তাপ, উম।

**চণ্ডিলঃ** নাপিত।

**চতুৰ(স্)** সংখ্যা সদায় বহুবচন, ১। চাৰি, বে ১।২২; সমাসত ৰ বিসৰ্গলৈ ৰূপান্তৰিত হয়। অৱস্থান অনুসৰি কোনো কোনো ঠাইত স ষ হয়। **—অংশঃ** চাৰি ভাগৰ এভাগ, **—অঙ্গ** *বিণ* চাৰিটা অঙ্গযুক্ত, **(ঙ্গং)** ১। চতুৰঙ্গ সেনা বাহিনী-হস্তী, পদাতি, ৰথ আৰু ঘোঁৰা, ২। এবিধ দবা খেল। **—অন্ত** *বিণ* চাৰিওফালে বেৰি ৰখা। **—অন্তা** পৃথিৱী, **—অস্ৰ** চাৰিকুণীয়া, ৰ ৬।১০; সম, পৰিমিত, বৰ্গক্ষেত্ৰ, **—অহং** চাৰি দিনৰ সময়, **—আশ্ৰমঃ** দ্বিজৰ চাৰি আশ্ৰম, **—কোণ** চাৰি কুণীয়া, বৰ্গক্ষেত্ৰ, **—গতিঃ** ১। পৰমাত্মা, ২। কাছ, **—গুণ** চাৰি গুণ, **—দন্তঃ** ঐৰাৱত, **—দশৰত্নানি** সাগৰ মন্থনত বহিৰ হোৱা ১৪টা ৰত্ন, **—চতুৰ্দশবিদ্যা** চৈধ্যবিধ শাস্ত্ৰ, **—দিশং** চতুৰ্দিশে, **—দোলং —লঃ** ৰাজকীয় দোলা, **—দ্বাৰং** চাৰিওফালে চাৰিখন দুৱাৰ থকা ঘৰ, **—পদ** *বিণ.* চাৰিঠেঙীয়া, **—পদী** চাৰি শাৰী থকা কবিতা বা শ্লোক, **—পাঠী** চাৰিখন বেদ পাঠ কৰোঁতা, **—পাদ্** চাৰিঠেঙীয়া (পু) মকৰ্দমাৰ চাৰি অঙ্গ : ওজৰ, প্ৰতিবাদীৰ উত্তৰ, প্ৰত্যুত্তৰ আৰু বিচাৰ, **—বাহুঃ** চতুৰ্ভুজ বিষ্ণু, গী ১১।৪৬; **—মাসং** চাৰি মাহৰ ব্ৰত। (আহাৰৰ শুক্লা একাদশীৰ পৰা কাতিমাহৰ শুক্লা একাদশী লৈ), **—মুখঃ** ব্ৰহ্মা, **—ৰাত্ৰং** চাৰি ৰাতি, **—বক্ত্ৰ** ব্ৰহ্মা, **—বৰ্গঃ** ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ চাৰি বৰ্গ ফল, **—বৰ্ণঃ** ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ বৰ্ণ, **—বিদ্য** *বিণ.* চাৰি বেদ যি অধ্যয়ন কৰিছে, **—বিদ্যা** চাৰি বেদ, **—ব্যূহঃ** বিষ্ণু, **—ব্যূহং** আয়ুৰ্বেদ, চিকিৎসা বিজ্ঞান, **—ষষ্টিকলা** ৬৪ বিধ কলা, **—হায়নঃ** চাৰি বছৰ বয়সীয়া (জন্তু), **—হোত্ৰকং** চাৰিজন পুৰোহিত একেলগে।

**চতুৰ** *বিণ.* (চত্যাতে যাচ্যাতে ইতি চৎ উৰচ্) ১। নিপুণ, কাৰ্য্যক্ষম, বুধিয়ক, মু ৩।৯: ২। ক্ষীপ্ৰ, ৩। ধুনীয়া, মনোৰম, কু ১।৪৭, **—ৰং** ১। চাতুৰ্য্য, নৈপুণ্য, আলস্যহীনতা, দেভা ১৭।৪৪; ২। হাতীশাল।

**চতুৰ্থ** *বিণ.* (ৰ্থী) তৃতীয়ৰ পিচৰটো, **—ৰ্থং** চাৰি ভাগৰ এভাগ, **—আশ্ৰমঃ** দ্বিজৰ ধাৰ্মিক জীৱন—সন্ন্যাস,

—ভাজ্ আৰ্থিক দুৰৱস্থাৰ সময়ত প্ৰজাৰ পৰা আয়ৰ চাৰি ভাগৰ এভাগ কৰ আদায় (বিধিমতে ছয় ভাগৰ এভাগহে ল'ব পাৰে), —কঃ চাৰি দিনৰ মূৰে মূৰে হোৱা জ্বৰ।

**চতুৰ্থী** *স্ত্ৰী.* ১। চান্দ্ৰ পক্ষৰ চতুৰ্থ দিন, ২। সম্প্ৰদান কাৰকৰ বিভক্তি, ৩। মৃতকৰ চতুৰ্থ দিনত কৰা অস্থি শোধনাদি কৰ্ম, **—কৰ্ম** বিবাহৰ চতুৰ্থ দিনত কৰা ধৰ্মকাৰ্য্য।

**চতুৰ্ধা** *অব্য* চাৰি গুণ, চাৰি ফালেদি বা পিনেদি।

**চতুষ্ক** *বিণ.* (চত্বাৰো অৱয়ৱা যস্য ইতি কন্) ১। চাৰি অৱয়ৱ। মনু ৭।৫০; ২। চাৰি বঢ়াই দিয়া, (যেনে ১০০, ১০৪, ১০৮ ইত্যাদি) **—ষ্কং** চাৰিৰ সমষ্টি। চাৰিটা খুঁটাৰ ওপৰত থকা ঘৰ বা কোঠা, **—ষ্কী** ১। চাৰিটা পাৰ থকা পুখুৰী, ২। আঁঠুৱা।

**চতুষ্টয়** ১। চাৰি গুণ কু ২।১৭; **—য়ং** ১। চাৰিৰ সমষ্টি, কু ৭।৬২; ২। বৰ্গক্ষেত্ৰ।

**চত্বৰং** ১। চোতাল, ২। কেবাটাও পথ আহি য'ত মিলে, ৩। যজ্ঞৰ কাৰণে সমান কৰা ভূমিখণ্ড।

**চত্বালঃ** ১। যজ্ঞকুণ্ড, যজ্ঞৰ কাৰণে মাটিত কৰা গাঁত, ২। কুশ, ৩। গৰ্ভাশয়, ৪। চোতাল।

**চদ্ চন্দ্** ক) যাচে (ভ্বা উ দ্বিক, চদতি -তে) ১। খোজ, ভিক্ষা খোজ, প্ৰাৰ্থনা কৰ।

*খ) হ্লাদে, দীপ্তৌ* (ভ্বা প সক চন্দতি) ১। আহ্লাদিত হ, আনন্দিত হ, ২। উজ্জ্বল হ, দীপ্তিমান হ।

**চদিৰঃ** *পু.* (চন্দতি দীপ্যতে চদি কিৰচ্) ১। চন্দ্ৰ, ২। কৰ্পূৰ, ৩। হাতী, ৪। সাপ।

**চন** *অব্য* কিম আদি সৰ্বনামৰ পিচত অনিশ্চয়াত্মক অৰ্থ প্ৰকাশ কৰাত ব্যৱহাৰ কৰা হয়। যেনে— কিঞ্চন, কাচন, অৰ্থাৎ কোনোবা এটা, কিবা এটা ইত্যাদি।

**চন্দঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ।

**চন্দনং —নঃ** (চন্দয়তি আহ্লাদয়তি চদ্ ণিচ্ ল্যুল্) চন্দন গছ, চন্দন কাঠ। ৰ ৮।৭১; ঋতু ১।২, **—অচলঃ, —গিৰিঃ —অদ্ৰিঃ** মলয় পৰ্বত, **—নীয়া** গোৰোচনা, **—পুষ্পং** ইলাচী।

**চন্দিৰঃ** *পু.* (চদ্ কিৰচ্) ১। চন্দ্ৰ, হাতী।

**চন্দ্ৰঃ** *পু.* (চন্দতি দীপ্যতে ইতি চদ্ ৰক্) ১। চন্দ্ৰ, জোনবাই। ৰ ৪।১২; ২। চন্দ্ৰ গ্ৰহ, ৩। কৰ্পূৰ, ৪। ম'ৰা চৰাইৰ পাখিত থকা 'চকু', ৫। পানী, ৬। সোণ। 'চন্দ্ৰ', শব্দৰ শেষত উৎকৃষ্টতা, খ্যাতি বুজাবলৈও ব্যৱহাৰ কৰা হয়, যেনে পুৰুষচন্দ্ৰ, **—ন্দ্ৰা** ১। ইলাচী, ২। চাল থকা ডাঙৰ কোঠা, **—অংশুঃ** চন্দ্ৰৰ কিৰণ, **—অৰ্ধঃ** অৰ্দ্ধচন্দ্ৰ, **(—মৌলিঃ, শেখৰঃ)** সদাশিৱ, **—আতপঃ** ১। জোনৰ পোহৰ, ২। ডাঙৰ খোলা কোঠা, **—আত্মজঃ, —ঔৰসঃ, —জঃ, —জাতঃ, —তনয়ঃ —নন্দনঃ —পুত্ৰঃ** বুধগ্ৰহ, **—আননঃ** কাৰ্ত্তিকেয়, **—আপীডঃ** শিৱ, **—আহ্বয়ঃ** কৰ্পূৰ, **—ইষ্টা** পদুম ফুল। ৰাতি ফুলা পদুম, **—উদয়ঃ** জোনৰ উদয়, **—উপলঃ, —কান্তঃ** চন্দ্ৰকান্ত মণি। শি ৪।৫৮; **—কান্তং** ১। ভেঁট ফুল, ২। চন্দন কাঠ, **—ক্ষয়ঃ** অমাৱস্যা, **—গৃহং** কৰ্কত ৰাশি, **—চঞ্চলা** সৰু মাছ, **—দাৰাঃ** চন্দ্ৰৰ পত্নী, ২৭ টা নক্ষত্ৰ, দক্ষৰ জীয়াৰী— এইসকলক চন্দ্ৰলৈ বিয়া দিছিল। **—দ্যুতিঃ** চন্দন কাঠ, **—নাম** কৰ্পূৰ, **—পাদঃ** চন্দ্ৰৰ কিৰণ, **—বালা** ১। ডাঙৰ ইলাচী, ২। জোনৰ পোহৰ, **—বিন্দুঃ** ँ, **—ভস্মন্** কৰ্পূৰ, **—ভাসঃ** তৰোৱাল, **—ভূতিঃ** ৰূপা, **—ৰেখা, —লেখাঃ** চন্দ্ৰ কলা, **—ৰেণুঃ** আনে ৰচা পুথি নিজৰ বুলি প্ৰকাশ কৰোঁতা, **—লোকঃ** চন্দ্ৰলোক, **—লোহকং —লৌহং, —লৌহকং** ৰূপা, **—ৰংশঃ** চন্দ্ৰবংশী ৰজা, **—ৱদনঃ** চন্দ্ৰমুখ, **—ব্ৰতং** চান্দ্ৰায়ণী ব্ৰত, **—শালা** অলিন্দ। ঘৰৰ চালৰ ওপৰত থকা কোঠা। ৰ ১৩।৪০; **—শিলা** চন্দ্ৰকান্ত মণি, **—সংজ্ঞঃ** কৰ্পূৰ, **—সম্ভৱঃ** বুধ গ্ৰহ, **—সালোক্যং** চন্দ্ৰলোক প্ৰাপ্তি, **—হন্** ৰাহু, **—হাসঃ** ১। উজ্জ্বল খড়্গ, ২। ৰাৱণৰ খড়্গ ৩। সুধাৰ্মিকৰ পুত্ৰ; ৪। কেৰেলাৰ এজন ৰজাৰ নাম। মূলা নক্ষত্ৰত জন্ম হোৱা এই ৰজাৰ ভৰিৰ আঙুলি এটা বেছি আছিল। শত্ৰুৱে পিতাকক হত্যা কৰাৰ পিচত চন্দ্ৰহাসৰ অতি দুৰৱস্থা হয় যদিও বহু চেষ্টাৰ পিচত ৰজা হয়গৈ। চন্দ্ৰহাস কৃষ্ণাৰ্জুনৰ বন্ধু আছিল।

**চন্দ্ৰকঃ** ১। জোনবাই, ২। ম'ৰাপাখিৰ 'চকু', ৩। নখ, ৪। পানীত তেল পেলালে চন্দ্ৰৰ দৰে হোৱা চক্ৰ।

**চন্দ্ৰকী(ন্)** *পু.* ম'ৰা চৰাই।

**চন্দ্ৰমাঃ(স্)** *পু.* জোনবাই। ৰ ৬।২২।

**চন্দ্ৰিকা** ১। জোনৰ পোহৰ। ৰ ১৯।৩৯; ২। সমাসৰ শেষত 'ব্যাখ্যা', বিষয়ৰ ওপৰত 'দৃষ্টিপাত' বুজাবলৈ ব্যৱহাৰ কৰা হয়, যেনে— অলঙ্কাৰচন্দ্ৰিকা, ৩। দীপাৱলী,

৪। ডাঙৰ এলাচী, ৫। চন্দ্রভাগা নদী, ৬। মল্লিকা লতা, **—অম্বুজং** বগা পদুম, **—দ্রাৱঃ** চন্দ্রকান্ত মণি, **—পায়ী** চকোৱা চৰাই।

**চন্দ্রিলঃ** ১। নাপিত, ২। সদাশিৱ।

**চপ্** (ক) সান্ত্বে (ভ্বা প সক চপতি) সান্ত্বনা দি, নিচুকনি দি, (খ) কল্কে (চুৰা প সক চপয়তি) গুড়ি কৰ, খুন্দ, মল, দল, (যেনে, আটাগুৰি মলা)।

**চপটঃ, চপেটঃ** *পু.* (চপ ঘঞর্থে কঃ চপঃ এটতি ইট অচ) ১। মেলা আঙুলিৰে হাতৰ তলুৱা, ২। চৰ, চাপৰ।

**চপল** *বিণ.* (চোপতি মন্দং মন্দং গচ্ছতীতি চুপ কলঃ) ১। কঁপি থকা, চঞ্চল, শ ১।১৫, ২। অস্থিৰ, ৩। বিকাৰশীল, অস্থায়ী, ৪। দ্রুত, বেগী, ক্ষিপ্র, ৫। উতনুৱা, উদ্ধত, ৬। তৰল।

**চপলা** ১। চঞ্চলা, ২। লক্ষ্মী, ৩। বিজুলী, আস ১৩৯, ৪। ব্যভিচাৰী তিৰোতা, ৫। জিভা, ৬। সুৰা।

**চপেটাঘাতঃ** চৰ, থাপ্পৰ বা চাপৰ।

**চপেটী** *স্ত্রী.* ভাদ মাহৰ শুক্লাষষ্ঠী।

**চম** ভক্ষে, (ভ্বা উ স চমতি) ১। পান কৰ, ২। চুপি চুপি খা, পি খা, ৩। চেলেকি খা, **আ—** (আচামতি) আচমন কৰ, চেলেকি খা, শুহি পেলা।

**চমৎকাৰঃ** *পু.* (চমৎ কাৰোতীতি চমৎ কৃ অণ্) ১। বিস্ময়, ২। দৃশ্য, ৩। কাব্যিক সৌন্দৰ্য্য।

**চমৰং, চমৰঃ** ১। চোঁৱৰ, ২। এবিধ হৰিণ, ৩। যক নামৰ এবিধ ষাঁড় ঃ চমৰগৌঃ, শকদ্রু **—পুচ্ছং** চমৰৰ নেজ, বিচনিৰূপে ব্যৱহাৰ হয়।

**চমৰিকঃ** কোবিদাৰ গছ।

**চমৰী** *স্ত্রী.* ১। চমৰ গাই। কু ১।১৩; ২। মঞ্জৰী।

**চমসং —সঃ** *ক্লী. পু.* (চম্যাতে ভক্ষ্যাতে সোমঃ ইতি চম্ অসচ্) ১। যজ্ঞৰ সময়ত সোমৰস খাওঁতে ব্যৱহাৰ কৰা চামুচ, বা হেতা বা তেনেকুৱা পাত্র, ২। লাড়ু বা পিঠা, ৩। ঋষভদেৱৰ এজন পুত্ৰৰ নাম, ভা ৫।৪।১১; **—সী** ১। কাঠৰ চামুচ, ২। এবিধ পিঠা।

**চমূঃ** *স্ত্রী.* (চমতি ভক্ষয়তি চম উঃ) ১। সেনাবাহিনী গী ১।৩, ২। ৭২৯ হাতী, ৭২৯ ৰথ, ২১৮৩ ঘোঁৰা আৰু ৩৬৪৫ পদাতি থকা বাহিনী, **—চৰঃ** সৈন্য, যুঁজাৰু, **—নাথঃ —পঃ —পতিঃ** সেনাধ্যক্ষ, **—হৰঃ** শিৱ।

**চমূৰুঃ** *পু.* এবিধ হৰিণ।

**চম্প্** গতৌ (চুৰা উ অক চম্পয়তি, -তে) গমন কৰ, যা।

**চম্পঃ** *পু* কোবিদাৰ গছ।

**চম্পকং** *ক্লী.* (চম্পতি সদগন্ধং গচ্ছতীতি চম্প খুল্) ১। এবিধ কল, চেনিচম্পা কল, ২। চম্পক ফুল, **—কঃ** *পু.* ১। চম্পা গছ, ২। এবিধ সুগন্ধি দ্রব্য, আতৰ, **—কলিকা** চম্পাফুলৰ কলি, **—চতুৰ্দশী** জেঠ মাহৰ শুক্লা চতুৰ্দশী, **—মালা** ১। তিৰোতাই পিন্ধা এবিধ হাৰ, ২। চম্পক ফুলৰ মালা, ৩। এবিধ কাব্য ছন্দ।

**চম্পকাৱতী, চম্পা, চম্পাৱতী** গঙ্গাৰ পাৰৰ এখন পুৰণি চহৰৰ নাম।

**চম্পূঃ** *স্ত্রী.* এবিধ কাব্য। এই কাব্যত গদ্য আৰু পদ্য দুয়োবিধ থাকে। বিখ্যাত চম্পূকাব্য কেইখনমানৰ ভিতৰত; নলচম্পূ, ৰামায়ণচম্পূ আদি প্ৰধান। সাহিত্যদৰ্পণত চম্পূকাব্যৰ লক্ষণ এইদৰে দিছে ঃ গদ্যপদ্যময়ী বাণী চম্পূৰিত্যভিধীয়তে।

**চয়্** গতৌ (ভ্বা আ সক চয়তে) ১। গমন কৰ, ২। ক'ৰবালৈ বা কাৰোবাৰ অভিমুখে যা।

**চয়ঃ** *পু.* (চীয়তে ইতি চি এৰচ্) ১। সমূহ, শি ১।৩; ২। দ'ম, ৩। ঘৰৰ ওখ ভেঁটি, ৪। মাটিৰ স্তূপ, ৫। দ'ম কৰি থোৱা কাঠ, ৬। দুৰ্গৰ দুৱাৰ, ৭। দুৰ্গৰ চাৰিওফালে থকা খাল, ৮। দুৰ্গৰ খালৰ পৰা তোলা মাটিৰ দ'ম।

**চয়নং** সংগ্ৰহ কাৰ্য্য, একত্রিতকৰণ।

**চৰ্** গমনে, অদনে, আচাৰে (ভ্বা, পৰ সক চৰতি) ১। খোজ কাঢ়, গমন কৰ, ঘূৰি ফুৰ, শ ১।১৫; ২। (পশু আদিয়ে) চৰি ফুৰ, ৩। চেষ্টা কৰ, অনুশীলন কৰ, সম্পাদন কৰ, নিৰীক্ষণ কৰ। মনু ৩।৩০; ৪। কাৰ্য্য কৰ, ব্যৱহাৰ কৰ, আচৰণ কৰ, মনু ৫।৯০; ৫। খা, খাই পেলা, ৬। ব্যস্ত হ, ৭। জীয়াই থাক, একেদৰে চলি থাক, **অত—** অতিক্রম কৰ, অমান্য কৰ, অপৰাধ কৰ, **অনু—** অনুসৰণ কৰ, **অভ্যা—** অনুকৰণ কৰ, **অপ—** লঙ্ঘন কৰ, অপৰাধ কৰ, অমান্য কৰ, **অভি—** ১। অপৰাধ কৰ, ২। বিশ্বাসঘাতকতা কৰ, মনু ৫।১৬২; ৩। মন্ত্ৰ কৰ, বশ কৰ, **আ—** ১। অভ্যাস কৰ, সম্পাদন কৰ, শ ১।২৫; ২। ব্যৱহাৰ কৰ, আচৰণ কৰ, ৩। ঘূৰি

ফুৰ, চৰি ফুৰ, ৪। অনুসৰণ কৰ, **উদ—** ১। ওপৰলৈ উঠ, উঠ, ৰ ৯।৭৩; ২। উচ্চাৰণ কৰ, মাত, ৩। শৌচাদি কৰি পেট খালি কৰ, **উপ—** ১। সেৱা কৰ, শুশ্ৰূষা কৰ, অপেক্ষা কৰ, কু ১।৬০; ২। ওচৰলৈ যা, **দুস্—** ঠগা, প্ৰবঞ্চনা কৰ, **পৰি—** ১। পৰিচৰ্য্যা কৰ, ঘূৰি ফুৰ, ২। শুশ্ৰূষা কৰ, **—প্ৰ** বিস্তাৰ কৰ, প্ৰচলন কৰ, বলৱৎ কৰ, কাম কৰিবলৈ আগবাঢ়, **ৱি—** ১। ঘূৰি ফুৰ, মে ১১৫; ২। অভ্যাস কৰ, আচৰণ কৰ, **সং—** ১। খোজ কাঢ়, গমন কৰ, অতিক্ৰম কৰ, কু ১।৬; ২। অভ্যাস কৰ, সম্পাদন কৰ, ৩। এৰি যা, অতিক্ৰম কৰ।

**চৰঃ** (চৰতি স্বপৰৰাজ্যস্য শুভাশুভজ্ঞানায় ভ্ৰাম্যতি চৰ্ অচ্) ১। **স্বৰাষ্ট্ৰ অথবা পৰৰাষ্ট্ৰৰ** শুভাশুভ বিষয়ে গুপুতে জ্ঞান **আহৰণ কৰাৰ** বাবে নিযুক্ত হোৱা লোক, চোৰাংচোৱা, ২। পাশা খেল, ৩। বালিমাহী চৰাই, ৪। চোঁৱৰ, ৫। মঙ্গল গ্ৰহ, মঙ্গলবাৰ, **—অচৰং** ১। চৰাচৰ সকলো প্ৰাণী। মনু ১।৫৭; ২। আকাশ, বায়ুমণ্ডল, **—দ্ৰব্যং** অস্থায়ী বস্তু, **—মূৰ্তিঃ** শোভাযাত্ৰাত নিয়া [illegible]লন্তা) বিগ্ৰহ।

**চৰকঃ** *পু.* (চৰ্ কন্) ১। চোৰাংচোৱা, ২। পৰিব্ৰাজক, অঘৰী, ভিকহু।

**চৰটঃ** *পু.* বালিমাহী চৰাই।

**চৰণং —ণঃ** *ক্লী. পু.* (চৰ্ ভাৱে ল্যুট্) ১। চৰণ, ভৰি, ঠেং, ব ৩।৩৮; ২। খুঁটা, স্তম্ভ, অৱলম্বন, ৩। গছৰ শিপা, ৪। এটা শ্লোকৰ এটা শাৰী বা পংক্তি, ৫। বেদৰ **শাখা বা চৰণ**, ৬। বংশ, গোত্ৰ, **—ণং** ১। ভ্ৰমণ, গমন, ২। সম্পাদন। মনু ৬।৭৫; ৩। নৈতিক আচৰণ, ৪। ভক্ষণ, **—অমৃতং —উদকং** দেৱতাৰ, ব্ৰাহ্মণ অথবা **গুৰুৰ** ভৰি ধোৱা পানী, **—অৰৱিন্দং —কমলং —পত্ৰং** পদুমৰ দৰে ভৰি, **—আস্কন্দনং** ভৰিৰ তলত গচকা, **—আয়ুধঃ** মতা কুকুৰা, **—গ্ৰন্থিঃ** *পু.* **—পৰ্ৱন্,** *ক্লী.* ভৰিৰ গাঁঠি, **—ন্যাসঃ** পদক্ষেপ, **—পঃ** গছ, **—পতনং** ভৰিত পৰা, **—শুশ্ৰূষা, —সেৱা** সাষ্টাঙ্গ প্ৰণাম।

**চৰম** *বিণ.* (চৰতীতি চৰ্ অমচ্) ১। চূড়ান্ত, শেষ, অন্তিম, ২। পিঠি, পিচফাল, ৩। বৃদ্ধ, বুঢ়া, ৪। বাহিৰ ফাল, ৫। পশ্চিম, ৬। সৰ্ব নিম্ন, **—মং** অব্য. অন্ততঃ, **—আচলঃ —অদ্ৰিঃ অস্তাচল, —কালঃ** মৃত্যুকাল।

**চৰিঃ** *পু.* (চৰ ইন) পশু। জন্তু।

**চৰিতং** *ক্লী.* (চৰ ভাৱে ক্তঃ) ১। চৰিত্ৰ, ২। গমন, গতি, আচৰণ, অভ্যাস, ৩। জীৱনী, চৰিত পুথি, ইতিহাস, আখ্যান।

**চৰিতাৰ্থ** *বিণ.* ১। প্ৰয়োজনীয় বস্তু প্ৰাপ্ত কৰা, লক্ষ্যপ্ৰাপ্ত হোৱা। কু ২।৭, ২। সন্তুষ্ট, সম্পাদিত।

**চৰিত্ৰং** *ক্লী.* (চৰ ইত্ৰঃ) ১। স্বভাৱ, চৰিত্ৰ, আচৰণ, ২। কৰ্ম সম্পাদন, পালন, ৩। ইতিহাস, জীৱনী, বিৱৰণ, ৪। প্ৰকৃতি, ৫। কৰ্তব্য, প্ৰস্থাপন। মনু ৯।৭।

**চৰিষ্ণু** *বিণ.* (চৰ ইষ্ণুচ) ১। জঙ্গম, ২। অস্থায়ী, গতিশীল, ৩। ভ্ৰমণশীল।

**চৰুঃ** *পু.* (চৰন্তি ভক্ষয়ন্তি দেৱা ইমং চৰ্ উঃ) ১। হৱ্যান্ন, ঘিঁউ, চাউল, দালি একেলগে সিদ্ধ **কৰি** দেৱতা অথবা পিতৃ পুৰুষলৈ কৰা অৰ্পণ, ২। হৱ্যান্ন সিদ্ধ কৰা পাত্ৰ, মাটিৰ চৰু।

**চৰ্চ** ক) অধ্যয়নে (চুৰা প সক চৰ্চয়তি) ১। পঢ়, ২। অধ্যয়ন কৰ, গভীৰভাৱে অধ্যয়ন কৰ।

খ) উক্তৌ, ভৰ্ৎসনে (তুদা প সক চৰ্চতি) ১। ভৰ্ৎসনা কৰ, নিন্দা কৰ, গালি পাৰ, ২। আলোচনা কৰ, চৰ্চা কৰ।

**চৰ্চনং** *ক্লী.* অধ্যয়ন, আলোচনা, চৰ্চা।

**চৰ্চৰিকা, —ৰী** (চৰ্চ অৰণ ঙীষ্) ১। এবিধ গীত, ২। হাত চাপৰি বজাই সঙ্গীতৰ তাল ৰক্ষা কৰা, ৩। হৰ্ষ, ক্ৰীড়া, আনন্দোৎসৱ, উৎসৱ, ৪। তোষামোদ, **—ৰিকঃ** মহাকাল, কেশ বিন্যাস, চুলি সজ্জা, এবিধ ব্যঞ্জন, শাক।

**চৰ্চা, চৰ্চিকা** *স্ত্ৰী.* (চৰ্চ ণিচ্ অঙ্ টাপ) ১। আলোচনা, আবৃত্তি, পাঠ, ২। দুৰ্গা, ৩। চিন্তা, ৪। শৰীৰত সুগন্ধি দ্ৰব্য লেপন, ৫। গায়ত্ৰীৰূপা মহাশক্তি, দেৱতা ১২।৬।৪৬।

**চৰ্চিত** *বিণ.* (চৰ্চ কৰ্মণি ক্তঃ) ১। শৰীৰত চন্দনাদি প্ৰলেপন, গীত ১, ২। আলোচিত, বিবেচিত।

**চৰ্ত্ত্য** *বিণ.* (চৃৎ হিংসায়াম্ ণ্যৎ) বধ্য, হননীয়।

**চৰ্পটিঃ** *পু.* (চৃপ্ অটন) মেলা আঙুলিৰে হাতৰ তলুৱা, (বিণ.) বিপুল, বহল, বিস্তৃত, **—টী** পাতল বিস্কুট বা পিঠা।

**চৰ্ভটিঃ** এবিধ বাণ্ডী, **—টী** বাণ্ডি, আনন্দ উল্লাস।

**চৰ্মং** *ক্লী.* ঢাল, ফলক, মনু ৭।১৯২।

**চৰ্ম (ন্)** *ক্লী.* (চৰ্ ম্‌নিন) ১। চাল, স্পৰ্শেন্দ্ৰিয়, ২। ঢাল, ফলক, শি ১৮।২১; **—অন্তস্** *ক্লী.* শৰীৰৰ ভিতৰৰ পানী, ৰস, **—অৱকৰ্তা, —কাৰঃ —কাৰী** *পু.* মুচী, **—চিত্ৰকং** ধৱল কুষ্ঠ, **—জং** চুলি, তেজ, **—তৰঙ্গ** চালৰ কোঁচ, **—দণ্ডঃ, —নালিকা** চামৰাৰে তৈয়াৰী চাবুক, **—পত্ৰা** বাদুলি, **—প্ৰসেৱকঃ** কমাৰৰ ভাতী **—মুণ্ডা** চামুণ্ডা, দুৰ্গা, **—যষ্টিঃ** চাবুক, **—ৱসনঃ** শিৱ, **—ৱাদ্যং** ঢোল, ডবা, খোল ইত্যাদি **—সম্ভৱা** ডাঙৰ ইলাচী, **—সাৰঃ** গাৰ ৰস।

**চৰ্মিকঃ, চৰ্মী (ন্)** *পু.* ১। ঢাল লোৱা সৈনিক, ঢালী, ২। ভূৰ্জগছ।

**চৰ্যা** *স্ত্ৰী.* (চৰ্ যৎ টাপ্) ১। যাগ যজ্ঞাদিৰ নিয়মিত পালন, ২। খাৱন, ৩। দেশাচাৰ, ৰীতি, ৪। গতি, গমন, ৫। স্বভাৱ, আচৰণ।

**চৰ্ব্** ভক্ষে (ভ্বা, চুৰা, প উ সক চৰ্বতি, চৰ্বয়তি, -তে) ১। ভক্ষণ কৰ, খা, চোবাই খা, চুপি চুপি খা বা পি খা, ২। সোৱাদ ল, উপভোগ কৰ।

**চৰ্বিত** *বিণ* (চৰ্বতে স্ম চৰ্ব কৰ্মণি ক্ত) ১। ভক্ষিত, চুঁহি খাই শেষ কৰা, সোৱাদ পোৱা, **—চৰ্বণং** খোৱাকে খোৱা, (কুঁহিয়াৰ চুঁহি চুঁহি খোৱাৰ পিচত আকৌ তাকে চোঁহা কাৰ্য্য)। (ৰূপক) বাৰম্বাৰ অনৰ্থক উক্তি, **—পাত্ৰং** থু-খেঁকাৰ পেলোৱা পাত্ৰ।

**চৰ্ব্য** *বিণ.* চোবাই খাব লগীয়া। চৰ্বণীয়।

**চৰ্ষণিঃ** *পু.* (কৃষ্ অনিঃ চঃ) ১। মানুহ, ২। মানৱ জাতি, ভা ৬।৬।৩১।

**চল্** ক) গতৌ (ভ্বা প সক চলতি) ১। লৰাই দি, লৰা, কঁপা, আলোড়িত কৰ, ভট্টি ৬।৮৪; ২। যা, গমন কৰ, এঠাইৰ পৰা আন ঠাইলৈ যা, ৩। বিচলিত হ, বিপথে গমন কৰ, এৰ, সৰি পৰ, মনু ৭।১৫; **উদ—** যাত্ৰা কৰ, দূৰলৈ গুচি যা, স্থান পৰিত্যাগ কৰ, **প্ৰ—** কঁপা, লৰাই দি, যা, যাত্ৰা কৰ, বিচলিত হ, **ৱি—** বিচলিত হ, আগ বাঢ়, যাত্ৰা কৰ, কৰ্কশ হ, কঠোৰ হ।

খ) ৱিলাসে (তুদা প অক চলতি) আমোদ কৰ, আনন্দ উপভোগ কৰ, খেল-ধেমালি কৰ।

**চল** *বিণ.* (চল্ পচাদ্যচ) ১। চঞ্চল, কম্পমান, ২। বিনাশশীল, অদৃঢ়, ৩। বিচলিত, বিশৃঙ্খল, বিমোৰ, **—লঃ** পাৰা, পাৰদ, বতাহ, চঞ্চল, **—লা** লক্ষ্মী, এবিধ আতৰ, **—আচলঃ** চলাচল সকলো বস্তু, স্থাবৰ—জঙ্গম, **—অন্তকঃ** বাতবিষ, **—আত্মন্** চঞ্চলমনা, **—ইষুঃ** যাৰ কাঁড় অস্থিৰভাৱে গতি কৰে, বেয়া ধনুৰ্ধৰ, **—কৰ্ণঃ** পৃথিৱীৰ পৰা আন গ্ৰহলৈ প্ৰকৃত দূৰত্ব, **—চঞ্চু** চকোৰা পক্ষী, **—চিত্ত** *বিণ.* অস্থিৰ মনা, **—দলঃ —পত্ৰঃ** আঁহত গছ।

**চলনঃ** *পু.* (চলতি অনেন চল কৰণে ল্যুট) ১। ঠেং, ভৰি, ২। পছু, **—নং** ১। কম্পন, ২। ভ্ৰমণ, **—নী** *স্ত্ৰী.* ১। তিৰোতাই পিন্ধা সৰু 'পেটিকোট,' ২। হাতী বন্ধা ৰচি।

**চলনকং** *ক্লী.* সৰু 'পেটিকোট'।

**চলিঃ** আবৰণ, আলোৱান।

**চলিত** *বিণ.* (চল্ কৰ্তৰি ক্তঃ) ১। কম্পিত, আলোচিত, ৰাত ৩।১।৮৭, ২। গত, প্ৰস্থিত, ৩। প্ৰাপ্ত, ৪। জ্ঞাত, **—তং** এবিধ নৃত্য।

**চলুঃ** (চল উণ্) চলু (এক চলু পানী) **—কঃ** মুখ ধুবৰ আঁজলিত লোৱা পানী।

**চষ** ক) বধে, (ভ্বা প সক চষতি) ১। বধ কৰ, আঘাত কৰ।

খ) ভক্ষে (ভ্বা উভ সক চষতি -তে) ভক্ষণ কৰ, খা।

**চষকং, —কঃ** *পু. ক্লী.* ১। মদ্যপান পাত্ৰ, মদৰ গিলাচ, কি ৯।৫৯; **—কং** ১। সুৰা, ২। মৌ।

**চষতিঃ** *পু.* (চষ ভাবে অতিঃ) ১। ভক্ষণ, বধ, হনন, ২। ক্ষয়, অৱনতি।

**চষালঃ** *পু.* ১। বলিশালত অথবা যজ্ঞস্তম্ভত (যূপকাষ্ঠ) থকা আঙঠি, ২। মৌৰ-বাহ।

**চহ্** শাঠ্যে (ভ্বা প, চুৰা উ সক চহতি, চহয়তি -তে) ১। দুষ্ট হ, দুষ্টামি কৰ, ২। ঠগা, প্ৰবঞ্চনা কৰ, ৩। গৰ্ব কৰ, দম্ভ কৰ।

**চাকচক্যং** উজ্জ্বলতা, দীপ্তি, চিকমিকনি।

**চাক্ৰিকঃ** *পু.* (চক্ৰেণ চৰতীতি ঠক) ১। বহুতৰ লগত মিলি যি স্তুতি কৰে, ২। কুমাৰ, ৩। তেলী, ৪। (গাড়ীৰ) চালক।

**চাক্ষুষং** *ক্লী.* (চক্ষুষা নিৰ্বৃত্তম্ চক্ষুষ্ অণ্) ১। প্ৰত্যক্ষ, ২। চকু, ইন্দ্ৰিয়ৰ পৰা উৎপন্ন হোৱা জ্ঞান, **—ষঃ** ১। ষষ্ঠ মনু, ২। আপ্যাদি দেৱতাসকল; পুৰু, পুৰুষ সুদ্যুম্নাদি মনুৰ পুত্ৰসকল।

**চাঙ্গঃ** *পু.* (চি ডঃ) ১। টেঙেচি টেঙা, ২। দাঁতৰ শুভ্ৰতা।
**চাচপুটঃ** *পু.* সঙ্গীতৰ এবিধ তাল।
**চাঞ্চল্যং** *ক্লী.* (চঞ্চল ষ্যঞ) চঞ্চলতা, চপলতা।
**চাটঃ** *পু.* (চটতি ভিনত্তি চট ণঃ) চোৰ, ঠগ, প্ৰতাৰক।
**চাটুঃ** *পু.* (চটতি ভিনত্তি মনঃ তোষামোদৱাক্যেন চট ঞুণ) ১। চাটু বাক্য, মধুৰ কথা কৈ আনক মোহিত কৰা, ভুলোৱা, ফুচুলা, তু ৬।১৪; (আজিকালি ইয়াকে সহজভাৱে 'তেল দিয়া' বুলি কোৱা হয়।), ২। স্পষ্ট কথা, **—উক্তিঃ** ফুচুলা কথা, প্ৰিয় কথা, **—উল্লোল, —কাৰ** *বিণ.* তোষামোদকাৰী, **—ৱটুঃ** বহুৱা, বহুৰূপী।
**চাণক্যঃ** *পু.* (চণকস্য গোত্ৰাপত্যম ইতি যঞ) প্ৰসিদ্ধ চাণক্য মুনি, অৰ্থশাস্ত্ৰ প্ৰণেতা। মুনিগৰাকীক বিষ্ণুগুপ্ত আৰু কৌটিল্য নামেৰেও জনা যায়। চাণক্যই নিজৰ বুদ্ধিৰ বলেৰে নন্দৰাজক হত্যা কৰাই নিজৰ প্ৰিয় শিষ্য চন্দ্ৰগুপ্তক ৰাজ সিংহাসনত বহুৱায় আৰু নিজে মন্ত্ৰীত্ব গ্ৰহণ কৰে। চিৰপ্ৰসিদ্ধ 'চাণক্যশ্লোক' এইজন চাণক্যৰ দ্বাৰাই ৰচিত হৈছিল বুলি কোৱা হয়।
**চাণূৰঃ** *পু.* কংসৰাজৰ মাল যুঁজাৰু। কৃষ্ণই অক্ৰুৰৰ লগত মথুৰালৈ আহি থাকোঁতে কংসই এই মল্ল জনক কৃষ্ণক বধ কৰিবলৈ পঠিয়াই দিয়ে। পিছে কৃষ্ণৰ লগত যুঁজ কৰি চাণূৰেই নিহত হয়। সেয়ে কৃষ্ণৰ আন এটা নাম 'কংসচাণূৰমৰ্দন'।
**চাণ্ডালং** (স্ত্ৰী) চণ্ডাল; সমাজ বহিৰ্ভূত, নীচ জাতিৰ লোক; মনু ৩।২৩৯।
**চাতকঃ** *পু.* (চততে যাচতে জলমুখমিতি চত ণ্বুল) আকাশলৈ মুখ কৰি বৰষুণৰ পানী খাই জীৱন ধাৰণ কৰা এবিধ চৰাই। ভৰ্তৃ ২।৫১; **—আনন্দনঃ** ১। বৰষুণ বতৰ, ২। মেঘ।
**চাতনং** ১। আঘাত, ২। দূৰীকৰণ, আঁতৰলৈ খেদি পঠোৱা কাৰ্য্য।
**চাতুৰ** *বিণ.* ১। চতুৰ, সমৰ্থৱান, বুদ্ধিমান, ২। সুবক্তা, চাটুকাৰ, ৩। দৃশ্য, **—ৰং** চাৰিচকীয়া যান, **—ৰী** চাতুৰ্য্য, বুদ্ধিমত্তা, সামৰ্থ্য।
**চাতুৰক্ষঃ** সৰু ঘূৰণীয়া গাৰু।
**চাতুৰাশ্ৰম্যং** দ্বিজৰ চাৰি আশ্ৰম সম্বন্ধীয়।
**চাতুৰিকঃ** *পু.* (চাতুৰীং ৰথচালনকৌশলং জানাতীতি ঠক্) ১। সাৰথি, ৰথচালক, ২। চাৰিদিনে চাৰিদিনে হোৱা কঁপনি জ্বৰ।
**চাতুৰ্থাহ্নিক** *বিণ.* চাৰি দিনৰ দিনা হোৱা বা হ'বলগীয়া।
**চাতুৰ্দশং** দৈত্য বিশেষ।
**চাতুৰ্মাস্যং** প্ৰতি চাৰি মাহৰ অন্তৰে অন্তৰে পতা যজ্ঞ বিশেষ।
**চাতুৰ্ৱৰ্ণ্যং** *ক্লী.* ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ— এই চাৰিবৰ্ণ একেলগে, গী ৬।১৩ ।
**চাত্বালঃ** *পু. ক্লী.* (চততে যাচতে ইতি চৎ ৱালঞ) ১। যজ্ঞকুণ্ডৰ কাৰণে চোতালত কৰা গাঁত, ২। কুশ।
**চান্দনিক** বিণ. চন্দনেৰে তৈয়াৰী, চন্দনযুক্ত।
**চান্দ্ৰং** ক্লী. (চন্দ্ৰস্য ইদম্ চন্দ্ৰ অণ) ১। চান্দ্ৰায়ণ ব্ৰত, ২। আদা, **—স্ৰঃ** পু. ১। চান্দ্ৰ মাহ, ২। শুক্ল পক্ষ, ৩। চন্দ্ৰকান্ত মণি, **—ব্ৰতিকঃ** চান্দ্ৰায়ণ ব্ৰত পালন কৰোঁতা।
**চান্দ্ৰক, চান্দ্ৰাখ্যং** আদা।
**চান্দ্ৰমস** *বিণ.* চন্দ্ৰ সম্বন্ধীয়। গী ৮।২৫; **—সং** মৃগশিৰা নক্ষত্ৰ।
**চান্দ্ৰমসায়ণঃ** বুধগ্ৰহ।
**চান্দ্ৰায়ণং** *ক্লী.* ব্ৰত বিশেষ। **—য়ণিক** চান্দ্ৰায়ণ ব্ৰতী।
**চান্দ্ৰী** *স্ত্ৰী.* জোনৰ পোহৰ, জ্যোৎস্না।
**চাপং** *ক্লী.* (চপস্য ৱংশৱিশেষস্য ৱিকাৰঃ চপ অণ) ১। ধনু, ১২।৪৭; ২। অৰ্দ্ধবৃত্ত, ৩। নৱম ৰাশি, ধনুৰাশি, ৪। ৰামধেনু।
**চাপপটঃ** *পু.* পিয়াল গছ।
**চাপলং —ল্যং** *ক্লী.* (চপলস্য ভাৱঃ কৰ্ম্ম বা ইতি অণ) ১। চপলতা, চঞ্চলতা, অস্থিৰতা, কি ২।৪১, ২। ঔদ্ধত্য ৰ ১।৯।
**চামৰং, —ৰঃ** চমৰী হৰিণৰ নেজেৰে তৈয়াৰ কৰা বিচনি, ৰাজকীয় চিহ্ন। পঞ্চ ৩।২৬৬; **—গ্ৰাহঃ —গ্ৰাহিন্** চোঁৱৰ ধৰা লোক, **—গ্ৰাহিণী** ৰজাৰ মূৰৰ ওপৰত চোঁৱৰ ধৰি থকা তিৰোতা, **—পুষ্পঃ** তামোল, কাশফুল, আম, কেতেকী ফুল।
**চামৰী** (ন) ঘোঁৰা।
**চামীকৰং** *ক্লী.* সোণ। শি পু ২।২৩।
**চামুণ্ডা** *স্ত্ৰী.* (শুম্ভ আৰু নিশুম্ভ নামৰ ৰাক্ষস দুজনক নিহত কৰা দেৱী) দুৰ্গা। কালী।
**চাম্পিলা** *স্ত্ৰী.* চম্পা নদী।

**চাম্পেয়ঃ** *পু.* ১। চম্পক গছ, ২। নাহৰ গছ, ৩। ৰাজতৰঙ্গিণীত উল্লেখ থকা এজন ৰজাৰ নাম, **—য়ং** *ক্লী.* সোণ, পদুমৰ কেশৰ, ধঁতুৰা গছ।

**চাম্যং** *ক্লী.* (চম্যতে ভক্ষতে চম কৰ্মণি ণ্যৎ) খাদ্য, ভক্ষ্য।

**চায়্** অৰ্চে নিশামে (ভ্বা উ সক চায়তি -তে) ১। পূজা কৰ, অৰ্চনা কৰ, ২। চা, নিৰীক্ষণ কৰ।

**চাৰং** *ক্লী.* ১। এবিধ কৃত্রিম বিহ, **—ৰঃ** ১। পিয়াল গছ, ২। গতি, খোজ, গমনভঙ্গী, ৩। অভ্যাস, সম্পাদন, ৪। কাৰাগাৰ, ৫। বন্ধন, শিকলি, ৬। চোৰাংচোৱা, ৭। বাণিজ্য, ব্যৱহাৰ, প্ৰবৃত্তি, প্ৰচাৰ, ৰজঃ সঞ্চাৰ, **—চক্ষুসঃ** চোৰাংচোৱাৰ চকুৰে চোৱা (ৰজা), মনু ৯।২৫৬; **—চঞ্চুঃ** ধুনীয়া ৰথ, **—পথঃ** দুটা পথৰ সংযোগ স্থল, **—ভটঃ** সাহসী যোদ্ধা, **—ৱায়ুঃ** পছোৱা বতাহ। গৰম কালৰ বতাহ।

**চাৰকঃ** *পু.* (চ্ৰ ণিচ ণ্বুল) ১। চোৰাংচোৱা, গুপ্তচৰ, ২। গৰখীয়া, ৩। চালক, ৪। অশ্বাৰোহী, অশ্বপালক, ৫। কাৰাগাৰ।

**চাৰণঃ** *পু.* (চাৰয়তি নৃত্যগীতাদি ৱিদ্যাং চৰ ণিচ ল্যুঃ) ১। চাৰণ, গায়ক, নট বিশেষ, কুশীলৱ, ২। পৰ্যটক, ৩। স্বৰ্গীয় গায়ক, গন্ধৰ্ব, ৪। ধৰ্ম পুথিৰ পাঠক, ৫। গুপ্তচৰ।

**চাৰিত্ৰং** *ক্লী.* (চৰিত্ৰমেৱ ইতি অণ) ১। চৰিত্ৰ, স্বভাৱ, মেজাজ, ২। সুনাম, খ্যাতি, ৩। পৱিত্ৰতা, সতীত্ব, ৪। পৰম্পৰাগত ৰীতি আদি পালন।

**চাৰী** *স্ত্ৰী.* নৃত্যৰ অঙ্গ বিশেষ।

**চাৰু** *বিণ.* ১। মনোৰম, ধুনীয়া প্ৰিয়, ২। মনোগ্ৰাহী, ঋ ৬।২; **—ৰু** *ক্লী.* কুঙ্কুম, **—ৰুঃ** *পু.* (চৰতি দেবেষু গুৰুত্বেন চৰ দৃ ঞুণ) বৃহস্পতি গ্ৰহ। **—অঙ্গী** ধুনীয়া তিৰোতা, **—দৰ্শন** *বিণ..* সুদৰ্শন, **—নেত্ৰ, —লোচন** ধুনীয়া চকুযুক্ত, **—ৱক্ত্ৰ** ধুনীয়া মুখযুক্ত, **—ৱ্ৰতা** এমাহ উপবাসে থকা তিৰোতা, **—শিলা** মুকুতা, মণি। **—শীল** সুস্বভাৱৰ, **—হাসী** মিচিকিয়া হাঁহি।

**চাৰুগৰ্ভঃ, —গুপ্তঃ, —দেষ্ণঃ, —ৱিন্দঃ** শ্ৰীকৃষ্ণৰ পুত্ৰ।

**চাৰুনালকং** ৰঙা পদুম।

**চাৰুফলা** আঙুৰ।

**চাৰুমতী** ৰুক্মিণীৰ গৰ্ভত শ্ৰীকৃষ্ণৰ কন্যা।

**চাৰ্চিক্যং** চন্দনাদিৰে শৰীৰত প্ৰলেপন।

**চাৰ্ম** *বিণ.* (চৰ্মণা বেষ্টিত চৰ্ম অণ) ছালেৰে তৈয়াৰী, আবৃত, **—ৰ্মঃ** ছালেৰে আবৃত ৰথ।

**চাৰ্মিণং** ঢাল লোৱা মানুহৰ সমষ্টি, এদল ঢালী।

**চাৰ্ৱাকঃ** *পু.* (চাৰু আপাতমনোৰমঃ লোকচিত্তাকৰ্ষকঃ ইতি যাৱৎ ৱাকঃ ৱাক্যমস্য) ১। চাৰ্বাক নামৰ মুনি। চাৰ্বাক এজন নাস্তিকবাদী বুলি জনাজাত। কঠোৰ বাস্তৱবাদী এই মুনিগৰাকী বৃহস্পতিৰ শিষ্য আছিল। 'ঋণং কৃত্বা ঘৃতং পিবেৎ' এই প্ৰসিদ্ধ কথাফাঁকি চাৰ্বাকৰ দ্বাৰাই ৰচিত হৈছিল বুলি কোৱা হয়, ২। দুৰ্যোধনৰ সখী, এজন ৰাক্ষসৰ নাম। মহা ১২।৩৮।২২।

**চাৰ্ৱী** *স্ত্ৰী.* (চাৰু ঙীষ) ১। মনোৰমা তিৰোতা, ২। জ্যোৎস্না, জোনৰ পোহৰ, ৩। বুদ্ধি, ৪। সৌন্দৰ্য্য, উজ্জ্বলতা, ৫। কুবেৰৰ পত্নী।

**চালঃ** *পু.* (চালয়তি ছাদয়তীতি চল ণিচ অচ) ১। ঘৰৰ আচ্ছাদন, চাল, ২। স্বৰ্ণচূড় পক্ষী, নীলা কাউৰী, ৩। চলন, কম্পন, **—কঃ** মঠ ধৰা, পাচ হোঁহকা হাতী, নিজৰ মতে চলা হাতী।

**চালনং** *ক্লী.* চালনীৰে চালা কাৰ্য্য।

**চালনী** *স্ত্ৰী.* অসংখ্য ছিদ্ৰযুক্ত ডলা বা পাত্ৰ, চালনী, ছেকনী।

**চাষঃ, —সঃ** নীলা কাউৰী। স্বৰ্ণচাতক, নীলকণ্ঠ পক্ষী।

**চি** চিত্যাম চয়নে (ভ্বা, স্বা উ দ্বিক চিনোতি, চিনুতে) ১। সংগ্ৰহ কৰ, এক গোট কৰ, ২। দ'ম কৰ, ৩। পৰিপূৰ্ণ কৰ, আবৰ, ঢাকি ৰাখ, (কৰ্মবা— চীয়তে), ১। ফল ধৰ, বৃদ্ধিপ্ৰাপ্ত হ, ২। উন্নতি কৰ, **অপ—** অপচয়, ক্ষয়, **আ—** এক গোট কৰ, দ'ম কৰ, পূৰ্ণ কৰ, **উপ—** ১। যোগ কৰ, ২। বৃদ্ধি কৰ, শি ৪।১০, **নি—** বিস্তাৰ কৰ, বহলাই পাৰ, পূৰ্ণ কৰ, **নিস—** নিশ্চয় কৰ, স্থিৰ কৰ, **পৰি—** অভ্যাস কৰ, পা, প্ৰাপ্ত কৰ, **ৱি—** এক গোট কৰ, সংগ্ৰহক কৰ, অনুসন্ধান কৰ, **ৱিনিস্—** স্থিৰ কৰ, সিদ্ধান্ত কৰ, **সং—** ১। সঞ্চয় কৰ, আহৰণ কৰ, জমা কৰি ৰাখ, মনু ৬।১৫, ২। ঠিকমতে ৰাখ, চিজিল কৰি ৰাখ, **সমুদ্—** সংগ্ৰহ কৰ, দ'ম কৰি ৰাখ, আহৰণ কৰি এক গোট কৰ।

**চিকিৎসকঃ** *পু.* (চিকিৎসয়তি ৰোগমুপনয়তি চিকিৎ সন ণ্বুল) চিকিৎসাকৰ্তা, ডাক্তৰ, কবিৰাজ।) বৈদ্য। **—সা** *স্ত্ৰী.* চিকিৎসা কাৰ্য্য, ৰোগ নিৰাময়।

চেপেটা নাক।
*পুং* বোকা, পঙ্ক।
চিকীৰ্ষা *স্ত্ৰী.* কিবা কৰাৰ ইচ্ছা। অভিলাষ, আকাঙ্ক্ষা।
**চিকীৰ্ষু** *বিণ.* (কৰ্তুমিচ্ছুঃ) কাম কৰিবলৈ ইচ্ছা কৰা লোক। গী ১।২৩;
**চিকুৰঃ** *পু.* ১। মূৰৰ চুলি, ২। পৰ্বত, ৩। সাপ, সৰীসৃপ, **—কলাপঃ —নিকৰঃ —পক্ষঃ, —ভাৰঃ, —হস্তঃ** একোছা চুলি।
**চিক্কঃ** *পু.* চিকা, **—সঃ** যৱৰ গুড়ি।
**চিক্কণ** *বিণ.* (চিত্যাতে জ্ঞায়তে চিৎ কণঃ কশ্চ), চিকণ, চিকুণ, কোমল, পিছল, মিহি। **—ণঃ —ণা** তামোল গছ, **—ণং** তামোল।
**চিক্কিৰঃ** এন্দুৰ।
**চিক্লিদং** সতেজতা, জীপনি।
**চিচিণ্ডঃ** এবিধ লাউ।
**চিঞ্চা** ১। তেঁতেলী গছ আৰু ফল, ২। ভাং গছ, **—ঞ্চী** ভাং গছ, **—ঞ্চাম্লং** টেঙা শাক এবিধ।
**চিট্** প্ৰেষে (ভ্বা চুৰা প সক চেটতি, চেটয়তি –তে) ১। পঠা, প্ৰেৰণ কৰ, যেনে চেটিতি ভৃত্যাং স্বামী)।
**চিৎ** জ্ঞানে (ভ্ব চুৰা প, আ সক চেততি, চেতয়তে) ১। দেখ, চা, লক্ষ্য কৰ, নিৰীক্ষণ কৰ, ২। জান, নিৰীক্ষণ, বুজি পা, গম পা, ৩। জ্ঞান লাভ কৰ, ৪। উপস্থিত হ, পোহৰ কৰ, আলোকিত হ।
**চিৎ** *স্ত্ৰী.* (চিৎ সংজ্ঞানে ক্বিপ্) ১। জ্ঞান, বুদ্ধি, বোধ শক্তি, ২। হৃদয়, মন, ৩। আত্মা, জীৱনীশক্তি, ৪। ব্ৰহ্ম, **—আত্মন্** *পু.* ১। বোধ শক্তি, ২। পৰমাত্মা, **—উল্লাসঃ** চিত্তৰ আনন্দ, **—ঘনঃ** ব্ৰহ্ম, **—প্ৰবৃত্তিঃ** অনুধাৱন, ভাৱন, **—শক্তিঃ** মানসিক শক্তি, ধী শক্তি, **—স্বৰূপং** পৰমাত্মা।
**চিৎ** *অব্য.* কিং, কতি, কদা, কথং, ক, কুত্ৰ, কুতঃ আদি শব্দৰ পিচত অনিশ্চিতাৰ্থ বুজাবলৈ ব্যৱহাৰ কৰা হয়। কদাচিৎ মানে কোনো এদিন।
**চিত** (চি কৰ্মণি ক্তঃ) ১। একত্ৰিত, সঞ্চিত, সংগৃহীত, ২। প্ৰাপ্ত, আবৃত।
**চিতা** *স্ত্ৰী.* (চীয়তে শ্মশানাগ্নিৰা স্যাং চি ক্তঃ টাপ্) শ্মশানত শৱ দাহৰ বাবে সজোৱা কাঠৰ স্তুপ।
**চিতিঃ** *স্ত্ৰী.* (চি অধিকৰণে ক্তিঃ) ১। সংগ্ৰহ, ২। দ'ম সমূহ, স্তুপ, ৩। চিতা, ৪। বুজন শক্তি, ৫। দুৰ্গা (চিতিৰূপেণ যা স্থিতা –চণ্ডী), ৬। ঘৰৰ ভেঁটিত ইটা আদিৰ সংখ্যা বুজাবৰ বাবে গণনা বিশেষ। **—কা** দ'ম, স্তুপ, চিতা, কঁকালত বন্ধা এবিধ শিকলি।
**চিত্তং** *ক্লী.* (চেতত্যনেন চিৎ কৰণে ক্তঃ) ১। অনুসন্ধানাত্মক অন্তঃকৰণপ্ৰবৃত্তি। চিন্তন, অনুধাৱন, অভিপ্ৰায়, লক্ষ্য, গী ১৮।৫৭; ২। অন্তঃকৰণ, হৃদয়, ৩। মন, ৪। বুদ্ধি, বিবেচনা শক্তি, **—অনুৱৰ্তী** স্ব-ইচ্ছামতে কাম কৰা লোক, **—অপহাৰক** চিত্তহৰণকাৰী, চিৎচোৰ, **—অভোগঃ** কোনো বস্তুৰ প্ৰতি একান্ত মনোযোগ, **—উদ্ৰেকঃ** গৰ্ব, দম্ভালি, **—ঐক্য** মনৰ মিল, সম্মতি। **—উন্নতিঃ** মহানুভৱতা, দম্ভালি, **—চাৰী** আনৰ মতে কাম কৰা লোক, **—জঃ** *পু.* **—ভূঃ —যোনিঃ** ১। প্ৰেম, ভালপোৱা, ২। কামদেৱ, ৰ ১৯।৪৬; **—জ্ঞ** আনৰ মনপোৱা, **—নাশঃ** বিবেকহীনতা, **—নিবৃতিঃ** সুখ, সন্তোষ, **—প্ৰশমঃ** প্ৰশান্তি. **—ভেদঃ** ১। মতদ্বৈধতা, ২। অসঙ্গত, অনৈক্য **—মোহঃ** মনোমুগ্ধতা, **—ৱিকাৰঃ** মনোবিকাৰ, **—ৱিক্ষেপঃ** বিভ্ৰম, ব্যাকুলতা, **—ৱিপ্লৱঃ** উন্মাদ, মনোবিকাৰ, **—বৃত্তঃ** ১। মনোবৃত্তি। মনোভাৱ, ২। মানসিক দৃষ্টি। যোগঃ চিত্তবৃত্তি নিৰোধঃ, **—ৱেদনা** মানসিক কষ্ট, উদ্বেগ, **—হাৰী** সুন্দৰ, মনোৰম, মনোগ্ৰাহী।
**চিত্তৱৎ** *বিণ.* ১। যুক্তিসঙ্গত, নায্য, ২। অমায়িক, মৰমিয়াল।
**চিত্যং** শ্মশান। **—ত্যা** চিতা, ঘৰ।
**চিত্ৰং** *ক্লী.* (চিত্ৰয়তীতি চিত্ৰ অপ) ১। চিত্ৰ, ছবি, প্ৰতিচ্ছবি, ২। উজ্জ্বল অলঙ্কাৰ বিশেষ, ৩। তিলক, ফোঁট, ৪। স্বৰ্গ, ৫। দাগ, ৬। (অলশা) তিনি বিধ কাব্যৰ শেষৰ বিধ। চিত্ৰকাব্য দুবিধ : শব্দ চিত্ৰ আৰু অৰ্থচিত্ৰ, ৭। ধৱল কুষ্ঠ, **—ত্ৰঃ** ১। চিত্ৰ-বিচিত্ৰ ৰং, ২। অশোক গছ, **—ত্ৰং** *অব্য.* 'উস্ কি আচৰিত!', 'কি বিচিত্ৰ' আদি অৰ্থ বুজাবলৈ অব্যয়ৰূপে ব্যৱহাৰ হয়। **—অক্ষী, —নেত্ৰ —লোচনা** মইনা চৰাই, **—অঙ্গ** ফুটফুটীয়া, **—অঙ্গং** সেন্দুৰ, **—অপূপঃ** এবিধ পিঠা, **—অৰ্পিত** ছবিত অঙ্কিত, **—আকৃতিঃ** প্ৰতিচ্ছবি। **—আয়সং** তীখা, **—উক্তিঃ** ১। মনোগ্ৰাহী বক্তৃতা বা আলোচনা, ২। আকাশবাণী, ৩। ৰহস্যঘন কথা, **—কম্বলঃ** ১। হাতীৰ গাত দিয়া ৰঙীণ কাপোৰ, ২। চিত্ৰবিচিত্ৰ, ৰঙচঙীয়া চাদৰ বা কাপেট, **—কৰ্মন্** ১। চিত্ৰ কাৰ্য্য, ২। চিত্ৰ, ৩।

যাদুবিদ্যা, ৪। অলঙ্কৰণ (পু) যাদুকৰ, চিত্ৰকৰ, **—কায়ঃ** ১। বাঘ, ২। নাহৰফুটুকী বাঘ, **—কূটঃ** প্ৰয়াগৰ ওচৰৰ এখন পৰ্বত। ৰ ১২।১৫; **—গন্ধং** হাইতাল, **—গুপ্তঃ** মানুহৰ পাপ-পুণ্যৰ বিৱৰণ লিখি ৰখা যমৰাজৰ কৰ্মচাৰী, **—জল্পং** যেনেকৈ তেনেকৈ অনৰ্থক বকি থকা কাৰ্য্য, **—ত্বচ্** *পু.* ভূৰ্জ গছৰ বাকলি, **—দণ্ডকঃ** কপাহ গছ, **—পক্ষঃ** ডঁৰিক চৰাই, **—পদ** ১। কেবাটাও ভাগত বিভক্ত, ২। সুন্দৰ ভাষণ, বা উক্তি, **—বৰ্হঃ** ম'ৰা চৰাই, **—ভানুঃ** ১। অগ্নি, ২। সূৰ্য্য, ৩। ভৈৰৱ, ৪। আকন্দ গছ, **—মণ্ডলঃ** এবিধ সাপ, **—মৃগঃ** ফুটফুটীয়া হৰিণ, **—মেখলঃ** ম'ৰা চৰাই, **—যোধী** অৰ্জুন। অৰ্জুনে মাছৰ ছবি পানীত চাই লক্ষ্য ভেদ কৰিছিল, **—ৰথঃ** ১। সূৰ্য্য, ২। কাশ্যপ আৰু দক্ষকন্যা মুনিৰ ১৬ জন পুত্ৰৰ এজন, গন্ধৰ্বৰাজ, **—লেখা** উষাৰ বান্ধৱীৰ নাম। উষাই সপোনত এজন অনিৰুদ্ধক দেখা পাই বান্ধৱীক কওঁতে চিত্ৰলেখাই এফালৰ পৰা ৰাজপুত্ৰবিলাকৰ ছবি আঁকি যায়। অনিৰুদ্ধৰ ছবিখন আঁকোতেই উষাই চিনি পায়। চিত্ৰলেখাৰ চেষ্টাৰ ফল স্বৰূপেই উষা-অনিৰুদ্ধৰ মিলন হয়। **—শালা** চিত্ৰকাৰৰ ঘৰ। **—শিখণ্ডী** সাত গৰাকী মহৰ্ষিৰ নাম— মৰীচি, অঙ্গিৰস, অত্ৰি, পুলস্ত্য, পুলহ, ক্ৰতু আৰু বশিষ্ঠ, **—হস্তঃ** যুদ্ধৰ সময়ত হাতৰ স্থিতি বিশেষ।

**চিত্ৰকঃ** ১। চিত্ৰকৰ, ২। নাহৰফুটুকী বাঘ, ৩। বাঘ, ৪। আগিয়াচিতা, **—কং** তিলক।

**চিত্ৰলঃ** চিত্ৰবিচিত্ৰ ৰং।

**চিত্ৰা** চিত্ৰা নামৰ চতুৰ্দশ নক্ষত্ৰ। **—অটীৰঃ, —ঈশঃ** চন্দ্ৰ। **—অঙ্গদঃ** বিচিত্ৰবীৰ্য্যৰ ভায়েক আৰু ৰজা শান্তনুৰ পুত্ৰ।

**চিত্ৰিকঃ** চৈত্ৰ (চ'ত) মাহ।

**চিত্ৰিণী** *স্ত্ৰী.* অতি গুণী আৰু বুদ্ধিমতী তিৰোতা। কামশাস্ত্ৰমতে চাৰি শ্ৰেণী তিৰোতাৰ এবিধ। বাকী তিনি বিধ : পদ্মিনী, শঙ্খিনী আৰু হস্তিনী।

**চিত্ৰী** *বিণ.* ১। আচৰিত, ২। বিচিত্ৰ।

**চিত্ৰৌদনং** বিচিত্ৰ অন্ন।

**চিন্ত্** চিন্তনে (চুৰা উ সক চিন্তয়তি, -তে) ১। চিন্তা কৰ, ভাব, মনলৈ আন, মনু ৮।৩৮১; ২। স্মৰণ কৰ, ৩। আবিষ্কাৰ কৰ, উপায় উলিয়া, ৪। শ্ৰদ্ধা কৰ, ৫। আলোচনা কৰ, বিচাৰ কৰ, **অনু—** স্মৰণ কৰ, গমি চা, **পৰি—** বিচাৰ কৰ, বিবেচনা কৰ, মনৰ গোচৰলৈ আন, **বি—** বিচাৰ কৰ, বিবেচনা কৰ, চিন্তা কৰ, **সং—** ভাবি চা, গুণাগুণ বিচাৰ কৰ।

**চিন্তা** *স্ত্ৰী.* (চিতি চিন্তায়াম্ অঙ্) ১। চিন্তন, স্মৰণ, ধ্যান, ২। বিবেচনা, ৩। উদ্বেগ, তেত্ৰিশটা অনুভাৱৰ এটা, **—আকুল** উদ্বিগ্ন, ব্যাকুল, **—পৰ** চিন্তাপূৰ্ণ, **—মণিঃ** স্পৰ্শমণিৰ দৰে এবিধ কাল্পনিক মণি যিটো হাতত লৈ যিহকে ইচ্ছা কৰা হয় তাকে পোৱা যায়, **—বেশ্মন্** *ক্লী.* সভাগৃহ।

**চিন্তিড়ী** তেঁতেলী গছ।

**চিন্ত্য** ১। চিন্তনীয়, ২। উপায় উলিয়াব লগীয়া, ৩। সন্দেহযোগ্য, বিবেচ্য।

**চিন্ময়ং** ১। শুদ্ধ, পবিত্ৰ জ্ঞান, ধীশক্তি, ২। পৰমাত্মা।

**চিপিট, —পিটঃ** ফেঁচা-নকা।

**চিপিটিকঃ, চিপুটঃ** চিৰা।

**চিবুকং** থুঁতৰি।

**চিৰ** *বিণ.* ১। সুদীৰ্ঘ সময়ৰ, বহুকলীয়া, ২। পুৰণি, **—ৰং** সুদীৰ্ঘ সময়। 'চিৰ' শব্দটো প্ৰথমাৰ বাহিৰে বাকী গোটেইকেইটা বিভক্তিৰ একবচনত ক্ৰিয়া বিশেষণৰূপে ব্যৱহাৰ কৰা হয়। তেতিয়া এই শব্দৰ অৰ্থ হয়গৈ : দীৰ্ঘকাল ধৰি, বহু কাল পিচত, অৱশেষত, বহু দিনৰ পিচত, আদি (চিৰং, চিৰেণ, চিৰায়, চিৰাৎ, চিৰস্য, চিৰে)। **—আয়ুস্** দীৰ্ঘজীৱী (পু) দেৱতা, **—আৰোধঃ** বহুদিনীয়া প্ৰতিবন্ধক, **—কাৰ, —কাৰিক, —কাৰী** লাহে লাহে কাম কৰি থকা, হেমাহি, লেহেম, **—কালিক, —কালীন** দীৰ্ঘজীৱী, **—পাকী** যি ফল দেৰিকৈ পকে, **—পুষ্পঃ** বকুলগছ, **—মিত্ৰং** পুৰণি বন্ধু, **—মেহী** গাধ, **—ৰাত্ৰঃ** কেবাৰাতি, **—ৱিপোষিত** ১। বহু দিন আগতে দেশান্তৰিত, ২। প্ৰবাসী, **—সূতা, —সূতিকা** বহু পোৱালি জন্ম দিয়া গাই, **—সেৱকঃ** বহু দিনীয়া ভৃত্য, চাকৰ, **—স্থ, —স্থায়ী —স্থিতঃ** দীৰ্ঘস্থায়ী।

**চিৰজীৱঃ, চিৰজীৱী (ন্)** কামদেৱ।

**চিৰণ্টী, —ৰিণ্টী** বহুদিন ধৰি মাকৰ ঘৰত থকা বিবাহিতা বা অবিবাহিতা কন্যা।

**চিৰন্তন** *বিণ.* চিৰকলীয়া, পুৰণি, প্ৰাচীন, শি ১।৭৫।

**চিৰিঃ** ভাটৌ।

**চিৰুঃ** কান্ধৰ গাঁথি।

**চিৰ্ভটীঃ** এবিধ ছিৰাল, বাঙী।

**চিল্** ৱাসে (তুদা প সক চিলতি) কাপোৰ পিন্ধ। চিলতি ৱস্ত্ৰং ৱাহিকঃ।

**চিলমিকা** ১ এবিধ গলৰ হাৰ, ২। জোনাকী পৰুৱা, ৩। বিজুলী।

**চিলিচ্চিমঃ** এবিধ মাছ, শিঙী মাছ।

**চিল্ল্** শৈথিল্যে (ভ্বা প অ চিল্লতি) ১। ঢিলা হ, শিথিল হ, ২। লেউসেউ হ।

**চিল্লঃ, —ল্লা** চিলা পক্ষী, শকুনি চৰাই, **—আভঃ** চোৰ, জেপলুৰুকা।

**চিল্লিকা, চিল্লী** *স্ত্ৰী.* ফৰিং, উঁইচিৰিঙা।

**চিল্লিঃ** থুতৰি।

**চিহ্নং** *ক্লী.* (চিহ্ন্যতেঽনেনেতি) ১। চিন, দাগ, মোহৰ, প্ৰতীক। ৰ ১।৪৪, ২। লক্ষণ, সংকেত, ৩। লক্ষ্য, দিশ, ৪। ৰাশি।

**চিহ্নিত** (চিহ্ন + ক্ত) চিহ্নযুক্ত, অঙ্কিত, লক্ষিত, মনু ১০।৫৫, ২। মাৰ্কা মৰা, [illegible]ী জ্ঞাত, পদবীপ্ৰাপ্ত।

**চীৎকাৰঃ** *পু.* কোনো জন্তুৰ বিকট চিঞৰ। গাধ, হাতী আদিৰ মাত বা চিঞৰ।

**চীড়া** এবিধ আতৰ।

**চীনং** *ক্লী.* পতাকা, সীহ।

**চীনঃ** *পু.* ১। চীন দেশ, ২। এবিধ হৰিণ, ৩। এবিধ বস্ত্ৰ, **—নাঃ** চীন দেশীয় প্ৰজা আৰু ৰজা, **—অংশুকঃ —ৱাসম্** চীন দেশীয় পাটৰ কাপোৰ শ ১।৩৪, **—কৰ্পূৰঃ** এবিধ কৰ্পূৰ, **—জং** তীখা, **—পিষ্টং** ৰঙা সীহ।

**চীৰং** *ক্লী.* ১। ছিৰা কাপোৰ, ফটা-ছিটা কাপোৰ, দীঘল ছিৰা কাপোৰ, মনু ৬।৬, ২। গছৰ বাকলি, ৩। পিন্ধা কাপোৰ, ৪। চাৰিডাল গুণাৰ মণিহাৰ, ৫। ৰেখা, কলমৰ আঁচ, **—পৰিগ্ৰহ, —ৱাসন্** গছৰ বাকলিৰ পৰিধান।

**চীৰিঃ** *স্ত্ৰী.* ১। চকুৰ ঢাকনী, পতা, ২। ফৰিং, ৩। তলত পিন্ধা কাপোৰৰ পাতলি।

**চীৰিকা, —ৰুকা** ফৰিং।

**চীৰ্ণ** *বিণ্* (চৰ্ নক) ১। কৃত, সম্পাদিত, পালিত, ২। অধীত, পঠিত, ৩। বিভাজিত, বিভক্ত, **—পৰ্ণঃ** নিম গছ, খেজুৰী গছ।

**চীৱ্** গ্ৰহণে সংবৃত্তৌ (ভ্বা উ সক চীৱতি —তে) ১। কাপোৰ পিন্ধ, গ্ৰহণ কৰ, দখল কৰ, বলেৰে কটি ল।

**চীৱৰং** *ক্লী.* (চি উণাদি ৱৰচ) ১। বৌদ্ধ ভিক্ষুৱে পিন্ধা কাপোৰ। সন্ন্যাসীৰ কাপোৰ, **—ৰী** বৌদ্ধ বা জৈন সন্ন্যাসী।

**চুক্কাৰঃ** *পু.* (চুক্ক ভাৱে অপ) ১। সিংহনাদ, সিংহৰ গৰ্জন।

**চুক্ৰং** *ক্লী.* (চক ৰক উৎ) ১। টেঙা শাক, এবিধ বেঁতগছ, চুকা শাক। **—ক্ৰঃ** অম্লত্ব, বেঁতগছ, **—ফলং** তেঁতেলী।

**চুচুকং, —কঃ, চূচুকং** (চু চু ইতি অব্যক্ত শব্দেন কায়তি পানকালে কৈ কঃ) স্তনাগ্ৰ, পিয়াহৰ মূৰ, বাঁট।

**চুঞ্চু** *বিণ.* (সমাসৰ অন্তত ব্যৱহাৰ হয়) বিখ্যাত, প্ৰসিদ্ধ, জনাজাত, নিপুণ। বিদ্যাচুঞ্চুঃ।

**চুঞ্চুৰী** *স্ত্ৰী.* তেঁতেলী গুটিৰ খেল।

**চুণ্টা, —ণ্ঠা** সৰু কুঁৱা বা পানীৰ আধাৰ।

**চুৎ** ক্ষৰে (ভ্বা প সক চোততি) ১। লাহে লাহে বৈ যা ক্ষৰণ হ, ২। সিঞ্চন কৰ, চোততি ঘৃতং ৱহ্নৌ যজ্বা।

**চুতঃ** *পু.* (চোততি ক্ষৰতি মলাদি অস্মাৎ চুৎ কঃ) গুহ্যদ্বাৰ। মলদ্বাৰ।

**চুদ** নুদি (চুৰা উ সক চোদয়তি –তে) ১। প্ৰেৰণ কৰ, পঠা, ঠেলি দি, আগুৱাই দি, ২। অনুপ্ৰেৰণা দি, বাধ্য কৰ, উত্তেজিত কৰ। ৰ ৪।২৪, ৩। ত্বৰান্বিত কৰ, ৪। প্ৰশ্ন কৰ, ৫। উপস্থাপন কৰ, **প্ৰ—** প্ৰৰোচিত কৰ, উত্তেজিত কৰ, **সং—** নিৰ্দেশ দি, বাধ্য কৰ।

**চুণ্ডী** কুটনী।

**চুপ্** শনৈৰ্গতৌ (ভ্বা প সক চোপতি) ১। লাহে লাহে খোজ কাঢ। ২। চুপি চুপি আগুৱাই যা, মনে মনে যা।

**চুবুকঃ** থুঁতৰি, ঠোঁট।

**চুম্ব্** চুম্বনে (ভ্বা, চুৰা উ সক চুম্বতি, –তে, চুম্বয়তি, –তে) চুম্বনং মুখসংযোগঃ। ১। চুমা খা, কু ৩।৩৮, ২। লাহেকৈ স্পৰ্শ কৰ, ওপৰে ওপৰে ছুঁই দে।

**চুম্বঃ, —ম্বা** চুমা।

**চুম্বকঃ** *পু.* (চুম্ব্ ণ্বুল্) ১। চুমা খাওঁতা, ২। লম্পট, ৩। ঠগ, প্ৰবঞ্চক, ৪। ওপৰে ওপৰ বহু পুথি 'অধ্যয়ন' কৰোঁতা– পল্লৱগ্ৰাহী পণ্ডিত, ৫। চুম্বক লো।

**চুৰ্** স্তেয়ে (চুৰা ভ্বা, প সক চোৰয়তি, চোৰতি) চুৰ কৰ, মনু ৮।৩৩৩; ডকাইতি কৰ।

**চুৰা** চৌৰকাৰ্য্য।

**চুৰী** (চুৰ কঃ ঙীপ্) সৰু কুঁৰা।

**চুলুকঃ** *পু.* (চুল্ উন্নতৌ উকঞ্) ১। দ', গভীৰ বোকা, ২। এক মুখ বা এক আঁজলি পানী, ৩। সৰু (পানীৰ) পাত্ৰ।

**চুলুকী** (ন) শিহু।

**চুলুম্প্** লোপে (ভ্বা প সক চুলুম্পতি) ঝুলা, ইফালৰ পৰা সিফাললৈ হেন্দোল, আলোড়িত কৰ।

**চুলুম্পঃ** কেঁচুৰাক নিচুকা, **—ম্পা** মাইকী ছাগলী।

**চুল্লিঃ** জুইৰ চৌকা।

**চুল্লী** ১। চৌকা, ২। চিতা।

**চুচুকং, চূচুকং** স্তনাগ্ৰ, স্তনৰ মূৰ, শি ৭।১৯।

**চূড়কঃ** নাদ, কুঁৰা।

**চূড়া** *স্ত্ৰী* (চোলয়তি মস্তকাদ্ উপৰি উন্নতা ভৱতীতি চুল্ ক্ ড়) ১। মূৰৰ ওপৰৰ শিখা, টিকনি (চূড়াকৰণত নকটাকৈ এৰা একোছা চুলি, ২। চূড়াকৰণ, ৩। ম'ৰা বা কুকুৰাৰ মূৰৰ শিখা, ৪। শিৰোভূষণ, ৫। শীৰ্ষ, শিখৰ, শিৰ, ৬। খাৰু, **—কৰণং** চূড়াকৰণ সংস্কাৰ, **—পাশঃ** একোছা চুলি, **—মণিঃ, —ৰত্নং** ১। মুকুট মণি, ২। সৰ্বোৎকৃষ্ট, শ্ৰেষ্ঠ (সমাসৰ শেষত ব্যৱহাৰ হয়), যেনে পণ্ডিত চূড়ামণি।

**চূড়াল** চূড়াযুক্ত, শিখাযুক্ত, **—লং** মূৰ।

**চূতঃ** *পু.* (চূষ্যতে পীয়তে ইতি চূষ কৰ্মণি ক্তঃ) আমগছ। কু ৩।৩২, কামদেৱৰ পাচবিধ শৰৰ এবিধ। **—তং** গুহ্যদ্বাৰ।

**চূৰ্ণ্** পেষে (চুৰা উ সক চূৰ্ণয়তি -তে) ১। চূৰ্ণ কৰ, গুড়ি কৰ, খুন্দ, ২। চেপি পেটেকা কৰ, **সঃ—** থেঁতেলা কৰ, চেপি গুড়ি কৰ, বে ১।১৫।

**চূৰ্ণং, চূৰ্ণঃ** *ক্লী. পু.* (চূৰ্ণ্ কৰ্মণি ঘঞ্) ১। গুড়ি, ২। আটাগুড়ি, ৩। ধূলি, ৪ মুখত ঘঁহা 'পাউদাৰ', চন্দনৰ গুড়ি, কৰ্পূৰ, **—ৰ্ণঃ** চকমাটি, চূণ, **—কাৰঃ** চূণৰ কাম কৰা মানুহ। এটা বৰ্ণসঙ্কৰ জাতি। চূণৰী জাতি, **—কুন্তলঃ** অলক। কেঁকোৰা চুলি, **—খণ্ডং** শিলগুটি, **—পাৰদঃ** সেন্দুৰ।

**চূৰ্ণকঃ** চাউল ভাজি কৰা গুড়ি, সান্দহ, **—কং** সুগন্ধি পাউদাৰ। বেছি যুক্তাক্ষৰ আৰু সমাস নথকা সহজ-সৰল গদ্য ৰচনা ৰীতি।

**চূৰ্ণিঃ** *স্ত্ৰী.* (চূৰ্ণ ইন্) ১। চূৰ্ণ, গুড়ি, ২। এশ কড়ি (কপৰ্দক)।

**চূলঃ** *পু.* (চোলয়তি পুনঃ পুনঃ ছেদেঽপি উত্তিষ্ঠতি ইতি চুল কঃ) চুলি। **—লা** ১। ওপৰ মহলাৰ কোঠা, ২। শিখৰ, ৩। ধূমকেতুৰ চূড়া।

**চূলিকা** ১। কুকুৰাৰ মূৰৰ জঁ, ২। হাতীৰ কাণৰ মূল বা গুৰি, ৩। নাটকত কোনো চৰিত্ৰৰ দ্বাৰা পিচত হ'ব লগীয়া ঘটনাৰ ইঙ্গিত।

**চূষ্** পানে (ভ্বা প সক চূষতি) ১। পি খা, ২। চুঁহি খা, ৩। শুহি পেলা।

**চূষা** *স্ত্ৰী.* (চূষ ঘঞৰ্থে কঃ) ১। হাতীৰ কঁকালৰ পেটী, ২। চুঁহি খাৱন, ৩। কঁকালী।

**চূষ্যং** চুঁহি খাব লগীয়া বস্তু, যেনে কুঁহিয়াৰ।

**চৃৎ** ক) হিংসে গ্ৰন্থে (ভ্বা প সক চৃততি) ১। আঘাত কৰ, বধ কৰ, । বান্ধ, সংযোজন কৰ,

খ) সন্দীপনে (চুৰা উ, ভ্বা প সক চৰ্তয়তি -তে, চৰ্ততি) ১। চাকি বন্তি আদি জ্বলা, জুই লগা।

**চেকিতানঃ** ১। সদাশিৱ, ২। পাণ্ডৱৰ সপক্ষে যুদ্ধ কৰা এজন যাদৱ বীৰ।

**চেটঃ, ড়ঃ** দাস, ভৃত্য, **—ড়িকা, —ড়ী** দাসী।

**চেটকঃ** *পু.* (চেটতি দাসত্বং কৰোতি খুল্) দাস, ভৃত্য, চাকৰ। **—টিকা, —টী** দাসী।

**চেৎ** *অব্য.* যদি। বাক্যৰ শেষত বা মাজতহে ব্যৱহাৰ হয়।

**চেতঃ (স্)** *ক্লী.* (চেতত্যনেন ইতি চিৎ অসুন্) ১। চিত্ত। জ্ঞান, ভাৱন শক্তি, ২। মন, হৃদয়, আত্মা, **—ক্লী. স্ত্ৰী.** হৰিতকী, শিলিখা, **—নঃ** আত্মা, মনুষ্য, প্ৰাণী, পৰমাত্মা **—না** ১। জ্ঞান, বুদ্ধি ভা ৪।২১।৩৪; ২। জীৱন, জীৱনশক্তি, চিন্তাশক্তি।

**চেদিঃ** এখন ৰাজ্যৰ নাম। শি ২।৯৫; **—পতিঃ ৰাজ, —ৰাজঃ** শিশুপাল।

**চেয়** সংগ্ৰহ বা সঞ্চয় যোগ্য।

**চেল্** চালে (ভ্বা প অক সক চেলতি)যা, গমন কৰ, কঁপি থাক, বিচলিত হ।

**চেলং** *ক্লী.* (চেল্ চালে কৰ্মণি অচ্) ১। পিন্ধা কাপোৰ, চেলেং, ২। সমাসৰ শেষত বেয়া, কু অৰ্থত ব্যৱহাৰ হয়, যেনে ভাৰ্যাচেলং, **—পক্ষালক** ধোবা।

**চেলানঃ, —লঃ** ছিঁৰাল, বাঙী।

**চেলিকা** বক্ষাৱৰণ, 'বডিচ'। **—লুকঃ** বৌদ্ধভিক্ষু, শিষ্য।

**চেষ্ট** ঈহে (ভ্বা আ অক চেষ্টতে) ১। চেষ্টা কৰ, যত্ন কৰ, প্ৰাণশক্তি প্ৰদৰ্শন কৰ, মনু ১।৫২; ২। জীৱন সংগ্ৰামত অৱতীৰ্ণ হ, ৩। কাৰ্য্য কৰ।

**চেষ্টকঃ** এবিধ যৌনসঙ্গম ভঙ্গী।

**চেষ্টা** *স্ত্ৰী.* (চেষ্ট ভাৱে অঙ টাপ্) যত্ন, অধ্যৱসায়, কায়িক পৰিশ্ৰম। গতি, চালচলন।

**চেষ্টিতং** (চেষ্ট ভাৱে ক্তঃ) গতি, চেষ্টা, দেভা ১।১৫।১৮; কাৰ্য্য। মনু ২।৪।

**চৈতন্যং** *ক্লী.* (চেতন এৱেতি ষ্যঞ) ১। প্ৰকৃতি, চেতনা, যা ৩।৮১, ২। (বেদান্ত) সকলো প্ৰাণীৰ মূল, সকলো চেতনাৰ উৎস, পৰম ব্ৰহ্ম।

**চৈত্তিক** মানসিক, বৌদ্ধিক।

**চৈত্যং –ত্যঃ** *ক্লী. পু.* (চিত্তস্যেদম ইতি অণ্) ১। শিলৰ দ'ম (মাটিৰ সীমাৰ চিন), ২। কীৰ্তিস্তম্ভ বা চিহ্ন, ৩। যজ্ঞশালা, ৪। যজ্ঞবেদী, ৫। ধৰ্ম মন্দিৰ, আঁহত বা বড় গছ, মে ২৩; **—তৰুঃ —দ্ৰুমঃ, —বৃক্ষঃ** ডিমৰু গছ, **—পালঃ** মন্দিৰৰ ৰক্ষক, **—মুখঃ** সন্ন্যাসীৰ কমণ্ডলু।

**চৈত্ৰঃ** *পু.* (চিত্ৰে বিচিত্ৰে কাৰ্য্যাদৌ সাধুঃ চিত্ৰ অণ্) ১। বৌদ্ধভিক্ষু, ২। সাতখন বৰ্ষ পৰ্বতৰ এখন, ৩। চিত্ৰা নক্ষত্ৰত পূৰ্ণিমা হয় কাৰণে চৈত্ৰ মাহ, **—ত্ৰং** মন্দিৰ, দেৱালয়, **—আৱলিঃ** চ'ত মাহৰ পূৰ্ণিমা, **—সখঃ** কামদেৱ।

**চৈত্ৰৰথং** কুবেৰৰ উদ্যান। ৰ ৫।৬০।

**চৈত্ৰিঃ, চৈত্ৰিকঃ, চৈত্ৰিন্** চ'তমাহ।

**চৈত্ৰী** চ'তৰ পূৰ্ণিমা তিথি।

**চৈদ্যঃ** *পু.* (চেদীনাং জনপদানাং ৰাজা চেদি ষ্যঞ) শিশুপাল।

**চৈলং** *ক্লী.* পিন্ধা কাপোৰ, **—ধাৱঃ** ধোৱা।

**চোক্ষ** *বিণ.* (খ্যায়তে গীয়তে চক্ষ ঘঞ) ১। শুদ্ধ, চাফ-চিকুন, ২। চতুৰ, পৈণত, ৩। মনোগ্ৰাহী,৪। সাধু, সৎ, মনু ৩।২০৭; মহা ১২।৭০।৮

**চোচং** *ক্লী.* (প্ৰশস্তং চোচং ত্বক্ রিদ্যতে অস্য ইতি অচ্) ১। ডাঠ বাকলি থকা ফল, নাৰিকল, ২। বাকলি, চাল, চৰ্ম, **—কং** বাকলি।

**চোটী** *স্ত্ৰী.* 'পেটিকোট'।

**চোড়ঃ** ১। 'বডিচ', ২। এখন ৰাজ্যৰ নাম।

**চোদনা** *স্ত্ৰী.* (চোদ্যতে প্ৰৱৰ্ত্যতে অনয়া ইতি চুদ যুচ টাপ্) ১। বিধি, শাস্ত্ৰৰ বিধান, নিৰ্দেশ, **—গুড়ঃ** খেলা ঢোপ, 'বল'।

**চোদ্যং** *ক্লী.* (চুদ ণিচ ণ্যৎ) ১। অদ্ভুত বস্তু, ২। বাধা, ৩। প্ৰতিবাদ, ৪। প্ৰশ্ন, জিজ্ঞাসা।

**চোপনং** *ক্লী.* লাহে লাহে গমন। (চুপ্ মন্দগমনে)।

**চোৰঃ, চৌৰঃ** (চুৰ্ ণিচ্ অচ) ১। চোৰ, ঠগ।

**চোৰিতকং** ১। সৰু সুৰা চৌৰ কাৰ্য্য, ২। চুৰি কৰা বস্তু।

**চোলঃ** *পু.* (চোলয়তি স্ত্ৰীণাং ৱক্ষঃপ্ৰদেশে চুল অচ্) ১। বক্ষবান্ধনী, কাঁচুলি, ২। এখন ৰাজ্যৰ নাম, **—কঃ** বাকলি ভূষণ, 'বডিচ', **—কী** ১। বক্ষবৰ্মযুক্ত সৈন্য, ২। কমলা গছ, হাতৰ গাঁঠি।

**চোলণ্টুকঃ** পাগুৰি, মূৰত মৰা ফিটা।

**চোষঃ** *পু.* (চীয়তে ইতি চি ডঃ, ততঃ উষ অপ্ চশ্চাসৌ উষশ্চেতি) ১। শোহন, ২। জ্বলন, পোৰণ।

**চোস্কঃ** *পু.* সিন্ধু দেশীয় ঘোঁৰা।

**চৌড়** (**ড়ী**), **চৌল** (**লী**) চূড়াকৰণ সম্বন্ধীয়, **—লং** চূড়াকৰণ সংস্কাৰ।

**চৌৰ্য্য** *ক্লী.* ১। চৌৰ কৰ্ম, চুৰি কাৰ্য্য, ২। গুপুতা, **—ৰতং** গুপুত সঙ্গম, **—বৃত্তি** চৌৰবৃত্তি।

**চৌলুক্যঃ** এগৰাকী ৰাজৰ্ষি।

**চ্যৱণং** *ক্লী.* ১। গতি, ক্ষতি, ২। বঞ্চনা, ৩। ধ্বংস, নাশ, ৪। বৈ থকা।

**চ্যু** গত্যাম (ভ্বা আ সক চ্যৱতে) ১। পৰি যা, তলত পৰ, সৰকি পৰ, ২। টোপ্ টোপকৈ পৰ, বৈ যা,৩। বেঁকা কৈ বক্ৰভাৱে গমন কৰ, ৪। হেৰা, বঞ্চিত হ, ৫। অন্তৰ্ধান হ, অস্ত হ, সমাপ্ত হ, মনু ১২।৯৬; ৬। হ্ৰাস পা, **পৰি—** ১। গুচি যা, পলাই যা, ২। বেঁকা হৈ গমন কৰ, সৰি পৰ, ৩। হেৰা, বঞ্চিত হ, তলত পৰ, **প্ৰ—** তলত সৰি পৰ।

**চ্যুৎ** ক্ষৰণে (ভ্বা প সক চোততি) ১। বৈ যা, টোপ্ টোপকৈ পৰ, ভট্টি ৬।২৮, ২। সৰকি পৰ, পিছলি পৰ।

**চ্যুত** *বিণ.* (চ্যয়তে স্ম ইতি চ্যু কৰ্মণি ক্তঃ) ১। ক্ষৰিত, স্খলিত ৰ ১১।২৫; তলত পৰা, অধঃপতিত, ২। দূৰকৃত, বহিঃকৃত, ৩। মাৰ্গচ্যুত, ভ্ৰান্ত, ৪। লুপ্ত, **—অধিকাৰ** *বিণ.* কাৰ্য্যৰ পৰা পদচ্যুত, **—আত্মন্**

*বিণ.* ভ্ৰষ্টাত্মা, অনাচাৰী, হিংসুক।

**চ্যুতিঃ** *স্ত্ৰী.* (চ্যু অপাদানে ক্তিন্) ১। অধঃপতন, ২। আওগতি, মাৰ্গচ্যুতি, ভ্ৰান্তি, ৩। ক্ষৰণ, ৪। ক্ষতি, অৱলুপ্তি, বঞ্চনা, ৫। যোনি, ৬। গুহ্যদ্বাৰ।

**চ্যুপঃ** *পু.* (অৱন্তে ভাষন্তেঽনেনেতি চ্যু পঃ কিৎ) মুখ।

**চ্যুতঃ** আমগছ।

# ছ

**ছ** ছকাৰ। ব্যঞ্জনবৰ্ণৰ সপ্তম আৰু 'চ' বৰ্গৰ দ্বিতীয় বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ ১১শ সূত্ৰৰ ৩য় বৰ্ণ। উচ্চাৰণস্থান তালু।

**ছ** *বিণ.* (ছায়তে পৰিস্কৃয়তে যৎ ইতি ছো কৰ্মণি কঃ) নিৰ্মল, পৰিস্কাৰ, তৰল।

**ছঃ** *পু.* (ছো ভাৱে ডঃ) ছেদন, অংশ, টুকুৰা।

**ছগঃ** *পু.* (ছং যজ্ঞাদৌ ছেদনং গচ্ছতি গম্ ডঃ) ছাগল।

**ছগণং** *ক্লী.* শুকান গোবৰ।

**ছগলং** *ক্লী.* নীলা কাপোৰ।

**ছগলঃ, —লকঃ** *পু.* ছাগল, ছাগলী।

**ছটা** *স্ত্ৰী.* (ছো অটন্ কিচ্চ) ১। দীপ্তি, **ৰাত** ৪।১২৮; উজ্জ্বলতা, ২। সমূহ, শি ১।৪৭; ৩। **ৰেখা, আঁচ, —আভা** বিজুলী, **—ফলঃ** তামোল গছ।

**ছত্ৰং** *ক্লী.* (ছদ ণিচ ষ্ট্ৰণ) ৰ'দ-বৰষুণ নিবাৰণৰ কাৰণে ব্যৱহাৰ কৰা আৱৰণ বিশেষ, ছাতি। মনু ৭।৯৬; **—ধৰঃ, —ধাৰঃ** ছত্ৰধাৰী। ছাতি ধৰোঁতা, **—ধাৰণং** ১। ছাতি ধৰি ৰখা কাৰ্য্য, ২। ৰাজ-ঐশ্বৰ্য্যৰ প্ৰতীকৰূপ ছাতি ধাৰণ কাৰ্য্য। **—পতিঃ** ১। ছাতি মূৰৰ ওপৰত থকা ৰজা। একছত্ৰী সম্ৰাট, ২। পুৰণি কালৰ এজন ৰজাৰ নাম, ছত্ৰপতি শিৱাজী, **—ভঙ্গঃ** ১। ৰাজ্য হানি, ২। পৰবশ, ৩। নিঠৰুৱা অৱস্থা, বৈধব্যতা।

**ছত্ৰকঃ** শিৱালয় **—কং** বেংছতা।

**ছত্ৰা, —ত্ৰাকঃ** বেংছতা, খা ১।১৭৬।

**ছত্ৰিকঃ** ছত্ৰধাৰী।

**ছত্ৰী** (ন্) ১। ছত্ৰধাৰী *(পু.)* নাপিত।

**চত্বৰঃ** *পু.* (ছদতে অপৱাৰয়তি ৱৰ্ষোষ্ণাদিমিতি ছদ ষ্বৰচ্) ১। গৃহ, ঘৰ, ২। নিকুঞ্জ।

**ছদ্** সংবৃতৌ (ভ্বা, চুৰা উ সক ছদতি –তে, ছদয়তি –তে) ১। আবৃত কৰ, ঢাকি ৰাখ, পৰ্দাৰে আৱ কৰ। মে ৭৬; ২। **বিস্তাৰ কৰ, বিস্তৰণ কৰ,** ৩। **লুকাই,** ঢাকি ৰাখ, গুপুতভাৱে ৰাখ, **অৱ— আ—** আচ্ছাদন কৰ, আবৃত কৰ, **উদং—** আবৃত কৰ, উলঙ্গ কৰ, উচ্ছেদ কৰ, **উপ—** আবৃত কৰ, লকাই ৰাখ, **পৰি— পৰিধান** কৰ, **প্ৰ—** আচ্ছাদিত কৰ, লুকাই ৰাখ, ভেশচন **কৰ,** মনু ৪।১৯৮; **প্ৰতি—** লুকাই ৰাখ, আবৃত কৰ, **সং—** মেৰাই বান্ধ, লুকাই ৰাখ।

**ছদঃ, —ছদনং** ১। আৱৰণ, ঢাকনী, ২। পাখি, ৩। পাত, ৪। খাপ।

**ছদিঃ** *স্ত্ৰী.* **ছদিস্** *ক্লী.* ঘৰ বা গাড়ীৰ চাল বা ছৈ।

**ছদ্মন্** *ক্লী.* (ছদ্যতে আব্ৰিয়তে ছদ মনিন্) ১। **ছদ্মবেশ,** ২। চেলু, ছল, শি ২।২১; ৩। ঠগ, **প্ৰবঞ্চনা,** মনু ৪।১৯৯; **—তাপসঃ** ভণ্ড সন্ন্যাসী, **—ৱেশী** ঠগ।

**ছনচ্ছন্** *অব্য* পানী পৰিলে হোৱা শব্দ। অমৰু ৮৯।

**ছন্দ্** আনন্দে (চুৰা উ স, অ ছন্দয়তি –তে) ১। আনন্দ দে, সন্তুষ্ট কৰ, ২। সৈমান কৰ, ৩। আবৃত কৰ, ৪। আনন্দিত হ, **উপ—** তোষামোদ কৰ, নিমন্ত্ৰণ কৰ, প্ৰাৰ্থনা কৰ, অনুৰোধ কৰ, কোনো কাম কৰাৰ কাৰণে সৈমান কৰ। কোনো বস্তু দান কৰ।

**ছন্দ(স্)** *ক্লী.* (ছন্দতি আহ্লাদয়তি ছদ্ ছঃ) ১। স্বৈৰাচাৰ, অভিলাষ, ইচ্ছা, অভিপ্ৰায়, ২। ঠগ, **ছল,** ৩। বেদ, বৈদিক মন্ত্ৰসমূহ, **ৰ** ১।১১; **মনু** ৪।৯৫; ৪। কবিতা, পদ্য, ৫। **কবিতাৰ এটা ছন্দ,** ৬। ছন্দ; ছয় বেদাঙ্গৰ এটা। আন কেইটা : **শিক্ষা,** কল্প, ব্যাকৰণ, নিৰুক্ত আৰু জ্যোতিষ; **—কৃতং** যি কোনো বৈদিক ছন্দ, **—গঃ (ছন্দোগঃ)** ১। ছন্দ অনুসৰি গাওঁতা, ২। সামবেদৰ গায়ক; **—ভঙ্গঃ** ছন্দৰ পতন, **—ৱিচিতিঃ** দণ্ডিনে ৰচনা কৰা এখন ছন্দশাস্ত্ৰ।

**ছন্দঃ** *পু.* (ছন্দ্ ভাৱে ঘঞ্) ১। **ইচ্ছা, অভিপ্ৰায়,** অভিলাষ, **ৰা** ২।৯।৭; ২। **হুজুগ, নিজৰ বাছনি** নিজৰ **ইচ্ছামতে কৰিব পৰা, স্বাধীনভাৱে কৰিব পৰা,** ৩। অৰ্থ, মৰ্ম, ৪। বিষ।

**ছন্ন** *বিণ.* (ছদ ক্তঃ) ১। আচ্ছাদিত, আবৃত, ২। গুপ্ত, মহা ৩।২০।২৪।

**ছম্** ভক্ষে, (ভ্বা প সক ছমতি) ১। ভক্ষণ কৰ, খা।

**ছমণ্ডঃ** *পু.* পিতৃহীন, অনাথ।

**ছৰ্দ** ৱমনে (চুৰা উ সক ছৰ্দয়তি -তে) ১। বাঁতিয়া।

**ছৰ্দনম্** বাঁতি, অসুখ।

**ছৰ্দনঃ** *পু.* (ছৰ্দ ল্যুঃ) ১। অলম্বুষ নামৰ এজন ৰাক্ষস, এইজনে নৰ-পশু আদি গিলি আকৌ বমি কৰি উলিয়াই পেলাইছিল), ২। নিম গছ।

**ছৰ্দিঃ** *স্ত্রী.* বমি হোৱা ৰোগ। **—ঘ্নঃ** নিম গছ।

**ছলং —লঃ** ১। শঠতা, ২। ছল, প্ৰবঞ্চনা। মনু ৮।৪৯; ৩। অভিপ্ৰায়, ৪। দুষ্টালি, ৫। ভ্ৰান্তি, ৬। উপায়, অভিসন্ধি।

**ছলিকং** এবিধ নৃত্য অথবা নাটক।

**ছল্লি, —ল্লী** *স্ত্রী.* ১। ছাল, বাকলি, ২। লতা এবিধ, ৩। এবিধ ফুল, ৪। সন্তান, ছলি।

**ছবিঃ** *স্ত্রী.* (ছ্যতি সূক্ষ্মং কৰোতি ছো কিন) ১। ছালৰ ৰং, বৰণ, মে ৩৩; ২। শোভা, দীপ্তি, উজ্জ্বলতা, ৩। ছাল।

**ছা** *স্ত্রী.* (ছদ ডঃ টাপ) আচ্ছাদন, আবৰণ।

**ছাঃ** *পু.* জন্তুৰ পোৱালি।

**ছাগঃ** ১। ছাগল, মনু ৩।২৬৯; ২। মেষ ৰাষি, **—গং** ছাগলীৰ গাখীৰ, **—ভোজনঃ** কুকুৰনেচীয়া বাঘ, **—মুখঃ** কাৰ্ত্তিকেয়, **—ৰথঃ —ৱাহনঃ** অগ্নি।

**ছাগণঃ** গোবৰৰ জুই।

**ছাগলঃ (লী)** ছাগল, **—অন্ত্রী** কুকুৰনেচীয়া বাঘ।

**ছাত** *বিণ.* ১। ছিন্ন, বিভক্ত, বিভাজিত, ২। দুৰ্ব্বল।

**ছাত্ৰং** *ক্লী.* এবিধ মৌ।

**ছাত্ৰঃ** *পু* (ছত্ৰং গুৰোৰ্দোষাণামাৱৰণং তচ্ছীলমস্য ছত্ৰ ণঃ) ১। শিষ্য, ছাত্ৰ, **—গণ্ডঃ** কোনো শ্লোকৰ আদি মাত্ৰ, অৰ্থাৎ প্ৰথমখিনিৰ জ্ঞান থকা পণ্ডিত, **—দৰ্শনং** এদিনৰ বাহী গাখীৰৰ পৰা তৈয়াৰ কৰা ঘিউ বা মাখন, **—ব্যংসকঃ** মুৰ্খ, ভোদা ছাত্ৰ।

**ছাদং** ঘৰৰ চাল। খেৰৰ চালি।

**ছাদনং** ১। অচ্ছাদন, ঢাকনী, পৰ্দা, ২। গোপন কৰণ, ৩। গছৰ পাত, ৪। পৰিধান।

**ছাদিত** *বিণ.* আচ্ছাদিত, আবৃত।

**ছাদ্মিকঃ** প্ৰবঞ্চকঃ, ঠগ, গুণ্ডা।

**ছান্দস (সী)** *বিণ.* ১। বৈদিক, বেদ সম্বন্ধীয়, ২। ছন্দ সম্বন্ধীয়, ৩। বেদজ্ঞাতা, বেদজ্ঞ, **—সঃ** বেদজ্ঞ ব্ৰাহ্মণ।

**ছান্দোগ্য** *ক্লী.* (ছন্দোগানাং ধৰ্মঃ ছন্দোগ ঞ্যঃ) ১। সামবেদীয় এখন উপনিষদ, ছান্দোগ্যোপনিষদ।

**ছায়া** *স্ত্রী.* (ছ্যতি ছিনত্তি সূৰ্য্যাদেঃ প্ৰকাশং নাশয়তি ছো যঃ টাপ) ১। (গছাদিৰ) ছাঁ। তৎপুৰুষ সমাসত ছায়ং হয়। ৰ ৪।২০; ২। প্ৰতিচ্ছবি, প্ৰতিবিম্ব, ৩। সাদৃশ্য, ৪। ভ্ৰম, ৫। ৰঙৰ সংমিশ্ৰণ, ৬। মুখৰ ৰং, বৰণ, ৭। সৌন্দৰ্য্য, মে ৮০; ৮। সুৰক্ষা, ৯। শাৰী, লানি, ১০। অন্ধকাৰ, ১১। ভেঁটি, ১২। দুৰ্গা, ১৩। সূৰ্য্যপত্নী ছায়া, এওঁৰ তিনিটা সন্তান। দুটা পুত্ৰ সাৱৰ্ণি, আৰু শনি, এটি কন্যা তপনী। **—অঙ্কঃ** চন্দ্ৰ, **—কৰঃ** ছত্ৰধাৰী, **—গ্ৰহঃ** দাপোণ, **—তনয়ঃ, —সুতঃ** শনি গ্ৰহ, **—তৰুঃ** ছাঁ, প্ৰকাণ্ড গছ, **—পথঃ** বায়ুমণ্ডল, **—ভৃৎ** পু চন্দ্ৰ। **—মিত্ৰং** ডাঙৰ ছাতি, **—যন্ত্ৰং** বেলি ঘড়ী।

**ছিঃ** *স্ত্রী.* (নিন্দাৰ্থক) ছিঃ।

**ছিত্তিঃ** বিভাজন, কৰ্তন।

**ছিত্বৰ (ৰী)** *বিণ.* ১। কাটিব লগীয়া, ২। বিৰোধী, ছলপূৰ্ণ।

**ছিদ্** ছেদে (ৰুধা উ সক ছিনত্তি, ছিন্তে) ১। ব দুডোখৰ কৰ, ছিৰ, ভাঙি পেলা, কাটি পেলা। গী ২।২৩; ২। (নিদ্ৰা) ভঙ্গ কৰ, ৩। দূৰ কৰ, নাশ কৰ, ধ্বংস কৰ, ভৰ্তৃ ২।৭৭; **অৱ—** কাটি দুভাগ কৰ, প্ৰভেদ কৰ, ভাল-বেয়া বিচাৰ কৰ, সাল-সলনি কৰ, সীমা বান্ধি দি, **আ—** কাটি পেলা, দুডোখৰ কৰ, কাঢ়ি ল, কু ২।৪৬; বহিৰ্ভূত কৰ, মনু ৪।২১৯; দূৰ কৰ, টানি উলিয়া, **উদ্—** নাশ কৰ, উভালি পেলা, বাধা দি, মনু ৩।১০১; **পৰি—** ছিৰি পেলা, আঘাত কৰ, অঙ্গছেদন কৰ, কাটি দুডোখৰ কৰ, সীমা নিৰ্ধাৰণ কৰ, কু ২।৫৮; **ৱি—** কাটি পেলা, নাশ কৰ, বংশ নাশ কৰ, ভট্টি ৩।৫২; **সং—** কাটি পেলা, বিভক্ত কৰ, দূৰ কৰ, সন্দেহ দূৰ কৰ, নিষ্পত্তি কৰ।

**ছিদ্** (সমাসৰ শেষত) কাটি দুভাগ কৰা কাৰ্য্য, নাশ-কৰণ। যেনে পক্ষছিদ্, যি পৰ্বতৰ পাখিবোৰ কাটি পেলাইছিল, অৰ্থাৎ ইন্দ্ৰ।

**ছিদিঃ** কুঠাৰ, ইন্দ্ৰৰ বজ্ৰ, **—দিৰঃ** ১। কুঠাৰ, ২। কথা, ৩। অগ্নি, ৪। ৰচি।

**ছিদ্ৰ** চেদে (চুৰা প সক ছিদ্ৰয়তি) ১। **ফুটা কৰ**, ছিদ্ৰ কৰ, বালকঃ ভাণ্ডং ছিদ্ৰয়তি।

**ছিদ্ৰং** *ক্লী.* (ছিদ্যতে ভিদ্যতে যৎ ছিদ্ ৰক) ১। ফুটা, ছিদ্ৰ, মহা ৩।৮২।৫৩; ২। ভ্ৰান্তি, দোষ, ভুল, কলঙ্ক। মনু ৭।১০২; **—অনুজীৱীন্**, **—অনুসন্ধানীন্**, **—অনুসাৰীণ্**, **—অন্বেষিন্** (আনৰ) ছিদ্ৰ অৰ্থাৎ দোষ বিচাৰি ফুৰা মানুহ, **—অন্তৰঃ** বেঁত, নলখাগৰি, **—আত্মন্** শত্ৰুৰ আগত নিজৰ দুৰ্বলতা প্ৰকাশ কৰোঁতা, **—কৰ্ণ** কাণ ফুটোৱা, **—দৰ্শন** দোষ প্ৰকাশ।

**ছিন্ন** *বিণ.* (ছিদ ক্তঃ) ১। বিভাজিত, বিভক্ত, কাটি পেলোৱা (বস্তু), ২। ভগ্ন, বিনষ্ট, দূৰীকৃত, **—ম্না** বেশ্যা, গণিকা, **—দ্ৰুমঃ** কাটি পেলোৱা গছ, **—দ্বৈধ** যাৰ সন্দেহ দূৰীভূত হৈছে। নিঃসন্দিগ্ধ, **—নাসিক** নাকহীন, নাককটা, **—ভিন্ন** ছিন্ন ভিন্ন হোৱা, **—কাটি** খণ্ড-বিখণ্ড কৰা, **—মস্তা** ছিন্নমস্তা, দুৰ্গাৰ এটি ৰূপ। দশ মহাবিদ্যাৰ ষষ্ঠ মহাবিদ্যা, **—মূল** মূলোচ্ছেদ, **—শ্বাসঃ** উশাহ বন্ধ হৈ যোৱা এবিধ বেমাৰ (এজমা), **—সংশয়** সংশয় নাশ। নিঃসন্দেহ।

**ছুছুন্দৰঃ** চিকা।

**ছুট** ছেদে (চুৰা, তুদা সক ছোটয়তি, ছুটতি) কাট, ছেদন কৰ।

**ছুদ্ৰং** *ক্লী.* (ছদ ৰক) ৰশ্মি।

**ছুপ** স্পৰ্শে (তুদা প সক ছুপতি) স্পৰ্শ কৰ।

**ছুপঃ** *পু.* (ছুপ ঘঞৰ্থে কঃ) ১। স্পৰ্শ, ২। জোপোহা গছ, ৩। যুদ্ধ, ৪। চপলতা।

**ছুৰ** ক) ছেদে (ভ্বা প সক ছোৰতি) ১। কাট, কাটি দুডোখৰ কৰ, ছেদন কৰ, ২। খোদিত কৰ।
খ) লোপে (তুদা প সক ছুৰতি) ১। আবৃত কৰ, ২। সান, লেও দি, ৩। সংমিশ্ৰণ কৰ।

**ছুৰণং** *ক্লী.* (ছুৰ ল্যুট) অনুলেপন।

**ছুৰা** *স্ত্ৰী.* ১। অমৃত, ২। চূণ।

**ছুৰিকা, ছুৰী** *স্ত্ৰী.* ছুৰি, কটাৰী।

**ছুৰিতঃ** (ছুৰ ক্তঃ) ১। খচিত, যেনে মুক্তা খচিত হাৰ, ২। ৰঞ্জিত, ৩। ছিন্ন।

**ছুদ্** ক) সন্দীপে (চুৰা উ ভ্বা প সক ছৰ্দয়তি -তে, ছৰ্দতি) জ্বলা, যেনে চাকি বা বন্তি জ্বলোৱা
খ) দেৱনে ৰমনে, (ৰুধা উ সক ছৃণত্তি) ১। খেল-ধেমালি কৰ, ২। উজ্জ্বল হ, দীপ্তিমান হ, ৩। বঁতিয়া।

**ছেক** *বিণ.* (ছ্যতি বনৰাসাদি সুখং ছিনত্তি নাশয়তি ছো লূনৌ ডেকন্) ১। ঘৰচীয়া, ২। নাগৰিক, নগৰত জন্ম হোৱা, ৩। ধূৰ্ত।

**ছেকানুপ্ৰাসঃ** (অলঙ্কাৰ শাস্ত্ৰ) শব্দালঙ্কাৰৰ অনুপ্ৰাস অলঙ্কাৰৰ পাঁচবিধ অনুপ্ৰাসৰ এবিধ।

**ছেকাপহ্নুতিঃ** এবিধ অপহ্নুতি অলঙ্কাৰ।

**ছেকোক্তিঃ** বক্ৰোক্তি।

**ছেদঃ** *পু.* (ছিদ ভাৱে ঘঞ) ১। ছেদন, কৰ্তন, দ্বিখণ্ডিতকৰণ, কু ২।৪১; ২। নাশ, সমাপ্তি, অন্ত, ধ্বংস, ব্যাঘাত, ৩। খণ্ড, টুকুৰা শ ৩।৭; ৪। (অঙ্ক) হাৰক, ভাজক।

**ছেদনং** *ক্লী.* (ছদ ল্যুট) ১। কাটি দুডোখৰ কৰণ, ২। বিভাজন, ৩। দুফালকৰণ, ৪। নাশ, ধ্বংস, দূৰীকৰণ।

**ছেদনীয়** *পু.* (ছেদিতুং যোগ্য ইতি অনীয়ৰ) কটাৰ বা কাটি পেলোৱাৰ যোগ্য, **—য়ঃ** কতক বৃক্ষ।

**ছেদিঃ** (ছিদ ইণ) ছেদনকৰ্তা, কাঠমিস্ত্ৰী।

**ছেমণ্ডঃ** *পু.* (ছস্ অদনে অণ্ডন) পিতৃহীন। বাপমৰা, অনাথ।

**ছেলকঃ** ছাগলী।

**ছৈদিকঃ** নল-খাগৰি।

**ছো** লূনৌ (দিৱা প স ছ্যতি) শস্যাদি কাট, কাটি চপা, কাঁচিৰে (ধান ঘাঁহ আদি) কাট, ছ্যতি ধান্যং কৃষকঃ।

**ছোটিকা** *স্ত্ৰী.* (ছটতি যজ্ঞবিঘ্নকাৰিণাং মায়াং ছিনত্তীতি ছুট ণ্বুল্ টাপি অত ইতঞ্চ) তৰ্জনী-অঙ্গুষ্ঠাঙ্গুলিধ্বনিঃ। তৰ্জনী আৰু বুঢ়া আঙুলি লগ লগাই কৰা শব্দ, টিলিকি।

**ছোটী (ন)** *পু.* (ছুট ণিনিঃ) কৈৱৰ্ত।

**ছোৰণং** *ক্লী.* (ছুৰ ভাৱে ল্যুট) ত্যাগ, পৰিত্যাগ। ■

**জ** জকাৰ, ব্যঞ্জনবৰ্ণৰ অষ্টম বৰ্ণ আৰু 'চ' বৰ্গৰ তৃতীয় বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ ১০ম সূত্ৰৰ ১ম বৰ্ণ। উচ্চাৰণ স্থান তালু। 'ইচুযশানাং তালু।'

**জ** *বিণ.* সমাসৰ অন্তত। জন্ম হোৱা (বংশগতভাৱে) নামি অহা, গজা, বাস কৰা আদি বহুতো অৰ্থত ব্যৱহাৰ হয়। যেনে— কুলজ, বংশজ, উদ্ভিজ্জ ইত্যাদি।

**জঃ** *পু.* ১। পিতা, ২। জন্ম, উৎপন্ন, ৩। বিহ, ৪। পিশাচ, ৫। বিজেতা, ৬। দীপ্তি, ৭। বিষ্ণু, ৮। গতিবেগ।

**জকুটং** বেঙেনা ফুল, **—টং** ১। লয় পৰ্বত, ২। কুকুৰ।

**জক্ষ্** ভক্ষে, হাসে (অদা, প, ভক্ষে সক হাসে অক জক্ষতি, জক্ষিতি) ১। ভক্ষণ কৰ, খাই শেষ কৰ, গ্ৰাস কৰ, ২। ধ্বংস কৰ, নষ্ট কৰ।

**জক্ষণং জক্ষিঃ** ভক্ষণ, ক্ষয়, ভগন্।

**জক্ষ্মঃ, জক্ষ্মন্** *পু.* (জক্ষিতি শৰীৰং নাশয়তি ইতি জক্ষ মনিন্) যক্ষ্মা ৰোগ। ক্ষয়ৰোগ।

**জগৎ** *ক্লী.* (গচ্ছতীতি গম্ ক্বিপ তুক্) বিশ্বব্ৰহ্মাণ্ড ৰ ১।১; (*পু*) বায়ু, বতাহ, **—অম্বা** (জগদম্বা) দুৰ্গা, **—আত্মন্** *পু.* পৰমাত্মা, **—আদিজঃ** সদাশিৱ, **—আধাৰঃ** ১। কাল, ২। বায়ু, **—আয়ুঃ** বায়ু, **—ঈশঃ —পতিঃ** পৰমেশ্বৰ, **—উদ্ধাৰঃ** জগতৰ মুক্তি, **—কৰ্তৃ, —ধাতৃ** বিশ্ববিধাতা, বিশ্বস্ৰষ্টা, **—চক্ষুস্** সূৰ্য্য, **—নাথঃ** জগন্নাথ, বিশ্বনাথ, **—নিৱাসঃ** পৰমেশ্বৰ, বিষ্ণু, শি ১।১; জাগতিক অস্তিত্ব, **—প্ৰাণঃ —বলঃ** বায়ু, **—যোনিঃ** ১। পৰমাত্মা, ২। বিষ্ণু, ৩। সদাশিৱ, ৪। ব্ৰহ্মা (স্ত্ৰী.) পৃথিৱী, **—ৱহা** পৃথিৱী, **—ৱিনাশঃ** যুগান্ত, **—সাক্ষী** *পু.* ১। পৰমাত্মা, ২। সূৰ্য্য।

**জগতী** *স্ত্ৰী.* (গচ্ছতি কাৰ্যত্বাৎ নষ্টো ভৱতীতি গম অতি ঙীপ্) ১। ভুৱন, পৃথিৱী, কি ১।৭, ৰা ২।৬৯।১১; ২। জন, লোক, প্ৰজা, মানৱ জাতি, ৩। গাই গৰু, ৪। এবিধ ছন্দ, **—ঈশ্বৰঃ** জগদীশ্বৰ, সম্ৰাট, **—গৌৰী** দুৰ্গা, **—ধাত্ৰী** জগদ্ধাত্ৰী দেৱী। কুঞ্জৰাসুৰ নিধনকাৰিণী; দুৰ্গাৰ এটা ৰূপ।

**জগনুঃ (নুঃ)** *পু.* (জগৎ গম্ ৱাহুলকাৎ ডুঃ) ১। অগ্নি, ২। জন্তু, ৩। কীট-পতঙ্গ।

**জগৰঃ** *পু.* কৱচ, বৰ্ম।

**জগল** *বিণ.* (পুনঃ পুনঃ গলতি গল্ যঙ্ অচ্) ১। নীচ, দুৰন্ত, বদ্‌মাচ, ছল, প্ৰবঞ্চক, ঠগ, **—লং** *ক্লী.* ১। গোবৰ, বৰ্ম, ৩। সুৰা, মদ।

**জগ্ধ** *বিণ.* (অদ্ ভক্ষণে ক্তঃ) ভক্ষিত, **—ব্ধিঃ** *স্ত্ৰী.* ভক্ষণ, সহ-ভোজন। আহাৰ।

**জগ্মিঃ** *পু* বায়ু।

**জঘনং** *ক্লী.* (হন্যতে ইতি হন্ অচ্ কু) ১। তিৰোতাৰ জঘন, উৰু আৰু কৰঙণৰ অংশ। শি ৫।২৯; ২। কটি দেশ। দেভা ১।৯।৮১; ৩। গুপ্তাঙ্গ, ৪। ৰক্ষিত সৈন্য, **—কূপকৌ** তিৰোতাৰ কৰঙনৰ গাঁত দুটা, **—চপলা** অসতী, ব্যভিচাৰী নাৰী, পঞ্চ ১।১৭৩।

**জঘন্য** *বিণ.* (কুটিলং হন্যতে নিন্দ্যতে হন্ যঙ অচ্ যৎ) ১। চৰম, অন্ত, শেষ, গী ১৪।১৮; ২। গৰ্হিত, নিন্দিত, অধম, নীচ, মনু ৮২৭০, **—ন্যঃ** *পু.* শূদ্ৰ, **—জঃ** সৰু ভায়েক। শূদ্ৰ, মহা ১।৬৫।১৬।

**জঘ্নিঃ** *পু.* (হন্যতে ইতি হন কিন্ দ্বিত্বম্) মাৰণাস্ত্ৰ, ঋবে ৯।৬১।২০।

**জঘ্নু** *বিণ.* হন্তা, হননকৰ্তা, হত্যাকাৰী।

**জঙ্গম** *বিণ.* (পুনঃ পুনৰ্গচ্ছতীতি গম্ যঙ অচ্) ১। অস্থাৱৰ, গমনশীল, চৰ, **—ইতৰ** স্থায়ী, স্থাৱৰ, **—কুটী** ছাতি।

**জঙ্গলং** (পুনঃ পুনৰতিশয়েন গলতি গল্ যঙ্ অচ্) ১। পানীহীন স্থান। মৰুভূমি, পতিত ভূমি, ২। ডাঠ হাবি, ৩। একান্ত, নিৰ্জন স্থান।

**জঙ্গালঃ** *পু.* (জঙ্গং কুটিলগতিং অলতি প্ৰাপ্নোতি জঙ্গ অল্ অণ্) ১। পথাৰৰ আলি। ২। মাটিৰ সীমা।

**জঙ্গুলং** বিহ, সাপৰ বিষ।

**জঙ্ঘা** *স্ত্ৰী.* (হন্ গতৌ যঙ্ ডঃ) গাঁঠিৰ পৰা আঠুলৈ ভৰিৰ অংশ, **—আৰঃ —কাৰিকঃ** দৌৰা মানুহ, ডাকোৱাল, বেগাই যোৱা দূত, **—ত্ৰাণং** ভৰিত পিন্ধা বৰ্ম।

**জঙ্ঘাল, —ঙ্ঘিল** *বিণ.* অতি বেগৱান, **—লঃ** ১। ডাকোৱাল, ২। হৰিণ।

**জজ্ জঞ্জ** যুধি (ভ্বা প সক জজতি, জঞ্জতি) যুঁজ কৰ, যুদ্ধ কৰ।

**জট্** সংহতৌ (ভ্বা প অক জটতি) ১। চুলি জঁটা বান্ধ, ২। গোট মাৰ, খলমা বান্ধ।

**জটা** *স্ত্রী.* (জটতি পৰস্পৰং সংলগ্নং কৰোতীতি জট্ অচ্) ১। একেলগে ওপৰলৈ তুলি বন্ধা মূৰৰ চুলি, ২। ব্ৰতী-বিলাকৰ শিখা, ৩। আঁহযুক্ত শিপা, ৪। শিপা, ৫। শাখা, ৬। শতমূল নামৰ এবিধ গছ, **—নীৰঃ —টঙ্কঃ, —টীৰঃ, —ধৰঃ** সদাশিৱ, **—জুটঃ** শিৱৰ জটা, **—জ্বালঃ** বত্তি, চাকি, **—মাংসী** এবিধ সুগন্ধি দ্ৰব্য।

**জটায়ুঃ** *পু.* (জটাং যাতি প্ৰাপ্নোতীতি জটা যা কুঃ) জটায়ু পক্ষী। দশৰথৰ প্ৰিয় সখা, অৰুণৰ পুত্ৰ। সীতা হৰণৰ সময়ত ৰাৱণে জটায়ুক হত্যা কৰে। যেতিয়া ৰাৱণে সীতাক হৰণ কৰি আকাশ পথেৰে লঙ্কা অভিমুখে গৈ আছিল, তেতিয়া সীতাৰ কান্দোন শুনি জটায়ুৱে ৰাৱণক বাধা দিয়ে। ৰাৱণে জটায়ুৰ দুয়োখন পাখি কাটি পেলোৱাত জটায়ু মাটিত পৰি ৰ'ল। ৰামে সীতাক বিচাৰি সেই ফালেদি যাওঁতে জটায়ুৱে ৰামক সকলো বিৱৰি কয় আৰু তাৰ পিচতে মৃত্যুবৰণ কৰে।

**জটাল** *বিণ.* জটাযুক্ত, **—লঃ** ডিমৰু গছ, **—লা** এবিধ সুগন্ধি দ্ৰব্য, আতৰ।

**জটিন্** *বিণ* জটাযুক্ত, জটাধাৰী *(পু)* ১। সদাশিৱ, ২। বড়গছ।

**জটিল** *বিণ* ১। জটাধাৰী (সন্ন্যাসী) ২। কঠিন, আউল লগা, অকোৰা-পকোৰা, বিশৃঙ্খল, ৩। ডাঠ, গহীন, অভেদ্য, **—লঃ** *পু.* সিংহ, ছাগলী।

**জঠৰ** *বিণ.* (জনয়তে ইতি জন অৰঃ ঠশ্চ) টান, কঠিন, দৃঢ়, **—ৰং —ৰঃ** ১। পেট, উদৰ, ২। জৰায়ু, গৰ্ভাশয়, ৩। অভ্যন্তৰ, **—অগ্নিঃ** হজম শক্তি।

**জড়** *বিণ.* (জলতি বুদ্ধিশক্তিমাচ্ছাদয়তি জল অচ্) ১। হীমগ্ৰস্ত, শীতল, চেঁচা, ২। নিস্তেজ, জঠৰ, অৱশ, ঠেৰেঙা, শ ৪।৫, ৩। মুৰ্খ, অজ্ঞান, মনু ২।১১০; ৪। বোবা, ৫। বেদাধ্যয়নত অক্ষম, ৬। মোহগ্ৰস্ত, ৰ ৮।৭৫; **—ড়ং** পানী, সীহ, **—ক্ৰিয়** ঢিলা, লেহেম, **—ভৰতঃ** অঁকৰা, বেঙা।

**জড়তা, ত্বং** (জড় ভাৱে তল্) ১। জাড্য, ৰ ৯।৪৬, শীতলতা, অজ্ঞতা, মুৰ্খামি, ২। (অলঙ্কাৰ) ৩৩ বিধ ব্যভিচাৰী ভাৱৰ এবিধ।

**জড়িমা(ন্)** *পু* (জড়স্য ভাৱঃ য্যঞ ইমনিচ্) জড়তা, মুৰ্খালি, নিৰ্বোধতা, অচেতনতা।

**জতু** *ক্লী.* লা, **—অশ্মকং** ৰঙা হাইতাল, **—গৃহং** লাৰ ঘৰ। কুন্তীৰ সৈতে পঞ্চপাণ্ডৱক পুৰি মাৰিবলৈ দুৰ্য্যোধনে সজোৱা লাৰ ঘৰ, **—পুত্ৰকঃ** পাশাখেলুৱৈ, **—ৰসঃ** লা।

**জতুকং** লা, **—কা** লা, বাদুলী, হিং, এবিধ লতা।

**জত্ৰু** *ক্লী.* ডিঙিৰ হাড়।

**জন্** জনৌ (দিৱা আ অক জায়তে) ১। জন্ম হ, উৎপন্ন হ, মনু ১।৯, ১০।৮; ২। উঠ, ওপৰলৈ উঠ, গজা (যেনে, শস্য বীজ), ৩। সংঘটিত হ, ঘটা, যা ৩।২২৬; (ণিজন্ত) জনয়তি, জন্ম দি, উৎপন্ন কৰ, **অনু—** ১। পিচত জন্ম হ, মনু ৯।১৩৪; **অভি—** জন্ম হ, ধনীৰ ঘৰত জন্ম হ, গী ১৬।৩।

**জনঃ** *পু.* (জন্ অচ্) ১। মানুহ মহা ১।১৪৯।৯; ২। প্ৰাণী, ৩। ব্যক্তি, ৪। জনতা, ৫। বংশ, জাতি, ৬। মহৰ্লোকৰ উৰ্ধ্বত থকা লোক, ৭। হোজা মানুহ, ৮। এজন অসুৰৰ নাম, **—অতিগ** অতিমানৱ, অসাধাৰণ মানুহ, **—অন্তঃ** নিৰ্জন স্থান, যম, **—অন্তিক** গুপুত বাৰ্তালাপ, (অব্য), নাটকত আনে নুশুনাকৈ এজনে ফুচ্‌ফুচাই এজনক কোৱা, **—অৰ্দনঃ** শ্ৰীকৃষ্ণ, **—অশনঃ** কুকুৰনেচীয়া বাঘ, **—আচাৰ** লোকাচাৰ, **—আশ্ৰয়ঃ** ওখ খুঁটাৰ খোলা প্ৰকাণ্ড ঘৰ, **—ওঘঃ** জনতা, ৰাইজ, মানুহৰ জাক বা জাকপাতি অহা মানুহ, **—চক্ষুস্** ৰাইজৰ চকু, সূৰ্য্য, **—ত্ৰা** ছাতি, **—দেৱঃ** ৰজা, **—পদঃ** ১। জনপদ, ৰাষ্ট্ৰ, ৰাজ্য, সাম্ৰাজ্য, ২। দেশ, মে ১৬; ৩। প্ৰজা, ৪। মানৱ জাতি, **—প্ৰৱাদঃ** ১। উৰা-বাতৰি, ২। কেলেঙ্কাৰি, **—মৰ্য্যাদা** প্ৰতিষ্ঠিত বিধি, দেশাচাৰ, **—ৰঞ্জনং** জনতাৰ মনোৰঞ্জন, **—ৱৱঃ** জনৰৱ, উৰাবাতৰি, কেলেঙ্কাৰি, **—লোকঃ** মহৰ্লোকৰ উৰ্দ্ধৰ লোক। সপ্তলোকৰ ৫ম লোক। (সপ্তলোক ঃ ভূঃ, ভুৱঃ, স্বঃ, মহঃ, জনঃ, তপঃ, সত্যং), **—ৱাদঃ** বাতৰি। উৰা-বাতৰি, **—ব্যৱহাৰঃ** জনপ্ৰিয় ৰীতি, আচাৰ, **—শ্ৰুতঃ** বিখ্যাত লোক, **—শ্ৰুতি** উৰা-বাতৰি, বাৰ্তা, **—সংবাধ** ঘন বসতি, **—স্থানং** দণ্ডকাৰণ্যৰ এটা অংশ। উ ১।২৮।

**জনক** *বিণ.* (জন্ ণিচ্ ণ্বুল) উৎপাদক, জন্মদাতা, কাৰক (হেতু), যেনে, ক্লেশজনক, **—কঃ** ১। পিতা, ২। আদি পুৰুষ, পূৰ্বপুৰুষ, ৩। বিদেহ ৰাজ্য ৰজাৰ নাম। সীতাৰ পালক পিতৃ। মহৰ্ষি যাজ্ঞবল্ক্যৰ শিষ্য জনক এগৰাকী অতি জ্ঞানী ৰজা আছিল। সীতাক বিয়া

দিয়াৰ পিচত তেওঁ বাকীখিনি জীৱন বেদ, বেদান্ত দৰ্শন আদি অধ্যয়ন কৰি কটায়। **—আত্মজা—তনয়া —নন্দিনী, —সুতা** জনকৰ কন্যা সীতা।

**জনকাৰী** (ন্) *পু.* আলতা।

**জনঙ্গমঃ** *পু.* চণ্ডাল। শি ১৫।৩৫।

**জনতা** *স্ত্ৰী.* (জনানাং সমূহঃ জন তল্) ১। ৰাইজ, জনতা, জনসমূহ। ২। মানৱজাতি। শি ৯।১৪।

**জননং** *ক্লী.* (জন অধিকৰণে ল্যট্) ১। জন্ম, উৎপত্তি কু১।৪২; সৃষ্টি, অৱতাৰ, উত্থান, ২। জীৱন, অস্তিত্ব। কু ১৫৩; ৩। বংশ, গোত্ৰ, **—নঃ** *পু.* বিষ্ণু।

**জননিঃ** *স্ত্ৰী.* মাতৃ, জন্ম। এবিধ আতৰ।

**জননী** *স্ত্ৰী.* (জনয়তীতি জন বাহুলকাদনিঃ ঙীষ্) ১। জননী, মাতৃ, ২। দয়া, কৃপা, ৩। বাদুলি, ৪। লা, ৫। যুঁতি ফুল, আলতা।

**জনমেজয়ঃ** *পু.* (জনান্ শত্ৰূন্ এজয়তি কম্পয়তি। এজ্ ণিচ্ খশ্)। পৰীক্ষিতৰ পুত্ৰ, অৰ্জুনৰ নাতি আৰু হস্তিনাপুৰৰ ৰজা। সৰ্প দংশনত পিতাক পৰীক্ষিতৰ মৃত্যু হোৱাত জনমেজয়ে সিংহাসনত আৰোহণ কৰিয়েই সৰ্পকুলৰ ওপৰত প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে সৰ্প নিধন যজ্ঞ আৰম্ভ কৰিলে। সেই যজ্ঞত তক্ষকৰ বাহিৰে সকলো সৰ্প নিধন হ'ল। অস্তিকৰ অনুৰোধত ৰজাই যজ্ঞ বন্ধ কৰে আৰু তক্ষক ৰক্ষা পৰে। জনমেজয়ে বৈশম্পায়নৰ মুখৰ পৰা মহাভাৰত শুনি ব্ৰাহ্মণ বধ পাপৰ পৰা মুক্তি পায়।

**জনয়িতৃ (ত্ৰী)** *পু.* পিতা। জন্মদাতা।

**জনি, —জনিকা, —জনী** ১। জন্ম, সৃষ্টি, উৎপত্তি, ২। মাতৃ, নাৰী, পত্নী, বোৱাৰী।

**জনিত** *বিণ.* (জন নিচ্ ক্তঃ) জাত, উৎপাদিত, হৰিব ১৬১।৩১; **—তা (তৃ)** *পু.* পিতা, **—ত্ৰী** *স্ত্ৰী.* মাতৃ, **—ত্বঃ** পিতা, **—ত্বা** মাতা, **—মা(ন্)** জন্ম।

**জনুঃ —নূঃ (স্)** *ক্লী.* (জন উসিঃ) ১। জন্ম, ২। সৃষ্টি, উৎপত্তি, ৩। জীৱন, অস্তিত্ব, **—পদ্ধতিঃ** জন্ম সম্বন্ধীয় শাস্ত্ৰ বিশেষ, **—অন্ধঃ (জনুষান্ধঃ)** জন্মান্ধ।

**জনেষ্টা** *স্ত্ৰী.* ১। জতুকা, ২। জাতি ফুল, ৩। হালধি।

**জনৌঃ** *পু.* (জন অৱ ক্বিপ্ উট্) জনৰক্ষক।

**জন্তুঃ** *পু.* (জন্ তুঃ) ১। জন্তু, প্ৰাণী, মনুষ্য, মনু ৩।৭১; ২। ব্যক্তি, ৩। নিকৃষ্ট প্ৰাণী, **—কম্বুঃ** ১। শামুকৰ খোলা, ২। শামুক, **—কাঃ** লা, **—ফলঃ** ডিমৰু গছ, **—মতী** পৃথিৱী, **—মাৰী** নেমুগছ।

**জন্ম(ন্)** *ক্লী.* (জায়তে ইতি জন্ মনিন্) ১। উৎপত্তি, জন্ম, উদ্ভৱ কু ৫।৬০; ২। জীৱন, অস্তিত্ব, গী ৪/৫, ৩। জন্মস্থান, ৪। জন্ম কাল, **—অধিপঃ** শিৱ, (জ্যোতিষ) জন্মৰাশিৰ অধিপতি দেৱতা বা গ্ৰহ। **—অন্তৰঃ** জন্মান্তৰ, পিচৰ জন্ম। **—অন্ধ** জন্মৰ পৰা কণা, **—কীলঃ** বিষ্ণু **—কুণ্ডলীঃ** জন্মচক্ৰ **—কৃৎ, দঃ** পিতৃ। **—নক্ষত্ৰং** যিটো নক্ষত্ৰৰ কালত জন্ম হৈছিল। **—নামন্** জন্মৰ ৬ বা ১২ দিনৰ দিনা ৰখা নাম। **—পত্ৰং, পত্ৰিকাঃ** কুষ্ঠী **—প্ৰতিষ্ঠা** ১। জন্মস্থান, ২। মাতৃ, **—ভাজ্** জন্তু, প্ৰাণী, **—ভাষা** মাতৃভাষা, **—লগ্নং** জন্মৰ সময়ত ৰাশিৰ লগ্নস্থান, **—শোধনং** জন্মৰ সময়ৰ পৰা কৰিব লগীয়া কৰ্তব্য সমূহৰ সম্পাদন। **—সাফল্যং** জীৱনৰ সফলতা। **—স্থানং** জন্মস্থান। জৰায়ু।

**জন্মাষ্টমী** *স্ত্ৰী* (জন্মনঃ শ্ৰীকৃষ্ণোৎপত্তেৰষ্টমী তিথিঃ) ভাদ মাহৰ কৃষ্ণাষ্টমী তিথি। এই তিথিত শ্ৰীকৃষ্ণৰ জন্ম হৈছিল কাৰণে এই তিথিক পৱিত্ৰ জন্মাষ্টমী তিথিৰূপে শ্ৰীকৃষ্ণৰ পূজা-অৰ্চনা আদিৰে পালন কৰা হয়।

**জন্মী (ন্)** *পু* (জন্মন্ ইনিঃ) প্ৰাণী কি ১১।৩০।

**জন্য** *বিণ* (জন্ নিচ্ কৰ্মণি যৎ) ১। উৎপাদ্য, জন্ম বা উৎপন্ন কৰিব লগীয়া, ২। জাত, উৎপাদিত, ৩। বংশ বা গোত্ৰ সম্পৰ্কীয়, ৪। সাধাৰণ, ইতৰ, ৫। জাতীয়। ৬। (সমাসৰ শেষত) জন্মা, উদ্ভৱ হোৱা বা কৰা।

**জন্যঃ** *পু* (জন্ কৰ্তৰি যৎ) ১। সদাশিৱ মহা ১৩।৫৬; ২। শৰীৰ, দেহ, ভা ১।৯।৩১; ৩। উৰাবাতৰি, ৪। পিতা, ৫। বন্ধু, ৬। জোঁৱাইক বা কুটুম্বক আলপৈচান ধৰা ভৃত্য, ৭। ইতৰ লোক। **—ন্যং** *ক্লী* ১। হাট-বজাৰ, ২। জন্ম, উৎপত্তি, ২। জাত বা সৃষ্ট বস্তু, ৩। যুদ্ধ, সমৰ, ৪। নিন্দা, অপবাদ **—ন্যা** ১। মাকৰ বান্ধৱী, ২। বোৱাৰীৰ কুটুম্ব, ভৃত্য, ৩। আনন্দ, সুখ, ৪। মৰম, প্ৰীতি। **—ন্যুঃ** (জন্ যুচ্) ১। প্ৰাণী, ২। অগ্নি, ৩। বিধাতা, ব্ৰহ্মা।

**জপ্** হৃদুচ্চাৰে (ভ্বা প স জপতি) জপ কৰ, মনে মনে মন্ত্ৰোচ্চাৰণ কৰ। **উপ—** কাণে কাণে ক।

**জপঃ** *পু* (জপ্যতে ইতি জপ অপ্) ১। জপ, মন্ত্ৰপাঠ, মন্ত্ৰ আবৃত্তি। ২। বেদমন্ত্ৰৰ আবৃত্তি, মনু ৩।৭৪; ৩। মনে মনে কৰা প্ৰাৰ্থনা **—পৰায়ণঃ** জপত নিমগ্ন হৈ থকা লোক। নিয়মিতভাৱে জপ কৰা লোক। **—মালা**

জপৰ মন্ত্ৰ আবৃত্তিৰ সংখ্যা গণনা কৰাৰ কাৰণে হাতত লোৱা (ৰুদ্ৰাক্ষৰ) মালা।

**জপা** *স্ত্ৰী* জৱাফুল, মে ৩৬।

**জভ্, জম্ভ** (ক) জভনে, জভনং মৈথুনম (ভ্বা প অক জভতি, জম্ভতি) যৌন সঙ্গম কৰ। (খ) জৃম্ভে (ভ্বা আ অক জভতে, জম্ভতে) হামিয়া, আঁ কৰ, মুখ মেল।

**জম্** ভক্ষে (ভ্বা পৰ সক জমতি) ভক্ষণ কৰ, খা।

**জমজৌঃ** যমজ দুটা সন্তান, যঁজা সন্তান।

**জমদগ্নিঃ** *পু* এগৰাকী প্ৰসিদ্ধ মহৰ্ষি। পৰশুৰামৰ পিতৃ জমদগ্নি ভৃগুবংশীয় ঋচীকমুনিৰ পুত্ৰ। জমদগ্নি অতি ধাৰ্মিক, সত্যনিষ্ঠ আৰু সদা অধ্যয়নশীল আছিল। এবাৰ পত্নী ৰেণুকাই গা ধুবলৈ যাওঁতে পানীত ক্ৰীড়াৰত গন্ধৰ্ব মিথুনৰ আনন্দ দেখি হিংসা হ'ল আৰু তেনেকৈয়ে তিতা গাৰে কোনো প্ৰসাধন নকৰাকৈ ঘৰলৈ উভতি আহিল। অগ্নিশৰ্মা জমদগ্নিয়ে পত্নী ভ্ৰষ্টা হোৱা বুলি ধৰি লৈ পাঁচোটা পুতেকক মাকক বধ কৰিবলৈ আদেশ দিলে। পৰশুৰামৰ বাহিৰে বাকী কেইজন তেনে নিষ্ঠুৰ কাম কৰিবলৈ আগ নাবাঢ়িল। পৰশুৰামে হাতত কুঠাৰ লৈ পিতৃ আজ্ঞা পালন কৰিলে। জমদগ্নি সন্তুষ্ট হৈ কি বৰ লাগে সোধাত পৰশুৰামে মাতৃৰ জীৱন ভিক্ষা কৰিলে। জমদগ্নিয়ে 'সেয়ে হওক' বুলি কৈ ৰেণুকাক পুনৰ জীৱন দান কৰে।

**জম্পতী** *পু* (জায়া চ পতিশ্চ। জায়া শব্দস্য জম্ভাৱো নিপাতনে সিদ্ধঃ) জায়াপতী দম্পতী, পতি-পত্নী।

**জম্বালঃ** *পু* ১। পঙ্ক, বোকা, ২। কেতেকী গছ। **–লিনী** নদী।

**জম্বীৰং, ৰঃ** ১। টেঙা গছ, ডাঙৰ নেমু টেঙাৰ গছ। ২। নেমু টেঙা, জামীৰ টেঙা।

**জম্বু স্বূ** *স্ত্ৰী* জামু (জাম) ফল আৰু গছ। **–দ্বীপঃ** মেৰু পৰ্বতৰ চাৰিওফালে থকা সাতখন মহাদেশৰ এখন।

**জম্বু(ম্বূ)কঃ** ১। শিয়াল, মহা ১/১৪১/৪৬, ২। নীচ লোক, ৩। গোলাপ জামু গছ।

**জম্বূলঃ** কেতেকী গছ, জামুগছ। **–লং** দৰা-কন্যাৰ আগত দৰাপক্ষৰ বন্ধু-বান্ধৱীয়ে কৰা আনন্দ-পৰিহাস, ঠাট্টা-মস্কৰা আদি।

**জম্ভঃ** *পু* (জম্ভতে জৃম্ভতে ইতি জভ পচাদ্যচ নুম) ১। দাঁতৰ আলু, ২। জামু, দাঁত, ৩। ভক্ষণ, খাৱন, ৪। কামুৰি ছিঙা, ৫। অংশ, ৬। ঠোঁট, থুঁতৰি, ৭। হামি, ৮। ইন্দ্ৰই বধ কৰা এজন ৰাক্ষস। **–অৰাতিঃ –দ্বিষ্,–ভেদিন্ –ৰিপুঃ** ইন্দ্ৰ। **–অৰিঃ** ১। অগ্নি, ২। ইন্দ্ৰৰ বজ্ৰ, **–লা** *স্ত্ৰী* এজনী ৰাক্ষসী।

**জম্ভৰঃ** নেমুটেঙা।

**জয়ঃ** *পু* (জি জয়ে এৰচ) ১। বিজয়। (যুদ্ধত বা মোকৰ্দমাত) জয়। ২। সংযম, দমন। ৩। সূৰ্য্যৰ এটা নাম, ৪। ইন্দ্ৰপুত্ৰ জয়ন্ত, ৫। যুধিষ্ঠিৰ, ৬। বিষ্ণুৰ এজন দাসৰ নাম, ৭। অৰ্জুন **–য়া** ১। দুৰ্গা। (বিজয়া), ২। দুৰ্গাৰ ভৃত্যা, ৩। এবিধ পতাকা। বিজয় পতাকা, **–উদ্ধুৰঃ** জয়োল্লাস। **–কোলাহলঃ** জয়ধ্বনি, পাশাখেল। **–ঘোষঃ** ঘোষণা, বিজয়ৰ ঘোষণা। **–ঢক্কা** জয়ঢোল। **—পত্ৰং** ১। মোকদৰ্মাত জিকাজনক হাকিমে দিয়া ডিক্ৰি, ২। অশ্বমেধৰ ঘোঁৰাৰ কপালত আঁৰি দিয়া পত্ৰবিশেষ। **–পালঃ** ৰজা, বলৰাম, বিষ্ণু **–পুত্ৰকঃ** পাশা। **–মঙ্গলঃ** ৰাজকীয় হাতী, জ্বৰৰ ঔষধ, **–ৱাদিনী** শচী **–শব্দঃ** জয়ধ্বনি। **–স্তম্ভঃ** বিজয় স্তম্ভ, বিজয়ৰ চিহ্নৰূপে সজা স্তম্ভ। ৰ ৪।৬৯।

**জয়ন্তঃ** *পু* ১। ইন্দ্ৰৰ পুত্ৰৰ নাম। শ ৭।২, ২। শিৱ, ৩। চন্দ্ৰ, **–ন্তী** ১। পতাকা, ধ্বজা, ২। ইন্দ্ৰৰ কন্যা, ৩। দুৰ্গা।

**জয়দ্ৰথঃ** দুৰ্যোধনৰ ভনীজোঁৱাই। সিন্ধু দেশৰ ৰজা জয়দ্ৰথ ধৃতৰাষ্ট্ৰৰ কন্যা দুঃশলাৰ পতি। এবাৰ জয়দ্ৰথে নিজৰ সহচৰসকলক লৈ বনলৈ যাওঁতে দ্ৰৌপদীক দেখা পাই তেওঁৰ ওচৰলৈ গৈ তেওঁলোক সকলোৰে কাৰণে খাবলৈ আহাৰ বিচাৰে। দ্ৰৌপদীয়ে সকলোকে সন্তুষ্ট কৰাত জয়দ্ৰথ মুগ্ধ হয় আৰু দ্ৰৌপদীক পলুৱাই লৈ যায়। পাঁচ-পাণ্ডৱ মৃগয়াৰ পৰা ঘূৰি আহি জয়দ্ৰথক খেদি ধৰেগৈ, আৰু দ্ৰৌপদীক উদ্ধাৰ কৰে। কুৰুক্ষেত্ৰৰ যুদ্ধত জয়দ্ৰথে কৌৰৱৰ ফলীয়া হৈ যুদ্ধ কৰে আৰু অৰ্জুনৰ হাতত নিহত হয়।

**জয়ী(ন্)** *বিণ্* (জেতুং শীলমস্য ইতি জি ইনিঃ) ১। জয়যুক্ত, বিজয়ী, ৰ ৪।৩৪, ২। কৃতকাৰ্য্য, মোকৰ্দমাত জয়লাভ, যা ২।৭৯, ৩। মনোমোহা, বিমোহিত।

**জয্য** *বিণ্* (জেতুং শক্যঃ জি যৎ) জয় কৰাৰ যোগ্য শত্ৰু ১৪।৪।৩।৩৪, জেয়। হননীয়, ভেদ্য।

**জৰঠ** *বিণ্* (জৃ অঠঃ) ১। কৰ্কশ, কঠিন, ২। পুৰণা, শি

৪।২৯; ৩। জীৰ্ণ, লেউসেউ, ৪। পকা, পৈণত, শি ১১।১৪, ৪। নিষ্ঠুৰ **–ঠঃ** পাণ্ডু, বৃদ্ধলোক।

**জৰণ** *বিণ্* জীৰ্ণ, পুৰণি, **–ণং** *ক্লী* (হিং); কুষ্ঠৰোগৰ এবিধ ঔষধ। **–ণঃ** জীৰা, **–ণা** কালজীৰা, ঋ বে ১০।৩৭।৬।

**জৰণ্ড** *বিণ্* জীৰ্ণ।

**জৰৎ** *বিণ্* (জৃ অতৃন্) পুৰণি, বৃদ্ধ, **–গৱঃ** ১। বুঢ়া ষাঁড়, ২। এবিধ শগুন।

**জৰৎকাৰুঃ** *পু* এজন মুনিৰ নাম। সৰ্পৰাজ বাসুকিৰ ভগ্নীপতি। অস্তিকৰ পিতাক। এদিন মুনিয়ে পত্নীৰ কোলাত মূৰ থৈ শুই থাকোঁতে সন্ধিয়া হোৱাত পত্নীয়ে তেওঁক সন্ধ্যা উপাসনাৰ সময় হৈছে বুলি জগাই দিয়ে। ইয়াতে মুনিৰ খং উঠি পত্নীক ত্যাগ কৰি একে বাৰে গুচি যায়। যোৱাৰ সময়ত অৰণ্যে কৈ যায় যে গৰ্ভস্থ সন্তানেই মাকৰ পৰিচৰ্য্যা কৰিব আৰু সিয়েই সৰ্পকুলৰ ত্ৰাণকৰ্তা হ্বগৈ।

**জৰতী** বুঢ়ী তিৰোতা।

**জৰন্তঃ** ১। বুঢ়া মানুহ, ২। ম'হ।

**জৰসানঃ** মানুহ।

**জৰা** *স্ত্ৰী* (জৃ অঙ্) ১। বাৰ্দ্ধক্য, ৰ ১২।২, ২। জীৰ্ণ অৱস্থা (জৰাজীৰ্ণ)। বাৰ্দ্ধক্যৰ কাৰণে শক্তিহীনতা, ৩। হজম, ৪। ৰাক্ষসী এজনীৰ নাম। **–সন্ধঃ** *পু* মহাভাৰতৰ প্ৰসিদ্ধ বীৰ। বৃহদ্ৰথৰ পুত্ৰ। আখ্যান মতে— সমানে দুফাল হৈ জন্ম হোৱা সন্তানটোক ৰাক্ষসী জৰাই একলগ কৰে আৰু সেয়ে এইজনৰ নাম জৰাসন্ধ। বৃহদ্ৰথৰ মৃত্যুৰ পিচত জৰাসন্ধ মগধ আৰু চেদিৰ ৰজা হয়। ভগ্নীপতি কংস শ্ৰীকৃষ্ণৰ হাতত নিহত হোৱা বুলি শুনি জৰাসন্ধই ওঠৰ বাৰ মথুৰা আক্ৰমণ কৰে যদিও প্ৰতি বাৰ পৰাজিত হয়। জৰাসন্ধই বন্দী কৰি থোৱা অসংখ্য সৈন্যক পাঁচ পাণ্ডৱে উদ্ধাৰ কৰিবলৈ যাওঁতে জৰাসন্ধৰ মুখামুখি হয়। পিচত ভীমৰ লগত মল্লযুদ্ধত অৱতীৰ্ণ হৈ নিহত হয়।

**জৰাতুৰ** *বিণ্* (জৰয়া আতুৰঃ) জীৰ্ণ, বাৰ্দ্ধক্য ৰোগগ্ৰস্ত। নৈ ১।১৩৫

**জৰাপুষ্টঃ জৰায়ণিঃ** জৰাসন্ধ।

**জৰাভীৰুঃ** কামদেৱ।

**জৰায়ুঃ** *পু* (জৰা ইণ্ ঞুণ্) ১। গৰ্ভাশয়, ২। সাপৰ মোট বা ছাল। গৰ্ভৰ বাহিৰৰ আৱৰণ **–জ** *বিণ্* জৰায়ুৰ পৰা জন্ম হোৱা প্ৰাণী, মনু ১।৪৩।

**জৰিত, –ৰী**(ন্) *বিণ্* বৃদ্ধ, বয়সীয়া, জীৰ্ণ।

**জৰূথং** *ক্লী* (জৃ উথণ্) মাংস।

**জৰ্জৰ** *বিণ্* (জৰ্জ ৰাহুলকাৎ অৰঃ) ১। জৰাতুৰ, জীৰ্ণ, ২। ফটাছিটা, (টুকুৰা টুকুৰকৈ) ভগ্ন। বিদীৰ্ণ শি ৪।২৩, ৩। আঘাতপ্ৰাপ্ত। **–ৰং** ইন্দ্ৰৰ ধ্বজা।

**জৰ্জৰিত** *বিণ* জীৰ্ণ, ছিন্ন-ভিন্ন, অক্ষম।

**জৰ্জৰীক** বহু ছিদ্ৰ যুক্ত কোনো বস্তু। জীৰ্ণ, ফটাছিটা।

**জৰ্ণঃ** *পু* চন্দ্ৰ, গছ।

**জৰ্তঃ, জৰ্তুঃ** *পু* যোনি, হাতী।

**জল** *বিণ্* জড়, শীতল, চেঁচা, ঠেৰেঙা।

**জলং** *ক্লী* ১। পানী, পঞ্চ ১।৩২২, ২। এবিধ সুগন্ধি আতৰ, ৩। বনৌষধি, ৪। শীতলতা, ৫। পূৰ্বাষাঢ়া নক্ষত্ৰ **–অঞ্চলং** ১। নিজৰা, ২। প্ৰাকৃতিক জলপ্ৰৱাহ, ৩। শেলুৱৈ **–অঞ্জলিঃ** ১। পিতৃপুৰুষলৈ অৰ্পণ কৰা জলতৰ্পণ, ২। পানীৰ অঞ্জলি। **–অটনঃ** ম'হ বগ। **–অটনী** জোঁক **–অন্তকঃ** হাঙৰ। **–অত্যয়ঃ** শৰত কাল **–দৈৱতং** বৰুণ দেৱতা **–অম্বিকা** কুঁৱা **–অৰ্কঃ** পানীত সূৰ্য্যৰ প্ৰতিবিম্ব। **–অৰ্ণৱঃ** সাগৰ। বৰ্ষাকাল **–অৰ্থী** তৃষ্ণাতুৰ **–অসুকা** জোঁক **–আকাংক্ষঃ, –কাংক্ষঃ, –কাংক্ষীঃ** হাতী, **–আখুঃ** উদ **–আয়ুকা, –আলোকা –ওকসঃ** জোঁক **–আশয়ঃ** ১। জলাশয়, পুখুৰী, হ্ৰদ, ২। মাছ, **–ইন্দ্ৰঃ** বৰুণ দেৱতা, **–উচ্ছ্বাসঃ** ১। নলা, পানী বাহিৰলৈ উলিওৱা খাল। ২। বানপানী **–কণ্টকঃ** ঘঁৰিয়াল, **–কপোতঃ** পানী-কাউৰী **–কৰঙ্কঃ** ১। শামুক, ২। নাৰিকল, ৩। মেঘ, ৪। ঢৌ, ৫। পদুম ফুল। **–কল্কঃ** বোকা **–কাকঃ** পানীকাউৰী **–কান্তাৰঃ** বৰুণ দেৱতা, **–কিৰাটঃ** হাঙৰ **–কোশঃ** শেলুৱৈ **–কূপী** নিজৰা, পুখুৰী, চাকনৈয়া **–কেলিঃ, –ক্ৰীড়া** পানীত কৰা খেল-ধেমালি। **–ক্ৰিয়া** জলতৰ্পণ। **–চৰ** পানীত থকা (জীৱ)। **–চৰাজীৱঃ** মাছমৰীয়া **–চাৰী** মাছ। **–জঃ** ১। পানীত জন্ম হোৱা জন্তু, যেনে— মাছ, শেলুৱৈ। ২। চন্দ্ৰ। শামুক, শঙ্খ **–জন্তু** জলচৰ প্ৰাণী **–জন্তুকা** জোঁক **–জিহ্বঃ** ঘঁৰিয়াল **–তাড়নং** পানীত কোব মৰা। (অৰ্থাৎ কাম নোহোৱাৰ কাম)। **–ত্ৰাসঃ** জলাতঙ্ক বেমাৰ। **–দৰ্দুৰঃ** জলতৰঙ্গ (এবিধ বাদ্যযন্ত্ৰ) **–ধিঃ** ১। সাগৰ, ২। এক অৰ্বুদ, ৩। সংখ্যা '৪'

–**নকুলঃ** উদ –**নৰঃ** জলকোঁৱৰ –**নির্গমঃ** নলা। –**নীলিঃ** শেলুৰৈ –**পটলং** মেঘ –**পতিঃ** বৰুণ দেৱতা, সাগৰ –**পিত্তং** জুই –**পৃষ্ঠজা** শেলুৰৈ –**প্রলয়ঃ** পানীৰ প্রলয় (ধ্বংস) –**প্রিয়ঃ** চাতক চৰাই। –**প্লাৱনং** বানপানী। –**বালিকা** বিজুলী –**বিড়ালঃ** উদ –**বিল্বঃ** চাৰিকুণীয়া পুখুৰী; কাছ, কেঁকোৰা –**ভৃৎ** মেঘ, কলহ, কর্পূৰ –**মণ্ডুকং** এবিধ বাদ্য। –**মুচ্** ১। মেঘ মে।৬৯, ২। কর্পূৰ –**মূর্তিঃ** শিৱ; –**মূর্তিকা** বৰষুণৰ শিল। –**যন্ত্রং** পানীতোলা যন্ত্র, জৰণা। –**গৃহং**–**নিকেতনং**–**মন্দিৰং** পানীৰ মাজৰ ঘৰ। –**ৰণ্ডঃ, ৰুণ্ডঃ** ১। চাকনৈয়া, ২। পানীৰ টোপাল। –**ৰসঃ** সাগৰীয় নিমখ –**ৰুহঃ** পদুম –**ৰূপঃ** কুম্ভীৰ –**ৱাহঃ** মেঘ –**ৱাহনী** পানী যাবলৈ খাপ খাপকৈ বান্ধি দিয়া নলা। –**ৱিষুৱং** শৰত কালৰ সমান দিনৰাতি (২৩ চেপ্তেম্বৰ) –**বৃশ্চিকঃ** মিছা মাছ। –**ব্যালঃ** পানীত থকা সাপ –**শয়ঃ, শয়নঃ শায়ী** বিষ্ণু –**শুক্রং** শেলুৰৈ –**শূকৰঃ** ঘঁৰিয়াল –**সূচিঃ** শিহু। এবিধ মাছ, কাউৰী, জোঁক পুং জলগৃহ –**হাৰিণী** নলা, খাল –**হাসঃ** ফেন।

**জলঙ্গমঃ** চণ্ডাল।

**জলমসিঃ** ১। মেঘ, ২। কর্পূৰ।

**জলাকা, জলালুকা, জলিকা, জলুকা** জোঁক।

**জল্প** ৱাচি (ভ্বা প সক জল্পতি) ১। কথা ক, কথা পাত, আলাপ কৰ, কথোপকথন কৰ উ ১।২১, ২। ভোৰভোৰা, ৩। বক বক কৰি থাক, মহা ৭।১৪৬।১২

**জল্পঃ** *পু* (জল্প বাচি ঘঞ্) ১। কথা, ভাষণ, ২। আলোচনা, বক্তৃতা, ৩। তর্ক, বিবাদ।

**জল্পক,–ল্পাক** *বিণ্* (জল্প ষাকন্) পেক্‌পেকীয়া, কথকী।

**জৱ** *বিণ্* বেগৱান, বেগী, শীঘ্রগামী –**ৱঃ** ১। বেগ, মহা ৩।১৪১।২১, শীঘ্রতা, ২। ততাতৈয়া, শ ১।৮ ৩। গতিবেগ –**অধিকঃ** অতি বেগী ঘোঁৰা –**অনিলঃ** প্রবল বতাহ, ধুমুহা।

**জৱন** *বিণ্* বেগী, শীঘ্রগামী, ৰ ৯।৫৬ –**নঃ** দ্রুতগামী ঘোঁৰা। –**নং** বেগ। গতিবেগ।

**জৱনিকা, জৱনী** পর্দা। আঁৰ কাপোৰ, 'স্ক্রীণ'।

**জৱসং** চৰণীয়া পথাৰৰ ঘাঁহ।

**জৱা** *স্ত্রী* জবাফুল। শি ৬।৪৬ –**জি** *স্ত্রী* এবিধ সুগন্ধি দ্রব্য।

**জৱী** (ন্) বেগী, বেগৱান, দ্রুতগামী।

**জষ্** বধে (ভ্বা উ সক জষতি-তে) ১। আঘাত কৰ, ২। বধ কৰ।

**জস্** (ক) মোক্ষে (দিৱা প সক জস্যতি) ১। মুক্ত কৰি দি, ২। বিমুক্ত কৰ। (খ) বধে, অনাদৰে (ভ্বা, চুৰা প সক জসতি, জাসয়তি) ১। আঘাত কৰ, হত্যা কৰ, ২। অনাদৰ কৰ, হেয় জ্ঞান কৰ, **উদ**— হত্যা কৰ, শি ১।৩৭

**জসুৰিঃ** *পু* (জস্ উৰিণ্) বজ্র।

**জহকঃ** *পু* (জহাতি পৰিত্যজতি হা ত্যাগে কুন) ১। বালক, শিশু, ২। সময়, ৩। সাপৰ মোট।

**জহৎ(তী)** *বিণ্.* (হা শতৃ) ত্যাগ –**লক্ষণা, –স্বার্থা;** (অলংশাস্ত্র) লক্ষণলক্ষণা, য'ত এটা শব্দই তাৰ প্রকৃত অর্থ হেৰুৱায়, কিন্তু আন এটা অর্থত ব্যৱহাৰ হলেও মূল অর্থৰ লগত কিছু নহয় কিছু সম্পর্ক থাকে। যেনে 'গঙ্গায়াং ঘোষঃ' বুলিলে প্রকৃত অর্থ 'গঙ্গানদীৰ ওপৰত ঘোষপল্লী' নহৈ 'গঙ্গাৰ পাৰৰ ঘোষপল্লী' হয়।

**জহ্যনকঃ** প্রলয়। বিশ্বব্রাহ্মণ্ডৰ সম্পূর্ণ বিনাশ।

**জহুঃ** *পু* (হা উন) জন্তুৰ পোৱালি।

**জহ্নুঃ** *পু* (হা নুঃ) ১। বিষ্ণু, ২। এই নামৰ এজন বিখ্যাত ৰজা। সুহোত্রৰ পুত্র জহ্নুৱে গঙ্গাক নিজৰ জীয়েকৰ দৰে পালন কৰি ৰাখিছিল। ভগীৰথে কঠোৰ তপস্যা কৰি স্বর্গৰ পৰা গঙ্গাক নমাই মর্ত্যলৈ আনি থাকোঁতে জহ্নুৰ যজ্ঞভূমি পানীত বুৰি যোৱাত জহ্নুৱে খঙতে গঙ্গাক খাই পেলায়। ঋষি, দেৱতা, ভগীৰথ সকলোৰে প্রার্থনা কৰিব ধৰাত জহ্নুৱে কাণেৰে গঙ্গাক উলিয়াই দিয়ে। সেই কাৰণে গঙ্গাৰ আন এটা নাম জাহ্নৱী।

**জহ্নুসপ্তমী** বহাগ মাহৰ শুক্লা সপ্তমী।

**জা** *স্ত্রী* (জায়তে সম্বন্ধিনী যা জা ডঃ) জা। ভাই-শহুৰ, বা দেওৰেকৰ পত্নী।

**জাগৰঃ** *পু স্ত্রী* (জাগৃ ভাৱে ঘঞ্) ১। জাগৰণ, আশ ৩৬০, ২। সতর্কতা, উজাগৰ অৱস্থা।

**জাগৰিত** *বিণ্* জাগি থকা, উজাগৰে থকা (লোক), জাগৰণশীল।

**জাগৰূক** *বিণ্* (জাগৃ ৰূকঃ) উজাগৰে থকা, জাগৰণ কর্তা, ৰ ১০।২৪ কর্তব্য পালনশীল। ৰ ১৪।৮৫

**তৰ্পণেচ্ছুঃ** *পু* ভীষ্ম।
**তৰ্বটঃ** *পু.* এটা বছৰ।
**তৰ্ম** (ন্) *ক্লী.* যজ্ঞত পশুবন্ধা খুটিৰ (যূপৰ) আগ ভাগ।
**তৰ্ষঃ** *পু.* (তৃষ ভাৱে ঘঞ্) ১। অভিলাষ, মহা ১২।২০৪।৬; ২। তৃষ্ণা, ৩। সমুদ্ৰ, ৪। সূৰ্য্য, ৫। নাও, **—নং** পিয়াহ, ইচ্ছা, ভা ৩।২৫।৭।
**তৰ্ষিত** *বিণ.* (তৰ্ষ ইতচ্) তৃষিত, তৃষ্ণাতুৰ, অভিলাষী।
**তল্** প্ৰতিষ্ঠিতৌ (চুৰা ভ্বা, প অক তালয়তি, তলতি) সম্পূৰ্ণ কৰ, ব্ৰতাদি সম্পূৰ্ণৰূপে পালন কৰ।
**তলং —লঃ** *ক্লী. পু.* (তল পচাদ্যচ্)১। উপৰিভাগ, প্ৰায়েই সমাসৰ অন্তত ব্যৱহাৰ হয়। যেনে মহীতল, সমতল, ভূতল ইত্যাদি, ২। (হাত বা ভৰিৰ) তলুৱা, হাত চাপৰি, ৩। নিম্ন ভাগ, তল ভাগ, তলি, ৪। ছিদ্ৰ, গাঁত, **—লঃ** ১। তৰোৱালৰ মুঠি বা নাল, ২। তাল গছ, ৩। চৰ মৰা শব্দ, ৪। স্বভাৱ, আধাৰ, চন্দ্ৰ, মহাদেৱ, মহা ১৩।১৭।১২৮; **—লং** ১। পুখুৰী, বননি, ২। হেতু, অভিপ্ৰায়, ৩। ভৰিৰ বা হাতৰ তলুৱাৰ মাজ ভাগ, ভা ৮।২০।২৩; **—কং** পুখুৰী, **—প্ৰহাৰঃ** চৰ (আঘাত), **—সাৰকং** *ক্লী.* ঘোঁৰাৰ বুকুত বন্ধা ৰচি।
**তলা** *স্ত্ৰী.* ধনুৰ গুণ টানিবৰ সময়ত হাতত দুখ নাপাবৰ বাবে বাওঁ হাতত পিন্ধা (জন্তুৰ) ছালৰ পেটী, **—টী** নলখাগৰিৰে তৈয়াৰ কৰা ঢাৰি, **—তলং** পাতাল, ময় দানৱৰ ৰাজ্য।
**তলাঙ্গুলিঃ** ভৰিৰ আঙুলি।
**তলিতং** *ক্লী.* ভজা মাংস।
**তলিন** *বিণ.* (তল ইনন্) ১। ক্ষীণ, অলপ, দুৰ্বল, ২। নিৰ্মল, তলত থকা, নিশ্মশ্ৰু, বিৰল, **—নং** *ক্লী.* বিছনা, শয্যা।
**তলিমং** *ক্লী.* ১। শয্যা, বিচনা, ২। পকী ঘৰ বা ভেঁটি, ৪। খড়্গ।
**তলুনঃ** *পু.* বায়ু, যুৱক, **—নী** তৰুণী।
**তলেক্ষণঃ** *পু.* (তলে অধোভাগে ঈক্ষণং দৃষ্টিৰস্য) গাহৰি।
**তলোদৰী** *স্ত্ৰী* পত্নী।
**তলোদা** *স্ত্ৰী* নদী।
**তল্কং** *ক্লী.* (তলং কণ্) বননি, হাবি।
**তল্পং** *ক্লী. পু.* (তল্ প) ১। শয্যা, বিছনা, ২। পত্নী, ৩। গাড়ীত বহা আসন, ৪। অট্টালিকা, **—কঃ** বিছনা পাৰা ভৃত্য, **—কীটঃ** *পু.* উৰহ।
**তল্লং —ল্লঃ** *ক্লী. পু.* খাল, পুখুৰী, বিল, **—ল্লী** যুৱতী, **—জঃ** ১। প্ৰশস্ততা, শ্ৰেষ্ঠতা।
**তৱিষঃ** *পু.* (তৱ টিষচ) ১। স্বৰ্গ, ২। সমুদ্ৰ, **—ষী** *স্ত্ৰী.* নদী, দেৱকন্যা, ভূমি, শক্তি, বল, অবে ১।৩৫।৪।
**তষ্টা (ষ্ট্ৰ)** *পু.* (তক্ষ্ তৃচ্) কাঠমিস্ত্ৰী, বিশ্বকৰ্মা, দ্বাদশ আদিত্যৰ এজন।
**তস্** ক) অলঙ্কৃতৌ (চুৰা, ভ্বা প সক তংসয়তি, তংসতি) অলঙ্কাৰ পিন্ধ, অলঙ্কাৰ ল।
খ) উৎক্ষেপে (ভ্বা, প সক তস্যতি) উৎক্ষেপ কৰ, সিঁচৰতি কৰ, চাৰিওফালে ছটিগা।
**তস্কৰঃ** *পু.* (তৎ কৃ অচ্ সুট) ১। চোৰ, ঠগ, মনু ৪।১৩৫; 'অশক্তঃ তস্কৰঃ সাধু কুৰূপা চ পতিব্ৰত,' ৰোগী চ দেৱতাভক্তো বৃদ্ধা বেশ্যা তপস্বিনী।।' উদ্ভট ২। কোঁটকৰা, ৩। এবিধ শাক, কাণ, ৰ ১।১৭; **—ৰী** খঙাল তিৰোতা।
**তস্থু** *বিণ.* স্থাৱৰ, স্থায়ী, অচল।
**তাটঙ্কঃ তাড়ঙ্কঃ** *পু.* কাণত পিন্ধা অলঙ্কাৰ। কাণফুল।
**তাটস্থ্যং** *ক্লী.* (তটস্থ ভাৱে ষ্যঞ্) ১। উদাসীনতা, ২। ওচৰৰ ঠাই।
**তাড়ঃ** *পু.* (তড় ভাৱে ঘঞ্) ১। তাড়না, যাতনা, খুন্দা, ঘোঁচা, ২। পৰ্বত, ৩। শব্দ, ৪। শস্যৰ আঁটি বা মুঠা, **—নং** আঘাত, **—নী** চাবুক।
**তাড়কা** *স্ত্ৰী.* এজনী ৰাক্ষসীৰ নাম। বিশ্বামিত্ৰৰ যজ্ঞত উদ্রগুলি কৰাৰ কাৰণে মহৰ্ষিৰ আজ্ঞাত শ্ৰীৰামচন্দ্ৰৰ হাতত তাড়কা নিহত হয়। সুকেতু নামৰ যক্ষৰ কন্যা তাড়কাৰ ধুন্ধুদৈত্যৰ পুত্ৰ সুন্দৰ লগত বিয়া হয় আৰু মাৰীচ নামৰ পুত্ৰৰ জন্ম হয়। ব্ৰহ্মাৰ বৰত সহস্ৰ হাতীৰ সমান বল লাভ কৰা তাড়কাই মহৰ্ষি অগস্ত্যৰ ধৰ্মকাৰ্য্যত ব্যাঘাত জনোৱাৰ কাৰণে মহৰ্ষিৰ অভিশাপত ৰাক্ষসী হৈছিল। **—কেয়ঃ** তাড়কাৰ পুত্ৰ মাৰীচ।
**তাড়ি, —ড়ী** *স্ত্ৰী* ১। তালগছ, ২। কাণফুল।
**তাড়ুলঃ** *পু.* আঘাতকাৰী।
**তাড্যমানঃ** ঢোল, ডবা।
**তাণ্ডৱং—ৱঃ** *ক্লী. পু.* (তাণ্ডেন মুনিনা কৃতং তাণ্ডি নৃত্যশাস্ত্ৰং তৎ), ১। তাণ্ডৱ নৃত্য। এক উদ্ধত ধৰণৰ নৃত্য। শিৱৰ তাণ্ডৱ নৃত্য, মনু ১।১; ২। নৃত্য বিদ্যা, ৩। এবিধ ঘাঁহ, **—প্ৰিয়ঃ** শিৱ, **—তাণ্ডি** *ক্লী* নৃত্যশাস্ত্ৰ।

**তাতঃ** *পু.* (তানোতি বিস্তাৰয়তি ৱংশাদিকম্ তন ক্তঃ) ১। পিতা, ৰ ৯।৭৫; 'তাতস্য কূপোঽয়মিতি মত্বা খাৰং জলং কাপুৰুষাঃ পিৱন্তি', পঞ্চ, ২। অনুকম্পা, আদৰ। শ্ৰদ্ধা প্ৰদৰ্শন কৰাত গুৰুজনক 'তাত!' বুলি সম্বোধন কৰা হয়। ৰ ১।৭২, ভা ১।১৪।৩৯; **—গুঃ** সৰু পিতা, খুৰা, **—নঃ** বালিমাহী চৰাই, **—লঃ** ১। বেমাৰ, ৰোগ, ২। লোহাৰ গদা, ৩। বন্ধন, ৪। তাপ।

**তাতিঃ** *পু.* পুত্ৰ সন্তান, (স্ত্ৰী) বংশ পৰম্পৰা।

**তাৎকালিক** *বিণ.* (তৎকালে ঠঞ্) তৎক্ষণাৎ, ঠিক সেই মুহূৰ্ততে।

**তাৎপৰ্যং** *ক্লী.* (তৎপৰস্য ভাৱঃ তৎপৰ ষ্যঞ্) ১। অভিপ্ৰায়, বক্তাৰ ইচ্ছা, ২। কোনো বিষয়ৰ মৰ্ম।

**তাত্ত্বিক** *বিণ.* প্ৰকৃত, প্ৰয়োজনীয়, সঠিক।

**তাদাত্ম্যং** *ক্লী.* (তদাত্মনঃ ভাৱঃ ষ্যঞ্) ১। সাদৃশ্য। তৎস্বৰূপ, ২। অভেদসম্বন্ধ (ন্যায়)।

**তাদৃক** (শ্)**—দৃক্ষ** *বিণ.* (তদ্ দৃশ্ ক্বিন) তেনেকুৱা, তেনে দেখা, তাৰ বা তাইৰ দৰে, পঞ্চ ১।২৭৯;

**তানং** *ক্লী.* (তন্ বিস্তাৰে ঘঞ্) ১। বিস্তাৰ, জ্ঞানৰ বিষয়, **—নঃ** ১। সূতা, আঁহ, ২। (সঙ্গীত) গানৰ অঙ্গ বিশেষ।

**তানৱং** *ক্লী.* (তনু অণ্) (শৰীৰৰ) ক্ষীণত্ব, ক্ষুদ্ৰত্ব।

**তাণূৰঃ** *পু.* (তন্ উৰচ) চাকনৈয়া।

**তান্ত** *বিণ.* পৰিশ্ৰান্ত, ভাগৰ লগা, কষ্ট প্ৰাপ্ত, বিৱৰ্ণ, ম্লান।

**তান্ত্ৰিক** *বিণ.* (তন্ত্ৰং সিদ্ধান্তং অধীতে ৱেদ বা তন্ত্ৰ -ঠক্) শাস্ত্ৰতত্ত্বজ্ঞ, তন্ত্ৰশাস্ত্ৰজ্ঞ। ভা ৮।৬।৯; **—কঃ** তন্ত্ৰমতাৱলম্বী পণ্ডিত।

**তাপঃ** *পু.* (তপ্ ঘঞ্) ১। সন্তাপ, দুখ, কষ্ট, দুৰ্দশা, ভা ৩।১৪।৪৮; ২। উত্তাপ, মনু ১২।৭৬; **—কঃ** জ্বৰ, **—ত্যঃ** অৰ্জুন (তপতী নামৰ সূৰ্য্যকন্যাৰ পুত্ৰ, মহা ৫।৪৬।২; **—নঃ** ১। সূৰ্য্য, মহা ৫।৪৬।২; ২। গ্ৰীষ্ম কাল, ৩। সূৰ্য্যকান্তমণি, ৪। কামদেৱৰ বাণ, **—নং** এখন নৰকৰ নাম। যা ৩।২২৪; **—সং** তমালৰ পাত, **—হৰী** এবিধ আঞ্জা।

**তাপস (সী)** *বিণ.* (তপস্ অণ্) তপস্বী, সন্ন্যাসী, নৈষ্ঠিক। মনু ৬।২৭; **—সঃ** ১। সন্ন্যাসী, ভক্ত, ২। এবিধ কুঁহিয়াৰ, ৩। বগলী, **—তৰুঃ —দ্ৰুমঃ —প্ৰিয়ঃ** ইঙ্গুদী গছ, পিয়াল বৃক্ষ।

**তাপিচ্ছঃ** তমাল গছ।

**তাপী** *স্ত্ৰী.* (তপ্ ণিচ অচ্) তাপ্তী নদী, যমুনা নদী। (পু) বুদ্ধ।

**তামঃ** *পু.* (তম্ ঘঞ্) ১। আতঙ্ক, দোষ, ২। দুৰ্দশা. উৎকণ্ঠা, ৩। আশা, **—ৰং** পানী, ঘিউ, **—ৰসং** *ক্লী.* পদুম ১। ৰঙা পদুম, ৰ ৯।১২; ২। সোণ, তাম, ৩। বাৰ অক্ষৰৰ এবিধ ছন্দ।

**তামস** *বিণ.* (তমস্ স্বাৰ্থে অণ্) ১। অন্ধকাৰময়, ২। তমঃ সম্বন্ধীয়, গী ৭।১২; ৩। অজ্ঞ, ৪। দুৰাচাৰী, পাপীষ্ঠ, **—সঃ** ১। সাপ, ২। দুষ্ট, হিংসুক, ৩। ফেঁচা, **—সং** অন্ধকাৰ, **—সী** ১। ৰাতি, ২। দুৰ্গাদেৱী, ৩। নিদ্ৰা, ৪। তমোগুণসম্বন্ধিনী। ৩।৮।৫

**তামিস্ৰ** *ক্লী.* (তমিস্ৰ অণ্) অন্ধকাৰময় নৰককুণ্ড। মহা ৩।১৬।১০; **—স্ৰঃ** *পু.* (ইচ্ছা কৰা মতে ভোগ কৰিবলৈ নাপালে উদ্ভৱ হোৱা) ক্ৰোধ।

**তাম্বূলং** *ক্লী* (তম্ উলচ বুগাগমঃ দীৰ্ঘশ্চ) তামোল। তামোল আৰু পাণ একেলগে মুখশুদ্ধিৰ কাৰণে আহাৰৰ পিচত মুখ ধুই উঠি খোৱা হয়। অসমীয়া সমাজত 'তামোল-পাণ' শ্ৰদ্ধা প্ৰদৰ্শনৰ প্ৰতীক। **—কৰঙ্কঃ** তামোলৰ বটা, **—দঃ,—ধৰঃ—গ্ৰাহকঃ** *পু* বিয়া-সবাহত তামোল-পাণৰ বটা হাতত লৈ থকা লোক। **—ৱল্লী** *স্ত্ৰী* পাণগছ।

**তাম্ৰং** *ক্লী.* (তম্ ৰক) তাম ধাতু। **—ম্ৰঃ** *পু.* ১। এবিধ কুষ্ঠ ৰোগ, ২। এটা দ্বীপৰ নাম, **—কাৰঃ** কঁহাৰ, **—কূট** ধঁপাত, **—গৰ্ভঃ** তুতিয়া, **—চূড়ঃ** *পু.* কুকুৰা, **—পট্টং** তাম্ৰপত্ৰ। ৰজা, স্বৰ্গদেউসকলে এনে তাম্ৰপত্ৰতে লিখি ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ মাটি দান কৰিছিল, **—পৰ্ণী** এখন পুৰাণ প্ৰসিদ্ধ নদী। ৰ ৪।৫০; **—পল্লৱঃ** অশোক গছ, **—শিখী** কুকুৰা, **—সাৰকং** ৰঙা চন্দন।

**তাম্ৰাক্ষঃ** কাউৰী, কুলি চৰাই।

**তাম্ৰাৰ্দ্ধং** কাঁহ।

**তাম্ৰাশ্ম(ন্)** পদ্মৰাগ মণি।

**তাম্ৰিকঃ** কঁহাৰ (কঁহাৰবিলাকে পিতলৰো বাচনবৰ্তন তৈয়াৰ কৰে) **—কা** ভাং।

**তাম্ৰী** এবিধ বাদ্য।

**তায়্** পালনে সন্ততৌ (ভ্বা আ স তায়তে) ১। বিস্তাৰ কৰ, বহল কৰ, ২। ৰক্ষা কৰ, পালন কৰ, সংৰক্ষণ কৰ।

**তাৰ** *বিণ.* ১। উচ্চ স্বৰ, চিঞৰ, ২। উৎকৃষ্ট, স্পষ্ট, উজ্জ্বল, নিৰ্মল, মুক্তাখচিত।

**তাৰং** *ক্লী.* (তৃ ণিচ্ অচ্‌ঃ) ১। ৰূপ, ২। চকুৰ মণি, ৩। মুক্তা, **—ৰঃ** ১। তৰা, নক্ষত্ৰ, ২। কৰ্পূৰ, ৩। নদীৰ পাৰ, ৪। উচ্চ শব্দ, ৫। এজন দৈত্যৰ নাম, হৰিব ৪৩।৯; ৬। মুক্তা, ৭। প্ৰণৱ 'ওঁ'।

**তাৰকঃ** *পু.* (তাৰয়তি দৈত্যানিতি তৃ ণিচ ণ্বুল) ১। ইন্দ্ৰৰ শত্ৰু দ্বাদশ মন্বন্তৰীয় এজন অসুৰৰ নাম। গৰুড় পুৰাণৰ ৮৭ অধ্যায়ত এইজনৰ কাহিনী পোৱা যায়। ২। মহাদেৱ তনয় কাৰ্ত্তিকেয়ৰ হাতত নিহত হোৱা আন এজন ৰাক্ষস। এই ৰাক্ষসজনে স্বৰ্গ, মৰ্ত্য, পাতালৰ একমাত্ৰ অধিকাৰী হোৱাৰ আশাৰে ব্ৰহ্মাক তপস্যা কৰি এনে বৰ লাভ কৰে যাতে তাক মাত্ৰ সাত দিন হোৱা কেঁচুৱাইহে মাৰিব পাৰে। তাৰ পিচতে তাৰকাসুৰে চাৰিওফালে অত্যাচাৰ কৰিবলৈ ধৰে। দেৱতা-কিন্নৰ ভয়ত আতঙ্কিত হৈ ব্ৰহ্মাৰ ওচৰ পোৱাত ব্ৰহ্মাই মহাদেৱৰ পুত্ৰৰ হাতত সি নিহত হ'ব বুলি আশ্বাস দিয়ে। তাৰ পিচত মহাদেৱৰ বীৰ্য্য-সম্ভূত পুত্ৰ কাৰ্ত্তিকেয়ই তাক হত্যা কৰে। **—কঃ,** ১। ৰক্ষা কৰ্তা, পৰিত্ৰাতা, ২। চালক, **—কং** চকুৰ মণি, তৰা, নক্ষত্ৰ, **—কা** তৰা, ধূমকেতু, পপীয়াতৰা, **—কিণী** *স্ত্ৰী.* জোনাক ৰাতি।

**তাৰকাৰিঃ** কাৰ্ত্তিকেয়।

**তাৰণঃ** ভুৰ। **—ণিঃ** নাও।

**তাৰতম্যং** *ক্লী.* (তৰতম ষ্যঞ্) কম বেছি, হেৰফেৰ, ন্যূনাধিক। (নিৰ্ধনং নিধনমেতয়োৰ্দ্বয়োস্তাৰতম্য ৰেফ এৱ। নিৰ্ধন আৰু নিধনৰ মাজত হেৰফেৰ মাত্ৰ 'ৰেফ')

**তাৰপুষ্পঃ** *পু.* কুন্দ ফলৰ গছ।

**তাৰশুদ্ধিকৰং** *ক্লী.* সীহ।

**তাৰলঃ** *পু.* লম্পট, কামুক।

**তাৰা** *স্ত্ৰী* (তৃ ণিচ্ টাপ্) ১। তৰা, নক্ষত্ৰ, ২। দুৰ্গা, দশ মহাবিদ্যাৰ এগৰাকী, ৩। ধ্ৰুৱতৰা, ৪। চকুৰ মণি। ৫। দেৱগুৰু বৃহস্পতিৰ পত্নী তাৰাক এবাৰ চন্দ্ৰই হৰণ কৰি লৈ গৈছিল। পিচত ব্ৰহ্মাৰ হস্তক্ষেপত বৃহস্পতিয়ে ঘূৰাই পায়। তাৰাৰ পুত্ৰৰ নাম বুধ। চন্দ্ৰ বংশৰ পূৰ্বপুৰুষ, ৬। সুষেণ নামৰ বানৰৰ কন্যা তাৰা বালিৰ পত্নী। শ্ৰীৰামচন্দ্ৰৰ হাতত বালি নিহত হোৱাত সুগ্ৰীৱৰ পত্নী হয়, ৭। মহাৰাজ দানবীৰ হৰিচন্দ্ৰৰ পত্নী। পুত্ৰৰ নাম ৰোহিতাশ্ব, ৮। প্ৰাতঃ স্মৰণীয় নাৰীসকলৰ এগৰাকী, ৯। মুক্তা, **—পতিঃ —পীড়ঃ** চন্দ্ৰ, **—পথঃ** আকাশ, বায়ুমণ্ডল। **—ভূষা** *স্ত্ৰী* ৰাতি। **—মৃগঃ** মৃগশিৰা নক্ষত্ৰ।

**তাৰাধিপঃ** *পু* চন্দ্ৰ।

**তাৰিকং** *ক্লী* বাহনাদিৰ ভাড়া (মাচুল)।

**তাৰিকা** *স্ত্ৰী* তালৰ ৰস। তাড়ি।

**তাৰুণ্যং** *ক্লী* (তৰুণ ষ্যঞ্) যৌৱন। সতেজতা।

**তাৰেয়ঃ** *পু* বালিৰ পুত্ৰৰ নাম। ৰা ৪।২২।১২; বৃহস্পতিৰ পুত্ৰ।

**তাৰ্কিকঃ** *পু* তৰ্কশাস্ত্ৰজ্ঞ পণ্ডিত।

**তাৰ্ক্ষ্যঃ** *পু* (তৃক্ষ অণ্) ১। বিনতা আৰু কশ্যপৰ পুত্ৰ গৰুড়, ২। বিনতাৰ জ্যেষ্ঠ পুত্ৰ অৰুণ, ৩। ৰথ, যান-বাহন; ৪। ঘোঁৰা; ৫। সাপ, **—ক্ষ্যী** এবিধ জঙ্গলী লতা।

**তালং** *ক্লী* ১। হাইতাল, ২। দুৰ্গাৰ সিংহাসন, ৩। ধনু, ৪। তালফল মহা ৩।১০১।৫; **—লঃ** *পু* (তলত্যত্ৰ তল ঘঞ্) ১। তাল গছ, ২। তালৰ গুটি আৰু ৰস, ৩। সঙ্গীতৰ তাল, ৪। হাত চাপৰি, ৫। হাতীৰ কাণৰ আস্ফালন। ৬। খঞ্জৰী, তাল, ৰ ৯।৭১; ৭। হাতৰ তলুৱা, ৮। তৰোৱাল বা খড়্গৰ নাল, মুঠি। ৯। মহাদেৱ মহা ১৩।১৭।১২৮; **—কং** ১। হাইতাল। ২। দুৱাৰত লগোৱা তলা, শলখা, **—কঃ** *পু* ১। এবিধ বিষাক্ত কীট, ২। তলা, ৩। এবিধ অলঙ্কাৰ, ৪। হাতৰ তলুৱা।

**—কাণ্ডঃ** *পু* হালধীয়া ৰঙ। **—কী— ক্ষীৰকং—গৰ্ভঃ** তালৰস, **—ধ্বজঃ —ভৃৎ —লক্ষ্মা** *পু* বলৰাম। **—নৱমী** *স্ত্ৰী* ভাদ মাহৰ শুক্লানৱমী তিথি। **—ব্যজনং** *ক্লী* তালপাতৰ বিচনী। **—ৰেচনকঃ** *পু* নট, অভিনেতা **—ব্যং** তালুৰ মাজেৰে উচ্চাৰিত (বৰ্ণ) **—বৃন্তং** বিচনী।

**তালকাঙ্কঃ** *পু* ১। বলৰাম, ২। পুৰণি কালত লিখাৰ বাবে ব্যৱহাৰ কৰা তালপাত, ৩। কিতাপ, ৪। কৰত।

**তালকাভঃ** *পু* সেউজীয়া ৰং।

**তালিকঃ** *পু* (তল্ ঠক্) ১। মেলা আঙুলিৰে হাতৰ তলুৱা। ২। হাত চাপৰি।

**তালিতং** *ক্লী* ১। গুণা, তাঁৰ, ২। ৰঙীণ কাপোৰ।

**তালিশঃ** *পু* পৰ্বত।

**তালী** *স্ত্ৰী* (তালি ঙীষ্) ১। তাড়ি, ২। তলা, ৩। এবিধ তাল গছ, ৪। হাত চাপৰি, **—বনং** তালবন। ৰ ৬।৫৭

**তালু** *ক্লী* (তৃ ঞুণ্) তালু। জিভাৰূপ ইন্দ্ৰিয়ৰ অধিষ্ঠান। **–জিহ্বঃ** ঘঁৰিয়াল।
**তালূৰঃ** চাকনৈয়া।
**তাৱক, তাৱকীন** *বিণ্.* তোমাৰ, আপোনাৰ, কি ৩।১২।
**তাৱৎ** *অব্য* ১। প্ৰথমতে, মে ১৩; ২। ইতিমধ্যে, ৩। সঁচাকৈয়ে, ৪। এই প্ৰসঙ্গতে, ৫। সম্পূৰ্ণৰূপে, (বিণ্) ইমানখিনি, কু ২।৩৩; এই পৰ্যন্ত, অৱধি ইমান ডাঙৰ। সিমান পৰিমাণ।
**তাৱৰং** *ক্লী* ধনুৰ গুণ।
**তাৱি(বী)ষঃঃ** *পু* স্বৰ্গ, সমুদ্ৰ, **–ষী** *স্ত্ৰী* ১। দেৱকন্যা, ২। নদী, ৩। পৃথিৱী।
**তাবুৰিঃ** বৃষ ৰাশি।
**তিক্তং** *ক্লী* (তিজ বাহুলকাৎ ক্তঃ) এবিধ ঔষধী। **–ক্তঃ** ১। তিতা ৰস। ছয় বিধ ৰসৰ এবিধ। মে ২০; ২। সুগন্ধ, সুৰভি, ৩। কুটজ গছ, ৪। বৰুণগছ, **–কঃ** ১। পটল, ২। চিৰতা তিতা, ৩। কৃষ্ণ খদিৰ, ইঙ্গুদী গছ, **–গন্ধা** সৰিয়হ, **–ধাতুঃ** পিত্ত, **–পৰ্ব্বা** (ন্) দুবৰি, **–ফলঃ** কতক গছ। এইবিধ গছৰ পাত আৰু ফলেৰে ময়লা পৰিষ্কাৰ হয়। **(লা)** খৰমুজা, **–সাৰঃ** খদিৰ গছ।
**তিগ্ম** *বিণ্* (তিজ মক) ১। তীক্ষ্ণ, জোঙা, ২। গৰম, তপত, ৩। ভয়ঙ্কৰ, খঙাল **–গ্মং** *ক্লী* তীক্ষ্ণত্ব। ক্ৰোধ, উত্তাপ; বজ্ৰ। **–গ্মঃ** উৰ্বৰ পুত্ৰ, এজন ক্ষত্ৰিয়। বিপু ৪।২১।৩; **–কৰঃ, –দীধিতিঃ,–ৰশ্মিঃ** সূৰ্য্য।
**তিগ্মাংশু** ১। সূৰ্য্য, মহা ১।২।১৩৯; ২। অগ্নি, ৩। শিৱ।
**তিজ্** (ক) শিতে (চুৰা উ শ তেজয়তি–তে) ১। (অস্ত্ৰাদি) ধাৰ দি, ২। উদগনি দি, ৩। প্ৰৰোচিত কৰ।
খ) ক্ষান্তৌ (ভ্বা আ সক তিতিক্ষতে) ১। সহ্য কৰ, সহন কৰ। ২। দুখ, কষ্টাদি সাহসিকতাৰে ধৈৰ্য্যেৰে বহন কৰি থাক।
**তিজিলঃ** *পু* (তিজ্ ইলচ্) ১। চন্দ্ৰ, ২। ৰাক্ষস।
**তিতউঃ** *পু* চালনী। ঋবে ১০।৭১।২।
**তিতিক্ষাঃ** *স্ত্ৰী* (তিজ্ সন্ অ টাপ্) ১। ক্ষান্তি, ২। সহন, ধৈৰ্য্য, শীতোষ্ণাদিদ্বন্দ্বসহিষ্ণুতা, **–ক্ষুঃ** ১। ধৈৰ্য্যশীল, ক্ষমাশীল, মহা ১।৮৭।৬; *(পু)* পুৰুবংশীয় মহামনসৰ দুজন পুত্ৰৰ এজনৰ নাম।
**তিতিভঃ** এবিধ কীট, জোনাকী পৰুৱা।
**তিত্তিৰঃ** *পু* তিত্তিৰ পক্ষী, কুকুৰা জাতীয় এবিধ চৰাই। **–ৰিঃ** ১। কৃষ্ণ যজুৰ্বেদৰ প্ৰথম প্ৰবক্তা। ২। তৈত্তিৰীয় শাখা (যবে) ৩। এটা নাগৰ নাম। মহা ১।৩৫।১৫।
**তিথঃ** *পু* ১। অগ্নি, ২। কামদেৱ, ৩। কাল, ৪। বৰ্ষাকাল।
**তিথিঃ** *স্ত্ৰী* (তনোতি বিস্তাৰয়তি চন্দ্ৰকলাম্ তন্ বাহুলকাৎ ইথিন্) ১। এটা চান্দ্ৰ দিন। কু ৬।৯৩; ২। সংখ্যা '১৫'। **–ক্ষয়ঃ** অমাবস্যা। **–পত্ৰী** পঞ্জিকা। **–প্ৰণী** *পু* (তিথিং প্ৰণয়তি প্ৰা নী ক্বিপ ণত্ব) চন্দ্ৰ। **(থী)** *স্ত্ৰী* তিথি।
**তিন্তিড়ঃ,–ড়ী, ড়িকা, ড়ীলঃ** *পু স্ত্ৰী* তেঁতেলী গছ।
**তিন্দুঃ,–কং–কঃ, –কিঃ, –কী,–লঃ** এই নামৰ এবিধ গছৰ নাম।
**তিম্** ক্লেদনে (ভ্বা, দিৱা প অক তেমতি, তিম্যতি) ১। আৰ্দ্ৰ কৰ, তিতা।
**তিমিঃ** *পু* (তিম্যতীতি তিম ইন্) ১। তিমি মাছ। সমুদ্ৰত থকা এবিধ প্ৰকাণ্ড মাছ। ২। সমুদ্ৰ, ৩। দুৰ্বৰ পুত্ৰ এজন ৰজাৰ নাম। এওঁ হেনো সাতচল্লিছ বছৰ ৯মাহ ৰাজত্ব কৰিছিল। (শকদ্ৰু)। **–কোষঃ** সাগৰ। **–ধ্বজঃ** ইন্দ্ৰৰ হাতত নিহত এজন দৈত্যৰ নাম। ইন্দ্ৰৰ লগত হোৱা যুদ্ধত দশৰথে সহায় কৰি মৃতপ্ৰায় হোৱাত কৈকেয়ীৰ শুশ্ৰূষাত সুস্থ হৈ উঠে। দশৰথে তুষ্ট হৈ দুটা বৰ দিয়ে। এটা বৰত শ্ৰীৰামক বনলৈ পঠায় আৰু আনটোত ভৰতক সিংহাসনত বহুৱায়। **–ঙ্গিলঃ** *পু* তিমি মাছকো গিলি খোৱা এবিধ প্ৰকাণ্ড মাছ।
**তিমিত** *বিণ্* (তিম কৰ্তৰি ক্তঃ) ১। অলৰ অচৰ, ২। স্থিৰ, ৩। ভিজা, সেমেকা।
**তিমিৰং–ৰঃ** (তিম্ কিৰচ্) অন্ধকাৰ ৰা ২।২৮।১৮; ১। এবিধ চকুৰ বেমাৰ। অন্ধতা, ২। লোৰ গুড়ি। **–ৰিপুঃ** সূৰ্য্য।
**তিৰঃ** (স্)*অব্য* (তৃ অসুন্) ১। বক্ৰভাৱে, এঢলীয়াকৈ, কেঁৰাকৈ, বেঁকাকৈ, ২। গুপুতে, মনে মনে আদি অৰ্থ বুজাবলৈ প্ৰায়ে শব্দ বা ধাতুৰ আগত ব্যৱহাৰ হয়। —(কৃ) তিৰস্কাৰ কৰ, নিন্দা কৰ, (ধা) তিৰোহিত হ, অন্তৰ্ধান হ, ঢাকি ৰাখ, ৰ ১১।৯১; **–কৰিণী–কাৰিণী** পৰ্দা, ওৰণি কু ১।২৪; **–কাৰ –ক্ৰিয়া** অনাদৰ, অন্তৰ্ধান **–ধান–ভাৱঃ** তিৰোধান, অন্তৰ্ধান।

**তিৰিটিঃ** *পু* কুঁহিয়াৰৰ গাঁথি।

**তিৰিমঃ–ৰিয়ঃ** *পু* এবিধ শালি ধান।

**তিৰীটঃ** *পু* ৰঙা আৰু বগা ফুলৰ এবিধ গছ। লোধ্রবৃক্ষ।

**তির্য্যক্ (চ)** *অব্য* বেঁকাকৈ, বক্রভাৱে, কেঁৰাকৈ (দৃষ্টি নিক্ষেপ কৰা)। (পু) তির্য্যকভাৱে, অর্থাৎ ভূমিৰ সমান্তৰালকৈ যোৱা পশু। চাৰিওখন ঠেং মাটিত পেলাই খোজ কাঢ়ে। নিম্ন শ্রেণীৰ জন্তু। কু ১।৪৮, **–জাতিঃ** *স্ত্রী* পশুজাতি, **–যানঃ** কেঁকোৰা, **–যোনিঃ** পশুজাতি। **–স্রোতাঃ** পশুপক্ষী আদি, বিপু ১।৫৮

**তির্ষকায়নং** সূর্য্যৰ বার্ষিক গতি।

**তিলঃ** *পু* (তিলতি স্নিহ্যতি ইতি তিল কঃ) ১। তিল (শস্য) গছ আৰু তিল বীজ, ২। শৰীৰৰ তিলৰ দৰে জন্মৰ পৰা থকা দাগ বা চিন, **–কল্কঃ** *পু* তিলৰ গুড়িৰে তৈয়াৰ কৰা লাড়ু বা পিঁঠা। **–তণ্ডুলকং** (তিল চাউলৰ দৰে) আলিঙ্গন, **–পর্ণঃ** তার্পিণ তেল।

**তিলন্তুদঃ** *পু* তেলী।

**তিলকং** *ক্লী* ১। মূত্রাশয়, ২। হাওফাও, ৩। কপালত চন্দন বা সেন্দুৰৰ ফোঁট, ৪। এবিধ লোণ। **–কঃ** *পু* (তিল কৈ কঃ) ১। ধুনীয়া ফুলৰ এবিধ গছ। পুন্নক বৃক্ষ, ৰ ৯।৪১; ২। শৰীৰত থকা 'তিল' বা চিন। ৩। এবিধ বেমাৰ, ৪। কপালৰ ফোঁট, শি ৩।৬০; **–কা** এবিধ ছয় আখৰৰ ছন্দ। **–কালকঃ** শৰীৰৰ 'তিল' **–কাশ্রয়ঃ** কপাল

**তিলাপত্যা** *স্ত্রী* ক্লালজীৰা।

**তিলিৎসঃ** অজগৰ সাপ।

**তিলোত্তমা** *স্ত্রী* অতি সুন্দৰী ৰমণী, এজনী অপ্সৰা।

**তিলোদকং** *ক্লী* তিল জল (অর্ঘ্য)।

**তিলোদনং** তিল, চাউল আৰু গাখীৰৰ পায়স, ৰা ২।৬৯।১০।

**তিল্যং** *ক্লী* তিলখেতি।

**তিল্বঃ, –ল্বকঃ** *পু* লোধ্র বৃক্ষ।

**তিষ্ঠদ্‌গুঃ** *পু* সন্ধ্যা কাল, গাই দোহন কৰা সময়।

**তিষ্যঃ** *পু* ১। পুষ্যা নক্ষত্র, মহা ৩।১৯০।৮৭; ২। পুহ মাহ, ৩। কলিযুগ **–কঃ** পুহ মাহ **–পুষ্পা** আমলখী।

**তিহ্ন (ন্)** পু ১। ব্যাধি, ৰোগ। ২। শস্য, ৩। ধনু, ৪। সম্ভাৱ।

**তীক্** গতৌ (ভ্বা আ অক তীকতে) যা, গমন কৰ, আগুৱাই যা।

**তীক্ষ্ণ** *বিণ্* (তিজ কস্নঃ দীর্ঘশ্চ) ১। সুতীক্ষ্ণ, চোকা, জোঙা, ২। অসহনীয়, ৩। আত্মত্যাগী, ৪। তপত, উষ্ণ, ৫। উগ্র, তীব্র, মনু ৭।১৪০। ৬। বুদ্ধিমান, চতুৰ, ৭। আগ্রহী, উৎসাহী। **–ক্ষ্ণঃ** *পু* ১। যখাৰ, ২। বগা কুশ, ৩। জালুক ৪। ক'লা সৰিয়হ **–ক্ষ্ণং** *ক্লী* ১। লো, তীখা, ২। উত্তাপ, ৩। যুদ্ধ, ৪। বিহ, ৫। মৃত্যু, ৬। সাগৰীয় নিমখ, ৭। শীঘ্রতা, **–কঃ** বগা সৰিয়হ **–কণ্টকঃ** ধঁতুৰা, ইঙ্গুদী, **–কন্দঃ** পিয়াঁজ **–কান্তা** মঙ্গলচণ্ডিকা **–গন্ধঃ** ৰঙা তুলসী **–দংষ্ট্রঃ** বাঘ **–ধাৰঃ** তৰোৱাল **–পুষ্পং** ইলাচী। **–পুষ্পা** কেতেকী গছ। **–বুদ্ধি** চোকা বুদ্ধিযুক্ত, চতুৰ, **–ৰসঃ** বিহ, যখাৰ, **–লৌহঃ** তীখা, **–শুকঃ** যৱধান।

**তীম্** ক্লেদনে (দিৱা প অক তীম্যতি) ১। আর্দ্র কৰ, তিঁয়া, ২। সেমেকা কৰ।

**তীৰং** *ক্লী* (তীৰ্ অচ) ১। নদীৰ পাৰ, ২। কাষ, দাঁতি, **–ৰঃ** কাঁড়, বাণ।

**তীৰিত** *বিণ্* ১। কোনো কামৰ সমাপ্তি, ২। বন্দবস্তি কৃত।

**তীর্ণ** *বিণ্* (তৃ কর্তৰি ক্তঃ) ১। উত্তীর্ণ ২। পাৰঙ্গত, পাৰপ্রাপ্ত, ৩। বিস্তৃত, ৪। অতিক্রান্ত।

**তীর্থং** *ক্লী* (তৰতি পাপাদিকং যস্মাৎ তৃ থক্) ১। পুণ্য স্থান, তীর্থ স্থান; তীর্থ স্থানত থকা পুখুৰী, য'ত স্নান কৰিলে পুণ্য হয়। তীর্থতোয়ং ততঃ পুণ্যং গঙ্গাতোয়ং ততোঽধিকম্। যুগানুসৰি তীর্থৰ শ্রেষ্ঠত্ব ঃ কৃতে তু পুষ্কৰং তীর্থং ত্রেতায়াং নৈমিষন্তথা। দ্বাপৰে তু কুৰুক্ষেত্রং কলৌ গঙ্গাং সমাশ্রয়েৎ।। ২। মহর্ষি, মুনি, ঋষি বা তেনে কোনো মহান পবিত্র ব্যক্তি, মনু ৩।১০৩; ৩। প্রতিকাৰ, উপায়, ৪। পথ, বাট ৫। পুখুৰীৰ চিৰি বা খট্‌খটী। ৬। শাস্ত্র, আগম, ৭। ক্ষেত্র, মহা ৫।১২৫।২৬; ৮। গুৰু, উপাধ্যায়, ৯। উৎস, মূল ১০। যজ্ঞ। ১১। স্ত্রীৰজঃ ১২। অৱতাৰ, ১৩। শিক্ষা, উপদেশ, ১৪। হস্তস্থিত তীর্থ। দেৱতা আৰু পিতৃপুৰুষৰ বাবে হাতৰ কোনো কোনো অংশ– অঙ্গুল্যগ্রে তীর্থং দৈৱং স্বল্পাঙ্গুল্যোর্মূলে কায়ম্। মধ্যেঽঙ্গুষ্ঠাঙ্গুল্যোঃ পৈত্রং মূলেহ্যঙ্গুষ্ঠস্য ব্রাহ্মম্।। (অমৰ) ১৫। অৱতাৰ, ১৬। ব্রাহ্মণ, ১৭। অগ্নি, ১৮। মন্ত্রী ১৯। যোনি, ২০। পুণ্য তিথি, ভা ১।১২।১৪; **–কৰঃ** *পু* জৈন তীর্থঙ্কৰ। অর্হত। জৈন ধর্ম মুনি।

**তীৰ্থঃ** *পু* কোনো মুনি, সন্ন্যাসী বা মহান ব্যক্তিৰ নামৰ শেষত লগোৱা সম্মানজনক উপাধি। যেনে— স্বামী বিশ্বেশতীৰ্থ। **—কাকঃ —ৱায়সঃ** তীৰ্থৰ কাউৰী। লুভীয়া মানুহ। **—ভূত** *বিণ্* পবিত্ৰ, **—যাত্ৰা** তীৰ্থগমন **—ৰাজঃ** প্ৰয়াগ **—ৰাজিঃ** কাশী **—ৱাকঃ** মূৰৰ চুলি। **—ৱিধিঃ** তীৰ্থস্থানত তৰ্পণ, মুণ্ডনাদি কৰ্ম। **—সেৱী** *বিণ* তীৰ্থযাত্ৰী। *(পু)* বক পক্ষী, বগলী, বৰটোকোলা।

**তীৱৰ** *পু* (তৃ ষ্বৰচ) ১। সমুদ্ৰ ২। ব্যাধ, ৩। বৰ্ণসঙ্কৰ জাতি এবিধ, (ৰাজপুত স্ত্ৰী আৰু ক্ষত্ৰিয়জাত)।

**তীব্ৰ** *বিণ্* (তীব স্থৌল্যে ৰণ্) ১। অতিশয়, উগ্ৰ, তীক্ষ্ণ, প্ৰবল, প্ৰচণ্ড, ২। তপত, গৰম, ৩। বিস্তৃত, ৪। দুঃসহ, কটু, আস ৬৯১; ৫। অনন্ত, ৬। ভয়ানক **—ত্ৰং** *ক্লী* ১। লোহা, ২। পাৰ, তীৰ, ৩। উত্তাপ, *(অব্য)* তীব্ৰভাৱে, সাঙ্ঘাতিকভাৱে।

**তীব্ৰানন্দঃ** *পু* সদাশিৱ।

**তু** *অব্য* এই অব্যয় শব্দটো বাক্যৰ আগত ব্যৱহাৰ নহয়। বাক্যৰ আদি পদৰ পিচত ১। কিন্তু, বিপৰীতে, আন হাতে, তথাপি ২। পাদপূৰণ, ভেদ, অৱধাৰণ, সমুচ্চয়, মনু ১১।২০২; নিয়োগ, প্ৰশংসা আদি অৰ্থ বুজাবলৈ অকলশৰীয়াকৈ ব্যৱহাৰ কৰা হয়।

**তুক্ (জ্)** *পু* সন্তান।

**তুঙ্গ** *ক্লী* (তুজি হিংসায়াম্ ঘঞ্) ১। উগ্ৰ, ২। উচ্চ, ওখ, প্ৰধান, মে ৬৪; উন্নত, ৰ ৬।৩; ৩। প্ৰচুৰ, ৰ ৪।৭০; ৪। শক্তিমান, খণ্ডাল **—ঙ্গঃ** পু ১। পুন্নাগ বৃক্ষ, ২। পৰ্বত, ৩। বুধগ্ৰহ, ৪। নাৰিকল গছ, ৫। (জ্যোতিষ) এবিধ যোগ। গ্ৰহৰ উচ্চ ৰাশি। ৬। গঁড় ৭। শীৰ্ষ, টিং। **—ঙ্গা** শমী গছ, **—ঙ্গী** *স্ত্ৰী* হালধি। **—ভদ্ৰঃ** ১। পাৰা, ২। মতলীয়া হাতী **—ভদ্ৰা** এখন নদীৰ নাম। মনু ১১৩।২৯; **—শেখৰঃ** পৰ্বত।

**তুঙ্গী (ন্)** *পু* তুঙ্গ (উচ্চ) স্থানস্থ গ্ৰহ। **—পতিঃ** চন্দ্ৰ।

**তুঙ্গীশঃ** *পু* শিৱ, কৃষ্ণ, সূৰ্য্য, চন্দ্ৰ।

**তুচ্ছ** *বিণ্* (তু ছঃ কিৎ) ১। শূন্য, খালি, হীন, ২। কম, অলপ, ভা ৭।৭।৪৫; ৩। পৰিত্যক্ত, নীচ, সামান্য, ৪। দীন, দৰিদ্ৰ **—চ্ছং** *ক্লী* ভুঁচি, **—দ্ৰুঃ** এড়া গছ। **—ধান্যং —ধান্যকং** *ক্লী* ধান খেৰ, ভুঁচি।

**তুচ্ছা** *স্ত্ৰী* ১। সৰু ইলাচী, ২। তুতিয়া।

**তুঞ্জঃ** ইন্দ্ৰৰ বজ্ৰ।

**তুট্** কলহে (তুদা প অতুটতি) **কাজিয়া কৰ**।

**তুটুমঃ** *পু* (তুটতি নাশয়তি দ্ৰব্যাণি তট্ উমঃ) এন্দুৰ, নিগনি।

**তুড্** ভেদে, ৱধে (তুদা প ভ্বা আ তুড়তি তুণ্ডতে) ১। ঠেল, ঠেলা মাৰ, আঘাত কৰ, ২। জোঙা বস্তুৰে আঘাত কৰ, বিন্ধ, হুলেৰে বিন্ধ, বিৰক্ত কৰ। ৩। ঠোটেৰে খোঁট।

**তুণ্** কৌজেন্দ্যে (তুদা প সক তুণতি) ১। বেঁকেটা কৰ, ধনুভিৰীয়া কৰ, ২। ফাঁকি দি, প্ৰবঞ্চিত কৰ।

**তুণ্ডং** *ক্লী* (তুণ্ড পচাদ্যচ্) ১। মুখ, মুখমণ্ডল, ২। ঠোঁট, ৩। গাহৰিৰ নাকটি, ২। হাতীৰ শুঁৰ। **—ণ্ডঃ** *(পু)* ১। শিৱ, ২। এটা ৰাক্ষসৰ নাম।

**তুণ্ডিঃ** *পু* মুখ *স্ত্ৰী* নাভি (নাইচ)।

**তুণ্ডিকা** *স্ত্ৰী* নাভি।

**তুণ্ডিভঃ** ডাঙৰ নাভি, বাহিৰলৈ ওলাই থকা নাভি।

**তুণ্ডিল** *বিণ্* কথকি, মুখৰ। ডাঙৰ নাভিযুক্ত।

**তুণ্ডী(স্)** শিৱৰ ষাঁড়।

**তুত্থং** *ক্লী* (তুদতি পীড়য়ত্যনেন তুদ্ থক) তুতিয়া **—ত্থঃ** পু ১। অগ্নি, ২। শিল, পাথৰ। **—ত্থা** সৰু ইলাচী, নীল গছ।

**তুত্থাঞ্জনং** চকুৰ অসুখত লগাবৰ বাবে তুতিয়াৰে তৈয়াৰ কৰা অঞ্জন।

**তুদ্** *ব্যথে* (তুদা উ সক তুদতি-তে) ১। আঘাত কৰ, খুন্দা মাৰ, শি ২০।৯৯; ২। ঠোটেৰে খোঁট মাৰ, খেঁতেলা কৰ, ৩। কষ্ট দি, যাতনা দি।

**তুন্দং** *ক্লী.* (তুদ্ দন নুম্ ততো দস্য লোপঃ) পেট, উদৰ, **—কূপিকা, —কূপী** *স্ত্ৰী.* নাভি, **—পৰিমাৰ্জঃ, —পৰিমৃজ** *বিণ.* অলস, লেধা, দুৰ্বল, **—ৱং** পেটুৱা, শকত।

**তুন্দিক, —ন্দিভ —ন্দিল —ন্দী(ন্)** *বিণ.* পেট ওলোৱা, পেটুৱা। **—ন্দী** নাভি।

**তুন্ন** বিণ (তুদ ক্তঃ) ব্যথিত, আঘাতপ্ৰাপ্ত, দুখিত, যাতনাগ্ৰস্ত, **—ৱায়ঃ** *পু.* (তুন্নং ছিন্নং ৱয়তীতি ৱে অণ্) দৰ্জী।

**তুপ্** অৰ্দনে (চুৰা প সক তুম্পয়তি) বধ কৰ, আঘাত কৰ।

**তুব্** অৰ্দে (চুৰা ভ্বা প সক তুৰয়তি, তুম্বতি) বধ কৰ, আঘাত কৰ।

**তুভ্** হিংসে (দিৱা, ক্ৰ্যা প সক তুভ্যতি, তুভ্নাতি) ১। আঘাত কৰ, হানি কৰ, ২। অনিষ্ট কৰ।

**তুমুৰং –ৰঃ** *ক্লী. পু.* তুমুল।

**তুমুল** *বিণ.* সাঙ্ঘাতিক, হুলস্থুলীয়া, অশান্তিজনক, গী ১।১৯; অস্থিৰ, বিবুদ্ধি, *(পু)* হুলস্থুলীয়া পৰিৱেশ মৰামৰি, কটাকটি।

**তুম্বঃ, –ম্বকঃ –ম্বা, –ম্বি –ম্বিকা** লাউ।

**তুম্বৰু** এজন গন্ধৰ্বৰ নাম। মহা ১।১২৩।১৫; এজন তপস্বীৰ নাম।

**তুম্বা** *স্ত্রী.* গাখীৰতী গাই।

**তুম্বুৰী** *স্ত্রী.* মাইকী কুকুৰ।

**তুৰ** *বিণ.* বেগী, বেগৱান, ঋবে ৭।৫৬।১৯।

**তুৰগঃ** *পু.* (তুৰ ৰেগে ভাৰে ঘঞৰ্থে কঃ) ১। মন, চিত্র, ২। ঘোঁৰা, ৰ ৩।৫১; **–গন্ধা** অশ্বগন্ধা, **–প্রিয়ঃ** যৱধান, **–ব্রহ্মচৰ্য্যকং** অভাৱত বাধ্য হৈ ব্রহ্মচৰ্য্য গ্রহণ, নাৰীত্যাগ।

**তুৰগী** *স্ত্রী.* ঘুঁৰী।

**তুৰগী(ন্)** *পু.* অশ্বাৰোহী।

**তুৰঙ্গঃ** *পু. স্ত্রী.* (তুৰেণ ৰেগেন গচ্ছতীতি তুৰ গম্ খচ) ঘোঁৰা, পঞ্চ ১।৩১৪; (ক্লী) চিত্ত, মন। **–ঙ্গী** ঘুঁৰী, **–মেধঃ** অশ্বমেধ (যজ্ঞ), **–ৱক্ত্রঃ** *পু.* কিন্নৰ, **–স্কন্ধঃ** ঘুঁৰী বাহিনী।

**তুৰঙ্গাৰিঃ** ম'হ।

**তুৰায়ণং** *ক্লী.* ১। সঙ্গহীনত্ব, অসঙ্গ, মমত্বহীনতা, ২। এবিধ যজ্ঞ।

**তুৰাষাট্ (হ্)** *পু.* ইন্দ্র। ৰ ১৫।৪০।

**তুৰিঃ, –ৰীঃ** *স্ত্রী.* ১। তাঁতশালৰ সূতা চফা কৰা, জোঁট ভঙাৰ বাবে ব্যৱহাৰ কৰা কুঁচি, ২। মাকো, ৩। তুলিকা, চিত্রশিল্পীৰ লেখনী।

**তুৰীয়** *বিণ.* (চতুৰ্ ছঃ চস্য লোপঃ) চতুৰ্থ, **–য়ং** আত্মাৰ অৱস্থা। জাগ্রৎ, স্বপ্ন, সুষুপ্তিৰ পিচত তুৰীয়। এই অৱস্থাত আত্মা পৰমাত্মাৰ লগত একাত্ম হয়। দেভা ১।১৯।৮; **–ৱৰ্ণঃ** চতুৰ্থ বৰ্ণ। শূদ্র বৰ্ণ।

**তুৰুষ্কঃ** *পু.* ১। এবিধ সুগন্ধি দ্রব্য, ২। তুৰস্ক দেশৰ অধিবাসী। তুৰ্কী, ৩। এবিধ ঘোঁৰা।

**তুৰ্য্য** *বিণ.* চতুৰ্থ ভা ৭।৯।৩২; 'তুৰীয়' চাওক।

**তুৰ্ৱসুঃ** *পু.* যযাতি আৰু দেৱযানীৰ পুত্রৰ নাম।

**তুল্ পৰিমাণে (চুৰা ভ্বা প সক তোলয়তি তোলতি) ১। ওজন কৰ, জোখ, ২। মনেৰে জুখি চা, ৩। ওপৰলৈ তোল, তুলি ৰাখ, ৪। বিজা, তুলনা কৰ,** ৫। নিন্দা কৰ, গালি পাৰ, ৬। সমতুল্য কৰ, ৭। তুচ্ছ কৰ, ৮। সন্দেহ কৰ।

**তুলনং** *ক্লী.* ১। ওজন, ২। উত্তোলন, ৩। তুলনাকৰণ।

**তুলসী** *স্ত্রী.* (তুলাং সাদৃশ্যং স্যতি নাশয়তীতি সো কঃ) তুলসী গছ। হিন্দুসকলৰ নিত্যপূজ্য পৱিত্র গছ, **–কাঠমালা** তুলসী গছৰ ঠানি সৰু সৰু টুকুৰা কৰি সেইবিলাকেৰে গাঁথা মালা, **–পত্রং** অতি পৱিত্র তুলসী পাত, **–ৱিৱাহঃ** কাতি মাহৰ শুক্লা দ্বাদশীত পালন কৰা এটা উৎসৱ। সিদিনা কৃষ্ণৰ মূৰ্তিৰ লগত তুলসী গছৰ 'বিয়া' পতা হয়, **–বৃন্দাৱনং** ঘৰৰ দুৱাৰমুখত থকা তুলসীৰ ভেঁটি।

**তুলাঃ** ১। তুলাচনী, দগা-পাল্লা, ২। ওজন, ৩। সাদৃশ্য, ৰ ৮।১৫; ৪। তুলা ৰাশি, ৫। সোণ বা ৰূপৰ জোখ– শত পল, ৬। ডাঙৰ পাত্র, ৭। ঘৰৰ কেঁচি **–কোটিঃ –টীঃ** *স্ত্রী.* ভৰিত পিন্ধা নূপুৰ, ওজন, অৰ্বুদ, **–কোষঃ –শঃ** ওজনৰ পৰীক্ষা, **–ধৰঃ, –ধাৰঃ** বণিক, **–পুৰুষদানং** এজন পুৰুষৰ ওজনৰ সমান সোণ বা ৰূপ দান, **–বীজং** ডাঙৰ গুটি।

**তুলিঃ** *স্ত্রী.* তুলিকা, ছবি আঁকা সজুঁলি।

**তুলিনী, –লিফলা** শিমলু গছ।

**তুল্য** *বিণ.* ১। একে ধৰণৰ বা বিধৰ, পঞ্চ, ১।২৭৮, ২। সদৃশ, অভিন্ন, **–পানং** *ক্লী.* আত্মীয়জনৰ লগত একে লগে একে সময়তে কৰা পান (অৰ্থাৎ খোৱা-বোৱা কৰা) **–যোগীতা** এবিধ অৰ্থালঙ্কাৰ।

**তুৱৰ** *বিণ.* ১। কেঁহা, কেঁহা ৰসযুক্ত, কোষ্ঠবদ্ধকাৰী ঔষধ, ধাৰক ঔষধ, ২। ডাঢ়ি গোঁফ নথকা।

**তুষ্ তুষ্টৌ (দিৱা প অক তুষ্যতি) ১। তুষ্ট হ, সন্তুষ্ট হ, সং– সন্তুষ্ট হ, আনন্দিত হ, মনু ৩।৬০।**

**তুষঃ** *পু.* (তুষ কঃ) ধানৰ বাকলি, তুঁহ, **–গ্রহঃ –সাৰঃ** জুই।

**তুষানলঃ** *পু.* তুঁহৰ জুই।

**তুষোদকং** ভাতৰ মাড় বা মণ্ড।

**তুষাৰ** *বিণ.* শীতল, ঠাণ্ডা, নৈ ৩।৯৩; বৰফযুক্ত, হিমৰ দৰে শীতল, **–ৰঃ** *পু.* ১। বৰফ, নিয়ৰ, কুঁৱলি, ঋতু ৪।১; ২। কৰ্পূৰ, **–কণঃ** নিয়ৰৰ কণিকা, **–কালঃ** শীত কাল, **–গৌৰ** *বিণ.* বৰফৰ দৰে শুভ্র, **–গৌৰঃ** কৰ্পূৰ।

**তুষাৰাদ্রিঃ** হিমালয় পৰ্বত।

**তুষিতঃ** (তুষ্ ক্বিপ্) দেৱগণ বিশেষ। দ্বিতীয় পৰ্য্যায়ৰ ৩৬ বিধ দেৱতা।

**তুষোত্থং** *ক্লী.* ভাতৰ পানী বা মণ্ড। তুষোদক।

**তুষ্ট** *বিণ.* সন্তুষ্ট, আনন্দিত, হৃষ্ট।

**তুষ্টিঃ** *স্ত্রী.* (তুষ ভাৱে ক্তিন্) ১। সন্তোষ, সন্তুষ্টি, মনু ২।৬; ২। প্ৰাপ্ত সম্পদৰ বাহিৰে আনত তুচ্ছত্ব বুদ্ধি (সাংখ্য), ৩। দক্ষ প্ৰজাপতিৰ কন্যা, ধৰ্মৰ পত্নীৰ নাম, ৪। মাতৃকা (শক্তি) বিশেষ— 'তুষ্টিঃ পুষ্টিঃ ক্ষমা লজ্জা জৃম্ভা তন্দ্ৰা চ শক্তয়ঃ। সংস্থিতাঃ সৰ্ব্বতঃ পাৰ্শ্বে মহাদেব্যাঃ পৃথক্ পৃথক্।।' দেভা ১।১৫।৬১।

**তুটুঃ** *পু.* কাণফুল।

**তুহিন** *বিণ.* শীতল, চেঁচা, ঠেৰেঙা, —**নং** *ক্লী.* (তুহ্ ইনন্) ১। হিম, বৰফ, আস ৬৩২; ২। জোনাক, ৩। কৰ্পূৰ।

**তুহিনাংশুতৈলং** কৰ্পূৰৰ তেল।

**তূণ্** (ক) সঙ্কোচে (চুৰা প অক তূণয়তি) সঙ্কুচিত কৰ, কোঁচ খুৱা (যেনে চকু)।
(খ) পূৰণে (চুৰা আ সক তূণয়তে) পূৰ্ণ কৰ, ভৰ্তি কৰ, সম্পূৰ্ণ কৰ।

**তূণঃ তূণী, তূণীৰঃ** *স্ত্রী.* টুনি চৰাই। ৰ ৭।৫৭, ৯।৫৬।

**তূতকং** *ক্লী.* তুতিয়া।

**তূবৰঃ** পু. ১। ডাঢ়িহীন মানুহ, ২। শিং নথকা বলদ, ৩। নপুংসক।

**তূৰ্** হিংসে ৱেগে (দিৱা আ সক অক তূৰ্যতে) ১। শীঘ্ৰে গমন কৰ, খৰকৈ যা, ২। আঘাত কৰ, বধ কৰ।

**তূৰং** *ক্লী.* (তূৰ ঘঞ্) ১। এবিধ বাদ্য যন্ত্ৰ, ২। ডাঙৰ পেঁপা (তূৰ্য্যনাদ)।

**তূৰী** *স্ত্রী.* ধঁতুৰা গছ। ইয়াৰ ফুলটো পেপাৰ দৰে দেখি।

**তূৰ্ণং** *ক্লী.* (ত্বৰ্ সম্ভ্ৰমে ক্তঃ) শীঘ্ৰতা, (অব্য) খৰধৰ, অতি শীঘ্ৰে, বেগেৰে, —**ৰ্ণী** বিণ. ক্ষিপ্ৰ।

**তূৰ্য্য** *ক্লী.* বাদ্য যন্ত্ৰ। মহা ১।১১৩।৪৪।

**তূলং** *ক্লী.* ১। আকাশ, বায়ুমণ্ডল, ২। একোছা ঘাঁহ, ৩। নুনি গছ, —**লঃ** তুলা, কপাহৰ বা শিমলুৰ তুলা, —**লা** ১। কপাহ গছ, ২। চাকিৰ শলিতা, ৩। তাঁতীৰ কুঁচি, ৪। তূলিকা, —**কাৰ্মুকং** তুলা ধুনা ধনু, —**লিঃ** লেখনী।

**তূলিকা** *স্ত্রী.* ১। চিত্ৰকাৰীৰ লেখনী, ২। বিছনাত পৰা তুলী, ৩। শলিতা।

**তূলীফলা** *স্ত্রী.* শিমলু গছ।

**তূৱৰং** *পুঃ* ১। শিং নোহোৱা গৰু, ২। ডাঢ়ি, গোঁফ নথকা পুৰুষ, ৩। কেঁহা ৰস।

**তূষ্ণীং** *অব্য.* মৌন হৈ, মনে মনে, মনু ৮।১৪৭।

**তূষ্ণীক, তূষ্ণীশীল,** মৌন, মহা ৫।৩৪।২৩।

**তূস্তং** *ক্লী.* (তুস তন্) ১। জটা, ২। ধূলি, ৩। পাপ, ৪। অণু, সূক্ষ্মত্ব।

**তৃংহ্** হিংসে (ৰুধা, তুদা, পাৰ, সক তৃংহতি, তৃহ্নতি), হত্যা কৰ, বধ কৰ, আঘাত কৰ।

**তৃক্ষং** *ক্লী.* জায়ফল।

**তৃট্ (ষ)** *স্ত্রী.* ইচ্ছা, তৃষ্ণা।

**তৃণ্** ভক্ষে (তনাদি উ সক তৃণোতি, তৃণুতে) ১। খা, ভক্ষণ কৰ, ২। গিলি খা।

**তৃণং** *ক্লী.* (তৃণ্যতে ভক্ষ্যতে গবাদিভিৰিতি তৃণ ঘঞ্) ১। ঘাঁহ, নল-খাগৰি আদি। খেৰ, ২। খেৰেৰে তৈয়াৰ কৰা বস্তু— ঢাৰি-পাটি আদি, ৩। এবিধ কৰ্পূৰ জাতীয় সুগন্ধি দ্ৰব্য, —**কুঙ্কুমং** সুগন্ধি দ্ৰব্য বিশেষ, —**কুটী**, —**কুটীৰং** পৰ্ণকুটীৰ, —**কেতুঃ** বাঁহ গছ, —**গোধা** এবিধ জেঠী, তেজপিয়া, —**গ্ৰাহী** নীলমণি, —**দ্ৰুমঃ** ১। তাল গছ, ২। তামোল গছ, ৩। নাৰিকল, ৪। কেতেকী গছ, ৫। খেজুৰ গছ, —**ধান্যং** পথাৰত এনেয়ে হোৱা এবিধ ধান বা শস্য। নীৱাৰ। —**ধ্বজঃ** বাঁহগছ, —**নিম্বঃ** নেপালী নেমু, —**পীড়ং** হতাহতি যুদ্ধ, —**প্ৰায়** সামান্য, —**মণিঃ** এবিধ মুক্তা, —**মৎকুণঃ** জামিন, —**ৰাজঃ** ১। বাঁহ, ২। তাল গছ, ৩। কুঁহিয়াৰ, ৪। নাৰিকল গছ, —**শূন্যং**, মল্লিকা, কেতেকী ফুল, —**ষট্পদঃ** বৰল, —**সাৰা** কল গছ, —**সিংহঃ** কুঠাৰ, —**হৰ্ম্যঃ** অট্টালিকাৰ ওপৰৰ খেৰৰ ঘৰ।

**তৃণাগ্নিঃ** *পু.* খেৰৰ জুই।

**তৃণাৱৰ্তঃ** চাকনৈয়া।

**তৃণেন্দ্ৰঃ** তাল গছ।

**তৃণোল্কা** খেৰৰ জোঁৰ।

**তৃণ্যা** *স্ত্রী.* খেৰৰ পুঁজি।

**তৃতীয়** *বিণ.* (ত্ৰয়াণাং পূৰণঃ) তৃতীয়, —**য়ং** তৃতীয় অংশ, —**প্ৰকৃতি** তৃতীয় প্ৰকৃতি অৰ্থাৎ মতাও নহয় মাইকীও নহয়, নপুংসক।

**তৃতীয়া** *স্ত্রী.* তৃতীয়া তিথি। **অক্ষয়**— বহাগ মাহৰ শুক্লা তৃতীয়া, —**কৃতং** *ক্লী.* তিনি বাৰ হালবোৱা পথাৰ।

**তৃদ্** ক) হিংসে (ভ্বা প সক তৰ্দতি) ১। বধ কৰ, ২। ধ্বংস কৰ।
খ) অনাদৰে, হিংসে (ৰুধা, উ সক তৃণত্তি, তৃন্তে) ১। আঘাত কৰ, বধ কৰ, কাটি পেলা, ফালি পেলা, চিৰাচিৰ কৰ, ২। অৱজ্ঞা কৰ, অনাদৰ কৰ।

**তৃপ্** ক) সন্দীপনে, প্ৰীণনে (চুৰা উ ভ্বা প সক তৰ্পয়তি, –তে, তৰ্পতি)
খ) **প্ৰীণণে** (স্বা প সক তৃপ্নোতি)
গ) **প্ৰীণনে** (তুদা প সক তৃম্পতি)
ঘ) **প্ৰীণনে** (দিবা প অক সক তৃপ্যতি)
১। তৃপ্ত কৰ, আনন্দ দি, ২। (পিতৃ পুৰুষক) তৃপ্ত কৰ, তৰ্পণ কৰ, ৩। তিনি অগ্নিক তৰ্পণ কৰ, ৪। তৃপ্ত হ, সন্তুষ্ট হ।

**তৃপৎ** *পু.* ১। চন্দ্ৰ, ২। ছাতি।

**তৃপলা** *স্ত্ৰী.* লতা, ত্ৰিফলা (আমলখী, শিলিখা আৰু ভোমোৰা গুটি)

**তৃপ্ত** *বিণ.* তৃপ্তিযুক্ত, নৈ ৩।৯৩।

**তৃপ্তিঃ** *স্ত্ৰী.* ভক্ষণাকাঙ্ক্ষা নিবৃত্তি। সন্তুষ্টি, দেভা ১।১।২০।

**তৃপ্ৰঃ** *পু.* (তৃপ্ ৰক্) ঘিঁউ। তৰ্পণকাৰী পুৰুষ।

**তৃফ্** প্ৰীণনে (তুদা প সক তৃম্ফতি) তৃপ্ত কৰ, সন্তুষ্ট কৰ।

**তৃফুঃ** *পু.* সৰ্প জাতি।

**তৃষ্** তৃষি (দিবা প সক তৃষ্যতি) তৃষ্ণাতুৰ হ, পিয়াহ লাগ, আশা কৰ, আকাঙ্ক্ষা কৰ। বাঞ্ছা কৰ।

**তৃষা** *স্ত্ৰী.* (তৃষ্ ক্বিপ টাপ্) তৃষ্ণা, পিয়াহ, ইচ্ছা হি ১।২৬৬; কামদেৱৰ কন্যা, **—হং** *ক্লী.* পানী।

**তৃষিত** *বিণ.* (তৃষ্ ইতচ্) তৃষ্ণাযুক্ত, দেভা ২।৮।২০; লুভীয়া, তৃষ্ণাতুৰ।

**তৃষ্ণক্ (জ্)** *বিণ.* লুব্ধ, লুভীয়া, তৃষিত।

**তৃষ্ণা** *স্ত্ৰী.* ১। আনৰ বস্তু পাবলৈ কৰা ইচ্ছা, অভিলাষ, হেঁপাহ। ২। লিপ্সা ৰ ৮।২; ৩। এবিধ ৰোগ, **—ক্ষয়ঃ** বাসনাৰ উপশম, শান্তি।

**তৃষ্ণাৰিঃ** *পু.* ১। এবিধ ঔষধ, ২। চাউলৰ গুড়িৰ পিঠা এবিধ।

**তৃহ্** হিংসে (ৰুধা, তুদা চুৰা প সক তৃণেঢ়ি, তৃহতি তৰ্হয়তি –তে) আঘাত কৰ, বধ কৰ, হানি কৰ।

**তৄ** তৰে অভিভৱে প্লুত্যাম্ (ভ্বা প সক অক) ১। পাৰ কৰ, পাৰ হ, ২। অতিক্ৰম কৰ, ৩। বিপদৰ পৰা মুক্ত হ, ৪। পূৰ্ণ কৰ, সম্পাদন কৰ, ৫। ৰক্ষা কৰ, নিজকে ৰক্ষা কৰ, **উদ্—** উত্তৰ, উত্তৰণ, পানী পাৰ হ, পাৰলৈ নাম, **নিস্—** পাৰ হ, জয়ী কৰ, অতিক্ৰম কৰ, **ৱি—** অতিক্ৰম কৰ, পাৰ হৈ যা, দান কৰ, বিতৰণ কৰ, উৎপন্ন কৰ।

**তেজঃ (স্)** *ক্লী.* (তিজ্ নিশানে অসুন্) ১। দীপ্তি। শি ২।৮২; ২। প্ৰভাৱ মহা ৬।১৪।৪৮; ৩। বিষ্ণু, মহা ১৩।১৪৯।৪৩, ৪। শিৰ, ৫। তীক্ষ্ণত্ব, ৬। অগ্নি শিখা, ৭। পঞ্চভূতৰ এটা, ৮। শক্তি, সাহস, বীৰত্ব, ৯। মাহাত্ম্য, ১০। পদাৰ্থৰ মৌলিক গুণ, ১১। আধ্যাত্মিক শক্তি, ১২। অগ্নি, ১৩। মজ্জা, পিত্ত, ১৪। ঘোঁৰাৰ তীব্ৰগতি, ১৫। সোণ।

**তেজনং** *ক্লী.* ৰাঁহ, নল, তীক্ষ্ণতা, কাঁড়ৰ ফলক মনু ৭।৯০; **—নকঃ** মূৰ্বা লতা, এই লতাৰে ধেনুৰ গুণ তৈয়াৰ কৰা হৈছিল।

**তেজপত্ৰং** তেজপাত।

**তেজলঃ** কপিঞ্জল চৰাই।

**তেজস্বিনী** *স্ত্ৰী.* জ্যোতিষ্মতী, ওজস্বিনী, শক্তিমতী।

**তেজস্বী (ন্)** *বিণ.* ১। জ্যোতিষ্মান, শক্তিমান, ২। ইন্দ্ৰৰ এটা পুত্ৰৰ নাম। মহা ১।১৯৮।২৯; ৩। প্ৰখ্যাত, ৪। খঙাল।

**তেজিত** *বিণ.* (তিজ্ ক্ত) তীক্ষ্ণীকৃত কৰা অস্ত্ৰাদি, চোকা।

**তেজোময়** *বিণ.* খ্যাতিমান, প্ৰখ্যাত, উজ্জ্বল, দীপ্তিমান। গী ১১।৪৭।

**তেজোৰূপং** পৰম ব্ৰহ্ম।

**তেনঃ** *পু.* সঙ্গীতৰ অঙ্গবিশেষ।

**তেমঃ তেমনং** *ক্লী. পু.* আৰ্দ্ৰতা। জীপ।

**তৈক্ষ্ণ্যং** *ক্লী.* তীক্ষ্ণতা, কঠোৰতা, ৰা ২।২১।৪৪; ক্ৰুৰতা, মনু৪।১৬৩।

**তৈজস** *বিণ.* (তেজসো ৱিকাৰঃ ইতি অণ্) ১। ধাতৱ, ২। খঙাল, শক্তিমান, **—সং** *ক্লী.* ঘিঁউ, ধাতুৰে তৈয়াৰী বস্তু, মনু ৫।১১; এখন তীৰ্থক্ষেত্ৰৰ নাম।

**তৈজসাৱৰ্তনী** ধাতু গলোৱা পাত্ৰ, মহী।

**তৈত্তিলঃ** *পু* ১। গঁড়, ২। দেৱতা।

**তৈত্তিৰঃ** *পু.* ১। তিত্তিৰি পক্ষী, ডাউক, ডঁৰিক চৰাই, ২। গঁড়।

**তৈত্তিৰীয়কঃ** তিত্তিৰিপ্ৰোক্ত যজুৰ্বেদীয় শাখাবেত্তা। কৃষ্ণযজুৰ্বেদজ্ঞ পণ্ডিত। **—ৰীয়ঃ** কৃষ্ণযজুৰ্বেদীয় শাখা।

**তৈমিৰঃ** এবিধ চকুৰ বেমাৰ।

**তৈৰ্থিকঃ** *বিণ.* পবিত্ৰ, পূত। **—কং** *ক্লী.* তীৰ্থোদক; **—কঃ** *পু.* শাস্ত্ৰবিধি প্ৰণেতা।

**তৈলং** *ক্লী.* (তৈলং তৈলবৎ স্নেহঃ অস্তীতি অচ্) ১। তেল, ২। স্নেহ পদাৰ্থ, যা ১।২৮৩; **—কং** অকণমান তেল। **—কল্কজং —কীট্টং** খলিহৈ, **—কাৰঃ** তেলী। এবিধ বৰ্ণসঙ্কৰ জাতি, **—ঙ্গঃ** এখন ৰাজ্যৰ নাম, **—দ্ৰোণী** *স্ত্ৰী.* তেলপূৰ্ণ কাঠৰ পাত্ৰ, **—পৰ্ণিকঃ** চন্দন গছ, ধূনা, তাৰ্পিন, **—পা, —পায়িকা** পইতাচোৰা, **—ভাৱিনী** জাতিফুল, **—মালী** শলিতা, **—সাধনং** কক্কোল, **—যন্ত্ৰং** তেল পেৰা যন্ত্ৰ।

**তৈলিকঃ —তেলী** তেল বেপাৰী।

**তৈলিনী** শলিতা, এবিধ কীট।

**তৈলিশালা** তেল পেৰা ঘৰ।

**তৈলীনং** তিলৰ পথাৰ।

**তৈষঃ** *পু.* পুহ মাহ। **—ষী** পুষ্যা নক্ষত্ৰযুক্তা পূৰ্ণিমা।

**তোকং** *ক্লী.* (তৌতি পূৰয়তি গৃহম তু কঃ) ১। সন্তান, ২। শিশু, বালক, ভা ২।৭।২৭।

**তোককঃ** চাতক পক্ষী।

**তোক্মং** *ক্লী.* কাণৰ মলি, **—ক্মঃ** ১। কেঁচা যৱধান। সেউজীয়া যৱ। তোকমা, ২। অঙ্কুৰ।

**তোটকং** *ক্লী.* এটা পাদত বাৰটা আখৰ থকা ছন্দবিশেষ।

**তোড়নং** *ক্লী.* ভিন্নকৰণ, বিভাজন, ছিন্নকৰণ, আঘাত, হানি।

**তোত্ৰং** *ক্লী.* গৰু, হাতী আদি চলোৱা লাঠী। এছাৰি।

**তোদঃ** *পু.* (তুদ্ ব্যথে ভাৱে ঘঞ) ১। কষ্ট, বেথা, যাতনা, **—নং** ১। কষ্ট, বেথা, ২। এছাৰি।

**তোমৰং —ৰঃ** *ক্লী. পু.* ১। লোহাৰ গদা, ২। যাঠী, **—ধৰঃ** অগ্নি।

**তোয়ং** *ক্লী.* (তুদতেঃ যৎ) ১। পানী, জল, দেভা ১।৬।২৯; ২। পূৰ্বাষাঢ়া নক্ষত্ৰ, **—কৰ্ম** *ক্লী* শৰীৰৰ বিভিন্ন স্থানত কৰা পানীৰ সিঞ্চন, মৃতকৰ শৰীৰত জলতৰ্পণ, **—কৃচ্ছ্ৰং** মাত্ৰ জল পান কৰি কৰা এবিধ ব্ৰত, **—ক্ৰীড়াঃ** সাঁতোৰ আদি জলক্ৰীড়া, **—গৰ্ভঃ** নাৰিকল, **—ধৰঃ** *পু* মেঘ, **—ধিঃ, —নিধিঃ** সাগৰ, **—ধিপ্ৰিয়ং** নিমখ, **—নীৱী** পৃথিৱী, **—মলং** ফেন, **—শুক্তিকা** শামুক, **—সূচকঃ** ভেকুলি।

**তোৰণং —ণঃ** *ক্লী. পু* (তু কৰণে ল্যুট্) ১। তোৰণ, বাহিৰৰ দুৱাৰ, প্ৰধান দুৱাৰমুখ, মে ৭৫; ২। কোনো উৎসৱাদিৰ বাবে সজোৱা তোৰণ **—ণঃ** মহাদেৱ, মহা ১২।১৭।১১৭।

**তোলং —লঃ, —লকং** ১। ওজন লোৱা দগা, ২। সোণ বা ৰূপৰ ওজন বিশেষ, তোলা, এতোলা বা বাৰ মাষ।

**তোল্লং** *ক্লী.* গদা।

**তোষঃ** *পু* (তুষ সন্তোষে ভাৱে ঘঞ) ১। সন্তুষ্টি, আনন্দ, তৃপ্তি, স্বায়ম্ভুৱ মন্বন্তৰগত তুষিতা নামৰ দেৱতাসকলৰ এজন।

**তৌক্ষিকঃ** ধনু ৰাশি।

**তৌতিকং** *ক্লী.* মুক্তা, **—কঃ** শামুক।

**তৌৰ্য্যং** *ক্লী.* তূৰ্য্যনাদ, বাদ্যযন্ত্ৰ বিশেষৰ শব্দ, **—ত্ৰিকং** (ত্ৰি সংখ্যায়াং কন্) নৃত্য, গীত আৰু বাদ্য। সঙ্গীতৰ সমলয়।

**তৌলং** *ক্লী.* (তুলা স্বাৰ্থে অণ্) তুলাচনী, দগাপাল্লা।

**তৌলিকঃ, —লিকিকঃ** চিত্ৰশিল্পী।

**তৌষাৰং** *ক্লী.* বৰফৰ পানী।

**ত্যক্ত** *বিণ* (ত্যজ ত্যাগে ক্তঃ) পৰিত্যক্ত, বৰ্জিত, **—প্ৰাণ** জীৱন ত্যাগ কৰিবলৈ উদ্যত হোৱা লোক, **—লজ্জ** নিলাজ।

**ত্যক্তাগ্নিঃ** গৃহস্থিত অগ্নিত্যাগী ব্ৰাহ্মণ।

**ত্যজ্** হানৌ (ভ্বা প সাক ত্যজতি) ১। ত্যাগ কৰ, বৰ্জন কৰ, এৰি দি, এৰি গুচি যা, ২। অস্বীকাৰ কৰ, পৰিত্যাগ কৰ, মনু ২।৯৫; ৩। খেদাই দি, দূৰ কৰ।

**ত্যাগঃ** *পু* (ত্যজ্ ঘঞ) ১। দান, ৰ ১।৭; ২। ত্যাগ, বৰ্জন, মনু ৮।৩৮৯; ৩। বিচ্ছেদ, মমত্ব বৰ্জন। সকলো পাৰ্থিৱ পদাৰ্থৰ প্ৰতি মোহ ত্যাগ। সৰ্বকৰ্মফল ত্যাগ, **—গী** দাতা, পঞ্চ ৩।২৫৯; বীৰ, কৰ্মফল ত্যাগী পুৰুষ।

**ত্যাজ্য** *বিণ* (ত্যজ কৰ্মণি ন্যৎ) ত্যাগযোগ্য, বৰ্জনীয়।

**ত্ৰপ্** লজ্জায়াম্ (ভ্বা আ অক ত্ৰপতে) লাজ পা, লজ্জিত হ, **অপ—** লাজ পাই গুচি যা।

**ত্ৰপা** *পু স্ত্ৰী* (ত্ৰপ্ অঙ্) ১। লজ্জা, ২। সম্ভ্ৰম, সতীত্ব, ৩। কুলটা, অসতী তিৰোতা, ৪। খ্যাতি, **—কঃ** শ্ৰেষ্ঠ, **—ৰণ্ডা** বেশ্যা।

**ত্ৰপিষ্ঠ** *বিণ* (অতিশয়নে তৃপ্ৰ ইতি ইষ্ঠন্) অতিলজ্জিত।

**ত্ৰপুস্যং** *ক্লী.* পাতল দৈ, ঘোল।

**ত্ৰয়ঃ** *পু* (তৃ দ্বিঃ) সংখ্যা '৩'।

**ত্ৰয়ী** *স্ত্ৰী* বেদত্ৰয়ী, ঋক, সাম আৰু যজুৰ্বেদ, **—তনুঃ** সূৰ্য্য, **—ধৰ্মঃ** তিনিওখন বেদত থকা কৰ্ম, মহা ৩।১৫০।৩২; **—মুখঃ** ব্ৰাহ্মণ।

**ত্ৰয়োদশ(ন্)** *বিণ* সংখ্যা '১৩', মনু ৯।১২৯; **—শঃ** ত্ৰয়োদশ, **—শী** *স্ত্ৰী* ত্ৰয়োদশী তিথি।

**ত্ৰস** ক) ধৃতৌ গ্ৰহে (চুৰা স ত্ৰাসয়তি) ১। ধৰ, দৌৰি গৈ ধৰ (যেনেকৈ ব্যাধে হৰিণ ধৰে); ২। বাৰণ কৰ, নিষেধ কৰ, বাধা দি।
খ) ভয়ে (ভ্বা, দিৱা প অ ত্ৰসতি, ত্ৰস্যতি) ১। ভয়তে কঁপি থাক, ভয়ভীত হ, আতঙ্কিত হ, ২। ভয় খা।

**ত্ৰস** *বিণ* (ত্ৰস্ ভয়ে অচ্) ১। জঙ্গম, ২। গতিশীল, ৩। চৰ, **—সং** *ক্লী* ১। বন, জঙ্ঘল, ২। জন্তু, পশু, **—সঃ** পু হৃদয়, **—ৰেণুঃ** পু খিৰিকিৰ মাজেৰে অহা সূৰ্য্যৰ ৰশ্মিত দেখা পোৱা ধুলিকণিকা। মনু ৮।১৩২।

**ত্ৰসৰঃ** তাঁতশালৰ মাকো।

**ত্ৰসুৰঃ, ত্ৰস্তঃ** *বিণ* (ত্ৰস্ উৰচ্, ক্তঃ) ভয়ভীত, সন্ত্ৰস্ত, ভীৰু, কম্পমান, ভট্টি ৬।৭।

**ত্ৰস্নু** *বিণ* (ত্ৰস ক্নুঃ) ভীৰু।

**ত্ৰাণং** *ক্লী.* (ত্ৰৈ ভাৱে ল্যুট্) ১। ৰক্ষণ, সংৰক্ষণ, ২। সহায়, আশ্ৰয়। ৰ ১৫।৩।

**ত্ৰাত** *বিণ* ৰক্ষিত, আশ্ৰিত, সংৰক্ষিত।

**ত্ৰায়ুষ** *বিণ* (ত্ৰয়ুষ অন্) ৰাঙেৰে, সীহেৰে তৈয়াৰী।

**ত্ৰাসঃ** *পু* (ত্ৰস্ ভাৱে ঘঞ্) ১। ভয়, আতঙ্ক, সন্ত্ৰাস, আস ৩৭৬; ২। মণি বা মুক্তাত থকা দোষ।

**ত্ৰাসন** *বিণ* ভয়ঙ্কৰ, সাঙ্ঘাতিক।

**ত্ৰাসিত** *বিণ* আতঙ্কিত, ভয়ভীত।

**ত্ৰি** **সংখ্যাবাচক শব্দ**। সংখ্যা '৩', মনু ২৯৯; **—কং** ত্ৰয়, তিনি, মনু ১২।১০; **—ককুদ্** *পু* ১। ত্ৰিকূট পৰ্বত, ২। বিষ্ণু, **—কটুঃ** তিনি বিধ জলা মচলা একেলগে– আদা, জলকীয়া আৰু জালুক, **—কণ্ঠঃ** শিঙৰা মাছ, **—কৰ্ম** ব্ৰাহ্মণৰ তিনি কৰ্ম, যজ্ঞ, বেদাধ্যয়ন, দান, **—কা** কুঁৱাৰ পৰা পানী তোলা তিনি ডাল কাঠৰ বাতাম- দুডাল খুঁটি আৰু এডাল পথালিকৈ, **—কায়ঃ** বুদ্ধ, **—কালং** ভুত, ভৱিষ্যত আৰু বৰ্তমান কাল, (জ্ঞঃ) যি তিনিওটা কালৰ বিষয়ে জানে, সৰ্বজ্ঞ, **—কোণ** ত্ৰিভুজ, **—কোণঃ** ১। ত্ৰিভুজ, ২। যোনি, **—খট্টং** তিনি খন বিছনা একলগে, **—গণঃ** ধৰ্ম অৰ্থ আৰু কাম এই তিনিবৰ্গ, কি ১।১১; **—গৰ্তা** দুষ্টা তিৰোতা, **—গুণ** সত্ত্ব, ৰজঃ, তমঃ, **—চক্ষুস্, —জটঃ, —নয়নঃ, —নেত্ৰঃ, —লোচনঃ** সদাশিৱ, **—জগৎ** স্বৰ্গ, মৰ্ত্য আৰু পাতাল বা স্বৰ্গ, আকাশ আৰু মৰ্ত্য, **—জটা** অশোক বনত সীতাক দেখা-শুনা কৰা এজনী ৰাক্ষসী, **—জ্যা** ৯০° ডিগ্ৰী। বৃত্তৰ ব্যাসাৰ্দ্ধ, **—ণতা** *স্ত্ৰী* (ত্ৰিষু স্থানেষু নতা) ধনু, **—ণৱ** ণৱ তিনিগুণ অৰ্থাৎ ২৭, **—ণাচিকেতঃ** ১। যজুৰ্বেদৰ এটা অংশৰ নাম আৰু বেদাধ্যায়ী, **—তক্ষং** তিনি জন কাঠমিস্ত্ৰী একেলগে, **—দণ্ডং** ১। তিনিডাল দণ্ড একেলগে লোৱা সন্ন্যাসী, ২। কাৰ্য্য, মন, আৰু বাক্যত সংযম, **—দণ্ডঃ** সন্ন্যাসাশ্ৰম, **—দণ্ডী(ন্)** ১। সকলো পাৰ্থিৱ তুথা সাংসাৰিক সুখ ত্যাগ কৰি ত্ৰিদণ্ড হাতত লৈ সন্ন্যাস লোৱা লোক, ২। কায় মন আৰু বাক্যক সম্পূৰ্ণৰূপে বশ কৰা সন্ন্যাসী, মনু ১২।১০; **—দশঃ** দেৱতা, অমৰগণ। (শাঃ) ত্ৰিশ, **—দশমঞ্জৰী** তুলসী, **—দশাৰিঃ** অসুৰ, **—দশালয়ঃ, —দশাৱাসঃ** স্বৰ্গ, মেৰু পৰ্বত, **—দশেশ্বৰী** দুৰ্গা, **—দিৱং** *পু* ১। স্বৰ্গ, ২। আকাশ, ৩। সুখ, **—দিৱেশঃ** ইন্দ্ৰ, **—দিৱোত্তৱা, —ধাৰা** *স্ত্ৰী* গঙ্গা, **—পট্টঃ** আয়না, **—পতাকঃ** ১। (নাটকত) এটা হাতৰ ভঙ্গী, তিনিটা আঙুলি চিধাকৈ মেলি থকা হাত, ২। কপালত পথালিকৈ তিনিডাল দীঘল ৰেখাৰ তিলক, **—পত্ৰকং** পলাশ গছ, **—পথগা** গঙ্গা, **—পদী** ১। হাতীৰ কঁকালৰ মেৰ বা জোখ, ২। গায়ত্ৰী ছন্দ, ৩। তিনিঠেঙীয়া তুল বা টেবুল, **—পাদঃ** বিষ্ণুৰ বামনাৱতাৰ, **—পুটঃ** ১। কাঁড়, ২। হাতৰ তলুৱা, ৩। সাগৰ বা নদীৰ পাৰ, **—পুৰং** ১। তিনি খন চহৰ একেলগে, ২। স্বৰ্গ, মৰ্ত্য আৰু আকাশ মণ্ডলত দৈত্যসকলৰ বাবে ময়দানৱে নিৰ্মাণ কৰা সোণ-ৰূপ আৰু লোহাৰ চহৰ তিনিখন। পিচত সদাশিৱে দৈত্যোৰে সৈতে সেই নগৰকেইখন পুৰি ছাই কৰে। **—পুৰঃ** *পু* ত্ৰিপুৰাধিপতি ময়দানৱ, **—পুৰী** ত্ৰিপুৰা ৰাজ্য, **—বলীকং** গুহ্যদ্বাৰ, **—ভদ্ৰং** (ত্ৰিষু নখক্ষত দন্তক্ষত মৰ্দনেষ্বপি ভদ্ৰং যস্মিন্) যৌন সঙ্গম, **—ভুৱনং** ত্ৰিলোক, স্বৰ্গ, মৰ্ত্য, আকাশ (বা পাতাল)। **—মদঃ** বিদ্যা, ধন আৰু অভিজনৰ (উচ্চবংশ) পৰা উৎপন্ন হোৱা অহঙ্কাৰ। ভা ৩।১।৪৩; **—মধুঃ**

ঋগবেদৰ মধু মন্ত্র তিনিটা ১।৯০।৬-৮, —**মুখঃ** বুদ্ধ, —**মূৰ্ত্তিঃ** ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ, —**যষ্টি** তিনি ডাল গুণ থকা হাৰ, —**যামা** ৰাতি, —**ৱৰ্গঃ** ত্রিবর্গফল, ধৰ্ম, অৰ্থ আৰু কাম, —**ৱৰ্ণকং** শূদ্ৰ ভিন্ন বাকী তিনিটা বৰ্ণ একেলগে, —**ৱিদ্যঃ** তিনি খন বেদৰ পণ্ডিত, —**ৱিক্ৰমঃ** বিষ্ণুৰ বামনাৱতাৰ, —**ৱেণিঃ**, (—**ণী**) প্ৰয়াগৰ ত্ৰিবেণী (গঙ্গা, যমুনা আৰু সৰস্বতীৰ) সঙ্গম, —**শঙ্কুঃ** ১। অযোধ্যাৰ ৰজা ত্রিশঙ্কু হৰিশ্চন্দ্ৰৰ পিতাক আছিল। অতি ধাৰ্মিক যশস্বী আৰু দয়ালু সম্রাট ত্রিশঙ্কুৱে সশৰীৰে স্বৰ্গলৈ যাবলৈ হাবিয়াস কৰি বিৰাট যজ্ঞৰ আয়োজন কৰিলে আৰু বশিষ্ঠক যজ্ঞ কৰাৰ কাৰণে আমন্ত্ৰণ জনালে। বশিষ্ঠই আমন্ত্ৰণ অস্বীকাৰ কৰাত ৰজাই নিজৰ এশ পুত্ৰক আদেশ কৰিলে। পুত্ৰসকলেও পিতাকৰ তেনে অদ্ভুত কাৰ্যত সহায় কৰিবলৈ অমান্তি হ'ল। তেতিয়া ত্রিশঙ্কুৱে খঙতে পুতেকবিলাকক নানান ধৰণে গালি শপনি পৰাত সিহঁতেও বাপেকক চণ্ডাল হোৱাৰ অভিশাপ দিলে। ত্রিশঙ্কুৰ দুৰ্দশা দেখি বিশ্বামিত্ৰ সদয় হৈ যজ্ঞ কৰিবলৈ সন্মতি প্ৰকাশ কৰে। যজ্ঞ আৰু বিশ্বামিত্ৰৰ তপোবলত ত্রিশঙ্কু সশৰীৰে আকাশলৈ উঠি স্বৰ্গৰ চৌহদ পালেগৈ। তেতিয়া ইন্দ্ৰই ত্রিশঙ্কুক মৰ্ত্যলৈ ঘূৰাই পঠোৱাত বিশ্বামিত্ৰই 'তাতে থাক' বুলি কোৱাত ত্রিশঙ্কু তলৰ ফালে মূৰ কৰি আকাশৰ মাজতে ৰ'ল, ২। চাতক চৰাই, ৩। মেকুৰী, ৪। ফৰিং, ৫। জোনাকী পৰুৱা, ৬। মহাদেৱ —**জঃ** ৰজা হৰিশ্চন্দ্ৰ, —**যাজী(ন্)** বিশ্বামিত্ৰ, —**শিৰ** ৰামে বধ কৰা এজন দানৱ, —**সন্ধ্যা** পুৱা, দুপৰীয়া আৰু সন্ধিয়া সময়ত কৰা উপাসনা, —**শৃঙ্গঃ** ত্রিকূট পৰ্বত (**মীন্**) বৌ মাছ, —**স্থলী** তিনিখন পৱিত্ৰস্থান। কাশী গয়া আৰু প্ৰয়াগ, —**স্ৰোতস্** *স্ত্ৰী.* গঙ্গা। আকাশী, মৰ্ত্য আৰু পাতাল গঙ্গা, —**হল্য** তিনি বাৰ হাল বোৱা (পথাৰ), —**হায়ণ** *বিণ.* তিনি বছৰ বয়সীয়া।

**ত্রিংশ** *বিণ.* ১। ৩০শ, ২। ত্ৰিশেৰে সৈতে, যেনে ত্রিংশ সহস্ৰম্ এহাজাৰ ত্রিশ, —**শক** ত্ৰিশযুক্ত ত্ৰিশেৰে কিনা বা ত্ৰিশ (টকা) মূল্যৰ, —**শৎ** *স্ত্ৰী.* ত্রিশ, —**শৎপত্ৰং** পদুম ফুল।

**ত্রিকং** *ক্লী.* (ত্ৰয়াণাং সঙ্ঘঃ ইতি কন্) ১। তিনি আলি, ২। বাজহাড়ৰ তলৰ অংশ, ৩। দুই কান্ধৰ মাজৰ অংশ, ৪। সংখ্যা '৩', মনু ৭।৫১; ৫। ত্ৰিফলা, —**কৃৎ** *পু.* বিষ্ণু, মহা ১২।৩৪২।৯০।

**ত্ৰিতয়** *বিণ.* তিনি তৰপ থকা। তিনিটা অংশ থকা।

**ত্রিধা** *অব্য.* (ত্রি ধা) তিনি প্ৰকাৰে, তিনি ফালে —**ভুঃ** গণেশ, —**মা (ন্)** বিষ্ণু, শিৱ, অগ্নি, মৃত্যু। দ্বাপৰ যুগৰ দশম ব্যাস, ভা ১।৩।২৮; (*ক্লী*) স্বৰ্গ।

**ত্রুট্** ছিদি (চুৰা আ, দিৱা, তুদা প সক ত্রুটয়তি -তে, ত্রুটতি, ত্রুট্যতি, ত্রুট্যাতি) ১। ছিৰি পেলা, ভাং, কাট, ২। সম্পৰ্ক ছেদ কৰ, ভিন্ন কৰ।

**ত্রুটিঃ —টীঃ** *স্ত্ৰী.* ১। ক্ষুদ্ৰাংশ, অণু, পৰমাণু, ২। মুহূৰ্ত্ত, এটা ক্ষণৰ চাৰিভাগৰ এভাগ, ৩। সংশয়, ৪। সৰু ইলাচী, ৫। নাশ, ধ্বংস, হানি।

**ত্রুফ্** ৱধে (ভ্বা প সক ত্ৰোফতি) ১। হত্যা কৰ, ২। বধ কৰ, ৩। আঘাত কৰ।

**ত্ৰেতা** *স্ত্ৰী* (ত্ৰীণ ভেদান এতি প্ৰাপ্নোতি) ১। তিনি অগ্নি- দক্ষিণ, গাৰ্হপত্য আৰু আহৱনীয়ঃ ২। ত্ৰেতা যুগ।

**ত্ৰেধা** *অব্য.* ত্ৰিধা।

**ত্ৰৈ** পালনে (ভ্বা আ সক ত্ৰায়তে) ১। ৰক্ষা কৰ, সহায় কৰ, সংৰক্ষণ কৰ, ২। বিপদৰ পৰা মুক্ত কৰ, মনু ৯।১৩৮।

**ত্ৰৈকালিক, —কাল্যং** অতীত, বৰ্তমান আৰু ভৱিষ্যত।

**ত্ৰৈগুণ্যং** *ক্লী.* ত্ৰিগুণ ধৰ্ম। সত্ব, ৰজঃ তমঃ ধৰ্ম।

**ত্ৰৈধং** *অব্য.* ত্ৰিধা মহা ৩।৩২।৩২।

**ত্ৰৈপুৰঃ** *পু.* ত্ৰিপুৰা ৰাজ্য।

**ত্ৰৈলোক্যং** *ক্লী.* ত্রিলোক।

**ত্ৰৈৱিদ্যঃ** *পু.* ত্ৰিবেদজ্ঞ। মনু ১২।১১১; *(ক্লী)* এবিধ ব্ৰত, মনু ২।২৮।

**ত্ৰৈৱিষ্টপঃ** দেৱতা বিশেষ।

**ত্ৰৈশঙ্কৱঃ** হৰিশ্চন্দ্ৰ ৰজা।

**ত্ৰোটকং** সাত, আঠ বা নটা অঙ্ক থকা এবিধ নাটক —**কী** *স্ত্ৰী.* সঙ্গীতৰ এবিধ ৰাগিণী।

**ত্ৰোটিঃ** *স্ত্ৰী.* (ত্ৰোটি ইঃ) ১। ঠোঁট দীঘল জোঙা মুখৰ, চৰাই, ২। এবিধ মাছ, —**হস্তঃ** চৰাই।

**ত্ৰোত্ৰং** *ক্লী.* এছাৰি।

**ত্ৰ্যকঃ** *পু.* সদাশিৱ।

**ত্ৰ্যক্ষৰঃ** *পু.* (ত্ৰীণি অক্ষৰাণি যত্ৰ) ১। ঘটক (যি বিবাহৰ সংযোগ কৰে), ২। প্ৰণৱ ওঁ (অউম), মনু ১১।২৬৬; (*ক্লী*) এবিধ ছন্দ।

**ত্ৰ্যঙ্গটঃ** *পু.* (তিনিডাল ৰচিযুক্ত ভাৰ বহন কৰা) শিকিয়া।

**ত্ৰ্যম্বকগা** *স্ত্ৰী.* গঙ্গা।

**ত্ৰ্যম্বকঃ** *পু.* ১। সদাশিৱ, ঋবে ৭।৫৯।১২; ২। একাদশ ৰুদ্ৰৰ এজন, **—কা** দুৰ্গা, **—সখঃ** কুবেৰ।

**ত্ৰ্যহস্পৰ্শং** *ক্লী.* (ত্ৰ্যহং স্পৃশতীতি স্পৃশ কঃ) এটা দিনত তিনিটা চান্দ্ৰ তিথিৰ স্পৰ্শ।

**ত্ৰ্যৈহিক** *বিণ.* তিনি দিনৰ বাবে পৰ্য্যাপ্ত (আহাৰ দ্ৰব্য), মনু ৪।৭

**ত্ৰ্যূষণং** *ক্লী.* তিনি জাল। জলকীয়া, আদা আৰু জালুক একেলগে।

**ত্ব** *বিণ.* ভিন্ন, অন্য, এক। **—ত্বং** সৰ্ব তুমি।

**ত্বক্** (চ্) ১। চাল। পঞ্চেন্দ্ৰিয়ৰ এটা, ২। গাৰ ছাল, চামৰা, ৩। বাকলি, ৪। আবৰণ, **—কণ্ডুৰঃ** ব্ৰণ, শালমন, ফোঁহা, **—গন্ধঃ** কমলা টেঙা, **—জং** তেজ, চুলি, **—পাৰুষ্যং** খহটা ছাল, **—পুষ্পঃ** সিহঁৰণ, ৰোমাঞ্চ, **—সাৰঃ** বাঁহ।

**ত্বগ্** কম্পে গতৌ (ভ্বা প অক ত্বঙ্গতি) ১। গমন কৰ, যা, আগুৱাই যা, ২। জাঁপ মাৰ, ঘোঁৰাৰ দৰে কদমত যা, ৩। কঁপি থাক।

**ত্বচং** *ক্লী.* চৰ্ম, ছাল, বাকলি, আৱৰণ, (সাপৰ) মোট, মহা ১২।২৪৯।১১।

**ত্বদীয়** *বিণ.* তোমাৰ, আপোনাৰ।

**ত্বৰ্** স্যদে (ভ্বা আ অক ত্বৰতি) ১। খৰধৰ কৰ, ২। সোনকাল কৰ, বেগেৰে যা, শীঘ্ৰে কৰ।

**ত্বৰা, ত্বৰিঃ** *স্ত্ৰী.* **ত্বৰিত** *বিণ.* শীঘ্ৰতা, বেগাবেগী, খৰখেদা, দ্ৰুতগতি।

**ত্বষ্টা (ষ্টৃ)** *পু.* ১। কাঠমিস্ত্ৰী, কাৰিকৰ, নিৰ্মাণকাৰী, ২। বিশ্বকৰ্মা। এই ত্বষ্টাই সূৰ্য্যৰ অকণমান অংশ কাটি শ্ৰীকৃষ্ণৰ সুদৰ্শন আৰু শিৱৰ ত্ৰিশূল তৈয়াৰ কৰিছিল। ৩। দ্বাদশ আদিত্যৰ এজন, দ্বাদশ আদিত্য ঃ ধাতা, মিত্ৰ, অৰ্য্যমা, শক্ৰ, বৰুণ ত্বংশ, ভগ, বিৱস্বান, পূষা, সৱিতা, ত্বষ্টা আৰু বিষ্ণু, ৪। প্ৰজাপতি, ৫। মহাদেৱ, ৬। ইন্দ্ৰ, ৭। এজন অসুৰ।

**ত্বাদৃক্** তোমাৰ বা আপোনাৰ দৰে।

**ত্বিট্(চ্)** *স্ত্ৰী.* ১। পোহৰ,প্ৰভা, শোভা, দীপ্তি। সৌন্দৰ্য্য, ২। ৰীতি, বিধি, আচাৰ, ৩। অত্যাচাৰ, ৪। বাক্য, ভাষণ, **—ঈশঃ** সূৰ্য্য।

**ত্বিষ্** ভাসে (ভ্বা উ সক অক, ত্বেষতি,—তে) ১। পোহৰ দি, উজ্জ্বল কৰ, ২। জ্বলি উঠ।

**ত্বিষিঃ** ৰশ্মি।

**ৎসৰুঃ** *পু.* (তুসৰতি কৌটিল্যাং গচ্ছতীতি ৎসৰ উঃ) ১। বগাই যোৱা জন্তু। সাপ, ২। তৰোৱালৰ মুঠি, নাল। আশ ২৪৩ ■

# থ

**থ** থকাৰঃ সপ্তদশ ব্যঞ্জন বৰ্ণ। ত বৰ্গৰ দ্বিতীয় আৰু অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ ১১শ সূত্ৰৰ ৫ম বৰ্ণ। উচ্চাৰণ স্থান দন্ত।

**থং** *ক্লী* ১। ৰক্ষণ, সংৰক্ষণ, মঙ্গল ২। ভয়, আতঙ্ক।

**থঃ** *পু* (থুড় সংবৃতৌ ডঃ) ১। পৰ্বত, ২। ভয়ত্ৰাতা। ৩। এবিধ ব্যাধি।

**থুড্** সংবৃতৌ (তুদা প সক থুডতি) ১। ঢাকি ৰাখ। পৰ্দাৰ আৰ কৰ, ২। লুকাই ৰাখ।

**থুডনং** *ক্লী* ঢাকনী, পৰ্দাৰ আৰকৰণ।

**থু(থূ)ৎকাৰঃ** *পু* 'থু' শব্দ কৰি থুই পেলোৱা কাৰ্য্য।

**থুৰ্ব্ব** ব্ৰধে (ভ্বা প সক থূৰ্ব্বতি) ১। আঘাত কৰ, বধ কৰ, ২। যাতনা দি। হানি কৰ।

**থূ থূ** *অব্য* থু থু কৰি।

**থৈ থৈ** *অব্য* বাদ্যযন্ত্ৰৰ অনুকাৰ শব্দ।

**থোড়নং** *ক্লী* সম্বৰণ, আৱৰণ, ঢাকনী। ■

# দ

**দ** দকাৰ অষ্টাদশ ব্যঞ্জন বৰ্ণ আৰু ত বৰ্গৰ তৃতীয় বৰ্ণ। অষ্টাধ্যায়ী সূত্ৰপাঠৰ দশম সূত্ৰৰ পঞ্চম বৰ্ণ। উচ্চাৰণ স্থান দন্ত।

**দ** দান, দাতা বুজাবলৈ শব্দৰ শেষত ব্যৱহাৰ হয়। যেনে— জলদ, ধনদ, অন্নদ ইত্যাদি।

**দঃ** *পু* (দা দানে ৱাহুলকাৎ কঃ) ১। পৰ্বত, ২। দান, উপহাৰদাতা। (দা ছেদে) খণ্ডন কৰণ শি ১৯।১১৪।

**দংশ্** দংশনে (ভ্বা প সক দশতি) কামোৰ, খোঁট মাৰ, **—সং** ১। কামোৰ, দংশন কৰ, বিন্ধ, হুলেৰে বিন্ধ, ২। লাগি ধৰ, লিপিত খাই ধৰ। শ ৭।১১।

**দংশঃ** *পু* (দংশ দশনে অচ্) ১। ডাঁহ। মনু ১।৪০; ২। বৰ্ম, ৩। সাপৰ খোঁট, ৪। খণ্ডন, কাটন, ৫। দোষ, ৬। দাঁত, ৭। এটা অসুৰৰ নাম। মহা° ১২।৩।১৯।

**দংশকঃ** *পু* (দংশ ণ্বুল্) ১। ডাঁহ, ২। কুকুৰ, ৩। মাখি, মহ।

**দংশনং** *ক্লী* (দশ ল্যুঃ) ১। খোঁট, বিন্ধন, কাঁপোৰ, ২। বৰ্ম, ৩। ক্ৰম্পনাৰাজ্যৰ অধিপতিৰ নাম। ৰাত ১৭৮।

**দংশিত** *বিণ্* ১। (সাপ, ডাঁহ আদিয়ে) খোঁটা বা দংশন কৰা (লোক) ২। বৰ্ম পিন্ধা (মানুহ)।

**দংশী** সৰু আকাৰৰ ডাঁহ।

**দংষ্ট্ৰা** *স্ত্ৰী* দনশ ষ্ট্ৰণ টাপ) ডাঙৰ দাঁত। ভয়ানক দাঁত, হাতীৰ দাঁত। সাপৰ দাঁত। **—বিষ** *বিণ্* বিষদাঁত থকা। যেনে সাপ।

**দংষ্ট্ৰায়ুধঃ** বনৰীয়া গাহৰি।

**দংষ্ট্ৰিকা** ডাঙৰ দাঁত থকা (প্ৰাণী)।

**দংষ্ট্ৰী (ন্)** *পু* ১। বনৰীয়া গাহৰি, ২। সাপ, ৩। ঘোং।

**দক্ষ** সাদে, বৃদ্ধৌ (ভ্বা আ সক দক্ষতে) ১। শীঘ্ৰে সম্পাদন কৰ, শীঘ্ৰে কৰ। ২। সমৰ্থ হ। নিপুণ হ, চতুৰ হ।

**দক্ষ** *বিণ্* (দক্ষ অচ) ১। নিপুণ, সমৰ্থ, চতুৰ। ২। যোগ্য, উপযুক্ত, ৩। মনোযোগী, উদ্যোগী, ৪। সৎ, সৰল।

**দক্ষঃ** *পু* এজন প্ৰজাপতি। ব্ৰহ্মাৰ দহ পুত্ৰৰ এজন। ব্ৰহ্মাৰ সোঁহাতৰ বুঢ়া আঙুলিৰ পৰা জন্ম হোৱা দক্ষৰ বহুতো কন্যা আছিল, তাৰ ভিতৰত ২৭ জনী চন্দ্ৰলৈ বিয়া দিয়ে। এই কন্যাই অশ্বিনী, ৰোহিণী আদি ২৭টা নক্ষত্ৰ। দক্ষৰ আন তেৰ গৰাকী কাশ্যপে বিয়া কৰায়। দক্ষৰ আন এগৰাকী কন্যা হ'ল সতী, সদাশিৱৰ পত্নী। এবাৰ দক্ষই এখন বিৰাট যজ্ঞৰ আয়োজন কৰি শিৱৰ বাহিৰে সকলো দেৱতাকে নিমন্ত্ৰণ কৰে। ইয়াতে সতী লজ্জিত হৈ বিনা নিমন্ত্ৰণে পিতাকৰ যজ্ঞত আহি উপস্থিত হ'ল। ইয়াৰ ফলত দক্ষৰ দ্বাৰা সতী অপমানিতা হয়। বিশেষকৈ পিতাকৰ মুখত পতি নিন্দা সহিব নোৱাৰি যজ্ঞস্থলীতে জুইত জাপ দি আত্মহত্যা কৰে। শিৱই সকলো গম পাই খঙত একো নাইকিয়া হৈ দক্ষৰ যজ্ঞ ধ্বংস কৰি দক্ষৰ শিৰশ্ছেদ কৰে। তাৰ পিচত সতীৰ দেহ কান্ধত লৈ ত্ৰিভূবন ঘূৰি ফুৰিবলৈ ধৰে। তেতিয়া শ্ৰীকৃষ্ণই সুদৰ্শন চক্ৰৰ দ্বাৰা সতীৰ দেহ খণ্ড-বিখণ্ড কৰে। সতীৰ দেহৰ অংশ যি যি ঠাইত পৰিছিল সেই সেই ঠাইত একো একোখন পবিত্ৰ দেৱী পীঠ গঢ়ি উঠে। এনেকৈ একাৱন্নখন দেৱী পীঠৰ জন্ম হয়। ২। অগ্নি, ৩। এজন মুনিৰ নাম, যাঁ ১।৫; ৪। শিৱৰ বাহন, ৫। মহাদেৱ। ৬। মানসিক শক্তি। **—কন্যা, —জা,—তনয়া** সতী, দুৰ্গা **—জাপতিঃ** চন্দ্ৰ, শিৱ; **—সাৱৰ্ণিঃ** *পু* নৱম মনু।

**দক্ষা** *স্ত্ৰী* পৃথিৱী। **—য্যঃ** ১। শগুন, ২। গৰুড়।

**দক্ষিণ ঃ** *বিণ্* (দক্ষ বৃদ্ধৌ ইনন) ১। সমৰ্থ, দক্ষ, নিপুণ, চতুৰ, ২। সোঁ কালৰ, ৩। দক্ষিণ দিশৰ, ৪। আনন্দদাতা, সৰল, উদাৰ, দানশীল, দয়াৱান **—নঃ** *পু* ১। সোঁহাত, ২। দক্ষিণ দিশ **—কালিকা** আদ্যাশক্তি মহামায়া **—তঃ** *অব্য* (দক্ষিণ তসিল) দক্ষিণ ফালে। **—পূৰ্ব্বাঃ** দক্ষিণ-পূব দিশ। **—পশ্চিমঃ** দক্ষিণ পশ্চিম দিশ। **—স্থঃ** সাৰথি।

**দক্ষিণা** *স্ত্ৰী* ১। দক্ষিণ দিশ। কু ৩।২৫; ২। দক্ষিণফালৰ বায়ু, ৩। প্ৰতিষ্ঠা। যজ্ঞাদি সম্পাদনৰ পিচত দিয়া দান শ্ৰীকৃষ্ণৰ দক্ষিণাংশভূতা যজ্ঞপত্নী, ৪। দান, উপহাৰ, বৰগুণি, ৫। গাখীৰতী গাই।

**দক্ষিণাগ্নিঃ** *পু* দক্ষিণফালে স্থাপন কৰা অগ্নি। 'ত্ৰেতা' চাওক।

**দক্ষিণাচাৰঃ** সদাচাৰ। শক্তি উপাসক।

**দক্ষিণায়নং** *ক্লী* সূৰ্য্যৰ উত্তৰৰ পৰা দক্ষিণাভিমুখী গতি। কৰ্কট সংক্ৰান্তি।

**দক্ষিণাৰ্হ** দক্ষিণাৰ যোগ্য।

**দক্ষিণাৱৰ্ত্ত** *বিণ্* সোঁহাতে ঘূৰা।

**দক্ষিণাশাপতিঃ** *পু* যম।

**দক্ষিণীয়ঃ** *বিণ্* দক্ষিণাৰ্হ, দক্ষিণা পোৱাৰ যোগ্য, হৰ ৪৮।৭৯।

**দক্ষিণ্য** *বিণ্* দক্ষিণাৰ্হ, দক্ষিণাৰ যোগ্য।

**দগ্ধঃ** *বিণ্* (দহ্যতে স্ম ইতি দহ্ ক্তঃ) ১। ভস্মীভূত, ২। পুৰি ছাই হোৱা, ৩। শোকাভিভূত। দুৰ্দশাগ্ৰস্ত, ৪। অমঙ্গলীয়া, অভিশপ্ত। ৫। দৰিদ্ৰ। **—কাকঃ** ঢোঁৰা কাউৰী। **—ৰথঃ** চিত্ৰৰথ গন্ধৰ্ব মহা ১।১৭১।৩৯। **—ৰুহঃ** তিলগছ।

**দগ্ধিকা** *স্ত্ৰী* তলিত লাগি পোৰা ভাত।

**দঘ্নঃ** *বিণ্* ইমান ওখ, ইমান দ', ইমান পোৱা আদি বুজাবলৈ পদৰ অন্তত 'দঘ্ন' ব্যৱহাৰ কৰা হয়। যেনে— উৰুদঘ্ন, উৰু পৰ্যন্ত।

**দণ্ড্** তৎপাতে (চুৰা উ সক দণ্ডয়তি-তে) দ্বিকৰ্মক ধাতু। ১। দণ্ড দি, শাস্তি দি। মনু ৯।২৩৪।

**দণ্ডং, –ণ্ডঃ** *ক্লী পু* (দণ্ড ঘঞ) ১। লাঠী, মাৰি, টাঙোন, গদা। ২। ৰাজদণ্ড, ৩। দ্বিজসকলে উপনয়নৰ সময়ত হাতত লোৱা দণ্ড। ৪। সন্ন্যাসীৰ হাতত থকা দণ্ড। ৫। হাতীৰ শুঁৰ, ৬। পদুমৰ নাল। ৭। নাৱৰ বঠা, ৮। দধি মন্থনৰ দণ্ড। ৯। শাস্তি বিধান, ১০। কাৰাবাস, ১১। সৈন্য বাহিনী, ১২। ৰজাই গ্ৰহণ কৰা চতুৰ্থ উপায়। বাকী তিনিটা ক্ৰমে সাম, দান আৰু ভেদ। দেভা ১।১৭।৩; এই দণ্ড তিনিবিধ– অৰ্থগ্ৰহণ, বন্ধন আৰু তাড়ন। ১৩। পুৰুষাঙ্গ ১৪। গৌৰৱ। ১৫। শৰীৰ, ১৬। বিষ্ণু, শিৱ, যম। ১৭। থিয় হৈ থকা অৱস্থা। ১৮। সংযম, দমন মনু ১২।১০; ১৯। ঘোঁৰা। **–কঃ** ১। এবিধ শ্লোক, ছন্দ। ২। ইক্ষ্বাকুৰ পুত্ৰ এজনৰ নাম। ভা ৯।৬৪; **–কা** এখন অৰণ্যৰ নাম। দণ্ডকাৰণ্য। শ্ৰীৰামৰ অৰণ্যবাস। **–কাকঃ** ঢোঁৰা কাউৰী। **–তাম্ৰী** লাঠীৰে কোবোৱা তামৰ বাদ্যযন্ত্ৰ। **–ধৰঃ** ১। যমৰাজ, ২। ৰজা, ৰ ৯।৩। ৩। লাঠীধাৰী পুৰুষ। লাঠীয়াল **–ধাৰঃ** ১। পৃথিৱীপতি, সম্ৰাট, ২। ধৃতৰাষ্ট্ৰৰ এশ পুত্ৰৰ ভিতৰত এজন **–নায়কঃ** সেনাপতি। ৰাত ৭।৯৬৯ **–নীতিঃ** ১। অৰ্থশাস্ত্ৰ, ২। মনু, চাণক্য আদি মহৰ্ষিসকলে প্ৰণয়ন কৰা নীতিশাস্ত্ৰ। ৩। দুৰ্গা, দে পু ৪৫ **–পাংশুলঃ** *পু* দ্বাৰপাল, **–পাণিঃ** ১। যমৰাজ, ভা ১।১৭।৩৫; ২। কাশীত থকা শিৱগণ। **–পাৰুষ্যং** *ক্লী* ১। ৰজাৰ সাত বিধ ব্যসনৰ ভিতৰত এটা, ২। তাড়নাদি ওঠৰ বিধ বিবাদৰ ভিতৰত এটা, মনু ৮।২৭৮; **–পালঃ** ১। উঁৰিকনা মাছ, ২। দ্বাৰপাল, **–ৱালধিঃ** হাতী **–যাত্ৰা** দিগ্বিজয়। **–যামঃ** *পু* অগস্ত্য মুনি।

**দণ্ডাজিনং** *ক্লী* ১। ভণ্ডামি, ২। হাতত দণ্ড আৰু শৰীৰত জন্তুৰ ছাল পৰিধান কৰা তথাকথিত 'সন্ন্যাসী'।

**দণ্ডাদণ্ডি** *অব্য* লাঠীৰে কোবোৱাকুবি (যুদ্ধ)

**দণ্ডাহতং** *ক্লী* ঢোল, দবা।

**দণ্ডিকঃ** *পু* দণ্ডধাৰী, লাঠীয়াল।

**দণ্ডিকাঃ** *স্ত্ৰী* এবিধ গলৰ হাৰ।

**দণ্ডিতঃ** *বিণ্* (দণ্ড ইতচ্) শাস্তিবিহিত, কাৰাৰুদ্ধ।

**দণ্ডিন্** *বিণ্* (দণ্ড ইনি) ১। শঙ্কৰাচাৰ্য্যৰ সমকালীন জৈনমুনি এগৰাকী। ২। যমৰাজ, ৩। ৱানপ্ৰস্থী, ৪। দশকুমাৰ চৰিতৰ প্ৰণেতা।

**দণ্ড্যঃ** *বিণ্* (দণ্ড যৎ) দণ্ডনীয়। দণ্ডাৰ্হ। ৰ ১।২৫;

**দৎ** *পু* দাঁত। (বহুব দতঃ) **–ছদঃ** দাঁতৰ ঢাকনী, ওঠ।

**দত্ত** *বিণ্* (দীয়তে ইতি দা ক্তঃ) ১। প্ৰদত্ত, দানকৃত, ২। ৰক্ষিত, ৩। স্থাপিত, ৪। দত্তক পুত্ৰ, বাৰ বিধ পুত্ৰৰ এবিধ, মনু ৯।১৬৮; ৫। এবিধ উপাধি, অমুক দত্ত, ৬। অত্ৰি আৰু অনসূয়াৰ পুত্ৰ, দত্তাত্ৰেয়, **–কঃ** দত্তক পুত্ৰ, **–শুল্কা** পণ আদায় দি বিয়া কৰোৱা কন্যা।

**দত্তাত্মা (ন্)** *পু* মাক-পিতাকৰ দ্বাৰা পৰিত্যক্ত, যি নিজকে নিজে আন এজনৰ ওচৰত 'দত্তক'ৰূপে সমৰ্পণ কৰে।

**দত্তাপ্ৰদানিকং** *ক্লী* ওঠৰ বিধ বিবাদৰ এবিধ।

**দত্তিঃ** *স্ত্ৰী* (দা ক্তিন্) দান ৰ ৮।৮৬।

**দত্তেয়ঃ** ইন্দ্ৰ।

**দদ্** দানে, ধৃতৌ (ভ্বা আ সক দদতে) ১। দান দি বা কৰ, ২। অৰ্পণ কৰ।

**দদনং** *ক্লী* দান।

**দদ্ৰুঃ** *পু* (দদ্ ৰুঃ) ১। কাছ, ২। খৰ, বেচ্। **–ঘ্নঃ** দদ্ৰুনাশক ঔষধ।

**দধ্** দদে (ভ্বা আ সক দধতে) ১। ধাৰণ কৰ, ধৰ, দান কৰ। উপহাৰ দি।

**দধি** *ক্লী* (দধাতীতি ধা কিঃ) ১। গোট মৰা গাখীৰ, ২। দৈ, ৩। গাখীৰৰ পিচৰ অৱস্থা, ৪। তাৰ্পিন তেল, **–কূৰ্চিকাঃ** ছানা, **–চাৰঃ** দধি মন্থনৰ দণ্ড, **–ফলঃ** ঔটেঙা, **–মণ্ডং –ৱাৰি** *ক্লী* গাখীৰ মথা পানী, ছানা পানী। **–মণ্ডোদঃ** দধি সমুদ্ৰ। সপ্ত সমুদ্ৰৰ এখন। সপ্ত সমুদ্ৰ ক্ষীৰোদ, ইক্ষুৰসোদ, সুৰোদ, ঘৃতোদ, ক্ষাৰোদ, দধিমণ্ডোদ, শুদ্ধোদ। **–মুখঃ** *পু* ১। সুগ্ৰীৱৰ শহুৰেক। ২। এটা নাগ **–শোণঃ** বান্দৰ **–সক্তুঃ** যৱৰ গুড়ি আৰু দৈ একেলগে। **–স্বেদঃ** ঘিউ।

**দধীচঃ, –দধীচিঃ** *পু* এগৰাকী বিখ্যাত মহৰ্ষি, মহা ১।১৩৮।১২। অথৰ্ব মুনিৰ ঔৰসত শান্তি নামৰ কৰ্দমকন্যাৰ গৰ্ভজাত দধীচিয়ে বৃত্ৰাসুৰ নামৰ দানৱক বধ কৰাৰ কাৰণে বজ্ৰ নিৰ্মাণ কৰিবলৈ নিজৰ শৰীৰ দান কৰে। দধীচিৰ আত্মাহুতি ত্যাগৰ এক অনুপম উদাহৰণ।

**দধীচ্যস্থি** *ক্লী* ১। বজ্ৰ, ২। হীৰা।

**দধৃক্** *বিণ্* ধৃষ্ট, ধৰ্ষণকাৰী।
**দধ্নঃ** *পু* যমৰাজ।
**দধ্যাকৰঃ,–দধ্যুদঃ** *পু* দধিসমুদ্ৰ।
**দধ্যুত্তৰং–ত্তৰকং** সৰ তোলা গাখীৰ, গাখীৰৰ সৰ, দৈৰ ওপৰৰ 'ক্ৰীম'খিনি।
**দনুঃ** *স্ত্ৰী* কশ্যপৰ পত্নী, দক্ষকন্যা, **–জঃ, পুত্ৰঃ সন্তৰঃ, সুনুঃ** দানৱ।
**দন্তঃ** *পু* (দম তন) ১। দাঁত, বিষ দাঁত। ২। হাতীৰ দাঁত, ৩। পৰ্বতৰ শিখৰ, ৪। কাঁড়ৰ আগ, ৫। কুঞ্জবন, **–কঃ** ১। পৰ্বতৰ শৃঙ্গ, ২। সাধাৰণ দাঁত। **–কৰ্ষণঃ** টেঙা গছ, জামীৰ টেঙা **–কাষ্ঠং** দাঁত ঘঁহিবলৈ কাটি অনা নিমাদি গছৰ সৰু ঠানি। **–চ্ছদঃ** ওঁঠ। **–জাহং** দাঁতৰ গুৰি। **–ধাৱনং** দাঁত মজা কাঠ, বৃক্ষজ, **–ধাৱনঃ** বকুল গছ, খয়েৰ গছ, **–পত্ৰং–পত্ৰকং** কাণফুল। **–পালী –মাংসং –মূলং** দাঁতৰ আলু **–ৱস্ত্ৰং–ৱাসন** ওঠ। **–শঠ** টেঙা **–শৰ্কৰা** দাঁতৰ পাথৰ। **–শূলঃ** দাঁতৰ বিষ **–শোধনিঃ** দাঁত খোঁচৰা খৰিকা। **–সঙ্ঘৰ্ষঃ** দাঁতে দাঁতে কৰা **কৰ্কৰ** শব্দ।
**দন্তায়ুধঃ** গাহৰি।
**দন্তানিকা** লাগাম।
**দন্তাবলঃ দন্তী** *পু* হাতী
**দন্তী(ন্)** হাতী
**দন্তুৰ** *বিণ্* ১। দীঘল দাঁত থকা (জন্তু) ২। ওখ চাপৰ, ৩। ঠৰঙা, **–চ্ছদঃ** নেমুগছ।
**দন্তোলূখলিকঃ** *পু* বানপ্ৰস্থী। (কোনো ছুৰি কটাৰীৰ সহায় নোলোৱাকৈ মাত্ৰ দাঁতেৰে কামুৰি ভক্ষণ কৰি যি জীয়াই থাকে। মনু ৬।১৭।
**দন্ত্য** *বিণ্* দাঁত সম্বন্ধীয়। দাঁতৰ পৰা উদ্ভৱ।
**দন্দশঃ** দাঁত।
**দন্দশূক** *বিণ্* দংশন, বিষাক্ত। **–কঃ** সাপ, ৰাক্ষস।
**দভ্ দনভ** (ক) দম্ভে (ভ্বা, স্বা প অক দভতি, দভ্নোতি) ১। আঘাত কৰ, ২। প্ৰবঞ্চনা কৰা, বঞ্চিত কৰ, গমন কৰ। (খ) সংঘাতে (চুৰা উ অক দম্ভয়তি–তে) ১। বাধ্য কৰ, প্ৰেৰণ কৰ, ২। আগুৱাই লৈ যা ৩। সঞ্চয় কৰ। দ'ম কৰ।
**দভ্ৰ** *বিণ্* (দনভ্ ৰক) অলপ, সৰু **–ভ্ৰঃ** সাগৰ **–ভ্ৰং** *অব্য* কমকৈ, সৰুকৈ।
**দম্** শমে (দিৱা প অক সক দাম্যতি) ১। দমন কৰ, শাসন কৰ, বশীভূত হ বা কৰ, শান্ত কৰ, সংযম কৰ।

**দমঃ** *পু* (দম ভাৱে ঘঞ) ১। দণ্ড, ২। দমন, বশ, ৩। আত্মসংযম, ৪। মানসিক দৃঢ়তা, ৫। শান্তিবিধান, মনু ৯।২৯০; ৬। ক্লেদ, বোকা, ৭। গৃহ, ঘৰ, ৮। এজন মহৰ্ষিৰ নাম। মহা ১৩।২৬।৫; ৯। ৰজা ভীমৰ পুত্ৰৰ নাম। মহা ৩।৫৩।৯; ১০। বিষ্ণু **–থঃ, থুঃ** পু সংযম, দমন, শাস্তি।
**দমন** *বিণ্* বশ, দণ্ড, পৰাজয়।
**দময়ন্তী** *স্ত্ৰী* (দময়তি নাশযতি অমঙ্গলানি দম্ ণিচ শতৃ ঙীপ্) ১। ভদ্ৰমল্লিকা। ২। নলৰজাৰ পত্নী। বিদৰ্ভৰ ৰজা ভীমৰ কন্যা দময়ন্তী ৰূপ-লাৱণ্যত তিলোত্তমা স্বৰূপা আছিল। ইফালে নিষধৰ ৰজা নলো তেনে ধৰ্ম পৰায়ণ আৰু পৰাক্ৰমী আছিল। দময়ন্তীয়ে এটা স্বৰ্ণহংসৰ মুখত নলৰ খ্যাতি শুনি মুগ্ধ হয় আৰু সয়ম্বৰলৈ অহা ইন্দ্ৰ বৰুণাদি দেৱতাসকলক নেওচি নলক বৰমাল্য পিন্ধায়। নল-দময়ন্তী দুয়োজনে অতি সুখেৰে দিন যাপন কৰিবলৈ ধৰে। নলৰ সুখ আৰু আনন্দ দেখি কলিৰ ঈৰ্ষা হ'ল আৰু নিজে নলৰ শৰীৰত প্ৰৱেশ কৰি নলৰ ভায়েক পুষ্কৰৰ লগত পাশা খেলিবলৈ নলক বাধ্য কৰায়। সেই পাশা খেলত ৰজা নলে যথা সৰ্বস্ব হেৰুৱায় আৰু দময়ন্তীক লগত লৈ ৰাজ্য ত্যাগ কৰি অতি দুখত দিন যাপন কৰিবলৈ ধৰে। অবৰ্ণনীয় কষ্ট ভোগ কৰি থকাৰ সময়তো দময়ন্তীৰ পতিভক্তি অটুট আছিল। এবাৰ দময়ন্তী শুই থাকোঁতে নলে পত্নীক ত্যাগ কৰি গুচি যায়। নিজৰ দোষত পত্নীৰ এনে দুৰ্দশা তেওঁ চাই থাকিব পৰা নাছিল। দময়ন্তী মাকৰ ঘৰলৈ গুচি যায়। কিছুদিন পিচত দুয়োৰো আকৌ মিলন হয় আৰু জীৱনৰ বাকী দিন সুখে সন্তোষে কটায়।
**দময়িতা (তৃ)** দমনকাৰী, শান্তিদাতা। বিষ্ণু।
**দমিত** *বিণ্* শান্ত। বিজিত। দান্ত। পৰাজিত।
**দমুনাসঃ** *পু* (দম উনসি) অগ্নি। দমনীয়, দম্য,
**দম্পতী** *পু* (জায়া চ পতি চ) পতিপত্নী, মনু ৩।১১৬;
**দম্ভঃ** *পু* (দম্ভঃ ঘঞ) ১। কপটতা, ২। প্ৰবঞ্চনা, ৩। ধৰ্মীয় ভণ্ডামি, ডাঙৰ ডাঙৰ যজ্ঞাদি কৰি লজ্জাজি প্ৰকাশ কৰা কাৰ্য্য, ৪। পাপ, দুষ্টামি, ৫। ইন্দ্ৰৰ বজ্ৰ।

**দম্ভী** (ন্) *পু* ভণ্ড, ঠগ, প্রবঞ্চক।

**দম্ভোলিঃ** ইন্দ্রৰ বজ্র।

**দম্য** *বিণ্* দমনৰ বা শাস্তিৰ যোগ্য। শিক্ষা দিয়াৰ উপযুক্ত (অৰ্থাৎ কম বয়সীয়া) বলদ। মহা ১৩।৬৬।৪।

**দয়্** গতৌ, গ্ৰহণে, ৰধে, দানে, অয়নে (ভ্বা আ সক দয়তে) ১। দয়া কৰ, পুতৌ কৰ, ২। ভাল পা, ৩। ৰক্ষা কৰ, ৪। দান কৰ, ভিন্ন কৰ, ভাগ কৰ, ৫। গমন কৰ, যা ৬। আঘাত কৰ ৭। পালন কৰ।

**দয়ঃ** *পু* (দয় অপ্) দয়া।

**দয়া** *স্ত্ৰী* (দয় ভিদাদ্যঙ্ টাপ্) ১। কৰুণা, অনুকম্পা, কৃপা, ২। আদ্যাশক্তি মহামায়াৰ অন্যতমা, **–কূৰ্চ্যঃ** *পু* বুদ্ধ।

**দয়ালু** *বিণ্* কৃপালু, কৰুণাময়, দয়াৱান, ৰ ১০।১৯। মৰমীয়াল।

**দয়িত** *বিণ্* (দয় ক্তঃ) প্ৰিয়, অভিলষিত। **–তঃ** পতি। **–তা** পত্নী।

**দৰং** *অব্য* অলপকৈ, ঈষদভাৱে। **–ৰং** *ক্লী* ১। গুহা, গহ্বৰ, গাঁত। ২। শঙ্খ। **–ৰঃ, ৰং** ভয়, আতঙ্ক, কি ১।৩৩ **–তিমিৰং** ভয়ৰ অন্ধকাৰ।

**দৰণিঃ** *পু* ১। চাকনৈয়া, ২। ঢৌ, তীব্ৰ সোঁত।

**দৰৎ(দ্)** *স্ত্ৰী* ১। আতঙ্ক, ২। জলপ্ৰপাত, ৩। পৰ্বত, ৪। ম্লেচ্ছ জাতি এবিধ, ৫। হৃদয় ৬। তীৰ, পাৰ।

**দৰদঃ** ভয়, আতঙ্ক **–দং** ৰঙা সীহ **–দাঃ** কাশ্মীৰৰ ওচৰৰ এখন ৰাজ্য।

**দৰিঃ,–ৰী** *স্ত্ৰী* গাঁত, গহ্বৰ, কু ১।১০।

**দৰিত** *বিণ্* (দৰ ইতচ্) ভীত, আতঙ্কিত।

**দৰিদ্ৰ** *বিণ্* (দৰিদ্ৰা অচ্) দীন, দুৰ্দশাগ্ৰস্ত। দুখীয়া, নিৰ্ধন। দৰিদ্ৰো যস্তু অসন্তুষ্টঃ কৃপণো যোঽজিতেন্দ্ৰিয়ঃ।

**দৰিদ্ৰা** দুৰ্গত্যাম্ (অদা প অক দৰিদ্ৰতি, দৰিদ্ৰাতি) ১। দৰিদ্ৰ হ, দুৰ্দশাত পৰ, দুখী হ, ২। ক্ষীণ হ।

**দৰোদৰঃ** ১। জুৱাৰী, ২। খেলৰ পণ, বাজি। **–ৰং** *ক্লী* জুৱা খেল। জুৱাৰ বা পাশাৰ গুটি।

**দৰ্দৰঃ** *পু* ১। পৰ্বত, ৰা ২।৯১।২৪; ২। অলপ ভগা বা ফটা পাত্ৰ।

**দৰ্দৰীকং** *ক্লী* (দৃ নিচ্ ঈকন্) বাদ যন্ত্ৰ **–কঃ** *পু* মেঘ, ভেঁকুলী, বাদ্য যন্ত্ৰ এবিধ।

**দৰ্দুৰঃ** *পু* ১। ভেঁকুলী, ২। মেঘ, ৩। বাঁহী জাতীয় বাদ্য যন্ত্ৰ, ৪। পৰ্বত ৰ, ৪।৬১; ৫। এটা ৰাক্ষস, ৬। অভ্ৰ ধাতু, **–ৰা** *স্ত্ৰী* চণ্ডিকা।

**দৰ্দ্ৰুঃ দদ্ৰুঃ** *পু* এবিধ কুষ্ঠ ৰোগ।

**দৰ্পঃ** *পু* (দৃপ্যতে ইতি দৃপ ভাৱে ঘঞ) ১। উচ্ছৃঙ্খলতা। ২। উষ্মা, ৩। গৰ্ব, ৪। অভিমান, গোঙোৰামি অহঙ্কাৰ, **–ছিদ্ —হৰ** বিনয়ী।

**দৰ্পকঃ** কামদেৱ।

**দৰ্পাধ্মাত** *বিণ্* গপত ওফন্দা।

**দৰ্ভঃ** *পু* (দৃণাতি ৱিদাৰয়তীতি ভঃ) কুশ তৃণ। মনু ২।৪৩।

**দৰ্ভটং** *ক্লী* নিভৃত ঘৰ, বা কোঠা।

**দৰ্ভপত্ৰঃ** কাঁহী বন।

**দৰ্ভাঙ্কুৰঃ** কুশৰ আগ।

**দৰ্ৱঃ** *পু* ৰাক্ষস। এটা বিশেষ জাতি, মহা ২।৫১।১৩। **–ৰ্ৱী** *স্ত্ৰী* উশীনৰৰ পত্নী। **–ৰ্ৱিকা** হেতা।

**দৰ্ৱীকঃ** *পু* ১। ইন্দ্ৰ, ২। বায়ু, ৩। বাদ্যযন্ত্ৰ বিশেষ।

**দৰ্ৱীঃ** *স্ত্ৰী* ১। আন্নাদি পৰিবেশন কৰা ডাঙৰ হেতা, ২। ফেঁটী সাপৰ ফণা। **–কৰঃ** সাপ।

**দৰ্শঃ** *পু* (দৃশ্ অধিকৰণে ঘঞ) ১। অমাৱস্যা, কৃষ্ণ পক্ষৰ শেষৰ দিনা অনুষ্ঠিত কৰা যজ্ঞকৰ্ম, ২। অৱলোকন, দৃশ্য।

**দৰ্শক** *বিণ্* (দৃশ নিচ ণ্বুল্) দৰ্শন, প্ৰদৰ্শন **–কঃ** ১। দেখাওঁতা, প্ৰদৰ্শক। ২। দুৰবী, ৩। উপদেষ্টা।

**দৰ্শনং** *ক্লী* ১। চোৱা, লক্ষ্য কৰা কাৰ্য্য। ২। জনা, বুজা, অনুভৱ, প্ৰদৰ্শন, প্ৰদৰ্শনী, ৩। সাক্ষাত, ৪। ৰং, আকাৰ, গী ১১।১০; ৫। উপস্থিতি, হাজিৰা, ৬। দৃষ্টি, স্বপ্ন, ৭। বিচাৰ, ৮। দৰ্শন শাস্ত্ৰ, আধ্যাত্মিক বিদ্যা। ৯। আচী, দাপোণ, ১০। ধৰ্ম, ন্যায়। ১১। যজ্ঞ **–পথঃ** দৃষ্টিশক্তি। দিগন্ত। **–প্ৰতিভূঃ** জামিন। আদালতত সোঁশৰীৰে হাজিৰ হোৱা জামিন।

**দৰ্শনীয়** *বিণ্* দেখিবলৈ ধুনীয়া। আদালতত হাজিৰ হব লগীয়া। দেখাৰ যোগ্য।

**দৰ্শয়িতা(তৃ)** *পু* ১। দুৰবী, ২। উপদেষ্টা, প্ৰদৰ্শক।

**দৰ্শী** *বিণ্* সমাসৰ শেষত, যেনে— দূৰদৰ্শী, পৰিণামদৰ্শী।

**দল্** ভেদে (ভ্বা পৰ সক অক দলতি) ১। কাট, কাটি ছিৰাছিৰ কৰ, ভেদ কৰ, ছেদন কৰ, ২। ভাঙি পেলা, ভাঙি সোমা, দলি পেলা, ৩। বিস্তাৰ হ, ফুলি উঠ।

**দলং –লঃ** *ক্লী পু* (দলতীতি দল অচ্) ১। টুকুৰা, গুণ্ড, অংশ ভাগ, মনু ৮।২৯৯; ২। পদবী, ৩। অৰ্দ্ধাংশ, ৪। খাপৰ, খাপ, ৪। পাত, পাহি ৫। অস্ত্ৰৰ ধাৰ, (পু) ইক্ষ্বাকু বংশৰ পৰীক্ষিত নামৰ ৰজাৰ পুত্ৰৰ

নাম, **–কোষঃ** কুন্দ লতা **–নির্মোকঃ** ভূৰ্জ গছৰ বাকলি, **–নী** শিলগুটি, **–পঃ** সোণ **–পুষ্পা** কেতেকী ফুলৰ গছ, **–সূচিঃ** কাইট, **–স্নসা** পাহিৰ আঁহ।

**দলাঢ়কঃ** *পু* ১। ফেন, নাগকেশৰ, কুন্দ ফুল, ২। গাঁত, খাল, ৰঙা চকমাটি। শিৰীষ গছ।

**দলিঃ** *স্ত্ৰী* দলি, শিলগুটি **–কং** কাঠ, **–ত** *বিণ্* খণ্ডিত, প্ৰফুল্ল, বিক্ষিপ্ত; আস ৩০২।

**দলেগন্ধিঃ** চতীয়না গছ। এই গছৰ পাতবোৰৰ গোন্ধ অতি তীব্ৰ।

**দম্ভঃ** *পু* ১। চকা, ২। প্ৰতাৰণা, ৩। পাপ, ৪। এজন মুনিৰ নাম

**দম্মিঃ** *পু* (দল্যাতে অনেনেতি দল্ মিঃ) ১। বজ্ৰ, ২। ইন্দ্ৰ।

**দৱঃ** *পু* (দুনোতি পীড়য়তীতি দু অচ্) ১। বন ২। বনজুই দাৱানল, ভা ৮।৬।১৩; ৩। জ্বৰ, তাপ, উত্তাপ **–থুঃ** ১। জুই, তাপ ২। দুখ কষ্ট। ৩। চকু ৰঙা পৰা ৰোগ।

**দৱাগ্নি** দাৱানল, বনজুই।

**দৱিষ্ঠ** *বিণ্* (দূৰ ইষ্ঠন্) বহুদূৰ, সুদূৰ।

**দৱীয়ান্** *বিণ্* (দূৰ ঈয়সুন্) ইয়াতকৈ বেছি দূৰ।

**দশ** ক) ত্বিষি (চুৰা প অক দংশয়তি)। ত্বিষি দীপ্তৌ। দীপ্তিমান হ, উজ্জ্বল হ, পোহৰ দি।

খ) দৰ্শে (চুৰা আ বা দংশয়তে) দৰ্শে দৰ্শনম্ দৰ্শন কৰ, দেখুৱা।

**দশ** (ন্) সংখ্যাবাচক শব্দ। সংখ্যা '১০', মহা ৩।১৩৪।১৭। দহবাচক শব্দবোৰঃ হাতৰ আঙুলি, ভৰিৰ আঙুলি, ৰাৱণৰ মূৰ, দহ অৱতাৰ, দিক, বিশ্বদেৱ, অৱস্থা (দশা), চন্দ্ৰৰ ঘোঁৰা। **–কণ্ঠঃ,–কন্ধৰঃ, –গ্ৰীৱঃ, –মুখঃ** ৰাৱণ, ৰ ৮।২৯, **–কণ্ঠজিৎ** শ্ৰীৰাম **–ধা** *অব্য* দহপ্ৰকাৰে, মনু ৯।১৫২; **–পুৰং** বন্তিদেৱৰ ৰাজ্যৰ নাম **–বলঃ, ভূমিগঃ, ভূমীশঃ, মাস্যঃ** বুদ্ধ। **–মাস্য** দহমাহ গৰ্ভস্থিত, দহমহীয়া **–মী** ১। অতি, বৃদ্ধ, এশ, বছৰীয়া (দহৰ দহগুণ) ২। দশমী তিথি, ৩। শতবৰ্ষৰ শেষৰ দহ বছৰ। **–মূত্ৰকং** *স্ত্ৰী* দহ বিধ মূতৰ মিশ্ৰণ (হাতী, ম'হ, উট, গৰু, ছাগলী, ভেঁড়া, ঘোঁৰা, গাধ আৰু মতা আৰু মাইকী মানুহ)। **–যোগভঙ্গঃ** (জ্যোতিষ) সংস্কাৰ কৰ্মত নক্ষত্ৰবেধ। **–ৰথঃ** দশৰথ। ইক্ষ্বাকুবংশীয় প্ৰসিদ্ধ ৰজা। অযোধ্যাৰ অধিপতি। পদ্মপুৰাণৰ উত্তৰ খণ্ডত দশৰথৰ উৎপত্তিৰ কাহিনী এনেদৰে আছে— সৌৰাষ্ট্ৰ দেশত ভিক্ষু নামৰ এজন ব্ৰাহ্মণৰ পত্নী কলহাই সকলো সময়তে পতিৰ লগত কাঁজিয়া কৰি মৃত্যুৰ পিচত প্ৰেতত্ব পায়। প্ৰেত হৈ অনাই বনাই ঘূৰি ফুৰোঁতে এদিন ধৰ্মদত্ত নামৰ এজন ব্ৰাহ্মণক লগ পায় আৰু তেওঁৰ হাতত থকা তুলসী পানীৰ সংযোগত প্ৰেতভাৱৰ পৰা মুক্ত হৈ ধৰ্মদত্তক ক'লে— হে দ্বিজ, মোক অলপ কৃপা কৰক। মই কেনেকৈ পাপমুক্ত হব পাৰোঁ কওকচোন। ধৰ্মদত্তই তেতিয়া সদয় হৈ ক'লে— তীৰ্থ, দান আৰু ব্ৰতৰ দ্বাৰাহে পাপমুক্ত হ'ব পাৰি। কিন্তু তোমাৰ সেইবিলাকত অধিকাৰ নাই। গতিকে আজন্ম মই যি কাৰ্ত্তিক ব্ৰত পালন কৰিছোঁ সেই পুণ্যৰ আধাখিনি তোমাক দিছোঁ। এই বুলি তুলসী মিশ্ৰিত জল কলহাৰ মূৰত ছটিয়াই দি দ্বাদশ অক্ষৰৰ মন্ত্ৰ শুনালে। কলহা দিব্যৰূপিণী হৈ উঠিল। তাৰ পিছতে কলহাই এখন দিব্য বিমান দেখা পালে। বিমানত পুণ্যশীল আৰু সুশীল নামৰ দুজন বিষ্ণুগণকো দেখিলে আৰু তেওঁলোকৰ নিৰ্দেশত তাই সেই বিমানত আৰোহণ কৰিলে। ধৰ্মদত্তই দিব্যবিমানত সেই দুজন গণক দেখি অতি বিস্মিত হৈ মাটিত পৰিল। তেতিয়া সেই গণ দুজনে তেওঁক উঠাই তেওঁৰ প্ৰশংসা কৰি ক'লে— শুনা ধৰ্মদত্ত। তুমি এই জন্মৰ পিচত তোমাৰ পত্নীৰে সৈতে বৈকুণ্ঠলৈ যাবা। তাতে বহু হাজাৰ বছৰ থকাৰ পিচত পুণ্য ক্ষয় হ'লে সূৰ্য্যবংশোদ্ভৱ দশৰথ নামৰ এজন জগৎ প্ৰখ্যাত ৰজা হবাগৈ। এই কলহাৰে সৈতে তিনি গৰাকী ৰাণী হ'ব আৰু তোমাৰ ঘৰত স্বয়ং বিষ্ণুৱে জন্ম ল'ব। ৰজা দশৰথৰ তিনি গৰাকী পত্নী— কৌশল্যা, সুমিত্ৰা আৰু কৈকেয়ী, চাৰিজন পুত্ৰ— ৰাম, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন। দশৰথে এটা সময়ত পত্নী কৈকেয়ীৰ শুশ্ৰূষাত সন্তুষ্ট হৈ দুটা বৰ দিছিল। এটা মতে জ্যেষ্ঠ পুত্ৰ শ্ৰীৰামৰ বনবাস আৰু আনটো মতে ভৰতৰ যৌৱৰাজত্ব। অতি চেনেহৰ শ্ৰীৰামক বনবাসলৈ পঠোৱাৰ পিচত দুখত জৰ্জৰিত হৈ ৰজা দশৰথে প্ৰাণত্যাগ কৰে। **–ভূৎ,** *পুঃ* বিষ্ণু **–ৰাজী** (ন্) চন্দ্ৰ। **–হৰা** *স্ত্ৰী* ১। দহ জন্মত কৃত

হিংসা দহবিধ পাপ যি হৰণ কৰে, নাশ কৰে জেঠ মাহৰ শুক্লা দশমী তিথি আৰু সিদিনাৰ গঙ্গাস্নান। জৈষ্ঠে মাসি সিতে পক্ষে দশমী হস্তসংযুতা। হৰতে দশ পাপানি তস্মাদ্দশহৰা স্মৃতা।। ব্ৰঃপুঃ।

**দশা** *স্ত্ৰী* (দংশতীৱ দন্‌শ কঃ টাপ্) ১। অৱস্থা, মানসিক অৱস্থা, মে ১০৯, পঞ্চ ১।৩৮১, ২। কাপোৰৰ (ধুতী শাৰী আদিৰ) মূৰত থকা সূতা। দহী। ৩। কাপোৰৰ পাৰি, দাঁতি। ৪। শলিতা ৫। জন্মৰ সময়ত গ্ৰহৰ অৱস্থান। যুগ অনুসৰি দশাৰ বিশেষত্ব— সত্যত নগ্ন দশা, ত্ৰেতাত হৰগৌৰিকা দশা, দ্বাপৰত যোগিনী দশা আৰু কলিত নক্ষত্ৰ দশা। দশা দহবিধ— ১। যোগিনী, ২। বাৰ্ষিকী, ৩। নাক্ষত্ৰিকী, ৪। লাগ্নিকা, ৫। মুকুন্দা, ৬। হৰগৌৰী, ৭। বিংশোত্তৰা, ৮। ত্ৰিংশোত্তৰা, ৯। পতাকী, ১০। দিনদশা **–কৰ্ষঃ** বন্তি, প্ৰদীপ, **–ঙ্গুলং** দহ আঙুলি পৰিমাণ, ঋবে ১০।৯।১, মনু ৮।২৭১; **–ননঃ–স্যঃ** ৰাৱণ, **–পাকঃ–ৱিপাকঃ** ভাগ্যপূৰণ, জীৱন দশাৰ পৰিৱৰ্তন।

**দশী** (ন্) দহযুক্ত, (পু) দহখন গাৱঁৰ মূৰব্বী।

**দশেন্ধনঃ** *পু* বন্তি, প্ৰদীপ

**দশেৰ** *বিণ* হিংস্ৰ **–ৰকঃ–ৰুকঃ** মৰুভূমি, উট।

**দস্মঃ** *পু* ১। যজমান, ২। চোৰ, ৩। অগ্নি, ৪। খল, দুষ্ট লোক, ৫। দৰ্শনীয় বস্তু।

**দস্যুঃ** *পু* (দস্যতি পৰস্বান নাশয়তি দস্ যুচ) ১। চোৰ, ডকাইত, দস্যু, দানৱ, দৈত্য, অসুৰ, ২। ৰিপু, শত্ৰু, ৩। কৰ্মবৰ্জিত, সকলো ধৰ্মকাৰ্য্য বৰ্জন কৰি যি সমাজচ্যুত হৈছে। ৪। ধৰ্ষণকাৰী, অত্যাচাৰী।

**দস্ৰ** *বিণ* ১। দৰ্শনীয়, ২। বৰ্বৰ, ভয়ঙ্কৰ, হিংস্ৰ **–স্ৰং** শিশিৰ, শীত, নিয়ৰ। **–স্ৰঃ** ১। গাধ, ২। অশ্বিনীৰ পুত্ৰ, হৰিব ৯।৫৩; **–স্ৰৌ** 'দস্ৰ'ৰ দ্বিবচন। অশ্বিনী কুমাৰদ্বয়। **–দেৱতা** অশ্বিনী নক্ষত্ৰ, **–সূঃ** সংজ্ঞা, সূৰ্য্যৰ পত্নী, অশ্বিনীদ্বয়ৰ মাকৰ নাম।

**দহ্** (ক) দাহে (ভ্বা প সক দহতি) ১। দাহ কৰ, পোৰ, পুৰি পেলা, ২। নাশ কৰ, ৩। কষ্ট দি।
(খ) দীপ্তৌ দাহে (চুৰা প অক, সক দহয়তি) ১। পোৰ, পুৰি পেলা, ২। উজ্জ্বল হ, দীপ্তিমান হ, ৩। নাশ কৰ, যাতনা দি। নিস, পৰি, প্ৰ, সং আদি উপসৰ্গৰ লগতো প্ৰায় একে অৰ্থ প্ৰকাশ কৰে।

**দহনং** *ক্লী* ভস্মীকৰণ, পোৰণ, দাহন।

**দহনঃ** *পু* ১। অগ্নি, ২। সংখ্যা '৩', ৩। কৃত্তিকা নক্ষত্ৰ, ৪। দুষ্ট মানুহ। ৫। চিত্ৰক, ভল্লাতক (ভোলা) আদি গছ, ৬। একাদশ ৰুদ্ৰৰ এজন, ৭। পাৰ চৰাই, **–কেতনঃ** ধোঁৱা, **–প্ৰিয়া** স্বাহা।

**দহনাৰাতিঃ** *পু.* পানী।

**দহনীয়** (দহ অনিয়ৰ) দাহ্য, দহনযোগ্য।

**দহনোপলঃ** *পু.* সূৰ্য্যকান্ত মণি।

**দহৰ** (দহ অৰঃ) বিণ. ১। সূক্ষ্ম, সৰু, পাতল, ২। কম বয়সীয়া, **–ৰঃ** *পু.* ১। শিশু, কেঁচুৱা, জন্তুৰ পোৱালি, ২। হৃদযন্ত্ৰ, ৩। নিগনি, এন্দুৰ।

**দহঃ** *পু.* অগ্নি।

**দা** ক) দানে (ভ্বা প সক যচ্ছতি) দি, দান দি, অৰ্পণ কৰ, **–প্ৰতি** প্ৰতিদান কৰ, প্ৰত্যৰ্পণ কৰ, বিনিময় কৰ।
খ) লুনৌ (অদা প সক দাতি) কাট, ছেদন কৰ।
গ) দানে (হ্বা উ সক দদাতি দত্তে) ১। দি, দান অৰ্পণ কৰ, উৎপন্ন কৰ, এৰি দি, উপহাৰ দি, ২। পৰিশোধ কৰ, আদায় দি, ৩। ঘূৰাই দি, ৪। ত্যাগ কৰ, ৫। অনুমতি দি, **আ–** ১। গ্ৰহণ কৰ, স্বীকাৰ কৰ, ল; শি ২।১৩, ২।১৩; ২। বহন কৰ, মে ২০, ৩। অৰ্পণ কৰ, অনুভৱ কৰ, ৪। বন্দী কৰ, **উপা–** ১। গ্ৰহণ কৰ, ২। দখল কৰ, ল, ৩। দখল কৰা, **প্ৰ–** ১। প্ৰদান কৰ, মনু ৩।৯৯; ২। শিক্ষাদান কৰ, **প্ৰতি–** ১। বিনিময় কৰ, ২। পৰিশোধ কৰ, ব্যা– খোল, মুক্ত কৰ, কি ১৬।১৬; **সম্প্ৰ–** সম্প্ৰদান কৰ, অৰ্পণ কৰ, দান কৰ।

**দা** *স্ত্ৰী.* (দা ক্বিপ্) ১। দান, ২। শোধন, ৩। ছেদন, ৪। ৰক্ষা।

**দাকঃ** *পু.* (দা কঃ) ১। যজমান, দাতা।

**দাক্ষায়ণী** *স্ত্ৰী.* (দক্ষস্যাপত্যং স্ত্ৰী) ১। দক্ষকন্যা, অশ্বিনী আদি ২৭ টা নক্ষত্ৰ, ২। কাশ্যপ পত্নী অদিতি, ৩। পাৰ্বতী, ৪। কদ্ৰু আৰু বিনতা, ৫। ৰেৱতী নক্ষত্ৰ. **–পতিঃ .–ৰমণঃ** চন্দ্ৰ। শিৱ, **–পুত্ৰ** দেৱতা।

**দাক্ষায্যঃ** শগুন।

**দাক্ষিণ** *বিণ.* যজ্ঞৰ দান। দক্ষিণ সম্বন্ধীয়।

**দাক্ষিণাত্যঃ** *পু.* (দক্ষিণস্যাং দিশি ভৱঃ ইতি ত্যক) ১। ভাৰতৰ দক্ষিণ খণ্ড, ২। নাৰিকল।

**দাক্ষিণ্যং** *ক্লী.* (দক্ষিণ ষ্যঞ্) ১। অনুকূলতা, সৰলতা, অকপটতা, ২। সহৃদয়তা, ৩। চাতুৰ্য্য, বুদ্ধি।

**দাক্ষী** *স্ত্রী.* অষ্টাধ্যায়ীৰ প্ৰণেতা পাণিনি মুনিৰ মাতৃৰ নাম, **—পুত্ৰঃ, দাক্ষেয়ঃ** পাণিনি মুনি।

**দাক্ষ্যং** *ক্লী.* ১। চাতুৰ্য্য, দক্ষতা, যোগ্যতা, সামৰ্থ্য, ২। সততা, সৰলতা, সাধুতা।

**দাড়কং** *ক্লী.* দাঁত, হাতীৰ দাঁত।

**দাড়ি(লি) মঃ** *পু.* ১। ডালিম গছ, ২। সৰু এলাচি, **—মং** ডালিম ফল, **—প্ৰিয়ঃ** ভাটৌ।

**দাঢ়া** *স্ত্রী* ১। ডাঙৰ দাঁত, ২। প্ৰাৰ্থনা, আশা, বাসনা, ৩। সমূহ।

**দাঢ়িকা** *স্ত্রী.* ডাঁঢ়ি।

**দাণ্ডাজিনিক** *বিণ.* কেৱল দণ্ড আৰু চৰ্মবস্ত্ৰ পৰিধানকাৰী, অৰ্থাৎ ভণ্ড তপস্বী, **—কঃ** ভণ্ড সন্ন্যাসী, ঠগ।

**দাত** *বিণ.* (দা লাৱণে ক্তঃ) ছিন্ন, বিভক্ত, ধৌত, পৰিষ্কৃত।

**দাতা (তৃ)** *বিণ.* (দা দানে তৃচ) ১। দাতা, দানকৰ্তা, ২। ধাৰ দিওঁতা, ঋণদাতা।

**দাত্যূহঃ** *পু. স্ত্রী.* (দাপ্ লৱনে ক্তিন দাতি উহ্ অণ) ১। ডাউক চৰাই, ২। চাতক পক্ষী, ৩। পানী কাউৰী, ৪। মেঘ।

**দাত্ৰং** *ক্লী.* (দ্যতি অনেনেতি দা লৱণে ষ্ট্ৰণ) ১। এবিধ অস্ত্ৰ, দা, ডাঙৰ কটাৰী, সৰু খড়গ, কাঁচি, ২। দান, ঋবে ১।১১৬।৬; **—ত্ৰী** ১। দানকৰ্ত্ৰী, ২। গঙ্গা।

**দাত্বঃ** *পু.* (দা ত্বণ্) দাতা।

**দান** আৰ্জৱে, ছিদি (ভ্বা উ সক দানতি -তে) ১। কাট, ছিণ্ড, কাটি পেলা, ছিঙি পেলা, ২। বিভক্ত কৰ।

**দানং** *ক্লী* (দা দানে ল্যুট) ১। হাতীৰ কপালৰ পৰা ওলোৱা ৰস, মদবাৰি, ২। দান, অনুদান, উপহাৰ, ৩। শিক্ষাদান, ৪। দানশীলতা, বদান্যতা, ৫। চাৰি বিধ উপায়ৰ দ্বিতীয় উপায়, ৬। কাটন, বিভাজন, ৭। পৰিষ্কাৰ কৰা কাৰ্য্য, ৮। সংৰক্ষণ, ৯। চাল-চলন, ভঙ্গি, **—পতিঃ** দানবীৰ, অক্ৰূৰ। হৰিব ৭৮।৮৪; **—পত্ৰং** দানৰ দলিল, **—প্ৰতিভাব্যং** ঋণৰ জামিন, **—বজ্ৰঃ** বৈশ্য, **—ৱাৰিঃ** দেৱতা, বিষ্ণু, **—শীল, —শূৰ, —শৌণ্ড** *বিণ.* দানবীৰ, অতি উদাৰ।

**দানৱঃ** দৈত্য, ৰাক্ষস, **—গুৰুঃ** বৃহস্পতি।

**দানু** *বিণ.* দাতা, **—নুঃ** *পু.* বায়ু, দানব, দেয়, দিব লগীয়া বস্তু।

**দান্ত** *বিণ* (দম কৰ্তৰি ক্তঃ) ১। তপস্যাক্লেশ সহনকাৰী, কষ্টসহিষ্ণু, মনু ৪।৩৫; ২। দমিত ৩। দন্ত নিৰ্মিত, মহা ৫।৪৬।৫; ৪। দানী, **—ন্তঃ** *পু.* ১। বিদৰ্ভৰ ৰাজপুত্ৰ, **—ন্তা** *স্ত্রী.* এগৰাকী অপ্সৰা।

**দান্তিঃ** *স্ত্রী.* কষ্টসহিষ্ণুতা, আত্মসংযম।

**দাপিত** *বিণ.* (দা ণিচ ক্ত) ১। সাধিত, ২। বাধিত, ৩। দণ্ডিত, ৪। শোধিত।

**দাম(ন্)** *ক্লী স্ত্রী* (দা দানে মনি) ১। ৰচি, সূতা, জৰি, ২। ৰেখা, (যেনে- বিদ্যুৎ ৰেখা), আঁচ, মে ২৭; ৩। মালা, হাৰ, জপৰ মালা, মে ৯২; ৪। মেৰাই বন্ধা কাপোৰ, পটী, **—নী** ঠেং বন্ধা ৰচি।

**দামাঞ্চনং —লং** *ক্লী.* ঘোঁৰাৰ ভৰিত বন্ধা ৰচি। শি ৫।৬১।

**দামিনী** *স্ত্রী.* বিজুলী।

**দামোদৰঃ** *পু.* দাম্না দামোদৰং ৱিদুঃ। শ্ৰীকৃষ্ণ, বিষ্ণু, মহা ১।১৯০।১৯।

**দাম্ভিক** *বিণ.* (দম্ভ ঠক) ১। দম্ভযুক্ত। প্ৰবঞ্চক, ২। মদগৰ্বী, অহঙ্কাৰী, ওফাইদাং মৰা।

**দায়ঃ** *পু.* (দীয়তে ইতি দা দানে ঘঞ্) ১। যৌতুকত দিয়া ধন, ২। দান, উপঢৌকন, উপহাৰ, ৩। অংশ, ভাগ, পৈত্ৰিক সম্পত্তিৰ ভাগ, মনু ৯।২১৭; ৪। বিভাজন, বিতৰণ, ৫। হানি, নাশ, ৬। স্থান, ৭। ব্যঙ্গোক্তি, **—কঃ** *পু.* দাতা, **—বন্ধুঃ** ভায়েক, **—ভাগঃ** *পু.* (দায়স্য ভাগঃ) ১। সম্পত্তিৰ ভাগ, ২। ভাগীসকলৰ মাজত পৈত্ৰিক সম্পত্তিৰ অংশ, ৩। উত্তৰাধিকাৰী আৰু কুটুম্বৰ মাজত সম্পত্তিৰ ভাগ।

**দায়াদঃ** *পু.* (আদত্তে ইতি আ দা কঃ দায়স্য আদঃ গ্ৰাহকঃ) ১। সম্পত্তি, ২। উত্তৰাধিকাৰী, মনু ৮।১৬০; ৩। পুত্ৰ, মহা ১।৮৫।২; **—দী** *স্ত্রী.* কন্যা।

**দাৰঃ** *পু.* (দৃ অচ্) ১। ফাট, ছিদ্ৰ, ফাঁক, ২। হাল বাই উঠা পথাৰ, **—ৰা** *স্ত্রী.* (দাৰয়তি বিদাৰয়তি জ্ঞাতি বন্ধুনিতি দৃ ণিচ অচ্ টাপ) পত্নী, **—মু** ১।১১২; **—কৰ্মন্ —ক্ৰিয়া, —গ্ৰহঃ —গ্ৰহণং —পৰিগ্ৰহঃ** বিবাহ।

**দাৰক** *বিণ.* বিদাৰক, বিদীৰ্ণ, বিচ্ছিন্ন, **—কঃ** ১। সৰু ল'ৰা, ২। পুত্ৰ, ৩। শিশু, ৪। সৰু পোৱালি, ৫। গাওঁ।

**দাৰণং** *ক্লী.* বিদাৰণ, ভাঙন, দুফাল কৰা কাৰ্য্য।
**দাৰদঃ** *পু.* ১। পাৰা, ২। সমুদ্ৰ, **—দং** সেন্দুৰ।
**দাৰিকা** *স্ত্ৰী.* কন্যা।
**দাৰিতঃ** *বিণ.* বিদাৰিত, বিভাজিত, ছিন্ন।
**দাৰিদ্যং** *ক্লী.* (দৰিদ্ৰস্য ভাবঃ দৰিদ্ৰ ষ্যঞ্) দৰিদ্ৰতা, দুৰ্দশা।
**দাৰী** *স্ত্ৰী* (দৃ নিচ ইন ঙীষ্) ১। ফাট, ২। এবিধ বেমাৰ।
**দাৰু** *বিণ.* (দৃ ঞুণ্) ১। বিদীৰ্ণকাৰক, ছিদ্ৰকৰ্তা ২। দাতা, ৩। শিল্পী *(ক্লী)* ১। কাঠ, ২। দেৱদাৰু গছ, ৩। ধাতুৰ আকৰ, ৪। শলখা, ৫। পিতল ধাতু, **—কদলী** বনৰীয়া কলগছ, **—গৰ্ভা** কাঠৰ পুতলা, **—জঃ** ঢোল, **—পুত্ৰিকা, —পুত্ৰী** কাঠৰ পুতলা, **—মুখ্যাহ্বয়া —হ্বা** জেঠী, **—যন্ত্ৰং** ৰচিৰে চলোৱা কাঠৰ পুতলা, **—ৱধূঃ** কাঠৰ পুতলা, **—সিতা** দালচেনি, **—হস্তঃ** কাঠৰ হেতা।
**দাৰুকং** দেৱদাৰু গছ, **—কঃ** শ্ৰীকৃষ্ণৰ সাৰথিৰ নাম, **—কা** *স্ত্ৰী.* কাঠৰ পুতলা (মাইকী)।
**দাৰুণ** *বিণ.* (দৃ নিচ্ উনন্) ১। কঠিন, কৰ্কশ, কঠোৰ, ২। ক্ৰুৰ, নিৰ্দয়, হৃদয়হীন, ৩। ভয়ঙ্কৰ, ৪। গম্ভীৰ, ৫। যন্ত্ৰণাদায়ক, ৬। তীক্ষ্ণ, অত্যাচাৰী, **—ণঃ** *পু.* ১। ভয়ানক ৰস, ২। বিষ্ণু।
**দাৰ্ঢ্যং** *ক্লী.* ১। কাঠিন্য। কঠোৰতা। হৃদয়হীনতা, ২। সমৰ্থন, দৃঢ়ীকৰণ।
**দাৰ্দুৰং** *ক্লী.* ১। দক্ষিণাৱৰ্ত (সোঁমুখী) শঙ্খ, ২। পানী, ৩। লা।
**দাৰ্ভ** *বিণ.* কুশেৰে তৈয়াৰী।
**দাৰ্ব** *বিণ.* কাঠেৰে তৈয়াৰী, **—টং** কাছাৰী, আদালত, **—গুঃ** ম'ৰা চৰাই।
**দাৰ্বাঘাটঃ** *পু.* (দাৰু কাষ্ঠং আহন্তীতি আ হন্ টঃ) কাঠ-খোলা বা বাঁঢ়েটোকা চৰাই।
**দাৰ্শনিক** *বিণ.* দৰ্শন বিদ্যাত অভিজ্ঞ (লোক)।
**দাৰ্ষদ** *বিণ.* ১। জাতত গুড়ি কৰা, ২। খনিজ।
**দাৰ্ষ্টান্তি** *বিণ.* উদাহৰণেৰে বা দৃষ্টান্তেৰে বোধগম্য কৰা।
**দালিমঃ** ডালিম গছ।
**দাল্ভ্যঃ** এজন মুনিৰ নাম, মহা ২।৪।১১।
**দাল্মিঃ** *পু.* (দোলয়তি অসুৰানিতি দল নিচ্ মিঃ) ইন্দ্ৰ।
**দাৱঃ** *পু.* (দু নঃ) ১। বন, ২। বনজুই, ৩। অগ্নি, **—দহনঃ** *পু.* দাবানল।
**দাৱাগ্নিঃ দাৱানলঃ** বনজুই।
**দাশ** ক) দানে (ভ্বা উ, চুৰা আ সক দাশতি -তে, দাশয়তি) ১। দান দি বা কৰ, ২। অৰ্পণ কৰ।
খ) হিংসনে (স্বা প সক দাশ্নোতি) বৈদিক ধাতু, আঘাত কৰ, বধ কৰ, নাশ কৰ।
**দাশঃ** *পু.* (দাশ্ দানে ঘঞ্) ১। ভৃত্য, চাকৰ, দাস, ২। মাছমৰীয়া; মনু ৮।৪০৮; **—পুৰং** দশপুৰ, **—ৰথঃ —ৰথিঃ** শ্ৰীৰামচন্দ্ৰ, **—নন্দিনী** ব্যাসৰ মাতৃ সত্যৱতী।
**দাশাৰ্হঃ** *পু.* (দাশ ভাৱে ঘঞ্ দাশং অৰ্হতীতি অৰ্হ অচ্) ১। বিষ্ণু, ২। চন্দ্ৰ, **—ৰ্হাঃ** (বহুব) দাশাৰ্হৰ বংশধৰ যাদৱসকল।
**দাশেৰঃ** ১। মাছমৰীয়াৰ পুত্ৰ, ২। ধীবৰ, মাছমৰীয়া, ৩। উট, **—ৰকঃ** মালৱ ৰাজ্য।
**দাস্** দানে (ভ্বা উ স দাসতি-তে) দান দি।
**দাসঃ** *পু.* (দসি তঃ) ১। শূদ্ৰ, ঋবে ২।১২।৪; ধীবৰ, ২। দাস, ভৃত্য। ৩। শূদ্ৰসকলে নামৰ শেষত লিখা উপাধি।
**দাসিকা** *স্ত্ৰী* দাসী।
**দাসী** *স্ত্ৰী.* ১। ভৃত্যা, পৰিচাৰিকা, ২। দাসপত্নী, ধীবৰ পত্নী, ৩। বেশ্যা, ৪। বেদী, ৫। এখন নদীৰ নাম। মহা ৬।৯।৩১।
**দাসেয়ী** *স্ত্ৰী.* সত্যৱতী।
**দাসেৰঃ, —ৰকঃ** *পু.* ১। দাস, ভৃত্য, ২। কৈৱৰ্ত, ৩। উট, ৪। দাসৰ পুত্ৰ।
**দাস্যং** *ক্লী.* (দাস ষ্যঞ্) দাসত্ব। ন বিধ ভক্তিৰ এবিধ। অৰ্চনং বন্দ নং মন্ত্ৰজপঃ সেৱনমেৱ চ। স্মৰণং কীৰ্তনং শশ্বদ্গুণশ্ৰৱণমীপ্সিতং। নিৱেদনং স্বস্য দাস্যং নৱধা ভক্তিলক্ষণম্।। বহ্ন।
**দাহঃ** *পু.* (দহ ভাৱে ঘঞ্) ১। দহন, ভস্মীকৰণ, দাহ কাৰ্য্য, ২। শৱ দাহ, ৩। অত্যন্ত তাপ। শৰীৰত সাঙ্ঘাতিক উত্তাপ, ৪। পোৰণি, **—জ্বৰঃ** সাঙ্ঘাতিক জ্বৰ, **—সৰঃ, —সৰস্ —স্থলং** শ্মশান।
**দাহাগুৰু** *ক্লী.* এবিধ অগৰু।
**দাহ্য** *বিণ.* দহনীয়, পুৰিব লগীয়া।
**দিক্ (শ্)** *স্ত্ৰী.* ১। দিশ, পূব পশ্চিমাদি দিশ, ২। পদ্ধতি, ৰীতি, ৩। অঞ্চল, এলাকা, ৪। নিৰ্দেশ, বিধান, হুকুম, ৫। সংখ্যা '১০', ৬। দংশন বা কামোৰৰ দাগ, ৭। চিন্তাৰ দিশ, ৪।৫৩।১৯; **—কৰঃ** শিৱ, **—কাৰিকা** সক ছোৱালী, **—কৰী,**

—দন্তী, —হস্তী আঠটা দিশত থকা আঠটা হাতী, —চক্রং দিগন্ত, —জয়ঃ —ৱিজয়ঃ পৃথিৱীৰ চাৰিওফালে জয়যাত্ৰা, —নাগঃ দিগ্‌গজ, —মুখং আকাশৰ কোনো অংশ, —মোহঃ দিগ্‌ভ্রান্তি, —ৱস্ত্র দিগম্বৰ, —ৱস্ত্রঃ ১। জৈন অথবা বৌদ্ধ ভিক্ষু, ২। শিৱ, —ৱিভাৱিত *বিণ.* জগদ্বিখ্যাত।

দিক্কঃ হাতী পোৱালি, —ক্কৱঃ যুৱক, মহাদেৱ। কাপু ৮২ অ —ক্কৱৱাসিনী দেৱী এগৰাকী। কাপু ৮২, —ক্কৱিকা এখন নদী, —ক্কৱী যুৱতী।

দিগম্বৰঃ *পু.* (দিগের অম্বৰং ৱস্ত্রং যস্য) ১। উলঙ্গ লোক, ২। জৈন ক্ষপণক, ৩। মহাদেৱ, ৪। তমঃ, অন্ধকাৰ, —ৰী *স্ত্রী.* দুৰ্গা।

দিগ্‌গজঃ দিগহস্তী। ঐৰাৱতঃ পুণ্ডৰীকো ৱামনঃ কুমুদোঽঞ্জনঃ। পুষ্পদন্তঃ সাৰ্বভৌমঃ সুপ্ৰতীকশ্চ দিগগজাঃ।।

দিগ্ধ *বিণ.* (দিহ্ ক্তঃ) ১। লিপ্ত। শৰীৰত প্ৰলেপন। মনু ৩।১৩২, ২। বিষাক্তকৃত, বিষকৃত, —গ্ধঃ *পু.* ১। তেল, ২। অগ্নি, ৩। তৈলাক্ত বস্তু, ৪। বিষযুক্ত বাণ, ৫। গল্প বা প্ৰবন্ধ।

দিণ্ডিঃ —ণ্ডিৰঃ বাদ্য যন্ত্ৰ।

দিত *বিণ.* ছিন্ন।

দিতিঃ *স্ত্রী.* ১। দৈত্যমাতা, দক্ষকন্যা, কাশ্যপ ভাৰ্য্যা, ২। খণ্ডন, —জঃ দৈত্য, দানৱ।

দিত্য বিণ. ছেদনযোগ্য, —ত্যঃ *পু.* দানৱ, দৈত্য।

দিত্ন্য *বিণ.* দীপ্তিমান, উজ্জ্বল, (ক্লী) দীপ্তি, উজ্জ্বলতা।

দিদৃক্ষু *বিণ.* (দৃশ্ সন উ) চাবলৈ ইচ্ছুক।

দিধিষুঃ *পু.* (দিধিং ধৈৰ্য্যং স্যতীতি সো ৱাহুলকাৎ কুঃ) তিৰোতাৰ দ্বিতীয় পতি। গৰ্ভাধান কৰ্তা। (স্ত্রী) দ্বিতীয় বাৰ বিয়া হোৱা কন্যা। —ষূঃ *স্ত্রী.* দ্বিৰূঢ়া। ১। দুবাৰ বিয়া হোৱা তিৰোতা, ২। ভনীয়েকৰ বিয়া হোৱাৰ সময়ত বিয়া নোহোৱা বায়েক, —পতিঃ কামনাৰ বশবৰ্তী হৈ বিধৱা ভাতৃবধূৰ লগত যৌন সঙ্গম কৰা পুৰুষ। মনু ৩।১৭৩।

দিনং *ক্লী.* (দ্যতি খণ্ডয়তি মহাকালমিতি দো ছেদে ইনচ্) এদিন। সূৰ্য্য উদয়ৰ পৰা সূৰ্যোদয়লৈকে এটা সম্পূৰ্ণ দিন। মানুহৰ এদিন ৬০ দণ্ড ২৪ ঘণ্টা, দেৱতাৰ এবছৰ, আৰু ব্ৰহ্মাৰ দিব্য ছিহস্ৰযুগ।

দিনং *ক্লী.* দিনৰ বেলা। সূৰ্যোদয়ৰ পৰা সূৰ্য্যাস্তলৈ। —কৰঃ সূৰ্য্য, —কৰাত্মজা যমুনা, —কেশৰঃ —অন্ধকাৰ —ক্ষয়ঃ সন্ধিয়া, —চৰ্য্যা দৈনিক কামকাজ, —জ্যোতিঃ *ক্লী.* সূৰ্য্যৰ পোহৰ, —দুঃখিতঃ চকোৱা পক্ষী, —পঃ, —পতি, —বন্ধুঃ —মণিঃ ময়ূখঃ —ৰত্নং সূৰ্য্য, —মুখং পুৱা বেলা, —মূৰ্দ্ধা (ন্) উদয়াচল, —যৌৱনং ভৰ দুপৰীয়া।

দিনাগমঃ —নাদিঃ —নাৰম্ভঃ পুৱা বেলা।

দিনাণ্ডং অন্ধকাৰ।

দিনাত্যয়, নান্তঃ, নাৱসানং সন্ধিয়া।

দিনাধীশঃ সূৰ্য্য।

দিনিকা *স্ত্রী.* এদিনৰ বেতন। দিনটোৰ কামৰ হাজিৰা।

দিৰিয়কঃ *পু.* খেলা ঢোপ, 'বল'।

দিলীপঃ সূৰ্য্যবংশীয় ৰজা। সূৰ্য্যবংশত দুজন ৰজাৰ নাম দিলীপ। এজন অংশুমানৰ পুত্ৰ আৰু ভগীৰথৰ পিতাক; আৰু আনজন দশৰথৰ প্ৰপিতামহ, (খট্টাঙ্গ) দিলীপ। (অনমিত্ৰৰ পুত্ৰ ধৰ্মাত্মা দিলীপ, দিলীপৰ পুত্ৰ ৰঘু, ৰঘুৰ পুত্ৰ অজ আৰু অজৰ পুত্ৰ আছিল দশৰথ)। এইজন ৰজা দিলীপৰ কাহিনীৰে কালিদাসে প্ৰসিদ্ধ কাব্যগ্ৰন্থ 'ৰঘুৱংশ'ৰ আৰম্ভণি কৰে। ৰঘুবংশৰ ১ম আৰু ২য় অধ্যায়ত ৰজা দিলীপে পত্নী সুদক্ষিণাৰে সৈতে পুত্ৰ কামনাৰে [illegible] নিৰ্দেশত দেৱধেনু নন্দিনীৰ অনুগমনৰ [illegible] বৰ্ণনা পোৱা যায়। দিলীপৰ পৰিচৰ্য্যাত [illegible] নন্দিনীয়ে ৰজাক পুত্ৰ সন্তানৰ বৰ দান কৰে, আৰু সেয়ে প্ৰখ্যাত ৰঘুবংশৰ সূচনা।

দিৱ (ক) জিগীষেচ্ছয়োঃ, পণৌ, দ্যুতৌ ক্ৰীড়ায়াম্ (দিৱ্য প অক সক দিৱ্যতি) ১। পোহৰ দি, উজ্জ্বল হ, ২। দলি মাৰ, ৩। জুৱা খেল, পাশা খেল, বাজি লগা, ৪। খেল, ধেমালি কৰ, ৫। প্ৰশংসা কৰ, ৬। তুচ্ছ কৰ, হানি কৰ, ৭। আনন্দ কৰ, ৮। বিক্ৰী কৰ, ৯। ইচ্ছা কৰ, অভিলাষ কৰ, ১০। মাতলামি কৰ, পাগলামি কৰ।
(খ) অৰ্দে, পৰিকূজনে (ভ্বা প চুৰাউ সক অক দেৱতি, দেৱয়তি —তে) ১। যাতনা দি, কষ্ট দি, দুখ কৰ, শোক কৰ, ২। কষ্ট খা, শোক কৰ, ২। দুখত কেঁকা, কান্দ।

দিৱং *ক্লী.* (দিৱ্ ক্ৰীড়ায়াম্ ঘঞৰ্থে কঃ) ১। স্বৰ্গ, [illegible] ৫।৩।১০, ২। আকাশ, ৩। বন, ৪। এদিন, —[illegible]

সঃ —সং এদিন, —সকৰঃ সূৰ্য্য, —সমুখং পুৱা, —স্পতিঃ ইন্দ্ৰ।

**দিৱা** *অব্য* দিনৰ বেলাত, মহা ২।১১।৩৪; —**কৰঃ** ১। সূৰ্য্য, ২। কাউৰী, ৩। সূৰ্য্যমুখী ফুল, —**কীৰ্ত্তিঃ** *পু.* ১। নাপিত, ২। চণ্ডাল, ৩। ফেঁচা, —**প্ৰদীপঃ** ১। দিনৰ চাকি, ২। আঁতিগুৰি নথকা ব্যক্তি, —**ভীতঃ** ফেঁচা, —**মণিঃ** সূৰ্য্য, —**মধ্যং** ভৰদুপৰীয়া, —**ৰাত্ৰং** অব্য. দিনে ৰাতি, —**ৱসুঃ** পুত্ৰ সন্তান, —**শয়,** —**স্বমঃ** —**স্বাপঃ** দিনত শয়ন, দিবা নিদ্ৰা।

**দিৱাটনঃ** কাউৰী, চণ্ডাল।

**দিৱাতনঃ** দিনভৰ। দিনত হোৱা। ভট্টি ৫।৬৫

**দিৱান্ধঃ** ফেঁচা, —**ন্ধকী** —**ন্ধিকা** চিকা।

**দিৱিঃ** এবিধ চৰাই। কাউচা চৰাই। —**জঃ** স্বৰ্গীয়, —**ষৎ** স্বৰ্গবাসী দেৱতা, গীত ৯।১১; —**ষ্ঠ** *বিণ.* স্বৰ্গস্থ।

**দিৱোদাসঃ** কাশীৰাজ।

**দিৱৌকাঃ(স্)** দেৱতা, চাতক পক্ষী।

**দিৱ্য** *বিণ.* (দিৱে ৱনে ভৱ দিৱ যৎ) ১। স্বৰ্গীয়, ২। অলৌকিক, আচৰিত, —**ৱ্যং** *ক্লী.* ১। বগা চন্দন, ২। স্বৰ্গীয়, ৩। আকাশ, [illegible] শপত, গঙ্গাজল স্পৰ্শ কৰি উচ্চাৰণ কৰা শপত, ৫। লৱঙ্গ, (লং) ৬। নাটকৰ এবিধ নায়ক, ৭। সাত্বতৰ এজন পুত্ৰৰ নাম, ভা ৯।২৪।৬; —**কাৰী** ১। শপত লওঁতা, ২। কঠোৰ পৰীক্ষাত অৱতীৰ্ণ, —**কুণ্ডং** কামৰূপ কামাখ্যাত মন্দিৰৰ সন্মুখত থকা পুখুৰী, কাপু ৮১ অ। —**গন্ধং** *ক্লী.* লৱঙ্গ, —**গন্ধঃ** গন্ধক, —**গায়নঃ** গন্ধৰ্ব, —**চক্ষুসঃ** ১। দিব্যচক্ষুযুক্ত, জ্ঞানচকু, ২। কণা, *(পু)* ১। বান্দৰ, ২। অদৃশ্যক দেখা শক্তি, —**জ্ঞানং** অলৌকিক জ্ঞান, আধ্যাত্মিক জ্ঞান, —**দৃক্** জ্যোতিষী, —**দোহদং** দেৱপ্ৰদত্ত, —**পঞ্চামৃতং** পঞ্চ অমৃত একেলগে। গৰুঘিউ, গাখীৰ, দৈ, মৌ আৰু চেনি, পূজাত দেৱতাক অৰ্পণ কৰা হয়, —**পুষ্পং** কৰবী ফুল, —**পুষ্পা** দ্ৰোণফুল, —**যমুনা** কামৰূপৰ এখন নদীৰ নাম, কাপু ৮১ অ; —**ৰত্নং** চিন্তামণি, —**ৰথ** আকাশীযান। দেৱতাৰ বিমান, —**ৰসঃ** পাৰা, —**সাৰঃ** শাল গছ।

**দিৱ্যা** ধাত্ৰী, শিলিখা, —**দিৱ্যঃ** নৰৰূপী দেৱতা, যেনে— অৰ্জুন।

**দিৱ্যাঙ্গনা** *স্ত্ৰী.* অপ্সৰা।

**দিৱ্যোদকং** *ক্লী.* আকাশৰ পানী। বৰষুণ।

**দিশ্** ওচে (তুদা উ সক দিশতি –তে) ১। দেখুৱাই দি, নিৰ্দেশ কৰ, প্ৰদৰ্শন কৰ, মনু ৮।৫৭; ২। স্থিৰ কৰ, নিৰূপণ কৰ, ৩। দি, দান কৰ, অৰ্পণ কৰ, ৪। অনুমতি দি, ৫। প্ৰশংসা কৰ, **অতি**— বিস্তৃত কৰ, অৰ্পণ কৰ, **অৰ্প**— ১। নিৰ্দেশ কৰ, দেখুৱা, ২ ঘোষণা কৰ, ৩। ছল কৰ, **আ**— ১। নিৰ্দেশ দি, ২। আজ্ঞা কৰ, দেখুৱা, মনু ১১।১৯৩; ৩। নিৰ্দিষ্ট কৰ, ৪। উল্লেখ কৰ, **উপ**— ১। উপদেশ দি, শিক্ষা দি, ২। উল্লেখ কৰ, ৩। বিধান দি, ব্যৱস্থা দি, **নিস্**— (ৰ্) নিৰ্দেশ কৰ, অৰ্পণ কৰ, ভাৰ অৰ্পণ কৰ, **প্ৰ**— দান কৰ, প্ৰদৰ্শন কৰ, উল্লেখ কৰ, গী ৮।২৮, **প্ৰত্যা**— ১। অস্বীকাৰ কৰ, অগ্ৰাহ্য কৰ, ২। এৰি দি, ত্যাগ কৰ, ৩। পকি ৰাখ, ৪। আদেশ ৰহিত কৰ, **ৱ্যপ**— ১। নাম দি, মিছা নাম দি, ব্যক্ত কৰ, ছল কৰ, **সং**— দি, অৰ্পণ কৰ, নিৰ্দেশ দি, ব্যক্তকৰ, ছল কৰ। **সং**— ১। দি, অৰ্পণ কৰ, ২। নিৰ্দেশ দি, ৩। উপদেশ দি, দীক্ষা দি, ৪। বাৰ্তা পঠা, বাতৰি প্ৰেৰণ কৰ।

**দিশা** *স্ত্ৰী* দিক্, —**গজ–পাল** দিগ্গজ।

**দিশ্য** *বিণ.* যি কোনো দিশত থকা।

**দিষ্ট** *বিণ.* (দিশ্ ক্তঃ) ১। উপদিষ্ট, ২। নিৰ্দিষ্ট, ৩। দৃঢ়, ৪। উল্লিখিত, ব্যাখ্যাকৃত, ৫। আদিষ্ট। আজ্ঞাপ্ৰাপ্ত, ৬। স্থিৰীকৃত, —**ষ্টঃ** *পু.* কাল, বৈৱস্বত মনুৰ পুত্ৰ, —**ষ্টং** ১। ভাগ্য, নিয়তি, ২। লক্ষ্য, উদ্দেশ্য, ৩। ভাগ, অংশ, ৪। কথিত, উল্লিখিত।

**দিষ্টান্তঃ** মৃত্যু, মহা ১।৫৮।২৭।

**দিষ্টিঃ** *স্ত্ৰী.* হৰ্ষ, আনন্দ। পৰিমাণ, সৌভাগ্য, আদেশ, হুকুম, অংশ।

**দিষ্ট্যা** *অব্য.* ১। সৌভাগ্যক্ৰমে। ভাগ্যে, ২। কি আনন্দ!

**দিন্সু** *বিণ.* দাতা।

**দিহ্** লিপি (অদা উ অক সক দেগ্ধি) ১। লেপন কৰ, প্ৰলেপ সান, বিস্তাৰ কৰ, ২। নষ্ট কৰ, কলুষিত কৰ, ভ্ৰষ্ট কৰ, **সন্**— ১। সন্দেহ কৰ, সন্দেহ প্ৰকাশ, ২। ভুল কৰ, ভ্ৰম কৰ।

**দী** ক্ষয়ে (দিৱা আ অক দীয়তে) ১। নাশ হ, ধ্বংস হ, ২। মৃত্যু হ।

**দীক্ষ্** মৌণ্ড্যে, ইজ্যায়াম্ ব্ৰতাদেশে (ভ্বা আ অক, সক দীক্ষতে) ১। যজ্ঞৰ বাবে সাজু হ, যজ্ঞৰ কাৰণে

সংস্কাৰ কৰ্ম কৰ, ২। নিজকে অৰ্পণ কৰ, উৎসৰ্গ কৰ, ৩। শিষ্যক দীক্ষা দি, ৪। উপনয়ন সংস্কাৰ কৰ, ৫। যজ্ঞ কৰ, ৬। আত্মসংযমী হ।

**দীক্ষকঃ** দীক্ষাদাতা, গুৰু।

**দীক্ষা** *স্ত্রী.* (দীক্ষ ভাবে অ টাপ) ১। যজন, পূজন, যাগ যজ্ঞাদি, ২। গুৰুৰ মুখৰ পৰা মন্ত্ৰ গ্ৰহণ, ৩। ব্ৰত পালন, ৪। যজ্ঞাদি ধৰ্মীয় অনুষ্ঠানৰ বাবে সংস্কাৰ কৰণ, ৫। উপনয়ন সংস্কাৰ, ৬। আত্মসমৰ্পণ, **—ন্তঃ** (দীক্ষায়াঃ প্ৰধানযজ্ঞস্য অন্তঃ অন্তোপক্ষিতো যজ্ঞঃ) অৱভৃথ যজ্ঞ। প্ৰধান যজ্ঞৰ পিছত সেই যজ্ঞত থকা হীনডেঢ়িৰ পৰিপূৰক যজ্ঞ।

**দীক্ষিত** *বিণ.* (দীক্ষ কৰ্তৰি ক্তঃ) ১। সংস্কাৰকৃত, ২। ধৰ্মীয় যাগ-যজ্ঞাদিৰ বাবে দীক্ষাপ্ৰাপ্ত, ৩। সঙ্কল্পকৃত, **—তঃ** *পু.* বেদবিদ্যাৰ্থী, ছাত্ৰ, শিষ্য।

**দীদিৱিঃ** *পু. ক্লী.* সিদ্ধ ভাত, (পু) বৃহস্পতি, স্বৰ্গ।

**দীধিতিঃ** *স্ত্রী.* ১। ৰশ্মি, কিৰণ, ৰ ৩।২২; ২। দীপ্তি, শক্তি।

**দীধী** দেৱনে, দীপ্তৌ (অহা আ সক দীধীতে) ১। উজ্জ্বল কৰ, দেখা দি, ২। অনুমান কৰ।

**দীন** *বিণ.* (দীয়তে স্মেতি দীঙ ক্তঃ) ১। দৰিদ্ৰ, দুৰ্দশাগ্ৰস্ত, দুখীয়া, মনু ৯।২৩৮; ২। ভীত, **—দয়ালু, —ৱৎসল** দুখীয়াৰ প্ৰতি মৰমিয়াল, (**—না**) মাইকী নিগনি।

**দীনাৰঃ** *পু.* ১। এবিধ বিশেষ সোণৰ অলঙ্কাৰ, ২। মুদ্ৰা, ৩। সোণৰ মুদ্ৰা।

**দীপ্** দীপনে (দিৱা আ অক দীপ্যতে) ১। উজ্জ্বল হ, দীপ্তিমান হ, ২। জ্বলি উঠ, ৩। খণ্ডত জ্বলি উঠ, ৪। খ্যাতিমান হ, **উদ্**— উজ্জ্বল হ।

**দীপঃ** *পু.* (দীপাতে স্বং পৰঞ্চেতি দীপ কঃ) চাকি, বন্তি, প্ৰদীপ। বিষ্ণুবেশ্মনি যো দদ্যাৎ কাৰ্ত্তিকে মাসে দীপকম্। অগ্নিষ্টোমসহস্ৰস্য ফলমাপ্নোতি মানৱঃ।' **—কং** ১। কুস্কুম, ২। দীপকালঙ্কাৰ, **—কঃ** ১। প্ৰদীপ, চাকি, ২। ব্যাখ্যা, ৩। উজ্জ্বলতা, সৌন্দৰ্য্য, ৪। চিলনী, শেন চৰাই, **—নং** উদ্দীপনা, নিৰ্যাস, হজমীকাৰক ঔষধ, **—নী** *স্ত্রী.* মেথিকা। ধান মৰণা মৰা স্থানত গৰু বন্ধা খুঁটি, **—পাদপঃ** চম্পক গছ, **—ৱতী** কামৰূপ কামাখ্যাৰ এখন নদীৰ নাম, কাপু ৮২ অ, **—বৃক্ষঃ** চাকিৰ গছা। মহা ১২।২০২।৯; **—শিখা** কাজল। চাকিৰ ৰশ্মি, ৰ ৬।৬৭; **—শৃঙ্খলা** *স্ত্রী.* দীপালী, দীপাৱলী।

**দীপান্বিতা** *স্ত্রী.* (দীপৈৰন্বিতা যুক্তা) চান্দ্ৰ কাতি মাহৰ অমাৱস্যা তিথি। সিদিনা সন্ধিয়া ঘৰে ঘৰে বন্তি জ্বলাই উৎসৱ পালন কৰা হয়। লক্ষ্মী আৰু কালী পূজা অনুষ্ঠান পতা হয়।

**দীপালী, দীপাৱলী** দীপমালা।

**দীপিকা** *স্ত্রী.* ১। বন্তি, চাকি, জোৰ, ২। সমাসৰ শেষত, কোনো বিষয়ৰ ব্যাখ্যা গ্ৰন্থৰূপে ব্যৱহাৰ হয়, যেনে, তৰ্কদীপক, ৩। শ্ৰীনিবাসকৃত জ্যোতিষগ্ৰন্থৰ নাম, ৪। সঙ্গীতৰ এটা ৰাগিনী।

**দীপিত** *বিণ.* ১। অগ্নি সংযোগকৃত, ২। উজ্জ্বলিত, ৩। প্ৰকাশিত, **—তা** দীপ্তিকৰ্তা, পোহৰদাতা।

**দীপ্ত** *বিণ.* (দীপ ক্তঃ) ১। জ্বলিত, দগ্ধ, ২। উত্তপ্ত, দীপ্তিমান, ৩। উত্তেজিত, **—প্তং** *ক্লী.* সোণ, **—প্তঃ** ১। সিংহ, ২। নেমু গছ, **—কিৰণঃ** সূৰ্য্য **—কীৰ্ত্তিঃ** কাৰ্ত্তিকেয় **—জিহ্বা** *স্ত্রী* ১। শিয়াল, ২। দন্দুৰী তিৰোতা, **—তপঃ** তপোনিষ্ঠ পুৰুষ, **—পিঙ্গলঃ** সিংহ, **—ৰসঃ** উঁই পৰুৱা, **—লোচনঃ** মেকুৰী, **—লোহং** পিতল, কাঁহ।

**দীপ্তাংশুঃ** *পু.* সূৰ্য্য।

**দীপ্তাক্ষঃ** *পু.* মেকুৰী, মহা ১।২৩৯।৩৭।

**দীপ্তাগ্নিঃ** *পু.* ১। জ্বলি থকা জুই, ২। অগস্ত্য ঋষি।

**দীপ্তাঙ্গঃ** *পু.* ম'ৰা চৰাই।

**দীপ্তোপলঃ** *পু.* সূৰ্য্যকান্ত মণি।

**দীপ্তিঃ** *স্ত্রী.* (দীপ্ ক্তিন) ১। উজ্জ্বলতা। সৌন্দৰ্য্য, ২। লা, ৩। তাম।

**দীপ্যঃ** *পু.* জীৰা, ম'ৰা চৰাইৰ মূৰৰ শিখা, **—কঃ** অলঙ্কাৰ।

**দীপ্ৰ** *বিণ.* দীপ্তিমান, উজ্জ্বল।

**দীৰ্ঘ** *বিণ.* ১। দীঘল, আয়ত, মে ৩৫; ২। সুদীৰ্ঘ সময়লৈ থকা, ৩। গভীৰ, ৪। ওখ, উচ্চ, **—ৰ্ঘং** বহু পৰলৈ, গভীৰভাৱে, দূৰ, **—ৰ্ঘঃ** ১। উট, ২। দীৰ্ঘ স্বৰবৰ্ণ, **—কণা** বগা জীৰা, **—কণ্ঠঃ, —কণ্ঠকঃ —কন্ধৰঃ** বৰটোকোলা চৰাই। বকপক্ষী, **—কেশঃ** ১। ভালুক, ২। এখন দেশৰ নাম, **—গতিঃ —গ্ৰীৱঃ —ঘাটিকঃ —জঙ্ঘঃ** উট, **—জিহ্বঃ** সাপ, নাগ, (**—হ্বা স্ত্রী**) দানৱী এজনী, **—তপঃ** ১। অহল্যাৰ পতি মহৰ্ষি গৌতম, ২।

দানৱ এজন, —তৰুঃ —দণ্ডঃ —দ্রুঃ তাল গছ, —তুণ্ডী চিকা —নাদঃ কুকুৰ, কুকুৰা চৰাই, শঙ্খ। তাল গছ, —তুণ্ডী চিকা, —দর্শী (ন্) ভালুক, ফেঁসা, —নাদঃ ১। কুকুৰ, ২। কুকুৰা চৰাই, ৩। শঙ্খ, —নিদ্রা দীঘলীয়া টোপনি, মৃত্যু, —পত্রঃ তাল গছ, —পাদঃ দীঘলঠেঙীয়া বগলী, বৰটোকোলা, —পাদপঃ ১। নাৰিকল গছ, ২। তামোল গছ, —পৃষ্ঠঃ সাপ, —বালা চমৰী পহু। ইয়াৰ নেজেৰে চোঁৱৰ তৈয়াৰ কৰা হয়, —মাৰুতঃ হাতী, —ৰতঃ কুকুৰ, —ৰদঃ গাহৰি, —ৰসনঃ সাপ, —ৰোমন্ ভালুক, —ৰংশঃ নল, —ৰক্তুঃ হাতী, —সত্রং বহুদিন ব্যাপী হোৱা সোমযজ্ঞ, ভা ১।১।২১; —সূত্র —সূত্রী বিণ. ধীৰ, পলম, লাহে লাহে কাম কৰা, হেলো, হেমাহি।

**দীৰ্ঘা** স্ত্রী. দীঘল পাতৰ বিয়ুনীসাৰটা, —ধবগঃ ডাক পিয়ন, দূত, —য়ুঃ (স্) পু. দীঘল আয়ুসৰ, আয়ুষ্মান, চিৰজীৱী, —যুধঃ ১। যাঠী, দীঘল অস্ত্র, —স্যঃ হাতী।

**দীৰ্ঘিকা** স্ত্রী. ১। দীঘলীয়া আকাৰৰ পুখুৰী, ৰ ১৬।১৩।২; ২। কুঁৱা।

**দীৰ্ণ** বিণ. (দৃ বিদাৰে ক্তঃ) ১। বিদাৰিত, ছিন্ন, ২। ভীত, মহা ৬।৩।৭৬।

**দু** উপতাপে (স্বা প সক অক দুনোতি) ১। পোৰ, জ্বলাই পেলা, ২। কষ্ট দি, যাতনা দি, পীড়া দি, পীড়িত হ, শোকাতুৰ হ।

**দুঃ (ৰ্)** অব্য. ১। নিষেধ, ২। দুখ, নিন্দা, ৩। সন্তাপ, ৪। খং, —কূলং চোৰ নামৰ এবিধ গন্ধদ্রব্য।

**দুঃখং** ক্লী. (দুঃখ পচাদ্যচ্) ১। সংসাৰ, ২। ৰোগ, ৩। দুখ, শোক, দুৰ্দশা, ৪। কাঠিন্য, কষ্ট, ৫। অতি কষ্টকৰ, (দুঃখং ত্যক্তুং বদ্ধমূলানুৰাগঃ —স্বৰা ৪ৰ্থ অঙ্ক) —দোহ্যা স্ত্রী. যিজনী গাইৰ গাখীৰ দোহন কৰা কঠিন, —লোকঃ দুখভৰা পৃথিৱী।

**দুঃখাতীত** বিণ. শোকমুক্ত, দুখমুক্ত।

**দুঃখান্তঃ** মোক্ষ, পৰম মুক্তি।

**দুঃখিত** বিণ. ১। দুৰ্দশাগ্ৰস্ত। দুখী, দুৰ্দশাগ্ৰস্ত, ২। দুখীয়া দীন, অসুখী।

**দুঃখী (ন্)** দুখী, দুঃখিত। দীন।

**দুঃসহ** বিণ. অসহনীয়।

**দুঃসাধ্য** বিণ. (দুঃ সাধ্ ণ্যৎ) অসাধ্য। সহজে কৰিব নোৱৰা (কাম), অতি কষ্টেৰে পাব লগীয়া (ফল)।

**দুঃস্থ** বিণ. দুৰ্গত, মূৰ্খ, দুখত পৰা; ভা ১।১৬।৩৪।

**দুঃস্পৰ্শ** যাক স্পৰ্শ কৰা কঠিন। অতি ধাৰযুক্ত সুতীক্ষ্ণ, —র্শঃ লেটাগুটি, —র্শা স্ত্রী. বান্দৰ কেঁকোৱা, আকাশবল্লী।

**দুকূলং** ক্লী. পাটৰ কাপোৰ। ক্ষৌমবস্ত্র।

**দুগুলং** ক্লী. পাটৰ কাপোৰ।

**দুগ্ধ** বিণ. (দুহ্ ক্ত) কৃতদোহ, দোহন কৰি অনা, খীৰাই অনা, (গাখীৰ), —কূপিকা এবিধ গাখীৰৰ পিঠা, —তালীয়ং গাখীৰৰ সৰ, —পাচনং গাখীৰ গৰম্ কৰা পাত্র, —পোষ্য বিণ. মাকৰ গাখীৰ খাই থকা (অৰ্থাৎ শিশুৰ দৰে) —সমুদ্রঃ ক্ষীৰ সমুদ্র। সাত সমুদ্রৰ এখন।

**দুগ্ধং** ক্লী. (দুহ্যতে স্মেতি দুহ্ কৰ্মণি ক্ত) ১। স্ত্রী জাতিৰ স্তননিসৃতদ্রব্য, গাখীৰ, ২। কিছুমান গছৰ পৰা ওলোৱা গাখীৰৰ দৰে পনীয়া দ্রব্য, দোহন কাৰ্য্য।

**দুঘা** স্ত্রী. গাখীৰতী গাই।

**দুচ্ছকঃ** মুৰা নামৰ গন্ধদ্রব্য।

**দুড়িঃ** স্ত্রী. সৰু কাছ, দুৰা।

**দুণ্ডুক** বিণ. অসৎ, অসচ্চৰিত্র, ছল, দুষ্ট।

**দুণ্ডুভঃ** পু. পানীত থকা এবিধ সাপ। ঢোঁৰা সাপ।

**দুদ্রুমঃ** পু. সেউজীয়া পিয়াজ।

**দুন্দমঃ** এবিধ ঢোল জাতীয় বাদ্য।

**দুন্দুঃ** ১। এবিধ ঢোল, দুন্দুভি, ২। বসুদেৱ।

**দুন্দুভঃ** ১। দবা বা ঢোল, 'ড্রাম', ২। পানীত থকা এবিধ সাপ। ঢোঁৰা সাপ।

**দুন্দুভিঃ** পু. (দুন্দ্ ভা কিঃ) ১। ডাঙৰ ঢাক, ঢোল বা দবা, ২। বৰুণ দেৱতা, ৩। এটা দৈত্যৰ নাম, ৪। ৰাক্ষসৰ নাম, ৫। বিষ, ৬। বিষ্ণু, ৭। এখন পৰ্বত, ৮। কৃষ্ণ।

**দুৰ্** অব্য. এই উপসৰ্গটো বৰ্ণৰ আগত সাধাৰণতে 'বেয়া' 'কু' আদি অৰ্থ প্ৰকাশ কৰাৰ বাবে ব্যৱহাৰ হয়। —অক্ষঃ কুচকু, কুদৃষ্টিযুক্ত, —অতিক্ৰম উত্তীৰ্ণ হোৱা কঠিন, দুৰ্জেয়, অনিবাৰ্য্য, —অত্যয় পাৰ হোৱা কঠিন, —অদৃষ্টং দুৰ্ভাগ্য, —অধ্যয় দুষ্পাঠ্য, —অধ্বঃ কুমাৰ্গ, কুপথ, বিপথ, —অন্তা যাৰ শেষ পোৱা কঠিন, অসীম, অনন্ত, —অৱগমঃ দুৰ্বোধ্য, —অৱস্থা দুৰ্দশাত পতিত, —আকৃতি কুৎসিত, —আক্ৰম দুৰ্জেয়, —আগমঃ অন্যায় আৰ্জন, দুৰ্নীতি, —আচাৰ দুৰাচাৰী, অত্যাচাৰী, —আত্মনা দুষ্ট, বদমাচ,

—**আৰোহঃ** উঠিবলৈ টান। নাৰিকল গছ, তাল গছ, খেজুৰী গছ, —**আলাপঃ** অভিশাপ। গালি- গালাজ, —**আলোক** চোৱা কঠিন, অত্যুজ্জ্বল, —**আৱাৰ** আবৰা কঠিন, সংযম কৰা কঠিন, —**আশা** বেয়া আশা। যি আশা ফলৱতী হোৱা অসম্ভৱ, —**আসদ** অজেয়, অসাধ্য, দুষ্প্ৰাপ্য, —**ইত** কঠিন, —**ইতং** পাপ, দোষ, —**ইষ্টং** অভিশাপ। আনৰ অনিষ্টকাৰী মন্ত্ৰ প্ৰয়োগ আদি কোনো অনুষ্ঠান, —**ঈশঃ** কুপ্ৰভু। অসৎ মালিক বা গৰাকী, —**ঈষণা** —**এষণা** অভিশাপ, —**উক্তিঃ** গালি, নিন্দা, —**উহঃ** গুপ্ত, অবোধ্য, —**গ** বিণ. দুৰ্গম, দুষ্প্ৰাপ্য, দুৰ্বোধ্য, —**গং** ১। দুৰ্গ, ২। জঙ্গলৰ মাজৰ সৰু পথ, ৩। দুৰ্দশা, দুখ, বিপদ। মনু ৩।৯৮; —**গা** *স্ত্ৰী.* দুৰ্গাদেৱী, —**গত** দুৰ্ভাগ্য, —**গ্ৰহ** ১। পোৱা বা গ্ৰহণ কৰা কঠিন, ২। বুজা কঠিন, —**ঘট** *বিণ.* অসম্ভৱ, —**জৰ** ১। চিৰ সেউজ, ২। বদহজমী, —**জাত** বদজাত। দুষ্ট —**ণয়ঃ** দুনীতি, অন্যায়, —**দান্ত** অদম্য, অহঙ্কাৰী, —**দান্তঃ** *পু.* গৰু পোৱালি, —**দিনং** ১। বেয়া দিন, ২। বৰষুণ দি থকা (লেতেৰা) দিন, —**দৈৱং** দুৰ্ভাগ্য, —**দ্যূতং** অন্যায় (কুট) পাশা খেল, —**ধৰ** ধৰা অসম্ভৱ, অদম্য, —**ধৰঃ** পু. পাৰা, —**ধৰ্ষ** ১। অলঙ্ঘনীয়, ২। দুৰ্গম, ৩। ভয়ঙ্কৰ, ৪। দাম্ভিক, —**ধী** মূৰ্খ, —**নামকঃ** অৰ্শৰোগ, —**নিগ্ৰহ** অদম্য, দুঃশাসন, দুৰন্ত, অবাধ্য, —**নিৱাৰ** দুৰ্জয়, অবাধ্য, —**নীতং** কদাচাৰ, দুনীতি, —**বল** দুৰ্বল, ক্ষীণকায়, নিবীৰ্য্য, —**বুদ্ধি** দুষ্ট। গী ১।২৩; —**ৱোধ** অবোধ্য। অনতিক্ৰমণীয়, —**ভগ** দুৰ্ভাগ্য, —**ভগা** ১। পতিত্যক্তা পত্নী, পতিয়ে ভাল নোপোৱা পত্নী, ২। খঙাল তিৰোতা, —**ভৰ** অবহনীয়, —**ভিক্ষং** ভিক্ষা কৰিও নোপোৱা। আকাল, —**মতি** কুমতিসম্পন্ন, দুষ্ট, —**মদ** মদমত্ত, ভয়ঙ্কৰ, পাগল, —**মনাঃ** দুখিত মনা, —**মন্ত্ৰঃ** কুমন্ত্ৰণা, —**মৰণং** সাঙ্ঘাতিক মৃত্যু, —**মল্লিকা**, —**মল্লী** সৰু নাটিকা, একাঙ্কিকা ব্যঙ্গ নাটিকা, —**মিত্ৰঃ** শত্ৰু, —**মুখ** বেয়া মুখৰ, গালি-গালাজ কৰি থকা মুখৰ, ৰাচ্য, —**মূল্য** অমূল্য, অতি মূল্যৱান, —**মেধাঃ** *বিণ* মূৰ্খ, মূঢ়, —**ৰোধ** দুৰ্জেয়, অজেয়, —**যোধনঃ** দুৰ্যোধন ধৃতৰাষ্ট্ৰৰ এশ পুত্ৰৰ জ্যেষ্ঠ পুত্ৰ। যদিও পঞ্চপাণ্ডৱ দুৰ্যোধনৰ নিজৰ খুড়াকৰ পুতেক ভায়েক আছিল তথাপি পাণ্ডৱৰ শক্তি আৰু সামৰ্থ্য দেখি সদায় ঈৰ্ষাত জ্বলি-পুৰি আছিল আৰু কেনেকৈ সিহঁতক শেষ কৰিব পাৰে তাৰ উপায় বিচাৰি ফুৰিছিল। ধৃতৰাষ্ট্ৰই যুধিষ্ঠিৰক যুৱৰাজ পদত বহুৱাবৰ কাৰণে ইচ্ছা কৰাত দুৰ্যোধনে নিজৰ হাতৰ পৰা শাসন দণ্ড যোৱাৰ ভয়ত পাণ্ডৱসকলক শেষ কৰাৰ সঙ্কল্প কৰি বাৰণাৱতত পাণ্ডৱসকল থকাৰ বাবে লা আৰু ধুনাৰে এটা ডাঙৰ অট্টালিকা এনেকৈ সজালে যাতে মাক কুন্তীৰে সৈতে পাণ্ডৱসকল তাত থকাৰ লগে লগে ঘৰটো জ্বলি উঠি সকলোকে নাশ কৰিব। কিন্তু পাণ্ডৱসকল সুৰঙ্গ পথেৰে সেই জতুগৃহৰ পৰা পলাই সাৰে। তাৰ পিছতে দুৰ্যোধনে পঞ্চপাণ্ডৱক পাশা খেললৈ মাতি আনে আৰু মামা শকুনিৰ কুটপাশাৰ সহায়ত পাণ্ডৱক হৰুৱাই নিঃস্ব কৰে, লগতে ৰজস্বলা দ্ৰৌপদীকো অপমান কৰে। ইয়াতে ভীমৰ খং উঠি শপত খায় যে যিখন উৰুত দ্ৰৌপদীক বহুৱাবলৈ দুৰ্যোধনে মন মেলিছিল সেইখন উৰুক ভীমে গদাৰে ভাঙি পেলাব। পাশাৰ পণ স্বৰূপে পাণ্ডৱসকল তেৰ বছৰ বনবাস খাটে। তাৰ পিচত কৌৰৱ আৰু পাণ্ডৱৰ মহাভাৰত যুদ্ধ হয়। ওঠৰ দিনৰ এই যুদ্ধত কৌৰৱ বংশ ধ্বংস হয়। ভীমেও দুৰ্যোধনৰ উৰু ভাঙি চূৰ্ণ কৰে। যুদ্ধৰ পিচত যুধিষ্ঠিৰৰ নেতৃত্বত পাণ্ডৱসকলে হস্তিনাপুৰৰ ৰাজ্যভাৰ গ্ৰহণ কৰি সুখে সন্তোষে কাল কটায়, —**যোনি** নীচ জন্ম, —**লভ** দুৰ্লভ, অসহজলভ্য। দুষ্প্ৰাপ্য, —**ললিত** ১। বেছি মৰম পোৱা, ২। দুষ্ট, অবাধ্য, —**লেখ্য**, জাল দলিল। —**ৱচ** ব্যাখ্যাৰ অতীত। ব্যাখ্যা কৰা কঠিন, —**নিন্দা** গালি-শপনি, —**ৱৰ্ণং** ৰূপা —**ৱহ** অসহনীয়, অত্যন্ত গধুৰ, —**ৱাৰ** বাধাৰ অতীত, অবাধ্য, —**ৱাসনা** বেয়া-বাসনা, অলীক কল্পনা, —**ৱাসস্** ১। লেতেৰা বা ফটা-চিটা কাপোৰ পিন্ধা, ২। উলঙ্গ (পু) —**ৱাসা** অত্ৰি আৰু অনসূয়াৰ পুত্ৰ দুৰ্বাসা মুনি। দুৰ্বাসাক সাধাৰণ ভাবাত অগ্নিশৰ্মা বুলি কয়। কাৰণ তেওঁ অতি খঙাল আছিল আৰু যেতিয়াই তেতিয়াই খং উঠি যাকে তাকে অভিশাপ দি ফুৰিছিল। শকুন্তলাৰ প্ৰতি দুৰ্বাসাৰ অভিশাপ সৰ্বজনবিদিত। —**ৱিগাহ** তলানলা বৰ্জিৰ নোৱৰা

**—ৱিচিন্ত্য** চিন্তাৰ অতীত, অচিন্ত্য, **—ৱিদগ্ধ** অপৈণত, মূৰ্খ, অনভিজ্ঞ, **—ৱিধ** নীচ, অধম, দুৰ্জন, দীন, **—ৱিনয়** দুৰাচাৰ, উদ্ধত, **—ৱিনীত** অশিক্ষিত, দুষ্ট, মদগৰ্বী, আঁকোৰগোজা, **—ৱিপাকঃ** কুফল। পৰজন্মত কৃতকৰ্মৰ বেয়া ফল। **—বৃত্ত** দুষ্ট, নীচ, কুস্বভাৱী, **—হৃদ্** কলুষতাপূৰ্ণ হৃদয়, (পু) শত্ৰু; **—হৃদয়** দুষ্টান্তঃকৰণযুক্ত, কুমনা।

**দুৰোদৰঃ** *পু.* (দুষ্টং আসমন্তাৎ উদৰং যস্য) ১। জুৱাৰী। ২। জুৱাৰ বাজি, **—ৰং** *স্ত্ৰী.* পাশা বা জুৱা খেল; কি ১।৭।

**দুল্** উৎক্ষেপে (চুৰা প সক দোলয়তি) ১। দোল, ঝুল, ঝুলনত ঝুল, ২। ওপৰলৈ দলি মাৰ।

**দুলিঃ** *পু.* ১। এজন মুনিৰ নাম, ২। দুৰা (কাছ)।

**দুষ** বৈকৃতে (দিৱা প অক দুষ্যতি) ১। বেয়া হ, দুষ্ট হ, নষ্ট হ, দুনীতি পৰায়ণ হ, ২। পাপ কৰ, দোষ কৰ, মলযুক্ত হ, ৩। অবিশ্বাসী হ, অসৎ হ, অসতী হ, ৪। সতীত্ব নাশ কৰ, **প্ৰ—** দুনীতি পৰায়ণ হ, পাপ কৰ, অসৎ হ, **সৎ—** কলুষযুক্ত হ, অপৱিত্ৰ।

**দুষ্কৰং** *ক্লী.* (দুষ্ কৃ খল্) ১। আকাশ, ২। কষ্টেৰে কৰা, কষ্টসাধ্য কৰ্ম। দেভা ৫।১।৩।

**দুষ্কুলীন** *বিণ.* কুবংশোদ্ভৱ। নীচ বংশজাত।

**দুষ্ট** *বিণ.* ১। পাপী, নষ্ট, ধ্বংসপ্ৰাপ্ত, ২। দুনীতিপৰায়ণ, ৩। নীচ, দোষযুক্ত, ৪। অকৰ্মণ্য, অধম, **—গজঃ** মাতাল হাতী, **—ধী** কুমনা, অনিষ্টকাৰী, হিংসুক, **—বৃষঃ** বশ নমনা বলদ।

**দুষ্টিঃ** দুনীতি, কুপ্ৰবৃত্তি।

**দুষ্ঠু** *অব্য.* (দুৰ স্থা কুঃ) নিন্দা, ভুলকৈ, অসঙ্গতভাৱে।

**দুষ্পত্ৰঃ** 'চোৰ' নামৰ গন্ধদ্ৰব্য।

**দুষ্প্ৰধৰ্ষণ** *বিণ.* দুৰ্ধৰ্ষ (পু) ধৃতৰাষ্ট্ৰৰ এজন পুত্ৰৰ নাম।

**দুষ্মন্তঃ** *পু.* **দুষ্যন্তঃ** (দুষ্ দোষৱতীং মন্যতে শকুন্তলামিতি দুষ্ মন্ ক্তঃ) চন্দ্ৰবংশীয় ঐতিৰাজৰ পুত্ৰ। পত্নীৰ নাম শকুন্তলা আৰু পুত্ৰৰ নাম ভৰত, মহা ১।৬৮।৩। শকুন্তলা-দুষ্মন্তৰ কাহিনী মহাভাৰতত পোৱা যায়। এই কাহিনীৰ আলম লৈ মহাকবি কালিদাসে বিশ্ববিশ্ৰুত নাট্য কাব্য 'অভিজ্ঞানশকুন্তলম্' ৰচনা কৰে। দুষ্যন্তই মৃগয়ালৈ যাওঁতে কণ্ব মুনিৰ আশ্ৰমত শকুন্তলাক দেখা পাই শকুন্তলাৰ প্ৰেমত পৰে আৰু গন্ধৰ্ব প্ৰথামতে বিবাহ কৰায়। দুষ্যন্ত তাৰ পিচত নিজৰ ৰাজ্যলৈ উভতি যায়। দুৰ্বাসাৰ অভিশাপত দুষ্যন্তই বিবাহৰ কথা পাহৰি পেলায় আৰু অন্তঃসত্তা শকুন্তলা তেওঁৰ ওচৰলৈ অহাত প্ৰত্যাখ্যান কৰে। শকুন্তলা গৈ মাৰীচৰ আশ্ৰমত থাকে আৰু তাতে ভৰতৰ জন্ম হয়। অৱশেষত ভৰতৰ যোগেদি শকুন্তলা আৰু দুষ্মন্তৰ পুনৰ মিলন হয়। পিচত ভৰতক ৰাজ্যভাৰ অৰ্পণ কৰি দুয়ো সন্ন্যাস লয়।

**দুস্**(ঃ) এই উপসৰ্গটো বিশষ্য আৰু ধাতুৰ আগত বেয়া, কু, পাপ, দোষ আদি অৰ্থত ব্যৱহাৰ হয়। দুস আৰু দুৰ একে, স্বৰবৰ্ণ, ব্যঞ্জনবৰ্ণৰ আগত 'স'ৰ ঠাইত 'ৰ' হয়। **—কালঃ** পু. ১। বেয়া সময়, ২। প্ৰলয় কাল, ৩। মহাদেৱ, **—ক্ৰম** বিশৃঙ্খল, **—চৰিত** দুষ্ট, কু-স্বভাৱৰ, **—চিকিৎস্য** অতীত, **—চ্যৱনঃ** ইন্দ্ৰ, **—চ্যাৰঃ** শিষ, **—তৰ** পাৰ হোৱা, কঠিন মনু ৪।২৪২, অজেয়, **—পচ** বদহজম, **—প্ৰকাশঃ** অন্ধকাৰ, **—প্ৰজ্ঞ** মূৰ্খ, **—প্ৰাপ** পোৱা কঠিন, **—প্ৰহস** ভয়ানক, **—শকুনং** বেয়া লক্ষণ, **—শাসন** *বিণ.* যাক শাসন কৰা কঠিন। অবাধ্য (**—নঃ**) *পু.* ধৃতৰাষ্ট্ৰৰ এশ পুত্ৰৰ ভিতৰত এজন। অতি অবাধ্য এইজন পুত্ৰই ককায়েক দুৰ্যোধনৰ নিৰ্দেশত ৰজঃস্বলা দ্ৰৌপদীক ঘৰৰ পৰা ৰাজসভালৈ টানি আনি দ্ৰৌপদীক বিবস্ত্ৰা কৰিবলৈ উদ্যত হৈছিল। অৱশেষত শ্ৰীকৃষ্ণই দ্ৰৌপদীক ৰক্ষা কৰে। ভীমে খঙতে সেই ৰাজসভাতে শপত খায় যে এদিন নহয় এদিন দুঃশাসনৰ ৰক্তপান কৰিব। কুৰুক্ষেত্ৰৰ মহাসমৰতে ভীমে দুঃশাসনক বধ কৰি ৰক্তপান কৰে আৰু ইমান দিনে চুলি খুলি ৰখা দ্ৰৌপদীয়ে সেই ৰক্তেৰে কেশবন্ধন কৰে। কুৰুক্ষেত্ৰৰ যুদ্ধ আৰু দ্ৰৌপদীৰ চুলি বন্ধা কাহিনীৰ আধাৰত ভট্টনাৰায়ণে বেণীসংহাৰ নাটক ৰচনা কৰে। **—শীল** দুশ্চৰিত্ৰ, **—সম** অসমতল। বিপৰীত। অনুচিত, **—সত্ত্বং** বেয়া প্ৰাণী, **—সহ** অসহনীয়, **—সাধ্য** অসহজলভ্য। সাধনৰ অতীত, **—স্থ** দুৰ্দশাগ্ৰস্ত, দুখী, বিপদাপন্ন, অসুখী, **—স্থিতিঃ** *স্ত্ৰী.* বেয়া অৱস্থা, দুৰ্দশা, অস্থিৰ অৱস্থা, **—স্পৃষ্ট** ঈষৎ স্পৃষ্ট বৰ্ণ যেনে য্ ৰ্ ল্ ৱ্। **—স্বপ্নঃ** বেয়া সপোন।

**দুহ্** দুহি (অদা উ সক দুগ্ধে) ১। দোহন কৰ, গাখীৰ খীৰা, ২। উলিয়াই আন, ৩। দান দি, উপভোগ কৰ, ৪। এটাৰ পৰা আকৰ্ষণ কৰি আন।

**দুহিতা** (তৃ) স্ত্রী. (বিবাহাদি কালে ধনাদিকমাকৃষ্য) গৃহ্লাতীতি দু তৃচ্) কন্যা।
**দুহিতুঃপতিঃ** *পু.* জোঁৱাই।
**দুহ্যং** *ক্লী.* দোহনীয়।
**দূ** খেদে (দিৱা আ অক দূয়তে) ১। দুখত কষ্ট পা। শোকত জৰ্জৰিত হ। পীড়া দি।
**দূড়ম** *বিণ.* বিপদাপন্ন। পীড়িত।
**দূড়াশ** *বিণ.* দূড়ম।
**দূঢ্য** *বিণ.* নীচ, অধম।
**দূণাশ** *বিণ.* অবিনাশী, যাক নাশ কৰিব নোৱাৰি, নাশৰ অতীত।
**দূতঃ, দূতকঃ** *পু.* (দূ ক্তঃ) বাৰ্তাবাহক। দূতৰ লক্ষণ— মেধাৱী বাকপটুঃ প্ৰাজ্ঞঃ পৰচিত্তোপলক্ষকঃ। ধীৰো যথোক্তবাদী চ এষ দূতো বিধীয়তে।। চাণক্য। **—তিঃ —তিকা, —তীঃ, —তীকা** ১। মহিলা দূত, ২। অতি বিশ্বাসী বান্ধৱী, ৩। অ'ৰ কথা ত'ত লগাই ফুৰা তিৰোতা।
**দূত্যং** *ক্লী.* ১। দূতকৰ্ম, হৰিব ১০৯।৪১; ২। দূতৰ স্বভাৱ।
**দূণ** *বিণ.* (দূ খেদে ক্তঃ) পীড়িত, পৰিশ্ৰান্ত।
**দূৰ** *বিণ.* দূৰ, দূৰৈত থকা, বহুদূৰ, **—ৰং** *ক্লী.* দূৰত্ব **—ৰং —ৰেণ, —ৰাৎ, —ৰে** অব্য. বহুদূৰলৈ, দূৰৈত, গভীৰভাৱে, দকৈ, **—দৰ্শী** (ন্) **—দৃক্** (শ্) **—দৃষ্টিঃ** পণ্ডিত, বিজ্ঞলোক, **—বন্ধু** পত্নী কুটুম্বৰ দ্বাৰা পৰিত্যক্ত, **—ৱস্ত্ৰক** উলঙ্গ, **—ৱেধী** দূৰৈৰ পৰা বিদ্ধ কৰিব পৰা, **—সংস্থঃ** প্ৰবাসত থকা, দূৰৈত থকা। মে ৩।
**দূৰতঃ** *অব্য.* দূৰৈৰ পৰা, গীগো ২; ২। বহু দূৰৈত।
**দূৰান্তৰিত** *বিণ.* বহুখিনি দূৰত্বৰ ব্যৱধানত থকা।
**দূৰাপাত** *বিণ.* দূৰৈৰ পৰা নিক্ষেপিত।
**দূৰাপ্লাৱঃ** দূৰৈৰ পৰা জাপ।
**দূৰেৰিতেক্ষণ** কেৰা-চকুৱা।
**দূৰ্য্যং** (দূৰে পৰিত্যাজ্যম্ দূৰ্ যৎ) বিষ্ঠা, মলমূত্ৰ।
**দূৰ্ৱা** স্ত্রী. (দূৰ্ব হিংসায়াম ঘঞ্) দুবৰি বন। পূজা-পাৰ্বণত ব্যৱহাৰ কৰা অতি পৱিত্ৰ এবিধ তৃণ।
**দূৰ্ৱাঙ্কুৰঃ** *পু.* দুবৰিৰ কোমল পোখা।
**দূৰ্ৱাষ্টমী** *স্ত্রী.* ভাদ মাহৰ শুক্লাষ্টমী।
**দূলিকা, দূলী** *স্ত্রী.* নীলগছ।

**দূশ্যং, দূষ্যম্** দোষণীয়। নিন্দনীয়; (ক্লী) পুঁজ, পদাৰ্থ, বিষ, কপাহ, কাপোৰ, তম্বু, **—ষ্যা** হাতীৰ কঁকালত বন্ধা পেটী।
**দূষ** *বিণ.* (সমাসৰ শেষত দোষজনক, দোষকাৰক অৰ্থত) পংক্তিদূষ, **—ণঃ** *পু.* ৰাৱণৰ ভায়েক, **—ণাৰিঃ** শ্ৰীৰাম।
**দূষক** *বিণ.* ১। দূষিত, নষ্ট. বেয়া, কলুষিত, ২। পাপযুক্ত, দুষ্ট, **—কঃ** পাপী মানুহ, ভ্ৰষ্টাচাৰী।
**দূষিঃ, ষিকা** *স্ত্রী.* ১। চকুৰ কেটাৰ, ফেঁচকুৰি, ২। ৰং তুলি, তুলিকা, লেখনী, ৩। এবিধ চাউল।
**দূষিত** (দূষ ণিচ ক্ত) দোষযুক্ত মহা ১।১৪০।২৬; নষ্ট, বিনষ্ট, নিন্দিত, **—তা** ধৰ্ষিতা, বিনষ্টা, কলঙ্কিতা।
**দৃ** আদৰে (তুদা আ সক দ্ৰিয়তে) ১। আদৰ কৰ। শ্ৰদ্ধা কৰ, সম্মান দেখুৱা, পূজা কৰ, ২। আশা কৰ। দৃ ধাতু উপসৰ্গ 'আ'ৰ (আ-দৃ) লগতহে ব্যৱহাৰ হয়।
**দৃক্** (শ্) স্ত্রী. চকু, **—প্ৰসাদা** এবিধ অঞ্জন, **—শ্ৰুতিঃ** (দৃশৌ এব শ্ৰুতী কৰ্ণৌ যস্য) সাপ, **—ৱিষঃ** সাপ।
**দৃকং** *ক্লী.* (দৃ ৱিদাৰে কক) ছিদ্ৰ, ফুটা, বিন্ধা।
**দৃঢ়** *বিণ.* (দৃহ ক্তঃ) ১। সুদৃঢ়, প্ৰগাঢ়, ২। শক্ত, ৩। স্থুল, ৪। স্থিৰ, ৫। ঘন, কঠিন, ৬। প্ৰচুৰ, অতিশয়, শক্তিমান, বলৱান, ৭। বিশ্বস্ত, ৮। স্থায়ী, ৯। সঠিক, **—ঢ়ং** *অব্য.* দৃঢ়ভাৱে। অতি বেছিকৈ, সম্পূৰ্ণৰূপে। **—ঢ়ং** *ক্লী.* লোহা, প্ৰাচুৰ্য্য, **—ঢ়ঃ** *পু.* ১। সাত বিধ ৰূপকৰ এবিধ, ২। ত্ৰয়োদশ মনুৰ এজন পুত্ৰ, **—কাণ্ডঃ, —গ্ৰন্থিঃ —পত্ৰঃ, —মূলঃ** বাঁহ গছ, **—দংশকঃ** হাঙৰ, **—ধনঃ** বুদ্ধ, **—নিশ্চয়ঃ** দৃঢ়মনা, দৃঢ়সঙ্কল্প, **—নীৰঃ —ফলঃ** নাৰিকল গছ, **—প্ৰতিজ্ঞ** দৃঢ় নিৰ্ণয়। কোনো কাম কৰাৰ বাবে দৃঢ়তাৰে মনস্থিৰ, সঙ্কল্প কৰা, (লোক)। **—মুষ্টি** *বিণ.* কৃপণ (ষ্টিঃ) তৰোৱাল, **—লোমা** ধনৰীয়া গাহৰি, **—ব্ৰত** ১। বিশ্বাসী, ২। দৃঢ় সঙ্কল্প, ৩। ব্ৰত পালনত দৃঢ়তাযুক্ত, ৪। যত্নশীল, **—সন্ধি** সুদৃঢ় বন্ধন, দৃঢ়ভাৱে সংযুক্ত।
**দৃত** *বিণ.* আদৃত, সমাদৃত, পূজিত, **—তা** জীৱা।
**দৃতিঃ** *পু.* ১। পানী ৰখাৰ বাবে ছালৰ থৈলা। মনু ২।৯৯, ২। জন্তুৰ ছাল, চৰ্ম, ৩। মাছ, ৪। কমাৰৰ ভাতী, ৫। মেঘ, ৬। গৰুৰ গলধন, **—হৰিঃ** কুকুৰ।
**দৃন্** *অব্য.* হিংসা।
**দৃনকুঃ** *স্ত্রী.* ১। সাপ, ২। চক্ৰ, ৩। বজ্ৰ।

**দৃনভূঃ** *পু.* (দৃম্ফতীতি দৃনফ কৃঃ) ১। ইন্দ্ৰৰ বজ্ৰ, ২। সূৰ্য্য, ৩। ৰজা, ৪। যমৰাজ।

**দৃপ্** ক) সন্দীপনে (ভ্বা চুৰা, প সক দৰ্পতি, দৰ্পয়তি) জ্বলা, জুই লগা, জুই দি, জ্বলাই দি।

খ) হৰ্ষে, গৰ্বে (দিৱা প অক দৃপ্যতি) ১। অহঙ্কাৰ কৰ, গৰ্ব কৰ, গৰ্বত ওফন্দি পৰ, ২। আনন্দ কৰ, আনন্দিত হ, ৩। আনন্দোল্লাসত মত্ত হ।

গ) বাধনে (তুদা প সক দৃপতি) ১। কষ্ট দি, যাতনা দে, পীড়ন কৰ, ২। আঘাত কৰ।

**দৃপ্ত** (দৃপ্ ক্ত) ১। গৰ্বী, মদগৰ্বী, অহঙ্কাৰী, ২। মতলীয়া, পাগল, উচ্ছৃঙ্খল।

**দৃপ্ৰ** *বিণ.* (দৃপ্ ৰক্) গৰ্বিত, শক্তিশালী, বলৱান।

**দৃশ্** প্ৰেক্ষে (ভ্বা প সক পশ্যতি) ১। চা, দেখ, দেখা হ, দৰ্শন কৰ, দৃষ্টি পেলা, মে ১০; ২। মন কৰ বিবেচনা কৰ, ৩। সাক্ষাত কৰ, ৪। শিক, শিক্ষা ল, বুজ, ৫। নিৰীক্ষণ কৰ, অন্বেষণ কৰ (কৰ্মবা) দৃশ্যতে, (ণিজন্ত) দৰ্শয়তি -তে (সনন্ত) দিদৃক্ষতে (যঙন্ত) দৰীদৃশ্যতে।

**দৃশ(ষ)** দ শিল, পাথৰ, পাষাণ।

**দৃশ(ষ)দ্বতী** *স্ত্ৰী.* এখন নদীৰ নাম। মহা ৩।৮৩।৪।

**দৃশা** *স্ত্ৰী.* চকু। **—কাঙ্ক্ষ্যং** *ক্লী.* পদুম, **—ন** *বিণ.* দৃশ্যমান, **—নং** জ্যোতি, **—নঃ** আচাৰ্য্য। উপাধ্যায়।

**দৃশিঃ, দৃশী** *স্ত্ৰী.* ১। চকু, ২। দৃকশক্তি।

**দৃশ্য** *বিণ.* ১। দৃশনীয়, দ্ৰষ্টব্য, মহা ৩।১৩০।৫; ২। এবিধ কাব্য, দৃশ্যকাব্য, যেনে, বেণীসংহাৰ (আন বিধ শ্ৰব্যকাব্য যেনে ৰামায়ণ)।

**দৃষদ্** *স্ত্ৰী.* ১। শিল, পাথৰ, পাষাণ, মে ৫৭; ২। মাইলৰ খুঁটি, ৩। মচলা বটা পটা।

**দৃষদোপলঃ** *পু.* পটাশুটি।

**দৃষ্ট** *বিণ.* (দৃষ্ কৰ্মণি ক্তঃ) দেখা, লক্ষিত, পৰিলক্ষিত প্ৰকাশিত, জ্ঞাত, শিক্ষাপ্ৰাপ্ত, নিৰ্দিষ্ট, নিৰ্দ্ধাৰিত, স্থিৰীকৃত, **—ষ্টং** *ক্লী.* নিজৰ বা পৰৰ দ্বাৰা আহিব পৰা ভয়। শত্ৰুভয়, ডকাইত আদিৰ পৰা ভয় বা আতঙ্ক, **—কূটং** সাঁথৰ, **—ৰজাঃ** *(স্)* *স্ত্ৰী.* ঋতুমতী কন্যা। প্ৰৌঢ়া।

**দৃষ্টান্তঃ** *পু.* ১। উদাহৰণ, ২। অলঙ্কাৰ শাস্ত্ৰৰ এবিধ অলঙ্কাৰ, য'ত এটা উদাহৰণেৰে এটা বিষয় প্ৰতিপন্ন কৰা হয়, ৩। শাস্ত্ৰ, ৪। মৃত্যু।

**দৃষ্টিঃ** *স্ত্ৰী.* (দৃশ্ কৰণে ক্তিন্) ১। দৰ্শন, ২। জ্ঞান, বুদ্ধি, অনুভূতি, ৩। চকু, দৃষ্টি শক্তি, ৪। মানসিক দৃষ্টি, বিবেচনা, **—কূটং** স্থলপদ্ম, **—ক্ষেপঃ** দৃষ্টিপাত, **—গোচৰ** চকুৰ আগলৈ অহা, **—পথঃ** চকু যিমান দূৰলৈ যাব পাৰে সিমান দূৰ, **—পূত** চকুৰ চাৱনিৰ দ্বাৰা পৱিত্ৰ হোৱা, **—বন্ধুঃ** জোনাকী পৰুৱা, **—ৱিক্ষেপ** কেৰাকৈ চোৱা, কটাক্ষ, **—ৱিভ্ৰমঃ** ছলাহী, কামুক দৃষ্টি, **—ৱিষঃ** সাপ।

**দৃহ্ দৃংহ্** বৃদ্ধৌ (ভ্বা প অক দৰ্হতি, দৃহংতি) ১। বৃদ্ধি হ, ডাঙৰ হ, বাঢ়ি যা, ২। উন্নতি কৰ, ৩। বান্ধ, বান্ধি পেলা, ৪। দৃঢ় হ, কটকটীয়া হ।

**দৄ** বিদাৰে (দিৱা, ক্ৰ্যা প সক দীৰ্যতি, দৃণাতি) ভাঙি পেলা, ছিঙি পেলা, দুটুকুৰা কৰ, ছিন্ন ভিন্ন কৰ, কাটি টুকুৰা-টুকুৰ কৰ, (কৰ্মবা) দীয়তে। (ণিজন্ত) দাৰয়তি। উপসৰ্গ, বি, অব, আ আদিৰ লগতো অৰ্থ একে থাকে।

**দে** পালনে (ভ্বা আ সক দয়তে) পালন কৰ, ৰক্ষা কৰ, সেৱা যত্ন কৰ, দয়া কৰ।

**দেদীপ্যমান** *বিণ.* (দীপ যৎ শানচ্) অতিশয় দীপ্তিমান।

**দেয়** *বিণ.* (দা অচো যৎ) ১। দাতব্য, হি ১।৩৬।২; ২। পৰিশোধ কৰিব লগীয়া, মনু ৮।১৩৯।

**দেৱ্** দেৱনে (ভ্বা আ অক দেৱতে) ১। খেলা কৰ, ধেমালি কৰ, স্ফূৰ্তি কৰ, বাজি খেল, ২। শোক কৰ, ৩। উজ্জ্বল কৰ।

**দেৱ** *বিণ.* দৈৱ, স্বৰ্গীয়, অলৌকিক, গী ৯।১১; **—ৱং** *ক্লী.* ইন্দ্ৰিয়, মুণ্ড ৩।১।৮।

**দেৱঃ** *পু.* (দীব্যতি আনন্দেন ক্ৰীড়তীতি দিৱ অচ্) ১। দেৱতা, ইষ্ট দেৱতা, মনু ৩।১১৭; ২। ৰজা, ৩। মেঘ, মহা ৩। ২৩৫।২৩; ইন্দ্ৰ দেৱতা, ৪। পাৰা, ৫। ব্ৰাহ্মণৰ উপাধি বিশেষ, ৬। ঋত্বিক, ঋবে ৯।৯৬।৫; ৭। মহাদেৱ, **—কঃ** *পু.* যদুবংশৰ এজন ৰজা, শ্ৰীকৃষ্ণৰ মাকৰ পিতাক, মহা ১।৬৭।৬৯; **—কৰ্দমঃ** এবিধ আতৰ, **—কাত্মজা** দেৱকী **—কাষ্ঠং** দেৱদাৰু, **—কিৰী** মেঘৰাগিণী, **—কী** শ্ৰীকৃষ্ণৰ মাক। কাশ্যপপত্নী আদিত্যবংশজাতা দেৱমাতা। 'কশ্যপো ৱসুদেৱশ্চ। দেৱমাতা চ দেৱকী। পূৰ্বপূণ্যফলেনৈৱ সংপ্ৰাপ শ্ৰীহৰিং সুতম্।। **—কীনন্দনঃ, —কীসুনুঃ** শ্ৰীকৃষ্ণ, **—কুণ্ডং** নিজৰা, **—কুলং** মন্দিৰ, **—কুসুমং**

লৱঙ্গ, লং, —**খাতং —খাতকং** ১। মন্দিৰৰ কাষৰ পুখুৰী, ২। অকৃত্ৰিম জলাশয়, ৩। প্ৰাকৃতিক পুখুৰী, —**খাতৱিলং** গুহা, —**গান্ধাৰী**, শ্ৰীৰাগিণী, —**গায়নঃ** গন্ধৰ্ব, —**গিৰী** *স্ত্ৰী.* ১। এখন পৰ্বত, ২। এবিধ ৰাগিণী, —**গুৰুঃ** ১। বৃহস্পতি, ২। (পিতা অৰ্থত) কাশ্যপ, —**গৃহং** ১। দেৱালয়, ২। ৰাজভৱন, ৩। সূৰ্য্য, চন্দ্ৰাদি জ্যোতিৰ্মণ্ডলসমূহ, —**চৰ্য্যা** দেৱতাৰ পূজা, —**চিকিৎসকৌ** অশ্বিনীকুমাৰদ্বয়, —**ছন্দঃ** এশডাল গুণা থকা মুক্তাৰ হাৰ, —**ট** *বিণ.* শিল্পী, —**ট্টী** স্ত্ৰী. গণ্ডা চিলনী, —**তৰুঃ** *পু.* দেৱ বৃক্ষ, স্বৰ্গত থকা গছ, যেনে মদাৰ, পাৰিজাত, সন্তান, কল্পতৰু, হৰিচন্দন, —**তাড়ঃ** (দেৱৌ চন্দ্ৰাৰ্কৌ তাড়য়তীতি দেৱ তাড়ি কৰ্মণি অণ্) ১। ৰাহু, ২। অগ্নি, —**দত্তঃ** ১। বুদ্ধৰ ভায়েক, ২। অৰ্জুনৰ শঙ্খৰ নাম, গী ১।১৫; —**দাৰুঃ** *পু.* পাৰ্বতীৰ প্ৰিয় দেৱদাৰু গছ, ৰ ২।৩৬, —**দাসী** *স্ত্ৰী* ১। মন্দিৰৰ কাম কৰা ভৃত্যা। ২। মন্দিৰত দেৱতাৰ সমুখত নৃত্য কৰা কন্যা, বেশ্যা, —**দীপঃ** চকু, —**দুন্দুভিঃ** ১। ৰক্ত তুলসী, ২। দেৱতাসকলে বজোৱা বাদ্য, —**দেৱঃ** ব্ৰহ্মা, শিৱ, বিষ্ণু —**দ্ৰোণী** দেৱযাত্ৰা। দেৱতাক লৈ শোভাযাত্ৰা, —**দ্ৰাক্** (দেৱানঞ্চতি পূজয়তীতি ক্বিন) দেৱপূজক, পূজাৰী, দেৱতাৰ সমীপলৈ যোৱা লোক, —**ধান্যং** জোঁৱাৰ, —**ধূপঃ** গুগ্গুল, —**নং** ব্যৱহাৰ (বেপাৰ-বণিজাদি), জিগীষা, ক্ৰীড়া, উদ্যান, পদুম, শোক (পৰিদেৱনা), দ্যুতি, স্তুতি, কান্তি, গতি। দ্যুত ক্ৰীড়া, মনু ৯।২২২; (—**নঃ**) পাশাৰ গুটি। —**নদী** গঙ্গানদী, —**নন্দী** ইন্দ্ৰৰ দ্বাৰপাল, —**না** ক্ৰীড়া, সেৱা, —**নাগৰী** দেৱনাগৰী লিপি। সংস্কৃত, হিন্দী, নেপালী, মাৰাঠী, বড়ো আদি বহুতো ভাৰতীয় ভাষা লিখাত এই লিপি ব্যৱহাৰ কৰা হয়, —**নিকায়ঃ** স্বৰ্গ, —**ন্দিকঃ** নাস্তিক, —**নিৰ্মিত** প্ৰাকৃতিক, —**পতিঃ** ইন্দ্ৰ, —**পথঃ** দেৱতা বিলাকৰ পথ, ছায়া পথ, তীৰ্থ বিশেষ, মহা ৩।৮৫।৫; —**পশুঃ** বলিৰ পশু। দেৱতালৈ আগ বঢ়োৱা পশু। —**পূঃ** (ৰ্) (দেৱানাং পূঃ পুৰী) অমৰাৱতী —**পূজ্যঃ** বৃহস্পতি, —**প্ৰশ্নঃ** গ্ৰহ নক্ষত্ৰাদিৰ বিষয়ে জিজ্ঞাসা। জ্যোতিষ শাস্ত্ৰ। —**প্ৰিয়ঃ** বকফুল, শিৱ, —**বলিঃ** দেৱতাৰ উদ্দেশ্যে কৰা উছৰ্গা, —**ব্ৰহ্মা (ন্)** *পু.* নাৰদ মুনি, —**ভূঃ** দেৱতা, —**ভূতিঃ** *স্ত্ৰী.* মন্দাকিনী, গঙ্গা নদী, —**ভৃৎ** *পু.* বিষ্ণু, ইন্দ্ৰ, —**মণিঃ -মানকঃ** কৌস্তুভ মণি, শিৱ, ব্ৰহ্মা, —**মাতা** অদিতি। ভা ৩।১।৩৩; —**মাতৃক** বৰষুণৰ পানীৰ ওপৰত নিৰ্ভৰশীল ভূমি বা ৰাজ্য। কি ১।১৭; —**যজনং** যজ্ঞভূমি, —**যজ্ঞঃ** ১। দেৱতাৰ উদ্দেশ্যে কৰা যজ্ঞ, ২। পঞ্চযজ্ঞৰ এটা, —**যাত্ৰা** দেৱতা বিগ্ৰহক লৈ শোভাযাত্ৰা, —**যানং -ৰথঃ** দেৱতাৰ ৰথ, —**যানী** *স্ত্ৰী.* শুক্ৰাচাৰ্য্যৰ কন্যা। বৃহস্পতিৰ পুত্ৰ কচে এবাৰ কোনো দেৱকাৰ্য্যৰ বাবে শুক্ৰাচাৰ্য্যৰ ওচৰলৈ যাওঁতে দেৱযানীয়ে কচৰ মনোহৰ ব্যক্তিত্ব দেখি মোহিতা হৈ পত্নীৰূপে গ্ৰহণ কৰিবলৈ কচক অনুৰোধ কৰে। গুৰুকন্যা বুলি জানি কচে বিয়া কৰাবলৈ অমান্তি হোৱাত 'তই কোনো বিদ্যাতে সিদ্ধিলাভ কৰিব নোৱাৰিবি' বুলি তাই অভিশাপ দিলে। বিনা দোষত শাপগ্ৰস্ত হৈ কচেও খঙতে তাইকো অভিশাপ দিলে যে তাইক কোনো ব্ৰাহ্মণে বিয়া নকৰাব। নহুষৰ পুত্ৰ যযাতিৰ লগত দেৱযানীৰ বিযা হয়। দেৱযানীৰ দুটা পুত্ৰ যদু আৰু তুৰ্বসু। মহা ১।৬৭; অ, —**যু** *বিণ.* ধাৰ্মিক, —**যোনিঃ** ১। স্বৰ্গীয় প্ৰাণী। যেনে গন্ধৰ্ব, কিন্নৰ, বিদ্যাধৰ, অপ্সৰা, পিশাচ, ভূত, প্ৰেত ইত্যাদি, ২। দেৱস্থান, —**যোষা** অপ্সৰা, —**ৰঃ** *পু.* দেওৰ, পত্নীৰ ভায়েক, —**ৰহস্যং** অলৌকিক ৰহস্য, নীচ ব্ৰাহ্মণ, —**লতা** নৱমল্লিকা লতা, —**লিঙ্গ** বিগ্ৰহ, —**মূৰ্ত্তি —লোকঃ** স্বৰ্গ, —**ৱৰ্ত্ম** অগ্নি, —**বৰ্দ্ধকিঃ** বিশ্বকৰ্মা **ৱক্তৃং —বাহনঃ** অগ্নি, —**ব্ৰত**, ভীষ্ম, কাৰ্ত্তিকেয়, —**শুনী** দেৱকুকুৰী সৰমা, —**শেষং** দেৱযজ্ঞৰ অৱশেষ, —**শ্ৰুতঃ** ১। বিষ্ণু, ২। নাৰদমুনি, ৩। কোনো পৱিত্ৰ গ্ৰন্থ, ৪। ঈশ্বৰ, ৫। শুক্ৰাচাৰ্য্যৰ পুত্ৰ এজনৰ নাম, —**শ্ৰেণী** মূৰ্বা লতা, —**সভা** ১। দেৱতাৰ সমাজ, ২। জুৱাৰ আড্ডা, —**সভ্য** ১। জুৱাৰী, ২। বিগ্ৰহ ৰক্ষক, —**সাযুজ্যং** দেৱত্ব, —**সেনা** ১। দেৱতাৰ সেনাবাহিনী, ২। ইন্দ্ৰৰ কন্যা, ৩। প্ৰজাপতিৰ কন্যা, ৪। কাৰ্ত্তিকেয়ৰ পত্নী (—**পতিঃ**) কাৰ্ত্তিকেয়, —**স্বং** দেৱকাৰ্য্যত ব্যৱহাৰ হোৱা সম্পদ। মনু ১১।২৬; যজ্ঞশীলধন, মনু ১১।২০; —**হবিঃ** বলিৰ পশু, —**হূঃ** *পু.* বাওঁ কাণ, ভা ৪।২৯।১২ ।

**দেৱা** *স্ত্ৰী.* মূৰ্বা লতা, —**ঙ্গনা** অপ্সৰা, —**ক্ৰীড়ঃ** নন্দন কানন, —**গাৰঃ** মন্দিৰ, —**ধিদেৱঃ** মহাদেৱ, —**ধিপঃ**

ইন্দ্ৰ, —ন্নং দেৱতাৰ ভোগ, —ৰণ্যং ফুলনি, —ৰিঃ দৈত্য, —লয়ঃ দেবমন্দিৰ, স্বৰ্গ, —লা সঙ্গীতৰ ৰাগিণী বিশেষ, —ৱাসঃ অশ্বত্থ গছ, বট গছ, —শ্বঃ উচ্চৈঃস্বৱা ঘোঁৰা।

**দেৱাংশঃ** ভগৱানৰ অংশাবতাৰ।

**দেৱিক, —ৱিলঃ** ১। স্বৰ্গীয়, ২। দেৱতা সম্বন্ধীয়, **—কা** ১। হিমালয়ৰ পৰা ওলোৱা এখন নদীৰ নাম, ২। যুধিষ্ঠিৰৰ পত্নীৰ নাম, মহা ১।৯৫।৭৬; ৩। ধতুৰা।

**দেৱী** ১। নাৰী দেৱতা, দেৱতাৰ পত্নী, ২। দুৰ্গা, সৰস্বতী, ৩। সম্ৰাজ্ঞী, ৪। আদৰণীয়া নাৰীয়ে লিখা এটা সম্মানৰ উপাধি। যেনে অমুকী দেৱী।

**দেৱেজ্যঃ** বৃহস্পতি।

**দেশঃ** *পু.* (দিশ্যতে নিৰ্দিশ্যতে ইতি দিশ্ কৰ্মণি ঘঞ্) ১। ভূমণ্ডলৰ এটা অংশ, ৰাজ্য, অঞ্চল, স্থান, ২। বিভাগ, অংশ, ৩। আইন ব্যৱস্থা, বিধি, সংহিতা, **—ক** শাসক, উপদেষ্টা, **—ৱাৰী** সঙ্গীতৰ ৰাগিণী বিশেষ, **—কালজ্ঞ** যি স্থান আৰু কালৰ বিষয়ে অভিজ্ঞ, **—জ, —জাত** স্থানীয়, খিলঞ্জীয়া, প্ৰকৃত নিবাসী, **—ভাষা** স্থানীয় (মাতৃ) ভাষা, **—ব্যৱহাৰঃ** দেশাচাৰ, স্থানীয় লোকাচাৰ।

**দেশিক** স্থানীয়, খিলঞ্জীয়া, **—কঃ** গুৰু, পৰ্যটক, উপদেষ্টা।

**দেশিনী** তৰ্জনী আঙুলি।

**দেশী** *স্ত্ৰী.* ১। সঙ্গীতৰ ৰাগিণী বিশেষ, ২। দেশীয়, স্থানীয় ভাষা, ৩। এবিধ প্ৰাকৃত ভাষা।

**দেশীয়** *বিণ.* স্থানীয়, ৰাজ্যিক, খিলঞ্জীয়া, **—য়া** ওঠৰ বছৰীয়া কন্যা।

**দেশ্য** *বিণ.* ১। নিৰ্দেশযোগ্য, ২। স্থানীয়, ৩। প্ৰকৃত, আচল, ৪। ওচৰৰ, **—শ্যং** পূৰ্বপক্ষ। তৰ্কত প্ৰথমতে উত্থাপন কৰা বিষয়।

**দেষ্ণু** *বিণ.* (দা ইষ্ণুচ্) ১। দাতা, **—ষ্ণুঃ** *পু.* ধুবি।

**দেহং —হঃ** *পু. স্ত্ৰী.* (দিহ্ বৃদ্ধৌ অচ্) শৰীৰ, **—কৰ্তা** পিতা, **—কোষঃ** পাখী, শৰীৰৰ আৱৰণ, ছাল, **—ক্ষয়ঃ** ৰোগ, **—জঃ** পুত্ৰ, **—জা** কন্যা, **—ত্যাগঃ** মৃত্যু, আত্মহত্যা, **—দঃ** পাৰা, **—দীপঃ** চকু, **—ধৰ্ম** শৰীৰৰ ধৰ্ম, **—ধাৰকং** হাড়, **—ধাৰণং** জীৱিকা, **—ধৃক্** বায়ু, **—ভাক্** দেহধাৰী, **—ভুক্** *পু.* ১। আত্মা, ২। সূৰ্য্য, **—ভৃৎ** ১। দেহধাৰী প্ৰাণী, মনুষ্য, গী ৮৪; ২। সদাশিৱ, ৩। প্ৰাণ, **—যাত্ৰা** ১। মৃত্যু, ২। পুষ্টি, আহাৰ, **—লক্ষণং** শৰীৰত জন্মৰ পৰা থকা কোনো চিন, যেনে 'তিল', **—লা** মদ, **—লিঃ লীঃ** দুৱাৰডলি, **—বায়ুঃ** পঞ্চ প্ৰাণবায়ুৰ এবিধ, **—সাৰঃ** মজ্জা।

**দেহান্তৰং** *ক্লী.* আন এটা শৰীৰ, **—প্ৰাপ্তিঃ** *স্ত্ৰী.* এটা শৰীৰৰ পৰা আন এটালৈ গমন।

**দেহাত্মৱাদঃ** পদাৰ্থবাদ। নাস্তিকবাদ। চাৰ্বাকৰ মতবাদ, **—দী** (ন্) চাৰ্বাক।

**দেহাৱৰণং** বৰ্ম, পৰিচ্ছদ, পিন্ধা কাপোৰ।

**দেহী** (ন্) প্ৰাণী, শৰীৰী।

**দেহেশ্বৰঃ** আত্মা।

**দেহোদ্ভৱ, —দ্ভূত** *বিণ.* শৰীৰজ, আজন্ম, সহজাত।

**দৈ** শোধনে (ভ্বা প সক দায়তি) ১। শুদ্ধ কৰ, শোধন কৰ, মলমুক্ত কৰ, ২। পালন কৰ, **অৱ—** বগা কৰ, উজ্জ্বল কৰ, শোধন কৰ।

**দৈতেয়ঃ** *পু.* (দিতি ঢক্) দৈত্য, দানৱ; হৰিব ১৮২।৭৬।

**দৈত্যঃ** *পু.* (দিতেৰপত্যম্ ইতি ণ্যঃ) অসুৰ, মনু ১২।৪৮; **—গুৰুঃ** শুক্ৰাচাৰ্য্য, **—দেৱঃ** ১। বৰুণ দেবতা, ২। বায়ু দেবতা, **—নিষূ(সূ)দনঃ** *পু.* বিষ্ণু, **—পতিঃ** হিৰণ্যকশিপু, **—পুৰোধাঃ** *পু.* শুক্ৰাচাৰ্য্য, **—মাতা** দিতি, **—যুগং** অসুৰৰ যুগ, দ্বাদশ সহস্ৰ বছৰ (দেৱ মানত)।

**দৈত্যা** *স্ত্ৰী.* ১। ঔষধ, ২। মদ, **—ৰিঃ** বিষ্ণু, দেৱতা, **—হোৰাত্ৰঃ** *পু.* দৈত্যৰ এদিন এৰাতি। মানুহৰ এবছৰ।

**দৈনং** দীনতা। এদিনীয়া, **—ন্দিনং** দৈনিক।

**দৈনিকী** দিন হাজিৰা। দিন মজুৰি।

**দৈন্যং** *ক্লী.* ১। কৃপণতা, ২। দীনতা, ৩। দুৰ্দশা, শোক, ৪। দুৰ্বলতা, নীচতা।

**দৈৱ** *বিণ.* (দেৱাৎ আগত দেৱ অণ্) দেবতা সম্বন্ধীয়, স্বৰ্গীয়, মনু ৩।৭৫, গী ১৬।৩, **—ৱং** ভাগ্য, নিয়তি, **—ৱঃ** *পু.* আঠ বিধ বিবাহৰ এবিধ। এই বিবাহত কন্যাদাতাই কন্যাক যজ্ঞৰ ঋত্বিজক দান কৰে। মনু ৩।২, **—কী** শ্ৰীকৃষ্ণৰ মাক, **—কোৱিদা** দৈৱজ্ঞা, **—জ্ঞঃ** গণক, জ্যোতিষী, দেভা ১।২০।৩৪; **—জ্ঞা** দৈৱজ্ঞৰ পত্নী। নাৰী জ্যোতিষী, **—তঃ** দেৱতা, **—দীপঃ** চকু, **—পৰ** দেৱনিষ্ঠ, **—প্ৰশ্নঃ** শুভাশুভ

বিষয়ক প্ৰশ্ন। দৈৱবাণী, **—যুগং** দেৱতাৰ এযুগ। দেৱমানত দ্বাদশ সহস্ৰ বছৰ, মনুষ্য মানত চাৰিযুগ, **—লক** ভয়ভীত, **—লেখকঃ** গণক, **—ৱাণীঃ** আকাশ বাণী। সংস্কৃত ভাষা।

**দৈৱাকৰিঃ** *পু.* শনি, যমৰাজ, **—ৰী** যমুনা নদী।

**দৈৱাৎ** *অব্য.* হঠাৎ, অকস্মাতে।

**দৈৱাৰিপঃ** শঙ্খ।

**দৈৱাহোৰাত্ৰঃ** *পু.* দেৱতাৰ এটা সম্পূৰ্ণ দিন। (দিনে ৰাতি) মনুষ্যৰ এটা বছৰ।

**দৈৱিক** *বিণ.* দেৱতা সম্বন্ধীয়, মনু ১।৬৫।

**দৈৱী** *বিণ.* দৈৱিক। এবিধ চিকিৎসা। চিকিৎসা তিনি বিধ, আসুৰী, মানুষী আৰু দৈৱী।

**দৈৱ্যং** *ক্লী.* (দেৱস্য ইদম যঞ্) দৈৱ, ভাগ্য।

**দৈশিক** *বিণ.* (দেশে ভৱ ঠঞ্) দেশ সম্বন্ধীয়, স্থানীয়, ৰাষ্ট্ৰীয়, স্থান সম্পৰ্কে অভিজ্ঞ, শিক্ষা সম্বন্ধীয়, **—কঃ** *পু.* শিক্ষক, উপদেশক।

**দৈষ্টিকঃ** *পু.* ভাগ্যক্ৰমে জন্ম হোৱা সন্তান। দৈৱনিষ্ঠ পুৰুষ।

**দৈহিক** *বিণ.* দেহ সম্বন্ধীয়, শাৰীৰিক।

দো ছেদে (দিৱা প সক দ্যতি) ১। ছেদন কৰ, কাট, কাটি পেলা, কাটি দুভাগ কৰ, ২। শস্য কাট, কাটি চপা।

দোঃ (স্ ষ্) *পু.* (দাম্যত্যনেনেতি দমু ডোসিঃ) বাহু, হাত, (কিলাকুটিৰ পৰা মণিবন্ধলৈকে), **—শালী** বাহুবলী, সাহসী, বে ৩।৩২; **—শিখৰং** কান্ধ, **—সহস্ৰভৃ** বাণ ৰজা, কাৰ্তবীৰ্যাৰ্জুন।

**দোগ্ধা (ঋ)** *পু.* ১। গৰু পোৱালি, ২। গোপালক, গো দোহনকাৰী, ৩। স্তুতিপাঠক **—গ্ধ্ৰী** ১। গাইগৰু, ৰ ২।২৩; ২। (স্তনত গাখীৰ থকা) ধাইমা।

**দোধঃ** (দুহ্ অচ্) গৰু পোৱালি, **—কঃ** এবিধ ছন্দ।

**দোৰঃ** দোল, ৰচি। **—ক** বীণাৰ তাঁৰ বন্ধা ৰচি।

**দোলঃ** ১। ঝুলনা, দোলন, ২। ফাগুনৰ পূৰ্ণিমাত শিশু কৃষ্ণক ঝুলনাত তুলি কৰা উৎসৱ (দোলযাত্ৰা), ৩। শ্ৰাৱণী পূৰ্ণিমাত শ্ৰীকৃষ্ণৰ ঝুলনযাত্ৰা।

**দোলা, —দোলিকা, —দোলী** *স্ত্ৰী.* ১। দোলা, পাল্কী, ২। দোলনা, ৩। সন্দেহ, অনিশ্চয়তা, **—থিৰূহ, —ৰূহ** ১। দোলাত উঠি (লৰি) থকা, ২। অস্থিৰ মনা, চঞ্চল, অস্থিৰ, **—যুদ্ধং** কৃতকাৰ্য্যত অনিশ্চয়তা।

**দোষঃ** *পু* (দূষ্যতে ইতি দুষ্ বৈকৃত্যে নিচ ঘঞ্) ১। দূষণ, দোষ, দুৰ্বলতা, দাগ, কলঙ্ক, কালিমা, ২। ভুল, ভ্ৰান্তি, ৩। অপৰাধ, পাপ, মনু ৮।২৪৫; ৪। ক্ৰূৰতা, ৫। অনিষ্ট, বিপদ, আঘাত, ৬। কুপৰিণাম, ৭। বাত, পিত্ত আৰু কফৰ ৰোগ, ৮। (ন্যায়) লক্ষণৰ দোষ— অব্যাপ্তি, অতিব্যাপ্তি, আৰু অসম্ভৱ, ৯। (অলঙ্কাৰ) পদ, পদাংশ, বাক্য, ৰস আৰু অৰ্থৰ দোষ।, ১০। গৰু পোৱালি, ১১। যুক্তিৰ খণ্ডন, **—কঃ** গৰু পোৱালি, **—কৰ** *বিন্* অনিষ্টকাৰী, **—গ্ৰস্ত,** অপৰাধ, শাস্তিপ্ৰাপ্ত, দোষী, ত্ৰুটিপূৰ্ণ, **—গ্ৰাহী** (ন্) খল, দুষ্ট, হিংসুক, অনিষ্টকাৰী, **—জ্ঞ** ১। দোষ সম্বন্ধে সম্পূৰ্ণ জ্ঞান থকা (ব্যক্তি), জ্ঞানী, ২। চিকিৎসক, **—ত্ৰয়ং** বাত, পিত্ত, কফৰ বেমাৰ, **—দৃষ্টি** ৰ্বৃতি, উলিয়াই ফুৰা (মানুহ), **—প্ৰসঙ্গঃ** নিন্দা, ভৰ্ৎসনা, **—ভাক্** (জ) দোষী, ত্ৰুটীপূৰ্ণ, **—ল** *বিণ* দোষণীয়, দোষযুক্ত।

**দোষণং** *ক্লী.* নিন্দা, অভিযোগ।

**দোষা** *স্ত্ৰী.* (দুষ ঘঞ্ টাপ্) ৰাতি, নিশা, আস ২৯৮; (দম্ ডোসিঃ টাপ্) বাহু, **—কৰঃ** চন্দ্ৰ, **—তন** ৰাতি হোৱা, **—তিলকঃ —স্যঃ** প্ৰদীপ, বত্তি।

**দোষিকঃ** *পু.* ৰোগ।

**দোষী** (ন্) দোষযুক্ত, দোষণীয়। অপৰাধী।

**দোষৈকদৃক্** (শ) মাথোন দোষ দেখি ফুৰা লোক; দোষদৰ্শী।

**দোস্থঃ** *পু.* ক্ৰীড়া, খেলা, খেলুৱৈ, সেৱা, সেৱক, ভৃত্য।

**দোহঃ** ১। দোহন পাত্ৰ। গাখীৰ খীৰোৱা পাত্ৰ, ভা ৪।18।২৭; ২। দুগ্ধ, গাখীৰ, ৩। দোহন কাৰ্য্য, **—ড়িক** দোহা ছন্দ। **—দং —দঃ** ১। গৰ্ভৱতী তিৰোতাৰ অভিলাষ। সাধভক্ষণ। আঠমাহ গৰ্ভত থকা তিৰোতাক পঞ্চামৃত আদি খুউৱা সংস্কাৰ কৰ্ম, ২। গৰ্ভাৱস্থা, ৩। অত্যন্ত প্ৰবল ইচ্ছা, অভিলাষ, ৪। কোনো কোনো বৃক্ষৰ অঙ্কুৰিত হৱলৈ ইচ্ছা। যেনে পাদাঘাতাদ অশোকঃ, যুৱতী নাৰীৰ পদাঘাতত অশোক ফুলে, মুখেৰে পানী ছটিয়ালে বকুল ফুলে, স্পৰ্শ কৰিলে প্ৰিয়ঙ্গু, গীত গালে আম ফুলে ইত্যাদি, **—লক্ষণং** গৰ্ভ, বয়ঃসন্ধি (যেনে, কিশোৰৰ পৰা যুৱক), **—ৱতী** অন্নপানাদি খাদ্য-দ্ৰব্যৰ প্ৰতি গৰ্ভৱতী তিৰোতাৰ অভিলাষ, **—লী** অশোক গছ, **—লঃ** ইচ্ছা।

**দোহনং** *ক্লী.* গাখীৰ খীৰোৱা কাৰ্য্য, **—নী** দোহন পাত্ৰ।
**দোহ্য** *বিণ.* দোহনীয়, **—হ্যং** গাখীৰ।
**দৌঃশীল্য** বদ্‌মেজাজী, দুষ্টামি, কুস্বভাৱী।
**দৌঃসাধিকঃ** ১। দুৱৰী, দ্বাৰপাল, মজদুৰ, ২। গাওঁবুঢ়া।
**দৌকূলঃ —গূলঃ** *পু.* পাটৰ কাপোৰেৰে ঢকা গাড়ী, **—লং** পাটৰ কাপোৰ।
**দৌত্যং** *ক্লী.* বাতৰি, দূতকাৰ্য্য।
**দৌৰাত্ম্য** *ক্লী.* ১। দুষ্টামি, বদমেজাজী, ২। অনাচাৰ।
**দৌৰ্গত্যং** *ক্লী.* দুৰ্গতি, দুৰ্দশা, দীনতা।
**দৌৰ্গন্ধ্যং** *ক্লী.* বেয়া গন্ধ, দুৰ্গন্ধতা, মহা ৩২৬০।১৩।
**দৌৰ্গ্যং** *ক্লী.* দুৰ্গ সম্বন্ধীয়।
**দৌৰ্জন্যং** দুৰ্জনতা, অসততা।
**দৌৰ্বল্য** দুৰ্বলতা, ক্ষীণবলত্ব, বীৰ্য্যহীনতা; মনু ৮।১৭১।
**দৌৰ্ভাগ্যং** *ক্লী.* দুৰ্ভাগ্যতা, ভাগ্যহীনতা।
**দৌৰ্ভাগিনেয়ঃ** *পু.* দুৰ্ভগীয়াৰ পুত্ৰ। পতিত্যক্তা ভগিনীৰ পুত্ৰ।
**দৌৰ্ভ্রাত্ৰং** *ক্লী.* ভায়েকবিলাকৰ মাজত অমিল, কাজিয়া-পেঁচাল।
**দৌৰ্মনস্যং** *ক্লী.* (দুৰ্মনসো ভাৱঃ) মানসিক কষ্ট। পীড়া, নিৰাশ ভাব।
**দৌৰ্মন্ত্ৰ্যং** *ক্লী.* কুমন্ত্ৰণা, অসৎ উপদেশ।
**দৌৰ্বচস্যং** *ক্লী.* বেয়া কথা। অশ্লীল ভাষা।
**দৌৰ্হদং, দৌহৃদং** *ক্লী.* দূষিত হৃদয়, ইচ্ছা, দোহদ, গৰ্ভৱতী তিৰোতাৰ ইচ্ছা, মহা ৫।২৬।১৪।
**দৌলেয়ঃ** *পু.* (দুলেৰপত্যম ঢক্) কাছ।
**দৌল্মিঃ** *পু.* (দুল্ম ইণ্) ইন্দ্ৰ।
**দৌৱাৰিকঃ** *পু.* (দ্বাৰি নিযুক্তঃ) দ্বাৰ ৰক্ষক, দুৱৰী, দ্বাৰপাল। প্ৰতিহাৰ। দুৱৰীৰ লক্ষণঃ— ইঙ্গিতা-কাৰতত্ত্বজ্ঞো বলৱান্ প্ৰিয়দৰ্শন। অপ্ৰমাদী সদা দক্ষঃ প্ৰতীহাৰঃ স উচ্যতে।। চাণক্য।
**দৌশ্চৰ্য্যং** কদাচাৰ, দুষ্টাচাৰ। অপকৰ্ম।
**দৌষ্কুল, —ষ্কুলেয়** নীচবংশোদ্ভৱ। নিন্দিত বংশত জন্ম হোৱা। মহা ৩।১৯৩।২৩।
**দৌষ্মন্তিঃ** *পু.* দুষ্মন্তৰ পুত্ৰ ভৰত।
**দৌহিত্ৰঃ** *পু. স্ত্ৰী.* (দুহিতুৰপত্যম্ ইতি অণ্) ১। জীয়েকৰ পুতেক, মনু ৩।১৪৮, **—ত্ৰং** *ক্লী.* তিল শস্য, নাতিয়েক। **—ত্ৰী** *স্ত্ৰী.* জীয়েকৰ জীয়েক। নাতিনীয়েক।
**দৌহিত্ৰায়ণঃ** জীয়েকৰ পুতেকৰ পুতেক, আজো-নাতিয়েক।
**দ্যাৱাক্ষমে, দ্যাৱাপৃথিব্যৌঃ দ্যাৱাভূমৌ** স্বৰ্গ আৰু পৃথিৱী। মনু ৩।৮৬
**দ্যু** অভিসৰ্পণে (অদা প সক দ্যৌতি) ১। অভিমুখে যা, মুখামুখি হ, যুঁজ, ২। আক্ৰমণ কৰ, ভট্টি, ১৪।১০৪, দ্যৌতি সিংহো মৃগান্।
**দ্যু** *ক্লী.* (দ্যোতীতি দ্যু ক্বিপ্) ১। এদিন, ২। আকাশ, ৩। স্বৰ্গ (পু) অগ্নি, **—গঃ** (দ্যুনি গগনে গচ্ছতীতি গম্ ডঃ) চৰাই, **—চৰঃ** গ্ৰহ, পক্ষী, **—জয়ঃ** স্বৰ্গলাভ, **—ধুনিঃ —নদী** *স্ত্ৰী.* আকাশীগঙ্গা, **—নং** লগ্নৰ পৰা সপ্তম ৰাশি, **—নিশং** দিনে ৰাতি, **—নিৱাসী** দেৱতা, **—পতিঃ** ইন্দ্ৰ, সূৰ্য্য, **—মণিঃ** সূৰ্য্য, ভা ৮।১০।৩৮, **—ময়ী** বিশ্বকৰ্মাৰ কন্যাৰ নাম, **—ম্নং** *ক্লী.* ধন, বল, অন্ন, **—সদ্** (দ্যু স্বৰ্গে সীদতীতি সদ ক্বিপ্) দেৱতা। শি ১।৪৩, গ্ৰহ।
**দ্যুকঃ** *পু.* ফেঁচা।
**দ্যুৎ** দীপ্তৌ (ভ্বা আ অং দ্যোততে) ১। পোহৰ দি, ২। উজ্জ্বল হ, (নিজন্ত) দ্যোতয়তি পোহৰ কৰ, পোহৰাই পেলা, স্পষ্ট কৰ, উজ্জ্বল কৰ।
**দ্যুতিঃ** *স্ত্ৰী.* (দ্যু দীপ্তৌ ক্তিৎ) ১। দীপ্তি, শোভা, ভা ৮।৫।৪২, ২। ৰশ্মি,. ৩। ঐশ্বৰ্য্য, গৌৰৱ, ৪। চতুৰ্থ মনুৰ কালৰ এজন মুনিৰ নাম, হৰিব ৭।৭৫, **—কৰঃ** ধ্ৰুব, **—ত** *বিণ.* দীপ্তিবিশিষ্ট। উজ্জ্বল।
**দ্যুৱা(ন্)** *পু.* সূৰ্য্য।
**দ্যূতং —তঃ** *ক্লী. পু.* (দেৱনমিতি দিৱু ক্ৰীড়ায়াম্ ভাৱে ক্তঃ) পাশা আদি ক্ৰীড়া। পাশা খেল, জুৱা খেল, দেভা ১।১৮।৫১, মনু ৯।২২১, **—কৰঃ —কৃৎ** পু. জুৱাৰী, **—কাৰঃ** জুৱাৰ আড্ডাৰ গৰাকী, **—পূৰ্ণিমা, —পৌৰ্ণমাসী** কোজাগৰ পূৰ্ণিমা, ১। আহিন মাহৰ পূৰ্ণিমাৰ ৰাতি। লক্ষ্মী পূৰ্ণিমা। উজাগৰে থাকি শ্ৰীলক্ষ্মীদেৱীৰ সম্মানাৰ্থে মানুহে জুৱা খেলে। কিছুমান ঠাইত বিশেষকৈ উত্তৰ ভাৰতত কাতি মাহৰ অমাৱস্যাৰ দিনা (দীপান্বিতা) ৰাতি লক্ষ্মী পূজা পাতি ৰাতি জুৱা খেলে। উত্তৰ পূব ভাৰতৰ কিছুমান ৰাজ্যত শাক্তপন্থীসকলে দীপান্বিতাৰ দিনা ৰাতি শ্যামা (কালী) পূজা পাতে, **—প্ৰতিপদ** কাতি মাহৰ শুক্ল প্ৰতিপদ, **—বীজং** কড়ি, পাশাৰ গুটি, **—বৃত্তিঃ** জুৱা খেলেই যাৰ জীৱিকা।

**দূন** *বিণ.* ক্ষীণ দুৰ্বল, **—নং** লগ্নৰ পৰা সপ্তম ৰাশি।

**দ্যৈ** ন্যক্কৰণে (ভ্বা প সক দ্যায়তি) ১। ঘিণ কৰ, অৱজ্ঞা কৰ, ২। নষ্ট কৰ।

**দ্যো, দ্যৌঃ** *স্ত্ৰী.* ১। স্বৰ্গ, ২। আকাশ, **—তঃ** প্ৰকাশ, হৰিব ২৩৩।২৪; উত্তাপ, **—তক** উদ্দীপক, **—তনং** দৰ্শন, প্ৰকাশন, **—তনঃ** পু প্ৰদীপ, বন্তি, **—তিতং** দীপ্ত, উদ্দীপ্ত, **—ভূমিঃ** স্বৰ্গ-পৃথিৱী।

**দ্যোতিৰিঙ্গণঃ** *পু.* জোনাকী পৰুৱা।

**দ্ৰগড়ঃ** *পু.* দবাৰ দৰে এবিধ বাদ্য, দগৰ।

**দ্ৰঙ্‌ক্ষণং** *ক্লী.* এতোলা ওজন।

**দ্ৰঙ্গঃ** *পু.* চহৰ, নগৰ।

**দ্ৰঢ়িমা** (ন্) দৃঢ়তা।

**দ্ৰঢ়িষ্ঠ** *বিণ.* অতিশয় দৃঢ় দৃঢ়তম।

**দ্ৰপ্সং, —প্স্যং** *ক্লী.* পনীয়া দৈ।

দ্ৰম্ গতৌ (ভ্বা প সক দ্ৰমতি) যা, ইফালে-সিফালে ঘূৰি ফুৰ, দৌৰি যা, দৌৰি ফুৰ।

**দ্ৰমিলঃ** এখন ৰাজ্যৰ নাম। অভিধান **সঙ্কলক** এজনৰ নাম।

**দ্ৰম্মং** গ্ৰীচ দেশীয় মুদ্ৰা।

**দ্ৰৱ** *বিণ.* (দ্ৰু অপ্) ১। দৌৰা, তিতা, টোপ টোপকৈ পৰি থকা, বৈ থকা, ২। পনীয়া, গলি যোৱা, গলিত, **—ৱঃ** ১। পলায়ন, ২। ৰস, ৩। গতি, গতিবেগ, ৪। দ্ৰৱত্বগুণ, ৫। পৰিহাস, খেল-ধেমালি, আনন্দোৎসৱ, ৬। ক্বাথ, পাচন, **—জঃ** গুড়, **—ণং** গমন, ক্ষৰণ, অনুতাপ, **—ত্যং** দ্ৰৱণ **—ন্তী** নদী, **—ৰসা** লা, গম আঠা।

**দ্ৰৱাধাৰঃ** পনীয়া বস্তু থোৱা পাত্ৰ বিশেষ।

**দ্ৰৱিড়ঃ** ভাৰতৰ দক্ষিণ পূব উপকূলস্থ দ্ৰাবিড় ৰাজ্য বৰ্তমান তামিলনাড়ু। সেই **প্ৰান্তৰ** অধিবাসী।

**দ্ৰৱিণং** *ক্লী.* ১। ধন, সম্পত্তি, ২। সোণ, মহা ১।১০৩।১৯; ৩। শক্তি, বল, সাহসিকতা, ৪। পদাৰ্থ, বস্তু, **—ণঃ** ১। ধৰ নামৰ এজন বসুৰ পুত্ৰৰ নাম, মহা ১।২১; ২। পৃথুৰ পুত্ৰ, ভা ৪।২২।৫৪; ৩। কুশদ্বীপৰ সীমাৰ এখন পৰ্বতৰ নাম। ভা ৫।২০।২৫।

**দ্ৰৱিণাধিপতিঃ, —নেশ্বৰঃ** *পু.* কুবেৰ।

**দ্ৰৱিণোদাঃ** (স্) অগ্নি।

**দ্ৰৱীকৰণম্** *ক্লী.* পনীয়া কৰা, গলোৱা কাৰ্য্য।

**দ্ৰব্য** *ক্লী.* (দ্ৰোৰিব দ্ৰু যৎ) ১। বস্তু, মনু ৭।৯; পদাৰ্থ, ২। উপাদান, উপযুক্ত পদাৰ্থ। বৈশেষিকৰ সাতটা মৌলিক বিভাগৰ এটা। ন্যায়মতে দ্ৰব্য ন বিধ— ক্ষিত্যপ্তেজোমৰুদ্‌ব্যোমকাল। দিগ্‌দেহিনৌ মনঃ, ৩। সম্পত্তি, ধন, ৪। ভেষজ, ঔষধি, ৫। পিতল ধাতু, ৬। মদ, সুৰা, ৭। লা, ৮। বিনয়, ৯। পণ, বাজি, **—পৰিগ্ৰহঃ** সম্পত্তি অৰ্জন, **—সংস্কাৰঃ** যাগ-যজ্ঞাদিৰ সময়ত যজ্ঞদ্ৰব্যৰ সংস্কাৰ, শোধন।

**দ্ৰব্যৱান(ৎ)** *বিণ.* ধনী, সম্পত্তিশালী।

**দ্ৰব্যাৰ্জনং** *ক্লী.* **—বৃদ্ধিঃ —সিদ্ধিঃ** *স্ত্ৰী.* সম্পত্তি অৰ্জন।

**দ্ৰব্যোঘঃ** সম্পদৰ প্ৰাচুৰ্য্যতা, পয়োভৰ।

**দ্ৰষ্টব্য** *বিণ.* ১। চাব লগীয়া, ২। চোৱা উচিত, ৩। বোধগম্য, ৪। মনোৰম, দৰ্শনীয়।

**দ্ৰষ্টা** (ঋ) *পু.* ঋষি, বিচাৰক।

**দ্ৰহঃ** দ' পুখুৰী, সৰোবৰ।

**দ্ৰা** স্বপ্নে, পলায়নে (অদা, দিৱা, প অক দ্ৰাতি, দ্ৰায়তে) ১। শো, টোপনি যা, ২। দৌৰি যা। উদাহৰণ— নিদ্ৰাতি গৃহস্থঃ, দ্ৰাতি চৌৰঃ। গৃহস্থই শুই আছে চোৰ পলাল।

**দ্ৰাক্** *অব্য.* খৰধৰ, অতি শীঘ্ৰে, তৎক্ষণাৎ।

**দ্ৰাক্ষ্** কাঙ্ক্ষে (ভ্বা প সক অক দ্ৰাঙ্ক্ষতি) ১। আকাঙ্ক্ষা কৰ, আশা কৰ, ২। খাবলৈ ইচ্ছা কৰ।

**দ্ৰাক্ষা** *স্ত্ৰী.* (দ্ৰাক্ষি কাঙ্ক্ষে ঘঞ) আঙুৰ, খিচ্‌মিচ্, **—ৰসঃ** আঙুৰৰ ৰস। সুৰা।

**দ্ৰাঘয়তিঃ** নাম ধাতু। দীঘল কৰ। বহলাই দি, বৃদ্ধি কৰ। দেৰি কৰ, লেহেম কৰ।

**দ্ৰাঘিমা** (ন্) দীৰ্ঘত্ব, দ্ৰাঘিমা ৰেখা। উত্তৰ মেৰুৰ পৰা দক্ষিণ মেৰুলৈ গোলকৰ ওপৰত টনা কল্পিত ৰেখা।

**দ্ৰাঘিষ্ঠ** সকলোতকৈ দীঘল। দীৰ্ঘতম।

**দ্ৰাণ** *বিণ.* পলায়িত, সুপ্ত, **—ণং** *ক্লী.* ১। পলায়ন, ২। টোপনি।

**দ্ৰাপঃ** *পু.* (দ্ৰা ণিচ্ অচ্) ১। বোকা, পঙ্ক, ২। স্বৰ্গ, আকাশ, ৩। মূৰ্খ, ৪। শিৱ।

**দ্ৰামিলঃ** *পু.* চাণক্য মুনি।

**দ্ৰাৱঃ** *পু.* ১। উৰণ, পলায়ন, ২। গতিবেগ, ৩। নিগৰণ, দ্ৰৱণ, গলন, ৪। উত্তাপ।

**দ্ৰাৱকঃ** ১। চুম্বক পাথৰ, ২। সিক্থক। ধাতু গলাবলৈ ব্যৱহাৰ কৰা সুৰগা জাতীয় পদাৰ্থ, ৩। চন্দ্ৰকান্ত মণি, ৪। চোৰ।

**দ্রাৱণং** *ক্লী.* (দ্রু ণিচ্ যুচ্) ১। দ্রৱণ কার্য্য, গলন, ২। মল নিষ্কাশন কৰা এবিধ গুটি, স্রৱণ।

**দ্রাৱিড়ঃ** দ্রাবিড় জাতি, মহা ৮।১২।১৪; কার্ণাটাশ্চৈৱ তৈলঙ্গা গুজ্জৰা ৰাষ্ট্ৰবাসিনঃ। অন্ধ্রাশ্চ দ্রাৱিড়াঃ পঞ্চ ৱিন্ধ্যদক্ষিণৱাসিনঃ।। স্কপু **—ড়ী** ইলাচি, **—কং** ক'লা নিমখ।

**দ্রু** (ক) স্রুতৌ, গতৌ, (ভ্বা প সক দ্রৱতি) ১। দৌৰি যা, পলাই যা, গী ১১।২৮; ২। বেগেৰে যা, বেগেৰে আঘাত কৰি যা, আক্রমণ কৰ, পনীয়া হ, গলি যা, অলপ অলপকৈ নিগৰি যা। (ণিজন্ত) দ্রাৱয়তি, **অনু—** পিচে পিচে যা, **অভি—** অক্রমণ কৰ, অতিক্রম কৰি যা, **উপ—** আক্রমণ কৰ, **প্রতি—** পলাই যা।

(খ) উপতাপে (**স্বা প অক সক দ্রুণোতি**) ১। আঘাত কৰ, ২। অনুতাপ **কৰ**।

**দ্রুঃ** *পু. ক্লী.* (দ্রু ডুঃ) ১। গছ, ২। কাঠ, (স্ত্রী) গতি, **—কিলিমং** *ক্লী.* দেৱদাৰু গছ, **—ঘণঃ** (দুবৃক্ষং হন্যতেঽনেনেতি দ্রু হন্ অপ ঘণাদেশঃ) ১। কুঠাৰৰ দৰে এবিধ অস্ত্র, ২। কাঠৰ মুদ্গৰ, [illegible]দা, ৩। কুঠাৰ, ৪। ব্রহ্মা, ৫। **ভুমিকম্প**, **—ঘ্নী** কুঠাৰ, **—নখঃ** গছৰ কাঁইট, **—নস** ডাঙৰ নাক থকা। দীৰ্ঘনকা, **—নহঃ** তৰোৱালৰ খাপ, **—ণা** ধনুৰ গুণ, **—ণিঃ** ধান জোখা দোণ, **—ণী** কুঞ্জলকীয়া, দুড়া কাছ।

**দ্রুত** *বিণ.* (দ্রৱতি স্মেতি দ্রুক্তঃ) ১। শীঘ্র, বেগী, ২। পলায়িত, ৰ ৯।৫৯; গলিত **—তঃ** বৃশ্চিক, কটিচেপা, **—ৱিলম্বিত** এবিধ ছন্দ।

**দ্রুতি** *স্ত্রী.* ১। গলন, ২। পলায়ন, গমন।

**দ্রুপদঃ** *পু.* ১। পাঞ্চাল দেশৰ চন্দ্রবংশীয় ৰজা দ্রুপদ। কন্যাৰ নাম দ্রৌপদী। পৃষটৰ পুত্র দ্রুপদৰ দুজন পুত্র শিখণ্ডি আৰু ধৃষ্টদ্যুম্ন। দ্রোণ আৰু দ্রুপদ দুয়োজন সহপাঠী আছিল। দ্রুপদ পঞ্চালৰ ৰজা হোৱাত দৰিদ্র দ্রোণে তেওঁৰ পৰা সহায় বিচাৰি যোৱাত দ্রুপদে দ্রোণক অৱমাননাহে কৰে। দ্রোণ আৰু দ্রুপদ দুয়োজনেই ভৰদ্বাজৰ পৰা ধনুৰ্বিদ্যা শিকিছিল। দ্রোণ কৌৰৱ আৰু পাণ্ডৱৰ আচাৰ্য্য হোৱাত পাণ্ডৱৰ দ্বাৰাই দ্রুপদক ধৰাই আনে। পিচত অৱশ্যে সদয় হৈ দ্রুপদক আধা ৰাজ্য দিয়ে। দ্রুপদে দ্রোণৰ হাতত এনেকৈ পৰাজয় হোৱাৰ প্রতিশোধ লবলৈ এখন যজ্ঞ কৰে আৰু যজ্ঞৰ ফল স্বৰূপে এটা পুত্র আৰু এটি কন্যা লাভ কৰে। পুত্রৰ নাম ধৃষ্টদ্যুম্ন যাৰ হাতত দ্রোণৰ মৃত্যু হয়। কন্যা দ্রৌপদী পঞ্চ পাণ্ডৱৰ পত্নী হয়, ২। কাঠৰ পাদুকা, খ'টা, খৰম, **—দা** *স্ত্রী.* ঋক, বৈদিক মন্ত্র।

**দ্রুমঃ** *পু.* (দ্রুঃ শাখা ৱিদ্যতে ২স্য ইতি মঃ) ১। গছ, মনু ৯।২৫৫; ২। পাৰিজাত, ৩। কুবেৰ, **—নখঃ —ৰঃ** কাঁইট, **—ৱ্যাধিঃ** লা, গম আঠা, **—শ্রেষ্ঠঃ** তাল গছ।

**দ্রুমাৰিঃ** *পু.* হাতী।

**দ্রুমাময়ঃ** লা, গম আঠা।

**দ্রুমাশ্রয়ঃ** জেঠী, কেঁকো সাপ।

**দ্রুমোৎপলঃ** কৰ্ণিকাৰ গছ।

**দ্রুৱয়ং** *ক্লী.* ওজনৰ পৰিমাণ।

**দ্রুসল্লকঃ** *পু.* পিয়ালবৃক্ষ।

**দ্রুহ্** জিঘাংসে (দিৱা প অক দ্রুহ্যতি) ১। দ্রোহ কৰ অনিষ্ট কৰ, ২। আঘাত কৰিবলৈ বিচাৰ, প্রতিশোধ লবলৈ ষড়যন্ত্র কৰ, চিন্তা কৰ।

**দ্রুহঃ** *পু.* (দ্রুহ্যতি ধনাদিলাভাশয়া ৱিনাশং চিন্তয়তীতি দ্রুহ্ ক) ১। পুত্র, ২। সৰোবৰ।

**দ্রুহণঃ, —হিণঃ** *পু.* ব্রহ্মা।

**দ্রুহী** *স্ত্রী.* (দ্রুহ্যতি পিত্রে ৱিৱাহকালীন ধনাগ্রহণাদিনা দ্রুহ্ ক ঙীষ্) দুহিতা, পুত্রী।

**দ্রূ** বধে গতৌ (স্বা, ক্র্যা উ সক দ্রূণোতি, দ্রূণুতে; দ্রূণাতি, দ্রূণীতে) ১। আঘাত কৰ, বধ কৰ, ২। গমন কৰ, যা, আগুৱাই যা।

**দ্রূঘণঃ** *পু.* হাতুৰী, লোহাৰ গদা।

**দ্রূণঃ** বৃশ্চিক, বিছা।

**দ্রোণঃ, দ্রোণাচাৰ্য্যঃ** *পু.* ভৰদ্বাজৰ পুত্র। কুৰু আৰু পাণ্ডৱসকলৰ আচাৰ্য্য, গুৰু। এবাৰ ভৰদ্বাজে গঙ্গালৈ গা ধুবলৈ আহোঁতে ঘৃতাচী নামৰ এজনী অতি সুন্দৰী অপ্সৰাক দেখি বীৰ্য্যস্খলন হয়। ভৰদ্বাজে সেই বীৰ্য্য এটা দ্রোণত ৰাখি থয় আৰু তাতে পুত্র সন্তান এটিৰ জন্ম হয়। দ্রোণত (পানীৰ পাত্র) জন্ম হোৱাৰ বাবে লৰাটিৰ নাম দ্রোণ ৰখা হয়। দ্রোণে পিতাক ভৰদ্বাজৰ পৰা শাস্ত্রবিদ্যা আৰু পৰশুৰামৰ পৰা শস্ত্রবিদ্যা শিক্ষা লাভ কৰে। কুৰুক্ষেত্রৰ মহাসমৰত শ্রীকৃষ্ণৰ চাতুৰ্য্যৰ ফলত ধৃষ্টদ্যুম্নৰ হাতত দ্রোণাচাৰ্য্যৰ

মৃত্যু হয়। ভীমৰ হতুৱাই দ্ৰোণাচাৰ্য্যই শুনাকৈ কোৱা হয় যে অশ্বত্থামাৰ মৃত্যু হৈছে। একমাত্ৰ পুত্ৰৰ মৃত্যু হোৱা বাৰ্তা সঁচা নে মিছা সত্যনিষ্ঠ যুধিষ্ঠিৰক সোধাত যুধিষ্ঠিৰে কলে অশ্বত্থামা মৰিছে 'কিন্তু সেইটো হাতীহে'। 'কিন্তু সেইটো হাতীহে' কথাখিনি অতি অস্পষ্ট হোৱাত দ্ৰোণে ভালকৈ শুনা নাপালে আৰু একমাত্ৰ পুত্ৰৰ মৃত্যু হ'ল বুলি ধৰি লৈ শোকত জৰ্জৰিত হৈ মূৰ্চ্ছিত হ'ল। তেতিয়াই ধৃষ্টদ্যুম্নই দ্ৰোণৰ শিৰচ্ছেদ কৰে। মহা ১।১৩১ অ; —ণং —ণঃ এদোণ পৰিমাণ। কাঠৰ পাত্ৰ। পানী ৰখা আধাৰ, **—কাকঃ** ঢোঁৰাকাউৰী, **—ক্ষীৰা, —দুঘা** এদোণ গাখীৰ দিয়া গাই, **—পুষ্পী** দোৰোণ ফুল, **—মুখং** চাৰি শ গাওঁৰ ৰাজধানী।

**দ্ৰোণিঃ —ণী** *স্ত্ৰী.* ১। কাঠেৰে তৈয়াৰী ডাঙৰ মুখৰ পানী খোৱা পাত্ৰ, ২। পানী ৰখা আধাৰ 'চৌবাচ্চা', ৩। গৰু ছাগলীয়ে পানী খোৱাৰ বাবে ৰখা দীঘলীয়া 'চৌবাচ্চা', ৪। এদ্ৰোণ পৰিমাণ— ১২৮ সেৰ, ৫। এবিধ নিমখ, ৬। এখন নদীৰ নাম, ৭। দুখন পৰ্বতৰ মাজৰ ভূখণ্ড, **—দলঃ** কেতেকী ফুল, **—লৱণং** কৰ্ণাটকৰ এবিধ প্ৰসিদ্ধ নিমখ।

**দ্ৰোহঃ** *পু.* (দ্ৰুহ্ ভাৱে ঘঞ্) ১। অনিষ্ট চিন্তা, জিঘাংসা, আঘাত বা হিংসা কৰাৰ কাৰণে অভিসন্ধি, গী ১।৩৭; ২। প্ৰতাৰণা, অপৰাধ, ৩। বিদ্ৰোহ, ৰাজদ্ৰোহ, **—চিন্তনং** আনৰ অনিষ্ট চিন্তা।

**দ্ৰোহাটঃ** *পু.* ১। ভণ্ড, ভণ্ড তপস্বী, প্ৰবঞ্চক, ২। চিকাৰী, (মৃগলুব্ধক)। এবিধ গাঁথা।

**দ্ৰৌণায়নঃ, —ণিঃ, —দ্ৰৌণিঃ** *পু.* দ্ৰোণাচাৰ্য্যৰ পুত্ৰ অশ্বত্থামা।

**দ্ৰৌণিকঃ** এদ্ৰোণ পৰিমাণৰ শস্যবীজ সিঁচিব পৰা পথাৰ।

**দ্ৰৌপদী** *স্ত্ৰী.* (দ্ৰুপদস্যাপত্যং স্ত্ৰী. দ্ৰুপদ অণ্) দ্ৰুপদ ৰজাৰ কন্যা। পাঞ্চালী, কৃষ্ণা, সৈৰন্ধ্ৰী, যাজ্ঞসেনী। দ্ৰৌপদীৰ পাঁচজন পতি কেনেকৈ হ'বলৈ পালে সেই বিষয়ে ব্ৰহ্মবৈৱৰ্তপুৰাণত শ্ৰীকৃষ্ণজন্ম খণ্ডৰ ১১৫ অধ্যায়ত এনেদৰে আছে— বনবাসত থকা কালত এদিন অগ্নিয়ে শ্ৰীৰামক কলে যে কেইদিনমানৰ ভিতৰতে লঙ্কাপতি ৰাক্ষস ৰাৱণে সীতাক হৰণ কৰিব গতিকে তুমি সীতাক লুকুৱাই ৰাখা। শ্ৰীৰামে অগ্নিক কলে যে তুমি সীতাক লৈ গুচি যোৱা আৰু ছায়াসীতাক ইয়াতে থৈ যোৱা। অগ্নিয়ে তাকে কৰিলে। ৰাৱণে ছায়াসীতাক হৰণ কৰি লৈ গ'ল। লঙ্কাৰ যুদ্ধত শ্ৰীৰামে ৰাৱণক সবংশে নাশ কৰি সীতাক উদ্ধাৰ কৰে। সীতাৰ অগ্নি পৰীক্ষাত সেই ছায়াসীতাই অগ্নিত প্ৰবেশ কৰিছিল। অগ্নিয়ে ছায়াক ৰক্ষা কৰি সীতাক শ্ৰীৰামক অৰ্পণ কৰে। ছায়াই নাৰায়ণ সৰোবৰত সদাশিৱক এশ বছৰ ধৰি তপস্যা কৰে। সদাশিৱ তপস্যাত সন্তুষ্ট হৈ ছায়াক দেখা দি কি বৰ লাগে সুধিলে। তেতিয়া ছায়াই 'স্বামী দিয়া' বুলি পাঁচবাৰ উচ্চাৰণ কৰে। শিৱই বৰ দান কৰি কলে, 'হে সাধ্বী। তুমি ব্যাকুলা হৈ 'বৰ দিয়া, বৰ দিয়া' বুলি পাঁচবাৰ উচ্চাৰণ কৰিলা। গতিকে হৰিবংশৰ পাঁচজন ইন্দ্ৰ দ্বাপৰ যুগত তোমাৰ পাঁচজন বৰ হ'বগৈ। যজ্ঞকুণ্ডসমুদ্ভৱা তুমি দ্ৰৌপদী হৈ পঞ্চেন্দ্ৰ স্বৰূপ পাঁচ পাণ্ডৱৰ পত্নী হ'বা। দ্ৰুপদ ৰজাই পতা স্বয়ম্বৰত অৰ্জুনে লক্ষ্য ভেদ কৰি দ্ৰৌপদীক পত্নীৰূপে লাভ কৰে। দ্ৰৌপদীক লৈ ঘৰলৈ আহোঁতে মাক কুন্তীক 'এটা বস্তু পাইছোঁ' বুলি কওঁতে মাকৰ মুখৰ পৰা 'পাঁচোজনে ভগাই ল' বাক্য ওলাই গ'ল। পুতেকহঁতে মাকৰ কথা পেলাব নোৱাৰিলে। গতিকে দ্ৰৌপদী পাঁচ পাণ্ডৱৰ পত্নী হ'ল।

**দ্ৰৌপদেয়ঃ** (দ্ৰৌপদ্যা অপত্যং পুং অণ্) দ্ৰৌপদীৰ পুত্ৰ।

**দ্বন্দ্বং** *ক্লী.* ১। মিথুন, স্ত্ৰী-পুৰুষ, ২। যি কোনো বস্তু এযোৰ, ৩। দুটা বিপৰীত বস্তু, যেনে শীতোষ্ণ, সুখ-দুখ, মনু ১।২৬; ৪। কলহ, কাঁজিয়া-পেঁচাল, দুজনৰ মাজত কাঁজিয়া, হি ১।৪০; ৫। ৰহস্য, ৬। সন্দেহ, অনিশ্চয়তা, ৭। দুৰ্গ, **—দ্বঃ** ১। কোব মাৰি সময়ৰ সঙ্কেত দিবৰ কাৰণে ব্যৱহাৰ কৰা ধাতুৰ থাল, ২। দ্বন্দ্ব সমাস, য'ত দুটা ভিন্নাৰ্থ পদৰ সংযোগ স্থাপন কৰা হয়, ৩। এবিধ বেমাৰ, **—চৰঃ** চকোৱা চৰাই, **—জ** কলহৰ পৰা হোৱা, **—ভাৱঃ** বিৰোধাচাৰ, অনৈক্য, বিবাদ, **—ভিন্নং** পতিপত্নীৰ মাজৰ বিচ্ছেদ, **—ভূত** সন্দেহ, **—যুদ্ধং** দুজনৰ মাজত কাঁজিয়া, যুঁজ।

**দ্বন্দ্বশঃ** *অব্য.* দুটা দুটাকৈ, এযোৰ এযোৰকৈ।

**দ্বয়** *বিণ.* (দ্বৌ অৱয়বৌ যস্য দ্বি সংখ্যায়াং তয়প্) দুগুণ, দুবিধ, শি ৩।৫৭; **—য়ং** *ক্লী.* দুই, এযোৰ, উভয়,

যুগল, —ৱাদী (ন্) দুমুখীয়া। যি ইফালেও কয় সিফালেও কয়।

**দ্বয়াগ্নিঃ** এবিধ গছ।

**দ্বয়াতিগ** *বিণ.* যাৰ মন ৰজঃ আৰু তমঃ গুণৰ পৰা মুক্ত। সন্ন্যাসী।

**দ্বা** সংখ্যাবাচক শব্দৰ আগত দুই অৰ্থত ব্যৱহাৰ হয়। **—চত্বাৰিংশৎ** ৪২, **—ত্ৰিংশৎ** ৩২, ত্ৰিংশল্লক্ষণোপেতঃ, বত্ৰিশ লক্ষণ যুক্ত মহাপুৰুষ, **—দশ** ১২, **—দশঃ** মহাদেৱ, **—দশপত্ৰকং** এবিধ যোগাসন, (**—লোচনঃ**) কাৰ্ত্তিকেয়, **—দশাংশুঃ** বৃহস্পতি, **—দশাক্ষঃ** বুদ্ধ, কাৰ্তিকেয়, কাৰ্ত্তিকেয়ৰ অনুচৰ, **—দশাক্ষৰমন্ত্ৰঃ** দ্বাদশ বৰ্ণযুক্ত বিষ্ণুবিষয়ক মন্ত্ৰ– 'ওঁ নমো ভগৱতে ৱাযুদেৱায়'। **—দশাখ্যঃ** বুদ্ধ, **— দশাত্মা** সূৰ্য্য, **—দশায়ুঃ** কুকুৰ, **—দশাৰ্চিঃ** বৃহস্পতি, **—দশী** দ্বাদশী তিথি।

**দ্বাঃ (ৰ্)** *স্ত্ৰী.* ১। দুৱাৰ, মনু ৩।৩৮; ২। দ্বাৰা, উপায়, যেনে জ্ঞানদ্বাৰা ভৱেৎ মুক্তিঃ **—স্থঃ —স্থিতঃ** দুৱৰী, প্ৰতীহাৰ।

**দ্বাপৰং —ৰঃ** *ক্লী. পু.* ১। দ্বাপৰ যুগ– চাৰি যুগৰ তৃতীয় যুগ, ২। সন্দেহ, অনিশ্চয়তা, ৩। পাশাৰ গুটিৰ দুটা বিন্দু থকা ফালটো।

**দ্বাৰং** *ক্লী.* (দ্বৰতি নিৰ্গচ্ছতীতি দৃ ঘঞ্) ১। বাহিৰলৈ যোৱা দুৱাৰ, ২। দুৱাৰ, ৩। শৰীৰৰ নখন দুৱাৰ, মনু ৬।৪৮; ৪। পথ, উপায়, দ্বাৰা, **—কপাটং, টঃ** দুৱাৰৰ এখন পাল্লা, এটা পাট, **—গোপঃ —নায়কঃ, —পঃ —পালঃ —পালকঃ, —স্থঃ** দুৱৰী, প্ৰতিহাৰ, **—দাৰুঃ** চেগুণ গছ, **—পট্টঃ** দুৱাৰত লগোৱা পৰ্দা, **—পিণ্ডী** দুৱাৰডলি, **—পিধান** দুৱাৰৰ খিলি, **—বলিভূক্** কাউৰী, পাৰ চৰাই, **—বাহুঃ** চৌকাঠ, **—যন্ত্ৰং** খিলি, বল্টু, চিংকণি, আলটাবাচ।

**দ্বাৰাধিপঃ, দ্বাৰিকঃ, দ্বাৰী** *পু.* দ্বাৰপাল, দুৱৰী।

**দ্বাৰকা**, দ্বাৰাৱতী, দ্বাৰিকা *স্ত্ৰী.* গুজৰাটৰ পশ্চিম উপকূলত থকা এখন নগৰী। শ্ৰীকৃষ্ণৰ ৰাজধানী। সাতখন মোক্ষদায়ক পুণ্যভূমিৰ এখন।

**দ্বি.** সংখ্যাবাচক, দ্বিবচনান্ত, সৰ্বনাম শব্দ। (দ্বৌ ৱাবৌ ইতি সূচ) : দুই, *পু.* ১মা দ্বিবচনত দ্বৌ। *স্ত্ৰী.* আৰু *ক্লীব্* লিঙ্গত দ্বে। দ্বিবাচক শব্দবোৰ যেনে : চকু, নদীৰ পাৰ, শ্ৰীৰামৰ পুত্ৰ, হাত, ভৰি, স্তন, পাখি। **—কং** দুই, **—কঃ, ককাৰঃ** নামত দুটা ককাৰ থকা জন্তু। ১। কাকঃ কাউৰী, ২। কোকঃ পক্ষী, **—কুকুদ্** দুটা কুঁজ থকা জন্তু– উট, **—গুঃ** দ্বিগুসমাস। য'ত পূৰ্বপদটো সংখ্যাবাচক। যেনে পঞ্চগুঃ, ত্ৰিসখম্ **—গুণং** (দ্বাভ্যাং পূৰণম্) দুগুণ আস ৪৯১; **—গুণাকৃতং** দুবাৰ হালবোৱা পথাৰ, **—চৰণ** দুঠেঙীয়া, **—চত্বাৰিংশ** ৪২ শ, **—জঃ** ১। ব্ৰাহ্মণ, ক্ষত্ৰিয় আৰু বৈশ্য বৰ্ণ। মাকৰ গৰ্ভৰ পৰা প্ৰথম বাৰ জন্ম হোৱাৰ পিচত উপনয়ন সংস্কাৰেৰে দ্বিতীয়বাৰ 'জন্ম' লয়। মাতৰ্যদগ্ৰে জায়তে দ্বিতীয়ং মৌঞ্জীবন্ধনাৎ। ব্ৰাহ্মণক্ষত্ৰিয়বিশস্তস্মাদেতে দ্বিজাঃ স্মৃতাঃ।। যা ১।৩৯; ২। কৃতসংস্কাৰ ব্ৰাহ্মণ। জন্মনা জায়তে শূদ্ৰঃ সংস্কাৰাদ্ দ্বিজ উচ্যতে, ৩। কণিৰ পৰা হোৱা জন্তু, যেনে চৰাই, সাপ, মাছ ইত্যাদি। ৪। দাঁত, **—জদাসঃ** শূদ্ৰ, **—জন্মা** ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য। অণ্ডজ, দাঁত, **—জপতিঃ** চন্দ্ৰ, **—জিহ্বঃ** সাপ, শি১৬৩; দুষ্ট, লগনীয়া, **—জোত্তমঃ** ব্ৰাহ্মণ, মনু ২।৪৯; **—ট্** (ষ্) শত্ৰু, **—ঠঃ** ১। বিসৰ্গ, ২। অগ্নিপত্নী স্বাহা, **—তীয়ং** দুই, দ্বিতীয়, **—তীয়ঃ** পুত্ৰ, **—তীয়া** ১। পত্নী, ২। দ্বিতীয়া তিথি, **—ত্ৰাঃ** *বিণ.* (সদায় বহুবচন) দুই বা তিনি, **—দৎ** *বিণ.* দুটা দাঁত থকা (বলদাদি), **—দাম্নী** দুডাল ৰচিৰে বন্ধা গাই, **—দেৱতং** বিশাখা নক্ষত্ৰ, **—দেহঃ** গণেশ, **—ধা** অব্য. দুবিধ। দুভাগ, **—ধাগতিঃ** কুম্ভীৰ, ঘঁৰিয়াল, **—ধাতুঃ** গণেশ, **—নগ্নকঃ** দুচৰ্মা, চুন্নৎকৃত (লিঙ্গ), **—পঃ** *পু.* (দ্বাভ্যাং শুণ্ডমুখাভ্যাং পিৱতীতি পা কঃ) হাতী, **—পক্ষঃ** ১। চৰাই, ২। দুটা পখেক থকা অৰ্থাৎ এটা মাহ, **—পথং** *ক্লী.* দুটা পথ, **—পদিকা, —পদী** প্ৰাকৃত ছন্দ বিশেষ, **—পাদ্** দুঠেঙীয়া জন্তু, **—পাদ্যং —পাদ্যঃ** দুগুণ দণ্ড, **—পায়ী** হাতী, **—পাস্যঃ** গণেশ, **—বিন্দুঃ** বিসৰ্গ, **—ভুজঃ** দুটা ভুজৰ মাজৰ কোণ, **—ভূম** *বিণ.* দুমহলীয়া ঘৰ, **—মাতৃজঃ** গণেশ, **—মাত্ৰঃ** দুই মাত্ৰাযুক্ত, দীৰ্ঘস্বৰবৰ্ণ, **—মুখা** জোঁক, **—মুখাহিঃ** দুমুখীয়া সাপ, **—মূৰ্দ্ধ** দুটা মূৰ থকা, **—ৰদঃ —ৰাপঃ** হাতী, **—ৰদান্তকঃ** সিংহ, **—ৰসনং** দুবাৰ ভোজন, **—ৰাগমনং** *ক্লী.* বিবাহৰ পিচত কইনাৰ পতি গৃহলৈ পুনৰাগমন। আগৰ কালত শান্তি হোৱাৰ আগতেই বিবাহসম্পন্ন কৰা

হৈছিল কাৰণে শান্তি হোৱাৰ পিচত কন্যাক পতিগৃহলৈ পঠোৱা হৈছিল। আজিকালি অসমৰ স্থানীয় প্ৰথা অনুসৰি বিয়াৰ দিনা ৰাতি বৰঘৰ গচকাই পিতৃগৃহলৈ ঘূৰাই লৈ যোৱা হয়। তাৰ দুদিন বা তিনি দিন পিচত কইনাক পতিগৃহলৈ সংসাৰ কৰাৰ বাবে বয়বস্তুৰে সৈতে পঠোৱা হয়। শাস্ত্ৰমতে কন্যাৰ আঠ, দহ আৰু বাৰ বছৰ বয়সত দ্বিৰাগমন নিষিদ্ধ। **—ৰাষাঢ়ঃ** মিথুনস্থ ৰবিয়ে যিদিনা দুটা অমাবস্যা স্পৰ্শ কৰিব। 'মিথুনস্থ যদা ভানুৰমাৱস্যাদ্বয়ং স্পৃশেৎ। দ্বিৰাষাঢ়ঃ স ৱিজ্ঞেয়ো ৱিষ্ণুঃ স্বপিতি কৰ্কটে।। **—ৰূঢ়া** দুবাৰ বিবাহিতা কন্যা। **—ৰেফঃ** *পু.* ভোমোৰা, মৌমাখি। (ক্লী) বৰ্বৰ, **—ৱৰ্ষা** দুবছৰীয়া গাই বা চেঁউৰী, **—ৱাহিকা** দোলা, পাল্কী, **—ৱিদঃ** এটা বানৰ। নৰকাসুৰৰ বন্ধু; বিপু ৫।৩৬।২; শ্ৰীৰামৰ এজন বানৰ বন্ধু, **—ৱেশৰা** *স্ত্ৰী.* মাইকী ঘোঁৰাই টনা সৰু গাড়ী, **—শঃ** *অব্য.* দুই দুইকৈ, **—শফঃ** দুটা খুৰা থকা পশু। যেনে গৰু, ম'হ, গাহৰি, ৰুৰু পহু আদি। **—ষঃ —ষণ্** শত্ৰু, **—ষ্ঠ** *বিণ.* উভয়স্থ। দুয়োপিনে থকা, **—সীত্য —হল্য** *বিণ.* দীঘে-পথালিয়ে দুবাৰ হাল বোৱা (পথাৰ), **—হা** (ন্) হাতী, **—হায়নী** *স্ত্ৰী.* দুবছৰীয়া গাই। **—হোতৃ** অগ্নি।

**দ্বিষ্** বৈৰে (অদা উ সক দেষ্টি, দিষ্টে) ১। হিংসা কৰ, ২। ঈৰ্ষা কৰ, বিৰোধী হ, শত্ৰুবালি কৰ।

**দ্বীপং, পঃ** *ক্লী. পু.* (দ্বয়ো দিশেৰ্বা গতা আপো যত্ৰ। কাকাক্ষিগোলকন্যায়েন দ্বয়োৰিত্যুক্তঽপি চতুৰ্দিক্ষু ইতি সিদ্ধিঃ) ১। চৰিওফালে পানী থকা ভূমিখণ্ড, দ্বীপ, ২। আশ্ৰয় স্থল, দ্বীপ সাতখন। সপ্তদ্বীপা ধৰিত্ৰী, **—কৰ্পূৰজঃ** চীনদেশীয় কৰ্পূৰ, **—ৱতী** নদী, ভূমি, **—ৱান্** (ৎ) সমুদ্ৰ।

**দ্বীপী** (ন্) *পু.* (দ্বীপং চৰ্ম অস্ত্যস্যেতি দ্বীপ ঠন্) বাঘ।

**দ্বেধা** *অব্য.* দুভাগকৈ, দুৰকমে।

**দ্বেষঃ** *পু.* (দ্বিষ্ ভাৱে ঘঞ্) শত্ৰুতা, বিৰোধ, বিদ্বেষ, মনু ৪।১৬৩; **—ণং** *ক্লী.* হিংসা, ঈৰ্ষা, শত্ৰুতা, **—ণঃ** শত্ৰু।

**দ্বেষী, দ্বেষ্টা** *পু.* শত্ৰু।

**দ্বেষ্য** *বিণ.* শত্ৰুতাৰ যোগ্য। হিংসাপূৰ্ণ, ঈৰ্ষান্বিত, ঘৃণনীয়, **—ষ্যঃ** *পু.* শত্ৰু গী ৬।৯ ।

**দ্বৈগুণিকঃ** মূলৰ সমান সুত লোৱা মহাজন।

**দ্বৈগুণ্যং** দুগুণ মূল্য। ত্ৰিগুণৰ (সত্ত্ব, ৰজঃ তমঃ) দুটা গুণত অধিকাৰ।

**দ্বৈতং** *ক্লী.* (দ্বিধা ইতং ইতি অণ্ ) ১। দ্বিত্ব, ২। এখন বনৰ নাম, কি ১।১; **—ৱাদঃ** যি দৰ্শনে (মতবাদ) দ্বৈতবাদত বিশ্বাস কৰে। দ্বৈত অৰ্থাৎ দুটা পৃথক অস্তিত্ব, যেনে জীৱাত্মা আৰু পৰমাত্মা, ব্ৰহ্ম আৰু জগৎ, প্ৰকৃতি আৰু পুৰুষ, ভক্ত আৰু ভগৱান। **—ৱাদী** দ্বৈতবাদত বিশ্বাসী, দাৰ্শনিক পণ্ডিত।

**দ্বৈতিন্** *পু.* দ্বৈতবাদী।

**দ্বৈতীয়ক** *বিণ.* দ্বিতীয়।

**দ্বৈধ** *বিণ.* দুগুণ, দুই প্ৰকাৰ, হৰিব ১।৩০; **—ধং** ১। দুভাগকৰণ, ২। বিবাদ, কাজিয়া, প্ৰতিযোগিতা, অনৈক্য, ৩। দ্বিধা, সন্দেহ, অনিশ্চয়তা, ৪। দ্বিমুখীয়া নীতি, ৫। ৰজাৰ ছয়টা বিদেশ-নীতিৰ এটা। এফালে সন্ধি আনফালে বিগ্ৰহ।

**দ্বৈপ** *বিণ.* (দ্বীপিনো ৱিকাৰঃ দ্বিপ্ অণ্) ১। দ্বীপ সম্বন্ধীয়, ২। দ্বীপবাসী সম্বন্ধীয়, ৩। বাঘৰ ছাল থকা, ছালেৰে নিৰ্মিত, **—পঃ** *পু.* বাঘৰ ছালেৰে ঢকা গাড়ী।

**দ্বৈপায়নঃ** *পু.* (দ্বীপং অয়নং উৎপত্তিস্থানং যস্য ইতি অণ্) ১। মহৰ্ষি ব্যাস। পৰাশৰ আৰু সত্যৱতীৰ পুত্ৰ, মহা ১।৬৩।৮৩; ২। এটা হ্ৰদৰ নাম। দুৰ্যোধনে পাণ্ডৱৰ ভয়ত পলাই এই হ্ৰদতে লুকাই আছিল।

**দ্বৈপ্য** *বিণ.* দ্বীপ সম্বন্ধীয়, দ্বীপবাসী।

**দ্বৈমাতুৰ** *বিণ.* দুজনী 'মাতৃ' থকা। এজনী নিজৰ মাতৃ আৰু আনজনী বিমাতা, **—ৰঃ** গণেশ, জৰাসন্ধ।

**দ্বৈমাতৃক** *বিণ.* নদী আৰু বৰষুণৰ দ্বাৰা পালিত ক্ষেত্ৰ।

**দ্বৈৰাজ্যং** দুজন ৰজাৰ মাজত ভগাই দিয়া ৰাজ্য।

**দ্ব্যক্ষৰ** দুটা আখৰযুক্ত।

**দ্ব্যঙ্গুল** দুই আঙুল পৰিমাণৰ।

**দ্ব্যঞ্জলং** দুই আঁজলি পৰিমাণৰ।

**দ্ব্যৰ্থঃ** দুটা অৰ্থ থকা শব্দ। দ্ব্যৰ্থবোধক পদ।

**দ্ব্যষ্টং** তাম ধাতু।

**দ্ব্যাত্মকঃ** (দ্বৌ ৰূপে আত্মানৌ যস্য) মিথুন, কন্যা, ধনু আৰু মীন ৰাশি।

**দ্ব্যাহিক** দুদিন সম্পৰ্কীয়, দুদিনত হোৱা। ■

**ধ,** ধকাৰ। উনবিংশ ব্যঞ্জন আৰু ত বৰ্গৰ চতুৰ্থ বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ নৱম সূত্ৰৰ তৃতীয় বৰ্ণ। উচ্চাৰণ স্থান দন্ত। সমাসৰ শেষত 'ধ' থোৱা, ধাৰণ কৰা অৰ্থত ব্যৱহাৰ হয়। যেনে, গৰ্ভধ।

**ধং** *ক্লী.* (ধা ডঃ) ধন, সম্পত্তি।

**ধঃ** *পু.* (ধৰতি বিশ্বমিতি ধা ডঃ) ১। ব্ৰহ্মা, ২। কুবেৰ, ৩। ধৰ্ম।

**ধক্** খণ্ড প্ৰকাশ কৰা, আশ্চৰ্যবোধক অব্যয়।

**ধক্ক** নাশনে (চুৰা উ সক ধক্কয়তিৰ) নাশ কৰ, (পাপ) দূৰ কৰ, ধ্বংস কৰ, যেনে ধক্কয়তি পাপং গঙ্গা।

**ধটঃ** *পু.* (ধং ধনং অটতি প্ৰাপ্নোতি তোল্যত্বেনেতি ধ অট্ অচ্) ১। তুলাচনী, দগাপাল্লা, তৰ্জু, ২। তুলা ৰাশি, ৩। তৰ্জুৰ পৰীক্ষা, **—কঃ** ৪২ লাতুৰমণি ওজনৰ পৰিমাণ, **—টিকা, —টী** ১। পুৰণা কাপোৰ, ২। লেংটি, (নাভিৰ পৰা দুই ভৰিৰ মাজেৰে গুপ্তাঙ্গ ঢাকি পিচ ফালে কঁকালত বন্ধা দীঘলীয়া কাপোৰ), **—টী** (ন্) শিৱ। তুলা ৰাশি।

**ধণ্** ধবানে (ভ্বা প অক ধণতি) শব্দ কৰ, ধ্বনি তোল।

**ধত্তূৰঃ** *পু.* ধঁতুৰা গছ।

**ধন্** ৰৱে (ভ্বা প অ ধনতি) শব্দ কৰ, ধ্বনি তোল।

**ধনং** *ক্লী.* (ধনতি ৰৌতীতি পচাদ্যচ্) ১। ধন, সম্পত্তি, টকা পইচা, সোণ ৰূপ, ২। মৰমৰ বস্তু, স্নেহৰ পাত্ৰ, ৩। ঘৰৰ পশুপক্ষী আদি, যেনে গোধন, ৪। মূল্যৱান বস্তু, ৫। মূলধন, ৬। পদৰ শেষত মূল্যবোধক ৰূপে, যেনে বিদ্যাধন, তপোধন, ৭। চিকাৰ কৰি পোৱা বস্তু, ৮। প্ৰতিযোগিতাৰ পুৰস্কাৰ, ৯। ধনিষ্ঠা নক্ষত্ৰ, ১০। উৎবৃত্ত বস্তু, ১১। ধনাত্মক ৰাশি, ১২। লক্ষ্মী, শ্ৰীঃ **—গৰ্ব্ব** ধনগৰ্বী, **—দঃ** কুবেৰ। ধনদাতা, **—দানুজঃ** ৰাৱণ, **—দায়ী** (ন) অগ্নি, **—পতিঃ —পালঃ** কুবেৰ, **—পিশাচিকা, —পিশাচী** *স্ত্ৰী.* ধনতৃষ্ণা, ধনলোভ, **—প্ৰিয়া** কাকজম্বু নামৰ গছ, **—প্ৰয়োগঃ** সুতত ধন নিয়োগ, **—মদঃ** ধনগৰ্বী, **—মূলং** মূলধন, **—হৰঃ** ১। উত্তৰাধিকাৰী, ২। চোৰ, ৩। এবিধ আতৰ।

**ধনাধিকাৰঃ** *পু.* ধন-সম্পত্তিৰ ওপৰত অধিকাৰ।

**ধনাধিগোপ্তৃ, —ধিপঃ —ধিপতিঃ, —ধ্যক্ষঃ** ১। কুবেৰ, ২। ধন-ভঁৰালী, কোষাধ্যক্ষ।

**ধনোষ্মন্** ধনৰ গৰম।

**ধনেষী** (ন্) ঋণলৈ দিয়া ধন দাবী কৰোঁতা।

**ধনকঃ** *পু.* লোভী।

**ধনঞ্জয়ঃ** *পু.* (ধনং জয়তি ইতি জি খচ্ মুম্) ১। অৰ্জুন। উত্তৰ কুৰু জয় কৰি বিৰাট ধনসোণ আনি যুধিষ্ঠিৰক দিছিল। কি ১।৩৭; ২। অগ্নি, ৩। জলাধিপতি এটা নাগ, মহা ২।৯।৯, ৪। দেহবায়ু। শৰীৰৰ পৰা নিৰ্গত হোৱা পঞ্চবায়ুৰ অন্তৰ্গত, ৫। অৰ্জুন গছ, ৬। এটা গোত্ৰ, ৭। বিষ্ণু, মহা ১৩।১৪৯।৮৩; ৮। দ্বাপৰৰ যোড়শ ব্যাস, দেভা ৫।৩।৪০।

**ধনৱান্** (ৎ) *বিণ.* ধনী, সম্পত্তিশালী।

**ধনিকঃ** *পু.* (ধন্ কৈ কঃ) ১। ধনী মানুহ, ২। ঋণদাতা মহাজন, মনু ৮।৫১; ৩। সৎ বেপাৰী ৪। প্ৰিয়ঙ্গু গছ, ৫। পতি, গিৰিয়েক।

**ধনী** (ন্) *বিণ.* (ধনমস্ত্যস্যেতি ইনিঃ) ১। ধনৱান। বিপুল সম্পত্তিৰ অধিকাৰী, আঢ্যৱন্ত, ২। ঋণদাতা মহাজন, মনু ৮।৬১; **—কা** *স্ত্ৰী.* যুৱতী।

**ধনুঃ** (স্) *পু. ক্লী.* (ধন উসিঃ) ১। ধনু। শৰ নিক্ষেপ কৰা যন্ত্ৰবিশেষ, ২। চাৰি হাত দীঘল পৰিমাণ, মনু ৮।২৩৭; ৩। বৃত্তৰ অংশ, ৪। ধনু ৰাশি, ৫। এবিধ আসৱ, ৰস, ৬। মৰুভূমি, **—পটঃ** (ধনুঃ পটঃ) পিয়ালবৃক্ষ, **—গুণা** মূৰ্ব্বা লতা, **—দ্ৰুমঃ** (ধনুৰ্দ্ৰুমঃ) বাঁহগছ, **—ধৰঃ —ধাৰী —ভৃৎ** ধনুৰ্ধাৰী, যোদ্ধা, **—লতা** সোমলতা, **—বৃক্ষঃ** বাঁহ গছ, **—ৱেদঃ** ধনুৰ্বিদ্যা শাস্ত্ৰ।

**ধনুৰ্ধৰঃ** *পু.* ১। হাত ধনু লৈ থকা যুঁজাৰু।

**ধনুষ্মান্** (ৎ) *পু.* ধনুৰ্ধৰ, ৰ ৭।৫৬।

**ধনূ** *স্ত্ৰী.* ধনু।

**ধনেশ্বৰঃ** *পু.* কুবেৰ।

**ধন্য** *বিণ.* (ধনায় হিত ধন যৎ) ১। পুণ্যৱান, ২। ধনী, সম্পত্তিশালী। স্বনামা পুৰুষো ধন্যঃ পিতৃনামা চ মধ্যমঃ। অধমো ভ্ৰাতৃনামা চ মাতৃনামাধমাধমঃ, ৩। ভাগ্যৱান, ৪। শ্ৰেষ্ঠ, ধাৰ্মিক, **—ন্যঃ** *পু.* ১। সৌভাগ্যৱান পুৰুষ, ২। নাস্তিক, **—ন্যা** ১। ধাই, নাৰ্চ, ২। ধনীয়া পাত, **—ন্যবাদঃ** ১। ধন্যবাদ, কৃতজ্ঞতা জ্ঞাপন, ২। প্ৰশংসা, **—ব্ৰতং** ধন প্ৰাপ্তিৰ

বাবে পালন কৰা ব্ৰত বিশেষ। কুবেৰ হেনো প্ৰথমতে শূদ্ৰ আছিল, এই ব্ৰত কৰাৰ পিচত ধনপতি হ'ল।

**ধন্যাকং** *ক্লী.* ১। ধনিয়া শাকৰ গছ, ২। ধনিয়া গুটি।

**ধন্ব (ন্)** *পু. ক্লী.* ১। ধনু, ২। শুকান মাটি, মৰুভূমি, —**দুৰ্গং** চাৰিওফালে মৰুভূমিয়ে আবৰি থকা দুৰ্গ, মনু ৭।৭০।

**ধন্বন্তৰং** *ক্লী.* চাৰি হাত দীঘল পৰিমাণ।

**ধন্বন্তৰিঃ** *পু.* (ধনুৰুপলক্ষণত্বাৎ শল্যাদি চিকিৎসাশাস্ত্ৰং তস্যান্তং ঋচ্ছতীতি ঋ গতৌ ইঃ) ১। দেৱ চিকিৎসক। স্বয়ং নাৰায়ণৰ অংশৰূপে সমুদ্ৰ মন্থনত হাতত অমৃত ভাণ্ড লৈ উত্থিত হৈছিল, ২। মহাদেৱ।

**ধন্বিনঃ** *পু.* গাহৰি।

**ধন্বী (ন্)** ১। ধনুৰ্ধাৰী, ২। অৰ্জুন, ৩। শিৱ, ৪। বিষ্ণু, ৫। ধনু ৰাশি, ৬। বকুল গছ, ৭। তামস মনুৰ পুত্ৰ।

**ধম** *বিণ.* (ধমতীতি ধম্ অচ) জুই জ্বলোৱা লোক। যজ্ঞাগ্নি প্ৰজ্বালক। লাগনী-খৰি। গলনকৰ্তা, মিশ্ৰণকৰ্তা। —**মঃ** *পু.* ১। চন্দ্ৰ, ২। কৃষ্ণ, ৩। যমৰাজ, ৪। ব্ৰহ্মা, —**কঃ** কমাৰ, —**নঃ** নল-খাগৰি, —**নিঃ**, —**নী** *স্ত্ৰী.* ১। নল-খাগৰি, ২। শৰীৰৰ তেজবাহক নলী, নাড়ী, স্নায়ু, ৩। গল, ৪। প্ৰহ্লাদৰ ভায়েক হ্লাদৰ পত্নী।

**ধম্মলঃ, ধম্মিলঃ, ধম্মিল্লঃ** *পু.* খোঁপা। বেণী গাঁথি এটা ঢোপৰ দৰে বান্ধি ফুল, অলঙ্কাৰেৰে শোভিত চুলি। গীত ২২১।

**ধয়** *বিণ.* পদৰ শেষত পান কৰা, চুঁহি খোৱা অৰ্থত ব্যৱহাৰ হয়, যেনে স্তনন্ধয়।

**ধৰ** *বিণ.* (পদৰ শেষত) ধাৰণ কৰা, বাহন কৰা, পিন্ধা, অধিকাৰ কৰা,পালন কৰা অৰ্থত ব্যৱহাৰ কৰা হয়। যেনে গদাধৰ, মহীধৰ, গিৰিধৰ ইত্যাদি। ধাৰণকৰ্তা, —**ৰঃ** *পু.* (ধৃ অচ্) ১। পৰ্বত, শি ৪।১৮; ২। কপাহ, ৩। কূৰ্মৰাজ যি পৃথিৱীক ধাৰণ কৰি আছে, ৪। এজন বসু, হৰিব ৩।৩৯; ৫। মহাদেৱ, ৬। বিষ্ণু, শ্ৰীকৃষ্ণ।

**ধৰণ** *বিণ.* ১। ধাৰণকৰ্তা, ধাৰক, ২। সংৰক্ষক, —**ণং** *ক্লী.* ১। অৱলম্বন, ২। সংৰক্ষণ, এবিধ পৰিমাণ, ২৪ ৰক্তিকা, দহ পল, ওজন —**ণঃ** *পু.* ১। সেতু, ২। পৰ্বতৰ কাষ, ৩। হিমালয়, ৪। ইহ লোক, পৃথিৱী, ৫। সূৰ্য্য, ৬। মাইকী মানুহৰ স্তন, ৭। ধান, খাদ্য শস্য।

**ধৰণিঃ —ণী** *স্ত্ৰী.* (ধৰতি জীৱাদীনিতি ধৃ ইনিঃ, —ঙীষ্) ১। পৃথিৱী, বিপু ২।৯।১৪১; ২। নাড়ী, ধমনী, ৩। ভূমি, মাটি, ৪। মূধচৰ কাঠ, —**কীলকঃ** পৰ্বত, —**জঃ —পুত্ৰঃ —সুতঃ** *পু.* মঙ্গল গ্ৰহ, নৰকাসুৰ, —**জা, সুতা,** জনকপুত্ৰী সীতা, —**ধৰঃ** *পু.* ১। কূৰ্মৰাজ, ২। শেষনাগ, ৩। বিষ্ণু, ৪। পৰ্বত, ৫। ৰজা, ৬। দিগ্‌গজ।

**ধৰা** *স্ত্ৰী.* (ধৰতী জীৱসংঘানিতি ধৃ অচ্ টাপ্) ১। পৃথিৱী, ২। মজ্জা, ৩। স্নায়ু, নাড়ী, ৪। গৰ্ভাশয়, —**কদম্বঃ** বৰ্ষা কালত ফুলা কদম, —**আত্মজঃ** নৰকাসুৰ, —**ধৰঃ —ভৃৎ** ১। বিষ্ণু, মহা ১৩।১৪৯।৯৩; ২। পৰ্বত, —**পতিঃ** ৰজা, —**মৰঃ —দেৱঃ —সুৰঃ** ব্ৰাহ্মণ।

**ধৰিত্ৰী** *স্ত্ৰী.* (ধৰতীতি ধৃ ইত্ৰ ঙীষ্) পৃথিৱী, ৰ ১৪।৫৪।

**ধৰিমা (ন্)** *পু.* তৰ্জু, দগাপাল্লা, তুলাচনী।

**ধূৰ্ত্তৰঃ** *পু.* ধঁতুৰা গছ।

**ধৰুণঃ** *পু.* (ধৰতীতি ধৃ উনন্) ১। ব্ৰহ্মা, ২। স্বৰ্গ, ৩। অগ্নি।

**ধৰ্তব্য** *বিণ.* (ধৃ ধাতোঃ কৰ্মণি তব্য) ধাৰণীয়, ধৰি থকাৰ যোগ্য।

**ধৰ্ত্ৰং** *ক্লী.* (ধৰতীতি ধৃ উণাদি ত্ৰঃ) ১। গৃহ, ঘৰ, বাসস্থান, ২। অৱলম্বন, ৩। পৰিব নিদিয়াকৈ ঠেলি ৰখা খুঁটা, ঢোকা, ৪। যজ্ঞ, ৫। ধৰ্ম।

**ধৰ্ম্মঃ** *পু.* (ধৰতি বিশ্বম্ ইতি ধৃ মন্) ১। ধৰ্ম, জাতি, বৰ্ণ, সম্প্ৰদায়ে পালন কৰা ৰীতি, নীতি, আচাৰ আদি, ২। ন্যায়নীতি, সদাচাৰ, স্বভাৱ, ৩। সৎকৰ্ম, কৰ্তব্য, বিধিবদ্ধ কৰ্তব্য, ৪। নিৰপেক্ষতা, ন্যায়নিষ্ঠা, ৫। সমত্ব ভাৱ, ৬। সৌজন্যতা, নৈতিকতা, ৭। উপমা, সাদৃশ্য, ৮। যজ্ঞ, পূজা, পাৰ্ব্বণ, সেৱা, সৎকাৰ, ৯। উপায়, পদ্ধতি, ১০। ভক্তি, ১১। উপনিষদ, ১২। যুধিষ্ঠিৰ, ১৩। যমৰাজ, ১৪। সাধুতা, সৎসঙ্গ, ১৫। ব্ৰহ্মাৰ সোঁ স্তনৰ পৰা জন্ম হোৱা এজন দেৱতা, মপু ৩।১০, আচলতে ক'বলৈ গ'লে ধৰ্ম শব্দৰ সম্পূৰ্ণ অৰ্থ থকা কোনো তৎসম পদ দিয়াটো অতি কঠিন। কাৰণ এই শব্দৰ পৰিসৰ ইমান বহল যে কোনো অৰ্থই সম্পূৰ্ণ নহয়। যদিও ধৰ্মক ইংৰাজীত 'ৰিলিজিয়ন' আৰু আৰবীত 'মজহব'

বুলি কোৱা হয়, তথাপি এই দুটা বিদেশী শব্দই ধৰ্মৰ সকলো অৰ্থ সামৰিব নোৱাৰে। দৰাচলতে এই দুটাই ভগৱৎ উপাসনাকহে বুজায়, যি 'ধৰ্মৰ' এটা অঙ্গহে, সম্পূৰ্ণ ধৰ্ম নহয়। বিভিন্ন সময়ত ঋষি, মুনি, পণ্ডিতসকলেও ধৰ্মৰ সংজ্ঞা, লক্ষণ, প্ৰকাৰ, বিধ সম্পৰ্কেও বিভিন্ন ধৰণৰ ব্যাখ্যা দাঙি ধৰিছে। মনুৱে কৈছে শ্ৰুতি, স্মৃতি, সদাচাৰ আৰু আত্মতুষ্টিয়েই ধৰ্ম। মনুৰ মতে ধৰ্মৰ লক্ষণ দহটা– ধৃতি, ক্ষমা, দম, অস্তেয় শৌচ, ইন্দ্ৰিয় নিগ্ৰহ, ধী, বিদ্যা, সত্য আৰু অক্ৰোধ। এজন শাস্ত্ৰকাৰে আঠ আৰু এজনে ছয়, ভাগৱতত বিষ্ণুধৰ্মসূত্ৰত চৈধ্যটা, মনুৱে আকৌ এঠাইত চতুৰ্বৰ্ণৰ দ্বাৰা পালনীয় ধৰ্ম মুঠতে পাঁচটা বুলি কৈছে। সেই কেইটা হ'ল অহিংসা, সত্য, অস্তেয়, শৌচ আৰু ইন্দ্ৰিয়-নিগ্ৰহ। মনু ১০।৬৩। বৌদ্ধ ধৰ্মৰ পঞ্চশীল– অহিংসা, সত্য, অস্তেয়, ব্ৰহ্মচৰ্য্য আৰু মদত্যাগ। জৈন ধৰ্মমতে ধৰ্ম দহবিধ— ক্ষমা, মাৰ্দৱ, আৰ্জৱ, নম্ৰতা, তপঃ, সংযম, অকিঞ্চনতা, ব্ৰহ্মচৰ্য্য, সত্য আৰু ত্যাগ। **—কৰ্ম্ম —কাৰ্য্যং —ক্ৰিয়া** ব্ৰত, পূজা, পাৰ্বণ, যাগ-যজ্ঞাদি ধাৰ্মিক কাৰ্য্য, **—কায়ঃ কেতুঃ** *পু.* বুদ্ধ, **—কীলঃ** *পু.* শাসন। ৰজা, স্বৰ্গদেউসকলে তামৰ ফলিত যিবিলাক দান, হুকুম আদি দি গৈছিল, **—ক্ষেত্ৰং** *ক্লী.* ১। কুৰুক্ষেত্ৰ, গী ১।১২। ধৰ্মাচাৰ, **—ঘটঃ** বহাগ মাহৰ প্ৰতি দিন, (ব্ৰাহ্মণক) দান কৰিবলগা সুগন্ধিজলপূৰ্ণ কলহ, **—চক্ৰঃ** ১। বৌদ্ধ ধৰ্মচক্ৰ। বুদ্ধ, ২। এবিধ অস্ত্ৰ, হৰিব ২২।৬।৭; (ভৃৎ) বুদ্ধ, জিন, **—চাৰিণী** ১। পত্নী, ২। সাধ্বী স্ত্ৰী. **—চিন্তনং —চিন্তা** পুণ্য ভাবনা, পুণ্য চিন্তা। নৈতিক কৰ্মৰ বিবেচনা, **—জঃ** ১। বৈধ সন্তান, ২। যুধিষ্ঠিৰ, **—জিজ্ঞাসা** ধৰ্ম, আচাৰ, বিধি বিধানাদি সম্পৰ্কে প্ৰশ্ন, অনুসন্ধান। জৈমিনী সূত্ৰ— অথাতো ধৰ্মজিজ্ঞাসা। **—জীৱনঃ** ১। যিজন ব্ৰাহ্মণে যাগ-যজ্ঞ পূজা-পাতলাদিত আনক সহায় কৰে, ২। যি ধৰ্মাচৰণকে নিজৰ জীৱনৰ একমাত্ৰ লক্ষ্য বুলি ধৰি লৈছে, **—জ্ঞঃ** ধৰ্মজ্ঞানী, ন্যায়নীতি, বিধি-বিধান সম্পৰ্কে সম্পূৰ্ণ জ্ঞান থকা পণ্ডিত, **—ণঃ** ১। এবিধ গছ, ২। এবিধ সাপ, **—ত্যাগঃ** ভ্ৰষ্টাচাৰ, বিধাৰ্মিকতা, **—দানং** নোখোজাকৈয়ে মাত্ৰ ধৰ্মৰ কাৰণেই দিয়া দান, **—দাৰাঃ** ধৰ্মপত্নী, **—দ্ৰৱী** গঙ্গানদী, **—দ্ৰোহী** (ন্) দৈত্য, দানৱ, **—ধাতুঃ** বুদ্ধ, **—ধ্বজঃ —ধ্বজী** ভণ্ড তপস্বী, যি জীৱিকাৰ বাবেই জটাধাৰী হয়, ধৰ্মাচৰণৰ কাৰণে নহয়, **—নন্দনঃ —পুত্ৰঃ** যুধিষ্ঠিৰ, **—নাথঃ** ন্যায়াধীশ, **—নাভঃ** বিষ্ণু, **—নিৱেশঃ** ভক্তিনিষ্ঠা, **—নিষ্পত্তিঃ** *স্ত্ৰী.* ধাৰ্মিক কাৰ্য্য ৰূপায়ণ, সম্পাদন, **—পত্তনং** ১। জালুক, জলকীয়া, ২। ধৰ্মপুৰী, **—পত্নী** পতিব্ৰতা স্ত্ৰী, **—পত্ৰং** যজ্ঞডিমৰু, **—পথঃ** নৈতিক মাৰ্গ। সদাচাৰ, **—পৰ** ধৰ্মপৰায়ণ, **—পালঃ** ধৰ্মৰক্ষক, ন্যায়াধীশ, **—পুত্ৰঃ** যুধিষ্ঠিৰ, বৈধ পুত্ৰ সন্তান, **—প্ৰৱচনং** ধৰ্ম সম্পৰ্কে ব্যাখ্যা, **—ৱাণিজ্যিকঃ** যি ধৰ্মক লৈ বেপাৰ কৰে, পুৰস্কাৰৰ লোভত ধৰ্মাচৰণ কৰোঁতা, **—ভগিনী** ১। সহোদৰা ভনী, ২। গুৰুভগ্নী, **—ভাগিনী** ধৰ্মপত্নী, **—ভাণকঃ** ভাগৱত, মহাভাৰত, ৰামায়ণ আদি ধৰ্ম পুথিৰ পাঠক, ব্যাখ্যাকাৰক, **—ভ্ৰাতৃ** ধৰ্মভাই, **—মহাপাত্ৰঃ** ধৰ্ম কাৰ্য্যাধিকাৰী, **—মূলং** ধৰ্মৰ ভেটি, বেদ, **—যুগং** সত্যযুগ, **—যূপঃ** বিষ্ণু, **—ৰতি** *বিণ.* ধাৰ্মিক, **—ৰাজঃ** ১। যুধিষ্ঠিৰ, ২। যমৰাজ, ৩। ৰজা, ৪। জিন, **—ৰোধী** (ন্) *পু.* অধাৰ্মিক, নাস্তিক, ন্যায়হীন, **—লক্ষণং** ধৰ্মৰ মৌলিক চিহ্ন, বেদ, (**—ণা**) মীমাংসা দৰ্শন, **—লোপঃ** ধৰ্মহীনতা, **—ৱৎসল** *বিণ.* ধাৰ্মিক, ধৰ্মপৰায়ণ, **—ৱাসৰঃ** পূৰ্ণিমা তিথি, **—ৱাহনঃ** ১। সদাশিৱ, ২। যম ৰজাৰ বাহন ম'হ, **—ৱিদ্** ধৰ্মজ্ঞ, **—ৱিধিঃ** ন্যায় বিধি, **—ৱিপ্লৱঃ** অশান্তি, অন্যায়, **—ৱীৰঃ** (অলঙ্কাৰ) ধৰ্মৰ পৰা উদ্ভূত বীৰ ৰস, সাহসী যোদ্ধা, **—বৃদ্ধ** *বিণ.* ধৰ্মনীতিত প্ৰবীণ, **—ৱৈতংসিকঃ** *পু.* (ধৰ্মে বৈতংসিক ইৱ) অসৎ পথেৰে ধন উপাৰ্জন কৰি পাপক্ষয়ৰ বাবে ধৰ্মানুষ্ঠান কৰা ব্যক্তি, **—ৱ্যাধঃ** ১। কাশ্মীৰ দেশীয় এজন পাপী পুৰুষ, ২। এজন ধাৰ্মিক ব্যাধ, মহা ৩।২০৬, **—শালা** আদালত, **—শাস্ত্ৰং** মনু, যাজ্ঞৱল্ক্য আদিয়ে ৰচনা কৰা শাস্ত্ৰসমূহ, **—শীল** ধাৰ্মিক, **—সঙ্গঃ** ১। ধৰ্মাশক্তি, ২। ভণ্ডামি, **—সংহিতা** *স্ত্ৰী.* মনু, যাজ্ঞবল্ক্য আদিয়ে প্ৰণয়ন কৰা স্মৃতিশাস্ত্ৰ, **—সভা** ৰাজসভা, আদালত, **—সাৰঃ** শ্ৰেষ্ঠ পুণ্য কৰ্ম।

**ধৰ্মতঃ** *অব্য.* ধৰ্মানুসৰি, সঁচাকৈয়ে।

**ধৰ্মযু** *বিণ.* ধাৰ্মিক, ন্যায়পৰায়ণ।

ধৰ্মাঙ্গ, ঙ্গা বৰটোকোলা চৰাই।
ধৰ্মাসনং ক্লী. আদালত, বিচাৰালয়।
ধৰ্মী বিণ. ধাৰ্মিক, ধৰ্মজ্ঞ, ধৰ্মপালক, —পুত্ৰঃ অভিনেতা।
ধৰ্ম্য বিণ. (ধৰ্ম যৎ) ১। ধৰ্মযুক্ত। ধাৰ্মিক, ২। বৈধ, ৩। সদ গুণসম্পন্ন, —বিবাহঃ এই বিবাহ পাঁচ বিধ— ব্ৰাহ্ম, দৈব, আৰ্ষ, গান্ধৰ্ব আৰু প্ৰাজাপত্য। অধৰ্ম বিবাহ তিনি বিধ : অসুৰ, ৰাক্ষস আৰু পৈশাচ।
ধৰ্ষঃ পু. (ধৃষ ভাৱে ঘঞ্) ১। ঔদ্ধত্য, ২। নিৰ্ভীকতা, ৩। নিৰ্লজ্জতা, ৪। অসহিষ্ণুতা, ৫। (নাৰী) নিৰ্যাতন, ৬। আঘাত, ৭। অৱমাননা, ৮। নপুংসক, —কাৰিণী ধৰ্ষিতা নাৰী।
ধৰ্ষক বিণ. ধৰ্ষণকাৰী, আক্ৰমণকাৰী, বলাৎকাৰী, —কঃ পু. ১। ধৰ্ষণকাৰী পুৰুষ, ২। অভিনেতা, নাচনী।
ধৰ্ষণং, —ণা ক্লী. স্ত্ৰী. (ধৃষ ল্যুট) পৰিভৱ, নাৰী নিৰ্যাতন, বলাৎকাৰ, অৱমাননা, ভৰ্ৎসনা।
ধৰ্ষণিঃ স্ত্ৰী. (ধৰ্ষতীতি ধৃষ অনিঃ আদেশ্চ ধঃ), অসতী, ব্যভিচাৰিণী তিৰোতা।
ধৰ্ষিত বিণ. ১। বলাৎকাৰ হোৱা, পৰাজিত, পৰাভূত, অসদ ব্যৱহাৰকৃত, নিন্দিত, ভৰ্ৎসিত, —তং ক্লী. ১। গৰ্ব, উদ্ধতালি, ২। যৌন-সঙ্গম, সহবাস, —তা বেশ্যা, অসতী তিৰোতা।
ধৰ্ষিন্ বিণ. মদগৰ্বী, অত্যাচাৰী, দুৰন্ত, সতীত্ব নাশকাৰী ভ্ৰষ্টাচাৰী, —ণী বেশ্যা।
ধৱঃ পু. (ধুনোতি ধৰতীতি বা ধৃ অচ) ১। পতি, স্বামী, হৰিব, ১৬।৪৫; ২। পুৰুষ, ৩। গৰাকী, ৪। ধূৰ্ত, গুণ্ডা, দুৰ্জ্জন, ৫। এবিধ গছ।
ধৱল বিণ. ১। বগা, শুভ্ৰ, ২। ধুনীয়া, ৩। নিৰ্মল, পবিত্ৰ, —লঃ ১। বগা ৰং, ২। উৎকৃষ্ট বলদ, ৩। চীনা কৰ্পূৰ, ৪। এবিধ বৃক্ষ, ৫। সঙ্গীতৰ এটা ৰাগ, —লা সুন্দৰী নাৰী, —গিৰিঃ হিমালয়ৰ সৰ্বোচ্চ শৃঙ্গ। মাউণ্ট এভাৰেষ্ট, —পক্ষঃ পু. ১। ৰাজহাঁহ, ২। শুক্ল পক্ষ, —মৃত্তিকা চকমাটি।
ধৱাণকঃ পু. বায়ু।
ধৱিত্ৰং ক্লী. (ধূ ইত্ৰঃ) হৰিণৰ ছালেৰে তৈয়াৰী বিচনী।
ধা ধাৰণে পুষ্টৌ, দানে (হ্বা উ যাক দধাতি, ধত্তে) ১। ৰাখ, থ, স্থাপন কৰ, ২। স্থিৰ কৰ, মন স্থিৰ কৰ, ৩। দান কৰ, উপহাৰ দি, ৪। ধাৰণ কৰ, ৫। দখল কৰ, অধিকাৰ কৰ, কি ১৩।৫৪; ৬। পৰিধান কৰ, বহন কৰ, ৭। প্ৰদৰ্শন কৰ, দেখুৱা, ৰ ২।৭; ৮। পালন কৰ, সহায় কৰ, ৯। উৎপন্ন কৰ, তৈয়াৰ কৰ, ১০। সম্পাদন কৰ, উপসৰ্গৰ লগত : অতিসং— প্ৰবঞ্চনা কৰ, ঠগ, অন্তৰ্— স্বীকাৰ কৰ, লুকাই ৰাখ, আবৃত কৰ, অস্পষ্ট কৰ, অনুসং— পৰীক্ষা কৰ, অনুসন্ধান কৰ, লক্ষ্য কৰ, আয়োজন কৰ, অপি— বন্ধ কৰ, লুকাই ৰাখ, বাধা দি, অভি— ক, কথা, গী ১৮।৬৮; উল্লেখ কৰ, মাত, নাম কাঢ়, অভিসং— নিক্ষেপ কৰ, লক্ষ্য কৰ, চিন্তা কৰ, গী ১৭।১২; ঠগ, প্ৰবঞ্চনা কৰ, লগ হ, বন্ধুত্ব কৰ, মনু ৭।১৫৯; প্ৰতিজ্ঞা কৰ, ঘোষণা কৰ, উল্লেখ কৰ, অৱ— মনোযোগ দি, কাণ দি, আ— স্থাপন কৰ, ৰাখ, অ গী ৫।৪০; নিযুক্ত কৰ, ল, বহন কৰ, ভোগ কৰ, ধৰি ৰাখ, উৎপন্ন কৰ, তৈয়াৰ কৰ, কি ৪।১২; দি, দান দি, নিয়োগ কৰ, সম্পাদন কৰ, আবিস্— উল্লেখ কৰ, উপ— স্থাপন কৰ, থ, ওচৰত থ, উৎপন্ন কৰ, নিয়োগ কৰ, দান দি, উপহাৰ দি, লুকাই ৰাখ, উপা— ওচৰত থ, পৰিধান কৰ, তৈয়াৰ কৰ, উৎপন্ন কৰ, তিৰস্— (তিৰোধান), অন্তৰ্দ্ধান হ, লুকাই ৰাখ, নি— স্থাপন কৰ, বিশ্বাস কৰ, দান দি, জমা ৰাখ, সংযত কৰ, লুকাই ৰাখ, মাটিৰ তলত থ, পৰি— পৰিধান কৰ (কাপোৰ) পিন্ধ, চাৰিওফালে আবৰি ৰাখ, পুৰস্— সমুখত ৰাখ, আগত ৰাখ, পুৰোহিত কৰ, প্ৰণি— মাটিত পৰ, দীঘল হৈ পৰ, স্থাপন কৰ, আবদ্ধ কৰ, নিয়ন্ত্ৰণ কৰ, বহল কৰ, বিস্তৃত কৰ, প্ৰেৰণ কৰ, প্ৰতিবি— প্ৰতিবিধান ল বা কৰ, চিধা বা শুদ্ধ কৰ, প্ৰতিশোধ ল, প্ৰতিকাৰ কৰ, আয়োজন কৰ, প্ৰেৰণ কৰ, প্ৰবি— দুভাগ কৰ, ভাগ ভাগ কৰ, বি— উৎপন্ন কৰ, সম্পাদন কৰ, ঘটা, উদ্ভব কৰ, বিধান কৰ, ব্যৱস্থা ল বা কৰ, বন্দবস্ত কৰ, নিৰ্ণয় কৰ, তৈয়াৰ কৰ, উৎপন্ন কৰ, নিয়োগ কৰ, প্ৰস্তুতি কৰ, ব্যৱ— ব্যৱধান কৰ, দুটাৰ মাজত থ, হস্তক্ষেপ কৰ; লুকাই ৰাখ, শ্ৰদ্— বিশ্বাস কৰ, বিশ্বাস স্থাপন কৰ, সং— সংযোগ কৰ, লগ কৰ, বন্ধুত্ব স্থাপন কৰ, নিৰ্দিষ্ট কৰ, (ধনুত বাণ) সংযুক্ত কৰ, দৃষ্টি নিক্ষেপ কৰ, উৎপন্ন কৰ, প্ৰতিযোগী হ, যোৰ হ, মিল হ, আৰোগ্য কৰ, ক্ষতিপূৰণ দি, সন্নি— স্থাপন

কৰ, থ, একেলগে থ, মনু ২।১৮৬, ওচৰত থ, ওচৰ চাপ, **সমা—** একেলগে ৰাখ, স্থাপন কৰ, সমাধান কৰ, (মন) শান্ত কৰ, সন্তুষ্ট কৰ, ক্ষতিপূৰণ দি, চিন্তা কৰ, সম্পাদন কৰ, বিশ্বাস কৰ।

**ধাকঃ** *পু.* (ধা কঃ) ১। বলদ গৰু, ২। আহাৰ, অন্ন, ৩। স্তম্ভ, আধাৰ।

**ধাটীঃ** *স্ত্ৰী.* আক্ৰমণ, শত্ৰুৰ মুখামুখি হৈ কৰা আঘাত।

**ধাণকঃ** *পু.* সোণৰ মুদ্ৰা (দীনাৰৰ অংশ)।

**ধাতা (ঋ)** *পু.* (ধা তৃচ্) ১। বিধাতা, ব্ৰহ্মা, ৰ ১০।৪৩; ২। বিষ্ণু, ৩। এজন আদিত্য, ৪। ব্ৰহ্মাৰ পুত্ৰ, ৫। আত্মা, ৬। সপ্তৰ্ষি, ৭। বিবাহিতা তিৰোতাৰ প্ৰেমিক।

**ধাতুঃ** *পু.* (ধীয়তে সৰ্বমস্মিন্নিতি ধা তুন) ১। শৰীৰ ধাৰক পদাৰ্থসমূহ, ২। মৌলিক পদাৰ্থ, পঞ্চভূত, ৩। শৰীৰৰ ৰস, সত— বায়ু, পিত্ত, কফ, ৪। সোণ, ৰূপ, তাম আদি ধাতুসমূহ, কিছুমান শাস্ত্ৰমতে ধাতু ন বিধ, কিছুমানৰ মতে আঠ বিধ; আকৌ কিছুমানৰ মতে সাত বিধ। তেনেকৈ উপধাতুও সাত বিধ, ৫। ধাতুৰ আকৰ, ৬। আত্মা, ৭। জ্ঞানেন্দ্ৰিয়, ৮। পঞ্চ ভূতৰ পাঁচটা গুণৰ এটা— শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ, ৯। পৰমাত্মা, ১০। হাড় **—কাশীশং (সং)** ৰক্ত, হীৰাকচ, **—কুশল** ধাতুৰ কামত নিপুণ, **—ক্ৰিয়া** ধাতু বিদ্যা, **—ক্ষয়ঃ** শৰীৰৰ ৰস হানি, ক্ষয়ৰোগ, **—জং** আলকাতৰা, **—দ্ৰাৱকঃ** সুৰগা, **—পঃ** *পু.* (ধাতুং পাতি ৰক্ষতি পা কঃ) শৰীৰৰ ৰস, **—পাঠঃ** পাণিনি মুনিয়ে ৰচনা কৰা ধাতু অৰ্থাৎ ক্ৰিয়াবিলাকৰ তালিকা, **—ভৃৎ** পৰ্বত, **—মলং** শৰীৰৰ ধাতু-ৰসবিলাকৰ মল, **—মাক্ষিকং** এবিধ পদাৰ্থ, হীৰাকচ, **—মাৰী(ন্)** সুৰগা, 'বৰাক্ষ', খনিজ **—ৰাজকং** শুক্ৰ, বীৰ্য্য, **—ৰম্ভৰভং** সুৰগা, **—ৰাদী (ন্)** ধাতু বিদ্যা-বিশাৰদ, **—ৰৈৰী(ন্)** *পু.* গন্ধক, **—শেখৰং** তুতীয়া, **—শোধনং** *ক্লী.* সীহ, **—সাম্যং** শৰীৰৰ ৰস তিনিটাৰ (বায়ু, পিত্ত, কফৰ) সমতা অৰ্থাৎ সুস্বাস্থ্য।

**ধাতৃ** *পু.* ধাতা চাওক, **—পুত্ৰঃ** সনৎকুমাৰ।

**ধাত্ৰং** *ক্লী.* আধাৰ, পাত্ৰ, **—ত্ৰী** *স্ত্ৰী.* (ধীয়তে পীয়তে ইতি ধেৎ পানে ষ্ট্ৰন্) ১। ধাইমা, মা, যা ৩।৮২; ২। উপমাতা, ৰ ১০।৭৮; ৩। গঙ্গা নদী, ৪। আমলখী গছ।

**ধাত্ৰেয়িকা, ধাত্ৰেয়ী** *স্ত্ৰী.* ১। পালিতা ভনী, ২। ধাইমা।

**ধানং --নী** *ক্লী. স্ত্ৰী.* আধাৰ, পাত্ৰ, আসন। পদৰ শেষত, যেনে ৰাজধানী।

**ধানাঃ** *স্ত্ৰী.* ১। মুড়ি, ২। সান্দহ গুড়ি, ৩। খাদ্য শস্য, ৪। অঙ্কুৰ, কলি, ৫। ভজা যৱধান।

**ধানুৰ্দণ্ডিকঃ, ধানুষ্কঃ** *পু.* ধনুৰ্দ্ধৰ।

**ধানষ্যঃ** *পু.* বাঁহ গছ।

**ধান্ধা** *স্ত্ৰী.* ইলাচি।

**ধান্যং** *ক্লী.* (ধানে পোষণে সাধু ইতি ধান যৎ) ১। শস্য, খাদ্য, ধান, ২। ধনিয়া, **—কল্কং** তুঁহ, খেৰ, **—কোশঃ —কোষ্ঠকং** ধানৰ ভঁড়াল, **—ক্ষেত্ৰং** ধানখেতি, **—চমসঃ** চিৰা, **—ত্বক্** *স্ত্ৰী.* তুঁহ, **—ধেনুঃ** দানৰ বাবে ধানেৰে তৈয়াৰী গৰু, **—মায়ঃ** ধানৰ বেপাৰী, **—বীজং** ধনিয়া সঁচ, **—ৰীৰঃ** মাটিমাহ, **—শীৰ্ষকং** ধানৰ সীহ, **—শূকং** ধানৰ শুং, **—সাৰঃ** বানি উঠা ধান, চাউল।

**ধ্যান্যা, ধান্যাকং** *ক্লী.* ধনিয়া।

**ধ্যান্যাৰিঃ** *পু.* এন্দুৰ।

**ধান্যোত্তমঃ** *পু.* শালিধান।

**ধাম (ন্)** *ক্লী.* (দধাতি গৃহস্থাদিকং ধা মনিন্) ১। গৃহ, বাসস্থান, মে ৩৫; ২। স্থান, আশ্ৰয়, ৩। ঘৰত থকা পৰিয়ালৰ মানুহ, ৪। ৰশ্মি, কিৰণ, ৫। পোহৰ, উজ্জ্বলতা, কি ২।২০; ৬। ৰাজকীয় দীপ্তি, ঐশ্বৰ্য্য, মৰ্য্যাদা, ৭। শক্তি, প্ৰতাপ, ৮। জন্ম, ৯। শৰীৰ, ১০। বাহিনী, ১১। অৱস্থা, ১২। বিষ্ণু, মহা ১৩।১৪৯।৩৬; **—কেশী, —নিধিঃ** সূৰ্য্য।

**ধামনিকা, ধামনী** স্ত্ৰী. ধমনী চাওক।

**ধায়ঃ, য়াঃ (স্)** *বিণ.* ধাৰণকৰ্তা।

**ধায্যঃ** *পু.* (ধীয়তে আশ্ৰিয়তে মঙ্গলাৰ্থমিতি ধা কৰ্মণি ণ্যৎ যুক্) যজ্ঞাগ্নি প্ৰজ্বালন কৰা ঋক্ মন্ত্ৰ।

**ধাৰং** *ক্লী.* বৰ্ষা কালৰ পানী দুবিধ— গাঙ্গং আৰু সামুদ্ৰম, **—ৰঃ** পু. (ধাৰ্য্যতে ইতি ধৃ ণিচ্ ঘঞ্) ১। বিষ্ণু, ২। ধাৰাসাৰ বৰষুণ, ৩। শিল বৰষুণ, তুষাৰ, ৪। দ' ঠাই, ৫। ধাৰ, ঋণ, ৬। সীমা, **—কঃ** *পু.* ১। কলহ, যি কোনা ধৰণৰ পাত্ৰ, ২। অৱলম্বন, সংৰক্ষণ, অধিকাৰ, নিৰীক্ষণ; **—ণী** ১। ধমনী, ২। জৰী, ডোল, **—ণকঃ** ঋণী, ধৰুৱা, **—ণা** ১। ধাৰণ, অৱলম্বন, সংৰক্ষণ কাৰ্য্য, ২। মনত ধৰি ৰখা শক্তি, বুদ্ধি, ৩। স্মৰণ শক্তি, ৪। সুস্থিৰতা, ৫। ন্যায্যপথস্থিতি, সংস্থা,

মৰ্য্যাদা, স্থিতি, মনু ৪।৩২; ৬। যোগাঙ্গ বিশেষ, ৭। ব্ৰহ্মৰ ওপৰত মনোধাৰণ, মনোনিবেশ, ৮। ভদ্ৰতা, সৌজন্যতা, ৯। দৃঢ় নিশ্চয়, **—শক্তিঃ** স্মৰণ শক্তি।

**ধাৰয়িত্ৰী** *স্ত্ৰী.* (ধাৰয়তি সৰ্বমিতি ধৃ ণিচ্‌ তৃচ্‌ ঙীপ্‌) পৃথিৱী।

**ধাৰা** *স্ত্ৰী.* (ধাৰ্য্যতে অশ্বা যয়া ধৃ ণিচ্‌ ব্যঙ্) ১। ঘোঁৰাৰ গতিবেগ, ২। জলধাৰা, ৩। কলহ বা পাত্ৰৰ ছিদ্ৰ, ৪। ধাৰাসাৰ বৰষুণ, ৫। তৰোৱাল বা অস্ত্ৰৰ তীক্ষ্ণ ধাৰ, ৬। পৰ্বতৰ এঢলীয়া কাষ বা ধাৰ, ৭। চকাৰ বেৰ, ৮। সমূহ, ৯। খ্যাতি, যশ, উৎকৃষ্টতা, ১০। হালধি, ১১। ৰাতি, ১২। সাদৃশ্য, ১৩। কাণৰ লতি, ১৪। সন্ততি, মহা ৬।১১৮।২৪; ১৫। তীৰ্থ বিশেষ, **—কদম্বঃ** *পু.* এবিধ কদম গছ, **—ঙ্কুৰঃ** বৰষুণৰ টোপাল, শিলাবৃষ্টি, **—ঙ্গঃ** খড়্গ, **—গ্ৰং** কাঁড়ৰ আগ ভাগ, **—টঃ** ১। চাতক চৰাই, ২। ঘোঁৰা, ৩। মেঘ, ৪। মদমত্ত হাতী, **—সাৰঃ** ধাৰাসাৰ বৰষুণ, **—গৃহং** পানীৰ ব্যৱস্থা থকা স্নানাগাৰ, **—ধৰঃ** মেঘ, তৰোৱাল, **—নিপাতঃ —পাতঃ** ধাৰাসাৰ বৰষুণ, মে ৪৮; নিজৰা, **—যন্ত্ৰং** কৃত্ৰিম নিজৰা, **—বৰ্ষঃ, সম্পাতঃ** ধাৰাসাৰ বৰষুণ, **—ৱাহী** *বিণ.* অবাধ, অবাৰিত, **—ৱিষঃ** খড়্গ, **—স্নুহী** *স্ত্ৰী.* এবিধ গছ।

**ধাৰিণী** *স্ত্ৰী.* (ধৃ ণিনিঃ ঙীপ্‌) ১। পৃথিৱী, ২। শিমলুগছ, ৩। ধাৰণকৰ্ত্ৰী।

**ধাৰী(ন্)** *বিণ.* **(ণী)** ধাৰক, ধাৰণকাৰী, সংৰক্ষক, অৱলম্বনকাৰী (পুং) গ্ৰন্থৰ তাৎপৰ্য্য বিষয়ে পণ্ডিত, অজ্ঞেভ্যো গ্ৰন্থিনো শ্ৰেষ্ঠা গ্ৰন্থিভ্যো ধাৰিণো ৱৰাঃ। ধাৰিভ্যো জ্ঞানিনঃ শ্ৰেষ্ঠা জ্ঞানিভ্যো ব্যৱসায়িনঃ।। মনু ১২।১০৩।

**ধাৰু** (ধয়তি পিৱতীতি ধে পানে ৰুঃ) পানকৰ্তা।

**ধাৰোষ্ণং** *ক্লী.* দোহন কৰি অনাৰ সময়ৰ গৰম গাখীৰ।

**ধাৰ্তৰাষ্ট্ৰঃ** *পু.* ১। ক'লা ঠেং আৰু ঠোঁট থকা ৰাজহাঁহ এবিধ। গেৰি হাঁহ, বে ১।৬; ২। এবিধ সাপ, ৩। ধৃতৰাষ্ট্ৰৰ পুত্ৰ, **—পদী** হংসপদী।

**ধাৰ্মিক** *বিণ.* (ধৰ্মং চৰতীতি ধৰ্ম ঠক্) ধৰ্মশীল, ধৰ্মপ্ৰাণ।

**ধাৰ্মিণং** ধৰ্মপ্ৰাণ লোকৰ সভা।

**ধাৰ্য্যং** *ক্লী.* (ধৃ ণ্যৎ) ধাৰণীয়।

**ধাৱ্** জৱে (ভ্বা উ অক ধাৱতি, —তে) ১। দৌৰি যা, ২। দৌৰি আগুৱাই যা, ৩। মুখামুখি হ, আক্ৰমণ কৰ, ৪। দৌৰি পলাই যা, ৫। শুদ্ধ কৰ, পৰিষ্কাৰ কৰ, ৬। উজ্জ্বল কৰ, নিস্— ধুই পেলা।

**ধাৱক** *বিণ.* ১। ধোৱা, ২। দৌৰি যাওঁতা, শীঘ্ৰ গমনকৰ্তা, ৩। এজন কবিৰ নাম, কোনো কোনো পণ্ডিতে কয় ৰজা হৰ্ষবৰ্ধনৰ বাবে এইজন কবিয়েই ৰত্নাৱলী নাটক লিখি দিছিল।

**ধাৱনং** *ক্লী.* ১। দৌৰি গমন, শীঘ্ৰ গমন, ২। নিৰ্মল কৰণ, ঘঁহন, পৰিষ্কাৰকৰণ, ৩। আক্ৰমণ।

**ধাৱল্যং** *ক্লী.* শুভ্ৰতা, নিস্তেজ অৱস্থা।

**ধাৱিত** *বিণ* গত, পলায়িত। মাৰ্জিত।

**ধাসঃ** (স্) *পু.* (দধাতি পৃথিৱীমিতি ধা অসুন্ সুট চ) পৰ্বত।

**ধি** (ক) ধৃতৌ (তুদা প সক ধিয়তি) ১। ধাৰণ কৰ, ধৰ, প্ৰাপ্ত কৰ, ২। ভোগ কৰ।

**(খ)** প্ৰীতৌ গতৌ (স্বা প সক ধিনোতি) ১। আনন্দ দান কৰ, ২। প্ৰীত কৰ, সন্তুষ্ট কৰ। 'ধিনোতি হৰোন হিৰণ্যৰেতসম্'। কি ১।২২ ।

**ধিঃ** সমাসৰ শেষত আধাৰ অৰ্থত, যেনে জলধিঃ, ৱাৰিধিঃ, অৰ্থাৎ সাগৰ।

**ধিক্** *অব্য.* ধিক্কাৰ, নিন্দা, ভৰ্ৎসনা, বিপূ ১।১৫।৩৫; **—দণ্ডঃ** তিৰস্কাৰ, গৰিহণা, মনু ৮।১২৯; **—পাৰুষ্যং** গালি-গালাজ, ভৰ্ৎসনা।

**ধিপ্সু** *বিণ.* ভুৱা, প্ৰৱঞ্চনা কৰাত ইচ্ছুক, অভুৱাভঁৰা।

**ধিষণঃ** *পু.* (ধৃষ্ ক্যুঃ) দেৱগুৰু বৃহস্পতি, **—ণং** ঘৰ, বাসস্থান, **—ণা** ১। বুদ্ধি, ২। স্তুতি, ৩। প্ৰশংসা, ৪। ভাষণ, কথা, ৫। পাথৰ, শিল, ৬। পৃথিৱী, ৭। পাত্ৰ।

**ধিষ্টং** *ক্লী.* ১। স্থান, ২। ঘৰ, ৩। নক্ষত্ৰ, ৪। অগ্নি, ৫। শক্তি।

**ধিষ্ট্যঃ** *পু.* ১। অগ্নি, ২। শুক্ৰাচাৰ্য্য।

**ধিষ্ণ্যং** *ক্লী.* (ধৃষ্ ণ্যঃ ঋকাৰস্য ইকাৰঃ) ১। স্থান, বাসস্থান, নক্ষত্ৰ, অগ্নি, শক্তি, উল্কা, **—ষ্ণ্যঃ** *পু.* ১। যজ্ঞাগ্নিৰ স্থান, যজ্ঞস্থান, ২। দৈত্যগুৰু শুক্ৰাচাৰ্য্য, ৩। শুক্ৰগ্ৰহ, ৪। শক্তি।

**ধী** আবাধে, নাদৰে (দিৱা আ সক ধীয়তে) ১। আৰাধনা কৰ, স্তুতি কৰ, ২। অনাদৰ কৰ, নিন্দা কৰ, গালি পাৰ। যেনে, ধীয়তে দুষ্টং লোকঃ।

**ধীঃ** *স্ত্রী.* (ধ্যৈ চিন্তনে ভাৱে ক্বিপ্) ১। জ্ঞান, বুদ্ধি, মনু ৬।৯২; ২। মন, চিন্তা শক্তি, ৩। ভাব, ধাৰণা, অনুভূতি, ৪। উদ্দেশ্য, অভিপ্ৰায়, ৫। ভক্তি, স্তুতি, কি ১।৩৭; **—গুণাঃ** জ্ঞানৰ গুণসমূহ। শুশ্ৰূষা, শ্ৰৱণ, গ্ৰহণ, ধাৰণ, উহ, অপোহ, অৰ্থবিজ্ঞান আৰু তত্ত্বজ্ঞান, **—ত** *বিণ.* পীত, পানকৃত, **—তিঃ** পিপাসা, পিয়াহ, তৃষ্ণা, **—পতিঃ** দেৱগুৰু বৃহস্পতি, **—সচিৱঃ** মন্ত্ৰণাদাতা, মন্ত্ৰী **—শক্তিঃ** জ্ঞানশক্তি, **—সখঃ** উপদেষ্টা।

**ধীমান্ (ৎ)** *পু.* দেৱগুৰু বৃহস্পতি। পণ্ডিত ব্যক্তি। মনু ১।১০২, উৰ্বশীগৰ্ভজাত পুত্ৰ এজন।

**ধীৰ** *বিণ.* (ধিয়ং ঈৰয়তীতি ঈৰ অণ্) ১। ধৈৰ্য্যশীল, ২। ধীৰ স্থিৰ, ৩। জ্ঞান, ভা ৩।৬।৪৫, ৪। বলৱান, ৫। স্থিৰমতি, দৃঢ়মনা, ৬। শান্ত, ৭। সৰল, ৮। গভীৰ, গলগলীয়া, ৯। নম্ৰ, মনোগ্ৰাহী, ১০। এলেহুৱা, ১১। দুঃসাহসী, ১২। আকোৰগোজ, **—ৰং** অব্য. সাহসেৰে, ধীৰে ধীৰে, দৃঢ়ভাবে, লাহে লাহে, **—ৰং** *ক্লী* কুঙ্কুম, **—ৰঃ** ১। বলিৰজা, ২। সাগৰ, **—চেতঃ** দৃঢ়মনা, সাহসী, **—প্ৰশান্তঃ** সংস্কৃত কাব্যৰ নায়ক— সাহসী, শক্তিশালী অথচ শান্ত স্বভাৱৰ, **—ললিতঃ** নায়ক— দৃঢ়মনা, সাহসী অথচ অসাৱধান, কামুক **—স্কন্ধঃ** ম'হ।

**ধীৰা** *স্ত্রী.* (ধীৰ টাপ্) জ্যোতিষ্মতী। নাটৰ নায়িকা এবিধ ঈৰ্ষান্বিত যদিও প্ৰেমিকৰ সমুখত মনে মনে থকা। মধ্যাপ্ৰগল্ভা। ৱাঙ্গকোপ প্ৰকাশিনী, **—ধীৰা** প্ৰেমিকৰ আগত মিছাকৈ ঈৰ্ষা প্ৰকাশ কৰা নায়িকা।

**ধীৰিন্দ্ৰিয়ঃ** জ্ঞানেন্দ্ৰিয়— মন, চকু, কাণ, ছাল, জিভা আৰু নাক।

**ধীৰোদাত্তঃ** *পু.* সংস্কৃত কাব্যৰ নায়ক— সাহসী, শক্তিশালী আৰু ধুনীয়া।

**ধীৰোদ্ধতঃ** *পু.* সংস্কৃত কাব্যৰ নায়ক, সাহসী অথচ মদগৰ্বী, মায়াপৰ, আত্মশ্লাঘী।

**ধীলটিঃ —টী** *স্ত্রী.* দুহিতা, কন্যা।

**ধীৱা (ন্)** *পু.* ধীৱৰ।

**ধীৱৰঃ** *পু.* (দধাতি মৎস্যানিতি ধা ষ্বৰচ্) কৈৱৰ্ত, মাছমৰীয়া, **—ৰং** লোহা, **—ৰী** ১। মাছমৰীয়াৰ স্ত্ৰী, ২। খালৈ।

**ধু, ধূ,** কম্পে (স্বা, ক্ৰ্যা, তুদা, চুৰা, উ, স, ধূৱতি, ধৱতি –তে, ধুনোতি, ধুনীতে, ধুনয়তি –তে) ১। কঁপা, কঁপি থাক, আলোড়িত কৰ, ২। গুচাই পেলা, এৰি পেলা, ৩। নাশ কৰ, ৪। জ্বলা, প্ৰজ্বালন কৰ, ৫। অপব্যৱহাৰ কৰ, আঘাত কৰ, **অৱ—** ১। কঁপা, কম্পিত কৰ, ২। দৰ কৰ, জয় কৰ, অতিক্ৰম কৰ, ৩। মুক্ত কৰ, ৪। অৱমাননা কৰা, অস্বীকাৰ কৰ, কু ৩।৮, **উদ—** ১। ওপৰলৈ তোল, নিক্ষেপ কৰ, ২। দূৰ কৰ, ত্যাগ কৰ, দলিয়াই পেলা, **নিস—** ১। দলিয়াই পেলা, ত্যাগ কৰ, নাশ কৰ, ২। অপমান কৰ, গালি পাৰ, **ৱি—** ১। কম্পিত কৰ, কপা, ঋতু ৬।২০, ২। এৰি পেলা, ত্যাগ কৰ, ৩। গালি পাৰ, অৱমাননা কৰ, ৰ ১১।৪০।

**ধুক্ষ** সন্দীপনে, ক্লেশে (ভ্বা আ অক ধুক্ষতে) প্ৰজ্বলিত হ, জীয়াই থাক, শ্ৰান্ত হ। (ণিজন্ত) ধুক্ষয়তি।

**ধুত, ধূত** *বিণ* (ধু ক্তঃ) ১। কম্পিত, ২। ভৰ্ৎসিত, ৩ পৰিত্যক্ত, ৪। বিবেচিত, ৫। অপমানিত, ৬। চিন্তিত, **—তিঃ** *স্ত্রী* কঁপনি, **—কল্মষ, —পাপ** পাপমুক্ত

**ধুনিঃ —নী** *স্ত্রী.* নদী।

**ধুৰ্** (ধূৰ্বতীতি ধুৰ্ব কিপ্) ১। গাড়ী বা ৰথৰ আগৰ অংশ, সন্মুখ ভাগ, ২। ভাৰ, ওজন, ৩। চিন্তা, কম্পন। **—গত** নেতা; **—জটিঃ** (ধূৰ্জটিঃ) শিৱ; **—ধৰ, —ন্ধৰঃ** দলপতি; **—ৱহ** ভাৰ বহন, দায়িত্ব পালন।

**ধুৰা** বোজা, বে ৩। ৫

**ধুৰীণ, ধুৰীয়** *বিণ.* সমৰ্থৱান, কামিলা।

**ধুৰ্য্য** *বিণ.* বোজা বহনৰ যোগ্য, ভাৰবাহী (জন্তু), দলপতি, সচিব।

**ধুস্তু (স্তূ) ৰঃ** ধতুৰা গছ।

**ধূকঃ** *পু.* (ধূ কণ্) বায়ু।

**ধূনকঃ** *পু.* ধূনা।

**ধূননং** *ক্লী.* (ধূ নিচ ল্যট্) কম্পন, সাধ্য।

**ধূনিঃ** *স্ত্রী.* কম্পন।

**ধূপ** ক) তাপে (ভ্বা উ সক ধূপায়তি –তে) ১। তাপ দি, ২। সন্তপ্ত কৰ, তপ্ত কৰ।

খ) দীপ্তৌ (চুৰা উ অক ধূপয়তি –তে) ১। তাপ দি শোধন কৰ, ধূপিত কৰ, ধোৱাৰে সুগন্ধি কৰ, ২। উজ্জ্বল হ, পোহৰ কৰ, ৩। কথা ক।

**ধূপঃ** *পু* (ধূপয়তি স্বগন্ধেন প্ৰীণয়িত্বা দীপ্যতীতি, ধূপ অচ্) ১। ধূপবাতি, ২। সুগন্ধি দ্ৰব্য যেনে চন্দন আৰু তাৰ গুড়ি, **—নঃ** *পু* শাল গছৰ পৰা ওলোৱা ৰস, শালধূনা, **—পাত্ৰং** ধূপদানী, **—বৃক্ষঃ** সৰল গছ।

ধূপাগুৰু *স্ত্রী* ধূপ তৈয়াৰ কৰা এবিধ অগৰু কাঠ।
ধূপাঙ্গঃ ১। তাৰ্পিণ তেল, ২। সৰল গছ।
ধূপায়িত *বিণ.* ১। সন্তপ্ত, ২। পৰিশ্ৰান্ত, ৩। ধূপেৰে সুবাসিত (গৃহ)।
ধূপাৰ্হঃ *পু* ক'লা অগৰু।
ধূপিতঃ সুগন্ধীকৃত, সন্তাপিত, পৰিশ্ৰান্ত। ধূপৰ দ্বাৰা সুবাসিত।
ধূমঃ *পু* (ধূনোতি ধূ কম্পে মক) ১। কেঁচা কাঠ জ্বলালে ওলোৱা ধোঁৱা, ৰ ৭।২৬; মে ৫, ২। কুঁৱলী, ৩। উল্কা, ৪। মেঘ, ৫। উগাৰৰ পৰা উদ্ভব হোৱা বায়ু বিশেষ, ৬। এবিধ চিকিৎসা, —কেতনঃ, —কেতুঃ ১। অগ্নি, ৰ ১১।৮১, ২। ধূমকেতু, উল্কা, পপীয়াতৰা, ৩। কেতুগ্ৰহ, —জঃ মেঘ, —ধবজঃ অগ্নি, —পানং ধোঁৱা পান। বিড়ি, চিগাৰেট, ভাং আদিৰ ধোঁৱা পান কাৰ্য্য, —প্ৰভা নৰককুণ্ড, —মহিষী কুঁৱলী, —যোনিঃ মেঘ।
ধূমল, ধূমাভ *বিণ.* ধোঁৱা বৰণীয়া (ৰঙা আৰু ক'লা ৰঙৰ মিশ্ৰণ)।
ধূমায়তি —তে (নামধাতু) ধোঁৱাৰে পূৰ্ণ কৰ, আবৃত কৰ, মলিন কৰ।
ধূমাৱতী *স্ত্রী* দশমহাৱিদ্যান্তৰ্গত বিদ্যা (দেৱী) বিশেষ।
ধূমিকা *স্ত্রী* ধোঁৱা, ভাপ, কুঁৱলী।
ধূমিত *বিন* ধোঁৱাৰে আবৃত, মলিনীকৃত।
ধূমোৰ্ণা *স্ত্রী* যমপত্নী, মহা ১৩।১৬৫।১১; —পতিঃ যমৰাজ।
ধূম্যা *স্ত্রী* ধোঁৱাৰ স্তূপ, ধোঁৱাৰ মেঘ।
ধূম্ৰং *ক্লী* (ধূমং ৰাতীতি ৰা কঃ) ১। পাপ, দোষ, অপৰাধ, দুষ্টামি, —ম্ৰঃ ১। ধোঁৱা ৰং, শ্যামৰক্তবৰ্ণ, ২। ধূনা, —ম্ৰা ধৰ নামৰ বসু এজনৰ মাতৃৰ নাম, মহা ১।৬৬।১৯; —লোচনঃ কপৌ ১। চৰাই, পাৰ চৰাই, ২। শুম্ভাসুৰৰ সেনাপতি, —লোহিত কজলা (পু) শিৱ, —ৱৰ্ণা অগ্নিৰ সাতখন জিভাৰ এখনৰ নাম।
ধূম্ৰকঃ, *পু* উট।
ধূৰ্ ধ্ৰবে গতৌ (দিৱা, আ সক ধূৰ্যতে) ১। আঘাত কৰ, বধ কৰ, ২। গমন কৰ, যা।
ধূৰ্জটিঃ *পু* (ধূৰ্ ভাৰভূতা জটিৰ্যস্য) সদাশিৱ।
ধূৰ্ত *বিন* (ধূৰ্বতি ইতি ধূৰ্ব তন্) ধূৰ্ত, ঠগ, প্ৰবঞ্চক, চতুৰ, অনিষ্টকাৰী, হিংসুক, —ৰ্তঃ ১। ঠগ, বদমাচ, ২। জুৱাৰী, ৩। প্ৰেমিক, ৰসিক, ৪। ধঁতুৰা গছ, —জন্তুঃ মনুষ্য, —ৰচনা ঠগামি।
ধূৰ্তকঃ *পু* শিয়াল, ঠগ।
ধূৰ্ধৰঃ, ধূৰ্বহঃ *পু* ধুৰন্ধৰ, গাড়ীৰ ধুৰাক ধাৰণ বা বহন কৰোঁতা।
ধূৰ্ৱী *স্ত্রী* ৰথৰ অগ্ৰ ভাগ, সমুখ ভাগ।
ধূলকং *ক্লী* (ধূ বাহুলকাৎ লকঃ) বিহ।
ধূলিঃ *স্ত্রী* (ধূয়তে ইতি ধূ বাহুলকাৎ লিঃ) ১। ধূলি, গুড়ি মাটি, পাংশু, ৰেণু, ধূলিকণা, ২। পদাৰ্থৰ গুড়ি বা চূৰ্ণ, —কা কুঁৱলী, নিয়ৰ, —কেদাৰঃ ১। ধূলিৰ দ'ম, গড়, ২। হাল বাই উঠা পথাৰ, —ধ্বজঃ বায়ু, —পটলঃ ধূলিৰ মেঘ, —পুষ্পিকা, —পুষ্পী কেতেকী গছ।
ধূস্ ধূশে (চুৰা প সক ধূসয়তি) ১। ধুনীয়া কৰ, কান্তিমান কৰ, ২। সুগন্ধিযুক্ত কৰ, যেনে ধূসয়ত্যঙ্গং চন্দনঃ।
ধূসৰ *বিণ.* (ধূনাতীতি ধূ সৰন্ কিৎ) ঈষৎ পাণ্ডুবৰ্ণ, ঈষৎ শুভ্ৰ ৰঙৰ, ধূলিৰ দৰে ৰঙৰ, মটীয়া ৰঙৰ, কু ৪।৪, —ৰঃ ১। মটীয়া ৰঙ, ২। গাধ, ৩। উট, ৪। কপৌ, ৫। তেলী, —ৰী *স্ত্রী* কিন্নৰী।
ধূস্তূৰঃ ধুস্তুৰঃ *পু* (ধুস তূৰ হিংসে কঃ) ধঁতুৰা গছ।
ধৃ (ক) স্থিতৌ, ধৃতৌ (তুদা আ স্থিতৌ অক ধৃতৌ সক ধ্ৰিয়তে) ১। হ, থাক, জীয়াই থাক, বাচি থাক, ২। ক্ৰমে চলি থাক, ৩। পালিত হ, পোষিত হ। (খ) ধৃত্যাম (ভ্বা, চুৰা উ শক ধৰতি, ধাৰয়তি তে) ১। ধাৰণ কৰ, ধৰি থাক, বহন কৰ, মনু ৪।৩৬, ২। পালন কৰ, পোষণ কৰ, মে ১১৩; ৩। অধিকাৰ কৰ, স্বীকাৰ কৰ, ৪। পিন্ধ, কাপোৰ পিন্ধ, ৫। বাধা দি, বন্ধ কৰ, ৬। কষ্ট ভোগ কৰ, ৭। নিযুক্ত কৰ, ৮। ধৰুৱা হ, ঋণী হ, ৯। উল্লেখ কৰ, উক্তি দি, অৱ— স্থিৰ কৰ, জানি ল, বুজি ল, উদ্— ১। ওপৰলৈ তোল, উদ্ধাৰ কৰ, ৰক্ষা কৰ, উন্মূলন কৰ, নিস্— নিৰ্দ্ধাৰণ কৰ, স্থিৰ কৰ, ৱি— ১। ধৰ, দখল কৰ, ২। পিন্ধ, সং— ধাৰণ কৰ, বহন কৰ, ধাৰ বাখ, বাধা দে, সংযত কৰ, মনত ৰাখ, সমুদ্— উন্মূলন কৰ, নিশ্চিত কৰ, সম্প্ৰ— স্থিৰ কৰ, নিশ্চয় কৰ, বিবেচনা কৰ, ভাবি চা, মনু ১০।৩৩।
ধৃজ্ গতৌ (ভ্বা প, সক ধৰ্জতি) গমন কৰ, যা, আগুৱাই যা।

**ধৃত** *বিণ.* (ধৃ ক্তঃ) ১। ধৰা হ'ল, ২। বহন কৰা হ'ল, ৩। অৱলম্বিত, ৪। ৰক্ষিত, সুৰক্ষিত, ৫। দখলীকৃত, অধিকৃত, ৬। (কাপোৰ) পিন্ধা হ'ল, ৭। লক্ষিত, ৮। ব্যৱহৃত, ৯। নিশ্চিত, **—দণ্ড** দণ্ডিত, **—পট** কাপোৰেৰে আবৃত, **—ৰাজন্** *বিণ* ৰজাৰ দ্বাৰা সুশাসিত, **—ৰাষ্ট্ৰঃ** *পু* দুৰ্যোধন, দুঃশাসনাদি এশ পুত্ৰৰ পিতা, জন্মান্ধ ধৃতৰাষ্ট্ৰ কুৰুবংশৰ জ্যেষ্ঠ ভ্ৰাতা, পাণ্ডু আৰু বিদুৰৰ ককায়েক, আৰু গান্ধাৰীৰ স্বামী। বিচিত্ৰবীৰ্য্যৰ বিধৱা পত্নীত ব্যাসৰ ঔৰসজাত। পতি জন্মান্ধ হোৱাৰ কাৰণে গান্ধাৰীয়েও চকুত কাপোৰ বান্ধি ৰাখিছিল। কুৰুক্ষেত্ৰৰ মহাসমৰত গোটেইবোৰ পুত্ৰৰ মৃত্যু হোৱা বুলি শুনি বিশেষকৈ ভীমৰ হাতত প্ৰিয় জ্যেষ্ঠ পুত্ৰ দুৰ্যোধনৰ মৃত্যু হোৱা বুলি শুনি খঙত একো নাইকিয়া হৈ প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে ভীম আৰু যুধিষ্ঠিৰক মৰমতে আলিঙ্গন কৰিবলৈ মতাই আনে। শ্ৰীকৃষ্ণই কথাটো গম পাই ভীমৰ সলনি এটা লোৰ 'ভীম' তৈয়াৰ কৰি ধৃতৰাষ্ট্ৰক আলিঙ্গন কৰিবলৈ আগ বঢ়াই দিয়ে। ধৃতৰাষ্ট্ৰৰ আলিঙ্গনত লোৰ ভীম চূৰ্ণীকৃত হ'ল। পিচত শ্ৰীকৃষ্ণৰ [illegible]তুৰি বুলি জানি দুখতে পত্নীক লগত লৈ বানপ্ৰস্থী হ'ল। (**—ষ্ট্ৰী**) *স্ত্ৰী* মাইকী ৰাজহাঁহ, **—তি** *স্ত্ৰী.* ১। ধাৰণা, স্বীকাৰ, ২। অধিকাৰ, ৩। অৱলম্বন, ভৰণ-পোষণ, ৪। নিশ্চয়তা, ৫। ধৈৰ্য, ৬। শক্তি, ৭। সন্তুষ্টি, আনন্দ, ৮। যজ্ঞ, ৯। বিশ্বদেৱ এগৰাকী, মহা ১৩।৯১।৩০; ১০। নিমি বংশৰ এজনৰ নাম, ১১। যদু বংশীয় বভ্ৰুৰ এজন পুত্ৰৰ নাম।

**ধৃত্বৰী** *স্ত্ৰী* ভূমি, মাটি।

**ধৃত্বা (ন্)** *পু* ১। বিষ্ণু, ২। ব্ৰাহ্মণ, ৩। ধৰ্ম, ন্যায়, ৪। আকাশ, ৫। মেধাৱী লোক, ৬। ব্ৰহ্মা, ৭। অন্তৰীক্ষ।

**ধৃষ** ক) অমৰ্ষে (চৰা, ভ্বা, প সক ধৰ্ষতি, ধৰ্ষয়তি) ১। এক লগ হ, সংযুক্ত হ, ২। আঘাত কৰ, অনিষ্ট কৰ, ৩। অপমান কৰ, অৱমাননা কৰ, ৪। জয় কৰ, অতিক্ৰম কৰ, নাশ কৰ, ধ্বংস কৰ, ৫। আক্ৰমণ কৰ।

খ) প্ৰাগল্ভে (স্বা প অক ধৃষ্ণোতি) ১। সাহসী হ, ২। নিশ্চিত হ, ৩। গৰ্বিত হ, গৰ্ব কৰ, ৪। অধীৰ হ, ধৈৰ্য্যহীন হ, ৫। দুঃসাহস কৰ, ফেৰ পাতি থিয় হ।

গ) শক্তিবন্ধে (চুৰা আ সক ধৰ্ষয়তে) ১। ধৰ্ষণ কৰ, আঘাত কৰ, অনিষ্ট কৰ, অত্যাচাৰ কৰ।

**ধৃষুঃ** *পু* (ধৃষ্ কুঃ) ১। দক্ষ, ২। সংঘাত, ৩। প্ৰগল্ভ।

**ধৃষ্ট** *বিণ* (ধৃষ্ ক্তঃ) ১। প্ৰগল্ভ, ২। নিৰ্লজ্জ, ৩। ধৰ্ষিত (পু), ৪। চাৰি বিধ পতিৰ এবিধ, ৫। চেদি বংশীয় কৃন্তীৰ পুত্ৰ, ৬। সপ্তম মনুৰ পুত্ৰ এজন, **—দ্যুম্নঃ** দ্ৰুপদ ৰজাৰ পুত্ৰ আৰু দ্ৰৌপদীৰ ভাতৃ। এই ধৃষ্টদ্যুম্নৰ হাততেই দ্ৰোণাচাৰ্যৰ মৃত্যু হৈছিল। পিচত দ্ৰোণৰ পুত্ৰ অশ্বত্থামাই পাণ্ডৱ শিবিৰত শুই থকা অৱস্থাত ধৃষ্টদ্যুম্নক হত্যা কৰে। **—ধী, —মানী** *পু* আত্মশ্লাঘী, আত্মাভিমানী, মদগৰ্বী।

**ধৃষ্ণক্ (জ্)** *বিণ.* ১। সাহসী, ২। নিৰ্লজ্জ।

**ধৃষ্ণি** *পু* কিৰণ, ৰশ্মি।

**ধৃষ্ণু** (ধৃষ্ ক্নুঃ) ১। ধৃষ্ট, ২। সাহসী, ৩। বিশ্বাসী, ৪। শক্তিশালী, ৫। নিৰ্লজ্জ (পু) ১। সাৱৰ্ণ মনুৰ পুত্ৰ, ২। চন্দ্ৰবংশীয় কুকুৰৰাজৰ পুত্ৰ, হৰিব ৩৭।১৮; কবিপুত্ৰ।

**ধে** পানে (ভ্বা প সক ধয়তি) ১। চোহ, চুহি খা, পান কৰ, পি খা, ২। চুম্বন কৰ, চুমা খা।

**ধেনঃ** *পু* (ধীয়তে ইতি ধে পানে ইতি ন ইশ্চান্তাদেশঃ) সমুদ্ৰ, নদ, **—না** নদী।

**ধেনুঃ** *স্ত্ৰী* (ধয়তি সুতান ধে পানে নুঃ ইশ্চান্তাদেশঃ) ১। গাই গৰু, পোৱালি হোৱা, গাখীৰ দিয়া গাই, ২। পৃথিৱী, **—কঃ** বলৰামে হত্যা কৰা এটা ৰাক্ষস, গাধৰূপী এই অসুৰটো গোৱৰ্দ্ধন পৰ্বতৰ উত্তৰ ফালে থকা তালবনত বাস কৰিছিল। **—সূদনঃ** বলৰাম, শ্ৰীকৃষ্ণ, **—কা** *স্ত্ৰী* মাইকী হাতী, গাই গৰু, **—ষ্যা** *স্ত্ৰী* বন্ধকত ৰখা গাই।

**ধৈনুকং** *ক্লী* এপাল গৰু, এবিধ বিশেষ ধৰণৰ ৰতিসুখ।

**ধৈৰ্য্যং** *ক্লী* ১। ধীৰতা, স্থিৰতা, ২। শক্তি, সামৰ্থ্য, ৩। সাহসিকতা, ৪। প্ৰশান্তি, ৫। দৃঢ়তা, ৬। নায়কৰ সত্ত্বজ গুণসমূহৰ এটা।

**ধৈৱতঃ** ১। ভাৰতীয় সঙ্গীতৰ ৬ষ্ঠ সুৰ। (ধা)। নাৰদৰ মতে অশ্বস্বৰতুল্য, **—ত্যং** চাতুৰ্য্য।

**ধোড়** *পু* ঢোঁৰা সাপ।

**ধোৰ্** গতি চাতুৰ্যে (ভ্বা প সম ধোৰতি) ১। শীঘ্ৰে গমন কৰ, দৌৰি যা, ২। চতুৰ হ, চালাক হ, নিপুণ হ।

**ধোৰণং** *ক্লী* ১। দোলা, ২। বাহন, (ঘোঁৰা, হাতী আদি) ২। দৌৰি গমন, ৩ ঘোঁৰাৰ কদমত গমন, **—নিঃ, —নী** *স্ত্ৰী* ১। শাৰি, শাৰী, ২। পৰম্পৰা।

ধোষিতং *ক্লী* ১। আঘাত, অনিষ্ট, ২। গমন, ৩। কদমত গমন।

ধৌত *বিণ.* (ধাৱ কৰ্মণি ক্তঃ) ১। মাৰ্জিত, ২। পৰিষ্কৃত, নিৰ্মলীকৃত, ৩। উজ্জ্বল, চকচকীয়া, শুভ্ৰ, মে ৭, **—তং** *ক্লী* ৰূপা, **—কটঃ** সূতাৰে তৈয়াৰী মোনা, **—কোষজং, —কৌষেয়ং** পৰিষ্কৃত পাট (কাপোৰ), **—শিলং** স্ফটিক।

ধৌমকঃ এখন ৰাজ্যৰ নাম।

ধৌম্ৰঃ *পু* ১। ধোঁৱা বৰণ বা ৰং, ২। ভূমি।

ধৌৰিতকং *ক্লী* ঘোঁৰাৰ কদমত গমন।

ধৌৰেয়ঃ *পু* ১। ভাৰবহনকাৰী জন্তু, ২। ঘোঁৰা।

ধৌৰ্তকং, **—ৰ্তিকং, —ৰ্ত্যং** ধূৰ্তালি, দুষ্টামি, প্ৰৱঞ্চনা, অসততা।

ধ্মা অগ্নিযুতৌ ধবনৌ (ভ্বা প সক ধমতি) ১। জ্বলা, পোৰ, ২। জুই লগা, ৩। নিশ্বাস পেলা, ৪। শব্দ কৰ, ফুঁকি শব্দ কৰ, ৫। সাঁচত ঢাল, গঢ় দি। যেনে ধমতি সুৱৰ্ণং স্বৰ্ণকাৰঃ, ধমতি শঙ্খং পুৰোহিতঃ, **—কাৰঃ** কমাৰ, **—ত** *বিণ.* প্ৰজ্বলিত, গৰ্বিত, **—পিত** পুৰি ছাই হোৱা, ভস্মীভূত।

ধ্মামা (ন্) *পু* ১। পৰিমাণ, ২। পোহৰ, উজ্জ্বলতা, ৩। ধ্যান।

ধ্যাত *বিণ.* (ধ্যৈ চিন্তনে ক্তঃ) ১। চিন্তিত, ধ্যানকৃত।

ধ্যানং *ক্লী* (ধ্যৈ ভাৱে ল্যুট) ১। চিন্তন, স্মৰণ, ভাৱনা, ২। একান্ত মনে ভগৱানক চিন্তা কৰা কাৰ্য, ৩। মনন, ব্ৰহ্ম চিন্তা, **—গম্য** ধ্যানৰ দ্বাৰাহে বুজিব পৰা (বিষয়), **—তৎপৰ, —নিষ্ঠ, —পৰ, —স্থ** *বিণ.* ধ্যানমগ্ন, **—যোগঃ** ধ্যানৰূপ যোগ, গী ১৮।৫২।

ধ্যানিক *বিণ.* ধ্যানৰ পৰা পোৱা, ধ্যানলব্ধ।

ধ্যাম *বিণ.* (ধ্যৈ মক) মলিন, অপৰিষ্কাৰ, ক'লা, লেতেৰা, (ক্লী) এবিধ সুগন্ধি ঘাঁহ, **—মা** (ন্) পু ১। পৰিমাণ, জোখ, ২। পোহৰ (ক্লী) চিন্তা, ধ্যান।

ধ্যেয় *বিণ.* চিন্তনীয়, ধ্যানযোগ্য।

ধ্যৈ চিন্তনে (ভ্বা প সক ধ্যায়তি) চিন্তা কৰ, ধ্যান কৰ, স্মৰণ কৰ, ভাবি ল, মন কৰ, গী ২।৬৩; অনু— ১। চিন্তা কৰ, ২। স্মৰণ কৰ, ৩। দয়া কৰ, অপ— মনে মনে অভিশাপ দি, অনিষ্ট চিন্তা কৰ, অভি— বাসনা কৰ, আশা কৰ, নি— ১। চিন্তা কৰ, ধ্যান কৰ, ২। দকৈ গমি চা, কি ১০।৪৬।

ধ্ৰাজিঃ *স্ত্ৰী* ঘূৰ্ণিবতাহ।

ধ্ৰাড়িঃ *পু* পুষ্পচয়ন, ফুল তোলা কাৰ্য।

ধ্ৰুৱ *বিণ.* (ধ্ৰু বাহুলকাৎ কঃ) ১। শাশ্বত, অবিনাশী, দৃঢ়, চিৰস্থায়ী, অধিকাৰী, ২। নিশ্চিত, অনিবাৰ্য্য, গী ২।২৭; ৩। শক্ত, সুসংস্থাপিত, **—ৱঃ** *পু* ১। ধ্ৰুৱ নক্ষত্ৰ, কু ৭।৮৫; ২। বিষ্ণু, ব্ৰহ্মা, শিৱ, মহা ১৩।১৭।১০৩; ৩। বড় গছ, ৪। এজন বসুৰ নাম, ৫। ডিমৰু গছ, ৬। স্তম্ভ, ৭। গাছৰ মূঢ়া, ৮। গীতৰ দোহা, ধ্ৰুৱক, ৯। কাল, যুগ, ১০। ৰোহিণীৰ গৰ্ভত জন্মা বসুদেৱৰ পুত্ৰৰ নাম, ভা ৯।২৪।৪৬; ১১। পাণ্ডৱ পক্ষীয় এজন ক্ষত্ৰিয় বীৰ, ১২। নহুষৰ পুত্ৰ এজনৰ নাম, মহা ১।৭৫।৩০; ১৩। নাকৰ আগ ভাগ, ১৪। ভক্ত ধ্ৰুৱ, মনুৰ নাতি উত্তানপাদ আৰু সুনীতিৰ পুত্ৰ। উত্তানপাদৰ আনজনী ঘৈণীয়েকৰ নাম সুৰুচি। এওঁক ৰজাই বেছি ভাল পাইছিল। সুৰুচিৰ পুতেকৰ নাম আছিল উত্তম। এদিন উত্তমক কোলাত লৈ ৰজা সিংহাসনত বহি থকা দেখি শিশু ধ্ৰুৱইও পিতাকৰ কোলাত উঠিবলৈ যাওঁতে ৰজাই তাক বৰ বেয়াকৈ ব্যৱহাৰ কৰে। ধ্ৰুৱ মৰ্মাহত হৈ মাকক গৈ ক'লেগৈ। মাকে ক'লে 'তোৰ কপালত ভাগ্য নাই যেতিয়া এনে হ'বই। গতিকে তই দুখ নকৰিবি, পূণ্য সঞ্চয়ৰ কাৰণে যত্ন কৰগৈ।' ধ্ৰুৱই মাকৰ কথা শুনি সিদিনাই ৰাজপুৰী ত্যাগ কৰি বনলৈ গৈ কঠোৰ তপস্যাত বহিল। ভৰিৰ বুঢ়া আঙুলিত ভৰ দি মাটিত থিয় হৈ যেতিয়া কঁপিবলৈ ধৰিলে, তেতিয়া চতুৰ্ভুজ বিষ্ণুৱে দেখা দি ক'লে, 'মই তোমাৰ তপস্যাত তুষ্ট হৈছোঁ। তোমাক কি বৰ লাগে কোৱা।' তেতিয়া ধ্ৰুৱই ক'লে যে তেওঁক ৰাজসিংহাসনাদিৰ দৰে তুচ্ছ বস্তু একো নালাগে। 'হে প্ৰভু মোক এনে এক স্থান দিয়া যি জগতৰ আধাৰভূত, উত্তমতকৈও উত্তম।' তেতিয়া বিষ্ণুৱে ত্ৰৈলোক্যৰ ভিতৰতে উত্তম স্থান ধ্ৰুৱক দিলে (বিপু ১১শ অধ্যায়), **—তাৰকং, —তাৰা** ধ্ৰুৱতৰা।

ধ্ৰুৱক *পু* ১। গীতৰ অঙ্গ বিশেষ, দোহা, ২। স্তম্ভ, গছৰ ঠাৰি, গা গছ, **—কা** সংজ্ঞা।

ধ্ৰুৱা *স্ত্ৰী* ১। বড় গছৰ পাতৰ আকৃতিৰ যজ্ঞ পাত্ৰ, ২। শালপৰ্ণী গছ, ৩। মূৰ্বালতা, ৪। গীতৰ অঙ্গ।

ধ্ৰৌব্যং *ক্লী* দৃঢ়ত্ব, স্থিৰত্ব, নিশ্চয়তা।

**ধ্বংস্ ধ্বন্স্** গতৌ ভ্ৰংশে (ভ্বা আ সক, অক, ধ্বংসতে) ১। পৰি যা, তলত পৰ, অধঃপতন হ. ধ্বংস হ, ২। ভ্ৰষ্ট কৰ, ধ্বংস কৰ, নষ্ট কৰ, **ৱি**— সম্পূৰ্ণৰূপে ধ্বংস হ, টুকুৰা টুকুৰ হ। নাশ হ।

**ধ্বংসঃ** *পু* (ধ্বংস্ ভাৱে ঘঞ্) নাশ প ১।১১৭, অধঃপতন।

**ধ্বংসনং** (ধ্বংস ভাৱে ল্যুট্) ধ্বংস, নাশ, হানি, অধঃপতন।

**ধ্বংসিঃ** *স্ত্ৰী* এটা মুহূৰ্তৰ এশ ভাগৰ এভাগ।

**ধ্বংসী (ন্)** *পু* পৰ্বতত হোৱা এবিধ গছ।

**ধ্বজ্** গতৌ (ভ্বা প সক ধ্বজতি) গমন কৰ, যা।

**ধ্বজঃ** *পু* (ধ্বজ পচাদ্যচ) ১। পতাকা, পঞ্চ ১।৩২; ২। বংশ বা পৰিয়ালৰ ভিতৰত শ্ৰেষ্ঠত্ব দেখুৱাবলৈ পদৰ শেষত, যেনে বংশধ্বজ, কুলধ্বজ, ৰঘুকুলধ্বজ (শ্ৰীৰাম), ৩। চিহ্ন, প্ৰতীক বুজাবলৈ পদৰ শেষত, যেনে গৰুড়ধ্বজ, মকৰধ্বজ, ৪। পতাকাৰ দণ্ড, ৫। যি কোনো ঘৰ, দোকান, অনুষ্ঠান আদিৰ চিহ্ন, প্ৰতীক, ৬। জননেন্দ্ৰিয়, ৭। গৌৰৱ; **—ধ্বজীকৰণং** পতাকা উত্তোলন, **—দ্ৰুমঃ** তাল গছ; **—প্ৰহৰণঃ** পু (ধ্বজ প্ৰ হৃ ল্যুঃ) বায়ু, **—ভঙ্গঃ** ক্লীৱত্বজনক ৰোগ, যৌন-ক্ৰিয়াত পুৰুষৰ অক্ষমতা, **—যন্ত্ৰং** পতাকা তোলাৰ কৌশল, **—যষ্টিঃ** পতাকাৰ দণ্ড।

**ধ্বজৱান্ (ৎ)** *বিণ.* ১। পতাকা ভূষিত, চিহ্নিত, মাৰ্কা মৰা, ২। মদ বেপাৰী, মনু ৪।৮৪।

**ধ্বজাংশুকং** পতাকা।

**ধ্বজাহতঃ** যুদ্ধত পৰাজিত, পতিত।

**ধ্বজী (ন্)** *বিণ.* ১। ধ্বজাধাৰী, ২। মাৰ্কা লগোৱা, চিহ্নিত (পু), ৩। মদৰ বেপাৰী, ৪ বাহন, ৰথ, ৫। পৰ্বত, ৬। সাপ, ৭। ম'ৰা চৰাই, ৮। ঘোঁৰা, ৯। ব্ৰাহ্মণ, **—নী** সৈন্যবাহিনী, ৰ ৭।৪০।

**ধ্বন্** ৰৱে (ভ্বা প অক ধ্বনতি) শব্দ কৰ, ধ্বনি তোল, গৰ্জন কৰ, গীত ৫।

**ধ্বনঃ** *পু* (ধ্বন অপ) শব্দ, ভোন ভোন শব্দ, গুণ, গুণ ধ্বনি, **—মোদী** (ন) *পু* ভোমোৰা, মৌমাখি।

**ধ্বনিঃ** *পু* (ধ্বন উণাদি ইঃ) ১। শব্দ, ২। মৃদঙ্গাদিৰ শব্দ, ৩। সুৰ. মাত, ৪। মেঘৰ গাজনি, ৫। কাব্যৰ অলঙ্কাৰ বিশেষ, উত্তম কাব্য, এই কাব্যত বাচ্যাৰ্থতকৈ ব্যঙ্গাৰ্থ অতিশয় মনোগ্ৰাহী আৰু সুন্দৰ হয়, ব্যাচ্যাদধিকচমৎকাৰিণি ব্যঙ্গাৰ্থে ধনাতেঽস্মিন্নিতি ব্যুৎপত্ত্যা ধ্বনিৰ্নামোত্তমং কাব্যম। **—গ্ৰহঃ** কাণ, **—ত** *বিণ* শব্দিত, ব্যঞ্জিত, সূচিত **—তং** শব্দ, মেঘৰ গাজনি, **—নালা** *স্ত্ৰী* বীণা. বাঁহী. পেঁপা, বিকুল **—ৱিকাৰঃ** স্বৰৰ বিকৃতি, পৰিৱৰ্তন, শোক, দুখ. ভয়, খঙৰ সময়ত মাতৰ পৰিৱৰ্তন।

**ধ্বস্ত** *বিণ.* বিধ্বস্ত, নষ্ট গলিত, চ্যুত, **—স্তিঃ** *স্ত্ৰী* ধ্বংস, নাশ।

**ধ্বাংক্ষঃ** *পু* (ধ্বাংক্ষতি উচ্চৈঃ ৰৌতীতি ধ্বাক্ষ অচ) ১। কাউৰী, ২। মাছ খোৱা চৰাই, বগলী, ৩ ভিক্ষাৰী, ৪। নিলাজ পুৰুষ, **—পুষ্টঃ** কুলি চৰাই. **—মাচী** কাকমাচী, তিতাভেকুৰি, **—বল্লীঃ** কাকনাসা, কৰচ গছ।

**ধ্বাংক্ষাৰাতিঃ** *পু* ফেঁচা।

**ধ্বানঃ** *পু* (ধ্বন ভাৱে ঘঞ্) ১। শব্দ, ধ্বনি, ২। গুণ গুণ শব্দ।

**ধ্বান্তং** *ক্লী* (ধ্বন ক্তঃ) অন্ধকাৰ, ভা ৩।৮।২৪, **—ৱিত্তঃ** জোনাকী পৰুৱা, **—শাত্ৰৱঃ** ১। সূৰ্য, ২। চন্দ্ৰ, ৩। অগ্নি, ৪। বগা ৰং, ৫। শ্যোনাক গছ।

**ধ্বান্তাৰাতিঃ** *পু* (ধ্বান্তস্য অৰাতিঃ শত্ৰুঃ) সূৰ্য্য।

**ধ্বান্তোন্মেষঃ** *পু* (ধ্বান্তে উন্মেষঃ প্ৰকাশঃ যস্য) জোনাকী পৰুৱা।

**ধ্বৃ** কৌটিল্যে (ভ্বা প সক ধ্বৰতি) ১। বেঁকা কৰ, ভাজ দি, ২। নাশ কৰ, বধ কৰ, আঘাত কৰ। ■

# ন

**ন** নকাৰ। তবৰ্গৰ পঞ্চম আৰু ব্যঞ্জনৰ বিংশ বৰ্ণ। অষ্টাধ্যায়ীৰ সপ্তম সূত্ৰৰ পঞ্চম বৰ্ণ। উচ্চাৰণ স্থান দন্ত। অনুনাসিক। অব্য : ১। নাই, নহয়, অভাৱ আদি নিষেধাৰ্থক অব্যয়। ২। উত, অপি, চ, বা, চেৎ, খলু আদি অব্যয় শব্দৰ আগতো ন বৰ্ণ গুৰুত্ব বুজাবলৈ বা প্ৰশ্নবোধকৰূপে ব্যৱহাৰ কৰা হয়, ৩। *(বিণ.)* ক্ষীণ, শূন্য, সাদৃশ্য, উপকৃত্বা, তাকৰীয়া, পৰিপূৰ্ণ, অবিভক্ত।

**নংশুক** *বিণ.* নাশক, বিধ্বংসী।

**নঃ** *পু* (নম্ ডঃ) ১। মুক্তা, ৰত্ন, ২। গণেশ, ৩। ধন-সম্পত্তি, ৪। বন্ধন, ৫। যুদ্ধ।

**নঃক্ষুদ্র** *বিণ.* সৰুনকা।
**নকুটং** *ক্লী* নাক।
**নকুলঃ** *পু* (নাস্তি কুলং যস্য) ১। নেউল, ২। চতুর্থ পাণ্ডৱ, মাদ্রীৰ গর্ভত অশ্বিনী কুমাৰদ্বয়ৰ ঔৰসতজাত, ৩। সদাশিৱ, 'যুধিষ্ঠিৰস্য যা ভার্যা নকুলেন বিৱাহিতা। পূজিতা সহদেৱেন সা কন্যা ৱৰদা ভৱেৎ'। ইয়াত যুধিষ্ঠিৰ শব্দই কার্ত্তিকেয়, নকুলে সদাশিৱক আৰু সহদেৱে দেৱতাসমূহক বুজাইছে। **—লী** মাইকী কুকুৰা, কুঙ্কুম।, **—লীনঃ** ভৈৰব, মহেশ।
**নকুলেষ্টা** *স্ত্রী* (নকুলানাং প্রিয়া) ৰান্না লতা।
**নক্ক** নাশনে (চুৰা প সক নক্কয়তি) নাশ কৰ, শেষ কৰ, দূৰ কৰ, নক্কয়পি পাপং গঙ্গা।
**নক্তং** *অব্য* ৰাতি, বিয়লি, শি ১।২১।
**নক্তং** *ক্লী* (নজ ক্তঃ) ৰাতি, **—কঃ** ফটা, লেতেৰা কাপোৰ, **—চর্য্যা** ৰাতি ঘূৰি ফুৰা, **—চাৰী** (ন) মেকুৰী, ফেঁচা, চোৰ, ভূত, প্রেতাদি নিশাচৰ, **—দিনং** দিনে-ৰাতিয়ে **—মালঃ** লেটাগুটি, ৰ ৫।৪২; **—মুখা** *স্ত্রী* সন্ধিয়া, **—ব্রতং** ৰাতি ভোজন কৰা ব্রত, এই ব্রতধাৰীৰ দ্বাৰা পালনীয়— হবিষ্য ভোজন, স্নান, সত্য ভাষণ, লঘু আহাৰ, অগ্নি কার্য্য (হোম) আৰু মাটিত শোৱা (অধঃ শয়ন)
**নক্রং** *ক্লী* ১। নাক, ২। দুৱাৰৰ চৌকাঠৰ ওপৰৰ কাঠডাল, **—ক্রঃ** *পু* (ন ক্রামতি দূৰস্থলমিতি ন ক্রম ডঃ) মকৰ, কুম্ভীৰ, ঘঁৰিয়াল, **—ক্রা** ১। নাক, ২। মৌমাখিৰ জাক, **—ৰাজঃ** হাঙৰ।
**নক্ষত্রং** *ক্লী* (নক্ষতি শোভাং গচ্ছতি নক্ষ গতৌ উণাদি অত্রন) ১। তৰা, নক্ষত্র, অশ্বিনী, ভৰণী আদি ২৭টা নক্ষত্র, ২। মুক্তা, **—নাথঃ —পঃ, —পতিঃ —ৰাজঃ** চন্দ্র, **—চক্রং** তৰামণ্ডল, **—দর্শঃ** জ্যোতিষী, **—নেমিঃ** চন্দ্র, ধ্রুৱ তৰা, মহা ১৩।১৪৯।৬০; বিষ্ণু, **—পথঃ** তৰাবে সৈতে আকাশ, **—মালা** ১। ২৭টা মুক্তা থকা হাৰ, ২। নক্ষত্রপুঞ্জ, ৩। হাতীৰ গলত দিয়া এবিধ মালা, **—যোগঃ** চন্দ্রৰ সৈতে কোনো এটা নক্ষত্রৰ সংযোগ, **—ৱিদ্যা** জ্যোতিষ শাস্ত্র, **—বৃষ্টিঃ** পপীয়া তৰাৰ বর্ষণ, **—সূচকঃ** অনভিজ্ঞ জ্যোতিষী।
**নক্ষত্রী (ন্)** *পু* চন্দ্র, বিষ্ণু।
**নক্ষত্রেশঃ** *পু* চন্দ্র।
**নখং, —খঃ** *ক্লী, পু* (নহ্যতে ইৱ শৰীৰে নহ্ বন্ধে খঃ) ১। নখ, হাত বা ভৰিৰ নখ, ২। হাতোৰা, ৩। সংখ্যা '২০', **—খঃ** *পু* অংশ, খণ্ড, নখী নামৰ এবিধ সুগন্ধি দ্রব্য। **—কুট্টঃ** নাপিত **—জাহং** নখৰ গুৰি। **—দাৰণঃ** শেন চৰাই। **(—ণং) নৰণী। —নিকৃন্তন —ৰঞ্জনী** নৰণী। **—পদং—ব্রণং** নখৰ আঁচোৰ, দাগ। **—মুচঃ** ধনু **—লেখা** ১। নখৰ আঁচোৰ, ২। নখত ৰং লগোৱা **—বৃক্ষঃ** নীলগছ, **—শঙ্খঃ** সৰু শঙ্খ।
**নখম্পচ** *বিণ* নখেৰে আঁচোৰা, শি ৯।৮৫।
**নখৰং—ৰঃ** *ক্লী পু* নখ।
**নখৰায়ুধঃ** *পু* ১। সিংহ, ২। বাঘ, ৩। কুকুৰা।
**নখাঙ্গং** *ক্লী* নখী, সুগন্ধি দ্রব্য বিশেষ।
**নখায়ুধঃ** *পু* বাঘ।
**নখালুঃ** নীলগছ।
**নখী(ন্)** *বিণ* ১। নখযুক্ত, ২। কাঁইটীয়া।
**নগঃ** *পু* (ন গচ্ছতীতি ন গম ডঃ) ১। পর্বত। কু ৭।৭২; ২। গছ, মহা ১।৪৩।৬; ৩। স্থাৱৰ বস্তু। ৪। সূর্য, ৫। সাপ, ৬। সংখ্যা '৭'। **—জঃ** হাতী **—জা,—নন্দিনী** পার্বতী **—পতিঃ** ১। হিমালয় ২। চন্দ্র। **—ভিৎ** (নগং ভিনত্তীতি ভিদ ক্বিপ) ১। কুঠাৰ ২। ইন্দ্র। **—মূর্ধন্** *পু* পর্বতৰ টিং। **—ৰন্ধ্রকৰঃ** কার্ত্তিকেয়।
**নগৰং** *ক্লী* (নগা ইৱ প্রাসাদাদয়ঃ সন্তি যত্র ইতি ৰঃ) ১। বহু লোকৰ বাসস্থান থকা ঠাই। চহৰ, **—কাকঃ** চহৰৰ কাউৰী **—ঘাটঃ** হাতী।
**নগৰী** *স্ত্রী* নগৰ, চহৰ, পুৰী।
**নগৰোপান্তঃ** *পু* নগৰৰ দাঁতি-কাষৰীয়া অঞ্চল
**নগৰৌষধিঃ** কল গছ।
**নগাটনঃ** *পু* (নগে বৃক্ষে অটতি ভ্রমতীতি অট ল্যুঃ) বান্দৰ।
**নগাধিপঃ** *পু* হিমালয় পর্বত।
**নগাশ্রয়** *বিণ্* পর্বতবাসী।
**নগৌকাঃ (স্)** ১। চৰাই, ২। নগৰবাসী, ৩। সিংহ, ৪। কাউৰী, ৫। বান্দৰ।
**নগ্ন** *বিণ্* (নজতে শ্বেতি নজ ব্রীড়ি কর্তৰি ক্তঃ) ১। নঙঠা, বিবস্ত্র, উলজ ২। গড়-আবাদি, জনশূন্য, এৰাবাৰী।

**–গ্নঃ** *পু* উলঙ্গ ভিক্ষু। ক্ষপণক, ভণ্ড, চাৰণ। **–গ্না** ১। নিৰ্লজ্জা তিৰোতা। ২। কুমাৰী কন্যা, অৰ্থাৎ নাঙঠ হৈ ফুৰিব পৰা ৭।৮ বছৰীয়া ছোৱালী, **–ক** *বিণ্* নঙঠা ভিক্ষু।

**নগ্নঙ্কৰণং** *ক্লী* উলঙ্গকৰণ।

**নগ্নজিৎ** *পু* এজন ৰজাৰ নাম। শ্ৰীকৃষ্ণৰ পত্নী সত্যাৰ পিতাক।

**নগ্না, নগ্নাটঃ, –টকঃ** ১। উলঙ্গ হৈ ঘূৰি ফুৰা পুৰুষ। ২। বৌদ্ধ বা জৈন ভিক্ষু। দিগম্বৰ।

**নগ্নিকা** বিবস্ত্ৰা নাৰী। সৰু ছোৱালী, বালিকা। প ৩।২১৩।

**নঙ্গঃ** *পু* (নং নতিং গচ্ছতীতি গম্ ডঃ) প্ৰেমিক। উপপতি।

**নচিকেতঃ (স্)** *পু* অগ্নি।

**নচিৰ** *বিণ্* অচিৰ, সোনকালে।

**নঞ্** *অব্য* 'ন' পদবাচক। অভাব সংজ্ঞক। স্বৰবৰ্ণ অথবা ব্যঞ্জনবৰ্ণৰ আগত 'ন' ৰ সলনি বিকল্পে 'অ' হয়। অচ্যুতঃ নচ্যুতঃ। নসুৰঃ, অসুৰঃ।

**নট** ক) নৃত্যে হিংসে (ভ্বা প নৃত্যে অক, হিংসে সক নটতি) ১। নৃত্য কৰ, নাচ, ২। অভিনয় কৰ, ৩। আঘাত কৰ, ছলেৰে আঘাত কৰ।

খ) ভ্ৰংশে ত্বিষি (চুৰা উ অক নাটয়তি –তে) ১। তললৈ সৰি পৰ, তলত পৰ, ২। উজ্জ্বল কৰ, পোহৰ দি, পোহৰাই পেলা, ৩। আঘাত কৰ। (ণিজন্ত) নাটয়তি –তে।

**নটঃ** *পু* (নমতীতি নম্ উণাদি ডটঃ) ১। নৰ্তক, অভিনেতা, নৃত্য কৰোঁতা ২। ভ্ৰষ্ট ক্ষত্ৰিয়ৰ পুত্ৰ। ৩। অশোক গছ ৪। এবিধ নল। **–চৰ্যা** *স্ত্ৰী* অভিনেতাৰ অভিনয় কাৰ্য। **–নাৰায়ণঃ** সঙ্গীতৰ এবিধ ৰাগ। **–ভূষণঃ, মণ্ডনঃ** (হালধীয়া) হাইতাল। **–ৰঙ্গঃ** অভিনয় মঞ্চ। **–ৱৰঃ** ১। নটশ্ৰেষ্ঠ, শ্ৰেষ্ঠ অভিনেতা, ২। সূত্ৰধাৰ। **–সংজ্ঞকং** ১। নট, অভিনেতা, ২। হাইতাল।

**নটনং** নৃত্য, নাচ, অভিনয়।

**নটাণ্টিকা** *স্ত্ৰী* লজ্জা।

**নটী** *স্ত্ৰী* (নটতি নৃত্যতীতি নট্ অচ্ ঙীষ্) ১। বেশ্যা, ২। অভিনেত্ৰী, নাচনী, সূত্ৰধাৰৰ পত্নী।

**নটেশ্বৰঃ** *পু* সদাশিৱ।

**নট্যা** *স্ত্ৰী* অভিনেতাৰ সমষ্টি।

**নডং** **–ডঃ** *ক্লী পু* এবিধ নলখাগৰি। **–কীয়, –প্ৰায়** নলখাগৰিৰে ভৰি থকা ঠাই। **–মীনঃ** মিছা মাছ। **–সংহতিঃ** নলখাগৰিৰ দ'ম। **–হঃ** কান্ত, ললিত, মনোৰম

**নডশ** *বিণ্* নলেৰে আবৃত।

**নডাগাৰং** *ক্লী* নলেৰে তৈয়াৰী ঘৰ।

**নডিনী** *স্ত্ৰী* নলৰ বিছনা, নলেৰে পৰিপূৰ্ণ নদী।

**নড্যা** *স্ত্ৰী* নলখাগৰিৰ সমষ্টি।

**নডুল** *বিণ্* নলপূৰ্ণ **–লং** নলৰ বিছনা। ৰ ১৮।৫

**নড্বান্(ৎ)** নলপূৰ্ণ (স্থান)

**নড্বাভূঃ** *স্ত্ৰী* কুটীৰ।

**নত** *বিণ্* (নম্ ক্ত) ১। অৱনত, ২। কুটিল, ৩। নম্ৰ, বিনীত। ৪। মজ্জিত, হেঁচা খোৱা, **–তং** ১। মধ্যাহ্ন ৰেখাৰ পৰা কোনো এটা গ্ৰহৰ দূৰত্ব। **–নাসিক** ফেঁচানকা **–ভ্ৰূঃ** বেঁকা ভ্ৰূযুক্ত নাৰী।

**নতাঙ্গী** *স্ত্ৰী* নাৰী; (তললৈ) হালি পৰা স্ত্ৰী।

**নতিঃ** *স্ত্ৰী* (নম্ ভাৱে ক্তিন) ১। অৱনমন, তললৈ নামি পৰা কাৰ্য্য, তললৈ হালি পৰা কাৰ্য্য, ২। বেঁকা, কুটিল, ৩। হালি নমস্কাৰ কৰা কাৰ্য্য, সৌজন্য দেখুৱা কাৰ্য্য। নম্ৰতা।

**নদ্** সংবৃধি (ভ্বা প অক নদতি) ১। শব্দ কৰ, ধ্বনি তোল, গৰ্জন কৰ, প্ৰতিধ্বনিত কৰ, ২। কথা ক, চিঞৰ, ৩। কঁপি থাক, লৰি থাক। (ণিজন্ত) নাদয়তি –তে। **উদ্–** চিঞৰ মাৰ, গৰ্জন কৰ, **নি–** শব্দ কৰ, **প্ৰ– প্ৰতি–** প্ৰতিধ্বনি কৰ, **ৱি–** শব্দ কৰ প্ৰতিশব্দ কৰ। গী ১।১২।

**নদঃ** *পু* (নদতি প্ৰৱাহৱেগেন শব্দায়তে ইতি নদ্ অচ) ১। পুংবাচক অকৃত্ৰিম জলধাৰা, জলপ্ৰৱাহ। যেনে– ব্ৰহ্মপুত্ৰ নদ, সিন্ধুনদ, মনু ৬।৯০; ২। নিজৰা, সৰু নদী। ৩। সমুদ্ৰ। **–ৰাজঃ** সাগৰ।

**নদথুঃ** *পু* শব্দ। গৰ্জন, বলদৰ চিঞৰ।

**নদনুঃ** *পু* (নদ অনুঙ্) ১। মেঘ ২। সিংহ ৩। ধ্বনি।

**নদী** *স্ত্ৰী* (নদতীতি নদ্ অচ্ ঙীপ্) গঙ্গা-যমুনা আদি জলধাৰা। সৰিৎ, তৰঙ্গিণী, তটিনী। **–কান্তঃ** সাগৰ **–জঃ** *পু* গঙ্গা **–পুত্ৰ** ভীষ্ম। **–তৰস্থানং** নদীৰ পৰা নমা ঠাই। **–দোহঃ** নদী পাৰ হোৱা কৰ। **–নঃ** সমুদ্ৰ। **–পতিঃ** সাগৰ, বৰুণ দেৱতা **–মাতৃক** নদীৰ

পানীৰ ওপৰত নিৰ্ভৰশীল দেশ বা ৰাজ্য। **—ৰয়ঃ** নদীৰ সোঁত **—ৱঙ্কঃ** নদীৰ ভাঁজ **—ষ্ণঃ** ১। নদীত গা ধোৱাত কুশল। ২। নদী সম্পৰ্কে অভিজ্ঞ। ৩। চতুৰ, অভিজ্ঞ। **—সৰ্জঃ** *পু* অৰ্জুন গছ।

**নদেয়ী** *স্ত্ৰী* ভূমিজম্বু, এবিধ ফল।

**নদ্ধ** *বিণ* (নহ্ ক্তঃ) ১। বদ্ধ, আবদ্ধ, বান্ধি ৰখা, ২। আবৃত, ৩। খচিত (মুক্তাখচিত) ৪। সংযুক্ত। **—দ্ধং** বন্ধন, গাঁথি। হৰিব ২৩২।১৭।

**নদ্ধ্ৰী** *স্ত্ৰী* (নহ্ ষ্ট্ৰণ ঙীপ) চামৰাৰ ৰচি।

**নদ্যুৎসৃষ্ট** *বিণ* নদীয়ে ত্যাগ কৰা বস্তু, মাটি আদি। নদীৰ মাজৰ চৰ।

**ননান্দা (ঋ)** *স্ত্ৰী* (ন ননতি তুষ্যতি সেৱয়াপি ইতি নঞ নন্দ উণাদি ঋন) স্বামীৰ ভনীয়েক, ননন্দ, ননদ।

**ননন্দা (ঋ)** ননন্দা।

**ননান্দু(ঃ)পতিঃ** ননদৰ পতি।

**ননু** *অব্য* (ন নুদতি প্ৰেৰয়তীতি নুদ্ ডুঃ) ন আৰু নু একেলগে ব্যৱহাৰ হোৱাৰ উপৰি পৃথকভাৱেও ব্যৱহাৰ হয়। প্ৰশ্ন, নিশ্চয়তা, সঁচাকৈয়ে, ইত্যাদি বুজাবলৈ ননু ব্যৱহাৰ কৰা হয়। ইয়াৰ উপৰিও, অনুমতি, অনুনয়, সান্ত্বনা, আমন্ত্ৰণ, সম্বোধন আদি বুজাবৰ সময়তো ননু ব্যৱহাৰ হয়। 'ননু' উৎপ্ৰেক্ষা অলঙ্কাৰ ব্যঞ্জকো, —চ বিৰোধসূচক অব্যয়।

**নন্দ (নদ)** সংবৃধি (ভ্বা প অক নন্দতি) ১। সুখী হ, ২। আনন্দ কৰ, ৩। তুষ্ট হ, স্ফূৰ্তি কৰ, (নিজন্ত) নন্দয়তি। আনন্দ দে। সুখী কৰ, **অভি—** অভিনন্দিত কৰ, স্বাগতম জ্ঞাপন কৰ, প্ৰশংসা কৰ, শুভেচ্ছা জ্ঞাপন কৰ, **আ—** আনন্দিত *পু*, আনন্দ দে, **প্ৰতি—** অভিনন্দিত কৰ, স্বাগতম জনা, শুভেচ্ছা দি। মনু ২।৫৪।

**নন্দঃ** *পু* (নন্দ পচাদ্যচ্) ১। সুখ, আনন্দ, ২। বিষ্ণু, ৩। ভেকুলী, ৪। এবিধ বাঁহী, ৫। নন্দবংশৰ প্ৰতিষ্ঠাপক, এজনৰ পিচত এজনকৈ নজন পাটলিপুত্ৰৰ ৰজা হয়। চন্দ্ৰগুপ্তৰ মুখ্যমন্ত্ৰী কৌটিল্যৰ চতুৰালিত এই গোটেই কেইজন নিধন হয়, ৬। শ্ৰীকৃষ্ণৰ পালক পিতা, এজন গোপ। ৭। মৃদঙ্গ এবিধ, ৮। এটা নাগ। ৯। স্কন্দৰ অনুচৰ, ১০। যজ্ঞেশ্বৰৰ অনুচৰ। ভা ৮।৭।২২; ১১। মদিৰাৰ গৰ্ভজাত বসুদেৱৰ পুত্ৰ ১২। দত্তকমীমাংসাগ্ৰন্থৰ প্ৰণেতা। **—কঃ** বিষ্ণুৰ খড়্গ। ধৃতৰাষ্ট্ৰৰ এজন পুত্ৰৰ নাম। **—কিঃ** জলকীয়া, **—কী(ন্)** বিষ্ণু **—জং** হৰিচন্দন। **—থুঃ** *পু* আনন্দ, সুখ। **—ন** *বিণ* সুখ, আনন্দ, সন্তুষ্টি **—নং** ইন্দ্ৰৰ (নন্দন) কানন। **—নঃ** *পু* ১। এখন পৰ্বতৰ নাম, ২। এবিধ বিহ গছ, ৩। স্কন্দৰ অনুচৰ এজন, ৪। পুত্ৰ, ৫। ভেকুলী, ৬। বিষ্ণু, ৭। মহাদেৱ, **—নন্দনঃ** শ্ৰীকৃষ্ণ **—নন্দিনী** যোগমায়া, দুৰ্গা, **—না** দুহিতা

**নন্দতঃ,—নন্দয়ন্তঃ** পুত্ৰ।

**নন্দা** *স্ত্ৰী* (নন্দ অচ টাপ্) ১। আনন্দ, সুখ, সন্তোষ, ধন, সম্পত্তি ২। গৌৰী, ৩। তিথি বিশেষ। দুয়ো পক্ষৰ প্ৰতিপদ, ষষ্ঠী আৰু একাদশী তিথি। ৪। ননদ ৫। সৰু মাটিৰ পাত্ৰ ৬। এজনী কামধেনু। ৭। ধৰ্মপুত্ৰ হৰ্ষৰ পত্নীৰ নাম। ৮। দুচলীয়া ঘৰ।

**নন্দিঃ** *পু স্ত্ৰী* (নন্দয়তীতি নন্দ সৰ্বধাতুভ্য ইন্) ১। আনন্দ, সন্তুষ্টি। ২। পাশা বা জুৱাখেল, ৩। বিষ্ণু, ৪। শিৱ, ৫। শিৱৰ অনুচৰ। **—ন্দী (ন্)** ১। সুখ, আনন্দ, ২। পুত্ৰ, ৩। নাটকৰ নান্দীশ্লোকৰ গায়ক। ৪। শিৱৰ দ্বাৰপাল, শালঙ্কায়ন মুনিৰ পুত্ৰ। ৫। বটগছ, **—নী** ১। দুহিতা, কন্যা। ২। ননদ, ৩। কামধেনু সুৰভিৰ কন্যা। বশিষ্ঠৰ আশ্ৰমত থকা এই কামধেনুক সেৱা-শুশ্ৰূষা কৰি ৰজা দিলীপে পুত্ৰ লাভ কৰিছিল, ৪। গঙ্গানদী, ৫। তুলসী গছ।

**নন্দিগ্ৰামঃ** *পু* অযোধ্যাৰ ওচৰৰ এখন গাঁৱৰ নাম। শ্ৰীৰাম বনবাসত থকা কালত ভৰতে ৰাজপ্ৰাসাদত নাথাকি এই নন্দিগ্ৰামত বাস কৰিছিল। ৰ ১২।১৮।

**নন্দিঘোষঃ** *পু* অৰ্জুনৰ ৰথখনৰ নাম।

**নন্দিৱৰ্ধনঃ** *পু* ১। সদাশিৱ, ২। এটা পক্ষৰ শেষৰ তিথি। অৰ্থাৎ অমাৱস্যা আৰু পূৰ্ণিমা তিথি। ৩। পুত্ৰ, ৪। মিত্ৰ।

**নন্দিকঃ** ১। আনন্দ, সুখ, ২। সৰু ঘটি, ৩। শিৱৰ অনুচৰ।

**নন্দিকেশ্বৰঃ** শিৱৰ অনুচৰ। সদাশিৱ।

**নন্দীসৰঃ(স্)** *স্ত্ৰী* ইন্দ্ৰৰ সৰোবৰ।

**নন্দ্যাৱৰ্তঃ** *পু* ১। এবিধ গছ, ২। এবিধ মাছৰ নাম।

**নপুংস, নপুংসঃ, নপুংসকং—কঃ** ১। নপুংসক, ২। মতাও নহয় মাইকীও নহয়। ৩। বীৰ্যহীন, ৪। দুৰ্বল, ভীৰু, *(ক্লী)* ক্লীবলিঙ্গ পদ।

**নপ্তা (ঋ)** *পু* (ন পতন্তি পিতৰো যেনেতি পৎ তৃচ্) পুতেকৰ বা জীয়েকৰ পুতেক, পৌত্ৰ, নাতি। মহা ১।৮৫।২০; **—প্ত্ৰী** *স্ত্ৰী* পুতেক বা জীয়েকৰ জীয়েক, নাতিনী।

**নভঃ** *পু* (নভতি হিনস্তি কীটাদীনিতি) ১। শাওণ মাহ। ২। দ্বিতীয় মনু স্বাৰোচিষৰ পুত্ৰৰ নাম। **–ভং** *ক্লী* আকাশ। বায়ুমণ্ডল।

**নভঃ(স)** *ক্লী* (নহ্যতে মেঘৈৰিতি নহ বন্ধনে অসুন ভশ্চান্তাদেশঃ) ১। আকাশ, মনু ৫।৩৭; ২। মেঘ, ৩। কুঁৱলী, বাষ্প, ৪। পানী ৫। বয়স। (পু) ১। বৰ্ষা কাল, বৰষুণ, ২। শাওণ মাহ, ৩। নাক, গোন্ধ। **–প্ৰাণঃ** বায়ু **–সদ্** দেৱতা, **–সৰিঃ** আকাশী গঙ্গা **–স্থিতঃ** *পু* এখন নৰকৰ নাম।

**নভশ্চক্ষুঃ, নভোমণিঃ** *পু* সূৰ্য।

**নভশ্চমনঃ** *পু* ১। চন্দ্ৰ, ২। ইন্দ্ৰজাল

**নভশ্চৰঃ** *পু* ১। চৰাই, ২। বিদ্যাধৰ, ৩। গন্ধৰ্ব, ৰ ১৮।৬, ৪। মেঘ, ৫। বায়ু।

**নভসং** *ক্লী* (নভ্ অসচ) ১। আকাশ, ২। বৰ্ষা কাল, ৩। সাগৰ।

**নভসঙ্গমঃ** *পু* (নভসং গচ্ছতীতি নঙ গমেঃ মুম) চৰাই।

**নভস্কান্তী (ন্)** সিংহ।

**নভস্তলং** *পু ক্লী* আকাশ-মণ্ডল। নৈ ২।৬৯।

**নভস্যঃ** *পু* (নভস যৎ) ভাদ মাহ; হৰি ১৫২।১;

**নভস্বান্ (ৎ)** *পু* (নভস্ মতুপ মস্য বঃ) বায়ু। বতাহ, শি ১।১০।

**নভাঃ (স্)** *পু* (নভ অসুন্) ১। শাওণ মাহ। ৰ ১২।২৯, ২। মেঘ, ৩। নাক, ঘ্ৰাণ, ৪। বৰষুণ, বৰ্ষা কাল, ৫। পপীয়া তৰা।

**নভাকং–কঃ** *ক্লী, পু* ১। ৰাহু গ্ৰহ, ২। অন্ধকাৰ।

**নভোগজঃ,–দ্বীপঃ,–ধূমঃ** *পু* মেঘ।

**নভোগতিঃ** *স্ত্ৰী* আকাশ-গমন।

**নভোদৃষ্টিঃ** *স্ত্ৰী* ১। আকাশলৈ চাই থকা ২। কণা।

**নভোনদী** *স্ত্ৰী* আকাশী-গঙ্গা।

**নভোঽম্বুপঃ** *পু* চাতক চৰাই।

**নভোৰজঃ** *পু* অন্ধকাৰ।

**নভোৰেণুঃ** *স্ত্ৰী* কুঁৱলী

**নভোলয়ঃ** *পু* (নভসি লয়ো যস্য) ধোঁৱা।

**নভ্ৰাট্ (জ্)** *পু* (ন ভ্ৰাজ্ দীপ্তৌ ক্বিপ্) মেঘ।

**নম্** শব্দনত্যোঃ (ভ্বা উ সক, অক নমতি-তে) ১। শব্দ কৰ, ধ্বনি তোল, ২। নত হ, অভিবাদন কৰ, ৩। নমস্কাৰ কৰ, আদৰ, সম্ভাষণ জনা, গী ১১।১৭; ৪। হালি পৰ, তললৈ নাম, **অৱ–** হালি পৰ, অৱনত হ, **উদ্–** ওপৰলৈ উঠ, আৰোহণ কৰ, **উপ–** ওচৰ চাপ, ঘট, সংঘটিত হ, **পৰি–** ১। অৱনত হ, হালি পৰ, ২। পৈণত হ ৩। বয়স বাঢ়ি যা ৪। ফল হ। **প্ৰ–** ১। প্ৰণাম কৰ, ২। নমস্কাৰ কৰ, ৩। মাটিত পৰি সেৱা কৰ, **ৱি–** হালি যা, হালি পৰ, **ৱিপৰি–** পৰিৱৰ্তন হ।

**নমতঃ** *পু* (নমতীতি নম অতচ) ১। প্ৰভু, স্বামী, গৰাকী, ২। ধোৱা, ৩। অভিনেতা, ৪। মেঘ।

**নমনং** *ক্লী* ১। অৱনমন ২। হালি পৰা, ৩। নিমগ্ন, ৪। প্ৰণাম, নমস্কাৰ।

**নমস্** *অব্য* (নম শব্দনত্যোঃ ভাৱে অসুন) ১। নমস্কাৰ, প্ৰণাম, 'নমস্তস্যৈ নমস্তস্যৈ নমস্তস্যৈ নমো নমঃ' –শ্ৰীচণ্ডী, ২। ত্যাগ, ৩। শব্দ, মাত (ক্ৰ' ...), স্তোত্ৰ, বজ্ৰ, **–কাৰঃ–কৃতিঃ–কৰণং** প্ৰণাম, প্ৰণতি, সেৱা।

**নমস** *বিণ* (নমতীতি নম অসচ) ১। অনুকূল ২। দয়ালু।

**নমসিত** *বিণ* (নমঃ ক্যচ ক্তঃ যলোপঃ) ১। পূজিত, ২। নমস্কাৰকৃত, ৩। অৰ্চিত।

**নমস্য** *বিণ* (নমস্য নামধাতু কৰ্মণি যৎ)। প্ৰণাম যোগ্য, অৰ্চনাৰ যোগ্য, সেৱা **–স্যা** পূজা, অৰ্চনা।

**নমস্যিত** পূজিত, সেৱিত।

**নমিত** *বিণ* (নমঃ ইতচ) ১। নিষ্পন্ন, ২। প্ৰণমিত।

**নমুচিঃ** *পু* (ন মুঞ্চতীতি মুচ ইন কিৎ) ১। কামদেৱ। ২। ইন্দ্ৰৰ দ্বাৰা নিহত এজন ৰাক্ষসৰ নাম। এটা কাহিনীমতে কশ্যপৰ দনু নামৰ এগৰাকী পত্নী আছিল। দনুৰ গৰ্ভত শুম্ভ আৰু নিশুম্ভ নামৰ দুটা অতি বলৱান পুত্ৰৰ জন্ম হয়। তৃতীয় পুত্ৰৰ নাম নমুচি। ইও এটা অতি বলৱান দৈত্য আছিল। ইন্দ্ৰৰ হাতত নমুচিৰ মৃত্যু হয়। আন এটা কাহিনীমতে দৈত্য নমুচি ইন্দ্ৰৰ ভয়ত সূৰ্যৰ ৰশ্মিৰ মাজত সোমাই আছিল। ইন্দ্ৰই নমুচিক মাৰিব নোৱাৰি নমুচিৰ লগত বন্ধুত্ব কৰি কলে, 'হে অসুৰশ্ৰেষ্ঠ, মই তোমাক দিনত বা ৰাতি বা শুকানে বা তিয়াঁই নামাৰোঁ। এয়া তোমাক কথা দিলোঁ।' তাৰ পিচত এদিন সন্ধিয়া পানীৰ ফেনেৰে নমুচিৰ শিৰচ্ছেদ কৰিলে। মহা ৯।৪৩।৩৩-৩৬; **–দ্বিষ্,–সূদনঃ** *পু* ইন্দ্ৰ।

**নমেৰুঃ** *পু* (নম্যতে ইতি নম এৰুঃ) ৰুদ্ৰাক্ষ গছ। ৰ ৪।৭৪।

**নমোগুৰুঃ** *পু* গুৰুদেৱ, ব্ৰাহ্মণ।

**নম্ৰ** *বিণ্* (নমতীতি নম্ ৰঃ) ১। নত, অৱনভ, বিনীত। সৰল, ২। কুটিল, বক্ৰ, ৩। পূজিত। ৪। ভক্তিপূৰ্ণ। **–কঃ** বেঁতগছ।

নয় গতৌ (ভ্বা আ সক নয়তে) ১। যা, গমন কৰ, আগ বাঢ়, ২। ৰক্ষা কৰ, পালন কৰ।

**নয়ঃ** *পু* (নীয়তোনেনেতি নী অচ) ১। নীতি, ন্যায়-নীতি, পঞ্চ ১।৩৮৫: ২। স্বভাৱ, আচাৰ, জীৱনধাৰা, ৩। ৰাজনীতি, শাসন পদ্ধতি, ৪। সাধুতা, ৫। মতবাদ, পদ্ধতি, দৰ্শনতত্ত্ব। দাৰ্শনিক মতবাদ। ৰাজনীতিজ্ঞ। **–শাস্ত্ৰং** ৰাজনীতি-বিজ্ঞান, ন্যায়শাস্ত্ৰ, অৰ্থশাস্ত্ৰ।

**নয়নং** *ক্লী* (নী ল্যুট) ১। চকু, ২। প্ৰাপ্তি, ৩। আনয়ন, আকৰ্ষণ, **–গোচৰঃ** চকুৰে দেখা পোৱা, **–ছদঃ** চকুৰ পিৰঠি, **–পথঃ** দৃষ্টিপথ, **–পুটং** চকুৰ গাঁত **–সলিলং** চকুৰ পানী।

**নয়নী** *স্ত্ৰী* চকুৰ মণি।

**নয়নোৎসৱঃ** *পু* ১। চাকি, বন্তি, ২। মনোৰম বস্তু।

**নয়নোপান্তঃ** *পু* ১। চকুৰ কোণ, ২। অপাঙ্গ।

**নয়পীঠী** *স্ত্ৰী* পাশা খেলৰ ফলক– আঠটা ভাগ থকা কাপোৰ বা কাঠৰ ফলি।

**নয়ৱিশাৰদঃ** *পু* ৰাজনীতিজ্ঞ, নীতিশাস্ত্ৰজ্ঞ।

**নৰঃ** *পু* (নৃণাতীতি নৃ অচ্) ১। মানুহ, মানৱ, মনুষ্য। পুৰুষ, মনু ১।৯৬; ২। পাশা, বা কেৰাম আদি খেলৰ গুটি। ৩। সূৰ্য্য ঘড়ীৰ কাঁটা। ৪। পৰমাত্মা। ৫। বিষ্ণু ৬। মহাদেৱ, মহা ১৩।১৭।১১৫; ৭। অৰ্জুন **–ঋষভঃ** যুৱৰাজ, ৰজা. শ্ৰেষ্ঠ পুৰুষ, **–কপালঃ** নৰমুণ্ড। **–কীলকঃ** গুৰু-হত্যাকাৰী **–কেশৰী** (ন্) বিষ্ণুৰ চতুৰ্থ অৱতাৰ, নৰসিংহাৱতাৰ। **–দ্বিষ্** দৈত্য, দানৱ। **–নাৰায়ণঃ–নাৰায়ণৌ** (নৰশ্চ নাৰায়ণশ্চ) ১। শ্ৰীকৃষ্ণ। ২। নৰৰূপী অৰ্জুন আৰু নাৰায়ণৰূপী শ্ৰীকৃষ্ণ। শ্ৰীকৃষ্ণাৰ্জুনৌ, ৩। শ্ৰীকৃষ্ণ আৰু অৰ্জুনৰ পৰা হোৱা দুজন ঋষি। দেভা ৪।৫।১৩। আন এটা আখ্যান মতে নৰসিংহ দুভাগ হৈ নৰভাগেৰে নৰ নামৰ দিব্যৰূপী এজন আৰু সিংহ ভাগেৰে নাৰায়ণৰূপী এজন– এই দুজন অতি তেজস্বী মুনিৰ আৱিৰ্ভাৱ হয়। এই দুয়োজন মহৰ্ষি শাস্ত্ৰ বেদ আৰু তপস্যাত মহাপ্ৰতাপী আছিল। কাপু ২৯ অঃ **–পশুঃ** মানুহৰূপী পশু। **–পুঙ্গৱঃ** শ্ৰেষ্ঠ পুৰুষ। **–মেধঃ** নৰযজ্ঞ। **–যন্ত্ৰং** সূৰ্যঘড়ী **–লোকঃ** মৰ্ত্যলোক। পৃথিৱী। মানৱ লোক **–ৱিষণঃ** *পু* ৰাক্ষস **–ব্যাঘ্ৰঃ, –শাৰ্দুলঃ** বিখ্যাত পুৰুষ, শ্ৰেষ্ঠ মানৱ। **–সিংহঃ –হৰিঃ** নৃসিংহাৱতাৰ। **–স্কন্ধঃ** নৰসমষ্টি। মানৱগোষ্ঠী।

**নৰকং–কঃ** *ক্লী পু* (নৃণাতি ক্লেশং প্ৰাপয়তীতি নৃ বুন্) নৰককুণ্ড, য'ত পাপীবিলাকক দোষানুসাৰে শাস্তি দিয়া হয়। এনে নৰক ২১খন, মনু ৪।৮৮-৯০; **–কঃ** *পু* (নৰস্য কং শিৰো যস্য) এজন অসুৰৰ নাম। নৰকাসুৰ। পৃথিৱীৰ গৰ্ভত বৰাহৰূপী বিষ্ণুৰ পুত্ৰ। নৰকাসুৰৰ বিষয়ে বহুতো কাহিনী আছে। প্ৰাগজ্যোতিষ (কামৰূপ)ৰ ৰজা নৰকাসুৰ অতি প্ৰতাপী আছিল। কামৰূপী কামাখ্যাক দেখি নৰকাসুৰ বিমুগ্ধ হৈ বিয়া কৰাব খুজিলে। কামাখ্যাই তেতিয়া কলে যে যদিহে ৰাতিটোৰ ভিতৰতে মন্দিৰলৈ যোৱা খটখটিখন শিলেৰে তৈয়াৰ কৰি দিব পাৰে, তেতিয়াহলে দেৱীয়ে তাক বিয়া কৰাব। তেতিয়া নৰকাসুৰে হাজাৰ হাজাৰ মানুহ চিৰি তৈয়াৰ কৰাত লগাই দিলে। চিৰি প্ৰায় শেষ হৈছিলেই তেতিয়া কথা বিষম যেন দেখি দেৱীয়ে নিজেই কুকুৰা হৈ ডাক দিলে। তাৰ পিচতে নৰকাসুৰৰ অত্যাচাৰ দিনে দিনে বাঢ়ি যাব ধৰিলে। তেতিয়া দেৱতাসকলৰ অনুৰোধত শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰে। আন এটা কাহিনীমতে নৰকাসুৰে হাতীৰূপ ধৰি বিশ্বকৰ্মাৰ কন্যাক অপহৰণ কৰি ধৰ্ষণ কৰে। সি এইদৰে দেৱতা-গন্ধৰ্বৰ কন্যা, অপসৰা আদি হৰণ কৰি নিজৰ অন্তেষপুৰত ৰাখিছিল, আৰু এনেকৈ তাৰ ষোল হাজাৰ নাৰী হৈছিলগৈ। পিচত শ্ৰীকৃষ্ণই নৰকক হত্যা কৰি এই সকলোবিলাককে নিজৰ মহলত ৰাখে। পৃথিৱীৰ পুত্ৰ হোৱাৰ বাবে নৰকৰ আন এটা নাম ভৌম। **–কুণ্ডং** নৰকৰ এটা দ' গাঁত য'ত পাপীক কষ্ট দিয়া হয়। এনে কুণ্ড মুঠতে ৮৬ খন। **–স্থা** বৈতৰণী নদী।

**নৰকান্তকঃ,–কাৰিঃ,–কজিৎ** শ্ৰীকৃষ্ণ

**নৰকাময়ঃ** মৃতাত্মা, ভূত-প্ৰেতাদি।

**নৰাধিপঃ –ধিপতিঃ নৰেশঃ, নৰেশ্বৰঃ** *পু* ৰজা, মনু ৭।১৩।

**নৰান্তকঃ** *পু* মৃত্যু।

**নৰায়ণঃ** *পু* (নৰানাং জীৱানাং অয়নং আশ্ৰয়স্থানং) শ্ৰীনাৰায়ণ। বিষ্ণু। মনু ১।১০।

**নৰী** *স্ত্ৰী* নাৰী।

**নৰেন্দ্ৰঃ** *পু* (নৰাণাং ইন্দ্ৰঃ) ১। ৰজা, মনু ৯।২৫৩; ২। এবিধ গছ, ৩। ২১ টা বৰ্ণ থকা এবিধ বৃত্ত (ছন্দ)।

**নৰ্কুটকং** *ক্লী* নাক।

**নৰ্তকঃ** *পু* (নৃত্যতীতি নৃৎ ণ্বুণ্) ১। নট, অভিনেতা, নাচোঁতা, ২। চাৰণ, ৩। হাতী, ৪। ৰজা, ৫। ম'ৰা চৰাই; **–কী** ১। নাচনী, ২। মাইকী হাতী, ৩। মাইকী কুকুৰা।

**নৰ্তনং** *ক্লী* (নৃৎ ভাৱে ল্যুট্) নৃত্য, মনু ২।১৭৮; **–নঃ** নৃত্য কৰোঁতা। **–শালা** নাচগান কৰা ঘৰ। **–প্ৰিয়ঃ** শিৱ।

**নৰ্দ্** গতি শব্দয়োঃ (ভ্বা প সক, অক নৰ্দতি) ১। যা, গমন কৰ, আগুৱাই যা, ২। শব্দ কৰ, গৰ্জন কৰ, চিঞৰ মাৰ। ভট্টি ১৭।৪০।

**নৰ্দটকং** এবিধ ছন্দ।

**নৰ্দনং** *ক্লী* গৰ্জন, চিঞৰ, উচ্চ স্বৰে কৰা প্ৰশংসা বা স্তুতি।

**নৰ্মটঃ** *পু* ১। খোলাকটি, টেকেলিৰ ভগা টুকুৰা, ২। সূৰ্য্য।

**নৰ্ম (ন্)** *ক্লী* (নৃ নয়ে মনিন্) ১। আনন্দ, স্ফুৰ্তি, তামাচা, খেল-ধেমালি, ২। ব্যঙ্গ, পৰিহাস, ঠাট্টা, ইতিকিং; **–কীলঃ** পতি, **–দা** এখন নদীৰ নাম। **–সচিৱঃ, –সুহৃদ্** *পু* স্ফুৰ্তি তামাচাৰ লগ বা বন্ধু।

**নৰ্মৰা** ১। মালভূমি, ২। সৰল গছ, ৩। কমাৰৰ ভাতী. ৪। মাহেকীয়া বন্ধ হোৱা বয়সীয়া তিৰোতা।

**নলং** *ক্লী* (নল পচাদ্যচ্) পদুম ফুল। **–লঃ** *পু* ১। এবিধ ঘাঁহ, নল-খাগৰি, ২। নিষধ ৰাজ্যৰ প্ৰসিদ্ধ ৰজা নল, দময়ন্তীৰ স্বামী। ৰজা নলে ৰাজহাঁহৰ মুখৰ পৰা বিদৰ্ভৰ ৰজা ভীমৰাজৰ কন্যা দময়ন্তীৰ ৰূপৰ কথা শুনি আৰু দময়ন্তীয়েও হাঁহৰ মুখৰ পৰা নলৰ বিষয়ে শুনি দুয়োজন দুয়োৰো প্ৰতি আকৃষ্ট হয়। স্বয়ম্বৰ সভাত দময়ন্তীয়ে নলক বৰণ কৰে আৰু পাণিপ্ৰাৰ্থী দেৱতাসকল বিশেষকৈ কলিয়ে দময়ন্তীক বিয়া কৰাবলৈ নাপাই নলৰ ওপৰত প্ৰতিশোধ লোৱাৰ উদ্দেশ্যে নলৰ ভিতৰত প্ৰৱেশ কৰি নানা ৰকমৰ কুকাৰ্য কৰাবলৈ ধৰে। নলৰ দ্বাৰা ভায়েক পুষ্কৰৰ লগত পাশা খেল খেলাই নলক হৰুৱায়। ৰজা নলে সৰ্বস্ব হেৰুৱাই দময়ন্তীক লৈ দেশ ত্যাগ কৰি বনলৈ গুচি যায়। এদিন দময়ন্তী শুই থাকোঁতে কলিৰ প্ৰভাৱত নলে দময়ন্তীক ত্যাগ কৰি গুচি যায়। দময়ন্তীয়ে দুখে-শোকে জৰ্জৰিত হৈ মাহীয়েকৰ ঘৰলৈ গৈ তাতে থাকেগৈ। ইফালে ভীমৰাজে জীয়েকক বিচাৰি অনুচৰ পঠিয়ায়। অনুচৰৰ মুখৰ পৰা দময়ন্তীৰ খবৰ পাই ৰজাই জীয়েকক নিজৰ ঘৰলৈ লৈ আহে। নলে দময়ন্তীক ত্যাগ কৰাৰ পিচত পৰ্বতে-কন্দৰে ঘূৰি ফুৰিবলৈ ধৰিলে। এদিন বনজুইত পতিত কৰ্কোটক নামৰ নাগ এটাক ৰক্ষা কৰাত কৰ্কোটক নলৰ ওপৰত অতিশয় সন্তুষ্ট হয় আৰু নলৰ ভিতৰত থকা কলিক দংশন কৰাত কলিয়ে নলক ত্যাগ কৰি গুচি যায়। নল তাৰ পিচত অযোধ্যাৰ ৰজা ঋতুপৰ্ণৰ সাৰথিৰূপে নিযুক্ত হয়। দময়ন্তীয়ে নলক বিচাৰি উলিয়াবলৈ কেইজনমান ব্ৰাহ্মণক নিযুক্ত কৰে। ব্ৰাহ্মণৰ মুখৰ পৰা নলৰ বাতৰি পাই ঋতুপৰ্ণেৰে সৈতে নলক ভীমৰাজৰ ঘৰলৈ মতাই আনে। এনেকৈ ভীমৰাজকন্যা দময়ন্তীৰ লগত নলৰ পুনৰ্মিলন হয়। কলি পৰিত্যক্ত নলে এইবাৰ নিজৰ ৰাজ্যলৈ গৈ ভায়েকক পাশাত হৰুৱাই পুনৰ ৰাজ্য লাভ কৰে আৰু সুখে-সন্তোষে বাকী জীৱন কটায়। মহা বনপৰ্ব ৫৩-৭৯ অ; ৩। বিশ্বকৰ্মাৰ পুত্ৰ। নল নামৰ এই বান্দৰ নেতাজনেই সেতুবন্ধৰ সেতু নিৰ্মাণ কৰিছিল। **–কং** শৰীৰৰ দীঘল হাড়। বাহু (কিলাকুটিৰ পৰা মণিবন্ধলৈ) **–কিনী** জঙ্ঘা, ভৰি। **–কীলঃ** আঁঠু **–কূবৰঃ** কুবেৰৰ পুত্ৰ। **–পট্টিকা** নলেৰে তৈয়াৰী ঢাৰি বা পাটী। **–মীনঃ** *পু* (নলাশ্ৰয়ঃ মীনঃ) মিছা মাছ।

**নলিতঃ** *পু* এবিধ শাক।

**নলিনং** *ক্লী* ১। পদুম বা ভেট ফুল। ২। পানী, ৩। নীলগছ **–নঃ** বিষ্ণু।

**নলিনী** *স্ত্ৰী* ১। পদুম, ২। পদুমৰ থুপ বা সমষ্টি, ৩। পদুমেৰে ভৰা পুখুৰী, ৪। পদুমৰ নাল। ৫। বাওঁ নাক। **–ৰুহং** *ক্লী* পদুমৰ নাল **–ৰুহঃ** *পু* ব্ৰহ্মা।

**নলিনেশয়ঃ** *পু* (নলিনে শেতে শী অচ্) বিষ্ণু।

**নলী** *স্ত্ৰী* ১। ৰঙা হাইতাল, ২। নলিকা, নল-খাগৰি।

**নল্বঃ** *পু* ৪০০ হাত দূৰত্বৰ স্থান; হৰিব ২২৪।১ **–বৰ্ত্মগ** এক নল্ব দূৰত্ব গমনকাৰী, (স্ত্ৰী) কমলা গছ।

**নৱ** *বিণ্* (নুয়তে স্তূয়তে প্ৰধানসংখ্যাবাচকত্বেন নু কণিন্) ১। সংখ্যা '৯'। 'ন' বাচক শব্দসমূহ –**শৰীৰৰ** ন-খন দুৱাৰ, ৰাৱণৰ মূৰ (নিজৰটোৰ বাহিৰে), বাঘিনীৰ স্তন, নৱ ৰস, নৱ গ্ৰহ।

**নৱ** *বিণ্* নতুন, সতেজ, সজীৱ, আধুনিক, **–ম্** *অব্য* নতুনকৈ, অলপতে, **–ৱঃ** *প* কাউৰী, **–কাৰিকা, –কালিকা, –ফলিকাঃ** *স্ত্ৰী* নবোঢ়া। অলপতে বিয়া হোৱা ছোৱালী। অলপতে 'শান্তি' হোৱা কন্যা, **–নী,–নীতং–নীতকং** মাখন **–পাঠকঃ** নতুন শিক্ষক **–মল্লিকা,–মালিকা–** এবিধ সুগন্ধি ফুল। **–যৌৱনং** সদ্যপ্ৰাপ্ত যুৱাৱস্থা। **–ৰজঃ** অলপতে 'শান্তি' হোৱা ছোৱালী। **–ৱধূঃ –ৱৰিকা** সদ্য-বিবাহিতা। **–ৱল্লভং** এবিধ চন্দন কাঠ। **–শশিভৃৎ** শিৱ। **–সূতিঃ–সূতিকা** ১। গাখীৰতী গাই। ২। অলপতে প্ৰসৱ হোৱা নাৰী।

**নৱকং** ন'ৰ সমষ্টি।

**নৱগ্ৰহাঃ** সদায় বহুব। সূৰ্যাদি নটা গ্ৰহৰ সমষ্টি। 'সূৰ্যশ্চন্দ্ৰো মঙ্গলশ্চ বুধশ্চাপি বৃহস্পতিঃ। শুক্ৰঃ শনৈশ্চৰো ৰাহুঃ কেতুশ্চেতি নৱগ্ৰহাঃ।।

**নৱত** *বিণ্* ৯০শ। **–তঃ** ১। হাতীৰ পিঠিৰ জীন। ২। উলৰ কাপোৰ **–তিঃ, –তীঃ** *স্ত্ৰী* নব্বৈ। **–তিকা** ১। নব্বৈ, ২। তুলিকা (৯০ ডাল চুলিৰে তৈয়াৰী)।

**নৱদ্বাৰং** শৰীৰ নখন দুৱাৰ বা ছিদ্ৰ।

**নৱদুৰ্গা** *স্ত্ৰী* নৱপত্ৰিকা। নৱনামিকা কন্যা। ১। কুমাৰিকা, ২। ত্ৰিমূৰ্তিঃ, ৩। কল্যাণী, ৪। ৰোহিণী, ৫। কালী, ৬। চণ্ডিকা, ৭। শাম্ভৱী, ৮। দুৰ্গা আৰু ৯। ভদ্ৰা।

**নৱধা** *অব্য* ন প্ৰকাৰে, ন ৰকমে।

**নৱপত্ৰিকা** ন বিধ পত্ৰ, গছৰ পাত। দুৰ্গাষষ্ঠীৰ দিনা সন্ধিয়া 'দেৱীৰ নৱপত্ৰিকা প্ৰৱেশ' বুলি বোধনানুষ্ঠান কৰা হয়। এডাল কলপুলিত আঠ বিধ গছৰ পাত দুটা বেলেৰে সৈতে বান্ধি শাড়ী পিন্ধাই 'নৱপত্ৰিকা' (দেৱী) সজাই পূজাৰ্চনা কৰি বিজয়া দশমীলৈকে পূজাৰ বেদীত ৰখা হয়। প্ৰকৃততে এই নবিধ শস্যকে দেৱীৰ প্ৰতীক ৰূপত পূজা কৰা হয়। গছ ন বিধ হ'ল– কদলী দাড়িমী ধান্যং হৰিদ্ৰা মানকং কচু। বিল্বাশোকৌ জয়ন্তী চ বিজ্ঞেয়া নৱপত্ৰিকা।।

**নৱৰত্নং** *ক্লী* (নৱানাং ৰত্নানাং সমাহাৰঃ) ১। ন প্ৰকাৰ ৰত্ন। মুক্তা, মাণিক্য, বৈদূৰ্য্য, গোমেদ, বজ্ৰ, বিদ্ৰুম, পদ্মৰাগ, মৰকত, আৰু নীলমণি ২। ৰজা বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱৰত্নস্বৰূপ নজন প্ৰসিদ্ধ পণ্ডিত– ধন্বন্তৰি, ক্ষপণক, অমৰসিংহ, শঙ্কু, বেতালভট্ট, ঘটকৰ্পৰ, কালিদাস, বৰাহমিহিৰ আৰু বৰৰুচি।

**নৱৰসাঃ** নটা ৰস। কাব্যৰ শৃঙ্গাৰাদি নটা ৰস।

**নৱৰাত্ৰং** *ক্লী* নটা ৰাতি। আহিন মাহৰ শুক্লাপ্ৰতিপদৰ পৰা নৱমী পৰ্যন্ত নদিন ব্যাপী উদ্‌যাপন কৰা দুৰ্গাব্ৰত।

**নৱান্নং** *ক্লী* নতুন ভাত। ন-খোৱা, খেতি চপাই নতুন ধান বানি নতুন চাউলেৰে কৰা ভোজন, শ্ৰাদ্ধবিশেষ।

**নৱাৰ্চি** (স্), **–দীধিতিঃ** মঙ্গলগ্ৰহ।

**নৱাহঃ** শুক্ল বা কৃষ্ণপক্ষৰ প্ৰতিপদ।

**নৱেতৰঃ** পুৰণি।

**নৱোঢ়া, –পাণিগ্ৰহণা** সদ্যবিবাহিতা কইনা; ৰ ৮।৭।

**নৱোদ্ধৃতং** *ক্লী* নতুন মাখন। নতুনকৈ মন্থন কৰি অনা মাখন।

**নব্য** *বিণ্* নবীন, নতুন। **–ব্যঃ** ৰঙা পুনৰ্নৱা শাক।

**নশ্** নাশে (দিৱা, প সক নশ্যতি) ১। নাশ হ, হানি হ, হেৰাই যা, অন্তৰ্ধান হ, নেদেখা হ। ২। ধ্বংস হ, মৃত্যু হ, সৰ্বনাশ হ। ৩। পলায়ন কৰ, সাৰি যা, ৪। অকৃতকাৰ্য হ, **প্ৰ–** সৰ্বনাশ হ, নাশ হ। 'বুদ্ধিনাশাৎ প্ৰণশ্যতি', গী ২।৬৩।

**নশঃ, নশনং** *পু ক্লী* ধ্বংস, নাশ, হানি।

**নশ্যৎপ্ৰসূতিকা** *স্ত্ৰী* মৃতবৎসা। মৃত বৎস প্ৰসৱ কৰা স্ত্ৰী।

**নশ্বৰ** *বিণ্* (নশ্ ক্বৰপ্) ১। বিনাশশীল, ধ্বংসযোগ্য, ভা ৫।১৮।৪; ২। অনিত্য, দুৰ্বল।

**নষ্ট** *বিণ্* (নশ্ ক্তঃ) ১। অদৃষ্ট, তিৰোহিত, পঞ্চ ১।৩৭৮; ২। অধম, ৩। ধ্বংসপ্ৰাপ্ত, মৃত, ৪। ক্ষয়প্ৰাপ্ত। ৫। পলায়িত, বঞ্চিত। "অসন্তুষ্টা দ্বিজা নষ্টাঃ সন্তুষ্টাশ্চ মহীভৃতঃ। সলজ্জা গণিকা নষ্টাঃ নিলজ্জাশ্চ কুলাঙ্গনাঃ" –চা। **–চেতন–চেষ্ট,–সংজ্ঞ** *বিণ্* যাৰ সংজ্ঞা, জ্ঞান লুপ্ত হৈছে, অজ্ঞান, মূৰ্চ্ছিত। **–চন্দ্ৰঃ** *পু* (নষ্টো দুষ্টশ্চন্দ্ৰঃ) সৌৰ ভাদ মাহৰ উভয় পক্ষৰ চতুৰ্থী তিথি, সিদিনা সেই চন্দ্ৰ চোৱা উচিত নহয় বুলি মনীষীসকলে কয়। **–চেষ্টতাঃ** প্ৰলয়।

**নষ্টাগ্নিঃ** *পু* যিজন অগ্নিহোত্ৰীৰ মানসিক বিকৃতি অথবা অন্য কোনো কাৰণত গৃহাগ্নি নিৰ্বাপিত হৈছে।

**নষ্টাত্মা** (ন্) অজ্ঞান।

**নষ্টাপ্তিসূত্ৰং** *ক্লী* চুৰি কৰা সম্পদ।

**নষ্টাৰ্থ** *বিণ* নিঃস্ব। অত্যন্ত দুখীয়া।

**নষ্টেন্দুকলা** *স্ত্ৰী* চান্দ্ৰমাহৰ যিদিনা চন্দ্ৰ অদৃশ্য থাকে, কুহূঃ।

**নসা** *স্ত্ৰী* (নস কৌটিল্যে অচ) নাক।

**নস্তং** *ক্লী* নাকত লোৱা এবিধ ধঁপাতৰ গুড়ি, নস্য। **–স্তঃ** নাক। **–স্তা** নাকী লগাবৰ কাৰণে নাকত কৰা ছিদ্ৰ।

**নস্তিত** *বিণ* নাকী লগোৱা।

**নস্য** *বিণ* নাসিক। নাক সম্বন্ধীয়। **–স্যং** নাকৰ ভিতৰৰ নোম। নস্য।

**নহ্** বন্ধে (দিৱা উ সক নহ্যতি-তে) ১। বান্ধ, বান্ধি থ, ৰচিৰে বান্ধ, ঘূৰাই বান্ধ, পকা, ২। কাপোৰ পিন্ধ।

**নহি** নিষেধবাচক **অব্যয়**। সাধাৰণতে নিশ্চয়তা বুজাবলৈ 'নহি নহি' (অৰ্থাৎ নহয়, কেতিয়াও নহয়) কোৱা হয়।

**নহুষঃ** *পু* চন্দ্ৰবংশীয় ৰজা আয়ুসৰ পুত্ৰ, পুৰুৰৱাৰ পৌত্ৰ আৰু যযাতিৰ পিতাক। অগস্ত্য ঋষিৰ শাপত নহুষ অজগৰ সাপ হৈ বহু দিন বনে-জঙ্গলে ঘূৰি ফুৰাৰ পিচত যুধিষ্ঠিৰৰ অনুগ্ৰহত শাপমুক্ত হয়। বৃত্ৰাসুৰক বধ কৰি ব্ৰাহ্মণবধৰ পাপৰ পৰা মুক্তি পাবলৈ ইন্দ্ৰই বহু দিন পানীৰ তলত লুকাই আছিল। ইন্দ্ৰই নিজৰ অনুপস্থিতিৰ সময়ত ধৰ্মপ্ৰাণ, গুণী জ্ঞানী নহুষক ৰাজ্যৰ শাসকৰূপে নিয়োজিত কৰে। নহুষে ক্ষমতা পায়েই এইবাৰ শচীক পাবলৈ মন মেলি শচীৰ ওচৰলৈ যাবলৈ পাল্কী আনি সপ্তৰ্ষি মণ্ডলক পাল্কী কঢ়িয়াবলৈ নিৰ্দেশ দিলে। পাল্কীত গৈ থাকোঁতে নহুষে মাজে মাজে সৰ্প, সৰ্প অৰ্থাৎ 'বেগাই ব'ল, বেগাই ব'ল' বুলি কঠোৰ স্বৰে কৰলৈ ধৰাত অগস্ত্যই 'সৰ্পোভৱ' বুলি শাপ দিয়ে আৰু তাৰ ফলত নহুষ অজগৰ সাপ হৈ পৃথিৱীত সৰি পৰিল।

**না** *অব্য* নহি, নহয়। অভাৱ।

**নাকঃ** *পু* (কং সুখমিতি অকং দুঃখম্) ১। স্বৰ্গ। ভট্টি ১।৪ ২। নভঃ, আকাশ মণ্ডল, ৩। এবিধ ক্ষত্ৰিয় জাতি। **–নাথঃ** ইন্দ্ৰ। **–নায়কপুৰোহিতঃ** বৃহস্পতি।

**নাকিন্** *পু* দেৱতা।

**নাকু** *পু* ১। উঁই পৰুৱা, ২। উঁই হাফলু, ৩। পৰ্বত। **–লং** এখন তন্ত্ৰৰ নাম। **–লঃ** নকুলৰ পুত্ৰ।

**নাক্ষত্ৰ** *বিণ* (নক্ষত্ৰস্যেদমিতি নক্ষত্ৰ অণ্) ২৭টা নক্ষত্ৰ সম্বন্ধীয়। **–ত্ৰং** ২৭ নক্ষত্ৰমণ্ডলৰ মাজেৰে চন্দ্ৰ পাৰ হোৱা ৩০ দিনীয়া এটা মাহ।

**নাক্ষত্ৰিকঃ** নাক্ষত্ৰ মাহ। **–কী** নক্ষত্ৰ দশা।

**নাগং** *ক্লী* (নগে পৰ্বতে ভৱম নগ অচ) ১। ৰাং, সীহ, **–গঃ** *পু* ১। সাপ, সৰ্প, পন্নগ, বিপু ১।৯।৯৬, ২। হাতী, ৰ ৪।৮৩; ৩। মেঘ, ৪। নাহৰ গছ, ৫। নাগ, পৌৰাণিক কাহিনীত থকা পাতাল-নিবাসী সাপৰ দৰে নেজ আৰু মানুহৰ দৰে মূৰ থকা এবিধ সাপ, ৬। হাঙৰ ৭। অত্যাচাৰী পুৰুষ, ৮। ছবি আদি আঁকিবৰ কাৰণে বেৰত লগোৱা শলা, ৯। পাণ, ১০। সংখ্যা '৭' ১১। শৰীৰৰ পৰা নিৰ্গত হোৱা পাঁচ প্ৰাণবায়ুৰ এটা, **–কেসৰঃ** এবিধ সুঁগন্ধি ফুলৰ গছ, **–গৰ্ভং** সীহ, **–জিহ্বিকা** ৰঙা হাইতাল, **–চূড়ঃ** শিৱ, **–জীৱনং** ৰাং **–দন্তঃ–দন্তকঃ** ১। হাতীৰ দাঁত ২। বেৰত মৰা শলা, **–তন্তী** ১। সূৰ্যমুখী ফুল, ২। বেশ্যা **–নক্ষত্ৰং,–নায়কং** অশ্লেষা নক্ষত্ৰ, **–নাসা** হাতীৰ শুঁৰ। **–পঞ্চমী** শাওণ মাহৰ শুক্লা পঞ্চমী। সেই দিনা নাগমাতা পদ্মাৱতীৰ পূজা কৰা হয়। **–পদঃ** ষোল বিধ যৌনক্ৰিয়া ভঙ্গীৰ ভিতৰত এবিধ। 'পাদৌ স্কন্ধে তথা হস্তে ক্ষিপেল্লিঙ্গং ভগে লঘু। কাময়েৎ কামুকা নাৰীং বন্ধো নাগপদো মতঃ।।' ৰম, **–পাশঃ** ১। নাগৰূপী ৰচি, যুদ্ধত শত্ৰুক বান্ধিবলৈ ব্যৱহাৰ কৰা হয়। ২। বৰুণ দেৱতাৰ অস্ত্ৰবিশেষ। **–পুষ্পঃ** চম্পক, নাহৰ গছ **–বলঃ** ভীমসেন, **–বল্লু** ডিমৰু গছ। **–ভূষণঃ** শিৱ। **–মণ্ডলিকঃ** সাপৰ বেজ। **–মল্লঃ** ঐৰাৱত, **–মাতা** মনসা দেৱী, **–যষ্টিঃ –যষ্টিকা** পুখুৰীত পানীৰ গভীৰতা জুখিবৰ কাৰণে দাগ কটা থকা দীঘল মাৰি। **–ৰক্তং–ৰেণুঃ** সীহ **–ৰঙ্গঃ** কমলা টেঙা। **–ৰাজঃ** শেষনাগ, **–লতা, ৱল্লৰী, ৱল্লী** পাণ। **–লোকঃ** নাগ বাস কৰা পাতাল। **–ৱাৰিকঃ** ১। মাহুত। ২। সভাৰ নেতা। ৩। গৰুড় ৪। শ্ৰেষ্ঠ হাতী ৫। ম'ৰা চৰাই।

**নাগৰ (ৰী)** *বিণ* ১। নগৰত জন্ম হোৱা। নগৰ সম্বন্ধীয়, ২। চতুৰ, ৩। নীচ, অধম **–ৰঃ** *পু* ১। দেওৰ। ২। নাগৰিক, ৩। ভাষণ, বক্তৃতা, ৪। কমলা, ৫। বিদগ্ধ পণ্ডিত।

**নাগৰকঃ** *পু* ১। এবিধ ৰতিবন্ধ।

**নাগৰিক** *বিণ* ১। নগৰবাসী, নগৰত জন্ম হোৱা, ২। নম্ৰ, চৈতন্যপূৰ্ণ, ৩। চতুৰ, **–কঃ** ১। নাগৰিক। ২। প্ৰেমানুৰাগী পুৰুষ, ৩। চোৰ, ৪। শিল্পী, ৫। আৰক্ষী অধীক্ষক।

**নাগৰী** ১। চতুৰা নাৰী, ২। নাগৰী (দেৱনাগৰী) লিপি। এই লিপিত সংস্কৃত ভাষা লিখা হয়।

**নাগৰীট, –ৰীটঃ** *পু* ১। কামুক প্ৰেমিক, ২। ঘটক।

**নাগৰ্যং** চাতুৰ্য্য।

**নাগাঙ্গনাঃ** ১। মাইকী হাতী, ২। হাতীৰ শুঁৰ।

**নাগাধিপঃ** *পু* শেষনাগ।

**নাগাৰাতিঃ, –নাগাৰিঃ** *পু* ১। গৰুড়, ২। ম'ৰা চৰাই, ৩। সিংহ।

**নাগাশনঃ** *পু* ১। ম'ৰা চৰাই, ২। সিংহ, ৩। গৰুড়।

**নাগাননঃ** *পু* গণেশ।

**নাগাহ্বঃ** হস্তিনাপুৰ।

**নাগেন্দ্ৰঃ** *পু* ১। ঐৰাৱত, ২। শেষনাগ।

**নাগেশঃ** *পু* ১। শেষনাগ, ২। পতঞ্জলি, ৩। পৰিভাষেন্দুশেখৰ গ্ৰন্থৰ ৰচয়িতা।

**নাগোদৰং** ১। বুকুত লোৱা বৰ্ম বিশেষ, ২। গৰ্ভৰোগ এবিধ।

**নাচিকেতঃ** *পু* ১। অগ্নি, ২। এজন ঋষিৰ নাম।

**নাটঃ** *পু* (নট ভাৱে ঘঞ) ১। নৃত্য, অভিনয়। ২। কৰ্ণাটক ৰাজ্যৰ নাম।

**নাটকং** (নাটয়তীতি নট ণিচ্ ণ্বুল্) নাটক, দশৰূপকৰ প্ৰথম বিধ ৰূপক। (দৃশ্য কাব্য)। **–কঃ** ১। অভিনেতা, ২। কামাখ্যাৰ এখন পৰ্বতৰ নাম। কাপু। ৩। নাটশালা।

**নাটাৰঃ,–নাটেয়ঃ,–নাটেৰঃ** *পু* নটীপুত্ৰ। নৰ্তকীৰ, অভিনেতাৰ পুত্ৰ।

**নাটিকা** *স্ত্ৰী* সৰু নাটক। ৩ বা ৪ অঙ্কৰ নাটক যেনে— ৰত্নাৱলী, নাগানন্দ আদি। এবিধ উপৰূপক।

**নাট্যং** *ক্লী* (নটানাং কৰ্ম্ম নট ষ্যঞ্) ১। গীতবাদ্য, দেভা ১।৭।৩০; ২। নটৰ সমষ্টি। ৩। অভিনয়, **–ট্যঃ** অভিনেতা **–ধৰ্মিকা, –ধৰ্মী** অভিনয় বিধি। **–প্ৰিয়ঃ** সদাশিৱ। **–শাস্ত্ৰং** নৃত্য অভিনয় শাস্ত্ৰ, ভৰতৰ নাটশাস্ত্ৰ।

**নাট্যাচাৰ্য্যঃ** নৃত্যৰ শিক্ষক। নৃত্যগুৰু।

**নাট্যালঙ্কাৰঃ** *ক্লী* নাট্যৰ অলঙ্কাৰ, ৮৬ প্ৰকাৰ। সাহিত্য দৰ্পণ মতে তেত্ৰিশ।

**নাড়ি, –ড়ী** *স্ত্ৰী* (নাড়য়তীতি নড় ভ্ৰংশে ণিচ্ ইন) ১। নাড়ী, শৰীৰৰ ভিতৰত থকা ৰক্তবাহক নলী, ধমনী, স্নায়ু আদি। ২। ফোঁপোলা নল। ৩। পদুমৰ নাল। ৪। পেঁপা, বাঁহী ৫। অৰ্শ, ভগন্দৰ ৰোগ, ৬। হাত বা ভৰিৰ সিৰা, ৭। ২৪ মিনিট সময় পৰিমাণ, ৮। আধা মুহূৰ্ত সময়, ৯। ইন্দ্ৰজাল; **–চৰণঃ** চৰাই, **–জঙ্ঘঃ** কাউৰী, **–পৰীক্ষা** নাড়ীজ্ঞান। **–ব্ৰণঃ** ফোঁহা, ভগন্দৰ।

**নাড়িকা** *স্ত্ৰী* (নাড়ী কণ) ১। এক ঘটিকা বা ২৪ মিনিট। ২। নাড়ী, সিৰ, ধমনী।

**নাড়িকেলং** *ক্লী* নাৰিকল।

**নাড়িন্ধমঃ** *পু* সোণাৰি।

**নাড়ীচঃ** *পু* এবিধ শাক।

**নাড়ীদেহঃ, –ৱিগ্ৰহঃ** বটগছ।

**নাড়ীনক্ষত্ৰং** *ক্লী* জন্মৰ পৰা ১০ম, ১৬শ, ১৮শ, ২৩শ আৰু ২৫শ নক্ষত্ৰ।

**নাড়ীশাকঃ** পাটশাক।

**নাণকং** *ক্লী* মুদ্ৰা। মোহৰ মৰা সোণ, ৰূপাদি ধাতু। যা ২।২৪০

**নাত্ৰং** *ক্লী* (নম্ ষ্ট্ৰন্) ১। বিচিত্ৰ, ২। প্ৰজ্ঞ, ৩। শিৱ।

**নাথ্** ঐশ্যে, আশিষি, (ভ্বা, প, আ, অক, সক, নাথতি, প্ৰ-নাথতে) ১। খোজ, মাগ, ভিক্ষা খোজ, প্ৰাৰ্থনা কৰ, ২। প্ৰভুত্ব কৰ, গৰাকী হ, ৩। যাতনা দি, কষ্ট দি, দিগদাৰ দি, ৪। আশীৰ্বাদ কৰ, শুভেচ্ছা দি।

**নাথঃ** *পু* (নাথতি ঈশ্বৰো ভৱতি নাথ অচ) ১। ঐশ্বৰ্য্যৱান, প্ৰভু, গৰাকী, ৰক্ষক, ঈশ্বৰ, নায়ক, ২। স্বামী, পতি, ৩। নাকী, গাড়ী টনা বলদৰ নাকী।

**নাথৱান্ (ৎ)** *বিণ* (নাথ মতুপ্) ১। গৰাকী থকা লোক। পৰাধীন, প্ৰভুবিশিষ্ট। *(স্ত্ৰী)* **–ৱতী,–হৰিঃ** পশু।

**নাদঃ** *পু* (নদ শব্দে ঘঞ) ১। শব্দ। ধ্বনি, চিঞৰ, গৰ্জন, ২। অৰ্ধচন্দ্ৰ ˚।

**নাদেয়ং** *ক্লী* সৈন্ধৱ লোণ, নদী বা নদৰ পানী, **–য়ী** পানীত হোৱা বেঁতগছ।

**নানা** *অব্য* (ন নাঞ) অনেকাৰ্থত নানা অব্যয় ব্যৱহাৰ হয়। যেনে— নানা ঠাইত, নানাভাৱে, নানাৰকমে, নানা প্ৰকাৰে, বিভিন্ন প্ৰকাৰে, গী ১।৯; **–কন্দঃ** শতমূল। **–ৰূপ** অনেক প্ৰকাৰ, বিবিধ, বিভিন্ন, মনু

৯।৩৮; **–ৱৰ্ণ** বিভিন্ন বৰ্ণ, চিত্ৰবিচিত্ৰ, **–ৱিধঃ** বহু বিধ, বিভিন্ন প্ৰকাৰ।

**নানাৰ্থ** *বিণ্* বিভিন্ন অৰ্থযুক্ত, বিভিন্ন উদ্দেশ্যযুক্ত, দ্ব্যৰ্থবোধক।

**নানান্দ্ৰঃ** *পু* ননদৰ পুত্ৰ।

**নান্ত** *বি* অশেষ, অনন্ত। **–ৱীয়ক** অবিচ্ছেদ্য, চিৰসংযুক্ত।

**নান্ত্ৰং** *ক্লী* (নমত্যানেনেতি নম ষ্ট্ৰন) স্তুতি, স্তোত্ৰ, ভজন।

**নান্দিকৰঃ, —নান্দী (ন্)** *পু* সংস্কৃত নাটকৰ আৰম্ভণিত থকা নান্দী শ্লোকৰ পাঠক।

**নান্দী** *স্ত্ৰী* (নন্দয়নয়েতি নন্দ ঘঞ দীৰ্ঘঃ ঙীপ্) ১। সংস্কৃত নাটকত প্ৰস্তাৱনাৰ আৰম্ভণিতে থকা স্তুতি, যাৰ দ্বাৰা দেৱতাৰ আশীৰ্বাদ প্ৰাৰ্থনা কৰা হয়। মঙ্গলাচৰণ। নান্দীৰ সংজ্ঞা : 'আশীৰ্বচনসংযুক্তা স্তুতিৰ্যস্মাৎ প্ৰৱৰ্ততে। দেৱদ্বিজনৃপাদীনাং তস্মান্নান্দীতি সা স্মৃতা। ২। সমৃদ্ধি, উন্নতি, ৩। আনন্দ, **—কৰঃ** নান্দিকৰ, নান্দী পাঠক, **—পটঃ** কুঁৱাৰ ওপৰত দিয়া ঢাকনী, **—মুখঃ** *পু* (নান্দ্যৈ বৃদ্ধ্যৰ্থং মুখং যস্য) ১। কুঁৱাৰ ঢাকনী, ২। নপুৰুষ আগলৈ মৃত পিতৃ পিতামহ, মাতামহসকলৰ উদ্দেশ্যে কৰা শ্ৰাদ্ধ। বৃদ্ধিশ্ৰাদ্ধ-ভোজী পিতৃগণ, বিষ্ণুপুৰাণত আছে 'নান্দীমুখং পিতৃগণং পূজয়েৎ প্ৰযতো গৃহী'। স চ পিত্ৰাদিত্ৰিকং মাতামহাদিত্ৰিকং-গোভিলসূত্ৰ। পুংসৱন, চূড়াকৰণ, উপনয়ন, বিৱাহাদি সংস্কাৰৰ সময়ত নান্দীমুখ শ্ৰাদ্ধ প্ৰত্যেক গৃহস্থীৰে অৱশ্য-কৰ্তব্য, **—মুখী** *স্ত্ৰী* ১। যজুৰ্বেদীয় বৃদ্ধিশ্ৰাদ্ধ-ভুক্ মাতৃগণ, ২। চৈধ্য অক্ষৰ যুক্ত ছন্দ বিশেষ, **—ৱাদী (ন্)** *বিণ্* নান্দী পাঠক।

**নাপিতঃ** *পু* (ন আপ্নোতি সৰলতামিতি ন আপ্ তন্ ইট্)। ক্ষৌৰকৰ্মী, নাপিত, বৰ্ণসঙ্কৰ জাতি বিশেষ, শূদ্ৰায়াং ক্ষত্ৰিয়াজ্জাতঃ, **—শালা, —শালিকা** নাপিতৰ চুলিকটা ঘৰ।

**নাভিঃ** *পু* (নহ্যতে বধ্নাতি ৱিপক্ষাদীনিতি নহ্ ইঞ্ ভশ্চাদেশঃ) ১। চকাৰ ধুৰা, ২। নাই, যি শৰীৰৰ ঠিক সোঁমাজতে আছে, ৩। কেন্দ্ৰ, ৪। মুখ্য নেতা, ৰ ১৮।২০; ৫। ক্ষত্ৰিয়, ৬। অগ্নীধ্ৰৰ পুত্ৰ, ৭। গোত্ৰ, ৮। শিৱ। মহা ১৩।১৭।৯২; ৯। ঘৰ, বাসস্থান (স্ত্ৰী) কস্তুৰি, বহুব্ৰীহি সমাসত নাভিঃ, নাভঃ হয়। পদ্মনাভ; **—জন্মন্—ভূঃ** ব্ৰহ্মা, **—ৱাড়ী,** **—নালং** ১। গৰ্ভত থকা অৱস্থাত শিশুৰ নাভি আৰু মাকৰ গৰ্ভৰ সংযোগ নাড়ী, ২। নাইৰ বেমাৰ, নাই ফুলা **—ৱৰ্ষঃ** ভাৰতবৰ্ষ।

**নাভিল, নাভ্য** *বিণ্* নাই (নাভী) সম্পৰ্কীয়।

**নাভীঃ** *পু স্ত্ৰী* নাভিঃ, নাই।

**নাভীলং** *ক্লী* ১। নাইৰ গাঁত, ২। গৰ্ভাশু ৩। নাইৰ বেমাৰ

**নাভ্যঃ** *পু* সদাশিৱ।

**নাম** *অব্য* (নাময়তীতি নম ণিচ ডঃ) নাম, অভিধান, প্ৰকাশ্য, সম্ভাৱনা, ক্ৰোধ, সঁচাকৈয়ে, সত্যতা, অলীকতা, হ'ব পাৰে, হ'ব, বাৰু, ইত্যাদি বিভিন্ন অৰ্থ প্ৰকাশ কৰাৰ বাবে 'নাম' শব্দ অব্যয় ৰূপে ব্যৱহাৰ হয়। যেনে— হিমালয়ো নাম নগাধিৰাজঃ ইত্যাদি।

**নাম(ন্)** *ক্লী* (ম্নায়তে অভ্যস্যতে যৎ তৎ ম্না মনিন) ১। সংজ্ঞা, অভিধান, আখ্যা, ২। বিশেষ্যপদ, ৩। শব্দ, পদ, ৪। পদাৰ্থ। **–কৰণ,–কৰ্মণ্** নামকৰণ সংস্কাৰ। জন্মৰ ৬ বা ১১ দিনত শিশুৰ কুষ্ঠী বিচাৰপূৰ্বক নাম ৰখা অনুষ্ঠান। **–গ্ৰহঃ** নাম ধৰি মতা। **–দ্বাদশীঃ** এবিধ ব্ৰত। গৌৰী, কালী, উমাদি বাৰ গৰাকী দেৱীৰ নাম ক্ৰমে উচ্চাৰণ কৰি পালন কৰা ব্ৰত। **–ধাতু** শব্দৰ পিচত বিশেষ অৰ্থত কিছুমান প্ৰত্যয় যোগ হৈ ক্ৰিয়াপদৰ দৰে কাম কৰে। সেইবিলাকক নাম-ধাতু বোলা হয়। যেনে— পুত্ৰম্ ইৱ আচৰতি পুত্ৰীয়তি (ছাত্ৰম্) **–ধেয়ং** *ক্লী* নাম। মনু ২।৩০; **–মালা** নামৰ তালিকা। **–লিঙ্গানুশাসনং** নাম আৰু লিঙ্গৰ বিধি, নিয়ম, অভিধান। **–ৱৰ্জিত** নামহীন। **–শেষ** *বিণ্* নামমাত্ৰই থকা, অৰ্থাৎ মৃত, উ ২।৬।

**নামাঙ্ক** *বিণ্* নামাঙ্কিত। নামেৰে চিহ্নিত।

**নামানুশাসনং, –অভিধানং** অভিধান, শব্দকোষ।

**নামাপৰাধঃ** *পু* (নাম্নি নাম বিষয়ে অপৰাধঃ) সাধু নিন্দা। কোনো সাধু পুৰুষক নাম ধৰি কৰা ভৰ্ৎসনা।

**নামিঃ** *পু* বিষ্ণু, **–ত** *বিণ্* হালি পৰা, অৱনত।

**নাম্য** *বিণ্* লেতু সেতু, ঢিলা, কোমল।

**নায়** *বিণ্* (নী ঘঞ্) নায়ক, নেতৃস্থানীয়। **–য়ঃ** *পু* ১। ন্যায়নীতি, ভট্টি ৭।৩৬; ২। উপায়।

**নায়কঃ** *পু* (নয়তীতি নৈ ণ্বুল্) ১। নেতা, নায়ক, নেতৃস্থানীয় পুৰুষ, ২। শ্ৰেষ্ঠ পুৰুষ, মুৰব্বী, স্বামী,

৩। সেনানী, সেনাপতি, সেনাধ্যক্ষ, মহা ৩।২২২।৪; ৪। সংস্কৃত কাব্যৰ মূল পুৰুষ চৰিত্ৰ। নায়ক চাৰি বিধ— ধীৰোদাত্ত, ধীৰোদ্ধত, ধীৰললিত, ধীৰপ্ৰশান্ত।, ৫। বিধিমতে পাণিগ্ৰাহক, পতি। পতি তিনি বিধ— পতি, উপপতি, বৈশিক। বৈধ পতি চাৰিবিধ— অনুকুল, দক্ষিণ, ধৃষ্ট আৰু শঠ।

**নায়িকা** *স্ত্ৰী* ১। ৰক্ষিতা, ২। পত্নী, ৩। শৃঙ্গাৰ ৰসৰ অৱলম্বনকাৰিণী নাৰী। সংস্কৃত নাটকৰ (কাব্যৰ) মূল নাৰী চৰিত্ৰ। এয়া তিনি বিধ— স্বীয়া, পৰকীয়া আৰু সামান্যবনিতা। স্বীয়া আকৌ তিনি বিধ— মুগ্ধা, মধ্যা, প্ৰগল্ভা। ৪। দুৰ্গাশক্তি, অষ্টমূৰ্তি— উগ্ৰচণ্ডা, প্ৰচণ্ডা, চণ্ডোগ্ৰা, চণ্ডনায়িকা, অতিচণ্ডা, চামুণ্ডা, চণ্ডা, চণ্ডৱতী।

**নাৰং** *ক্লী* নৰসমূহ, মানুহৰ জাক, সমাজ, **–ৰঃ** *পু* পানী।

**নাৰকঃ** *পু* ১। নৰক, নৰককুণ্ড, পাতালবাসী।

**নাৰকী (ন)** *বিণ* নৰকবাসী, নৰকস্থ, **–ট** নৰসমাজৰ কীটস্বৰূপ, ঘৃণনীয়।

**নাৰঙ্গং** *ক্লী* কমলাটেঙা, **–ঙ্গঃ** *পু* ১। কমলা গছ, ২। কামুক, লম্পট, ৩। প্ৰাণী, ৪। যমজ সন্তান।

**নাৰদঃ** *পু* (নাৰং পৰমাত্মবিষয়কং জ্ঞানং দদাতীতি নাৰ দা কঃ। নাৰং জলং দদাতি পিতৃভ্য ইতি ৱা) ১। যি নিয়মিতভাৱে মৃত পিতৃপুৰুষলৈ জল তৰ্পণ কৰে। ২। যি পৰমাত্মাবিষয়ক জ্ঞান দান কৰে। ৩। প্ৰসিদ্ধ বিষ্ণুভক্ত নাৰদমুনি। ভোগৰ বাবে ব্ৰহ্ম শাপত উপবৰ্হণ নামৰ গন্ধৰ্ব হৈ পিচত আকৌ শূদ্ৰাৰ গৰ্ভত ব্ৰহ্মবীৰ্য্যত জন্ম হোৱা দেৱৰ্ষি নাৰদ। কাহিনীটো এনে ধৰণৰ— কান্যকুব্জত দ্ৰুমিল নামৰ এজন গোপৰাজ আছিল। তেওঁৰ পত্নীৰ নাম কলাৱতী। স্বামীৰ দোষতেই বহুদিন ধৰি বন্ধ্যা কলাৱতীয়ে স্বামীৰ অনুমতি লৈ পুত্ৰ কামনাৰে নাৰদ নামৰ কাশ্যপ মুনিৰ ওচৰ পালেগৈ। কলাৱতীয়ে হৃদয়ত শ্ৰীহৰিক ধ্যান কৰি ব্ৰহ্ম তেজত তেজস্বী মুনিৰ ওচৰত পুত্ৰ সন্তানৰ বাবে বীৰ্য্যাধান কৰিবলৈ অনুৰোধ কৰে। মুনিবৰ ক্ৰোধান্বিত হৈ উঠিল। এনে সময়তে সেই ফালেৰে অপ্সৰা মেনকা গৈ আছিল। মেনকাক দেখি মুনিৰ বীৰ্য স্খলিত হৈ মেনকাৰ উৰুত পৰিল। বৃষলীয়ে সেই বীৰ্য তত্তালিকে পান কৰিলে আৰু তাৰ পৰাই নাৰদৰ জন্ম হয়। আন এটা আখ্যান মতে নাৰদ ব্ৰহ্মাৰ দহজন মানসপুত্ৰৰ এজন আৰু ব্ৰহ্মাৰ উৰুৰ পৰা জন্ম হয়। নাৰদ সৰুৰে পৰা মহাজ্ঞানী, মহাতেজস্বী আৰু জাতিস্মৰ আছিল। দেৱতা আৰু মানুহৰ মাজত বাৰ্তাৰ আদান-প্ৰদান এই নাৰদ মুনিয়েই কৰিছিল। নাৰদে প্ৰায়ে কথা লৰচৰ কৰি দেৱতা, মনুষ্য, গন্ধৰ্ব, কিন্নৰৰ মাজত শত্ৰুতাৰো সৃষ্টি কৰিছিল। সেয়ে 'নাৰদ' আৰু 'টুটকীয়া' এই দুয়োটাৰে অৰ্থ একে বুলি ধৰা হয়। 'নাৰদীয় ভক্তিসূত্ৰ' নামৰ প্ৰসিদ্ধ গ্ৰন্থখনৰো প্ৰণেতা নাৰদ আছিল।

**নাৰা** *স্ত্ৰী* (নৰস্য মুনেৰিয়ম নৰ অণ্ টাপ্) পানী, মনু ১।১০; **–চঃ** *পু* ১। লোহাৰ কাঁড়। ২। নাল। ৩। দুৰ্দিন, ৪। ওঠৰটা আখৰ থকা বৃত্ত (ছন্দ) এবিধ। **–চী** *স্ত্ৰী* সোণাৰিয়ে সোণ ৰূপাদি জোখা তুলা।

**নাৰায়ণঃ** *পু* (নাৰা জলং অয়নং স্থানং যস্য) ১। বিষ্ণু, শ্ৰীকৃষ্ণ। 'আপো নাৰা ইতি প্ৰোক্তা আপো ৱৈ নৰসূনৱঃ। অয়নং তস্য তাঃ পূৰ্ব্বং তেন নাৰায়ণঃ স্মৃতঃ।।' মনু ১।১০; শ্ৰীকৃষ্ণশ্চ দ্বিধাৰূপো দ্বিভুজশ্চ চতুৰ্ভুজঃ। চতুৰ্ভুজশ্চ ৱৈকুণ্ঠে গোলোকে দ্বিভুজঃ স্বয়ম্।। চতুৰ্ভুজস্য পত্নী চ মহালক্ষ্মীঃ সৰস্বতী। গঙ্গা চ তুলসী চৈৱ দেৱী নাৰায়ণপ্ৰিয়া; ব্ৰপু। ২। এজন ঋষিৰ নাম। এইজনৰ উৰুৰ পৰা উৰ্বশীৰ জন্ম হৈছিল। শকদ্ৰু। **–তৈলং** *ক্লী* নাৰায়ণ তেল। ঔষধ মিশ্ৰিত এবিধ তেল। এই তেল তিনি বিধ— স্বল্প, বৃহৎ আৰু মহৎ। **–প্ৰিয়ঃ** সদাশিৱ। **–বলিঃ** নাৰায়ণক উদ্দেশ্য কৰি অৰ্পণ কৰা বলি, নৈবেদ্য, তৰ্পণ। শ্ৰীনাৰায়ণক উদ্দেশ্য কৰি মৃত পতিতাদিৰ প্ৰায়শ্চিতাত্মক কৰ্ম।

**নাৰায়ণাস্ত্ৰং** *ক্লী* বিষ্ণুৰ অস্ত্ৰবিশেষ।

**নাৰায়ণী** *স্ত্ৰী* ১। লক্ষ্মী দেৱী, ২। দুৰ্গা।

**নাৰিকেৰঃ,–কেলঃ** *পু* (নাৰ্য্যা ৰমণ্যাঃ কেল ইৱ, সুখদায়ী কেলো যস্য) নাৰিকল গছ। নাৰিকলৰ পানী কাঁহৰ পাত্ৰত থলে মদতুল্য হয়। নাৰিকেলোদকং কাংস্যে তাম্ৰপাত্ৰে স্থিতং মধু। গৱ্যঞ্চ তাম্ৰপাত্ৰস্থং মদ্যতুল্যং ঘৃতং ৱিনা।। **–ক্ষীৰী** *স্ত্ৰী* নাৰিকেলৰ গাখীৰ।

**নাৰী** *স্ত্ৰী* (নুৰ্নৰস্য ৱা ধৰ্ম্মা নৃ, নৰ অঞ্ ঙীন্) নৰৰ বা মানুহৰ ধৰ্মাচৰণকাৰিণী, নৰধৰ্মাচাৰযুক্তা যোষিৎ, অবলা, বধূ, সীমন্তিনী, মহিলা, বামা, বনিতা, প্ৰিয়া ইত্যাদি। নাৰীৰ

চাৰিটা জাতি– পদ্মিনী, চিত্রিণী, শঙ্খিনী আৰু হস্তিনী। লক্ষণ– শশকে পদ্মিনী তুষ্টা চিত্রিণী ৰমতে মৃগম্। বৃষভে শঙ্খিনী তুষ্টা হস্তিনী ৰমতে হয়ম্।। নাৰীৰ ছয়টা দোষ—পানং দুৰ্জনসংসৰ্গঃ পত্যা চ ৱিৰহোঽটনম্। স্বপ্নশ্চান্যগৃহে ৱাসো নাৰীণাং দুষণানি ষট্।। **–কৱচঃ** *পু* সূৰ্যবংশীয় ৰজা অশ্মকৰ পুত্র। **–চং** এবিধ শাক। **–তৰঙ্গকঃ** প্রেমিক, কামুক। **–দূষণং** নাৰীৰ দোষ। **–ষ্টা** মল্লিকা গছ। **–ৰত্নং** শ্রেষ্ঠা নাৰী।

**নাৰ্যঙ্গঃ** *পু* কমলা গছ।

**নালং** *ক্লী* ১। নল, খাগৰি, ২। পদুমৰ নাল, ৰ ৬।১৩; ৩। নাড়ী, শিৰা, ধমনী, ৪। হাইতাল। ৫। দা-কটাৰী আদিৰ নাল। **–লঃ** খাল, নলা।

**নালিঃ,–লী** *স্ত্রী* (নালি ঙীষ্) ১। মৰিচা শাক, ২। নাড়ী, ধমনী, ৩। হাতীৰ কাণ ফুটোৱা অস্ত্র। ৪। নলা, খাল, ৫। পদুম ফুল ৬। ঘটিকা, বা ঘটী (২৪ মিনিট)।

**নালিকং** *ক্লী* ১। পদুম ফুল, ২। পদুমৰ নাল **–কঃ** ম'হ, **–কা** ১। পদুমৰ ফুল। ২। হাতীৰ কাণ ফুটোৱা অস্ত্র, শি ১৭।৩৫; ৩। নলী, চুঙা।

**নালিকেৰঃ –কেলি,–কেলীঃ** নাৰিকল।

**নালীকঃ** *পু* (নাল্যা কায়তীতি কৈ কঃ) ১। শৰ, কাঁড়, ২। যাঠি, বল্লম, ৩। পদুম আৰু পদুমৰ নাল, ৪। ন অলীকমিতি অৰ্থাৎ সত্য। **–ৱ্রণঃ** নাড়ীৰ বেমাৰ।

**নাৱিকঃ** *পু* (নাৱা তৰতীতি নৌ ঠন্) ১। নাও বা জাহাজৰ গুৰিয়াল, কৰ্ণধাৰ, মহা ৮।৭৭।৭৫; ২। নাৱৰ যাত্রী, ৩। নাৱৰীয়া, নাৱিক।

**নাৱী (ন্)** *পু* নাৱৰীয়া।

**নাৱ্য** *বিণ্* (নাৱা তাৰ্য্যম্ নৌ যৎ) ১। নাৱেৰে যাব পৰা দেশ বা ঠাই, ৰ ৪।৩১; ২। প্রশংসাৰ পাত্র। **–ৱ্যং** *ক্লী* নৱীনত্ব, নতুনত্ব। আগতে নেদেখা-নুশুনা।

**নাশঃ** *পু* (নশ্ ভাৱে ঘঞ্) ১। নিধন, নাশ, ধ্বংস, হানি, সৰ্বনাশ, মহা ১।১২০।১৬; ২। পলায়ন, অন্তৰ্ধান, ৩। দুৰ্দশা, বিপদ, **–ক** *বিণ্* ধ্বংসমূলক, বিধ্বংসী **–ত্যৌ** *পু* (নাস্ত্যসত্যং যয়োঃ) অশ্বিনী কুমাৰ দ্বয়। **–ন** (নী স্ত্রী) *বিণ্* ধ্বংস, বিনাশ, মৃত্যু।

**নাশী (ন্)** বিধ্বংসী, নাশজনক। নাশশীল গী ২।১৮।

**নাষ্টিকঃ** *পু* হেৰোৱা বস্তুৰ গৰাকী।

**নাসা** *স্ত্রী* (নাসতে শব্দায়তে ইতি নাশ অঃ টাপ্) ১। নাক, ২। দুৱাৰৰ ওপৰৰ চৌকাঠ। ৩। হাতীৰ শুঁৰ, ৪। বাহক গছ, **–ছিদ্রং, –ৱিৱৰং** নাকৰ বিন্ধা। **–দাৰু** দুৱাৰৰ ওপৰৰ কাঠ। **–পৰিস্রাৱঃ** পানী লগা ৰোগ, (নাকেৰে পানী ওলাই থাকে)।

**নাসিকন্ধম** *বিণ্* নাকেৰে শব্দ কৰোঁতা।

**নাসিকন্ধয়** *বিণ্* নাকেৰে পান কৰোঁত।

**নাসিকা** *স্ত্রী* নাক, ঘ্রাণেন্দ্রিয়, **–মলঃ** *ক্লী* শেঙুণ।

**নাসিক্য** *বিণ্* ১। নাক সম্বন্ধীয়, ২। নাকত থকা, **–ক্যং** নাক **–ক্যঃ** নাকেৰে কৰা শব্দ, **–ক্যৌ** অশ্বিনীকুমাৰ দ্বয়।

**নাসীৰং** *ক্লী* সেনাপতিৰ আগত অগ্রসৰ হোৱা সৈন্যবাহিনী, **–ৰঃ** *পু* ১। অগ্রসৰ বাহিনী, ২। সন্মুখত থকা সেনানায়ক।

**নাস্তি** *অব্য* অস্তিত্বৰ অভাৱ, অবিদ্যমানতা বুজাবলৈ 'নাস্তি' (ন অস্তি) অব্যয় শব্দৰূপে ব্যৱহাৰ হয়। অসমীয়াত 'নাই' অৰ্থ হয়।

অতিথিৰ্বালকশ্চৈৱ ৰাজা ভাৰ্যা তথৈৱ চ।
অস্তি নাস্তি ন জানন্তি দেহি দেহি পুনঃ পুনঃ।।

(অতিথি, শিশু, ৰজা অৰ্থাৎ চৰকাৰ, ভাৰ্যা– এইবিলাকে গৃহস্থৰ ঘৰত সম্বল আছে নে নাই জানিব নোখোজে, মাথোন বাৰে বাৰে অমুকটো দে, তমুকটো দে, কৰি থাকে।); **–ৱাদঃ** 'ভগৱানৰ অস্তিত্ব নাই' এই মতবাদ।

**নাস্তিক** *পু* (নাস্তি পৰলোকো যজ্ঞাদিফলং ঈশ্বৰো ৱেত্যাদিৱাক্যেন কায়তি শব্দায়তে ইতি) ১। পাষণ্ড ঈশ্বৰ নাস্তিত্ববাদী, বেদৰ প্রামাণ্য বিৰোধী, মনু ২।১১; পৰলোক, ঈশ্বৰ, বেদ, যাগ-যজ্ঞাদিত যাৰ বিশ্বাস নাই, মনু ১।২২; ২। চাৰ্বাক, **–তা, ক্যং-** অনীশ্বৰবাদ।

**নাস্তিদঃ** *পু* আমগছ।

**নাস্যং** *ক্লী* নাকী। ষাঁড়ৰ নাকত লগোৱা ৰচি।

**নাহঃ** *পু* (নহ বন্ধনে ভাৱে ঘঞ্) ১। বন্ধন, ২। পাশ, ফান্দ, ৩। কোষ্ঠবদ্ধ।

**নাহলঃ** *পু* ম্লেচ্ছ জাতি এবিধ।

**নাহুষিঃ** *পু* (নহুষস্যাপত্যং পুমানিতি ইঞ্) ৰজা যযাতি।

**নি** *অব্য* শব্দ বা ধাতুৰ আগত উপসৰ্গৰূপত সাধাৰণতে নীচ, নিম্ন, তল, সমূহ, গভীৰতা, আজ্ঞা, স্থায়িত্ব, সংযম, সংশয় ক্ষেপণ, সামীপ্য, নিবৃত্তি, বিৰতি

নিশ্চয়তা, স্বীকৃতি, মুক্তি আদি বিভিন্ন অৰ্থত ব্যৱহাৰ হয়।

**নিঃ (ৰ)** *অব্য* শব্দ বা ধাতুৰ আগত উপসৰ্গৰূপে নিৰ্ণয়, নিষেধ অভাৱ আদি অৰ্থত ব্যৱহাৰ হয়।

**নিঃ (স)** *অব্য* শব্দ বা ধাতুৰ আগত উপসৰ্গৰূপে নিশ্চয়, নিষেধ, সাকল্য (সমূহ), অতীত আদি অৰ্থত ব্যৱহাৰ হয়।

**নিঃকাসিত** *বিণ* (নিস কস ণিচ ক্ত) নিষ্কাসিত, বহিষ্কৃত।

**নিঃক্ষত্ৰ** *বিণ* ক্ষত্ৰিয়শূন্য (দেশ বা ৰাজ্য)

**নিঃক্ষেপঃ** নিক্ষেপ, দলিওৱা কাৰ্য্য।

**নিঃপ্ৰভ** *বিণ* নিষ্প্ৰভ। প্ৰভাশূন্য। দীপ্তিহীন।

**নিঃশলাক** *বিণ* নিৰ্জন (স্থান)।

**নিঃশেষ** (নিৰ্গতো শেষো যস্মাৎ) সমস্ত। গোটেইখিনি, সম্পূৰ্ণ।

**নিঃশ্ৰয়ণী** *স্ত্ৰী* খটখটী, সোপান, কাঠৰ জখলা; ১৫।১০০।

**নিঃশ্ৰেণি–ণী** *স্ত্ৰী* ১। খটখটি, কাঠৰ জখলা, ২। এবিধ টাট্টু ঘোঁৰা।

**নিঃশ্ৰেয়সং** *ক্লী* ১। শুভকাৰ্য্য, ২। মোক্ষ, মনু ১২।৮৩; ৩। বিদ্যা, ভক্তি।

**নিঃশ্ৰেয়সঃ** *পু* শঙ্কৰ, মহাদেৱ।

**নিঃশ্বাসঃ** *পু* ১। নিশাহ, নাকেৰে এৰি দিয়া বায়ু, ২। দীৰ্ঘ নিশ্বাস, হুমুনিয়াহ।

**নিঃসঙ্গ** *বিণ* কোনো লগ নথকা, অকলশৰীয়া, বিপু ৪।২।৫১।

**নিঃসন্ধি** *বিণ* গমনাগমন শূন্য (পথ), নিশীথ।

**নিঃসৰণং** *ক্লী* (নিৰ সৃ ল্যুট) ১। বৰ্হিগমন পথ, ঘৰৰ পৰা বাহিৰ হোৱা পথ, ২। মহাপ্ৰস্থান, মৃত্যু, নিৰ্বাণ, দেভা ৪।২।২৮।

**নিঃসহ** *বিণ* ১। দুৰ্বহ, বহন কৰিব নোৱৰা, ২। অসহনীয়, অসহ্য, ৩। দুৰ্বল, নিৰুদ্যম, পৰিশ্ৰান্ত।

**নিঃসাৰণং** *ক্লী* ১। দূৰীকৰণ, খেদি পঠোৱা কাৰ্য্য, ২। ঘৰৰ প্ৰৱেশ আৰু প্ৰস্থানৰ দুৱাৰ (পথ)।

**নিঃসাৰা** *স্ত্ৰী* কলগছ।

**নিঃস্নেহঃ** ১। স্নেহহীন, প্ৰীতিহীন, মৰমহীন, ২। ৰসশূন্য, মনু ৫।৮৭; ৩। তেলবিহীন, পঞ্চ ১।৯৪; **–স্নেহা** *স্ত্ৰী* ১। তিচী গছ, (শণ গছ) ২। প্ৰেমহীনা, প্ৰীতিহীনা। যদৰ্থে স্বকুলং ত্যক্তং জীৱিতাৰ্ধঞ্চ হাৰিতম্। সা মাং ত্যজতি নিঃস্নেহা কঃ স্ত্ৰীণাং বিশ্বসেৎৰঃ।। পঞ্চ ৪।৪৭।

**নিঃস্ৰৱ** অৱশিষ্ট, ৰাহী, উদ্বৃত্ত।

**নিঃস্ৰাৱঃ** ১। ব্যয়, খৰচ, ২। ভাতৰ মাড়।

**নিঃস্ব** (নিৰ্নাস্তি স্বঃ ধনং যস্য) ১। দৰিদ্ৰ, ভিক্ষাৰী, ২। জ্ঞাতি কুটুম্বৰহিত।

**নিকট** *বিণ* (নি সমীপে কটতীতি নি কট অচ) ওচৰ, কাষ, সমীপ, অদূৰ **–টং–টঃ** সামীপ্য।

**নিকৰঃ** *পু* (নি কৃ অচ) ১। সমূহ, সমষ্টি, দ'ম, ২। ন্যায়মতে দিব লগীয়া ধন, ৩। নিধি, পুঁজি, ৪। দান, উপহাৰ, ৫। সাৰ, মূল।

**নিকৰ্তনং** *ক্লী* কাটি পেলোৱা কাৰ্য।

**নিকৰ্ষণং** *ক্লী* ১। সন্নিৱেশ, ওচৰ-চুবুৰীয়া, ২। হাল নোবোৱা, গড়-আবাদী পথাৰ। ৩। খোলা পথাৰ, খেল পথাৰ, ৪। ঘৰৰ সমুখৰ খোলা ঠাই।

**নিকষঃ** *পু* (নিকষতি পিনষ্টি স্বৰ্ণাদিকং যত্ৰেতি) কষ্টিপাথৰ, শাণ শিল। **–ষা** *অব্য* ওচৰতে, কাষতে শি ১।৬৮ *(স্ত্ৰী)* ৰাৱণৰ মাতৃৰ নাম। ৰাক্ষস মাতা। **–ষাত্মজঃ** *পু* ৰাক্ষস।

**নিকামং** *ক্লী* (নি কম ইচ্ছায়াম্ ঘঞ) ইচ্ছা, বাসনা, অভিলাষ, দেভা ১।৭।৪০; *অব্য* ইচ্ছানুসৰি, মনোমতে, অত্যন্তভাৱে।

**নিকায়ঃ** *পু* (নিচীয়তে ইতি নি চি ঘঞ) ১। দ'ম, সমষ্টি সমূহ, ২। সমানধৰ্মী লোকৰ সমষ্টি বা সমাজ, ৩। ঘৰ, বাসস্থান, মনু ১।৩৬; ৪। শৰীৰ, ৫। লক্ষ্য, উদ্দেশ্য ৬। পৰমাত্মা, **–য্যঃ** ঘৰ, ভট্টি ৬।৬৬।

**নিকাৰঃ** *পু* (নি কৃ ঘঞ) ১। অপকাৰ, ২। আঘাত, হত্যা বধ, ৩। কুলাৰে ধান জৰা কাৰ্য্য। ৪। অপমান, অপৰাধ, ৫। গালি, ভৰ্ৎসনা, ৬। দুষ্টামি, হিংসা, ৭। বিৰোধিতা, **–ণং** *ক্লী* মাৰণ, হত্যা, বধ।

**নিকাশঃ, –সঃ** *পু* ১। প্ৰকাশ, দৃশ্য, ২। দিগন্ত, ৩। সামীপ্য, ৪। সাদৃশ্য।

**নিকুঞ্চকঃ –নঃ** *পু* এবিধ জোখ, পৰিমাণ, এক কুড়ৱৰ চাৰি ভাগৰ এভাগ।

**নিকুঞ্জং –ঞ্জঃ** *ক্লী পু* লতাগৃহ, কুঞ্জবন, আস ৪৯৩।

**নিকুম্ভঃ** *পু* ১। কুম্ভকৰ্ণৰ পুত্ৰ, ৰা ৬।৭৫।৪৬, ২। দন্তিকা নামৰ এবিধ গছ, ৩। প্ৰহ্লাদৰ এজন পুত্ৰৰ নাম, ৪। দনুৰ পুত্ৰ এজন (দানৱ), ৫। মহাদেৱৰ এজন অনুচৰ, হৰিব ২৯।৪৫; ৬। স্কন্দৰ এজন সেনানী। মহা ৯।৪৫।৫৩; ৭। হৰ্য্যশ্বৰ পুত্ৰ এজন,

হৰিব ১২।২; ৮। সুন্দ আৰু উপসুন্দৰ পিতাকৰ নাম।

**নিকুৰম্বং –ম্বঃ** *ক্লী পু* সমূহ, সমষ্টি, দ'ম।

**নিকুলীনিকা** *স্ত্রী* পাৰিবাৰিক শিল্পকলা। বংশ পৰম্পৰাগত সুকুমাৰ কলা।

**নিকৃত** *বিণ্* (নি কৃ ক্তঃ) ১। প্ৰত্যাখ্যাত, ২। তিৰস্কৃত, ৩। বঞ্চিত, ৪। দূৰীকৃত, ৫। আঘাতপ্ৰাপ্ত, ৬। দুষ্ট, নীচ, অধম।

**নিকৃতিঃ** *স্ত্রী* (নি কৃ ক্তিন) ১। ভৰ্ৎসনা, লাঞ্ছনা, ২। অসৎ, ৩। দুষ্টামি, শঠতা, ৪। অপৰাধ, ৫। প্ৰত্যাখ্যান, ৬। দুৰ্দশা, দৰিদ্ৰতা, **–প্ৰজ্ঞ** দুষ্ট, শঠ।

**নিকৃন্তনং** *ক্লী* ১। কটা, কাটি পেলোৱা কাৰ্য। ২। দা, কুঠাৰাদি কটা অস্ত্ৰ।

**নিকৃষ্ট** *বিণ্* (নি কৃষ ক্তঃ) ১। অধম, নীচ, ২। জাতি, আচাৰাদি বিষয়ত নিন্দিত।

**নিকেতঃ** *পু* (নি কিৎ ঘঞ) ঘৰ, বাসস্থান; দেভা ৪।১১।১২ ।

**নিকেতনং** *ক্লী* (নি কিৎ অধিকৰণে ল্যুট্) ঘৰ, বাসস্থান; কি ১।১৬ **–নঃ** *পু* পিঁয়াজ।

**নিকোচনং** *ক্লী* সঙ্কোচন, হেঁচনি।

**নিক্বণঃ–ক্বাণঃ** *পু* (নি কণ শব্দে অপ) ১। বীণাৰ ঝঙ্কাৰ, ২। বাদ্যযন্ত্ৰৰ ধ্বনি।

**নিক্ষিপ্ত** *বিণ্* (নি ক্ষিপ্ ক্তঃ) ১। প্ৰক্ষেপিত, দূৰলৈ দলিয়াই দিয়া, দূৰীকৃত, ২। জমাকৃত, জামিনত দিয়া, বা থোৱা, ৩। প্ৰেৰিত, ৪। অস্বীকৃত, পৰিত্যক্ত।

**নিক্ষেপঃ** *পু* (নি ক্ষিপ ঘঞ) ১। দূৰীকৰণ, ২। সঞ্চয়, জমা, ৩। ক্ষতিপূৰণ অথবা জামিনত ৰখা ধন, ৪। প্ৰেৰণ, ৫। পৰিত্যাগ।

**নিখননং** *ক্লী* খনন কাৰ্য্য, মাটিত পোতন।

**নিখৰ্ৱ** *বিণ্* বাওনা, বামন।

**নিখৰ্ৱং** *ক্লী* (নিৰ্খৰতি বহুলসংখ্যাং গছতীতি নি খৰ্ৱ গতৌ পচাদ্যচ) দহখৰ্ৱ সংখ্যা। দহ হাজাৰ কোটি, মহা ২।৬১।৩ ।

**নিখাত** *বিণ্* ১। খান্দি শেষ কৰা (খাল কুঁৱা আদি) ২। খননকৃত, ৩। সুদৃঢ়কৃত, স্থিৰীকৃত, ৪। স্থাপিত, ৰূপিত, ৫। মাটিত পোতা

**নিখিলং** *ক্লী* (নিবৃত্তং খিলং শেষো যস্মাৎ) ১। সমস্ত। ২। সম্পূৰ্ণ, দেভা ১।২।৪০।

**নিগড়ং –ড়ঃ** *ক্লী পু* ১। হাতীৰ ভৰিত বন্ধা শিকলি, ২। বন্ধনৰচি, শিকলি, শি ৫।৪৮।

**নিগড়িত** *বিণ্* (নি গল ক্তঃ) শৃঙ্খলবদ্ধ, শৃঙ্খলিত।

**নিগণঃ** *পু* হোমৰ ধোঁৱা।

**নিগ(গা)দঃ** *পু* (নি গদ্ অপ্) ১। ভাষণ, বক্তৃতা, কথা, ২। আবৃত্তি, মন্ত্ৰৰ আবৃত্তি, ৩। উচ্চস্বৰে স্তুতি, ৪। উল্লেখ।

**নিনদিতং** *ক্লী* ভাষণ, বক্তৃতা।

**নিগমঃ** *পু* (নি গম অণ) ১। আগম, বেদ অথবা বেদ সংহিতা, ২। বেদৰ কোনো মন্ত্ৰ, ৩। বেদৰ সহায়ক গ্ৰন্থ, ৪। আপ্তবাক্য, ৫। আশ্বাস, ৬। বাণিজ্য, বেপাৰ, ৭। হাট-বজাৰ, ৮। উপদেশ, ৯। আলিবাট, ৰাজপথ, ১০। নগৰ, পুৰী।

**নিগমনং** *ক্লী* ১। বেদৰ পৰা উদ্ধৃতি। ২। অনুমান, সিদ্ধান্ত।

**নিগৰঃ –গাৰঃ** *পু* (নি গৃ অপ্) ১। ভোজন, ২। গিলি খোৱা কাৰ্য। **–ণং** ভক্ষণ।

**নিগৰণঃ** *পু* ১। গল, ডিঙি, ২। হোমৰ ধোঁৱা।

**নিগাদঃ** *পু* কথন, ভাষণ।

**নিগাৰঃ** *পু* ভক্ষণ, নিগৰণ।

**নিগালঃ** *পু* (নি গল্ ভক্ষণে কৰণে ঘঞ) ১। ঘোঁৰাৰ ডিঙি, ২। নিগৰণ, ভক্ষণ, **–ৱান** ঘোঁৰা।

**নিগীৰ্ণ** *বিণ্* ভক্ষিত, খাই পেলোৱা, গিলি পেলোৱা, লুকাই ৰখা।

**নিগুঃ** *পু* (নি গম ডুঃ) ১। মন, চিত্ত, ২। মল, ৩। মূল, ৪। চিত্ৰশিল্প।

**নিগূঢ়** *বিণ্* (নি গুহ্ ক্তঃ) ১। গুপ্ত, শি ১৩।৫৯; ২। ৰহস্যজনক, গোপনীয়, ভিতৰুৱা **–ঢ়ং** *অব্য* গুপ্তভাৱে, গুপুতে।

**নিগূহনং** *ক্লী* গোপন কৰা কাৰ্য্য।

**নিগ্ৰন্থনং** *ক্লী* হত্যা, বধ।

**নিগ্ৰহঃ** *পু* (নিগমেন গ্ৰহণমিতি নি গ্ৰহ অপ্) ১। বাধা দান, নিবাৰণ, দমন, ২। অৱৰোধ, ৩। পৰাজয়, ৪। ধ্বংস, নাশ ৫। আৰোগ্য, চিকিৎসা, ৬। শাস্তি, ৰ ১১।৫৫; ৭। নিন্দা, ভৰ্ৎসনা, তাড়না, ৮। অনিচ্ছা, ঘৃণা, ৯। বন্ধন, নিৰাকৰণ; ৰ ৯।২৫ ১০। সীমা, ১১। দোষ, ত্ৰুটি, ১২। বিষ্ণু, মহা ১৩।১৪৯।৯৪; ১৩। শিৱ।

**নিগ্ৰাহঃ** *পু* নিগ্ৰহ, আক্ৰোশ, ভট্টি ৭।৪৩।

**নিঘঃ** *পু* পাপ।

**নিঘণ্টুঃ** *পু* (নিঘণ্টতি শোভতে ইতি নি ঘণ্ট্ কুঃ) ১। নাম সংগ্ৰহ, ২। শব্দৰ তালিকা, ৩। যাস্ক প্ৰণীত বৈদিক শব্দৰ কোষগ্ৰন্থ, অভিধান।

**নিঘৰ্ষঃ, –ঘৰ্ষণং** ঘৰ্ষণ, ঘঁহন।

**নিঘসঃ** *পু* (নি অদ্ ভক্ষণে অপ্) ১। ভক্ষণ, ২। আহাৰ, খাদ্য।

**নিঘাতঃ** (নি হন্ ক্ত) ১। আঘাত, খুন্দা, ২। উচ্চাৰণ, হেঁচা মাৰি ৰখা কাৰ্য্য।

**নিঘাতিঃ** *স্ত্ৰী* (নিহন্যতেঽনেয়েতি নি হন্ ইঞ্ কু) লোহাৰ দণ্ড, লোহাৰ গদা।

**নিঘুষ্টং** *ক্লী* (নি ঘুষ্ ভাৱে ক্ত) শব্দ, ধ্বনি, ঘোষ।

**নিঘৃষ্বঃ** *পু* (নি ঘৃষু সংঘৰ্ষে বন্) ১। গৰু-ঘোঁৰাদিৰ ঠেঙৰ খুৰা, ২। বায়ু, ৩। পথ, ৪। গাহৰি, ৫। গাধ।

**নিঘ্ন** *বিণ্* (নিহন্যতে ইতি নি হন্ কঃ) ১। অধীন, পৰাধীন, ২। বাধ্য, ৰ ১৪।৫৮; ৩। **অঙ্কৰ পূৰণ** *(পু)* সূৰ্য্যবংশীয় এজন ৰজাৰ নাম। হৰিব ১৫।২২

**নিচয়ঃ** *পু* (নি, চি ইতি অচ্) ১। সমূহ, সমষ্টি, দ'ম, ২। নিশ্চয়তা, ৩। কোনো বস্তুৰ অঙ্গসমূহ, যেনে— শৰীৰৰ অঙ্গসমূহ।

**নিচিকী, নৈচিকী** *স্ত্ৰী* উৎকৃষ্ট গাই গৰু, ভাল জাতৰ গাই।

**নিচিত** *বিণ্* (নি চি ক্তঃ) আবৃত, পূৰিত, ব্যাপ্ত, মহা ৩।১২৯।৪; **–তী** এখন নদীৰ নাম, মহা ৬।৯।১৮।

**নিচুলঃ** *পু* ১। এবিধ বেঁত গছ, ২। ঢাকনী, ওৰণী, ৩। এগৰাকী কবি, কালিদাসৰ সহপাঠী, ৪। আলোৱান **–কং** বুকুত পিন্ধা কৱচ, বৰ্ম।

**নিচোলঃ** *পু* ১। আৱৰণ, আলোৱান, ২। বিছনা চাদৰ, ৩। দোলা বা পাল্কীৰ ঢাকনী, প্ৰচ্ছদপট, **–কঃ** ১। ডাঙৰ চোলা, 'বদিচ', সৈন্যৰ পোচাক, 'জেকেট'।

**নিচ্ছৱিঃ** *স্ত্ৰী* (নিকৃষ্টা ছৱিঃ সাদৃশ্যং যত্ৰ) তীৰভুক্তি দেশ। বৰ্তমান তিৰহুত ৰাজ্য।

**নিচ্ছিৱিঃ** *পু* বৰ্ণসঙ্কৰ জাতি এবিধ, মনু ১০।২২।

**নিজ্** শোধনে (জুহু উ সক অক নেনেক্তি, নেনিক্তে) ১। ধো, ধুই পেলা, পৰিষ্কাৰ কৰ, চাফ কৰ, শুদ্ধ কৰ, ২। শুদ্ধ হ, পালন কৰ, পোষণ কৰ, **অৱ–** পানী ছটিয়া, **নিস্–** ধো, শুদ্ধ কৰ, চকা কৰ, মনু ৫।১২৭।

**নিজ** *বিণ্* (নিশ্চয়েন জায়তে ইতি নি জন্ ডঃ) ১। স্বকীয়, নিজৰ, ২। খিলঞ্জীয়া, সহজাত, ৩। থলুৱা, দেশীয়, মনু ২।৫০; ৪। নিজস্ব, অসাধাৰণ, চিৰকলীয়া।

**নিঞ্জ্** শোধনে (অদা আ সক নিংক্তে) ধো, ধুই পেলা, চাফ কৰ।

**নিট(শ্)** *স্ত্ৰী* নিশা; মনু ৯।৬০।

**নিট(টি)লং** *ক্লী* কপাল।

**নিটলাক্ষঃ** *পু* শিৱ।

**নিডীনং** *ক্লী* (নীচৈৰ্ডীনং পতনমণ্ডাস্মিন্) ১। চৰাইৰ তললৈ উৰণ, ২। লাহে লাহে গমন।

**নিণ্ডিকা** *স্ত্ৰী* এবিধ মাহ জাতীয় শস্য। কলা মাহ।

**নিতম্বঃ** *পু* (নিভৃতং তম্যতে আকাঙ্ক্ষ্যতে কামুকৈঃ নি তম্ব হিংসায়াম্ অচ্) ১। স্ত্ৰীৰ কটি ভাগ, তপিনা, শি ১১।৫; ২। নাৰীৰ তপিনা, কটিভাগ, কৰঙন, গুপ্তাঙ্গ সকলোখিনি থকা অংশ, মে ৪১; ৩। পৰ্বতৰ হেলনীয়া এঢলীয়া অংশ। ৪। কান্ধ, ৫। পৰ্বতৰ টিং।

**নিতম্বী (ন্)** *বিণ্* ধুনীয়া তপিনাযুক্ত, ৰ ১৯।২৬; **–নী** ১। ডাঙৰ তপিনাযুক্তা নাৰী, ২। নাৰী।

**নিতৰাং** *অব্য* (নি তৰপ্) ১। সম্পূৰ্ণকৈ, পূৰাকৈ, ২। অতি বেছিকৈ, ৩। সদায়, সদাকৈয়ে, সকলো সময়তে।

**নিতলং** *ক্লী* সাতখন পাতালৰ এখন।

**নিতান্ত** *বিণ্* (নিতাম্যতীতি নি তম্ ক্তঃ) অতিশয়, অসাধাৰণ, অত্যধিক। **–ন্তং** *অব্য* বেছিকৈ, অতি বেছিকৈ।

**নিত্য** *বিণ্* (নি ত্যপ্) ১। কালত্ৰয় ব্যাপী, সদায়, ২। শাশ্বত, যুগমীয়া, ৩। বাধাহীন। ৪। নিয়মিত, প্ৰয়োজনীয়, নিশ্চিত, ৫। সাধাৰণ, **–ত্যং** *অব্য* নিতৌ, সদায়। **–কৰ্ম, কৃত্য, ক্ৰিয়া** সদায় কৰিব লগীয়া (ধৰ্মীয়) কাৰ্য্য যেনে— সন্ধ্যা, পঞ্চযজ্ঞ আদি। এনে কৰ্ম ৩ বিধ— নিত্যং, নৈমিত্তিকং আৰু নিত্যনৈমিত্তিকং। পঞ্চযজ্ঞাশ্ৰিতং নিত্যং, নৈমিত্তিকং পুত্ৰজন্মক্ৰিয়াদিকম্, নিত্যনৈমিত্তিকং পৰ্বশ্ৰাদ্ধাদি। **–প্ৰলয়ঃ** টোপনি। **–মুক্তঃ** পৰমাত্মা। **–যৌৱনা** দ্ৰৌপদী, **–বৈকুণ্ঠঃ** বিষ্ণুলোক, **–শঙ্কিত** সন্দেহপূৰ্ণ। **–সমাসঃ** প্ৰয়োজনীয় সমাস। এই সমাসত পদ- সমূহৰ অৰ্থেৰে সমস্ত পদৰ অৰ্থ প্ৰকাশ কৰিব নোৱাৰি; যেনে— জন্মলগ্ন, জয়দ্ৰথ, কৃষ্ণসৰ্প ইত্যাদি।

**নিত্যতা, –ত্বং** প্ৰয়োজনীয়তা, নিশ্চয়তা, স্থায়িত্ব।

**নিত্যদা, নিত্যশঃ** অব্য সদায়, নিতৌ, স্থায়ীভাৱে।

**নিত্যা** *স্ত্ৰী* ১। পাৰ্বতী, ২। মনসা দেৱী, ৩। তন্ত্ৰ বিশেষ **–নধ্যায়** সকলো প্ৰকাৰে বৰ্জনীয় বেদাধ্যয়নকাল। **–নিত্য** বিনশ্বৰ আৰু অবিনশ্বৰ। **–নিত্যবস্তুবিবেকঃ** ব্ৰহ্ম নিত্য বাকী সকলো অনিত্য এই তত্ত্ব সম্বন্ধে বিবেচনা।

**নিদং** *ক্লী* বিহ।

**নিদৰ্শনং** *ক্লী* (নি দৃশ্ ল্যুট্) ১। দৃষ্টান্ত, উদাহৰণ; ৰ ৮।৪৫ উল্লেখ ২। দৰ্শন, দৃশ্য, দৃষ্টি, ৩। প্ৰমাণ, সাক্ষ্য ৪। **লক্ষণ**, সু বা কু লক্ষণ ৫। আঁচনি, পদ্ধতি, ৬। বিধান, বিধি।

**নিদৰ্শনা** *স্ত্ৰী* (নি দৃশ ণিচ্ ল্যুট টাপ্) কাব্যৰ অলঙ্কাৰ এবিধ। পৰিশিষ্টত 'অলঙ্কাৰ' চাওক

**নিদাঘঃ** *পু* (নি দহ্ ঘঞ্) ১। গ্ৰীষ্ম কাল, ৰ ১০।৮৩। ২। তাপ, উত্তাপ, ঘাম, ৰ ১২।৩২; **–কৰঃ** সূৰ্য **–কালঃ** গ্ৰীষ্মকাল।

**নিদানং** *ক্লী* (নি নিশ্চয়ং দীয়ত্যেনেনেতি) ১। বন্ধা পেটী, ৰচি, ২। গৰু বন্ধা পঘা। ৩। আদি কাৰণ, প্ৰাথমিক হেতু, ৪। ৰোগ নিৰূপণ, 'ডায়েগ্নচিচ', ৫। পৈলমুনি ৰচিত চিকিৎসাগ্ৰন্থ, ৬। শুদ্ধি, ৭। অৱসান, সমাপ্তি। ৮। তপঃফলভিক্ষা। ৯। **ৰোগৰ লক্ষণ**।

**নিদিগ্ধ** *বিণ্* (নি দিহ্ উপচয়ে ক্তঃ) ১। উপচিত, প্ৰলেপিত, প্ৰসাধন দ্ৰব্য (শৰীৰত) সনা, প্ৰলেপ দিয়া, ২। বৰ্দ্ধিত, সঞ্চিত। **–গ্ধা** সৰু এলাচি।

**নিদিধ্যাসনং** *ক্লী* (পুনঃ পুনঃ নিধ্যায়তীতি নি ধ্যৈ সন ভাৱে ল্যুট্)। বাৰে বাৰে কৰা ধ্যান। গভীৰ ধ্যান, স্মৰণ।

**নিদেশঃ** *পু* (নি দিশ্ ঘঞ্) ১। হুকুম, আদেশ, আজ্ঞা, নিৰ্দেশ, ২। ভাষণ, ব্যাখ্যা, আলাপ ৩। ওচৰ-চুবুৰীয়া, ৪। পাত্ৰ, কলহ।

**নিদেশিনী** *স্ত্ৰী* (নি দিশ্ ণিনি ঙীপ্) ১। দিক, দিশ, ২। প্ৰান্ত, অঞ্চল।

**নিদেষ্টা (ষ্টৃ)** *বিণ্* (নি দৃশ তৃচ) নিৰ্দেশকৰ্তা, নিৰ্দেশক, দিগদৰ্শক।

**নিদ্ৰা** *স্ত্ৰী* (নিন্দ্যাতে ইতি নিদ কুৎসায়াম্ ৰক্ টাপ্) টোপনি, নিদ্ৰা, ঘুমটি, শয়ন। **–ণ** *বিণ্* টোপনিত পৰা। শয়িত, আস ৫২৬; **–লু** *বিণ্* নিদ্ৰাশীল, টোপনিয়াই থকা। **–লুঃ** *স্ত্ৰী* ১। বেঙেনা, বনবৰ্বৰিকা, ২। নলী নামৰ এবিধ গন্ধদ্ৰব্য, **–বৃক্ষঃ** অন্ধকাৰ, **–সঞ্জননং** শ্লেষ্মা, কফ।

**নিদ্ৰিত** *বিণ্* শুই থকা। টোপনিত লালকাল।

**নিধন** *বিণ্* (নি ধা ক্যুঃ) ধনহীন, দুখীয়া, দুৰ্দশাগ্ৰস্ত; **–নং–নঃ** *ক্লী পু* ১। নাশ, ধ্বংস, মৰণ, মৃত্যু, হানি, ২। শেষ, সমাপ্তি, অৱসান, **–নং** পৰিয়াল, বংশ, জাতি, **–নঃ** বধ; জন্ম নক্ষত্ৰৰ পৰা সপ্তম স্থানত থকা নক্ষত্ৰ।

**নিধানং** *ক্লী* (নি ধা আধাৰে ল্যুট্) ১। নিধি, পুঁজি, গী ৯।১৮; ভঁৰাল, পঞ্চ ২।১৬৪; ২। আধাৰ, ৩। ধন-সম্পত্তি।

**নিধিঃ** *পু* (নিধীয়তেঽত্ৰেতি নি ধা কিঃ) ১। সাগৰ। ২। ভঁৰাল, ৰাজকোষ, ৩। আধাৰ, (সমাসৰ শেষত) যেনে– গুণনিধি, জলনিধি ৪। কুবেৰৰ নৱনিধি, ৫। বিষ্ণু, ৬। মাটিৰ তলত থকা সম্পত্তি **–ঈশঃ –নাথঃ** কুবেৰ।

**নিধুৱনং** *ক্লী* (নিতৰাং ধুৱনং হস্তপদাদিকম্পনং যত্ৰ) ১। যৌন ক্ৰিয়া, যৌন সঙ্গম, শি ১১।১৮; ২। আলোড়ন, কম্পন। ৩। আনন্দ, উপভোগ, ক্ৰীড়া।

**নিধ্যানং** *ক্লী* (নি ধ্যৈ ল্যুট্) দৰ্শন, দৃশ্য।

**নিধ্বানঃ** *পু* (নি ধ্বন্ ঘঞ্) শব্দ, ধ্বনি।

**নিনংক্ষু** *বিণ্* ১। মৰিবলৈ ইচ্ছুক, ২। পলাই যাবলৈ ইচ্ছুক।

**নিনদঃ, –নাদঃ** *পু* (নি নদ অপ্, ঘঞ্) ১। শব্দ, ধ্বনি ২। গুণগুণ শব্দ। ভোঁ ভোঁ শব্দ।

**নিনয়নং** *ক্লী* ১। সম্পাদন, সিদ্ধি, ২। নিগৰণ।

**নিন্দ্** কুৎসায়াম্ (ভ্বা প সক নিন্দতি) ১। নিন্দা কৰ, ভৰ্ৎসনা কৰ, ২। কুৎসা ৰট, গালি পাৰ বা দি, অপমান কৰ, মনু ৩।৪২।

**নিন্দক** *বিণ্* (নিন্দ্ বুঞ্) ১। নিন্দাকাৰী, নিন্দুক। 'ন ভাৱাঃ পৰ্বতা ভাৱা ন ভাৱাঃ সপ্তসাগৰাঃ। নিন্দকা হি মহাভাৱা ভাৱা বিশ্বাসঘাতকাঃ।।'; ২। অপমানকাৰী।

**নিন্দনং** *ক্লী* (নিন্দ্ ল্যুট্) নিন্দা, অপমান, কুৎসা। আঘাত।

**নিন্দা** *স্ত্ৰী* অপবাদ, দুষ্কৃতি, আক্ষেপ, কুৎসা, আঘাত ধিক্কাৰ, মনু ২।২০০; **–স্তুতিঃ** *স্ত্ৰী* ব্যাজস্তুতি। (অশা)

স্তুতি অর্থাৎ প্ৰশংসাৰ মাজেৰে কৰা নিন্দা। দেখাত প্ৰশংসা কিন্তু আচলতে নিন্দাহে।

**নিন্দিত** *বিণ্* (নিন্দা ইতচ্) নিন্দাযুক্ত, ধিক্কৃত, ভৰ্ৎসিত 'মধু পশ্যতি মূঢ়াত্মা প্ৰপাতং নৈৱ পশ্যতি। কৰোতি নিন্দিতং কৰ্ম নৰকান্ন ৱিভেতি চ।।' দেভা।

**নিন্দুঃ** *স্ত্রী* (নিন্দ্যতেঽপ্ৰজস্ত্বেনাসৌ নিদি কুৎসায়াম্ উঃ) মৃতবৎসা। মৰা সন্তান জন্ম দিয়া স্ত্ৰী'

**নিন্দ্য** *বিণ্* ১। নিন্দনীয়, ভৰ্ৎসনীয়। ২। দুষ্ট, অধম, ৩। নিষিদ্ধ।

**নিপং–পঃ** *ক্লী পু* কলহ। **–পঃ** কদম গছ।

**নিপাঃ** পঠন, অধ্যয়ন, আবৃত্তি।

**নিপঠঃ** *পু* (নি পঠ অপ্) পাঠ, অধ্যয়ন।

**নিপত্যা** *স্ত্রী* (নি পত ক্যপ্ টাপ্) ১। যুদ্ধভূমি, ২। পিছল ভূমি।

**নিপাকঃ** *পু* (নিয়মেন পচনমিতি নি পচ ঘঞ্) পকা, পৈণত, পৰিপক্ক।

**নিপাতঃ** *পু* (নিতৰাং পতনমিতি নি পত ঘঞ্) ১। অধঃপতন, অৱৰোহণ, ২। আক্ৰমণ, জাঁপ, ৩। নিক্ষেপ (যেনে— কাঁড়, অস্ত্ৰাদি); ৪। মৃত্যু, মনু ৬।৩১; ৫। হঠাৎ ঘটা ঘটনা, ৬। অব্যয় শব্দ।

**নিপাতনং** *ক্লী* (নি পত ণিচ্ ল্যুট্) ১। অধঃপতন, অধোনয়ন, তললৈ নমোৱা কাৰ্য্য. ২। নিক্ষেপণ, ধ্বংস, বিনাশ, ৩। ব্যাকৰণৰ সূত্ৰৰ লগত মিল নথকাকৈ পদৰ সাধন। ইয়াকে নিপাতনে সিদ্ধ বুলি কোৱা হয়। অনিয়মিত শব্দ বা পদ।

**নিপানং** *ক্লী* (নিপীয়তে অস্মিন্নিতি নিপী আধাৰে ল্যুট্) ১। পান কাৰ্য্য, ২। কুঁৱাৰ কাষত বা গছৰ তলত পশুপক্ষীয়ে খাবৰ কাৰণে ৰখা জলাধাৰ। ৩। গাখীৰ খীৰোৱা পাত্ৰ, ৪। সৰু পুখুৰী, কুঁৱা।

**নিপীড়নং** *ক্লী* ১। পীড়ন, যাতনা, আঘাত, ২। চেপা কাৰ্য।

**নিপুণ** *বিণ্* (নি পুণ্ ক) ১। কাৰ্যক্ষম, দক্ষ, ২। চতুৰ, তীক্ষ্ণবুদ্ধিসম্পন্ন, প্ৰবীণ, কুশল, বিচক্ষণ, ৩। বিদগ্ধ, ৪। দয়ালু, ৫। কোমল, ৬। পৰিপূৰ্ণ, পৈণত, ৭। নিখুঁত, **–ণং** *অব্য সঠিকভাৱে, নিখুঁতকৈ, সূক্ষ্মভাৱে।*

**নিফলা** *স্ত্রী* জ্যোতিষ্মতী নামৰ এবিধ লতা।

**নিবদ্ধ** *বিণ্* (নি বন্ধ্ ক্তঃ) ১। আবদ্ধ, শৃঙ্খলিত, ২। সন্নদ্ধিত, ৩। খচিত (যেনে, স্বৰ্ণখচিত), ৪। সাক্ষীৰূপে চমনপ্ৰাপ্ত।

**নিবদ্ধং** *ক্লী* তাল-লয়াদিৰে বন্ধা গীত।

**নিবন্ধঃ** *পু* (নি বন্ধ ঘঞ্) ১। বন্ধন, ২। আসক্তি, অনুৰাগ, গী ১৬।৫; ৩। প্ৰবন্ধ, কবিতা আদি ৰচনা, ৪। সাহিত্যিক নিবন্ধ, ৫। প্ৰস্ৰাৱ বন্ধ হোৱা ৰোগ, ৬। সম্পত্তি দান, ৭। ভেঁটি, গুৰি, মূল, ৮। হেতু, কাৰণ, ৯। সংক্ষিপ্তকৰণ।

**নিবন্ধনং** *ক্লী* ১। বন্ধন কাৰ্য, ২। নিৰ্মাণ, ৩। বন্ধন ৰচি, শিকলি, ৪। আসন, আধাৰ, ৫। হেতু, কাৰণ, উৎস, ভেঁটি, ৬। উদ্দেশ্য, লক্ষ্য, ৭। সম্পৰ্ক, ৮। কাব্যাদি ৰচনা, ৯। দানপত্ৰ। ১০। বীণাৰ তাঁৰত লগোৱা খিলি, ১১। বাক্য বিন্যাস (ব্যাকৰণ), ১২। ব্যাখ্যা, টীকা, **–নী** *স্ত্রী* বান্ধনি, শিকলি।

**নিবন্ধা** (ঋ) নিবন্ধকৰ্তা, গ্ৰন্থকাৰ।

**নিবৰ্হণং** *ক্লী* (নি বৰ্হ ল্যুট্) হত্যা, বধ, ধ্বংস, বিনাশ, মাপু ৯২।২২।

**নিবিড়, নিৱিড়** *বিণ্* ঘন, ডাঠ।

**নিভ** (নি ভা ক) বিণ্ (পদৰ শেষত ব্যৱহাৰ হয়) সদৃশ, দৰে, নিচিনা, একে, **–ভং, ভঃ** ১। পোহৰ, ২। প্ৰকাশ, আৱিৰ্ভাৱ, ৩। চেলু, ছল, প্ৰবঞ্চনা।

**নিভালনং** *ক্লী* (নি ভল ণিচ্ ভাৱে ল্যুট্) দৰ্শন, দৃশ্য, দৃষ্টি।

**নিভূত** *বিণ্* (নি ভূ ক্ত) অতীত, ভূতকালীয়, অত্যন্ত ভীত।

**নিভৃত** *বিণ্* (নি ভৃ ক্ত) ১। নম্ৰ, বিনীত, ২। নিৰ্জন, নিশীথ, ৩। গুপ্ত, অদৃষ্ট, ৰহস্যঘন, ৪। স্থিৰ, অলৰ, ৫। ৰুদ্ধ, বন্ধকৃত, ৬। চন্দ্ৰাস্ত (সময়), আসন্ন, ৰ ৮।১৫; **–তং** *অব্য* গুপুতে, মনে মনে, ভিতৰুৱাকৈ, মনু ৯।২৬৩ ।

**নিমগ্ন** *বি* (নি মস্জ ক্ত) ১। পানীত বুৰা, পানীৰ তল যোৱা, ২। অস্ত হোৱা (যেনে—সূৰ্য) ৩। তলত পৰা, হেঁচা খোৱা।

**নিমজ্জথুঃ** *পু* টোপনিত পৰা, বিছনাত পৰা, ভট্টি ৫।২০।

**নিমজ্জনং** *ক্লী* (নি মস্জ্ ভাৱে ল্যুট্) ১। পানীত বুৰ মাৰা কাৰ্য্য। ২। স্নান, গা ধোৱা কাৰ্য্য। অৱগাহন, নৈ ৯।৯৪।

**নিমন্ত্ৰণং** *ক্লী* (নি মন্ত্ৰ ল্যুট্) কোনো কাজকৰ্মত উপস্থিত থকাৰ বাবে সাদৰেৰে কৰা আহ্বান। আমন্ত্ৰণ। নিমন্ত্ৰণ আৰু আমন্ত্ৰণ যদিও আমাৰ ভাষাত একেটা অৰ্থতে

ব্যৱহাৰ কৰা হয় তথাপি দুয়োটাৰ মাজত কিছু পাৰ্থক্য আছে। 'যস্যাকৰণে প্ৰত্যৱায়ঃ তন্নিমন্ত্ৰণং, যথা, ইহ ভুঞ্জীত ভৱান্। যস্যাকৰণে প্ৰত্যৱয়ো ন স্যাৎ তদামন্ত্ৰণং যথা ইহ শয়ীত ভৱান্।'

**নিময়ঃ** *পু* (নি মি অচ) বিনিময়, বদলি, যেনে— ধনৰ বিনিময়ত গৰু, অথবা গৰুৰ বিনিময়ত ঘোঁৰা।

**নিমিঃ** *পু* নিমেষ, চকুৰ টিপ। ইক্ষ্বাকুবংশীয় এজন প্ৰসিদ্ধ ৰজাৰ নাম। মিথিলাৰ ৰজা। ৰজাজনৰ নাম নিমি কেনেকৈ হ'বলৈ পালে এই সম্বন্ধে দুটা কাহিনী পোৱা যায়। ৰজা নিমিয়ে এদিন ৰাণীসকলৰ লগত পাশা খেলি থাকোঁতে বশিষ্ঠ উপস্থিত হয়। ৰজাই সেৱা-সৎকাৰ নকৰাত বশিষ্ঠই 'তই বীৰ্য্যহীন হ' বুলি অভিশাপ দিলে। ৰজাইও বশিষ্ঠক তেনেকৈ কলে। এইদৰে দুয়োজন শাপগ্ৰস্ত হৈ শাপমোচনৰ কাৰণে ব্ৰহ্মাৰ ওচৰলৈ গ'ল আৰু ব্ৰহ্মাৰ অনুগ্ৰহত নিমি মানুহৰ চকুত নিমেষৰূপে থাকিল। (মপু ৫৫ অ)। আনটো কাহিনী মতে ৰজা নিমিয়ে সহস্ৰ বছৰীয়া যজ্ঞ কৰিবলৈ মন মেলি বশিষ্ঠক ঋত্বিকৰূপে পাবৰ কাৰণে মহৰ্ষি বশিষ্ঠৰ ওচৰ চাপিল। বশিষ্ঠই কলে যে ইন্দ্ৰই পাঁচ শ বছৰীয়া যজ্ঞ কৰাৰ কাৰণে আগতেই নিমন্ত্ৰণ কৰি থৈছে, গতিকে সেই যজ্ঞ শেষ হোৱাৰ পিচতে নিমিৰ যজ্ঞ কৰিব। নিমিয়ে কিন্তু বশিষ্ঠলৈ বাট নাচাই গোতমাদি ঋষিৰ দ্বাৰা যজ্ঞ আৰম্ভ কৰিলে। পিচত বশিষ্ঠ আহি যজ্ঞ দেখি খঙতে নিমিক 'অশৰীৰী হবি' বুলি শাপ দিলে। যজ্ঞ শেষ হোৱাত ঋত্বিকসকলে যজ্ঞলৈ অহা দেৱতাসকলক 'যজমানক বৰ দিয়ক' বুলি প্ৰাৰ্থনা কৰিলে। নিমিয়ে কলে যে তেওঁ আকৌ শৰীৰ ল'বলৈ ইচ্ছা নকৰে। কাৰণ, আত্মীয়ৰ বিয়োগত শৰীৰীয়ে অবৰ্ণনীয় শোক ভোগ কৰিব লাগে। গতিকে তেওঁ সকলো প্ৰাণীৰ চকুত থাকিবলৈ ইচ্ছা কৰে। তাৰ পিচৰ পৰাই প্ৰাণীবিলাকে উন্মেষ কৰিব পৰা হ'ল। (বিপু ৪।৫ অ)

**নিমিত্তং** *ক্লী.* (নি মিদ্ ক্ত) ১। হেতু, কাৰণ, দেভা ১।১৮।৫; ২। চিহ্ন, চিন, ৩। লক্ষ্য, ৪। লক্ষণ (কু বা সু) মনু ৬।৫০; ৫। উপকৰা হেতু, ছল, গী ১১।৩৩; নিমিত্তমাত্ৰং ভৱ সব্যসাচিন্। **—কং** চুম্বন, **—কাৰণং** *ক্লী.* সমবায়ী কাৰণ আৰু অসমবায়ী কাৰণ ভিন্ন তৃতীয় কাৰণ, কৰণ কাৰণ, সাধনভূত হেতু বা কাৰণ। যেনে ঘট এটা তৈয়াৰ কৰোঁতে কুমাৰ, দণ্ড, চাক, পানী, সূতা আদি সাধন, **—কৃৎ** *পু.* কাউৰী, **—ধৰ্মঃ** প্ৰায়শ্চিত্তাদি সাময়িক ধৰ্মকাৰ্য্য, **—ৱিদ্** জ্যোতিষী, দৈৱজ্ঞ, গণক।

**নিমিষঃ** *পু.* ১। বিষ্ণু, মহা ১।১৪৯।৩৬; ২। চকুৰ নিমেষ, মুহূৰ্ত্ত, সময়, ৩। চকু টিপ মৰা, ৪। ফুলৰ পাহি জাপ খোৱা, ৫। চকুৰ পিৰঠিৰ বেমাৰ।

**নিমীলনং** *ক্লী.* (নিমীলকৰণে ল্যুট) ১। চকু মুদ খোৱা, মৰণ, মৃত্যু, ২। চকু টিপ মৰা কাৰ্য্য, ৩। মুহূৰ্ত্ত সময়, ৪। পূৰ্ণ গ্ৰাস।

**নিমীলা, নিমীলিকা** *স্ত্ৰী.* ১। চকু টিপ মৰা, ২। চকু বন্ধ কৰা, ৩। ছলনা, ফাঁকি।

**নিমূলং** *অব্য.* মূল (গুৰি) পৰ্য্যন্ত।

**নিমেয়** *বিণ.* (নি মা মানে যৎ) পৰিৱৰ্তনীয়।

**নিমেষঃ** *পু.* (নি মিষ্ ঘঞ) ১। চকুৰ টিপ, ২। মুহূত. কাল, ৩। স্থিৰ দৃষ্টি, ৪। চকুৰ পিৰঠিৰ স্পন্দন, ৰ ২।১৯; ৪। এবিধ বেমাৰ, ৫। এই নামৰ এজন যক্ষ, মহা ১।৩২।১৯; **—কৃৎ** বিজুলী, **—ৰুক্** (চ) জোনাকী পৰুৱা।

**নিম্ন** *বিণ.* (নিকৃষ্টং ম্নাতীতি ম্না কঃ) তল, নীচ, গভীৰ, **—ম্নং** *ক্লী.* ১। গভীৰতা, ২। তল ভাগ, তলৰ অংশ, ৩। ঢালু, এঢলীয়া, ৪। ফাঁক, ফাট, **—গা** *স্ত্ৰী.* নদী, পৰ্বতীয়া নিজৰা।

**নিম্বঃ, —ম্বকঃ** *পু.* নিম গছ, মহানিম গছ, **—তৰুঃ** মদাৰ গছ।

**নিম্বূকং** *ক্লী.* (নিম্বতি সিঞ্চতীৱ ৰসেনেতি নিম্ব্ উঃ কণ্) নেমু গছ। কাগজী নেমু গছ।

**নিম্লোচঃ** *পু.* সূৰ্য্যাস্ত।

**নিয়ত** *বিণ.* (নি যম ক্ত) ১। সংযত, নিয়ন্ত্ৰিত, অনিবাৰ্য, ২। বশীভূত, ৩। সেৱাপৰ, একাগ্ৰ, স্থিৰ, ধীৰ, স্থায়ী, ৪। সংযুক্ত, ৫। আসক্ত, **—তং** *অব্য.* ১। সদায়, প্ৰতিদিন, ২। সঠিকভাৱে, নিতান্তই।

**নিয়তিঃ** *স্ত্ৰী.* (নিয়ম্যতে আত্মা অনয়েতি, নি যম্ কৰণে ক্তিন্) ১। ভাগ্য। দৈৱ. সি ৪।৩৪; সৌভাগ্য, ২। দমন, নিবাৰণ, নিষেধ, ৩। ধৰ্মীয় কৰ্তব্য বা দায়িত্ব, ৪। আত্মসংযম, স্ত্ৰী দুৰ্গা।

**নিয়তেন্দ্ৰিয়** *বিণ.* সংযতেন্দ্ৰিয়। আত্মসংযমী।

**নিয়ন্তা** (ঋ) *পু.* (নি যম্ তৃচ্) ১। সাৰথি, ৰথ চালক, শি ১২।২৪; ২। প্ৰশাসক, শাসক, গৰাকী, ৩। শাস্তিদাতা, নিয়ন্ত্ৰণকাৰী।

**নিয়ন্ত্ৰণং** —**ণা** ১। বাধা, সংযম, সীমাবদ্ধতা, ২। পৰিচালন, ৩। নিৰ্ধাৰণ।

**নিয়ন্ত্ৰিত** *বিণ.* (নি যন্ত্ৰি ক্তঃ) ১। সংযত, বাধিত, ২। নিষিদ্ধ।

**নিয়মঃ** *পু.* (নিয়মনমিতি নি যম্ অপ্) শৌচং সন্তোষঃ তপঃ স্বাধ্যায়ঃ ঈশ্বৰপ্ৰণিধানঞ্চ। ১। সংযম, বাধা, নিষেধ, ২। বশ্যতা, ৩। সীমাবদ্ধতা, ৪। নিয়মানুৱৰ্তিতা, ৫। নিশ্চয়তা, ৬। অঙ্গীকাৰ, প্ৰতিজ্ঞা,৭। উপবাস,ব্ৰত আদি (পালন), ৮। সঙ্কল্প, ৯। মন্ত্ৰণা, ১০। বাধ্যতা, কৰ্ত্তব্যতা, ১১। বিষ্ণু, ১২। মহেশ্বৰ, ১৩। তপস্যা, ভক্তি, ১৪। মানসিক সংযম, আঠ বিধ যোগাভ্যাসৰ এবিধ। 'স্নান-মৌন-উপৱাস-ইজ্যা-স্বাধ্যায় উপস্থনিগ্ৰহঃ। তপঃ ক্ৰোধো গুৰৌ ভক্তিঃ শৌচঞ্চ নিয়মাঃ স্মৃতাঃ।। —**সেৱা** কাতি মাহত নিয়মপূৰ্ব্বক ভগৱৎ সেৱা।

**নিয়মনং** *ক্লী.* (নি যম ভাৱে ল্যুট) ১। নিয়ম, সংযম, নিগ্ৰহ, ৰ ৯।৬; ২। বশ্যতা, ৩। নিষেধ, বিধি।

**নিয়মিত** *বিণ.* (নি যম ণিচ্ ক্ত) ১। নিয়ন্ত্ৰিত, ২। সীমিত, সংযত, ৩। শাসিত, ৪। বশীভূত, ৫। স্বীকৃত, সংকল্পিত।

**নিযাতনং** *ক্লী.* (নি যৎ ণিচ্ ল্যুট্) নিপাতন।

**নিয়ামক** *বিণ.* (নিযাময়তীতি নি যম ণিচ্ ণ্বুল্) ১। সংযমী, সীমিত, ২। পৰিচালক, সংযত, ৩। দমনকাৰী, —**কঃ** *পু.* ১। গৰাকী, প্ৰশাসক, ২। সাৰথি, ৩। নাৱৰীয়া, নাৱিক, ৪। চালক।

**নিযুক্ত** (নি যুজ ক্তঃ) ১। নিয়োগবিশিষ্ট, মনু ৯।৬০; ২। অৱধাৰিত, ৩। আজ্ঞাপ্ৰাপ্ত, নিয়োজিত, ৪। সংযুক্ত, সংযোজিত, নিৰ্ধাৰিত।

**নিযুক্তি** *স্ত্ৰী.* (নি যুজ ক্তিন্) ১। আদেশ, আজ্ঞা, হুকুম, ২। কোনো কামত সংযোজন, চাকৰিপ্ৰাপ্তি, দায়িত্বপ্ৰাপ্তি, ক্ষমতাপ্ৰাপ্তি।

**নিযুতং** *ক্লী.* (নিযূয়তে বহুসংখ্যা প্ৰাপ্যতেঽনেনেতি নি যুক্ত) দহ লাখ। 'একং দশ শতঞ্চৈৱ সহস্ৰময়ুতন্তথা। লক্ষঞ্চ নিযুতঞ্চৈৱ কোটিৰৰ্বুদ এৱ চ।।

**নিযুদ্ধং** *ক্লী.* (নি যুধ ক্ত) ১। বাহুযুদ্ধ, ২। মল্লযুদ্ধ, হাতে হাতে কৰা যুদ্ধ, হৰিব ১৪২।৭১।

**নিযোগঃ** *পু.* (নি যুজ্ ঘঞ) ১। অৱধাৰণ, ২। চাকৰিত নিযুক্তি, ৩। আদেশ, নিৰ্দেশ, আজ্ঞা, হুকুম, ৪। ক্ষমতা ভোগ, ৫। নিশ্চয়তা, ৰ ১৭।৪৯; ৬। চেষ্টা, অধ্যৱসায়, ৭। বাধ্যতা, ৮। সংযোজন, ৯। স্বকৰ্ত্তব্য নিযোজন, ১০। নিয়োগ প্ৰথা; বিধৱা নিঃসন্তান পত্নীত আনৰ হতুৱাই সন্তানোৎপাদনৰ প্ৰাচীন বিধি, মনু ৯।৬২; এই প্ৰথামতেই বিচিত্ৰবীৰ্যৰ বিধৱা পত্নীত ব্যাসে পাণ্ডু আৰু ধৃতৰাষ্ট্ৰক জন্ম দিছিল।

**নিযোগী** (ন্) *বিণ.* (নিযোগ ইনিঃ) নিযুক্ত, কৰ্ম সচিৱ, কাৰ্যকৰ্তা, আযুক্ত, বিষয়া।

**নিযোগ্য** *বিণ.* (নি যুজ্ ণ্যৎ) নিয়োগাৰ্হ। নিযুক্তি (চাকৰি) পোৱাৰ যোগ্য, —**গ্যঃ** *পু.* গৰাকী, স্বামী।

**নিযোজনং** *ক্লী.* নিযুক্তি, সংযোজন, আজ্ঞা, বাধ্যতা।

**নিযোজ্য** *বিণ.* (নি যুজ ণ্যৎ) ১। কোনো কামত নিযুক্ত, প্ৰেৰিত, ২। ভৃত্য, বিষয়া, চাকৰিয়াল।

**নিযোদ্ধা** (ঋ) পু. (নি যুধ্ তৃচ্) ১। যুঁজাৰু, ২। কুকুৰা চৰাই।

**নিৰ্** *অব্য.* স্বৰবৰ্ণ আৰু অল্পপ্ৰাণ ব্যঞ্জনবৰ্ণৰ আগত নিস্ ৰ ঠাইত নিৰ্ ব্যৱহাৰ হয়। নিষেধ, অভাৱ, হীন আদি যিবিলাক অৰ্থত নিস্ ব্যৱহাৰ হয় সেই একে অৰ্থতে নিৰ হয়, —**অংশ** ১। অংশহীন, সম্পূৰ্ণ, ২। সম্পত্তিৰ ভাগৰ অংশীদাৰ হোৱাৰ অযোগ্য, —**অগ্নি** *বিণ.* যজ্ঞাদি পৰিত্যাগী, —**অঙ্কুশ** অবাধ, অনিয়ন্ত্ৰিত, মুক্ত, স্বতন্ত্ৰ, —**অজিন** চৰ্মহীন, —**অঞ্জন** নিষ্কলুষ, সৰল (—**নঃ**) শিৱ, (—**না**) পূৰ্ণিমা, —**অতিশয়** অনতিক্ৰমণীয়, —**অত্যয়** বিপদমুক্ত। দোষমুক্ত, নিৰ্দোষ, কৃতকাৰ্য, —**অধ্বঃ** পথভ্ৰষ্ট, —**অনুক্ৰোশ** নিৰ্দয়, —**অনুগ** অনুচৰহীন, —**অন্তৰ** নিত্য, শাশ্বত, অবাধ, ঘন, ডাঠ, স্থূল, বিশ্বস্ত (—**ৰং**) *অব্য.* অবাধ, নিৰৱচ্ছিন্নভাৱে, নিবিড়ভাৱে, বে ৩।২৭; —**অন্বয়** নিঃসন্তান, সঙ্গতিহীন, প্ৰসঙ্গশূন্য, যুক্তিশূন্য, দৃশ্যাতীত, মনু ৮।৩৩২; —**অপত্ৰপ** নিৰ্লজ্জ, সাহসী, —**অপৰাধ** নিষ্পাপ, —**অপায়** পাপশূন্য, বিনাশহীন, —**অপেক্ষ** ১। স্বাধীন, ২। উপেক্ষা, ৩। বাসনাশূন্য, ৪। স্পৃহাহীন, লক্ষহীন, —**অভিমান** গৰ্ব বা অভিমানশূন্য। —**অভ্ৰ** মেঘশূন্য, —**অমৰ্ষ** ধৈৰ্যশীল, ক্ৰোধশূন্য, —**অম্বু** জলহীন। পানী নোখোৱাকৈ থকা, —**অৰ্গল** অবাৰিত, মুক্ত, —**অৱকাশ** জিৰণি নথকা, খোলা

ঠাই নথকা, —**অৱগ্ৰহ** বাধামুক্ত, স্বাধীন, মুক্ত, স্বেচ্ছাচাৰী, —**অৱদ্য** নির্দোষ, নিষ্পাপ, —**অৱধি** অন্তহীন, সীমাহীন, —**অৱয়ৱ** অদৃশ্য, অঙ্গশূন্য, —**অৱলম্ব,** সহায়হীন, অৱলম্বনশূন্য, —**অৱশেষ** সম্পূর্ণ, —**অশনং** লঘোণ, উপবাস, —**অস্ত্ৰ** অস্ত্ৰহীন, —**অহম্** গৰ্বশূন্য, —**আকাংক্ষ** বাসনাশূন্য, —**আকাৰ** ১। আকাৰহীন, আকৃতিহীন, ২। বিকৃতাঙ্গ —**আকৃতিঃ** বিধিমতে বেদাধ্যয়ন নকৰা ছাত্ৰ, —**আকুল** ব্যাকুলতাশূন্য। ধীৰ স্থিৰ, স্পষ্ট, —**আগস্** সৰল, নির্দ্দু, —**আচাৰ** দুৰাচাৰী, বে-আইনী, —**আড়ম্বৰ** বিনা ঢোলবাদ্য, আড়ম্বৰহীন, —**আতঙ্ক** ভয়শূন্য, শান্ত, ৰোগশূন্য, স্বাস্থ্যৱান, —**আতপ** সূৰ্য্যৰ ৰশ্মি বা তাপ নপৰা (—**পা**) ৰাতি, —**আদৰ** শ্ৰদ্ধাশূন্য, —**আধাৰ** ভিত্তিহীন, অৱলম্বনহীন, —**আধি** সুৰক্ষিত, উৎকণ্ঠাহীন, —**আৱাধ** অধৰ্ষিত, অবাধ, বাধাহীন, বিভ্ৰাট নথকা, —**আময়** ৰোগশূন্য, নিষ্পাপ, নির্দোষ, সম্পূর্ণ, অভ্ৰান্ত, অমোঘ, (—**য়ঃ**) *পু.* বনৰীয়া ছাগলী, গাহৰি, —**আমিষ মাছ-মাংসশূন্য** (আহাৰ)। লোভহীন, লুলুপতাশূন্য, —**আয়** আয়হীন, ধনহীন, —**আয়াস** অনায়াস, —**আলম্ব** অৱলম্বনশূন্য, নিৰাশ্ৰয়, বন্ধুবান্ধৱহীন, স্বাধীন, স্বাৱলম্বী, —**আশ** আশাহীন, —**আশিস্** ১। আশা, আকাঙ্ক্ষা নথকা, ২। নির্বিকাৰ, —**আশ্ৰয়** আশ্ৰয়, অৱলম্বন নথকা, —**ইচ্ছ** ইচ্ছাশূন্য, —**ইন্দ্ৰিয়** অঙ্গহীন, বিকৃতাঙ্গ, দুর্বল, প্ৰমাণহীন, মনু ৯।১৮; —**ইন্ধন** ইন্ধনশূন্য, —**ইতি** বিপদশূন্য, —**ঈশ্বৰ** দেৱতাহীন, নাস্তিক, —**উত্তৰ** উত্তৰহীন, মৌন, —**উৎসাহ** নিৰুদ্যম, শক্তিহীন, —**উৎসুক** উৎসাহশূন্য, শান্ত, —**উদ্যম** নিৰুৎসাহ, অনুদ্যোগী, —**উপদ্ৰৱ** বিঘিনিশূন্য, শান্তিপূর্ণ, সুৰক্ষিত, —**উপপদ** উপাধিহীন, আন পদৰ লগত সম্বন্ধ নথকা, —**উপপ্লৱ** বিপদশূন্য, —**উপসৰ্গ,** কুলক্ষণহীন, —**উপাখ্য** মিছা, অস্তিত্বহীন (যেনে— আকাশকুসুম) অদৃশ্য, অশৰীৰী, —**উপাধিঃ** সৎ, সৰল, অকপট, —**উপেক্ষ** ছলনাশূন্য। অৱজ্ঞা নকৰিব লগীয়া, —**উষ্মা** শীতল —**গন্ধ** গন্ধহীন, —**গুণ** গুণা অৰ্থাৎ তাঁৰ নথকা (ধনু), গুণহীন, অপদাৰ্থ, নামহীন, (—**ণঃ**) পৰমাত্মা, —**গৌৰৱ,** মৰ্য্যাদাশূন্য, —**গ্ৰন্থ** বন্ধনশূন্য, নিঃস্ব, অকলশৰীয়া (—**স্থঃ**) মূৰ্খ, জুৱাৰী। সাংসাৰিক ভোগ-বিলাস ত্যাগ কৰি নঙঠা হৈ ঘূৰি ফুৰা সন্ন্যাসী, —**গ্ৰন্থিক** একাকী, চতুৰ, পৰিত্যক্ত, নিষ্ফল (—**কঃ**) সন্ন্যাসী, দিগম্বৰ জৈন ভিক্ষু। —**ঘটং** খোলা বজাৰ, —**ঘৃণ** দুষ্ট, হিংসুক, নির্লজ্জ, —**জন** জনশূন্য, —**জৰ** সতেজ, অমৰ, অবিনশ্বৰ (—**ৰং**) অমৃত, —**জলঃ** মৰুভূমি, —**দয়ং** *অব্য.* কঠোৰভাৱে, —**দশ** দহ দিনতকৈ অধিক, —**দ্ৰৱ্য** সম্পত্তিহীন, —**দ্ৰোহ** বন্ধুত্বপূর্ণ, —**দ্বন্দ্ব** ১। দ্বন্দ্ব অৰ্থাৎ বিপৰীতমুখী দুটা বস্তু বা গুণৰ অভাৱ। যেনে— সুখ-দুখ, শীতোষ্ণ, শোকানন্দ ইত্যাদি, গী ২।৪৫; ২। আনৰ ওপৰত অনির্ভৰশীল, স্বাধীন, ঈৰ্ষাশূন্য, —**ধন** নিঃস্ব, দুখীয়া (—**নঃ**) বুঢ়া ষাঁড়গৰু, —**ধৰ্ম** অধৰ্মী, —**ধূম** ধোঁৱাশূন্য, —**নৰ** এৰাবাৰী, মানুহৰ দ্বাৰা পৰিত্যক্ত, —**নাথ** গৰাকীহীন, —**নিমিত্ত** হেতুশূন্য, —**নিমেষ** চকু নুমুদাকৈ, —**ৱলঃ** দুৰ্বল, —**ৱাধ** বাধাহীন, অবাধ, নিৰুপদ্ৰৱ, —**বুদ্ধি** বুদ্ধিহীন, মূৰ্খ, —**ভয়** ভয়শূন্য, —**ভৰ** ১। দুৰ্দান্ত, ভীষণ, প্ৰচণ্ড, ২। দৃঢ়, গভীৰ, পৰিপূৰ্ণ, (—**ৰং**) *অব্য.* প্ৰচণ্ডভাৱে, দৃঢ়ভাৱে, —**ভাগ্য** দুৰ্ভাগ্য, —**মক্ষিক** ১। মহ-মাখিশূন্য, নিভৃত, শান্ত, —**মৎসৰ** ঈৰ্ষাশূন্য, —**মদ** শান্ত, নিৰীহ, নিৰহঙ্কাৰী, অমতলীয়া, —**মনুজ,** মনুষ্য জনশূন্য। মনুষ্যহীন পৰিত্যক্ত, —**মন্যু** বাহ্যিক পৃথিৱীৰ পৰা মুক্ত, সাংসাৰিক বন্ধনমুক্ত। গী ২।৭১; ২। অস্বাৰ্থপৰ, নিস্পৃহ, —**মৰ্য্যাদ** সীমাহীন, অসংযত, সামাজিক নীতি-নিয়ম উলঙ্ঘাকাৰী। —**মল** কলুষতাশূন্য, দাগহীন, শুদ্ধ, পৱিত্ৰ, —**মানুষ** জনশূন্য, —**মুটঃ** সূৰ্য, ঠগ, **প্ৰবঞ্চক,** (—**টং**) ডাঙৰ বজাৰ বা মেলা, —**মূল** শিপাহীন, ভিত্তিহীন, অমূলক, মিছা। সমূলে উচ্ছেদ, —**মোহ** মোহ বা মমতাহীন, —**যন্ত্ৰণ** অবাধ, অসংযত, দুৰ্দান্ত, অবাধ্য, —**যশস্ক** খ্যাতিহীন, —**যূথ** পাল বা জাকৰ পৰা ওলাই অহা, —**ৰক্ত** ৰক্তহীন, শেঁতা, —**ৰজ,** —**ৰজস্ক** ধূলিশূন্য, অন্ধকাৰহীন, অনুৰাগশূন্য, —**ৰন্ধ্ৰ** ছিদ্ৰহীন, গোটা, ডাঠ, স্থূল, —**ৰৱ** (নীৰৱ) শব্দহীন, মনে মনে থকা, —**ৰস** (নীৰস) ৰসশূন্য, কাব্যিক সৌন্দৰ্য্য নথকা, স্বাদহীন, অকামিলা, —**ৰসন** (নীৰসন) মেখলহীন, কঁকালী নথকা, —**ৰুচ্** নিৰুজ্জ্বল, নিষ্প্ৰভ, দীপ্তিহীন, —**ৰুজ্,** **ৰুজ (নীৰুজ)**

ৰোগহীন, ৰোগমুক্ত, স্বাস্থ্যৱান, **—ৰূপ** নিৰাকাৰ, **—লক্ষণ** কোনো সুলক্ষণ নথকা। লক্ষণশূন্য, অনাৱশ্যকীয়, তুচ্ছ, সামান্য, **—লজ্জ** নিলাজ, **—লিঙ্গ** চিহ্নহীন, **—লেপ** প্ৰলেপশূন্য, মনু ৫।১১২, নিষ্পাপ, নিষ্কলুষ, **—লোভ** লোভহীন, বাসনাশূন্য, **—লোমন্** নোম নথকা, **—ৱংশ** সন্ততিহীন, **—ৱৰ্ণ**, **—ৱন** বনৰ বাহিৰ, জঙ্গলশূন্য, খোলা ঠাই, **—ৱসু** সম্পত্তিহীন, **—ৱাত** শান্ত (পৰিৱেশৰ), **—ৱায়স** কাউৰীহীন, **—ৱিকল্প** ১। বিকল্প (আন এটা) নথকা, ২। দৃঢ়তাহীন, ৩। স্বৰ্তপূৰ্ণ, ৪। এক ধৰণৰ সমাধি (নিৰ্বিকল্প সমাধি) যাক ধ্যান কৰিব তাৰ বাহিৰে দ্বিতীয় কাৰো চিন্তা মনলৈ নহা অৱস্থা, বে ১।২৩; (**—ল্পং**) *অব্য* খোঁকোজা নলগাকৈ, **—ৱিকাৰ** ১। অপৰিৱৰ্তনীয়, ২। নিস্পৃহ, ঋ ২।২৮; অনিচ্ছুক, **—ৱিকাস** নুফুটা (ফুল), **—ৱিঘ্ন** বিঘিনিশূন্য, বাধাহীন, বিচাৰ-বিবেচনাশূন্য, চিন্তাশূন্য, (**—ঘ্নং**) চিন্তা নকৰাকৈ, **—ৱিচিকিৎস** দ্বিধাহীন, নিশ্চিন্ত, **—ৱিচেষ্ট** চেষ্টাশূন্য, **—ৱিনোদ** স্ফূৰ্তিশূন্য, **—ৱিমৰ্শ** নিশ্চিন্ত, বিবেচনাহীন, **—ৱিৱৰ** সুৰুঙা নথকা, ঘন, ঠাহ খোৱা, **—ৱিৱাদ** প্ৰতিবাদশূন্য, আপত্তিহীন, সৰ্বজনসম্মত, **—ৱিৱেক**, বিচাৰহীন, মূৰ্খামি, সূক্ষ্মদৃষ্টিহীন, **—ৱিশঙ্ক** নিৰ্ভয়, শঙ্কাহীন, **—ৱিশেষ** ১। অনৈক্যহীন, বিবোধহীন, প্ৰভেদহীন, ২। সদৃশ, ৩। খেলিমেলি, বিশৃঙ্খল (**—ষঃ**) ভিন্নতাহীন, ৰ ৫।৬; **—ৱিশেষণ** গুণহীন, **—ৱিষ** বিষশূন্য, (**ষা**) বৰচা, **—ৱিষয়** সংসাৰিক বিষয়ভোগ পৰিত্যাগী, বিষয়শূন্য, গৃহত্যাগী, সংসাৰৰ পৰা বহিস্কৃত, কৰ্মমুক্ত, অনাসক্ত, **—ৱিষাণ** শিংহীন, **—ৱিহাৰ** আনন্দহীন, **—ৱীজ** ১। বীৰ্যহীন, ২। নপুংসক, ৩। হেতুশূন্য, **—ৱীৰ** বীৰশূন্য, কাপুৰুষ, **—ৱীৰা** পতি পুত্ৰহীনা স্ত্ৰী, **—ৱীৰ্য** বীৰ্যহীন, নপুংসক, দুৰ্বল, **—বৃক্ষ** গছগছনি নথকা, **—বৃষ** ষাঁড়গৰু নথকা, **—ৱেগ** গতিহীন, শান্ত, লৰচৰ নকৰা, **—ৱেতন** অবৈতনিক, দৰ্মহাহীন, **—ৱৈৰং** শত্ৰুশূন্য, শান্তিপূৰ্ণ, **—ৱ্যঞ্জন** সৰু, পোনপটীয়া। মচলাহীন, (**—নে**) *অব্য.* সাধাৰণভাৱে, খোলাখুলিকৈ, **—ৱ্যথ** বেথাহীন শান্ত, **—ৱ্যপেক্ষ** উদাসীন, অসাৱধান, **—ৱ্যলীক** ১। যাতনাশূন্য, আঘাতশূন্য, ২। সন্তুষ্ট, ৩। অকপট, সৰল, প্ৰকৃত, **—ৱ্যাজ** সং সৰলচিতীয়া, অকপটী, ভৰ্ত্ত ২।৮২; (**—জং**) *অব্য* সৰলভাৱে, সততাৰে, **—ৱ্যাপাৰ** চাকৰিহীন, বেকাৰ। বেহা-বেপাৰশূন্য, **—ৱ্ৰণ** আঘাত শূন্য, জখম বা ঘাইল নোহোৱা, **—ৱ্ৰত** ব্ৰতাদি পালন নকৰা (লোক), **—হিমং** শীতকাল যোৱা, **—হেতি** অস্ত্ৰহীন, **—হেতু** কাৰণশূন্য, বিনা কাৰণ, **—হ্ৰীক** ১। নিলাজ, ২। সাহসী, দুঃসাহসী।

**নিৰত** *বিণ.* (নি ৰম্ ক্ত) কোনো কামত লাগি থকা, আসক্ত, সন্তুষ্ট, আনন্দিত।

**নিৰতিঃ** *স্ত্ৰী* (নি ৰম্ ক্তিন) আসক্তি, একাগ্ৰতা, ভক্তি।

**নিৰস্ত** *বিণ* (নিৰ্ অস্ ক্ত) ১। নিক্ষিপ্ত (কাঁড় আদি) দূৰী কৃত, ২। ত্যক্ত, পৰিত্যক্ত, ৩। উদ্‌গীৰ্ণ, অসংযত, ৪। নিষ্পেষিত, ৫। ভগ্ন, ছিন্ন, অস্বীকৃত, প্ৰত্যাখ্যাত, প্ৰেৰিত, প্ৰতিহত, হি ১।৪৮; (**—স্তং**) *ক্লী* প্ৰত্যাখ্যান, অস্বীকাৰ, **—ভেদ** অভিন্ন, একে, সদৃশ, **—ৰাগ** পাৰ্থিৱ আসক্তিৰ পৰা দূৰৈত থকা।

**নিৰাকঃ** *পু.* ১। ৰন্ধন, ২। অসৎ কৰ্মৰ ক্ষতিপূৰণ, ৩। ঘাম।

**নিৰাকৰণং** *ক্লী.* (নিৰ্ আ কৃ ল্যুট্) ১। নিবাৰণ, দূৰীকৰণ, ২। বাধা-নিষেধ, ৩। প্ৰত্যাখ্যান, ৪। প্ৰত্যুত্তৰ, ৫। অৱমাননা, ৬। বিস্মৰণ, ৭। যজ্ঞাদি নিত্য কৰ্তব্যৰ প্ৰতি অৱহেলা।

**নিৰাকৰিষ্ণু** *বিণ.* (নিৰ, আ, কৃ ইষ্ণুচ্) ১। নিবাৰণ, প্ৰত্যাখ্যান, ২। বাধা দান, ৩। অনাদৰ, অৱজ্ঞা।

**নিৰাকুল** *বিণ.* পৰিপূৰ্ণ।

**নিৰাগ** *বিণ.* আসক্তিশূন্য, অনুৰাগহীন, নিৰপেক্ষ, স্থিৰ।

**নিৰামালুঃ** *পু.* কপিত্থ ফল, কৎবেল।

**নিৰাসঃ** *পু.* ১। প্ৰত্যাখ্যান, দূৰীকৰণ, ২। বমি কৰা, ৩। বিৰোধিতা।

**নিৰিঙ্গিণী** *স্ত্ৰী.* ওৰণী, ঢাকনী, আৱৰণ।

**নিৰীক্ষণং,—ক্ষা** *ক্লী. স্ত্ৰী.* ১। দৃষ্টি, দৰ্শন, ২। বিবেচনা, ৩। আশা, ৪। গ্ৰহস্থিতি।

**নিৰীশং (ষং)** *ক্লী.* নাঙলৰ ফাল। (বিণ) নাস্তিক।

**নিৰুক্ত** *বিণ.* (নিৰ্ নিশ্চয়েনোক্তম্) উচ্চাৰিত, কথিত (**—ক্তং**) *ক্লী.* ব্যাখ্যা; ছয় বিধ বেদাঙ্গৰ একবিধ। (বাকী ৫ বিধ : শিক্ষা, কল্প, ব্যাকৰণ, জ্যোতিষ আৰু ছন্দ)। যাস্কমুনিকৃত নিৰুক্তগ্ৰন্থ, য'ত বৈদিক শব্দ কিছুমানৰ তালিকা/ব্যাখ্যা দিয়া হৈছে।

**নিৰুক্তিঃ** *স্ত্ৰী.* ব্যুৎপত্তি, শব্দৰ ব্যুৎপত্তিগত অৰ্থ আৰু ব্যাখ্যা।

**নিৰুদ্ধ** *বিণ.* (নি ৰুধ্ ক্ত) ১। বাধাপ্ৰাপ্ত, ৰুদ্ধ, সংযত, নিয়ন্ত্ৰিত, ২। কাৰাৰুদ্ধ, **—কণ্ঠ** (কণ্ঠ) নলী চেপা।

**নিৰূঢ়** *বিণ.* (নি ৰুহ্ ক্ত) ১। অবিবাহিত, ২। প্ৰচলিত (শব্দ বা পদ), সৰ্বজনস্বীকৃত, **—ঢঃ** *পু.* সহজাত, **—লক্ষণা** এবিধ লক্ষণা যি বক্তাৰ ইচ্ছাত নহয় প্ৰচলিত অৰ্থৰ ওপৰত আশ্ৰিত।

**নিৰূঢ়িঃ** *স্ত্ৰী.* ১। খ্যাতি, যশস্যা, নিপুণতা, কি ২।৬; ২। সমৰ্থন।

**নিৰূপণং** *ণা ক্লী. স্ত্ৰী* ১। আকাৰ, গঠন, ২। দৰ্শন, দৃষ্টি, বিচাৰ, ৩। নিৰ্ধাৰণ, অন্বেষণ, নিদৰ্শন, লক্ষণ।

**নিৰূপিত** *বিণ.* (নি ৰূপ ণিচ্ ক্ত) নিৰ্ধাৰিত, নিযুক্ত ভা ১।৫।২৩; আবিষ্কৃত, চিহ্নিত, বিবেচিত।

**নিৰূহঃ** *পু.* (নিৰ্ উহ্, শূণ্যে ঘঞ্) ১। একপ্ৰকাৰ তেলহীন জুলাপ, ২। তৰ্ক, নিগ্ৰহ, যুক্তি, বিবাদ, ৩। নিৰ্ধাৰণ।

**নিঋতিঃ** *স্ত্ৰী.* (নিৰ্নিয়তা ঋতিৰ্ঘৃণা যত্ৰ) ১। অলক্ষ্মী, মহা ১।৮৭।৯; বিঘিনি, ধ্বংস, ২। দুৰ্দশা, দুৰ্দিন, ৩। মৃত্যু দেৱতা, পাপদেৱতা, ঋবে ১০।১৬৫।১। (পুং) ১। নৈঋত দিশৰ দিক্‌পাল, ২। ৰাক্ষস।

**নিঋথঃ** *পু.* (নিৰন্তৰং ঋচ্ছতীতি নিৰ ঋ গতৌ থক) ১। সামবেদ, ২। হিংসা।

**নিৰোদ্ধব্য** *বিণ.* (নি ৰুধ তব্য) ৰক্ষণীয়, মহা ১২।৮৬।১৫।

**নিৰোধঃ —ধনং** *পু. ক্লী.* (নি ৰুধ্ ঘঞ্) ১। নাশ, বিনাশ, ধ্বংস, ২। বাধা, ৰোধ, প্ৰতিৰোধ, ৩। আঘাত, শাস্তি, ৪। নিগ্ৰহ, মনু ৬।৬০; ৫। ঘৃণা।

**নিৰ্গঃ** *পু.* (নিৰ্ গম্ ডঃ) দেশ, প্ৰান্ত, স্থান।

**নিৰ্গন্ধনং** *ক্লী.* (নিৰ্ গন্ধ অৰ্দনে ল্যুট্) হত্যা, বধ।

**নিৰ্গমঃ,—গমনং** ১। বাহিৰ হোৱা, প্ৰস্থান, ২। অন্তৰ্ধান।

**নিৰ্গূঢ়ঃ** *পু.* (নিৰ্ গুহ্ অধিকৰণে ক্তঃ) গছৰ খোৰোং।

**নিৰ্গ্ৰন্থনং** হত্যা, বধ। **—ন্থিকঃ** ক্ষপণক।

**নিৰ্ঘণ্টং —ণ্টঃ** ১। শব্দকোষ, ২। সূচীপত্ৰ, শব্দ তালিকা, গ্ৰন্থসূচী।

**নিৰ্ঘাতঃ** *পু.* (নিৰ্ হন্ ঘঞ্) ১। দুই বা ততোধিক বতাহৰ খুন্দিয়া-খুন্দিত উঠা শব্দ, ২। ধ্বংস, ৩। ঘূৰ্ণিবতাহ, ৪। ভূমিকম্প, ৫। বজ্ৰ, বিদ্যুৎ, **—নং** সজোৰে বাহিৰ হোৱা।

**নিৰ্ঘোষঃ** *পু.* (নিৰ্ ঘুষ্ ঘঞ্) ১। শব্দ, ধ্বনি, ২। ডাঙৰ শব্দ, উচ্চ ধ্বনি।

**নিৰ্জ্জল** *বিণ.* (নিৰ্গতং জলং যস্মাৎ) জলশূন্য (প্ৰান্ত বা স্থান) **—একাদশী** জেঠ মাহৰ শুক্লা একাদশী তিথি। সিদিনা প্যানীও নোখোৱাকৈ একাদশী পালন কৰা হয়।

**নিৰ্জয়ঃ, নিৰ্জিতিঃ** *স্ত্ৰী.* পূৰ্ণ বিজয়।

**নিৰ্ঝৰং-ৰঃ** ১। নিজৰা, পাহাৰীয়া জুৰি, ২। জলপ্ৰপাত, **—ৰঃ** ১। তুঁহৰ জুই, ২। হাতী, ৩। সূৰ্য্য, ঘোঁৰা, **—ৰী** (ন্) পৰ্বত, **—ৰিণী —ৰী** নদী, পাহাৰীয়া জুৰি।

**নিৰ্ণয়ঃ** *পু.* (নিৰ নী অচ্) ১। অৱধাৰণ, সিদ্ধান্ত, নিশ্চিত, মনু ১২।২; ২। বিচাৰ, বিবেচনা, চৰ্চা, তৰ্ক, যুক্তি, বিৰোধ পৰিহাৰ, ন্যায় বিচাৰ, নিষ্পত্তি, আদালতৰ হুকুম, 'ডিক্ৰী'।

**নিৰ্ণায়ক** *বিণ.* নিষ্পত্তিকৃত, চূড়ান্ত।

**নিৰ্ণায়ণং** ১। নিৰ্ণিতকৰণ, ২। হাতীৰ কাণৰ বাহিৰৰ ভাগ।

**নিৰ্ণিক্তক** *বিণ.* পৰিষ্কৃত, ধৌত, ধুই চফা কৰা, প্ৰায়শ্চিত্তকৃত।

**নিৰ্ণেকঃ** ধৌতকৰণ, প্ৰায়শ্চিত্তকৰণ, প্ৰক্ষালন, মনু ৪।২১৯।

**নিৰ্ণেজকঃ** ধুবী, মনু ৪।২১৯; **—জনং** ধোৱন, প্ৰায়শ্চিত্ত।

**নিৰ্ণোদঃ** বহিষ্কাৰ, নিৰ্বাসন।

**নিৰ্দট, —ড** *বিণ.* ১। নিৰ্দয়, হিংসুক, ঈৰ্ষাপূৰ্ণ, ২। নিন্দুক, অকামিলা, ৪। তীব্ৰ, প্ৰচণ্ড, ৫। মাতাল, পগলা।

**নিৰ্দয়ঃ** (নিৰ্গতা দয়া যস্মাৎ) দয়াশূন্য, কৃপাহীন, ৰ ১১।৮৪।

**নিৰ্দৰং** *ক্লী.* (নিৰ দৃ অপ) সম্পূৰ্ণ, ছিদ্ৰহীন, সাৰ। কঠিন। **—ৰঃ —ৰিঃ** গুহা।

**নিৰ্দলনং** *ক্লী.* ধ্বংস, ভাঙন, ছিন্নকৰণ।

**নিৰ্দহনঃ** *পু.* (নিতৰাং দহতীতি নিৰ্ দহ্ ল্যুঃ) ১। অগ্নিশূন্য, ২। ভোলা গুটি (এই গুটিৰ ৰসেৰে কাপোৰত চিন দিয়া হয়)। **—নী** মূৰ্বালতা।

**নিৰ্দাতা (তৃ)** *পু.* ১। দাতা, ২। খেতিয়ক, ৩। খেতিৰ পথাৰত গজা ঘাঁহ, বনাদি উঘলা মানুহ।

**নিৰ্দিগ্ধ** *বিণ.* (নিৰ্ দিহ্ ক্তঃ) ১। বলৱান, মাংসল, হৃষ্টপুষ্ট, ২। সুগন্ধিদ্ৰব্যৰ দ্বাৰা প্ৰলেপিত।

**নিৰ্দিষ্ট** *বিণ.* (নিৰ দিশ্ ক্ত) নিশ্চিত, আদিষ্ট, আজ্ঞাপ্ৰাপ্ত, ৰ ১।৯৫; ব্যাখ্যাকৃত।

**নিৰ্দেশঃ** *পু.* (নিৰ দিশ্ ভাৱে ঘঞ্) আজ্ঞা, হুকুম, ভা ৬।১।৩৮; বচন, কথন, গী ১৭।২৩; উল্লেখ। সামীপ্য, উপান্ত।

**নিৰ্ধাৰঃ, —ৰণং** (নিৰ্ ধৃ ঘঞ্) ১। নিশ্চয়, ২। বহুতৰ ভিতৰত এটাৰ শ্ৰেষ্ঠত্ব প্ৰদৰ্শন। যেনে— গৱাং কৃষ্ণা বহুক্ষীৰা, ৩। ধাৰশূন্য, অঋণী।

**নিৰ্ধাৰিত** *বিণ.* (নিৰ ধৃ ণিচ্ ক্তঃ) স্থিৰীকৃত, কৃতনিশ্চয়, নিষ্পন্ন, মীমাংসিত।

**নিৰ্ধৃত** *বিণ.* (নিৰ্ ধূ ক্তঃ) ১। খণ্ডিত, ২। দূৰীভূত, ৩। পৰিত্যক্ত, প্ৰত্যাখ্যাত, ৪। বিধ্বস্ত।

**নিৰ্ধৌত** *বিণ.* (নিৰ ধাৱ কৰ্মণি ক্ত) পৰিষ্কৃত, ধৌত, উজ্জ্বল।

**নিৰ্বন্ধঃ** *পু.* (নিৰ বন্ধ ঘঞ্) অবিৰত চেষ্টা,মইমতালি, নেৰানেপেৰাকৈ লাগি থকা, অভিলাষৰ বস্তু পাবৰ কাৰণে চেষ্টা, কু ৫।৬৬; (বিশেষকৈ শিশুৱে কোনো বস্তু পাবৰ বাবে কৰা) খেচখেচনি।

**নিৰ্বিন্ধ্যা** *স্ত্ৰী.* বিন্ধ্যা পৰ্বতৰ এখন নদীৰ নাম।

**নিৰ্ভট** *বিণ.* (নিৰ ভট অচ) দৃঢ়, কঠিন।

**নিৰ্ভৰ্ৎসনং —না ক্লী. স্ত্ৰী.** (নিৰ ভৰ্ৎস্ ল্যুট) ১। ভয়, বিপদ, আতঙ্ক, শি ৬।৬২; ২। ভৰ্ৎসনা, নিন্দা, ৩। ৰঙা আলতা, লা।

**নিৰ্ভেদঃ** *পু.* (নিৰ ভিদ্ ঘঞ্) ১। বিচ্ছিন্নকৰণ, ২। বিদাৰণ, (কাটি) দুফাল কৰা কাৰ্য, ৩। ঘোষণা, ৪। নদীৰ বুকু, ৫। ঘটনা। নিৰ্ণয়।

**নিৰ্মথঃ, –ৰ্মথনং, —ৰ্মন্থঃ —ৰ্মন্থনং** ঘৰ্ষণ, ঘঁহন, মন্থন, জুই উলিয়াবৰ কাৰণে দুডাল কাঠ ঘঁহা কাৰ্য।

**নিৰ্মাণং** *ক্লী.* (নিৰ্ মা ল্যুট) ১। জোখ লোৱা কাৰ্য, জোখ-মাপ, ২। বিস্তৃতি, দীঘল-বহল, পৰিসৰ, ৩। উৎপাদন, গঠন, সৃষ্টি, তৈয়াৰী বস্তু, ৩। আকাৰ, আকৃতি, ৪। সংগঠন, ৫। ঘৰ, অট্টালিকা আদি।

**নিৰ্মাল্যং** *ক্লী.* (নিৰ্ মল ণ্যৎ) দেৱতাৰ উচ্ছিষ্ট দ্ৰব্য, ফুল, বেলপাত আদি। 'নিৰ্মাল্যং শিৰসা ধাৰ্য্যং সৰ্ব্বাঙ্গে চানুলেপনম্'।

**নিৰ্মিতিঃ** *স্ত্ৰী.* উৎপাদন, সৃষ্টি, ৰচনা, গঠন, কলাসম্মত সৃষ্টি।

**নিৰ্মুক্ত** ১। মুক্ত, পাৰ্থিব ভোগৰ পৰা মুক্ত, অনাসক্ত। বিচ্ছিন্ন, **—ক্তঃ** মোট পেলাই উঠা সাপ।

**নিৰ্মূলনং** *ক্লী.* সমূল উচ্ছেদ কৰা কাৰ্য, উঘালি পেলোৱা।

**নিৰ্মৃষ্ট** *বিণ.* পৰিষ্কৃত, ধুই পেলোৱা, মচি পেলোৱা।

**নিৰ্মোকঃ** ১। মুক্তিপ্ৰাপ্ত, ২। সাপৰ ছাল, ছাল, চৰ্ম, ৩। বৰ্ম, ৪। আকাশ, বায়ুমণ্ডল।

**নিৰ্মোক্ষঃ** মোক্ষ, নিৰ্বাণ।

**নিৰ্যাণং** *ক্লী.* ১। অন্ত যোৱা, প্ৰস্থান, ২। অন্তৰ্ধান, ৩। মোক্ষ, ৪। হাতীৰ চকুৰ বাহিৰ কোণ, ৫। পশুৰ ঠেঙত বন্ধা ৰচি, শি ১২।৪৭।

**নিৰ্যাতনং** *ক্লী.* (নিৰ্ যা ণিচ ল্যুট) ১। শত্ৰুৰ প্ৰতিকাৰ। প্ৰতিশোধ, ২। হত্যা, বধ, ৩। দান, ৪। ত্যাগ, ৫। গচ্ছিত ধন ঘূৰাই দিয়া (কাৰ্য), ৬। ঋণ পৰিশোধ। ঘূৰাই দিয়া (কাৰ্য্য)।

**নিৰ্যাতিঃ** *স্ত্ৰী.* প্ৰস্থান। মহাপ্ৰস্থান অৰ্থাৎ মৃত্যু।

**নিৰ্যামঃ** *পু.* (নিৰ যম্ ঘঞ্) নাৱৰীয়া।

**নিৰ্যাসং –সঃ** *ক্লী পু.* (নিৰ যস্ ঘঞ্) ১। কষায়, ক্বাথ, পাচন, ২। গছ, পাত আদিৰ পৰা ওলোৱা ৰস, আঠা আদি, মনু ৫।৬; ৩। আঠাৰ দৰে ডাঠ ঘন জুলীয়া পদাৰ্থ।

**নিৰ্যূষঃ** নিৰ্যাস।

**নিৰ্যূহঃ** *পু.* ১। পৰ্বতৰ শৃঙ্গ, ২। চূড়া, ৩। আওলা (ঘৰৰ আগ বাঢ়ি ওলাই অহা অংশ), ৪। মূৰত পিন্ধা মুকুট, ৫। দুৱাৰ, ৬। নিৰ্যাস।

**নিৰ্লিপ্তঃ** *পু.* (নিৰ লিপ ক্তঃ) শ্ৰীকৃষ্ণ; ব্ৰবৈপু. ২।১।৪৬।

**নিৰ্লুঞ্চন** বিচ্ছিন্নকৰণ, ছিৰি পেলোৱা কাৰ্য।

**নিৰ্লেখনং** ৰুকি পেলোৱা, ৰোকন; ৰোকনী।

**নিৰ্ল্বয়নী** *স্ত্ৰী.* সাপৰ মোট।

**নিৰ্ব্বচনং** *ক্লী.* ১। উচ্চাৰণ, কথন, ২। দৃষ্টান্ত, পটন্তৰ, ৩। নিৰুক্তি, শব্দকোষ, ৪। ব্যুৎপত্তিগত ব্যাখ্যা, ৫। প্ৰশংসা, মহা ১।১০৯।২৩; ৬। (নিৰ্গতিং ৰচনং যত্ৰ) তুষ্ণী, মনে মনে থকা।

**নিৰ্ব্বপনং –ৰ্ব্বাপনং** *ক্লী. পু.* (নিৰ, বপ, ভাবে ল্যুট) ১। দান, নৈবেদ্য, উপহাৰ, ২। পিণ্ডদান, তৰ্পণ, ৩। পিণ্ড, মহা ১৩।৮৪।১৪ ।

**নিৰ্ব্বৰ্ণনং** *ক্লী.* ১। দৰ্শন, দেখা, চোৱা কাৰ্য্য, ২। নিৰীক্ষণ।

**নিৰ্ব্বৰ্তনং** *ক্লী.* সম্পাদন, কাৰ্য্যাদি সম্পূৰ্ণকৰণ।

**নিৰ্ব্বহণং** *ক্লী. স্ত্ৰী.* (নিৰ বহ ভাৱে ল্যুট) ১। নিষ্ঠা, ২। শেষ, অন্ত, শি ১৪।৬০; ৩। ধাৰণ, পালন, ৪। ধ্বংস, ৫। নাটকৰ (প্ৰস্তুত কথাৰ) ঘটনাৰ অন্তিম অৱস্থা, সমাপ্তি, 'ক্লাইমেক্স', নাটকৰ পঞ্চসন্ধিৰ শেষ সন্ধি,

(বাকী চাৰিটা ক্ৰমেঃ মুখং, প্ৰতিমুখং, গৰ্ভ আৰু ৱিমৰ্ষ)।

**নিৰ্ৱাণং** *ক্লী.* (নিৰ্ ৱা গমনে ক্তঃ তস্য নঃ) ১। অস্তগমন, নিবৃত্তি, ২। নিৰ্বাপণ, নুমাই যোৱা, ৩। অন্তৰ্ধান, ৪। মৃত্যু, ৫। নিমগ্ন, নিমজ্জিত, ৬। বিশ্ৰান্তি, অপৱৰ্গ অৰ্থাৎ ফললাভ, মোক্ষলাভ, ৭। শূন্য, ৮। সমাপ্তি, ৯। সংযোগ, সঙ্গম, ১০। হাতীৰ গা ধোৱা, ১১। পৰম আনন্দ, শান্তি সুখ, শি ৪।২৩; ১২। বিদ্যাৰ উপদেশ, দীক্ষা, **—ণঃ** *পু.* বিষ্ণু, **—মস্তকঃ** মোক্ষ।

**নিৰ্ৱাদঃ** *পু.* ১। নিন্দা, ভৰ্ৎসনা, অপবাদ, ২। কেলেঙ্কাৰী, ৩। বিবাদৰ নিষ্পত্তি।

**নিৰ্ৱাপণং** *ক্লী.* (নিৰ বপ্ ণিচ্ ল্যুট) ১। বধ, হত্যা, ধ্বংস, ২। দান, নৈবেদ্য, পিণ্ডাদি দান, তৰ্পণ, ৩। (জুই) নুমুৱা, ৪। সান্ত্বনা, শান্তি, ৫। গুটি বা বীজ সিঁচা।

**নিৰ্ৱাসঃ —সনং** *পু. ক্লী.* (নিৰ ৱস ণিচ ঘঞ, ল্যুট) ১। বধ, হত্যা, ২। (নগৰাদিৰ পৰা) বহিষ্কৰণ; মহা ৫।৯০।৫৮

**নিৰ্ৱাহঃ** *পু.* (নিৰ ৱহ্ ঘঞ) ১। নিষ্পত্তি, সমাপ্তি, ২। অৱলম্বন, পোষণ, জীৱিকাবৃত্তি, ৩। অধ্যৱসায়, সামৰ্থ, ৪। উল্লেখন, ব্যাখ্যান।

**নিৰ্ৱিন্ন** *বিণ.* (নিৰ্ ৱিদ ক্ত) ১। হতাশাগ্ৰস্ত, খেদযুক্ত, ৩। শোকগ্ৰস্ত, ৪। নম্ৰ, বিনীত, ৫। লাঞ্ছিত।

**নিৰ্ৱিষ্ট** *বিণ.* (নিৰ ৱিশ ক্ত) ১। ভুক্তীত, ভোগ কৰা, প্ৰাপ্ত, ২। বিবাহিত, ৩। বেতনপ্ৰাপ্ত, ৪। নিযুক্ত।

**নিৰ্ৱৃত** *বিণ.* ১। সন্তুষ্ট, আনন্দিত, ২। সুৰক্ষিত, ৩। সমাপ্ত।

**নিৰ্ৱৃতিঃ** *স্ত্ৰী.* (নিৰ ৱৃ ক্তিন্) ১। আনন্দ, সুখ, সন্তুষ্টি, ২। প্ৰশান্তি, ৩। মোক্ষ, সাংসাৰিক বন্ধনৰ পৰা মুক্তি, ৪। শেষ, সমাপ্তি, অন্ত, মৃত্যু, বিনাশ, ধ্বংস।

**নিৰ্ৱৃত্ত** (নিৰ্ ৱৃ ক্ত) নিষ্পাদিত, সম্পন্ন, প্ৰাপ্ত।

**নিৰ্ৱৃত্তিঃ** *স্ত্ৰী.* (নিৰ ৱৃৎ ক্তিন) নিষ্পাদন, সম্পাদন, সাফল্য।

**নিৰ্ৱেদঃ** *পু.* (নিৰ্ ৱিদ্ ঘঞ) ১। বিৰক্তি, আমনি, অনিচ্ছা, ২। ভগ্নোৎসাহ, ৩। অপমান, দুখ, শোক, ৪। শান্তৰসৰ স্থায়িভাৱ, ৫। স্বাৱমাননা, তেত্ৰিশটা ব্যভিচাৰিভাৱৰ প্ৰথমটো, ৬। বৈৰাগ্য, গী ২।৫২।

**নিৰ্ৱেশঃ** *পু.* (নিৰ্ ৱিশ ঘঞ) ১। ভোগ, ভা ৬।২।৭; ২। মূৰ্চ্ছা, ৩। বিবাহ, ৪। মজুৰি, বেতন।

**নিৰ্ৱেষ্টনং** তাঁতশালৰ মাকো।

**নিৰ্ব্যথনং** *ক্লী.* (নিৰ্ ৱ্যথ ল্যুট) ১। ছিদ্ৰ, ২। অত্যন্ত ব্যথা, যাতনা, ৩। শোকৰ পৰা মুক্তি।

**নিৰ্ব্যূঢ়** *বিণ.* (নিৰ ৱি ৱহ ক্ত) ১। পৰিত্যক্ত, ২। সমাপ্ত, ৩। বৃদ্ধিপ্ৰাপ্ত, ৪। প্ৰমাণিত, **—ঢ়ি** *স্ত্ৰী.* অন্ত, সমাপ্তি, শীৰ্ষবিন্দু।

**নিৰ্ব্যূহঃ** *পু.* ১। চূড়া, শৃঙ্গ, ২। শিৰস্ত্ৰাণ, মূৰত পিন্ধা পাগুৰী, মুকুট, 'হেলমেত' আদি, ৩। ছবি আদি আঁৰিবৰ বাবে বেৰত মাৰি থোৱা খিলি, ৪। পাচন।

**নিৰ্হৰণং** *ক্লী.* (নিৰ হৃ ল্যুট) দাহন, দাহ কাৰ্য্য, শৱদাহন, ভা ৭।৭।২৮।

**নিৰ্হাৰঃ** *পু* (নিৰ্ হৃ ঘঞ) ১। দাহৰ বাবে শ্মশানলৈ মৃতদেহ নিয়া। শৱদাহন, ৩। শস্য বা ধানাদি (নিজৰ বাবে) আহৰণ, ৪। নিষ্কাশন, ৫। মলমূত্ৰাদ্যিত্যাগ।

**নিৰ্হাৰী** (ন্) *বিণ* ১। বহু দূৰলৈ যোৱা সুগন্ধি, ২। সুগন্ধযুক্ত।

**নিহৃতিঃ** *স্ত্ৰী* দূৰীকৰণ।

**নিৰ্হাদঃ** *পু* (নিৰ্ হ্ৰাদ ঘঞ) শব্দ, ধ্বনি, ৰ ১।৪১।

**নিলয়ঃ** *পু* (নিলীয়তে অস্মিন্নিতি নি লী অচ) ১। ঘৰ, বাসস্থান ৰ ২।১৫; ২। আশ্ৰয়স্থল; ভা ৮।১।১১।

**নিলিম্পঃ** *পু* (নি লিপ্ শঃ) ১। দেৱতা, ২। মৰুৎগণ **—নিৰ্ঝৰী** দেৱনদী, গঙ্গা।

**নিলিম্পা, নিলিম্পিকা** গাই গৰু।

**নিলীন** *বিণ* (নি লী ক্ত) ১। লীন হোৱা, সংলগ্ন, ভট্টি ২।৫; ২। গলিত, ৩। নাশপ্ৰাপ্ত, ৪। ৰূপান্তৰিত।

**নিৱচনে** *অব্য* নোকোৱাকৈ, কথা বন্ধ কৰি।

**নিৱপনং** *ক্লী* (নি ৱপ্ ল্যুট) ১। পিতৃ পুৰুষৰ উদ্দেশ্যে দিয়া দান, তৰ্পণাদি। ২। শস্যৰ বীজ সিঞ্চন, ৩। সিঞ্চন।

**নিৱৰা** *স্ত্ৰী* (নি ৱৃ অপ্ টাপ্) কুমাৰী, অবিবাহিতা কন্যা।

**নিৱৰ্তনং** *ক্লী* ১। উভতি অহা, ২। কামৰ পৰা অব্যাহতি, ৩। মাটি কালি (২০ টাঁৰ) ৪। অনুতাপ

**নিৱসতিঃ** *স্ত্ৰী* (নি ৱস্ অতিচ্) ঘৰ, বাসস্থান।

**নিৱসথঃ** *পু* (নি ৱস্ আধাৰে অথচ) গাওঁ।

**নিৱসনং** *ক্লী* (নি ৱস্ ল্যুট) ১। ঘৰ, বাসস্থান, ২। কাপোৰ, শি ১০।৬০।

**নিৱহঃ** *পু* (নি ৱহ্ গঃ) ১। সমূহ, সমষ্টি, দ'ম। পঞ্চ ৫।৮; ২। সপ্তবায়ুৰ অন্তৰ্গত এবিধ বায়ু।

**নিৱাত** *বিণ* (নিতৰাং ৱাতি গচ্ছতীতি নি বা ক্তঃ) ১। আশ্ৰয়স্থল, নিবাস, ২। বতাহশূন্য, ৰ ৩।১৭; ৩। শস্ত্ৰৰ দ্বাৰা অভেদ্য বৰ্ম। **(—তঃ)** বতাহৰ পৰা

সুৰক্ষিত বাসস্থান, আশ্ৰয়স্থল, **–কৱচঃ** *পু* এজন দৈত্যৰ নাম। হিৰণ্যকশিপুৰ নাতি আৰু সংহ্লাদৰ পুত্ৰ।

**নিৱাপঃ** (নি ৱপ ঘঞ) ১। মৃতকৰ উদ্দেশ্যে দিয়া দান। পিতৃ তৰ্পণ, ২। শস্য, বীজ।

**নিৱাৰঃ নিৱাৰণং** (নি বৃ ণিচ্ ল্যুট) ১। নিবাৰণ, ২। দূৰীকৰণ, ৩। বাধা, নিষেধ।

**নিৱাসঃ** *পু* (নি ৱস ঘঞ) ১। ঘৰ, বাসস্থান, আশ্ৰয়স্থল, গী ৩।১৮; ২। পিন্ধা কাপোৰ, হৰ ১৮১।৪১; **–সী** (ন্) *পু* গৃহবাসী। **–নং** ১। বাসস্থান, ২। প্ৰৱাস।

**নিৱিড়** (নি বিড় ক) ১। নিৰৱকাশ, ২। ডাঠ, ঘন, ৩। দৃঢ়, ৪। স্থূল, বৃহদাকাৰ, ৫। ছিদ্ৰহীন, গাঢ়, আস ৩২০; ৬। বেঁকা নাকযুক্ত।

**নিৱিৰীস** *বিণ্* (নি নতা নাসিকা যস্য) ১। বেঁকা নকা, খৰানকা, ২। নিবিড়।

**নিৱিশেষ** *বিণ্* একে, সদৃশ, **–ষঃ** বৈশিষ্ট্যৰ অভাৱ।

**নিৱিষ্ট** *বিণ্* (নি ৱিশ্ ক্ত) ১। আবদ্ধ, দেভা ১।১৫।৪৫; ২। স্থিত, অৱস্থিত, বাস কৰা, আসীন, বহি থকা, ৩। দৃঢ়, ৪। সংযত, ৫। আৰব্ধ, প্ৰাৰম্ভিত, সংযোজিত।

**নিৱীতং** (নিৱীয়তে স্মেতি নি ব্যে আচ্ছাদনে ক্ত) ১। আচ্ছাদনবস্ত্ৰ, আৱৰণ, ওৰণী, ২। গলত হাৰৰ দৰে পিন্ধা লগুণ (যজ্ঞসূত্ৰ)– 'উপবীতং ভৱেন্নিত্যাং নিৱীতং কণ্ঠসজ্জনম' কূপু।

**নিৱৃতং–তং** *ক্লী, পু* ওৰণী, আৱৰণ, ঢাকনী। **–তিঃ** *স্ত্ৰী* ঢাকনী।

**নিৱৃত্ত** *বিণ্* (নি ৱৃৎ ক্ত) ১। বিৰত, ভা ১০।১৪; ২। প্ৰত্যাগত, প্ৰস্থিত, ৩। ৰুদ্ধ, ৪। সাংসাৰিক সুখ ভোগৰ ত্যাগ, ৪। সমাপ্ত, পৰিপূৰ্ণ, **–ত্তং** প্ৰত্যাগমন **–ত্তিঃ** *স্ত্ৰী* অপ্ৰবৃত্তি, আকাঙ্ক্ষাশূন্যতা। বিৰতি, উপৰতি। **–কাৰণ** অভিপ্ৰায়-শূন্য, হেতুহীন (**–ণঃ**) ধৰ্মপ্ৰাণ লোক, ভোগ-বিলাসৰ প্ৰতি বাসনাশূন্য মানুহ। **–মাংস** মাছ-মাংস ত্যাগী, **–ৰাগ** অনুৰাগশূন্য, **–ৱৃত্তি** চাকৰি, ব্যৱসায় আদি ত্যাগ **–হৃদয়ঃ** কোমলমনা

**নিৱেদনং** *ক্লী* (নিৱেদ্যতে ইতি নি ৱিদ ল্যুট) ১। আবেদন, ২। বিজ্ঞাপন, ৩। সমৰ্পণ, আত্মসমৰ্পণ। ভা ৭।৫।২৩

**নিৱেদ্যং** *ক্লী* ভগৱানলৈ গন্ধপুষ্প, বুট মাহাদি অৰ্পণ।

**নিৱেশঃ** *পু* (নি বিন্ ঘঞ) ১। প্ৰৱেশ, ২। শিবিৰ। অস্থায়ীভাৱে থকা ঠাই, মহা ৫।৮।২; ৩। ঘৰ, বাসস্থান, ৪। বিবাহ, ৫। স্তনৰ বিস্তৃতি, আকৃতি, ৰি ৪।৮; ৬। নকল, প্ৰতিলিপি, ৭। অলঙ্কাৰ। ৮। সৈন্য সজ্জা।

**নিৱেশনং** *ক্লী* ১। ঘৰ, বাসস্থান, দেভা ৩।২৪।৪৯; ২। নগৰ, ৰা ৭।৭৫।১৮; ৩। প্ৰৱেশ, ৪। শিবিৰ, ৫। স্থাপন, সংস্থাপন ৬। লিখন। ৭। (চৰাইৰ) বাহ।

**নিৱেষ্টঃ** *পু* ঢাকন, আবৰণ **–নং** ঢাকন দিয়া কাৰ্য্য।

**নিশঠঃ** *পু* বলৰামৰ পুত্ৰৰ নাম।

**নিশমনং** *ক্লী* (নি শম ণিচ ল্যুট) দৰ্শন, শ্ৰৱণ।

**নিশ(শা)ৰণং** *ক্লী* মাৰণ, হত্যা, বধ।

**নিশা** *স্ত্ৰী* (নিতৰাং শ্যতি তনুকৰোতি ব্যাপাৰানিতি নি শো কঃ টাপ) ১। ৰাতি, ৰজনী, ঋতু ১।৯; ২। হালধি, **–কৰঃ** *পু* চন্দ্ৰ, কুকুৰা, কৰ্পূৰ, মহাদেৱ। **–ধীশঃ, –পতিঃ, –মণিঃ, –ৰত্ন** চন্দ্ৰ। **–গৃহং** বিছনা থকা কোঠা। **–চৰ** ৰাতি চৰি বা ঘূৰি ফুৰা (মানুহ বা জন্তু) যেনে– চোৰ, ডকাইত, ভূত প্ৰেতাদি, ৰাক্ষস, ৰ ১০।৪৫; শিয়াল, ফেঁচা, সাপ, ২। মহাদেৱ, মহা ১৩।১৭।৬৭; ৩। চক্ৰবাক চৰাই, ৪। বাৰণ (**–ৰী**) *স্ত্ৰী* ভূতুনী, ৰাতি প্ৰিয়জনৰ ওচৰলৈ যোৱা তিৰোতা। বেশ্যা **–চৰ্ম** *ক্লী* অন্ধকাৰ **–জলং** হিম, নিয়ৰ, কুঁৱলি, **–দৰ্শী(ন্)** ফেঁচা। **–নিশং** *অব্য* প্ৰত্যেক ৰাতি। **–পুষ্পং** ৰাতি ফুলা (কুমুদ) ভেঁট ফুল। নিয়ৰ, হিম। **–বলঃ** *পু* মেষ, বৃষ, মিথুন, কৰ্কট, ধনু আৰু মকৰ ৰাশি। **–মনং** *ক্লী* দৰ্শন, শ্ৰৱণ, আলোচনা **–মৃগঃ** শিয়াল। **–ৰুকঃ** *পু* ১। এবিধ ৰূপক, ২। সঙ্গীতৰ এবিধ তাল **–ৱনঃ** শণগছ। **–ৱিহাৰঃ** ৰাক্ষস, ভূত, দৈত্য। **–ৱেদী (ন্)** কুকুৰা, **–হসঃ** কুমুদ ফুল।

**নিশাটঃ, –টনঃ** *পু* ফেঁচা, দৈত্য, ৰাক্ষস।

**নিশাত** *বিণ* শাণিত, তীক্ষ্ণ।

**নিশাদঃ** *পু* নিষাদ, চণ্ডাল।

**নিশাহ্বা** *স্ত্ৰী* হালধি।

**নিশিতং** *বিণ্* (নি শো ক্তঃ) শাণিত, তীক্ষ্ণকৃত, ধাৰ দিয়া (অস্ত্ৰ)। **–তং** *ক্লী* লোহা।

**নিশিপুষ্পা, পুষ্পিকা–পুষ্পীঃ** শেৱালি ফুল (ৰাতি ফুলে)।

**নিশীথঃ** *পু* (নিতৰাং শেতেঽস্মিন্নিতি নি শী থক) ১। মাজৰাতি, ৰ ৩।১৫; ২। ৰাতি, ঋতু ১।৩; **–থিনী** ৰাতি। **–থিনীনাথঃ** চন্দ্ৰ। **–থ্যা** ৰাতি।

**নিশুম্ভঃ** *পু* (নি শুনভ হিংসায়াম্ ঘঞ্) ১। হত্যা, বধ, ২। এটা দৈত্যৰ নাম। কশ্যপ মুনিৰ ঔৰসত দনুৰ গৰ্ভত দুটা অসুৰৰ জন্ম হয়। এটাৰ নাম শুম্ভ আৰু আনটো নিশুম্ভ। এই দুয়োটাকে দুৰ্গাহি বধ কৰে। বাপু। ৩। আন এটা অসুৰৰ নাম। বৈৱস্বত মন্বন্তৰত শুম্ভ আৰু নিশুম্ভ নামৰ দুটা মহাসুৰ আছিল। নন্দগোপৰ ঘৰত যশোদাৰ গৰ্ভত জন্ম হোৱা যোগমায়াৰূপিণী, বিন্ধ্যাচলনিবাসিনী দেবী দুৰ্গাৰ হাতত সেই দুটাৰ মৃত্যু হয়। চণ্ডী (মাপু ৯১ অ)। **–মৰ্দ্দিনী** দুৰ্গা।

**নিশুম্ভনং** *ক্লী* হত্যা, বধ।

**নিশ্চয়ঃ** *পু* (নিৰ চি অপ্) ১। নিঃসংশয়জ্ঞান, ২। অনুসন্ধান, ৩। নিৰ্ণয়, ৪। নিৰ্ধাৰণ, সিদ্ধান্ত, ৫। অভিপ্ৰায়, লক্ষ্য, উদ্দেশ্য। কু ৫।৫; ৬। এবিধ অৰ্থালঙ্কাৰ।

**নিশ্চল** *বিণ্* (নিৰ্ চল অচ) অচ্চল, অচৰ, স্থাৱৰ, অপৰিৱৰ্তনীয়, অবিকাৰ্য, গী ২।৫৩; **–লা** ১। পৃথিৱী, ২। এখন নদী **–লাঙ্গঃ** এবিধ বগলী, পৰ্বত।

**নিশ্চায়কঃ** *পু* নিশ্চয়কৰ্তা। নিৰ্ণায়ক।

**নিশ্চাৰকং** *ক্লী* ১। মলত্যাগ, মল নিষ্কাশন, ২। বায়ু, ৩। *ঠেঁহ*। স্বেচ্ছাচাৰিতা

**নিশ্চিত** *বিণ্* নিৰ্ধাৰিত, নিৰ্ণিত, মীমাংসিত, **–তং** নিশ্চিতভাৱে, খাটাংকৈ, **–তিঃ** *স্ত্ৰী* নিৰ্ধাৰণ, নিৰ্ণয়, মীমাংসা।

**নিশ্ৰমঃ** *পু* পৰিশ্ৰম।

**নিশ্ৰয়ণী, –শ্ৰেণি, –শ্ৰেণী** জখলা।

**নিশ্বাসঃ** *পু* (নি শ্বস ভাৱে ঘঞ্) ১। বহিৰ্মুখীশ্বাস। নাক বা মুখেৰে বাহিৰলৈ উলিয়াই দিয়া বায়ু। ২। হুমুনিয়াহ। **–সংহিতা** *স্ত্ৰী* শিৱই ৰচনা কৰা এখন পুথি।

**নিষঙ্গঃ** *পু* (নি সনজ ঘঞ্) ১। আসক্তি, অনুৰাগ, সঙ্গ, ২। তূণী, ৰ ২।৩০; **–থিঃ** ১। আলিঙ্গন, ২। ধনুৰ্ধৰ, ৩। ৰথী, ৰথ। সাৰথি, কান্ধ, ঘাঁহ।

**নিষঙ্গী (ন্)** ১। ধনুৰ্ধৰ, ৰ ৭।৫৬; ২। ধৃতৰাষ্ট্ৰৰ এজন পুতেকৰ নাম।

**নিষণ্ণ** *বিণ্* (নি সদ্ ক্ত দকাৰস্য নঃ) ১। উপৱিষ্ট, আসীন, বহি থকা, জিৰণি লোৱা।, ২। শোকগ্ৰস্ত, ৩। পালিত, **–কং** আসন।

**নিষদ্যা** *স্ত্ৰী* (নি সদ ক্যপ টাপ্) ১। বজাৰ, হাট, শি ১৮।১৫; ২। দোকান ঘৰ, ৩। সৰু বিছনা।

**নিষদ্বৰঃ** *পু* ১। বোকা, কৰ্দম, ২। কামদেৱ, **–ৰী** ৰাতি।

**নিষধঃ** *পু* ১। এখন পৰ্বতৰ নাম, ২। নিষধ ৰাজ্যৰ প্ৰজা, নিষধৰাজ নল, ৩। শ্ৰীৰামৰ আজোনাতি কুশৰ নাতি, অতিথিৰ পুত্ৰ।

**নিষাদঃ** *পু* (নিষদ্যতে গ্ৰামশেষসীমায়াম্ ইতি নি সদ ঘঞ্) ১। ভাৰতৰ এটা অতি পুৰণি আদিম জাতি। ব্যাধ, আদি পৰ্বতীয়া জনজাতি। চণ্ডাল (অমৰকোষ) বেণশৰীৰোদ্ভৱ জাতি বিশেষ, মনু ১০।৮; ২। সঙ্গীতৰ সপ্তমসুৰ (নি)। নাৰদৰ মতে হস্তিস্বৰ তুল্য। সকলো স্বৰৰ ভিতৰত উচ্চ। **–দী (ন্)** ১। মাউত। শি ৫।৪১; ২। আসীন।

**নিষাদিত** *বিণ্* ১। দুঃখিত, শোকগ্ৰস্ত, ২। বহিবলৈ বাধ্য কৰা।

**নিষিদ্ধ** *বিণ্* (নি সিধ ক্ত) নিষেধ কৰা (বস্তু)। 'তীৰ্থে তিথিৱিশেষে চ গঙ্গায়াং প্ৰেতপক্ষকে। নিষিদ্ধেঽপি দিনে কুৰ্য্যাৎ তৰ্পণং তিলমিশ্ৰিতম্।।' দূৰীকৃত, বহিৰ্ভূত, বাধা থকা, বাৰণ কৰা।

**নিষিক্ত** *বিণ্* (নি সিচ ক্ত) সিক্ত, পানী ছটিওৱা, পানীত তিতা, বাকি দিয়া।

**নিষিদ্ধিঃ** *স্ত্ৰী* ১। নিষেধ, ২। প্ৰতিৰক্ষা, দূৰীকৰণ।

**নিষূদনং** *ক্লী* হত্যা, বধ। **–নঃ** হত্যাকাৰী।

**নিষেকঃ** *পু* (নি সিচ্ ঘঞ্) ১। গৰ্ভাধান, ২। বীৰ্য্য; মনু ৪।১৫১; ৩। ক্ষৰণ, সিঞ্চন, পাচন। ৪। লেতেৰা, মলযুক্ত পানী।

**নিষেধঃ** *পু* (নি সিধ্ ঘঞ্) ১। প্ৰতিষেধ, নিবৃত্তি, বাধা, ২। অস্বীকাৰ, ৩। বিপৰীত বিধি বা নিয়ম।

**নিষেৱনং** *ক্লী* (নি সেৱ্ ণিচ্ ল্যুট্) সেৱা, ভা ১।২।১৬; পূজা, অৰ্চনা, আসক্তি, ভোগ, ব্যৱহাৰ।

**নিষেৱ্য** *বিণ্* (নি সেৱ ভাৱে ণ্যত) পূজনীয়, অৰ্চনীয়।

**নিষ্ক্** মানে (চুৰা আ সক নিষ্কয়তে) ওজন কৰ, মাপ ল, জোখ ল।

**নিষ্কং –ষ্কঃ** (নিস্ কৈ কঃ) ১। বিভিন্ন মূল্য বা ওজনৰ সোণৰ মোহৰ। ১কৰ্ষ অথবা ১৬ মাষৰ ১সুৱৰ্ণ। ১ পল অথবা ১০৮ সুৱৰ্ণ। ২। গলৰ স্বৰ্ণহাৰ।

**নিষ্কৰ্ষঃ** *পু* (নিৰ্ কৃষ ভাৱে ঘঞ্) ১। নিষ্কাশন, ২। নিশ্চয়তা, ৩। কৰৰ বাবে প্ৰজাৰ ওপৰত উৎপীড়ন, মহা ২।১৩।১৩; ৪। ওজন, ৫। সাৰ অৰ্থ, প্ৰধান বিষয়।

**নিষ্কল** *বিণ্* ১। কলাশূন্য, মহা ৩।২০৮।৯; ২।

বীৰ্য্যহীন, **–লং** ব্ৰহ্ম। **–লঃ** আধাৰ পাত্ৰ, **–লা** বৃদ্ধা, বুঢ়ী, **–লী** ঋতুহীনা। ঋতুস্ৰাৱ বন্ধ হোৱা (বুঢ়ী) তিৰোতা।

**নিষ্কালকঃ** *পু* (নিৰ্ কালি খুল) যাৰ লোম, চুলি আদি সম্পূৰ্ণৰূপে খুৰাই পেলোৱা হৈছে। মুণ্ডিত, প্ৰায়শ্চিত্তযোগ্য।

**নিষ্কালনং** *ক্লী* ১। দূৰীকৰণ, বহিষ্কৰণ, অপসাৰণ ২। বধ, হত্যা।

**নিষ্কাসঃ (শঃ)** *পু* (নিৰ্ কাশ অচ) ১। অট্টালিকাৰ ওপৰৰ স্থান, 'চাজা', বাৰান্দা আদি। ২। প্ৰস্থান, ৩। দোকমোকালি, ৪। অন্তৰ্ধান।

**নিষ্কাসিত** *বিণ্* (নিস্ কাশ্ ণিচ্ ক্ত) ১। অপসাৰিত, দূৰীকৃত, বহিষ্কৃত, ২। ন্যস্ত, নিযুক্ত, ৩। প্ৰস্ফুটিত, ৪। নিন্দিত, ৫। অধিকৃত।

**নিষ্কাসিনীঃ** অসংযতা ভৃত্যা।

**নিষ্কুটঃ** *পু* (কুটাৎ গৃহাৎ নিষ্ক্ৰান্তঃ) ১। ঘৰৰ ওচৰৰ উপবন, ২। মুক্ত পথাৰ, ৩। কপাট, দুৱাৰ, ৪। গছৰ খোৰোং ৫। মহিলা মহল, অন্দৰমহল। **–টিঃ,– টী** ডাঙৰ ইলাচি।

**নিষ্কুচিত** *বিণ্* (নিস্ কুশ ক্তঃ) ১। নিষ্কাসিত, বিদীৰ্ণকৃত, ৰ ৭।৫০; ২। বহিষ্কৃত।

**নিষ্কুহঃ** *পু* গছৰ খোৰোং।

**নিষ্কৃত** *বিণ্* (নিস কৃ ক্ত) ১। প্ৰায়শ্চিত্ত হোৱা, ২। দূৰীভূত, দূৰীকৃত, মাৰ্জিত, ক্ষমাপ্ৰাপ্ত, **–তং** প্ৰায়শ্চিত্ত **–তিঃ** ১। প্ৰায়শ্চিত্ত, প্ৰতিকাৰ, ২। ঋণৰ পৰা মুক্তি, মনু ২।২২৭; ৩। দূৰীকৰণ, ৪। উপেক্ষা, ৫। আৰোগ্যতা, ৰোগৰ পৰা মুক্তি, ৬। দুষ্ট চৰিত্ৰ, ৭। অগ্নি বিশেষ, মহা ৩।২১৮।১৪ ।

**নিষ্কৃষ্ট** *বিণ্* নিষ্কাসিত, (ৰস) টানি উলিওৱা।

**নিষ্কোষং, –ষণঃ** *ক্লী, পু* ১। ধান বানা, তুঁহ উলিওৱা, ২। ছিন্নকৰণ, নিষ্কাসন, **–ণকং** দাঁত খোঁচৰা কাঠী।

**নিষ্ক্ৰমঃ** *পু* (নিস্ ক্ৰম ঘঞ্) ১। প্ৰস্থান, বহিৰ্গমন, ২। কেঁচুৱাক এঘাৰ দিনৰ দিনা প্ৰসূতি ঘৰৰ পৰা বাহিৰলৈ 'সূৰ্য্যক দেখুৱাবলৈ' উলিওৱা সংস্কাৰ। চাৰিমাহতো এনে কৰা হয় 'অহন্যেকাদশে নাম চতুৰ্থে মাসি নিষ্ক্ৰমঃ, যা ১।১২; ৩। জাতি বা বংশৰ পৰা ভ্ৰষ্ট। দুষ্কুল। ৪। ধীশক্তি, জ্ঞানশক্তি।

**নিষ্ক্ৰমণং** *ক্লী* (নিস ক্ৰম ভাৱে ল্যট) ১। দশ সংস্কাৰৰ অন্তৰ্গত এটা সংস্কাৰ, মনু ২।৩৪; ২। প্ৰস্থান, বহিৰ্গমন।

**নিষ্ক্ৰয়ঃ** *পু* (নিৰ্ কৃ অচ্) ১। উদ্ধাৰ, জৰিমনা, মুক্তিৰ বাবে দিয়া ধন, ৰ ২।৫৫; ২। পুৰস্কাৰ, ৩। বেতন, মজুৰী, ৪। সামৰ্থ্য, ৫। প্ৰত্যুপকাৰ, ৬। বিনিময়। শি ১।৫০; ৭। বিক্ৰয়, মনু ৯।৪৬; **–নং** *ক্লী* জৰিমনা, উদ্ধাৰ।

**নিষ্ক্ৰাথঃ** *পু* ১। পাচন, ২। ক্বথ, ৩। মাছ-মাংসৰ জোল।

**নিষ্টপনং** *ক্লী* জ্বলোৱা কাৰ্য্য।

**নিষ্ট্যঃ** *পু* ম্লেচ্ছ জাতি বিশেষ।

**নিষ্ঠঃ** *পু* (নি স্থা কঃ) স্থিত, সমাসৰ শেষত 'থকা' অৰ্থত ব্যৱহাৰ হয়। যেনে— সত্যনিষ্ঠ। তপোনিষ্ঠ, ধৰ্মনিষ্ঠ। **–ষ্ঠা** ১। নিষ্পত্তি, নাশ, মৃত্যু, ভা ৫।১২।৮; ২। অন্ত, সমাপ্তি, ৩। যাচঞা, ভিক্ষা। ৪। প্ৰাপ্য, ৫। স্থিতি, ৬। একাগ্ৰতা, ভক্তি, ৭। আস্থা, বিশ্বাস, গী ৩।৩; ৮। নৈপুণ্য, ৯। বিপদ, ১০। ক্ত, ক্তৱতু প্ৰত্যয় (ব্যাকৰণ) **–ষ্ঠানং** *ক্লী* মচলা, চাটনি, ব্যঞ্জন, আঞ্জা, ৰা ২।৭।৩৬।

**নিষ্ঠিত** *বিণ্* (নি স্থা ক্তঃ) নিষ্ঠাযুক্ত, স্থিত। সম্যকজ্ঞাতা বেদ-বেদাঙ্গ-ধনুৰ্বেদ আদি বিষয়ত অভিজ্ঞ।

**নিষ্ঠীৱঃ,–ৱনং–ৱিতং** থু-খেকাৰ আদি মুখৰ পৰা উলিওৱা বা বমি কৰি উলিওৱা কাৰ্য।

**নিষ্ঠুৰ** *বিণ্* (নি স্থা উৰচ) ১। কঠিন, কৰ্কশ, ২। প্ৰবল, তীক্ষ্ণ, শি ৫।৪৯; ৩। কঠোৰ, নিৰ্দয়, ৰ ৩।৬২; ৪। স্বেচ্ছাচাৰী, অবাধ্য।

**নিষ্ঠ্যূত** *বিণ্* (নি ষ্ঠিব ক্ত উঠ) ১। নিক্ষিপ্ত, ২। থু পেলোৱা, ঘাম ওলোৱা, শি ৩।১০।

**নিষ্ণ,–ষ্ণাত** *বিণ্* (নি স্না ক্ত) ১। বিজ্ঞ, জ্ঞানী, অভিজ্ঞ, ২। নিপুণ, ৩। পাৰদৰ্শী, ভা ১।৪।২১; ৪। সমাপিত, সম্পাদিত, ৫। নিখুঁত, সম্পূৰ্ণ।

**নিষ্পক্ব** *বিণ্* (নিতৰাং পক্বম্) ১। পাচন ক্ৰিয়াৰ দ্বাৰা সিদ্ধ, ২। ভালদৰে সিজোৱা (ব্যঞ্জনাদি)।

**নিষ্পত্তিঃ** *স্ত্ৰী* (নিৰ্ পদ ক্তিন্) ১। সমাপ্তি, শেষ, অন্ত, ২। সিদ্ধি, ৩। পৰিপক্বতা, ৪। জাত, উৎপত্তি, উৎপাদন; (যোগ) নাদৰ এটা বিশেষ অৱস্থা।

**নিষ্পদযানং** *ক্লী* চকা নোহোৱা যানবাহন, যেনে— নাও।

**নিষ্পন্ন** *বিণ্* (নিস পদ ক্তঃ) ১। সম্পন্ন, সম্পাদিত, ২। সিদ্ধ, নিৰ্বৃত্তঃ, দেভা ৩।৮।২২; ৩। উৎপন্ন, জাত, উত্থিত, সুসজ্জিত।

**নিষ্পদনং** ধান বা শস্যাদি জৰা কাৰ্য্য।

**নিষ্পাদনং** *ক্লী* (নিৰ্ পদ ণিচ্ ল্যুট) ১। নিষ্পত্তি, সম্পাদন, ২। সমাপ্তি, উৎপাদন।

**নিষ্পাদঃ** *পু* (নিৰ্ পু ণিচ্ ঘঞ্) ১। ধান জাৰি তুঁহাদি উলিওৱা কাৰ্য্য। ২। বতাহ, ৩। এবিধ শস্যৰ বীজ, ৪। ৰাজমাহ, মাপু ১৫।২; ৫। সমীৰণ, মৃদু বায়ু।

**নিষ্পীড়িত** *বিণ্* চেপি পেলোৱা, হেঁচি ধৰা।

**নিষ্পেষঃ-ষণং** *পু ক্লী* ১। নিষ্পীড়ন, ঘঁহন, চূৰ্ণকৰণ, ২। আঘাত, ঘৰ্ষণ, ৰ ৪।৭।

**নিষ্প্ৰতিভ** *বিণ্* (নি নাস্তি প্ৰতিভা যস্য) ১। অজ্ঞ, জড়, ২। দীপ্তিৰহিত।

**নিষ্প্ৰত্যূহ** *বিণ* (নিৰ্গতঃ প্ৰত্যূহঃ বাধা অস্যেত্যি) নিৰ্বিঘ্ন, বিঘিনিশূন্য।

**নিষ্প্ৰভ** *বিণ্* (নিৰ্গতা প্ৰভা অস্যেতি) প্ৰভাহীন, দীপ্তিহীন ৰ ১১।৮১।

**নিষ্প্ৰৱাণং-ণি** *ক্লী* ১। তাঁতৰ পৰা উলিওৱা কাপোৰ (অৰ্থাৎ নোধোৱা কাপোৰ)। ২। নতুন কাপোৰ।

**নিষ্ফল** *বিণ্* (নিৰ্গতং ফলং যস্মাৎ) ফলহীন, অনৰ্থক।

**নিস্** *অব্য* ধাতু অথবা বিশেষ্যৰ আগত, বিভেদ, দূৰ, নিশ্চয়তা, পৰিপূৰ্ণতা, অতিক্ৰম, অভাৱ, আদি বিভিন্ন অৰ্থত ব্যৱহাৰ হয়। স্বৰবৰ্ণ আৰু অল্পপ্ৰাণ বৰ্ণৰ আগৰ নিস্‌ৰ ঠাই নিৰ্ হয়। **-কণ্টক** নিষ্কণ্টক, বাধাহীন, কাঁইটশূন্য, শত্ৰুশূন্য **-কন্দ** মূলহীন, কন্দহীন **-কপট** অকপট, সৰল **-কৰুণ** নিৰ্দয়, নিষ্ঠুৰ **-কাম** ১। নিষ্কাম, কামনা বাসনাহীন, ২। সাংসাৰিক ভোগবিলাসমুক্ত **-কাৰণঃ** হেতুহীন, ভিত্তিহীন, **-কিঞ্চন** নিঃস্ব, দীন, দৰিদ্ৰ। **-কুলীন** নীচকুলীয়া **-কুলা** তুঁহ পৰিষ্কাৰ কৰা ধান। **-কূট** সৰল, সাধু। **-কৃপ** নিষ্ঠুৰ, **-কৈৱল্য** প্ৰকৃত, চৰম, মোক্ষহীন। **-চক্ৰং** **-ক্ৰিয়** নিষ্কৰ্মা, *অব্য* সম্পূৰ্ণভাৱে **-চক্ষুস্** কণা। **-চিত্ত** নিশ্চিত্ত, চিন্তাশূন্য, ভাবনাশূন্য **-চেতন** অচেতন, অজ্ঞান **-চেষ্ট** চেষ্টাশূন্য, শক্তিহীন **-ছন্দস্** বেদাধ্যয়ন নকৰা মানুহ **-ছিদ্ৰ** ছিদ্ৰহীন, ক্ৰুটীহীন, ব্যাঘাত নথকা **-তন্তু** নিঃসন্তান **-তিমিৰ** অন্ধকাৰশূন্য, উজ্জ্বল, নিষ্পাপ, **-তৰ্ক্য** অচিন্ত্য, চিন্তাৰ অতীত। **-তল** ১। ঘূৰণীয়া, গোলাকাৰ, কুং ১।৪২; ২। কম্পিত, ৩। অতল, গভীৰ। **-তুষ** ১। তুঁহহীন, ২। পবিত্ৰ, শুদ্ধ **-(ক্ষীৰঃ)** ঘেঁহু, **(-ৰত্নং)** স্ফটিক। **-তেজস্** ১। নিস্তেজ, দুৰ্বল। শক্তিহীন, বীৰ্যহীন, ২। উদ্যমহীন **-ত্ৰপ** নিলাজ, **-ত্ৰিংশ** ১। ত্ৰিশৰ ওপৰ, ২। নিৰ্দয়, নিষ্ঠুৰ **(-শঃ)** তৰোৱাল, খড়্গ। **-ত্ৰৈগুণ্য** সত্ত্বাদি তিনি গুণৰ অতীত। **-পতিসুতা** পতি-পুত্ৰহীনা। **-পত্ৰ** পত্ৰহীন, পাখিহীন। **-পদ** ঠেং নথকা। **(দং)** ঠেং নোহোৱা যান অৰ্থাৎ নাও। **-পৰিকৰ** আয়োজনশূন্য, **-পৰিগ্ৰহ** নিঃস্ব, ধন সম্পত্তিহীন **(হঃ)** *পু* নিঃস্ব, সন্ন্যাসী। **-পৰিচ্ছদঃ** পাৰিষদবৰ্গ নথকা, **-পৰীক্ষ** ভালভাৱে পৰীক্ষা নকৰা, **-পৰ্যন্ত** **-পাৰ** অপাৰ, সীমাহীন, অসীম, **-পুৰুষ** পুৰুষ অৰ্থাৎ মতা সন্তান নথকা, জনশূন্য। কাপুৰুষ, *স্ত্ৰী.* **(ষঃ)** নপুংসক, কাপুৰুষ, **-পুলাক** তুঁহ শূন্য, **-প্ৰকম্প** অলৰ-অচৰ, স্থিৰ, **-প্ৰকাশ** ক'লা, অন্ধকাৰ, অস্পষ্ট, অস্বচ্ছ, **-প্ৰতিকাৰ** দুৰাৰোগ্য, প্ৰতিকাৰহীন, অবাধ, **-প্ৰতিক** অবাধ, **-প্ৰপঞ্চ** সৰল, সাধু, অবিস্তৃত, **-প্ৰয়োজন** অপ্ৰয়োজনীয়, অনৰ্থক, অকামিলা, **-শলাকং** অকলশৰীয়া ঠাই। নিৰ্জন স্থান, **-শোধ্য** ধৌত, **-সংশয়** নিঃসংশয়, নিসন্দেহ **(য়ং)** *অব্য.* নিসন্দেহে, **-সঙ্গ** সঙ্গহীন, সাংসাৰিক আসক্তি, ভোগ-বিলাস ত্যাগী, বাধাহীন। **(ঙ্গং)** নিস্বাৰ্থভাৱে, **-সংজ্ঞ** সংজ্ঞাশূন্য, **-সত্ত্ব** দুৰ্বল, নীচ, সামান্য, তুচ্ছ, বীৰ্য্যহীন, নপুংশক, **(ত্ত্বং)** শক্তিশূন্য, অস্তিত্বহীন, **-সন্ধি** ডাঠ, ঘন, গাঁথি নথকা, **-সপত্ন** শত্ৰুহীন, কোনো দ্বিতীয় প্ৰতিদ্বন্দ্বী নথকা, **-সমং** *অব্য.* আবতৰীয়া, ভুল সময়ত, **-সম্পাতঃ** ডাঠ অন্ধকাৰ, মাজৰাতি, **-সম্বাধ** আহল-বহল, ডাঙৰ, **-সংসাৰ** অপদাৰ্থ, অকামিলা, নিস্তেজ, **-সীমন্** সীমাহীন, **-স্নেহ** মৰমহীন, দয়াহীন, চৰ্বিশূন্য, অসতৰ্ক, **-স্পন্দ** অলৰ-অচৰ, অকম্পমান, স্থিৰ, **-স্পৃহ** ১। স্পৃহাহীন, বাসনাশূন্য, ২। আওকণীয়া, অমনোযোগী, ৩। সংসাৰিক বাসনাৰ প্ৰতি স্পৃহা-শূন্য, সাংসাৰিক বন্ধনৰ পৰা মুক্ত, ৪। সন্তুষ্ট, **-স্ব** নিঃস্ব, দীন, দৰিদ্ৰ, সা-সম্পত্তিহীন।

**নিসৰ্গঃ** *পু.* (নি সৃজ ঘঞ্) ১। স্বভাৱ, সৃষ্টি, সৰ্গ, কি ১।৬, ২। দান, উপহাৰ, মনু ৮।১৪৩; ৩। মলমূত্ৰাদি ত্যাগ, ৪। ত্যাগ, ৫। বিনিময়, **-জ, সিদ্ধ** *বিণ.* সহজাত, অস্বাভাৱিক, অকৃত্ৰিম, **-তঃ** স্বভাৱতে,

প্ৰকৃততে, স্বাভাৱিকভাৱে, —ভিন্ন অস্বাভাৱিক, ৰ ৬।২৯; —ৱিনীত স্বাভাৱিকতে সতৰ্ক।

**নিসাৰঃ** *পু.* সমূহ, সমষ্টি।

**নিসূদনং** *ক্লী.* হত্যা, বধ।

**নিসৃষ্ট** *বিণ.* (নি সৃজ্ ক্ত) ১। ন্যস্ত, মনু ৮।৪১৪; ২। আজ্ঞাপ্ৰাপ্ত, ৩। মধ্যগত, ৪। পৰিত্যক্ত, পদচ্যুত।

**নিসৃষ্টাৰ্থঃ** *পু.* (নিসৃষ্টো ন্যস্তোঽৰ্থঃ প্ৰয়োজনমিতি) ১। দূত, যাৰ ওপৰত কোনো কামৰ ভাৰ দিয়া হৈছে, ২। ধীৰ, স্থিৰ, বীৰ, স্বামীৰকাৰ্য্য সম্পাদনকাৰী পুৰুষ বিশেষ, —দূতী প্ৰেমিক আৰু প্ৰেমিকাৰ মাজত সংযোগ স্থাপনকাৰী তিৰোতা।

**নিস্তৰণং** *ক্লী.* (নিৰ্ তৃ কৰণে ল্যুট্) ১। নিৰ্গম, প্ৰস্থান, ২। নিস্তাৰ, ৰক্ষণ, উদ্ধাৰ, ৩। উপায়, আঁচনি, ৪। তৰণ, পাৰ হোৱা কাৰ্য্য।

**নিস্তৰ্হণং** *ক্লী.* মাৰণ, হত্যা, বধ।

**নিস্তাৰঃ** *পু.* (নিৰ তৃ ঘঞ্) ১। নিস্তৰণ, পাৰ হোৱা, মোক্ষ, ২। উদ্ধাৰ, ভৰ্তৃ, ১।৭১; ৩। ঋণৰ পৰা মুক্তি, —বীজং সংসাৰ সমুদ্ৰ পাৰ হোৱা কাৰণ সমূহ; যেনে— শ্ৰৱণ কীৰ্তনাদি নৱবিধ ভক্তি। (ব্ৰবৈপু ৩৩ অ)

**নিস্তীৰ্ণ** *বিণ.* (নিৰ্ তৃ ক্ত) উদ্ধাৰপ্ৰাপ্ত, পাৰঙ্গত, বে ৬।৩৬

**নিস্তোদঃ** দংশ, খোঁট, শুঙেৰে বিন্ধা, হুল, হুলেৰে বিন্ধা

**নিস্পন্দঃ** (নি স্পন্দ্ ভাৱে ঘঞ্) স্পন্দন, কম্পন।

**নিস্যন্দ** (নি স্যন্দ ক্ষৰণে ভাৱে ঘঞ্) ১। ক্ষৰণ, টোপটোপকৈ পৰা কাৰ্য, (পুঁজাদি) ওলোৱা, ২। প্ৰবাহ, টোপটোপকৈ পৰা জুলীয়া পদাৰ্থ, মে ৪২

**নিস্ৰৱঃ, —স্ৰাৱঃ** *পু.* (নি স্ৰু ণিচ্ ঘঞ্) ১। ভাতৰ মাড়, ২। সোঁত, পানীৰ বেগ।

**নিস্বনঃ —স্বানঃ** *পু.* (নিস্বন অপ ঘঞ্) শব্দ, স্বৰ, ধ্বনি, মহা ৭।২৬।৩ ।

**নিহত** *বিণ.* (নি হন্ ক্ত) ১। আঘাতকৃত, হত্যাকৃত, বধকৃত, ২। আসক্ত।

**নিহননং** *ক্লী.* (নি হন ল্যুট্) মাৰণ, বধ, হত্যা।

**নিহন্তা (ন্তৃ)** *বিণ.* হননকৰ্তা, হত্যাকাৰী (পু) মহাদেৱ, মহা ১৩।১৭।৩৫।

**নিহাকা** *স্ত্ৰী.* জেঠী।

**নিহাৰঃ** *পু.* নিয়ৰ।

**নিহিত** *বিণ.* (নি ধা ক্ত দধাতেৰ্হিঃ) ১। স্থাপিত, ন্যস্ত, (ধৰ্মস্য তত্ত্বং নিহিতং গুহায়াং মহাজনো যেন গতঃ স পন্থাঃ, মহা) ২। অন্তৰ্ভূক্ত, ৩। সমৰ্পিত, উদ্ভাৱিত, ৪। পুঞ্জীকৃত, ৫। গম্ভীৰ স্বৰেৰে উচ্চাৰিত।

**নিহীন** *বিণ.* (নিতৰাং হীন কুগতিসমাস) নীচ, হীন, পামৰ, মহা ৩।১২।১১৯।

**নিহ্নৱঃ** *পু.* (নি হ্নুয়তে সত্যৱাক্যমিতি নি হ্নু অপ্) ১। অপলাপ, জ্ঞান লুকাই ৰখা কাৰ্য্য, ২। গোপনতা, যা ২।১১; ৩। গুপ্ত কথা, অবিশ্বাস, সন্দেহ, দুষ্টামি, ৪। প্ৰায়শ্চিত্ত, দোষ বা পাপ খণ্ডন।

**নিহ্নুতিঃ** *স্ত্ৰী.* (নি হ্নুক্তিন্) ১। নিহ্নৱ, ২। অস্বীকাৰ, ৩। গোপনতা।

**নী** প্ৰাপণে (ভ্বা, উ, সক নয়তি -তে) দ্বিকৰ্মক ধাতু, ১। কঢ়িয়া, আগুৱাই নি, আন, নি, ২। পৰিচালন কৰ, ৩। প্ৰভুত্ব কৰ, বল কৰ, ৪। তললৈ নি, কোনো লোকক নিম্ন পৰ্য্যায়লৈ নি, যেনে— দুঃখং নী দুখত পেলোৱা, অস্তং নী, দাসত্বং নী, ৱিনাশং নী, শূদ্ৰতাং নী, এনে ব্যৱহাৰবিলাকত নী আৰু কৃ ধাতুৰ অৰ্থ প্ৰায় একে হয়, ৫। নিৰ্ণয় কৰ, স্থিৰ কৰ, ৬। দৌৰ, মনু ৮।২৫২; ৭। বিবাহ কৰ, ৮। দীক্ষা দি, (ণিজন্ত) নায়য়তি, (সনন্ত) নিনীষতি, অনু— উদগনি দি, স্তুতি কৰ, প্ৰশংসা কৰ, অনুনয়-বিনয় কৰ, সান্ত্বনা দি, মৰম কৰ, অপ— লৈ যা, ঘূৰি যা, দূৰ কৰ, নাশ কৰ, চুৰি কৰ, অপহৰণ কৰ, টানি উলিয়া, খুলি পেলা (যেনে কাপোৰকানি), ৰ ৪।৬৪; অভি— অভিনয় কৰ, নাটকত প্ৰদৰ্শন কৰ, উল্লেখ কৰ, আ— আন, ওচৰলৈ আন, মনু ৮।২১০; উৎপন্ন কৰ, আনক দে, আন ঠাইলৈ নি, উদ্— ওপৰলৈ তোল, উন্নতি কৰ, নিৰ্ণয় কৰ, থিৰাং কৰ, উপ— ওচৰলৈ আন, মনু ৩।২২৫; ওপৰলৈ তোল, উপহাৰ দি, উৎপন্ন কৰ, ৪। উপনয়ন সংস্কাৰ কৰ, ৫। নিযুক্ত কৰ, ভাড়া কৰ, নি— ওচৰলৈ আন, সম্পন্ন কৰ, নিস— দূৰ কৰ, দূৰলৈ লৈ যা, স্থিৰ কৰ, থিৰাং কৰ, নিৰ্ণয় কৰ, পৰি— ১। আগুৱাই নি, ২। বিবাহ কৰ, ৩। থিৰাং কৰ, প্ৰ— ১। আগুৱাই লৈ যা, ২। দান কৰ, উপহাৰ দি, ৩। মন্ত্ৰপুত কৰ, মন্ত্ৰ পাঠেৰে শুদ্ধ কৰ, ৪। শান্তি বিধান কৰ,

৫। মতবাদ, বিধি নিয়ম পুথি-গ্রন্থাদি (প্রণয়ন) ৰচনা কৰ, ৬। সম্পাদন কৰ, **প্ৰতি**— ঘূৰাই নি, **ৱি**— ১। দূৰ কৰ, নাশ কৰ, ২। দীক্ষা, শিক্ষা দি, ৩। বশ কৰ, দমন কৰ, ৪। সান্ত্বনা দি, ৫। অতিবাহিত কৰ, ৬। দান দি, শ্ৰদ্ধা জ্ঞাপন কৰ, **সং**— ১। সংযুক্ত কৰ, ২। ঘূৰাই দি, ৩। ওচৰলৈ আন, ৪। শাসন কৰ, দমন কৰ, **সমা**— সংযুক্ত কৰ, একেলগ কৰ।

**নী** *পু.* সমাসৰ শেষত ব্যৱহাৰ হয়। যেনে সেনানী, সেনাপতি, গ্ৰামণী, গাওঁবুঢ়া।

**নীকাৰঃ** *পু.* নিকাৰ, ন্যক্কাৰ, ধিক্কাৰ।

**নীকাশ** *বিণ.* (নি কাশ্ অচ্) নিকাশ, সাদৃশ্য, তুল্য উপমা, মহা ৩।১৮২; ১৩। নিশ্চয়তা।

**নীচ** *বিণ.* (নিকৃষ্টাং লক্ষ্মীং চিনোতীতি চি ডঃ) ১। হীন, বৰ্বৰ, পামৰ, প্ৰাকৃত, ইতৰ ২। ক্ষুণ্ণ, ৩। অনুচ্চ, বামন, বাওনা, খৰ্ব, নিম্ন, ৪। চোৰক নামৰ এবিধ গন্ধ দ্ৰব্য, ৫। অপদাৰ্থ, (–চা) ৬। উৎকৃষ্ট গাইগৰু, **—গা নদী**, **—ভোজ্যঃ** পিঁয়াজ, **—যোনী** (ন্) নীচকুলোদ্ভৱ, **—ৱজ্ৰঃ —ভ্ৰুং** এবিধ মুক্তা।

**নীচকী** (ন্) *পু.* ১। শীৰ্ষ, মূৰ, শিৰ, ২। উৎকৃষ্ট গাই গৰুৰ গৰাকী।

**নীচকৈঃ নীচৈঃ** *অব্য.* ১। নীচ, নিম্ন, তল, তলফালে, ২। হালি পৰা, হালি প্ৰণাম কৰা, নম্ৰভাৱ, বিনীত-ভাৱে, ৩। বাওনা, বামন, চাপৰ, (পু) এখন পৰ্বতৰ নাম, **—গতিঃ** ধীৰ গতি, **—মুখ** তলমুৰ।

**নীড়ং –ড়ঃ** *ক্লী. পু.* (নি ঈড় স্তুতৌ ঘঞ্) ১। চৰাইৰ বাহ, শ ৭।১১; ২। বিছনা, ৩। জন্তুৰ গহ্বৰ, চোং, ৪। বাহনৰ ভিতৰৰ ঠাই, ৫। আশ্ৰয়স্থল, ভা ৩।৫।৩৯; **—জঃ** পু. চৰাই, **—জেন্দ্ৰঃ** গৰুড়।

**নীড়োদ্ভৱঃ** চৰাই।

**নীত** *বিণ.* (নী ক্তঃ) ১। প্ৰাপ্ত, লৈ যোৱা, বহন কৰা, ২। অৱিবাহিত, ৩। সঠিক, ৪। ভদ্ৰ, নম্ৰ, **—তং** শস্য, সম্পত্তি।

**নীতিঃ** *স্ত্ৰী.* (নীয়ন্তে সংলভ্যন্তে উপায়াদয়ঃ অনয়া ইতি নী কৰণে ক্ত) ১। নয়, মাৰ্গ-দৰ্শন, দিগ্-দৰ্শন, ২। স্বভাৱ, ৩। ন্যায় বিচাৰ, ৪। সঙ্গততা, উপযুক্ততা, ৫। শাসন পদ্ধতি, কৌশল, বুদ্ধি, জ্ঞান, সৎমাৰ্গ, ৬। আঁচনি, কল্পনা, ৭। ৰাজনীতি, ৰাজনৈতিক জ্ঞান, ৮। দান, অৱলম্বন, নিৱেদন, ৯। ধৰ্মনিষ্ঠা, নৈতিক শিক্ষা, ১০। আৰ্জন। যত্ন কৰি পোৱা বিদ্যা, ধনাদি, **—কুশল,—জ্ঞ, —নিষ্ণ, —ৱিদ**, ৰাজনীতিজ্ঞ। জ্ঞানী, **—ঘোষঃ** দেৱগুৰু বৃহস্পতিৰ ৰথৰ নাম, **—দোষঃ** স্বভাৱৰ দোষ, **—ৱীজং** কুমন্ত্ৰণা বা চক্ৰান্তৰ মূল, **—ৱিষয়ঃ** নৈতিকতাৰ পৰিসৰ, **—ব্যতিক্ৰমঃ** নৈতিক অথবা ৰাজনৈতিক বিজ্ঞানৰ উলঙ্ঘন, **—শাস্ত্ৰং** ৰাজনীতি, **—সাৰঃ** ইন্দ্ৰৰ প্ৰতি বৃহস্পতিৰ দ্বাৰা উক্ত নীতিশাস্ত্ৰ এখন। গৰুড় পুৰাণত আঠটা অধ্যায়ত এই শাস্ত্ৰখন পোৱা যায়। তাৰে এটা শ্লোক ঃ ন কশ্চিৎ কস্যচিৎ মিত্ৰং ন কশ্চিৎ কস্যচিৎ ৰিপুঃ। কাৰণাদেৱ জায়ন্তে মিত্ৰাণি ৰিপৱস্তথা।।

**নীথঃ** *পু.* (নী কৃথন্) ১। নিয়ন্তা, প্ৰাপ্তিকৰ্তা, ২। স্তোত্ৰ, ঋবে ৩।১২।৫; ৩। পানী (ক্লী), ৪। ভূত, অতীত (ক্লী)।

**নীধ্ৰং (ৱ্ৰং)** *ক্লী* (নিতৰাং ধ্ৰিয়তে ইতি নি ধৃ কঃ) ১। বলীক, ২। বন, বননি, ৩। চক্ৰনেমী, চকাৰ পৰিধি, বেৰ, ৪। চন্দ্ৰ, ৫। ৰেৱতী নক্ষত্ৰ, ৬। খেৰী চালৰ কাষ, পানীপাচ।

**নীপঃ** *পু* (নী পঃ) ১। কদম গছ, ঋতু ৩।১৩; ২। ধাৰা কদম্ব, ৩। বন্ধুক গছ, ৪। নীলা অশোক গছ, ৫। এটা ৰাজবংশ, ৰ ৬।৪৬; **—পং** কদম ফুল, মে ২১।

**নীৰং** *ক্লী* (নয়তি প্ৰাপয়তি স্থানাৎ স্থানান্তৰম্ ইতি নী ৰক্) ১। পানী, জল, গীত ১।৯; ২। ৰস **—জঃ** ১। পদুম ফুল, ২। মুক্তা **—দঃ** মেঘ **—ধিঃ,—নিধিঃ** সাগৰ। **—ৰুহং** পদুম ফুল।

**নীৰাজনং—না** *ক্লী, স্ত্ৰী* (নিতৰাং ৰাজনং যত্ৰ নিৰ্ ৰাজ্ ণিচ্ যুচ্) আৰতি। ৰজাই দিগ্বিজয় যাত্ৰাৰ আৰম্ভণিতে দেৱী দুৰ্গাৰ সন্মুখত অনুষ্ঠিত কৰা ধৰ্মীয় কাৰ্য্য। অস্ত্ৰ পূজা, অস্ত্ৰাৰ্চনা। আহিন মাহত অনুষ্ঠিত শাৰদীয় দুৰ্গা পূজাত ৰজাই ৰাজ্যৰ সৈন্য-সামন্তাদি সকলোকে মন্ত্ৰোচ্চাৰণেৰে পৱিত্ৰ কৰা অনুষ্ঠান।

**নীল (—লা-লী)** *বিণ* (নীল অচ্) নীলা, নীলা ৱৰণীয়া নীল ৰঙেৰে ৰঞ্জিত। **—লং** *ক্লী* ১। ক'লা নিমখ, ২। নীলা তুতিয়া, ৩। বিহ, **—লঃ** *পু* নীলা ৰং ১। (অধিষ্ঠাত্ৰী দেৱতা শনি), ২। নীলমণি, ৩। ডিমৰু গছ, ৪। ৰামৰ বানৰ সেনাৰ সেনানী, ৫। নীলপৰ্বত, ৬। পৰ্বত শ্ৰেণী **—কণ্ঠঃ** ১। ম'ৰা চৰাই, মে ৭৯; ২। শিৱ, ৩। কৰ্পৌ চৰাই, ৪। বালিমাহী চৰাই, ৫। কাউচা

**–কেশী** নীলগছ **–গ্ৰীৱঃ** শিৱ, **–ছদঃ** ১। খেজুৰী গছ, ২। গৰুড় **–তৰুঃ** নাৰিকল গছ **–তালঃ** তমাল গছ। **–পঙ্কং, –কঃ** অন্ধকাৰ, **–পটলং** ১। ক'লা আৱৰণ, ২। ডাঠ অন্ধকাৰ, ৩। কণা মানুহৰ চকুত থকা ক'লা পৰ্দা। **–পুষ্পিকা** ১। নীল গছ, ২। এৰা গুটি। **–ভঃ** চন্দ্ৰ, মেঘ, মৌমাখি **–মৃত্তিকা** ক'লা মাটি। **–ৰাজিঃ** ডাঠ অন্ধকাৰ, ঋতু ১।২; **–লোহিতঃ** শিৱ, শি ৭।৩৭।

**নীলকং** *ক্লী* ১। ক'লা নিমখ, ২। নীলা লো, ৩। তুতিয়া **–কঃ** ক'লা ঘোঁৰা।

**নীলাঙ্গঃ** *পু* সাৰস পক্ষী।

**নীলাঞ্জনং** তুতিয়া **–না, –ঞ্জসা** *স্ত্ৰী* বিদ্যুৎ, বিজুলী।

**নীলাব্জং, –ম্বুজং** নীলপদুম, নীলোৎপল।

**নীলাভ্ৰঃ** ক'লা মেঘ, ডাৱৰ

**নীলাম্বৰ** *বিণ্* নীলা কাপোৰ পিন্ধা (মানুহ), **–ৰঃ** ১। ৰাক্ষস, দৈত্য, ২। শনিগ্ৰহ, ৩। বলৰাম।

**নীলাৰুণঃ** ডোকমোকালি, ৰাতিপুৱা।

**নীলাশ্মনঃ** নীলমণি, মুক্তা বিশেষ।

**নীলিকা** *স্ত্ৰী* নীল গছ।

**নীলিমা (ন্)** *পু* অন্ধকাৰ, নীলা ৰং।

**নীলী** *স্ত্ৰী* ১। নীলগছ, ২। এবিধ মাখি, ৩। নীলা পৰা ৰোগ, **–ৰাগঃ** অত্যন্ত মৰম বা স্নেহ, দৃঢ়বন্ধু।

**নীৱৰঃ** *পু* (নী ৱৰচ্) ১। বৌদ্ধ ভিক্ষু, ২। বণিক, বাণিজ্য, বেপাৰ, ৩। বোঁকা, *ক্লী.* পানী।

**নীৱাকঃ** *পু* (নি ৱচ্ ঘঞ্ কুত্বং) ১। আকালৰ সময়ত খাদ্যশস্যৰ কাৰণে মানুহৰ দাবী, ২। আকাল, দুৰ্ভিক্ষ।

**নীৱাৰঃ** *পু* (নি ৱৃ ঘঞ্) পথাৰত বিনা খেতিত এনেয়ে হোৱা ধান বিশেষ। উড়ীধান, ৰ ১।৫০।

**নীৱিঃ, –ৱী** *স্ত্ৰী* (নি ৱ্যেঞ্ ইঞ্) ১। তিৰোতাই কঁকালত পিন্ধা কাপোৰ অথবা কাপোৰৰ গাঁথি। মেখেলাৰ গাঁথি। 'নীৱিং প্ৰতি প্ৰণিহিতে তু কৰে প্ৰিয়েণ সত্যং শপামি যদি কিঞ্চিদপি স্মৰামি।' (সচাকৈয়ে কৈছোঁ সখি! প্ৰিয়তমে কঁকালৰ মেখেলাৰ গাঁথিত হাত দিয়াৰ পিচৰ পৰা কি হ'ল মোৰ একো মনত নাই। কাপ্ৰ) ২। বণিকৰ মূলধন, ৩। পণ, বাজি।

**নীবৃত** *বিণ্* ৰাজ্য, জনপূৰ্ণ ৰাজ্য।

**নীশাৰঃ** *পু* (নি শৃ ঘঞ্) ১। শীত বতাহাদিৰ পৰা ৰক্ষা পাবৰ কাৰণে গাত লোৱা (গৰম) কাপোৰ, ২। কম্বল, ৩। আঁঠুৱা, ৪। বাহিৰত লগোৱা ডাঙৰ-দীঘল পৰ্দা, 'স্ক্ৰীণ'।

**নীহাৰঃ** *পু* (নি হৃ ঘঞ্) ১। ঘনীভূত হীম, শীত, নিয়ৰ, কুঁৱলী, মনু ৪।১১৩; ২। মলমূত্ৰ ত্যাগ।

**নু** *অব্য* (নু নুদ্ বা ডুঃ) প্ৰশ্নবোধক অব্যয়। সাধাৰণতে ১। সন্দেহাৰ্থত, যেনে— স্বপ্নো নু মায়া নু। সপোনেই হ'লনে মায়াই হ'ল? শি ১০।১৪; ২। অনুনয়, অতীত অৰ্থত, যেনে— কথং নু ৰাজন্, মহা ৩।৬৩।১২।

**নু** স্তুতৌ (অদা প সক নৌতি) স্তুতি কৰ, প্ৰশংসা কৰ।

**নুদ্** নোদনে (তুদা উ সক নুদতি-তে) ১। ঠেল, ঠেলা মাৰ, বাধ্য কৰ, ২। লগাই দি, উচটাই দি, জোৰ কৰ, ৩। দূৰ কৰ, ৪। দলিয়াই পেলা, খেদি পঠা। **অপ—** দূৰ কৰ, খেদি পঠা, **নিস্—** ১। প্ৰত্যাখ্যান কৰ, মনু ৪।২৫০; ২। দূৰ কৰ, **ৱি—** ১। আঘাত কৰ ছিদ্ৰ কৰ ২। বাদ্য বজা, **সং—** ১। টানি আন, যুক্ত কৰ, একেলগ কৰ, ২। লগ হ।

**নূতন, নূত্ন** *বিণ্* ১। অপুৰাতন, নৱীন, নতুন ২। সতেজ, সজীৱ, কম বয়সীয়া ৩। আধুনিক, ৪। আপুৰুগীয়া, অপূৰ্ব।

**নূন্যং** *অব্য* (নু উন্ অম্) ১। সঁচাকৈয়ে, সঠিকভাৱে, মে ১৮; ২। সম্ভৱতঃ

**নূপুৰং, –ৰঃ** *ক্লী. পু.* ভৰিত পিন্ধা অলঙ্কাৰ বিশেষ, নেপুৰ।

**নৃ** *পু.* ১। মানুহ, ব্যক্তি, (পুৰুষ বা নাৰী) মনু ৩।৮১; ২। মানৱ জাতি, ৩। পাশাৰ গুটি, ৪। সূৰ্য ঘড়ীৰ কাঁটা, **—কপালং** নৰকপাল, মূৰৰ খোলা, **—কেশৰী (ন্)** নৰসিংহ। বিষ্ণুৰ অৱতাৰ, **—ধৰ্মা (ন্)** *পু.* কুবেৰ, **—পঃ** ৰজা, **(আত্মজঃ)** ৰাজকুমাৰ, **(আভীৰং —মানং)** ৰজাই আহাৰ কৰিবৰ সময়ত বজোৱা সঙ্গীত, **(আসনং)** ৰাজসিংহাসন, **(নীতিঃ)** ৰাজনীতি, **(প্ৰিয়ঃ)** আমগছ, **(লিঙ্গং)** ৰাজচিহ্ন, ৰাজছত্ৰ, **—পতিঃ —পালঃ** ৰজা, **—পশুঃ** নৰপশু, নৰৰূপী জন্তু, **—মিথুনং** মিথুন ৰাশি, **—মেধঃ** নৰমেধ যজ্ঞ, **—যজ্ঞঃ** পঞ্চযজ্ঞৰ এবিধ। অতিথি সৎকাৰ, **—লোকঃ** মৰ্ত্যলোক, পৃথিৱী, **—ৱৰাহ** ৱৰাহৰূপী বিষ্ণু, **—ৱাহনঃ** কুবেৰ, **—বৈনঃ** শিৱ,

—শৃঙ্গং অশ্বডিম্ব, অসম্ভৱ, —সিংহঃ ১। নৰসিংহাৱতাৰ, ২। সিংহৰ দৰে শক্তিশালী পুৰুষ, ৩। যোলটা ৰতি ভঙ্গিৰ এটা। পাদৌ সংপীড্য যোনৌ চ হঠাল্লিঙ্গপ্ৰবেশনম্। হস্তয়োৰ্বেষ্টয়েদ্‌গাত্ৰং বন্ধো নৃসিংহসংজ্ঞকঃ।। —বম; —সোমঃ পু. খ্যাতিমন্ত পুৰুষ, মহান ব্যক্তি, ৰ ৫।৫৯।

**নগঃ** পু. ১। বৈৱস্বত মনুৰ পুত্ৰ। ব্ৰাহ্মণৰ শাপত জেঠীৰূপ পাইছিল। পিচত বাসুদেৱৰ কৃপাত উদ্ধাৰ হয়।

**নৃৎ** নৰ্তে (দিৱা প অক নৃত্যতি) ১। নাচ, নাচন মাৰ, নাচি দি, নৃত্য কৰ; মে ৩৬, ২। মঞ্চত অভিনয় কৰ, নাটকত অংশ ল। (ণিজন্ত) নৰ্তয়তি –তে।

**নৃতিঃ** নাচন।

**নৃত্তং** —ত্যং নাচন, অভিনয়, মে ৩৬; —প্ৰিয়ঃ শিৱ, —শালা নাচ ঘৰ, —স্থানং মঞ্চ।

**নৃশংস** বিণ. (নৃণ্ নৰান্ শংসতি হিনস্তীতি নৃ শন্স অণ্) ক্ৰুৰ। হিংসুক, দুষ্ট, মনু ৩।৪১।

**নেজকঃ** পু. (নিজ শুদ্ধৌ ণ্বুল্) ধোবা। ৰজক, মনু ৮।৩৮৬।

**নেজনং** ক্লী. ধোৱন।

**নেতা (তৃ)** পু. (নী তৃচ্) ১। নেতা, পৰিচালক, মাৰ্গ দৰ্শক, ২। প্ৰধান, নায়ক, শাস্তিদাতা, ৩। প্ৰভু, মালিক, গৰাকী, ৪। নাটকৰ নায়ক।

**নেত্ৰং** ক্লী. (নয়ত্যনেনেতি নী ষ্ট্ৰন্) ১। চকু, মনু ৪।৪৪; ২। মন্থনৰ ৰচি, ৩। জঁটা, ৪। অংশুক, কাপোৰ, বস্ত্ৰ, ৫। গছৰ গুৰি, শিপা, মূল, ৬। নায়ক, ৭। বস্তি শলাকা, কোষ্ঠবদ্ধতা দূৰ কৰিবৰ কাৰণে ব্যৱহাৰ কৰা নলী, ৮। তৰা, ৯। বাহন, ১০। সংখ্যা '২', —কোষঃ চকুৰ মণি, ফুলৰ কলি, —গোচৰ, দৃষ্টিগোচৰ, —ছদঃ চকুৰ পিৰঠি, —জং —জলং —ৱাৰিঃ চকুৰ পানী, —পিণ্ড চকুৰ মণি, —মলং চকুৰ কেটাৰ, —যোনিঃ ১। ইন্দ্ৰ। মহৰ্ষি গৌতমৰ অনুপস্থিতিত ইন্দ্ৰই গৌতমৰ ৰূপ ধাৰণ কৰি ঋষি পত্নী অহল্যাক ধৰ্ষণ কৰাৰ অপৰাধত গৌতমে ইন্দ্ৰক 'সহস্ৰ যোনি' শাপেৰে শাপগ্ৰস্ত কৰে, ২। চন্দ্ৰ, —ৰোম চকুৰ পিৰঠিৰ নোম, ভ্ৰূ, —ৰন্ধ্ৰং চকুৰ পৰ্দা, পিৰঠি, —স্তম্ভঃ চকু লৰচৰ নকৰাকৈ ৰখা।

**নেত্ৰাঞ্জনং** চকুত লগোৱা অঞ্জন।

**নেত্ৰান্তঃ** চকুৰ কোণ।

**নেত্ৰাম্বু, —ম্ভঃ** ক্লী. চকুৰ পানী।

**নেত্ৰাময়ঃ** পু. চকুৰ বেমাৰ।

**নেত্ৰিকং** নলী, চিৰিং।

**নেত্ৰী** স্ত্ৰী. ১। নদী, ২। নাড়ী, ধমনী, ৩। মহিলা নেতা, ৪। লক্ষ্মী দেৱী।

**নেত্ৰোৎসৱঃ** পু. চকুৰ আনন্দ। চকুৰে দৰ্শন কৰা ভাল বস্তু।

**নেত্ৰোপমং** বাদাম।

**নেদিষ্ঠ** বিণ. (অন্তিক ইষ্ঠন্) সকলোতকৈ ওচৰত, ইয়াৰ পিচৰটো, সন্নিকট।

**নেদীয়ান্ (স্)** বিণ. (অন্তিক ইয়সুন্) ওচৰৰ, নিচেই ওচৰত।

**নেপঃ** পু. (নয়তি প্ৰাপয়তি শুভমিতি নী পঃ) পুৰোহিত, কুলপুৰোহিত।

**নেপথ্যং** ক্লী ১। বেশ, পোচাক, ২। অলঙ্কাৰ, ৩। অভিনেতাৰ পোচাক, ৪। মঞ্চৰ পিচফালে থকা কোঠা, পোচাক-ঘৰ, গ্ৰীণ ৰুম, —থ্যে অব্য. মঞ্চৰ ভিতৰ কোঠা।

**নেপালঃ** পু. ভাৰতৰ উত্তৰে থকা নেপাল নামৰ এখন প্ৰসিদ্ধ ৰাজ্য, —লাঃ নেপালী মানুহ, —লং তাম ধাতু, —লী খেজুৰী গছ আৰু ফল, —জা —জাতা ৰঙা হাইতাল, —নিম্বঃ নেপালী নিম, —লিকা হাইতাল।

**নেম** বিণ. (নী মন্) আধা, অৰ্ধেক, —মঃ পু. ১। অংশ, ২। কাল, সময়, ৩। পৰিধি, সীমা, ৪। চৌহদ বেৰ, ৫। ছল, প্ৰবঞ্চনা, ৬। সন্ধিয়া বেলা, ৭। ছিদ্ৰ, গাঁত, ৮। শিপা, মূল।

**নেমিঃ** —মীঃ ১। চকাৰ পৰিধি, ২। কাষ, পৰিধি, ৩। কপিকলৰ (কুঁৱাৰ পৰা পানীতোলা) চকৰি, ৪। বৃত্ত, ৰ ৯।১০; ৫। পৃথিৱী, ৬। বিজুলী, বিদ্যুৎ, ৭। এটা দৈত্যৰ নাম।

**নেষ্টা (তৃ)** পু. (নয়তি শুভমিতি তৃন্) পুৰোহিত, সোম যজ্ঞৰ প্ৰধান ঋত্বিক।

**নেষ্টুঃ** পু. মাটিৰ চপৰা।

**নৈঃশ্ৰেয়স** বিণ. মোক্ষ।

**নৈঃস্বং** নৈঃস্ব্যং দুৰ্দশা, দৰিদ্ৰতা।

**নৈক** বিণ. (ন এক) অকলশৰীয়া নহয়।

**নৈকটিক** বিণ. ওচৰ. নিকট, সমীপ, —কঃ পু. ভিক্ষু, সন্ন্যাসী।

নৈকট্যং সামীপ্য।
নৈকষেয়ঃ দৈত্য, ৰাক্ষস।
নৈকৃতিক *বিণ.* ১। অসৎ, আসাধু, মনু ৪।১৯৬; ২। নীচ, অধম, দুষ্ট, ৩। বিমৰ্ষ, বিষণ্ণ, উগ্ৰ।
নৈগম *বিণ.* আগম অৰ্থাৎ বেদ সম্বন্ধীয়, —মঃ ১। বেদৰ টীকাকাৰ, ২। উপনিষদ, ৩। উপায়, ৪। নাগৰিক, বণিক, বেপাৰী।
নৈঘণ্টুকঃ *ক্লী.* যাস্ক প্ৰণীত শাস্ত্ৰ বিশেষ, বৈদিক শব্দৰ তালিকা।
নৈচিকং ষাঁড় গৰুৰ মূৰ, —কী উৎকৃষ্ট গাই।
নৈজ *বিণ.* স্বকীয়, নিজৰ।
নৈতলং পাতাল সম্পৰ্কীয়, —সদ্মন্ যম।
নৈত্যং নিত্য, শাশ্বত।
নৈত্যক *(ক্লী)* ১। প্ৰতিদিন, সম্বন্ধীয়, ২। প্ৰতিদিন পালনীয়, ৩। অবৰ্জনীয়, বাধ্যতামূলক।
নৈদাঘঃ গ্ৰীষ্ম কাল।
নৈদানঃ শব্দৰূপ।
নৈদানিকঃ ব্যাধিতত্ত্বজ্ঞ, ৰোগনিৰূপণ শাস্ত্ৰজ্ঞ।
নৈদেশিকঃ আজ্ঞাৱহ ভৃত্য।
নৈপাতিকঃ প্ৰসঙ্গক্ৰমে উল্লেখিত।
নৈপুণ্যং *ক্লী.* (নিপুণস্য ভাৱঃ) ১। নিপুণতা, দক্ষতা, ২। সম্পূৰ্ণতা, মনু ১০।৮৫।
নৈভৃত্যং ১। নম্ৰতা, বিনয়, ২। ৰহস্য।
নৈমন্ত্ৰণকং ভোজ, ডাঙৰ খানা।
নৈময়ঃ বণিক, মহাজন।
নৈমিত্তিক *বিণ.* (নিমিত্তাদাগত) ১। নিমিত্তজনক, হেতু, সম্বন্ধিত, ২। অসাধাৰণ, হঠাতে সংঘটিত, —কং ১। ফল, কাৰ্য্য, ২। সাময়িক পূজা পাৰ্বণাদি, —কঃ দৈৱজ্ঞ, সৰবজান, জ্যোতিষী।
নৈমিষ *বিণ.* মুহূৰ্ত্তমাত্ৰ স্থায়ী, অস্থায়ী, খন্তেকীয়া, —ষং —ষাৰণ্যং প্ৰসিদ্ধ নৈমিষাৰণ্য। এই অৰণ্যত চকুৰ নিমিষতে ভয়ঙ্কৰ অসুৰক বধ কৰা হৈছিল। মুনিসকলৰ নিবাসস্থান। এই আশ্ৰমত থকা মুনিসকলৰ আগত সৌতিয়ে মহাভাৰত শুনাইছিল।
নৈমেয়ঃ বিনিময়। অদল-বদল, (সদাগৰী) ব্যৱস্থা।
নৈয়ত্যং সংযম, আত্মসংযম।
নৈয়মিক বিধিসম্মত।
নৈয়ায়িকঃ তাৰ্কিক, ন্যায় দৰ্শনত অভিজ্ঞ। ন্যায়বাদী।
নৈৰন্তৰ্যং অবাৰিত, বাধাহীন, এটাৰ পিছত এটা।
নৈৰপেক্ষ্যং নিৰপেক্ষতা, ঔদাসীন্য।
নৈৰবিকঃ নৰকবাসী।
নৈৰৰ্থ্য নিৰৰ্থকতা, অজ্ঞানতা।
নৈৰাশ্যং নিৰাশ, হাতাশা।
নৈৰুক্তঃ *পু.* শব্দকোষকাৰ। শব্দকোষ সম্বন্ধে অভিজ্ঞ লোক।
নৈৰুজ্যং স্বাস্থ্য, ৰোগহীনতা।
নৈঋতঃ *পু.* (নিঋতেৰপত্যম্ ইতি অণ্) ৰাক্ষস।
নৈঋতী *স্ত্ৰী.* ১। দুৰ্গা, ২। দক্ষিণ পশ্চিম দিক্।
নৈৰ্গুণ্যং নিপুণতাৰ অভাৱ, সদ্‌গুণৰ অভাৱ।
নৈৰ্ঘৃণ্যং নিৰ্দয়তা, ক্ৰুৰতা।
নৈৰ্মল্যং নিৰ্মলতা, পৱিত্ৰতা, কলুষশূন্যতা।
নৈলৰ্জ্জ্যং নিৰ্লজ্জতা, লজ্জাহীনতা।
নৈল্যং নীলা ৰং।
নৈৱিড্যং নিবিড়তা, ডাঠ অৱস্থা।
নৈৱেদ্যং *ক্লী.* দেৱতালৈ উৎসৰ্গিত দ্ৰব্য।
নৈশিক ৰাতি সম্বন্ধীয়, ৰাতি পালনীয়।
নৈশ্চল্যং স্থাৱৰত্ব, স্থিৰতা।
নৈশ্চিত্যং ১। দৃঢ়তা, নিশ্চয়তা, ২। নিৰ্ধাৰিত অনুষ্ঠান।
নৈষধঃ ১। নিষধ ৰাজ্যৰ ৰজা, নল, ২। নিষধৰ প্ৰজা।
নৈষ্কৰ্ম্যং ১। কৰ্মহীনতা, ২। কৰ্ম বিৰতি, ৩। কৰ্মবিমুখতা, গী ৩।৪, কৰ্ম মাৰ্গৰ পৰা বিচ্যুতি।
নৈষ্কিক নিষ্কেৰে (মুদ্ৰাৰে) কিনা, —কঃ মুদ্ৰাকৰ।
নৈষ্ঠিক *বিণ.* ১। অন্তিম, শেষ, ২। নিৰ্ধাৰিত, ৩। দৃঢ়, ৪। অত্যুচ্চ, শুদ্ধ, ৫। নিষ্ঠাযুক্ত, ৬। জাত, —কঃ নিষ্ঠাৱান, শুদ্ধাচাৰী, শিষ্য, আসক্তিহীনভাৱে জীৱন কটাবলৈ অঙ্গীকাৰবদ্ধ।
নৈষ্ঠুৰ্য্যং নিষ্ঠুৰতা।
নৈসৰ্গিক স্বাভাৱিক, স্বভাৱজ।
নৈস্ত্ৰিংশিকঃ অস্ত্ৰধাৰী।
নো *অব্য.* (নহ ডো) নহয়, নাই, নো আৰু ন একে, গী ১৭।২৮; —চেৎ যদি নহয়।
নোদনং *ক্লী.* জোৰ কৰা, বাধ্যকৰণ, দূৰীকৰণ।
নোধাঃ (স্) এজন ঋষি।
নোপস্থাতা (তৃ) *পু.* দূৰস্থ। হীনঃ।
নৌঃ *স্ত্ৰী.* (নুদ্ প্ৰেৰণে ডৌঃ) ১। নাও, নৌকা, ২। নক্ষত্ৰপুঞ্জ, —কৰ্ণধাৰঃ নাৱৰীয়া, গুৰিয়াল,

নাৱিক, **—কর্ম** নাৱিক বৃত্তি, মনু ১০।৩৪; **—নার্য্য** নাৱেৰে পাৰ হ'ব পৰা, **—দণ্ডঃ** বঠা, **—পানং** নাৱেৰে চলাচল কৰিব পৰা, **—যায়ী** নাও বুৰা, **—ৱাহঃ** নাৱিক, গুৰিয়াল, **—ব্যসনং** নাও বুৰা, নৌকা ধ্বংস, **—সাধনং** নৌ বিভাগ, নৌসেনা, ৰ ৪।৩৬;

**নৌকা** *স্ত্রী.* নৌ, ১। সৰু নাও, নদী পাৰ হোৱাৰ বাবে কাঠেৰে বনোৱা নাৱৰ দৰে বাহন বা ভুৰ, ২। তৰণী, পাল-তৰা নাও।

**ন্যক্‌কাৰঃ** *পু.* (ন্যক ক্রিয়তে ইতি কৃ ঘঞ) অৱজ্ঞা, ধিক্কাৰ, অপমান, তিৰস্কাৰ, অনাদৰ, বিভাৱনা। 'ন্যক্কাৰো হ্যয়মের মে যদৰয়ঃ—' মহা নাটক ৯।১৪

**ন্যক্ষ** *বিণ.* নীচ, অধম, নিকৃষ্ট, **—ক্ষং** ঘাঁহ, ছিদ্ৰ, **—ক্ষঃ** ১। ম'হ, ২। পৰশুৰাম।

**ন্যগ্রোধঃ** *পু.* (ন্যক ৰুণদ্ধি ইতি ৰুধ অচ) ১। বড় গছ, ভা ৪।৬।১৬; ২। দুয়োখন হাত মেলি দিলে হোৱা পৰিমাণ, **—পৰিমণ্ডলঃ** সেই পৰিমাণৰ বুকু বা শৰীৰযুক্ত পুৰুষ। এনে পুৰুষ ত্রেতাযুগত চক্রৱর্তী ৰজা আছিল। (**—লা**) স্ত্রী. অতি উৎকৃষ্টা নাৰী।
স্তনৌ সুকঠিনৌ যস্যা নিতম্বে চ বিশালতা।
মধ্যে ক্ষীণা ভৱেদ যা সা ন্যগ্রোধপৰিমণ্ডলা।।

**ন্যঙ্‌ (চ্‌)** *বিণ.* ১। চাপৰ, বাওনা, ২। এলেহুৱা, ৩। সম্পূর্ণ, ৪। তললৈ গমন।

**ন্যঙ্কুঃ** *পু.* (নি অঙ্কু গতৌ উঃ) এবিধ হৰিণ।

**ন্যঞ্চনং** *ক্লী.* ১। ভাঁজ, বেঁকা ৰেখা, ২। গুপ্ত ঠাই, গুহা, ৩। গাঁত, খোৰোং।

**ন্যয়ঃ** *পু.* (নি ই অচ্) ১। হানি, নাশ, ২। ব্যয়, ক্ষয়।

**ন্যস্ত** (নি অস্ ক্ত) ১। স্থাপিত, ২। নিহিত, ৩। পুঞ্জীকৃত, নিক্ষিপ্ত, ৪। বর্ণিত, চিত্রিত, ৫। ভাৰাৰ্পিত, ৬। আশ্রিত, ৭। ত্যক্ত, পৰিত্যক্ত, **—দণ্ড** শাস্তিবিধান ত্যাগ, **—দেহ** যিয়ে শৰীৰ ত্যাগ কৰিছে, মৃত, **—শস্ত্র** যিয়ে অস্ত্ৰ ত্যাগ কৰিছে, অস্ত্ৰহীন, নিৰস্ত্ৰ, অনপকাৰী।

**ন্যাক্যং** ভজা চাউল।

**ন্যাদঃ** ভক্ষণ, ভোজন, আহাৰ।

**ন্যায়ঃ** *পু.* (নিয়মে ঈয়তে ইতি নি ইণ্ ঘঞ) ১। উচিত নীতি, ২। উপায়, পদ্ধতি, যোজনা, মনু ৮।৩১০; ৩। শালীনতা, সজ্জনতা, ৪। আইন, ধর্ম, সুবিচাৰ, সাধুতা, ৫। মোকৰ্দমা, বিচাৰ, হুকুম, ৬। সাদৃশ্য, সমতা, ৭। বৈদিক স্বৰ, ৮। মহৰ্ষি গৌতম কৃত ন্যায় দৰ্শন, ৯। তৰ্ক বিজ্ঞান, ১০। যুক্তি, যুক্তিবাদ, পঞ্চ অৱয়ৱ, যেনে প্ৰতিজ্ঞা, হেতু, উদাহৰণ, উপনয় আৰু নিগমন, ১১। ফকৰা-যোজনা, পটন্তৰ, দৃষ্টান্ত, যেনে— সূচীকটাহন্যায়, ঘুণাক্ষৰন্যায়, ইত্যাদি। সংস্কৃত সাহিত্যত এনে বহু 'ন্যায়' পোৱা যায়। পৰিশিষ্ট চাওক। **—পথঃ** মীমাংসা দৰ্শন, **—ৱৰ্ত্তী** ন্যায়নিষ্ঠ, ন্যায়পথত থকা, **—শাস্ত্ৰং** তৰ্কশাস্ত্ৰ, **—সাৰিণী** উপযুক্ত ব্যৱহাৰ, **—সূত্ৰং** গৌতমৰ ন্যায়দৰ্শনৰ সংক্ষিপ্ত বিধিসমূহ।

**ন্যায্য** *বিণ.* (ন্যায় যৎ) ১। ন্যায়সম্মত, ন্যায়সঙ্গত, শুদ্ধ, উপযুক্ত, গী ১৮।১৫, মনু ২।১৫২; ২। প্ৰচলিত, সাধাৰণ, প্ৰচলিত নিয়মমতে চলি অহা।

**ন্যাসঃ** *পু.* (নস্যাতে ইতি নি অস ঘঞ) ১। স্থাপ্য দ্ৰব্য। পুঁজি, নিধি, ২। স্থাপন, যেনে— পদন্যাস, ৩। মোহৰ, চিহ্ন, ছাপ, সাঁচ, ৪। বিশ্বাস স্থাপ জিম্মা, ৫। সুকুমাৰ কলা, চিত্ৰকলা ৰচনা, লিখনি, ৬। ত্যাগ, গী ১৮।২; ৭। বিভিন্ন অঙ্গক বিভিন্ন দেৱতাৰ উদ্দেশ্যে অৰ্পণ— 'অঙ্গন্যাস, কৰন্যাস', ৮। (নখ বা হাতোৰাৰে) খন্দা বা ধৰা কাৰ্য, **—ধাৰী** (ন্) বন্ধক লওঁতা।

**ন্যাসাপহ্নুৱঃ** *পু.* বন্ধকত ৰখা দ্ৰব্যৰ অস্বীকাৰ। অৰ্থাৎ বন্ধকত ৰখা নাই বুলি কোৱা।

**ন্যাসী** (ন্) সন্ন্যাসী।

**ন্যুঙ্খ** *বিণ.* (নি উঙ্খ গতৌ ঘঞ) ১। ধুনীয়া, মনোৰম, ২। সঠিক, শুদ্ধ, সম্যক, **—ঙ্খঃ** *পু.* সামবেদমন্ত্ৰ পাঠৰ সময়ত স্বৰৰ সংযোগ।

**ন্যুব্জ** *বিণ.* কুঁজা, তলমুৰ, অধোমুখ, হৰিব ৬১।৬; বক্ৰ, **—ব্জং** *ক্লী.* শ্ৰাদ্ধাদিৰ পাত্ৰ, **—ব্জঃ** *পু.* বড়গছ, **—খড়্গঃ** বেঁকা তৰোৱাল।

**ন্যূন** *বিণ.* (নি উন অচ্) ১। কম কৰা, কমোৱা, চুটি কৰা, ২। দোষযুক্ত, অসম্পূৰ্ণ, নাটনি, ৩। কম, অনধিক, **—নং** অব্য. কমকৈ, **—ধী** কম জ্ঞানী, মূৰ্খ, অজ্ঞ।

**ন্যূনাঙ্গ** *বিণ.* বিকলাঙ্গ।

**ন্যূনাধিক** কম বেছি পৰিমাণৰ।

**ন্যূনয়তি** সৰু কৰ, কম কৰ।

**নৃস্থিমালী (ন্)** *পু.* মানুহৰ মূণ্ড গলত ধাৰণ কৰোঁতা, — শিৱ।

**প** পকাৰ ব্যঞ্জনৰ্ণৰ ২১শ বৰ্ণ আৰু প বৰ্গৰ প্ৰথম বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ দ্বাদশ সূত্ৰৰ দ্বিতীয় বৰ্ণ। উচ্চাৰণ স্থান ওষ্ঠ।

**প** *বিণ.* সমাসৰ শেষত– যেনে গোপ, নৃপ ইত্যাদি, ৰক্ষা, শাসন, পালন, পান আদি অৰ্থত ব্যৱহাৰ হয়।

**পঃ** *পু.* (পাতয়তি ৱেগেন ইতি পত্ ডঃ) ১। পৱন, বায়ু, ২। গছৰ পাত, ৩। পান, ৪। পালনকৰ্তা, মনু ২।১৩৯।

**পক্কণঃ** *পু.* (পচ্ ক্কিপ্) শৱৰ (চণ্ডাল) আদি নীচ জাতিৰ বাসস্থান, পঁজা।

**পক্তা (ঋ)** *বিণ.* ১। ৰান্ধনী, ২। হজমী, উত্তেজক, (পু) জুই

**পক্তিঃ** *স্ত্ৰী.* ৰন্ধন, হজমকৰণ, পক্কন, **—শূলং** বদহজমৰ কাৰণে হোৱা পেটৰ বিষ।

**পক্ত্ৰং** *ক্লী.* গাৰ্হপত্যাগ্নি। গৃহস্থীৰ দ্বাৰা এই অগ্নিৰ পালন।

**পক্ত্ৰিম** *বিণ.* (পচ ক্ত্ৰি মম্) ১। পকা, পৰিপক্ক, পৈণত, ২। ৰন্ধা (আঞ্জাদি)

**পক্ক** *বিণ.* (পচ ক্ত ৱঃ) ১। ৰন্ধা (খাদ্য), সিদ্ধ, ২। হজম হোৱা, ৩। দগ্ধ, পোৰা, ভজা, ৪। পৈণত, পকা, ৫। অভিজ্ঞ, চতুৰ, ৬। পৰিপক্ক (পুঁজ ওলাব ধৰা) ফোঁহা, ৭। পকা (বগা) চুলি, ৮। নাশ হবৰ সময় হোৱা, জঁই পৰিব ধৰা, **—কৃৎ** পাচন, ৰন্ধন, পকিব ধৰা, **—ৰসঃ** মদ, সুৰা, **—ৱাৰি** ভাতৰ মাৰ।

**পক্কশঃ** এটা বৰ্বৰ জাতি।

**পক্কাতিসাৰঃ** *পু.* হাগনী বেমাৰ, 'ডিচেন্তেৰী'।

**পক্কাধানং —শয়ঃ** *ক্লী. পু.* পেট।

**পক্কেষ্টকা** *স্ত্ৰী.* পকা (পোৰা) ইটা।

**পক্কেষ্টকাচিতং** *ক্লী.* পকা ইটাৰে বনোৱা ঘৰ।

**পক্ষ** পৰিগ্ৰহে (ভ্বা, চুৰা সক পক্ষতি, পক্ষয়তি, —তে) ১। ল, গ্ৰহণ কৰ, ২। অধিকাৰ কৰ, দখল কৰ, ৩। পক্ষ ল, কাৰোবাৰ হকে কৰ।

**পক্ষঃ** *পু.* (পক্ষ ঘঞ্) ১। পাখি, ডেউকা, ২। কাঁড়ত লগোৱা পাখি, ৩। মানুহ বা জন্তুৰ দুই কাষ, কান্ধ, ৪। সেনাৰ কাষৰীয়া দল, ৫। কোনো বস্তুৰ আধা. ৬। মাহটোৰ আধা, অৰ্থাৎ পোন্ধৰ দিন। শুক্লপক্ষ আৰু কৃষ্ণপক্ষ, মনু ১।৬৬; ৭। কোনো দলৰ অংশ, সপক্ষদল, বিপক্ষদল, গী ১৪।২৫; মিত্ৰপক্ষ, শত্ৰুপক্ষ, ৮। কোনো যুক্তিৰ এটা পক্ষ পূৰ্বপক্ষ উত্তৰ পক্ষ, ৯। সিদ্ধান্ত, ১০। বিবেচ্য বিষয়, ১১। সংখ্যা '২', ১২। চৰাই, ১৩। শৰীৰ, ১৪। অৱস্থা, দশা, ১৫। সৈন্যবাহিনী, ১৬। দেৱাল, বেৰা, ১৭। ৰাজকীয় হাতী, ১৮। বিৰোধিতা, ১ম প্ৰত্যুত্তৰ, ১৯। মুঠা, কোছা যেনে, চুলিকোছা, **—গ্ৰহণং** কোনো এটা বা পক্ষ লোৱা, **—চৰঃ** ১। পাল এৰা হাতী, ২। চন্দ্ৰ, **—ছিদ্** ইন্দ্ৰ (এওঁ হেনো পৰ্বতবিলাকৰ পাখিবিলাক কাটি গৰ্ব চূৰ্ণ কৰিছিল) কু ১।২০; **—জঃ** চন্দ্ৰ, **—দ্বয়ং** ১। যুক্তিৰ দুয়োটা ফাল, ২। এমাহ, **—দ্বাৰং** ভিতৰৰ দুৱাৰ, শোৱনী কোঠাৰ দুৱাৰ, **—ধৰ** কোনো পক্ষ লৈ থকা (**—ৰঃ**) পু. ১। চৰাই, ২। চন্দ্ৰ, ৩। পক্ষপাতী, ৪। পাল ভঙা হাতী, **—নাড়ী** পাখিকলম, **—পাতঃ** ১। এটা পক্ষত (দলত) থকা, ২। আশা, প্ৰেম, প্ৰীতি, বে ৩।১০; ৩। দলৰ প্ৰতি আনুগত্য, ৪। পাখি সৰি পৰা, **—পাতী (ন্)**, ১। এটা পক্ষত থকা, ২। সহানুভূতিপূৰ্ণ, ৩। অনুসৰণকাৰী, অনুগামী, **—পালিঃ** ভিতৰদৰ্জা, **—বিন্দু** বামুণবগ, দীঘল ঠেঙৰ বগলী, **—ভাগঃ** হাতীৰ পাৰ্শ্ব, **—ভুক্তিঃ** এটা পক্ষত সূৰ্য্যৰ গতিপথ, **—বাদঃ** এটাপক্ষৰ হৈ দিয়া বিৱৰণ, উক্তি মতামত দান, **—বাহনঃ** চৰাই, **—হত** পক্ষাঘাত, শৰীৰৰ এটা ফাল অচেতন, অসাৰ হোৱা, **—হৰঃ** চৰাই, **—হোমঃ** ১। পোন্ধৰ দিনীয়া যজ্ঞ, ২। প্ৰতি পক্ষত পালনীয় ধৰ্মকাৰ্য্য।

**পক্ষকঃ** পু. ১। কাষৰ দুৱাৰ, ২। কাষ, ফাল, ৩। দলৰ প্ৰতি আনুগত্য।

**পক্ষতিঃ** *স্ত্ৰী.* পাখিৰ গুৰি। চান্দ্ৰ মাহৰ প্ৰথম দিন।

**পক্ষান্তঃ** পু. পূৰ্ণিমা অথবা অমাৱস্যা।

**পক্ষান্তৰ** *ক্লী.* আন এটা পক্ষৰ ফলীয়া হোৱা কাৰ্য্য।

**পক্ষাভাসঃ** *পু.* মিছা সাক্ষ্য, মিছা যুক্তি।

**পক্ষাহ্বৰঃ** চৰাই।

**পক্ষিণী** স্ত্রী. ১। মাইকী চৰাই, ২। দুদিন এৰাতি, ৩। পূৰ্ণিমা।

**পক্ষী** (ন্) পু. স্ত্রী. (পক্ষৌ ৱিদ্যেতে যস্য পক্ষ ইনিঃ) ১। চৰাই, বিহঙ্গম, ২। পাখিযুক্ত, ৩। এটা পক্ষ লোৱা (লোক), (পু) কাঁড়, চৰাই, সদাশিব, **—প্রৱৰঃ, —ৰাজ, —সিংহঃ —স্বামী** পু. গৰুড়, **—কীটঃ** সাধাৰণ চৰাই, **—ৱালকঃ —শাৱকঃ** চৰাই পোৱালী, **—শালা** চৰাই বাহ, চিৰিয়াখানা।

**পক্ষ্মঃ** পু. ৰান্ধনি। **—ক্ষ্ম(ন্)** ক্লী. (পক্ষ কৰণে মনিন্) ১। চকুৰ নোম, ভ্ৰূ, মে ৪৭; ২। ফুলৰ পাহি, ৩। সূতাৰ আগ, ৪। পাখি, **—ল** ১। ধুনীয়া ভ্ৰূযুক্ত, শ ৩।২৫; ২। লোমশ, গাত বহু লোম থকা।

**পক্ষ্য** বিণ. পোন্ধৰ দিনত হোৱা, বা পালনীয়, পক্ষীয়, পাৰ্শ্বস্থ।

**পঙ্কং —ঙ্কঃ** ক্লী. পু. (পচ্ ঘঞ্ কুত্বং চ) ১। পেঁক, বোকা, কৰ্দম, হি ১।৬২; ২। পাপ, দোষ, কলুষ, ৩। পিটনি, হোৰণি, **—কীৰঃ** এবিধ চৰাই, বোকা খোঁচৰা চৰাই, **—ক্রীড়ঃ** গাহৰি, **—গড়কঃ** এবিধ মাছ, **—গ্রাহঃ** মকৰ, ঘঁৰিয়াল, **—ছিদ্** কটক গছ (এই গছৰ গুটিৰে লেতেৰা পানী চাফ কৰা হয়), **—জং** পদুম, **—জজন্মন্** ব্ৰহ্মা, **—জনাভঃ** বিষ্ণু, **—জন্মা** সাৰস পক্ষী, **—মণ্ডুকঃ** দুমুখীয়া শঙ্খ, **—ৰুহ্ —ৰুহং** পদুম, **—ৱাসঃ** কেঁকোৰা।

**পঙ্কজিনী** স্ত্রী. ১। পদুম পুখুৰী, পদুমনী, ২। পদুম গছ।

**পঙ্কণঃ** চণ্ডালৰ পঁজা।

**পঙ্কাৰঃ** পু. ১। শৈৱাল, শেলুৰৈ, ২। দলং, চিৰি, খটখটি, ৩। খাঁৰৈ, মথাউৰি।

**পঙ্কিল** বিণ. বোকাময়, লেতেৰা, অপৰিষ্কাৰ।

**পঙ্কেজঃ, —ঙ্কেৰুহ্** পদুম, **—হঃ** সাৰস পক্ষী।

**পঙ্কেশয়** বিণ. বোঁকাত থকা, বোঁকাত বাস কৰা।

**পংক্তি** স্ত্রী. (পচ্যতে ৱ্যক্তীক্রিয়তে শ্রেণীৱিশেষেণেতি পচ্ ক্তিন্) ১। শ্ৰেণী, শাৰী, ২। গোষ্ঠী, পাল, দল, ৩। শাৰী পাতি (ভোজত) বহা মানুহ, ৪। পৃথিৱী, ৫। খ্যাতি, ৬। সংখ্যা '৫', '১০', **—গ্রীৱঃ** ৰাৱণ, **—দূষঃ —দূষকঃ** ভোজত নিৰ্দিষ্ট শাৰীত নবহি অন্য শাৰীত বহি শাৰী দূষিত কৰা, **—পাৱনঃ** শাৰী পবিত্র কৰোঁতা, নৈষ্ঠিক বেদজ্ঞ ব্ৰাহ্মণ, মনু ৩।১৮৪; **—ৰথঃ** ৰজা দশৰথ। ৰ ৯।৭৪।

**পঙ্গু** বিণ. (খজ্ গতিবৈকল্যে কুঃ, খস্য পত্ব, জস্য গাদেশঃ নুম্) খোৰা, কোঙা, বিকলাঙ্গ, **—ঙ্গুঃ** পু. খোঁৰা মানুহ, শনিগ্ৰহ, **—গ্ৰাহঃ** ১। ঘঁৰিয়াল, ২। মকৰ ৰাশি।

**পঙ্গুল** বিণ. পঙ্গু। (পু) এবিধ উচ্চ জাতৰ ঘোঁৰা।

**পচ্** (ক) পাকে (ভ্বা উ দ্বিকৰ্মক পচতি -তে) ১। পাক কৰ, ৰান্ধ, ২। সিদ্ধ কৰ, মনু ৩।১১৮; ৩। পুৰি সিদ্ধ কৰ, ৪। পক, পৈণত হ, ৫। গল, গলি যা, ৬। বৃদ্ধিত পৈণত হ (ণিজন্ত) পাচয়তি -তে। (সনন্ত) পিপক্ষতি

(খ) ৱ্যক্তীকাৰে (ভ্বা আ সক পচতে) স্পষ্ট কৰ, প্ৰত্যক্ষ কৰ, প্ৰমাণিত কৰ।

**পচ্** বিণ. পাককৰ্তা, ৰান্ধনি।

**পচতঃ** পু. (পচ্ অতচ্) ১। সূৰ্য্য, ২। জুই, ৩। ইন্দ্ৰ।

**পচনং** ক্লী. (পচ্ ভাৱে ল্যুট্) ১। পাক, ৰন্ধন ভা ৩।২৬৪০; ২। ৰন্ধনৰ সঁজুলি— কেৰাহী, জুই আদি, **—নঃ** জুই, **—ন্তী** ৰান্ধনী।

**পচপচঃ** পু. শিৱ।

**পচমান** ৰান্ধনি, ৰান্ধি থকা।

**পচম্পচা** স্ত্রী. আঁচু-কাঠ।

**পচা** পাককৰ্ম।

**পচিঃ** জুই।

**পচেলিম্** বিণ. (পচ্ এলিমস্) ১। সোনকালে সিদ্ধ হোৱা (বস্তু), ২। এনেয়ে পকা (ফল), **—মঃ** সূৰ্য্য। অগ্নি।

**পচেলুকঃ** পু. ৰান্ধনি।

**পজ্জঃ** পু. শূদ্ৰ।

**পঞ্চ** (ন্) সংখ্যাবাচক শব্দ, নিত্য বহুব, পাঁচ, **—কৰ্ম** (চিকিৎসাশাস্ত্ৰ) পাঁচবিধ চিকিৎসা ব্যৱস্থা— বমন (বমি), ৰেচন (জুলাপ), নস্য (নাকত হাঁচি অহা ঔষধ দিয়া) অনুৱাসন (তেল জাতীয় দ্ৰব্য শৌচদ্বাৰত দিয়া), নিৰূহ (তেলৰ বাহিৰে অন্য দ্ৰব্য শৌচদ্বাৰত দিয়া), **—কষায়ঃ** মহাস্নানৰ বাবে পাঁচবিধ গছৰ ছালৰ ৰস— জাম, শিমলু, বড়িয়াল, বকুল আৰু বগৰি, **—কৃত্বস্** অব্য. পাঁচগুণ, **—কোণং** পাঁচকোণীয়া ক্ষেত্ৰ (জ্যামিতি), **—কোষাঃ** শৰীৰৰ পাঁচটা কোষ, আৱৰণ, ক) অন্নময় কোষ, পাৰ্থিৱ আৱৰণ, খ) প্ৰাণময় কোষ, প্ৰাণবায়ু, গ) মনোময় কোষ, মানসিক আৱৰণ, ঘ) বিজ্ঞানময় কোষ, জ্ঞানৰ আৱৰণ, আৰু ঙ) আনন্দময় কোষ, মোক্ষ আৱৰণ। এই পাঁচটাৰ প্ৰথমটো স্থূল

শৰীৰ, তাৰ পিচৰ তিনটা লিঙ্গ শৰীৰ **—গৱং** পাঁচটা গৰুৰ দল বা পাল, **—গৱ্যং** গৰুৰ পৰা উৎপন্ন পাঁচবিধ দ্রব্য— গাখীৰ, দৈ, ঘিউ, মল আৰু মূত্র, —গু পাঁচটা গৰু থকা অথবা পাঁচটা গৰু দি অনা, **—গুপ্তঃ** ১। কাছ, ২। চাৰ্ব্বাকৰ জড়বাদ, নাস্তিকতাবাদ, **—জনঃ** ১। মানৱ জাতি, ২। শঙ্খচূড় নামৰ দৈত্য। শ্ৰীকৃষ্ণৰ হাতত ইয়াৰ নিধন হয়, ৩। আত্মা, ৪। পাঁচ প্ৰাণী, দেৱতা, গন্ধৰ্ব, মনুষ্য, সৰ্প আৰু পিতৃগণ, ৫। পাঁচ জাতি— ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আৰু নিষাদ, **—জনীন** পাঁচটা বংশ সম্পৰ্কীয় (—নঃ) অভিনেতা, বহুৰা, **—জ্ঞানঃ** ১। পাঁচবিধ জ্ঞানৰ অধিকাৰী, বুদ্ধ, ২। পাশুপাত অস্ত্ৰৰ বিষয়ে জ্ঞানী, **—তত্ত্বং** ১। পঞ্চভূত। ২। তান্ত্ৰিকৰ পাঁচটা আৱশ্যকীয় : পঞ্চ মকাৰ— মদ, মাংস, মাছ, মুদ্ৰা আৰু মৈথুন, **—তন্ত্ৰং** বিষ্ণু শৰ্মা ৰচিত প্ৰসিদ্ধ সাধু কথাৰ পুথি, **—তপাঃ** পাঁচটা তাপ (উত্তাপ) লৈ (চাৰিওফালে চাৰিকুৰা জুই আৰু ওপৰত সূৰ্য্য) কৰা তপস্যা। কঠিন তপস্যা, **—তীৰ্থ** পাঁচখন প্ৰসিদ্ধ তীৰ্থস্থান। ভিন ভিন ঠাইত এনে তীৰ্থস্থান ভিন ভিন হয়। যেনে **গুৱাহাটী** : কামাখ্যা, বশিষ্ঠ, উগ্ৰতাৰা, উমানন্দ আৰু নৱগ্ৰহ। **হাজো** : মাধৱ, কেদাৰ, গণেশ, কামেশ্বৰ, পোৱামক্কা। **অসম** : কামাখ্যা, মহাভৈৰৱ, শিৱদৌল, উমানন্দ অথবা বশিষ্ঠ, নৱগ্ৰহ। **কাশীঃ** জ্ঞানবাপী, নন্দিকেশ, তাৰকেশ, কালভৈৰৱ, বিশ্বনাথ ইত্যাদি, **—দশী** পূৰ্ণিমা বা অমাৱস্যা, **—দীৰ্ঘং** স্মৃতি শাস্ত্ৰমতে শৰীৰৰ দীৰ্ঘ লক্ষণযুক্ত অৱয়ৱ— দুই বাহু, দুই চকু, দুই কুক্ষি (আঁঠু), দুই নাক আৰু দুই স্তন। **—দেৱতা** : গণেশ, শিৱ, দুৰ্গা, বিষ্ণু আৰু সূৰ্য্য; **—নখঃ** পাঁচনখীয়া জন্তু— হাতী, কাছ, বাঘ, সিংহ, আদি। ভক্ষণযোগ্য পাঁচবিধ পাচনখীয়া জন্তু : শশক, শল্লকী (কেটেলা পহু), গোধা, খড়ুগী (গড়) আৰু কাছ। **—নদঃ** পাঁচখন নদ থকা ৰাজ্য, পাঞ্জাব। বিতস্তা, শতদ্ৰু, বিপাশা, ইৰাৱতী, চন্দ্ৰভাগা, **—নীৰাজনং** পাঁচবিধ আৰতি : বন্তি, পদুম, গামোছা (কাপোৰ), আমপাত আৰু পাণ, **—পদী** পাঁচটা খোজ, পঞ্চ, ২।১১৫; **—পল্লৱং** *ক্লী.* আৰ্হাটি পাঁচবিধ গছৰ পাত। ক) বৈদিক কৰ্মত ঘটত দিয়া. আম, আহঁত, বড়, বজ্জ ডিমৰু আৰু জৰি গছৰ পাত। খ) তান্ত্ৰিক কৰ্মত : আম, আঁহত, বকুল, বড় আৰু কঁঠাল গছৰ পাত। **—প্ৰাণাঃ** পাঁচ প্ৰাণবায়ু : প্ৰাণ, অপান, ব্যান, উদান আৰু সমান, **—ৱাণঃ —শৰঃ** কামদেৱ, **—ভূতং** ক্ষিতি, অপ্, তেজ, মৰুৎ, ব্যোম, **—মকাৰং** মদ, মাছ, মাংস, মুদ্ৰা আৰু মৈথুন, **—মহাযজ্ঞ** : দৈনিক পালিব লগীয়া পাঁচ যজ্ঞ। ব্ৰহ্মযজ্ঞ, পিতৃযজ্ঞ, দেৱযজ্ঞ, ভূতযজ্ঞ আৰু নৃযজ্ঞ, **—ৰত্নং** পাঁচবিধ ৰত্ন : নীলকং, ৱজ্ৰকং, পৰাগঃ, মৌক্তিক আৰু প্ৰৱাল, **—লক্ষণং পুৰাণ**। পুৰাণং পঞ্চলক্ষণং; সৰ্গ, প্ৰতিসৰ্গ, বংশ, মন্বন্তৰ, বংশানুচৰিত, **—লৱণং** পাঁচবিধ লোণ : কাৰ্ক, সৈন্ধৱ, সামুদ্ৰ, বিড আৰু সৌৱৰ্চল, **—ৱটী** ১। পাচবিধ গছ— আঁহত, বড়, বেল, আমলখী আৰু অশোক, ২। ৰামে বনবাস কৰা স্থানখনৰ নাম, ৰ ১৩।৩১; **—ৱল্কলং** পাঁচবিধ গছৰ বাকলি : আঁহত, ডিমৰু, বড়, জৰি আৰু বেতস, **—শাখঃ** ১। হাত (৫ আঙুলি) ২। হাতী, (চাৰিখন ঠেং আৰু শুঁৰ), **—শিখঃ** সিংহ, **—সূনা** ঘৰত থকা পাঁচবিধ বস্তুৰ ব্যৱহাৰৰ দ্বাৰা কীট-পতঙ্গাদি জীৱৰ নাশ হ'ব পাৰে। কণ্ডনী (ঢেঁকী), পেষণী (পটা) উপস্কৰ (বাঢ়নী), উদকুম্ভ (কলহ), চুল্লী (চৌকা)— পঞ্চসূনা গৃহস্থস্য পঞ্চযজ্ঞাৎ প্ৰণশ্যতি। (এই প্ৰাণীবিলাক বধ কৰাৰ যি পাপ সেয়া পঞ্চযজ্ঞৰ দ্বাৰা নাশ হয়), **—হায়ন** পাঁচ বছৰ পুৰণি।

**পঞ্চক** *বিণ.* ১। পাঁচটা থকা, ২। পাঁচ সম্বন্ধীয়, ৩। পাঁচটাৰে বনোৱা, ৪। পাঁচ টকাৰে কিনা, ৫। শতকৰা পাঁচ।

**পঞ্চতা, —ত্ব** *স্ত্ৰী. ক্লী.* ১। পাচটাৰ সমষ্টি, ২। পাঁচটা মৌলিক পদাৰ্থ (পঞ্চভূৎ) : ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম, **—পঞ্চতাং —ত্বং নীত** : (নী ক্তঃ)। পঞ্চভূতত পৰিণত কৃত, নিহত।

**পঞ্চথুঃ** ১। কাল, ২। কুলি চৰাই।

**পঞ্চধা** *অব্য.* পাঁচ ভাগত, পাঁচ ৰকমে।

**পঞ্চনী** *স্ত্ৰী.* পাশা খেলৰ ঢাল (কাপোৰ)।

**পঞ্চম** *বিণ.* ১। পঞ্চম, চাৰিটাৰ পিচৰটো, ২। চতুৰ (মঃ) পু. ১। পঞ্চম সুৰ, 'পা'। নাৰদৰ মতে কুলিৰ মাত, ২। পঞ্চম ৰাগিণী, ৩। তান্ত্ৰিকৰ পঞ্চম মকাৰ, মৈথুন, যৌন সঙ্গম, **—মী** ১। পঞ্চমী তিথি, ২। (ব্যাক) পঞ্চমী বিভক্তি, ৩। দ্ৰৌপদী, পাঞ্চালী, ৪। পাশা খেলৰ ঢাল।

**পঞ্চমাস্যঃ** কুলি চৰাই।

**পঞ্চাগ্নিঃ** *ক্লী.* (পঞ্চানামগ্নীনাং সমাহাৰঃ) ১। শৰীৰত থকা পঞ্চাগ্নি। উদৰে গাৰ্হপত্যঃ, মধ্যদেশে দক্ষিণঃ, আস্যে আহৱনঃ সত্যঃ পৰ্ব্বা চ মূৰ্দ্ধনি, ২। পঞ্চাগ্নি ৰক্ষা কৰা গৃহস্থী। মনু ৩।১৮৫।

**পঞ্চাঙ্গং** *ক্লী.* ১। এডাল গছৰ পাঁচটা অঙ্গ ঃ ডাল, ফুল, পাত. মূল আৰু ফল, ২। পুৰশ্চৰণ : জপ, হোম, তৰ্পণ, অভিষেক আৰু বিপ্ৰভোজন, ৩। বাৰ, তিথি, নক্ষত্ৰ, যোগ, কৰণাত্মক গ্ৰন্থ, পঞ্জিকা। তিথিৰ্বাৰশ্চ নক্ষত্ৰং যোগকৰণমেৱ চ। পঞ্চাঙ্গস্য ফলং শ্ৰুত্বা গঙ্গাস্নানফলং লভেৎ।।

**—ঙ্গঃ** *পু.* ১। ৰাজনীতি, ২। এবিধ ঘোঁৰা, ৩। কাছ, ৪। পাঁচ প্ৰকাৰ প্ৰণাম : হাতযোৰ কৰি, আঁঠু কাঢ়ি, শিৰ নত কৰি, কথাৰে আৰু চকুৰে।

**পঞ্চাঙ্গুল, লা, লী :** পাঁচ আঙুলি জোখৰ।

**পঞ্চাতপা** পঞ্চতপা।

**পঞ্চাননঃ** *পু.* ১। শিৱ, ২। সিংহ, ৩। সিংহৰাশি।

**পঞ্চামৰাঃ** *স্ত্ৰী.* পাঁচ প্ৰকাৰ অমৰ লতা : দূৰ্বা, বিজয়া, বিল্বপত্ৰ, নিৰ্গুণ্ডী, ক'লা তুলসী।

**পঞ্চামৃতং** *ক্লী.* পাঁচবিধ (অমৃত তুল্য মিঠা বস্তু একেলগে)— চেনি, গাখীৰ, ঘিঁউ, মৌ আৰু দৈ। গৰ্ভৱতী তিৰোতাকো গৰ্ভৰ পাঁচ মাহত এনে পঞ্চামৃত খুউৱা হয়।

**পঞ্চাম্নায়ঃ** শিৱৰ পাঁচ মুখৰ পৰা নিৰ্গত হোৱা তন্ত্ৰ শাস্ত্ৰ।

**পঞ্চাম্লং** পাঁচবিধ টেঙা— নেমু, ডালিম, বেত, টেঙেচি টেঙা আৰু বগৰি।

**পঞ্চাৰ্চিঃ** *পু.* বুধগ্ৰহ।

**পঞ্চালঃ** এখন ৰাজ্যৰ নাম, **—লী** ফটা-কাণিৰে বনোৱা পুতলা।

**পঞ্চাৱস্থঃ** *পু.* মৰাশ।

**পঞ্চাশিকা** পঞ্চাশটা কবিতাৰ (শ্লোক) পুথি যেনে চৌৰপঞ্চাশিকা

**পঞ্চেন্দ্ৰিয়ং** *ক্লী.* পাচ ইন্দ্ৰিয়। পাঁচ কৰ্মেন্দ্ৰিয় : হাত, ভৰি, পায়ু, উপস্থ আৰু মুখ। পাঁচ জ্ঞানেন্দ্ৰিয় : চকু, কাণ, চাল, জিভা আৰু নাক।

**পঞ্চেষুঃ** পাঁচপাত শৰ থকা কামদেৱ। ফুলৰ শৰ পাঁচবিধ : অৰবিন্দ, অশোক, চ্যুত (আম), নৱমল্লিকা, আৰু নীলোৎপল।

**পঞ্জৰং** *ক্লী.* (পজি ৰোধে ব্যৰণ্) ১। কায়-অস্থি সমূহ। শৰীৰৰ অস্থিপঞ্জৰ, ২। পিঁজৰা, সঁজা, **—ৰং ৰঃ** কামীহাড়, **—ৰঃ** পু. শৰীৰ, কলিযুগ, **—শুকঃ** সঁজাৰ ভাটৌ।

**পঞ্জিঃ, ঞ্জী** *স্ত্ৰী.* ১। কঁপাহৰ পাঁজি। এই পাজিৰপৰা যঁতৰত সূতা কটা হয়, ২। নথি, ৰেজিষ্টাৰ খাতা, ৩। পঞ্জিকা, দিনবাৰৰ তালিকা, **—কাৰঃ** লিখক, নকল নবীচ।

**পঞ্জিকা** *স্ত্ৰী.* (পঞ্জ স্বাৰ্থে কন্ টাপ্) ১। কপাহৰ পাঁজি, ২। পঞ্জিকা, পঞ্চাঙ্গ। বছৰৰ আৰম্ভণিতে নতুন পঞ্জিকা ওলালে ৰাশিফল, লগ্নফল, তিথি নক্ষত্ৰাদিৰ ফল চোৱা হয়। পঞ্জিকা চোৱাৰ ফল শাস্ত্ৰত এইদৰে লিখিছে : 'ৱাৰো হৰতি দুঃস্বপ্নং নক্ষত্ৰং পাপনাশনম্। তিথিৰ্ভৱতি গঙ্গায়াঃ যোগঃ সাগৰসঙ্গমঃ। কৰণং সৰ্বতীৰ্থানি শ্ৰূয়তে দিনপঞ্জিকা।। **—কৰঃ** কাকতী, লেখক, নকল-নবীচ।

**পট্** গতৌ ক) (ভ্বা, চুৰা প, উ, অক, সক, পটতি, পাটয়তি –তে) ১। যা, গমন কৰ, ২। ছিৰি পেলা, কাটি পেলা, কাটি দুভাগ কৰ, ৩। ভাং, ছিদ্ৰ কৰ, ফুটা কৰি সুমা, ৪। দূৰ কৰ, নাশ কৰ, উভালি পেলা, ৫। ছিঙ, ছিঙি পেলা।

*খ)* বেষ্টনে (চুৰা উ সক পটয়তি –তে) ১। কাপোৰ পিন্ধ, ২। আবৃত কৰ, ঢাক, ৩। ঘেৰি ধৰ।

**পটং, –টঃ** *ক্লী. পু.* (পট বেষ্টনে ঘঞৰ্থে কঃ) ১। পিন্ধা পোচাক, কাপোৰ, কাপোৰ এটুকুৰা, ২। ধুনীয়া কাপোৰ, ৩। আঁৰ কাপোৰ, 'স্ক্ৰীণ', ৪। চিত্ৰপট, (–টং) ঘৰৰ চাল, **—কুটি** মণ্ডপঃ, **—ৱাপঃ, —ৱেশ্মন্** *ক্লী:* কাপোৰৰ ঘৰ, তম্বু, শি ১২।৬৩পঞ্চম **—ৱাসঃ** ১। তম্বু, ২। পেটিকোট, তিৰোতাৰ অন্তৰ্বাস, ৩। সুগন্ধি চূৰ্ণ, 'পাউদাৰ'।

**পটচ্চৰং** *ক্লী.* জীৰ্ণবস্ত্ৰ, ফটাকানি, **—ৰঃ** *পু.* চোৰ।

**পটংকঃ** চোৰ।

**পটলং** *ক্লী.* (পট্ লা কঃ) ১। ঘৰৰ চাল, ২। আৱৰণ, ওৰণী, ৩। চকুৰ পৰ্দা, ৰোগ বিশেষ, ৪। দ'ম, সমষ্টি, পৰিমাণ, ৫। পাচি, ৬। অনুচৰ, **—লং —লঃ** গ্ৰন্থ। পুথিৰ অনুচ্ছেদ, **—লী** গছ, গছৰ ঠাৰি।

**পটহং** *ক্লী.* (পট্ হন্ ড) ডবা, ঢাক, **—হঃ** ১। ঢাক, যুদ্ধৰ দবা, ২। সম্ভাৰম্ভ, উদ্যোগ, ৩। হিংসন, বধ, **—ঘোষকঃ** ঢোল বজাই ৰাইজক বাতৰি দিওঁতা,

—ভ্রমণং ঢোল বজাই ৰাইজক আহ্বান কৰি ঘূৰি ফুৰা।

**পটাকঃ** *পু.* এবিধ চৰাই।

**পটাকা** *স্ত্রী.* পতাকা।

**পটালুকা** *স্ত্রী.* জোঁক।

**পটিঃ, টী** *স্ত্রী.* ১। মঞ্চৰ পৰ্দা (যৱনিকা), ২। মোটা কাপোৰ, কাপোৰ, ৩। দীঘল, পৰ্দা, ক্ষীণ, **—কা** কাপোৰ।

**পটিমা** (ন্) ১। চাতুৰ্য্য, তীক্ষ্ণত্ব, ২। পিত্ত, ৩। জুলুম, অত্যাচাৰ।

**পটীৰং** *ক্লী.* (পট ঈৰণ্) ১। পাণত লগোৱা খয়েৰ, ২। চন্দন, ৩। পেট, ৪। চালনী, ৫। পথাৰ, ৬। মেঘ, ৭। উচ্চতা, **—ৰঃ** পু. ১। খেলা 'বল', ২। চন্দন কাঠ, ৩। কামদেৱ।

**পটু** *বিণ.* (পট উঃ) ১। দক্ষ, পৈণত, চতুৰ, ২। তীক্ষ্ণ বুদ্ধিসম্পন্ন, ৩। স্পষ্ট, ৪। উপযুক্ত, ৫। ধূৰ্ত্ত, নিৰ্দয়, ৬। স্বাস্থ্যৱান, কৰ্মী, ৭। কথকি, ৮। প্ৰস্ফুট, বিস্তৃত, **—টু** *ক্লী.* বেংছতা, ছত্ৰাক, নিমথ।

**পটুকঃ, পটোলঃ** *পু.* পটল (তৰকাৰী) **—লং** কাপোৰ।

**পটোলকঃ** *পু.* শামুক।

**পটোলিকা, —লী** *স্ত্রী* জিকা (তৰকাৰী।

**পট্টং, ট্টঃ** *ক্লী. পু.* ১। ফলি, ঢাল, শাসন (যেনে তাম্ৰশাসন) ২। কিৰীটি, মুকুট, ৩। পাট, ৰেচম, ৪। ৰঙীণ ৰেচমী কাপোৰ, ৫। পাগুৰি, ৬। সিংহাসন, ৭। চকী, ৮। ঢাল, ৯। পটাগুটি, ১০। চাৰি আলি, ১১। নগৰ, চহৰ, ১২। বান্ধনি, **—দেৱী —মহিষী, —ৰাজ্ঞী:** পাটৰাণী, ৰজাৰ প্ৰধানা মহিষী।

**পট্টনং —নী** নগৰ।

**পট্টাৰ্হা** পাটৰাণী।

**পট্টিকা** *স্ত্রী.* ১। ফলি, ২। নথি, দলিল, ৩। কাপোৰ, ৪। পাটৰ কাপোৰ, ৫। বান্ধনি।

**পট্টিশঃ —ট্টিসঃ** যাঠী।

**পট্টী** *স্ত্রী.* কপালী, কপালৰ অলঙ্কাৰ, ভূষণ; বুকত বন্ধা পেটী।

**পট্টোপাধ্যায়** তামৰ ফলি লিখোঁতা।

**পট্টোলিকা** *স্ত্রী.* দলিল, নথি, পট্টা, নৈ ১৯।৬১।

**পঠ** বাচি (ভ্বা প সক পঠতি) ১। (কিতাপ) পঢ়, ডাঙৰকৈ আবৃত্তি কৰ, ২। অধ্যয়ন কৰ, উল্লেখ কৰ, মুখস্থ মাত, ৩। ব্যাখ্যা কৰ, শিক, শিকি ল।

**পঠকঃ** পাঠক।

**পঠনং** অধ্যয়ন, আবৃত্তি, পাঠ।

**পঠিঃ** *স্ত্রী.* পঠন, পাঠ।

**পণ** ক) ব্যৱহৃতৌ (ভ্বা অ সক পণতে) ১। বেপাৰ কৰ, কিন, বিনিময় কৰ, ২। দামদৰ কৰ, ৩। পণ ৰাখ, বাজি ধৰ, (যেনে- পাশা), ৪। পণ কৰ, দায়িত্ব ল।

খ) স্তুতৌ (ভ্বা আ, চুৰা উ স পণতে, পণায়তি -তে) প্ৰশংসা কৰ, স্তুতি কৰ, সম্মান কৰ।

**পণঃ** *পু.* (পৰ্ণ্যতে২নেন ইতি পণ্ অপ্) ১। বাজি ধৰি খেলা খেল, যেনে পাশা খেল, ২। বাজি ধৰা বস্তু বা ধন, ৩। চুক্তি ৪। ভাড়া, মজুৰি, ৫। পুৰস্কাৰ, ৬। কড়ি বা ধন, ৭। আশী কড়িৰ সমতুল্য মুদ্ৰা, ৮। দাম, দৰ, ৯। ধন-সম্পত্তি, ১০। বিক্ৰেয় বস্তু, ১১। বিক্ৰীদৰ, বেচোঁতা, ১২। বেপাৰ, ১৩। দোকান, ১৪। মদ তৈয়াৰকাৰী, ১৫। ঘৰ, **—গ্ৰন্থিঃ** বজাৰ, হাট, মেলা, **—বন্ধঃ** ১। সন্ধি স্থাপন, ২। চুক্তি।

**পণনং** বিনিময়, ক্ৰয়, খেলত বাজি, পণ।

**পণৱঃ** বাদ্যযন্ত্ৰ, গী ১।১৩।

**পণাঙ্গনা** *স্ত্রী.* বেশ্যা।

**পণায়া** *স্ত্রী.* ১। বিনিময়, বেপাৰ, ২। বজাৰ, হাট, ৩। বেপাৰত লাভ, ৪। প্ৰশংসা, ৫। জুৱা খেল।

**পণিঃ** *স্ত্রী.* বজাৰ, পু. ১। কৃপণ, অসৎ লোক, **—ণিত** *বিণ.* ব্যৱহৃত, বাজিত ধৰা।

**পণ্ড** ক) সংহৃতৌ (চুৰা উ সক পণ্ডয়তি -তে) দ'ম কৰ, একলগ কৰ, একেলগে দ'ম কৰ।

খ) গত্যাম (ভ্বা আ সক পণ্ডতে) যা, গমন কৰ, আগুৱাই যা।

**পণ্ডঃ** *পু.* (পণ্ডতে নিষ্ফলত্বং প্ৰাপ্নোতীতি পড গতৌ পচাদ্যচ) ১। ক্লীৱ, নপুংসক, *(বিণ)* নিষ্ফল।

**পণ্ডা** *স্ত্রী.* জ্ঞান, বুদ্ধি, শিক্ষা, **—ৱান্** (ৎ) পণ্ডিত।

**পণ্ডিতঃ** *পু.* (পণ্ডা ৱেদোজ্জ্বলা বুদ্ধিঃ সা জাতা অস্য ইতি ইতচ) ১। শাস্ত্ৰজ্ঞ। 'ৱিদ্যাৱিনয়সম্পন্নে ব্ৰাহ্মণে গৱি হস্তিনি। শুনি চৈৱ শ্বপাকে চ পণ্ডিতাঃ সমদৰ্শিনঃ।। গী ৫।১৮; জ্ঞানীলোক, ২। ধূপবাতি, ৩। (সৰ্বজ্ঞানী) মহাদেৱ, মহা ১৩।১৭।১২৪।

**পণ্ডিতম্মন্য, —মানী** *বিণ.* নিজে পণ্ডিত বুলি অহঙ্কাৰ কৰি ফুৰা, ব্যক্তি। 'মূৰ্খাঃ পণ্ডিতমানিনঃ।'

**পণ্য** *বিণ.* (পণ্ যৎ) বিক্রেয় বস্তু। বজাৰত বেচিবলৈ ৰখা দ্ৰব্য, **—ণ্যঃ** ১। বেপাৰ, ২। দাম-দৰ, **—পতিঃ** ডাঙৰ মহাজন, বেপাৰী, **—ভূমিঃ** গুদাম ঘৰ, **—ৱীথিকা, —ৱীথী, —শালা** দোকান, বজাৰ।

**পণ্যাঙ্গনা** যোষিৎ, বেশ্যা।

**পণ্যাজিৰং** বজাৰ।

**পণ্যাজীৱঃ** মহাজন, দোকানী।

**পৎ** গতৌ ঐশ্যে (ভ্বা প অক পততি) ১। তলত পৰ, তলত সৰি পৰ (যেনে— গছৰ পাত সৰা), নামি আহ, মে ১০৫, ২। উৰি যা, ওপৰলৈ উঠ, আকাশেদি যা, ৩। অস্ত যা, ডুব যা, ৪। জাতিৰ পৰা পতন হ, জাতিভ্ৰষ্ট হ, পদচ্যুত হ। মনু ১০।৯৭; ৫। তললৈ নাম, গী ১।৪১; ৬। অধঃপতন হ, ৭। ৰসাতলে যা, নৰকলৈ নাম, ৮। ওপৰত পৰ, (ণিজন্ত) পাতয়তি -তে, **অনু—** পিচে পিচে যা, অনুসৰণ কৰ, খেদি যা, **অভি—** আক্ৰমণ কৰ, ওপৰত জঁপিয়াই পৰ, ওচৰলৈ যা, পলায়ন কৰ, গুচি যা, **অভ্যুদ্—** ১। জঁপিয়াই পৰ, আক্ৰমণ কৰ, ওপৰত পৰ, ২। ওচৰ চাপ, ৩। সংঘটিত হয়, **উদ্—** উৰি যা, ওপৰলৈ জাঁপ সাৰ, দৃষ্টিগোচৰ হ, ৰ ১৩।১১; উফৰি যা, পিচুৱাই যা, **নি—** ১। তললৈ নাম, অধঃপতন হ, ডুব, ২। হালি পৰ, তললৈ হাল, দীঘল হৈ পৰ, ৩। আক্ৰমণ কৰ, ওপৰত জঁপিয়াই পৰ।

**পতঃ** *পু.* উৰণ, পতন, তলত নমা কাৰ্য্য, **—গঃ** (পতেন পক্ষেণ গচ্ছতীতি পৎ গম্ ডঃ) চৰাই।

**পতঙ্গং** *ক্লী.* (পৎ অঙ্গচ্) ১। পাৰা, ২। এবিধ চন্দন কাঠ, **—ঙ্গঃ** *পু.* ১। চৰাই, মনু ১০।৮৬; ২। সূৰ্য্য শি ১।১২; ৩। ফৰিং, ৪। মৌমাখি, ৫। এবিধ শালি ধান।

**পতঙ্গমঃ** ১। চৰাই, ২। ফৰিং।

**পতঙ্গিকা** *স্ত্ৰী.* মৌমাখি।

**পতঞ্চিকা** ধনুৰ জ্যা, গুণ।

**পতঞ্জলিঃ** *পু.* (পতঃ পতন্ ৱা অঞ্জলিঃ) প্ৰসিদ্ধ ব্যাকৰণ গ্ৰন্থ মহাভাষ্যৰ প্ৰণেতা মহৰ্ষি পতঞ্জলি। গ্ৰন্থখনক মহাভাষ্য এই কাৰণেই বোলা হয় যে মহৰ্ষি পাণিনি ৰচিত অষ্টাধ্যায়ীৰ এইখন ভাষ্যৰ আকাৰ অতি বৃহৎ আৰু স্বে মহিন্নি প্ৰতিষ্ঠিত। দৰাচলতে পাণিনিৰ সূত্ৰসমূহৰ প্ৰকৃত অৰ্থ আৰু সেইবিলাকৰ প্ৰয়োগৰ বিষয়ে ভালকৈ জানিবলৈ হ'লে মহাভাষ্যৰ বাহিৰে আন কোনো গ্ৰন্থ নাই আৰু ভৱিষ্যতেও হয়তো নোলাব। ইয়াৰ উপৰিও পতঞ্জলিয়ে যোগৰ ওপৰতো এখন গ্ৰন্থ প্ৰণয়ন কৰে, সেইখনৰ নাম পাতঞ্জল যোগ দৰ্শন। ভাৰততত্ত্ববিদসকলৰ মতে পতঞ্জলিৰ কাল খৃঃ পূঃ চাৰি শতিকা।

**পতত্ৰং** *ক্লী.* (পতন্তং ত্ৰায়তে ইতি পতৎ ত্ৰৈ কঃ) (চৰাইৰ) পাখি, **—ত্ৰী (ন্)** ১। চৰাই, কু ৫।৪; ২। কাঁড়, ৩। ঘোঁৰা, **—ত্ৰীকেতনঃ** বিষ্ণু।

**পতত্ৰিঃ** *পু.* চৰাই।

**পতদ্গ্ৰহঃ** *পু.* পিকদানি।

**পতদ্ভীৰুঃ** *পু.* শেন চৰাই।

**পতৎন্ (ৎ)** *পু.* (পৎ শতৃ) চৰাই, মহা ২।৩৮।২৮।

**পতনং** *ক্লী.* (পৎ ভাৱে ল্যুট্) ১। পৰণ, তলত পৰা, নামা, তললৈ সৰি পৰা, ২। অস্তগমন, ৩। নৰক গমন, ৪। নাশ, ধৰ্মভ্ৰষ্ট, ৫। মৃত্যু, ৬। গৰ্ভপাত, ৭। হালি পৰণ।

**পতমঃ** *পু.* চন্দ্ৰ।

**পতয়ালুঃ** *বিণ.* পতনশীল।

**পতসঃ** *পু.* চৰাই।

**পতাকা** *স্ত্ৰী.* (পৎ আক টাপ্) ১। ধ্বজা, নিচান, মহা ৬।১৭।১৫; ২। ধ্বজাদণ্ড, ৩। চিহ্ন, মাৰ্কা, ৪। নাটকৰ অঙ্গ, ৫। সৌভাগ্য, **—স্থানকং** নাটকৰ ঘটনা প্ৰকাশ। যিটো ঘটনা হ'ব বুলি ভবা হয় তাৰ সলনি একে ধৰণৰ আন এটা ঘটনা অভাৱনীয় পৰিস্থিতিত উপস্থাপন কৰা হয়, সাদ : ৬।২৮; **—কী (ন্)** ১। পতাকাধাৰী, ২। ৰিষ্ট-অৰিষ্টবোধ চক্ৰ বিশেষ, (জ্যোতিষ) পতাকী চক্ৰ। **—কিনী** *স্ত্ৰী.* সেনাবাহিনী, ৰ ৪।৮২।

**পতিঃ** *পু.* (পাতি ৰক্ষতীতি প ডতিঃ) ১। পাণিগ্ৰহীতা, স্বামী, গিৰীয়েক, ভৰ্তা, ২। প্ৰভু, গৰাকী, মালিক, ৩। শাসক, (সমাসৰ শেষত), স্বামী, প্ৰধান। যেনে সভাপতি, বনস্পতি, কুলপতি, **—ঘাতিনী** **—স্ত্ৰী** পতিহন্ত্ৰী, পতিহত্যাকাৰিণী তিৰোতা, **—দেৱতা, —দেৱা** পতিক দেৱতাজ্ঞান কৰা স্ত্ৰী, সাধ্বী, পতিব্ৰতা স্ত্ৰী, ৰ ৯।১৭; **—লোকঃ** (স্বৰ্গত), পতি-বিলাকৰ লোক, **—ব্ৰতা** স্বামী অনুৰক্তা, পতিপ্ৰাণা স্ত্ৰী, **—সেৱা** পতিৰ প্ৰতি সেৱা-শুশ্ৰূষা।

**পতিম্বৰা** *স্ত্রী.* স্বয়ম্বৰত পতিক বাছি লবলৈ যোৱা নাৰী।

**পতিত** *বিণ.* (পততি ভ্ৰষ্টো ভৱতি স্বধৰ্মাৎ যঃ পৎ ক্তঃ) ১। বংশভ্ৰষ্ট, জাতিভ্ৰষ্ট। ২। ধৰ্মচ্যুত। 'স্বধৰ্মং যঃ সমুচ্ছিদ্য পৰধৰ্মং সমাশ্ৰয়েৎ। অনাপদি স ৱিদ্বদ্ভিঃ পতিতঃ পৰিকীৰ্তিতঃ।। মাপু। গুৰুজন হলেও পতিত বা পতিতা সকলো প্ৰকাৰে পৰিত্যজ্য। কিন্তু পতিতা হলেও মাক পৰিত্যজ্যা নহয়, —'পতিতা গুৰৱস্ত্যাজ্যা ন তু মাতা কদাচন। গৰ্ভধাৰণপোষাভ্যাং তেন মাতা গৰীয়সী।। মাপু।

**পতেৰঃ** *পু.* ১। চৰাই, ২। গাঁত।

**পত্তনং** *ক্লী.* নগৰ, চহৰ।

**পত্তিঃ** *পু.* (পদাতে পদ্ভ্যাং গচ্ছতীতি পদৌ নিৎ) ১। পদাতি, খোজ কাঢ়ি আগ বঢ়া সৈন্যবাহিনী, ৰ ৭।৩৭; ২। বীৰ, ৩। পদাতিক। *স্ত্রী.* (পৎ গতৌ কৰণে ক্তিন্) সৰু বাহিনী— এটা হাতী, এখন ৰথ, তিনিটা ঘোঁৰা আৰু পাঁচজন পদাতি, **—স্ত্রী (ন্)** সৈন্য।

**পত্নী** *স্ত্রী.* (পত্যুৰ্যজ্ঞে সম্বন্ধো যয়া) বৈদিক পদ্ধতিৰে অথবা শাস্ত্ৰীয় বিধিৰে বিবাহিতা স্ত্ৰী। সহধৰ্ম্মিণী, ভাৰ্য্যা, জায়া। পত্নীমূলং গৃহং পুংসাং যদি ছন্দোনুৱৰ্তিনী। গৃহাশ্ৰমসমং নাস্তি যদি ভাৰ্যা ৱশানুগা।

**পত্ৰং** *ক্লী.* (পততি বৃক্ষাৎ পৎ গতৌ ষ্ট্ৰন্) ১। গছৰ পাত, ২। ফুলৰ পাহি, ৩। লিখিবৰ কাৰণে ব্যৱহাৰ কৰা পাত, কাগজ, ৪। চিঠি, নথি, ৫। ধাতুৰ ফলি, সোণৰ পাত, (পাতসোণ), ৬। কাঁড়ৰ পাখি, ৭। যানবাহন, ৮। তৰোৱাল বা কটাৰিৰ পাত, (ধাৰ থকা অংশ) ৯। ছুৰি, কটাৰী, **—কাহলা** চৰাইৰ পাখিৰ শব্দ, **—দাৰকঃ** কৰত, **—নাড়িকা** পাতৰ আঁহ, **—পৰশুঃ** ৰেতি, **—পালঃ** দীঘল ছুৰি, **—পালী** কেঁচি, **—পাশ্যা** সোণৰ কপালী, **—পুট** ফুলদানী, **—বালঃ** বঠা, **—ভঙ্গ, ঙ্গি, ঙ্গী** মুখত ৰং, সুগন্ধি দ্ৰব্যাদি সনা, **—যৌৱনং** কুমলীয়া পাত বা কলি, **—ৰথঃ** চৰাই, **—ৰথেন্দ্ৰঃ** গৰুড়, **—ৰেখা, ৱল্লী,** পত্ৰভঙ্গ, **—ৱাহঃ** চৰাই, কাঁড়, ডাকপিয়ন, **—ৱেষ্টঃ** এবিধ কাণফুল, **—শাকঃ** পাতশাক, যেনে পালেং, **—শ্ৰেষ্ঠঃ** বেলগছ, **—সূচিঃ** কাঁইট।

**পত্ৰকং** ১। পাত, ২। দেহত ৰঙেৰে চিত্ৰাদি আঁকা কাৰ্য্য।

**পত্ৰণা** *স্ত্রী.* **পত্ৰকং,** কাঁড়ত পাখি লগোৱা।

**পত্ৰাঞ্জনং** চিয়াঁহী।

**পত্ৰাৱলিঃ** *স্ত্রী.* ১। ৰঙা চকমাটি, ২। গছৰ পাতৰ শাৰী, ৩। দেহত ৰঙেৰে আঁকা চিত্ৰাদি।

**পত্ৰিকা** *স্ত্রী.* ১। (লিখা কাগজ বা ভূৰ্জ) পাত, ২। চিঠি, নথি, ৩। আলোচনী আদি।

**পত্ৰী (ন্)** *বিণ.* পাখি লগোৱা, পাখিযুক্ত, (পু.) ১। কাঁড়, ২। চৰাই, ৩। শেন চৰাই, ৪। পৰ্বত, ৫। ৰথ, ৬। গছ।

**পৎসলঃ** *পু.* পথ, আলিবাট।

**পথঃ** *পু.* (পথতি গচ্ছতি অত্ৰ পথ গতৌ কঃ) আলিবাট, **—কল্পনা** ছলনা, যাদু-মন্ত্ৰ।

**পথিকঃ** *বিণ.* (পন্থানং গচ্ছতি যঃ পথিন্ ষ্কন্) পথিক, পথেৰে খোজকাঢ়ি যোৱা মানুহ। **—সন্ততিঃ, —সংহতিঃ – সাৰ্থঃ** একেলগে দল বান্ধি যোৱা যাত্ৰী-দল।

**পথিন্** *পু.* (১মা একবচন পন্থা) ১। আলিবাট, পথ, ৰাস্তা, ২। ভ্ৰমণ। শিৱাঃ তে সন্তু পন্থানঃ; 'বঁভয়েজ!' আপোনাৰ যাত্ৰা মঙ্গলময় হওক, ৩। (সমাসৰ শেষত ঢুকি পোৱা অৰ্থত— যেনে দৃষ্টিপথ, কৰ্ণপথ, ৪। আচৰণ, পথ, ব্যৱহাৰ, ৫। মতবাদ, সম্প্ৰদায়, ৬। নৰকৰ এটা বিভাগ, **—দেয়ং** পথ কৰ, **—প্ৰজ্ঞঃ** পথ সম্পৰ্কে জ্ঞানী, **—ৱাহকঃ** চিকাৰী, মাল কঢ়িওৱা মজদুৰ।

**পথিল** পথিক।

**পথ্য** *বিণ.* (পথি সাধুঃ পথ্ যৎ) ১। উপকাৰী, হিতকৰ, স্বাস্থ্যকৰ, ২। উপযুক্ত, প্ৰয়োজনীয়, **—থ্যং** ১। স্বাস্থ্যৰ কাৰণে উপকাৰী আহাৰ, ২। কল্যাণ, কুশল, মঙ্গল, **—থ্যঃ** পু. শিলিখা গছ, **—থ্যা** শিলিখা।

**পথ্যাপথ্যং** *ক্লী.* ৰোগীৰ কাৰণে উপকাৰী আৰু অনিষ্টকাৰী দ্ৰব্যৰ শ্ৰেণীবিভাজন।

**পদ্** ক) স্থৈৰ্যে (ভ্বা প অক পদতি) স্থিৰ হ, ধীৰ হ।
খ) গতৌ (চুৰা আ সক পদয়তে) যা, গমন কৰ, আগুৱাই যা।
গ) গত্যাম্ (দিৱা আ সক পদ্যতে) ১। যা, গমন কৰা, অগ্ৰসৰ হ, ২। পা, লাভ কৰ, ৩। পালন কৰ, **অনু—** ১। অনুগমন কৰ, পিছে পিছে যা, ২। প্ৰৱেশ কৰ,৩। অনুৰক্ত হ, ৪। পালন কৰ,

পিচে পিচে যা, ২। প্ৰৱেশ কৰ, ৩। অনুৰক্ত হ, ৪। পালন কৰ, লক্ষ্য কৰ, **অভি—** ১। ওচৰলৈ যা, ২। প্ৰৱেশ কৰ, ৩। বিবেচনা কৰ, শি ৯।২৭; ৪। সহায় কৰ, ৫। আক্ৰমণ কৰ, দখল কৰ, ৬। গ্ৰহণ কৰ, **অভ্যুপ—** ১। সহায় কৰ, ২। উদ্ধাৰ কৰ, কু ৫।৬১; ৩। সহায় ভিক্ষা কৰ, **আপ্—** ১। ওচৰ চাপ, ২। প্ৰৱেশ কৰ, ৩। বিপদত পৰ, **উদ্—** ১। উৎপন্ন কৰ, উৎপন্ন হ, জন্ম হ, ২। ঘট, **উপ—** ১। ওচৰ চাপ, পা, লাভ কৰ, গী ৬।৩৯; ২। ঘট, উৎপন্ন হ, সম্ভৱ হ, ৩। উপযুক্ত হ, ৪। আক্ৰমণ কৰ, **নিস্—** নিষ্পন্ন হ, সম্পাদিত হ, উৎপন্ন হ, মনু ৯।২৪৭; **প্ৰ—** ১। ওচৰ পা, লাভ কৰ, পা, কি ১।৯; ২। আশ্ৰয় ল, ৩। বিশেষ অৱস্থাত পৰ, ৪। অগ্ৰসৰ হ, ৫। অনুভৱ কৰ, **প্ৰতি—** ১। অভিমুখী হ, ওচৰ চাপ, ২। প্ৰৱেশ কৰ, ৩। অনুসৰণ কৰ, ৪। লাভ কৰ, শি ৬।১৬; ৫। স্বীকাৰ কৰ, গ্ৰহণ কৰ, শি ১৬।২৪; ৬। পুনৰায় পা, আদায় কৰ, ৭। ধাৰণ কৰ, ধৰি থাক, দখল কৰ, ৮। বিবেচনা কৰ, ৯। হাতত ল, কৰিম বুলি অঙ্গীকাৰ কৰ, ১০। মত দি, ১১। সম্পাদন কৰ, ১২। কাৰবাৰ কৰ, ব্যৱহাৰ কৰ, ১৩। উত্তৰ দি, ১৪। অনুভৱ কৰ, ১৫। ঘূৰি ফুৰ, ভ্ৰমণ কৰ, ১৬। ঘট, সংঘটিত হ, **ব্যা—** ১। তললৈ নাম, তলত পৰ, ২। ধ্বংস হ, নাশ হ, মৃত্যু হ, **সং—** ১। কৃতকাৰ্য্য হ, সাফল্য লাভ কৰ, মনু ৬।৬৯; ২। সম্পূৰ্ণ কৰ, ৩। উৎপন্ন হ, কৰ, ৪। সংযুক্ত হ, একলগ হ, ৫। লাভ কৰ, পা, ৬। প্ৰৱেশ কৰ, নিমগ্ন হ, **সম্প্ৰতি—** অভিমুখী হ, ওচৰ চাপ, বিবেচনা কৰ, **সমা—** ১। সংঘটিত হ, ঘট, ২। লাভ কৰ, পা।

**পদং** *ক্লী.* (পদ্ অচ্) ১। ব্যৱসায়, ২। ভৰি, ঠেং, ৩। প্ৰাণ, পৰিত্ৰাণ, ৪। স্থান, বাসস্থান, মনু ১২।১২৫; ৫। চিহ্ন, মাৰ্কা, চিন, লক্ষণ, ৬। প্ৰদেশ, ৭। পদচিহ্ন, ভৰিৰ খোজৰ চিন, ৮। শ্লোকৰ বা কবিতাৰ এটা পাদ, চাৰি ভাগৰ এভাগ, ৰা ১।২।১৮; ৯। পদৱি, উপাধি, ১০। বেদৰ মন্ত্ৰৰ শব্দসমূহ, ১১। দৈৰ্ঘ্য পৰিমাণ, ১২। পাশাৰ ঢালৰ ঘৰ, (**—দঃ**) পু. ৰশ্মি, কিৰণ, **—ক্ৰমঃ** খোজ, **—গঃ** পদাতি, **—চ্ছেদঃ —ৱিচ্ছেদঃ —ৱিগ্ৰহঃ** বাক্যৰ পদবিলাক বেলেগ বেলেগ কৰা, **—চ্যুত** চাকৰিৰ পৰা বৰ্খাস্ত, **—ন্যাসঃ** ১। খোজ, ২। পদচিহ্ন, ৩। ভৰিৰ স্থিতি, ৪। গোক্ষুৰ গছ, **—পংক্তিঃ** ১। খোজৰ শাৰী, ২। বাক্যত শব্দসমূহৰ বিন্যাস, কি ১০।৩০; ৩। পৱিত্ৰ ইটা এডোখৰ, **—পাঠঃ** বেদৰ মন্ত্ৰ পাঠ। তিনি বিধ প্ৰকৃতি পাঠৰ (সংহিতা, পদ, ক্ৰম) এবিধ। এই পাঠত মন্ত্ৰৰ পদসমূহ এটা এটাকৈ লিখা আৰু সস্বৰ পাঠ কৰা হয়, **—পাতঃ** খোজ, **—ভঞ্জনং** পদৰ ব্যুৎপত্তি, **—ভঞ্জিকা** পদ সমূহ এটা এটাকৈ ভাঙি কৰা ব্যাখ্যা, টীকা, —মা্গা সম্মোহন বিদ্যা, **—বৃত্তিঃ** দুটা পদৰ মাজৰ ফাঁক।

**পদকং** *ক্লী.* খোজ, পদবি, **—কঃ** (সোণ বা ৰূপৰ) পদক, 'মেডেল'। বেদৰ পদপাঠজ্ঞাতা, ৰাত ৫।৪৯;

**পদৱিঃ বি** *স্ত্ৰী.* (পদ গতৌ অৱিঃ) ১। পদ্ধতি, পন্থা, পথ, গতিপথ, মে ৮; ২। স্থান, পদ, মৰ্য্যাদা, চাকৰিৰ স্থান।

**পদাঘাতঃ** *পু.* ভৰিৰে আঘাত, লাথি, গোৰ।

**পদাঙ্কঃ** *পু.* ক্ৰমাঙ্ক, পদচিহ্ন।

**পদাঙ্গী** *স্ত্ৰী.* হংসপদী, ৰাজহাঁহৰ দৰে খোজ কঢ়া তিৰোতা।

**পদাঙ্গুষ্ঠঃ** *পু.* ভৰিৰ বুঢ়া আঙুলি।

**পদাজিঃ, —তিঃ, —তিকঃ** ১। খোজ কাঢ়ি আগ বঢ়া সৈন্য, ২। খোজ কঢ়া মানুহ।

**পদানুৰাগঃ** *পু.* সহচৰ, অনুচৰ।

**পদানুশাসনং** *ক্লী.* ব্যাকৰণ।

**পদান্তঃ** *পু.* পদৰ শেষ, **—ন্তৰং** পিচৰ পদক্ষেপ।

**পদাৰ্থঃ** *পু.* ১। পদৰ অৰ্থ, ২। বিষয়-বস্তু, ৩। কোনো বিষয়ৰ মূল। বিভিন্ন দৰ্শনে পদাৰ্থৰ বিভিন্ন সংখ্যা দিছে ঃ ন্যায়মতে ১৬, বৈশেষিক মতে ৭, কপিলৰ মতে ২৫ আৰু বেদান্ত মতে ২।

**পদিকঃ** *পু.* পদাতিক।

**পদ্মং** *ক্লী. পু.* (পদ্ গতৌ মন্) ১। এই নামৰ প্ৰসিদ্ধ ফুল— পদুম ফুল, নলিন, অৰবিন্দ, কমল, শতপত্ৰ, পঙ্কজ, অম্ভোজ, ২। পদুমৰ দৰে অলঙ্কাৰ, ৩। সংখ্যা— 'দশাৰ্বুদম্', ৪। কল্ম, ৫। সীহ, ৬। হাতীৰ শুঁৰ আৰু গালত দিয়া ৰঙীণ চিত্ৰ, **—দ্মঃ** *পু.* ১। মন্দিৰ, দেৱালয়, ২। হাতী, ৩। এবিধ সাপ, ৪।

শ্ৰীৰাম, ৫। কুবেৰৰ নৱ নিধিৰ এটা নিধি, ৬। বিশেষ যৌনক্ৰীড়া ভঙ্গি। ষোলবিধ ৰতিবন্ধৰ প্ৰথম বিধ। হস্তাভ্যাং চ সমালিঙ্গ্য নাৰী পদ্মাসনোপৰি। ৰমেদ গাঢ়ং সমাকৃষ্য বন্ধোঽয়ং পদ্মসংজ্ঞকঃ।। ৰম —**দ্মা** লক্ষ্মী দেৱী, —**কৰঃ**, —**হস্তঃ** *পু.* বিষ্ণু, —**কৰ্ণিকা** পদুমৰ গুটি, বাদু (ফল), —**কীলকঃ** নুফুলা পদুম, —**কেশৰঃ** পদুমৰ কেশৰ, আঁহ, —**কোশঃ (ষঃ)** ১। পদুমৰ বাহিৰৰ আৱৰণ, ঢাকনি, ২। দুখন হাতৰ আঙুলিৰে পদুমৰ দৰে কৰা আকৃতি, মুদ্ৰা, —**গন্ধিঃ** পদুমৰ দৰে গোন্ধযুক্ত, —**গৰ্ভঃ** ব্ৰহ্মা, বিষ্ণু, সূৰ্য্য, —**গুণা গৃহা** লক্ষ্মীদেৱী, —**জঃ** —**জাতঃ**, —**ভৱঃ** —**ভূঃ** —**যোনিঃ** —**সম্ভৱঃ** ব্ৰহ্মা —**তন্তুঃ** পদুমৰ আঁহযুক্ত নাল, —**নাভঃ**, **নাভিঃ** বিষ্ণু, —**পাণিঃ** ব্ৰহ্মা, বিষ্ণু, —**পুষ্পং** কৰ্ণিকা ফুল, —**বন্ধঃ** পদুমৰ আকৃতিৰে কৰা পদৰচনা, —**বন্ধুঃ** সূৰ্য্য, —**ৰাগঃ** ৰুবী, পদ্মৰাগ মণি, —**ৰেখা** হাতত পদুমৰ দৰে ৰেখাযুক্ত, সম্পত্তিশালী, —**লাঞ্ছনঃ** ১। ব্ৰহ্মা, ২। কুবেৰ, ৩। সূৰ্য্য, ৪। ৰজা, —**লাঞ্ছনা** *স্ত্ৰী.* ১। লক্ষ্মীদেৱী, ২। সৰস্বতী, —**ৱাসা** লক্ষ্মীদেৱী।

**পদ্মকং** *ক্লী.* ১। পদুমৰ দৰে সৈন্য ৰচনা, ২। হাতীৰ কপাল আৰু শুঁৰত অঙ্কন কৰা চিত্ৰ, ৩। পদ্মাসন, —**কী (ন্)** হাতী, ভূৰ্জপত্ৰ।

**পদ্মাৱতী** *স্ত্ৰী.* ১। লক্ষ্মীদেৱী, ২। এখন নদীৰ নাম।

**পদ্মাসনং** *ক্লী.* (পদ্মমিৱ পদ্মাকাৰেণ বদ্ধমিত্যৰ্থঃ আসনম্) এবিধ যোগাসন।

**পদ্মিনী** *স্ত্ৰী.* (পদ্মানি সন্ত্যস্যাম্ ইতি ইনিঃ) ১। পদুমনি, পদুম থকা পুখুৰী, ২। পদুমৰ সমষ্টি, ৩। পদুমৰ আঁহযুক্ত নাল, ৪। মাইকী হাতী, ৫। চাৰি বিধ সুন্দৰী ৰমণীৰ প্ৰথম বিধ, ৰম। এনে ৰমণীৰ লগত সঙ্গম ৰীতি— 'কুচং কৰেণ সৰ্ব্বদা পীড়য়েদধৰং দৃঢ়ং। ৰমণং পদ্মবন্ধেন পদ্মিনী ৰতিমাদিশেৎ।। —**ৱল্লভঃ** সূৰ্য্য।

**পদ্মী (ন্)** *পু.* ১। হাতী, মহা ১২।২৯।৬৬; ২। বিষ্ণু, মহা ১৩।১৪৯।৫০।

**পদ্মোত্তমা** *স্ত্ৰী.* মনসা দেৱী।

**পদ্যং** *ক্লী.* (পদং চৰণমৰ্হতীতি পদ্ যৎ) ১। কবিৰ ৰচনা, পদ্য, কবিতা, ২। পদযুক্ত স্তুতি, —**দ্যঃ** ১। শূদ্ৰ, ২। শব্দাংশ, —**দ্যা** খোজ কঢ়া পথ, স্তুতি, প্ৰশংসা।

**পদ্ৰঃ** *পু.* (পদ্ গতৌ ৰক্) গাওঁ।

**পদ্বঃ** *পু* ১। ভূলোক, মৰ্ত্তলোক, ২। ৰথ, বাহন, ৩। পথ, আলিবাট।

**পন্** ঈড়ে (ভ্বা উ সক পনায়তি -তে) স্তুতি কৰ, প্ৰশংসা কৰ।

**পনসঃ** *পু.* ১। কঁঠাল, ভা ৮।২।১০; কণ্টফল, ২। কাঁইট।

**পনসিকা** কাণৰ ভিতৰত হোৱা ফোঁহা।

**পন্থক** পথত উৎপন্ন হোৱা।

**পন্ন** *বিণ.* পতিত, মজ্জিত, মগ্ন, প্ৰস্থিত, —**গঃ** সাপ।

**পন্নগাৰিঃ**, —**ন্নগাশনঃ** *পু.* গৰুড়।

**পপিঃ** *পু.* চন্দ্ৰ।

**পপুঃ** *স্ত্ৰী.* ধাই মাক। তুলি লোৱা মাক। পু. পালক পিতা।

**পম্পা** *স্ত্ৰী.* পম্পা সৰোবৰ (দণ্ডকাৰণ্য), দক্ষিণ ভাৰতৰ পম্পা নদী, ৰ ১৩।৩০।

**পয়্** গতৌ (ভ্বা আ সক পয়তে) যা, গমন কৰ, আগুৱাই যা।

**পয়ঃ (স্)** *ক্লী.* (পয় গতৌ অসুন্) ১। পানী, ৰ ১।৬৭; ২। গাখীৰ, মনু ৩।৮২; ৩। বীৰ্য্য, ৰেতঃ। —**কন্দা** কন্দৰ পৰা ওলোৱা ৰস। এবিধ গছ। —**ফেনী :** দুগ্ধফেনী গছ।

**পয়স্য** *বিণ.* (পয়স যৎ) ১। গাখীৰেৰে তৈয়াৰী, ২। জলীয়, —**স্যঃ** মেকুৰী, —**স্যা** দৈ, আকন।

**পয়স্বলঃ** *পু.* ছাগল।

**পয়স্বিনী** *স্ত্ৰী.* (পয়ঃ ৱিনি ঙীষ্) ১। নদী, ২। গাই গৰু, ৰ ২।২১; ৩। ৰাতি, ৪। দুগ্ধফেনী, কাকোলী, ৫। মাইকী ছাগলী, ৬। গায়ত্ৰীস্বৰূপা মহাদেৱী, দেভা ১২।৬।৯৬।

**পয়োগৰঃ** *পু.* দ্বীপ, শিল বৰষুণ।

**পয়োঘনঃ** শিল বৰষুণ।

**পয়োজন্মা (ন্)** মেঘ।

**পয়োধৰঃ** *পু.* (ধৰতীতি ধৰঃ ধৃ অচ্, পয়সো দুগ্ধস্য, জলস্য ৱা ধৰঃ) ১। মেঘ, ২। নাৰীৰ স্তনযুগল, ৰ ১৪।২২; ৩। নাৰিকল, ৪। ওহাৰ, (গৰুৰ) গাখীৰৰ বাহ, ৫। বাজহাঁড়।

**পয়োধাঃ (স্)** *পু.* (পয়ো জলং দধাতীতি অসিঃ) ১। সমুদ্ৰ, ২। জলাধাৰ।

**পয়োধিঃ** *পু.* (পয়ো ধা কিঃ) সাগৰ।

**পয়োধিকম্** *ক্লী.* সাগৰৰ ফেন।

**পয়োনিধিঃ** *পু.* ১। সমুদ্ৰ, ২। শিৱ, মহা ১২।১৭।৮৭।

**পয়োব্ৰতঃ** *পু.* মাথোন পানী খাই পালন কৰা ব্ৰত বিশেষ।

**পয়োষ্ণী** *স্ত্ৰী.* বিন্ধ্যা পৰ্বতৰ পৰা ওলোৱা এখন নদীৰ নাম।

**পৰ** *বিণ.* (পৃ অপ্) ১। বেলেগ, অন্য, নিজৰ নহয়, ২। দূৰ, ৩। বাহিৰে, বাজে, ৪। পিচৰ উত্তৰ, পিচৰটো; ৫। উচ্চতৰ, ৬। শ্ৰেষ্ঠ, আস ৩৫৫; প্ৰধানতম, মুখ্য, ৭। বিদেশী, অচিনাকি, ৮। শত্ৰুতাপূৰ্ণ, ৯। ৰাহি, বৈ যোৱা (বস্তু), ১০। চূড়ান্ত, ১১। আসক্তিপূৰ্ণ অৰ্থত সমাসৰ শেষত চিন্তাপৰ, ধ্যানপৰ। **—ৰং** *ক্লী.* ১। কেঁৱল, ২। মোক্ষ, ৩। ব্ৰহ্ম, ৪। ব্ৰহ্মা, ৫। বিষ্ণু, মহা ১৩।১৪৯।২০; ৬। ব্ৰহ্মাৰ আয়ুস, মাপু ৪৬।৪২; ৭। সৰ্বোচ্চ বিন্দু, শেষ স্থান, **—ৰঃ** পু. ১। শত্ৰু, ৰ ৭।৬৭; ২। শিৱ ৩। আন এজন মানুহ, অচিনাকি মানুহ, **—কলত্ৰং** আনৰ স্ত্ৰী. **—কলত্ৰাভিগমনং** আনৰ স্ত্ৰীত ৰতি। ব্যাভিচাৰ, হি ১।১৩৫; **—ক্ষেত্ৰং** ১। আনৰ শৰীৰ, ২। আনৰ খেতি, মনু ৯।৪, ৩। আনৰ পত্নী, মনু ৩।১৭৫; **—গামী (ন্)** আনৰ সম্বন্ধীয়, আনৰ উপকাৰী, **—গ্ৰন্থিঃ** হাত বা আঙুলিৰ গাঁথি, **—চক্ৰং** শত্ৰুৰ আক্ৰমণ, শত্ৰু সেনা, **—ছিদ্ৰং** আনৰ ছিদ্ৰ, দুৰ্বলতা, শ ৪।২২, দুৰ্বল বিন্দু, **—জাত** আনৰ পৰা জন্ম হোৱা, জীৱিকাৰ কাৰণে আনৰ অধীন, পু. ভৃত্য, **—জিত**, আনে জয় কৰা, **—জিতঃ** কুলি চৰাই, **—তন্ত্ৰ** আনৰ অধীন, **—দাৰাঃ** আনৰ পত্নী, **—দাৰী (ন্)** ধৰ্ষণকাৰী, **—দ্ৰোহী (ন্)** শত্ৰুতাপূৰ্ণ, **—ধৰ্মঃ** ১। আনৰ ধৰ্ম, গী ৩।৩৫; ২। আনৰ কৰ্তব্য, ৩। আন জাতিৰ কৰ্তব্য, মনু ১০।৯৭; **—নিপাতঃ** পিচত বহিব লগীয়া কোনো শব্দ যেতিয়া আগত বহে; যেনে ভূতপূৰ্ব, অৰ্থাৎ পূৰ্বভূত, **—পক্ষঃ** শত্ৰুপক্ষ, **—পদং** উচ্চতম পদ, মোক্ষ, **—পিণ্ডং** আনৰ খাদ্য, **—পুৰুষঃ** আন এজন ব্যক্তি, অচিনাকি পুৰুষ, পৰম ব্ৰহ্ম, বিষ্ণু, আন এগৰাকীৰ স্বামী, **—পুষ্ট** আনৰ দ্বাৰা প্ৰতিপালিত। (ষ্টঃ) কুলি চৰাই, **—পুষ্টা** কুলি চৰাই, বেশ্যা, **—পূৰ্বা** আগতে এজন স্বামী থকা তিৰোতা, **—প্ৰেষ্য** ভৃত্য, **—ব্ৰহ্ম** পৰম ব্ৰহ্ম, **—ভাগঃ** ১। আনৰ অংশ, ২। শ্ৰেষ্ঠ গুণ, ৩। সৌভাগ্য, ৪। শ্ৰেষ্ঠত্ব, প্ৰাধান্য, **—ভৃ** কাউৰী, **—ভৃতঃ** কুলি চৰাই (কাউৰীৰ দ্বাৰা পালিত), শ ৪।৯; **—মৃত্যুঃ** কাউৰী, **—ৰমণঃ** বিবাহিতা মহিলাৰ প্ৰেমিক। পঞ্চ ১।১৮০; **—ৱাচ্যং** দোষ, ত্ৰুটি, **—ৱাণিঃ** ১। বিচাৰক, ২। বছৰ, কাৰ্ত্তিকেয়ৰ ম'ৰাচৰাই, **—ৱাদঃ** উৰা-বাতৰি, বিবাদ, **—ৱাদী (ন্)** প্ৰতিবাদী, **—ব্ৰতঃ** ধৃতৰাষ্ট্ৰ, **—সংজ্ঞকঃ** আত্মা, **—হৰণং** আনৰ সম্পত্তি দখল, **—হন্** শত্ৰু নিধন।

**পৰকীয়** *বিণ.* আনৰ, আনৰ সম্বন্ধীয়, শ ৪।২১; **—য়া** আনৰ পত্নী, পৰোঢ়া, আনে বিয়া কৰোৱা পত্নী। তিনি বিধ নায়িকাৰ এবিধ।

**পৰঞ্জঃ** ১। তেলৰ ঘানি, ২। তৰোৱালৰ (তীক্ষ্ণ) ধাৰ।

**পৰঞ্জনঃ, —প্ৰয়ঃ** বৰুণ দেৱতা।

**পৰতঃ** (স্) অব্য. ১। আনৰ পৰা, আন ফালৰ পৰা, ২। শত্ৰু পক্ষৰ পৰা, ৩। পিচত, ইয়াৰ পিচত, **—ভীৰু** ধাৰ্মিক ব্যক্তি।

**পৰন্তপ** *বিণ.* যি শত্ৰুক সদায় আতঙ্কিত কৰি ৰাখে, গী ৪।২, **—পঃ** বীৰ, বিজয়ী।

**পৰম** *বিণ.* (পৰম্ উৎকৃষ্টং মাতীতি কঃ) ১। উৎকৃষ্ট, মনু ৯।৩১৯: শ্ৰেষ্ঠ, ২। শেষ, চূড়ান্ত, ৩। প্ৰধান, মুখ্য প্ৰাথমিক, মনু ৮।৩০২; ৪। যথেষ্ট, **—মং** *অব্য.* অনুজ্ঞা, আধিক্য, কিন্তু, ইত্যাদি অৰ্থত ব্যৱহাৰ হয়। ৰ ১।১৭; **—মঃ** মহাদেৱ, মহা ১৩।১৭।৫১; **—গতিঃ** শেষ গতি, মোক্ষ, **—গৱঃ** ভাল গাই গৰু, **—পদং** শ্ৰেষ্ঠ স্থান, পদ, পদবি, ভগৱানৰ চৰণ, **—ব্ৰহ্মঃ** পৰমেশ্বৰ, নাৰায়ণ।

**পৰমৰ্ষিঃ** *পু.* মহৰ্ষি, বেদব্যাস। মহা ১।১।১৭।

**পৰমহংসঃ** *পু.* (পৰমঃ শ্ৰেষ্ঠঃ হংসঃ সোঽহং আত্মা যস্য) এবিধ সন্ন্যাসী। চাৰি বিধ সংসাৰত্যাগী সন্ন্যাসীৰ ভিতৰত শ্ৰেষ্ঠ। চতুৰ্ণামৱধূতানাং তুৰীয়ো হংস উচ্যতে' পৰমহংসই যজ্ঞোপৱীতাদি সকলো সাংসাৰিক চিহ্ন পৰিত্যাগ কৰি কৌপীন ধাৰণ পূৰ্বক ভিক্ষাবৃত্তি অৱলম্বন কৰে আৰু নদীৰ পাৰত অথবা পৰ্বতৰ গুহাত, অথবা জঙ্গলত পৰ্ণ কুটীৰ সাজি বাস কৰে।

**পৰমাণুঃ** *পু.* (পৰমঃ সৰ্ব্বচৰকোঽণুঃ) ১। সকলোতকৈ সূক্ষ্ম অণু। নিত্যঃ নিৰবয়ৱঃ, ততঃ কিমপি সূক্ষ্মং নাস্তি। ২। কাল, স কালঃ পৰমাণুঃ বৈ, ভা ৩।১১।৪।

**পৰমাণ্বঙ্গকঃ** *পু.* বিষ্ণু।

**পৰমাত্মা (ন্)** *পু.* (পৰমঃ কেৱলং আত্মা) ১। পৰমব্ৰহ্ম, পৰমাত্মা পৰং ব্ৰহ্ম নিগুৰ্ণঃ প্ৰকৃতেঃ পৰঃ। কাৰণং কাৰণানাঞ্চ শ্ৰীকৃষ্ণো ভগৱান্ স্বয়ম্॥ ২। বিষ্ণু, মহাদেৱ।

**পৰমাদ্বৈতঃ** *পু.* (পৰমঃ অদ্বৈতঃ দ্বৈতৱৰ্জিতঃ) বিষ্ণু।

**পৰমান্নং** *ক্লী.* (পৰমানামুৎকৃষ্টানাং দেৱাদীনাম্ অন্নম্) পায়স, পৰমান্ন, ক্ষীৰ।

**পৰমায়ুঃ (স্)** *ক্লী.* (পৰমং আয়ুঃ) ১। জীৱিতকাল, ২। ব্ৰহ্মা।

**পৰমাৰ্থঃ** *পু.* (পৰমং শ্ৰেষ্ঠঃ অৰ্থঃ) ১। উৎকৃষ্ট বস্তু, যথাৰ্থ, ২। মুখ্যাৰ্থ, ৩। মোক্ষ, ৪। সুখ ভোগ।

**পৰমাৰ্হতঃ** *পু.* জৈনমুনি।

**পৰমেশ্বৰঃ** *পু.* (পৰমঃ ঈশ্বৰঃ চ) ১। শিৱ, ২। বিষ্ণু, **—ৰী** দুৰ্গা, দেভা, ৩০।৩।৭০।

**পৰমেষ্ঠিনী** *স্ত্ৰী.* ব্ৰাহ্মী।

**পৰমেষ্ঠী (ন্)** *পু.* (পৰমে ব্যোম্নি তিষ্ঠতীতি) ১। ব্ৰহ্মা, মনু ১।৮০; ২। বিষ্ণু মহা ১৩।১৪৯।৫৮; ৩। মহাদেৱ, মহা ৩।৩৭।৫৮; ৪। জিন, ৫। শালগ্ৰাম।

**পৰম্পৰঃ** *পু.* (পৰং পিপৰ্তীতি পৃলি পূৰ্ত্তৌ অচ্) প্ৰপৌত্ৰাদি, এবিধ হৰিণ, আজোনাতিৰ পুত্ৰ, **—ৰা** *স্ত্ৰী.* ১। অবাধ ক্ৰম, এটাৰ পিছত এটা, ক্ৰমশঃ ২। (সমাসৰ শেষত) বংশ পৰম্পৰা, কৰ্ণ পৰম্পৰা, ইকাণৰ পৰা সিকাণ, ৩। শ্ৰেণী, পদ্ধতি, ৪। বংশ, পৰিয়াল, ৫। হিংসা, আঘাত, হত্যা।

**পৰম্পৰাকং** *ক্লী.* পূজা বা যজ্ঞত পশুবলি।

**পৰম্পৰীণং** *ক্লী.* পৰম্পৰাগতভাৱে প্ৰাপ্ত, ভক্তি ৫।১।

**পৰলোকঃ** *পু.* লোকান্তৰ, স্বৰ্গ, নৰকাদি, **—গমঃ** মৃত্যু।

**পৰৱত্তা** *স্ত্ৰী.* পৰাধীনতা।

**পৰৱশ** *বিণ,* অন্যৰ বশীভূত, পৰাধীন, মনু ৪।১৫৯।

**পৰৱাণিঃ** *পু.* ধৰ্মাধিকাৰী।

**পৰৱান্ (ৎ)** *বিণ.* ১। পৰাধীন, ৰ ২।৫৬; ২। বাধ্য, ৩। শক্তিহীন, ৪। পৰাভূত।

**পৰশঃ** *পু.* এবিধ মুক্তা বা পাথৰ, (পৰশপাথৰ) এই পাথৰেৰে স্পৰ্শ কৰা মাত্ৰকে লো আদি ধাতু সোণত পৰিণত হয়।

**পৰশুঃ** *পু.* (পৰান্ শত্ৰূন্ শৃণাতি ছিনত্তানেনেতি শৃ হিংসায়াম্ কুঃ ডিৎ চ) এবিধ অস্ত্ৰ। কুঠাৰ, **—ধৰঃ** গণেশ, **—ৰামঃ** জমদগ্নিৰ পুত্ৰ পৰশুৰাম। ভগৱান বিষ্ণুৰ পঞ্চম অৱতাৰ। বামনৰ পিচৰ অৱতাৰ। এই পৰশুৰামে একৈশবাৰ ক্ষত্ৰিয়ক নিধন কৰি পৃথিৱীক নিঃক্ষত্ৰা কৰিছিল। ভা ১।২অ। খণ্ডাল এই ঋষিজনাৰ আন কেইটামান নাম— জামদগ্ন্য, ভাৰ্গৱ, ভৃগুপতি আদি। জমদগ্নি চাওক। বিদৰ্ভৰাজৰ কন্যা ৰেণুকাৰ গৰ্ভত পৰশুৰামৰ জন্ম হয়। জন্ম হওঁতে কুঠাৰ এখন হাতত লৈয়ে জন্ম লৈছিল হেনো। সেয়ে পুত্ৰৰ নাম পৰশুৰাম ৰাখিলে। এদিন ৰেণুকাই গা ধুই আশ্ৰমত প্ৰৱেশ কৰাত ৰেণুকাৰ আউল-বাউল চুলি আৰু অসংযত কাপোৰ দেখা পাই ভ্ৰষ্টা হোৱা বুলি জমদগ্নিয়ে মাকক হত্যা কৰিবলৈ পুতেকহঁতক আদেশ দিলে। ৰুমণ্বনাদি বাকীকেইটা পুতেক অমান্তি হোৱাত সিহঁতক অভিশাপ দি পৰশুৰামক কলে। পিতৃভক্ত পৰশুৰামে মাকক সেই কুঠাৰেৰে কাটি পেলায়। পিতাক তুষ্ট হৈ পৰশুৰামক অভীষ্ট বৰ দান কৰে। ৰজা কাৰ্ত্তবীৰ্য্যই এবাৰ জমদগ্নিৰ আশ্ৰমৰ পৰা গৰুটো লৈ যায়। পৰশুৰামে গম পাই কাৰ্ত্তবীৰ্য্যক বধ কৰে। কাৰ্ত্তবীৰ্য্যৰ পুতেকহঁতে প্ৰতিশোধ লবলৈ পৰশুৰাম নথকা সময়ত আশ্ৰমলৈ আহি জমদগ্নিক হত্যা কৰে। তেতিয়া খণ্ডত অগ্নিশৰ্মা হৈ পৰশুৰামে কাৰ্ত্তবীৰ্য্যৰ পুতেকহতক বধ কৰাৰ উপৰিও একৈশ বাৰ ক্ষত্ৰিয় নিধন কৰে। পিতাকৰ বৰত পৰশুৰাম চিৰজীৱী আছিল। ত্ৰেতাযুগত জনকৰ ৰাজ্যত জানকীৰ বিবাহৰ সময়ত পৰশুৰামৰ দৰ্প ঘোৰ ৰঘুবীৰ ৰামে চূৰ্ণ কৰে। ৰামৰ হাতত পৰাজয় হোৱাৰ পিচত হতগৰ্বী পৰশুৰামে মহেন্দ্ৰ পৰ্বতলৈ গৈ কঠোৰ তপস্যাত বহি কাল কটাব ধৰিলে।

**পৰশ্বঃ (স্)** *অব্য.* পৰহি।

**পৰশ্বধঃ** *পু.* কুঠাৰ।

**পৰসংজ্ঞকঃ** আত্মা।

**পৰস্** *অব্য* ১। দূৰলৈ, ২। আন কালে, বহু দূৰৈত।

**পৰস্তাৎ** *অব্য.* ১। দূৰৈত, আন কালে, ২। ইয়াৰ পিচত, ৩। ইয়াতকৈ ওখত।

**পৰস্পৰ** *বিণ.* ১। ইজনে সিজনে, ইতৰেতৰ, ভট্টি ২।৫; ২। ইজনে সিজনৰ বিপক্ষে, ইজনে সিজনৰ প্ৰতি আদি বিভিন্ন অৰ্থত ব্যৱহাৰ হয়।

**পৰস্মৈপদং** *ক্লী.* (পৰস্মৈ পৰাৰ্থং পৰপ্ৰেধকং পদম্) ধাতুপাঠৰ দুবিধ বাচ্যৰ (বিভক্তিৰ) এবিধ (তিপ তস্ ঝি ইত্যাদি)। আনবিধ আত্মনেপদ।

**পৰা** *অব্য.* বধ, আঘাত, গমন, দৰ্শন, প্ৰাধান্য, ঘৰ্ষণ, প্ৰাতিলোম (অনুলোমৰ বিপৰীত), শক্তি, মুক্তি, ওভতনি, অস্বীকাৰ আদি অৰ্থত শব্দ বা ধাতুৰ আগত ব্যৱহাৰ হয়।

**পৰা** *স্ত্ৰী.* (পৃ অচ্ টাপ্) গঙ্গা, গায়ত্ৰী, পাৰ্বতী।

**পৰাকঃ** *পু.* ১। এবিধ কঠোৰ ব্ৰত, ২। খড়্গ, তৰোৱাল, ৩। এবিধ ৰোগ, ৪। এবিধ জন্তু।

**পৰাকৰণং** *ক্লী.* ১। একাষৰীয়াকৈ থোৱা কাৰ্য্য, ২। প্ৰত্যাখ্যান।

**পৰাক্ৰমঃ** *পু.* (পৰা ক্ৰম ঘঞ্) ১। শক্তি, সাহস, শৌৰ্য্য, ২। আক্ৰমণ, ৩। উদ্যোগ, ৪। বিষ্ণু, মহা ১৩।১৪৯।৪৪।

**পৰাগঃ** *পু.* (পৰা গচ্ছতীতি পৰা গম্ ডঃ) ১। ফুলৰ ৰেণু, পুষ্পৰেণু, আস ৫০৬, ২। ধূলি, ৰ ৪।৪০; ৩। স্নানৰ দ্ৰব্য, ৪। চন্দন।

**পৰাঙ্গদঃ** *পু.* মহাদেৱ। **—ঙ্গৱঃ** *পু.* সাগৰ।

**পৰাঙ্মুখ** *বিণ.* বিমুখ, মনু ১০।১১৯; (পু) তন্ত্ৰোক্ত মন্ত্ৰ এবিধ।

**পৰাচিত** *বিণ.* (পৰেণ আচিতঃ পালিতঃ) আনৰ দ্বাৰা লালিত, পালিত। পৰপুষ্ট।

**পৰাচীন** *বিণ.* পৰাঙ্মুখ।

**পৰাজয়ঃ** *পু.* (পৰা জি অপ্) ১। ৰণত বিপৰ্য্যয়, মনু ৭।১৯৯; ২। হানি, অকৃতকাৰ্য্যতা, অসফলতা। পলায়ন। **—জিত** *বিণ.* পৰাভূত, বিজিত।

**পৰাঞ্জঃ** ১। তেলৰ ঘানী, ২। ফেন।

**পৰাৎপৰঃ** *পু.* (পৰাৎ শ্ৰেষ্ঠাদপি শ্ৰেষ্ঠঃ) শ্ৰীকৃষ্ণ।

**পৰাদনঃ** *পু.* পাৰস্যৰ ঘোঁৰা।

**পৰাধীন** *বিণ.* আনৰ অধীন। পৰবশ।

**পৰানসা** *স্ত্ৰী.* চিকিৎসা।

**পৰান্নং** *ক্লী.* ১। আনে স্পৰ্শ কৰা অন্ন। আনে খাই এৰা খাদ্য। পৰান্নভোজনত দোষ— ব্ৰাহ্মণান্নেন দাৰিদ্ৰ্যং ক্ষত্ৰিয়ান্নেন প্ৰেষ্যতাম্। বৈশ্যান্নেন তু শূদ্ৰত্বং শূদ্ৰান্নৈৰ্নৰকং ব্ৰজেৎ।। এইবিলাক পৰান্ন নহয়— গুৰ্ৱন্নং মাতুলান্নং ৱা শ্বশুৰান্নং তথৈৱচ। পিতুঃ পুত্ৰস্য চৈৱান্নং ন পৰান্নমিতি স্মৃতিঃ।। ২। আনৰ পৰা পোৱা অন্ন। 'পৰান্নং প্ৰাপ্য দুৰ্বুদ্ধে মা প্ৰাণেষু দয়াং কুৰু। দুৰ্লভানি পৰান্নানি প্ৰাণা জন্মনি জন্মনি।। (ব্যঙ্গোক্তি)। **—ন্নঃ** পৰান্নোপজীৱী— পৰান্ন খাই জীৱন ধাৰণ কৰোঁতা।

**পৰাপৰ** *বিণ.* দূৰ-ওচৰ, আগৰ-পিছৰ, শ্ৰেষ্ঠ-অধম, উচ্চতৰ-নিম্নতৰ (ক্লী) এবিধ ফল।

**পৰাপৰগুৰুঃ** *পু.* সৰ্বশ্ৰেষ্ঠ গুৰু— মন্ত্ৰদাতা গুৰুঃ প্ৰোক্তো মন্ত্ৰস্তু পৰমো গুৰুঃ। পৰাপৰগুৰুস্ত্বং হি পৰমেষ্ঠিগুৰুস্ত্ব অহম্।।

**পৰাভৱঃ** *পু.* ১। তিৰস্কাৰ, অপমান, ধিক্কাৰ, ২। বিনাশ।

**পৰাভূত** *বিণ.* পৰাজিত, বশীভূত। **—তিঃ** পৰাভৱ।

**পৰামৰ্শঃ** *পু.* (পৰামৃশ্যতে ইতি পৰা মৃশ ভাৱে ঘঞ্) ১। যুক্তি, ২। বিবেচনা, আলোচনা, ৩। উপদেশ, ৪। তৰ্ক, ৫। বাধা, ৬। সিদ্ধান্ত, ৭। (তৰ্কশাস্ত্ৰ) অনুমান, সিদ্ধান্ত। ধোঁৱাত জুইৰ ব্যাপ্তি বুলি ধৰি লোৱাৰ পিচত কোনো মানুহে যদি পৰ্বতৰ পৰা একেৰাহে ধোঁৱা ওলাই থকা দেখে তেনেহ'লে তাৰ পৰা এই অনুমান কৰি লয় যে তাত নিশ্চয় জুই আছে। এয়ে পৰামৰ্শ।

**পৰামৃতং** *ক্লী.* বৰ্ষণ, বৰষুণ।

**পৰামৃষ্ট** *বিণ.* (পৰা মৃস্ ক্ত) ১। সম্বন্ধ, সম্বন্ধযুক্ত, ২। ধৰ্ষিত, ৩। স্পৃষ্ট, অধিকৃত, ৪। বিবেচিত।

**পৰায়ণ** *বিণ.* ১। এজনত বা এটা বস্তুত আসক্ত, যেনে ধৰ্মপৰায়ণ অৰ্থাৎ ধাৰ্মিক, ধৰ্মাসক্ত, ২। অভীষ্ট, ৩। নিত্যপ্ৰতিষ্ঠা, বা ২।৪৮।১৭।

**পৰায়ত্ত** *বিণ.* পৰাধীন।

**পৰাৰি** *অব্য.* যোৱা বছৰৰ আগৰ বছৰত। (বিণ.) আনৰ শত্ৰু।

**পৰাৰ্দ্ধ্য** *বিণ.* শ্ৰেষ্ঠ, প্ৰধান, ৰ ১০।৬৪।

**পৰাৱৰ্ত্তঃ, —বৃত্তিঃ** ১। ঘূৰি অহা কাৰ্য্য, ওভতনি, পৃষ্ঠভঙ্গ, ২। বিনিময়, অদল-বদল, পুনৰ সংস্থাপন, পৰিৱৰ্তন।

**পৰাৱহঃ** *পু.* সপ্তবায়ুৰ অন্তৰ্গত সপ্তম বায়ু।

**পৰাশ্বিজ্ঞঃ** *পু.* কুবেৰ।

**পৰাশৰঃ** *পু.* ব্যাসৰ পিতাক, প্ৰসিদ্ধ স্মৃতিকাৰ পৰাশৰ মুনি।

**পৰাসং** *ক্লী.* বঙ্গিতাম, টিন।

**পৰাসনং** *ক্লী.* (পৰা অস্ ভাৱে ল্যুট্) মাৰণ, হত্যা, বধ।

**পৰাসু** *বিণ.* মৃত। ৰ ৯।৭৮; **—তা** মৃতত্ব, নিদ্ৰা পৰবশ।
**পৰাস্কন্দী** (ন্) *পু.* চোৰ।
**পৰাস্ত** *বিণ.* (পৰা অসক্তি) পৰাজিত, বিজিত।
**পৰাহত** *বিণ.* ১। আঘাত হনা, ২। ঘুৰাই পঠোৱা, প্ৰতিৰুদ্ধ।
**পৰি** *অব্য.* সৰ্বতঃ। বৰ্জন, ব্যাধি, শেষ, অন্ত, আখ্যান, ভাগ, বীপ্‌সা, আলিঙ্গন, লক্ষণ, নিৰসন, পূজা, প্ৰশংসা, ব্যাপ্তি, ভূষণ, শোক, অতিশয়, সম্ভোষভাষণ, চিহ্ন, ত্যাগ, নিয়ম আদি বিভিন্ন অৰ্থত শব্দ বা ধাতুৰ আগত ব্যৱহাৰ হয়, **—কথা** কাল্পনিক আখ্যান, উপন্যাস, গল্প, সাধুকথা, **—কম্পঃ** ভয়, আতঙ্ক, ভয়ঙ্কৰ কঁপনি, **—কৰঃ** ১। পৰিবাৰ, অনুচৰবৰ্গ, ২। বিবেক, ৩। সহকাৰী, ৪। কাব্যৰ এবিধ অলঙ্কাৰ, ৫। কঁকালী, কঁকালত মৰা পেটী, ৬। বহ্য আসন, ৭। নাটকৰ ঘটনাৰ পৰোক্ষ ইঙ্গিত, **—কৰ্তা** (ৰ্ঋ) ডাঙৰ ককায়েক অবিবাহিত থকাত সৰু ভায়েকৰ বিয়া পতা পুৰোহিত, **—কৰ্মী** (ন্) *পু.* ভৃত্য, (ক্লী) ১। প্ৰসাধন, ২। সাজপাৰ পিন্ধন, ফণি, আৰ্চি, মুখ ধোৱা চৰিয়া, প্ৰসাধন সঁজুলি থকা কোঠা, ৩। ভৰিত আলতা, ৰং আদি সনা, ৪। পূজা, ৫। (যোগ) মনৰ শুদ্ধিকৰণ, শি, ৪।৫৫; **—কৰ্ষঃ**, **—কৰ্ষণং** নিষ্কাশন, উলিয়াই বাহিৰকৰণ, **—কল্কনং** ঠগ, প্ৰবঞ্চনা, **—কল্পনং —না** স্থিৰকৰণ, নিৰ্ণয়, চিন্তা, আয়োজন, আঁচনি, বিতৰণ, যোগান, **—কাঙ্ক্ষিতঃ** সন্ন্যাসী, ভক্ত, **—কীৰ্ণ** বিস্তৃত, সিঁচৰিত, আবৃত, পূৰ্ণ। শি ১৬।১০; **—কূটং** গড়খাৱৈ। নগৰৰ প্ৰধান দুৱাৰৰ আগত থকা খাৱৈ বা ডাঙৰ খাল, **—কোপঃ** ক্ৰোধ, **—ক্ৰমঃ** ১। ঘূৰি ফুৰা, ভ্ৰমণ, ২। অনুক্ৰম, শ্ৰেণী, শৃঙ্খলা, **—ক্ৰয়ঃ —ক্ৰিয়ণং** ১। মজুৰি, ভাড়া, ২। ক্ৰয়, ৩। বিনিময়, অদল-বদল, **—ক্ৰিয়া** চৌহদ বেৰা দিয়া কাৰ্য্য, ঘেৰা কাৰ্য্য, **—ক্লান্ত** পৰিশ্ৰান্ত, **—ক্লেদঃ** জীপনি, জেকনি, পিটনি, **—ক্লেশঃ** দুৰ্দশা, কষ্ট, ভাগৰ, **—ক্ষয়ঃ** ক্ষয়, নাশ, ধ্বংস, নিষ্ফলতা, মনু ৯।৫৯; **—ক্ষাম** ক্ষীণ, ক্ষয়প্ৰাপ্ত, **—ক্ষালনং** ১। ধোৱন, পৰিষ্কাৰকৰণ, ২। পানী, **—ক্ষিপ্ত** সিঞ্চিত, আবৃত, ব্যাপ্ত, **—ক্ষীণ** ১। অন্তৰ্হিত, ২। ক্ষয়প্ৰাপ্ত, ক্ষীণ, ৩। শ্ৰান্ত, ৪। ধ্বংসপ্ৰাপ্ত, ৫। হ্ৰাসপ্ৰাপ্ত, **—ক্ষীৱ** মাতাল, **—ক্ষেপঃ** ইফালে-সিফালে ঘূৰি ফুৰা। আৱৰণ, চৌহদ বেৰ, **—খা, খাতং** খাল, গাঁত, গড়খাৱৈ, ৰ ১।৩০; **—খেঃ** শ্ৰান্তি, ভাগৰ, এলাহ, ঋতু ১।২৭; **—খ্যাতিঃ** যশস্যা, **—গণনং —না** সাধাৰণ গণনা। **—গত** আবৃত, ব্যাপৃত, জ্ঞাত, পৰিপূৰ্ণ, প্ৰাপ্ত, স্মৃত, **—গৰ্হণং** তীব্ৰ গৰিহণা, **—গলিত** মগ্ন, নিমজ্জিত, অধঃপতিত, অন্তৰ্হিত, গলিত, প্ৰৱাহিত, **—গূঢ়** অত্যন্ত গুপ্ত, অবোধ্য, **—গৃহীত** ১। অধিকৃত, ২। আলিঙ্গিত, ৩। আবৃত, প্ৰাপ্ত, ৪। স্বীকৃত, ৫। অনুগৃহীত, ৬। বাধিত, ৭। বিৰোধিতা, **—গৃহ্যা** বিবাহিতা নাৰী, **—গ্ৰহঃ** ১। অধিগ্ৰহণ, অধিকাৰ, দখল, ২। আৱৰণ, চৌহদ বেৰ, ৩। প্ৰাপ্তি, স্বীকৰণ, ৪। সম্পত্তি, আচবাব, দখল, গী ৪।২১; ৫। বিবাহ, শ ১।২২; ৬। পত্নী, শ ৫।২৭; ৭। অনুগ্ৰহ, ৮। অনুচৰ, ৯। ঘৰ গৃহস্থী, পৰিয়াল, ১০। অন্তঃপুৰ, ১১। মূল, উৎস, ১২। (চন্দ্ৰ বা সূৰ্য্য) গ্ৰহণ, ১৩। শপত, ১৪। সৈন্যৰ পৃষ্ঠভাগ, ১৫। বিষ্ণু, **—গৃহীত** পতি, **—গ্লান** শ্ৰান্ত, আলস্য, **—ঘঃ** ১। অৰ্গল, আলতাৰাচ, দুৱাৰত তলা লগোৱা সৰঞ্জাম, ২। মুৰত লো খটোৱা লাঠী, ৩। লোহাৰ গদা, ৪ পানীৰ কলহ, ৫। ঘৰ, ৬। বধ, হত্যা, আঘাত, **—ঘট্টনং** আলোড়ন, **—ঘাতঃ —ঘাতনং** বধ, হত্যা, লোৰ গদা, **—ঘোষঃ** শব্দ, বিজুলী, ঢেৰেকনি, অসৎ ভাষণ, **—চয়ঃ** ১। চয়ন, দ'ম কৰা, ২। অধ্যয়ন, পুনৰ কথন, ৩। চিনাকি, ৪। জ্ঞানী, **—চৰঃ** ১। অনুচৰ, ভৃত্য, ২। দেহৰক্ষী, ৩। আৰক্ষী, ৪। সেৱা, ভক্তি, **—চৰণং** সেৱা, পূজা, **—চৰ্যা** সেৱা-শুশ্ৰূষা, গী ১৮।৪৪; পূজা, শ্ৰদ্ধা, **—চাষ্যঃ** যজ্ঞাগ্নি, **—চাৰঃ —চাৰকঃ** ভৃত্য, **—চিত** ১। দ'ম কৰা, সঞ্চিত, ২। চিনাকি, ৩। শিক্ষাপ্ৰাপ্ত, **—চিতিঃ** চিনাকি, আত্মীয়তা, **—চ্ছদ্** *স্ত্ৰী.* অনুচৰবৰ্গ, লগৰ সামগ্ৰী, **—চ্ছদঃ** *পু.* ১। পৰিধান, আৱৰণ, ২। কাপোৰ, পোচাক, ৩। অনুচৰবৰ্গ, ৪। ব্যক্তিগত সম্পত্তি, বাচন-বৰ্তনাদি, ৫। ভ্ৰমণ সামগ্ৰী, **—চ্ছন্ন** ১। আবৃত, ব্যাপ্ত, বিস্তৃত, ২। লুক্কায়িত, গুপ্ত, **—চ্ছিত্তিঃ** বিভাজন, ব্যাখ্যা, **—চ্ছিত্তিঃ** ১। কৰ্তন, বিভাজন, ২। ব্যাখ্যান, ৩। নিৰ্দ্ধাৰিণ, ৪। প্ৰভেদজ্ঞান, সদসৎ বোধ, ৫। সীমা, চৌহদ, ৬। কোনো গ্ৰন্থৰ

অংশ অধ্যায়, —**চ্ছিন্ন** ১। ছিন্ন, কাটি পেলোৱা, ২। বিভাজিত, দ্বিখণ্ডিত, ৩। ব্যাখ্যাকৃত, নিৰ্দ্ধাৰিত, ৪। সীমিত, চুম্বককৃত, —**চ্ছেদ্য** ১। ওজন কৰিব লগীয়া, ২। মূল্য নিৰূপণ কৰিব লগীয়া, ব্যাখ্যা কৰিব লগীয়া, —**জনঃ** ১। অনুচৰবৰ্গ, ভৃত্যবৰ্গ, ২। পৰিয়ালৰ লোক, মহিলাসকল, ৩। ভৃত্য, —**জল্পিতং** গৰাকীৰ বা মালিকৰ দোষ, নিষ্ঠুৰতা আদি দেখুৱাই নিজৰ দক্ষতাৰ গোপন পৰিচয় দান। অথবা প্ৰেমিকৰ দ্বাৰা উপেক্ষিতা নাৰীয়ে প্ৰেমিকৰ প্ৰতি কৰা গুপুত নিন্দা, —**জ্ঞপ্তিঃ** ১। কথোপকথন, ভাষণ, ২। পৰিচিতি, —**জ্ঞানং** সম্পূৰ্ণ, নিখুঁত জ্ঞান, —**ডীনং** চৰাইৰ চক্ৰাকাৰে উৰণ, —**ণত** ১। অৱনত, তলমূৰ কৰা, ২। বুঢ়া হোৱা, ৩। পৈণত, পক্ব, প্ৰস্ফুটিত, ৪। হজম হোৱা, ৫। সম্পূৰ্ণৰূপে বৃদ্ধিপ্ৰাপ্ত, ৬। অন্ত যেনে সূৰ্য্যাস্ত, ৭। সমাপ্ত, ৮। পৰিবৰ্তিত, ৯। শুঁৰেৰে আঘাত কৰিবলৈ নত হোৱা হাতী, শি ২।২৯; —**ণতিঃ** ১। অৱনতি, ২। পৰিপক্বতা, উন্নতি, ৩। ফল, পৰিণাম, ভৰ্ত্তৃ ২।৯৪; ৪। সমাপ্তি, অন্ত, ৫। হজম, —**ণদ্ধ** ১। আবদ্ধ, আবৃত, ২। বিশাল, —**ণয়ঃ** —**ণয়নং** বিবাহ, —**ণহনং** বান্ধন, মেৰাই মেৰাই বন্ধা কাৰ্য্য, —**ণামঃ** ১। ফল, প্ৰতিফল, ২। হজম, ৩। পৰিবৰ্তন, ৪। পৰিপক্বতা, ৫। সমাপ্তি, ৬। বৃদ্ধাৱস্থা, ৭।(অশা) কাব্যৰ এবিধ অলঙ্কাৰ, (—**দৰ্শী**) সতৰ্ক, জ্ঞানী, ভৱিষ্যত ফলাফল বুজা, (—**পথ্য**) অন্তত হিতকৰ, (—**শূলঃ**) পেটফুলা, বদহজমীৰ বাবে পেটৰ বিষ, —**ণায়ঃ** পাশাৰ গুটিৰ চাল, —**ণায়কঃ** ১। নেতা, ২। পতি, —**ণাহঃ** ১। বৃত্ত, বিস্তৃতি, প্ৰস্থ, ২। ডাঙৰ স্তনযুগল, কি ১২।২০; ৩। চকাৰ পৰিধি, —**ণিমকং** ১। সোৱাদ লোৱা কাৰ্য্য, খাৱন, ২। চুম্বন, —**ণিষ্ঠা** দক্ষতা, —**ণীত** বিবাহিত, —**ণীতা** বিবাহিতা তিৰোতা, —**ণেতা** পতি, শ ৫।১৭; —**তৰ্পণং** সন্তুষ্টিকৰণ, —**তঃ** (পৰিতঃ) *অব্য.* চাৰিওফালে, সকলো ঠাইতে, —**তাপঃ** ১। অত্যন্ত তপত, ২। শোক, সন্তাপ, দুখ, ৩। অনুতাপ, দুখৰ বিননি, কান্দোন, ৪। ভয়, আতঙ্কত কঁপা, —**তুষ্ট** ১। সন্তুষ্ট, ২। আনন্দিত, —**তুষ্টি** আনন্দ, সন্তুষ্টি, —**তোষঃ** কামনা-বাসনাহীন সন্তুষ্টি। আনন্দ, ৰ ১১।৯২;

—**ত্যক্ত** ১। এৰি থোৱা, ত্যাগ কৰা, এৰা, ২। ধনুৰ পৰা কাঁড় এৰা, ৩। নাটনি, —**ত্যাগঃ** ১। এৰা, ত্যাগ, অগ্ৰাহ্য, অস্বীকাৰ, মনু ২।২৫; ২। অৱজ্ঞা, নাশ, হানি, অভাৱ, —**ত্ৰানং** ৰক্ষণ, সুৰক্ষা, উদ্ধাৰ, গী ৪।৮; —**ত্ৰাসঃ** আতঙ্ক, ভয়, —**দংশিত** বৰ্মাবৃত, —**দানং** ১। বিনিময়, ২। আসক্তি, ভক্তি, ৩। জমা থোৱা ধনৰ পুনৰুদ্ধাৰ, —**দয়ী (ন্)** পু. ডাঙৰ ভায়েক থাকোঁতেই সৰু ভায়েকলৈ বিয়া দিয়া কন্যাৰ পিতাক, —**দাহঃ** ১। দাহ, পোৰা কাৰ্য্য, ২। দুখ, শোক, —**দেৱঃ** শোক, বিননি, —**দেৱনং**, —না, —**দেৱিতং**, সন্তাপ, দুখ, শোকৰ কান্দোন, —**দ্ৰষ্টা (ঋ)** দেখোঁতা, দৰ্শক, —**ঘৰ্ষণং** ১। আঘাত, আক্ৰমণ, ২। নিন্দা, ৩। অপব্যৱহাৰ, —**ধানং** পিন্ধা কাপোৰ, পোচাক, কি ৯।১; —**ধানীয়ং** ভিতৰত পিন্ধা কাপোৰ, জাঙ্গিয়া, পেটিকোট আদি, —**ধায়ঃ** ১ অনুচৰবৰ্গ, ২। আধাৰ, জলাধাৰ, ৩। তপিনা, টিকা, —**ধিঃ** ১। চৌহদ বেৰ, দেৱাল, বেৰা, ২। চন্দ্ৰ আৰু সূৰ্য্যৰ চাৰিওফালে থকা জ্যোতিৰ্মণ্ডল, ৩। ৰশ্মি মণ্ডল, ৪। দিগন্ত, ৫। বৃত্তৰ বেৰ, চকাৰ বেৰ, ৬। যজ্ঞাগ্নিৰ ওপৰত ৰখা (পলাশ) কাঠৰ লাঠী, —**ধিস্থঃ** ৰক্ষক, ৰজাৰ আলধৰা, পাৰিষদ, —**ধূপিত** সুগন্ধিত, —**ধূসৰ** মটীয়া বৰণৰ, —**ধেয়ং** পৰিধান —**ধ্বংসঃ** ১। চৰম দুৰ্দশা, ধ্বংস, নাশ, ২। বৰ্ণভ্ৰষ্ট, —**ধ্বংসী (ন্)** নাশক, ধ্বংসকাৰক, বিধ্বংসী, —**নিৰ্ব্বাণং** মহানিৰ্বাণ, —**নিবৃত্তিঃ** মোক্ষ, চৰম সীমা, —**নিষ্ঠিত** সুদক্ষ, —**পক্ব** ১। সুসিদ্ধ, ভালকৈ সিজা, পৈণত, ২। উচ্চ শিক্ষিত, চতুৰ, ৩। ভালকৈ হজম হোৱা, ৪। অৱক্ষয়, —**পণং** মূলধন, —**পন্থকঃ**, —**ন্থী (ন্)** শত্ৰু, গী ৩।৩৪; প্ৰতিকূলাচাৰী, বিৰোধী, —**পাকঃ** *পু.* (পৰি পচ ঘঞ্) ১। পৰিপক্বতা, নিপুণতা, দক্ষতা, ২। ফল, পৰিণতি, —**পাটল** *বিণ.* ঈষৎ ৰঙা, ৰঙচুৱা, —**পাটিঃ** —**টী** ১। পদ্ধতি, কৰ্মপথ, ২। আয়োজন, অনুক্ৰম, শৃঙ্খলা, —**পাঠঃ** সম্পূৰ্ণ বিৱৰণ, —**পাৰ্শ্বঃ** ওচৰ, নিকট, —**পালনং** ৰক্ষণ, পালন, ভৰণ-পোষণ, মনু ৯।২৭; —**পিষ্টকং** সীহ, —**পীড়নং** ১। পীড়ন, হেঁচা কাৰ্য্য, ২। আঘাত, অনিষ্ট, —**পুটনং** গুচাই পেলোৱা। চাল বা বাকলি একৰা কাৰ্য্য, —**পূজনং** —**পূজা** আদৰ, সংকাৰ,

পূজা, —**পূত** ১। পৱিত্ৰীকৃত, ২। বিশুদ্ধ, ৩। ভালকৈ চালিজাৰি উলিওৱা (শস্য), তুঁহশূন্য, —**পূৰণং** সম্পূৰ্ণকৰণ, —**পূৰ্ণ** সম্পূৰ্ণ, তুষ্ট, সন্তুষ্ট, —**পূৰ্তি** *স্ত্ৰী.* সমাপ্তি, সম্পূৰ্ণতা, —**পৃচ্ছা** প্ৰশ্ন, অনুসন্ধান, গী ৪।৩৪; —**প্ৰেষ্যঃ** ভৃত্য, —**প্লৱ** *বিণ.* ১। ভাঁহি থকা, ২। কম্পন, ৩। অস্থিৰ, (—**প্লৱঃ**) পু. ১। বানপানী, ২। অৱগাহন, ৩। নাও, ৪। অত্যাচাৰ, —**প্লুত** দগ্ধ, তপ্ত, —**বৰ্হঃ** ১। অনুচৰবৰ্গ, ২। আচবাব, ৩। ৰাজকীয় চিহ্ন, ৪। ধন, সম্পত্তি, —**বৰ্হণং** ১। পৰিবৰ্হ, বৃদ্ধি, ২। পূজা, —**বাধা** কষ্ট, ক্লেশ, বিৰক্তি, ভাগৰ, —**বৃংহণং** ১। উন্নতি, কল্যাণ, ২। পৰিশিষ্ট, —**বৃংহিত** বৰ্দ্ধিত, উন্নত, (পু) হাতীৰ চিঞৰ, —**ভঙ্গ** টুকুৰা-টুকুৰ হৈ ভগা, —**ভৰ্ৎসনং** ভয় দেখুৱা, —**ভৱঃ** ১। অপমান, আঘাত, ২। পৰাজয়, —**ভৱাস্পদং** অপমানৰ বিষয়, —**ভৱিৰিধিঃ** অপমান, —**ভৱী** (ন্) —**ভাৱী** (ন্) ১। অপমানকাৰী, অৱজ্ঞা- কাৰী, ২। চেৰ পেলাওঁতা, —**ভাষণং** ১। ভাষণ, কথা, মেল, ২। নিন্দা, ভৰ্ৎসনা, অপবাদ, —**ভাষা** ১। ভাষণ, মেল, ২। নিন্দা, ভৰ্ৎসনা, অপবাদ, ৩। শব্দ প্ৰয়োগ, ৪। কাৰিকৰী শব্দ, ৫। সূত্ৰৰ এবিধ লক্ষণ। সূত্ৰ ছয়বিধ : সংজ্ঞা, পৰিভাষা, বিধি, নিয়ম, অতিদেশ আৰু অধিকাৰ। পাণিনিৰ সূত্ৰ-সমূহৰ ব্যৱহাৰ বিধি। 'ইকো গুণবৃদ্ধিঃ ইতি আদিকা পৰিভাষা', ৬। পুথিত ব্যৱহাৰ কৰা সংক্ষিপ্ত বৰ্ণবোৰৰ বিপৰীতে সম্পূৰ্ণ পদসমূহৰ তালিকা : যেনে এই পুথিৰ মাজত সংক্ষেপতে ব্যৱহাৰ কৰা 'দেভা' বৰ্ণ দুটাৰ পূৰ্ণ শব্দ 'দেৱী ভাগৱত', —**ভুক্ত** ভুঞ্জিত, ব্যৱহৃত। উপযুক্ত, প্ৰাপ্ত, —**ভূত** অপমানিত, অভিভূত, অপ্ৰস্তুত, —**ভ্ৰমঃ** পৰিভ্ৰমণ, —**মণ্ডল** *বিণ.* গোলাকাৰ, ঘূৰণীয়া, —**মণ্ডলং** গোলক, বৃত্ত, —**মণ্ডলঃ** *পু.* এবিধ বিষাক্ত মহ, এখন পৰ্বত, —**মণ্ডলা** *স্ত্ৰী.* বৃহদাকাৰ স্তন আৰু নিতম্বযুক্তা তিৰোতা, —**মৰঃ** ধ্বংস, —**মৰ্দঃ**, —**মৰ্দনং** ১। ঘঁহন, চূৰ্ণকৰণ, ২। ধ্বংস, নাশ, আঘাত, —**মৰ্ষঃ** ঈৰ্ষা, ক্ৰোধ, —**মলঃ** ১। সুগন্ধ, আতৰ, ২। গাত ঘঁহা কুঙ্কুমাদি, ৩। যৌন সঙ্গম ৪। দাগ, ৫। জ্ঞানী লোকৰ সমাজ, সৎসঙ্গ, —**মলিত** ১। সুগন্ধিত, ২। সৌন্দৰ্য্যাপহৰণ, ৩। মলপূৰ্ণ, —**মাণং** *ক্লী.* ১। ওজন, মাপ, জোখ, মনু ৮।১৩৩; ২। মূল্য, —**মাৰ্গঃ** ১। বিচাৰ, অন্বেষণ, ২। স্পৰ্শ, সংযোগ, শি ৭।৭৫; ৩। পৰিষ্কাৰকৰণ, —**মাৰ্জনং** ১। এবিধ আহাৰ, মৌ, তেল, ঘিঁউ মিহলি খাদ্য, ২। পৰিষ্কাৰকৰণ, মাজন, ঘঁহন, —**মিত** ১। জোখ, পৰিমাণ, ২। সীমা, ৩। যুক্ত, —**মিলনং** ১। স্পৰ্শ, সংযোগ, ২। সংযুক্তি, —**মৃষ্ট** ১। ধৌত, পৰিষ্কৃত, ২। আলিঙ্গিত, ৩। জোখ লব পৰা, গণনীয়, —**মোক্ষঃ** ১। দূৰীকৰণ, ২। (পশুৰ) শিং ভাঙি বা উভালি পেলোৱা, —**মোষঃ** চুৰ কৰা, চুৰি, —**মোষী** (ন্) চোৰ, —**ম্লান** ১। ম্লানপ্ৰাপ্ত, জঁই পৰা, ২। ক্ষয়প্ৰাপ্ত, ৩। মলিন, —**ৰক্ষা** ১। ৰক্ষা, প্ৰতিৰক্ষা, ২। পালন, ৩। উদ্ধাৰ, —**ৰথ্যঃ** পথ আলিবাট, —**ৰম্ভঃ** (ৰভি ঘঞ নুম্) আলিঙ্গন, গী ৩৫।৭; —**লঘু** অতি পাতল, সূক্ষ্ম, —**লুপ্ত** ১। বাধাপ্ৰাপ্ত, ২। অন্তৰ্হিত, —**লেখঃ** ১। ৰেখাচিত্ৰ, ২। চিত্ৰ, —**লোপঃ** ১। আঘাত, ২। অৱজ্ঞা, —**ৱৎসৰঃ** এটা সম্পূৰ্ণ বছৰ, উ ৩।৩৩; —**ৱৰ্জনং** *ক্লী.* (বৃজ্ ণিচ্ ল্যুট) ১। বধ, হত্যা, ২। পৰিত্যাগ, 'যস্মিন্ দেশে ন সম্মানো ন প্ৰীতিৰ্ন চ বান্ধৱাঃ। ন চ বিদ্যাগমঃ কশ্চিৎ তং দেশং পৰিৱৰ্জয়েৎ।। চাণক্য। কুভাৰ্যাঞ্চ কুমিত্ৰঞ্চ কুদেশঞ্চ দূৰতঃ পৰিৱৰ্জয়েৎ। গপু ১১৩অ, —**ৱৰ্তঃ** (বৃৎ ভাৱে ঘঞ) ১। বিনিময়, ২। ঘূৰণ, ৩। যুগৰ পৰিৱৰ্তন, যুগান্ত, ৪। দুনাই হোৱা, ৫। এবছৰ, ৬। বাসস্থান, ৭। পুথিৰ পৰিচ্ছেদ, ৮। পুনৰ জন্ম, ৯। জীৱনৰ পৰিৱৰ্তন, অৱস্থাৰ পৰিৱৰ্তন, ১০। কূৰ্মৰাজ, —**ৱৰ্তনং** *ক্লী.* ১। ঘূৰণ, চক্ৰাকাৰে ঘূৰণ, ২। সময়ৰ অন্ত, কালান্ত, যুগান্ত, ৩। বদল, বিনিময়, —**ৱৰ্তিকা** মেঢ্ৰজাত এবিধ ৰোগ। 'ফাইমোচিচ'। লিঙ্গৰ ছাল বাঢ়ি মুখ ঢাকি পেলোৱা ৰোগ। আজিকালি শৈল চিকিৎসাৰ দ্বাৰা লিঙ্গমুখৰ ছাল কাটি পেলোৱা হয়, —**ৱসথঃ** *পু.* (বস্ অথচ্) গাওঁ, —**ৱহঃ** (বহ্ অচ্) সপ্তবায়ুৰ অন্তৰ্গত ষষ্ঠ বায়ু। শ ৭।৬, —**ৱাদঃ** (বদ্ ঘঞ) ১। অপবাদ। নিন্দা, ভৰ্ৎসনা, ২। বীণা বজোৱা সঞ্জুলি বিশেষ, —**ৱাদক** *বিণ.* নিন্দুক, বীণাবাদক, —**ৱাদী** (ন্) চিঞৰি চিঞৰি কান্দোতা, নিন্দুক, পৰিবাদক, (—**নী**) *স্ত্ৰী.* সাতডালি

তাঁৰ থকা বীণা, শি ৬৯; **—ৱাপঃ** ১। ক্ষৌৰকৰ্ম, ডাঢ়ি খুৰুৱা, ২। শস্য, বীজ সিঁচা, ৩। জলাধাৰ, ৪। আচবাব, ৫। অনুচৰবৰ্গ, **—ৱাপনং** মুণ্ডন, **—ৱাৰঃ** (বৃ কৰণে ঘঞ্) ১। পৰিয়াল, পৰিজন, গৃহস্থী ঘৰত, সকলোৰে একেলগে থকা, ৰ ৬।১০; ২। আৱৰণ, পৰিচ্ছদ, ৩। (তৰোৱালৰ) মুঠি, নাল, **—ৱাহঃ** ১। বানপানী, পানী ওফন্দি পৰা, ২। বঢ়া পানী নিৰ্গমনৰ ব্যৱস্থা, **—ৱিক্তঃ, —ৱিত্তঃ, —ৱিত্তিঃ —ৱেত্তা** (ৱিদ ক্তঃ —ক্তিন) *পু.* বিবাহিত ভায়েকৰ অবিবাহিত ককায়েক, মনু ৩।১৩৭; **—ৱিদ্ধঃ** কুবেৰ, **—ৱিন্দন্** (ৎ) *পু.* জ্যেষ্ঠ ভাতৃক পৰিত্যাগ কৰি সৰু ভাতৃক ভাৰ্য্যা, অগ্ন্যাধানাদি দান কৰোঁতা। (ককায়েক যদি জাতিভ্ৰষ্ট, কুলভ্ৰষ্ট, দেশান্তৰস্থ, নপুংসক, কামুক, অতিবৃদ্ধ, বেশ্যাভিষক্ত হয় তেনেহলে এনে কাৰ্য্যত দোষ নাই), **—ৱিষ্ণুঃ** (ৱিষ্ণুং ৱিষ্ণুং পৰি অব্য সমাস) চাৰিওফালে বিষ্ণু (জ্ঞান), **—ৱিহাৰঃ** খোজ কাঢ়ি ঘূৰি ফুৰণ, **—বৃঢ়ঃ** *পু.* গৰাকী, স্বামী, মালিক, অগ্নি, ৰাত ৩।২৮২; **—বৃত** (সৰ্বতোভাৱেন বৃতঃ) ১। আবৃত, বেষ্টিত, ২। বিস্তৃত, ঘেৰি ৰখা, ৩। ব্যাপি থকা, ৪। জ্ঞাত, **—বৃত্ত** চক্ৰাকাৰে ঘূৰি থকা, বিনিময়, সমাপ্ত (**—ত্তং**) আলিঙ্গন, **—বৃত্তিঃ** *পু.* (পৰি বৃৎ ক্তিচ) ১। পৰিবিত্ত, ২। পৰিবৰ্তন, ঘূৰণ, ৩। অন্ত, অৱসান, ৪। পৰিবেষ্টন, ঘেৰি ৰখা কাৰ্য্য, ৫। অৰ্থৰ তাৰতম্য নোহোৱাকৈ শব্দৰ পৰিবৰ্তন। যেনে বৃষধ্বজৰ ধ্বজৰ সলনি বাহন (বৃষবাহন), ৬। (অলং) এবিধ অৰ্থালঙ্কাৰ, 'পৰিবৃত্তিৰ্বিনিময়ঃ সমন্যূনাধিকৈৰ্ভৱেৎ।' য'ত কোনো পদাৰ্থৰ সমান, কম, বা বেছি পদাৰ্থৰ লগত বিনিময় বৰ্ণনা হয়। যেনে 'দত্ত্বা কটাক্ষমেনাক্ষী জগ্ৰাহ হৃদয়ং মম। ময়া তু হৃদয়ং দত্ত্বা গৃহীতো মদনজ্বৰঃ।। ইয়াত প্ৰথমাৰ্দ্ধত সমান (অৰ্থাৎ কটাক্ষৰ সলনি হৃদয়) আৰু দ্বিতীয়াৰ্দ্ধত কম (অৰ্থাৎ হৃদয়ৰ সলনি কামজ্বৰ), **—ৱেত্তা (তৃ)**, **—ৱেদক** পৰিবৃন্দন্ চাওক, **—ৱেদনং** ১। পৰিবেত্তা বিবাহ, ২। বিবাহ, ৩। সম্পূৰ্ণ জ্ঞান, ৪। সৰ্বব্যাপ্তি, ৫। অগ্ন্যাধান (**—না**) ১। চাতুৰ্য্য, বুদ্ধি, ২। পৰিণামদৰ্শিতা, **—(দীয়া)** অবিবাহিত ককায়েকৰ ভাতৃবধু, **—ৱেশঃ, —ষঃ** *পু.* (পৰিতো ৱিষ্যতে ৱ্যাপ্যতেহনেন ৱিষিবৌ ঘঞ্) ১। চক্ৰ, পৰিধি, বেষ্টন, বৃত্ত, ২। আহাৰাদি পৰিবেশন, বিতৰণ, ৩। সূৰ্য্য অথবা চন্দ্ৰৰ জ্যোতিৰ্মণ্ডল, **—ৱেষকঃ —ৱেষ্টা** (ষ্টৃ) : পৰিৱেশন কৰোঁতা, ভোজাদিত খাদ্য বিতৰণ কৰোঁতা। এই মানুহজন প্ৰসন্নমুখ, সুন্দৰ, সৎ, পূজাৰত, স্নেহপৰ, নিপুণ, প্ৰৌঢ়, বদান্য, শুচি, বিপ্ৰ, কুলজ হোৱা উচিত (পাকৰাজেশ্বৰ), **—ৱেষণং** *ক্লী.* ১। ভোজনৰ বাবে ভোজন পাত্ৰত আহাৰ বিতৰণ, ২। বস্তুৰ দাম, মূল্য, ৩। মচলা, **—ৱ্যাধঃ** এবিধ নলখাগৰি, **—ৱ্ৰজ্যা** *স্ত্ৰী.* (ৱ্ৰজ ক্যপ্) ১। তপস্যা, ২। ইতস্ততঃ ভ্ৰমণ মনু ১০।৫২; **—ৱ্ৰাজঃ** *পু.* গৃহস্থাশ্ৰমত্যাগী, সন্ন্যাসী, **—ৱ্ৰাট্, ৱ্ৰাড়্** *পু.* বিষয়ভোগ ত্যাগ কৰি চতুৰ্থাশ্ৰম অৱলম্বনকাৰী, **—শঙ্কনীয়**, সকলো ফালেদি শঙ্কাৰ বিষয়, **—শিষ্টং** *ক্লী.* (শিষ্ ক্ত) শেষত থকা। পুথিৰ শেষত অৱশিষ্টাৰ্থবোধক অংশ। (যেনে, এইখন গ্ৰন্থৰ পৰিশিষ্ট), **—শীলনং** ১। সংস্পৰ্শ, সংযোগ, ২ সঙ্গম, ৩। অধ্যয়ন, অনুশীলন, **—শুদ্ধিঃ** ১। সম্পূৰ্ণ শুদ্ধতা, ২। নায্যতা, **—শুষ্ক** ১। ভালকৈ শুকোৱা, ২। জঁই পৰা, ফোঁপোলা, **—শুষ্ক** শুকান মাছ বা মাংস, **—শূন্য** খালি, একো নথকা, **—শোধ** (ঋণ) পৰিশোধ, ঘুৰাই দিয়া কাৰ্য্য, **—শোষঃ** শুকোৱা কাৰ্য্য, **—শ্ৰয়ঃ** ১। আশ্ৰয়, ২। সভা, **—শ্ৰান্ত** ভাগৰি পৰা, **—শ্লেষঃ** (শ্লিষ ঘঞ্) আশ্লেষ, আলিঙ্গন, **—ষদ্** *স্ত্ৰী.* (সদ্ ক্বিপ্ ষত্বম) সভা, সমিতি, ধৰ্মীয় সভা, **—ষদঃ, —ষদ্যঃ, —ষদ্বলঃ** সভা, সদস্য, **—ষেকঃ, ষেচনং** ১। পানী ছটিওৱা, তিওঁৱা কাৰ্য্য, **—ধন্ন** *বিণ.* আনৰ দ্বাৰা পালিত (ন্নঃ) *পু.* ১। পালিত সন্তান, তোলনীয়া পুত্ৰ, ২। চাকৰ, **—স্কৰঃ** ১। অলঙ্কৰণ, বিভূষিতকৰণ, সজাই-পৰাই ধুনীয়া কৰা কাৰ্য্য, **—স্কাৰঃ** অলঙ্কৰণ, ২। চাফ-চিকুণ কৰা কাৰ্য্য, ৩। সংস্কাৰ কৰ্মৰ দ্বাৰা পূতকৰণ, **—স্কৃত** *বিণ.* ১। অলঙ্কৃত, ২। সিদ্ধ, পাক কৰা, ভূষিত, **—স্তোমঃ** ১। হাতীৰ গাত দিয়া ৰঙীণ সাজ, জীন, ২। চাদৰ, **—স্পন্দঃ** ১। অনুচৰ, চাকৰ-বাকৰ, ২। কেশ বিন্যাস, চুলিৰ অলঙ্কৰণ, ৩। হৃদকম্পন, কম্পন, ৪। খাদ্য সম্ভাৰ, **—স্বক্তঃ, স্বঙ্গঃ** আলিঙ্গন, স্পৰ্শ, সংযোগ, **—সংখ্যা** ১। গণনা, ২। যোগ, যোগ সংখ্যা, ৩। (মীম) গণনাত থকা কেইটাৰ বাহিৰে বাকী সকলোবিলাক বৰ্জন। (বিধি আৰু নিয়মৰ বিপৰীত), 'পঞ্চ পঞ্চনখা

ভক্ষ্যাঃ' বুলিলে পাঁচবিধ পাঁচনখীয়াহে খাব পাৰি, আন-বিলাক নহয়, ৪। এবিধ কাব্যালঙ্কাৰ, য'ত কোনো এটা বিষয় নোকোৱাকৈ বা নোসোধাকৈ বুজা যায় বা অনুমান কৰিব পাৰি। যেনে- বিবাহত পাণিগ্ৰহণ, নূপুৰত ঝঙ্কাৰ, আদি। —সংৱৎসৰ এবছৰ পুৰণি —সমূহনং ১। সমূহকৰণ, গোট খোৱা কাৰ্য্য, ৩। যজ্ঞৰ অন্তত যজ্ঞকুণ্ডৰ চাৰিওকাষে পানী ছটিওৱা কাৰ্য্য, —সৰঃ পু. ১। কাষ, সীমা, নদী, নগৰ পৰ্বতাদিৰ সীমাত থকা অঞ্চল, প্ৰান্তভূমি, মে ৬৯, ২। মৃত্যু, ৩। বিধি, ৪। স্থান, ৫। বিস্তৃতি, —সৰ্পঃ ১। ঘূৰি ফুৰণ, ২। পৰিবেষ্টন, ৩। অনুসৰণ, ৪। এবিধ কুষ্ঠ ৰোগ, —সৰ্য্যা স্ত্ৰী. ১। চাৰিওফালে ঘূৰি ফুৰণ, সৰ্বতোগমন, ২। পৰ্য্যটন, —স্কন্দঃ পু. (স্কন্দ অচ্) পৰপুষ্ট, আনৰ দ্বাৰা প্ৰতিপালিত, —স্তৰণং ১। বিস্তৰণ, (মাচিত) পাৰি দিয়া কাৰ্য্য, চাদৰ, —স্ৰবঃ ১। প্ৰস্ৰবন, বৈ যোৱা কাৰ্য্য, ২। নদী, জলপ্ৰবাহ —স্ৰাৱঃ নিঃসৰণ, স্ৰং, —তা স্ত্ৰী. মদিৰা, সুৰা, ঋবে ৮।৩৯।১০; —হাৰঃ (হৃ ঘঞ্) পু. ১। অৱজ্ঞা, অনাদৰ, ২। ত্যাগ, বৰ্জন, ৰাত ৪।৬৭৬; ৩। গোপন, 'কথং আত্মানং পৰিহাৰং কৰোমি', শ ১ম অ ৪। জয় কৰি লাভ কৰা সম্পত্তি, মনু ৭।২০১; ৫। গাওঁ বা নগৰৰ কাষত থকা ৰাজহুৱা ভূমি, ৬। শাসনাৱলী, দান, নিষ্পিখেৰাজ ভূমি দান, মনু ৮।২৩৭; —হাৰ্য্য বিণ. (হৃ ণ্যট্) পৰিত্যাগ কৰাৰ যোগ্য, ত্যাগ কৰিব লগীয়া, —হাৰ্য্যঃ খাৰু, —হাসঃ (হস্ ভাৱে ঘঞ্) ব্যঙ্গ, পৰিহাস, ঠাট্টা বিদ্ৰুপ, ধেমালি; 'পৰিহাস বিজল্পিতং সখে-', শ ২।১৮; (—ৱেদী) বহুৱা।

**পৰীক্ষক** *বিণ.* (পৰি ঈক্ষ্ ণুল্) ১। নিৰূপক, পৰীক্ষা, লওঁতা, পঞ্চ ১।৮৪, ২। বিচাৰক।

**পৰীক্ষা** *স্ত্ৰী.* (পৰি ঈক্ষ অঃ টাপ্) ১। নিৰূপণ, পৰীক্ষা, ২। বিচাৰ, সাক্ষীক জেৰা।

**পৰীক্ষিৎ, —ক্ষিতঃ** (পৰিক্ষীণেষু কুৰুষু ক্ষিয়তি ঈষ্টে ইতি ক্ষি ঐশ্বৰ্য্যে ক্বিপ্) ১। অৰ্জুনৰ নাতি। অভিমন্যু আৰু উত্তৰাৰ পুত্ৰ। কুৰুক্ষেত্ৰৰ যুদ্ধত কুৰুবংশ শেষ হওঁ হওঁ অৱস্থাত দ্ৰোণাচাৰ্য্যৰ পুত্ৰ অশ্বত্থামাই ব্ৰহ্মাস্ত্ৰ নিক্ষেপ কৰি উত্তৰাৰ গৰ্ভস্থিত সন্তানক ভস্মীভূত কৰে। ভগৱান শ্ৰীকৃষ্ণই সেই সন্তানক পুনৰ্জীৱন দান কৰে আৰু তাৰ নাম পৰীক্ষিত ৰাখে। 'পৰিক্ষীণে কুলে জাতো ভৱত্বয়ং পৰীক্ষিন্নামেতি'। যুধিষ্ঠিৰৰ পিচত কলিৰ প্ৰাৰম্ভত পৰীক্ষিত হস্তিনাপুৰৰ ৰজা হয়। সৰ্পৰাজ তক্ষকৰ দংশনত পৰীক্ষিতৰ মৃত্যু হয়, ২। অনশ্ব আৰু পত্নী মগধ কন্যা অমৃতাৰ পুত্ৰ।

**পৰীত** *বিণ.* (পৰ ই ক্তঃ) পৰিবেষ্টিত, ঘেৰি থকা, মহা ১।১১২।৭।

**পৰীৰং** *ক্লী.* ফল।

**পৰীৰণং** ১। কাছ, ২। লাঠী, ৩। কাপোৰ।

**পৰীৰম্ভঃ** *পু.* আলিঙ্গন।

**পৰীৱৰ্তঃ** *পু.* পৰিবৰ্তন, প্ৰতিদান, বিনিময়, কূৰ্মৰাজ।

**পৰীষ্টিঃ** *স্ত্ৰী.* ১। অনুসন্ধান, গৱেষণা, ২। সেৱা, শুশ্ৰূষা, পূজা, অৰ্চনা।

**পৰুঃ** পু. (পিপৰ্তীতি পৃ ৱাহুলকাদুঃ) ১। সমুদ্ৰ, ২। স্বৰ্গলোক, ৩। হাত বা ভৰিৰ গাঁথি, ৪। পৰ্বত, —ৰুস্ *ক্লী.* গাঁথি, 'কাণ্ডাৎ কাণ্ডাৎ প্ৰৰোহন্তী পৰুষঃ পৰুষস্পৰি।' যবে ১৩।২০।

**পৰুৎ** *অব্য.* যোৱা বছৰ। (ক্লী) ১। গাঁথি, ২। শৰীৰৰ অঙ্গ।

**পৰুদ্বাৰঃ** *পু.* (পৰুঃ পৰ্বতঃ দ্বাৰমিৱ যস্য) ঘোঁৰা।

**পৰুষ** *বিণ.* (পৃ পূৰ্তৌ উষচ্) ১। কঠিন, কৰ্কশ, ২। কঠোৰ, কেটেৰা, নিষ্ঠুৰ, ৰ ৯।৮; ৩। তীক্ষ্ণ, উগ্ৰ, ৪। স্থূল, ৫। কৰ্দমাক্ত, লেটেৰা, —ষং কঠোৰ বাক্য, গালি-শপনি।

**পৰেত** *বিণ.* মৃত, —তঃ প্ৰেত, ভূত, —ভৰ্ত্তা, —ৰাজ্ যমৰাজ।

**পৰেদ্যৱি, —দ্যুঃ** *অব্য.* পিচ দিনা।

**পৰেষ্টু, —কা** *স্ত্ৰী.* বহুপ্ৰসূতা গাই, কেইবাবাৰো পোৱালি দিয়া গাই।

**পৰৈধিত** *বিণ.* আনৰ দ্বাৰা লালিত-পালিত, —তঃ কুলি চৰাই।

**পৰোক্ষ** *বিণ.* (অক্ষোঃ পৰং) ১। চকুৰে নেদেখা। দৃষ্টিৰ বাহিৰত, অদৃশ্য, ২। গুপ্ত, অজ্ঞাত, অচিনাক্ত।
পৰোক্ষে কাৰ্য্যহন্তাৰং প্ৰত্যক্ষে প্ৰিয়ৱাদিনম্।
ৱৰ্জয়েৎ তাদৃশং মিত্ৰং বিষকুম্ভং পয়োমুখম্।। চাণক্য।
—ক্ষঃ পু. তপস্বী। 'পৰোক্ষং' আৰু 'পৰোক্ষে' ক্ৰিয়াবিশেষণৰূপে ব্যৱহাৰ হয়, —ক্ষোগঃ মালিকৰ অনুপস্থিতিত ভোগ কৰা।

**পৰোপকাৰঃ** *পু.* আনৰ উপকাৰ, হিত। 'পৰোপকাৰঃ

কৰ্তব্যঃ প্ৰাণৈঃ কণ্ঠগতৈৰপি। পৰোপকাৰজং পুণ্যং তুল্যং ক্ৰতুশতৈৰপি।।

**পৰোষ্টিঃ** তেলভকুৰা, পইতাচোৰা।

**পৰোষ্ণী** *স্ত্ৰী.* কাশ্মীৰৰ এখন নদীৰ নাম, ৰাত ৮।২০০৭।

**পৰ্কটিঃ, –টীঃ** জৰি গছ।

**পৰ্জন্যঃ** *পু.* (পৰ্ষতি সিঞ্চতি বৃষ্টিং দদাতীতি) ১। ইন্দ্ৰ, ২। মেঘ, গী ৩।১৪; ৩। দ্বাদশাদিত্যৰ এজন, ৪। কশ্যপৰ এজন পুত্ৰ, গন্ধৰ্ব। মহা ১।৬৫।৪৪, ৫। এজন প্ৰজাপতি, হিৰণ্যৰোমৰ পিতৃ, ৬। বিষ্ণু, মহা ১৩।১৪৯।১০০।

**পৰ্ণ** হাৰিত্যে (চুৰা উ সক পৰ্ণয়তি) সেউজ কৰ, সেউজীয়া কৰ। (নিজন্ত) পৰ্ণাপয়তি।

**পৰ্ণং** *ক্লী.* (পিপতীতি পৃ নঃ) ১। গছৰ পাত, ২। ফুলৰ পাহি, ৩। কাঁড়ৰ পাখি, পাখি, ৪। পাণ, **–ণঃ** পলাশৰ পাত, **–কাৰঃ** পাণ বেপাৰী, **–কুটী** গছৰ পাতেৰে বনোৱা পঁজা, **–কৃচ্ছ্ৰ** গছৰ পাত আৰু কুশ খাই পাঁচদিন পালন কৰা এবিধ ব্ৰত, **–খণ্ডঃ** একমাত্ৰ পাত থকা (ফুল নথকা) গছ, যেনে ঢেঁকীয়া গছ, **–চীৰপটঃ** শিৱ, **–নৰঃ** পলাশ গছৰ পাতেৰে তৈয়াৰী মানুহ (পুতলা)। মৃত লোকৰ শৰীৰ নাপালে তাৰ স্থলনি শ্মশানত এই পুতলা দাহ কৰা হয়; **–ভোজনঃ** ছাগলী, **–মৃগঃ** গছৰ পাতৰ মাজত বাস কৰা বনৰীয়া জন্তু, **–ৰুহ্** বসন্ত কাল, **–লতা** পাণ গছ, **–বীটিকা** মিঠা পাণ (চুপাৰি, মচলাৰে সৈতে পাণ), **–শালা** পৰ্ণকুটিৰ, আশ্ৰম।

**পৰ্ণল** পাতেৰে পৰিপূৰ্ণ।

**পৰ্ণসিঃ** ১। পানীৰ মাজৰ ঘৰ, ২। পদুম, ৩। প্ৰসাধন।

**পৰ্ণাশনঃ** *পু.* মেঘ।

**পৰ্ণাসঃ** *পু.* (পৰ্ণৈৰসতি দীপ্যতি শোভতে ইতি পৰ্ণ অস্ অচ্) তুলসী গছ।

**পৰ্ণিণী** *স্ত্ৰী.* তেজপাত।

**পৰ্ণী (ন্)** গছ।

**পৰ্ণোটজং** *ক্লী.* পৰ্ণ কুটিৰ।

**পৰ্দঃ** *পু.* ১। চুলিৰ কোছা, ঘন চুলি, ২। পাদ (অধোবায়ু)।

**পৰ্পং** *ক্লী.* ১। কুমলীয়া ঘাঁহ, নতুন ঘা, ২। ঘৰ, ৩। খোৰা মানুহে চলা-ফিৰা কৰিব পৰা চকা লগোৱা চকী।

**পৰ্পৰীকঃ** ১। সূৰ্য্য, ২। অগ্নি, ৩। জলাধাৰ।

**পৰ্পিকঃ** খোৰা মানুহ।

**পৰ্যক** *অব্য.* চাৰিওফালে, চাৰিওদিশে।

**পৰ্যঙ্কঃ** *পু.* (পৰিতোঽঙ্ক্যতে পৰি অকি লক্ষণে ঘঞ্) ১। পালেং, খাট, বিছনা, 'চোফা', ২। পাচ পিৰাত (তপিনা আৰু উৰু পাৰি) বহাৰ সময়ত কঁকালৰ তলৰ অংশত লোৱা কাপোৰ, ৩। ধ্যানৰ সময়ত (পদ্মাসনৰ দৰে) এক বিশেষ ধৰণৰ ভঙ্গি, **–বন্ধঃ** আসন ভঙ্গি।

**পৰ্যটনং, –টিতং** *ক্লী.* ভ্ৰমণ, ভা ৯।৭।১৮।

**পৰ্যনুযোগঃ** *পু* (পৰি অনু যুজ্ ঘঞ্) জিজ্ঞাসা, প্ৰশ্ন, অনুসন্ধান, উক্তি খণ্ডনৰ উদ্দেশ্যে জিজ্ঞাসা।

**পৰ্যন্তঃ** *পু.* (পৰিতোঽন্তম্ প্ৰাদিসমাসঃ) ১। শেষ সীমা, পঞ্চ ১।১৪১; ২। দাঁতি, কাষ, (কাপোৰৰ) আঁচল, ৰ ১৮।৪৩; ৩। অন্ত, শেষ, **–দেশঃ, ভূমিঃ, ভূঃ** দাঁতি-কাষৰীয়া অঞ্চল।

**পৰ্যন্তিকা** *স্ত্ৰী.* গুণভ্ৰষ্ট, দুশ্চৰিত্ৰতা।

**পৰ্যয়ঃ** *পু.* (পৰি ক্ৰমশঃ অয়ো গমনম্) ১। ব্যতিক্ৰম, বিপ্লব, ২। হানি, ৩। পৰিবৰ্তন, ৪। ওলট-পালট্। খেলিমেলি, ৫। কৰ্তব্যৰ প্ৰতি অৱজ্ঞা, বিৰোধিতা, **–ণং** *ক্লী.* ১। ঘোঁৰাৰ সজ্জা, জীন, ২। চক্ৰাকাৰে ঘূৰণ।

**পৰ্যৱস্থা, –স্থানং** *স্ত্ৰী. ক্লী.* ১। বিৰোধিতা, বাধা।

**পৰ্যস্ত** *বিণ.* (পৰিতোঽস্তঃ ক্ষিপ্তঃ অস্যু ইৰ ক্ষেপে ক্তঃ) ১। পতিত, ২। হত, ৩। সৰ্বত্ৰ সিঞ্চিত, চাৰিওফালে সিঁচৰিত, ৪। পৰিবেষ্টিত, ৫। ওলট-পালট, ৬। আঘাত।

**পৰ্যস্তিঃ –স্তিকা** *স্ত্ৰী.* তপিনা পাৰি বহা। পালেং।

**পৰ্য্যাকুল** *বিণ.* ১। বেয়া, লেতেৰা, ২। আতঙ্কিত, ৩। বিশৃঙ্খল, ৪। ক্ৰোধান্বিত, উত্তেজিত, বিচুৰ্তি।

**পৰ্য্যাপ্ত** *বিণ.* (পৰি আপ ভাৱে ক্তঃ) ১। যথেষ্ট, ২। সমাপ্ত, ৩। প্ৰাপ্ত, ৪। পূৰ্ণ, সম্পূৰ্ণ, মনু ১১।৭; ৫। শক্তিসম্পন্ন, গী ১।১০; **–প্তং** *অব্য.* ইচ্ছানুসৰি, ইচ্ছামতে, যথেষ্টভাৱে, **–প্তিঃ** *স্ত্ৰী.* ১। প্ৰাপ্তি, ২। সন্তুষ্টি, তৃপ্তি, ৩। সমাপ্তি, ৪। যোগ্যতা।

**পৰ্য্যায়ঃ** *পু.* (পৰি ইণ গতো ঘঞ্) ১। ঘূৰণ, চক্ৰগতি, ২। হানি, ৩। ক্ৰম, ৪। পদ্ধতি, যোজনা, ৫। একাৰ্থ-বাচক শব্দ, ৬। যাৰ জ্ঞাত যি সম্পৰ্ক তাৰ লগত সেয়ে পৰ্য্যায়, ৭। গঠন, সৃষ্টি, নিৰ্মাণ, ৮। অৱসৰ, সুযোগ, ৯। এবিধ অৰ্থালঙ্কাৰ; কেতিয়াবা এটা শব্দাৰ্থৰ অনেক

পদাৰ্থত, কেতিয়াবা অনেক পদাৰ্থৰ এটা পদাৰ্থত পৰ্য্যায়ক্ৰমে অৱস্থান বা সম্পাদন প্ৰকাশ হ'লে পৰ্য্যায় অলঙ্কাৰ হয়। সাদ ১০।১০৪; **—চ্যুত** ক্ৰম ভঙ্গ, **—ৰচনং —শব্দ** সমাৰ্থবাচক শব্দ, **—শয়নং** প্ৰহৰীবিলাকৰ এটাৰ পিচত এটাৰ শয়ন।

**পৰ্য্যালোচনং** —না ১। কোনো এটা বিষয়ৰ ওপৰত বিস্তৃত আলোচনা, ২। জ্ঞান।

**পৰ্য্যাৱৰ্তঃ, —ৰ্তনং** উভতি অহা কাৰ্য্য।

**পৰ্য্যাৱিল** অতি লেতেৰা (পানী), ৰ ৭।৪০।

**পৰ্য্যাসঃ** *পু.* (পৰি অস্ ঘঞ্) ১। পতন, ২। হনন, ৩। অন্ত, শেষ, ৪। চক্ৰাকাৰে ঘূৰণ,

**পৰ্য্যাহাৰঃ** *পু.* এডাল বাঁহৰ কামীৰ দুয়ো মূৰে ৰচি ওলমাই কান্ধেৰে মালবস্তু কঢ়িওৱা এবিধ সঁজুলি। বাওঁকা। কানমাৰি।

**পৰ্য্যুক্ষণং** *ক্লী.* মন্ত্ৰোচ্চাৰণ নকৰাকৈ পানী ছটিওৱা।

**পৰ্য্যুত্থানং** থিয় হোৱা। উত্থান।

**পৰ্য্যুৎসুক** *বিণ.* ১। শোকাৰ্ত, দুখী, ২। উৎসুক, উদ্‌বিগ্ন। কু ৪।২৮।

**পৰ্য্যুদঞ্চনং** *ক্লী.* (পৰি উৎ অঞ্চ ল্যুট্) ১। ঋণ, ধাৰ, ২। উত্থান।

**পৰ্য্যুদস্ত** *বিণ.* (পৰি উৎ অস্ ক্ত) ১। বহিৰ্ভূত, ২। নিষিদ্ধ।

**পৰ্য্যুদাসঃ** *পু.* (পৰি উৎ অস্ ঘঞ্) নিষিদ্ধ বিধি। যেনে 'ৰাত্ৰৌ শ্ৰাদ্ধং ন কুৰ্বীত' এই সাধাৰণ বিধিৰে ৰাতি শ্ৰাদ্ধ কৰা নিষেধ কৰা হৈছে।

**পৰ্য্যুপাসনং** *ক্লী.* ১। পূজা, অৰ্চনা, ২। শ্ৰদ্ধা, সেৱা, ৩। বন্ধুত্ব, সৌজন্যতা।

**পৰ্য্যুপ্তিঃ** *স্ত্ৰী.* গুটি সিঁচা।

**পৰ্য্যুষণং** *ক্লী.* পূজা, শ্ৰাদ্ধ, সেৱা।

**পৰ্য্যুষিত** *বিণ.* (পৰি ৱস্ ক্ত) বাহী, যোৱা ৰাতি এৰি থোৱা বস্তু। পচা বস্তু, যেনে বাহী খাদ্য, বাহী ফুল আদি। গী ১৭।১০।

**পৰ্য্যেষণং, —ণা** ১। অন্বেষণ, অনুসন্ধান, ২। পূজা শ্ৰদ্ধা, মহা ৩।২৬।১৮।

**পৰ্ৱ (ন্)** *ক্লী.* (পৰ্ৱ গতৌ ৱাহুলকাৎ কনিন্) ১। ধৰ্মীয় উৎসৱ, ২। আঠুৰ গাঁথি, ৩ পুথিৰ ভাগ, খণ্ড, যেনে মহাভাৰতৰ শান্তিপৰ্ব, ৪। প্ৰস্তাৱ, ৫। পূৰ্ণিমা প্ৰতিপদৰ সন্ধি, ৬। ক্ষণ, ৭। ভঙ্গী, ৰ ১৬।৪৬, পাঁচ পৰ্ব : চতুৰ্দশী, অষ্টমী, অমাৱস্যা, পূৰ্ণিমা আৰু ৰবিসংক্ৰান্তি। বিপু। এই কেইটা পৰ্বত তৈল, মাংস, স্ত্ৰী সম্ভোগ সম্পূৰ্ণৰূপে নিষিদ্ধ, **—ৰুং** আঠু, **—কাৰী** (ন্) ধনৰ লোভত পৰ্বৰ বাহিৰে অন্য দিনত ধৰ্ম কাৰ্য্য কৰা, **—গামী** (ন্) পৰ্বকালত স্ত্ৰী সম্ভোগকাৰী।

**পৰ্ৱতঃ** *পু.* (পৰ্ৱতি পূৰয়তীতি পৰ্ৱ অতচ্) ১। পৰ্বত, পাহাৰ, গিৰি, ২। শৈল, ৩। পৰ্বতাকাৰে কৰা দ'ম, ৪। সংখ্যা '৭', ৫। পাভ মাছ, **—কাকঃ** ঢোৰা কাউৰী, **—জা** নদী, নিজৰা, **—পতিঃ** হিমালয়, —মোচা এবিধ কলগছ, **—ৰাজঃ** ডাঙৰ পৰ্বত, হিমালয়। **—ৱাসিনী** দুৰ্গা।

(সাতখন কুল পৰ্বতৰ নাম : মহেন্দ্ৰ, মলয়, সহ্য, শক্তিমান, ঋক্ষমান, বিন্ধ্যা, আৰু পৰিপাত্ৰ। এই পৰ্বতবিলাকৰ হেনো প্ৰথমতে পাখি আছিল। পাখি লগা পৰ্বতবিলাকে গৰ্বত ওফন্দি যেনি-তেনি উৰি ফুৰি থকা দেখি ইন্দ্ৰই পাখিবিলাক কাটি পেলোৱাত য'তে ত'তে পৰি থাকি লৰচৰ কৰিব নোৱৰা হ'ল।)

**পৰ্ৱতধাৰা** *স্ত্ৰী.* পৃথিৱী।

**পৰ্ৱতাৰিঃ** *পু.* ইন্দ্ৰ।

**পৰ্ৱতাশয়ঃ** *পু.* মেঘ।

**পৰ্ৱতাশ্ৰয়ঃ** শৰভ নামৰ এবিধ ৮খন ঠেং থকা, সিংহতকৈও বলী পৌৰাণিক জন্তু।

**পৰ্ৱধিঃ** *পু* (পৰ্ব ধা কিঃ) চন্দ্ৰ।

**পৰ্ৱপূৰ্ণতা** *স্ত্ৰী.* পৰ্বৰ কাৰণে প্ৰচুৰ আয়োজন।

**পৰ্শুঃ** *পু.* (পৰং শত্ৰুং শৃণাতীতি শৃণ হিংসে কুঃ ডিৎ) ১। পৰশু, কুঠাৰ, ৰা ৩।২৮।২৪; ২। অস্ত্ৰ, **—পাণিঃ** গণেশ, পৰশুৰাম, **—কা** কামীহাঁড়।

**পৰ্শ্বধঃ** *পু.* (পৰশুং দধাতীতি পৰশু ধা কঃ) কুঠাৰ।

**পৰ্ষ** স্নেহে (ভ্বা আ অক পৰ্ষতে) তিতা, তিতা।

**পৰ্ষৎ** *স্ত্ৰী.* (পৰি সদ্ ক্বিপ্) সভা, সমিতি, ধৰ্মসভা। যা ১।৯, **—বলঃ** পাৰিষদ, সদস্য।

**পলং** *ক্লী.* (পল অচ্) ১। মাছ-মাংস, আমিষ, ২। এটা বিশেষ ওজন : চাৰি কৰ্ষ— বৈদ্যকে অষ্টতোলক, শাস্ত্ৰে তোলচতুষ্টয়, লৌকিকে তোলত্ৰিতয়, ৩। সময়ৰ পৰিমাণ বিশেষ, এক ঘটিকাৰ ছয় ভাগৰ একভাগ, **—লঃ** পলাল, খাঁহ, খেৰ, তুঁহ, **—ক্ষাৰঃ** তেজ, ৰক্ত, **—গণ্ডঃ** বেৰত মাটি দিওঁতা, 'ঘৰামী', **—প্ৰিয়ঃ** ৰাক্ষস, ঢোঁৰা কাউৰী, **—ভা** সম দিনৰাতিৰ দিনা মধ্যাহ্নৰ ছায়া, বিষুবৎপ্ৰভা।

**পলঙ্কট** *বিণ.* লাজুক। ভীৰু।

**পলঙ্কৰঃ** পিত্ত।

**পলঙ্কষঃ** দৈত্য, প্ৰেত, ৰাক্ষস। **—ষা** *স্ত্ৰী.* গোক্ষুৰক, গুগগুল, ৰাস্না, মাখি, লা।

**পললং** *ক্লী.* মাংস, তিলৰ লাড়ু, বোকা, **—লঃ** ৰাক্ষস।

**পলৱঃ** *পু.* মাছ ধৰা জাল।

**পলাঙ্গঃ** কাছ।

**পলাণ্ডুঃ** *পু. ক্লী.* পিঁয়াজ।

**পলাদঃ, দনঃ** পু. ৰাক্ষস, দৈত্য, দানৱ।

**পলান্নং** *ক্লী.* (পলং মাংসং তেন সহ পক্বম্ অন্নম্ শাকপা সমাস) মাংসেৰে ৰন্ধা ভাত। পোলাও।

**পলাপঃ** *পু.* ১। হাতীৰ কুম্, ২। ঘোঁৰাৰ মুখত বন্ধা ৰচি।

**পলায়নং** *ক্লী.* (পলায়তে ইতি ভাৱে লুট্) ভয়ত (যুদ্ধৰ পৰা) অন্যত্ৰ গমন। পলোৱা। ৰ ১৯।৩১

**পলায়িত** *বিণ.* (পলায় ক্ত) যুদ্ধক্ষেত্ৰাদিৰ পৰা পলাই যোৱা, অন্তৰ্হিত, তিৰোহিত, নষ্ট।

**পলালং, —লঃ** *ক্লী. পু.* ধানখেৰ, শস্যহীন কাণ্ড, মনু ৫।১২২; **—লা** স্কন্দৰ মাতৃ, **—দোহদঃ** আম গছ।

**পলাশ** *বিণ.* (পলৱৎ হৰিৎৱৰ্ণেন অশ্যতে ব্যাপ্যতে অশ্ ঘঞ্) ১। সেউজীয়া, ২। নিৰ্দয়, নিষ্ঠুৰ, **—শং** *ক্লী.* ১। গছৰ পাত, ২। পলাশৰ পাত বা ফুল, শি ৬।২; ৩। সেউজ ৰং, **—শঃ** ১। পলাশ গছ, ২। (পলং মাংসমশ্নাতীতি) ৰাক্ষস, ৩। মগধ ৰাজ্য, **—পৰ্ণ** অশ্বগন্ধা।

**পলাশাস্তা** *স্ত্ৰী.* তেজপাত।

**পলাশী (ন্)** ১। গছ, ২। লা।

**পলিক্লী** *স্ত্ৰী.* ১। বৃদ্ধা নাৰী ২। বাল গৰ্ভিণী, গাইগৰু, প্ৰথম পোৱালি দিয়া গাই।

**পলিঘঃ** *পু.* ১। আয়নাৰ কলহ, ২। দুৰ্গ, দেৱাল, ৩। লোৰ গদা, ৪। গোশালা।

**পলিতং** *ক্লী.* (পলি ক্ত) ১। পকা চুলি (বৃদ্ধ), ২। অলঙ্কৃত চুলি। ঘন চুলি, মনু ৬।২; ৩। বোকা, **—তঃ** বৃদ্ধ লোক। **—তা** বৃদ্ধা।

**পল্যঙ্কঃ** *পু.* (পৰি অকি লক্ষণে ঘঞ্) বিছনা, পালেং।

**পল্যয়নং** *ক্লী.* ঘোঁৰাৰ জীন।

**পল্লঃ** *পু.* শস্যৰ ডাঙৰ ভঁড়াল, 'বেৰ হাউচ'।

**পল্লৱং, —ৱঃ** (পল্ ক্বিপ, লূ অপ্, পল্ চাসৌ লৱশ্চেতি) ১। নতুন পাতৰ কলি, কিসলয়, পোখা, ২। আলতা ৰং, ৩। শক্তি, ৪। ঘাঁহৰ পাত, ৫। শৃঙ্গাৰ, প্ৰসাধন, ৬। বিস্তৃতি, বিস্তাৰ, ৭। হাতত পিন্ধা খাৰু, বলয়, ৮। চপলতা, **—ৱঃ** *পু.* ১। এখন দেশৰ নাম, মাপু ৫৭।৩৬; ২। ভ্ৰষ্টাচাৰী লোক, লম্পট, **—দ্ৰুঃ** অশোক গছ।

**পল্লৱকঃ** *পু.* ১। লম্পট, ২। বেশ্যাপতি, ৩। অশোক গছ, ৪। এবিধ মাছ, ৫। কলি, পোখা।

**পল্লৱাধাৰঃ** শাখা, ঠানি।

**পল্লৱিকঃ** ১। লম্পট, কামুক, ২। প্ৰেম কৰি ফুৰা লোক।

**পল্লৱিত** *বিণ.* ১। পল্লৱযুক্ত, গজালি ওলোৱা, ২। বিস্তৃত, ৩। আলতাৰে ৰঙোৱা।

**পল্লৱী (ন্)** *বিণ.* কলি ওলোৱা, পল্লৱযুক্ত, কু ৩।৫৪; (পু) গছ।

**পল্লিঃ, ল্লী** *স্ত্ৰী.* (পল্ল ইন্, পল্লি ঙীষ্) ১। সৰু গাওঁ, ২। পঁজাঘৰ, ৩। ঘৰ, আস্থান, ৪। চহৰ, ৫। জেঠী, ঘৰুৱা জেঠী, **—কা** সৰু গাওঁ।

**পল্বলং** *ক্লী. পু.* (পা পানে ৱলচ্) সৰু পুখুৰী, জলাশয়, মহা ৭।৫১।৯।

**পৱং** *ক্লী.* (পূয় শোধনে অপ্) গোবৰ, **—ৱঃ** বায়ু।

**পৱনং** *ক্লী.* (পূয়তে অগ্নিসংযোগেন যস্মিন্ পূ অধিকৰণে লুট্) ১। বায়ু, ২। পৱিত্ৰকৰণ, ৩। কুমাৰে মাটিৰ পাত্ৰ পোৰা স্থান, ভাটি, ৪। ধানাদি জাৰা কাৰ্য্য, ৫। পানী, ৬। ছেকনী, **—নঃ** *পু.* বায়ু, বতাহ, **—নাশঃ** গৰুড়, ম'ৰা চৰাই, **—তনয়ঃ —সুতঃ** ভীম, হনুমান, **—ব্যাধিঃ** ১। কৃষ্ণৰ বন্ধু উদ্ধৱ, ২। বাত বেমাৰ।

**পৱনাত্মজঃ** *পু.* হনুমান, ভীম।

**পৱনাশনঃ, —ভুজ্** *পু.* সাপ।

**পৱাকা** *স্ত্ৰী.* (পূঞ্ শোধনে অক্) ঘূৰ্ণি বতাহ।

**পৱিঃ** *পু.* ইন্দ্ৰৰ বজ্ৰ।

**পৱিত** *বিণ.* পৱিত্ৰীকৃত, শুদ্ধীকৃত, সংস্কৃত, **—তং** জালুক।

**পৱিত্ৰ** *বিণ.* (পূ ইত্ৰ) ব্ৰতাদিৰে শুদ্ধীকৃত, বিশুদ্ধ, পূত, শুচি, পাপ নাশ, **—ত্ৰং** ১। বস্তু শুদ্ধ কৰা, চকা কৰা সঁজুলি যেনে চালনী, ছেকনী আদি, ২।

দুপাহ কুশ। হোমত ঘিউ ছটিয়াবৰ বাবে ব্যৱহাৰ কৰা হয়, ৩। শ্ৰদ্ধাদিৰ সময়ত হাতৰ চতুৰ্থ আঙুলিত পিন্ধা কুশৰ আঙঠি, ৪। যজ্ঞোপবীত, ৫। ঘিউ, ৬। বৰষুণ, ৭। অৰ্ঘ্যপাত্ৰ, ৮। তামধাতু, ৯। মৌ, —ত্ৰা তুলসী, —পাণি হাতত কুশ লোৱা, —ধান্যং যৱধান

পৰিব্ৰকং শব্দ দ্ৰষ্টব্য, —কঃ আঁহত গছ, ডিমৰু।

পশ বন্ধে (চুৰা প স পাশয়তি) ৰচিৰে বান্ধ।

পশব্য বিণ. (পশু যৎ) ১। পশু সম্বন্ধীয়, ২। পশুৰ বাবে হিতকৰ, যা ১।৩২১।

পশুঃ পু. (অৱিশেষেণ সৰ্বং পশ্যতীতি কুঃ) ১। গৰু, ঘোঁৰা আদি নোম নেজ থকা জন্তু, মনু ৯।৩৩১; ২। যজ্ঞ, পূজাদিত উছৰ্গা দিয়া ছাগল আদি জন্তু, ৩। পশুৰ দৰে আচৰণ কৰা 'মানুহ'। —ক্ৰিয়া, ১। যৌন সঙ্গম, ২। পশুবলি, —গায়ত্ৰী পূজা, যজ্ঞত বলি দিবৰ সময়ত পুৰোহিতে পশুৰ কাণত মনে মনে পাঠ কৰা মন্ত্ৰ বিশেষ। মন্ত্ৰটো— 'পশুপাশায় বিদ্মহে শিৰচ্ছেদায় ধীমহি তন্নঃ পশুঃ প্ৰচোদয়াৎ' —চৰ্যা যৌন-সঙ্গম, —ধৰ্মঃ ১। পশুপ্ৰবৃত্তি, ২। পশুৰ প্ৰতি ব্যৱহাৰ, ৩। শৃঙ্খলাহীন সহবাস, (গৰু-ছাগলী আদিয়ে যেনেকৈ বাচ-বিচাৰ নোহোৱাকৈ সঙ্গম কাৰ্য্য কৰে), মনু ৯।৬৪; —পঃ পশুপালক, —পতিঃ ১। শিৱ, মে ৩৬, 'নেপালে চ পশুপতিঃ কেদাৰে পৰমেশ্বৰঃ' শিৱশতনাম স্তোত্ৰ, ২। পশুপালক, ৩। পাশুপত দৰ্শনৰ প্ৰণেতা, —পাশকঃ এবিধ যৌনক্ৰিয়া ভঙ্গি : স্ত্ৰিয়মানতপূৰ্ব্বাঙ্গীং স্বপাদাগুঃ পদদ্বয়ম। উৰ্দ্ধাংশেন ৰমেৎকামী বন্ধোঽয়ং পশুপাশকঃ ৰম, —প্ৰেৰণং গৰু ছাগলাদি চৰোৱা কাৰ্য্য, —যজ্ঞঃ —যাগঃ পশুবলি, —ৰজ্জুঃ পশু বন্ধা ৰচি, —ৰাজঃ সিংহ, —হৰীতকী আমলখী।

পশ্চাৎ অব্য. শেষত, পিছৰটো, পিচত পশ্চিম ফালে, অইন, বেলেগ, পিচ ফালে, আদি বুজাবলৈ অকলে অথবা সম্বন্ধ বা অপাদান কাৰক বাচক শব্দৰ লগত ব্যৱহাৰ হয়।

পশ্চাত্তাপঃ পু. অনুতাপ, ৰা ৩।৫১।৩৬।

পশ্চাৰ্ধ বিণ. ১। শৰীৰৰ পিচ ফাল, ২। অন্তিম।

পশ্চিম বিণ. (পশ্চাদ্ ভৱম্) ১। পিচ ফালে থকা, ৰ ১৭।৮; ২। পশ্চিম ফালৰ, —মা পশ্চিম দিশ।

পশ্চিমোত্তৰা স্ত্ৰী. উত্তৰ পশ্চিম দিশ।

পশ্য অব্য. বিস্ময়, প্ৰশংসা আদি বিষয়ত আশ্চৰ্য্য প্ৰকাশক ৰূপে ব্যৱহাৰ হয়।

পশ্যঃ পু (পশ্যতীতি দৃশ শঃ বাচালিঙ্গঃ) দৰ্শক, মুণ্ড ৩।১।৩।

পশ্যৎ বিণ. (দৃশ শতৃ) চাই থকা।

পশ্যতোহৰ বিণ. (পশ্যন্তং জনমনাদৃত্য হৰতীতি হৃ অচ্) গৰাকীয়ে চাই থাকোঁতেই হৰণ কৰি নিয়া লোক। যেনে— সোণাৰি, চোৰ, জেপকটা।

পশ্যন্তী স্ত্ৰী. (দৃশ শতৃ ঙীপ্) ১। মূলাধাৰৰ পৰা নিৰ্গত হৈ হৃদয়ৰ মাজেৰে ওলোৱা নাদৰূপ বৰ্ণ, ২। বক্তিতা, ৩। চাই থকা তিৰোতা।

পশ্বাচাৰঃ পু. এবিধ তন্ত্ৰোক্ত আচাৰ।

পস্ নাশে (চুৰা প সক পংসয়তি) ১। নাশ কৰ, শেষ কৰ, অন্ত কৰ। যেনে গঙ্গা পাপং পংসয়তি।

পস্ত্যং ক্লী. (অপস্ত্যায়ন্তি সংঘীভূয় তিষ্ঠন্তি জন্তবঃ যত্ৰ অপ স্ত্যৈ কঃ) ঘৰ, বাসস্থান (য'ত মানুহে একেলগে বাস কৰে)।

পস্পশঃ পতঞ্জলিৰ মহাভাষ্যৰ প্ৰথম আহ্নিকৰ নাম।

পহ্লৱঃ পু. ডাড়ি-গোঁফ থকা এবিধ ম্লেচ্ছ জাতি। পহ্লৱাঃ শ্মশ্ৰুধাৰিণঃ হৰিব ১৪।১৬।

পা ক) ৰক্ষণে (অদা প সক পাতি) ১। পালন কৰ, ৰক্ষা কৰ, ২। শাসন কৰ (ণিজন্ত) পালয়তি, অনু— ৰক্ষা কৰ, পৰি— ১। ৰক্ষা কৰ, সংৰক্ষণ কৰ, মনু ৯।২৫১; ২। শাসন কৰ, ৩। ডাঙৰ-দীঘল কৰ, লালন-পালন কৰ, ৪। ব্ৰত পূজা দি পালন কৰ, ৫। অপেক্ষা কৰ, প্ৰতি— প্ৰতিপালন কৰ। মানি চল। অপেক্ষা কৰ।

খ) পানে (ভ্বা প সক পিৱতি) ১। পান কৰ, পি খা, ভট্টি, ১৪।৯২; ২। চুমা খা, চুম্বন কৰ। অধৰ পান কৰ, শ ১।২৪; ৩। চকুৰে অথবা কাণেৰে পান কৰ (অৰ্থাৎ তৃপ্তি পলুৱাই চা অথবা শুন), ৪। গ্ৰাস কৰ, (ণিজন্ত) পায়য়তি-তে, অনু— এজনৰ পিচত পান কৰ, আ— ১। পান কৰ, শুহি ল, ২। চকুৰে আৰু কাণেৰে পান কৰ।

পাংসৱঃ পু. (পাংশু অণ্) ধূলি থকা।

পাংশুঃ (সুঃ) পু. (পংসয়তি নাশয়তি আত্মানমিতি পসি কুঃ দীৰ্ঘশ্চ) ১। ধূলি, মনু ৪।১০২; ২। ধূলিকণা, ৩।

গোবৰ, ৪। এবিধ কৰ্পূৰ (পৰ্পট), **—কাসীসং** হীৰাকচ, **—কূলং** *ক্লী.* ১। নামহীন পট্টা (শাসন ফলক), **—ক্ষাৰং —জং** এবিধ নিমখ, যখাৰ, **—চন্দনঃ** শিৱ, **—চামৰঃ** ১। তম্বু, ২। দুবৰিৰে পাৰ ভৰি থকা পুখুৰী বা নদী, **—পটল** ধূলিৰে পৰিপূৰ্ণ, **—মৰ্দনঃ** গছৰ তলত খন্দা খাল, **—ৰঃ** ১। চকা লগোৱা চকীত বহি ফুৰা পঙ্গু, ২। ডাঁহ (মাখি), **—ল** *বিণ.* ১। মলিন, ২। কলঙ্কিত, **—লঃ** ১। লম্পট, **কামুক**, ২। শিৱ, **—লা** ১। ৰজস্বলা তিৰোতা, ২। ব্যভিচাৰিণী স্ত্ৰী। ব ২।২, ৩। পৃথিৱী।

**পাকঃ** *পু.* (পচ্ ভাৱে ঘঞ্) ১। পচন, হজম, ক্লেদন, ২। ৰন্ধন, অন্নাদি ৰন্ধা কাৰ্য্য, ৩। সিদ্ধ, পোৱা, সেকা, ৪। পকা, পৈণত হোৱা, ৫। সমাপ্তিকৰণ, সাফল্যতা প্ৰাপ্তি, ৬। কৰ্মফল, ৭। খাদ্য-শস্য, ৮। চুলি পকা, ৯। ফেঁচা, ১০। গৃহাগ্নি, ১১। শিশু, ১২। ইন্দ্ৰই বধ কৰা এটা ৰাক্ষস, ভা ৭।২৪, ১৩। পানকৰ্তা, ১৪। ফল, পৰিণতি, **—কৃষ্ণঃ** কৰ্জা টেঙা, **—জং** এবিধ নিমখ, কাচলৱণ, **—পুটী** কুমাৰৰ ভাটা, **—ভাণ্ডং** *ক্লী.* ৰন্ধা কেৰাহী, **—মৎস্যঃ** *পু.* ১। মাছৰ জুলা, ২। এবিধ সাগৰীয় মাছ, ৩। এবিধ কীট, **—যজ্ঞঃ** চৰুহোমাঙ্গকৰ্ম। পঞ্চযজ্ঞৰ ব্ৰহ্মযজ্ঞত বাহিৰে বাকী চাৰিটা পাকযজ্ঞ। মনু ২।৮৬, **—যজ্ঞিকঃ** পাকযজ্ঞৰ বিষয়ে ব্যাখ্যা থকা গ্ৰন্থ বিশেষ, **—ৰঞ্জনং** তেজপাত, **—লং** কুষ্ঠ ৰোগৰ ঔষধ, **—শালা** ৰান্ধনিঘৰ। শাস্ত্ৰমতে ৰান্ধনিঘৰ অগ্নিকোণত হ'ব লাগে। মুহূৰ্ত চিন্তামণি মতে : পুব দিশত স্নানঘৰ, অগ্নিকোণত ৰান্ধনিঘৰ, শোৱা কোঠা দক্ষিণ দিশত, নৈঋতত অস্ত্ৰাগাৰ, পশ্চিমফালে খোৱা ঘৰ, বায়ু কোণত সভাগৃহ, উত্তৰ দিশত ভঁৰালঘৰ আৰু ঈশানকোণত গোঁসাইঘৰ, **—শাসনঃ** ইন্দ্ৰ, **—শাসনিঃ** ১। ইন্দ্ৰপুত্ৰ জয়ন্ত, ২। অৰ্জুন, মহা ১।১৩৭।৮; **—শুক্লা** চকমাটি।

**পাকলঃ** ১। অগ্নি, ২। বায়ু, ৩। হাতীবিলাকে ভোগা এবিধ জ্বৰ।

**পাকিম** *বিণ.* ১। পক্ব ২। সিদ্ধ, ৩। সিদ্ধ কৰি পোৱা, যেনে সাগৰৰ পানী পগাই পোৱা নিমখ।

**পাকুঃ পাকুকঃ** ৰান্ধনি।

**পাক্য** *বিণ.* (পচ্ ণ্যৎ) ৰান্ধিব লগীয়া, পকিব লগীয়া, **—ক্যং** বিড়লৱণ, **—ক্যঃ** যখাৰ।

**পাক্ষ, পক্ষিক** *বিণ.* ১। পোন্ধৰ-দিনীয়া, ২। পক্ষীয়, পক্ষপাতী, ৩। বৈকল্পিক।

**পাখণ্ডঃ** *পু.* (পাতীতি পা ক্বিপ পাস্ত্ৰয়ীধৰ্মস্তং খণ্ডয়তীতি খড়ি ভেদনে পচাদ্যচ্) ১। পাষণ্ড, ২। পামৰ, 'নানা ব্ৰতধৰা নানাৱেশাঃ পাখণ্ডিনো মতাঃ।'

**পাগলঃ** *পু.* (পা ৰক্ষণং তস্মাৎ গলতি আত্মৰক্ষণাৎ বিচ্যুতো ভৱতীতি পা গল্ অচ) উন্মত্ত, পাগল, উন্মাদ। বাতুল।

**পাংক্তেয়, —ক্ত্য** *বিণ.* ১। ভোজত কোনো এটি বিশেষ শাৰীত বহাৰ যোগ্য, ২। সম্পৰ্কযোগ্য।

**পাচক** *বিণ.* হজমী, হজমকাৰক, **—কং** *ক্লী.* (পচ্ ণ্বুল্) পিত্ত, **—কঃ** *পু.* ১। ৰান্ধনি, সুপকাৰ, ২। জুই, ৰান্ধনিৰ গুণ 'পুত্ৰপৌত্ৰগুণোপেতঃ শাস্ত্ৰজ্ঞো মিষ্ট পাচকঃ। শূৰশ্চ কঠিনশ্চৈৱ সুপকাৰঃ স উচ্যতে।।'

**পাচনং** *ক্লী.* ১। হজমৰ ঔষধ, ২। ৰন্ধন, ৩। ঘা শুকোৱা, ৪। **প্ৰায়শ্চিত্ত, —নঃ** ১। জুই, ২। পিত্ত, **—নী** *স্ত্ৰী.* শিলিখা, **—লঃ** ১। জুই, ২। বতাহ, ৩। ৰান্ধনি।

**পাচী** *স্ত্ৰী.* এবিধ লতা।

**পাজঃ (স্)** *ক্লী.* বল, শক্তি। ঋবে ৮।৪৬।২৫।

**পঞ্চকপাল** *বিণ.* পঞ্চকপাল যজ্ঞ সম্বন্ধীয়।

**পাঞ্চজন্যঃ** *পু.* (পঞ্চজনে দৈত্যবিশেষে ভৱঃ ইতি ঞ্যঃ) বিষ্ণুৰ শঙ্খৰ নাম, গী ১।১৫; পঞ্চজন্য নামৰ এটা দৈত্য তিমিৰূপ ধৰি সাগৰত আছিল। তাৰ অস্থিৰ পৰা হোৱা শঙ্খ, **—ধৰঃ** বিষ্ণু।

**পাঞ্চভৌতিক** *বিণ.* পঞ্চভূতেৰে তৈয়াৰী।

**পাঞ্চবৰ্ষিক** *বিণ.* পাঁচ বছৰৰ পুৰণি।

**পাঞ্চাল** *বিণ.* পাঞ্চালদেশীয়, **—লং** (পঞ্চাল স্বাৰ্থে অণ) শাস্ত্ৰ, **—লঃ** ১। পাঞ্চাল ৰাজ্য। দ্ৰুপদ ৰাজৰ ৰাজ্য। আজিকালি এই ঠাইৰ নাম ফাৰাক্কাবাদ (শকক্ৰ), ২। এই ৰাজ্যৰ অধিবাসী, ৩। ব্ৰহ্মদত্তৰ এজন অনুচৰৰ নাম, হৰিবং ২৩।২২; **—লিকা** *স্ত্ৰী.* পুতলা, কাপোৰৰ পুতলা, **—লী** ১। পাঞ্চালৰ কন্যা, ২। দ্ৰৌপদী, ৩। পুতলা, ৪। চাৰি বিধ ৰচনাৰীতিৰ এবিধ। বৈদৰ্ভী আৰু গৌড়ী ৰীতিৰ উপযোগী মাধুৰ্য্য আৰু ওজঃ প্ৰকাশক বৰ্ণৰ বাহিৰে আন প্ৰসাদ গুণব্যঞ্জক বৰ্ণেৰে ৰচিত, য'ত পাঁচটা বা ছয়টা পদবন্ধকৈ (সমাসতকৈ) বেছি পদৰ সমাস নাথাকে (স্বাৰ্থে ষ্ণ প্ৰত্যয়াত্ত পঞ্চাল শব্দ পাঞ্চালো হয়)

পাট সম্বোধনবাচক অব্যয় শব্দ।

পাটকঃ পু. (পট্ ণ্বুল্) ১। বাদ্যযন্ত্র, ২। পাশাৰ বা দবাৰ চাল, ৩। ৰোধ, ৪। গাওঁৰ এটা অংশ।

পাটচৰঃ পু. চোৰ।

পাটনং ক্লী. (পট নিচ্ ভাৱে ল্যুট্) পেলোৱা কাৰ্য্য, ছেদন। নাশ।

পাটল বিণ. (পাটলো বৰ্ণোঽস্যাস্তীতি পাটল অচ্) পাটল (ইষৎ ৰঙা, গোলাপী) ৰঙৰ, ভা ৪।৬।১৪; ৰ ৭।২৭; —লং ক্লী ১। পাটল ৰঙৰ ফুল, ২। আহু ধান, ৩। কুঙ্কুম, —লঃ পু. ১। গোলাপী 'পিঙ্ক' ৰঙ, ২। পাটলী পুষ্প, পেঁপা ফুল, —দ্রুমঃ পেঁপা ফুল, —লা স্ত্রী. ১। দুৰ্গা, ২। ৰক্তলোধ্র, এবিধ ৰঙচুৱা ফুল, —লিঃ পেঁপা ফুল, —লিকঃ শিষ্য, —লিপুত্রঃ পুৰণি মগধ ৰাজ্যৰ ৰাজধানী। গঙ্গা আৰু সোণ নদীৰ পাৰত অৱস্থিত এই নগৰখন আজিকালিৰ পাটনা চহৰ, —লিমা (ন) গোলাপী ৰঙ।

পাটৱং ক্লী. পটুতা, দক্ষতা।

পাটৱিক বিণ. ধূৰ্ত, পটু।

পাটহিকা স্ত্রী. লাতুৰমণি, সোণা ৰূপা জুখিবলৈ ব্যৱহাৰ কৰা এবিধ ক্ষুদ্ৰাকাৰৰ গুটি, 'ৰতি'।

পাটিত বিণ. (পট নিচ্ ক্ত) ১। ছিন্ন, কাটি পেলোৱা, ২। ছিদ্রিত, বিন্ধা কৰা।

পাটী স্ত্রী. (পাটি সৰ্বধাতুভ্য ইন্ ঙীষ) ১। পৰিপাটি, অনুক্রম, ২। অঙ্ক, —গণিতং অঙ্কশাস্ত্র।

পাটীৰঃ ১। চন্দন, ২। বগিতাম, টিন', ৩। মেঘ, ৪। চালনী।

পাট্যং ক্লী. পাটশাক।

পাঠঃ পু. (প্রঠনমিতি পঠ ভাৱে ঘঞ্) ১। শিষ্যৰ অধ্যয়ন। পঠন, পাঠ, ২। আবৃত্তি, মুখস্থ মাতা, ৩। বেদাধ্যয়ন, ৪। পঞ্চযজ্ঞৰ এবিধ, ব্ৰহ্মযজ্ঞ, ৫। পুথিৰ 'পাঠ' অৰ্থাৎ মূল বচন, অথবা অনুৰূপ পাঠ (পাঠান্তৰ), ৬। বেদৰ সস্বৰ আবৃত্তি— প্ৰকৃতি আৰু বিকৃতি, —চ্ছেদঃ পাঠ বিৰতি, —দোষঃ পাঠত দোষ, ত্রুটি, —নিশ্চয়ঃ পাঠ সম্বন্ধে নিশ্চয়তা, —মঞ্জৰী, —শালিনী ময়না চৰাই, —শালা বিদ্যালয়।

পাঠক বিণ. (পঠ নিচ্ ণ্বুল্) ১। উপাধ্যায়, মহা ৩।৩১২।১০৫; ২। ধৰ্ম কথা কৈ ফুৰা লোক, ৩। ধৰ্মপুথি পাঠ কৰা ব্যক্তি, ৪। অধ্যয়নকাৰী।

পাঠা, —ঠিকা স্ত্রী. এবিধ লতা।

পাঠী (ন্) পাঠক। অধ্যয়নকাৰী।

পাঠীনঃ পু. (পঠ নম নিচ্ ডঃ) ১। বৰালি মাছ, মনু ৫।১৬; ২। পুৰাণ, ভাগৱতাদি পাঠ কৰি ফুৰা ব্যক্তি।

পাঠ্য বিণ. পঠনীয়, পঢ়াৰ যোগ্য, পাঠ কৰাৰ উপযুক্ত।

পাণঃ পু. (পণ্যতে ব্যৱহ্রিয়তেঽনেনেতি পণ্ ঘঞ্) ১। পাণি, হাত, ২। সময়, মহা ২।৫৭।৮; ৩। ব্যৱসায়, বাণিজ্য, ৪। বেপাৰী, ৫। ক্রীড়া, ৬। খেলত বাজি, পণ, ৭। চুক্তি।

পাণিঃ পু. (পণ ব্যৱহাৰে ইণ্ লুক্) হাত, মণিবন্ধৰ পৰা আঙুলি পৰ্য্যন্ত হাতৰ অংশ, —ণিঃ স্ত্রী. বজাৰ, —গৃহীতী পত্নী, —গ্ৰহঃ —গ্ৰহণং বিবাহ, —গ্ৰহীতা (তৃ), —গ্ৰাহঃ পতি, —ঘঃ (হাতেৰে কোবাই বজোৱা), ১। ঢোল, মৃদঙ্গ, ২। হস্তশিল্পী, —ঘাতঃ পু. ঘোঁচা (আঘাত), —জঃ নখ, —তলং হাতৰ তলুৱা, —ধৰ্মঃ শাস্ত্ৰসম্মতভাৱে পতা বিবাহ, —পীড়নং বিবাহ, কু ৮।১; —প্ৰণয়িনী পত্নী, —বন্ধঃ বিবাহ, —ভুজ যজ্ঞ ডিমৰু গছ, —ৰুহঃ নখ, —ৱাদঃ ১। হাত চাপৰি, ২। হাতেৰে বজোৱা ঢোলাদি, —সৰ্গ্যা স্ত্রী. ৰচি।

পাণিনিঃ পু. (পণিনো মুনেৰ্যুৱাপত্যম পণিন ইঞ্) চিৰ প্ৰসিদ্ধ ব্যাকৰণ গ্ৰন্থ 'অষ্টাধ্যায়ী'ৰ প্ৰণেতা পাণিনি মুনি। পিতাকৰ নাম পণিন আৰু মাকৰ নাম দাক্ষী। পাণিনিয়ে ৰচনা কৰা গ্ৰন্থৰ ওপৰত কাত্যায়নে আৰু 'বাৰ্তিক' নাম দি অষ্টাধ্যায়ীৰ সমালোচনা কৰাত পতঞ্জলিয়ে সুবৃহৎ মহাভাষ্য গ্ৰন্থ ৰচনা কৰি 'বাৰ্তিক আৰু অষ্টাধ্যায়ী'ৰ সম্যক ব্যাখ্যা কৰি সকলো প্ৰমাদ নিৰসন কৰে। অষ্টাধ্যায়ীত পাণিনিয়ে শাকল্য, কাশ্যপ, চক্রবৰ্মণ, আপিশলি, গালৱ, গাৰ্গ্য, ভৰদ্বাজ আদি কেবাজনো পুৰণি বৈয়াকৰণিকৰ নাম উল্লেখ কৰিছে। অষ্টাধ্যায়ীত মুঠতে ৩৯৯৬ সূত্ৰ আছে। পাণিনিৰ কাল খৃঃ পূঃ ৭ম শতিকা।

পাণিনীয় বিণ. পাণিনি সম্বন্ধীয়, পাণিনিৰ দ্বাৰা ৰচিত।

পাণিন্ধম্ বিণ. হাতেৰে বা দি অগ্নি সংযোগ কৰোঁতা।

পাণিন্ধয় বিণ. হাতেৰে (পানী আদি) পানকৰ্তা।

পাণৌকৰণং ক্লী. বিবাহ।

পাণ্ডৰ বিণ. পাণ্ডু ৰঙৰ, গৈৰিক, —ৰং ১। কুন্দফুল, ২। ৰঙা চকমাটি, —ৰঃ ১। মেৰু পৰ্বতৰ পশ্চিমত

অৱস্থিত এখন পৰ্বত, ২। ঐৰাৱতৰ বংশোদ্ভৱ এটা হাতী, ৩। এবিধ চৰাই।

**পাণ্ডৱঃ** (পাণ্ডোঃ ৰাজ্ঞঃ অপত্যম্ পাণ্ডু অঞ্) পাণ্ডুনন্দন। যুধিষ্ঠিৰ, ভীম, অৰ্জুন, নকুল আৰু সহদেৱ। দুৰ্বাসাৰ পৰা বৰৰূপে লাভ কৰা মন্ত্ৰ জপ কৰি কুন্তীয়ে ধৰ্মৰাজ যমৰ দ্বাৰা যুধিষ্ঠিৰ, বায়ুৰ দ্বাৰা ভীম আৰু ইন্দ্ৰৰ দ্বাৰা অৰ্জুনক পুত্ৰৰূপে লাভ কৰে। তেনেকৈ পাণ্ডুৰ আন গৰাকী পত্নী মাদ্ৰীয়ে অশ্বিনী কুমাৰদ্বয়ৰ দ্বাৰা দুই যমজ সন্তান নকুল আৰু সহদেৱক জন্ম দিয়ে, **—শ্ৰেষ্ঠঃ** যুধিষ্ঠিৰ।

**পাণ্ডৱাভীলঃ** শ্ৰীকৃষ্ণ।

**পাণ্ডৱীয়** *বিণ.* পাণ্ডৱ সম্বন্ধীয়।

**পাণ্ডিত্যং** *ক্লী.* (পণ্ডিতস্য ভাৱঃ কৰ্ম ৱা ইতি ষ্যঞ্) উৎকৃষ্ট বিদ্যা, বুদ্ধি, দক্ষতা, পণ্ডিতালি, শাস্ত্ৰজ্ঞান।

**পাণ্ডুঃ** *পু.* (পড়ি গতৌ ইতি উণাদি কুঃ নিপাতনাৎ), ১। পটল (খাদ্য), ২। বগা আৰু হালধীয়া ৰঙৰ মিশ্ৰণ, ৩। পাণ্ডুৰোগ, কুহুমসাৰ, ৪। বগা হাতী, ৫। ৰজা পাণ্ডু, শান্তনুৰ পুত্ৰ বিচিত্ৰবীৰ্য্যৰ হৈ অম্বালিকাৰ গৰ্ভত ব্যাসে জন্ম দিয়া পুত্ৰ সন্তান। পাণ্ডুৰ গাৰ ৰঙ হালধীয়া হ'ল কাৰণ ব্যাসৰ লগত সহবাসৰ সময়ত অম্বালিকাৰ ভয়তে মুখৰ ৰং হালধীয়া হৈছিল। পাণ্ডুৰ দুগৰাকী পত্নী, কুন্তী আৰু মাদ্ৰী। আচলতে পাণ্ডু ঋষিৰ অভিশাপত স্ত্ৰীসম্ভোগৰ পৰা বঞ্চিত হোৱাৰ বাবে পত্নী কুন্তীক আৰু মাদ্ৰীক পুত্ৰ সন্তান জন্ম দিয়াৰ কাৰণে আজ্ঞা দিয়ে। মহৰ্ষি দুৰ্বাসাৰ পৰা পোৱা মন্ত্ৰৰ বলত কুন্তীয়ে তিনিজন আৰু মাদ্ৰীয়ে দুজন মুঠতে পাঁচপাণ্ডৱৰ জন্ম দিয়ে। পিচত এদিন পাণ্ডুৱে মুনিৰ শাপ পাহৰি মাদ্ৰীক আলিঙ্গন কৰিবলৈ যাওঁতে মৃত্যু হয়, **—কম্বলঃ** ১। বগা আলোৱান, ২। ৰাজকীয় হাতীৰ জীন, **—ৰোগঃ** কুহুম সাৰ ৰোগ, **—লেখঃ** ১। চকমাটিৰে আঁকা চিত্ৰ, ২। পাণ্ডুলিপি, মুচাবিদা, খচৰা, ব্যাসে কৈছে : পাণ্ডুলেখেন ফলকে ভূমৌ ৱা প্ৰথমং লিখেৎ। ন্যূনাধিকন্তু সংশোধ্য পশ্চাৎ পত্ৰে নিৱেশয়েৎ।। **—শৰ্ম্মিলা** দ্ৰৌপদী, **—সোপাকঃ** বৰ্ণসঙ্কৰ জাতি এবিধ।

**পাণ্ড্য** *বিণ.* স্তুতিযোগ্য, প্ৰশংসনীয়।

**পাত** *বিণ.* (পৎ ঘঞ্) ৰক্ষিত, পালিত, সংৰক্ষিত, **—তঃ** ১। পতন, অধঃপতন, মহা ৩।১৩৩।২৬; ২। উৰণ, ৩। আঘাত, খুন্দা, ৪। বাহিৰ কৰা, ৫। আক্ৰমণ, সংঘটন, ৬। দোষ, ৭। ৰাহু গ্ৰহ।

**পাতকং** *ক্লী.* (পাতয়তি অধোগময়তি ইতি পৎ ণিচ্ ণ্বুল্) পাপ, নৰক সাধন, কল্মষ, মনুৰ মতে মহা পাপ ৫ বিধ : ব্ৰহ্মহত্যা, সুৰাপান, গুৰ্বঙ্গনাগম, স্তেয় আৰু এই কেইবিধৰ লগত সংসৰ্গ, মনু ১১।৫৫; (গুৰ্বঙ্গনাগম : গুৰুপত্নীৰ লগত সহবাস, স্তেয় : চুৰি কাৰ্য্য)

**পাতঙ্গিঃ** *পু.* (পতঙ্গস্য সূৰ্য্যস্যাপত্যম ইতি ইঞ্) শনিগ্ৰহ।

**পাতঞ্জল** *বিণ.* (পতঞ্জলিমুনিনাকৃতং প্ৰণীতং ৱা অণ্) পতঞ্জলি মুনিৰ দ্বাৰা ৰচিত যোগদৰ্শন শাস্ত্ৰ। মহাভাষ্যকাৰ পতঞ্জলি আৰু যোগশাস্ত্ৰৰ প্ৰণেতা পতঞ্জলি একেজনেই বুলি প্ৰায় সকলোৱে স্বীকাৰ কৰিছে।

**পাতনং** *ক্লী.* (পৎ ণিচ ভাৱে ল্যুট্ ১। অধঃপতন, পতন কৰোৱা, তলত পেলোৱা, ২। দলিওৱা।

**পাতা (খ)** *বিণ.* পালোঁতা, ৰক্ষা কৰোঁতা।

**পাতালং** *ক্লী.* (পতন্তি অস্মিন্ দুস্কৃতকাৰিণঃ ইতি পৎ আলঞ্) ১। পাতাল, ২। বিবৰ, ৩। বাড়ৱানল, ৪। নাগলোক, ৫। মাটিৰ তলৰ সাতখন ৰাজ্যৰ শেষৰ খন। সাত ৰাজ্য : অতল, বিতল, সুতল, ৰসাতল, তলাতল, মহাতল আৰু পাতাল, **—লঃ** *পু.* ঔষধ বনোৱা এবিধ যন্ত্ৰ, **—গঙ্গা** পাতালৰ গঙ্গা, **—নিলয়ঃ —নিৱাসঃ, —ৱাসী (ন্)** দৈত্য, নাগ।

**পাতালৌকাঃ (স্)** দৈত্য।

**পাতিঃ** *পু.* প্ৰভু। স্বামী। গৰাকী, **—কঃ** শিহু, **—ত** (বিণ) তলত পেলোৱা, দলিওৱা, খুন্দিয়াই তলত পেলোৱা, অৱনমিত, **—ত্যং** জাতি নাশ।

**পাতিলী** *স্ত্ৰী.* ১। নাৰী, ২। এবিধ মাটিৰ পাত্ৰ, ৩। ফাঁচ, ফান্দ।

**পাতী (ন্)** *বিণ.* ১। পতন, বুৰণ, ২। তলত পৰা, ৩। বাহিৰ কৰা।

**পাতুক** *বিণ.* (পৎ উকঞ্) প্ৰায়ে পৰি থকা (লোক), পতনশীল, মহা ১২।৯১।৪২; **—কঃ** পৰ্বতৰ ঢালু অংশ, জলহস্তী।

**পাত্ৰং** *ক্লী.* (পিৱত্যনেনেতি পা ষ্ট্ৰন্) ১। পানী খোৱা বা খোৱা পাত্ৰ, বাটি, গিলাচ, কলহ ইত্যাদি, ২। জলাধাৰ,

৩। উপযুক্ত লোক, (কন্যাদি) দানৰ বাবে উপযুক্ত পুৰুষ, ৪। নদীৰ বুকু, ৫। মন্ত্ৰী, সচিব, ৬। সম্পত্তি, ৭। আজ্ঞা, হুকুম, ৮। নাটকৰ পাত্ৰ, অভিনেতা, **—টীৰঃ** ১। ধাতুৰ পাত্ৰ, ২। কাউৰী, ৩। এবিধ মাছ, ৪। গাওঁবুঢ়া, **—পালঃ** তুলাচনী, **—সংস্কাৰঃ** বাচন বৰ্তন, শুদ্ধিকৰণ।

**পাত্ৰী** *স্ত্ৰী.* স্ত্ৰীপাত্ৰ, **—য়ং** যজ্ঞপাত্ৰ, **—ৰঃ** *পু.* যজ্ঞদ্ৰব্য।

**পাত্ৰেসমিতঃ** *পু.* (পাত্ৰে ভোজনসময়ে এৱ সমিতঃ মিলিতঃ) ১। যিজন মানুহ ভোজ আদিত সদায় উপস্থিত থাকে, ২। ভোজনত পটু, ৩। এবিধ পাপ।

**পায়ঃ** অগ্নি, সূৰ্য্য, **—য়ং** পানী।

**পাত্ৰোপকৰণং** *ক্লী.* উপভূষণ, অলপ তল শ্ৰেণীৰ অলঙ্কৰণ।

**পাথঃ** (স্) *ক্লী.* ১। পানী, ২। বায়ু, বতাহ, ৩। আহাৰ

**পাথিঃ** *পু.* সাগৰ।

**পাথেয়ং** *ক্লী.* (পথি সাধুৰিতি ঢঞ) ১। পথব্যয়, ভ্ৰমণ ব্যয়, ২। পথত খাব লগীয়া আহাৰ, অথবা ব্যৱহাৰ কৰিব লগীয়া বস্তু, কি ৩।৩৭।

**পাথোজং** *ক্লী.* পদুম ফুল।

**পাথোদঃ, —ধৰঃ** *পু.* মেঘ।

**পাথোধিঃ, —নিধিঃ, —পতিঃ** *পু.* সাগৰ।

**পাদঃ** *পু.* (পদ ণিচ ক্বিপ্) ১। ভৰি, ঠেং, ২। কোনো নিৰ্জীৱ পদাৰ্থৰ ঠেং, যেনে চকীৰ ঠেং (পায়া) ৩। গছৰ শিপা, ৪। পৰ্বতৰ গুৰি, মে ১৯; ৫। চাৰি ভাগৰ এভাগ, ৬। শ্লোকৰ চাৰি পাদৰ (ভাগৰ) এপাদ, ৭। কোনো গ্ৰন্থৰ পাদ, ৮। ঘৰৰ খুঁটা, স্তম্ভ, ৯। ৰশ্মি, কিৰণ। সমাসৰ শেষত বিশেষকৈ সংখ্যাবাচক শব্দৰ পিচত পাদ্ হয়, যেনে দ্বিপাদ, চতুষ্পাদ। অসীম শ্ৰদ্ধা বুজাবলৈ মানুহৰ নাম বা উপাধিৰ পিচত বহু বচনান্ত পাদাঃ ব্যৱহাৰ হয়। যেনে গুৰুপাদাঃ দেৱপাদাঃ, **—কণ্টকঃ —কঃ, —কীলিকাঃ** নূপুৰ, **—ক্ষেপঃ** খোজ, **—গ্ৰন্থিঃ** ভৰিৰ গাঁথি, **—গ্ৰহণং** ভৰিত ধৰা (শ্ৰদ্ধা) কাৰ্য্য, **—চতুৰঃ —চত্বৰঃ** ১। ছাগলী, ২। শিল বৰষুণ, ৩। মিছা অপবাদ কৰি ফুৰা লোক, ৪। বালিচট্, বলুকা, **—চাৰঃ** খোজ কঢ়া, **—চাৰী** (ন্) ১। খোজ কাঢ়ি ফুৰা লোক, ২। পদাতি, **—জঃ** শূদ্ৰ, **—জলং** ভৰি ধোৱা পানী, **—তলং** ভৰিৰ তলুৱা, **—ত্ৰঃ —ত্ৰা, —ত্ৰাণং** জোতা, **—পঃ** গছ, **—পালিকা** নূপুৰ, **—পাশঃ** জন্তুৰ ভৰিত বন্ধা ৰচি, **—পীঠং —ঠঃ** ভৰি থোৱা পীৰা, **—পূৰণং** শ্লোকৰ পাদ পূৰণ। পাদত আখৰ কম হলে কোনো শব্দ বা বৰ্ণেৰে সেই পাদ পূৰণ কৰা কাৰ্য্য, **—প্ৰক্ষালনং** ভৰি ধোৱা, **—প্ৰতিষ্ঠানং** পাদপীঠ, **—প্ৰহাৰঃ** লাথি, **—বন্ধনং** পাদপাশ, **—ৰজঃ** ভৰিৰ ধূলি, **—বন্ধুঃ** হাতীবন্ধা ৰচি, **—ৰথী** জোতা, **—ৰোহঃ —ৰোহণঃ** ডিমৰু গছ, **—ৱন্দনং** চৰণ বন্দনা, **—ৱিৰজাঃ** (স্) *স্ত্ৰী.* জোতা, *পু.* দেৱতা, **—শাখা** ভৰিৰ আঙুলি, **—শৈলঃ** পৰ্বতৰ তলৰ সৰু পাহাৰ, **—শোথঃ** ভৰি ফুলা ৰোগ, **—শৌচং** ভৰি ধোৱা, **—সেৱনং** সেৱা, চৰণ সেৱা, পূজা, **—স্ফোটঃ** ভৰিৰ তলুৱা, গোৰোহা আদি ফটা ৰোগ।

**পাদকমলং —পঙ্কজং —পদ্মং** চৰণ-কমল।

**পাদাগ্ৰং** *ক্লী.* ভৰিৰ আগ ভাগ।

**পাদাঙ্কঃ** *পু.* ভৰিৰ খোজ।

**পাদাঙ্গদং** *ক্লী.* নূপুৰ।

**পাদাঙ্গুষ্ঠঃ** *পু.* ভৰিৰ বুঢ়া আঙুলি।

**পাদাৎ, —াতঃ, —দাতিঃ, —দাৱিকঃ** *পু.* পদাতি সৈন্য।

**পাদান্তৰং** খোজৰ অন্তৰ। ওচৰ।

**পাদাম্বু** *ক্লী.* চাৰি ভাগৰ এভাগ পানী থকা মাখন পানী।

**পাদাম্ভঃ(স্)** ভৰি ধোৱা পানী।

**পাদাৰবিন্দং** চৰণ-কমল।

**পাদালিন্দী** নাও।

**পাদাৱসেচনং** *ক্লী.* ভৰি ধোৱা, ভৰি ধোৱা পানী।

**পাদাঘাতঃ** *পু.* পদাঘাত। 'পাদাঘাতাদ্ অশোকঃ।'

**পাদানত** *বিণ.* ভৰিত দীঘল হৈ পৰা।

**পাদাৱৰ্তঃ** *পু.* কুঁৱাৰ পৰা পানী তুলিবলৈ ভৰিৰে চলোৱা চকা বিশেষ।

**পাদাসনং** পাদপীঠ।

**পাদাস্ফালনং** ভৰিৰে আস্ফালন কৰা, মোহৰা, দম্ভেৰে দৌৰি ঢপলিয়াই থকা।

**পাদিক্ব** *বিণ.* চাৰি ভাগৰ এভাগ।

**পাদী** (ন্) *বিণ.* ১। ঠেং থকা, ঠেং থকা জলজন্তু (যেনে ঘঁৰিয়াল) ২। চাৰিটা পাদ থকা শ্লোক বা কবিতা, মনু ৮।২১০।

**পাদুক** *বিণ.* খোজ কঢ়া (লোক), **—কা** জন্তুৰ ছালেৰে তৈয়াৰী পাদাচ্ছাদন, জোতা, 'চেণ্ডেল', **—কাকৃৎ, —কাৰঃ** মুচী।

**পাদূঃ** *স্ত্রী.* জোতা। **—কৃৎ** মুচী।

**পাদোদকং** *ক্লী.* (পাদপ্রক্ষালনজাতং উদকম্ শাকপা) চৰণধৌত জল। ভৰি ধোৱা পানী। চৰণামৃত : হৃদি ৰূপং মুখে নাম নৈবেদ্যমুদৰে হৰেঃ। পাদোদকঞ্চ নির্মাল্যং মস্তকে যস্য সোঽচ্যুতঃ।। পপু ১০০ অ। সদায় শালগ্ৰাম ধোৱা জল সেৱনত পুণ্য। কোটিতীর্থসহস্ৰৈস্তু সেৱিতৈঃ কিং প্ৰয়োজনম। নিত্যং যদি পিবেৎ পুণ্যং শালগ্ৰামশিলাজলম।। পপু।

**পাদ্যং** *ক্লী.* পদত অর্পণ কৰা পানী। ভৰি ধুবলৈ দিয়া পানী।

**পানং** *ক্লী.* (পা পানে ভাৱে ল্যুট্) ১। পানী খোৱা, পিয়া কার্য্য, ২। (অধৰ) পান, চুম্বন, ৩। সুৰা পান, মদ খোৱা, ৪। পিবলৈ দিয়া জলীয় পদাৰ্থ, চর্বৎ, মনু ৩।২২৭; ৫। পান পাত্র, ৬। ৰক্ষণ, প্রতিৰক্ষা, পালন, **—কং, —চর্বৎ, —গোষ্ঠিকা, —গোষ্ঠী** ১। মদাহীৰ আসৰ, ২। মদৰ দোকান, **—নঃ** মদ বেপাৰী, **—প** মদপী, **—পাত্ৰং, —ভাজনং —ভাণ্ডং** পানী খোৱা পাত্ৰ, গিলাচ, বাটি ইত্যাদি, মদৰ হাণ্ডী, **—ভূঃ —ভূমিঃ —ভূমী** *স্ত্রী.* মদ খোৱা ঘৰ, ৰ ১৯।১১; **—মঙ্গলং** মদাহীৰ দল, **—ৰত** মদাসক্ত, **—বিভ্ৰমঃ** মাতলামি, **—শৌণ্ডঃ** মাতাল, মদাহী, **—সং** *ক্লী.* কঠালৰ ৰসৰ পৰা তৈয়াৰ কৰা মদ।

**পানাগাৰঃ —ৰং** মদৰ দোকান।

**পানাত্যয়ঃ** *পু.* অত্যন্ত মাতাল, মদাহী, অত্যন্ত মদ খোৱাৰ বাবে হোৱা ৰোগ।

**পানিকঃ** *পু.* মদ বেপাৰী, মদ তৈয়াৰকাৰী।

**পানিলং** পানপাত্ৰ।

**পানীয়ং** *ক্লী.* (পীয়তে ইতি পা অনীয়ৰ) ১। পানী, ২। জলীয় দ্ৰব্য, চর্বতাদি, **—নকুলঃ** উদ্, **—বর্ণিকা** বালি, **—শালা** শালিকা, পৰ্য্যটকৰ বাবে ৰখা জলঘৰ। জলদান মন্ত্ৰ— 'পানীয়ং প্ৰাণিনঃ প্ৰাণাঃ পানীয়ং পাৱনং মহৎ। পানীয়স্য প্ৰদানেন তৃপ্তিৰ্ভৱতি শাশ্বতী।।' স্মৃতি

**পানীয়ামলকং** *ক্লী.* পনীয়ল। পানী আমলা।

**পান্থ** *বিণ.* (পথি কুশলঃ ইতি ণঃ) পথিক হৰিব ৪২।২।

**পাপং** *ক্লী.* (পাতি ৰক্ষতি অস্মাদাত্মানমিতি পা পঃ) ১। অধৰ্ম, পাপ, কিল্বিষ, কল্মষ, কলুষ, ২। দুষ্টালি, নীচতা, অধমতা, ৩। অমঙ্গল, ৪। অপৰাধ, **—পঃ** *পু.* অধৰ্মী, অপৰাধী, **—আত্মা (ন্) —চেতঃ** দুষ্টমনা, ক্রূৰমনা, **—কৰ, কাৰী (ন্), —কৃৎ** পাপী, **—ক্ষয়ঃ** পাপক্ষয়, পাপনাশ, **—গ্ৰহঃ** (জ্যোতিষ) ৰাশিচক্ৰৰ মঙ্গল, শনি ৰাহু আৰু কেতু গ্ৰহ, **—ঘ্ন** পাপনাশী, প্ৰায়শ্চিত্ত **(ঘ্নঃ)** তিল, **—চৰ্য্যঃ** ১। পাপী, ২। ৰাক্ষস, **—দৃষ্টি** কুদৃষ্টি, **—ধী** দুষ্ট, পাপী, **—নাপিতঃ** ধূৰ্ত লোক, **—পতিঃ** (পৰকীয়া) প্ৰেমিক, **—পুৰুষঃ** পাপী মানুহ, **—ভাক্** পাপী, **—মোচনং–বিনাশনং** পাপনাশ, **—যোনি** নীচ বংশজাত, **—ৰোগঃ** বেয়া বেমাৰ, বসন্ত ৰোগ, মনু ৫।১৬৪; **—ল** পাপী।

**পাপৰ্দ্ধিঃ** মৃগয়া।

**পাপিষ্ঠ** *বিন.* সকলোতকৈ পাপী, মহাপাপী।

**পাপী´(ন্)** *পু.* (পাপমস্য অস্তীতি ইনিঃ) পাপযুক্ত ব্যক্তি।

**পাপীয়স্ —য়সী** *(স্ত্রী)* বেছি পাপী, মহাপাপী, এজনতকৈ বেছি পাপী।

**পাপ্ম (ন্)** *পু.* পাপ, দোষ, অপৰাধ, মনু ৬।৮৫।

**পাম (ন্)** *ক্লী.* (পা মনিন) বেচু, খৰ (ছালৰ বেমাৰ), **—ঘ্নঃ** গন্ধক।

**পামন** *বিণ.* খৰে খোৱা।

**পামৰ** *বিণ.* (পামন ৰঃ) ১। খল, অধম, নীচ, ৰাত ১।৩৭৮; ২। নিঃসহায়, দুখীয়া, **—ৰঃ** ১। মূর্খ, ২। দুষ্ট লোক, ৩। নীচ ব্যৱসায়ত নিযুক্ত ব্যক্তি।

**পামা (ন্)** *স্ত্রী.* খঁজুলি, খৰ।

**পামাৰিঃ** *পু.* গন্ধক।

**পায়সং —সঃ** *ক্লী. পু.* ১। তাৰপিণ তেল, ২। (পয়সো বিকাৰঃ) পৰমান্ন, **—সং** গাখীৰ।

**পায়িকঃ** পদাতিক সৈন্য।

**পায়ুঃ** *পু.* (পাতি ৰক্ষতি শৰীৰং মলনিঃসাৰণেনেতি ইতি উণ যুক) ১। গুহ্যদ্বাৰ, মলদ্বাৰ, ২। ভৰদ্বাজৰ পুত্ৰৰ নাম।

**পায্যং** *ক্লী.* ১। পৰিমাণ, জোখ, ২। পান, ৩। ৰক্ষণ, ৪। পানী।

**পাৰং, —ৰঃ** (পাৰয়তীতি পাৰ পচাদ্যচ) ১। সিপাৰ, নদীৰ সিপাৰ, ২। বিপৰীত ভাগ, ৩। সীমান্ত, ৪। পৰিপূৰ্ণতা, **—ৰঃ** পাৰা, **—কাম** *বিণ.* সিটো মূৰলৈ যাবলৈ ইচ্ছুক, **—গঃ** পাৰ হোৱা লোক, উত্তীৰ্ণ, পাৰঙ্গত। যিয়ে শিক্ষা, বুদ্ধি, জ্ঞানৰ শেষ সীমা পাইছে, **—গামী (ন্)** সিটো পাৰ পোৱা ব্যক্তি, **—দর্শক**

১। সিপাৰ দেখা লোক, ২। স্বচ্ছ, **—দৰ্শী (ন্)** পাৰঙ্গত।

**পাৰক্ (জ্)** *পু.* সোণ।

**পাৰক** *বিণ.* (পৃ ণ্বল্) ১। পাৰ হোৱাত সক্ষম, ২। উদ্ধাৰক, পালক, প্ৰীতিকাৰক, পূৰ্তিকাৰক।

**পাৰক্য** *বিণ.* ১। বিদেশী, ২। শত্ৰুতাসম্পন্ন, **—ক্যং** পৰলোকৰ হিতৰ বাবে কৰা কৰ্ম। ধৰ্মকাৰ্য্য।

**পাৰগ্ৰামিক** *বিণ.* বিদেশী, শত্ৰু।

**পাৰজায়িকঃ** ভেজালকাৰী।

**পাৰকীটঃ** *পু.* পাথৰ, শিল।

**পাৰণং** *ক্লী.* ১। পূৰ্ণকৰণ, ২। সম্পাদন, ৩। উপবাসৰ পিচৰ ভোজন, ৪। বেদমন্ত্ৰৰ নিয়মিত পাঠ, **—ণা** ১। উপবাস, ব্ৰতাদিৰ অন্তত কৰা ভোজন, ২। ভোজন। 'সৰ্বেষু উপাৰাসেষু দিৱাপাৰণমিষ্যতে।'

**পাৰতঃ —দঃ** *পু.* পাৰা।

**পাৰতন্ত্ৰ্যং** *ক্লী.* পৰাধীনতা, পৰলোকৰ ফল, মনু ২।২৩৬।

**পাৰত্ৰিক** *বিণ.* পাৰলৌকিক, পৰলোক সম্বন্ধীয়।

**পাৰদাৰিকঃ** *পু.* আনৰ পত্নীৰ প্ৰতি অনুৰক্ত, মনু ১১।৫৯; **—দাৰ্য্যং** আনৰ স্ত্ৰী সম্বন্ধীয়।

**পাৰদেশিক, —দেশ্য** পৰদেশী, বিদেশী।

**পাৰমহংস্যং** ১। পৰমহংস সম্বন্ধীয়, ২। পৰমব্ৰহ্মধাম, ৩। জ্ঞানস্বৰূপ, ভা ৪।২১।৪১।

**পাৰমাৰ্থিক** *বিণ.* ১। পৰমাৰ্থযুক্ত, ২। সুখ, ৩। পৰম সত্য, ৪। যথাৰ্থ, মনু ৯।৬২; ৫। পৰস্পৰ বিভক্ত, ভা ৩।২৯।১; 'গতানুগতিকো লোকো ন লোকঃ পৰমাৰ্থিকঃ', ৬। শ্ৰেষ্ঠ, উৎকৃষ্ট।

**পাৰমিক** সৰ্বশ্ৰেষ্ঠ, উৎকৃষ্টতম।

**পাৰমিত** *বিণ.* ১। পাৰঙ্গত, সিপাৰ পোৱা, ২। সৰ্বশ্ৰেষ্ঠ।

**পাৰমেষ্ঠ্যং** ১। শ্ৰেষ্ঠত্ব, ২। সৰ্বোচ্চ স্থান, ৩। ৰাজকীয় চিহ্ন।

**পাৰম্পৰ্য্যং** *ক্লী.* কুল পৰম্পৰা, বংশক্ৰম, যস্মিন দেশে যাদাচাৰঃ পাৰম্পৰ্যক্ৰমাগতঃ। তত্ৰ তং ন অৱমন্যেত ধৰ্মস্তত্ৰৈৱ তাদৃশঃ।।

**পাৰয়িষ্ণু** *বিণ.* ১। পাৰ পোৱাৰ যোগ্য, ২। পৰিতৃপ্তি কাৰক।

**পাৰলৌকিক** *বিণ.* (পৰলোক উঞ) পৰলোক সম্পৰ্কীয়।

**পাৰৱতঃ** *পু.* পাৰ চৰাই।

**পাৰৱশ্যং** *ক্লী.* পৰবশত্ব। পৰাধীনতা।

**পাৰশৱঃ** *পু.* ১। শূদ্ৰাৰ গৰ্ভত বিপ্ৰৰ সন্তান, মনু ৯।১৭৮; ২। পৰস্ত্ৰীৰ গৰ্ভত হোৱা সন্তান, জাৰজ, ৩। লোৰে তৈয়াৰী অস্ত্ৰ।

**পাৰশ্বধঃ —ধিকঃ** পৰশুধাৰী, কুঠাৰধাৰী।

**পাৰস, —সিকঃ** পাৰস্যদেশীয়, ফাৰ্চী।

**পাৰসীয়** পাৰ্চী ভাষা, ফাৰ্চী, **—সীকঃ** পাৰস্যদেশীয় লোক, ৰ ৪।৬০।

**পাৰস্ত্ৰৈণেয়** *বিণ.* (পৰস্ত্ৰিয়ং জতঃ ইতি ঢক) পৰস্ত্ৰীত জাত সন্তান, জাৰজ।

**পাৰা** *স্ত্ৰী.* এখন নদীৰ নাম।

**পাৰাপ(ৱা)তঃ** *পু.* ১। পাৰ চৰাই, কপৌ চৰাই, মে ৩৮; ২। বান্দৰ, ৩। পৰ্বত।

**পাৰায়ণঃ** (পাৰং সমাপ্তিং অয়তে গচ্ছতীতি অনঃ) সাকল্য বচন। সমাপ্তিলৈকে পুৰাণাদি পাঠ যেনে ৰামায়ণ-পাৰায়ণ, বেদ পাৰায়ণ, 'ৰৱযেদ ব্ৰাহ্মণং শান্তং পাৰায়ণকৃতে তদা', দেভা ৩।২৬।১৭; **—ণিকঃ** পুৰাণ পাঠক, শিষ্য, পণ্ডিত।

**পাৰাৰুকঃ** *পু.* শিল, পাথৰ।

**পাৰাৱতী** এখন নদীৰ নাম।

**পাৰাৱৰং** ইপাৰ-সিপাৰ, **—ৱাৰঃ** সাগৰ।

**পাৰাশৰং** *ক্লী.* (পৰাশৰেণ মুনিনা কৃতং ইতি অণ) ১। মহৰ্ষি পৰাশৰৰ দ্বাৰা ৰচিত ভিক্ষুসূত্ৰ, ২। এখন উপপুৰাণ, ৩। ঘিঁউ।

**পাৰাশৰঃ —শৰ্য্যঃ** *পু.* (পৰাশৰস্যাপত্যং অণ) ১। ব্যাসদেৱ, ২। পৰাশৰ স্মৃতি, **—কল্পিকঃ** পৰাশৰকল্প অধ্যয়নকাৰী, **—ৰিঃ** বেদব্যাস, শুকমুনি, **—ৰী (ন্)** ১। বানপন্থী, ২। ভিক্ষু, সন্ন্যাসী, ৩। পৰাশৰ স্মৃতি সূত্ৰ অধ্যেতা।

**পাৰিকাংক্ষী (ন্)** *পু.* তপস্বী, ব্ৰহ্মজ্ঞান অভিলাষী।

**পাৰিক্ষিতঃ** *পু.* পৰীক্ষিতপুত্ৰ জন্মেজয়, অৰ্জুনৰ পৌত্ৰ।

**পাৰিখেয়** *বিণ.* পৰিখা বেষ্টিত, খালেৰে বেঢ়ি থকা।

**পাৰিজাতঃ, —জাতক** *পু.* ১। সমুদ্ৰ মন্থনত উত্থিত পাঁচজোপা গছৰ ভিতৰত এজোপা। ইন্দ্ৰৰ নন্দন কাননত গছজোপা কিছু কাল থকাৰ পিচত শ্ৰীকৃষ্ণই হৰণ কৰি ('পাৰিজাতহৰণ') সত্যভামাৰ ফুলনিত ৰোৱে। ৰ ৬।৬; ২। সুগন্ধ, ৩। পোৱাল তৰু। ৪। এজন ঋষি, ৫। ঐৰাবত বংশৰ এটা নাম।

**পাৰিণায্য** *বিণ.* (পাৰিণয়ে ৱিৱাহসময়ে লব্ধ ইতি ষ্যঞ) ১। বিবাহত পোৱা, ২। বিবাহ সম্বন্ধীয়, **—য্যং** ১। বিবাহত পোৱা ধন-সম্পত্তি, যৌতুক, ২। বিবাহ নিষ্পত্তি। "মাতুঃ পৰিণায্যং স্ত্রিয়ো ৱিভজেৰন" বশিষ্ঠস্মৃতি।

**পাৰিণাহ্যং** *ক্লী.* (পৰিণাহম অৰ্হতীতি ষ্যঞ) ঘৰৰ বাচন বৰ্তন, আচবাবপত্ৰাদি। মনু ৯।১১।

**পাৰিতথ্যা** *স্ত্রী.* চুলিত বন্ধা অলঙ্কাৰ বিশেষ, সীমন্তী, সেঁওতা।

**পাৰিতোষিক** *বিণ.* পৰিতোষজনক, সন্তুষ্টিকাৰক, **—কং** পুৰস্কাৰ, সন্তুষ্টিজনক দ্ৰব্য।

**পাৰিন্দ্ৰঃ** *পু.* সিংহ।

**পাৰিপন্থিকঃ** *পু.* (পৰিপন্থং হন্তীতি ঠক) চোৰ, ডকাইত।

**পাৰিপট্যং** *ক্লী.* ১। উপায়, পদ্ধতি, ৰীতি, আচৰণ, ২। নিয়ম, নীতি, সময়ানুৱৰ্তিতা।

**পাৰিপাৰ্শ্বং** *ক্লী.* অনুচৰবৰ্গ, পৰিচাৰকবৃন্দ।

**পাৰিপাৰ্শ্বকঃ —শ্বিকঃ** *পু.* ১। ভৃত্য, অনুচৰ, চাকৰ, ২। নাটকৰ পাৰ্শ্বস্থ, সূত্ৰধাৰৰ পাৰ্শ্বৱৰ্তী, **—শ্বিকা** পৰিচাৰিকা, ভৃত্যা।

**পাৰিপ্লৱ** *বিণ.* (পৰি প্লু অচ) ১। চঞ্চল, অস্থিৰ, ২। সন্তৰণ, সাঁতোৰ, ৩। বিবুদ্ধি, বিমোৰ, **—ৱং** অস্থিৰতা, বিবুদ্ধিতা, **—ৱঃ** নাও।

**পাৰিপ্লাৱ্যং** অস্থিৰতা, বিবুদ্ধিতা, কম্পন, **—ৱ্যঃ** ৰাজহাঁহ।

**পাৰিবৰ্হঃ** বিয়াৰ উপহাৰ।

**পাৰিভদ্ৰঃ** *পু.* ১। মদাৰ গছ, ২। দেৱদাৰু গছ, ৩। সৰল গছ, ৪। নিম গছ।

**পাৰিভাব্যং** *ক্লী.* ১। কুষ্ঠৰ ঔষধ, ২। জামিন।

**পাৰিভাষিক** *বিণ.* (পৰিভাষাৎ আগত ইতি ঠঞ) ১। প্ৰচলিত, সাধাৰণ, সৰ্বজন স্বীকৃত, ২। কাৰিকৰী (শব্দ)

**পাৰিমাণ্ডল্যং** *ক্লী.* ১। পৰমাণু, ২। সূৰ্য্যৰ ৰশ্মিত দেখা ধূলিকনিকা এটা।

**পাৰিমুখিক** *বিণ.* সমুখত থকা, ওচৰত উপস্থিত।

**পাৰিমুখ্যং** *ক্লী.* উপস্থিতি।

**পাৰিয়া(পা)ত্ৰঃ** *পু.* সাতখন পৰ্বতৰ এখন। 'পৰ্বত' চাওক, **—ত্ৰিকঃ** পাৰিযাত্ৰা পৰ্বতত থকা অধিবাসী।

**পাৰিযানিকঃ** *পু.* ভ্ৰমণ যান।

**পাৰিৰক্ষিকঃ** *পু.* সন্ন্যাসী।

**পাৰিৱিত্যং** পৰিবিত্ত। ডাঙৰ ভায়েক থাকোঁতে সৰু ভায়েকৰ বিবাহ।

**পাৰিৱ্ৰাজকং, পাৰিৱ্ৰাজ্যং** সন্ন্যাসী (ভৱঘুৰে) জীৱন।

**পাৰিশঃ** *পু.* এবিধ গছ। পলাশ পিপুল গছ (শকদ্ৰু)

**পাৰিশীলঃ** পিঠা।

**পাৰিৰেষ্যং** বৈ যোৱা, অৱশিষ্ট খাদ্য।

**পাৰিষদঃ** *পু.* (পৰিষদি সাধুঃ ইতি ণঃ) ১। সভাত উপস্থিত থকা ব্যক্তি, সদস্য, সভ্য, মহা ২।১০।৩২; ২। ৰজাৰ সহচৰ।

**পাৰিষদ্যঃ** সভাত উপস্থিত থকা লোক, দৰ্শক।

**পাৰিহাৰিকী** *স্ত্রী.* ফকৰা, সাঁথৰ।

**পাৰিহাৰ্য্যং** গ্ৰহণ, দখল, অধিকাৰকৰণ, **—হাৰ্য্যঃ** খাৰু। বলয়। **—হাস্যং** হাঁহি, পৰিহাস।

**পাৰী** *স্ত্রী.* (পৃ পূৰ্তৌ ণিচ ঘঞ) ১। পূৰ্ণতা, ২। পানীখোৱা পাত্ৰ, ৩। হাতীৰ ভৰিত বন্ধা শিকলি, ৪। গাখীৰ খীৰোৱা পাত্ৰ, কঁৰীয়া।

**পাৰীণ** *বিণ.* (পাৰং গামীতি পাৰ খঃ) ১। পাৰ হবলৈ যোৱা (লোক), সিটো পাৰলৈ যোৱা (লোক), ২। অভিজ্ঞ, **—ণহ্যং** ঘৰুৱা আচবাবপত্ৰ।

**পাৰীন্দ্ৰঃ** ১। সিংহ, ২। অজগৰ সাপ।

**পাৰীৰণঃ** ১। কাছ, ২। লাঠী, দণ্ড।

**পাৰুঃ** *পু.* (পিৱতি ৰসানিতি পা ৰুঃ) ১। জুই, ২। সূৰ্য্য।

**পাৰুষ্যং** *ক্লী.* (পুৰুষস্য ভাৱঃ পুৰুষ ষ্যঞ) ১। অপ্ৰিয় ভাষণ, গী ১৬।৪; কঠোৰ বাক্য, অপমান,২। অসৎ ব্যৱহাৰ, নিষ্ঠুৰতা, ৩। অত্যাচাৰ, ধৰ্ষণ, মনু ৮।৬; ৪। ইন্দ্ৰৰ নন্দনকানন, ৫। অগৰু গছ, **—ষ্যঃ** বৃহস্পতি।

**পাৰেৰকঃ** *পু.* খড়্গ, তৰোৱাল।

**পাৰ্ঘটং** *ক্লী.* ধূলি, ছাই।

**পাৰ্জন্য** *বিণ.* বৰষুণ সম্বন্ধীয়।

**পাৰ্ণ** *বিণ.* ১। গছৰ পাত সম্পৰ্কীয়, ২। পাতৰ পৰা উৎপন্ন।

**পাৰ্থঃ** *পু.* (পৃথায়া অপত্যং পুমান্ ইত্যণ) ১। পৃথা পুত্ৰ মহা ৩।২৩৫।১, অৰ্জুন, গী ১।২৫; ২। অৰ্জুন গছ, ৩। পৃথাৰ পুত্ৰৰ ৰূপত যুধিষ্ঠিৰ আৰু ভীমো হয়, ৪। পৃথ্বীপাল, সম্ৰাট, **—সাৰথিঃ** শ্ৰীকৃষ্ণ।

**পাৰ্থক্যং** *ক্লী.* (পৃথক ভাৱে ষ্যঞ) পৃথকত্ব, ভিন্নতা, অসাধাৰণতা, বিভিন্নতা।

**পাৰ্থৱং** *ক্লী.* (পৃথু অণ) ১। পৃথুৰাজ সম্বন্ধীয়, ২। বিস্তৃতি, মহানতা।

**পাৰ্থিৱ** *বিণ.* (পৃথিব্যা বিকাৰ) ১। পৃথিৱী সম্বন্ধীয়, সাংসাৰিক, ২। ৰাজকীয়, **—ৱঃ** *পু.* ১। প্ৰজা, ২। সম্ৰাট, ৩। মাটিৰ পাত্ৰ।

**পাৰ্থিৱী** *স্ত্ৰী.* (পৃথিব্যাং ভৱা ইতি অণ ঙীপ্) ১। সীতা, ২। লক্ষ্মী।

**পাৰ্পৰঃ** *পু.* ১। ক্ষয় ৰোগ, ২। এমুঠি চাউল, ৩। যমৰাজ।

**পাৰ্যন্তিক** *বিণ.* শেষ. অন্তিম।

**পাৰ্ৱণঃ** *পু.* (পৰ্ৱণি গ্ৰহণযোগ্যঃ ইত্যণ) ১। কোনো পৰ্বদিনত পিতৃপুৰুষৰ বাবে কৰা শ্ৰাদ্ধাদি তৰ্পণ, ২। অমাৱস্যাত কৰা শ্ৰাদ্ধ তৰ্পণ। 'অমাৱস্যাং যৎক্ৰিয়তে তৎপাৰ্ৱণমুদাহৃতম্। ক্ৰিয়তে পৰ্ৱণি ৱা যত্তৎ পাৰ্ৱণমুদাহৃতম।। ভপু।

**পাৰ্ৱতঃ** *পু.* (পৰ্ৱতে ভৱঃ ইতি অণ্) ১। মহানিম, ঘোঁৰা নিম গছ; ২। পৰ্বতত গজা যি কোনো গছ।

**পাৰ্ৱতী** *স্ত্ৰী.* (পৰ্ৱতো হিমাচলঃ তস্যাপত্যমিতি অণ ঙীপ্) ১। পাৰ্ৱতী, দুৰ্গা, পূৰ্ব জন্মৰ সতী, ২। গোপা, গোপালকা, ৩। দ্ৰৌপদী, ৪। পাহাৰীয়া নিজৰা, ৫। সুগন্ধি মৃত্তিকা, **—নন্দনঃ** ১। কাৰ্ত্তিকেয়, ২। গণেশ।

**পাৰ্ৱতীয়** *বিণ.* পৰ্বত সম্বন্ধীয়, পৰ্বতবাসী, গিৰিজন, **—য়ঃ** পৰ্বতত থকা অধিবাসী, এবিধ জনজাতি।

**পাৰ্ৱতেয়** *বিণ.* পৰ্বতত জন্ম হোৱা, **—য়ং** কাজলধাতু।

**পাৰ্শৱি** *বিণ.* কুঠাৰধাৰী সৈন্য।

**পাৰ্শ্বং, ৰ্শ্বঃ** *ক্লী. পু.* (স্পৃশ্ শ্বণ ধাতোঃ পৃ আদেশঃ) কাষলতিৰ তলৰ অংশ। কামীহাড় থকা অংশ, মে ৮৯; ২। কাষ, ওচৰ, **—ৰ্শ্বঃ** *পু.* জিন, বিংশ তীৰ্থঙ্কৰ, এওঁৰ পিতাকৰ নাম বিশ্বসেন আৰু মাকৰ নাম ব্ৰহ্মী। পাৰ্শ্ব শব্দ ক্ৰিয়াবিশেষণৰূপে পাৰ্শ্বাৎ কাষৰ পৰা, পাৰ্শ্বে ওচৰত আদি অৰ্থত ব্যৱহাৰ হয়, **—গঃ** অনুচৰ, ভৃত্য, **—গত** কাষতে থকা, আশ্ৰিত, **—চৰঃ** চাকৰ, পৰিচাৰক, ৰ ১৪।২৯; **—দেশঃ** (শৰীৰৰ) কাষৰ ফাল, **—পৰিৱৰ্তন,** ১। বিছনাত শোওঁতে গা ঘূৰোৱা। ইকাতি-সিকাতি কৰা, ২। বিষ্ণুৱে শয়নত ইকাতি-সিকাতি কৰা। ভাদ মাহৰ শুক্লা একাদশীৰ দিনা পতা উৎসৱ। কটিদানোৎসৱ, **—পিপ্পলং** এবিধ শিলিখা, **—ভাগঃ** কামীহাড়েৰে সৈতে শৰীৰৰ এফাল, **—শপঃ** কাষেৰে শোৱা, **—শূলং —লঃ** কাষৰ বিষ, **—সূত্ৰকঃ** এবিধ অলঙ্কাৰ, **—স্থঃ** সহকৰ্মী, সহচৰ।

**পাৰ্শ্বকঃ** *পু.* চোৰ, বদমাচ, লুণ্ঠনকাৰী।

**পাৰ্শ্বতঃ** (স্) *অব্য.* ওচৰতে, কাষতে।

**পাৰ্শ্বাস্থিঃ** কামীহাড।

**পাৰ্শ্বায়াত** ওচৰলৈ অহা জন।

**পাৰ্শ্বিকঃ** *পু.* ১। সহচৰ, অনুচৰ, ২। যাদুকৰ।

**পাৰ্শ্বোদৰপ্ৰিয়ঃ** কেঁকোৰা।

**পাৰ্ষত** *বিণ.* মৃগ সম্বন্ধীয়, **—তঃ** দ্ৰুপদ ৰজা আৰু পুত্ৰ ধৃষ্টদ্যুম্নৰ গোত্ৰজ, **—তী** ১। দ্ৰৌপদী, ২। দুৰ্গা।

**পাৰ্ষদঃ** পু. ১। সদস্য, সভ্য, সভাত উপস্থিত থকা ব্যক্তি, ২। অনুচৰ।

**পাৰ্ষদ্যঃ** সদস্য।

**পাৰ্ষ্ণিঃ** *পু স্ত্ৰী.* ১। ভৰিৰ গোৰোহা, ২। সৈন্য বাহিনীৰ পিচ ফাল, ৩। পিচ ফাল, ৪। লাথি, গোৰ। (স্ত্ৰী) ১। কুন্তী, ২। ব্যভিচাৰিণী স্ত্ৰী. **—গ্ৰহঃ** অনুচৰ, **—গ্ৰাহঃ** ১। পিচ ফালে থকা শত্ৰু, ৰজাৰ মিত্ৰ পক্ষ, **—ঘাতঃ** লাথি, **—ত্ৰং** সংৰক্ষিত সৈন্য বাহিনী।

**পাল** ৰক্ষে (চুৰা প স পালয়তি) ১। ৰক্ষা কৰ, ২। পালন কৰ, ভৰণ-পোষণ দি।

**পালঃ** *পু.* (পালি অচ) ১। ৰক্ষক, পালক, (পদৰ শেষত), যেনে গোপালঃ, ক্ষিতিপালঃ, ২। গৰখীয়া। মনু ৮।৫; ৩। ৰজা, ৪। থু পেলোৱা পাত্ৰ, **—কঃ** ১। ঘোঁৰা ৰক্ষক, ২। ৰক্ষাকৰ্তা, অভিভাৱক, ৩। ৰজা, শাসক, ৪। চিত্ৰক গছ, ৫। পালক পিতা, যি কোনো সন্তান তুলি লয়, **—কাপ্যঃ** ১। ধন্বন্তৰি, ২। কৰেণুৰ পুত্ৰ মুনি এজনৰ নাম। হস্তী-বিজ্ঞানৰ প্ৰথম উপদেশক।

**পালঘ্নঃ** *পু.* (পালং ক্ষেত্ৰং হন্তীতি হন টক) বেংছতা।

**পালঙ্কঃ** *পু.* (পাল ক্বিপ পালেন অঙ্ক্যতে অঙ্ক ঘঞ) ১। কেঁটেলা পহু, ২। এবিধ শাক, পালেং শাক, ৩। শেন চৰাই, **—ঙ্কী** পালেং শাক, **—ক্যাং** *ক্লী.* পালেং শাক।

**পালনং** *ক্লী.* ১। ৰক্ষণ, পোষণ, প্ৰতিপালন, ২। সেৱন, পূজা, ব্ৰতাদি পালন, ৩। কেঁহু (গাখীৰ)।

**পালয়িতা** (তৃ) *পু.* ৰক্ষক, পালক, অভিভাৱক, ত্ৰাণকৰ্তা।

**পালাশঃ** *পু.* (পলাশস্য ৱৰ্ণ ইৱ ৱৰ্ণঃ অস্তি অত্ৰেতি অচ) ১। সেউজীয়া ৰঙ, ২। পলাশৰ লাঠী, দণ্ড, **—খণ্ডঃ, —ষণ্ডঃ** মগধ ৰাজ্য।

**পালিঃ, লীঃ** *স্ত্ৰী.* (পল্যাতে পাল্যতে ইতি পল পালনে ইণ্) ১। কাণৰ লতি, ২। কাষ, আঁচল, ৩। তীক্ষ্ণাংশ, ৪। সীমা, ৫। পংক্তি, শাৰী, গী ৩।১৩; ৬। দাগ, চিন, ৭। দলং, সেতু, ৮। কোলা, ৯। দীঘলীয়া পুখুৰী, ১০। ওকণী, ১১। প্ৰশংসা, ১২। ডাঁড়ি থকা তিৰোতা, ১৩। শিষ্যৰ গুৰুগৃহত বাস, **—কা** ১। কাণৰ লতি, ২। তৰোৱালৰ ধাৰ, ৩। দৈ, মাখনাদি কটা ছুৰি।

**পালিত** *বিণ.* (পাল ক্ত) ১। ৰক্ষিত ২। শোধিত।

**পালিত্যং** বৃদ্ধাৱস্থাত হোৱা বগা চুলি।

**পাৱকঃ** *পু.* (পুণাতীতি পূ শোধে ণ্বুল্) ১। অগ্নি, জুই, ৰ ৩।৯; ২। অগ্নি দেৱতা, ৩। চিত্ৰক বৃক্ষ, ৪। সংখ্যা '৪', ৫। **পৱিত্ৰকাৰী** (দেৱতা আদি)।

**পাৱকাত্মজঃ** *পু.* ১। কাৰ্ত্তিকেয়, ২। সুদৰ্শন মুনি।

**পাৱকাৰণিঃ** *পু.* জুই উৎপন্ন কৰাৰ বাবে কাঠ দুখণ্ড।

**পাৱকিঃ** (পাৱকস্যাপত্যং ইঞ) কাৰ্ত্তিকেয়।

**পাৱনং** *ক্লী.* (পূ ণিচ্ ল্যুট্) ১। পানী, ২। পৱিত্ৰকৰণ, ৩। তপস্যা, ৪। গোবৰ, ৫। কপালৰ (সম্প্ৰদায় অনুসৰি) তিলক, **—নঃ** ১। জুই, অগ্নি, ২। ধূপ, ধূনা, ৩। সিদ্ধ, গন্ধৰ্ব ৰ ১৯।৫৩; ৪। বেদব্যাস, ৫। বিষ্ণু, **—নী** *স্ত্ৰী.* ১। শিলিখা, ২। তুলসী, ৩। গৰু, ৪। গঙ্গা নদী, ৫। শাকদীপৰ এখন নদীৰ নাম, মপু ১২১।৩১; **—ধ্বনিঃ** শঙ্খ।

**পাৱমানী** ১। ঋক বেদৰ কেইটামান বিশেষ সূক্তৰ নাম। বিশেষকৈ ঋবে ৯ম, অবে ১৯শ, ৭১ আদি, ২। পাৱমানী সূক্তৰ প্ৰণেতা।

**পাৱৰঃ** ১। পাশাৰ চাল, ২। পাশাৰ দুটা বিন্দু থকা ফালটো।

**পাশঃ** *পু.* (পশ্যাতে ৱধ্যতেঽনেনেতি পশ্ ঘঞ) ১। ৰচি, শিকলি, ২। ফান্দ, ৩। ফাঁচ, অস্ত্ৰৰূপে ব্যৱহাৰ কৰা ৰচি, যেনে নাগপাশ কু ২।২১; ৪। পশু বন্ধা ৰচি মহা ৫।৬৪।১; ৫। পাশা খেল, ৬। (জ্যোতিষ) এবিধ যোগ। পাৰিভাষিক পাশ ৮ বিধ : ঘৃণা শঙ্কা ভয়ং লজ্জা জুগুপ্সা চেতি পঞ্চমী। কুলঃ শীলং তথা জাতিৰষ্টৌ পাশাঃ প্ৰকীৰ্তিতাঃ।। **—ক্ৰীড়া** পাশা খেল, জুৱা খেল, **—ধৰঃ —পাণিঃ —ভৃৎ —হস্তঃ** বৰুণ দেৱতা, **—বদ্ধ** পাশত বান্ধ খোৱা, **—বন্ধঃ** ফান্দ ফাঁচ, **—ৱন্ধকঃ** চৰাই চিকাৰী।

**পাশকঃ** *পু.* পাশা, পাশাৰ গুটি, **—পীঠং** পাশাৰ ঢাল।

**পাশনং** *ক্লী.* ১। ফান্দ, ফাঁচ, জাল, ২। ৰচি।

**পাশৱ** *বিণ.* পশু সম্বন্ধীয়, **—পালনং** ঘাঁহনি।

**পাশিত** (পাশ ক্ত) পাশযুক্ত। বদ্ধ।

**পাশী (ন্)** *পু.* ১। বৰুণ দেৱতা, ২। ব্যাধ, ৩। যমৰাজ।

**পাশুপতঃ** *পু.* (পশুপতিৰ্দেৱতাস্যেতি অণ) ১। বক ফুল, ২। এখন তন্ত্ৰশাস্ত্ৰ, ৩। পশুপতি অৰ্থাৎ শিৱৰ ভক্ত, ৪। অথৰ্ববেদান্তৰ্গত উপনিষদ এখন। **—ব্ৰতং** পশুপতিব্ৰত বিশেষ।

**পাশুপাতাস্ত্ৰং** *ক্লী.* (পশুপতি সম্বন্ধী অস্ত্ৰম্) মহাদেৱৰ ত্ৰিশূল। অৰ্জুনে সদাশিৱৰ পৰা লাভ কৰিছিল।

**পাশুপাল্যং** পশুপালন। বৈশ্যবৃত্তি: মাপু ২৮।৬।

**পাশ্চাত্য** *বিণ.* (পশ্চাৎ ত্যক) ১। পিচত থকা, পিচ ফালে থকা, ২। পশ্চিমীয়া, মহা ১।১২১।১১।

**পাশ্যা** *স্ত্ৰী.* (পাশানাং সমূহঃ ইতি যঃ) ১। জাল, ২। পাশ বা ফান্দৰ সমষ্টি।

**পাষকঃ** *পু.* ভৰিৰ অলঙ্কাৰ। নূপুৰ।

**পাষণ্ডঃ —ষণ্ডকঃ —ষণ্ডী(ন্)** *পু.* পাখণ্ড, মনু ৪।৩০, ৯।২২৫।

**পাষাণঃ** *পু.* (পষ পীড়ন ৱাহুলকাৎ আনচ) ১। শিল, পাথৰ, প্ৰস্তৰ, ২। পাথৰেৰে নিৰ্মিত দেৱ প্ৰতিমাদি। 'পূজাং ৱিনা প্ৰতিষ্ঠাং নাস্তি ন মন্ত্ৰং ৱিনা প্ৰতিষ্ঠা। তদুভয়ৱিপ্ৰতিপন্নঃ পশ্যাতু গীৰ্ৱাণপাষাণম্।। আস ৩৮৬; **—দাৰকঃ —দাৰণঃ** পাথৰ কটা বটালি, 'ছেন', **—সন্ধিঃ** গুহা, হৃদয় কঠোৰ হৃদয়, নিষ্ঠুৰ।

**পি** গতৌ (তুদা প সক পিযতি) যা, গমন কৰ, আগুৱাই যা।

**পিকঃ** *পু.* (অপি কায়তি শব্দায়তে ইতি অপি কৈ কঃ। অপেৰকাৰলোপঃ) কুলি চৰাই, গী ১১; **—আনন্দঃ —বান্ধৱঃ** বসন্ত কাল, **—বন্ধুঃ —ৰাগাঃ, ৱল্লভঃ** আম গছ।

**পিকাঃ ঙ্কঃ** *পু.* (পিক্ কৌ কঃ পিক ইৱ কায়তীতি) হাতীৰ পোৱালি।

**পিঙ্গ** *বিণ.* (পিজ্ ৱৰ্ণে অচ্ কুত্বংচ) পিঙ্গল বৰ্ণৰ, মুগা বৰণৰ, **—ঙ্গঃ** *পু.* ১। পিঙ্গল ৰং, ২। ম'হ, ৩। এন্দুৰ, **—ঙ্গা** স্ত্ৰী. ১। হালধি, ২। কুঙ্কুম, ৩। গোৰোচনা,

৪। চণ্ডিকা, ৫। হিং, **—চক্ষুঃ** কেঁকোৰা, **—জটঃ** শিৱ, **—সাৰঃ** হাইতাল, **—স্ফটিকঃ** হালধীয়া পাথৰ, 'গোমেদ'।

**পিঙ্গলঃ** *পু* (পিঙ্গ লচ) ১। পিঙ্গল ৰং, মনু ৮।৮; ২। জুই, ৩। বান্দৰ, ৪। নেউল, ৫। ফেঁচা, ৬। এবিধ সাপ, ৭। কুবেৰৰ ভাণ্ডাৰ এটা, ৮। পিঙ্গলাচাৰ্য্যৰ দ্বাৰা প্ৰণীত ছন্দশাস্ত্ৰ, **—লা** *স্ত্ৰী.* ১। এজনী বেশ্যাৰ নাম। ধাৰ্মিক জীৱনৰ কাৰণে এইজনী পিচত এগৰাকী মহিয়সী নাৰীৰ দৰে ভৱসাগৰৰ পৰা উদ্ধাৰ হয়, ২। এবিধ ফেঁচা, ৩। শৰীৰৰ পিঙ্গলা নাড়ী, ৪। এবিধ ধাতু, ৫। শিশু, 'শিংশপা' গছ।

**পিঙ্গলাক্ষঃ** সদাশিৱ।

**পিঙ্গলিকা** *স্ত্ৰী.* ১। ডাঙৰ বগলী, সাৰেং, ২। এবিধ মাখি, ৩। ফেঁচা।

**পিঙ্গাশঃ** *পু.* ১। গাওঁবুঢ়া, ২। এবিধ মাছ।

**পিঙ্গী** *স্ত্ৰী.* শমীবৃক্ষ।

**পিঙ্গেক্ষণঃ** *পু.* ১। সদাশিৱ, ২। কুম্ভীৰ, ঘঁৰিয়াল।

**পিচ(চি)ণ্ডং, ণ্ডঃ** *ক্লী. পু.* ১। উদৰ, পেট, ২। পশুৰ অবয়ব, **—ণ্ডকঃ** খৰ্কুৰা **—ণ্ডিলঃ** পেটাল, ডাঙৰ পেটযুক্ত।

**পিচুঃ** (পেত্তৱীতি পিচ কুঃ) ১। এবিধ কুষ্ঠ বেমাৰ, ২। কপাহ, ৩। এক কৰ্ষ (দুই তোলা) ওজন, ৪। এজন অসুৰৰ নাম, ৫। এবিধ শস্য, ৬। চিকিৎসাৰ উপযোগী পাঁচটা কৰ্মৰ এটা, ৭। ভৈৰৱ। সদাশিৱ, **—তলং** কপাহৰ সূতা, **—মন্দঃ —মৰ্দঃ** নিম গছ, শি ৫।৬৬; **—লঃ** কপাহ, সাগৰৰ এবিধ চৰাই।

**পিচ্ছটং** *ক্লী.* ৰাং, সীহ (ধাতু)।

**পিচ্ছং** *ক্লী.* (পিচ্ছ অচ) ১। (চৰাইৰ) ফিঁচা, ২। ম'ৰাৰ পেখণ, ৩। কাঁড়ৰ পাখি, ৪। পাখি, ৫। মূৰৰ চুড়া, জঁ **—চ্ছঃ** ১। ফিঁচা, খাপ, ২। ভাতৰ মণ্ড, ফেন, ৩। শ্ৰেণী, শাৰী, ৪। দ'ম, সমূহ, ৫। কল গছ, ৬। বৰ্ম, কবচ, ৭। সাপৰ বিষ, ৮। তামোল, ৯। শিশু গছ, **—ব্ৰাণঃ** শেন চৰাই, **—ল** পিছল।

**পিচ্ছিকা** *স্ত্ৰী* ম'ৰা পাখিৰে তৈয়াৰী চোঁৰৰ।

**পিচ্ছিল** *বিণ.* (পিচ্ছা ইলচ) ১। ফিঁচাযুক্ত, ২। পিছল, **—লং লঃ, লা** *ক্লী. পু. স্ত্ৰী.* ১। ভাতৰ মণ্ড, ২। ভাতৰ মণ্ডেৰে বনোৱা এবিধ ব্যঞ্জন, ৩। ক্ৰীমযুক্ত দৈ, **—ত্বক্** কমলা আৰু কমলাৰ বাকলি।

**পিজ, পিঞ্জ ক)** ৱৰ্ণ পূজয়োঃ (অদা, আ, সক অক পিংক্তে) ১। ৰং দি, ৰঙীণ কৰ, ২। স্পৰ্শ কৰ, ৩। শ্ৰদ্ধা কৰ, পূজা কৰ।

খ) ভাষত্ৰাৰ্থে (চুৰা উ অক সক পিঞ্জয়তি -তে) ১। পোহৰ দি, আলোকিত কৰ, ২। শক্তিমান হ, বলৱান, হ, ৩। দান দি, গ্ৰহণ কৰ, ৪। আঘাত কৰ, হত্যা কৰ, ৫। বাস কৰ।

**পিঞ্জং** (পিঞ্জ বলে ঘঞ) শক্তি, বল, **—ঞ্জঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ এবিধ, ৩। বধ, হত্যা, ৪। দ'ম, সমষ্টি, **—ঞ্জা** *স্ত্ৰী.* ১। তুলা, ২। হালধি, ৩। আঘাত।

**পিঞ্জটঃ** *পু.* চকুৰ ফেঁচকুৰি, মল।

**পিঞ্জনং** *ক্লী.* তুলা ধুনা ধনু।

**পিঞ্জৰ** *বিণ* (পিজ বৰ্ণে বাহুলকাৎ অৰঃ) পিঙ্গল ৰঙৰ, তাম বৰণীয়া, ৰ ১৮।৪০; **—ৰং** *ক্লী.* ১। পিঞ্জৰা, সঁজা, ২। হাইতাল, ৩। সোণ, ৪। কঙ্কাল।

**পিঞ্জৰকং** হাইতাল।

**পিঞ্জৰিত** *বিণ.* হালধীয়া। হালধীয়া ৰঙেৰে ৰঞ্জিত।

**পিঞ্জল** *বিণ.* (পিজি কলচ) অত্যন্ত ব্যাকুল, **—লং —লী** কুশাগ্ৰ, পৱিত্ৰ, কুশপত্ৰ।

**পিঞ্জালং** সোণ।

**পিঞ্জিকা** কপাহৰ পাঁজি।

**পিঞ্জুষঃ** *পু.* কণামাকৰি।

**পিঞ্জেটঃ** *পু.* ফেঁচকুৰি।

**পিঞ্জোলা** *স্ত্ৰী.* গছৰ পাতৰ খচমচনি, খচমচ শব্দ।

**পিটঃ** বাকচ, পাচি, পেড়া, **—টং** ১। ঘৰ, ২। ঘৰৰ চাল, মুধচ, **—কং, —কঃ** ১। বাকচ, পেড়া, পাচি, ২। ভঁৰাল, ৩। সৰু ফোঁহা, শালমন, ঘা, ৪। ইন্দ্ৰৰ ধ্বজাত লগোৱা অলঙ্কাৰ বিশেষ, **—ক্যা** বাকচৰ দ'ম।

**পিটাকঃ** পেড়া, বাকচ।

**পিট্টকং** *ক্লী.* দাঁতৰ পাথৰ।

**পিঠৰং-ৰঃ** (পিঠং ৰাতীতি ৰা কঃ) ১। উৰালমাৰি, মুস্তা, মন্থন দণ্ড, ২। ঘটী, পাত্ৰ, পানী উতলোৱা পাত্ৰ, **—ৰকং —ৰকঃ** পাত্ৰ, কেৰাহী, **(—কপালং)** খোলাকটি।

**পিড় পিণ্ড** সংহতৌ (ভ্বা, চুৰা, আ, প, অক সক পিণ্ডতে, পিণ্ডয়তি) ১। হাতেৰে পকাই লাড়ু কৰ, ২। সংযোগ কৰ, লগ লগা, একেলগ কৰ, সংযুক্ত কৰ, ৩। দ'ম কৰ।

**পিড়কঃ —কা** সৰু ফোঁহা, শালমন।

**পিণ্ডং** *ক্লী.* (পিণ্ডতে ৰাশীক্রিয়তে ইতি কর্মণি ঘঞ্) ১। গোটা বস্তু, ২। গোটা ঘূৰণীয়া আকাৰৰ বস্তু, 'গ্লোব', ৩। মাটিৰ লদা, ৪। খাদ্য বস্তু এগৰাহ, ৫। চাউল তিল, দধি, মধু, মিশ্রিত গোলাকাৰ লদা- শ্রাদ্ধত মৃতকসকলৰ অৰ্থে অৰ্পণ কৰা হয়, মনু ৩।২১৬; ৬। আহাৰ, ৭। জীৱিকা, বৃত্তি, ৮। দেহ, দেহপিণ্ড, ৯। দ'ম, স্তুপাকাৰ বস্তু, ১০। ভিক্ষা, ১১। মাংস, ১২। দুৱাৰৰ সমুখৰ পটিক', ১৩। ধূপ, ১৪। অঙ্কত যোগফল, ১৫। স্থূলতা, ১৬। হাতীৰ শুঁৰৰ আগত থকা গোলাকাৰ অংশটো, **—গোসঃ** গন্ধৰস। এবিধ এঠাৰ দৰে সুগন্ধি ৰস, **—তৈলং** ধূপ, **—দ** *বিণ.* ১। খাদ্যদাতা, আহাৰদাতা, ২। শ্রাদ্ধত পিণ্ডদান কৰাৰ যোগ্য, নিকট আত্মীয়, **—দানং** পিণ্ডাৰ্পণ, **—নিৰ্ব্বপণং** পিণ্ডদান, **—পাতঃ** ভিক্ষাদান, **—পাদঃ, পাদ্যঃ** হাতী, **—ভাক্** *পু.* পিণ্ড লাভ কৰা পিতৃপুৰুষ, **—ভৃতিঃ** জীৱিকা বৃত্তি, **—মুস্তা** সূৰ ফুলা বন, **—মূলং, মূলকং** গাঁজৰ, **—যজ্ঞঃ** পিণ্ডদান কাৰ্য্য, শ্রাদ্ধ, **—লেপঃ** পিণ্ডদান সময়ত হাতত লাগি থকা পিণ্ডাংশ দান, **—লোপঃ** নিয়মিত পিণ্ডদানত বিৰতি, লোপ, **—সম্বন্ধঃ** পিণ্ডদাতা আৰু পিণ্ড পাওঁতাৰ মাজৰ সম্বন্ধ।

**পিণ্ডকং —কঃ** ১। পিণ্ড, গোলাকাৰ বস্তু, ২। এগৰাহ আহাৰ, গ্রাস, কবল, ৩। ফোঁহা, ফুলা, ৪। ভৰিৰ কলাফুল, ৫। ধূপ, ৬। গাঁজৰ, **—কঃ** পিশাচ, দৈত্য।

**পিণ্ডলঃ** *পু.* (পিণ্ডি কলচ্) সেতু,দলং।

**পিণ্ডসঃ** *পু.* (পিণ্ডেন পৰদত্তাহাৰেণ সনোতি জীৱতীতি সন ডঃ) ১। ভিক্ষাৰী, ২। ভিক্ষা খুজি ফুৰা সন্ন্যাসী।

**পিণ্ডা** *স্ত্রী.* কস্তুৰী এবিধ, **—স্বাহাৰ্য্য** *বিণ.* পিণ্ডদানৰ অন্তত খাব পৰা (বস্তু), **—ভ্রং** শিল বৰষুণ, **—য়সং** তীখা, **—শনঃ, শঃ, শকঃ —শী (ন্)** ভিক্ষাৰী।

**পিণ্ডাতঃ** ধূপ, ধুনা।

**পিণ্ডাৰঃ** *পু.* ১। ভিক্ষাৰী, সন্ন্যাসী, ২। গৰখীয়া, ৩। মহ ৰখীয়া, ৪। অপমান।

**পিণ্ডিঃ, —ণ্ডী** *স্ত্রী.* ১। পিণ্ড, ২। চক্রনাভী, ধুৰা, ৩। ভৰিৰ কলাফুল, ৪। অশোক গছ, ৫। জাতিলাউ, ৬। ঘৰ, **—পুষ্পঃ** অশোক গছ, **—শূৰঃ** ১। গৃহবীৰ, (ভোজনত বা ঘৰত বীৰ অন্যত নহয়), ২। গণ্ডপী, কাপুৰুষ।

**পিণ্ডিকা** ১। ফোঁহা, ফুলা, ২। কলাফুল।

**পিণ্ডিত** *বিণ.* ১। গোলাকৃত, হাতেৰে পকাই লাড়ু কৰা, (যেনে ময়দাৰ লাড়ু), ২। স্থূল, ৩। মিশ্রিত, ৪। সংযুক্ত, গুণিত, গণিত।

**পিণ্ডিল** *পু.* ১। সেতু, দলং, ২। জ্যোতিষী, ৩। জন্ম কাল, অৱস্থা, স্থান ইত্যাদিৰ গণক।

**পিণ্ডী(ন্)** ১। ভিক্ষাৰী, পিণ্ডদাতা, শ্রাদ্ধকর্তা, **—তকঃ** তগৰ গছ।

**পিণ্ডীৰ** *বিণ.* নিৰস, **—ৰঃ** ১। ডালিম গছ, ২। মূৰত দীঘল শুং থকা সাগৰীয় মাছ এবিধৰ হাড়, কাঁইট, ৩। সাগৰৰ ফেন।

**পিণ্ডোদ্ধৰণং** পিণ্ডদানত সহযোগ।

**পিণ্ডোলিঃ** *স্ত্রী.* মুখৰ পৰা উলিয়াই পেলোৱা বস্তু। উচ্ছিষ্ট।

**পিণ্যাকং,—কঃ** ১। খলিহৈ, ২। ধূপ, ধুনা, ৩। কুঙ্কুম, ৪। হিং।

**পিতৰৌ** *পু.* পিতৃ শব্দৰ প্ৰথমাৰ দ্বিবচন। মাতা চ পিতা চেতি। 'জগতঃ পিতৰৌ ৱন্দে পাৰ্ৱতী পৰমেশ্বৰৌ।' ৰ ১।১।

**পিতামহঃ** *পু.* (পিতুঃ পিতেতি। মাতৃপিতৃভ্যাং পিতৰি ডামহচ্) ১। ককাদেউতা, ককা, আতা। মনু ৩।২২১; ২। ব্ৰহ্মা, মহা ১।১।৩২; ৩। শিৱ, **—হী** *স্ত্রী.* পিতামহৰ পত্নী, আইতা, আবু, বুঢ়ীআই।

**পিতৃ** *পু.* ১মা ১ব পিতা (পাতি ৰক্ষত্যপত্যং যঃ পা ৰক্ষণে উণাদি তৃচ্), জন্মদাতা, জনক। পিতৃৰ মান্যতা—মান্যঃ পূজ্যশ্চ সৰ্ব্বেভ্যঃ সৰ্ব্বেষাং জনকো ভৱেৎ। অহো যস্য প্ৰসাদেন সৰ্ব্বান্ পশ্যতি মানৱঃ।। পাঁচবিধ পিতৃ-অন্নদাতা ভয়াত্ৰাতা যস্য কন্যা বিৱাহিতা। জনয়িতা চোপনেতা পঞ্চৈতে পিতৰঃ স্মৃতাঃ।। চাণক্য। তেনেকৈ ব্ৰহ্মৰে পুৰাণত সাত-বিধ আৰু গৰুড় পুৰাণত একত্রিশবিধ পিতৃৰ উল্লেখ কৰিছে। **—ক** *বিণ.* পিতৃ সম্বন্ধীয়, **—কাননঃ** শ্মশান, **—কুল্যা** *স্ত্রী.* মলয় পৰ্বতৰ এখন নদীৰ নাম, **—গণঃ** *পু.* পূৰ্ব্বপুৰুষসকল। পিতৰগণ মনু ৩।১৯৪; **—গৃহং** ১। পিতাকৰ ঘৰ, ২। শ্মশান, **—ঘাতকঃ, —ঘাতী (ন্)** পিতৃহত্যাকাৰী, **—তৰ্পণং** *ক্লী.* ১। পিতৃপুৰুষৰ উদ্দেশ্যে কৰা তৰ্পণ। সোঁহাতেৰে জল তৰ্পণ, মনু ২।১৭৬; ২। তিল, **—তিথিঃ, —দিনং** *স্ত্রী. ক্লী.* অমাৱস্যা, **—তীৰ্থং** ১।

গয়াতীর্থ, ২। (হাতৰ তলুৰাৰ) তৰ্জনী আৰু বুঢ়া আঙুলিৰ মাজৰ অংশ। এই অংশেৰে পিণ্ডাদি তৰ্পণ কৰা হয়। **—দায়ঃ** *পু.* পুৰুষাণুক্ৰমে পোৱা পৈত্রিক সম্পত্তি, **—দেৱঃ** পিতাকৰ প্ৰতি শ্ৰদ্ধা, পিতৃপুৰুষলৈ শ্ৰদ্ধা, **—দৈৱতং** মঘা নক্ষত্ৰ, **—পক্ষঃ** *পু.* ১। পৈত্রিক সম্পৰ্ক, ২। পিতাকৰ ফলীয়া কুটুম্ব, ৩। পিতৃ সকলৰ পযেক, প্ৰেতপক্ষ, —গৌণ আহিন মাহৰ কৃষ্ণপক্ষৰ পোন্ধৰটা দিন। এই দিনকেইটা মৃতকৰ শ্ৰাদ্ধাদি তৰ্পণৰ কাৰণে প্ৰশস্ত, **—পতিঃ** *পু.* যমৰাজ, **—পদং** পৈতৃলোক, **—পূজনং** পিতৃসকলৰ পূজা, **—পিতামহ** *বিণ.* ১। বংশ পৰম্পৰাগত, ২। পিতাক-আজোককাকৰ দিনৰ পৰা চলি অহা, **—প্ৰসূঃ** *স্ত্ৰী.* ১। পিতাকৰ মাক, আইতাক, ২। সন্ধিয়া, আস ৫০১; **—বন্ধুঃ** পিতাকৰ ফালৰ কুটুম্ব, **—মেধঃ,** **—ব্ৰতঃ** শ্ৰাদ্ধ তৰ্পণ, **—যজ্ঞঃ** *পু.* ১। শ্ৰাদ্ধ, তৰ্পণ, ২। প্ৰতিদিনে পিতৰসকললৈ কৰা তৰ্পণ, **—ৰাজঃ** যমৰাজ, **—ৱণং** *ক্লী.* শ্মশান, **—ৱনেচৰঃ** ১। দৈত্য, পিশাচ, ২। সদাশিৱ, **—ৱসতিঃ, —সদ্মন্** *ক্লী.* শ্মশান, **—সন্নিভ** *বিণ.* ১। পৈত্রিক, ২। পিতাকৰ দৰে, **—সূঃ** পিতাকৰ মাক, আইতাক, **—স্থানঃ —স্থানীয়ঃ** অভিভাৱক, **—হূঃ** *পু.* (পিতৃণাহ্বয়তেঽনেনেতি) সোঁ কাণ। 'পিতৃদক্ষিণঃ কৰ্ণঃ উত্তৰো দেৱহূঃ স্মৃতঃ।'

**পিত্তং** *ক্লী.* (অপিদীয়তে প্ৰকৃতাৱস্থয়া ৰক্ষ্যতে যেনেতি অপি দে ক্তঃ তাদেশঃ অপেৰল্লোপঃ)। শৰীৰস্থ ধাতুবিশেষ। শৰীৰত থকা তিনি বিধ 'সত'ৰ (ৰস) এবিধ। বাকী দুবিধ বায়ু আৰু কফ। আয়ুৰ্বেদ শাস্ত্ৰমতে শৰীৰৰ সকলো ৰোগ এই তিনিটা 'সত' ৰ বিকাৰৰ ফল। **—কোষঃ** 'গল ব্লাডাৰ'। **—ক্ষোভঃ** পিত্তবিকাৰ, এবিধ ৰোগ, **—ঘ্নী** গুড়ূচী, **—জ্বৰঃ** *পু.* পিত্তৰোগৰ পৰা হোৱা জ্বৰ। পৈত্তিক জ্বৰ, **—দ্ৰাৱী** (ন্) মিঠা ৰবাব টেঙা, জমীৰ টেঙা, জৰা টেঙা, **—প্ৰকোষঃ** পিত্তক্ষোভ, **—ৰক্তং** শৰীৰৰ ৰসাধিক্য, ফুলি উঠা, **—লং** *ক্লী.* ১। পিতল ধাতু, ২। ভূৰ্জ পত্ৰ, **—ৱায়ু** পেটফুলা, **—ৱিদগ্ধ** পিত্তৰোগত আক্ৰান্ত।

**পিত্ৰ্য** *বিণ.* পৈত্রিক, পূৰ্বপুৰুষ সম্বন্ধীয়, মনু ২।৫৯; **—ত্ৰ্যং** ১। মঘা নক্ষত্ৰপুঞ্জ, ২। সোঁহাতৰ তৰ্জনী আৰু বুঢ়া আঙুলিৰ মাজৰ অংশ (পিতৃতীৰ্থ), ৩। বিউ। **—ত্ৰ্যঃ** ১। ককায়েক, ২। মাটিমাহ, **—ত্ৰ্যা** *স্ত্ৰী.* ১। মঘা নক্ষত্ৰ, ২। পূৰ্ণিমা আৰু অমাৱস্যা তিথি।

**পিৎসন** *পু.* চৰাই।

**পিৎসলঃ** *পু.* বাট, পথ।

**পিধানং** *ক্লী.* ১। আৱৰণ, ঢাকনী, ২। খাপ, ৩। আলোৱান, **—কং** খাপ, ঢাকনী।

**পিধায়ক** *বিণ* লুকাই ৰখা, ঢাকনী লগোৱা।

**পিনদ্ধ** *বিণ.* ১। বদ্ধ, ২। সজ্জিত, ৩। লুক্কায়িত, লুকাই ৰখা, ৪। আবৃত।

**পিনাকং, কঃ** *ক্লী. পু.* (পাতি ৰক্ষতি পা উণাদি আক) ১। শিবৰ ধনু, ২। শিৱৰ ত্ৰিশূল, ৩। ধনু, ৪। ধূলিৰ বৰষুণ, **—কী** (ন্) ১। সদাশিৱ, শ ১।৬; ২। ৰুদ্ৰ।

**পিপতিষন্** (ৎ) (পৎ সন) পৰিবলৈ ইচ্ছা কৰা, **—ষুঃ** চৰাই।

**পিপাসা** *স্ত্ৰী.* (পা সন অঃ) পিবলৈ ইচ্ছা, তৃষ্ণা।

**পিপাসিত, পিপাসী** (ন্), **পিপাসুঃ** পিবলৈ ইচ্ছুক, তৃষ্ণাতুৰ, তৃষিত, যেনে জ্ঞানপিপাসুঃ মনু ৮।৯৩।

**পিপীতকঃ** এজন অতি জ্ঞানী আৰু নৈষ্ঠিক ব্ৰাহ্মণৰ নাম। পিপীতক নামৰ ব্ৰাহ্মণজন মৃত্যুৰ পিচত প্ৰেতৰাজ্যত পিয়াহত বৰ কষ্ট পাই যমৰ ওচৰ পোৱাত যমে তেওঁক পৃথিৱীলৈ ঘূৰি আহি বহাগৰ শুক্লা দ্বাদশী তিথিত জলপূৰ্ণ ঘটদানেৰে ব্ৰত পালন কৰিবলৈ নিৰ্দেশ দিয়ে। পিপীতকে তেনেদৰে ব্ৰত পালন কৰি মৃত্যুৰ পিচত বিষ্ণুলোক পায়। ভবি। **—কী** বহাগ মাহৰ শুক্লা দ্বাদশী।

**পিপীলকঃ** *পু.* ডাঙৰ পিপৰা, **—লিকা** *স্ত্ৰী.* মাইকী পিপৰা, সৰু পৰুৱা।

**পিপ্পকা** এবিধ চৰাই।

**পিপ্পটা** *স্ত্ৰী.* গুড়।

**পিপ্পলং** *ক্লী.* (পীয়তে ইতি পা অলচ্) পানী, **—লঃ** ১। আঁহত গছ। মহা ২।২১।৮; আঁহত গছ অতি পবিত্ৰ। এই গছ প্ৰদক্ষিণ কৰাটো অতি পুণ্যকাম। অশ্বত্থদক্ষিণে ৰুদ্ৰঃ পশ্চিমে বিষ্ণুৰেৱ চ ব্ৰহ্মা চোত্তৰতস্তস্য পূৰ্বে চেন্দ্ৰাদিদেৱতাঃ।। (পদ্ম উত্তৰ খণ্ড), ২। তনৰ মূৰ, বঁটি, ৩। চোলাৰ হাত, ৪। আঁহতৰ গুটি, ৫। ইন্দ্ৰিয় উপভোগ, ৬। এবিধ চৰাই, **—লঃ** *পু.* ৰেৱতী আৰু মিত্ৰৰ পুত্ৰ।

**পিপ্পলাদঃ** *পু.* অথৰ্ববেদৰ এজন অতি পুৰণি উপদেশক।

**পিপ্পলিঃ লী** পাণ অথবা জালুকৰ পিপলি। জলকীয়া।

**পিপ্লিকা** দাঁতৰ পাথৰ (মলি)।

**পিপ্পীকা** এবিধ চৰাই।

**পিপ্ৰীষা** সন্তুষ্ট কৰাৰ ইচ্ছা। আনন্দ প্ৰদান কৰাৰ অভিলাষ।

**পিপ্ৰুঃ** *পু.* ইন্দ্ৰই বধ কৰা এটা দৈত্যৰ নাম।

**পিপ্লুঃ** *পু.* শৰীৰত থকা কোনো চিহ্ন, 'তিল', 'মাহ' আদি।

**পিয়াৰু** *বিণ.* দুষ্ট, নিন্দুক, দাম্ভিক।

**পিয়ালঃ** *পু.* পিয়াল গছ।

**পিল্** নুদি (চুৰা উ সক পেলয়তি -তে) ১। দলিয়া, ২। নিক্ষেপ কৰ, ৩। প্ৰেৰণ কৰ, পঠা, ৪। উদগনি দি, উচটাই দি।

**পিলু, পীলুঃ** *পু.* ১। কাঁড়, ২। অণু, ৩। কীটাণু, ৪। হাতী, ৫। ফুল, ৬। তাল গছ।

**পিল্লঃ** *পু.* ক্লেদযুক্ত **চকু**, **ছানিপৰা চকু**, **—কা** মাইকী হাতী।

**পিশ্** অৱয়ৱে (তুদা উ অক পিংশতি -তে) ১। আকাৰ দি, গঠন কৰ, ২। সংগঠন কৰ, আয়োজন কৰ, ৩। পোহৰ কৰ, উজ্জ্বল কৰ।

**পিশঙ্গ** *বিণ.* (পিশ অঙচ কিৎ) পিঙ্গল বৰণৰ। তাম বৰণীয়া, ৰঙচুৰা, কি ৪।৩৬; (পু) এবিধ নাগ, **—কঃ** বিষ্ণু।

**পিশাচঃ** *পু.* (পিশিতং মাংসমশ্নাতীতি অণ্। শিত ভাগস্য লোপঃ অশভাগস্য শাচাদেশঃ) পিশাচ, ভূত, প্ৰেত, মনু ১।৩৭; **—কী** (ন্) কুবেৰ, **—দ্ৰুঃ** এবিধ গছ, **—ভাষা:** পৈশাচিক ভাষা। সংস্কৃত ভাষাৰ অপভ্ৰংশ। পৈশাচিক প্ৰাকৃত ভাষা। গুণাঢ্যৰ বৃহৎ কথা এই প্ৰাকৃত ভাষাত ৰচিত বুলি জনা যায়। মূল গ্ৰন্থ কেতিয়াবাই বিনষ্ট হৈছে। এইখনক অৱলম্বন কৰি সোমদেৱে কথাসৰিতসাগৰ ৰচনা কৰে। **—সভং** *পিশাচৰ* সভা। ভূতৰ আড্ডা।

**পিশাচিকা** ১। পিশাচিনী, ভূতুনী, ২। (সমাসৰ শেষত) পিশাচবিলাকৰ প্ৰীতিজনক। যেনে আয়ুধপিশাচী।

**পিশিতং** *ক্লী.* (পিশ্ ক্তঃ) মাংস।

**পিশিতাশনঃ,–তাশঃ,–শী (ন্) —ভুক** *পু.* ১। মাংসাশী, *মাংস খাদক, মাংস খাই ফুৰা ভূত, প্ৰেত পিশাচাদি,* ২। *নৰখাদক, নৰমাংসভোজী।*

**পিশুন** *বিণ.* (পিশ উনম কিৎ) ১। পৰস্পৰ ভেদশীল। পৰস্পৰং ভেদশীলে পিশুনো দুৰ্জনঃ খলঃ। দুষ্ট, ২। স্পষ্ট, আৱিৰ্ভূত, স্মৰণীয়, প্ৰকাশিত, ব্যক্ত, ৩। নিন্দুক, নিষ্ঠুৰ, মূৰ্খ, **—নং** কুঙ্কুম, **—নঃ** ১। নিন্দা কৰি ফুৰা মানুহ, ২। টুটকীয়া, ৩। বিশ্বাসঘাতক। মনু ৩।১৬১; ৪। কাউৰী, ৫। নাৰদ, ৬। কপাহ, **—ৰচনং —ৱাক্যং** দুৰ্নাম, অপবাদ।

**পিশুনা** *স্ত্ৰী.* এবিধ শাক।

**পিষ্** চূৰ্ণনে (ৰুধা প সক পিনষ্টি) ১। গুড়ি কৰ, চূৰ্ণ কৰ, খুন্দ, ২। আঘাত কৰ, নাশ কৰ, বধ কৰ, **নিস্—** নিষ্পেষণ কৰ, খুন্দি গুড়ি কৰ। চূৰ্ণ-বিচূৰ্ণ কৰ।

**পিষ্ট** *বিণ.* (পিষ্ ক্তঃ) ১। চূৰ্ণীকৃত, গুড়ি কৰা, ২। চেপি ৰখা, **—ষ্টং** ১। পিঁহি ৰখা, চূৰ্ণীকৃত বস্তু, ২। চাউলৰ গুড়ি, আটা, গুড়ি, ৩। সীহ, **—কং** *ক্লী.* তিলৰ গুড়ি, **—কঃ** *পু.* ১। চাউলৰ গুড়িৰে তৈয়াৰ কৰা পিঠা, ২। চকুৰ বেমাৰ, **—পচনং** চাউল ভজা কেৰাহী, **—পশুঃ** আটাৰে তৈয়াৰী জন্তু, **—পং** ভুৱন, **—পিণ্ডং** আটা বা পিঠাগুড়িৰ লাড়ু, **—পেষঃ,–পেষণং** পিঠাগুড়িকে আকৌ গুড়ি কৰা কাৰ্য্য। 'কাম নোহোৱাৰ কাম', নিৰৰ্থক কৰ্ম, **—মেহঃ** এবিধ বহুমূত্ৰ ৰোগ, **—ৱৰ্তিঃ** লাড়ু, **—সৌৰভং** চন্দন কাঠ।

**পিষ্টাটঃ** *পু.* (পিষ্ট অত অণ) পিন্ধা কাপোৰত সানিবৰ কাৰণে সুগন্ধি দ্ৰব্যৰ চূৰ্ণ। আবীৰ।

**পিষ্টিকং** পিঠা গুড়িৰে তৈয়াৰ কৰা পিঠা।

**পিষ্টোদকং** *ক্লী.* চাউলৰ গুড়ি আৰু পানীৰ মিশ্ৰণ।

**পিস্** ক) গত্যাম্ (ভ্বা প অক পেসতি) যা, গমন কৰ, আগুৱাই যা।

খ) ষত্তাৰ্থে। ষত্তাৰ্থঃ নিকেতন হিংসা বল দানানি (চুৰা উ সক পেসয়তি -তে) ১। বাস কৰ, থাক, ২। আঘাত কৰ, ৩। বলৱান হ, শক্তিশালী হ, ৪। দান দি, গ্ৰহণ কৰ।

**পিহিত** *বিণ.* (অপি ধীয়তে স্মেতি ধা ক্তঃ অপেৰল্লোপঃ) ১। আচ্ছাদিত, আবৃত, লুকাই ৰখা, ২। বন্ধকৃত, সমাপ্ত, নিবিদ্ধ।

*পী পানে (দিৱা আ সক পীয়তে) পান কৰ, পি খা।*

**পীচং** থুঁতৰি, চিবুক।

**পীঠং** *ক্লী.* (পেঠন্তি উপৱিশন্তি অস্মিন্নিতি পিঠ ঘঞ্ ৱাহুলকাৎ ইকাৰস্য দীৰ্ঘঃ) ১। বহা আসন। যেনে পীৰা, চকী, বেঞ্চী আদি, ২। কুশাসন– য'ত বহি শিষ্যই বেদাদি পাঠ কৰে, ৩। দেৱতাৰ বিগ্ৰহ স্থাপন কৰা ওখ আসন, বেদী, ৪। ভৰি থোৱা আসন, পাদপীঠ, ৫। বহা বিশেষ ভঙ্গি, বিছনা, ধাতুপাষাণকাষ্ঠৈশ্চ পীঠস্ত্ৰিৱিধঃ উচ্যতে, ৬। দেৱী পীঠ– সত্যযুগত দক্ষ ৰজাই কৰা শিৱনিন্দা শুনিব নোৱাৰি সতীয়ে যজ্ঞাগ্নিত দেহত্যাগ কৰাত শিৱই সতীৰ দেহ লৈ ত্ৰিভুৱন ঘূৰি ফুৰোঁতে শ্ৰীকৃষ্ণই সুদৰ্শন চক্ৰেৰে সতীৰ দেহ খণ্ড বিখণ্ড কৰে। সতীৰ দেহৰ খণ্ডসমূহ যি যি ঠাইত পৰিছিল সেই সেই ঠাই একোখন মহাতীৰ্থত পৰিণত হয়। এনে পীঠ একাৱন্নখন। সতীৰ যোনি কামৰূপৰ নীলাচলত পৰাত তাত কামাখ্যা নামেৰে এখন পৰম পৱিত্ৰ দেৱীপীঠ গঢ়ি উঠে, **—কেলিঃ** নায়কৰ চাটুকাৰ, **—নায়িকা** দুৰ্গাপূজাত 'দুৰ্গা' হোৱা বাৰ-চৈধ্যবছৰীয়া কুমাৰী কন্যা, **—ভূঃ** ভেঁটি, মূল, **—মৰ্দঃ** চাটুকাৰ। নায়কৰ উত্তম সহায়ক কেইজনৰ এজন। নায়কপ্ৰিয়, **—মৰ্দিকা** ১। নায়িকাই প্ৰেমিকক পোৱাত সহায় কৰা তিৰোতা, ২। নৃত্য শিক্ষক, **—সৰ্প** খোঁৰা, বিকলাঙ্গ।

**পীঠিকা** *স্ত্ৰী.* ১। পীঠ, পীৰা, আসন, ২। পাদপীঠ, ৩। কোনো গ্ৰন্থৰ বিভাগ, যেনে পূৰ্বপীঠিকা, উত্তৰপীঠিকা আদি।

**পীঠী** *স্ত্ৰী.* আসন, পীৰা।

**পীড়্** বাধে, গ্ৰাহে (চুৰা প সক পীড়য়তি) ১। আঘাত কৰ, বধ কৰ, পৰাজিত কৰ, ২। কষ্ট দি, পীড়ন কৰ, যেনে পীড়য়তি স্তনং কামী, ৩। আক্ৰমণ কৰ, অৱৰোধ কৰ, ৪। হেঁচি ধৰ, চেপি দি, ৫। অৱজ্ঞা কৰ, ৬। গ্ৰাস কৰ, ৭। ঢাকি পেলা, **অৱ—** চেপি দি, দুখ দি, **উদ—** উৎপীড়ন কৰ, কষ্ট দি, আঘাত কৰ, **উপ—** আঘাত কৰ, কষ্ট দি, ধৰ্ষণ কৰ, শি ১০।৪৭; **—নি** নিপীড়ন কৰ, দিগদাৰ দি, ধৰ্ষণ কৰ, হেঁচি ধৰ, চেপি ধৰ, **পৰি—** কষ্ট দি, চেপি ধৰ, **সং—** হেঁচি বা চেপি ধৰ।

**পীড়ক** উৎপীড়নকাৰী।

**পীড়নং** *ক্লী.* (পীড় বাধে ল্যুট) ১। শত্ৰুৰ দ্বাৰা কৃত ভীষণ আঘাত, ২। উৎপীড়ন, ৩। চেপা, হেঁচা, টিপা, দখল, অৱৰোধ, মৰ্দন, ৪। শস্য মৰণা মৰা, ৫। গ্ৰাস।

**পীড়া** *স্ত্ৰী.* (পীড়নমিতি পীড় অঙ্ টাপ্) ১। পীড়ন, বাধা, কষ্ট, বেদনা, মনু ৭।১৬৯; ২। অত্যাচাৰ, ৩। অনুকম্পা, মূৰত পিন্ধা মালা।

**পীড়িত** *বিণ.* (পীড় ক্তঃ) ১। কষ্টপ্ৰাপ্ত, ২। উপদ্ৰুত, ৩। হেঁচা, চেপা, পিটা খোৱা, ৪। এক বিশেষ ৰকমৰ যৌনক্ৰিয়া ভঙ্গি, ৫। ধৰ্ষিত, ভগ্ন, গ্ৰস্ত, **—তং** *অব্য.* নিবিড়ভাৱে।

**পীত** *বিণ.* (পা ভাৱে ক্ত) ১। পান, পি খোৱা, ২। পানীত তিতা, গোৰাই থোৱা, ৩। হালধীয়া, **—তং** সোণ, হাইতাল, **—তঃ** ১। হালধীয়া ৰং, ২। পোখৰাজ পাথৰ, ৩। কুহুম ফুল, **—কদলী** স্বৰ্ণকদলী, এবিধ কল গছ, **—কন্দং** গাজৰ, **—কাৱেৰং** পিতল, কুঙ্কুম, **—কাষ্ঠং** হালধীয়া চন্দন, **—চন্দনং** হালধীয়া চন্দন, কুঙ্কুম, হালধি, **—চম্পকঃ** চাকি, প্ৰদীপ, **—তুণ্ডঃ** কাৰণ্ডৱ পক্ষী, **—দাৰু** ১। দেৱদাৰু গছ, ২। সৰল গছ এবিধ, **—দুগ্ধা** গাখীৰতী গাই, **—দ্ৰুঃ** সৰল গছ, **—নং** কুঙ্কুম, হাইতাল, **—পাদা** ময়না চৰাই, **—মণিঃ** 'টোপাজ' পাথৰ, পুষ্পৰাগ মণি, **—মাক্ষিকং** খনিজ পদাৰ্থ এবিধ, **—মুদ্গঃ** এবিধ মুগ, সোণামুগ, **—মূলকং** গাজৰ, **—ৰক্তং** পুষ্পৰাগ মণি, 'টোপাজ', **—ৰাগং** হালধীয়া ৰঙ, মম, পদুমৰ আঁহ, **—ৱাসস্** শ্ৰীকৃষ্ণ, **—সাৰঃ** 'টোপাজ', চন্দন গছ, **—সাৰি** কাজল ধাতু, **—সালকঃ** হালধীয়া শালগছ।

**পীতকং** *ক্লী.* ১। হাইতাল, ২। পিতল ধাতু, ৩। কুঙ্কুম, ৪। মৌ, ৫। অগৰু, চন্দন কাঠ।

**পীতনং** *ক্লী.* ১। কুঙ্কুম, হাইতাল, **—নঃ** অমৰা গছ।

**পীতলং** পিতল ধাতু, **—লঃ** হালধীয়া ৰঙ।

**পীতা** *স্ত্ৰী.* ১। হালধি, ২। গোৰোচনা।

**পীতাব্ধিঃ** *পু.* (পীতঃ অব্ধিঃ সমুদ্ৰঃ যেন) অগস্ত্যমুনি।

**পীতাম্বৰঃ** *পু.* ১। বিষ্ণু, ২। নট, পীতবস্ত্ৰ পিন্ধা সন্ন্যাসী।

**পীতাৰুণ** ৰঙা-হালধীয়া মণি, 'টোপাজ'।

**পীতিঃ** *পু.* (পা ক্তিচ্ ই) ঘোঁৰা *স্ত্ৰী.* ১। হাতীৰ শুঁৰ, ২। মদৰ দোকান বা আড্ডা, অনাবৃষ্টি।

**পীতিকা** *স্ত্ৰী.* ১। কুঙ্কুম, ২। হালধি, ৩। যুতিমালতী ফুল।

**পীতুঃ** *পু.* (পা কুন্ কিচ্চ) ১। সূৰ্য্য, ২। অগ্নি, ৩। হাতীৰ পালৰ প্ৰধান হাতীটো। যূথপতি।

**পীথং** *ক্লী.* (পীয়তে ইতি পা থক্) ১। পানী, ২। ঘিউ,

—**থঃ** ১। সূৰ্য্য, ২। অগ্নি, ৩। কাল, ৪। পান, —**থীঃ** ঘোঁৰা।

**পীনং** *বিণ.* (প্যা বৃদ্ধৌ ক্তঃ) স্থূল, ডাঙৰ, আস ৫৬১।১; 'পীনোত্তুঙ্গস্তন' – মাংসল, অত্যন্ত বৃহত স্তন, —**ৱক্ষঃ (স্)** বৃহদাকাৰ স্তনযুক্ত, ডাঙৰ পিয়াহ থকা (তিৰোতা, গাই), —**সঃ** (পীনং স্থূলমপি জনং নাশয়তীতি পীন সো কঃ) ১। কাহ, পানীলগা বেমাৰ, ২। নাক সোপা মাৰি ধৰা ৰোগ।

**পীনোধ্নী** *স্ত্রী.* ডাঙৰ ওহাৰযুক্ত গাই। (যেনে জাৰ্চী গাইৰ ওহাৰ)।

**পীয়ুঃ** *পু.* (পা কুঃ) ১। কাউৰী, ২। সূৰ্য্য, ৩। অগ্নি, ৪। ফেঁচা, ৫। পানী, ৬। সোণ।

**পীয়ূষং** *ক্লী.* (পীয্যতে ইতি পীয় ঊষন) ১। অমৃত, ২। গাখীৰ, —**ষঃ** *পু.* পোৱালি হোৱাৰ সাত দিনৰ ভিতৰৰ গাখীৰ, ফেঁহু, —**মহাঃ(স্)–ৰুচিঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ।

**পীলঃ, —লকঃ** *পু.* (পীল খুল্) ডাঙৰ পৰুৱা।

**পীলুঃ** *পু.* ১। কাঁড়, ২। ফুল, ৩। তাল গছৰ শাৰী, ৪। হাতী, ৫। বাহু, ৬। অণু, ৭। এবিধ কীট, —**কঃ** পৰুৱা।

**পীৱ** (ন্) বিণ. (প্যায়তে ইতি পৈ্যা ক্বনিপ্) মোটা শৰীৰযুক্ত, পেটুৱা, থুলন্তৰ, —**ৱঃ** বায়ু।

**পীৱৰ** *বিণ.* ১। মোটা, শকত, বৃহত, ৰ ১৯।৩২; ২। স্থূল, ডাঠ, —**ৰঃ** *পু.* কাছ, —**ৰা** *স্ত্রী.* অশ্বগন্ধা, —**ৰী** *স্ত্রী.* ১। তৰুণী, ২। শুকদেৱৰ পত্নী, ৩। শতমূলী।

**পীৱা** (ন্) *পু.* ১। বায়ু, ২। বলৱান পুৰুষ।

**পীৱা** *স্ত্রী.* পানী।

**পুংস্** মৰ্দে (চুৰা উ সক পুংসয়তি –তে) ১। মোহাৰি পেলা, পিহি পেলা, নাশ কৰ, ২। আঘাত কৰ, কষ্ট দি, শাস্তি দি।

**পুংস্** *পু.* ১। মতা মানুহ, পুৰুষ, মানুহ, মানৱ জাতি, ২। চাকৰ, ভৃত্য, ৩। পুংলিঙ্গ, ৪। আত্মা। —**কটি** মতা মানুহৰ তপিনা, —**কামা** পতি কামনা কৰা তিৰোতা, —**খেটঃ** মতা গ্ৰহ, —**গৱঃ** ১। বলদ গৰু, ২। (সমাসৰ শেষত) শ্ৰেষ্ঠ পুৰুষ, মহান পুৰুষ, নৰপুঙ্গৱঃ, —**কেতুঃ** শিৱ, —**চলী** (পুংশ্চলী) বেশ্যা, —**চলীয়ঃ** বেশ্যাপুত্ৰ, —**চিহ্নং, —লিঙ্গং** পুৰুষৰ চিন, লিঙ্গ, —**জন্মযোগঃ** (জ্যোতিষ) যি গ্ৰহযোগত পুত্ৰ সন্তান জন্ম হয়, —**দাসঃ** পুৰুষ ভৃত্য, —**নাগঃ** ১। হাতীৰ দৰে পুৰুষ, শ্ৰেষ্ঠ পুৰুষ, ২। বগা হাতী, ৩। বগা পদুম, ৪। জায়ফল, ৫। নাগকেশৰ গছ, —**প্ৰজননং** পুৰুষৰ লিঙ্গ, —**যোগ** ১। পুৰুষৰ লগত সহবাস, ২। পতি সম্বন্ধীয়, —**ৰাশিঃ** ৰাশিচক্ৰত পুৰুষ ৰাশি, —**ৰূপং** পুৰুষৰ ৰূপ, —**ৱৎসঃ** পোৱালি বলদ, —**বৃষ** চিকা, —**সৱনং** (পুংসৱন) *ক্লী.* (পুমাংসমিৱ সূতে বলপ্ৰদানেন পুৰুষৱৎ জনয়ত্যনেনেতি সূ কৰণে ল্যুট্) ১। গৰ্ভৰ তৃতীয় মাহৰ পিচত গৰ্ভস্থিত শিশুৰ উপস্থিতি গৰ্ভধাৰিণীয়ে অনুভৱ কৰিবৰ সময়ত পতিগৃহত কৰা এটা বিশেষ ধৰণৰ সংস্কাৰ। প্ৰায় বিবাহ সংস্কাৰ কৰ্মৰ দৰেই নান্দীমুখ শ্ৰাদ্ধ-হোমাদিৰে এই সংস্কাৰ কাৰ্য্য কৰি গৰ্ভস্থ শিশুক বল-শক্তি প্ৰদান কৰা হয় আৰু সন্তান যাতে পুত্ৰ সন্তান হয় তাৰ কাৰণে অভিলাষ কৰা হয়। এই কাৰ্য্যত বটগছৰ কুঁহিক প্ৰতীকৰূপত লোৱা হয় আৰু এই কুঁহি থেতেলি গৰ্ভ ধাৰিণীক সুঙিবলৈ দিয়া হয়, ২। ভ্ৰূণ, ৩। গাখীৰ।

**পুংস্ত্বং** *ক্লী.* ১। পৌৰুষত্ব, শক্তি, পুংশক্তি, ২। পুৰুষৰ বীৰ্য্য, ৩। পুংলিঙ্গ।

**পুংৱৎ** *অব্য.* পুৰুষৰ দৰে, পুংলিঙ্গৰ দৰে।

**পুক্কশ** *বিণ.* নীচ, অধম, —**শঃ সঃ** চণ্ডাল, (শূদ্ৰা মাতৃত, নিষাদ পিতৃৰ) মনু ১০।১৮; —**সী** *স্ত্রী* ১। কলি, ২। নীল গছ, ৩। চণ্ডালিনী।

**পুংখং, খঃ** *ক্লী. পু.* ১। কাঁড়ৰ পাখি থকা অংশ, ৰ ৯।৬১; ২। শেন চৰাই।

**পুংখিত** পাখি লগোৱা (কাঁড়)।

**পুংগঃ** সমূহ, সমষ্টি, —**লঃ** আত্মা, —**ৱঃ** বলদ।

**পুচ্ছং, —চ্ছঃ** (পুচ্ছ প্ৰসাদে অচ্) ১। নেজ। ফিঁচা, ২। ম'ৰাৰ ফিঁচা, ৩। পিচ ফাল, অন্তভাগ, —**কণ্টকঃ** বৃশ্চিক (কটিচেপা)। ইয়াৰ বিষাক্ত শুংডাল নেজত থাকে, —**জাহং** নেজৰ গুৰি।

**পুচ্ছটিঃ, —টী** আঙুলি ফুটুৱা, আঙুলি মোটোকা।

**পুচ্ছী** (ন্) ১। কুকুৰা, ২। আকন গছ।

**পুঞ্জঃ** *পু.* (পিজি অচ্) সমূহ, সমষ্টি, ৰাশি, কু ৭।২৬; —**ঞ্জিঃ** *স্ত্রী.* দ'ম, ভঁৰাল।

**পুঞ্জিকঃ** শিল বৰষুণ।

**পুঞ্জিত** ১। দ'ম কৰি থোৱা, ২। পুঞ্জীভূত, পুঞ্জীকৃত।

**পুট্** ক) শ্লেষে (তুদা প অক পুটতি) আলিঙ্গন কৰ, আকোঁৱালি ধৰ বা ল, সাৱতি ধৰ, ২। পকাই বা মেৰিয়াই ধৰ বা ল, ঘেৰি ল।
খ) সংসর্গে (চুৰা উ সক পুটয়তি -তে) ১। সংযুক্ত থাক, সম্পৰ্ক ৰাখ, ২। বান্ধ, গোঁথ, একেলগে বান্ধি পেলা।
গ) চূর্ণে ভাসি (চুৰা উ সক পোটয়তি -তে) ১। চূর্ণ কৰ, গুড়ি কৰ, ২। পোহৰ দি, উজ্জ্বল হ, ৩। কথা ক।
ঘ) চূর্ণে (ভ্বা প সক পোটতি) ১। চূর্ণ কৰ, গুড়ি কৰ, ২। ঘঁহি দি, পিঁহি দি।

**পুটং পুটঃ** *ক্লী. পু.* (পুট্ কঃ) ১। ধোঁৱাৰ খুৰা, ২। গাঁত, খাল, ফাট, ৰ ১৭।`২; যেনে নাসাপুট, নাকৰ ফুটা, কৰ্ণ পুট, কাণৰ ফুটা, ৩। পাতেৰে তৈয়াৰী বাটি বা পাত্ৰ, পটপুট, ৪। কলি বা কুঁহিক আৱৰি ৰখা কোষ, ৫। খাপ, ঢাকনী, আৱৰণ, । চকুৰ পটা, **—টং** জায়ফল, **—টং** অলঙ্কাৰ ৰখা সৰু চিন্দুক, **—গ্ৰীৱঃ** কলহ, ঘটী, **—পাকঃ** ঔষধ তৈয়াৰ কৰা এক বিশেষ পদ্ধতি। কলপাত বা কোনো বিশেষ গছৰ পাতেৰে ঔষধ বান্ধি ওপৰত মাটিৰ লেপ দি সেকি এনে ঔষধ তৈয়াৰ কৰা হয়। **—ভেদঃ** ১। নগৰ বা চহৰ, ২। নদীৰ ভাজ, ৩। নদীৰ চাকনৈয়া, **—ভেদনং** নগৰ, মহা ১।১০০।১২।

**পুটকং** *ক্লী.* ১। গাঁত বা খাল, ২। পাতৰ পাত্ৰ, ৩। পদুম, ৪। জায়ফল, **—কিনী** পদুমনী।

**পুটিকা** এলাচি।

**পুটিত** *বিণ.* ১। ঘঁহা, গুড়ি কৰা, ২। সঙ্কুচিত, ৩। চিলাই কৰা, ৪। ছিন্ন, **—তং** হাতৰ আঁজলি। হস্তপুট।

**পুটী** *স্ত্ৰী.* (পুট কঃ ঙীষ্) ১। কৌপীন, লেংটি, ২। আচ্ছাদন, ৩। পাতেৰে বনোৱা পুষ্পাধাৰ, ফুল তোলা খৰাহি বা পাত্ৰ।

**পুটোটজং** *ক্লী.* বগা ছাতি।

**পুটোদকঃ** *পু.* নাৰিকল।

**পুট্ট** তৌচ্ছ্যে (চুৰা প সক পুট্টয়তি) তুচ্ছ হ বা কৰ, সৰু হ বা কৰ, ক্ষুদ্ৰ হ বা কৰ।

**পুড্** মৰ্দে (তুদা প সক পুড়তি) ১। ত্যাগ কৰ, এৰি পেলা, বা দি, গুচি যা, ২। চূর্ণ কৰ, গুড়ি কৰ।

**পুণ্** ধৰ্মে (তুদা প সক পুণতি) ধাৰ্মিক হ, ধাৰ্মিকভাৱে কাম কৰ, ধৰ্ম কাৰ্য্য কৰ।

**পুণ্ড্** মৰ্দে (ভ্বা প সক পুণ্ডতি) গুড়ি কৰ, চূর্ণ কৰ, ঘঁহ, পিহ।

**পুণ্ডঃ** (পুড়ি মৰ্দে ঘঞ্) ১। চিহ্ন, ২। তিলক, ফোঁট।

**পুণ্ডৰীকং** *ক্লী.* (পুণ্ডতি অন্যপুষ্পানাং গৰ্ব্বং চূর্ণীকৰোতীতি পুণ্ড মৰ্দে ঈকন) ১। বগা পদুম। শতপত্ৰ, সিতাম্বুজ, ৰ ৪।১৭; ২। বগা ছাতি, **—কঃ** *পু.* ১। অগ্নিকোণত থকা দিগ্‌গজ, ২। বাঘ, ৩। আম গছ, ৪। এবিধ সাপ, ৫। দমনক নামৰ গছ, ৬। এবিধ ধান, ৭। কমণ্ডলু, ৮। বগা ৰং, ৯। ক্ৰৌঞ্চদ্বীপৰ এখন পৰ্বতৰ নাম, মপু ১২১। ৮১; ১০। নাগ এবিধ, ১১। ৰামচন্দ্ৰৰ বংশৰ এজন ৰজাৰ নাম, ৰ ১৮।৮, ১২। হাতীৰ জ্বৰ, ১৩। এবিধ কুষ্ঠ ৰোগ, ১৪। অগ্নি, ১৫। কপালৰ তিলক, **—মুখী** জোঁক।

**পুণ্ডৰীকাক্ষঃ** *পু.* (পুণ্ডৰীকৱদ অক্ষিণী নেত্ৰে যস্য) বিষ্ণু। মহা ৫।৭০।৬।

**পুণ্ডৰীয়কং** *ক্লী.* স্থলপদ্ম।

**পুণ্ড্ৰঃ** *পু.* (পুড়ি মৰ্দে ৰক) ১। এবিধ (ৰঙচুৱা বৰণৰ) কুঁহিয়াৰ, ২। পদুম, বগা পদুম, ৩। চন্দনৰ তিলক, ৪। কীট এবিধ, **—ণ্ড্ৰাঃ** এখন ৰাজ্য আৰু তাৰ অধিবাসীৰ নাম, **—কেলিঃ** হাতী।

**পুণ্ড্ৰকঃ** *পু.* ১। মাধবীলতা, ২। কুঁহিয়াৰ, ৩। তিলক।

**পুণ্য** *বিণ.* (পূয়তেঽনেনেতি পূ যৎ ণুগাগমঃ হ্ৰস্বশ্চ) ১। শুভাদৃষ্ট, ২। শ্ৰেয়, পৱিত্ৰ, শ ২।১৪; ৩। ভাল, গুণী, ধাৰ্মিক, মঙ্গলময়, ভাগ্যৱান, মনু ২।৩০; ৪। মনোগ্ৰাহী, আনন্দজনক, **—ণ্যং** ১। ধৰ্ম, ধাৰ্মিক গুণ, ২। ধৰ্মকাৰ্য্য, ৩। পৱিত্ৰতা, সততা, ৪। জন্তুৱে পানী খোৱা জলাধাৰ, **—ণ্যা** তুলসী গছ, **—কৰ্তা** ধাৰ্মিক পুৰুষ, **—কৰ্ম** ধৰ্মকাৰ্য্য, **—কালঃ** পৱিত্ৰ সময়, **—কীৰ্তি** মঙ্গলময়, যশস্যাসম্পন্ন, **—ক্ষেত্ৰং —স্থানং** পৱিত্ৰ স্থান, তীৰ্থস্থান, আৰ্য্যাৱৰ্ত, **—গৃহং** মন্দিৰ, **—জনঃ** ১। ধৰ্মপ্ৰাণ লোক, ২। দৈত্য, ৩। যক্ষ, **—জনেশ্বৰ** কুবেৰ, **—পুৰুষঃ** পুণ্যৱান ব্যক্তি, **—ফলং** সৎ কৰ্মৰ ফল, **—ফলঃ** কুঞ্জবন, **—ভূঃ —ভূমিঃ** *স্ত্ৰী.* পুণ্যস্থান, আৰ্য্যাৱৰ্ত, **—ৰাত্ৰঃ** মঙ্গলময় ৰাতি, **—লোকঃ** স্বৰ্গ, **—শকুনং** মাঙ্গলিক চিহ্ন (নঃ) লক্ষণযুক্ত পক্ষী, **—শ্লোক** *বিণ.* মঙ্গলজনক আবৃত্তি বা নামোচ্চাৰণ; যুধিষ্ঠিৰ, নলাদি কেইজনমান প্ৰসিদ্ধ ধাৰ্মিক লোকৰ প্ৰত্যহ নাম

লোৱাটো অতি পুণ্যৰ কাম। 'পুণ্যশ্লোকো নলো ৰাজা পুণ্যশ্লোকো যুধিষ্ঠিৰঃ। পুণ্যশ্লোকা বৈদেহী পুণ্যশ্লোকো জনার্দনঃ।। **—শ্লোকা** সীতা, দ্রৌপদী।

**পুণ্যৱান (ৎ)** ১। ধার্মিক, গুণী, ২। সৌভাগ্যৱান, সুখী, ৩। মঙ্গলময়।

**পুণ্যাহং** *ক্লী.* (পুণ্যশ্চ তদহশ্চেতি ইতি টচ্) পুণ্যদিন, পুণ্যতিথি, **—ৱাচনং** দেৱকার্য্যৰ আৰম্ভণিতে মঙ্গলৰ কাৰণে 'পুণ্যাহমিতি' এইবুলি তিনি বাৰ কৰা উচ্চাৰণ।

**পুৎ** *ক্লী.* এখন নৰককুণ্ডৰ নাম।

**পুত্তলকঃ** *পু.* **লিকা, লী,** *স্ত্রী.* পুতলা। ঘাঁহ ,পাত, কাঠ আদিৰে নির্মিত মূর্ত্তি, প্রতিমা।

**পুত্তিকা** *স্ত্রী.* ১। মৌমাখি, ২। এবিধ পৰুৱা, মনু ৪।২৩৮।

**পুত্রঃ** *পু.* (পুনাতি পিত্রাদীনিতি পু. উণাদি ক্ত্ৰ অথবা পুন্নামনৰকাৎ ত্রায়তে ইতি পুৎ ত্রৈ ডঃ) পুত্র সন্তান। আত্মজ, তনয়, তনূজ।

'পুন্নাম্নো নৰকাদ যস্মাৎ পিতৰং ত্রায়তে সুতঃ।
তস্মাৎ পুত্র ইতি প্রোক্তঃ স্বয়মেৱ স্বয়ম্ভুৱা।।
মহা ১।৭৪।৩৭।

বাৰবিধ পুত্র— ঔৰস, ক্ষেত্রজ, দত্ত, কৃত্রিম, গূঢ়োৎপন্ন, অপবিদ্ধ, কানীন, সহোঢ়, ক্রীত, পৌনর্ভৱ, স্বয়ন্দত্ত, শৌদ্র, **—কঃ** *পু.* ১। পুত্র, ২। ফৰিং, ৩। ধূর্ত, ৪। এখন পর্বত, ৫। এবিধ গছৰ নাম, ৬। পুতলা, ৭। শৰভ নামৰ এটা অদ্ভুত জন্তু, ৮। চুলি, নোম, **—কা, ত্রিকা, ত্রী** ১। জীয়াৰী, কন্যা, ২। পুতলা, **—কাম** পুত্ৰাভিলাষী, **—কার্য্যং** পুত্রৰ কাৰণে পতা ধর্মকার্য্য, **—কৃতক** তুলি লোৱা পুত্র। তোলনীয়া পুত্র, **—জাত** পুত্র সন্তান জন্ম হোৱা লোক, **—দাৰং** লৰা-তিৰোতা, **—পৌত্রিণি** সন্তান পৰম্পৰা, **—প্রতিনিধিঃ** পুত্রক প্রতিনিধিত্ব কৰা জন, **—ৱধূঃ** বোৱাৰী, **—সখঃ** লৰা-ছোৱালীৰ বান্ধৱ। লৰা-ছোৱালী ভাল পোৱা মানুহ, **—হীন** নিঃসন্তান।

**পুত্ৰান্নাদঃ** *পু.* ১। পুত্রৰ দ্বাৰা পালিত, পুত্রৰ ভৰণ-পোষণত জীয়াই থকা, ২। সন্ন্যাসী বিশেষ।

**পুত্ৰার্থী (ন্)ঃ** পুত্র সন্তান কামনা কৰা লোক।

**পুত্রিকাপ্রসূঃ** কন্যাৰ মাক।

**পুত্রিকাভর্তৃঃ** পু জোঁৱাই।

**পুত্রিকাসুতঃ** কন্যাৰ সন্তান।

**পুত্রিণী** *স্ত্রী.* পুত্ৰৱতী।

**পুত্ৰী (ন্)** পুত্রযুক্ত ৰ ১।৯১।

**পুত্ৰী** *স্ত্রী.* কন্যা, জীয়াৰী।

**পুত্রীয়** (পুত্র ছঃ) পুত্র সম্বন্ধীয়, ৰ ১০।৪; **—য়া** সন্তান কামনা।

**পুত্রেষ্টি, —ষ্টিকা** (পুত্রনিমিত্তিকা ইষ্টিৰিতি) পুত্র সন্তান কামনা কৰি অনুষ্ঠিত কৰা যজ্ঞ বিশেষ।

**পুত্রৌ** (পুত্র শব্দৰ দ্বিবচন) পুত্র-কন্যা।

**পুথ** ক) হিংসে (দিৱা প সক পুথ্যতি) ১। আঘাত কৰ, ২। নাশ কৰ, ধ্বংস কৰ, ৩। বধ কৰ, ৪। বশীভূত কৰ, পৰাভূত কৰ।

খ) ত্বিষি(চুৰা প অক পোথয়তি) ১। পোহৰ দি, বা কৰ্ব, উজ্জ্বল কৰ, ২। কথা ক।

**পুদ্‌গল** *বিণ.* ধুনীয়া, মনোৰম, **—লঃ** ১। আত্মা, ২। শৰীৰ, ৩। শিৱ, ৪। পৰমাণু।

**পুনঃ (ৰ্)** *অব্য.* (পন ৱাহুলকাৎ অৰ অস্য উত্ব) আকৌ, আকৌ এবাৰ, পিচত, আনহাতে, বাৰে বাৰে, তথাপি, ইত্যাদি অর্থত ব্যৱহাৰ হয়। পুনঃ দুবাৰ উচ্চাৰণ কৰি পুনঃ পুনঃ, বাৰে বাৰে, অপি উপসর্গৰ লগত পুনৰপি আকৌ, আকৌ এবাৰ, তথাপি আদি অর্থ প্রকাশ কৰাৰ বাবে ব্যৱহাৰ হয়। **—গমনং** ঘূৰি অহা, **—জন্মন্** মৃত্যুৰ পিচত আকৌ জন্ম পোৱা, **—ণ(ন)ৱঃ** দুনাই হোৱা নখ, **—নৱা** এবিধ শাক, পুনর্ণবা শাক (ছিণ্ডি থাকিলেও হৈ থাকে), **—দাৰক্রিয়া** আকৌ বিয়া কৰোৱা, **—প্রত্যুপকাৰঃ** ১। আকৌ অর্থাৎ পিচৰ জনমত উপকাৰৰ প্রতিদান, ২। নখ, **—ভাৱঃ** পুনৰ জন্ম, **—ভূঃ** বিধৱাৰ পুনৰ বিবাহ, **—ৱচনং** আকৌ এবাৰ দিয়া ভাষণ, **—ৱসুঃ** ১। সাতাইশটা নক্ষত্ৰৰ সপ্তম নক্ষত্র, ২। বিষ্ণু, ৩। শিৱ, ৪। কাত্যায়ন মুনি, **—সংস্কাৰ** কোনো সংস্কাৰ কর্ম আকৌ এবাৰ কৰা, যেনে যজ্ঞোপবীত হেৰাই গ'লে আকৌ এবাৰ সংস্কাৰকর্ম কৰি যজ্ঞোপবীত ধাৰণ কৰা। **—সঙ্গমঃ** আকৌ লগ হোৱা। যেনে বিচ্ছেদ হোৱাৰ পিচত পতি-পত্নী, আকৌ লগ হোৱা, **—সম্ভৱঃ** পুনৰ জন্ম।

**পুন্নামনৰকঃ** *পু.* (পুন্নামা চাসৌ নৰকশ্চেতি কর্মধা) পুৎ নামৰ এখন নৰককুণ্ড। ষোলবিধ পাপ কৰাৰ পিচত এই নৰকত পতিত হয়।

**পুনৰাৰ্থিতা** দুনাই কৰা অনুৰোধ।
**পুনৰাধানং, —ধেয়ং** আকৌ কৰা অগ্ন্যাধান।
**পুনৰাৱৰ্তঃ** ঘূৰি অহা, পুনৰ জীৱন।
**পুনৰাৱৰ্তী** (ন্) ঐহিক জীৱনলৈ পুনৰ ঘূৰি অহা।
**পুনৰাবৃত্তিঃ** *স্ত্ৰী.* ১। সাংসাৰিক জীৱনলৈ ঘূৰি অহা, প্ৰত্যাৱৰ্তন. ২। কোনো পুথিৰ পুনৰ সংস্কৰণ, প্ৰকাশ।
**পুনৰুক্ত** ১। আকৌ কোৱা, পুনৰ ভাষণ, পুনৰুক্তি। ২। অদৰ্কাৰী, অতিৰিক্ত, শি ৯।৬৪; **—তা** বাহুল্য।
**পুনৰুক্তি** পুনৰ ভাষণ, অপ্ৰয়োজনীয়তা।
**পুনৰুত্থানং** পুনৰবাৰ উত্থান, পুনৰ জাগৰণ।
**পুনৰুৎপত্তিঃ** পুনৰ উৎপাদন, পুনৰ জন্ম।
**পুনৰুপগমঃ** ঘূৰি অহা, ওভতনি।
**পুনৰুপোঢ়া, ঊঢ়া,** *স্ত্ৰী.* পুনৰ বাৰ বিয়াহিতা।
**পুপফুলঃ** পেটফুলা, পেটৰ বায়ু। ফুচফুচ্।
**পুপ্ফুসঃ** ১। হাওফাও, ফুচফুচ, ২। পদুমৰ বীজকোষ।
**পুমপত্যং** লৰা সন্তান।
**পুমৰ্থঃ** ১। পুৰুষৰ লক্ষ্য, ২। চতুৰ্বৰ্গফলৰ (চাৰি পুৰুষাৰ্থৰ) এটা।
**পুমাখ্যা** পুৰুষৰ আখ্যা। সংজ্ঞা, নাম, পদবি, উপাধি।
**পুমান্(স্)** *পু.* (পাতি ৰক্ষতীতি পা ডুমসুন্) মনুষ্যজাতি, পুৰুষ জাতি।
**পুৰ্** অগ্ৰগত্যাম (তুদা প সক পুৰতি) আগে আগে যা, সমুখত গৈ থাক। পুৰতি পত্নীঃ পত্যুঃ। পতিৰ আগে আগে পত্নী গৈ আছে।
**পুৰং** *ক্লী.* (পৃ পূৰ্তৌ কঃ) ১। ঘৰ, ২। দেহ, ৩। বুদ্ধি, ৪। নগৰ বা চহৰ, ৫। দেৱাল, **—দ্বাৰং** নগৰৰ মূল প্ৰৱেশদ্বাৰ। *ক্লী. স্ত্ৰী.* (পুৰ কঃ) ১। নগৰ, হাট-বজাৰ থকা চহৰ, ২। পৰিখা বেষ্টিত নগৰ, চহৰ, ৩। দুৰ্গ, ৪। ঘৰ, বাসস্থান, ৫। পাটলিপুত্ৰ (পাটনা) চহৰ, ৬। চাল বাকলি, ৭। বেশ্যালয়, ৮। অন্তেষপুৰ, ৯। ফুলৰ বাহিৰৰ ঢাকন, চুপহি, **—ৰঃ** *পু.* গুগ্গুল, (অব্য) আগত, আগে আগে, প্ৰথমতে, পূৱ দিশত, **—কোট্টং** দুৰ্গ, **—জিৎ, দ্বিষ্, ভিদ্** শিৱ, **—জ্যোতিঃ** জুই, অগ্নিলোক, **—নিৱেশঃ** নগৰ স্থাপন, **—পালঃ** নগৰ প্ৰশাসক, উপায়ুক্ত, দুৰ্গ নায়ক, **—মথনঃ** সদাশিৱ, **—ৰক্ষঃ, —ৰক্ষকঃ ৰক্ষী** (ন্) আৰক্ষী, পুলিচ, **—ৰোধঃ** দুৰ্গাৱৰোধ, **—শাসনঃ** বিষ্ণু, শিৱ।

**পুৰঃ সৰঃ** অগ্ৰগামী।
**পুৰঞ্জনঃ** জীৱ, প্ৰাণ। পুৰুষং পুৰঞ্জনং ৱিদ্যাৎ, ভা ৪।২৯।২; **—নী** বুদ্ধি।
**পুৰঞ্জয়ঃ** *পু.* (পুৰং শত্ৰুপুৰং জয়তীতি জি খচ্) ১। সূৰ্যবিংশীয় এজন ৰজা, ২। পুৰুবংশীয় সৃঞ্জয়ৰ পুত্ৰ, জন্মেজয়ৰ পিতা, ৩ পুৰজেতা ।
**পুৰটং** *ক্লী.* সোণ।
**পুৰণঃ** সমুদ্ৰ।
**পুৰতঃ** *অব্য.* অগ্ৰতঃ, আগে আগে, সমুখেদি।
**পুৰতটী** সৰু বজাৰ, হাট।
**পুৰন্দৰঃ** *পু.* (অৰীণাং পুৰো দাৰয়তীতি দৃ নিচ্ খচ্ নিপাতনে সিদ্ধঃ) ১। দেৱৰাজ ইন্দ্ৰ মহা ৩।১০১।৯; ২। চোৰ, **—ৰা** *স্ত্ৰী.* গঙ্গা।
**পুৰন্ধ্ৰী** *স্ত্ৰী.* ১। কুটুম্বিনী, ২। পতি পুত্ৰ কন্যা থকা স্ত্ৰী, ৰ ৭।২৮; ৩। নাৰী।
**পুৰশ্চৰণং, পূৰ্বক্ৰিয়া** নিজৰ ইষ্টদেৱতাৰ সন্তুষ্টি সাধনৰ হকে সেই দেৱতাৰ পূজাপূৰ্বক, তেৰাৰ মন্ত্ৰজপ, হোম, তৰ্পণ, অভিষেক আৰু ব্ৰাহ্মণভোজনৰূপ পঞ্চাঙ্গ সাধনা।
**পুৰশ্ছদঃ** এবিধ ঘাঁহ, উলুবন, দৰ্ভ, সোমপত্ৰ, ওহাৰৰ বাট।
**পুৰস্কাৰঃ** *পু.* (পুৰস্কৰণমিতি পুৰস্ কৃ ভাৱে ঘঞ) ১। পুৰস্কাৰ, অৰিহণা, বঁটা, ২। পূজন, ৩। অভিশাপ, ৪। স্বীকৃতি।
**পুৰস্কৃত** *বিণ.* পূজিত, স্বীকৃত, সিক্ত।
**পুৰস্তাৎ** *অব্য.* পূব দিশত, পূবৰ ফালে, প্ৰথম সময়তে, আগত, সম্মুখত, ৰ ২।৪৪।
**পুৰা** *অব্য.* (পুৰতি অগ্ৰে গচ্ছতীতি পুৰ কা) ১। বহুদিন আগতে, একালত, অতীতত, পুৰণি কালত, পুৰণি গল্প, কথা আদি লিখিবৰ সময়ত বাক্যৰ প্ৰথমতে ব্যৱহাৰ কৰা হয়। যেনে পুৰা কস্মিংশ্চিদ্দেশে একো ব্ৰাহ্মণ আসীত, ২। আগতে, আজিলৈকে, প্ৰথমতে, অলপতে, সোনকালে, মে ৮৫; কি ১১।৩৬; (**—ৰা**) *স্ত্ৰী.* ১। এবিধ সুগন্ধি দ্ৰব্য, সুৰভি, ২। গঙ্গা, ৩। পূৰ্ব দিশ, ৪। দুৰ্গ, **—কল্প** ১। অতীতৰ কথা, ২। আগৰ সৃষ্টি, **—কৃতং** প্ৰাৰব্ধ কৰ্ম, পূৰ্বকালত কৃত পুণ্যকৰ্ম, **—যোনি** পুৰণি বীজৰ, **—ৱসুঃ** ভীষ্ম **—ৱিদ্** *বিণ.* পুৰণি ঘটনা, কাহিনী আদি সম্পৰ্কে

সম্পূৰ্ণ জ্ঞান থকা, ৰ ১১।১০; **—বৃত্ত** আগতে ঘটা, পুৰণি কথা সম্পৰ্কীয়, প্ৰাচীন, (**—ত্তং**) ইতিহাস, পুৰাণ, বুৰঞ্জী, **—সুহৃৎ** শিৱ।

**পুৰাণ** *বিণ.* (পুৰা ভৱমিতি পুৰা ব্যুঃ নিপাতনাৎ তুড়ভাৱঃ। বা পুৰা নীয়তে ইতি পুৰা নী ড ণত্বংচ) ১। পুৰণি, প্ৰাচীন, পুৰণি কালৰ, ২। বয়সীয়া, আদিম, পুৰাকলীয়া, গী ২।২০; ৩। জীৰ্ণ, **—ণং** *ক্লী.* ১। পুৰণি ঘটনা, সাধু কথা, ২। ব্যাসাদি মুনি প্ৰণীত পঞ্চলক্ষণযুক্ত শাস্ত্ৰ, পুৰাণ। ভাৰতৰ হিন্দুসকলৰ অতি পৱিত্ৰ শাস্ত্ৰ। এই শাস্ত্ৰবিলাকত থকা অসংখ্য কথা-কাহিনীৰ আধাৰত হিন্দুৰ সংস্কাৰাদি তথা পূজা-পাতলাদিৰ উপৰিও কাব্য নাটকাদি বিশাল সাহিত্যৰাজি গঢ়ি উঠিছে, আৰু সেইবিলাকৰ প্ৰভাৱ আজিও প্ৰায় একেদৰেই আছে। মূল অৰ্থাৎ মহাপুৰাণ ১৮খন। এই মহাপুৰাণৰ পিচত আকৌ বিভিন্ন ঋষি মুনিয়ে ১৮ খন পুৰাণ ৰচনা কৰে। সেইকেইখনক উপপুৰাণ বুলি কোৱা হয়। পুৰাণৰ পাঁচটা লক্ষণ থাকিব লাগিব। পুৰাণং পঞ্চ লক্ষণম্। সৰ্গ, প্ৰতিসৰ্গ, বংশ, মন্বন্তৰ আৰু বংশানুচৰিত। মূল অৰ্থাৎ মহাপুৰাণ ওঠৰখন আৰু সেই বিলাকৰ শ্লোক সংখ্যা ঃ ব্ৰহ্ম (১০ হাজাৰ), পদ্ম (৫০,০০০), শিৱ (২৪,০০০), ভাগৱত (১৮,০০০), নাৰদ (২৫,০০০), মাৰ্কণ্ডেয় (৯,০০০), অগ্নি (১৫৪,০০), ব্ৰহ্মবৈৱৰ্ত (১৮০০০), লিঙ্গ (১১০০০), বৰাহ (২৪০০০), স্কন্দ (৮১১০০), বামন (১০,০০০), কূৰ্ম (১৭০০০), মৎস্য (১৪০০০) বিষ্ণু (২৩০০০), গৰুড় (১৯০০০), আৰু ব্ৰহ্মাণ্ড (১২০০০) : ভৱিষ্য পুৰাণ ১৪,৫০০; ১। ৮০ কড়ি মূল্যৰ মুদ্ৰা, মনু ৮।১৩৬; ২। শিৱ মহা ১৩।১৭।১০৬; **—পুৰুষঃ** বিষ্ণু পপু, উ ১১১।

**পুৰাতন** *বিণ.* (পুৰা ভৱ ইতি ট্যুঃ তুট্ চ) ১। পুৰণি, আওপুৰণি, গী ৪।৩; ২। বয়সীয়া, বয়সস্থ, জীৰ্ণ, **—নঃ** বিষ্ণু।

**পুৰাধ্যক্ষঃ** নগৰৰ অধিপতি, নগৰৰ মুখ্য বিষয়া 'মেয়ৰ।'

**পুৰিঃ** *স্ত্ৰী.* (পূৰ্য্যতে ইতি পৃ ইঃ কিৎ) ১। পুৰী, ২। নদী, ৩। শৰীৰ, (পু) ১। ৰজা, ২। এজন সন্ন্যাসী।

**পুৰী** *স্ত্ৰী.* নগৰী, 'নৃপাৱাসঃ পুৰী প্ৰোক্তা', ৰাজধানী, **—তৎ** *ক্লী.* অন্ত্ৰ, **—মোহঃ** ধঁতুৰা গছ, **—ষং —ষণঃ** ১। বিষ্ঠা, মল, মনু ৪।৫৬; ২। মালা, **—ষম** লেছেৰা মাহ।

**পুৰু** *বিণ.* প্ৰচুৰ।

**পুৰুঃ** *পু.* (পিপৰ্তি ইতি পৃ কুঃ উঃ ৰপৰত্বম্ চ) ১। দেৱলোক, ২। পুৰু নামৰ এজন প্ৰসিদ্ধ ৰজা, পাণ্ডৱৰ পূৰ্বপুৰুষ, শৰ্মিষ্ঠা আৰু যযাতিৰ কনিষ্ঠ পুত্ৰ। যযাতিৰ বৃদ্ধ বয়স হোৱাত পুতেক পাঁচজনক সুধিলে সিহঁতৰ কোনোবাই যৌৱনত্বৰ সলনি পিতাকৰ বৃদ্ধত্ব লব নেকি। তেতিয়া একমাত্ৰ কনিষ্ঠ পুত্ৰ পুৰুৱেহে সম্মতি প্ৰকাশ কৰিলে। বহু কাল পিচত যযাতিয়ে পুৰুক নিজৰ যৌৱন প্ৰদান কৰি সিংহাসনত বহুৱালে। **—জিৎ** ১। বিষ্ণু, ২। ৰজা কুন্তিভোজ, **—দং** সোণ, **—দংশকঃ** ৰাজহাঁহ, **—দংশা** ইন্দ্ৰ, **—লম্পট** *বিণ.* কামুক, ব্যভিচাৰী, **—হ, হু** বহুত, প্ৰচুৰ, **—হূতঃ** বিষ্ণু।

**পুৰুষং** মেৰু পৰ্বত।

**পুৰুষঃ** *পু.* (পুৰতি অগ্ৰে গচ্ছতীতি পুৰ কুষন) ১। পুৰুষ, মতা মানুহ, ২। মানৱ, মানৱতা, মানৱজাতি, ৩। মতা মানুহৰ উচ্চতা, ৪। বিষয়া, কাৰ্যকৰ্তা, ৫। আত্মা, পৰমাত্মা, ভগৱান, ৰ ১৩।৬; ৬। চকুৰ মণি, ৭। (ব্যাক) পুৰুষ (উত্তম পু, মধ্যম পু, প্ৰথম পু), ৮। সাংখ্যদৰ্শনৰ 'পুৰুষ', যি নিষ্ক্ৰিয় ৯। বিষ্ণু, হব ১২৮।২০; ১০। জীৱপ্ৰকৃতিঃ ক্ষৰমিত্যুক্তং পুৰুষোঽক্ষৰ উচ্যতে শিপু ৪।১৬; ১১। দুৰ্গা দেপু ৪৫ অ, ১২। মেষ মিথুন সিংহ তুলা ধনু আৰু কুম্ভ ৰাশি, ১৩। বংশৰ কোনো এজন বংশধৰ অথবা প্ৰতিনিধি, **—কাৰঃ** *পু.* পৌৰুষত্ব, **—কুণপঃ** মৰাশ, **—কেসৰী(ন্)** মানৱ-সিংহ, বিষ্ণু, **—জ্ঞানং** মানৱতা জ্ঞান, **—দ্বিষ্** বিষ্ণুৰ শত্ৰু, **—পশুঃ** পুৰুষৰূপী পশু, **—পুঙ্গৱঃ** পুণ্ডৰিকঃ বিখ্যাত পুৰুষ, **—বহুমানঃ** মানৱ জাতিৰ সন্মান, **—ৱাহঃ** গৰুড়, কুবেৰ, **—ব্যাঘ্ৰঃ, শাৰ্দুলঃ** বিখ্যাত পুৰুষ বীৰ, **—সমৱায়ঃ** মানুহৰ সমষ্টি, **—সূক্তং** ৰ ঋগবেদৰ ১০ মণ্ডলৰ ৯০ তম সূক্ত। যবে ৩১ শ অধ্যায়ৰ ২২টা মন্ত্ৰ।

**পুৰুষকং, কঃ** (পুৰুষ স্বাৰ্থে কন্) ১। ঘোঁৰা থিয় হৈ থকা (ভঙ্গী), ২। দুই ভৰিৰ ওপৰত মানুহ থিয় হৈ থকা, শি ৫।৫৬।

**পুৰুষতা, ত্বং** পৌৰুষত্ব। মানৱতা, পুংশক্তি।

**পুৰুষাঙ্গং** মতা মানুহৰ গুপ্তাঙ্গ।

**পুৰুষাদঃ** ১। নৰখাদক, ২। দৈত্য, ৩। জিন।

**পুৰুষাদ্যঃ** *পু.* ১। আদিনাথ নামৰ এজন জিন, ২। বিষ্ণু।

**পুৰুষাধমঃ** নীচ পুৰুষ, নৰাধম।

**পুৰুষাৰ্থঃ** ১। ধৰ্মাৰ্থ, কাম, মোক্ষ, ২। পুৰুষাকাৰ।

**পুৰুষাশী** (ন্) দৈত্য, পিশাচ, নৰখাদক।

**পুৰুষাস্থিমালী** (ন্) শিৱ।

**পুৰুষেন্দ্ৰঃ** ৰজা।

**পুৰুষোত্তমঃ** *পু.* (পুৰুষেষু উত্তমঃ) ১। বিষ্ণু, ৰ ৩।৪৯; ২। এজন জিন, ৩। নৰশ্ৰেষ্ঠ, 'সমো ধৰ্মঃ সমঃ স্বৰ্গঃ সমো হি পৰমং তপঃ। যস্যেৱ মানসং নিত্যং স নৰঃ পুৰুষোত্তমঃ।। ৪। উৎকল দেশৰ এটা অংশ, ভগৱতী বিমলাৰ পীঠস্থান, ৫। প্ৰয়োগ ৰত্নমালা আদি কেবাখনো গ্ৰন্থৰ প্ৰণেতা।

**পুৰুষায়িতং** *ক্লী.* ১। পুৰুষসুলভ কাম, পুৰুষ চৰিত্ৰ, ২। এবিধ যৌনক্ৰিয়া ভঙ্গি।

**পুৰূৰৱাঃ** (স্) *পু.* চন্দ্ৰবংশীয় প্ৰথম ৰজা; বুধ আৰু ইলাৰ পুত্ৰ। মিত্ৰ আৰু বৰুণৰ শাপত অপ্সৰা উৰ্বশী পৃথিবীলৈ আহোঁতে, যুৱৰাজ পুৰূৰৱাৰ ৰূপ, ভক্তি, দয়াশীলতা, মহানুভৱতাৰ বিষয়ে শুনি আৰু যুৱৰাজেও উৰ্বশীৰ ৰূপ-লাৱণ্য দেখি দুয়োজন দুয়োৰো প্ৰতি আকৃষ্ট হৈ শেষত বিবাহ পাশত আবদ্ধ হয়। উৰ্বশীয়ে এটা সন্তান জন্ম দি স্বৰ্গলৈ গুচি যোৱাত ৰজা শোকাকুল হৈ পৰে। তাৰ কিছু কাল পিচত উৰ্বশীয়ে পাঁচ বাৰ পৃথিৱীলৈ আহি ৰজাৰ লগত মিলিত হয় আৰু পাচটা সন্তান জন্ম দিয়ে। পিচত গন্ধৰ্বৰ নিৰ্দেশত আহুতি প্ৰদান কৰি উৰ্বশীক সম্পূৰ্ণভাৱে লাভ কৰে। কালিদাসৰ বিক্ৰমোৰ্ৱশীয়ম্ নাটকৰ কাহিনীৰ লগত কিছু অমিল আছে। শতপথ ব্ৰাহ্মণত থকা কাহিনী মতে উৰ্বশীয়ে পুৰূৰৱাৰ ওচৰলৈ দুটা চৰ্তত আহিবলৈ বিচাৰিছিল। এটা মতে, উৰ্বশীয়ে নিজৰ সন্তানৰ দৰে মৰম কৰা ৰাম ছাগলী দুটা বিছনাৰ কাষতে থাকিব আৰু আনটো মতে ৰজা উলঙ্গ হোৱা যেন উৰ্বশীয়ে কেতিয়াও দেখা নাপায়। কিন্তু কিছু কাল পিচত গন্ধৰ্ববিলাকে ছাগলী দুটা হৰণ কৰি নিয়াত উৰ্বশী স্বৰ্গলৈ উভতি গুচি যায়।

**পুৰোগ** *বিণ.* (পুৰস্ গম্ ড) অগ্ৰগামী, ৰ্ ৬।৫৫।

**পুৰোগতিঃ** কুকুৰ।

**পুৰোডাঃ** (শ্) ঘিউৰ আহুতি।

**পুৰোডাশঃ** *পু.* চাউল অথবা আটাৰ গুড়ি আৰু ঘিউৰে তৈয়াৰী এবিধ আহুতি, মনু ৭।২১।

**পুৰোধাঃ** (স্) *পু* পুৰোহিত, ৰ ৩।১৮।

**পুৰোভাগী** (ন্) *বিণ.* দোষদৰ্শী, দোষ খুঁচৰি ফুৰা ব্যক্তি।

**পুৰোহিতঃ** *পু.* (পুৰ আদৌ এৱ হিতং মঙ্গলং যস্মাৎ) শান্তি আদি ক্ৰিয়া কৰ্তা। ধৰ্ম-কৰ্মাদি কৰ্তা। শ্ৰেষ্ঠ পুৰোহিতৰ লক্ষণ— ৱেদৱেদাঙ্গতত্ত্বজ্ঞঃ জপহোম-পৰায়ণঃ। আশীৰ্ৱাদৱচোযুক্ত এষ ৰাজপুৰোহিতঃ।।

**পুৰ্ৰ্** পুৰ্তৌ (ভ্বা প স পুৰ্ৱতি) ১। ভৰ্তি কৰ, পূৰ্ণ কৰ, যেনে পুৰ্ৱতি জলেন কুম্ভং, ২। বাস কৰ।

**পুল** ক) উচ্ছ্ৰিতৌ (চুৰা প অক পোলয়তি)

খ) মহত্ত্বে (ভ্বা প অক পোলতি)

গ) মহত্ত্বে (তুদা প অক পুলতি)

ডাঙৰ হ, উচ্চ হ, ওখ হ, দ'ম হ, জমা হ।

**পুল** *বিণ.* ১। ডাঙৰ, বৃহৎ, বহল, বিস্তৃত, —**লঃ** পুলক, ৰোমাঞ্চ।

**পুলকং** *ক্লী.* এবিধ পাহাৰীয়া মাটি, —**কঃ** *পু.* ১। ৰোমাঞ্চ, ত্বকপুষ্প, আস ৩৭৯; ২। এবিধ মুক্তা, পাথৰ, ৩। মুক্তাত থকা দোষ, ৪। হাতীৰ মুখত ভৰাই খাবলৈ দিয়া অন্নপিণ্ড, ৫। হাইতাল, ৬। মদৰ গিলাচ, ৭। এবিধ বেহাৰ, ৮। গন্ধৰ্ব বিশেষ।

**পুলকাঙ্গঃ** বৰুণৰ পাশ।

**পুলকালয়ঃ** কুবেৰ।

**পুলকিত** *বিণ.* ৰোমাঞ্চিত।

**পুলকী** (ন্) ধাৰাকদম্ব। ৰঘু গছ।

**পুলস্তি, স্ত্যঃ** *পু.* এজন প্ৰসিদ্ধ মহৰ্ষি, ব্ৰহ্মাৰ মানসপুত্ৰ; মনু ১।৩৫; ব্ৰহ্মাৰ কৰ্ণৰ পৰা জন্ম হোৱা পুলস্ত্যৰ ভাৰ্য্যাৰ নাম হৱিৰ্ভু আৰু পুত্ৰৰ নাম অগস্ত্য আৰু বিশ্ৰৱস্, হৰ ৭।৮; ব্ৰহ্মাৰ সাত পুত্ৰৰ (ঋষি) নাম মৰীচিৰত্ৰিৰ্ভগৱানঙ্গিৰাঃ পুলহঃ/ ক্ৰতুঃ। পুলস্ত্যশ্চ ৱশিষ্ঠশ্চ সপ্তৈতে ব্ৰহ্মণঃ সুতঃ।।

**পুলহঃ** *পু.* ব্ৰহ্মাৰ নাভিৰ পৰা জন্ম হোৱা এজন ঋষি। পত্নী কৰ্দমমুনিৰ কন্যা গতি। তিনিজন পুত্ৰ : কৰ্মশ্ৰেষ্ঠ, মহীয়ান আৰু সহিষ্ণু।

**পুলা** *স্ত্ৰী.* আলজিভা।

**পুলাকং, —কঃ** *পু.* ১। সংক্ষেপ, অল্পতা, ২। ভাতৰ লাড়ু, ৩। ভাতৰ মণ্ড বা ভাতৰ মাড়, ৪। **বেয়া** ধান, পতান।

**পুলাকী (ন্)** গছ।

**পুলায়িতং** *ক্লী.* ঘোঁৰাৰ কদমত গমন।

**পুলিনং —নঃ** *ক্লী. পু.* ১। নদী বা সাগৰৰ বালিময় পাৰ, চৰ, ২। নদীদ্বীপ, মাজুলী, ৩। নদীৰ পাৰ।

**পুলিনৱতী** এখন নদীৰ নাম।

**পুলিন্দঃ** *পু.* (পুল মহত্বে কিন্দচ) ১। এবিধ চণ্ডাল জাতি, ২। বৰ্বৰ, পাহাৰীয়া জাতি।

**পুলিৰিকঃ** সাপ।

**পুলোমা(ন্)** *পু.* এটা দৈত্যৰ নাম। ইন্দ্ৰভাৰ্য্যা শচীৰ পিতাক। **—জিৎ, —দ্বিষ্ ইন্দ্ৰ, —জা** শচী।

**পুষ্** ক) **পুষ্টৌ** (ভ্বা প সক পোষতি)

খ) **পুষ্টৌ** (দিৱা প সক পুষ্যতি)

গ) পুষ্টৌ (ক্ৰ্যা প সক পুষ্ণাতি)

ঘ) পুষ্টৌ (চুৰা প সক পোষয়তি) ১। প্ৰতিপালন কৰ, লালন কৰ, পুষ্ট কৰ, ২। পোষণ কৰ, ভৰণ পোষণ দি ডাঙৰ-দীঘল কৰ, সহায় কৰ, ৩। বৃদ্ধি কৰ, উন্নত কৰ, সহায় কৰ, ৪। বহন কৰ, প্ৰদৰ্শন কৰ, দেখুৱা, মে ৮০; ৫। প্ৰাপ্ত কৰ, উপভোগ কৰ, গ্ৰহণ কৰ, ৬। প্ৰশংসা কৰ।

**পুষিত** *বিণ.* পোহনীয়া (জন্তু আদি)।

**পুষ্কৰং** *ক্লী.* (পুষ্ণাতীতি পুষ কৰণে কিৎ) ১। হাতীৰ শুঁড়, শি ৫।৩০; ২। ঢোলৰ ছাৱনি, মুখৰ অংশ (য'ত কোব মাৰি শব্দ তোলা হয়), ৩। তৰোৱালৰ ধাৰ থকা ফালটো, ৪। কাঁড়, ৫। বায়ু, বতাহ, বায়ুমণ্ডল, ৬। পানী, শত্ৰা ৬।৪।২।২; ৭। পদুম ফুল, ৮। আজমীৰৰ ওচৰৰ এখন প্ৰসিদ্ধ তীৰ্থস্থান, মহা ১।৩৬।৩; ৯। কুষ্ঠৰোগৰ ঔষধ বিশেষ, ১০। যুদ্ধ, সমৰ, **—ৰঃ** ১। এবিধ বেমাৰ, ২। এবিধ নাগ, ৩। সাৰ সপক্ষী, ৪। এজন ৰজাৰ নাম, ৰজা নলৰ ভায়েক। কলিৰ সহায়ত এইজনেই ককায়েক নলক পাশা খেলত পৰাস্ত কৰি সিংহাসনচ্যুত কৰে। ৫। বৰুণ দেৱতাৰ পুত্ৰৰ নাম, ৬। এবিধ বাদ্যযন্ত্ৰ, মাপু ১০৬।৬১; ৭। এখন পৰ্বতৰ নাম, ৮। সাতটা দ্বীপৰ ভিতৰত এটা, ৯। পদ্মপুৰাণোক্ত, ব্ৰহ্মাৰ দ্বাৰা সৃষ্ট আন এখন তীৰ্থৰ নাম। ইয়াত জ্যেষ্ঠ, মধ্যম আৰু কনিষ্ঠ পুষ্কৰ নামৰ তিনিটা হ্ৰদ আছে, ১০। (জ্যোতিষ) ক্ৰূৰ বাৰ, ভদ্ৰাতিথি, ভগ্নপাদ নক্ষত্ৰযুক্ত অশুভজনক যোগ, ১১। সূৰ্য্য, ১২। অনাবৃষ্টি, আকালৰ জনক এবিধ বিশেষ ধৰণৰ মেঘৰ নাম। মে ৬; ১৩। শিৱ, **—তীৰ্থঃ** প্ৰসিদ্ধ তীৰ্থস্থান, **—নাড়ী** স্থলপদ্ম, **—পত্ৰং** পদুমৰ পাত, **—প্ৰিয়** লা, **—বীজং** পদুমৰ গুটি, **—ব্যাঘ্ৰঃ** ঘঁৰিয়াল, **—শিখা** পদুমৰ শিপা, **—স্থপতিঃ** শিৱ, **—স্ৰক্** *স্ত্ৰী* পদুমৰ মালা, **—স্ৰজৌ** অশ্বিনীকুমাৰদ্বয়।

**পুষ্কৰাক্ষঃ** বিষ্ণু, শ্ৰীকৃষ্ণ, মহা ১।২২০।১৬

**পুষ্কৰাহ্বঃ** ১। সাৰস পক্ষী, ২। পুষ্কৰ মূল (পুষ্কৰদেশীয়, প্ৰসিদ্ধ ঔষধ)

**পুষ্কৰিণী** *স্ত্ৰী.* (পুষ্কৰৱৎ আকৃতিৰস্ত্যস্যা ইতি ইনিঙী) ১। স্থল পদ্ম, ২। পুষ্কৰ মূল, ৩। হস্তিনী, সৰোজিনী, ৪। জলাশয়, পুখুৰী।

**পুষ্কৰী (ন্)** হাতী।

**পুষ্কল** *বিণ.* (পুষ্ কলন কিৎ) ১। পূৰ্ণ, পৰিপূৰ্ণ, গীত ১১।২১; ২। সৰ্বশ্ৰেষ্ঠ, ৩। ওচৰ, নিকট, ৪। সৰব, উচ্চ ৰৱযুক্ত, ৫। ঐশ্বৰ্য্যশালী, সুন্দৰ, উজ্জ্বল, **—লং** *ক্লী.* ১। চাৰি গৰাহৰ সমতুল্য ভিক্ষা, ২। ৬৪ মুঠি পৰিমাণ। (৮ মুঠিৰে এক কুঞ্চি আৰু ৮ কুঞ্চিৰে এক পুষ্কল), ৩। এখন নগৰৰ নাম, ৰা ৭।১১৪।১১; **—লঃ** *পু.* ১। বাদ্যযন্ত্ৰ এবিধ, ২। মেৰু পৰ্বত, ৩। সমূহ।

**পুষ্কলকঃ** *পু.* ১। কস্তুৰী মৃগ, ২। শলখা, কাঠ বা লোহাৰ পাটি।

**পুষ্ট** *বিণ.* (পুষ ক্তঃ) ১। পালিত, পোষিত, ২। বাঢ়ি থকা, লালিত, ৩। প্ৰসিদ্ধ, ৪। পৰিপূৰ্ণ।

**পুষ্টিঃ** *স্ত্ৰী.* (পুষ্ ভাৱে ক্তিন) ১। পোষণ, লালন-পালন, ২। বৃদ্ধি, ৩। শক্তি, সবলতা, ৪। ধন-সম্পত্তি, ৫। জাক-জমক, মহিমা, **—কৰ্ম (ন্)** ধন-সম্পত্তি লাভৰ বাবে কৰা ধৰ্মানুষ্ঠান, **—কান্তঃ** গণেশ, **—দা** অশ্বগন্ধা, বৃদ্ধি, **—ৱৰ্দ্ধনং** উন্নতি সাধন, (**—নঃ**) কুকুৰা।

**পুষ্প্ ফুল্লনে** (দিৱা প অক পুষ্প্যতি) ১। ফুল, ফুলি উঠ, ২। বিকশিত হ, প্ৰস্ফুটিত হ, যেনে পুষ্প্যতি কুন্দকুসুমম্।

**পুষ্পং** *ক্লী.* (পুষ্প্যতি বিকসতীতি অচ্) ১। তৰুলতা আদিৰ পৰা উৎপন্ন হোৱা ফুল, কুসুম, সুমন, ২। ঋতুস্ৰাৱ,

৩। পদ্মৰাগ মণি, 'টোপাজ', ৪। বীৰত্ব, নম্রতা, **—কৰন্দকং** উজ্জয়িনীত থকা শিৱৰ উদ্যান, **—কালঃ** ১। বসন্ত কাল, ২। ঋতুস্রাৱৰ সময়, **—কাসীসং** হীৰাকচ, তুতীয়া, **—কীটঃ** ডাঙৰ ভোমোৰা, **—কেতনঃ** কামদেৱ, **—কেতুঃ** ১। কামদেৱ, ২। পুষ্পকোষ, ৩। তুতীয়া, **—গৃহঃ** ফুলঘৰ, **—চাপঃ** কামদেৱ, **—চামৰ** এবিধ চোঁৱৰ, **—দঃ** গছ, **—দন্তঃ** ১। শিৱৰ এজন অনুচৰ, ২। শিৱমহিম্ন স্তোত্ৰৰ স্রষ্টা, ৩। উত্তৰ পশ্চিম দিশত থকা দিগগজ, **—দামন্** ফুলৰ মালা, **—ধনুঃ ধন্বা, ধ্বজঃ পত্রী (ন্)**, কামদেৱ, **—ধাৰণঃ** বিষ্ণু, **—নিক্ষঃ** মৌমাখি, **—নির্যাসঃ** ফুলৰ ৰস, **—নেত্ৰং** ফুলৰ নলী, **—পথঃ** যোনি, **—পুৰং** পাটলিপুত্র, **—প্রচয়ঃ —প্রাচয়ঃ** ফুল ছিঙা কার্য্য, **—প্রস্তাৰঃ** ফুলৰ শয্যা, **—বলিঃ** ফুলৰ নৈবেদ্য, উচৰ্ণা, **—ৱাণঃ** কামদেৱ, **—মাসঃ** চ'ত মাহ, বসন্ত কাল **—ৰজস্ —ৰেণুঃ** ফুলৰ ৰেণু, **—ৰসঃ** ফুলৰ ৰস, **—ৰসাহ্বয়ং** মৌ, **—লোচনঃ** নাহৰ গছ, **—লাৱঃ (ৱী)** ফুল আহৰণকাৰী, মালী, **—লিক্ষঃ —লিহ্** মৌমাখি, **—ৱদুকঃ** ৰসিক, **—ৱাটিকা, —ৱাটী** ফুলনি, **—ৰেণী** ফুলৰ মালা, **—শকটী** আকাশবাণী, **—শয্যা** ফুলশয্যা, **—শৰঃ, —শৰাসনঃ —সায়কঃ** কামদেৱ, **—সময়ঃ** বসন্ত কাল, **—সাৰঃ স্বেদঃ** ফুলৰ ৰস, মৌ, **—হাসা** ৰজস্বলা তিৰোতা, **—হীনা** সন্তান জন্মৰ সময় পাৰ হোৱা নাৰী।

**পুষ্পকং** *ক্লী.* (পুষ্প কৈ কঃ) ১। ফুল, ২। পিতলৰ ধাতুভস্ম, ৩। লোৰ বাটি, ৪। কুবেৰৰ ৰথ। ৰাৱণে কুবেৰক পৰাস্ত কৰি ৰথখন লঙ্কালৈ নিয়ে। পিচত ৰামে ৰাৱণক হত্যা কৰি সীতাক উদ্ধাৰ কৰে আৰু লক্ষ্মণ সীতাক লৈ এই ৰথতে উঠি অযোধ্যালৈ ঘূৰি আহে, ৰ ১৬।৪৬; ৫। খাৰু, বলয়, ৬। চকুৰ অঞ্জন, ৭। নেত্ৰৰোগ বিশেষ, ৮। প্রাসাদৰ মণ্ডপ।

**পুষ্পা** কর্ণপুৰী নগৰ, বর্তমান বিহাৰৰ ভাগলপুৰ চহৰ।

**পুষ্পাম্বুজং** ফুলৰ ৰস।

**পুষ্পাস্ত্রঃ, —যুধঃ** কামদেৱ।

**পুষ্পাগমঃ** বসন্ত কাল।

**পুষ্পাজীৱঃ, —ৱচায়ী(ন্)** মালাকৰ, মালী।

**পুষ্পাপীড়ঃ** মূৰত লোৱা ফুলৰ মালা।

**পুষ্পাসৱং** মৌ।

**পুষ্পাসাৰঃ** ফুলৰ বর্ষণ।

**পুষ্পেষুঃ** কামদেৱ।

**পুষ্পিকা** *স্ত্রী.* ১। দাঁতৰ মল, পাথৰ, ২। লিঙ্গৰ মল, লিঙ্গৰ পৰা ওলোৱা বিজলুৱা ৰস, ৩। পুথিৰ অধ্যায়ৰ শেষত অধ্যায়টোৰ সম্পর্কে উল্লেখন। যেনে গীতাত 'ইতি শ্রীমদ্ভগৱদ্গীতাসূপনিষৎসু ব্রহ্মবিদ্যায়াং যোগশাস্ত্রে শ্রীকৃষ্ণার্জুনসংবাদে অর্জুনবিষাদযোগো নাম প্রথমোঽধ্যায়ঃ।

**পুষ্পিণী** ৰজস্বলা তিৰোতা।

**পুষ্পিত** *বিণ.* (পুষ্প ক্তঃ) ১। কুসুমিত। ফুলি উঠা ফুল, ২। জকমকীয়া, সুশোভিত, ৩। প্রচুৰভাৱে থকা, ৪। সুস্পষ্ট ৰূপত বৃদ্ধিপ্রাপ্ত, **—তা** ৰজস্বলা তিৰোতা।

**পুষ্যঃ** *পু* (পুষ ক্যপ্) ১। পুষ্যা নক্ষত্র, অশ্বিনী আদি ২৭টা নক্ষত্ৰ পুঞ্জৰ অষ্টম নক্ষত্র, মনু ৪।৯৬, ২। কলিযুগ, **—ৰথঃ** যুদ্ধৰ বাহিৰে ফুৰাচকাদি অন্য কামত ব্যৱহাৰ কৰা ৰথ।

**পুষ্যলকঃ** *পু.* ১। কস্তুৰী মৃগ। 'কেশেষু চমৰীং হন্তি সীম্নি পুষ্যলকো হতঃ', ২। বৌদ্ধ বা জৈন ভিক্ষু, ৩। যাঠি, শূল, কাল।

**পুষ্যস্নানং** *ক্লী.* পুষ্যা নক্ষত্ৰৰ কালত কৰা স্নান।

**পুষ্যা** *স্ত্রী.* পুষ্যা নক্ষত্র। নক্ষত্রপুঞ্জৰ অষ্টম নক্ষত্র।

**পুস্তং** *ক্লী.* ১। লেপনাদি কাৰিকৰী কর্ম, সাধাৰণ মাটি বা বিলাতী মাটি, বালি আদিৰে বেৰা ঘৰ লিপা কার্য্য, ২। ৰং লিপা, ৩। মাটিৰ মূর্ত্তি আদি বনোৱা, ৪। মাটি, কাঠ, ধাতুৰে বনোৱা বস্তু, ৫। পুথি, পাণ্ডুলিপি, **—কং, —কঃ** পুথি, কিতাপ।

**পূ** ক) শোধে (ক) (ভ্বা আ সক পৱতে), (খ) (দিৱা আ সক পূয়তে), (গ) (ক্র্যা উ সক পুনীতে), ১। শুদ্ধ কৰ, পৱিত্ৰ কৰ, ২। পৰিষ্কাৰ কৰ, জাৰ, ৩। প্রায়শ্চিত্ত কৰ, ৪। গুণাগুণ বিচাৰ কৰ ৫। বিচাৰ কৰ, কল্পনা কৰ।

**পূগং** *ক্লী.* (পূয়তে মুখমনেনেতি পূ গন্ কিচ্চ) তামোল, **—গঃ** ১। তামোল গছ, ২। সমূহ, সমষ্টি, সঙ্ঘ, মহা ৬।২১।১৪; ৩। মনৰ ভাব, প্রকৃতি, স্বভাৱ, ৪। ছন্দ, **—পাত্রং** ১। তামোলৰ বটা, ২। পিকদানী, **—পীঠং** পিকদানী, **—পুষ্পিকা** বিবাহ সম্বন্ধীয় তামোল, পাণ, ফুলাদি, **—ফলং** তামোল, **—বৈৰং** একেলগে বহুতৰ লগত শত্রুতা।

**পূজ্** পূজে (চুৰা উ সক পূজয়তি -তে) ১। শ্ৰদ্ধা কৰ, পূজা কৰ, অৰ্চনা কৰ, সেৱা কৰ, প্ৰণাম কৰ, ২। ফুল, জল, নৈবেদ্যাদিৰে অৰ্চনা কৰ।

**পূজ** *বিণ.* পূজাকৰ্তা, শ্ৰাদ্ধকাৰী, অৰ্চক।

**পূজনং** *ক্লী.* (পূজ্ ভাৱে ল্যুট্) পূজা, শ্ৰদ্ধা, সেৱা, অৰ্চনা, **—নী** ১। মাইকী পাৰ, ২। ৰজা ব্ৰহ্মদত্তৰ ঘৰত থকা এজনী মাইকী শকুনি চৰাই, মহা ১২।১৩৯।৪।

**পূজা** *স্ত্ৰী* (পূজনমিতি পূজ অঙ্ টাপ্) পূজন, অৰ্চনা, শ্ৰদ্ধা, আৰাধনা, ৰ ১।৭৯।

**পূজাৰ্হ** *বিণ.* পূজ্য, অৰ্চনীয়, শ্ৰদ্ধাৰ পাত্ৰ।

**পূজিত** *বিণ.* অৰ্চিত, সম্মানিত, আৰাধিত, প্ৰশংসিত, স্বীকৃত।

**পূজিতব্য, পূজ্য** পূজনীয়, অৰ্চনীয়।

**পূজিল** *বিণ.* (পূজ্ ইলচ্ কিৎ) পূজনীয়, অৰ্চনীয়, প্ৰশংসনীয়, **—লঃ** *পু.* দেৱতা।

**পূণ্** সংঘাতে ৰাশীকৰণে (চুৰা পৰ সক পূণয়তি) ১। দ'ম কৰ, আহৰণ কৰ, ২। সংগ্ৰহ কৰ, জমা কৰ।

**পূত** *বিণ* (পূ কৰ্মণি ক্তঃ) ১। শুদ্ধীকৃত, বিশুদ্ধ, পৰিশোধিত, ২। জৰা (ধান), ৩। পৰাচিত হোৱা, ৪। পৱিত্ৰ, ৫। দুৰ্গন্ধময়, **—তং** ১। তুহঁ, পতানাদি জাৰি পৰিষ্কাৰ কৰা ধান, ২। সত্য, **—তঃ** ১। শঙ্খ, ২। বগা কুশ, **—ক্ৰতায়ী** *স্ত্ৰী.* ইন্দ্ৰৰ পত্নী, শচী, **—ক্ৰতুঃ** ইন্দ্ৰ, **—তৃণং** বগা কুশ, **—দ্ৰুঃ** পলাশ গছ, **—ধান্য** তিল, **—ফলঃ** কঁঠাল।

**পূতনা** *স্ত্ৰী* (পূতং কৰোতীতি ণিচ্ যুচ্) ১। শিলিখা, ২। এজনী ৰাক্ষসীৰ নাম। বকাসুৰৰ ভনীয়েক পুতনাক কংসই শিশু কৃষ্ণক পিয়াহ খুৱাৰ ছলেৰে হত্যা কৰিবলৈ পঠিয়াইছিল, কিন্তু তাইহে কৃষ্ণৰ হাতত নিহত হয়। হৰ ৬২ অ। ১। এবিধ ৰোগ। ২। অহিপূতনা নামৰ শিশুৰোগ। **—ৰিঃ —সূদনঃ, —হা** শ্ৰীকৃষ্ণ।

**পূতা** *স্ত্ৰী.* দুবৰি, **—আ (ন্)** *বিণ.* শুদ্ধদেহী, পু. বিষ্ণু।

**পূতিঃ** *স্ত্ৰী.* (পূ ভাৱে ক্তি) ১। দুৰ্গন্ধতা, গী ১৭।১০; ২। বিশুদ্ধতা, পৱিত্ৰতা (ক্লী), ১। লেতেৰা পানী, ২। পুঁজ, **—কং** বিষ্ঠা, গু, **—কৰ্ণঃ** এবিধ কাণৰ বেমাৰ। কাণেৰে পুঁজ ওলাই থকা ৰোগ, **—কা** মাইকী মেকুৰী, **—কামুখঃ** শামুক, **—কাষ্ঠং** ১। দেৱদাৰু, ২। সৰল গছ, **—কাষ্ঠকং** সৰল গছ, **—গন্ধি** দুৰ্গন্ধযুক্ত, **—নাসিকা** দুৰ্গন্ধযুক্ত নাক, **—ৱক্ত্ৰং** দুৰ্গন্ধযুক্ত মুখ, **—ব্ৰণং** পুঁজ ওলাই থকা ঘা।

**পূতিক** *বিণ.* (—কা স্ত্ৰী) দুৰ্গন্ধময়।

**পূত্যণ্ডঃ** *পু.* গান্ধীপোক, মহা ১২।৩২২।৭।

**পূন** *বিণ.* (পূ ক্তঃ) নষ্ট, বিনাশপ্ৰাপ্ত।

**পূপঃ** *পু.* (পূ ক্বিপ্ পূৱং পৱিত্ৰং পাতি ৰক্ষতীতি) ৰুটি, পিঠা।

**পূপলা, পূপলী, পূপালী** *স্ত্ৰী.* এবিধ মিঠা পিঠা।

**পূপাষ্টকা** *স্ত্ৰী.* আঘোণ মাহৰ পূৰ্ণিমাৰ পিচৰ কৃষ্ণাষ্টমী।

**পূয়ং —য়ঃ** *ক্লী. পু.* (পূয় দুৰ্গন্ধে অচ্) ফোঁহা পকিলে ওলোৱা বগা বৰণীয়া পুঁজ, মহা ৩।১৯৯।৫৪; **—ৰক্তঃ** নাকেৰে পুঁজ ওলাই থকা ৰোগ, **—ৰক্তং** ১। হাতীৰ মদ ৰস, ২। নাকৰ পানী বা পুঁজ।

**পূয়াৰিঃ** *পু.* নিম গছ।

**পূৰ** পূৰ্তো (ক) দিৱা আ সক পূৰ্যতে), (খ) (চুৰা উ সক পূৰয়তি তে) ১। পূৰ্ণ কৰ, ভৰ্তি কৰ, শি ৯।৬৪; ২। আবৃত কৰ, বেঢ়ি ধৰ, ৩। বায়ু পূৰ্ণ কৰ, বায়ুৰে ফুলাই তোল, ৪। সন্তুষ্ট কৰ, ৫। দৃঢ় কৰ, ৬। শ্ৰাদ্ধ-তৰ্পণাদিৰে পিতৰসকলক সন্তুষ্ট কৰ। যেনে শ্ৰাদ্ধে হৰ্যোঃ কৰ্য্যোঃ চ পিতৃন্ পূৰয়তি।

**পূৰং** *ক্লী.* ধূপ **—ৰঃ** ১। পূৰ্ণতা, পূৰ্ণকৰণ, ২। সন্তুষ্টিকৰণ, ৩। বানপানী, ৪। সৰোবৰ, পুখুৰী, ৫। ঘা শুকুৱা, ৬। পিঠা এবিধ, **—ক** *বিণ.* সন্তুষ্ট, পূৰণকাৰী, **—কঃ** ১। নেমু গছ, ২। শ্ৰাদ্ধৰ শেষত দিয়া অন্নপিণ্ড, ৩। অঙ্কৰ পূৰক, ৪। পূৰণকৰ্তা, মনু ৯।২৮৯ ।

**পূৰণং** *ক্লী.* ১। পূৰণ, সম্পূৰ্ণ কৰণ, ২। এবিধ পিঠা, ৩। শ্ৰাদ্ধত দিয়া পিঠা, ৪। বৰষুণ, ৫। দীঘ (তাঁতশালত কাপোৰৰ দীঘ সূতা), ৬। (অঙ্কত) পূৰণ, **—ণঃ** ১। সেতু, দলং, ২। সমুদ্ৰ, **—ণী** শিমলু গছ।

**পূৰিকা** *স্ত্ৰী.* এবিধ পিঠা, পুৰি, লুচি।

**পূৰিত** *বিণ.* পূৰ্ণ, পৰিপূৰ্ণ।

**পূৰুষঃ** *পু* (পুৰতি অগ্ৰে গচ্ছতীতি পুৰ কুষণ্ নিপাতনাৎ দীৰ্ঘঃ) পুৰুষ, মতা মানুহ।

**পূৰ্ণ** *বিণ.* (পূ পূৰি ৱা ক্তঃ) ১। পূৰিত, পৰিপূৰ্ণ, ২। সম্পূৰ্ণ, ৩। সম্পাদিত, সন্তুষ্ট, ৪। শক্ত, **—কঃ**

এবিধ গছ। স্বৰ্ণচূড় পক্ষী, মতা কুকুৰা, **—ককুদ্** ডাঙৰ কুঁজ থকা, **—কাম** সন্তুষ্ট, **—কুম্ভঃ** ১। ভৰা কলহ, ২। আঙুলি মুঠি মাৰি আনৰ মূৰত কৰা আঘাত, মহা ২।২৩।৪; **—কোষ্ঠা** *স্ত্ৰী.* উৰাল মাৰি, **—পাত্ৰং** ১। বস্তুপূৰ্ণ পাত্ৰ, ২। ২৫৬ মুঠি পৰিমাণ, ৩। উৎসৱৰ সময়ত মিতিৰ-কুটুম্বই উপহাৰ দিয়া কাপোৰকানি, অলঙ্কাৰাদি, ৪। হোমত ব্ৰাহ্মণ দক্ষিণা। (এটা পাত্ৰ চাউলেৰে পূৰ্ণ কৰি দক্ষিণাৰে সৈতে হোমৰ স্থানত ৰখা হয়। চাউলৰ পৰিমাণ ২৫৬ মুঠি হ'ব লাগে। ষট পঞ্চাশদধিকশতদ্বয়মুষ্টিমিতং পূৰ্ণপাত্ৰম্), **—বীজঃ** নেমু টেঙা, **—মা** পূৰ্ণিমা, **—মাসঃ** ১। পূৰ্ণমাসযাগ, তৈত্তিৰীয় সংহিতা ২।২।১০।২; ২। পূৰ্ণিমা, **—মাসীঃ** পূৰ্ণিমা।

**পূৰ্ণা** *স্ত্ৰী.* (পূৰ্ণ টাপ) পঞ্চমী, দশমী, পূৰ্ণিমা অমাৱস্যা তিথি। এই কেইটা তিথিত স্ত্ৰীসংসৰ্গ নিষেধ। পূৰ্ণাসু যোষিৎ পৰিবৰ্জনীয়া' : তিথিতত্ত্ব (শকদ্ৰু)।

**পূৰ্ণিমা, পূৰ্ণিমাসী** *স্ত্ৰী.* পূৰ্ণিমা তিথি। পঞ্চদশী তিথি।

**পূৰ্ত** *বিণ* (পৃ পালনে ক্তঃ) ১। পূৰ্ণ, সম্পূৰ্ণ, ২। আবৃত, ৩। পালিত, পুষ্ট, **—ৰ্তং** *ক্লী.* ১। পূৰ্ণতা, ২। লালন-পালন, পুষ্টি সাধন, ৩। পুৰস্কাৰ, ৪। ধাৰ্মিক কাৰ্য্য, ইষ্টাপূৰ্তং দ্বিজাতীনাং প্ৰথমং ধৰ্মসাধনম। বপু, **—ৰ্তিঃ** *স্ত্ৰী.* ১। পূৰণ, ২। সম্পাদন, সন্তুষ্টি, সিদ্ধি, ঋবে ৬।১৩।৬।

**পূৰ্ব** *বিণ.* (পূৰ্ব নিমন্ত্ৰণে নিৱাসে বা অচ) ১। প্ৰথম, সৰ্বপ্ৰথম, ২। পুব দিশ, প্ৰাচ্য, ৩। আগতে, ৪। পুৰণি, পৌৰাণিক, ৫। (সমাসৰ শেষত), যেনে ভূতপূৰ্ব অৰ্থাৎ প্ৰাক্তন, মতিপূৰ্বঃ জানিশুনি, ৬। পূৰ্বোল্লেখিত, আগতে, উল্লেখ কৰা, **—ৰ্বং** অব্য. আগতে প্ৰথমতে, **—ৰ্বঃ** *পু.* পূৰ্বপুৰুষ, ৰ ৫।১৪; **—কৰ্ম** ১। পূৰ্বজন্মৰ কৰ্ম, ২। প্ৰথমতে কৰিব লগীয়া কাম, ৩। অতীতত কৰা কাম, **—কল্পঃ** আগৰ কাল, **—কায়ঃ** ১। মানুহৰ শৰীৰৰ ওপৰ ভাগ, ২। জন্তুৰ শৰীৰৰ আগৰ ভাগ, **—কালীন** অতীতৰ, পুৰণি, **—কোটিঃ** পূৰ্বপক্ষৰ উক্তি। তৰ্কৰ প্ৰথম উক্তি, **—গঙ্গা** নৰ্মদা নদী, **—চোদিত** প্ৰথমতে উক্ত, **—জ** *বিণ.* ১। অগ্ৰজন্মা, ২। প্ৰাচ্য, **—জঃ** *পু.* ১। ককায়েক, ২। পূৰ্বপুৰুষ, ৩। জ্যেষ্ঠা পত্নীৰ সন্তান, **—জাতিঃ** আগৰ জন্ম, **—জ্ঞানং** পূৰ্বজন্মৰ জ্ঞান, **—দিক্‌পতিঃ** ইন্দ্ৰ, **—দিষ্টং** নিয়তিৰ দান, **—দেৱঃ** ১। অসুৰ, ২। পৌৰাণিক দেৱতা, ৩। জন্মদাতা, **—দেশঃ** প্ৰাচ্য দেশ, **—পক্ষঃ** ১। শুক্লপক্ষ, মনু ৩।২৭৮; ২। শাস্ত্ৰীয় পক্ষ, প্ৰাথমিক যুক্তি, তৰ্কৰ প্ৰথমতে উত্থাপন কৰা বিষয়, ৩। যুক্তিৰ প্ৰথম বিৰোধ, ৪। বিবাদীৰ উক্তি, ৫। মোকৰ্দমা, **—পদং** কোনো বাক্য বা সমাসৰ প্ৰথম পদ বা শব্দ, **—পৰ্বতঃ** উদয়াচল, **—পাণিনীয়াঃ** পূব দিশত থকা, পাণিনিৰ শিষ্যবোৰ, **—পুৰুষঃ** ১। ব্ৰহ্মা, ২। পিতা, পিতামহ আৰু প্ৰপিতামহৰ এজন, ৩। পিতৃসকল, **—ফল্গুনী,** নক্ষত্ৰপুঞ্জৰ একাদশ নক্ষত্ৰ, **—ভাদ্ৰপদা** নক্ষত্ৰপুঞ্জৰ পঞ্চবিংশ নক্ষত্ৰ, **—ভুক্তিঃ** প্ৰথম ব্যৱসায় অথবা অধিকাৰ, **—মীমাংসা** প্ৰথম মীমাংসা। বেদৰ কৰ্মকাণ্ড, **—যক্ষঃ** জিন বিশেষ, **—ৰঙ্গঃ** নাটকৰ প্ৰস্তাৱনা, আৰম্ভণ, উপক্ৰম, **—ৰাগঃ** নায়ক-নায়িকাৰ দশা বিশেষ। নায়ক আৰু নায়িকাৰ দেখাদেখি নোহোৱাকৈয়ে উদ্ভৱ (আগৰ কোনো কাৰণবশতঃ) হোৱা প্ৰেম, **—ৰাত্ৰঃ** ৰাতিৰ আগ ভাগ, **—ৰূপং** পূৰ্বলক্ষণ। কোনো ৰোগৰ আগতে দেখা দিয়া লক্ষণ, **—বয়ঃ** কম বয়সৰ, **—বাদঃ** মোকৰ্দমাত ন্যায়াধীশৰ আগত প্ৰথমতে দাখিল কৰা আৰ্জি, **—বাদী** (ন) বিবাদী, আৱেদনকাৰী, **—বৃত্তং** ১। আগৰ কাহিনী, ২। আগৰ আচৰণ, **—শাৰদঃ** শৰত কালৰ প্ৰথম ভাগ, **—শৈলঃ** উদয়াচল, **—সক্থং** কোনো বস্তুৰ ওপৰৰ অংশ, **—সন্ধ্যা** পুৱা, **—সৰ** *বিণ.* অগ্ৰগামী, **—সাহসঃ** তিনি বিধ জৰিমনাৰ প্ৰথম তথা কঠোৰতম জৰিমনা (শাস্তিবিধান), **—স্থিতিঃ** প্ৰথম অৱস্থা।

**পূৰ্বক** *বিণ.* আগত থকা, পূৰ্বৱৰ্তী, **—কঃ** পূৰ্বপুৰুষ।

**পূৰ্বতঃ** *অব্য.* পূব দিশত, আগতে, সমুখত।

**পূৰ্বত্ৰ** *অব্য.* আগ ভাগত, পূৰ্বতে।

**পূৰ্বা** *স্ত্ৰী.* পূব দিশ, **—ৰ্বাঃ** পূৰ্বপুৰুষ।

**পূৰ্বাদ্ৰিঃ** উদয়াচল।

**পূৰ্বাষাঢ়া** *স্ত্ৰী.* পূৰ্বাষাঢ়া নক্ষত্ৰ। নক্ষত্ৰপুঞ্জৰ বিংশ নক্ষত্ৰ। চাৰিটা তৰাযুক্ত।

**পূৰ্বাহ্ণঃ** দিনটোৰ তিনটা ভাগৰ প্ৰথম ভাগ।

**পূৰ্বী** (ন) ১। পুৰণি, প্ৰাচীন, ২। পূৰ্ব-পুৰুষ সম্বন্ধীয়।

**পূৰ্বেদ্যুঃ** (স) *অব্য.* ১। আগ দিনা, কালি, মনু ৩।১৮৭; ২। পুৱা বেলা।

**পূল্** সংহতৌ (ভ্বা, চুৰা প সক পুলতি, পূলয়তি) দ'ম কৰ, জমা কৰ, একগোট কৰ, আহৰণ কৰ।

**পূলঃ পূলকঃ** মুঠা, টোপোলা, আটি।

**পূলিকা** এবিধ পিঠা।

**পূষঃ, পূষকঃ** নুনি গছ, **—ভাসা** ইন্দ্ৰনগৰী।

**পূষা (ন্)** *পু.* (পুষতীতি পুষ বৃদ্ধৌ কনিন্) ১। সূৰ্য্য, দ্বাদশাদিত্যৰ এজন, মহা ১।৬৫।১৫; **—সুহৃদ** শিৱ।

**পৃ** ক) পূৰ্তৌ (চুৰা উ সক পাৰয়তি —তে) ১। পাৰ কৰ, ২। সিপাৰলৈ নি, সিটো পাৰ পা, ৩। সমৰ্থ হ, ৪। সহায় কৰ, উদ্ধাৰ কৰ, ৫। পূৰ্ণ কৰ।

খ) প্ৰীতৌ (স্বা প সক পৃণোতি) ১। সন্তুষ্ট কৰ, আনন্দ দি, সন্তুষ্ট হ, ২। আনন্দিত হ। অতিথিন পৃণোতি।

গ) পালনে (ক্ৰ্যা প সক পৃণাতি) পালন কৰ, ৰক্ষা কৰ।

ঘ) ব্যায়ামকে (তুদা আ অক প্ৰিয়তে) ব্যা উপসৰ্গৰ লগত ব্যৱহাৰ হয়। ব্যাপ্ৰিয়তে, ব্যস্ত থাক, কোন কাৰ্যত ৰত হৈ থাক। (ণিজন্ত)_পাৰয়তি –তে কামত নিযুক্ত কৰ।

ঙ) পালনে (হ্বা প সক পিপৰ্তি) ১। পালন কৰ, ৰক্ষা কৰ, ২। উদ্ধাৰ কৰ, ৩। উন্নত কৰ, বঢ়াই নি, ৪। পাৰ কৰ।

**পৃক্ত** *বিণ.* (পৃচ সম্পৰ্কে ক্ত) ১। মিশ্ৰিত, সংযুক্ত, ৰ ২।১২, ২। সম্পৰ্কীয়, ৩। স্পৃষ্ট, স্পৰ্শকৃত, **—ক্তং** ধন-সম্পত্তি।

**পৃক্তি** *স্ত্ৰী.* (পৃচ ক্তিন্) ১। সম্পৰ্ক, স্পৰ্শ, সংযোগ, ২। সংহতি।

**পৃক্থং** ধন-সম্পত্তি।

**পৃচ্** ক) সম্পৰ্কে (অদা আ অক পৃক্তে) ১। সম্পৰ্ক হ, সম্পৰ্কিত ʼ, ২। সংযুক্ত হ।

খ) সংযমনে সম্পৰ্কে (চুৰা, ভ্বা, প সক পৰ্চয়তি, পৰ্চতি, পচৰ্তি) সংযমনং বন্ধনম। ৰাজা চৌৰং পৰ্চতি পৰ্চয়তি বা, ১। বান্ধ, বান্ধি শাস্তি দি, ২। স্পৰ্শ কৰ, ৩। বাধা দি।

গ) সম্পৰ্কে (অদা আ সক পৃক্তে) ১। সম্পৰ্ক কৰ, সংযুক্ত হ, স্পৰ্শ কৰ।

ঘ) সম্পৰ্কে (ৰুধা প সক অক পৃণক্তি) ১। সম্পৰ্ক কৰ, সম্পৰ্কিত হ, সংযুক্ত কৰ, যেনে পৃণক্তি ধনুষা ৱাণম্।

**পৃচ্ছকঃ** প্ৰশ্নকৰ্তা, অনুসন্ধিৎসু।

**পৃচ্ছনং** প্ৰশ্ন, অনুসন্ধান।

**পৃচ্ছা** *স্ত্ৰী.* (প্ৰচ্ছ অঃ টাপ) ১। প্ৰশ্ন, নৈ ১৯।৬০; ২। ভৱিষ্যতৰ বিষয়ে অনুসন্ধান।

**পৃজ্** সম্পৰ্কে (অদা আ অক পৃক্তে) সম্পৰ্ক কৰ, সংযুক্ত হ। স্পৰ্শ কৰ।

**পৃণ্** তৃপি (তুদা প সক পৃণতি) তৃপ্ত কৰ, সন্তুষ্ট কৰ। হৱিনা অগ্নিং পৃণতি দ্বিজঃ।

**পৃতনা** *স্ত্ৰী.* (পৃঙ ৱাহুলকাৎ তনন) ১। সেনা, ২। এটা বিশেষ ধৰণৰ সেনা বাহিনী য'ত হাতী ২৪টা, ৰথ ২৪ খন, ঘোঁৰা ৭২৯ টা আৰু পদাতি সৈন্য ১২১৫ জন থাকে, ৩। যুদ্ধ, সমৰ, **—সাহঃ** ইন্দ্ৰ।

**পৃথ্** প্ৰক্ষেপে (চুৰা উ সক পৰ্থযতি –তে) ১। দলিয়াই দি, প্ৰক্ষেপ কৰ, ২। প্ৰেৰণ কৰ, ৩। বহল কৰ, বিস্তৃত কৰ।

**পৃথক** *অব্য.* (প্ৰথ ৱিক্ষেপে কিৎ সম্প্ৰসাৰণঞ্চ) ১। ভিন্ন. বেলেগ, ২। ভিন্ন প্ৰকাৰে, বেলেগ ধৰণে, গী ৫।৪, ৩। আছুতীয়া, সুকীয়া, অকল, **—কৰণং** বেলেগ কৰা. **—কুল** ভিন কুলীয়া, **—ক্ষেত্ৰাঃ** ভিন ভিন জাতৰ স্ত্ৰীত এক পতিৰ সন্তান, **—চৰ** অকলে চৰি ফুৰা, **—জনঃ** ১। নীচ লোক, ইতৰ মানুহ, ২। মূৰ্খ, অজ্ঞ, শি ১৬।৩৯; ৩। পাপী, দুষ্ট, **—ভাৱঃ** পৃথক অস্তিত্ব, ব্যক্তিত্ব, **—শয্যা** বেলেগে শয়ন।

**পৃথকাত্মতা** *স্ত্ৰী.* পাৰ্থক্য, বিবেচনা।

**পৃথৱী** *স্ত্ৰী.* পৃথিৱী।

**পৃথা** *স্ত্ৰী.* পাণ্ডুৰ পত্নী, কুন্তী, **—জঃ, তনয়ঃ সুতঃ, সুনুঃ** কুন্তীপুত্ৰ, অৰ্জুন, অৰ্জুন গছ, **—পতিঃ** পাণ্ডু।

**পৃথিকা** *স্ত্ৰী.* কেৰেলুৱা, শতপদী।

**পৃথিৱিঃ** *স্ত্ৰী.* পৃথিৱী (ঙীযো ৱা হ্ৰস্বঃ)।

**পৃথিৱী** *স্ত্ৰী.* (প্ৰথতে বিস্তাৰং যাতীতি প্ৰথ উণাদি ষিৱন ঙীষ) ১। মত্যাদি স্থানভূতা ধৰিত্ৰী, ধৰণী, বসুমতী, পৃথ্বী, মেদিনী, **—ইন্দ্ৰঃ, ঈশঃ, ক্ষিৎ, পালঃ পালকঃ, ভুজ ভুজঃ, শক্ৰঃ,** ৰজা, **—তলং** ভূতল, ভূমি, **—পতিঃ** ৰজা, যমৰাজ, **—ৰুহঃ** গছ, **—লোকঃ** ভূলোক, ২। অন্তৰীক্ষ, ঋবে ১০।১২১।১।

**পৃথিৱীগীতা** পৃথিৱীৰ কাহিনী, কথা, বিপু ৪।২৪।

**পৃথু** *বিণ.* (প্ৰথ কুঃ) ১। মহৎ, আস ১১৭, ২। বহল, বিস্তৃত, ৩। প্ৰচুৰ, ৪। ডাঙৰ, শি ১২।৪৮; ৫। বহুত,

অসংখ্যক, ৬। নিপুণ, **—থুঃ** *স্ত্রী.* ১। ক'লা জীৰা, কালজীৰা, ২। আফিং, ৩। হিঙ্গু গছৰ পাত, **—থুঃ** পু. ১। ত্রেতা যুগৰ সূৰ্যবংশীয় পঞ্চম ৰজা। অঙ্গপুত্ৰ বেণৰ পুত্ৰ। প্ৰজা ৰঞ্জনৰ বাবে পৃথুৱে 'ৰজা' নাম পায়। বেণে ৰাজ্যত পূজা-পাতল যাগযজ্ঞ নিষিদ্ধ কৰাত মুনিবিলাকে বেণক হত্যা কৰে। ৰজাৰ কোনো পুত্ৰ-সন্তান নথকাত মৃত বেণৰ সোঁহাতখন মোহৰাত দ্বাদশাদিত্যসম উজ্জ্বল পৃথুৰ জন্ম হয়। এই পৃথুৰ পৰাই ধৰাতলখনে পৃথিৱী নাম লাভ কৰে। পৃথু ৰজা হোৱাৰ পিচতে প্ৰজাবিলাকে পৃথিৱীৰ পৰা খাদ্য-শস্য নোপোৱাত ৰজাৰ ওচৰত আৱেদন নিৱেদন কৰে। পৃথুৱে তেতিয়া খঙতে হাতত ধনু লৈ পৃথিৱীক খাদ্যশস্য যোগান ধৰাৰ বাবে দাবী কৰে। পৃথিৱীয়ে তেতিয়া এটা গৰুৰ ৰূপ ধাৰণ কৰি পলাবলৈ ধৰে। অৱশেষত ৰজাৰ ওচৰত নতি স্বীকাৰ কৰি সকলো দিব বুলি কথা দিয়ে আৰু এটা গৰু পোৱালি দিবলৈ অনুৰোধ কৰে। পৃথুৱে তেতিয়া স্বয়ম্ভুৱ মনুক গৰু পোৱালী হবলৈ কয়। সেই পোৱালিৰ সহায়ত পৃথিৱীয়ে নিজৰ পৰা গাখীৰ দোহন কৰি ৰজাৰ হাতত দিয়ে আৰু সেই গাখীৰৰ পৰাই সকলো ব্যৱহাৰ্য্য বস্তু উৎপন্ন হয়। পৃথুৰ দুজন পুত্ৰ আছিল। ২। অগ্নি, ৩। অৱেণাভূ নামৰ ৰজাৰ পুত্ৰৰ নাম, ৪। প্ৰিয়ব্ৰত বংশোদ্ভৱ বিভূৰ পুত্ৰৰ নাম। বিপু ২।১।৩৮; ৫। তামস মন্বন্তৰৰ এজন মুনিৰ নাম, মাপু ৭৪।৫৯; **—জঘন, নিতম্ব,** ডাঙৰ উৰু থকা, **—পত্ৰং —ত্ৰং** ৰঙা নহৰু, **—প্ৰথ, যশসঃ** যশস্বী, বিখ্যাত, সুপ্ৰসিদ্ধ, **—ৰোমা(ন)** মাছ, **—শেখৰঃ** পৰ্বত, **—শ্ৰী** অত্যন্ত উন্নত, **—শ্ৰোণি** ডাঙৰ তপিনাযুক্ত, **—সম্পদ্** ধনী, **—স্কন্ধঃ** গাহৰি।

**পৃথুকং, কঃ** চিৰা **—কঃ** শিশু, শি ৩।৩০; **—কা** ছোৱালী, হিঙ্গু গছৰ পাত।

**পৃথুল** *বিণ.* বহল, বিস্তৃত, শি ১০।৬৫।

**পৃথূদকং** *ক্লী.* এখন তীৰ্থ।

**পৃথূদৰঃ** *পু.* ভেঁড়া।

**পৃথ্বী** *স্ত্রী.* (পৃথু ঙীষ) ১। পৃথিৱী, দেভা ৩।১৩।৮; ২। কালজীৰা, ৩। হিঙ্গু গছৰ পাত, ৪। পুনৰ্ণৱা, ৫। ডাঙৰ এলাচি, ৬। সোতৰটা আখৰৰ পাদযুক্ত ছন্দ বিশেষ, **—কা** ডাঙৰ এলাচি, সৰু এলাচি, কালজীৰা, **—কুৰৱকঃ** বগা মদাৰ, **—খাতং** গুহা, গহ্বৰ, **—গৰ্ভঃ** গণেশ, **—গৃহং** গুহা, **—জঃ** ১। গছ, মঙ্গল গ্ৰহ, **—জং** এবিধ নিমখ।

**পৃদাকুঃ** (পৰ্দ শব্দে কাকুঃ) ১। সাপ, ২। বৃশ্চিক, ৩। বাঘ, ৪। গছ, ৫। হাতী, ৬। নাহৰফুটুকী বাঘ।

**পৃশ্নি** *বিণ.* (স্পৃশ নি) ১। ক্ষীণকায়, মহা ১৩।২৬।৮৩; ২। দুৰ্বল, ৩। শুক্লবৰ্ণ, ঋগ্বে ১।১৬০।৩; স্ত্রী ১। অন্ন, ২। পানী, ৩। বেদ, ৪। অমৃত, ৫। দেৱকী, ৬। ৰশ্মি। মহা ১২।৬৪১।৪৪; **—কা** সৰু কলহ, ঘটী, **—গৰ্ভঃ** শ্ৰীকৃষ্ণ, **—পৰ্ণী** বিয়নী সাবটা বন, **—ভদ্ৰঃ** শ্ৰীকৃষ্ণ, **—শৃঙ্গঃ** ১। শ্ৰীকৃষ্ণ, ২। গণেশ।

**পৃশ্নী** *স্ত্রী.* সৰু কলহ, ঘটী।

**পৃষ্** সেকে (ভ্বা প স পৰ্ষতি) ১। সিঞ্চন কৰ, সিঁচ, পানী সিঞ্চন কৰ।

**পৃষৎ** *ক্লী.* (পৃষ অতিঃ) জলবিন্দু, **—তঃ** ১। এক বিন্দু পানী, ২। হৰিণ, বিশেষকৈ ফুটুকী হৰিণ, ৩। দাগ, চিন, ৪। দ্ৰুপদৰাজৰ পিতাকৰ নাম। মহা ১।১৩১।১৭; **—তী** হৰিণী, ৰ ৮।৫৯।

**পৃষতাম্পতিঃ, —তাশ্বঃ** বায়ু।

**পৃষৎকঃ** কাঁড় ৰ ৭।৪৫।

**পৃষদশ্বঃ** ১। বায়ু, ২। এজন ৰাজৰ্ষি, মহা ২।৮।২, ৩। বিৰূপৰ পুত্ৰ, ভা ৯।৬।১।

**পৃষদাজ্যং** *ক্লী.* দৈ মিহলি ঘিঁউ, ঋবে ১০।৯০।৮।

**পৃষদ্বলঃ** *পু.* বায়ু, দেৱতাৰ ঘোঁৰাৰ নাম।

**পৃষন্তিঃ** *পু.* জলবিন্দু।

**পৃষভাষা** *স্ত্রী.* অমৰাৱতী।

**পৃষাকৰাঃ** শিলগুটি। **—ষাতকং** দৈ মিহলি ঘিঁউ।

**পৃষোদৰ** *বিণ.* (পৃষদুদৰং যস্য) বায়ু, বতাহ, (পৃষৎ উদৰ পৃষদোদৰ হব লাগিছিল। কিন্তু মনীষাদিত্বাৎ 'ত' লোপ হৈছে। এনেকৈ 'ত' লোপ হোৱা সকলো সমস্তপদ (শাকপাৰ্থিৱাদিৰ দৰে), 'পৃষোদৰাদিত্বাৎ সাধুঃ' বুলি কোৱা হয়। 'বৰ্ণাগম হ'লে হংস, বৰ্ণ বিপৰ্য্যয় হ'লে সিংহঃ, বৰ্ণাদেশ হ'লে গূঢ়াত্মা আৰু বৰ্ণলোপ হ'লে পৃষোদৰ।'

**পৃষ্ট** *বিণ.* (পৃশ ক্ত) প্ৰশ্নকৃত, তদন্ত কৃত।

**পৃষ্টহায়নঃ** ১। এবিধ শস্য, ২। হাতী।

**পৃষ্টিঃ** *স্ত্রী.* প্ৰশ্ন, অনুসন্ধান।

**পৃষ্ঠং** *ক্লী.* (পৃষ্ থক্) ১। শৰীৰৰ পিচ ফাল, পিঠি, মনু ৪।৭২; ২। উপৰি ভাগ, ৩। পিঠিৰ ফাল, সিটো ফাল, সিপিঠি, ৪। ঘৰৰ সমতল, চাল, ৫। কিতাপৰ পিঠি, **—গোপঃ** যুঁজাৰুৰ পিঠিৰ ফাল ৰক্ষা কৰি থকা সেনা, **—গ্ৰন্থিঃ** কুঁজ, **—চক্ষুঃ** তাচৰ পাত, **—তঃ** *অব্য.* পিচফালেৰে, পশ্চাৎ, ভট্টি ১।২৪; পিঠিত মনু ৮।৩০০; **—দৃষ্টিঃ** ১। কেঁকোৰা, ২। ভালুক, **—মাংসং** পিঠিৰ মঙহ, **—মাংসাদন** পৰোক্ষত কুৎসা ৰটনাকাৰী, **—যানং** ঘোঁৰা বা হাতীত উঠা, **—ৱংশ** পিঠিৰ হাড়, ৰাজহাড়, **—ৱাট বাড় (হ)** *পু.* যুঁৱলিৰ কাষলৈ যোৱা বলদ, পিঠিৰ বোজা বহনকাৰী। ভাৰবাহী বলদ, **—শয়** চিত হৈ শোৱা, ওপৰফালে মুখ কৰি শোৱা, **—শৃঙ্গঃ** পিঠিত শিং থকা জন্তু, **—শৃঙ্গী (ন)**, ১। বনৰীয়া ছাগলী, ভেঁড়া, ২। ম'হ, ৩। নপুংসক, ৪। ভীমসেন।

**পৃষ্ঠাক্ষেপঃ** *পু.* পিঠিৰ বিষ।

**পৃষ্ঠাস্থীলঃ** কাছৰ পিঠি।

**পৃষ্ঠোদয়ঃ** *পু.* (পৃষ্ঠেনোদয়োঽস্য) মেষ, বৃষ, কৰ্কট, ধনু, মকৰ, আৰু মীন লগ্ন। (জ্যোতিষ)।

**পৃষ্ঠ্যঃ** পিঠিৰে বোজা বহনকাৰী ঘোঁৰা।

**পৃষ্ণিঃ** *স্ত্ৰী.* ভৰিৰ গেৰোৱা।

**পৄ** ক) পুৰ্তৌ (চুৰা প সক পাৰয়তি) পূৰ্ণ কৰ, ভৰ্তি কৰ। খ) পালনে, পুৰ্তৌ (ক্ৰ্যা, হ্বা, প সক, পৃণাতি, পিপৰ্তি) ১। পূৰ্ণ কৰ, ভৰ্তি কৰ, সম্পূৰ্ণ কৰ, ২। বায়ুপূৰ্ণ কৰ, আশা পূৰ্ণকৰ, ৩। সন্তুষ্ট কৰ, আনন্দ দান কৰ, ৪। পালন কৰ, পুষ্ট কৰ, পোহপাল দি।

**পেচকঃ** *পু.* (পচতি ইতি পচ বুন্ উপধয়া অত ইচ্চ) ১। ফেঁচা, ২। হাতীৰ নেজৰ গুৰি, ৩। পালেং, বিছনা, ৪। মেঘ, ৫। ওকণী।

**পেচকী (ন) পেচিলঃ** হাতী।

**পেচু, পেচুলী** কচু শাক।

**পেঞ্জুষঃ** কাণৰ মলি, কণামাকৰি।

**পেটং —টঃ** ১। বাকচ, পেটাৰী, পেড়া, ২। বুকু, (পু) আঙুলি মেলি থকা হাত।

**পেটাকঃ** বাকচ, পেৰা।

**পেটিকা, পেটী** সৰু বাকচ, পাচী।

**পেড়া** ডাঙৰ বাকচ।

**পেয়** পি খোৱাৰ যোগ্য। চৰ্বতাদি, **—য়ং** চৰ্বত। ভাতৰ মাড়। আঠবিধ অন্নৰ এবিধ।

ভোজ্যং পেয়ং তথা চুষ্যং লেহ্যং খাদ্যঞ্চ চৰ্বণম্। নিষ্পেয়শ্চৈৱ ভক্ষ্যং স্যাদন্নমষ্টৱিধং স্মৃতম্।। **—য়া** ভাতৰ মণ্ড বা মাড়।

**পেয়ূষং, —ষঃ** (পীয় পানে ঊষণ্ ৱহুলৱচনাৎ গুণঃ) ১। ফেঁহু। আসপ্তৰাত্ৰপ্ৰভৱং ক্ষীৰং পেয়ূষ উচ্যতে। ২। অমৃত, ৩। নতুন ঘিঁউ।

**পেৰা** *স্ত্ৰী.* এবিধ বাদ্যযন্ত্ৰ।

**পেৰু** *বিণ.* (পা ৰক্ষণে ৰুন্) ১। ৰক্ষক, পালক, ঋবে ৯।৭৪।৪; ২। পূৰক, **—ৰুঃ** (পীয়তে ৰসানিতি ৰুঃ) ১। জুই, ২। সূৰ্য্য, ৩। সমুদ্ৰ।

**পেৰোজং** *ক্লী.* এবিধ ৰত্ন। পীৰোজা।

**পেল** চালে গতৌ (ক) (ভ্বা প চালে অক, গতৌ সক, পেলতি), (খ) (চুৰা উ সক পেলয়তি, —তে) ১। যা, গমন কৰ, আগুৱাই যা, লৰচৰ কৰ, ২। কম্পিত কৰ, কঁপ।

**পেলং, পেলকঃ** অণ্ডকোষ।

**পেলৱ** *বিণ.* (পেলং কম্পনং ৱাতীতি ৱা কঃ) ১। কোমল, কু ৫।৪, ২। কৃশ, ক্ষীণ, শ ৩।২৮।

**পেলিঃ, পেলী** (ন) ঘোঁৰা।

**পেশল** *বিণ.* (পিশ ভাৱে ঘঞ, পেশং লাতীতি লা কঃ) ১। চাৰু, কোমল, দেভা ৫।৯।৫৯; ২। ধুনীয়া, মনোৰম, ৰ ৯।৪০; ৩। নিপুণ, দক্ষ, চতুৰ, ৪। ধূৰ্ত্ত।

**পেশস্কৃৎ** *পু.* এবিধ পোক। এই পোকটো হাতেৰে ধৰিলেই ৰূপ সলায়। কেৰেলুৱা।

**পেশিঃ,—শী** *স্ত্ৰী.* (পিশ্ ইন্) ১। মাংসপেশী, মাংস পিণ্ড, ২। কণি, ৩। গৰ্ভক আবৰি ৰখা চৰ্মময় কোষ, ৪। গৰ্ভধাৰণৰ পিচতে হোৱা ভ্ৰূণ, ৫। ইন্দ্ৰৰ বজ্ৰ, ৬। কলি, ৭। এবিধ বাদ্যযন্ত্ৰ, ৮। ৰাক্ষসী, **—কোষঃ** চৰাইৰ কণি।

**পেষণং** *ক্লী.* (পিষ্ ল্যুট্) ১। খুন্দন, চূৰ্ণন, গুড়ি কৰা কাৰ্য্য, ২। ধানৰ মৰণা মৰা চোতাল, ৩। কিস্তি পাথৰ।

**পেষণিঃ, —ষণী, —ষাকঃ** গুড়ি কৰা জাত বা পটা। পেষণ শিলা।

**পেষল, —সল** *বিণ.* ধুনীয়া, চতুৰ।

**পেস্বৰ** *বিণ.* গমনশীল, বিধ্বংসী, ধ্বংসমুখী।

**পৈ** শোষে (ভ্বা প সক পায়তি) শুকাই পেলা, শুঁহি পেলা, শুকাই যা। পায়তি ধান্যমগ্নিনা।

**পৈঙ্গিঃ** যাস্কৰ পৈতৃক নাম।

**পৈঞ্জুষঃ** কাণ।

**পৈঠৰ** *বিণ.* (পিঠৰে সংস্কৃতং পক্কম। পিঠৰ অণ) ডাঙৰ থালীত সিদ্ধ কৰা মাংস।

**পৈঠীনসিঃ** *পু.* এজন মুনিৰ নাম, স্মৃতি শাস্ত্ৰৰ প্ৰণেতা।

**পৈণ্ডিন্যং** *ক্লী.* ভিক্ষাৰে জীৱিকা নিৰ্বাহ।

**পৈতামহ** *বিণ.* পিতামহ সম্পৰ্কীয়।

**পৈতৃক** *বিণ.* (পিতুৰাগতম ইতি ঠঞ) ১। পিতৃ সম্বন্ধীয়, মনু ৯।১০৪; পিতাকৰ পৰা অহা, ২। পূৰ্বপুৰুষ সম্পৰ্কীয়, ৩। পিতৰগণৰ যোগ্য, **—কং** পিতৰ-সকলৰ উদ্দেশ্যে কৰা শ্ৰাদ্ধাদি তৰ্পণ কাৰ্য্য, **—ভূমিঃ** পিতাকৰ পৰা পোৱা মাটি।

**পৈতৃমত্যঃ** ১। অবিৱাহিতা কন্যাৰ পুত্ৰ, ২। বিখ্যাত পিতাৰ পুত্ৰ।

**পৈতৃষ্বসেয়ঃ** **—ষ্বস্ৰীয়ঃ** পেহীয়েকৰ পুতেক, মনু ১১।১৭২।

**পৈত্ত,—ত্তিক** *বিণ.* (পিত্তাৎ আগত) পিত্তৰ পৰা হোৱা ৰোগ।

**পৈত্ৰ** *বিণ.* ১। পৈতৃক, ২। পিতৰ সম্বন্ধীয়, **—ত্ৰং** সোঁহাতৰ তৰ্জনী আৰু বুঢ়া আঙুলিৰ মাজৰ অংশ।

**পৈত্ৰাহোৰাত্ৰঃ** *পু.* পিতৃ লোকৰ এদিন এৰাতি (মনুষ্যৰ এমাহৰ সমান)।

**পৈলঃ** পু. এজন ঋকবেদী মুনি।

**পৈলৱ** *বিণ.* পিলু গছৰ কাঠেৰে তৈয়াৰী, মনু ২।৪৫।

**পৈশল্যং** কোমলতা, নম্ৰতা।

**পৈশাচ** *বিণ.* (পিশাচস্যায়মিতি অণ) পৈশাচিক, দানবীয়, **—চঃ** ১। আঠ প্ৰকাৰ বিবাহৰ শেষৰ বিধ। বলাৎকাৰ কৰি কৰা বিবাহ। 'সুপ্তাং মত্তাং প্ৰমত্তাং ৱা ৰহো যত্ৰোপগচ্ছতি। স পাপিষ্ঠো বিৱাহানাং পৈশাচঃ কথিতোঽষ্টমঃ।। মনু ৩।৩৪; ২। এবিধ দৈত্য, **—চী** ১। ধৰ্মকাৰ্য্যত দিয়া উপহাৰ, ২। ৰাতি, ৩। এবিধ নিম্ন পৰ্য্যায়ৰ প্ৰাকৃত ভাষা।

**পৈশাচিক** দানৱীয়।

**পৈশুনং** **—ন্যং** (পিশুনস্য ভাৱঃ) ১। পিশুনতা, দুষ্টামি, ২। নিন্দা, অপবাদ, ৩। অনাচাৰ, অত্যাচাৰ।

**পৈষ্ট** *বিণ.* (পিষ্ট অণ) পিঠাগুড়ি অথবা আটাৰে তৈয়াৰী (পিঠা)।

**পৈষ্টিক** *বিণ.* পৈষ্ট। **—কং** পিঠা, ২। চাউলেৰে তৈয়াৰী সুৰা, মদ।

**পৈষ্টী** সুৰা, মদ। মদ চাৰি বিধ : গৌড়ী, মাধ্বী, পৈষ্টী আৰু নিৰ্য্যাসা।

**পোগণ্ড** *বিণ.* (পৌ গণ্ডঃ একদেশঃ অস্য) ১। অপোগণ্ড, ২। কিশোৰ, অপূৰ্ণ বয়স্ক, ৫ বছৰৰ পৰা ১৬ বছৰৰ ভিতৰৰ কিশোৰ, ৩। বিকলাঙ্গ। কম বা বেছি অঙ্গযুক্ত, যেনে ৪ বা ৬ আঙুলি থকা।

**পোটঃ** *পু.* (পুটত্যত্ৰেতি পুট সংশ্লেষে আধাৰে ঘঞ) ঘৰৰ ভেঁটি, বেশ্মভূমি, **—গলঃ** ১। এবিধ নল, ২। কঁহুৱা বন, ৩। এবিধ মাছ, ৪। এবিধ সাপ, **—লিকা** টোপোলা, মুঠা।

**পোটকঃ** ভৃত্য, চাকৰ।

**পোটা** *স্ত্ৰী.* ১। মতাৰ লক্ষণ থকা তিৰোতা, স্তন-শ্মশ্ৰু আদি থকা তিৰোতা। স্ত্ৰী পুংসকা, ২। চাকৰণী।

**পোটী** প্ৰকাণ্ড ঘঁৰিয়াল।

**পোট্টলিকা, পোট্টলী** *স্ত্ৰী.* টোপোলা, মুঠা, কাপোৰে বন্ধা টোপোলা।

**পোডুঃ** *পু.* কপালৰ অস্থি। মূৰৰ খোলাৰ ওপৰ ভাগৰ হাড়।

**পোতঃ** *পু. স্ত্ৰী.* (পুনাতীতি পূ উণাদি তন) ১। জন্তুৰ পোৱালি, শিশু, ২। দহ বছৰীয়া হাতী, ৩। কাপোৰ, বস্ত্ৰ, ৪। জাহাজ, ভুৰ, নাও, মনু ৭।৩২; ৫। গছৰ পুলি বা পোখা, ৬। ঘৰৰ স্থান, **—কঃ** ১। পোৱালি, ২। গছৰ পুলি, ৩। গৃহস্থান, **—ধাৰী** (ন্) জাহাজৰ প্ৰধান নাৱিক। কাণ্ডাৰী, **—বক্ষঃ** নাও বা জাহাজৰ গুৰিবঠা, **—ৱণিক্** নাও বা জাহাজেৰে বেপাৰ কৰা বণিক, **—ৱাহঃ** নাৱৰীয়া, কাণ্ডাৰী, গুৰিয়াল

**পোতা (ঋ)** *পু.* (পূ তৃন) ১। বিষ্ণু, ২। ঋত্বিক, যজ্ঞত মূল পুৰোহিত। ব্ৰহ্মাৰ যোলজন সহায়কৰ এজন, ঋবে ৪।৯।৩।

**পোতাচ্ছাদনং** *ক্লী.* তম্বু।

**পোতাধানং** পোনা মাছৰ জাক।

**পোতাসঃ** এবিধ কৰ্পূৰ।

**পোত্যা** *স্ত্ৰী.* দ'ম লাগি থকা নাও।

**পোত্ৰং** *ক্লী.* (পূ ষ্ট্ৰন) ১। গাহৰিৰ মুখৰ আগ ভাগ, ২। নেজৰ আগ ভাগ, ৩। নাঙলৰ ফাল, ৪। নাও,

জাহাজ, ৫। ইন্দ্ৰৰ বজ্ৰ, ৬। পিন্ধা কাপোৰ, ৭। পোতৃ নামৰ ঋত্বিকৰ পাত্ৰ বিশেষ।

**পোত্ৰায়ুধঃ** *পু.* গাহৰি।

**পোত্ৰিৰথা** *স্ত্ৰী.* ১। (বৌদ্ধ) মায়া ২। (জৈন) শক্তি অথবা নাৰী দেৱতা।

**পোত্ৰী (ন্)** *পু.* (পোত্ৰ ইনিঃ) গাহৰি।

**পোলঃ** ১। দ'ম, ২। বৃহদাকাৰ, সৰহ।

**পোলিকা, —লীঃ** পিঠা, আটাৰ পিঠা।

**পোলিন্দঃ** *পু.* ১। নাও বা জাহাজৰ অলিন্দ, প্ৰাঙ্গণ, ২। মাস্তুল।

**পোষঃ** *পু.* পোষণ, পুষ্টিসাধন, ভা ৩।৩০।১০।

**পোষণং** *ক্লী.* (পুষ ল্যুট) পুষ্টি, লালন-পালন, ধৃতি, উন্নতি, প্ৰাচুৰ্য্য।

**পোষয়িতুঃ** *পু.* (পুষ ণিচ ইতুচ) 'কুলি চৰাই।

**পোষ্টা (ষ্টৃ)** *বিণ.* (পুষ্ণাতীতি পুষ তৃচ) লালনকৰ্তা, পোষণকৰ্তা, (পু) পালক, ৰক্ষক।

**পোষ্য** *বিণ.* **(পুষ ণ্যৎ)** পোষণীয়, পালনীয়, ৰক্ষণীয়, **—পুত্ৰঃ** প্ৰতিপালিত পুত্ৰ, **—ৱৰ্গঃ** প্ৰতিপালনীয় কুটুম্ববৃন্দ।

**পৌংশ্চলীয়** *বিণ.* বেশ্যা সম্বন্ধীয়।

**পৌংশ্চল্যং** *ক্লী.* বেশ্যা বৃত্তি, মনু ৯।১৫।

**পৌংস্ন** *বিণ.* ১। পুৰুষৰ যোগ্য, ২। পুৰুষৰ দৰে, **—স্নং** *ক্লী.* পৌৰুষত্ব।

**পৌগণ্ডং** *ক্লী.* ল'ৰালি (৫ বছৰৰ পৰা ১০ বছৰৰ ভিতৰৰ) 'কৌমাৰং পঞ্চমাব্দান্তং পৌগণ্ডং দশমাৱধি। কৈশোৰমাপঞ্চদশাৎ যৌৱনঞ্চ ততঃ পৰম্। ভা ১০।১২।৩৭।

**পৌণ্ডৰিকং** *ক্লী.* এবিধ কুষ্ঠৰোগ *পু.* এবিধ যজ্ঞ।

**পৌণ্ড্ৰঃ** *পু.* ১। এখন ৰাজ্য, ৰজা আৰু অধিবাসীৰ নাম, ২। এবিধ কুঁহিয়াৰ, ৩। ভীমৰ শঙ্খৰ নাম, গী ১।১৫।

**পৌণ্ড্ৰকঃ** *পু.* ১। এবিধ কুঁহিয়াৰ, ২। এটা বিশেষ জাতি। (বৈশ্য পিতা শৌণ্ডিকা মাতা), ৩। পৌণ্ড্ৰদেশীয় ক্ষত্ৰিয় এজন। এইজন পিচত কৰ্মদোষত শূদ্ৰত্ব পায়। মনু ১০।৪৪।

**পৌণ্ড্ৰিকঃ** কুঁহিয়াৰ এবিধ।

**পৌতৱং** *ক্লী.* পৰিমাণ, জোখ এবিধ।

**পৌত্তিকং** *ক্লী.* এবিধ মৌ।

**পৌত্ৰঃ** *পু.* (পুত্ৰ অঞ্) পুত্ৰৰ পুত্ৰ, নাতি, **—ত্ৰী** পুত্ৰৰ কন্যা, নাতিনী।

**পৌত্ৰিকেয়ঃ** পুত্ৰ-সন্তানৰ বাবে পিতাকে তুলি লবলৈ কন্যাই পিতাকক দিয়া (নিজৰ) সন্তান।

**পৌনঃপুনিক** *বিণ.* (পুনঃ পুনঃ ঠঞ্) বাৰে বাৰে হোৱা।

**পৌনঃপুণ্যং** বাৰম্বাৰ। পুনৰ্বাৰ।

**পৌনৰুক্তং —ৰুক্ত্যং** *ক্লী.* পুনৰুক্তি। বাৰে বাৰে একে কথাকে কৈ থকা কথা। অনৰ্থক আলাপ।

**পৌনৰ্ভৱঃ** *পু.* (পুনৰ্ভূ অঞ্) ১। পুনৰ্ভূপুত্ৰ। স্বামী পৰিত্যক্তাই অথবা বিধবাই দ্বিতীয় বাৰ বিবাহ কৰাৰ পিচত হোৱা পুত্ৰ। স্মৃতি অনুসৰি বাৰ বিধ পুত্ৰৰ এবিধ, মনু ৩।১৫৫; ২। নাৰীৰ দ্বিতীয় পতি, মনু ৯।১৭৬।

**পৌৰ** *বিণ.* (পুৰ অণ) নগৰ সম্বন্ধীয়, নগৰত জন্ম হোৱা, **—ৰঃ** ১। নাগৰিক, মে ২৭; ২। পুৰু ৰাজপুত্ৰ, **—কঃ** ঘৰৰ বাহিৰত থকা উদ্যান, **—জানপদ** *বিণ.* নগৰৰ সাধাৰণ মানুহ, **—ৱঃ** ১। পুৰুবংশ, ২। পূৰ্ব দিশত থকা, ৰ ৪।৩৪।

**পৌৰাণ** *বিণ* ১। প্ৰাচীন, পুৰণি, ২। পুৰাণ সম্বন্ধীয়।

**পৌৰাণিক** *বিণ.* (পুৰাণ ঠক) ১। প্ৰাচীন, ২। পুৰাণ সম্বন্ধীয়, ৩। পুৰাণৱেত্তা, পুৰাণ সম্পৰ্কে অভিজ্ঞ, ভা ১২।৭।৫; **—কঃ** ১। পুৰাণৰ সম্পূৰ্ণ জ্ঞান থকা ব্ৰাহ্মণ, ২। পুৰাণৰ পাঠক।

**পৌৰুষ** *বিণ.* ১। পুৰুষ (মতা মানুহ) সম্পৰ্কীয়, ২। মানৱীয়, **—ষঃ** এজন মতা মানুহে বহন কৰিব পৰা বোজা, **—ষং** ১। পুৰুষৰ কৰ্তব্য, কাম, পুৰুষাৰ্থ, ২। বীৰত্ব, পুৰুষালি, সাহসিকতা, গী ৭।৮; ৩। পুৰুষৰ বীৰ্য্য, ৪। পুৰুষাঙ্গ (লিঙ্গ), ৫। পুৰুষ পৰিমাণ। ৬। সূৰ্য্য ঘড়ী, **—ষী** তিৰোতা।

**পৌৰুষেয়** *বিণ.* ১। পুৰুষৰ দ্বাৰা কৃত, পুৰুষ সম্বন্ধীয়, ২। মানৱীয়, ৩। আধ্যাত্মিক, **—য়ঃ** ১। পুৰুষ বধ, নৰহত্যা, ২। মানুহৰ সমষ্টি, জনতা, ৩। দিন মজদুৰ। **—য্যং** বীৰত্ব।

**পৌৰু(ৰো)গৱঃ** *পু.* (পুৰোঽগ্ৰে গৌৰ্নেত্ৰং যস্যেতি পুৰোগুঃ অণ) ৰান্ধনি ঘৰৰ অধ্যক্ষ। ৰজাঘৰৰ পাকশালাৰ অধিকাৰী।

**পৌৰোডাসঃ** পুৰোডাশ, পুৰোডাশৰ লগত উচ্চাৰিত মন্ত্ৰ।

**পৌৰোভাগ্যং** ১। দোষ খুঁচৰি ফুৰা কাৰ্য্য, ২। কু অভিপ্ৰায়, ঈৰ্ষা।

**পৌৰোহিত্যং** *ক্লী.* পুৰোহিতালি।

**পৌৰ্ণমাস** *বিণ.* পূৰ্ণিমা সম্পৰ্কীয়, **—সঃ** অগ্নিহোত্ৰীসকলে পূৰ্ণিমাৰ দিনা উদযাপন কৰা উৎসৱ, যাগ বিশেষ, মনু ৪।২৫; **—সী** পূৰ্ণিমা, **—স্যং** পূৰ্ণিমাত অনুষ্ঠিত যজ্ঞ বিশেষ।

**পৌৰ্ণিমা** পূৰ্ণিমা তিথি।

**পৌৰ্তিক** *বিণ.* ধাৰ্মিক কাৰ্য্য সম্বন্ধীয়। মনু ৩।১৭৮।

**পৌৰ্ব্ব** অতীত সম্বন্ধীয়, প্ৰাচীন, পূৰ্ব সম্বন্ধীয়, পূৰ্বদেশীয়, **—দৈহিক** পূৰ্ব জন্ম সম্বন্ধীয়। পূৰ্বজন্মকৃত। গী ৬।৪৩।

**পৌলস্তী** *স্ত্ৰী.* (পুলস্তেঃ স্ত্ৰাপত্যম যঞ ঙীপ) শূৰ্পনখা।

**পৌলস্ত্যঃ** *পু* (পুলস্তেৰপত্যম ইতি যঞ) ১। ৰাৱণ, ২। কুবেৰ, হব ৩৩।৩৫; ৩। বিভীষণ, ৪। চন্দ্ৰ।

**পৌলিঃ** *পু.* (পোলতীতি পুল ণঃ) এবিধ পিঠা। ঘিঁউৰে ভজা আধা সিজা পিঠা এবিধ।

**পৌলোমী** *স্ত্ৰী.* পুলোমনৰ কন্যা আৰু ইন্দ্ৰৰ পত্নী শচী। ভা ৫।৭।৬।

**পৌষঃ** *পু.* বাৰটা মাহৰ নৱম মাহ, পুহ মাহ। পুষ্যা নক্ষত্ৰযুক্তা পূৰ্ণিমাৰ কাৰণে এই মাহৰ নাম পৌষ, **—ষী** পুষ্যাযুক্তা পূৰ্ণিমা।

**পৌষ্কৰ** *বিণ.* (পুষ্কৰ অণ) নীলোৎপল সম্বন্ধীয়।

**পৌষ্কৰিণী** পদুম পুখুৰী।

**পৌষ্কল্যং** *ক্লী.* ১। পূৰ্ণবয়স্ক, ২। পূৰ্ণ বৃদ্ধি, ৩। প্ৰাচুৰ্য্য।

**পৌষ্টিক** *বিণ.* পুষ্টি সম্বন্ধীয়, পুষ্টিসাধক, বলকাৰক, **—কং** চুলি কটাৰ সময়ত গাত লোৱা কাপোৰখন।

**পৌষ্ণ** ৰেৱতী নক্ষত্ৰ।

**পৌষ্প** *বিণ.* ফুল সম্বন্ধীয়, ফুলৰ পৰা হোৱা, ফুলাম, **—ষ্পী** ১। পাটলিপুত্ৰ নগৰ, ২। এবিধ সুৰা।

**পৌষ্যঃ** *পু.* (পুষ্যেঃঅপত্যমিতি য্যঞ) ১। পুষপুত্ৰ। কৰবীৰপুৰৰ ৰজা, ২। আন এজন ৰজাৰ নাম, মহা ১।৩।১১২।

**প্যাট** *অব্য.* ভোঃ। হেৰি।

**প্যায়** বৃদ্ধৌ (ভ্বা আ অক প্যায়তে) ১। ফুলি উঠ, গজি উঠ, ২। বৃদ্ধি হ।

**প্যায়নং** *ক্লী.* বৃদ্ধি, বৰ্দ্ধন।

**প্যায়িত** *বিণ.* ১। বৰ্দ্ধিত, ২। শকত, ৩। সতেজ।

**প্যৈ** বৃদ্ধৌ (ভ্বা আ অক প্যায়তে) ১। ফুলি উঠ, গজি উঠ, পূৰ্ণ হ, ২। ডাঙৰ হ, (ণিজন্ত) প্যায়য়তি **—তে** সন্তুষ্ট কৰ। তৃপ্ত কৰ।

**প্ৰ** *অব্য.* পদ আৰু ধাতুৰ আগত উপসৰ্গ ৰূপত ব্যৱহাৰ হয়। বিশেষ্য পদৰ আগত ব্যৱহাৰ হ'লে 'আৰম্ভণি, শক্তি (প্ৰভু), আধিক্য (প্ৰচুৰ), সম্পূৰ্ণতা, উৎস, বিশুদ্ধতা, শ্ৰদ্ধা, আশা, আদি; বিশেষণৰ আগত, বহুত, অতি বেছি আদি আৰু ধাতুৰ আগত গতি (প্ৰগতি), সমুখ, ইত্যাদি অৰ্থ প্ৰকাশ্য কৰে।

**প্ৰকট** *বিণ.* (প্ৰ কট অচ) সুস্পষ্ট। দৃশ্য, গোচৰ, অগুপ্ত, প্ৰকাশ্য, **—টং** অব্য. স্পষ্টভাৱে, ফটফটীকৈ, ৰাজহুৱাকৈ, **—টনং** স্পষ্টীকৰণ, **—টিত** *বিণ.* প্ৰকাশিত, ৰাজহুৱাকৈ প্ৰকাশ কৰা।

**প্ৰকম্পঃ** *পু.* (প্ৰ কম্পি অপ) কঁপনি।

**প্ৰকম্পনং** *ক্লী.* (প্ৰকপ নিচ ল্যু) কঁপনি, অতিশয় কম্পন, **—নঃ** ১। বায়ু, শি ১।৬১; ২। এখন নৰকৰ নাম, ৩। এটা ৰাক্ষস।

**প্ৰকৰং** *ক্লী.* (পৰ কৃ অপ) অগৰু, **—ৰঃ** *পু.* ১। সমূহ, দ'ম, ৰ ৯।৫৬, ২। ফুলৰ থোঁপা, 'বুকে', ৩। সাহায্য, সৌহাৰ্দ, ৪। ব্যৱহাৰ, ৫। শ্ৰদ্ধা, ৬। হৰণ।

**প্ৰকৰণং** *ক্লী.* (প্ৰ কৃ ল্যুট) ১। প্ৰস্তাৱনা, ২। বিষয়, বিভাগ, ৩। পুথিৰ অধ্যায় বা খণ্ড, ৪। দশৰূপকৰ এবিধ। এইবিধ নাটকৰ বিষয়বস্তু সাধাৰণতে কাল্পনিক, লৌকিক আৰু শৃঙ্গাৰ ৰসযুক্ত। নায়ক বিপ্ৰ, অমাত্য অথবা বণিক আৰু ধীৰ প্ৰশান্ত নায়িকা কুলজা অথবা বেশ্যা হয়। যেনে মৃচ্ছকটিক, মালতী-মাধৱ আদি।

**প্ৰকৰণিকা, প্ৰকৰণী** প্ৰকৰণৰ দৰে নাটক। 'নাটিকৈৱ প্ৰকৰণিকা' সাদ।

**প্ৰকৰিকা** *স্ত্ৰী* নাট্যাঙ্গ। পিচৰ অঙ্কত কি হ'ব তাৰ চমু আভাস দিয়াৰ বাবে মাজতে সুমাই দিয়া এটা সৰু দৃশ্য।

**প্ৰকৰী** *স্ত্ৰী.* ১। প্ৰকৰিকা, ২। নাটকৰ সাজ-পোচাক, ৩। মুক্ত অঙ্গন, মুকলি ঠাই, ৪। চাৰি আলি, ৫। গান।

**প্ৰকৰ্ষঃ** *পু.* (প্ৰকৃষ ভাৱে ঘঞ) ১। উৎকৰ্ষতা, শ্ৰেষ্ঠত্ব, ২। আধিক্য, ৩। শক্তি, বল, ক্ষমতা।

**প্ৰকৰ্ষণং** ১। আকৰ্ষণ, ২। অৱস্থিতি, সময়, উৎকৰ্ষতা, দীৰ্ঘত্ব, বিভ্ৰম, ব্যাকুলতা।

**প্ৰকলা** সূক্ষ্মাংশ।

**প্ৰকল্পনা** ব্যৱস্থাপনা, বন্দবস্তি, মনু ৮।২১১।

**প্ৰকল্পিত** নিৰ্দ্ধাৰিত, সম্পাদিত, সংগঠিত, **—তা** সাথৰ।

**প্ৰকাণ্ডং** **—ণ্ডঃ** (প্ৰকৃষ্টঃ কাণ্ডঃ প্ৰাদিসমাস) ১। শিপাৰ পৰা শাখালৈকে গছৰ অংশ, গা গছ, ২। শাখা, কাণ্ড, ৩। দণ্ড, ৪। (সমাসৰ শেষত) বৃহদাকাৰ।

**প্ৰকাণ্ডৰঃ** *পু.* গছ।

**প্ৰকাম** *বিণ.* (প্ৰগতং কামমিতি প্ৰাদিসমাস) ১। ইচ্ছা কৰা মতে পোৱা, মহা ৪।১৩।২৯; ২। অত্যধিক, **—মঃ** আশা, আনন্দ, সন্তুষ্টি, **—মং** *অব্য.* ১। বেছিকৈ। অত্যধিকভাৱে শ ৪।২১; ২। ইচ্ছানুসৰি, **—ভুজ্** হেঁপাহ পলুৱাই খোৱা, ৰ ১।৬৬।

**প্ৰকাৰঃ** *পু.* (কৃ ঘঞ্) ১। ভেদ, প্ৰভেদ, ২। সাদৃশ্য, ৩। পদ্ধতি, গঢ়, আকৃতি, ৪। বিশেষত্ব।

**প্ৰকাশ** *বিণ.* (প্ৰ কাশ অচ্) ১। উজ্জ্বল, জকমকীয়া, ২। স্পষ্ট, জীৱন্ত, গী ৭।২৫; ৩। বিখ্যাত, প্ৰসিদ্ধ, ৪। মুক্ত, ৰাজহুৱা, ৫। প্ৰস্ফুটিত, **—শং** কাঁহ ধাতু, দীপ্তি, মহা ৩।১৭১।২৭; **—শং** *অব্য.* স্পষ্টভাৱে, মুক্তভাৱে, ৰাজহুৱাকৈ, **—শঃ** ১। ৰ'দ, পোহৰ, ২। তাপ, ৩। উজ্জ্বলতা, দীপ্তি, ৪। কোনো বিষয়ৰ বিশদ ব্যাখ্যা, (বিশেষকৈ কোনো পুথিৰ নামৰ শেষত, যেনে কাব্যপ্ৰকাশ), ৫। প্ৰদৰ্শন, ৬। খ্যাতি, গৌৰৱ, ৭। মুক্ত স্থান, ৮। কোনো গ্ৰন্থৰ সংস্কৰণ, যেনে প্ৰথম প্ৰকাশ, চতুৰ্থ প্ৰকাশ; পুথিৰ অধ্যায়, **—নাৰী** বেশ্যা, গণিকা।

**প্ৰকাশক** ১। দৃষ্টিগোচৰকাৰী, উন্মুক্তকাৰী, ব্যাখ্যাকাৰী, ২। উজ্জ্বল, ৩। খ্যাতিমন্ত, **—কঃ** সূৰ্য্য, পুথি প্ৰকাশক, **—জ্ঞাতা (তৃ)** কুকুৰা চৰাই।

**প্ৰকাশনঃ** বিষ্ণু।

**প্ৰকাশাত্মা (ন্)** *পু.* সূৰ্য্য।

**প্ৰকাশিত** *বিণ.* প্ৰদৰ্শিত, উন্মুক্ত, আৱিষ্কৃত, প্ৰকটিত।

**প্ৰকাশী (ন্)** *বিণ.* স্পষ্ট, উজ্জ্বল।

**প্ৰকিৰণ** চাৰিওফালে ছটিয়াই দিয়া কাৰ্য্য। বিক্ষেপণ।

**প্ৰকীৰ্ণ** *বিণ.* (প্ৰ কৃ ক্তঃ) ১। বিক্ষিপ্ত, ২। নানা প্ৰকাৰ (পুষ্পাদি) মিশ্ৰিত, ৩। বিস্তৃত, ৪। ওখ-চাপৰ, ৫। বিবিধ, ৬। অসংলগ্ন, ৭। আলোড়িত, উদ্বিগ্ন, **—ৰ্ণং** ১। বিবিধ, ২। বিভিন্ন বস্তুৰ সংমিশ্ৰণ, ৩। বিভিন্ন প্ৰকাৰ নীতি-নিয়ম থকা (কোনো পুথিৰ) অধ্যায় বা পৰিচ্ছেদ।

**প্ৰকীৰ্ণকং** ১। চোঁৱৰ, ২। বিবিধ, ৩। বিবিধ বিষয় থকা অধ্যায়, **—কঃ** ঘোঁৰা।

**প্ৰকীৰ্তনং** *ক্লী.* ১। ঘোষণা, ২। প্ৰশংসা, কীৰ্ত্তন।

**প্ৰকীৰ্তিঃ** *স্ত্ৰী.* প্ৰশংসা, উৎসৱ, কীৰ্তি, ঘোষণা।

**প্ৰকুপিত** *বিণ.* (প কুপ ক্তঃ) ১। ক্ৰোধান্বিত, ২। উত্তেজিত।

**প্ৰকুলং** *ক্লী.* (প্ৰকুল কঃ) বিশাল শৰীৰ। ধুনীয়া শৰীৰ।

**প্ৰকুষ্মাণ্ডী** দুৰ্গা দেৱী।

**প্ৰকৃত** *বিণ.* (প্ৰ কৃ ক্তঃ) ১। সম্পাদিত, ২। আবদ্ধ, ৩। নিযুক্ত, ৪। প্ৰকৃত, শুদ্ধ, আচল, ৫। অলঙ্কাৰ শাস্ত্ৰত 'উপমেয়'ৰ সলনি ব্যৱহাৰ কৰা হয় — 'প্ৰকৃতস্য (উপমেয়স্য) পৰাত্মনা সম্ভাৱনা উৎপ্ৰেক্ষা ভৱেৎ', ৬। আৱশ্যকীয়, প্ৰধান।

**প্ৰকৃতিঃ** *স্ত্ৰী.* (প্ৰ ক্ৰিয়তে কাৰ্য্যাদিকমনয়েতি প্ৰ কৃ ক্তিন্) ১। যোনি, পুৰুষ লিঙ্গ, কোষ, উৎস, ২। স্বাভাৱিক অৱস্থা, গঠন, সহজাত স্বভাৱ, আচৰণ, মেজাজ আদি, ৩। প্ৰকৃতি অৰ্থাৎ বাস্তৱিক জগত, ৪। (ব্যাকৰণ) বিভক্তি প্ৰত্যয়াদি সংযুক্ত নোহোৱা মৌলিক, স্বাভাৱিক শব্দ, ৫। আৰ্হি, মান, আকৃতি, ৬। তিৰোতা, ৭। মায়া, শক্তি, চৈতন্য। পাঁচ বিধ প্ৰকৃতি ঃ গণেশজননী দুৰ্গা ৰাধা লক্ষ্মীঃ সৰস্বতী। সাৱিত্ৰী চ সৃষ্টিৱিধৌ প্ৰকৃতিঃ পঞ্চমী স্মৃতা, ব্ৰপু ৫০ অ; ৮। মাতৃ, (বহুব) ১। মন্ত্ৰীসভা, ২। সাংখ্যমতে আঠ মৌলিক পদাৰ্থ, ৩। পঞ্চভূত, **—তৰল** চঞ্চলমনা, **—পুৰুষঃ** মন্ত্ৰী, সচিৱ, **—মণ্ডলং** সম্পূৰ্ণ ৰাজ্যখণ্ড, **—লয়ঃ** ভূমণ্ডলৰ লয়, বিনাশ, **—সিদ্ধ** সহজাত, স্বাভাৱিক, ভৰ্তৃ ২।৫২; **—সুভগ** *বিণ.* স্বাভাৱিক, ধুনীয়া, মনোগ্ৰাহী, **—স্থ** ১। স্বাস্থ্যৱান, ২। প্ৰকৃত, স্বাভাৱিক, ৩। ৰোগমুক্ত, ৪। সহজাত, উন্মুক্ত।

**প্ৰকৃষ্ট** *বিণ.* (প্ৰ কৃষ্ ক্তঃ) ১। আকৃষ্ট, ২। দীঘলীয়া, উৎকৃষ্ট, উন্নত, ৩। প্ৰধান, মুখ্য, ৪। উদ্বিগ্ন, ব্যাকুল।

**প্ৰকোষ্ঠঃ** *পু.* (প্ৰ কু নিষ্কৰ্ষে স্থন্) ১। বাহু (কিলাকুটিৰ পৰা মণিবন্ধলৈ) ৰ ৩।৫৯; ২। ঘৰৰ দুৱাৰমুখৰ কাষৰ কোঠা, ৩। চাৰিওফালে ঘৰ থকা চোতাল, **—কঃ** দুৱাৰ মুখৰ কাষৰ ঠাই।

**প্ৰক্ষৰঃ** *পু.* ১। ঘোঁৰা বা হাতীৰ কবচ, ২। কুকুৰ, ৩। খচ্চৰ।

**প্ৰক্ৰমঃ** *পু.* (প্ৰ ক্ৰম্ ভাৱে ঘঞ্) ১। ক্ৰম, পদক্ষেপ, খোজ, ২। জিৰণি, অৱসৰ, ৩। প্ৰথম আৰম্ভ, উপক্ৰম, ৪। শৃঙ্খলা, পদ্ধতি, ৫। মান, পৰিমাণ,

অনুপাত, **—ভঙ্গঃ** (কার্য্যত) সামঞ্জস্যতা অথবা শৃঙ্খলাত ব্যাঘাত, এটা কাব্যিক দোষ।

**প্ৰক্ৰান্ত** *বিণ.* (প্ৰ ক্ৰম ক্ত) ১। আৰব্ধ, ভট্টি ৪।১১; ২। গত, ৩। বিবেচিত, ৪। সাহসী।

**প্ৰক্ৰিয়া** *স্ত্ৰী.* (প্ৰ কৃ শঃ) ১। পদ্ধতি, আচাৰ, ব্যৱহাৰ, ২। উৎসব, ৩। ৰাজকীয় চিহ্ন, যেনে চোঁৰৰ, ছত্ৰাদি ধাৰণ কাৰ্য্য, ৪। অধিকাৰ, ৫। উৎকৃষ্ট কাৰ্য্য, মহা ১২।১১১।৫৮।

**প্ৰক্ৰীড়ঃ** খেল-ধেমালি।

**প্ৰক্লিন্ন** *বিণ.* (প্ৰ ক্লিদ্ ক্তঃ) ১। তৃপ্ত, ২। অতিশয় ক্লেদযুক্ত, সেমেকা।

**প্ৰক্ব(ক্বা)ণঃ** *পু.* (প্ৰ কণ্ শব্দে অপ্) বীণাৰ ঝঙ্কাৰ।

**প্ৰক্ষয়ঃ** প্ৰলয়, ধ্বংস, নাশ।

**প্ৰক্ষৰঃ** *পু.* ঘোঁৰা বা হাতীৰ পিঠিৰ বৰ্ম, জিন।

**প্ৰক্ষৰণং** *ক্লী.* টোপ টোপকৈ পৰণ।

**প্ৰক্ষালনং** *ক্লী* (প্ৰক্ষালি ল্যুট্) ১। মাৰ্জন, ধোৱন, পৰিষ্কাৰ কৰণ, ২। স্নান, ৩। পানী।

**প্ৰক্ষালিত** *বিণ.* ধৌত, মাৰ্জিত, পৰিষ্কৃত।

**প্ৰক্ষিপ্ত** *বিণ.* (প্ৰ ক্ষিপ্ ক্ত) ১। দলিওৱা, দূৰলৈ দলি মাৰি পঠোৱা, ২। কোনো কাব্যাদি ৰচনাৰ মাজতে আন এটা (অইন কোনোবাই লিখা) সুমুৱাই দিয়া শ্লোক বা ৰচনাংশ।

**প্ৰক্ষীণ** *বিণ.* (প্ৰ ক্ষি ক্ত) ১। নষ্ট, নাশপ্ৰাপ্ত, ধ্বংসপ্ৰাপ্ত, ২। অন্তৰ্নিহিত, ক্ষয়প্ৰাপ্ত।

**প্ৰক্ষুণ্ন** ছিন্ন, চূৰ্ণীকৃত, বিদ্ধ।

**প্ৰক্ষেপঃ** *পু.* (প্ৰ ক্ষিপ্ ঘঞ্) ১। সমুখলৈ দলিওৱা, ২। দলি মৰা, ৩। ঔষধত ভেঁজাল, মিশ্ৰণ। কাব্যাদিৰ মাজত অইন ৰচনা সন্নিবিষ্ট কৰা কাৰ্য্য, ৪। যানবাহনত থকা বাকচ, ৫। কোনো ব্যৱসায়ৰ অংশীদাৰসকলে নিজৰ ফালৰ পৰা জমা দিয়া ধন, মূলধন।

**প্ৰক্ষেপণং** *ক্লী.* নিক্ষেপণ, যা ২।২৬৪

**প্ৰক্ষোভণং** উত্তেজন, আলোড়ন।

**প্ৰক্ষ্বেডনঃ, ডনা, দনঃ দনা** ১। লোৰ কাঁড়, ২। চিঞৰ বাখৰ।

**প্ৰখৰ** *বিণ.* (প্ৰকৃষ্টঃ খৰঃ) ১। অত্যন্ত গৰম, ২। সুতীক্ষ্ণ, চোকা, **—ৰঃ** পু. ঘোঁৰাৰ জিন, কুকুৰ।

**প্ৰখ্য** *বিণ.* (প্ৰ খ্যা কঃ) ১। শ্ৰেষ্ঠ, ২। স্পষ্ট, ৩। (সমাসৰ শেষত) সদৃশ, একে দেখা।

**প্ৰখ্যা** *স্ত্ৰী.* ১। খ্যাতি, যশস্যা, ২। সাদৃশ্য, ৩। দৃষ্টিগোচৰ।

**প্ৰখ্যাত** *বিণ.* (প্ৰ খ্যা ক্তঃ) ১। প্ৰকৃষ্ট, খ্যাতিযুক্ত, বিখ্যাত, ২। সন্তুষ্ট, সুখী, **—বপ্তৃক** *বিণ.* খ্যাতিমান পিতাক থকা।

**প্ৰখ্যাতি** *স্ত্ৰী.* ১। খ্যাতি, যশস্যা, ২। প্ৰশংসা, স্তুতি।

**প্ৰগণ্ডঃ** *পু.* বাহুৰ গুৰিভাগ (কিলাকুটিৰ পৰা কান্ধলৈ), **—ণ্ডী** দুৰ্গৰ ওপৰত সৈন্য বহা ঠাই।

**প্ৰগত** *বিণ.* ১। গত, যোৱা, ২। সুকীয়া, বেলেগ, আছুতীয়া, **—জানু, জানুক** যাৰ আঁঠু দুটা প্ৰায়ে বহু দূৰে দূৰে থাকে।

**প্ৰগমঃ** প্ৰেমৰ প্ৰথম প্ৰকাশ।

**প্ৰগৰ্জনং** গৰ্জন।

**প্ৰগল্ভ** *বিণ.* (প্ৰ গল্ভ পচাদ্যচ্) ১। প্ৰত্যুপন্নমতি, মহা ১২।৬৮।৫৮; ২। কথা-চহকী, ৩। কথা কোৱা, সাহসী, ৪। নিপুণ, পৈণত, সাহসী, দৃঢ়মনা, ৫। নিলাজ, ৬। খ্যাতিমন্ত, যশস্বী, **—ল্ভা** ১। সাহসী তিৰোতা, ২। এবিধ নায়িকা, ৰতিসুখ অভিলাষিণী, আনন্দত উন্মতা, সাহসী, ৰতিক্ৰীড়াত অভিজ্ঞা নাৰী। এনে নায়িকা তিনিবিধ : ধীৰা, অধীৰা আৰু ধীৰাধীৰা।

**প্ৰগাঢ়** *বিণ.* (প্ৰ গাহ ক্তঃ) ১। অত্যধিক, প্ৰচুৰ, বহুত, ২। পানীত তিতা, ডুব মাৰা, ৩। কঠিন, দৃঢ়, **—ঢ়ং** *ক্লী.* ১। দুখ, কষ্ট, ২। তপস্যা, শাৰীৰিক কষ্ট, **—ঢ়ং** *অব্য.* দৃঢ়ভাৱে, বেচিকৈ, অত্যধিকভাৱে।

**প্ৰগাতা (তৃ)** *বিণ.* (প্ৰ গৈ তৃচ) উৎকৃষ্ট গায়ক।

**প্ৰগুণ** *বিণ.* ১। ঋজু, পোন, ২। প্ৰকৃষ্ট গুণী, গুণৱান, ৰ ৯।৪৯; ৩। উপযুক্ত, যোগ্য।

**প্ৰগৃহীত** *বিণ.* গৃহীত, স্বীকৃত।

**প্ৰগৃহ্যং** *ক্লী.* সন্ধিৰহিত পদ। যিবিলাক স্বৰবৰ্ণ সন্ধিসূত্ৰৰ অধীন নহয়, অৰ্থাৎ সন্ধি নকৰাকৈ সুকীয়াকৈ ৰখা হয়। যেনে 'আ এৰং মন্যসে।'

**প্ৰগে** *অব্য.* (প্ৰ গৈ কে) ৰাতিপুৱা, প্ৰাতঃ **—তন** *বিণ.* প্ৰাতঃকৃত্য, **—নিশ, শয়** ৰাতিপুৱা শুই থকা লোক।

**প্ৰগোপনং** ৰক্ষণ, সংৰক্ষণ, পালন।

**প্ৰগ্ৰথনং** বোৱা, ডোলেৰে গঁথা।

**প্ৰগ্ৰহঃ** *পু.* (প্ৰগৃহ্যতে ইতি প্ৰ গ্ৰহ অপ্) ১। ধাৰণ, ২। দমন, ৩। গ্ৰহণৰ আৰম্ভণি, ৪। বন্ধন, আটক, ৫। পাল্লাৰ ৰচি, ৬। ঘোঁৰাৰ লাগাম, ৭। বন্দী,

৮। ঘোঁৰাদি জন্তুক পোহ মনোৱা কাৰ্য্য, ৯। প্ৰগৃহ্য স্বৰবৰ্ণ, ১০। বিষ্ণু, মহা ১৩।১৪৯।৯৪।

**প্ৰগ্ৰাহঃ** *পু.* (প্ৰ গ্ৰহ্ ঘঞ্) ১। আটক, দখল, ২। বহন, ৩। পাল্লাৰ ৰচি, ৪। লাগাম।

**প্ৰগ্ৰীৱং বঃ** *ক্লী. পু.* (প্ৰকৃষ্টা গ্ৰীৱা যস্য) ১। ঘৰৰ সমুখত থকা কাঠৰ বেৰ, ২। বাতায়ন, ঘৰৰ মাজ ভাগত বা-বতাহ অহাৰ বাবে ওখকৈ সজোৱা কোঠা, ৩। আস্তাবল, ৪। গছৰ আগ।

**প্ৰঘটকঃ** বিধি, নিয়ম, হুকুম, আজ্ঞা।

**প্ৰঘটা** শাস্ত্ৰ বা বিজ্ঞানৰ প্ৰথম বা মূল সূত্ৰ, **—ৱিদ্** *পু.* ওপৰে ওপৰে পঢ়ি যাওঁতা। সামান্য জ্ঞান থকা ব্যক্তি।

**প্ৰঘণঃ (নঃ), ঘাণঃ (নঃ)** *পু.* (প্ৰবিশদ্ভিৰ্জনৈঃ পাদৈঃ হন্যাতে ইতি প্ৰ হন্ অপ নত্বঞ্চ) ১। মূল ঘৰৰ দুৱাৰমুখত থকা সৰু কোঠা বা বাৰান্দা, 'পৰ্টিকো', ২। তামৰ কলহ, ৩। লোহাৰ গদা বা ডাং, ৪। ঘৰৰ ভিতৰত শয্যাৰ বাবে ওখ ঢিপ।

**প্ৰঘসঃ** *পু.* (প্ৰকৰ্ষেণাত্তীতি প্ৰ অদ অপ্) ১। অসুৰ, দৈত্য, ২। এটা ৰাক্ষসৰ নাম, মহা ৩।২৮৪।২ ।

**প্ৰঘাতঃ** *পু.* (প্ৰকৰ্ষেণ হন্যাতে অত্ৰেতি প্ৰ হন্ ঘঞ্ ১। যুদ্ধ, যুদ্ধক্ষেত্ৰ, ২। হত্যা।

**প্ৰঘূৰ্ণঃ** *পু.* (প্ৰ ঘূৰ্ণ ভ্ৰমণে অচ্) অতিথি।

**প্ৰঘোষঃ –ষকঃ** *পু* (প্ৰ ঘুষ্ ভাৱে ঘঞ্) ১। ধ্বনি, শব্দ, ২। চিঞৰ।

**প্ৰচক্ৰং** *ক্লী.* সেনাবাহিনীৰ যুদ্ধ যাত্ৰা, সেনাৰ গমন।

**প্ৰচক্ষা (স্)** *পু.* বৃহস্পতি।

**প্ৰচণ্ড** *বিণ.* (প্ৰকৰ্ষেণ চণ্ডঃ) ১। দুৰ্বহ, দুৰ্ধৰ্ষ, ২। প্ৰগল্ভ, আস ৩৩০; ৩। মহাপ্ৰতাপী, শক্তিশালী, ৪। ভয়ঙ্কৰ, সাংঘাতিক, ৫। প্ৰবল, **—ঘোণ** ডাঙৰ নাক থকা।

**প্ৰচণ্ডা** *স্ত্ৰী.* দুৰ্গা। চগলণ্ড নামৰ পীঠস্থানৰ অধিস্থাত্ৰী দেবী। দেভা ৭।৩০।৭৩।

**প্ৰচয়ঃ** *পু.* (প্ৰ চি চয়নে অচ্) ১। পুষ্পাদি চয়ন, আহৰণ, ২। সমূহ, ৩। বৃদ্ধি, ৪। শিথিল সংযোগ।

**প্ৰচৰঃ** *পু.* (প্ৰ চৰ অপ্) ১। বাট, পথ, ২। আচাৰ, ব্যৱহাৰ।

**প্ৰচল** *বিণ.* ১। কঁপি থকা কম্পিত, ২। আধুনিক, ৰীতিমতে চলি থকা।

**প্ৰচলাকঃ** *পু.* (প্ৰ চল আকন) ১। শৰাঘাত, ২। ম'ৰাৰ পেখণ, ৩। সাপ, **—কী (ন্)** ম'ৰা চৰাই, উ ২।২৯। .

**প্ৰচলায়িত** *বিণ.* (প্ৰচল ইৱাচৰতি ইতি ক্যঙ্ প্ৰচলায় কৰ্তৰি ক্তঃ) ১। বাগৰি ফুৰা, উজুতি খোৱা, ২। দুপিয়াই থকা, **—তং** টোপনিতে (মূৰ) দুপিয়াই থকা।

**প্ৰচায়িকা** *স্ত্ৰী.* ফুল চয়ন, ফুল চয়ন কৰি ফুৰা তিৰোতা।

**প্ৰচাৰঃ** *পু.* (প্ৰ চৰ্ ভাৱে ঘঞ্) ১। প্ৰচৰণ, ২। গমন, ঘূৰি ফুৰা, ৩। ব্যক্ত, প্ৰকাশ, ৪। চৰণীয়া পথাৰ, মহা ১।৪০।১৮; ৫। ঘোঁৰা আদি জন্তুৰ চকুৰ ৰোগ এবিধ, ৬। প্ৰচলিত ৰীতি, আচাৰ আদি, ৭। আচাৰ-ব্যৱহাৰ, ৮। খেল-পথাৰ, ৯। পথ, বাট, মনু ৯।২১৯।

**প্ৰচালঃ** বীণাৰ গল (দণ্ড)।

**প্ৰচালনং** কম্পন, লৰচৰ কৰা।

**প্ৰচিত** *বিণ.* (প্ৰ চি ক্তঃ) ১। চয়নকৃত, আহৰণ বা চয়ন কৰা (ফুলাদি), ২। পূৰ্ণকৃত, আবৃত।

**প্ৰচুৰ** *বিণ.* (প্ৰচোৰতীতি প্ৰ চুৰ কঃ) ১। অনেক, প্ৰচুৰ, বহুত, প্ৰভূত, ২। ডাঙৰ, বৃহৎ, **—ৰঃ** চোৰ, **—পুৰুষঃ** চোৰ, বহুলোক।

**প্ৰচেতা (তৃ)** *পু.* (প্ৰ চিৎ তৃচ) সাৰথি।

**প্ৰচেতাঃ (স্)** *পু.* (প্ৰ চিৎ অসুন্) ১। বৰুণ দেৱ, ৰ ১।৮০; ২। স্মৃতিশাস্ত্ৰ প্ৰণেতা এগৰাকী মুনি। মনু ১।৩৫; ৩। উৎকৃষ্ট জ্ঞানসম্পন্ন ব্যক্তি।

**প্ৰচেলং** *ক্লী.* (প্ চেল্ অচ্) হালধীয়া চন্দন, **—কঃ** ঘোঁৰা।

**প্ৰচোদনং** *ক্লী.* (প্ৰ চুদ্ ণিচ ল্যুট) ১। প্ৰেৰণ, অনুপ্ৰেৰণা, ২। বিধি, বিধান, আজ্ঞা, উদগনি।

**প্ৰচোদিত** *বিণ.* (প্ৰ চুদ্ ক্ত) ১। অনুপ্ৰেৰিত, ২। আজ্ঞাপ্ৰাপ্ত, ৩। বিহিত, ৪। প্ৰেৰিত, ৫। নিৰ্দ্ধাৰিত, নিষ্পন্ন।

**প্ৰচ্ছ্ ক্ৰীক্সে** (তুদা প দ্বিক পৃচ্ছতি) ১। সোধ, প্ৰশ্ন কৰ, অনুসন্ধান কৰ, গী ২।৭; ২। বিচাৰ কৰ, বিচাৰি ফুৰ, পাবলৈ চেষ্টা কৰ, **আ—** বিদায় ল, যাবলৈ খোজ, মে ১২; প্ৰশ্ন সোধ

**প্ৰচ্ছদঃ** *পু.* (প্ৰচ্ছদ্ নিচ্ কৰণে ক্তঃ) ১। আচ্ছাদন, ছাদৰ, ৰ ১৯।২; ২। বিচনা চাদৰ, **—পটঃ** বিছনাৰ কাপোৰ। আচ্ছাদন পট।

**প্ৰচ্ছনং, না** *ক্লী. স্ত্ৰী.* অনুসন্ধান, প্ৰশ্ন, আমন্ত্ৰণ।

**প্ৰচ্ছন্ন** *বিণ.* (প্ৰ ছদ্ ক্তঃ) ১। আচ্ছাদিত, আবৃত, ২। গুপ্ত, ৩। লুকায়িত, লুকাই ৰখা; **—ন্নং** ১। ঘৰৰ ভিতৰ কোঠাৰ দুৱাৰ, ২। খিড়িকী, ছিদ্ৰ, সুৰুঙ্গ, **—ন্নং** অব্য. গুপ্তভাৱে। মনে মনে, **—তস্কৰঃ** গুপ্তচোৰ।

**প্ৰচ্ছৰ্দন, —ৰ্দিকা** বমি।

**প্ৰচ্ছাদনং** *ক্লী.* (প্ৰ ছদ নিচ ল্যুট) ১। গাত লোৱা চাদৰ, উত্তৰীয় বস্ত্ৰ ২। আচ্ছাদন, চাদৰ, ৩। চকুৰ পিৰঠি, **—পটঃ** চাদৰ, আৱৰণ।

**প্ৰচ্ছাদিত** *বিণ.* (প্ৰ ছদ নিচ ক্ত) আচ্ছাদিত, গুপ্ত, লুকায়িত।

**প্ৰচ্ছায়ং** ১। ঘন বা ডাঠ ছায়া, ২। ছায়া থকা ঠাই।

**প্ৰচ্যয়ঃ** *পু.* ১। নাশ, পতন, ২। উন্নতি, বৃদ্ধি, ৩। প্ৰস্থান।

**প্ৰচ্যৱনং** ১। প্ৰস্থান, ২। হানি, ক্ষতি, ৩। স্ৰৱন, ক্ষৰণ, নিগৰি পৰা।

**প্ৰচ্যুত** *বিণ.* (প্ৰ চ্যু ক্ত) ১। ছিগি পৰা, সৰি পৰা, ২। স্থানান্তৰকৃত, খেদা খোৱা, ৩। পৰাস্ত, পলায়িত।

**প্ৰচ্যুতিঃ** *স্ত্ৰী.* (প্ৰ চ্যু ক্তিন) ১। প্ৰস্থান, ২। হানি, ক্ষতি, ৩। পতন, নাশ।

**প্ৰজঃ** *পু.* (প্ৰজায়তে জায়াগৰ্ভে ইতি প্ৰ জন ডঃ) পতি, স্বামী।

**প্ৰজনঃ** *পু.* (প্ৰজায়তেঽনেনেতি প্ৰ জন কৰণে ঘঞ) ১। গৰ্ভধাৰণ, গৰ্ভোৎপাদন, উৎপত্তি, জন্ম, মনু ৩।৬১; ২। গৰু, ছাগলী আদিৰ গৰ্ভধাৰণ কাৰ্য্য (পাল খোৱা), ৩। প্ৰসৱ, জন্ম।

**প্ৰজননং** *ক্লী.* (প্ৰজায়তে অনেনেতি প্ৰ জন কৰণে ল্যুট) ১। যোনি, ২। জন্ম, প্ৰসৱ, ৰাত ২।৬১; ৩। ধাইৰ কাম, ৪। বীৰ্য্য, ৫। পুৰুষ অথবা লিঙ্গ, ৬। সন্তান।

**প্ৰজনিকা** মাতৃ।

**প্ৰজনুকঃ** শৰীৰ।

**প্ৰজল্পঃ** *পু.* (প্ৰ জল্প ভাৱে ঘঞ) ১। বচন, বাক্য, ২। অনৰ্থক কথা বতৰা, আলাপ, আলোচনা, 'প্ৰিয়স্য কৌশলোদগাৰঃ প্ৰজল্পঃ' **—নং** কথা-বতৰা, আলাপ, ফচহু গল্প।

**প্ৰজৱঃ** *পু.* অতি বেগ, **—ৱী** (ন) অতি বেগী, *(পু)* ডাকোৱাল।

**প্ৰজা** *স্ত্ৰী.* (প্ৰজায়তে ইতি প্ৰ জন ডঃ) ১। সতি-সন্ততি, ২। জন্ম, উৎপত্তি, ৩। ৰাইজ, প্ৰজা, মানৱজাতি, প্ৰজানাং ৱিনয়াধানাৎ ৰক্ষণাৎ ভৰণাদপি। স পিতা পিতৰস্তাসাং কেৱলং জন্মহেতৱঃ, ৰ ১।২৪; **—কাম** সন্তান কামনা, **—তন্তুঃ** বংশ পৰম্পৰা, **—তা প্ৰসূতা, —দানং** ৰূপা, **—নাথঃ** ১। ব্ৰহ্মা, ২। ৰজা, **—পঃ** ৰজা, **—নিষেকঃ** গৰ্ভধাৰণ, বীৰ্য্য স্থাপন, **—পতিঃ** ১। ব্ৰহ্মা, ২। ব্ৰহ্মাই প্ৰথমতে সৃষ্টি কৰা দহজন প্ৰজাপতি, ৩। বিশ্বকৰ্মা, ৪। সূৰ্য্য, ৫। জোঁৱাই, ৬। ৰজা, ৭। বিষ্ণু, ৮। পিতা, জনক, ৯। পুৰুষাঙ্গ, **—পালঃ** ৰজা, **—পালী** শিৱ, **—সৃজ পু.** ব্ৰহ্মা, শি ১।২৮; **—হিত** শিশুৰ উপকাৰী, **—হিতং** পানী।

**প্ৰজাগৰঃ** *পু.* (প্ৰ জাগৃ অপ) ১। ৰাতিলৈকে জাগি থকা, ২। নিদ্ৰাহীনতা, ৩। সতৰ্কতা, ৪। ৰক্ষক, অভিভাৱক, ৫। শ্ৰীকৃষ্ণ।

**প্ৰজাত** *বিণ.* (প্ৰ জন ক্ত) জাত, উৎপাদিত, **—তঃ** এবিধ ঘোঁৰা, **—তা** সন্তান জন্ম দিয়া মাতৃ। প্ৰসূতা।

**প্ৰজাতিঃ** *স্ত্ৰী* (প্ৰ জন ক্তিন) ১। সন্ততি, ২। উৎপত্তি, ৩। প্ৰসৱ, প্ৰসৱ বেদনা, ৪। প্ৰজনন শক্তি।

**প্ৰজান্তকঃ** যমৰাজ।

**প্ৰজাৱান** (ৎ) বিণ. (প্ৰ জন ক্তৱতু) ১। প্ৰজা অথবা সন্তান থকা, ২। গৰ্ভৱতী, **—তী** *স্ত্ৰী.* ১। ভাই-বোৱাৰী (অথবা কোনো কোনোৰ মতে ডাঙৰ বৌয়েক), ২। মাক, ধাই মাক।

**প্ৰজিনঃ** *পু.* বায়ু, বতাহ।

**প্ৰজীৱনং** জীৱিকাবৃত্তি।

**প্ৰজেশ্বৰঃ** ৰজা।

**প্ৰজুষ্ট** *বিণ.* আসক্ত, ৰত।

**প্ৰজ্ঞ** *বিণ.* (প্ৰ জ্ঞা কঃ) অভিজ্ঞ, পণ্ডিত, জ্ঞানী, **—প্তিঃ** সঙ্কেত, সম্মতি।

**প্ৰজ্ঞা** *স্ত্ৰী.* (প্ৰ জ্ঞা কঃ টাপ) ১। জ্ঞান, বুদ্ধি, ১।১৫; ২। একাগ্ৰতা, ৩। বিচাৰ, বিবেচনা, ৪। কৌশল, কল্পনা, ৫। জ্ঞানী তিৰোতা, **—চক্ষুষ্ (কণা হলেও)** জ্ঞানচকু যুক্ত, **—বৃদ্ধ** জ্ঞানবৃদ্ধ, **—হীন** জ্ঞানহীন।

**প্ৰজ্ঞাত** *বিণ.* ১। জ্ঞাত, স্পষ্ট, বিখ্যাত, প্ৰখ্যাত।

**প্ৰজ্ঞানং** *ক্লী.* (প্ৰ জ্ঞা ল্যুট) ১। বুদ্ধি, জ্ঞান, চেতনা, ২। চিহ্ন।

**প্ৰজ্ঞাৱান্ (ৎ)** *বিণ.* জ্ঞানৱান, বুদ্ধিমান।

**প্ৰজ্ঞাল, প্ৰজ্ঞী (ন), জ্ঞিলঃ** জ্ঞানী/বুদ্ধিৱান।

**প্ৰজ্ঞুঃ** *পু.* (প্ৰগতে জানুনী যস্য ইতি জ্ঞুঃ) প্ৰগতজানুক, ধেনুভিৰীয়া আঁঠুযুক্ত।

**প্ৰজ্বলনং** জ্বলন, পোৰণ।

**প্ৰজ্বলিত** (প্ৰ জ্বল ক্ত) ভালকৈ জ্বলি থকা, উজ্জ্বল, দগ্ধ। বিহুৰ মেজীত জুই দিয়া মন্ত্ৰ— অগ্নিং

প্ৰজ্বলিতং ৱন্দে জাতৱেদং হুতাশনম্। সুৱৰ্ণৱৰ্ণমমলং সমিদ্ধং সৰ্বতোমুখম্।।

**প্ৰডীনং** *ক্লী.* (প্ৰ ডী নভোগতৌ ক্তঃ) ১। পক্ষী আদিৰ উড়ন। আকাশত উৰণ, ২। তীৰ্য্যগ্ গমন।

**প্ৰণ** *বিণ.* (প্ৰ নঃ) পুৰণি, প্ৰাচীন, **—খঃ** নখৰ আগ।

**প্ৰণত** *বিণ.* (প্ৰণম্ ক্ত) ১। নত, ২। হালি প্ৰণাম কৰা, ৩। আনত হোৱা, ৪। নম্ৰ, বিনয়, সৌজন্য প্ৰকাশ কৰা।

**প্ৰণতিঃ** *স্ত্ৰী.* (প্ৰ নম্ ভাৱে ক্তিন্) ১। প্ৰণাম, প্ৰণিপাত, অনুনয়, ৰ ১১।৮৯; ২। সৌজন্য, বিনয়। কি ৬।৫।

**প্ৰণয়ঃ** *পু.* (প্ৰ ণী অচ্) ১। গী ১১।৪; প্ৰেম, বিৱাহ, প্ৰীতি, আসক্তি, ২। বাসনা, আশা, যাজ্ঞা, ৩। দয়া, অনুগ্ৰহ, ৪। প্ৰাৰ্থনা, ৫। শ্ৰদ্ধা, ৬। নিৰ্বাণ, **—কলহঃ** প্ৰেমিক প্ৰেমিকাৰ (মিছা) কাঁজিয়া, **—কোপঃ** প্ৰেমিকৰ প্ৰতি প্ৰেমিকাৰ খঙ, **—ভঙ্গঃ** বিশ্বাসঘাতকতা, **—ৱিমুখ** প্ৰেমৰ প্ৰতি অনিচ্ছা, **—ৱিহতিঃ —ৱিঘাতঃ** অস্বীকৃতি।

**প্ৰণয়ী(ন্)** *পু.* (প্ৰণয় ইনিঃ) ১। প্ৰেম, প্ৰীতি, ২। প্ৰেমিক, ৩। অন্তৰঙ্গ। বান্ধৱ, ৪। স্বামী, পতি, ৫। প্ৰাৰ্থী, ৬। পূজক, ভক্ত; **—নী** ১। প্ৰেমিকা, পত্নী, ২। বান্ধৱী।

**প্ৰণৱঃ** *পু.* (ব্ৰহ্মাবিষ্ণুমহেশ্বৰৰূপত্বাৎ প্ৰণম্যতে ইতি প্ৰ ণম কৰ্মণি ঘঞ মস্য ৱঃ পৃষোদৰাদিত্বাৎ) ১। ওঁকাৰ, গী ৭।৮; ব্ৰাহ্মণঃ প্ৰণৱং কুৰ্য্যাদাদাৱন্তে চ সৰ্বদা', মনু ২।৭৪; ২। বিষ্ণুঃ ৩। এবিধ বাদ্যযন্ত্ৰ।

**প্ৰণস** *বিণ.* ডাঙৰ নাকযুক্ত।

**প্ৰণাদঃ** *পু.* (প্ৰ ণদ্ ঘঞ) ১। দুখত মৰা চিঞৰ, আটাহ, ২। গৰ্জন, ৩। উল্লাসৰ চিঞৰ, ৪। কাণ হমহমাই থকা ৰোগ।

**প্ৰণামঃ** *পু.* (প্ৰ নম ভাৱে ঘঞ) ১। হালি পৰা, নত হোৱা, ২। শ্ৰদ্ধা প্ৰদৰ্শন কৰা, ৩। প্ৰণতি, প্ৰণিপাত, নমস্কাৰ, প্ৰণাম ৪ বিধ : অভিবাদন, অষ্টাঙ্গ, পঞ্চাঙ্গ, কৰশিৰ সংযোগ। অষ্টাঙ্গ : পদ্ভ্যাং কৰাভ্যাং জানুভ্যাম্-উৰসা শিৰসা দৃশা। বচসা চৈৱ প্ৰণামোঽষ্টাঙ্গ ঈৰিতঃ।।

পঞ্চাঙ্গ : বাহুভ্যাঞ্চৈৱ জানুভ্যাং শিৰসা বচসা দৃশা।

**প্ৰণায়কঃ** *পু.* ১। সেনাধ্যক্ষ, সেনানায়ক, ২। প্ৰধান, মুখ্য।

**প্ৰণায্য** *বিণ.* (প্ৰ নী ণ্যৎ) ১। অসম্মত, ২। বাসনাৰহিত, বিৰক্ত, ৩। প্ৰেমিক, ৪। সৎ, সৰল, অকপট।

**প্ৰণালঃ —লিকা, —লী** (প্ৰ ণল্ ঘঞ) ১। জলবাহক নলা, খাল, ২। ক্ৰমশঃ, এটাৰ পিচত এটা।

**প্ৰণাশঃ** *পু.* ১। বাধা, হানি, নাশ, ২। মৃত্যু, ধ্বংস।

**প্ৰণাশনং** ধ্বংস, নাশ।

**প্ৰণিধানং** *ক্লী.* (প্ৰণিধীয়তে অনেনেতি প্ৰণিধা ল্যুট্) ১। প্ৰযত্ন। অত্যধিক চেষ্টা, ২। ধ্যান, ৩। সমাধি, ৰ ১।৭৪; ৪। সেৱন, ব্যৱহাৰ, ৫। কৰ্মফল ত্যাগ।

**প্ৰণিধিঃ** *পু.* (প্ৰ নি ধা কিঃ) ১। চোৰাংচোৱা, চৰ, ৰ ১৭।৪৮; মনু ৮।১৮২; ২। অনুচৰ, ৩। যত্ন, ৪। শ্ৰদ্ধা, অনুৰোধ, প্ৰাৰ্থনা, ৫। বৃহদ্ৰথৰ পুত্ৰৰ নাম, মহা ৩।২১৯।৯।

**প্ৰণিপতনং, —পাতঃ** (প্ৰ নি পত ল্যুট, —ঘঞ) ১। প্ৰণাম, প্ৰণতি, ২। এজনৰ ভৰিত পৰি নমস্কাৰ কৰা, কু ৩।৬১, **—ৰসঃ** অস্ত্ৰৰ ওপৰত পাঠ কৰা বীজ মন্ত্ৰ বিশেষ।

**প্ৰণিহিত** *বিণ.* (প্ৰ নি ধা ক্ত) ১। স্থাপিত, প্ৰাপ্ত, ২। বিস্তৃত, ৩। নিযুক্ত, ৪। সমাহিত চিত্ত, ধ্যানমগ্ন, ৫। দৃঢ়প্ৰতিজ্ঞ, সতৰ্ক।

**প্ৰণীত** *বিণ.* (প্ৰণীয়তে ইতি প্ৰণীক্ত) ১। সম্পাদিত, ২। কৃত, ৰচিত, ৩। দত্ত, ৪। প্ৰেৰিত, সমৰ্পিত, মুক্তকৃত, বিহিত, **—তঃ** সংস্কৃত অগ্নি। যজ্ঞত মন্ত্ৰপাঠেৰে সংস্কাৰ কৰা অগ্নি, **—তং** ৰন্ধা বস্তু, মচলা আদি, **—তা** এবিধ যজ্ঞপাত্ৰ।

**প্ৰণুত** *বিণ.* (প্ৰ ণু ক্তঃ) প্ৰশংসিত, স্তুত, **—তা** (তৃ) নিৰ্মাতা, গ্ৰন্থকাৰ, শিক্ষক।

**প্ৰণেয়** *বিণ.* (প্ৰকৰ্ষেণ নেতুং শক্যঃ প্ৰ ণী যৎ) ১। বশ্য, বশীভূত, বাধ্য, ২। সম্পাদনীয়, ৩। নিৰ্ণেয়।

**প্ৰতত** *বিণ.* (প্ৰ তন্ ক্তঃ) ১। বিস্তাৰিত, বিস্তৃত, ২। আবৃত।

**প্ৰততিঃ** *স্ত্ৰী.* (প্ৰ তন্ ক্তিন্) ১। বিস্তৃতি, ২। লতা।

**প্ৰতন** *বিণ.* প্ৰাচীন, পুৰণি।

**প্ৰতনু** *বিণ.* (প্ৰ তন্ কুঃ) ১। অতি ক্ষীণ, সূক্ষ্ম, কোমল, মে ২৯; ২। সৰু, ঠেক, ৩। সামান্য।

**প্ৰতপনং** *ক্লী.* তপতকৰণ, গৰমকৰণ।

**প্ৰতপ্ত** *বিণ.* ১। তপ্ত, গৰম, ২। কষ্ট পোৱা, যন্ত্ৰণা প্ৰাপ্ত।

**প্ৰতবঃ** *পু.* পাৰ হোৱা, পাৰকৰা।

১।৮১, কোনো ধৰ্মীয় কাৰ্যত এজনৰ হৈ সম্পাদন কৰা আনজন। সলনি, কোনো অনুষ্ঠানৰ হৈ যিজনে কোনো সভা-সমিতিত যোগদান কৰে। ধৰ্মীয় কাৰ্য্য সম্পাদনত কোনো দ্ৰব্যৰ অভাৱত অৰ্পণ কৰা আন এবিধ, যেনে 'ঘৃতং ন লভ্যাতে যত্ৰ শুষ্কক্ষীৰেণ হোময়েৎ।' মপু। 'মধু যত্ৰ ন বিদ্যেত তত্ৰ জীৰ্ণগুড়ো ভৱেৎ' আৰে। **—নিৰ্জিত** বশীভূত, পৰাভূত, **—নিৰ্দেশ্য** আগতে এবাৰ কোৱা, কথাকে আকৌ এবাৰ বেছিকৈ কোৱা, 'উদেতি সৱিতা তাম্ৰস্তাম্ৰ এৱাস্তমেতি চ' কাপ্ৰ। সূৰ্য্য উদয় হওঁতেও তামবৰণীয়া অস্ত যাওঁতেও তামবৰণীয়া। **—নিৰ্যাতনং** বিৰোধ, **—নিৱিষ্ট** উদণ্ড, পথভ্ৰষ্ট, (-মূৰ্খঃ) জধা মূৰ্খ, **—নিৱৰ্তনং** ঘূৰি অহা, **—নোদঃ** বিতাৰিত, পৰাস্ত, **—পৎ** (দ্) স্ত্ৰী (প্ৰতি পদ ক্বিপ্) ১। প্ৰতিপদ তিথি, ২। নাগৰা, ঢোল, ৩। প্ৰৱেশদ্বাৰ, আৰম্ভণ, **—পত্তিঃ** স্ত্ৰী. (প্ৰতি পদ ক্তিন্) ১। প্ৰবৃত্তি কু ৫।৪২; ২। প্ৰগল্ভতা, ৩। গৌৰৱ, ঐশ্বৰ্য্য-বিভূতি, ৪। প্ৰাপ্তি, ৰ ১।১৫; ৫। প্ৰবোধ, জ্ঞান, বুদ্ধি, ৬। স্বীকাৰ, ৭। কৰ্ম সম্পাদন, কৰ্ম পদ্ধতি, ৮। আচাৰ-ব্যৱহাৰ, ৯। দৃঢ়তা, ১০। শ্ৰদ্ধা, পূজা, ১১। উন্নতি, ১২। যশস্যা, ১৩। সাহসিকতা, ১৪। প্ৰমাণ, ১৫। বাৰ্ত্তা, বুদ্ধি, **—পদং** অব্য. প্ৰত্যেক খোজত, **—পাত্ৰং** অব্য. প্ৰতিটো চৰিত্ৰমতে, **—পাদক** *বিণ.* (প্ৰতি পদ ণিচ্ ণ্বুল্) ১। প্ৰতিপত্তিজনক, ২। বোধক, ৩। প্ৰদৰ্শক, ৪। সহায়ক, ৫। ফলদায়ক, কাৰ্য্যকৰী, **—পাদনং** ১। দান, ২। প্ৰদৰ্শন, ৩। ব্যাখ্যাকৰণ, ৪। কাৰ্য্য সম্পাদন, ৫। অভ্যাস, ৬। আৰম্ভণ, **—পাদপং** অব্য. গছে গছে, **—পালকঃ** পালনকৰ্ত্তা, ৰক্ষক, **—পূজা,** পূজন, পৰস্পৰ শ্ৰদ্ধা জ্ঞাপন, **—পূৰণং** ভৰ্তিকৰণ, পূৰ্ণকৰণ, জুলীয়া পদাৰ্থ (বেজীৰে শৰীৰত) ভৰাই দিয়া কাৰ্য্য, **—পূৰুষঃ** ১। একে দেখা মানুহ, ২। সলনি, ৩। সহচৰ, ৪। ঘৰৰ ভিতৰত কোনোবা আছে নে নাই জনাবলৈ মানুহৰ দৰে বনোৱা প্ৰতিকৃতি, **—প্ৰণামঃ** পৰস্পৰে কৰা প্ৰণাম," **—প্ৰয়াণং** ওভতনি, **—প্ৰশ্নঃ** ওলোটা প্ৰশ্ন, উত্তৰ, **—প্ৰসৱঃ** নিষেধৰ বিপৰীতে পুনৰ্বিধান। ব্যতিক্ৰমৰ ব্যতিক্ৰম। ব্যতিক্ৰমৰ ভিতৰত পৰা কোনো বিষয় সাধাৰণ নিয়মৰ অধীন হোৱা,' **—প্ৰহাৰঃ** ওলোটা আঘাত, **—প্ৰাকাৰঃ** বাহিৰৰ দেৱাল, **—ফলঃ ফলনং** প্ৰতিবিম্ব, তুল্যফল, প্ৰতিশোধ, পৰিশোধ, শাস্তি, **—ফুল্লকঃ** প্ৰফুল্ল, সম্পূৰ্ণকৈ ফুলি উঠা, **—বন্ধ** *বিণ.* ১। আবদ্ধ, ৰুদ্ধ, ২। বাধা, কামত বিঘিনি, ৩। বিৰোধিতা, ৪। দখল অধিকাৰ, ৫। সংযোগ, নিত্য আৰু অবিচ্ছেদ্য সংযোগ (দৰ্শন), (কঃ) বাধা-বিঘিনি। বিৰোধ (**—কঃ** পু.) (গছৰ) শাখা, পোখা, **—বল** *বিণ.* বলৱান, সমৰ্থৱান, সমবলী। **—বি** (ৰি) **স্বং স্বঃ** ১। প্ৰতিচ্ছবি, প্ৰতিবিম্ব, ২। প্ৰতিমা, ছবি, **—বুদ্ধ** ১। জাগৃত, ২। পৰিচিত, ৩। বিখ্যাত, **—বুদ্ধিঃ** ১। জাগৰণ, ২। বিৰুদ্ধ অভিপ্ৰায়, **—বোধঃ** পু. ১। জাগৰণ, কি ৬।১২; ২। জ্ঞান, বুদ্ধি, ৩। শিক্ষা, ৪। বিবেচনা, **—ভট** *বিণ.* বিৰোধিতা, শত্ৰুৰাদি (**—টঃ**) শত্ৰু, **—ভয়** (প্ৰতিগতং ভয়ং যত্ৰ) ১। ভয়ঙ্কৰ, ৰা ৬।৯০।৩৫; ভয়ানক, ২। আতঙ্কময়, সাংঘাতিক, **—ভা** স্ত্ৰী. (প্ৰতিভাতি শোভতে ইতি প্ৰতি ভা কঃ টাপ্) ১। বুদ্ধি, জ্ঞান, ২। উজ্জ্বলতা, দীপ্তি, ৩। প্ৰত্যুৎপন্নমতি, ৪। নতুন নতুন ভাবৰ উন্মেষ কৰা প্ৰজ্ঞা, মহা ১২।২৫৯।১; (**—মুখ**) সাহসী, (**—হানিঃ**) প্ৰজ্ঞাশূন্যতা, অন্ধকাৰ, বুদ্ধি, নাম, **—ভাত** জ্ঞাত, উজ্জ্বল, **—ভানং** পোহৰ, দীপ্তি, বুদ্ধি, প্ৰত্যুৎপন্নমতি, **—ভাষা** প্ৰত্যুত্তৰ, **—ভাসঃ** ১। হঠাতে মনলৈ অহা, উপলব্ধি, বোধ, ২। আকৃতি, ৩। ভ্ৰমণ, **—ভূঃ** জামিন, চুক্তি, সৰ্ত, যা ২।১০; **—মঃ** *বিণ.* (প্ৰতি মা কঃ) সমাসৰ উত্তৰপদৰূপত সাদৃশবাচক। যেনে অনুজপ্ৰতিম অৰ্থাৎ সৰু ভাইৰ দৰে, **—মণ্ডলং** বহুকেন্দ্ৰিক কক্ষপথ, **—মল্লঃ মিত্ৰং** শত্ৰু, **—মা** স্ত্ৰী (প্ৰতিমীয়তে ইতি প্ৰতি মা অঙ্ টাপ্) ১। অনুকৃতি, প্ৰতিকৃতি, ২। প্ৰতিবিম্ব, ৰ ৭।৬৪; ৩। মাটি পাথৰাদিৰে নিৰ্মিত প্ৰতিকৃতি, মহা ১।১৭২।২৭; বিগ্ৰহ, ৪। পৰিমাণ, ৫। হাতীৰ দাঁত দুটাৰ মাজৰ অংশ (**—চন্দ্ৰঃ**) প্ৰতিবিম্বিত উঠা চন্দ্ৰ, (**—পৰিচাৰকঃ**) বিগ্ৰহৰ সেৱক, আঠ পৰীয়া, **—মানং** (প্ৰতি মা ল্যুট্) ১। প্ৰতিবিম্ব, ২। আৰ্হি, দৃষ্টান্ত, ৩। সাদৃশ্য, ৪। পৰিমাণ, জোখ, ওজন, ৫। হাতীৰ দুদাঁতৰ মাজৰ অংশ, শি ৫।৩৬; ৬। প্ৰতিনিধি, **—মায়া** ওলোটা মন্ত্ৰ, **—মুক্ত** ১। কাপোৰ পৰিহিত, (পিন্ধা), ২। বন্ধ, আবদ্ধ, ৩। পৰিত্যক্ত, ৰ ৪।৪৩;

গ্ৰহণ কৰি ত্যাগ কৰা, ৪। প্ৰতিনিবৃত, বিচ্যুত, প্ৰত্যৰ্পিত, ৰ ১৬।৫৯; **—মুখং** সংস্কৃত নাটকৰ পঞ্চসন্ধিৰ এটা। সাদ ৬ অ, **—মোক্ষঃ** নিৰ্বাণ, মুক্তি, **—মোচন** ১। ঢিলা কৰা, ২। বিৰোধিতা, মোক্ষ, মুক্তি, **—যত্নঃ** *পু*. (প্ৰতি যৎ নঙ) ১। লিপ্সা, বাঞ্ছা, বাসনা, ২। যত্ন, চেষ্টা, ৩। বিৰোধিতা, বাধা, ৪। প্ৰতিশোধ, ৫। বন্দী, ৬। সংস্কাৰ, ৭। ৰচনা, ৮। অনুগ্ৰহ, **—যাতনা** প্ৰতিমা, প্ৰতিকৃতি, শি ৩।৩৪; **—যূথপঃ** বনৰীয়া হাতীৰ দলপতি, **—যোগঃ** ১। বিৰোধ, ২। পুনৰুদ্যোগ, ভা ৪।১০।২২; ৩। সহযোগ, ৪। প্ৰতিকাৰ, ঔষধ, **—যোগী** (ন্) বিৰোধী। শত্ৰু, **—ৰথঃ** শত্ৰু, **—ৰক্তঃ** আসক্তি, ক্ৰোধ, কোপ, **—ৰাজঃ** শত্ৰু ৰজা, **—ৰুদ্ধ** বাধাগ্ৰস্ত, **—ৰূপং** ১। প্ৰতিমা, ভা ৭।১০।২১; ২। দানবিশেষ, **—ৰূপকং** প্ৰতিবিম্ব, **—ৰোধঃ** ১। বাধা, ২। আক্ৰমণ, ৩। বিৰোধী, শত্ৰু, প্ৰতিদ্বন্দ্বী, ৪। গোপন, ৫। চুৰি, ৬। নিন্দা, **—ৰোধকঃ** চোৰ, **—ৰোধী** (ন্) চোৰ, **—লক্ষণং** চিহ্ন, **—লম্ভঃ** ১। লাভ, প্ৰাপ্তি, ২। নিন্দা, ভৰ্ৎসনা, **—লাভঃ** প্ৰাপ্তি, **—লিপিঃ** নকল, **—লোম**, ১। বিপৰীতলোমী, ওলট-পালট, ২। বিপৰীত জাতিৰ বা বৰ্ণৰ, যেনে. কন্যা উচ্চ জাতিৰ আৰু বৰ নিম্নজাতিৰ, ৩। প্ৰতিদন্দ্বী, বিৰোধী, ৪। নীচ, অধম, ৫। বাম, (**—জ**) উচ্চ বৰ্ণৰ মাক আৰু নিম্ন বৰ্ণৰ পিতাকৰ সন্তান, **—ৱচঃ** উত্তৰ, **—ৱস্তু** ১। সমতুল্য, সলনি, ২। ওলোটাই দিয়া বস্তু, ৩। অনুৰূপ (**—উপমা**) কাব্যৰ এবিধ অলঙ্কাৰ, য'ত পৰস্পৰ শব্দ সাদৃশ্য অনুভৱ হোৱা বাক্যৰ একেটা সাধাৰণ ধৰ্মক বেলেগ বেলেগ শব্দেৰে প্ৰকাশ কৰা হয়, **—ৱাক্** (চ্) উত্তৰ, **—ৱাত** *অব্য*. বতাহৰ প্ৰতিকূলে, **—ৱাদী** (ন্) প্ৰতিপক্ষ, **—ৱাসৰং** প্ৰত্যেক দিনে, **—ৱাসী** (ন্) প্ৰতিবেশী, ওচৰ-চুবুৰীয়া, **—ৱিঘাত** প্ৰতিৰক্ষা, ওলোটা আঘাত, প্ৰহাৰ, **—ৱিধানং** ওলোটা কাৰ্য্য, ব্যাঘাত, প্ৰতিৰোধ, **—ৱিধি** প্ৰতিবোধ, **—ৱিষং** বিষৰ প্ৰতিষেধক ঔষধ, **—ৱিষ্ণুং ৱিষ্ণুং ৱিষ্ণুং** প্ৰতি, (**—কঃ**) মুচকুন্দ গছ, **—ৱীৰঃ** শত্ৰু, বিৰোধী, **—ৱৃষঃ** দুষ্ট, অবাধ্য ষাঁড়, **—ৱেদং** *অব্য*. প্ৰত্যেকখন বেদ অনুসৰি, **—ৱেলং** *অব্য*. প্ৰত্যেক বাৰতে, **—ৱেশঃ**, **—ৱেশন্** *ক্লী*. ওচৰ-চুবুৰীয়াৰ ঘৰ, **—ৱেশী** (ন্) **—ৱেশ্যঃ** ওচৰ-চুবুৰীয়া, **—ৱৈৰং** প্ৰতিশোধ, **—ৱ্যূহঃ** শত্ৰুৰ বিপক্ষে বিশেষ ধৰণৰ সৈন্যসজ্জা, **—শব্দঃ** ১। প্ৰতিধ্বনি, ৰ ২।২৮; ২। গৰ্জন, **—শমঃ** বিৰতি, বিৰাম, **—শয়নং** নোখোৱা-নোবোৱাকৈ কাম্য বস্তু লাভৰ বাবে বিগ্ৰহৰ আগত পৰি থকা, **—শাপঃ** শাপৰ বিপৰীতে অভিশাপ, **—শাসনং** (প্ৰতি শাস ভাৱে ল্যুট) ১। আদেশ, অৰজ্ঞা, হুকুম, ২। কিবা কাম কৰাৰ বাবে ভৃত্যাদিক অ'লৈ-ত'লৈ প্ৰেৰণ, ৩। ওলোটা হুকুম, হুকুমৰ বিপৰীতে হুকুম, **—শিষ্ট** ১। আজ্ঞাপ্ৰাপ্ত, ২। প্ৰত্যাখ্যাত, অস্বীকৃত, **—শ্যায়ঃ** পানীলগা বেমাৰ, **—শ্ৰয়ঃ** *পু*. (প্ৰতি শ্ৰি আধাৰে অচ্) ১। যজ্ঞশালা, ২। আশ্ৰয়, ৩। ঘৰ, মনু ১০।৫১; ৪। সভা, ৫। সাহায্য, ৬। প্ৰতিজ্ঞা, **—শ্ৰৱঃ** *পু*. (প্ৰতি শ্ৰু অপ্) অঙ্গীকাৰ, ৰাত ৩।৪২৪; **—শ্ৰৱণং** ১। শ্ৰৱণ, ২। প্ৰতিজ্ঞা, ৩। স্বীকাৰ, **—শ্ৰুৎ, শ্ৰুতিঃ** *স্ত্ৰী*. ১। প্ৰতিজ্ঞা, ২। প্ৰতিধ্বনি, শি ১৭।৪২; **—ষিদ্ধ** (প্ৰতি সিধ্ ক্তঃ) নিষিদ্ধ, নিষেধ কৰা দ্ৰব্য, **—ষেধঃ** *বিণ*. (প্ৰতি সিধ ভাৱে ঘঞ) ১। নিষেধ, ২। দূৰীভূত কৰণ, বিতাৰণ, ৩। প্ৰত্যাখ্যান, ৪। অস্বীকাৰ, (**—উক্তিঃ**) অস্বীকাৰোক্তি (**—উপমা**) এবিধ উপমা অলঙ্কাৰ, **—ষেধক** *বিণ*. নিষেধক, বিষাদিৰ প্ৰতিকাৰ ঔষধ, **—ষ্কঃ —ষ্কসঃ** চোৰাংচোৱা, সহায়ক, **—ষ্কষঃ** চাবুক, **—ষ্টম্ভঃ** (প্ৰতি স্তনভ ঘঞ) প্ৰতিবন্ধক, বাধা, বিঘিনি, ৰ ২।৩২; **—ষ্ঠ** *বিণ*. সমাসৰ শেষত যেনে লব্ধপ্ৰতিষ্ঠ অৰ্থাৎ সুপ্ৰসিদ্ধ, সুপ্ৰতিষ্ঠিত, **—ষ্ঠা** *স্ত্ৰী*. (প্ৰতি স্থা অঙ টাপ্) ১। গৌৰৱ, ২। স্থিতি, স্থান, ৰ ১৬।৩৫; ৩। আশ্ৰয়, মাপু ৮৪।১০; ৪। স্থিতি 'হৰ ২৮।৩৭; ৫। শৰীৰ, ৬। সীমা, ৭। দৃঢ়তা, স্থায়িত্ব, ৮। এবিধ উৎকৃষ্ট অলঙ্কাৰ, শ ৬।২৪; ৯। উচ্চপদ বা পদবি, উচ্চ অধিকাৰ, ১০। খ্যাতি, যশস্যা, ১১। স্থাপন, শিলান্যাস, ১২। কাম্য বস্তু লাভ, ১৩। শান্তি, ১৪। আধাৰ, ১৫। পৃথিৱী, ১৬। বিগ্ৰহ সংস্কাৰ আৰু প্ৰতিষ্ঠা 'পূজাং বিনা প্ৰতিষ্ঠাং নাস্তি ন মন্ত্ৰং ৱিপ্ৰ প্ৰতিষ্ঠা চ।' **—ষ্ঠানং** *ক্লী*. (প্ৰতি স্থা ল্যুট) ১। অনুষ্ঠান, ২। স্থাপন, দৃঢ়ভাৱে স্থাপিত, ৩। গঙ্গা আৰু যমুনাৰ সঙ্গমস্থলত থকা এখন নগৰৰ নাম, ৪। গোলাৰবীৰ

পাৰৰ এখন চহৰৰ নাম, **—ষ্ঠিত** ১। স্থাপিত, ২। সম্পূৰ্ণকৃত, সুসম্পাদিত, ৩। অনুষ্ঠিত, **—সম** বিণ. সমতুল্য, সমযোগ্য, **—সংৱিদ** শুদ্ধজ্ঞান, প্ৰকৃত জ্ঞান, **—সংহাৰঃ** (সম হৃ ঘঞ) ১। ঘূৰাই লোৱা, ২। সঙ্কোচন, হ্ৰাস, ৩। বোধ, ৪। ত্যাগ, **—সংক্ৰমঃ** ১। প্ৰতিবিম্ব, ২। পুনৰ লীন হোৱা, **—সংখ্যা** বিবেচনা শক্তি, বোধ, **—সংচৰঃ** ১। পিচুৱাই গমন, ২। পুনৰ লয়প্ৰাপ্ত হোৱা অৰ্থাৎ (বিশ্বব্ৰহ্মাণ্ড) সম্পূৰ্ণৰূপে প্ৰকৃতিত লীন হোৱা, **—সন্দেশঃ** কোনো বাৰ্তাৰ উত্তৰ, **—সন্ধানং** ১। সংযোজন, ২। উপায়, প্ৰতিকাৰ, ৩। এটা যুগৰ পৰা আন এটালৈ সংক্ৰমণ, **—সন্ধিঃ** ১। পুনৰ্মিলন, ২। গৰ্ভসঞ্চাৰ, ৩। উপৰম, যুগান্তৰ, **—সমাসনং** বিৰোধিতা, সমকক্ষতা, **—সৰং সৰঃ** ১৷ হাতত পিন্ধা সূতা, তাবিজ, কৰসূত্ৰ, (**—ৰঃ**) অনুচৰ, ভৃত্য, ২। খাৰু, মঙ্গলসূত্ৰ, ৩। মালা, ৪। ৰাতিপুৱা, ৫। সৈন্যৰ পিচত থকা বাহিনী, ৬। এবিধ বীজমন্ত্ৰ, **—সৰ্গঃ** *পু.* ১। পিচৰ সৃষ্টি, প্ৰজাপতি ব্ৰহ্মাৰ সৃষ্টিৰ পিচত দক্ষাদি প্ৰজাপতিসকলৰ সৃষ্টি, ২। পুৰাণৰ পাঁচ লক্ষণৰ এবিধ লক্ষণ, ৩। প্ৰলয়, **—সব্যং** প্ৰতিকূল, **—সান্ধানিকঃ** পু. চাৰণ, স্তুতিগায়ক, **—সাৰণং** ঘাত কাপোৰ বন্ধা, **—সীৰা** যবনিকা,পৰ্দা, 'স্ক্ৰীণ', **—সূৰ্য্যঃ, সূৰ্য্যকঃ** *পু.* ১। জেঠী, ২। তেজপিয়া, **—সৃষ্ট** প্ৰত্যাখ্যাত, প্ৰেষিত, প্ৰদত্ত, **—সেনা** বিৰোধী সেনা, শত্ৰুপক্ষৰ সেনা বাহিনী, **—স্ৰোতস্** সোঁতৰ বিপৰীতে, **—হতঃ** (প্ৰতি হন্ ক্তঃ) ১। ৰুদ্ধ, অৱৰুদ্ধ, বিদূৰীকৃত, ২। প্ৰেৰিত, ৩। নিৰাশ, ৪। ঘৃণিত, **—হস্তক** প্ৰতিনিধি, **—হাৰঃ** *পু.* (প্ৰতিৱিষয়ং হৰতি স্বামীসমীপম্ আনয়তি ইতি প্ৰ হৃ অণ্) ১। দ্বাৰপাল, দুৱৰী, ২। প্ৰৱেশদ্বাৰ, ৩। কুলি, মজদুৰ, ৪। ঐন্দ্ৰজালিক (**—ভূমিঃ**) দুৱাৰমুখ, **—হাসঃ** হাঁহিৰ উত্তৰত হাঁহি, **—হিংসা** প্ৰতিশোধ।

**প্ৰতীক** *বিণ.* (প্ৰতি ই ঈকন) ১। ওলোটা, বিপৰীত, ২। অশুভ,প্ৰতিকূল, **—কং** *ক্লী.* ১। একাংশ, অঙ্গ, ২। প্ৰতিমা, ৩। মুখমণ্ডল, ৪। সমুখৰ অংশ, ৫। কোনো কবিতাৰ প্ৰথম পদ বা অংশ।

**প্ৰতীকাৰঃ** *পু.* নিৰ্য্যাতন, প্ৰতি-অপকাৰ।

**প্ৰতীকাশঃ** *পু.* উপমা, মহা ১।১৫৪।৩২।

**প্ৰতীক্ষা** *স্ত্ৰী.* (প্ৰতি ঈক্ষ অঙ্ টাপ্) ১। অপেক্ষা, ২। আশা, ৩। মনোযোগ, বিবেচনা।

**প্ৰতীক্ষিত** *বিণ.* অপেক্ষিত, বিবেচিত।

**প্ৰতীক্ষ্য** *বিণ.* (প্ৰতি ঈক্ষ ণ্যৎ) ১। পূজ্য, পূজনীয়, শ্ৰদ্ধেয়, ৰ ৫।১৪; ২। পূৰণীয়, বিবেচ্য।

**প্ৰতীচী** *স্ত্ৰী.* পশ্চিম দিশ, **—ন** *বিণ.* ১। পশ্চিমীয়া, ২। পশ্চিমাভিমুখী, ৩। পৰাঙমুখ, ৪। পিচৰ।

**প্ৰতীচ্য** *বিণ.* (প্ৰতিচী ষ্যঞ) পশ্চিমীয়া, পশ্চিমত জাত।

**প্ৰতীত** *বিণ.* (প্ৰতীয়তে স্ম প্ৰতি ইণ্ ক্ত) ১। খ্যাত, বিখ্যাত, ২। দৃঢ় মতাৱলম্বী, ৩। সন্তুষ্ট, হৃষ্ট, ৪। শ্ৰদ্ধাপূৰ্ণ, ৫। চতুৰ, ৬। (এই নামেৰে) জ্ঞাত, ৭। অতীত, ৮। বিশ্বস্ত, ৯। প্ৰমাণিত, *পু.* বিশ্বেদেৱসকলৰ এজন, মহা ১৩।৯১।৩২; **—তিঃ** জ্ঞান, বোধ, খ্যাতি, আদৰ, সন্তুষ্টি।

**প্ৰতীপ** *বিণ.* (প্ৰতিকূলা আপো যস্মিন ইতি প্ৰতি আপ অঃ) ১। প্ৰতিকূল, বিপৰীত, ২। ওলোটা, ৩। অবাধ্য, ৪। অসন্তুষ্টিকৰ, **—পং** *ক্লী.* এবিধ অৰ্থালঙ্কাৰ। সাধাৰণ উপমাৰ ঠিক ওলোটা। ইয়াত উপমানক উপমেয়ৰ লগত তুলনা কৰা হয়, **—পং** *অব্য.* ওলোটাকৈ, বিপৰীতে **—পঃ** *পু.* শান্তনুৰ পিতাকৰ (ভীষ্মৰ ককাকৰ) নাম, **—গ** বিপৰীতে যোৱা। শতুৰালি কৰা, **—তৰণং** সোঁতৰ প্ৰতিকূলে যোৱা, **—দৰ্শিনী** নাৰী, **—ৱচনং** কটু ভাষণ, প্ৰতিবাদ।

**প্ৰতীৰং** *ক্লী.* নদী বা সমুদ্ৰৰ পাৰ।

**প্ৰতীৱাপঃ** *পু.* (প্ৰতি ৱপ্ ঘঞ) ১। মাৰক ৰোগ, সংক্ৰামক ৰোগ, প্লেগ বেমাৰ, ২। সংমিশ্ৰণ, ৩। ধাতু পুৰি চূৰ্ণীকৰণ।

**প্ৰতীৱেশঃ, ৱেশী (ন্)** প্ৰতিৱেশ, —বেশী (ন্)

**প্ৰতীহাৰী** প্ৰহৰিণী, প্ৰহৰী।

**প্ৰতুদঃ** *পু* (প্ৰ তুদ কঃ) শগুন, শেন চৰাই, কাউৰী, টোঁৰা কাউৰী, ফেঁচা, ম'ৰা চৰাই, পাৰ চৰাই।

**প্ৰতোদঃ** *পু.* ঘোঁৰা কোবোৱা চাবুক, লাঠী।

**প্ৰতুৰ্ণ** *বিণ.* বেগী, শীঘ্ৰগামী।

**প্ৰতোলী** *স্ত্ৰী.* (প্ৰ তুল ঘঞ্ ঙীষ্) ৰাজপথ, মূল আলিবাট।

**প্ৰত্ত** *বিণ.* (প্ৰ দা ক্তঃ) ১। প্ৰদত্ত, দান কৰা, ২। বিয়াত দিয়া দান, উপহাৰ।

**প্ৰত্ন** *বিণ.* (প্ৰ ত্নপ্) পুৰাতন, পুৰণি, প্ৰাচীন।

**প্ৰত্যক্** (চ্) *বিণ.* (প্ৰতি অনচ ক্বিন্) ১। পশ্চিমীয়া, পশ্চিম দিশ, মনু ২।২১; ২। প্ৰাচীন, পুৰণিকলীয়া, ৩। প্ৰতিলোম, ৪। প্ৰতিকূল।

**প্ৰত্যক্ষ** *ক্লী.* (প্ৰতিগতমক্ষি ইন্দ্ৰিয়ং যত্ৰ ইতি প্ৰতি অক্ষি অচ্) ১। ইন্দ্ৰিয়গ্ৰাহ্য, ২। দৃষ্টিগোচৰ, চকুৰে দেখা, বা চকুৰ আগত হোৱা, ৩। স্পষ্ট, ৪। ব্যক্ত, ৫। শাৰীৰিক, **—ক্ষং** ১। বোধ, উপলব্ধি, ২। চকুৰ আগত দেখা সাক্ষ্য, **—জ্ঞানং** চকুৰ আগত দেখা সাক্ষ্য, **—দৰ্শী** (ন্) দেখা সাক্ষী, **—প্ৰভা** শুদ্ধ জ্ঞান, **—প্ৰমাণং** চকুৰ আগত দেখা সাক্ষ্য, প্ৰমাণ, **—ফল** স্পষ্ট ফল, পৰিণতি, **—ৱাদী** (ন্) একমাত্ৰ প্ৰত্যক্ষ প্ৰমাণকে স্বীকাৰ কৰা বৌদ্ধ সন্ন্যাসী।

**প্ৰত্যগাশাপতিঃ** *পু.* বৰুণ দেৱতা।

**প্ৰত্যগ্ৰ** *বিণ.* (প্ৰতিগতম্ অগ্ৰং অস্যেতি) ১। নতুন, সতেজ, ২। কোমল, মে ৪ ৩। শুদ্ধ, শোধিত, **—গ্ৰঃ** বসুৰ পুত্ৰ এজন।

**প্ৰত্যঙ্** (ঞ্চ) *বিণ.* (প্ৰতি অনচ ক্বিন্) ১। পশ্চিম দিশ, পশ্চিম দেশীয়, অতীত কাল, ২। সমুখা-সমুখি, ৩। পাচৰ, ৪। নিবাৰিত, ৫। অন্তৰ্যামী, ভা ৬।৯।২৩, **—দৃশ্** *স্ত্ৰী.* অন্তৰ্দৃষ্টি, **—মুখ** ১। পশ্চিমাভিমুখী, ২। বিপৰীতমুখী, **—স্ৰোতস্** পশ্চিমবাহী, পশ্চিমফাললৈ বৈ যোৱা (নৰ্মদা নদী)।

**প্ৰত্যঙ্গং** *ক্লী.* ১। অৱয়ৱ বিশেষ, ২। শৰীৰৰ কাণ, নাক, চকু, লিঙ্গাদি অঙ্গসমূহ, **—ঙ্গিৰা** *স্ত্ৰী.* দেৱী বিশেষ।

**প্ৰত্যঞ্চিত** *বিণ.* পূজিত, সন্মানিত।

**প্ৰত্যদনং** *ক্লী.* ১। ভোজন, ২। খাদ্য।

**প্ৰত্যনীকঃ** (প্ৰতিগতঃ অনীকং যুদ্ধমিতি) শত্ৰু, বিৰোধী, প্ৰতিপক্ষ।

**প্ৰত্যন্তঃ** *পু.* ম্লেচ্ছৰ ৰাজ্য আৰু তাৰ অধিবাসী, ৰ ৪।২৬।

**প্ৰত্যপকাৰঃ** প্ৰতিশোধ।

**প্ৰত্যভিজ্ঞা** *স্ত্ৰী.* জ্ঞান, স্মৰণ, স্বীকাৰ।

**প্ৰত্যভিভূত** *বিণ.* পৰাজিত, অতিক্ৰান্ত।

**প্ৰত্যভিযোগঃ** *পু.* (প্ৰতি অভি যুজ ঘঞ্) ওলোটা অভিযোগ।

**প্ৰত্যভিবাদঃ** প্ৰতি-নমস্কাৰ।

**প্ৰত্যভিস্কন্দনং** ওলোটা অভিযোগ।

**প্ৰত্যয়ঃ** *পু.* (প্ৰতি ইণ্ অচ্) ১। দৃঢ়বিশ্বাস, বিশ্বাস, কু ৪।৪৫; ২। অধীন, ৩। আচাৰ, ব্যৱহাৰ, ৪। ছিদ্ৰ, ৫। বুদ্ধি, জ্ঞান, অভিজ্ঞতা, ৬। শপত, ৭। উপলব্ধি, বোধ, ৮। আস্থা, ভৰসা, আশ্বাস, **—কাৰক, —কাৰী** (ন্) বিশ্বাসযোগ্য, (**—ণী** *স্ত্ৰী.*) মুদ্ৰা, চীল-মোহৰ।

**প্ৰত্যয়িত** *বিণ.* ১। বিশ্বস্ত, বিশ্বাসযোগ্য।

**প্ৰত্যৰ্চ** *অব্য.* প্ৰতিটো ঋক্ মন্ত্ৰানুসৰি।

**প্ৰত্যৰ্থ** *বিণ.* উপযোগী, দৰকাৰী, **—ৰ্থং** উত্তৰ, শত্ৰুতা, **—ৰ্থী** (ন্) শত্ৰুভাৱাপন্ন, (পু) ১। শত্ৰু, বিৰোধী প্ৰতিদ্বন্দ্বী, ২। অধীন, (**—ভূত**) বিঘিনি কাৰক।

**প্ৰত্যৰ্পণং** *ক্লী.* (প্ৰতি ঋ ণিচ্ ল্যুট্) ওভতাই দিয়া। প্ৰতিদান, নিৰ্ণয়।

**প্ৰত্যৱমৰ্শঃ, ৰ্ষঃ** ১। ধ্যান, চিন্তা, ২। উপদেশ, ৩। ওলোটা সিদ্ধান্ত।

**প্ৰত্যৱৰ** *বিণ.* নীচ, অতি সামান্য, কম সন্মানজনক।

**প্ৰত্যৱৰোধনং** *ক্লী.* বাধা। বিঘিনি।

**প্ৰত্যৱসানং** *ক্লী.* (প্ৰতি অৱ সো ল্যুট্) ভোজন। পান, **—সিতং** ভক্ষিত।

**প্ৰত্যৱস্কন্দঃ —ন্দনং** *পু.* (প্ৰতি অৱ স্কন্দ ঘঞ্-ল্যুট্) মোকৰ্দমাত চাৰি বিধ উত্তৰৰ এবিধ, বিশষ ধৰণৰ আপত্তি, ওজৰ, অভিযোগ।

**প্ৰত্যৱস্থাতা** (তৃ) শত্ৰু।

**প্ৰত্যৱহাৰঃ** *পু.* প্ৰলয়। বিনাশ।

**প্ৰত্যৱায়ঃ** *পু.* (প্ৰতি অৱ অয় গতৌ ঘঞ্) ১। পাপ, অপৰাধ, ২। বাধা, ৩। ব্যতিক্ৰম।

**প্ৰত্যশ্মা** (ন্) ৰঙা চকমাটি, গৈৰিক।

**প্ৰত্যহং** *অব্য.* প্ৰতিদিনে।

**প্ৰত্যাকাৰঃ** *পু.* তৰোৱালৰ খাপ।

**প্ৰত্যাখ্যাত** *বিণ.* (প্ৰতি আ খ্যা ক্ত) ১। দূৰীকৃত, নিৰাকৃত, ২। নিষিদ্ধ, ৩। অস্বীকৃত, **—নং** ১। অস্বীকাৰ, দূৰীকৰণ, ২। নিষেধ, ৩। নিন্দা, গালি।

**প্ৰত্যাগতিঃ** *স্ত্ৰী.* (প্ৰতি আ গম্ ক্তিন্) ওভতনি, ঘূৰি অহা, প্ৰত্যাগমন।

**প্ৰত্যাঘাতঃ** প্ৰতিশোধ।

**প্ৰত্যাচাৰঃ** যোগ্য ব্যৱহাৰ।

**প্ৰত্যাত্মং** *অব্য.* অকলে অকলে।

**প্ৰত্যাদানং** *ক্লী.* ঘূৰাই লোৱা, ফিৰাই লোৱা, পুনৰ্গ্ৰহণ।

**প্ৰত্যাদিষ্ট** *বিণ.* (প্ৰতি আ দিশ্ ক্ত) ১। প্ৰত্যাখ্যাত, নিৰাকৃত, ২। অস্পষ্ট, ৩। নিৰ্ধাৰিত, বিজ্ঞপিত।

**প্ৰত্যাদেশঃ** *পু.* (প্ৰতি আ দিশ ঘঞ) ১। নিৰাকৰণ, প্ৰত্যাখ্যান, মে ৯৬; ২। আদেশ, হুকুম, ৩। বাৰ্তা, ৪। অস্পষ্টতা, ৫। সতৰ্কতা, সকীয়নি।

**প্ৰত্যাধ্মানঃ** *পু.* এবিধ বাত বেমাৰ।

**প্ৰত্যাপত্তিঃ** *স্ত্ৰী.* (প্ৰতি আ পদ ক্তিন) প্ৰত্যাগমন, উভতি যোৱা, বৈৰাগ্য, সাংসাৰিক সুখৰ প্ৰতি বিৰাগ, নিস্পৃহা।

**প্ৰত্যাভূঃ** হাতত থকা, অধীনত থকা।

**প্ৰত্যাম্নায়ঃ** প্ৰথমতে উল্লেখ কৰা প্ৰস্তাৱক পুনৰায় কোৱা, পুনৰাবৃত্তি, সিদ্ধান্ত।

**প্ৰত্যায়ক** ১। ব্যাখ্যাকৃত, প্ৰমাণিত, ২। বিশ্বাসজনক।

**প্ৰত্যায়নং** *ক্লী.* বিবাহ, ঘৰলৈ বোৱাৰী বা কইনা অনা কাৰ্য্য। সূৰ্য্যাস্ত।

**প্ৰত্যাৰম্ভঃ** পুনৰ আৰম্ভ কৰা, দ্বিতীয় বাৰ আৰম্ভ।

**প্ৰত্যালীঢ়ং** *ক্লী.* (প্ৰতি আ লীঢ় ক্তঃ) ১। ধনুৰ্ধাৰীৰ (ব্যাধ বা সৈন্যৰ) কাঁড় নিক্ষেপৰ সময়ত বিশেষ ভঙ্গি।

**প্ৰত্যাৱৰ্তনং** ঘূৰি অহা, প্ৰত্যাগমন।

**প্ৰত্যাশা** *স্ত্ৰী.* ১। আশা, আকাঙ্ক্ষা, ২। বিশ্বাস।

**প্ৰত্যাশ্বস্ত** *বিণ.* ১। আশ্বস্ত, ২। প্ৰবোধিত, ৩। সঞ্জীৱিত।

**প্ৰত্যাসত্তিঃ** *স্ত্ৰী.* (প্ৰতি আ সদ ক্তিন) নিকট সম্বন্ধ, সামীপ্য।

**প্ৰত্যাসন্ন** *বিণ.* ওচৰ। নিকট।

**প্ৰত্যাসৰঃ, —সাৰঃ** *প্ৰ* (প্ৰতি আ সৃ অপ্ —ঘঞ) সৈন্যবাহিনীৰ বা ব্যূহৰ পিচত থকা অংশ।

**প্ৰত্যাহৰণং** (প্ৰতি আ হৃ ল্যুট) ১। প্ৰত্যাহাৰ। ঘূৰাই অনা, ২। ইন্দ্ৰিয় সংযম, ৩। পতঞ্জলিৰ যোগসূত্ৰ মতে আঠ প্ৰকাৰ যোগাঙ্গৰ এবিধ : সেই আঠ বিধ হ'ল : যমনিয়মাসনপ্ৰাণায়ামপ্ৰত্যাহাৰধাৰণাধ্যানসমাধয়ঃ, ৪। প্ৰলয়, বিনাশ, ৫। (ব্যাক) পাণিনীয় শিৱসূত্ৰৰ এটা সূত্ৰৰ প্ৰথম বৰ্ণ আৰু পিচৰ অথবা সেই সূত্ৰৰ শেষৰ 'ইৎ' বৰ্ণ ল'লে প্ৰত্যাহাৰ হয়, আৰু প্ৰত্যাহাৰত দুয়োটা বৰ্ণৰ মাজৰ গোটেইবিলাক বৰ্ণ সোমাই পৰে। যেনে —প্ৰথম সূত্ৰৰ 'অ' আৰু চতুৰ্থ সূত্ৰৰ 'চ্' ললে 'অচ' হয় আৰু 'অচ্'ৰ ভিতৰত গোটেই কেইটা স্বৰবৰ্ণ সোমাই পৰে। তেনেকৈ 'হল্' মানে ব্যঞ্জনবৰ্ণ।

**প্ৰত্যুক্ত, প্ৰত্যুক্তিঃ** উত্তৰ। প্ৰত্যুত্তৰ।

**প্ৰত্যুত** *অব্য* বিপৰীতভাৱে। আনহাতে।

**প্ৰত্যুৎক্ৰমঃ, ক্ৰমণং, ক্ৰান্তিঃ** ১। যুদ্ধসজ্জা, ২। মূল কৰ্মৰ বাবে প্ৰয়োজনীয় অনুষ্ঠান, ৩। শত্ৰুৰ বিপক্ষে কৰা যুদ্ধ।

**প্ৰত্যুৎথানং** *ক্লী.* ১। শত্ৰুৰ বিপক্ষে থিয় হোৱা, ২। যুদ্ধসজ্জা, ৩। শ্ৰদ্ধা জনাবলৈ আসনৰ পৰা উঠা।

**প্ৰত্যুৎপন্ন** *বিণ.* (প্ৰতি উদ পদ ক্তঃ) ১। পুনৰ উৎপন্ন, উৎপাদিত, ২। সাজু, ক্ষিপ্ৰ, **—মতি** সূক্ষ্মবুদ্ধিসম্পন্ন, উচ্চ প্ৰতিভাসম্পন্ন, সূক্ষ্মদৰ্শী, সাহসী, কোনো প্ৰশ্নৰ উত্তৰ তৎক্ষণাৎ দিব পৰা বুদ্ধি থকা, চতুৰ।

**প্ৰত্যুদাহৰণং** *ক্লী.* ওলোটা উদাহৰণ, ব্যাখ্যা।

**প্ৰত্যুদ্গতিঃ** *স্ত্ৰী.* **—গমঃ** *পু.* শ্ৰদ্ধা দেখুৱাৰ বাবে আসনৰ পৰা থিয় হোৱা।

**প্ৰত্যুন্নমনং** পুনৰ উত্থান, আকৌ থিয় হোৱা।

**প্ৰত্যুপকাৰঃ, —ক্ৰিয়া** উপকাৰৰ বিপৰীতে উপকাৰ। সেৱাৰ বিপৰীতে সেৱা।

**প্ৰত্যুপমানং** ১। ওলোটা উপমা, ২। আৰ্হি, সাদৃশ্য।

**প্ৰত্যুপলব্ধ** ঘূৰাই পোৱা। আদায়কৃত।

**প্ৰত্যুপ্ত** *বিণ.* ১। খচিত, ২। সিঞ্চিত, ৩। দৃঢ়ীকৃত, ৪। স্থিৰীকৃত, উ ৩।৪৬।

**প্ৰত্যুলূকঃ** *পু.* ১। কাউৰী, ফেঁচাৰ দৰে দেখা এবিধ চৰাই।

**প্ৰত্যুষঃ, —ষস্** *পু.* (প্ৰতোষতি ৱিনাশয়তি অন্ধকাৰমিতি প্ৰ উষ দাহে কঃ) ১। প্ৰভাত, ৰাতিপুৱা, ২। সূৰ্য্য, ৩। এজন বসু।

**প্ৰত্যুষঃ** *ক্লী.* (প্ৰতি উষ কঃ) প্ৰভাত।

**প্ৰত্যূহঃ** *পু.* (প্ৰতি উহ্ ঘঞ) বাধা, বিঘিনি, মাপু ১৬।৫৫।

**প্ৰত্যেক** *বিণ.* প্ৰতিটো, **—কং** *অব্য.* এটা এটাকৈ। কু ২।৩১।

**প্ৰথ্** ক) খ্যাতৌ (ভ্বা আ অক প্ৰথতে) ১। বৃদ্ধি হ, ২। বিস্তাৰ হ, (খ্যাতি, গৌৰৱ চাৰিওফালে) বিয়পি যা, ৩। জনাজাত হ, গী ১৫।১৮, মনু ১১।১৫; ৪। প্ৰকাশ হ।

খ) প্ৰক্ষেপে (চুৰা উ সক অক প্ৰথয়তি –তে) ১। বিস্তাৰ হ, বা কৰ, ২। প্ৰচাৰ কৰ, জনাজাত হ বা কৰ, ৩। প্ৰদৰ্শন কৰ, দেখুৱা, ৪। বৃদ্ধি কৰ।

**প্ৰথনং** *ক্লী.* (প্ৰথ ল্যুট) ১। বিস্তাৰ, বৃদ্ধি, প্ৰদৰ্শন।

**প্ৰথম** *বিণ.* (প্ৰথ্ উণাদি অমচ্) ১। প্ৰধান, মুখ্য ৰ ১০।৬৭; ২। আদিম, প্ৰাক, ৩। প্ৰখ্যাত, অতুলনীয়, মনু ৩।১৪৭; **—মঃ** *পু.* (ব্যাক) প্ৰথম পুৰুষ (অসমীয়া : তৃতীয় পুৰুষ), **—মং** *অব্য* ১। প্ৰথমতে, পহিলতে, ২। কেতিয়াবাই, আগতে, ৩। তৎক্ষণাৎ, **—কল্পঃ** প্ৰথম, আদি বিধি, **—কল্পিত** প্ৰাথমিক চিন্তা, **—জ** প্ৰথমতে ওপজা, **—পুৰুষং** তৃতীয় পুৰুষ, **—বিৰহঃ** প্ৰথম বাৰৰ বাবে বিচ্ছেদ, **—সাহসঃ** তিনি বিধ দণ্ডৰ প্ৰথম দণ্ড।

**প্ৰথমাৰ্ধঃ** প্ৰথম আধাখিনি।

**প্ৰথমাশ্ৰমঃ** ব্ৰহ্মচৰ্য্যাশ্ৰম।

**প্ৰথমেত্তৰ** প্ৰথমৰ পিচৰটো, দ্বিতীয়টো।

**প্ৰথা, প্ৰথিতিঃ** *স্ত্ৰী.* (প্ৰথ অঙ টাপ্) খ্যাতি।

**প্ৰথিত** *বিণ.* (প্ৰথ্ ক্ত) ১। খ্যাত, ৰ ৯।৭৬, প্ৰখ্যাত, ২। বৃদ্ধিপাপ্ত, বৰ্দ্ধিত, ৩। বিস্তৃত, ৪। প্ৰদৰ্শিত।

**প্ৰথিমা** (ন্) পু. ১। মহত্ত্ব, উদাৰতা, ২। পথালি, ৩। গুৰুত্ব, আয়তন। ভট্টি ৪।১৭।

**প্ৰথিৱিঃ** *স্ত্ৰী.* পৃথিৱী।

**প্ৰথিষ্ঠ** *বিণ.* (অতিশয়েন পৃথু পৃথু ইষ্ঠন্) অতি বৃহৎ।

**প্ৰথীয়স্** *বিণ.* (পৃথু ঈয়সুন্) এটাতকৈ বৃহৎ, ডাঙৰ।

**প্ৰথু** *বিণ.* (প্ৰথ কুঃ) বহল, বিস্তৃত, **—কঃ** পৃথুক, চিৰা।

**প্ৰদক্ষিণ** *বিণ.* (প্ৰগতং দক্ষিণমিতি) ১। সোঁফালে থকা, সোঁফালে গৈ থকা, ২। শ্ৰদ্ধাপূৰ্ণ, ৩। মাঙ্গলিক, ৪। সমৰ্থ, **—ণং —ণঃ ণা** *ক্লী. পু. স্ত্ৰী.* দেৱতাক বা বিগ্ৰহক (নিজৰ) সোঁফালে ৰাখি দেৱতাৰ চাৰিওফালে ঘূৰণ; এইদৰে কিমান বাৰ ঘূৰিব লাগে : একং দেব্যাং ৰৱৌ সপ্ত ত্ৰীণি কূৰ্য্যাদ বিনায়কে। চত্বাৰি কেশৱে কূৰ্য্যাৎ শিৱে সাৰ্দ্ধ প্ৰদক্ষিণম্।।
বৰাহ পুৰাণত প্ৰদক্ষিণৰ মাহাত্ম্য :
প্ৰদক্ষিণং যে কুৰ্ৱন্তি ভক্তিযুক্তেন চেতসা। ন তে যমপুৰং যান্তি, যান্তি পুণ্যকৃতাং গতিম্।
প্ৰদক্ষিণৰ মন্ত্ৰ :
যানি যানীহ পাপানি জন্মান্তৰ কৃতানি চ, তানি তানি প্ৰণশ্যন্তি প্ৰদক্ষিণে পদে পদে।।

**প্ৰদগ্ধ** *বিণ.* দগ্ধ, পোৰা যোৰা।

**প্ৰদৰঃ** *পু.* (প্ৰ দৃ অপ্) ১। ছিন্নকাৰী, বিদীৰ্ণকাৰী, ২। ভাঙন, ফাট, ৩। সৈন্যবাহিনী বিক্ষিপ্তকৰণ, ৪। কাঁড়, ৫। স্ত্ৰীৰোগ বিশেষ— ৰক্ত অথবা বগা পানী (ধাতু) অধিকভাৱে ক্ষৰণ।প্ৰদৰ ৰোগ।

**প্ৰদৰ্পঃ** দৰ্প, দম্ভ।

**প্ৰদৰ্শঃ** ৰূপ, আকৃতি, নিৰ্দেশ।

**প্ৰদৰ্শিত** *বিণ.* (প্ৰ দৃশ্ ণিচ্ ক্তঃ) ১। আলোকিত, প্ৰকাশিত, ২। দীক্ষিত, ঘোষিত।

**প্ৰদলঃ** (প্ৰ দল্ অচ্) কাঁড়।

**প্ৰদাতা** (ঋ) ১। দাতা, ২। উদাৰ, ৩। মুক্তহস্ত, ৪। কন্যাদাতা, ৫। ইন্দ্ৰ।

**প্ৰদানং** *ক্লী.* (প্ৰ দা ভাৱে ল্যুট) ১। দান, উপহাৰ, ২। কন্যাদান, ৩। শিক্ষাদান, **—কং** উপহাৰ।

**প্ৰদিক্** (শ্) *স্ত্ৰী.* বিদিশ। দুটা দিশৰ মাজৰ দিশ, যেনে ঈশান, বায়ু, অগ্নি আদি।

**প্ৰদিগ্ধং** *ক্লী.* ঘিউৰে ৰন্ধা মাংসৰ আঞ্জা।

**প্ৰদিষ্ট** *বিণ.* (প্ৰ দিশ ক্ত) দৰ্শিত, নিযুক্ত, আজ্ঞাপিত।

**প্ৰদীপঃ** *পু.* (প্ৰকৰ্ষেণ দীপ্যাতে ইতি প্ৰ দীপ ণিচ কঃ) ১। বন্তি, দীপ, চাকি, ৰ ৫।৩৭; বিগ্ৰহৰ আগত চাকি জ্বলোৱা এটা পবিত্ৰ প্ৰথা। চাকিৰ মাহাত্ম্য (শকদ্ৰু) : দীপেন লোকান জয়তি দীপস্তেজোময়ঃ স্মৃতঃ। চতুৰ্বৰ্গপ্ৰদো দীপস্তস্মাদ্দীপং যজেৎ প্ৰিয়ে।। প্ৰদীপ সাতবিধ : (গুণানুসৰি) ঘৃত, তিলতৈলজ, সাৰ্ষপ (বগা সৰিয়হৰ), ফলৰসজাত, ৰাজিকোত্তৰ (ক'লা বেহাৰৰ), দধিজ, আৰু অন্নজ। কাতি মাহত ঘৰে ঘৰে (বিশেষকৈ তুলসী তলত) চাকি জ্বলোৱাটো এটা পবিত্ৰ কৰ্ম বুলি ভবা হয়। ইয়াৰ ফল : কাৰ্তিকে মাসি যো দদ্যাৎ প্ৰদীপং সৰ্পিৰাদিনা। আকাশে মণ্ডলে বাপি স চাক্ষয়ফলং লভেৎ।। ২। বংশৰ, কুলৰ মণি, বন্তি স্বৰূপ বুজাবৰ কাৰণে যেনে ৰঘুকুলপ্ৰদীপঃ শ্ৰীৰামঃ, যদুকুলপ্ৰদীপঃ শ্ৰীকৃষ্ণঃ ইত্যাদি, ৩। কোনো পুথিৰ ব্যাখ্যা গ্ৰন্থ, যেনে কাব্যপ্ৰদীপঃ।

**প্ৰদীপনং** প্ৰজ্বালন, **—নঃ** এবিধ খনিজ বিহ।

**প্ৰদীপ্ত** ১। উজ্জ্বল, ২। প্ৰজ্বলিত, ৩। বিস্তৃত, ৪। উত্তেজিত।

**প্ৰদুষ্ট** *বিণ.* (প্ৰ দুষ ক্ত) দূষিত, ভ্ৰষ্ট, অপবিত্ৰীকৃত।

**প্ৰদেশঃ** *পু.* (প্ৰ দিশ ঘঞ্) ১। প্ৰদেশ, ৰাজ্য, ২। অঞ্চল, ৩। জোখ, এক বেগেত— বুঢ়া আঙুলিৰ মূৰৰ পৰা তৰ্জনীৰ মূৰলৈ, ৪। পদ, পদবি, ৫। সংজ্ঞা, ৬। ভিত্তি, প্ৰাচীৰ, বেৰ, ৭। (ব্যাক) উদাহৰণ, **—শস্থং**

উপঢৌকন, দেৱতালৈ নৈবেদ্য, ৰজালৈ উপহাৰ, —শিনী তৰ্জনী আঙুলি।

**প্ৰদেহঃ** *পু.* (প্ৰ দিহ্ লেপনে ঘঞ্) ১। প্ৰলেপ, [illegible] মাটি, বিলাতী মাটি আদিৰ প্ৰলেপ, ২। বাতাদি ৰোগত শৰীৰত তেলৰ প্ৰলেপ।

**প্ৰদোষ** *বিণ.* (প্ৰকৃষ্টো দোষঃ যস্যেতি) ১। দোষী, দুষ্ট, শি ২।৯৮; ২। ভ্ৰষ্টাচাৰী, **—ষঃ** পু. (প্ৰক্ৰান্তা দোষা ৰাত্ৰিঃ অত্ৰেতি) সন্ধিয়াৰ দুই ঘটিকাৰ পিচৰ কাল। কু ৫।৪৪; **—কালঃ** গধূলি, সন্ধ্যা বেলা, **—তিমিৰঃ** সন্ধিয়াৰ অন্ধকাৰ।

**প্ৰদোহঃ** (প্ৰ দুহ্ ঘঞ্) গাখীৰ খীৰোৱা কাৰ্য্য।

**প্ৰদ্যু** *ক্লী.* পুণ্য।

**প্ৰদ্যুম্নঃ** *পু.* (প্ৰকৃষ্টং দ্যুম্নং বলং যস্য) ১। কামদেৱ, কন্দৰ্প। বাসুদেৱৰ এক চতুৰ্থাংশ। ‘অনিৰুদ্ধঃ স্বয়ং ব্ৰহ্মা প্ৰদ্যুম্নঃ কাম এৱ চ। বলদেৱঃ স্বয়ং শেষঃ কৃষ্ণস্য প্ৰকৃতেঃ পৰঃ।। (শকদ্ৰু)। শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীৰ পুত্ৰ। যেতিয়া সম্বৰাসুৰে শুনে যে ৰুক্মিণীৰ গৰ্ভজাত শ্ৰীকৃষ্ণপুত্ৰ প্ৰদ্যুম্ন তাৰ ঘাতক হ'ব, তেতিয়া সম্বৰে প্ৰদ্যুম্নক শিশু অৱস্থাতেই হৰণ কৰি নি সাগৰত পেলাই দিয়াত এটা মাছে খাই পেলায়। মাছমৰীয়াই মাছটো পাই শম্বৰক দিয়েগৈ। মাছটো কাটোঁতে এটা অপৰূপ শিশু পেটৰ পৰা ওলাই পৰে। শম্বৰৰ ৰক্ষিতা মায়াৱতীয়ে নাৰদৰ নিৰ্দেশত প্ৰদ্যুম্নক ডাঙৰ-দীঘল কৰে। প্ৰদ্যুম্ন ডাঙৰ হৈ মায়াৱতীৰ মুখৰ পৰা পূৰ্বৰ সকলো বৃত্তান্ত শুনি ক্ৰোধান্বিত হৈ অসুৰক মায়া অস্ত্ৰ প্ৰয়োগ কৰি হত্যা কৰে। প্ৰদ্যুম্নৰ ৰূপত মায়াৱতী আগতেই মুগ্ধ হৈ পৰিছিল। অসুৰৰ মৃত্যুৰ পিচত প্ৰদ্যুম্নই তেওঁৰ প্ৰেম নিবেদন গ্ৰহণ কৰে আৰু দুয়োজনে দ্বাৰকালৈ যোৱাত শ্ৰীকৃষ্ণই তেওঁলোকক স্বামী-স্ত্ৰী ৰূপে গ্ৰহণ কৰে। ২। নড্বলাগৰ্ভজাত মনুৰ এজন পুত্ৰৰ নাম।

**প্ৰদ্যোতঃ** *পু* ১। ৰশ্মি, উজ্জ্বলতা, দীপ্তি, ২। উজ্জয়িনীৰ এজন ৰজাৰ নাম। বৎসৰাজৰ শহুৰেক।

**প্ৰদ্যোতনঃ** *পু* সূৰ্য্য।

**প্ৰদ্ৰৱঃ** দৌৰ, ধাৱন।

**প্ৰদ্ৰাৱঃ** *পু* (প্ৰ দ্ৰু ঘঞ্) পলায়ন।

**প্ৰদ্বাৰং, —ৰঃ** দুৱাৰৰ সমুখৰ ঠাই, দুৱাৰমুখ।

[illegible] ঘঞ্) হিংসা, ঈৰ্ষা, ‘প্ৰদ্বে[illegible] [illegible]নুপজায়তে’, স্বপ্ন ১অ।

[illegible] ধনম্ অস্যেতি) প্ৰভূত ধনশালী।

[illegible]) ১। যুদ্ধ, সমৰ, মে ৪৮; ২। যুদ্ধত [illegible] ধ্বংস, বিনাশ, বিদাৰণ।

[illegible], হাঁচি মৰা।

[illegible], আক্ৰমণ, ধৰ্ষণ।

[illegible], আক্ৰমণ, অসৎ ব্যৱহাৰ। অপমান, [illegible]।

[illegible] ১। আঘাতপ্ৰাপ্ত, আক্ৰান্ত, ২। খণ্ডাল, [illegible]।

**প্ৰধান** *বিণ.* (প্ৰ ধা যুচ্) মুখ্য, প্ৰধান, শ্ৰেষ্ঠ, সৰ্বোৎকৃষ্ট **—নং** ১। প্ৰকৃতি ২। মুখ্য পদাধিকাৰী, মহামাত্য, মনু [illegible]; ৩। প্ৰথম আবিষ্কাৰক, ৪। অগ্ৰিম, [illegible] প্ৰথম বীজ, য'ৰ পৰা পাৰ্থিৱ সকলো [illegible] হৈছে। ৭। বুদ্ধি, ৮। কো[illegible] [illegible] প্ৰধান উপাদান। **—নঃ** ১। ৰজাৰ [illegible], মন্ত্ৰী, সেনাপতি ২। মাউত, **—ধাতুঃ** [illegible] পদাৰ্থ, পুৰুষৰ বীৰ্য্য। **—পুৰুষঃ** ১। [illegible], ২। শিব, **—ৱাসস্** মুখ্য পৰিধান, বস্ত্ৰ। [illegible] বৰুণ।

[illegible] অংশ, মুখ্য বা সুপ্ৰসিদ্ধ ব্যক্তি।

[illegible]।

[illegible], বায়ু, **—নং** ঘঁহন, মাৰ্জন।

[illegible]) ১। চক্ৰনেমি, চকাৰ ঘেৰ, পৰিধি।

[illegible]মান, (স্ত্ৰী) প্ৰকৃষ্ট বুদ্ধি।

[illegible] ১। উত্তপ্ত, ২। যাতনাভুক্ত, ক্লিষ্ট, [illegible] স্ত্ৰী ১। দুৰ্দশাগ্ৰস্ত নাৰী, ২। সূৰ্য্যৰ [illegible]।

[illegible]) মদগৰ্বী, দম্ভী, উদ্ধত।

[illegible] বোধ, গভীৰ চিন্তা।

[illegible] প্ৰলয়।

[illegible]ক্তঃ) সম্পূৰ্ণভাৱে বিনাশপ্ৰাপ্ত।

[illegible] পিচৰ অস্তিত্ববিহীনতা। চাৰি বিধ [illegible]

[illegible] পুত্ৰ। আজোনাতি।

[illegible] ক্তঃ) বিনষ্ট, বিনাশপ্ৰাপ্ত, অন্তৰ্হিত, [illegible]

**প্ৰনায়ক** *বিণ্* (প্ৰগতঃ নায়কঃ যস্য) যাৰ নায়ক প্ৰবাসত আছে। নায়কহীন।

**প্ৰনিঘাতনং** *ক্লী* (প্ৰ নি হন্ ণিচ্ ভাৱে ঘঞ্) হত্যা, বধ।

**প্ৰনৃত্তং** *ক্লী* নৃত্য, নাচোন।

**প্ৰপক্ষঃ** পাখিৰ শেষ ভাগ।

**প্ৰপঞ্চঃ** *পু* (প্ৰ প্ৰচি ব্যক্তিকৰণে ঘঞ্) ১। প্ৰকাশ, ২। বিস্তৃতি, বিস্তাৰ, ৩। ব্যাখ্যা, ৪। বাহুল্য, ৫। সংসাৰ, মায়াময় সংসাৰ, ৬। মায়া, ভ্ৰম, প্ৰবঞ্চনা, প্ৰতাৰণা, ৭। সঞ্চয়, সমষ্টি **–বুদ্ধি** চতুৰ, প্ৰবঞ্চক, **–ৰচনং** বাহুল্য কথা।

**প্ৰপঞ্চিত** *বিণ্* (প্ৰ পচি ক্তঃ) বিস্তৃত, ভ্ৰমযুক্ত।

**প্ৰপতনং** *ক্লী* (প্ৰ পৎ ল্যুট্) ১। পতন, অধঃপতন, ২। অৱৰোহণ, ৩। মৃত্যু, বিনাশ, ধ্বংস।

**প্ৰপথ** *বিণ্* (প্ৰকৃষ্টঃ পন্থা যত্ৰ) ১। উৎকৃষ্ট মাৰ্গ যুক্ত, ২। শিথিল, ঢিলা।

**প্ৰপথ্যা** *স্ত্ৰী* শিলিখা।

**প্ৰপদং** *ক্লী* ভৰিৰ আগ ভাগ, মনু ৬।২২।

**প্ৰপন্ন** *বিণ্* (প্ৰ পদ্ ক্তঃ) ১। আশ্ৰয়াধীন, শৰণাগত, গী ২।৭; ২। প্ৰাপ্ত, ৩। সজ্জিত, প্ৰাপ্ত।

**প্ৰপুন্নাডঃ** এবিধ গছ।

**প্ৰপৰ্ণ** বিণ পত্ৰহীন।

**প্ৰপা** *স্ত্ৰী* (প্ৰ পা ঘঞৰ্থে কঃ টাপ্) ১। পানীয় শালা। পৰ্যটকক পানী দিয়া ঘৰ। মনু ৮।৩১৯; ২। যজ্ঞশালা, ৰা ১।৭৩।২০; ৩। কুঁৱা, পানীৰ কলহ, ৪। পশুৰ কাৰণে পানী ৰখা স্থান, ৫। জলযোগান, **–পালিকা** পানী দিয়া স্ত্ৰী। **–ৱনং** শীতল কুঞ্জবন।

**প্ৰপাঠকঃ** *পু* ১। বক্তৃতা, পাঠ। ২। পুথিৰ অধ্যায়।

**প্ৰপাণিঃ** *পু* (প্ৰকৃষ্টঃ পাণিঃ প্ৰাদিসমাস) হাতৰ তলুৱা, ২। হাতৰ তল ভাগ।

**প্ৰপাতঃ** *পু* (প্ৰপতত্তি অস্মাদিতি প্ৰ পদ ঘঞ্) ১। অধঃপতন। একেবাৰে তলত পৰা, পতন, ২। তীৰ, পাৰ কূল, ৩। জলপ্ৰপাত, ৪। হঠাৎ আক্ৰমণ, যেনে— মৌমাখিৰ আক্ৰমণ। মধু পশ্যতি মূঢ়াত্মা প্ৰপাতং নৈব পশ্যতি। কৰোতি নিন্দিতং কৰ্ম নৰকাৎ ন বিভেতি চ।। দেভা ৪।৭।৪৯; ৫। ওখ শিল, ৬। স্ৰৱণ, ক্ষৰণ, যেনে— বীৰ্য্যপ্ৰপাত,৭। ওখ পৰ্বতৰ পৰা পতন। ৮। উড়ন গতি বিশেষ।

**প্ৰপালিকঃ** *পু* ম'ৰা চৰাই।

**প্ৰপানং** *ক্লী* (জল) পান। **–নকং** এবিধ পেয় দ্ৰব্য।

**প্ৰপায়ী** (ন্) পানকৰ্তা, পালনকৰ্তা।

**প্ৰপিতামহঃ** ১। আজোককা, ২। শ্ৰীকৃষ্ণ, গী ১১।৩৯; ৩। ব্ৰহ্মা **–হী** আজো-আইতা।

**প্ৰপিতৃব্যঃ** পিতাকৰ খুড়াক। আতা-খুড়া।

**প্ৰপীড়নং** ১। কঠোৰ যাতনা, ২। বলেৰে চেপা (কাৰ্য্য) ৩। ধাৰক ঔষধ। পাতল শৌচ গোটা কৰা ঔষধ বিশেষ।

**প্ৰপুনাড়ঃ**, **প্ৰুড়ঃ**, **প্ৰাটঃ**, **প্ৰাড়ঃ প্ৰালঃ** চক্ৰমৰ্দ নামৰ এবিধ গছ।

**প্ৰপূৰণং** *ক্লী* ১। পূৰণ, সম্পূৰ্ণকৰণ, সম্পাদন, ভুক্তিকৰণ, ২। সন্তুষ্টিকৰণ, **–ৰিত** পূৰ্ণকৃত।

**প্ৰপৃষ্ঠ** *বিণ্* (প্ৰকৃষ্টঃ পৃষ্ঠ যস্য) বহল পিঠিযুক্ত।

**প্ৰপৌণ্ডৰিকং** ১। শ্ৰীপুষ্প, এবিধ ধুনীয়া সৰু ফুল, ২। এবিধ পদুমৰ শিপা।

**প্ৰপৌত্ৰঃ** আজো নাতি, যা ১।৭৮; **–ত্ৰী** আজো-নাতিনী।

**প্ৰফুল্ল** *বিণ্* (প্ৰফুল্লতীতি প্ৰ ফুল্ল বিকসনে অচ্) ১। বিকাশযুক্ত, উৎফুল্ল, সম্পূৰ্ণৰূপে ফুলি উঠা। ২। আনন্দিত, উচ্ছ্বসিত, ৰ ২।২৯; **–নেত্ৰ** আনন্দত ডাঙৰকৈ মেল খোৱা চকু, **–ৱদন** আনন্দত ফুলি উঠা শৰীৰ।

**প্ৰবদ্ধ** *বিণ্* (প্ৰ বন্ধ ক্তঃ) ১। আবদ্ধ, কদ্ধ, ২। ব্যাঘাত, বাধাগ্ৰস্ত।

**প্ৰবন্ধঃ** *পু* (প্ৰ বন্ধ ঘঞ্) ১। বন্ধন, বান্ধোন, ২। সন্দৰ্ভ, ৩। নিৰবচ্ছিন্নতা, ক্ৰমশঃ, ৪। কাব্য ৰচনা, ৫। সংযোজনা, আঁচনি। **–কল্পনা** অকণমান সত্যৰ আধাৰত ৰচিত কাল্পনিক কাহিনী।

**প্ৰবন্ধনং** বান্ধোন, বন্ধন।

**প্ৰবৰ্হঃ** *পু* ইন্দ্ৰ।

**প্ৰবৰ্হ** *বিণ্* সৰ্বোৎকৃষ্ট।

**প্ৰবল** *বিণ্* (প্ৰ বল প্ৰাণনে অচ্) ১। প্ৰভূত বলশালী অত্যন্ত সাহসী, ঋতু ৩।২৩; ২। প্ৰবল, প্ৰচণ্ড, অত্যাচাৰী, ৩। ভয়ানক। বিধ্বংসী **–লঃ** *পু* পল্লৱ **–লা** প্ৰসাৰিণী, শত্ৰুক ঘেৰি ধৰা সৈন্যবাহিনী।

**প্ৰবাধনং** ১। বাধা, ২। অস্বীকাৰ, ৩। যাতনা।

**প্ৰবালং**, **–লঃ** (প্ৰ বল ণিচ্ অচ্) ১। এবিধ ৰঙা ৰবণীয়া গ্ৰহৰত্ন। এই ৰত্নৰ অধিষ্ঠাত্ৰী দেৱতা মঙ্গল। পলা বা মুগা বুলিও কয়। ২। কিসলয়, পোখা,

অঙ্কুৰ, ৰ ৬।১২, কু ১।৪৪; ৩। বীণাৰ দণ্ড, **–লঃ** চকুৰ মণি, এবিধ জন্তু। **–পদ্মং** ৰঙা পদুম, **–ফলং** ৰঙা চন্দন।

**প্ৰবালাশ্মন্তকঃ** *পু* ১। ৰঙা অশ্মন্টক বৃক্ষ। ২। প্ৰবাল বৃক্ষ।

**প্ৰবালকঃ** উত্তাপ

**প্ৰবালিকঃ** এবিধ শাক।

**প্ৰবাহুঃ** *পু* কিলাকুটিৰ পৰা আঙুলিলৈ, **–কং** *অব্য* একে সময়তে।

**প্ৰবুদ্ধ** *বিণ্* (প্ৰ বুধ্ ক্ত) ১। জাগৃত, জাগৰিত, ২। পণ্ডিত, চতুৰ, ৩। প্ৰফুল্লিত, ৰ ১০।৯;

**প্ৰবোধঃ** *পু* (প্ৰ বুধ ভাৱে ঘঞ্) ১। জাগৰণ, জ্ঞান লাভ, ২। প্ৰস্ফোটন, ফুল ফুলি উঠা, ৩। নিদ্ৰাহীনতা সতৰ্কতা, ৪। জ্ঞান, বুদ্ধি, প্ৰকৃত জ্ঞান, ৫। সান্ত্বনা।

**প্ৰবোধনং** *ক্লী* (প্ৰ বুধ ল্যুট্) ১। চন্দনাদিৰ গন্ধ কমি গলে পুনৰ গন্ধ উৎপাদন, ২। বোধন, জাগৰণ, জ্ঞান লাভ, ৩। উপদেশ, দীক্ষাদান। জ্ঞানৰ বিকাশ সাধন।

**প্ৰবোধনী,– ধিনী** *স্ত্ৰী* শ্ৰীকৃষ্ণৰ উত্থান একাদশী, কাতি মাহৰ শুক্লা একাদশী তিথি।

**প্ৰভঞ্জনঃ** *পু* (প্ৰ ভনজ্ যুচ) ১। বায়ু, প্ৰবল বতাহ, ধুমুহা, নৈ ১।৬১; ২। ভাঙি টুকুৰা-টুকুৰ কৰোঁতা, ৩। মণিপুৰৰ এজন ৰজা। সন্তান নথকাৰ কাৰণে এওঁ বহুবছৰ তপস্যা কৰিছিল, মহা ১।২১৭।১৯।

**প্ৰভদ্ৰ** *বিণ্* শ্ৰেষ্ঠ, উৎকৃষ্ট, **—দ্ৰঃ** *পু* নিম গছ।

**প্ৰভৱঃ** *পু* (প্ৰভৱতি অস্মাদিতি প্ৰ ভূ অপ্) ১। মূল, উৎস ২। জন্ম, উৎপত্তি, কু ৫।৮১; ৩। নদীৰ উৎস, ৪। জন্ম হেতু, পিতা-মাতা ৫। সৃষ্টিকৰ্তা, সৃষ্টি, ৬। জন্ম স্থান, ৭। শক্তি, সাহসিকতা, পৰাক্ৰম, ৮। বিষ্ণু, ৯। সমাসৰ শেষত জন্ম বা উৎপত্তি বুজাবলৈ, যেনে চন্দ্ৰপ্ৰভৱঃ, সূৰ্য্যপ্ৰভৱঃ, ৰ ১।২।

**প্ৰভৱিষ্ণুঃ** *পু* (প্ৰভূ ইষ্ণুচ্) ১। প্ৰভু, গৰাকী, স্বামী, ২। বটুক ভৈৰৱৰ অষ্টোত্তৰশতনামৰ এটা নাম, ৩। বিষ্ণু।

**প্ৰভা** *স্ত্ৰী* (প্ৰকৰ্ষেণ ভাতীতি প্ৰ ভা অঙ টাপ) ১। দীপ্তি, দ্যুতি, ওজঃ, তেজঃ ২। ৰশ্মি, ৩। বাৰ আখৰ যুক্ত এবিধ ছন্দ। ৪। সূৰ্য্যৰ পত্নীৰ নাম। ৫। দুৰ্গা, ৬। বেলি ঘড়ীত সূৰ্য্যৰ ছাঁ, ৭। এজনী অপ্‌সৰাৰ নাম, ৮। কুবেৰৰ নগৰখনৰ নাম। **–কৰঃ** *পু* ১। সূৰ্য্য, ৰ ১০।৭৪; ২। চন্দ্ৰ, ৩। জুই, ৪। সাগৰ, ৫। শিৱ, ৬। মীমাংসা দৰ্শনৰ এগৰাকী প্ৰণেতা। এওঁৰ দৰ্শনক প্ৰভাকৰদৰ্শন বোলা হয়। ৭। আকন গছ, ৮। অত্ৰি বংশৰ এজন মুনিৰ নাম, হৰ ৩১।১০; ৯। এটা নাগৰ নাম। **–কীটঃ** জোনাকী পৰুৱা, খদ্যোত, **–তৰল** অতি উজ্জ্বল, 'ন প্ৰভাতৰ-লজ্জ্যোতিঃ উদেতি ৱসুধাতলাৎ', শ ১।২৩; **–পালঃ** বোধিসত্ত্ব। **–লেপী (ন্)** জ্যোতিৰে আবৃত।

**প্ৰভাগঃ** ১। বিভাগ, ২। (অঙ্ক) ভগ্নাংশৰ অংশ।

**প্ৰভাঞ্জনঃ** এবিধ গছ, শোভাঞ্জন বৃক্ষ। চজিনা গছ, শকদ্ৰু।

**প্ৰভাত** *বিণ্* (প্ৰ ভাক্ত) স্পষ্ট। **–তং** *ক্লী* ৰাতিপুৱা। উষা

**প্ৰভানং** দীপ্তি, উজ্জ্বলতা।

**প্ৰভাৱঃ** *পু* (প্ৰ ভূ ঘঞ্) ১। ধন আৰু দণ্ডৰ পৰা উৎপন্ন তেজঃ, ২। প্ৰতাপ, শক্তি, ৩। দীপ্তি, উজ্জ্বলতা, ৪। শান্তি, ৫। প্ৰভাগৰ্ভজাত সূৰ্য্যপুত্ৰ, মপু ১১।৩; ৬। অলৌকিক শক্তি, ৭। মহানুভৱতা।

**প্ৰভাষঃ** *পু* (প্ৰ ভাষ অচ) এজন বসুৰ নাম, **–ষণং** ব্যাখ্যা।

**প্ৰভাসঃ** *পু* (প্ৰ ভাস্ অচ) ১। এখন প্ৰখ্যাত তীৰ্থৰ নাম, দ্বাৰকাৰ সোমতীৰ্থ ২। দীপ্তি, উজ্জ্বলতা, সৌন্দৰ্য্য, ৩। এজন বসু। **–সনং** উজ্জ্বলকৰণ, পোহৰ কৰণ।

**প্ৰভাস্বৰ** *বিণ্* উজ্জ্বল, দীপ্তিমান।

**প্ৰভিন্ন** *বিণ্* (প্ৰ ভিদ্ ক্তঃ) ১। ভিন্ন, ছিন্ন, বিভাজিত ঋত ২।৫, ২। বিস্তৃত, উন্মুক্ত, ৩। পৰিবৰ্ৰ্তিত, ৪। বিকলাঙ্গ, ৫। শিথিলীকৃত, ৬। মদমত্ত **–ন্নঃ** *পু* মতলীয়া হাতী

**প্ৰভিন্নাঞ্জনং** চকুত লগোৱা এবিধ অঞ্জন।

**প্ৰভু** *বিণ্* (প্ৰ ভূ ডুঃ) ১। স্বামী, গৰাকী, অধিপতি, ২। নেতা, ৩। পালক, ৰক্ষা কৰ্তা, গী ৫।১৪; ৪। নিত্য, ৫। শক্তিমান, কু ৩।৪০; ৬। শ্ৰেষ্ঠ, সৰ্বোৎকৃষ্ট, মনু ১০।৩; **–ভুঃ** *পু* ১। বিষ্ণু, ২। শিৱ, ৩। পাৰা, পাৰদ, ৪। শব্দ, ৫। শাসক, শাসনকৰ্তা, ৬। গৰাকী, মালিক, ৭। ব্ৰহ্মা, ৮। ইন্দ্ৰ **–তা** *স্ত্ৰী* (প্ৰভু তল্ টাপ্) প্ৰভুত্ব। নেতৃত্ব। মালিকত্ব। **–ভক্ত** *বিণ্* মালিকৰ অনুগামী, অনুৰক্ত (ক্তঃ) *পু* উৎকৃষ্ট ঘোঁৰা।

**প্ৰভৃত** *বিণ্* (প্ৰ ভৃ ক্তঃ) ১। প্ৰচুৰ, বহুত, ২। উন্নত, ৩। উদ্ভূত, উৎপন্ন, ৪। পৈণত **–তিঃ** *স্ত্ৰী* ১। উৎস, জন্ম, মূল ২। শক্তি, ৩। প্ৰাচুৰ্য্য।

**প্ৰভৃতিঃ** *স্ত্ৰী* (প্ৰ ভৃ ক্তিচ) সমাসৰ শেষত আদি, ইত্যাদি আৰম্ভণি, আদি বুজাবৰ কাৰণে ব্যৱহাৰ কৰা হয়। যেনে— অদ্যপ্ৰভৃতিঃ ন কেৱলমনিন্দ্যো ৱন্দ্যোঽপি প্ৰকাশিতসংসাৰঃ সংসাৰঃ হচ, ৫ উ। অৰ্থাৎ আজিৰ পৰা, অতঃ প্ৰভৃতি।

**প্ৰভেদঃ** *পু* (প্ৰ ভিদ ঘঞ) ১। ছেদন, ২। বিভিন্নতা বিভাগ, বিচ্ছেদ, ৩। হাতীৰ কপালৰ পৰা মদবাৰি ক্ষৰণ।

**প্ৰভ্ৰংশঃ** পতন। **–শথুঃ** নাকৰ বেমাৰ।

**প্ৰভ্ৰষ্ট** *বিণ.* (প্ৰ ভ্ৰংশ ক্তঃ) অধঃপতিত **–ষ্টং,–ষ্টকং** মূৰৰ মুকুট অথবা শিখাৰ (টিকনিৰ) পৰা ওলমা মালা।

**প্ৰমগ্ন** *বিণ্* (প্ৰ মস্‌জ ক্ত) নিমজ্জিত। ডুব যোৱা।

**প্ৰমত্ত** *বিণ্* (প্ৰ মদ ক্তঃ) ১। মতলীয়া, পগলা, ২। অমনোযোগী, অনৱধানতাযুক্ত, উতনুৱা, ৩। লম্পট **–গীত** পগলাই অসাৱধানভাৱে তাল-মান ভঙ্গ কৰি গোৱা গান **–চিত্ত** অসাৱধান।

**প্ৰমথঃ** *পু* (প্ৰ মথ্ অচ) ১। ঘোঁৰা, ২। শিৱৰ অনুচৰ। এনে অনুচৰ হেনো ছয়ত্ৰিশ কোটি। **–নাথঃ–পতিঃ** শিৱ। **–থনং** ১। বধ, হত্যা, ২। ক্লেশ, যাতনা। ৩। আলোড়ন **–থা** শিলিখা **–থিত** *বিণ্* ১। নিৰ্যাতিত, দুৰ্দশাগ্ৰস্ত, ২। নিহত, ৩। মন্থনকৃত। **–থিতং** পানী-বিহীন দৈ, 'ক্ৰীম'।

**প্ৰমদ** *বিণ্* ১। মদমত্ত, কামাসক্ত, ২। উত্তেজিত, ৩। লম্পট **–দঃ** ১। আনন্দ, সুখ, শি ১৩।২; **–কাননং** ৰাজপ্ৰাসাদৰ প্ৰমোদ উদ্যান।

**প্ৰমদক** কামুক, লম্পট।

**প্ৰমদনং** কামনা।

**প্ৰমদা** *স্ত্ৰী* (প্ৰমদয়তি পুৰুষমিতি প্ৰ মদ হৰ্ষে অচ টাপ্) ১। সুন্দৰী নাৰী, ৰমণী, কু ৪।১২; ২। পত্নী, ৩। চৈধ্যটা আখৰযুক্ত ছন্দ এবিধ। ৪। কন্যা ৰাশি। **–কাননং, –ৱনং** *ক্লী* ৰাণীসকলে ব্যৱহাৰ কৰা প্ৰমোদ উদ্যান। **–জনঃ** স্ত্ৰী জাতি।

**প্ৰমনাঃ (স্)** *বিণ্* আনন্দিত, হৰ্ষিত, প্ৰফুল্ল। মহা ৮।৩৭।৪১।

**প্ৰমন্যু** *বিণ্* ১। ক্ৰোধান্বিত, ২। দুঃখিত, দুৰ্দশাগ্ৰস্ত।

**প্ৰময়ঃ** *পু* (প্ৰ মী বধে ভাৱে অচ) ১। বধ, হত্যা, নিধন, ২। মৃত্যু, ৩। ধ্বংস, অধঃপতন।

**প্ৰমৰ্দনং** *ক্লী* (প্ৰ মৰ্দ ল্যুট) পদদলন, ধ্বংস, নাশ।

**প্ৰমা** *স্ত্ৰী* (প্ৰ মাঙ মানে অঙ টাপ্) যথাৰ্থ জ্ঞান। প্ৰকৃত জ্ঞান, শুদ্ধ জ্ঞান; উপলব্ধি, ভ্ৰমভিন্ন জ্ঞান।

**প্ৰমাণং** *ক্লী* (প্ৰমীয়তে ইতি প্ৰ মা ল্যুট) ১। নিত্য, ২। মৰ্য্যাদা, শাস্ত্ৰ, ৩। মান, জোখ, পৰিমাণ, ৪। সীমা, অৱধি, ৫। যুক্তি, প্ৰমাণ, সাক্ষ্য, ৬। ক্ষমতা, ন্যায়াধীশ, ন্যায়াধিকৰ্তা, ৭। বিশুদ্ধ জ্ঞান, ৮। মূলধন, ৯। সংহতি **–জ্ঞঃ** শিৱ, **–পত্ৰ** ১। লিখিত হুকুম বা আদেশ, ২। প্ৰমাণপত্ৰ, 'চাৰ্টিফিকেট।' **–পুৰুষঃ** ন্যায়াধীশ, হাকিম, মীমাংসক, মধ্যস্থ ব্যক্তি। **–শাস্ত্ৰং** তৰ্কশাস্ত্ৰ। শাস্ত্ৰ **–সূত্ৰং** জোখা ফিটা বা ৰচি।

**প্ৰমাতামহঃ** মাকৰ ফালৰ আজোককাক। **–হী** মাকৰ ফালৰ আজোআইতা।

**প্ৰমাথঃ** *পু* (প্ৰ মথ্ ভাৱে ঘঞ) ১। বলেৰে হৰণ, ধৰ্ষণ, ২। মাটিত পেলাই পিঁহা, আঘাত কৰা, ৩। হত্যা, বধ, ধ্বংস, নাশ, অত্যাচাৰ, ৪। অত্যন্ত যাতনা। **–থী (ন্)** ১। অত্যাচাৰী, ধৰ্ষণকাৰী, হত্যাকাৰী, ২। ছেদনকাৰী, আঘাতকাৰী।

**প্ৰমাদঃ** *পু* (প্ৰ মদ ভাৱে ঘঞ) ১। ভ্ৰম, অসাৱধানতা, অমনোযোগ, ২। পাগলামি, মদমত্ততা, ৩। ভ্ৰান্তি, ৪। দুৰ্ঘটনা, বিপদ। **–দিকা** দূষিতা, ধৰ্ষিতা নাৰী, ধৰ্ষণকাৰিণী।

**প্ৰমাপণং** *ক্লী* মাৰণ, নিধন, বধ।

**প্ৰমিত** *বিণ্* (প্ৰ মি ক্তঃ) ১। জ্ঞাত, ২। অকণমান, অলপমান, ৩। পৰিমিত, সীমিত।

**প্ৰমিতিঃ** *স্ত্ৰী* (প্ৰ মি ক্তিন্) ১। প্ৰমা, ২। প্ৰমাণলব্ধ জ্ঞান, শুদ্ধজ্ঞান, ৩। জোখ, পৰিমাণ।

**প্ৰমীঢ়** *বিণ.* (প্ৰ মিহ ক্তঃ) ১। ঘন, ডাঠ, ২। মূত্ৰত্যাগ।

**প্ৰমীত** *বিণ.* (প্ৰ মী হিংসায়াম্ ক্তঃ) মৃত, **—তঃ** যজ্ঞত বা পূজাত বলি দিয়া পশু, **—তি** বধ, ধ্বংস।

**প্ৰমীলা** *স্ত্ৰী.* (প্ৰ মীল সংমীলনে অঃ টাপ্) ১। তন্দ্ৰা, নিদ্ৰালুতা, ২। আলস্য, উদ্যমহীনতা, ৩। এখন নাৰী ৰাজ্যৰ অধিকৰ্ত্ৰী। অৰ্জুনৰ ৰথ সেই ৰাজ্যত সোমোৱাত তাই অৰ্জুনৰ লগত যুদ্ধ কৰি পৰাজয় বৰণ কৰে আৰু শেষত অৰ্জুনক পতিৰূপে বৰণ কৰে।

**প্ৰমীলিত** *বিণ.* বন্ধ চকুৰে।

**প্ৰমুক্ত** *বিণ.* ১। মুক্ত, ২। শিথিলীকৃত, ৩। বিৰক্ত, অস্বীকৃত, ৪। নিক্ষিপ্ত।

**প্ৰমুখ** *বিণ.* (প্ৰকৃষ্টং মুখং যস্য) ১। মুখ্য, প্ৰধান, ২। সমুখীন, ৩। (সমাসৰ শেষত) প্ৰধান অথবা মুখ্য ৰূপত থকা, যেনে যুধিষ্ঠিৰপ্ৰমুখাঃ ৪। শ্ৰেষ্ঠ, প্ৰথম, ৫। মাননীয়, **—খং** *ক্লী.* ১। মুখ, ২। কোনো পুথিৰ অধ্যায়ৰ পাতনি, আৰম্ভণি। (অব্য) সমুখত, বিপৰীতে, আগত, গী ১।২৫; **—খঃ** *পু.* ১। সম্মানিত ব্যক্তি, ২। দ'ম, সমূহ, ৩। পুন্নাগ বৃক্ষ।

**প্ৰমুগ্ধ** *বিণ.* ১। মুগ্ধ, অত্যন্ত মনোমোহা, ২। মোহগ্ৰস্থ, মোহিত।

**প্ৰমুদিত** *বিণ.* (প্ৰ মুদ ক্তঃ) হৃষ্ট, আনন্দিত, প্ৰফুল্লিত, দেভা ১।১২।৪৭।

**প্ৰমুষিত** *বিণ.* চুৰীকৃত, অপহৃত, **—তা** এবিধ সাঁথৰ।

**প্ৰমূঢ়** ১। ব্যাকুল, ২। হতবুদ্ধি, বিভ্ৰান্ত, ৩। মূৰ্খ।

**প্ৰমৃত** *বিণ.* মৃত, **—তং** মৃত্যু, খেতি।

**প্ৰমৃষ্ট** *বিণ.* (প্ৰ মৃশ ক্ত) ১। মাৰ্জিত, ধৌত, পৰিষ্কৃত, ২। স্পষ্ট, উজ্জ্বল।

**প্ৰমেয়** *বিণ.* (প্ৰ মী সৎ) ১। প্ৰদৰ্শনীয়, ২। পৰিমিত, সীমিত, ৩। প্ৰামাণ্য, **—য়ং** ১। সিদ্ধান্ত, ব্যাখ্যা বা প্ৰমাণ কৰিব লগীয়া বিষয়।

**প্ৰমেহঃ** *পু.* (প্ৰকৰ্ষেণ মেহতি ক্ষৰতি ইতি প্ৰমীহ, ঘঞ্) ১। মূত্ৰদোষ, মূত্ৰৰোগ, বহুমূত্ৰ।

**প্ৰমোক্ষঃ** ১। পতন, ২। ক্ষৰণ, মোচন, **—ক্ষণং** (বাহ) গ্ৰাহ-মোচন।

**প্ৰমোচনং** মোচন, মুক্তি, ক্ষৰণ।

**প্ৰমোদঃ** *পু.* (প্ৰ মুদ ঘঞ্) আনন্দ, হৰ্ষ, সুখ, মনু ৩।৬১; **—দনং** হৰ্ষতা, সন্তুষ্টি, **—দনঃ** বিষ্ণু, **—দিতঃ** কুবেৰ।

**প্ৰমোহঃ** *পু.* ১। মোহগ্ৰস্ততা, মূৰ ঘূৰণি, চৈতন্যহীনতা, ২। ব্যাকুলতা, বিমূঢ়তা।

**প্ৰযত** *বিণ.* (প্ৰ যম ক্তঃ) ১। সংযত, ২। পবিত্ৰ, মনু ২।১৮৩; ৩। নম্ৰ, ৪। প্ৰযত্নৱান, ৫। আসক্ত, ভক্ত, ৬। আগ্ৰহী।

**প্ৰযত্নঃ** *পু* (প্ৰ যৎ নঙ্) ১। অতি যত্ন, ২। অধ্যৱসায়, ৩। পৰিশ্ৰম, কঠিনতা, ৪। সতৰ্কতা, ৫। (ব্যাক) উচ্চাৰণত চেষ্টা, যত্ন।

**প্ৰযস্তং** *ক্লী* (প্ৰ যস্ ক্তঃ) ঘিঁউ-মচলা আদিৰে ৰন্ধা আঞ্জা।

**প্ৰযাগঃ** *পু* (প্ৰকৃষ্টো যাগো যত্ৰ) ১। প্ৰয়াগতীৰ্থ। গঙ্গা-যমুনাৰ সঙ্গমস্থানত অৱস্থিত এখন প্ৰসিদ্ধ তীৰ্থ স্থান। বৰ্ত্তমান নাম এলাহাবাদ, মনু ২।২১; ২। ইন্দ্ৰ, ৩। ঘোঁৰা **—ভয়ঃ** ইন্দ্ৰ। (নিজৰ পদ যাব পাৰে বুলি ইন্দ্ৰই প্ৰয়াগৰ যজ্ঞকৰ্তাসকলক ভয় কৰি থাকে)

**প্ৰযাচনং** ভিক্ষা খোজা কাৰ্য্য, প্ৰাৰ্থনা, অনুৰোধ।

**প্ৰযাজঃ** এবিধ মুখ্য যজ্ঞানুষ্ঠান।

**প্ৰযাণং** *ক্লী* (প্ৰ যা ল্যুট্ গন্তৱ্য) ১। প্ৰস্থান, গমন, ২। যুদ্ধযাত্ৰা, ৩। আক্ৰমণ, ৪। আৰম্ভণ, ৫। মৃত্যু, মহাপ্ৰস্থান, গী ৭।৩০; ৬। ঘোঁৰাৰ পিঠি বা পিচ ফাল। **—কং** যাত্ৰা **—ভঙ্গঃ** যাত্ৰা-বিৰতি।

**প্ৰযাত** *বিণ্* (প্ৰ যা কৰ্তৰি ক্ত) ১। মৃত, ২। প্ৰস্থিত, গত, **—তঃ** ১। আক্ৰমণ, ২। ওখ পাহাৰ।

**প্ৰযামঃ** *পু* (প্ৰ যম্ ঘঞ্) ১। আকাল, অভাৱ, ২। সংযম, ৩। দমন, ৪। দীৰ্ঘতা।

**প্ৰযাসঃ** *পু* (প্ৰ যস্ প্ৰযত্নে ভাৱে ঘঞ্) ১। প্ৰযত্ন, অধ্যৱসায়, ৰ ১৪।৫১; ২। পৰিশ্ৰম, কাঠিন্য।

**প্ৰযুক্ত** *বিণ্* (প্ৰ যুজ ক্তঃ) ১। দৃঢ়ভাৱে যুক্ত, ২। সংযুক্ত, ৩। নিযুক্ত, নিয়োজিত, ৪। ব্যৱহৃত ৫। অনুপ্ৰেৰিত, ৬। সুদত (ধাৰলৈ দিয়া) খটোৱা (ধন) **—ক্তিঃ** ১। ব্যৱহাৰ, ২। নিয়োগ, ৩। উচটনি, ৪। অভিপ্ৰায়, লক্ষ্য, ৫। ফল, পৰিণতি।

**প্ৰযুতং** *ক্লী* দহ লাখ, নিযুত।

**প্ৰযুৎসুঃ** *পু* (প্ৰ যুজ সন্ উঃ) ১। যোদ্ধা, সৈন্য, ২। ভেঁড়া, ৰামছাগলী, ৩। বায়ু, বতাহ, ৪। সন্ন্যাসী, ৫। ইন্দ্ৰ।

**প্ৰযুদ্ধং** যুদ্ধ, সমৰ।

**প্ৰযোক্তা** (**ক্তৃ**) *বিণ্* ১। প্ৰয়োগ বা নিয়োগকৰ্তা, ধন ধাৰে দিওঁতা, উত্তমৰ্ণ, ৰ ৫।৫৭; ২। কাৰ্য্যকৰ্তা, অনুষ্ঠাতা, ৩। গ্ৰন্থকাৰ, ৪। (কাঁড়) নিক্ষেপকাৰী, ৫। নাটকৰ আচাৰ্য্য।

**প্ৰযোগঃ** *পু* (প্ৰ যুজ্ ঘঞ্) ১। ব্যৱহাৰ, নিয়োগ, প্ৰযুক্তি, ২। সাধাৰণ আচাৰ-ব্যৱহাৰ, ৩। নিক্ষেপণ, ৪। প্ৰদৰ্শন, নিদৰ্শন, ৫। ঘোঁৰা, ৬। সাম, দানাদি চাৰিটা উপায় অৱলম্বন, ব্যৱহাৰ। ৭। নাটকৰ অনুষ্ঠান, অভিনয়, ৮। বিধান, পদ্ধতি, ৯। আৰম্ভণ, ১০। আচনি, কৌশল, ১১। ধন ধাৰে দিয়া,

১২। উপায়, ১৩। ফল, পৰিণতি, ১৪। আবৃত্তি, বক্তৃতাৰ ভঙ্গী।

**প্ৰযোগাতিশয়ঃ** নাটকৰ পাঁচ বিধ প্ৰস্তাৱনাৰ এবিধ। ইয়াত, পিচতে ঘটিব লগীয়া এটা অংশ এজনে কৈ যায়। যেনে— সূত্ৰধাৰে মঞ্চ ত্যাগ কৰাৰ আগে আগে তেওঁৰ মঞ্চত প্ৰৱেশ কৰাজনৰ বিষয়ে উল্লেখ কৰা, যেনে— মুদ্ৰাৰাক্ষস নাটকৰ প্ৰস্তাৱনা।

**প্ৰযোজক** *বিণ্ পু* (প্ৰ যুজ ণ্বুল) ১। প্ৰয়োগ কৰ্তা, ২। নিয়োগকৰ্তা, ৩। নিয়ন্তা, ৪। উচটনি দিওঁতা। **–কঃ** ১। চাকৰি নিয়োগকাৰী (বিষয়া)। ২। গ্ৰন্থকাৰ, ৩। সংস্থাপক, প্ৰতিষ্ঠাতা, ৪। ধন ধাৰে দিওঁতা, মহাজন। ৫। বিধায়ক।

**প্ৰযোজনং** *ক্লী* (প্ৰ যুজ্যতে ইতি প্ৰ যুজ্ ল্যুট্) ১। কাৰ্য্য, ২। ব্যৱহাৰ, নিয়োজন, প্ৰয়োজন, ৩। লক্ষ্য, উদ্দেশ্য, ৪। হেতু, অভিপ্ৰায়, আৱশ্যকতা, ৫। লাভ, সুদ।

**প্ৰযোজ্য** *বিণ্* (প্ৰ যুজ ণ্যৎ) ১। ব্যৱহাৰ্য্য, মনু ২।১৫৯; ২। উৎপাদনৰ যোগ্য, নিয়োজ্য, নিক্ষেপণীয় **–জ্যঃ চাকৰ**, ভৃত্য।

**প্ৰৰূঢ়** *বিণ্* (প্ৰ ৰুহ্ ক্তঃ) ১। বদ্ধমূল, ভা ৪।১৩।১; ২। জাত, উৎপন্ন, ৰ১৩।৬; ৩। বৃদ্ধিপ্ৰাপ্ত, বৰ্দ্ধিত, ৪। প্ৰবৃদ্ধ, বৃদ্ধ হোৱা, দীঘল হোৱা, ৫। গভীৰলৈ যোৱা, ৬। জঠৰ। **–ঢ়ি** *স্ত্ৰী* বৃদ্ধি।

**প্ৰৰোচনং** *ক্লী* (প্ৰ ৰুচ্ ল্যুট্) ১। প্ৰদৰ্শন, ২। ব্যাখ্যা উদাহৰণ, ৩। উত্তেজন, ৪। নাটকত ঘটিব লগীয়া কথা এটাৰ ব্যাখ্যা।

**প্ৰৰোহঃ** (প্ৰ ৰুহ্ অচ্) ১। অঙ্কুৰ, কু ৫।৬০; ২। কলি, গজালি, পোখা, ৩। বংশধৰ, সতি-সন্ততি, ৪। ৰশ্মি, **–হনং** ১। কলি ওলোৱা, অঙ্কুৰণ, ২। গজালি।

**প্ৰলপনং** *ক্লী* (প্ৰ লপ্ ল্যুট্) ১। কথন, বচন, কথোপকথন, আলাপ, ২। বকবকাই থকা, লেপলেপাই থকা, অসংলগ্ন বচন। অনৰ্থক ভাষণ। ৩। বিলাপ, বিননি।

**প্ৰলপিত** *বিণ্* (প্ৰ লপ্ কৰ্মণি ক্তঃ) কথিত। **–তং** ফচহ কথা। নিৰৰ্থক বচন।

**প্ৰলব্ধ** *বিণ্* প্ৰবঞ্চিত।

**প্ৰলম্ব** *বিণ্* (প্ৰ লম্ব অচ্) ১। ওলমি থকা, ২। দীঘল, ওখ, ওলমাই থকা, ৩। লেহেম **–ম্বঃ** *পু* ১। অৱলম্বন, ২। ওলোম, ওলমা বস্তু, ৩। শাখা, ৪। গলত পিন্ধা হাৰ, বা মালা, ৫। নাৰীৰ স্তন, ৬। সীহ, বণিতাম, ৭। বলৰামে হত্যা কৰা এজন ৰাক্ষসৰ নাম, ভা ১০।১৮; ৮। লতাৰ অঙ্কুৰ, ৯। এখন ৰাজ্যৰ নাম, ৰা ২।৬৮।২২; **–ঘ্নঃ, –জিৎ, মথনঃ,** *পু* শ্ৰীবলৰাম।

**প্ৰলম্বনং** *ক্লী* অৱলম্বন, ওলোম।

**প্ৰলম্বাণ্ডঃ** *পু* ওলমি থকা অণ্ডকোষযুক্ত পুৰুষ।

**প্ৰলম্বিত** *বিণ্*. অৱলম্বিত, ওলমাই ৰখা। ওলমি থকা যেনে— মালা

**প্ৰলম্ভঃ** *পু* (প্ৰ লভ্ অচ্) ১। প্ৰাপ্তি, লাভ, ২। প্ৰবঞ্চনা, প্ৰবঞ্চক, ঠগ।

**প্ৰলয়ঃ** *পু* (প্ৰলীয়তে ক্ষীয়তে ইতি প্ৰ লী অচ্) ১। ধ্বংস, বিনাশ, জগতৰ সম্পূৰ্ণ বিনাশ, লয়, প্ৰলয়; কল্পান্ত, গী ৭।৬; ২। মৃত্যু, নাশ, ৩। মূৰ্চ্ছা, জ্ঞান হানি, ৪। একাক্ষৰ ব্ৰহ্ম 'ওম'। **–কালঃ** প্ৰলয়ৰ সময়, **–জলধৰঃ** প্ৰলয়ৰ সময়ৰ মেঘ। **–দহনঃ** প্ৰলয়ৰ সময়ৰ জুই, **–পয়োধি** প্ৰলয়ৰ সময়ৰ প্ৰচণ্ড সাগৰ। 'প্ৰলয়পয়োধিজলে ধৃতৱানসি বেদং'।

**প্ৰললাট** *বিণ্* বহল কপালযুক্ত (ব্যক্তি)।

**প্ৰলৱঃ** অকণমান টুকুৰা এটা।

**প্ৰলৱিত্ৰং** *ক্লী* কটা যন্ত্ৰ।

**প্ৰলাপঃ** *প* (প্ৰ লপ ভাৱে ঘঞ্) ১। আলাপ, কথোপকথন, ভাষণ. ২। বকবকাই থকা, ৩। অনৰ্থক কথা, ৪। বিননি, **–পী(ন্)** বক্‌বকাই থকা লোক, কথকী। ভাষণকৰ্তা।

**প্ৰলীন** *বিণ্* (প্ৰ লী ক্তঃ) ১। বিগলিত, চূৰ্ণ, বিধ্বস্ত, ৩। অচেতন, বিলীন 'প্ৰলীনভূপালমপি স্থিৰায়তি' কি ১।২৩; **–তা** *স্ত্ৰী* প্ৰলয়, চৈতন্যহীনতা, অচেতনতা।

**প্ৰলূন** কাটি পেলোৱা।

**প্ৰলেপঃ** *পু* (প্ৰ লিপ্ ঘঞ্) প্ৰলেপ, মলম, শৰীৰত ঘঁহা সুগন্ধি দ্ৰব্য— আজিকালিৰ 'স্নো', 'ক্ৰীম', আদি। **–কঃ** ১। প্ৰলেপনকৰ্তা, লিপা মানুহ, ২। জ্বৰ।

**প্ৰলেহঃ** *পু* (প্ৰলিহ্যতে ইতি প্ৰ লিহ্ ঘঞ্) এবিধ আঞ্জা। ঘিউ, তেল, জীৰা, মচলাৰে ৰন্ধা মাংস বা মাছৰ আঞ্জা।

**প্ৰলোঠনং** *ক্লী* (প্ৰ লুঠ্ ল্যুট্) ১। মাটিত বাগৰা, ২। উত্তোলন।

**প্ৰলোভঃ** *পু* ১। লোভ, লুলুপতা, ২। কামুকতা, ৩। মন ভুলোৱা কাৰ্য্য। **—নং** *ক্লী* ১। আকৰ্ষণ, ২। ফুচুলনি, ৩। টোপ **—নী** বাণি।

**প্ৰলোল** *বিণ্* আলোড়িত, কম্পমান।

**প্ৰৱক্তা (ক্তৃ)** *বিণ্* (প্ৰ ৱচ্ তৃচ্) ১। প্ৰবচনকৰ্তা, ভাগৱত, **কীৰ্তন** ৰামায়ণাদিৰ পাঠক, ২। ঘোষক, ৩। শিক্ষক, ব্যাখ্যাকাৰ, মনু ৭।২০; ৪। ভাল বক্তা।

**প্ৰৱগঃ,–ৱঙ্গঃ,–ৱঙ্গমঃ** *পু* বান্দৰ।

**প্ৰৱচনং** *ক্লী* (প্ৰ বচ্ ল্যুট্) ১। ভাষণ, কথন, ২। ঘোষণা, ৩। ব্যাখ্যা, শিক্ষণ, ৪। বাগ্মিতা, বাকপটুতা, ৫। পৱিত্ৰ গ্ৰন্থ, মনু ৩।১৪৮; **—পটু** *বিণ্* বাক্‌পটু, ভাষণ দিয়াত নিপুণ।

**প্ৰৱটঃ** ঘেঁহু।

**প্ৰৱণ** *বিণ্* (প্ৰৱন্তি গচ্ছন্তি জনা অনেনেতি প্ৰু ল্যুট্) ১। তললৈ নমা এচলীয়া, নিম্ন ভূমি, ২। অতি থিয় গৰা, ৩। **একা-বেঁকা,** ৪। (সমাসৰ অন্তত) মনৰ ঢাল, যেনে— **সুৰাপ্ৰৱণ,** ৫। আগ্ৰহী, বিনীত, নম্ৰ, ৬। **জীৰ্ণ, ক্ষীণ** ৭। স্নিগ্ধ, ৮। আসক্ত, বিপু ৬।১১১; ৯। পেট, উদৰ, মাপু ২৩।৮৯· ১০। আয়ত, বহল **—ণং** থিয় গৰা, পাহাৰৰ ঢাল।

**প্ৰৱৎস্যৎপতিকা** *স্ত্ৰী* (প্ৰৱৎসন্ প্ৰৱাসং গমিষ্যন্ পতিঃ যস্যাঃ ইতি কপ্) শৃঙ্গাৰ কাব্যৰ আঠ বিধ নায়িকাৰ এবিধ। পতিয়ে প্ৰবাসলৈ যাবলৈ ওলাইছে এনে নায়িকা।

**প্ৰৱয়ণং** *ক্লী* (প্ৰ বয় গতৌ ল্যুট্) ১। কাঁটি, মূৰত জোং থকা এছাৰি। ২। বোৱা কাপোৰৰ ওপৰ ভাগ।

**প্ৰৱয়াঃ (স্)** *বিণ্* (প্ৰগতঃ ৱয়ো যস্য) ১। বৃদ্ধ, ৰ ৮।১৮; ২। পুৰণি, প্ৰাচীন, ঋবে ২।১৭।৪।

**প্ৰৱৰ** *বিণ্* (প্ৰ বৃ অপ্) ১। শ্ৰেষ্ঠ, প্ৰধান, মুখ্য, সৰ্বোৎকৃষ্ট, মনু ১০।২৭; ২। বয়োজ্যেষ্ঠ **—ৰং** অগৰু **—ৰঃ** ১। গোত্ৰ, বংশ, পৰিয়াল। ২। বংশ প্ৰৱৰ্তক এজন বা একাধিক মুনি বা পূৰ্বপুৰুষ। গোত্ৰ প্ৰৱৰ্তক মুনিৰ ব্যাবৰ্তক মুনিগণ। যেনে— বিশ্বামিত্ৰ গোত্ৰৰ প্ৰৱৰ হ'ল বিশ্বামিত্ৰ, মৰীচি আৰু কৌশিক। একে গোত্ৰত বিয়া বাৰু নহলেও যদি প্ৰৱৰ বেলেগ হয়, তেনেহলে বিবাহ হ'ব পাৰে বুলি পণ্ডিতবৰ্গই কয়। **—ৱাহনৌ** অশ্বিনী কুমাৰ দ্বয়।

**প্ৰৱৰ্গঃ** *পু* (প্ৰ বৃজ্ ঘঞ্) ১। হোম বা যজ্ঞৰ অগ্নি, হৰ ৪১।৩৪; ২। বিষ্ণু। **—গ্যঃ** সোমযাগ।

**প্ৰৱৰ্তক** *বিণ্* (প্ৰ বৃৎ ণিচ ণ্বুল্) ১। প্ৰৱৰ্তনকাৰী, ২। উৎপাদক, ৩। প্ৰবৃত্তিজনক, ৪। কুমন্ত্ৰণাদাতা **—ৰ্তকঃ** ১। প্ৰতিষ্ঠাতা, ৰচক, ২। কুমন্ত্ৰী, ৩। মধ্যস্থতাকাৰী **—ৰ্তনং** *ক্লী* ১। প্ৰবৃত্তি, ২। আৰম্ভণ, ৩। মন্ত্ৰণা, ৪। আচাৰ-ব্যৱহাৰ, পদ্ধতি, ৫। সংঘটন, ৬। উদ্যোগ, **—ৰ্তিত** ১। প্ৰতিষ্ঠিত, ২। উৎসাহিত, প্ৰেৰিত, ৩। প্ৰজ্বালিত, ৪। শোধিত। **—ৰ্তী (ন্)** ১। প্ৰৱৰ্তনকাৰী, ২। পৰিশ্ৰমী, উদ্যোগী।

**প্ৰৱৰ্ধনং** *ক্লী* (প্ৰ বৃধ্ ভাৱে ল্যুট্) বিৱৰ্দ্ধন, বৃদ্ধিকৰণ, বৃদ্ধিকাৰী।

**প্ৰৱৰ্ষঃ** *পু* (প্ৰ বৃষ বৰ্ষণে অপ্) ধাৰাসাৰ বৰষুণ।

**প্ৰৱসনং** *ক্লী* প্ৰৱাসগমন, বিদেশ ভ্ৰমণ।

**প্ৰৱহঃ** *পু* (প্ৰ ৱহ্ ভাৱে অচ) ১। বৈ যোৱা, প্ৰৱাহ, ২। নগৰৰ পৰা বাহিৰলৈ গমন, ৩। বায়ু, ৪। সাত বিধ বায়ুৰ অন্তৰ্গত দ্বিতীয় বায়ু। ৫। মেঘ **—হণং** *ক্লী* তিৰোতাৰ কাৰণে কাপোৰেৰে ঘেৰা, মানুহে বহন কৰা যান, পাল্কী, ডোলা।

**প্ৰৱহ্লিঃ –হ্লিকা, হ্লী** *স্ত্ৰী* প্ৰহেলিকা, সাঁথৰ।

**প্ৰৱাক(চ্)** *বিণ্* ১। বাকপটু, ২। কথকী, ৩। ভাল কথা

**প্ৰৱাচনং** *ক্লী* ঘোষণা **—চকঃ** উৎকৃষ্ট বক্তা, সুবক্তা।

**প্ৰৱাণিঃ, –ণী,** তাঁতশালৰ মাকো। শালত বাণি সূতা বোৱা যন্ত্ৰ বিশেষ।

**প্ৰৱাতং** *ক্লী* ১। বতাহৰ সোঁত, ২। প্ৰবল বতাহ, ধুমুহা, ৩। বতাহ বৈ থকা ঠাই।

**প্ৰৱাদঃ** *পু* (প্ৰ ৱদ্ ঘঞ্) ১। পৰস্পৰ কথোপকথন, ভট্টি ২।৩৬; ২। শব্দ উচ্চাৰণ, ৩। উল্লেখ, ৪। কথা, বাতৰি, উৰা-বাতৰি, ৫। পুৰণি কথা, প্ৰাচীন আখ্যান, সাধু কথা, ৬। বিবাদজনক কথা বা ভাষা।

**প্ৰৱাৰঃ–ৰকঃ** *পু* আৱৰণ, আলোৱান, **—ৰণং** ১। সন্তুষ্টিকৰণ, ২। নিষেধ, বিৰোধ, ৩। কাম্য বস্তু দান।

**প্ৰৱাসঃ** *পু* (প্ৰ বস্ ঘঞ্) বিদেশ, বিদেশ ভ্ৰমণ, বিদেশত বাস।

**প্ৰৱাসনং** *ক্লী* ১। প্ৰৱাসত বাস, ২। দেশান্তৰকৰণ, নিৰ্বাসন, ৩। মাৰণ, বধ।

**প্ৰৱাসী(ন্)** বিদেশত বাস কৰা লোক, পৰ্যটক।

**প্ৰৱাহঃ** *পু* (প্ৰ ৱহ্ ঘঞ্) ১। পানীৰ সোঁত, ২। নিজৰা, ৩। পানী বৈ যোৱা, বা থকা, ৪। অবিৰাম বা অবাধ

গতি বা সোত, ঘটনাৰ গতি বা প্ৰৱাহ, ৫। উদ্যোগ, ৬। উৎকৃষ্ট ঘোঁৰা, ৭। ব্যৱহাৰ, ৮। মলমূত্ৰ ত্যাগ। নদীত মূত্ৰত্যাগ, **–হকঃ** দানৱ, ভূত, পিশাচ, **–হনং** মলত্যাগ, **–হিকা** *স্ত্ৰী* গ্ৰহণী ৰোগ, উদৰাময়, পেটৰ অসুখ। **–হী** বালি।

**প্ৰৱিকীৰ্ণ** *বিণ্* বিকীৰ্ণ, সিঞ্চিত।

**প্ৰৱিখ্যাত** *বিণ্* অতি বিখ্যাত, সুপ্ৰসিদ্ধ।

**প্ৰৱিচাৰঃ** *পু* বিবেচনা, বিচাৰশক্তি

**প্ৰৱিতত** *বিণ্* ১। বিস্তৃত, ২। (চুলি) আউলবাউল।

**প্ৰৱিদাৰণং** *ক্লী* (প্ৰ ৱি দৃ ণিচ্ ল্যুট্) ১। যুদ্ধ, ২। ছিন্নকৰণ, ভাঙ্গন, ৩। অঙ্কুৰণ, ৪। কোলাহল।

**প্ৰৱিদ্ধ** *বিণ্* দূৰলৈ নিক্ষিপ্ত, দলিয়াই পেলোৱা।

**প্ৰৱিভক্ত** *বিণ্* ১। বিভাজিত, ২। বিচ্ছিন্ন, বিভক্ত।

**প্ৰৱিভাগঃ** ১। বিভাগ, ভাগ ভাগ, শ্ৰেণী বিভাগ, ২। অংশ।

**প্ৰৱিৰঃ** হালধীয়া চন্দন কাঠ।

**প্ৰৱিৰল** *বিণ্* ১। অতি বিৰল, ৰ ৯।৩৪; অলপমান, ২। ব্যৱধান, অন্তৰ, পৃথক, সুকীয়া।

**প্ৰৱিলয়ঃ** সম্পূৰ্ণ বিনাশ।

**প্ৰৱিৱিক্ত** *বিণ্* সম্পূৰ্ণৰূপে সুকীয়া, বেলেগ।

**প্ৰৱিষণ্ণঃ** *বিণ্* অতি বিষণ্ন, অৱসাদগ্ৰস্ত।

**প্ৰৱিষা** *স্ত্ৰী* অতি বিষাক্ত।

**প্ৰৱিষ্ট** *বিণ্* (প্ৰ বিশ ক্ত) ১। ভিতৰত সোমোৱা, ২। নিযুক্ত, ৩। আৰ। **–ষ্টকং** মঞ্চত প্ৰবেশ।

**প্ৰৱিস্তৰঃ,–স্তাৰঃ** *পু* বিস্তৃতি, পৰিসৰ, ঘেৰ, পৰিধি।

**প্ৰৱীণ** *বিণ্* (প্ৰ ৱীণ ণিচ অচ্) ১। পণ্ডিত, ২। কোনো বিষয়ত অত্যন্ত অভিজ্ঞ, জ্ঞানী, কু ৭।৪৮।

**প্ৰৱীৰ** *বিণ্* (প্ৰকৃষ্টো ৱীৰঃ) ১। শ্ৰেষ্ঠ, অগ্ৰগণ্য, প্ৰথম, ২। শক্তিশালী, **–ৰঃ** ১। সাহসী ব্যক্তি, বীৰ, যোদ্ধা, সেনানী, ২। প্ৰধান অধিকাৰী, প্ৰখ্যাত পুৰুষ, ৩। পুৰুবংশীয় প্ৰচিম্বনৰ পুত্ৰৰ নাম, ৪। চণ্ডাল পুৰুষ, মাপু ৮।৮৬।

**প্ৰবৃত** *বিণ্* মনোনীত, ইঙ্গিত।

**প্ৰবৃত্ত** *বিণ্* (প্ৰ বৃৎ ক্তঃ) ১। আবদ্ধ, প্ৰাবদ্ধ, ২। কোনো কামত নিযুক্ত ৩। দৃঢ়, নিৰ্দ্ধাৰিত, ৪। অবিসংবাদিত, অবিকৃত, ৫। গোলাকাৰ, **–ত্তঃ** গোলাকাৰ অলঙ্কাৰ, **–ত্তকং** মঞ্চৰ প্ৰবেশদ্বাৰ।

**প্ৰবৃত্তিঃ** *স্ত্ৰী* (প্ৰবৰ্ত্ততে ইতি প্ৰ বৃৎ ক্তিন্) ১। প্ৰৱাহ, উন্নতি, অগ্ৰসৰ, ২। উত্থান, উৎস। ৩। আকৃতি, প্ৰকাশ, ৪। মনোবৃত্তি, আসক্তি, ৫। আচাৰ-ব্যৱহাৰ, ৬। নিয়োগ, উদ্যোগ, ৭। অবিৰত চেষ্টা, ৮। অৱস্থিতি, ৯। প্ৰচলন, ১০। নিয়তি, ১১। জ্ঞান, উপলব্ধি, ১২। উজ্জয়িনী নগৰ, ১৩। মদবাৰি, ১৪। সাংসাৰিক জীৱন যাপন, ১৫। বাতৰি, সমাচাৰ, ১৬। যজ্ঞাদি কৰ্ম, মহা ১।১।২৫৫; **–জ্ঞঃ** চোৰাংচোৱা, **–মাৰ্গঃ** সাংসাৰিক জীৱন যাপনৰ পথ। সাংসাৰিক সুখৰ প্ৰতি আসক্তি।

**প্ৰবৃদ্ধ** *বিণ্* (প্ৰ বৃধ্ ক্ত) ১। বৃদ্ধ, ২। বৃদ্ধিপ্ৰাপ্ত, বিস্তৃত, ৩। গভীৰ, ৪। দাম্ভিক, ৫। অত্যাচাৰী, **–দ্ধিঃ** *স্ত্ৰী* ১। বৃদ্ধি, ৰ ১৭।৭১; ২। উন্নতি, পদোন্নতি।

**প্ৰৱেক** *বিণ্* (প্ৰ ৱিচ কৰ্মণি ঘঞ্) উত্তম, শ্ৰেষ্ঠ, উৎকৃষ্ট। ভা ২।৯।১১।

**প্ৰৱেগঃ** অতিবেগ, দ্ৰুতগতি।

**প্ৰৱেটঃ** *পু* যৱধান।

**প্ৰৱেণিঃ, –ণী** *স্ত্ৰী* (প্ৰ ৱী গতৌ উণাদি নিঃ ণত্বম্) ১। (চুলিৰ) বেণী, ৰ ১৫।৩০; ২। হাতীৰ পিঠিত দিয়া উণৰ কম্বল (জীন), ৩। নদী, নদীৰ সোঁত, ৪। উণৰ ৰঙীণ কাপোৰ।

**প্ৰৱেতা (তৃ)** *পু* ৰথচালক, সাৰথি।

**প্ৰৱেদনং** *ক্লী* ঘোষণা, প্ৰচাৰ।

**প্ৰৱেপঃ, পকঃ, –পথুঃ, পনং** কম্পন, কঁপনি।

**প্ৰৱেৱিত** *বিণ্* দলিয়াই পেলোৱা, ইফালে-সিফালে দলিওৱা।

**প্ৰৱেলঃ** *পু* এবিধ লেছেৰা মাহ। হালধীয়া মগু মাহ।

**প্ৰৱেশঃ** *পু* (প্ৰ বিশ্ ভাৱে ঘঞ্) ১। ভিতৰলৈ সোমোৱা পথ, ২। ভিতৰলৈ সোমোৱা, ওচৰ চপা বা কাষলৈ যোৱা, ৩। প্ৰবেশ দ্বাৰ, ৪। আয়, ৰাজহ, **–শকঃ** (–স্বাৰ্থে কঃ) নাটকত দুটা অঙ্কৰ মাজতে বিদূষক, ভৃত্য আদি নিম্নশ্ৰেণীৰ পাত্ৰৰ দ্বাৰা অভিনীত এটা সৰু দৃশ্য, য'ত পিচত হ'ব লগীয়া ঘটনা সম্পৰ্কে এটা চমু আভাস দিয়া হয়। 'প্ৰবেশকোনুদাত্তোক্ত্যা নীচপাত্ৰপ্ৰয়োজিতঃ–' সাদ। **–শনং** ১। প্ৰবেশ, ভিতৰলৈ গমন, ২। মূল দুৱাৰ, ৩। যৌন সঙ্গম। **–শিত** *বিণ্* ১। প্ৰবিষ্ট, ২। হাতৰ কজি, ৩। হাতীৰ মাংসল পিঠি। হাতীৰ জীন।

**প্ৰব্যক্ত** *বিণ্* স্পষ্ট, ব্যক্ত, প্ৰকাশিত, প্ৰকাশ্য। **–ক্তিঃ** প্ৰকাশ, আকৃতি।

**প্ৰব্যাহাৰঃ** *পু* দীৰ্ঘ ভাষণ, দীঘলীয়া বক্তৃতা।

**প্ৰব্ৰজনং** *স্ত্ৰী* (প্ৰ ব্ৰজ্ ল্যুট্) ১। পৰ্য্যটন, বিদেশ গমন, ২। নিৰ্বাসন, **–জিতং** *ক্লী* ১। সন্ন্যাস গ্ৰহণ, ২। সন্ন্যাস জীৱন, **–জিতঃ** *পু* ১। বৌদ্ধ ভিক্ষুৰ শিষ্য, ২। সন্ন্যাসী, ৩। বানপ্ৰস্থী।

**প্ৰব্ৰজ্যা** *স্ত্ৰী* (প্ৰ ব্ৰজ্ ক্যপ্) সন্ন্যাস, কু ৬।৬; বানপ্ৰস্থী, মনু ৫।৮৯; পৰ্য্যটন, এখন দেশৰ পৰা আন এখনলৈ গমন।

**প্ৰব্ৰজ্যাৱসিতঃ** *পু* সন্ন্যাস ত্যাগী

**প্ৰব্ৰশ্চনঃ** কাঠ কটা দা।

**প্ৰব্ৰাক্ (জ্) –জকঃ** সন্ন্যাসী।

**প্ৰশংসা** *স্ত্ৰী* (প্ৰ শন্স্ অঃ টাপ) ১। স্তুতি বাক্য, শলাগ, গুণকীৰ্তন, মনু, ১০।১২৭; ২। ব্যাখ্যা, ৩। গৌৰৱ, যশস্যা, খ্যাতি **–মুখৰ** উচ্চ প্ৰশংসা।

**প্ৰশমঃ** *পু* (প্ৰ শম্ ভাৱে ঘঞ্) ১। সমতা, উপশম, ধৈৰ্য্য, স্থিৰতা, কি ২।৩২; ২। শান্তি, বিশ্ৰাম, ৩। ধ্বংস, বিৰতি, সমাপ্তি, ৪। সান্ত্বনা।

**প্ৰশমনং** *ক্লী* (প্ৰ শম নিচ ল্যুট্) ১। বধ, মাৰণ, ২। প্ৰশান্তি, শমতা, মাপু ৯১।৩৫; ৩। প্ৰতিপাদন, ৪। ৰোগৰ উপশম, চিকিৎসা, ৫। ৰক্ষণ, ৬। সান্ত্বনা, ৭। স্থিৰ কৰণ, নিৰ্দ্ধাৰণ, ৮। দান, মনু ৭।৪৬।

**প্ৰশমিতঃ** উপশমিত, নিৰ্বাপিত, কৃতপ্ৰায়শ্চিত্ত।

**প্ৰশস্ত** *বিণ্* (প্ৰ শন্স্ ক্ত) ১। ক্ষেম, ২। প্ৰশংসিত, ৩। প্ৰশংসনীয়, ৪। শ্ৰেষ্ঠ, ৰ ৫।২৫; ৫। সুখী, মঙ্গলময়।

**প্ৰশস্তাদ্ৰি** এখন পৰ্বতৰ নাম।

**প্ৰশস্তি** *স্ত্ৰী* (প্ৰ শন্স্ ক্তিন্) ১। স্তুতি, প্ৰশংসা, ২। ব্যাখ্যা, ৩। প্ৰশিক্ষণ বিধি, ৪। কাৰোবাক প্ৰশংসা কৰি লিখা কবিতা, ৫। খ্যাতি।

**প্ৰশস্য** *বিণ্* (প্ৰ শন্স ক্যপ্) প্ৰশংসনীয়।

**প্ৰশাখা** *বিণ্* ১। বহু শাখাযুক্ত, ২। গৰ্ভৰ ৪ৰ্থ অৱস্থা। ভ্ৰূণত হাত, ভৰি আদি অঙ্গৰ গঠন এই সময়ত হয় বুলি কোৱা হয়, **–শাখা–খিকা** স্ত্ৰী সৰু শাখা, ঠানি বা পোখা।

**প্ৰশান্ত** *বিণ্* (প্ৰকৰ্ষেন শান্ত) ১। শান্ত, স্থিৰ, নিস্তব্ধ, ২। প্ৰশমিত, দমিত, বশীভূত। ৩। সমাপ্ত, শেষ, ৪। মৃত, **–কাম** *বিণ্* তৃপ্ত, তুষ্ট। **–চেষ্ট** *বিণ্* বিশ্ৰাম, কৰ্মবিৰত, **–বাধ** সমস্ত বাধা-বিঘিনিৰ পৰা মুক্ত। 'প্ৰশান্তবাধং দিশতোঽভিৰক্ষয়া-', কি ১।১৮।

**প্ৰশান্তিঃ** ১। পৰম শান্তি, সুখ, আনন্দ, ২। বিশ্ৰাম, উপশম, তৃপ্তি।

**প্ৰশামঃ** শান্তি, তৃপ্তি, সমাপ্তি।

**প্ৰশাসনং** *ক্লী* (প্ৰ শাস্ ল্যুট্) ১। শাসন, চৰকাৰ, ২। আদেশ, হুকুম, দাবী।

**প্ৰশাস্তৃ (স্তা)** প্ৰশাসক, ৰজা।

**প্ৰশিষ্যঃ** *পু* শিষ্যৰ শিষ্য।

**প্ৰশুদ্ধিঃ** *স্ত্ৰী* শুদ্ধতা, পবিত্ৰতা।

**প্ৰশোষঃ** *পু* (প্ৰ শুষ্ ঘঞ্) শুকাই যোৱা, শুষ্ক।

**প্ৰশ্চোতনং** প্ৰস্ৰৱণ, পুঁজ ওলাই থকা।

**প্ৰশ্নঃ** *পু* (প্ৰচ্ছ্ নঙ্ শঃ) ১। জিজ্ঞাসা, মনু ১।১১৫; অনুসন্ধান, ২। ন্যায়িক অনুসন্ধান, ৩। মোকৰ্দমাৰ বিষয়, ৪। মীমাংসা কৰিবলগীয়া সূত্ৰ বা বিষয়, **–দূতিঃ** প্ৰহেলিকা, সাঁথৰ।

**প্ৰশ্নী** *স্ত্ৰী* এবিধ মাখি।

**প্ৰশ্নোপনিষদ্** *ক্লী* ছয়টা প্ৰশ্ন আৰু তাৰ সমাধান থকা এখন উপনিষদ।

**প্ৰশ্ৰথঃ** শিথিলতা।

**প্ৰশ্ৰয়ঃ** (প্ৰ শ্ৰি ভাৱে অচ্) ১। প্ৰণয়, ২। সৌজন্য, ৩। নম্ৰতা, শ্ৰদ্ধা, আদৰ।

**প্ৰশ্ৰয়ণং** *ক্লী* প্ৰশ্ৰয়।

**প্ৰশ্ৰিত** *বিণ্* সামাজিক, ভদ্ৰ, শিষ্ট, নম্ৰ, বিনীত। ৰা ১।১৩।২।

**প্ৰশ্লথ** *বিণ্* ১। শিথিল, ২। উদ্যমহীন, দুৰ্বল।

**প্ৰশ্লেষঃ** *পু* ১। সংসৰ্গ, জোৰকৈ হেঁচি ধৰা, তীব্ৰ চাপ।

**প্ৰশ্বাসঃ** উশাহ।

**প্ৰষ্টৃ (ষ্টা)** (প্ৰচ্ছ তৃচ্ ষঃ) প্ৰশ্ন কৰ্তা।

**প্ৰষ্ঠ** *বিণ্* (প্ৰতিষ্ঠতে ইতি প্ৰ স্থা কঃ) ১। অগ্ৰগামী, ২। সম্মুখৱৰ্তী, ৩। প্ৰধান, মুখ্য, শ্ৰেষ্ঠ নায়ক, নেতা। **–ৱাট্ (হ্)** পোৱালি বলদক দমন কৰাৰ বাবে যুঁৱলিৰ কাষতে বান্ধি হাল বাবলৈ লগোৱা দমৰা গৰু।

**প্ৰষ্ঠৌহী** *স্ত্ৰী* প্ৰথম বাৰ গৰ্ভ হোৱা চেঁউৰী গাই।

**প্ৰস্** প্ৰসৱে তন্তৌ (আ, দিৱা, আ, স, প্ৰসতে, প্ৰস্যতে) ১। বিস্তাৰ কৰ। যেনে– বিদ্যা কীৰ্তিং প্ৰসতে–বিদ্যাই খ্যাতি বিস্তাৰ কৰে। ২। জন্ম দি, পোৱালি ওপজা।

**প্ৰসক্ত** *বিণ্* (প্ৰ সন্জ্ ক্তঃ) ১। নিত্য, আসক্ত, সংলগ্ন, ২। সুদৃঢ়, নিযুক্ত, ৩। নিকট, ৪। অবাধ, নিৰৱচ্ছিন্ন,

কি ৪।১৮; ৫। প্ৰাপ্ত, লব্ধ। **–ক্তং** *অব্য* একে-লেঠাৰিয়ে, নেৰানেপেৰাকৈ **–ক্তি** *স্ত্ৰী* আসক্তি, কি ৫।৫০; প্ৰসঙ্গ, ২। সংযোগ, সংহতি ৩। ব্যৱহাৰ-যোগ্যতা, ৪। শক্তি, অধ্যৱসায়, ৫। নিষ্পত্তি, অনুমিতি, আপত্তি, ৬। আলোচনাৰ বিষয়বস্তু।

**প্ৰসঙ্গঃ** *পু* (প্ৰ সন্‌জ্ ঘঞ্) ১। বিশেষ সঙ্গতি, ২। সংযোগ, আসক্তি, ভক্তি, ৩। সংহতি, ৪। প্ৰস্তাৱ, ৫। নাম প্ৰসঙ্গ, নামোল্লেখ। 'অস্পষ্টমপি তন্নাম প্ৰসঙ্গেনাপি ভাষিতং। দদাতি ৱাঞ্ছিতাৰ্থান্ দুৰ্লভানপি সৰ্বথা। দেভা ৩।৯।৪২; 'কথা প্ৰসঙ্গেন জনৈৰুদাহৃতাৎ কি ১।২৩। ৬। যৌন সঙ্গম, ৭। কাল, সুযোগ, অৱসৰ, ৮। ঘটনা, দৈৱঘটনা, ৯। যুক্তি, প্ৰমাণ, ১০। সম্পৰ্ক, সম্বন্ধ, **–ৱশাৎ** *অব্য.* সময়মতে, পৰিস্থিতি অনুসৰি।

**প্ৰসংখ্যানং** *ক্লী* ১। গণনা, ২। ধ্যান, চিন্তা, ৩। খ্যাতি **–নঃ** আদায়।

**প্ৰসত্তিঃ** *স্ত্ৰী* (প্ৰ সদ ক্তিন্) প্ৰসন্নতা, সন্তুষ্টি।

**প্ৰসত্বৰী** *স্ত্ৰী* প্ৰতিপত্তি।

**প্ৰসত্বা(ন্)** *পু* (প্ৰ সদ্ ক্বনিপ্) যমৰাজ, প্ৰজাপতি।

**প্ৰসন্ধানং** *ক্লী* সংযোগ, সংহতি।

**প্ৰসন্ন** *বিণ্* (প্ৰ সদ ক্ত) ১। নিৰ্মল, শুদ্ধ, স্বচ্ছ, উজ্জ্বল, শ ৫।২০; ২। আনন্দিত, তুষ্ট, ৩। মৰমিয়াল, দয়ালু, ৪। সৰল, মুক্ত, সহজবোধ্য, ৫। প্ৰকৃত, যথাৰ্থ **–ন্না** স্তুতি, সুৰা **–কল্প** প্ৰশান্ত, সঠিক **–মুখ**, ৱদন হাহি থকা, আনন্দিত। **–সলিল** নিৰ্মল পানী থকা।

**প্ৰসন্নেৰা** *স্ত্ৰী* মদিৰা, সুৰা।

**প্ৰসভঃ** *পু* (প্ৰগতা সভা অধিকাৰো যস্মাৎ) ১। বলাৎকাৰ, ধৰ্ষণ, ২। প্ৰচণ্ডতা। **–ভং** *অব্য* ১। তীব্ৰভাৱে, সজোৰে, গী ২।৬০; ২। অতি বেছিকৈ, জোৰকৈ, **–দমনং** সজোৰে দমন কৰা **–হৰণং** সবলে কৰা হৰণ।

**প্ৰসমীক্ষণং, –মীক্ষা** *ক্লী, স্ত্ৰী* বিবেচনা, বিচাৰ, চিন্তা, ভাৱনা।

**প্ৰসয়নং** *ক্লী* বন্ধন, জাল।

**প্ৰসৰঃ** (প্ৰ সৃ অপ্) ১। অগ্ৰসৰ, ২। অবাধ গতি, সুযোগ, গতিপথ, গতিবেগ, ৩। বিস্তাৰ, ৪। আয়তন, প্ৰাচুৰ্য্য, ৫। সোঁত, প্ৰবাহ, বান, ৬। সমূহ, সমষ্টি, ৭। লোহাৰ কাঁড়, ৮। যুদ্ধ, সমৰ, **–ৰণং** ১। প্ৰবাহ, গমন, কাঠ-খেৰাদি আহৰণৰ বাবে সৈন্যৰ ইফালে-সিফালে গমন। ২। পলায়ন, ৩। বিস্তাৰণ, ৪। শত্ৰুসৈন্যক ঘেৰি ধৰা, ৫। অমায়িকতা, **–ৰণী** *স্ত্ৰী* শত্ৰুক ঘেৰি ধৰা সৈন্যবাহিনী।

**প্ৰসৰ্পণং** *ক্লী* (প্ৰ সৃপ্ ল্যুট) গমন, প্ৰসৰণ, বিস্তাৰ।

**প্ৰসলঃ** *পু* হেমন্ত কাল।

**প্ৰসৱঃ** *পু* (প্ৰ সূ অপ্) ১। গৰ্ভমোচন, প্ৰসূতি, ৰ ৩।১২; ২। গৰ্ভগ্ৰহণ, মনু ৯।৭০, জন্ম, উৎপাদন, ৩। সন্ততি, ৪। উৎস, মূল, জন্মস্থান, ৫। ফুল, ফল **–গৃহং** প্ৰসূতি ঘৰ, **–বন্ধনং** ফুলৰ ঠাৰি। **–ৱেদনা, –ব্যথা** জন্ম হোৱাৰ আগ মুহূৰ্ত্তত প্ৰসূতিয়ে ভোগ কৰা বেদনা, তীব্ৰ বিষ। **–স্থলী** মাতৃ **–স্থানং** প্ৰসূতি ঘৰ, বাহ।

**প্ৰসৱকঃ** পিয়ালবৃক্ষ।

**প্ৰসৱন্তিঃ** প্ৰসূতি।

**প্ৰসৱিতা (তৃ)** *পু* পিতৃ ঋবে ৭।৬৩।২; **–ত্ৰী** *স্ত্ৰী* মাতৃ, জননী, মহা ১২।২৬৩।৮।

**প্ৰসব্য** *বিণ* (প্ৰগতং সব্যাৎ ইতি) ১। বিৰোধী, প্ৰতিকূল, ওলোটা, ২। প্ৰদক্ষিণ, ৰা ২।৭৩।২০।

**প্ৰসহ** *বিণ্* (প্ৰ সহ অচ) সহনীয়, স্থায়ী, **–হঃ** *পু* ১। বলেৰে ভক্ষণকাৰী পক্ষী, যেনে– শেনচৰাই, ২। বাধা, বিৰোধ। **–হনঃ** ১। শেনৰ দৰে চৰাই বা জন্তু **–হনং** সহন, ২। দমন, ৩। আলিঙ্গন।

**প্ৰসহ্য** *অব্য* সজোৰে, জোৰকৈ, প্ৰচণ্ডভাৱে, অত্যধিক ভাৱে।

**প্ৰসাত্তিকা** *স্ত্ৰী* এবিধ ধান (তুলসী জহাৰ দৰে সৰু বিধৰ)।

**প্ৰসাদঃ** *পু* (প্ৰ সদ্ ঘঞ্) ১। প্ৰসন্নতা, ২। অনুগ্ৰহ, ৰ ২।৬৮; ৩। দয়ালুতা, ৪। প্ৰশান্তি, শান্তি, ৫। শুদ্ধতা, পৱিত্ৰতা, উজ্জ্বলতা, ৬। কাব্যৰ প্ৰাণ, কাব্যৰ গুণ তিনিবিধৰ এবিধ। বাকী দুবিধ– ওজঃ আৰু মাধুৰ্য্য। ৭। দেৱতাৰ ভোগ। গুৰুৰ ভুক্তাৱশেষ, ৮। দান, উপহাৰ, ৯। কল্যাণ, ১০। নৈবেদ্য **–পৰাঙ্মুখ** কাৰো অনুগ্ৰহলৈ বাট চাই নথকা লোক। **–পাত্ৰং** অনুগ্ৰহৰ বস্তু **–স্থ** মৰমিয়াল, শান্ত, সুখী।

**প্ৰসাদনং** *ক্লী* (প্ৰ সদ ণিচ্ ল্যুঃ) ১। অন্ন, ২। শোধন, ৩। সান্ত্বনা, ৪। সন্তুষ্টি, ৫। অনুগ্ৰহ দান **–কঃ** *পু* ৰাজকীয় তম্বু **–না** ১। সেৱা, পৰিচৰ্য্যা, ২। শুশ্ৰূষা, পূজা।

**প্ৰসাদিত** *বিণ্* ১। পৰিশোধিত, ২। পূজিত, ৩। প্ৰশান্ত, ৪। কৃতসন্তুষ্ট, তুষ্ট হোৱা।

**প্ৰসাধক** *বিণ্* শোধক, পৰিষ্কাৰক, অলঙ্কৰণ, মাৰ্জন। **–কঃ** মালিকক কাপোৰ পিন্ধাই দিয়া ভৃত্য।

**প্ৰসাধনং** *ক্লী* (প্ৰ সাধ ল্যুট) ১। বেশভূষা, মনু ২।২১১; ২। পৰিষ্কৰণ, অলঙ্কৰণ, সংযোজন, আয়োজন **–ধনী** *স্ত্ৰী* ১। সিদ্ধি, ২। মূৰ আঁচোৰা ফণী **–ধিকা** *স্ত্ৰী* ১। পৰিচাৰিকা, মালিকনীৰ ভৃত্যা। বেশকাৰিণী, ২। নীবাৰ, এবিধ ধান। **–ধিত** *বিণ্* অলঙ্কৃত, নিষ্পাদিত।

**প্ৰসাৰঃ** *পু* (প্ৰ সৃ ঘঞ) ১। প্ৰসৰণ, বিস্তাৰ, বিস্তৃতি, ব্যাপ্তি, বহল হোৱা, বিয়পি পৰা, ২। গৰু, ঘোঁৰা আদিৰ খোৱা বস্তু তথা ঘাঁহ আদি আহৰণৰ বাবে গোটেই ৰাজ্য বিয়পি পৰা, **–ৰণং** ১। বিদেশলৈ বিয়পি পৰা, ২। বিস্তাৰ, ৩। শত্ৰু সৈন্যক আগুৰি ধৰা, ৪। খাদ্য-দ্ৰব্যৰ কাৰণে গোটেই ৰাজ্য বিয়পি পৰা, ৫। ইগ্যণঃ সম্প্ৰসাৰণং; 'য', 'ৰ' আৰু 'ৱ' ক স্বৰবৰ্ণলৈ পৰিবৰ্তন, পা ১।১।৪৫; ৬। পৰিবৰ্দ্ধন। **–ৰণী** *স্ত্ৰী* ১। এবিধ লতা। ভেদাই লতা।, ২। সৈন্যৰ চাৰিওফালে ব্যাপ্তি।

**প্ৰসাৰিত** *বিণ্* ১। বিস্তৃত, ব্যাপ্ত, ২। প্ৰদৰ্শিত।

**প্ৰসাহঃ** *পু* পৰাজয়, দমন।

**প্ৰসিত** *বিণ্* (প্ৰ সো ক্ত) ১। বদ্ধ, আবদ্ধ, ২। আসক্ত, নিযুক্ত, ৩। অভিলষিত। **–তং** পুঁজ। **–তিঃ** জাল, বান্ধোন, শিকলি।

**প্ৰসিদ্ধ** *বিণ্* (প্ৰ সিধ্ ক্তঃ) ১। ভূষিত, অলঙ্কৃত, ২। খ্যাত, প্ৰখ্যাত। **–দ্ধিঃ** *স্ত্ৰী* ১। খ্যাতি, যশস্যা, ২। পৰিপূৰ্ণতা, কৃতকাৰ্য্যতা, ৩। অলঙ্কাৰ, বেশভূষা।

**প্ৰসীদিক** *স্ত্ৰী* উদ্যান, ফুলনি।

**প্ৰসুপ্ত** *বিণ্* নিদ্ৰিত, শুই থকা। **–প্তিঃ** ১। নিদ্ৰালুতা, ২। পক্ষাঘাত।

**প্ৰসূ** *স্ত্ৰী* (প্ৰসূতে ইতি প্ৰ সূ ক্বিপ) ১। জন্মদাত্ৰী, মাতৃ, ব্ৰপু ২।১।১২৮; ২। মাইকী ঘোঁৰা, ৩। কল গছ, ৪। লতা, **–সূকা** ঘুঁৰী

**প্ৰসূত** *বিণ্* (প্ৰ সূ ক্তঃ) সঞ্জাত, জাত, উৎপাদিত **–তং** *ক্লী* ফুল। **–তা** সদ্যজাত শিশুৰ মাক। **–তিঃ** *স্ত্ৰী* ১। প্ৰসৱ, ২। কণী পাৰা, ৩। জন্ম, উৎপাদন, ৰ ১০।৫৩; ৪। আকৃতি, বৃদ্ধি, ৫। সন্তি, সন্ততি, ৬। জনক, উৎপাদক, ৭। মাতৃ, ৮। উদ্ভৱ, 'আদ্যো ৰঃ কুসুমপ্ৰসূতিসময়ে' শকু ৪ৰ্থ অ ৩৯। উৎপত্তিস্থান, জন্ম স্থান ১০। দক্ষৰ পত্নীৰ নাম, ব্ৰপু ২।১।১২৮; **–তিকা** প্ৰসূতা। **–তিজং** প্ৰসৱৰ সময়ত উদ্ভৱ হোৱা বেদনা, দুখ।

**প্ৰসূন** *বিণ্* (প্ৰ সূ ক্তঃ) জাত। উৎপন্ন, **–নং** ১। ফুল ৰ ২।১০; ফুলৰ কলি, ২। ফল **–কং** ফুল, কলি **–ৱৰ্ষঃ** পুষ্পবৃষ্টি, **–বাণঃ,–ৱাণঃ** *পু* কামদেৱ।

**প্ৰসূনেষুঃ** কামদেৱ।

**প্ৰসৃত** *বিণ্* (প্ৰ সৃ ক্ত) ১। অগ্ৰগামী, ২। বিস্তাৰ, বিস্তৃত, প্ৰসাৰিত, ৩। দীৰ্ঘ, দীঘল, ৪। নিযুক্ত, ৫। ক্ষিপ্ৰ, ৬। নম্ৰ, **–তং, –তঃ** ১। অঞ্জলি, ২। দুই পল পৰিমাণ **–তা** *ঠেং*, জঙ্ঘা। **–জঃ** জাৰজ সন্তান।

**প্ৰসৃতিঃ** *স্ত্ৰী* ১। উন্নতি, ২। বৈ থকা, ৩। অঞ্জলি, ৪। এমুঠি (দুই পলৰ সমান)।

**প্ৰসৃষ্ট** *বিণ্* (প্ৰ সৃষ ক্ত) ১। গুচাই পেলোৱা, দূৰীকৃত, ২। আঘাতপ্ৰাপ্ত **–ষ্টা** মেলা আঙুলি।

**প্ৰসেকঃ** *পু* (প্ৰসেচনমিতি প্ৰ সিচ ঘঞ) ১। স্ৰৱণ, নিঃসৰণ, (পুঁজ তেজ আদি) বৈ থকা, ২। সিঞ্চন ৩। বমি।

**প্ৰসেৱঃ, –ৱকঃ** *পু* ১। মোনা, চাউলৰ বস্তা, ২। চামৰাৰ মোনা, ৩। বীণাৰ স্বৰ গভীৰ কৰাৰ কাৰণে দণ্ডৰ তলত লগোৱা চৰ্মাবৃত কাঠৰ অথবা লাউৰ ভাণ্ড।

**প্ৰস্কণ্বঃ** *পু* (প্ৰগতং কণ্বং পাপং যস্মাদিতি) এজন মুনিৰ নাম। বৈদিক সন্ধ্যাৰ অন্তৰ্গত সূৰ্যোপস্থান মন্ত্ৰৰ ঋষি।

**প্ৰস্কন্দনং** *ক্লী* (প্ৰ স্কন্দ ল্যুট) ১। লম্ফন, ২। পেটৰ অসুখ, 'ডায়েৰিয়া'। **–নঃ** *পু* শিৱ।

**প্ৰস্কন্ন** *বিণ্* পতিত, পৰাজিত **–ন্নঃ** পাপী, অপৰাধী।

**প্ৰস্কুন্দঃ** গোলাকাৰ মঞ্চ বা বেদী।

**প্ৰস্তৰঃ** *পু* (প্ৰ স্তৃ পচাদ্যচ) ১। শিল, পাথৰ, পাষাণ, ২। গছৰ পাত আৰু ফুলেৰে তৈয়াৰী বিছনা, ৩। সমতল, ৪। মূল্যৱান পাথৰ, মণি। **–ৰণং–ণা** বিছনা, আসন।

**প্ৰস্তাৰঃ** *পু* (প্ৰ স্তৃ ঘঞ) ১। বিস্তৰণ, আৱৰণ, ২। শয্যা, ফুল-পাতৰ বিচনা, ৩। সমতল, ৪। তৃণবন, বননি, ৫। ছন্দত হ্ৰস্ব আৰু দীৰ্ঘ স্বৰ জ্ঞাপক সঙ্কেত বা বিৱৰণ।

**প্ৰস্তাৰিণ্** *(বিণ)* বিস্তৃত, এবিধ চকুৰ বেমাৰ।

**প্ৰস্তাৰঃ** *পু* (প্ৰ স্তৃ ঘঞ্) ১। আৰম্ভণ, ২। প্ৰসঙ্গ, উল্লেখ, ৩। ভূমিকা, পাতনি, ৪। অৱসৰ, সুযোগ, সময়, কাল, ৫। নাটকৰ প্ৰথম দৃশ্য। নান্দী শ্লোকৰ পিচত সূত্ৰধাৰৰ আগমনৰ দৃশ্য। **–যজ্ঞঃ** প্ৰশ্নকৰ্তা আৰু উত্তৰদাতা প্ৰত্যেকে অংশ লোৱা কথোপকথন।

**প্ৰস্তাৱনা** *স্ত্ৰী* (প্ৰ স্তু ণিচ যুচ টাপ) ১। আৰম্ভণ। নাটকৰ আৰম্ভণিতে সূত্ৰধাৰ, নটী, বিদূষক আদিৰ পৰস্পৰ কথোপকথন, য'ত অভিনীত হব লগীয়া নাটক, নাট্যকাৰ, বিষয়-বস্তুৰ উল্লেখৰ উপৰিও ঠিক পিচত অনুষ্ঠিত হ'ব লগীয়া কথাৰ কিছু ইঙ্গিত থাকে, ২। আৰম্ভণ, ৩। পাতনি, ভূমিকা। প্ৰস্তাৱনাৰ আন এটি নাম 'আমুখ'।

**প্ৰস্তাবিত** *বিণ* ১। আৰব্ধ, ২। উল্লেখিত।

**প্ৰস্তিৰঃ** *পু* পাত-ফুলৰ শয্যা।

**প্ৰস্তীত, –স্তীম,** *বিণ* (প্ৰ স্তৈ ক্তঃ মো ৰা) ১। ধ্বনিত, শব্দ হোৱা বা কৰা, ২। সংহত, মানুহৰ ভিৰ।

**প্ৰস্তুত** *বিণ* (প্ৰ স্তু ক্তঃ) ১। আৰব্ধ, ২। প্ৰশংসিত, ৩। নিষ্পন্ন, ৪। সংঘটিত, ৫। প্ৰাসঙ্গিক, ৬। স্তুতিযুক্ত, ৭। উপস্থিত, ৮। প্ৰতিপন্ন, ৯। প্ৰস্তাৰিত, ঘোষিত **–তং** আলোচনাৰ বাবে হাতত লোৱা বিষয়।

**প্ৰস্তুতাঙ্কুৰঃ** এবিধ কাব্যালঙ্কাৰ।

**প্ৰস্তৃত** অন্তৰিত, দুটাৰ মাজত সোমাই থকা।

**প্ৰস্থ** *বিণ* (প্ৰ স্থা কঃ) ১। বহল, বিস্তৃত, ২। দৃঢ়, স্থায়ী, ৩। (সমাসৰ শেষত) গমনকাৰী, যেনে বানপ্ৰস্থ **–স্থং স্থঃ** ১। মালভূমি, পৰ্বতৰ ওপৰৰ সমতল ভূমি, মে ৫৮; ২। দুই পল ওজন পৰিমাণ **–পুষ্পঃ** ১। এবিধ তুলসী পাত, ২। জমুৰা টেঙা, ৰবাব টেঙা।

**প্ৰস্থানং** *ক্লী* (প্ৰ স্থা ল্যুট) ১। বাহিৰলৈ ওলাই যোৱা, ২। সৈন্য-সামন্ত লৈ যুদ্ধ যাত্ৰা, ৩। গমন, ৪। পদ্ধতি, ৫। মহাপ্ৰস্থান, মৃত্যু, ৬। এবিধ নিম্ন পৰ্য্যায়ৰ নাটক। সাদ **–বিঘ্নঃ** যাত্ৰাত বিঘিনি।

**প্ৰস্থাপনং** *ক্লী* ১। প্ৰেৰণ, দূৰলৈ পঠিওৱা, ২। নিযুক্তি, ৩। প্ৰমাণ, প্ৰদৰ্শন।

**প্ৰস্থাপিত** *বিণ* ১। সংস্থাপিত, স্থাপিত, ২। দূৰলৈ পঠিয়াই দিয়া, ৩। প্ৰমাণিত।

**প্ৰস্থিকা** *স্ত্ৰী* অম্বষ্ঠা (ব্ৰাহ্মণ পতি থকা বৈশ্য স্ত্ৰী)।

**প্ৰস্থিত** ১। প্ৰস্থান কৰা, ভ্ৰমণলৈ ওলাই যোৱা **–তিঃ** ১। প্ৰস্থান, ২। যাত্ৰা, ভ্ৰমণ।

**প্ৰস্নবঃ** *পু* গা ধোৱা পানীৰ বাচন, বাল্টি।

**প্ৰস্ৰৱঃ** ১। বৈ যোৱা, স্ৰৱণ, ঘাম ওলোৱা।

**প্ৰস্নুত** *বিণ* টোপটোপকৈ পৰা, বৈ যোৱা. ওলাই থকা (যেনে– পূঁজ) **–স্তনী** অত্যধিক মৰমৰ বাবে পিয়াহৰ পৰা এনেয়ে গাখীৰ ওলাই থকা তিৰোতা।

**প্ৰস্নুষা** *স্ত্ৰী* নাতিবোৱাৰী।

**প্ৰস্পন্দনং** *ক্লী* কম্পন, হৃদকম্পন।

**প্ৰস্ফুটনং** *ক্লী.* (প্ৰ স্ফুট ণিচ ল্যুট) ১। ধান জৰা ডলা বা কুলা, ২। বিস্তাৰ, ফুলি উঠা, ৩। প্ৰকাশন, ৪। ধান বা চাউল জৰা কাৰ্য্য।

**প্ৰস্ৰংসী (ন্)** *বিণ* পতনশীল, পৰিবলৈ দিয়া, গৰ্ভপাত। **–সিনী** *স্ত্ৰী* গৰ্ভপাত হোৱা স্ত্ৰী।

**প্ৰস্ৰৱঃ** *পু* (প্ৰ স্ৰু অপ) ১। বৈ যোৱা, টোপটোপকৈ পৰা, ২। সোঁত, প্ৰৱাহ, ৩। পিয়াহ বা ওহাৰৰ পৰা বৈ থকা গাখীৰ, ৪। প্ৰস্ৰাৱ, মূত্ৰ, **–ৱাঃ** চকুৰ পানী ওলোৱা।

**প্ৰস্ৰৱণং** *ক্লী* (প্ৰ স্ৰু ল্যুট) ১। বৈ যোৱা, ওলাই থকা, ২। সোঁত, প্ৰৱাহ, ৩। স্তনৰ পৰা গাখীৰ ওলাই থকা, ৪। জলপ্ৰপাত, নিজৰা, ৫। পৰ্বতৰ পৰা একেৰাহে পানী পৰি জমা হোৱা ঠাই, মনু ৮।২৪৮; ৬। মূত্ৰত্যাগ, ৭। ঘাম, **–ণঃ মাল্যবৎ** পৰ্বত।

**প্ৰস্ৰাৱঃ** *পু* (প্ৰ স্ৰু ঘঞ্) মূত্ৰ। গোমূত্ৰ।

**প্ৰস্বানঃ** উচ্চস্বৰ, চিঞৰ।

**প্ৰস্বাপঃ** *পু* (প্ৰ স্বপ ঘঞ্) ১। নিদ্ৰা, টোপনি, ২। সপোন, ৩। টোপনিত পেলোৱা মন্ত্ৰ, বাণ। **–পনং** টোপনিত পৰা, টোপনিত পেলোৱা বাণ নিক্ষেপৰ মন্ত্ৰপাঠ।

**প্ৰস্বিন্ন** *বিণ* ঘাম ওলাই থকা ব্যক্তি, পৰিশ্ৰান্ত।

**প্ৰস্বেদঃ** *পু* অত্যধিকভাৱে ওলোৱা ঘাম।

**প্ৰহণনং** *ক্লী* হত্যা, মাৰণ।

**প্ৰহত** *বিণ* (প্ৰ হন ক্তঃ) ১। বিতত, বিস্তৃত, ২। আঘাতপ্ৰাপ্ত, ক্ষুন্ন, নিহত, ৩। প্ৰহাৰ, কোবাই বজোৱা, বাদিত, মে ৬৪; ৪। অতিক্ৰান্ত, বিতাৰিত, পৰাজিত, মহা ৮।৩০।৬; ৫। নিষ্পন্ন, পৈণ্ড, শিক্ষিত।

**প্ৰহনেমিঃ** *পু* চন্দ্ৰ।

**প্ৰহৰঃ** *পু* (প্ৰহ্ৰিয়তে ইতি প্ৰ হৃ ঘঃ) ১। এক প্ৰহৰ। দিনটোৰ আঠ ভাগৰ এভাগ (প্ৰায় ৩ ঘণ্টা); যাম।

**প্ৰহৰণং** *ক্লী* (প্ৰ হৃ ল্যুট) ১। অস্ত্ৰ, মহা ১২।১৬৬।২; ২। যুদ্ধ, ৩। প্ৰহাৰ, আঘাত, প্ৰক্ষেপণ, ৪। আবৃত যানবাহন, দোলা।

**প্ৰহৰী** (ন্) *পু* ১। চৌকিদাৰ, ২। ঘণ্টা বজোৱা মানুহ।

**প্ৰহৰ্তা** (ঋ) *পু* ১। আঘাতকাৰী, ২। যুঁজাৰু, ৩। ব্যাধ; চিকাৰী।

**প্ৰহৰ্ষঃ** *পু* (প্ৰ হৃষ্ ঘঞ্) ১। অত্যন্ত আনন্দ, প্ৰফুল্লতা, আহ্লাদ, ৰ ৩।১৭, ২। পুৰুষাঙ্গ থিয় হোৱা।

**প্ৰহৰ্ষণং** *ক্লী* (প্ৰ হৃষ্ ণিচ্ ল্যুট) আহ্লাদিত, উৎফুল্লন **–ণঃ –ৰ্ষুলঃ** বুধগ্ৰহ। **–ণী** *স্ত্ৰী* ১। হালধি, ২। তেৰ অক্ষৰযুক্ত এবিধ ছন্দ।

**প্ৰহসনং** *ক্লী* (প্ৰ হস্ ভাৱে ল্যুট) ১। অট্টহাস্য, ২। পৰিহাস, উপহাস, ৩। ঠাট্টা, বিদ্ৰূপ, ইতিকিং, ৪। ব্যঙ্গকাব্য, ৫। ধেমেলীয়া নাট।

**প্ৰহসন্তী** *স্ত্ৰী* ১। যূথিকা বা মালতী ফুল, ২। জুইৰ ডাঙৰ কেৰাহী বা পাত্ৰ, অঙ্গাৰধানী।

**প্ৰহস্তঃ** *পু* ১। মেলা আঙুলিৰে হাতৰ তলুৱা, চৰ, ২। ৰাৱণৰ এজন সেনাপতিৰ নাম। ৰা লঙ্কা ৮অ।

**প্ৰহাণং,–হাণীঃ** ১। নাটনি, অভাৱ, ২। বৰ্জন।

**প্ৰহাৰঃ** *পু* (প্ৰ হৃ ঘঞ্) ১। আঘাত, ২। নিধন, হত্যা, ৩। অস্ত্ৰ, হাত, ভৰি আদিৰে আঘাত, যেনে—কৰ প্ৰহাৰ, অস্ত্ৰ প্ৰহাৰ, পাদ প্ৰহাৰ আদি, **–ৱল্লী** *স্ত্ৰী* আঘাতৰ ঠাইত লিপি দিয়া এবিধ বনৰীয়া লতা।

**প্ৰহাৰণং** *ক্লী* উপহাৰ, কাম্যদান।

**প্ৰহাৰাৰ্তং** *ক্লী* আঘাতৰ পৰা হোৱা পীড়া।

**প্ৰহাসঃ** *পু* (প্ৰকৃষ্টো হাসো যস্য) ১। শিৱ, ২। অট্টহাস্যকাৰী, ৩। অভিনেতা, নট, ৪। সোমতীৰ্থ, ৫। কাৰ্ত্তিকৰ অনুচৰ এজন **–সী(ন্)** বিদূষক, বহুৱা।

**প্ৰহিঃ** *পু* (প্ৰ হৃ ইণ) কুঁৱা, নাদ।

**প্ৰহিত** *বিণ্* (প্ৰ হি ক্তঃ) ১। ক্ষিপ্ৰ, বেগী, ২। বিস্তৃত, স্থাপিত, ৩। প্ৰেৰিত, পঠিয়াই দিয়া, ৪। এৰি দিয়া, নিক্ষিপ্ত, ৫। নিযুক্ত, ৬। উপযুক্ত, **–তং** এবিধ আঞ্জা, 'সূপ'।

**প্ৰহীণ** *বিণ্* (প্ৰ হা ত্যাগে ক্ত আত ঈৎ নঃ ণত্বম্) পৰিত্যক্ত, **–ণং** বিনাশ, হানি।

**প্ৰহুতং–তঃ** জীৱ জন্তুৰে খাবৰ কাৰণে দিয়া দ্ৰব্য, অন্ন। পঞ্চযজ্ঞৰ এবিধ, ভূতযজ্ঞ, মনু ৩।৭৪।

**প্ৰহৃতং** *ক্লী* আঘাত, খুন্দা, খোঁচা।

**প্ৰহৃষ্ট** *বিণ্* (প্ৰ হৃষ্ ক্তঃ) আনন্দিত, উৎফুল্লিত **–চিত্ত** আনন্দমনা।

**প্ৰহেণকং** *ক্লী* ১। এবিধ পিঠা, মিঠাই, ২। সাঁথৰ।

**প্ৰহেলা** *স্ত্ৰী* অসংযত ব্যৱহাৰ, কুচৰিত্ৰ।

**প্ৰহেলিঃ,–লিকা** *স্ত্ৰী* (প্ৰ হিল্ কুণ্ টাপ্) সাঁথৰ, সহজে উত্তৰ দিব নোৱৰা প্ৰশ্ন। দণ্ডিনৰ মতে প্ৰহেলিকা ১৬ বিধ, কোনো কোনোৰ মতে দুবিধ— আৰ্থী আৰু শাব্দী। এটা উদাহৰণ— তৰুণ্যালিঙ্গিতঃ কণ্ঠে নিতম্বস্থলমাশ্ৰিতঃ। গুৰুণাং সন্নিধানেঽপি কঃ কূজতি মুহুৰ্মুহুঃ।। তৰুণীয়ে কণ্ঠত আলিঙ্গন কৰি থকা, তপিনাৰ ওপৰত থকা, জ্যেষ্ঠসকলৰ সমুখতো বাৰে বাৰে অস্পষ্ট শব্দেৰে মাতি থকা সেইজন কোন বাৰু? উত্তৰ— (অলপ কমকৈ পানী থকা) কলহ।

**প্ৰহ্লন্ন** *বিণ্* (প্ৰ হ্লাদ ক্তঃ) আহ্লাদিত, আনন্দিত।

**প্ৰহ্লাদঃ** *পু* (প্ৰ হ্লাদ্ শব্দে অচ) ১। আহ্লাদ, আনন্দ, হৰ্ষ, প্ৰমোদ, ২। শব্দ, ধ্বনি, ৩। দৈত্য হিৰণ্যকশিপুৰ পুত্ৰ, পৰম বিষ্ণুভক্ত প্ৰহ্লাদ আগৰ জন্মত ব্ৰাহ্মণ আছিল। তেওঁৰ নাম আছিল সোম শৰ্মা আৰু পিতৃৰ নাম আছিল শিৱ শৰ্মা। পিচত কমলাৰ গৰ্ভত প্ৰহ্লাদৰ জন্ম হয়। প্ৰহ্লাদ সৰুৰে পৰা বিষ্ণুভক্ত আছিল আৰু সেয়ে দৈত্যৰাজ হিৰণ্যকশিপুৰ চকুৰ কুটা দাঁতৰ শূল হৈ পৰিছিল। পুতেক দানৱশত্ৰু দেৱতাৰ ভক্ত হ'ব এইটো কেতিয়াও সহ্য কৰিব পৰা নাছিল। দানৱৰাজে খড়্গৰ কোবত পুতেকক পৰ্বতৰ শিখৰৰ পৰা পেলাই, হাতীৰে গচকাই ইত্যাদি নানা ধৰণে শাস্তি দিবলৈ চেষ্টা কৰিলে, কিন্তু সকলো ক্ষেত্ৰতে ভগৱান বিষ্ণুৰ কৃপাত প্ৰহ্লাদ অক্ষত হৈ ৰ'ল। তেতিয়া উপাই নাপাই ৰজাই এদিন ৰাজসভালৈ মাতি আনি 'তোৰ বিষ্ণু ভগৱান ক'ত' বুলি সোধাত প্ৰহ্লাদে ভগৱান সকলো ঠাইতে বিৰাজমান বুলি উত্তৰ দিয়ে। দৈত্যৰাজে আকৌ সুধিলে, 'তেনেহ'লে এই খুঁটাটোত আছেনে?' প্ৰহ্লাদে ক'লে 'আছে'। তেতিয়া ৰজাই খড়্গে খুঁটাটো লাথি মাৰি ভাঙি পেলোৱাত ভগৱান বিষ্ণুৱে নৰসিংহ ৰূপ ধৰি খুঁটাৰ

মাজৰ পৰা ওলাই আহি দানৱ ৰাজক আঁঠুৰ ওপৰত তুলি বধ কৰে। প্ৰহ্লাদে বিষ্ণুৰ সহায়ত সিংহাসনত আৰোহণ কৰি সুখে সন্তোষে কাল কটাবলৈ ধৰে। প পু ভূমিখণ্ড ৫ অ। ৪। এটা নাগৰ নাম। মহা ২।৯।১০

**প্ৰহ্ব** *বিণ* (প্ৰ হ্বে ৱন) ১। নম্ৰ, বিনীত, ৰ ১৬।৮০, ২। ঢাল্ ঠাই, ৩। আসক্ত, ভক্ত।

**প্ৰহ্বাঞ্জলিঃ** *পু* নত হৈ হাতযোৰ কৰি কপালত লগোৱা। (প্ৰণাম, নমস্কাৰ)।

**প্ৰহ্বায়ঃ** *পু* আমন্ত্ৰণ, আহ্বান।

**প্ৰা** পূৰ্তৌ (অদা প সক প্ৰাতি) পূৰ্ণ কৰ, ভৰ্তি কৰ। জলেন কলসং প্ৰাতি।

**প্ৰাংশু** *বিণ* ১। ওখ, উচ্চ, ২। ডাঙৰ-দীঘল, বিস্তৃত। **–শুঃ** *পু* ওখ মানুহ। ডাঙৰ-দীঘল মানুহ। 'প্ৰাংশুলভ্যে ফলে লোভাদ উদ্বাহুৰিব ৱামনঃ, ৰ ১।৩ যিটো ফল পাবৰ কাৰণে একমাত্ৰ ওখ মানুহহে যোগ্য, সেইটো (মোৰ দৰে) বাওনা এটাই কেনেকৈ পাব পাৰে?

**প্ৰাক** *অব্য* ১। পূৰ্ব দিশ বা পূৰ্ব কালত হোৱা, ২। আগতে, শ ৫।২১; ৩। প্ৰথমতে, ৪। সমুখত।

**প্ৰাকট্যং** প্ৰকাশ, আৱিৰ্ভাৱ।

**প্ৰাকৰণিক** *বিণ* প্ৰকৰণ সম্বন্ধীয়, বিষয়বস্তু সম্বন্ধীয়, উপমেয় সম্বন্ধীয়। কাপ্ৰ।

**প্ৰাকষিকঃ** *পু* ১। লম্পট, কামুক, ২। পৰস্ত্ৰীৰ অনুগ্ৰহত জীৱিকা নিৰ্বাহ কৰা পুৰুষ।

**প্ৰাকাম্যং** *ক্লী* (প্ৰকামস্য ভাৱঃ প্ৰকাম ষ্যঞ) শিৱৰ আঠ বিধ সিদ্ধিৰ (ঐশ্বৰ্য্যৰ) এবিধ। এই আঠবিধ হ'ল— অণিমা, লঘিমা, প্ৰাপ্তি, প্ৰাকাম্য, গৰিমা ঈশিত্ব, বশিত্ব আৰু কামাৱসায়িতা। ১। ইচ্ছাৰ স্বাচ্ছন্দ্যতা, স্বাধীন ইচ্ছা, মুক্ত বাসনা, কু ২।২১, ২। অপ্ৰতিৰুদ্ধ বাসনা। অবাধ্য মন।

**প্ৰাকৃত** *বিণ* (প্ৰকৃষ্ট ম অকৃতং যস্য) ১। নীচ, অধম, দেভা ১।১৫।৩১; ২। অসংস্কৃত, অপৰিষ্কৃত, অশোধিত, ৩। সাধাৰণ, ৪। নিৰক্ষৰ, ৫। সামান্য, তুচ্ছ, ৬। প্ৰকৃতিজাত, প্ৰকৃতি ভূত, ৭। আঞ্চলিক, লৌকিক, **–তং** প্ৰকৃতৌ ভৱং তত আগতং বা, প্ৰকৃতি অৰ্থাৎ মূল অৰ্থাৎ সংস্কৃত ভাষা। তাৰ পৰা উদ্ভৱ হোৱা আঞ্চলিক বা লৌকিক ভাষা বা দোৱান। প্ৰাকৃত ভাষা মূলতে চাৰি বিধ— সৌৰসেনী, মাহাৰষ্ট্ৰীয়, মাগধী আৰু পৈশাচী। সংস্কৃত নাটকবিলাকত নাৰী পাত্ৰী আৰু নিম্ন শ্ৰেণীৰ সকলো পাত্ৰই কথা কওঁতে এই ভাষা ব্যৱহাৰ কৰে। **–জ্বৰঃ** সাধাৰণ জ্বৰ **–প্ৰলয়ঃ** সম্পূৰ্ণ প্ৰকৃতিৰ লয় অথবা ধ্বংস, বিনাশ। **–মানুষঃ** সাধাৰণ (হোজা) মানুহ **–মিত্ৰং** *ক্লী* স্বাভাৱিক মিত্ৰ ৰাজ্য। যিখন ৰাজ্য শত্ৰু ৰাজ্যৰ ঠিক সিপাৰে অৱস্থিত। অৰ্থাৎ মাজতে শত্ৰুৰাজ্য থকা মিত্ৰৰাজ্য।

**প্ৰাকৃতিক** *বিণ* (প্ৰকৃতি ঠঞ) প্ৰকৃতিৰ পৰা হোৱা, প্ৰকৃতি সম্বন্ধীয় **–কঃ** প্ৰলয়, বিপু ১।৭।৩৭।

**প্ৰাক্তন** *বিণ* (প্ৰাক কালে বা দেশে ভৱঃ) ১। আগৰ, পূৰ্বৰ, ২। পুৰণি, ৩। পূৰ্ব জন্ম সম্বন্ধীয়, কু ৬।১০; **–কৰ্ম** অদৃষ্ট, ভাগ্য, পূৰ্ব জন্মৰ কৰ্ম।

**প্ৰাক্‌ফলঃ** *পু* কঁঠাল। **–গুনী** পূৰ্বফাল্গুনী নক্ষত্ৰ (**–ভৱঃ**) বৃহস্পতি।

**প্ৰাখৰ্য্যং** *ক্লী* ১। তীক্ষ্ণতা, প্ৰখৰতা, ২। দুষ্টামি।

**প্ৰাগল্ভ্যং** *ক্লী* (প্ৰগল্ভস্য ভাৱঃ, প্ৰগল্ভ ষ্যঞ) ১। প্ৰগল্ভতা, সাহসিকতা, বিশ্বাস, ২। গৌৰৱ, দম্ভতা, ৩। নিপুণতা, ৪। উন্নতি, মহানুভৱতা, ৫। আকৃতি, প্ৰকাশ, ৬। বাগ্মিতা, ৭। পদৰি, ৮। ধৃষ্টতা।

**প্ৰাগুদিচী** *স্ত্ৰী* উত্তৰ পুব দিশ, ঈশান কোন।

**প্ৰাঘাতঃ** *পু* (প্ৰ আ হন ঘঞ) যুদ্ধ, সমৰ।

**প্ৰাঘাৰঃ** *পু* (প্ৰ ঘৃ প্ৰস্রৱণে ঘঞ) ঘিউ, তেল আদি ক্ষৰণ, বৈ যোৱা, স্ৰোত, সোঁত।

**প্ৰাঘুণঃ,–ণকঃ–ণিকঃ** *পু* অতিথি, আলহী।

**প্ৰাঘূৰ্ণিকঃ** অতিথি।

**প্ৰাঙ্** *বিণ* (প্ৰ অনচ কিণ, কিন প্ৰত্যয়স্য কুঃ, কুত্বেন ঙকাৰঃ) পূৰ্বদিশ, পূৰ্বদেশ, পূৰ্বকাল।

**প্ৰাঙ্গঃ** *পু* এবিধ বাদ্যযন্ত্ৰ, সৰু ঢোল (পণৱ)।

**প্ৰাঙ্গনং** *ক্লী* (প্ৰকৃষ্টম অঙ্গং যস্য) ১। পণৱ বাদ্য, ২। ঘৰৰ সমুখৰ চোতাল, ৩। মজিয়া।

**প্ৰাঙ্‌ন্যায়ঃ** *পু* (প্ৰাক ন্যায়ঃ) মোকৰ্দমাত চাৰি বিধ উত্তৰৰ এবিধ। ইয়াত অপৰাধীয়ে উত্তৰত কয় যে তাক আগতেই পৰীক্ষা বা জেৰা অথবা বিচাৰ কৰা হৈছে।

**প্ৰাচ(ক্), প্ৰাঞ্চ্** (*স্ত্ৰী* **—চী**) *বিণ* ১। সমুখ, প্ৰথম, প্ৰধান, ২। পূৰ্ব দিশৰ, পূবদেশীয়, ৩। প্ৰাক্তন, আগৰ, (*পু*) ১। পূৰ্বদেশৰ অধিবাসী, ২। পূৰ্বদেশীয় বৈয়াকৰণিক **–কৰ্ম** পূৰ্বজন্মৰ কৰ্ম, **–কালীন** প্ৰাচীন

পুৰণিকলীয়া **–কূল** কুশৰ আগবিলাক পূবমুৱাকৈ ৰখা, মনু ২।৭৫; **–চৰণা** যোনি **–চিৰং** অব্য সোনকালে, ভাল সময়ত **–জাতিঃ** আগৰ জন্ম। **–দক্ষিণ** দক্ষিণ পূব দিশ, অগ্নিকোণ **–ভক্তকং** আহাৰৰ আগতে খোৱা ঔষধ। **–মুখ** পূব মুৱা, আশাধাৰী। **–বৃত্তান্ত** পূৰ্বৰ ঘটনা **–সন্ধ্যা** ডোকমোকালি। **–সৱনং** ৰাতিপুৱাৰ হোম।

**প্ৰাঙ্খড্যং** তীব্ৰতা, ভয়ানকতা, ক্ৰোধ।

**প্ৰাচিকা** *স্ত্ৰী* ১। বনৰীয়া মাখি, ডাঁহ, ২। মাইকী শেনচৰাই।

**প্ৰাচী** *স্ত্ৰী* (প্ৰথমং অঞ্চতি সূৰ্য্যং প্ৰাপ্নোতীতি প্ৰ অঞ্চ কিন) পূবদিশ, মহা ১।৯৫।১২; **–পতিঃ** ইন্দ্ৰ **–মূলং** পূব দিগন্ত, মে ৮৯।

**প্ৰাচীন** *বিণ্* (প্ৰাক্ খঃ খস্য ইনাদেশঃ) ১। পূৰ্বদেশত বা পূৰ্ব কালত হোৱা, আস ৩৫১; পূবদেশীয়, পুৰণিকলীয়া, ২। আগৰ, ৩। অপৰাঙমুখ। **–নং–নঃ** বেৰা, দেৱাল। **–তিলকঃ** চন্দ্ৰ **–পনসঃ** বেলগছ **–বৰ্হিঃ (স্)** ইন্দ্ৰ।

**প্ৰাচীনাৱীতং** *ক্লী* (শ্ৰাদ্ধত) সোঁকান্ধত বাওঁফালে ওলোমাই লোৱা লগুণ (যজ্ঞোপৱীত)

**প্ৰাচীনাৱীতী (ন্)–নোপৱীতঃ** সোঁকান্ধত বাওঁফালে ওলোমাই লগুণ পিন্ধা ব্যক্তি।

**প্ৰাচীৰং** *ক্লী* (প্ৰ আ চি চয়তে ক্ৰন) বেৰা, বেষ্টন, দেৱাল।

**প্ৰাচুৰ্য্য** *ক্লী* প্ৰচুৰতা, সমূহ, জাক।

**প্ৰাচেতসঃ** *পু* (প্ৰচেতসঃ অপত্যং ইত প্ৰচেতস অণ্) ১। বাল্মীকি, ২। দক্ষ, ৩। মনু, ৪। বিষ্ণু, হৰ ২০৩।১৪।

**প্ৰাচেতসঃ(স্)** নিত্য বহুবচনান্ত শব্দ। প্ৰাচীনবৰ্হিৰজাৰ পুত্ৰবিলাক।

**প্ৰাচ্যঃ** *বিণ্* (প্ৰাচি ভৱ প্ৰাচ যৎ) ১। সমুখৱৰ্তী, প্ৰাচা, পূব দেশীয়, ২। আগৰ, প্ৰথম, পূৰ্বাণ, **–চ্যাঃ** *পূৰ্বদেশ, সৰস্বতী (শৰাবতী) নদীৰ পূব-দক্ষিণত থকা* ৰাজ্য আৰু তাৰ অধিবাসী **–ভাষা** পূবদেশৰ, পূবপ্ৰান্তৰ ভাষা।

**প্ৰাট্ প্ৰাড্** অনুসন্ধান, প্ৰশ্ন, **–প্ৰাড়্বিৱাকঃ** বিচাৰক। ন্যায়াধীশ, মনু ৮।৭৯।

**প্ৰাজকঃ** *পু* (প্ৰ অজ্ ণিচ্ ণ্বুল্) সাৰথি, মনু ৮।২৯৩।

**প্ৰাজনং, –নঃ** *ক্লী পু,* চাবুক, এছাৰি।

**প্ৰাজাপত্য** *বিণ্* (প্ৰজাপতিৰ্দেৱতাস্যেতি ণ্যঃ) প্ৰজাপতি সম্বন্ধীয়। **–ত্যং** ১। এবিধ যজ্ঞকৰ্ম, পুত্ৰহীন পিতাকে সন্তানৰ কাৰণে কন্যাক 'নিয়োগ'ৰ সময়ত এই হোমকাৰ্য্য কৰে, ২। প্ৰজনন শক্তি, **–ত্যঃ** ১। প্ৰয়াগ তীৰ্থ, ২। জৈনধৰ্মী ৰজা এজনৰ নাম, ৩। আঠ বিধ বিবাহৰ এবিধ। প্ৰজাপতি এই বিবাহৰ অধিষ্ঠাত্ৰী দেৱতা। কন্যাদাতাই কোনো পণাদি নোলোৱাকৈ বৰক 'তোমালোক দুয়োজনে সহধৰ্ম আচৰণ কৰিবাহঁক' বুলি কন্যাদান কৰা বিবাহ। **–ত্যা** সন্ন্যাস গ্ৰহণ কৰাৰ আগেয়ে সমস্ত সা-সম্পত্তি প্ৰজাপতি দেৱতাৰ উদ্দেশ্যে দান বা দক্ষিণা।

**প্ৰাজিৰ্কঃ** শেন চৰাই।

**প্ৰাজিতা (ঋ)** *পু* (প্ৰ অজ তৃচ) সাৰথি, ৰথ চালক, গাৰোৱান।

**প্ৰাদেশং** *ক্লী* ৰোহিণী নক্ষত্ৰ।

**প্ৰাজ্ঞ** *বিণ্* (প্ৰ জ্ঞা কঃ স্বাৰ্থে অণ) ১। পণ্ডিত, জ্ঞানী, শিক্ষিত, ২। চতুৰ, **–জ্ঞঃ** ১। জ্ঞানী পুৰুষ, গী ১৭।১৪; বিজ্ঞ পুৰুষ, মনু ২।১২৩; ২। কল্কিদেৱৰ ককায়েক, ৩। এবিধ ভাটৌ, ৰাজশুক। **–জ্ঞা** বুদ্ধি, বুদ্ধিমতী। **–জ্ঞী** ১। পণ্ডিতৰ পত্নী, ২। জ্ঞানী তিৰোতা, ৩। সূৰ্য্যপত্নী। **–মানী** পণ্ডিত বুলি যি অভিমান কৰে।

**প্ৰাজ্য** *বিণ্* ১। প্ৰচুৰ, বহুত, কু ২।১৮; ২। ডাঙৰ, বৃহৎ, প্ৰধান।

**প্ৰাঞ্জল** *বিণ্* ১। সৰল, সৎ, সাধু, অকপট। **–লি, লিক, –লী(ন্)**; হাতযোৰ কৰি নমস্কাৰ।

**প্ৰাণঃ** *পু* (প্ৰাণিতি জীৱতি ইতি প্ৰ অণ অচ্ ঘঞ ব') ১। জীৱন বায়ু, হৃদ্মাৰুৎ, ২। উশাহ, নিশাহ। প্ৰাণবায়ু ৫ বিধ (প্ৰাণ, অপান, সমান, ব্যান, উদান) ৩। বায়ু, বতাহ, শক্তি, বীৰ্য্য, ৪। জ্ঞানেন্দ্ৰিয়, ৫। পৰমাত্মা, ব্ৰহ্মা, ৬। কাব্যৰ মূল, সাৰ। কাব্যিক প্ৰতিভা, ৭। বৰ্ণৰ উচ্চাৰণ বিশেষ যেনে— অল্পপ্ৰাণ মহাপ্ৰাণ, ৮। এবিধ আলতীয়া সুগন্ধি ৰস। **–কৃচ্ছ্ৰং** জীৱনৰ শঙ্কা। **–ঘাতকঃ** প্ৰাণনাশক, **–ত্যাগঃ** আত্মহত্যা **–চ্ছেদঃ** হত্যা, **–দয়িতঃ** পতি, স্বামী, **–দানং** জীৱন দান, জীৱন ৰক্ষণ, **–ধাৰঃ** প্ৰাণী, **–ধাৰণং** জীৱন ধাৰণ, বৃত্তি, **–নাথঃ** প্ৰাণেশ্বৰ। **–নিগ্ৰহঃ** উশাহ বন্ধ কৰা,

**–পতিঃ** প্ৰিয়তম, আত্মা **–পৰিক্ৰিয়ঃ** জীৱনৰ বাজি, কোনো কাৰণৰ বাবে জীৱন আহুতি দিবলৈ ওলোৱা কাৰ্য্য। প্ৰাণপণ **–পৰিগ্ৰহঃ** অস্তিত্ব, **–প্ৰদ** জীৱনৰক্ষণ, **–প্ৰয়াণং** জীৱন নাশ, মৃত্যু **–ভক্ষ** বায়ুভক্ষী। একমাত্ৰ বতাহকে খাই থকা। **–ভাস্বৎ** *পু* সাগৰ **–মোক্ষণং** মৃত্যু, আত্মহত্যা **–যাত্ৰা** জীৱনযাত্ৰা, নিৰ্বাহ, **–যোনিঃ** জীৱনৰ উৎস **–ৰন্ধ্ৰং** *ক্লী* ১। মুখ, ২। নাক, **–ৰিপ্লৱঃ** মৃত্যু **–ব্যয়ঃ** জীৱনাহুতি। **–সংযমঃ** উশাহ নিৰোধ, বন্ধ কৰি ৰখা। **–সংশয়ঃ সঙ্কটং,–সন্দেহঃ** জীৱনৰ বিপদ। **–সাৰঃ** শক্তি, সাহসিকতা। **–হৰ** জীৱন হৰণকৰ্তা, জীৱননাশক। **–হাৰক** প্ৰাণনাশী, প্ৰাণঘাতী।

**প্ৰাণকঃ** *পু* ১। প্ৰাণী, জন্তু, ২। এবিধ সুগন্ধি লতা।

**প্ৰাণথঃ** *পু* (প্ৰ অণ্ অথঃ) ১। বায়ু, ২। প্ৰজাপতি, ৩। তীৰ্থ স্থান, ৪। বলৱান পুৰুষ।

**প্ৰাণদং** *ক্লী* (প্ৰাণ দা কঃ) ১। পানী, ২। ৰক্ত তেজ। **–দা** *স্ত্ৰী* শিলিখা।

**প্ৰাণনং** *ক্লী* ১। উশাহ-নিশাহ, ২। প্ৰাণ, জীৱন চেষ্টা **–নঃ** গল, কণ্ঠ।

**প্ৰাণন্তঃ** *পু* (প্ৰ অন্ ঝচ্) ১। বায়ু, ২। এবিধ অঞ্জন। **–ন্তী** *স্ত্ৰী* ১। ভোক, ক্ষুধা, ২। কঁপনি, উচুপনি, ৩। হেঁকটি।

**প্ৰাণাতিপাতঃ** হত্যা, প্ৰাণহৰণ।

**প্ৰাণাত্যয়ঃ** প্ৰাণহানি।

**প্ৰাণাধিকঃ** প্ৰাণতকৈও মৰমৰ।

**প্ৰাণাধিনাথঃ** পতি, স্বামী।

**প্ৰাণাধিপঃ** আত্মা।

**প্ৰাণান্তিক** মাৰাত্মক, মৰণশীল, আজীৱন **–কঃ** হত্যা।

**প্ৰাণায়নং** জ্ঞানেন্দ্ৰিয়।

**প্ৰাণাচাৰ্য্যঃ** ৰাজবৈদ্য।

**প্ৰাণাদ** *বিণ্* মাৰাত্মক, মৰণশীল।

**প্ৰাণাপানৌ** *পু* দ্বিব ১। প্ৰাণ আৰু অপান, উশাহ-নিশাহ, ২। অশ্বিনী কুমাৰ দ্বয়।

**প্ৰাণাবাধঃ** প্ৰাণাঘাত।

**প্ৰাণায়ামঃ** *পু* (প্ৰাণস্য ৱায়োঃ আয়ামো ৰোধঃ) প্ৰাণায়াম, যোগৰ এবিধ অঙ্গ, ভা ৩।২৮।১১; 'কনিষ্ঠা নামিকাঙ্গুষ্ঠৈঃ নাসাপুট ধাৰণম্'। নিয়ম— কনিষ্ঠ আৰু অনামিকা একাষে আৰু বুঢ়া আঙুলি একাষে লৈ নাকৰ বিন্ধাত ধৰিব। এতিয়া বাওঁ নাকেৰে ১৬ বাৰ মন্ত্ৰ বা প্ৰণৱ জপ কৰি উশাহ ল'ব, (পূৰক); তাৰ পিচত দুয়োটা নাক বন্ধ কৰি ৬৪ বাৰ জপ কৰিব (কুম্ভক) আৰু তাৰ পিচত বুঢ়া আঙুলি এৰি ৩২ বাৰ জপ কৰি সোঁ নাকেৰে নিশাহ ত্যাগ কৰিব। সেইদৰে সোঁ নাকেৰে উশাহ লৈ বন্ধ কৰি বাওঁ নাকেৰে ত্যাগ কৰিব (ৰেচক)। এয়া এবাৰ প্ৰাণায়াম হ'ল। এইদৰে তিনি বাৰ কৰিব লাগে। 'প্ৰাণায়ামত্ৰয়ং কুৰ্য্যাৎ মূলেন প্ৰণৱেন ৱা।'

**প্ৰাণাহ্য** উপযুক্ত, যোগ্য।

**প্ৰাণিত** *বিণ্* জীৱিত, সজীৱ।

**প্ৰাণিদ্যূতং** *ক্লী* ধনৰ বাজি ধৰি ভেঁড়া, কুকুৰা আদি জন্তুৰ যুঁজ।

**প্ৰাণিপীড়া** প্ৰাণীৰ প্ৰতি নিষ্ঠুৰতা।

**প্ৰাণিহিতা** পাদুকা, জোতা।

**প্ৰাণী** (ন্) *বিণ্* (প্ৰাণাঃ সন্ত্যস্য প্ৰাণ ইনিঃ) ১। জীৱিত, *(পু)* জীৱন্ত সৃষ্টি। প্ৰাণৱন্ত পদাৰ্থ। 'যয়া প্ৰাণিনঃ প্ৰাণৱন্তঃ', শকু, নান্দী। ২। মনুষ্য। **–জাতং** প্ৰাণী জাতি।

**প্ৰাণীত্যং** *ক্লী* ঋণ, ধাৰ।

**প্ৰাণেশঃ** পতি, স্বামী। **–শা** ভাৰ্য্যা, পত্নী।

**প্ৰাতঃ** (ৰ্) *অব্য* (প্ৰাতত্তীতি প্ৰ অৎ অৰণ্) প্ৰভাত, ৰাতিপুৱা, সূৰ্যোদয়ৰ পৰা তিনিদণ্ড কাল, ৰ ১।৯০। **–কৰ্ম, কাৰ্য্যং, কৃত্যং** *ক্লী* ৰাতিপুৱা কৰিব লগীয়া কাম, যেনে— মল ত্যাগ, স্নান, পূজা, সন্ধ্যা, হোমাদি ক্ৰিয়া। **–গেয়ঃ** ৰাতিপুৱা গীত গাই ৰজাক জাগৃত কৰা গায়ক, চাৰণ। **–ত্ৰিৱৰ্গা** গঙ্গা। **–দিনং** আগ বেলা **–ভোক্তৃঃ** কাউৰী **–সন্ধ্যা** ৰাতিপুৱাৰ সন্ধ্যা-আহ্নিকাদি অনুষ্ঠান। **–সৱঃ, সৱনং** ৰাতিপুৱাৰ হোমানুষ্ঠান, সোমযাগ।

**প্ৰাতৰাশঃ** *পু* ৰাতিপুৱাৰ আহাৰ, চাহ-জলপান।

**প্ৰাতৰাহ্নঃ** আগ বেলা।

**প্ৰাতনঃ** পুৰা সম্বন্ধীয়।

**প্ৰাতস্তৰাং** *অব্য* খুব পুৱাতে।

**প্ৰাদেশঃ** *স্ত্ৰী* ১। বুঢ়া আৰু তৰ্জনী আঙুলিয়ে আগুৰা ঠাই। এবেগেত পৰিমাণ, ২। পূৰ্ণতা, **–কা** জন্ম কুল **–কূলিকা** *বিণ্* বিৰোধী, **–জং** বিৰোধ বিষয়, **–পক্ষঃ** বিৰোধী দল, শত্ৰুপক্ষ। **–পত্ৰ** প্ৰাতিপদ চিহ্নিত

উৎপন্ন, বা তিথিৰ উপযোগী **–পদিকঃ** অগ্নি (**–কং**) বিভক্তিহীন বিশেষ্য পদ। **–ভাব্যং** *ক্লী* (প্ৰতি ভূ ষ্যঞ্) জামিন হোৱা, ঋণীৰ হৈ জামিন হোৱা, ঋণীয়ে ঋণ পৰিশোধ নকৰিলে নিজে দিব বুলি কোৱা কাৰ্য্য। **–ভাসিক** সদৃশ। **–লৌমিক** প্ৰতিলোম সম্বন্ধীয়, **–ৱেশিকঃ–ৱেশ্মকঃ –ৱেশ্যঃ** *পু* চুবুৰীয়া। **–শাখ্যং** বেদৰ শাখাৰ মন্ত্ৰসমূহৰ সঠিক উচ্চাৰণ সম্পৰ্কীয় ব্যাকৰণ বিশেষ। প্ৰাতিশাখ্য ৪ খন। ঋক, শুক্ল আৰু কৃষ্ণ যজুৰ্বেদ, আৰু অথৰ্ববেদ প্ৰাতিশাখ্য। **–স্বিকং** অসাধাৰণ, **–হস্ত্ৰং** প্ৰতিহিংসা, প্ৰতিশোধ। **–হাৰঃ, –হাৰকঃ,–হাৰিকঃ** মায়াকাৰ, ঐন্দ্ৰজালিক, যাদুকৰ।

**প্ৰাতীপিক** *বিণ্* ওলোটা, বিৰোধী।

**প্ৰাত্যন্তিক** *বিণ্* প্ৰতিবেশী ৰাজ্যৰ ৰজা।

**প্ৰাত্যয়িক** *বিণ্* ১। গুপ্ত, বিশ্বস্ত, ২। জামিন।

**প্ৰাত্যহিক** *বিণ্* প্ৰত্যেক দিনে ঘটা।

**প্ৰাথমকল্পিকঃ** *পু* (প্ৰথমং শিক্ষণীয়ং কল্পং শাস্ত্ৰং যোঽধীতে সঃ ইতি ষ্ণিক) বেদাধ্যয়ন (কল্পশাস্ত্ৰ) প্ৰথমতে আৰম্ভ কৰোঁতা।

**প্ৰাথমিক** *বিণ্* (প্ৰথম ঠঞ্) প্ৰথমতে হোৱা বা উৎপন্ন, প্ৰথম, আদি।

**প্ৰাদুঃ** (স্) *অব্য* স্পষ্টভাৱে, দেখাদেখিকৈ। **–ভাৱঃ** (প্ৰাদুৰ্ভাৱঃ) ১। উৎপত্তি, ২। প্ৰকাশ, আবিৰ্ভাৱ।

**প্ৰাদুষ্যং** আবিৰ্ভাৱ।

**প্ৰাদেশঃ** *পু* এবেগেত। (বুঢ়া আঙুলিৰ মূৰৰ পৰা তৰ্জনীৰ মূৰলৈ) **–শনং** দান, উপহাৰ, **–শিক** ১। আঞ্চলিক, ২। আগতে থকা, নজীৰ, দৃষ্টান্ত, ৩। সীমিত, **–শিনী** তৰ্জনী আঙুলি।

**প্ৰাদোষ** *বিণ্* প্ৰদোষ, সন্ধিয়া সম্বন্ধীয়।

**প্ৰাধানিক** *বিণ্* প্ৰধান, মুখ্য, শ্ৰেষ্ঠ, উৎকৃষ্ট।

**প্ৰাধান্যং** *ক্লী* (প্ৰধানস্য ভাৱঃ ইতি ষ্যঞ্) ১। প্ৰধানতা, উৎকৃষ্টতা, ২। মুখ্যকাৰণ।

**প্ৰাধীত** *বিণ্* উচ্চ শিক্ষিত।

**প্ৰাধ্ব** *বিণ্* (প্ৰগতোঽধ্বানমিতি অচ) ১। বহু দূৰগামী, ২। বদ্ধ, শৃঙ্খলিত, ৩। অনুকূল **–ধ্বং** *অব্য* অনুকূলে, যোগ্যভাৱে, বক্ৰভাৱে **–ধ্বঃ** দূৰগামী ৰথ বা যানবাহন।

**প্ৰান্তঃ** *পু* (প্ৰকৃষ্টোঽন্তঃ) ১। সীমান্ত, শেষভাগ, কু ৩।৪৩; ২। সীমা, ৩। অঞ্চল, আঁচল, ৪। বিন্দু মূৰ, আগ **–দুৰ্গং** দুৰ্গৰ কাষত থকা সৰু নগৰী **–ৰং** ১। বহুদূৰলৈ (জন) শূন্য পথ, ২। মুক্ত পথ, গছ-গছনি নথকা পথ, ৩। বননি, জঙ্গল, ৪। গছৰ খোৰোং **–শূন্যঃ** গছ-গছনি মানুহ-দুনুহ নথকা পথ। **–স্থ** শেষ সীমাত বাস কৰা।

**প্ৰাপণং** *ক্লী* (প্ৰ আপ্ ল্যট্) ১। নয়ন, আনয়ন, ২। প্ৰাপ্তি, ৩। যোগান। **–ণিকঃ** বেপাৰী, **–ণীয়** প্ৰাপ্য।

**প্ৰাপেয়ঃ** *পু* গন্ধৰ্ব এবিধ। 'চতুৰ্দশদেৱগন্ধৰ্বাঃ প্ৰাপেয়াঃ'।

**প্ৰাপ্ত** *বিণ্* (প্ৰ আপ্ ক্তঃ) ১। প্ৰস্থাপিত, লব্ধ, ২। উৎপন্ন, ৩। সমুপস্থিত, মনু ১১।১২২; ৪। উপযুক্ত, ৫। নিষ্পন্ন, **–কাৰী(ন্)** উপযুক্ত কৰ্ম কৰোঁতা। **–কাল** উপযুক্ত, সময়, অনুকূল সময়। বিবাহযোগ্য সময়। ভাগ্যনিৰ্ণিত **–পঞ্চত্বং** পঞ্চত্বপ্ৰাপ্ত, ক্ষিতি আদি পঞ্চভূতলৈ ৰূপান্তৰিত। মৃত্যু। **–প্ৰসৱ** সন্তান প্ৰসৱ হোৱা। **–বুদ্ধি** জ্ঞানী। **–ভাৰঃ** ভাৰ বহনকাৰী জন্তু, গাধ। **–যৌৱন** যুৱা অৱস্থা পোৱা। **–ৰূপ** ধুনীয়া, সুঠাম, জ্ঞানী **–ব্যৱহাৰঃ** সাবালক। কামত অধিকাৰ পোৱাৰ যোগ্য। **–শ্ৰীঃ** যিয়ে নিজৰ ঐশ্বৰ্য্য আনৰ পৰা পাইছে।

**প্ৰাপ্তিঃ** *স্ত্ৰী* (প্ৰ আপ্ ক্তিন্) ১। লাভ, ধনাদি লাভ, বৃদ্ধি, ২। উদয়, উন্নতি, ৩। সংহতি, ৪। অনুমান, ভাব, ৫। ভাগ্য।

**প্ৰাপ্ত্যাশা** *স্ত্ৰী* পাবৰ কাৰণে আশা। নাটকীয় ঘটনাৰ ক্ৰমবিকাশৰ অংশবিশেষ।

**প্ৰাবল্যং** প্ৰবলতা। শক্তি, বেগ, ক্ষমতা।

**প্ৰাবোধিকঃ** ১। ৰাতিপুৱা সময়, ২। চাৰণ।

**প্ৰাভঞ্জনং** *ক্লী* স্বাতি নক্ষত্ৰ। **–নিঃ** হনুমান, ভীম।

**প্ৰাভৱং,–ৱত্যং** প্ৰভুত্ব, শক্তি, অধিকাৰ।

**প্ৰাভাকৰঃ** *পু* প্ৰভাকৰৰ মীমাংসা দৰ্শনৰ অনুগামী।

**প্ৰাভাতিক** প্ৰভাত (ৰাতিপুৱা, প্ৰাতঃ) সম্পৰ্কীয়।

**প্ৰাভৃতং–তকং** *ক্লী* ১। দান, উপহাৰ। ৰজাক দিয়া উপঢৌকন, ২। দেৱতাক অৰ্পণ কৰা নৈবেদ্যাদি।

**প্ৰামাদ্যঃ** (প্ৰ মদ্ ক্তঃ) ১। বাহক গছ, ২। প্ৰমাদ।

**প্ৰামাণিক** *বিণ্* (প্ৰমাণ ঠক) ১। প্ৰামাণ্য, ২। হৈতুক, ৩। মৰ্য্যাদাযুক্ত, ৪। শাস্ত্ৰজ্ঞ, শাস্ত্ৰসিদ্ধ, ৫। বিশ্বাসযোগ্য **–কঃ** *পু* ১। তাৰ্কিক, ২। নৈয়ায়িক, ৩। বেপাৰী।

**প্ৰামাণ্যং** *ক্লী* ১। প্ৰমাণযুক্ত, ২। বিশ্বাসযোগ্যতা, ৩। অধিকাৰ যুক্তি, প্ৰমাণ।

**প্ৰামাদিক** *বিণ্* ১। ক্ৰটিপূৰ্ণ, ভুল, অশুদ্ধ, ২। প্ৰমাদ হেতুক।

**প্ৰায়ঃ** *পু* (প্ৰকৃষ্টময়নমিতি প্ৰ অয় ঘঞ্) ১। মহা-প্ৰয়াণ, মৃত্যু, ২। আমৰণ অনশন, ৩। সকলোতকৈ বেছি অংশ, সংখ্যাগৰিষ্ঠ, ৪। প্ৰচুৰতা, ৫। প্ৰায়, (সমাসৰ শেষত), যেনে— মৃতপ্ৰায়, মুমূৰ্ষু, ৬। যুদ্ধ, ৭। পাপ, ৮। তপস্যা। **–দৰ্শনং** সাধাৰণ ঘটনা, বা কাণ্ড **–ণং** ১। প্ৰৱেশ পথ, আৰম্ভণ, ২। জীৱনমাৰ্গ, স্বেচ্ছামৃত্যু, মনু ৯।৩২৩; আশ্ৰয় গ্ৰহণ।

**প্ৰায়ঃ (স্)** অব্য বাহুল্যভাৱে।

**প্ৰায়নীয়** *বিণ্* প্ৰাৰম্ভিক, পৰিচায়ক, **–য়ং** সোমযাগৰ প্ৰথম দিন।

**প্ৰায়সঃ** *অব্য* প্ৰায়ঃ, সাধাৰণভাৱে, সকলো কালেদি।

**প্ৰায়শ্চিত্তং** *ক্লী* **–শ্চিত্তিঃ** *স্ত্ৰী* (প্ৰায়স্য পাপস্য চিত্তং বিশোধনং যস্মাৎ) প্ৰায়ঃ পাপং সমুদ্দিষ্টং চিত্তং তস্য বিশোধনম্। স্মৃতি। ১। পাপক্ষয়কাৰী ধৰ্মকাৰ্য্য, ইহ জন্মত কৰা পাপৰ পৰা মুক্তি পাবৰ বাবে শাস্ত্ৰবিধি অনুসৰি ব্ৰত পালন, দান, হোম যজ্ঞাদি অনুষ্ঠান, পূজা সেৱা, মন্ত্ৰপাঠাদি কাৰ্য্য। ২। সন্তুষ্টি, সংশোধন।

**প্ৰায়াণিক** যাত্ৰিক, যাত্ৰা বা ভ্ৰমণৰ কাৰণে উপযোগী।

**প্ৰায়িক** *বিণ্* (প্ৰায় ঠক্) সাধাৰণ।

**প্ৰায়ুদ্ধেষী (ন্)** *পু* (প্ৰায়ুধি হেষ্ ণিনি) ঘোঁৰা।

**প্ৰায়ুজ্য** *বিণ্* প্ৰয়োজনীয়।

**প্ৰায়েণ** *অব্য* প্ৰায়, বেছিকৈ, মে ৮৭।

**প্ৰায়োগিক** *বিণ্* প্ৰযোজ্য, প্ৰয়োগ কৰিব লগীয়া।

**প্ৰায়োপৱিষ্ট** প্ৰায় মৰণৰ বাবে অনশন কৰি বহি থকা।

**প্ৰায়োপৱেশঃ** *পু* সন্ন্যাসপূৰ্ব্বক অনশন।

**প্ৰাৰব্ধং** *ক্লী* ১। আৰব্ধ কৰ্ম, আৰম্ভ কৰা কাৰ্য্য, আৰম্ভণ, ২। ভাগ্য, নিয়তি। **–ব্ধিঃ** ১। আৰম্ভণি, ২। হাতী বন্ধা খুঁটা বা শিকলি।

**প্ৰাৰম্ভঃ** (প্ৰ আ ৰভ্ ভাৱে ঘঞ্) ১। শুভাৰম্ভণি, ২। যোগী, ৰ ১০।৯।

**প্ৰাৰোহঃ** *পু* কলি, পোখা, নতুন পাত।

**প্ৰাৰ্ণং** *ক্লী* (প্ৰকৃষ্টং ঋণং) প্ৰধান বা ডাঙৰ ঋণ বা ধাৰ।

**প্ৰাৰ্থকঃ** প্ৰাৰ্থনাকাৰী, ভিক্ষা কৰোঁতা, অনুৰোধকাৰী, আৱেদনকাৰী।

**প্ৰাৰ্থনং–না** (প্ৰ অৰ্থ ল্যুট্) ১। যাচনা, ভিক্ষা, আৱেদন, অনুৰোধ, ২। আশা, বাসনা, ৩। দৰ্খাস্ত, ৪। স্তুতি।

**প্ৰাৰ্থনীয়** *ক্লী* ১। দ্বাপৰ যুগ, ২। প্ৰাৰ্থনা কৰিব লগীয়া বস্তু।

**প্ৰাৰ্থিত** *বিণ্* (প্ৰ অৰ্থ ক্ত) ১। যাচিত, প্ৰাৰ্থনা বা ভিক্ষা কৰা বস্তু, আৱেদিত, ২। শত্ৰুৰ দ্বাৰা আক্ৰান্ত, ৩। নিহত, আঘাতপ্ৰাপ্ত।

**প্ৰালম্বং** *ক্লী* (প্ৰ লম্ব অচ্) ১। ওলমি থকা বস্তু, ২। গলৰ পৰা ওলমি বুকুত পৰা মালা বা হাৰ। **–ম্বঃ** ১। মুক্তা হাৰ, ২। স্ত্ৰী স্তন। **–ম্বিকা** *স্ত্ৰী* সোণৰ হাৰ।

**প্ৰালেয়ং** *ক্লী* (প্ৰকৰ্ষেণ লীয়ন্তে অস্মেতি প্ৰলয় অণ্) হিম, বৰফ, **–লেশঃ** শিলাবৃষ্টিৰ শিল।

**প্ৰালেয়াদ্ৰিঃ, –য়শৈলঃ** *পু* হিমালয় পৰ্বত।

**প্ৰালেয়াংশু, –কৰঃ, –ৰশ্মিঃ** *পু* ১। চন্দ্ৰ, শি ৯।৮৭; ২। কৰ্পূৰ।

**প্ৰাৱটঃ** যৱধান।

**প্ৰাৱণং** কোৰ।

**প্ৰাৱৰঃ** *পু* (প্ৰ আ বৃ অপ্) প্ৰাচীৰ, দেৱাল, বেৰ। **–ৰং, –ৰণং** উত্তৰীয় বস্ত্ৰ, আলোৱান, শাল।

**প্ৰাৱাৰঃ** *পু* (প্ৰ আ বৃ ঘঞ্) আলোৱান, শাল মহা ২।৪৮।৯; **–কীটঃ** উইপকৰা।

**প্ৰাৱাৰকঃ** *পু* আলোৱান, শাল, **–ৰিকঃ** আলোৱান তৈয়াৰকাৰী তাঁতী।

**প্ৰাৱাস** *বিণ্* প্ৰৱাস বা ভ্ৰমণ সম্বন্ধীয়, **–সিক** ভ্ৰমণৰ উপযোগী।

**প্ৰাৱীণ্যং** *ক্লী* প্ৰৱীণতা, চাতুৰ্য্য, নিপুণতা।

**প্ৰাবৃট্(ষ্)** *স্ত্ৰী* (প্ৰ আ বৃষ্ ক্বিপ্) বৰ্ষা কাল, আহাৰ, শাওণ, ভাদ মাহ; ৰ ৬।৫১।

**প্ৰাবৃড়ত্যয়ঃ** *পু* বৰ্ষা কালৰ অন্ত, শৰৎ কাল।

**প্ৰাবৃত** *বিণ্* (প্ৰ আ বৃ ক্ত) আবৃত, ঘেৰি থকা, পৰ্দা দিয়া, **–তং** প্ৰকৃষ্ট আবৰণ, পিন্ধা কাপোৰ, আলোৱান, শাল।

**প্ৰাবৃতিঃ** *স্ত্ৰী* ১। ঘেৰ, প্ৰাচীৰ, বেৰা, পৰ্দা, ২। মোহগ্ৰস্ততা, অত্যধিক মোহ বা অন্ধকাৰ।

**প্ৰাবৃত্তিকঃ** দূত।

**প্ৰাবৃষা** *স্ত্ৰী* বৰ্ষা কাল। **–ষিকঃ** ম'ৰা চৰাই। **–ষিজ** বৰ্ষা কালত উৎপন্ন।

**প্ৰাবৃষেণ্য** *বিণ্* ১। বৰ্ষা কালত উৎপন্ন হোৱা, ২। বৰ্ষা কালত আদায় দিব লগীয়া খাজানি, **–ণ্যং** বহু সংখ্যক, প্ৰচুৰ, **–ণ্যঃ** কদম গছ। **–ণ্যা** ১। কদম, কেঁকোৰা, ২। ৰক্ত পুনৰ্নৱা।

**প্ৰবৃষ্যং** *পু* (প্ৰাবৃষি ভৱঃ যৎ) বৈদূৰ্য্যমণি। এবিধ বহুমূলীয়া পাথৰ।

**প্ৰাৱেণ্যং** উণৰ আলোৱান, বা চাদৰ।

**প্ৰাৱেশনং** *ক্লী* পূজা, সেৱা।

**প্ৰাব্ৰজ্যং,-ব্ৰাজ্যং** সন্ন্যাসীৰ জীৱন, সন্ন্যাস।

**প্ৰাশঃ,-শনং** আহাৰ, খাদ্য, খাৱন, **-নীয়ং** খাদ্য।

**প্ৰাশস্ত্যং** প্ৰশংসনীয়তা, উৎকৃষ্টতা।

**প্ৰাশিতং** *ক্লী* (প্ৰকৰ্ষেণ অশিতং যত্ৰ) পিতৃযজ্ঞ, (পঞ্চযজ্ঞৰ এবিধ), পিতৃপুৰুষলৈ অন্নজলাদি তৰ্পণ।

**প্ৰাশ্নিকঃ** *পু* (প্ৰশ্ন ঠক) ১। পৰীক্ষক, প্ৰশ্নকৰ্তা, ২। বিচাৰক।

**প্ৰাসঃ** *পু* (প্ৰ অস্ ঘঞ) ১। নিক্ষেপ, ২। কাঁড়, যাঠি। কুন্তাস্ত্ৰ। মুখত কাঁইট থকা কাঁড়, **-কঃ** ১। কাঁড়, ২। সাঁচ।

**প্ৰাসঙ্গঃ** *পু* (প্ৰ সনজ ঘঞ) যুঁৱলি, **-ঙ্গিকঃ** ১। প্ৰসঙ্গ থকা, সম্বন্ধযুক্ত, ২। সাময়িক।

**প্ৰাসঙ্গ্যঃ পু** (প্ৰাসঙ্গ যৎ) যুঁৱলিত লগোৱা বলদ, ভাৰ-বাহক বলদ।

**প্ৰাসাদঃ** *পু* (প্ৰ সদ্ ঘঞ) ১। অট্টালিকা, বৃহদাকাৰৰ গৃহ। ২। ৰাজপ্ৰাসাদ, ৩। মন্দিৰ, দেৱালয়। **-কুক্কুটঃ** ঘৰচীয়া পাৰ চৰাই। **-তলং** ঘৰৰ ছাদ। **-পৃষ্ঠঃ** অলিন্দ, 'বেলকনি'। **-প্ৰতিষ্ঠা** মন্দিৰ প্ৰতিষ্ঠা (ধৰ্মীয় অনুষ্ঠান)। **-শৃঙ্গং** চূড়া।

**প্ৰাসিকঃ** *পু* শস্ত্ৰধাৰী, যাঠিধাৰী সৈন্য।

**প্ৰাসূতিক** প্ৰসূতি সম্পৰ্কীয়।

**প্ৰাস্ত** *বিণ্* (প্ৰাস্ ক্ত) নিক্ষেপিত, বহিষ্কৃত।

**প্ৰাস্তাৱিক** *বিণ্* ১। প্ৰস্তাৱ অৰ্থাৎ আৰম্ভণি, পাতনি, ভূমিকা সম্পৰ্কীয়। ২। সাময়িক, ৩। প্ৰাসঙ্গিক।

**প্ৰাস্তুত্যং** প্ৰস্তুত (বিবেচ্য) বিষয়।

**প্ৰাস্থানিক** *বিণ্* প্ৰস্থানৰ যোগ্য, সময় বিষয়ক। প্ৰস্থানৰ অনুকূল।

**প্ৰাস্থিক** *বিণ্* (প্ৰস্থ ঠঞ) প্ৰস্থ চাওক। প্ৰস্থ থকা, প্ৰস্থ-যুক্ত, ডাঙৰ কেৰাহী, প্ৰস্থ পৰিমাণৰ শস্য সিঁচিব পৰা খেতিপথাৰ। **-কী** *স্ত্ৰী* ৰান্ধনী।

**প্ৰাস্ৰৱণং** নিজৰাৰ পৰা উদ্ভৱ।

**প্ৰাহঃ** *পু* নৃত্যশিক্ষা, নৃত্য প্ৰশিক্ষণ।

**প্ৰাহ্নঃ** *পু* পূৰ্বাহ্ন, আগ বেলা।

**প্ৰাহ্নেতন** *বিণ্* পূৰ্বাহ্ণ সম্পৰ্কীয় **-তৰাং তমাং** *অব্য* ঢল পুৱাতে।

**প্ৰিয়** *বিণ্* (প্ৰীণাতীতি প্ৰী কঃ) ১। মৰমৰ, মৰম লগা, ভাল, ধুনীয়া, মনোগ্ৰাহী, ২। আসক্ত, ৩। কাৰ্ত্তিকেয়, ৪। ঋদ্ধিনামৰ এবিধ ঔষধ। **-য়ং** *ক্লী* ১। প্ৰেম, প্ৰীতি, ভালপোৱা, ২। দয়ালুতা, সেৱা, অনুগ্ৰহ, মে ২২; আনন্দ। **-য়ং** *অব্য* ভাললগাকৈ, ভালভাৱে **-য়ঃ** *পু* ১। পতি, স্বামী, প্ৰেমিক, ২। এবিধ হৰিণ, ৩। জোঁৱাই, ৪। কাৰ্ত্তিকেয়, ৫। ঋদ্ধি নামৰ এবিধ ঔষধ। **-কং** অশন গছৰ ফুল। **-কঃ** ১। এবিধ হৰিণ, চিত্ৰমৃগ, শি ৪।৩২; ২। নীপবৃক্ষ, ৩। প্ৰিয়ঙ্গু লতা, ৪। মৌমাখি, ৫। কুঙ্কুম, ৬। হালধীয়া শালিকা। **-ঙ্কৰ,-ঙ্কৰণ** প্ৰিয়কাৰক, উপকাৰী। **-কলত্ৰঃ** স্ত্ৰীক ভাল পোৱা পতি। **-কাম** সেৱাকাৰী, সেৱা কৰাত আগ্ৰহী। **-ঙ্গু** *ক্লী* কুঙ্কুম, **-ঙ্গুঃ** প্ৰিয়ঙ্গু লতা। (নাৰীৰ স্পৰ্শত এই লতাৰ ফুল ফুলি উঠে বুলি কবিসকলে ভাবে।)। **-জানিঃ** স্ত্ৰীক ভালপোৱা পতি। **-তোষণঃ** এবিধ যৌন সঙ্গম। **-দৰ্শন** ধুনীয়া, মনোৰম। চকুত লগা, শ ৩।১১; (**-নঃ**) ১। ভাটৌ ২। এবিধ খেজুৰী, ৩। এজন গন্ধৰ্ব ৰাজ। **-দৰ্শী**(ন) অশোক গছ। **-দেৱন** জুৱাৰী, পাশা প্ৰেমী। **-ধন্বঃ** সদাশিৱ, **-পুত্ৰঃ** এবিধ চৰাই **-প্ৰায়** *বিণ্* অতি মৰমিয়াল, অতি বিনীত। **-প্ৰেপ্সু** *বিণ্* ইপ্সিত বস্তু পাবলৈ আশা কৰা লোক। **-প্ৰায়ং** প্ৰিয়বাক্য। **-ভাষী** মধুৰভাষী, **-মধু** মদ্যপ্ৰেমী, **(ধুঃ)** বলৰাম **-ৱয়স্যঃ -সখঃ** প্ৰিয়বন্ধু। **-ৱাক্** মধুৰ বচন। **-ৱাদিকা** এবিধ বাদ্যযন্ত্ৰ। **-শ্ৰৱাঃ(স্)** শ্ৰীকৃষ্ণ, **-সংৱাসঃ** ভাল মানুহৰ সঙ্গ সংস্থা। **-সত্য** সত্যপ্ৰিয়, সত্য অথচ প্ৰিয় মনোগ্ৰাহী। **-সন্দেসঃ** প্ৰেমপত্ৰ। চম্পক বৃক্ষ। **-সহচৰী** প্ৰিয়পত্নী।

**প্ৰিয়াখ্য** সুখবৰ দিওঁতা **-খ্যানং** সুখবৰ।

**প্ৰিয়াতিথি** *বিণ্* অতিথিভক্ত, উদাৰ।

**প্ৰিয়াপায়ঃ** প্ৰিয়হানি। প্ৰিয় বস্তু নাশ।

**প্ৰিয়াপ্ৰিয়ং** সেৱা আৰু আঘাত। উপকাৰ আৰু অপকাৰ।

**প্ৰিয়াম্বুঃ** আম গছ।

**প্ৰিয়ালঃ** পিয়াল বৃক্ষ, **-লা** আঙুৰ।

**প্ৰিয়াসু** জীৱন-প্ৰেমী।

**প্ৰিয়োক্তিঃ, য়োদিতং** চাটুবাক্য, ভাল লগা কথা।
**প্ৰিয়োপপত্তিঃ** ভাল ঘটনা।
**প্ৰিয়োপভোগঃ** প্ৰেমিক বা প্ৰেমিকাৰ উপভোগ।
**প্ৰী** ক) প্ৰীতৌ কান্তৌ (দিৱা আ অক প্ৰীয়তে) তৃপ্ত হ, সন্তুষ্ট হ, প্ৰীতি লাভ কৰ, মৰম কৰ।
খ) তৰ্পণে, কান্তৌ (ক্ৰ্যা উ অক সক প্ৰীণাতি-তে) ১। আনন্দ দি, সন্তুষ্ট কৰ, ২। আনন্দিত হ, ৩। মৰম কৰ, প্ৰফুল্লিত হ, প্ৰফুল্লিত কৰ, ৪। সন্তোষ দি।
গ) তৰ্পণে (ভ্বা উ সক প্ৰয়তি-তে) তৃপ্ত হ, তৃপ্ত কৰ, সন্তুষ্ট কৰ।
**প্ৰীঃ** *স্ত্ৰী* (প্ৰী ক্বিপ্) প্ৰীতি।
**প্ৰীণ** *বিণ* (প্ৰী খঃ) ১। সন্তুষ্ট, প্ৰীত, আনন্দিত, ২। পুৰণি, প্ৰাচীন, আগৰ **–নং** তৃপ্তিকৰণ, সন্তুষ্টিকৰণ।
**প্ৰীত** *বিণ* (প্ৰী ক্তঃ) ১। আনন্দিত, হৰ্ষিত, ২। সন্তুষ্ট, তৃপ্ত, ৩। মৰম লগা, ৪। দয়ালু, মৰমিয়াল।
**প্ৰীতচিৎ,–প্ৰীতমনস্,–প্ৰীতাত্মন্** আনন্দ হৃদয়, হৃষ্টচিত্ত।
**প্ৰীতিঃ** *স্ত্ৰী* (প্ৰী ক্তিন) ১। আনন্দ, সুখ, হৰ্ষতা, মে ৬২; ২। অনুগ্ৰহ, কৃপা, ৩। মৰম, শ্ৰদ্ধা, আদৰ, ৪। বন্ধুত্ব, ৫। কামদেৱৰ পত্নী, ৰতিৰ সতিনী। **–কৰ** আনন্দদায়ক, **–দঃ** বহুৱা, বিদূষক **–দত্তং** মৰমৰ দান বা উপহাৰ। শাহুৱেকে বোৱাৰীক দিয়া দান। **–পাত্ৰং** মৰমৰ পাত্ৰ। **–পূৰ্ব্বং পূৰ্ব্বকং** *অব্য* মৰমেৰে, আদৰেৰে **–ভোজ্যং** প্ৰীতিভোজন, **–মনস্** সুখী **–যুজঃ** মৰমিয়াল, প্ৰীতিযুজঃ অনুজীৱিষু, কি ১।১০; **–ৱৰ্ধনঃ** বিষ্ণু। **–ৱাদঃ** বন্ধুত্ব ভাবৰ আলোচনা। **–ৱিৱাহঃ** প্ৰেম বিবাহ। **–শ্ৰাদ্ধং** দুয়োপক্ষৰ পিতৃপুৰুষৰ উদ্দেশ্যে কৰা শ্ৰাদ্ধ।
**প্ৰু** সৰ্পণে (ভ্বা আ সক প্ৰৱতে) ১। যা, গমন কৰ, আগুৱাই যা, ২। জাঁপ মাৰ, জঁপিয়া।
**প্ৰুষ** ক) দহি (ভ্বা প সক প্ৰোষতি) পোৰ, দাহ কৰ, দহন কৰ, পুৰি ছাই কৰ, ভস্মীভূত কৰ।
খ) সেকে, পূৰ্তৌ, স্নেহে (ক্ৰ্যা প, সক অক প্ৰুষ্ণাতি) ১। তিত, ২। পানী সিঁচ, ঢাল, ৩। পূৰ্ণ কৰ।
**প্ৰুষ্ট** *বিণ্* (প্ৰুষ্ ক্ত) দগ্ধ, পোৰা যোৱা, পুৰি ছাই হোৱা।

**প্ৰ্বঃ** *পু* (প্ৰুষ কন) ১। ঋতু, বৰ্ষা কাল, ২। সূৰ্য্য, ৩। জলবিন্দু।
**প্ৰেক্ষকঃ** দৰ্শক।
**প্ৰেক্ষণং** *ক্লী* (প্ৰ ঈক্ষ কৰণে ল্যুট) ১। চকু, মে ৮২ ২। দৰ্শন, আকৃতি, ৩। প্ৰদৰ্শনী, **–কূটঃ** চকুৰ মণি। **–নীয়** ১। চাব লগীয়া, ২। বিবেচ্য।
**প্ৰেক্ষা** *স্ত্ৰী* (প্ৰ ঈক্ষ অঃ টাপ্) ১। প্ৰজ্ঞা, দৰ্শন, ২। প্ৰদৰ্শনী, ৩। দৃশ্য, নাটকৰ অভিনয়, ৪। বিবেচনা, ৫। ঈক্ষণ, ৬। শোভা, ৭। শাখা। **–গাৰঃ, –গৃহং** প্ৰদৰ্শন ঘৰ। 'অডিটৰীয়াম'।
**প্ৰেক্ষাৱান(ৎ)** *বিণ* জ্ঞানী, বিবেচক।
**প্ৰেক্ষিত** *বিণ* (প্ৰ ঈক্ষ ক্ত), দৃষ্ট।
**প্ৰেঙ্খং-খঃ,** দোলনা।
**প্ৰেঙ্খণং** *ক্লী* (প্ৰ ইখি গতৌ ল্যুট) ১। দোলনা, ঝুলনা, ২। দোলন, ঝুলন, ৩। সূত্ৰাধাৰ অথবা নায়ক নথকা একাঙ্কিকা নাটিকা।
**প্ৰেঙ্খা** *স্ত্ৰী* (প্ৰ ইখি গতৌ ঘঞ্ টাপ্) দোলনা।
**প্ৰেঙ্খিত** *বিণ* কম্পিত, দোলনাত দুলি থকা।
**প্ৰেঙ্খোল্** চাপলে (চুৰা প অক প্ৰেংখোলয়তি) দুলি বা ঝুলি থাক, কঁপি থাক, কঁপাই থাক, লৰচৰ কৰ।
**প্ৰেঙ্খোলনং** *ক্লী* ১। কম্পন, দোলন, ২। দোলনা। **–লিত** দোলিত, কম্পিত।
**প্ৰেত** *বিণ* (প্ৰ ই ক্তঃ) ইহ জগতৰ পৰা প্ৰস্থিত, মৃত। **–তঃ** ভূত, প্ৰেত, মনু ২।২৪৭; **–কৰ্ম্ম, –কাৰ্য্য,–কৃত্যঃ** মৃতকৰ দাহাদি সপিণ্ডকৰণ পৰ্য্যন্ত কৰণীয় কাৰ্য্য। **–গৃহং** শ্মশান। **–চাৰী(ন্)** শিৱ, **–দাহঃ** শৱদাহ **–ধূমঃ** চিতাৰ ধোঁৱা **–পক্ষঃ** পিতৃপুৰুষৰ পখেক। গৌণচন্দ্ৰযুক্ত আহিন মাহৰ কৃষ্ণ পক্ষৰ গোন্ধৰটা দিন। এইকেইটা দিনত মৃতকৰ অৰ্থে পাৰ্বণ শ্ৰাদ্ধাদি কৰ্ম কৰা প্ৰশস্ত। 'আষাঢ্যাঃ পঞ্চমে পক্ষে কন্যাসংস্থে দিৱাকৰে। যো বৈ নৰঃ শ্ৰাদ্ধং কুৰ্য্যাদ একস্মিন্নপি ৱাসৰে।। তস্য সংৱৎসৰং যাৱৎ তৃপ্তাঃ স্যুঃ পিতৰো ধ্ৰুৱং। (আষাঢ়ৰ মাহৰ পৰা পঞ্চম পক্ষত অৰ্থাৎ আহিন মাহ পিতৃপক্ষ সূৰ্য্য কন্যা ৰাশিত থকাৰ সময়ত যিজনে এদিনো শ্ৰাদ্ধ কৰে, সেইজনৰ পিতৃসকলে এবছৰলৈ তৃপ্তি পায়। এয়া ধ্ৰুৱ সত্য)। **–পটহঃ** শৱযাত্ৰাত বজোৱা বাদ্য বা ঢোলক, **–পতিঃ,–ৰাজঃ** যমৰাজ, **–পুৰং**

যমপুৰী –ভূমিঃ –ৱনং শ্মশান, –ৰাক্ষসী তুলসী, –লোকঃ যমলোক, –শিলা পিণ্ডদানৰ বাবে গয়াত থকা শিলাখণ্ড, –শুদ্ধিঃ–শৌচং আত্মীয়ৰ মৃত্যুৰ পিচত কৰা শান্তি প্ৰায়শ্চিত্তাদি কৰ্ম, –শ্ৰাদ্ধং মৃতকৰ উদ্দেশ্যে কৃত শ্ৰাদ্ধাদি কৰ্ম, –হাৰঃ ১। শ্মশানলৈ মৃতকক কঢ়িওৱা লোক, ২। নিকটাত্মীয়।

**প্রেতিক** ভূত-প্রেত।

**প্রেত্য** *অব্য* (ইহজগতৰ পৰা) সিপুৰলৈ গমন, লোকান্তৰ, গী ১৭।২৮; –ভাৱঃ মৃত্যুৰ পিচত আত্মাৰ অৱস্থান।

**প্রেত্বা (ন্)** বায়ু, ইন্দ্ৰ।

**প্রেপ্সাঃ** পাবলৈ ইচ্ছা। –প্সু পাবলৈ আশা পালি থকা লোক।

**প্রেম(ন্)** *ক্লী* (প্ৰিয়স্য ভাৱঃ প্ৰিয় ইমনিচ্) ১। প্ৰীতি, প্ৰেম, ভালপোৱা, স্নেহ, ২। সৌহাৰ্দ্য, ৩। অনুগ্ৰহ, দয়া, ৪। খেল-ধেমালি, ৫। আনন্দ, হৰ্ষ। ৰ –পৰ মৰমিয়াল, –পাতনং ১। আনন্দাশ্ৰু, ২। চকু –পাত্ৰ প্ৰিয়পাত্ৰ। –বন্ধনং ভালপোৱাৰ বান্ধোন, প্ৰেমৰ বান্ধোন। –ভক্তি স্নেহযুক্ত ভগৱৎ সেৱা।

**প্রেমর্দ্ধিঃ** *স্ত্রী* তীব্ৰ প্ৰেম।

**প্রেমা (ন্)** *পু* (প্ৰী তৰ্পণে মনিন্) ১। চেনেহ, ভাল-পোৱা, ২। ইন্দ্ৰ, ৩। বায়ু।

**প্রেমালিঙ্গন্** *ক্লী* নায়ক-নায়িকাৰ আলিঙ্গন।

**প্রেমী(ন্)** *বিণ্* প্ৰেমযুক্ত, প্ৰেমিক।

**প্রেয়স্** *বিণ্* (প্ৰিয় ঈয়সুন্) মৰমৰ, অতি মৰমৰ (পু) প্ৰিয় পতি, স্বামী। –সী *স্ত্রী* প্ৰিয় স্ত্ৰী বা নাৰী, কান্তা, প্ৰিয়া, প্ৰণয়িনী।

**প্রেৰণং** *ক্লী* (প্ৰ ঈৰ্ ণিচ্ ল্যুট্) ১। প্ৰেৰণ, পঠোৱা কাৰ্য্য, নৈ ৩।৫৫; ২। ক্ষেপণ, উদগনি, –ণা *স্ত্রী* ১। অনুপ্ৰেৰণা, ২। উদগনি, উচটনি, ৩। উৎক্ষেপণ, ৪। নিৰ্দেশনা, ৫। ফলভাৱনা।

**প্রেৰিত** *বিণ্* (প্ৰ ঈৰ ক্তঃ) ১। প্ৰেষিত, ২। স্পৃষ্ট, ৩। উত্তেজিত।

**প্রের্ষ্যা(ন্)** *পু* (প্ৰ ঈৰ্ গতৌ কণিপ্) সমুদ্ৰ।

**প্রেৰ্ষী** *স্ত্রী* নদী।

**প্রেষ্** গতৌ (ভ্বা উ সক প্ৰেষতি-তে) যা, গমন কৰ, আগুৱাই যা।

**প্রেষঃ** *পু* (প্ৰ ঈষ্ ঘঞ্) ১। প্ৰেষণ, প্ৰেৰণ, ২। পীড়া, কষ্ট।

**প্রেষণং** *ক্লী* (প্ৰেষ ল্যুট্) প্ৰেৰণ, নিদেৰ্শন –না প্ৰেৰণা, নিৰ্দেশনা।

**প্রেষিত** *বিণ্* (প্ৰেষ ক্তঃ) ১। প্ৰেৰিত, ২। প্ৰদৰ্শিত, নিৰ্দেশিত, ৩। দৃঢ়কৃত, ৪। নিৰ্বাসিত।

**প্রেষ্ঠ** *বিণ্* (অতিশয়েন প্ৰিয় ইতি ইষ্ঠন্) অত্যন্ত প্ৰিয়। –ষ্ঠা প্ৰেয়সী।

**প্রেষ্য** *বিণ্* (প্ৰ ঈষ্ ণ্যৎ) প্ৰেষিত, প্ৰেৰিত, –ষ্যং সেৱা, কোনো বিশেষ কামত নিয়োজিত, –ষ্যঃ ভৃত্য, চাকৰ, –ষ্যা পৰিচাৰিকা, চাকৰণী, –ভাৱঃ দাসত্ব, ভৃত্যৰ সামৰ্থ্য, –ৱধূঃ ভৃত্যপত্নী, ভৃত্যা, –ৱৰ্গঃ ভৃত্যৰ দল, পৰিচাৰকবৃন্দ।

**প্রেহি** (প্ৰ ইহিঃ, ই ধাতুৰ লোটৰ মধ্যম পুৰুষৰ একবচন) –কটা যি পূজাত কঠ ব্যৱহাৰ কৰিব নোৱাৰি। –কৰ্দমা যি পূজাত অশুদ্ধ পদাৰ্থ নিষিদ্ধ, –দ্বিতীয়া যি পূজাত দ্বিতীয় এজনৰ প্ৰৱেশ নিষিদ্ধ, –ৱাণিজা যি পূজাত বেপাৰীৰ প্ৰৱেশ নিষিদ্ধ।

**প্রৈয়ং** *ক্লী* সদয়, প্ৰেম, দয়ালুতা।

**প্রৈষঃ** *পু* (প্ৰ ইষ্ ঘঞ্) ১। নিৰ্দেশনা, হুকুম, আদেশ। ২। নিমন্ত্ৰণ, ৩। ক্লেশ, কষ্ট, দুখ, ৪। উন্মাদ, পাগলামি, ৫। মৰ্দন, –ষ্যং *ক্লী* (প্ৰ ইষ্ কৰ্মণি ণ্যৎ) দাসত্ব, –ষ্যঃ চাকৰ, ভৃত্য, দাস, –ষ্যা দাসী।

**প্রোক্ত** *বিণ্* (প্ৰ বচ্ ক্তঃ) ১। কথিত, উক্ত, ২। বিহিত।

**প্রোক্ষণং** *ক্লী* (প্ৰ উক্ষ্ সেচনে ল্যুট্) ১। পশু বলি, ২। পানী ছটিওৱা, সিঞ্চন, ৩। পানী ছটিয়াই শান্তিকৰণ, মনু ৫।১১৮; –ণী শান্তি মন্ত্ৰ পাঠপূৰ্বক মানুহৰ শৰীৰত ছটিওৱা পৱিত্ৰ জল, –ণীয়ং শান্তি জল।

**প্রোক্ষিত** *বিণ্* ১। নিহত, ২। সিক্তিত, যজ্ঞত মন্ত্ৰেৰে সংস্কাৰ কৰা মাংসাদি।

**প্রোচ্চণ্ড** *বিণ্* ভয়ানক, সাঙ্ঘাতিক।

**প্রোচ্চৈঃ** *অব্য* উচ্চস্বৰে, উচ্চস্বৰে, চিঞৰি চিঞৰি।

**প্রোজ্জাসনং** *ক্লী* মাৰণ, হত্যা, বলি।

**প্রোজ্‌ঝিত** *বিণ্* (প্ৰ উঞ্ঝ্ ক্তঃ) ১। পৰিত্যক্ত, ২। ত্যাগ কৰা।

**প্রোঞ্ছনং** *ক্লী* (প্ৰ উঞ্ছ্ ল্যুট্) লোপ কৰা, বিলুপ্তি সাধন, মচি পেলোৱা।

**প্রোত্তিষ্ঠন** *বিণ্* ওপৰলৈ উবোৱা।

**প্রোঠঃ** শিকদানী।

**প্ৰোত** *বিণ্* (প্ৰ বেঞ্ ক্তঃ) ১। সিওৱা, সিয়া বস্ত্ৰাদি, ২। সম্প্ৰসাৰিত, খচিত, ৩। বদ্ধ, ৪। ছিদ্ৰিত, **–তং** পিন্ধা কাপোৰ।

**প্ৰোতোৎসাদনং** *ক্লী* ১। ছাতি, ২। তম্বু।

**প্ৰোৎকণ্ঠ** *বিণ্* গল উলিওৱা।

**প্ৰোৎকুটং** টিঙ্ৰ।

**প্ৰোৎখাত** খান্দি উলিওৱা।

**প্ৰোত্তুঙ্গ** *বিণ্* অতি ওখ।

**প্ৰোৎফুল্ল** *বিণ্* (প্ৰ উৎফুল্ল অচ্) বিকশিত, বিস্তৃত।

**প্ৰোৎসাৰিত** *বিণ্* (প্ৰ উৎ সৃ ণিচ্ ক্তঃ) ১। দূৰীকৃত, বহিষ্কৃত, ২। পৰিত্যক্ত।

**প্ৰোৎসাহঃ** *পু* (প্ৰ উৎসাহ ঘঞ্) ১। উৎসাহ, আগ্ৰহ, ধাউতি, ২। উত্তেজনা।

**প্ৰোথ্** পৰ্য্যাপণে (ভ্বা উ অক প্ৰোথতি-তে) ১। সমৰ্থ হ, উপযুক্ত হ, ২। পূৰ্ণ হ, ৩। বাধা জন্মা, নিবাৰণ কৰ।

**প্ৰোথ** *বিণ্* (প্ৰোথ পৰ্য্যাপ্তৌ ঘঃ) ১। বিখ্যাত, প্ৰসিদ্ধ, ২। দৃঢ়, ৩। ভ্ৰমণকাৰী, **–থং –থঃ** ১। ঘোঁৰাৰ নাক, শি ১২।৭৩; ২। গাহৰিৰ নাক, **–থঃ** ১। তপিনা, ২। খনন কাৰ্য্য, ৩। ভ্ৰূণ, ৪। পিন্ধা কাপোৰ, **–থী** (ন্) ঘোঁৰা।

**প্ৰোদ্‌ঘোষণং–না** ঘোষণা, উচ্চাৰণ।

**প্ৰোদ্দীপ্ত** জ্বলি থকা, উজ্জ্বল।

**প্ৰোদ্‌ভিন্নঃ** উদ্‌ভিন্ন, গজালি ওলোৱা।

**প্ৰোদ্যত** ১। ওপৰলৈ তোলা, ২। উদ্যোগী, কৰ্মপটু।

**প্ৰোদ্বাহঃ** বিবাহ।

**প্ৰোন্নত** অতি উচ্চ, খুব ওখ।

**প্ৰোল্লাঘিতঃ** আৰোগ্য লাভ কৰা, বেমাৰৰ পৰা উঠা ব্যক্তি। স্বাস্থ্যবান।

**প্ৰোষঃ** *পু* (প্ৰুষ্ দাহে ঘঞ্) সন্তাপ, শোক।

**প্ৰোষিত** *বিণ্* (প্ৰ বস্ ক্ত) ১। প্ৰবাসলৈ যোৱা লোক। দূৰীভূত, ২। প্ৰবাসী **–ভৰ্তৃকা** প্ৰবাসত পতি থকা পত্নী। আঠ বিধ নায়িকাৰ এবিধ। প্ৰোষিতভৰ্তৃকাৰ সংজ্ঞা– নানাকাৰ্য্যবশাদ্ যস্যা দূৰদেশে গতঃ পতিঃ। সা মনোভৱদুঃখাৰ্তা ভৱেৎ প্ৰোষিতভৰ্তৃকা।। সাদ।

**প্ৰোষ্ঠঃ –প্ৰৌষ্ঠঃ** (প্ৰকৃষ্ট ওষ্ঠোঽস্যেতি) ১। ডাঙৰ ওঁঠযুক্ত মাছ এবিধ, পুঠী মাছ, ২। বলদ, ষাঁড়, ৩। এখন ৰাজ্যৰ নাম, **–পদঃ** ভাদ মাহ। **(–দা)** পূৰ্বভাদ্ৰপদ আৰু উত্তৰ ভাদ্ৰপদ নক্ষত্ৰ, মাপু ৩৩।১৫ **–পদী** ভাদ মাহৰ পূৰ্ণিমা তিথি। **–পাদ** *বিণ্* উক্ত নক্ষত্ৰত দুটাত জন্ম হোৱা।

**প্ৰোষ্ঠী** *স্ত্ৰী* পুঠীমাছ।

**প্ৰো(প্ৰৌ)হ** *বিণ্* (প্ৰ উহ্ কঃ) ১। নিপুণ, ২। বাগ্মী, তাৰ্কিক। **–হঃ** *পু* ১। হাতীৰ ঠেং, ২। যুক্তি, তৰ্ক, ৩। গাঁথি।

**প্ৰৌঢ়** *বিণ্* (প্ৰ বহ্ ক্তঃ) ১। বৃদ্ধিপ্ৰাপ্ত, বৰ্দ্ধিত, ২। বৃদ্ধ, বুঢ়া, বয়সীয়া, পৈণত, পৰিপূৰ্ণ, ৩। ডাঠ, ঘন, ৪। বৃহৎ, শক্তিশালী, ৫। ভয়ানক, প্ৰচণ্ড, ৬। সাহসী, ৭। অহঙ্কাৰী, **–ঢ়া** বয়সস্থা নাৰী, সাহসী তিৰোতা 'পঞ্চপঞ্চাশতী প্ৰৌঢ়া ভৱেৎ বৃদ্ধা ততঃ পৰম্।।' চাৰি বিধ নায়িকাৰ এবিধ। **–ঢ়িঃ** *স্ত্ৰী* ১। পৈণতা, ২। বৃদ্ধি, ৩। সামৰ্থ্য, ৪। উৎসাহ, ৫। প্ৰগল্ভতা, ৬। অধ্যৱসায়, ৭। আগ্ৰহ, ৮। উদ্যোগ, ৯। সাহসিকতা।

**প্ৰৌণ** *বিণ্* (প্ৰ ওণ্ অপনয়নে অচ্) নিপুণ, চতুৰ, বিজ্ঞ।

**প্লক্ষ্** ভক্ষণে (ভ্বা উ সক প্লক্ষতি-তে) খা, ভক্ষণ কৰ, খাই পেলা।

**প্লক্ষঃ** *পু* (প্লক্ষ্যতে ভক্ষ্যতে পক্ষিভিৰিতি প্লক্ষ্ ঘঞ্) ১। আঁহত বা জৰি গছ। ২। সপ্তদ্বীপা ধৰিত্ৰীৰ এটা দ্বীপ, ৩। ভিতৰ দুৱাৰ, **–জাতা** সৰস্বতী নদী, **–তীৰ্থ** সৰস্বতী নদীৰ উৎস স্থান।

**প্লব্** গত্যাম (ভ্বা আ সক প্লৱতে) যা, গমন কৰ, অগ্ৰসৰ হ।

**প্লৱং** *ক্লী* (প্লু অচ্) এবিধ গন্ধতৃণ, **–বঃ** ১। সাঁতোৰ, ভাহন, ২। বান, ৩। লম্ফন, জাপ, ৪। ভুৰ, ভেল, নাও, মনু ১১।১৯; ৫। বান্দৰ, ৬। ভেঁকুৰা, ৭। নীচ জাতৰ মানুহ, চণ্ডাল, ৮। ভেকুলি, ৯। পৰ্বতৰ ঢাল, ঢালু ঠাই। ১০। ডিমৰু গছ, ১১। এবিধ ৰাজহাঁহ, ১২। মাছ মৰা জাল। ১৩। পানী-কাউৰী, ১৪। যি কোনো জলচৰ পক্ষী। ১৫। একেটা বাক্য বিন্যাসেৰে ৰচিত পাঁচ বা ততোধিক কবিতা (শ্লোক)। **–গঃ** ১। বান্দৰ, ২। ভেকুলি, ৩। জলচৰ পক্ষী, ৪। শিৰীষ গছ ৫। সূৰ্য্যৰ সাৰথি, **–গগা** কন্যা ৰাশি। **–গতিঃ** ভেকুলী।

**প্লৱকঃ** *পু* (প্লু অচ্ কন্) ১। বান্দৰ, ২। ৰচি বা তৰোৱালৰ ওপৰত নৃত্য কৰা লোক। ৩। চণ্ডাল, ৪। ভেকুলি, ৫। ডিমৰু গছ।

**প্লৱঙ্গঃ** *পু* (প্লৱ গম ডঃ) ১। বান্দৰ, ২। হৰিণ, ৩। ডিমৰু গছ, **–ঙ্গমঃ** *পু* বান্দৰ, শি ১২।৫৫; ২। ভেকুলী।

**প্লৱণং** *ক্লী* (প্লু ল্যুট) ১। সাঁতোৰ, ২। স্নান, ৩। লম্ফন, ৪। বানপানী, ৫। ঢালু ঠাই।

**প্লৱাকা** *স্ত্রী* ভুৰ।

**প্লৱিকঃ** *পু* নাৰিক।

**প্লাক্ষং** *ক্লী* আঁহতৰ গুটি।

**প্লাৱঃ** *পু* (প্লু ণিচ ঘঞ) ১। পানী ওফন্দি উঠা, ২। জাঁপ, লাফ, ৩। চেকন যা ১।১৭০।

**প্লাৱনং** ১। বানপানী, ২। স্নান, ৩। নিমজ্জন।

**প্লাৱিত** *বিণ* (প্লু ণিচ ক্ত) ১। বানত তল যোৱা (ভূমিখণ্ড) ২। তিতা, ছটিওৱা, শি ১২।২৫।

**প্লিহ্** গত্যাম (ভ্বা প সক প্লেহতে) যা, গমন কৰ।

**প্লী** গত্যাম (ক্র্যা প অ প্লীনাতি) যা, গমন কৰ, আগুৱাই যা।

**প্লীহা(ন্)** *পু* যকৃৎ, যকৃৎ বৃদ্ধি ৰোগ।

**প্লীহা** *স্ত্রী* (প্লিহ কঃ টাপ) যকৃৎ।

**প্লীহাৰিঃ** ১। আঁহত গছ। ২। প্লীহা ৰোগৰ ঔষধ বিশেষ।

**প্লু** সর্পণে (ভ্বা আ অক প্লৱতে) ১। ভাঁহি থাক, ২। সাঁতোৰ, ৩। নাৱেৰে পাৰ হ, ৪। জাঁপ মাৰ, ৫। ওপৰলৈ উৰ, ৬। দীঘল কৰ, **অভি–** ১। উপচি পৰ, ২। ডুবাই পেলা **অৱ–** জাপ মাৰ, **উদ্–** সাঁতোৰ, জাপ মাৰ, **উপ–** ১। সাঁতোৰ, ২। আঘাত কৰ, আক্রমণ কৰ, কষ্ট দি, যাতনা দি, **পৰি–** ১। সাঁতোৰ, ২। স্নান কৰ, ৩। জাঁপ মাৰ, ৪। বানপানীৰে বুৰাই পেলা, **ৱি–** ১। ভাঁহি থাক, সাঁতোৰ, ২। উটি যা, ৩। বিমূঢ় হ, বিমোৰত পৰ, ৪। বিধ্বস্ত হ, ৫। অকৃতকার্য্য হ, **সং–** ১। কম-বেছি হ, লৰচৰ হ, ২। একেলগে বৈ যা, গী ২।৪৬।

**প্লুক্ষিঃ** *পু* অগ্নি, স্নেহ, গৃহদাহ।

**প্লুত** *বিণ* (প্লু ক্ত) ১। সাঁতুৰি যোৱা, ভাঁহি থকা, ২। নিমগ্ন, ৩ দীৰ্ঘীকৃত, দীঘলীয়াকৈ উচ্চাৰণ কৰা বর্ণ (প্লুতস্বৰ); ৪। সিক্ত, যা ১।২৩৫; ৫। ব্যাপ্ত, ভা ৩।১।১৪, ৬। আবৃত, **–তং** ১। জাঁপ, লাফ, ২। ঘোঁৰাৰ কদমত গমন, ৩। তির্য্যগ গতি, ইফালে-সিফালে যোৱা, **–তঃ** *পু* তিনি মাত্রাৰ বর্ণ। একমাত্রো ভৱেদ হ্রস্বো দ্বিমাত্রো দীর্ঘ উচ্যতে। ত্রিমাত্রস্তু প্লুতো জ্ঞেয়ো ব্যঞ্জনাঞ্চার্দ্ধমাত্রকম।।

**প্লুতিঃ** *স্ত্রী* (প্লু ক্তিন) ১। বানপানী, ২। জাঁপ, লাফ, ৩। ঘোঁৰাৰ গতি, ডেও দি যোৱা, কদমত যোৱা, ৪। স্বৰবর্ণৰ দীর্ঘস্বৰ।

**প্লুষ্** ক) দহি ভস্মীকৰণে (ভ্বা প সক প্লোষতি); (দিৱা প সক প্লুষ্যতি) পোৰ, পুৰি পেলা, দহন কৰ। দগ্ধ কৰ, ঋতু ১।২২।

খ) সেকে পূৰ্তৌ (ক্র্যা প সক প্লুষ্ণাতি) ১। দহন কৰ পোৰ, পুৰি ছাই কৰ। ২। পানী ছটিয়া, সিঞ্চন কৰ, তিঁয়া, ৩। প্রলেপ সান, ৪। পূর্ণ কৰ।

**প্লুষ্ট** *বিণ* (প্লুষ ক্ত) দগ্ধ, পোৰা যোৱা, ঋতু ১।২২।

**প্লেষ্** সেৱনে (ভ্বা আ সক প্লেষতে) সেৱা কৰ, পৰিচর্য্যা কৰ, শুশ্রূষা কৰ।

**প্লোষঃ** *পু* (প্লুষ ঘঞ) দাহ, দহন, পোৰণ, পোৰণি।

**প্লোষণং** *ক্লী* (প্লুষ ল্যুট) দহন, পোৰণ, পুৰি ছাই হোৱা।

**প্সা** ভক্ষণে (অদা প সক প্সাতি) খা, ভক্ষণ কৰ, খাই পেলা।

**প্সা** *স্ত্রী* (প্সা ক্বিপ) ভক্ষণ, খাৱন।

**প্সাতং** *ক্লী* (প্সা ক্তঃ) ভক্ষিত, খাই শেষ কৰা।

**প্সানং** *ক্লী* (প্সা ভাৱে ল্যুট) ভোজন, খাদ্য, আহাৰ। ■

# ফ

**ফ, ফকাৰঃ** দ্বাবিংশ ব্যঞ্জনবর্ণ আৰু প বর্গৰ দ্বিতীয় বর্ণ। শিৱসূত্রৰ একাদশ সূত্রৰ দ্বিতীয় বর্ণ। উচ্চাৰণ স্থান ওষ্ঠ।

**ফং** *ক্লী* (ফক্ক অসদব্যৱহাৰে ডঃ) ৰুক্ষোক্তি, কটু বচন, অসৎ ব্যৱহাৰ।

**ফঃ** *পু* ১। ধুমুহা, বতাহ-বৰষুণ, ২। ফল লাভ, ৩। (ব্যাক) সংজ্ঞা বিশেষ 'হসোঽন্তঃ ফঃ'।

**ফক্ক** অসদব্যৱহাৰে (ভ্বা প অক ফক্কতি) ১। অসদব্যৱহাৰ কৰ, ফাঁকি দি, ফক্কতি দুষ্টঃ, ২। লাহে লাহে যা, ফক্কতি বৃদ্ধা, ৩। ধেয়া কাম কৰ, ভুলকৈ কৰ, ৩। চুঁচৰি যা, বগাই যা। ৪। উখহ, ফুলি উঠ।

**ফক্কিকা** *স্ত্রী* (ফক্ক ণ্বুল্ টাপ্) ১। ফাঁকি, মিছা,

অসদব্যৱহাৰ। ২। ন্যায় সম্বন্ধীয় ব্যাখ্যা, ৩। পূৰ্বপক্ষ, প্ৰমাণ কৰিব লগীয়া কোনো বিষয়, নৈ ২।৯৫; প্ৰতিপাদ্য বিষয়, ৪। ধাৰণা।

**ফঞ্জিকা** *স্ত্ৰী* দুৰালভা নামৰ এবিধ লতা।

**ফঞ্জিপত্ৰিকা** আখুপৰ্ণিকা নামৰ এবিধ লতা।

**ফট্** *অব্য* অনুকাৰ শব্দ, অস্ত্ৰবীজমন্ত্ৰ, অঘমৰ্ষণ, অৰ্ঘ্যপাত্ৰ, পূজাদ্ৰব্য, বিঘ্নাপসাৰণ আদি পূজা-হোমাদিৰ সকলো অঙ্গ 'ফট' বীজমন্ত্ৰ প্ৰয়োগ কৰি শোধন-প্ৰোক্ষণ কৰা হয়।

**ফটঃ** *পু স্ত্ৰী* (স্ফুট ৱিকসনে পচাদ্যচ) ১। ফেঁটী সাপৰ ফণা, পঞ্চ ৩।৮৩; ২। দাঁত, ৩। চোৰ, ঠগ।

**ফটা** *স্ত্ৰী* ১। ফণা, দম্ভ, দুষ্ট, ঠগ।

**ফড়িঙ্গা** *স্ত্ৰী* ঝিলি পোক। ফৰিং।

**ফণ** নিঃস্নেহে (ভ্বা প অক ফণতি) অনায়াসে উৎপন্ন কৰ, বিনা কষ্টই কৰ। 'ফণয়তি'ও হয়।

**ফণঃ** **–ণা** (ফণতি বিস্তৃতিং গচ্ছতি ফণ অচ) সাপৰ বিস্তৃত মূৰ, ফণা। **–কৰঃ,–ধৰঃ,–ভৃৎ** সাপ **–মণিঃ** সাপৰ মূৰত থকা মণি। **–মণ্ডলং** সাপৰ মেৰ।

**ফণিকেসৰং** *ক্লী* নাহৰ গছ।

**ফণিখেলঃ** *পু* বতা চৰাই।

**ফণিচক্ৰং** *ক্লী* ত্ৰিনাড়ীচক্ৰ। বিবাহাদি সংস্কাৰ কৰ্মত শুভাশুভ জানিবৰ কাৰণে ২৭ নক্ষত্ৰৰ অৱস্থানসূচক সৰ্পাকাৰ চক্ৰ।

**ফণিজ্ঝকঃ** *পু* ১। সৰু পতীয়া তুলসীগছ, ২। এবিধ টেঙা গছ। ৰবাব টেঙা।

**ফণিত** গত, গুচি যোৱা।

**ফণিতল্পগঃ** *পু* বিষ্ণু।

**ফণিপতিঃ** *পু* শেষনাগ।

**ফণিফেনঃ** *পু* অহিফেন, আফিং।

**ফণিভাষ্যঃ** মহাভাষ্য।

**ফণিভুক্ (জ্)** *পু* ম'ৰা চৰাই

**ফণিৱল্লী** *স্ত্ৰী* নাগৱল্লীলতা।

**ফণী(ন্)** *পু* (ফণাস্ত্যস্যেতি ফণা ইনিঃ) ১। সাপ, ২। কেতু গ্ৰহ, ৩। মৰুৱক নামৰ এবিধ ঔষধ।

**ফণীন্দ্ৰঃ–শ্বৰঃ** *পু* অনন্ত নাগ, শেষনাগ।

**ফণ্ডঃ** *পু* জঠৰ, উদৰ, পেট।

**ফৎকাৰী(ন্)** *পু* চৰাই।

**ফৰং** *ক্লী* (ফল্ অচ লস্য ৰত্বম্) ফলক, ঢাল।

**ফৰুৱক্ৰং** *ক্লী* তামোল-পাণ খোৱা সৰু টেমা।

**ফৰ্ফৰীকঃ** *পু* (স্ফুৰ স্ফুৰণে ঈকন্) মেলা আঙুলিৰে হাতৰ তলুৱা। চৰ। **–কং** *ক্লী* গছৰ পুলি, পোখা, **–কা** *স্ত্ৰী* পাদুকা, জোতা।

**ফল্** ভিদি (ভ্বা প সক ফলতি) ১। ফালি পেলা, ফাল, ছিৰ, ছিন্ন কৰ। ভেদন কৰ। ২। ফল দি, ফল উৎপন্ন কৰ, ৩। ফলৱান হ, কৃতকাৰ্য্যতা লাভ কৰ। ৪। যা, গমন কৰ।

**ফলং** *ক্লী* (ফলতীতি ফল নিষ্পত্তৌ অচ) ১। লাভ, ফল। শান্তমিদমাশ্ৰমপদং স্ফুৰতি চ বাহুঃ কুতঃ ফলমিহাস্য। শকু ১ম অ। ২। শস্য, ৩। জাতিফল, জায়ফল, ত্ৰিফলা, কক্কোল, ৪। কাঁড়ৰ মুখ, জোং ভাগ, ৫। আৰ্ত্ত, চাকনৈয়া, ৬। নাঙলৰ ফাল, ৭। দান, ৮। কৰ্মফল, ৯। ফল, পৰিণতি, কাৰ্য্য (কাৰণৰ বিপৰীত) ১০। উদ্দেশ্য, লক্ষ্য, ১১। ব্যৱহাৰ ১২। সুত লাভাংশ ১৩। সতি-সন্ততি, ১৪। ফলক, কাঠৰ ফলি, ১৫। অণ্ডকোষ, ১৬। অঙ্কৰ ফল (যোগফল, বিয়োগ ফল ইত্যাদি), ১৭। ঋতুস্ৰাৱ, **–লঃ** *পু* কুটজ বৃক্ষ, **–কামনা** ফললাভৰ বাসনা, **–কালঃ** গছত ফল লগাৰ সময়। **–কেশৰঃ** নাৰিকল গছ। **–গ্ৰহঃ** ফল আহৰণ, **–ত্ৰয়ং** ত্ৰিফলা **–দ** ফলপ্ৰসূ, ফলৱান, উৎপাদনশীল **–নিবৃত্তিঃ** ফলবিৰতি। **–পাদপঃ** ফলৱান গছ। **–পূৰঃ** নেমুগছ। **–প্ৰদানং** বিবাহোৎসৱ। **–ভূমিঃ** সৎকৰ্মৰ ফল বা পুৰস্কাৰ লাভ বা ভোগৰ স্থান, **–ভোগঃ** ফল উপভোগ, **–যোগঃ** ১। ফলপ্ৰাপ্তি, ২। বেতন **–ৰাজা(ন্)**, **–ৰ্বৰ্তুলং** তৰমুজ, **–বৃক্ষকঃ** কঁঠাল গছ, **–শাড়ৱঃ** ডালিম গছ, **–শ্ৰুতিঃ** ১। কৰ্মফল শ্ৰৱণ, ২। কোনো কাৰ্য্যৰ শেষ পৰিণতি, **–শ্ৰেষ্ঠঃ** আমগছ, **–সম্পদ্** ফলপ্ৰাচুৰ্য্য, **–সাধনং** ফল লাভৰ উপায়, ফলাদায়, **–স্নেহঃ** আখৰোট গছ, **–হাৰী** দুৰ্গা।

**ফলকং** *ক্লী* ১। ঢাল, ২। কাঠৰ ফলি বা তক্তা, ২। এখিলা কাগজ, বা পাত। ৩। তপিনা, ৪। হাতৰ তলুৱা **–পাণি** ঢালধাৰী, ঢালী, (যোদ্ধা) **–যন্ত্ৰং** ভাস্কৰাচাৰ্য্যৰ জ্যোতিষ যন্ত্ৰ।

**ফলকী(ন্)** এবিধ মাছ।

**ফলকৃষ্ণঃ** *পু* কৰ্জা টেঙা।

**ফলতঃ** *অব্য* ফলস্বৰূপে, কাৰ্য্যমতে, প্ৰকাৰান্তৰে।

**ফলা** *স্ত্ৰী* শমীলতা। **–ঢ্যা** পুৰা কল। **–দনঃ, –শনঃ** ভাটৌ চৰাই, **–স্তঃ** (ফলেষু অস্তো যস্য) বাঁহ গছ। **–স্নঠ** টেঙা বেত গছ **–র্থী** ফলকামী **–সঙ্গঃ** ফলৰ প্ৰতি আসক্তি।

**ফলিঃ** কাঙ্কুলি মাছ।

**ফলিতা** ঋতুস্নাৰ হোৱা নাৰী।

**ফলিন** *বিণ* ফলযুক্ত, ফলৱান, *(পু)* কঠাল গছ। **–নী,** ফলী *স্ত্ৰী* ১। প্ৰিয়ঙ্গু লতা —'আম গছৰ পত্নী', ৰ ৮।৬১।

**ফলী (ন্)** *পু* ফলযুক্ত গছ।

**ফলুষঃ** *পু* এবিধ লতা।

**ফলেন্দ্ৰঃ** *পু* ডাঙৰ নেমু, জম্বুৰা, ৰবাব টেঙা।

**ফলেপুষ্পা** *স্ত্ৰী* দ্ৰোণ ফুল।

**ফলোৎপত্তিঃ** *পু* আম গছ।

**ফলোদয়ঃ** *পু* লাভ।

**ফল্গু** *বিণ* (ফল্ নিষ্পত্তৌ উঃ গুগাগমঃ) ১। অসাৰ, নিৰস, শি ৩।৭৬; ২। অপদাৰ্থ, সাধাৰণ, ৩। সূক্ষ্ম, ক্ষুদ্ৰ, ৪। দুৰ্বল, ৫। নিৰৰ্থক, দেভা ৫।১৫।৩২; **–ল্গুঃ** *স্ত্ৰী* ১। বসন্ত কাল, ২। গয়া চহৰৰ কাষেৰে বৈ যোৱা নদীখনৰ নাম। ফল্গুতীৰ্থ বুলিও কোৱা হয়। ইয়াত অস্থিবিসৰ্জন, শ্ৰাদ্ধাদি কৰ্ম কৰা হয়। ৩। ফাকু, আবীৰ। ৪। মিছা কথা। **–দা** ফল্গুনদী 'নদী চ ফল্গুদা নাম পিতৃণাং স্বৰ্গদায়িনী।' **–নঃ** ১। অৰ্জুন, ২। ফাগুন মাহ। **–নালঃ** ফাগুন মাহ। **–নী** পূৰ্ব আৰু উত্তৰ ফাল্গুনী নক্ষত্ৰ।

**ফল্গুৎসৱঃ** ফাগুন মাহৰ পূৰ্ণিমাৰ বিশেষ উৎসৱ, ফাকুৱা। দৌলযাত্ৰা।

**ফল্যং** *ক্লী* (ফল্ যৎ) ফুল।

**ফল্লকী(ন্)** কাঙ্কুলি মাছ।

**ফা** *পু* সন্তাপ, অনৰ্থক ভাষণ, বৃদ্ধি, বৰ্দ্ধক।

**ফাটকী** *স্ত্ৰী* (স্ফুট খুল) ফিটকিৰি।

**ফাণিঃ** *স্ত্ৰী* গুড়।

**ফাণিতং** *ক্লী* (ফণ্ গতৌ ণিচ্ ক্তঃ) লালী।

**ফান্ত** *বিণ* অনায়াসে কৰা (কোনো কাম)। **–ন্তং–ন্তঃ** ১। এবিধ কেঁহা বস্তু। ২। কাথ, পাচন।

**ফালং, লঃ** *ক্লী পু* (ফলায় হিতম্ ইতি ফল অণ্) ১। হাল বাওঁতে মাটিত সীৰলু কাটিবৰ কাৰণে নাঙলৰ মুখত লগোৱা লোৰ ফলক, ২। সেওঁতা, নৈ ১।১৬; **–লং** ১। কপাহী কাপোৰ, ২। হাল বোৱা মাটি, **–লঃ** ১। বলৰাম, ২। মহাদেৱ, ৩। নেমু গছ। **–লাঃ** টেঙাৰ গুটি।

**ফাল্গুনঃ** *পু* (ফলতীতি ফল্ উনন্ গুক অণ্) ১। ফাগুন মাহ, ২। অৰ্জুন, অৰ্জুন গছ।

**ফাল্গুনানুজঃ** *পু* ১। বসন্ত কাল, ২। চ'ত মাহ, ৩। অৰ্জুনৰ সৰু ভায়েক দুজন, নকুল আৰু সহদেৱ।

**ফাল্গুনিকঃ** *পু* ফাগুন মাহ।

**ফাল্গুনী** *স্ত্ৰী* পূব আৰু উত্তৰ ফাল্গুনী নক্ষত্ৰদ্বয়, **–ভৱঃ** বৃহস্পতি গ্ৰহ।

**ফিঃ** *পু* পাপ, নিষ্ফল বচন। অনৰ্থক ভাষণ।

**ফিঙ্গকঃ** *পু* এবিধ চৰাই, ফিঙ্গা পক্ষী।

**ফিৰঙ্গঃ** *পু* (ফৌ পাপে ক্ৰোধে বা ৰঙ্গোঽনুৰাগো যস্য) ১। এখন ম্লেচ্ছ দেশ। ইউৰোপ মহাদেশ, ২। এবিধ বেমাৰ। **–ঙ্গী(ন্)ঃ** ফিৰিঙি, ইংৰাজ চাহাব, **–ৰোটী** *স্ত্ৰী* ফিৰিঙিসকলে খোৱা ৰুটি, পাঁউৰুটি।

**ফিৰঙ্গিনী** *স্ত্ৰী* ইংৰাজ তিৰোতা, 'মেম'।

**ফুঃ** *পু* তুচ্ছ বাক্য, তুচ্ছ বচন।

**ফুকঃ** *পু* চৰাই।

**ফুটং** **টঃ** সাপৰ ফণা।

**ফুৎ, ফূৎ** *অব্য* অনুকাৰ শব্দ। তুচ্ছবচন। ফূঃ। গাখীৰ অতি তপত হলে লৰা-ছোৱালীয়ে 'ফুঃ' শব্দেৰে চেঁচা কৰি খায়, **–কৰঃ** অগ্নি। **–কাৰঃ** ফুঁক বা 'ফুঃ' কৰণ।

**ফুপ্‌ফুসং, সঃ** ফুচফুচ, হাওফাও। উদান ৱায়োৰাধাৰঃ ফুপ্‌ফুসঃ প্ৰোচ্যতে বুধৈঃ।

**ফুলতিঃ** *স্ত্ৰী* ফলন, ফল হোৱা বা লগা।

**ফুল্ল** ৱিকাসে (ভ্বা প অক ফুল্লতি) ফুলি উঠ, বিকসিত হ, ফুল, বিস্তাৰ হ, মুক্ত হ।

**ফুল্ল** *বিণ* (ফুল্লতীতি ফুল্ল অচ) ১। বিকসিত, বিস্তৃত, ২। ফুলি উঠা। ৩। ফুল, পুষ্প। **–দাম(ন্)** *স্ত্ৰী* এবিধ ছন্দ। **–কালঃ** ফুলাৰে জাৰোঁতে উঠা বতাহ। **–বীকঃ** পু ১। দেশ, ৰাজ্য, ২। সাপ **–লোচন** *বিণ* আয়ত লোচন, *(পু)* এবিধ হৰিণ।

**ফুল্লিঃ** *স্ত্ৰী* বিকাশ। বিস্তৃতি।

**ফেট্‌কাৰঃ** *পু* চিঞৰ।

**ফেণঃ,–নঃ** *পু* (স্ফায় নক) ১। ফেন, মনু ২।৬১, ২ মুখৰ ফেন, ৩। লালটি, **–পিণ্ডঃ** ১। বুৰবুৰণি. নিষ্ফল ভাবনা। **–ৱাহি(ন্)** ফেন চেকা কাপোৰ।

**ফেনাগ্রং** বুদবুদ, বুৰবুৰণি।
**ফেনাশনিঃ** *পু* ইন্দ্ৰ, দেভা ৬।৬।৫৫।
**ফেনিকা** *স্ত্ৰী* (ফেন ঠন টাপ) মাডভাত।
**ফেনিল** *বিণ* (ফেন ইলচ) ফেনযুক্ত। **–লং** বগৰী, **–লঃ** হাইঠা গছ। অৰিষ্টবৃক্ষ।
**ফেৰঃ,– ৰণ্ডঃ–ৰৱঃ, –ৰুঃ** *পু* শিয়াল, ভা ৮।১৬।৭।
**ফেলং, –লা, –লিকা, –লীঃ** উচ্ছিষ্ট খাদ্য। এজনে খাই এৰি থৈ যোৱা খাদ্য। এৰেহা। ■

# ব

**'ব'** বকাৰঃ ত্ৰয়োবিংশ ব্যঞ্জন বৰ্ণ আৰু প বৰ্গৰ তৃতীয় বৰ্ণ। শিৱসূত্ৰৰ দশম সূত্ৰৰ দ্বিতীয় বৰ্ণ। উচ্চাৰণ স্থান ওষ্ঠ।
**বংহিষ্ঠ** *বিণ* (অতিশয়েন বহুলঃ ইতি ইষ্ঠন) অতিশয়, বহুত, 'তম'।
**বংহীয়ান(স)** *বিণ* (বহু ঈয়সুন) বহুত, অতিশয়। (তৰ)
**বঃ** *পু* ১। বৰুণ দেৱতা, ২। কলহ।
**ব(ৱ)ক** কৌটিল্যে (ভ্বা আ অক সক বঙ্কতে) কুটিল কৰ, বেকা কৰ। 'বঙ্কতে কাষ্ঠং' কাঠডাল বেঁকা কৰিছে।
**ব(ৱ)কঃ** *পু* (বঙ্কতে ইতি বক অচ নলোপঃ) ১। ডাঙৰ বগলী, বৰটোকোলা, সাৰেং, ২। ঠগ, ভণ্ড, ৩। বক ফুলৰ গছ, ৩। কৃষ্ণৰ হাতত নিহত এটা ৰাক্ষস, মহা ১।৯৫।৭৩; ৪। ভীমে হত্যা কৰা বকাসুৰ ৰাক্ষস, ভা ১০।১১ অ; ৫। কুবেৰ। **–চিঞ্চিকা** এবিধ মাছ। **–জিৎ,–নিসূদনঃ** ভীম, শ্ৰীকৃষ্ণ। **–পঞ্চকং** কাতি মাহৰ শুক্ল একাদশীৰ পৰা পূৰ্ণিমালৈকে এই পাঁচ দিনত পালিব লগীয়া ব্ৰত। **–পুষ্পঃ** বক ফুলৰ গছ। **–চৰ, –বৃত্তিঃ, –ব্ৰতিক –ব্ৰতী(ন্)** ভণ্ড, ভণ্ড তপস্বী।
**ব(ৱ) কুলঃ** *পু* (বক উৰচ, লত্বম) বকুল (ফুলৰ) গছ। (নাৰীয়ে মুখত সুৰা লৈ এই গছত পেলালে বকুল ফুল ফুলে বুলি কবিসকলে কয়) **–লং** *ক্লী* বকুল ফুল।
**বকেৰুকা** *স্ত্ৰী* বলাকা, বগলীৰ শাৰী।
**বকেৰুকা** সৰু বগলী।
**বকোটঃ** বৰটোকোলা, সাৰেং।
**বটুঃ** *পু* সৰু ল'ৰা।
**বঠ** পৈন্যে, পৈন্যং সামৰ্থ্যং (ভ্বা প সক বঠতি) ১। সমৰ্থ হ, পৈণত হ। ২। (যুদ্ধলৈ যাবলৈ) উপযুক্ত হ।
**ব(ৱ)ডৱা** *স্ত্ৰী* (বল বা কঃ টাপ) ১। মাইকী ঘোঁৰা, ২। সূৰ্য্য পত্নী সংজ্ঞা, মাপু ৭৭।২৩; ৩। বড়ৱাগ্নি, ৪। এখন নদীৰ নাম। **–কৃতঃ** পোষ্কৰ বিধ দাসৰ এবিধ। **–গ্নিঃ, মুখঃ** বড়ৱানল। **–সুতৌ** অশ্বিনীকুমাৰ দ্বয়।
**ব(ৱ)ডিশং, লিশং** বৰশীৰ কাঁইট।
**ব(ৱ)ণঃ** *পু* (বণ অপ) শব্দ, ধ্বনি।
**ব(ৱ)ণিক(জ্)** *পু* (পণ ইজিঃ পস্য বঃ) ১। বেপাৰী, ক্ৰয়-বিক্ৰয় কৰোঁতা, শি ১২।২৬; ২। বৈশ্য জাতি, বাণিজ্য **–বন্ধু** এবিধ গছ। **–ৱহঃ** উট।
**বণিজঃ** *পু* (বণিজ অন) বণিক, বেপাৰী।
**বণিজ্যা** *স্ত্ৰী* বাণিজ্য। বেপাৰ।
**বত** *অব্য* হায়। দুখ, শোক, সহানুভূতি, আহ্বান, আনন্দ, সন্তুষ্টি, আচৰিত হোৱা ইত্যাদি বুজাবলৈ ব্যৱহাৰ কৰা হয়।
**ব(ৱ) দৰঃ** *পু* বগৰি গছ, **–ৰং** ১। বগৰি ফল, কপাহৰ গুটি। **–পাচনং** এখন স্নান তীৰ্থৰ নাম।
**বদৰিঃ** *স্ত্ৰী* বগৰি গছ। **–কা** ১। বগৰি গছ, ২। গঙ্গা নদীৰ এটা উৎস, অলকনন্দা।
**বদৰিকাশ্ৰমং,-মঃ** (বদৰিকা চিহ্নিত আশ্ৰমঃ) হিমালয় পৰ্বতৰ এটা অংশত অলকনন্দা নদীৰ পশ্চিম পাৰত অৱস্থিত শ্ৰীনাৰায়ণ আৰু বেদব্যাসৰ এখন প্ৰসিদ্ধ আশ্ৰম। এইখন তীৰ্থ স্থানত প্ৰতিদিন বিশেষকৈ শৰৎ হেমন্ত কালত অসংখ্য তীৰ্থযাত্ৰীৰ সমাগম হয়; মহা ৩।৯০।২৩।
**বদৰী** *স্ত্ৰী* ১। বগৰি গছ, ২। বাদ্দৰ কচু **–তপোৱনং** বদৰীৰ গুহা, তপঃস্থলী **–শৈলঃ** বদৰীপৰ্বত, বদৰিকাশ্ৰম।
**বদ্ধ** *বিণ* (বধ্যতে স্মেতি বন্ধ কৰ্মণি ক্তঃ) বন্ধনযুক্ত, বান্ধি থোৱা, বন্ধা, সংযত, মনু ৯।৩০৮; **–কোপঃ –ৰোষঃ** ক্ৰোধ সংযম, **–চিত্ত** একাগ্ৰচিত্ত **–দৃষ্টি, নেত্ৰ, –লোচন** এটাৰ ওপৰত স্থাপিত দৃষ্টি, **–ধাৰ** প্ৰবাহ, সোঁত বৈ থকা, **–নেপথ্য** নটৰ সাজ পিন্ধি

উঠা। **–পৰিকৰ** কঁকালত টঙালি বান্ধি ওলোৱা, **–মুষ্টি** ১। হাতৰ (আঙুলি) বান্ধি কৰা দৃঢ় মুঠি, ২। কৃপণ, পৃভীয়া **–মূলং** দৃঢ়মূল। তললৈ শিপোৱা, **–মৌন** মৌন, দৃঢ়ভাবে মৌন হৈ থকা (ব্যক্তি), **–ৱাক্** মুখ বন্ধ। একো নোকোৱা, **–ৱেপথু** কঁপি থকা, **–শিখ** ১। (যাৰ) চুলিবিলাক মূৰৰ ওপৰলৈ নি একেলগে বন্ধা, ২। চূড়াকৰণ নকৰা শিশু বা কিশোৰ।

**বধিৰ** *বিণ* (বন্ধ কিৰচ) কলা, শ্ৰুতিশক্তিহীন, মনু ৭।১৪৯: **–ৰিমা (ন)** বধিৰতা।

**বধূঃ ৱধূঃ** *স্ত্ৰী* (বধ্নাতি প্ৰেম্না যা বন্ধ উঃ নলোপঃ) ১। বোৱাৰী, ২। নাৰী, ৩। নৱ-বিবাহিতা, ৪। পত্নী **–জনঃ** নাৰী, শি ৩।৫২, **–টশয়নং** গবাক্ষ, **–টিঃ, টী, টীঃ** পুত্ৰৰ ভাৰ্য্যা, পুত্ৰবধূ।

**বধ্ৰীঃ** ছালৰ ৰচি।

**বন** যাচনে (তনা আ দ্বিক বনুতে) ভিক্ষা কৰ, খোজ।

**বন্দিঃ, ন্দী** *স্ত্ৰী* ১। কাৰাৰুদ্ধ ব্যক্তি। বন্ধনত থকা লোক, কু ২।৯১।

**বন্ধ** বন্ধে (ক) (চুৰা প সক বন্ধয়তি), (খ) (ক্ৰ্যাদি প সক বধ্নাতি) ১। বান্ধ, বান্ধি ৰাখ, ২। দখল কৰ, বন্দী কৰ, ৩। শৃঙ্খলিত কৰ, ৪। মন বা দৃষ্টি ক'ৰবাত পেলা, ৫। নিৰ্মাণ কৰ, ৬। সংযুক্ত কৰ, একেলগ কৰ, ৭। গঠন কৰ, উৎপন্ন কৰ, **অনু–** ১। অনুসৰণ কৰ, ২। বান্ধ, ৩। মনোযোগ দি, ৪। জোৰ কৰ, হেঁচা প্ৰয়োগ কৰ, **আ–** ১। বান্ধ, মনু ১১।২০; ২। গঠন কৰ, ৩। দৃঢ় কৰ (যেনে– মন, চকু), **উদ্–** ওপৰত বান্ধ, ওলোমাই ৰাখ, **নি–** ১। বান্ধ, শৃঙ্খলিত কৰ, মনু ৬।৭৪; ২। দৃঢ় কৰ, ৩। নিৰ্মাণ কৰ, ৪। ৰচনা লিখ (নিবন্ধ), **পৰি–** চাৰিওফালে ঘেৰি বান্ধ বন্দী কৰ, বন্ধ কৰ, বাধা দি **প্ৰতি–** বাধা দি (প্ৰতিবন্ধক)। বন্ধ কৰ, **সং–** বান্ধ সংযুক্ত কৰ, নিৰ্মাণ কৰ।

**বন্ধঃ** *পু* (বন্ধ ঘঞ) ১। বান্ধন, বান্ধোন, ২। চুলিৰ বান্ধ, ৩। শিকলি, ৪। ধৃতকৰণ, গ্ৰেফতাৰ। দখল, লুণ্ঠন, ৫। সংযোগ, সঙ্গম, সংযোজন। ৬। প্ৰদৰ্শন, ৭। চুক্তি, বন্দবস্তী, ৮। দাসত্ব, গোলামী, ৯। ফল, পৰিণতি, ১০। স্থিতি, ১১। বিশেষ ধৰণৰ যৌন সঙ্গম। ৰতিশাস্ত্ৰত এনেধৰণ ১৬ প্ৰকাৰ সঙ্গমৰ উল্লেখ পোৱা যায়। ১২। সীমা, ঠাঁচ, গঠন। (সমাসৰ শেষত) শ্লোকৰ এবিধ বিশেষ ধৰণৰ শৃঙ্খলা যেনে– খড়গবন্ধঃ, পদ্মবন্ধঃ। ১৩। শিৰ, ৰগ, স্নায়ু, ১৪। শৰীৰ, দেহ, ১৫। জমা, বন্ধক, জামিন **–কৰণং** বন্দীকৰণ, **–তন্ত্ৰং** হাতী, ঘোঁৰা, ৰথ পদাতি যুক্ত পৰিপূৰ্ণ সৈন্য বাহিনী **–পাৰুষ্যং** চোৰেকৈ কৰা শব্দ গাঁথনি। **–স্তম্ভঃ** পশুবন্ধা খুটা।

**বন্ধকং** *ক্লী* (বন্ধ ণ্বুল) ১। ধাৰ লোৱাৰ কাৰণে ঋণদাতাৰ ওচৰত ৰখা বস্তু, জামিন ২। বন্ধন, **–কঃ** *পু* (বন্ধ স্বাৰ্থে কন) ১। বিনিময়, ২। আধি ৩। বন্ধনকৰ্তা, ৪। ৰচি, শিকলি, পেটী, ৫। নদী বা পুখুৰীৰ বান্ধ, মথাউৰি, ৬। প্ৰতিশ্ৰুতি, ৭ শৰীৰৰ বিশেষ ভঙ্গী। ৮। নগৰ, চহৰ, **–কী** ১। বেশ্যা, ব্যভিচাৰিণী, ২। মাইকী হাতী।

**বন্ধনং** *ক্লী* (বন্ধ ল্যুট) ১। বন্ধনকাৰ্য্য বান্ধোন, সংযমন ২। কাৰাগাৰ, ভা ৩।২।২৫, ৩। শৃঙ্খলিতকৰণ বন্দীকৰণ, কাৰাৰুদ্ধকৰণ, ৪। গঠন, সংগঠন নিৰ্মাণ, ৫। সংযোজন, ৬। আঘাত, ৭। স্নায়ু, মাংসপেশী, **–গ্ৰন্থিঃ** গাঁথি, ফাচ। পশুবন্ধা ৰচি। **–পালকঃ** কাৰাগাৰ-ৰক্ষী। 'জেইলাৰ' **–ৱেশ্মঃ** কাৰাগাৰ।

**বন্ধিত** বদ্ধ, বান্ধোনত থকা।

**বন্ধিত্ৰং** *ক্লী* জন্তুৰ ছালৰ বিচনী **–ত্ৰঃ** *পু* ১ কামদেৱ, ২। দাগ, চিহ্ন, শৰীৰত জন্মৰ পৰা থকা 'তিল' 'মাহ' আদি চিন।

**বন্ধুঃ** *পু* (বন্ধ বন্ধনে উঃ) যিযে মৰমেৰে এজনৰ মনক বান্ধি ৰাখে। ১। বন্ধু, মিত্ৰ, ২। যি কোনো সহযোগী ব্যক্তি, ৩। জ্ঞাতি, কুটুম্ব, সম্বন্ধীয় লোক। এনে তিনি ধৰণৰ হব পাৰে। আত্মীয়, পৈত্ৰিক, আৰু মাতৃক ৪। পতি, স্বামী, ৫। পিতা-মাতা, ভাতৃ, ৬ বন্ধুজীৱ বৃক্ষ। **–কৃত্যং** আত্মীয়ৰ দ্বাৰা কৃত্য। **–জনঃ** সকলোবিলাক জ্ঞাতি-কুটুম্ব। **–জীৱঃ** এবিধ গছ। **–দত্তং** বিয়াৰ সময়ত পিতা-মাতা আদি কুটুম্বসকলে কন্যাক দিয়া সম্পত্তি বা উপহাৰ। **–ভাৱঃ** বন্ধুত্ব। **–ৱৰ্গঃ** জ্ঞাতি-কুটুম্ব।

**বন্ধুকঃ** *পু* ১। বন্ধুজীৱ বৃক্ষ। ২। জাৰজ সন্তান **–কা, কী** বেশ্যা, ব্যভিচাৰিণী তিৰোতা।

**বন্ধুতা** *স্ত্ৰী* বন্ধুৰ সমষ্টি, বন্ধুত্ব।

**বন্ধুদা** *স্ত্ৰী* ব্যভিচাৰিণী স্ত্ৰী।

**বন্ধুৰ** *বিণ* (বন্ধ উৰঃ) ১। ৰম্য, ধুনীয়া, ২। অসম, ৰ, ১৩ ৪৭, ওখ চাপৰ, ৩। বেকা, ৪। হালি পৰা, ৫। কলা, ৬। অপকাৰী, হানিকাৰক। **–ৰং** মুকুট, মহা ৩।৩২।৩১, **–ৰঃ** *পু* ১। মতা ৰাজহাঁহ, ২ বগলী, ৩। খলিহৈ, ৪। যৌনাঙ্গ, **–ৰা** ব্যভিচাৰিণী *স্ত্ৰী* **–ৰাঃ** চাউল ভজা, সান্দহ গুড়ি।

**বন্ধুল** *বিণ* (বন্ধু লা ক) ১। সুন্দৰ, ধুনীয়া, ২। নম্ৰ, বেকা, **–লঃ** ১। জাৰজ সন্তান, বৰ্ণসঙ্কৰ, ২ বেশ্যালয়ৰ পৰিচাৰক।

**বন্ধকঃ** *পু* (বন্ধ উকঃ) ১। বন্ধুক বৃক্ষ, ২। বাদুলি।

**বন্ধৰ** *বিণ* ১। ৰম্য (স্থান), সুন্দৰ, ২। নম্ৰ, ৩। ওখ চাপৰ **–ৰং** বিবৰ, ফাঁট, বিন্ধা, ছিদ্ৰ

**বন্ধুলিঃ** বন্ধুজীব বৃক্ষ।

**বন্ধ্যা** *বিণ* (বন্ধ যক) ১। উপযুক্ত সময় (ঋতু) হৈলেও ফুল-ফল নলগা গছ-লতা, ২। বন্ধনযোগ্য, ৩ সংযোজন কৰিব লগীয়া, ৪। কাৰাৰুদ্ধ, ৫। নিষ্ফল, ফলহীন, ৬। ঋতুস্ৰাৱ নোহোৱা। ৭। বন্দনীয়। **–ন্ধ্যঃ** *পু* সেতু, বান্ধ। মথাউৰি। **–ফল** ... দাৰ্থ।

**বন্ধ্যা** *স্ত্ৰী* ১। অপ্ৰজনাৰী, বাঁজী, ভা ৬।১৭ ২২, বাঁজী গাই। ২ বালা নামৰ আতৰ। ৩ বৃষলী, বাৰ বছৰীয়া শাস্তি হোৱা কন্যা, **–পুত্ৰঃ,–তনয়ঃ,–সুতঃ** বাঁজীৰ সন্তান (যিটো সদায় অসম্ভৱ)।

**বন্ধ্ৰং** বাঙ্খোন ৰচি।

**বভ্ৰবী** *বিণ* (বভ্ৰোঃ শিৰসা পত্নীঃ অণ ঙীপ্) দুৰ্গা।

**বভ্ৰিঃ** *পু* বভ্ৰু

**বভ্ৰু** *বিণ* (বিভৰ্ত্তীতি ভৃ কুঃ) ১। কপিল, পিঙ্গল অৰ্থাৎ তাম বৰণীয়া, (আধুনিক ভাষাত) কফি বা চকলেট ৰঙৰ, ২। তপা, চুলিহীন (মূৰ) **–ভ্ৰুঃ** ১। অগ্নি, ২। নেউল, ৩। তাম্ৰ ৰঙ, ৪। তাম বৰণীয়া চুলিৰ মানুহ। ৫। শিৱ, ৬। বিষ্ণু, ৭। লোমপাদৰ পুত্ৰৰ নাম, ভা ৯।২৪।১; ৮। যযাতিৰ নাতি। ৯। বিশ্বামিত্ৰৰ এজন পুত্ৰৰ নাম। ১০। এজন যাদৱৰ নাম। বিশ্বগৰ্ভৰ পুত্ৰ, হৰ ৯৪।৪৮; **–ধাতুঃ** ১। সোণ, ২। গৈৰিক, ৰঙা চক, এবিধ গেৰুৱা মাটি। **–বাহনঃ** *পু* মণিপুৰৰ ৰজা, অৰ্জুন আৰু চিত্ৰাঙ্গদাৰ পুত্ৰ। যুধিষ্ঠিৰে পতা অশ্বমেধ যজ্ঞৰ ঘোঁৰা অৰ্জুনৰ অধীনত দেশ-দেশান্তৰ ভ্ৰমণ কৰি এটা সময়ত মণিপুৰ ৰাজ্যত সোমাল সেই সময়ত বভ্ৰুবাহন ৰজা আছিল। ৰাজসৈন্যই ঘোঁৰাক বান্ধি ৰজাৰ ওচৰলৈ লৈ গ'ল। ৰজা বভ্ৰুবাহনে নিজৰ পিতাক অৰ্জুন অহা বুলি জানি আদৰ-শ্ৰদ্ধা জনাই ঘোঁৰাটোৰে সৈতে নিজৰ ৰাজ-ঐশ্বৰ্য্য সকলো অৰ্জুনক দি দিলে। অৰ্জুনে তেতিয়া বভ্ৰুবাহনক 'কাপুৰুষ, দুৰ্বল। তোৰ দৰে ভীৰু এজন মোৰ পুত্ৰ হ'বই নোৱাৰে, বুলি বভ্ৰুবাহনৰ মূৰত আঘাত কৰে। বভ্ৰুবাহনে তেতিয়া তীক্ষ্ণ বাণ নিক্ষেপ কৰি অৰ্জুনৰ শিৰশ্ছেদ কৰে। উলুপীৰ সহায়ত অৰ্জুনে পুনৰ জীৱন লাভ কৰে, আৰু বভ্ৰুবাহনক পুত্ৰ বুলি স্বীকাৰ কৰে।

**বম্ব** গতৌ (ভ্বা প সক বম্বতি) যা, গমন কৰ, আগুৱাই যা।

**বম্ভৰঃ** মৌমাখি।

**বম্ভৰালী** মাখি।

**বৰটঃ** এবিধ শস্য।

**বৰ্ব্ব** গতৌ (ভ্বা প সক বৰ্ব্বতি) যা, গমন কৰ, অগ্ৰসৰ হ।

**বৰ্বটিঃ** *পু* (বৰ্ব্ব অটন) ৰাজমাহ, (আজিকালি ৰাজমা বুলিও কয়) **–টী** *স্ত্ৰী* ১। এবিধ শস্য, ২। বেশ্যা।

**বৰ্বণা** এবিধ নীলা বৰণীয়া মাখি।

**বৰ্বৰঃ** *পু* ১। অনাৰ্য্য, বৰ্বৰ, ম্লেচ্ছ। ২। মূৰ্খ।

**বৰ্বুৰঃ** এবিধ গছৰ নাম।

**বৰ্হ** স্তুতৌ, হিংসায়াম, দানে, ৰুচি (ভ্বা আ সক বৰ্হতে) ১। আবৃত কৰ, ২। দান কৰ, দি, ৩। আঘাত কৰ, বধ কৰ, ৪। বহল কৰ, বিস্তাৰ কৰ, ৫। কথা ক, বোল।

**বৰ্হং–ৰ্হঃ** ১ ম'ৰা চৰাইৰ ফেঁচা, পাখি, ২। চৰাইৰ পাখি, মে ৪৪, ৩। পাত, ৪। পৰিচাৰকবৰ্গ, ভৃত্যবৃন্দ, ৫। পাত।

**বৰ্হণং** *ক্লী* গছৰ পাত।

**বৰ্হিঃ** *পু* অগ্নি, *ক্লী* কুশ তৃণ।

**বৰ্হি(স)** *পু* *ক্লী* ১। কুশ ঘাঁহ, ২। কুশাসন, কুশৰ বিছনা। (পু) অগ্নি, পোহৰ, উজ্জ্বলতা **–মুখঃ** ১। অগ্নি, ২। দেৱতা। অগ্নিৰূপ মুখেৰে দেৱতাবিলাকে হবিঃ ভক্ষণ কৰে। **–সদ** কুশাসনৰ ওপৰত বহি থকা। *(পু)* পিতৃপুৰুষসকল।

**বল** (বল) ক) জীৱনে (চুৰা প অক বলয়তি) ১। উশাহ-নিশাহ ল, জী থাক, পালন কৰ, পোষণ কৰ। খ)

ধান্যাৱৰোধে (ভ্বা প, সক অক বলতি) ১। জী থাক, ২। শস্যাদি লুকাই ৰাখ, জমা কৰি ৰাখ, বন্ধ কৰি থ, ৩। উন্নতি, ধন সম্পত্তি বন্ধ কৰি ৰাখ। গ) দানে বধে নিৰূপণে (ভ্বা আ সক বলতি-তে) ১। দান কৰ, ২। নিৰূপণ কৰ, উল্লেখ কৰ, ৩। আঘাত কৰ, বধ কৰ।

**বলং** *ক্লী* (বল পচাদ্যচ) ১। সৈন্য বল। গী ১।১০, ২। সামৰ্থ্য, শক্তি, শৌৰ্য্য। ৩। শৰীৰ, দেহ, বপু, ৰূপ, আকাৰ, সৌন্দৰ্য্য, ৪। বীৰ্য্য, শুক্ৰ, ৫। তেজ, ৰক্ত, ৬। পোখা, পুলি, **বলাৎ** *অব্য* জোৰে, সজোৰে, বলেৰে **–লঃ** *পু* ১। কাউৰী, ২। বলৰাম, ৩। বায়ুৰে পঠিওৱা কাৰ্ত্তিকেয়ৰ অনুচৰ, ৪। বৰুণ গছ, ৫। ভেঁড়া, ৬। ইন্দ্ৰই বধ কৰা এটা অসুৰৰ নাম, **–ক্ষোভঃ** সৈন্যৰ বিদ্ৰোহ, **–চক্ৰং** ১। সাৰ্বভৌমতা, ২। সৈন্য বাহিনী, **–জং** ১। নগৰদ্বাৰ, ২। পথাৰ, ৩। শস্য, ৪। যুদ্ধ, ৫। মজ্জা, **–জা** ১। পৃথিৱী, ২। সুন্দৰী স্ত্ৰী, ৩। মালতী ফুল, **–দঃ** বলদ, ষাঁড় **–দৰ্প** বলৰ অহঙ্কাৰ, **–দেৱঃ** ১। বায়ু, ২। বলৰাম, শ্ৰীকৃষ্ণৰ অগ্ৰজ **–দ্বিষ, নিষূদনঃ, ভিদ** ইন্দ্ৰ। **–পতিঃ** সেনাপতি, ইন্দ্ৰ, **–ভদ্ৰঃ,–ৰামঃ** শ্ৰীবলৰাম। শ্ৰীকৃষ্ণৰ অগ্ৰজ। দৈৱকী-বসুদেৱৰ সপ্তম পুত্ৰ যদিও গৰ্ভাৱস্থাতে ৰোহিণীত স্থাপন, যাতে কংসৰ হাতৰ পৰা ৰক্ষা পৰে। বলৰামৰ পত্নীৰ নাম ৰেৱতী। বলৰামক বিষ্ণুৰ সপ্তম অৱতাৰ আৰু শেষ নাগৰো অৱতাৰ বুলি ম [illegible]। বলৰাম সৰুৰে পৰা অতি শক্তিশালী আছিল [illegible] গোকুলত শ্ৰীকৃষ্ণৰ লগত নন্দ-যশোদাৰ পুত্ৰৰূপে থকাৰ সময়ত শ্ৰীকৃষ্ণৰ দৰে কিছুমান অদ্ভুত ধৰণৰ কাম কৰিছিল। সুৰাপায়ী বলৰামে গা ধুবৰ কাৰণে যমুনাকে নিজৰ ওচৰলৈ আহিবলৈ কয়। যমুনা নহাত হাতৰ নাঙলেৰে আঁকুহি যমুনাক আনিব ধৰাত যমুনাই নাৰীৰূপ ধৰি তেওঁৰ ওচৰত ক্ষমা ভিক্ষা কৰে। আকৌ এবাৰ তেওঁ হস্তিনাপুৰ নগৰখনকে আঁকুহি আনে। শিশু অৱস্থাতেই বলৰামে ধেনুক আৰু প্ৰলম্ব নামৰ দুটা ভয়ানক দৈত্যক হত্যা কৰে। শ্ৰীকৃষ্ণই যেনেকৈ পাণ্ডৱসকলক ভাল পাইছিল বলৰামে তেনেকৈ কৌৰৱসকলক ভাল পাইছিল। তেওঁ আনকি নিজৰ ভনীয়েকক অৰ্জুনৰ পৰিৱৰ্তে দুৰ্যোধনকহে দিবলৈ মন মেলিছিল। **–ৱিন্যাসঃ** সৈন্য সজ্জা, **–ব্যসনং** যুদ্ধত সৈন্যৰ পৰাজয়, **–স্থিতিঃ** সৈন্যৰ শিবিৰ।

**বলক্ষ** *বিণ* বগা, শুভ্ৰ।

**বললঃ** *পু* ইন্দ্ৰ।

**বলহা(ন্)** *পু* ১। শ্লেষ্মা, কফ, ২। ইন্দ্ৰ।

**বলা** *স্ত্ৰী* ১। এবিধ সৰু গছ, বড়িয়াল, সোণ বড়িয়াল গছ। ২। এবিধ বিদ্যা। ব্ৰহ্মৰ কন্যা। বিশ্বামিত্ৰই এই বিদ্যা ৰামক দিছিল। এই বিদ্যাৰ প্ৰভাৱত ভোক পিয়াহ নালাগে, ভোক-পিয়াহৰ কষ্ট নাপায় নোখোৱা-নোবোৱাকৈ বহুদিন থাকিব পাৰি, ৰা ১।২২।১১।

**বলাকঃ** *পু* ১। বগলীৰ শাৰী, বগলী জাতি। ২। পুৰুৰ পুত্ৰ, ৩। এটা ৰাক্ষসৰ নাম, মাপু ৬৯।৬৪।

**বলাকা** *স্ত্ৰী* ১। বগলী, বগলী জাতি, মনু ৫।১৪ ২। কামুকী, ৰক্ষিতা।

**বলাকিকাঃ** এবিধ সৰু বগলী।

**বলাকী(ন্)** বগলীৰ সমষ্টি।

**বলাঙ্খিতা** *স্ত্ৰী* শ্ৰীবলৰামৰ বীণা।

**বলাটঃ** *পু* (বলেন অটাতে প্ৰাপাতে অট ঘঞ) মগুমাহ

**বলাৎকাৰঃ** *পু* ধৰ্ষণ, বলাৎকাৰ। বলেৰে যৌনসঙ্গম কৰা কাৰ্য্য, ৰ ১০।৪৭।

**বলানুজঃ** *পু* বলৰামৰ ভায়েক, শ্ৰীকৃষ্ণ।

**বলান্বিত** *বিণ* প্ৰভূত বলশালী।

**বলাবলং** ১। শক্তি আৰু শক্তিহীনতা, ২। গুৰুত্বাগুৰুত্ব

**বলাভ্ৰঃ** মেঘ সদৃশ সৈন্যবাহিনী।

**বলাশঃ,–লোশঃ** [illegible] কফ, শ্লেষ্মা।

**বলাহঃ** *পু* পানী। **–হকঃ** ১। মেঘ ২। বগলী, ৩। পৰ্বত ৪। প্ৰলয়ৰ বায়ু।

**বলোঘঃ** *পু* বহুবিলাক সৈন্য বাহিনী।

**বলিঃ** *পু* (বল্যাতে দীয়তে ইতি বল দানে উণাদি ইতীন্ ১। কৰ, ৰাজহ, ৰাজাংশ, মনু ৭।৮০; ২ উপহাৰ, পূজাৰ সামগ্ৰী, ৩। চোৰৰৰ দণ্ড ৪ পঞ্চযজ্ঞৰ ভূত যজ্ঞ, চৰাই-চিৰিকটিক দিয়া শস্যাদি ৫। বলি নামৰ দৈত্য। শ্ৰীকৃষ্ণই বামন ৰূপ ধৰি বলিৰ দম্ভ চূৰ্ণ কৰে। প্ৰহ্লাদৰ পৌত্ৰ, বিৰোচনৰ পুত্ৰ বলিৰ অত্যাচাৰত দেৱতাসকল ভীত-সন্ত্ৰস্ত হৈ বিষ্ণুৰ ওচৰ চপাত বিষ্ণুৱে কাশ্যপ আৰু অদিতিৰ ঘৰত বামন ৰূপে অৱতৰণ কৰে। বামনে এজন দুখীয়া ব্ৰাহ্মণৰ ৰূপত বলিৰ ওচৰলৈ গৈ তিনি পদ ভূমি ভিক্ষা কৰে। পৰম দানশীল ৰূপে খ্যাতিমান বলিয়ে সেই সামান্য দান

দিবলৈ মাস্তি হ'ল। বামনে তেতিয়া বৃহদাকাৰ ধাৰণ কৰিলে আৰু প্ৰথম খোজেৰে সসাগৰা পৃথিৱী, দ্বিতীয় খোজেৰে স্বৰ্গ আৰু তৃতীয় খোজ ক'তো দিব নোৱাৰি বলিৰ মূৰত দিয়াত বলি পৃথিৱী ভেদ কৰি পাতাল পালেগৈ, আৰু এনেকৈ দেৱতাসকল দৈত্যৰ অত্যাচাৰৰ পৰা আকৌ এবাৰ মুক্তি পালে। ৬। যযাতি বংশজ সুতপ নামৰ ৰজাৰ পুত্ৰৰ নাম। ৭। দেৱতাৰ উদ্দেশ্যে হনন কৰা ছাগলী, ম'হ আদি জন্তু। বলি দিয়া খড়গ (দা)-খন দীঘলে ৩২ আঙুলি পথালিয়ে ছয় আঙুলি আৰু মুঠিটো (নাল) ১২ আঙুলি হ'ব লাগে। যিকোনো বলি একেঘাপতে ছিগিব লাগে বুলি শাস্ত্ৰৰ বচন। 'হন্যাদেক প্ৰহাৰেণ স্বয়ং ৱা চান্যতোঽপি ৱা'। 'এক খড়গপ্ৰহাৰেণ পশুৰ্যত্ৰ ন হন্যতে, বলিমন্যং সমাদায় ভগৱত্যৈ নিৱেদয়েৎ।' এফালে যেনেকৈ পশুবলিৰ ব্যৱস্থা দিয়া হৈছে তেনেকৈ আন ফালে জীৱহত্যাৰ নিন্দাও কৰা হৈছে। পাৰ্বতীৰ উক্তিঃ দেৱযজ্ঞে পিতৃশ্ৰাদ্ধে তথা মাঙ্গল্যকৰ্মণি। তস্যৈৱ নৰকে ৱাসো যঃ কুৰ্য্যাজজীৱঘাতনম।। মদব্যাজেন পশূন হত্বা যো ভক্ষেৎ সহ বন্ধুভিঃ। তদগাত্ৰলোম সংখ্যাব্দৈৰসিপত্ৰৱনে ৱসেৎ।। **—লিঃ** *স্ত্ৰী* দেহৰ ছালৰ ভাঁজ, শোটোৰা-শোটোৰ ছাল। **—দানং** দেৱতাৰ উদ্দেশ্যে নৈৱেদ্য দান, **—ধ্বংসী(ন্)** বামনৰূপী বিষ্ণু **—নন্দনঃ পুত্ৰঃ—সুতঃ** বাণৰজা। **—ভোজনঃ** কাউৰী **—বন্ধনঃ** বিষ্ণু, **—ভুক্** কাউৰী, শালিকা চৰাই, **—মন্দিৰং,—ৱেশ্মন্** পাতাল, বলিৰ ৰাজ্য, **—ব্যাকুল** পূজাত ৰত হৈ থকা।

**বলী(ন)** *বিণ* ১। বলশালী, বলৱান, মনু ৭।১৪; *(পু)* ১। ম'হ, ২। গাহৰি, ৩। শ্লেষ্মা, কফ, ৪। উট, ৫। বলদ, ৬। সেনানী, ৭। এবিধ মালতী ফুল।

**বলিন্দমঃ** *পু* বিষ্ণু।

**বলিমান(ৎ)** পূজাৰ নৈবেদ্য, বলি আদি সকলো সাজু কৰি ৰখা লোক।

**বলি(লী)ৱৰ্দ্দঃ** *পু* বলদ, ষাঁড়। (তীৰ্থযাত্ৰাত বলদৰ ওপৰত উঠা নিষেধ)

**বল্য** *বিণ* শক্তিশালী, বলৱান **—ল্যং** পুৰুষৰ বীৰ্য্য, শুক্ৰ **—ল্যঃ** বৌদ্ধভিক্ষু, **—ল্যা** অশ্বগন্ধা।

**বল্লৱঃ** *পু* ১। গৰখীয়া, ২। ৰান্ধনি, ৩। মহাভাৰতৰ বিৰাট পৰ্বত বিৰাটৰাজৰ ঘৰত ৰান্ধনিৰূপে থাকোঁতে ভীমৰ নাম।

**ৱল্বজঃ, জাঃ** এবিধ খহটা ঘাঁহ।

**বল্হিকাঃ** এখন দেশৰ নাম।

**বষ্কয়** *বিণ* পূৰ্ণবয়স্ক। **—য়ণী-নী** ১। পূৰ্ণবয়স্ক পোৱালি থকা গাই। ২। বহুতো পোৱালি দিয়া গাই।

**বস্তঃ** ছাগলী।

**বহল** *বিণ* ১। অত্যধিক, বহুত, প্ৰচুৰ, বলী, শি ৯।৮ ২। ডাঠ, ঘন, ৩। হালি পৰা ৪। কঠিন, দৃঢ় **—লঃ** কুঁহিয়াৰ **—লা** ডাঙৰ এলাচি

**বহিঃ** *অব্য* ১। বাহিৰত, বাহিৰফালে, ২। বাহ্যিকভাৱে। **বহিষ্কৃ** ১। বাহিৰ কৰ, দূৰীভূত কৰ, ২। বাহিৰত ৰাখ, মনু ৮।৩৮০, ৩। সমাজচ্যুত কৰ।

**বহিৰুপাধিঃ** বাহ্যিক কাৰণ, বা অৱস্থা।

**বহিশ্চৰ** *বিণ* বাহ্যিক, বাহিৰৰ।

**বহু** *বিণ* (বংহতে ইতি কুঃ নলোপঃ) বহুত, অনেক, বিপুল, প্ৰভূত, প্ৰচুৰ, ভূৰি, মনু ৭।৮৬ ;*স্ত্ৰী* বহ্বী, তৰ ভূয়স্, তমঃ ভূৰিষ্ঠ। *অব্য* খুবকৈ, বেছিকৈ, প্ৰচুৰকৈ, প্ৰায় **—কৰঃ** উট। **—কালং** *অব্য* বহু দিন ধৰি **—কালীন** পুৰণি, প্ৰাচীন **—কূৰ্চঃ** নাৰিকল গছ। **—গন্ধা** যাতিকা লতা, **—গুণ** অতিগুণী, বহুগুণ (তাঁৰ) থকা। **—তৃণং** তৃণতুল্য, তুচ্ছ। **—ত্বচ্** ভূৰ্জ গছ। **—দক্ষিণ** দানী, উদাৰ **—দুগ্ধা** প্ৰচুৰ গাখীৰ দিয়া গাই **—দ্ৰুঃ** ঘোঁহ। **—দৃশ্বন্** অভিজ্ঞ **—দোষ** বহুদোষযুক্ত **—ধাৰং** ইন্দ্ৰৰ বজ্ৰ **—ধেনুকং** বহু গাখীৰতী গাইৰ সমষ্টি, **—পুষ্পঃ** ১ পোৱাল গছ, ২। নিম গছ **—প্ৰজ** বহু সন্তান থকা। (জঃ) গাহৰি। **—প্ৰসূঃ** বহুতো সন্তানৰ মাতৃ **—ভাষী(ন্)** কথকি **—মঞ্জৰী** তুলসী গছ **—মত** অতি শ্ৰদ্ধেয়। **—মতিঃ** অতি মূল্যবান **—মলং** সীহ ধাতু **—মানঃ** সম্মানীয়। **—মাৰ্গগা** গঙ্গা **—মূৰ্ধা** *পু* বিষ্ণু **—বেতাঃ** (স্) ব্ৰহ্মা **—ৰূপ** *বিণ* বহুৰূপ বা আকাৰযুক্ত, বিচিত্ৰ। (পঃ) জেঠী, নাইপিয়া, 'কেমেলিয়ন' **—ৰোমা** (ন্) ভেড়া **—ৱচনং** বহুবচন **—ৱাৰ্ষিক** বহুকলীয়া, বহু বছৰীয়া। **—ব্ৰীহি** *বিণ* ১। বহু শস্যশালী, শস্য থকা 'তেনাহং স্যাম বহুব্ৰীহিঃ', ২। বহুব্ৰীহি সমাস। এই সমাসত সমস্ত পদে যি বুজায় তাৰ লগত ব্যাস বাক্যৰ পদসমূহৰ অৰ্থৰ লগত সম্পৰ্ক নাথাকে। 'অনেকমন্যপদাৰ্থে'। পূৰ্বপদ প্ৰধানঃ বহুব্ৰীহি। যেনে— নীলাম্বৰ বুলিলে নীলা কাপোৰ পিন্ধি থকা মানুহজনক বুজায়। তেনেকৈ পীতাম্বৰঃ (কৃষ্ণ), ত্ৰিনেত্ৰঃ (শিৱ)।

**–শত্ৰুঃ** পাৰ চৰাই, মইনা চৰাই, **–সাৰঃ** খয়েৰ গছ। **–সূতিঃ** বহু সন্তানৰ মাতৃ, **–স্বনঃ** ফেঁছা।

**বহুক** *বিণ* বহু দামত কিনা, **–কঃ** ১। কেঁকোৰা, ২। আকন গছ, ৩। ডাউক পক্ষী।

**বহুতা, ত্বং** প্ৰাচুৰ্য্য, সংখ্যাহীনতা।

**বহুতিথ** *বিণ* বহুত, দীঘল, বেছি, কি ১২।২।

**বহুধা** *অব্য* ১। বহু প্ৰকাৰে, ২। বিভিন্ন ধৰণে, ৩। বাৰে বাৰে, ৪। সঘনে।

**বহুল** *বিণ* (বহু লা কঃ) ১। প্ৰচুৰ, বহুত, মনু ৪।৬০। ২। ক'লা বৰণীয়া, ৩। ডাঠ, ঘন, দৃঢ়, ৪। বহল, ৫। অসংখ্য, ৬। পূৰ্ণ, ৭। কালপুৰুষত জন্ম হোৱা **–লং** আকাশ, এবিধ জলকীয়া বা জালুক। **–লঃ** *পু* ১। অগ্নি, ২। কৃষ্ণপক্ষ, কু ৪।১৩; ৩। মহাদেৱ **–গন্ধা ইলাচি**। **–লা** ১। ইলাচি, ২। গাই গৰু, ৩। এখন নদীৰ নাম। মাপু ৫৭।৩৯; **–লাঃ** নিত্যবহুবঃ কৃত্তিকানক্ষত্ৰ। **বহুলী কৃ** প্ৰচাৰ কৰ, জনাজাত কৰ, বৃদ্ধি কৰ, দৃঢ় কৰ। তৰ বংহীয়স্; তম বংহিষ্ঠ।

**বহুলিকা** সপ্তৰ্ষি মণ্ডল।

**বহুশঃ(স্)** *অব্য* বাৰে বাৰে, প্ৰচুৰভাৱে, সঘনে, সাধাৰণভাৱে।

**বহ্বাশী(ন্)** *বিণ* (বহু অশ্ ণিনি) বহুভোজী, ভোজনানন্দ, ভোজ খাই ফুৰা মানুহ। বহু আশাধাৰী *(পু)* ধৃতৰাষ্ট্ৰৰ এটা পুত্ৰৰ নাম, মহা ১।১১৭।১৯।

**বহ্বৃচ্** *স্ত্ৰী* ঋগ্বেদ। *(পু)* ঋগবেদী ব্ৰাহ্মণ। **–চী** ঋগ্বেদজ্ঞ ব্ৰাহ্মণৰ পত্নী।

**বা (ৱা)ড্** আপ্লাৱে স্নানে (ভ্বা আ অক বাড়তে) ১। স্নান কৰ, গা ধো, ২। ওলাই আহ, নিৰ্গত হ।

**বাড়বঃ ৱাড়বঃ** ব্ৰাহ্মণ, বাড়বানল।

**বাঢ়** *বিণ* (বাহ্ প্ৰযত্নে ক্তঃ) অতিশয়, দৃঢ়, বলী, গলগলীয়া। **–ঢং** *অব্য* ১। সঁচাকৈয়ে, ২। আচলতে, ৩। হয়! বাৰু! ৪। অত্যধিকভাৱে।

**বা(ৱা)ণঃ** *পু* (বাণ অচ্) ১। কাঁড়, বাণ, শৰ, ইষু ২। বলিৰাজৰ পুত্ৰ বাণাসুৰ, শোণিতপুৰৰ ৰজা, ৩। গাইৰ ওহাৰ, ৪। হৰ্ষচৰিত আৰু কাদম্বৰীৰ প্ৰণেতা মহাকবি বাণভট্ট। খৃষ্টীয় সপ্তম শতিকাত সম্ৰাট হৰ্ষবৰ্ধনৰ ৰাজসভাৰ সভাকবি আছিল, ৫। সংখ্যা '৫' **–জিৎ** বিষ্ণু **–ধি,–যোজনং** কাঁড়ৰ টোন, **–পাতঃ** এপাত কাঁড়ে অতিক্ৰম কৰা দূৰত্ব, **–ৱাৰঃ** বুকত পিন্ধা বৰ্ম। **–সুতা** *স্ত্ৰী* বাণৰ জীয়াৰী ঊষা। **–হা (ন্)** বিষ্ণু।

**বাণাসং** *ক্লী* ধনু।

**বাণাৱলিঃ–লী** ১। কাঁড়ৰ শাৰী। ২। একেটা বাক্যৰ গাঁথনিত থকা পাঁচটা শ্লোকৰ শাৰী।

**বাণাশ্ৰয়ঃ** *পু* টোণ।

**বাদৰ** *বিণ* ১। বগৰী সম্বন্ধীয়, বগৰীৰ পৰা হোৱা, ২। কপাহী, **–ৰং** ১। বগৰী, ২। পাট কাপোৰ, ৩। পানী, ৪। কপাহী কাপোৰ, ৫। বাওঁফলীয়া শঙ্খ। **–ৰা** কপাহ গছ।

**বাদৰায়ণঃ** *পু* বেদান্ত দৰ্শনৰ অন্তৰ্গত শাৰীৰক সূত্ৰৰ প্ৰণেতা এগৰাকী প্ৰসিদ্ধ মুনি। **–ণিঃ** ব্যাসপুত্ৰ শুক।

**বাদৰিকঃ** বগৰী বুটলি ফুৰা ব্যক্তি।

**বাধ্** বিহতৌ (ভ্বা আ সক বাধতে) ১। কষ্ট দি, দিগদাৰি দি, জোৰ কৰ, ২। আমনি কৰ, ৩। বাধা দি, বিৰোধিতা কৰ, ব্যৰ্থ কৰ, ৪। আঘাত কৰ। আক্ৰমণ কৰ, ৫। দূৰ কৰ, ৬। বাতিল কৰ, ৰহিত কৰ, **অভি–** আঘাত কৰ, আমনি কৰ, কষ্ট দি।

**বাধঃ; –ধা** *পু স্ত্ৰী* (বাধ ভাৱে ঘঞ টাপ্) ১। প্ৰতিবন্ধক, ২। আঘাত, অনিষ্ট, ৩। বিপদ, আতঙ্ক ব্যাঘাত, ৪। বিৰোধ, খণ্ডন, ৫। ৰদ, ৰহিতকৰণ, ৬। তৰ্কশাস্ত্ৰ মতে পাঁচবিধ হেত্বাভাসৰ (ভ্ৰান্তি) এবিধ, ৭। নিষেধ।

**বাধক** *বিণ* (বাৰ ণ্বুল্) বাধাজনক, মাপু ৩৪।১৬; কষ্টদায়ক, অনিষ্টকাৰক, **–কঃ** *পু* এবিধ স্ত্ৰীৰোগ। *(স্ত্ৰী)* বাধিকা।

**বাধনং** *ক্লী* পীড়া, পীড়ন, খণ্ডন, অনিষ্টকৰণ, বিৰোধিতা, উৎপীড়ন, দূৰীকৰণ, ৰহিতকৰণ

**বাধিত** *বিণ* (বাধ ক্ত) বাধাযুক্ত, নিপীড়িত, খণ্ডিত, ৰহিত, আতঙ্কিত, আঘাতপ্ৰাপ্ত, অনুগৃহীত।

**বাধিৰ্য্যং** *ক্লী* (বধিৰস্য ভাৱঃ বধিৰ ষ্যঞ্) এবিধ কাণৰ বেমাৰ। কাণেৰে নুশুনা ৰোগ।

**বাধ্য** *বিণ* ১। বাধনীয়, বাধা দিব লগীয়া, দমনীয়, ২। অনুগত, বশ্য।

**বান্ধকিনেয়ঃ** অসতীপুত্ৰ, জাৰজ, বেশ্যাপুত্ৰ।

**বান্ধৱঃ** *পু* (বন্ধুৰেৱ বন্ধু স্বাৰ্থে অণ্) ১। জ্ঞাতি, কুটুম্ব, ২। সুহৃদ, বন্ধু, মনু ৫।৭০; **–ৱী** *স্ত্ৰী* বন্ধু, **–ৱ্যং** আত্মীয়তা, কুটুম্বতা।

**বাভ্ৰৱী** *স্ত্ৰী* (বভ্ৰোৰ্মহাদেৱস্য পত্নী বভ্ৰু অণ্ ঙীষ্) দুৰ্গা।

'মেধে সৰস্বতী বৰে ভূতি বাভ্ৰৱী তামসী'।। শ্ৰীচণ্ডী।

**বাৰ্বটীৰঃ** *পু* ১। বগিতাম(টিন) ২। আমঠু। ৩। পোখা, পুলি, ৪। বেশ্যাপুত্ৰ।

**বাৰ্হঃ** *বিণ* ম'ৰা পাখিৰে তৈয়াৰী **–দ্ৰথঃ –থী** জৰাসন্ধ

**বাৰ্হস্পত** *বিণ* বৃহস্পতি গ্ৰহ সম্বন্ধীয়।

**বাৰ্হস্পত্যং** *ক্লী* (বৃহস্পতিপ্ৰোক্তং শাস্ত্ৰং। ইতি অচ) ১। বৃহস্পতি মুনিয়ে প্ৰণয়ন কৰা নীতিশাস্ত্ৰ, ২। পুষ্যা নক্ষত্ৰ, **–ত্যঃ** *পু* ১। বৃহস্পতিৰ অনুগামী। ২। নাস্তিক, বস্তুবাদী।

**বাৰ্হী(ন)** *বিণ* ম'ৰা চৰাই সম্বন্ধীয়।

**বাল** *বিণ* (বলতীতি বল প্ৰাণনে নঃ) ১। মূৰ্খ, নিৰ্বোধ, মনু ২।১৫৩। ২। শিশু, সৰু, কেঁচুৱা, ৩। নতুনকৈ উঠা (যেনে— সূৰ্য্য), নতুন, **–লং** *ক্লী* এবিধ আতৰ। **–লঃ** ১। শিশু, কিশোৰ, লৰা, নাবালক, ১৫ বছৰৰ তলৰ ল'ৰা। ২। মূৰ্খ লৰা। ৩। ঘোঁৰা পোৱালি ৪। নেজ, ফিঁচা, ৫। চুলি, মূৰৰ চুলি, ৬। পাঁচ বছৰীয়া হাতী পোৱালি, কু ১।৪৮; ৭। নাৰিকল, ৮। এবিধ মাছ, **কং –কঃ** শিশু, অজ্ঞ, ঘোঁৰা, আৰু হাতীৰ পোৱালি। বলয়, খাৰু, চুলি **–কদলী** কলপুলি, **–কপ্ৰিয়া** কদলী, কল **–কৃমিঃ** ওকণি **–কৃষ্ণঃ** শিশুকৃষ্ণ **–ক্ৰীড়নকং** শিশুৰ খেলা সামগ্ৰী, 'বল' **–কঃ** শিৰ **–খিল্যঃ** বালখিল্যাদি মুনিসকল। হাতৰ বুঢ়া আঙুলিৰ সমান ডাঙৰ এনে ষাঠি হাজাৰ মুনি ব্ৰহ্মাই নিজৰ দেহৰ পৰা সৃষ্টি কৰিছিল, মাপু ৫২।২৪; **–গৰ্ভিণী** প্ৰথম প্ৰসৱিনী গাই। **–গোপালঃ** শিশু গোপাল, শ্ৰীকৃষ্ণ **–গ্ৰহঃ** *পু* (বালানাং গ্ৰহঃ) শিশু হন্তা **–চৰিতং** শিশু চৰিত। শিশুকালৰ জীৱন। **–চৰ্যঃ** কাৰ্ত্তিকেয় **–তন্ত্ৰং** ধাইৰ কাম। **–পাশ্যা** ১। চুলিৰ সেওঁতাত লগোৱা সোণৰ অলঙ্কাৰ এবিধ। কপালী, ২। বেণী বন্ধা ফিটা বা গুণা, **–পুষ্টী** মালতী ফুল, **–বোধঃ** শিশুৰে বুজি পোৱা পুথি। **–ভদ্ৰকঃ** এবিধ বিষ **–ভাৱঃ** বহু চুলিযুক্ত নেজ। **–ভৈষজ্যং** এবিধ অঞ্জন। **–মৃগঃ** হৰিণৰ পোৱালি **–ভোজ্যং** মটৰ মাহ। **–মূষিকা** নিগনি। **–যজ্ঞোপবীতকং** *ক্লী* বুকুত লোৱা এবিধ উপবীতি। **–ৰাজং** *ক্লী* বৈদূৰ্য্যমণি **–ৱৎসঃ** সৰু পোৱালি, **–ৱায়জং** বৈদূৰ্য্যমণি **–ৱাসঃ(স)** উপৰ কাপোৰ। **–ৱাহ্যঃ** বনৰীয়া ছাগলী **–ৱিধৱা** কুমাৰী অৱস্থাতে বা কম বয়সতে হোৱা বিধৱা। **–ৱ্যজনং** ৰাজচিহ্ন স্বৰূপ চোঁৱৰ, কু ১।১৩; **–সখিঃ** শিশু অৱস্থাৰ পৰা বন্ধু। **–সূৰ্যাঃ, সূৰ্য্যকঃ** বৈদূৰ্য্যমণি **–হত্যা** শিশু হত্যা, ভ্ৰূণহত্যা। **–হস্তঃ** নোমাল নেজ।

**বালা** *স্ত্ৰী* ১। শিশু কন্যা, সৰু ছোৱালী, কুমাৰী কন্যা, ২। যোল্ল বছৰৰ তলৰ ছোৱালী, ৩। কোমল মালতী ফুল, ৪। নাৰিকল, ৫। চালকুঁৱৰী গছ ৬। সৰু এলাচি, ৭। হালধি।

**বালিঃ–লী(ন)** *পু* শ্ৰীৰামচন্দ্ৰৰ হাতত নিহত কিষ্কিন্ধ্যাৰাজ বালি, **–হন্তা** শ্ৰীৰাম।

**বালিকা** *স্ত্ৰী* ১। শিশু কন্যা, সৰু ছোৱালী, ২। সৰু এলাচি, ৩। নদী বা সাগৰৰ বালি।

**বালিনী** *স্ত্ৰী* অশ্বিনী নক্ষত্ৰ।

**বালিমা(ন্)** শিশুকাল, লৰালি কাল।

**বালিশ** *বিণ* ১। ল'ৰালি, ২। মূৰ্খামি, অজ্ঞতা, মনু ৩।১৭৬; ৩। অসাৱধান **–শঃ** মূৰ্খ, বৰ্বক, শিশু, ল'ৰা **–শ্যং** লৰালি, শিশুকাল, মূৰ্খামি।

**বালী** *স্ত্ৰী* কাণত পিন্ধা অলঙ্কাৰ বিশেষ। **–শঃ** মূত্ৰৰোধ।

**বালুঃ –লুকং** এবিধ আতৰ **–লুকী, লুকী, লুঙ্কী** এবিধ লাউ জাতীয় খাদ্য দ্ৰব্য, বাঙি। **–লুকঃ** এবিধ বিহ।

**বালেয়** *বিণ* ১। নৈবেদ্যৰ যোগ্য, ২। কোমল ৩। বালিৰ বংশজ, ৪। শিশুৰ উপযোগী।

**বালেষ্টঃ** (বালানাং ইষ্টঃ) বগৰি, শিশুৱে ভাল পোৱা বস্তু।

**বালোপবীতং** *ক্লী* বালকে পৰিধান কৰা বস্ত্ৰ। দ্বিজ বালকৰ যজ্ঞসূত্ৰ।

**বাল্মীকিঃ** *পু* (বল্মীকস্য অপত্যম্‌ ইতি ইঞ্) এগৰাকী প্ৰসিদ্ধ মুনি। 'ৱাল্মীকি' চাওক।

**বাল্যং** *ক্লী* (বালস্য ভাৱঃ কৰ্ম বা ইতি যক) ১। শিশুত্ব, ২। লৰালি, শৈশৱ কাল (১৬ বছৰ পৰ্যন্ত)। বাল্যে পিতুৰ্বশে তিষ্ঠেৎ পাণিগ্ৰাহস্য যৌৱনে, মনু ৫।১৪৮।

**বাষ্পং–ষ্পঃ** *পু* (বাধতে নেত্ৰে ইতি বাধ পঃ) ১। উষ্ম, ২। অশ্ৰু, ৰ ৮।৭০; ৩। ভাপ, ৪। লোহা **–কণ্ঠঃ** শোকে গলত খুন্দা মাৰি ধৰা। **–দুৰ্দিনং** চকুলোৰে উপচি পৰা। **–মোক্ষঃ,–মোচনং** চকুলো ত্যাগ। **–সন্দিগ্ধ** চকুলো দমাই ৰখা হেতু হোৱা অস্পষ্টতা।

**বাষ্পায়তে** *নামধাতু*, চকুলো টোকা।

**বাস্ত** *বিণ* ছাগলীৰ পৰা হোৱা বা অন্য।

**বাহুঃ, –হাঃ** (বাহুবেং) বাহু, হাত।

**বাহুঃ** *পু স্ত্ৰী* (বাধতে শত্ৰুণ্ ইতি কুঃ, হকাৰাদেশঃ) ১। কাষলতিৰ পৰা আঙুলিৰ আগলৈকে শৰীৰৰ অঙ্গবিশেষ। সম্পূৰ্ণ হাতখন। 'শান্তমিদম্ আশ্ৰমপদং স্ফুৰতি চ বাহুঃ', শ ১।১৬; ২। জন্তুৰ আগ ভাগ। ৩। দৰ্জাৰ চৌকাঠ, **–হূ** আৰ্দ্ৰা নক্ষত্ৰ **–কুণ্ঠ, কুব্জ** বেঁকা বা পঙ্গু হাতৰ, **–কুন্থুঃ** চৰাইৰ পাখি **–চাপঃ** এহাত দীঘল পৰিমাণ, **–জঃ** ১। ক্ষত্ৰিয় বংশজ, ২। ভাটো **–জ্যা** বৃত্তৰ জ্যা। **–ত্ৰং, ত্ৰঃ, ত্ৰাণং** বাহুত পিন্ধা কৱচ বা বৰ্ম। **–দণ্ডঃ** বাহুৰে বা মুঠিৰে দিয়া শাস্তি, **–পাশঃ** ১। এবিধ হাতে হাতে কৰা যুঁজ, ২। আলিঙ্গনৰ দৰে হাতেৰে এজনৰ গলত আঁকোৱালি ধৰা। **–প্ৰহৰণং** ঘোঁচা, মুষ্টি যুদ্ধ। **–ভেদী(ন্)** বিষ্ণু **–মূলং** কাষলতি **–যুদ্ধং** মল্লযুদ্ধ, মুষ্টিযুদ্ধ **–যোধঃ, –যোধী(ন্)** মুষ্টিযোদ্ধা, 'বক্সাৰ' **–লতা** বাহুৰূপ লতা। **–লতান্তৰং** বুকু। **–শালী(ন্)** শিৱ, ভীম। **–শিখৰং** কান্ধ। **–সম্ভৱ** বাহুৰ পৰা জন্ম হোৱা, ক্ষত্ৰিয়। **–সহস্ৰভৃৎ** কাৰ্তবীৰ্যাৰ্জুন।

**বাহুকঃ** *পু* কুগ্ৰহৰ প্ৰভাৱত ৰজা নলে পত্নী দময়ন্তীকো হেৰুৱাই বনত ঘূৰি ফুৰোঁতে দাবানলে ঘেৰি থকা কৰ্কোটক নামৰ এটা নাগক উদ্ধাৰ কৰে। তাৰ পিচত নাগৰ উপদেশ মতে ৰজা ঋতুপৰ্ণৰ নগৰলৈ গৈ বাহুক নাম লয় আৰু ৰজাৰ ঘোঁৰা শালত ঘোঁৰা পৰিচৰ্য্যাৰ কাম কৰে।

**বাহুগুণ্যং** বহু গুণৰ অধিকাৰী।

**বাহুদন্তকং** ইন্দ্ৰই প্ৰণয়ন কৰা এখন নীতিশাস্ত্ৰ।

**বাহুদা** *স্ত্ৰী* (বাহু দা কঃ) এখন নদীৰ নাম। এই নদীখন হেনো আগৰ জন্মত প্ৰসেঞ্জিতৰ ভাৰ্য্যা গৌৰী আছিল। তাৰ পিচত এদিন কিবা কাৰণত গিৰিয়েকে শাপ দিয়াত তাই নদী হ'ল।

**বাহুৰূপ্যং** বিবিধতা, বিভিন্নতা, বিচিত্ৰতা।

**বাহুলং** *ক্লী* ১। বাহুৰ কৱচ বা বৰ্ম, ২। বিবিধতা **–লঃ** ১। অগ্নি, ২। কাতি মাহ, **–গ্ৰীৱঃ** ম'ৰা চৰাই।

**বাহুলেয়ঃ** *পু* কাৰ্ত্তিকেয়।

**বাহুল্যং** *ক্লী* প্ৰাচুৰ্য্য, বহুলতা।

**বাহুবাহৱি** *অব্য* হতাহতি, ঘুঁচিয়াঘুঁচি (যুদ্ধ)

**বাহ্য** *বিণ্* ১। বাহিৰ, বাহিৰ ফালৰ, বাহ্যিক, বাহিৰত থকা, ২। বিদেশী, আগন্তুক, ৩। সমাজচ্যুত, **–হ্যং** হ্যেন, হ্যে অব্য বাহিৰত, বাহিৰে বাহিৰে **–হ্যঃ** *পু* ১। অচিনাকি, বিদেশী লোক, ২। সমাজচ্যুত ব্যক্তি।

**বাহ্বৃচ্যং** *ক্লী* (বাহু ঋক্ যৎ) ঋগ্বেদৰ পৰম্পৰাগত শিক্ষা।

**বিট্** অভিশাপে (ভ্বা প সক বেটতি) ১। অভিশাপ দি, ২। প্ৰতিজ্ঞা কৰ, ৩। চিঞৰ মাৰ।

**বিটকং,–কঃ–কা** ফোঁহা, গাঁৰ।

**বিড়ং** এবিধ নিমখ।

**বিড়ালঃ** *পু* ১। মেকুৰী, ২। চকুৰ মণি, **–পদঃ–দকং** ষোল মাষ ওজন পৰিমাণ।

**বিড়ালকঃ** ১। মেকুৰী, ২। চকুৰ বাহিৰত লগোৱা মলম।

**বিড়ৌজাঃ(স্)** *পু* ইন্দ্ৰ।

**বিদ্ বিন্দ্** অংশে, অৱয়ৱে (ভ্বা উ সক বিন্দতি-তে' ভাগ কৰ, ছিন্ন কৰ, দুভাগ কৰ।

**বিন্দুঃ ৱিন্দুঃ** *পু* (বিদি অৱয়ৱে উঃ) ১। পানীৰ কণিকা, জলবিন্দু, ২। ফুট, ৩। শূন্য, ৪। দাঁতৰ সৰু আঘাত, কামোৰৰ দাগ, ৫। দুই ভ্ৰূৰ মাজৰ ঠাই। ৬। অনুস্বাৰ **–চিত্ৰকঃ** ফুটুকী পহু, **–জালং** হাতীৰ গাত অঙ্কন কৰা ৰঙীণ চিহ্ন। **–তন্ত্ৰঃ** ১। পাশাৰ গুটি, ২। দবাৰ ফলক, **–ফলং** মুক্তা **–ৰেখকঃ** অনুস্বাৰ, **–ৱাসৰঃ** গৰ্ভাধান।

**বিবেবাকঃ** *পু* দাম্ভিকতা। সাধাৰণ লোকৰ প্ৰতি অনুৰাগহীনতা।

**বিভিৎসা** *স্ত্ৰী* ছিন্ন কৰাৰ, ভেদ কৰাৰ ইচ্ছা।

**বিভৎসু** বিণ্ (ভিদ্ সন্ উ) ভেদ কৰাৰ, ছিন্ন-বিচ্ছিন্ন কৰাৰ ইচ্ছুক।

**বি(ৱি) ভীষণঃ** *পু* লঙ্কেশ্বৰ, শিৱভক্ত ৰাৱণৰ বিষ্ণুভক্ত ভায়েক। ৰাক্ষস হোৱা সত্ত্বেও বিভীষণ এজন প্ৰকৃতভাৱে ৰামভক্ত আছিল আৰু শ্ৰীৰামৰ গুণ-গৰিমাৰ কথা সকলো পৰা শুনি আছিল আৰু সেয়ে শ্ৰীৰামক সোঁশৰীৰে দেখা পাবৰ কাৰণে পৰম আগ্ৰহী আছিল। তেওঁ যেতিয়া শুনিলে যে ককায়েক ৰাৱণে সীতাক হৰণ কৰি আনি লঙ্কাত ৰাখিছে তেতিয়া ককায়েকৰ আগন্তুক বিপদৰ কথা ভাবি সীতাক ওভোতাই দিবলৈ বহু বাৰ অনুৰোধ কৰিলে। কিন্তু ককায়েকে নুশুনাত তেওঁ শ্ৰীৰামৰ ওচৰলৈ গ'ল আৰু ৰাৱণৰ লগত হোৱা যুদ্ধত শ্ৰীৰামক সহায় কৰে। যুদ্ধত ৰাৱণৰ মৃত্যু হোৱাৰ পিচত শ্ৰীৰামে বিভীষণক লঙ্কাৰ ৰাজপাটত বহুৱায়।

বিভ্ৰশ্ৰুঃ অগ্নি।

**বিম্বং –ম্বঃ** *ক্লী পু* (বী গত্যাদিষু উণাদি বন) ১। প্ৰতিবিম্ব, ২। কমণ্ডলু, ৩। মূৰ্তি, ভা ৩।২।২১; ৪। বিম্বফল, কোৰাভাতুৰী, এবিধ ৰঙা ফুল, কু ৩।৬৭ (পু) সূৰ্য্য আৰু চন্দ্ৰ মণ্ডল; মাপু ৬৪।১১; ৫। আয়না, আৰ্চী দাপোণ, **–ফলং** কোৰাভাতুৰি।

**বিম্বকং** ১। চন্দ্ৰ-সূৰ্য্য মণ্ডল, ২। সাঁচ।

**বিম্বোষ্ঠঃ** *পু* কোৰাভাতুৰিৰ দৰে ওঠ।

বিল্ বিভেদনে (ক) (তুদা, সক বিলতি), (খ) (চুৰা উ প সক বেলয়তি,-তে) ১। ছিন্ন কৰ, বিচ্ছিন্ন কৰ, ২। দুভাগ কৰ, ৩। ভাং।

বি(ৱ) **লং** *ক্লী* (বিল্ কঃ) ১। ছিদ্ৰ, ফাট, ফুটা, গুহা, কু ৬।৩৯; ২। গাঁত, সুৰুঙ্গা, **–লঃ** ইন্দ্ৰৰ ঘোঁৰা।

**বিলকাৰী(ন্)** *পু* নিগনি, এন্দুৰ।

**বিলৱাসী(ন্)** *পু* সাপ।

**বিলঙ্গমঃ** *পু* সাপ।

**বিলেশয়ঃ** *পু* ১। সাপ, ২। এন্দুৰ, ৩। গাঁতত থকা জন্তু।

**বিলৌকাঃ (স্)** *পু* গাঁতত থকা জন্তু।

**বিল্লঃ** *পু* গাঁত। গছৰ তলত ৰখা পানীৰ আধাৰ, পাত্ৰ, **–সূঃ** *স্ত্ৰী* দহটা সন্তানৰ মাতৃ। 'সপ্তপুত্ৰ প্ৰসূতায়াং সপ্তসূঃ সূতবস্কৰা। বিল্লসূৰ্দশপুত্ৰা স্যাদেকাধিকা তু ৰুদ্ৰসূঃ।

**বিল্বং** *ক্লী* ১। বেল ফল, ফুল ২। পল পৰিমাণ, এটা জোখ। **–ল্বঃ** *পু* (বিল ভেদনে উল্বাদয়শ্চেতি সাধুঃ) বেলগছ, **–দণ্ডঃ** শিৱ, **–পেশিকা, পেশী** বেলৰ খোল

**বিল্বকীয়া** *স্ত্ৰী* বেলগছ থকা স্থান (পৱিত্ৰ ঠাই)।

বিস ক্ষেপে (দিবা প সক বিস্যতি) ১। দলিয়া, নিক্ষেপ কৰ, ২। কাটি দুখণ্ড কৰ, ৩। যা, গমন কৰ, ৪। উদগনি দি, উচটা।

**বিসং** *ক্লী* পদুমৰ নালৰ আঁহ। **–কণ্ঠিকা, –কণ্ঠী(ন্)** বগলী, **–পুষ্পং** পদুম **–লং** পুলি, পোখা, কলি।

**বিসিনী** *স্ত্ৰী* ১। পদুম গছ, ২। পদুমৰ আঁহ।

**বিস্তঃ** সোণৰ ওজন, ৮০ ৰত্তিকা।

**বিহ্লণঃ** *পু* এজন প্ৰসিদ্ধ কবি। বিক্ৰমাঙ্কদেৱচৰিতৰ ৰচয়িতা।

**বী (ৱী) জং** *ক্লী* (বিশেষেণ হায়তে ইতি বি জন ডঃ) ১। কাৰণ। বীজং মাং সৰ্ব্বভূতানাং, গী ৭।১০; ২। শুক্ৰ, মনু ১।৮; ৩। শক্তি ৪। অঙ্কুৰ, মহা ৫।১২।১৯; ৫। মজ্জা, ৬। গণিত (বীজগণিত), ৬। মন্ত্ৰ (বীজমন্ত্ৰ), যেনে– দুৰ্গাবীজমন্ত্ৰ– ওঁ হ্ৰীং দুঁ দুৰ্গায়ৈ স্বাহা, ৭। নাটকৰ বীজ, অৰ্থাৎ নাটকীয় ঘটনাৰ মূল সূত্ৰ **–জঃ** টেঙা গছ। **–কৰ্ত্তা (ঋ)** শিৱ। **–কোষঃ** গুটি আবৰি ৰখা খোল। **–গুপ্তিঃ** চুপহি, খোল। **–দৰ্শকঃ** মঞ্চৰ পৰিচালক। **–ন্যাসঃ** নাটকৰ ঘটনাৰ আভাস দান। **–পুৰুষ** বংশৰ আদি পুৰুষ, পূৰ্ব্বপুৰুষ। **–মন্ত্ৰঃ** মন্ত্ৰৰ আৰম্ভণিতে থকা গুপ্তবৰ্ণ 'হ্ৰীং', ওঁ। **–মাতৃকা** পদুমৰ বাদু। **–ৰত্নঃ** *পু* কলা মাহ। **–ৰেচনং** জায়ফল। **–ৰুহঃ** শস্য, **–ৱাপঃ** গুটি সিঁচা। **–সূঃ** পৃথিবী। **–সেক্তা (ঋ)** পূৰ্ব্বপুৰুষ।

**বীজকঃ** ১। মেমু টেঙাৰ গছ, নেমু ২। প্ৰসৱৰ সময়ত শিশুৰ হাতৰ অৱস্থান।

**বীজল** *বিণ* গুটি থকা।

**বীজাক্ষৰং** মন্ত্ৰৰ প্ৰথম বৰ্ণ।

**বীজিক** *বিণ* প্ৰচুৰ বীজ বা গুটি।

**বীজী (ন্)** *বিণ* গুটি থকা। (পু) ১। প্ৰকৃত জন্মদাতা। অৰ্থাৎ যিজনৰ বীজত সন্তান জন্ম হৈছে, মনু ৯।৫১; ২। সূৰ্য্য।

**বীজোদকং** শিলবৰষুণ।

**বীজ্য** *বিণ* ১। বীজৰ পৰা জন্ম হোৱা, ২। অভিজাত, উচ্চবংশ জাত।

**বীভৎস** *বিণ* (বীভৎসা ঘৃণাস্ত্যত্ৰ অৰ্শাদিত্বাদচ্) ১। ক্ৰুৰ, নিষ্ঠুৰ, মহা ১।১।২১০; ২। হিংসাকুৰীয়া, ঘৃণাত্মা, ৩। বিকৃতি, ৪। পাপী, ৫। শৃঙ্গাৰাদি আঠ বিধ ৰসৰ এবিধ। এই ৰসৰ স্থায়িভাৱ জুগুপ্সা, **–সঃ** ১। নিষ্ঠুৰতা, ঘৃণা, বিৰক্তি, ২। বীভৎস ৰস, ৩। অৰ্জুন, **–সুঃ** (বধ সন উঃ) অৰ্জুন। মহাভাৰতত অৰ্জুনৰ নাম– অৰ্জুনঃ ফাল্গুনো জিষ্ণুঃ কিৰীটী শ্বেতৱাহনঃ। বীভৎসুৰ্বিজয়ঃ কৃষ্ণঃ সব্যসাচী ধনঞ্জয়ঃ।

**বুক্ক্** ৠাদি শব্দে (ভ্বা, চুৰা, প সক, অক বুক্কতি, বুক্কয়তি) ১। ভুক ভুক কৰ, ভুক (কুকুৰৰ দৰে মাত) ২। কথা ক, বোল।

**বুক্কং, ক্কঃ** ১। হৃদয়, কলিজা, ২। বুকু ৩। তেজ, ৰক্ত **–ক্কঃ** ১। ছাগলী, ২। সময়। **–ক্কনং** ভুকনি, **–ক্কসঃ** চণ্ডাল। **–ক্কা,–ক্কী** কলিজা।

**বুক্কাগ্ৰমাংসং** হৃদয়, কলিজা।

**বুক্কাৰঃ** *পু* সিংহৰ গৰ্জন।

**বুট্** হিংসে (চুৰা ভ্বা প সক বোটয়তি, বোটতি) হত্যা কৰ, আঘাত কৰ, বধ কৰ।

**বুদ্** নিশমনে (ভ্বা উ সক বোদতি-তে) ১। উপলব্ধি কৰ, চিন্তা কৰ, বিবেচনা কৰ, ২। বুজ ল, জানি ল।

**বুদ্ধ** *বিণ* (বুধ্যতে ইতি বুধ ক্ত) ১। পণ্ডিত, জ্ঞানী, ২। বোধিত, জাগৃত, ৩। জ্ঞাত, ৪। দৃষ্ট, প্ৰকাশিত **–দ্ধঃ** *পু* ১। অতি জ্ঞানী ব্যক্তি। বৌদ্ধসকলৰ সবাতোকৈ শ্ৰদ্ধেয়, পূজ্য, আৰাধ্য ব্যক্তি। বৌদ্ধধৰ্মৰ স্ৰষ্টা, প্ৰতিষ্ঠাতা। ভগৱান বিষ্ণুৰ নৱম অৱতাৰ। বৌদ্ধ শাস্ত্ৰসমূহত পঁচিশজন বুদ্ধৰ নাম পোৱা যায়। তাৰ ভিতৰত গৌতম বুদ্ধ সকলোতকৈ প্ৰসিদ্ধ আৰু অন্তিম। কপিলাবস্তু নগৰৰ ৰজা শুদ্ধোধন আৰু মায়াদেৱীৰ পুত্ৰ গৌতমৰ 'বুদ্ধ' হোৱাৰ আগেয়ে থকা আন তিনিটা নাম হ'ল— শাক্যসিংহ, সিদ্ধাৰ্থ আৰু অৰ্কবন্ধু। গৌতমে এবাৰ পিতাকৰ আজ্ঞা লৈ ৰথত উঠি নগৰ ফুৰিবলৈ যাওঁতে ৰাজ্যখনত অসংখ্য দুখীয়া, জৰাগ্ৰস্ত, ভিকহু দেখা পাই সংসাৰৰ ওপৰত বিৰক্ত হৈ উঠিল আৰু এদিন সুন্দৰী পত্নী, সুখৰ সংসাৰ ভোগ-বিলাস সকলো এৰি থৈ সন্ন্যাস গ্ৰহণ কৰে। তাৰ পিচতে পৰম জ্ঞান লাভ কৰি 'বুদ্ধ' হ'ল। বুদ্ধদেৱেই জগতক নিৰ্বাণ লাভৰ পথ দেখুৱাই থৈ যায়। **–গয়া** বিহাৰৰ গয়া চহৰৰ কাষত অৱস্থিত বৌদ্ধসকলৰ এখন প্ৰসিদ্ধ তীৰ্থস্থান। **–মাৰ্গ** বৌদ্ধধৰ্মৰ মাৰ্গ বা মৌলিক তত্ত্ব।

**বুদ্ধিঃ** *স্ত্ৰী* (বুধ্যতে ঽনয়েতি বুধ ক্তিন) ১। নিশ্চয়াত্মিকা অন্তঃকৰণ প্ৰবৃত্তিঃ। ২। সবিকল্প জ্ঞান। ৩। জ্ঞান, উপলব্ধি, মানসিক শক্তি। ৪। প্ৰত্যুৎপন্নমতি, ৫। মতামত, বিশ্বাস, অনুভূতি, ৬। অভিপ্ৰায়, লক্ষ্য, উদ্দেশ্য **–ইন্দ্ৰিয়ং** জ্ঞানেন্দ্ৰিয়। জ্ঞানেন্দ্ৰিয় পাঁচ বিধঃ চকু, কাণ, নাক, চাল আৰু জিভা, **–গম্য –গ্ৰাহ্য** জ্ঞান গম্য, জ্ঞানে ঢুকি পোৱা, **–পূৰ্ব –পূৰঃসৰং** *অব্য* সজ্ঞানে, জানিবুজি, ইচ্ছা কৰি **–জীৱী(ন্)** জ্ঞানজীৱী; অধ্যয়ন, জ্ঞানদানেই যাৰ জীৱিকা; (আজিকালিৰ অৰ্থত পত্ৰকাৰ, সাংবাদিক, অধ্যাপক, উকীল আদি।) বিবেচক। **–যোগঃ** পৰমাত্মাৰ সৈতে আধ্যাত্মিক সংযোগ। **–বৈভৱং** জ্ঞানৰ শক্তি। **–শালী(ন্)** বুদ্ধিমান, নিপুণ **–সখঃ, –সহায়ঃ** মন্ত্ৰণাদাতা, **–হীন** মূৰ্খ।

**বুদ্ধিমান(ৎ)** জ্ঞানী, নিপুণ, বিবেচক, শিক্ষিত, চতুৰ।

**বুদবুদঃ** বুৰবুৰণি।

**বুধ্** ক) ৱেদনে ৱিজ্ঞাপনে ( ভ্বা উ সক বোধতি -তে ) খ) ৱেদনে (দিৱা আ সক বুধ্যতে) ১। জ্ঞান, জানি ল, বুজ, বুজি ল, ২। উপলব্ধি কৰ, ৩। অনুভৱ কৰ, লক্ষ্য কৰ ৪। শ্ৰদ্ধা কৰ, বিবেচনা কৰ, ৫। মন দি, চিন্তা কৰ, ৬। উপদেশ দি ৭। পুনৰ জ্ঞান লাভ কৰ।

**বুধ** *বিণ* (বুধ কঃ) জ্ঞানী, চুতৰ, শিক্ষিত **–ধঃ** ১। পণ্ডিত, বিদ্বান লোক, ২। নৱগ্ৰহৰ অন্তৰ্গত চতুৰ্থ গ্ৰহ। বৃহস্পতিৰ পত্নী তাৰাৰ গৰ্ভজাত। এই গ্ৰহৰ মিত্ৰগ্ৰহ হ'ল আদিত্য আৰু শুক্ৰ। ভোগ কাল মাত্ৰ আঠদিন। ৩। সূৰ্য্যবংশীয় এজন ৰজা। ৪। ৰজা ৱেগৱানৰ এজন পুত্ৰৰ নাম, ভা ৯।২।৩০; **–চক্ৰং** মানুহৰ শুভাশুভ জানিবৰ কাৰণে বুধ গ্ৰহৰ সঞ্চাৰৰ সময়ত ২৭টা নক্ষত্ৰৰ অৱস্থিতি প্ৰদৰ্শক মানুহৰ আকৃতিৰ দৰে (অঁকা) চক্ৰ বিশেষ। **–জনঃ** জ্ঞানী লোক **–তাতঃ** চন্দ্ৰ। **–ৰত্নং** (বুধ প্ৰিয় ৰত্নং) মৰকত মণি **–ৱাৰঃ** বুধগ্ৰহৰ বাৰ। সপ্তাহটোৰ সাতটা দিনৰ চতুৰ্থ দিন। **–সানুঃ** *পু* পাত। যজ্ঞপুৰুষ **–সুতঃ** ১। পুৰূৰৱা ২। বুদ্ধদেৱৰ পুত্ৰ ৰাহুল।

**বুধা** *স্ত্ৰী* জটামাংসী নামৰ এবিধ সুগন্ধি দ্ৰব্য।

**বুধানঃ** *পু* (বোধয়তি ইতি বুধ আনচ কিৎ) ১। পণ্ডিত ব্যক্তি, ২। গুৰু, ৩। ব্ৰহ্মবাদী, ৪। প্ৰিয়বাদী, ৫। কবি।

**বুধাষ্টমী** পুহ-চ'তৰ হৰিশয়নৰ বাহিৰে বাকী কেইটা মাহৰ বুধবাৰযুক্ত অষ্টমীত পালনীয় এবিধ ব্ৰত।

**বুধিত** *বিণ* (বুধ ক্ত) জ্ঞাত।

**বুধিল** *বিণ* বুধ্ কিলচ) বিদ্বান, জ্ঞানী।

**বুধ্নঃ** *পু* (বুধ নক্) ১। বদ্ধমূল, ২। মূলভাগ, ৩। কলহ বা কোনো পানীৰ পাত্ৰৰ তলি, ৪। গছৰ গুৰি, ৫। শিৰ, ৬। নিম্নতম অংশ।

**বুন্দ্ বুন্ধ্** নিশামনে (ভ্বা, উ স বুন্দতি-তে, বুন্ধতি-তে) ১। দেখ, চা, দূৰৰ পৰা চকুৰে চা, চকুৰে মন, ২। চিন্তা কৰ, বুজি ল, আলোচনা কৰ, বিবেচনা কৰ।

**বুন্ধ্** বন্ধে (চুৰা প স বুন্ধয়তি) বান্ধ, বান্ধি পেলা বন্ধনযুক্ত কৰ।

**বুবুধানঃ** *পু* আচাৰ্য্য, পণ্ডিত, গুৰু। ঋবে ৭।৪৪।৩

**বুভুক্ষা** *স্ত্ৰী* (ভোক্তুমিচ্ছা ভুজ ভক্ষে সন অঃ টাপ্) ক্ষুধা, ৰা ২।২৮।১৮; ভোক, খাবলৈ তীব্ৰ ইচ্ছা। **–ক্ষিত** ক্ষুধিত, ভোকাতুৰ। **–ক্ষু** *বিণ্* ১। ভোকাতুৰ, সাংসাৰিক ভোগৰ অভিলাষী।

**বুভূষা** *স্ত্ৰী* ১। পালন কৰাৰ, ডাঙৰ-দীঘল, বা পোষণ কৰাৰ ইচ্ছা।

**বুভূষক** *বিণ্* (আনৰ) মঙ্গল কৰাৰ ইচ্ছুক, সেৱা কৰাৰ ইচ্ছুক।

**বুভূষা** *স্ত্ৰী* জীয়াই থকাৰ ইচ্ছা। **–ষু** জীয়াই থকাৰ ইচ্ছুক ব্যক্তি।

**বুল্** মজ্জনে (চুৰা প অ বোলয়তি) ১। বুৰ মাৰ, বুৰি যা, বুৰা, ডুবাই দি।

**বুলিঃ, বুৰিঃ** *স্ত্ৰী* ১। ভগ, যোনি, ২। শৌচদ্বাৰ।

**বুষং,–সং** ১। তুঁহ, পতান, ২। পেলনীয়া বস্তু, ৩। শুকান গোবৰ, ৪। সম্পত্তি।

**বুস্** হানৌ (দিৱা প স বুস্যতি) ১। ত্যাগ কৰ, এৰ, মুক্ত কৰ, যেনে— বুস্যতি জলং মেঘঃ, ২। ঢাল।

**বুস্ত্** আদৰে অনাদৰে (চুৰা প অ বুস্তয়তি) ১। আদৰ কৰ, শ্ৰদ্ধা কৰ, ২। অনাদৰ কৰ, অশ্ৰদ্ধা কৰ, অপমান কৰ।

**বুস্তং** *ক্লী* ১। পোৰা (খৰিকাত দিয়া), মাংসৰ দগ্ধ হোৱা টান অংশ। ২। কঁঠালাদি ফলৰ সাহ থকা অংশ।

**বৃসী** *স্ত্ৰী* ১। এমুঠি পকোৱা ঘাঁহ। ২। আসন, বিশেষকৈ বিদ্যাৰ্থী অথবা সন্ন্যাসীয়ে বহা আসন।

**বৃহ্ বৃংহ,** ক) ত্বিষি বৃদ্ধৌ (ভ্বা, চুৰা প অ বৃংহতি, বৃংহয়তি) খ) উদ্যমে ধ্বনৌ (তুদা প অ বৃংহতি) ১। বৃদ্ধি হ, বাঢ়ি যা, ডাঙৰ হ, ২। গৰ্জন কৰ, শব্দ কৰ।

**বৃংহনং** *ক্লী* হাতী বা সিংহৰ মাত।

**বৃংহিত** *বিণ্* বৃদ্ধিপ্ৰাপ্ত, গৰ্জিত **–তং** হাতীৰ চিঞৰ, কি ৭।৩৯।

**বৃহৎ** *বিণ্* (বৃংহ্ শতৃ) ১। ডাঙৰ, প্ৰকাণ্ড, বিৰাটাকাৰ, ২। বহল, বিস্তৃত, ৩। প্ৰচুৰ, ৪। দীঘল, ওখ, ৫। পূৰ্ণবয়স্ক, ৬। ডাঠ, ঘন, *(স্ত্ৰী)* বাক্য, *(ক্লী)* ১। বেদ, ২। সাম এবিধ ৩। ব্ৰহ্মা **–কেতুঃ** অগ্নি। **–গোলং** তৰমুজ। **–চিত্তঃ** নেমু **–জঘন** ডাঙৰ তপিনাৰ **–নটঃ, –নলঃ,–লা** বিৰাট ৰাজৰ ঘৰত থকাৰ সময়ত অৰ্জুনে লোৱা নাম। **–পাটলিঃ** ধঁতুৰা গছ **–পালঃ** ডিমৰু গছ। **–ভট্টাৰিকা** দুৰ্গা। **–ভানুঃ** দুৰ্গা। **–ৰথঃ** ইন্দ্ৰ, **–ৱাৰী(ন্)** এবিধ ফেঁচা। **–স্ফিচ্** ডাঙৰ তপিনাৰ।

**বৃহতী** *স্ত্ৰী* ১। বেঙেনা, ২। মহতী, নাৰদৰ বীণা; গন্ধৰ্ব্বৰাজ বিশ্বৱসুৰ বীণা। ৩। উত্তৰীয়, আলোৱান.। ৪। একোটা পাদত নটা আখৰ থকা ছন্দ এবিধ। **–পতিঃ** বৃহস্পতি।

**বৃহস্পতিঃ** *পু* (বৃহতাং ৱাচাং পতিঃ ইতি সুট্) ১। অঙ্গিৰসৰ পুত্ৰ দেৱগুৰু বৃহস্পতি। নৱগ্ৰহৰ ভিতৰত এটা, ২। স্মৃতিকাৰ বৃহস্পতি, যা ১।৪; **–চক্ৰং** মানুহৰ শুভাশুভ জনাৰ কাৰণে বৃহস্পতি গ্ৰহৰ সঞ্চাৰৰ সময়ত ২৭টা নক্ষত্ৰৰ অৱস্থান প্ৰদৰ্শক (মানুহৰ আকৃতিৰ দৰে) অঙ্কন কৰা চক্ৰ। **–পুৰোহিতঃ** ইন্দ্ৰ। **–ৱাৰঃ, ৱাসৰঃ** সপ্তাহটোৰ দেওবাৰৰ পৰা আৰম্ভ কৰি পঞ্চম দিন।

**বেহ্** যত্নে (ভ্বা আ অক বেহতে) যত্ন কৰ, চেষ্টা কৰ। যত্নশীল হ।

**বেকটঃ** *পু* এবিধ মাছ, বিদূষক।

**বৈজিক** *বিণ্* ১। বীৰ্য্য (শুক্ৰ) সম্বন্ধীয় ২। মূল, ৩। গৰ্ভসম্বন্ধীয়, ৪। যৌনসঙ্গম সম্পৰ্কীয়। **–কং** কাৰণ, হেতু, মূল, উৎস **–কঃ** পুলি, পোখা

**বৈড়াল** *বিণ্* মেকুৰী সম্পৰ্কীয়, **–ব্ৰতং** বিড়াল তপস্যা **–চিকাৰ** ধৰিবৰ কাৰণে মনে মনে বহি চুপি থকা। **–ব্ৰতী(ন্)** ভণ্ড তপস্বী।

**বৈ(বৈ)দলং–লঃ** ভিক্ষা লোৱা মাটিৰ পাত্ৰ। এবিধ পিঠা।

**বৈন্দঃ** *পু* এবিধ নিম্নজাতিৰ মানুহ। **–ন্দী(ন্)** এবিধ যুঁজাৰু জাতি।

**বৈ(বৈ)ল** *বিণ্* ১। গাঁতত বাস কৰা জন্তু, ২। জন্তু সম্বন্ধীয়

**বৈল্ব** *বিণ্* ১। বেল গছ সম্পৰ্কীয়, ২। বেল গছেৰে আৱৰা বা আগুৰা **–ল্বং** বেলফল।

**বোধঃ** *পু* (বুধ ভাৱে ঘঞ্) ১। জ্ঞান, অনুভূতি, ভাৱনা, উপলব্ধি, ২। বুজনি, বুদ্ধি, ৩। জাগৰণ, ৪। স্ফুৰণ, ৫। শিক্ষা, উপদেশ, ৬। নাম, অভিধান, উপাধি, **–কৰঃ** চাৰণ, উপদেশক, শিক্ষক, বৈতালিক, **–গম্য** বোধ্য, বুজি পৰা, সহজ, **–ৱাসৰঃ** উত্থান একাদশী তিথি। কাতি মাহৰ শুক্লা একাদশী। এইদিনা বিষ্ণুৱে শয়নৰ পৰা উত্থান কৰে, মে ১১০।

**বোধকঃ** *পু* বুজ লওঁতা, সম্ভেদ লওঁতা, সংবাদদাতা, চোৰাংচোৱা।

**বোধনং** *ক্লী* (বুধ ণিচ ল্যুট) ১। বিজ্ঞাপন, বাৰ্তা, শিক্ষা, ৰ ৯।৪৯; শিক্ষণ, জ্ঞান দান, ২। জাগৰণ, ৩। গন্ধদীপন, (ধূপ ধূনাদি জ্বলোৱা) ৪। দুৰ্গা পূজাৰ ষষ্ঠীৰ দিনা সন্ধিয়াৰ 'বোধন' অনুষ্ঠান। **–নঃ** বুধগ্ৰহ। **–নী** ১। কাতি মাহৰ শুক্লা একাদশী, ২। পিপলী, দীঘল (কেঁচা বা ৰঙা) জলকীয়া।

**বোধানঃ** *পু* ১। জ্ঞানী পুৰুষ, ২। বৃহস্পতি ঋষি।

**বোধিঃ** *পু* (বুধ ইন্) ১। এবিধ সমাধি, ২। জলকীয়া গছ। ৩। বোধ, জ্ঞান, বুদ্ধি ৪। ডিমৰু গছ, ৫। যুদ্ধ। **–তৰুঃ, দ্ৰুমঃ, বৃক্ষঃ** ডিমৰু গছ। আঁহত গছ। **–দঃ** জৈন অৰ্হৎ। **–সত্বং** (বোধৰৎ সত্বম) ১। এজন বুদ্ধ। ২। বৌদ্ধ সন্ন্যাসী, পূৰ্ণ বুদ্ধত্ব আৰু নিৰ্ৱাণ লাভৰ কাৰণে ধৰ্মকাৰ্য্য, কঠোৰ তপস্যাদি কৰা সন্ন্যাসী।

**বোধিতঃ** ১। জ্ঞাত, বিজ্ঞাপিত, ২। বুদ্ধ সম্বন্ধীয়, উপদিষ্ট।

**বৌদ্ধ** *বিণ্* বুদ্ধ অথবা বৌদ্ধ ধৰ্ম সম্পৰ্কীয়। **–দ্ধং** বুদ্ধকৃত নিৰীশ্বৰবাদ শাস্ত্ৰ। **–দ্ধঃ** বৌদ্ধধৰ্মাৱলম্বী সন্ন্যাসী, ক্ষপণক।

**বৌধঃ** *পু* (বুধস্যাপত্যং পুমান্ বুধ অণ) বুধগ্ৰহৰ পুত্ৰ পুৰুৰৱা।

**বৌধায়নঃ** এজন প্ৰসিদ্ধ ঋষি। শাস্ত্ৰকাৰ।

**ব্ৰততিঃ** *স্ত্ৰী* লতা।

**ব্ৰধ্নঃ** *পু* (বন্ধ্ বন্ধনে নক্) ১। সূৰ্য্য, ২। গছৰ গুৰি, শিপা, ৩। এটা দিন ৪। আকন গছ, ৫। সীহ, ৬। ঘোঁৰা, ৭। শিৱ, ব্ৰহ্মা, ৮। চতুৰ্দ্দশ মনু ভৌত্যৰ পুত্ৰৰ নাম। ৯। এবিধ বেমাৰ।

**ব্ৰহ্ম** *ক্লী* (বৃংহতি বৰ্দ্ধতে অতিশয়মহত্বলক্ষণবৃদ্ধিমান ভৱতীতি বৃংহ মনিন্ নকাৰস্য অকাৰঃ ৰত্বঞ্চ) ১। বেদ, ২। পৰমব্ৰহ্ম, পৰমাত্মা। ব্ৰহ্মৈবেদং জগৎ সৰ্বং ব্ৰহ্মণোঽন্যৎ ন বিদ্যতে, ৩। প্ৰশংসা স্তুতি, ৪। ধৰ্মশাস্ত্ৰ, ৫। প্ৰণৱ 'ওঁ', একাক্ষৰং পৰং ব্ৰহ্ম, মনু ২।৮৩; ৬। ব্ৰহ্মশক্তি, ব্ৰাহ্মণৰ শক্তি, ৭। ধাৰ্মিক ব্ৰত বা তপস্যা, ৮। সন্ন্যাস, ৯। ঈশ্বৰ তত্ত্ব বিদ্যা, ১০। মোক্ষ, ১১। বেদৰ ব্ৰাহ্মণ ভাগ, ১২। সম্পত্তি, **–হ্মঃ** ১। সৃষ্টিকৰ্তা ব্ৰহ্মা। ত্ৰিমূৰ্ত্তিৰ প্ৰথম মূৰ্ত্তি, দেৱতা। সৃষ্টিৰ আৰম্ভণি সম্পৰ্কে যদিও বহু শাস্ত্ৰকাৰে বহু ধৰণে প্ৰকাশ কৰিছে তথাপি মনুৱে তেওঁৰ স্মৃতিশাস্ত্ৰৰ আদিতে এইদৰে উল্লেখ কৰিছে— গোটেই বিশ্বব্ৰহ্মাণ্ড গভীৰ অন্ধকাৰত ডুব গৈ আছিল। অন্ধকাৰ বিনাশি স্বয়ম্ভু ভগৱানৰ আৱিৰ্ভাৱ হয়। তেওঁ প্ৰথমতে পানীৰ সৃষ্টি কৰে আৰু তাত বীজ নিক্ষেপ কৰে। এই বীজ এটা সোণৰ কণীত পৰিণত হয় আৰু তাৰপৰাই ভগৱান নিজে আৱিৰ্ভাৱ হৈ কণীটোক দুভাগ কৰে। এভাগেৰে পৃথিৱী আৰু আন ভাগেৰে স্বৰ্গ সৃষ্টি কৰে। তাৰ পিচত তেৰাই দহ প্ৰজাপতিৰ সৃষ্টি কৰে। এই প্ৰজাপতিসকলেই পৰ্য্যায়ক্ৰমে এবিধ এবিধকৈ তিনিলোকৰ প্ৰাণী-অপ্ৰাণী সকলো সৃষ্টি কৰে। মনু ১ম অ; ২। এজন ব্ৰাহ্মণ ৩। সোমযাগৰ চাৰিজন ঋত্বিকৰ এজন। ৪। সূৰ্য্য, ৫। বেদজ্ঞ, ৬। মৰীচি আদি সপ্তৰ্ষি (প্ৰজাপতিৰ) নাম। **–দেশঃ** এখন ৰাজ্যৰ নাম। **–কন্যকা** দেৱী সৰস্বতী, **–কৰঃ** ব্ৰাহ্মণক দয়া কৰা, **–কৰ্মঃ** ব্ৰাহ্মণৰ কৰণীয় কাৰ্য্য। **–কল্প** ব্ৰহ্মাৰ কাল। **–কাণ্ডং** বেদৰ জ্ঞান কাণ্ড, পৰমাত্মা বিষয়ক জ্ঞান থকা অংশ। **–কাষ্ঠঃ** নুনি গছৰ কাঠ। **–কূৰ্চ্যং** এবিধ তপস্যা, **–কৃৎ** বিষ্ণু **–গুপ্তঃ** খৃঃ ৭ম শতিকাৰ এগৰাকী প্ৰসিদ্ধ জ্যোতিষী, **–গৌৰৱং** ব্ৰহ্মাস্ত্ৰ, **–গ্ৰন্থিঃ** শৰীৰৰ এক বিশেষ গাঁথি, **–গ্ৰহঃ, –পুৰুষঃ,–ৰাক্ষসঃ** ব্ৰাহ্মণভূত। গোটেই জীৱনত অসৎ কাম কৰি মৃত্যুৰ পিছত ঘূৰি ফুৰা ভূত বা প্ৰেত। **–ঘাতকঃ** ব্ৰাহ্মণ হত্যাকাৰী, **–চৰ্যং** *ক্লী* (ব্ৰহ্মণে ৱেদাৰ্থং চৰ্য্যম্ আচৰণীয়ম) ১। চাৰি আশ্ৰমৰ প্ৰথম আশ্ৰম। গৃহস্থাশ্ৰমত প্ৰৱেশ কৰাৰ আগতে গুৰুৰগৃহত থাকি বেদাদি শাস্ত্ৰ অধ্যয়ন কৰা সময়খিনি। ব্ৰহ্মচাৰ্য্যশ্ৰমত থকা কালত অধ্যয়ন অধ্যাপনৰ বাহিৰে কটুভাষণ, মিথ্যাভাষণ, নাৰীদৰ্শন মৈথুন আদি সম্পূৰ্ণৰূপে নিষিদ্ধ। মনু ২।২৪৯; ২। ধাৰ্মিক জীৱন, শাস্ত্ৰাধ্যয়ন, আত্মসংযম, মাদকদ্ৰব্য ত্যাগ। **–চৰ্যঃ** গুৰুৰ গৃহত থকা শিষ্য **–চাৰী(ন্)** শিষ্য। প্ৰথম আশ্ৰমত থকা এজন ব্ৰাহ্মণ। উপনীত শিষ্য। **–চাৰিণী** ১। দুৰ্গা। ২। সতীত্ব ৰক্ষা কৰি চলা নাৰী। **–জঃ** কাৰ্ত্তিকেয়। **–জাৰঃ** ব্ৰাহ্মণীৰ প্ৰেমিক। **–জীৱী(ন্)** জ্ঞান বিলাই যি জীৱিকা নিৰ্বাহ কৰে।

**–জ্ঞ** ব্ৰহ্মজ্ঞানী **–জ্ঞঃ** কাৰ্ত্তিকেয়, বিষ্ণু। ব্ৰহ্ম বেত্তা **–জ্ঞানং** ব্ৰহ্মবিষক জ্ঞান। প্ৰকৃত অথবা ঐশ্বৰিক জ্ঞান; **–জ্যোতিষ** পৰমাত্মাৰ জ্যোতি। **–তত্ত্বং** পৰমাত্মাৰ তত্ত্ব, **–তেজঃ** ব্ৰহ্মাৰ গৌৰৱ। ব্ৰাহ্মণৰ শক্তি অথবা উজ্জ্বলতা, **–দঃ** গুৰু। বেদশাস্ত্ৰৰ শিক্ষক। সদাশিৱ। **–দায়াদঃ** ব্ৰাহ্মণ, বেদকে যিয়ে পৈত্ৰিক সম্পত্তি ৰূপে গ্ৰহণ কৰে, **–দাৰুঃ** নুনি গছৰ কাঠ। **–দ্বিষ, দ্বেষী(ন্)** ব্ৰাহ্মণ-বিদ্বেষী, ব্ৰাহ্মণ হিংসাকাৰী। **–নদী** সৰস্বতী নদী **–নাথঃ** বিষ্ণু। **–নিষ্ঠ** পৰমাত্মাৰ জ্ঞানত একনিষ্ঠ, একাগ্ৰ। **–নিষ্ঠঃ** নুনি গছ। **–পদং** ব্ৰাহ্মণৰ পদবি বা শ্ৰেণী। ব্ৰহ্মলোক। **–পাৰাযণং** সম্পূৰ্ণ বেদৰ পাঠ, বা অধ্যয়ন। **–পাশঃ** ব্ৰহ্মাস্ত্ৰ। **–পিতৃ** বিষ্ণু **–পুত্ৰঃ** ১। ব্ৰহ্মাৰ পুত্ৰ। ২। হিমালয় পৰ্বতৰ পৰা ওলাই অসম প্ৰদেশৰ মাজেৰে গৈ বঙ্গদেশৰ উত্তৰাঞ্চলত গঙ্গাৰ লগলাগি বঙ্গোপসাগৰত পৰা এখন অতি প্ৰসিদ্ধ নদৰ নাম। পিতাক জমদগ্নিৰ আদেশত পুত্ৰ পৰশুৰামে মাতৃক হত্যা কৰাৰ পিচত মাতৃহত্যা মহাপাপৰ পৰা মুক্তি পাবৰ কাৰণে পিতাকৰ উপদেশক্ৰমে ব্ৰহ্মকুণ্ডলৈ আহি তাতে স্নান কৰি মুক্তি লাভ কৰে। তাৰ পিচত কুঠাৰেৰে হেমশৃঙ্গ ভেদ কৰি ব্ৰহ্মকুণ্ডৰ পানী বৈ যাবলৈ দিয়ে। পানীৰ এই স্ৰোতৰ আন এটা নাম লোহিত। নীলাচলস্থিতা মহামায়া কামৰূপ কামাখ্যাৰ পাদ ধৌত কৰি প্ৰৱাহমান এই নদ ভাৰতৰ অতি পৱিত্ৰ নদীবিলাকৰ ভিতৰত অন্যতম। এই নদীত স্নান কৰি, বিশেষকৈ চ'ত মাহৰ শুক্লাষ্টমীৰ দিনা (অশোকাষ্টমী তিথি) স্নান তৰ্পণ কৰিলে সকলো পাপ ক্ষয় হয় বুলি স্থানীয় হিন্দুধৰ্মাৱলম্বীসকলৰ এটা দৃঢ় বিশ্বাস। এই নদীত স্নান কৰা মন্ত্ৰ : পৃথিব্যাং যানি তীৰ্থানি সৰিতঃ সাগৰাদয়ঃ। সৰ্বে লৌহিত্যমায়ান্তি চৈত্ৰে মাসি সিতাষ্টমীম্।। ব্ৰহ্মপুত্ৰ মহাভাগ শান্তনোঃ কুলনন্দন। অমোঘাগৰ্ভসম্ভূত পাপং লৌহিত্য মে হৰ।। **–পুত্ৰী** সৰস্বতী নদী। **–পুৰং** পুৰী ১। ব্ৰহ্মাৰ নগৰ, ব্ৰহ্মধাম ২। কাশী **–প্ৰলয়ঃ** বিশ্বব্ৰহ্মাণ্ডৰ সম্পূৰ্ণ নাশ, লয়। **–প্ৰাপ্তিঃ** পৰমাত্মাত লীন হোৱা অৱস্থা। **–বন্ধুঃ** নিন্দিত ব্ৰাহ্মণ, অযোগ্য ব্ৰাহ্মণ। নামত ব্ৰাহ্মণ **–বীজং** প্ৰণৱ 'ওঁ'। **–ভৱনং** ব্ৰহ্মধাম। **–ভাৱঃ** ব্ৰহ্মত লীন। **–ভুৱনং** ব্ৰহ্মলোক **–ভূতিঃ** সন্ধিয়া কাল। **–ভূয়ং** *ক্লী* (ব্ৰহ্ম ভূ কাপ্) ১। ব্ৰহ্মত্ব, মনু ১২।১০২; ২। পৰম ব্ৰহ্মজ্ঞান বিষয়ক বেদান্ত দৰ্শন। **–মতী** সৰস্বতী নদী। **–মন্ত্ৰং** বেদপাঠ, বেদশিক্ষা **–মূৰ্ধভূৎ** শিৱ; **–মেখলঃ** মুঞ্জলতা, এবিধ ফুল। **–যজ্ঞঃ** পঞ্চযজ্ঞৰ এবিধ। বেদৰ অধ্যাপন আৰু পাঠ। **–যোগঃ** ব্ৰহ্মজ্ঞান লাভ। **–যোনিঃ** *পু* ব্ৰহ্মোদ্ভূত। ব্ৰহ্মাৰ উৎপত্তিস্থান ব্ৰহ্মগিৰি। ব্ৰহ্মপ্ৰাপ্তিৰ কাৰণভূত ব্ৰহ্মধ্যান, মনু ১০।৭৪ **–যোনী** *স্ত্ৰী* কুৰুক্ষেত্ৰৰ সৰস্বতীৰ পাৰত অৱস্থিত এখন তীৰ্থস্থান। এই ঠাইতে ব্ৰহ্মাই চাৰিটা বৰ্ণ সৃষ্টি কৰিছিল। **–ৰন্ধ্ৰং** (ব্ৰহ্মণে ব্ৰহ্মপ্ৰাপ্তয়ে ৰন্ধ্ৰং) উত্তমাঙ্গ। ব্ৰহ্মতালু। এই তালুত থকা ছিদ্ৰেৰে মুমূৰ্ষুৰ প্ৰাণবায়ু নিৰ্গত হয়। **–ৰাতঃ** শুকমুনি। **–ৰাত্ৰঃ** ব্ৰাহ্মমুহূৰ্ত্ত। **–ৰাশিঃ** ১। সম্পূৰ্ণ বেদ। ২। পৰশুৰাম, **–লেখঃ** কপালৰ লিখন। নিয়তি। **–ৱক্তা** বেদৰ ব্যাখ্যাকাৰ। **–ৱধঃ, –ৱধ্যা, –হত্যা** ব্ৰাহ্মণ হত্যা। **–ৱৰ্চৎ–ৱৰ্চসং** ঐশ্বৰিক তেজ, দীপ্তি। ব্ৰাহ্মণ গ্ৰন্থৰ অন্তৰ্নিহিত শক্তি মনু ৪।৯৪ **–ৱৰ্চস্বী(ন্)** *পু* এগৰাকী প্ৰসিদ্ধ জ্ঞানী ব্ৰাহ্মণ **–ৱৰ্ধনং** তাম। **–ৱাদী(ন্)** ১। বেদজ্ঞ, ২। বেদান্ত, দাৰ্শনিক। **–ৱিদ** পৰমব্ৰহ্মৰ বিষয়ে জ্ঞানযুক্ত। দাৰ্শনিক, মুনি, ঋষি, **–ৱিদ্যা** পৰম ব্ৰহ্মবিষয়ক বিদ্যা। **–ৱিন্দুঃ** বেদপাঠীৰ মুখৰ পৰা ওলোৱা লালটিৰ টোপ। **–ৱিবৰ্ধনঃ** ইন্দ্ৰ। **–বৃক্ষঃ** ১। পলাশ, ২। ডিমৰু গছ, **–বৃত্তিঃ** ব্ৰাহ্মণৰ বৃত্তি। **–ৱেদঃ** ১। বেদৰ জ্ঞান, ২। ব্ৰহ্মজ্ঞান, ৩। অথৰ্ববেদ। **–ৱৈৱৰ্ত** ওঠৰখন পুৰাণৰ এখন। **–সম্ভৱঃ** *পু* নাৰদমুনি। **–সাযুজ্যং** ব্ৰহ্মত সম্পূৰ্ণৰূপে লীন। **–সাৱৰ্ণিঃ** দশম মনু। **–সুতঃ** নাৰদ মুনি, মৰীচি আদি মুনিগণ **–সূঃ** ১। অনিৰুদ্ধ, ২। কামদেৱ **–সূত্ৰং** ১। যজ্ঞোপবীত, লগুণ, ২। বাদৰায়ণ কৃত বেদান্ত দৰ্শনৰ সূত্ৰসমূহ। **–সৃক্(জ্)** শিৱ। **–স্তম্বঃ** বিশ্বব্ৰহ্মাণ্ড। **–স্বং** এজন ব্ৰাহ্মণৰ সম্পত্তি, যা ৩।২১২; **–স্বহাৰী(ন্)** ব্ৰাহ্মণৰ সম্পত্তি হৰণকাৰী **–হৱিঃ** হোমত ঘৃতাহুতি। **–হা(ন্)** ব্ৰাহ্মণ হত্যা **–হুতং** অতিথি সেৱা, অতিথি সৎকাৰ।

**ব্ৰহ্মৰ্ষিঃ** *পু* ব্ৰাহ্মণ ঋষি, যেনে— গৌতম ঋষি।

**ব্ৰহ্মা(ন্)** *পু* (বৃংহতি বৰ্দ্ধতে যঃ বৃহি বৃদ্ধৌ মনিন্),

১। সোমযজ্ঞৰ ঋত্বিক বিশেষ, ২। এবিধ যোগ। বিষ্কম্ভাদি ২৭ বিধ যোগৰ অন্তৰ্গত পঞ্চবিংশ যোগ। ৩। বিপ্ৰ, পুৰোহিত, ৪। অৰ্হদ উপাসক, ৫। সৃষ্টিকৰ্তা দেৱতা, **–ণী** *স্ত্ৰী* ১। ব্ৰহ্মাৰ পত্নী, ২। দুৰ্গা, ৩। এবিধ আতৰ।

**ব্ৰহ্মাক্ষৰং** *ক্লী* প্ৰণৱ 'ওঁ'।

**ব্ৰহ্মাঙ্গভূঃ** *পু* ঘোঁৰা।

**ব্ৰহ্মাঞ্জলিঃ** ১। বেদপাঠৰ সময়ত হাতযোৰ কৰি প্ৰদৰ্শন কৰা শ্ৰদ্ধা। ২। গুৰু প্ৰণাম।

**ব্ৰহ্মাণ্ডং** *ক্লী* আদিমতম অণ্ড, য'ৰ পৰা বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি হৈছিল। **–পুৰাণং** এখন পুৰাণ।

**ব্ৰহ্মাভিজাতা** *স্ত্ৰী* গোদাবৰী নদী।

**ব্ৰহ্মাধিগমঃ,–ব্ৰহ্মাভ্যাসঃ** বেদাধ্যয়ন।

**ব্ৰহ্মাম্ভঃ(স্)** *ক্লী* গৰুৰ মূত।

**ব্ৰহ্মাৰম্ভঃ** বেদপাঠ পুনৰ আৰম্ভ।

**ব্ৰহ্মাৰ্পণং** *ক্লী* পৰম ব্ৰহ্মত নিজকে অৰ্পণ কৰা। গী ৪।২৪।

**ব্ৰহ্মাৰণঃ** *পু* শ্ৰীনাৰায়ণ।

**ব্ৰহ্মাৱৰ্ত্তঃ** *পু* সৰস্বতী আৰু দৃষদ্বতী নদীৰ মাজৰ ভূখণ্ড।

**ব্ৰহ্মাসনং** ধ্যানৰ আসন।

**ব্ৰহ্মাস্ত্ৰং** ব্ৰহ্মা প্ৰদত্ত অস্ত্ৰ বা পাশ বিশেষ।

**ব্ৰহ্মিষ্ঠ** বেদজ্ঞ, পৰম জ্ঞানী, **–ষ্ঠাঃ** দুৰ্গা।

**ব্ৰহ্মোজঝতা** বেদ বিস্মৃতি।

**ব্ৰহ্মোদ্যং** বেদব্যাখ্যান।

**ব্ৰহ্মোপদেশঃ** বেদৰ উপদেশ, দীক্ষা।

**ব্ৰাহ্ম** *বিণ্* ১। পৰম ব্ৰহ্ম বা সৃষ্টিকৰ্তা সম্বন্ধীয়, মনু ২।৪০; ২। ব্ৰাহ্মণ সম্পৰ্কীয়, ৩। বেদ সম্বন্ধীয়, বৈদিক। ৪। পবিত্ৰ, ঐশ্বৰিক **–ম্মং** বুঢ়া আঙুলিৰ তলৰ অংশ। বেদাধ্যয়ন। **–ম্মঃ** ব্ৰাহ্ম বিবাহ। আঠ বিবাহৰ এবিধ। এই বিবাহক শ্ৰেষ্ঠ বিবাহ বুলি গণ্য কৰা হয়, কাৰণ কন্যাক বা দৰাক দিবলৈ কোনো পণ, যৌতুকাদিৰ দাবী নাথাকে। শক্তি অনুসাৰে সালঙ্কৃতা কন্যাক বিধিমতে বৰক অৰ্পণ কৰা হয়। **–দেয়া** ব্ৰাহ্ম প্ৰথামতে বিবাহ দিব লগীয়া কন্যা। **–মুহূৰ্ত্তঃ** ডোকমোকালি। অৰুণোদয়ৰ প্ৰথম দুই দণ্ডকাল। 'ৰাত্ৰেশ্চ পশ্চিমে যামে মুহূৰ্ত্তো ব্ৰাহ্ম উচ্যতে।'

**ব্ৰাহ্মণ** *বিণ্* ব্ৰাহ্মণ সম্বন্ধীয়, ব্ৰাহ্মণ প্ৰদত্ত, **–ণং** ১। ব্ৰাহ্মণ গোষ্ঠী। ২। ব্ৰাহ্মণ গ্ৰন্থ। যেনে— শতপথ ব্ৰাহ্মণ। বেদৰ এটা বিভাগ, য'ত বিভিন্ন যাগযজ্ঞত ব্যৱহৃত মন্ত্ৰৰ প্ৰয়োগ বিধিৰ বৰ্ণনা আছে। চাৰিওখন বেদৰ সুকীয়া ব্ৰাহ্মণ আছে। **–ণঃ** ১। চাৰি বৰ্ণৰ প্ৰথম বৰ্ণ। ব্ৰাহ্মণ, বামুণ, ঋবে ১০।৯০।১২; ২। পুৰোহিত, ঋত্বিক, ৩। অগ্নি। **–ণী** ১। ব্ৰাহ্মণ তিৰোতা, ২। ব্ৰাহ্মণৰ পত্নী, ৩। বুদ্ধি, ৪। এবিধ জেঠী, ৫। এবিধ ঘাঁহ, ৬। এবিধ বৰল, **–ণীগামী (ন্)** *পু* ব্ৰাহ্মণীৰ প্ৰেমিক। **–দ্ৰব্যং** বামুণৰ সম্পত্তি। **–নিন্দুকঃ** ব্ৰাহ্মণক নিন্দাকাৰী, **–ব্ৰুৱঃ** নিজকে বামুণ বুলি কৈ ফুৰা লোক। লগুণধাৰী অজ্ঞানী বামুণ। **–সন্তৰ্পণং** ব্ৰাহ্মণক সন্তুষ্টি প্ৰদান, ব্ৰাহ্মণ ভোজন।

**ব্ৰাহ্মণকঃ** অশিক্ষিত ব্ৰাহ্মণ।

**ব্ৰাহ্মণাতিক্ৰমঃ** ব্ৰাহ্মণৰ প্ৰতি অশ্ৰদ্ধা।

**ব্ৰাহ্মনাপাশ্ৰয়ঃ** ব্ৰাহ্মণৰ ওচৰত আশ্ৰয় ভিক্ষা।

**ব্ৰাহ্মণাভ্যুপপত্তিঃ** ব্ৰাহ্মণৰ প্ৰতি দয়া।

**ব্ৰাহ্মণ্য** *বিণ্* ব্ৰাহ্মণৰ যোগ্য, **–ণ্যং** ১। ব্ৰাহ্মণ পদ, পৌৰুহিতালি চৰিত্ৰ, মনু ৩।১৭; ২। ব্ৰাহ্মণ গোষ্ঠী।

**ব্ৰাহ্মাহোৰাত্ৰঃ** *পু* ব্ৰহ্মাৰ এদিন এৰাতি। দুই হাজাৰ দৈৱ বছৰ আৰু দুই কল্প মনুষ্য কালৰ সমান।

**ব্ৰাহ্মী** *স্ত্ৰী* (ব্ৰহ্মণ ইয়ম ব্ৰহ্ম অণ ঙীপ) ১। দুৰ্গা, ২। শিৱৰ আঠ মাতৃকাৰ অন্তৰ্গত মাতৃকা বিশেষ, ব্ৰহ্মশক্তি। ৩। দেৱী সৰস্বতী, ৪। বাক, ৫। সাধু কথা। ৬। ৰোহিণী নক্ষত্ৰ, ৭। ব্ৰাহ্মবিবাহিতা কন্যা, ৮। ব্ৰাহ্মী শাক। ৯। এখন নদীৰ নাম। ১০। ব্ৰহ্মভৰা। গী ২।৭২ **–কন্দঃ** এবিধ মূলা জাতীয় গছ। **–পুত্ৰঃ** ব্ৰাহ্মীৰ পুত্ৰ, মনু ৩।২৭।

**ব্ৰাহ্ম্য** *বিণ্* ১। ব্ৰহ্ম অথবা পৰমাত্মা বিষয়ক, ২। ব্ৰাহ্মণ সম্বন্ধীয়। **–হ্ম্যং** *ক্লী* বিস্ময়।

**ব্ৰুৱন্(ৎ)** *বিণ্* (ব্ৰূ শতৃ) বক্তা।

**ব্ৰুৱাণ** *বিণ্* (বব্ৰূ শানচ্) বক্তা, ভট্টি ২।৪০।

**ব্ৰূ** উক্তৌ (অদা উ দ্বিক ব্ৰবীতি ব্ৰূতে) ১। ক, কথা ক, ২। কোনো বস্তু বা মানুহৰ বিষয়ে ক, ৩। প্ৰমাণ কৰ, ঘোষণা কৰ, প্ৰকাশ কৰ, নৈ ২।৪৮; ৪। মাত, নাম ধৰি মাত, নাম কৰ, নিৰ্দিষ্ট কৰ, ৫। উত্তৰ দি।

**ব্ৰেঙ্কং, –ঙ্কঃ** ফাঁচ, পাশ, জাল। ■

# ভ



**ভ,** ভকাৰ ব্যঞ্জন বৰ্ণৰ চতুৰ্বিংশ, আৰু 'প' বৰ্গৰ চতুৰ্থ বৰ্ণ। শিৱসূত্ৰৰ অষ্টম সূত্ৰৰ দ্বিতীয় বৰ্ণ। উচ্চাৰণ স্থান ওষ্ঠ।

**ভং** *ক্লী* (ভা দীপ্তৌ ৱাহুলকাৎ ডঃ) ১। নক্ষত্ৰ, ২। চন্দ্ৰ মণ্ডল, ৩। গ্ৰহ, ৪। সংখ্যা '২৭', ৫। ৰাশি চক্ৰ ৬। মৌমাখি।

**ভঃ** *পু* (ভা ডঃ) ১। শুক্ৰগ্ৰহ, শুক্ৰাচাৰ্য্য, ২। মৌমাখি, ৩। ভ্ৰান্তি, ভুল **–চক্ৰং** ৰাশি চক্ৰ।

**ভক্কিকা** স্ত্ৰী ফৰিং।

**ভক্ত** *বিণ* (ভজতে ইতি ভজ সেৱায়াং কৰ্মণি ক্তঃ) ১। নিৰ্দিষ্ট, পৰিৱেশিত, ২। বিভাজিত, সেৱিত, ৩। আসক্ত, বিশ্বস্ত, ৪। পক্ব, সিদ্ধ, ৫। তৎপৰ। **–ক্তং** ১। অন্ন, ভাত, ২। ধন, মনু ১১।৭; ভাগ, অংশ **–ক্তঃ** (দেৱতাৰ) ভক্ত, সেৱক, পূজক, আৰাধক, গী ৪।৩। ভক্ত তুষ্ট হ'লে ভগৱান তুষ্ট। 'ভক্তে তুষ্টে হৰিস্তুষ্টো হৰৌ তুষ্টে চ দেৱতাঃ। ভৱন্তি সিক্তাঃ শাখাশ্চ যথা মূলনিষেচনাৎ।। **–কৰঃ** ধূপশলা। **–কাৰঃ** ভাত ৰান্ধনি **–ছদং** ভোক, ক্ষুধা, **–দাসঃ** পোন্ধৰ বিধ দাসৰ ভিতৰত এবিধ। এসাজ ভাতৰ বিনিময়ত কাম কৰা দাস, মনু ৮।৪১৫; **—দ্বেষ** খাবলৈ অনিচ্ছা, অভোক। **–মণ্ডঃ** ভাতৰ মণ্ড, বা সিদ্ধ ভাতৰ মাড়। **–ৰোচন** ক্ষুধাকাৰক, ভোক লগোৱা (বস্তু) **–ৱৎসল** ভক্তপ্ৰিয় (ভগৱান)। **–শালা** খোৱা ঘৰ।

**ভক্তিঃ** *স্ত্ৰী* (ভজতে ইতি ভজ ক্তিন) ১। বিভাগ, ২। অংশ, ভাগ, ৩। ভক্তি, নিষ্ঠা, প্ৰেম, আসক্তি, বিশ্বাস, ৰ ১৩।১৫; ৪। শ্ৰদ্ধা, উপাসনা, পূজা সেৱা, ৫। কাপোৰৰ বাণি, ৬। অলঙ্কাৰ, সাজ-সজ্জা, ৰ ১৩।৫৯; ৭। অনুৰাগ, ৮। গৌণবৃত্তি, ভঙ্গী। **–নম্ৰ** শ্ৰদ্ধাপূৰ্ণভাৱে নত হোৱা। **–পূৰ্ব্ব** অব্য শ্ৰদ্ধান্বিতভাৱে, ভক্তিপূৰ্ণভাৱে **–ভাক্(জ্)** অত্যন্ত আসক্ত। বিশ্বস্ত **–মাৰ্গঃ** ভক্তিৰ পথ। ভগৱানৰ প্ৰতি অসীম ভক্তিৰ যোগেদি মুক্তি (মোক্ষ) লাভ কৰাৰ পথ। **–যোগঃ** (ভক্তেৰ্যোগঃ) নিষ্ঠাপূৰ্ণ ভক্তিৰ জৰিয়তে পৰমেশ্বৰ প্ৰাপ্তি যোগ। ভাগৱতৰ ১ম স্কন্ধ ১ম অধ্যায়। শ্ৰী ভগবদ্ গীতাৰ দ্বাদশ অধ্যায়ক ভক্তিযোগ বোলা হয়। ভগৱানে কৈছে— 'ময্যাৱেশ্য মনো যে মাং নিত্যযুক্তা উপাসতে। শ্ৰদ্ধয়া পৰয়োপেতাস্তে মে যুক্ততমা মতাঃ।' ইত্যাদি। **–ৰসঃ** *পু* (ভক্তিৰেৰ ৰসঃ) কৃষ্ণভক্তিৰূপ ৰস। ভগৱৎ প্ৰেম ৰস।

**ভক্তিমান্(ৎ)** *বিণ* ভক্তিত আপ্লুত হৈ থকা, বিশ্বস্ত। অনুৰক্ত; সা ১২।১৯।

**ভক্তিল** *বিণ* (ভক্তিং ভঙ্গীং লাতীতি ভক্তি লা কঃ) অনুৰক্ত, বিশ্বাসযোগ্য **–লঃ** *পু* বিশ্বাসী ঘোঁৰা।

**ভক্ষ্** ভক্ষে (ক) (চুৰা উ স ভক্ষয়তি-তে); (খ) (ভ্বা উ স ভক্ষতি-তে) ১। খা, ভক্ষণ কৰ, গিল, খাই পেলা, ২। নষ্ট কৰ, খৰচ কৰ, ক্ষয় কৰ, ৩। কামোৰ, কামুৰি খা।

**ভক্ষক** *বিণ* (ভক্ষয়তীতি ভক্ষ ণ্বুল্) খাদক, লুলুপ, খঁকুৱা।

**ভক্ষণং** *ক্লী* (ভক্ষ ভাৱে ল্যুট) খাৱন, গলাধঃকৰণ, গিলা কাৰ্য্য।

**ভক্ষ্য, ভক্ষণীয়** *বিণ* ভক্ষ যৎ, অনীয়ৰ) খাব লগীয়া, খাব পৰা খাদ্য **–ক্ষ্যং** খোৱা বা খাব পৰা আহাৰ, খাদ্য সামগ্ৰী, মনু ১।১১২; কিছুমান তিথিত কিছুমান বস্তু খোৱাটো নিষেধ কৰা হৈছে। যেনে— প্ৰতিপদি কুষ্মাণ্ড (লাউ), দশমীত কলমী শাক ইত্যাদি। **–কাৰঃ** ৰান্ধনি, পিঠা বা মিঠাই আদি তৈয়াৰ কৰা কাৰিকৰ।

**ভগং,–গঃ** *ক্লী পু* (ভজ্যতে অস্মিন্নিতি ভঞ্জ সেৱায়াং ঘঃ) ১। স্ত্ৰী চিহ্ন, যোনি। উপস্থ, স্মৰ মন্দিৰ। ২। শ্ৰী, ৩। বীৰ্য্য, ৪। ইচ্ছা, বাসনা, ৫। জ্ঞান ৬। বৈৰাগ্য, ৭। কীৰ্তি মাহাত্ম্য। ৮। ঐশ্বৰ্য্য, ৯। যত্ন, অধ্যৱসায়, ১০। ধৰ্ম, ১১। মোক্ষ ১২। সৌন্দৰ্য্য, ১৩। প্ৰেম, মৰম, ১৪। সৌভাগ্য, ১৫। কান্তি, ১৬। দ্বাদশাদিত্যৰ এটা ১৭। চন্দ্ৰ, ১৮। পূৰ্বফাল্গুনী নক্ষত্ৰ **–গঃ** *পু* দ্বাদশাদিত্য **–গণঃ** নক্ষত্ৰসমূহ **–ঘ্নঃ** সদাশিৱ, **–দত্তঃ** নৰকাসুৰৰ জ্যেষ্ঠপুত্ৰ। প্ৰাগজ্যোতিষপুৰৰ অধিপতি। কা পু ৩৯ অঃ **–দেৱঃ** লম্পট, কামুক, **—দৈৱতং** পূৰ্ব ফাল্গুনী নক্ষত্ৰ, বৃহস্পতিৰ জন্ম নক্ষত্ৰ, **–ন্দৰঃ** শৌচদ্বাৰত অথবা লিঙ্গত ব্ৰণ জাতীয় এবিধ ৰোগ, অৰ্শৰোগ **–নন্দনঃ** বিষ্ণু, **–ভক্ষকঃ** কুটনা, বেশ্যা যোগানধাৰী, **–ৱতী** *স্ত্ৰী* (ভগ ঐশ্বৰ্য্যং অস্তি অস্মিন্নিতি

মতুপ) ১। ঐশ্বর্য্যশালিনী দেৱী। গৌৰী, পূজ্যা, প্ৰকৃতিৰূপিণী মহামায়া, ২। দেৱী সৰস্বতী, ৩। ভগৱতী গঙ্গা।

**ভগৱান(ৎ)** *পু* (ভগ মতুপ মস্য ৱঃ) ঐশ্বৰ্য্যশালী, পৰম ঐশ্বৰ্য্যৰ অধিকাৰী, যশস্বী,শ্ৰদ্ধাৰ পাত্ৰ, পূজ্য, ঐশ্বৰিক। 'ঐশ্বৰ্যস্য সমগ্ৰস্য বীৰ্য্যস্য যশসঃ শ্ৰিয়ঃ। জ্ঞানবৈৰাগ্যয়োশ্চৈৱ ষণ্ণাং ভগ উচ্যতে। (পু) ভগৱান বিষ্ণু, শিৱ, শ্ৰীকৃষ্ণ, বুদ্ধ, জিন।

**ভগাঙ্কুৰঃ** যোনিৰ 'আলজিভা'।

**ভগাধানং** *ক্লী* বৈবাহিক সুখ দান।

**ভগালং** *ক্লী* মহাদেৱৰ অলঙ্কাৰ। মূৰৰ খোলা, **–লী**(ন্) মহাদেৱ।

**ভগিনিকা** ভনী।

**ভগিনী** ১। ভনী, ২। ভাগ্যৱতী নাৰী, ৩। তিৰোতা।

**ভগী (ন্)** *বিণ্* ১। সুখী, সৌভাগ্যৱান, ২। ঐশ্বৰ্য্যশালী।

**ভগীৰথঃ** *পু* সূৰ্য্যবংশীয় ৰজা দিলীপৰ পুত্ৰ। সাগৰৰ আজোনাতি। কপিল মুনিৰ শাপত ভস্মীভূত হৈ অধঃপতিত হোৱা পিতৃ পিতামহসকলক উদ্ধাৰ কৰাৰ কাৰণে কঠোৰ তপস্যা কৰি গঙ্গাক পৃথিৱীলৈ আনে। সেয়ে গঙ্গাৰ আন এটা নাম ভাগীৰথী।

**ভগোলঃ** *পু* (ভানাং নক্ষত্ৰানাং গোলঃ) নক্ষত্ৰ চক্ৰ।

**ভগ্ন** *বিণ্* (ভনজ ক্তঃ) ১। ভঙা, ভাগি যোৱা, ছিন্ন, চূৰ্ণিত, ২। নিৰাশ, ৩। বাধিত, ৪। পৰাজিত, বিনষ্ট। **–গ্নং** *ক্লী* ১। এবিধ বেমাৰ, ২। হাত-ভৰি আদি ভগা **–ক্ৰমঃ** ৰচনাৰ ক্ৰম অথবা বিন্যাসত ছেদ বা লঙ্ঘন, **–চেষ্ট** নিৰুদ্যম, নিৰাশ। **–দৰ্প** নম্ৰ, তল মূৰ। **–পাদৰ্ক্ষং** *ক্লী* পুষ্কাৰাখ্য ছয় নক্ষত্ৰ। সেইকেইটা হ'ল— পুনৰ্বসু, উত্তৰাষাঢ়া, কৃত্তিকা, উত্তৰ ফাল্গুনী, পূৰ্বভাদ্ৰ আৰু বিশাখা। **–পাৰ্শ্ব** পিঠি আৰু বুকুৰ কাষৰ ফালৰ বিষ। **–পৃষ্ঠ** পিঠি ভঙা। **–প্ৰতিজ্ঞ** বিশ্বাস ভঙ্গকাৰী। **–মনঃ(স্)** নিৰাশ, উদ্যমহীন। **–সঙ্কল্প** যাৰ সকলো অভিসন্ধি অথলে গৈছে।

**ভগ্নী** ভগিনী।

**ভঙ্কাৰী** ডাঁহ।

**ভংক্তা(ক্ত)** *বিণ্* ভাঙোতা, ভঙ্গকাৰী। **–ক্তিঃ** ভাঙন।

**ভঙ্গঃ** *পু* ভজ্যাতে ইতি (ভন্জ ঘঞঃ) ১। পৰাজয়, ২। ভাঙন।

**ভঙ্গঃ** *পু* (ভজ্যাতে ইতি ভন্জ ঘঞঃ) ১। পৰাজয়, ২। ভাঙন, ভেদ, ৩। এবিধ বেমাৰ। যেনে– ধ্বজভঙ্গ, ৪। ছিন্নকৰণ, বিভাজন। ৫। অংশ, ভাগ। ৬। নিৰাশ, অকৃতকাৰ্য্যতা, নিষ্ফলতা, ৭। ফাঁট, ছেদ, ৮। বিৰতি, ৯। নলা, খাল ১০। কোৱাৰ ভঙ্গি, ঘুৰাই-পকাই কোৱা। ১১। গাজা, ভাং; ১২। পক্ষাঘাত, ১৩। গমন, গতি, ১৪। প্ৰৱঞ্চনা, বিশ্বাসভঙ্গ। ১৫। কুটিলতা, ১৬। ভয়, আতঙ্ক **–ৱাসা** *স্ত্ৰী* হালধি। **–সাৰ্থ** কুটিল, অসাধু, ঠগ।

**ভঙ্গা** ১। ভাং, ২। ঘোঁটা। ভাঙেৰে বনোৱা এবিধ জুলীয়া খাদ্য। **–নঃ** ভাঙন। **–ৰী** *স্ত্ৰী* ডাঁহ।

**ভঙ্গি, ঙ্গী** *স্ত্ৰী* (ভনজ ইন কু) ১। বিচ্ছেদ, ভাঙন, ২। হাড় ভঙা, বিভাগ, ৩। স্ৰোত, বান, ঢৌ, ৪। বেঁকা-বেঁকী পথ, ৫। চেলু, অজুহাত, ৬। ছল,ঠগ, ৭। খোজ, ৮। বিনয়, লজ্জা, নম্ৰতা, **–ভক্তিঃ** ঢৌ থকা খটখটী; মে ৬০, **–মান(ন্)** *পু* ১। ভঙ্গী, ২। ভেশচন, ৩। ছলনা, ৪। কুটিলতা, বুদ্ধি চাতুৰ্য্য। **–ঙ্গী** *স্ত্ৰী* ভঙ্গি।

**ভঙ্গিলং** জ্ঞানেন্দ্ৰিয়ৰ কোনো বিকাৰ বা খুঁত।

**ভঙ্গুৰ** *বিণ্* (ভনজ ঘুৰচ) ১। স্বয়ং ভাঙনশীল, নিজে নিজে ভাঙিব ধৰা, ঠুনুকা, অস্থায়ী, ২। কুটিল, বক্ৰ, ৩। ঠগ, প্ৰৱঞ্চক। **–ৰঃ** নদীৰ ভাজ। **–ৰা** প্ৰিয়ঙ্গু লতা।

**ভঙ্গ্যং** *ক্লী* ভাঙিব লগীয়া বস্তু।

**ভচক্ৰং** *ক্লী* (ভানাং ৰাশীনাং নক্ষত্ৰানাং চক্ৰং) ৰাশিচক্ৰ নক্ষত্ৰচক্ৰ।

**ভজ্** ক) ভাগসেৱয়োঃ (ভ্বা উ সক ভজতি-তে বিভজতি-তে) ১। ভাগ কৰ, বিলা, ২। ভাগ বা অংশ পা, লাভ কৰ, নিজৰ ভাগ ল, মনু ১০।৫৯ ৩। গ্ৰহণ কৰ, ৪। সহায় ল, আশ্ৰয় ল। ৫। পালন কৰ, ৬। উপভোগ কৰ, ভোগ কৰ, ৭। স্তুতি কৰ, ভজন কৰ, সেৱা-পূজা কৰ, ৮। বাছি ল, নিৰ্বাচন কৰ, ৯। দেহাজনিত সুখ ভোগ কৰ, ১০। আসক্ত হ। **সংবি—** নিজৰ ভিতৰত সমানে ভগাই ল, সমানে ভগাই দি।

খ) পাকে (চুৰা উ সক ভাজয়তি-তে) ১। ৰান্ধ, ২ ভাজ, (তৰকাৰী) ৰান্ধ, (আলু) ভাজ।

গ) বিশ্ৰাণনে। বিশ্ৰাণনং দানং (ভাজয়তি-তে) দি, দান দি, প্ৰদান কৰ।

**ভজকঃ** *পু* ১। বিভাজনকাৰী, পৰিৱেশনকাৰী, ২। পূজাৰী,

ভক্ত, ভজনকাৰী।

**ভজনং** *ক্লী* (ভজ ল্যুট) ১। ভাগ, অংশ, বিভাজন ২। অধিকাৰ, ৩। সেবা, পূজা, ভজন-কীৰ্তন।

**ভজমান** *বিণ* (ভজ চানচ) ১। বিভাজক, সুখী, উপভোক্তা, ২। ন্যায্য, উপযুক্ত, যোগ্য, ৩। সেৱক, ভজনকাৰী **–নঃ** *(পু)* ৰজা সাত্বতৰ পুত্ৰ, ভা ৯।২৪।৬।

**ভঞ্জ** ক) আমৰ্দনে (ৰুধা প স ভনক্তি) ১। ভাং, ভাঙি পেলা, ভাঙি টুকুৰা-টুকুৰ কৰ। ২। ধ্বংস কৰ, নাশ কৰ, ৩। বাধা দি, নিৰাশ কৰ, ব্যৰ্থ কৰ, ৪। পৰাজিত কৰ। খ) ভাসি (চুৰা উ অক ভঞ্জযতি-তে) উজ্জ্বল কৰ, উজ্জ্বল হ, দীপ্তিমান হ, উজলা। পোহৰাই পেলা।

**ভঞ্জক** *বিণ* ভাঙোতা, বিভাজনকাৰী।

**ভঞ্জনং** *ক্লী* ১। ভাঙন, ২। ছিন্নকৰণ, ৩। পীড়ন, ৪। উৎসাহহীনতা, ৫। নাশ, ৬। দূৰীকৰণ, ৭। পৰাজয়, ৮। বাধা **–নঃ** দন্তক্ষয়, দাঁত ক্ষয় হোৱা।

**ভঞ্জনকঃ** এবিধ দন্তৰোগ।

**ভঞ্জৰুঃ** *পু* দেৱ মন্দিৰত হোৱা গছ।

**ভঞ্জা** *স্ত্ৰী* (ভজ অচ টাপ) দেৱী অন্নপূৰ্ণা।

**ভট** ক) ভৃতৌ (ভ্বা প সক ভটতি) ১। পালন কৰ, পোষণ কৰ, ডাঙৰ-দীঘল কৰ, ২। ভাড়া কৰ, ৩। বেতন ল, মজুৰী ল।

খ) ভাষণে (চুৰা উ স ভটয়তি-তে) কথা ক, ভাষণ দি, কথা পাত।

**ভটঃ** *পু* (ভটতীতি ভট অচ) ১। যোদ্ধা, সৈনিক, ২। বীৰ পুৰুষ, ৩। এবিধ ম্লেচ্ছ জাতি, ৪। বৰ্বৰ, পামৰ, অধম, ৫। দানৱ, ৰাক্ষস।

**ভটিত্ৰং** *ক্লী* শলকাত পুৰি সিদ্ধ কৰা মাংসাদি। 'কাবাব' (পাৰ্চী)

**ভট্টঃ** *পু* (ভটতীতি বাহুলকাৎ তন্) ১। এবিধ বৰ্ণসঙ্কৰ জাতি, 'ভাট', বৈদ্য। ক্ষত্ৰিয়াদ বিপ্ৰকন্যায়াং ভট্টো জাতোঽনুৱাচকঃ ২। গৰাকী, স্বামী, 'হুজুৰ', ৩। বেদজ্ঞ ব্ৰাহ্মণৰ নামৰ শেষত লিখা এটা উপাধি যেনে– কুমাৰিলভট্ট। ৪। জ্ঞানী ব্যক্তি, দাৰ্শনিক, ৫। চাৰণ।

**ভট্টাচাৰ্য্যঃ** *পু* ১। অতি জ্ঞানী পণ্ডিত বা গুৰু, ২। বৈদ্য, চিকিৎসক, ৩। তুতাতভট্টপ্ৰণীত আৰু উদয়ানাচাৰ্য্যকৃত– এই দুয়োখন ন্যায়শাস্ত্ৰ জনা ব্যক্তি।

**ভট্টাৰ** *বিণ* ১। পূজনীয়, শ্ৰদ্ধেয়, ২। নামৰ আগত লিখা উপাধি। যেনে– ভট্টাৰঃ শ্ৰীৰামচন্দ্ৰঃ।

**ভট্টাৰকঃ** *পু* (ভট্টাৰ কণ) ১। নাটকত থকা ৰজা, ২। পূজনীয় ব্যক্তি, ৩। তপোধন, ৪। সূৰ্য্য; **–ৱাৰং** (ভট্টাৰকস্য সূৰ্য্যস্য ৱাৰঃ) ৰবিবাৰ, দেওবাৰ।

**ভট্টিঃ** *পু* শ্ৰীস্বামীৰ পুত্ৰ ভট্ট নামৰ এজন মহাকবিয়ে ৰামায়ণ মহাকাব্যৰ কথাৰ আধাৰত ৰচনা কৰা এখন মহাকাব্য। কোনো কোনো পণ্ডিতে এই ভট্ট আৰু শতকত্ৰয় ৰচয়িতা ভৰ্তৃহৰি একেজন বুলি ক'ব খোজে। **–নী** ১। নাটকত উল্লেখ কৰা এবিধ নায়িকা, অনভিষিক্তা ৰাণী। ২। উচ্চ শ্ৰেণীৰ মহিলা, ৩। ব্ৰাহ্মণী।

**ভড়ঃ** *পু* বৰ্ণসঙ্কৰ জাতি বিশেষ। (লেটাৎ তীবৰ কন্যায়াং জাতঃ)।

**ভড়িলঃ** *পু* (ভড়ি ইলচ) ১। বীৰ পুৰুষ, যোদ্ধা, ২। ভৃত্য, চাকৰ।

**ভণ্** শব্দে (ভ্বা প দ্বিক ভণতি) ১। ক, কথা ক, ২। উল্লেখ কৰ, ব্যাখ্যা কৰ, ৩। নাম ধৰি মাত।

**ভণনং–ণিতং–ণিতিঃ** ভাষণ, কথন, বচন, বাক্য, কথোপকথন।

**ভণ্ড্** ক) শিৱে, প্ৰতাৰণে (চুৰা উ অ ভণ্ডয়তি-তে) ১। ভণ্ডামি কৰ, ২। ঠগ, প্ৰবঞ্চনা কৰ, ৩। কল্যাণ কৰ, খ) ৱাচি, পৰিহাসে (ভ্বা আ স ভণ্ডতে) ১। ডাবি দি, ধমক দি, ২। কথা ক, ৩। ঠাট্টা কৰ, বিদ্ৰূপ কৰ।

**ভণ্ডঃ** *পু* (ভড়ি প্ৰতাৰণে অচ) ১। অশ্লীলভাষী, ২। বহুৰা, বিদূষক, চং ৩। বৰ্ণসঙ্কৰ জাতি বিশেষ। **–তপস্বী** (ন্) দেখাত সন্ন্যাসী। ভণ্ড। **–হাসিনী** বন্ধিতা, নটী।

**ভণ্ডকঃ** *পু* এবিধ বালিমাহী চৰাই।

**ভণ্ডনং** *ক্লী* ১। দুষ্টামি, ২। বৰ্ম, কৱচ, ৩। যুদ্ধ।

**ভণ্ডিঃ,–ণ্ডী** ঢৌ।

**ভণ্ডিল** *বিণ* (ভণ্ড ইলচ) ১। শুভ, উন্নত সুখী, ২। মঙ্গলময়, ৩। সৌভাগ্যৱান **–লঃ** *পু* ১। সৌভাগ্য, সুখ, কল্যাণ, ২। দূত, ৩। শিল্পী।

**ভণ্ডীৰঃ** *পু* ১। তণ্ডুলীয় শাক, জিলিমিলি শাক, ২। শিৰীষ গছ, ৩। বটগছ, ৰা ৩।৭৫।২৪।

**ভণ্ডুকঃ** *পু* এবিধ মাছ।

**ভদ্** ক) শুভে (চুৰা প অ ভন্দয়তি) কল্যাণ কৰ, মঙ্গল কৰ। সেৱা কৰ।

(খ) হৰ্ষে, প্ৰীতৌ (ভ্বা আ অ ভন্দতে) আনন্দ পা

আনন্দিত হ, প্ৰীতি লাভ কৰ। যেনে— পণ্ডিতঃ সদা ভন্দতে, শিক্ষকে সদায় আনন্দমনে থাকে।

**ভদন্তঃ** *পু* (ভদি কল্যাণে ইতি ঝচ) ১। সৌগতাদিবুদ্ধ। ২। বৌদ্ধ সন্ন্যাসীৰ প্ৰতি সাদৰ সম্ভাষণ, যেনে— ভদন্তো দিৱাকৰ মিত্ৰঃ -হচ ৫ উ।

**ভদাকঃ** *পু* (ভদি আকঃ) মঙ্গল, সৌভাগ্য, উন্নতি।

**ভদ্ৰ** *বিণ্* (ভন্দতে ইতি ভদ কল্যাণে ৰন্) ১। শ্ৰেষ্ঠ, ২। সাধু, ৩। সুখী, উন্নত ৪। মঙ্গলময়, ৫। দয়ালু, ৬। মনোৰম, ধুনীয়া, ৭। প্ৰিয়, প্ৰশংসনীয়, **–দ্ৰং** *ক্লী* স্ত্ৰী ১। সুখ, শান্তি, সৌভাগ্য, উন্নতি, কল্যাণ, মঙ্গল, 'সৰ্বে ভদ্ৰাণি পশ্যন্তু মা কশ্চিদ দুখভাক ভৱেৎ', ২। সোণ, ৩। লো, তীখা, **–দ্ৰঃ** ১। বালিমাহী চৰাই, ২। মেৰু পৰ্বত, ৩। এবিধ বিশেষ জাতিৰ হাতী, ৪। প্ৰবঞ্চক, ঠগ, ভণ্ড, মনু ৯।২৫৮; ৫। সদাশিৱ, ৬। কদম গছ। **ভদ্ৰা–কৃ,** ভদ্ৰাকৰণ, মুণ্ডন-কৰণ, **–কপিলঃ** শিৱ। **–কাৰক** মঙ্গলজনক, **–কালী** দুৰ্গা **–কুম্ভঃ** গঙ্গোদক পূৰ্ণ সোণৰ কলহ বা পাত্ৰ। **–গণিতং** যাদুমন্ত্ৰৰ নক্সা অঙ্কন। **–ঘটঃ,–ঘটকঃ** ভাগ্য ('লটাৰী') খেলৰ কলহ বা পাত্ৰ য'ৰ পৰা খেলৰ (কাগজৰ) টুকুৰা তুলি খেল নিৰ্ণয় কৰা হয়। **–নামা** (ন্) কাঠখোলা চৰাই। **—পীঠং** সিংহাসন, উৎকৃষ্ট আসন, ৰ ১৭।১০; **–মুখ** শ্ৰীমুখ। সম্বোধন কৰোঁতে 'হে মহাশয়', এই অৰ্থত ব্যৱহাৰ হয়। **–ৰেণুঃ** ইন্দ্ৰৰ হাতী। **–শাখঃ** কাৰ্তিকেয়। **–শ্ৰয়ং** **—প্ৰিয়ং** চন্দন কাঠ **–শ্ৰীঃ** চন্দন গছ **–সোভা** গঙ্গা।

**ভদ্ৰক** *বিণ্* মঙ্গলময়, কল্যাণজনক, মনোৰম। **–কঃ** দেৱদাৰু গছ।

**ভদ্ৰপদা, ভাদ্ৰপদা** *স্ত্ৰী* পূৰ্ব আৰু উত্তৰ-ভাদ্ৰপদ নক্ষত্ৰদ্বয়।

**ভদ্ৰা** *স্ত্ৰী* ১। গাইগৰু, ২। দ্বিতীয়া, সপ্তমী আৰু দ্বাদশী তিথি, ৩। আকাশী গঙ্গা, ৪। প্ৰসাৰিণী, অপৰাজিতা, শমী, দন্তী, হৰিদ্ৰা, বগা দুবৰি আদি কিছুমান বিশেষ লতা, ৫। ছায়া গৰ্ভজাতা সূৰ্যকন্যা।

**ভদ্ৰাঙ্গঃ** *পু* বলৰাম।

**ভদ্ৰাত্মজঃ** *পু* খড়্গ, তৰোৱাল।

**ভদ্ৰাসনং** **:** ১। সিংহাসন, ২। উৎকৃষ্ট আসন, পীঠ, ৩। এক বিশেষ ভঙ্গীৰ যোগাসন।

**ভদ্ৰিকা** *স্ত্ৰী* বলয়, খাৰু।

**ভদ্ৰিলং** *ক্লী* ১। উন্নতি, সৌভাগ্য ২। কঁপনি।

**ভদ্ৰেশ্বৰঃ** *পু* কল্পগ্ৰামস্থ শিৱ। দুৰ্গাই আৰাধনা কৰা কৈলাশ পৰ্বতত থকা পাৰ্থিৱ শিৱলিঙ্গ।

**ভদ্ৰৈলা** ডাঙৰ এলাচি।

**ভন্দিলং** *ক্লী* (ভদি ইলচ) ১। শুভ, সৌভাগ্য, ২। কম্পন, **–লঃ** দূত।

**ভপঞ্জৰং** *ক্লী* নক্ষত্ৰ চক্ৰ। ৰাশিচক্ৰ।

**ভপতিঃ** *পু* (ভানাং নক্ষত্ৰাণাং পতিঃ) চন্দ্ৰ।

**ভম্ভঃ** *পু* (ভম্ ভা কঃ) ১। ভোমোৰা, ২। ধোঁৱা।

**ভম্ভৰালিকা,–লী** *স্ত্ৰী* ১। ডাঁহ, ২। ফৰিং।

**ভম্ভাৰৱঃ** *পু* গৰুৰ হেম্বেলনি।

**ভম্ভাসাৰঃ** *পু* মগধৰ এজন ৰজাৰ নাম।

**ভয়ং** *ক্লী* (ভী অচ) ১। ভয়, আতঙ্ক, ২। ভীতি, ৩। বিপদৰ আশঙ্কা, বিপদ, সঙ্কট, ত্ৰাস। 'তাৱদ ভয়স্য ভেতৱ্যাং যাৱদভয়মনাগতম। উৎপন্নে তু ভয়ে তীব্ৰে স্থাতৱ্যাং তৈৰভীতৱৎ।।' গৰুড় তন্ত্ৰ। **–য়ঃ** ১। ৰোগ, ২। দ্ৰোণৰ অভিমতী নামৰ পত্নীৰ গৰ্ভজাত পুত্ৰৰ নাম, ৩। এজন যৱনৰাজ **–কৰ** (ভয়ঙ্কৰ) *বিণ্* ভয়ানক, ভয়জনক, ভীষণ, ভয়াৱহ, **—ডিণ্ডিমঃ** যুদ্ধক্ষেত্ৰত বজোৱা ডাঙৰ দবা। **–দ্ৰুত** ১। ভয়ত পলায়নকাৰী, ২। পৰাস্ত, পৰাজিত, **—প্ৰদ** আতঙ্কজনক, **–ব্ৰাহ্মণঃ** ভয়ভীত ব্ৰাহ্মণ **–ব্যূহঃ** এক বিশেষ ধৰণৰ সৈন্য সজ্জা।

**ভয়াক্ৰান্ত** *বিণ্* ভয়গ্ৰস্ত, ভীত, আতঙ্কিত।

**ভয়াতুৰ** *বিণ্* ভয় কৰি থকা, ভীতু।

**ভয়ানক** *বিণ্* ভয়ঙ্কৰ, ভয় লগা, ভয়জনক। গী ১১।২৭ **–কঃ** *পু* ১। বাঘ, ২। ৰাহু গ্ৰহ, ৩। ভয়ানক ৰস। আঠ বা নটা ৰসৰ এটা। স্থায়ীভাৱ, ভয়।

**ভয়াপহ** *বিণ্* ভয়নাশক। **–হঃ** *পু* ৰজা।

**ভয়াবহ** *বিণ্* সঙ্কটাপন্ন, ভয়লগা, গী ৩।৩৫।

**ভৰ** *বিণ্* (ভৃ পচাদ্যচ) ১। অতিশয়, অত্যধিক, ২। ভাৰী, ভাৰবহনকাৰী, **—ৰঃ** *পু* ১। বোজা, ভাৰ, ওজন, ২। সমষ্টি, সমূহ, বহু সংখ্যক, ৩। জোখ, পৰিমাণ বিশেষ, ৪। সংগ্ৰাম, ঋবে ৪।৩৮।৫।

**ভৰটঃ** *পু* ১। কুম্ভকাৰ, কুমাৰ ২। ভৃত্য।

**ভৰণং** *ক্লী* (ভৃ ল্যুট্) ১। বেতন, মজুৰি ২। পালন-পোষণ শ ৭।৩৩; ৩। বহন, ভাৰ বহন, ৪। যোগান, আহৰণ, **–ণঃ** ভৰণী নক্ষত্ৰ, **–ণী** *স্ত্ৰী* ভৰণী নক্ষত্ৰ, **–ভূঃ** ৰাহু গ্ৰহ।

**ভৰণীয়** *বিণ্* ভৰণযোগ্য, পোষ্য।

**ভৰণ্ডঃ** *পু* ১। স্বামী, গৰাকী, ২। ৰজা, ৩। বৃষভ,

ষাঁড়, ৪। কৃমি, কীট।

**ভৰণ্যং** *ক্লী* (ভৰণে সাধুঃ ইতি যৎ) ১। মূল্য, বেতন, ২। ভৰণী নক্ষত্ৰ, ৩। পোষণীয়, পোষ্য **–ণ্যুঃ** ১। গৰাকী, ২। পালক, ৰক্ষক, ৩। বন্ধু, সুহৃদ, ৪। অগ্নি, ৫। চন্দ্ৰ, সূৰ্য্য।

**ভৰতঃ** *পু* (ৰিভৰ্ত্তি লোকানিতি ভৃ অতচ) ১। নাট্যশাস্ত্ৰ প্ৰণেতা প্ৰসিদ্ধ ভৰতমুনি। সংস্কৃত নাট্যকাৰসকলে ভৰতক নাট আৰু নৃত্যৰ গুৰু বুলি মানে আৰু সেয়ে সকলো নাট্যকাৰে নাটকৰ শেষৰ শ্লোক ফাকি 'ভৰতবাক্যম' বুলি উল্লেখ কৰি তেওঁক শ্ৰদ্ধাৰে সোঁৱৰে। ২। দুষ্যন্ত-শকুন্তলাৰ পুত্ৰ। কৌৰৱ আৰু পাণ্ডৱৰ এগৰাকী পূৰ্বপুৰুষ ভৰত 'চক্ৰৱৰ্তী ৰজা' উপাধিৰে বিভূষিত হৈছিল, ৩। দশৰথৰ দ্বিতীয় পুত্ৰ। শ্ৰীৰামচন্দ্ৰৰ অনুজ কৈকেয়ীৰ পুত্ৰ ভৰতে যেতিয়া শুনিলে যে মাকৰ কাৰণেই গুৰুপ্ৰতিম অগ্ৰজ শ্ৰীৰাম বনলৈ যাব লগা হ'ল তেতিয়া তেওঁ মাকৰ ওপৰত ৰুষ্ট হৈ উঠিল। তেওঁ সিংহাসনত নবহি পূজ্য ককায়েকৰ পাদুকা স্থাপন কৰি শ্ৰীৰামৰ নামত ৰাজ্য শাসন কৰিবলৈ ধৰে আৰু শ্ৰীৰাম বনৰ পৰা ঘূৰি নহালৈকে নিজে সাধাৰণ মানুহৰ দৰে জীবন যাপন কৰে, ৪। নট, অভিনেতা, ৫। বনচৰ জাতি বিশেষ, শবৰ, ৬। তাঁতী, ৭। খেতিপথাৰ, ৮। অগ্নি, **–খণ্ডং** *ক্লী* ভাৰতবৰ্ষৰ এটা খণ্ড বা অংশ। কুমাৰিকা খণ্ড। **–জ্ঞ** নাট্যশাস্ত্ৰজ্ঞ। নাট্য-নৃত্য-বিদ্যাত পাৰ্গতি। **–পুত্ৰকঃ** অভিনেতা, নট। **–ৱৰ্ষঃ** ভাৰতবৰ্ষ। **–ৱাক্যং** নাটকৰ শেষফাঁকি শ্লোক বা কবিতা। সংস্কৃত নাট্যকাৰসকলে নাটকখন নান্দী শ্লোকেৰে শুভাৰম্ভ কৰে আৰু ভৰত বাক্যেৰে শুভসমাপ্তি কৰে।

**ভৰথঃ** *পু* (ভৃঞ অথঃ) ১। সম্ৰাট, ২। অগ্নি, ৩। সপ্ত লোকৰ এখনৰ অধীশ্বৰ, লোকপাল।

**ভৰদ্বাজঃ** *পু* ১। এই নামৰ এগৰাকী প্ৰসিদ্ধ মুনি। ভৰদ্বাজ গোত্ৰৰ পূৰ্ব-পুৰুষ। বৃহস্পতিৰ ঔৰসত মমতাৰ গৰ্ভজাত, ২। ভৰত পক্ষী।

**ভৰিত** *বিণ* (হৰিতঃ পৃষোদৰাদিত্বাৎ হস্য ভঃ) ১। হালধীয়া বৰণৰ, সেউজীয়া বৰণৰ। ২। পোষিত, পুষ্ট, পালিত, ৩। পৰিপূৰ্ণ।

**ভৰিমা(ন্)** *পু* (ভৃ ইমনিচ) ১। ভৰণ-পোষণ, ২। কুটুম্ব।

**ভৰুঃ** *পু* (ভৃ ভৰণে উঃ) ১। স্বামী, পতি ২। বিষ্ণু, ৩। সমুদ্ৰ, ৪। সোণ, ৫। সদাশিৱ। **–জঃ** শিয়াল। **–টকং** ভজা মাংস।

**ভৰ্গঃ** *পু* (ভৃজ ঘঞ) ১। শিৱ, ২। ব্ৰহ্ম, ৩। আদিত্যৰ ভিতৰত থকা তেজঃ (শক্তি) ৪। বীতিহোত্ৰৰ পুত্ৰ, ভা ৯।১৭।৯; **–গঃ (স্)** *ক্লী* (ভৃজ অসুন) জ্যোতি।

**ভৰ্গ্যঃ** *পু* ভৰ্গ, শিৱ।

**ভৰ্জনং** *ক্লী* (ভৃজ ল্যুট) ১। ভাজক, ২। কোনো খাদ্য বস্তু ভজা কাম।

**ভৰ্তব্যং** (ভৃ তব্য) ভৰণীয়, পোষণীয়। পোষ্য।

**ভৰ্তা (ৰ্ত্ত)** *পু* (বিভৰ্ত্তি পুষ্ণাতি বা ভৃঞ তৃচ) ১। অধিপতি, ৰ ১।৭৪, ২। ৰজা, সম্ৰাট, ৩। ঈশ্বৰ, প্ৰভু, ৪। পালনকৰ্তা, ৫। বিষ্ণু, ৬। স্বামী, পতি, গিৰিয়েক। ভাৰ্য্যায়া ভৰণাদ ভৰ্তা পালনাচ্চ পতিঃ স্মৃতঃ; মহা ১।১০৪।২৮।

**ভৰ্তৃঘ্নী** *স্ত্ৰী* স্বামীহন্ত্ৰী, স্বামীক হত্যা কৰা পত্নী।

**ভৰ্তৃদাৰকঃ** *পু* যুৱৰাজ। ৰজাৰ উত্তৰাধিকাৰী। **–দাৰিকা** *স্ত্ৰী* ৰাজকন্যা। শ্ৰদ্ধাৰ সম্বোধন।

**ভৰ্তৃব্ৰতং** *ক্লী* পতিৰ প্ৰতি অনুৰাগ। **–তা** পতিব্ৰতা নাৰী।

**ভৰ্তৃহৰিঃ** *পু* 'শতকত্ৰয়'ৰ (নীতি, শৃঙ্গাৰ আৰু বৈৰাগ্য শতকৰ) প্ৰণেতা প্ৰসিদ্ধ কবি এগৰাকী। খৃঃ ষষ্ঠ শতিকাৰ এই মহাকবি গৰাকী বাক্যপ্ৰদীপ আৰু ভট্টিকাব্যৰো ৰচয়িতা আছিল বুলি কোনো কোনো পণ্ডিতে কয়।

**ভৰ্তৃমতী** *স্ত্ৰী* জীৱিত পতিৰ পত্নী।

**ভৰ্তৃসাৎকৃতা** *স্ত্ৰী* বিবাহিতা।

**ভৰ্ৎস্** ভৰ্ৎসে (চুৰা আ উ অক সক ভৎৰ্সয়তে) ১। ভৰ্ৎসনা কৰ, অপমান কৰ, নিন্দা কৰ, ২। ভয় দেখা, ভাবুকি দি, ৩। বিদ্ৰূপ কৰ, **নিস্–** ১। ভৰ্ৎসনা কৰ, ২। লাজ দি, অতিক্ৰম কৰ, ছেৰ পেলা, কু ৩।৫৩।

**ভৰ্ৎসক** *বিণ* ভৰ্ৎসনাকাৰী, নিন্দুক।

**ভৰ্ৎসনং, –সনা, –সিতং** ১। ভাবুকি, ২। নিন্দা, গালি-গালাজ, ৩। অভিশাপ।

**ভৰ্ম(ন্)** *ক্লী* ১। বেতন, ২। সোণ, ৩। ধঁতুৰা, ৪। নাভি, ৫। ভৰণ, পোষণ।

**ভৰ্ম্মং** *ক্লী* ১। সোণ, ২। নাভি, ৩। বেতন, মজুৰি, ৪। সোণৰ মুদ্ৰা।

**ভৰ্মণ্যা** *স্ত্ৰী* বেতন।

**ভৰ্ৰ্ৎ, ভৰ্ৰ্** হিংসে (ভ্বা প সক ভৰ্ভতি, ভৰ্ৱতি) ১। আঘাত কৰ, ২। হত্যা কৰ, বধ কৰ।

**ভল্** নিৰূপণে (চুৰা আ সক ভালয়তে) ১। চা, অনুভৱ কৰ, ভালকৈ নিৰীক্ষণ কৰ, ২। নিৰূপণ কৰ।

**ভল, ভল্ল** দান বধ নিৰূপণে (ভ্বা আ স ভলতে, ভল্লতে) ১। নিৰূপণ কৰ, নিৰীক্ষণ কৰ, বৰ্ণনা কৰ, ক, ২। আঘাত কৰ, বধ কৰ, হত্যা কৰ, ৩। দি, দান কৰ।

**ভল্লং–ল্লঃ,–ল্লী** *ক্লী পু, স্ত্রী* ১। ভালুক, ২। শিৱ, ৩। ভোলা গছ। এই গছৰ গুটিৰ পৰা ওলোৱা ৰসেৰে কাপোৰত চিন দিয়া হয়।

**ভল্লকঃ,–ল্লুকঃ** *পু* ১। ভালুক, ২। কুকুৰ।

**ভল্লাটঃ–ল্লাটকঃ** ভোলা গছ।

**ভৱ** *বিণ্* (সমাসৰ শেষত) উৎপন্ন হোৱা, জন্ম হোৱা, উদ্ভৱ হোৱা, যেনে— বংশোদ্ভৱ। **–ৱঃ** ১। স্থিতি, অস্তিত্ব, ২। জন্ম, উৎপন্ন, ৩। মূল, উৎস, ৪। পৃথিৱী, সংসাৰ, সাংসাৰিক জীৱন, ৫। উন্নতি, সুস্বাস্থ্য, শ্ৰীবৃদ্ধি, ৬। শিৱ, ৭। দেৱতা, ৮। প্ৰাপ্তি। **–ক্ষিতিঃ** জন্ম স্থান **–ঘস্মৰঃ** দাৱানল, বনজুই। **–ছিদ** সাংসাৰিক বন্ধন ছিন্ন **–ছেদঃ** পুনৰ্জন্ম বন্ধনৰ পৰা মুক্তি। **–দাৰুঃ** দেৱদাৰু গছ **–ভূতিঃ** প্ৰসিদ্ধ কবি ভৱভূতি। খৃঃ ৭ম শতিকাৰ কান্যকুব্জৰ মহাৰাজ যশোৱৰ্মাৰ ৰাজসভাৰ সভাকবি আছিল। ভৱভূতিয়ে তিনিখন নাট্য কাব্য ৰচনা কৰে— মালতীমাধৱ, উত্তৰ ৰামচৰিত আৰু মহাবীৰচৰিত। **–ৰুদ্** অন্ত্যেষ্টি-ক্ৰিয়াৰ সময়ত বজোৱা বাদ্য বিশেষ।

**ভৱকঃ** *পু* (ভূ বুন্) আশীৰ্বাদদাতা।

**ভৱৎ** *বিণ্* (ভাতি ৱিদ্যতে ইতি ভা ডৱতু) ১। থকা, হোৱা, অস্তিত্ব, ২। উপস্থিতি। ভৱান্ শ্ৰদ্ধাপূৰ্ণ সম্বোধন, 'মহাশয় আপুনি' অত্ৰভৱান। **–তী** *স্ত্রী* ১। শ্ৰদ্ধাপূৰ্ণ সম্বোধন 'মহাশয়া আপুনি, অত্ৰভৱতী। ২। বিষাক্ত কাঁড়, ৩। দীপ্তিমতী।

**ভৱদীয়** *বিণ্* চিঠিপত্ৰৰ অন্তত লিখোঁতাৰ চহীৰ ওপৰত লিখা হয়, –আপোনাৰ একান্ত, ভৱদীয়।

**ভৱনং** *ক্লী* (ভূ অধিকৰণে ল্যুট্) ১। ঘৰ, মনু ১১।১৮; ২। প্ৰাসাদ, অট্টালিকা, মহা ৩।৫৪।১৩; ৩। প্ৰকৃতি **–পতিঃ –স্বামী(ন্) ঃ** ঘৰৰ মূল গৃহস্থ।

**ভৱন্তঃ, –ৱন্তিঃ** *পু* (ভূ ঝচ্ ঝিচ) বৰ্তমান সময়।

**ভৱাতিগ** *বিণ্* সাংসাৰিক অস্তিত্ব অতিক্ৰমকাৰী।

**ভৱাত্মজঃ** *পু* কাৰ্ত্তিকেয় **–জা** দেৱী মনসা।

**ভৱানী** *স্ত্রী* ভৱ অৰ্থাৎ শিৱৰ পত্নী, দুৰ্গা।

**ভৱান্তৰং** জন্মান্তৰ।

**ভৱাব্ধি,–ৰ্ণৱ, ভৱসমুদ্ৰঃ, ভৱসাগৰঃ, ভৱসিন্ধুঃ** জীৱন সাগৰ। জীৱনৰূপ সমুদ্ৰ।

**ভৱায়না, –নী** গঙ্গানদী।

**ভৱাৰণ্যং** সাংসাৰিক জীৱনৰূপ অৰণ্য, নিজান সংসাৰ।

**ভৱিক** *বিণ্* (ভৱ ঠন্) ১। মঙ্গলজনক ২। উপযুক্ত, প্ৰয়োজনীয়, ৩। সুখী **–কং** শ্ৰীবৃদ্ধি, কল্যাণ।

**ভৱিত** *বিণ্* অতীতত উৎপত্তি হোৱা, ভূত।

**ভৱিতব্য** *বিণ্* (ভূ তব্য) ভৱনীয়, ভব্য, ঘটিব লগীয়া, **–ব্যং** নিয়তি।

**ভৱিতব্যতা** *স্ত্রী* ১। ভাগ্য, ২। নিয়তি।

**ভৱিতা(ঋ)** হ'ব লগীয়া, ভৱিষ্যৎ। কু ১।৫০।

**ভৱিনঃ** *পু* কবি।

**ভৱিলঃ** *পু* ১। প্ৰেমিক, ২। ইন্দ্ৰিয়পৰবশ, লম্পট।

**ভৱিষ্ণু** *বিণ্* (ভূ ইষ্ণুচ) ভৱিতা।

**ভৱিষ্যৎ** *বিণ্* (ভূ লৃটঃ শতৃশ্যাচ্ চ) ১। ভাবী কাল। ২। অদূৰ ভৱিষ্যতে ঘটিব লগীয়া, আসন্ন, **–কাল** আহিব ধৰা কাল বা সময়, **–ৱাদী(ন্)** ভৱিষ্যৎ বক্তা, জ্যোতিষী।

**ভৱ্য** *বিণ্* (ভৱতীতি ভূ যৎ) ১। থকা, জীৱিত, ২। ভৱিষ্যৎ, হ'ব লগীয়া, ৩। উপযুক্ত, যোগ্য, ৪। ভাল, উৎকৃষ্ট, 'ভব্যঃ সঃ পুৰুষাকাৰঃ ভৱতি অৱস্থিতো যঃ," হচ ৫উ। ৫। ধুনীয়া, মনোৰম, ৬। শান্ত, ৭। সঁচা, প্ৰকৃত। **–ব্যা** পাৰ্বতী **–ব্যং** ১। জীৱন, অস্তিত্ব ২। ভৱিষ্যৎ কাল, ৩। ফল, পৰিণতি, ৪। শ্ৰীবৃদ্ধি উন্নতি।

**ভষ্** বুক্কে পিশুনোক্তৌ (ভ্বা প সক ) বুক্কঃ কুক্কুৰ শব্দঃ। ১। ভুক, ভুক্ ভুক্ কৰ, গোঁজৰ, ২। ভৰ্ৎসনা কৰ নিন্দা কৰ, গালি পাৰ।

**ভষঃ –ভষকঃ** কুকুৰ। **–ষী** *স্ত্রী* মাইকী কুকুৰ, কুকুৰী।

**ভষণং** *ক্লী* কুকুৰৰ ভুকভুকনি, গেঙেৰণি **–ণঃ** কুকুৰ।

**ভসৎ** *স্ত্রী* (ভস্ অদিঃ) ১। কাঠ, ২। খোঁৰাৰ মাংস, ৩। উৰু।

**ভসৎ(দ)** *স্ত্রী ক্লী* ১। সূৰ্য্য, ২। মাংস, ৩। এবিধ হাঁহ, ৪। কাল, সময়, ৫। পুণ্ডা, ভুৰ, ওপঙা বস্তু, ৬। যোনি।

**ভসনঃ** মৌমাখি, ভোমোৰা।

**ভসন্তঃ** কাল, সময়।

**ভসিতং** *ক্লী* ছাই, ভস্ম, শিপু ২৯।৪১।

**ভসূচকঃ** *পু* (ভানাং নক্ষত্রাণাং সূচকঃ) জ্যোতিষী, দৈৱজ্ঞ।

**ভস্ত্রকা,–স্ত্রা,–স্ত্রাকা,–স্ত্রীঃ** *স্ত্রী* (ভস্ দীপ্তৌ ত্রন্ কন্ টাপ্) ১। ছালেৰে তৈয়াৰী পানীৰ মোনা, ২। কমাৰৰ ভাতী, ৩। ছালৰ মোনা।

**ভস্ম(ন্)** *ক্লী* (ৱভস্তীতি ভস্ মনিন্) ১। শিৱৰ অঙ্গভূষণ, (কামদেৱক পুৰি ভস্ম কৰা ভস্মকে মহাদেৱে নিজৰ গাত ঘঁহি লৈছিল) কাপু ৪১অ; ছাই, ভস্ম, ২। যজ্ঞ-হোমাদিৰ ভস্ম। এই ভস্মৰ তিলক কপালত লোৱা হয়। বাচন-বৰ্তনাদি মাজোঁতে ছাই ব্যৱহাৰ কৰা হয়। বিশেষকৈ কাঁহৰ বাচন ছাইৰে মাজিবই লাগে, নহলে শুদ্ধ নহয়। অন্তসা হেমৰূপ্যায়ঃ কাংস্যং শুদ্ধতি ভস্মনা। অম্লৈস্তাম্রঞ্চ ৰৈত্যঞ্চ পুনঃপাকেন মৃন্ময়ম্।। **–কাৰঃ** ধোবা, **–ফুটঃ** ছাইৰ দ'ম, **–গন্ধা** এবিধ আতৰ **–তূলং** ১। হিম, বৰফ, ২। ধূলিৰ বৰষুণ, **–প্ৰিয়ঃ** সদাশিৱ **–ৱিধিঃ** ভস্মেৰে কৰা ধৰ্মকাৰ্য্য **–ৱেধকঃ** কৰ্পূৰ **–স্নানং** ভস্মেৰে স্নান, শুদ্ধিকৰণ। সাত বিধ স্নানৰ অন্তৰ্গত এবিধ। ইয়াক আগ্নেয় স্নান বুলিও কোৱা হয়। 'আগ্নেয়ং ভস্মনা স্নানং'। **ভস্মসাৎকৃত** পুৰি ছাই কৰা, **ভস্মাহুতিঃ** ছাইত আহুতি অৰ্থাৎ নিষ্ফল কৰ্ম। **ভস্মীকৰোতি** পুৰি ছাই কৰা। **ভস্মীভূত** পুৰি ছাই হোৱা। ভস্মীভূতস্য দেহস্য পুনৰাগমনং কুতঃ।

**ভস্মকং** *ক্লী* (ভস্ম সংজ্ঞায়াং কন্) ১। ভস্মকীট, চকুৰ এবিধ ৰোগ। ২। অত্যন্ত ভোক।

**ভস্মতা** *স্ত্রী* ভস্মাৱস্থা।

**ভা** দীপ্তৌ (অদা প অ ভাতি) ১। পোহৰ দি, উজলা, উজ্জ্বল হ, দীপ্তিমান হ, ২। বোধ হ, দেখা যা, অনুমান হ, ৩। নিজকে দেখুৱা, প্ৰকাশ কৰ।

**ভা** *স্ত্রী* (ভা দীপ্তৌ টাপ্) ১। প্ৰভা, দীপ্তি, যবে ৩০।১২। ২। ছাঁ, প্ৰতিবিম্ব, **–কূটঃ** ১। পৰ্বত, ২। এবিধ মাছ, **–কোশঃ(ষঃ)–নেমিঃ** সূৰ্য্য **–গণঃ** নক্ষত্র- সমূহ। **–নিকৰঃ** ৰশ্মিৰ সমষ্টি **–মণ্ডলং** ৰশ্মিমণ্ডল।

**ভাক্ত** *বিণ্* (ভক্তি অণ্) ১। গৌণ, লাক্ষণিক, ২। পৰাধীন, পৰান্নজীৱী, লগুৱা, চাকৰ, ৩। ভাত খোৱাৰ যোগ্য, ভাতেৰে পুষ্ট কৰা।

**ভাক্তিকঃ** ভাতেৰে পোষ্য ব্যক্তি, পৰাধীন, চাকৰ, ভৃত্য।

**ভাক্ষ** *বিণ্* লোলুপ, লুভীয়া।

**ভাগঃ** *পু* (ভজ্যতে ইতি ভজ্ ঘঞ্) ১। অংশ, ভাগ, বিভাগ, ২। ভোগ্য, ৩। ভাগত পৰা অংশ (যেনে— সম্পত্তি) ৪। ভগ্নাংশ, ৫। বৃত্তৰ ৩৬০ ভাগৰ এভাগ, ৬। ৰাশিৰ ৩০ ভাগৰ এভাগ। ৭। কোঠা, স্থান, অঞ্চল। ৮। (অঙ্ক) ভাগফল, হৰণফল। **–ধেয়ং** ১। ভাগ্য, নিয়তি। ২। অংশ, ভাগ। ৩। সৌভাগ্য, ৪। সম্পত্তি, ৫। সুখ। **(–য়ঃ)** ১। কৰ, ৰাজহ, ২। উত্তৰাধিকাৰী **–ভাক্** *বিণ* ভাগী, অংশীদাৰ। **–ভুক্** ৰজা, সম্ৰাট **–লক্ষণা** যি লক্ষণাত (গৌণাৰ্থ) বাচ্যাৰ্থৰ এটা অংশ ৰাখি এটা অংশ ত্যাগ কৰে। জহদজহল্লক্ষণা। **–হৰঃ** ১। উত্তৰাধিকাৰী, অংশীদাৰ, দায়াদ ২। (অঙ্ক) ভাগ, হৰণ।

**ভাগৱত** *বিণ্* (ভগৱতো ভগৱত্যা ৱেদম্ ভগৱৎ অণ্) ১। ভগৱান সম্বন্ধীয়, দেৱতা সম্পৰ্কীয় ৩। পৱিত্ৰ, ঐশ্বৰিক, ভাগৱদভক্ত, **–তং** ওঠৰখন পুৰাণৰ ভিতৰত অন্যতম। বেদব্যাসকৃত দ্বাদশ স্কন্ধ, তথা তিনিশ বত্ৰিশ অধ্যায়যুক্ত ওঠৰ হাজাৰ শ্লোক সম্বলিত, ভগৱান শ্ৰীকৃষ্ণৰ লীলামাহাত্ম্য বৰ্ণনাসমৃদ্ধ প্ৰসিদ্ধ গ্ৰন্থ। বৈষ্ণৱসকলৰ 'বেদ'।

**ভাগশস্** *অব্য* ভাগ ভাগ কৈ, ভাগানুসৰি।

**ভাগিক** *বিণ্* (ভাগ্ ঠন্) ১। অংশ সম্বন্ধীয়, ২। আংশিক, ৩। সুদৰ ধন, যেনে— ভাগিকং শতং এশভাগৰ এভাগ।

**ভাগিনেয়ঃ** *পু* (ভগিন্যা অপত্যম ইতি ঢক্) ভনীৰ পুত্ৰ। ভাগিন। **–য়ী** ভাগিনী।

**ভাগী(ন্)** *বিণ্* ১। ভাগ বা অংশযুক্ত, ২। ভাগী হোৱা, অংশীদাৰ হোৱা, যেনে— দুঃখভাগী। ৩। গৰাকী, মনু ৯।৫৩; ৪। ভাগ পোৱাৰ যোগ্য, অংশীদাৰ যা ২।১২৫; ৫। ভাগ্যৱান, ৬। গৌণ।

**ভাগীৰথী** *স্ত্রী* (ভগীৰথস্য ইয়ম ইতি অণ্ ঙীপ্) গঙ্গানদী। কপিলমুনিৰ অভিশাপত পাতালত পতিত হোৱা নিজৰ পিতৃপুৰুষসকলক উদ্ধাৰ কৰাৰ হেতু ৰজা ভগীৰথে শিৱৰ মূৰৰ জটাৰ পৰা নিৰ্গতা গঙ্গাক দেশ-দেশান্তৰৰ মাজেৰে বোৱাই আনি সাগৰত পেলোৱাৰ কাৰণে গঙ্গাৰ আন এটা নাম ভাগীৰথী। ২। গঙ্গাৰ তিনিখন মূল শাখা (উপ) নদীৰ এখন।

**ভাগুৰিঃ** *পু* স্মৃতি ব্যাকৰণ আদি শাস্ত্ৰৰ প্ৰণেতা এগৰাকী বিখ্যাত মুনি।

**ভাগ্যং** *ক্লী* (ভজ্ ণ্যৎ কুঃ) ১। প্ৰাক্তন শুভাশুভকৰ্ম, ২। ভাগধেয়। ৩। ভাগ্য, নিয়তি, কপাল, সৌভাগ্য ৪। শ্ৰীবৃদ্ধি, উন্নতি, সুখ, শান্তি, মঙ্গল, কল্যাণ, ৫। উত্তৰফাল্গুনী নক্ষত্ৰ। **–ক্ৰমঃ** সৌভাগ্যক্ৰমে। **–যোগঃ** সৌভাগ্যৰ সংযোগ, অৱসৰ, সুযোগ **–ৱিপ্লৱঃ** দুৰ্ভাগ্য, ভাগ্যৰ বিপাক, ৰ ৮।৪৭; **–ৱশাৎ** *অব্য* সৌভাগ্যবশতঃ।

**ভাগ্যৱান্(ৎ)** ১। সৌভাগ্যৱান। ২। শ্ৰীবৃদ্ধিসম্পন্ন।

**ভাঙ্গ** *বিণ্* ভাঙেৰে তৈয়াৰী, **–কঃ** ফটাছিটা কাপোৰ। ফটাকানি।

**ভাঙ্গীনং** (ভঙ্গায়া ভৱনং ক্ষেত্ৰম্ ই খঞ্) ভাং খেতি।

**ভাজ্** পৃথককৃত্যাম্ (চুৰা উ স ভাজয়তি) ১। ভাগ কৰ, দুভাগ কৰ, ২। ভগা, ভগাই দি।

**ভাজ** *বিণ্* (সমাসৰ শেষত) ১। যোগ্য, ২। প্ৰাপ্তি, আসক্তি, পূজা, বাস, ভোগ ; ন কশ্চিদ্ দুঃখভাক ভৱেৎ।

**ভাজকঃ** ১। ভাগ কৰা, বিভাজক। ২। (অঙ্ক) যিটোৱে হৰণ কৰে।

**ভাজনং** *ক্লী* (ভাজ্ ল্যুট্) ১। খোৰা বা ৰন্ধা বাচন, ২। যোগ্য, ৩। বিভাজন, ৪। (অঙ্ক) পূৰণ, ৫। সমাসৰ শেষত– শ্ৰদ্ধাভাজন, ৬। উপযুক্ত ব্যক্তি, ৭। ৬৪ পল ওজন।

**ভাজিত** *বিণ্* (ভাজ্ ক্তঃ) ১। পৃথককৃত, বিভাজিত, বিভক্ত, ২। অংশ ভাগ।

**ভাজী** *স্ত্ৰী* (ভাজ্ কৰ্মণি ঘঞ্ ঙীষ্) ১। ব্যঞ্জনবিশেষ, ভাজী, তৰকাৰী, ২। অন্ন।

**ভাজ্য** *বিণ্* বিভাজনযোগ্য, ভাগ কৰাৰ যোগ্য, ভাজনীয়।

**ভাটং,–টকং–টকঃ** *ক্লী পু* ১। ব্যৱহাৰৰ কাৰণে যানবাহনাদিৰ পৰা পোৱা ধন। ২। ভাড়া, মজুৰি। **–টিঃ** ১। ভাড়া, ২। বেশ্যাই অৰ্জা ধন।

**ভাণঃ** *পু* (ভণ্যতেঽত্ৰেতি ভণ ঘঞ্) নাটকাদি দহ বিধ ৰূপকৰ এবিধ। ভাণত মাত্ৰ এটা অঙ্ক আৰু এটাই নায়ক চৰিত্ৰ থাকে। ইয়াত ধূৰ্ত লোকৰ আচৰণ আৰু নানা অৱস্থাৰ শ্লেষাত্মক চৰিত্ৰ চিত্ৰণ কৰা হয়। এই নায়কজনে নাটকৰ বিষয় বৰ্ণনা কৰোতে 'আকাশবাণী'ৰ সহায়ত কাৰোবাক সম্বোধি উত্তৰ-প্ৰত্যুত্তৰৰ জৰিয়তে শৃঙ্গাৰ, সৌৰ্য্য, বীৰ্য্য, সৌভাগ্যাদি ফুটাই তোলে। উদাহৰণ 'লীলামধুকৰঃ'। **–কঃ** ঘোষক।

**ভাণ্ডং** *ক্লী* (ভণ্যতে ভৰ্ণতি ৰেতি ভণ্ ডঃ) ১। পাত্ৰ, ঘটী, লোটা, কলহ, কাঁহী-বাটি ইত্যাদি। সমাসৰ শেষত যেনে– দধিভাণ্ড। ২। বাকচ, পেড়া, ৩। বয়বস্তু, ক্ৰয়-বিক্ৰয় সামগ্ৰী ৪। বাদ্যযন্ত্ৰ, ৫। মূল্যৱান বস্তু, ৬। নদীপৃষ্ঠ, ৭। ঘোঁৰাৰ সাজ, ৮। বহুৱালি। **–শাঃ** বেপাৰীৰ মাল-বস্তু। **–পতিঃ** বেপাৰী, **–পুটঃ** নাপিত **–প্ৰতিভাণ্ডকং** বিনিময়। **–ভৰকঃ** পাত্ৰৰ ভিতৰত থকা বস্তু। **–শালা** দোকান ঘৰ। ভঁড়ালঘৰ।

**ভাণ্ডকং, কঃ** সৰু পাত্ৰ। মালবস্তু, বেপাৰৰ সামগ্ৰী।

**ভাণ্ডাৰং** *ক্লী* ভঁড়াল ঘৰ। **–ৰী** ভঁড়ালৰক্ষী।

**ভাণ্ডিঃ** *স্ত্ৰী* ক্ষুৰৰ খাপ **–ৱাহঃ** নাপিত **–শালা** নাপিতৰ দোকান, 'চেলুন'।

**ভাণ্ডিকঃ,–লঃ** নাপিত। **–কা** বাচনবৰ্তন, হাতিয়াৰ, সঁজুলি।

**ভাণ্ডিনী** *স্ত্ৰী* টেমা, বাকচ, পাচি।

**ভাণ্ডিৰঃ** ১। বট গছ।

**ভাত** *বিণ্* উজ্বল, দীপ্ত। **–তঃ** ৰাতিপুৱা।

**ভাতিঃ** *স্ত্ৰী* (ভা ক্তিন্) ১। পোহৰ, দীপ্তি, উজ্জ্বলতা, ২। অনুভূতি, জ্ঞান, প্ৰতীতি, বোধ।

**ভাতুঃ** *পু* (ভা তুঃ) ১। সূৰ্য্য।

**ভাদ্ৰঃ ভাদ্ৰপদঃ** *পু* (ভাদ্ৰী পৌৰ্ণমাস্যস্মিন্নিতি ভাদ্ৰী অণ ভাদ্ৰপদ নক্ষত্ৰযুক্ত পূৰ্ণিমা যি মাহত হয় অৰ্থাৎ ভাদ মাহ। বহাগৰ পৰা পঞ্চম মাহ। **–পদা** *স্ত্ৰী* ভাদ্ৰ পদ নক্ষত্ৰ। ২৭ নক্ষত্ৰৰ পঞ্চবিংশ আৰু ষষ্ঠবিংশ নক্ষত্ৰ **–পদী** ভাদমাহৰ পূৰ্ণিমা, **–মাতুৰঃ** ধৰ্মপ্ৰাণ মহিলাৰ পুত্ৰ।

**ভানং** *ক্লী* ১। দৃশ্য, দৃষ্টিগোচৰ, ২। দীপ্তি, পোহৰ, ৩। বোধ, জ্ঞান।

**ভানুঃ** *পু* (ভাতি ত্ৰিভুৱনেষু দীপ্যতে ইতি ভা উণাদি নুঃ) ১। সূৰ্য্য, মহা ।৩।২৪; ২। দীপ্তি, উজ্জ্বলতা, ৩ ৰশ্মি, মনু ৮।১৩২; ৪। সৌন্দৰ্য্য, ৫। দিন, ৬। সম্ৰাট, ৭। শিৱ, ৮। বিষ্ণু ৯। আকন গছ, ১০ এগৰাকী যাদৱ। *(স্ত্ৰী)* সুন্দৰী নাৰী, **–কেশৰঃ** সূৰ্য্য **–জঃ** শনিগ্ৰহ **–ফলা** *স্ত্ৰী* কলগছ, **–ৱাৰঃ** দেওবাৰ।

**ভানুমতী** *স্ত্ৰী* (ভানু মতুপ্ ঙীপ্) ১। দুৰ্যোধনৰ পত্নী ২। বিক্ৰমাদিত্যৰ পত্নী, ৩। কৃতবীৰ্য্যৰ কন্যা অহংযাতিৰ পত্নী, ৪। অঙ্গিৰসৰ জেষ্ঠা কন্যা, ৫। গঙ্গা নদী।

**ভানুমান্** *বিণ্* (ভানু মতুপ্) ১। দীপ্তিমান, উজ্জ্বল, ২। মনোৰম, ধুনীয়া (পু) সূৰ্য্য, কু ৩।৬৫; ৩। কলিঙ্গৰাজ, মহা ৬।৫১।৩৩।

**ভামঃ** *পু* (ভাম ক্ৰোধে ঘঞ্) ১। ক্ৰোধ, খং, ২। দীপ্তি, উজ্জ্বলতা, ৩। সূৰ্য্য, ৪। বৈনাই। ভনী জোঁৱাই **—মা** *স্ত্ৰী* ১। খঙাল তিৰোতা, ২। শ্ৰীকৃষ্ণৰ পত্নী এগৰাকী, সত্যভামা। **—মী(ন্)** খঙাল তিৰোতা।

**ভামিনী** *স্ত্ৰী* (ভাম্ ণিনিঃ ঙীপ্) ১। খঙাল তিৰোতা, ২। সুন্দৰী নাৰী, ৩। তিৰোতা জাতি। **—বিলাসঃ** পণ্ডিতৰাজ জগন্নাথ মিশ্ৰ ৰচিত কাব্যগ্ৰন্থ।

**ভাৰঃ** *পু* (ভৃ ভণে ঘঞ্) ১। ওজন, ভাৰ, বোমা, ২। সমাসৰ শেষত যেনে— শ্ৰোণীভাৰ, শ্ৰোণীভাৰাদ্ অলসগমনা, মে ৮২; ৩। যুদ্ধত প্ৰথম হেঁচা, ৪। আধিক্য, ৫। কষ্ট, পৰিশ্ৰম, ৬। বিশ তুলা পৰিমাণ, অথবা দুহাজাৰ পল, ৭। যুঁৱলি। **—যষ্টিঃ** কানমাৰি, বিৰিয়া, বাওঁকা, **—ৱাহঃ —ৱাহিকঃ** ভাৰবাহী, 'কুলি', **—ৱাহনঃ** ভাৰবাহী জন্তু। (**—নং**) গাড়ী, ঘোঁৰা বা গৰুগাড়ী **—সহ** *বিণ্* ভাৰবহনত সমৰ্থ, অতি বলৱান, **—হৰঃ, —হাৰঃ** *পু* ভাৰবাহক, 'কুলি'। **—হাৰী(ন্)** শ্ৰীকৃষ্ণ।

**ভাৰণ্ডঃ —ৰুণ্ডঃ** *পু* উত্তৰ কুৰু দেশীয় এবিধ শকুন পক্ষী।

**ভাৰত** *বিণ্* ভৰত বংশোদ্ভৱ, ভৰতৰ বংশত জন্ম হোৱা। **—তং** ১। সম্ৰাট ভৰতৰ দেশ, ভাৰতবৰ্ষ। ২। মহৰ্ষি ব্যাসদেৱে ৰচনা কৰা লক্ষশ্লোক সম্বলিত প্ৰসিদ্ধ মহাকাব্য 'মহাভাৰত'। শাস্ত্ৰত আছে— ভাৰতং শৃণুয়ান্নিত্যং ভাৰতং পৰিকীৰ্ত্তয়েৎ। ভাৰতং ভৱনে যস্য তস্য হস্তগতো জয়ঃ।। **—তঃ** ১। নট, অভিনেতা, ২। অগ্নি, ৩। ভৰতৰ বংশধৰ পুত্ৰ। **—তী** *স্ত্ৰী* ১। বাক্, বাক্য, শব্দ, মাত। ২। বাগ্‌দেৱী সৰস্বতী ৩। এবিধ কাব্যৰীতি, ভাৰতীবৃত্তি। নটৰ (অভিনেতাৰ) সংস্কৃতবহুল বাক্য প্ৰয়োগক ভাৰতী বৃত্তি কোৱা হয়। এই বৃত্তিৰ চাৰিটা অঙ্গ যেনে— প্ৰৰোচনা, বীথী, প্ৰহসন আৰু আমুখ।

**ভাৰতবৰ্ষং** *ক্লী* (ভাৰতং ভৰতসম্বন্ধি বৰ্ষমিতি) জম্বুদ্বীপৰ নৱৱৰ্ষান্তৰ্গত বৰ্ষ বিশেষ। 'হিমাহ্বং দক্ষিণং ৱৰ্ষং ভৰতায় দদৌ পিতা। তস্মাচ্চ ভাৰতং ৱৰ্ষং তস্য নাম্না মহাত্মনঃ।। ভা ৫।১৯অ; উত্তৰং যৎ সমুদ্ৰস্য হিমাদ্ৰেশ্চৈৱ দক্ষিণং। ৱৰ্ষং তৎ ভাৰতং নাম ভাৰতী যত্ৰ সন্ততিঃ।। ১।।

**ভাৰদ্বাজঃ** *পু* (ভৰদ্বাজস্য অপত্যং ইতি অঞ্) ১। দ্ৰোণাচাৰ্য্য, কৌৰৱ আৰু পাণ্ডৱৰ শিক্ষাগুৰু, ২। অগস্ত্য, ৩। মঙ্গল গ্ৰহ, ৪। ব্যাঘ্ৰত পক্ষী, ভৰদ্বাজ পক্ষী, ৫। এখন ৰাজ্যৰ নাম, **—জী** *স্ত্ৰী* ১। বন কপাহ, ২। এখন নদীৰ নাম। **—জং** হাঁড়।

**ভাৰযষ্টিঃ** কানমাৰি, বাওঁকা।

**ভাৰৱঃ** *পু* ধনুৰ গুণ।

**ভাৰৱিঃ** *পু* 'কিৰাতাৰ্জুনীয়ম্' নামৰ প্ৰসিদ্ধ কাব্যগ্ৰন্থৰ ৰচয়িতা। মহাভাৰতৰ বনপৰ্বৰ আধাৰত ৰচনা কৰা এই কাব্যগ্ৰন্থত থকা অৰ্থ গৌৰৱৰ কাৰণেই কবিজনা অতি বিখ্যাত হৈ ৰ'ল। কবি এগৰাকীয়ে গাইছে 'উপমা কালিদাসস্য ভাৰৱেৰৰ্থগৌৰৱম্।।' প্ৰবাদ আছে যে অতি দৰিদ্ৰ এই কবিজনে এবাৰ 'সহসা বিদধিত ন ক্ৰিয়াম্।' (কি ২ অ)— এই কবিতা ফাঁকি সদাগৰক বিক্ৰী কৰি দিনটোৰ খাদ্য যোগাৰ কৰে। পিচত সেই কবিতাফাঁকিৰ কাৰণেই সদাগৰে হেৰুৱাব লগীয়া পুত্ৰ-পৰিবাৰ লাভ কৰাত কবিক প্ৰভূত ধন-সম্পদেৰে পুৰস্কৃত কৰে।

**ভাৰাক্ৰান্ত** *বিণ্* অত্যধিক বোজাৰ ভৰত দুৰ্দশাগ্ৰস্ত।

**ভাৰিঃ** *পু* সিংহ।

**ভাৰিকঃ ভাৰী(ন্)** ভাৰবহন কাৰী, 'কুলি'।

**ভাৰ্গৱঃ** *পু* (ভৃগোৰপত্যম্ ইতি অণ্) ১। পৰশুৰাম, ২। দৈত্যগুৰু শুক্ৰাচাৰ্য্য, ৩। শিৱ, ৪। ব্যাধ, ৫। হাতী **—প্ৰিয়ঃ** হীৰা। শুক্ৰ গ্ৰহৰ বত্ন।

**ভাৰ্গৱী** *স্ত্ৰী* ১। দুবৰি ঘাঁহ, ২। লক্ষ্মী দেৱী।

**ভাৰ্য্যঃ** *পু* (ভৃ ণ্যৎ) ভৃত্য, চাকৰ। **—ৰ্য্যা** পতিব্ৰতা স্ত্ৰী। 'সা ভাৰ্য্যা যা গৃহে দক্ষা সা ভাৰ্য্যা যা প্ৰজাৱতী। সা ভাৰ্য্যা যা পতিপ্ৰাণা সা ভাৰ্য্যা যা পতিব্ৰতা। নিত্যস্নাতা সুগন্ধা চ নিত্যঞ্চ প্ৰিয়ৱাদিনী (**—জিতঃ**) *পু* তিৰোতা-সেকুৱা পতি।

**ভাৰ্য্যাকঃ** ১। এবিধ হৰিণ, ২। আনৰ পত্নীৰ দ্বাৰা জন্ম দিয়া পুত্ৰৰ পিতাক।

**ভালং** *ক্লী* (ভাং লাতীতি কঃ) ১। চকুৰ ভ্ৰূৰ উৰ্দ্ধভাগ। কপাল, ললাট। ২। পোহৰ, তেজঃ, ৩। অন্ধকাৰ। **—চন্দ্ৰঃ** শিৱ, **—দৰ্শনং** ৰঙা সীহ **—দৰ্শী(ন্)** কপাল দৰ্শী। যি গৰাকীৰ (কপালৰ ফালে চাই) ইচ্ছানুসৰি

কাম কৰি যায়। **–দৃক্, লোচনঃ** যাৰ এটা চকু কপালত আছে, সদাশিৱ। **–পট্টঃ** কপাল।

**ভালুঃ** *পু* সূর্য্য।

**ভালুঃ, –লুঃ–লুকঃ, –লুকঃ** ভালুক।

**ভাৱঃ** *পু* (ভাৱয়তি বিষয়ানিতি ভূ ণিচ পচাদ্যচ্) ১। ভাব, সত্তা, অস্তিত্ব, গী ২।১৬; ২। ঘটনা, সংঘটন, ৩। অৱস্থা, ৪। উপায়, পদ্ধতি, ৫। স্থিতি, সামর্থ্য, ৬। আসক্তি, ভক্তি, ৭। স্বভাৱ, চৰিত্ৰ, মেজাজ, ৮। মনৰ বিকাৰ, ৯। অনুভূতি, আবেগ, ১০। নাটক বা কাব্যত 'ভাৱ' অৰ্থাৎ ৰস বা অনুভূতি, দুবিধ— স্থায়ী ভাব অৰ্থাৎ প্ৰধান বা মুখ্য ভাৱ আৰু ব্যভিচাৰী ভাৱ অৰ্থাৎ গৌণ ভাৱ। নৱ (আঠ) ৰস অনুযায়ী স্থায়ীভাৱ ন (আঠ) বিধ। ১১। প্ৰেম, প্ৰীতি, ১২। মূল ভাৱ, মৰ্ম। ১৩। অৰ্থ, ১৪। নিৰ্দ্ধাৰণ, দৃঢ়তা, ১৫। অন্তঃকৰণ, আত্মা, হৃদয়, মন। ১৬। প্ৰাণী ১৭। ধ্যান, ভাৱনা, ১৮। চালচলন, ১৯। প্ৰেমৰ ভঙ্গী, প্ৰেম নিবেদন, ২০। জন্ম, ২১। বিশ্বব্ৰহ্মাণ্ড, ২২। জৰায়ু, ২৩। ইচ্ছা, অভিপ্ৰায়, ইচ্ছা দলিল, ২৪। অলৌকিক শক্তি, ২৫। নাট্যোক্তিত বিদ্বান পুৰুষ ২৬। জ্যোতিষগৃহ, ২৭। চন্দ্ৰমণ্ডল। **–গম্ভীৰং** *অব্য* হৃদয়ৰ ভিতৰৰ পৰা, সৰ্বান্তঃকৰণে **–গম্য** বোধগম্য, ধাৰণাযোগ্য **–গ্ৰাহী(ন্)** ১। অৰ্থ বুজিব পৰা, ২। অনুভূতি বা অনুৰাগ বুজি পোৱা (ব্যক্তি)। 'ভাৱগ্ৰাহী জনাৰ্দনঃ', **–জঃ** কামদেৱ **–জ্ঞ, বিদ্** হৃদয় বুজি পোৱা, **–বন্ধন** হৃদয়ৰ বন্ধন, **–বোধক** অনুভূতি প্ৰকাশক, **–মিশ্ৰঃ** ভদ্ৰলোক, যোগ্য পুৰুষ **–ৱাচকং** গুণবাচক বিশেষ্য পদ, **–শৱলত্বং** বিভিন্ন অনুভূতি বা ভাৱৰ মিশ্ৰণ, **–শূন্য** প্ৰেমহীন **–সন্ধিঃ** দুটা ভাৱ বা অনুভূতিৰ সংযোগ, **–সমাহিত** নৈষ্ঠিক, ভক্তিমান, ঈশ্বৰপৰায়ণ **–সৰ্গঃ** মানসসৃষ্টি, মানসিক সৃষ্টি, **–স্থ** অনুৰক্ত, ভক্ত, নিষ্ঠাবান, **–স্থিৰ** দৃঢ়, হৃদয়স্থ, **–স্নিগ্ধ** অকটপভাৱে অনুৰক্ত।

**ভাৱক** *বিণ্* ১। কল্যাণকাৰী, ২। ভাৱনা, কল্পনাকাৰী। ৩। কাব্যৰসাস্বাদী, **–কঃ** অনুভূতি, অনুভৱ, প্ৰেমৰ প্ৰকাশ।

**ভাৱন** *বিণ্* ভাবক। **–নং–না** ১। সৃষ্টি, প্ৰকাশ, ২। কল্যাণ কামনা, ৩। অনুভূতি, কল্পনা, চিন্তা, ৪। ঈশ্বৰ বিশ্বাস, ভক্তিৰ ভাৱনা, ৫। ধ্যান, গভীৰ চিন্তা, ৬। ধাৰণা, ৭। নিৰ্দ্ধাৰণ, ৮। স্মৰণ, ৯। জ্ঞানবোধ, ১০। প্ৰমাণ, ১১। ক্বাথ, ১২। ফুল আৰু আতৰেৰে সজোৱা।

**ভাৱবৃত্তঃ** *পু* ব্ৰহ্মা।

**ভাৱাটঃ** *পু* ভাৱকঃ, সাধু, কামুক।

**ভাৱাত্মক** *বিণ্* সঁচা, আচল, প্ৰকৃত।

**ভাৱানুগ, –ৱলীনা** *স্ত্ৰী* ছায়া।

**ভাৱাভাসঃ** *পু* ভাৱৰ, চিন্তাৰ আভাস। মিছা অনুভূতি।

**ভাৱিক** *বিণ্* ১। সঁচা, আচল, সহজাত, ২। অনুভূতি প্ৰৱণ, ৩। ভৱিষ্যৎ **–কং** *ক্লী* ১। প্ৰেমপূৰ্ণ ভাষণ, ২। এবিধ কাব্যালঙ্কাৰ, ইয়াত অতীত আৰু ভৱিষ্যতৰ ঘটনা এনেকৈ বৰ্ণনা কৰা হয় যেন সেয়া প্ৰত্যক্ষৰূপত ঘটি আছে।

**ভাৱিত** *বিণ্* (ভূ ণিচ্ ক্তঃ) ১। চিন্তিত, ২। মিশ্ৰিত, ৩। শোধিত, ৪। সৃষ্ট, উৎপন্ন, ৫। প্ৰকাশিত, প্ৰদৰ্শিত, ৬। প্ৰাপ্ত, ৭। বাসিত, অৰ্থাৎ সুগন্ধিত, ৮। আৰ্দ্ৰ, পানীত ভিজা ৯। প্ৰমাণিত, নিৰ্দ্ধাৰিত, ১০। ব্যাপ্ত, ১১। সমৰ্পিত **–তং** পূৰণফল (অঙ্ক) **–বুদ্ধি** ১। পৰমাত্মাৰ ধ্যানত যাৰ বুদ্ধি শোধন হৈছে, ২। পৱিত্ৰ, ঈশ্বৰ ভক্তিতত্ত্ব আপ্লুত, ধ্যান-পৰায়ণ।

**ভাৱিতকং** পূৰণফল (অঙ্ক)

**ভাৱিত্ৰং** *ক্লী* (ভূ ণিত্ৰন) ত্ৰৈলোক্য। স্বৰ্গ, মৰ্ত্য আৰু পাতাল।

**ভাৱিনী** *স্ত্ৰী* ১। সুন্দৰী নাৰী, ২। ধৰ্মপৰায়ণা তিৰোতা, ৩। ভ্ৰষ্টা নাৰী।

**ভাৱী(ন্)** ১। ভৱিষ্যত কালত হ'বলগীয়া, ২। ভৱিষ্যত কাল, ৩। ঘটিব লগীয়া ঘটনা, ৪। মহান, সুন্দৰ, সুঠাম, বিখ্যাত।

**ভাৱুক** *বিণ্* (ভূ উকঞ্) ১। অলপতে ঘটিব লগীয়া, ২। শ্ৰীবৃদ্ধিসম্পন্ন, ৩। মাঙ্গলিক, কল্যাণজনক **–কঃ** (নাটকত) *পু* ১। পত্নীৰ ভায়েক, খুলশালি, ২। প্ৰেমসুলভ ভাষণ।

**ভাৱ্য** *বিণ্* ১। হ'ব লগীয়া, এতিয়াই ঘটিব লগীয়া, ২। ভৱিষ্যত ৩। চিন্তনীয়, ৪। প্ৰমাণযোগ্য, নিৰ্ণয়যোগ্য, নিৰ্ণেয়। **–ব্যং** অদূৰ ভৱিষ্যতে ঘটিব লগীয়া।

**ভাষ্** বাচি (ভ্বা আ সক ভাষতে) ১। ক, কথা ক, ভাষণ দি, উচ্চাৰণ কৰ, ২। বৰ্ণনা কৰ, ঘোষণা

কৰ, ৩। মাত, নাম ধৰি মাত, **অপ–** ১। অপমান কৰ, নিন্দা কৰ, বদনাম কৰ, সম্বোধন কৰ, মনু ২।১২৮; ২। ঘোষণা কৰ, **পৰি–** কথা ক, ভাষণ দি, প্ৰচলন কৰ, **প্ৰতি–** উত্তৰ দি, বৰ্ণনা কৰ, শুনাৰ পিচত ক, **ৱি–** বিকল্প দি, **সং–** একেলগে কথা ক, কথা-বতৰা পাত, মনু ৮।৫৫।

**ভাষা** *স্ত্ৰী* (ভাষ্যতে ইতি ভাষ্ অঃ টাপ্) ১। বাক্য, কথা, ২। ভাষা, কথিত লিখিত বা ভাষা, যেনে– সংস্কৃত ভাষা, প্ৰাকৃত ভাষা, আঞ্চলিক ভাষা, দোৱান ইত্যাদি, মনু ৮।৩৩২; ৩। বৰ্ণনা, সংজ্ঞা, ৪। বাগ্‌দেৱী সৰস্বতী, ৫। মোকৰ্দমাত বাদীয়ে প্ৰথমত দাখিল কৰা ওজৰ, অভিযোগনামা, **–পৰিচ্ছেদঃ** বিশ্বনাথ ন্যায়পঞ্চাননকৃত ন্যায়পৰিভাষা গ্ৰন্থ, **–পাদঃ** অভিযোগনামা, **–সমঃ** কাব্যৰ এবিধ অলঙ্কাৰ। কবিতাত এনেবোৰ পদ ব্যৱহাৰ কৰা হয় যিবোৰ সংস্কৃত অথবা প্ৰাকৃত দুয়োটা ভাষাতে একে। যেনে– কামং কুৰু কৰাৰোহে দেহি মে পৰিৰম্ভণম।। মামা ৬।১১।

**ভাষিকা** *স্ত্ৰী* বাক্য, ভাষা।

**ভাষিত** *বিণ* কথিত, উল্লেখিত, উচ্চাৰিত, **–তং** বচন, বাক্য, শব্দ ভাষা।

**ভাষ্যং** *ক্লী* (ভাষ্যতে ৱিবৃততয়া ৱৰ্ণ্যতে ইতি ভাষ্ ণ্যৎ) ১। ভাষণ ২। প্ৰচলিত ভাষাত ৰচিত গ্ৰন্থ, ৩। টীকা, ভাষ্য, ব্যাখ্যা। কোনো পুথি বা সূত্ৰৰ ব্যাখ্যা বা টীকা, যাৰ সহায়ত সংক্ষেপতে লিখা সূত্ৰ বা মূল গ্ৰন্থত থকা কঠিন শব্দবোৰৰ সহজ সৰল বিৱৰণ পাব পাৰি। 'সূত্ৰাৰ্থো ৱৰ্ণ্যতে যত্ৰ পদৈঃ সূত্ৰানুসাৰিভিঃ। স্বপদানি চ ৱৰ্ণ্যন্তে ভাষ্যং ভাষ্যৱিদো ৱিদুঃ।। ৪। মহাভাষ্য, পাণিনিকৃত অষ্টাধ্যায়ীৰ সূত্ৰসমূহৰ ব্যাখ্যা গ্ৰন্থ, ৫। ঘৰ **–কৰঃ, –কাৰঃ –কৃৎ** *পু* টীকাকাৰ। ভাষ্য ৰচোঁতা, পতঞ্জলি মুনি।

**ভাস্** ভাসি দীপ্তৌ (ভ্বা আ অ ভাসতে) ১। উজ্জ্বল হ, পোহৰ দি, কু ৬।১১; ২। স্পষ্ট হ, ৩। প্ৰকাশ হ, (ণিজন্ত) ভাসয়তি। **আ–** পোহৰ দি, একে দেখা যেন হ, **উদ–** ১। পোহৰ দি, উজ্জ্বল কৰ, পোহৰাই পেলা, ২। একে দেখা যেন হ, **–প্ৰতি** একে দেখা যেন হ, পোহৰ দি, স্পষ্ট হ, প্ৰকাশ হ।

**ভাস্** *স্ত্ৰী* (ভাসতে ইতি ভাস্ ক্বিপ্) ১। পোহৰ, দীপ্তি, উজ্জ্বলতা কু ৭।৩, ২. ৰশ্মি, ৩। প্ৰতিবিম্ব, প্ৰতিকৃতি, ৪। আশা, বাসনা, ৫। ঐশ্বৰ্য্য, প্ৰতিভা। **–কৰঃ** ১। সূৰ্য্য, ২। প্ৰসিদ্ধ জ্যোতিৰ্বিদ ভাস্কৰাচাৰ্য্য (**–প্ৰিয়ঃ**) এবিধ বাখৰ, 'ৰুৱী' (**–সপ্তমী**) মাঘ মাহৰ শুক্লাপঞ্চমী তিথি. **–কৰিঃ** শনিগ্ৰহ।

**ভাসঃ** *পু* (ভাস্যতে ইতি ভাস ঘঞ) ১। উজ্জ্বলতা, পোহৰ, দীপ্তি, ২। কল্পনা, ৩। মতা কুকুৰা, ৪। শগুন, ৫। গৰুৰ গোহালি, ৬। স্বপ্নৱাসৱদত্তাকে ধৰি তেৰখন নাটকৰ প্ৰণেতা প্ৰসিদ্ধ কবি ভাস। কালিদাস আৰু বাণভট্টই ভাসৰ নাম লৈছে, গতিকে কালিদাসতকৈ আগব কবি। **–ক** *বিণ* ১। দীপ্তিকাৰক, ২। প্ৰকাশক, ৩। বোধক। **–কঃ** এগৰাকী কবি। **–নং** দীপ্তি, উজ্জ্বলতা, পোহৰ।

**ভাসন্তঃ** *পু* (ভাস্ জস্) ১। সূৰ্য্য, ২। চন্দ্ৰ, ৩। নক্ষত্ৰ, ৪। ভাস পক্ষী **–ন্তী** নক্ষত্ৰ।

**ভাসু** *পু* (ভাস্ উন্) সূৰ্য্য।

**ভাসুৰ** *বিণ* (ভাস উৰচ) ১। উজ্জ্বল, দীপ্তিমান, ২। ধুনীয়া, মনোৰম, **–ৰং** কুষ্ঠ বেমাৰৰ ঔষধ বিশেষ **–ৰঃ** ১। স্ফটিক, ২। বীৰ পুৰুষ, নায়ক।

**ভাস্মন** *বিণ* ভস্মেৰে, ছাইৰে তৈয়াৰী, ভস্মযুক্ত।

**ভাস্বৰং** *ক্লী* (ভাস্ বৰচ) কুষ্ঠৰ ঔষধ বিশেষ **–ৰঃ** *পু* ১। সূৰ্য্য, ২। এদিন ৩। সূৰ্য্যৰ এজন অনুচৰ। তাৰকাসুৰক বধ কৰিবৰ সময়ত সূৰ্য্যই এই অনুচৰটোক স্কন্দক সহায় কৰাৰ কাৰণে পঠিয়াইছিল।

**ভিক্ষ্** লাভাৰ্থলোভোক্তিক্লিশি (ভ্বা আ যাচনে দ্বিক, লাভে সক, ক্লিশি অক ভিক্ষতে) ১। খোজ, খুজি ল, গ্ৰহণ কৰ, ২। ভিক্ষা কৰ, প্ৰাৰ্থনা কৰ, ৩। কষ্ট খা, কষ্ট ভোগ কৰ, যাতনা পা।

**ভিক্ষণং–ক্ষা** *ক্লী স্ত্ৰী* (ভিক্ষ্ অঃ, টাপ্) ১। লোভবশতঃ বা লাভৰ বাবে খোজা কাৰ্য্য, প্ৰাৰ্থনা, যাচ্ঞা, যাচনা। কথিত আছে– ৱাণিজ্যে ৱসতে লক্ষ্মীঃ তদৰ্দ্ধং কৃষিকৰ্মণি। তদৰ্দ্ধং ৰাজসেৱায়াং ভিক্ষায়াং নৈৱ নৈৱ চ।। ২। সেৱা, ৩। বেতন, মজুৰি।

**ভিক্ষাকৰণং** ভিক্ষা কাৰ্য্য, ভিক্ষণ।

**ভিক্ষাকঃ** *পু* ভিক্ষুক, ভিখাৰী, **–কী** ভিখাৰিণী।

**ভিক্ষাচৰঃ** *পু* ১। ভিখাৰী, ২। ভোজৰাজৰ পুত্ৰৰ নাম।

**ভিক্ষাটনং** *ক্লী* ভিক্ষা কৰিবলৈ ঘোৰা কাৰ্য্য, **–নঃ** ভিখাৰী।

**ভিক্ষান্নং** *ক্লী* ভিক্ষাত পোৱা খাদ্য।

**ভিক্ষার্থী(ন্)** ১। প্ৰাৰ্থী, ২। কোনো অনুষ্ঠানৰ বাবে চান্দা আদায় কৰা লোক। ভিখাৰী।

**ভিক্ষার্হ** *বিণ্* ভিক্ষাৰ পাত্ৰ, ভিক্ষা বা দান পোৱাৰ যোগ্য।

**ভিক্ষাশী(ন্)** *বিণ্* (ভিক্ষাং অশ্নাতীতি ভিক্ষ অশ্ ণিনি) ভিক্ষুক, ভিক্ষাৰী।

**ভিক্ষুঃ** *পু* (ভিক্ষ যাচনে উঃ) ১। ব্ৰহ্মচাৰ্য্যাদি চাৰি আশ্ৰমৰ শেষৰ আশ্ৰম পালনকাৰী, সন্ন্যাসী, ২। এগৰাকী বুদ্ধ, ৩। বৌদ্ধ সন্ন্যাসী, জৈন সন্ন্যাসী, ৪। পৰিব্ৰাজক, সন্ন্যাসী **–চৰ্য্যা** ভিক্ষাচৰণ, ভিক্ষুজীৱন। **–সংঘঃ** বৌদ্ধ ভিক্ষুসকলৰ গোষ্ঠী। **–সংঘাতী** পুৰণি ফটা-ছিটা কাপোৰ।

**ভিক্ষুকঃ** ভিক্ষু, সন্ন্যাসী।

**ভিত্তং** *ক্লী* (ভিদ ক্তঃ) ১। খণ্ড, অংশ, ভাগ, ২। বেৰা, প্ৰাচীৰ।

**ভিত্তিঃ** *স্ত্ৰী* (ভিদ ক্তিন্) ১। বেৰা, দেৱাল, ২। খণ্ডন, বিভাজন, ৩। গৃহাদিৰ ভেঁটি। আশ্ৰয়, ৪। ফাট, ফাঁক, ৫। ঢাৰি, পাটী, ৬। ভ্ৰান্তি, ভুল, ৭। সুযোগ, সুবিধা **–খাতনঃ** এন্দুৰ **–চৌৰঃ** সিন্ধি খন্দা চোৰ। **–পাতনঃ** এন্দুৰ।

**ভিত্তিকা** *স্ত্ৰী* ১। বেৰা, দেৱাল, ২। জেঠী।

**ভিদ্** *স্ত্ৰী* (ভিদ্ ক্বিপ্) প্ৰভেদ, ভেদক, ভেদনকাৰী।

**ভিদ্** ভিদি (ক) (ৰুধা, উভ স্ ভিনত্তি, ভিন্তে), (খ) (ভ্বা প সক ভিন্দতি) ১। ভাগ কৰ, কাটি-ছিঙি ভাগ ভাগ কৰ, দুভাগ কৰ, ২। ভাং, ভাঙি পেলা, ভেদ কৰ, ভিন্ন কৰ, মনু ৩।৩৩; ৩। খান্দ, খান্দি পেলা, ৪। আক্ৰমণ কৰ, উলঙ্ঘন কৰ, বলাৎকাৰ কৰ, ৫। দূৰ কৰ, ৬। বাধা দি, ৭। সলা, পৰিবৰ্তন কৰ, ৮। বিস্তাৰ কৰ, প্ৰস্ফুটন কৰ, ফুলা, মে ১০৭; ৯। থানবান কৰ, ১০। শিথিল কৰ, ১১। গুপ্ত কথা প্ৰকাশ কৰ, ১২। ভাল-বেয়া বিচাৰ কৰ, প্ৰভেদ কৰ; (ণিজন্ত) ভেদয়তি। (সনন্ত) বিভিৎসতি-তে, **প্ৰ–** ১। ভাং, ছিং, ছিঙি পেলা, ছিঙি টুকুৰা-টুকুৰ কৰ, ২। (হাতীৰ কপালৰ পৰা) ৰস, (শৰীৰৰ পৰা) ঘাম উলিয়া, **প্ৰতি–** ১। ভেদ কৰ, ছিদ্ৰ কৰি সোমা, ২। নিন্দা কৰ, গালি পাৰ, ৩। স্পৰ্শ কৰ, সন্নিকট হ, ৪। অস্বীকাৰ কৰ **সং–** ১। ভাঙ, ভাঙি পেলা, ২। লগ কৰ, সংমিশ্ৰণ কৰ, সংযোগ ঘটা, একে লগ কৰ।

**ভিদকং** ১। হীৰা, ২। ইন্দ্ৰৰ বজ্ৰ **–কঃ** তৰোৱাল, খড়্গ।

**ভিদা** *স্ত্ৰী* (ভিদ্ অঙ টাপ্) ১। ছিৰা, যেনে কাপোৰ ছিৰা, ২। ভেদ, প্ৰভেদ, বিভাজন, ৩। প্ৰকাৰ, বিধ।

**ভিদিঃ, ভিদিৰং,–ভিদুঃ** ইন্দ্ৰৰ বজ্ৰ।

**ভিদুৰ** *বিণ* (ভিদ কুৰচ) ১। ভঙ্গুৰ, পাতল, কোমল, ২। মিশ্ৰিত, চিত্ৰবিচিত্ৰ **–ৰং** বজ্ৰ **–ৰঃ** জৰি গছ।

**ভিদ্যঃ** *পু* (ভিদ্ ক্যপ) নদ, ভট্টি ৬।৫৯।

**ভিদ্ৰং–দ্ৰঃ** ইন্দ্ৰৰ বজ্ৰ।

**ভিন্দপালঃ–ন্দিপালঃ** *পু* (ভিদি ইন্ ভিন্দিং বিদাৰণং পালয়তীতি পালি অন্) ১। হাতেৰে নিক্ষেপ কৰা যাঠী, বল্লম। ২। শিলগুটি বা শিল নিক্ষেপ কৰা অস্ত্ৰ বিশেষ, গুল্টি।

**ভিন্ন** *বিণ্* (ভিদ্ ক্ত) ১। ভেদ বিশিষ্ট, ভঙা, ২। বিভক্ত, ৩। বিচ্ছিন্ন, বিযুক্ত, ৪। বিমুক্ত, ৫। ভিন, বেলেগ, ৬। মিশ্ৰিত, ৭। শিথিলীকৃত, ৮। পৰিবৰ্তিত, ৯। মদমত্ত, **–ন্নং** ১। টুকুৰা, খণ্ড, অংশ, ২। ফুলি উঠা ফুল, ৩। আঘাত, ঘা, **–ন্নঃ** মুক্তাত থকা খুঁত। **–কৰটঃ** মদৰস ওলাই থকা হাতী। **–কূট** অধ্যক্ষহীন সেনাবাহিনী। **–ক্ৰম** ক্ৰমহীন **–গতি** দৌৰি গমন। **–গুণনং** ভগ্নাংশৰ গুণ (পূৰণ) **–দৰ্শী(ন্)** পক্ষপাতী। **–মৰ্য্যাদ** মৰ্য্যাদা উলঙ্ঘনকাৰী **–লিঙ্গং –ৱচনং** কোনো ৰচনাত থকা লিঙ্গ অথবা বচনৰ অসঙ্গততা, **–ৱৰ্চস্– ৱৰ্চস্ক** মলমূত্ৰ ত্যাগ। **–বৃত্তি** অসৎ বৃত্তি অৱলম্বনকাৰী **–সংহতি** পৃথককৃত, দ্ৰবীভূত **–স্বৰ** মাতৰ পৰিৱৰ্তন, অসংলগ্ন, অসঙ্গত।

**ভিৰিণ্টিকা** এবিধ গছ।

**ভিল্লঃ** *পু* (ভিল্ লক্) এবিধ ম্লেচ্ছ জাতি। ভীল নামৰ নিম্ন জাতি। ব্ৰাহ্মণকন্যায়াং তীৱৰাজ্জাতঃ –পৰাশৰ। **–ল্লীঃ, –তৰুঃ** লোধ্ৰবৃক্ষ। ৰঙা আৰু বগা ৰঙৰ ফুল হোৱা এবিধ গছ, **–ভূষণং** গুঞ্জলতা।

**ভিষ্** ৰুগ্‌জয়ে (ভ্বা প সক ভেষতি) ঔষধ দি, চিকিৎসা কৰ, ঔষধ খুৱা। ভিষক্ ভেষজং ভেষতি।

**ভিষক্(জ)** (বিভেতি ৰোগঃ যস্মাদিতি ভী যুক হ্ৰস্বশ্চ) ১। বৈদ্য, চিকিৎসক, ৰ ৮।৯৩; ২। বিষ্ণু **–জিতং** ঔষধ **–পাশঃ** ১। ভণ্ড চিকিৎসক, ২। শতধন্বাৰ পুত্ৰ, হৰ ৩৮।৬; ৩। ঔষধ।

**ভিষঙ্‌মাতা (ঋ)** *স্ত্রী* (ভিষজাং মাতেৱ) বাহক গছ।

**ভিস্মা, স্মিকা, স্মটা** *স্ত্রী* চাউল। ভজা চাউল।

**ভিস্‌সা** *স্ত্রী* সিদ্ধান্ন।

**ভী** ভীত্যাম্ (হ্বা প অক ৱিভেতি) ১। ভয় খা, ভয়ভীত হ, ভয় কৰ, ২। আগ্ৰহী হ, উৎকণ্ঠিত হ।

**ভীঃ** *স্ত্রী* ভয়, আতঙ্ক।

**ভীত** *বিণ্* ১। ভয়ভীত, আতঙ্কিত, ২। বিপদত পৰা ব্যক্তি, বিপদগ্ৰস্ত; মনু ৭।৯৪।

**ভীতিঃ** *স্ত্রী* (ভী ক্তিন্) ১। ভয়, আতঙ্ক, ২। কঁপনি।

**ভীম** *বিণ্* (ভী মক্) ১। ভয়হেতু, ২। ভয়ানক, ভয়ঙ্কৰ, ৰ ১।১৬; **–মঃ** *পু* ১। সদাশিৱ, ২। এজন গন্ধৰ্বৰ নাম, ৩। টেঙা বেতগছ, ৪। পুৰুবংশীয় ইলিনৰ পুত্ৰ, ৫। ভয়ানক ৰস। স্থায়িভাব ভয়, ৬। মধ্যম পাণ্ডৱ ভীমসেন। বায়ুৰ ঔৰসত কুন্তীৰ গৰ্ভজাত এই পাণ্ডৱজন নিজৰ বাহুবলৰ কাৰণেই বিশ্ববিখ্যাত। মহাভাৰতত উল্লিখিত কুৰুক্ষেত্ৰৰ যুদ্ধত ভীমৰ পৰাক্ৰমত কৌৰৱসকল ভীত-সন্ত্ৰস্ত হৈ পৰিছিল। অজ্ঞাতবাসৰ সময়ত ভীম বিৰাট ৰজাৰ ৰন্ধনশালাৰ প্ৰধান পাচক আছিল আৰু সেই সময়তে ভীমে কীচকক বধ কৰে। ভীমে বকাসুৰকো বধ কৰে। দুঃশাসনে ৰাজসভাত দ্ৰৌপদীক অপমান কৰাৰ কাৰণে যুদ্ধত দুঃশাসনক বধ কৰি তাৰ বুকুৰ তেজেৰে মুক্তকেশী দ্ৰৌপদীৰ চুলি বান্ধিছিল, দুৰ্যোধনে নিজৰ উৰুৰ ওপৰত দ্ৰৌপদীক বহুৱাব খোজা কাৰণে যুদ্ধৰ শেষ সময়ত গদাৰে দুৰ্যোধনৰ উৰু ভাঙি চুৰমাৰ কৰিছিল। শক্তিৰ প্ৰতীক ৰূপত মানুহৰ মনত ভীম চিৰস্মৰণীয় হৈ ৰ'ল আৰু ভৱিষ্যতেও থাকিব। **–কৰ্মা(ন্)** প্ৰভূত শক্তিমান, গী ১।১৫; **–দৰ্শন্** ভীমৰ দৰে দেখা, ভীমাকাৰ, **–নাদঃ** ১। ভয়ানক শব্দ, ২। সিংহ, ৩। প্ৰলয়ৰ সময়ৰ সাত বিধ মেঘৰ এবিধ, **–ৰথঃ** *পু* ১। কূৰ্মৰূপী বিষ্ণুৰ হাতত নিহত এটা অসুৰ। ২। ধৃতৰাষ্ট্ৰৰ এজন পুত্ৰৰ নাম। **–ৰথী** *স্ত্রী* ১। মানুহৰ জীৱনৰ দুৰ্দশা ভৰা দিন— ৭৭ বছৰৰ ৭ম মাহৰ সপ্তম দিন, ২। সহ্য পৰ্বতৰ পৰা উদ্ভৱ হোৱা এখন নদীৰ নাম, **–ৰূপ** ভয়ানকৰূপী **–ৱিক্ৰান্তঃ** সিংহ, **–ৱিগ্ৰহ** প্ৰকাণ্ড, বিৰাটকায়, **–শাসনঃ** যমৰাজ **–সেনঃ** ১। যুৱৰাজ ভীম, ২। কৰ্পূৰ।

**ভীমৰং** যুদ্ধ, সমৰ।

**ভীমা** *স্ত্রী* ১। দুৰ্গা দেৱী, ২। ৰোচনা নামৰ এবিধ আতৰ, ৩। চাবুক।

**ভীমৈকাদশী** *স্ত্রী* মাঘ মাহৰ শুক্লা একাদশী, ভৈমী একাদশী।

**ভীমোদৰী** *স্ত্রী* দেৱী পাৰ্বতী।

**ভীৰু** *বিণ্* (ভী ভয়ে ক্রুঃ) ১। ভয়শীল, ভয়াতুৰ, সমাসৰ শেষত, যেনে— ধৰ্মভীৰু, পাপভীৰু। **–ৰু** *ক্লী* ৰূপা **–ৰুঃ** *পু* ১। শিয়াল, ২। বাঘ, *স্ত্রী* ১। ভীতা নাৰী, ২। ছাগলী, ৩। ছায়া, ৪। কেৰেলুৱা। **–চেতাঃ(স্)** হৰিণ, **–ৰন্ধ্ৰঃ** চৌকা, আখা। **–হৃদয়ঃ** হৰিণ।

**ভীৰুক** *বিণ্* ভয়ভীত, কাতৰ **–কং** বন, জঙ্ঘল **–কঃ** ১। ভালুক, ২। ফেঁচা, ৩। এবিধ কুঁহিয়াৰ।

**ভীৰুঃ, লূঃ** *স্ত্রী* ভয়ভীতা নাৰী।

**ভীলুকঃ** *পু* ভালুক।

**ভীষণ** *বিণ্* (ভীষয়তে ইতি ভী ণিচ্ ল্যুঃ) গাঢ়, ডাঠ, কঠিন, সাঙ্ঘাতিক, ভয়ঙ্কৰ, ভয়ানক **–ণং** ভয়লগা বস্তু বা জন্তু। **–ণঃ** ১। ভয়ানক ৰস, ২। সদাশিৱ, ৩। পাৰ চৰাই, কপৌ চৰাই।

**ভীষঃ** *পু* আতঙ্ক, ভয়।

**ভীষিত** *বিণ্* আতঙ্কিত, ভয়ভীত।

**ভীষ্ম** *বিণ্* (ৱিভেত্যস্মাদিতি ভী মক্) ১। ভয়ানক, ভয়ঙ্কৰ, **–ষ্মঃ** ১। ভয়ানক ৰস, ২। শিৱ, ৩। ৰাক্ষস, ৪। মহাৰাজ শান্তনুৰ ঔৰসত গঙ্গাৰ গৰ্ভজাত অষ্টম পুত্ৰ। যি মহাভাৰতত ভীষ্ম পিতামহ নামেৰে প্ৰখ্যাত। ভীষ্ম পৰম ধৰ্মাত্মা, মহাবীৰ আৰু এজন অতি নিষ্ঠাৱান কৌৰৱ সেনাপতি আছিল। ভীষ্ম চিৰকুমাৰ আছিল। সত্যৱতীক দেখি পিতাকে বিবাহ কৰিবলৈ ইচ্ছা কৰি ভীষ্মক (তেতিয়া নাম আছিল শান্তনৱ) সত্যৱতীৰ ঘৰলৈ পঠিয়ায়। সত্যৱতীৰ মাক বাপেকে সেই প্ৰস্তাৱ এই বুলি অস্বীকাৰ কৰিলে যে শান্তনুৰ জ্যেষ্ঠ পুত্ৰ ভীষ্ম থাকোঁতে সত্যৱতীৰ পুত্ৰ ৰজা হ'ব নোৱাৰিব, তেতিয়া ভীষ্মই সেই সাঙ্ঘাতিক প্ৰতিজ্ঞা কৰি পেলালে যে তেওঁ কেতিয়াও সিংহাসনত নুঠে আৰু বিবাহো নকৰে। এই ভয়ানক প্ৰতিজ্ঞাৰ কাৰণে তেওঁ 'ভীষ্ম' নামেৰে প্ৰখ্যাত হ'ল। পিতাকেও তেওঁক ইচ্ছামৃত্যু বৰ দিলে। সত্যৱতীৰ পুত্ৰ বিচিত্ৰবীৰ্য্য সিংহাসনত আৰোহণ

কৰে। এই বিচিত্ৰবীৰ্য্যৰেই সন্তান হ'ল কৌৰৱ আৰু পাণ্ডৱসকল। চিৰকুমাৰ ভীষ্ম সকলোৰে 'পিতামহ' হৈ পৰিল। যুদ্ধত শিখণ্ডীৰ সহায়ত অৰ্জুনৰ শৰাঘাতত ভীষ্ম জৰ্জৰিত হ'ল। শেষত কুৰুক্ষেত্ৰৰ ৰণাঙ্গনত শৰশয্যাত শুই নিজে নিজে প্ৰাণত্যাগ কৰে। **–জননী** গঙ্গা **–পঞ্চকং** কাতি মাহৰ শুক্লা একাদশীৰ পৰা পূৰ্ণিমালৈ এই পাঁচ দিন। **–ৰত্নং** ১। হিমালয়ৰ উত্তৰে থকা দেশ (নেপাল)। ২। এবিধ মূল্যৱান ৰত্ন।

**ভীষ্মকঃ** ১। গঙ্গাৰ পুত্ৰ, ২। বিদৰ্ভৰ ৰজা। ৰুক্মিণীৰ পিতা।

**ভীষ্মাষ্টমী** মাঘ মাহৰ শুক্লাষ্টমী।

**ভুক্ত** *বিণ্* (ভুজ্ কৰ্মণি ক্তঃ) ১। ভক্ষিত, ভোগকৃত, মনু ২।৫৫; ২। উপভোগ কৃত, ৰ ৪।৭; ৩। দুঃখ ভোগ কৰা (লোক) দুৰ্দশাগ্ৰস্ত। **–ক্তং** *ক্লী* ১। ভক্ষণ, খাৱন, খোৱা বস্তু, ২। খাদ্য খোৱা স্থান। **–ভোগ** উপভোগকৰ্তা, ভুক্তভোগী; উপভোগ কৰা, ব্যৱহাৰ কৰা সামগ্ৰী। **–শেষঃ, – সমুজ্ঝিতং** এৰেহা, খাই এৰা বস্তু। **–সুপ্ত** খাই উঠি শোৱা ব্যক্তি।

**ভুক্তিঃ** *স্ত্ৰী* (ভুজ ক্তিন্) ১। খাৱন, উপভোগ, ২। দখল অধিকাৰ, সম্ভোগ ৩। আহাৰ, খাদ্য ৪। গ্ৰহৰ দৈনিক সংক্ৰমণ **–প্ৰদঃ** এবিধ মাহ গছ, মগু মাহ **–ৱৰ্জিত** ভোগনিষিদ্ধ।

**ভুগ্ন** *বিণ্* (ভুজ্ মোটনে ক্তঃ) ১। ৰোগত জীৰ্ণ-শীৰ্ণ, ৰুগ্ন, হালি পৰা, বেঁকা হোৱা। ২। ভাগি পৰা, ভগ্ন।

**ভুজ্** বক্ৰণে (তুদা প সক ভুজতি) বেঁকা কৰ, হলাই দি, যেনে— ভুজতি লতাং বায়ুঃ। ত্ৰাণে ভক্ষে (ৰুধা উ অক ভুনক্তি, ভুংক্তে) ১। খা, ভক্ষণ কৰ, খাই পেলা, মনু ৪।৭৪; ২। ভোগ কৰ, উপভোগ কৰ ৩। দৈহিক ভোগ কৰ, মনু ৯।১৪; ৪। শাসন কৰ, পালন কৰ, ৰক্ষা কৰ ৫। দুঃখ ভোগ কৰ, সহন কৰ, ৬। সময় অতিবাহিত কৰ (ণিজন্ত) ভোজয়তি-তে, (সনন্ত) বুভুক্ষতি -তে। অনু, উপ, পৰি, সং আদি উপসৰ্গ যোগ হলেও ধাতুৰ অৰ্থৰ বিশেষ তাৰতম্য নঘটে।

**ভুজ্** *বিণ্* ১। খোৱা, শাসন কৰা, উপভোগ কৰা আদি অৰ্থত সমাসৰ শেষত ব্যৱহাৰ হয়, যেনে—হুতভুজ্, পাপভুজ্ মহীভুজ্ ইত্যাদি। ২। উপভোগ, ৩। লাভ, সুবিধা।

**ভুজঃ** *পু স্ত্ৰী* (ভুজতি বক্ৰোভৱতি ভুজ্ কঃ) ১। বাহু হাত, ৰ ২।৭৪; ২। হাতীৰ শুঁৰ, ৩। ভাজ, ৪। গণিতৰ ভুজ, অৰ্থাৎ বাহু, যেনে— চতুৰ্ভুজ। ৫। মাটিৰ জোখ, এহাত দুহাত ইত্যাদি, **–কোটৰঃ** কাষলতি, **–দণ্ডঃ** বাহুৰূপ দণ্ড, লাঠী। **–দলং–লঃ** বাহু; **–বন্ধনং** বাহুৰ বান্ধ। আলিঙ্গন **–ৱলং** বীৰ্য্যং বাহুৰ শক্তি **–মধ্যং** বুকু, ৰ ১৩।৭৩; **–মূলং –শিখৰং** কান্ধ।

**ভুজগঃ** *পু* (ভুজং বক্ৰং গচ্ছতীতি ভুজ, গম ডঃ) সাপ, মে ৬০, **–দাৰণঃ –ভোজী(ন্)** ১। গৰুড়, ২। ম'ৰা চৰাই, ৩। নেউল, **–ৰাজঃ** শেষনাগ।

**ভুজঙ্গঃ** *পু* (ভুজং বক্ৰং গচ্ছতীতি ভুজ্ গম্ খচ্) ১। সাপ ৰ ৯।৭৯; ২। কামুক, লম্পট, ৩। স্বামী, পতি, ৪। সীহ, ৫। ৰজাৰ কামুক বন্ধু, ৬। অশ্লেষা নক্ষত্ৰ, ৭। সংখ্যা '৮'। **–কন্যা** নাগকন্যা। সৰ্পকন্যা। **–ভং** অশ্লেষা নক্ষত্ৰ, **–ভুক্(জ্)** ১। গৰুড়, ২। ম'ৰা চৰাই, **–লতা** পান **–হা (ন্)** গৰুড়।

**ভুজঙ্গমঃ** *পু* ১। সাপ, নাগ, ২। ৰাহু গ্ৰহ ৩। সংখ্যা '৮'।

**ভুজা** *স্ত্ৰী* (ভুজ্ টাপ্) বাহু; হাত, শি ৭।৭১; **–কণ্টঃ** *পু* নখ। **–মধ্যঃ** কিলাকুটি, **–মূলং** কান্ধ।

**ভুজান্তকঃ,–শনঃ,–ভোজী(ন্)** *পু* ১। গৰুড়, ২। ম'ৰা চৰাই, ৩। নেউল।

**ভুজিঃ** *পু* (ভুংক্তে সৰ্ৱান্নিতি ভুজ্ কিৎ) ১। জুই, ২। ভোগ, ৩। ভোক্তা, ভোজনকৰ্তা।

**ভুজিষ্যঃ** *পু* (ভুজ্ কিষ্যন্) ১। দাস, ভৃত্য, ২। সহচৰ, ৩। বাহুত বন্ধা গুণা বা সূতা, শি ১৫।৬৩; ৪। এবিধ ৰোগ **–ষ্যা** ১। দাসী, ২। বেশ্যা।

**ভুজ্যঃ** *পু* ১। বাচন-বৰ্তন ২। অগ্নি, ৩। এজন ৰজাৰ নাম, ঋবে ৪।২৭।৪; ৪। ৰক্ষক।

**ভুঞ্জন্ (ৎ)** *বিণ্* (ভুজ্ শতৃ) ভোগকৰ্তা, ভোগী।

**ভুঞ্জানঃ** *পু* (ভুজ্ শানচ্) ভোগকৰ্তা, ভোগী।

**ভুণ্** পালনে (ভ্বা আ স ভুণতি) ১। পালন কৰ, পোষণ কৰ, লালন কৰ, ২। বাছি ল।

**ভুৰিক্ (জ)** *স্ত্ৰী* (ভৰতি সৰ্ৱং ধৰতীতি ভৃঞ্ ইজিঃ) ১। পৃথিৱী, ২। বাহুদ্বয়, ৩। দ্যাৱাপৃথিৱ্যৌ, –স্বৰ্গ আৰু পৃথিৱী, ঋবে ৪।২।১৪।

**ভুৱঃ(স্)** *অব্য* ১। আকাশ, বায়ুমণ্ডল, অন্তৰীক্ষ, ২। তিনি মহাব্যাহৃতিৰ (ভূঃ ভুৱঃ, স্বঃ) মাজৰটো।

**ভুৱনং** *ক্লী* (ভৱন্ত্যস্মিন্ ভূতানীতি, ভূ ক্যুন) ১। জগত ভট্টি ১।১। ২। ত্ৰিভুৱন, ৩। চতুৰ্দ্দশ ভুৱন, ৪। পৃথিৱী, ৫। স্বৰ্গ, ৬। সৃষ্টি, প্ৰাণী, ৭। মানুহ, মানৱ জাতি, ৮। পানী, ৯। সংখ্যা '১৪'। **–ত্ৰয়ং** ত্ৰিভুৱন –স্বৰ্গ, মৰ্ত্য আৰু পাতাল। **–পাৱনী** গঙ্গা **–শাসী (ন্)** ৰজা, শাসক।

**ভুৱন্যুঃ** *পু* (ভৱতীতি ভূ কন্যুচ) ১। সূৰ্য্য, ২। চন্দ্ৰ, ৩। জুই, ৪। প্ৰভু, গৰাকী।

**ভুৱিঃ (স্)** *স্ত্ৰী* সমুদ্ৰ।

**ভুশুণ্ডিঃ–ণ্ডী** *স্ত্ৰী* এবিধ ক্ষেপণাস্ত্ৰ।

**ভূ** ক) সত্তায়াম্ (ভ্বা প অ ভৱতি) ১। হ, থাক, আছ, ২। জন্ম হ, উৎপন্ন হ, ৩। উঠ, ওলা, ৪। ঘট, মনু ৮। ৩৫১; ৫। জী থাক, উশাহ-নিশাহ ল, ৬। সেৱা কৰ, কাম কৰ, ৭। সম্ভৱপৰ হ, ৮। সহায় কৰ, ৯। কামত নিযুক্ত হ, কামত ব্যস্ত থাক, 'ভূ' ধাতু বিভিন্ন অৰ্থত বিভিন্ন ৰূপত ব্যৱহাৰ হৈ থাকে। উপসৰ্গৰ পিচত 'ভূ' ধাতু বিভিন্ন অৰ্থত ব্যৱহাৰ কৰা হয়। তাৰোপৰি পুনৰ আবিৰ্ আদি অব্যয় শব্দৰ পিচতো বিশেষ অৰ্থ বুজাবলৈ ব্যৱহাৰ হয়, যেনে– পুনৰ্ভূ অৰ্থাৎ পুনৰ বিবাহ, আৱিৰ্ভূ অৰ্থাৎ আৱিৰ্ভাৱ বা অৱতাৰ। (নিজন্ত) ভাৱয়তি-তে (সনন্ত) বুভূষতি। **অভি–** ১। অতিক্ৰম কৰ, চেৰ পেলা, গী ১।৩৯ ২। আক্ৰমণ কৰ, ৩। বশ কৰ, **পৰা–** পৰাভূত অৰ্থাৎ পৰাজয় কৰ, আঘাত কৰ, **পৰি–** পৰাজয় কৰ, নিন্দা কৰ, অপমান কৰ, **প্ৰ–** ১। উঠ, জন্ম হ, উৎপন্ন হ, গী ৮।১৮; ২। প্ৰকাশ হ, আৱিৰ্ভাৱ হ, দৃষ্টিগোচৰ হ, ৩। বৃদ্ধি হ, ৪। শক্তিশালী হ, সমৰ্থৱান হ, ৫। সমকক্ষ হ, ৬। ব্যৱহাৰযোগ্য হ, ৭। উপযুক্ত হ, যথেষ্ট হ, **সং–** ১। উঠ, উৎপন্ন হ, থাক, আছ। ২। লগ হ, একগোট হ। খ) প্ৰাপ্তৌ (১) (চুৰা আ স ভাৱয়তে) (২) (ভ্বা উ স ভৱতি-তে) ১। পা, লাভ কৰ, প্ৰাপ্ত কৰ, ২। উপাৰ্জন কৰ। গ) শুদ্ধিচিন্তয়োঃ, মিশ্ৰণে (চুৰা, উ সক ভাৱয়তি-তে) ১। ভাব, চিন্তা কৰ, যেনে– শক্ৰঃ সৰ্বান তৃণৱদ্ ভাৱয়তি। ২। সংমিশ্ৰণ কৰ, একলগ কৰ, ৩। শুদ্ধ কৰ, শোধন কৰ।

**ভূ** *বিণ্* (সমাসৰ শেষত) থাক, আছ, জন্ম হ, উৎপন্ন হ, যেনে– চিত্তভূ, কমলভূ *(পু)* বিষ্ণু।

**ভূঃ** *স্ত্ৰী* (ভূ অধিকৰণে ক্বিপ্) ১। পৃথিৱী, মনু ৭।৬; ২। ভূমণ্ডল, ৩। মাটি, ভূমি, মে ৬৪; ৪। স্থান, ঠাই, অঞ্চল, ৫। পদাৰ্থ, বিষয়বস্তু, ৬। সংখ্যা '১' ৭। ত্ৰিভুজৰ ভূমি। ৮। তিনি ব্যাহৃতিৰ প্ৰথমটো **–কদম্বঃ** ভূমি কদম। **–কম্পঃ** ভূমিকম্প **–কৰ্ণঃ** পৃথিৱীৰ ব্যাসৰেখা। **–কাকঃ** ১। এবিধ ডাঙৰ জাতৰ বগলী, ২। এবিধ দীঘল ঠোঁটৰ চৰাই, ৩। পাৰ চৰাই, **–কেশঃ** ১। আঁহত গছ, ২। বড় গছ। **–কেশা** পিশাচিনী, ভূতুনী **–ক্ষিৎ** গাহৰি, **–গৰ্বং** বিহ **–গৰ্ভঃ** ১। কবি ভৱভূতি, ২। বিষ্ণু; **–গৃহং-গেহং** মাটিৰ তলত থকা ঘৰ। **–গোলঃ** ভূমণ্ডল। **–ঘনঃ** শৰীৰ, **–চক্ৰং** বিষুৱ ৰেখা **–চৰঃ** শিৱ **–ছায়া** ১। পৃথিৱীৰ ছায়া (ৰাহু গ্ৰহ) ২। অন্ধকাৰ, **–জন্তুঃ** ১। উঁই পৰুৱা, বা কেঁচু আদি মাটিৰ তলত থকা কীট, ২। হাতী, **–দাৰঃ** গাহৰি **–দেৱঃ,–সুৰঃ** ব্ৰাহ্মণ, **–ধনঃ** ৰজা, **–ধৰঃ** ১। পৰ্বত, ২। শিৱ, ৩। শ্ৰীকৃষ্ণ, ৪। সংখ্যা '৭' **–ধৰেশ্বৰঃ** *পু* হিমালয়, **–নাগঃ** মাটিত থকা কীট. **–নেতা(তৃ)** সম্ৰাট **–পতিঃ** ১। ৰজা, ২। শিৱ, ৩। ইন্দ্ৰ **–পদঃ** গছ, **–পদী** এবিধ মালতী ফুল **–পুত্ৰঃ –সুতঃ** মঙ্গল গ্ৰহ, **–পুত্ৰী, সুতা** সীতা। **–ভাগঃ** অঞ্চল, দেশৰ এটা অংশ। **–ভৃৎ** ১। পৰ্বত, ২। ৰজা, সম্ৰাট, ৰ ১১।৮১; ৩। বিষ্ণু **–ৰুহ্** গছ। **–ৱলয়ং** ভূমণ্ডল। **–বৃত্তং** বিষুৱ ৰেখা। **–শক্ৰঃ** পৃথিৱীন্দ্ৰ, ৰজা। **–শয়ঃ** বিষ্ণু **–শ্ৰৱস্** উঁই-হাফলু **–স্পৃশ্** ১। মনুষ্য, ২। মানৱ জাতি, ৩। বৈশ্য বৰ্ণৰ মানুহ। **–স্বৰ্গঃ** মেৰু পৰ্বত।

**ভূকং, –কঃ** (ভূ কক) ১। গাঁত, খাল, ছিদ্ৰ, ফুটা ফাক, ২। নিজৰা, ৩। কাল, সময়।

**ভূকলঃ** *পু* (ভুৱঃ পৃথিব্যাঃ কলঃ) শিক্ষা নমনা ঘোঁৰা। দুৰিনীত ঘোঁৰা।

**ভূকশ্যপঃ** *পু* বসুদেৱ।

**ভূকাকঃ** *পু* ক্ৰৌঞ্চ পক্ষী, নীলা কপৌ চৰাই।

**ভূত** *বিণ্* (ভূক্তঃ) ১। থকা, বাচি থকা, জীয়াই থকা, ২। উৎপন্ন, গঠিত, ৩। সঠিক, যোগ্য, আচল, ৪। অতীত, ৫। প্ৰাপ্ত, ৬। মিশ্ৰিত, ৭। সদৃশ **–তং** ১। প্ৰাণী, জীৱ, জন্তু আদি, উ। ৬; ২। ভূত. প্ৰেত, পিশাচ, ৩। পঞ্চভূতৰ এটা ৪। প্ৰকৃত

ঘটনা, ৫। অতীত কাল, ৬। পৃথিৱী, ৭। কল্যাণ, সুখ, ৮। সংখ্যা '৫'। **-তঃ** *পু* ১। পুত্র, সন্তান, ২। শিৱ, ৩। কৃষ্ণা চতুৰ্দ্দশী তিথি। ৪। যোগীন্দ্র। **-কালঃ** অতীত কাল, **-কেশী** *স্ত্রী* ১। তুলসী গছ, ২। শেৱালী ফুলৰ গছ, **-ক্রান্তিঃ** *স্ত্রী* ভূতে ধৰা, ভূতাৱেশ। **-গণঃ** ভূতপ্রেত আদিৰ সমষ্টি, গোষ্ঠী। **-গ্রামঃ** ১। প্ৰাণী জাতি, গী ৮।১৯; ২। প্ৰেতৰ গোষ্ঠী **-ঘ্নঃ** (ভূতং হন্তীতি ভূত হন ঠক) ১। উট, ২। নহৰু, ৩। ভূৰ্জবৃক্ষ **-ঘ্নী** তুলসী **-চতুৰ্দ্দশী** (ভূতোদ্দেশ্যে কৰ্তব্যা চতুৰ্দ্দশী) কাতি মাহৰ কৃষ্ণাচতুৰ্দ্দশী; যম চতুৰ্দ্দশী। দীপান্বিতাৰ আগ দিনা। সিদিনা ৰাতি পদুলিত চৈধ্যটা চাকি জ্বলোৱা হয় আৰু চৈধ্য বিধ শাকেৰে আঞ্জা খোৱা এটা প্ৰচলিত প্ৰথা। **-চাৰী(ন্)** শিৱ। **-দয়া** সকলো প্ৰাণীৰ প্ৰতি দয়া। **-ধৰা,-ধাত্ৰী,-ধাৰিণী** পৃথিৱী। **-নাথঃ** সদাশিৱ। **-নাশনং** ৰুদ্ৰাক্ষ **-নাশনঃ** ১। ভল্লাটক গছ, ভোলা গছৰ গুটি, ২। সৰিয়হ। **-নায়িকা** দুৰ্গা **-পতিঃ** ১। শিৱ, ২। অগ্নি, ৩। তুলসী, **-পূৰ্ণিমা** আহিন মাহৰ পূৰ্ণিমা, **-পূৰ্ব্ব** আগতে থকা, পুৰণি, প্ৰাক্তন, **-প্ৰকৃতিঃ** প্ৰাণীসমূহৰ মূল, উৎস, **-বলিঃ** পঞ্চযজ্ঞৰ এটা। প্ৰাণীৰ প্ৰতি আহাৰ, **-ব্ৰহ্মা(ন)** দেৱল ব্ৰাহ্মণ, দেৱতাক অৰ্পণ কৰা বস্তু খাই জীৱন ধাৰণ কৰা নিম্ন পৰ্যায়ৰ ব্ৰাহ্মণ। **-ভৰ্তা (ঋ)** শিৱ। **-ভাৱনঃ** ১। পৰব্ৰহ্ম, ২। বিষ্ণু **-ভাষা** ভূতৰ ভাষা বা বচন **-যজ্ঞঃ** পঞ্চযজ্ঞৰ এবিধ যজ্ঞ। প্ৰাণীৰ প্ৰতি দয়া। **-যোনিঃ** প্ৰাণী জগতৰ মূল, উৎস। **-ৰাজঃ** শিৱ, **-ৱৰ্গঃ** ভূত জাতি। **-ৱেশী** বগা শেৱালী। **-ৱাহনঃ** শিৱ, **-ৱিক্ৰিয়া** মূৰ্চ্ছা ৰোগ, মৃগী ৰোগ। ভূতে ধৰা। **-বৃক্ষঃ** বিভীতক বৃক্ষ **-শুদ্ধিঃ** *স্ত্রী* পূজাৰ আৰম্ভণিতে ব্ৰাহ্মণে বীজমন্ত্ৰ উচ্চাৰণপূৰ্বক নিজৰ শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গাদি শোধন কৰা কাৰ্য্য। **-সংসাৰঃ** প্ৰাণীজগৎ। **-সঞ্চাৰ** ভূতে ধৰা **-সম্প্লৱঃ** প্ৰলয়। **-সৰ্গঃ** জগৎ সৃষ্টি, প্ৰাণীজগৎ। **-স্থানং** প্ৰাণীৰ বাস স্থান, ভূতৰ বাঁহ। **-হত্যা** প্ৰাণীহত্যা।

**ভূতা** *স্ত্রী* কৃষ্ণ, চতুৰ্দ্দশী।

**ভূতাত্মা(ন্)** *পু* ১। দেহ, মনু ১২।১২; ২। শিৱ, ৩। যুদ্ধ, ৪। বিষ্ণু, ৫। জীৱাত্মা, মনু ৫।১০৯।

**ভূতাদিঃ** ১। পৰব্ৰহ্ম, ২। সাংখ্যমতে অহঙ্কাৰ।

**ভূতান্তকঃ** *পু* যমৰাজ।

**ভূতাৰিঃ** হিং।

**ভূতাৰ্থঃ** সত্য ঘটনা, সত্যতা। **-কথনং -ব্যাহৃতিঃ** সঁচা ঘটনাৰ বিবৃতি, বিৱৰণ।

**ভূতাৱাসঃ** ১। শৰীৰ, ২। শিৱ, ৩। বিষ্ণু।

**ভূতাৱিষ্ট** (ভূতেন আৱিষ্ট) ভূতে ধৰা, পিশাচগ্ৰস্ত। ভূতাক্ৰান্ত।

**ভূতিঃ** *স্ত্রী* (ভৱত্যনয়া ইতি ভূ ক্তিচ) ১। মহাদেৱৰ অণিমা আদি আঠ প্ৰকাৰ বিভূতি। ২। অস্তিত্ব, ৩। জন্ম, উৎপাদন, ৪। কল্যাণ, মঙ্গল, ৫। উন্নতি, সৌভাগ্য, ৬। ঐশ্বৰ্য্য, গৌৰৱ, ৭। ছাই, ভস্ম, মহাদেৱৰ শৰীৰৰ ভস্ম। ৮। সম্পত্তি, বৈভৱ, ৯। হাতী সজ্জা, মে ১; হাতীৰ শৰীৰৰ প্ৰসাধন। ১০। ভজা মাংস, ১১। শিৱ, ১২। হাতীৰ মদক্ষৰণ, ১৩। পিতৰগণ, ১৪। বৃদ্ধি নামৰ ঔষধ বিশেষ। ১৫। লক্ষ্মীদেৱী। **-কামঃ** ১। ৰজাৰ মন্ত্ৰী, ২। দেৱগুৰু বৃহস্পতি, **-কালঃ** মাঙ্গলিক, মঙ্গলময় কাল বা ক্ষণ। **-কীলঃ** ১। গাঁত, খাল, ২। মাটিৰ তলৰ কোঠা, ৩। গড়খাৱৈ, **-গৰ্ভঃ** কবি ভৱভূতি **-দঃ** শিৱ **-নিধানং** ধনিষ্ঠা নক্ষত্ৰ **-ভূষণঃ, ৱাহনঃ** শিৱ।

**ভূতিকং** ১। কৰ্পূৰ, ২। চন্দন, ৩। নিম গছ, ৪। কদবেল।

**ভূতেজ্যং, জ্যা** ভূতৰ পূজা, ভূতলৈ নৈবেদ্যাদি অৰ্পণ।

**ভূতেশঃ** *পু* ১। পৰব্ৰহ্ম, ২। শিৱ, ৩। বিষ্ণু।

**ভূতেশ্বৰঃ** সদাশিৱ।

**ভূতোদনঃ** এসাঁজ ভাত।

**ভূতোন্মাদঃ,-পহতঃ** *পু* ভূতে ধৰা মানুহ।

**ভূময়** *বিণ* ১। মৃন্ময়, মাটিৰে তৈয়াৰী।

**ভূমা(ন্)** *পু* ১। প্ৰাচুৰ্য্য, ২। বহুত্ব, ৩। সম্পত্তি, ঐশ্বৰ্য্য *(ক্লী)* ১। পৃথিৱী, ২। অঞ্চল, প্ৰান্ত, ৩। প্ৰাণী, ৪। বহুত্ব।

**ভূমিঃ** *স্ত্রী* (ভৱন্তি ভূতান্যস্মিন্নিতি ভূ মিঃ কিৎ) ১। পৃথিৱী, ২। ঠাই, স্থান। ভূঃ, ভূমিঃ, পৃথ্বী, মেদিনী, ৱসুধা, অৱনিঃ। ক্ষিতিঃ, উৰ্ব্বী, মহী, ক্ষৌণী, ক্ষ্মা, ধৰা, কুঃ, বসুন্ধৰা; ৩। মাটি, ৪। অঞ্চল, প্ৰান্ত, দেশ, এখণ্ড মাটি, ৫। স্থাৱৰ সম্পত্তি, ৬। জিভা, ৭। যোগীসকলৰ এটা অৱস্থা, ৮। প্ৰাসাদৰ তল, মজিয়া, ৯। সীমা, ১০। নাটকীয় চৰিত্ৰ অথবা অংশ। ১১। বিষয়বস্তু,

আধাৰ, ১২। ভাব-ভঙ্গী, ৰেহৰূপ, **–গৃহং** মাটিৰ তলৰ কোঠা, **–চলঃ, –চলনং** ভূমিকম্প **–জঃ** ১। মঙ্গল গ্ৰহ, ২। নৰকাসুৰ, ৩। মনুষ্য, ৪। ভূমিকদম্ব বৃক্ষ, **–জীৱী(ন্)** বৈশ্য বৰ্ণৰ মানুহ। **–তলং** ভূতল। **–দানং** ভূমি দান। ব্ৰাহ্মণ অথবা দেৱতাৰ উদ্দেশ্যে দান কৰা ভূমি। 'ন ভূমি দানং সদৃশং পৰিত্ৰমিহ ৱিদ্যতে।' **–ধৰঃ** পৰ্বত ৰজা, সংখ্যা '৭' **–নাথঃ,– পতিঃ, –পালঃ,-ভুজ্** *পু* ৰজা, সম্ৰাট। **–পুত্ৰঃ** মঙ্গলগ্ৰহ **–পুৰন্দৰঃ** ৰজা দিলীপ **–ৰক্ষকঃ** অতি বেগী ঘোঁৰা, **–লেপনং** গোবৰ, **–ৱৰ্ধনং –নঃ** মৰা শ' **–শয়ঃ** বনৰীয়া পাৰ **–সম্ভৱঃ, –সুতঃ** ১। মঙ্গলগ্ৰহ, ২। নৰকাসুৰ, **–সুতা** সীতা **–স্পৃক** ১। মনুষ্য, ২। মানৱ জাতি, ৩। বৈশ্য, ৪। চোৰ।

**ভূমিকা** *স্ত্ৰী* (ভূমিৰেৱ স্বাৰ্থে কন্ টাপ্) ১। ৰচনা, ২। ভূমি, মাটি, স্থান, অঞ্চল, ৩। মজিয়া, তলা, ৪। সীমা, ৫। লিখা ফলক, ৬। নাটকীয় চৰিত্ৰ, ৭। নটৰ সাজপোচাক, ৮। অলঙ্কৰণ, সজ্জা, ৯। কোনো গ্ৰন্থৰ পাতনি বা আগ কথা।

**ভূমী** *স্ত্ৰী* ভূমি, পৃথিৱী **–ন্দ্ৰঃ** ৰজা

**ভূয়ং** থকা, অস্তিত্ব। যেনে— ব্ৰহ্মভূয়ায় কল্পতে। **–শঃ** (স্) *অব্য* সাধাৰণতে, প্ৰায়ে, খুব বেছিকৈ, আকৌ, পুনৰ।

**ভূয়ান(স)** *বিণ* (বহু ঈয়সুন্) ১। বহু, ইয়াতকৈ বেছি, ২। ইয়াতকৈ ডাঙৰ, ৩। বেছি দৰ্কাৰী, ৪। বৃহৎ, ৫। বহুসংখ্যক, ৬। প্ৰচুৰ (অব্য) বেছিকৈ, ডাঙৰকৈ, বাৰে বাৰে, সঘনে। **ভূয়ঃ** (অব্য) বাৰে বাৰে, পুনৰায় **–ৱিদ্য** বহুবিদ্বান (*স্ত্ৰী*) ভূয়সী।

**ভূয়স্ত্বং** ১। প্ৰাচুৰ্য্য, ২। সংখ্যাধিক্য।

**ভূয়িষ্ঠ** *বিণ* (বহু ইষ্ঠন্) ১। প্ৰচুৰ, সকলোতকৈ বেছি, ২। সকলোতকৈ বেছি প্ৰয়োজনীয়, সৰ্ববৃহত, প্ৰকাণ্ড, ৩। প্ৰধানকৈ, অত্যাধিকভাৱে আদি অৰ্থত সমাসৰ শেষত, ৪। প্ৰায়, প্ৰায় গোটেইখিনি। **–ষ্ঠং** *অব্য* বেছি ভাগ, প্ৰায়ে, সৰ্বতোভাৱে, ৰ ৬।৪।

**ভূৰি** *ক্লী* সোণ।

**ভূৰি** *বিণ* (ভূ ক্ৰিন্) প্ৰচুৰ, বেছি, অসংখ্যক, বৃহৎ, ডাঙৰ **–ৰিঃ** *পু* ১। বিষ্ণু, ২। ব্ৰহ্মা, ৩। শিৱ, ৪। ইন্দ্ৰ (*অব্য*) খুব বেছিকৈ, সঘনে, বাৰে বাৰে **–গমঃ** গাধ, **–তেজঃ** অগ্নি **–দক্ষিণ** মুক্তহস্তে দান দিওঁতা **–দানং** প্ৰচুৰ দান; 'ন ভূৰি দানং ৱিৰহয্য সৎক্ৰিয়াম্' কি ১।১২, **–ধাম(ন্)** প্ৰভূত দীপ্তিমান। **–প্ৰয়োগঃ** বেছিকৈ প্ৰয়োগ কৰা, বেছিকৈ প্ৰচলিত। **–প্ৰেমা(ন্)** তেজাল ৰাজহাঁহ। **–ভাগ** প্ৰভূত সম্পত্তিশালী **–মায়ঃ** শিয়াল, **–ৰসঃ** কুঁহিয়াৰ **–বৃষ্টিঃ** ধাৰসাৰ বৰষুণ **–শ্ৰৱাঃ(স্)** সাত্যকীৰ হাতত নিহত কৌৰৱ সেনা।

**ভূৰিক(জ্)** *স্ত্ৰী* (ভৱতি সৰ্বং ধৰতীতি ভূ ইজিঃ কিৎ) পৃথিৱী।

**ভূৰ্জঃ** *পু* ভূৰ্জ গছ। এই গছৰ বাকলিত কাব্যাদি ৰচনা কৰা হৈছিল। ভূৰ্জপত্ৰ। **–কণ্টকঃ** এটা বৰ্ণসঙ্কৰ জাতি, মনু ১০।২১; ব্ৰাত্য ব্ৰাহ্মণৰ ঔৰসজাত ব্ৰাহ্মণীৰ পুত্ৰ।

**ভূৰ্ণিঃ** *স্ত্ৰী* পৃথিৱী।

**ভূষ্** ভূষণে (ভ্বা, চুৰা, উ স ভূষতি, ভূষয়তি-তে) ১। ভূষিত কৰ, অলঙ্কৃত কৰ, সাজ-সজ্জা কৰ, ২। নিজে সজ্জিত হ, অলঙ্কাৰাদি পিন্ধ।

**ভূষণং** *ক্লী* (ভূষ কৰণে ল্যট) ১। অলঙ্কাৰ, ২। অলঙ্কৰণ, সাজ সজ্জা, ৰ ৩।২। নক্ষত্ৰভূষণং চন্দ্ৰো নাৰীণাং ভূষণং পতিঃ– চাণক্য **–ণঃ** ১। বিষ্ণু, ২। এজন ৰজাৰ নাম।

**ভূষা** *স্ত্ৰী* (ভূষ ভাৱে অঃ টাপ) বেশভূষা, অলঙ্কৰণ কাৰ্য্য, ভা ৩।২২।২২।

**ভূষিত** *বিণ* অলঙ্কৃত, মণিনা ভূষিতঃ সৰ্পঃ কিমসৌ ন ভয়ঙ্কৰঃ। পঞ্চ।

**ভূষ্ণু** *বিণ* (ভূ গস্নু) থকা, ভৱিতা, ভৱিষ্ণু। ভৱনশীল।

**ভৃ** ভৃঞ ভৃতি পুষ্ট্যোঃ (ভ্বা, হ্বা, উ শক ভৱতি-তে, বিভৰ্তি, বিভৃতে) ভৃতিৰ্ভৰণম পুষ্টিঃ পোষণম্। ১। পূৰ্ণ কৰ, ভৰ্তি কৰ, ২। ব্যাপ্ত কৰ, বিয়পা, ৩। বহন কৰ, পালন পোষণ কৰ, ৪। প্ৰাপ্ত কৰ, অধিকাৰ কৰ, মে ৮৪; ৫। অনুভৱ কৰ, ভোগ কৰ, ৬। অৰ্পণ কৰ, দে, উৎপন্ন কৰ, ৭। ৰাখ, মনত ৰাখ, ৮। ভাড়া কৰ, মনু ১১।৬২; **সং—** ১। আহৰণ কৰ, একেলগে ৰাখ, ২। উৎপাদন কৰ, সম্পাদন কৰ, ৩। পোষণ কৰ, ৪। দি, অৰ্পণ কৰ, দান কৰ।

**ভৃকুংশঃ** নাৰীৰ অভিনয় কৰা পুৰুষ নট।

**ভৃকুটিঃ** *স্ত্ৰী* ভ্ৰূকুটি।

**ভৃগ্** *অব্য* জুইৰ অনুকাৰ শব্দ।

**ভৃগুঃ** *পু* (তপস্যা ভৃজ্জ্যতে ইতি ভ্রস্জ কুঃ) ১। ব্ৰহ্মাৰ ছালৰ পৰা জন্ম হোৱা প্ৰসিদ্ধ মুনি এগৰাকী। ভৃগুৰ পত্নী কৰ্দম মুনিৰ কন্যা খ্যাতি। দুজন পুত্ৰ ধাতা আৰু বিধাতা। কন্যাৰ নাম শ্ৰী। এবাৰ মুনিবিলাকৰ চিন্তা হ'ল— ব্ৰহ্মা বিষ্ণু আৰু মহেশ্বৰৰ ভিতৰত শ্ৰেষ্ঠ কোন আৰু ব্ৰাহ্মণৰ পূজা পাবৰ কোনজন যোগ্যতম। তেওঁলোকে এই প্ৰশ্ন নিৰ্ণয়ৰ কাৰণে ভৃগুমুনিক অনুৰোধ কৰিলে। মুনিজনে প্ৰথমতে ব্ৰহ্মাৰ ওচৰলৈ গ'ল। ব্ৰহ্মাক প্ৰণাম নকৰাকৈ তেওঁৰ কাষ পোৱাত ব্ৰহ্মাৰ খং উঠি গালি-গালাজ কৰিলে। ভৃগু এইবাৰ মহাদেৱৰ ওচৰলৈ গ'ল। এইবাৰো মহাদেৱৰ দ্বাৰা অপমানিত হ'ল। শেষত তেওঁ বিষ্ণুৰ বুকত লাঠি মাৰিলে। বিষ্ণুৱে সাৰ পাই কোনো খং ভাব প্ৰকাশ নকৰি ভৃগুক আদৰ-সৎকাৰ কৰি বহুৱাই সুধিলে যে তেওঁ ভৰিত দুখ পাইছে নেকি। ভৃগুৱে তেতিয়া নিৰ্ণয় কৰিলে এইজনেই পূজা পাবৰ সকলোতকৈ যোগ্য, ২। জমদগ্নি, ৩। শুক্ৰাচাৰ্য্য, ৪। শুক্ৰগ্ৰহ, ৫। থিয় পৰ্বত, ৬। মালভূমি, ৭। শ্ৰীকৃষ্ণ। **–জঃ, –তনয়ঃ** শুক্ৰাচাৰ্য্য **–নন্দনঃ** ১। পৰশুৰাম, ২। শুক্ৰাচাৰ্য্য, **–পতিঃ** পৰশুৰাম **–ৱংশঃ** পৰশুৰামৰ পিচৰ সতি-সন্ততি, **–ৱাৰঃ,–ৱাসৰঃ** শুক্ৰবাৰ, **–শাৰ্দুলঃ,–শ্ৰেষ্ঠঃ –সত্তমঃ** পৰশুৰাম **–সুতঃ, সুনুঃ** পৰশুৰাম, শুক্ৰাচাৰ্য্য।

**ভৃঙ্গঃ** *পু* (ৱিভৰ্তীতি ভৃঞ গন্ কিৎ নুট চ) ১। ভোমোৰা, ২। এবিধ বড়ল, ৩। এবিধ চৰাই, ৪। কামুক ব্যক্তি, ৫। সোণৰ কলহ; **–ঙ্গং** ১। ছাল, ২। অভ্ৰ, বালিচন্দা, **–ঙ্গী** ভ্ৰমৰী **–জং** ১। অগৰু কাঠ, ২। অভ্ৰ, **–পৰ্ণিকা** সৰু এলাচি **–ৰিটিঃ,–ৰীটিঃ** শিৱৰ অনুচৰ **–ৰোলঃ** এবিধ বৰল।

**ভৃঙ্গাৰং** (ভৃ আৰণ্ নিপাতনাৎ নুম্ গুক চ) ১। সোণ, ২। লৱঙ্গ (লং), **–ৰঃ** ১। সোণৰ ঝাৰি, ২। অভিষেকৰ সময়ত ব্যৱহাৰ কৰা সোণৰ পাত্ৰ এবিধ।

**ভৃঙ্গাৰিকী, ভৃঙ্গাৰী** ফৰিং।

**ভৃঙ্গী** *স্ত্ৰী* অতিবিষা নামৰ এবিধ ঔষধি।

**ভৃঙ্গী(ন্)** *পু* (ভৃঙ্গ ইনিঃ) ১। বড় গছ, আঁহত গছ, ২। শিৱৰ অনুচৰ। **–ফলঃ** এবিধ গছ।

**ভৃঙ্গীশঃ** মহাদেৱ।

**ভৃঙ্গৈৰিটিঃ** *পু* ভৃঙ্গী।

**ভৃজ্** *ভ্বা আ* নে (ভ্বা আ সক ভৰ্জতি) ভৰ্জনং পাকবিশেষঃ। ১। ভাজ, (তেলত) ভাজ, ২। সিদ্ধ কৰ, পোৰ, পুৰি সিদ্ধ কৰ। যেনে— ভৰ্জতে তণ্ডুলান।

**ভৃত** *বিণ্* ভৰণীয়, পুষ্ট, ভৰণ-পোষণ কৰা।

**ভৃতকঃ** *পু* বেতন লৈ কাম কৰা ব্যক্তি।

**ভৃতকাধ্যাপিতঃ** অধ্যাপকক ধন দি পঢ়া ছাত্ৰ, মনু ৩।১৫৬।

**ভৃতিঃ** *স্ত্ৰী* বেতন, মূল্য, ভৰণ। **–ভুক্(জ্)** বেতনভোগী ভৃত্য।

**ভৃতিৰধ্যাপনং** *ক্লী* বেতন লৈ বেদ শিক্ষা দান।

**ভৃত্যঃ** *পু* (ভ্ৰিয়তে ইতি ভৃ ক্যপ্ তুগাগমঃ) ১। দাস, চাকৰ, অনুজীৱী, ২। ৰজাৰ সচিব বা মন্ত্ৰী, **–ত্যা** ভৰণ-পোষণ, পালন, বেতন, **–জনঃ,** চাকৰ **–ৱৰ্গঃ** ভৃত্যগোষ্ঠী **–ৱাৎসল্যং** ভৃত্যৰ প্ৰতি মৰম।

**ভৃত্ৰিম** *বিণ্* পালিত, পুষ্ট।

**ভৃমিঃ** *পু* (ভ্ৰম্ ইন কিৎ) ১। ঘূৰ্ণিবতাহ, ২। চাকনৈয়া।

**ভৃশ্** অধঃপতে (দিৱা প অ ভৃশ্যতি) তলত পৰ, অধঃপতিত হ।

**ভৃশ** *বিণ্* (ভৃশ্ কঃ) ১। সবল, শক্তিশালী, ২। অত্যধিক, অতিশয়, **–শং** *অব্য* ১। খুব বেছিকৈ, ২। সাঙ্ঘাতিক ভাৱে; ৩। প্ৰায়ে, বাৰে বাৰে, ৪। ভালকৈ, **–কোপন** *বিণ্* অত্যন্ত খঙাল, **–সন্তুষ্ট** অত্যন্ত তৃপ্ত।

**ভৃষৎ(দ্)** পাথৰ, শিল।

**ভৃষ্ট** *বিণ্* (ভ্ৰস্জ কৰ্মণি ক্তঃ) পানী নিদিয়াকৈ ৰন্ধা অৰ্থাৎ ভজা, সেকা, পোৰা **–তণ্ডুলঃ** চাউল ভজা, **–যৱঃ** ঘেঁহু ভজা।

**ভৃষ্টান্নং** *ক্লী* মুড়ি।

**ভৃষ্টিঃ** *স্ত্ৰী* ভাজন, এৰাবাৰী।

**ভৃ** ভৃতৌ ভৃজি, ভৰ্ৎসে (ক্ৰ্যা প অ ভৃণাতি) ১। বহন কৰ, বোজা ব, পালন-পোষণ কৰ, ২। ভাজ, ৩ নিন্দা কৰ, গালি পাৰ।

**ভেকঃ** *পু* (বিভেতি ইতি ভী কন্) ১। ভেকুলী, বেং, মণ্ডুক, ২। ভীৰু ব্যক্তি, ৩। মেঘ **–কী** সৰু ভেকুলী, মাইকী বেং **–ভুক্(জ্)** সাপ **–ৰৱঃ** ভেকুলীৰ টোৰটোৰণি।

**ভেড়ঃ** *পু* (ভী ৰাহুলকাৎ ডঃ) ১। ভেড়া, ২। ভুৰ, ভেল। **–ড়ী** মাইকী ভেঁড়া।

**ভেদঃ** *পু* (ভিদ্ ঘঞ্) ১। শত্রুক বশ কৰা চাৰিটা উপায়ৰ তৃতীয় উপায়। (সাম, দান, ভেদ আৰু দণ্ড— এই চাৰিটা উপায়) ২। ভাঙন, ভাগ ভাগকৰণ, ৩। বিচ্ছিন্নকৰণ, ৪। ফাট, ফাঁক, ছিদ্র, ৫। বিভাগ, ৬। বাধা, ৭। আঘাত, ৮। পৰিবৰ্তন, সালসলনি, ৯। বিবাদ, কন্দল, ১০। ৰহস্য ভেদ, ৰহস্যপ্রকাশ, ভেদ ভাঙি দিয়া কাৰ্য্য, ১১। পৰাজয়। ১২। ঔষধ প্রয়োগৰ দ্বাৰা পেট খালি কৰা কাৰ্য্য **–কৰ, কৃৎ** কন্দলৰ বীজ সিঁচোতা। বিবাদৰ সূত্ৰপাতকাৰী **–দৰ্শী** (ন্),**–দৃষ্টি–বুদ্ধি** পৰম ব্রহ্মক প্রকৃতিৰ পৰা সম্পূৰ্ণ ভিন্ন বুলি জ্ঞান কৰোঁতা। **–প্রত্যয়ঃ** দ্বৈতবাদত বিশ্বাস। **–ৱাদী(ন্)** দ্বৈতবাদী (পুৰুষ আৰু প্রকৃতি, ভক্ত আৰু ভগৱান, জীৱাত্মা আৰু পৰমাত্মা)। **–সহ** ১। বিভাজনযোগ্য, ২। ভ্রষ্টযোগ্য।

**ভেদক** *বিণ্* (ভিদ্ ণ্বুল্) ১। বিদাৰক, ভেদকৰ্তা, বিভাজনকাৰী, মনু ৯।২৮৫; ২। ভাঙনকাৰী, বিচ্ছিন্নকাৰী, ৩। নিৰ্ণয়কাৰী **–কঃ** বিশেষণ। বৈশিষ্ট্যমূলক গুণ।

**ভেদনং** *ক্লী* (ভিদ্যতেঽনেনেতি ভিদ ল্যুট) ১। হিং, ২। বিভাজন, বিদাৰণ, বিচ্ছিন্নকৰণ, ৩। দ্রৱণ **–নঃ** গাহৰি।

**ভেদিত** *বিণ্* (ভিদ ণিচ ক্তঃ) ভিন্ন, বিদাৰিত, বিচ্ছিন্ন।

**ভেদী** (ন্) *পু* (ভিদ্ ণিনিঃ) ১। বিচ্ছেদক, বিদাৰক, ভেদক, ২। টেঙা বেতগছ।

**ভেদিৰং,–দুৰঃ** বজ্র।

**ভেদ্যং** *ক্লী* বিশেষ্যপদ **–লিঙ্গ** লিঙ্গৰ দ্বাৰা বিভেদ বুজা।

**ভেৰঃ** *পু* (ভী ৰন) ভেৰী, ৰণভেৰী, ডবা।

**ভেৰিঃ–ৰী** দবা, পটহ, দুন্দুভি।

**ভেৰুণ্ড** *বিণ* ভয়ানক, সাঙ্ঘাতিক, ভয়ঙ্কৰ। **–ণ্ডঃ** গৰ্ভধাৰণ, **–ণ্ডা** দেৱতা, যখিনী।

**ভেল** *বিণ* (ভী ৰণ লত্বম্) ভীৰু, মূৰ্খ, চঞ্চল, ওখ, ক্ষীপ্র **–লঃ** ভেলা, ভুৰ, নাও। **–লকঃ** ভেলা, নাও।

**ভেষ্** ভয়ে (ভ্বা উ অ ভেষতি-তে) ১। ভয় খা, ২। আতঙ্কিত হ।

**ভেষজং** *ক্লী* (ভেষং ৰোগং জয়তীতি জি ডঃ) ১। ঔষধ, ২। ৰোগ প্রতিকাৰক দ্রব্য।

**ভেষজাগাৰং–ৰঃ** ঔষধশালা, 'ক্লিনিক'।

**ভেষজাঙ্গং** *ক্লী* ঔষধৰ লগত বা পিচত খোৱা অনুপান।

**ভৈক্ষং** *ক্লী* (ভিক্ষানাং সমূহঃ ভিক্ষা অণ্) ১। ভিক্ষা, যা ৩।৪২; ২। ভিক্ষালব্ধ দ্রব্য, মনু ২।১৮৮; **–চৰণ, –চৰ্য্যা** ভিক্ষাবৃত্তি **–ভুক্(জ্)** ভিখাৰী।

**ভৈম** *বিণ্* ভীম সম্বন্ধীয়। **–মী** ১। ভীমকন্যা; দময়ন্তীৰ পৈত্রিক নাম। ২। মাঘমাহৰ শুক্লা একাদশী। **–সেনী** ভীমৰ পুত্র।

**ভৈৰৱ** *বিণ্* (ভীৰু অণ্) ভয়ঙ্কৰ, ভয়ানক, মহা ১।১৬৪।২৭; **–ৱং** ভয়, আতঙ্ক, **–ৱঃ** ১। সদাশিৱ, অষ্ট ভৈৰৱ, ২। ভয়ানক ৰস, ৩। এখন নদৰ নাম, ৪। ভৈৰৱ ৰাগ (সঙ্গীত) **–ৱী** ১। দেৱী দুৰ্গা, ২। এবিধ ৰাগিণী, ৩। বাৰ বছৰৰ তলৰ কুমাৰী কন্যা। দুৰ্গাপূজাত দুৰ্গাৰূপত পূজা কৰা হয়। চতুৰ্দশ ভৈৰৱী—ত্রিপুৰা, সম্পৎপ্রদা, কৌলেশ, সকলসিদ্ধিদা, ভয় বিধ্বংসিনী, চৈতন্য, কামেশ্বৰী, ষটকূটা, নিত্যা, ৰুদ্রা, ভুৱনেশ্বৰী, ত্রিপুৰবালা, নৱকূটা আৰু অন্নপূৰ্ণা।

**ভৈষজং** *ক্লী* ঔষধ **–জঃ** এবিধ চৰাই। বালিমাহী চৰাই **–জ্যং** ১। ঔষধ প্রয়োগ, নিদান, ২। ঔষধ ৩। আৰোগ্যতা।

**ভোঃ(স্)** *অব্য* (সম্বোধনত) হেৰি, হেৰা, আদি অৰ্থত ব্যৱহাৰ হয়। প্রশ্নত, বিষাদতো ব্যৱহাৰ হয়।

**ভোক্তব্য** *বিণ্* ভোজনীয়, ভোজ্য, খাব লগীয়া, খাদ্য।

**ভোক্তা(ক্তৃ)** *বিণ্* (ভুজ কৰ্তৰি তৃচ) ভোজনকৰ্তা, খাওঁতা, উপভোক্তা, ভোগী *(পু)* ১। বিষ্ণু, ২। গৰাকী, স্বামী।

**ভোগঃ** *পু* (ভুজ্ ঘঞ্) ১। ভোগ, উপভোগ, ২। অধিকাৰ, ৩। ব্যৱহাৰ, সুবিধা, সুযোগ প্রয়োগ, ৪। যৌন সম্ভোগ, দৈহিক ভোগ, আনন্দ উপভোগ, ৫। দেৱতাক অৰ্পণ কৰা আহাৰ, নৈবেদ্যাদি। ৬। ভোজ, সামূহিক ভোজন, ৭। লাভ, ৮। ৰাজহ, আয়, আমদানি, ৯। বেশ্যাই অৰ্জা ধন, বেশ্যাৰ মজুৰি, ১০। বচি বা জধীৰ মেৰ। ১১। সাপৰ ফণা, সাপ। **–গুচ্ছং** বেশ্যাৰ বেতন। **–গৃহং** নাৰী থকা কোঠা। অন্তঃপুৰ। **–তৃষ্ণা** পাৰ্থিৱ সুখৰ বাসনা। **–দেহঃ** ভাল-বেয়া কৰ্ম কৰাৰ ফলস্বৰূপে স্বৰ্গ-নৰক ভোগৰ কাৰণে সূক্ষ্মশৰীৰ। **–ধৰঃ** সাপ **–পতিঃ** প্রান্ত অথবা অঞ্চলৰ শাসক **–পালঃ** ঘোঁৰাৰখীয়া **–পিশাচিকা** ভুক, ভোক **–ভৃতকঃ** জীৱিকাৰ বাবে কাম কৰা ভৃত্য। **–স্থানং** ১। শৰীৰ, দেহ, ২। স্ত্রী থকা কোঠা।

**ভোগৱতী** *স্ত্ৰী* ১। পাতাল গঙ্গা, ২। নাগপত্নী, ৩। নাগপুৰী, ৪। গঙ্গা ৫। এখন তীৰ্থৰ নাম, ৬। চান্দ্ৰ মাহৰ দ্বিতীয়াৰ ৰাতি।

**ভোগৱান্(ৎ)** *পু* (ভোগ মতুপ্ মস্য ৱঃ) ১। সাপ, ২। পৰ্বত, ৩। নৃত্য, নাট আৰু গীত একেলগে।

**ভোগাধিঃ** *স্ত্ৰী* ধৰুৱাই ধন ঘূৰাই দি মোকলাই নিনিয়ালৈকে ঋণদাতাই ভোগ কৰিব পৰা আধি, অৰ্থাৎ জামিন, বন্ধকৰ মাল।

**ভোগাৰ্হ্যং** *ক্লী* ধান, শস্য।

**ভোগাৱলী** স্তুতিপাঠকৰ স্তুতি। চাৰণে গোৱা স্তুতিগীত।

**ভোগাৱাসঃ** *পু* (ভোগাৰ্থঃ আৱাসঃ আ বস্ ঘঞ) অন্তেষপুৰ, নাৰীমহল।

**ভোগিকঃ** ঘোঁৰাৰখীয়া, অশ্বপালক।

**ভোগী (ন্)** *বিণ* (ভোগ ইনিঃ) ১। ভোগকৰ্তা, ২। উপভোগকাৰী, ৩। ফণাযুক্ত, ভাজ থকা, ৪। ইন্দ্ৰিয় সুখ উপভোগ, ৫। ধনী, সম্পত্তিশালী *(পু)* ১। সাপ, ৰ ১১।৫৯; ২। ৰজা, ৩। নাপিত, ৪। কামাসক্ত ব্যক্তি, ৫। গাওঁবুঢ়া, ৬। অশ্লেষা নক্ষত্ৰ, **—নী** ৰজাৰ অন্তেষপুৰবাসিনী, ৰক্ষিতা। **—কান্তঃ** বতাহ, বায়ু, **—ভুক্(জ্)** ১। নেউল, ২। ম'ৰা চৰাই, **—ৱল্লভং** চন্দন কাঠ।

**ভোগীন্দ্ৰঃ —গীশঃ** *পু* ১। শেষনাগ, ২। বাসুকী।

**ভোগ্য** *বিণ* (ভুজ্ ণ্যৎ) ১। ভোগ কৰিব লগীয়া, ২। সুখ দুখাদি ভোগ কৰিব লগীয়া, সহন কৰিব লগীয়া, ৩। লাভজনক, **—গ্যং** ১। ভোগ কৰিব লগীয়া বস্তু, ২। সা-সম্পত্তি, ৩। শস্য, ধান, যবাদি, **—গ্যা** ৰক্ষিতা, 'যোগ্যভোগ্যা বসুন্ধৰা'।

**ভোজঃ** *পু* ১। এখন ৰাজ্যৰ নাম। ভোজপুৰ। এইখন ৰাজ্যৰ মানুহবোৰে কোৱা ভাষা ভোজপুৰী, ২। ধাৰা নগৰৰ প্ৰসিদ্ধ ৰজা এজনৰ নাম, ভোজৰজা, খৃঃ দশম-একাদশ শতিকাত এই ৰজাজন সংস্কৃত সাহিত্যৰ এগৰাকী প্ৰধান পৃষ্ঠপোষক আছিল। তেওঁৰ গুণ-গৰিমা চাৰিওফালে এনেকৈ বিস্তৃত হৈছিল যে তেওঁ এজন প্ৰবাদ পুৰুষৰ দৰে হৈ পৰিছিল। ভোজৰ পিতাকৰ নাম সিন্ধুল আৰু মাকৰ নাম আছিল সাৱিত্ৰী। মৃত্যুৰ সময় ওচৰ চপাত পিতাকে ভায়েক মুঞ্জক সিংহাসনত বহুৱায় আৰু পাঁচ বছৰীয়া পুতেক ভোজক ভায়েকৰ কোলাত তুলি দিয়ে। এদিন ৰাজসভাত এজন জ্যোতিষীৰ মুখৰ পৰা যেতিয়া শুনিলে যে ভোজ অদূৰ ভৱিষ্যতে চক্ৰৱৰ্তী ৰজা হবগৈ তেতিয়া খুৰাক মুঞ্জৰ ভয় হ'ল আৰু ভোজক বধ কৰাৰ কাৰণে বৎসৰাজক নিয়োগ কৰিলে। বৎসৰাজে ভোজক বধ কৰিবলৈ উদ্যত হোৱাৰ সময়ত ভোজৰ মুখৰ পৰা এষাৰি শ্লোক শুনি মৰ্মাহত হ'ল আৰু ভোজক বধ নকৰি এটা কটা মূৰ নি ৰজাক দিলেগৈ আৰু লগতে ভোজে লিখা এষাৰি কবিতাও দিলে। কবিতা পঢ়ি মুঞ্জই কান্দিব ধৰিলে। তেতিয়া বৎসৰাজে ক'লে যে ভোজ মৰা নাই জীয়াই আছে। তাৰ পিচত ভোজ আৰু মুঞ্জৰ মিলন হ'ল আৰু মুঞ্জই নিজ হাতেৰে ভোজক সিংহাসনত বহুৱায়। ৩। বিদৰ্ভৰ ৰজা ভোজ, **—পতিঃ** ১। ভোজপুৰৰ ৰজা, ২। কংস ৰাজ।

**ভোজনং** *ক্লী* (ভুজ ভাৱে ল্যুট্) ১। ভক্ষণ, খাৱন, ২। গিলা কাৰ্য্য, ৩। গিলি খোৱা। ৪। ভোগ কৰা বস্তু, আহাৰ, ৫। সম্পত্তি **—ত্যাগঃ** আহাৰ ত্যাগ, উপবাস। **—ৱিশেষঃ** ৰুচিসম্পন্ন, সুখাদ্য **—বৃত্তিঃ** *স্ত্ৰী* আহাৰ, খাদ্য। **—ৱ্যগ্ৰ** ভোজনত ব্যস্ত। ভোজনীয় খাদ্য, খাব পৰা, খাবৰ যোগ্য।

**ভোজ্যং** ১। আহাৰ, খাদ্য, মনু ৩।২৪০; ২। খাদ্যবস্তুৰ ভাণ্ডাৰ, ৩। ভোগ। **—সম্ভৱঃ** শৰীৰত থকা ৰসৰূপ ধাতু, ৰ ৭।২; **—জ্যা** ৰজা ভোজৰ কন্যা।

**ভোটঃ** *পু* ভোট ৰাজ্য। তিব্বত ৰাজ্য।

**ভোটাঙ্গঃ** *পু* তিব্বতৰ অঙ্গ। ভুটান দেশ।

**ভোটীয়** *বিণ* তিব্বতীয়, ভুটান দেশীয়।

**ভোমীৰাঃ** প্ৰৱাল।

**ভো ভো** *অব্য* সম্বোধন। ভোঃ চাওক।

**ভোলানাথঃ** সদাশিৱ।

**ভোলিঃ** *পু* উট।

**ভৌত** *বিণ* (ভূত অন্) ভূত সম্বন্ধীয়। ভৌতিক। **—তঃ** ভূতযজ্ঞ। বলিকৰ্ম, দেৱল।

**ভৌতিক** *বিণ* (ভূতানাং ৱিকাৰ ইতি ঠক্) ১। ভূত সম্বন্ধীয়, মনু ৩।৭৪; ভৌতিক। ২। পাৰ্থিৱ, বস্তু সম্বন্ধীয়। **—কং** মুক্তা **—কঃ** শিৱ।

**ভৌতী** *স্ত্ৰী* ৰাতি।

**ভৌত্যঃ** *পু* (ভূতেৰপত্যং পুমান ইতি ষ্যঞ) ভূতি মুনিৰ পুত্ৰ, চতুৰ্দ্দশ মনু।

**ভৌম** *বিণ্* ১। ভূমি, মাটি, পৃথিৱী, সম্বন্ধীয়, ২। পাৰ্থিৱ, ৩। মৃন্ময়, **–মঃ** ১। মঙ্গল গ্ৰহ, ২। নৰকাসুৰ, ৩। পানী, ৪। পোহৰ **–মী** সীতা **–ৱাৰঃ,–ৱাসৰঃ** মঙ্গলবাৰ। **–ৰত্নং** প্ৰৱাল।

**ভৌজনঃ** বিশ্বকৰ্মা।

**ভৌমিক, ভৌম্য** *বিণ্* পাৰ্থিৱ।

**ভৌৰিকঃ** ৰাজকোষৰ স্বৰ্ণভাণ্ডাৰৰ অধ্যক্ষ।

**ভৌৱাদিকঃ** ভ্বাদিগণীয় ধাতুসমূহ।

**ভ্ৰংশ্** অধঃপতে (ভ্বা দিৱা আ অক ভ্ৰংশতে ভ্ৰশ্যতি) ১। তলত পৰ, অধঃপতিত হ, ২। উজুতি খাই পৰ, ৩। অবাটে যা, বিপথগামী হ; ৪। বঞ্চিত হ, ৫। পলায়ন কৰ, মুক্ত হ, ৬। হ্ৰাস হ, ঢাল খা, জহি যা।

**ভ্ৰংশঃ, –সঃ** *পু* (ভ্ৰনশ্ ভাৱে ঘঞ্) ১। অধঃপতন, তলত পৰা, মে ২; ২। হ্ৰাস, ক্ষয়, ৩। পতন, ধ্বংস, ৪। পলায়ন, ৫। হানি, গী ২।৬৩; ৬। অন্তৰ্ধান, ৭। বিপথে গমন।

**ভ্ৰংশনং** *ক্লী* অধঃপতন, পতন, হানি।

**ভ্ৰংশী(ন্)** ১। অধঃপতিত, পতনশীল। ২। ধ্বংসী, ধ্বংসশীল, বিধ্বংসী।

**ভ্ৰকুটিঃ** ভ্ৰূকুটি, শি ১৫।৮।

**ভ্ৰকুশঃ** নাৰীৰ বেশত নট।

**ভ্ৰক্ষ্** ভ্লক্ষ ভক্ষণে (ভ্বা উ সক ভ্ৰক্ষতি-তে) খা, খাই পেলা, গিলি খা।

**ভ্ৰজ্জনং** *ক্লী* ভজা কাৰ্য্য।

**ভ্ৰণ্** শব্দে (ভ্বা প স ভ্ৰণতি) শব্দ কৰ, ধ্বনি তোল।

**ভ্ৰম্** চালে (১) (ভ্বা প অ ভ্ৰমতি ভ্ৰম্যতি) (২) (দিৱা প স ভ্ৰাম্যতি) ১। ভ্ৰমণ কৰ, ঘূৰি ফুৰ, ইফালে-সিফালে যা, ২। পাক ঘূৰ, ৩। বেঁকা হৈ যা, বিপথে যা, থৰক-বৰক কৈ যা, ইফাল-সিফাল কৰ, লৰফৰ কৰ, ৪। অস্থিৰভাৱে গমন কৰ, ৫। ঘেৰি ধৰ, **উদ্—** ১। ঘূৰি ফুৰ, উদ্‌ভ্ৰান্ত হৈ ঘূৰি ফুৰ, ২। ভুল কৰ, ৩। উদ্‌বাউল হ, বিমোৰত পৰ, **পৰি—** ১। চাৰিওফালে ঘূৰি ফুৰ, এনেয়ে ঘূৰি ফুৰ ২। বৃত্তাকাৰে ঘূৰ, পাক ঘূৰণি খা, **ৱি—** ১। ঘূৰ, ঘূৰি ফুৰ, ২। দূৰ কৰ, ৩। উদ্‌বাউল হ, বিমূঢ় হ। বিমোৰত পৰ, গী ১৬।১৬; **সং—** ১। ঘূৰি ফুৰ, ২। বিমোৰত পৰ।

**ভ্ৰমঃ** *পু* (ভ্ৰম্ অনৱস্থানে ভ্ৰম্ ভাৱে ঘঞ্) ১। মিথ্যাজ্ঞান, ভুল, ভ্ৰান্তি, ২। ভ্ৰমণ, বৃত্তাকাৰে ঘূৰণ, ৩। চাকনৈয়া, ঘূৰ্ণিবতাহ, ৪। খাদ্য গুড়ি কৰা পটা বা জাত, ৫। কুন্দ যন্ত্ৰ (ঘূৰণীয়াকৈ কাঠ আদি কটা যন্ত্ৰ) ৬। কুমাৰৰ চকা, ৭। মূৰ-ঘূৰণি, ৮। কৃত্ৰিম ফোঁহোৰা, জৰণা, ঝৰ্ণা।

**ভ্ৰমণং** *ক্লী* (ভ্ৰম্ ল্যুট্) ১। ভ্ৰমণ, পৰ্য্যটন, ঘূৰণ, ২। পাকঘূৰণ, বৃত্তাকাৰে ঘূৰণ, ৩। অস্থিৰতা, বিবুদ্ধি, ৪। মূৰ ৰাইজাই কৰা **–ণী** ১। এবিধ খেল, ২। জোক।

**ভ্ৰমকুটী** ছাতি।

**ভ্ৰমৰঃ** *পু* (ভ্ৰমতি প্ৰতিপুষ্পমিতি ভ্ৰম অৰঃ) ১। এবিধ ক'লা মৌমাখি, ভোমোৰা, ৰ ৮।৩৮; ২। প্ৰেমিক, লম্পট, কামুক, ৩। কুমাৰৰ চকা। **–ৰং** মূৰ-ঘূৰণি, **–কীটঃ** এবিধ বৰল। **–প্ৰিয়ঃ** ধাৰা কদম্ব। **–মাৰী** মালৱ দেশীয় এবিধ প্ৰসিদ্ধ ফুলৰ গছ।

**ভ্ৰমৰকং** *ক্লী*.১। একোছা চুলি, ২। খেলা গোপ, 'বল'। **–কঃ** ১। মৌমাখি, ভোমোৰা, ২। চাকনৈয়া, ৩। ভৃঙ্গ, ৪। নিগনি।

**ভ্ৰমৰা** এবিধ লতা।

**ভ্ৰমৰাতিথিঃ** চম্পক বৃক্ষ।

**ভ্ৰমৰাভিলীন** *বিণ্* (ফুলত) লিপিত খাই থকা ভোমোৰা।

**ভ্ৰমৰালকঃ** কপালত ওলমি থকা একোছা চুলি।

**ভ্ৰমৰী** *স্ত্ৰী* আলতা; ভোমোৰা।

**ভ্ৰমৰেষ্টঃ** শ্যোনাক নামৰ গছ এবিধ। গোলাপী জামু।

**ভ্ৰমৰোৎসৱা** *স্ত্ৰী* মাধৱী লতা।

**ভ্ৰমাকুল** *বিণ্* ব্যাকুল, বিমূঢ়।

**ভ্ৰমাসক্তঃ** অস্ত্ৰ চাফচিকুণ কৰা ব্যক্তি।

**ভ্ৰমিঃ** *স্ত্ৰী* (ভ্ৰম্ বাহুলকাৎ ইঃ) ১। ভ্ৰমণ, ২। পৰিভ্ৰমণ, ৩। পাকঘূৰণ, বৃত্তাকাৰে ঘূৰণ, উ ৬।৩ ৪। কুমাৰৰ চকা, ৫। চাকনৈয়া, ৬। ঘূৰ্ণিবতাহ, ৭। ভ্ৰান্তি, ভুল, ৮। বৃত্তাকাৰে সৈন্যসজ্জা।

**ভ্ৰমী(ন্)** *বিণ্* ভ্ৰমণশীল, ভ্ৰমবিশিষ্ট।

**ভ্ৰশিমা (ন্)** *পু* অত্যাচাৰ, ধৰ্ষণ, উগ্ৰতা, প্ৰবলতা।

**ভ্ৰষ্ট** *বিণ্* (ভ্ৰশ কৰ্তৰি ক্তঃ) ১। চ্যুত, সমাজচ্যুত, ২। পতিত, অধঃপতিত, ৩। বিচ্ছিন্ন, ৪। বহিষ্কৃত, ৫। অন্তৰ্হিত, নষ্ট, ৬। দুৰাচাৰী।

**ভ্ৰস্জ্** পাকে (তুদা উ স ভৃজ্জতি-তে) পাক ভৰ্জ্জনম্।

ভাজ, ভাজি ৰান্ধ, পোৰ, দগ্ধ কৰ, (ণিজন্ত) ভৰ্জয়তি; (সনন্ত) বিভৰ্ক্ষতি।

**ভ্ৰাজ্** ভাসি (ভ্বা আ অক ভ্ৰাজতে) ১। পোহৰ দি, উজলা, ২। জকমকা, চিকমিকাই তোল।

**ভ্ৰাজঃ** *পু* সাতটা সূৰ্য্যৰ এটাৰ নাম। **–জং** সাম মন্ত্ৰ।

**ভ্ৰাজক** *বিণ্* (ভ্ৰাজ ণ্বুল্) উজ্জ্বল, জকমক্ **–কঃ** পিত্ত।

**ভ্ৰাজথুঃ** উজ্জ্বলতা, দীপ্তি, সৌন্দৰ্য্য।

**ভ্ৰাজিষ্ণু** *বিণ্* (ভ্ৰাজ ইষ্ণুচ) সৌন্দৰ্য্যসম্পন্ন, দীপ্তিমান, উজ্জ্বল **–ষ্ণুঃ** বিষ্ণু।

**ভ্ৰজী(ন্)** উজ্জ্বল, দীপ্তিমান।

**ভ্ৰাতৰৌ** *পু* দ্বিব (ভ্ৰাতা চ ভগিনী চ) ভাইভনী।

**ভ্ৰাতা (ঋ)** *পু* (ভ্ৰাজতে ইতি ভ্ৰাজ্ তৃণ্) ১। সহোদৰ ভায়েক, ডাঙৰ বা সৰু ভাই, 'জ্যেষ্ঠো ভ্ৰাতা পিতৃতুল্যো মৃতে পিতৰিঁ শৌনক!' গপু ১১৪ অ। ২। নিকটাত্মীয়, ৩। অন্তৰঙ্গ বন্ধু (এইসকলকো সাধাৰণতে 'ভাই' বুলিয়েই সম্বোধন কৰে)। **–গন্ধি, –গন্ধিকঃ** নামত ভায়েক, **–জঃ** ভতিজা, **–জা** ভতিজী, **–জায়া** ভাই-বোৱাৰী, বৌ, **–দত্তং** ভায়েকে-ভনীয়েকক প্ৰীত দিয়া ধনসম্পত্তি। **–দ্বিতীয়া** ভাই-ফোঁটা। কাতি মাহৰ শুক্লা দ্বিতীয়াত ভনীয়েকে ভায়েক-ককায়েকক ফোঁট দি সেৱা-সৎকাৰ কৰা উৎসৱ। এই দিনটোক যম- দ্বিতীয়া বুলিও কোৱা হয়। যমৰাজৰ ভনীয়েক যমুনাই সিদিনা ককায়েকক নিজৰ ঘৰলৈ মতাই আনি সেৱা-অৰ্চনা কৰি ভাত খুৱাইছিল। **–পত্নী–ৱধুঃ** ভাই-বোৱাৰী, বৌ। **–পুত্ৰঃ** ভতিজা।

**ভ্ৰাতৃক** *বিণ্* ভাতৃ সম্পৰ্কীয়।

**ভ্ৰাতৃব্যঃ** *পু* ১। ভতিজা, ২। শত্ৰু, বিৰোধী।

**ভ্ৰাত্ৰীয়ঃ, ভ্ৰাত্ৰেয়ঃ** ভতিজা।

**ভ্ৰাত্ৰ্যং–** ভাতৃত্ব, আত্মীয়তা।

**ভ্ৰান্ত** *বিণ্* (ভ্ৰম্ ক্তঃ) ১। ভ্ৰান্তিবিশিষ্ট, ২। উদভ্ৰান্ত; ইফালে-সিফালে ঘূৰি ফুৰা ব্যক্তি, বিপথগামী, ৩। বিমূঢ় **–ন্তং** ১। ঘূৰি ফুৰা কাৰ্য্য। ২। ভুল-ভ্ৰান্তি। **–ন্তঃ** ধঁতুৰা গছ। **–ন্তিঃ** *স্ত্ৰী* ১। ভ্ৰম, ভুল, ২। ঘূৰণ, পৰিভ্ৰমণ, বৃত্তাকাৰে ঘূৰণ, ৩। ভুল ধাৰণা, ৪। বিভ্ৰমতা, বিমূঢ়তা, সন্দেহ, অনিশ্চয়তা **–কৰ** বিমূঢ়জনক। বিভ্ৰমকাৰী **–নাশনঃ** সদাশিব **–হৰ** অনিশ্চয়তা দূৰকাৰক।

**ভ্ৰান্তিমান(ৎ)** ১। ভ্ৰমণ, ঘূৰণ, ২। ভ্ৰমশীল, উদভ্ৰান্ত। *(পু)* এবিধ কাব্যালঙ্কাৰ। ইয়াত প্ৰায় একে দেখা দুটা বস্তুৰ ভিতৰত এটাক সিটো বুলি ভুল কৰি প্ৰকাশ কৰা হয়।

**ভ্ৰামঃ** *পু* (ভ্ৰম্ ঘঞ) ভ্ৰম, ভুল, ভ্ৰান্তি।

**ভ্ৰামক** *বিণ্* ভ্ৰমজনক, ভ্ৰান্তিজনক, বিভ্ৰান্তকাৰী **–কঃ** *পু* ১। সূৰ্য্যমুখী ফুল, ২। চুম্বক পাথৰ, ৩। প্ৰবঞ্চক, ঠগ, ৪। শিয়াল।

**ভ্ৰামৰ** *বিণ্* (ভ্ৰমৰৈঃ কৃতং ইতি অণ্) মৌমাখি অথবা ভোমোৰা সম্বন্ধীয়। **–ৰং, –ৰঃ** ১। এবিধ চুম্বক, ২। ভ্ৰম, মূৰঘূৰণি, ৩। মৌ, মধু, ৪। এবিধ যৌনক্ৰিয়া ভঙ্গী। ৫। এবিধ নৃত্য **–ৰী** ১। দুৰ্গা, ২। প্ৰদক্ষিণা– বাওঁফালৰ পৰা সোঁফাললৈ ঘূৰি ঘূৰি গমন।

**ভ্ৰাশ(স্), ভ্লাশ(স্)** ভাসি ১। (ভ্বা আ অ ভ্ৰাশতে, ভ্লাশতে) ২। (দিৱা আ অ ভ্ৰাশ্যতে ভ্লাশ্যতে) ১। উজ্জ্বল হ, ২। পোহৰ কৰ, চকমকা।

**ভ্ৰাষ্ট্ৰঃ** *পু* (ভ্ৰস্জ ষ্ট্ৰন্) ১। চাউল-মাহ আদি ভজা পাত্ৰ। ভাজন পাত্ৰ, 'ফ্ৰাইপেন', ২। পোহৰ, ৰশ্মি, ৩। আকাশ।

**ভ্ৰূ (ভ্ৰূ)কুংশঃ (সঃ)ঃ** *স্ত্ৰী* বেশত পুৰুষ নট।

**ভ্ৰূকুটিঃ,–টী** *স্ত্ৰী* ক্ৰোধত কপাল সঙ্কুচিত কৰা দৃষ্টি, ক্ৰোধ দৃষ্টি।

**ভ্ৰূড্** সংগ্ৰহে (তুদা প স ভ্ৰূড়তি) ১। সংগ্ৰহ কৰ, আহৰণ কৰ, এক গোট কৰ, ২। আবৃত কৰ, ঢাকন দি।

**ভ্ৰূ** *স্ত্ৰী* (ভ্ৰাম্যতি নেত্ৰোপৰি ভ্ৰম্ ডূঃ) চকুৰ ওপৰভাগ, চেলাউৰি। **–ক্ষেপঃ** কোপদৃষ্টি **–জাহং** ভ্ৰূৰ তলভাগ **–ভঙ্গঃ–ভেদঃ** ভ্ৰূকুটি, কোপদৃষ্টি। **–ভেদী(ন্)** ভ্ৰূকুটি, **–লতা** বেঁকা চেলাউৰি। লতাৰ দৰে ভ্ৰূযুক্ত। **–ৱিকাৰঃ, –ৱিক্ষেপঃ** ভ্ৰূকুটি, **–ৱিচেষ্টিতং, –ৱিভ্ৰমঃ, –ৱিলাসঃ** প্ৰেমাসক্ত হৈ চকুৰ চেলাউৰি ইফাল-সিফাল কৰা।

**ভ্ৰূণ্** আশাৱিশঙ্কয়োঃ (চুৰা আ স ভ্ৰূণয়তে) ১। আশা কৰ, ভাল বস্তু কামনা কৰ, ২। আশঙ্কা কৰ।

**ভ্ৰূণঃ** *পু* (ভ্ৰূণ ঘঞ) ১। গৰ্ভস্থ শিশু, ২। নাৰীৰ গৰ্ভ, ৩। কেঁচুৱা, শিশু, **–ঘ্ন,–হা(ন্)** ১। গৰ্ভনাশক, গৰ্ভনষ্টকাৰী, ২। ব্ৰহ্মহন্তা, মনু ৮।৩২৭; **–হত্যা** গৰ্ভহত্যা, গৰ্ভনাশ, গৰ্ভস্থ শিশুক হত্যা।

ভ্রেজ্ ভাসি (ভ্বা আ অ ভ্রেজতি) পোহৰ দি, উজলা, দীপ্তিমান হ।

ভ্রেষ্ চলে (ভ্বা উ অ ভ্রেষতি-তে) ১। যা, গমন কৰ, আগুৱাই যা, ২। পৰ, তলত পৰ, পিছল খাই পৰ, ৩। ভয় খা, ৪। খং কৰ, ক্রোধান্বিত হ।

**ভ্রেষঃ** *পু* (ভ্রষ্ ঘঞ্) ১। গতি, ২। **থৰক-বৰক কৰি** থকা, ৩। বিপথ গমন, বক্রগতি, ৪। হানি, ৫। পাপ, অনধিকাৰ প্ৰৱেশ।

# ম

ম মকাৰ পঞ্চবিংশ ব্যঞ্জনবর্ণ। প বর্গৰ পঞ্চম বর্ণ। শিৰসূত্ৰৰ সপ্তম সূত্ৰৰ দ্বিতীয় বর্ণ। উচ্চাৰণ স্থান ওষ্ঠ।

মং *ক্লী* (মা কঃ) ১। পানী, ২। সুখ, কল্যাণ, মঙ্গল।

মঃ *পু* (মাতি নির্মাতি জগমিতি মা কঃ) ১। শিৱ, ২। চন্দ্ৰ, ৩। কাল, সময়, ৪। ব্ৰহ্মা, ৫। যমৰাজ, ৬। বিহ, ৭। বিষ্ণু।

মক **মঙ্ক্** ভূষে গতৌ (ভ্বা আ সক **মঙ্কতে**) ১। যা, গমন কৰ, আগুৱাই যা। ২। অলঙ্কৃত কৰ, বেশভূষা পিন্ধ, অলঙ্কাৰ পিন্ধ।

মকৰঃ *পু* (ক্রীণাতীতি ক হিংসায়াম্ অচ্ কৰঃ মনুষ্যাণাং কৰঃ) ১। জলজ জন্তু বিশেষ, মকৰ, ঘঁৰিয়াল, কুম্ভীৰ, শিশুমাৰ, 'চার্ক'। ২। মকৰ ৰাশি, ৩। মকৰৰ দৰে সৈন্যসজ্জা, ৪। কুবেৰৰ নটা ভঁড়ালৰ এটা, **–কুণ্ডলং** ঘঁৰিয়ালৰ দৰে দেখা কুণ্ডল। 'ইয়াৰিং'। **–কেতুঃ –ধ্বজঃ** কামদেৱ। **–সংক্রান্তি** *পু* মাঘ মাহৰ সংক্রান্তি, যি সময়ত সূর্য্যৰ মকৰ ৰাশিত সংক্রমণ হয়। গঙ্গাস্নানৰ বাবে পৱিত্র দিন। **–সপ্তমী** মাঘমাহৰ শুক্লা সপ্তমী।

**মকৰন্দঃ** *পু* ১। ফুলৰ ৰস অর্থাৎ মৌ, ৰ ৪।৮৮, ২। এবিধ মালতী বা কুন্দ ফুল, ৩। কুলি চৰাই, ৪। মৌমাখি, ভোমোৰা, **–ব্যূহঃ** *পু* মকৰাকৃতিৰ সৈন্যসজ্জা।

**মকৰাকৰঃ –ৰালয়ঃ, –ৰী(ন্)** সমুদ্র।

**মকৰাঙ্কঃ** ১। কামদেৱ, ২। সাগৰ।

**মকৰী** *স্ত্রী* মাইকী মকৰ।

**মকুটং** মুকুট।

**মকুতিঃ** *স্ত্রী* শূদ্ৰৰ অধীনত চলা শাসন।

**মকুৰঃ** *পু* (মক্ উৰচ) ১। আয়না, আচী, দাপোণ, ২। বকুল গছ, ৩। কলি, নুফুলা ফুল, কোৰক, ৪। কুলালদণ্ড, কুমাৰৰ চকা ঘূৰোৱা লাঠী।

**মকুলং, লঃ** ১। কলি, কোৰক, ২। বকুল।

**মকুষ্টঃ, –ষ্টকঃ,–ষ্ঠঃ** এবিধ লেছেৰা মাহ, 'বীন'।

**মকূলকঃ** *পু* ১। বকুল, মুকুল, ২। দন্তীবৃক্ষ'

**মক্ক** গতৌ (ভ্বা আ স মক্কতে) গমন কৰ, যা, আগুৱাই যা।

**মক্কল্লঃ** এবিধ শূলৰোগ।

**মক্কুলং** *ক্লী* (মক্ক উলচ) ১। ৰঙা চক, ২। এবিধ **গছৰ** আঠা, ধুনা।

**মক্কোলঃ** *পু* চকমাটি।

**মক্ষ্** ৰোষে সংঘাতে (ভ্বা প অক মক্ষতি) ১। আহৰণ কৰ, দ'ম কৰ, গোট খুৱা, ২। খং কৰ, ক্রোধান্বিত হ।

**মক্ষঃ** *পু* (মক্ষ ঘঞ্) ১। ক্রোধ, খং, ২। সমূহ, সমষ্টি, **–ৱীর্যঃ** পিয়ালবৃক্ষ।

**মক্ষিকা–ক্ষীকা** *স্ত্রী* (মশতি শব্দায়তে ইতি মশ সিকন্) মাখি। **–মলং** মৌমাখিৰ মল অর্থাৎ মম।

**মখ্ মঙ্খ্** সর্পণে (ভ্বা প স মখতি, **মঙ্খতি**) ১। যা, গমন কৰ, আগুৱাই যা, ২। চুঁচৰি যা।

**মখঃ** *পু* (মখন্তি গচ্ছন্তি দেৱা অত্ৰেতি মখ্ ঘঞ্) ১। **যজ্ঞ**, হোম, দেভা ১।১৯।২৩; **–ক্রিয়া যজ্ঞকর্ম –ত্রাতা** (ঋ) যজ্ঞৰক্ষক, বিশ্বামিত্র **–দ্বিষ্** দৈত্য, অসুৰ। **–দ্বেষী(ন্)** সদাশিৱ **–বহ্নিঃ** হোমৰ **জুই**। **–হা (ন্)** ১। ইন্দ্ৰ, ২। শিৱ।

**মখাগ্নিঃ, –খানলঃ,** *পু* ১। যজ্ঞাগ্নি, হোমৰ **জুই**, ২। বীৰপুৰুষ।

**মখাসুহৃদ্** *পু* শিৱ (দক্ষযজ্ঞৰ শত্রু)।

**মগধঃ** ১। বিহাৰৰ এটা অঞ্চলৰ নাম, মগধ ৰাজ্য, ২। চাৰণ, স্তুতিগীত গায়ক। **–ধাঃ** ১। মগধৰ অধিবাসী, ২। জলকীয়া। **–লিপি** মাগধী লিপি।

**মগ্ন** *বিণ্* (মসজ্ ক্তঃ) ১। স্নাত, গা ধুই উঠা ব্যক্তি, ২। নিমজ্জিত, পানীৰ তল যোৱা, ডুব যোৱা, দেভা ১।৬।২৫; ৩। শোষিত, শোহ যোৱা।

**মঘঃ** *পু* ১। সপ্তদ্বীপৰ এটা, ২। এখন ৰাজ্যৰ নাম। মগ্ নামৰ এবিধ ম্লেছে বাস কৰা ঠাই। ৩। এবিধ

ঔষধ, ৪। আনন্দ, সুখ, ৫। মঘা নক্ষত্ৰ। *(ক্লী)* মঘ নামৰ এবিধ ফুল।

**মঘৱঃ, –ৱান্(ৎ)** ইন্দ্ৰদেৱ।

**মঘৱা(ন্)** *পু* (মহ্যতে পূজ্যতে ইতি মহ্ কনিন্) ১। ইন্দ্ৰ ৰ ১।২৬; ২। ফেঁচা, ৩। ব্যাসদেৱ।

**মঘা** স্ত্ৰী (মহ্ ঘঞ্) ১। এবিধ ঔষধ, ২। অশ্বিনী আদি সাতাইশটা নক্ষত্ৰৰ দশম নক্ষত্ৰ। এই নক্ষত্ৰপুঞ্জত পাঁচটা তৰা আছে। **–ত্ৰয়োদশী** ভাদ মাহৰ কৃষ্ণা ত্ৰয়োদশী। **–ভৱঃ,–ভূঃ** শুক্ৰগ্ৰহ, শুক্ৰাচাৰ্য্য।

**মঘী** *স্ত্ৰী* এবিধ ধান।

**মঘোনী** *স্ত্ৰী* ইন্দ্ৰানী, শচী।

**মঙ্কিলঃ** দাৱানল, বনজুই।

**মঙ্কুৰঃ** আচী, দাপোণ।

**মঙক্ষণং** ভৰিত পিন্ধা বৰ্ম, কবচ।

**মংক্ষু** *অব্য* ১। তৎক্ষণাৎ, শীঘ্ৰে, ততালিকে, এতিয়াই। ২। বেছিকৈ, অত্যধিকভাৱে।

**মঙ্খঃ** *পু* ১। চাৰণ, স্তুতিগীত গায়ক, ২। এবিধ ঔষধ।

**মঙ্গ্** গতৌ (ভ্বা ই অক ম[illegible]তি-তে) যা, গমন কৰ, আগুৱাই যা।

**মঙ্গঃ** *পু* (মগ্ অচ্) ১। নাৱৰ গুৰি, শিৰ, ২। জাহাজৰ কাষ।

**মঙ্গল** *বিণ্* (মগ ইলচ্) ১। কল্যাণজনক, মাঙ্গলিক, শুভ, ভাগ্যৱান, ২। উন্নতিশীল, সমৃদ্ধ, ৩। সাহসী, **—লং** কল্যাণ, পৱিত্ৰ, ৪। সুখ, সৌভাগ্য, বৈভৱ, ৫। মঙ্গলজনক, শুভ লক্ষণ, ৬। আশীৰ্বাদ, ৭। মাঙ্গলিক কাৰ্য্য, ধৰ্মীয় কাৰ্য্য, বিবাহাদি শুভ কাৰ্য্য, ৮। প্ৰাচীন প্ৰথা, ৯। হালধি, **–লঃ** মঙ্গল গ্ৰহ। **–ক্ষৌমং** ধৰ্মীয় অনুষ্ঠানৰ সময়ত পৰিধান কৰা পাটৰ কাপোৰ। **–ঘটঃ–পাত্ৰং** পূজা-পাৰ্বণৰ সময়ত স্থাপন কৰা জলপূৰ্ণ ঘট। **–চণ্ডিকা,–ণ্ডী** *স্ত্ৰী* দুৰ্গা, চণ্ডী। ঋষি, মুনি, দেৱতাসকলৰ মঙ্গলৰ কাৰণে অসুৰ নিধনকাৰিণী দেৱী চণ্ডিকা। গুৱাহাটীৰ ছত্ৰাকাৰত এই দেৱীৰ মন্দিৰ আছে। **–ছায়ঃ** প্লক্ষ বৃক্ষ। **–ৱাদ্যং** মাঙ্গলিক বাদ্য যেনে— ঘণ্টা, শঙ্খ আদি **–পাঠকঃ** স্তুতি পাঠক। **–প্ৰতিসৰঃ,–সূত্ৰং** ১। বিবাহৰ দিনৰ পৰা পতি জীৱিত থকালৈকে পত্নীয়ে পৰিধান কৰা এবিধ হাৰ। ২। হাতত বন্ধা মাঙ্গলিক সূত্ৰ। **–প্ৰদা** হালধি **–প্ৰস্থঃ** এখন পৰ্বতৰ নাম। **–মাত্ৰভূষণ** শৰীৰত ধাৰণ কৰা সকলোৰকমৰ মাঙ্গলিক দ্ৰব্য, প্ৰসাধনাদি। যেনে— মঙ্গলসূত্ৰ, কুঙ্কুম, তিলক আদি। **–ৱচঃ(স্),–ৱাদঃ** আশীৰ্বাদ, **–ৱাৰঃ,–ৱাসৰঃ** মঙ্গলবাৰ। **–স্নানং** মাঙ্গলিক স্নান, অভিষেক।

**মঙ্গলা** *স্ত্ৰী* ১। পতিব্ৰতা স্ত্ৰী ২। পাৰ্বতী, ৩। শুক্লদূৰ্বা, ৪। হালধি।

**মঙ্গলাক্ষতাঃ** মন্ত্ৰোচ্চাৰণ পূৰ্বক মূৰত ছটিওৱা চাউল।

**মঙ্গলাগুৰু** *ক্লী* এবিধ চন্দন।

**মঙ্গলাচৰণং** *ক্লী* কোনো সভা, সমিতি, অনুষ্ঠান অথবা গ্ৰন্থৰ আৰম্ভণিতে সকলোৰে মঙ্গল কামনা কৰি পাঠ কৰা বা ৰচনা কৰা শ্লোক বা মন্ত্ৰ।

**মঙ্গলাচাৰঃ** মাঙ্গলিক প্ৰথা বা আচাৰ, আশীৰ্বাদ।

**মঙ্গলাদেশবৃত্তিঃ** জ্যোতিষী।

**মঙ্গলালঙ্কৃত** *বিণ্* মাঙ্গলিক অলঙ্কাৰেৰে অলঙ্কৃত।

**মঙ্গলালয়ং, লাৱাসঃ** দেৱমন্দিৰ।

**মঙ্গলায়নং** *ক্লী* উন্নতিৰ পথ।

**মঙ্গলাষ্টকং** দৰা-কইনাৰ মঙ্গল কামনা কৰি পাঠ কৰা মন্ত্ৰ বিশেষ।

**মঙ্গলীয়** *বিণ্* মাঙ্গলিক।

**মঙ্গল্য** *বিণ্* (মঙ্গল যৎ) ১। মাঙ্গলিক, মঙ্গলময়, ২। সুখী, ভাগ্যৱান, ৩। সমৃদ্ধিশালী, মনু ২।৩০; ৪। পৱিত্ৰ **–ল্যং** *ক্লী* ১। ৰাজাভিষেকৰ কাৰণে বহু তীৰ্থস্থানৰ পৰা আহৰণ কৰা পৱিত্ৰ জল, ২। চন্দন, ৩। সেন্দুৰ, ৪। অগৰু, কুঙ্কুম, ৫। হালধি, ৬। সোণ, ৭। আলতা, ৮। টেঙা দৈ **–ল্যঃ** *পু* ১। আঁহত গছ, বড়গছ ২। নাৰিকল, ৩। এবিধ মাহ। **–ল্যা** *স্ত্ৰী* ১। দেৱী দুৰ্গা (সৰ্বমঙ্গলমঙ্গল্যে দেৱী সৰ্বাৰ্থসাধিকে –শ্ৰীচণ্ডী) ২। এবিধ আতৰ, ৩। অগৰু কাঠ, ৪ চন্দন কাঠ, ৫। মচুৰ, ৬। দুবৰি ঘাঁহ, ৭। শমীবৃক্ষ।

**মঙ্গল্যকঃ** মচুৰ মাহ।

**মঙ্গিনী** *স্ত্ৰী* নৌকা, নাও।

**মজ্জ্** চলে, গতৌ, ভূষে (ভ্বা উ স মজ্জতি-তে) ১। অলঙ্কৃত কৰ, ভূষিত কৰ, ২। প্ৰবঞ্চনা কৰ, ঠগা, ৩। আৰম্ভ কৰ, ৪। নিন্দা কৰ, ৫। যা, গমন কৰ, শীঘ্ৰে যা ৬। যাত্ৰা কৰ।

**মচ্** কল্কনে, দম্ভে, শাঠ্যে (ভ্বা আ অক, সক মচতে) ১। দুষ্ট হ, দুষ্টালি কৰ, ২। প্ৰবঞ্চনা কৰ, ঠগা, ৩। দম্ভ কৰ, অহঙ্কাৰ কৰ, গৰ্ব কৰ, ৪। চূৰ্ণ কৰ, গুড়ি কৰ।

**মচৰ্চিকা** *স্ত্রী* উৎকৃষ্টতা বুজাবলৈ জাতি বুজোৱা শব্দৰ শেষত ব্যৱহাৰ কৰা হয়। যেনে— ব্ৰাহ্মণমচৰ্চিকা অৰ্থাৎ শ্ৰেষ্ঠ ব্ৰাহ্মণ।

**মচ্ছঃ** (মাদ্যতি সলিলেনেতি মদ ক্বিপ্) মাছ।

**মজুকৃৎ** অস্থি, হাড়।

**মজ্জনং** *ক্লী* ১। শৰীৰৰ মজ্জা। সাৰ ভাগ, ২। স্নান, ডুবন, ৩। পানীত ডুবা।

**মজ্জসমুদ্ভৱং** *ক্লী* বীৰ্য্য, শুক্ৰ।

**মজ্জা(ন্)** *পু* (মসজ্ কনিন্) ১। গছ আদিৰ মাজৰ সাৰ অংশ, ২। হাড়ৰ মাজৰ ৰস, মজ্জা।

**মজ্জা** *স্ত্রী* (মসজ অচ্ টাপ্) অস্থিসাৰ। হাড়ৰ ভিতৰত থকা স্নেহপদাৰ্থ, সাৰ। **–জং** শুক্ৰ, বীৰ্য্য। **–সাৰঃ** জায়ফল।

**মজ্জূষা** *স্ত্রী* মঞ্জুষা।

**মঞ্চ** ভাসে গতৌ (ভ্বা আ স মঞ্চতে) ১। ধাৰণ কৰ, ধৰ, ২। ওপৰলৈ তোল, ওপৰলৈ উঠা, ওখ হ, ৩। যা, গমন কৰ, আগুৱাই যা ৪। পোহৰ কৰ, উজলা, ৫। ভূষিত কৰ, অলঙ্কাৰ পিন্ধ।

**মঞ্চঃ** *পু* (মঞ্চ্ ঘঞ্) ১। মঞ্চ, ওখ খাট বা চাং, ওখ ভেঁটি, মণ্ডপ, বেদী। ২। সম্মানৰ আসন। **–মণ্ডপঃ** শস্য ৰখা ভঁড়াল।

**মঞ্চকং** *ক্লী* ১। শোৱা বা বহা ওখ আসন, ২। বেদী, ৩। জুই ৰখা ওখ ভেঁটি।

**মঞ্চকাশ্ৰয়ঃ** *পু* উৰহ। বিছনাত থকা কীট বিশেষ।

**মঞ্চিকা** *স্ত্রী* ১। চকী, ২। জুলীয়া বস্তু ৰখা দীঘলীয়া পাত্ৰ।

**মঞ্জৰং** *ক্লী* ১। ফুলৰ গুচ্ছ, থোপা, ২। মুক্তা, ৩। তিলক বৃক্ষ।

**মঞ্জৰিঃ,–ৰী** *স্ত্রী* ১। কলি, ২। পোখা, পুলি ৩। ফুলৰ ঠানি, ৪। সমান্তৰাল ৰেখা, ৫। মুক্তা, ৬। ফুলৰ থোপা, চোঁৰৰৰ দৰে কুঁহি বা পোখা, অথবা কুঁহিৰ দৰে চোঁৰৰ বা বিচনি। **–নম্ৰঃ** বেতগছ।

**মঞ্জা** *স্ত্রী* মাইকী ছাগলী।

**মঞ্জিঃ–ঞ্জী** *স্ত্রী* ১। ফুলৰ থোপা, ২। লতা **–ফলা** কল গছ।

**মঞ্জিকা** *স্ত্রী* বেশ্যা, বন্ধিতা।

**মঞ্জিষ্ঠা** *স্ত্রী* (অতিশয়নে মঞ্জিমতী ইতি ইষ্ঠঃ টাপ্) এবিধ ৰঙা বৰণীয়া লতা, মজাঠী। এই লতাৰ শিপাৰ ৰঙা ৰস কাপোৰাদি ৰঙ কৰাত ব্যৱহাৰ কৰা হয়। **–মেহঃ** এবিধ প্ৰস্ৰাৱৰ ৰোগ, **–ৰাগঃ** ১। এই লতাৰ ৰঙ, ২। স্থায়ী আসক্তি, অনুৰাগ।

**মঞ্জী** *স্ত্রী* মঞ্জৰী।

**মঞ্জীৰং,–ৰঃ** *ক্লী পু* নূপুৰ। ভৰিৰ গাঁথিত বন্ধা অলঙ্কাৰ বিশেষ। **–ৰং** মথনী মাৰি, বন্ধা খুটা।

**মঞ্জীলঃ** ধোবা বাস কৰা গাওঁ।

**মঞ্জু** *বিণ্* (মঞ্জ্ ধ্বনৌ কুঃ) মনোজ্ঞ, মনোৰম, ধুনীয়া, **–কেশী(ন্)** ধুনীয়া কেশবিশিষ্ট, শ্ৰীকৃষ্ণ **–গমনা** *স্ত্রী* মনোহৰগমনা মাইকী ৰাজহাঁহ **–গন্তঃ** নেপাল ৰাজ্য, **–ঘোষঃ** ১। মনোহৰ শব্দকাৰী, ২। উপাস্য দেৱতা বিশেষ। **–নাশী** ১। ধুনীয়া তিৰোতা, ২। দুৰ্গা, ৩। শচী, **–পাঠকঃ** ভাটো **–প্ৰাণঃ** ব্ৰহ্মা **–বক্ত্ৰ** ধুনীয়া মুখ থকা, মনোৰম।

**মঞ্জুল** *বিণ্* (মঞ্জু লচ) ১। ধুনীয়া, মনোৰম, ২। সুশ্ৰাব্য **–লং** নিকুঞ্জবন, নিজৰা, পানী থকা ঠাই। **–লঃ** জলৰঙ্ক পক্ষী, পানী-কাউৰীৰ দৰে এবিধ পানীত থকা চৰাই।

**মঞ্জুশ্ৰীঃ** *পু* মঞ্জুঘোষ।

**মঞ্জূষা** *স্ত্রী* (মজ্জতি দ্ৰব্যমস্মিন্ মস্জ্ উষন্) ১। বয়বস্তু ভৰাই থোৱা 'বেগ', মোনা, বাকচ, টেমা ইত্যাদি। ২। ডাঙৰ বাকচ, পেৰা, পাচি, ৩। মঞ্জিষ্ঠা।

**মটচী, টত্তী** *স্ত্রী* ১। শিলাবৃষ্টি, ২। এবিধ ৰঙা বৰণীয়া চৰাই।

**মটস্ফটিঃ** দৰ্পাৰম্ভ। অহঙ্কাৰৰ আৰম্ভণ।

**মট্টকং** *ক্লী* ঘৰৰ চাল, মুধচ, 'ৰিজিং'।

**মঠ্** বাসমৰ্দয়োঃ (ভ্বা প অক সক মঠতি) ১। বাস কৰ, থাক, ২। যা গমন কৰ, ৩। গুড়ি কৰ, চূৰ্ণ কৰ।

**মঠং, –ঠঃ** *ক্লী পু* (মঠন্তি ৱসন্তি ছাত্ৰাদয়োঽত্ৰ মঠঃ), ১। ছাত্ৰাদি বাস কৰা নিলয়, স্থান, মঠ, সৰু পঁজা, শিষ্য থকা ঘৰ, ২। শিক্ষালয়, বিদ্যালয় ৩। দেৱালয়, মন্দিৰ, সত্ৰ, ৪। বলদে টনা গাড়ী, **–ঠী** আশ্ৰম, সৰু কোঠা।

**মঠৰ** *বিণ্* মদ্যাপ, মদাহী।

**মঠায়তনং** আশ্ৰম, মঠ, বিদ্যালয়।

**মঠিকা** *স্ত্রী* সৰু পঁজা, কোঠা, কুটীৰ।

**মড়কঃ** *পু* এবিধ খাদ্যশস্য।

**মড্ডুঃ, ড্ডুকঃ** *পু* এবিধ বাদ্য, ঢোলক।

**মণ** কূজে (ভ্বা প অ মণতি) ১। শব্দ কৰ, ধ্বনি তোল, ২। ভোৰভোৰা। কূজঃ অব্যক্তশব্দঃ।

**মণিঃ** *পু স্ত্রী* (মণ সৰ্বধাতুভ্য ইণ) ১। মণি, মুক্তা, ৰত্ন, মূল্যৱান পাথৰ, 'মণৌ বজ্রসমুৎকীর্ণে সূত্রস্যেৱাস্তি মে গতিঃ,' ৰ ১।৪ ২। সৰ্বোৎকৃষ্ট বস্তু, যেনে— বিদ্যাৰত্ন, ৩। চুম্বক, ৪। হাতৰ কব্জি, মণিবন্ধ ৫। পানীৰ ঘট বা কলহ, ৬। যোনিৰ মুখত থকা 'আলজিভা', ভগাঙ্কুৰ, ৭। পুৰুষ লিঙ্গৰ আগভাগ, **–কণ্ঠঃ** কাউৰীৰ দৰে এবিধ নীলা চৰাই। **–কণ্ঠকঃ** মতা কুকুৰা **–কৰ্ণঃ** উত্তৰ গুৱাহাটীৰ এখন দেৱালযত থকা শিৱলিঙ্গ। এই দেবালয়খনৰ নাম মণিকৰ্ণেশ্বৰ দেৱালয়। **–কৰ্ণিকা,–কৰ্ণী** কাশীৰ এখন তীৰ্থস্থান। বাৰাণসীৰ গঙ্গাৰ পাৰৰ এটা ঘাটৰ নাম– মণিকৰ্ণিকা ঘাট। বিষ্ণুৰ তপস্যাত বিস্মিত শিৱৰ কাণৰ মণিখচিত কুণ্ডল এই ঠাইত পৰিছিল। **–কৰ্ণীশ্বৰঃ** কাশীত থকা এটা শিৱলিঙ্গৰ নাম। **–কাচ** বাণৰ পাখি থকা অংশ। **–কাননং** গল **–কাৰঃ** সোণাৰী **–কূটঃ** ১। কামৰূপৰ এখন পৰ্বতৰ নাম, ২। মন্দিৰৰ মূল অংশ, য'ত বিগ্রহ ৰখা হয়। **–তাৰকঃ** বৰটোকোলা চৰাই। সাৰস পক্ষী **–দ্বীপঃ** শেষনাগৰ ফণা। **–পুষ্পকঃ** সহদেৱৰ শঙ্খৰ নাম, গী ১।১৬; **–পুৰঃ** অসমৰ দক্ষিণ পূৰৰ এখন ৰাজ্য। মহাভাৰতৰ কালত ইয়াৰ নাম হিডিম্বাপুৰ আছিল। **–পূৰঃ** ১। নাভি, ২। মণিখচিত মেখেলা **–ৰন্ধ্রঃ** হাতৰ কব্জি। **–ৰীজঃ** ডালিম গছ। **–ভিত্তিঃ** শেষনাগৰ ৰাজপ্রাসাদৰ নাম। **–ভূমিঃ** ১। ৰত্নৰ আকৰ, ২। ৰত্নখচিত মজিয়া। **–মন্থং** সৈন্ধৱ লোণ **–মালা** ১। ৰত্নহাৰ, ২। দীপ্তি, উজ্জ্বলতা, ৩। প্ৰেম নিবেদনৰ সময়ত প্রেয়সীৰ শৰীৰত কামোৰাৰ ফলত হোৱা ঘূৰণীয়া চিহ্ন, ৪। লক্ষ্মীদেৱী, ৫। এবিধ ছন্দ। **–ৰাগং** সেন্দুৰ।

**মণিকং –কঃ** ১। পানীৰ পাত্র, ২। ৰত্ন।

**মণিতং** *ক্লী* (মণ ভাৱে ক্তঃ) যৌনসঙ্গমৰ সময়ত দুয়োজনৰ মুখৰ পৰা ওলোৱা অস্ফুট শব্দ, কেঁকনি। শি ১০।৭৫।

**মণিমান(ৎ)** *বিণ* মণিবিশিষ্ট, ৰত্নভূষিত। *(পু)* ১। এটা নাগ, ২। এটা ৰাক্ষস, মহা ৩।১০।৫৭; ৩। পশ্চিমৰ এখন দেশৰ নাম।

**মণীচকং** *ক্লী* চন্দ্রকান্ত মণি **–চকঃ** মাছৰোকা চৰাই।

**মনীৱকং** ফুল।

**মণ্ঠ** স্মৃতৌ, আকাঙ্ক্ষায়াং (ভ্বা আ সক মণ্ঠতে) ১। ইচ্ছা কৰ, বাসনা কৰ, অভিলাষ কৰ, ২। দুখেৰে স্মৰণ কৰ, মনত পেলা।

**মণ্ঠঃ** *পু* (মণ্ঠতে ইতি মঠি অচ) এবিধ মিঠাই, মিষ্টান্ন বিশেষ।

**মণ্ড মড** ক) মোদে (চুৰা, ভ্বা, প স মণ্ডতি, মণ্ডযতি) আনন্দ কৰ, ফুর্তি কৰ, খ) ভূষে (চুৰা, ভ্বা প স মণ্ডতি, মণ্ডয়তি) আনন্দ কৰ, ফুর্তি কৰ, গ) বিভাগে, বেষ্টে (ভ্বা আ স মণ্ডতে) ১। বিভক্ত কৰ, ভাগ কৰ, ২। কাপোৰ পিন্ধ ৩। বেষ্টন কৰ, ঘেৰি ধৰ।

**মণ্ডঃ, –ণ্ডঃ** *ক্লী পু* (মণ্ডতি ইতি মডি ভূষাদৌ অচ) ১। ভাতৰ মণ্ড, মাড, ফেন। ভক্তৈর্বিনা দ্রৱো মণ্ডঃ পেয়ং ভক্তসমন্বিতম। সিদ্ধভাতৰ পানী, ২। ... ওপৰভাগ, 'ক্রীম', ৩। সাৰ, ৪। মূৰ, **–ণ্ডঃ** ১। অলঙ্কাৰ, ২। ভেকুলী, ৩। এৰা গছ **–ণ্ডা,** ১। মদ, সুৰা, ২। আমলখী।

**মণ্ডকঃ** ১। সিদ্ধ কৰা বা সেকা আটাগুড়ি, ২। এবিধ পিঠা বা পাতল ৰুটি।

**মণ্ডনং** *ক্লী* (মড়ি ভূষে ল্যুট) ১। ভূষণ, অলঙ্কাৰ। ২। বেশভূষা, শ ১।১৪।

**মণ্ডপং–পঃ** (মণ্ডং পাতি ইতি মণ্ড পা কঃ) ১। বিশ্ৰামৰ স্থান বা ঘৰ, ২। পূজা-উৎসৱাদিৰ কাৰণে নির্মাণ কৰা অস্থায়ী ঘৰ বা চালি, ৩। ৰভাঘৰ, ৪। নিকুঞ্জ ৫। দেৱ মন্দিৰ।

**মণ্ডয়ন্তঃ** *পু* (মড ঝচ ষিৎ) ১। অন্ন, ভাত ২। নাৰী গোষ্ঠী, ৩। নাট ৪। অলঙ্কাৰ, সাজ-সজ্জা।

**মণ্ডৰী** *স্ত্রী* এবিধ ফৰিং।

**মণ্ডল** *বিণ* (মড কলঃ) ঘূৰণীয়া, চক্রাকাৰ; **–লং** *ক্লী* ১। চন্দ্র-সূর্য্যৰ বাহিৰৰ উজ্জ্বল বেষ্টনী; চন্দ্র আৰু সূর্য্যৰ ৰশ্মিমণ্ডল, ২। চকা, যি কোনো ঘূৰণীয়া বস্তু, ৩। যাদুকৰে খেলা দেখুৱাবৰ সময়ত মাটিত আঁকি লোৱা চক্ৰাকাৰ চিহ্ন, ৪। সমষ্টি, গোষ্ঠী, সমূহ, ৫। সৈন্যবাহিনী, ৬। সমাজ, সস্থা, ৭। দিগন্ত, ৮ জিলা বা প্রান্ত, ৯। ৰাজ্যৰ ওচৰে—দূৰে চক্রাকাৰে থকা প্রতিবেশী ৰাজ্যসমূহ, ১০। জিলা বা অঞ্চলৰ

চক্ৰ। এনে চক্ৰৰ প্ৰধান বিষয়াজনক চক্ৰবিষয়া 'চাৰ্কল অফিচাৰ' কোৱা হয়, ১১। কাঁড় নিক্ষেপ কৰাৰ সময়ত ভৰিৰ বিশেষ অৱস্থান, ১২। ঋকবেদক দহটা মণ্ডলত বিভাগ কৰা হৈছে, ১৩। এবিধ কুষ্ঠৰোগ, ১৪। এবিধ আতৰ **–নৃত্যং** ঘূৰি ঘূৰি কৰা নৃত্য, ৰাসনৃত্য, **–পুচ্ছকঃ** এবিধ কীট, **–ৱৰ্ষঃ** ৰাজ্যৰ চাৰিওফালে হোৱা বৰষুণ।

**মণ্ডলকং** *ক্লী* ১। বৃত্ত, ২। ঢাল, ৩। জিলা, প্ৰান্ত, ৪। সমষ্টি, গোষ্ঠী, ৫। চক্ৰাকাৰে সৈন্য সজ্জা, ৬। ঘূৰণীয়া দাগ থকা কুষ্ঠৰোগ এবিধ।

**মণ্ডলয়িত** *বিণ্* ঘূৰণীয়া, বৃত্তাকাৰ।

**মণ্ডলাগ্ৰঃ** বেঁকা তৰোৱাল।

**মণ্ডলাধিপঃ,– ধীশঃ** জিলা প্ৰশাসক।

**মণ্ডলিত** *বিণ্* ঘূৰণীয়া কৰা, বৃত্তাকাৰ কৰা।

**মণ্ডলী(ন্)** *পু* ১। এবিধ সাপ, ২। মেকুৰী, ৩। কুকুৰ, ৪। সূৰ্য্য, ৫। আঁহত গছ, ৬। জিলা প্ৰশাসক।

**মণ্ডলীশ্বৰঃ, মণ্ডলেশঃ** জিলাধীশ।

**মণ্ডিত** *বিণ্* অলঙ্কৃত, ভূষিত।

**মণ্ডুকঃ** *পু* (মণ্ডয়তি ভূষয়তি জলাশয়মিতি মণ্ড্ উকণ্) ১। ভেকুলী, মনু ৪।১২৬; ২। এবিধ বিশেষ জাতিৰ ঘোঁৰা, ৩। এজন মুনিৰ নাম, *(ক্লী)* এবিধ যৌনক্ৰিয়া ভঙ্গি, **–কী** ১। মাইকী ভেকুলী, ২। ব্যাভিচাৰিণী তিৰোতা, **–যোগঃ** ভেকুলীৰ দৰে লৰচৰ নকৰাকৈ স্থিৰ হৈ বহি কৰা ধ্যান বিশেষ, **–সৰঃ(স্)** ভেকুলী ভৰি থকা পুখুৰী।

**মণ্ঠুৰং** *ক্লী* মামৰ, গেদ।

**মত** *বিণ্* (মন্ কৰ্মণি ক্তঃ) ১। সম্মত, চিন্তিত, ২। বিবেচিত, ৩। শ্ৰদ্ধান্বিত, ৪। জ্ঞাত, ৫। অৰ্চিত, ৬। অনুমোদিত **–তং** ১। মত, ভাব, বিশ্বাস, ২। শাস্ত্ৰমত, বিধি, ধৰ্মীয় বিশ্বাস, ৩। উপদেশ, ৪। উদ্দেশ্য, লক্ষ্য, অভিপ্ৰায়, ৫। অনুমোদন।

**মতঙ্গঃ** *পু* (মদ অঙ্গচ) ১। হাতী ২। মেঘ, ৩। এজন মুনিৰ নাম, ৰ ৫।৫৩; **–জঃ** হাতী।

**মতল্লিকা,– তল্লী** *স্ত্ৰী* বিশেষ্য পদৰ পিচত 'উৎকৃষ্টতা' বুজাবলৈ ব্যৱহাৰ কৰা হয়। গোমতল্লিকা।

**মতিঃ** *স্ত্ৰী* (মন্ ক্তিন্) ১। বুদ্ধি, বোধ শক্তি, জ্ঞান, বিচাৰশক্তি, ২। মন, হৃদয় ৩। মত, ভাব, অনুভৱ, ৪। উদ্দেশ্য, অভিপ্ৰায়, ৫। দৃঢ়তা, ৬। শ্ৰদ্ধা, ৭। ইচ্ছা, আশা ৮। স্মৰণ, ৯। উপদেশ, **–দ্বৈধং** মতবিৰোধ, **–নিশ্চয়ঃ** দৃঢ় বিশ্বাস, **–পূৰ্ব্ব** স্বেচ্ছাকৃত, **–পূৰ্ব্বং** *অব্য* স্বেচ্ছাই, **–প্ৰকৰ্ষঃ** চাতুৰ্য্য, বুদ্ধিৰ উৎকৰ্ষতা, **–ভ্ৰমঃ** মানসিক বিভ্ৰান্তি, বিভ্ৰম, বিমূঢ়তা। **–বিভ্ৰমঃ, – বিভ্ৰংশং** মতিভ্ৰম, **–শালী(ন্) –চঃ** চতুৰ, বুদ্ধিমান, **–হীন** বুদ্ধিহীন, মূৰ্খ।

**মৎক** *বিণ্* (মমেদম্ ইতি অস্মদ্ কণ্) মোৰ, মদীয়। *পু* (মদ্ ক্বিপ্ কণ্) উৰহ।

**মৎকুণং** *ক্লী* (মদ্ ক্বিপ্ কুণতীতি কুণ্ কঃ) ভৰিত বা উৰুত পিন্ধা বৰ্ম বা কবচ। **–ণঃ** *পু* ১। উৰহ, ২। দাঁত নথকা হাতী, ৩। ডাড়িহীন পুৰুষ, ৪। ম'হ, ৫। নাৰিকল গছ।

**মৎকুণাৰিঃ** *পু* উৰহৰ শত্ৰু, ভাং।

**মত্ত** *বিণ্* (মদ্ ক্তঃ) ১। মদমত্ত, মতলীয়া, মাতাল, ২। পাগল, উন্মাদ, ৩। দাম্ভিক, অহঙ্কাৰী, ৪। কামুক, ইন্দ্ৰিয়াসক্ত, ৫। আনন্দত উল্লাসিত, **–ত্তঃ** *পু* ১। মাতাল, ২। পাগল, ৩। মতলীয়া হাতী, ৪। ম'হ ৫। ধঁতুৰা গছ। **–কাশিনী** অত্যন্ত সুন্দৰী নাৰী **–দন্তী(ন্),–নাগঃ–ৱাৰণঃ** কপালৰ পৰা মদৰস বৈ থকা হাতী, **–ৱাৰণং–ণঃ** ১। প্ৰাসাদৰ চাৰিওফালে নিৰ্মাণ কৰা বেৰ, দেৱাল, ২। প্ৰাসাদৰ সমুখৰ বাৰান্দা, অথবা ওপৰৰ সৰু কোঠা, **–ৱাৰণং** তামোলৰ গুড়া, **(–ণঃ)** মত্তহস্তী।

**মত্তা** *স্ত্ৰী* (মদ্ ক্তঃ টাপ্) সুৰা, মদিৰা, মদ, **–লম্বঃ** দেৱাল।

**মত্তেভঃ** *পু* মতলীয়া হাতী, **–গমনা** মদমত্ত হাতীৰ দৰে খোজ দিয়া নাৰী।

**মত্যং** *ক্লী* (মৎ যৎ) ১। জ্ঞান লাভৰ সাধন, উপায়, ২। জ্ঞানৰ অভ্যাস, অনুশীলন, ৩। হাল বোৱাৰ পিচত মাটি ডৰা সমান কৰা সঁজুলি, মৈ।

**মত্ৰ** গুপ্তোক্তৌ, মন্ত্ৰ চাওক।

**মৎসঃ** *পু* (মদ্ বাহুলকাৎ সন্) মাছ, **–গন্ধঃ** এবিধ আঞ্জা, মাছৰ মুৰীঘণ্ট।

**মৎসৰ** *বিণ্* (মাদ্যতীতি মদ্ হৰ্ষে কিৎ) ১। ঈৰ্ষান্বিত, হিংসাকুৰীয়া, আনৰ ভাল দেখিলে হিংসা কৰা ব্যক্তি, ২। কৃপণ, লুভীয়া, লোলুপ, দুষ্ট, অসৎ, **–ৰঃ** ১। ঈৰ্ষা, ২। শত্ৰুতা, গৰ্ব, আত্মনিন্দা, ৩। ক্ৰোধ, ৪। মহ, ডাঁহ। **–ৰা** মাখি, **–ৰী(ন্)** ১। হিংসাকুৰীয়া,

শি ২।১১৫; ২। শত্রুভাৱাপন্ন, লুভীয়া, স্বাৰ্থপৰ, অসৎ। ৩। এবিধ মাছ।

**মৎস্যঃ** (মাদ্যন্তি লোকা অনেনেতি) ১। জলজ জন্তু বিশেষ, মাছ, মীন, ২। মৎস্য দেশৰ ৰজা, **–স্যৌ** মীন ৰাশি, **–স্যাঃ** মৎস্য দেশৰ অধিবাসী, মনু ২।১৯; **–কৰণ্ডিকা –ধানী** মাছৰ খালৈ, **–গন্ধা** ৰাণী সত্যৱতী, শান্তনুৰ পত্নী। **–ণ্ডিকা, –ণ্ডী** মিছিৰি, **–ব্ৰটঃ** এবিধ মাছৰ আঞ্জা। **–ঘাতী(ন্) জীৱৎ, জীৱী** মাছমৰীয়া **–নাৰী** সত্যৱতী **–নাশকঃ, –নাশনঃ** শেন চৰাই বা তেনেকুৱা মাছ খোৱা পক্ষী। **–পুৰাণং** এই নামৰ এখন পুৰাণ। **–বন্ধঃ–বন্ধী(ন্)** মাছমৰীয়া, **–ৰঙ্কঃ, –ৰঙ্গ, –ৰঙ্গকঃ** মাছলুকা, বা মাছৰোকা চৰাই। **–ৱেধনং, –নী** বৰশী **–সংঘাতঃ** মাছৰ জাক।

**মৎস্যাক্ষকা,–ক্ষীঃ** এবিধ সোম বৃক্ষ।

**মৎস্যাদ, –দনঃ** মাছ খোৱা ব্যক্তি।

**মৎস্যাধানী** খালৈ।

**মৎস্যাৱতাৰঃ** *পু* বিষ্ণুৰ প্ৰথম অৱতাৰ। সপ্তম মনুৰ ৰাজত্ব কালত গোটেই বিশ্বব্ৰহ্মাণ্ড পাপৰ ভৰত পানীত ডুব যোৱাত বিষ্ণুৱে মাছৰ ৰূপ লৈ সাতজন ঋষিৰে সৈতে মনুক ৰক্ষা কৰে।

**মৎস্যোদৰী** *স্ত্ৰী* ৰাণী সত্যৱতী **–ৰীয়ঃ** ব্যাস।

**মথন** *বিণ্* ১। মন্থনকাৰী, গাখীৰ মাখনাদি মন্থন কৰোঁতা, ২। আঘাতকাৰী, হত্যাকাৰী, **–নং** মন্থন, ঘহন, আঘাত, নাশ **–নঃ** এবিধ গছ, **–পৰ্বতঃ** সাগৰ মন্থন কৰোঁতে মন্থন দণ্ডৰূপে ব্যৱহাৰ কৰা মন্দৰ পৰ্বত।

**মথনাচলঃ** *পু* মন্দৰ পৰ্বত।

**মথিঃ** মন্থন দণ্ড।

**মথিত** *বিণ্* (মথ ক্ত) ১। মন্থিত, আলোড়িত, ঘৰ্ষিত, ২। চূৰ্ণীকৃত, ৩। নিহত, বিধ্বস্ত, ৪। স্থানচ্যুত, **–তং** বিশুদ্ধ মাখন বা ক্ৰীম।

**মথী(ন্)** ১। মন্থন দণ্ড, ২। বায়ু, ৩। বজ্ৰ, ৪। পুৰুষাঙ্গ।

**মথুৰা,–ৰাঃ** (মথ্যতে পাপং যয়া ইতি মথ্ উৰচ্) ১। উত্তৰ প্ৰদেশৰ এখন প্ৰসিদ্ধ তীৰ্থস্থান। যমুনাৰ সোঁপাৰে অৱস্থিত এই প্ৰসিদ্ধ মথুৰা নগৰী ভগৱান শ্ৰীকৃষ্ণৰ জন্ম তথা লীলা ভূমি। সনাতন, প্ৰাতঃস্মৰণীয়, পৱিত্ৰ, মোক্ষদায়ক তীৰ্থস্থানবিলাকৰ ভিতৰত এখন।

**মথুৰেশঃ** শ্ৰীকৃষ্ণ।

**মদ্** 'মোৰ' অৰ্থ বুজাবলৈ পদৰ আগত ব্যৱহাৰ হয়। যেনে– মদ্‌বচনং, মদ্‌গৃহং ইত্যাদি।

**মদ্** ক) স্বপ্নে, জাড্যে, মদে, মোদে, স্তুতৌ, গতৌ (ভ্বাদি, আ অক সক মাদ্যতি) ১। মদমত্ত হ, মাতাল হ, ২। পাগল হ, ৩। আনন্দ কৰ, ৪। স্তুতি কৰ, ৫। যা, গমন কৰ, ৬। অসতৰ্ক হ, ৭। সপোন দেখ, ভাবি থাক, ভুল কৰ, অমনোযোগী হ, খ) হৰ্ষে (দিৱা প অক মাদ্যাতি) ১। মদ খা, মাতলামি কৰ, মদাহী হ। মদমত্ত হ, ২। পাগল হ, পাগলামি কৰ, ৩। হৰ্ষ কৰ, আনন্দ কৰ, (ণিজন্ত) মাদয়তি। গ) তৃপ্তিযোগে (চুৰা আ অক মাদয়তি) তৃপ্ত কৰ, সন্তুষ্ট কৰ, ঘ) গৰ্ব্বে, প্লেপনে (ভ্বা আ অ মদয়তি) ১। গৰ্ব কৰ, অহঙ্কাৰ কৰ, ২। দুৰ্দশাগ্ৰস্ত কৰ, দুখ দি, দুঃখিত কৰ, ৩। আঘাত কৰ।

**মদঃ** *পু* (মদ্ অচ্) ১। হাতীৰ কপালৰ পৰা ওলোৱা ৰস। ২। মাতলামি, ৩। পাগলামি, ৪। দৈহিক লালসা, ইন্দ্ৰিয় বাসনা, ৫। প্ৰেম, প্ৰীতি, ভালপোৱা, গৰ্ব, অহঙ্কাৰ, ৬। উন্মত্ত অৱস্থা, ৭। মদিৰা, সুৰা, ৮। মৌৰস, ৯। কস্তুৰী, ১০। বীৰ্য্য, শুক্ৰ। **–কৰী (ন্)** মতলীয়া হাতী **–কোহলঃ** এবি দিয়া ষাঁড় **–গন্ধা** ভাং, গাঁজা **–গমনঃ** মহ **–চ্যুৎ** ইন্দ্ৰ। **–জলং–ৱাৰি** হাতীৰ কপালৰ পৰা ওলোৱা ৰস। **–জ্বৰঃ** অহঙ্কাৰ বা খঙৰ কাৰণে উঠা জ্বৰ **–দ্বিপঃ** মদমত্ত হাতী। **–প্ৰয়োগঃ –প্ৰসেকঃ, –প্ৰস্ৰৱণঃ –স্ৰাৱঃ** হাতীৰ কপালৰ পৰা মদজল বৈ থকা। **–মুক্ (চ্)** মদমত্ত **–ৰক্ত** ক্ৰোধত ৰঙা পৰা, ক্ৰোধান্বিত। **–ৰাগঃ** ১। কামদেৱ, ২। কুকুৰা, ৩। মদাহী, **–ৱিক্ষিপ্ত** মদমত্ত, কামোন্মত্ত। **–সাৰঃ** কপাহ গছ, **–স্থলং,–স্থানং** মদৰ ঠাই, দোকান।

**মদন** *বিণ্* (মদয়তীতি মদ্ ণিচ্ ল্যুঃ) মতলীয়া, পাগল আনন্দিত, উল্লসিত **–নং** মাতলামি, পাগলামি, হৰ্ষোল্লাস। **–নঃ** *পু* ১। প্ৰেমৰ দেৱতা মদন, কামদেৱ, ২। প্ৰেম, ভালপোৱা, যৌন প্ৰেম, যৌনবাসনা, শ ২।১১; ৩। বসন্ত কাল, ৪। মৌমাখি, ভোমোৰা, ৫। মৌচাক, মম ৬। প্ৰেমালিঙ্গন, ৭। ধঁতুৰা গছ, ৮। বকুল গছ। **–না–নী** *স্ত্ৰী* ১। মদিৰা, সুৰা, ২। কস্তুৰী **–কণ্টকঃ** গভীৰ প্ৰেমত পৰি চুলি থিয়

হোৱা। **–কলহঃ** যৌন-সঙ্গম। স্ত্রী-পুৰুষাঙ্গদ্বয়ৰ ঘৰ্ষণৰূপ কলহ। **–কাকুৰৱঃ** *পু* যৌন-সঙ্গমৰ বাবে অস্ফুট শব্দকাৰী পাৰ বা কপৌ চৰাই। **–গোপালঃ** শ্ৰীকৃষ্ণ। **–চতুৰ্দশী** চ'ত মাহৰ শুক্লা চতুৰ্দশী তিথি। সিদিনা মদন কামদেৱৰ পূজা-উৎসৱাদি পালন কৰা হয়। **–ত্ৰয়োদশী** চ'ত মাহৰ শুক্লা ত্ৰয়োদশী। সিদিনা পালন কৰা ব্ৰত বিশেষ। **–দ্বাদশী** চ'ত মাহৰ শুক্লা দ্বাদশী তিথি। **–নালিকা** অসতী নাৰী **–পক্ষী(ন্)** খঞ্জন পক্ষী **–পাঠকঃ** কুলি চৰাই। **–পীড়া–বাধা** প্ৰেমৰোগ, প্ৰেমৰ বাবে ভোগ কৰা কষ্ট। **–মোহনঃ** শ্ৰীকৃষ্ণ **–ললিতং** প্ৰেমক্ৰীড়া **–লেখঃ** প্ৰেমপত্ৰ **–শলাকা** ১। মাইকী কুলি চৰাই ২। কামোদ্দীপক ঔষধ, যেনে– গঁড়ৰ খড়্গ।

**মদনকঃ** এবিধ গছ, মদনবৃক্ষ।

**মদনাঙ্কুশঃ** ১। নখ, ২। পুৰুষৰ লিঙ্গ।

**মদনাতুৰ, –নাৰ্ত– ক্লিষ্ট, –পীড়িত** *বিণ্* প্ৰেমত পৰি কষ্ট ভোগ কৰা ব্যক্তি।

**মদনান্তকঃ, –নাৰিঃ,** মহাদেৱ।

**মদনায়ুধঃ** ১। কামদেৱৰ অস্ত্ৰ। ২। যোনি।

**মদনালয়ঃ** ১। কামদেৱৰ ঘৰ, ২। যোনি।

**মদনেচ্ছাফলং** এবিধ আম।

**মদনোৎসৱঃ** বসন্ত কালত পালন কৰা উৎসৱ বিশেষ। **–ৱা** *স্ত্ৰী* ১। অপ্সৰা ২। স্বৰ্গীয় বেশ্যা।

**মদয়ন্তিকা, মদয়ন্তী** এবিধ বনমল্লিকা, (মালতী) লতা।

**মদয়িত্নু ঃ** *ক্লী* (মদ্ ণিচ্ ইত্নুচ্) ১। মদ, মদিৰা, সুৰা। ২। মদ তৈয়াৰ কৰোঁতা, ৩। কামদেৱ, ৪। এবিধ আতৰ, ৫। মেঘ।

**মদাঢ্যঃ** (মদজনকৰসেন আঢ্যঃ) 'তাড়ি', তালগছ।

**মদাতঙ্কঃ, –ত্যয়ঃ** অত্যধিক মদ খোৱাৰ ফলত হোৱা বেমাৰ।

**মদাম্নাতঃ** হাতীৰ পিঠিত লৈ বজোৱা ঢাক্ বা ডবা।

**মদাম্বৰঃ** *পু* ১। মতলীয়া হাতী, ২। ইন্দ্ৰৰ হাতী ঐৰাৱত।

**মদাৰঃ** *পু* (মাদ্যতি মত্তো ভৱতীতি মদ্ আৰণ্) ১। হাতী, ২। ধূৰ্ত, ৩। গাহৰি, ৪। কামুক, ৫। এবিধ সুগন্ধি আতৰ, ৬। মতলীয়া হাতী, ৭। ধঁতুৰা গছ।

**মদালাপী (ন্)** *পু* কুলি চৰাই।

**মদাহ্বঃ** *পু* কস্তুৰী।

**মদিৰঃ** *পু* (মদ্ কিৰচ্) ৰঙা খয়েৰ (খদিৰ), **–ৰা** *স্ত্ৰী* ১। খঞ্জন পক্ষী, শ ৩।৫; ২। মদ, সুৰা, ৩। বসুদেৱৰ এগৰাকী পত্নীৰ নাম।

**মদিৰাক্ষী, –ৰেক্ষণা, –ৰানয়না,–ৰালোচনা** *স্ত্ৰী* মত্তলোচনা। প্ৰেমত মতলীয়া চকুযুক্তা।

**মদিষ্ঠা** *স্ত্ৰী* (মদ্ ইনিঃ ইষ্ঠন্) মদিৰা, সুৰা।

**মদীয়** *বিণ্* (মম ইদম্) মোৰ।

**মদোৎকটঃ** *পু* (মদনে দানৱাৰিণা উৎকটঃ) মতলীয়া হাতী **–টা** *স্ত্ৰী* মদিৰা।

**মদোদ্ধত** *বিণ্* (মদেন মত্ততয়া উদ্ধতঃ) মতলীয়া।

**মদ্গুঃ** *পু* (মজ্জতীতি মস্জ উঃ) ১। ডুবাৰী ২। পানী-কাউৰী, ৩। যুদ্ধত ব্যৱহাৰ কৰা এবিধ সৰু জাহাজ বা নাও, ৪। এবিধ বৰ্ণসঙ্কৰ জাতি, ৫। ভ্ৰষ্ট ব্যক্তি।

**মদ্গুৰঃ** *পু* (মদ উৰচ্) ১। মাগুৰ মাছ ২। বৰ্ণসঙ্কৰ জাতি এবিধ, নিষাদ **–ৰকঃ** মাগুৰ মাছ। **–ৰসী** শিঙী মাছ।

**মদ্যং** *ক্লী* (মদ্ যৎ) সুৰা, মদ। 'নাৰিকেলোদকং কাংস্যে তাম্ৰপাত্ৰে স্থিতং মধু। গব্যঞ্চ তাম্ৰপাত্ৰস্থং মদ্যতুল্যং ঘৃতং ৱিনা।' –প মদাহী, **–পুষ্পা** ধাতকী লতা। **–বীজং** মদ তৈয়াৰ কৰোতে ব্যৱহাৰ কৰা ঔষধ বিশেষ। খমিৰ। **–সন্ধানং** মদ পাচন।

**মদ্ৰং** *ক্লী* আনন্দ, সুখ। **–দ্ৰঃ** মদ্ৰ ৰাজ্য আৰু সেই ৰাজ্যৰ ৰজা। **–দ্ৰকঃ** মদ্ৰৰাজ। **–দ্ৰাঃ** মদ্ৰ দেশৰ অধিবাসী, **–দ্ৰকঃ** মদ্ৰৰাজ, **–দ্ৰকাঃ** দক্ষিণৰ এবিধ জনজাতি।

**মদ্বা (ন্)** *পু* সদাশিৱ।

**মধৱ্যঃ** *পু* বহাগ মাহ।

**মধু** *বিণ্* (মন্যন্তে জানন্তীতি মন্ উঃ, ধঃ অন্তাদেশঃ) মিঠা, সোৱাদ লগা, মনোগ্ৰাহী, মনোৰম, (*ক্লী*) ১। মৌ ৰস, ২। মদ, সুৰা, ৩। পানী, ৪। চেনি **–ধুঃ** *পু* ১। বসন্ত কাল, ২। চ'ত মাহ, ৩। এই নামৰ দুজন ৰাক্ষস, এজন বিষ্ণুৰ হাতত আৰু আনজন শত্ৰুঘ্নৰ হাতত নিহত হয়। ৪। অশোক গছ, ৫। কাৰ্তবীৰ্য্য। **–কৰঃ, –কেশটঃ** মৌমাখি, ভোমোৰা। **–কৰ্কটী** খেজুৰী এবিধ **–কাৰ–কাৰী(ন্)** মৌমাখি। **–কৈটভৌ** অনন্তশয্যাত শুই থকা বিষ্ণুৰ কাণৰ মলিৰ পৰা উদ্ভৱ হৈ এই দুজন দৈত্যাই বিষ্ণুৰ নাভিকমলত আসীন ব্ৰহ্মাক নাশ কৰিবলৈ উদ্যত হোৱাত বিষ্ণুৱে দুয়োজনকে বধ কৰে। **–কোশঃ, –ক্ৰমঃ** মৌচাক।

**–ক্ষীৰঃ –ক্ষীৰকঃ** খেজুৰী গছ (**–ৰং**) তাড়ি। **–গায়নঃ** কুলি চৰাই **–গ্ৰহঃ** মৌৰ তৰ্পণ। **–ঘোষঃ** কুলি চৰাই, **–জং** মৌসিতা। **–জা** ১। মিঠাই, ২। পৃথিৱী **–জিত্, দ্বিষ্, নিষূদনঃ, নিহন্তা (ঋ)** বিষ্ণু। **–তৃণং** কুঁহিয়াৰ **–ত্ৰয়ং** তিনি বিধ মিঠা দ্ৰব্য-চেনি, মৌ আৰু ঘিঁউ। **–দীপঃ** কামদেৱ। **–দ্ৰঃ** মৌমাখি **–দ্ৰুমঃ** আমগছ। **–ধূলিঃ** গুড় **–ধেনুঃ** দানৰ কাৰণে দৈ গুড়াদিৰে নিৰ্মিত গাইগৰু। **–পটলং** মৌচাক। **–পতিঃ** শ্ৰীকৃষ্ণ **–পৰ্কঃ** পাঁচ বিধ মিঠা বস্তুৰ মিশ্ৰণ। পূজা-হোমাদিত দেৱতাক অৰ্পণ কৰা হয়। দৰা আহি বিৱাহ মণ্ডপত বহাৰ পিচত দৰাক মধুপৰ্ক (খাবলৈ) দিয়া হয়। ষোড়শোপচাৰ পূজাৰ অন্তৰ্গত ষষ্ঠ বিধ উপচাৰ। মধুপৰ্কৰ পাঁচ বিধ দ্ৰব্য— দৈ, জুলীয়া ঘিঁউ, গাখীৰ বা পানী, চেনি আৰু মৌ। 'দধি সৰ্পিৰ্জ্জলং ক্ষৌদ্ৰং সিতৈতাভিস্তু পঞ্চভিঃ।' **–পৰ্ণিকা, –পৰ্ণী** নীলগছ। **–পায়ী(ন্)** মৌমাখি, **–পুৰং,–ৰী** মথুৰা নগৰ **–পুষ্পঃ** অশোক গছ, বকুল গছ, দন্তী বৃক্ষ, শিৰীষ গছ। **–প্ৰণয়ঃ** মদৰ প্ৰতি আসক্তি। **–প্ৰমেহঃ** বহুমূত্ৰ ৰোগ **–[illegible]নং** ষোল সংস্কাৰৰ এটা। জন্ম হোৱাৰ পিচতে কেঁচুৱাৰ মুখত মধুদান। **–প্ৰিয়ঃ** বলৰাম। **–ফলং** অমিতা, নাৰিকল। **–ফলিকা** খেজুৰী, **–মক্ষঃ,–ক্ষা, –মক্ষিকা** মৌমাখি **–মল্লিঃ, –ল্লীঃ** মালতী ফুলৰ লতা। **–মাধৱী** সুৰা। **–যষ্টিঃ** কুঁহিয়াৰ **–ৰসঃ** ১। তাল গছ, ২। কুঁহিয়াৰ, ৩। আঙুৰ, **–লিহঃ,–লেহ্–লেহী (ন্) –লোলুপঃ** মৌমাখি। **–ৱনং** মধু নামৰ দৈত্যৰ বন। এই বনতেই শত্ৰুঘ্নই মথুৰা নগৰ স্থাপন কৰে। (**–নঃ**) মৌমাখি **–ৱাৰাঃ** বাৰে বাৰে মদপান কৰা। কি ৮।৫৯ **–ৱীজঃ** ডালিম। **–ব্ৰতঃ** মৌমাখি, **–সখঃ,–সহায়ঃ, –সাৰথিঃ, –সুহৃদ্** *পু* কামদেৱ। **–সিক্থঃ** এবিধ বিষ। **–সূদনী** পালেং শাক। **–স্থানং** মৌচাক **–স্বৰঃ** কুলি চৰাই, **–হা (ন্)** ১। মৌ আহৰণকাৰী, ২। বিষ্ণু, ৩। স্তুতিপাঠক।

**মধুকং** *ক্লী* ১। বগিতাম ২। যষ্টিমধু।

**মধুৰ** *বিণ্* (মধু মাধুৰ্য্যমস্ত্যস্যেতি ৰঃ) ১। মিঠা, ২। মৌ মিঠা, ৩। সোৱাদ লগা, ৪। মনোৰম, আকৰ্ষণীয়, ৫। সুশ্ৰাব্য **–ৰং** ১। সোৱাদ, ২। চৰ্বত, ৩। বিহ, ৪। বগিতাম, 'টিন' **–ৰং** *অব্য* সোৱাদ লগাকৈ, মধুৰভাৱে, মনোগ্ৰাহীকৈ **–ৰঃ** *পু* ১। কুঁহিয়াৰ গছ, ২। চাউল, ৩। চেনি, গুড়, ৪। আম, **–কণ্টকঃ** এবিধ মাছ, **–জম্বীৰঃ** মিঠা টেঙা, **–ফলঃ** ডাঙৰ জাতৰ বগৰী, কূল বগৰী।

**মধুৰতা,–ত্বং** স্বাদুতা, সন্তুষ্টি।

**মধুলিকা** ক'লা সৰিয়হ।

**মধুৰাক্ষৰ–ৰালাপঃ** মধুৰ স্বৰ, মধুৰ মাত।

**মধূকং** (মহতীতি মহ্ উকঃ) যষ্টিমধু, মহুৱা ফুল, **–কঃ** ১। মৌমাখি, ২। মহুৱা গছ।

**মধূচ্ছিষ্টং** *ক্লী* মৌসিতা।

**মধূৎসৱঃ** *পু* চ'ত মাহৰ পূৰ্ণিমাৰ উৎসৱ।

**মধূপঘ্নঃ** *পু* মথুৰা নগৰী, ৰ ১৫।১৫।

**মধূলঃ** *পু* (মধু উৰতি প্ৰাপ্নোতীতি উৰ্ গতৌ কঃ ৰস্য লঃ) পানীত আৰু পৰ্বতত হোৱা এবিধ মহুৱা গছ, **–লী** আম গছ।

**মধূলিকা** *স্ত্ৰী* মূৰ্বা লতা।

**মধূলী** *স্ত্ৰী* আমগছ, মধুকৰ্কট গছ।

**মধ্য** *বিণ্* (মন্যতে ইতি মন্ যক্ নস্য ধঃ) ১। মাজৰ, ২। মধ্যৱৰ্তী, কেন্দ্ৰত অৰ্থাৎ মাজ ভাগত থকা, মনু ২।২১; ৩। মধ্যম, মজলীয়া, মধ্যমপন্থী, নিয়মীয়া, ৪। নিৰপেক্ষ ৫। নায্য, শুদ্ধ **–ধ্যং,–ধ্যঃ** ১। কেন্দ্ৰ, মধ্য, মধ্যমবিন্দু, ২। শৰীৰৰ মাজভাগ, কঁকাল। ৩। ভিতৰ ভাগ, ৪। মধ্যাৱস্থা, ৫। অন্তৰ, মধ্যান্তৰ, ৬। অধম পুৰুষ। **–ধ্যা** মধ্যমা আঙুলি। **–ধ্যং** *ক্লী* দশান্ত্য সংখ্যা। মহাপদ্ম সংখ্যা। **মধ্য, মধ্যে, মধ্যেন মধ্যাৎ**— এইবিলাক ক্ৰিয়া বিশেষণ ৰূপত ব্যৱহাৰ হয়; **–গন্ধঃ** আম গছ **–দীপকঃ** এবিধ দীপক (কাব্য) অলঙ্কাৰ **–দেশঃ** *পু* ১। মধ্যপ্ৰদেশ, ২। মধ্যভাগ বা অংশ, ৩। কঁকাল, ৪। পেট, ৫। উত্তৰ মেৰুৰ পৰা দক্ষিণ মেৰুলৈ টনা কাল্পনিক ৰেখা, মধ্যৰেখা, **–দেহঃ** শৰীৰৰ মাজ ভাগ। **–পদলোপী** মাজৰ পদ লোপ পোৱা (কৰ্মধাৰয় সমাস)। **–ন্দিনঃ** *পু* ১। বন্ধূকবৃক্ষ। ২। দিনটোৰ মাজ ভাগ, মধ্যাহ্ন।

**মধ্যম** *বিণ্* (মধ্যে ভৱঃ মধ্য মঃ) ১। মাজত থকা, মাজৰ, মনু ৯।১১২; ২। মাধ্যম, ৩। মধ্যম বয়সৰ, ডাঙৰো নহয় সৰুও নহয়। ৪। মাধ্যমিক, মধ্যম গুণৰ, ৫। দুটা সন্তানৰ মাজত জন্ম হোৱা জন। **–মং** শৰীৰৰ মাজ ভাগ **–মঃ** *পু* ১। সঙ্গীতৰ সপ্তস্বৰৰ মাজৰ ('মা') স্বৰ, ক্ৰৌঞ্চ পক্ষীৰ স্বৰৰ

দৰে। ২। এবিধ হৰিণ, ৩। সঙ্গীতৰ এবিধ ৰাগ। **–কক্ষা** মাজৰ চোতাল, **–জাতঃ** মাজৰ সন্তান **–পদং** সমাসৰ মাজৰ পদ। **–পদলোপী(ন্)** এবিধ সমাস। শাকপাৰ্থিৱাদী সমাস। **–পাণ্ডৱঃ** অৰ্জুন। **–পুৰুষ** (ব্যা) মধ্যম পুৰুষ **–ভৃতকঃ** নিজৰ আৰু মালিক দুয়োজনৰ বাবে খেতি কৰা খেতিয়ক। **–ৰাত্ৰঃ** মাজ ৰাতি, নিশীথ। **–লোকঃ** মৰ্ত্যলোক, পৃথিৱী। **–সংগ্ৰহঃ** পৰস্ত্ৰীৰ সৈতে মধ্যম বিধৰ গুপ্ত প্ৰণয়, যেনে– ফুল পঠিওৱা, সুগন্ধি দ্ৰব্যাদি পঠোৱা। **–সাহসং** হঠাতে কৰা কোনো অপৰাধ। মধ্যম পৰ্য্যায়ৰ অপৰাধ। **–সাহসঃ** পাঁচ শ' পণ দণ্ড। মনু ৮।১৩৮।

**মধ্যমা** *স্ত্ৰী* ১। প্ৰথম ৰজোদৰ্শন হোৱা কন্যা, ২। মধ্যমা আঙুলি, ৩। তিনি আখৰযুক্ত ছন্দ বিশেষ ৪। কৰ্ণিকা ফুল, ৫। নাটকৰ মধ্যমা নায়িকা।

**মধ্যমিকা** *স্ত্ৰী* প্ৰথম ৰজোদৰ্শন হোৱা কন্যা।

**মধ্যমিষং** *ক্লী* মধ্যম।

**মধ্যমেশ্বৰঃ** *পু* কাশীৰ এটা বিশেষ শিৱলিঙ্গৰ নাম।

**মধ্যা** *স্ত্ৰী* ১। মধ্যমা আঙুলি, ২। নাটৰ নায়িকা বিশেষ।

**মধ্বঃ** *পু* মধ্বাচাৰ্য্য। বেদান্ত সূত্ৰৰ প্ৰসিদ্ধ টীকাকাৰ, বৈষ্ণৱ পন্থৰ প্ৰতিষ্ঠাপক।

**মধ্বকঃ** *পু* মৌমাখি।

**মধ্বলঃ** *পু* বাৰে বাৰে মদ খাই থকা লোক।

**মধ্বালুঃ, –লুকং** মিঠা আলু।

**মধ্বাসৱঃ** *পু* মধুক ফুলৰ ৰসেৰে তৈয়াৰী মদ এবিধ। **–নিকঃ** মদবেপাৰী।

**মন্** ক) গৰ্ব্বে অৰ্চে (ভ্বা প, স, অ-অৰ্চে মনতি) ১। গৰ্ব কৰ, অহঙ্কাৰ কৰ, ২। পূজা কৰ, অৰ্চনা কৰ, সেৱা কৰ। খ) গৰ্ব্বকে, স্তম্ভনে (চুৰা আ অ স মানয়তে) ১। গৰ্ব কৰ, অহঙ্কাৰ কৰ, ২। স্তম্ভিত কৰ, দমন কৰ, বশীভূত কৰ। যেনে– মানয়তে শত্ৰুং ৰাজা। গ) বোধে (দিৱা আ স মন্যতে); (তনা আ স মনুতে) ১। ভাব, বিশ্বাস কৰ, মন কৰ, ২। অনুভৱ কৰ, চিন্তা কৰ, ৩। কল্পনা কৰ, বোধ কৰ, ভাবি ল ৪। বিবেচনা কৰ, গ্ৰাহ্য কৰ, ৫। সম্মান কৰ, শ্ৰদ্ধা কৰ, মূল্য দি, ৬। স্বীকাৰ কৰ, (ণিজন্ত) মানয়তি-তে; (সনন্ত) মীমাংসতে **অনু–** অনুমোদন কৰ, স্বীকাৰ কৰ, **অভি–** ইচ্ছা কৰ, ১। অভিলাষ কৰ, মনু ১০।৯৫; ২। অনুমোদন কৰ, ৩। কল্পনা কৰ, ভাবি ল, **অৱ–** অৱমাননা কৰ, নিন্দা কৰ, ভৰ্ৎসনা কৰ, মনু ৪। ১৩৫; **প্ৰতি–** চিন্তা কৰ, বিবেচনা কৰ, **সং–** ১। স্বীকাৰ কৰ, ২। অনুমোদন কৰ, ৩। ভাবি ল, মূল্য দি, সম্মান কৰ।

**মনঃ(স্)** *ক্লী* (মন্যতে ইতি মন অসুন্) লিঙ্গ শৰীৰাৱয়ৱ বিশেষ। সঙ্কল্পবিকল্পাত্মিকা অন্তঃকৰণবৃত্তিঃ ১। মন, অন্তঃকৰণ, বোধ, বোধশক্তি, বুদ্ধি, অনুভূতি ২। চিন্তা, কল্পনা, ৩। অভিপ্ৰায়, উদ্দেশ্য, লক্ষ্য, ৪। ইচ্ছা, অভিলাষ, ৫। মেজাজ, প্ৰকৃতি, ৬। তেজ, শক্তি, সাহস, উৎসাহ, ৭। মানস সৰোবৰ **–কান্ত** মনে ভাল পোৱা, **–পীড়া** মানসিক দুখ, কষ্ট। **–পূত** মনে লগা, মনোনীত। **–প্ৰণীত** মনে ভাল পোৱা, **–প্ৰসাদঃ** মানসিক শান্তি **–প্ৰীতিঃ** মানসিক আনন্দ **–শীলঃ,–লা** এবিধ ৰঙা বৰণীয়া ধাতু, হাইতাল, কু ১।৫৫; **–শীঘ্ৰ** মনৰ দৰে ক্ষিপ্ৰ গতিসম্পন্ন **–সঙ্গঃ** মানসিক আসক্তি।

**মননং** *ক্লী* (মন ল্যুট) চিন্তন, ভাৱন।

**মনসা** *স্ত্ৰী* (মনঃ অৰ্শাদিত্বাদ অচ টাপ) মনসা দেৱী, দেৱী পদ্মাৱতী, বিষহৰী, কশ্যপ দুহিতা, বাসুকীৰ ভগিনী, জৰৎকাৰুৰ পত্নী।

**মনসিজঃ** *পু* (মনশি জায়তে ইতি মনঃ জন ডঃ) কামদেৱ।

**মনসিশয়ঃ** কামদেৱ।

**মনস্কাৰঃ** *পু* (মনসঃ কাৰো নিশ্চয়ঃ কৃ ভাৱে ঘঞ) মানসিক সুখ-দুখাদি বিকাৰসমূহ।

**মনস্তাপঃ** মনঃপীড়া।

**মনস্তালঃ** *পু* (মনসি তালঃ প্ৰতিষ্ঠা যস্য তল্ ঘঞ) ১। দুৰ্গাৰ বাহন সিংহ। ২। হাইতাল।

**মনস্তঃ** *অব্য* সৰ্বান্তঃকৰণে, মনেৰে।

**মনস্থ** *বিণ্* (মনঃ স্থা কঃ) মনৰ ভিতৰত থকা।

**মনস্বিনী** *স্ত্ৰী* (প্ৰশস্য মনোঽস্যা ইতি মনস্ বিনি ঙীপ্) ১। বিশাল মনৰ স্ত্ৰী, কু ৩।৩২; ২। জ্ঞানী তিৰোতা, ৩। দেৱী দুৰ্গা ৪। প্ৰজাপতিৰ পত্নী, মহা ১।৬৬।১৯; ৫। ভৃকণ্ডুৰ পত্নী, মাপু ৫২।১৭।

**মনস্বী (ন্)** *পু* ১। বিশাল মনৰ পুৰুষ, ২। উচ্চমনা, দৃঢ়মনা ব্যক্তি, ৩। উট।

**মনাক্** *অব্য* (মন বাহুলকাৎ আক্) ১। অলপ, অকণমান, ২। লাহে লাহে **–কা** মাইকী হাতী **–কৰং** এবিধ সুগন্ধি আতৰ।

**মনায়ী, –ৱী** *স্ত্রী* মনুৰ পত্নী।
**মনিত** *বিণ্* জ্ঞাত, পৰিচিত, বিবেচিত।
**মনীকং** *ক্লী* চকুত লগোৱা অঞ্জন।
**মনীষা** *স্ত্রী* ১। বুদ্ধি, জ্ঞান, ২। ইচ্ছা, অভিলাষ, ৩। চিন্তা ভাবনা, **–ষিকা** বোধশক্তি, **–ষিত** *বিণ্* জ্ঞানী, শিক্ষিত, চতুৰ, মনোগ্রাহী **(তং)** *ক্লী* ইচ্ছা, অভিলষিত বস্তু।
**মনীষিন্** *বিণ্* জ্ঞানী, (পু) পণ্ডিত, মুনি ৰ ১।১১।
**মনুঃ** *পু* (মন্যতে ইতি মন্ উঃ) ১। ব্ৰহ্মাৰ পুত্ৰ। প্ৰজাপতি মনু; মানৱ জাতিৰ প্ৰতিভূ পিতা, ২। প্ৰসিদ্ধ ধৰ্মশাস্ত্ৰৰ (স্মৃতিৰ) প্ৰণেতা, ৩। চতুৰ্দ্দশ মনু। প্ৰথমজনৰ নাম স্বয়ম্ভুৱ মনু। যিয়ে দহ প্ৰজাপতিৰ সৃষ্টি কৰে। সপ্তম মনু, বৈৱস্বত মনু, যি বিশ্বব্ৰহ্মাণ্ডৰ প্ৰাণীসমূহৰ সৃষ্টি কৰে। 'মনুসংহিতা'ৰ প্ৰথম অধ্যায় দ্ৰষ্টব্য। ক্ৰমানুসৰি চৈধ্যজন মনুৰ নাম, ১। স্বায়ম্ভুৱ, ২। স্বাৰোচিষ, ৩। ঔত্তমি, ৪। তামস, ৫। ৰৈৱত, ৬। চাক্ষুষ, ৭। বৈৱস্বত, ৮। সাৱৰ্ণি ৯। দক্ষসাৱৰ্ণি, ১০। ব্ৰহ্মসাৱৰ্ণি ১১। ধৰ্মসাৱৰ্ণি ১২। ৰুদ্ৰসাৱৰ্ণি ১৩। ৰৌচ্যদেৱসাৱৰ্ণি আৰু ১৪। ইন্দ্ৰসাৱৰ্ণি, **–জঃ** মনুষ্য **–জপতিঃ, –জৰাজঃ,–জেশ্বৰঃ,** সম্ৰাট। **–জলোকঃ** মৰ্ত্যলোক, পৃথিৱী **–জেষ্ঠঃ** তৰোৱাল **–প্ৰণীত** মনুৰ দ্বাৰা কথিত, উক্ত, ৰচিত **–ভূঃ** মানুহ **–ৰাট্ (জ্)** কুবেৰ **–শ্ৰেষ্ঠঃ** বিষ্ণু। **–ষী** *স্ত্রী* মনুষ্যৰ অথবা মানুহৰ পত্নী, মাইকী মানুহ। **–ষ্যঃ** *পু* (মনোৰপত্যমিতি মনু যৎ যুকাগমঃ) মনুৰ পুত্ৰ অৰ্থাৎ মানুহ, নৰ, ভূমিজ, মনু ১।৪৩; **–ষ্যধৰ্মা(ন্)** কুবেৰ, **–ষ্যযজ্ঞঃ** অতিথিসেৱা। **–ষ্যী** নাৰী।
**মনোঽধিনাথঃ** *পু* প্ৰেমিক, পতি।
**মনোঽনুগ** *বিণ্* মনোগ্রাহী।
**মনোঽপহাৰী(ন্)** মনবিমোহিনী।
**মনোঽভিৰাম** মনোৰম।
**মনোঽভিলাষঃ** মনৰ ইচ্ছা, মনোবাসনা।
**মনোগুপ্তা** *স্ত্রী* মনঃশিলা।
**মনোজন্মা(ন্)** *পু* কামদেৱ।
**মনোজৱঃ** *পু* ১। বিষ্ণু, মহা ১৩।১৪৯।৮৭; ২। মনৰ বেগ, ৩। অনিলৰ পত্নী শিৱাৰ পুত্ৰ, হব ৩।৪৩; ৪। পিতৃতুল্য **–ৱা** ১। অগ্নিৰ এখন জিভাৰ নাম ২। এবিধ গছ, ৩। ক্ৰৌঞ্চ দ্বীপৰ এখন নদীৰ নাম, মপু ১২৭।৮৭।
**মনোজ্ঞ** *বিণ্* (মন্ জ্ঞা কঃ) মনোহৰ, মনোগ্রাহী, সুন্দৰ, মনোৰম, **–জ্ঞং** সৰল গছৰ কাঠ, **–জ্ঞা** ১। মনঃশিলা ২। ডাঙৰ বিধ জীৰা, ৩। জাতিফুল, ৪। সুৰা, ৫। ৰাজকন্যা।
**মনোভৱঃ** *পু* (মনস্ ভূ অচ্) **–ভূঃ** (ক্বিপ্) **–যোনিঃ** (মন এৱ যোনিঃ) কামদেৱ, কন্দৰ্প।
**মনোময়** *বিণ্* মানসিক, পাৰমাৰ্থিক **–কোশঃ(ষঃ)** *পু* আত্মাক আবৰি ৰখা সাতটা কোষৰ দ্বিতীয় কোষ।
**মনোৰথঃ** *পু* (মনসঃ ৰথ ইৱ) ইচ্ছা, বাসনা, ৰ ১১।৫৯।
**মনোৰম** *বিণ্* (মনো ৰময়তীতি মনস্ ৰম ণিচ্ অণ্) মনোজ্ঞ, মনোহৰ, ধুনীয়া **–মা** *স্ত্রী* ১। গোৰোচনা, ২। বুদ্ধিশক্তি, স্ত্রী, শিৱা, ৩। সপ্ত সৰস্বতীৰ এগৰাকী, ৪। বিদ্যাধৰ এজনৰ কন্যাৰ নাম। ৫। এবিধ ৰং।
**মনোহৰ** *বিণ্* (মনসো হৰ্তুং শীলমস্যেতি হৃ ণিনিঃ) মনোহৰ, ধুনীয়া, হিতং মনোহাৰী চ দুৰ্লভং ৱচঃ।
**মন্তব্য** *বিণ্* (মন্ তব্য) ১। মননীয়, ভাৱনীয়, ২। **–ব্যং** অভিমত।
**মন্তা (ঋ)** *বিণ্* (মন্ তৃচ্) ভাবোঁতা, মননকৰ্তা, বিবেচক, পু মুনি, জ্ঞানী পুৰুষ, মন্ত্ৰণাদাতা।
**মন্তুঃ** *পু* (মন্ তুন্) ১। ভ্ৰান্তি, অপৰাধ, পাপকাৰ্য্য, নৈ ৬।১১০; মুঠতে বত্ৰিশ বিধ পাপকাৰ্য্য আছে, ২। মনুষ্য ৩। প্ৰজাপতি।
**মন্ত্ৰ** গুপ্তোক্তৌ (চুৰা আ সক মন্ত্ৰয়তে, মন্ত্ৰয়তি) ১। আলোচনা কৰ, মন্ত্ৰণা কৰ, চিন্তা কৰ, ২। উপদেশ দি বা ল। ৩। শাস্ত্ৰোক্ত বিধিৰে পৱিত্ৰ বা শুদ্ধ কৰ, সংস্কাৰ কৰ, শাস্ত্ৰোক্ত শ্লোক পাঠ কৰ, মন্ত্ৰপূত কৰ, কথা ক, উচ্চাৰণ কৰ **অনু—** মন্ত্ৰপাঠেৰে সংস্কাৰ কৰ, **অভি—** ১। মন্ত্ৰেৰে সংস্কৃত কৰ। যা ২।১০২; ২। মন্ত্ৰ পাঠ কৰ। মন্ত্ৰেৰে বিমোহন কৰ। **আ—** ১। বিদায় ল, ২। কথা ক সম্বোধন কৰ, নিমন্ত্ৰণ কৰ। **নি—** নিমন্ত্ৰণ কৰ, আহ্বান কৰ, **পৰি—** মন্ত্ৰেৰে সংস্কৃত কৰ **সং—** আলোচনা কৰ, উপদেশ ল।
**মন্ত্ৰঃ** *পু* (মন্ত্ৰ্যতে গুপ্তং পৰিভাষ্যতে ইতি মন্ত্ৰ গুপ্তভাষণে ঘঞ্) বেদ, বেদৰ মন্ত্ৰভাগ, বৈদিক মন্ত্ৰ, দেৱতাৰ স্তুতি, পৱিত্ৰ বেদমন্ত্ৰপুথি। বেদমন্ত্ৰ ধকা

পুথি মূলতে চাৰিখন— ঋক, যজুঃ, সাম আৰু অথৰ্ব। 'বেদ' চাওক। ২। সংহিতা আৰু ব্ৰাহ্মণ থকা অংশ, ৩। কোনো বিশেষ দেৱতাক উদ্দেশ্য কৰি গোৱা বীজমন্ত্ৰ বিশেষ; যেনে— ওঁ নমঃ শিৱায়। ওঁ নমস্ চণ্ডিকায়ৈ, ৪। আলোচনা, ভাষণ, মন্ত্ৰণা, উপদেশ, আঁচনি, উদ্যোগ **–কৰণং** বেদৰ পাঠ্যাংশ। মন্ত্ৰ ৰচনা, পাঠ বা আবৃত্তি। **–কাৰঃ** বেদমন্ত্ৰৰ স্ৰষ্টা ঋষি। **–কৃৎ** ১। বেদমন্ত্ৰ প্ৰণেতা, মন্ত্ৰপাঠক, ২। বেদপাঠী, ৩। মন্ত্ৰণাদাতা, উপদেষ্টা, ৪। দূত **–গণ্ডকঃ** জ্ঞান, বিজ্ঞান **–গুপ্তিঃ** *স্ত্ৰী* গুপ্তমন্ত্ৰণাদাতা। **–গূঢ়ঃ** চোৰাংচোৱা। **–জিহ্বঃ** অগ্নি **–দঃ,–দাতা(তৃ)** বীজমন্ত্ৰ- দাতা গুৰু। **–দৰ্শী**(ন্) মন্ত্ৰস্ৰষ্টা ঋষি **–দীধিতিঃ** অগ্নি **–দৃক্(শ্)** *পু* ঋষি, মন্ত্ৰী। **–নিৰ্ণয়ঃ** আলোচনা বিলোচনাৰ পিচত শেষ সিদ্ধান্ত। **–পদং** শাস্ত্ৰৰ পদ বা বাক্য। **–পূত** *বিণ্* মন্ত্ৰৰ দ্বাৰা সংস্কৃত, শোধিত। **–প্ৰয়োগ** সম্মোহন মন্ত্ৰৰ প্ৰয়োগ। **–বীজং** সম্মোহন মন্ত্ৰৰ প্ৰথম আখৰ। **–ভেদঃ** মন্ত্ৰীৰ বিশ্বাসঘাতকতা **–মূৰ্তিঃ** শিৱ। **–মূলং** ইন্দ্ৰজাল **–মন্ত্ৰং** বীজ মন্ত্ৰপূত যন্ত্ৰ বা নক্সা। **–বিৎ(দ্)** চোৰাংচোৱা, মন্ত্ৰজ্ঞ। **–সংস্কাৰঃ** মন্ত্ৰৰ দ্বাৰা অনুষ্ঠিত সংস্কাৰ কৰ্ম। **–সংহিতা** বেদৰ সম্পূৰ্ণ পাঠাংশ। **–সাধনং** সম্মোহন মন্ত্ৰ। **–সাধ্য** সম্মোহন মন্ত্ৰৰ দ্বাৰা বশীভূত, মন্ত্ৰণাৰ দ্বাৰা লাভ কৰিব পৰা। মন্ত্ৰলভ্য। **–সিদ্ধিঃ** মন্ত্ৰৰ দ্বাৰা লাভ কৰা সিদ্ধি বা ফল। **–হীন** মন্ত্ৰ (শাস্ত্ৰীয়) বিধি বিৰুদ্ধ, মন্ত্ৰশূন্য।

**মন্ত্ৰিত** *বিণ্* (মন্ত্ৰেণ সংস্কৃত মন্ত্ৰ্ ক্ত) উপদিষ্ট।

**মন্ত্ৰী (ন্)** *পু* (মন্ত্ৰি ইনিঃ) ১। অমাত্য, সচিব, মন্ত্ৰী, মন্ত্ৰণাদাতা।

**মন্থ্ মথ** (ক) কুন্থে গাহে (ভ্বা প সক মন্থতি মথতি) গাহো বিলোড়নম্। (খ) গাহে (ক্ৰ্যা প স মথ্নাতি) ১। মথন কৰ, মন্থন কৰ, (গাখীৰ) মথি উৎপন্ন কৰ, ২। আলোড়ন কৰ, ৩। সৰাই দি, তল ওপৰ কৰ, ৪। যাতনা দি, কষ্ট দি, দলিত কৰ, ৫। ধ্বংস কৰ, হত্যা কৰ, শেষ কৰ, বে ১।১৫; ৬। ছিৰি পেলা, স্থানান্তৰ কৰ। **উদ্**— ধ্বংস কৰ, মাৰ, বধ কৰ। আলোড়ন কৰ, ছিৰি পেলা। বধলিয়াই পেলা **নিস্**— ১। জোকাৰি দি, উজাৰি পেলা, ২। ঘৰ্ষণ কৰি জুই উলিয়া, ৩। আঁচোৰ, ৪। দলন কৰ, **প্ৰ**— ১। কষ্ট দি, যাতনা দি, হাৰাশাস্তি কৰ, ২। আঘাত কৰ, ৩। ছিৰি পেলা, ৪। মাৰ, হত্যা কৰ।

**মন্থঃ** *পু* (মথ্যতে অনেনেতি মন্থ্ কৰণে ঘঞ্) ১। মন্থন দণ্ড। মথনী মাৰি, মহা ১২।৩৪৩।১১; ২। মন্থন কাৰ্য্য। ৩। মাৰণ, হত্যা, নাশ ৪। চৰ্বত, ৫। সূৰ্য্য, ৬। সূৰ্য্যৰশ্মি, ৭। চকুৰ কেটাৰ, ৮। যজ্ঞৰ কাৰণে ঘৰ্ষণ কৰি জুই উলিওৱা কাঠৰ যন্ত্ৰ বিশেষ। **–গুণং** মথনৰ ৰচি **–জং** মাখন। **–দণ্ডঃ–দণ্ডকঃ** মথনী মাৰি।

**মন্থনং** *ক্লী* ১। মথন, গাখীৰ মথন, গাখীৰ মথি মাখন উলিওৱা কাৰ্য্য, ২। ঘৰ্ষণ কৰি জুই উলিওৱা কাৰ্য্য **–নী** মথনৰ পাত্ৰ। **–ঘটী** দধিমথনৰ পাত্ৰ।

**মন্থৰ** *বিণ্* (মন্থতি পাদাবিতি মথ্ অৰণ্) ১। মন্দগতিসম্পন্ন, ধীৰ গতি, অলস, নিস্তেজ, ২। মূৰ্খ, মূঢ়, ভেবা ৩। গভীৰ, ফোঁপোলা, ৪। বেঁকা, ক্ৰুৰ, ৪। বহল, বৃহৎ, **–ৰং** ১। পানীৰ পাত্ৰ, ২। কুসুম। **–ৰঃ** *পু* ১। ভঁড়াল, ২। মূৰৰ চুলি, ৩। ক্ৰোধ, ৪। নৱনীত, মাখন, ৫। মথনী মাৰি, ৬। বাধা, বিঘিনি, ৭। ফল, ৮। চোৰাংচোৱা, ৯। বহাগ মাহ, ১০। মন্দৰপৰ্বত, ১১। হৰিণ। **–ৰা** দশৰথৰ পত্নী কৈকেয়ীৰ দাসী। এই কুঁজী মন্থৰাৰ প্ৰৰোচনা মতেই কৈকেয়ীয়ে কৌশল্যাৰ পুত্ৰ শ্ৰীৰামক বনবাসলৈ পঠিয়ায় আৰু নিজৰ পুত্ৰ ৰামৰ অনুজ ভাতৃ ভৰতক অযোধ্যাৰ সিংহাসনত বহুৱায়।

**মন্থকঃ** *পু* চোঁৱৰৰ বা।

**মন্থশৈলঃ** *পু* মন্দৰ পৰ্বত।

**মন্থা** *(স্ত্ৰী)* এবিধ ঘাঁহ। **–স্থাঃ (থিন্)** মথনিদণ্ড।

**মন্থানঃ** *পু* ১। মন্থদণ্ড। ২। মন্দৰ পৰ্বত, ২। শিৱ **–নকঃ** এবিধ ঘাঁহ।

**মন্থিনী** *স্ত্ৰী* দধিমথন পাত্ৰ।

**মন্থোদধিঃ** ক্ষীৰ সমুদ্ৰ।

**মন্দ** *বিণ্* (মন্দতে ইতি মন্দ্ অচ্) ১। মূৰ্খ, ঢিলা, লেহেম, অলস, সোৰোপা, ভোতা/ ২। মমতাহীন, নিকৰুণ, ৩। নিম্ন, ফোঁপোলা, ৪। কোমল, নম্ৰ, ৫। দুৰ্বল, ক্ৰুটিপূৰ্ণ, ৬। জীৰ্ণ, ৭। সুৰাসক্ত, মদাহী, ৮। দুষ্ট, অসৎ **–ন্দং** *অব্য* লাহে লাহে, ক্ৰমে, দুৰ্বলভাৱে, নিম্নস্বৰে, গভীৰভাৱে, ক্লান্তভাৱে **–ন্দঃ** *পু* ১। শনিগ্ৰহ, ২। যমৰাজ, ৩। প্ৰলয়,

৪। এবিধ হাতী **–কৰ্ণ** কমকৈ শুনা, 'ৱধিৰাৎ মন্দকৰ্ণঃ শ্ৰেয়ান্'। একো নুশুনাজনতকৈ কমকৈ শুনাজন ভাল। **–কান্তিঃ** চন্দ্ৰ, **–গঃ** শনিগ্ৰহ, **–চেতঃ(স্)** ১। মূৰ্খ, ২। অন্যমনস্ক, ৩। অমনোযোগী, **–জননী** সূৰ্যৰ পত্নী, শনিগ্ৰহৰ মাতৃ। **–প্ৰজ্ঞ,** বুদ্ধি, মতি, **মেধা(স্)** মূৰ্খ, ভোতা বুদ্ধিৰ, **–ভাগী(ন্),** ভাগ্যহীন দুৰ্ভগীয়া, দুৰ্দশাগ্ৰস্ত **–বীৰ্য** দুৰ্বল **–বৃষ্টিঃ** কিনকিনিয়া বৰষুণ **–স্মিতং, –হাসঃ,–হাস্যং** মিচিকিয়া হাঁহি।

**মন্দৰঃ** *পু* এবিধ গছ। পোৱালবৃক্ষ।

**মন্দতা** *স্ত্ৰী* ১। আলস্যতা, এলাহ, ২। ক্ষীণতা, জড়তা।

**মন্দনং** *ক্লী* (মন্দ্ ক্যুঃ) স্তুতিগীত, স্তোত্ৰ।

**মন্দয়ন্তী** *স্ত্ৰী* দেৱী দুৰ্গা।

**মন্দৰ** *বিণ্* (মন্দ্ বাহুলকাৎ অৰঃ) ১। ধীৰ, নিস্তেজ, ২। ডাঠ, বহল, বিৰাটাকায়। **–ৰঃ** ১। মন্থন পৰ্বত, ক্ষীৰ সাগৰ মন্থনৰ সময়ত এই মন্দৰ পৰ্বতখনক মন্থন দণ্ডৰূপে ব্যৱহাৰ কৰা হৈছিল, শি ২।১০৭; ২। মুক্তাহাৰ ৩। স্বৰ্গ, ৪। দাপোণ, আৰ্চী, ৫। ইন্দ্ৰৰ উদ্যানত থকা পাঁচ জোপা গছৰ এজোপাৰ নাম। **–ৱাসিনী** দেৱী দুৰ্গা।

**মন্দসানঃ** *পু* ১। অগ্নি, ২। প্ৰাণ, ৩। নিদ্ৰা। **–সানুঃ** ১। প্ৰাণী, ২। সপোন।

**মন্দা** *স্ত্ৰী* (মন্দ্ টাপ্) সংক্ৰান্তি বিশেষ। উত্তৰফাল্গুনী, উত্তৰা ষাঢ়া, উত্তৰভাদ্ৰপদ আৰু ৰোহিণী নক্ষত্ৰত ৰবি সংক্ৰান্তি যিদিনা হয়। **–কং** কোষ, ভাণ্ডাৰ। **–কিনী** ১। আকাশীগঙ্গা, স্বৰ্গগঙ্গা, নৈ ৬।৮২; ২। চিত্ৰকূট পৰ্বতৰ পৰা ওলোৱা এখন নদীৰ নাম। ৩। এবিধ ছন্দ। **–ক্ৰান্তা** *স্ত্ৰী* (মন্দং যথা তথা আক্ৰান্তা) কাব্যৰ এবিধ সৰবৰহী ছন্দ। কালিদাসৰ মেঘদূত কাব্যৰ সকলোখিনি শ্লোক এই ছন্দত ৰচিত। **–ক্ষং** লজ্জা, নৈ ৩।৬১; **–গ্নিঃ** জঠৰাগ্নি। পেটৰ অসুখ, জ্বালা-পোৰা। **–য়ুঃ** অল্পায়ু, ভা ১।১৬।১০; **–ৰঃ** ১। স্বৰ্গস্থিত পাঁচজোপা গছৰ এজোপাৰ নাম। বাকী চাৰিজোপা– পাৰিজাত, সন্তান, কল্পবৃক্ষ আৰু হৰিচন্দন। ২। মদাৰ গছ, ৩। হাত, ৪। ধূৰ্ত লোক, ৫। এখন তীৰ্থৰ নাম, **–ৰকঃ, –ৱঃ, –ৰুঃ** পোৱাল বৃক্ষ। **–ষষ্ঠী** মাঘ মাহৰ শুক্লাষষ্ঠী। **–স্যং** লাজ।

**মন্দিমঃ(ন্)** ১। আলস্য, ধীৰ গতিসম্পন্ন, লেহেম, ২। মূঢ়তা।

**মন্দিৰং** *ক্লী* (মন্দ্যতে স্বপ্যতে ইতি মন্দ্ স্তুতৌ কিৰচ্) ১। ঘৰ, বাসস্থান, প্ৰাসাদ, ২। নগৰ, চহৰ, ৩। দেৱালয়, **–ৰঃ** ১। সমুদ্ৰ, ২। আঁঠুৰ পিচ ফালটো **–পশুঃ** মেকুৰী **–মণিঃ** শিৱ।

**মন্দিৰা** *স্ত্ৰী* ঘোঁৰাশাল।

**মন্দুৰা** *স্ত্ৰী* ১। ঘোঁৰাশাল, ২। জন্তু ৰখা ঘৰ, ৩। বিছনা, ঢাৰি, পাটী।

**মন্দোদৰী** *স্ত্ৰী* ৰাৱণৰ পত্নী, ময় দানৱৰ কন্যা। **–শঃ** ৰাৱণ, **–সুতঃ** ইন্দ্ৰজিৎ।

**মন্দোষ্ণ** *বিণ্* অলপ তপত, ঈষদুষ্ণ।

**মন্দ্ৰ** *বিণ্* (মন্দ ৰক্) ১। নিম্ন, গভীৰ, গৰ্গৰ (শব্দ), মে ৯৯; **–ন্দ্ৰঃ** ১। নিম্ন স্বৰ, ২। এবিধ হাতী, ৩। এবিধ ঢাক বা ডবা।

**মন্মথঃ** *পু* (মনো মথ্নাতি ৱিকৰোতীতি মন্থ অচ্) ১। কামদেৱ, ২। কপিত্থ গছ, কদবেল, ৩। কাম চিন্তা, **–যুদ্ধং** স্ত্ৰী-পুৰুষৰ যৌন-সঙ্গম **–লেখঃ** প্ৰেমপত্ৰ।

**মন্মথানন্দঃ – থালয়ঃ** *পু* আম গছ।

**মন্মনঃ** *পু* ১। গদগদ শব্দ। ২। পতি-পত্নীৰ ফুচফুচনি। সঙ্গমৰ সময়ত স্ত্ৰী পুৰুষৰ ইটোৱে সিটোৱে কাণত ফুচফুচাই কোৱা কথা।

**মন্যা,–ন্যাকা** *স্ত্ৰী* (মন কৰণে ক্যপ্ টাপ্) গলৰ পিচ ফালে থকা শিৰা, ধমনী।

**মন্যুঃ** *পু* (মন্যতে স্তায়তেঽসৌ মন যুচ্) ১। শ্লোক, ভট্টি ৬।৩০; ২। দৈন্য, দীনতা; ৩। ক্ৰতু, যজ্ঞ; ৪। ক্ৰোধ, খং, ৫। দুখ, দুৰ্দশা, কি ১।৩৫; ৬। দুৰ্দশাগ্ৰস্ত অৱস্থা, ৭। অগ্নি, ৮। শিৱ। ৯। বিতথৰ পুত্ৰ, ভা ৪।৫।৫।

**মন্বন্তৰং** *ক্লী* মনুৰ কাল বা যুগ। দেৱতাৰ মানত এসত্তৰ যুগ এক মন্বন্তৰৰ সমান। ব্ৰহ্মাৰ এদিনৰ চৈধ্য ভাগৰ এভাগ। অৰ্থাৎ চৈধ্য মন্বন্তৰ মিলি ব্ৰহ্মাৰ এদিন হয়। এটা মন্বন্তৰ মানুহৰ ৪,৩২০,০০০ বছৰৰ সমান। বৰ্তমান বৈৱস্বত (৭ম) মনুৰ যুগ চলি আছে।

**মপষ্টঃ,– পষ্টকঃ, – পুষ্টকঃ** এবিধ জঙ্গলী মাহ।

**মভ্ৰ** গতৌ (ভ্বা প স মভ্ৰতি) যা, গমন কৰ, অগ্ৰসৰ হ।

**মম** *অব্য* ১। মদীয়, মোৰ, ২। অস্মদ্ শব্দৰ ষষ্ঠীৰ একবচনৰ ৰূপ। 'মম' তিনিও লিঙ্গত একে।

**মমতা** *স্ত্ৰী* (মম ভাৱে তল্ টাপ্) ১। দৰ্প, অভিমান, ২। মমত্ব। আপোন ভাব, ৩। স্বাৰ্থপৰতা, ৪। স্বয়ম্পূৰ্ণতা, ৫। ব্যক্তিত্ব, **–যুক্ত** কৃপণ।

**মমত্বং** *ক্লী* (মম ভাৱে ত্ব) ১ মদীয়ত্ব, নিজত্ব বোধ, ২। আদৰ, মৰম, আসক্তি, খং, দৰ্প।

**মমাপতালঃ** *পু* জ্ঞানেন্দ্ৰিয় গ্ৰাহ্য বিষয়।

**ময়** গতৌ (ভ্বা প সক ময়তে) যা, গমন কৰ, আগুৱাই যা।

**ময়** *বিণ* 'ইয়াৰে তৈয়াৰ কৰা হৈছে।' এই অৰ্থত পদৰ শেষত ব্যৱহাৰ কৰা হয়। যেনে– মৃন্ময়, কাষ্ঠময়, ইত্যাদি। **–য়ঃ** ১। ময় দানৱ। এজন ডাঙৰ স্থাপত্যবিদ আছিল। এৱেঁই যুধিষ্ঠিৰৰ ৰাজপ্ৰাসাদ নিৰ্মাণ কৰিছিল। ২। ঘোঁৰা ৩। উট, ৪। খচ্চৰ।

**ময়টঃ** *পু* ঘাঁহেৰে তৈয়াৰ কৰা পঁজা ঘৰ।

**ময়ষ্টকঃ** এবিধ মাহ।

**ময়া** *স্ত্ৰী* ১। চিকিৎসা, ২। অস্মদ্ শব্দৰ তৃতীয়াৰ একবচন।

**ময়ী** *স্ত্ৰী* ১। ময় দানৱৰ স্ত্ৰী, ২। মাইকী উট।

**ময়ুঃ** *পু* (ময়ঙ গতৌ কুঃ) ১। কিন্নৰ, অন্তৰীক্ষত বাস কৰা সঙ্গীত শিল্পী ২। হৰিণ, **–ৰাজঃ** কুবেৰ।

**ময়ূখঃ** *পু* (মা ঊখঃ) ১। ৰশ্মি, কিৰণ, মহা ৩।৩৯।৪৩; ২। দীপ্তি, উজ্জ্বলতা, ৰ ২।৪৬; ৩। সৌন্দৰ্য্য, শোভা, ৪। অগ্নিশিখা, ৫। সূৰ্যঘড়ীৰ কাঁটা।

**ময়ূৰঃ** *পু* (ময়ুৰিৱ ৰৌতি শব্দায়তে ইতি ৰা কঃ) ১। ম'ৰা চৰাই, ২। এবিধ ফুল, ৩। সূৰ্য্যশতকৰ প্ৰণেতা; ৪। এটা অসুৰৰ নাম। **–ৰী** মাইকী ম'ৰা চৰাই, উ ৩।৮ **–কেতুঃ** কাৰ্ত্তিকেয় **–গ্ৰীৱকং–তুত্থং** তুতিয়া **–চটকঃ** ঘৰচীয়া কুকুৰা **–চূড়া, –শিখা** ম'ৰা চৰাইৰ জঁ। **–পত্ৰী(ন্)** ম'ৰা পাখি লগোৱা কাঁড়। **–ৰথঃ** কাৰ্ত্তিকেয়। **–ব্যংসকঃ** ধূৰ্ত ম'ৰা চৰাই।

**ময়ূৰকঃ** ম'ৰা চৰাই, **–কং** তুতিয়া।

**মৰকঃ** *পু* (মৃয়ন্তে জনা যস্মাৎ মৃ অপ কণ্) মহামাৰি, প্লেগ।

**মৰকতং, মৰকতং** *ক্লী* অতি মূল্যৱান মুক্তা বিশেষ। সেউজীয়া ৰঙৰ পান্না, এই মুক্তাৰ দেৱতা বুধ, ৰ ৩।২১।

**মৰণং** *ক্লী* (মৃ কৰণে ল্যুট) ১। মৃত্যু, গী ২।৩৪; ২। এবিধ বিহ। **–ধৰ্মা(ন্)** মৰণশীল **–নিশ্চয়** মৰিবলৈ দৃঢ়সঙ্কল্প।

**মৰণান্ত, –ন্তক**, *বিণ* মৰণেই যাৰ শেষ।

**মৰণাভিমুখ –ণোন্মুখ** *বিণ* মৰোঁ মৰোঁ হোৱা, মুমূৰ্ষু।

**মৰতঃ, মৰিমা (ন্)** *পু* মৃত্যু।

**মৰন্দঃ –ন্দকঃ** *পু* (মৰণং দ্যতি খণ্ডয়তি মৃ দো যঃ) ফুলৰ ৰস, পুষ্পমধু।

**মৰাকালী** *স্ত্ৰী* বৃশ্চিকালী নামৰ এবিধ গছ।

**মৰাৰঃ** *পু* শস্যৰ ভঁড়াল।

**মৰাল** *বিণ* (মৃ আলচ) ১। কোমল, পিছল, তেলযুক্ত, ২। মিহি. মৃদু **–লঃ** *পু* ১। ৰাজহাঁহ, ২। খাৰ-হাঁহ (কাৰণ্ডৱ) ৩। ঘোঁৰা, ৪। মেঘ, ৫। অঞ্জন, ৬। ডালিম গছৰ শাৰী। ৭। ধূৰ্ত, ঠগ। **–লকঃ** বালিহাঁহ।

**মৰিচঃ–, ৰীচঃ** জলকীয়া, জালুক, **–চং** জালুক।

**মৰীচিঃ** *পু স্ত্ৰী* ১। ৰশ্মি, কিৰণ, ৰ ১৩।৪; ২। পোহৰ, ৩। মৰীচিকা। **–চিঃ** (মৃ ঈচিঃ) পু ১। ব্ৰহ্মাৰ জ্যেষ্ঠ মানসপুত্ৰ, এগৰাকী প্ৰসিদ্ধ মহৰ্ষি। কৰ্দম মুনিৰ কন্যা কলা এওঁৰ পত্নী। পুত্ৰ দুজন কশ্যপ আৰু পূৰ্ণিমা। ২। স্মৃতিকাৰক মৰীচি মুনি। ৩। কৃপণ পুৰুষ ৪। দনুৰ পুত্ৰৰ নাম, হৰ, ৩।৮২; ৫। মৰুদ্‌গণৰ এজন, গী ১০।২১; **–কা** *স্ত্ৰী* মৃগতৃষ্ণা।

**মৰীচিমা(ন্), মৰীচী (ন্)** *পু* সূৰ্য্য।

**মৰীমৃজ** *বিণ* বাৰে বাৰে ঘঁহি থকা।

**মৰুঃ** *পু* (ম্ৰিয়তেঽস্মিন্নিতি মৃ উণাদি উঃ) ১। মৰুভূমি, বালিময় দেশ, জলশূন্য দেশ, ২। এখন পৰ্বত, ৩। এখন দেশ আৰু তাৰ অধিবাসী, ৪। মৰুবক নামৰ গছ, ৫। নিমি বংশীয় হৰ্য্যশ্বৰ পুত্ৰৰ নাম, ৬। বসুবিলাকৰ এজন **–জঃ** ১। নখী নামৰ আতৰ, ২। মৰুদেশত উৎপন্ন হোৱা **–দ্বিপঃ, –প্ৰিয়ঃ** উট। **–ধন্বঃ,–ধন্বা(ন্)** *পু* মৰুভূমি। **–ভূঃ** মাৰোৱাৰ ৰাজ্য। **–সম্ভৱঃ** এবিধ ডাঙৰ জাতৰ মূলা।

**মৰুকঃ** *পু* ১। এবিধ হৰিণ, ২। ম'ৰা চৰাই, ৩। বন-হালধি।

**মৰুণ্টা, ণ্ডা** বহল কপালৰ স্ত্ৰী।

**মৰুৎ** *পু* (ম্ৰিয়তে প্ৰাণী যস্যাভাৱাদিতি মৃ উণাদি উৎ) ১। বায়ু, বতাহ, নৈ ২।৫৩; ২। বায়ু দেৱতা, ৩। দেৱতা, বিগ্ৰহ, ৰ ১২।১০১; ৪। মৰুবক নামৰ এবিধ গছ। ৫। ভাতৃ বৎসল দেৱতা, ৬। ঋত্বিক, **–কৰঃ** ৰাজমাহ। **–ক্ৰিয়া** পেটফুলা, পেট ফুলি বায়ু

নির্গত হোৱা –কোণঃ উত্তৰ-পশ্চিম দিশ। –তনয়ঃ, –পুত্রঃ, –সুতঃ, –সূনুঃ *পু* ১। ভীম ২। হনুমান, –ধবজং শিমলু বা কপাহৰ তুলা বতাহত ওপঙি ফুৰা, –পটঃ (নাও বা জাহাজৰ) পাল, –পতিঃ –পালঃ, –ইন্দ্র –পথঃ আকাশ, বায়ুমণ্ডল। –প্লৱঃ সিংহ –ফলং (বৰষুণৰ) শিল, –বন্ধঃ ১। বিষ্ণু ২। যজ্ঞপাত্র –ৰথঃ বিগ্রহ লৈ শোভাযাত্রা কৰা ৰথ। –ৱৰ্ত্মা(ন্) আকাশ, বায়ু মণ্ডল। –সখঃ অগ্নি, ইন্দ্র।

**মৰুতঃ** *পু* বায়ু, দেৱতা।

**মৰুত্তঃ** *পু* ১। যদুবংশীয় কৰন্ধমৰ পুত্ৰ। ২। শিলেযু ৰজাৰ পুত্র, ৩। চন্দ্রবংশীয় এজন ৰজা। এওঁৰ যজ্ঞত মৰুৎগণে পৰিচাৰকৰ কাম কৰিছিল। –কঃ মৰুবক বৃক্ষ।

**মৰুত্বান(ৎ)** ১। ইন্দ্ৰ, ৰ ৩।৪; ২। হনুমান, ৩। মেঘ। –ত্বতী *স্ত্রী* দক্ষ প্ৰচেতসৰ কন্যা, ধৰ্মৰাজৰ পত্নী, ভা ৬।৬।৪।

**মৰুলঃ** খাৰ হাঁহ ,কাৰণ্ডৱ।

**মৰুৱঃ** *পু* ১। ৰাহু গ্ৰহ, ২। এবিধ গছ (নাগদানা)। –ৱকঃ ১। এবিধ গছ, ২। এবিধ নেমু টেঙা, ৩। বাঘ, ৪। ৰাহু গ্ৰহ, ৫। সাৰস পক্ষী।

**মৰ্কাকঃ** *পু* ১। এবিধ হৰিণ, ২। ম'ৰা চৰাই।

**মৰুন্তৰা** *স্ত্রী* ১। কপাহ গছ, ২। বাঙী গছ।

**মৰ্কঃ** *পু* (মৰ্চ্ কন্) ১। শৰীৰ, ২। বায়ু, ৩। শুক্রাচার্য্যৰ এজন পুত্ৰৰ নাম, ৪। বান্দৰ।

**মৰ্ককঃ** *পু* এবিধ চৰাই।

**মৰ্কটঃ** *পু* (মৰ্কতি গচ্ছতীতি মৰ্ক অটন) ১। বান্দৰ, ২। মকৰা, ৩। এবিধ বিহ, ৪। এবিধ সাৰস জাতীয় দীঘলঠেঙীয়া চৰাই। হাড়গিলা চৰাই। –কঃ ১। বান্দৰ, ২। মকৰা, ৩। এবিধ মাছ, ৪। এবিধ শস্য। –তিন্দুকঃ এবিধ ক'লা টান কাঠ; আবলুচ কাঠ। –পোতঃ বান্দৰ পোৱালি –ৱাসঃ মকৰাজাল। –শীৰ্ষং সেন্দুৰ।

**মৰ্কটী** *স্ত্রী* ১। বান্দৰ-কেঁকোৰা, ২। মকৰা।

**মৰ্কৰা** *স্ত্রী* ১। কলহ বা পানীৰ পাত্ৰ, ২। সুৰঙ্গ, ছিদ্ৰ, গাঁত, গুহা, ৩। বন্ধ্যা তিৰোতা।

**মৰ্চ** *গ্রহে* (চুৰা উ স মৰ্চয়তি-তে) ১। ল, গ্ৰহণ কৰ, ২। পৰিষ্কাৰ কৰ, ৩। শব্দ কৰ।

**মৰ্জঃ** *পু* ধোবা, *স্ত্রী* পৰিষ্কাৰকৰণ, শুদ্ধি।

**মৰ্তঃ** *পু* (মৃ তন্) ১। মনুষ্য, ২। মৰ্ত্য লোক, ৩। চুটি-চাপৰ মানুহ, বাওনা।

**মৰ্ত্ত্য** *বিণ্* (মৰ্ত যৎ) মৰণশীল –ৰ্ত্ত্যং শৰীৰ। –ৰ্ত্ত্যঃ মনুষ্য, মৰ্ত্য লোক। –ধৰ্মঃ মৰণশীলতা –ভাৱঃ মানৱ প্ৰকৃতি –ভুৱনং পৃথিৱী –মহিতঃ দেৱতা, –মুখঃ মুখ মানুহৰ দৰে আৰু শৰীৰ জন্তুৰ দৰে, কিন্নৰ। –লোকঃ পৃথিৱী।

**মৰ্দ** *বিণ্* মৰ্দনকাৰী, চূৰ্ণকাৰী, ধ্বংসকাৰী, বিধ্বংসী –নং (মৃদ ভাৱে ল্যুট) ১। গা টিপা, ২। গা মালিচ, ৩। ঘৰ্ষণ, ৪। শৰীৰত প্ৰসাধন, প্ৰলেপন, ৫। পীড়ন যাতনা, নাশ।

**মৰ্দলঃ** *পু* এবিধ বাদ্যযন্ত্ৰ, মাদল, ঢোল, ঋতু ২।১।

**মৰ্দিত** *বিণ্* (মৃদ ক্ত) চূৰ্ণীকৃত, পীড়িত।

**মৰ্ৱ** গত্যাম (ভ্বা প সক মৰ্ৱতি) যা, আগুৱাই যা, গমন কৰ।

**মৰ্ম(ন্)** *ক্লী* ১। শৰীৰৰ প্ৰাণৰক্ষক প্ৰধান অংগসমূহ ২। স্বৰূপ, মৌলিক তত্ত্ব, নৈ ২।৯; ৩। দুৰ্বল বা ভেদ্য বিন্দু, খুঁত, ৪। সাৰ বস্তু, সাহ, কলিজা, ৫ শৰীৰৰ গ্ৰন্থী, গাঁথি, ৬। মৰ্মাৰ্থ, গুপ্তাৰ্থ, কাব্যাদিৰ গূঢ় অৰ্থ। ৭। গূঢ় তত্ত্ব। –কীলঃ পতি, স্বামী –গ তীক্ষ্ণ, তীব্ৰ, অন্তৰ্ভেদী –ঘ্ন অন্তৰ্ঘাতী। –চৰং হৃদয় –ছিদ্ –ভিদ্ মৰ্মভেদী, অত্যন্ত ক্লেশজনক, মৰ্মন্তুদ –জ্ঞ,–ৱিদ্ তত্ত্বজ্ঞ, মূল বিষয় সম্পৰ্কে অভিজ্ঞ বিদ্বান, –ত্ৰং বুকত পিন্ধা বৰ্ম বা কবচ। –দাৰণ প্ৰধান বিষয়বস্তুৰ বিষয়ে সম্পূৰ্ণ জ্ঞান থকা, –ভেদঃ গুপ্ত কথা ব্যক্ত কৰা। মূল বিষয়ৰ ভেদন, বিন্ধন –ভেদী(ন্) কাঁড়। –স্থলং–স্থানং ১। কলিজা, অন্তৰ, হৃদয়, ২। দুৰ্বল বিন্দু। –স্পৃক্(শ্) অত্যন্ত তীক্ষ্ণ।

**মৰ্মৰ** *বিণ্* (মৰ্ম ৰা কঃ) ঘাঁহ-পাত আদিৰ মৰ্মৰ শব্দ, –ৰঃ ১। মৰ্মৰ শব্দ, ২। ভোৰ-ভোৰোৱা। –ৰী ১ এবিধ সৰল গছ, ২। হালধি –ৰীকঃ ভিখাৰী, খোজনীয়াৰ।

**মৰ্মা** *অব্য* (মৃ যৎ) সীমা। চাৰিসীমা।

**মৰ্য্যাদা** *স্ত্রী* (মৰ্য্যা দা।অঙ) ১। সীমা, চাৰিসীমা, দাঁতি, ২। শেষ সীমা, অন্ত, মূৰ ৩। মাটিৰ সীমনা, ৪। নদীৰ পাৰ, ৫। নৈতিক বিধি, নৈতিক সীমা,

সৌজন্য, সঙ্গততা, সচ্চৰিত্ৰ। চাৰিত্ৰিক সততা। **–ভেদকঃ** সীমনা নষ্টকাৰী, সীমা ভঙ্গকাৰী।

**মৰ্যাদাচলঃ,–গিৰিঃ,–পৰ্ব্বতঃ** সীমাত থকা পৰ্বত।

**মৰ্যাদী(ন্)** ওচৰ-চুবুৰীয়া, সীমান্তবাসী।

**মৰ্ব** পূৰ্তৌ গতৌ (ভ্বা প স মৰ্বতি) ১। পূৰ্ণ কৰ, ভৰ্তি কৰ। যেনে– পযসা কলসং মৰ্বতি, ২। যা, গমন কৰ।

**মৰ্শঃ** *পু* (মৃশ ঘঞ) ১। পৰামৰ্শ, উপদেশ, মন্ত্ৰণা ২। ইংগি।

**মৰ্শণং** *ক্লী* (মৃশ ল্যুট) ঘৰ্ষণ, পৰীক্ষণ, বিবেচনা, উপদেশ।

**মৰ্ষঃ,–মৰ্ষণং** (মৃষ ঘঞ ল্যুট) ১। ক্ষান্তি, ক্ষমা, ২। সহিষ্ণুতা, ধৈৰ্য্য।

**মৰ্ষিত** *বিণ* (মৃষ ক্ত) ক্ষমাযুক্ত, ক্ষান্তিযুক্ত, ভা ১৭।৫১; সহন কৰা। ক্ষমাকৃত। **–তং** ধৈৰ্য্য।

**মৰ্ষী(ন্)** ক্ষমাশীল, সহনশীল।

**মল** ধৃতৌ (১) (ভ্বা আ স মলতে) (২) (চুৰা প স মলযতি) ১। ধৰ, ধাৰণ কৰ। ২। পা, প্ৰাপ্ত কৰ, ভোগ কৰ।

**মলং–লঃ** *ক্লী পু* (মলতে ধাৰযতি ব্যাধি আদিন মল অচ) ১। পাপ, মনু ২।১০২; ২। মলি, ধূলি, অশুদ্ধ বস্তু, ৩। গেদ, জাবৰ, ৪। কৰ্পূৰ, ৫। নৈতিক দোষ, অপৰাধ, ৬। শৰীৰৰ মলি, মল-মূত্ৰাদি। মনুৰ মতে এনে মল বাৰ বিধ, মনু ৫।১৩৫; ৭। শোধন কৰা জন্তুৰ ছাল। চামৰাৰ পোচাক, 'জেকেট, ৮। বায়ু, পিত্ত আৰু কফ, ৯। পাৰিভাষিক মল, যেনে– ব্ৰাহ্মণৰ মল হ'ল পূজা-ব্ৰতাদি পালন নকৰা, ক্ষত্ৰিয়ৰ ভিক্ষাবৃত্তি, ইত্যাদি, মহা ৮।৪৫।২৩; **–ঘ্নঃ** মলনাশক ঔষধ বিশেষ। **–জং** পূঁজ **–দূষিত** লেতেৰা, মলিন **–দ্ৰৱঃ** ঘনকৈ শৌচ কৰা, জুলাপ হোৱা। **–দ্ৰাৱী(ন্)** জাযফল **–পৃষ্ঠং** কিতাপৰ বাহিৰৰ পাত, বেটুপাত। **–ভুক(জ্)** কাউৰী, **–মল্লকঃ** লেংটি, কৌপীন বস্ত্ৰ। **–মাসঃ** মল মাহ। অধিক মাহ। ৰবিসংক্ৰান্তি অভাৱবিশিষ্ট চান্দ্ৰ মাহ। এই মাহ অশুদ্ধ মাহ। এই মাহত কোনো ধৰ্মকাৰ্য্য কৰা নহয়। 'অমাৱস্যাদ্বয়ং যত্ৰ ৰবিসংক্ৰান্তিবৰ্জিতম। মলমাসঃ স বিজ্ঞেয়ো বিষ্ণুঃ স্বপিতি কৰ্কটে। **–ৱাসা(স্)** ৰজস্বলা নাৰী। **–ৱিসৰ্গঃ ৱিসৰ্জনং –শুদ্ধিঃ** শৌচত্যাগ **–হাৰক** *বিণ* পাপনাশক।

**মলনং** *ক্লী* (মল্ ল্যুট) মৰ্দন, চূৰ্ণকৰণ, **–নঃ** তম্বু। চামিয়ানা।

**মলয়ঃ** *পু* (মলতে ধৰতি চন্দনাদিকমিতি মল্ কয়ন্) ১। মলয় পৰ্বত, চন্দনাদ্ৰি। চন্দন গছেৰে পূৰ্ণ হৈ থকা দাক্ষিণাত্যৰ পৰ্বতমালা। সাতখন কুলাচলৰ এখন। (বাকী ছয় খন– মহেন্দ্ৰ, সহ্য, শুক্তি আনৃক্ষ, বিন্ধ্যা আৰু পৰিপাত্ৰ)। সংস্কৃত কাব্যৰ কবিসকলে মলয় বতাহ এই পৰ্বতমালাৰ মাজেদি অহা বুলি কাব্যত বৰ্ণনা কৰি থাকে। চন্দন গছৰ মাজেৰে বোৱা সুগন্ধি মলয় বতাহে প্ৰেমিক-প্ৰেমিকাৰ মনত কাম ভাবৰ উদ্ৰেগ কৰাটো এটা স্বাভাৱিক ঘটনা বুলি কবিসকলে ভাবে, ২। এখন ৰাজ্য। মালাবাৰ, ৩। উদ্যান, ইন্দ্ৰৰ নন্দন কানন, ৪। ওঠৰখন উপদ্বীপৰ এখন, ৫। গৰুড় বংশীয় এজন ৰজাৰ নাম। **–জঃ–দ্ৰুমঃ** চন্দন গছ **–জং** ৰাহু গ্ৰহ **–ৱাসিনী** দেৱী দুৰ্গা।

**মলয়াচলঃ,–য়াদ্ৰিঃ** *পু* মলয় পৰ্বত।

**মলয়োদ্ভৱং** *ক্লী* মলয় পৰ্বতত হোৱা চন্দন।

**মলাকা** *স্ত্ৰী* (মলেন অৰ্কতি গচ্ছতীতি) ১। কামিনী স্ত্ৰী, কামুকা নাৰী, ২। মাইকী হাতী, ৩। মাইকী দূত, দূতী।

**মলাপহা** *স্ত্ৰী* এখন নদীৰ নাম।

**মলাৱহঃ** *ক্লী* ন বিধ পাপৰ এবিধ পাপ, মনু ১১।৭১।

**মলাৰিঃ** *পু* মলৰ শত্ৰু, সাজি মাটি, চৌদাখাৰ।

**মলিন** *বিণ* (মল ইনচ) ১। মলযুক্ত, লেতেৰা, মলদূষিত দাগ লগা, কলঙ্কিত, ২। ক'লা, ৩। নীচ, অধম, ৪। এন্ধাৰ, অস্পষ্ট, ৫। পাপী, দুষ্ট **–নং** *ক্লী* পাপ, দোষ, অপৰাধ, **–না–নী** ৰজস্বলা নাৰী **–প্ৰভ** *বিণ* লেতেৰা, পোহৰহীন, এন্ধাৰ। **–মুখ** ১। ক'লা মুখৰ, ২। নীচ, অধম, ৩। বৰ্ব্বৰ, নিৰ্দয়, **(খঃ)** *পু* ১। অগ্নি, ২। ভূত বা প্ৰেত, ৩। এবিধ বান্দৰ।

**মলিনয়তি** নামধাতু ১। মলিন কৰ, লেতেৰা কৰ, ক্লেদযুক্ত কৰ, ২। কলুষিত কৰ।

**মলিনাম্বু** *ক্লী* চিয়াঁহী।

**মলিনাস্য** *বিণ* মলিনমুখী।

**মলিনিমা(ন্)** *পু* ১। মলিনতা, কলুষতা, অশুদ্ধতা, কালিমা, ২। পাপ, অপৰাধ, নৈতিক কলুষতা।

**মলিম্লুচঃ** *পু* (মলি ম্লুচ্ ইব গত্যাম কঃ) ১। মল মাহ, ২। ঠগ, প্ৰবঞ্চক, চোৰ, শি ১৬।৫২; ৩। দৈত্য, ৪। অগ্নি, ৫। বায়ু, ৬। পঞ্চযজ্ঞ ত্যাগী ব্ৰাহ্মণ।

**মলীমস** *বিণ্* (মল্ ঈম্ সচ) ১। মলিন, অপৱিত্ৰ, দাগ লগা, কলুষযুক্ত, ২। ক'লা, ক'লা ৰঙৰ, ৩। দুষ্ট, পাপী, অপৰাধী, ভ্ৰান্ত, ভুল, **–সঃ** ১। লোহা, ২। হাইতাল।

**মলূকঃ** এবিধ ক্ৰিমি।

**মল্ল** ধৃতৌ (ভ্বা আ সক মল্লতে) ১। ধৰ, ধাৰণ কৰ, ২। পা, প্ৰাপ্ত কৰ, ৩। দখল কৰ।

**মল্ল** *বিণ্* (মল্ল অচ) ১। শক্তিশালী, বলৱান, ২। উৎকৃষ্ট **–ল্লঃ** *পু* ১। শক্তিশালী পুৰুষ, ২। মালযুঁজাৰু, মুষ্টিযোদ্ধা, পালোৱান, ৩। পানী খোৱা পাত্ৰ, ৪। এবিধ বৰ্ণসঙ্কৰ জাতি, মালা জাতি, ৫। কপাল, গাল, ৬। এখন দেশৰ নাম, **–কঃ** *পু* ১। দাঁত, ২। চাকিৰ গছা, ৩। চাকি, বন্তি, ৪। তৈল পাত্ৰ, ৫। নাৰিকলৰ কোৰোকা, বাটি, ৬। মালতী লতা বিশেষ, **–জং** জলকীয়া, জালুক **–ক্ৰীড়া** মালযুজ, **–তূৰ্যং** এবিধ বাদ্যযন্ত্ৰ, ঢোল। **–নাগঃ** ১। কামশাস্ত্ৰ বিশেষ, ২। ডাকোৱাল, ডাক পিয়ন, **–ভূঃ,–ভূমিঃ** মালযুঁজৰ পথাৰ ক্ষেত্ৰ বা মঞ্চ। **–যুদ্ধং** *ক্লী* মালযুঁজ। বাহুযুঁজ।

**মল্লা** *স্ত্ৰী* নাৰী, মল্লিকা লতা।

**মল্লাৰঃ** *পু* মেঘ মল্লাৰ সুৰ বা ৰাগ। ছয় বিধ ৰাগৰ দ্বিতীয় বিধ। (বাকী পাঁচ বিধ– বেলাবলী, পূৰৱী, কানড়া, মাধৱী, কোড়া আৰু কেদাৰকা)। মেঘমল্লাৰ ৰাগ বৰ্ষাকালত গোৱা হয়। **–ৰী** *স্ত্ৰী* বসন্ত ৰাগৰ ৰাগিণী।

**মল্লিঃ** *পু* চব্বিশ গৰাকী অৰ্হতৰ ঊনবিংশ জিন।

**মল্লিঃ,–ল্লীঃ** *স্ত্ৰী* মালতী লতা এবিধ। **–কঃ** ১। ছাই ৰঙৰ *ঠেং* আৰু *ঠোঁট*যুক্ত এবিধ বগা ৰাজহাঁহ, ২। মাঘ মাহ, ৩। মাকু। **–কাক্ষঃ,–কাখ্যাঃ** ছাই ৰঙৰ *ঠেং* আৰু *ঠোঁট*যুক্ত ৰাজহাঁহ এবিধ। **–কাখ্যা** মালতী ফুল। **–কাৰ্জুনঃ** শ্ৰীশৈল পৰ্বতৰ ওপৰত থকা শিৱলিঙ্গ। **–নাথঃ** খৃ পঞ্চদশ শতিকাৰ এগৰাকী প্ৰসিদ্ধ টীকাকাৰ। কুমাৰসম্ভৱ, ৰঘুবংশ, নৈষধচৰিত আদি কেবাখনো মহাকাব্যৰ টীকা ৰচনা কৰে। **–পত্ৰং** বেংছতা।

**মল্লিকা** *স্ত্ৰী* ১। মালতী ফুল, কু ২।২১৫; ২। চাকিৰ গছা, ৩। মাটিৰ পাত্ৰ এবিধ।

**মল্লীকৰঃ** *পু* চোৰ, ঠগ, প্ৰবঞ্চক।

**মল্লুঃ** *পু* ভালুক।

**মৱ্** নহে (ভ্বা প সক মৱতি) বান্ধ, বান্ধি থ, বন্ধনযুক্ত কৰ, কাৰাৰুদ্ধ কৰ, বন্দী কৰ।

**মৱ্য** বন্ধে (ভ্বা প সক মৱ্যতি), ধৰ, ধৰি বান্ধ, বান্ধি থ, কাৰাৰুদ্ধ কৰ, বন্দী কৰ। যেনে– মৱ্যতি চৌৰং নৃপঃ।

**মশ্** ধ্বনৌ কোপে (ভ্বা প স মশতি) মশতি মশকঃ। ১। (মহৰ দৰে) ভোন ভোন, গুণ গুণ কৰ, শব্দ কৰ, ২। খং কৰ, ক্ৰোধান্বিত হ।

**মশঃ** *পু* (মশ অচ) ১। মহ, দাঁহ ২। গুণগুণনি, ৩। ক্ৰোধ **–হৰী** আঁঠুৰা, মহৰি।

**মশকঃ** *পু* (মশ অচ কন্) ১। মহ, ডাঁহ, মনু ১।৮৫; ২। এবিধ চৰ্মৰোগ, ৩। চামৰাৰ পানী খোৱা মোনা। **–কুটী,–ৱৰণং** মহ খেদাৰ বাবে বাঁহৰ কৰা সোঁতা। **–কী(ন্)** ডিমৰু গছ।

**মশুনঃ** *পু* কুকুৰ।

**মষ্** ৱধে (ভ্বা প সক মষতি) ১। আঘাত কৰ, বধ কৰ, হত্যা কৰ, ২। ধ্বংস কৰ।

**মষিঃ–ষী** *স্ত্ৰী* মহি, চিয়াঁহী।

**মস্** পৰিমাণে পৰিণামে (দিৱা প স মস্যতি) ১। জোখ, জোখ ল, ওজন কৰ, ওজন ল, ২। পৰিৱৰ্তন কৰ, আকাৰ সলনি কৰ।

**মসঃ** *পু* ওজন, পৰিমাণ, জোখ।

**মসনং** ১। ওজন লোৱা, জোখ লোৱা, ২। এবিধ ঔষধি।

**মসৰা** *স্ত্ৰী* মচুৰ মাহ।

**মসাৰঃ, মসাৰকঃ** *পু* ইন্দ্ৰনীল মণি, নৈ ৯।১০৪।

**মসিঃ –সী** *পু স্ত্ৰী* (মস্ উণাদি ইন্) ১। চিয়াঁহী, ২। চাকিৰ আলান্ধু। ৩। অঞ্জন **–কূপী,–ধানঃ,–ধানী, –মণিঃ** চিয়াঁহী ৰখা পাত্ৰ, বটল। **–জলং** চিয়াঁহী **–পটলং** আলান্ধুৰ প্ৰলেপ **–পণ্যঃ** লিখক, কাকতী **–প্ৰসূঃ** *স্ত্ৰী* ১। লেখনী, কলম, ২। চিয়াঁহীৰ পাত্ৰ।

**মসূৰঃ, –সূৰঃ** *পু* মচুৰ মাহ। **–ৰকঃ** ঘূৰণীয়া গাৰু।

**মসূৰিকা** *স্ত্ৰী* ১। এবিধ সৰু জাতীয় বসন্ত ৰোগ, সৰু আই, ২। মহৰি, ৩। কুট্টনী, বেশ্যা সংগ্ৰহকাৰী তিৰোতা।

**মসূৰী** বসন্ত ৰোগ এবিধ।

**মসৃণ** *বিণ্* (সমৃণোত্তি দীপ্যতে ইতি ঋণু দীপ্তৌ কঃ) ১। অকৰ্কশ, স্নিগ্ধ, পিচল, ২। কোমল, মৃদু, ৩। ধুনীয়া, মনোৰম, ৪। জকমকীয়া, উজ্জ্বল, **–ণা** তিচী তেল।

**মস্ক্** গতৌ (ভ্বা উ সক মস্কতি-তে) যা, গমন কৰ, আগুৱাই যা।

**মস্কৰঃ** *পু* (মস্কতে গচ্ছত্যনেনেতি মস্ক বাহুলকাৎ অৰঃ) ১। বাঁহ গছ, ২। গমন, গতি, ৩। জ্ঞান, ৪। ফোঁপোলা বাঁহ, **–ৰী(ন্)** ১। ভিক্ষাৰী, ভট্টি ৫।৬৩; ২। বানপ্ৰস্থাশ্ৰমী, ৩। চন্দ্ৰ।

**মস্‌জ্** স্নানে (তুদা প সক মজ্জতি) ১। গা ধো, স্নান কৰ, ২। পানীত বুৰ মাৰ, পানীত জাঁপ দে, মনু ৪। ৮১; ৩। বুৰ যা, পানীত ডুবি মৰ, ৪। নিৰাশ হ, ৫। দুৰ্ভাগ্য ভোগ কৰ, দুখত পৰ, **উদ্–** ১। পানীৰ পৰা উঠি আহ, ২। দৃষ্টি গোচৰলৈ আহ, ৩। ওপৰলৈ উঠ, **নি–** ১। ডুব যা, তললৈ যা, (দুখত) পৰ। ২। (পঢ়াশুনাত) ডুব যা; অদৃশ্য হ।

**মস্তং** *ক্লী* (মস পৰিমাণে ক্তঃ) মূৰ, শিৰ। **–দাৰুঃ** দেৱদাৰু গছ। **–মূলকং** গল।

**মস্তকঃ** *পু* (মস্ তকন্) ১। দেহৰ প্ৰধান অঙ্গ, মূৰ, ২। মূৰৰ খোল, ৩। শীৰ্ষ, মনু ৪।৪৭ **–জ্বৰঃ, –শূলং** মূৰৰ বিষ **–পিণ্ডকং–কঃ** মদবাৰি বৈ থকা হাতীৰ কপালৰ টেমুনা। **–মূলকং** গল। **–স্নেহঃ** মগজু।

**মস্তিকং** *ক্লী* মূৰ।

**মস্তিষ্কং** *ক্লী* (মস্তং মস্তকং ইষ্যতি স্বাধাৰত্বেন প্ৰাপ্নোতীতি মস্ত ইষ্ গতৌ কঃ) ১। মূৰৰ খোলৰ ভিতৰত থকা স্নেহময় পদাৰ্থ, মূৰৰ ঘিঁউ, মগজ, ঋবে ১০।১৬৩।১; **–ত্বক্(চ্)** মগজক আবৰি ৰখা পাতল ঢাকছাল।

**মস্তু** *ক্লী* (মস্ তুন্) ১। গাখীৰ মথা পানী, দৈৰ পানী। **–লুঙ্গঃ,– ঙ্গকঃ** *পু ক্লী* মূৰৰ ঘিঁউ, মগজ।

**মহ্** (ক) পূজে ১। (ভ্বা প স মহতি) ২। (চুৰা উ স মহয়তি-তে) ১। সম্মান কৰ, পূজা কৰ, শ্ৰদ্ধা কৰ, কি ৫।৭, ৰ ১১।৪৯; (খ) বৃদ্ধৌ (ভ্বা উ স মহতে) ডাঙৰ হ, বৃদ্ধি হ, বাঢ়ি যা।

**মহঃ** *অব্য* সপ্ত লোকৰ অন্তৰ্গত লোক।

**মহঃ** *পু* (মহ্যতে ইতি মহ ঘঃ) ১। উৎসৱ, শি ৬।১৯; ২। তেজঃ শক্তি, দীপ্তি, ৩। ম'হ, ৪। নৈবেদ্য, বলি।

**মহঃ(স্)** *ক্লী* (মহ্যতে ইতি মহ অসুন্) ১। যজ্ঞ, ২। উৎসৱ, ৩। তেজঃ, শক্তি ৪। নৈবেদ্য, বলি, ৫। দীপ্তি, উজ্জ্বলতা, ৬। সপ্ত লোকৰ অন্তৰ্গত এখন লোক।

**মহকঃ** *পু* ১। বিখ্যাত পুৰুষ, ২। কাছ, ৩। বিষ্ণু।

**মহৎ** *বিণ্* (মহ্যতে পূজ্যতেঽসৌ ইতি মহ অতিঃ) ১। মহান, ২। বিৰাট, ডাঙৰ, বৃহৎ, প্ৰকাণ্ড, ৩। প্ৰচুৰ, অসংখ্যক, ৪। শক্তিশালী, বলৱান, ৫। ডাঠ, ঘন, ৬। দৰ্কাৰী, গুৰুতৰ ৭। উচ্চ, শ্ৰেষ্ঠ, বিখ্যাত, ৮। উচ্চ স্বৰ। ৯। বিশাল, বহল। (পু) ১। উট, ২। শিৰ, ৩। ধী শক্তি, সাংখ্যমতে পঁচিশ তত্ত্বৰ দ্বিতীয়টো, মনু ১২।১৪; কৰ্মধাৰয় আৰু বহুব্ৰীহি সমাসত 'মহৎ' শব্দ 'মহা' হয়। যেনে– মহাপুৰুষঃ। 'মহৎ' শব্দৰ অৰ্থ ডাঙৰ বা বৃহৎ হলেও কিছুমান শব্দৰ আগত মহৎ বা মহা শব্দৰ ব্যৱহাৰ নিষেধ কৰা হৈছে। 'শঙ্খে তৈলে তথা মাংসে বৈদ্যে জ্যোতিষিকে দ্বিজে। যাত্ৰায়াং পথি নিদ্ৰায়াং মহৎ শব্দো ন দীয়তে।' মহামাংসৰ অৰ্থ নৰ বা গো মাংস, মহাবৈদ্যঃ মূৰ্খ চিকিৎসক, মহানিদ্ৰা মৃত্যু, মহাযাত্ৰা মৃত্যুযাত্ৰা। **–ক্ষেত্ৰ** দখল কৰা বিৰাট অঞ্চল, **–তত্ত্বং** সাংখ্যমতে পঁচিশ তত্ত্বৰ দ্বিতীয় তত্ত্ব। **–ৰিলং** বায়ুমণ্ডল, চাৰিওফালৰ পৰিস্থিতি।

**মহতী** *স্ত্ৰী* (মহৎ ঙীষ) ১। এবিধ বীণা, ২। নাৰদৰ বীণাৰ নাম, শি ১।১০; ৩। গুৰুত্ব, বিশালতা, ৪। কুশ দ্বীপৰ এখন নদীৰ নাম। ৫। বেঙেনা গছ। **–দ্বাদশী** ভাদ মাহৰ শুক্লা দ্বাদশী তিথি। শ্ৰৱণ দ্বাদশী বুলিও কোৱা হয়। উপবাসত মহাফল প্ৰাপ্তি হয়।

**মহত্তৰঃ** *পু স্ত্ৰী* (অয়মনয়োৰতিশয়েন মহান্ ইতি মহৎ তৰপ্) ১। মুখ্য, প্ৰধান ব্যক্তি, বৃদ্ধ পুৰুষ, ২। কাঞ্চুকীয়, ৩। শূদ্ৰ, ৪। গাওঁবুঢ়া **–ত্তৰকঃ** কাঞ্চুকীয়।

**মহত্ত্বং** *ক্লী* (মহৎ ত্ব) ১। উচ্চত্ব, বিশালতা। উন্নত অৱস্থা, প্ৰকোপতা।

**মহনীয়** *বিণ্* শ্ৰদ্ধেয়, পূজনীয়, উন্নত, খ্যাতিমান, মহান।

**মহন্তঃ** *পু* আশ্ৰম বা সত্ৰৰ অধিকাৰ, অধ্যক্ষ।

**মহৰ্লোকঃ** *পু* ভূৰাদি সাতখন লোকৰ চতুৰ্থ লোক। সাতখন লোক– ভূঃ ভুৱঃ, স্বঃ, মহঃ, জনঃ, তপঃ, সত্যম্।

**মহৰ্বতী** *স্ত্ৰী* বান্দৰ কচু।

**মহল্লঃ,–ল্লিকঃ** *পু* ১। অন্তঃপুৰ ৰক্ষক, ২। ৰজাৰ অন্তঃপুৰৰ ৰক্ষী। সাধাৰণতে এইবিলাক নপুংসক হয়।

**মহল্লক** *বিণ্* ১। দুৰ্বল, ২। বুঢ়া **–কঃ** ১। ৰাজ অন্তঃপুৰৰক্ষী ২। ডাঙৰ প্ৰাসাদ, ডাঙৰ মহল।

**মহসং** *ক্লী* (মহ উণাদি অশচ) ১। জ্ঞান, ২। প্ৰকাৰ, ধৰণ।

**মহস্বৎ,–স্বী (ন্)** *বিণ্* উজ্বল, ঐশ্বৰ্য্যপূৰ্ণ, দীপ্তিমান।

**মহা** *স্ত্ৰী* (মহ্যতে পূজ্যতে ইতি মহ ঘ টাপ্) গাইগৰু।

**মহা** *বিণ্* কৰ্মধাৰয় আৰু বহুব্ৰীহি সমাসৰ প্ৰথম পদৰূপে 'মহৎ' শব্দৰ সলনি ব্যৱহাৰ কৰা হয়। কেইটামান শব্দৰ বাহিৰে বাকী প্ৰায় সকলো শব্দৰ আগত 'মহা' ব্যৱহাৰ কৰা দেখা যায়। যেনে– মহা ঋষিঃ মহৰ্ষিঃ, মহা ইন্দ্ৰঃ মহেন্দ্ৰঃ ইত্যাদি। ইয়াত তেনে কেইটামান প্ৰয়োজনীয় শব্দহে দিয়া হৈছে। **–কচ্ছঃ** *পু* ১। সাগৰ, ২। বৰুণ দেৱতা, ৩। পৰ্বত, **–কণ্টকিনী** নাগফণা, সাগৰ ফেণা নামৰ এবিধ কাঁইটীয়া সিজু জাতীয় গছ। **–কন্দঃ** মূলা, গাজৰ, নহৰু; **–কপিত্থঃ** বেল গছ, ৰঙা নহৰু। **–কম্বু** সম্পূৰ্ণ উলঙ্গ। **–কম্বুঃ** সদাশিৱ। **–কৰ্ণঃ** শিৱ। **–কৱিঃ** ১। কালিদাস, ভৱভূতি আদি প্ৰসিদ্ধ কবিসকল। ২। শুক্ৰাচাৰ্য্য **–কান্তঃ** শিৱ, **–কান্তা** পৃথিৱী **–কায়ঃ** ১। হাতী, ২। নন্দী, শিৱৰ দ্বাৰপাল নন্দী, ৩। শিৱ, ৪। বিষ্ণু **–কাৰ্ত্তিকী** ৰোহিণী নক্ষত্ৰযুক্তা কাৰ্ত্তিক পূৰ্ণিমা। **–কালঃ** *পু* (মহান্ চাসৌ কালশ্চ) ১। বিষ্ণু স্বৰূপ, অখণ্ডৰূপত দণ্ডায়মান হৈ থকা কাল বা সময়। ২। সদাশিৱ, ৩। উজ্জয়িনীত থকা জ্যোতিৰ্লিঙ্গৰ নাম। অতি বিখ্যাত তীৰ্থস্থান। এইখনৰ উল্লেখ কালিদাসৰ 'মেঘদূত'ত পোৱা যায়, ৪। শিৱৰ এটা পুত্ৰৰ নাম, ইয়াৰ মুখখন বান্দৰৰ দৰে। কাপু ৪৫ অ **–কালী** দুৰ্গাৰ কালীৰূপ। মহাকালৰ পত্নী– এওঁৰ পাঁচখন মুখ আৰু আঠখন হাত। **–ত্ৰিশক্তিঃ** সাত্বিকী-মহালক্ষ্মী, ৰাজসী-সৰস্বতী আৰু তামসী- মহাকালী, দেৱা **–কাব্যং** *ক্লী* কাব্যশাস্ত্ৰ। 'সৰ্গবন্ধো মহাকাব্যং তত্ৰৈকো নায়কঃ সুৰঃ।' কালিদাসাদি মহাকবিসকলে ৰচনা কৰা প্ৰসিদ্ধ কাব্যসমূহ। পৰম্পৰাগত ভাৱে পণ্ডিতসকলে এনে মহাকাব্য মাত্ৰ পাঁচখন বুলি কৈছে যদিও এই পাঁচখনৰ বাহিৰে আৰু কেবাখনো কাব্যক মহাকাব্যৰ শ্ৰেণীত পেলাব পাৰি। পাঁচখন মহাকাব্য হ'ল– ৰঘুবংশ, কুমাৰসম্ভৱ, কিৰাতাৰ্জুনীয়, শিশুপালবধ আৰু নৈষধচৰিত। **–কুল** উচ্চবংশজাত **–কৃচ্ছ্ৰং** কঠোৰ তপস্যা **–ক্ৰতুঃ** অশ্বমেধ যজ্ঞ। মহাযজ্ঞ **–ক্ৰমঃ** বিষ্ণু। **–ক্ৰোধঃ** শিৱ **–খৰ্ৱং** অসংখ্যক, এশ কোটি। **–গদঃ** জ্বৰ। ডাঙৰ বেমাৰ। **–গন্ধং** এবিধ চন্দন, হৰিচন্দন। **–গৱঃ** বনগাই, মেঠোন। **–গ্ৰীৱী(ন্)** উট **–চূৰ্ণা** সুৰা **–ছায়ঃ** বট গছ। **–জটঃ** শিৱ। **–জনঃ** ১। জনতা, মহাজনো যেন গতঃ স পন্থাঃ। ২। ডাঙৰ মানুহ, বিখ্যাত পুৰুষ, ৩। মহাজন, দোকানী, বেপাৰী, **–জৱঃ** ১। মেঠোন, ২। এবিধ হৰিণ। **–জ্বালঃ** ১। হোমাগ্নি, ২। শিৱ, ৩। এখন নৰক **–তলং** সাতখন পাতালৰ এখন, **–তেজঃ** *পু* ১। বীৰ পুৰুষ, যোদ্ধা, ২। অগ্নি, ৩। কাৰ্ত্তিকেয়, **–দন্তঃ** শিৱ, দঁতাল হাতী, **–দণ্ডঃ** দীঘল হাত। কঠোৰ শাস্তি। **–দশা** গ্ৰহৰ প্ৰভাৱ। **–দাৰু** *ক্লী* দেৱদাৰু গছ। **–দেৱঃ** শিৱ, অষ্ট মূৰ্তিৰ অন্তৰ্গত সোম মূৰ্তি। **–ধনুঃ(স্)** শিৱ। **–ধাতুঃ** ১। সোণ, ২। শিৱ, ৩। মেৰু পৰ্বত, **–নটঃ** শিৱ **–নদঃ** ব্ৰহ্মপুত্ৰ, সিন্ধু **–নদী** গঙ্গা, মহানদী **–নন্দা** সুৰা **–নৰকঃ** একৈশখন নৰকৰ এখন। **–নাটকং** ডাঙৰ নাটক, হনুমন্নাটক। **–নাদঃ** ১। ডাঙৰ শব্দ, ২। মহাদেৱ ৩। দবা, ৪। মেঘৰ গৰ্জন, ৫। শঙ্খ, ৬। হাতী, ৭। সিংহ, ৮। উট, **–নিদ্ৰা** মৃত্যু **–নিৰ্ব্বাণং** (বৌদ্ধমতে) ব্যক্তিত্বৰ সম্পূৰ্ণ বিলোপ **–নিশা** মাজনিশা। **–পক্ষঃ** গৰুড়, **–পক্ষী** ফেঁচা **–পথঃ** স্বৰ্গলৈ যোৱা পথ। মৃত্যুপথ। **–পদ্মঃ** ১ বিৰাট সংখ্যা, অৰ্বুদ, ২। নাৰদ, ৩। কুবেৰৰ ভঁড়াল এটাৰ নাম। **–পাতকং** ব্ৰহ্মহত্যা, সুৰাপান, চৌৰ্য্য, গুৰুপত্নী- গমন আৰু এই চাৰিটাৰ লগত সংসৰ্গ – এই পাঁচটা মহাপাতক মনু, ১১।৫৪; **–পাত্ৰঃ** মুখ্যমন্ত্ৰী, মুখ্য সচিব **–পাশঃ** যমদূত বিশেষ। **–পাসকঃ** বৌদ্ধভিক্ষু **–পুৰাণং** একাদশ লক্ষণযুক্ত ব্যাসপ্ৰণীত ওঠৰখন পুৰাণশাস্ত্ৰ। **–পুৰুষঃ** শ্ৰেষ্ঠ পুৰুষ, (**–দন্তা**) শতমূল **–পুষ্পাঃ** অপৰাজিতা **–পৃষ্ঠঃ** উট **–প্ৰকৃতিঃ** দুৰ্গা দেৱী। **–প্ৰলয়ঃ** ত্ৰিলোক বিনাশ। **–প্ৰসাদঃ** ১। দেৱতাৰ উদ্দেশ্যে অৰ্পিত নৈবেদ্যাদি, ২। শিৱ, **–প্ৰস্থানং** ইহজীৱন ত্যাগ, মৰণ। **–প্ৰাণঃ** ১। ঢোঁৰা-কাউৰী, ২। বৰ্ণমালাৰ খ, ঘ, ছ, ঝ, ঠ, ঢ, থ, ধ, প, ভ, শ, ষ, স আৰু হ বৰ্ণকেইটা। **–ফলঃ** বেলগছ **–বলং** সীহধাতু, **–বলঃ** বুদ্ধ **–বোধিঃ** বুদ্ধঃ; **–ব্ৰাহ্মণঃ** মূৰ্খ ব্ৰাহ্মণ **–ভটঃ** সাহসী যোদ্ধা। **–ভদ্ৰা** গঙ্গা, **–ভাগ** *বিণ্* ১ অতি ভাগ্যৱান, ২। খ্যাতিমান, যশস্বী, মনু,

৩।১৯২ ৩। পৱিত্র, **–ভাৰতং** (মহান্তং ভাৰং তনোতীতি মহাভাৰ তন ডঃ) ব্যাসপ্রণীত প্রসিদ্ধ 'মহাভাৰত' নামৰ পুৰাণ গ্রন্থ। ওঠৰটা পর্বত বিভক্ত লক্ষাধিক শ্লোক থকা এই বিৰাট পুথিখনত কৌৰৱ পাণ্ডৱৰ ঐতিহাসিক বিৱৰণ মনোমোহা কাব্য শৈলীৰে ৰচনা কৰা হৈছে। **–ভাষ্যং** পাণিনিৰ অষ্টাধ্যায়ীৰ পতঞ্জলিকৃত বিখ্যাত ভাষ্য-টীকা। **–ভীমঃ,– ভীমঃ** শান্তনু। **–ভূতং** পৃথিবী আদি পঞ্চমহাভূত। মনু ১।৬ **–ভৈৰৱঃ** ১। সদাশিৱ, ২। শৰভৰূপী মহাদেৱ, ৩। শোণিতপুৰৰ শিৱমন্দিৰ। **–মণ্ডূকঃ** হালধীয়া বৰণৰ ভেকুলী, সোণা বেং **–মতিঃ** বৃহস্পতি। **–মনঃ(স্)** শৰভ। **–মন্ত্রী(ন্)** মুখ্য মন্ত্রী। **–মহাৱাৰুণী** *স্ত্রী* গঙ্গাস্নানৰ যোগ বিশেষ। শনিবাৰ, শতভিষা নক্ষত্র, গৌণচান্দ্র আৰু চৈত্র কৃষ্ণ ত্রয়োদশী তিথি যোগ। **–মাংসং** নৰমাংস। **–মাত্রঃ** মুখ্য সচিব, বিষয়া বা মন্ত্রী **–মাত্রী** মুখ্যমন্ত্রীৰ, পত্নী, গুৰুপত্নী **–মায়ঃ** বিষ্ণু, **–মায়া** ১। দুর্গা, ২। গঙ্গা, ৩। সাংসাৰিক মায়া, মোহ, ভ্রম। **–মাৰী** 'প্লেগ', হাইজা আদি সাংঘাতিকভাৱে সংক্রামক ৰোগসমূহ। **–মাষঃ** ৰাজমাহ **–মুখঃ** ঘৰিয়াল **–মুনিঃ** মহর্ষি ব্যাস, কৃপাচার্য্য, অগস্ত্য, বুদ্ধ, **–মূর্দ্ধা(ন্)** সদাশিৱ। **–মূষিকঃ** ডাঙৰ এন্দুৰ। **–মৃগঃ** হাতী **–মৃত্যুঞ্জয়ঃ** শিৱৰ স্তোত্র (মন্ত্র) বিশেষ। **–যজ্ঞঃ** পঞ্চমহাযজ্ঞ। অধ্যাপন, তর্পণ, হোম, ভূত বলি আৰু অতিথিসেৱা। **–যমকং** বৃহৎ যমক (অলঙ্কাৰ)। শ্লোক ফাঁকিৰ চাৰিটা শাৰীত একেখিনি শব্দকে ব্যৱহাৰ কৰিছে যদিও অর্থ বেলেগ, কি ১৫।৫২; **–যুগং** মনুষ্যৰ চাৰি যুগৰ সমান ডাঙৰ যুগ। **–যোগী(ন্)** ১। সদাশিৱ, ২। বিষ্ণু, ৩। কুকুৰা চৰাই। **–ৰজনং** ১। কুঙ্কুম, ২। সোণ **–ৰথঃ** বীৰ যোদ্ধা, **–ৰসং** টেঙা ভাতৰ পানী **–ৰসঃ** ১। কুঁহিয়াৰ, ২। পাৰদ **–ৰাজঃ** ১। জিন এগৰাকী, ২। সম্রাট, ৩। ৰজাৰ প্রতি সশ্রদ্ধ সম্বোধন। **–ৰাজিকাঃ** গণদেৱতাসমূহ, মুঠতে ২২০ জন। **–ৰাত্রী** দেৱী দুর্গা। **–ৰাষ্ট্রঃ** বর্তমান মহাৰাষ্ট্র ৰাজ্য। মাৰাঠীবিলাকৰ ৰাজ্য। **–ৰেতঃ(স্)** শিৱ। **–ৰৌদ্রী** *স্ত্রী* দুর্গা। **–ৰৌৰৱঃ** একৈশখন নৰকৰ এখনৰ নাম। **–লয়ঃ** পৰমাত্মা, **–লিঙ্গঃ** শিৱ। **–লোলঃ** কাউৰী **–লোহং** চুম্বক **–ৱনং** বৃন্দাবন। **–ৱৰাহঃ** বিষ্ণুৰ বৰাহ অৱতাৰ। **–ৱসঃ** শিশু **–ৱার্তিকঃ** পাণিনিসূত্রৰ ওপৰত কাত্যায়নৰ বার্তিক **–ৱিদ্যা** (ৱিদ্যাতে জ্ঞায়তে ইতি ৱিদ্ ক্যপ্ টাপ্) ১। দেৱী দুর্গা। দশ মহাবিদ্যা। কালী তাৰা মহাবিদ্যা ষোড়শী ভুৱনেশ্বৰী। ভৈৰৱী ছিন্নমস্তা চ ৱিদ্যা ধূমাৱতী তথা। ৱগলা সিদ্ধৱিদ্যা চ মাতঙ্গী কমলাত্মিকা।। ২। গঙ্গা, **–ৱিষঃ** *পুং* দুমুখীয়া সাপ। **–ৱিষুৱং** মেষ ৰাশিত সূর্য্যৰ সংক্রমণ। **–ৱিষুৱচক্রং** নক্ষত্র ঘটিত মানুহৰ আকাৰৰ চিত্ৰৰূপ চক্র। **–ৱীচিঃ** এখন নৰকৰ নাম। **–ৱীৰঃ** ১। গৰুড় পক্ষী, ২। বীৰ পুৰুষ, ৩। সিংহ, ৪। মনুৰ এটা পুত্রৰ নাম, ৫। বগা ঘোঁৰা, ৬। শেষ জিন, মহাবীৰ ত্রিশলাগর্ভজাত সিদ্ধার্থৰ পুত্র, ৭। কুলি চৰাই, ৮। ধনুর্ধৰ, যোদ্ধা, ৯। লক্ষণ, ১০। হনুমান **–ৱীর্য্যঃ** বুদ্ধ **–ৱীর্য্যা** সূর্য্য পত্নী সংজ্ঞা। **–ৱেগঃ** গৰুড় **–ব্যাধিঃ** এবিধ ভয়ানক কুষ্ঠৰোগ। **–ব্যাহৃতিঃ** স্বাহাযুক্ত প্রণৱ। ওঁ ভূঃ স্বাহা, ওঁ ভুৱঃ স্বাহা, ওঁ স্বঃ স্বাহা, মনু ২।৮১; **–ব্রতং** বাৰ বছৰীয়া ব্রত বিশেষ। **–ব্রতী(ন্)** ১। পৰম ভক্ত, ২। শিৱ, **–শক্তিঃ** ১। শিৱ, ২। কার্ত্তিকেয় **–শংখঃ** ১। মানুহৰ হাঁড় ২। এটা বিৰাট সংখ্যা, দহ নিখর্ব। ৩। কপাল ৪। বৃহৎ শঙ্খ, গী ১।১৫; **–শঠঃ** ধঁতুৰা গছ। **–শয়ঃ** (মহান আশয়োঽভিপ্রায়ো যস্য সঃ) ১। মহাপুৰুষ, মহাত্মা; শ্রদ্ধাপূর্ণ সম্বোধন, ২। সমুদ্র **–শুক্লা** দেৱী সৰস্বতী, **–শুভ্রং** ৰূপা। **–শ্মশানং** কাশী। **–শ্রমণঃ** শাক্যমুনি, এগৰাকী বুদ্ধ **–শ্রীঃ** ১। বুদ্ধশক্তি বিশেষ, ২। ও'৺, ৩। স্বাহা, **–শ্বাসঃ** শ্বাসবেমাৰী **–শ্বেতা** *স্ত্রী* ১। মহাশুক্লা, দেৱী সৰস্বতী, ২। দুর্গা **–ষষ্ঠী** দুর্গা ষষ্ঠী। **–ষ্টমী** (মহতী অষ্টমী) আহিন মাহৰ শুক্লাষ্টমী, দুর্গাষ্টমী। **–সত্ত্বঃ** কুবেৰ **–সর্জঃ** কঁঠাল (ফল)। **–সান্তপনঃ** এবিধ অতি কঠোৰ তপস্যা, মনু ১১।২১২; **–সাহসং** দুঃসাহস **–সাহসিকঃ** ডকাইত, চোৰ **–সিংহঃ** শৰভ **–সুখং** মহানন্দ, যৌনক্রিয়াৰ আনন্দ। (–খঃ) বুদ্ধ **–সূক্ষ্মা** নদী বা সাগৰৰ বালি। **–সেনঃ** ১। কার্ত্তিকেয় ২। সেনাধ্যক্ষ, **–স্কন্ধঃ** উট, **–স্থলী** ধৰাতল **–হংসঃ** বিষ্ণু **–হুম্বা** বান্দৰ-কচু, বান্দৰ কেঁকোৰা।

**মহিঃ** *স্ত্রী* (মহ্যতে ইতি মহ পূজায়াং ইন্) পৃথিৱী। মহৎ। মহিমা, মহৎ তত্ত্ব, ভা ২।১।৩৫।

**মহিকা** *স্ত্রী* হিম, বৰফ, কুঁৱলী।
**মহিত** *বিণ্* (মহ্ পূজায়াং ক্তঃ) পূজিত, অৰ্চিত, সেৱিত। **–তং** শিৱৰ ত্ৰিশূল।
**মহিন** *বিণ্* পূজনীয়, অৰ্চনীয়। **–নং** *ক্লী* ৰাজ্য।
**মহিমা (ন্)** *পু* (মহতঃ ভাৱঃ মহৎ ইমনিচ্) ১। শিৱৰ অণিমাদি আঠ ঐশ্বৰ্য্যৰ (সিদ্ধিৰ) এটা। ২। মাহাত্ম্য, ৩। উৎকৰ্ষতা, ঐশ্বৰ্য্য, উচ্চ পদ।
**মহিৰঃ** *পু* (মহ ইলচ লস্য ৰঃ) সূৰ্য্য।
**মহিলা** *স্ত্রী* (মহ্ পূজায়াম ইলচ টাপ্) ১। স্ত্ৰী, তিৰোতা, সম্ভ্ৰান্ত নাৰী, ২। প্ৰিয়ঙ্গু লতা, ৩। ৰেণুকা নামৰ আতৰ এবিধ, ৪। মতলীয়া স্ত্ৰী।
**মহিষঃ** *পু* (মংহতি পূজয়তি ইতি মহি টিষচ্) ১। ম'হ, ২। যমৰাজৰ বাহন, ৩। দুৰ্গাৰ হাতত নিহত হোৱা মহিষাসুৰ। **–ঘ্নী** দেৱী দুৰ্গা। **–ধবজঃ,–ৱাহনঃ** যমৰাজ।
**মহিষাসুৰঃ** ৰম্ভাসুৰৰ পুত্ৰ প্ৰবল পৰাক্ৰমী এজন অসুৰ। ৰম্ভাসুৰে কঠোৰ তপস্যা কৰি মহাদেৱৰ পৰা পোৱা বৰৰ ফলস্বৰূপে মহিষাসুৰৰ ৰূপত স্বয়ং মহাদেৱকে পুত্ৰৰূপে পাইছিল। আৰু সেই মহাদেৱৰে পত্নী দুৰ্গাৰূপী পাৰ্ৱতীৰ হাতত মহিষাসুৰ নিহত হয়। **–ঘাতিনী,–মথনী, মৰ্দনী–সূদনী** দেৱী দুৰ্গা।
**মহিষী** *স্ত্রী* ১। মাইকী ম'হ, মনু ৯।৫৫; ২। ৰাজমহিষী, প্ৰধানা ৰাণী, ৰাজ্ঞী, ৩। পাৰিচাৰিকা, ৪। অসতী স্ত্ৰী, ৫। ঘৈণীয়েকৰ হতুৱাই বেশ্যাগিৰি কৰি পোৱা ধন। **–স্তম্ভঃ** ম'হৰ মূৰ লগাই অলঙ্কৃত কৰা স্তম্ভ, খুঁটা।
**মহী** *স্ত্রী* (মহ্ অচ্ ঙীষ্) ১। পৃথিবী, ২। এখন নদীৰ নাম, ৩। মাটি, ভূমি। ৪। গাইগৰু, ৫। দেশ, ৰাজ্য **–ক্ষিৎ** ৰজা। সম্ৰাট। **–জঃ** ১। মঙ্গল গ্ৰহ, ২। গছ, **–তলং** ধৰাতল। **–দুৰ্গং** মাটিৰ প্ৰাচীৰ বা দুৰ্গ। **–ধৰঃ** ১। পৰ্বত, কু ৬।৮৯; ২। বিষ্ণু **–ধ্ৰঃ** পৰ্বত, বিষ্ণু, **—পুত্ৰঃ–সুতঃ–সূনুঃ** ১। মঙ্গল গ্ৰহ, ২। নৰকাসুৰ, **—পুত্ৰী–সুতাঃ** সীতা **–প্ৰৰোহঃ,–ৰুহঃ** পৰ্বত। **–প্ৰাচীৰং–প্ৰাৱৰঃ** সাগৰ। **–ভৰ্তা(ৰ্ত্ত)** ৰজা, **–ভৃৎ** ১। পৰ্বত, ২। ৰজা **–ময়** মৃন্ময় **–সুৰঃ** ব্ৰাহ্মণ।
**মহীয়স্** (মহান্ ঈয়সুন্) ১। বৃহত্তৰ, শ্ৰেয়ান্, ২। বলৱান, *(পু)* মহাত্মা, **–সী** *স্ত্রী* শ্ৰেষ্ঠা নাৰী।
**মহীলা, –হেলা –লেহিকা** *স্ত্রী* নাৰী, ভদ্ৰ মহিলা।
**মহেশঃ** সদাশিৱ। **–বন্ধুঃ** বেল গছ।
**মহেচ্ছ** *বিণ্* ১। উদাৰ, বহলমনা, মহান, ৰ ১৮।৩; ২। উচ্চাকাঙ্ক্ষী।
**মহেশঃ,–শানঃ** *পু* শিৱ। **–শানী** পাৰ্বতী।
**মহেশ্বৰঃ** ১। শিৱ, ২। সম্ৰাট, ৩। বিষ্ণু।
**মহৈলা** *স্ত্রী* ডাঙৰ এলাচি।
**মহোক্ষঃ** *পু* ডাঙৰ জাতৰ বলদ, বৃষভ।
**মহোৎক** *স্ত্রী* বিদ্যুৎ, বিজুলী।
**মহোৎসৱঃ** *পু* আনন্দজনক অনুষ্ঠান।
**মহোদধিঃ** *পু* সমুদ্ৰ।
**মহোদয়ং** *ক্লী* কান্যকুব্জ নগৰ **–য়ঃ** ১। কান্যকুব্জ দেশ, ২। স্বামী, গৰাকী।
**মহোন্নতঃ** তাল গছ।
**মহোন্মদঃ** এবিধ মাছ।
**মহোৰগঃ** *পু* সৰ্প জাতি। ডাঙৰ সাপ।
**মহৌজাঃ(স্)** *বিণ্* অতি শক্তিশালী, তেজস্বী।
**মহৌষধং** *ক্লী* ১। কোনো বিশেষ ব্যাধিৰ শ্ৰেষ্ঠ ঔষধ ২। নহৰু, জালুক। **–ধিঃ** *স্ত্রী* ১। দুবৰি, ২। মহা স্নানৰ দ্ৰব্য, ৩। শ্ৰেষ্ঠ ঔষধ, ৪। সঞ্জীৱনী লতা বিশেষ।
**মা** *অব্য* বাৰণ, নিষেধ, বিকল্প আদি অৰ্থবোধক। 'মা নিষাদ! প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।', 'মা কশ্চিদ্ দুঃখভাগ্ ভৱেৎ।' ইহ লোকত যেন কোনেও দুখ ভোগ নকৰে।
**মা** *স্ত্রী* (মা ক্বিপ্ টাপ্) ১। দেৱী লক্ষ্মী, ২। মাতৃ, ৩। মাপ, জোখ, **–পঃ–পতিঃ** বিষ্ণু।
**মা** ক) মানে (অদা প স মাতি); খ) মানে, শব্দে (হ্বা আ শ নিমীতে); গ) মানে (দিৱা আ স মায়তে, মীয়তে) ১। জোখ ল, ওজন কৰ, মাপ ল, ২। জোখ বা ওজন কৰি তুলনা কৰ, ৩। ভিতৰত থাক। ভিতৰত স্থান ল। (ণিজন্ত) মাপয়তি-তে (সনন্ত) মিৎসতি। **অনু—** অনুমান কৰ, চিন্তা কৰ, মিলা, মিল কৰ, **উপ—** ৰিজনি কৰ, ৰিজাই চা, শি ৩।৮ **নিস্— (নিৰ্)** ১। নিৰ্মাণ কৰ, তৈয়াৰ কৰ, সৃষ্টি কৰ, ২। উৎপন্ন কৰ, ৩। ৰচনা কৰ, **পৰি—** পৰিমাণ বা মাপ ল। **প্ৰ—** ১। প্ৰমাণ কৰ, ২। জোখ ল, মাপ ল, ৩। প্ৰদৰ্শন কৰ, **সং—** ১। জোখ ল, ২। সমান কৰ, সমতা স্থাপন কৰ, ৩। ৰিজাই চা, ৰিজনি কৰ।

**মা, –মাং** *বিণ্* অস্মদ শব্দৰ দ্বিতীয়া বিভক্তিৰ একবচন, মাং বিকল্পে 'মা', দেভা ১।৫।৬৬।

**মাংসং** *ক্লী* (মন্যতে ইতি মন জ্ঞানে সঃ) ১। মাংস, মঙহ, ২। মাছ, ফল আদিৰ মঙহাল অংশ। **–সঃ** ১। এবিধ কীট বা কৃমি। ২। এটা বৰ্ণসঙ্কৰ জাতি, কচাই। ৩। কাল **–কাৰি** *ক্লী* তেজ, ৰক্ত **–জং,–তেজঃ(স্)** চৰ্বি। **–দ্ৰাবী(ন্)** টেঙেচি টেঙা, চুকা শাক। **–নিৰ্য্যাসঃ** গাৰ নোম। **–পিত্তং** হাড়, **–পেশী** ১। মাংসপেশী, ২। গৰ্ভৰ দ্বিতীয় সপ্তাহৰ ভ্ৰূণ **–যোনিঃ** ৰক্তমাংসৰ প্ৰাণী। **–সাৰঃ** চৰ্বি **–হাসা** ছাল। (মনুস্মৃতিত 'মাংস' শব্দৰ এটা 'ব্যুৎপত্তি' পোৱা যায়। তাৰ অৰ্থ হ'ল 'যাৰ মাংস মই এই জন্মত খাওঁ পৰজন্মত সি মোক (মাং সঃ) খাব। ইয়াৰ প্ৰকৃত উদ্দেশ্য হ'ল মানুহক মাংস ভক্ষণৰ পৰা নিবৃত্ত কৰা, মনু ৫।৫৫-৫৬।

**মাংসল** *বিণ্* (মাংশ লচ্) ১। বলৱান, স্থূল, মঙহাল, ২। চৰ্বিযুক্ত, ৩। দ, গভীৰ, পেটাল। **–লং** *ক্লী* কাব্যৰ গৌৰী ৰীতিৰ অন্তৰ্গত ওজোগুণৰ অংশ।

**মাংসাষ্টকা** *স্ত্ৰী* গৌণচান্দ্ৰ মাঘ মাহৰ কৃষ্ণাষ্টমী।

**মাংসিকঃ** কচাই।

**মাকন্দঃ** *পু* আম গছ। **–ন্দী** ১। আমলখী, ২। পীত চন্দন।

**মাকৰ** *বিণ্* (মকৰস্য ভাৱঃ অণ্) মকৰ যুক্ত, মকৰ সম্বন্ধীয়, **–ৰী** মাঘ মাহৰ শুক্লাসপ্তমী। 'সূৰ্য্যগ্ৰহণ তুল্যা হি শুক্লা মাঘস্য সপ্তমী।' ডোকমোকালিতে গঙ্গাস্নান অতি ফলদায়ক।

**মাকৰন্দ** *বিণ্* ১। ফুলৰ ৰসেৰে তৈয়াৰী, ২। মধুপূৰ্ণ।

**মাকলিঃ** *পু* ১। ইন্দ্ৰৰ সাৰথি মাতলি, ২। চন্দ্ৰ,

**মাক্ষিকং** *ক্লী* (মক্ষিকাভিঃ কৃতম্ ইতি ঠক্) ১। মৌ, মধু, ২। এবিধ নীল বৰণীয়া খনিজ পদাৰ্থ। **–শৰ্কৰা** চেনিৰ মিঠাই, মিছিৰি।

**মাগধঃ** *পু* (মগধ অণ্) ১। চাৰণ, স্তুতি গায়ক, ২। গীত গাই ৰজাক শোৱাপাটীৰ পৰা জাগৃত কৰা লোক, ৩। মগধ ৰাজ্যৰ ৰজা **–ধী** ১। মগধ ৰাজপুত্ৰী, ৰ ১।৫৭; ২। চাৰি বিধ প্ৰধান প্ৰাকৃত ভাষাৰ এবিধ, ৩। জলকীয়া, ৪। বগা জীৰা, ৫। শোধিত চেনি, ৬। এবিধ মালতী ফুল ৭। এবিধ ইলাচি।

**মাগধা, –ধিকা** *স্ত্ৰী* দীঘল জলকীয়া।

**মাগধিকঃ** মগধৰাজ।

**মাঘঃ** *পু* শ্ৰীদত্তকৰ পুত্ৰ, 'শিশুপালবধ' মহাকাব্যৰ ৰচয়িতা প্ৰসিদ্ধ কবি মাঘ। এই মহাকাব্যখনৰ প্ৰশংসি এনেকৈ কৰা হৈছে– 'পুষ্পেষু জাতী নগৰেষু কাঞ্চী নাৰীষু ৰম্ভা পুৰুষেষু বিষ্ণুঃ। নদীষু গঙ্গা নৃপতৌ চ ৰামঃ কাব্যেষু মাঘঃ কৱি কালিদাসঃ।' আকৌ এঠাইত লিখিছে– কালিদাসৰ উপমা, ভাৰৱিৰ অৰ্থগৌৰৱ, দণ্ডীৰ পদলালিত্য আৰু মাঘৰ তিনিওটা গুণ। **–ঘোনী** পূৱ দিশ **–ঘনং** ইন্দ্ৰ সম্বন্ধীয় বস্তু।

**মাঘমা** মাইকী কেঁকোৰা।

**মাঘী** *ক্লী* মঘা নক্ষত্ৰযুক্ত পূৰ্ণিমা। মাঘ মাহৰ শুক্লা পূৰ্ণিমা। মাঘী পূৰ্ণিমা।

**মাঘ্যং** *ক্লী* কুন্দ ফুল।

**মাংক্ষ্** ইচ্ছায়াম্ (ভ্বা প স মাংক্ষতি) ইচ্ছা কৰ, অভিলাষ কৰ, বাসনা কৰ।

**মাঙ্গলিক** *বিণ্* ১। মাঙ্গলিক, মঙ্গলজনক, ২। সৌভাগ্যৱান।

**মাঙ্গল্য** *বিণ্* মঙ্গলময়, মাঙ্গলিক, **–ল্যং** *ক্লী* ১। মঙ্গল, ২। কল্যাণ, উন্নতি, ৩। আশীৰ্বাদ, ৪। মাঙ্গলিক কাৰ্য্য, উৎসৱাদি, **–মৃদঙ্গঃ** মাঙ্গলিক কাৰ্য্যত ঢোল বা ঢাক বাদ্য।

**মাচঃ** *পু* (মা অনচ কঃ) পথ, আলিবাট।

**মাচলঃ** ১। ঠগ, প্ৰৱঞ্চক, চোৰ, ডকাইত, ২। ঘঁৰিয়াল।

**মাচিকা** *স্ত্ৰী* মাখি।

**মাচিৰং** *অব্য* সোনকালে, পলম নকৰাকৈ।

**মাঞ্জিষ্ঠং** *ক্লী* মজাঠি; এই গছৰ শিপাৰে ৰঙা ৰঙ তৈয়াৰ কৰা হৈছিল।

**মাঠৰঃ** *পু* (মঠতি নিৱসতি সূৰ্য্যসমীপে মঠ অৰণ্) ১। বেদব্যাস, ২। ব্ৰাহ্মণ, ৩। মদ তৈয়াৰকাৰী, ৪। সূৰ্য্যৰ অনুচৰ এজন।

**মাঠী** বৰ্ম, কবচ।

**মাডঃ** *পু* ১। ওজন, জোখ, ২। এবিধ গছ।

**মাঢ়িঃ** *স্ত্ৰী* ১। মেল নোখোৱা কোমল পাত, কুঁহি, ২। শোক, নৈৰাশ্য, ৩। দৰিদ্ৰতা, ৪। ক্ৰোধ, ৫। কাপোৰৰ আঁচল। ৬। দাঁত-সিৰা।

**মাণকং–কঃ** *ক্লী পু* মানকচু।

**মাণৱঃ** *পু* (মন অণ্) ১। মানুহ, ২। শিশু, বালক, ৩। বিশ অথবা যোলডাল গুণা থকা কণ্ঠহাৰ বিশেষ **–ৱকঃ** ১। সৰু ল'ৰা, কিশোৰ, ২। দুষ্ট লোক, ৩। পণ্ডিত,

শিষ্য, ৪। কণ্ঠহাৰ, **–ৱীন** লৰালি, **–ব্যং** কিশোৰ গোষ্ঠী।

**মাণিকা** *স্ত্রী* ৮ পল সমান ওজনৰ। **–ক্যং** ৰত্ন এবিধ **–ক্যা** জেঠী।

**মাণিবন্ধং, মাণিমন্থং** সৈন্ধৱ লোণ।

**মাণ্ডলিক** *বিণ* মণ্ডল, অথবা বিভাগ সম্বন্ধীয় *(পু)* চক্র বিষয়া।

**মাতঙ্গঃ** *পু* (মতঙ্গ অণ্) ১। হাতী, শি ১।৬৪; ২। নীচ জাতিৰ লোক, চণ্ডাল, ৩। এজন কিৰাট **–দিৱাকৰঃ** এজন কবিৰ নাম। **–নক্রঃ** হাতীৰ সমান ডাঙৰ ঘঁৰিয়াল, ৰ ১৩।১০।

**মাতঙ্গী** *স্ত্রী* দহ মহাবিদ্যাৰ অন্তৰ্গত নৱম মহাবিদ্যা। দুৰ্গাৰ এটা ৰূপ।

**মাতৰিপুৰুষঃ** *পু* ১। মাকৰ আগত পুৰুষালি দেখুৱাওঁতা, ২। ভীৰু।

**মাতৰিশ্বা(ন্)** *পু* (মাতৰি অন্তৰীক্ষে শ্বয়তি বৰ্দ্ধতি শ্বি কণিন) বায়ু, ঋবে ১।৯৩।৬।

**মাতলিঃ** *পু* ইন্দ্ৰৰ সাৰথি।

**মাতা** *স্ত্রী* (মান পূজায়াং টাপ্) জননী।

**মাতামহঃ** *পু* মাকৰ পিতাক, ককাক। **–হী** মাকৰ মাক; **–হৌ** মাকৰ মাক পিতাক।

**মাতালী** *স্ত্রী* মাকৰ সখীয়েক, আমৈ।

**মাতুলঃ** *পু* (মাতুৰ্ভ্ৰাতা ইতি ডুলচ) ১। মাকৰ ভায়েক বা ককায়েক, অথবা পিতাকৰ খুলশালী, মোমায়েক, মনু ২।১৩০; ২। ধঁতুৰা গছ ৩। এবিধ সাপ। **–পুত্ৰকঃ** মোমায়েকৰ পুতেক ভায়েক।

**মাতুলা,–লানী, –লী** মামীয়েক।

**মাতুৰ্লিঙ্গঃ,–লুঙ্গঃ** এবিধ নেমুটেঙাৰ গছ। **–ঙ্গং** টেঙাফল।

**মাতুলেয়ঃ** *পু* মোমায়েকৰ পুত্ৰ।

**মাতৃ** *স্ত্রী* (মান্যতে পূজ্যতে যা সা মান্ ডাতৃ) প্ৰথমাৰ একবচন 'মাতা'। ১। মা, জননী, মাতা, ২। 'মা' শ্ৰদ্ধাভাজন ভদ্ৰমহিলাক সাধাৰণতে 'মা' বুলি সম্বোধন কৰা হয়। নিজৰ মৰমৰ কন্যা, আনৰ কন্যাকো 'মা'; বুলি সম্বোধন কৰাৰ প্ৰথা আছে, ৩। গাই গৰু, ৪। লক্ষ্মী মাতা, ৫। দুৰ্গা মাতা, ৬। আকাশ, ৭। পৃথিৱী, ৮। দেৱী মা, দেৱতা মাতা। মাতৃপ্ৰশস্তিঃ –জনকো জন্মদাতৃত্বাৎ পালনাচ্চ পিতা স্মৃতঃ। তয়োঃ শতগুণে মাতা পূজ্যা মান্যা চ ৱন্দিতা। **–কেশটঃ** মোমায়েক, **–গণঃ** দেৱমাতাসকলৰ গোষ্ঠী। **–ঘাতঃ, –ঘাতকঃ, –ঘাটী(ন্)** মাতৃহত্যাকাৰী। **–ঘাতুকঃ** ১। মাতৃহত্যাকাৰী, ২। ইন্দ্ৰ। **–দেৱ** মাতৃক দেৱতা-জ্ঞান। 'মাতৃদেৱো ভৱ'। অৰ্থাৎ মাতৃক দেৱতাৰ দৰে পূজা কৰা। **–নন্দনঃ** কাৰ্ত্তিকেয়; **–পক্ষঃ** মাকৰ পক্ষৰ ভাই-ককাই আদি। **–বন্ধুঃ,–বান্ধৱঃ** মাকৰ পক্ষৰ সম্বন্ধীয়সকল। **–মণ্ডলং** দেৱতা মাতাসকলৰ সমষ্টি **–মাতৃ** *স্ত্রী* পাৰ্ৱতী, **–মুখঃ** মাকৰ মুখলৈ চাই থকা লোক, মূৰ্খ, অবোধ। **–যজ্ঞঃ** দেৱতা মাতৃগণৰ উদ্দেশ্যে যজ্ঞ। **–ৱৎসল** মাকৰ মৰমৰ। **(লঃ)** কাৰ্ত্তিকেয় **–স্বসা** মাকৰ ভনীয়েক, মাহীয়েক। **–স্বসেয়ঃ** মাহীয়েকৰ পুতেক।

**মাতৃক** *বিণ* ১। মাকৰ পৰা অহা বা পোৱা, ২। মাকৰ ফালৰ **–কঃ** মোমায়েক, **–কা** ১। মাক, ২। আইতাক, ৩। ধাই মা, ৪। মূল, উৎস, ৫। দেৱতা মাতৃগণ, ৬। বৰ্ণমালা **–চ্ছিদং** পৰশুৰাম।

**মাতৃকেশটঃ** মোমায়েক।

**মাত্ৰ,** (মা ত্ৰন) বিণ বিশেষ্য পদৰ শেষত 'ইমানখিনি, ইমানলৈকে, ইমান পৰিমাণৰ', ইত্যাদি অৰ্থ বুজাবলৈ ব্যৱহাৰ কৰা হয়। **–ত্ৰং** ১। জোখ, দীঘল, পুতল, ওখ, দূৰত্ব সংখ্যা আদি বাচকৰূপে সমাসৰ শেষত ব্যৱহাৰ হয়। যেনে– কিঞ্চিন্মাত্ৰং, নিমিষমাত্ৰং, হস্তীমাত্ৰং, প্ৰাণীমাত্ৰং আদি। ২। এটাহে তাতকৈ বেছি নহয়, কেৱল, ইত্যাদি বুজাবলৈ; যেনে– পক্ষীমাত্ৰেণ, একমাত্ৰ চৰাইৰ দ্বাৰা।

**মাত্ৰা** *স্ত্রী* ১। পৰিমাণ, জোখ, ২। জোখৰ মান, বিধি, ৩। অলপ, ৪। জোখ বা পৰিমাণৰ একক যেনে– এহাত, এগজ, ৫। কাণৰ ভূষণ, ৬। বিত্ত, ধন, সম্পত্তি, ৭। আখৰ বা বৰ্ণৰ অৱয়ৱ। নাগৰী লিপিকে ধৰি বেছি ভাগ ভাৰতীয় লিপিৰ ওপৰত পথালি ৰেখা, ৮। মুহূৰ্ত, ৯। অণু, পৰমাণু, ১০। অংশ, সূক্ষ্ম অংশ, ১১। বিৱৰণ, ১২। কাব্যৰ ছন্দত হ্ৰস্ব দীৰ্ঘাদি প্ৰভেদ। এটা স্বৰবৰ্ণ উচ্চাৰণ কৰোঁতে প্ৰয়োজন হোৱা সময়। 'সা মাত্ৰা কৱিভিঃ প্ৰোক্তা হ্ৰস্বদীৰ্ঘপ্লুতে মতা', ১৩। ইন্দ্ৰিয়, ইন্দ্ৰিয় বৃত্তি, গী ২।১৪; ১৪। মৌলিক পদাৰ্থ, ১৫। অলঙ্কাৰ, **–ছন্দঃ–বৃত্তং** মাত্ৰাৰ দ্বাৰা জ্ঞাত বা নিয়ন্ত্ৰিত ছন্দ, যেনে– আৰ্য্যা ছন্দ। **–সঙ্গঃ** ঘৰুৱা সম্পত্তিৰ প্ৰতি আসক্তি,

সংসর্গ, মনু ৬।৫৭ **—সমকঃ** এবিধ কাব্যছন্দ। **—স্পর্শঃ** পার্থিৱ সংস্পর্শ, সংসর্গ, ইন্দ্রিয়গাহ্য বিষয়।

**মাত্রিকা** ছন্দ বিষয়ক মাত্রা।

**মাৎসৰ,—মাৎসৰিক** *বিণ* ঈৰ্ষান্বিত, হিংসাকুৰীয়া।

**মাৎসৰ্য্যং** *ক্লী* ঈৰ্ষা, হিংসা।

**মাৎসিকঃ** মাছমৰীয়া।

মাথ কুন্থে কুন্থে বধক্লেশৌ (ভ্বা প স মান্থতে) ১। আঘাত কৰ, বধ কৰ, নাশ কৰ, ২। ক্লেশ দি, পীড়া দি, পীড়িত কৰ।

মাথঃ *পু* (মাথ ঘঞ) ১। মন্থন, ২। যাতনা, পীড়া, ৩। পথ, আলিবাট, ৪। বধ, হত্যা, ধ্বংস, নাশ।

**মাথুৰ** *বিণ* (মথুৰা অণ্) মথুৰাৰ পৰা অহা, মথুৰাত জন্মা, বা হোৱা, মথুৰাবাসী।

মাদঃ *পু* (মাদ্যতে ইতি মদ ঘঞ) ১। দৰ্প, ২। আনন্দ, ৩। মদমত্ততা, মাতলামি।

মাদকঃ *পু.* (মদ ণ্বুল্) ১। মাদকদ্ৰব্য, ২। আনন্দজনক, হৰ্ষোৎপাদক দ্ৰব্য।

মাদনং *ক্লী.* ১। মদ্যপান, হৰ্ষ, উল্লাস, ২। লৱঙ্গ, লং, —নঃ ১। কামদেৱ, ২। মদন বৃক্ষ, ৩। ধঁতুৰা গছ।

মাদৃক্ষ,—দৃক —দৃশ *বি.* মোৰ দৰে, মোৰ নিচিনা, কি ১।২৫।

মাদ্ৰৱতী পাণ্ডুৰ দ্বিতীয় গৰাকী পত্নী মাদ্ৰী।

মাদ্ৰী. *স্ত্ৰী.* পাণ্ডুৰ পত্নী, **—নন্দনঃ** নকুল আৰু সহদেৱ, **—পতিঃ** পাণ্ডু।

মাদ্ৰেয়ঃ মাদ্ৰীনন্দন।

মাধৱঃ *পু.* (যদুপুত্ৰস্য মধোৰপত্যং পুমান ইতি মধু অণ, মা লক্ষ্মীঃ তস্যাঃ ধৱঃ পতি) ১। বিষ্ণু, ২। বহাগ মাহ, ৩। বসন্ত কাল, ৪। মধুক বৃক্ষ, ৫। ক'লা মগু মাহ, মাটি মাহ, ৬। ইন্দ্ৰ, ৭। পৰশুৰাম, ৮। যাদৱ, ৯। ভৌত্যমন্বন্তৰীয় সপ্তৰ্ষিসকলৰ মাজৰ এজন ঋষিৰ নাম, ১০। এগৰাকী প্ৰসিদ্ধ গ্ৰন্থকাৰ মায়ণৰ পুত্ৰ তথা বহুখিনি গ্ৰন্থৰ ৰচয়িতা এই পণ্ডিত গৰাকী প্ৰসিদ্ধ বেদভাষ্যকাৰ সায়ণৰ ভায়েক।

**মাধৱকঃ** মৌৰ পৰা তৈয়াৰ কৰা সুৰা, **—ৱিকা** মাধৱী লতা।

**মাধৱী** *স্ত্ৰী.* (মধু অণ্ ঙীপ্) ১। মাধৱী লতা, মে ৭৮, ২। মিছিৰি, ৩। মৌৰে তৈয়াৰী মদ, ৪। তুলসী গছ, ৫। কুট্টনী, বেশ্যা সংগ্ৰাহিকা।

**মাধৱীয়** *বিণ.* মাধৱ বংশীয়, মাধৱ সম্পৰ্কীয়।

**মাধৱোচিতং** *ক্লী* কক্কোল।

**মাধুকঃ** *পু.* এবিধ বৰ্ণসঙ্কৰ জাতি।

**মাধুকৰ** *বিণ.* মৌমাখিৰ দৰে, মৌমাখি সম্বন্ধীয়, **—ৰী** ভিক্ষাবৃত্তি (মৌমাখিৰ দৰে) ঘৰে ঘৰে ভিক্ষা খুজি ফুৰা বৃত্তি।

**মাধুমতাঃ** *পু.* কাশ্মীৰ দেশত জন্ম হোৱা মানুহ।

**মাধুৰং** *ক্লী.* মল্লিকা ফুল, **—ৰী** ১। মধুৰতা, মিঠা সোৱাদ, ২। সুৰা।

**মাধুৰ্য্যং** *ক্লী.* (মধুৰস্য ভাৱঃ মধুৰ অণ্) ১। মধুৰতা, সোৱাদ, ২। সৌন্দৰ্য্য, সুন্দৰতা, লাৱণ্য, ৩। মধুৰ ৰস, (কাব্য) পাঞ্চালী ৰীতিবিশিষ্ট গুণ।

**মাধ্য** *বিণ.* মধ্যম, মাজত থকা, কেন্দ্ৰীয়।

**মাধ্যন্দিন** *বিণ.* (মাধ্যে ভৱং মধ্য দিনন) মধ্যম, মাধ্যন্দিন সম্বন্ধীয়। মধ্যন্দিনৰ দ্বাৰা উক্ত, অধীত শুক্লযজুৰ্বেদীয় শাখা বিশেষ।

**মাধ্যমক, মাধ্যমিক** *বিণ.* মধ্যম, কেন্দ্ৰীয়।

**মাধ্বৰ** *বিণ.* (মধুনো ৱিকাৰঃ মধু অণ্) মৌ মিঠা, **—ধৱঃ** মধবফুল, **—ধ্বী** মৌৰে তৈয়াৰী মদ, **—ধৱীকং** ১। মধুক ফুলৰ ৰসেৰে তৈয়াৰী মদ, ২। আঙুৰেৰে তৈয়াৰী সুৰা বিশেষ, **—কলং** এবিধ নাৰিকল।

**মাধ্যস্থং স্থ্যং** ১। মাজত থকা, নিৰপেক্ষ, ২। নিৰ্বিকাৰ, ৩। মধ্যস্থতাকৰণ, কু ১।৫২।

**মাধ্যহ্নিক** *বিণ.* মধ্যাহ্ন সম্বন্ধীয়।

**মান্** ক) অৰ্চে (চুৰা, ভ্বা প সক মানয়তি, মানতে) মান কৰ, সম্মান কৰ, শ্ৰদ্ধা প্ৰদৰ্শন কৰ।

খ) অৰ্চে বিচাৰে (ভ্বা আ স মীমাংসতে) ১। সম্মান কৰ, শ্ৰদ্ধা কৰ, ২। মীমাংসা কৰ, নিৰ্ণয় কৰ, নিষ্পত্তি কৰ, বিবেচনা কৰি সিদ্ধান্ত ল।

**মানং** *ক্লী.* (মা কৰণে ল্যুট্) ১। পৰিমাণ, জোখ, ২। নিৰ্দিষ্ট মান, আৰ্হি, নমুনা, ৩। গণনা, আয়তন, ৪। জোখৰ মাপকাঠী, ৫। প্ৰমাণ, অধিকাৰ, ৬। সাদৃশ্য, **—নঃ** *পু.* ১। শ্ৰদ্ধা, সম্মান, পূজা, গী ৬।৭, ২। অভিমান, অহঙ্কাৰ, দম্ভালি, দৰ্প, আত্মবিশ্বাস, ৩। ঈৰ্ষা, কোপ, ঈৰ্ষাজনিত ক্ৰোধ, শি ৯।৮৪, ৪। চিত্তৰ উন্নতি, অক্ষুণ্ণতা, মনু ৪।১৬৩, ৫। গ্ৰহ, ৬। মন্ত্ৰ, ৰঘু ১।১৮৯।৮, **—কলহঃ** ঈৰ্ষাজনিত কলহ, **—ক্ষতিঃ**

**—ভঙ্গঃ, —হানিঃ** সম্মানত আঘাত, অপমান, **—দণ্ডঃ** জোখৰ দণ্ড, মাপকাঠী, **—ধানিকাঃ** বাঙী, **—পৰিখণ্ডনং** অপমান, **—যোগঃ** শুদ্ধ জোখ লোৱা পদ্ধতি বা ব্যৱস্থা, **—ৰন্ধ্রা** পানী-ঘড়ী, **—সূত্রং** ১। জোখ লোৱা সূতা বা ফিটা, ২। সোণ বা ৰূপেৰে তৈয়াৰী কঁকালত বন্ধা হাৰ, 'চেইন'।

**মানকং —কঃ** ক্লী. পু. মানকচু।

**মাননং, না** ১। শ্রদ্ধা, সম্মান প্রদর্শন, ২। হত্যা, বধ।

**মাননীয়** *বিণ.* (মান্ অনীয়ৰ্) সম্মানীয়, শ্রদ্ধেয়।

**মানৱঃ** *বিণ.* ১। মনু সম্বন্ধীয়, ২। মানৱসুলভ, মানৱিক, **—ৱং** এবিধ জৰিমনা, **—ৱঃ** *পু.* (মনোৰপত্যম্ ইতি অণ্) ১। মনুষ্য, মানুহ, মানৱ জাতি, ২। শিশু, কিশোৰ, ৩। মনুৰ দ্বাৰা কথিত, ৪। এখন উপপুৰাণৰ নাম, দেভা ১।৩।১৩, **—দেৱঃ, —পতিঃ** ৰজা, **—ধর্মশাস্ত্রং** মনুস্মৃতি, **—ৰাক্ষসঃ** মানৱৰূপী ৰাক্ষস।

**মানৱান্(ৎ)** দাম্ভিক, অহঙ্কাৰী, **—ৱতী** খঙাল, ঈৰ্ষান্বিতা তিৰোতা।

**মানৱী** *স্ত্রী.* ১। নাৰী জাতি, নৈ[illegible]।৪১, ২। স্বায়ম্ভুৱ মনুৰ কন্যা।

**মানৱ্যং** কিশোৰগোষ্ঠী, মানৱ সমাজ।

**মানস** *বিণ.* ১। মন সম্বন্ধীয়, মানসিক, মনসম্ভূত, ২। মনৰ গোচৰ, চিন্তাৰ যোগ্য, ৩। অনুমান কৰিব লগীয়া, ৪। মানস সৰোবৰত থকা, **—সং** ১। মন, অন্তঃকৰণ, ২। কৈলাশ পৰ্বতৰ ওপৰত থকা সৰোবৰ, কবিসকলে ভাবে যে এই সৰোবৰৰ পৰাই বসন্ত কালত ৰাজহাঁহবিলাক অইন অইন ঠাইলৈ প্রব্রজন কৰে, মে ১১, ৬২, ৭৫, **—চাৰী (ন্)** ৰাজহাঁহ, **—জন্মা (ন্)** ১। কামদেৱ, ২। ৰাজহাঁহ, **—জপঃ** *পু.* মনেৰে বৰ্ণমালা উচ্চাৰণ কৰি কৰা জপ, **—তীর্থং** ১। কোপ, দৰ্পাদি বিকাৰহীন, শুদ্ধ, পৱিত্র মন, ২। মানস সৰোবৰ তীর্থ, **—পূজা** ভগৱানক হৃদয়েৰে (অৰ্থাৎ দ্রব্যাদি কোনো উপচাৰ নথকাকৈ) কৰা পূজা, অৰ্চনা; মনেৰে ৰচনা কৰা দ্রব্যাদিৰে কৰা পূজা, **—ব্রতং** অহিংসা ব্রত।

**মানসালয়ঃ** ৰাজহাঁহ।

**মানসিক** *বিণ.* (মানস ঠঞ্) মন সম্বন্ধীয়, মনঃপ্রসূত। মনোভাৱ, **—কঃ** বিষ্ণু, মহা ১২।৩৩৮।৪।

**মানসী** *স্ত্রী.* বিদ্যা দেৱী, মনোভৱা।

**মানিকা** *স্ত্রী.* এবিধ সুৰা, জোখ বিশেষ।

**মানিত** *বিণ.* সম্মানিত, পূজিত।

**মানী (ন্)** ১। বিবেচক, ২। সম্মানী, শ্রদ্ধাৰ পাত্র, ৩। দাম্ভিক, মদগৰ্বী, ক্রোধী, আত্মসম্মানী, ৪। পূজ্য, সম্মানযোগ্য, **—নী** *স্ত্রী.* ১। আত্মসম্মান বুজা নাৰী, ২। খঙাল তিৰোতা, ৩। অভিমানী স্ত্রী. ৪। এবিধ সুগন্ধি লতা।

**মানুষ** *বিণ.* (মনু অণ্ ষুগাগমঃ) মানৱ সম্বন্ধীয়। মানৱিক, মনু ৪।১২৪, মানুষিক, **—ষং** মানৱত্ব, মানৱ কৰ্ম বা ধৰ্ম, **—ষঃ** *পু.* ১। মানুহ, মানৱ জাতি, ২। মিথুন, কন্যা আৰু তুলা ৰাশি, **—ষী** নাৰী, তিৰোতা, **—ষক** *বিণ.* মানৱিক, মৰণশীল, **—ষ্যং, —ষ্যকঃ** ১। মানৱ প্রকৃতি, মানৱতা, ২। মানৱ জাতি, মানৱ গোষ্ঠী।

**মানোজ্ঞকং** *ক্লী.* সৌন্দৰ্য্য, সুন্দৰতা।

**মান্ত্রিকঃ** যাদুকৰ, মন্ত্র প্রয়োগকৰ্তা, বেজ।

**মান্থৰ্য্যং** *ক্লী.* ১। মন্থৰতা, ধীৰতা, শিথিলতা, অলসতা, ২। দুৰ্বলতা।

**মান্দ্যং** *ক্লী.* (মন্দ যক) ১। বেমাৰ, ৰোগ, ২। দুৰ্বলতা, ৩। মন্থৰতা, বিৰাগ।

**মান্ধাতা (ঋ)** *পু.* (মাং ধাস্যতীতি ধেট্ তৃচ্) ৰজা যুৱনাশ্বৰ পুত্র। মান্ধাতাৰ জন্ম বৃত্তান্ত বিষ্ণু পুৰাণত উল্লেখ কৰা হৈছে। ৰজা যুৱনাশ্ব অপুত্রক হেতুকে মনৰ দুখতে বহুতো মুনি থকা এখন আশ্রমলৈ গৈ তাতে দুখ কৰি বহি থাকিল। তেনে অৱস্থাত তেওঁক দেখি মুনিসকলৰ পুতৌ হ'ল আৰু পুত্রেষ্টি যজ্ঞ আৰম্ভ কৰিলে। মুনিসকলে যজ্ঞ সমাপন কৰি ৰাতি পানীপূৰ্ণ ঘট এটা যজ্ঞ কুণ্ডৰ ওপৰত থৈ শুই থাকিলগৈ। মাজৰাতি ৰজা আহি ঘটৰ পানীখিনি খাই পেলালে। পুৱা মুনিসকলে ঘট খালি দেখা পাই ক'লে, পানীখিনি মহাৰাণীৰ কাৰণে থোৱা হৈছিল, খোৱা হ'লে এটা পৰম সুন্দৰ সৌভাগ্যশালী পুত্রৰ জন্ম হ'লহেতেন। ৰজাই ক'লে যে পানীখিনি নজনাকৈ তেৱেঁই পান কৰি পেলাইছিল। ৰজাৰ পেটত ভ্রূণ ক্রমে ডাঙৰ হৈ পেটৰ পৰা বাহিৰ হ'ল। মুনিসকলে সুধিলে— কং এষ ধাস্যতি। সেই সময়তে ইন্দ্র উপস্থিত হৈ ক'লে, মাং ধাস্যতীতি। এই মান্ধাতাই ডাঙৰ হৈ চক্রৱৰ্তী সম্রাট হৈছিল।

**মান্মথ** *বিণ.* মন্মথ অৰ্থাৎ কামদেৱ সম্বন্ধীয়।

**মান্য** *বিণ.* (মান ন্যৎ) ১। অৰ্চনীয়, পূজনীয়, ২। শ্ৰদ্ধাস্পদ।

**মাপনং** *ক্লী.* ১। জোখ, ওজন, ২। গঠন, নিৰ্মাণ, **—নঃ** দগা-পাল্লা, তুলাচনী।

**মামক** *বিণ.* (অস্মদ অণ্ মমকাদেশঃ) ১। মদীয়, মোৰ, ২। মমতাযুক্ত, **—কঃ** পু. ১। মামাক, ২। কৃপণ, **—কীন** মদীয়, মোৰ।

**মায়ঃ** *পু.* (মায়া অস্যাস্তীতি মায়া অচ্) ১। যাদুকৰ, ঐন্দ্ৰজালিক, মায়াৱী, ২। ৰাক্ষস বা দৈত্য।

**মায়া** *স্ত্ৰী.* (মা উণাদি যঃ টাপ্) ১। ঠগ, প্ৰবঞ্চক, মায়াৱী, ২। কৌশল, যাদুবিদ্যা, ৩। ইন্দ্ৰজাল, ভ্ৰম, ভুত, ছায়াময়, আকৃতি। অদৃশ্য বস্তু, সত্ত্বাহীন বা ভ্ৰান্তিমূলক ধাৰণা, (সমাসৰ আদিত), যেনে মায়ামৃগ, মায়োক্তি, ৪। (বেদান্ত) অসৎ। মিথ্যা। সত্ত্বাহীন জগতখনক সৎ বুলি আৰু ব্ৰহ্মৰ পৰা পৃথক বুলি কৰা ভ্ৰান্ত ধাৰণা, ৫। ৰাজনৈতিক বা কূটনৈতিক কাৰ্য্য, ৬। (সাংখ্য) প্ৰকৃতি, ৭। দুষ্টামি, ৮। সহানুভূতি, পুতৌ, **—দেৱী** বুদ্ধৰ মাকৰ নাম, **—ধৰ** মায়াৱী, **—প্ৰয়োগঃ** মন্ত্ৰ প্ৰয়োগ, ঐন্দ্ৰজালিক মন্ত্ৰ প্ৰয়োগ, **—মৃগ** মায়াৰূপী হৰিণ, (সীতাই বিচৰা এই মায়ামৃগক ধৰিবৰ কাৰণেই শ্ৰীৰামে পিচে পিচে খেদি গৈছিল।), **—যন্ত্ৰং** ভেলকী বাণ, মোহিনী বাণ, **—যোগঃ** মোহিনী যাদুমন্ত্ৰ প্ৰয়োগ, **—ৱচনং** ফাঁকি কথা, ছলাহী কথা, **—ৱাদঃ** মায়া সম্বন্ধীয় মতবাদ। বৌদ্ধমত, **—ৱিদ** ইন্দ্ৰজালিক, **—সীতা** অগ্নিয়ে যোগৰ দ্বাৰা নিৰ্মাণ কৰা সীতাৰ প্ৰতিকৃতি, **—সুতঃ** বুদ্ধ।

**মায়াৱান্ (ৎ)** *বিণ.* প্ৰবঞ্চক, যাদুকৰ, ঐন্দ্ৰজালিক, অসৎ, ভ্ৰমমূলক, (পু) কংসৰাজ, **—তী** প্ৰদ্যুম্নৰ পত্নী।

**মায়াৱী (ন্)** *বিণ.* ঠগ, প্ৰবঞ্চক, যাদুকৰী (পু) ১। যাদুকৰ, মায়াকাৰ, ঐন্দ্ৰজালিক, ২। মেকুৰী, ৩। মোহনশক্তি-সম্পন্ন পৰমাত্মা।

**মায়িক** *বিণ.* (মায়া ঠন) ১। মায়াবিশিষ্ট, ২। ভ্ৰমমূলক, **—কঃ** যাদুকৰ।

**মায়ী** (ন) *পু.* (মায়া অস্ত্যস্যেতি মায়া ইনিঃ) ১। ঠগ, প্ৰবঞ্চক, মায়াকাৰ, যাদুকৰ, ২। ধূৰ্ত লোক।

**মায়ুঃ** *পু.* (মিঞ উন যুক) ১। পিত্ত, ২। শব্দ, ধ্বনি, ৩। বাক, বাণী, ৪। সূৰ্য্য।

**মায়ুৰাজঃ** কুবেৰৰ পুত্ৰ।

**মায়ুৰ** *বিণ.* (ময়ূৰ অঞ) ১। ম'ৰা চৰাই সম্পৰ্কীয়, ২। ম'ৰা পাখিৰে তৈয়াৰী, ম'ৰা চৰায়ে টনা (গাড়ী), ম'ৰা চৰায়ে ভালপোৱা, **—ৰং** ম'ৰা চৰাইৰ জাক।

**মায়ূৰকঃ, ৰিকঃ** *পু.* ম'ৰা চিকাৰী।

**মাৰঃ** *পু.* (মৃ ভাৱে ঘঞ) ১। বধ, মাৰণ, ২। বাধা বিঘিনি, ৩। কামদেৱ, নৈ ৪।৭৯; ৪। ধঁতুৰা গছ, ৫। প্ৰেম, প্ৰীতি, ভালপোৱা, **—জিৎ** *পু.* শিৱ, বুদ্ধ।

**মাৰকঃ** *পু.* (মৃ ঘঞ সংজ্ঞায়াং কন) ১। মাৰক ৰোগ, মহামাৰি, ২। এবিধ চৰাই, শেন চৰাই, ৩। হত্যাকাৰী।

**মাৰকত** *বিণ.* মৰকত (পান্না) ৰত্ন সম্বন্ধীয়।

**মাৰণং** *ক্লী.* (মৃ ণিচ ল্যট) ১। বধ, হত্যা, ধ্বংস মনু ৫।৩৮, ২। অভিচাৰণ কাৰ্য্য, মাৰণ মন্ত্ৰ প্ৰয়োগ। শত্ৰুক নিঃশেষ কৰাৰ বাবে প্ৰয়োগ কৰা মন্ত্ৰ বিশেষ।

**মাৰিঃ** *স্ত্ৰী.* (মৃ ণিচ অন) ১। মাৰণ, মহামাৰি, জনক্ষয়, ২। প্লেগ, হাইজা আদি অতি সংক্ৰামক ব্যাধিসমূহ।

**মাৰিচ, –চিকং –চী** জলকীয়াৰে সমৃদ্ধ বা সংস্কৃত কৰা (ব্যঞ্জনবিশেষ)।

**মাৰিষঃ** *পু.* (মৰ্ষতি দোষানিতি মৃষ অচ) ১। নাটকত উল্লেখ কৰা সৰ্বশ্ৰেষ্ঠ ব্যক্তি। পুৰাণতো কেতিয়াবা পোৱা যায়। দেভা ১।১১।৬৫; ২। এবিধ শাক বা ব্যঞ্জন।

**মাৰী** *স্ত্ৰী.* ১। দেৱী চণ্ডিকা, মাহেশ্বৰী, শক্তি, ২। মহামাৰি।

**মাৰীচঃ** *পু.* ১। সুন্দ আৰু তাৰকাৰ পুত্ৰ। এই মাৰীচেই মায়ামৃগ ৰূপ ধাৰণ কৰি সীতাক প্ৰবঞ্চিত কৰিছিল। শ্ৰীৰামে সীতাৰ অনুৰোধ পেলাব নোৱাৰি এই মায়ামৃগক ধৰিবৰ কাৰণ পিচে পিচে গৈ থাকোঁতে ইফালে ৰাৱণে সীতাক হৰণ কৰি লৈ যায়, ২। প্ৰকাণ্ড হাতী, ৩। এবিধ গছ।

**মাৰুণ্ডঃ** *পু.* ১। সাপৰ কণী ২। গোবৰ, ৩। পথ, আলিবাট।

**মাৰুত** *বিণ.* (মৰুৎ অণ্) ১। মৰুৎগণ সম্বন্ধীয়, ২। বায়ু সম্বন্ধীয়, **—তং** স্বাতি নক্ষত্ৰ, **—তঃ** ১। বায়ু, মনু ৪।১২২; ২। বায়ুদেৱতা, ৩। শ্বাস-প্ৰশ্বাস, ৪। প্ৰাণবায়ু, ৫। জনপদ বিশেষ, ৬। এবিধ অগ্নি

'অগ্নিস্তু মাৰুতো নাম গৰ্ভাধানে ৰিধীয়তে', ৭। হাতীৰ শুঁৰ, **—ব্ৰতং** এবিধ ৰাজধৰ্ম, **—সুতঃ, —সূনুঃ** হনুমান, ভীম।

**মাৰুতাত্মজঃ** হনুমান।

**মাৰুতাশনঃ** *পু.* সাপ।

**মাৰুতিঃ** *পু.* (মৰু ইঞ) ১। হনুমান, ২। ভীমসেন।

**মাৰ্কণ্ডঃ, মাৰ্কণ্ডেয়ঃ** (মৃকণ্ডোৰপত্যম ইতি অণ্) এগৰাকী মুনিৰ নাম।

**মাৰ্গ** ক) সংস্কাৰে সৰ্পণে (চুৰা উ অক মাৰ্গয়তি —তে) ১। যা, গমন কৰ, অগ্ৰসৰ হ, ২। অলঙ্কৃত কৰ, সজা, বিভূষিত কৰ।

খ) অন্বেষে। অন্বেষঃ প্ৰতিসন্ধানং (ভ্বা -চুৰা, প সক মাৰ্গতি মাৰ্গয়তি) ১। বিচাৰ, বিচাৰি যা, ২। পিচে পিচে খেদি যা, চিকাৰ কৰ, ৩। পাবলৈ চেষ্টা কৰ, ৪। খোজ, প্ৰাৰ্থনা কৰ, ভিক্ষা কৰ, ৫। বিয়া কৰাবৰ কাৰণে কন্যা খোজ, অনুৰোধ কৰ।

**মাৰ্গঃ** *পু.* (মাৰ্গ্যতে মৃগ্যতে ইতি বা মাৰ্গ মৃগ বা ঘঞ) ১। পথ, আলিবাট, ৰ ২।৭২; ২। নিয়ম, নিয়মিত ধাৰা, স্বাভাৱিক গতি, ৩। সীমা, পৰিসৰ, ৪। (শৰীৰত) কটা দাগ, চিহ্ন, ৫। গ্ৰহৰ গতিপথ, ৬। অনুসন্ধান, অন্বেষণ, ৭। খাল, খাৰৈ, ৮। উপায়, পদ্ধতি, ধৰণ, প্ৰণালী, ৯। শৌচদ্বাৰ, ১০। কস্তুৰী, ১১। মৃগশিৰা নক্ষত্ৰ, ১২। আঘোণ মাহ, **--তোৰণং** বিজয় তোৰণ, **—দৰ্শকঃ** পথ প্ৰদৰ্শক, উপদেষ্টা, **—ধেনুঃ, ধেনুকং** ৪ ক্ৰোশ দূৰত্ব, **—পালিঃ** স্তম্ভ, **—বন্ধনং** পথ বা গতিৰোধক গড় বা কোঠ, **—শোধকঃ** পথ পৰিষ্কাৰ কৰি আগ বঢ়া আগৰণুৱা, **—স্থ** বাটৰুৱা, **—হৰ্ম্যং** পথৰ কাষত থকা ডাঙৰ অট্টালিকা।

**মাৰ্গকঃ** আঘোণ মাহ।

**মাৰ্গণং, —ণা** *স্ত্ৰী.* ১। ভিক্ষাচৰণ, প্ৰাৰ্থনা, অনুৰোধ, ২। অন্বেষণা, পৰীক্ষা, অনুসন্ধান, **—ণঃ** ১। প্ৰাৰ্থী, ভিক্ষাৰী, ২। কাঁড়, ৰ ৯।১৭; ৩। সংখ্যা '৫'।

**মাৰ্গশিৰঃ, মাৰ্গশীৰ্ষঃ** আঘোণ মাহ।

**মাৰ্গশিৰী, মাৰ্গশীৰ্ষী** আঘোণ মাহৰ পূৰ্ণিমা।

**মাৰ্গিকঃ** ভ্ৰমণকাৰী, পৰ্য্যটক, পথিক।

**মাৰ্গিত** *বিণ.* অন্বেষিত।

**মাৰ্গ্য** *বিণ.* (মৃজ্ ণ্যৎ) মাৰ্জনীয়, অন্বেষণীয়।

**মাৰ্জ্** মাৰ্জনে ধ্বনৌ (চুৰা উ সক মাৰ্জয়তি—তে) ১। ঘঁহি-পিহি চাফ কৰ, পৰিষ্কাৰ কৰ, মচি পেলা, ২। শব্দ কৰ, ধ্বনি তোল।

**মাৰ্জঃ** *প.* (মাৰ্জ ণিচ অচ) ১। বিষ্ণু, ২। চাফ-চিকুণতা, ৩। ধোবা।

**মাৰ্জনং** *ক্লী.* মাৰ্জ ভাৱে ল্যুট) ১। মাজন, ঘঁহন, ২। মচি পেলোৱা, ৩। শৰীৰত সুগন্ধি তেল-চাবোনাদি ঘঁহি পৰিষ্কাৰকৰণ, **—নঃ** লোধ্ৰ বৃক্ষ, **—ণা** ১। মাজন, ঘঁহন, ২। ঢোল বা দবাৰ মাত, **—ণী** বাঢ়নী।

**মাৰ্জাৰঃ, —লঃ** (মৃজ আৰন) ১। মেকুৰী, ২। জহামাল, **—কণ্ঠঃ** ম'ৰা চৰাই, **—কৰণং** এবিধ যৌনক্ৰিয়া ভঙ্গি, **—কৰ্ণী** চামুণ্ডা।

**মাৰ্জাৰকঃ** *পু.* ১। মেকুৰী, ২। ম'ৰা চৰাই।

**মাৰ্জাৰী** *স্ত্ৰী.* ১। মাইকী মেকুৰী, ২। জহামাল, ৩। কস্তুৰী মৃগ।

**মাৰ্জাৰীয়ঃ —লীয়ঃ** ১। মেকুৰী, ২। শূদ্ৰ।

**মাৰ্জিত** *বিণ.* ১। পৰিষ্কৃত, সংস্কৃত, ২। ভূষিত, —তা চেনি, মছলা দিয়া দৈ।

**মাৰ্তণ্ডঃ** *পু.* (মৃতশ্চাসৌ অণ্ডশ্চেতি মৃতাণ্ড অণ্) ১। সূৰ্য্য, উ ৬।৩; ২। আকন গছ, ৩। গাহৰি, ৪। সংখ্যা '১২'।

**মাৰ্তিক** *বিণ.* (মৃত্তিকা ঠক্) মাটিৰে তৈয়াৰী, মৃন্ময়, **—কং** *ক্লী.* মাটিৰ লদা, **—কঃ** মাটিৰ কলহ, কলহৰ ঢাকনী।

**মাৰ্ত্ত্য** *ক্লী.* মৰণশীলতা।

**মাৰ্দঙ্গং** *ক্লী.* নগৰ, চহৰ, **—ঙ্গঃ** ঢুলীয়া।

**মাৰ্দঙ্গিকঃ** ঢুলীয়া।

**মাৰ্দৱং** *ক্লী.* (মৃদোৰ্ভাৱঃ মৃদ্যু অণ্) পৰৰ দুখ দেখি পীড়াবোধ। মৃদুতা, দুৰ্বলতা, কোমলতা, দয়া, গী ১৬।২; **—ৱঃ** *পু.* এবিধ বৰ্ণসঙ্কৰ জাতি।

**মাৰ্দ্বীক** *বিণ.* আঙ্গুৰেৰে তৈয়াৰী, **—কং** মদ।

**মাৰ্মিক** *বিণ.* মৰ্মবোধক, মৰ্ম বুজা ব্যক্তি।

**মাৰ্ষঃ, মাৰ্ষিকঃ** মৰিচা শাক।

**মাষ্টিঃ** *স্ত্ৰী.* ঘঁহন, পিহন, মাজন, শুদ্ধিকৰণ।

**মালং** *ক্লী.* (মা ৰণ্ লত্বম্) ১। খেতি-পথাৰ, মে ১৬; ২। ওখ ঠাই, মালভূমি, ৩। বননি, **—লঃ** ১। ম্লেচ্ছ জাতি, 'মালাঃ ভিল্লাঃ কিৰাতাশ্চ ম্লেচ্ছজাতয়ঃ', মহা ৬।৯।৩৯; ২। এখন ৰাজ্যৰ নাম, ৩। বিষ্ণু, 'মাং লক্ষ্মীং লাতীতি ৰিষ্ণুঃ।'

**মালকং** *ক্লী.* ১। স্থলপদ্ম, ২। মালা, **—কঃ** ১। নিম গছ, ২। বননি, ৩। নাৰিকলৰ কোৰোকা।

**মালতিঃ, তী** *স্ত্রী.* ১। মালতী লতা, ফুল, ২। ফুলৰ কলি, ৩। কুমাৰী (শান্তি নোহোৱা) ছোৱালী, ৪। ৰাতি, ৫। জোনাক, **—ক্ষাৰকঃ** সুৰগা, **—পত্রিকা** জায়ফলৰ বাকলি, **—ফলং** জায়ফল, **—মালা** মালতী ফুলৰ মালা।

**মালয়ঃ** চন্দন কাঠ।

**মালৱঃ** *পু.* ১। মালৱ ৰাজ্য, ২। মালৱ ৰাগ (সঙ্গীত)।

**মালসী** এবিধ লতা।

**মালা** *স্ত্রী.* (মাতি মানহেতুৰ্ভৱতীতি মা ৰণ্ টাপ লত্বম) ১। ফুলৰ হাৰ, মালা, ২। শ্ৰেণী, শাৰী, মে ৯; ৩। গোষ্ঠী, সমূহ, সমষ্টি, ৪। হাৰ, মুক্তাৰ হাৰ, ৫। নাম মালা, নাম সংগ্ৰহ, ৬। কৰ মালা, জপ, (১০৮ জপ কৰিবলৈ হ'লে অনামিকা আঙুলিৰ গুৰিৰ পৰা আৰম্ভ কৰি কনিষ্ঠা অনামিকা মধ্যমা তৰ্জনীৰ মূৰ হৈ মধ্যমাৰ গুৰিলৈকে গণনাত দহ হয়। এনেকৈ দহবাৰ আৰু তৰ্জনীলৈকে আঠ), **—কৰঃ, কাৰঃ** ১। ফুলৰ মালা তৈয়াৰ কৰোঁতা, মালী, ২। মালাকাৰ জাতি।

**মালিকঃ** মালাকাৰ, মালী, **—কা** *স্ত্রী.* ১। মালা, হাৰ, ২। শ্ৰেণী, শাৰী, মুক্তাহাৰ, ৩। মালতী ফুল, ৪। তিচী গুটি, ৫। দুহিতা, কন্যা, ৬। অট্টালিকা, প্ৰাসাদ, ৭। এবিধ চৰাই, ৮। সুৰা, ৯। এখন নদী।

**মালিনী** *স্ত্রী.* ১। মালী, তিৰোতা, ২। চম্পা নগৰী, ৩। সাত বছৰীয়া কুমাৰী কন্যা। দুৰ্গা পূজাৰ সময়ত দুৰ্গাৰ প্ৰতীক ৰূপত পূজা কৰা হয়। কুমাৰী পূজা; ৪। দেৱী দুৰ্গা, ৫। আকাশী গঙ্গা, ৬। ছন্দ বিশেষ– মালিনী বৃত্ত।

**মালিন্যং** ১। মলিনতা, ২। কলুষতা, ৩। পাপ, কালিমা, ৪। দুখ-কষ্ট।

**মালী(ন্)** *পু.* (মালা অস্ত্যস্যেতি মালা ইনিঃ) ১। মালাকাৰ, ২। ৰাক্ষস সুকেশৰ এজন পুত্ৰৰ নাম, ৩। (অস্থিমালা পিন্ধি থকাৰ কাৰণে) শিৱ।

**মালুঃ** *পু.* (মৃ ঞুণ্) ১। নাৰী, ২। এবিধ লতা, **—ধানঃ** এবিধ সাপ, মালুয়া সাপ। আঠ বিধ নাগৰ অন্তৰ্গত এবিধ।

**মালূৰঃ** *পু.* (মা লূঞ্ ৱাহুলকাৎ ৰঃ) ১। বেল গছ, ২। ঔ গছ।

**মালেয়া** ডাঙৰ এলাচি।

**মালোপমা** এবিধ উপমা অলঙ্কাৰ। ইয়াত এটা উপমেয়ক মালা এধাৰিৰ দৰে বহুতো উপমানৰ লগত বিভূষি কৰা হয়।

**মাল্যং** *ক্লী* (মালা ষ্যঞ্) ১। ফুল, গী ১১।১১; ২। ফুলৰ মালা, ৩। মূৰত পিন্ধা মালা, **—পুষ্পঃ** ভাং গছ।

**মাল্যৱান(ৎ)** *পু.* (মাল্য মতুপ্ মস্য ৱঃ) ১। এখন পৰ্বতৰ নাম, ৰ ১৩।২৬; ২। এজন দানৱ। সুকেতু নামৰ ৰাক্ষস আৰু গন্ধৰ্ব কন্যা দেৱৱতীৰ পুত্ৰ। এওঁৰ ভায়েক সুমালীৰ কন্যা নিকষা আৰু পুলস্ত্য পুত্ৰ বিশ্ৰৱসুৰ পুত্ৰ হ'ল ৰাৱণ। মাল্যৱানে কৰা কঠোৰ তপস্যাৰ ফলস্বৰূপে ব্ৰহ্মাৰ পৰা স্বৰ্ণপুৰী লঙ্কা লাভ কৰে যদিও কুবেৰে দখল কৰাত তেওঁ সপৰিবাৰে লঙ্কা ত্যাগ কৰে। পিচত ৰাৱণে কুবেৰৰ হাতৰ পৰা লঙ্কা উদ্ধাৰ কৰে আৰু মাল্যৱানক মন্ত্ৰীপদ দান কৰি নিজৰ লগত ৰাখে, ৩। এখন নদীৰ নাম।

**মাল্যাপণঃ** ফুলৰ মালাৰ দোকান।

**মাল্লঃ** *পু.* এটা বৰ্ণসঙ্কৰ জাতি।

**মাল্লৱী** *স্ত্রী.* মালযুঁজৰ প্ৰতিযোগিতা।

**মাষঃ** *পু.* (মাষস্য ফলং মাষ অণ্) ১। মাটি মাহ, ২। সোণৰ জোখ, পণৰ কুড়ি ভাগৰ এভাগ, 'মাষো ৱিংশতিতমো ভাগঃ পণস্য'; পাঁচ ৰতি, সুশ্ৰুত, ৩। মূৰ্খ, ভেবা, **—বৰ্ধকঃ** সোণাৰি, **—ভক্তবলিঃ** মাহ, চাউল, দৈ, ঘিউ, মৌ মিহলাই দিয়া ভোগ, নৈবেদ্য।

**মাষাদঃ** *পু.* কাছ।

**মাষাজ্যং** *ক্লী.* ঘিউৰে ৰন্ধা মাহৰ আঞ্জা বিশেষ।

**মাষিক** *বিণ.* এমাষ ওজনৰ।

**মাষীণং, মাষ্যং** মাহ খেতি।

**মাস্** *পু.* (মাঙ মানে অসুন্) ১। চন্দ্ৰ, ঋবে ১০।১২।৭; ২। বহাগ জেঠাদি মাহ, মনু ২।৩৪ (ক্লী) মাংস।

**মাসঃ** *পু.* (মস পৰিমাণে ভাৱে ঘঞ্) ১। 'মাষ' পৰিমাণ বা জোখ, ২। মাহ, শুক্ল কৃষ্ণপক্ষদ্বয়াত্মক কাল, বহাগৰ পৰা চ'তলৈ এই বাৰটা মাহ, ৩। সংখ্যা '১২', **—কালিক** *বিণ.* মাহেকীয়া, **—জাত** এমহীয়া (শিশু), **—জ্ঞঃ** এবিধ কুকুৰা জাতীয় জন্তু, **—দেয়** এমাহত দিব লগীয়া, **—প্ৰমিতঃ** অমাৱস্যা, **—প্ৰৱেশঃ** মাহৰ আৰম্ভণি, **—মানঃ** এবছৰ।

**মাসকঃ** এটা মাহ।
**মাসৰঃ** ভাতৰ মাড় বা মণ্ড।
**মাসলঃ** এটা বছৰ।
**মাসানুমাসিক** *বিণ.* মাহেকীয়া।
**মাসান্তঃ** অমাৱস্যা।
**মাসাহাৰ** *বিণ.* মাহটোত এবাৰহে ভোজন কৰোঁতা।
**মাসিক** *বিণ.* (মাস ঠন) ১। মাহেকীয়া, ২। এটা মাহত দিব লগীয়া, ৩। এটা মাহৰ বাবে নিযুক্ত, **—কং** মৃতকৰ প্ৰথম বছৰটোত প্ৰতি মাহে অমাৱস্যাৰ দিনা কৰা শ্ৰাদ্ধ।
**মাসীন** *বিণ.* ১। এমহীয়া, ২। মাহেকীয়া।
**মাসুৰী** *স্ত্ৰী.* ১। ডাড়ি, ২। মাহীয়েক।
**মাস্ম** *অব্য.* (মা চ স্মচ) 'নকৰিবা'— এই অৰ্থবোধক অব্যয়। ক্লৈব্যং মাস্ম গমঃ পাৰ্থ। গী ২।৩ ।
**মাহ্** মানে (ভ্বা উ স মাহতি, —তে) ১। জোখ ল, ২। ওজন কৰ।
**মাহাকুল,—কুলীন** বা ল বিণ. উচ্চবংশজাত, অভিজাত।
**মাহাজনিক** *বিণ.* ১। মহাজন (বণিক) সম্বন্ধীয়, ২। মহান ব্যক্তি সম্বন্ধীয়।
**মাহাত্মিক** *বিণ.* উচ্চমনা, উদাৰ, মহান, যশস্বী।
**মাহাত্ম্যং** *ক্লী.* ১। মহিমা, মহাত্মতা, ২। উদাৰতা, ৩। ঐশ্বৰ্য্য, ৪। কোনো দেৱতাৰ বিগ্ৰহ অথবা মন্দিৰৰ অলৌকিক ক্ষমতাৰ প্ৰতি সাধাৰণ লোকৰ যি বিশ্বাস, যেনে কামাখ্যাধামৰ মাহাত্ম্য, ৫। কোনো দেৱতাৰ ঐশ্বৰিক শক্তি বৰ্ণনা কৰি লিখা গ্ৰন্থ, যেনে 'দেৱী মাহাত্ম্য'।
**মাহাৰাজিক** *বিণ.* ৰাজকীয়, সম্ৰাটৰ বাবে যোগ্য।
**মাহাৰাজ্যং** সাৰ্বভৌমত্ব।
**মাহিনং** *ক্লী.* ৰাজ্য।
**মাহিৰঃ** *পু.* ইন্দ্ৰ।
**মাহিষকঃ** *পু.* ম'হ-ৰখীয়া।
**মাহিষিকঃ** *পু.* ১। ম'হৰখীয়া, ২। ব্যভিচাৰিণী স্ত্ৰীৰ প্ৰেমিক, ৩। নিজৰ পত্নীৰ বেশ্যাবৃত্তিৰে জীৱিকা নিৰ্বাহ কৰা ব্যক্তি।
**মাহিষ্মতী** *স্ত্ৰী* এখন নগৰী। হৈহয় বংশীয় ৰজাসকলৰ ৰাজধানী।
**মাহিষ্যঃ** *পু.* ক্ষত্ৰিয়ৰ ঔৰসত বৈশ্যৰ গৰ্ভজাত সন্তান। এটা বৰ্ণসঙ্কৰ জাতি।
**মাহেন্দ্ৰ** *বিণ.* (মহেন্দ্ৰ অন) ইন্দ্ৰ সম্বন্ধী, **—ন্দ্ৰী** ১। ইন্দ্ৰ পত্নী, ২। পূব দিশ, ৩। গাই গৰু।
**মাহেয়** *বিণ.* (মহ ঢক) সাংসাৰিক, পাৰ্থিৱ, **—য়ঃ** ১। মঙ্গল গ্ৰহ, ২। প্ৰৱাল, **—য়ী** গাইগৰু।
**মাহেশী** *স্ত্ৰী.* (মহেশ অণ ঙীষ্) দুৰ্গা।
**মাহেশ্বৰঃ** শিৱভক্ত, **—ৰী** *স্ত্ৰী.* ১। অন্নপূৰ্ণা, ২। বিষ্ণু, ৩। এখন পীঠস্থান, ৪। এখন উপপুৰাণ।
**মি** ক্ষেপে (স্বা উ স মিনোতি মিনুতে) ১। নিক্ষেপ কৰ, দলিয়া, সিঁচি পেলা, ২। নিৰ্মাণ কৰ, তৈয়াৰ কৰ, ৩। জোখ ল, জোখ, ৪। স্থাপন কৰ, ৫। অনুমান কৰ, চা।
**মিচ্ছ্** বাধে (তুদা প স মিচ্ছতি) ১। বাধা দি, ৰুদ্ধ কৰ, ২। বিৰক্ত কৰ, আমনি কৰ।
**মিত** *বিণ.* (মা ক্তঃ) ১। পৰিমিত, সীমিত, ২। ধ্বনিত, ৩। অলপ পৰিমাণৰ, ৪। জোখ লোৱা, ৫। পৰীক্ষিত, **—ভাষী (ন্) —ৱাক্** অল্পভাষী, 'জুখি' কথা কোৱা, শি ২।১৩ ।
**মিতঙ্গম** *বিণ.* লাহে লাহে গমনকাৰী, **—মঃ** হাতী।
**মিতম্পচ** *বিণ.* ১। জুখি ৰান্ধা, কমকৈ ৰন্ধা (ৰান্ধনি), ২। কৃপণ।
**মিতাশন** *বিণ.* অল্পভোজী। (সদায়) কমকৈ আহাৰ কৰা লোক।
**মিতিঃ** *স্ত্ৰী.* (মা ভাৱে ক্তিন) ১। মান, জোখ, মাপ, ২। জ্ঞান, বিজ্ঞান ৩। প্ৰমাণ, সাক্ষ্য।
**মিত্ৰং** *ক্লী.* (মিনোতি মানং কৰোতি ইতি মা ক্ৰঃ) ১। বন্ধু, মিত্ৰ, সুহৃদ, ২। সহযোগী, ৰজাৰ অনুকূল প্ৰতিবেশী, 'অপুত্ৰস্য গৃহং শূন্যং সন্মিত্ৰৰহিতস্য চ মুৰ্খস্য চ দিশঃ শূন্যাঃ সৰ্বশূন্যা দৰিদ্ৰতা।। হিপ, **—ত্ৰঃ** পু. ১। সূৰ্য্য, ৰা ২।২৫।২২; ২। দ্বাদশাদিত্যৰ এজন, মহা ১।৬৫।১৫; ৩। মৰুৎসকলৰ এজন, ৪। উৰ্জাগৰ্ভজাত বশিষ্ঠৰ পুত্ৰ, **—ঘ্ন.** বিশ্বাসঘাতক, **—দ্ৰুহ্, দ্ৰোহী (ন্)** বন্ধুৰ বিৰুদ্ধে যোৱা, বন্ধু বিদ্বেষী, **—ভাৱঃ** মিত্ৰতা, **—ৱৎসল** বন্ধুপ্ৰেমী।
**মিত্ৰয়ু** *বিণ.* মিত্ৰবৎসল, বন্ধুপ্ৰেমী, **—য়ুঃ** *পু.* এজন ঋষি, লোমহৰ্ষণৰ শিষ্য।
**মিত্ৰলাভঃ** *পু.* বন্ধুলাভ, সুহৃদপ্ৰাপ্তি। **পঞ্চতন্ত্ৰৰ** পাঁচটা খণ্ডৰ এটাৰ নাম।
**মিথ্** ৱধে মেধায়াম (ভ্বা উ সক মেথতি —তে) ১। সংযুক্ত কৰ, যোগ কৰ, লাগ কৰ, যোৰা লগা, ২। [illegible] কৰ, হত্যা কৰ, ৩। বোধ কৰ, বুজি ল, [illegible] ৪। বিবাদ কৰ, কাঁজিয়া কৰ।

**মিথঃ** (স্) অব্য. দুজনৰ মাজত, পৰস্পৰ, মনু ৪।১১৭; আনে নুশুনাকৈ, মনে মনে, গুপুতে আদি বুজাবলৈ ব্যৱহাৰ হয়।

**মিথিলঃ** বিদেহ ৰাজ্যৰ ৰজা। **—লা** *স্ত্রী.* এজন প্রসিদ্ধ নগৰী। জনক ৰজাৰ ৰাজধানী, **—লাঃ** মিথিলাৰ প্রজা।

**মিথুনং** *ক্লী.* (মিথ কিৎ উণন) ১। স্ত্রী-পুৰুষৰ যুগল। মতা-মাইকী। 'যৎ ক্রৌঞ্চমিথুনাদেকমৱধীঃ কামমোহিতম, ৰা ১।২।১৫; ২। মেষাদি দ্বাদশ ৰাশিৰ অন্তৰ্গত দ্বিতীয় ৰাশি, ৩। যৌনসঙ্গম, ৪। যজা সন্তান, ৫। সংযোগ, সন্ধিস্থল, ৬। (ব্যাক) উপসৰ্গৰ লগত ধাতুৰ সংযোগ, **—ব্রতী** সহবাসত ব্রতী (অভ্যাস), **—ভাৰঃ** যৌন সঙ্গম।

**মিথুনেচৰ** চাকৈ-চকোৰা।

**মিথ্যা** *অব্য* (মেথতে মেথতে হিনস্তি ৰেতি মথ মেথ ক্যপ) ১। মিছাকৈ, অসত্যভাৱে, ২। ওলোটাকৈ, বিপৰীতভাৱে, ৩। নিষ্ফলভাৱে, উদ্দেশ্যহীনভাৱে, **—চাৰ** *বিণ* কপটাচাৰ, দাম্ভিক, প্রবঞ্চক, **—দর্শনং** **—দৃষ্টিঃ** নাস্তিকতাবাদ, **—ভিযোগঃ** মিছা অভিযোগ, **—ভিশংসনং** মিছা অভিযোগ, মিছা অপবাদ, **—মতিঃ** ভ্রান্তি।

**মিথ্যাগ্রহঃ** ভুল বুজা।

**মিথ্যাজ্ঞানং** মিছা বুদ্ধি, ভ্রান্ত ধাৰণা।

**মিথ্যাপুৰুষঃ** দেখাত পুৰুষ।

**মিদ** ক) স্নিহি (১) (চুৰা প অ মিন্দয়তি); (২) (ভ্বা উ স মেদতি -তে); ৩) (দিৱা প অক মেদ্যতি), ১। পিছল হ, তেলেৰে পিছল কৰ, গলি যা, তেলতেলীয়া হ, চৰ্বিযুক্ত হ, মৰম কৰ, স্নেহ কৰ, খ) বধ মেধয়োঃ (ভ্বা উ সক মেদতি -তে) সংযুক্ত কৰ, যোগ কৰ, আঘাত কৰ, হত্যা কৰ, বুজি ল, চিন্তা কৰ, বিবাদ কৰ।

**মিদ্ধং** *ক্লী.* ১। সোৰোপালি, ২। অলসতা, জড়তা।

**মিম্ব্** সেচে (ভ্বা প স মিম্বতি) ১। সিঁচ, সিঞ্চন কৰ, ছটিয়া, তিঁয়া, ২। শ্রদ্ধা কৰ, পূজা কৰ।

**মিম্মিন** *বিণ.* নাকে মাতা, খোনা।

**মিল্** শ্লিষি (তুদা উ অ মিলতি -তে) ১। লগ কৰ, লগ হ, ২। একত্রিত কৰ, লগ খা, একলগ হ, একগোট খা, ৩। মুখামুখি হ, ৪। সঙ্ঘটিত হ।

**মিলনং** *ক্লী.* ১। মিলন, সংযোগ, ২। সাক্ষাৎ, ৩। মুখামুখি, সংমিশ্রণ।

**মিলিত** *বিণ.* (মিল ক্ত) ১। যুক্ত, শ্লিষ্ট, নিষ্পন্ন, ২। মিশ্রিত, সংযুক্ত, ভেটাভেটি হোৱা।

**মিলিন্দঃ** মৌমাখি, ভোমোৰা।

**মিলিন্দকঃ** এবিধ সাপ।

**মিশ্** ধ্বনৌ, কোপে (ভ্ব প অ মেশতি) ১। শব্দ কৰ বা তোল, ধ্বনিত কৰ, ২। খং কৰ, ক্রোধান্বিত হ।

**মিশ্র্** যুত্যাম (চুৰা উ স মিশ্রয়তি -তে) মিশ্রণ কৰ, মিলা, মিহলা, লগ কৰ, সংযোগ কৰ, শ ৮।৩১

**মিশ্র** *বিণ* (মিশ্র বাহুলকাৎ ৰক) ১। মিশ্রিত, সংযুক্ত, ২। নানা বিধৰ, আউল লগা, **—শ্রং** *ক্লী.* এবিধ মূলা, মিশ্রণ, **—শ্রঃ** শ্রদ্ধাভাজন ব্যক্তি, শ্রেষ্ঠ ব্যক্তি, নামৰ শেষত উপাধিৰূপে ব্যৱহাৰ হয়, যেনে আযামিশ্রাঃ, **—জঃ**, **—ৱৰ্ণ** মিহলি ৰঙৰ, **—ৱৰ্ণং** এবিধ অগৰু, **—শব্দঃ** খচ্চৰ।

**মিশ্রক** *বিণ* বিবিধ, মিশ্রিত, সানমিহলি, **—কঃ** ১। ঔষধ মিহলি কৰোঁতা, ২। ভেজালকাৰী, **—কং** এবিধ নিমখ।

**মিশ্রণং** মিহলিকৰণ, সংমিশ্রণ।

**মিশ্রিত** ১। একলগ কৰা, মিহলি কৰা, ২। সংযোজিত সংযুক্ত, ৩। শ্রদ্ধাভাজন, শ্রদ্ধেয়।

**মিশ্রেয়া** *স্ত্রী.* এবিধ শাক। মধুৰিকা (মধুসোলেং?) শাক।

**মিষ্** ক) সেচনে (ভ্বা প স মেষতি) সিঁচি দি, সিক্ত কৰ।

খ) স্পৰ্দ্ধে (তুদা প স মিষতি), ১। চকু মেল, চকু টিপ্ মাৰ, ২। চা, দেখ, ৩। প্রতিদ্বন্দ্বী হ, মুখামুখি হ, (আনক) চেৰ পেলা, **উদ—** ১। চকু মেল, শী ৫।৯, ২। উঠ, উজ্জ্বল হ, চকমকা।

**মিষঃ** *ক্লী.* (মিষ কঃ) ছল, ভেশচন, প্রবঞ্চনা, নৈ ১।১১৮; **—ষঃ** মুখামুখি, প্রতিদ্বন্দ্বিতা।

**মিষ্ট** *বিণ.* (মিষ ক্তঃ) ১। মিঠা, সোৱাদ লগা, ২। সিক্ত, পানীত তিতা, **—ষ্টং** মিঠাই, মিষ্টান্ন, **—ষ্টঃ** মধুৰ ৰস।

**মিষ্টপাকঃ** চেনিৰ ৰসত পগোৱা ফল, 'মোৰব্বা'।

**মিষ্টান্নং** *ক্লী.* মিঠাই।

**মিহ্** সেচনে (ভ্বা প স মেহতি) ১। প্রস্রাব কৰ, মূত, ২। সিক্ত কৰ, তিঁয়া, সিঞ্চন কৰ, ৩। বীৰ্য্য (শুক্র) নিক্ষেপ কৰ।

**মিহিকা** *স্ত্রী.* (মিহ কুন টাপ) কুঁৱলী, নীহাৰ, বৰফ।

**মিহিৰঃ** *পু.* (মেহয়তি সেচয়তি জলেনেতি মিহ কিৰচ) ১। সূৰ্য্য, নৈ ২।৩৬; ২। মেঘ, ৩। চন্দ্ৰ, ৪। বতাহ, বায়ু, ৫। বুঢ়া মানুহ।

**মী** ক) বধে (ক্ৰ্যা উ স মীনাতি মীনিতে) ১। বধ কৰ, হত্যা কৰ, আঘাত কৰ, ২। হ্ৰাস কৰ, ৩। পৰিৱৰ্তন কৰ, ৪। ধৰ্ষণ কৰ, উলঙ্ঘন কৰ।
খ) গত্যাম মত্যাম্ (চুৰা, ভ্বা, সক মায়য়তি, ময়তি)
গ) বধে (দিৱা আ স মীয়তে) ১। বধ কৰ, আঘাত কৰ, ২। মৃত্যু হ, ধ্বংস কৰ, নাশ কৰ।

**মীঢ়** *বিণ.* ১। মৃতা, মূত্ৰ ত্যাগ কৰা, ২। সিক্ত।

**মীঢ়ষ্টমঃ, মীঢ়ান্** (স) পু সদাশিৱ।

**মীনঃ** *পু.* (মীয়তে ইতি মীঞ হিংসায়াম্ নক্) ১। মাছ, ৰ ১।৭৩, ২। মীন ৰাশি। ৰাশিচক্ৰৰ দ্বাদশ ৰাশি, ৩। বিষ্ণুৰ প্ৰথম অৱতাৰ, **—কেতনঃ** কামদেৱ, **—গন্ধা** সত্যৱতী, মৎসগন্ধা, **—গন্ধিকা** জলাশয়, পুখুৰী, **—ৰঙ্কঃ —ৰঙ্গঃ** মাছৰোকা চৰাই।

**মীনৰঃ** মকৰ, জলহস্তী, ঘঁৰিয়াল।

**মীনা** *স্ত্ৰী.* উষাৰ কন্যা, কশ্যপ মুনিৰ পত্নী, **—ণ্ডী** চেনি, **—প্ৰীণঃ** খঞ্জন পক্ষী, **—[illegible]য়ঃ** সমুদ্ৰ, **—ক্ষী** মাছৰ দৰে চকু যুক্তা।

**মীম্** শব্দে গতৌ (ভ্বা, প, অক, সক গতৌ, মীমতি) ১। যা, গমন কৰ, আগুৱাই যা, ২। শব্দ কৰ, ধ্বনি তোল।

**মীমাংসকঃ** *পু.* (মীমাংসাম অধীতে ৱেদ বা ইতি বুন্) ১। মীমাংসা দৰ্শনত অভিজ্ঞ, অনুগামী, ২। অম্বেষণকাৰী, অনুসন্ধানকাৰী।

**মীমাংসনং** অম্বেষণ, অনুসন্ধান, পৰীক্ষা-নিৰীক্ষা।

**মীমাংসা** *স্ত্ৰী.* (মান্ ৱিচাৰে সন্ অঃ টাপ্) ভাৰতীয় ষড়দৰ্শনান্তৰ্গত দৰ্শনশাস্ত্ৰ বিশেষ। এই দৰ্শনৰ মুঠতে কুৰিটা অধ্যায়। তাৰ ভিতৰত মহৰ্ষি জৈমিনি প্ৰণীত পূৰ্বমীমাংসাৰ বাৰটা অধ্যায়ত যজ্ঞাদি কৰ্মকাণ্ডৰ বিৱৰণ দিয়া হৈছে। বাদৰায়ণ প্ৰণীত উত্তৰমীমাংসাৰ চাৰিটা অধ্যায়ত পৰ ব্ৰহ্মৰ নিৰূপণ কৰা হৈছে। বাকী চাৰিটা অধ্যায় মহৰ্ষি সঙ্কৰ্ষণে প্ৰণয়ন কৰে। ইয়াক উপাসনা কাণ্ড কোৱা হয়। মীমাংসাদৰ্শনৰ দুটা ভাগ হলেও পূৰ্ব আৰু উত্তৰ সম্পূৰ্ণ পৃথক। পূৰ্ব মীমাংসাক, মীমাংসা আৰু উত্তৰ মীমাংসাক বেদান্ত বোলা হয়, আৰু দুয়োখন সম্পূৰ্ণ সুকীয়া দৰ্শন শাস্ত্ৰ।

**মীৰঃ** *পু.* ১। সাগৰ, ২। পৰিসীমা, চৌহদ।

**মীল্** নিমেষে (ভ্বা প অ মীলতি) ১। চকু মুদ, চকু বন্ধ কৰ, ২। চকু টিপ মাৰ, ৩। বন্ধ কৰ, ৪। ক্ষীণ হ, অন্তৰ্ধান হ, ৫। মিল হ, মিলি যা, **উদ—** ১। চকু মেল, ২। জাগৃত কৰ, উঠা, ৩। বিস্তাৰ কৰ, ফুলা, ৪। প্ৰকাশ হ, উঠ, **নি—** ১। চকু বন্ধ কৰ, মনু ১।৫২; ২। চকু মুদ (মৃত্যু হ), ৩। অস্পষ্ট হ, ৪। অন্তৰ্হিত হ, অস্ত যা।

**মীলনং** *ক্লী.* চকু বন্ধকৰণ, চকু টিপ মৰা কাৰ্য্য, ফুল লেৰেলি বন্ধ হোৱা।

**মীলিত** *বিণ.* ১। বন্ধকৃত, বন্ধ, ২। অৰ্দ্ধ স্ফুটিত ভালকৈ নুফুলা, ৩। অন্তৰ্হিত, **—তং** এবিধ অৰ্থালঙ্কাৰ। একে (স্বাভাৱিক অথবা কৃত্ৰিম) লক্ষণৰ কোনো বস্তুৰ দ্বাৰা তেনে লক্ষণৰ অন্য বস্তুৰ গোপন হলে মীলিত অলঙ্কাৰ হয়।

**মীৱ** পীৱে (ভ্বা প অ মীৱতি) পীৱঃ স্থূলীভাৱঃ, ১। শকত হ, মোটা হ, ২। যা, গমন কৰ।

**মীৱৰঃ** *পু.* সেনাধ্যক্ষ।

**মীৱা** *স্ত্ৰী.* ১। পেলু, ফিটা পেলু, ২। বতাহ, বায়ু।

**মুঃ** *পু.* (মব ডুন্) ১। শিৰ, ২। বন্ধন, ৩। মোক্ষ, ৪। চিতা

**মুকুঃ** *পু.* (মুচ কুঃ) মুক্তি, মোক্ষ।

**মুকুটং** *ক্লী.* (মঙ্কুতে মণ্ডয়তি ইতি মক উটন শিৰোভূষণ, কিৰীটি।

**মুকুটী** আঙুলিৰে শব্দ কৰা, টিলিকি মৰা।

**মুকুন্দঃ** *পু.* ১। বিষ্ণু, ২। পাৰদ, ৩। এবিধ ৰত্ন, ৪। কুবেৰৰ এটা ভাণ্ডাৰৰ নাম, ৫। এবিধ ঢোল বা দবা।

**মুকুন্দকঃ** *পু.* পিঁয়াজ।

**মুকুৰঃ** *পু.* (মক উৰচ) ১। দৰ্পণ, দাপোণ, ২। ফুলৰ কলি, ৩। কুমাৰৰ দণ্ড, ৪। বকুল গছ, ৫। মল্লিকা (ফুলৰ)। গছ।

**মুকুলং, লঃ** *পু.* ১। কলি, মে ২১; ২। শৰীৰ, ৩। আত্মা

**মুকুলিকা** *স্ত্ৰী* কেঁচুৱাক টোপনি অহাবলৈ নিম্নস্বৰে গোৱা গীত, নিচুকনি গীত।

**মুকুলিত** *বিণ.* ১। কলিযুক্ত, ২। আধা ফুলা।

**মুকুষ্ট, মুকুষ্টক** এবিধ মাহ জাতীয় শস্য।

**মুক্ত** *বিণ.* (মুচ্ ক্ত) ১। উন্মোচিত, খোলা, শিথিলীকৃত, ঢিলা, ২। এৰি দিয়া, ৩। ত্যাগ কৰা, পৰিত্যক্ত, ৪। দলিয়াই পেলোৱা, নিক্ষিপ্ত, ৫। উদ্ধাৰ কৰা,

৬। প্ৰদত্ত, —**ক্তঃ** মোক্ষপ্ৰাপ্ত। সংসাৰৰ বন্ধনৰ পৰা সম্পূৰ্ণভাৱে মুক্ত, —**কচ্ছঃ** বৌদ্ধ ধৰ্মী, —**কঞ্চকঃ** মোট সলাই উঠা সাপ, —**কণ্ঠং** অব্য. উচ্চস্বৰে, চিঞৰি, —**হস্ত** উদাৰ, দানশীল, —**চক্ষুঃ** (স) সিংহ।

**মুক্তকং** *ক্লী.* ১। ক্ষেপণাস্ত্ৰ, ২। সাধাৰণ গদ্যৰচনা, ৩। স্বয়ং সম্পূৰ্ণ শ্লোক একোটা।

**মুক্তা** *স্ত্ৰী.* ১। মণি, ৰত্ন, ২। এবিধ গ্ৰহৰত্ন, অধিষ্ঠাত্ৰী দেৱতা চন্দ্ৰ, ৩। বেশ্যা, ৰক্ষিতা, —**কলাপঃ** মণিহাৰ, —**গণঃ** মণিমালা, —**দামন্** *ক্লী.* মুক্তাৰ হাৰ, —**পুষ্পঃ** এবিধ মালতী ফুল, —**প্ৰসূঃ** শামুক, শামুকৰ খোলা, —**প্ৰালম্বঃ** মুক্তাৰ হাৰ, —**ফলং** ১। মণি, ৰত্ন, ৰ ১৬।৬২, ২। এবিধ ফুল, ৩। কৰ্পূৰ, ৪। আতলচ (ফল) —**মাতৃ** শামুক, —**লতা** —**স্ৰক্** —**হাৰঃ** মণিহাৰ, —**শুক্তিঃ** **স্ফোটিঃ** শামুক।

**মুক্তাগাৰঃ** *পু.* শামুক।

**মুক্তাত্মা** (ন্) ১। পাপমুক্ত আত্মা। ২। সকলো বন্ধনৰ পৰা মুক্ত ব্যক্তি।

**মুক্তিঃ** *স্ত্ৰী.* (মুচ ক্তিন) ১। সংসাৰৰ বন্ধনৰ পৰা মুক্তি, মোক্ষ, ২। স্বাধীনতা, ৩। আত্যন্তিক দুখৰ পৰা নিবৃত্তি, ৪। ত্যাগ, ৫। নিক্ষেপণ, ৬। উন্মোচন, ৭। ঋণৰ পৰা মুক্তি, খালাচ, —**ক্ষেত্ৰং** বাৰাণসী, —**মাৰ্গঃ** মোক্ষৰ পথ, —**মুক্তঃ** ধূপ।

**মুক্তিদং** *ক্লী.* শ্ৰীভগৱন্তৰ এটা নাম। মুক্তিদাতা।

**মুক্তিমণ্ডপঃ** *পু.* ১। কাশী বিশ্বেশ্বৰৰ সোঁ ফালে থকা মণ্ডপটোৰ নাম, ২। পুৰী জগন্নাথ মন্দিৰৰ সোঁ ফালে থকা মণ্ডপটোৰ নাম।

**মুখং** *ক্লী.* (খনতি বিদাৰয়তি অন্নাদিকমনেন খন্ কৰণে অচ মুড়াগমঃ) ১। শৰীৰৰ অৱয়ৱ বিশেষ, মুখ। নৈ ৯।৪৪; মুখৰ সাত অঙ্গ; 'ওষ্ঠৌ চ দন্তমূলানি দন্তা জিহ্বা চ তালু চ। গলো গলাদি সকলং সপ্তাঙ্গং মুখমুচ্যতে।। স্বস্ত্ৰী আৰু শিশুৰ মুখত চুম্বন কৰাত কোনো দোষ নাই। 'স্ত্ৰীমুখং বালমুখং ন দুষ্টং মনুৰব্ৰবীৎ।', ২। মুখমণ্ডল, ৩। নাকটি, জন্তুৰ মুখ, ৪। সমুখৰ অংশ, কাঁড়ৰ আগ বা মুৰ। কোনো তীক্ষ্ণ বস্তুৰ আগ, ৫। দিশ, যেনে পূব মুখ, দক্ষিণ মুখ, ৬। স্তন বা ওহাৰৰ মুখ, বোঁট, ৭। চৰাইৰ ঠোঁট, ৮। প্ৰৱেশ পথ, দুৱাৰমুখ, কু ১।৮; ৯। আৰম্ভণ, প্ৰাৰম্ভ, ১০। পাতনি, চিনাকি কোনো পুথিৰ ভূমিকা, মুখবন্ধ, ১১। কোনো বস্তুৰ উপবিভাগ, ১২। মূল, উৎস, হেতু, ১৩। বেদাদি শাস্ত্ৰ, ১৪। উপায়, সন্ধিবিশেষ, 'মুখং বীজসমুৎপত্তিঃ,' দশৰূপক। ১৫। প্ৰধান, মুখ্য, 'ৰাজা মুখং মনুষ্যাণাং নদীনাং সাগৰো মুখং। নক্ষত্ৰাণাং মুখং চন্দ্ৰ আদিত্যস্তেজসাং মুখং।। পৰ্বতানাং মুখং মেৰুৰ্গৰুড়ঃ পততাং মুখং। সদেৱকেষু লোকেষু ভগৱান কেশৱো মুখম্।।' —**কমলং** পদুমৰ দৰে ধুনীয়া মুখ, —**গন্ধকঃ** পিঁয়াজ, —**খুৰঃ** দাঁত, —**চপল** কথা-চহকী, —**চপেটিকা** মুখত চৰ, —**চীৰিঃ** জিভা, —**জঃ** ব্ৰাহ্মণ, —**দূষণঃ** পিঁয়াজ, —**দূষিকা** মুখৰ ফোঁহা, —**ধাৱনং** মুখ ধোৱা, —**নিৰীক্ষক** আনৰ মুখৰ ফালে চাই থকা লোক। এলেহুৱা, —**নিৱাসিনী** দেৱী সৰস্বতী, —**পটঃ** ওৰণী, —**পিণ্ডঃ** এমুখ বা মুখ ভৰ্তি আহাৰ, —**পূৰণং** মুখ ভৰ্তি পানী, —**প্ৰসাদঃ** শান্ত মুখ, —**প্ৰিয়ঃ** কমলা টেঙা, —**বন্ধঃ** পুথিৰ ভূমিকা, পাতনি, —**বন্ধনং** ঢাকনী, —**ভূষণং** তামোল-পাণ, —**মধু** মিঠা মুখৰ, —**ৰিক**, —**ৰী** লাগামৰ মুখত থকা সৰু শলা, —**লাঙ্গলঃ** গাহৰি, বৰা, —**লেপঃ** মুখৰ প্ৰসাধন, কফ ৰোগ, —**বল্লভঃ** ডালিম গছ, —**ৱাদ্যং** ১। মুখেৰে বজোৱা বাদ্যযন্ত্ৰ, যেনে— গগনা ২। মুখেৰে বজোৱা বাদ্য, যেনে সুঁহুৰি, —**ৱাসঃ** মুখৰ বতাহ সুগন্ধি কৰা আতৰ বিশেষ, —**ৱিলুণ্ঠিকা** মাইকী ছাগলী, —**ব্যাদনং** হামিয়া, —**শক** গালি-গালাজ, —**শুদ্ধিঃ** —**শোধনং** মুখ ধুই পৰিষ্কাৰ কৰা কাৰ্য্য, —**শেষঃ** ৰাহু, —**শোষী** (ন্) নেমু টেঙা, —**শ্ৰীঃ** মুখৰ সৌন্দৰ্য্য, —**সুখং** সহজ উচ্চাৰণ, —**সুৰং** ১। তাড়ি, ২। ওঁঠৰ ৰস, —**স্ৰাৱঃ** লালটি, থুই, খেঁকাৰ।

**মুখৰঃ** *পু.* ১। কাউৰী, ২। শঙ্খ, —**ক্ৰিয়া** নামধাতু, ১। কেপ কেপাই থাক, কৈ থাক, ২। ঘোষণা কৰ।

**মুখাগ্নিঃ** *পু.* (মুখং মুখ্যোঽগ্নিঃ) ১। দাবানল, বনজুই, ২। মুখেৰে জুই ওলোৱা এবিধ ভূত বা পিশাচ, ৩। (চিতাৰ ওপৰত) মৰাশৰ মুখত দিয়া অগ্নি। এয়া লোকাচাৰ। শাস্ত্ৰানুসৰি মূৰত দিব লাগে। 'জ্বলমানং তথা বহ্নিং শিৰঃ স্থানে প্ৰদাপয়েৎ'। মৃতকৰ মুখত বা (শিৰঃ স্থানত) অগ্নি দিবৰ সময়ত এই মন্ত্ৰ কাঢ়ি উচ্চাৰণ কৰি শৱ প্ৰদক্ষিণ কৰিব লাগে। ওঁ কৃত্বা তু

দুষ্কৃতং কর্ম জানতা ৱাপ্যজানতা। মৃত্যুকালৱশং প্রাপ্য নৰং পঞ্চত্বমাগতম্।। ধৰ্মাধৰ্মসমাযুক্তং লোভমোহসমাবৃতম। দহেয়ং সর্বগাত্রাণি দিৱ্যান লোকান স গচ্ছতু।।

**মুখানিলঃ, —খোচ্ছ্বাসঃ** মুখৰ বতাহ, উশাহ-নিশাহ।

**মুখাময়ঃ** *পু* মুখৰ বেমাৰ।

**মুখাসৱঃ** মুখামৃত, মুখ সুধা। 'মুখসুধাপানম।'

**মুখোল্কা** *স্ত্রী.* দাৱানল। বনজুই।

**মুখ্য** *বিণ.* ১। শ্ৰেষ্ঠ, প্ৰধান, ২। মুখ সম্বন্ধীয়, ৩। অগ্ৰগণ্য, **—খ্যং** ১। প্ৰধান অনুষ্ঠান, ২। বেদপাঠ, বেদশিক্ষা, **—খ্যঃ** *পু.* নেতা, উপদেষ্টা, **—চান্দ্ৰং** মুখ্য চান্দ্ৰ মাহ। (গৌণৰ বিপৰীত) **—নৃপঃ** সম্ৰাট, **—মন্ত্ৰী** (ন্) প্ৰধান মন্ত্ৰী।

**মুগুহঃ** *পু.* কুকুৰা জাতীয় চৰাই এবিধ, ডাউক।

**মুগ্ধ** *বিণ.* (মুহ কৰ্তৰি ক্তঃ) ১। বিমূঢ়, ২। মোহগ্ৰস্ত, মোহিত, ৩। মূৰ্খ, ৪। সাধাৰণ, হোজা, নিৰীহ, ৫। সুন্দৰ, মনোৰম, লৰালি, শিশুসুলভ, **—গ্ধা** কুমাৰী ধুনীয়া ছোৱালী। মোহময়ী কন্যা। কাব্যৰ এবিধ নায়িকা, **—বোধঃ** বোপদেৱে ৰচনা কৰা ব্যাকৰণখনৰ নাম।

**মুচ** ক) কল্কনে, দম্ভে শাঠ্যে (ভ্বা আ অ মোচতে) প্ৰবঞ্চিত কৰ, ঠগা। খ) মোক্ষে (তুদা উ স মুঞ্চতি -তে) ১। এৰি দি, খুলি দি, বান্ধৰ পৰা মুক্ত কৰ, উদ্ধাৰ কৰ, ২। ত্যাগ কৰ, কণ্ঠ (মাত) মুক্ত কৰ, (অৰ্থাৎ মুক্ত কণ্ঠে উচ্চাৰণ কৰ), ৩। প্ৰত্যাখ্যান কৰ, চুৰি কৰ, দলিয়া, নিক্ষেপ কৰ, ৪। ঢালি দি, (চকুলো) ত্যাগ কৰ, ৫। প্ৰদান কৰ, ৬। (মলমূত্ৰ) ত্যাগ কৰ। (ণিজন্ত) মোচয়তি -তে, (সনন্ত) মুমুক্ষতি, **উদ্—** (উন্মোচন কৰ, মুক্ত কৰ, ত্যাগ কৰ, **নিস্—** খুলি দি, মোকলা, ত্যাগ কৰ, খালাচ দি, গী ৭।২৮; **পৰি—** মুক্ত কৰ, মোকলা, মুকলি কৰি দি, **পৰি—** পিন্ধ, পৰিধান কৰ, **ৱি—** বিমোচন কৰ (চকু পানী) পেলা, ত্যাগ কৰ, দলিয়া।

**মুচকঃ** লা।

**মুচ(চু)কুন্দঃ** পু. ১। এবিধ ফুলৰ গছ, ২। মান্ধাতা ৰজাৰ এজন পুত্ৰৰ নাম। দৈত্যৰ লগত দেৱতাৰ যুদ্ধৰ সময়ত মুচুকুন্দই দেৱতাসকলক সহায় কৰিছিল আৰু তাৰ প্ৰতিদান স্বৰূপে মুচুকুন্দই দেৱতাৰ পৰা গভীৰ টোপনিৰ বৰ লাভ কৰে। এই বৰ এনে আছিল যে ৰজা টোপনিত পৰিলে কোনেও টোপনিত ব্যাঘাত জন্মাব নোৱাৰিব আৰু যি ৰজাৰ টোপনি ভাঙিব সি তৎক্ষণাৎ ভস্মীভূত হ'ব। শ্ৰীকৃষ্ণই কালযৱনক বধ কৰিব নোৱাৰি অতি চতুৰতাৰে মুচুকুন্দৰ ওচৰলৈ পঠিয়াই দিলে কালযৱন মুচুকুন্দৰ গুহাত প্ৰৱেশ কৰাৰ লগে লগে পুৰি ছাই হৈ গ'ল।

**মুচিৰ** *বিণ.* দাতা, দানকৰ্তা, **—ৰঃ** ১। ধৰ্ম, ২। দেৱতা, ৩। বায়ু।

**মুচিলিন্দঃ** এবিধ ফুল।

**মুচুটী** *স্ত্রী.* আঙুলি স্ফোটন, টিলিকি।

**মুজ্, মুঞ্জ** মৃজাধ্বন্যোঃ ক) (ভ্বা প, অক মোজতি, মুঞ্জতি) খ) (চুৰা উ সক মোজয়তি -তৈ, মুঞ্জয়তি —তে) ১। চাফ কৰ, পৰিষ্কাৰ কৰ, শোধন কৰ, মাজি ঘঁহি চফা কৰ, ২। শব্দ কৰ, ধ্বনি তোল।

**মুঞ্জঃ** *পু.* (মুঞ্জ কৰণে অচ) ১। এবিধ কুশৰ দৰে ঘাঁহ উপনয়নৰ সময়ত কঁকালত এইবিধ ঘাঁহৰ যজ্ঞোপৱীত (মেখলা) ল'ব লাগে, মনু ২।৪৩; কঁহুৱা বন, ২ ধাৰা নগৰৰ ৰজাৰ নাম, ৰজা ভোজৰ খুৰাক **—কেশঃ** শিৱ, **—বন্ধনং** মেখল, **—ৱাসঃ (স্)** শিৱ

**মুঞ্জৰং** *ক্লী.* পদুমৰ শিপাৰ আঁহ।

**মুঞ্জাতকঃ** *পু.* এবিধ শাক।

**মুট্** মৰ্দে ক) (ভ্বা প স মোটতি) খ) (চুৰা উ স মোটয়তি —তে) ১। গুড়ি কৰ, চূৰ্ণ কৰ, ভাং, ২। নিন্দা কৰ, গালি পাৰ।

**মুণ্ট্** মৰ্দে (ভ্বা প স মুণ্টতি) ভাং, গুড়ি কৰ, ভাঙি চূৰ্ণ-বিচূৰ্ণ কৰ।

**মুণ্** প্ৰতিজ্ঞানে (তুদা প স মুণতি) প্ৰতিজ্ঞা কৰ, কথা দি।

**মুণ্ড** ক) ছিদি মৰ্দে (ভ্বা প স মুণ্ডতি) ১। মুণ্ডন কৰ, চুলি খুৰা, ২। গুড়ি কৰ, চূৰ্ণ কৰ, ভাং। খ) মগ্নে (ভ্বা আ অক মুণ্ডতে)। নিমগ্ন হ, বুৰ, ডুবি যা, পানীৰ তল যা।

**মুণ্ড** *বিণ.* (মুড় খণ্ডনে ভাৱে ঘঞ্) মুণ্ডিত। চুলি পেলোৱা মূৰ, **—ণ্ডং** ১। মূৰ, ২। লো, **—ণ্ডঃ** ১। বলিৰাজৰ এজন দানৱ সৈন্যৰ নাম, ২। ৰাহু গ্ৰহ, ৩। নাপিত ৪। কাল, ৫। ডাল-পাত নথকা গা-গছ, **—ণ্ডা** সন্ন্যাসিনী, **—ফলঃ** নাৰিকল গছ, **—মণ্ডলী** মূৰ খুৰুৱা মানুহৰ গোষ্ঠী, **—শালিঃ** এবিধ শালি ধান।

**মুণ্ডলঃ** *পু.* ১। নাপিত, ২। ডালপাত কাটি পেলোৱা গছৰ মুঢ়া।

**মুণ্ডকোপনিষদ্** অথৰ্ব্ববেদৰ এখন প্ৰসিদ্ধ উপনিষদ।

**মুণ্ডায়াসং** *ক্লী.* লো।

**মুণ্ডিত** *বিণ.* ১। চুলি খুৰুৱা মূৰ, ২। (ডাল-পাতাদি) কাটি পেলোৱা গছ, **—তং** লো।

**মুণ্ডী** (ন্) *পু* (মুণ্ডয়তি কেশান্ ইতি ণিনি) ১। নাপিত, ২। এজন যোগাচাৰ্য্য।

**মুৎ** (দ) *স্ত্ৰী* আনন্দ, হৰ্ষ, ৰ ৩।২৫

**মুদ** ক) সংসৰ্গে (চুৰা উ সক মোদয়তি -তে) ১। মিহলি কৰ, মিহলা, মিশ্ৰণ কৰ, ২। পৰিস্কাৰ কৰ, শুদ্ধ কৰ।

খ) হৰ্ষে (ভ্বা আ স মোদতে) ১। আনন্দ কৰ, সুখী হ, উৎফুল্ল পু. মনু ২।২৩২ (ণিজন্ত) মোদয়তি —তে, (সনন্ত) মুমুদিষতে।

**মুদ মুদা** *স্ত্ৰী.* (মুদ ক, টাপ্) হৰ্ষ, আনন্দ, সুখ, সন্তোষ, কি ৫।২৫।

**মুদিত** *বিণ.* (মুদ্ ক্ত) ১। আনন্দিত, উল্লসিত, উৎফুল্লিত, **—তং** ১। এবিধ যৌন আলিঙ্গন, ২। সুখ, আনন্দ, **—তা** আনন্দ।

**মুদিৰঃ** ১। মেঘ, ২। প্ৰেমিক, কামুক, ৩। ভেকুলী।

**মুদী** *স্ত্ৰী* জোনাক, জ্যোৎস্না।

**মুদ্গঃ** *পু.* ১। এবিধ মাহ, মগু মাহ, ২। ঢাকনী, ৩। এবিধ সাগৰীয় পক্ষী, **—ভুক্** মাহভোজী ঘোঁৰা।

**মুদ্গৰঃ** *পু.* ১। হাতুৰি, ২। গদা, ৩। পথাৰত মাটিৰ নদা ভঙা ডাং, ৪। ডাম্বেল, এডাল লোৰ দণ্ডৰ দুমূৰে ওজনৰ দগা লৈ ব্যায়াম কৰা সজুঁলি, ৫। কলি, ৬। এবিধ মাধৱী লতা। "মোহমুদগৰঃ" —শঙ্কৰাচাৰ্য্যই ৰচনা কৰা এখন সৰু কাব্য।

**মুদ্গলঃ** এবিধ ঘাঁহ।

**মুদ্গটঃ** এবিধ মাহ জাতীয় শস্য।

**মুদ্ৰণং** ১। চীল-মোহৰ কৰা কাৰ্য্য, ২। চিহ্নিত কৰণ, ৩। ছপা কাৰ্য্য, ৪। বন্ধকৰণ, সামৰণ।

**মুদ্ৰয়তি** নাম ধাতু, ১। চীল-মোহৰ কৰ, ২। চিহ্নিত কৰ, দাগ দি, ৩। ছপা কৰ, ৪। ঢাকনী লগা, বন্ধ কৰ।

**মুদ্ৰা** *স্ত্ৰী* (মোদতে অনয়েতি মুদ ৰক টাপ্) ১। বিশ্বাসজনক চিহ্ন, চীল-মোহৰ, ২। চিহ্নযুক্ত আঙুঠি, চিহ্ন, দাগ, গী ৩।২৪, ৩। পাঁচ বিধ লিপিৰ অন্তৰ্গত লিপি বিশেষ। পাঁচ বিধ লিপি— মুদ্ৰালিপি, গুণ্ডিকা লিপি, ঘুণসম্ভূতা লিপি আৰু লেখনিসম্ভূতা লিপি, ৪। প্ৰতীক, ৫। প্ৰতিকৃতি, চাপ্‌ৰাচ, ৬। সামৰণি, ৭। গূঢ় বিষয়, ৮। পূজা কৰোঁতে হাতৰ আঙুলিৰে কৰা কিছুমান বিশেষ ধৰণৰ ভঙ্গী, ৯। পঞ্চমকাৰৰ অন্তৰ্গত ভজা দ্ৰব্য বিশেষ, **—ক্ষৰং** মোহৰত থকা আখৰ। ছপাৰ আখৰ, 'টাইপ', **—কাৰঃ** মোহৰ তৈয়াৰ কৰা মানুহ, **—মাৰ্গঃ** ব্ৰহ্মৰন্ধ্ৰ, **—লিপিঃ** পাঁচ বিধ লিপিৰ এবিধ। ছপাৰ আখৰ।

**মুদ্ৰিকা** *স্ত্ৰী.* সোণ বা ৰূপৰ মোহৰ।

**মুদ্ৰিত** *বিণ.* (মুদ্ৰা ইতচ্) ১। চীল-মোহৰ কৰা, ২। অপ্ৰস্ফুটিত, ৩। সমাপ্ত, মোহৰ মাৰি বন্ধ কৰা।

**মুধা** *অব্য.* (মুহ্ বাহুলকাৎ কা, হ্ৰস্য ধঃ) নিৰৰ্থক, অনৰ্থক, মিছাকৈ, নিষ্ফলভাৱে, ভুলকৈ।

**মুনিঃ** *পু.* (মনুতে জানাতি যঃ ইতি মন ইন উৎ) ১। মৌনী, ঋষি, ভক্ত, সন্ন্যাসী, গী ১০।৩৭, ২। অগস্ত্য, ব্যাস, ৩। বুদ্ধ, ৪। আম গছ, ৫। সংখ্যা '৭', মুনিৰ লক্ষণঃ—।

দুঃখেষ্বনুদ্বিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ।

বীতৰাগভয়ক্ৰোধঃ স্থিতধীৰ্মুনিৰুচ্যতে।। গী ২।৫৬

**—তৰুঃ** বক ফুলৰ গছ, **—দ্ৰুমঃ** বক বৃক্ষ, শ্যোনাক বৃক্ষ, **—পিত্তলং** তাম ধাতু, **—পুঙ্গবঃ** মুনিশ্ৰেষ্ঠ, **—পুত্ৰকঃ** খঞ্জন পক্ষী, **—পুষ্পং** বক ফুল, **—ভেষজং** শিলিখা, **—স্থানং** আশ্ৰম, **—ব্ৰতং** সন্ন্যাসীৰ ব্ৰতাচৰণ।

**মুনীন্দ্ৰ, —শঃ, ঈশ্বৰঃ** মহৰ্ষি, মুনিশ্ৰেষ্ঠ।

**মুঞ্চ, মুঞ্চু,** গত্যাম (ভ্বা প মুঞ্চতি, মুঞ্চতি) যা, গমন কৰ, আগুৱাই যা।

**মুমুক্ষু** *বিণ.* (মোক্তুমিচ্ছতীতি মুচ সন উঃ) মুক্তিকামী, মোক্ষাভিলাষী, গী ৪।১৫ (পু) মুক্তিকামী সন্ন্যাসী, কু ২।৫১।

**মুমুচানঃ** *পু.* মেঘ।

**মুমূৰ্ষু** *বিণ.* যাৰ মৃত্যু আসন্ন। অনতিপলমে মৰিব লগীয়া।

**মুৰ্** বেষ্টনে (তুদা প স মুৰতি) ঘেৰি ধৰ, আগুৰি ধৰ, চাৰিওফালে আবৰি ধৰ। যেনে, মুৰতি বৃক্ষং লতা।

**মুৰং** বেষ্টন, ঘেৰি ধৰা কাৰ্য্য, **—ৰঃ** শ্ৰীকৃষ্ণৰ হাতত নিহত এটা ৰাক্ষস, **—জিৎ, —দ্বিষ্, —ভিদ্, —মৰ্দনঃ, —ৰিপুঃ, —বৈৰী, —হা (ন্) শ্ৰীকৃষ্ণ।**

**মুৰজঃ** *পু.* ১। মৃদঙ্গ, ঢোল, ২। ঢোলৰ আকৃতিৰে সজোৱা শ্লোক এফাকি। **—জা,** কুবেৰ পত্নী, **—ফলঃ** কঁঠাল গছ।

**মুৰণ্ডঃ** লম্পক নামৰ এখন ৰাজ্য।

**মুৰন্দলা** নৰ্মদা নদী।

**মুৰলা** কেৰেলাৰ এখন নদীৰ নাম, **—লী** বাঁহী, **—লীধৰঃ** শ্ৰীকৃষ্ণ।

**মুৰা** *স্ত্ৰী.* (মুৰতি সৌৰভেন ৰেষ্টয়তি মুৰ কঃ টাপ্) এবিধ আতৰ।

**মুৰাৰিঃ** *পু.* (মুৰস্য অৰিঃ শত্ৰুঃ) ১। শ্ৰীকৃষ্ণ, ২। অনৰ্ঘ-ৰাঘৱ নামৰ নাটকৰ ৰচয়িতা।

**মূৰ্চ্ছ্** মোহে উচ্ছ্ৰায়ে (ভ্বা প অক মূৰ্চ্ছতি) মোহঃ জ্ঞানহীনত্বম, উচ্ছ্ৰায়ো বৃদ্ধিঃ, ১। মূৰ্চ্ছা যা, মূছকঁছ যা, অচেতন হ, ২। গাঢ় হ, গোট মাৰ, ৩। বৃদ্ধি পা, ডাঙৰ-দীঘল হ, শক্তিমান হ, ৪। প্ৰবল হ, ৫। পূৰ্ণ কৰ, বিয়পি পৰ, ৰ ৬।৯; ৬। শব্দ তোল, (ণিজন্ত) মূৰ্চ্ছয়তি —তে।

**মুৰ্ম্মিণী** *স্ত্ৰী.* সৰু (লৈ ফুৰিব পৰা) যুদ্ধকুণ্ড, অঙ্গাৰধানিকা।

**মুৰ্মুৰঃ** *পু.* ১। তুঁহৰ জুই, শি ৬।৬, ২। কামদেৱ, ৩। সূৰ্য্যৰ এটা ঘোঁৰাৰ নাম, **—ৰা** এখন নদীৰ নাম।

**মুৰ্ৱ্** নহে (ভ্বা প সক মূৰ্ৱতি) নহো বন্ধনম্, ১। বান্ধ, বান্ধি থ, বান্ধি পেলা।

**মুশটী** *স্ত্ৰী.* এবিধ শস্য।

**মুশলী, —সলীঃ** জেঠী।

**মুষ্** ক) লুণ্ঠনে (ক্ৰ্যা প স মুষ্ণাতি) ১। চুৰি কৰ, ডকাইতি কৰ, (দ্বিকৰ্মক ধাতু), ২। ঢাকি থ, লুকাই ৰাখ, ৩। চেৰ পেলা, অতিক্ৰম কৰ, মে ৪৭, (সনন্ত) মুমুষিষতি।

খ) (ভ্বা প স মোষতি) আঘাত কৰ, হত্যা কৰ, বধ কৰ।

গ) (ছিদি (দিৱা প স মুষ্যতি) ১। চুৰি কৰ, ২। ভাঙ্গ, ছেদন কৰ, নাশ কৰ।

**মুষকঃ** *পু.* নিগনি।

**মুষলী** *স্ত্ৰী.* ঘৰচীয়া জেঠী।

**মুষা** যী ধাতু গলোৱা পাত্ৰ।

**মুষিত** *বিণ.* (মুষ্ কৰ্মণি ক্তঃ) ১। চুৰ কৰি অনা, প্ৰবঞ্চিত, ২। কাঢ়ি অনা, ৩। বঞ্চিত।

**মুষিতকং** চুৰি কৰি অনা সম্পত্তি।

**মুষ্কঃ** *পু.* (মুষ্ণাতি বীৰ্য্যমিতি মুষ কক্) ১। অণ্ডকোষ, ২। প্ৰকাণ্ড মানুহ, ৩। দ'ম, সমষ্টি, ৪। চোৰ, **—দেশঃ** কৰণ্ডন, **—শূন্যঃ** নপুংসক, অণ্ডকোষহীন পুৰুষ, **—শোফ** অণ্ডকোষ ফুলা ৰোগ, সিৰা ৰোগ।

**মুষ্ট** *বিণ* চুৰ কৰা, **—ষ্টং** চুৰ কৰা বস্তু।

**মুষ্টিঃ** *স্ত্ৰী.* ১। হাতৰ মুঠি, ২। এমুঠি, মে ৬; ৩। দা, কটাৰী, তৰোৱাল আদিৰ মুঠি, নাল, ৪। এবিধ জোখ, ৫। পুৰুষাঙ্গ, **—দেশঃ** ধনুৰ মাজ ভাগ, হাতৰ মুঠিৰে ধৰা অংশ, **—দ্যূতং** এবিধ পাশাখেল, **—পাতঃ** ঘুচিয়া-ঘুচি, **—বন্ধঃ** হাতৰ মুঠি বন্ধা, এমুঠি।

**মুষ্টিকং** *ক্লী.* কিলাকিলি, হতাহতি যুদ্ধ, **—কঃ** ১। সোণাৰি, ২। এটা দানৱৰ নাম, **—কা** মুঠি।

**মুষ্টিন্ধয়ঃ** *পু.* (মুষ্টিং ধয়তি পিৱতি ধেট খচ মুম্) শিশু। (কেঁচুৱাই সকলো সময়তে হাতৰ মুঠিটো মুখত সুমুৱাই ৰাখে)।

**মুষ্টীমুষ্টি** *অব্য.* হতাহতি, কিলাকিলি।

**মুষ্ঠকঃ** ক'লা সৰিয়হ।

**মুস্** ছিদি (দিৱা প স মুস্যতি) ছেদন কৰ, কাটি দুডোখৰ কৰ, খণ্ড-বিখণ্ড কৰ।

**মুসলং—লঃ** (মুস কলঃ) ১। গদা, দাণ্ডা, লাঠী, ২। উৰালৰ মাৰি। মনু ৬।৫৬ ।

**মুসলামুসলি** *অব্য.* গদাই গদাই (যুদ্ধ)।

**মুসলায়ুধঃ** *পু.* বলৰাম।

**মুসলী (ন্)** *পু.* ১। বলৰাম, ২। শিৱ।

**মুসলোলূখলং** উৰল আৰু উৰলমাৰি।

**মুসল্য** *বিণ.* (মুসল যৎ) গদাৰে বধ কৰিব লগীয়া, গদাৰে বধৰ যোগ্য।

**মুস্ত্** সংহতৌ (চুৰা উ অ মুস্তয়তি —তে) দ'ম কৰ, একলগ কৰ, আহৰণ কৰ।

**মুস্তঃ, স্তা, স্তং** এবিধ ঘাঁহ, ৰ ১৫।১৯

**মুস্তকঃ** এবিধ বিষ।

**মুস্তাদঃ** গাহৰি, বৰা।

**মুস্রং** *ক্লী.* (মুস্ ৰক্) ১। মুসল, ২। চকুৰ পানী।

**মুহ্** বৈচিত্ত্যে (দিবা প অ মুহ্যতি) ১। মোহগ্ৰস্ত হ, বিচলিত হ, মূৰ্চ্ছা যা, অজ্ঞাত হ, ২। বিমূঢ় হ, ৩। ভুল কৰ। (ণিজন্ত) মোহয়তি —তে।

**মুহিৰঃ** *পু.* (মুহ কিৰচ) ১। কামদেৱ, ২। মূৰ্খ।

**মুহুঃ** স্ অব্য. ১। প্ৰায়ে, বাৰে বাৰে, সঘনে, ২। এক

মুহূৰ্তৰ বাবে, **—ভাষা, —ব্ৰচঃ** পুনৰ কথন, একে কথাকে আকৌ কোৱা, **—ভুক্** ঘোঁৰা।

**মুহূৰ্তং–ৰ্তঃ** ১। ক্ষণ, দ্বাদশ ক্ষণ পৰিমাণ কাল, ২। দুই ঘটিকা, ৪৮ মিনিট সময়, **—ৰ্তঃ** জ্যোতিষী।

**মুহূৰ্তকঃ** *পু.* ১। এটা মুহূৰ্ত, ২। ৪৮ মিনিট সময়।

**মুহেৰঃ** *পু.* (মুহ এৰক্) মূৰ্খ।

মূ বন্ধে (ভ্বা প স মৱতে) বান্ধ, বান্ধি ৰাখ, শিকলি লগা।

মূঃ (ৰ্) *স্ত্ৰী.* (মূৰ্চ্ছ ক্বিপ্) মূৰ্চ্ছা।

মূঃ *স্ত্ৰী.* (মৱ্যতে ইতি মৱ্ ক্বিপ্) বন্ধন, বান্ধোন।

মূকঃ *বিণ.* (মৱ ব্ৰাহুলকাৎ কক) বোবা, কথা ক'ব নোৱৰা, **—কঃ** *পু.* ১। মাছ, ২। দানৱ, ৩। দুখীয়া মানুহ, **—ভাৱঃ** নিস্তব্ধতা, মূকতা, নীৰৱতা।

মূকাম্বা *স্ত্ৰী.* দেৱী দুৰ্গাৰ এটা ৰূপ।

মূকিমা (ন্) নিস্তব্ধতা, মূকতা, মৌনতা।

মূঢ় *বিণ.* (মুহ ক্তঃ) ১। মূৰ্খ, ২। বিচলিত, বিমূঢ়, ৩। ভ্ৰান্ত, জড, পথভ্ৰষ্ট, ৪। নিষ্ফল, ব্যৰ্থ, **—ঢ়ঃ** *পু.* মূৰ্খ ব্যক্তি, অজ্ঞ লোক, **—সত্ত্ব** পাগল।

মূত *বিণ.* (মৱ, মূ ৱা ক্তঃ) বদ্ধ, শৃঙ্খলিত, বন্দী, **—তঃ** ধান ৰখাৰ বাবে খেৰেৰে তৈয়াৰী পাচি।

মূত্ৰ প্ৰস্ৰাৱে (চুৰা উ স মূত্ৰয়তি) মূত, প্ৰস্ৰাৱ কৰ।

মূত্ৰং *ক্লী.* (মূত্ৰ্যতে ইতি মূত্ৰ ঘঞ্ ক্লীৱত্বম্) প্ৰস্ৰাৱ, মূত। কোনোবিলাক ঠাইত প্ৰস্ৰাৱ কৰা উচিত নহয়, মনু স্মৃতিৰ ৪ৰ্থ অধ্যায়ৰ ৪৫–৪৮ শ্লোকত উল্লেখ কৰা আছে। **—কৃচ্ছ্ৰং** প্ৰস্ৰাৱ কৰোঁতে বিষ উঠা ৰোগ। **—কোশঃ** অণ্ডকোশ, **—ক্ষয়ঃ** কমকৈ প্ৰস্ৰাৱ হোৱা। **—জঠৰং,—ৰঃ** প্ৰস্ৰাৱ নোহোৱাৰ বাবে পেট ফুলা, **—নিৰোধঃ** মূত্ৰ বন্ধ, **—পতনঃ** জহামাল, **—পথঃ —মাৰ্গঃ** মূত্ৰনলী, **—সঙ্গঃ** প্ৰস্ৰাৱ বন্ধ হোৱা ৰোগ।

মূত্ৰয়তি নাম ধাতু, মূত, প্ৰস্ৰাৱ কৰ।

**মূত্ৰল** মূত্ৰবৰ্দ্ধক।

**মূত্ৰাঘাতঃ** *পু.* প্ৰস্ৰাৱ বন্ধ হোৱা ৰোগ।

মূত্ৰিত *বিণ.* মূত্ৰ ত্যাগকৃত।

**মূত্ৰোৎসঙ্গ** পুয মূত্ৰসঙ্গ।

মূৰ্খ *বিণ.* (মুহ্ খঃ মুৰাদেশশ্চ) মূঢ়, ভেবা, হোজা, **—খঃ** ১। মূৰ্খব্যক্তি, ২। এবিধ মাহজাতীয় শস্য, ৩। গায়ত্ৰীৰহিত, ৪। বৈধেয়, '*পয়ঃ পানং ভুজঙ্গানাং* কেৱলং বিষবৰ্দ্ধনম্। উপদেশোহি মূৰ্খানাং প্ৰকোপায় ন শান্তয়ে।।' জ্যোতিষমতে অষ্টমী তিথিত নাৰিকল খালে মূৰ্খ হয়। চাণক্যোক্তিঃ –অদাতা ৱংশদোষেণ কৰ্মদোষাদ্দৰিদ্ৰতা। উন্মাদো মাতৃদোষেণ পিতৃ দোষেণ মূৰ্খতা। **—ত্বম্ং** মূঢ়তা, অজ্ঞতা।

**মূৰ্চ্ছনং, —না, –নী** *ক্লী. স্ত্ৰী.* (মূৰ্চ্ছ যুচ টাপ্) গীতাঙ্গ বিশেষ। বহু সময়লৈকে বাজি থকা সঙ্গীতৰ সুৰ। গীতৰ যি শব্দ সুনিয়ন্ত্ৰিতভাৱে উঠা-নমা কৰে। মধুৰ স্বৰ। সঙ্গীতৰ মধুৰ সুৰ, লয়, সমলয়।

'স্বৰঃ সম্মূৰ্চ্ছিতো যত্ৰ ৰাগতাং প্ৰতিপদ্যতে।
মূৰ্চ্ছনামিতি তামাহুঃ কৱয়ো গ্ৰামসম্ভৱাম্।
সঙ্গীত শাস্ত্ৰানুসৰি এনে মূৰ্চ্ছনা একৈশ বিধ।

**মূৰ্চ্ছা** *স্ত্ৰী.* (মূৰ্চ্ছ অঃ টাপ্) ১। অজ্ঞান হোৱা, মোহগ্ৰস্ত হোৱা, সম্মোহ, ২। কোনো ধাতু পুৰি গুড়ি কৰা পদ্ধতি।

**মূৰ্চ্ছাল** *বিণ.* (মূৰ্চ্ছা লচ্) মূৰ্চ্ছিত।

**মূৰ্চ্ছিত** *বিণ.* (মূৰ্চ্ছা ইতচ) ১। মূৰ্চ্ছা যোৱা, অজ্ঞান হোৱা, ভট্টি ৬।২৩; ২। মূৰ্খ, মূঢ়, ৩। বৰ্দ্ধিত, বৃদ্ধিপ্ৰাপ্ত, ৪। বিচলিত, মোহগ্ৰস্ত, ৫। পূৰ্ণকৃত, ৬। দগ্ধ।

**মূৰ্ণ** *বিণ.* (মুৰ্ব নহে ক্তঃ) বদ্ধ, বদ্ধ কৰি ৰখা, ৰুদ্ধ, বন্দী।

**মূৰ্ত** *বিণ.* (মূৰ্চ্ছ ক্ত) ১। মূৰ্চ্ছিত, জ্ঞানশূন্য, ২। মূৰ্খ, ৩। অৱতাৰ, প্ৰতিমূৰ্ত্তি, প্ৰতিৰূপ, দেহধাৰী, পাৰ্থিৱ, ৪। কঠিন, গোটা।

**মূৰ্ত্তিঃ** *স্ত্ৰী.* (মূৰ্চ্ছ ক্তিন্) ১। শৰীৰ, দেহ, ২। প্ৰতিকৃতি, প্ৰতিমা, আকৃতি, ৩। কঠিনতা, ৪। পদাৰ্থ, ৫। অৱতাৰ, ৬। সৌন্দৰ্য্য।

**মূৰ্ত্তিমৎ** *ক্লী.* শৰীৰ।

**মূৰ্ত্তিমান্ (ৎ)** *বিণ.* (মূৰ্ত্তিৰস্যাস্তীতি মূৰ্ত্তি মুপ্) ১। মূৰ্ত্তি-বিশিষ্ট, ২। পাৰ্থিৱ, ৩। অৱতাৰ, ৪। কঠিন, গোটা, (পু) কুশৰ পুত্ৰৰ নাম।

**মূৰ্দ্ধকঃ** *পু.* ক্ষত্ৰিয়।

**মূৰ্দ্ধন্য** *বিণ.* (মূৰ্দ্ধন যৎ) ১। মূৰত থকা, শীৰ্ষ স্থানীয়, ২। মূৰ সম্বন্ধীয়, ৩। মূৰ্দ্ধন্য বৰ্ণকেইটা ঋ, ৠ, ট, ঠ, ড, ঢ, ণৰ, ষ। ঋটুৰষাণাং মূৰ্দ্ধা।

**মূৰ্দ্ধা (ন্)** (মূৰ্ধতি ৱধ্নাতি যস্ৰেতি মূৰ্ব কনিন্, উকাৰস্য *দীৰ্ঘঃ ৱকাৰস্য ধকাৰঃ)* ১। কপাল আৰু কপালৰ

ওপৰৰ অংশ, মুৰ, শিৰ, কু ৩।১২; ২। শীৰ্ষ, উচ্চতম অংশ, চূড়া, মে ১৭; ৩। নেতা, নায়ক, ৪। সমুখৰ অংশ, **—কৰ্ণী, —কপৰী, —খোলং** ছাতি, **—জঃ** মূৰৰ চুলি (ন চালঙ্কৃতা মূৰ্দ্ধজাঃ নীতিশতক), **—পুষ্পঃ** শিৰীষ গছ, **—ৰসঃ** ভাতৰ মাড়, **—বেষ্টনং** পাগুৰি।

**মূৰ্দ্ধাভিষিক্ত** *বিণ.* (ৰজাৰূপে) অভিষিক্ত। ৰাজ মুকুট ধাৰণ কৰা, **—ক্তঃ** ১। ক্ষত্ৰিয়, ২। অভিষিক্ত সম্ৰাট, মুকুট পৰিহিত, ভা ৯।১৫।৪১; ৩। এবিধ বৰ্ণসঙ্কৰ জাতি; বিপ্ৰ পতি ক্ষত্ৰিয়া পত্নীৰ সন্তান।

**মূৰ্দ্ধাভিসিক্ত** বৰ্ণসঙ্কৰ জাতি এবিধ, মনু ১০।৬।

**মূৰ্ব্বা, ৰ্ব্বিকা, ৰ্ব্বী** ঃ *স্ত্ৰী.* এবিধ লতা। এই লতাৰ আঁহেৰে ধনুৰ গুণ তৈয়াৰ কৰা হৈছিল।

**মূল্** ক) ৰোপণে (চুৰা উ স মূলয়তি —তে) ৰোপণ কৰ, (গছৰ পুলি) ৰো, পোত, লালন-পালন কৰ। খ) প্ৰতিষ্ঠায়াম্ (ভ্বা উ অক মূলতি —তে) ১। স্থিৰ হ, দৃঢ় হ, ২। মূলত ধৰ। **উদ্—** উন্মূলন কৰ, উভালি পেলা, কি ১।৪১; ধ্বংস কৰ, নাশ কৰ, **নিস্—** নিৰ্মূল কৰ, নাশ কৰ।

**মূলং** *ক্লী.* (মৰতে বধ্নাতি বৃক্ষাদিকমিতি মৃ ক্লঃ) ১। শিপা, ২। উৎস, গুৰি, শেষ বিন্দু, ৩। ভেঁটি, হেতু, আৰম্ভণ, ৪। মূল পাঠ, কোনো গ্ৰন্থৰ পাঠ্যাংশ, ৫। পুৰণি, পৰম্পৰাগত ভৃত্য, ৬। ওচৰ-চুবুৰীয়া, ৭। ঘৰে ঘৰে (মহাজনৰ) বস্তু বিক্ৰী কৰি ফুৰা লোক, ৮। মূলধন, ৯। মূলা নক্ষত্ৰ, ১০। নিকুঞ্জ, ১১। কন্দ, মূলা, মনু ৩।২২৭; ১২। আদি, প্ৰথম, ১৩। জলকীয়াৰ শিপা, ১৪। নাভি, ১৫। আঙুলিৰ অৱস্থিতি বিশেষ, ১৬। চৰণ। নদী, অগ্নিহোত্ৰী আদিৰ মূল অন্বেষণ উচিত নহয়। 'নদীনামগ্নিহোত্ৰাণাং ভাৰতস্য কুলস্য চ। মূলান্বেষো ন কৰ্তব্যো মূলাদ্দোষো ন হীয়তে।। **—কৰ্ম** *ক্লী.* যাদুবিদ্যা, **—কাৰণং** প্ৰধান কাৰণ, **—কাৰিকা** চৌকা, আখা, **—কৃচ্ছ্ৰং** একমাত্ৰ শিপা খাই পালন কৰা ব্ৰত বা তপস্যা, **—কেশৰঃ** নেমু, **—জঃ** শিপাৰ পৰা হোৱা গছ, **—দেৱঃ** কংস, **—ধাতুঃ** তেজৰ লগত থকা পানী, **—নিকৃন্তন** মূলছেদন, **—পুৰুষঃ** ঘৰখনৰ মূল মানুহ, গিৰিহঁত, **—প্ৰকৃতিঃ** সাংখ্যমতে 'প্ৰধান' বা প্ৰকৃতি, **—ফলদঃ** কঁঠাল গছ, **—ভদ্ৰঃ** কংস, **—ভৃত্যঃ** পুৰণি চাকৰ, **—ৰচনং** কোনো পুথিৰ মূল পাঠ, **—ৰিত্তং** মূলধন, **—ৰিভুজঃ** ৰথ, **—শাকটঃ, —শাকিনং** মূলা, গাজৰ আদি খাদ্যশিপাৰ পথাৰ, **—স্থানং** ১। ভেঁটি, ২। পৰব্ৰহ্ম, ৩। বতাহ, **—স্ৰোতঃ** (স্) নদীৰ উৎস।

**মূলকং —কঃ** ১। মূলা, গাজৰ আদি, **—কঃ** এবিধ বিহ, **—পোতিকা** মূলা।

**মূলা** *স্ত্ৰী.* ১। মূলা নক্ষত্ৰ, ২। শতমূল।

**মূলাধাৰং** ১। নাভি, ২। গুহ্য আৰু লিঙ্গৰ মাজৰ দুআঙুল পৰিমাণৰ স্থান। শৰীৰৰ নাড়ীসমূহৰ মূল স্থান।

**মূলাশী** (ন্) মূল, শিপা আদি খাই জীৱন ধাৰণ কৰা প্ৰাণী।

**মূলাহ্বং** *ক্লী.* মূলা, গাজৰ।

**মূলিক** *বিণ.* মৌলিক, স্বাভাৱিক, **—কঃ** ভক্ত, সন্ন্যাসী।

**মূলী** (ন্) গছ-লতা।

**মূলেৰঃ** *পু.* (মূল এৰক) ১। ৰজা, সম্ৰাট, ২। জটামাংসী (এবিধ সুগন্ধি তেলৰ গছ)।

**মূল্য** *বিণ.* (মূল যৎ) ১। ৰোপণযোগ্য, প্ৰতিষ্ঠাযোগ্য, ২। উঘালি পেলাব লগীয়া (যেনে— বুট, মুগাদি মাহ জাতীয় শস্য), **—ল্যং** ১। দাম, দৰ, মনু ৮।৩২২, ২। মাহেকীয়া ভাড়া, বেতন, ৩। লাভ, ৪। মূলধন।

**মূষ্** লুণ্ঠনে (ভ্বা প স মূষতি) লুণ্ঠন কৰ, চুৰ কৰ, ডকাইত কৰ।

**মূষঃ** *পু. স্ত্ৰী.* (মূষ কঃ) ১। নিগনি, এন্দুৰ, ২। গোলাকাৰ খিড়িকি, গৱাক্ষ।

**মূষকঃ** *পু.* ১। এন্দুৰ, নিগনি, ২। চোৰ, **—ৱাহনঃ** গণেশ।

**মূষণং** *ক্লী.* চুৰি কাৰ্য্য।

**মূষা, মূষকা, মূষিকা** মাইকী এন্দুৰ।

**মূষিকঃ** ১। চোৰ, ডকাইত, ২। এন্দুৰ, ৩। শিৰীষ গছ, **—স্থলং** এন্দুৰে তোলা মাটিৰ দ'ম।

**মূষিকাঙ্কঃ, —কাঞ্চনঃ, —কাৰথঃ** পু গণেশ।

**মূষিকাদঃ, —কাৰাতিঃ** মেকুৰী।

**মূষী, —ষীকঃ —ষীকা** নিগনি, এন্দুৰ।

**মৃষ্যায়ণ** *বিণ.* অজ্ঞাত পিতৃক। জহৰা।

**মৃ** মৃতৌ (তুদা আ অ ম্ৰিয়তে) মৰ, মৃত হ, নাশ হ, প্ৰাণহীন হ। (ণিজন্ত) মাৰয়তি —তে। (সনন্ত) মুমূৰ্ষতি

**মৃকণ্ডুকঃ, —কণ্ডুঃ** *পু.* প্রগৰাকী মুনিৰ নাম। এওঁৰ পুত্ৰ বিখ্যাত মাৰ্কণ্ড মুনি।

**মৃগ** মাৰ্গণে ১। (চুৰা, আ স মৃগয়তে), ২। (দিৱা প স মৃগ্যতি), ১। বিচাৰি ফুৰ, অম্বেষণ কৰ, ২। পিচে পিচে খেদ, অনুসৰণ কৰ, ৩। পৰীক্ষা কৰ, অনুসন্ধান কৰ, ৪। প্ৰাৰ্থনা কৰ, ভিক্ষা কৰ।

**মৃগঃ** *পু.* (মৃগয়তে তৃণাদিকম্ ইতি মৃগ্ কঃ) ১। পশু, জন্তু, মনু ৫।৯; ২। এবিধ হাতী, ৩। মৃগশিৰা নক্ষত্ৰ, ৪। পহু, হৰিণ, ৫। মৃগয়া, পহু চিকাৰ, ৬। চন্দ্ৰত থকা (পহুৰ দৰে) দাগ, চিহ্ন, ৭। কস্তুৰী, ৮। অম্বেষণা, গৱেষণা, চিকাৰ, ৯। প্ৰাৰ্থনা, অনুৰোধ, ১০। আঘোণ মাহ, ১১। মকৰ ৰাশি, **—কাননং** অভয়াৰণ্য, **—গামিনী** এবিধ ঔষধি, **—জলং** মৰীচিকা, **—জীৱনঃ** ব্যাধ, **—তৃষ্, —তৃষ্ণা,** তৃষ্ণা, তৃষ্ণিকা, মৰীচিকা, **—দংশঃ, দংশকঃ** কুকুৰ, **—দৃক্** মৃগনয়না স্ত্ৰী. **—দ্যুঃ** ব্যাধ, **—দ্বিষ্, —পতিঃ প্ৰভুঃ** সিংহ, **—ধূৰ্তঃ, ধূৰ্তকঃ** শিয়াল, **—নাভিঃ** কস্তুৰীমৃগ, ঋতু ৬।১২; **—মদঃ** কস্তুৰী, **—মাতৃকা** মাইকী হৰিণ, **—ৰাজঃ** ১। সিংহ, ২। সিংহ ৰাশি, ৩। বাঘ, ৪। চন্দ্ৰ, **—ৰিপুঃ** সিংহ, **—ৰোমং** উণ সূতা, (জঃ), উণৰ কাপোৰ, **—লাঞ্চনঃ** চন্দ্ৰ (—জঃ) বুধগ্ৰহ, **—লেখা** চন্দ্ৰত হৰিণৰ দৰে ক'লা চিত্ৰ, **—লোচনঃ** চন্দ্ৰ (**—না,—নী**) মৃগনয়না, **—শিৰঃ —শিৰা** নক্ষত্ৰ বিশেষ, **—শীৰ্ষঃ** আঘোণ মাহ, **—শ্ৰেষ্ঠঃ** বাঘ, **—হা** (ন) ব্যাধ।

**মৃগনা** অম্বেষণ, গৱেষণা, অপহৃত দ্ৰব্যৰ অনুসন্ধান।

**মৃগয়া** *স্ত্ৰী.* (মৃগ্যন্তে পশৱোঽস্যামিতি মৃগ নিচ যক টাপ) চিকাৰ। পহু চিকাৰ। পিচে পিচে খেদা কাৰ্য্য।

**মৃগয়ুঃ** *পু.* (মৃগ কুঃ) ১। ব্যাধ, চিকাৰী, ২। শিয়াল, ৩। ব্ৰহ্মা, ভট্টি ৪।৪৪ ।

**মৃগব্যং** *ক্লী.* ১। চিকাৰ। পিচে পিচে খেদি যোৱা, ২। লক্ষ্য।

**মৃগা** এবিধ লতা। **—ক্ষী** *স্ত্ৰী.* মৃগনয়না।

**মৃগাঙ্কং** ১। চন্দ্ৰ, ২। কৰ্পূৰ, ৩। বায়ু।

**মৃগাজীৱনঃ** ব্যাধ।

**মৃগাণ্ডজা** *স্ত্ৰী.* কস্তুৰী।

**মৃগাদনঃ** *পু.* সৰু বাঘ, কুকুৰনেচীয়া বাঘ।

**মৃগান্তকঃ** নাহৰফুটুকী বাঘ।

**মৃগিত** *বিণ.* (মৃগ ক্তঃ) অম্বেষিত। বিচাৰি যোৱা, বা পোৱা।

**মৃগী** *স্ত্ৰী.* (মৃগ জাতৌ ঙীষ্) ১। মাইকী হৰিণ, ২। কশ্যপৰ কন্যা পুলহৰ পত্নী, **—পতিঃ** শ্ৰীকৃষ্ণ।

**মৃগেক্ষণা** *স্ত্ৰী.* মৃগনয়না।

**মৃগেন্দ্ৰঃ** *পু.* ১। সিংহ, ২। ভগৱৎ বিভূতি, গী ১০।৩০; ৩। এবিধ ছন্দ, **—চটকঃ** শেন চৰাই।

**মৃগেন্দ্ৰাণী** *স্ত্ৰী.* বাহক গছ।

**মৃগ্য** *বিণ.* (মৃগ কৰ্মনি যৎ) ১। বিচাৰি উলিওৱাৰ যোগ্য, অম্বেষণীয়।

**মৃজ্** ভূষে শুদ্ধৌ (চুৰা, ভ্বা, উ, প সক মাৰ্জতি, মাৰ্জয়তি -তে) ১। মচি পেলা, ধুই পেলা, ২। ঘঁহ, ঘঁহি সমান কৰ, মাজি পেলা, ৩। অলঙ্কৃত কৰ, বিভূষিত কৰ, সজাই তোল, ৪। শোধন কৰ, বিশুদ্ধ কৰ। অৱ, উদ, নিস, পৰি, ৱি আদি উপসৰ্গকেইটাৰ লগতো মৃজ ধাতুৰ অৰ্থৰ কোনো বিশেষ পৰিৱৰ্তন নহয়।

**মৃজা** *স্ত্ৰী.* (মৃজ অঙ টাপ) মজা, ঘঁহা, পৰিষ্কাৰকৰণ।

**মৃজিত** *বিণ.* (মৃজ ক্তঃ) ঘঁহি পেলোৱা, মচি চফা কৰা, দূৰীভূত, শোধিত।

**মৃড়ঃ** *পু* শিৱ।

**মৃড়ঙ্কণঃ** শিশু।

**মৃড়া, —ড়ানী, —ড়ী** *স্ত্ৰী.* পাৰ্বতী, দুৰ্গা।

**মৃড়িকঃ** *পু.* হৰিণ।

**মৃণ্** হিংসে (তুদা প স মৃণতি) ১। বধ কৰ, মাৰ, হত্যা কৰ, নাশ কৰ।

**মৃণালং লঃ** *ক্লী. পু.* (মৃণ্যতে হিংস্যতে ভক্ষণাদ্যৰ্থং যৎ ইতি কালন।) পদুমৰ নাল, আঁহযুক্ত নাল, **—ভঙ্গঃ** মৃণালৰ এটা টুকুৰা, **—সূত্ৰং** পদুমৰ নালৰ আঁহ, **—লিনী, —লী** পদুম ফুলৰ গছ, পদুম পুখুৰী।

**মৃৎ** (দ্) *স্ত্ৰী.* (মৃৎ ক্বিপ) মাটি। মনু ৪।৩৯

**মৃত** *বিণ.* (মৃ ক্তঃ ১। মৰা মানুহ, ২। মৃতপ্ৰায়, অনৰ্থক, নিৰৰ্থক, নিষ্ফল, **—তং** ১। মৰা, মৃত্যু হোৱা, ২। ভিক্ষা কৰি পোৱা খাদ্য, ভিক্ষা, **—কল্প** মৃতপ্ৰায়, **—দাৰঃ** বিপত্নীক, বৰলা, **—নিৰ্যাতক** শ্মশানলৈ মৰা শ' কঢ়িয়াই নিয়া ব্যক্তি। শ্মশান-যাত্ৰী, **—মত্তঃ, মত্তকঃ** শিয়াল, **—ৱৎস্যা** মৰা সন্তান জন্ম দিয়া তিৰোতা, **—সংস্কাৰ** মৃতকৰ দাহাদি সংস্কাৰ কাৰ্য্য, **—সঞ্জীৱন** মৃত লোকৰ পুনৰ জীৱনপ্ৰাপ্তি, **—সূতক** মৃতবৎসা, **—স্নানং** অন্ত্যেষ্টিক্ৰিয়াৰ পিচৰ স্নান।

**মৃতকং, কঃ** মৰা শ', **—কং** মৃতাশৌচ।

**মৃতকান্তকঃ** শিয়াল।

**মৃতাঙ্গং** মৰা শ'।

**মৃতাণ্ডঃ** *পু.* সূৰ্য্য।

**মৃতাশৌচং** মৃতকৰ আত্মীয়সকলৰ অশৌচ।

**মৃতিঃ** মৃত্যু, মৰণ।

**মৃতোদ্ভৱঃ** *পু.* সাগৰ।

**মৃত্তিকা** *স্ত্ৰী.* (মৃদ্ তিকন্ টাপ্) ১। মাটি, মনু ২।১৮২; ২। এবিধ সুগন্ধি মাটি।

**মৃত্যুঃ** *পু. ক্লী.* (ম্ৰিয়তে ইতি মৃ ত্যুক্) ১। মৃত্যু, প্ৰাণ বিয়োগ, মৰণ, ২। যমৰাজ, ৩। ব্ৰহ্মা, ৪। কালী, ৫। বিষ্ণু, ৬। মায়া, ৭। কামদেৱ, **—তূৰ্যং** অন্ত্যেষ্টি-ক্ৰিয়াৰ সময়ত বজোৱা এবিধ ঢোল, **—নাশকঃ পাৰদ**, **—পাশঃ** মৃত্যুৰ শিকলি, যমৰাজৰ ৰচি, **—পুষ্পঃ** কুঁহিয়াৰ, **—ফলা**, **—লী** কল গছ, **—বীজঃ** বাঁহ, **—লোকঃ** ১। যমলোক, ২। মৰ্ত্য লোক, পৃথিৱী, **—বঞ্চনঃ** শিৱ, **—সূতিঃ** মাইকী কেঁকোৰা।

**মৃত্যুঞ্জয়ঃ** সদাশিৱ।

**মৃৎসা, —স্না** ১। মাটি, উৎকৃষ্ট মাটি, ২। সুগন্ধি মাটি এবিধ।

**মৃদ্** ক্ষুদি (ক্ৰ্যা প স মৃদ্নাতি) ১। চেপা মাৰ, হেচি ধৰ, ২। ভৰিৰে গচক, ভাঙ্গি চূৰ্ণ-বিচূৰ্ণ কৰ, টুকুৰা-টুকুৰ কৰ, নাশ কৰ, ধ্বংস কৰ্, ৩। দূৰ কৰ, মচি পেলা, ৪। চেৰ পেলা, জয় কৰ, **অভি—** চেপি পেলা, চূৰ্ণ কৰ, গচকি যা, **অৱ—** গচক, গচকি যা, **উপ—** চেপ, হেঁচ, নাশ কৰ, চূৰ্ণ কৰ, **পৰি—** চেপ, হেঁচ, নাশ কৰ, বধ কৰ, মচি পেলা, **প্ৰ—** চূৰ্ণ কৰ, গুড়ি কৰ, মনু ৪।৭০; বধ কৰ, ধ্বংস কৰ, **সং—** চেপ, চূৰ্ণ কৰ, বধ কৰ।

**মৃদ্ (ৎ)** *স্ত্ৰী.* (মৃদ্ কৰ্মণি ক্বিপ) ১। মাটি, মনু ৪।৩৯; ২। এলদা মাটি, ৩। সুগন্ধি মাটি এবিধ, **—কণঃ** অকণমান মাটি, **—কাংস্যং** মাটিৰ কলহ, **—গঃ** এবিধ মাছ, **—চয়ঃ** মাটিৰ দ'ম, **—পাত্ৰং**, **—ভাণ্ডং** মাটিৰ বা কলহ বা পাত্ৰ, **—পিণ্ডঃ** এলদা মাটি, **—পিণ্ডবুদ্ধি** মূৰ্খ। নিৰ্বোধ, **—লোষ্টঃ** এলদা মাটি, **—শকটিকা** (মৃচ্ছকটিকা) মাটিৰ ৰথ। মহাকবি শূদ্ৰকে লিখা এখন প্ৰসিদ্ধ নাটক।

**মৃদঙ্গঃ** *পু.* (মৃদ্ অঙ্গচ্ কিৎ) ১। ঢোল, ঢোলক, ২। বাঁহ, **—ফলঃ** কঁঠাল গছ।

**মৃদৰ** *বিণ.* ধেমেলীয়া, ক্ষণস্থায়ী।

**মৃদা** মাটি। **—কৰঃ** বজ্ৰ।

**মৃদিত** *বিণ.* (মদ্ ক্তঃ) চূৰ্ণীকৃত। গুড়ি কৰা।

**মৃদিনী** *স্ত্ৰী.* উৎকৃষ্ট সাৰুৱা মাটি।

**মৃদু** *বিণ.* (ম্ৰদ্যতে ইতি ম্ৰদ্ কুঃ) ১। অতীক্ষ্ণ, কোমল, সূক্ষ্ম, ঠুনুকা, ২। দুৰ্বল, ক্ষীণ, ৩। মধ্যম, (**—দু**) *অব্য.* কোমল ভাৱে, লাহেকৈ, মৃদুভাৱে, **—কৃষ্ণায়সং** সীহ ধাতু, **—গণঃ** চিত্ৰা, অনুৰাধা, মৃগশিৰা, আৰু ৰেৱতী নক্ষত্ৰ, **—গমনা** ৰাজহংসী, **—চৰ্মী (ন্)**, **—ত্বক্ (চ্)** ভূৰ্জবৃক্ষ, **—পত্ৰঃ**, **—পৰ্ব্বকঃ**, **—পৰ্ব্ব** নলখাগৰি, **—পুষ্পঃ** শিৰীষ গছ, **—ভাষী (ন্)** মধুৰ-ভাষী, **—ৰোমকঃ** শহাশহু।

**মৃদুন্নকং** সোণ।

**মৃদুল** *বিণ.* (মৃদ্ লচ্) ১। কোমল, ২। ঠুনুকা, **—লং** ১। পানী, ২। অগৰু গছ।

**মৃদ্বী, দ্বীকা** *স্ত্ৰী.* (মৃদ্ ঙীষ্) ১। কোমলাঙ্গী, ২। কপিল ৰঙৰ আঙুৰ।

**মৃধ্** ক্লিদি (ভ্বা উ অ মৰ্ধতি -তে) পানীৰে সিক্ত কৰ, পানীত তিঁয়া।

**মৃধং** *ক্লী.* (মৃধ কঃ) যুদ্ধ, সমৰ, ৰ ১৩।৬৫।

**মৃন্ময়ঃ** *পু.* পাথৰ, শিল।

**মৃন্ময়** *বিণ.* মাটিৰে তৈয়াৰী।

**মৃশ্** মৃশি (তুদা প স মৃশতি) ১। স্পৰ্শ কৰ, ২। ঘঁহ, ৩। বিবেচনা কৰ, চিন্তা কৰ, **আ—** ১। স্পৰ্শ কৰ, হাত দি, শি ৯।৩৪; ২। দখল কৰ, খাই পেলা, ৩। আক্ৰমণ কৰ, **পৰা—** ছোঁ, হাত দি, দখল কৰ, আক্ৰমণ কৰ, কলুষিত কৰ, নষ্ট কৰ, বিবেচনা কৰ, চিন্তা কৰ, স্তুতি কৰ, প্ৰশংসা কৰ, **পৰি—** স্পৰ্শ কৰ, বিচাৰি পা, **বি—** স্পৰ্শ কৰ, চিন্তা কৰ, ভাবি চা, গী ১৮।৬৩; নিৰীক্ষণ কৰ, অনুভৱ কৰ, পৰীক্ষা কৰ।

**মৃষ্** ক্ষান্তৌ ক) (চুৰা প স মৰ্ষতি) সিঞ্চন কৰ, পানী ছটিয়া, খ) (ভ্বা উ স মৰ্ষতি —তে) সহন কৰ, বহন কৰ, সহ্য কৰি থাক, গ) (দিৱা উ স মৃষ্যতি —তে) ১। কষ্ট ভোগ কৰ, সহ্য কৰ, ২। অনুমতি দি, ৩। ক্ষমা কৰ।

**মৃষা** *স্ত্ৰী.* (মৃষ্যতে ইতি মৃষ্ কা) ১। মিছা, অসত্য, নৈ ১।৬৮; মিছাকৈ, ২। বৃথা, অনৰ্থক, **—জ্ঞানং**

অজ্ঞান, ভ্ৰান্তি, **—ভাষী (ন্)** **—ৱাদী (ন্)** মিছলীয়া, **—ৱাক্ (চ্)** ব্যঙ্গ, **—ৱাদঃ** অসত্য ভাষণ, ব্যঙ্গ, চাতুবাক্য।

**মৃষাধ্যায়ী (ন্)** বগলী।

**মৃষালকঃ** *পু.* আমগছ।

**মৃষ্ট** *বিণ.* (মৃজ ক্তঃ) ১। শোধিত, পৰিষ্কৃত, ২। লিপা, সনা, ৩। পক্ব, ৪। বিবেচিত, চিন্তিত, ৫। মনোমত।

**মৃষ্টিঃ** *স্ত্ৰী.* ১। শোধন, পৰিস্কাৰকৰণ, ২। ৰন্ধন, ৩। স্পৰ্শ, সংযোগ।

**মৃ** ৱধে (ক্ৰ্যা প স মৃণাতি) বধ কৰ, আঘাত কৰ, হত্যা কৰ, নাশ কৰ।

**মে** প্ৰতিদানে (ভ্বা আ স ময়তে) ১। বিনিময় কৰ। এটা দি এটা ল, ২। বস্তু বদলাবদলি কৰ।

**মেকঃ** *পু.* ছাগলী।

**মেকলঃ** *পু.* ১। এখন পৰ্বত, ২। ছাগলী, **—কন্যকা, —কন্যা** নৰ্মদা নদী।

**মেকলাদ্ৰিজা** নৰ্মদা নদী।

**মেক্ষণং** *ক্লী.* এবিধ যজ্ঞ পাত্ৰ।

**মেখলা** *স্ত্ৰী.* (মীয়তে প্ৰক্ষিপ্যতে দেহ মধ্যভাগে ইতি মি সংজ্ঞায়াং খলঃ টাপ্) ১। নাৰীৰ কটিৰ আভৰণ, নাৰীয়ে কঁকালত পিন্ধা কাপোৰ। মেখেলা। কঁকালত পিন্ধা অলঙ্কাৰ, চন্দ্ৰহাৰ, ৰ ৮।৬৪; ২। নাৰীৰ শৰীৰৰ মধ্যভাগ, ৩। উপনয়নৰ সময়ত কঁকালত লোৱা মুঞ্জনিৰ্মিত মালা তিনিডাল, ৪। পৰ্বতৰ ঢালু অংশ (শৈল নিতম্ব), ৫। নিতম্ব, তপিনা, ৬। তৰোৱাল বান্ধি লোৱা পেটী, ৭। ঘোঁৰাৰ পেটী, ৮। নৰ্মদা নদী, **—পদং** তপিনা, **—বন্ধঃ** মেখলা পৰিধান কৰা সংস্কাৰানুষ্ঠান।

**মেখলালঃ** সদাশিৱ।

**মেখলী (ন্)** *পু.* ১। সদাশিৱ, ২। শিষ্য, ব্ৰহ্মচাৰী।

**মেঘঃ** *পু.* (মেহতীতি মিহ্ অচ্ কুত্বম্) ১। মেঘ, ডাৱৰ, ২। সমূহ, দ'ম, ৩। এই নামৰ গন্ধদ্ৰব্য, ৪। সঙ্গীতৰ এটা ৰাগ, 'মেঘমল্লাৰ', ৫। মুথা বন, ৬। ৰাক্ষস, **—কফঃ** শিল বৰষুণ, **—কালঃ** বৰ্ষা কাল, **—চিন্তকঃ —জীৱকঃ** চাতক চৰাই, **—জঃ** মুক্তা, **—জালং** ১। ক'লা, ঘন ডাৱৰ, ২। অভ্ৰ, **—জ্যোতিঃ** বিজুলী, **—ডম্বৰঃ** বজ্ৰ, **—নাদঃ** ১। বজ্ৰ, ২। বৰুণ দেৱতা, ৩। ৰাৱণপুত্ৰ ইন্দ্ৰজিত, **—পুষ্পং** ১। পানী, ২। শিল বৰষুণ, **—প্ৰসৱঃ** বৰষুণৰ পানী, **—ভূতি** বজ্ৰ, **—মণ্ডলং** আকাশ মণ্ডল, **—যোনিঃ** কুঁৱলী, ধোঁৱা, **—ৰণঃ** বিদ্যুৎ, **—ৱৰ্ণা** নীল গছ, **—ৱৰ্ত্মা(ন্)** বায়ুমণ্ডল, **—ৱহ্নিঃ** বিজুলী, **—ৱাহনঃ** ১। ইন্দ্ৰ, ২। সদাশিৱ, **—ৱিস্ফূৰ্জিতং** ১। বিজুলী, মেঘগৰ্জন, ২। এবিধ ছন্দ, **—ৱেশ্মন্** *ক্লী.* বায়ুমণ্ডল, **—সাৰঃ** কৰ্পূৰ, **—সুহৃদ** ম'ৰা চৰাই, **—স্তনিতং** বিজুলি।

**মেঘঙ্কৰ** *বিণ.* মেঘোৎপাদক।

**মেচক** *বিণ.* (মচতি ইতি মচ্ বুন্) ১। ক'লা, ক'লা ৰঙৰ, মে ৫৯; **—কং** অন্ধকাৰ, **—কঃ** ১। ক'লা ৰং, ২। ম'ৰা চৰাইৰ ফিছাৰ 'চকু', ৩। মেঘ, ৪। ধোঁৱা, ৫। স্তন বা ওহাৰৰ বাঁট, ৬। এবিধ মুক্তা।

**মেচকাপগা** যমুনা নদী।

**মেট্ মেড্** উন্মাদে (ভ্বা প অ মেটতি) উন্মাদ হ, পগলা হ।

**মেটুলা** *স্ত্ৰী.* আমলখী।

**মেঠঃ** *পু.* (মেট্ অচ্) ১। মাউত, ২। ছাগলী, ভেড়া।

**মেঠিঃ, মেথিঃ মেথীঃ** ১। স্তম্ভ, খুঁটা, ২। মৰণা মৰা বলদ বন্ধা খুঁটা, ৩। গৰু বন্ধা খুঁটা, ৪। গাড়ীৰ যুঁৱলীৰ তলত দিয়া ঠেকা বা ঢোকা।

**মেঢ্ৰঃ** *পু.* ১। পুৰুষৰ লিঙ্গ, ২। ছাগলী, ভেড়া, **—চৰ্ম (ন্)** লিঙ্গ মুণ্ড ঘেৰি ৰখা ছাল। **—ৰোগঃ** যৌন ৰোগ।

**মেঢ্ৰকঃ** *পু.* ১। ছাগলী, ভেঁড়া, ২। লিঙ্গ।

**মেণ্ঠঃ মেণ্ডঃ** *পু.* মাউত।

**মেণ্ঢঃ মেণ্ঢকঃ** ভেঁড়া।

**মেথ্** সঙ্গে ৱধে মেধায়াম্ (ভ্বা উ অক সঙ্গে, সক মেথতি —তে) ১। লগ হ, লগ লাগ, সঙ্গ ল, ২। নিন্দা কৰ, ভৰ্ৎসনা কৰ, ৩। বুজ, বুজি প, জানি ল, ৪। বধ কৰ, আঘাত কৰ, হত্যা কৰ।

**মেথিকা, মেথিনী, মেথীঃ** ১। এবিধ বাঁহ, ২। মেথি শাক।

**মেদঃ (স্)** *ক্লী.* (মিদ্ অসুন্) ১। শৰীৰৰ মাংসৰ পৰা উৎপন্ন হোৱা ধাতু বিশেষ, মনু ৩।১৮২; মেদ, চৰ্বি, ২। বৰ্ণসঙ্কৰ জাতি এবিধ, ৩। এটা নাগ দৈত্যৰ নাম, মহা ১।৫৭।১১; **—জঃ** এবিধ গুগ্গুল। **—ভিন্নঃ** এবিধ জনজাতি। **—সাৰা, মেদা** এবিধ ঔষধি।

**[illegible]কঃ** *পু.* মদ পাচন কৰোঁতে ব্যৱহাৰ কৰা এবিধ বন, 'মেদা'।

**মেদস্কৃৎ** *ক্লী.* মাংস।

**মেদস্বী (ন্)** শকত, পেটুৱা।

**মেদার্বুদং** ফোঁড়া, টেমুনা।

**মেদিনী** *স্ত্রী.* (মেদোঽস্যা অস্তীতি মেদ ইনিঃ ঙীষ) ১। মেদা নামৰ এবিধ ঔষধি, কাশ্মৰী, ২। পৃথিৱী, স্বয়ং প্রদুম্নেঽস্য রসুনি মেদিনী, কি ১।১৮; ৩। মাটি, ভূমি, ৪। স্থান, ৫। মেদিনীকোষ নামৰ এখন শব্দকোষ, **—দ্রৱঃ** ধূলি।

**মেদুৰ** *বিণ.* (মিদ ঘুৰচ) ১। অতিশয় স্নিগ্ধ, ২। শকত, মোটা, ৩। ডাঠ, ঘন, **—ৰা** মেদা, কাকোলি (এবিধ ঔষধি)।

**মেদুৰিত** *বিণ.* ঘনীকৃত।

**মেদোজং** *ক্লী.* অস্থি, হাড়।

**মেদোত্তৰা** *স্ত্রী.* মেদা।

**মেদোদ্ভঃ** এবিধ বৰ্ণসঙ্কৰ জাতি।

**মেধ্** ৱধমেধাসঙ্গেষু (ভ্বা, উ, রধে সক, অক মেধতি —তে) মেথ চাওক।

**মেধঃ** *পু.* (মেধ্যতে ৱধ্যতে পশ্বাদিৰস্মিন্নিতি মেধ ঘঞ) ১। যজ্ঞ, মহা ১।১২৩।৩৯ ২। হৱিঃ, যজ্ঞৰ ঘিঁউ।

**মেধা** *স্ত্রী.* (মেধ্ অঙ্ টাপ) ১। বুদ্ধি, 'নায়মাত্মা প্রবচনেন লভ্যো ন মেধয়া ন বহুনা শ্রুতেন—' মুউ, ২। দক্ষপ্রজাপতিৰ কন্যাৰ নাম, 'কীৰ্তিলক্ষ্মী ধৃতি মেধা' —শ্রীচণ্ডী, ৩। স্মৃতিশক্তি, ৪। দেৱী সৰস্বতী।

**মেধাঃ** (স্) (মেধতে ইতি মেধ্ অসুন্) স্বায়ম্ভুৱ মনুৰ পুত্র এজনৰ নাম।

**মেধাকৃৎ** *ক্লী.* এবিধ শাক।

**মেধাজিৎ** *পু.* (মেধাংজিতৱানিতি জি ক্বিপ্) মহৰ্ষি কাত্যায়ন।

**মেধাতিথিঃ** *পু.* ১। মনুসংহিতাৰ প্রসিদ্ধ টীকাকাৰ, (৯ম শতিকা), ভা ১।১৯।১০; ২। শাকদ্বীপৰ অধিপতি, প্রিয়ব্রতৰ পুত্র, ৩। প্রজাপতি কৰ্দমৰ পুত্র। (স্ত্রী) এখন নদীৰ নাম।

**মেধারুদ্রঃ** *পু.* মহাকবি কালিদাস।

**মেধাৱতী** *স্ত্রী.* মহাজ্যোতিষ্মতী, মেধাবিশিষ্টা।

**মেধাৱান্** (ৎ) জ্ঞানী, বুদ্ধিমান।

**মেধাৱিনী** *স্ত্রী.* (মেধা ৱিনিঃ ঙীপ্) ব্রহ্মাৰ পত্নী।

**মেধাৱী(ন্)** *পু.* ১। পণ্ডিত, জ্ঞানী ব্যক্তি, ২। শুকপক্ষী, ভাটৌ, ৩। মদিৰা, সুৰা।

**মেধিঃ** (মেধ্যতে খলে স্থাপ্যতে ইতি মেধ্ ইন) মৰণা মৰা চোতালৰ মাজত গৰু বন্ধা খুটা।

**মেধিৰ** *বিণ.* মেধাবী।

**মেধিষ্ঠ** *বিণ.* অতিশয় মেধাৱী পণ্ডিত শ্রেষ্ঠ।

**মেধ্য** *বিণ.* (মেধ্যতে ইতি মেধ ণ্যৎ) ১। পৱিত্র, ২। যজ্ঞৰ বাবে উপযুক্ত, মনু ৫।৫৪; ৩। যজ্ঞ, সম্বন্ধীয়, **—ধ্যঃ** ১। ছাগলী, পঠা ছাগলী, ২। খয়েৰ গছ, ৩। যৱ ধান, **—ধ্যা** ব্রাহ্মী, শমী, মণ্ডুকী, ৰোচনা আদি বহুতো লতাৰ নাম।

**মেনকা** *স্ত্রী.* একৰাকী সুন্দৰী অপ্সৰাৰ নাম। এওঁৰ কন্যা শকুন্তলা, ২। হিমালয়ৰ পত্নীৰ নাম।

**মেনকাত্মজা** মেনকাৰ কন্যা, পাৰ্বতী।

**মেনা** *স্ত্রী.* ১। হিমালয় পত্নী মেনকাৰ আন এটা নাম, কু ৫।৫; ২। এখন নদীৰ নাম, **—জা** পাৰ্বতী, **—দঃ** ১। ম'ৰা, ২। ছাগলী, ৩। মেকুৰী, **—ৱধঃ** হিমালয়।

**মেন্ধিকা, —ন্ধী** *স্ত্রী.* জেতুকা। এই পাতৰ ৰসেৰে তিৰোতাই (বিশেষকৈ বিয়াৰ কইনাই) হাত-ভৰি বোলাই লয়।

**মেপ্** গত্যাম্ (ভ্বা আ স মেপতে) যা, গমন কৰ, আগুৱাই যা।

**মেয়** *বিণ.* (মী যৎ) জুখিব লগীয়া, অনুমান কৰিব লগীয়া, জানিব লগীয়া।

**মেৰকঃ** *পু.* বিষ্ণুৰ এজন শত্রুৰ নাম।

**মেৰুঃ** *পু.* (মি ৰুঃ) ১। পৌৰাণিক আখ্যানসমূহত থকা এখন পৰ্বতৰ নাম। প্রবাদ মতে এই পৰ্বতখনৰ চাৰিওফালে গ্রহবোৰ ঘূৰি আছে আৰু ই সোণ, ৰূপ, মণি-মুক্তাৰে পৰিপূৰ্ণ, ২। জপমালাৰ কেন্দ্রস্থ গুটি, ৩। কণ্ঠহাৰৰ মধ্যমণি, 'লকেট', **—ধামন্** শিৱ।

**মেৰুকঃ** ধূনা, সুগন্ধি দ্রব্য বিশেষ।

**মেলঃ** *পু.* ১। মেল, সভা, 'মিটিং', ২। মিল, সংযোগ, ঐক্য, ৩। সমিতি, সভা, সমাজ, ৪। যৌন সঙ্গম।

**মেলকঃ** *পু.* মেল।

**মেলনং** *ক্লী.* ১। সংযোগ, সমিতি, সমাজ, ২। সম্বা।

**মেলা** *স্ত্রী.* (মিল্ ণিচ্ অঙ্ টাপ্) ১। মেল, সমাজ, সংযোগ, সঙ্গম, ২। অঞ্জন, ৩। নীল গছ, ৪। চিঁয়াহী, **—নন্দা, ন্ধুঃ, ম্বুঃ** *স্ত্রী.* চিঁয়াহীৰ পাত্র, 'দোৱাত'।

**মেৰ্** সেৱনে (ভ্বা আ স মেৱতে) পূজা কৰ, অৰ্চনা কৰ, সেৱা কৰ।

**মেষঃ** *পুং* (মিষ অচ্) ১। ভেঁড়া ছাগলী, ২। মেষ ৰাশি, **—কম্বলঃ** উণৰ কম্বল, **—পালঃ, পালকঃ** ভেড়া ৰখীয়া, **—যূথং** ভেড়াৰ পাল, **—শৃঙ্গঃ** এবিধ বিহ।

**মেষা** সৰু এলাচি।

**মেষিকা, মেষী** *স্ত্রী.* মাইকী ভেঁড়া, ভেঁড়ী।

**মেহঃ** *পুং* (মেহতি ক্ষৰতি শুক্ৰাণ্বিনেনেতি মিহ্ ঘঞ্) ১। প্ৰমেহ ৰোগ, প্ৰস্ৰাৱ দ্বাৰেৰে শুক্ৰ নিঃসৰণ হোৱা ৰোগ, ২। বহুমূত্ৰ ৰোগ, ৩। মূত্ৰ, ৪। প্ৰস্ৰাৱৰ বেমাৰ, ৫। ভেঁড়া, ৬। ছাগলী, **—দ্নী** হালধি।

**মেহনং** *ক্লী.* ১। মূত্ৰ ত্যাগ, ২। মূত্ৰ, ৩। পুৰুষ লিঙ্গ, **—না** মহিলা।

**মৈত্ৰ** *বিণ.* (মিত্ৰস্য ইদমিতি মিত্ৰ অণ্) ১। মিত্ৰ সম্বন্ধীয়, ২। বন্ধুদত্ত, ৩। মিত্ৰভাৱাপন্ন, মৰমিয়াল, মনু ২।৮৭; **—ত্ৰং** ১। বন্ধুত্ব, ২। মলমূত্ৰ নিষ্কাসন, মনু ৪।১৫২; ৩। অনুৰাধা নক্ষত্ৰ, **—ত্ৰঃ** ১। শুদ্ধ বা সৎ ব্ৰাহ্মণ, ২। বৰ্ণসঙ্কৰ জাতি বিশেষ, মনু ১০।২৩, ৩। গুহ্যদ্বাৰ, **—ত্ৰী** ১। মিত্ৰতা, বন্ধুতা, ২। সংযোগ, গভীৰ সম্পৰ্ক।

**মৈত্ৰকং** বন্ধুত্ব।

**মৈত্ৰাৱৰুণঃ** *পুং* ১। বাল্মীকি, ২। অগস্ত্য, ৩। বশিষ্ঠ, ৪। সোমযজ্ঞৰ এজন পুৰোহিতৰ নাম, **—ণিঃ** ১। অগস্ত্য, ২। যজ্ঞৰ পুৰোহিত, ৩। বাল্মীকি।

**মৈত্ৰী** *স্ত্রী* (মৈত্ৰ ঙীষ্) মিত্ৰতা, বন্ধুতা, **—বলঃ** বুদ্ধ।

**মৈত্ৰেয়** *বিণ.* মিত্ৰ সম্বন্ধীয়, **—য়ঃ** ১। বুদ্ধ, ২। এজন মুনিৰ নাম, ৩। সূৰ্য্য, ৪। বৰ্ণসঙ্কৰ জাতি বিশেষ, **—য়ী** *স্ত্রী.* ১। মৈত্ৰেয়ী উপনিষদ ২। মহৰ্ষি যাজ্ঞৱল্ক্যৰ পত্নীৰ নাম।

**মৈত্ৰেয়কঃ** এটা বৰ্ণসঙ্কৰ জাতি।

**মৈত্ৰেয়িকা** দুজন বন্ধুৰ ভিতৰত যুদ্ধ।

**মৈত্ৰ্যং** মিত্ৰতা, বন্ধুত্ব।

**মৈথিলঃ** *পুং* মিথিলাৰ ৰজা, জনক ৰজা, 'জনকো মৈথিলো ৰাজা মহাত্মা সৰ্বতত্ত্ববিৎ।' মহা ১২।৯৯।৩।

**মৈথুন** *বিণ.* (মিথুনে সম্ভৱতীতি মিথুন অণ্) (স্ত্ৰী.-পুৰুষ) সংযোজিত, সংলগ্নকৃত (বিবাহেৰে) সংযুক্ত। যৌন সঙ্গম সম্বন্ধীয়। যৌন সঙ্গমত ৰত। **—নং** ১। যৌন সঙ্গম ক্ৰিয়া, সংযোগ, সম্বন্ধ, ২। অগ্ন্যাধান, **—ধৰ্মী** (ন্) মৈথুনৰত। **—বৈৰাগ্যং** মৈথুনৰ প্ৰতি বিৰাগ।

**মৈথুনিকা** *স্ত্রী.* বিবাহ, বৈবাহিক সম্বন্ধ।

**মৈধানকং** জ্ঞান, বুদ্ধি।

**মৈনাকঃ** *পু* হিমালয় আৰু মেনকাৰ পুত্ৰ, এখন পৰ্বতৰ নাম। ইন্দ্ৰই সকলোবিলাক পৰ্বতৰ পাখি কাটি পেলাইছিল যদিও সাগৰৰ লগত বন্ধুত্ব থকাৰ কাৰণে একমাত্ৰ মৈনাকৰ পাখি কটা নাছিল, **—স্বসা (স্বৃ)** পাৰ্বতী।

**মৈনালঃ, —লিকঃ** মাছ-মৰীয়া।

**মৈন্দঃ** *পু.* বিষ্ণুৱে বধ কৰা এজন দৈত্যৰ নাম। **—হা** (ন) বিষ্ণু।

**মৈৰেয়ঃ, —য়, —য়কঃ —কং** *ক্লী পু.* এবিধ মদ, সুৰা।

**মৈলিন্দঃ** মৌমাখি, ভোমোৰা।

**মোকং** *ক্লী.* সাপৰ মোট।

**মোক্ষ্** ক্ষেপে (চুৰা, ভ্বা, উ, প, সক মোক্ষয়তি —তে, মোক্ষতি) ১। এৰি দি, মুক্ত কৰ, মুক্তি দি, ২। শিথিল কৰ, ঢিলা কৰ, ৩। নিক্ষেপ কৰ (যেনে, কাঁড়), ৪। ত্যাগ কৰ (যেনে, চকুপানী)।

**মোক্ষঃ** *পু.* (মোক্ষ্যতে ইতি মোক্ষ ভাৱে ঘঞ্) ১। মুক্তি, মোচন, স্বাধীনতা, ৰ ১৭।২০; ২। উদ্ধাৰ, সংসাৰৰ পৰা উদ্ধাৰ, নিষ্কৃতি, পৰিত্ৰাণ, ৩। পুনৰ জন্মৰ পৰা মুক্তি। জীৱনৰ চাৰি লক্ষ্যৰ (ধৰ্ম, অৰ্থ, কাম, মোক্ষ) অন্তিম লক্ষ্য, মনু ৬।৩৫; ৪। মৃত্যু, ৫। (সমাসৰ শেষত), ত্যাগ যেনে অশ্ৰুমোক্ষ, নিক্ষেপ, যেনে বাণমোক্ষ, ৬। ৰাহুমুক্তি, গ্ৰহণৰ সমাপ্তি, ৭। আত্মস্বৰূপ দৰ্শন, ৮। পতন, গছৰ পৰা শুকান পাত সৰা, **—দেৱঃ** হিউৱেনচাং, চীনদেশীয় পৰ্যটক। **—দ্বাৰং** সূৰ্য্য, **—পুৰী** কাঞ্চীপুৰম্ (তামিলনাডু)।

**মোক্ষক** *বিণ* মুক্তিদাতা।

**মোক্ষণং** *ক্লী.* মুক্তি, মোচন, উদ্ধাৰ, পৰিত্ৰাণ, ত্যাগ, বিৰাগ।

**মোক্ষোপায়ঃ** *পু.* ১। মুক্তিৰ সাধন, শম দমাদি, ২। যোগ, ৩। জ্ঞান।

**মোঘ** *বিণ.* (মুহ্ ঘঞ্) ১। নিৰৰ্থক, নিষ্ফল, মনু ৯।৫০; ২। হীন, আস ৬৭০; ৩। অকৃতকাৰ্য্য, হানি, মে ৬; ৩। লক্ষ্যহীন, ৪। পৰিত্যক্ত, ৫। নিষ্কৰ্মা। **—ঘং** অব্য. মিছাকৈ, লক্ষ্যহীনভাৱে, নিৰৰ্থকভাৱে, **—ঘঃ** প্ৰাচীৰ, দেৱাল, **—পুষ্পা** বন্ধ্যা তিৰোতা।

**মোঘোলিঃ** বেৰা, প্ৰাচীৰ, দেৱাল।

**মোচং** *ক্লী.* (মুচ্ অচ্) কল (ফল), **—চঃ** ১। কল গছ, ২। চজিনা গছ, **—চকঃ** *পু.* ১। মোক্ষ, মুক্তি, ২। বৈৰাগী, সন্ন্যাসী, ৩। কল গছ।

**মোচন** *বিণ.* (মুচ ল্যুট্) মুক্তিদাতা, মোচনকৰ্তা, **—নং** ১। মুক্তি, মোক্ষ, পৰিত্ৰাণ, ২। নিক্ষেপণ, ৩। ঋণমুক্তি, **—নীঃ** মুক্তিদাত্ৰী।

**মোচৰসঃ** *পু.* শিমলু গছৰ ৰস।

**মোচা** শিমলু গছ।

**মোচাটঃ** *পু.* ১। কালজীৰা, ২। আমঠু, ৩। চন্দন গছ।

**মোটকং** *ক্লী.* ১। (শ্ৰাদ্ধত) একেলগে বান্ধি দিয়া তিনিডাল আধা ছিঙা কুশ, ২। (ঔষধৰ) ব'ড়ি।

**মোটনং —নকং** চূৰ্ণকৰণ, গুড়ি কৰা কাৰ্য্য, ভাণ্ডন।

**মোট্টায়িত** *ক্লী.* (মুট ভাৱে ঘঞ্ ততঃ ক্যঙ ততো ভাৱে ক্তঃ) তিৰোতাৰ স্বাভাৱিক দহ বিধ 'অলঙ্কাৰ'ৰ ভিতৰত এবিধ 'অলঙ্কাৰ' —অনুপস্থিত প্ৰেমিকৰ বিষয়ে শুনিলে প্ৰেমিকাৰ মনত যি গভীৰ প্ৰেমৰ উদ্ৰেক হয় তাৰ স্বাভাৱিক প্ৰকাশ, যেনে কাণ খজুৱা, মাটিত আঙুলিৰে আঁচুৰ মৰা ইত্যাদি।

**মোণঃ** *পু.* (মুণ্ অচ্) ১। শুকান ফল, ২। ঘঁৰিয়াল, ৩। মাখি।

**মোদঃ** *পু.* (মুদ্ ভাৱে ঘঞ্) ১। হৰ্ষ, আনন্দ, উল্লাস, ২। সুগন্ধি দ্ৰব্য, আতৰ।

**মোদকং, কঃ** *ক্লী. পু.* (মুদ্ ণিচ্ ণ্বুল্) ১। মিঠাই, মিষ্টান্ন। 'মোদকং শৰ্কৰাদিনিৰ্মিতম্', ২। গুড়, **—কঃ** বৰ্ণসঙ্কৰ জাতি বিশেষ (ক্ষত্ৰিয় পিতা শূদ্ৰা মাতা)।

**মোদয়ন্তিকা, —ন্তী** বন মল্লিকা। এবিধ মল্লিকা ফুল।

**মোদাখ্যঃ** *পু.* আম গছ।

**মোদিত** *বিণ.* (মোদ্ ইতচ্) হৰ্ষযুক্ত, আনন্দিত।

**মোদিনী** *স্ত্ৰী.* (মুদ ণিচ ণিনিঃ) ১। অজমোদা (এবিধ ঔষধি) ২। মল্লিকা লতা, ৩। যূথিকা লতা, ৪। কস্তুৰী, ৫। মদিৰা, সুৰা, ৬। আনন্দদায়িনী নাৰী।

**মোদী** (ন্) আনন্দিত, আনন্দজনক, উৎফুল্লিত।

**মোৰটং** *ক্লী.* (মুৰ্ বেষ্টনে অটন্) কুঁহিয়াৰৰ শিপা, **—টঃ** ১। মিঠা ৰসৰ এবিধ লতা, ২। সদ্যপ্ৰসূতা গাইৰ গাখীৰ, ফেঁছ। **—টা** মূৰ্বা লতা।

**মোষঃ** *পু.* (মুষ্ ঘঞ্) ১। চুৰি, ডকাইতি, ২। চোৰ, ডকাইত, ৩। চুৰি কৰা ধন-সম্পত্তি, **—ষণং** ১। চুৰি কাৰ্য্য, ২। ছেদন, ৩। নাশ।

**মোষকঃ,** মোষা চোৰ, ডকাইত।

**মোহঃ** *পু.* (মোহনমিতি মুহ ভাৱে ঘঞ্) ১। মূৰ্চ্ছা, অজ্ঞান, অচেতন, কু ৩।৭৩; ২। বিমূঢ়তা, ভ্ৰম, ৩। অবিদ্যা, ৪। দুখ, ৫। মমতা, সাংসাৰিক মোহ। মোহৰ স্বৰূপ ঃ মম মাতা মম পিতা মমেয়ং গৃহিণী গৃহম্ এতদন্যং মমত্বং যৎ স মোহ ইতি কীৰ্তিতঃ।। পপু ১৬ অ, ৬। ধৰ্ম বিমূঢ়তা, ৭। আশ্চৰ্য্যতা, ৮। মোহিনী বিদ্যা, সম্মোহন বিদ্যা, **—কলিল** মোহ পাশ, মোহৰ শৃঙ্খল, **—নিদ্ৰা** দম্ভপূৰ্ণ বিশ্বাস, **—ৰাত্ৰিঃ** *স্ত্ৰী* প্ৰলয়ৰ ৰাতি, **—শাস্ত্ৰং** অবিদ্যাজনক গ্ৰন্থ। মিছা মতবাদ।

**মোহন** *বিণ.* সম্মোহনী, বিমোৰ, ভ্ৰমজনক, মোহনীয়। **—নং** ১। যৌন সঙ্গম, ২। হোম, মন্ত্ৰ, ঔষুধাদিৰ দ্বাৰা মুগ্ধকৰণ, ৩। ভ্ৰান্তি, ৪। জ্ঞানশূন্যতা, ৫। ফুচুলনি।

**মোহনকঃ** চ'ত মাহ।

**মোহিত** *বিণ.* মোহগ্ৰস্ত, বিমূঢ়, প্ৰবঞ্চিত, ধৰ্ষিত।

**মোহিনী** *স্ত্ৰী.* (মোহয়তি সৌন্দৰ্য্যাদিনা ইতি মুহ্ ণিচ ণিনিঃ) ১। এগৰাকী স্বৰ্গৰ অপ্সৰা, ২। মোহনীয় নাৰী, ৩। এবিধ মালতী ফুল, ত্ৰিপুৰমালী ফুল ৪। সমুদ্ৰ মন্থনৰ সময়ত দেৱতাসকলে যাতে সুকলমে অমৃত পান কৰিব পাৰে তাৰ বাবে অসুৰ বিলাকক মোহগ্ৰস্ত কৰিবলৈ বিষ্ণুৱে লোৱা নাৰীৰ ৰূপ, মোহিনী ৰূপ।

**মৌকলিঃ, —কুলিঃ** কাউৰী, উ ২।২৯।

**মৌক্তিকং** *ক্লী.* (মুক্তা ঠক্) মুক্তা, মণি, 'শৈলে শৈলে ন মাণিক্যং মৌক্তিকং ন গজে গজে। সাধৱো নহি সৰ্বত্ৰ চন্দনং ন ৱনে ৱনে।।' চাণক্য। **—গুম্ফিকা** মুক্তাহাৰ গোঁথা তিৰোতা। **—দাম (ন্)** মণিহাৰ, **—শুক্তিঃ** শামুক, **—সৰঃ** মণিহাৰ।

**মৌক্যং** *ক্লী.* বাক্হীনতা, বোবা অৱস্থা।

**মৌখং** *ক্লী.* মুখ সম্বন্ধীয়। অৰ্থাৎ ভক্ষ্যাভক্ষ্য সম্বন্ধীয় (পাপ)।

**মৌখ্যং** শ্ৰেষ্ঠত্ব। মুখ্যতা, প্ৰাধান্য।

**মৌখৰিঃ** এটা গোত্ৰ বা বংশৰ নাম।

**মৌখৰ্য্যং** *ক্লী.* ১। অপবাদ, অপযশ, নিন্দা, ২। মুখৰতা।

**মৌখিক** *বিণ.* মুখ সম্বন্ধীয়, মুখে মুখে সোধা (প্ৰশ্নাদি)।

**মৌঢ্যং** *ক্লী.* ১। মূৰ্খতা, মূঢ়ত্ব, ২। সৰলতা, অকপটতা, ৩। সৌন্দৰ্য্য।

**মৌচং** *ক্লী.* কল (ফল)।

**মৌঞ্জ** *বিণ.* মুঞ্জ ঘাঁহেৰে তৈয়াৰী, **—ঞ্জঃ** মুঞ্জতৃণ। **—ঞ্জী** মুঞ্জেৰে তৈয়াৰী মেখলা। শি ১।৬, উপনয়ন কৰ্মত কঁকালত লোৱা মুঞ্জতৃণৰ বান্ধনী।

**মৌঢ্যং** *ক্লী.* ১। মূঢ়তা, অজ্ঞতা, ২। ল'ৰালি, **—ঢ্যঃ** মূৰ্খৰ পুত্ৰ।

**মৌত্ৰং** কিছু মূত, যেনে এবটল মূত।

**মৌদকিকঃ** পাওৰুটি, বিস্কুট আদি তৈয়াৰ কৰোঁতা।

**মৌদ্গলিঃ** *পু.* কাউৰী।

**মৌদ্গল্যঃ** *পু.* (মুদ্গলস্যাপত্যম্ ইতি য্যঞ্) মুদগল মুনিৰ পুত্ৰ। গোত্ৰকাৰক। এই ঋষিৰ প্ৰৱৰ পাঁচ জন : ঔৰ্ব, চ্যৱন, ভাৰ্গৱ, জামদগ্ন্য আৰু অপ্নুবান্।

**মৌদ্গীনং** *ক্লী.* মগু মাহ সিঁচিবৰ কাৰণে উপযুক্ত পথাৰ।

**মৌনং** *ক্লী.* (মুনের্ভাব ইতি মুনি অণ্) তূষ্ণী ভাৱ, মনে মনে থকা, শব্দহীনতা, **—ব্ৰতং** মনে মনে থকা ব্ৰত।

**মৌনী** (ন্) *পু.* (মৌন ইনিঃ) ১। মুনি, ঋষি, সন্ন্যাসী, ২। মৌনব্ৰতী।

**মৌনেয়ঃ** *পু.* গন্ধৰ্বগণ বিশেষ, গী ১২।১৯।

**মৌৰজিকঃ** ঢুলীয়া, ঢোলবাদক।

**মৌৰ্খ্যং** মূৰ্খতা, মূঢ়তা, মূৰ্খালি।

**মৌৰ্য্যঃ** সম্ৰাট চন্দ্ৰগুপ্তৰ পিচৰ ৰাজবংশ।

**মৌৰ্ৱী** *স্ত্ৰী.* (মূৰ্বা অণ্ ঙীপ্) ১। ধনুৰ গুণ, (মূৰ্বা নামৰ এবিধ লতাৰ আঁহেৰে গুণ বনোৱা হৈছিল), ২। ক্ষত্ৰিয়ই কঁকালত লোৱা মেখলা।

**মৌল** *বিণ.* ১। প্ৰাচীন, ২। মূল, আঁচল, ৩। পুৰণি আচাৰ, ৰীতি-নীতি সম্বন্ধীয়, ৪। পৰম্পৰাগত, মনু ৭।৫৪; ৫। অভিজাত। উচ্চ বংশজাত। **—লঃ** *পু.* ১। উত্তৰাধিকাৰী সূত্ৰে হোৱা মন্ত্ৰী, ২। মাটি সম্পৰ্কে জ্ঞান থকা ব্যক্তি, মণ্ডল।

**মৌলিঃ** *পু. স্ত্ৰী.* (মূল্ ইঞ্) ১। চূড়া, শিৰ, মূৰ, ২। শিৰোভূষণ, কিৰীটি, মুকুট, ৰ ৭।৬৬; ৩। অশোকবৃক্ষ, (স্ত্ৰী) ভূমি।

**মৌলিক** *বিণ.* (মূল ঠঞ্) ১। আদিৰ পৰা থকা, আচল, মূল, ২। প্ৰধান, মুখ্য, ৩। তল খাপৰ (বৰ্ণ), কুলীন ভিন্ন।

**মৌল্যং** দাম, দৰ।

**মৌষ্টা** হতাহতি যুদ্ধ।

**মৌষ্টিকঃ** ঠগ, প্ৰৱঞ্চক।

**মৌসল** *বিণ.* (মূষল অণ্) মূষলৰ দৰে, গদাৰ নিচিনা, গদা সম্বন্ধীয়। **—লং** মহাভাৰতৰ ওঠৰটা পৰ্বৰ অন্তৰ্গত এটা পৰ্ব, য'ত গদাযুদ্ধৰ বৰ্ণনা দিয়া হৈছে।

**মৌষ্টা** *স্ত্ৰী.* হতাহতি, ঘুচিয়াঘুচি খেল।

**মৌহূৰ্তঃ মৌহূৰ্তিকঃ** *পু.* জ্যোতিষী।

**ম্না** অভ্যাসে (ভ্বা প স মনতি) ১। অভ্যাস কৰ, বাৰে বাৰে কৰ, ২। শিক, মনোযোগেৰে শিক, ৩। স্মৰণ কৰ, **আ—** ১। ধ্যান কৰ, ২। পৰম্পৰাগতভাৱে উল্লেখ কৰ, বিবেচনা কৰ, ৩। শিক, স্মৰণ কৰ, কু ৬।১৬; **সমা—** ১। অভ্যাস কৰ, বাৰে বাৰে ক, ২। নিয়ম কৰ, নিৰ্ণয় কৰ।

**ম্নাত** *বিণ.* ১। বাৰে বাৰে কথিত, পুনৰ্কথিত, ২। অধীত, দীক্ষিত, শিক্ষাপ্ৰাপ্ত।

**ম্ৰক্ষ** ক) সংঘাতে (ভ্বা প স ম্ৰক্ষতি)।

খ) ম্ৰক্ষণে, স্নেহনে (চুৰা উ স ম্ৰক্ষয়তি -তে) ১। ঘঁহ, পিহ, ২। দ'ম কৰ, একগোট কৰ, সংগ্ৰহ কৰ, ৩। লেপন কৰ, প্ৰলেপ দি, ৪। মিহলি কৰ, সংযোগ কৰ। একলগ কৰ।

**ম্ৰক্ষঃ** *পু.* (ম্ৰক্ষ ঘঞ্) ১। বধ, হত্যা, ২। ভণ্ডামি।

**ম্ৰক্ষণং** *ক্লী.* (ম্ৰক্ষ কৰ্মণি ল্যুট) ১। তেল, ২। এটা বস্তুক আন এটাৰ লগত মিশ্ৰণ, ৩। স্নেহনম্, শৰীৰত তৈল মাৰ্জন, ৪। একত্ৰিকৰণ, ৰাশীকৰণ, দ'ম কৰা কাৰ্য্য।

**ম্ৰদ্** ক্ষোদে (ভ্বা আ স ম্ৰদতে) চূৰ্ণ কৰ, গুড়ি কৰ, পদদলিত কৰ, গচকি চূৰ্ণ কৰ।

**ম্ৰদিমা** (ন্) *পু.* (মৃদু ইমনিচ্) মৃদুতা, কোমলতা, দুৰ্বলতা, শি ২।৪৯ ।

**ম্ৰদিষ্ঠ** *বিণ.* অতিশয় কোমল।

**ম্ৰুচু** গত্যাম্ (ভ্বা প স ম্ৰোচতি) যা, গমন কৰ।

**ম্ৰুঞ্চ** গত্যাম্ (ভ্বা প স ম্ৰুঞ্চতি) যা, গমন কৰ, আগুৱাই যা। আগ বাঢ়।

**ম্লক্ষ** ছেদে (চুৰা উ স ম্লক্ষয়তি —তে) কাট, কাটি দুভাগ কৰ।

**ম্লাত** *বিণ.* জীৰ্ণ, ম্লানপ্ৰাপ্ত।

**ম্লান** *বিণ.* (ম্লৈ হৰ্ষক্ষয়ে ক্তঃ) ১। ম্লান, ২। জীৰ্ণ, ৩। অবসন্ন, ৪। মলিন, ৫। দুৰ্বল, ৬। দুৰ্দশাগ্ৰস্ত, **—মনস্**

ভগ্নোৎসাহ, হতাশমনা। —নিঃ *স্ত্রী* জীৰ্ণতা, ক্ষীণতা, অৱসন্নতা, ক্লান্তি।

**ম্লায়ী (ন্)** ক্ষীণকায়।

**ম্লাস্নু** *বিণ.* জীৰ্ণ হোৱা, ক্ষীণ হোৱা, অৱশ হোৱা।

**ম্লিষ্ট** *বিণ.* (ম্লেচ্ছ ক্তঃ) ১। অস্পষ্ট, ২। জঙ্গলী, আসুৰিক, ৩। জীৰ্ণ, ম্লান, —**ষ্টং** অস্পষ্ট বাক্য।

**ম্লুচ** ম্লঞ্চ গত্যাম্ (ভ্বা প স ম্লোচতি) যা, গমন কৰ, আগুৱাই যা।

**ম্লেচ্ছ ম্লেচ্ছ** দেশোক্তৌ ১। (ভ্বা প অ ম্লেছতি) ২। (চুৰা প স ম্লেছয়তি) দেশীয় ভাষাত কথা ক, অব্যক্ত উক্তি কৰ, অস্পষ্ট ভাষাত কথা ক, জঙ্গলী ভাষাত ক।

**ম্লেচ্ছং** *ক্লী.* ১। তাম, ২। সেন্দুৰ।

**ম্লেচ্ছঃ** *পু.* ১। আদিম জাতি বিশেষ, জঙ্গলী জাতি, বনবাসী জাতি, অসংস্কৃত- ভাষী জাতি, ২। বিদেশী, বহিৰাগত, ৩। সমাজ-বহিৰ্ভূত ব্যক্তি, 'গোমাংস খাদকো যশ্চ ৱিৰুদ্ধং ৱহু ভাষতে। সৰ্ৱাচাৰৱিহীনশ্চ ম্লেচ্ছ ইত্যভিধীয়তে।। বৌধায়নৰ 'প্ৰায়শ্চিত্ততত্ত্ব'; ৪। পাপী, দুষ্ট লোক, —**মুখং** তাম, —**কন্দঃ** নহৰু, —**জাতিঃ** বৰ্বৰ জাতি, অৰণ্যবাসী, —**দেশঃ —মণ্ডলং** ম্লেচ্ছ জাতিৰ মানুহে বাস কৰা দেশ বা প্ৰান্ত, মনু ২।২৩: —**ভাষা** অসংস্কৃত ভাষা, ম্লেচ্ছ জাতিৰ ভাষা, —**ভোজনঃ** ঘেঁহু। —**ৱাক্** ম্লেচ্ছভাষা কোৱা বা বিদেশী ভাষা কোৱা মানুহ।

**ম্লেচ্ছাশঃ** *পু.* ম্লেচ্ছৰ খাদ্য, ঘেঁহু।

**ম্লেচ্ছাস্যং** *ক্লী.* তাম।

**ম্লেচ্ছিতং** *ক্লী.* (ম্লেচ্ছ্ ক্তঃ) ম্লেচ্ছ ভাষা। অপশব্দ, পৰভাষা, অসংস্কৃত ভাষা।

**ম্লেট্, ম্লেড্** উন্মাদে (ভ্বা প অ ম্লেটতি, ম্লেডতি) উন্মাদ হ, পাগল হ।

**ম্লেৱ্** সেৱনে (ভ্বা প সক ম্লেৱতে) ১। সেৱা কৰ, ২। পূজা কৰ, অৰ্চনা কৰ।

**ম্লৈ** কান্তিসংক্ষয়ে (ভ্বা প স ম্লায়তি) ১। ম্লান হ, ক্ষীণ হ, ক্ষীণাই যা, যেনে ম্লায়তি দিৱসে চন্দ্ৰঃ, ২। ক্লান্ত হ, অৱশ হ, ৩। দুখী হ, মন মৰা হ, ৪। লোপ হ, অদৃশ্য হ, **পৰি—** ১। ম্লান হ, জীৰ্ণ হ, ৰ ১৪।৫০; ২। মন মৰা হ, **প্ৰ—** ১। ম্লান হ, ২। দুখী হ, মন মৰা হ, ৩। অৱশ হ, ৪। মলিন হ, মলযুক্ত হ। ■

# য

**য অকাৰ অন্তঃস্থ যকাৰ।** ষড়বিংশ ব্যঞ্জন বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ পঞ্চম সূত্ৰৰ দ্বিতীয় বৰ্ণ। উচ্চাৰণ স্থান তালু। 'য'ৰ উচ্চাৰণ প্ৰায় 'য়'ৰ দৰে হয়।

**যঃ** *পু* (যাতীতি যা গতৌ ডঃ) ১। গমনকৰ্তা, ২। যশস্যা, ৩। যোগ, সংযোগ, ৪। যানবাহন, ৫। যৱধান।

**যক** *বিণ* (যৎ অকচ) যিজনে, যিজন।

**যকৃৎ** *স্ত্ৰী* (যজ্ ঋতিন্ জস্য কঃ) পেটৰ সোঁ ফালে থকা এটা বিশেষ মাংস খণ্ড, আগমণ্ডহ। —**কোষঃ** যকৃতৰ চাৰিওফালে থকা পাতল পৰ্দা বিশেষ।

**যকৃদাত্মিকা** *স্ত্ৰী* পৈতাচোৰা।

**যকৃতোদৰং** *ক্লী* যকৃৎ বৃদ্ধি (ৰোগ)।

**যক্ষ্** পূজায়াম্ (চুৰা আ স যক্ষয়তে) পূজা কৰ, অৰ্চনা কৰ, সেৱা কৰ।

**যক্ষঃ** *পু* (যক্ষ্যতে পূজ্যতে ইতি যক্ষ ঘঞ্) ১। এবিধ কিন্নৰ জাতি, কুবেৰৰ ধন ৰক্ষক অনুচৰ বুলি জনাজাত। 'যক্ষশ্চক্ৰে জনকতনয়া স্বাধিকাৰপ্ৰমত্তঃ', মে ১। ২। এবিধ ভূত বা পিশাচ, ৩। ইন্দ্ৰৰ প্ৰাসাদ, ৪। কুবেৰ —**ক্ষী** যক্ষস্ত্ৰী —**কৰ্দমঃ** কৰ্পূৰ, অগৰু, কস্তুৰী আৰু কক্কোল বা চন্দন বা কুঙ্কুম একেলগে মিহলাই তৈয়াৰ কৰা মলম এবিধ —**গ্ৰহঃ** ভূত বা পিশাচে পোৱা বা ধৰা। —**তৰুঃ** আঁহত গছ —**ধূপঃ** ধুনা, সৰল গছৰ ৰস, 'টাৰ্পিণ' তেল —**ৰসঃ** এবিধ সুৰা। —**ৰাজঃ** কুবেৰ —**ৰাত্ৰিঃ** কাতি মাহৰ পূৰ্ণিমা, দীপাৱলী। —**ৱিত্তঃ** যক্ষৰ দৰে ধন ৰখি থকা অথচ খৰচ নকৰা। —**সাধনং** যক্ষোপাসনা।

**যক্ষাধিপঃ, যক্ষেন্দ্ৰঃ** *পু* কুবেৰ।

**যক্ষাৱাসঃ** বড় গছ।

**যক্ষিনী, —যক্ষীঃ** যক্ষপত্নী, কুবেৰপত্নী।

**যক্ষোডুম্বৰকং** আঁহত গছৰ গুটি।

**যক্ষ্মা (ন্)** *পু (যক্ষ মনিন্) ক্ষয়ৰোগ। হাওফাওত হোৱা*

এবিধ মাৰাত্মক ধৰণৰ সংক্ৰামক ব্যাধি। **—গ্ৰহঃ** ক্ষয়ৰোগত আক্ৰান্ত। **—গ্ৰস্তঃ** ক্ষয় ৰোগী। **—ঘ্নী** আঙুৰ।

**যক্ষ্মী (ন্)** ক্ষয় ৰোগী, মনু ৩।১৫৪।

**যচ্ছন্ (ৎ)** (দান শতৃ) দাতা, দানকৰ্তা।

**যজ্** দেৱাৰ্চাদানসঙ্গকৃতৌ (ভ্বা উ স যজতি-তে) ১। যজ্ঞ কৰ, আহুতি দি, বলি দি, যজ্ঞত বলি দি, মনু ৭।৭৯; ২। পূজা কৰ, শ্ৰদ্ধা কৰ, (ণিজন্ত) যাজয়তি, (সনন্ত) যিযক্ষতি-তে।

**যজৎ(ন্)** যাগকৰ্তা, যজমান।

**যজতঃ** *পু* (যজ্ অতচ) ঋত্বিক, যজ্ঞৰ পুৰোহিত। ঋকবেদীয় ঋষি বিশেষ।

**যজতিঃ** *পু* (যজ্ ৰাহুলকাৎ অতিঃ) যাগ, হোম।

**যজত্ৰঃ** *পু* (যজতীতি যজ্ অত্ৰন্) অগ্নিহোত্ৰী ব্ৰাহ্মণ।

**যজনং** *ক্লী* (ইজ্যতে ইতি যজ্ ল্যুট্) ১। যাগ, হোম। 'অধ্যাপনম্ অধ্যয়নং যজনং যাজনং তথা', মনু ১।৮৮; ২। যজ্ঞস্থান, যজ্ঞভূমি।

**যজন্তঃ** *পু* (যজ্ ঝচ) যাগকৰ্তা।

**যজমানঃ** *পু* (যজতীতি যজ্ শানচ) ১। যজ্ঞ, পূজা পাৰ্বণাদি অনুষ্ঠান নিয়মিতভাৱে কৰি থকা ব্যক্তি। ভা ৩।১৬।৮; ২। পূজা হোমৰ বাবে পুৰোহিত নিযুক্ত কৰা ব্যক্তি, ৩। গৃহস্থী।

**যজাকঃ** *পু* দানকৰ্তা, দাতা।

**যজিঃ** *পু* (যজ্ ইন্) যজ্ঞকৰ্তা, যজ্ঞ, যাগ। মনু ১০।৭৯।

**যজুঃ (স্)** *ক্লী* (যজ্ উসিঃ) ১। যজুৰ্বেদ, ২। যজ্ঞৰ মন্ত্ৰ বা স্তুতি। **—ৰ্ৱিদ্** যজুৰ্বেদাধ্যায়ী, যজুৰ্বেদবেত্তা। যজুৰ্বেদ সম্পৰ্কে সম্যক্ জ্ঞান থকা। **—ৰ্বেদঃ** চাৰিখন বেদৰ দ্বিতীয়খন। ইয়াক বাজসনেয়ী সংহিতাও বোলা হয়। শুক্ল আৰু কৃষ্ণ দুটা ৰূপত উপলব্ধ এইখন বেদত প্ৰায় চাৰি হাজাৰ মন্ত্ৰ আছে।

**যজ্ঞঃ** *পু* (ইজ্যন্তে দেৱতা অত্ৰেতি যজ্ নঙ) ১। যাগ, হোম, মখ, ক্ৰতু, হৱন। ২। পঞ্চযজ্ঞ, প্ৰত্যেকজন দ্বিজই এই পাঁচ বিধ যজ্ঞ সদায় কৰিব লাগে। সেইকেইটা হ'ল— ব্ৰহ্মযজ্ঞ (অধ্যয়ন, অধ্যাপন), দেৱযজ্ঞ (হোম, পূজা, সেৱাদি), পিতৃযজ্ঞ (তৰ্পণ), মনুষ্যযজ্ঞ (অতিথি-সেৱা) আৰু ভূতযজ্ঞ (চৰাই-চিৰিকতিক খাবলৈ আহাৰ দিয়া)। ৩। অগ্নি, ৪। বিষ্ণু, **—কল্প** যজ্ঞৰ সংকল্প, **—কীলকঃ** বলিৰ পশু বান্ধি থোৱা খুঁটা। **—কৃৎ** *বিণ* যজ্ঞকৰ্তা *(পু)* বিষ্ণু, **—ঘ্নঃ** যজ্ঞত বিঘিনি উৎপাদন কৰ্তা (দানৱ), **—দক্ষিণা** যজ্ঞৰ অৰিহণা। **—দীক্ষা**, **—পতিঃ** যজমান। বিষ্ণু। **—পশুঃ** ১। বলিলৈ অনা পশু। ২। অশ্বমেধৰ ঘোঁৰা, **—পুৰুষঃ** বিষ্ণু, **—ভোক্তা** বিষ্ণু **—ৰসঃ**,**—ৰেতঃ** সোমৰস, **—ৱৰাহঃ** বিষ্ণুৰ বৰাহ অৱতাৰ, **—ৱল্লিঃ**, **—স্ত্ৰী** সোমলতা। **—ৱাটঃ** যজ্ঞৰ কাৰণে ঘেৰি ৰখা অঞ্চল। **—ৱাহনঃ** বিষ্ণু **—বৃক্ষঃ** যজ্ঞ ডিমৰু **—শেষং** যজ্ঞাবিশিষ্ট; মনু ৩।২।৫। **—শ্ৰেষ্ঠা** সোমলতা, **—সদঃ(স্)** যজ্ঞত উপস্থিত থকা মানুহৰ সমষ্টি। **—সাৰঃ** বিষ্ণু, **—সিদ্ধিঃ** যজ্ঞৰ সমাপ্তি, **—সূত্ৰং** লগুণ, **—সেনঃ** ৰজা দ্ৰুপদ। **—স্থাণুঃ** যজ্ঞত, পশুবন্ধা খুঁটা, **—হনঃ**,**—হা(ন্)** সদাশিৱ।

**যজ্ঞিকঃ** পলাশ গছ।

**যজ্ঞিয়** *বিণ* ১। যজ্ঞ সম্বন্ধী, যজ্ঞৰ উপযোগী, ২। পবিত্ৰ, ৩। পূজ্য, ৪। পুণ্য, **—য়ঃ** ১। দেৱতা, ২। দ্বাপৰ যুগ।

**যজ্ঞীয়** *বিণ* যজ্ঞত লগা, যজ্ঞৰ উপযোগী। **—য়ঃ** যজ্ঞডিমৰু গছ

**যজ্যু** *বিণ* (যজ্ যুচ্) যজুৰ্বেদজ্ঞ ব্ৰাহ্মণ।

**যজ্বা (ন্)** *পু* (যজ ঙ্বনিপ্) যজমান, পূজাৰী। *(পু)* ১। বৈদিক বিধানমতে যজ্ঞ কৰোঁতা, যজ্ঞকৰ্তা, কু ২।৪৬; ২। বিষ্ণু।

**যৎ** (ক) যত্নে (ভ্বা আ অ যততে) (খ) খেদোপস্কৰয়োঃ (চুৰা প স যাতয়তি) ১। চেষ্টা কৰ, যত্ন কৰ। ২। আগ্ৰহ কৰ, ইচ্ছা কৰ, ৩। কষ্ট কৰ, ৪। দৃষ্টি কৰ, সাৱধান কৰ, সতৰ্ক হ, গী ৩।৬০; ৫। কষ্ট কৰ, যাতনা দি, **আ—** কষ্ট কৰ, **নিস্—** কিৰাই দি, সুস্থ কৰ। **প্ৰ—** চেষ্টা কৰ, যত্ন কৰ, **সং—** চেষ্টা কৰ, পাৰলৈ চেষ্টা কৰ।

**যত** *বিণ* (যম্ ক্ত) ১। সংযত, বশীভূত, ২। সীমিত, পৰিমিত, নিয়মিত। **—চিত্ত** সংযতচিত্ত, **—ৱাক্** বাক্ কথাবতৰা সংযত, নিৰমীয়া, **—ব্ৰত**, ব্ৰতী, ব্ৰতাচাৰী।

**যতঃ** *অব্য* (যদ্ তসিল্) হেতুবোধক। যিহৰ কাৰণে, মনু ২।১১৭; যাৰ পৰা, ভা ২।৫।২; কেতিয়াৰ পৰা, যি কোনো কালে। **যতো যতঃ** যি কোনো ঠাইৰ পৰা, গী ৬।২৬; **যতঃ প্ৰভৃতি** যেতিয়াৰ পৰা।

**যতনং** *ক্লী* যত্ন, চেষ্টা।

**যতম** *বিণ্* (যৎ ডমতচ্) বহুৰ মাজৰ কোনজন।

**যতৰ** *বিণ্* (যৎ ডতৰচ্) দুজনৰ মাজত নির্দ্ধাৰিত, কোনজন।

**যতি** *বিণ্* (যৎ ডতিঃ) নিত্য বহুবচনান্ত শব্দ। যাৱৎ শব্দবোধক। যিমানবিলাক।

**যতিঃ** *পু* (যততে মোক্ষার্থমিতি যৎ ইন্) ১। সংযতেন্দ্রিয়, যি ইন্দ্রিয় সংযত কৰিছে। সন্ন্যাসী, সাংসাৰিক ভোগ- বিলাস ত্যাগী, ২। ব্রহ্মাৰ পুত্র এজন, ভা ৪।৮।১; ৩। নহুষৰ এজন পুত্র। মহা ১।৭৫।৩০; ৪। বিশ্বামিত্রৰ এজন পুত্র, মহা ১।৪।৫৭; (স্ত্রী যম্ ক্তিন্) ১। পাঠ বিচ্ছেদ, পাঠ বিৰতি, মন্ত্র পাঠৰ মাজতে কিছু সময় বৈ যোৱা। 'যতির্জিহ্বেষ্ট বিশ্রামস্থানং।' ২। বিৰতি, বন্ধ, ৩। সঙ্গীতত বিৰতি, ৪। বিধৱা, ৫। সঙ্গীতৰ ৰাগ বিশেষ, ৬। শ্লোকৰ ছন্দত পদলুপ্তি।

**যতিচান্দ্রায়ণং** *ক্লী* সন্ন্যাসী (যতি)– সকলে পালন কৰা চান্দ্রায়ণ ব্রত।

**যতিত** *বিণ্* চেষ্টিত, যত্নকৃত।

**যতিনী** *স্ত্রী* বিধৱা।

**যতী** (ন্) *পু* সন্ন্যাসী। জিতেন্দ্রিয়।

**যতুকা,-তূকা** এবিধ গছ, জেতুকা গছ।

**যত্ন** *পু* (যৎ নঙ্) ১। ৰূপ আদি চব্বিশ বিধ গুণৰ অন্তর্গত এবিধ গুণ। চেষ্টা, অধ্যৱসায়, ২। সতর্কতা, ৩। উৎসাহ, আগ্রহ, ৪। কষ্ট, ক্লেশ, বাধা, ৰ ৭।১৪।

**যত্র** *অব্য* (যৎ সপ্তম্যাঃ ত্রল্) ১। য'ত, যি ঠাইত, ২। যেতিয়া, কেতিয়া, কোন সময়ত, ৩। যিহেতু, **যত্রতত্র** যি কোনো ঠাইত, সকলোতে, **যত্রকুত্র** যি কোনো সময়ত, যি কোনো ঠাইত।

**যত্রত্য** *বিণ্* কোন ঠাইৰ, কোন ঠাইত থকা।

**যথা** *অব্য* 'যথা' অব্যয় শব্দটো অকলে ব্যৱহাৰ হ'লে সাধাৰণতে এনেবোৰ অর্থ প্রকাশ কৰে– (ক) এইদৰে বা যিদৰে মহাৰাজৰ আদেশ —যথা আজ্ঞাপয়তি মহাৰাজঃ। (খ) নাম, (গ) সাদৃশ্য, সাম্য, কু ৪।৩৪, (গ) উদাহৰণ স্বৰূপে, (ঙ) যিহেতু, সেই কাৰণে, (চ) **যথা তথা** অর্থাৎ যিদৰে সেইদৰে, যথা বীজং তথাঙ্কুৰং, গী ১১।২৯; **যথৈৱ, তথৈৱ**, যেনে তেনে ইত্যাদি। যথা যথা তথা তথা যিমান বেছি সিমান কম। **যথা কথঞ্চিৎ** যি কোনো প্রকাৰে; যথা তথা যি কোনো ৰকমে। যথা শব্দ সমাসৰ আগত ব্যৱহাৰ হলে 'অনুসৰি', 'মতে', 'ভাৱে' দৰে, আদি অর্থ প্রকাশ কৰে। **—অংশং** *অব্য* সমান সমান ভাগ কৰি, সমানভাৱে **—অধিকাৰং** *অব্য* গৰাকী অনুসৰি, অধিকাৰ মতে, **—অধীত** পাঠ্যানুসৰি **—অনুপূর্ব্বং** এটাৰ পিচত এটাকে **—অনুভূতং** অভিজ্ঞতা অনুসৰি। **—অনুৰূপং** *অব্য* সঠিকভাৱে, **—অভিপ্রেত**, অভিমত, অভীষ্ট বিণ ইচ্ছানুসৰি, ইচ্ছামতে, **—অর্থ** ১। সঠিক, আচল, শুদ্ধ ২। উপযুক্ত, (**—অক্ষৰ**) আখৰে আখৰে সত্য, (**—নামা**) যেনে নাম তেনে কাম। (**—ৱর্ণ**) চোৰাংচোৱা **—অর্হঃ** গুণানুসৰি **—অর্হণং** *অব্য* গুণানুসৰি, **—অৱকাশং** *অব্য* আজৰি মতে, আৱশ্যকমতে **—অৱস্থং** *অব্য* অৱস্থা অনুসৰি। **—আখ্যানং** *অব্য* আগতে উল্লেখ কৰা মতে, **—আগত** মূর্খ, (**–তং**) *অব্য* আগতে এজনে অস্য মতে। **—আম্নাতং,-আম্নায়ং** *অব্য* বেদত থকা মতে **—আশয়ং** *অব্য* এজনৰ ইচ্ছামতে। **—কামং** আশা কৰা মতে, **—কামী(ন্)** মুক্ত, অবাধ। **—কালঃ** সঠিক সময়ত, **—কৃত** *বিণ্* বিধিমতে, প্রচলিত নিয়মমতে, মনু ৮।১৮৩; **—ক্রমং-ক্রমেণ** *অব্য* এটাৰ পিচত এটাকৈ, নিয়মিতৰূপত, **—ক্ষমং** *অব্য* শক্তি অনুসাৰে **—জাত** মূর্খ, **—জ্ঞানং** যিমানদূৰ জনা যায়, জনা মতে। **—জ্যেষ্ঠং** জ্যেষ্ঠতা অনুসৰি, পদবি অনুসৰি **—তথ** *বিণ্* সঁচা, প্রকৃত সঠিক, (থং) বিৱৰণ, *অব্য* সঠিকভাৱে। **—দিক্** সকলো পিনে **—নির্দিষ্ট** আগতে কোৱা বা উল্লেখ কৰা মতে **—ন্যায়ং** সঠিকভাৱে, প্রকৃততে, সঁচাকৈ, ন্যায্যতা অনুসৰি, **—পুৰং** *অব্য* আগৰ দৰে **—পূর্ব্ব,-পূর্ব্বক** আগৰটোৰ মতে, আগৰটো, **—পূর্ব্বকং** *অব্য* ১। আগৰ দৰে, মনু ১১।১৮৭; ২। এটাৰ পিচত এটাকৈ, **—প্রদেশং** *অব্য* ১। সঠিত ঠাইত বা স্থানত, ২। নির্দেশ মতে, আজ্ঞা অনুসৰি, **—প্রধানং,-প্রধানতঃ**, *অব্য* পদ বা পদবি অনুসৰি, সম্মান অনুসৰি **—প্রাণং** শক্তি অনুসৰি, **—প্রাপ্ত** *বিণ্* অৱস্থানুসৰি উপযুক্ত. **—প্রার্থিতং** *অব্য* প্রার্থনা মতে, আবেদন অনুসৰি **—বলং** *অব্য* শক্তি অনুসৰি, **—ভাগং —ভাগশঃ** *অব্য* ১। পাব লগীয়া ভাগ বা অংশ মতে, ২। উপযুক্ত

স্থানত **—ভূতং** *অব্য* সঠিকভাৱে, সঁচাকৈ। আগতে হোৱা মতে। **—মুখীন** মুখলৈ চোৱা, মুখামুখি হোৱা। **—যথং** *অব্য* প্ৰকৃততে, সঠিকভাৱে, এটা এটাকৈ **—যুক্তং-যোগং** *অব্য* সঠিকৰূপত, উপযুক্ততা অনুসৰি, অৱস্থা অনুসৰি, **—ৰুচং, —ৰুচি** *অব্য* এজনৰ ভাল লগা মতে, এজনৰ ইচ্ছা মতে **—ৰূপং** *অব্য* আকাৰমতে, সঠিকৰূপত। **—ৱস্তু** *অব্য* সঠিক ঘটনা মতে, বাস্তৱিকতে **—ৱিধি** *অব্য* শাস্ত্ৰীয় নিয়ম বা বিধি অনুসৰি। **—ৱিভৱং** *অব্য* এজনৰ আয় বা আমদানি অনুসৰি **—বৃত্ত** ঘটনাক্ৰমে, (ত্তং) সঠিক বিৱৰণ, **—শক্তি,-শক্ত্যা** শক্তি অনুসাৰে, **—শাস্ত্ৰং** শাস্ত্ৰত লিখা মতে, মনু ৬।৮৮; **—শ্ৰুতং** ১। শুনা মতে ২। বৈদিক বিধিমতে **—সংখ্যং** কাব্যৰ অলঙ্কাৰ বিশেষ। **—সংখ্যেন** *অব্য* সংখ্যামতে, গণনা মতে **—সময়ং** *অব্য* সঠিক সময়ত, উপযুক্ত সময়ত, চুক্তি অনুসৰি। **—সুখং** *অব্য* আনন্দমনে, সহজভাৱে, আনন্দেৰে **—স্থানং** সঠিক স্থানত, উচিত মতে **—স্থিত** ১। প্ৰকৃত অৱস্থা মতে, ২। সচাকৈ, সঠিকভাৱে **—স্বং** *অব্য* ১। ক্ৰমান্বয়ে, প্ৰত্যেকৰে, ২। ব্যক্তিগতভাৱে ৰ ১৭।৬৫; ৩। উচিত মতে।

**যথাৰ্হং** *অব্য* ১। যোগ্যভাৱে, উচিতভাৱে, ২। নিয়মমতে, বিধি মতে, মনু ৬।১

**যথেপ্সিতং** *অব্য ক্লী* ইচ্ছানুসৰি, যথা আকাঙ্ক্ষিত।

**যথেষ্টং** *ক্লী* ইচ্ছামতে, যিমানখিনি বিচৰা হৈছিল সিমানখিনি।

**যথেষ্টাচাৰী (ন্)** *বিণ্* স্বেচ্ছাচাৰী।

**যথোচিত** *বিণ্* যথাযোগ্য, যিখিনি পাব লগীয়া সেইখিনি, যথোপযুক্ত।

**যথোদিতং** যথোক্ত, কোৱা মতে।

**যদ্** সৰ্বনাম শব্দ। পু ১মা একৰ যঃ, স্ত্ৰী যা। সম্বন্ধবোধক সৰ্বনাম শব্দ যঃ যৌ যে— এই ধৰণে ৰূপ হয়। কোন, কোনজন, কোনটো, যিটো, যিজন, অৰ্থ প্ৰকাশ কৰাৰ বাবে ব্যৱহাৰ হয়। কেতিয়াবা সম্পূৰ্ণৰূপে যি হওক যিজনে হওক অৰ্থ বুজাবলৈ যৎ, যৎ, একেলগে দুবাৰকৈ ব্যৱহাৰ কৰা দেখা যায়। (অব্য) হেতু বুজাবলৈ যদ অব্যয়ৰূপে ব্যৱহাৰ হয়। **—যদ্যপি** *অব্য* যদিও,

**যদৰ্থং** যি কাৰণে। **—কাৰণাৎ** যি কাৰণে, **—কৃতে** যি কাৰণে **—ভৱিষ্য** ভৱিষ্যতে যি হয় হওক— এইদৰে চিন্তা কৰা ব্যক্তি **—বৃত্তং** দুষ্কৰ্ম চেষ্টা, **—সত্যং** সঁচাকৈ ক'বলৈ গ'লে, 'যৎসত্যং মুমুক্ষোৰপি, হচ ৫ উ।

**যদা** *অব্য* (যস্মিন্ কালে ইতি যদ্ দা) ১। যি সময়ত, যিদিনা, যেতিয়া ২। যিহেতু।

**যদি** আশঙ্কা, সম্ভাৱনা অৰ্থবোধক অব্যয়। এনে হ'লে, এনে স্থলত, যদি বা হয়তো, তেনেহলে, প্ৰয়োজন হলে। 'যদ্বা জয়েম যদি বা নো জয়েয়ুঃ', গী ২।৬।

**যদীয়** *বিণ্* যি সম্বন্ধীয়, যাৰ।

**যদুঃ** *পু* (যজতে ইতি যজ উঃ) দেৱযানীৰ গৰ্ভত যযাতিৰ জ্যেষ্ঠ পুত্ৰ, যাদৱবংশৰ পূৰ্বপুৰুষ, **—নন্দনঃ —নাথঃ —পতিঃ —শ্ৰেষ্ঠঃ** শ্ৰীকৃষ্ণ।

**যদৃচ্ছা** *স্ত্ৰী* ১। স্বাধীনতা, স্বাতন্ত্ৰ্যম্ গী ২।৩২; ২। সুযোগ, হঠাৎ, ৩। ঘটনাক্ৰমে, কু ১।১৪; **—সংৱাদঃ** হঠাতে হোৱা কথা-বতৰা, হঠাতে লগ হোৱা।

**যদৃচ্ছাতঃ** *অব্য* হঠাৎ।

**যদৃচ্ছাভিজ্ঞঃ** কোনো মোকৰ্দমাত নিজকে নিজে বা নিজৰ ইচ্ছাতে হোৱা সাক্ষী।

**যদ্বা** *অব্য* যদি, যথা, যিদৰে, যেনেকৈ।

**যন্তা(ন্তৃ)** *পু* (যম্ তৃচ্) ১। দিগ্দৰ্শক, প্ৰশাসক, ২। সাৰথি, গাড়োৱান, ৩। মাউত।

**যন্ত্ৰ্** সঙ্কোচনে (ভ্বা, চুৰা উ স যন্ত্ৰতি-তে, যন্ত্ৰয়তি-তে) ১। বাধা দি, সংযত কৰ, ২। বান্ধ, বাধ্য কৰ।

**যন্ত্ৰং** *ক্লী* (যচ্ছতি অত্ৰেতি যম্ ত্ৰঃ) ১। দেৱাধিষ্ঠান, দেভা ৩।২৬।২১; ২। নিয়ন্ত্ৰণ, ৩। আগ্নেয়াস্ত্ৰ, ৪। কাঠৰ যন্ত্ৰ বা কল। 'যন্ত্ৰাৰূঢ়ানি মায়য়া', গী ১৮।৬১; ৫। শিকলি, পাশ, পেটি, ৬। ধৰি ৰখা সঁজুলি, ৭। কুঁৱাৰ পৰা পানী তোলা যন্ত্ৰ, ৮। তলা-চাবি, শলখা। ৯। মন্ত্ৰপূত কৱচ, তাবিজ, ১০। বাদ্যযন্ত্ৰ। **—গৃহং** তেলৰ থকা ঘৰ, **—চেষ্টিতং** সম্মোহনী বিদ্যা **—সূত্ৰ** অৰ্গলবদ্ধ, তালকৈ তলাবদ্ধ (ঘৰ) **—পুত্ৰকঃ —পুত্ৰিকা** যান্ত্ৰিক পুতলা, স্প্ৰিং লগোৱা পুতলা। **—প্ৰৱাহঃ** কৃত্ৰিম পানীৰ নিজৰা, জৰণা, ফোৱাৰা, ৰ ১৬।৪৯; **—মাৰ্গঃ** কৃত্ৰিম খাল **—শৰঃ** যন্ত্ৰ দ্বাৰা নিক্ষেপ কৰা শৰ।

**যন্ত্ৰকঃ** *পু* যান্ত্ৰিক, যন্ত্ৰসম্বন্ধে জ্ঞান থকা ব্যক্তি, **—কং** ১। উৰুযুক্ত পটি। 'বেণ্ডেজ', ২। কুন্দকাল, 'লেথ'।

**যন্ত্রণং –ণা** *ক্লী স্ত্রী* (যন্ত্র ল্যুট, টাপ্) ১। সংযমন, নিয়মন, ২। বাধা-নিষেধ, ৩। বন্ধন, ৪। বাধ্য-বাধকতা, ৫। ক্লেশ, পীড়া, দুখকষ্ট, ৬। ৰক্ষণ, ৭। পটি।

**যন্ত্রণী, –যন্ত্রিকা, –ন্ত্রিণী** ঘৈণীয়েকৰ সৰু ভনীয়েক, খুলশালী।

**যন্ত্রিত** *বিণ* বদ্ধ, শৃঙ্খলিত।

**যন্ত্রী (ন্)** *বিণ* (যন্ত্র ইন্) ১। যন্ত্রবিশিষ্ট, ২। সজ্জিত, (ঘোঁৰা, হাতী) ৩। যন্ত্রণাদাতা, ৪। কবচযুক্ত

**যম্** বিৰতৌ (ভ্বা প অ যচ্ছতি) ১। বাধা দি, নিষেধ কৰ, সংযত কৰ, বন্ধ কৰ, দমন কৰ, নিবাৰণ কৰ, গী ৩।২১; ২। দান কৰ, দি। **আ–** ১। বিস্তাৰ কৰ বহল কৰ, ২। ওপৰলৈ তোল, যেনে— কূপাদ্ ৰজ্জুঃ আযচ্ছতি। ৩। সংযত কৰ, নিষেধ কৰ, **উদ্–** ১। ওপৰলৈ তোল, উঠা, মনু ৪।১০৪; ২। যাত্রা কৰ, ৩। যাবলৈ ওলা, ৪। চেষ্টা কৰ, ৫। শাসন কৰ, **উপ–** ১। বিবাহ কৰ, ২। ধাৰণ কৰ, দখল কৰ, ৩। দেখুৱা, **নি–** ১। বন্ধ কৰ, নিষেধ কৰ, ২। দমন কৰ, গী ৭।২০; ৩। দি, দান কৰ, ৪। শাস্তি দি, মনু ৯।[illegible]১৩; ৫। নিয়ন্ত্রিত কৰ, ৬। পা, লাভ কৰ, **সং–** ১। বন্ধ কৰ, নিষেধ কৰ, গী ৬।৩৬; ২। বন্দী কৰ, কাৰাৰুদ্ধ কৰ, ৩। একগোট কৰ, সংগ্ৰহ কৰ।

**যম** *বিণ* (যচ্ছতি একত্র গৰ্ভাশয়ে যম অচ্) যঁজা (সন্তান) যেনে— নকুলসহদেৱৌ, মনু ৯।১২৬।

**যমঃ** *পু* (যময়তি নিয়মাতি ইতি যম্ অচ্) ১। যমৰাজ, মৃত্যুৰ অধীশ্বৰ, সূৰ্য্যপুত্ৰ; ২। দক্ষিণ দিক্‌পাল, ৩। অহিংসা সত্যাস্তেয়াদি নিত্য সৎ কৰ্মসমূহ, ৪। অষ্টাঙ্গ যোগৰ প্ৰথমটো অঙ্গ। এই যম পাঁচ বিধ— অহিংসা সত্য, অস্তেয় (অচৌৰ্য্য), ব্ৰহ্মচৰ্য্য আৰু অপৰিগ্ৰহ, ৫। সংযম, আত্মসংযম। **—মং** *ক্লী* মতা-মাইকী এযোৰ। **—কালিন্দী** সূৰ্য্য পত্নী সংজ্ঞা, **—কিঙ্কৰঃ** যমদূত, যমৰ অনুচৰ, **—কীটঃ** ঘূণপোক, **—কীলঃ** বিষ্ণু, **—জ** যঁজা, একে সময়তে একেটা গৰ্ভৰ পৰা জন্ম হোৱা দুটা সন্তান। **—দ্বিতীয়া** ভাতৃ দ্বিতীয়া (কাতিমাহৰ শুক্লাদ্বিতীয়া)। **—ধানী** যমপুৰী **—ভগিনী** যমুনানদী **—যাতনা** ১। পাপীবিলাকক যমে দিয়া যাতনা। ২। অসীম পীড়া, যাতনা, কষ্ট। **—ব্ৰতং** ৰাজধৰ্ম বিশেষ, **—সভা** যমৰ ৰাজসভা, যমৰ ন্যায়পালিকা। **—সূৰ্যং** দুটা কোঠাৰ ঘৰ, এটাৰ মুখ পূব ফালে আনটোৰ পশ্চিম ফালে। **—স্বসা** দুৰ্গা, যমুনা।

**যমকং** *ক্লী* এবিধ শব্দালঙ্কাৰ। ইয়াত একেটা শব্দকে একেটা শ্লোকত দুবাৰকৈ ব্যৱহাৰ কৰে যদিও দুয়োটাৰ অৰ্থ পৃথক। কচাচিতৌ বিষ্বগ্ ইৱাগজৌ গজৌ, কি ১।৪২; **—কঃ** সংযম।

**যমনং** *ক্লী* ১। সংযমন, ২। বন্ধন, বান্ধোন ৩। বিৰতি, বিশ্ৰাম, **—নঃ** যমৰাজ।

**যমনিকা** *স্ত্রী* যবনিকা, পৰ্দা।

**যমল** *বিণ* যঁজা, যমজ **—লং–লী** এযোৰ, মতামাইকী **—লঃ** সংখ্যা '২'।

**যমৱান্** (ৎ) যমী, সংযমী, ৰ ৯।১।

**যমসাৎ** *অব্য* যমৰ হাতত দিয়া, যমক দিয়া।

**যমান্তকঃ** *পু* শিৱ।

**যমুনা** ১। যমভগিনী যমুনানদী, ২। দুৰ্গা **—জনকঃ** সূৰ্য্য, **—ভিৎ(দ্)** বলৰাম, **—ভ্ৰাতা** যমৰাজ।

**যযাতিঃ** *পু* ৰজা নহুষৰ পুত্ৰ। সূৰ্য্যবংশীয় এজন প্ৰসিদ্ধ ৰজা। যযাতিৰ পত্নীৰ নাম দেৱযানী, শুক্ৰাচাৰ্য্যৰ কন্যা। যযাতিৰ লগত দেৱযানীৰ বিবাহ হোৱাৰ পিচত দৈত্যৰাজ বৃষপৰ্বই কন্যা শৰ্মিষ্ঠাক দেৱযানীৰ পৰিচাৰিকা কৰি পঠিয়াই দিলে। পিচত শৰ্মিষ্ঠাৰ ৰূপত মোহ গৈ যযাতিয়ে শৰ্মিষ্ঠাক মনে মনে বিয়া কৰালে। দেৱযানীয়ে গম পাই পিতাকক কোৱাত পিতাক শুক্ৰাচাৰ্য্যই খঙতে অকালবৃদ্ধত্ব আৰু নিৰ্বীৰ্য্যতাৰ শাপ দিলে। যযাতিয়ে শুক্ৰাচাৰ্য্যৰ ভৰিয়ে-হাতে ধৰি প্ৰাৰ্থনা কৰাত শুক্ৰাচাৰ্য্যই সেই অভিশাপ কোনে গাত পাতি ল'ব বিচাৰি উলিয়াব ক'লে। নিজৰ পুতেক পাঁচ জনক সোধাত সিহঁতৰ চাৰিজন অমান্তি হ'ল। শেষত কনিষ্ঠ পুত্ৰ পুৰুৱে সেই অভিশাপ গ্ৰহণ কৰিলে। যযাতিয়ে এইদৰে নতুনকৈ যুৱা বয়স লাভ কৰি পৰম আনন্দত সকলো ৰকমৰ সুখ উপভোগ কৰি এহাজাৰ বছৰ কটাই পুৰুক ৰাজ্যভাৰ অৰ্পণ কৰি সন্ন্যাস লয়।

**যয়ীঃ** *পু* ১। মহাদেৱ, ২। অশ্বমেধৰ ঘোঁৰা, ৩। ঘোঁৰা।

**যযুঃ** *পু* অশ্বমেধৰ ঘোঁৰা।

**যৰ্হি** *অব্য* যেতিয়া, যি কোনো সময়ত,

**যৱঃ** *পু* (য়ূয়তে অজস্ৰা ইতি যু মিশ্ৰণে অপ্) ১। যৱধান, ২। যৱধান এটাৰ ওজন পৰিমাণ, ৩। এক আঙুলিৰ

আঠ ভাগৰ এভাগ, ৪। আঙুলিৰ গুৰিত থকা যৱধানৰ দৰে ৰেখা। জ্যোতিষ মতে এই অৱস্থিতি অনুসৰি ধন, সম্পত্তি, পুত্ৰাদি লাভ কৰে। **—ক্ষাৰঃ** যখাৰ **—ক্ষোদঃ, —চূৰ্ণ, —পিষ্টং** যৱধানৰ গুড়ি, 'বাৰ্লি', **—ফলঃ** বাঁহ **—নাসঃ** যখাৰ **—শূকঃ —শূকজঃ** যখাৰ, যৱধানৰ খেৰ পুৰি তৈয়াৰ কৰা এবিধ খাৰ। **—সুৰং** সুৰা, 'বীয়াৰ'।

**যৱনঃ** ১। এখন দেশৰ নাম। গ্ৰীচ দেশ। ২। বিদেশী, বহিৰাগত বৰ্বৰ জাতি, মনু ১০।৪৪; ৩। গাজৰ, ৪। এজন মুনিৰ নাম, ৫। বেগী ঘোঁৰা, ৬। ঘেঁহু, ৭। গৰ্জৰ নামৰ এবিধ ঘাঁহ।

**যৱনাচাৰ্য্যঃ** জ্যোতিষ শাস্ত্ৰ প্ৰণেতা মুনি এগৰাকী।

**যৱনানী** যৱনসকলৰ লিপি।

**যৱনাৰিঃ** শ্ৰীকৃষ্ণ।

**যৱনালঃ** এবিধ ধান, **—নালজঃ** যখাৰ।

**যৱনিকা, —ৱনী** *স্ত্ৰী* ১। যৱন স্ত্ৰী, গ্ৰীক অথবা মুচলমান তিৰোতা, ২। (নাট্যমঞ্চৰ) পৰ্দা।

**যৱনেষ্টং** *ক্লী* ১। সীহ, ২। জলকীয়া, ৩। ভাং। **—ষ্টঃ** ১। নহৰু, ২। পিঁয়াজ ৩। নিম।

**যৱসং** *ক্লী* (যু অসচ) ঘাঁহ, তৃণ, মনু ৭।৭৫।

**যৱাগূঃ** *স্ত্ৰী* (যূয়তে মিশ্ৰতে আগূচ) চাউল, যৱ বা ঘেঁহু ছয় গুণ পানীৰ লগত সিদ্ধ কৰি তৈয়াৰ কৰা মণ্ড।

**যৱাগ্ৰহঃ** যখাৰ।

**যৱান** *বিণ* (যৱ অন্ অচ) বেগী, বেগৱান।

**যৱানিকা, —যৱানী** এবিধ ঔষধি।

**যৱিষ্ঠ** *বিণ* (অয়মেষামতিশয়েন যুৱা ইতি ইষ্ঠন্) সকলোতকৈ সৰু, কনিষ্ঠ। **—ষ্ঠঃ** কনিষ্ঠ ভ্ৰাতা

**যৱীয়ান্(স্)** (অয়মনয়োৰতিশয়েন যুৱা ইতি ঈয়সুন্) দুজনৰ ভিতৰত এজনতকৈ সৰু, মনু ২।১২৮।

**যৱ্যঃ** *পু* (যৱেভ্যো হিতঃ যৱ যৎ) মাহ শস্য। **—ব্যা** এখন নদীৰ নাম। ঋবে ৮।৮৭।৮।

**যশঃ (স্)** *ক্লী* (অশ্নুতে ব্যাপ্নোতীতি অশ্ অসুন যুট্) ১। সুখ্যাতি, কীৰ্ত্তি, 'সৌৰ্য্যাদি প্ৰভৱং যশঃ', গৌৰৱ, যশস্যা, ৰ ২।৪০; ২। অন্ন, **—পটহঃ** ঢাক, ঢোল, **—শেষ** মৃত। **(—ষঃ)** মৰণ।

**যশদঃ** *পু* এবিধ ধাতু। দস্তা।

**যশস্কৰ** *বিণ্* কীৰ্ত্তিকাৰক, গৌৰৱজনক, মনু ৮।৩৮৩।

**যশস্য** *বিণ.* খ্যাতিমান, কীৰ্ত্তিমান, যশস্বী **—স্যা** *স্ত্ৰী* ১। খ্যাতি, কীৰ্ত্তি, ২। ঋদ্ধি নামৰ এবিধ ঔষধি।

**যশস্বিনী** *স্ত্ৰী* ১। কপাহ, ২। যৱতিক্তা নামৰ এবিধ লতা, ৩। সুখ্যাতা নাৰী, ৪। গঙ্গা।

**যশস্বী(ন্)** খ্যাতিমান, কীৰ্ত্তিমান, মনু ৯।৩৩৪।

**যশোদঃ** *পু* (যশো দদাতীতি দা কঃ) পাৰা, পাৰদ, 'সুৱৰ্ণং ৰজতং তাম্ৰং ৰঙ্গং যশোদমেৱ চ। সীসং লৌহঞ্চ সপ্তৈতে ধাতৱো গিৰিসম্ভৱা।'

**যশোদা** *স্ত্ৰী* নন্দৰাজৰ পত্নীৰ নাম। বসুদেৱৰ পুত্ৰ শ্ৰীকৃষ্ণ এই যশোদাৰ ঘৰতে ডাঙৰ দীঘল হয়। অন্তৰ্যামী শ্ৰীকৃষ্ণই সকলো জানিলেও যশোদাকেই মাতৃস্বৰূপা জ্ঞান কৰিছিল।

**যষ্টা (ষ্ট্ৰ)** *পু* (যজতে ইতি যজ তৃচ) যজ্ঞকৰ্তা, যজমান

**যষ্টিঃ** *পু* (যজ বাহুলকাৎ তিঃ) ১। লাঠী, ২। পতাকাদণ্ড, ৩। গদা, ৪। খুঁটা, স্তম্ভ, ৫। ঠাৰি, ডাল, কন্দ, ৬। সূতা, ৭। লতা, ৮। (সমাসৰ শেষত) শৰীৰ, ৯। কণ্ঠহাৰ ১০। যষ্টিমধু **—গ্ৰহঃ** লাঠীধাৰী **—নিৱাসঃ** ১। ম'ৰা চৰাই বহি থাকিবৰ কাৰণে ওখত বান্ধি ৰখা এডাল লাঠী, ২। খুটিৰ ওপৰত থকা পাৰবাঁহ, **—প্ৰাণ** ১। দুৰ্বল, শক্তিহীন ২। শ্বাস-প্ৰশ্বাসহীন।

**যষ্টিকঃ** *পু* টিটিভ পক্ষী **—কা** ১। লাঠী, গদা, ২। কণ্ঠহাৰ, ৩। কুঁৱা, পুখুৰী।

**যষ্টী** *স্ত্ৰী* যষ্টিমধু।

**যস্** যতনে (ভ্বা, দিৱা প অ যসতি, যস্যতি) যত্ন কৰ, চেষ্টা কৰ, কষ্ট কৰ, পৰিশ্ৰম কৰ। **(ণিজন্ত)** যাসয়তি-তে।

**যস্কঃ যাস্কঃ** *পু* এজন অতি প্ৰসিদ্ধ মুনিৰ নাম। নিৰুক্ত গ্ৰন্থৰ প্ৰণেতা। (খৃঃ পূঃ ৭ম শতিকা)।

**যজ্বঃ** *পু* যজমান। যজ্ঞকৰ্তা, মহান ব্যক্তি।

**যা** গতৌ (অদা প স যাতি) ১। গমন কৰ, আগুৱাই যা, অগ্ৰসৰ হ, ২। যাত্ৰা কৰ, যুদ্ধ যাত্ৰা কৰ, ৩। আক্ৰমণ কৰ, ৪। লোপ গ্ৰহণ কৰ, ভাব ল, ৫। এজনৰ লগত সঙ্গম কৰ। ৬। প্ৰাৰ্থনা কৰ, অনুৰোধ কৰ, **অতি—** অতিক্ৰম কৰ, চেৰ পেলা **অধি—** সাৰি যা, গুচি যা, **অনু—** ১। অনুসৰণ কৰ, অনুকৰণ কৰ, শি ১২।৩; ২। লগত যা। **অনুসং—** এটাৰ পিচত এটাকৈ যা, **অপ—** ফিৰি

আহ, অভি— ওচৰ চাপ, আক্ৰমণ কৰ, পা, প্ৰাপ্ত কৰ, উপ— ওচৰলৈ যা, কি ৬।১৬; লাভ কৰ, প্ৰাপ্ত কৰ, নিস্— বাহিৰলৈ যা, অতিবাহিত কৰ পৰি— ঘূৰি ঘূৰি যা, চক্ৰাকাৰে ঘূৰ, প্ৰদক্ষিণ কৰ। প্ৰ— খোজ কাঢ়ি যা, যা, —প্ৰতি উভতি যা, প্ৰত্যুদ্— লগ লাগ, সম্ভাষণ জনা, স্বাগতম জনা, ৱিনিস্— বাহিৰ হ, গুচি যা, সং— ১। গুচি যা, প্ৰস্থান কৰ, ২। প্ৰৱেশ কৰ।

**যাগঃ** *পু* (ইজ্যাতে ইতি যজ্ ঘঞ) যজ্ঞ, হোম, অগ্নিত আহুতি প্ৰদান কৰা ধৰ্মীয় অনুষ্ঠান। শ্ৰৌতমতে যজ্ঞ সাত বিধ, স্মাৰ্ত মতেও যাগ সাত বিধ।

**যাচ্** যাচনে (ভ্বা উ দ্বিক যাচতি-তে) ১। খোজ, ভিক্ষা কৰ, অনুৰোধ কৰ, ২। প্ৰাৰ্থনা কৰ।

**যাচক** *বিণ্* (যাচতে ইতি যাচ ণ্বুল্) ১। ভিক্ষা খুজি ফুৰা ব্যক্তি, ভিখাৰী, ২। প্ৰাৰ্থী, ৩। সন্ন্যাসী, ভিক্ষু, ৪। আৱেদনকৰ্তা।

**যাচনং-না** *ক্লী স্ত্ৰী* ১। খোজা কাম, ভিক্ষা কৰা কাৰ্য্য, ২। আৱেদন, প্ৰাৰ্থনা;

**যাচনকঃ** ভিখাৰী, প্ৰাৰ্থী।

**যাচমান** *বিণ্* (যাচ শানচ) যাচক, ভিক্ষু। 'দ্বিজেভ্যো যাচমানেভ্যো যজমানঃ প্ৰযচ্ছতি।'

**যাচিষ্ণু** *বিণ্* (যাচ্ ইষ্ণুচ্) খুজি ফুৰাই যাৰ কাম। খুজি ফুৰা মানুহ।

**যাচিত** *বিণ্* (যাচ ক্তঃ) যাচঞা বৃত্তি। প্ৰাৰ্থিত, আৱেদিত।

**যাচিতকং** *ক্লী* ভিক্ষাপ্ৰাপ্ত, ভিক্ষালব্ধ বস্তু।

**যাচ্ঞা** *স্ত্ৰী* ১। ভিক্ষা, ভিক্ষাবৃত্তি, ২। ভিক্ষুবৃত্তি, প্ৰাৰ্থনা অনুৰোধ, আৱেদন, 'যাচ্ঞা মোঘা বৰমধিগুণে নাধমে লব্ধকামা', মে ৬।

**যাজঃ** *পু* ১। অন্ন, ২। এজন মুনি।

**যাজকঃ** *পু* (যজতীতি যজ ণ্বুল্) ১। যাজ্ঞিক, ২। ৰাজকীয় হাতী, ৩। মতলীয়া হাতী, ৪। ঋত্বিক।

**যাজনং** *ক্লী* (যজ নিচ্ ল্যুট) যজ্ঞক্ৰিয়াকৰণ, যজ্ঞানুষ্ঠান। 'অধ্যাপনম্ অধ্যয়নং যজনং যাজনং তথা। দানং প্ৰতিগ্ৰহশ্চৈৱ ব্ৰাহ্মণানামকল্পয়ৎ।।' মনু ১।৮৮।

**যাজিঃ** *পু* (যজ্ ইঞ্) ১। যজ্ঞ, যাগ, হোম, ২। যজ্ঞকৰ্তা, যজমান।

**যাজুষ** *বিণ্* (যজুষ্ অণ্) যজুৰ্বেদসম্বন্ধীয়, যজুৰ্বেদীয়।

**যাজ্ঞৱল্ক্যঃ** *পু* (যজ্ঞস্য ৱল্কো ৱক্তা) ধৰ্মশাস্ত্ৰ (স্মৃতি) প্ৰণেতা এগৰাকী প্ৰসিদ্ধ মুনি। ভাগৱতৰ দ্বাদশ স্কন্ধত আছে যে যাজ্ঞৱল্ক্যই সূৰ্য্যৰ পৰা শুক্ল যজুৰ্বেদ লাভ কৰে আৰু জাবাল, গৌধেয়, কাণ্ব, মাধ্যন্দিন আদি পোন্ধৰজন শিষ্যক যজুৰ্বেদৰ শিক্ষা দান কৰে। এইজনা মহৰ্ষিয়ে মিথিলাত বসবাস কৰি আচাৰ, ব্যৱহাৰ, প্ৰায়শ্চিত্ত এই তিনিটা খণ্ডৰ এখন স্মৃতিশাস্ত্ৰ প্ৰণয়ন কৰি সামশ্ৰব প্ৰভৃতি মুনিসকলক বৰ্ণাশ্ৰমেতৰ ধৰ্মৰ বিষয়ে প্ৰশিক্ষণ দিয়ে। যাজ্ঞৱল্ক্য স্মৃতিৰ ৰচনা কাল খৃঃ প্ৰথম শতিকা।

**যাজ্ঞসেনী** *স্ত্ৰী* (যজ্ঞসেনস্য স্ত্ৰী অপত্যম ইতি অণ ঙীপ) দ্ৰৌপদী।

**যাজ্ঞিকঃ** *পু* (যজ্ঞ ঠক) ১। যাজক, যজমান, যজ্ঞকৰ্তা, ২। এবিধ দুবৰি, ৩। ৰঙা খয়েৰ গছ, ৪। পলাশ বৃক্ষ, ৫। আঁহত গছ।

**যাজ্ঞিক্যং** *ক্লী* যজ্ঞ, হোম।

**যাজ্য** *বিণ্* (যজ ণ্যৎ) ১। যজনযোগ্য, ২। যজ্ঞীয়, ৩। যজ্ঞ কৰাত যোগ্যতা থকা ব্যক্তি, —জ্যং *ক্লী* যজ্ঞত পোৱা ধন। যজ্ঞদক্ষিণা, —জ্যঃ *পু* ১। ঋত্বিক, ২। শিষ্য। —জ্যা *স্ত্ৰী* ১। ঋক, ২। গঙ্গা।

**যাৎ** *অব্য* বিধিলিঙ আৰু আশীৰ্লিঙ কালত পৰস্মৈপদত ১ম পু ১ বচনৰ এটা প্ৰত্যয। (যাৎ, যাতাম, যুচ)

**যাত** *বিণ্* (যা ক্ত) গ'ল, মনু ৪।১৭৮; প্ৰস্থিত। —তং ১। গমন, ২। অতীত কাল, ৩। যাত্ৰা। —যাম, *বিণ্* ১। ব্যৱহৃত বস্তু, পচা বস্তু, পৰিত্যক্ত দ্ৰব্য, ২। কেঁচা, আধা-সিজা, গী ১৭।১০; ৩। বুঢ়া, জীৰ্ণ, ক্লান্ত। ভট্টি ৫।৩৯

**যাতনং** *ক্লী* (যৎ নিচ যুচ) ঘূৰাই দিয়া, পৰিশোধ, প্ৰতিশোধ, প্ৰতিফল —না *স্ত্ৰী* ১। পৰিশোধ, ২। কষ্ট, পীড়া, গাঢ় বেদনা, ভা ৭।১।৪১; ৩। নৰকত যমে দিয়া যাতনা।

**যাতা(ঋ)** *স্ত্ৰী* পতিৰ ভাতৃপত্নী, জা, জায়েক।

**যাতায়তং** *ক্লী* অহা-যোৱা, গমনাগমন।

**যাতিকঃ** *পু* (যাত ঠন্) পথিক। বাটৰুৱা।

**যাতুঃ** *পু* (যা তুঃ) ১। ৰাক্ষস, ২। পথিক, ৩। বায়ু, ৪। সময় কাল, —ঘ্নঃ গুগ্গুল, —ধানঃ ৰাক্ষস, দৈত্য, দানৱ, ৰ ১২।৪৫।

**যাতৃকঃ** *পু* যাত্ৰী, পৰ্যটক, পথিক।

**যাত্ৰা** *স্ত্ৰী* (যা ত্ৰন্ টাপ্) ১। যুদ্ধযাত্ৰা, আক্ৰমণ, অভিযান, ২। গমন, প্ৰস্থান, ভ্ৰমণ, ৩। তীৰ্থযাত্ৰা,

৪। উৎসৱ, মেলা, ৫। শোভাযাত্ৰা, ৬। বৃত্তি, জীৱিকা, জীৱনযাত্ৰা, ৭। যাতায়াত, চলাচল, ৮। উপায়, পদ্ধতি, ৯। ব্যৱহাৰ, ৰীতি-নীতি, মনু ৯।২৫; ১০। যানবাহন। যাত্ৰাৰ সময়ত গোৱা মন্ত্ৰ ঃ 'ধেনুৰ্ৱৎস সহিতা বৃষগজতুৰগা দক্ষিণাৱৰ্ত্তৱহ্নিঃ,। দিব্যা স্ত্ৰী পূৰ্ণকুম্ভো দ্বিজনৃপগণিকাঃ পুষ্পমালা পতাকা। সদ্যোমাংসং ঘৃতং ৱা দধিমধুৰজতং কাঞ্চনং শুক্লধান্যং, দৃষ্ট্বা শ্ৰুত্বা পঠিত্বা ৱা ফলমিহ লভতে মানৱো গন্তুকামঃ।'

**যাত্ৰিক** *বিণ্* ১। যাত্ৰা, যাত্ৰা সম্বন্ধীয়, ২। জীৱনযাত্ৰাৰ পাথেয় ৩। প্ৰচলিত, **—কং** ১। অভিযান, ২। যাত্ৰাৰ বাবে লাগতিয়াল বস্তু।

**যাথাতথ্যং** ১। সত্যতা, ২। সাধুতা, সৰলতা।

**যাথাৰ্থ্যং** *ক্লী* ১। প্ৰকৃততা, ২। সত্যতা, ৩। সঠিক বা প্ৰকৃত গুণ বা ধৰ্ম, ৪। যোগ্যতা, উপযুক্ততা।

**যাদৱঃ** *পু* (যদোৰপত্যম যদু অণ্) ১। যদুবংশীয় সন্তান। ২। শ্ৰীকৃষ্ণ। **—ৱী** দুৰ্গা। যদুবংশীয় তিৰোতা।

**যাদঃ(স্)** *ক্লী* ১। জলজ জন্তু, ২। জলহস্তী, গী ১০।২৯; যাদসাংপতিঃ, **—নাথঃ** *পু* ১। বৰুণদেৱতা ২। সমুদ্ৰ।

**যাদৃক্ (শ্)** *বিণ্* (য এৱ দৃশ্যাতে দৃশ্ কঞ্চ্ আকাৰাদেশঃ) যেনে দেখি তেনে, কেনে প্ৰকাৰৰ, কেনে প্ৰকৃতিৰ, গী ১৩।৩।

**যাদৃক্ষ** *বিণ্* (দৃশ্ কস আত্বম্) যেনে দেখা যায় তেনে, যাদৃক।

**যাদৃচ্ছিক** *বিণ্* স্বেচ্ছাধীন, আকস্মিক,

**যাদোনাথঃ** *পু* (যাদসাং নাথঃ) সমুদ্ৰ, বৰুণদেৱ।

**যাদোনিৱাসঃ** পানী।

**যানং** *ক্লী* (যা ল্যুট্) ১। ৰজাসকলৰ (ৰাজনীতিৰ) ছয় গুণৰ অন্তৰ্গত এটা গুণ—শত্ৰুনিধনৰ বাবে কৰা যাত্ৰা, ২। গমন, অভিযান, ৩। শোভাযাত্ৰা, ৪। যানবাহন ৰথ, গাড়ী, মনু ৪।১২০; **—পাত্ৰং** জাহাজ, নাও, **—ভঙ্গ** জাহাজ বা নাও বুৰ যোৱা। **—মুখং** গাড়ী বা ৰথৰ সমুখৰ অংশ, যুঁৱলি থকা অংশ।

**যাপনং** *ক্লী* (যা ণিচ্ ল্যুট্) ১। প্ৰস্থান কৰিবলৈ বা গুচি যাবলৈ বাধ্যকৰণ, দূৰীকৰণ, ২। ৰোগ নিৰাময়, আৰোগ্য লাভ, ৩। অপেক্ষা, বৈ থকা, কালক্ষেপণ, দীৰ্ঘসূত্ৰতা, ৪। অভ্যাস।

**যাপ্তা** *স্ত্ৰী* জটা।

**যাপ্য** *বিণ্* (যাপি যৎ) ১। অধম, নীচ, নিন্দিত, ভৎসিত, ২। যাপনীয়, অপেক্ষা কৰিব লগীয়া, ৩।) এবিধ ৰোগ **—যানং** *ক্লী* পাল্কী।

**যামঃ** *পু* (যাতি ইতি যা মন্) এটা সম্পূৰ্ণ দিনৰ আঠ ভাগৰ এভাগ (কোনো কোনোৰ মতে তিনি ভাগৰ এভাগ)। এক প্ৰহৰ, ছয় (তিনি) ঘণ্টা। **—ঘোষঃ** *পু* ১। কুকুৰা চৰাই, ২। পিতল বা কাঁহৰ ঘণ্টা **—ঘোষা** ঘড়ী। **—নেমিঃ** দেৱৰাজ ইন্দ্ৰ **—যমঃ** প্ৰতি ঘণ্টাত হোৱা কামৰ বিবৰণ, **—বৃত্তিঃ** ঘণ্টা বজোৱা (প্ৰহৰী) বৃত্তি।

**যামলং** *ক্লী* যুগল, এযোৰ মতামাইকী।

**যামিঃ,—মী** (যাতি কুলাৎ কুলান্তৰমিতি যা বাহুলকাৎ মিঃ) ১। ভনী, ভনীয়েক, ভগিনী। ২। ৰাতি।

**যামিকঃ** *পু* (ৰাতিৰ) প্ৰহৰী।

**যামিকা, —যামিনী** *স্ত্ৰী* ৰাতি, **—পতিঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ।

**যামী** *স্ত্ৰী* (যামি ঙীষ্) ১। ৰাতি, ২। দক্ষিণ দিশ, ৩। কুলস্ত্ৰী, সম্ভ্ৰান্ত মহিলা, মনু ৪।১৮০; ৪। ধৰ্মপত্নী।

**যামুন** *বিণ্* (যমুনায়াং ভৱম্ যমুনা অণ্) যমুনা সম্বন্ধীয়, যমুনাত থকা বা হোৱা **—নং** *ক্লী* এবিধ অঞ্জন। **—নঃ** *পু* ১। এখন এই নামৰ গাওঁ বা জনপদ, ভা ১।১০।৩৪; ২। এখন পৰ্বতৰ নাম।

**যামুনেষ্টকং** *ক্লী* সীহ।

**যামেয়ঃ** *পু* যামীপুত্ৰ, ভাগিন।

**যাম্যঃ** *পু* (যামী যৎ) ১। অগস্ত্য মুনি, ২। চন্দন গছ, ৩। যমদূত **—ম্যা** *স্ত্ৰী* ১। দক্ষিণ দিশ, ২। ৰাতি।

**যাম্যায়নং** *ক্লী* (সূৰ্য্যৰ) দক্ষিণায়ন, 'যাম্যায়নে হৰৌ সুপ্তে সৰ্ব্বকৰ্মাণি ৱৰ্জয়েৎ।'

**যাযজূকঃ** *পু* (পুনঃ পুনৰ্যজতি যজ যঙ্ উকঃ) ইজ্যাশীল, সঘনে যজ্ঞ কৰি থকা লোক। 'ৰাজা মহাত্মা তেজস্বী যাযজূকঃ সতাং পতিঃ।' ৰা।

**যাযাৱৰঃ** (পুনঃ পুনৰ্যাতি দেশান্তৰং গচ্ছতীতি যা যঙ্ ৱৰচ্) ১। অশ্বমেধৰ ঘোঁৰা, ২।/ জৰৎকাৰু মুনি, ৩। ঘূৰি ফুৰা সন্ন্যাসী।

**যাৱঃ —যাৱকং —ৱকঃ** *পু* ১। যৱচূৰ্ণেৰে তৈয়াৰী খাদ্য, মনু ১১।১০৬; ২। আলতা।

**যাৱজ্জীৱ** *অব্য* *ক্লী* জীৱন পৰ্য্যন্ত, আমৃত্যু থকা পৰ্য্যন্ত।

**যাৱজ্জীৱেন** *অব্য* গোটেই জীৱন, জীৱন থাকে মানে।

**যাৱৎ** *অব্য বিণ্*। অব্য অথবা বিশেষণ দুয়োটা ৰূপতে ব্যৱহাৰ হয়। ১। যিমানখিনি (সাকল্য), যিমান পৰ্য্যন্ত (অৱধিঃ), যিমান পৰিমাণৰ বা সংখ্যক (মানম্) ২। সম্পূৰ্ণ, যিমানখিনি আছে গোটেইখিনি, ইমান ডাঙৰ, যিমান ডাঙৰ যিমান সময়ত, ঠিক এতিয়াই বা তেতিয়াই (সময়), ৩। তাৱৎ অব্যয় শব্দৰ লগত, যেনে যাৱদ্ দত্তং তাৱদ্ ভুক্তং (যিমান পালে সিমান খালে), যিমান সোনকালে ইত্যাদি অৰ্থ প্ৰকাশ কৰাত ব্যৱহাৰ হয়। **—মাত্ৰ** অকণমান, সামান্য **—শক্যাং —শক্তি** *অব্য.* যিমান দূৰ সম্ভৱ; শক্তি থাকে মানে।

**যাৱন** *বিণ.* যাদৱ সম্পৰ্কীয়, **—নঃ** ধূপ। সুগন্ধি আতৰ **—নালঃ** এবিধ ধান।

**যাৱশূকঃ** *পু* যখাৰ।

**যাৱসঃ** ১। ঘাঁহ বা খেৰৰ স্তূপ; ২। ঘাঁহ।

**যাৱ্য** *বিণ্* মিহল (মিশ্ৰণ) কৰাৰ উপযোগী, মিশ্ৰণীয়।

**যষ্টীকঃ** লাঠীয়াল সেনা।

**যাস্কঃ** নিৰুক্ত গ্ৰন্থৰ প্ৰণেতা।

**যু** ক) নিন্দনে (চুৰা আ স যাৱয়তে) ১। নিন্দা কৰ, অৱজ্ঞা কৰ, ভৰ্ৎসনা কৰ।

খ) (ক্ৰ্যা উ স যুনীতে) ১। বন্ধন কৰ, বান্ধ, লগ লগাই বান্ধ, সংযুক্ত কৰ

গ) মিশ্ৰণে (অদা প অক যৌতি) লগ লগা, মিশ্ৰণ কৰ, মিহলা।

ঘ) ৱিচ্ছেদে (হ্বা প সক যুযোতি) বিযুক্ত কৰ, ৱিচ্ছেদ কৰ, বেলেগ বেলেগ কৰ।

(নিজন্ত) যাৱয়তি (সনন্ত) যুযূষতি।

**যুক (ক্)** *বিণ.* (যুজো সমাধৌ ক্বিপ্) ১। সমাধিস্থ (যোগী), ২। যুক্তকাৰী, সংযুক্তকাৰী, সংযোগকৰ্তা, ৩। যুগল, এযোৰ।

**যুক** *অব্য.* নিন্দা।

**যুক্ত** *বিণ.* (যুজ্যতে স্ম ইতি যুজ্ ক্তঃ) ১। সংযুক্ত, বদ্ধ, ২। সজ্জিত (ঘোঁৰা হাতী আদি), ৩। যুঁৱলিত বন্ধা, যুঁৱলি লগোৱা (গৰু), ৪। অয়োজিত, ৫। যোগ্য উপযুক্ত, ৬। প্ৰাচীন, ৭। অভিজ্ঞ, ৮। ন্যায্য, ৯। পৰিশ্ৰমী, **—ক্তং** ১। যুঁৱলি, ২। কেবাটাও ঘোঁৰা বা গৰু একেলগে বন্ধা, **—ক্তঃ** *পু.* সমাধিস্থ যোগী, সন্ন্যাসী, **—মনঃ** (স্) ১। একাগ্ৰ মনৰ, মনোযোগী, যোগী, গী ৬।৮।

**যুক্তিঃ** *স্ত্ৰী.* (যুজ্যতে ইতি যুজ্ ক্তিন্) ১। ন্যায়, ২। লোকাচাৰ। ধৰ্মশাস্ত্ৰৱিৰোধে তু যুক্তিযুক্তো ৱিধিঃ স্মৃতঃ; স্মৃতিশাস্ত্ৰ, ৩। অনুমান, ৪। প্ৰমাণ বিশেষ, ৫। এবিধ নাট্যালঙ্কাৰ, ৬। উপায়, ৭। ভোগ, উপযোগ, ৮। যোগ্যতা, উপযুক্ততা, ৯। আঁচনি, ১০। যোগফল, মুঠ, ১১। ধাতুত মিহলোৱা ভাঁজ, যেনে সোণত পিতল, **—কথনং** প্ৰমাণৰ বিৱৰণ, **—কৰ** ১। উপযুক্ত, ২। প্ৰামাণ্য, **—যুক্ত** ১। উপযুক্ত, ২। নিপুণ, দক্ষ, ৩। প্ৰমাণিত।

**যুগং** *ক্লী.* (যুজ্যতে ইতি যুজ্ ঘঞ্) ১। যোৰা, এযোৰ, মতা-মাইকী এহাল, ২। যুঁৱলি, ৩। একেটা বাক্যৰ দুটা শ্লোক, যুগ্ম, ৪। চাৰিটা যুগৰ এটা, চাৰি যুগ : সত্য, ত্ৰেতা, দ্বাপৰ, কলি। চাৰিটা যুগৰ মনুষ্য বছৰ ক্ৰমে, ১৭,২৮০০০, ১২,৯৬,০০০, ৪,৬৪,০০০ আৰু ৪,৩২,০০০। চাৰিওটা যুগ লগ লাগি এটা মহাযুগ, ৫। পুৰুষ, বংশ, ৬। সংখ্যা '৪' **—কীলকঃ** যুঁৱলিত লগোৱা শলা, **—পাৰ্শ্বগ** যুঁৱলিৰ কাষত বন্ধা বলদ। (অভ্যাসৰ বাবে নতুন বলদক যুঁৱলিৰ কাষত বান্ধি লৈ ঘূৰায়)। **—বাহু** *বিণ.* দীঘল হাতৰ, হাত দীঘল (মানুহ)।

**যুগন্ধৰং, —ৰঃ** যুঁৱলি ধৰি ৰখা খুঁটা বা ঠেকা।

**যুগপৎ (দ্)** *অব্য.* একেলগে, হঠাতে, একে সময়তে।

**যুগলং** যোৰ, যুগল, এহাল।

**যুগলকং** *ক্লী.* ১। এযোৰ, যুগল, ২। এটা বাক্যৰ দুটা শ্লোক।

**যুগান্তঃ** *পু.* যুগৰ শেষ, ধ্বংস, নাশ, প্ৰলয়।

**যুগাৱধিঃ** পৃথিৱীৰ নাশ, অন্ত।

**যুগ্মং** *ক্লী.* (যুজ্যতে ইতি যুজ মক্) ১। দ্বয়, যোৰা, যুগল, এহাল, দ্বন্দ্ব, ২। মিলন, ৩। যমজ, ৪। এটা বাক্যত দুটা শ্লোক, । মিথুন ৰাশি।

**যুগ্য** *বিণ.* (যুজ্ ক্যপ্) ১। যুঁৱলি লগোৱা। ২। যুঁৱলি লগাই টনা, **—গ্যং** বাহন, যান-বাহন, গাড়ী, ৰথ, মনু ৮।২৯৩; **—গ্যঃ** যুঁৱলিত লগোৱা গৰু বা ঘোঁৰা, ৰ ১২।৮৪।

**যুঙ (জ্)** *বিণ.* (যুজিঃ যোগে ক্বিন্) ১। সংযোজক, সংযোগকাৰী, মিলনকাৰী, ভট্টি ৬।১১২; ২। যুগ্ম, মনু ২।২৭৭; ৩। সম ছন্দ (শ্লোকৰ দ্বিতীয় আৰু চতুৰ্থ পাদ একে)।

**যুঙ্গী** (ন্) *পু.* বৰ্ণ সঙ্কৰ জাতি বিশেষ।

**যুজ্** ক) যুতৌ (ৰুধা উ স যুনক্তি, যুংক্তে) ১। যুক্ত কৰ, সংযুক্ত কৰ, সংলগ্ন কৰ, যোগ কৰ, ২। যুঁৱলিত লগা, (ঘোঁৰা বা হাতী) সজ্জিত কৰ, গী ১।১৪; ৩। ব্যৱহাৰ কৰ, নিযুক্ত কৰ, ৪। দৃষ্টি পেলা, ৫। মনোযোগ দি, ৬। আয়োজন কৰ, ৭। দান কৰ, দি, **অনু—** ১। প্ৰশ্ন, সোধ, ২। পৰীক্ষা কৰ, **অভি—** ১। আক্ৰমণ কৰ, ২। নিন্দা কৰ, মনু ৮।১৮৩; ৩। দাবী কৰ, **উদ—** উৎসাহিত কৰ, চেষ্টা কৰ, **উপ—** ১। ব্যৱহাৰ কৰ, নিযুক্ত কৰ, ২। উপভোগ কৰ, ৩। খা, ভক্ষণ কৰ, মনু ৮।৪০; **নি—** নিযুক্ত কৰ, সংযুক্ত কৰ, উৎসাহিত কৰ, উদগনি দি, গী ৩।১, **প্ৰ—** প্ৰয়োগ কৰ, গী ১৭।২৬; নিয়োগ কৰ, ১। প্ৰদান কৰ, যাত্ৰা কৰ, গমন কৰ, উত্তেজিত কৰ, ২। ধন বিনিয়োগ কৰ, সুদত ধন দি, **বি—** ত্যাগ কৰ, এৰ, বিযুক্ত কৰ, বিশ্ৰাম কৰ, **বিনি—** ১। ব্যৱহাৰ কৰ, ব্যয় কৰ, ২। বিনিয়োগ কৰ, ৩। ভাগ ভাগ কৰ, বিভাজন কৰ, **সং—** সংযুক্ত কৰ। একেলগ কৰ।

খ) সংযমে (চুৰা, ভ্বা প স যোজয়তি, যোজতি) সংযুক্ত কৰ, যোগ কৰ। একেলগ কৰ, যুঁৱলিত সংযুক্ত কৰ।

গ) সমাধৌ (দিৱা আ অ যুজ্যতে) ১। ধ্যান কৰ, মন সমাধিত স্থাপন কৰ, ২। মন স্থিৰ কৰ।

ঘ) নিন্দে (চুৰা আ সক যোজয়তে) নিন্দা কৰ, ভৰ্ৎসনা কৰ।

**যুজানঃ, যুঞ্জানঃ** *পু.* ১। সাৰথি, যানবাহনৰ চালক, ২। সমাধিস্থ সন্ন্যাসী, ৩। বিপ্ৰ।

**যুজৌ** (জ্) *পু.* অশ্বিনীকুমাৰদ্বয়। নিত্যদ্বিবচনান্ত।

**যুৎ** *ক্লী.* (যু নিন্দে ভাৱে ক্বিপ্) নিন্দা।

**যুৎ** (ধ্) *স্ত্ৰী.* যুদ্ধ।

**যুত** *বিণ.* (যু ক্তঃ) ১। যুক্ত, ২। থকা, সম্পন্ন, যেনে দয়া গুণযুতঃ নৰঃ।

**যুতকং** *ক্লী.* ১। সংশয়, ২। যুগ, সংযোগ, বন্ধুত্ব, ৩। যৌতুক, ৪। তিৰোতাই পিন্ধা সাজ, ৫। কাপোৰৰ আঁচল।

**যুতিঃ** *স্ত্ৰী.* ১। সংযোগ, সঙ্গম, ২। প্ৰাপ্তি, ৩। যোগ, ৪। গ্ৰহ বা নক্ষত্ৰৰ যোগ (জ্যোতিষ)।

**যুদ্ধং** *ক্লী.* (যোধনমিতি যুধ্ ক্বিপ্) ১। সমৰ, ৰণ, ৰা ২।৫১।১০; ২। প্ৰতিদ্বন্দ্বিতা, ৩। (জ্যোতিষ) গ্ৰহ বিৰোধ, গ্ৰহৰ ভিতৰত বৈৰিতা, **—ভূমিঃ** যুদ্ধক্ষেত্ৰ, **—মাৰ্গঃ** যুদ্ধকৌশল, **—ৰঙ্গঃ** যুদ্ধক্ষেত্ৰ, **—বীৰঃ** ১। যোদ্ধা, ২। অলঙ্কাৰ শাস্ত্ৰত বীৰ ৰস, **—সাৰঃ** ঘোঁৰা।

**যুধ্** যুদ্ধে (দিৱা আ অ, সক হননে যুদ্ধতে) ১। যুদ্ধ কৰ, যুঁজ, ২। যুদ্ধ ঘোষণা কৰ, গী ১।২৩।

**যুধানঃ** *পু.* যোদ্ধা, যুঁজাৰু জাতিৰ মানুহ।

**যুধিক** *বিণ.* (যুধ্ ষ্ঠিক্) যোদ্ধা।

**যুধিষ্ঠিৰঃ** *পু.* (যুধি সংগ্ৰামে স্থিৰঃ সপ্তম্যা অলুক্) পঞ্চপাণ্ডৱৰ ভিতৰত জ্যেষ্ঠ পাণ্ডৱ। পাণ্ডুৰাজ। কুন্তীৰ গৰ্ভত ধৰ্মৰ (যমৰ) সন্তান। অনপত্যদোষত ভুগি থকা পাণ্ডুৰ আজ্ঞা লাভ কৰি কুন্তীয়ে দুৰ্বাসাই দিয়া মন্ত্ৰৰ বলত ধৰ্মক মাতি আনি তেওঁৰ সঙ্গত যুধিষ্ঠিৰক লাভ কৰে।

**যুধীয়** *বিণ.* যোদ্ধা।

**যুধ্মঃ** *পু.* (যুধ্ মক) ১। সংগ্ৰাম, যুদ্ধ, ৰণ, ২। ধনু, ৩। কাঁড়, ৪। যোদ্ধা, ৫। শৰভ নামৰ অদ্ভুত প্ৰাণী বিশেষ।

**যুপ্** বিমোহে (দিৱা প স যুপ্যতি) ১। মোহিত কৰ, আকুল, ব্যাকুল কৰ, ২। মোহাৰি পেলা, মচি পেলা, ৩। যাতনা দি, পীড়া দি।

**যুযুধুৰঃ** *পু.* সৰু বাঘ, বাঘৰ পোৱালি।

**যুযুৎসু** *বিণ.* (যুজ সন উ) যুঁজিবলৈ ইচ্ছা কৰা, যুদ্ধপ্ৰিয়।

**যুযুধানঃ** *পু.* ১। সাত্যাকি, ২। ক্ষত্ৰিয়, ৩। ইন্দ্ৰ, ৪। সৈনিক।

**যুৱকঃ** *পু.* (যুৱন্ কন্) যুৱা, যৌৱনপ্ৰাপ্ত পুৰুষ, ডেকা।

**যুৱখলতি** *বিণ.* সৰু কালতে তপা।

**যুৱজৰা** *বিণ.* সৰুতে বুঢ়া।

**যুৱতিঃ** *স্ত্ৰী.* (যুৱন তিঃ) যুৱা স্ত্ৰী, যৌৱনপ্ৰাপ্তা কন্যা, গাভৰু। 'যান্ত্যেবং গৃহিণীপদং যুৱতয়ঃ' শ ৪।১৮।

**যুৱতী** *স্ত্ৰী.* (যু শতৃ ঙীপ্) প্ৰাপ্তযৌৱনা, গাভৰু। 'বালাতু প্ৰাণদা প্ৰোক্তা যুৱতী প্ৰাণহাৰিণী।'

**যুৱনাশ্বঃ** *পু.* সূৰ্যবংশীয় এজন ৰজাৰ নাম। গৌৰীৰ গৰ্ভত প্ৰসেনজিতৰ পুত্ৰ। মান্ধাতাৰ পিতাক, **—জঃ** মান্ধাতা।

**যুৱৰাজঃ** *পু.* (যুৱা ৰাজো ৰাজা সধ্যহোৰাজ ইতি ষঃ) ভাবী ৰজা। ৰজাৰ উত্তৰাধিকাৰী।

**যুৱা** (ন্) *বিণ.* (যৌতীতি যু কনিন্) যৌৱনাৱস্থাপ্ৰাপ্ত, যুৱক (ষোল বছৰৰ পৰা ত্ৰিশ বছৰৰ ভিতৰত থকা, —হাৰীতস্মৃতি)।

**যুষ্মদ্** (যুষ মদিক্) সৰ্বনাম শব্দ। (ত্বম্ যুৱাং যূয়ং —এনেকৈ ৰূপ হয়) তুমি, তই।

**যুষ্মাদৃক্** (শ্) তোমাৰ দৰে।

**যূকঃ** *পু* **—কা** *স্ত্ৰী.* (যূক্ কণ্ —টাপ্) ওকণী, মনু ২।৪৫।

**যুতিঃ** *স্ত্ৰী.* (যু ক্তিন্) ১। মিশ্ৰণ, ভট্টি ৭।৬৯; ২। সংহতি, সংযোগ।

**যূথং** *ক্লী.* (যু মিশ্ৰণে থক্) একে জাতিৰ সমূহ, সমষ্টি, (পশুৰ) জাক, পাল, **—নাথঃ —পঃ —পতিঃ** হাতীৰ পালৰ নেতা, প্ৰধান, এজাক পশুৰ ভিতৰত প্ৰধান পশুটো, **—ভ্ৰষ্টঃ** জাক এৰি অলাই যোৱা হাতী।

**যূথিকা, যূথী** *স্ত্ৰী.* এবিধ ফুল।,মে ২৬।

**যূথীনঃ** *পু.* যূথপতি।

**যূনিঃ** *স্ত্ৰী.* যুৱতী।

**যূপঃ** *পু. ক্লী.* (যু পঃ, দীৰ্ঘশ্চ) ১। বিজয় স্তম্ভ, ২। যজ্ঞৰ পশু বন্ধা খুঁটা, ৩। বিজয়ৰ চিহ্ন, জয়ৰ পুৰস্কাৰ, **—দ্ৰুঃ** খয়েৰ গছ, **—লক্ষ্যঃ** চৰাই।

**যূষং, —ষঃ** *ক্লী.* (যূষ্ কঃ) মগু মাহৰ কাথ। দালিৰ 'সূপ'।

**যেন** মাত্ৰ তৃতীয়াৰ একবচনত অব্যয়ৰূপে ব্যৱহাৰ হয়। অৰ্থ— ১। যাৰ দ্বাৰা, যিহেৰে, যিহৰ কাৰণে ইত্যাদি, ২। সেই হেতু, যাতে, ৩। যিহেতু, কাৰণ।

**যোক্ত্ৰং** *ক্লী* (যুজ্ ষ্ট্ৰন্) ১। বান্ধা ৰচি, ২। জৰী, লাগাম, ৩। যুঁৱলিত বলদ বন্ধা ৰচি, ৰথত ঘোঁৰা বন্ধা ৰচি।

**যোগঃ** *পু.* (যুজ্ সমাধৌ ঘঞ্) ১। যোগঃ চিত্তবৃত্তিনিৰোধঃ, সমাধি, ২। সংযোজন, সংযোগ, স্পৰ্শ, ৩। সংহতি, একগোট, ৪। নিয়োগ, প্ৰয়োগ, মনু ৯।১০; ৫। পদ্ধতি, উপায়, সাধন, ৬। ফল, পৰিণতি, ৭। যুঁৱলি, ৮। বৰ্ম, কৱচ, ৯। যোগ্যতা. ১০। ব্যৱসায়, বৃত্তি, ১১। উৎসাহ, উদ্যোগ, ১২। আৰোগ্যতা, নিৰাময়, ১৩। সম্মোহন, যাদুমন্ত্ৰ প্ৰয়োগ, ১৪। সম্পত্তি, ১৫। বিধি, নিয়ম, ১৬। সম্পৰ্ক, পৰৱশ, ১৭। শব্দৰ বুৎপত্তিগত অৰ্থ, । ধ্যান, পৰব্ৰহ্মৰ চিন্তা, ১৯। পতঞ্জলিৰ যোগ দৰ্শন। ভাৰতীয় ষড়দৰ্শনৰ এবিধ। পৰব্ৰহ্মৰ লগত একাত্মবোধ, ২০। (অঙ্ক) যোগ, যোগফল, ২১। (জ্যোতিষ) গ্ৰহ অথবা নক্ষত্ৰৰ যোগ, সৌভাগ্যপ্ৰদ সংযোগ, ২২। অচলা ভক্তি, ২৩। চোৰাংচোৱা, ২৪। বিশ্বাসঘাতক, **—ক্ষেমঃ** 'যোগক্ষেমং ৱহাম্যহম্,' গী ৯।২২; ১। প্ৰাপ্ত বস্তুৰ সুসংৰক্ষণ, ২। বীমাকৰণ, ৩। সম্পত্তি, লাভ, আয়, (**—মং**) প্ৰাপ্তি আৰু ৰক্ষণ, **—চূৰ্ণং** সম্মোহিনী শক্তি থকা গুড়ি, **—তাৰকা, তাৰা** নক্ষত্ৰস্থিত প্ৰধান তাৰকা, **—দানং** ১। যোগবিদ্যা দান, ২। ছলনাপূৰ্ণ দান বা উপহাৰ, **—ধাৰণা** অচলা ভক্তি, ধ্যানাৱস্থিতি, **—নিদ্ৰা** *স্ত্ৰী.* ১। আধা-নিদ্ৰা আধা জাগৰণ অৱস্থা, ২। যুগৰ অন্তত বিষ্ণুৰ নিদ্ৰা (শয়ন), ৩। দুৰ্গা, **—পট্টং** ১। ধ্যানস্থ সন্ন্যাসীৰ পিঠিত আৰু আঁঠুৰ ওপৰত লোৱা কাপোৰ, ২। উত্তৰীয়, আলোৱান, **—পতিঃ** বিষ্ণু, **—পদকং** পূজাত পুৰোহিত অথবা যজমানে লোৱা উত্তৰীয়, আলোৱান। এনে আলোৱান তিনিবিধ : বাঘৰ ছাল, হৰিণৰ ছাল আৰু সূতাৰ কাপোৰ, **—বলং** ধ্যানশক্তি, সম্মোহন শক্তি, **—মায়া** ১। যোগৰ সম্মোহিনী শক্তি, ২। বিষ্ণু মায়া, ভগৱানৰ সৃজন শক্তি, ৩। দুৰ্গা, **—ৰঙ্গঃ** কমলা টেঙা, **—ৰূঢ়ঃ** *পু* বুৎপত্তিগত আৰু প্ৰচলিত দুয়োটা অৰ্থ থকা শব্দ। যেনে 'আতপত্ৰ'ৰ বুৎপত্তিগত অৰ্থ হ'ল যি সূৰ্যৰ তাপৰ পৰা ৰক্ষা কৰে আৰু প্ৰচলিত (ৰূঢ়) অৰ্থ হ'ল ছাতি। **—ৰোচনা** মানুহক অদৃশ্য কৰি ৰাখিব পৰা এবিধ ঔষধ, **—ৱাহী** (ন্) ঔষধ মিশ্ৰণ কৰা এবিধ মাধ্যম, যেনে মৌ। **—ৱাহী** *স্ত্ৰী.* ১। মৌ, ২। পাৰা, ৩। খাৰ, **—ৱিক্ৰয়ঃ** ছলনা কৰি বেচা, ঠগাই বিক্ৰী কৰা, **—ৱিদ্** ১। যোগৰ বিষয়ে জনা ব্যক্তি, ২। শিৱ, ৩। যোগ দৰ্শনৰ অনুগামী, ৪। ঔষধ মিশ্ৰণকাৰী, **—ৱিভাগঃ** শব্দৰ বিভাজন। কোনো সূত্ৰৰ বৰ্ণ অথবা শব্দবোৰ ভাগ ভাগ কৰা। এটা বিধিক দুভাগ তিনি ভাগ কৰি দেখুৱা। **—সমাধিঃ** ধ্যানত সম্পূৰ্ণ মনক নিমজ্জিত কৰা। **—সাৰঃ** সৰ্বৰোগ নিবাৰক ঔষধ। **—সেৱা** আধ্যাত্মিক ধ্যান।

**যোগাঙ্গঃ** যোগৰ অঙ্গ। যম-নিয়মাদি অষ্টাঙ্গ যোগ।

**যোগাচাৰঃ** যোগাভ্যাস।

**যোগাচাৰ্য্যঃ** যাদুবিদ্যাৰ শিক্ষক। যোগাসনৰ শিক্ষক।

**যোগাধমনং** ছলপূৰ্ণ জামিন। মিছা বন্ধক।
**যোগাৰূঢ়** শব্দাদি ইন্দ্ৰিয়ভোগ্য বস্তুসমূহৰ প্ৰতি অনাসক্তি। ধ্যানমগ্ন।
**যোগাসনং** *ক্লী.* ব্ৰহ্মাসন। ধ্যানাসন।
**যোগিদণ্ডঃ** বেঁতৰ লাঠী।
**যোগিনী** *স্ত্ৰী.* (যোগ ইনিঃ ঙীপ) ১। যোগযুক্তা নাৰী, মাপু ৫২।৩১; ডাইনী, ৩। ভকতনী, ৪। দুৰ্গাৰ সখীৰূপা অনুচৰী, অষ্টযোগিনীৰ এজনী। জ্যোতিশাস্ত্ৰ-মতে যোগিনী সমুখত ৰাখি কোনো যাত্ৰাদি কৰা উচিত নহয়। 'ৱামে শুভকৰো দেৱী মৃত্যুদা দক্ষিণে স্থিতা। ৱধবন্ধকৰো চাগ্ৰে পৃষ্ঠে সৰ্ৱাৰ্থসাধনী।।'
**যোগী (ন্)** *পু.* (যোগঃ অস্ত্যস্যেতি যোগ ইনিঃ) যোগযুক্ত, ধ্যানমগ্ন সন্ন্যাসী। 'স্বৰ্ণে লোষ্টে গৃহে ৰণ্যে সুস্নিগ্ধে চন্দনে তথা। সমতা ভাৱনা যস্য স যোগী পৰিকীৰ্তিতঃ।।' ব্ৰবৈপু ৩৫ অ।
**যোগীশ্বৰঃ** *পু.* ১। যাজ্ঞৱল্ক্য মুনি, ২। যোগীশ্ৰেষ্ঠ, **—ৰী** *স্ত্ৰী.* দুৰ্গা।
**যোগেশঃ** *পু.* যাজ্ঞৱল্ক্য।
**যোগেশ্বৰঃ** *পু.* ১। শ্ৰীকৃষ্ণ। 'যত্ৰ যোগেশ্বৰঃ কৃষ্ণঃ —' গী ১৮।৭৮; ২। শিৱ, **—ৰী** দুৰ্গা।
**যোগেষ্টং** *ক্লী.* সীহ ধাতু।
**যোগ্য** *বিণ.* (যোগায় প্ৰভৱতি যোগ্ যৎ) ১। প্ৰবীণ, উপযুক্ত, ২। যোগোপযোগী, সমৰ্থ, **—গ্যং** ঋদ্ধি নামৰ এবিধ ঔষধ, **—গ্যা** ১। অভ্যাস, ৰ ৮।১৯; ২। অস্ত্ৰ শিক্ষা, ৩। যুৱতী।
**যোগ্যতা** *স্ত্ৰী.* (যোগস্য ভাৱঃ যোগ্য তল্) ১। ক্ষমতা, সামৰ্থ্য, ২। উপযোগীতা, ৩। এটা পদাৰ্থত আন এটা পদাৰ্থৰ সম্বন্ধ, ইটোৰ লগত সিটোৰ সম্বন্ধত অসঙ্গততাৰ অভাৱ, যেনে 'ৱহ্নিনা সিঞ্চতি', ইয়াত অসঙ্গততা থকাৰ বাবে যোগ্যতা নাই।
**যোজনং** *ক্লী.* (যুজ্যাতে মনো অস্মিন্নিতি যুজ্ ল্যুট্) ১। পৰমাত্মা, ২। যোগ, সংযোগ, সংযোজন, ৩। আযোজন, ৪। শব্দ, বা বাক্যৰ গঠন, ৫। চাৰি ক্ৰোশ দূৰত্ব (আঠ বা ন মাইল), ৬। উদ্দগনি, ৭। মনৰ একাগ্ৰতা, **—না** ১। সংগঠন, সংহতি, সংযোগ, ২। শব্দ বা বাক্যৰ গঠন, **—গন্ধা** ১। কস্তুৰী, ২। ব্যাসমাতৃ সত্যৱতী।
**যোটকঃ** *পু.* যোটক, মিলন, বিবাহৰ সময়ত ল'ৰা-ছোৱালীৰ ৰাশি-যোটক, গ্ৰহ-যোটক নক্ষত্ৰ-যোটক আদিৰ বিচাৰ।
**যোতুঃ** *পু.* পৰিমাণ।
**যোত্ৰং** *ক্লী.* যোক্ত্ৰমং।
**যোদ্ধা** (ঋ) *পু.* যুঁজাৰু, সৈনিক।
**যোধঃ** *পু.* (যুধ্যতীতি যুধ্ অচ) ১। যোদ্ধা, সৈনিক, ২। যুদ্ধ, সমৰ, ৰণ, **—ধৰ্মঃ** সেনানীতি, সামৰিক আইন। **—সংৰাৱঃ** যুদ্ধত ইজনে সিজনক কৰা প্ৰত্যাহ্বান।
**যোধনং** *ক্লী.* সমৰ। যুদ্ধ।
**যোধী (ন্)** *পু.* যোদ্ধা, সৈনিক।
**যোধেয়ঃ** *পু.* (যোধ খঃ) যোদ্ধা, সৈনিক।
**যোনলঃ** *পু.* এবিধ অস্ত্ৰ।
**যোনিঃ** *পু. স্ত্ৰী.* (যৌতি সংযোজয়তীতি যু নিঃ) ১। আকৰ, খনি, ২। কাৰণ, ৩। গৰ্ভকোষ, জৰায়ু, ৪। নাৰীৰ লিঙ্গ, গুপ্তাঙ্গ, ৫। মূল, উৎস, নিজৰা, ৬। স্থান, আসন, আধাৰ, ৭। ঘৰ, ৮। পৰিয়াল, বংশ (সমাসৰ শেষত), যেনে পশুযোনি, মনুষ্যযোনি, ৯। পানী; **—কন্দঃ** যোনিত হোৱা এবিধ ৰোগ। **—জ** যোনি দ্বাৰেৰে জন্ম হোৱা প্ৰাণী, **—দেৱতা** পূৰ্বফাল্গুনী নক্ষত্ৰ, **—ভ্ৰংশঃ** জৰায়ুপতন, **—মুদ্ৰা** দেৱীৰ পূজাত আঙুলিৰে যোনিৰ আকাৰৰ মুদ্ৰা প্ৰদৰ্শন। **—ৰঞ্জনং** ঋতুস্ৰাৱ, **—লিঙ্গং** ভগাঙ্কুৰ। **—সঙ্কৰ** অবৈধ বিবাহৰ ফলত হোৱা বৰ্ণসঙ্কৰ জাতি।
**যোনী** যোনিঃ চাওক।
**যোপনং** *ক্লী.* ১। মোহাৰণ, মোহাৰি পেলোৱা, মচি পেলোৱা, ২। বিবুদ্ধি, বিমোৰ, ৩। ধৰ্ষণ, নাশ।
**যোষা, যোষিৎ যোষিতা** *স্ত্ৰী.* (যৌতীতি যু সঃ টাপ্, যুষ্ ইতিঃ, যোষিৎ টাপ্) স্ত্ৰী, নাৰী।
**যোষিৎপ্ৰিয়া** *স্ত্ৰী.* হালধি।
**যৌক্তিক** *বিণ.* (যুক্তি ঠঞ্) ১। উপযুক্ত, যোগ্য, ২। যুক্তিযুক্ত, ৩। অনুমেয়, ৪। সচৰাচৰ, নিয়মানুযায়ী, **—কঃ** ৰজাৰ সখি, বিদূষক।
**যৌগঃ** যোগ দৰ্শনৰ অনুগামী।
**যৌগক** *বিণ.* (যোগ অণ্ স্বাৰ্থে কন্) যোগ সম্বন্ধীয়, যৌগিক।
**যৌগপদ্যং** *অব্য.* একে সময়তে।
**যৌগিক** *বিণ.* (যোগ ঠঞ্) ১। প্ৰকৃত প্ৰত্যয়যুক্ত (শব্দ), বুৎপত্তিগত, ২। উপযোগী, প্ৰকৃত, সঠিক, ৩। সাধাৰণ, ৪। যোগসম্বন্ধীয়, ৫। অগৰু।

**যৌজনশতিক** এশ যোজন গমনকাৰী।
**যৌজনিক** এক যোজন গমনকাৰী।
**যৌতক** *বিণ.* এজনৰ নিগাজী বৈধ সম্পত্তি। **—কং** ১। নিগাজী সম্পত্তি, ২। বিবাহৰ সময়ত কন্যাক দিয়া সম্পত্তি, মনু ৯।১৩১।
**যৌতৱং** *ক্লী.* পৰিমাণ, (জোখ) বিশেষ।
**যৌতুকং** *ক্লী.* যৌতুক। বিবাহৰ সময়ত দম্পতিয়ে পোৱা ধন-সম্পত্তি।
**যৌধিষ্ঠিৰ** যুধিষ্ঠিৰ সম্পৰ্কীয়। যুধিষ্ঠিৰৰ পুত্ৰ। **—ৰী** বাসুদেৱৰ এজন পত্নীৰ নাম।
**যৌধেয়ঃ** *পু.* যোদ্ধা, যুঁজাৰু।
**যৌন** *বিণ.* (যোনেৰিদমিতি যোনি অণ্) ১। যোনি সম্বন্ধীয়, ২। বৈবাহিক, মনু ২।১০; **—নং** বিবাহ, মনু ১১।১৮০।
**যৌৱতং** *ক্লী.* (যুৱতীনাং সমূহঃ যুৱতি অণ্) ১। যুৱতী গোষ্ঠী, নাৰী সমষ্টি, গীগো ১০, ২। নৃত্য বিশেষ।
**যৌৱনং** *ক্লী.* (যুৱন অণ্) যুৱাৱস্থা, যুৱকত্ব, তাৰুণ্য। 'আষোড়শাদ্ ভৱেদ্বালঃ তৰুণঃ তত উচ্যতে। বৃদ্ধঃ স্যাৎ সপ্ততেৰূৰ্দ্ধং ৱৰ্ষীয়ান্ নৰতেঃ পৰম্।।' **—পিড়কা** যুৱা অৱস্থাত মুখত দেখা দিয়া সৰু সৰু ফোঁহা, শালমন। **—লক্ষণং** ১। ৰূপ-লাৱণ্য, ২। স্তন।
**যৌৱনকং** *ক্লী.* যুৱা অৱস্থা।
**যৌৱনাশ্বঃ** *পু.* ৰজা মান্ধাতা।
**যৌৱৰাজ্যং** *ক্লী.* যুৱৰাজ পদ, 'স যৌৱৰাজ্যে নিধায় নৱযৌৱনোদভৃতং,' কি ১।২২।
**যৌষ্মাৰ্ক, যৌষ্মাকীন** *বিণ.* (যুষ্মদ্ খঞ্) ১। যুষ্মৎ সম্বন্ধীয়, ২। তোমাৰ, তোৰ। ভৱদীয়। ■

# ৰ

**ৰ** ৰেফঃ, ৰকাৰ। সপ্তবিংশ ব্যঞ্জন বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ পঞ্চম সূত্ৰৰ চতুৰ্থ বৰ্ণ। উচ্চাৰণ স্থান মূৰ্দ্ধা।
**ৰঃ** *পু.* (ৰাতি উৰ্দ্ধং গচ্ছতীতি ৰা ডঃ) ১। অগ্নি, জুই, ২। তাপ, ৩। প্ৰেম, বাসনা, ৪। তীক্ষ্ণতা, ৫। কামাগ্নি।
**ৰংহ্** ৱেগে (ভ্বা চুৰা প অ ৰংহতি ৰংহয়তি) ১। বেগেৰে যা, গমন কৰ, লৰালৰি কৰ, ২। কথা ক।
**ৰংহঃ(স্)** *ক্লী.* (ৰম্ অসুন্ ধাতোঃ হুগাগমঃ) ১। গতিবেগ, ৰ ২।৩৪; ২। মহাদেৱ, ৩। বিষ্ণু, ৪। আগ্ৰহ, উৎসাহ, প্ৰচণ্ডতা, ধৰ্ষণ, উন্মত্ততা।
**ৰংহতিঃ** *স্ত্ৰী.* গতিবেগ।
**ৰক্** স্বাদে আপনে (চুৰা প স ৰাকয়তি) সোৱাদ পা, খাই ভাল পা, ৰস আস্বাদন কৰ। যেনে ৰাকয়তি মোদকং বালঃ, সৰু লৰাই মিঠাই খাই ভাল পায়।
**ৰক্ত** *বিণ.* (ৰজ্যতে ইতি ৰন্জ্ ক্তঃ) ১। ৰঙা কৰা, ৰং লগোৱা, ২। ৰঙা, ৩। অনুৰক্ত, মৰমৰ, ধুনীয়া, মধুৰ, ৪। আসক্ত, ৫। মোহিত, ৬। খেমেলীয়া, খেলা ভাল পোৱা, **—ক্তং** *ক্লী.* ১। শৰীৰৰ সাত বিধ ধাতুৰ এবিধ। জীৱৰ আধাৰ স্বৰূপ তেজ, ৰুধিৰ, শোণিত, ২। তাম, ৩। কুঙ্কুম, ৪। আলতা, লা, ৫। সেন্দুৰ, ৬। ৰঙা চন্দন। **—ক্তঃ** *পু.* ১। ৰঙা ৰং, ২। কুসুম ফুলৰ গছ। ৰঙা ৰঙৰ কাৰণে এই বিধ গছৰ খেতি কৰা হয়। **—ৰক্তা** আলতা, লাটুৰমনি লতা। **—খঃ** ৰঙা কাপোৰ, অনুৰাগী ব্যক্তি এবিধ ঘোঁৰা। **—কণ্ঠঃ** মধুৰ মাতৰ চৰাই, কুলি চৰাই। **—কন্দঃ** ৰঙা আলু, ৰঙা পিঁয়াজ, (লঃ) প্ৰৱাল। **—কমলং** ৰঙা পদুম। **—চূৰ্ণং** সেন্দুৰ, **—ছৰ্দিঃ** তেজবমি, **—জিহ্বঃ** সিংহ, **—তুণ্ডঃ** ভাটৌ, **—দৃকং** পাৰ চৰাই, **—ধাতুঃ** তাম, ৰঙা চক, **—পঃ** দৈত্য, দানৱ। পিশাচ। **—পল্লৱঃ** অশোক বৃক্ষ। **—পা** জোক। **—পাতঃ** তেজ ওলোৱা, কটাকটি। **—পাদঃ** ১। ভাটৌ, ২। হাতী, ৩। যুদ্ধৰ ৰথ, **—পায়ী (ন্)** উৰহ, (নী) জোক, **—পিণ্ডং** ১। জৱা ফুল, ২। নাক আৰু মুখেৰে হোৱা ৰক্তক্ষৰণ, **—পিত্তং** পিত্তৰোগ এবিধ, **—প্ৰমেহঃ** তেজৰ প্ৰস্ৰাৱ, **—বীজঃ** ১। ডালিম, ২। দানৱ এজন, দুৰ্গাৰ হাতত মৃত্যু হয়। **—ভৱং** মঙহ, **—মোক্ষঃ** তেজ ওলোৱা, **—ৱটী, ৱৰটী** বসন্ত ৰোগ, **—ৱৰ্গঃ** ১। ডালিম গছ, ২। লা, আলতা, **—ৱৰ্ণং** সোণ, **—ফলঃ** বৰ গছ, **—শাসনং** সেন্দুৰ, **—শীৰ্ষকঃ** এবিধ ডাঙৰ জাতৰ বগলী, **—সন্ধ্যকং** ৰঙা পদুম। **—সাৰং** ৰঙা চন্দন।

**ৰক্তক** *বিণ.* ১। ৰঙা বৰণীয়া, ২। প্ৰেমাসক্ত, আনন্দদায়ক, ৩। তেজোময়, ৰক্তময়, **—কঃ** ১। ৰঙা কাপোৰ, ২। প্ৰেমী।

**ৰক্তাক্ষঃ** *পু.* ১। ম'হ, ২। কপৌ বা পাৰ চৰাই, ৩। চকোৰা চৰাই, ৪। সাৰস পক্ষী।

**ৰক্তাঙ্গং** *ক্লী.* কুঙ্কুম। **—ঙ্গঃ** ১। প্ৰৱাল, ২। এবিধ নাগ, ৩। উৰহ।

**ৰক্তাধাৰঃ** গাৰ ছাল।

**ৰক্তিঃ** *স্ত্ৰী.* সৌন্দৰ্য্য, মৰম, ভক্তি, স্নেহ।

**ৰক্তিকা** *স্ত্ৰী.* লাটুৰমণি লতা।

**ৰক্তিমা (ন্)** ৰঙা ৰং।

**ৰক্ষ্** পালনে (ভ্বা প স ৰক্ষতি) ১। ৰক্ষা কৰ, পালন কৰ, শাসন কৰ, ২। ৰাখ, মনত ৰাখ, বচাই ৰাখ, সংৰক্ষণ কৰ।

**ৰক্ষঃ(স্)** *ক্লী* (ৰক্ষ অসুন্) ৰাক্ষস, দানৱ, দৈত্য; বিকলাঙ্গ, অনাথ, ৰোগী অঙ্গহীন আদিক দেখা পোৱাৰ পিচতো যাৰ দয়া নোপজে সি ৰাক্ষস। অপু

**ৰক্ষক** *বিণ্* (ৰক্ষ ণ্বুল্) ১। ৰক্ষাকৰ্তা, উদ্ধাৰকৰ্তা, ২। প্ৰহৰী, চকিদাৰ।

**ৰক্ষজননী** *স্ত্ৰী* ৰাতি।

**ৰক্ষণং** *ক্লী* (ৰক্ষ ল্যুট) ৰক্ষা, সুৰক্ষা, সংৰক্ষণ। **—ণী** জৰী, শিকলি, লাগাম।

**ৰক্ষা** *স্ত্ৰী* ১। সুৰক্ষা, সংৰক্ষণ, ২। যত্ন, পালন, ৩। ৰক্ষা কবচ ৪। ছাই, ভস্ম, ৫। ৰক্ষাবন্ধন, শাওণমাহৰ পূৰ্ণিমাৰ দিনা ইটোৱে সিটোৰ হাতত সূতা বন্ধা উৎসৱ। **—কৰণ্ডঃ** ৰক্ষাকৰচ, তাবিজ **—গৃহং** শোৱা বা বিশ্ৰাম ঘৰ। **—পত্ৰঃ** ভূৰ্জপত্ৰ **—পালঃ,—পুৰুষঃ** চিপাহী, আৰক্ষী **—প্ৰদীপঃ** ভূত-পিশাচ দূৰত ৰখাৰ উদ্দেশ্যে অনবৰতে জ্বলাই ৰখা চাকি। **—মণিঃ.** **—ৰত্নং** হাতত লোৱা ৰত্ন, তাবিজ।

**ৰক্ষিত** *বিণ্* (ৰক্ষ ক্তঃ) ১। সুৰক্ষিত, লুকাই ৰখা, মনু ১১।২৯; ২। অপ্সৰা এজনী।

**ৰক্ষিতা(ৰ্)**, **—ৰক্ষী(ন্)** ১। ৰক্ষাকৰ্তা, উদ্ধাৰকৰ্তা, ৰক্ষক অঙ্গৰক্ষক, প্ৰহৰী, আৰক্ষী।

**ৰক্ষিবৰ্গঃ** ৰজাৰ অঙ্গৰক্ষকৰ দল।

**ৰক্ষেশঃ** *পু* ৰাৱণ।

**ৰক্ষোঘ্ন(ন্)** গুগ্‌গুল।

**ৰঘুঃ** *পু* (লঙ্ঘতি জ্ঞানসীমাং প্ৰাপ্নোতীতি লঙ্ঘি কুঃ লস্য ৰত্বম্) সূৰ্য্যবংশীয় ৰজা দিলীপৰ পুত্ৰ, অযোধ্যাৰ অধিপতি, ৰ ৩।১৮। এওঁৰ মাকৰ নাম সুদক্ষিণা আৰু পুতেকৰ নাম অজ। পিতাকে পতা অশ্বমেধ যজ্ঞৰ ঘোঁৰাক ইন্দ্ৰই হৰণ কৰাত তেওঁ ইন্দ্ৰক পৰাস্ত কৰি ঘোঁৰা উদ্ধাৰ কৰে। তাৰ পিছত তেওঁ সৈন্য-সামন্ত লৈ এফালৰ পৰা ইখনৰ পিচত সিখন ৰাজ্য জয় কৰি নিজৰ অধীনলৈ আনে। ৰঘু এইদৰে সসাগৰা পৃথিৱীৰ একছত্ৰী সম্ৰাট হৈ মহাসন্তোষে দিন কটাই থাকি বিশ্বজিৎ যজ্ঞত নিজৰ যথা সৰ্বস্ব ব্ৰাহ্মণক দান দিয়ে আৰু পুতেক অজক ৰাজ্যভাৰ দি সন্ন্যাস লয়। **—নন্দনঃ, —নাথঃ —পতিঃ** শ্ৰীৰামচন্দ্ৰ।

**ৰঙ্ক** *বিণ্* দুখীয়া, দুৰ্দশাগ্ৰস্ত, দৰিদ্ৰ, ভিকহু **—ঙ্কঃ** ভিখাৰী, ভোকাতুৰ ব্যক্তি।

**ৰঙ্কুঃ** হৰিণ।

**ৰঙ্গং,—ঙ্গঃ** ১। ৰঙ ২। ৰঙ্গমঞ্চ, ৩। সভামঞ্চ, ৪। সদস্য, ৫। যুদ্ধক্ষেত্ৰ ৬। নৃত্যগীত, ৭। সুৰঙ্গা ৮। ৰাং ৯। নৃত্য **—কাৰঃ,—জীৱকং** চিত্ৰশিল্পী **—চৰঃ** অভিনেতা, খেলুৱৈ। **—জং** ৰঙা সীহ। **—দেৱতা** খেল-ধেমালি অথবা ৰাজহুৱা উৎসৱাদিৰ অধিষ্ঠাত্ৰী দেৱতা। **—দ্বাৰং** মঞ্চৰ দুৱাৰ, নাটকৰ প্ৰস্তাৱনা। **—ভূতিঃ** আহিনৰ পূৰ্ণিমা **—ভূমিঃ** যুদ্ধভূমি, ৰঙ্গমঞ্চ। **—মণ্ডপঃ** মঞ্চ, **—মাতৃ** *স্ত্ৰী* ১। আলতা, ২। কুটনী **—ৰাটঃ** নাট্যমঞ্চ। যুদ্ধক্ষেত্ৰ **—শালা** ৰঙ্গমঞ্চ। 'থিয়েটাৰ' ঘৰ

**ৰংঘ্** গমনে (ভ্বা উ অ ৰংঘতি-তে) যা, বেগাই যা সোনকালে যা।

**ৰচ্** কৃত্যাম্ (চুৰা উ স ৰচয়তি-তে) ১। আয়োজন কৰ, যো-জা কৰ, আঁচনি কৰ। ২। গঠন কৰ, সৃষ্টি কৰ, তৈয়াৰ কৰ, উৎপন্ন কৰ, ৩। লিখ, ৰচনা কৰ, সঙ্কলন কৰ, ৪। ৰাখ, স্থাপন কৰ, ৫। অলঙ্কৃত কৰ, ৬। মনোনিবেশ কৰ।

**ৰচনং** *ক্লী* (ৰচ্ ভাৱে ল্যুট্) ১। নিৰ্মাণ, ২। গঠন, গীত ১।৪

**ৰচনা** *স্ত্ৰী* (ৰচ্যতে ইতি ৰচ্ ণিচ্ যুচ্) ১। আয়োজন, নিৰ্মাণ, ২। সম্পাদনা, ৩। কাব্যৰচনা, লিখনি, ৪। কেশ-ৰচনা, চুলি-সজ্জা ৫। সৈন্য সজ্জা, ৬। কল্পনা, কাল্পনিক সৃষ্টি, ৭। উদ্যম, ৮। বিশ্বকৰ্মাৰ পত্নী।

**ৰচিত** *বিণ.* (ৰচ্ ক্তঃ) কৃত, সৃষ্ট, নিৰ্মিত।

**ৰজাং** *ক্লী.* (ৰঞ্জ্ অচ্) তিৰোতাৰ ৰক্তস্ৰাৱ।
**ৰজঃ** *পু.* (ৰন্জ্ অচ্) ১। ফুলৰ ৰেণু, পৰাগ, ২। ৰজোগুণ, ৩। বশিষ্ঠৰ পুত্ৰ।
**ৰজঃ(স্)** *ক্লী.* (ৰন্জ্ অসুন্) ১। তিৰোতাৰ মাহেকীয়া ঋতুস্ৰাৱ, মনু ৫।১০৮; ২। প্ৰকৃতিগত গুণবিশেষ। দুখৰ কাৰণ। এই গুণৰ ধৰ্ম হ'ল : কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য্য। গী ৩।৩৭, ৩। পৰাগ। ফুলৰ ৰেণু, ধূলি, ধূলিকণিকা 'পাদাহতং যদুত্থায় মূৰ্দ্ধানমধিৰোহতি। স্বস্থাদেৱাপমানেঽপি দেহিনস্তদৱৰং ৰজঃ।' শি ২।৪৬; ৪। ৰাতি, ৫। পানী, ৬। ভুৱন, ৭। জ্যোতি, ৮। হাল বাই উঠা মাটি, ৯। নৈতিক ব' মানসিক অন্ধকাৰ, **—তমস্ক** ৰজোগুণ আৰু তমোগুণৰ বশ হোৱা ব্যক্তি, **—তোকং, —কঃ, —পুত্ৰঃ** লোভ, ধনৰ প্ৰতি আক্ৰোহ, **—শয়ঃ** *পু.* কুকুৰ, **—সাৰথিঃ** বায়ু, বতাহ।
**ৰজকঃ** *পু.* (ৰন্জ্ ষ্বুন্) ধোবা। এবিধ বৰ্ণসঙ্কৰ জাতি। **—কী** ধুবুনী।
**ৰজতং** *ক্লী.* (ৰন্জ্ অতচ্) ১। ৰূপ, ২। হাতীৰ দাঁত, ৩। শুভ্ৰত্ব, ৪। নক্ষত্ৰপুঞ্জ, ৫। সোণ বা ৰূপৰ হাৰ, ৬। তেজ, ৰক্ত, ৭। পৰ্বত, ৮। হ্ৰদ, ৯। সোণ, **—দ্যুতিঃ** হনুমান, **—প্ৰস্থঃ** কৈলাস পৰ্বত।
**ৰজতাদ্ৰিঃ** কৈলাস পৰ্বত।
**ৰজনিঃ** *স্ত্ৰী.* (ৰন্জ অনিঃ) ৰাতি।
**ৰজনী** *স্ত্ৰী.* (ৰজনি ঙীষ্) ১। ৰাতি, ২। হালধি, ৩। জেতুকা, ৪। এখন নদীৰ নাম, **—কৰঃ** চন্দ্ৰ, **—গন্ধা** ৰাতি গোন্ধ ওলোৱা এবিধ ফুল, **—চৰঃ** ১। ৰাক্ষস, ২। চোৰ, **—জলং** নিয়ৰ, **—মুখং** প্ৰদোষ, সন্ধিয়া, **—হাসা** শেৱালী ফুল।
**ৰজস্বলঃ** *পু.* ১। ম'হ, ২। ৰজোগুণযুক্ত পুৰুষ, ৩। লুভীয়া মানুহ, মনু ৬।৭৭; **—লা** ঋতুস্ৰাৱ হোৱা তিৰোতা। ঋতুমতী নাৰী।
**ৰজিঃ** *পু.* ১। চন্দ্ৰবংশীয়, এজন ৰজাৰ নাম, ২। ৰচি।
**ৰজোবলং, —ৰসং** *ক্লী.* অন্ধকাৰ।
**ৰজোহৰঃ** *পু.* ধোবা।
**ৰজ্জুঃ** *স্ত্ৰী.* (সৃজ্যতে ৰচ্যতে ইতি সৃজ্ উঃ অসুগাগমঃ) ১। ৰচি, জৰী, ২। বেণী, **—দালকং** এবিধ বনৰীয়া কুকুৰা, **—পেড়া** ৰচিৰে বনোৱা পাচি।
**ৰঞ্জ, ৰন্জ্** ৰাগে (ভ্বা, দিবা উ স, অ, ৰজতি —তে; ৰজ্যতি —তে) ১। ৰং কৰ, ৰঙা ৰং লগা, ৰঙীণ হ, ৰঙা হ, ২। আসক্ত হ, অনুৰাগী হ, ৩। প্ৰেমাসক্ত হ, প্ৰেমমত্ত পৰ, প্ৰেম কৰ, ৪। সন্তুষ্ট হ, আনন্দিত হ (ণিজন্ত) ৰঞ্জয়তি —তে। (সনন্ত) ৰিৰংক্ষতি, **অনু—** অনুৰক্ত হ, ভাল পা, মনু ৩।১৭৩; **অপ—** ১। অসন্তুষ্ট হ, ২। শেতা পৰ, ৰংশূন্য হ, **উপ—** গ্ৰস্ত হ, গ্ৰাস হ, ৰঞ্জিত হ, **ৰি—** ৰংহীন হ, নিস্তেজ হ, অসন্তুষ্ট হ, বিৰক্ত হ, সাংসাৰিক সুখৰ প্ৰতি বিৰক্ত হ।
**ৰঞ্জকং** *ক্লী.* (ৰন্জ নিচ্ ণ্বুল্) ১। ৰঙা চন্দন, ২। সেন্দুৰ, **—কঃ** ১। কাপোৰ ৰং কৰা মানুহ, ২। প্ৰেৰণাদায়ক, উৎসাহদাতা, প্ৰীতিজনক।
**ৰঞ্জনং** *ক্লী.* ১। ৰঙা চন্দন, ২। শেৱালী গছ, ৩। হালধি।
**ৰট্** ৱাচি (ভ্বা প স ৰটতি) ১। চিঞৰ, চিঞৰ মাৰ, আটাহ পাৰ, গৰ্জন কৰ, ২। ঘোষণা কৰ, ৩। আনন্দতে চিঞৰ-বাখৰ কৰ।
**ৰটনং** *ক্লী.* (ৰট্ ল্যুট্) ১। কান্দোন, চিঞৰ, ২। হৰ্ষধ্বনি।
**ৰটন্তী** *স্ত্ৰী.* গৌণ চান্দ্ৰ মাঘীয় কৃষ্ণা চতুৰ্দ্দশী। সিদিনা খুব পুৱাতে স্নান কৰিব লাগে। ৰাতি শ্যামা পূজা প্ৰশস্ত। 'মাঘে মাস্যসিতে পক্ষে ৰটন্ত্যাখ্যা চতুৰ্দ্দশী। তত্ৰাৰ্দ্ধে কালিকাপূজা সৰ্ব্ববিঘ্নোপশান্তয়ে।' —কাপু।
**ৰটিত** *বিণ.* কথিত।
**ৰঠ** ভাষণে (ভ্বা প অ ৰঠতি) ক, কথা ক, ভাষণ দি।
**ৰণ্** ক) **ৰুতি** (ভ্বা প অ ৰণতি) ১। শব্দ কৰ, ধ্বনি তোল, ২। ৰুণ্ জুনকৈ শব্দ কৰ, শি ১।১০; খ) গতৌ (ভ্বা প অ ৰণয়তি) যা, গমন কৰ।
**ৰণং** *ক্লী.* ণ. পু. (ৰণন্তি শব্দায়ন্তেত্ৰ ইতি ৰণ্ অপ্) ১। যুদ্ধ, সমৰ, মনু ৭।৯০; ২। যুদ্ধক্ষেত্ৰ, ৩। ৰমণ, **—ণঃ** *পু.* ১। গতি, ২। শব্দ, ৩। বেহেলাৰ ৰেপনী, **—তূৰ্য্যং, দুন্দুভিঃ** যুদ্ধৰ বাদ্য 'বেণ্ড'। **—ক্ষিতিঃ, —ভূঃ** *স্ত্ৰী.* ৰণভূমি, **—ধূৰা** যুদ্ধত প্ৰথম হেঁচা, বে ৩।৫, **—প্ৰিয়ঃ** ১। যুদ্ধ ভাল পোৱা পুৰুষ, ২। শেন চৰাই, ৩। বিষ্ণু, **—মত্তঃ** হাতী, **—ৰঙ্কঃ** ১। যুদ্ধমত্ত হাতী, ২। হাতীৰ দুটা দাঁতৰ মাজৰ ঠাইখিনি, **—ৰণঃ** মহ, মখি, ডাঁহ, **—ৰণকং** ১। উৎকণ্ঠা, যাতনা, কষ্ট, ২। প্ৰীতি, প্ৰেম, (**—কঃ**) কামদেৱ, **—শিক্ষা** যুদ্ধবিদ্যা, **—সঙ্কুলং** তুমুল সংগ্ৰাম, **—সহায়ঃ** মিত্ৰপক্ষ, **—স্তম্ভঃ** বিজয় স্তম্ভ।

**ৰণৎকাৰঃ** *পু.* ১। ৰুণ্ জুন শব্দ। ৰণ ৰণ শব্দ, ২। ধ্বনি, ৩। গুণগুণনি।

**ৰণ্ড** (ৰম্ উণাদি ডঃ) ১। অঙ্গহীন, বিকলাঙ্গ, ২। নিষ্ফল (গছ), ৩। ধূৰ্ত, অবিশ্বাসী, **—ণ্ডা** ১। বিধৱা, ২। বেশ্যা, নটী।

**ৰণ্ডাশ্ৰমী (ন্)** *পু.* আঠচল্লিচ বছৰ বয়সৰ পিচত পত্নীৰ পৰা বিচ্ছেদ হৈ বাস কৰা পুৰুষ।

**ৰত** *বিণ.* (ৰমণমিতি ৰম্ ভাৱে ক্তঃ) ১। আনন্দিত, সন্তুষ্ট, হৰ্ষিত, ২। আসক্ত। **—তং** *ক্লী.* ১। আনন্দ, ২। যৌন সঙ্গম, ৰমণ; মে ৮৯; ৩। পুৰুষ আৰু স্ত্ৰীৰ গুপ্তাঙ্গ, **—কীলঃ** কুকুৰ, **—কূজিতং** সঙ্গমৰ সময়ৰ মাত, **—গুৰুঃ** পতি, **—জ্বৰঃ** কাউৰী, **—তালী** কুটনী, **—নাৰীচঃ** ১। কামদেৱ, ২। কুকুৰ, ৩। কামোদ্দীপক কেঁকনি, **—বন্ধঃ** যৌন সঙ্গম, **—হিণ্ডকঃ** নাৰীক ফুচুলাই নিয়া মানুহ। ধৰ্ষণকাৰী। মাইকী চোৰ, কামাসক্ত পুৰুষ।

**ৰতিঃ** *স্ত্ৰী* (ৰম্ ক্তিন্) ১। আনন্দ, প্ৰীতি, সন্তুষ্টি, ২। আসক্তি, ভক্তি, ৩। প্ৰেম, ভালপোৱা, ৪। যৌন সঙ্গম, যৌন সুখ, ৫। কামদেৱৰ পত্নী। ৰ ৬।২, ৬। যোনি, **—কুহৰং** যৌনাঙ্গ, **—গৃহং —ভৱনং, —মন্দিৰং** আনন্দ গৃহ, বেশ্যালয়, যৌনাঙ্গ। **—তস্কৰঃ** নাৰী চোৰ। ধৰ্ষণকাৰী। **—নাগঃ** *পু.* ষোল বিধ ৰতি বন্ধনৰ অন্তৰ্গত পঞ্চদশ বন্ধন, সঙ্গম ভঙ্গি। 'পীড়য়েদূৰুযুগ্মেন কামুকং কামিনী যদি। ৰতিনাগঃ সমাখ্যাতঃ কামিনীনাং মনোৰমঃ।।' **—পতিঃ** কামদেৱ, **—পাশকঃ** *পু.* এবিধ ৰতিবন্ধ। 'পীড়য়েদূৰু যুগ্মেন কামুকো যদি সুন্দৰীম্।। ৰতি পাশস্তথাখ্যাতঃ কামিনীনাং সুখাৱহঃ' **—প্ৰিয়ঃ, —ৰমণঃ** কামদেৱ, **—মদা** *স্ত্ৰী.* এজনী অপ্সৰা। **—মিত্ৰঃ** ৰতি বন্ধ বিশেষ। পাতয়েদূৰু যুগ্মে চ কামুকং যদি কামুকী। ৰতিমিত্ৰস্তদাখ্যাতঃ কামিনীনাং সুখাৱহঃ। **—সুন্দৰঃ** এবিধ ৰতিবন্ধ। 'নাৰী পদদ্বয়ং কামী ধাৰয়েদ্ হৃদয়ে যদি। ধৃতকণ্ঠো ৰমেৎ কামী বন্ধঃ স্যাদ্ৰতিসুন্দৰঃ।।' ৰম।

**ৰতুঃ** *স্ত্ৰী.* দেৱনদী, সত্যবাক, সঁচাকথা।

**ৰতোদ্বহঃ** *পু.* কুলি চৰাই।

**ৰত্নং** *ক্লী.* (ৰময়তীতি ৰম্ ণিচ্ নঃ) ১। মণি, মুক্তা, কু ৫।৫৪; ২। মূল্যবান বস্তু, উৎকৃষ্ট, সৰ্বশ্ৰেষ্ঠ সম্পদ, ৩। সমাসৰ শেষত সৰ্বোৎকৃষ্টতা বুজাবলৈ, যেনে স্ত্ৰী ৰত্ন (স্ত্ৰীৰত্নং দুষ্কুলাদপি), পুত্ৰ ৰত্ন, ৪। চুম্বক, **—কন্দলঃ** *পু.* প্ৰৱাল, **—গৰ্ভঃ** সাগৰ, **—গৰ্ভা** পৃথিৱী, **—দীপঃ, প্ৰদীপঃ** মণি প্ৰদীপ, বন্তিৰ কাম কৰা হীৰা, **—ধেনুঃ** ৰত্নেৰে তৈয়াৰী গাইগৰু, মহাদান এবিধ, **—মুখ্যং** হীৰা, **—ৰাজ্** ৰুবি **—ৰাশিঃ** ৰত্নস্তুপ। সাগৰ, **—সানুঃ** মেৰু পৰ্বত, **—সূঃ, সূতিঃ** পৃথিৱী।

**ৰত্নাকৰঃ** *পু.* ১। সাগৰ, ২। এজন প্ৰখ্যাত কবি। ধ্বনিগাথাপঞ্জিকা, বক্ৰোক্তি পঞ্চাশিকা, হৰবিজয়া আদি গ্ৰন্থৰ প্ৰণেতা। অমৃতভানুৰ পুত্ৰ এই কবি-গৰাকী কাশ্মীৰৰ ৰজা অৱন্তিবৰ্মণৰ ৰাজসভাৰ সভাকবি আছিল। ৰাত ৫।৩৯।

**ৰত্নাঙ্কঃ** বিষ্ণুৰ ৰথ।

**ৰত্নানুবিদ্ধ** *বিণ.* ৰত্নখচিত, মুক্তা লগোৱা (অলঙ্কাৰ)।

**ৰত্নিঃ** *স্ত্ৰী.* পু. ১। মুঠি মৰা হাত। কিলাকুটিৰ পৰা মুঠিলৈকে, ২। কিলাকুটি, ৩। এহাত বা ১৮"।

**ৰত্যঙ্গং** *ক্লী.* যোনি।

**ৰথঃ** *পু.* (ৰম্যতেঽনেনেতি ৰম কথম্) ১। শৰীৰ, 'আত্মানং ৰথিনং বিদ্ধি শৰীৰং ৰথমেৱচ' কঠো ১।৩, ২। ৰথ, যানবাহন, জন্তুৱে টনা গাড়ী, যুদ্ধৰ বাহন, মনু ৮।২৯৫; ৩। বীৰ, ৪। ভৰি বা ঠেং, ৫। শৰীৰৰ অঙ্গ, ৬। নলখাগৰি, ৭। বেঁত গছ, **—কঃ** মন্দিৰৰ অৱয়ৱ বিশেষ, গৰ্ভগৃহ, **—কট্যা** ৰথৰ সমষ্টি, **—কল্পকঃ** ৰজাৰ ৰথসমূহৰ অধ্যক্ষ, **—কাৰঃ** ৰথ বনোৱা মিস্ত্ৰী, কাঠ মিস্ত্ৰী, **—কুটুম্বী (ন্)** সাৰথি, চালক। **—ক্ষোভঃ** ৰথৰ জোকাৰণি, **—গৰ্ভকঃ** পাল্কী, দোলা, **—গুপ্তিঃ** বাহিৰৰ আঘাতাদিৰ পৰা ৰক্ষা পাবৰ কাৰণে ৰথত লগোৱা লো অথবা কাঠৰ আৱৰণ। **—চৰণঃ** ৰথৰ চকা, **—চৰ্য্যা** ৰথৰ ব্যৱহাৰ, ৰথ ভ্ৰমণ, **—নাভিঃ** চকাৰ ধুৰা, ডিলা, **—নীড়ঃ** ৰথৰ ভিতৰ ভাগ, বহা আসনাদি। **—মহোৎসৱঃ, —যাত্ৰাঃ** ১। দেৱতা বিগ্ৰহক ৰথত তুলি শোভাযাত্ৰা, ২। আহাৰ মাহৰ শুক্লা দ্বিতীয়াত পুৰীত জগন্নাথৰ ৰথযাত্ৰা, **—মুখং** ৰথৰ সমুখভাগ, **—বৰ্ত্ম (ন্)** **—বীথিঃ** ৰাজপথ, প্ৰধান পথ, **—বাহঃ** চালক, সাৰথি **—শক্তিঃ** ৰথত ধ্বজা লগোৱা খুঁটি, **—সপ্তমী** মাঘ মাহৰ শুক্লা সপ্তমী।

**ৰথাঙ্গং** *ক্লী.* ১। ৰথৰ চকা, ২। বিষ্ণুৰ চক্ৰ, ৩। কুমাৰৰ চকা, **—ঙ্গঃ** চকোৱা চৰাই, **—পাণিঃ** বিষ্ণু।

**ৰথাগ্ৰঃ** বেঁত গছ।

**ৰথাৰোহী** (ন্) ৰথত উঠি যুদ্ধ কৰা সৈন্য।

**ৰথিকঃ** *পু.* চালক, সাৰথি, ৰথৰ গৰাকী।

**ৰথিনঃ —থিৰঃ** *পু.* ৰথী, মহাৰথী।

**ৰথী** (ন্) ৰথী।

**ৰথোদ্বহঃ, ৰথোপস্থঃ** ৰথত বহা আসন। সাৰথি বহা আসন।

**ৰথ্যঃ** *পু.* ১। ৰথৰ অঙ্গ, ২। ৰথৰ নেতা, ৩। ৰথৰ ঘোঁৰা, **—থ্যা** ১। ৰাজপথ, ২। ৰথৰ সমূহ বা সমষ্টি, ৩। কেবাটাও পথৰ সংযোগ স্থল।

**ৰদ্** উৎখাতে (ভ্বা প স ৰদতি) ১। ফাল, ফালি পেলা, খান্দি পেলা। যেনে— ৰদতি ভূমিং শূকৰঃ, ২। আচোৰ, খোচৰ, দাঁতেৰে কামোৰ।

**ৰদঃ** *পু.* (ৰদতীতি ৰদ্ পচাদিত্বাৎ অচ্) দাঁত। হাতীৰ দাঁত। **—খণ্ডনং** দাঁতৰ কামোৰ। **—ছদঃ** ওঠ। **—নঃ** দাঁত। **—নচ্ছদঃ** ওঁঠ, অধৰ। **—নী, ৰদী** (ন্) হাতী।

**ৰধ্** হিংসনে (দিবা প স ৰধ্যতি) ১। আঘাত কৰ, যাতনা দি, কষ্ট দি, নাশ কৰ, বধ কৰ, ২। ৰান্ধ খাদ্যাদি তৈয়াৰ কৰ।

**ৰন্তিদেৱঃ** *পু.* ১। বিষ্ণু, ২। চন্দ্ৰবংশীয় এজন প্ৰসিদ্ধ ৰজা, সাংস্কৃতিৰ পুত্ৰ। ৰজা ভৰতৰ পিচৰ ষষ্ঠ পুৰুষ। ৰন্তিদেৱ এজন অতি ধাৰ্মিক ৰজা আছিল। ধৰ্ম কাৰ্য্যত তেওঁৰ যশস্যা চাৰিওফালে বিয়পি পৰিছিল। বিপুল ধনৰাশি তেওঁ যাগ-যজ্ঞতে ব্যয় কৰিছিল। প্ৰবাদ আছে তেওঁ যজ্ঞত নিতৌ দুহাজাৰ পশু নিধন কৰিছিল। পশুৰ ছালবিলাকৰ পৰা ওলোৱা তেজেৰে এখন নদীৰ সৃষ্টি হয়। সেই নদীখনৰ নাম চৰ্মণ্বতী, মে ৪৫।

**ৰন্তু** *ক্লী.* ১। বাট, পথ, ২। নদী।

**ৰন্ধনং, ৰন্ধিঃ** (ৰধ্ ভাৱে নট্) ১। পাক, ৰন্ধন কাৰ্য্য, ২। নাশ, ধ্বংস।

**ৰন্ধিতং** *ক্লী.* ৰন্ধা বস্তু, যেনে ভাত আঞ্জা।

**ৰন্ধ্ৰং** *ক্লী.* (ৰধ্ বাহুলকাৎ ৰক্) ১। দুৰ্বল বিন্দু, ২। দুষণ, দোষ, ৰ ১২।১১; ২। বিন্ধা, ছিদ্ৰ, গাঁত, ফাক, ৩। যোনি, **—বক্ৰঃ** এন্দুৰ। **—ৱংশঃ** ফোঁপোলা বাঁহ।

**ৰফ্** ৰংধ গত্যাম্ ক) (ভ্বা প স ৰফতি)

খ) (ভ্বা আ স ৰম্ফ্যতে)

১। আঘাত কৰ, নাশ কৰ, বধ কৰ, ২। যা, গমন কৰ, আগুৱাই যা।

**ৰভ্** ৰাভস্যে, প্ৰাৰম্ভে (ভ্বা আ অ ৰভতে) ১। আৰম্ভ কৰ, ২। উৎসুক হ, আগ্ৰহী হ, ব্যগ্ৰ হ, (যেনে— ৰভতে পুণ্যে সাধুঃ), **আ—, প্ৰা—** আৰম্ভ কৰ, প্ৰাৰম্ভ কৰ, আগ্ৰহী হ, ব্যগ্ৰ হ, **পৰি—** সাবটি ধৰ, শি ৯।৭২, **সং—** আলোড়িত হ, নিমজ্জিত হ। ক্ৰোধান্বিত হ। (ণিজন্ত) ৰম্ভয়তি -তে; (সনন্ত) ৰিপ্সতে।

**ৰভঃ** (স্) *ক্লী.* ১। বল, জোৰ, বেগ, বলাৎকাৰ, ২। অত্যাচাৰ।

**ৰভস** *বিণ.* (ৰভ্ অসচ্) ১। প্ৰচণ্ড, প্ৰবল, ভয়ানক, অত্যাচাৰী, শক্তিশালী, **—সঃ** *পু.* ১। ধৰ্ষণ, অত্যাচাৰ, বলাৎকাৰ, ২। লৰালৰি, শীঘ্ৰতা, ৩। খং, ক্ৰোধ, উন্মত্ততা, ৪। হৰ্ষ, আনন্দ, প্ৰেমোৎসাহ, গীত ৫।৬, সম্ভ্ৰম, উৎসুকতা, কি ৫।১।

**ৰম্** ক্ৰীড়ে (ভ্বা আ অ মতে) ১। আনন্দ কৰ, আনন্দিত হ, সন্তুষ্ট হ, ২। খেল-ধেমালি কৰ, ৩। যৌন সঙ্গম কৰ (ণিজন্ত) ৰময়তি -তে—, (সনন্ত) ৰিৰংসতে, **অভি—** আনন্দ কৰ, **আ—** বিৰাম কৰ, থমকি ৰ, **ৱি—** ১। শেষ কৰ, ছেদ কৰ, ২। বন্ধ কৰ, বিৰাম কৰ, এৰি পেলা। **সং—** আনন্দিত হ।

**ৰম** *বিণ.* (ৰম্ পচাদ্যচ্) আনন্দদায়ক, তৃপ্তিদায়ক, **—মঃ** ১। আনন্দ, হৰ্ষ, ২। পতি, প্ৰেমিক, ৩। কামদেৱ।

**ৰমঠং** *ক্লী.* (ৰম্ অঠন্) হিং, হিঙ্গু। **—ধ্বনিঃ** হিং।

**ৰমণং** *ক্লী.* (ৰম্ ণিচ্ ল্যুঃ) ১। আনন্দ, খেল-ধেমালি, ২। প্ৰেম, প্ৰীতি, ভালপোৱা, ৩। যৌন সঙ্গম, মৈথুন, শি ১১।১৯; ৪। নিতম্ব আৰু কৰণ্ডন, ৰতি উৎপাদন, **—ণঃ** *পু.* ১। প্ৰেমিক, পতি, মে ৩৭; ২। কামদেৱ, ৩। গাধ, ৪। অণ্ডকোষ, **—ণা, —ণী** *স্ত্ৰী.* ১। ধুনীয়া তিৰোতা, ২। পত্নী, ৰক্ষিতা, ৩। নাৰী।

**ৰমণীয়** *বিণ.* (ৰম্ অনীয়ৰ্) সুন্দৰ, ধুনীয়া, মনোৰম, গীত ১।১১।

**ৰমতিঃ** *পু.* (ৰমতেঽস্মিন্নিতি ৰম্ অতি), ১। নায়ক, ২। স্বৰ্গ, ৩। কাউৰী, ৪। কাল, সময়, ৫। কামদেৱ।

**ৰমা** *স্ত্ৰী.* (ৰময়তীতি ৰম-ণিচ্ টাপ্) ১। দেৱী লক্ষ্মী, ২। পত্নী, ৩। ঐশ্বৰ্য্য, সম্পত্তি, ৪। শশিধ্বজ ৰজাৰ কন্যা। কল্কিদেৱৰ পত্নী : কল্কিপু ২৫ অ:, ৫। শোভা, সৌন্দৰ্য্য,.৬। গঙ্গা, **—কান্ত, —নাথ, —পতিঃ** বিষ্ণু, **—ৱেষ্টঃ** তাৰ্পিণ তেল।

**ৰম্ভঃ** *পু.* (ৰম্ভ্ মঞ্) ১। এবিধ বান্দৰ, ২। ৰম্ভাসুৰ, মহিষাসুৰৰ পিতা। **—ম্ভা** *স্ত্ৰী.* ১। কল গছ। নৈ ২।৩৭; ২। পৰমা সুন্দৰী অপসৰা এগৰাকী, ৩। গৌৰী, শক্তি পীঠৰ অন্যতমা, 'গৌৰী প্ৰোক্তা কান্যকুব্জে ৰম্ভা তু মলয়াচলে।' ৪। গৰুৰ হেম্বেলনি, ৫। বেশ্যা, **—তৃতীয়া** আঘোণ মাহৰ শুক্লা তৃতীয়া। ব্ৰতোপবাস।

**ৰম্ভোৰুঃ** *স্ত্ৰী.* কলটোৰ দৰে যাৰ উৰু। কৰগুন আৰু আঁঠুৰ ফালটো সৰু মাজখিনি সুগোল সুঠাম ধুনীয়া।

**ৰম্য** *বিণ.* (ৰম যৎ) মনোৰম, ধুনীয়া, সুন্দৰ, **—ম্যং** পুৰুষৰ বীৰ্য্য, শুক্ৰ, **—ম্যঃ** ১। বক ফুলৰ গছ, ২। চম্পক ফুলৰ গছ, **—ম্যা** ১। ৰাতি, ২। গঙ্গা, ৩। স্থলপদ্ম।

**ৰম্ৰঃ** *পু.* (ৰম্ ৰঃ) ১। অৰুণ ৰঙ, ২। শোভা।.

**ৰয়** গতৌ (ভ্বা আ স ৰয়তি) যা, গমন কৰ, আগ বাঢ়।

**ৰয়ঃ** *পু.* (ৰয় ঘঃ) ১। গতিবেগ, ২। (নদীৰ)প্ৰবাহ, সোঁত, ৩। পুৰুৰৱৰ এজন পুত্ৰ।

**ৰবাটী** *স্ত্ৰী.* কপাল, ললাট।

**ৰল্লকঃ** *পু.* ১। কম্বল, উণৰ কাপোৰ, ২। চকুৰ ভ্ৰূ, ৩। এবিধ হৰিণ।

**ৰৱঃ** *পু.* (ৰু ধবনৌ ভাৱে অপ্) ১। ধ্বনি, শব্দ, চিঞৰ, গৰ্জন, ২। চৰাইৰ মাত, ৰ ৯।২৯; ৩। কোৰাল, চিঞৰ-বাখৰ, **—থঃ** কুলি চৰাই।

**ৰৱণ** *বিণ.* ১। শব্দকাৰী, গৰ্জনকাৰী, ২। তপত, তীক্ষ্ণ, ৩। চঞ্চল, অস্থিৰ, **—ণং** তাম, কাঁহ (ধাতু) **—ণঃ** উট, শি ১২।২; কুলি চৰাই।

**ৰৱিঃ** *পু.* (ৰূয়তে স্তূয়তে ইতি ৰু ইঃ) ১। সূৰ্য্য, ২। আকন গছ, **—কান্তঃ** সূৰ্য্যকান্ত মণি, **—জঃ তনয়ঃ, নন্দনঃ, —পুত্ৰঃ, সুনু** ১। শনি গ্ৰহ, ২। কৰ্ণ, ৩। বলিৰাজ, ৪। সুগ্ৰীৱ, ৫। বৈৱস্বত মনু, ৬। যমৰাজ, ৭। সাৱৰ্ণিক মনু **—নাথঃ** পদুম ফুল, বন্ধুক ফুল, **—প্ৰিয়ং** ৰঙা পদুম, তাম ধাতু, **—প্ৰিয়ঃ** ৰঙা কৰবী, **—বন্ধুকং** মাণিক্য, 'ৰবি', **—লোহং** তাম ধাতু, **—লোচনঃ** বিষ্ণুঃ, **—ৱাৰঃ, ৱাসৰঃ** দেওবাৰ, **—সংক্ৰান্তি** *স্ত্ৰী.* ৰাশিত ৰবিৰ সংক্ৰমণ।

**ৰশনা, ৰসনা** *স্ত্ৰী.* (অশ্ ব্যাপ্তৌ ইতি যুচ্ ৰসাদেশশ্চ) ১। ৰচি, জুৰী, ২। পেটী, লাগাম, ৩। মেখলা, কাঞ্চী, মে ৩৫; ৪। জিভা।

**ৰশনোপমা** *স্ত্ৰী.* এবিধ উপমা অলঙ্কাৰ। ইয়াত পূৰ্ব্বৰ উপমেয়বিলাক পিছত উপমান হৈ যায়।

**ৰশ্মিঃ** *পু.* (অশ্ ব্যাপ্তৌ ইতি মিঃ) ১। কিৰণ, পোহৰৰ ৰেখা, মনু ৫।১৩৩; ২। চকুৰ ভ্ৰূ, ৩। ঘোঁৰাৰ লাগাম, ঋবে ১।২৮।৪; **—কলাপঃ** ৫৪ ডাল-গুণা থকা মুক্তাৰ হাৰ। **—মান্** (ৎ) সূৰ্য্য।

**ৰস্** ক) শব্দে (ভ্বা প অ ৰসতি) ১। চিঞৰ মাৰ, গৰ্জন কৰ, ২। ধ্বনি তোল, শব্দ কৰ, ঝুণ ঝুণ শব্দ কৰ, ৩। প্ৰতিধ্বনি কৰ।

খ) আস্বাদে, স্নেহে (চুৰা উ স ৰসয়তি –তে) স্বাদ (সোৱাদ) ল, খাই ভাল পা, জুতি লাগ, তৃপ্তি পা, শ ১০।২৭।

**ৰসঃ** *পু.* (ৰসতীতি ৰস্ পচাদ্যচ্) ১। ৰসেন্দ্ৰিয়গ্ৰাহ্য বস্তু। ৰস, (গছ বা ফলৰ) ৰস, জুলীয়া অংশ, ২। যি কোনো জুলীয়া পদাৰ্থ, পানী, ৩। পেয়, চৰ্বতাদি, ৪। সোৱাদ, জুতি, ৫। এঢোক (পানী বা ঔষধ) (এনে ৰস ছয়বিধ : কটু, অম্ল, মধুৰ, লৱণ, তিক্ত আৰু কষায়), ৬। মচলা, 'চচ', যেনে সৰিয়হ, বিলাহী, জলকীয়া আদিৰ ৰস, ৭। বাসনা, স্পৃহা, ৮। প্ৰেম, মৰম, প্ৰীতি, ৯। সৌন্দৰ্য্য, মনোমোহা গুণ, ১০। অনুৰাগ, ১১। কৰুণতা, ১২। কাব্যৰ ৰস।

'ৱাক্যং ৰসাত্মকং কাব্যম।' কাব্য ৰস আঠ বিধ— শৃঙ্গাৰ, হাস্য, কৰুণ, ৰৌদ্ৰ, বীৰ, বীভৎস, অদ্ভুত আৰু ভয়ানক। ইয়াৰ লগত কোনো কোনোৱে 'শান্ত ৰস আৰু বাৎসল্য ৰস যোগ দি ৰস মুঠতে দহ বিধ বুলি কয়, ১৩। কোনো বস্তুৰ সাৰ অংশ, ১৪। শৰীৰৰ ৰস, ১৫। পুৰুষৰ বীৰ্য্য, শুক্ৰ, ১৬। পাৰদ, পাৰা, ১৭। বিহ, বিষাক্ত জুলীয় দ্ৰব্য, ১৮। খনিজ লোণ, ১৯। সেন্দুৰ, **—কৰ্ম** পাৰা তৈয়াৰ কৰা কাৰ্য্য, **—কেসৰং** কৰ্পূৰ, **—গন্ধঃ** এবিধ সুগন্ধি গছৰ ৰস, গন্ধক। **—গৰ্ভঃ** সেন্দুৰ, **—জং** তেজ, ৰক্ত, **—জঃ** গুড়, মনু ১১।১৪৪; **—জ্ঞ** *বিণ.* ৰসবেত্তা, কাব্য ৰস সম্বন্ধে সম্পূৰ্ণ জ্ঞান থকা ব্যক্তি, **—জ্ঞঃ** ১। কাব্য সমালোচক, কবি, ২। চিকিৎসক, ৩। ৰসায়নিক, **—জ্ঞা** জিভা, **—তেজঃ** (স্) ৰক্ত, **—দঃ**

চিকিৎসক, **—ধাতুঃ —শ্ৰেষ্ঠঃ** পাৰা, **—শাস্ত্ৰং** ৰাসায়ন বিজ্ঞান, **—সিদ্ধ** ৰসজ্ঞ, ৰসায়ন শাস্ত্ৰবেত্তা। **—সিদ্ধিঃ** *স্ত্ৰী.* ৰস-নৈপুণ্য।

**ৰসনং** *ক্লী.* (ৰস্ ভাৱে ল্যুট) আস্বাদন, ধ্বনি। জিভা। **—না** জিভা। ৰচি, লাগাম, **—মেখলা** কাঞ্চী।

**ৰসা** *স্ত্ৰী.* (ৰস অচ টাপ্) ১। পৃথিৱী, ২। নৰক, ৩। জিভা, **—তলং** ৰসাতল। সাতখন নৰকৰ এখন।

**ৰসাত্মক** *বিণ.* ৰসযুক্ত, ৰসাল। জুলীয়া।

**ৰসাভাসঃ** *পু.* ১। ৰসৰ আভাস মাত্ৰ থকা কাব্য, ২। ৰসৰ অনুচিত প্ৰকাশ।

**ৰসায়নং** *ক্লী.* (ৰসো দুগ্ধং অয়নং মূলং যস্য ইতি) ১। টেঙা দৈ। মাখন মথা পানী, ২। বিহ, ৩। জড়া-ব্যাধি নাশক ঔষধ, শি ২।৯৩; **—নঃ** গৰুড়, **—ফলা** *স্ত্ৰী.* শিলিখা, **—শ্ৰেষ্ঠঃ** পাৰা।

**ৰসালং** *ক্লী.* (ৰসং আলাতি গৃহ্লাতীতি আ লা কঃ) ১। এবিধ সুগন্ধি গছৰ এঠা, । ধূপ বা ধূনা, **—লঃ** *পু.* ১। কুঁহিয়াৰ, ২। আম গছ, ৩। কঁঠাল গছ, **—লা** ১। জিভা, ২। দূবৰি ঘাঁহ, ৩। আঙুৰ, ৪। জিভা।

**ৰসিক** *বিণ.* (ৰস্ ঠন্) ১। স্বাদু, মধুৰ, ৰসাল, ২। সুন্দৰ, মনোৰম, ধুনীয়া, ৩। গুণজ্ঞ, ৰস বুজা লোক, কাব্যৰস, আস্বাদনকাৰী, ৰসাসক্ত, **—কঃ** *পু.* ১। সাৰসপক্ষী, ২। ঘোঁৰা, ৩। হাতী, ৪। লম্পট, কামুক, **—কা** ১। জিভা, ২। কুঁহিয়াৰৰ ৰস, কাঞ্চী, মেখলা।

**ৰসিকেশ্বৰঃ** শ্ৰীকৃষ্ণ।

**ৰসিত** *বিণ.* (ৰস ভাৱে ক্তঃ) ১। আস্বাদিত, সোৱাদ পোৱা, ৰসযুক্ত। ২। সোণৰ পানী চৰোৱা। **—তং** ১। মদ, সুৰা, ২। চিঞৰ, গৰ্জন, ৩। মেঘৰ গাজনি, ৪। ডাঙৰ শব্দ।

**ৰসুনঃ, ৰসোনঃ, —নকঃ** নহৰু।

**ৰসেন্দ্ৰঃ** *পু.* পাৰা।

**ৰসোত্তমঃ** *ক্লী.* (ৰস উদ্ ভূ অচ্) সেন্দুৰ।

**ৰস্য** *বিণ.* জুলীয়া, পনীয়া, ৰসাল, **—স্যং** তেজ।

**ৰংহ্** গতৌ (চুৰা প অ ৰংহয়তি) যা, গমন কৰ, আগুৱাই যা।

**ৰংহঃ** (স্) *ক্লী.* (ৰংহ অসুন্) গতিবেগ। ৰ ২।৩৪

**ৰহ্** ত্যজি ১। ভ্বা প স ৰহতি), ২। (চুৰা উ স ৰহয়তি —তে) এৰ, ত্যাগ কৰ, এৰি গুচি যা, এৰি দি, কি ২।১৪।

**ৰহঃ** (স) *ক্লী.* ১। নিৰ্জনতা, জনশূন্যতা, গুপ্তস্থান, ২। ৰহস্য, গোপনীয়তা, ৩। যৌনসঙ্গম। (অব্য) মনে মনে, গুপ্তভাৱে একান্তে।

**ৰহণং** *ক্লী.* (ৰহ ল্যুট) ত্যাগ, বিচ্ছেদ, বিভাজন।

**ৰহস্য** *বিণ.* (ৰহসি ভৱং ৰহস যৎ) ১। গোপনীয়, একান্ত, নিৰ্জন, ২। অদ্ভুত, **—স্যং** ১। গোপনীয় কথা, ২। সম্মোহন মন্ত্ৰ, বীজ মন্ত্ৰ, গুপ্ত মন্ত্ৰ, ৩। গুপ্ত চৰিত্ৰ, ৪। গুপ্ত বিদ্যা, **—স্যং** *অব্য.* গুপ্তভাৱে, মনে মনে, একান্তে, **—ভেদঃ, —ৱিভেদঃ** গুপ্ত কথা প্ৰকাশ কৰা কাৰ্য্য। **—ব্ৰতং** গুপ্তব্ৰত বা তপস্যা। সম্মোহন অস্ত্ৰ বা বাণৰ ওপৰত আধিপত্য থকা গুপ্ত বিদ্যা।

**ৰহিত** *বিণ.* (ৰহ ক্ত) ১। বৰ্জিত, ত্যক্ত, হীন, ২। বিচ্ছিন্ন ৩। একান্ত, জনবৰ্জিত।

**ৰা** দানে গ্ৰহণে (অদা প স ৰাতি) ১। দান কৰ, দি অনুদান দি, ২। গ্ৰহণ কৰ, ল।

**ৰাঃ** *স্ত্ৰী.* (ৰা ক্বিপ) দান, সোণ, ধন-সম্পত্তি।

**ৰাকা** *স্ত্ৰী.* (ৰা কঃ টাপ্) ১। এখন নদী, ২। পূৰ্ণিমা ৰাতি, পূৰ্ণিমা তিথি, ৩। পূৰ্ণিমাৰ অধিষ্ঠাত্ৰী দেবী, ৪। 'প্ৰথম শান্তি হোৱা' ছোৱালী, ৫। খৰ, খজুতি, ৬। এজনী ৰাক্ষসী, খৰ আৰু শূৰ্পণখাৰ মাতৃ।

**ৰাক্ষসঃ** *পু.* (ৰক্ষন্তি অস্মাৎ ৰক্ষঃ, ৰক্ষ এৱ ৰাক্ষস) ১। দানব, দৈত্য, ৰাক্ষস, পিশাচ, ২। আঠ বিধ বিবাহৰ এবিধ। যুদ্ধত শত্ৰুক ধ্বংস কৰি শত্ৰুকন্যাক বলেৰে টানি আনি কৰোৱা বিবাহ, মনু ৩।৩৩, ৩। নন্দৰাজৰ মুখ্য মন্ত্ৰীৰ নাম। পিচত কৌটিল্যই এওঁক ছলেৰে পৰাজিত কৰি চন্দ্ৰগুপ্তৰ ফলীয়া কৰে। (মুদ্ৰাৰাক্ষস)। **—সী** ১ দানৱী, পিশাচিনী ২। সন্ধ্যা বেলা। 'ৰাক্ষসী নাম সা ৱেলা গৰ্হিতা সৰ্ব্বকৰ্মসু।'

**ৰাক্ষা লাক্ষা।** লা।

**ৰাগঃ** *পু.* (ৰঞ্জ্ ঘঞ্) ১। মাৎসৰ্য্য, ২। ৰঙা ৰং আলতা, ৩। ৰং, ৪। প্ৰেম, প্ৰীতি, ৫। ইন্দ্ৰিয় সুখ ৬। অনুৰাগ, সহানুভূতি, ৭। আনন্দ, ৮। খং, ক্ৰোধ, ৯। সঙ্গীতৰ ৰাগিণী। সঙ্গীতশাস্ত্ৰ মতে এনে প্ৰধান ৰাগ ছয়টা ঃ কৌশিক, হিন্দোল, দীপক, শ্ৰীৰাগ, মেঘমল্লাৰ আৰু ভৈৰৱ, ১০। সঙ্গীতৰ সুৰ সমলয়, ১১। দুখ শোক, **—চূৰ্ণঃ** ১। খয়েৰ বৃক্ষ.

২। ৰঙা সীহ, ৩। আলতা, ৪। আবিৰ, ফাকু গুড়ি, ৫। কামদেৱ, **—চন্দ্রঃ** কামদেৱ, **—দালিঃ** মচুৰ দালি, **—বন্ধঃ** অনুৰাগৰ অভিব্যক্তি প্ৰকাশ, **—যুক্** (জ) 'ৰুবি' মাণিক, **—ৰজ্জুঃ** **—বৃন্তঃ** কামদেৱ। **—লতা** কামদেৱৰ পত্নী, ৰতি, **—ষাড়ৱঃ** মগু মাহৰ জোলৰ লগত ডালিম আৰু আঙুৰৰ ৰস। **—সূত্ৰং** ১। তুলাচনীৰ গুণা বা সূতা, ২। পাটৰ সূতা, ৰঙীন সূতা।

**ৰাগাৰু** *বিণ.* আশা দি দানবিমুখ কৰা ব্যক্তি।

**ৰাগাশনিঃ** বুদ্ধ।

**ৰাগিণী** *স্ত্রী.* (ৰাগ ইনিঃ ঙীপ) ১। বিদগ্ধা নাৰী, ২। মেনকা, জ্যেষ্ঠা কন্যা, ৩। জয়শ্ৰী নামৰ লক্ষ্মী, ৪। ছয় ৰাগৰ পত্নীস্বৰূপা। এনে ৰাগিণী ত্ৰিশটা, ৫। ব্যভিচাৰিণী তিৰোতা।

**ৰাগী (ন্)** *বিণ.* (ৰাগ ইনিঃ) ১। অনুৰক্ত, ২। বিষয়াভিলাষী, ৩। ৰঙা বৰণীয়া।

**ৰাঘ** শক্তৌ (ভ্বা আ অ ৰাঘতে) শক্তিমান হ, সমৰ্থৱান হ সমৰ্থ হ। সক্ষম হ।

**ৰাঘৱঃ** *পু.* (ৰঘোৰ পত্যম ৰঘু অণ) ১। শ্ৰীৰামচন্দ্ৰ, ৰ ১২।৩২; ২। সম্ৰাট অজ, ৩। ৰজা দশৰথ, ৪। এবিধ ডাঙৰ মাছ, ৰাঘবৰালি।

**ৰাঘৱায়নং** *ক্লী.* (ৰাঘৱস্য, ৰামস্য অয়নং শাস্ত্ৰম্) ৰামায়ণ।

**ৰাঙ্কৱ** *বিণ.* ৰঙ্কু নামৰ হৰিণ সমন্ধীয় অথবা এই হৰিণৰ ছালেৰে তৈয়াৰী, **—ৱং** উণৰ কাপোৰ। কম্বল।

**ৰাজ** দীপ্তৌ (ভ্বা উ অ ৰাজতি -তে) ১। উজ্জ্বল হ, চকচকীয়া হ, সুন্দৰ হ, প্ৰখ্যাত হ, ২। শাসন কৰ, (ণিজন্ত) ৰাজয়তি -তে, **নী—** আৱতি কৰ, **বি—** বিৰাজ কৰ।

**ৰাজ** *পু.* ৰজা, সম্ৰাট, যুৱৰাজ।

**ৰাজকং** ৰজাৰ সমূহ বা সমষ্টি, কি ২।৪৭; **—কঃ** ক্ষুদ্ৰ ৰজা।

**ৰাজকন্যা** ৰজাৰ জীয়াৰী।

**ৰাজকীয়** *বিণ.* ৰজা সম্বন্ধীয়।

**ৰাজকুমাৰঃ** *পু.* যুৱৰাজ, ৰাজপুত্ৰ।

**ৰাজকুলং** *ক্লী.* ১। ৰাজবংশ, ৰাজ পৰিয়াল, ২। ৰাজসভা, ৩। ৰাজ আদালত, ৪। ৰাজ প্ৰাসাদ, ৫। ৰজা, গৰাকী, স্বামী।

**ৰাজগামী (ন্)** ১। ৰাজকীয়, ২। উত্তৰাধিকাৰীহীন সম্পত্তি ৰজাৰ হাতলৈ যোৱা কাৰ্য।

**ৰাজগৃহং** ৰাজঘৰ। মগধৰ ৰাজধানী।

**ৰাজঘ** *বিণ.* সুতীক্ষ্ণ। ৰাজহন্তা। ৰজা হত্যাকাৰী।

**ৰাজচিহ্নং** ৰাজকীয় আহিলা, চিন।

**ৰাজত** ৰৌপ্য নিৰ্মিত।

**ৰাজতালঃ** তামোল গছ।

**ৰাজত্বং** *ক্লী.* ৰাজতা, ৰাজকীয়তা।

**ৰাজদন্তঃ** ওপৰ পাৰি দাঁতৰ মাজৰ দাঁত দুটা।

**ৰাজদণ্ডঃ** ৰজাৰ দণ্ড, অধিকাৰ, শাসন, শাস্তি বিধান।

**ৰাজদ্ৰোহঃ** ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ।

**ৰাজধৰ্মঃ** *পু.* ৰজাৰ কৰ্তব্য। ৰাজনীতি।

**ৰাজধানং, —ধানিকা, —ধানী** ৰজাৰ বাসস্থান, ৰাজপ্ৰাসাদ, দেশ বা ৰাজ্যৰ প্ৰধান চহৰ। চৰকাৰী কামকাজৰ মুখ্য স্থান, ৰ ২।১০।

**ৰাজনয়ঃ, —নীতিঃ** *স্ত্রী.* ৰাজ্যৰ শাসন আৰু শাসন নীতি, চৰকাৰী ন্যায়-নীতি, চৰকাৰী কৌশল বা কূটনীতি।

**ৰাজনীলঃ** মৰকত মণি।

**ৰাজন্যঃ** *পু.* (ৰাজন যৎ) ১। ক্ষত্ৰিয়, ঋবে ১০।৯০।১২, ২। ৰাজপুত্ৰ, ৩। অগ্নি, **—কং** ক্ষত্ৰিয় গোষ্ঠী।

**ৰাজন্বান্** *বিণ.* ৰজা থকা দেশ বা ৰাজ্য। ৰ ৬।২২

**ৰাজপট্টঃ** *পু.* হীৰা।

**ৰাজপদ্ধতিঃ** *স্ত্রী.* ১। ৰাজনীতি, ৰাজমাৰ্গ, ২। ৰাজ-আলি, প্ৰধান পথ।

**ৰাজপুত্ৰঃ** *পু.* (ৰাজ্ঞঃ চন্দ্ৰস্য চ পুত্ৰঃ) ১। ৰজাৰ পুত্ৰ, ২। বুধবাৰ, ৩। ক্ষত্ৰিয়, **—ত্ৰী** *স্ত্রী.* ৰাজকন্যা, ৰাজৰীতি, মালতী ফুল, মাইকী চিকা।

**ৰাজপুৰুষঃ** *পু.* ৰাজ বিষয়া, মন্ত্ৰী, সচিব।

**ৰাজপ্ৰেষ্যঃ** ৰজাৰ ভৃত্য।

**ৰাজফলং** পটোল।

**ৰাজবদৰং** ৰঙা আমলখী, নিমখ।

**ৰাজবীজী (ন্)** ৰাজবংশ।

**ৰাজভদ্ৰকঃ** ১। কুষ্ঠ। নিম গছ।

**ৰাজভৃতঃ** ৰজাৰ সৈন্য।

**ৰাজভৃত্যঃ** চৰকাৰী চাকৰিয়াল।

**ৰাজভোগঃ** ৰজাৰ আহাৰ।

**ৰাজমাৰ্গঃ** ৰাজ-আলি, ৰাজপথ, ৰাজনীতি।

**ৰাজমাষঃ** ৰাজমাহ।

**ৰাজমুদ্ৰাঃ** ৰাজচিহ্ন।

**ৰাজযক্ষ্মা (ন্)** *পু.* ক্ষয়ৰোগ।

**ৰাজযোগঃ** ১। (জ্যোতিষ) গ্ৰহ আৰু নক্ষত্ৰৰ বিশেষ সংস্থিতি, যাৰ ফলত জন্ম হোৱা সন্তান ভৱিষ্যতে দেশৰ ৰজা হ'ব বুলি গণনা কৰি ভৱিষ্যতবাণী কৰা হয়, ২। ৰজাৰ কাৰণে নিৰ্দ্ধাৰণ কৰা ধ্যান বা তপস্যা।

**ৰাজৰঙ্গঃ** *পু.* ৰূপা।

**ৰাজৰাজঃ** *পু.* ১। কুবেৰ, কি ৫।৫১; ২। সাৰ্বভৌম সম্ৰাট, ৩। চন্দ্ৰ।

**ৰাজৰীতিঃ** ১। ৰাজনীতি, ২। পিতল ধাতু।

**ৰাজৰ্ষিঃ** (ৰাজা ঋষিৰেৱ শ্ৰেষ্ঠত্বাৎ) ঋষিতুল্য ৰজা, শ্ৰেষ্ঠ সম্ৰাট। ঋতুপৰ্ণাদি ৰজাৰ দৰে সম্ৰাট।

**ৰাজলক্ষ্মা** (ন্) যুধিষ্ঠিৰ।

**ৰাজলক্ষ্মী** *স্ত্ৰী.* ৰাজশ্ৰী, ৰাজ ঐশ্বৰ্য্য।

**ৰাজৱংশ্যঃ** ৰাজ পৰিয়ালত জন্ম হোৱা।

**ৰাজৱাহঃ** ঘোঁৰা।

**ৰাজৱাহ্যঃ** ৰজাই উঠা হাতী।

**ৰাজৱিদ্যা** ৰাজনীতি।

**ৰাজশণঃ** পাট সূতা।

**ৰাজশৃঙ্গং** সোণৰ নাল লগোৱা ৰাজছত্ৰ, **—ঙ্গঃ** মাগুৰ মাছ।

**ৰাজস্** *বিণ.* (ৰজস্ অণ্) ৰজোগুণসম্পন্ন। ৰজোগুণৰ পৰা উদ্ভৱ হোৱা, গী ১৮।৩৮।

**ৰাজসংসদ** *স্ত্ৰী.* ৰাজসভা।

**ৰাজসদনং** ৰাজপ্ৰাসাদ।

**ৰাজসৰ্ষপ** ক'লা সৰিয়হ।

**ৰাজসাযুজ্যং** সাৰ্বভৌমত্ব।

**ৰাজসাৰসঃ** ম'ৰা চৰাই।

**ৰাজসূয়ঃ** (ৰাজ্ঞা লতাত্মকঃ সোমঃ সূয়তে অত্ৰেতি সু অধিকৰণে ক্যপ্)। ৰজাই অনুষ্ঠিত কৰিব লগীয়া বিৰাট যজ্ঞ বিশেষ। এই যজ্ঞত ওচৰে-পাজৰে থকা আন তলতীয়া ৰজাবিলাকেও ভাগ লয়। সাধাৰণতে সম্ৰাটৰ অভিষেকৰ সময়ত এই যজ্ঞ পতা হয়।

**ৰাজস্কন্ধঃ** ঘোঁৰা।

**ৰাজস্বং** *ক্লী.* ১। ৰজাৰ ধন-সম্পত্তি, ২। কৰ, ৰাজহ।

**ৰাজহংসঃ** ৰাজহাঁহ।

**ৰাজহাসকঃ** *পু.* এবিধ মাছ। ভকুৱা মাছ।

**ৰাজা** *পু.* ৰাজন্ শব্দৰ পু ১মা ১ব, ১। ৰজা, সম্ৰাট, ২। ·গ, মনু ২।৩২; ৩। চন্দ্ৰ, যক্ষ, ৪। ইন্দ্ৰ।

**ৰাজান্নং** *ক্লী.* এবিধ বিশেষ ধান। অন্ধ্ৰ প্ৰদেশত হোৱা শালি ধান বিশেষ। ৰজাৰ অন্ন, মনু ৪।২১৮।

**ৰাজাম্ৰঃ** এবিধ আম।

**ৰাজাহিঃ** *পু.* দুমুখীয়া সাপ।

**ৰাজিঃ —জীঃ** *স্ত্ৰী.* ১। শ্ৰেণী, ৰেখা, শাৰী, পংক্তি আস ৬৯৩; **—কা** *স্ত্ৰী.* ১। শাৰী, ২। ক'লা সৰিয়হ। পংক্তি।

**ৰাজিলঃ** *পু.* ঢোঁৰা সাপৰ দৰে বিষ নোহোৱা সাপ এবিধ।

**ৰাজীৱং** *ক্লী.* ৰঙা পদুম। **—ৱঃ** ১। এবিধ হৰিণ, ২। সাৰেং জাতীয় এবিধ ডাঙৰ চৰাই, ৩। হাতী।

**ৰাজ্ঞী** *স্ত্ৰী.* (ৰাজন্ ঙীপ্) ৰাণী, মহাৰাণী, ৰজাৰ পত্নী।

**ৰাজ্যং** *ক্লী.* (ৰাজ্ঞঃ কৰ্ম ভাৱঃ বা ৰাজন্ যৎ) ১। সাৰ্বভৌমত্ব, ৰাজত্ব, ৰাজ অধিকাৰ, ২। দেশ, ৰাজ্য, সাম্ৰাজ্য, **—কৰঃ** ৰাজহ, **—চ্যুত** সিংহাসনৰ পৰা অপসাৰিত **—তন্ত্ৰং** ৰাজ্য শাসনবিধি, চৰকাৰী শাসনতন্ত্ৰ, **—ভাৰঃ** চৰকাৰৰ শাসনভাৰ, **—ব্যৱহাৰঃ** শাসননীতি, চৰকাৰী প্ৰশাসন।

**ৰাজ্যাঙ্গং** ৰাজ্য শাসনৰ উপায়, সাধনসমূহ। এনে অঙ্গ আঠ বিধ ১। স্বামী, ২। অমাত্য, ৩। সুহৃদ, ৪। ৰাজকোষ, ৫। ৰাষ্ট্ৰ, ৬। দুৰ্গ, ৭। সৈন্য বাহিনী, ৮। পৌৰবাসীৰ শ্ৰেণী।

**ৰাটিঃ** *স্ত্ৰী.* (ৰট্ ণিচ্ ইন্) যুদ্ধ।

**ৰাঢ়কঃ** *পু.* এখন ৰাজ্যৰ নাম।

**ৰাঢ়া** *স্ত্ৰী.* শোভা, জ্যোতি, সূক্ষ্মতা। বঙ্গদেশৰ এখন জিলাৰ নাম।

**ৰাত্ৰং** *ক্লী.* ১। জ্ঞান, নাৰদৰ 'পঞ্চৰাত্ৰ'ৰ অৰ্থ পঞ্চজ্ঞান, ২। ৰাতি। **—কং** পঞ্চৰাত্ৰ।

**ৰাত্ৰিঃ ত্ৰী** *স্ত্ৰী.* (ৰাতি দদাতি সুখং অৱসৰম্ ইতি ৰা দানে ত্ৰিপ্) ১। ৰাতি, ২। হালধি, **—কৰঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ, **—চৰঃ** ১। ৰাক্ষস, ২। চোৰ, ডকাইত, **—চৰী** ৰাক্ষসী, পিশাচিনী, ভট্টি ২।২৩; **—জলং** নিয়ৰ; **—গৰঃ** কুকুৰ, (**—দ**), মহ, ডাঁহ, **—পুষ্পং** উৎপল, ভেঁট ফুল, **—মটঃ** দৈত্য, **—মণিঃ** চন্দ্ৰ, **—ৱাসঃ** অন্ধকাৰ, **—ৱিগমঃ** প্ৰভাত, ৰাতিপুৱা, **—ৱিশ্লেষ গামী** (ন্) চকোৱা; **—বেদী(ন্)** কুকুৰা **—হাসঃ** বগা ভেঁটফুল, **—হিণ্ডকঃ** অন্তঃপুৰৰ ৰক্ষী।

**ৰাত্ৰাটঃ** *পু.* ৰাক্ষস।

**ৰাত্ৰান্ধ** *বিণ.* (ৰাত্ৰৌ অন্ধঃ) ৰাতি একো দেখা নোপোৱা জন্তু। যেনে কাউৰী।

**ৰাত্ৰিন্দিৱং, —ন্দিৱা** *অব্য.* দিনে-ৰাতিয়ে, একেৰাহে।

**ৰাত্ৰিমন্য** *বিণ.* ৰাতিৰ নিচিনা, ৰাতিৰ দৰে (মেঘাচ্ছন্ন দিন)।

**ৰাদ্ধ** *বিণ.* (ৰাধ সিদ্ধৌ ক্তঃ) ১। সিদ্ধ, পক্ব, ২। পূজিত, আৰাধিত, সন্তুষ্ট, তৃপ্ত, ৩। সম্পন্ন, সম্পাদিত, ৪। প্ৰাপ্ত, ৫। কৃতকাৰ্য্য, ভাগ্যশালী, সুখী।

**ৰাদ্ধাতঃ** *পু.* সিদ্ধান্ত, প্ৰমাণিত, মতবাদ, ধৰ্ম মত।

**ৰাধ্** সিদ্ধৌ ক) (স্বা প স ৰাধ্নোতি) ১। আৰাধনা কৰ, স্তুতি কৰ, তুষ্ট কৰ, ২। সম্পন্ন কৰ, সম্পূৰ্ণ কৰ, সম্পাদন কৰ, ৩। তৈয়াৰ কৰ, যো-জা কৰ, ৪। ধ্বংস কৰ, বধ কৰ, শেষ কৰ, নাশ কৰ।
খ) (দিবা প অ ৰাধ্যতি) ১। দয়ালু হ, সম্পন্ন হ, ২। কৃতকাৰ্য্য হ, সফল হ, ৩। উন্নতি কৰ, ৪। সাজু হ, ৫। ধ্বংস কৰ, নাশ কৰ, বধ কৰ; (নিজন্ত) ৰাধয়তি —তে। **অনু—** অনুৰোধ কৰ, পূজা কৰ, শ্ৰদ্ধা কৰ, **অপ—** বিৰোধ কৰ, অপৰাধ কৰ, পাপ কৰ্ম কৰ, আঘাত কৰ, **আ—** আৰাধনা কৰ, স্তুতি কৰ, পূজা কৰ, সেৱা কৰ। **বি—** আঘাত কৰ। অপৰাধ কৰ। পাপ কৰ্ম কৰ, দোষ কৰ।

**ৰাধঃ** *পু.* ১। ব'হাগ মাহ, ২। ধন-সম্পত্তি।

**ৰাধনং** *ক্লী.* ১। সাধন, উপায়, ২। প্ৰাপ্তি, সন্তুষ্টি, **—না** ভাষণ, বক্তৃতা।

**ৰাধা** *স্ত্ৰী.* (ৰাধ অচ্ টাপ্) ১। বিদ্যুৎ, বিজুলী, ২। বিশাখা নক্ষত্ৰ, ৩। আমলখী, ৪। অধিৰথৰ পত্নী, কৰ্ণৰ উপমাতা, ৫। উন্নতি, সিদ্ধি, কৃতকাৰ্য্যতা, ৬। সুপ্ৰখ্যাতা গোপী এগৰাকী। শ্ৰীৰাধিকা। শ্ৰীকৃষ্ণৰ প্ৰতি অত্যন্তানুৰক্তা ৰাধাৰ কৃষ্ণৰ প্ৰতি প্ৰেমময়ী ভক্তি অতুলনীয়া, শাশ্বতা আৰু চিৰযুগমীয়া। ৰাধাকৃষ্ণৰ প্ৰেম-ভক্তিক কবি জয়দেৱে তেওঁৰ গীতগোৱিন্দত চিৰযুগমীয়া কৰি থৈ গৈছে।

**ৰাধেয়ঃ** *পু.* (ৰাধায়াঃ অপত্যমিতি) অধিৰথৰ পত্নী ৰাধাৰ পুত্ৰ, কৰ্ণ।

**ৰাপ্য** *বিণ.* (ৰপ্ ণ্যৎ) কথনীয়।

**ৰাম** *বিণ.* ধুনীয়া, মনোৰম, শুভ্ৰ।

**ৰামং** *ক্লী.* ১। তমালৰ পাত, ২। কুষ্ঠ, ৩। ৰাতিৰ অন্ধকাৰ।

**ৰামঃ, শ্ৰীৰামঃ** *পু.* তিনি গৰাকী চিৰ প্ৰসিদ্ধ ৰাম, ৰামত্ৰয়, ১। পৰশুৰাম, ২। বলৰাম আৰু ৩। শ্ৰীৰামচন্দ্ৰ, ভগৱান বিষ্ণুৰ ক্ৰমে চতুৰ্থ, পঞ্চম আৰু সপ্তম অৱতাৰ। এওঁলোকৰ ভিতৰত প্ৰথমজন ঋষি জমদগ্নিৰ পুত্ৰ, দ্বিতীয়জন বসুদেৱৰ পুত্ৰ আৰু তৃতীয়জন ভগৱান শ্ৰীৰামচন্দ্ৰ, ৰজা দশৰথৰ জ্যেষ্ঠ পুত্ৰ। মাতৃৰ নাম কৌশল্যা। পত্নী ৰজা জনকৰ পুত্ৰী সীতা। শ্ৰীৰাম। মহৰ্ষি বাল্মীকি ৰচিত প্ৰখ্যাত মহাকাব্য ৰামায়ণৰ মূল চৰিত্ৰ। ভগৱানৰ অৱতাৰ শ্ৰীৰামচন্দ্ৰৰ অতুলনীয় কীৰ্তি যুগজয়ী হৈ মানুহৰ মুখে মুখে। পিতৃৰ আজ্ঞা পালন কৰি বাৰ বছৰ কাল বনবাসত জীৱন যাপন কৰা শ্ৰীৰামৰ পিতৃভক্তি প্ৰত্যেকজন ভাৰতীয়ৰ কাৰণে আৰ্হি স্বৰূপ। ৰাৱণক ধ্বংস কৰি সীতাক উদ্ধাৰ কৰা শ্ৰীৰামৰ বীৰত্ব সকলোৰে কাৰণে আদৰ্শ স্বৰূপ। শ্ৰীৰামৰ প্ৰজাপ্ৰীতি, ৰাজত্ব, ৰাজনীতি যাক 'ৰামৰাজ্য' বুলি কোৱা হয় সেয়াও সকলো ৰজাৰ কাৰণে আৰ্হি স্বৰূপ। শ্ৰীৰামৰ পৰম ভক্ত মহাবীৰ হনুমান প্ৰত্যেকজন ভাৰতীয়ৰ কাৰণে শক্তিৰ প্ৰতিমা স্বৰূপ। শ্ৰীৰাম আৰু ৰামায়ণৰ কাহিনীৰ আধাৰত আজিলৈকে যিমান কাব্য নাটকাদি উৎকৃষ্ট সাহিত্যৰাজি সৃষ্টি হৈছে তেনে বোধহয় আন ক'তো হোৱা নাই। কেৱল ভাৰতীয় প্ৰান্তীয় ভাষা-সাহিত্যতেই নহয় পৃথিৱীৰ আন প্ৰায় সকলো ভাষা-সাহিত্যতো শ্ৰীৰামৰ কাহিনী বিভিন্ন ৰূপত বিভিন্ন সময়ত ৰচিত হৈ আহিছে। চন্দ্ৰ সূৰ্য্যৰ পোহৰ, বায়ুৰ প্ৰৱাহ যিমান দিনলৈ থাকিব শ্ৰীৰাম কাহিনীৰ সোঁত ধৰাতলত সিমান দিনলৈ প্ৰৱাহমান হৈ থাকিব। **—গিৰিঃ** এখন পৰ্বত। 'ৰামগিৰ্য্যাশ্ৰমেষু', মে ১। **—দূতঃ** হনুমান, শ্ৰীৰামৰ দূত হৈ লঙ্কাৰ অশোকবনত সীতাৰ ওচৰলৈ গৈছিল। **—নৱমী** চ'ত মাহৰ শুক্লা নৱমী তিথি। শ্ৰীৰামৰ জন্ম দিনৰূপে পালন কৰা হয়। **—সেতুঃ** শ্ৰীলঙ্কা আৰু ভাৰতক সংযুক্ত কৰি নিৰ্মাণ কৰা বান্ধ।

**ৰামকৰী** *স্ত্ৰী.* ৰামকলী ৰাগিণী (সঙ্গীত)।

**ৰামণীয়ক** *বিণ.* ধুনীয়া। মনোৰম, **—কং** সৌন্দৰ্য্য, 'পুৰোপনীতং নৃপ ৰামণীয়কং', কি ১।৩৩।

**ৰামা** *স্ত্ৰী.* (ৰমতে ইতি ৰম্ ঘঞ্ টাপ্) ১। উৎকৃষ্টা নাৰী, সুন্দৰী নাৰী, ২। মনোৰমা পত্নী, ৩। নাৰী, ৪। নদী, ৫। সেন্দুৰ, ৬। গোৰোচনা, ৭। হিং।

**ৰামায়ণং** *ক্লী.* মহৰ্ষি বাল্মীকি ৰচিত চিৰ প্ৰসিদ্ধ মহাকাব্য, যাক আদিকাব্য বুলিও কোৱা হয়। এই কাব্যৰ সাতটা কাণ্ডত মুঠতে ২৪০০০ শ্লোক আছে। দস্যু ৰত্নাকৰে ৰাম নাম জপ কৰি উঁইৰ হাফলুৰ (বল্মীক) পৰা বাল্মীকি হৈ, ৰতিসুখৰ আনন্দত মতলীয়া এহাল ক্ৰৌঞ্চ পক্ষীৰ এটাক ব্যাধে বধ কৰা চকুত পৰে। শোকাকুল ঋষিজনাৰ মুখৰ পৰা স্বতঃস্ফূৰ্তভাৱে ওলোৱা 'মা নিষাদ—' শ্লোক ফাকিক প্ৰথম লৌকিক কবিতা বুলিও কোৱা হয়।

**ৰামিলঃ** *পু.* ৰমণ, মৈথুন, কামদেৱ।

**ৰাভঃ, ৰাস্তঃ** *পু.* (ৰম্ভো ৰেণুঃ তস্য বিকাৰঃ) সন্ন্যাসী অথবা ব্ৰহ্মচাৰীয়ে হাতত লৈ থকা বাঁহৰ লাঠীডাল।

**ৰায়ণং** *ক্লী.* কষ্ট, পীড়া।

**ৰালঃ** *পু.* শালধূনা, **—কাৰ্য্যঃ** শাল গছ।

**ৰাৱঃ** *পু.* (ৰু ধ্বনৌ ঘঞ) শব্দ, ধ্বনি, চিঞৰ, গৰ্জন, জন্তুৰ মাত।

**ৰাৱণ** *বিণ.* (ৰাৱয়তি ভীষয়তীতি ৰু ণিচ ল্যুঃ) চিঞৰি থকা, গৰ্জ্জনকাৰী, **—ণঃ** *পু.* (ৰৱণস্যাপত্যমিতি অণ) লঙ্কাধিপতি ৰাৱণ, বিভীষণ আৰু কুম্ভকৰ্ণৰ ককায়েক। কেশিনী আৰু বিশ্ৰৱসৰ পুত্ৰ, মহৰ্ষি পুলস্ত্যৰ নাতি। ৰাৱণৰ দহ মূৰ দহ হাত। ব্ৰহ্মাৰ বৰ লাভ কৰি ৰাৱণ ইমান অত্যাচাৰী হৈ উঠিছিল যে তেওঁৰ ভয়ত স্বৰ্গ মৰ্ত্য পাতাল কঁপি আছিল। তেওঁ দেৱতাবিলাকক ধৰি আনি নিজৰ চাকৰ কৰি ৰাখিছিল। তেওঁ কৈলাসেৰে সৈতে শিৱকো লঙ্কালৈ আনিবলৈ ইচ্ছা কৰি কৈলাসত হাত দিওঁতে শিৱই সেই হাতখনত হেঁচা মাৰি ধৰিছিল। তেতিয়া ৰাৱণে চিঞৰি চিঞৰি শিৱৰ স্তুতি কৰাত শিৱ তুষ্ট হৈ মুক্তি দিলে। সীতাৰ ৰূপ-লাৱণ্যৰ বাতৰি পাই ৰাৱণে সীতাক হৰণ কৰি লঙ্কালৈ লৈ যায়। শ্ৰীৰামে বানৰ সেনাৰ সহায় লৈ ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰে। শ্ৰীৰামক যেনেকৈ সত্য আৰু অহিংসাৰ প্ৰতিমা বুলি জ্ঞান কৰা হয়, ৰাৱণক তেনেকৈ অসত্য আৰু হিংসাৰ প্ৰতিক বুলি ভবা হয়। আজিও ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত বিজয়া দশমীৰ দিনা অসত্যৰ ওপৰত সত্যৰ বিজয়ৰ প্ৰতীকৰূপত ৰাৱণৰ প্ৰতিকৃতি দাহৰ মহোৎসৱ পালন কৰা হয়।

**ৰাৱণিঃ** *পু.* (ৰাৱণস্যাপত্যমিতি ইঞ) ১। ইন্দ্ৰজিৎ, ২। ৰাৱণৰ পুত্ৰ, ভট্টি ১৪।৭৯।

**ৰাশিঃ** *পু.* ১। দ'ম, স্তূপ, সংগ্ৰহ, সমূহ, সমষ্টি। বিশেষ্য পদৰ শেষত, যেনে ধনৰাশিঃ, জলৰাশিঃ, ২। ধান বা শস্যৰ স্তূপ, দ'ম, ৩। মেষ, বৃষাদি দ্বাদশ ৰাশি, **—চক্ৰং** মেষাদি দ্বাদশ ৰাশিৰ অৱস্থান দেখুৱাই অঁকা গোলাকাৰ চিত্ৰ। **—ভোগঃ** চন্দ্ৰ সূৰ্য্যকে ধৰি গ্ৰহ-সমূহৰ একোটা ৰাশিত ভোগ কাল।

**ৰাষ্ট্ৰং —ষ্ট্ৰঃ** *ক্লী. পু.* (ৰাজতে ইতি ৰাজ ষ্ট্ৰন) ১। ৰাজ্য, সাম্ৰাজ্য, মনু ১০।৬১; ২। জিলা, দেশ, প্ৰান্ত, মনু ৭।৩২; ৩। প্ৰজা, বিষয়, অৰ্থাৎ জনপদ, মনু ৯।২৫৪; ৪। উপদ্ৰৱ। প্ৰাকৃতিক দুৰ্যোগ, মহামাৰি।

**ৰাষ্ট্ৰিকঃ** *পু.* (ৰাষ্ট্ৰ ঠন্) ১। ৰাষ্ট্ৰবাসী, প্ৰজা, ২। ৰজা, প্ৰশাসক।

**ৰাষ্ট্ৰিয়, —ষ্ট্ৰীয়** *বিণ.* (ৰাষ্ট্ৰে ভৱ ৰাষ্ট্ৰ ঢ়ঃ) ৰাষ্ট্ৰ সম্বন্ধীয়। **—য়ঃ** পু. ১। (নাটকত) ৰজাৰ খুলশালি, ২। ৰাষ্ট্ৰৰ অধ্যক্ষ, অধিকাৰী, শাসনকৰ্তা।

**ৰাস্** শব্দে (ভ্বা আ অ ৰাসতে) ১। চিঞৰ, চিঞৰ মাৰ, ২। শব্দ কৰ, (গাধৰ দৰে) মাত।

**ৰাসঃ** *পু.* (ৰাস শব্দে ভাৱে ঘঞ) ১। কোলাহল, চিঞৰ-বাখৰ, ২। গোপ-গোপীসকলৰ নৃত্যক্ৰীডা। কাতি মাহৰ পূৰ্ণিমাৰ দিনা শ্ৰীকৃষ্ণ আৰু গোপীসকলৰ ৰাস নৃত্য। **—মণ্ডলং** শ্ৰীকৃষ্ণৰ ৰাস ক্ৰীড়াৰ স্থল।

**ৰাসকং** *ক্লী.* এবিধ সৰু নাটিকা।

**ৰাসভঃ** *পু.* (ৰাসতে শব্দায়তে ৰাস অভচ্) ১। গাধ, গৰ্দভ, ২। খচ্চৰ, টাটু ঘোঁৰা, মহা ১।১৪৫।৭, **—ভী** মাইকী গাধ।

**ৰাসযাত্ৰা** *স্ত্ৰী.* (ৰাসস্য যাত্ৰা উৎসৱঃ) কাতি মাহৰ পূৰ্ণিমা তিথিত পালন কৰা ৰাসোৎসৱ।

**ৰাসেৰসঃ** গোষ্ঠী, ৰাস, শৃঙ্গাৰ উৎসৱ, আনন্দ পৰিহাস।

**ৰাসেশ্বৰী** *স্ত্ৰী.* ৰাধা।

**ৰাস্না** *স্ত্ৰী.* এই নামৰ এবিধ প্ৰসিদ্ধ লতা।

**ৰাহুঃ** *পু.* (ৰহ ত্যাগে উণ্) ১। ত্যাগ, ২। এই নামৰ এটা গ্ৰহ, ৰাহু গ্ৰহ, বিপ্ৰচিত্ত আৰু সিংহিকাৰ পুত্ৰ। সমুদ্ৰ মন্থনত একলহ অমৃত ওলোৱাৰ পিচত দেৱতাসকলৰ ভিতৰত বিলাই থকাৰ সময়ত ৰাহুৱে দেৱতাৰ বেশ লৈ দেৱতাবিলাকৰ মাজত সোমাই থাকি অমৃত পান কৰিব ধৰোঁতেই চন্দ্ৰ আৰু সূৰ্যই দেখা পাই বিষ্ণুক জনালে। বিষ্ণুৱে তত্তালিকে ৰাহুৰ শিৰচ্ছেদ কৰিলে যদিও গ্ৰহটোৰ মূৰ অংশ (অমৃত

পান হেতু) অমৰ হৈ থাকিল আৰু প্ৰতিবছৰে লগ্ন কালত চন্দ্ৰ-সূৰ্য্য দুয়োজনকে গ্ৰাস কৰাৰ প্ৰতিজ্ঞা কৰিলে। ২। গ্ৰহণ, চন্দ্ৰ আৰু সূৰ্য্য গ্ৰহণ, **—সূতকং** ৰাহুৰ জন্ম, গ্ৰহণ, মনু ৪।১১০, **—চ্ছত্ৰং** আদা, **—ৰত্নং** গোমেদ, **—বৃহস্পতিযোগঃ** ৰাহু আৰু বৃহস্পতিৰ একেটা ৰাশিত অৱস্থিতি। গুৰু-চাণ্ডাল যোগ।

'একৰাশৌ স্থিতৌ স্যাতাং যদি ৰাহুবৃহস্পতী।
বিৱাহব্ৰতযজ্ঞাদি সৰ্ব্বং তত্ৰ পৰিত্যজেৎ।।'

**—হা (ন্)** *পু.* বিষ্ণু।

ৰি ক) গতৌ (তুদা প স ৰিয়তি)
খ) ৱৰে গতৌ (ক্ৰ্যাদি প স ৰিণাতি)
১। যা, গমন কৰ, আগুৱাই যা। ২। শব্দ কৰ।

**ৰিক্ত** *বিণ.* (ৰিচ ক্ত) ১। শূন্য, খালি, ২। খালি কৰা, উদং কৰা, ৩। ধনহীন, খাল, ফোঁপোলা, ৪। বিভক্ত, **—ক্তং** খালি ঠাই, শূন্য, বননি, **—পাণি, —হস্ত** খালি হাত। শুদা হাতে (বিবাহাদি) লৈ অহা।

ৰিক্তা *স্ত্ৰী.* ৰিক্তা তিথি। সেইকেইটা হ'ল— শুক্লা চতুৰ্থী, নৱমী আৰু চতুৰ্দশী।

**ৰিকথং** *ক্লী.* (ৰিঙক্তে বহিৰ্গচ্ছতি নশ্যতীতি ৰিচ থক)) ১। ধন-সম্পত্তি। ২। উত্তৰাধিকাৰী সূত্ৰে প্ৰাপ্ত সম্পত্তি, মনু ৯।১০৪; ৩। সোণ, **—গ্ৰাহঃ, —ভাগী (ন্), হৰঃ, —হাৰী (ন্)** *পু.* উত্তৰাধিকাৰী।

**ৰিক্ষা** *স্ত্ৰী.* লিখা ওকণী।

ৰিংখ **ৰিংগ্** গতৌ, সৰ্পণে (ভ্বা প স ৰিংখতি, ৰিঙ্গতি), ১। চুঁচৰি যা,বগাই যা, লাহে লাহে যা।

**ৰিংখণং, ৰিঙ্গণং** *ক্লী.* (ৰিংখ, ৰিংগ ৱা ল্যুট) ১। চুঁচৰি যোৱা, (শিশুৰ দৰে) আঁঠু কাঢ়ি যোৱা, ২। ধৰ্ম অথবা সত্যৰ পৰা স্খলন।

ৰিচ ক) সম্পৰ্ক ৱিয়োগয়োঃ (চুৰা ভ্বা প ৰেচয়তি, ৰেচতি) ১। বিভক্ত কৰ, ভাগ কৰ, বেলেগ কৰ, বিচ্ছেদ কৰ, ২। সংযুক্ত কৰ, মিহলি কৰ। **আ—** সঙ্কোচিত কৰ, মিত্ৰতা কৰ, আনন্দেৰে আগ বাঢ়, খেলি খেলি ধেমালিৰে আগ বাঢ়।

খ) ৱিৰেকে। ৱিৰেকঃ পৌনঃ পুন্যেন পুৰীষোৎসৰ্গঃ (ৰুধা উ অ ৰিণক্তি ৰিঙক্তে) ১। খালি কৰ, শৌচ কৰি পেট খালি কৰ, ২। বাৰে বাৰে মলত্যাগ কৰি পেট পৰিষ্কাৰ কৰ। **অতি—** চেৰ পেলা, অতিক্ৰম কৰ। 'ৱাচঃ কৰ্মাতিৰিচাতে' কথাতকৈ কাম ডাঙৰ। **—উদ** ১। অতিক্ৰম কৰ, চেৰ পেলা, ২। বৃদ্ধি কৰ, বহল কৰ। **—ৱ্যতি** চেৰ পেলা। অতিক্ৰম কৰ।

**ৰিধমঃ** *পু.* ১। কামদেৱ, ২। বসন্ত।

**ৰিটিঃ** ১। বাদ্যযন্ত্ৰ এবিধ, ২। শিৱৰ অনুচৰ।

**ৰিপুঃ** *পু.* (অনিষ্টং ৰপতীতি ৰপ ৱাচি কুঃ) ১। শত্ৰু, বৈৰী। ২। শৰীৰস্থ ছয় ৰিপু— কাম, ক্ৰোধ, লোভ, মোহ, মদ আৰু মাৎসৰ্য্য, ৩। এবিধ আতৰ।
'মূৰ্খাণাং বোধকঃ ৰিপুঃ চোৰাণাং চন্দ্ৰমা ৰিপুঃ -চা।

**ৰিপ্ৰ** *বিণ.* অধম, পাপী, **—প্ৰং** পাপ, দোষ, অপৰাধ।

**ৰিফ্** অৰ্ফে (তুদা প সক ৰিফতি) ১। নিন্দা কৰ, ভৰ্ৎসনা কৰ, গালি পাৰ। ২। তিৰষ্কাৰ কৰ।

**ৰিশ্যঃ** *পু.* (ৰিশ ক্যপ) এবিধ হৰিণ।

**ৰিষিঃ** *পু.* ঋষিঃ (ঋষন্তি জ্ঞানসংসাৰয়োঃ পাৰং গচ্ছন্তি ইতি ঋষ গতৌ কিঃ) মুনি।

**ৰিষ্ট** *বিণ* (ৰিষ ক্ত) ১। আঘাতপ্ৰাপ্ত, ২। দুৰ্ভগীয়া, **—ষ্টং** ১। দোষ, অনিষ্ট, আঘাত, ২। দুৰ্ভাগ্য, ৩। নাশ, ধ্বংস, হানি, পাপ, ৪। সৌভাগ্য, উন্নতি, **—ষ্টিঃ** *পু.* তৰোৱাল। (স্ত্ৰী.) এবিধ [illegible]। অশুভতা।

**ৰিষ্যঃ** *পু.* (ৰিষ ক্যপ) এবিধ হৰিণ।

**ৰী** ক) ক্ষৰণে (দিৱা আ অ ৰীয়তে) ১। টোপ টোপকৈ পৰ, নিগৰি পৰ, ক্ষৰণ হ, ২। (তেজ, পুঁজাদি) নিঃসৰণ হ, বৈ যা।
খ) ৱৰে গতৌ (ক্ৰ্যা উ অ ৰিণাতি, ৰিণীতে) ১। যা, গমন কৰ, আগুৱাই যা, ২। আঘাত কৰ, অনিষ্ট কৰ, আঘাত কৰ, বধ কৰ, ৩। চিঞৰ মাৰ, গৰ্জন কৰ।

**ৰী** *স্ত্ৰী.* (ৰী ক্বিপ) গতি। চিঞৰ, হত্যা।

**ৰীজ্যা** *স্ত্ৰী.* ১। ঘৃণা, নিন্দা, ভৰ্ৎসনা, ২। লজ্জা।

**ৰীঢ়কঃ** *পু.* ৰাজহাড়, পিঠিৰ হাড়।

**ৰীঢ়া** *স্ত্ৰী.* অৱজ্ঞা, অপমান।

**ৰীণ** *বিণ.* (ৰী ক্তঃ) নিগৰিত, নিসৃত, বিৰিঙি ওলোৱা অলপ অলপকৈ ওলাই থকা (তেজ, পুঁজাদি)।

**ৰীতিঃ** *স্ত্ৰী.* (ৰী ক্তিচ) ১। চলি থকা, প্ৰবাহ, ২। গতি, ৩। সোঁত, নদী, নিজৰা, ৪। পৰিসীমা, ৫। পদ্ধতি, ৰকম, প্ৰকাৰ, আচৰণ, গঠন, আৰ্হি, ৬। প্ৰচলিত নিয়ম, আচাৰ-ব্যৱহাৰ, ৭। লেখা বা কোৱাৰ ধৰণ, প্ৰণালী, ৮। মামৰ, **—কা** পিতল।

**ৰু** ধ্বনৌ (অদা প অ ৰৌতি, ৰৱীতি) ১। চিঞৰ,

চিঞৰি মাত, গৰ্জন কৰ, গুণ গুণ কৰ, ২। শব্দ কৰ, **ৱি—** ১। দুখ কৰ, শোক কৰ, কান্দ, চিঞৰি কান্দ, ঋতু ৬।২৭; ২। শব্দ কৰ।

**রুঃ** *পু.* শব্দ, ধ্বনি।

**রুক্** ক) (চ্) স্ত্রী. (রুচ্ ভাৱে ক্বিপ্) ১। শোভা, শি ৫।৬৬, ২। জ্যোতি, ৩। ইচ্ছা, আশা, ৪। তেজঃ, শক্তি ৰ ৯।৬, ৫। মইনা চৰাই আৰু ভাটৌৰ মাত।
খ) (জ্) স্ত্রী. (রুজ্ ভাৱে ক্বিপ্) ৰোগ, বেমাৰ, শাৰীৰিক অসুস্থতা। (বিণ্) পীড়াদায়ক।

**রুক্ম** *বিণ.* (রুচ্ মক্) উজ্জ্বল, দীপ্তিমান, **—ক্মং** ১। সোণ, ২। লো, ৩। ধঁতুৰা, **—ক্মঃ** সোণৰ অলঙ্কাৰ, **—কাৰকঃ** সোণাৰি, **—পৃষ্ঠক** *বিণ.* সোণপানী চৰোৱা, **—ৱাহনঃ** দ্ৰোণাচাৰ্য্য।

**রুক্মিণী** *স্ত্রী.* (রুক্ম ইনিঃ ঙীপ্) শ্ৰীকৃষ্ণৰ পত্নী। বিদৰ্ভৰাজ ভীষ্মকৰ কন্যা। রুক্মিণীয়ে শ্ৰীকৃষ্ণক মনে মনে ভাল পাইছিল যদিও পিতাকে তাইক শিশুপালৰ লগত বিয়া দিয়ে। শ্ৰীকৃষ্ণই বলৰামক লগত লৈ বিদৰ্ভলৈ আহি রুক্মিণীক বলেৰে হৰণ কৰি লৈ যায়। প্ৰদ্যুম্ন শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীৰ পুত্ৰ।

**রুক্মিদৰ্পঃ, —দাৰী** (ন্) **—ভিৎ** (দ্) বলৰাম।

**রুক্মী** (ন্) *পু.* বিদৰ্ভৰাজ ভীষ্মকৰ জ্যেষ্ঠ পুত্ৰ। রুক্মিণীৰ ককায়েক।

**রুক্ষ, ৰূক্ষ** *বিণ.* (রুহ্ সঃ) ১। নিৰস, নিৰ্দয়, ২। অচিকুণ, কৰ্কশ।

**রুগ্ন** *বিণ.* (রুজ্ ক্ত) ১। ভগ্ন, ছিন্ন-বিচ্ছিন্ন, ২। বেঁকা, ৩। আঘাতপ্ৰাপ্ত, ৪। ৰোগী, বেমাৰী, ৫। বিফল, ব্যৰ্থ, **—ৱয়** নিষ্ফল, ব্যৰ্থ আক্ৰমণ, অভিযান।

**রুচ্** প্ৰীতি প্ৰকাশয়োঃ (ভ্বা আ অ ৰোচতে) প্ৰীতিঃ অনুৰাগঃ ১। উজ্জ্বল হ, দীপ্তিমান হ, ধুনীয়া হ, মনোৰম হ, ২। ভাল পা, মনোগ্ৰাহী হ। (ণিজন্ত) ৰোচয়তি -তে। ধুনীয়া কৰ, মনোমোহা কৰ। (সনন্ত) রুরুৰিষতে, রুৰোৰিষতে। **অভি—** মনোমত হ, মনোগ্ৰাহী হ, **প্ৰ—** উজ্জ্বল হ। জকমকীয়া হ, **ৱি—** উজ্জ্বল হ, চকমকীয়া হ।

**রুচক** *বিণ.* ১। ভাল লগা, রুচিযুক্ত, মনোমোহা, ২। তীক্ষ্ণ, ভোক লগোৱা (ঔষধ), রুচিকাৰক, **—কং** ১। দাঁত, ২। সোণৰ কণ্ঠহাৰ, ৩। পেটৰ অসুখৰ ঔষধ, রুচিকাৰক ঔষধ, ৪। মালা, ৫। মাঙ্গলিক দ্ৰব্য, ৬। নিমখ, **—কঃ** *পু.* ১। পাৰ চৰাই, ২। দাঁত, ৩। নেমু টেঙা, ৪। কণ্ঠহাৰ, ৫। এখন পৰ্বত। বিপু ২।২।২৬

**রুচা** *স্ত্রী.* (রুচ্ ক্বিপ্ টাপ্) ১। শোভা, ইচ্ছা, আশা, ২। মইনা আৰু ভাটৌৰ মাত।

**রুচিঃ** *পু.* (ৰোচতে শোভতে তি রুচ ইন কিৎ) ১। পোহৰ, উজ্জ্বলতা, দীপ্তি, মে ১৫; ২। ৰশ্মি, ৩। আকৃতি, গঠন, বৰণ, ৪। সোৱাদ, জুতি, ৫। ক্ষুধা, ভোক, ৬। আশা, ইচ্ছা, আনন্দ, ৭। আসক্তি, **—কৰ** ১। সোৱাদ লগা, স্বাদু, ২। আশাজনক, ক্ষুধাজনক, ভোক লগোৱা (ঔষধ), **—ভৰ্তা** (ঋ) ১। সূৰ্য্য, শি ৯।১৭, ২। পতি, স্বামী।

**রুচিত** *বিণ.* (রুচ্ কিতচ্) ১। মিঠা (বস্তু), সোৱাদ লগা, ২। অভিলষিত, ইপ্সিত।

**রুচিৰ** *বিণ.* (রুচ কিৰচ্) ১। সুন্দৰ, মনোৰম, মিঠা, স্বাদু, ২। উজ্জ্বল, দীপ্তিমান, ৩। ক্ষুধাকাৰক, ভোক লগোৱা, **—ৰং** *ক্লী.* লং (লৱঙ্গ), কুঙ্কুম, মূলা ব' গাজৰ, **—ৰা** গোৰোচনা।

**রুচ্য** *বিণ.* (রুচ্ ণ্যৎ) উজ্জ্বল, ধুনীয়া।

**রুজ্** ক) ভঙ্গে, (তুদা প স রুজতি) ১। ভাঙি টুকুৰা-টুকুৰ কৰ, ভাং, নাশ কৰ, ২। ৰোগ হ, বেমাৰী হ, বেমাৰত পৰ, যেনে রুজতি ৰোগঃ শৰীৰম্।
খ) হিংসে (চুৰা প স ৰাজয়তি) ১। কষ্ট খা, দুখ পা, ২। আঘাত কৰ, যাতনা দি, ৩। বেঁকা কৰ।

**রুজ্ রুজা** *স্ত্রী.* ১। ভাঙন, ভঙা-ছিঙা, হাত ভগা, ঠেং ভগা, হাড় ভহা ইত্যাদি, ২। দখ, কষ্ট, যাতনা, শোক, ৩। ৰোগ, অসুস্থতা, 'প্ৰাপ্য রুজা শয়নং শীঘ্ৰং ন মুঞ্চতি।' স্বপ্ন ৫।৪; ৪। পৰিশ্ৰম, **—প্ৰতিক্ৰিয়া** চিকিৎসা।

**রুট** (ষ্) **রুড়্** (ষ) *স্ত্রী.* ক্ৰোধ, খং।

**রুণস্কৰা** *স্ত্রী.* অনায়াসে গখীৰ খীৰাব পৰা গাই গৰু।

**রুণ্ডং —ণ্ডঃ** *পু.* কবন্ধ। মূৰ নোহোৱা দেহ। উ ৫।৬।

**রুণ্ডিকা** *স্ত্রী.* (রুণ্ড ঠন্) যুদ্ধভূমি।

**রুতং** *ক্লী.* চিঞৰ, কান্দোন, গৰ্জন, গুণগুণনি। চৰাইৰ মাত।

**রুদ্** ৰোদে। ৰোদোঽশ্ৰুবিমোচনম্ (অদা, প, অক, ৰোদিতি) ১। কান্দ, শোক কৰ, কান্দি থাক, উচুপি থাক, চকুপানী টোক, ২। চিঞৰ, গৰ্জন কৰ (সনন্ত) রুরুদিষতি।

**ৰুদথঃ** *পু.* (ৰুদ ৰোদনে অথঃ ভিৎ) ১। কুকুৰ, ২। কেঁচুৱা, শিশু।

**ৰুদনং, ৰুদিতং** কান্দোন, উচুপনি।

**ৰুদ্ধ** *বিণ.* (ৰুধ ক্ত) ১। বেষ্টিত, আবদ্ধ, বন্ধ, পৰিবেষ্টিত, নিবাৰিত। নদী, প্ৰাচীৰ আদিৰে ঘেৰি ৰখা।

**ৰুদ্ৰ** *বিণ.* (ৰুদ্ নিচ্ ৰক্ ণেঃ লুক্) ১। ভয়ঙ্কৰ, ভয়ানক, সাঙ্ঘাতিক, **—দ্ৰঃ** *পু.* ১। শিৱ, ২। গণদেৱতা বিশেষ, ৩। শিৱৰ অনুচৰ ভূত, প্ৰেত, পিশাচাদি, ৪। শিৱৰ ভিন্নৰূপ, একাদশ ৰুদ্ৰ— অজ, একপাদ্ অহিব্ৰধ্ন, পিনাকী, অপৰাজিত, ত্ৰ্যম্বক, মহেশ্বৰ, বৃষাকপি, শম্ভু, হৰণ আৰু ঈশ্বৰ। **—গণঃ** শিৱৰ পৰিষদ বৰ্গ। **—চণ্ডী** ৰুদ্ৰযামলে ৰচনা কৰা দেৱী মাহাত্ম্য। **—জঃ** পাৰা, **—প্ৰিয়া** শিলিখা, **—ভূঃ** শ্মশান। **—ৱীণা** এবিধ বীণা, **—সৰ্গঃ** ৰুদ্ৰই কৰা সৃষ্টি। **—সাৱৰ্ণি** দ্বাদশ মনু। **—সূঃ** এঘাৰটা পুত্ৰৰ মাতৃ।

**ৰুদ্ৰাক্ষং** এবিধ গছৰ গুটি। এই গুটিৰে মালা গাঁথি পিন্ধা হয়। ১০৮ টা ৰুদ্ৰাক্ষৰ মালা মন্ত্ৰ জপ কৰোঁতে ব্যৱহাৰ কৰা হয়।

**ৰুদ্ৰাৰিঃ** কামদেৱ।

**ৰুদ্ৰাৱাসঃ** *পু.* শিৱৰ বাসস্থান, ১। কৈলাস, ২। বাৰাণসী, ৩। শ্মশান।

**ৰুদ্ৰাণী** পাৰ্বতী।

**ৰুধ্** আবৃতৌ (ৰুধা উ স ৰুণদ্ধি, ৰুন্ধে) ১। বাধা দি, বন্ধ কৰ, বিৰোধ কৰ, গী ৪।২৯, ২। (পৰাৰ পৰা) তুলি ধৰ, সংৰক্ষণ কৰ, ৩। বান্ধ, বান্ধি পেলা, বন্দী কৰ, কাৰাৰুদ্ধ কৰ, ৪। আক্ৰমণ কৰ, দখল কৰ। পথ ৰুদ্ধ কৰ, ৫। যাতনা দি, পীড়া দি, ৬। লুকাই ৰাখ, গুপ্ত কৰ, (সনন্ত) ৰুৰুৎসতি -তে। **অনু—** ১। প্ৰাৰ্থনা কৰ, মত দি, অনুমোদন কৰ, ২। পালন কৰ, মনু ৫।৬৩; ৩। ভাল পা, আসক্ত হ, ৪। আদেশ পালন কৰ, অনুসৰণ কৰ, **অৱ—** অৱৰোধ কৰ, বন্দী কৰ, বাধা প্ৰদান কৰ, ৰুদ্ধ কৰ, **উ—** ১। বাধা দি, কষ্ট দি, ২। ধৰ্ষণ কৰ, ৩। দমন কৰ, ৪। লুকাই ৰাখ, **নি—** বন্ধ কৰ, বাধা কৰ, গী ৮।১২; **সং—** বাধা দি, ৰুদ্ধ কৰ, বন্ধ কৰ, বন্দী কৰ, মনু ৮।২৯৫; দখল কৰ, ধৰ, খামুচি ধৰ, মনু ৮।২৩৫।

**ৰুধিৰং** *ক্লী.* (ৰুধ্ কিৰচ্) -ৰীৰৰ ৰসময় ৰঙা ধাতু বিশেষ ১। ৰক্ত, তেজ, শোণিত, ২। কুঙ্কুম, **—ৰঃ** মঙ্গল গ্ৰহ, **—পায়ী** (ন্) দৈত্য, ৰাক্ষস।

**ৰুধিৰাশনঃ** দৈত্য, পিশাচ।

**ৰুধিৰাময়ঃ** ৰক্তক্ষয়, একেৰাহে বহু তেজ ওলোৱা ৰোগ। ৰক্তক্ষৰণ।

**ৰুৰুঃ** ১। এবিধ হৰিণ, ৰ ৯।৫১,;২। এই নামৰ এজন দৈত্য, ৩। এজন ঋষিৰ নাম। মহৰ্ষি অৱনৰ নাতি। এই মুনিগৰাকীয়ে নিজৰ আয়ুসৰ আধাখিনি নিজৰ পত্নীক দি জীৱন ৰক্ষা কৰিছিল, দেভা ২।৮ অ।

**ৰুবুঃ, ৰুবুকঃ** এড়া গছ।

**ৰুশ** হিংসে (তুদা প অ ৰুসতি) আঘাত কৰ, নিধন কৰ, হত্যা কৰ, নাশ কৰ।

**ৰুশন্** (ৰুশ্ শতৃ) *বিণ* ব্যথাজনক, অপ্ৰীতিকৰ, বিৰক্তিকৰ।

**ৰুষ্** ক) ক্ৰুধি (১) (চুৰা প অ ৰোষয়তি)
(২) (দিৱা প অ ৰুষ্যতি)
ক্ৰোধ কৰ, খং কৰ, ক্ৰোধান্বিত হ, বিতুষ্ট হ, অপৰাধ লাগ।
খ) ৱধে (ভ্বা প স ৰোষতি) ১। আঘাত কৰ, বধ কৰ, নিধন কৰ, ২। খং তোল, বিৰক্ত কৰ।

**ৰুষা** *স্ত্ৰী* (ৰুষ্ ক্বিপ্) অমৰ্ষ, খং, ক্ৰোধ, কোপ, ৰ ১৯।২০।

**ৰুহ্** জন্মাম্ (ভ্বা প অ ৰোহতি) ১। জন্ম হ, গজালি ওলা, ২। ডাঙৰ-দীঘল হ, বৃদ্ধি পা, ৩। উঠ, ওপৰলৈ উঠ। (ণিজন্ত) ৰোপয়তি -তে, ৰোহয়তি -তে, ১। ৰোপণ কৰ, (গছ পুলি) ৰো, পোট, ২। ন্যস্ত কৰ, ভাৰ দি, (সনন্ত) ৰুৰুক্ষতি। **অধি—** আৰোহণ কৰ, (ঘোঁৰাত বা হাতীত) উঠ **অৱ—** অৱৰোহণ কৰ। (ঘোঁৰা বা ৰথৰ পৰা) নাম, **আ—** আৰোহণ কৰ, **ৱি, —সং** গজা, ৰোপণ কৰ। ৰ ৬।৬।

**ৰুহ** *বিণ.* (বিশেষ্য পদৰ শেষত) জন্ম হোৱা, গজা। যেনে পঙ্কেৰুহ (পদুম)।

**ৰুহা** দুবৰি ঘাঁহ।

**ৰুহ্য** (ন্) *পু.* (ৰুহ্ কনিপ্) গছ।

**ৰুক্ষ** *বিণ* (ৰুক্ষ পাৰুষ্যে অচ্) ১। প্ৰেমহীন, কৰ্কশ, ক্ৰূৰ, কোমলতাশূন্য, নিৰ্দয়, ২। কটু, তিতা, তীক্ষ্ণ,

৩। মলিন, ৪। ওখোৰা-মোখোৰা, অসমতল, ৫। শুকান, খৰখৰীয়া।

**ৰূক্ষণং** ১। শুকান কৰা, ২। চৰ্বিহীন কৰা, চৰ্বি কমোৱা ঔষধ বিশেষ।

**ৰূঢ়** *বিণ.* (ৰুহ্ ক্ত) ১। জাত, জন্ম পোৱা, উৎপাদিত, ৰ ৬।৪১, গজালি ওলোৱা, ২। বৃদ্ধিপ্ৰাপ্ত, বৃদ্ধিশীল, ৩। আৰূঢ়, ওপৰলৈ উঠা, ৪। বৃহৎ, ৫। বিস্তৃত, ৬। প্ৰচলিত, জনাজাত (যেনে— কোনো শব্দ বা পদ) ক্ষতাৎ কিল জায়তে ইতি উদগ্ৰঃ ক্ষত্ৰস্য শব্দঃ ভুৱনেষু ৰূঢ়ঃ, ৭। সৰবৰহী, পৰম্পৰাগত, মুখে মুখে চলি অহা, অৰ্থাৎ ব্যুৎপত্তিগত নহয়। **—ঢ়ঃ** *পু.* প্ৰকৃতি-প্ৰত্যয় ৰহিত শব্দ। পৰম্পৰাগত শব্দ।

**ৰূঢ়ি** (ৰুহ্ ক্তিন্) ১। বৃদ্ধি, ২। জন্ম, প্ৰাদুৰ্ভাৱ, প্ৰসিদ্ধি, আৰোহণ, ৩। খ্যাতি, ৪। পৰম্পৰা, আচাৰ, পৰম্পৰাগত ৰীতি-নীতি, ৫। প্ৰচলিত ব্যৱস্থা, ৬। মুখে মুখে চলি অহা শব্দ আৰু তাৰ অৰ্থ।

**ৰূপ্** তৎকৃতৌ (চুৰা উ স ৰূপয়তি –তে) তৎকৃতী ৰূপকৰণম্, ১। ৰূপ দি, আকাৰ দি, ২। মঞ্চত ৰূপ দি, ৩। নিৰীক্ষণ কৰ, চা, ৪। বিবেচনা কৰ, পৰীক্ষা কৰ, বিচাৰি চা, **ৱি—** বিকৃত কৰ, কুৰূপ কৰ।

**ৰূপং** *ক্লী.* (ৰূপ্যতে কীৰ্ত্যতে ইতি ৰূপ্ অচ্) ১। আকাৰ, গঠন, আকৃতি, ২। সৌন্দৰ্য্য, সুন্দৰতা, ৩। ৰং, বৰ্ণ, যেনে ৰক্ত, কৃষ্ণ আদি, ৪। সুন্দৰ গঠন বা আকৃতি, ৫। দৃশ্য বস্তু, ৬। স্বভাৱ, আচাৰ-ব্যৱহাৰ, ৭। নাম, সংজ্ঞা, ৮। পশু, ৯। (বিভক্তি, প্ৰত্যয়যুক্ত) শব্দ, ধাতু (শব্দৰূপ, ধাতুৰূপ), ১০। পদ্ধতি, ৰীতি, প্ৰকাৰ, ১১। চিহ্ন, ভাব-ভঙ্গি, ১২। সাদৃশ্য, নমুনা, চানেকি, ১৩। সংখ্যা '১', ১৪। নাটক, ১৫। কাব্যাদি গ্ৰন্থৰ আবৃত্তি, ১৬। পূৰ্ণসংখ্যা, গোটা অঙ্ক, **—কাৰঃ** ভাস্কৰ, খনিকৰ, শিল্পী, **—ধৰ** ছদ্মবেশী, **—নাশনঃ** ফেঁচা, **—ৱিপৰ্যয়ঃ** ৰূপ-বিকৃতি, **—সম্পদ —সম্পত্তি** *স্ত্ৰী.* ৰূপৰ ঐশ্বৰ্য্য, ৰূপৰ প্ৰাচুৰ্য্য। "কোকিলানাং স্বৰো ৰূপং স্ত্ৰীণাং ৰূপং পতিব্ৰতম্। ৱিদ্যা কুৰূপাণাং ৰূপং ক্ষমা ৰূপং তপস্বিনাম্" —চা।

**ৰূপকং** *ক্লী.* (ৰূপ্ ণ্বুল্) ১। নাটক। দশৰূপকম্। দহ বিধ নাটক, ২। ৰূপ, আকাৰ, গঠন, আকৃতি, ৩। চিহ্ন, প্ৰকাৰ, বিধ, ৪। ৰূপক অলঙ্কাৰ। ইয়াত উপমেয়ক উপমানৰ লগত একে বুলি দেখুওৱা হয়। যেনে মুখচন্দ্ৰং পশ্যামি, ৫। এবিধ ওজন। **—কঃ** *পু.* মুদ্ৰা বিশেষ, এটকা, **—তালঃ** সঙ্গীতৰ তাল বিশেষ, **—শব্দঃ** আলঙ্কাৰিক উক্তি।

**ৰূপণং** *ক্লী.* ১। আলঙ্কাৰিক বিৱৰণ, ২। অনুসন্ধান, পৰীক্ষা।

**ৰূপৱান্** (ৎ) ১। আকাৰযুক্ত, ২। পাৰ্থিৱ, দৈহিক, ৩। ধুনীয়া, মনোৰম, **—ৱতী** ধুনীয়া কন্যা।

**ৰূপী** (ন্) শৰীৰধাৰী, দেহধাৰী, অৱতাৰী; (শব্দৰ শেষত), যেনে বহুৰূপী, নাৰীৰূপী ইত্যাদি।

**ৰূপ্য** *বিণ.* (ৰূপ্য যপ্) ধুনীয়া, মনোৰম, **—প্যং** ১। ৰূপ, ২। ৰূপৰ বা সোণৰ মোহৰ, মুদ্ৰা, এটকা।

**ৰূবুকঃ** এড়া গছ।

**ৰূষ্** অলঙ্কৰণে বিস্ফুৰণে ক) (ভ্বা প স ৰূষতি) ১। অলঙ্কৃত কৰ, ২। (গাত সুগন্ধি) প্ৰলেপ সান, (শৰীৰ) আবৃত কৰ, খ) (চুৰা উ অ ৰূষয়তি –তে) কঁপি থাক, কম্পমান হ, বিস্ফোৰণ হ।

**ৰূষিত** (ৰূষ্ ক্ত) ১। অলঙ্কৃত, ২। প্ৰলেপিত, আবৃত, বিস্তৃত, ৩। মলিন, মলযুক্ত, ৪। কৰ্কশ, খহটা, ৫। চূৰ্ণীকৃত।

**ৰে** *অব্য* সম্বোধন 'হে', 'হেৰি', 'হেৰা' অৰ্থত ব্যৱহাৰ হয়। ৰে ৰে চাতক, সাৱধানমনসা মিত্ৰ—' ভৰ্তৃ নীশ।

**ৰেকঃ** *পু.* (ৰেক সংখ্যায়াম্ ঘঞ) শঙ্কা, নীচ ব্যক্তি, ভেকুলী, **—কা** *স্ত্ৰী.* সন্দেহ।

**ৰেকণঃ** (স্) *ক্লী.* সোণ।

**ৰেখা** *স্ত্ৰী.* (লিখ্ ৱিলেখনে অঙ্ টাপ্ লস্য ৰঃ) ১। আঁচ, দীঘলীয়া আঁক, যেনে সৰল ৰেখা, বক্ৰ ৰেখা, ২। অকণমান, ৰ ১।১৭; ৩। শাৰী, শ্ৰেণী, পৰিসৰ, ৪। নক্সা, আঁচনি, ৫। ছদ্ম, ৬। উল্লেখ, ৭। লিপি বিশেষ, ৮। গোলকৰ কাল্পনিক ৰেখা, দ্ৰাঘিমা ৰেখা, বিষুৱ ৰেখা, ৯। জ্যোতিষীয়ে লঙ্কাৰ পৰা উজ্জয়িনীৰ মাজেৰে মেৰুলৈকে অঙ্কন কৰা ৰেখা, ১০। সন্তুষ্টি, পূৰ্ণতা, **—গণিতং** জ্যামিতি শাস্ত্ৰ।

**ৰেখাংশঃ** দ্ৰাঘিমা ৰেখাৰ অংশ, 'ডিগ্ৰী'।

**ৰেখান্তৰং** এডাল দ্ৰাঘিমাৰ স্থানৰ পৰা আনডাললৈ (পুবে বা পশ্চিমে) দূৰত্ব।

**ৰেচক** *বিণ.* (ৰিচ্ ণিচ্ ণ্বুল্) ১। খালি কৰোঁতা, নিষ্কাশক, ২। পেট খালি কৰা ঔষধ, জুলাপ, ৩। নিশ্বাস, উশাহ এৰি দিয়া, **—কং** জুলাপ, **—কঃ** ১। যখাৰ,

২। নাকেৰে উশাহ এৰি দিয়া কাৰ্য্য, নিশ্বাস, বাষ্প নিৰ্গমন। পূৰক, কুম্ভক আৰু ৰেচক — প্ৰাণায়ামৰ অন্তৰ্গত উশাহ-নিশাহৰ তিনি পদ্ধতি পূৰক —নাকেৰে উশাহ টনা, কুম্ভক — উশাহ বন্ধ কৰি ৰখা আৰু ৰেচক — নাকেৰে উশাহ এৰি দিয়া, ৩। ফিচকাৰী।

**ৰেচনং** —না খালি কৰণ, নিষ্কাসন। নিশাহ।

**ৰেচিত** *বিণ.* খালিকৃত, নিষ্কাসিত, —তং ঘোঁৰাৰ কদমত গমন।

**ৰেণুঃ** *পু. স্ত্ৰী.* (ৰী ণুঃ) ১। ধূলি, ধূলিকণিকা, ৰ৯।২৩, ২। ফুলৰ ৰেণু, পৰাগ, —ৱাসঃ ভোমোৰা, —সাৰঃ কৰ্পূৰ।

**ৰেণুকা** *স্ত্ৰী.* পৰশুৰামৰ মাতৃ, জমদগ্নিৰ পত্নী।

**ৰেতঃ** (স) *ক্লী.* ১। পুৰুষৰ বীৰ্য্য, শুক্ৰ, ২। পাৰা, —জা বালি। —নং শুক্ৰ।

**ৰেত্ৰং** *বিণ.* ১। ৰেতঃ, পাটৰ কাপোৰ, ২। ফেঁহু।

**ৰেপ** *বিণ.* (ৰেপ্ ঘঞ) নিন্দিত, ক্ৰুৰ, কৃপণ, নিৰ্দয়, নীচ, অধম।

**ৰেফ** *বিণ* (ৰিফ ঘঞ) নীচ, অধম, কুৎসিত, —ফঃ ১। ৰ ( ´ ) কাৰ, ২। অনুৰাগ, মৰম, কেৰেক কেৰেক শব্দ।

**ৰেভণং** *ক্লী.* গৰুৰ হেম্বেলনি।

**ৰেৱটং** *ক্লী.* দক্ষিণমুখী শঙ্খ। —টঃ ১। গাহৰি, ২। বাঁহৰ লাঠী, সৌকা, ৩। ঘূৰ্ণি বতাহ।

**ৰেৱতঃ** নেমু, ৰবাব টেঙাৰ গছ।

**ৰেৱতী** *স্ত্ৰী.* ১। বলৰামৰ পত্নী, ২। ৰেৱতী (২৭তম নক্ষত্ৰ), ৩। গাই গৰু, ৪। দুৰ্গা, —ভৱঃ শনিগ্ৰহ, —ৰমণঃ বলৰাম।

**ৰেৱন্তঃ** *পু.* সূৰ্য্যৰ এজন পুত্ৰৰ নাম।

**ৰেৱন্তমনুসূঃ** *স্ত্ৰী.* সূৰ্য্যপত্নী সংজ্ঞা।

**ৰেৱা** *স্ত্ৰী.* (ৰেব অচ টাপ) ১। নৰ্মদা নদী, 'ৰেৱা তু নৰ্মদা নদী —', দেপু ৪৫ অ, মে ১৯; ২। দুৰ্গা।

**ৰেষ্** হ্ৰেষায়াম (ভ্বা আ অ ৰেষতে) হ্ৰেষা ঘোটককৃত শব্দঃ, ঘোঁৰাৰ দৰে চিঞৰ, হেক-হেকা, গৰ্জন কৰ।

**ৰেষণং, ৰেষা** ঘোঁৰাৰ মাত, হেক-হেকনি।

**ৰৈ** শব্দে (ভ্বা প অ ৰায়তি) শব্দ কৰ, ধ্বনি তোল, মাত, চিঞৰ।

**ৰৈৱতঃ —তকঃ** *পু.* এখন পৰ্বতৰ নাম। এইখন পৰ্বতত শ্ৰীকৃষ্ণই সুভদ্ৰাক হৰণ কৰিছিল।

**ৰৈৱতিকঃ** *পু.* ৰেৱতীৰ পুত্ৰ।

**ৰোকং** *ক্লী.* ১। ছিদ্ৰ, গাঁত, ২। নাও, জাহাজ, ৩। চলনশীল, —কঃ (ৰুচ ঘঞ) দীপ্তি।

**ৰোগঃ** *পু.* (ৰুজ্যতেঽনেনেতি ৰুজ ঘঞ) ১। ৰোগ, বেমাৰ, শাৰীৰিক অসুস্থতা, ২। ৰুগ্নাৱস্থা, —শান্তিঃ *স্ত্ৰী.* ৰোগৰ পৰা উপশম, সুস্থতা, —হৰং ঔষধ, —হাৰী (ন্) *পু.* চিকিৎসক।

**ৰোগী** (ন্) *বিণ.* বেমাৰী, 'ৰিক্তহস্তো ন পশ্যেত্তু ৰাজানং ভিষজং গুৰুম।' (শুদা হাতে ৰজা, ডাক্তৰ আৰু গুৰুক দেখা কৰা উচিত নহয়)।

**ৰোগ্য** *বিণ.* (ৰোগায় হিতম ৰোগ যৎ) অপথ্য, অহিতকাৰী দ্ৰব্য।

**ৰোচক** *বিণ.* (ৰুচ ণিচ ণ্বুল) ১। স্বাদু, ভাল লগা বস্তু, ২। ভোক লগা, ক্ষুধাকাৰক, —কং ১। ভোক, ক্ষুধা, ২। ৰুচিকাৰক ঔষধ, —কঃ কৃত্ৰিম অলঙ্কাৰ, আয়নাৰ খাৰু বনোৱা মানুহ।

**ৰোচন** *বিণ.* ১। দীপ্তিমান, শোভাযুক্ত, উজ্জ্বল, ধুনীয়া, চকুত লগা, মনোৰম, ২। ৰুচিকাৰক, —নং উজ্জ্বল, ফট ফটীয়া আকাশ মণ্ডল, —নঃ ১। ৰুচিকাৰক ঔষধ, ২। পিঁয়াজ, ৩। ডালিম, ৪। ভাৰতৰ এখন পৰ্বতৰ নাম, মাপু ৫৭।১৩; —না ১। গোৰোচনা, মনু ৮।২৩৪; ২। বসুদেৱৰ পত্নী, ৩। সুন্দৰী তিৰোতা, —নী আমলখী।

**ৰোচমান** *বিণ.* (ৰুচ শানচ) দীপ্তিমান, দীপ্যমান, উজ্জ্বল, —নং ঘোঁৰাৰ গলধনৰ চুলি।

**ৰোচিঃ** (স) *ক্লী.* প্ৰভা, দীপ্তি।

**ৰোচিষ্ণু** *বিণ.* (ৰুচ ইষ্ণুচ) ১। উজ্জ্বল, চকচকীয়া, ২। অলঙ্কাৰাদিৰে জকমকাই থকা, ৩। ৰোচক, ৰুচিকাৰক।

**ৰোচী** (ন্) *বিণ.* (ৰুচ ণিনি) উজ্জ্বল, চকচকীয়া, (ক্লী) পোহৰ, উজ্জ্বলতা, জুইৰ শিখা।

**ৰোচ্য** *বিণ.* (ৰুচ ণ্যঃ) প্ৰকাশ্য, প্ৰীতিজনক।

**ৰোট্** (ষ্) *বিণ.* (ৰুষ বিচ) হিংস্ৰ, হত্যাকাৰী, ঘাতক।

**ৰোটিকা** *স্ত্ৰী.* ৰুটী, পিঠা।

**ৰোদঃ** (স) *ক্লী.* (ৰুদ্ অসুন) স্বৰ্গ, পৃথিৱী।

**ৰোদনং** *ক্লী.* (ৰুদ ল্যুট) ১। কান্দোন, ২। অশ্ৰুপাত, 'দুৰ্বলস্য বলং ৰাজা বালানাং ৰোদনং বলম।' চাণক্য।

**ৰোদসী** *স্ত্ৰী.* (ৰোদস ঙীষ) স্বৰ্গ, পৃথিৱী।

**ৰোদস্যৌ** *স্ত্ৰী.* দ্বিবচনান্ত। ভূমিস্বৰ্গৌ।

**ৰোধঃ** *পু.* (ৰুণদ্ধি জলমিতি ৰুধ্ পচাদ্যচ) ১। নদীৰ পাৰ, ২। পানীৰ গতিৰোধ, বান্ধ, অৱৰোধ, ৩। ভেঁটা।

**ৰোধঃ (স্)** *ক্লী.* নদীতীৰ, নদীৰ বান্ধ, ভেঁটা, ৰ ৫।৪২।

**ৰোধনং** ৰোধ, বান্ধ, পানী, গতিৰোধৰ ব্যৱস্থা, ভেঁটা। **—নঃ** বুধ গ্ৰহ।

**ৰোধোৱক্ৰা** *স্ত্ৰী.* (ৰোধেন ৱক্ৰা) নদী।

**ৰোধাৱতী** *স্ত্ৰী.* নদী।

**ৰোধ্ৰং** *স্ত্ৰী.* (ৰুধ ৰন্) অপৰাধ, পাপ, **—ধ্ৰঃ** এবিধ গছ।

**ৰোপঃ** *পু.* (ৰূপ ৱিমোহে ঘঞ্) ১। কাঁড়, ২। (গছ) ৰোপণ, ৩। গাঁত, ছিদ্ৰ।

**ৰোপণং** *ক্লী.* ১। ৰোপণ কাৰ্য্য, নিৰ্মাণ, ২। নিৰাময়, ৩। প্ৰদুৰ্ভাৱ, ৪। এবিধ অঞ্জন।

**ৰোপ্যাতিৰোপ্যঃ** এবিধ ধান।

**ৰোমং** *ক্লী.* পানী, নোম।

**ৰোম (ন্)** *ক্লী.* (ৰৌতীতি ৰু মনিন্) শৰীৰৰ নোম, চুলি, লোম, **—কং** *ক্লী.* (ৰোমে কায়তীতি কৈ কঃ) এবিধ নিমখ, **—কঃ** ৰোমান দেশ, ৰোমান প্ৰজা, **—পত্তনং** ৰোমান দেশ, ৰো[illegible]ম প্ৰজা, **—পত্তনং** ৰোম চহৰ, **—কূপং** নোমৰ গাঁত, **—কেশৰং, গুচ্ছকং** *ক্লী.* নোমৰ চোঁৱৰ, **—ভূমিঃ** গাৰ ছাল, **—ৰন্ধ্ৰং** চুলিৰ ছিদ্ৰ, **—ৰাজিঃ, —জীঃ, —লতা** *স্ত্ৰী.* নাভিৰ ওপৰৰ নোমৰ শাৰী, **—ৱিকাৰঃ —ৱিক্ৰিয়া** ৰোমাঞ্চ, শিহৰণ, গী ১।২৯; **—হৰ্ষণঃ** *পু.* এজন সূতৰ নাম। ব্যাসৰ এই শিষ্যজনে শৌনকৰ কেবাখনো পুৰাণ ব্যাখ্যা কৰি শুনাইছিল। **(ণং)** শিয়ৰণ।

**ৰোমন্থঃ** *পু.* ৰোমন্থন, চৰ্বন। একে কথাকে বাৰে বাৰে কৈ থকা, একে পাঠকে পঢ়ি থকা। পাগুলা কাৰ্য্য।

**ৰোমশ** *বিণ.* (ৰোমন্ শঃ) নোমাল। শৰীৰত অত্যন্ত নোম থকা। **—শঃ** *পু.* ভেঁড়া, গাহৰি, বৰা।

**ৰোমাঞ্চঃ** *পু.* (ৰোম্ণাং অঞ্চঃ উদ্গমঃ) ৰোমহৰ্ষ, শিয়ৰণ। পুলক।

**ৰোমাঞ্চিত** *বিণ.* পুলকিত।

**ৰোমোদ্গমঃ** ৰোমাঞ্চ।

**ৰোৰুদা** চিঞৰি চিঞৰি কন্দা।

**ৰোলম্বঃ** *পু.* (ৰৌতি ইতি ৰু ৱিচ্ ৰৌঃ কূজন্ সন লম্বতি গচ্ছতীতি লম্ব্ অচ্) ভোমোৰা, মৌমাখি।

**ৰোষঃ** *পু.* (ৰুষ্ ঘঞ্) ক্ৰোধ, খং, আস ৪৪৯।

**ৰোষণ** *বিণ.* (ৰুষ্ যুচ্) ক্ৰোধ, খং, **—ণঃ** ১। পাৰা, ২। পৰশমণি, ৩। মৰুভূমি।

**ৰোহঃ** *পু.* (ৰোহতীতি ৰুহ্ অচ) ১। অঙ্কুৰ, গজালি, ২। উচ্চতা, ৩। বৃদ্ধি, সংখ্যা বৃদ্ধি, উন্নতি।

**ৰোহণং** *ক্লী.* ১। আৰোহণ, উন্নয়ন, প্ৰাদুৰ্ভাৱ, জন্ম, ২। শুক্ৰ, বীৰ্য্য, **—দ্ৰুমঃ** চন্দন গছ।

**ৰোহন্তঃ** *পু.* (ৰুহ্ ঝচ) গছ, **—ন্তী** লতা।

**ৰোহিঃ** *পু.* (ৰুহ্ ইন্) ১। বীজ, শস্যৰ গুটি, ২। গছ, ৩। ধৰ্মপ্ৰাণ ব্যক্তি।

**ৰোহিণং** *ক্লী.* (ৰুহ্ ইনন্) এটা দিনৰ নৱম মুহূৰ্ত। একোদ্দিষ্ট শ্ৰাদ্ধৰ সমাপন সময়। **—ণঃ** *পু.* ১। ঘাঁহ, ২। বট গছ, ৩। ৰোহিতক বৃক্ষ, ৪। এখন পৰ্বত।

**ৰোহিণিঃ** *স্ত্ৰী.* ৰোহিণী নক্ষত্ৰ। **—কা** খঙত ৰঙা পৰা স্ত্ৰী।

**ৰোহিণী** *স্ত্ৰী.* ১। গাই গৰু, ২। ৰঙা বৰণীয়া গাই, ৩। ৰোহিণী নক্ষত্ৰ, দক্ষ প্ৰজাপতিৰ কন্যা, ৪। বসুদেৱৰ পত্নী, বলৰামৰ মাতৃ, ৫। প্ৰথম শান্তি হোৱা ছোৱালী, ৬। বিদ্যুৎ, বিজুলী, ৭। কামধেনু, সুৰভীৰ কন্যা, ৮। হিৰণ্যকশিপুৰ কন্যা, ৯। পাঁচ বছৰীয়া কুমাৰী (কুমাৰী পূজা), **—পতিঃ, —প্ৰিয়ঃ —ৱল্লভঃ** চন্দ্ৰ, **—ৰমণঃ** ১। ষাঁড় গৰু, ২। চন্দ্ৰ, **—শকটঃ** ৰথৰ দৰে দেখা ৰোহিণী নক্ষত্ৰ।

**ৰোহিণ্যষ্টমী** *স্ত্ৰী.* (ৰোহিণীযুক্তা অষ্টমী) ৰোহিণী নক্ষত্ৰযুক্ত ভাদ মাহৰ কৃষ্ণা অষ্টমী, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী।

**ৰোহিৎ** (ৰুহ্ ইতিঃ) ১। সূৰ্য্য, ২। ৰৌ মাছ, ৩। এবিধ হৰিণ, (স্ত্ৰী) মাইকী হৰিণ, এবিধ লতা, মাইকী ঘোঁৰা।

**ৰোহিতং** *ক্লী.* ১। কুঙ্কুম্, ২। তেজ, **—তঃ** ১। ৰঙা ৰং, ২। শিয়াল, ৩। এবিধ হৰিণ, ৪। ৰৌ মাছ, ৫। ৰজা হৰিশ্চন্দ্ৰৰ পুত্ৰৰ নাম, **—তা** খঙত ৰঙা পৰা স্ত্ৰী।

**ৰোহিতাশ্বঃ** *পু.* ১। অগ্নি, ২। ৰজা হৰিশ্চন্দ্ৰৰ পুত্ৰ।

**ৰোহিষঃ** *পু.* ১। ৰৌ মাছ, ২। এবিধ হৰিণ।

**ৰোহী (ন্)** *পু.* (ৰুহ্ ণিনিঃ) ১। এবিধ গছ, ২। আঁহত গছ, বড় গছ।

**ৰৌক্ষ্য** *বিণ.* (ৰুক্ষ্ ষ্যঞ্) ৰুক্ষতা, কৰ্কশতা, দয়াহীনতা, কাঠিন্য, শুষ্কতা।

**ৰৌচ্যঃ** *পু.* (ৰুচেৰপত্যম্ ৰুচি ষ্যণ্) ১। ৰুচি প্ৰজাপতিৰ পুত্ৰ, এজন মনু, ২। বেল গছৰ কাঠৰ দণ্ড।

**ৰৌদ্ৰ** *বিণ.* (ৰুদ্ৰস্যেদম ৰুদ্ৰ অণ্) ১। ৰুদ্ৰৰ দৰে ভয়ানক, তীব্ৰ, ভয়ঙ্কৰ, ২। ক্ৰোধপৰায়ণ, **—দ্ৰং** *ক্লী* ১। ক্ৰোধ, খং, ২। তাপ, গৰম, ৩। নিৰ্দয়তা, উগ্ৰতা, **—দ্ৰঃ** ১। ৰুদ্ৰ ভক্ত, ২। ৰৌদ্ৰৰস। শৃঙ্গাৰাদি আঠটা ৰসৰ শেষ ৰস, ৩। সূৰ্য্যৰ তাপ, ৪। যমৰাজ, ৫। হেমন্ত কাল, ৬। কাৰ্ত্তিকেয়, **—দ্ৰী** ১। ৰুদ্ৰজটা, ২। চামুণ্ডা।

**ৰৌপ্য** *বিণ.* (ৰূপ অণ্) ৰূপেৰে তৈয়াৰী, ৰূপৰদৰে দেখা, **—প্যং** ৰূপ।

**ৰৌমং, ৰৌমকং, ৰৌম লৱণং** *ক্লী.* এবিধ নিমখ, শাম্ভৰি লৱণ।

**ৰৌৰৱ** *বিণ.* (ৰুৰু অণ্) ১। ৰুৰু নামৰ হৰিণৰ ছালেৰে তৈয়াৰী। ৰ ৩।৩১, ২। ভয়ানক, ৩। **প্ৰবঞ্চক,** ঠগ, অসৎ, **—ৱঃ** ১। এই নামৰ এখন ভয়ঙ্কৰ নৰককুণ্ড। ৰৌ ৰৌ নৰক। মনু ৪।৮৮।

**ৰৌহিট্** (ষ্) *পু.* ১। এবিধ হৰিণ, ২। ৰৌ মাছ।

**ৰৌহিণঃ** *পু.* (ৰুহ্ ইনন্ অণ্) ১। চন্দন গছ, ২। আঁহত গছ।

**ৰৌহিণেয়ং** *ক্লী.* মৰকত মণি, পান্না, **—য়ঃ** *পু.* (ৰোহিণ্যা অপত্যমিতি ঢক্) ১। গৰু পোৱালি, ২। বলৰাম, ৩। বুধ গ্ৰহ।

**ৰৌহিষঃ** *পু.* (ৰুহ্ টিষচ্) ১। এবিধ হৰিণ, ২। ৰৌ মাছ, **—ষী** ১। হৰিণী, ২। দুবৰি ঘাঁহ। ■

# ল

**ল,** লকাৰ। অষ্টাবিংশ ব্যঞ্জন বৰ্ণ আৰু য বৰ্গৰ তৃতীয় বৰ্ণ। অষ্টাধ্যায়ীৰ শিৰসূত্ৰৰ ষষ্ঠ সূত্ৰৰ প্ৰথম বৰ্ণ। উচ্চাৰণ স্থান দন্ত।

**লঃ** *পু.* (লাতীতি লা অচ) ১। ইন্দ্ৰ, ২। ছন্দ শাস্ত্ৰৰ লঘুসংজ্ঞক গণ-ল'গণ, ৩। ধাতুৰ দহটা কালক পাণিনিয়ে দিয়া বিশেষ নাম– 'লকাৰ'।

**লক্** স্বাদ আপনে (চুৰা উ স লাকয়তি -তে) ১। খাই ভাল পা, সোৱাদ ল, সোৱাদ পা, ৰস আস্বাদন কৰ, ২। পা, গ্ৰহণ কৰ।

**লকঃ** *পু* ১। কপাল,২। ধানৰ শুং।

**লকচং, —কুচঃ** *পু.* ১। এবিধ সৰু জাতৰ কঁঠাল, **—চঃ** কঁঠাল গছ। মদাৰ গছ, শকদ্ৰু।

**লকুটঃ** গদা, গধূৰ টোকোন, লাখুটি।

**লক্তকঃ** *পু.* (ৰক্তেন ৰক্তৱৰ্ণেন কায়তীতি কৈ কঃ) ১। আলতা, ২। ফটা-ছিটা কাপোৰ।

**লক্তিকা** *স্ত্ৰী.* জেঠী।

**লক্ষ্** দৰ্শনে (ক) (চুৰা উ স লক্ষয়তি -তে) ১। লক্ষ্য কৰ, দৰ্শন কৰ, ভালকৈ চা, নিৰীক্ষণ কৰ, অনুমান কৰ, ২। নিৰ্দেশ কৰ, চিহ্নিত কৰ, বৰ্ণনা কৰ, মনু ৯।৩৫; ৩। ব্যাখ্যা কৰ, অৰ্থ ভাং, উদ্দেশ্য কৰ, বিবেচনা কৰ, ভাবি ল, মন দি, গ্ৰাহ্য কৰ।

(খ) (ভ্বা আ স লক্ষ্যতে) নিৰীক্ষণ কৰ, বোধ কৰ, অনুভৱ কৰ, চা, দৰ্শন কৰ। অভি, আ, উপ, বি, সং আদি উপসৰ্গৰ লগতো লক্ষ্ ধাতুৱে ওপৰত উল্লেখ কৰা অৰ্থকে প্ৰকাশ কৰে।

**লক্ষং** *ক্লী.* ১। শৰৰ লক্ষ্য, দৃষ্টি, ২। এশ হাজাৰ সংখ্যা, এক লাখ, ৩। চিহ্ন, চিন, ৪। উপলক্ষ, ফাঁকি।

**লক্ষকং** *ক্লী.* (লক্ষ খুল) এক লাখ।

**লক্ষণং** *ক্লী.* (লক্ষ্যতেঽনেনেতি লক্ষ্ ল্যুট) ১। চিহ্ন, চিন, নিৰ্দেশন, বৈশিষ্ট্যমূলক চিন, কু ৫।৬৭; ২। উপলক্ষণ, ৰেমাৰৰ (আগতীয়া) চিন, লক্ষণ, ৩। গুণ, ৪। সংজ্ঞা, সঠিক বৰ্ণনা, ৫। জন্মৰ পৰা শৰীৰত থকা কোনো মাঙ্গলিক চিহ্ন, যেনে তিল, মাহ, আদি, ৬। নাম, উপাধি, মে ২৫; ৭। ভাল গুণ, ৮। উদ্দেশ্য, লক্ষ্য, ৯। ব্যাজ, সুদ, ১০। আকৃতি, গঠন, ১১। বিষয়, ১২। ছদ্ম, ছলনা, ফাঁকি, **—ণঃ** বগলী, বগ, **—ণা** ১। উদ্দেশ্য, লক্ষ্য, ২। কাব্যালঙ্কাৰ বিশেষ। শব্দৰ গৌণ অৰ্থ। বাক্যৰ পদসমূহৰ মুখ্যাৰ্থ বাধিত হলে শব্দটোৰ যিটো শক্তিৰ দ্বাৰা মুখ্যাৰ্থৰ সৈতে সংযুক্ত অন্য এটা অৰ্থৰ বোধ হয়, তাকে লক্ষণা কোৱা হয়। গঙ্গায়াং ঘোষঃ বুলি ক'লে গঙ্গাৰ মাজত গোৱালৰ পাৰ্বৰ সলনি গঙ্গাৰ পাৰৰ গাওঁ বোধ হয়। এই দ্বিতীয় অৰ্থ লক্ষণা, ৩। ৰাজহংসী, ৪। এজনী অপসৰা, **—সন্নিপাতঃ** মাৰ্কা মৰা, চিহ্নিত।

**লক্ষণ্য** *বিণ.* শুভ লক্ষণ (চিহ্ন) যুক্ত।

**লক্ষশঃ** (স্) *অব্য* লাখে লাখে, অসংখ্যক।

**লক্ষা** *স্ত্ৰী.* এক লাখ সংখ্যা।

**লক্ষিত** *বিণ.* (লক্ষ্ ক্তঃ) ১। আলোচিত, দৃষ্ট, ৰ ৭।৪৪;

২। অঙ্কিত, ৩। চিহ্নিত, ৪। পৰীক্ষিত, ৫। প্ৰকাশিত, **—তা** পৰকীয়া নায়িকা এবিধ।

**লক্ষ্ম (ন্)** *পু. ক্লী.* ১। চিহ্ন, শ ১।১৮; চিন, বিশেষ গুণ, কি ১১।২৮; ২। দাগ, কলঙ্ক, ৩। সংজ্ঞা, লক্ষণ।

**লক্ষ্মণ** *বিণ.* (লক্ষ্ম অচ) ১। চিহ্নযুক্ত, শুভ চিহ্নযুক্ত, ভাগ্যৱান, ২। উন্নতিশীল, **—ণঃ** ১। সাৰেং পক্ষী, বামুণ বগ, ২। দশৰথ আৰু সুমিত্ৰাৰ পুত্ৰ। শ্ৰীৰামৰ অনুজ ভাতৃ। ৰামায়ণ মহাকাব্যত শ্ৰীৰামৰ পিচতে দ্বিতীয় উল্লেখযোগ্য নায়ক। লক্ষ্মণ সৰুৰে পৰা শ্ৰীৰামৰ পৰম ভক্ত আছিল। কৈকেয়ীয়ে নিজৰ পুত্ৰ ভৰতক যুৱৰাজ পদত অভিষিক্ত কৰি শ্ৰীৰামক বনবাসলৈ পঠোৱাৰ সময়ত লক্ষ্মণে অযোধ্যাৰ ৰাজসুখ পৰিত্যাগ কৰি ককায়েকৰ লগতে বনবাসলৈ গৈছিল। লক্ষ্মণৰ দৰে ভাতৃভক্তিৰ উদাহৰণ আন সাহিত্যত বিৰল। শ্ৰীৰামৰ দৰে লক্ষ্মণো অসীম শক্তিশালী আছিল। লঙ্কাৰ যুদ্ধত পৰম শক্তিধৰ ৰাৱণপুত্ৰ মেঘনাদ লক্ষ্মণৰ হাতত নিধন হয়। ৰামৰ চিঞৰ শুনি সীতা উদ্বিগ্ন হৈ লক্ষ্মণক স্বামীৰ ওচৰলৈ পঠিওৱাৰ সময়ত লক্ষ্মণে সীতাক— 'এই ৰেখাৰ পৰা আপুনি কেতিয়াও বাহিৰলৈ নাযাব' বুলি যিদাল ৰেখা মাটিত আঁকি থৈ যায় সেই ৰেখাক 'লক্ষ্মণ ৰেখা' বুলি আজিও প্ৰতীক ৰূপত ভাৰতীয়ৰ মুখে মুখে। লক্ষ্মণৰ পত্নীৰ নাম উৰ্মিলা আৰু দুই পুত্ৰৰ নাম অঙ্গদ আৰু চন্দ্ৰকেতু। **—ণা** ১। মাইকী বগ, ২। মদ্ৰাধিপতিৰ কন্যা, ৩। দুৰ্যোধনৰ কন্যা, শ্ৰীকৃষ্ণৰ পুত্ৰ সাম্বৰ পত্নী, ভা ১০।৬৮।১।

**লক্ষ্মীঃ** *স্ত্ৰী.* (লক্ষয়তি পশ্যতি উদ্যোগিনমিতি লক্ষ ঈ মুড়াগমঃ) ১। সম্পত্তি, ঐশ্বৰ্য্য, ২। সৌভাগ্য, ৩। উন্নতি, কৃতকাৰ্য্যতা, ৪। সৌন্দৰ্য্য, উজ্জ্বলতা, দীপ্তি, কান্তি, প্ৰভা, ৫। বিষ্ণুপত্নী, ধন, সম্পত্তি-ঐশ্বৰ্য্যৰ অধিষ্ঠাত্ৰী দেৱী। সমুদ্ৰ মন্থনত আন আন বস্তুৰ লগত লক্ষ্মীও সাগৰৰ পৰা ওপৰলৈ উঠিছিল। লক্ষ্মীৰ আন আন নাম কেইটামান ঃ পদ্মালয়া, কমলা, শ্ৰী, ইন্দিৰা, ক্ষীৰসাগৰসূতা, ৬। দুৰ্গা, ৭। সীতা, ৮। বীৰাঙ্গনা, ৯। হালধি, ১০। মোক্ষপ্ৰাপ্তি, ১১। শমী লতা, **—কান্তঃ** ১। বিষ্ণু, ২। ৰজা, **—গৃহঃ** ৰঙা পদুম, **—জনাৰ্দনঃ** শালগ্ৰাম শিলা, **—তালঃ** শ্ৰীতাল বৃক্ষ, **—নাথঃ, পতিঃ** ১। বিষ্ণু, ২। ৰজা, **—নাৰায়ণঃ, নৃসিংহঃ** শালগ্ৰাম শিলা, **—পুত্ৰঃ** ১। কামদেৱ, ২। ঘোঁৰা, **—ফলঃ** শ্ৰীফল, বেল গছ, **—ৱান্ (ৎ)** ১। বিষ্ণু, ২। কঁঠাল গছ, (বিণ) সম্পত্তিশালী, ধনৱান, শ্ৰীল, শ্ৰীযুক্ত, **—ৱাৰঃ** বৃহস্পতিবাৰ, **—সহজঃ, সহোদৰঃ** চন্দ্ৰ।

**লক্ষ্য** *বিণ.* (লক্ষ ণ্যৎ) ১। লক্ষণৰ দ্বাৰা বোধ্য, বুজিব পৰা, ২। ব্যাজ, ছদ্ম, ৰ ৬।৮১; ৩। অনুমেয়, কু ৫।৭৪; ৪। দৃশ্য, চাব পৰা, দেখা পোৱা, ৫। জানিব পৰা, **—ক্ষ্যং** *ক্লী.* ১। কাঁড় নিক্ষেপৰ নিৰ্দিষ্ট বিন্দু বা চিন, ২। চিহ্ন, চিন, ৩। লক্ষণৰ অৰ্থ, গৌণাৰ্থ, ৪। ছদ্ম, ফাকি, টালিবাজী, ৫। এক লাখ, **—ভেদঃ, —বেধঃ** লক্ষ্যক (নিৰ্দিষ্ট বিন্দুক) ভেদ কৰা কাৰ্য্য, **—সুপ্ত** টোপনিৰ ভাও জোৰা, **—হা (ন্)** লক্ষ্য ভেদ

**লখ্ লঙ্খ্** গতৌ (ভ্বা প স লখতি লঙ্খতি) যা, গমন কৰ।

**লগ্** ক) সঙ্গে (ভ্বা প অ লগতি) ১। লগ লাগ, লাগি যা, (এঠাৰ দৰে) লাগ, লাগি ধৰ, ২। স্পৰ্শ কৰ ৩। মনত লাগ, দুখ লাগ, ৪। অনুসৰণ কৰ, ৫। নিযুক্ত কৰ, লগাই দি, ধৰি ৰাখ, **অৱ—, আ—, ৱি—** ধৰি ৰাখ, লাগি ধৰ।

খ) স্বাদাপ্ত্যোঃ (চুৰা উ স লাগয়তি -তে) ১। সোৱাদ ল, ২। প্ৰাপ্ত কৰ, পা।

গ) খঞ্জে, গতৌ (ভ্বা প অ, স, লঙ্গ্যতে) ১। খোৰাই যা, লেঙেৰাই যা, ২। যা, গমন কৰ।

**লগড়** *বিণ.* ধুনীয়া, মনোৰম, সুন্দৰ।

**লগিত** *বিণ.* (লগ্ ক্ত) সংযুক্ত, লাগি থকা।

**লগুড়ঃ, —গুৰঃ, —গুলঃ** *পু.* লাখুটি, লাঠী।

**লগ্ন** *বিণ.* (লগ্ ক্ত নিপাতনাৎ সাধুঃ) ১। লাগি থকা, এঠাৰ দৰে লাগি থকা, ২। স্পৃষ্ট, সংযুক্ত, ৩। আসন্ন, ৪। লজ্জিত, ৫। মাঙ্গলিক, **—গ্নং** ১। সংযোগ বিন্দু, গ্ৰহৰ সংযোগ, ৰাশিবিলাকৰ উদয়। ২। ৰাশিত সূৰ্য্যৰ সংক্ৰমণ। ৩। মঙ্গল মুহূৰ্ত। কোনো কামৰ বাবে নিৰ্ণায়ক মুহূৰ্ত, **—গ্নঃ** ১। স্তুতিপাঠক, চাৰণ, ২। মদমত্ত হাতী, **—দিনং, ৱাসৰঃ** মাঙ্গলিক দিন, কোনো কামৰ বাবে শুভ দিন। **—নক্ষত্ৰং** শুভ নক্ষত্ৰ, **—মণ্ডলং** ৰাশি চক্ৰ, **—মুহূৰ্ত** বেলা, সময় শুভ ক্ষণ, বিবাহাদিৰ বাবে শুভ মুহূৰ্ত, **—শুদ্ধিঃ** মঙ্গলজনক লগ্ন।

**লগ্নকঃ** জামিন।

**লগ্নিকা** *স্ত্রী.* উলঙ্গ স্ত্রী, নঙঠা তিৰোতা।

**লঘ্ লঙ্ঘ্** ক) শোষে গতৌ। শোষে অল্পীকৰণে (ভ্বা প সক লঙ্ঘতি)।

খ) ত্বিষি। ত্বিষি দীপ্তৌ (চুৰা উ, অ, লঙ্ঘয়তি –তে)।

গ) অভুগগত্যোঃ। অভুগ্ উপৰাসঃ (ভ্বা আ অক সক লঙ্ঘতে)।

১। জাঁপ মাৰ। জঁপিয়াই উঠ, জাঁপ মাৰি মাৰি যা, ২। উঠ, আৰোহণ কৰ, ৩। অতিক্রম কৰ, চেৰ পেলা, পাৰ হৈ যা, ৪। উপবাসে থাক, লঘোণে থাক, ৫। আক্রমণ কৰ, দখল কৰ, ৬। আজ্ঞা উলঙ্ঘা কৰ, অমান্য কৰ, ৭। বিৰোধ কৰ। অপৰাধ কৰ, অৱমাননা কৰ, অশ্রদ্ধা কৰ, ৮। বাধা দি, আঘাত কৰ, ঢাকি পেলা, ৯। দীপ্তিমান হ, উজ্জ্বল হ, (ণিজন্ত) লঙ্ঘয়তি –তে (সনন্ত), লিলঙ্ঘিষতি –তে। **উদ**— ১। উলঙ্ঘা কৰ, অমান্য কৰ, বিৰোধ কৰ, ২। উঠ, ওপৰত উঠ, **ৱি**— অস্বীকাৰ কৰ, নুই কৰ, অমান্য কৰ, উলঙ্ঘন কৰ, অশ্রদ্ধা কৰ, অৱজ্ঞা কৰ, ওপৰ উঠ, বিধি বা আচৰণৰ বিপৰীতে যা, ত্যাগ কৰ, এৰি দি, অতিক্রম কৰ, চেৰ পেলা, লঘোণে থাক।

**লঘট্, লঘটিঃ** *পু.* (লঘ অটিঃ) বায়ু।

**লঘয়তি** নাম ধাতু। পাতল কৰ, ওজন হ্রাস কৰ, হ্রাস কৰ, হেয় কৰ, অৱজ্ঞা কৰ, কি ৫।৪

**লঘিমা (ন)** *পু.* (লঘোর্ভাৱঃ লঘু ইমনিচ) ১। লঘুতা, ওজন হ্রাস। সামান্যতা, তুচ্ছতা, ২। ভাৰহীনতা, অমূলকতা, ৩। নিজৰ ইচ্ছানুসাৰে পাতল হ'ব পৰা অলৌকিক শক্তি। আঠ প্রকাৰ সিদ্ধিৰ এবিধ।

**লঘিষ্ঠ** *বিণ.* (অয়ম্ অতিশয়েন লঘু ইতি ইষ্ঠন্) সকলোতকৈ সৰু বা লঘু বা পাতল।

**লঘীয়ান্ (স্)** *বিণ.* (এই দুটাৰ ভিতৰত লঘু বা সৰু বা কম ঈয়সুন্) এটাতকৈ কম ওজনৰ বা লঘু।

**লঘু** *বিণ.* (লঙ্ঘ্ কুঃ) পাতল, কম ওজনৰ, মে ২০; ২। সৰু, শি ৯।৩৮; ৩। চুটি, সংক্ষেপ, ৪। সামান্য তুচ্ছ, নীচ, অধম, ৫। দুর্বল, জীর্ণ, ৬। অমূলক, ৭। ক্ষিপ্র, ৮। সহজ, ৯। সহজে হজম হোৱা, ১০। কোমল, মৃদু, ১১। মনোগ্রাহী, ১২। ধুনীয়া, সুন্দৰ, মনোৰম, ১৩। ছন্দশাস্ত্রত লঘু স্বৰ, ১৪। পবিত্র, নিষ্কলুষ, (অব্য) ক্ষিপ্রভাবে, পাতলকৈ, তুচ্ছভাৱে, হেয়ভাৱে, (ক্লী.) ১। কৃষ্ণ অগৰু, ২। হস্তা, অশ্বিনী আৰু পুষ্যা নক্ষত্র, ৩। সময়ৰ পৰিমাণ বিশেষ (পু) প্রাণায়াম, **—কায়ঃ** পু. ছাগলী, **—ক্রম** ক্ষিপ্রবেগী, **—খট্টিক** সৰু খাট, **—গোধূমঃ** এবিধ ঘেহু, **—চিত্ত, চেতস্ মনস্ হৃদয়** নীচমনা, লঘুমনা, চঞ্চল, অস্থিৰ, **—জঙ্গলঃ** এবিধ (বতা) চৰাই, **—দ্রাক্ষা** এবিধ গুটি নোহোৱা আঙুৰ, **—পাক** সহজতে হজম হোৱা, **—পুষ্পঃ** কদম গছ, **—প্রযত্ন** ১। (যিটো বর্ণ) উচ্চাৰণ কৰা সহজ, ২। এলেহুৱা, চেষ্টাশূন্য, **—বদৰঃ** সৰু বিধ বগৰী, **—মাংসঃ** তিতিৰি চৰাই, **—মূলকং** মূলা, **—ৱিক্রম** ক্ষিপ্রবেগী, **—বৃত্তি** ১। নীচ, অধম, অসৎ, ২। পাতল, তুচ্ছ, ৩। বিশৃঙ্খল. বেমেজালি, **—হস্ত** চতুৰ, নিপুণ, ৰ ৯।৬৩, কর্মঠ, (স্তঃ পু.) নিপুণ, ধনুর্ধৰ।

**লঘুতা, ত্বং** *স্ত্রী. ক্লী.* ১। কোমলতা, অগভীৰতা, সামান্যতা, তুচ্ছতা, ২। গৌৰৱহীনতা, ৩। অশ্রদ্ধা, অৱমাননা, ৪। ক্ষিপ্রতা, ক্রিয়াশীলতা, ৫। সুবিধা, ৬। চিন্তাশূন্যতা, ৭। চাঞ্চল্য, অস্থিৰতা।

**লঘ্বী** *স্ত্রী.* (লঘু ঙীপ) ১। পাতল, দুর্বল, চঞ্চল তিৰোতা, ২। সৰু বা পাতল বা লঘু বাহন। শি ১২।২৪

**লঙ্কা** *স্ত্রী.* (ৰমন্তেঽত্রেতি ৰম ৱাহুলকাৎ কঃ ৰস্য লত্বম্) ১। ৰাৱণৰ ৰাজ্য আৰু ৰাজধানী। বর্তমান 'শ্রীলঙ্কা'। প্রবাদ আছে যে এই লঙ্কাত ৰাৱণে ৰাজত্ব কৰাৰ আগতেই মাল্যৱানে এই স্বর্ণপুৰী লঙ্কা নির্মাণ কৰিছিল। ৰাৱণে এই ৰাজ্য দখল কৰাৰ পিচত শ্রীৰামচন্দ্রৰ পত্নী সীতাক বলেৰে হৰণ কৰি আনি অশোকবনত ৰাখে। পিচত হনুমানে সীতাক বিচাৰি আহি সীতাক লগ পোৱাৰ পিচত লঙ্কা নগৰী লণ্ডভণ্ড কৰাৰ লগতে নেজৰ জুইৰে সোণৰ লঙ্কা পুৰি ছাৰখাৰ কৰে। শ্রীৰামে যুদ্ধত ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰে আৰু ৰাৱণভাতৃ ৰামভক্ত বিভীষণক লঙ্কাৰ সিংহাসনত অধিষ্ঠিত কৰি অযোধ্যালৈ গুচি যায়। 'ইয়ং স্বর্ণপুৰী লঙ্কা ন ৰোচতে মে লক্ষ্মণ। জননী জন্মভূমিশ্চ স্বর্গাদপি গৰীয়সী।।' ২। অসতী, ব্যভিচাৰিণী তিৰোতা, বেশ্যা, ৩। এবিধ ধান, **—দাহী (ন্)** হনুমান।

**লঙ্কাৰিঃ** শ্রীৰাম।

**লঙ্কেশঃ** ৰাৱণ।

**লঘনী** *স্ত্রী.* লাগামৰ মুখত থকা লোৰ টুকুৰাটো।

**লঙ্গঃ** *পু.* (লঙ্গ্ গতৌ অচ্) ১। সঙ্গ, সম্বন্ধ, ২। প্রেমিক, ৩। লেঙেৰা মানুহ।

**লঙ্গকঃ** প্ৰেমিক।

**লঙ্গলং** *ক্লী.* নাঙল।

**লঙ্গুলং** *ক্লী.* জন্তুৰ নেজ।

**লঙ্ঘনং** *ক্লী.* (লঙ্ঘ ল্যুট্) ১। লঘোণ, উপবাস, ২। জাঁপ, জঁপিওৱা কাৰ্য্য, ৩। অতিক্ৰম, ক্ৰম, গতি, ৪। আৰোহণ, ওপৰলৈ উঠা, ৫। প্লাৱন, উৎক্ৰমণ, ৬। দখল, আক্ৰমণ, ৭। অৱজ্ঞা, অৱমাননা, ৮। অপৰাধ, দোষ, ৯। ঘোঁৰাৰ গতি, কদমত গমন।

**লঙ্ঘিত** *বিণ.* (লঙ্ঘ ক্ত) ১। উৎক্ৰান্ত, অতিক্ৰান্ত, ২। উলঙ্ঘিত, ৩। ভৎসিত, অপমানিত।

**লছ্** লক্ষ্মণি (ভ্বা প স লছত) চিহ্নিত কৰ, চিন দি।

**লজ্** ক) ভৰ্ৎসে (১) (তুদা আ অ লজতে) লাজ পা, লজ্জিত হ, লাজ কৰ, (২) (ভ্বা প স লজতি) লাজ দি, ভৰ্ৎসনা **কৰ**, অপমান কৰ।

(খ) ভাসনে, ৱধে (চুৰা প অ লজয়তি, লাজয়তি) ১। পোহৰ কৰ, বোধ হ, অনুমান হ, ২। আবৃত কৰ, লুকাই ৰাখ, ঢাকি ৰাখ।

**লজ্জ্ লস্জ** ব্ৰীডে (ভ্বা আ অ লজ্জতে) লজ্জিত হ, লাজ লাগ্ (নিজন্ত) লজ্জয়তি -তে। লাজ দি।

**লজ্জা** *স্ত্ৰী.* (লজ্জ ব্ৰীড়ে অঃ) ১। অন্তঃকৰণ বৃত্তি বিশেষ, লাজ, ব্ৰীড়া, লজ্জা, কু ১।৪৮; ২। এবিধ লতা **—শীল** লাজুক, **—হীন** নিলাজ।

**লজ্জালুঃ** এবিধ সৰু গছ। লাজুকী লতা। ইয়াৰ পাতবোৰ স্পৰ্শ কৰিলেই জাপ খাই যায়।

**লজ্জিত** *বিণ.* লজ্জাযুক্ত, লাজুক, ৰ ১২।৭৫।

**লজ্জিৰী** লজ্জালু।

**লঞ্জ** ক) ভৰ্ৎসে (ভ্বা প স লঞ্জতি) ভৰ্ৎসনা কৰ, নিন্দা কৰ।

খ) ভাসনে, বধে (চুৰা উ স লঞ্জয়তি -তে) ১। দীপ্তিমান হ, উজ্জ্বল কৰ, চকমকীয়া কৰ, ২। আঘাত কৰ, বধ কৰ, ৩। দান কৰ, দি, ৪। কথা ক, ৫। শক্তিশালী হ, বলৱান হ।

**লঞ্জঃ** *পু.* (লঞ্জ্ অচ) ১। ঠেং, ২। ফিছা, ৩। কঁকালত কোঁচাই ৰখা শাৰী বা চাদৰৰ আঁচল।

**লঞ্জা** *স্ত্ৰী.* ১। সোঁত, ২। দেৱী লক্ষ্মী, ৩। নিদ্ৰা, ৪। ব্যভিচাৰিণী তিৰোতা।

**লাঞ্জিকা** *স্ত্ৰী.* বেশ্যা।

**লট্** বাল্যোক্তোঃ (ভ্বা প অ সক লটতি) ১। শিশু হ, কেঁচুৱা হ, শিশু বা কেঁচুৱাৰ দৰে কৰ, ২। কেঁচুৱাৰ দৰে মাত, থোকাথুকিকৈ মাত, ৩। চিঞৰ, ক্ৰন্দন কৰ।

**লটঃ** *পু.* (লটতি যথেচ্ছয়া ৱদতীতি লট অচ্) ১। দোষ, ত্ৰুটি, ২। ভুল কথা, ত্ৰুটিপূৰ্ণ কথা, ৩। চোৰ, লুণ্ঠনকাৰী, **—পৰ্ণ** ছাল, চৰ্ম।

**লটকঃ** *পু.* ঠগ, প্ৰৱঞ্চক, দুৰ্জন ব্যক্তি।

**লটভ** *বিণ.* ধুনীয়া, সুন্দৰ, সুঠাম, আকৰ্ষণীয়।

**লট্টঃ** *পু.* দুৰ্জন, দুষ্ট লোক।

**লট্বঃ** *পু.* (লট ক্বন্) ১। ঘোঁৰা, ২। নাচনিয়াৰ ল'ৰা নটুৱা, ৩। এটা জাতি বা বৰ্ণ, **—ট্বা** *স্ত্ৰী.* ১। এবিধ চৰাই, ২। কপালৰ ওপৰত পৰা চুলি কোছা, ৩। কপৌ চৰাই, ৪। বাদ্য যন্ত্ৰ এবিধ, ৫। কুঙ্কুম, ৬ ব্যভিচাৰিণী তিৰোতা, ৭। এবিধ পাশা খেল, ৮ ভ্ৰমৰী, মাইকী ভোমোৰা, ৯। তুলিকা।

**লড্** ক) ৱিলাসে (ভ্বা প অক লডতি) খেল, খেলা কৰ, ধেমালি কৰ।

খ) উৎক্ষেপণে (চুৰা, ভ্বা, প স লডয়তি, লডতি) ১। উৎক্ষেপ কৰ, দলিয়া, নিক্ষেপ কৰ, ২। নিন্দা কৰ, ভৰ্ৎসনা কৰ, ৩। বিৰক্ত কৰ, ৪। জিভা উলিয়া।

গ) উপসেৱে (চুৰা উ সক লাড়য়তি -তে) ১। মৰম কৰ, ২। বিৰক্ত কৰ, আমনি দি।

**লডহ** *বিণ.* মনোৰম, ধুনীয়া।

**লড্ডুঃ লড্ডুকঃ** *পু.* ঘূৰণীয়া আকাৰৰ মিঠাই, লাড়ু।

**লণ্ড্** ক্ষেপে (১) (ভ্বা প স লণ্ডতি) (২) (চুৰা উ স লণ্ডয়তি -তে) ১। নিক্ষেপ কৰ, উৎক্ষেপণ কৰ, ওপৰলৈ দলিয়া, ২। কথা ক।

**লণ্ডং** *ক্লী.* বিষ্ঠা, গু, লাদ।

**লণ্ড্ৰঃ** *পু.* লণ্ডন, ইংলণ্ড। **—জঃ** ইংলণ্ডত জন্ম হোৱা।

**লতা** *স্ত্ৰী.* (লততি ৱেষ্টয়তে যান্যমিতি লত পচাদ্যচ টাপ্) ১। লতা, ৱল্লী, বগাই যোৱা বা গছত মেৰাই ধৰা ডালবিহীন সৰু গছ। সমাসৰ শেষতো ব্যৱহাৰ হয় যেনে বাহুলতা, ভ্ৰূলতা, বিদ্যুৎলতা, ২। ঠানি, ডাল, শাখা, ৩। প্ৰিয়ঙ্গু লতা, ৪। মাধৱী লতা, ৫। চাবুক, ৬। ক্ষীণ তিৰোতা, ৭। মুক্তাৰ হাৰ, **—কৰঃ** নৃত্যত

হাতৰ মুদ্ৰা বিশেষ, **—কস্তুৰিকা** কস্তুৰী লতা, **—জিহ্বঃ**, **—ৰসনঃ** *পু.* সাপ, **—তৰুঃ** শাল গছ, কমলা গছ, **—পনসঃ** তৰমুজ, **—প্ৰতানঃ** লতাৰ সূত, **—ভৱনং** লতা কুঞ্জ, **—মণিঃ** প্ৰবাল, **—মৃগঃ** বান্দৰ, **—যাৱকং** গজালি, **—বৃক্ষঃ** নাৰিকল গছ, **—ৱেষ্টঃ** ১। ষোল বিধ যৌন সঙ্গমভঙ্গিৰ এবিধ : 'বাহুভ্যাং পাদযুগ্মাভ্যাং ৱেষ্টয়িত্বা স্ত্ৰিয়ং ৰমেৎ। লঘুলিঙ্গতাডনং যোনৌ লতাৱেষ্টোঽয়মুচ্যতে। ৰম। ২। দ্বাৰকাৰ দক্ষিণফালে থকা এখন পৰ্বত। **—ৱেষ্টিকং** এবিধ আলিঙ্গন।

**লতাম্ভং** *ক্লী.* ফুল।

**লতাম্বুজং** *ক্লী* এবিধ তৰমুজ জাতীয় ফল।

**লতাৰ্কঃ** *পু.* সেউজীয়া পিঁয়াজ।

**লতালকঃ** হাতী।

**লতাননঃ** *পু.* নৃত্যৰ হাতৰ ভঙ্গি (মুদ্ৰা) বিশেষ।

**লতিকা** *স্ত্ৰী.* সৰু লতা। মুক্তাৰ হাৰ।

**লতোদ্‌গমঃ** মেৰাই মেৰাই ওপৰলৈ উঠা (লতা)।

**লত্তিকা** *স্ত্ৰী.* এবিধ জেঠী।

**লপ্** ভাষে (ভ্বা প স লপতি) ১। কথা ক, ২। কেপ-কেপাই থাক, ৩। ফুচ-ফুচাই ক। (ণিজন্ত) লাপয়তি -তে, **অনু—** দুনাই ক, আকৌ ক, বাৰে বাৰে ক, **অপ—** অপলাপ কৰ, প্ৰত্যাখ্যান কৰ, অস্বীকাৰ কৰ, লুপ্ত কৰ, লুকাই ৰাখ, **আ—** আলাপ কৰ, কথা পাত, কেপ-কেপাই থাক, **প্ৰ—** প্ৰলাপ কৰ, বকি থাক, বলকি থাক, আবোল-তাবোল বক, **ৱি—** বিলাপ কৰ, শোক কৰ, দুখ কৰ, কান্দি থাক, ক্ৰন্দন কৰ, **ৱিপ—** বিবাদ কৰ, কাঁজিয়া কৰ, বিৰোধ কৰ, **সং—** ১। সংলাপ কৰ, কথা পাত, আলাপ কৰ, ২। নাম ধৰি মাত।

**লপনং** *ক্লী.* (লপ্ ল্যুট) আলাপ, কথোপকথন, **—নঃ** মুখ।

**লপিত** *বিণ.* (লপ্ ক্ত) কথিত, আলাপিত, **—তং** কথা, মাত, বচন।

**লব্ধ** *বিণ.* (লভ্ ক্ত) ১। প্ৰাপ্ত, ২। গৃহীত, ৩। বোধ্য, **—ব্ধং** পোৱা বস্তু, প্ৰাপ্ত বস্তু, **—কাম** *বিণ.* কামনানুসৰি বস্তু প্ৰাপ্ত কৰা লোক, **—কীৰ্তি** বিখ্যাত, খ্যাতনামা, **—চেতঃ** (স্), **—সংজ্ঞ** জ্ঞানপ্ৰাপ্ত, **—জন্ম** (ন্) জন্ম হোৱা, **—নাম(ন্)** **—শব্দঃ** বিখ্যাত, **—নাশঃ** পোৱা বস্তু নাশ হোৱা। **—প্ৰশমনং** পোৱা বস্তুৰ সুৰক্ষণ, মনু ৭।৫৬; **—লক্ষ** নিপুণ ধনুৰ্ধৰ, **—বৰ্ণ** পণ্ডিত, জ্ঞানী, ৰ ১১।২; খ্যাতনামা, **—বিদ্য** বিদ্বান, **—সিদ্ধি** কৃতকাৰ্য্যতা লাভ কৰোঁতা।

**লব্ধা** *স্ত্ৰী.* (লভ ক্তঃ টাপ্) নাটকৰ (কাব্যৰ) এবিধ নায়িকা।

**লব্ধিঃ** *স্ত্ৰী.* (লভ ক্তিপ) ১। প্ৰাপ্তি, লাভ, ২। (অঙ্কত), ভাগফল, হৰণফল।

**লব্ধিম** *বিণ.* প্ৰাপ্ত, গৃহীত।

**লভ্** প্ৰাপ্তৌ (ভ্বা আ স লভতে) ১। পা, লাভ কৰ, ৰ ৯।২৯; ২। গ্ৰহণ কৰ, ৩। ধৰ, ৰ ১।৩; ৪। বিচাৰি পা, ৫। জ্ঞান পা, শিক, জ্ঞান লাভ কৰ, ৬। সমৰ্থ হ, ৭। বিচাৰি-পা (ণিজন্ত) লম্ভয়তি -তে, (সনন্ত) লিপ্সতে। **আ—** ১। পা, লাভ কৰ, স্পৰ্শ কৰ, মনু ৫।৮৭; ২। বধ কৰ, বলি দি, **উপ—** উপলব্ধি কৰ, বুজ, বুজি ল, স্থিৰ কৰ, উপভোগ কৰ। মু ১১।১৭; **উপা—** নিন্দা কৰ, গালি পাৰ, **প্ৰতি—** পা, লাভ কৰ, পুনৰায় পা, **ৱিপ্ৰ—** ১। ঠগ, প্ৰবঞ্চনা কৰ, ২। পুনৰায় পা, অপমান কৰ।

**লভনং** *ক্লী.* ১। প্ৰাপ্তি, ২। গৰ্ভধাৰণ।

**লভসং** ঘোঁৰা বন্ধা ৰচি, **—সঃ** ধন-সম্পত্তি, প্ৰাৰ্থনাকাৰী, উকীল।

**লভ্য** *বিণ.* (লভ যৎ) ১। প্ৰাপ্তিযোগ্য, গ্ৰহণীয়, ২। পাব লগীয়া, বিচাৰি পাব লগীয়া, উপযুক্ত, যোগ্য, সহজবোধ্য।

**লময়কঃ** *পু.* প্ৰেমিক, উপপতি।

**লম্পট** *বিণ.* ১। লম্পট, দুষ্ট, লুভীয়া, ২। কামুক, কামাসক্ত, **—টঃ** কামুক পুৰুষ।

**লম্বঃ**, **লম্বনং** জাঁপ, লাফ।

**লম্ব্** (লম্ব্) স্ৰংসনে, শব্দে (ভ্বা আ স, অ লম্বতে) সংসনম্ অবলম্বনম্, ১। ওলমি পৰ বা থাক, ২। আলম্ব হ, এঠাৰ দৰে ধৰি থাক, লাগি থাক, ৩। তললৈ যা, নাম, বুৰ, তলত পৰ, কি ৯।১; ৪। পিচ পৰ, পিচপৰি থাক, ৫। পলম কৰ, দেৰি কৰ, ৬। শব্দ কৰ, ধ্বনি তোল, (ণিজন্ত) লম্বয়তি -তে, **অৱ—** ১। অবলম্বন কৰ, ওলমাই ৰাখ, ২। বুৰ, তললৈ যা, ৩। ধৰ, লাগি ধৰ, ৪। তুলি ধৰ, নিৰ্ভৰ কৰ, আশ্ৰয় ল, উপায় ল, **উদ্—** থিয় হ, পোন হৈ থিয় হ। **ৱি—**

১। তললৈ ওলমি পৰ, ২। নামি যা (যেনে সূৰ্য্য) ৩। বিলম্ব কৰ, দেৰি কৰ, পিচত থাক।

**লম্ব** *বিণ.* (লব্ অচ) ১। অৱনমিত, তললৈ নমা, ওলম, ওলমি থকা, মে ৮৪; ২। দীঘল, ডাঙৰ, **—ম্বঃ** ১। (জ্যামিতিৰ) লম্ব, ২। অক্ষৰেখা, ৩। নৰ্তক, ৪। ন্যাস, পুঁজি, ৫। বাহুদ্বয়, ৬। এটা দৈত্য, হব ৪৩।২২; **—কর্ণঃ** ১। ছাগলী, ২। ৰাক্ষস, ৩। শহা পহু, ৪। গাধ, ৫। হাতী, ৬। শেন চৰাই, **—জঠৰ** পেটুৱা, **—পয়োধৰা** বৃহদাকাৰৰ ওলমি পৰা স্তন-যুক্তা নাৰী, **—স্ফিক্ (চ্)** ডাঙৰ, মাংসল তপিনাৰ স্ত্ৰী।

**লম্বকঃ** *পু.* জ্যামিতিৰ লম্ব। (জ্যোতিষ) দ্ৰাঘিমা ৰেখা।

**লম্বনং** *ক্লী.* ১। নাভি পৰ্য্যন্ত ওলমি থকা (কণ্ঠ হাৰাদি), ২। কাপোৰৰ দহী, আঁচল, জেলেপ।

**লম্বা** *স্ত্ৰী.* ১। লক্ষ্মী, ২। গৌৰী, ৩। দক্ষৰাজৰ কন্যা।

**লম্বিকা** *স্ত্ৰী.* আলজিভা।

**লম্বিত** *বিণ.* প্ৰলম্বিত, ওলমাই ৰখা, নিমজ্জিত, বুৰি যোৱা, আসক্ত।

**লম্বোদৰঃ** *পু.* গণেশ।

**লম্বোষ্ঠঃ** উট।

**লম্ভনং** *ক্লী.* প্ৰাপ্তি, পুনঃপ্ৰাপ্তি।

**লম্ভিনং** *ক্লী.* ১। প্ৰাপ্ত, লব্ধ, প্ৰদত্ত, প্ৰযোজিত, নিযুক্ত, কথিত, সম্ভাষিত।

**লয়্** গত্যাম্ (ভ্বা আ স লয়তে) যা, গমন কৰ।

**লয়ঃ** *পু.* (লী অচ্) ১। বিনাশ, ধ্বংস, প্ৰলয়, ২। এঠাৰ দৰে লাগি থকা, ৩। লুকাই ৰাখি থকা, ৪। দ্ৰৱণ, গলি যোৱা, ৫। লোপ, ৬। গভীৰ ধ্যান, একনিষ্ঠ ভক্তি, লীন যোৱা অৱস্থা, ৭। সঙ্গীতৰ লয়, বিৰতি, ৮। জিৰণি, জিৰণি ঘৰ, ৯। আলিঙ্গন, **—গত** গলি শেষ হোৱা, **—পুত্ৰী** নাচনী, অভিনেত্ৰী।

**লয়নং** ১। লাগি ধৰা কাৰ্য্য, ২। জিৰণি, জিৰণি ঘৰ।

**লৰ্ব্ব্** গতৌ (ভ্বা প স লৰ্বতি) য, গমন কৰ, আগ বাঢ়ি যা।

**লল্** ক) ক্ৰীড়ে (ভ্বা উ স ললতি -তে) খেল, ধেমালি কৰ, খিকিন্দালি কৰি ফুৰ।

খ) ঈপ্সে, লালনে (চুৰা উ স লালয়তি -তে) ১। লালন কৰ, মৰম কৰ, আদৰ কৰ, নিচুকা, ২। ইচ্ছা কৰ, আশা কৰ।

গ) ঈপ্সায়াম্ (চুৰা উ স ললয়তি -তে) ১। আদৰ কৰ, নিচুকা, ২। আশা কৰ, ৩। জিভা উলিয়া।

**ললজ্জিহ্বঃ** *পু.* ১। কুকুৰ, ২। উট।

**ললৎ** *বিণ.* (লল কৰ্তৰি শতৃ) বিলাসী, ধেমেলীয়া।

**ললনং** *ক্লী.* ১। খেল, ধেমালি, ২। জিভা উলিওৱা, **—নঃ** ল'ৰা, শালগছ, **—না** ১। তিৰোতা, ২। ব্যভিচাৰিণী স্ত্ৰী, ৩। জিভা, **—নাপ্ৰিয়ঃ** কদম গছ, **—নিকা** চুটি-চাপৰ তিৰোতা।

**ললন্তিকা** *স্ত্ৰী.* ১। দীঘল কণ্ঠহাৰ, ২। জেঠী বা তেজপিয়া।

**ললাকঃ** পুৰুষৰ লিঙ্গ।

**ললাটং** *ক্লী.* (ললং ঈপ্সামটতি জ্ঞাপয়তীতি লল্ অট্ অচ) কপাল, 'লিখিতমপি ললাটে প্ৰোজঝিতুং কঃ সমৰ্থঃ। ২। হিতো **—পট্টঃ** ১। কপাল, ২। মূৰত লোৱা টুপী, মূৰত বন্ধা ফিটা, **—লেখা** কপালৰ ৰেখা, ভাগ্য ৰেখা।

**ললাটকং** ১। কপাল, ২। ধুনীয়া কপাল।

**ললাটন্তপ** *বিণ.* ১। কপাল পোৰা। অত্যন্ত তপত কপালযুক্ত, ২। অত্যন্ত কষ্টদায়ক, **—পঃ** সূৰ্য্য।

**ললাটিকা** *স্ত্ৰী.* কপালত পিন্ধা সোণৰ অলঙ্কাৰ বিশেষ, টিকা।

**ললাদ্বল** ধুনীয়া অথবা কপলীয়া।

**ললাম (ন্)** *বিণ.* ১। শ্ৰেষ্ঠ, প্ৰধান, ২। অলঙ্কাৰ, ৩। ধ্বজা, ৪। কপালৰ চিন বা তিলক, ৫। নেজ।

**ললাম** *বিণ.* ধুনীয়া, মনোৰম, **—মং** ১। কপালত পিন্ধা অলঙ্কাৰ বিশেষ, ২। অলঙ্কাৰ, ৩। চিহ্ন, ৪। পতাকা, ৫। শিং, ৬। ঘোঁৰাৰ সাজ, ৭। শাৰী, ৮। ফিছা, নেজ, ৯। কপালৰ দাগ বা চিন, তিলক, ১০। ঘোঁৰা বা সিংহৰ গলধনৰ চুলি, কেশৰ, **—মী** *স্ত্ৰী.* কাণৰ অলঙ্কাৰ এবিধ।

**ললামকং** *ক্লী.* মূৰত পিন্ধা অথবা কপালত পিন্ধা মালা।

**ললিত** *বিণ.* (লল্ ক্তঃ) ১। সুন্দৰ, ধুনীয়া, মে ৩২, ২। ধেমেলীয়া, কামুক, ৩। কোমল, মৃদু, ৪। কম্পমান, **—তং** ১। খেল-ধেমালি, ২। চঞ্চল গমন, লাৱণী গমন, কি ১০।৫২; ৩। সৌন্দৰ্য্য, ৰূপ, লাৱণ্য, ৪। সৰলতা, সততা, ৫। প্ৰসাধন কাৰ্য্য, **—তঃ** *সঙ্গীতৰ এবিধ ৰাগ,* **—কান্তা** *মঙ্গলচণ্ডী।*

**ললিতা** *স্ত্রী.* (ললিত টাপ্) ১। কস্তুৰী, ২। এখন নদী, ৩। তিৰোতা, ৪। ব্যভিচাৰী স্ত্রী, ৫। দুৰ্গা, ৬। এজনী গোপী, ৭। ৰাগিণী বিশেষ। মেঘ ৰাগৰ পত্নী স্বৰূপা, **—কান্তা** দুৰ্গাৰ এটি সুন্দৰী ৰূপ। অৰুণাচলৰ পায়াত থকা দুৰ্গাৰ মন্দিৰ। **—পঞ্চমী** আহিন মাহৰ শুক্লা পঞ্চমী, **—সপ্তমী** ভাদ মাহৰ শুক্লা সপ্তমী। এই দিনা কুক্কুটীব্রত পালন কৰা হয়।

**লৱং** *ক্লী.* ১। লং, লৱঙ্গ, ২। জায়ফল। (অব্য) অকণমান, অলপমান, **—ৱঃ** (লূ অপ্) ১। (ফুল) ছিঙা কাৰ্য্য, (ঘাঁহ) কটা কাৰ্য্য, ২। টুকুৰা, অংশ, ভাগ, ৩। অকণমান বস্তু, এটোপমান বস্তু, মে ২০; ৪। উণ সূতা, চুলি, ৫। খেল-ধেমালি, ৬। সময়ৰ সূক্ষ্ম অংশ এক নিমেষৰ আঠ ভাগৰ এভাগ, ৭। ভগ্নাংশৰ গুণক, ৮। হানি, ধ্বংস, ৯। শ্ৰীৰামচন্দ্ৰৰ এজন পুত্ৰৰ নাম।

**লৱঙ্গং** *ক্লী* লং। **—লতা** ১। এবিধ ফুলৰ লতা, ২। ৰাধাৰ সখী এজনীৰ নাম।

**লৱণ** *বিণ.* (লূ ল্যট) ১। ধুনীয়া, মনোৰম, লাৱণী, **—ণং** *ক্লী.* ১। নিমখ, লোণ, সাগৰীয় নিমখ, **—ণঃ** ১। লৱণযুক্ত সমুদ্ৰ, ২। এটা ৰাক্ষস, মধুপুত্ৰ। এই দৈত্যক শত্ৰুঘ্নই বধ কৰে, ৩। এখন নৰক, **—জলঃ** সাগৰ, **—ক্ষাৰং** এবিধ নিমখ, **—মেহঃ** এবিধ প্ৰস্ৰাৱৰ বেমাৰ।

**লৱণা** সৌন্দৰ্য্য, দীপ্তি।

**লৱণাকৰঃ** সাগৰ।

**লৱণাচলঃ** *পু.* দানৰ বাবে নিমখেৰে নিৰ্মিত পৰ্বত, তেনেকৈ লৱণধেনুঃ।

**লৱণান্তকঃ** শত্ৰুঘ্ন।

**লৱাব্ধিজং** সাগৰীয় নিমখ। সাধাৰণ নিমখ।

**লৱণাম্বুৰাশিঃ** সাগৰ।

**লৱণাম্ভঃ** (স্) নিমখীয়া পানী।

**লৱণোত্তমং** *ক্লী.* ১। সৈন্ধৱ লোণ, ২। যখাৰ।

**লৱনং** ছেদন, কটা কাৰ্য্য।

**লৱলী** *স্ত্রী.* এবিধ লতা।

**লৱিত্ৰং** ১। ঘাঁহ কটা সঁজুলি, কাঁচি।

**লশ্** শিল্পযোগে (চুৰা উ অ লসয়তি -তে) কোনো শিল্পত (যেনে নৃত্যশিল্পত)লাগ, অভ্যাস কৰ।

**লশু(শূ)ণং** *ক্লী.* (অস্যাতে ভুজ্যাতে ইতি অশ উনন্ ধাতোঃ লশাদেশঃ) নহৰু।

**লষ্** ক) স্পৃহি (১) (ভ্বা উ স লাষতি -তে, লষতি -তে) (২) (দিবা উ স লষ্যতি -তে) ১। স্পৃহা কৰ, আশা কৰ, ইচ্ছা কৰ, বাসনা কৰ, আগ্ৰহী হ। **অভি—** অভিলাষ কৰ, ইচ্ছা কৰ, ৰ ১৯।১২ ।

**লষিত** *বিণ.* (লষ ক্তঃ) অভিলষিত, ঈপ্সিত।

**লষ্বঃ** *পু.* (লষ্ ৱন্) অভিনেতা, নৃত্যবিদ্।

**লস্** ক) শ্লিষি, ক্ৰীড়ে (ভ্বা, প অ লসতি) ১। উজ্জ্বল হ, চক্‌মকীয়া হ, ২। প্ৰকাশ হ, পোহৰলৈ আহ, ৩। আলিঙ্গন কৰ, আঁকোৱালি ধৰ, ৪। খেল-ধেমালি কৰ, নৃত্য কৰ, নাচোন মাৰ।

খ) শিল্পযোগে (চুৰা উ অ লাসয়তি -তে) ১। নৃত্যশিল্পত লাগ, অভ্যাস কৰ, নচুৱা, ২। অলঙ্কৃত কৰ, শোভা কৰ, **উদ্—** উল্লসিত হ, উৎফুল্ল হ, খেল-ধেমালি কৰ, উৎসৱ কৰ, ফুলি উঠ, প্ৰফুল্লিত হ। **ৱি—** বিলাস কৰ, আৱিৰ্ভাৱ হ, প্ৰকাশ হ। আনন্দোৎসৱ কৰ, প্ৰতিধ্বনিত কৰ।

**লসা** *স্ত্রী* কুঙ্কুম।

**লসিত** *বিণ.* ১। প্ৰকাশিত। আৱিৰ্ভূত, ২। আনন্দিত, ৩। খেল-ধেমালি কৰি উঠা।

**লসীকা** *স্ত্রী.* ১। লালটি, থু, ২। পুঁজ, ৩। কুঁহিয়াৰৰ ৰস, 'লচী', ৪। গাৰ ৰস, সত।

**লস্ত** *বিণ.* ১। আলিঙ্গিত, ২। নিপুণ, **—কঃ** ধনুৰ মাজ ভাগ, হাতেৰে খামুচি ধৰা অংশ, **—কী (ন্)** ধনু।

**লহৰিঃ, —ৰী** *স্ত্রী.* ১। ঢৌ, সাগৰ বা নদীৰ ঢৌ, লহৰ, সমাসৰ শেষত যেনে, আনন্দলহৰি, সুধালহৰী।

**লা** গ্ৰহে (অদা প স লাতি) ল, গ্ৰহণ কৰ, পা, প্ৰাপ্ত কৰ।

**লা** *স্ত্রী.* ১। গ্ৰহণ, ২। দান।

**লাকুটিক** লাখুটি থকা, লাঠী থকা, লাঠীয়াল, **—কঃ** *পু.* চম্তৰি, প্ৰহৰী।

**লাক্ষকী** *স্ত্রী.* সীতা।

**লাক্ষণিক** *বিণ.* ১। লক্ষণ (চিহ্ন) যুক্ত, সূচক, জ্ঞাপক, ২। লক্ষণাৰ্থযুক্ত, ৩। গৌণাৰ্থসূচক।

**লাক্ষণ্য** *বিণ.* ১। চিহ্ন বা লক্ষণ সম্বন্ধীয়, ২। লক্ষণ বুজি পোৱা, লক্ষণ সম্পৰ্কে অভিজ্ঞ।

**লাক্ষা** *স্ত্রী.* (লক্ষ অঃ টাপ্) গছৰ পৰা ওলোৱা ৰঙা ৰঙণীয়া এবিধ এঠাৰ দৰে পদাৰ্থ, লা, আলতা, **—তৰুঃ বৃক্ষঃ** পলাশ গছ, **—প্ৰসাদঃ —প্ৰসাদনঃ** ৰঙা লোধ্ৰ গছ।

**লাকিষক** *বিণ.* লাক্ষা সম্বন্ধীয়। লাৰে তৈয়াৰী।

**লাখ** শোষাসমর্থয়োঃ (ভ্বা প স, লাখতি) ১। শুকাই যা, শুষ্ক হ, ২। অলঙ্কৃত কৰ, ৩। পূর্ণ হ, ৪। সমর্থ হ, ৫। দান দি, ৬। বাধা দি।

**লাগুড়িকঃ** লাঠীয়াল।

**লাঘ্** শক্তৌ (ভ্বা, আ অ লাঘতে) সমর্থ হ, সমান হ, উপযুক্ত হ।

**লাঘৱং** *ক্লী.* (লঘু অণ্) ১। আৰোগ্য, ২। অল্পত্ব, লঘুত্ব, ৩। সমান্যতা, ৪। নিন্দা, ভৰ্ৎসনা, অপমান, গী ২।৩৫; ৫। শীঘ্রতা, ক্ষিপ্রতা, ৬। সংক্ষিপ্ততা, ৭। ক্লীৱতা, কু ২।২৩; ৮। ছন্দত বর্ণৰ লঘুত্ব।

**লাঙ্গলং** *ক্লী.* (লঙ্গতীতি লগ্ গতৌ বাহুলকাৎ কলচ্) ১।.নাঙল, হাল, ২। ঘৰত লগোৱা ডাঙৰ বাতাম, ৩। পুৰুষৰ লিঙ্গ, ৪। এবিধ ফুল, ৫। তাল গছ, **—গ্রহঃ** হালোৱা, **—চক্রং** *ক্লী.* কৃষি কর্মত শুভাশুভ গণনা কৰাৰ বাবে জ্যোতিষীয়ে হালখনৰ দৰে আঁকি লোৱা নক্সা। **—ধ্বজঃ** শ্রীবলৰাম, **—পদ্ধতিঃ** *স্ত্রী.* নাঙলে মাটিত কটা সীৰল **—ফালঃ** নাঙলত লগোৱা লোৰ ফাল।

**লাঙ্গলী(ন্)** ১। শ্রীবলৰাম, ২। নাৰিকল গছ, ৩। সাপ।

**লাঙ্গলী** (লাঙ্গল অচ ঙীপ্) নাৰিকল গছ, **—ষা** নাঙলৰ দণ্ড।

**লাঙ্গুলং** *ক্লী.* (লঙ্গ উলচ) নেজ।

**লঙ্গূলং** *ক্লী.* ১। পশুৰ নেজ, কু ১।১৩; ২। পুৰুষ লিঙ্গ, **—লী (ন্)** বান্দৰ।

**লাছ্, লাঞ্ছ্** লক্ষ্মণি (ভ্বা প স লাঞ্ছতি) লাজ দি, লাঞ্ছনা কৰ, নিন্দা কৰ, ভৰ্ৎসনা কৰ, অপমান কৰ।

**লাজ্ লাঞ্জ্** ভর্গে ভৰ্ৎসনে (ভ্বা, প, স লাজতি, লাঞ্জতি) ১। নিন্দা কৰ, লজ্জিত কৰ, ২। ভাজ, পোৰ, সিদ্ধ কৰ।

**লাজং, —জঃ, জাঃ** *ক্লী. পু. স্ত্রী.* ১। ভজা চাউল, ২। আখৈ, **—হোমঃ** বিয়াৰ হোমত আখৈৰে দিয়া আহুতি।

**লাজাঃ** *পু.* (লাজ ঘঞ) ভজা ধান। আখৈ।

**লাঞ্ছনং** *ক্লী.* (লাঞ্ছ ল্যুট) ১। নাম, উপাধি, ২। চিহ্ন, চিন, লাক্ষণিক চিহ্ন, ৩। অলঙ্কৃত, ৩। নামাঙ্কিত।

**লাটঃ** *পু.* ১। এখ দেশ আৰু তাৰ অধিবাসী, ২। সেই দেশৰ ৰজা, ৩। পুৰণি, জীর্ণ কাপোৰ, ৪। ল'ৰা-ছোৱালীৰ মাত।

**লাটক** *বিণ.* লাটৰাজ্য সম্বন্ধীয়।

**লাটানুপ্রাসঃ** *পু.* এবিধ শব্দালঙ্কাৰ। পাঁচ বিধ অনুপ্রাসৰ এবিধ। একে অর্থৰ একে শব্দকে ভিন্ন প্রসঙ্গত প্রয়োগ।

**লাটিকা, লাটী** ১। এবিধ বিশেষ ধৰণৰ কাব্য ৰচনা, ২। এবিধ প্রাকৃত ভাষা।

**লাড্** ক্ষেপে (চুৰা উ স লাড়য়তি —তে) ১। (শিশুক লালন কৰ, মৰম কৰ, আদৰ কৰ, ২। নিন্দা কৰ ভৰ্ৎসনা কৰ, ৩। দলিয়া, নিক্ষেপ কৰ।

**লাণ্ঠনী** *স্ত্রী.* কুলটা, বেশ্যা। ব্যভিচাৰী তিৰোতা।

**লাত** (লা ক্ত) গৃহীত, প্রাপ্ত।

**লাপঃ** (লপ্ ঘঞ) ১। কথা, আলাপ।

**লাৱঃ, লাৱকঃ** এবিধ চৰাই, বতা চৰাই।

**লাবুঃ** বূঃ লাউ।

**লাবুকী** এবিধ বীণা।

**লাভঃ** *পু.* (লভ্ ঘঞ) ১। বণিকে মূল ধনতকৈ বেচি পোৱা ধন, ২। প্রাপ্তি, ৩। উপভোগ, ভোগ, ৪। দখল, অধিকাৰ, জয়, ৫। বোধ, জ্ঞান, উপলব্ধি **—কৰ, —কৃৎ** *বিণ.* সুবিধাজনক, লাভজনক **—লিপ্সা** হেঁপাহ, হুতাহ, হাবিয়াস।

**লাভ্যং** *ক্লী.* (লভ ণ্যৎ) লাভ।

**লামজ্জকং** *ক্লী.* এবিধ ঘাঁহ, বিৰিণা।

**লাম্পট্যং** কামুকতা, নির্লজ্জতা।

**লালনং** *ক্লী.* (লল্ ণিচ ল্যুট) অত্যন্ত স্নেহ বা মৰম আদৰ, লাই দিয়া।

**লালসনা** *স্ত্রী.* (লস্ যঙ অঃ টাপ) ১। অত্যন্ত স্পৃহা অভিলাষ, ২। উৎসুকতা, উদগ্রীৱতা, ৩। ভিক্ষা, যাচ্ঞা, ৪। শোক, দুখ, ৫। গর্ভৱতী তিৰোতাৰ (কিবা বস্তু পাবলৈ বা খাবলৈ) ইচ্ছা।

**লালসীকং** *ক্লী.* পিছল, চাটনি।

**লালা** *স্ত্রী.* (লল্ ণিচ অচ টাপ্) মুখৰ পৰা ওলোৱা লালটি, থু। **—স্রৱঃ** মকৰা, **—স্রাৱঃ** বৈ থকা লালটি, মকৰা।

**লালাটিক** *বিণ.* (ললাট ঠক্) ১। ললাট অর্থাৎ কপাল সম্বন্ধীয়, ২। কপালক নির্ভৰ কৰি থকা ব্যক্তি কর্মত অক্ষম, ৩। অকামিলা, অধম, **—কঃ** ১। মালিক বা গৰাকীৰ মুখৰ ফালে চাই থকা ভৃত্য, ২। এলেহুৱা মানুহ, ৩। এবিধ আলিঙ্গন।

**লালাটী** কপাল।
**লালামেহঃ** *পু.* এবিধ মেহ (বহুমূত্ৰ) ৰোগ।
**লালায়িত** *বিণ.* আদৰুৱা, বৰকৈ আদৰ বা লাই পোৱা।
**লালিকঃ** ম'হ।
**লালিতকঃ** মৰমৰ বা মৰম লগা শিশু বা পোহনীয়া জন্তু, যেনে কুকুৰ বা মেকুৰী।
**লালিত্যং** *ক্লী* (ললিত ষ্যঞ্) সৌন্দর্য্য, মধুৰতা, মোহনীয়তা। কামুক ভঙ্গি।
**লালিনী** বেশ্যা। ব্যভিচাৰিণী তিৰোতা।
**লালী (ন্)** পু. নাৰী ফুচুলাই নিয়া মানুহ।
**লাৱঃ** *পু. স্ত্রী.* ১। এবিধ চৰাই, বতা চৰাই, ২। ছেদন, **—কঃ** ১। বতা চৰাই, ৩। ছেদনকাৰী, বিভাজক।
**লাৱণ** *বিণ.* নিমখ, নিমখীয়া, নিমখ লগোৱা (বস্তু)।
**লাৱণিক** *বিণ.* নিমখ সম্বন্ধীয়, শি ১০।৩৮; **—কং** নিমখ থোৱা বাচন।
**লাৱণ্যং** *বিণ.* ১। নিমখীয়া, ২। সৌন্দর্য্য, মধুৰতা, **—ময়, —ৱান্ (ৎ)** ধুনীয়া, লাৱণী।
**লাৱাণকঃ** মগধৰ কাষৰ এখন সৰু চহৰ। (স্বপ্ন ১ম অঙ্ক)।
**লাবুক** *বিণ.* লুভীয়া, কামুক।
**লাসঃ** *পু.* (লস ঘঞ্) ১। জাঁপ, ২। ধেমালি, ৩। নৃত্য, বিশেষকৈ নাৰীৰ নৃত্য, ৪। চাটনি।
**লাসকং** *ক্লী.* অট্টালিকাৰ ওপৰৰ কোঠা, **—কঃ** ১। নৃত্যবিদ, নৃত্যকাৰী, ২। ম'ৰা চৰাই, ৩। দীপ্তি কাৰক, ঋতু ২।২৬; ৪। আলিঙ্গন, ৫। শিৱ।
**লাসকী** *স্ত্রী.* নাচনী, নৃত্যপটিয়সী।
**লাসিকা** *স্ত্রী.* ১। নাচনী, ২। বেশ্যা, অসতী স্ত্ৰী।
**লাস্যং** *ক্লী.* (লস ণ্যৎ) ১। নৃত্য, 'পুংনৃত্যং তাণ্ডৱং প্ৰাহুঃ স্ত্ৰীনৃত্যং লাস্যমুচ্যতে।' ২। তাল লয়যুক্ত নৃত্য, বাদ্যসঙ্গতেৰে সৈতে কৰা নৃত্য, **—স্যঃ** নট, অভিনেতা, **—স্যা** নাচনী ছোৱালী।
**লিক্ষা** *স্ত্রী.* ১। ওকণীৰ কণী বা লিখা, ২। এবিধ ওজন পৰিমাণ।
**লিক্ষিকা** লিখা ওকণী।
**লিখ্** লেখনে (তুদা প স লিখতি) ১। লিখ, (কিতাপ) লিখ, (বহীত) লিখ, ২। আখৰ খোদিত কৰ, ৩। আঁক, অঙ্কন কৰ, ছবি আঁক, কু ৬।৪৮; ৪। আঁচোৰ, ঘঁহ, ৫। স্পৰ্শ কৰ, চিকুটি পেলা, ঠোঁটেৰে খুঁটিয়া, ৬। যোনি সংযোগ কৰ, পুৰুষ লিঙ্গক স্ত্ৰীৰ লিঙ্গত সংযুক্ত কৰ, **উদ্—** উল্লেখ কৰ, চিত্ৰিত কৰ, আঁচোৰ, ঘঁহি চকচকীয়া কৰ। চোঁচ, **ৱি— লিখ,** আঁক, আঁচোৰ, ফাল, চোঁচ, **সং—** আঁচোৰ, চোঁচ, ঘঁহ।
**লিখঃ** *পু.* লেখক, ৰচক।
**লিখনং** ১। ৰচনা, অঙ্কন, ২। লিখা নথি, পাণ্ডুলিপি।
**লিখিত** *বিণ.* (লিখ ভাৱে ক্তঃ) ৰচিত, লেখি উঠা, লিপি। লেখন।
**লিঙ্খ্** গতৌ (ভ্বা প অ লঙ্খতি) যা, গমন কৰ, আগুৱাই যা।
**লিগুঃ** *পু.* (লিগ্ কুঃ) ১। হৰিণ, ২। মূৰ্খ ব্যক্তি (ক্লী.) অন্তঃকৰণ, কলিজা।
**লিঙ্ লিগ** ক) গতৌ (ভ্বা প অ লিঙ্গতি) যা, গমন কৰ, আগুৱাই যা, **আ—** আলিঙ্গন কৰ।
খ) চিত্ৰে (চুৰা উ অক লিঙ্গয়তি –তে) ১। ছবি আঁক, অঙ্কন কৰ, চিত্ৰণ কৰ, ২। লিঙ্গ অনুসৰি বিশেষ্য পদৰ ৰূপ কৰ।
**লিঙ্গং** *ক্লী.* (লিঙ্গ্যতে অনেনেতি লিঙ্গ ঘঞ্) ১। চিহ্ন, প্ৰতীক, বিশেষ লক্ষণ, ২। বেমাৰৰ উপলক্ষণ, ৩। প্ৰমাণ, সাক্ষ্য, ৪। বিগ্ৰহ, ৫। অনুমান, ৬। সাংখ্যোক্ত প্ৰকৃতি, ৭। শিৱলিঙ্গ, শিৱৰ প্ৰতীকৰূপে দেৱাদিদেৱ মহাদেৱক পূজাৰ্চনা কৰা হয়। শিৱলিঙ্গ পূজাত কোনো বাধা-নিষেধ নাই। সকলোৱে এই পূজা কৰিব পাৰে। 'শাক্তো বা বৈষ্ণৱো ৱাপি সৌৰো ৱা গাণপত্যোঽথৱা। শিৱাৰ্চনৱিহীনস্য কুতঃ সিদ্ধিৰ্ভৱেৎ প্ৰিয়ে। ৮। লিঙ্গ পুৰাণ, **—বৰ্দ্ধঃ** লিঙ্গ বৃদ্ধিকাৰী ঔষধ, ৯। পুৰুষ বা স্ত্ৰীৰ লিঙ্গ, **—বৃত্তিঃ** ভণ্ড সন্ন্যাসী, **—ৱেদী** শিৱলিঙ্গৰ যোনীপীঠ।
**লিঙ্গকঃ** *পু.* ১। কপিত্থ বৃক্ষ।
**লিঙ্গনং** *ক্লী.* আলিঙ্গন।
**লিঙ্গী (ন্)** *বিণ.* (লিঙ্গমস্ত্যস্যেতি ইনিঃ) ১। লিঙ্গযুক্ত, চিহ্নযুক্ত, ২। ভণ্ড, ৩। লিঙ্গশৰীৰ (সূক্ষ্ম শৰীৰ) যুক্ত (পু), ১। ব্ৰহ্মচাৰী, সন্ন্যাসী ব্ৰাহ্মণ, ২। শৈৱ, শিৱ উপাসক, ৩। ভণ্ড (সন্ন্যাসী), ৪। হাতী, ৫। প্ৰতিপাল্য বিষয় (তৰ্ক শাস্ত্ৰ)।
**লিপ্ লিম্প্** লেপে (তুদা উ সক লিম্পতি –তে) ১। লিপ, প্ৰলেপ সান, লিপি দি, (শৰীৰত) ঔষধ বা

তেল সান, ২। আবৃত কৰ, ৩। দাগ দি, মলিন কৰ, দূষিত কৰ, গী ৪।১৪; ৪। জলা, **প্ৰজ্জ্বলন** কৰ। উপসৰ্গ অনু, অৱ, আ, উপ, ৱি আদিৰ লগতো ধাতুৰ অৰ্থৰ কোনো সলনি হয়।

**লিপঃ** *পু.* (লিপ কঃ) লেপনকৰ্তা। লিপোঁতা।

**লিপিঃ** *পী স্ত্ৰী.* (লিপ্ ইন্ কিৎ) ১। লিখা আখৰ, আখৰৰ গঠন, অক্ষৰ-বিন্যাস, যেনে দেৱনাগৰী লিপি, অসমীয়া লিপি আদি, নৈ ১।১৫। এনে লিপি পাঁচবিধ : 'মুদ্ৰালিপিঃ শিললিপিঃ লিপিৰ্লেখনিসম্ভৱা। গুণ্ডিকা ঘুণ সম্ভূতা লিপয়ঃ পঞ্চধা স্মৃতাঃ', ২। লিখনি, ৰচনা, ৩। ছবি, দলিল, নথিপত্ৰ ইত্যাদি। **—কৰঃ** লেখক, (বেৰা আদি) লিপোঁতা, চিত্ৰশিল্পী, **—জ্ঞ** ১। লিপি সম্বন্ধে অভিজ্ঞ, ২। লিখোঁতা, লিখিব জনা, **—ন্যাসঃ** লিপিকলা, **—ফলকং** লিখা ফলি, **—সজ্জা** লিখা সঁজুলি।

**লিপিকা** লিপি।

**লিপ্ত** *বিণ.* ১। কলঙ্কিত, দূষিত, ২। বিষযুক্ত, বিষাক্ত, ৩। সংযুক্ত, ৪। প্ৰলেপিত, আবৃত।

**লিপ্তকঃ** *পু.* বিষযুক্ত কাঁড়।

**লিপ্সা** *স্ত্ৰী.* (লব্ধুমিচ্ছা লভ্ সন অঃ টাপ) লোভ. আশা, বাসনা, ইচ্ছা।

**লিপ্সু** *স্ত্ৰী.* (লভ্ সন্ উঃ) অভিলাষী, আশাবাদী, ইচ্ছুক।

**লিৱিঃ —ৱী** *স্ত্ৰী.* (লিপ্ ইন্) লিপি।

**লিৱিঙ্কৰঃ** *পু.* লিপিং কৰোতীতি কৃ টঃ) লিপিকাৰ, নকলনবীশ, লিখক।

**লিম্পঃ** *পু.* (লিম্প্ শঃ) লেপনকৰ্তা।

**লিম্পটঃ** পু. লম্পট, কামুক।

**লিম্পাকঃ** পু. ১। নেমু গছ, ২। গাধ, **—কং** নেমু টেঙা।

**লিশ্** ক) গত্যাম (তুদা প স লিশতি) ১। যা, গমন কৰ, আগুৱাই যা, ২। আঘাত কৰ।

খ) তৌচ্ছ্যে (দিৱা উ ই লিশ্যতি -তে) ১। সৰু হ, হ্ৰাস পা, বা হ্ৰাস হ।

**লিষ্ট** *বিণ.* হ্ৰাসপ্ৰাপ্ত, সৰু হোৱা।

**লিষঃ** *পু.* (লষ্ কৰ্তৰি ৱন্) নৰ্তক, নট।

**লিহ্** স্বাদে (অদা উ স লেঢ়ি, লীঢ়ে) ১। চেলেক, চেলেকি খা, শি ১২।৪০; ২। সোৱাদ ল, সোৱাদ পা, **অৱ—** চেলেক, কামোৰ, বে ৩।৫; চোবাই খা, খা, **আ—** চেলেক, আঘাত কৰ, খা, চকুৰে গ্ৰাস কৰ। **উদ্—** চকচকীয়া কৰ, শাণত ঘঁহি উজ্জ্বল কৰ।

**লী** ক) দ্ৰাৱণে (চুৰা, ভ্বা, প স লালয়তি, লয়তি) লয় হ, দ্ৰৱীভূত হ, গলি যা।

খ) শ্লিষি (১) (ক্ৰ্যা প অ লিনাতি) ১। লাগি ধৰ, এঠাৰ দৰে লিপিত খাই ধৰ, ২। গলি যা,

(২) (দিৱা আ অ লীয়তে), ১। লীন হ, লাগি ধৰ, ২। সাৱতি ধৰ, ৩। বাগৰ দি, বিশ্ৰাম কৰ, ৪। লুকাই ৰাখ, আবৃত কৰ, ৫। নাইকিয়া হ, লোপ হ (ণিজন্ত) লাপয়তি -তে, লীনয়তি -তে। **অভি—** বিয়পি পৰ, লাগি ধৰ, **আ—** বিশ্ৰাম কৰ, লাগি ধৰ, লুকাই থাক, **প্ৰ—** দ্ৰৱীভূত হ, নাশ হ, ধ্বংস হ, লুপ্ত হ। প্ৰলীনভূপালমপি স্থিৰায়তি কি ১।২৩, **ৱি—** বিলীন হ, দ্ৰৱীভূত হ, গলি যা, লুপ্ত হ, নাইকিয়া হ। ধ্বংস হ, নাশ কৰ, **সং—** লাগি ধৰ বাগৰ দি, বিশ্ৰাম ল, নামি আহ। গলি যা।

**লীক্কা** লিখা ওকণী।

**লীঢ়** *বিণ.* (লিহ্ কৰ্মণি ক্তঃ) আস্বাদিত। সোৱাদ পোৱা।

**লীন** *বিণ.* (লী ক্ত) লয়প্ৰাপ্ত, **শ্লিষ্ট**, লাগি **ধৰা**, লুকাই থকা, লুপ্ত, গলিত। সম্পূৰ্ণৰূপে গিলি পেলোৱা।

**লীলা** *স্ত্ৰী.* (লয়নমিতি লী কিপ্। লিয়ং লাতীতি লা কঃ। ১। খেলা, কেলি, ক্ৰীড়া, আনন্দ, ২। কামুকতা, ৩। সহজ, সুলভ, অনায়াস, শিশুৰ খেলা, ৪। সৌন্দৰ্য্য, শোভা, ৫। ছল, ছদ্ম, 'প্ৰিয়ানুকৰণং লীলা।' প্ৰেমিকৰ অনুপস্থিতিত প্ৰেয়সীয়ে বান্ধৱীৰ আগত নিজৰ চিত্ত বিনোদনৰ কাৰণে প্ৰেমিকৰ হাঁহি, কথা বতৰা ভাব-ভঙ্গি অনুকৰণ কৰি বৰ্ণনা কৰা কাৰ্য্য। **—গৃহং, —গেহং** *ক্লী.* প্ৰমোদ গৃহ। **—কমলং —পদ্মং** হাতত খেলাৰ ছলেৰে লোৱা পদুম ফুল। 'লীলাকমলপত্ৰাণি গণয়ামাস পাৰ্ৱতী', ৰ ৬।১৩, **—ৰতিঃ** খেল-ধেমালি। **—ৱাপী** খেলা পুখুৰী। **—শুকঃ** খেলিবৰ কাৰণে পালন কৰা ভাটৌ।

**লীলাৱতী** *স্ত্ৰী.* (লীলা মতুপ্ মস্য ৱঃ) ১। বিলাসিনী, ২। মনোৰমা তিৰোতা, ৩। বেশ্যা, ৪। দুৰ্গা, ৫। গ্ৰন্থকাৰ ভাস্কৰাচাৰ্যৰ পত্নী, ৬। মণ্ডন মিশ্ৰৰ ন্যায়গ্ৰন্থ।

**লীলোদ্যানং** *ক্লী.* দেৱতাৰ উদ্যান, প্ৰমোদ উদ্যান।

**লুক্ (চ্)** *পু.* লোপ।

**লুক্কায়িত** *বিণ.* (লুক্ কায়স্য যস্য, লুক্কায় ক্বিপ্ ক্তঃ) অন্তৰ্হিত, নাইকিয়া হোৱা, লুপ্ত।

**লুঞ্চ** অপনয়নে (ভ্বা প অ লুঞ্চতি) ছিং, (ফুল) ছিঙি পেলা, বাকলি পেলা, বখলিয়া, ছিৰি পেলা, টানি আনি ছিঙ।

**লুঞ্চঃ, –ঞ্চনং** *ক্লী.* বাকলি পেলোৱা, ছিঙি পেলোৱা।

**লুঞ্চিত** বিণ. ছিন্ন।

**লুট্** ক) দীপ্তি প্রতিহত্যোঃ (ভ্বা আ অক সক লোটতে) ১। বিৰোধ কৰ, বাধা দি, ২। পোহৰ কৰ, উজ্জ্বল কৰ, ৩। দুখ ভোগ কৰ, শোকাকুল হ।

খ) ভাসে (চুৰা উ অ লোটয়তি –তে) ১। কথা ক, ২। উজ্জ্বল কৰ, পোহৰ কৰ।

গ) ৱিলোটৱিলোড়নয়োঃ (ভ্বা দিৱা প অ স লোটতি লুট্যতি) ১। লুট কৰ, কাঢ়ি লৈ যা, চুৰি কৰ, লুণ্ঠন কৰ, ২। মাটিত বাগৰ।

**লুঠ্** ক) উপঘাতে (ভ্বা, প স লোঠতি) আঘাত কৰ, খুন্দা মাৰ।

খ) দীপ্তিপ্রতিহত্যোঃ (ভ্বা আ প অ, স লোঠতে) ১। পোহৰ কৰ, ২। যা, গমন কৰ, ৩। বাধা দি, বিৰোধ কৰ, ৪। মাটিত বাগৰ, ৫। শোক কৰ, দুখ কৰ।

গ) চৌৰ্য্যে (চুৰা উ প স লোঠয়তি –তে) ১। লুণ্ঠন কৰ, চুৰি কৰ, কাঢ়ি ল।

ঘ) লোটে (তুদা প অ লুঠতি) ১। মাটিত বাগৰ, ইফালে-সিফালে লৰচৰ কৰ,

'হাৰোঽয়ং হৰিণাক্ষীণাং লুঠতি স্তনমণ্ডলে'

হৰিণনয়নাৰ স্তনমণ্ডলত হাৰডালে ইফাল-সিফালকৈ লৰি আছে)। অমৰু।

**লুঠনং** *ক্লী.* ইফাল-সিফাল কৰি লৰচৰ কৰা।

**লুঠিত** *বিণ.* মাটিত বাগৰি থকা।

**লুড়্** ক) মন্থে (ভ্বা প স লোড়তি) ১। লৰাই দি, ২। মন্থন কৰ, আলোড়ন কৰ।

খ) সংহৃতৌ (তুদা প স লুড়তি) ১। লাগি ধৰ, ২। আবৃত কৰ।

**লুণ্ট্** ক) গতৌ চৌৰ্য্যে (ভ্বা প স লুণ্টতি) ১। যা, গমন কৰ, ২। চুৰি কৰ, লুণ্ঠন কৰ, ৩। খোৰা হ, লেঙেৰাই যা, ৪। এলেহুৱা হ, কাম নকৰাকৈ থাক।

খ) অৱজ্ঞা চৌৰ্য্যে (চুৰা, উ, ভ্বা প স লুণ্টয়তি –তে, লুণ্টতি) ১। লুট কৰ, চুৰি কৰ, ২। অৱজ্ঞা কৰ, অশ্রদ্ধা কৰ।

**লুণ্টকঃ** *পু.* (লুণ্ট্ ণ্বুল্) এবিধ শাক।

**লুণ্টা** *স্ত্রী.* লুণ্ঠন। **—কঃ** *পু.* চোৰ, লুণ্ঠনকাৰী।

**লুণ্ঠ্** *চৌৰ্য্যে* (ভ্বা প স লুণ্ঠতি) ১। লুট কৰ, লুণ্ঠন কৰ, চুৰি কৰ, ২। লৰাই দি, আলোড়িত কৰ, ৩। খোৰা হ, লেঙেৰা হ, ৪। বাধা দি, বিৰোধ কৰ, ৫। এলাহ কৰ।

**লুণ্ঠকঃ** *পু.* লুণ্ঠণকাৰী, চোৰ।

**লুণ্ঠা** *স্ত্রী.* ১। লুট, চুৰি কাৰ্য্য, ২। মাটিত বাগৰা।

**লুণ্ঠাকঃ** ১। চোৰ, লুণ্ঠণকাৰী, ২। কাউৰী।

**লুণ্ড্** চৌৰ্য্যে (চুৰা উ স লুণ্ডয়তি –তে) লুণ্ঠন কৰ, লুট কৰ।

**লুণ্ডিকা** ১। গোলাকাৰ বস্তু, 'বল', ২। সৎ চৰিত্র।

**লুণ্ডী** *স্ত্রী.* সৎ চৰিত্র।

**লুথ্ লুন্থ্** কুন্থে (ভ্বা প অ লুন্থতি)

১। আঘাত কৰ, বধ কৰ, ২। দুখ ভোগ কৰ, ক্লেশ পা, দুখিত হ।

**লুপ্** ক) ছেদে (তুদা উ স লুম্পতি –তে) ১। ভাং, কাট, নাশ কৰ, আঘাত কৰ, ধৰ্ষণ কৰ, ২। লুট কৰ, লুটি নি, দখল কৰ, ৩। লুপ্ত কৰ, লুকাই ৰাখ, দবাই ৰাখ।

খ) যুপি, (দিবা, প অ লুপ্যতি) যুপি আকুলীভাৱে, ১। আকুল হ, ব্যাকুল হ, ২। বিমূঢ় হ, (ণিজন্ত) লোপয়তি –তে। (সনন্ত) লুলুপ্সতি **অৱ—** অৱলোপ কৰ, নাশ কৰ, ধ্বংস কৰ, **ৱি—** বিলোপ কৰ, নাইকিয়া কৰ, লুপ্ত কৰ, দখল কৰ, অধিকাৰ কৰ, নাশ কৰ, লুট কৰ।

**লুপ্ত** *বিণ.* (লুপ ক্তঃ) ১। ভঙা, ভাঙি পেলোৱা, ২। আঘাত, নাশকৃত, ৩। অপহৃত, লুণ্ঠিত, ৪। ত্যক্ত, পৰিত্যক্ত, অন্তৰ্হিত, ৫। উপেক্ষিত, ৬। অপ্রচলিত, পুৰণি, অব্যৱহৃত, **—প্তং** চুৰি কৰা, ধন-সম্পত্তি, **—প্রতিজ্ঞ** বিশ্বাসঘাতক, প্রতিজ্ঞা-ভঙ্গকাৰী।

**লুপ্তোপমা** এবিধ উপমা অলঙ্কাৰ। ইয়াত উপমাৰ কাৰণে প্রয়োজনীয় চাৰিটা বস্তুৰ এটা বা একাধিক লুপ্ত হৈ থাকে।

**লুব্ব লুম্ব্** অৰ্দনে, অৰ্দনং বধঃ।

(ভ্বা প চুৰা উ স লুব্বতি, লুব্বয়তি –তে) আঘাত কৰ, বধ কৰ, যাতনা দে, বিৰক্ত কৰ।

**লুব্ধ** *বিণ.* (লুভ ক্তঃ) লুভীয়া, লোলুপ, লোভী, আকাঙ্ক্ষী, **—ব্ধঃ** *পু.* ব্যাধ, লম্পট, কামুক, **—কঃ** ১। ব্যাধ, চৰাই চিকাৰী, ২। লুভীয়া মানুহ, কামুক, লম্পট, ৩। এটা নক্ষত্র, 'ডগষ্টাৰ'।

**লুভ্** গার্ধ্যে (দিৱা প অ লুভ্যতি) ১। আকাঙ্ক্ষা কৰ, লোভ কৰ, আশা কৰ, হাবিয়াস কৰ, ২। ব্যাকুল হ, বিপথে যা, (ণিজন্ত) লোভয়তি –তে।

**লুম্বিকা** *স্ত্রী.* এবিধ বাদ্যযন্ত্র।

**লুল্** বিমর্দনে (ভ্বা প স লোলতি) ১। বাগৰ, বাগৰি যা, ইফালে-সিফালে লৰচৰ কৰ, ২। লৰাই দি, আলোড়িত কৰ, ৩। হেঁচা মাৰ, চেপা মাৰ, **—আ** লাহে স্পর্শ কৰ, **বি—** ১। ইফাল-সিফাল কৰ, ২। বিশৃঙ্খল কৰ, আউল-জাউল কৰ।

**লুলাপঃ, লুলায়ঃ** ম'হ।

**লুলিত** (লুল ক্তঃ) ১। আন্দোলিত, ২। বিকীর্ণ, চাৰিওফালে সিঁচৰতি কৰা, ৩। ব্যাপ্ত, ৪। উন্মূলিত, ৫। খণ্ডিত, টুকুৰা-টুকুৰ কৰা, ৬। বিধবস্ত ধ্বংসপ্রাপ্ত, ৭। পৰিশ্রান্ত, ৮। মনোৰম, ধুনীয়া।

**লুষভঃ** *পু.* (ৰুষ অভস ৰস্য লত্বম্) মতলীয়া হাতী।

**লুহ** গাধো (ভ্বা প স লোহতি) লোভ কৰ, আশা কৰ, পাবলৈ ইচ্ছা কৰ।

**লূ** ছিদি (ক্র্যা উ স লুনাতি, লুনীতে) ১। ছেদন কৰ, কাট, কাটি ডোখৰ ডোখৰ কৰ, ২। (ফুল) ছিঙ, চয়ন কৰ, শি ১।৫১; ৩। কাটি পেলা, নাশ কৰ, সম্পূর্ণৰূপে ধ্বংস কৰ।

**লূতা** *স্ত্রী.* মকৰা।

**লূন** *বিণ.* (লূ ক্তঃ) ১। ছিঙি পেলোৱা (ফুল), কাটি পেলোৱা, ২। চয়ন কৰা, ৩। বিনষ্ট, ৪। দংশন কৰা, ৫। আঘাতপ্রাপ্ত, **—নং** ফিছা, নেজ, **—নিঃ** এবিধ শস্য, ছেদন।

**লূমং** *ক্লী.* নেজ, **—বিষঃ** নেজত বিহ থকা, নেজেৰে দংশন কৰা কীট বা জন্তু। যেনে বৃশ্চিক।

**লেখঃ** *পু.* (লিখ্যতে ইতি লিখ ঘঞ) ১। লিখনি, লেখা, নথি, দলিল, ২। দেৱতা, বিগ্ৰহ, **—পত্রং** পত্রিকা চিঠি, দলিল, নথিপত্র, **—হাৰঃ —হাৰী (ন্)** ডাকোৱাল।

**লেখকঃ** *পু.* (লিখ্ ণ্বুল্) ১। লিখক, নকলনবীশ, ২। চিত্রশিল্পী, **—দোষঃ, প্রমাদঃ** নকলনবীশৰ ভুল।

**লেখনং** *ক্লী.* (লিখ্ ল্যুট্) ১। লিখন, (কলমৰ) আঁচোৰ, ২। স্পর্শ, ৩। ভূর্জপত্র, **—নঃ** (লিখা কলমৰ বাবে) নল বা খাগৰি, **—নী** ১। কলম, খাগৰি, 'লেখনী পুস্তিকা নাৰী পৰহস্তংগতা গতা।' ২। চামুচ। **—সাধনং** লিখা সৰঞ্জাম, যেনে চিয়াহী, কলম, ভূর্জপত্র, কাগজ ইত্যাদি।

**লেখনিকঃ** *পু.* ডাকোৱাল।

**লেখা** *স্ত্রী.* (লিখ্ অপ্ টাপ্) ১। লিপি, ২। ৰেখা, পংক্তি, ৩। আঁচ, ৪। লিখনি, অঙ্কন, চিত্রাঙ্কন, ৫। কাঁচি জোন, ৬। আকৃতি, চিহ্ন, ৭। কাপোৰৰ আঁচল, ৮। চূড়া, চৰাইৰ মূৰৰ জঁ।

**লেখ্য** *বিণ.* (লিখ ণ্যৎ) লিখনীয়, লিখনৰ যোগ্য। অঙ্কন কৰিব লগীয়া, অঙ্কনৰ যোগ্য, **—খ্যং** ১। লিখনি, চিঠিপত্র, দলিল, নথি, পাণ্ডুলিপি, ২। শিলালিপি, তাম্রলিপি, তাম্রপত্র, ৩। চিত্র, **—চূর্ণিকা** কলম, তুলিকা, **—পত্রং** ১। চিঠি, দলিল, ২। ভূর্জপত্র, তালপত্র, **—প্রসঙ্গঃ** দলিল, নথি।

**লেণ্ডং** *ক্লী.* বিষ্ঠা, গুৰ লদা।

**লেতং, —তঃ** চকুলো।

**লেপ্** গমনে (ভ্বা আ স লেপতে) ১। যা, গমন কৰ, ২। পূজা কৰ।

**লেপঃ** *পু.* (লিপ ঘঞ) ১। লেপন, প্রলেপ, মলম, ২। বেৰা লেপন, ৩। পিণ্ড দানৰ পিচত হাতত অথবা পাত্রত লাগি থকাখিনি পিণ্ডৰ ওপৰত লিপি দিয়া কার্য্য, ৪। দাগ, কলঙ্ক, দোষ, ৫। নৈতিক অপৱিত্রতা, পাপ, ৬। আহাৰ, **—কৰঃ** ৰাজমিস্ত্রী, বেৰা লিপা মানুহ, **—ভাগী (ন্) ভুক্ (জ্)** পিণ্ডৰ 'লেপ' ভোগ কৰাৰ যোগ্য, মনু ৩।২১৬

**লেপকঃ** *পু.* ৰাজমিস্ত্রী, লিপা মানুহ।

**লেপনং** *ক্লী.* ১। প্রলেপ, প্রসাধন, শৰীৰত সনা বা ঘঁহা বস্তু, মলম, ২। বেৰা লিপা সামগ্রী, বোকা, চূণ, গোবৰ আদি, ৩। মাংস, **—নঃ** ধূপ-ধুনা।

**লেপ্যং** *ক্লী.* ১। লেপনীয়, লিপাৰ যোগ্য বস্তু, ২। সাঁচ, আৰ্হি, **—স্ত্রী.** সুগন্ধি তেলাদিৰে আবৃতা তিৰোতা।

**লেপ্যময়ী** পুতলা।

**লেলায়মানা** *স্ত্রী.* অগ্নিৰ সাতখন জিভাৰ এখন।

**লেয়ঃ** *পু.* সিংহ ৰাশি।

**লেলিহানঃ** *পু.* ১। সাপ, ২। শিৱ, **—না** (তান্ত্রিক) হাতৰ মুদ্রা।

**লেশঃ** *পু.* (লিশ ঘঞ) ১। অকণমান, কণিকা, কণা, ২। সময়ৰ পৰিমাণ বিশেষ, ৩। এবিধ কাব্যালঙ্কাৰ। ইয়াত গুণক দোষৰূপে আৰু দোষক গুণৰূপে দেখুৱা হয়।

**লেশ্যা** *স্ত্রী.* পোহৰ, জ্যোতি।

**লেষ্টুঃ** (লিশ্ ৰাহুলকাৎ তুন) মাটিৰ লদা, **—ঘ্নঃ —ভেদনঃ** মাটিৰ লদা ভঙা হাতুৰি।

**লেসিকঃ** *পু.* হাতীত উঠা মানুহ।

**লেহঃ** *পু.* (লিহ্ ঘঞ) ১। চেলেকা বা চেলেকি খোৱা, ২। সোৱাদ লোৱা কাৰ্য্য, ৩। আহাৰ, খাদ্য, ৪। ৰস।

**লেহনং** *ক্লী.* (লিহ্ ল্যুট) জিভাৰে ৰস গ্ৰহণ, চেলেকা, চেলেকি খোৱা, জিভাৰে সোৱাদ লোৱা।

**লেহিনঃ** *পু.* সুৰগা।

**লেহ্যং** *ক্লী.* (লিহ্ ণ্যৎ) চেলেকি খাব লগীয়া, **—হ্যং** ১। চেলেকি খোৱা বস্তু, ৰস, ২। আহাৰ, ৩। অমৃত।

**লৈঙ্গিক** *বিণ.* ১। লিঙ্গ বা চিহ্ন সম্বন্ধীয়, ২। অনুমান কৰি লোৱা। অনুমিত, **—কঃ** ভাস্কৰ, শিল্পী।

**লোক্** ক) দীপ্তৌ (চুৰা উ অ লোকয়তি -তে) ১। উজ্জ্বল হ, পোহৰ হ, দীপ্তিমান হ, ২। চা, দৰ্শন কৰ, ৩। জানি ল, বোধ কৰ, ৪। কথা ক।

খ) ঈক্ষে (ভ্বা আ স লোকতে) চা, দৰ্শন কৰ, অৱলোকন কৰ।

**লোকঃ** *পু.* (লোক্যতে ইতি লোক্ ঘঞ) ১। ভূলোক, ইহলোক, মৰ্তলোক, পৃথিৱী। তিনি লোক : স্বৰ্গ, মৰ্ত্য আৰু পাতাল। সপ্তলোক : ভূ, ভুঃ, স্বঃ, মহঃ, জনঃ, তপঃ, সত্যম (ব্ৰহ্মলোক)। এই সাতখন পৃথিৱীৰ ওপৰৰ লোক। পৃথিৱীৰ তলৰ সাতখন হ'ল— অতল, বিতল, সতল, ৰসাতল, তলাতল, মহাতল আৰু পাতাল, ২। মানৱ জাতি, প্ৰজা, মানুহ, ৩। মানুহৰ সমষ্টি, গোষ্ঠী, ৪। ৰাজ্য, প্ৰান্ত, অঞ্চল, ৫। সাধাৰণ, সামাজিক ৰীতিনীতি, ৬। সৰ্বসাধাৰণে ব্যৱহাৰ কৰা, ৭। বৈদিক যুগৰ পিচৰ, যেনে লৌকিক কাব্য শকুন্তলা, কাদম্বৰী আদি, ৮। দৃশ্য, ৯। সংখ্যা '৭' **—চৰিত্ৰং** সাধাৰণ ৰীতি-নীতি, আচাৰ, **—জননী** লক্ষ্মীদেৱী, **—জিৎ—জ্যেষ্ঠঃ,** বুদ্ধ, **—তত্ত্বং** মানৱ-তত্ত্ব, মানৱ-জ্ঞান, **—তন্ত্ৰং** লোক ব্যৱহাৰ, **—তুষাৰঃ** কৰ্পূৰ, **—ত্ৰয়ীঃ** তিনি লোক-স্বৰ্গ, মৰ্ত্য, পাতাল, **—দ্বাৰং** স্বৰ্গৰ দুৱাৰ, **—ধাতা** (খ) শিৱ, **—নাথঃ** ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ, ৰজা, সম্ৰাট। বুদ্ধ, **—নেতা** শিৱ, **—পঃ পালঃ** ১। ৰাজ্য প্ৰশাসক। ৰাজ্যপাল, ২। আঠটা দিক্‌পাল, **—পতিঃ** ব্ৰহ্মা, বিষ্ণু, ৰজা, সম্ৰাট, **—পিতামহঃ** ব্ৰহ্মা, **—প্ৰকাশনঃ** সূৰ্য্য, **—প্ৰৱাদঃ** সাধাৰণ বাতৰি, উৰা-বাতৰি, জনশ্ৰুতি। **—প্ৰসিদ্ধ** জনাজাত, বিখ্যাত, **—বন্ধুঃ —বান্ধৱঃ** সূৰ্য্য, **—বাহ্য** সমাজচ্যুত, একাকী, **—মৰ্য্যাদা** প্ৰচলিত ব্যৱস্থা, ৰীতি। **—মাতৃ** লক্ষ্মী **—মাৰ্গ** প্ৰচলিত পদ্ধতি, **—যাত্ৰা** সামাজিক বিষয়, সাংসাৰিক অস্তিত্ব, ৰীতি-নীতি, জীৱন যাত্ৰা, **—ৰক্ষঃ** ৰজা, **—ৰঞ্জনং** মনোৰঞ্জন, **—লোচনং** সূৰ্য্য, **—ৱচনং, ৱাদঃ** বাৰ্তা, জনশ্ৰুতি, উৰা-বাতৰি, **—ৱিদ্বিষ্ট** জনসমাজ ভাল নোপোৱা, **—ৱিধিঃ** ১। প্ৰচলিত সমাজ ব্যৱস্থা। ২। লোকস্ৰষ্টা (ব্ৰহ্মা) **—ৱিশ্ৰুত** বিখ্যাত, **—বৃত্তং** লোকাচাৰ, সাধাৰণ কথাবতৰা, ফচহু কথা বা গল্প **—বৃত্তান্তঃ, ব্যৱহাৰঃ,** সমাজ ৰীতি, পদ্ধতি, প্ৰচলিত ব্যৱস্থা, লোকাচাৰ, **—সংগ্ৰহঃ** বিশ্বব্ৰহ্মাণ্ড, মানৱ-কল্যাণ, **—সাক্ষী** (ন্) ব্ৰহ্মা, অগ্নি, **—সিদ্ধ** ১। প্ৰচলিত ব্যৱস্থা, আচাৰ, ২। সৰ্বসাধাৰণে গ্ৰহণ কৰা, **—স্থিতিঃ** ১। জাগতিক অস্তিত্ব, ২। সাৰ্বজনীন নীতি বা আইন, **—হাস্য** সকলোৱে হঁহা, সকলোৰে হাস্যস্পদ। **—হিত** সকলোৰে কাৰণে কল্যাণজনক।

**লোকনং** দৰ্শন, চোৱা কাৰ্য্য।

**লোকংপৃণ** *বিণ.* পৃথিৱীব্যাপী, সৰ্বব্যাপী।

**লোকাচাৰঃ** প্ৰচলিত ৰীতি-নীতি।

**লোকাতিশয়, —ধিক** অসাধাৰণ।

**লোকাত্মা** (ন্) *পু.* বিশ্বাত্মা।

**লোকাদিঃ** *পু.* ১। পৃথিৱীৰ আৰম্ভণি, ২। সৃষ্টিকৰ্তা।

**লোকাধিপঃ, —ধিপতিঃ** দেৱতা, ৰজা, সম্ৰাট।

**লোকানুৰাগঃ** মানৱ জাতিৰ প্ৰতি অনুৰাগ, দয়া, প্ৰেম। বিশ্বপ্ৰেম।

**লোকান্তৰং** অন্যলোক, পৰলোক।

**লোকাপৱাদঃ** ৰাজহুৱা কেলেঙ্কাৰী, ৰাজহুৱা নিন্দা।

**লোকাভ্যুদয়ঃ** ৰাজহুৱা কল্যাণ, জন-কল্যাণ।

**লোকায়তঃ —তিকঃ** বস্তুবাদী, নাস্তিক।

**লোকায়নঃ** শ্ৰীনাৰায়ণ, বিষ্ণু।

**লোকালোকঃ** *পু.* এখন পৌৰাণিক (কাল্পনিক) পৰ্বতৰ নাম। সসাগৰা পৃথিৱীক বেঢ়ি ৰখা এই পৰ্বতমালাৰ

ভিতৰ ভাগত সূৰ্য্যৰ ৰশ্মি পৰাৰ কাৰণে লোক আৰু ইয়াৰ বাহিৰ ভাগত অলোক অৰ্থাৎ আন্ধাৰ। লোকৰ পৰা অলোকক পৃথক কৰাৰ বাবে ইয়াৰ নাম লোকালোক।

**লোকেশঃ** *পু.* ১। ৰজা, সম্রাট, ২। ব্রহ্মা, ৩। পাৰা।

**লোকেষণা** *স্ত্রী.* স্বৰ্গবাসনা।

**লোকোক্তিঃ** ফকৰা-যোজনা, সাধাৰণ কথাবতৰা।

**লোকোত্তৰ** *বিণ.* অসাধাৰণ, অলৌকিক।

**লোচ্** ক) ভাসি (চুৰা উ অ লোচয়তি -তে) ১। উজ্জ্বল হ, দীপ্তিমান হ, পোহৰা, ২। চা, দৰ্শন কৰ, ৩। কথা ক, ৪। বিবেচনা কৰ, ভাবি চা।

খ) ঈক্ষে (ভ্বা আ স লোচতে) ১। চা, দৰ্শন কৰ, ২। ভাবি চা।

**লোচং** *ক্লী.* (লোচ্ অচ্) অশ্রু, চকুপানী।

**লোচকঃ** *পু.* (লোচ্ ণ্বুল্) ১। চকুৰ মণি, ২। মাংসপিণ্ড, ৩। কাণৰ ফুল এবিধ, ৪। চাকিৰ আলান্ধু, ৫। অঞ্জন, ৬। ধনুৰ গুণ, ৭। তিৰোতাই কপালত পিন্ধা এবিধ অলঙ্কাৰ, ৮। সাপৰ মোট, ৯। কল গছ, ১০। কপালৰ কোঁচ, ১১। কোঁছখোৱা ছাল।

**লোচন** *ক্লী.* ১। দৃষ্টি, দৃশ্য, দৰ্শন, ২। চকু, মে ১১০; **—গোচৰঃ, পথঃ, মাৰ্গঃ** দৃষ্টিগোচৰলৈ অহা বস্তু। চকুৰে ঢুকি পোৱা বস্তু। **—হিতা** নীলা হাইতাল।

**লোচিকা** *স্ত্রী.* আটা বা ময়দাৰে ঘিঁউত ভজা পিঠা বিশেষ, লুচি।

**লোট্** উন্মাদে (ভ্বা প অ লোটতি) পাগল হ, পগলা হ, পাগলামি কৰ।

**লোঠঃ** *পু.* মাটিত বাগৰা।

**লোড়্** উন্মাদে (ভ্বা, প, অ লাড়োতি) মূৰ্খ হ, মূৰ্খালি কৰ, পগলা হ, পাগলামি কৰ।

**লোড়নং** *ক্লী.* আলোড়ন। কম্পন।

**লোণাৰং, ৰঃ** এবিধ খাৰ জাতীয় দ্রব্য। এবিধ নিমখ।

**লোতং, লোত্রং** (লূ তন্ বা ষ্ট্রন্) চুৰি কৰা ধন বা সম্পত্তি।

**লোত্তঃ** *পু.* ১। চকুলো, অশ্রু, ২। চিহ্ন, চিন।

**লোধঃ, লোধ্রঃ** এবিধ ৰঙা ফুলৰ গছ, শি ৯।৪৬।

**লোপঃ** *পু.* (লুপ্ ভাৱে ঘঞ্) ১। লোপ, হানি, নাশ, ২। ত্যাগ, নাইকিয়া কৰা, অপ্রচলন, ৩। উলঙ্ঘন, ৪। অভাৱ।

**লোপনং** *ক্লী.* উলঙ্ঘন, ত্যাগ, লোপ।

**লোপা, লোপামুদ্রাঃ** বিদৰ্ভৰাজৰ কন্যা, অগস্ত্যৰ পত্নী, অগস্ত্য মুনিয়ে এজনী পৰমা সুন্দৰী পত্নী লাভ কৰাৰ ইচ্ছাৰে বিভিন্ন জীৱ জন্তুৰ সৰ্বোৎকৃষ্ট অংশসমূহ একগোট কৰি লোপমুদ্রাক তৈয়াৰ কৰে আৰু মনে মনে বিদৰ্ভৰাজৰ ঘৰত ৰাখেগৈ। লোপা ৰজাৰ ঘৰত ডাঙৰ-দীঘল হোৱাত অগস্ত্যই পত্নীৰূপে গ্রহণ কৰে। লোপাই পতি অগস্ত্যক কয় যে অগস্ত্য প্রভূত সম্পত্তিৰ অধিকাৰী হোৱাৰ পিচতহে তাইৰ কাষ চাপিব পাৰিব। পিচত অগস্ত্যই দৈত্য ইল্বালক পৰাভূত কৰি প্রভূত সম্পত্তিৰ অধিকাৰী হয় আৰু পত্নী লোপমুদ্রাক সন্তুষ্ট কৰে।

**লোপাকঃ পাপকঃ, পাশঃ, পাশকঃ** *পু.* শিয়াল। **—পাশিকা** শিয়ালী।

**লোপ্ত্রং, পত্রী** চুৰি কৰা ধন-সম্পত্তি।

**লোভঃ** *পু.* (লুভ্ ঘঞ্) লোভ, আকাঙ্ক্ষা, ইচ্ছা **—ৱিৰহঃ** নিৰ্লোভ।

**লোভন** *বিণ.* ১। প্রলোভন, ফুচুলনি, ২। সোণ।

**লোভী (ন্)** *বিণ.* (লোভ ইনিঃ) লুভীয়া, লোভযুক্ত লোলুপ।

**লোভ্য** *বিণ.* (লুভ্ যৎ) লোভনীয়, লোভজনক, —ভ্যঃ মগুমাহ।

**লোম (ন)** *ক্লী.* (লূ মনিন্) ১। লোভ, ২। গাৰ চুলি, **—কী (ন)** চৰাই।

**লোমং** *ক্লী.* নেগুৰ, নেজ, **—লী, ৰাজিঃ** বুকুৰ নোম, **—কৰ্ণঃ** শহা পহু, **—কীটঃ** ওকণী, **—কূপঃ, ৰন্ধ্র, ৱিৱৰং** নোমৰ গাঁত, ছিদ্র, **—ঘ্নং** তপা মূৰ, **—হৰ্ষ, —হৰ্ষণং** শিয়ৰণ, '—ৰোমহৰ্ষং নমুঞ্চতি' স্বপ্ন. ৫ **—হৃৎ** হাইতাল।

**লোমপাদঃ** *পু.* অঙ্গ দেশৰ ৰজা, মহৰ্ষি ঋষ্যশৃঙ্গৰ শহুৰেক, ৰজা দশৰথৰ সখিয়েক।

**লোমশ** *বিণ.* (লোমন্ শঃ) অতি লোমী, শৰীৰত বেছি নোম থকা। **—শঃ** *পু.* ১। ভেঁড়া, ২। এজন মুনি এই মুনিজনাই তীৰ্থভ্রমণাভিলাষী সভাতৃক যুধিষ্ঠিৰক সকলো তীৰ্থৰ বিষয়ে বিবৰি কৈছিল। **—শা** এবিধ সুগন্ধি শিপা। কাউৰীৰ ঠেং।

**লোমালিকা** মাইকী শিয়াল, শিয়ালী।

**লোল** *বিণ.* (লুড় ৱিলোড়নে অচ্) ১। নৰি থকা, কম্পমান, ২। চঞ্চল, অস্থিৰ, ৰ ৬।৪১; ৩। ক্ষীণ,

দুৰ্বল, ৪। আগ্ৰহী, ইচ্ছুক, আশাধাৰী। **—লঃ** তামস মনু, **—লা** ১। জিভা, ২। লক্ষ্মী, ৩। চঞ্চলা স্ত্ৰী, ৪। বিদ্যুৎ, ৫। চৈধ্যটা বৰ্ণ থকা ছন্দ (বৃত্ত) এবিধ, **—জিহ্ব** *বিণ.* লোলুপ, লুভীয়া, **—লোল** *বিণ.* অত্যন্ত অস্থিৰ।

**লোলাক্ষিকা** *স্ত্ৰী.* চঞ্চল চকুৰ স্ত্ৰী.।

**লোলাৰ্কঃ** *পু* সূৰ্য্য।

**লোলুপ, —লুভ** *বিণ.* লুভীয়া, অতি লোভী।

**লোষ্ট** সংহতৌ (ভ্বা আ স লোষ্টতে) দ'ম কৰ, একগোট কৰি দমাই ৰাখ, স্তূপাকাৰ কৰ।

**লোষ্টং —ষ্টঃ** *ক্লী. পু.* মাটিৰ লদা, **—ষ্টং** মামৰ, **—ঘ্নঃ, ভেদনঃ** মাটিৰ লদা ভঙা হাতুৰি।

**লোষ্টুঃ** মাটিৰ লদা।

**লোহ** *বিণ.* ১। লোৰে তৈয়াৰী, তামেৰে তৈয়াৰী, ২। ৰঙা, ৰঙা বৰণীয়া।

**লোহং** *ক্লী.* অগৰু।

**লোহং, হঃ** *ক্লী. পু.* ১। তাম, ২। লোহা, ৩। তীখা, ৪। যি কোনো ধাতু, ৫। সোণ, ৬। তেজ, ৰক্ত (পু) ৰঙা ছাগলী। **—কান্তঃ** চুম্বক, **—কাৰঃ** কমাৰ, **—কিট্টং** মামৰ, **—চূৰ্ণং** লোৰ গুড়ি, মামৰ, **—জং** কাঁহ, লোৰ গুড়ি, **—জালং** লোৰ জাল, বৰ্ম, আৱৰণ, **—জিৎ** হীৰা, **—দ্ৰাৱী** সুৰগা, **—নালঃ** লোৰ কাঁড়, **—পৃষ্ঠঃ** ম'হ বগ, বিৰাটাকায় এবিধ বগলী, **—প্ৰতিমা** ১। লোৰ মূৰ্তি, ২। কমাৰৰ নিয়াৰি, **—বদ্ধ** লোহাৰে বন্ধা, লোহা খটোৱা, **—মুক্তিকা** ৰঙা মুক্তা বিশেষ, **—ৰজঃ** মামৰ **—ৰাজকং** ৰূপ, **—ৱৰং** সোণ, **—শঙ্কুঃ** লোৰ শলা, **—শ্লেষণ** সুৰগা, **—সঙ্কৰং** ধাতুৰ মিশ্ৰণ, তীখা, কাঁহ, তাম।

**লোহল** *বিণ.* (লোহ লা কঃ) ১। লোহাৰে তৈয়াৰী, ২। অস্পষ্ট কথা বা মাত।

**লোহিকা** *স্ত্ৰী.* লোৰ পাত্ৰ, কলহ।

**লোহিত** *বিণ.* (ৰুহ্ ইতন্ ৰস্য লঃ) ১। ৰঙা বৰণীয়া, ৰঙা, মনু ৫।৬; ২। তামেৰে তৈয়াৰী, তাম্ৰ, **—তং** *ক্লী.* ১। তাম, ২। তেজ, মনু ৮।২৮৪; ৩। কুঙ্কুম, ৪। যুদ্ধ, ৫। ৰঙা চন্দন, ৬। অস্পষ্ট ৰামধেনু, ৭। মাণিক্য, পদ্মৰাগ মণি, **—তঃ** *পু.* ১। এখন নদ। ব্ৰহ্মপুত্ৰ নদ, ২। ৰঙা ৰং, ৩। মঙ্গল গ্ৰহ, ৪। সাপ, ৫। এবিধ, ৰঙা বৰণীয়া হৰিণ, ৬। এবিধ ৰঙা শালি ধান, ৭। এখন সাগৰ, ৮। ৰৌ মাছ, ৯। মচুৰ দালি, ১০। **—ক্ষয়ঃ** ৰক্তহানি, **—গ্ৰীৱঃ** অগ্নি, **—চন্দনং** কুঙ্কুম, **—মৃত্তিকা** ৰঙা চকমাটি, **—শতপত্ৰং** ৰঙা পদুম।

**লোত্তিকং** *ক্লী.* তাম, **—কঃ** মঙ্গল গ্ৰহ, ৰঙা শালিধান এবিধ।

**লোহিতা** *স্ত্ৰী.* ১। খণ্ডত ৰঙা হোৱা স্ত্ৰী, ২। ৰঙা পুনৰ্ণৱা শাক।

**লোহিতাক্ষঃ** *পু.* (লোহিতে অক্ষিণী যস্য) ১। বিষ্ণু, ২। কুলি চৰাই, ৩। ৰঙা ৰং, ৪। এবিধ সাপ।

**লোহিতাঙ্গঃ** *পু.* মঙ্গল গ্ৰহ।

**লোহিতায়ঃ** (স) তাম ধাতু।

**লোহিনী** *স্ত্ৰী.* ৰঙা বৰণীয়া তিৰোতা।

**লোহোত্তমং** *ক্লী.* সোণ।

**লৌকায়তিকঃ** *পু.* নাস্তিকতাবাদী, চাৰ্বাকৰ অনুগামী, বস্তুবাদী।

**লৌকিক** *বিণ.* (লোকে ৱিদিতঃ হিতঃ ইতি ঠঞ) ১। লোকব্যৱহাৰসিদ্ধ। পাৰ্থিৱ, ২। সাধাৰণ, গ্ৰাম্য, ৩। দৈনন্দিন ব্যৱহাৰযোগ্য, প্ৰচলিত লোকাচাৰ সম্বন্ধীয়, সাংসাৰিক, অপৱিত্ৰ, অনিত্য, মনু ৩।২৮২; **—কং** প্ৰচলিত লোকাচাৰ, **—কাঃ** সৰ্বসাধাৰণ মানুহ।

**লৌকিকতা** শিষ্টাচাৰ, অনিত্যতা, লোকব্যৱহাৰসিদ্ধতা।

**লৌকিকাগ্নিঃ** *পু.* অসংস্কৃত অগ্নি।

**লৌক্য** *বিণ.* লৌকিক, পাৰ্থিৱ, সাধাৰণ।

**লৌড়** উম্মাদে (ভ্বা প অ লৌড়তি) মূৰ্খ হ, মূৰ্খামি কৰ, পাগল হ।

**লৌল্যং** *ক্লী.* ১। চঞ্চলতা, অস্থিৰতা, ২। লোভ, আকাঙ্ক্ষা, অত্যন্ত লীপ্সা।

**লৌহ** *বিণ.* (লোহ এৱ পচাদ্যচ) লোৰে তৈয়াৰী, তাম্ৰ, ধাতৱ, তাম বৰণীয়া, ৰঙা, **—হঃ** লো, **—হা** পাত্ৰ বিশেষ। ডেগচি। **—চাৰকঃ** এখন নৰকৰ নাম। **—জং** মামৰ, **—ভাণ্ডঃ** লোৰ খুন্দনা, **—ভূঃ** লৌহপাত্ৰ, ৰঙা চক, **—মলং** মামৰ। **—শঙ্কুঃ** এখন নৰককুণ্ড।

**লৌহাত্মা** (ন) লৌহ পাত্ৰ বিশেষ।

**লৌহায়স** *বিণ.* লো বা তামেৰে তৈয়াৰী।

**লৌহিত্তঃ** *পু.* শিৱৰ ত্ৰিশূল।

**লৌহিত্যঃ** *পু.* এখন নদ। ব্ৰহ্মপুত্ৰ নদ, ৰ ৪।৮১;

কালিকা পুৰাণৰ ৮৫ অধ্যায়ত এই নদৰ উৎপত্তিৰ বৰ্ণনা আছে। ২। সাগৰ।

**ম্লী, ল্যী** শ্লিষি (ক্ৰ্যা প স ম্লিনাতি, ল্যিনাতি) যোগ কৰ, সংযুক্ত কৰ, লগ কৰ, মিশ্ৰণ কৰ।

**ম্বী** গত্যাম্ (ক্ৰ্যা প স ম্বিনাতি) যা, গমন কৰ, আগুৱাই যা, ওচৰ চাপ। ■

# ৱ

**ৱঃ** ৱকাৰ। উনত্ৰিংশ ব্যঞ্জন বৰ্ণ, আৰু 'য' বৰ্গৰ চতুৰ্থ বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ পঞ্চম সূত্ৰৰ তৃতীয় বৰ্ণ। অন্তঃস্থৱৰ্ণ। উচ্চাৰণ স্থান দন্তৌষ্ঠ। দন্ত্য ৱকাৰ বুলিও কোৱা হয়। (এইখিনিতে এটা কথা উল্লেখযোগ্য যে সংস্কৃতত 'ব' 'ৱ' দুটা সম্পূৰ্ণ পৃথক বৰ্ণ। অসমীয়া ভাষাত 'ৱ' আছে যদিও শব্দৰ আৰম্ভণিত 'ৱ' ব্যৱহাৰ নহয়, মাজত বা শেষততহে ব্যৱহাৰ হয়। ভাৰতীয় দুই এটা আঞ্চলিক ভাষাত (যেনে— বঙালী) 'ৱ' নাই। সংস্কৃতত আছে যদিও এনে বহু শব্দ আছে য'ত 'ব' আৰু 'ৱ' দুয়োটা ব্যৱহাৰ হয়।

**ৱ** *অব্য* ইবাৰ্থসূচক, **ৰ** ৪।৪২; 'ৱা' ও হয়।

**ৱং** *ক্লী* প্ৰচেতস, **বৰুণ**। **–ৱঃ** *পু* (ৱাতি গচ্ছতীতি ৱা গমনে কঃ) ১। বায়ু, ২। বৰুণ, ৩। বাহু ৪। সান্ত্বনা, ৫। কল্যাণ, মঙ্গল, ৬। সাগৰ, ৭। বাঘ, ৮। পিন্ধা কাপোৰ, ৯। ৰাহু গ্ৰহ, ১০। বৰুণালয়, ১১। বস্তি, গাওঁ, ১২। বন্দনা, ১৩। মন্ত্ৰণা, ১৪। ভেকুলী

**ৱঃ (স্)** সৰ্বনাম শব্দ। যুষ্মদ শব্দৰ দ্বিতীয়া, চতুৰ্থী আৰু ষষ্ঠী বিভক্তিৰ বহুবচনান্ত শব্দ। তোমালোকক, তোমালোকলৈ, তোমালোকৰ।

**ৱংশঃ** (ৱসতি উদগিৰতি পুৰুষান ৱন শব্দে শঃ) ১। পুত্ৰপৌত্ৰাদি বংশ, পৰিয়াল, গোত্ৰ, কুল 'স জাতো যেন জাতেন যাতি ৱংশঃ সমুন্নতিম, হিতো। ২। বাঁহ, ৩। বাঁহী, ৪। নলী, ৫। দণ্ড, লাঠী, ৬। সমষ্টি, গোষ্ঠী, ৭। ঘৰৰ বাতাম, ৮। ৰাজহাড়, ৯। শাল গছ, ১০। পুত্ৰ, ভা ৯।২।১৭; ১১। কুঁহিয়াৰ **—কং** অগৰু, **—কঃ** ১। বাঁহপতীয়া মাছ,২। কুঁহিয়াৰ, **—কঠিনঃ** বাঁহৰ ঝাৰণি **—কৰ** বংশবৃদ্ধিকাৰী, (**—ৰঃ**) পূৰ্বপুৰুষ। **—কৰ্পূৰ–লোচন,** বাঁহৰ ভিতৰত থকা এবিধ এঠালেতীয়া পদাৰ্থ। **—ক্ৰমঃ** বংশ পৰম্পৰা, বংশবৃদ্ধি। **--চৰিতং বংশৰ ইতিহাস।** **—চিন্তক** কুলাচাৰ্য্য, বংশজ্ঞ। **—ছেত্তা বংশৰ অন্তিম পুৰুষ।** **—জ** ১। বংশত জন্ম হোৱা, ২। অভিজাত ৩। বাঁহৰ বীজ। **—নটী(ন্)** বহুৱা। **—নাথঃ** বংশৰ মুৰব্বী **—পৰম্পৰা** বংশানুক্ৰম। **—পত্ৰং** হাইতাল **—পূৰকং** কুঁহিয়াৰৰ মূল। **—ভোজ্য** উত্তৰাধিকাৰী **—লক্ষ্মীঃ** পৰিয়ালৰ সৌভাগ্য **—ৱিততিঃ** *স্ত্ৰী* পৰিয়াল, বাঁহৰ ঝাৰণি। **—শৰ্কৰা** বাঁহৰ ভিতৰৰ মিঠা পদাৰ্থ। **—শলাখা** বীণাৰ তলৰ ফালে লগোৱা বাহৰ সৰু শলাক। **—স্থিতিঃ** বংশৰক্ষা।

**ৱংশস্থৱিলং** *ক্লী* বাৰ অক্ষৰ যুক্ত ছন্দ এবিধ।

**ৱংশাঙ্গং, ৱংশাঙ্কুৰঃ** *ক্লী পু* বাঁহৰ আগ। বাঁহৰ গজালি।

**ৱংশানুকীৰ্তনং, ৱংশানুক্ৰমঃ, ৱংশাৱলীঃ** বংশ-পৰম্পৰা।

**ৱংশিকা** *স্ত্ৰী* ১। এবিধ বাঁহী, ২। অগৰু।

**ৱংশী** *স্ত্ৰী* (ৱংশঃ অচ ঙীষ্) ১। বাঁহী, মুৰলী, ২। সিৰা, ধমনী, ৩। বাঁহৰ ভিতৰত থকা ৰস বিশেষ। ৪। এবিধ ওজন। **—ধৰঃ–ধাৰী(ন্)** ১। শ্ৰীকৃষ্ণ, ২। বাঁহীবাদক।

**ৱংশ্য** *বিণ্* (ৱংশে ভব ইতি যৎ) ১। সদবংশজাত, বংশোদ্ভৱ, ২। বাঁহ (ঘৰৰ মাৰলি) সম্বন্ধীয়, ৩। বংশ সম্বন্ধীয়। **—শ্যঃ** ১। উত্তৰাধিকাৰী, সতি-সন্ততি, ২। পূৰ্বপুৰুষ ৩। পৰিয়ালৰ মানুহ, ৪। হাত বা ভৰিৰ হাড়, ৫। শিষ্য।

**ৱক, ৱংক্** কৌটিল্যে গতৌ (ভ্বা আ অ স বঙ্কতে) ১। যা, গমন কৰ, ২। বেঁকা কৰ, বেঁকা হ।

**ৱক্ক** গতৌ (ভ্বা আ অ বক্কতে) যা, গমন কৰ। আগুৱাই যা।

**ৱক্তব্য** *বিণ্* (ৱচ্ তব্য) ১। কুৎসিত, অধম, নীচ, ২। ক'ব লগীয়া, ভাষণ দিব লগীয়া, ৩। নিন্দনীয়, ৪। দায়ী, অধীন। **—ব্যং** ১। ভাষণ, কথা ২। বিধি, মতবাদ, ৩। নিন্দা, গালি।

**ৱক্তৃ(ক্ত্ৰ)** (ৱচ্ তৃচ্) ১। যি বক্তৃতা দিব পাৰে। ভাষণ দাতা, বাকপটু, প্ৰবক্তা, ২। জ্ঞানী ব্যক্তি।

**ৱক্ত্ৰং** *ক্লী* (ৱচ্ ত্ৰঃ) ১। মুখ, মুখমণ্ডল, ২। ঠোঁট, ৩। কাঁড়ৰ মুখ, ৪। কলহৰ মুখ, ৫। এবিধ পিন্ধা কাপোৰ,

থকা ঠাই, চোতাল, ৩। ফুলনি, বাগিচা, ৪। পথ, ৫। কৰণ্ডন, ৬। এবিধ শস্য। **—ধানঃ** ব্ৰাহ্মণীৰ গৰ্ভজাত ভ্ৰষ্ট ব্ৰাহ্মণৰ পুত্ৰ, মনু ১০।২১।

**ৱাটিকা** *স্ত্ৰী* ১। ঘৰ সজা ঠাই। ২। উদ্যান।

**ৱাটি** *স্ত্ৰী* ১। ঘৰ সজা স্থান, ২। উদ্যান, বাগিচা, ৩। চোতাল, ৪। পথ, ৫। কৰণ্ডন, ৬। এবিধ শস্য।

**ৱাড্** আপ্লাৱে (ভ্বা আ অ ৱাড়তে) গা ধো, স্নান কৰ। বুৰ মাৰ।

**ৱাড়ৱঃ** *পু* ১। পানীৰ তলৰ জুই, ২। ব্ৰাহ্মণ **—ৱং** (পাল খুৱাবৰ কাৰণে) ৰখা ঘুঁৰীৰ জাক।

**ৱাড়ৱাগ্নিঃ, ৱানলঃ** *পু* পানীৰ তলৰ জুই।

**ৱাড়ৱেয়ঃ** যাঁড় গৰু। **—য়ৌ** অশ্বিনীদ্বয়।

**ৱাড়ব্যং** ব্ৰাহ্মণৰ সমষ্টি বা দল।

**ৱাণিঃ** *স্ত্ৰী* ১। তাঁত বোৱা কাৰ্য্য, বয়ন, ২। তাঁতশাল।

**ৱাণিজঃ** *পু* বণিক, মহাজন।

**ৱাণিজ্যং** *ক্লী* বেহা-বেপাৰ।

**ৱাণিনী** *স্ত্ৰী* ১। চতুৰা তিৰোতা, ২। নাচনী ছোৱালী, নটী। ৩। মদমত্তা স্ত্ৰী। কামুকা নাৰী, ৰ ৬।৭৫।

**ৱাণী** *স্ত্ৰী* (ৱণ নিচ্ ৱাণি বা ঙীষ্) দেৱী সৰস্বতী, ২। কথা, বচন, বাক্য, ভাষা, ৩। বাকশক্তি, ৪। কাব্যিক ৰচনা, ৫। প্ৰশংসা, স্তুতি।

**ৱাৎ** গতিসেৱয়োঃ সুখে (চুৰা উ শক ৱাতয়তি-তে) ১। বতাহ দি, বা দি, ফুৰা, ২। সেৱা কৰ, শুশ্ৰূষা কৰ, ৩। যা, গমন কৰ, ৪। সুখী কৰ, আনন্দিত কৰ।

**ৱাত** *বিণ্* (ৱা ক্তঃ) ১। বতাহ দিয়া, স্ফীত, ২। বাঞ্ছিত, ইপ্সিত। **—তঃ** *পু* ১। বায়ু, বতাহ, ২। বায়ু দেৱতা। ৩। শৰীৰৰ তিনি ধাতুৰ এবিধ (বায়ু, পিত্ত আৰু কফ) ৪। বাত বেমাৰ। **—কুণ্ডলিকা** যাতনাপূৰ্ণ প্ৰস্ৰাৱ। **—কেতুঃ** ধূলি **—কেলিঃ** প্ৰেমিক-প্ৰেমিকাৰ ফুচ্‌ফুচনি। প্ৰেমিকাৰ শৰীৰত প্ৰেমিকৰ নখক্ষত। **—গুল্মঃ** ১। প্ৰচণ্ড বতাহ, বাত ৰোগ। **—ধ্বজঃ** মেঘ। **—পোথঃ** পলাশ গছ। **—প্ৰমী** ক্ষিপ্ৰবেগী হৰিণ **—মণ্ডলী** ঘূৰ্ণিবতাহ। **—ৰক্তং** বাতৰোগ এবিধ। **—ৰঙ্গঃ** আঁহত গছ। **—ৰথঃ** ১। ধুমুহা, ২। ৰামধেনু, ৩। উপঢৌকন, ভেটী। **—ৱস্তিঃ** মূত্ৰৰোধ **—বৃদ্ধিঃ** অণ্ডকোষ বৃদ্ধি। **—শূলং** পেটৰ বেমাৰ **—সাৰথিঃ** জুই।

**ৱাতকঃ** *পু* ১। প্ৰেমিক, গুপ্ত প্ৰেমিক, ২। এবিধ লতা। **—কী(ন্)** বাত বেমাৰী।

**ৱাতপুত্ৰঃ** *পু* ১। ভীমসেন, ২। হনুমান, ৩। অতি ধূৰ্ত্ত ব্যক্তি।

**ৱাতমজঃ** ক্ষিপ্ৰবেগী হৰিণ।

**ৱাতৰ** *বিণ্* ১। ধুমুহাৰ দৰে, ২। বেগৱান, ক্ষিপ্ৰ।

**ৱাতৰায়ণঃ** *পু* ১। কাঁড় ২। কাঁড়ৰ গতিবেগ, ৩। পৰ্বতৰ টিং, ৪। কৰত, ৫। মাতাল, ৬। এলেহুৱা মানুহ, ৭। সৰল গছ।

**ৱাতলঃ** *পু* (ৱাত লা কঃ) ১। এবিধ মটৰ মাহ। ২। বতাহ।

**ৱাতা(ঋ)** বায়ু, বতাহ।

**ৱাতাৰ্টঃ** *পু* সূৰ্য্যৰ ঘোঁৰা।

**ৱাতাপিঃ** *পু* অগস্ত্য মুনিয়ে খাই পেলোৱা দৈত্য এজন।

**ৱাতায়নং** *ক্লী* গৱাক্ষ। খিড়িকি।

**ৱাতিঃ** *পু* ১। সূৰ্য্য, ২। বায়ু, বতাহ, ৩। চন্দ্ৰ। **—ক** বাত ৰোগী। পগলা, বাতজ্বৰ।

**ৱাতীয়** *বিণ্* বতাহ মাৰি থকা (ঠাই) **—য়ং** ভাতৰ মাড় বা মণ্ড।

**ৱাতুল** *বিণ্* উন্মত্ত, পাগল। **—লিঃ** ডাণ্ডৰ জাতৰ বাদুলি।

**ৱাত্যা** *স্ত্ৰী* (ৱাতানাং সমূহঃ ৱাত যঃ) প্ৰচণ্ড বতাহ, ধুমুহা, ঘূৰ্ণিবতাহ, কি ৫।৩৯।

**ৱাৎসকং** *ক্লী* এজাত গৰু পোৱালি।

**ৱাৎসল্য** *বিণ্* ১। পুত্ৰৰ·প্ৰতি বা শিশুৰ প্ৰতি মৰম। ২। ৱাৎসল্য ৰস। ৩। চেনেহ।

**ৱাৎসীপুত্ৰঃ** *পু* নাপিত।

**ৱাৎস্যঃ** *পু* (ৱৎসস্য গোত্ৰাপত্যম্) গোত্ৰ প্ৰৱৰ্তক মুনি এগৰাকী।

**ৱাৎসিঃ,—সী** *স্ত্ৰী* ব্ৰাহ্মণৰ ঔৰষত শূদ্ৰাৰ গৰ্ভজাত সন্তান।

**ৱাৎস্যায়নঃ** ১। কামশাস্ত্ৰৰ প্ৰণেতা, ২। ন্যায়সূত্ৰভাষ্যৰ গ্ৰন্থকাৰ।

**ৱাদঃ** *পু* (ৱদ্ ঘঞ্) ১। কথা, বাক্য, ভাষণ, ২। বিৱৰণ। ৩। বিবৃতি, ৪। আলোচনা, বিবাদ, ৫। ব্যাখ্যা, সিদ্ধান্ত। ৬। মতবাদ। 'ৱিজিগীষোঃ কথা জল্পঃ ৱাদস্তত্ত্বৱিৰেদিষোঃ।' ৭। শব্দ, ধ্বনি, ৮। উৰা বাতৰি, প্ৰৱাদ। ৯। (আইন) আৰ্জি। **—চঞ্চু** উত্তৰ দিয়াত পাকৈত। **—প্ৰতিৱাদঃ** বিবাদ। **—যুদ্ধং** বিবাদ।

**ৱাদকঃ** সঙ্গীতজ্ঞ, বাদ্যযন্ত্ৰী।
**ৱাদনং** *ক্লী* শব্দধ্বনি। বাদ্যসঙ্গীত।
**ৱাদৰ** *বিণ্* কপাহেৰে তৈয়াৰী, কপাহযুক্ত। **—ৰং** কপাহী কাপোৰ **—ৰঃ** কপাহৰ গছ।
**ৱাদৰঙ্গঃ** *পু* আঁহত বা বড়গছ।
**ৱাদৰায়ণঃ** *পু* ব্যাসদেৱ। **—ণিঃ** শুকদেৱ।
**ৱাদৰিক** বগৰী বুটলি ফুৰা (লোক)।
**ৱাদান্য** বদান্য, দানশীল।
**ৱাদামং** *ক্লী* বাদাম।
**ৱাদালঃ** *পু* ১। চেপেটা মাছ, যেনে— চিতল, বৰালি, ২। সহস্ৰদাঁত যুক্ত জন্তু।
**ৱাদি** *বিণ্* বিদ্বান, পণ্ডিত।
**ৱাদিত্ৰং** *ক্লী* (ৱদ ণিচ্ ণিত্ৰম্) বাদ্যযন্ত্ৰ, বাদ্যসঙ্গীত।
**ৱাদিশঃ** *বিণ* সাধুবাদী, মুনি, জ্ঞানী।
**ৱাদী (ন্)** *বিণ্* (ৱদতীতি ৱদ ণিনি) কথা কওঁতা, প্ৰতিবাদকাৰী *(পু)* ১। বক্তা, ২। (আইনত) বিবাদী, প্ৰতিবাদী, ৰ ১২।৯২; ৩। শিক্ষক, ব্যাখ্যাকাৰক।
**ৱাদ্যং** *ক্লী* (ৱদ ণিচ্ যৎ) বাদ্যযন্ত্ৰ, বাদ্যযন্ত্ৰৰ শব্দ, সঙ্গীত। **—কৰঃ** বাদ্যযন্ত্ৰী, **—ভাণ্ডং** ১। কেবাটাও বাদ্যযন্ত্ৰ একেলগে. 'বেণ্ডপাৰ্টি'। ২। বাদ্যযন্ত্ৰ।
**ৱাধ্** ৰিহতৌ (ভ্বা আ স বাধতে) বাধা দি। বন্ধ কৰ।
**ৱাধূক্যং** *ক্লী* বিবাহ।
**ৱাধূঃ** *পু* ভুৰ, নাও।
**ৱাধ্ৰীনসঃ** *পু* গঁড়।
**ৱান** *বিণ্* ১। শুকান, ২। স্ফীত, ৩। বনত হোৱা বা বন সম্পৰ্কীয়। **—নং** ১। শুকান ফল, ২। ফুৰাই তোলা, ফুলি উঠা, ৩। জীৱিত, ৪। বাগৰি ফুৰা, ৫। এবিধ আতৰ। ৬। কুঞ্জবন, ৭। ঢাৰি, পাটী, কঠ। ৮। গতিবেগ, ৯। বয়ন, তাঁতশাল। ১০। বানপানী, বন্যা।
**ৱানপ্ৰস্থঃ** *পু* ১। বানপ্ৰস্থী অৰ্থাৎ তৃতীয় আশ্ৰমলৈ গমন কৰা দ্বিজ। ২। সন্ন্যাসী, ৩। মধুক গছ ৪। পলাশ গছ।
**ৱানৰঃ** *পু* (ৱা ৱিকল্পিতঃ নৰঃ অথৱা ৱানং ৱনে ভৱং ফলাদিকং ৰাতীতি ৱান ৰা কঃ) বান্দৰ, কপি **—প্ৰিয়ঃ** এবিধ গছ। ক্ষীৰি বৃক্ষ।
**ৱানৰাজঃ** *পু* বনৰীয়া ছাগলী।
**ৱানৰাঘাতঃ** *পু* লোধ্ৰ বৃক্ষ। মতা ভোমলতি গছ।
**ৱানৰেন্দ্ৰঃ** *পু* সুগ্ৰীৱ, হনুমান।
**ৱানলঃ** ক'লা তুলসী।
**ৱানস্পত্যঃ** ফুলৰ পৰা ফল হোৱা গছ। যেনে— আম, জাম আদি।
**ৱানা** বতা চৰাই।
**ৱানায়ুঃ** ভাৰতৰ উত্তৰ-পশ্চিম প্ৰান্তৰ এখন ৰাজ্য, **—জঃ** সেই দেশত জন্ম হোৱা ঘোঁৰা।
**ৱানীৰঃ** এবিধ বেত, মে ৪১; **—কঃ** মুঞ্জ তৃণ। কহী বন।
**ৱানেয়ং** মুথা নামৰ সুগন্ধি তৃণ এবিধ।
**ৱান্তং** *ক্লী* বঁতিয়ালে কৰি বাহিৰ হোৱা বস্তু। বঁতি, থু।
**ৱান্তাদঃ** *পু* কুকুৰ।
**ৱান্তিঃ** বমি, বমি কৰা কাৰ্য্য। **—কৃৎ** বমি কাৰক ঔষধ।
**ৱান্যা** *স্ত্ৰী* বননি। কেবাখনো বনৰ সমষ্টি।
**ৱাপঃ** *পু* (ৱপ্ ঘঞ্) গুটি সিঁচা কাৰ্য্য, বপন, মূৰ খুৰুৱা কাৰ্য্য, মুণ্ডন। কাপোৰ বোৱা, বয়ন। **—দণ্ডঃ** তাঁতশাল।
**ৱাপিঃ—পী** *স্ত্ৰী* পুখুৰী, কুঁৱা, জলাধাৰ, মে ৭৬ **—হঃ** চাতক চৰাই।
**ৱাপ্যং** *ক্লী* কুষ্ঠৰ ঔষধ এবিধ।
**ৱাম** *বিণ্* (ৱাতীতি ৱা মন্) ১। বাওঁ (হাত) বাওঁফাল, বাওঁদিশ। ২। বাওঁফালে থকা ৩। ওলোটা, বিপৰীত, অশুভ, ৪। ক্ৰুৰ, নিৰ্দয়, দুষ্ট, অধম, নীচ, কি ১১।২৪; ৫। ধুনীয়া, বিতোপন, **—মং** *ক্লী* ১। ধন-সম্পত্তি, ২। দখল, অধিকাৰ **—মঃ** *পু* ১। সাপ, ২। কামদেৱ, ৩। গাই গৰুৰ ওহাৰ, স্তন, ৪। স্তান-বিশিষ্ট পশু, ছাগলী, পশু। **—মাৰ্গঃ, ৱামাচাৰঃ** *পু* বাম (তান্ত্ৰিক) পূজা বিধি। **—দৃক্(শ্)** সুন্দৰ চকুযুক্তা তিৰোতা, **—দেৱঃ** এজন মুনি। শিৱ। **—লোচনা** সুন্দৰ নয়না স্ত্ৰী **—শীল** ক্ৰুৰ প্ৰকৃতিৰ। **(—লঃ)** কামদেৱ।
**ৱামক** *বিণ্* বাওঁফাল, বিপৰীত।
**ৱামন** *বিণ্* (ৱম্ ণিচ্ ল্যুঃ) ১। অতি ক্ষুদ্ৰ, চাপৰ, চুটি। ২। বেঁকা, ভাঁজ লগা **—নঃ** ১। বাওনা, ২। বিষ্ণুৰ পঞ্চম অৱতাৰ। বামনাৱতাৰ। এজন বাওনা ব্ৰাহ্মণৰ বেশত তিনিপদ ভূমি ভিক্ষা খোজাৰ ছলেৰে বলিৰাজৰ দৰ্প চূৰ্ণ কৰে। ৩। বামনাচাৰ্য্য, পাণিনীয় সূত্ৰৰ টীকা 'কাশিকা বৃত্তিৰ' ৰচয়িতা। ৪। অকোট নামৰ এবিধ গছ। **—পুৰাণং** ওঠৰখন পুৰাণৰ এখন।

**ৱামনিকা** বাওনা তিৰোতা।

**ৱামনী** ১। বাওনা তিৰোতা, ২। ঘুঁৰী।

**ৱামলূৰঃ** উই-হাফলু।

**ৱামা** *স্ত্রী* (ৰমতি সৌন্দৰ্য্যমিতি ৰম অণ্ টাপ) ১। তিৰোতা স্ত্রী, নাৰী, গীত ১।৪৬; ২। সুন্দৰী তিৰোতা, ৩। গৌৰী, ৪। লক্ষ্মী, ৫। সৰস্বতী **—ক্ষী** বামলোচনা।

**ৱামিল** (ৱাম ইলচ) ১। দাম্ভিক, ২। ধুনীয়া, মনোৰম, ৩। ধূৰ্ত্ত।

**ৱামী** *স্ত্রী* ১। শিয়ালী, ২। ঘুঁৰী, ৩। মাইকী হাতী।

**ৱামোৰুঃ** *স্ত্রী* ১। সুন্দৰ উৰুযুক্তা স্ত্রী।

**ৱায়ঃ** *পু* বয়ন, সীয়ন **—দণ্ডঃ** তাঁতশাল।

**ৱায়কঃ** ১। তাঁতী, ২। সমূহ, সমষ্টি।

**ৱায়নং,—নকং** *ক্লী* ১। নৈবেদ্য, দেৱতা অথবা ব্ৰাহ্মণক দিয়া উপহাৰ। ২। ব্ৰতোপবাস।

**ৱায়ৱ** *বিণ* বায়ু বা বতাহ সম্বন্ধীয়। **—ৱী** *স্ত্রী* উত্তৰ-পশ্চিম দিশ।

**ৱায়ৱীয়, ৱায়ৱ্যং** *বিণ্* বায়ু বা বতাহ সম্বন্ধীয়। **—পুৰাণং** চবিবশ হাজাৰ এশ ছয়টা শ্লোক থকা এখন পুৰাণ। বায়ু পুৰাণ।

**ৱায়সঃ** *পু* (বয়তে ইতি বয় গতৌ অসচ ণিৎ) ১। কাউৰী, ২। অগৰু কাঠ, ৩। তাৰ্পিণ তেল।

**ৱায়সাৰাতিঃ** *পু* ফেঁচা।

**ৱায়সাহ্বা** এবিধ শাক।

**ৱায়সী** *স্ত্রী* এবিধ শাকজাতীয় পাচলি।

**বায়সেক্ষুঃ** কঁহুৱা বন। কাঁহি বন।

**ৱায়ুঃ** *পু* (ৱাতীতি ৱা উণ) ১। বায়ু, বতাহ। সাত প্ৰকাৰ বায়ু— আৱহ, প্ৰৱহ, সংৱহ, উদ্বহ, ৱিৱহ, পৰিৱহ আৰু পৰাৱহ। ২। বায়ু দেৱতা, ৩। প্ৰাণ বায়ুকে ধৰি শৰীৰৰ পাঁচ বিধ বায়ু (ধাতু) – প্ৰাণ, অপান, সমান, ব্যান আৰু উদান। ৪। উত্তৰ-পশ্চিম দিশ, ৫। বায়ু পুৰাণ। **—কেতুঃ** ধূলি, **—কোণঃ** উত্তৰ পশ্চিম দিশ, **—গণ্ডঃ** পেটফুলা, **—গুল্মঃ** ঘূৰ্ণিবতাহ, ধুমুহা, **—গ্ৰস্ত** বাতবেমাৰী **—জাতঃ, তনয়ঃ, নন্দনঃ পুত্ৰঃ, সুতঃ, সুনুঃ** ১। হনুমান, ২। ভীমসেন **—দাৰুঃ** মেঘ **—নিঘ্ন** পগলা, বলিয়া **—পুৰাণং** বায়ুপুৰাণ **—ফলঃ** বৰষুণৰ শিল, ৰামধেনু। **—ভক্ষঃ,—ভুক্** ১। সন্ন্যাসী ২। সাপ **—ৰোষা** ৰাতি **—ৱৰ্ত্ম(ন্)** আকাশ, বায়ুমণ্ডল। **—ৱাহঃ** ধোঁৱা, **—ৱাহিনী** শিৰা, ধমনী **—সখঃ** অগ্নি।

**ৱাৰ্, ৱাঃ)** *স্ত্রী* (ৱাৰয়তীতি বৃঞ ণিচ্ ক্বিপ্) পানী। ভা ১০।৩৩।২২ **ৱাঃকিটিঃ** শিহু **ৱাঃচঃ** (ৱাশ্চঃ) ৰাজহাঁহ। **ৱাঃদৰং** ১। পানী, ২। পাট কাপোৰ, ৩। আমঠু, ৪। ঘোঁৰাৰ গলৰ চুলি। ৫। শঙ্খ; **ৱাঃধিঃ** সমুদ্ৰ। **ৱাঃপুষ্পং** লং, লৱঙ্গ **ৱাঃভটঃ** ঘঁৰিয়াল **বাঃমুচ্** মেঘ, **ৱাঃৰাশিঃ** সাগৰ **ৱাঃসদনং** কলহ, জলাধাৰ। **ৱাঃস্থ** পানীত থকা।

**ৱাৰং** *ক্লী* মদৰ কলহ, **—ৱাৰং** *অব্য* বাৰে বাৰে, পুনঃ পুনঃ।

**ৱাৰঃ** *পু* (ৱাৰয়তি ইতি বৃ ঘঞ) ১। সমূহ, সমষ্টি। দ'ম স্তূপ, ২। আৱৰণ, ঢাকনী, ৩। সপ্তাহটোৰ এটা বাৰ, যেনে— সোমবাৰ, বুধবাৰ ইত্যাদি। ৪। গুণ, পাল যেনে— বহুবাৰান্। ৫। শিৱ, ৬। কোনো বিশেষ সময় বা কাল, সুযোগ ৭। দৰ্জা, দুৱাৰ ৮। নদীৰ সিটো পাৰ। **—বুৱা** কল গছ **—মুখ্যা** বেশ্যাবিলাকৰ ভিতৰত মুখিয়ালজনী। **—ৱাণং,ণঃ** বৰ্ম, কৱচ **—ৱাণিঃ** ১। বাঁহীবাদক, ২। সঙ্গীতজ্ঞ, ৩। এটা বছৰ, ৪। বিচাৰক। **—ৱাণী** বেশ্যা **—সেৱা** বেশ্যাবৃত্তি, বেশ্যাকৰ্ম।

**ৱাৰকং** *ক্লী* ১। দুখ পোৱা ঠাই, কষ্টৰ স্থান, ২। এবিধ আতৰ। **—কঃ** ঘোঁৰা, ঘোঁৰাৰ কদম।

**ৱাৰঙ্গঃ** *পু* তৰোৱাল, দা বা কটাৰীৰ নাল।

**ৱাৰটং** *ক্লী* ১। পথাৰ, **—টা** ৰাজহংসী।

**ৱাৰণ** *বিণ্* খেদি পঠোৱা, বিৰোধকাৰী, প্ৰতিবন্ধক। **—ণং** ১। খেদি পঠোৱা কাৰ্য্য, খেদন, ২। বাধাদান, ৩। বাধা, প্ৰতিৰোধ, **—ণঃ** ১। হাতী, শি ১৮।৫৬; ২। বৰ্ম, কৱচ। **—যুষা—ৱল্লভা** কল গছ **—সাহ্বয়ং** হস্তিনাপুৰ।

**ৱাৰণসী** বাৰাণসী।

**ৱাৰণাৱত** এখন চহৰৰ নাম।

**ৱাৰত্ৰং** ছালৰ জৰী, ৰচি।

**ৱাৰাংনিধিঃ** সাগৰ।

**ৱাৰাহ** *বিণ্* বৰা সম্পৰ্কীয়, যা ১।২৫৯; **—হঃ** বৰা গাহৰি এবিধ গছ। **—কল্পঃ** বৰ্ত্তমান চলি থকা কল্প, যুগ। **—পুৰাণং** ওঠৰখন পুৰাণৰ এখন। **—হী** ১। মাইকী গাহৰি, ২। পৃথিৱী, ৩। বৰাহৰূপী বিষ্ণুশক্তি। ৪। ওজন, জোখ, এবিধ, ৫। ব্ৰহ্মাণী আদি অষ্ট মাতৃকাৰ ভিতৰৰ এগৰাকী মাতৃকা, ৬। এগৰাকী

যোগিনী। মুঠতে তেৰ গৰাকী যোগিনী —দুৰ্গা, চণ্ডেশ্বৰী, চণ্ডী, বাৰাহী, কাৰ্ত্তিকী, হৰসিদ্ধা, কালী, ইন্দ্ৰাণী, বৈষ্ণৱী, ভদ্ৰকালী, বিশালাক্ষী, ভৈৰৱী আৰু কামৰূপিণী। ৭। এখন প্ৰসিদ্ধ তীৰ্থস্থান।

**ৱাৰি** *ক্লী* (ৱাৰয়তি তৃষ্ণামিতি বৃ ণিচ ইঞ) ১। পানী, জল, ২। জুলীয়া বস্তু, ৩। এবিধ আতৰ। **—ৰিঃ ৰী** *স্ত্ৰী* (বাৰি ইঞ) ১। কথা, বাক, ২। সৰস্বতী, ৩। হাতী বন্ধা ৰচি। ৪। হাতী বন্ধা ঠাই, ৫। বন্দী, কয়েদী, ৬। হাতী ধৰা ফান্দ, ৭। পানীৰ কলহ **—কৰ্পূৰঃ** ইলিহী মাছ। **—ক্ৰিমিঃ** জোঁক **—চৰঃ** মাছ, জলজ উদ্ভিদ **—জঃ** শঙ্খ, শামুক, নিমখ, লং। **—তস্কৰঃ** মেঘ **—ত্ৰা** ছাতি, **—দঃ** মেঘ **—দ্ৰঃ** চাতক পক্ষী **—ধাৰা** বৰষুণ **—ধি,—নিধিঃ** সাগৰ, **—নাথঃ** সাগৰ, বৰুণদেৱতা **—পথং—থঃ** সাগৰ ভ্ৰমণ **—প্ৰৱাহঃ** জল- পাত **—মসিঃ, মুক** মেঘ **—যন্ত্ৰং** পানী তোলা যন্ত্ৰ। **—ৰাশিঃ** সাগৰ, সৰোবৰ। **—ৰুহং** পদুমফুল **—ৱাসঃ** মদবেপাৰী **—ৱাহঃ,— ৱাহনঃ** মেঘ **—শঃ** বিষ্ণু **—সম্ভৱ** লং, কাজল ধাতু।

**বাৰিত** *বিণ* ১। দূৰীকৃত, ৰুদ্ধ, ২। ৰক্ষিত।

**ৱাৰীট** হাতী।

**ৱাৰুঃ** যুদ্ধৰ হাতী, 'বিজয়কুঞ্জৰ'।

**ৱাৰুঠঃ** মৰা শ' নিয়া সাঙি।

**ৱাৰুণ** *বিণ* ১। বৰুণ দেৱতা সম্পৰ্কীয়, ২। বৰুণ দেৱতালৈ অৰ্পিত। **—ণঃ** ভাৰতবৰ্ষৰ নটা মণ্ডলৰ এটা।

**ৱাৰুণিঃ** অগস্ত্যমুনি। ভৃগুমুনি।

**ৱাৰুণী** *স্ত্ৰী* ১। বৰুণ দেৱতাৰ দিশ, পশ্চিম দিশ, ২। সুৰা ৩। শতভিষা নক্ষত্ৰ, ৪। দুবৰি বন **—ৱল্লভঃ** বৰুণদেৱ।

**ৱাৰুণ্ডং** *ক্লী* ১। চকুৰ ফেঁচকুৰি, ২। কাণৰ কণামাকৰি, ৩। নাৱৰ পৰা পানী উলিওৱা পাত্ৰ বিশেষ।

**ৱাৰেন্দ্ৰী** বঙ্গ আৰু বিহাৰৰ মাজতে এখন জিলা, বৰ্ত্তমান ৰাজচাহী জিলা।

**ৱাৰ্ক্ষং** বননি, জঙ্গল। **—ক্ষী** তিৰোতা।

**ৱাৰ্টঃ** *পু* ৰাজহাঁহ।

**ৱাৰ্ণিকঃ** *পু* লিখক। কেৰাণী।

**ৱাৰ্ত্তাকী,—কুঃ** বেঙেনা গছ। বেঙেনা।

**ৱাৰ্ত্তিকা** বতা চৰাই।

**ৱাৰ্ত্ত** *বিণ* (বৃত্তি ণঃ) ১। নিৰাময়। স্বাস্থ্যৱান, ২। পাতল অসাৰ, অপদাৰ্থ, ৩। বৃত্তিজীৱী। **—ৰ্ত্তং** ১। কল্যাণ, মঙ্গল, সুস্বাস্থ্য, ২। নিপুণতা, ৩। তুঁহ। **—ৰ্ত্তা** ১। বাতৰি, খবৰ, সংবাদ। ২। জীৱিকা, বৃত্তি, ৩। খেতিবাতি, ৪। বেঙেনা **—ৱহঃ,— হৰঃ** ডাকোৱাল, দূত **—বৃত্তিঃ** কৃষিকৰ্ম কৰি জীৱিকা নিৰ্বাহ।

**ৱাৰ্ত্তায়নঃ** ডাকোৱাল, বাৰ্ত্তাবাহক, চোৰাংচোৱা।

**ৱাৰ্ত্তিক** *বিণ* ১। বাৰ্তা সম্বন্ধীয়, বাতৰি বহনকাৰী, ২। ব্যাখ্যাসূচক। **—কং** পাণিনিৰ সূত্ৰৰ ওপৰত কাত্যায়নৰ বাৰ্তিক, টোকা। **—কঃ** ১। দূত ২। খেতিয়ক।

**ৱাৰ্ত্ৰঘ্নঃ** অৰ্জুন।

**ৱাৰ্দ্ধকং** *ক্লী* ১। বুঢ়া বয়স, ২। স্থবিৰতা, ৩। বুঢ়াৰ গোষ্ঠী।

**ৱাৰ্দ্ধক্য** *ক্লী* বাৰ্দ্ধকং।

**ৱাৰ্দ্ধুষিঃ,—ৱাৰ্দ্ধুষিকঃ,—ৱাৰ্দ্ধুষী(ন্)** সুদত ধন ধাৰে দিয়া লোক।

**ৱাৰ্দ্ধুষ্যং** ধন বৃদ্ধি। ধন (সুদ) বৃদ্ধি, মনু ১১।৬২।

**ৱাৰ্ধ্ৰং, ৱাৰ্ধ্ৰী** ছালৰ জৰী।

**ৱাৰ্ধ্ৰীনসঃ** গঁড়।

**ৱাৰ্ভটঃ** কুম্ভীৰ, ঘঁৰিয়াল।

**ৱাৰ্ম্মণং** বৰ্ম পিন্ধা মানুহৰ সমষ্টি।

**ৱাৰ্য** *বিণ* ১। নিবাৰণযোগ্য, ২। পানী সম্বন্ধীয়, ৩। বৰণীয়া, বৰেণ্য।

**ৱাৰ্ৱণা** *স্ত্ৰী* নীলামাখি, ভোমোৰা।

**ৱাৰ্ষ** *বিণ* ১। বৰষুণ সম্বন্ধীয়, ২। বাৰ্ষিক।

**ৱাৰ্ষিক** *বিণ* ১। বৰষুণ সম্পৰ্কীয়, ২। বাৰ্ষিক, ৩। এবছৰলৈ থকা **—কং** এবিধ ঔষধ।

**ৱাৰ্ষিলা** বৰষুণৰ শিল।

**ৱাৰ্ষ্ণেয়ঃ** ১। বৃষ্ণীবংশীয়, ২। কৃষ্ণপন্থী, ৩। নলৰজাৰ সাৰথি।

**ৱালিঃ** কিষ্কিন্ধ্যাৰ ৰজা, বান্দৰবিলাকৰ পতি বালি। অসীম শক্তিধৰ বালিয়ে আনকি লঙ্কাপতি ৰাৱণকো কাষলতিৰ তলত সুমুৱাই লৈছিল। বালিয়ে কনিষ্ঠ ভাতৃ সুগ্ৰীৱৰ পত্নী তাৰাক বলেৰে নিজৰ পত্নী কৰিছিল যদিও সুগ্ৰীৱে শ্ৰীৰামৰ সহায়ত বালিক বধ কৰি তাৰাক উদ্ধাৰ কৰে।

**ৱালুকী** *স্ত্ৰী* ১। সাগৰ বা নদীৰ বালি, ২। গুড়ি, চূৰ্ণ, ৩। কৰ্পূৰ।

**ৱাষ্ক** *বিণ্* বাকলিৰে তৈয়াৰী।

**ৱাল্মীকঃ ৱাল্মীকি,** আদি কাব্য ৰামায়ণৰ ৰচয়িতা মহৰ্ষি বাল্মীকি। এওঁৰ পূৰ্বৰ নাম আছিল ৰত্নাকৰ। সৰুতে মাক-বাপেকে পৰিত্যাগ কৰাত কিছুমান গিৰিবাসী-লোকে পোহপাল দিয়ে আৰু ডকাইতি বিদ্যা শিক্ষা দিয়ে। ৰত্নাকৰে এই বিদ্যা ভালদৰে আয়ত্ত কৰি বাটে-পথে ডকাইতি কৰিবলৈ ধৰে। এদিনাখন তেওঁ এজন সন্ন্যাসীক পায়। সন্ন্যাসীজনে ৰত্নাকৰক সি কৰা পাপৰ ভাগী তাৰ ঘৰৰ কোনে ল'ব সুধি আহিবলৈ কয়। ৰত্নাকৰে ঘৰলৈ গৈ সকলোকে সুধিলত কোনেও পাপৰ ভাগী হ'বলৈ মান্তি নহ'ল। সি বিষণ্ন মনে ঘূৰি আহি সন্ন্যাসীজনক কোৱাত সন্ন্যাসীজনে তাক 'মৰা' উচ্চাৰণ কৰি থাকিবলৈ কয়। ৰত্নাকৰে 'মৰা মৰা' উচ্চাৰণ কৰি থাকোঁতে বহু বছৰ পাৰ হ'ল। যি ঠাইত বহি এইদৰে 'মৰা মৰা' উচ্চাৰণ কৰি আছিল তাত উঁইয়ে মাটি তুলিলে। উঁই-হাফলুৰ মাটিৰে শৰীৰ ঢাক খালে। ৰত্নাকৰ বাল্মীকি হৈ ওলাই আহিল আৰু এগৰাকী মহামুনিৰূপে প্ৰসিদ্ধ হ'ল। এদিনাখন এজন ব্যাধৰ শৰত আহত হৈ এটা ক্ৰৌঞ্চপক্ষী তেওঁৰ সমুখত পৰাত বাল্মীকিৰ মুখৰ পৰা অনায়াসে এফাকি অনুষ্টুভ ছন্দৰ কবিতা নিৰ্গত হ'ল আৰু ব্ৰহ্মাৰ নিৰ্দেশত সেই ছন্দতে আদি কাব্য ৰামায়ণ ৰচনা কৰে।

**ৱাৱদক** কথকী, কথাচহকী।

**ৱাৱয়ঃ** *পু* তুলসী গছ।

**ৱাবুটঃ** *পু* নাও, ভুৰ।

**ৱাবৃৎ** সম্ভক্টো ৱৰণে (দিৱা আ স ৱাবৃত্যাতে) ১। নিৰ্বাচন কৰ, বাছনি কৰ, ভাল পা, প্ৰেম কৰ, ২। সেৱা কৰ, শুশ্ৰূষা কৰ, ৩। (বৰৰূপে) বৰণ কৰ

**ৱাবৃত্ত** *বিণ্* বৰিত, বৰণকৃত, বৰৰূপে নিৰ্বাচিত।

**ৱাশ্** *শব্দে* (দিবা আ অ, স বাশ্যাতে) ১। চিঞৰৰ মাৰ, গৰ্জন কৰ, আটাহ পাৰ, গুণ গুণ কৰ, শি ১৮।৭৫।

**ৱাশক** *বিণ্* গৰ্জনকাৰী, শব্দকাৰী।

**ৱাশনং** গৰ্জন, চিঞৰ, গুনগুননি।

**ৱাশিঃ** *পু* জুই, অগ্নিদেৱতা।

**ৱাশিতং** পশু-পক্ষীৰ মাত।

**ৱাশিতা** *স্ত্ৰী* ১। মাইকী হাতী, ২। তিৰোতা।

**ৱাশিষ্ঠ** *বিণ্* বশিষ্ঠ মুনি সম্বন্ধীয়। **—ষ্ঠং** এখন উপপুৰাণ। **—ষ্ঠী** গোমতী নদী।

**ৱাঙাৰা** *স্ত্ৰী* ৰাতি।

**ৱাশ্ৰং** *ক্লী* মন্দিৰ, চাৰিআলি। **—শ্ৰঃ** দিন।

**ৱাষ্পঃ** *পু* (ৱাধ্যতে ইতি ৱা ধৃ পঃ ধস্য ষত্বম্) উষ্মা, ৰ ৭।৬৮। **—কঃ** মৰিচা শাক।

**ৱাস্** উপসেৱায়াম্ (চুৰা উ স ৱাসয়তি-তে) ১। গোন্ধ ওলা, সুগন্ধি হ, গন্ধযুক্ত হ সুগন্ধি কৰ, মে ২০, ২। খাবলৈ ভাল লগা কৰ, মচলা-পাতি দি, ৩। চিয়াই থ।

**ৱাসঃ** *পু ক্লী* ১। আতৎ, ২। নিৱাসস্থান, ঘৰ, স্থান, ৩। কাপোৰ, পোচাক, ৪। বসবাস গী ১।৪৪, **—কৰ্ণী** প্ৰেক্ষাগৃহ। **—তাম্বুলং** সুগন্ধি অমোল পাণ **—ভৱনং, মন্দিৰং** বাসগৃহ, থকা ঘৰ। **—যষ্টিঃ** চৰাই বহা ঠালি বা কাঠৰ লাঠী, মে ৭৯; **—যোগঃ** এবিধ সুগন্ধি চূৰ্ণ, গুড়ি।

**ৱাসকং** *ক্লী* পিন্ধা কাপোৰ, পোচাক। **—কঃ** বাহক গছ, **—সজ্জিকা** প্ৰেমিকৰ লগত দেখা হবৰ কাৰণে সাজি-কাছি ওলাই থকা তিৰোতা। কাব্যৰ এবিধ নায়িকা।

**ৱাসনং** *ক্লী* (ৱাস্ ল্যুট) ১। সুগন্ধিকৰণ, ২। বসবাস। ৩। বাসস্থান, ৪। বাকচ, কলহ। ৫। কাপোৰ-কানি, পোচাক, ৬। আৱৰণ, ঢাকনী, ৭। জ্ঞান।

**ৱাসনা** *স্ত্ৰী* (বস্ ণিচ্ যুচ্ টাপ্) ১। প্ৰত্যাশা, কামনা, ২। মনোভাৱনা, ৩। কল্পনা, ৪। শ্ৰদ্ধা, ৫। সংস্কাৰ

**ৱাসন্ত** *বিণ্* ১। বসন্তকালীয়, ২। যৌৱনকালীয়, ৩। মনোযোগী। **—ন্তঃ** ১। কুলি চৰাই, ২। মলয়া বতাহ, ৩। মগু মাহ। ৪। মাটিমাহ, ৪। মদনবৃক্ষ, ৫। কম বয়সীয়া হাতী **—ন্তী** *স্ত্ৰী* মাধৈমালতী ফুল, ২। জলকীয়া, ৩। পেঁপা ফুল, ৪। মদনোৎসৱ।

**ৱাসন্তিকঃ** ১। নাটকৰ বিদূষক। ২। নট।

**ৱাসৰং ৰঃ** এটা দিন।

**ৱাসৱ** *বিণ্* (ৱসুৰেৱেতি প্ৰজ্ঞাদ্যণ্) ইন্দ্ৰ সম্বন্ধীয় **—ৱঃ** ইন্দ্ৰ। **—দত্তা** ১। মহাকবি সুবন্ধুৱে ৰচনা কৰা এখন গদ্যকাব্য। ২। কেবাখনো কাব্যৰ নায়িকা এগৰাকীৰ নাম। বাসবদত্তা নায়িকা ৰূপে থকা গ্ৰন্থসমূহ হ'ল- ভাসৰ 'স্বপ্নৱাসৱদত্তম্' সুবন্ধুৰ 'ৱাসৱদত্তা' হৰ্ষবৰ্দ্ধনৰ 'ৰত্নাৱলী' ইত্যাদি।

**ৱাসৱী** ব্যাসদেৱৰ মাতৃ।
**ৱাসিঃ** *পু ক্লী* বটালি, বাচুলা, ৰেন্দা।
**ৱাসিত** *বিণ* (ব্যাস ক্তঃ) ১। সুগন্ধিত, সুবাসিত, ২। তিয়াই ৰখা। ৩। সজ্জিত, ৪। জনপূর্ণ, ৫। জনাজাত। **—তং** ১। চৰাই চিঁৰিকটিৰ মাত। ২। জ্ঞান।
**ৱাশিষ্ঠঃ** মুনি বশিষ্ঠৰ দ্বাৰা ৰচিত **—ষ্ঠঃ** বশিষ্ঠ বংশত জন্ম হোৱা সন্তান।
**ৱাসী** *স্ত্রী* কাঠমিস্ত্রীৰ বাইচ।
**ৱাসুঃ** *পু* (সৰ্বত্ৰাসৌ ৱসতীতি ৱস ৱাহুলকাৎ উণ্) ১। শ্ৰীনাৰায়ণ, বিষ্ণু, ২। পৰব্ৰহ্ম, পৰমাত্মা, ৩। আত্মা। **—কিঃ-কেয়ঃ** সৰ্পৰাজ বাসুকি, গী ১০।২৮; **—দেৱঃ** ১। বসুদেৱৰ বংশজ, ২। **শ্ৰীকৃষ্ণ —ৰা** ১। পৃথিৱী, ২। ৰাতি, ৩। তিৰোতা, ৪। মাইকী হাতী।
**ৱাসূঃ** *স্ত্রী* (ৱাস্যতে স্বগৃহে ইতি ৱাস ৱাহুলকাৎ উঃ) নাটকত উল্লেখ থকা বালা, কুমাৰী কন্যা
**ৱাস্তৱ** *বিণ* ১। যথাৰ্থ, সঠিক, ২। নিশ্চিত, দৃঢ় **—ৱা** ডোক-মোকালি।
**ৱাস্তৱিক** *বিণ* সঠিক, সত্য, প্ৰকৃত।
**ৱাস্তিকং** এজাক ছাগলী।
**ৱাস্তৱ্য** *বিণ* (ৱসতীতি ৱস তব্যৎ) ১। বাসকৰ্তা, নিবাসী, ২। বাসযোগ্য, **—ব্যং** বাসৰ উপযুক্ত ঠাই, ঘৰ, বাসস্থান, বসতি।
**ৱাস্তু** *পু ক্লী* (ৱসন্তি প্ৰাণিনঃ যত্ৰ ৱস নিৱাসে তুণ নিৎ) ১। ঘৰ সজাৰ যোগ্য ভূমি, ২। বাসস্থান **—যাগঃ** ঘৰৰ খুঁটা পোতাৰ (আধাৰ শিলাৰ) সময়ত অনুষ্ঠিত পূজা-হোমাদি।
**ৱাস্তুকং** *ক্লী* এবিধ শাক, জিলমিল শাক।
**ৱাস্তেয়** *বিণ* ১। বাসযোগ্য, ২। পেট সম্বন্ধীয়।
**ৱাস্তোষ্পতিঃ** ১। ইন্দ্ৰ, ২। বাস্তু দেৱতা, বৈদিক দেৱতা বিশেষ।
**ৱাস্ত্ৰ** *বিণ* কাপোৰে তৈয়াৰী। **—স্ত্ৰঃ** কাপোৰেৰে আবৃত গাড়ী।
**ৱাষ্পঃ** *পু* উষ্মা, লোহা।
**ৱাস্পেয়ঃ** নাহৰ গছ।
**ৱাহ্** যত্নে (ভ্বা আ স ৱাহতে) যত্ন কৰ, চেষ্টা কৰ।
**ৱাহ** *বিণ* বাহক, বাহী, চালক, **—হঃ** ১। বাহন, যান, গাড়ী, ৰথ, ২। ভাৰবাহী জন্তু, ৩। ঘোঁৰা, ৪। বলদ, ষাঁড়, ৫। বাহু, ৬। বতাহ, বায়ু, ৭। ওজন বিশেষ। দহ কুম্ভৰ পৰিমাণ **—দ্বিষণ্** ম'হ। **—শ্ৰেষ্ঠঃ ঘোঁৰা।**
**ৱাহকঃ** *পু* ১। মজদুৰ, 'কুলি', ২। গাড়োৱান, ৩। ঘোঁৰা-চোৱাৰী।
**ৱাহনং** *ক্লী* ১। যানবাহন, গাড়ী, ২। ঘোঁৰা চালন, ৩। ভাৰ বোৱা জন্তু, ৪। হাতী।
**ৱাহসঃ** *পু* ১। পানীৰ সোঁত, ২। অজগৰ সাপ।
**ৱাহিকঃ** *পু* ১। ডাঙৰ দবা বা ঢোল, ২। গৰুগাড়ী, ৩। ভাৰবাহী জন্তু।
**ৱাহিতং** গধূৰ বোজা।
**ৱাহিত্থং** *ক্লী* হাতীৰ কুমৰ তলৰ অংশ।
**ৱাহিনী** *স্ত্রী* (ৱাহ ইনিঃ ঙীপ্) ১। সেনা বাহিনী, ৰ ১১।৬; এই বাহিনীত ৮১ হাতী, ২৪৩টা ঘোঁৰা আৰু ৪০৫ পদাতিৰ উপৰিও সমসংখ্যক ৰথ থাকে। ২। নদী **—পতিঃ** ১। সেনাপতি, ২। সাগৰ (নদীৰ অধিপতি)।
**ৱাহুঃ** *পু* (ৱাধতে শত্ৰূণিতি ৱা ধৃ লোড়নে কুঃ) হাত। (কাষলতিৰ পৰা আঙুলিৰ মূৰলৈকে)। **—মূলং** কাষলতি। **—লঃ** কাতি মাহ।
**ৱাহ্য** *বিণ* ১। বহনযোগ্য, ৰ ৬।১০; ২। বাহিৰ।
**ৱাহ্লিকঃ** এই নামৰ এখন ৰাজ্য আৰু সেই দেশৰ ঘোঁৰা।
**ৱি** *অব্য* নিগ্ৰহ, নিযোগ, পদপূৰণ, নিশ্চয়, অসহন, হেতু অব্যাপ্তি, বিনিয়োগ, ঈষৎ (কম), পৰাভৱ, শুদ্ধতা, অবলম্বন আদি বিভিন্নাৰ্থত এই অব্যয় শব্দ ব্যৱহাৰ হয়। ইয়াৰ উপৰিও আয়োজন, বিৰোধ, বিচাৰ বিবেচনা আদি অৰ্থ প্ৰকাশ কৰিবলৈও ব্যৱহাৰ হয়।
**ৱিংশতি** *স্ত্রী* বিশ **—তম** বিংশতম। বিংশ।
**ৱিংশী(ন্)** ১। বিশ। ২। বিশখন গাওঁৰ স্বামী।
**ৱিকং** অলপতে পোৱালি জগা গাইৰ গাখীৰ, ফেঁহু।
**ৱিকংকট,-তঃ** *পু* এবিধ গছ।
**ৱিকচ** *বিণ* (বিকশতীতি বি কচ্ অচ্) ১। বিকশিত, প্ৰফুল্লিত বিস্তৃত, ২। সিঁচৰিত, ৩। চুলিহীন **—চঃ** ১। বৌদ্ধ ভিক্ষু, ২। কেতু গ্ৰহ।
**ৱিকট** *বিণ* (বি কট পচাদ্যচ্) ১। কদৰ্য্য, ভয়ানক ভয়লগা, ২। বৃহত বহল, ৩। দাম্ভিক, ৪। ধুনীয়া, ৫। অস্পষ্ট।
**ৱিকত্থন** *বিণ* দাম্ভিক, মদগৰ্বী, **—নং** ১। দম্ভালি, ২। মিছা প্ৰশংসা, ঠাট্টা-বিদ্ৰূপ।

**ৱিকম্প** *বিণ্* কঁপি থকা, অস্থিৰ, ওফন্দি থকা।

**ৱিকৰঃ** *পু* অসুস্থতা, ৰোগ।

**ৱিকৰাল** *বিণ্* ভয়ানক, ভয়ঙ্কৰ

**ৱিকর্ণঃ** *পু* এজন কুৰু যুৱৰাজৰ নাম। **দুৰ্যোধনৰ পক্ষৰ** বীৰ এজন। গী ১।৮

**ৱিকৰ্তনঃ** *পু* ১। সূৰ্য্য, ২। আকন গছ, ৩। বাপেকৰ ৰাজ্য বলেৰে ভোগ দখল কৰা পুত্ৰ।

**ৱিকৰ্ম** *ক্লী* বিধিবিৰুদ্ধ কাৰ্য্য। অপৱিত্ৰ কৰ্ম, গী ৪।১৪; **—কৃৎ** নিষিদ্ধ কৰ্মকাৰী, **—স্থ** *বিণ্* পাপকাৰ্য্যত লিপ্ত।

**ৱিকৰ্ষঃ** (ৱি কৃষ ঘঞ) ১। বিকৰ্ষণ, টানি বেলেগ বেলেগ কৰা, বিচ্ছিন্নকৰণ, ২। কাঁড় **—ৰ্ষণঃ** কামদেৱৰ এপাত শৰৰ নাম।

**ৱিকল** *বিণ্* (বিগতঃ কলো যস্য) ১। বিহ্বল, ২। বিকলাঙ্গ, ৩। অঙ্গহীন, ৪। আতঙ্কিত, ৫। আলোড়িত, এলেহুৱা, অলস। ৬। জীৰ্ণ **—পাণিক** হাত-ভৰি-হীন।

**ৱিকলা,—লী** *স্ত্ৰী* ঋতুহীনা স্ত্ৰী।

**ৱিকল্পঃ** *পু* (ৱিৰুদ্ধং কল্পনম্ ইতি ৱি কৃপ ঘঞ) ১। ভুল, ভ্ৰান্তি, ২। কল্পনা, ৩। সংশয়, ৰ ১৭।৪৯; ৪। নানা বিধ, মনু ৯।২২৮; ৫। অনিশ্চয়তা, সন্দেহ, ৬। এটাৰ সলনি, ৭। অজ্ঞতা **—জালং** দোধোৰ-মোধোৰ, বিমোৰ।

**ৱিকল্মষ** *বিণ্* নিষ্পাপ, নিৰ্দোষী।

**ৱিকষা** মজাঠি গছ। এই গছৰ শিপাৰ পৰা ৰঙা ৰং উলিওৱা হয়।

**ৱিকসঃ** *পু* চন্দ্ৰ।

**ৱিকসিত** *বিণ্* ফুলৰ পাহিবোৰ সম্পূৰ্ণৰূপে বাহিৰলৈ ওলাই অহা। ফুলি উঠা।

**ৱিকস্বৰ** *বিণ্.* চিঞৰ, উচ্চ স্বৰ।

**ৱিকাৰঃ** *পু.* (ৱি কৃ ঘঞ) ১। প্ৰকৃতিৰ অন্যথা ভাৱ, বিকৃতি, আকাৰ বা গঠনৰ পৰিৱৰ্তন। ২। **পৰিৱৰ্তন,** সংশোধন। ৩। অসুস্থতা, দুখ যেনে— মানসিক বিকাৰ, শাৰীৰিক বিকাৰ। ৪। মনৰ পৰিৱৰ্তন, উদ্দেশ্য বা লক্ষ্যৰ পৰিৱৰ্তন। ৫। আলোড়ন, উদ্বিগ্নতা। ৬। প্ৰকৃতিসম্ভূত। ৭। মাছ।

**ৱিকাৰিত** পৰিবৰ্তিত, ভ্ৰষ্ট, দূষিত।

**ৱিকাৰী(ন্)** বিকাৰ হ'ব লগীয়া, পৰিৱৰ্তন হ'ব লগীয়া।

**ৱিকালঃ,—লকঃ** (ৱিৰুদ্ধঃ কালঃ) ১। সন্ধিয়া সময়। ২। দৈৱপৈত্ৰাদি কৰ্মৰ অযোগ্য কাল বা সময়।

**ৱিকালিকা** *স্ত্ৰী* সময়ৰ পৰিমাণ জানিবৰ কাৰণে পিতলৰ কলহ এটাৰ তলিত ফুটা কৰি পানী জুবুৰিয়াই লাহে লাহে ভৰ্তি কৰা ব্যৱস্থা।

**ৱিকাশঃ** *পু* (ৱি কাশ্ দীপ্তৌ ঘঞ) ১। প্ৰকাশ, প্ৰদৰ্শনী, ২ ফুল ফুলা, বিকশিত হোৱা, ৩। মুক্ত পথ বা গতি, বি ১৫।৫২; ৪। আনন্দ, স্ফূৰ্তি, ৫। আকাশ, স্বৰ্গ, ৬। আগ্ৰহ, ইচ্ছা, ৭। একান্ততা, নিৰ্জনতা।

**ৱিকাশক** *বিণ্* প্ৰকাশক।

**ৱিকাশনং** *ক্লী* (ৱি কাল ল্যট্) ১। বিকাশ, ২। প্ৰকাশন প্ৰদৰ্শন।

**ৱিকাশী(ন্)** *বিণ্* (বিকাশ ইনিঃ) বিকাশশীল, উজ্জ্বল, দৃশ্য

**ৱিকিৰঃ** *পু* (ৱিকিৰতি মৃত্তিকাদীন ইতি ৱি কৃশ ক ১। সিঁচৰতি কৰা অংশ বা বস্তু। (ঠোঁটেৰে খুচৰি সিঁচৰতি কৰা জন্তু, চৰাই। ২। কুৱা, ৩। গছ, ৫ পূজাৰ আৰম্ভণিতে পূজাৰ সকলো দ্ৰব্যৰ ওপৰ সৰিয়হ বা তিল চাউল চটিয়াই পূজা স্থানৰ প অমঙ্গলজনক ভূত প্ৰেতাদি অপসাৰণ। সেই ম 'অপসৰ্পন্তু তে ভূতা যে ভূতা ভুৱি সংস্থিতাঃ। যে ভূতা ৱিঘ্নকৰ্তাৰস্তে নশ্যন্তু শিৱাজ্ঞয়া। ৫। অগ্নি দগ্ধাদিৰ প্ৰতি অৰ্পণ কৰা পিণ্ড।

**ৱিকিৰণং** *ক্লী* ১। বিক্ষেপণ, ২। সিঞ্চন, ৩। ছিন্নকৰণ ৪। হিংসন। ৫। জ্ঞান।

**ৱিকীৰ্ণ** *বিণ্* (ৱি কৃ ক্তঃ) ১। বিক্ষিপ্ত, সিঞ্চিত, ২। মিশ্ৰিত, ৩। উদযাপিত **—কেশঃ,—মূৰ্ধজ** *বিণ্* ১। আউল বাউল চুলি থকা, ২। চুলি ছিঙা।

**ৱিকুণ্ঠঃ** বিষ্ণুলোক।

**ৱিকুৰ্ৱাণ** (বি কৃ শানচ) ১। আনন্দিত, হৰ্ষান্বিত, ২ পৰিৱৰ্তনশীল।

**ৱিকুসঃ** চন্দ্ৰ।

**ৱিকূজনং** ১। চৰাইৰ কু কু মাত, ২। পেটৰ কোৰকোৰণি।

**ৱিকূণিকা** *স্ত্ৰী* নাক।

**ৱিকৃত** *বিণ্* (ৱি কৃ ক্ত) ১। বিকাৰ, বিকাৰগ্ৰস্ত, বিকাৰপ্ৰাপ্ত, ২। পৰিৱৰ্তিত, ৩। বিকলাঙ্গ, ৪। অসম্পূৰ্ণ ৫। ৰুগ্ন। ৬। অসাধাৰণ, ৭। ঘৃণনীয়। **—তং** *ক্লী* ১। বিকাৰ, ২। প্ৰভৱাদি ষাঠিটা সংবৎসৰৰ চতুৰ্বিংশ সংবৎসৰ। ৩। নায়িকাৰ এটা গুণ।

**ৱিকৃতিঃ** *স্ত্ৰী* ১। বিকাৰ, কু ৭।৩৪; ২। ৰোগ, ৩। বিমূঢ়তা, খং, ক্ৰোধ, উদ্বেগ, ৪। দুৰ্ঘটনা, আকস্মিক ঘটনা,

৫। পৰিৱৰ্তন মনোবিকৃতি, ধাতুৰ বিকৃতি, যেনে— সোণৰ পৰা সোণৰ আঙঠি।

**ৱিকৃষ্ট** *বিণ* (ৱিশেষেণ কৃষ্ট) ১। আকৃষ্ট। আকৰ্ষিত, বিকৰ্ষিত, ২। বিস্তৃত।

**ৱিকেশ** *বিণ* চুলিহীন, তপা, **—শী** ১। আউল-বাউল (চুলিযুক্তা) ২। কেশহীন, চুলিহীনা।

**ৱিকোকঃ** *পু* কল্কিদেৱৰ হাতত নিহত বৃকাসুৰৰ পুত্ৰ।

**ৱিকোশ(ষ)** *বিণ* তুঁহ নথকা, বাকলিমুক্ত, বাকলিহীন।

**ৱিক্কঃ** পোৱালি হাতী।

**বিক্ৰমঃ** *পু* (ৱি ক্ৰম অচ) ১। গতি, খোজ, স্থিতি, ২ বিস্ময়, অতিক্ৰম ৩ পৰাক্ৰম, শৌৰ্য, বীৰত্ব, ৪ উজ্জয়িনীৰ ৰজা বিক্ৰমাদিত্য, ৫। চতুৰ্দ্দশ সংবৎসৰ ৬। এজন কবি। নেমিদূত' নামৰ এখন খণ্ডকাব্যৰ ৰচয়িতা। **—কৰ্ম** বীৰত্বৰ কাম।

**ৱিক্ৰমণং** *ক্লী* (বলিৰাজৰ সমুখত বিষ্ণুৱে দিয়া) দীঘল খোজ।

**ৱিক্ৰমাদিত্যঃ—মাৰ্কঃ** ১। উজ্জয়িনীৰ ৰজা শকাৰি বিক্ৰমাদিত্য। ২। এবিধ মোদক।

**ৱিক্ৰমী(ন্)** ১। সিংহ, ২। বীৰ পুৰুষ, ৩। বিষ্ণু

**ৱিক্ৰয়ঃ** *পু* (ৱি ক্ৰী এৰচ) বেচা কাৰ্য্য, বিক্ৰী, মনু ৩।৫৪; **—পত্ৰং** বিক্ৰী দলিল।

**ৱিক্ৰমিকঃ,—ৱিক্ৰয়ী** *পু* বেচোঁতা, বিক্ৰেতা, বিক্ৰয়কৰ্তা, যা ২।১৭৩।

**ৱিক্ৰম্বঃ** চন্দ্ৰ।

**ৱিক্ৰান্ত** *বিণ* (ৱি ক্ৰম ক্তঃ) পৰাক্ৰমী, বিক্ৰমী, বীৰ। সাহসী, বিশ্বিজয়ী, **—ন্তং** খোজ, বীৰত্ব, সাহস **—ন্তঃ** বীৰপুৰুষ, যোদ্ধা

**ৱিক্ৰান্তা (ঋ)** *বিণ* (ৱি ক্ৰম্ তৃচ) বীৰ, সাহসী (পু) সিংহ।

**ৱিক্ৰান্তিঃ** *স্ত্ৰী* (ৱি ক্ৰম, ক্তিন) ১। ঘোঁৰাৰ গতি (কদম) ২। বীৰতা, ৩। খোজ।

**ৱিক্ৰায়কঃ** *পু* (ৱি কৃ ণ্বুল) বিক্ৰেতা, বেচোঁতা।

**ৱিক্ৰিয়া** *স্ত্ৰী* (ৱি কৃ শঃটাপ্) ১। বিকাৰ, ৰ ১৩।৭২; ২। বিৰুদ্ধ কাৰ্য্য।

**ৱিক্ৰীত** *বিণ* (ৱি ক্ৰী ক্তঃ) বিক্ৰী হোৱা, বেচা যোৱা।

**ৱিক্ৰুষ্ট** *বিণ* (ৱি ক্ৰুশ্ ক্ত) নিষ্ঠুৰ, নিৰ্দয়।

**ৱিক্ৰেতা (ঋ)** *বিণ* (ৱি ক্ৰী তৃচ) বেচোঁতা, বিক্ৰয় কৰ্তা।

**ৱিক্ৰেয়** *বিণ* (ৱি ক্ৰী যৎ) বেচিব লগীয়া দ্ৰব্য। বেচিবলৈ নিয়া সামগ্ৰী।

**ৱিক্ৰোশনং** *ক্লী* ১। নিন্দা, গালি। চিঞৰ, আটাহ।

**ৱিক্লৱ** *বিণ* (ৱি ক্লু পচাদ্যচ) ১। বিহুল, শি ১২।৬৩, ২। আতঙ্কিত, ৩। আলোড়িত, বিমোৰ, উদ্বিগ্ন, ৪। দুখাৰ্ত, দুৰ্দশাগ্ৰস্ত। ৫। বিতুষ্ট, বিৰক্ত।

**ৱিক্লিন্ন** *বিণ* (ৱি ক্লিদ ক্ত) ১। পানীত তিতা, সিক্ত, ২। জীৰ্ণ, ৩। পুৰণি।

**ৱিক্লিষ্ট** *বিণ* (ৱি ক্লিষ ক্তঃ) অত্যন্ত দুৰ্দশাগ্ৰস্ত আঘাতপ্ৰাপ্ত **—ষ্টং** ভুলকৈ উচ্চাৰণ কৰা (শব্দ বা বৰ্ণ)।

**ৱিক্ষত** *বিণ* (ৱি ক্ষণ ক্তঃ) আঘাতপ্ৰাপ্ত, ক্ষত, ছিন্ন।

**ৱিক্ষাৱঃ** *পু* (ৱি ক্ষু ঘঞ) ১। শব্দ। ২। কাহ, হাঁচি।

**ৱিক্ষিপ্ত** *বিণ* (ৱি ক্ষিপ্ ক্ত) ১। সিঁচৰিত, সিঞ্চিত, দলি মৰা, ২। ত্যক্ত, প্ৰত্যাখ্যাত, ৩। প্ৰেৰিত, ৪। বিমোৰ, ৫। খণ্ডিত।

**ৱিক্ষীণকঃ** ১। শিৱৰ সেৱকসকলৰ নেতা, ২। দেৱতা গোষ্ঠী।

**ৱিক্ষেপঃ** *পু* (ৱি ক্ষিপ ঘঞ) ১। প্ৰেৰণ, ক্ষেপণ ২। লৰচৰ, কম্পন, প্ৰৱাহ, ৩। বিমূঢ়তা, ৪। ভয়, আতঙ্ক, ৫। যুক্তি খণ্ডন, ৬। ত্যাগ **—শক্তিঃ** মায়াশক্তি।

**ৱিক্ষোভঃ** *পু* (ৱি ক্ষুভ ঘঞ) ১। কম্পন, আলোড়ন, ২। উদ্বিগ্নতা, আতঙ্ক, ৩। বিৰোধ, সংঘৰ্ষ।

**ৱিখ, ৱিখু, ৱিখ্য, ৱিখ্ৰ, ৱিখ্ৰু** *বিণ্* নাক নথকা, নাকহীন।

**ৱিখনাঃ(স্)** ব্ৰহ্মা।

**ৱিখুৰঃ** *পু* ১। ৰাক্ষস, দৈত্য, ২। চোৰ।

**ৱিখ্যাত** বিণ (ৱি খ্যা ক্তঃ) ১। প্ৰখ্যাত, প্ৰসিদ্ধ, জনাজাত, ২। স্বীকৃত, প্ৰকাশিত। **—তিঃ** *স্ত্ৰী* খ্যাতি, প্ৰসিদ্ধি।

**ৱিখ্যাপনং** *ক্লী* ব্যাখ্যান।

**ৱিগণনং** *ক্লী* ১। ঋণমুক্তি, ২। গণনা, ৩। বিবেচনা, আলোচনা।

**ৱিগত** *বিণ্* (ৱি গম ক্তঃ) ১। প্ৰভাৰহিত, নিষ্প্ৰভ, ২। গত, অতীত, প্ৰস্থিত, ৩। বিচ্ছিন্ন, খণ্ডিত, ৪। মৃত। **—কল্মষঃ** নিষ্পাপ, পাপৰহিত **—ভী** নিৰ্ভয়, নিৰ্ভীক। **—লক্ষণং** অমঙ্গলজনক, দুৰ্ভগীয়া। **—শ্ৰীকঃ** শ্ৰী বা সৌন্দৰ্য্য ৰহিত।

**ৱিগতাৰ্ত্তৱা** *স্ত্ৰী* (বিগতং আৰ্তৱং ঋতু যস্যাঃ) পঞ্চাশ-পচপন্ন বছৰ বয়সীয়া ঋতুস্ৰাব বন্ধ হোৱা তিৰোতা।

**ৱিগন্ধকঃ** ইঙ্গুদীবৃক্ষ।

**ৱিগমঃ** *পু* (ৱি গম্ অপ ১। নাশ, বিনাশ, হানি, ২। প্ৰস্থান, ৩। সমাপ্তি, ৪। ত্যাগ, ৫। মৃত্যু।

**ৱিগৰঃ** *পু* ১। নঙঠা সন্ন্যাসী, দিগম্বৰ, ২। পৰ্বত, ৩। নিৰাহাৰী লোক।

**ৱিগৰ্হণং –ণা** *ক্লী স্ত্ৰী* (ৱি গৰ্হ ল্যুট্; ণিচ্ যুচ টাপ্) নিন্দা, ভৰ্ৎসনা, অৱমাননা।

**ৱিগৰ্হিত** *বিণ* (ৱি গৰ্হ ক্তঃ) নিন্দিত। ভৰ্ৎসিত, নৈ ১।১৩১; নিষিদ্ধ।

**ৱিগলিত** *বিণ* (ৱি গল ক্তঃ) ১। গলিত, ২। টোপ টোপকৈ ওলোৱা, ৩। অন্তৰ্হিত, ৪। তলত পৰা, ৫। সিঁচৰিত, ৬। বিশৃঙ্খল, ঢিলা, শিথিল।

**ৱিগাঢ়** *বিণ* (ৱি গাহ্ ক্তঃ) ১। স্নাত, গা ধুই উঠা, ২। বুৰ মাৰি উঠা। ৩। গভীৰ, প্ৰগাঢ়।

**ৱিগানং** *ক্লী* (পৰস্য বিৰুদ্ধং গানং) নিন্দা, গালি, পৰনিন্দা, অপবাদ।

**ৱিগাহমান** *বিণ* (ৱি গাহ্ শানচ) ১। স্নান কৰা, ৰ ১৩।১; গাই ধুই উঠা। ২। আলোড়নকাৰী।

**ৱিগীত** *বিণ* (ৱি গৈ ক্তঃ) ১। নিন্দিত, ভৰ্ৎসিত, অপমানিত, ২। অসংলগ্ন, বিসঙ্গতিপূৰ্ণ। **—ত্তিঃ** নিন্দা, অপযশ।

**ৱিগুণ** *বিণ.* (ৱিপৰীতঃ গুণঃ যস্য) ১। গুণৰহিত, গুণহীন, বেয়া, অকামিলা, মূল্যহীন, ২। ৰচি, গুণ নথকা।

**ৱিগূঢ়** *বিণ.* (ৱি গুহ্ ক্তঃ) ১। গুপ্ত, ৰহস্যঘন, লুকাই ৰখা, ২। গৰ্হিত, নিন্দিত।

**ৱিগৃহীত** *বিণ.* (ৱি গ্ৰহ ক্তঃ) ১। খণ্ডিত, বিখণ্ড, দ্ৰৱীভূত, ২। অধিকাৰভুক্ত, অধিকৃত, ৩। নিষিদ্ধ, ৪। মুখামুখি হোৱা, বিৰোধ কৰা।

**ৱিগ্ৰহঃ** *পু.* (ৱি গ্ৰহ্ অচ্) ১। সুখ-দুখাদি গ্ৰহণ কৰি থকা শৰীৰ, দেহ, ৰ ১১।১৩; ২। যুদ্ধ, মনু ৭।১৬০; ৩। বিভাগ, অংশ, ৪। সমাসবাক্য, বিগ্ৰহ বাক্য, ৫। আকাৰ, আকৃতি, ৬। প্ৰেম-বিবাদ।

**ৱিঘটনং** *ক্লী.* ধ্বংস, নাশ, ভাঙন।

**ৱিঘটিকা** *স্ত্ৰী.* সময়ৰ পৰিমাণ বিশেষ, পল।

**ৱিঘট্টনং, –না** *ক্লী. স্ত্ৰী.* খণ্ডন, ঘৰ্ষণ, বিভাজন, বিৰোধ, আঘাত।

**ৱিঘট্টিত** *বিণ.* (ৱি ঘট্ট ক্তঃ) বিখণ্ডিত, বিচ্ছিন্ন, বিভক্ত। বিদ্ধ, শি ৮।২৪।

**ৱিঘনঃ** *পু.* হাঁতুৰী।

**ৱিঘসং** *ক্লী.* (ৱি অদ্ অপ্) মৌচাকৰ মম। **—সঃ** ১। আধা চোবোৱা খাদ্য, ২। ভোজনাৱশিষ্ট, ৩। দেৱতা, পিতৃ পুৰুষাদিক অৰ্পণ কৰা খাদ্যৰ অৱশিষ্ট। মনু ৩।২৮৫; ৪। আহাৰ, খাদ্য।

**ৱিঘাতঃ** *পু.* (ৱি হন ঘঞ) ১। আঘাত, ধ্বংস, নাশ, ২। হত্যা, বধ, নিধন, ৩। বাধা-বিঘিনি, ৪। ত্যাগ, **—সিদ্ধিঃ** বাধামুক্তি, **—তী (ন্)** আঘাতকাৰী, হত্যাকাৰী, নিবাৰক, ঘাতক।

**ৱিঘূৰ্ণীত** *বিণ.* ঘূৰি থকা, পাক খাই ঘূৰি থকা, কম্পিত, চঞ্চল।

**ৱিঘৃষ্ট** *বিণ.* ঘৰ্ষিত, শোকগ্ৰস্ত, বেদনাযুক্ত।

**ৱিঘ্নঃ** *পু.* (ৱিহন্যতেঽনেনেতি ৱি হন কঃ) ১। ব্যাঘাত, বিঘিনি, বাধা, অন্তৰায়, ২। কষ্ট, দুখ, **—কৰ,** কাৰী (ন্) ঘোৰ দৰ্শন, ভয়ঙ্কৰ, **—ধ্বংসঃ** নিৰ্বিঘ্নকাৰী **—নায়কঃ, নাশকঃ, নাশনঃ, —ৰাজঃ বিনায়কঃ, হাৰী** গণেশ, **—সিদ্ধি** বিঘিনি নাশ।

**ৱিঘ্নিত** *বিণ.* (ৱিঘ্ন ইতচ) বাধাপ্ৰাপ্ত, বাধাগ্ৰস্ত।

**ৱিংখঃ** ঘোঁৰাৰ খুৰা।

**ৱিচ্** পৃথকত্বে (অদা, হ্লা. ৰুধা, উ অ স ৱেৰেক্তি, ৱেৰিক্ত ৱিনক্তি ৱিংক্তে) ১। বেলেগ কৰ, বিভক্ত কৰ, বিচ্ছিন্ন কৰ, বিখণ্ডিত কৰ, ২। ভাল-বেয়া বিচাৰ কৰ, প্ৰভেদ কৰ, ৩। নিৰ্ণয় কৰ, স্থিৰ, ৪। বৰ্ণনা কৰ

**ৱিচকিলঃ** ১। এবিধ মালতী ফুল, ২। মদন বৃক্ষ।

**ৱিচক্ষণ** *বিণ.* (ৱি চক্ষ যুচ্) ১। পণ্ডিত, নিপুণ, দক্ষ, ২। স্পষ্টদৰ্শী, **—ণঃ** জ্ঞানী ব্যক্তি।

**ৱিচক্ষুঃ(স্)** *বিণ.* (ৱিগতং হ্যপগতং চক্ষুষী যস্য) ১। কণা, দৃষ্টিহীন, ২। শোকাৰ্ত, বিমূঢ়।

**ৱিচয়ঃ** *পু.* অনুসন্ধান, বিচাৰ।

**ৱিচৰ্চিকা** *স্ত্ৰী.* (বি চৰ্চ তৰ্জনে ণ্বুল্ টাপ্) ছালৰ ৰোগ, খজুৱতি, খৰ, খহু।

**ৱিচৰ্চিত** *বিণ.* মলম লগোৱা, প্ৰলেপিত।

**ৱিচল** *বিণ.* (ৱি চল্ অল্) ১। অস্থিৰ, লৰি থকা, ২। গৰ্বী, অহঙ্কাৰী।

**ৱিচলনং** *ক্লী.* ১। কম্পন, ২। অস্থিৰতা, ৩। অহঙ্কাৰ, ৪। অবৈধ কৰ্ম, ভ্ৰান্তি।

**ৱিচাৰঃ** *পু.* (ৱি চৰ্ ঘঞ) ১। তত্ত্বনিৰ্ণয়। মীমাংসা, বিবেচনা, ভাব, বোধ, ২। পৰীক্ষা, আলোচনা,

অনুসন্ধান, ৩। ন্যায় বিচাৰ, সিদ্ধান্ত, ৪। নিৰ্বাচন, ৫। সন্দেহ, সতৰ্কতা, —ভূঃ ন্যায়ালয়। যমৰাজৰ আদালত।

**ৱিচাৰকঃ** বিচাৰক, ন্যায়াধীশ।

**ৱিচাৰণং** —না বিবেচনা, পৰীক্ষা, সন্দেহ, অনুসন্ধান, মীমাংসা দৰ্শন।

**ৱিচাৰিত** *বিণ.* বিবেচিত, পৰীক্ষাকৃত, নিৰ্ণীত, আলোচিত।

**ৱিচাৰ্য্য** *বিণ.* (ৱি চৰ য্যৎ) বিচাৰযোগ্য, বিবেচ্য।

**ৱিচিঃ ৱিচী** *স্ত্ৰী.* (ৱিচ ইন কিৎ) ঢৌ, তৰঙ্গ।

**ৱিচিকিৎসা** *স্ত্ৰী.* (ৱি, কিৎ সন অঃ টাপ্) ১। সন্দেহ অনিশ্চয়তা, ২। ভুল, ভ্ৰান্তি।

**ৱিচিতিঃ** *স্ত্ৰী.* অনুসন্ধান, বিচাৰি ফুৰা।

**ৱিচিত্ৰ** *বিণ.* (ৱিশেষেণ চিত্ৰম্) ১। চিত্ৰিত, চিহ্নযুক্ত, ২। আশ্চৰ্য্য, ৩। মনোৰম, ৪। নানা বৰণীয়া, ফুট্‌ফুটীয়া, —ৱীৰ্যঃ চন্দ্ৰবংশীয় এজন ৰজা। শান্তনু আৰু সত্যৱতীৰ পুত্ৰ। বিচিত্ৰবীৰ্য্য অপুত্ৰক হৈ মৰাৰ পিচত মাকে পুত্ৰ ব্যাসক মাতি আনি 'নিয়োগ' প্ৰথা মতে পুত্ৰ সন্তান জন্ম দিয়াৰ কাৰণে নিৰ্দেশ দিয়ে। ব্যাসে মাকৰ আজ্ঞা পালি অম্বিকা আৰু অম্বালিকাৰ গৰ্ভত ক্ৰমে ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুক জন্ম দিয়ে।

**ৱিচিত্ৰকঃ** ভূৰ্জ বৃক্ষ, —কং আশ্চৰ্য্য, বিচিত্ৰতা।

**ৱিচিন্বৎকঃ** ১। অন্বেষণ, অনুসন্ধান, ২। বীৰ।

**ৱিচিৰ্ণ** *বিণ.* (ৱি চিৰ ক্তঃ) ভ্ৰমিত, প্ৰৱিষ্ট।

**ৱিচেতন** *বিণ.* (ৱিগতা চেতনা যস্মাৎ) অচেতন, অজ্ঞান, প্ৰাণহীন, মৃত।

**ৱিচেষ্টা** বিশেষ চেষ্টা, যত্ন।

**ৱিচেষ্টিত** ১। চেষ্টাকৃত, পৰীক্ষিত, অন্বেষিত, বিশেষ চেষ্টা, ২। অন্যায়কৃত, —তং কাম, কাৰ্য্য, চেষ্টা অধ্যৱসায়, চক্ৰান্ত, ফন্দি।

**ৱিচ্ছ্** ক) দীপ্তৌ (চুৰা উ অ ৱিচ্ছয়তি –তে) পোহৰ দি, পোহৰাই পেলা, উজ্জ্বল হ, ২। ক, কথা ক।

খ) গতৌ (তুদা প অ বিচ্ছতি, বিচ্ছয়তি) যা গমন কৰ, আগুৱাই যা।

**ৱিচ্ছন্দঃ ৱিচ্ছন্দকঃ** *পু.* অট্টালিকা, প্ৰাসাদ, বহুতলাৰ ঘৰ।

**ৱিচ্ছৰ্দকঃ** প্ৰাসাদ।

**ৱিচ্ছৰ্দনং** *ক্লী.* বঁতিয়া কৰা, উলিয়াই পেলোৱা কাৰ্য্য।

**ৱিচ্ছৰ্দিত** *বিণ.* ১। বঁতিওয়া, ২। প্ৰত্যাখ্যাত, বহিষ্কৃত, উপেক্ষিত, ৩। হ্ৰাসকৃত, হেয় কৃত।

**ৱিচ্ছায়** *বিণ.* (ৱিশিষ্টা ৱিগতা বা ছায়া কান্তিৰ্যস্য) ১। শেঁতা, ২। অনুজ্জ্বল, —য়ঃ মুক্তা, মণি।

**ৱিচ্ছিত্তিঃ** *স্ত্ৰী.* (ৱি ছিদ ক্তিন্) ১। অঙ্গৰাগ, ২। বিচ্ছেদ, ৩। বিনাশ, অন্তৰ্ধান, ৪। সীমা, ঘৰৰ চৌহদ, ৫। কবিতাৰ যতি, বিৰতি, ৬। নাৰীৰ এক বিশেষ ধৰণৰ বেশভূষা, যেনে— ইচ্ছা কৰি কাপোৰ কমকৈ পিন্ধি অঙ্গ প্ৰদৰ্শন কৰা, ইত্যাদি।

**ৱিচ্ছিন্ন** *বিণ.* (ৱি ছিদ্ ক্তঃ) ১। বিভক্ত, বিভাজিত, ২। ভগ্ন, ৩। বাধাপ্ৰাপ্ত, বিঘ্নিত, ৪। সমাপ্ত, ৫। বিচিত্ৰ, ৬। গুপ্ত, ৭। কুটিল, ৮। লুকাই ৰখা, ৯। ৰঙেৰে ৰঞ্জিত।

**ৱিচ্ছুৰিত** *বিণ.* ১। আবৃত, ২। বিস্তৃত, প্ৰলিপ্ত, ৩। খচিত।

**ৱিচ্ছেদঃ** *পু.* (ৱি ছিদ্ ঘঞ্) ১। বিয়োগ, ২। বিৰহ, ৩। ভেদ, প্ৰভেদ, ৪। লোপ, ৰ ১।৬৬, ৫। ভঙ্গ, বাধা, বিৰতি, ৬। বহিষ্কৰণ, ৭। পুথিৰ অংশ, অধ্যায়, পৰিচ্ছেদ, ৮। মাজৰ ঠাই বা সময়।

**ৱিচ্যুত** *বিণ.* (ৱি চ্যু ক্তঃ) ১। বিচ্ছিন্ন, অধঃপতিত, তলত পৰা, বিগত, ২। স্থানচ্যুত, ৩। পথভ্ৰষ্ট।

**ৱিচ্যুতিঃ** *স্ত্ৰী.* (ৱি চ্যু ক্তি ণ্) ১। বিয়োগ, ২। বিচ্ছেদ, বিৰহ, ৩। অধঃপতন, ৪। অবৈধ, কৰ্ম, ভ্ৰান্তি, ৫। গৰ্ভপাত।

**ৱিজ্** ক) ৱেকে (অদা, হ্বা উ অক ৱেৱেক্তি, ৱেৱিক্তে) ১। বিভক্ত কৰ, বেলেগ কৰ, দূৰৈত ৰাখ, ২। প্ৰভেদ কৰ, ভাল বেয়া বাছি ল।

খ) ভীকম্পে (১) (ৰুধা প অ ৱিনক্তি) (২) (তুদা আ অ ৱিজতে) ১। কঁপ, কঁপি থাক, ২। ভয়তে কঁপ, আলোড়িত হ, উদ্বিগ্ন হ, (ণিজন্ত) ৱেজয়তি –তে।

আ— ভয় খা, উদ্— ভয় খা, শোকাতুৰ হ, বিৰক্ত হ। আতঙ্কিত হ।

**ৱিজন** *বিণ.* (ৱিগতো জনো যস্মাৎ) নিৰ্জন। জনশূন্য।

**ৱিজননং** *ক্লী.* (ৱি জন ল্যুট) জন্ম। প্ৰসৱ।

**ৱিজন্মা (ন্)** *বিণ.* জাৰজ। অবৈধভাৱে জন্ম হোৱা সন্তান।

**ৱিজপিলং** *ক্লী.* বোকা, পঙ্ক।

**ৱিজয়ঃ** *পু.* (ৱি জি ভাৱে অচ্) ১। জয়, দিগ্বিজয়, ২। আকাশীৰথ, দেৱতাৰ ৰথ, ৩। অৰ্জুন, ৪। যমৰাজ, ৫। বিষ্ণুৰ এজন অনুচৰ, ৬। কল্কি পুত্ৰ, —কুঞ্জৰঃ

যুদ্ধৰ হাতী, **—ছন্দঃ** পাঁচ শ গুণাযুক্ত হাৰ বিশেষ, **—ডিণ্ডিভঃ, —মৰ্দলঃ** জয়ঢোল, যুদ্ধৰ দবা, **—সিদ্ধি** জয়লাভ।

**ৱিজয়ান্তঃ** *পু.* ইন্দ্ৰ।

**ৱিজয়া** *স্ত্ৰী.* ১। দুৰ্গা, ২। দুৰ্গাৰ সখী, গৌতমকন্যা, ৩। বিশ্বামিত্ৰই শ্ৰীৰামক দিয়া দীক্ষা, উপদেশ, ৪। যমপত্নী, ৫। শিলিখা, ৬। মাদকদ্ৰব্য সিদ্ধি, ঘোঁটা। গাজা, ৭। জয়ন্তী, শেৱালী আদি ফুল, ৮। বিজয়া দশমী, ৯। সহদেৱৰ পত্নী, **—সপ্তমী** ৰবিবাৰে শুক্লপক্ষীয় সপ্তমী তিথি।

**ৱিজয়ী (ন)** *বিণ.* জয়যুক্ত, জয়ী, দিগ্বিজয়ী। (পু) অৰ্জুন।

**ৱিজয়োৎসৱঃ** *পু.* আহিন মাহৰ শুক্লা দশমীৰ দিনা পালন কৰা দুৰ্গোৎসৱ।

**ৱিজৰ** *বিণ.* (ৱিগতা জৰা যস্যেতি) জৰাৰহিত। অজৰ, **—ৰং** গছৰ ঠাৰি।

**ৱিজল, ৱিজিল** *বিণ.* (ৱিগতং জলং যস্মাৎ) জলহীন, বিজলুৱা।

**ৱিজল্পঃ** *পু.* (ৱি জল্প ঘঞ) ১। বাক্যালাপ, ২। অনৰ্থক কথোপকথন। অনিষ্টজনক কথা, আলাপ।

**ৱিজল্পিত** *বিণ.* কথিত, ব্যক্ত, 'পৰিহাস ৱিজল্পিতং সখে..... শ ২।১৮।

**ৱিজাত** *বিণ.* (ৱিৰুদ্ধং জাতং জন্ম যস্য) বিজন্মা। জন্ম পোৱা, বৰ্ণসঙ্কৰজাত, **—তা** মাতৃ, জন্মদাত্ৰী মাতৃ।

**ৱিজাতিঃ** *স্ত্ৰী.* ভিন্ন জাতি, ভিন্ন গোত্ৰ, ভিন্ন বৰ্ণ।

**ৱিজাতীয়** *বিণ.* ভিন্ন জাতীয়, অসৱৰ্ণীয়, ভিন্ন গোত্ৰীয়।

**ৱিজিগীষা** (ৱিজেতুমিচ্ছা ৱি জি সন্ অঃ টাপ্) ১। বিজয় লাভৰ আশা। অভিলাষ। ২। চেৰ পেলোৱাৰ ইচ্ছা। ৩। ক্ষমতালোভ।

**ৱিজিগীষু** *বিণ.* বিজয়ৰ অভিলাষী, ইচ্ছুক। **—ষুঃ** বীৰ, যুঁজাৰু, শত্ৰু।

**ৱিজিতঃ** *বিণ.* পৰাজিত। পৰাভূত।

**ৱিজিতাত্মন্** সংযতাত্মা।

**ৱিজিতিঃ** *স্ত্ৰী.* দিগ্বিজয়, জয়লাভ।

**ৱিজিনং —নঃ, —লং—লঃ** এবিধ ৰসাল আঞ্জা, চাটনি।

**ৱিজিহ্ম** *বিণ.* ক্ৰূৰ, বক্ৰ, নিৰ্দয়, অসৎ, কি ১।২১।

**ৱিজুলঃ** শিমলু গছ।

**ৱিজৃম্ভণং** *ক্লী.* (ৱি জৃম্ভ ল্যুট) ১। মুখ মেলা, হামিয়া, ২। ফুল ফুলা, ৩। প্ৰদৰ্শন, বিকাশ, ৪। খেল-ধেমালি, কামক্ৰীড়া, ৫। কল্পনা, সঙ্কোচ।

**ৱিজৃম্ভিত** *বিণ.* ১। হামিয়াই উঠা, ২। বিকশিত, ৩। প্ৰদৰ্শিত, ৪। প্ৰকাশিত **—তং** চেষ্টা, আশা, প্ৰদৰ্শনী, কাৰ্য্য, কৰ্ম, স্বভাৱ-চৰিত্ৰ।

**ৱিজ্জলং** কাঁড় ।

**ৱিজ্জুলং** চাল, এলাচি, **—লিকা** জেতুকা।

**ৱিজ্ঞ** *বিণ.* (ৱিশেষেণ জানাতীতি ৱি জ্ঞা কঃ) প্ৰৱীণ, পণ্ডিত, জ্ঞানী, চতুৰ, বুদ্ধিমান, **—জ্ঞঃ** জ্ঞানী পুৰুষ

**ৱিজ্ঞপ্ত** *বিণ.* বিজ্ঞাপিত, নিৱেদিত, আৱেদিত, **—প্তিঃ** ঘোষণা, শ্ৰদ্ধাপূৰ্ণ আৱেদন।

**ৱিজ্ঞাত** *বিণ.* (ৱিশেষেণ জ্ঞাতঃ) জনাজাত, প্ৰসিদ্ধ, বোধিত। অনুভূত।

**ৱিজ্ঞানং** *ক্লী.* (বিজ্ঞ ল্যট) ১। জ্ঞান, বিশেষ জ্ঞান প্ৰজ্ঞান, ২। কৰ্ম, ৩। জ্ঞানময় কোষ, আত্মাৰ পাঁচবিধ কোষৰ প্ৰথম বিধ, ৪। পটুতা, নিপুণতা ৫। বিচাৰ-বুদ্ধি, ৬। পাৰ্থিৱ জ্ঞান। গী ৩।৪১, **—পাদঃ** বেদব্যাস, **—মাতৃকঃ** বুদ্ধ, **—ৱাদঃ** বুদ্ধৰ মতবাদ।

**ৱিজ্ঞানিক** *বিণ.* জ্ঞানী, শিক্ষিত, বিজ্ঞ।

**ৱিজ্ঞানেশ্বৰঃ** যাজ্ঞৱল্ক্য স্মৃতিৰ টীকা 'মিতাক্ষৰা'ৰ ৰচয়িতা।

**ৱিজ্ঞাপকঃ** সংবাদদাতা, শিক্ষক, দীক্ষাদাতা।

**ৱিজ্ঞাপনং, —না, ৱিজ্ঞপ্তিঃ** (ৱি জ্ঞা ণিচ্ ল্যুট -ক্তিন) ১। ঘোষণা, আৱেদন, প্ৰাৰ্থনা, ২। বাৰ্তা, সংবাদ, নিৰ্দেশ, গোহাৰি।

**ৱিজ্ঞাপিতঃ** ঘোষিত, কথিত, নিৰ্দেশিত, আৱেদিত।

**ৱিজ্ঞাপ্যং** *ক্লী.* আৱেদন।

**ৱিজ্বৰ** (বিগতঃ জ্বৰ) জ্বৰ বা দুৰ্দশাৰ পৰা মুক্ত।

**ৱিঞ্জামৰং** *ক্লী.* চকুৰ বগা অংশ।

**ৱিঞ্জোলি, লী** *স্ত্ৰী.* শাৰী, পংক্তি।

**ৱিট্** আক্ৰোশে স্বনে (ভ্বা প স অ ৱে টতি) ১। শব্দ কৰ, ধ্বনি তোল, ২। আক্ৰোশ কৰ, গালি পাৰ, শাও দি।

**ৱিট্(শ্)** *পু.* (ৱিশ্ ক্বিপ্) ১। বৈশ্য, মনু ২।৩৬; ২। মনুষ্য, ৩। জনতা (স্ত্ৰী) দুহিতা, পুত্ৰী, **—কাৰিকা** *স্ত্ৰী.* এবিধ চৰাই, **—চৰঃ** বনৰীয়া গাহৰি, **—পতিঃ** ১। জোঁৱাই, মনু ৩।১৪৮; ২। বৈশ্যসকলৰ প্ৰধান, **—সাৰিকা** এবিধ চৰাই।

**ৱিটঃ** *পু.* (ৱেটতীতি ৱিট কঃ) ১। গুপ্ত প্ৰেমিক, ২। লম্পট, কামুক, ৩। নাটকত ৰজাৰ অনুচৰ, বিদূষকৰ দৰে এই অনুচৰজনে নাচগান তথা কামোদ্ৰেকী ক্ৰিয়া-কলাপেৰে ৰজাৰ মনোৰঞ্জন কৰি থাকে, ৪। ধূৰ্ত, ঠগ, ৫। এন্দুৰ, ৬। এবিধ নিমখ, ৭। এখন পৰ্বত, ৮। কমলা গছ, ৯। খদিৰ (খযেৰ) বৃক্ষ, **—মাক্ষিকং** এবিধ খনিজ পদাৰ্থ

**ৱিটঙ্কঃ** *পু. ক্লী.* (ৱি টঙ্ক বন্ধনে ঘঞ্) ১। পাৰ বাহ, শি ৩।৫৫; ২। শীৰ্ষ বিন্দু।

**ৱিটঙ্কিত** *বিণ.* চিহ্নিত, মুদ্ৰাঙ্কিত।

**ৱিটপঃ** *পু.* (ৱেটতীতি ৱিট কঃ) ১। গছৰ ঠানি, শাখা, পল্লৱ, ২। জোপোহা গছ, ৩। গজালি, ৪। বিস্তাৰ, **—পী (ন্)** ১। গছ, ২। আঁহত গছ।

**ৱিঠ্ঠলঃ** *পু.* বিষ্ণু বা শ্ৰীকৃষ্ণৰ এটা ৰূপ। মহাৰাষ্ট্ৰৰ পান্ধাৰপুৰত এই দেৱতাৰ পূজা-উৎসৱ উদযাপন কৰা হয়।

**ৱিঠঙ্ক** *বিণ.* বেয়া, অধম, নীচ।

**ৱিঠৰঃ** দেৱগুৰু বৃহস্পতি।

**ৱিড** আক্ৰোশে (ভ্বা প স বেডতি) ১। আক্ৰোশ কৰ, হিংসা কৰ, ২। শাও দি, গালি পাৰ, ৩। চিঞৰ মাৰ।

**ৱিড়ং** *ক্লী.* বিটলৱণ, এবিধ কৃত্ৰিম নিমখ।

**ৱিড়ঙ্গং, ঙ্গঃ** এবিধ শাক। এবিধ ঔষধি। **—ঙ্গঃ** অভিজ্ঞ পুৰুষ।

**ৱিড়ম্বনং —না** *ক্লী* (ৱি ড়ম্ব ল্যুট) ১। অনুকৰণ, ২। ধৰ্ষণ, ৩। যাতনা, দুৰ্দশা, শোক, ৪। প্ৰৱঞ্চনা, ৫। পৰিহাস, হাস্যাস্পদতা। "বৃদ্ধকালে মৃতা ভাৰ্য্যা বন্ধুহস্তে গতং ধনম্। ভোজনং চ পৰাধীনং তিস্ৰঃ পুংসাং বিড়ম্বনা" —চা।

**ৱিড়ম্বিত** *বিণ.* ১। অনুকৰণ কৰা, ২। ধৰ্ষিত, ৩। প্ৰৱঞ্চিত, ৪। বিৰক্ত, ৫। নিৰাশ, ৬। নীচ, হীন, ৭। হাস্যাস্পদ, হাঁহিয়াতৰ পাত্ৰ।

**ৱিড়াৰকঃ, বিড়ালঃ বিড়ালকঃ** *পু.* মেকুৰী।

**ৱিড়ীনং** চৰাইৰ উৰণ।

**ৱিডুলঃ** এবিধ বেঁত গছ।

**ৱিডুৰজং** *ক্লী.* এবিধ নীলা ৰঙৰ মূল্যবান পাথৰ, বৈদূৰ্য মণি।

**ৱিড়ৌজাঃ (স্)** ইন্দ্ৰ।

**ৱিতংসঃ** *পু.* ১। চৰাইৰ বাহ, সঁজা, ২। ৰচি, শিকলি, পশু বন্ধা পঘা।

**ৱিতণ্ডঃ** *পু* ১। হাতী, ২। তলা-চাবি, শলখা, **—ণ্ডা** *স্ত্ৰী.* ১। অমূলক, দোষযুক্ত যুক্তি, বিবাদ, খুঁত বিচাৰি কৰা উক্তি, ২। তৰ্ক-বিতৰ্ক, বাক-বিতণ্ডা, ৩। চামুচ, হেঁতা, ৪। ধুনা।

**ৱিতত** *বিণ.* (ৱি তন ক্ত) ১। বিস্তৃত, বহল, ডাঙৰ, ২। সম্পাদিত, সম্পন্ন, ৩। আবৃত ৪। ব্যাপক, **—তং** বীণাৰ দৰে গুণাযুক্ত বাদ্য, **—ধন্বা (ন্)** ধনুৰ গুণ সম্পূৰ্ণকৈ টনা পুৰুষ।

**ৱিততিঃ** *স্ত্ৰী.* (ৱি তন ক্তিন) ১। বিস্তাৰ, বিস্তৃতি, ২। পৰিমাণ, ৩। সমূহ, ৪। পংক্তি, শাৰী।

**ৱিতথ** *বিণ.* ১। মিথ্যা, মিছা, অসত্য, মনু ৮।৯৪; ২। নিষ্ফল, ব্যৰ্থ, **—থঃ** *পু.* মহৰ্ষি ভৰদ্বাজৰ পুত্ৰ, **—থ্যং** অসত্য।

**ৱিতদ্ৰুঃ** *স্ত্ৰী.* পঞ্জাবৰ এখন নদী।

**ৱিতস্তুঃ** *পু.* উৎকৃষ্ট ঘোঁৰা। স্ত্ৰী বিধৱা।

**ৱিতৰণং** *ক্লী.* (ৱি তৃ ভাৱে ল্যুট) ১। (নদী) পাৰ হোৱা, ২। দান-উপহাৰ, ৩। পৰিত্যাগ।

**ৱিতৰ্কঃ** *পু.* (ৱি তৰ্ক ঘঞ্) ১। যুক্তি-তৰ্ক, ২। অনুমান, ৩। বিশ্বাস, ৪। কল্পনা, ৫। সন্দেহ, ৬। আলোচনা।

**ৱিতৰ্দিঃ, —র্দিকা, —র্দ্ধিঃ —র্দ্ধিকা, —র্দ্ধীঃ** ১। ওখ মঞ্চ, ২। বাৰান্দা।

**ৱিতলং** *ক্লী.* সাতখন পাতালৰ দ্বিতীয়খন।

**ৱিতস্তা** *স্ত্ৰী.* পাঞ্জাবৰ এখন নদী।

**ৱিতস্তিঃ** *স্ত্ৰী.* বাৰ আঙুলি দীঘল পৰিমাণ। (বুঢ়া আঙুলিৰ পৰা কেঞা আঙুলিৰ মূৰলৈ)।

**ৱিতান** *বিণ.* (ৱি তন ঘঞ্) ১। তুচ্ছ, সামান্য, শূন্য, ২। শোকাৰ্ত, ৩। অসাৰ, ৪। মূৰ্খ, ৫। দুষ্ট, ত্যাজ্য; **—নং** বিশ্ৰাম, **—নঃ** ১। বিস্তাৰ, ২। যজ্ঞ, ৩। সমূহ, ৪। চন্দ্ৰতাপ, ৫। তুলা ভৰোৱা কোমল আসন, ৬। যজ্ঞ বেদী, ৭। সুযোগ, উপযুক্ত সময়।

**ৱিতানকং —কঃ** ১। বিস্তৃতি, বিস্তাৰ, ২। দ'ম, স্তূপ, ৩। চন্দ্ৰতাপ।

**ৱিতীৰ্ণ** *বিণ.* (ৱি তৃ ক্ত) ১। পাৰ হোৱা, ২। দত্ত, প্ৰদত্ত, ৩। তলত নমা, অধঃপতিত, ৪। সংযত, বশীভূত, প্ৰেৰিত।

**ৱিতুন্নং** *ক্লী.* মুনিষন্নক নামৰ এবিধ শাক, **—কং** ১। ধনিয়া গুটি, ২। নীলা হাইতাল, **—কঃ** আমলখী।

**ৱিতুষ্ট** *বিণ.* (ৱি তুষ্ ক্তঃ) অসন্তুষ্ট।

**ৱিতৃষ্ণ** *বিণ.* নিস্পৃহ।

**ৱিত্ত** ত্যাগে (চুৰা উ স ৱিত্তয়তি -তে, ৱিত্তাপয়তি -তে) দি, ভিক্ষা দি। ভিক্ষা ৰূপে দি।

**ৱিত্ত** *বিণ.* (ৱিদ ক্তঃ) ১। বিচাৰি পোৱা, আৱিষ্কৃত, ২। প্ৰাপ্ত, লব্ধ, ৩। পৰীক্ষিত, অন্বেষিত, ৪। জনাজাত, বিখ্যাত। **—ত্তং** *ক্লী.* ১। ধন, সম্পত্তি, পদাৰ্থ, বস্তু, ২। শক্তি, **—দঃ** দাতা।

**ৱিত্তৱান্ (ৎ)** *বিণ.* ধনী, সম্পত্তিশালী।

**ৱিত্তিঃ** *স্ত্ৰী.* (ৱিদ ক্তিন) ১। জ্ঞান, বুদ্ধি, ২। বিচাৰ বুদ্ধি, অনুভৱ, ৩। লাভ, অধিকাৰ, ৪। সাদৃশ্য।

**ৱিত্তেশঃ** *পু.* কুবেৰ।

**ৱিত্ৰস্ত** *বিণ.* (ৱি ত্ৰস ক্ত) ভয়ভীত, আতঙ্কিত।

**ৱিত্ৰাসঃ** *পু.* (ৱি ত্ৰস ঘঞ্) আতঙ্ক, ভয়, সন্ত্ৰাস।

**ৱিৎসনঃ** *পু.* বলদ, ষাঁড়।

**ৱিথ্** যাচে (ভ্বা আ দ্বি বেথতে) খোঁজ, প্ৰাৰ্থনা কৰ, ভিক্ষা কৰ।

**ৱিথুৰঃ** *পু.* (ৱেথ্ থুৰচ কিৎ) ১। চোৰ, ডকাইত, ২। ৰাক্ষস, **—ৰা** গিৰীয়েকে এৰা, স্বামী পৰিত্যক্তা তিৰোতা।

**ৱিথ্যা** স্ত্ৰী. গৰুৰ জিভা।

**ৱিদ্** কেবাটাও অৰ্থত প্ৰয়োগ কৰা এই ধাতু সম্পৰ্কে এটা শ্লোক আছে– ৱেত্তি ৱেদ ৱিদুঃ জ্ঞানে, ৱিন্তে ৱিদুঃ ৱিচাৰণে। ৱিদ্যতে ৱিদুঃ সত্তায়াম্ লাভে ৱিন্দতি ৱিন্দতে।

ক) লাভে (তুদা উ সক ৱিন্দতি -তে) ১। লাভ কৰ, পা, অধিকাৰ কৰ, ২। বিচাৰি পা, আৱিষ্কাৰ কৰ, চিনি পা, ৩। অনুভৱ কৰ, ৪। বিয়া কৰা, মনু ৯।৬৯।

খ) চেতনাখ্যানৱাসৱাদে (চুৰা উ স, অ ৱেদয়তি -তে) ১। ক, ঘোষণা কৰ, জনাই দি, ২। অনুভৱ কৰ, ৩। বাস কৰ, থাক, ৪। জ্ঞান দি, ৫। স্থিৰ হৈ থাক।

গ) মীমাংসে (ৰুধা আ স বিন্তে) মীমাংসা বিচাৰণম্। ১। বিচাৰ কৰ, বিবেচনা কৰ, বুজি ল, বুজ, ২। বিচাৰি ল, লগ পা, ৩। অনুভৱ কৰ, চিন্তা কৰ, ৪। অন্বেষণ কৰ, পৰীক্ষা কৰ।

ঘ) ভাৱে (দিৱা আ স বিদ্যতে ১। জীয়াই থাক, ২। অস্তিত্ব থাক।

ঙ) মতৌ (অদা প স ৱেত্তি) ১। জ্ঞান, জানি ল, জ্ঞান পা, বুজি পা, ২। বিচাৰি পা, নিশ্চয় কৰ, খাটাং কৰ, গী ৪।৩৫, ৩। বিবেচনা কৰ, ৪। অনুভৱ কৰ।

**ৱিদ্** *বিণ.* (সমাসৰ শেষত) ৱেদৱিদ্ তত্ত্বৱিদ, শাস্ত্ৰৱিদ (পু.) ১। বুধ গ্ৰহ, ২। জ্ঞানী লোক, পণ্ডিত (স্ত্ৰী) জ্ঞান, বুদ্ধি, বিবেচনা শক্তি।

**ৱিদংশঃ** *পু.* ভোক লগোৱা, তিতা, কেঁহা, জলা আদি তীক্ষ্ণ খাদ্য।

**ৱিদঃ** *পু.* (ৱিদ কৰ্তৰি ক্তঃ) ১। বুধ গ্ৰহ, ২। পণ্ডিত ব্যক্তি, জ্ঞানী পুৰুষ, **—দা** স্ত্ৰী, জ্ঞান, বুদ্ধি, বিৱেচনা শক্তি।

**ৱিদগ্ধ** *বিণ.* (ৱি দহ্ ক্তঃ) ১। সম্পূৰ্ণৰূপে দগ্ধ, পুৰি ছাই হোৱা, ২। হজম হোৱা, ৩। নাশপ্ৰাপ্ত, ৪। চতুৰ, তীক্ষ্ণবুদ্ধিসম্পন্ন, **—গ্ধঃ** ১। জ্ঞানী পুৰুষ, পণ্ডিত, ২। কামুক, লম্পট মানুহ, **—গ্ধা** ১। চতুৰা নাৰী, ২। ধূৰ্তা তিৰোতা।

**ৱিদথঃ** *পু.* (ৱেত্তীতি বিদ অথঃ ঙিৎ) ১। জ্ঞানী পুৰুষ, ২। সন্ন্যাসী, মুনি।

**ৱিদন্ (ৎ)** *পু.* জ্ঞানী, পণ্ডিত।

**ৱিদৰং** *ক্লী.* (বি দৃ অচ্) নাগফণা, **—ৰঃ** বিদীৰ্ণকাৰী, ফাট।

**ৱিদৰ্ভঃ** *পু.* ১। এখন ৰাজ্য আৰু তাৰ অধিবাসী, ২। বিদৰ্ভৰাজ, ৩। যাঁহ তৃণহীন ঠাই, মৰুভূমি, **—ৰ্ভা** ১। অগস্ত্য মুনিৰ পত্নী, ২। কৌশীতকী, ৩। লোপামুদ্ৰা, ৪। দময়ন্তী, ৫। ৰুক্মিণী, **—সুভ্ৰূঃ** *স্ত্ৰী.* দময়ন্তী।

**ৱিদল** *বিণ.* ১। ভঙ্গ, ভগ্ন, ২। মুক্ত, স্ফুটিত, **—লং** ১। দালি, ফলা মাহ, ২। দালিমৰ বাকলি, ৩। বাঁহৰ পাচি, ৪। সৰু ঠাল বা ঠেঙুলি, **—লঃ** ১। বিদীৰ্ণকাৰী, বিভক্তকাৰী, ২। পিঠা, ৩। পাহাৰীয়া কাঠ এবিধ, আৱল্যচ কাঠ।

**ৱিদা** *স্ত্ৰী.* জ্ঞান, বুদ্ধি।

**ৱিদায়ঃ** *পু.* বিদায়, প্ৰস্থান, প্ৰস্থানৰ অনুমতি।

**ৱিদাৰঃ** ১। কটা, ছিঙা, ফাট, ২। যুদ্ধ, ৩। উপচি পৰা পানী, বানপানী, জলোচ্ছ্বাস।

**ৱিদাৰকঃ** ১। বিদীৰ্ণকাৰী, বিভক্তকাৰী, পৃথককাৰী, ২। নদীৰ মাজতে থকা পৰ্বত, ৩। শুকান নদীত পানী উলিয়াবৰ কাৰণে কৰা গাঁত, (গয়াৰ ফল্গু নদীত এনেকৈ গাঁত খান্দি পানী উলিওৱা হয়)।

**ৱিদাৰণং** *ক্লী.* (বি দৃ নিচ্ ল্যুট) ১। বিদীৰ্ণকৰণ, ছিন্নকৰণ, ভাঙন, কটা, ছিঙা, ফলা আদি কাৰ্য্য, ২। যাতনা, শোক, কষ্ট, ৩। হত্যা, বধ, **—ণঃ** ১। পানীৰ মাজৰ পৰ্বত বা শিলৰ স্তূপ, ২। যুদ্ধ, সমৰ, ৩। কৰ্ণিকা গছ।

**ৱিদাৰুঃ** জেঠী।

**ৱিদাহী (ন্)** *ক্লী.* দাহকাৰী পদাৰ্থ।

**ৱিদিক্ (শ্)** *স্ত্রী.* দুটা দিশৰ মাজৰ অংশ। চাৰি বিদিশ— অগ্নি, বায়ু, নৈঋত আৰু ঈশান।

**ৱিদিত** *বিণ.* (ৱিদ ক্ত) অৱগত, জ্ঞাত, বোধিত। বিখ্যাত, জনাজাত। **—তং** জ্ঞান, বুদ্ধি, সংবাদ, **—তঃ** পণ্ডিত, জ্ঞানী ব্যক্তি।

**ৱিদিশা** ১। এখন চহৰ। দশাৰ্ণ জিলাৰ ৰাজধানী, ২। এখন নদী।

**ৱিদীৰ্ণ** ১। ছিন্ন, ফালি পেলোৱা, ছিঙি পেলোৱা, ২। বিস্তাৰিত, বিদাৰিত।

**ৱিদুঃ** *পু.* ১। হাতীৰ কুম্ভ দুটাৰ মাজৰ অংশ, ২। ঘোঁৰাৰ কাণ দুখনৰ তলৰ অংশ, ৩। বিদ ধাতুৰ লটৰ ১ম পু বহুব।

**ৱিদুৰ** *বিণ.* (ৱিদ কুৰচ) ধীৰ, স্থিৰ, জ্ঞানী, বুদ্ধিমান, **—ৰঃ** ১। জ্ঞানী পুৰুষ, ২। চতুৰ ব্যক্তি, ৩। পাণ্ডুৰ কনিষ্ঠ ভায়েক, বিদুৰ। জন্মৰে পৰা ধৃতৰাষ্ট্ৰ অন্ধ আৰু পাণ্ডু দুৰ্বল, নিশকতীয়া হোৱাৰ বাবে সত্যৱতীয়ে বংশত এজন জ্ঞানী পুত্ৰক জন্ম দিয়াৰ বাবে ব্যাসক আকৌ এবাৰ মাতি আনিবলৈ বিধৱা বোৱাৰী দুজনক নিৰ্দেশ দিয়ে। ডাঙৰজনীয়ে ব্যাসৰ ভয়ঙ্কৰ ৰূপ দেখি ভয় খাই তেওঁৰে দাসী এজনীক নিজৰ কাপোৰ পিন্ধাই ব্যাসৰ ওচৰলৈ পঠিয়াই দিয়ে। এই দাসীৰ গৰ্ভত বিদুৰৰ জন্ম হয়। বিদুৰ অতি জ্ঞানী আছিল। কৌৰৱৰ মন্ত্ৰী আছিল যদিও বিদুৰে পাণ্ডৱক বেছি ভাল পাইছিল আৰু পাণ্ডুৰ পুত্ৰ কেইজনক বহুতো বিপদৰ পৰা ৰক্ষা কৰিছিল।

**ৱিদুল** ১। এবিধ নাল খাগৰি, ২। গন্ধৰস, 'গাম মীৰ'।

**ৱিদুষী** *স্ত্রী.* জ্ঞানী তিৰোতা, পণ্ডিতা স্ত্রী।

**ৱিদূন** *বিণ.* দুৰ্দশাগ্ৰস্ত। শোকাৰ্ত।

**ৱিদূৰ** *বিণ.* (ৱিশিষ্টং দূৰং) দূৰৈত থকা, দূৰণিবটীয়া, **—ৰঃ** ১। দূৰৈত থকা দেশ বা ৰাজ্য, ২। এখন পৰ্বত বা নগৰৰ নাম। এই ঠাইৰ পৰাই বৈদূৰ্য্যমণি আহৰণ কৰা হয়। **—ৱিদূৰং, ৱিদূৰাৎ** আৰু **ৱিদূৰেণ** ক্ৰিয়া-বিশেষণ ৰূপেও ব্যৱহাৰ হয়।

**ৱিদূষক** *বিণ.* (ৱিদূষয়তি আত্মানমিতি ৱি দূষ্ নিচ্ ণ্বুল) ১। কামুক, লম্পট, নিন্দাৰ পাত্ৰ, পৰ নিন্দুক, ২। ৰসিক, বহুৱা, **—কঃ** বহুৱা, নাটকত নায়কৰ হাস্যৰসিক বন্ধু, সহচৰ।

**ৱিদূষণং** *ক্লী.* প্ৰদূষণ, দুনীতি, গালি, ভৰ্ৎসনা।

**ৱিদৃতিঃ** *স্ত্রী.* সিয়নি।

**ৱিদেশঃ** *পু.* (ৱিপ্ৰকৃষ্টো দেশঃ) পৰ দেশ, অন্য দেশ, দেশান্তৰ, **—জ** বিদেশী বৈদেশীয়।

**ৱিদেহঃ** *পু.* এখন ৰাজ্য (মিথিলা) আৰু তাৰ অধিবাসী, **—হা** মিথিলা।

**ৱিদ্ধ** *বিণ.* (ৱিধ্যতে ইতি ৱ্যধ্ ক্তঃ) ১। বিন্ধা, আঘাত কৰা, ভেদিত, ২। নিক্ষিপ্ত, ৩। পিটন বা কোব খোৱা। **—দ্ধং** *ক্লী.* আঘাত, ঘা।

**ৱিদ্যা** *স্ত্রী.* (ৱিদতেঽসৌ ইতি ৱিদ্ ক্যপ্) ১। জ্ঞান, বুদ্ধি, শিক্ষা, বিজ্ঞান, বিদ্যা। চৈধ্য বিদ্যা— চাৰি বেদ, ছয় বেদাঙ্গ, ধৰ্মশাস্ত্ৰ, পুৰাণ, মীমাংসা আৰু ন্যায়, ২। দেৱী দুৰ্গা। 'দশাক্ষৰী সমাখ্যাতা ৱিদ্যা ত্ৰিভুৱনেশ্বৰী'। দশ মহাবিদ্যা, ৩। পৱিত্ৰ জ্ঞান, আত্মজ্ঞান, ৪। মন্ত্ৰ, সম্মোহন বিদ্যা, ৫। শাস্ত্ৰ, এনে শাস্ত্ৰ ওঠৰ বিধঃ ওপৰত উল্লেখ কৰা চৈধ্য বিধৰ লগত আয়ুৰ্বেদ, ধনুৰ্বেদ, গান্ধৰ্ববেদ আৰু অৰ্থশাস্ত্ৰ। **—কৰঃ** পণ্ডিত, **—চণ, —চঞ্চু** বিদ্যাৰ বাবে বিখ্যাত, **—দানং** শিক্ষা দান, অধ্যাপন, **—দেৱী** সৰস্বতী, **—ধনং** বিদ্যাৰূপী ধন, **—ধৰঃ** গন্ধৰ্ব কিন্নৰৰ দৰে এবিধ উপদেৱতা, **—লাভঃ** শিক্ষাপ্ৰাপ্তি। শিক্ষাৰ দ্বাৰা লাভ কৰা সম্পত্তি, **—ৱিহীন** অশিক্ষিত, 'ৱিদ্যাৱিহীনঃ পশুঃ'-ভৰ্তৃ **—বৃদ্ধ** অতি জ্ঞানী, **—ব্যসনং** শিক্ষা আহৰণত সচেষ্ট।

**ৱিদ্যানুপালী (ন্)** বিদ্যা অৰ্জন।

**ৱিদ্যাভ্যাসঃ, —গমঃ** বিদ্যা আহৰণৰ চেষ্টা, অধ্যৱসায়।

**ৱিদ্যাৰ্থী (ন্)** শিক্ষাৰ্থী, ছাত্ৰ।

**ৱিদ্যালয়ঃ** *পু.* (বিদ্যায়া আলয়ঃ গৃহম্) পাঠশালা, শিক্ষামন্দিৰ।

**ৱিদ্যুৎ** *স্ত্রী.* (ৱি দ্যুৎ ক্বিপ্) ১। বিজুলী, ২। বজ্ৰপাত, **—কেশঃ** এটা ৰাক্ষস, **—প্ৰিয়ং** কাঁহ ধাতু, **—মালা** এবিধ কাব্য ছন্দ।

**ৱিদ্ৰং** *ক্লী* ছিদ্ৰ, ফুটা, বিন্ধা। **—ধিঃ** এবিধ ৰোগ, ফোঁহা।
**ৱিদ্ৰৱঃ** *পু.* (ৱি দ্ৰু অপ্) ১। পলায়ন, ২। বুদ্ধি, ৩। নিন্দা, ৪। ক্ষৰণ, বৈ যোৱা, ৫। গলন, বিনাশ।
**ৱিদ্ৰাণ** *বিণ.* জাগৃত, শোৱাৰ পৰা উঠা।
**ৱিদ্ৰাৱণং** *ক্লী.* ১। পলায়ন, পৰাজয়, ২। গলোৱা কাৰ্য্য, খেদি পঠোৱা কাৰ্য্য।
**ৱিদ্ৰুত** *বিণ.* দ্ৰবীভূত, গলিত, বিলীন, পীড়িত, মনু ৭।৩।
**ৱিদ্ৰুমঃ** *পু.* (ৱিশিষ্টো দ্ৰুমঃ) ১। প্ৰৱাল অথবা প্ৰৱাল বৃক্ষ, ২। গজালি, সৰু পুলি, **—লতা** নলী নামৰ এবিধ আতৰ।
**ৱিদ্বৎকল্প** অলপ জ্ঞানী, অল্প শিক্ষিত।
**ৱিদ্বদ্দেশীয়, —দেশ্য** অলপ শিক্ষিত।
**ৱিদ্বান্ (স্)** *বিণ* (ৱিদ শতৃ) আত্মৱেত্তা, জ্ঞানী, শিক্ষিত, মনু ১।৯৭।
**ৱিদ্বিষঃ** *পু.* (ৱি দ্বিষ্ কঃ) শত্ৰু, ৰ ৩।৬০।
**ৱিদ্বিষ্ট** *বিণ.* ঘৃণিত।
**ৱিদ্বেষঃ** *পু.* (ৱি দ্বিষ্ ঘঞ) ১। শত্ৰুতা, ঘৃণা, মনু ৮।৩৪৬; ২। গৰ্ব, অবজ্ঞা।
**ৱিদ্বেষণং** *ক্লী.* শত্ৰুতা, ঘৃণা, **—ণঃ** শত্ৰু, হিংসুক, **—ণী** কুটিল নয়না স্ত্ৰী। হিংসাকুৰীয়া তিৰোতা।
**ৱিদ্বেষী (ন্)** শত্ৰু, হিংসুক।
**ৱিধ** ৱিধৌ (তুদা প স ৱিধতি) ১। বিন্ধা কৰ, ছিদ্ৰ কৰ, কাট, ভেট কৰ, ২। পূজা কৰ, সম্মান কৰ, ৩। শাসন কৰ।
**ৱিধঃ** (ৱিধ্যতে ক্ৰিয়তে ইতি ৱিধ্ কঃ) ১। বিধ, প্ৰকাৰ, ৰকম, ২। পদ্ধতি, আকাৰ, ৩। (সংখ্যাবাচক শব্দৰ পিচত) ত্ৰিৱিধঃ। চতুৰ্ৱিধঃ, ৪। হাতীৰ খাদ্য, ৫। উন্নতি, ৬। বিমান।
**ৱিধৱনং ৱিধৱ্যং** কম্পন, কঁপনি, আলোড়ন।
**ৱিধৱা** *স্ত্ৰী.* (ৱিগতো ধৱো ভৰ্তা যস্যাঃ) পতিহীনা, মৃতভৰ্তৃকা। **—গামী (ন্)** বিধৱাৰ লগত যৌন সঙ্গম কৰোঁতা।
**ৱিধা** *স্ত্ৰী.* (ৱি ধা কিপ্) ১। বিধি, ২। প্ৰকাৰ, ৩। ঋদ্ধি, ৪। হাতীৰ খাদ্য, ৫। বেতন, দৰ্মহা, ৬। পানী।
**ৱিধাঃ (স্)** ব্ৰহ্মা।
**ৱিধাতা (তৃ)** *পু.* (ৱি ধা তৃচ্) ১। ব্ৰহ্মা, ২। কৰ্ত্তা, ৩। শিৱ, ৰ ১।৩৫, ৪। দাতা, ৫। ভাগ্য, নিয়তি, ৬। বিষ্ণু, ৭। বিশ্বকৰ্মা, ৮। কামদেৱ, ৯। মদ, সুৰা, **—ভূঃ** ব্ৰহ্মাপুত্ৰ নাৰদ।
**ৱিধানং** *ক্লী.* (ৱি ধা ল্যুট্) ১। বিধি, মনু ৭।১৮১, ২। আয়োজন, ৩। সম্পাদন, কৰণ, ৪। সৃষ্টি, ৫। নিয়োগ, ব্যৱহাৰ, ৬। আজ্ঞা, নিদান, ৭। পদ্ধতি, ৮। উপায়, সাধন, ৯। হাতীৰ খাদ্য, ১১। সম্পত্তি, ১২। শোক, দুখ, দুৰ্দশা।
**ৱিধানকং** *ক্লী.* শোক, দুৰ্দশা।
**ৱিধায়ক** *বিণ.* সংযোজক, কৰ্তা, সম্পাদক, নিৰ্মাতা, উদ্ধাৰকৰ্তা।
**ৱিধাৱ্যং** *ক্লী.* কম্পন, কঁপনি।
**ৱিধিঃ** *পু.* (ৱিধতি ইতি ৱিদ্ ৱিধানে কিৎ) ১। ব্ৰহ্মা, ২। কৰ্ম, কাৰ্য্য, ৩। উপায়, পদ্ধতি, ৪। নিয়ম, বিধান, ৫। শাস্ত্ৰীয় নীতি, নিৰ্দেশ, ৬। ধৰ্মীয় অনুষ্ঠান, উৎসৱ, ব্ৰত, ৭। স্বভাৱ-চৰিত্ৰ, ৮। অৱস্থা, ৯। সৃষ্টি, ১০। সৃষ্টিকৰ্তা, ১১। ভাগ্য, নিয়তি, ১২। কাল, ১৩। হাতী বা ঘোঁৰাৰ খাদ্য, ১৪। চিকিৎসক, ১৫। বিষ্ণু, **—জ্ঞঃ** শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ, **—দৃষ্ট,** বিহিত, শাস্ত্ৰবিধি অনুযায়ী, **—দ্বৈধং** বিধি বিৰুদ্ধ, **—পূৰ্ব্বকং** বিধিমতে, **—যোগঃ** নিয়তিৰ প্ৰভাৱ। **—বধূঃ** সৰস্বতী, **—হীন** বিধিবিৰুদ্ধ, অবৈধ।
**ৱিধিৎসা** *স্ত্ৰী.* ১। কাম কৰাৰ ইচ্ছা, ২। উদ্দেশ্য, লক্ষ্য, অভিলাষ।
**ৱিধিদৰ্শী (ন্)** *পু.* (ৱিধি দৃশ ণিনিঃ) সদস্য, বিধায়ক।
**ৱিধিৱৎ** *অব্য.* বিধিমতে, যথাবিধি।
**ৱিধুঃ** *পু.* (ৱ্যধ তাড়ে কুঃ) ১। চন্দ্ৰ, ২। কৰ্পূৰ, ৩। দৈত্য, ৪। প্ৰায়শ্চিত্ত হোম বা পূজা, ৫। বিষ্ণু, ৬। ব্ৰহ্মা, ৭। অস্ত্ৰ, ৮। বায়ু, **—পিঞ্জৰঃ** ডেগাৰ, খড়্গ, **—প্ৰিয়া** চন্দ্ৰ পত্নী, নক্ষত্ৰ।
**ৱিধুত** *বিণ.* (ৱি ধু ক্তঃ) পৰিত্যক্ত।
**ৱিধুতিঃ** *স্ত্ৰী.* কম্পন, কঁপনি।
**ৱিধুননং —ৱনং** *ক্লী.* কম্পন।
**ৱিধুন্তুদঃ** *পু.* (ৱিধু তুদ খচ্ নুম্) ৰাহুগ্ৰহ, শি ২।৬১।
**ৱিধুৰ** *বিণ.* (ৱিগতা ধূঃ ভাৰঃ যস্মাৎ) ১। দুৰ্দশাগ্ৰস্ত, শোকাৰ্ত্ত, ২। প্ৰেম-বিৰহৰ দুখত দুখিত, ৩। শূন্য, নিঃস্ব, ৪। শত্ৰুভাৱাপন্ন, **—ৰং** ১। আতঙ্ক, ভয় শঙ্কা, উদ্বেগ, ২। পতি বা পত্নীৰ পৰা বিচ্ছেদ, **—ৰা** মচলা-শৰ্কৰা মিশ্ৰিত দৈ।

**ৱিস্ফুৰিত** (ৱি স্ফুৰ ক্তঃ) চঞ্চল, স্ফূৰ্তিমান, ফুলি থকা, বিস্তাৰিত।

**ৱিস্ফুলিঙ্গঃ** *পু.* ১। জুইৰ ফিৰিঙতি, ২। এবিধ বিহ।

**ৱিস্ফূৰ্জথুঃ** গৰ্জনকাৰী, গৰ্জন, সাগৰৰ ঢৌৰ গৰ্জন, উফন্দি উঠা ঢৌ।

**ৱিস্ফূৰ্জিতং** ১। গৰ্জন, চিঞৰ, ২। ফল, পৰিণতি।

**ৱিস্ফোটঃ** *পু.* ১। বিহফোঁহোৰা, টেমুনা, ২। বসন্ত ৰোগ।

**ৱিস্ময়ঃ** *পু.* (ৱি স্মি অচ) ১। আশ্চৰ্য্য, আচৰিত, ২। অদ্ভুত ৰস উৎপাদক অনুভূতি, ভাৱ, ৩। গৰ্ব, দম্ভ, ৪। সন্দেহ, অনিশ্চয়তা।

**ৱিস্ময়ঙ্গম** *বিণ.* আশ্চৰ্যজনক।

**ৱিস্ময়াম্বিত, —য়াকুল, —য়াৱিষ্ট** *বিণ.* আশ্চৰ্য্যান্বিত

**ৱিস্মৰণং** *ক্লী.* পাহৰি যোৱা, পাহৰা।

**ৱিস্মাপনং** *ক্লী.* ১। আশ্চৰ্য্যজনক, আচৰিত, ২। গন্ধৰ্ব নগৰী, **—নঃ** ১। কামদেৱ, ২। ছলনা, প্ৰৱঞ্চনা।

**ৱিস্মিত** *বিণ.* (ৱি স্মি ক্তঃ) বিস্ময়ান্বিত। আচৰিত হোৱা, **—তিঃ** বিস্মৰণ, পাহৰণি।

**ৱিস্মৃত** *বিণ.* পাহৰি যোৱা, পাহৰি পেলোৱা, **—তিঃ** বিস্মৰণ, পাহৰণি।

**ৱিস্মেৰ** *বিণ.* আচৰিত। আশ্চৰ্যচকিত।

**ৱিস্ৰং** ১। কেঁচা মাংসৰ গোন্ধ। দুৰ্গন্ধযুক্ত দ্ৰব্য। **—গন্ধিঃ** হৰিতাল।

**ৱিস্ৰংসঃ, —সা** ১। তলত পৰা, অধঃপতন, ২। ক্ষীণত্ব, দুৰ্বলতা, জড়তা।

**ৱিস্ৰংসনং** *ক্লী.* ১। তলত পতন, ২। বৈ থকা, টোপ টোপকৈ পৰা, ৩। শিথিলকৰণ, ঢিলাই দিয়া, ৪। জুলাপ।

**ৱিস্ৰস্ত** *বিণ.* ১। শিথিল কৃত, ২। দুৰ্বল, ঢিলা।

**ৱিস্ৰৱঃ, স্ৰাৱঃ,** বৈ থকা, টোপ টোপকৈ পৰা।

**ৱিস্ৰাৱণং** তেজ ক্ষৰণ, তেজ বৈ থকা।

**ৱিস্ৰুতিঃ** প্ৰস্ৰৱণ, বিস্ৰৱ, পানীৰ বৰন।

**ৱিস্বৰ** *বিণ.* অমিল, অসঙ্গত, কৰ্কশ।

**ৱিহগ্ৰাঃ** *পু.* (ৱিহায়সা গচ্ছতীতি ৱিহায়স্ গম ডঃ) ১। চৰাই, মে ২৮; ২। মেঘ, ৩। কাঁড়, ৪। সূৰ্য্য, ৫। চন্দ্ৰ, ৬। গ্ৰহ।

**ৱিহঙ্গঃ** *পু.* (ৱিহায়স্ গম্ খচ) ১। চৰাই। ৰ ১।৪১; ২। কাঁড়, ৩। মেঘ, ৪। চন্দ্ৰ, সূৰ্য্য, ৫। এবিধ নাগ, **—ৰাজঃ** গৰুড়।

**ৱিহঙ্গমঃ** *পু.* বিহঙ্গ, চৰাই।

**ৱিহঙ্গমা, ৱিহঙ্গিকা** কান্ধত ভাৰ লোৱা লাঠী, বাওঁকা।

**ৱিহৎ** *স্ত্ৰী.* গৰ্ভ নষ্ট হোৱা গাই।

**ৱিহত** *বিণ.* (ৱিশেষেণ হত) ১। বিনষ্ট, নাশপ্ৰাপ্ত, ২ আঘাতপ্ৰাপ্ত, ৩। বাধাপ্ৰাপ্ত, **—তিঃ সহচৰ,** বন্ধু (স্ত্ৰী) ১। হত্যা, আঘাত, ২। পৰাজয়, অকৃতকাৰ্য্যতা।

**ৱিহননং** *ক্লী.* (ৱি হন ল্যুট) ১। বিঘ্ন, হিংসা, হত্যা, ব[illegible] আঘাত, ২। বাধা, প্ৰতিবন্ধক, ৩। কপাহ ধুনা ধনু

**ৱিহৰঃ** *পু.* (বি হৃ অপ) বিযোগ, বিচ্ছেদ, লৈ যোৱ দূৰ কৰা।

**ৱিহৰণং** *ক্লী.* ১। দূৰীকৰণ, ২। ফুৰা, বিহাৰ, খোজ [illegible] ফুৰা, বতাহ লোৱা, ৩। আনন্দ, স্ফূৰ্তি, ৪। আহৰ[illegible]

**ৱিহৰ্তা (ঋ)** ১। ভ্ৰমণকাৰী, ঘূৰি ফুৰোঁতা, ২। ডকাই[illegible] লুণ্ঠনকাৰী।

**ৱিহৰ্ষঃ** অত্যধিক আনন্দ, উল্লাস।

**ৱিহসনং —হসিতং, —হাসঃ** স্মিত হাস্য। মিচিকিয়া হাঁহি

**ৱিহস্ত** *বিণ.* (ৱিগতঃ হস্তঃ) ১। হাত নথকা, বাহুহীন, ২ ব্যাকুল, ৩। পৰাজিত, বশীভূত, ৪। অসমৰ্থ শক্তিহীন, ৫। জ্ঞানী, হৰি ২৩৭।২৮।

**ৱিহা** *অব্য.* স্বৰ্গ।

**ৱিহাপিতং** ক্লী. দান, উপহাৰ।

**ৱিহায়ঃ(স্)** *পু. ক্লী.* আকাশ, আকাশ মণ্ডল। **—য়াঃ** (পু চৰাই, **—সা** *অব্য.* আকাশ।

**ৱিহাৰঃ** *পু.* (ৱি হৃ ঘঞ্) ১। খোজ কাঢ়ি ফুৰা, বতা[illegible] লোৱা, ২। খেল-ধেমালি, আনন্দ, স্ফূৰ্তি, ৩ খোজ, ৪। উদ্যান, প্ৰমোদ উদ্যান, ৫। কান্ধ, ৬ বৌদ্ধ বা জৈন বিহাৰ (মন্দিৰ), ৭। দেৱমন্দিৰ **—গৃহং** প্ৰমোদ ঘৰ, **—দাসী** সন্ন্যাসিনী, ভিক্ষুণী।

**ৱিহাৰিকা** *স্ত্ৰী.* বৌদ্ধ বা জৈন আশ্ৰম।

**ৱিহাৰী (ন্)** বিহাৰকৰ্তা, ভ্ৰমণকাৰী, নৈ ৩।১৫।

**ৱিহিত** *বিণ.* (ৱি ধা ক্ত) ১। কৃত, সম্পাদিত, ২। আয়োজিত নিৰ্ণীত, ৩। আজ্ঞাপ্ৰাপ্ত, ৪। সম্পাদনীয় সম্পাদনযোগ্য, ৫। বিভক্ত, ৬। স্থাপিত, ৭। গঠিত নিৰ্মিত, **—তং** আজ্ঞা, আদেশ, হুকুম, **—তিঃ** স্ত্ৰী কৰ্ম, কাৰ্য্য, সম্পাদন। আয়োজন।

**ৱিহীন** (ৱি হা ক্তঃ) ১। বিশেষভাৱে হীন, অভাৱগ্ৰস্ত, ভৰ্তৃ ২।২০; ২। পৰিত্যক্ত, ৩। নীচ, অধম **—জাতি,** যোনি, নীচ বংশজাত।

**ব্রিহৃতং** *ক্লী* তিৰোতাৰ দশবিধ স্বাভাৱিক অলঙ্কাৰৰ (প্ৰেম প্ৰদৰ্শনৰ উপায়) এবিধ। বাকী ন বিধ : লীলা, বিলাস, বিচ্ছিত্তি, বিৰ্বোক, কিলকিঞ্চিত, মোট্টায়িত, কুট্টমিত, ললিত আৰু বিভ্ৰম। —**তিঃ** ১। বলাৎকাৰ, ধৰ্ষণ, ২। বহিষ্কৰণ, ৩। আনন্দ, স্ফূৰ্তি, ৪। বিস্তাৰ।

**ব্রিহেঠক** আঘাতকাৰী, আততায়ী।

**ব্রিহেঠনং** *ক্লী* বি হেঠ লুট্) ১। হিংসা, ধৰ্ষণ, ২। মৰ্দন, ৩। শোক, যাতনা।

**বিহ্বল** *বিণ* (বি হ্বল অচ) ১। ভয়ভীত, আতঙ্কিত, ২। বিমূঢ়, উদ্বিগ্ন, ৩। বিপদগ্ৰস্ত, দুৰ্দশাগ্ৰস্ত, ৪। নিৰাশ, ৫। দ্ৰবীভূত।

**বী** কান্তি, গতি, ব্যাপ্তি ক্ষেপ, প্ৰজন, খাদনে (অদা প স, অ ৱেতি) লৌকিক সংস্কৃত ভাষাত খুব কম ব্যবহাৰ হোৱা দেখা যায, ১। যা, গমন কৰ ২। ওচৰ চাপ, ওচৰলৈ যা, ৩। ব্যাপ্ত কৰ, বিয়পি যা, ৪। আন, পঠা, ৫। নিক্ষেপ কৰ, দলিয়া, ৬। পা, লাভ কৰ, ৭। উজ্জ্বল হ, দীপ্তিমান হ, সুন্দৰ হ, ৮। জন্ম হ, উৎপন্ন হ, ৯। খা, খাই পেলা, ব্যয় কৰ।

**ব্রীঃ** *পু* (ব্ৰী গতৌ ক্বিপ্) গমন, ভ্ৰমণ।

**ব্রীকঃ** *পু* ১। বায়ু, ২। চৰাই, ৩। মন।

**ব্রীক্ষং** *ক্লী* দৃশ্য বস্তু, আশ্চৰ্য্য, —**ক্ষঃ ক্ষা** দৰ্শন, দৃষ্টি।

**ব্রীক্ষণং**, বীক্ষণা দৃশ্য, দৃষ্টি, দৰ্শন, নিৰীক্ষণ।

**ব্রীক্ষাপন্ন** *বিণ* বিস্ময়াপন্ন।

**ব্রীক্ষিতং** দৃষ্টি, দৰ্শন।

**ব্রীক্ষ্য** *বিণ* (বিঈক্ষ যৎ) চাব লগীয়া, দৰ্শনীয়, —**ক্ষ্যং** বিস্ময়। —**ক্ষ্যঃ** ঘেঁৰা, নট।

**ব্রীখা** *স্ত্ৰী* ১। গতি, গমন, উন্নতি, ২। ঘোঁৰাৰ কদম, নৃত্য। সন্ধি সংযোগ।

**ব্রীচিঃ ব্রীচী** *পু স্ত্ৰী* (বয়তি জলম্ ইতি বে ঈচিঃ) ১। ঢৌ, তৰঙ্গ, ৰ ১।৪৩, ২। অসঙ্গত, ৩। আনন্দ, হৰ্ষ, ৪। জিৰণি, ৫। ৰশ্মি, —**তৰঙ্গঃ** এবিধ ফকৰা, যোজনা, —**মালী (ন্)** সাগৰ।

**ব্রীজ্** ক) গত্যাম্ (ভ্বা আ অ বীজতে) যা গমন কৰ, আগুৱাই যা।
খ) শীতলকৰণ (চুৰা উ স বীজয়তি -তে) বা দি, শীতল বা দি, শীতল কৰ।

**ব্রীজং** বীজং চাওক। —**পুষ্পং** এবিধ ফুল, মৰুবক, মদন বৃক্ষ, —**পূৰঃ** গুটি বেছি থকা নেমু এবিধ, —**ৰেচকঃ** জায়ফল, —**ৱপণং** মাটিত গুটি সিঁচা কাৰ্য্য। —**বৃক্ষঃ** এবিধ গছ। পীতসাল বৃক্ষ।

**ব্রীজনং** শীতল বা দিয়া, —**নঃ** চকোৱা চৰাই।

**ব্রীজোদকং** *ক্লী* বৰষুণৰ শিল।

**ব্রীজোপ্তিচক্রং** *ক্লী*. গুটি সিঁচাৰ বাবে শুভাশুভ দিন চাবলৈ জ্যোতিষীয়ে অঁকা নক্সা।

**ব্রীজ্য** *বিণ* যি কোনো (বা ভাল) বংশত হোৱা (সন্তান), কুলজ। কুলীন।

**ব্রীটা** *স্ত্ৰী* (সৰু লৰা-ছোৱালীয়ে খেলা) টাংগুটি।

**ব্রীটি, ব্রীটিকা, ব্রীটী** *স্ত্ৰী*. ১। পাণৰ গছ, ২। থুৰীয়া পাণ, ভিতৰত তামোল-মচলা ৰাখি ধুনীয়াকৈ মেৰাই ৰখা পাণ, 'খিলি পাণ', ৩। গাঁথি, ৪। মেখেলাৰ (পেটিকোটৰ) গাঁথি।

**ব্রীণা** *স্ত্ৰী* (ৱেতীতি ৱী ব্যাপ্তৌ নঃ) সাতডাল তাঁৰযুক্ত বাদ্যযন্ত্ৰ বিশেষ। 'সপ্তৰ্ষয়ঃ সপ্ত চাপ্যৰ্হণানি সপ্ততন্ত্ৰী প্ৰথিতা চৈৱ ৱীণা', মহা ৯।১৩৪।১৪, বীণাৰ বিভিন্ন নাম : শিৱৰ বীণাৰ নাম লম্বী, সৰস্বতীৰ কচ্ছপী, নাৰদৰ মহতী, গণবিলাকৰ প্ৰভাৱতী, বিশ্বাবসুৰ বৃহতী, তুম্বুৰুঃ, কলাৱতী, চণ্ডালবিলাকৰ কণ্ডোল। বীণা বজোৱা সৰু কাঠীডালৰ নাম 'কোণ'। —**দণ্ডঃ** বীণাৰ লাউখোলৰ ওপৰত থকা দীঘল কাঠৰ দণ্ড।

**ব্রীণাস্যঃ** *পু* নাৰদ।

**ব্রীত** *বিণ* (ৱেতি স্মেতি ৱী ক্তঃ) ১। গত, অতীত, প্ৰস্থিত, ২। মুক্ত, ৩। স্বীকৃত, ৪। বশীভূত, শান্ত, কমনীয়, ধুনীয়া, ৫। পদৰ আগত— 'নথকা', 'অভাৱ' অৰ্থত 'যেনে ৱীতস্পৃহঃ ৱীতভীঃ, —**তং** *ক্লী* অঙ্কুশেৰে খোঁচা, —**তঃ** *পু.* যুদ্ধৰ কাৰণে অনুপযুক্ত হাতী, ঘোঁৰা। সাংখ্য দৰ্শন মতে দুবিধ অনুমানৰ এবিধ। আনবিধ অবীতম্।

**ব্রীতংসঃ** *পু.* (ৱি তনস ঘঞ) ১। পশুপক্ষী বান্ধি ৰখা সঁজুলি, সাঁজা, পঘা আদি, ২। চিৰিয়াখানা।

**ব্রীসনৌ** *পু* দ্বিবচন। গলৰ ভিতৰৰ দুয়োটা ফাল।

**ব্রীতিঃ** *পু.* ঘোঁৰা (স্ত্ৰী) ১। গতি, দীপ্তি, উজ্জ্বলতা, ২। উপভোগ, ৩। উৎপত্তি, উৎপাদন।

**ব্রীথিঃ, থী** *স্ত্ৰী.* ১। বাট, পথ, ২। পংক্তি, শাৰী, ৩। দোকান, বজাৰ, হাট, ৪। এবিধ নাটক।

**ব্রীথিকা** *স্ত্ৰী.* ১। বাট, পথ, ২। চিত্ৰশালা, চিত্ৰফলক, বেৰা।

**ৱীধ্ৰ** *বিণ.* (ৱি ইন্ধ ক্ৰন) বিমল, নিৰ্মল, পৱিত্ৰ, **—ধ্ৰং** ১। আকাশ, ২। বায়ু, বতাহ, ৩। অগ্নি।

**ৱীনাহঃ** *পু.* (ৱি নহ ঘঞ) কুঁৱাৰ ঢাকনী।

**ৱীপা** *স্ত্ৰী.* বিদ্যুৎ, বিজুলী।

**ৱীপ্সা** *স্ত্ৰী.* ১। ব্যাপ্তি, বিয়পি থকা, ২। অবিচ্ছিন্ন, ক্ৰম বুজাবলৈ একেটা শব্দকে একাধিকবাৰ ব্যৱহাৰ কৰা, যেনে বৃক্ষং বৃক্ষং সিঞ্চতি, গছে গছে পানী দিছে, ভূতং ভূতমভি ঈশ্বৰঃ। ঈশ্বৰ প্ৰাণীয়ে প্ৰাণীয়ে আছে, ৩। দোহাৰ।

**ৱীভ্** দম্ভে (ভ্বা আ অ ৱীভতে) দম্ভ কৰ, দৰ্প কৰ, অহঙ্কাৰ কৰ। ফিতাহি মাৰ।

**ৱীৰ** *বিণ.* (ৱীৰ অচ) শ্ৰেষ্ঠ, সাহসী, কৰ্মঠ, **—ৰং** *ক্লী.* ১। নল-খাগৰি, ২। জালুক, ৩। ভাতৰ মণ্ড বা মাড়, ৪। উশীৰ গছৰ শিপা, **—ৰঃ** *পু.* ১। শক্তিমান পুৰুষ, যোদ্ধা, ২। (কাব্য) বীৰ ৰস। বিশেষ্য পদৰ পিচত শ্ৰেষ্ঠত্ব বুজাবলৈ, যেনে দানবীৰ, ধৰ্মবীৰ ইত্যাদি। ৩। নাটকৰ নায়ক, অভিনেতা, ৪। অগ্নি, ৫। হোমাগ্নি, ৬। পুত্ৰ, ৭। পতি, ৮। অৰ্জুন গছ, ৯। বিষ্ণু, **—কীটঃ** দুৰ্বল, কামিলা, যোদ্ধা। **—জয়ন্তিকা** ৰণনৃত্য, ৰণ, যুদ্ধ, **—তৰুঃ** অৰ্জুন গছ, **—ধন্বা (ন্)** কামদেৱ, **—পানং** যুদ্ধৰ আগত বা পিচত সৈন্যবিলাকে কৰা সুৰাপান, **—প্ৰসূঃ** বীৰপ্ৰসৱিণী, **—ভদ্ৰঃ** ১। শিৱই নিজৰ চুলিৰ পৰা সৃষ্টি কৰা এজন বীৰ। দক্ষ যজ্ঞত এইজনেই দক্ষৰাজৰ যজ্ঞভূমি লণ্ডভণ্ড কৰিছিল, ২। বিশিষ্ট যোদ্ধা, ৩। অশ্বমেধৰ উপযুক্ত ঘোঁৰা, **—মুদ্ৰিকা** ভৰিৰ মধ্যমা আঙুলিত পিন্ধা আঙুঠি, **—ৰজঃ (স্)** সেন্দুৰ, **—ৰসঃ** বীৰত্বৰ অনুভূতি, **—ৰেণুঃ** ভীমসেন, **—সৈন্য** ৰহুণ, **—স্কন্ধঃ** ম'হ, **—হা (ন্)** ১। গৃহ্য অগ্নিক অৱজ্ঞা কৰা ব্ৰাহ্মণ, ২। বিষ্ণু।

**ৱীৰণং** *ক্লী.* এবিধ সুগন্ধি ঘাঁহ, বিৰিণা বন।

**ৱীৰণী** কেৰাহিকৈ চোৱা। গভীৰ ঠাই।

**ৱীৰতৰং** *ক্লী.* এবিধ ঘাঁহ, **—ৰঃ** ১। শ্ৰেষ্ঠ বীৰ, ২। কাঁড়।

**ৱীৰবন্ধৰঃ** *পু.* ১। ম'ৰা চৰাই, ২। ছালৰ কোটচোলা, 'জেকেট' ৩। জন্তুৰ লগত যুদ্ধ।

**ৱীৰৱতী** পতিপুত্ৰ থকা তিৰোতা।

**ৱীৰা** *স্ত্ৰী.* ১। বীৰপত্নী, ২। পত্নী, ৩। মাতৃ, ৪। এবিধ আতৰ, ৫। সুৰা, ৬। অগৰু, ৭। কল গছ, ৮। এখন নদী, **—শংসনং** *ক্লী.* অতি ভয়ানক যুদ্ধক্ষেত্ৰ।

**ৱীৰাসনং** সাধকসকলে ধ্যানত বহা ভঙ্গি, এবিধ আসন, ৰ ১৩।৫২।

**ৱীৰুৎ (ধ্)** *স্ত্ৰী.* (ৱি ৰুধ ক্বিপ্) ১। বিয়পি পৰা লতা, বিস্তৃতা লতা, ২। ঠানি, শাখা, ৩। কাটি পেলোৱাৰ পিচতে গজালি ওলোৱা গছ, বা লতা, কি ৪।১৯।

**ৱীৰেশঃ, -ৰেশ্বৰঃ** মহাদেৱ।

**ৱীৰোপজীৱিকঃ** অগ্নিহোত্ৰ কৰ্মই যাৰ জীৱিকা।

**ৱীৰ্য্যং** *ক্লী.* (ৱীৰে সাধুঃ ইতি যৎ) ১। বীৰত্ব, সাহসিকতা, ৰ ২।৪; ২। শক্তি, ৩। পৌৰুষত্ব, ৪। পুৰুষৰ বীৰ্য্য, শুক্ৰ, ৫। ঐশ্বৰ্য্য, দীপ্তি, **—জঃ** পুত্ৰ সন্তান, **—প্ৰপাতঃ** বীৰ্য্যপাত, শুক্ৰক্ষয়।

**ৱীৰ্য্যৱান্ (ৎ)** শক্তিশালী, বলৱান, কি ২।৪।

**ৱীৱধঃ** *পু.* ১। ভাৰ কঢ়িওৱা দণ্ড, বাওঁকা, ২। ভাৰ, বোজা, ৩। পথ, বাট, ৪। শস্য সংগ্ৰহ।

**ৱীৱধিকঃ** ভাৰী। ভাৰবাহী মানুহ।

**ৱীহাৰঃ** *পু.* বুদ্ধ মন্দিৰ, বুদ্ধবিহাৰ।

**ৱুঙ্গ্** ত্যাগে (ভ্বা প স ৱুঙ্গতি) এৰ, ত্যাগ কৰ।

**ৱুণ্ট্** ক্ষিত্যাম্ (চুৰা উ সক ৱুণ্টয়তি -তে) ১। আঘাত কৰ, হত্যা কৰ, ২। ধ্বংস কৰ।

**ৱুৰ্ণ** *বিণ.* নিৰ্বাচিত, মনোনীত।

**ৱৃ** ক) ৱৃতৌ (১) (ভ্বা উ সক ৰৱতি -তে)
(২) (ক্ৰ্যা, উ সক বৃণোতি, বৃণুতে)
(৩) (স্বা উ স বৃণাতি বৃণীতে), ১। নিৰ্বাচন কৰ, বাছি ল, ২। নিজৰ কাৰণে বাছ, ৩। বৰ বাছি ল, বিবাহৰ বাবে দৰা বাছ, বৰণ কৰ, ৪। খোজ, খুজি ল, প্ৰাৰ্থনা কৰ, সেৱা কৰ। ৫। ঢাকি ৰাখ, লুকাই ৰাখ, ৬। ঘেৰি ৰাখ, ৭। দূৰ কৰ, বাধা দি, বিৰোধ কৰ।

খ) সংভক্তৌ (চুৰা প স ৱাৰয়তি) বৰণ কৰ, বৰ ৰূপে বা পত্নী ৰূপে বাছি ল। (নিজন্ত) বাৰয়তি -তে। (সনন্ত) বুবুৰ্ষতি -তে, বিবৰিষতি -তে। **অপ—** খোল, মুক্ত কৰ, ঢাকি ৰাখ, **আ—** ১। আবৃত কৰ, ঢাকি ৰাখ, ২। পূৰ্ণ কৰ, ব্যাপ্ত কৰ, গী ১৩।১৩; ৩। বৰণ কৰ, নিৰ্বাচন কৰ, প্ৰাৰ্থনা কৰ, বাধা দি, **নি—** ঘেৰি ৰাখ, দূৰ কৰ, **নিস্—** সুখী হ, আনন্দিত হ, **পৰি—** ঘেৰি ৰাখ, **—প্ৰ** আবৃত কৰ, ঢাকি ৰাখ, **প্ৰা—** পিন্ধ, **—ৱি** ঢাকি ৰাখ, বন্ধ কৰ, প্ৰদৰ্শন কৰ,

খুলি দেখা, ব্যাখ্যা কৰ, বিবৃতি দি, বিস্তাৰ কৰ, **সং—** ঢাকি ৰাখ, লুকাই ৰাখ, বিৰোধ কৰ, সংযত কৰ, বন্ধ কৰ।

**বৃংহিতং** *ক্লী.* হাতীৰ চিঞৰ।

**বৃক** আদানে (ভ্বা আ স বৰ্কতে) ল, দখল কৰ, অধিকাৰ কৰ।

**বৃকঃ** *পু.* (বৃণোতীতি বৃ কক) ১। কুকুনেচীয়া বাঘ, ২। শিয়াল, ৩। কাউৰী, ৪। ফেঁচা, ৫। ডকাইত, ৬। ক্ষত্ৰিয, ৭। তাৰ্পিণ তেল, ৮। এটা দৈত্য, বৃকাসুৰ, ৯। জঠৰাগ্নি, ১০। কেবাবিধ আতৰৰ মিশ্ৰণ, **—দংশঃ** কুকুৰ, **—ধূপঃ** তাৰ্পিণ, আতৰ, **—ধূৰ্তঃ** শিয়াল।

**বৃকাৰাতিঃ, —কাৰিঃ** কুকুৰ।

**বৃকোদৰঃ** ১। ব্ৰহ্মা, ২। ভীমসেন।

**বৃক্কঃ, ক্কা** ১। হৃদয, কলিজা, ২। যকৃত।

**বৃকণ** বিণ. ১। কটা যোৰা, বিভক্ত, ২। ছিন্ন, ভগ্ন।

**বৃক্ত** *বিণ.* পৰিষ্কৃত, পবিত্ৰ। শোধিত।

**বৃক্ষ** বৃতৌ (ভ্বা আ স বৃক্ষতে) ১। গ্ৰহণ কৰ, বাছি ল, বৰণ কৰ, ২। ঢাক, ঢাকি ৰাখ, আবৃত কৰ।

**বৃক্ষঃ** *পু* (ব্ৰশ ছেদনে সঃ) গছ। মহীৰুহ, পাদপ, **—কুক্কটঃ** বনৰীয়া কুকুৰা, **—চৰঃ** বান্দৰ, **—ছায়ং** ডাঠ ঘন ছাঁ, **—ধূপঃ** তাৰ্পিণ, **—নাথঃ** আঁহত গছ, বড় গছ, **—নিৰ্য্যাসঃ** গম এঠা, ধুনা, **—পাকঃ** বড়গছ, **—ভিৎ, —ভিদ** কুঠাৰ, **—মৰ্কটিকা, —শায়িকা** কেৰ্কেটুৰা, **—ৱাটিকা, —ৱাটী** বাগিচা, বৃক্ষকুঞ্জ, **—শঃ** জেঠী, তেজপিয়া।

**বৃক্ষকঃ** ১। সৰু জোপোহা গছ, ২। গছ।

**বৃক্ষাদনঃ** *পু.* ১। বটালি, ২। কুঠাৰ, ৩। বড়গছ, ৪। পিয়ালবৃক্ষ।

**বৃক্ষাম্লঃ** *পু.* অমৰা।

**বৃক্ষায়ুৰ্বেদম্** গছ-গছনিৰ চিকিৎসা বিষয়ক গ্ৰন্থ।

**বৃক্ষাৱাসঃ** ১। চৰাই, ২। সন্ন্যাসী।

**বৃক্ষাশ্ৰয়ী** (ন) এবিধ সৰু ফেঁচা।

**বৃচ** বৃতৌ (ৰুধা প স বৃণক্তি) বাছি ল, বৰণ কৰ, পতি বা পত্নীৰূপে বাছি ল।

**বৃজ** ক) ত্যাগে (১) (অদা আ স বৃংক্তে) এৰি যা, ত্যাগ কৰ, পৰিহাৰ কৰ।

(২) (ৰুধা প স বৃণক্তি) ১। এৰি যা, ত্যাগ কৰ, পৰিহাৰ কৰ, ২। শোধন কৰ, শুদ্ধ কৰ, ৩। আঁতৰ কৰ, বাৰণ কৰ, নিবাৰণ কৰ।

খ) ত্যাগে, বৃতৌ (১) (ভ্বা প স ব্ৰজেতি)

(২) (চুৰা উ স বৰ্জয়তি -তে)

১। ত্যাগ কৰ, এৰি পেলা, বাতিল কৰ, ২। কাটি ডোখৰ ডোখৰ কৰ, দূৰত ৰাখ

**বৃজনং** *ক্লী.* (বৃজ ক্যঃ) ১। পাপ, ২। সংগ্ৰাম, দুৰ্দশা, ৩। বিপৰ্য্যয, ৩। নিৰাকৰণ, ৪। বেৰাৰে ঘেৰি ৰখা ঠাই, ৫। আকাশ, ৬। প্ৰাণী, ৭। বল, ঋগ্বে ১।১৬৬।১৫, **—নঃ** চুলি।

**বৃজিঃ** *স্ত্ৰী.* চৰণীয়া পথাৰ।

**বৃজিন** *বিণ* ১। বেঁকা, ভাজ লগা, ২। দুষ্ট, পাপী, **—নং** ১। পাপ, গী ৪।৩৬, ২। দুখ, কষ্ট, দুৰ্দশা, **—নঃ** চুলি, দুষ্ট মানুহ।

**বৃণ** ভক্ষে (তনা উ স বৃণোতি, বৃণুতে) খা, ভক্ষণ কৰ, খাই শেষ কৰ।

**বৃৎ** ক) দীপ্তৌ (চুৰা উ অ ৰৰ্তয়তি -তে) পোহৰা, পোহৰ দি, উজ্জ্বল কৰ।

খ) সম্ভক্তৌ বৰণে (দিৱা, আ স বৃত্যতে) ১। বৰণ কৰ, পতি বা পত্নীৰূপে বাছি ল, ২। ভাগ কৰ, বিভক্ত কৰ ভাগ কৰি বিলা।

গ বৰ্তনে (ভ্বা আ অ ৱৰ্ততে) ১। থাক, জীয়াই থাক, ২। বিশেষভাৱে থাক, ৩। ঘট, সংঘটিত হ, ৪। চল, আগুৱাই যা, ৫। পালিত হ, ৬। ব্যস্ত হ, কোনো কামত লাগ, ৭। কাম কৰ, সম্পাদন কৰ, ব্যৱহাৰ কৰ, ৮। নিৰ্ভৰ কৰ, ৯। ঘূৰ, বাগৰি যা (ণিজন্ত) বৰ্তয়তি -তে (সনন্ত) বিবৃৎসতি -তে, **অতি—** ১। চেৰ পেলা, অতিক্ৰম কৰ, ২। আঘাত কৰ, অপৰাধ কৰ, ৩। অৱজ্ঞা কৰ, ৪। (সময়) অতিবাহিত কৰ, ৫। বশীভূত কৰ, ৬। পলম কৰ, দেৰি কৰ, **অনু—** ১। অনুকৰণ কৰ, ২। পালন কৰ, (আদেশ) পাল, শ্ৰদ্ধা কৰ, অনুসৰণ কৰ, ৩। সূত্ৰৰ অনুবৃত্তি কৰ, দোহাৰ, **অপ—** ১। ঘূৰি যা, পিঠি দি, ২। ওলোটাই দি, তলমুখ কৰ, **অভি—** ১। সমুখীন হ, ২। ওচৰ চাপ, ৩। আক্ৰমণ কৰ, ৪। আৰম্ভ কৰ, ৫। থাক, জী থাক, **আ—** ১। থাক, জী থাক, ২। ঘূৰি আহ, ৩। সমুখলৈ যা, ওচৰ চাপ, ৪। অস্থিৰ হ, **উদ—** ১। ওপৰলৈ উঠ, ২। গৰ্বিত

হ, দম্ভ কৰ, ৩। ফুলি উঠ, উপচি পৰ, **উপ—** ওচৰ চাপ, ঘূৰি যা, **নি—** ১। ঘূৰি আহ, গী ৮।২১; ২। পলাই যা, ৩। বিমুখ হ, বিৰোধ কৰ, ৪। দূৰত থাক, মুক্ত হ, ৫। বন্ধ কৰ, কোৱা বন্ধ কৰ, ৬। দূৰ হ, নোহোৱা হ, মনু ১১।১৮৫; **নিস—** শেষ হ, অন্ত কৰ, বন্ধ কৰ, সমাপ্ত হ। প্ৰাপ্ত কৰ, **পৰা—** ঘূৰ, ঘূৰি আহ, পিঠি দি, **—পৰি** ১। ঘূৰি, ঘূৰি দি, ২। ঘূৰি ফুৰি থাক, ৩। বিনিময় কৰ, সালবদল কৰ, ৪। জহি যা, জীৰ্ণ হ, নাশ হ, **প্ৰ—** ১। আগুৱাই যা, ২। উঠ, উৎপন্ন হ, ৩। (ঘটনা) ঘট, সংঘটিত হ, ৪। আৰম্ভ কৰ, ৫। কষ্ট কৰ, যত্ন কৰ, ৬। ব্যস্ত হ, কোনো কামত ব্যস্ত থাক, ৭। কৰ, সম্পাদন কৰ, ৮। থাক, জীয়াই থাক, গৈ থাক, আগুৱাই গৈ থাক, মনু ৩।৬৯; **প্ৰতিনি—** ঘূৰ, থাক, **ৱিনি—** ঘূৰি আহ, বন্ধ কৰ, অন্ত পেলা, পিঠি দি, **ব্যপ—** ঘূৰ, পিঠি দি, ত্যাগ কৰ, এৰ।

**বৃত** *বিণ.* (বৃ ক্তঃ) ১। নিৰ্বাচিত, বৰণ কৰা, ২। লুকাই ৰখা, ৩। ঘেৰি ৰখা, ৪। নষ্ট কৰা, ৫। ভাড়াত বা দৰ্মহাত লগোৱা, ৬। মনোনীত, **—তিঃ** *স্ত্ৰী.* ১। বেৰা, দেৱাল, ২। নিৰ্বাচন, বৰণ, ৩। প্ৰাৰ্থনা, যাচ্ঞা।

**বৃতঙ্কিৰঃ** এবিধ গছ।

**বৃত্ত** *বিণ.* (ৱৃৎ ক্তঃ) ১। থকা, অস্তিত্ব, ২। সংঘটিত, ৩। সমাপ্ত, ৪। সম্পাদিত, ৫। অতীত, ৬। মৃত, ৭। দৃঢ়, ৮। বিখ্যাত, ৯। গোলাকাৰ, **—ত্তং** ১। ঘটনা, ২। বিৱৰণ, ইতিহাস, ৩। সংবাদ, বাৰ্তা, খৰচ, ৪। ব্যৱসায়, জীৱিকা, ৫। স্বভাৱ-চৰিত্ৰ, ৬। প্ৰচলিত বিধি, নীতি নিয়ম, ৭। চক্ৰ, গোল, ৮। কাব্যৰ ছন্দ, **—গন্ধি** *স্ত্ৰী.* এবিধ গদ্য কাব্য, **—চূড়, চৌলঃ** মুণ্ডিত, **—পুষ্পঃ** ১। শিৰীষ গছ, ২। বেঁত, ৩। কদম গছ, **—ফলঃ** বগৰি গছ, ডালিম গছ, **—শস্ত্ৰঃ** অস্ত্ৰ-বিদ্যাত অভিজ্ঞ।

**বৃত্তানুপূৰ্ব** *বিণ.* ক্ৰমে সৰু হৈ ঘূৰি পাক খোৱা।

**বৃত্তানুসাৰঃ** *পু.* ১। বিধি মতে, ২। (কাব্যৰ) ছন্দ অনুসাৰে।

**বৃত্তান্তঃ** *পু.* ১। ঘটনা, প্ৰয়োজন, ২। বাতৰি, বাৰ্তা, সংবাদ, ৩। বিৱৰণ, বিবৃতি, ইতিহাস, কাহিনী, ৪। বিষয়, ৫। বিধ, প্ৰকাৰ, ৬। পদ্ধতি, উপায়, ৭। সম্পূৰ্ণতা, ৮। জিৰণি, ৯। সম্পত্তি, ১০। প্ৰস্তাৱ।

**বৃত্তিঃ** *স্ত্ৰী.* (ৱৃৎ ক্তিন) ১। জীৱিকা, ব্যৱসায়, মনু ৪।২৫৯, ২। অস্তিত্ব, ৩। বাস, বিশেষ ভঙ্গী, ৪। অৱস্থা, দশা, ৫। কাম-কাজ, ৬। মজদুৰী, বেতন, ৭। সৌজন্য, ৮। ব্যাখ্যা, টীকা, ৯। বৃত্তৰ পৰিধি, ১০। অৱসৰ, জিৰণি, ১১। শব্দৰ অৰ্থ প্ৰকাশিকা শক্তি। ই তিনি বিধ ঃ অভিধা, লক্ষণা আৰু ব্যঞ্জনা, ১২। ৰচনা ৰীতি, শৈলী, **—কৰ্ষিত** জীৱিকাৰ অভাৱত দুৰ্দশাগ্ৰস্ত, **—চক্ৰং** দশাচক্ৰ, **—ছেদঃ** জীৱিকাৰ পৰা বিচ্যুত, বিচ্ছিন্ন, **—ভঙ্গঃ, —বৈকল্যং** জীৱিকাহীন, ব্যৱসায়হীন, **—স্থ** ১। কোনো বৃত্তিত থকা, ২। সৎ চৰিত্ৰ (**—স্থঃ**) জেঠী, ভেকুলীপিয়া।

**বৃত্ত্যনুপ্ৰাসঃ** *পু.* এবিধ শব্দালঙ্কাৰ।

**বৃত্ত্যুপায়ঃ** *পু.* জীৱিকাৰ উপায়।

**বৃত্ৰঃ** *পু.* ১। এটা দৈত্য, ত্বষ্টাৰ পুত্ৰ। বৃত্ৰাসুৰ। ইন্দ্ৰৰ হাতত নিহত হয়, ২। অন্ধকাৰ, ৩। শত্ৰু, ৪। এখন পৰ্বত, ৫। ইন্দ্ৰ, ৬। শব্দ, **—দ্বিট্ (ষ্) হা (ন্)** ইন্দ্ৰ।

**বৃত্ৰাৰিঃ** *পু.* ইন্দ্ৰ।

**বৃথা** অব্য. ১। কোনো কামৰ নহয়, ২। নিৰৰ্থক, ব্যৰ্থ, অলাভজনকভাৱে, ৩। বিনা প্ৰয়োজনে, ৪। ভুলকৈ, মূৰ্খালি কৰি, **—কথা** অনৰ্থক আলাপ বা আলোচনা, **—জন্ম (ন্)** ব্যৰ্থজনম, **—দানং** নিৰৰ্থক দান, **—মাংসং** দেৱতা বা পিতৃ-পুৰুষলৈ অৰ্পণ নকৰা মাংস, এনে মাংসভোজন পাপ। 'বৃথাৰেতা বৃথা-মাংসো বৃথাৱাদী বৃথামতিঃ। নিন্দকো দ্বিজদেৱানাং স প্ৰেতো জায়তে নৰঃ।। অপু।

**বৃদ্ধ** *বিণ.* (বৃধ্ বৃদ্ধৌ ক্তঃ) ১। গতযৌৱন। বুঢ়া, বহু বয়সীয়া, মনু ২।১৫৬, ২। বৰ্দ্ধিত, ৩। পূৰ্ণবয়স্ক, ৪। পদৰ শেষত প্ৰৱীণতা বুজাবলৈ, যেনে জ্ঞানবৃদ্ধ, বয়োবৃদ্ধ, ৫। ডাঙৰ, বৃহৎ, ৬। স্তূপীকৃত, সংগৃহীত, ৭। জ্ঞানী, পণ্ডিত, **—দ্ধং** এবিধ আতৰ, ধূনা, **—দ্ধঃ** ১। বুঢ়া মানুহ, ২। পূজ্য, জ্ঞানী ব্যক্তি, ৩। মুনি, ঋষি, ৪। বংশজ (পুৰুষ), **—কাকঃ** ঢোঁৰা কাউৰী, **—নাভি** পেটুৱা, **—মতং** পুৰণি ঋষি মুনিসকলৰ উক্তি, মত, **—ৱাহনঃ** আম গছ, **—শ্ৰৱাঃ(স্)** ইন্দ্ৰ, **—সঙ্ঘঃ** বুঢ়াৰ সমাজ, **—সূত্ৰকং** এদ'ম কপাহ।

**বৃদ্ধা** *স্ত্ৰী.* বুঢ়ী। বংশজা।

**বৃদ্ধাঙ্গুলিঃ** *স্ত্ৰী.* বুঢ়া আঙুলি।

**বৃদ্ধাচাৰঃ** *পু.* পুৰণি কলীয়া আচাৰ-ব্যৱহাৰ।

**বৃদ্ধিঃ** *স্ত্রী.* (বৃধ ক্তিন) ১। উন্নতি, বেছি, ২। বাঢ়ি যোৱা, চন্দ্ৰ কলা (দিনে দিনে) বাঢ়ি যোৱা, ৩। শ্ৰীবৃদ্ধি, সম্পত্তি বৃদ্ধি, ৪। কৃতকাৰ্যতা, ৫। স্তুপ, দ'ম, সমষ্টি, ৬। সুদ, (পদৰ পিচত) চক্ৰবৃদ্ধি, সুদবৃদ্ধি, ৭। লাভ, আয়, ৮। অণ্ডকোষ বৃদ্ধি, ৯। শক্তি বৃদ্ধি, কৰ-কাটল বৃদ্ধি, ১০। স্বৰ বৰ্ণৰ বৃদ্ধি, দীৰ্ঘত্ব। অ-আ, ই-ঈ ইত্যাদি, ১১। জননাশৌচ, অশুদ্ধতা, **—জীৱনং** জীবিকা, সুদৰ ব্যৱসায়, **—দ** উন্নতিদায়ক, **—পত্ৰং** এবিধ ক্ষুৰ, **—শ্ৰাদ্ধং** বৃদ্ধি, অৰ্থাৎ সন্তান জন্মৰদ্বাৰা বংশবৃদ্ধিৰ কাৰণে মৃত পিতৃ পুৰুষৰ উদ্দেশ্যে কৰা শ্ৰাদ্ধ। নান্দীমুখ শ্ৰাদ্ধ।

বৃধ ক) বৃদ্ধৌ (ভ্বা আ অ ৱৰ্ধতে) ১। ডাঙৰ হ, বৃদ্ধি পা, বলৱান হ, উন্নতি কৰ, ২। উঠ, আৰোহণ কৰ, ৩। দিন যা, দিন টিক, টিকি থাক,

খ) দীপ্তৌ (চুৰা উ অ ৱৰ্ধয়তি -তে) ১। উজ্জ্বল হ, দীপ্তিমান হ, ২। কথা ক। (ণিজন্ত) ৱৰ্ধয়তি, -তে (সনন্ত) ৱিবৃৎসতি, ৱিৱৰ্ধিষতে।

**বৃধসানঃ** *পু.* মানুহ।

**বৃধাসানুঃ** *পু.* ১। মানুহ, ২। গছৰ পাত, ৩। কাৰ্য বা কাম।

**বৃন্তং** *ক্লী.* ১। ফুল বা পাতৰ ঠাৰি, ২। স্তনৰ বঁট, ৩। পানীৰ কলহ ৰখা আসন, বিৰিয়া, কধৰা (আধাৰি)।

**বৃন্তাকঃ** *ক্লী* বেঙেনা গছ।

**বৃন্তিকা** সৰু ঠালি।

**বৃন্দং** *ক্লী.* সমষ্টি, গোষ্ঠী, বহু সংখ্যক, মে ৯৯। দ'ম, স্তুপ, **—ন্দা** স্ত্ৰী. ১। তুলসী গছ, ২। গোকুলৰ বননি।

**বৃন্দাৱনং** *ক্লী.* গোকুলৰ বননি। এখন প্ৰখ্যাত তীৰ্থস্থান।

**বৃন্দাৰ** *বিণ.* ১। বহু, প্ৰচুৰ, ডাঙৰ, ২। শ্ৰেষ্ঠ, উৎকৃষ্ট। আনন্দদায়ক, ধুনীয়া।

**বৃন্দাৰক** *বিণ.* শ্ৰদ্ধেয়, আকৰ্ষণীয়, শ্ৰেষ্ঠ, মনোৰম, **—কঃ** দেৱতা, বিগ্ৰহ।

**বৃন্দিষ্ঠ** *বিণ.* বহু ডাঙৰ। বৰ ধুনীয়া। সৰ্বশ্ৰেষ্ঠ।

**বৃন্দীয়ান্ (স)** এটাতকৈ ডাঙৰ. এটাতকৈ ধুনীয়া।

**বৃশ্** বৃত্যাম (দিৱা প স বৃশ্যতি) বাছি ল, নিৰ্বাচন কৰ, বৰণ কৰ।

**বৃশঃ** *পু.* (বৃ শক) এন্দুৰ, **—শং** আদা, **—শা** এবিধ ঔষধ।

**বৃশ্চিকঃ** ১। বিছু, কটিচেপা। মুখত দুদাল বিষাক্ত হাতোৰা থকা এবিধ কীট, ২। বৃশ্চিক ৰাশি, ৩। কেঁকোৰা, ৪। দীঘল দীঘল নোম থকা বিছা এবিধ, ৫। গোবৰত হোৱা পোক এবিধ।

**বৃষ্** ক) সেচনে (ভ্বা প স অ বৰ্ষতি) ১। বৰ্ষণ কৰ, বৰ্ষণ দি, ২। দান কৰ, অৰ্পণ কৰ, ৩। সিক্ত কৰ, তিঁয়া, ৪। উৎপন্ন কৰ, ৫। আঘাত কৰ।

খ) প্ৰজনৈশ্বৰ্যে (চুৰা আ অ ৱৰ্ষয়তে) ১। শ্ৰেষ্ঠ হ, বলৱান হ, ২। উৎপাদনশীল হ। উৎপাদন কৰিবলৈ সমৰ্থ হ।

**বৃষং** *ক্লী.* ম'ৰাৰ নেজ, **—ষঃ** ১। বৃষভ, ষাঁড়, ২। বৃষ ৰাশি, ৩। মুখ্য, শ্ৰেষ্ঠ অৰ্থত পদৰ অন্তত, যেনে মুনিবৃষঃ, গুৰুবৃষঃ, ৪। কামদেব, ৫। বলৱান পুৰুষ, ৬। কামুক, লম্পট পুৰুষ, ৭। চাৰি বিধ পুৰুষৰ ভিতৰত এবিধ। 'পদ্মিনী চিত্ৰিণী চৈৱ শঙ্খিনী হস্তিনী তথা। শশো মৃগো বৃষোঽশ্বশ্চ স্ত্ৰীপুংসোৰ্জাতি-লক্ষণম, ৮। একাদশ মন্বন্তৰীয় ইন্দ্ৰ, ৯। ধৰ্মৰাজ যম, মনু ৮।১৬; ১০। এন্দুৰ, ১১। শিৱৰ বাহন, ১২। নৈতিকতা, ন্যায়, ১৩। ধৰ্ম, ধাৰ্মিক কাম, ১৪। বিষ্ণু, ১৫। এবিধ, দৰব, ১৬। পতি, ১৭। বাহক গছ, **—কৰ্ণী** সুদৰ্শনা, মনোৰমা, **—চক্ৰং** কৃষি কৰ্মৰ বাবে শুভাশুভ দিন গণনাৰ কাৰণে জ্যোতিষীয়ে অঁকা গৰু আকৃতিৰ নক্সা, **—দংশঃ** মেকুৰী, **—ধ্বজঃ —ৱাহনঃ** ১। শিৱ, ২। দৈত্যগুৰু শুক্ৰাচাৰ্যৰ সহায়ত দেৱতাবিলাকৰ লগত যুদ্ধ কৰি থকা এজন দৈত্য। যযাতিৰ পত্নী দেৱযানীৰ পিতাক, ৩। বৰল, **—পৰ্ৱা (ন্)** শিৱ, **—ভাষা ইন্দ্ৰপুৰী,** অমৰাৱতী, **—লোচনঃ** মেকুৰী।

**বৃষণঃ** অণ্ডকোষ।

**বৃষণশ্বঃ** ইন্দ্ৰৰ ঘোঁৰা।

**বৃষভঃ** *পু.* (বৃষ সেচনে অভচ) ১। ষাঁড়, ২। বৃষ ৰাশি, ৩। শ্ৰেষ্ঠ পুৰুষ, ৪। মতা। মতা জন্তু, ৫। হাতীৰ কাণ, ৬। কাণৰ বিন্ধা, **—গতিঃ** শিৱ। **—ভী** বিধৱা।

**বৃষলঃ** *পু.* ১। শূদ্ৰতা, ২। ঘোঁৰা, ৩। নহৰু, ৪। পাপী, অসৎ ব্যক্তি, ৫। ভ্ৰষ্ট, সমাজচ্যুত ব্যক্তি, **—লী** ১। বাৰ বছৰীয়া শাস্তি হোৱা অবিবাহিতা কন্যা, ২। মাহেকীয়া হোৱা কন্যা, ৩। বন্ধ্যা, ৪। গৰ্ভপাত হোৱা

তিৰোতা, ৫। শূদ্ৰা স্ত্ৰী, **—পতিঃ** শূদ্ৰা স্ত্ৰীৰ পতি, **—সেৱনং** শূদ্ৰাৰ লগত যৌন সঙ্গম।

**বৃষসৃন্নী** বৰল।

**বৃষস্যন্তী** *স্ত্ৰী.* (বৃষং নৰং শুক্ৰলং বা গচ্ছতি মৈথুনায় ইতি বৃষ্ শতৃ ঙীপ্) ১। কামুকী। যৌন সঙ্গমৰ কাৰণে হেঁপাহ কৰা তিৰোতা, ২। তেনে গাই গৰু।

**বৃষা** *স্ত্ৰী.* বান্দৰ কচু, বান্দৰ কেঁকোৱা।

**বৃষা (ন্)** *পু.* ১। ইন্দ্ৰ, ৰ ১০।৫২; ২। কৰ্ণ, ৩। বেদনা জ্ঞান, ৪। ষাঁড়, ৫। ঘোঁৰা, ৬। পিতা।

**বৃষাকপায়ী** *স্ত্ৰী.* ১। লক্ষ্মী দেৱী, ২। গৌৰী, ৩। অগ্নি স্বাহা, ৪। শচী, ৫। সূৰ্য্যপত্নী।

**বৃষাকপিঃ** *পু.* ১। সূৰ্য্য, ২। বিষ্ণু, ৩। শিৱ, ৪। ইন্দ্ৰ, ৫। অগ্নি।

**বৃষাকৰঃ** মাহ (শস্য)।

**বৃষাঙ্কঃ** ১। মহাদেৱ, ভা ৮।১; ২। সন্ন্যাসী, সাধু, ৩। নপুংসক, **—জঃ** ডম্বৰু।

**বৃষাঞ্চনঃ, —নকঃ** শিৱ।

**বৃষান্তকঃ** বিষ্ণু।

**বৃষায়ণঃ** *পু.* ১। কপৌ চৰাই, ২। শিৱ।

**বৃষাহাৰঃ** মেকুৰী।

**বৃষী (ন্)** ম'ৰা চৰাই।

**বৃষী** *স্ত্ৰী.* কুশাসন, সন্ন্যাসীৰ আসন।

**বৃষোৎসৰ্গঃ** *পু.* মৃতাশৌচৰ এঘাৰ দিনৰ দিনা পতা এটা অতি পৱিত্ৰ ধৰ্মীয় অনুষ্ঠান। এটা ষাঁড়ৰ শৰীৰত ত্ৰিশূল-চক্ৰ আঁকি উৎসৰ্গিত কৰি এৰি দিয়া হয়। 'একাদশাহে প্ৰেতস্য যস্য চোৎসৃজ্যতে বৃষঃ। প্ৰেতলোকং পৰিত্যজ্য স্বৰ্গলোকং স গচ্ছতি, মপু

**বৃষ্টিঃ** *স্ত্ৰী.* (বৃষ্ ক্তিন্) মেঘৰ পৰা জলবিন্দু পতন, বৰষুণ, **—কালঃ** বৰ্ষা কাল, **—জীৱন** বৰষুণৰ দ্বাৰা পুষ্ট (দেশ), **—ভূঃ** ভেকুলী।

**বৃষ্ণি** *বিণ.* (বৃষ্ নিঃ) ১। পাষণ্ড, ২। খঙাল, ৩। বিধৰ্মী, **—ষ্ণিঃ** *পু.* ১। মেঘ, ২। ছাগলী, ভেঁড়া, ৩। ৰশ্মি, ৪। যাদৱ, ৫। শ্ৰীকৃষ্ণ, ৬। ইন্দ্ৰ, ৭। অগ্নি, **—গৰ্ভঃ** শ্ৰীকৃষ্ণ।

**বৃষ্য** *বিণ.* (বৃষায় হিতঃ বৃষ্ যৎ) ১। শুক্ৰবৃদ্ধিকাৰক ঔষধ, ২। বৰষুণ হ'ব লগীয়া (ঠাই), **—ষ্যঃ** মাহ (শস্য), **—ষ্যা** স্ত্ৰী. ১। আমলখী, ২। শতমূল।

**বৃহড্ঢক্কা** জয়ঢোল, প্ৰকাণ্ড দবা।

**বৃহৎ** (দ) *বিণ.* ডাঙৰ, প্ৰকাণ্ড, মহৎ, শি ২।১০, **—কন্দঃ** গাজ্ঞা, ভাং, **—পাটলিঃ** ধঁতুৰা গছ, **—গৃহঃ** মলৱ ৰাজ্যৰ কাষৰ এখন ঠাই, **—ভানুঃ** অগ্নি, সত্যভামাৰ পুত্ৰ, **—ৰথঃ** ১। ইন্দ্ৰ, ২। যজ্ঞ পাত্ৰ, ৩। সামবেদৰ মন্ত্ৰ বিশেষ, ৪। শতধন্বাৰ পুত্ৰ, ৫। দেৱৰাটৰ পুত্ৰ, ৬। তিমিৰাজৰ পুত্ৰ, ৭। পৃথুলাৰ পুত্ৰ, **—ৰাৰী** সৰু ফেঁচা, **—নলঃ** (বৃহৎ নলঃ) অৰ্জুন, **—নলা** বিৰাট ৰজাৰ ঘৰত এবছৰ অজ্ঞাতবাস কৰাৰ সময়ত অৰ্জুনে লোৱা নাম।

**বৃহতিকা** *স্ত্ৰী.* উত্তৰীয়, আলোৱান।

**বৃহতী** *স্ত্ৰী.* ১। বেঙেনা, ২। (নাৰদৰ বীণা) মহতী, ৩। বাক, কথা, ৪। নটা অক্ষৰযুক্ত ছন্দ এবিধ, **—পতিঃ** বৃহস্পতি।

**বৃ** (ক্ৰ্যা উ স বৃণাতি, বৃণীতে) ১। বাছি ল, পতি বা পত্নীৰূপে বাছি ল, ২। বৰণ কৰ। (সনন্ত) বিৱৰিষতি -তে)।

**ৱে** সূতৌ (ভ্বা উ সক ৱয়তি, —তে) ১। ব, বয়ন কৰ, কাপোৰ ব, ২। বেণী গাঁথ, ৩। কাপোৰ চিলাই কৰ, ৪। গোঁথ, গুণ্ঠন কৰ।

**ৱেকটঃ** *পু.* ১। এবিধ মাছ, গেদগেদী মাছ, ২। যুৱক, ৩। বিদূষক, বহুৱা, ৪। জহুৰী, সোণাৰী।

**ৱেগঃ** *পু.* (ৱিজ ঘঞ্) ১। গতিবেগ, ২। প্ৰৱাহ, মনু ৫।১০৮; ৩। মলমূত্ৰ ত্যাগৰ প্ৰবৃত্তি, ৪। আলোড়ন, ৫। ধৰ্ষণ, বলাৎকাৰ, ৬। শক্তি, দৃঢ়তা, ৭। শীঘ্ৰতা, ৮। বাণৰ গতি, ৯। প্ৰেম, অনুৰাগ, ১০। মানসিক অনুভূতিৰ বাহ্যিক প্ৰকাশ, ১১। পুৰুষৰ বীৰ্য্য, শুক্ৰ, ১২। আনন্দ, স্ফূৰ্তি, **—নাশনঃ** শ্লেষ্মা, **—ৱাহী** (ন্) শীঘ্ৰগামী, **—ৱিধাৰণং** গতিবেগত বাধাদান। **—সৰঃ** খচ্চৰ।

**ৱেগী(ন্)** বেগৱান, তীব্ৰবেগী, (পু) ১। ডাকোৱাল, ২। শেন চৰাই, **—নী** নদী।

**ৱেঙ্কটঃ** এখন পৰ্বত।

**ৱেচা** *স্ত্ৰী* মূল্য, ভাড়া।

**ৱেড়া** *স্ত্ৰী.* নাও।

**ৱেঢ়মিকা** *স্ত্ৰী.* লুচী, ৰুটী।

**ৱেণ** নিশামনে, গত্যাম্ (ভ্বা উ সক ৱেণতি -তে) ১। যা, গমন কৰ, ২। জানি ল, চিনি পা, অনুভৱ কৰ, ৩। বিবেচনা কৰ, ৪। গ্ৰহণ কৰ, ৫। বাদ্যযন্ত্ৰ বজা।

**ৱেণঃ** *পু.* (ৱেণ অচ্) ১। এবিধ বৰ্ণসঙ্কৰ জাতি। বাদ্যযন্ত্ৰী, মনু ১০।১৯; ২। ত্ৰেতাযুগীয় সূৰ্যবংশীয় এজন ৰজা। স্বায়ম্ভুৱ মনুৰ বংশজ আৰু অঙ্গৰ পুত্ৰ। ৰজা অঙ্গৰ মৃত্যুৰ পিচত বেণ সিংহাসনত উঠিয়েই ৰাজ্যত পূজা-পাতল নিষিদ্ধ কৰিলে। ইয়াতে ঋষি-মুনিসকল ৰুষ্ট হৈ ৰজাক তেওঁৰ আদেশ উঠাই লবলৈ ক'লে। কিন্তু ৰজা মান্তি নোহোৱাত ঋষি-মুনিসকলে মন্ত্ৰপূত কুশেৰে বেণক কাটি হত্যা কৰে। কিন্তু ৰাজ্য ৰজাহীন হোৱাত মৃত বেণৰ উৰু ঘঁহাত এজন চুটি-চাপৰ ফেঁচানকা নিষাদৰ জন্ম হ'ল। ই ৰজাৰ বাবে উপযুক্ত নহয় বুলি বেণৰ সোঁহাতখন ঘঁহিবলৈ ধৰাত পৃথুৰ জন্ম হয়।

**ৱেণা** কৃষ্ণা নদীৰ এখন উপনদী।

**ৱেণিঃ, ৱেণী** *স্ত্ৰী.* ১। তিৰোতাৰ কেশ-বিন্যাস, ২। দুই বা ততোধিক নদীৰ মিলন, যেনে প্ৰয়াগত গঙ্গা, যমুনা, সৰস্বতীৰ মিলন, ত্ৰিবেণী, ৩। প্ৰৱাসত পতি থকাৰ সময়ত স্ত্ৰীয়ে কৰা কেশ-বিন্যাস, পিঠিৰ ফালে পৰি থকা এডাল অনালঙ্কৃতা বেণী, ৪। এখন নদী, **—বন্ধঃ** বেণী বান্ধি ৰখা, **—ৱেধনী** জোক, **—ৱেধিনী** ফণি, **—সংহাৰঃ** ১। এডাল বেণীত চুলিবোৰ বান্ধি ৰখা, ২। ভট্টনাৰায়ণে ৰচনা কৰা এখন প্ৰসিদ্ধ সাত অঙ্কৰ নাটক। ধৃতৰাষ্ট্ৰৰ ৰাজসভাত দুঃশাসনে দ্ৰৌপদীক কৰা অপমানৰ প্ৰতিশোধ লবলৈ ভীমে কৰা প্ৰতিজ্ঞা অনুসৰি দুঃশাসনক হত্যা কৰি তাৰ বুকুৰ তেজে দ্ৰৌপদীৰ চুলিত সানি কেশ বন্ধন কৰা— এয়ে নাটকখনৰ বিষয়বস্তু।

**ৱেণুঃ** *পু.* (অজ ণুঃ) ১। বাঁহ, ২। নল-খাগৰি, ৩। বাঁহী, **—জঃ যৱঃ** বাঁহৰ বীজ, **—ধ্মঃ** বাঁহীবাদক, **—নিস্ৰুতিঃ** কুঁহিয়াৰ, **—যষ্টিঃ** বাঁহৰ লাঠী, **—ৱাদঃ, ৱাদকঃ** বাঁহীবাদক।

**ৱেণুকং** বাঁহৰ অঙ্কুশ।

**ৱেণুনং** জালুক।

**ৱেতণ্ডঃ** *পু.* হাতী।

**ৱেতনং** *ক্লী.* (ৱী তনন) ১। কামৰ মজুৰি, দৰমহা, ভাড়া, মনু ৭।১২৬; ২। জীৱিকা, বৃত্তি, **—জীৱী** (ন্) বেতনভোগী।

**ৱেতনাদানং, —নানপাকৰ্ম**(ন্) বেতন অনাদায়। মজুৰি নোপোৱা কাম।

**ৱেতসঃ** *পু.* (ৱে অসচ তুডাগমঃ) ১। এবিধ নলখাগৰি। বেঁত, টেঙা, ২। নেমু টেঙা গছ। **—সী** বেঁত গছ। **অম্লবেতসঃ** থেকেৰা টেঙা।

**ৱেতস্বান্** (ৎ) বেঁতৰ হাবি থকা ঠাই।

**ৱেতালঃ** *পু.* ১। দ্বাৰপাল, দুৱৰী, **প্ৰহৰী**, ২। এবিধ ভূত, বা পিশাচ, ৩। শিৱৰ গণ বিশেষ। বেতাল ভৈৰৱ। **—ভট্টঃ** বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱ ৰত্নৰ এজন।

**ৱেত্তা** (ঋ) পু. ১। জানোতা, জ্ঞানী, ২। মুনি, ৩। পতি, প্ৰেমিক।

**ৱেত্ৰঃ** *পু.* ১। বেঁত, ২। (বেঁতৰ) লাঠী, দুৱৰীৰ হাতত থকা লাঠী, **—ধৰঃ, ধাৰকঃ** দুৱৰী, দণ্ডধাৰী, লাঠীয়াল।

**ৱেত্ৰকীয়** বেতৰ হাবিৰে পূৰ্ণ (স্থান)।

**ৱেত্ৰৱতী** *স্ত্ৰী* ১। মাইকী দুৱৰী, ২। এখন নদী।

**ৱেত্ৰাসুৰঃ** বেত্ৰ নামৰ অসুৰ এজন।

**ৱেত্ৰী** (ন্) বেত্ৰধাৰী, দুৱৰী।

**ৱেথ** যাচে (ভ্বা আ স ৱেথতে) খোজ, ভিক্ষা কৰ, মাগ, যাচঞা কৰ।

**ৱেদঃ** *পু.* (ৱিদ ঘঞ্) ১। জ্ঞান, পৱিত্ৰ জ্ঞান। ২। পৱিত্ৰ জ্ঞানৰ শাস্ত্ৰ চাৰিখন : ঋক, যজুঃ, সাম আৰু অথৰ্ব। প্ৰথমতে প্ৰথম তিনিখন আছিল 'বেদত্ৰয়ী' পিচত অথৰ্ববেদ সংযুক্ত কৰা হয়। এই চাৰিখনৰ ভিতৰত সকলোতকৈ পুৰণি আৰু প্ৰকৃত জ্ঞান শাস্ত্ৰ হ'ল ঋকবেদ। বেদক অপৌৰুষেয় বুলি কোৱা হয়। বেদৰ স্ৰষ্টা নাই। বেদৰ সূক্তসমূহৰ লগত যি ঋষিৰ নাম যুক্ত কৰা হৈছে তেওঁ দ্ৰষ্টাহে স্ৰষ্টা নহয়। পৰম ব্ৰহ্মৰ মুখনিঃসৃত বাণীয়েই হ'ল বেদ। সেয়ে বেদক শ্ৰুতি বোলা হয়। বেদৰ দুটা ভাগ মন্ত্ৰ আৰু ব্ৰাহ্মণ। বেদৰ অঙ্গ (বেদাঙ্গ) ছয়টা : শিক্ষা, কল্প, ব্যাকৰণ, জ্যোতিষ, ছন্দ আৰু নিৰুক্ত। **—কৌলেয়কঃ** শিৱ। **—গৰ্ভঃ** ১। ব্ৰহ্মা, ২। বেদজ্ঞ ব্ৰাহ্মণ, **—জ্ঞঃ** বেদজনা ব্ৰাহ্মণ, **—নিন্দকঃ** নাস্তিক, **—নিন্দা** অবিশ্বাস। **—পাৰগঃ** বেদজ্ঞ ব্ৰাহ্মণ, **—মাতা** (ঋ) ১। গায়ত্ৰী, ২। দুৰ্গা, **—ৱচনং, ৱাক্যং** বেদৰ মন্ত্ৰ, **—ৱদনং** ব্যাকৰণ, **—ৱাসঃ** ব্ৰাহ্মণ, **—ৱাহ্য** বেদৰ বাহিৰ, অবৈদিক, **—ৱিহিত** বৈদিক, বেদসম্মত, **—ৱ্যাসঃ** বেদৰ মন্ত্ৰসমূহ সংগ্ৰহ কৰি শৃঙ্খলাবদ্ধ ৰূপত

প্রস্তুতকাৰক মহৰ্ষি ব্যাস, **—সন্ন্যাসঃ** বৈদিক ক্রিয়া ত্যাগ।

**ৱেদনং, —না** ১। জ্ঞান, অনুভৱ, ২। অনুভূতি, ৩। দুখ, কষ্ট, যাতনা, ৪। সম্পত্তি, আৰ্জোন, ৫। বিবাহ।

**ৱেদাগ্রণী** *স্ত্রী.* সৰস্বতী।

**ৱেদাঙ্গং** *ক্লী.* শ্রুতিৰ অৱয়ৱৰূপ ছয়খন অঙ্গ শাস্ত্র, ১। শিক্ষা (শুদ্ধ উচ্চাৰণ জ্ঞান), ২। কল্প (যাগ যজ্ঞাদি ক্রিয়া), ৩। ছন্দ (মন্ত্রৰ ছন্দ জ্ঞান), ৪। নিৰুক্ত (বেদৰ কঠিন পদসমূহৰ বুৎপত্তি), ৫। ব্যাকৰণ আৰু ৬। জ্যোতিষ বিদ্যা।

**ৱেদান্তঃ** *পু.* বেদৰ অন্ত ভাগ। উপনিষদ। বেদান্ত দৰ্শন। ছয়বিধ ভাৰতীয় দৰ্শনৰ শেষৰ বিধ। ইয়াক উত্তৰ-মীমাংসা বুলিও কোৱা হয় যদিও বেদান্ত এক সম্পূৰ্ণ পৃথক দৰ্শন শাস্ত্র।

**ৱেদান্তী (ন্)** বেদান্ত দৰ্শনপন্থী।

**ৱেদাৰ** জেঠী। নাইপিয়া।

**ৱেদিঃ** জ্ঞানী পুৰুষ, পণ্ডিত, মুনি। **—দিঃ দীঃ** ১। যজ্ঞৰ ভেঁটি, থাপনা, ২। মন্দিৰৰ মাজত থকা ওখ চাৰিকুণীয়া স্থান, ৩। মোহৰ মৰা আঙঠী, ৪। সৰস্বতী, ৫। অঞ্চল, **—জ** দ্রুপদ ৰজাৰ কন্যা দ্রৌপদী। এওঁ যজ্ঞবেদীৰ ভিতৰৰ পৰা জন্ম হৈছিল।

**ৱেদিকা** *স্ত্রী.* ১। বেদী, ২। ওখ আসন, ৩। আসন, ৪। নিকুঞ্জ।

**ৱেদী (ন্)** *পু.* ১। বিজ্ঞ লোক, ২। পণ্ডিত, শিক্ষাগুৰু, ৩। বেদজ্ঞ ব্ৰাহ্মণ, ৪। ব্ৰহ্মা।

**ৱেদ্যং** *ক্লী.* (ৱিদ্ ন্যৎ) জানিব লগীয়া, স্তুতিযোগ্য, পাবলগীয়া।

**ৱেধ** *বিণ.* জ্ঞাতব্য, জানিব লগীয়া, বুজাব লগীয়া, বিবাহ-যোগ্য, **—ধঃ** *পু.* ১। ভেদক, ভেদ কৰোঁতা, শূল, হুল, তীক্ষ্ণ, বিন্ধি যোৱা, ২। আঘাতকাৰী, আঘাত, ঘা, ৩। গাঁত, ৪। এবিধ বিশেষ কাল বা সময়, ৫। গভীৰতা।

**ৱেধঃ (স্)** *পু.* ১। সৃষ্টিকৰ্তা ব্ৰহ্মা, ২। ব্ৰহ্মাৰ পৰা উৎপন্ন দক্ষাদি প্ৰজাপতি, ৩। শিৱ, ৪। বিষ্ণু, ৫। সূৰ্য্য, ৬। আকন গছ, ৭। পণ্ডিত।

**ৱেধকং** *ক্লী.* জীৰা। **—কঃ** ১। এখন নৰকৰ নাম। ২। কৰ্পূৰ।

**ৱেধনং** *ক্লী.* বিন্ধোৱা কাৰ্য্য, ভেদন। আঘাত। গভীৰতা।

**ৱেধনিকা** *স্ত্রী.* মণি, শঙ্খাদি ফুটা কৰা তীক্ষ্ণ অস্ত্র।

**ৱেধনী** *স্ত্রী.* ১। হাতীৰ কাণ বিন্ধোৱা অস্ত্র, ২। বেধনিকা।

**ৱেধসং** *ক্লী.* হাতৰ বুঢ়া আঙুলিৰ তলৰ অংশ।

**ৱেধিত** *বিণ.* বিদ্ধ। ভেদিত। ছিদ্রিত।

**ৱেধিনী** *স্ত্রী* ১। জোঁক, ২। মেথিকা (মেথী শাক)।

**ৱেধী (ন্)** ভেদনকৰ্তা, বিন্ধা কৰোঁতা।

**ৱেধ্যং** *ক্লী.* লক্ষ্য চিহ্ন বা বস্তু। বিন্ধা কৰিব লগীয়া বস্তু।

**ৱেনঃ** *পু.* ১। প্ৰজাপতি এগৰাকী। পৃথুৰাজৰ পিতাক, ২। যজ্ঞ, ৩। এজন দেৱতা।

**ৱেন্না** *স্ত্রী.* এখন নদী।

**ৱেপ্** চলে (ভ্বা আ অ ৱেপতে) ১। কঁপ, কঁপি থাক, ২। লৰচৰ কৰ, গী ১১।৩৫।

**ৱেপৰ (স্)** *ক্লী.* ১। কৰ্ম, ২। নিষ্কলুষ নিষ্পাপ বস্তু।

**ৱেপথুঃ** *পু.* (ৱেপ্ অথ্যচ) কঁপনি, গী ১।২৯; কম্পন।

**ৱেপনং** *ক্লী.* ১। কম্পন, কঁপনি, ২। বুকুৰ (স্তনৰ) কঁপনি, ঘনকৈ উঠা-নমা কৰা। হেঁপনি, ফোঁপনি।

**ৱেমঃ ৱেমা (ন্)** তাঁতশাল।

**ৱেৰং ৰঃ** *ক্লী. পু.* ১। শৰীৰ, দেহ, ২। কুঙ্কুম, ৩। বেঙেনা।

**ৱেৰকং** *ক্লী.* কৰ্পূৰ।

**ৱেল্** ক) চালে (ভ্বা প স ৱেলতি) ১। যা, গমন কৰ, আগুৱাই যা, ২। লৰা, কঁপা, কঁপনি তোল।

খ) কালাৰ্থে (চুৰা উ অ ৱেলয়তি –তে) সময় গণ, গন্তি কৰ।

**ৱেলা** *স্ত্রী.* (ৱেল্ অঃ টাপ্) ১। কাল, সময়। যেনে সন্ধ্যাবেলা, ২। সুযোগ, বতৰ, ৩। জিৰণি সময়, অৱসৰ, ৪। প্ৰবাহ, সোঁত, জোঁৱাৰভাটা, ৫। সাগৰৰ পাৰ (বেলা ভূমি), ৬। সীমা, চৌহদ, ৭। বাক্য, কথা, ৮। অসুস্থতা, ৯। সহজ মৰণ, ১০। দাঁতৰ আলু, **—কূলং** তাম্ৰলিপ্ত নগৰী, **—মূলং** সাগৰৰ পাৰ, **—ৱনং** সাগৰৰ পাৰৰ বননি।

**ৱেল্ল** চালে (ভ্বা প অ ৱেল্লতি) ১। যা, গমন কৰ, ২। কঁপ, কঁপি থাক, কঁপনি উঠ। ঘূৰি ফুৰ।

**ৱেল্লঃ, ল্লনং** *পু. ক্লী.* কঁপনি। চলন। মাটিত বাগৰা।

**ৱেল্লহলঃ** *পু.* কামুক, লম্পট।

**ৱেল্লিঃ** *স্ত্রী.* লতা।

**ৱেল্লিত** *বিণ.* ১। কম্পিত, কঁপি থকা, ২। বেঁকা, বক্র, **—তং** গমন, কম্পন।

**ৱেৱী** কান্তি-গতি-ব্যাপ্তি-ক্ষেপ-প্ৰজন-খাদনে (ভ্বা-অদা, আ স অ ৱেৱীতে) ১। যা, গমন কৰ, ২। পা, গ্ৰহণ কৰ, ৩। ধুনীয়া হ, সুন্দৰ হ, ৪। গৰ্ভ ধাৰণ কৰ, ৫। ব্যাপ্ত হ, বিয়পি যা, ৬ দলিয়া, নিক্ষেপ কৰ, ৭। খা, ভক্ষণ কৰ, ৮। ইচ্ছা কৰ, অভিলাষ কৰ।

**ৱেশঃ** *পু.* (ৱিশ্ অধিকৰণে ঘঞ্) ১। প্ৰৱেশ পথ, ২। ঘৰ।

**ৱেশন্তঃ** *পু.* ১। সৰু পুখুৰী, ২। জুই।

**ৱেশৰঃ** *পু.* খচ্চৰ, টাট্টুঘোঁৰা।

**ৱেশ্ম (ন্)** *ক্লী.* ঘৰ। মনু ৪।৭৩, **—কলিঙ্গঃ** এবিধ কপৌ চৰাই, **—নকুলঃ** চিকা (এন্দুৰ), **—ভূঃ** ঘৰ বন্ধা স্থান।

**ৱেশ্যং** *ক্লী.* বেশ্যালয়।

**ৱেশ্যা** *স্ত্ৰী.* (ৱেশেন পণ্য যোগেন জীৱতি ৱেশ যৎ টাপ্) নটী, দেহোপজীৱিনী, গণিকা, **—গমনং** ব্যভিচাৰ, **—জনঃ** বেশ্যা। **—পণঃ** বেশ্যাক দিয়া ধন।

**ৱেশ্বৰঃ** খচ্চৰ।

**ৱেষণং** জীৱিকা, ব্যৱসায়, সম্পত্তি।

**ৱেষ্ট** ৱেষ্টে (ভ্বা আ স ৱেষ্টতে) ১। ঘেৰ, ঘেঁৰি ধৰ, বেৰি দৰ, মেৰাই ধৰ, আবৃত কৰ, ২। কাপোৰ পিন্ধ (নিজন্ত) ৱেষ্টয়তি -তে। **আ—** মেৰা, মেৰাই ল। **পৰি—**, **সং—** একেলগে মেৰা, মেৰাই ল।

**ৱেষ্টঃ** *পু.* (ৱেষ্ট্ ঘঞ্) ১। ৱেষ্টন, ২। বেৰা, চৌহদ বেৰ, ৩। পাগুৰি, ৪। গম এঠা, ধুনা, তাৰ্পিণ, **—বংশঃ** এবিধ বাঁহ, **—সাৰঃ** তাৰ্পিণ।

**ৱেষ্টকং** *ক্লী.* ১। পাগুৰি, ২। আলোৱান, উত্তৰীয়, ৩। গম এঠা, ৪। তাৰ্পিণ, **—কঃ** ১। বেৰা, দেৱাল, লাউ, তৰমুজ।

**ৱেষ্টনং** *ক্লী.* ১। ঘেৰি ধৰা, বেড়ি ধৰা, মেৰাই ধৰা কাৰ্য্য, ২। আৱৰণ, আলোৱান, ৩। পাগুৰি, ৪। কংকালৰ পেটি, কংকালী, ৫। পটী, মেৰাই বন্ধা কাপোৰ, ৬। কাণৰ বাহিৰ ভাগ, ৭। গুগ্‌গুল, ৮। নৃত্যভঙ্গী এবিধ।

**ৱেষ্টনকঃ** এবিধ যৌনসঙ্গম ভঙ্গী। 'ঊৰ্দ্ধগং পাদমেকঞ্চ ভুজাভ্যেৰ্বেষ্টয়েদ্ যদি। কান্তকক্ষাশ্ৰিতাং নাৰীং বন্ধো ৱেষ্টনকঃ স্মৃতঃ।। উৰ্দ্ধং পাদদ্বয়ং নাৰ্য্যা ভুজাভ্যাং ৱেষ্টয়েদযদি। কৰাভ্যাং কণ্ঠমালিঙ্গ্য বন্ধো ৱেষ্টন ৱেষ্টকঃ। বম।

**ৱেষ্টিত** *বিণ.* ১। ঘেৰি ধৰা, আবৃত, ২। ৰুদ্ধ, অৱৰুদ্ধ, ৩। নদী-প্ৰাচীৰাদিৰে ঘেৰি ৰখা (স্থান)।

**ৱেষ্পঃ, ৱেষ্যঃ** পানী।

**ৱেষ্যা** বেশ্যা।

**ৱেসৰঃ** খচ্চৰ।

**ৱেসৱাৰঃ —ৱষাৰঃ** ধনিয়া, সৰিয়হ, জলকীয়া আৰু আদা একেলগে বটি তৈয়াৰ কৰা মচলা বা চাটনি।

**ৱেহ্** যত্নে (ভ্বা আ অ ৱেহতে) যত্ন কৰ, চেষ্টা কৰ।

**ৱেহৎ** *স্ত্ৰী.* বাঁজী গাই।

**ৱেহাৰঃ** *পু* বিহাৰ ৰাজ্য।

**ৱেহু** চালে (ভ্বা উস ৱেহুতি -তে) যা, গমন কৰ, আগুৱাই যা।

**ৱৈ** শোষে (ভ্বা প স ৱায়তি) ১। শুকাই পেলা, শুকা, ৰ'দত শুকা, ২। শ্ৰান্ত হ, ভাগৰি পৰ।

**ৱৈ** *অব্য* কবিতা বা শ্লোকৰ পাদ পূৰণত ব্যৱহাৰ কৰা হয়। ইয়াৰ নিজা কোনো বিশেষ অৰ্থ নাই। যেনে— 'আপো নাৰা ইতি পোক্তা আপো ৱৈ নৰসুনৱঃ।' মনু ১।১০।

**ৱৈংশতিক** *বিণ.* বিংশত্যা ক্ৰীতঃ। কুড়ি টকাত কিনা।

**ৱৈকক্ষং, —ক্ষকং** *ক্লী.* লগুণৰ নিচিনাকৈ পিন্ধা মালা।

**ৱৈকতিকঃ** *পু.* সোণাৰী।

**ৱৈকৰ্তনঃ** অঙ্গৰাজ কৰ্ণ।

**ৱৈকল্পং** ১। বিকল্পতা, ২। অনিশ্চয়তা, ৩। অযোগ্যতা।

**ৱৈকল্যং** *ক্লী.* ১। দোষ, ভ্ৰান্তি, ২। অসম্পূৰ্ণতা, ৩। খোৰা, বিকলাঙ্গ, ৪। উদ্বিগ্নতা।

**ৱৈকাৰিক** *বিণ.* বিকাৰ সম্বন্ধীয়, পৰিৱৰ্তন, পৰিৱৰ্তিত।

**ৱৈকালঃ** আবেলি, সন্ধিয়া।

**ৱৈকালিক, ৱৈকালীন** *বিন.* আবেলি, সন্ধিয়া, বিয়লি।

**ৱৈকুণ্ঠঃ** *পু.* ১। শ্ৰীকৃষ্ণ, ভা ১।১৫।৪৬; ২। ইন্দ্ৰ, ৩। তুলসী গছ, **—ণ্ঠং** বিষ্ণুলোক, **—চতুৰ্দশী** কাতি মাহৰ শুক্লা চতুৰ্দশী, **—লোকঃ** বিষ্ণুলোক।

**ৱৈকৃত** *বিণ.* পৰিৱৰ্তিত, সলনি কৰা, **—তং** ১। পৰিৱৰ্তন, ২। অনিচ্ছা, অলসতা, ৩। অৱস্থাৰ পৰিৱৰ্তন, ৪। কুলক্ষণ, **—ৱিৱৰ্তঃ** দুখ লগা অৱস্থা। কষ্ট, যাতনা।

**ৱৈকৃতিক** পৰিৱৰ্তিত। সালসলনি কৰা, (সাংখ্য) বিকৃতি সম্বন্ধীয়।

**ৱৈকৃত্যং** ১। পৰিৱৰ্তন, অদল-বদল, ২। দুৰ্দশা, শোক, ৩। বিৰাগ।

**ৱৈক্ৰান্তং** *ক্লী.* এবিধ মুক্তা, ৰত্ন।

**ৱৈক্লৱং, —ব্যং** ১। বিমূঢ়তা, উদ্বেগ, ২। দুৰ্দশা, শোক।

**ৱৈখৰী** *স্ত্ৰী.* ১। শব্দ উচ্চাৰণ, ২। বাক্য উচ্চাৰণ কৰা শক্তি, ৩। কথা, বাক্য।

**বৈখানস** *বিণ.* সন্ন্যাসী সম্বন্ধীয়, **—সঃ** বানপ্রস্থী, তৃতীয় আশ্রমত থকা দ্বিজ, ৰ ১৪।২৮।

**বৈগুণ্যং** ১। গুণৰ অভাৱ, গুণৰ বৈষম্য, দোষ, ২। গুণৰ বৈচিত্ৰ, ৩। নীচত্ব। নিপুণতাৰ অভাৱ।

**বৈচক্ষণ্যং** বিচক্ষণতা, নিপুণতা।

**বৈচিত্ত্যং** শোক, মনৰ ব্যাকুলতা।

**বৈচিত্ৰ্যং** বিচিত্ৰতা, বিভিন্নতা, আকৰ্ষণীয়তা।

**বৈজননঃ** *পু.* গৰ্ভৰ শেষ মাহ। (নৱম বা দশম মাহ)।

**বৈজয়ন্তঃ** *পু.* ১। ইন্দ্ৰৰ ৰাজপ্ৰাসাদ, ২। ইন্দ্ৰৰ ধ্বজা, ৩। পতাকা, ৪। বাসস্থান।

**বৈজয়ন্তিকা** *স্ত্ৰী.* ১। পতাকা, ধ্বজা, ২। মুক্তাৰ হাৰ।

**বৈজয়ন্তী** *স্ত্ৰী.* ১। পতাকা, ধ্বজা, ২। মালা, ৩। বিষ্ণুৱে গলত পিন্ধা হাৰ (বা মালা) ডালৰ নাম, ৪। এখন শব্দকোষ।

**বৈজাত্যং** ১। বিজাতৰীয়ত্ব, জাতি বা বৰ্ণৰ বৈপৰীত্য, ২। জাতিৰ পৰা বৰ্জন, ৩। ব্যভিচাৰিতা।

**বৈজ্ঞানিক** *বিণ.* চতুৰ। প্ৰধান, নিপুণ, অভিজ্ঞ, বিজ্ঞানী।

**বৈণ** বাঁহ বেঁতৰ কাম কৰা মানুহ।

**বৈণৱ** *বিণ.* বাঁহেৰে তৈয়াৰী। **—ৱং** বাঁহৰ বীজ, **—ৱঃ** ১। বাঁহৰ লাঠী, ২। বাঁহৰ কাম কৰা মানুহ, **—ৱী** বাঁহৰ পৰা ওলোৱা সুগন্ধি এঠা এবিধ।

**বৈণৱিকঃ** *পু.* বাঁহী বাদক।

**বৈণৱী (ন্)** *পু.* মহাদেৱ।

**বৈণিকঃ** বীণাবাদক।

**বৈণুকঃ** বীণাবাদক।

**বৈণুকং** *ক্লী.* অঙ্কুশ। **—কঃ** বাঁহীবাদক।

**বৈতংসিকঃ** মাংস বিক্ৰেতা। কচাই।

**বৈতনিক** *বিণ.* বেতনভোগী, **—কঃ** ১। মজদুৰ, হাজিৰা খটা মানুহ।

**বৈতৰণিঃ, —ণী** *স্ত্ৰী.* ১। নৰকৰ এখন নদী, ২। কলিঙ্গৰ এখন নদী।

**বৈতস** ১। বেঁত সম্বন্ধীয়, ২। বেঁতেৰে তৈয়াৰী, ৩। বেঁতৰ দৰে, অধিক বলৱানৰ ওচৰত সেও মনা।

**বৈতান** *বিণ.* যজ্ঞীয়, পৱিত্ৰ, **—নং** ১। যজ্ঞকৰ্ম, ২। যজ্ঞৰ আহুতি।

**বৈতালিকঃ** *পু.* ১। চাৰণ, স্তুতি গায়ক, ২। যাদুকৰ, ঐন্দ্ৰজালিক।

**বৈত্ৰক** *বিণ.* বেঁত সম্পৰ্কীয়, বেঁতপূৰ্ণ, বেঁতেৰে তৈয়াৰী।

**বৈদঃ** *পু.* জ্ঞানী পুৰুষ, পণ্ডিত ব্যক্তি।

**বৈদগ্ধ, —গ্ধী, —গ্ধ্যঃ** ১। বিগগ্ধতা, অভিজ্ঞতা, চাতুৰ্য্য, ধূতামি, প্ৰত্যুৎপন্নমতি।

**বৈদৰ্ভঃ** *পু.* বিদৰ্ভৰাজ, **—ৰ্ভী** ১। দময়ন্তী, ২। ৰুক্মিণী, ৩। এবিধ কাব্যৰীতি।

**বৈদল** *বিণ.* বেঁতেৰে তৈয়াৰী, **—লং** ১। সন্ন্যাসীয়ে হাতত লোৱা খোলা বা বাটি, ২। গছ বা লতাৰ কোমল ঠনিৰে বনোৱা পাচি বা বহা আসন, **—লঃ** এবিধ পিঠা।

**বৈদিক** *বিণ.* ১। বেদ সম্বন্ধীয়। বেদজ্ঞ, ২। পৱিত্ৰ, শাস্ত্ৰীয়, **—কঃ** বেদজ্ঞ ব্ৰাহ্মণ, **—পাশঃ** নিজকে বেদজ্ঞ বুলি জাহিৰ কৰি ফুৰা লোক।

**বৈদুষ্যং** জ্ঞান, বিদ্যা।

**বৈদূৰ্য** *বিণ.* (বিদূৰ এ্যঃ) বৈদূৰ্যমিণি।

**বৈদেশিক** *বিণ.* অন্য দেশীয়, বিদেশী, **—কঃ** আগন্তুক, বিদেশী লোক।

**বৈদেহঃ** *পু.* ১। বিদেহৰাজ, ২। বিদেহবাসী, ৩। বণিক জাতিৰ মানুহ, ৪। ব্ৰাহ্মণীৰ গৰ্ভজাত বৈশ্যৰ সন্তান, **—হাঃ** বিদেহৰ প্ৰজা, **—হী** সীতা।

**বৈদেহিকঃ** মহাজন। বণিক।

**বৈদ্য** *বিণ.* ১। বেদ সম্বন্ধীয়, বৈদিক, শাস্ত্ৰীয়, আধ্যাত্মিক, ২। ঔষধ বা চিকিৎসা সম্বন্ধীয়, **—দ্যঃ** *পু.* ১। পণ্ডিত, জ্ঞানী, ২। চিকিৎসক, ৩। বৈদ্য জাতিৰ (বৰ্ণসঙ্কৰ জাতি ঃ বৈশ্যাৰ গৰ্ভজাত ব্ৰাহ্মণৰ সন্তান) মানুহ, **—ক্ৰিয়া** চিকিৎসাবৃত্তি, **—নাথঃ** ১। ধন্বন্তৰি, ২। শিৱ, ৩। চিকিৎসক।

বৈদ্যনাথ নমস্তুভ্যং যমৰাজসহোদৰ। ত্বয়ি ৰিন্যস্তভাৰোঽয়ং কৃতান্তঃ সুখমেধতে।।

(যমস্তু হৰতি প্ৰাণান্ ত্বং প্ৰাণান্ধনানি চ)। উদ্ভট।

**বৈদ্যকং** *ক্লী.* চিকিৎসা বিজ্ঞান। **—কঃ** চিকিৎসক।

**বৈদ্যুত** *বিণ.* বিদ্যুৎ বা বিজুলী সম্বন্ধীয়, **—ৱহ্নি** বিজুলীৰ জুই, বজ্ৰ।

**বৈধ, বৈধি** *বিণ.* ১। বিধি, শাস্ত্ৰসম্মত, শাস্ত্ৰীয়, ২। আইন সঙ্গত, ন্যায়নিষ্ঠ।

**বৈধৰ্ম্যং** *ক্লী.* অসঙ্গততা, বিভিন্নতা, গুণবৈষম্য, অনৈতিকতা, প্ৰতিকূলতা।

**বৈধৱেয়** *বিণ.* বিধৱাৰ পুত্ৰ।

**বৈধুৰ্যং** *ক্লী.* ১। শোক, সন্তাপ, ২। জোকাৰণি, কঁপনি।

**ৰৈধেয়** *বিণ.* (ৱিধেয়ে কৰ্তব্যে অনভিজ্ঞঃ ৱিধেয় অণ) ১। মূৰ্খ, ২। বিধিসম্মত, **—য়ঃ** মূৰ্খ।

**ৰৈনতেয়ঃ** *পু.* (ৱিনতায়া অপত্যম ইতি ৱিনতা ঢক) ১। গৰুড়, ২। অৰুণ।

**ৰৈনমিক** *বিণ.* বিনয় সম্বন্ধীয়, নৈতিক, সৌজন্যমূলক, **—কঃ** যুদ্ধযান।

**ৰৈনায়িকঃ** *পু.* ১। বৌদ্ধ ধৰ্মমত, ২। বৌদ্ধধৰ্মী।

**ৰৈনাশিকঃ** ১। ভৃত্য, দাস, ২। মকৰা, ৩। জ্যোতিষী, ৪। বৌদ্ধ ধৰ্মমত, ৫। বৌদ্ধধৰ্মী।

**ৰৈপৰীত্যং** অসঙ্গততা, বিৰোধ, অসংলগ্নতা।

**ৰৈপুল্যং** *ক্লী.* বিস্তাৰ, বহলতা, প্ৰাচুৰ্য্য।

**ৰৈফল্যং** বিফলতা, অকৃতকাৰ্য্যতা।

**ৰৈৰোধিকঃ** ১। প্ৰহৰী, ২। সময় বিজ্ঞাপক প্ৰহৰী, কি ৯।৭৪।

**ৰৈভৱং** *ক্লী.* (ৱিভৱস্য ভাৱঃ) মহত্ত্ব, ঐশ্বৰ্য্য, দীপ্তি, উজ্জ্বলতা, সম্পত্তি, শক্তি, বল।

**ৰৈভ্ৰং** *ক্লী.* বিষ্ণুলোক।

**ৰৈভ্ৰাজং** স্বৰ্গীয় উদ্যান।

**ৰৈমত্যং** *ক্লী.* অমত, বিপৰীত মত। বিৰক্তি, অস্বীকাৰ।

**ৰৈমনস্যং** *ক্লী.* ১। মানসিক অৱসাদ, শোক, সন্তাপ, ২। অসুস্থতা।

**ৰৈমাত্ৰঃ ৰৈমাত্ৰেয়ঃ** সতিয়ৈ মাকৰ পত্ৰ। সতিয়ৈ পো।

**ৰৈমাত্ৰা, —ত্ৰী, —ত্ৰেয়ী** সতিয়ৈ মাকৰ জীয়াৰী, সতিয়ৈ জী।

**ৰৈমানিক** *বিণ.* স্বৰ্গীয় ৰথত জন্মা, **—কঃ** স্বৰ্গীয় ৰথৰ চালক।

**ৰৈমুখ্যং** *ক্লী.* ১। মুখ ফিৰোৱা, পলায়ন, ২। বিৰাগ।

**ৰৈমেয়ঃ** *পু.* বিনিময়, সলনি।

**ৰৈয়গ্ৰং ৰৈয়গ্ৰ্যং** *ক্লী.* অত্যধিক আসক্তি, নিমগ্নতা, বিবুদ্ধি, ব্যাকুলতা।

**ৰৈয়াকৰণ** *বিণ.* (ৱ্যাকৰণং বেত্তি অধীতে ৱা ব্যাকৰণ অণ্) ব্যাকৰণ সম্বন্ধীয়, **—ণঃ** ব্যাকৰণ শাস্ত্ৰত পণ্ডিত। ব্যাকৰণৰ শিক্ষক।

**ৰৈয়াঘ্ৰঃ** *পু.* (ৱ্যাঘ্ৰস্য ৱিকাৰঃ) বাঘৰ ছালেৰে আবৃত ৰথ, **—পদ্যঃ** গোত্ৰ প্ৰৱৰ্তক এগৰাকী মুনি।

**ৰৈয়াত্যং** *ক্লী* সাহসিকতা। ক্ৰূৰতা, লজ্জাহীনতা।

**ৰৈয়াসকিঃ, ৰৈয়াসিকঃ** *পু.* ১। ব্যাসৰ পুত্ৰ, ২। ব্যাসকৃত গ্ৰন্থ।

**ৰৈৰং** *ক্লী.* (ৱীৰস্য ভাৱঃ কৰ্ম্ম বা ৱীৰ অন্) ১। বিৰোধিতা, শত্ৰুতা কাজিয়া পেচাল, ২। ঘৃণা, প্ৰতিশোধ, ৩। বীৰত্ব, শক্তি, **—কৰঃ, কাৰঃ, কৃৎ** শত্ৰু। **—ভাৱঃ** শত্ৰুতা ভাব, **—ৰক্ষী** (ন্) শত্ৰুৰ পৰা ৰক্ষা কৰোঁতা, **—শুদ্ধিঃ, সাধনঃ** প্ৰতিশোধ।

**ৰৈৰক্তং** ১। সংসাৰৰ প্ৰতি বিৰাগ, বাসনাশূন্য, ২। নিৰানন্দ।

**ৰৈৰঙ্গিকঃ** সংযমী, সন্ন্যাসী।

**ৰৈৰল্যং** *ক্লী.* ১। বিৰলতা, ২। শিথিলতা।

**ৰৈৰাগিকঃ, ৰৈৰাগী** (ন্) *পু.* সংসাৰ ত্যাগী সন্ন্যাসী।

**ৰৈৰাগ্যং** *ক্লী.* ১। সাংসাৰিক বাসনাৰ অভাৱ, ২। নিৰানন্দ, অসন্তুষ্টি, বিৰাগ ভাৱ।

**ৰৈৰাজ** *বিণ.* ব্ৰহ্ম সম্বন্ধীয়।

**ৰৈৰাটি** *বিণ* বিৰাটৰাজ সম্পৰ্কীয়। **—টঃ** উই পৰুৱা।

**ৰৈৰী** (ন্) *পু* শত্ৰু, গী ৩।২৭।

**ৰৈৰূপ্যং** *ক্লী.* ৰূপহীনতা, কুৰূপতা, আকৃতিৰ বিকাৰ।

**ৰৈৰোচনঃ, চনিঃ** বিৰোচন পুত্ৰ বলিৰাজ। বুদ্ধ। সূৰ্য্যপুত্ৰ।

**ৰৈৰোচিঃ** *পু* বলিনন্দন বাণৰাজ।

**ৰৈৰোদ্ধাৰঃ** *পু.* অপকাৰীৰ বিৰুদ্ধে কৰা অপকাৰ।

**ৰৈলক্ষণ্যং** *ক্লী.* বিৰোধ, বিভিন্নতা, ব্যতিক্ৰম।

**ৰৈলক্ষ্যং** *ক্লী.* ১। ব্যাকুলতা, বিবুদ্ধি, ২। অস্বাভাৱিকতা, লজ্জা, বিৰোধ, ওভোতা অৱস্থা।

**ৰৈলোম্যং** বিৰোধিতা, বৈপৰীত্য, ওভোতা অৱস্থা।

**ৰৈল্বং** *ক্লী.* বেলফল, মনু ২।৪৫।

**ৰৈৱধিকঃ** *পু.* ১। ফালেঙী, ২। ভাৰবাহী মানুহ।

**ৰৈৱৰ্ণ্যং** ১। বিবৰ্ণতা, শেঁতা অৱস্থা, ২। বিভিন্নতা, জাতিভ্ৰষ্টতা।

**ৰৈৱস্বতঃ** *পু.* ১। বৰ্তমান যুগৰ অধিষ্ঠাতৃ সপ্তম মনু, ২। এজন ৰুদ্ৰ, ৩। যমৰাজ, ৪। শনিগ্ৰহ, **—তং** বৰ্তমানৰ মন্বন্তৰ, **—তী** ১। দক্ষিণ দিক, ২। যমুনা নদী।

**ৰৈৱাহিক** *বিণ.* বিবাহ সম্পৰ্কীয়, **—কং, কঃ** বিবাহ। **—কঃ** কন্যাৰ বা পুত্ৰৰ শহুৰেক, বিয়েৈ।

**ৰৈশদ্যং** ১। বিশুদ্ধতা, ২। পবিত্ৰতা, ৩। শুভ্ৰতা, ৪। প্ৰশান্ত স্বভাৱ, মানসিক শান্তি।

**ৰৈশম্পায়নঃ** *পু.* বিশম্পৰ গোত্ৰাপত্য। এজন প্ৰসিদ্ধ মুনি। যজুৰ্বেদৰ এগৰাকী প্ৰবক্তা।

**বৈশংসঃ** ১। ধ্বংস, হত্যা, বধ, ২। দুৰ্দশা, যাতনা, কষ্ট, কু ৪।৩১।

**বৈশস্ত্ৰং** *ক্লী.* ১। শস্ত্ৰবিহীনতা, অস্ত্ৰশূন্যতা, ২। ৰক্ষণৰ অভাৱ।

**বৈশাখং** *ক্লী.* (বিশাখ এব ইতি স্বাৰ্থে অণ্) ধনুৰ্ধাৰীবিলাকৰ থিয় হোৱা ভঙ্গী এবিধ। **—খঃ** ১। মন্থন দণ্ড, ২। বহাগ মাহ, **—খী** বহাগৰ পূৰ্ণিমা।

**বৈশিক** বেশ্যা সম্বন্ধীয়, বেশ্যাবিলাকে কৰা বা জনা কাম, **—কং** বেশ্যা বৃত্তি। **—কঃ** বেশ্যাৰ লগত সম্বন্ধ থকা পুৰুষ। কামক্ৰীড়াত নিপুণ নায়ক।

**বৈশিষ্ট্যং** ১। বিশিষ্টতা, বিভিন্নতা, ২। উৎকৃষ্টতা, ৩। বিশেষ গুণৰ অধিকাৰ।

**বৈশেষিক** ১। বিশিষ্টতাপূৰ্ণ, বৈশিষ্ট্যসম্পন্ন, ২। বৈশেষিক দৰ্শনৰ অনুগামী, **—কং** ভাৰতীয় ষড় দৰ্শনৰ এবিধ। মহৰ্ষি কণাড় এই দৰ্শনৰ প্ৰৱৰ্ত্তক।

**বৈশেষ্যং** উৎকৃষ্টতা, শ্ৰেষ্ঠত্ব, প্ৰসিদ্ধি।

**বৈশ্যঃ** *পু.* (বিশ ষ্যঞ্) ব্ৰহ্মাৰ উৰুৰ পৰা জাত এটা বৰ্ণ। চতুৰ্বৰ্ণৰ এটা বৰ্ণ, ঋবে ১০।৯।১২; খেতি-বাতি, ব্যৱসায়, বাণিজ্য বৈশ্য জাতিৰ বিশেষভাৱে নিৰ্দিষ্ট কৰ্ম। ইয়াৰ উপৰিও দান, অধ্যয়ন, যজ্ঞ, ধৰ্ম —এই চাৰি বিধ সাধাৰণ কৰ্ম সকলোৰে কাৰণে। **—শ্যা** বৈশ্য তিৰোতা। **—বৃত্তিঃ** বৈশ্য-বিলাকৰ জীৱিকা।

**বৈশ্ৰৱণঃ** *পু.* ১। কুবেৰ, ২। শিৱ।

**বৈশ্ৰৱণালয়ঃ** *পু.* ১। বটগছ, ২। কুবেৰ নগৰী।

**বৈশ্ৰৱণাৱাসঃ, ৱণোদয়ঃ** বট গছ।

**বৈশ্বদেৱঃ** *পু.* ১। বিশ্বদেৱ সম্বন্ধীয় হোম যজ্ঞাদি, ২। গণ দেৱতা, মনু ৪।১৮৩।

**বৈশ্বানৰঃ** *পু.* ১। অগ্নি, ২। আগিয়াচিতা, ৩। জঠৰাগ্নি, হজমশক্তি, গী ১৫।১৪; ৪। পৰম ব্ৰহ্ম, ৫। সাধাৰণ জ্ঞান।

**বৈশ্বাসিক** *বিণ.* বিশ্বস্ত, বিশ্বাসী।

**বৈষম্যং** *ক্লী.* ১। অসমতা, ২। কৰ্কশতা, ৩। অন্যায়, *৪। দুৰ্দশা, ৫। নিৰ্জনতা।*

**বৈষিক** *বিণ.* ১। বিষয় বা পদাৰ্থ সম্পৰ্কীয়, ২। ইন্দ্ৰিয়গ্ৰাহ্য, **—কঃ** কামুক, ইন্দ্ৰিয়সুখাভিলাষী।

**বৈষ্টুতং** হোমৰ ভস্ম।

**বৈষ্টৃঃ** *পু.* ১। আকাশ, স্বৰ্গ, ২। বায়ু, ৩। পৃথিৱী।

**বৈষ্ণৱং** *ক্লী.* ১। হোমৰ ভস্ম, ২। বিষ্ণু পুৰাণ, **—ৱঃ** ১। বিষ্ণুৰ উপাসক, বিষ্ণুভক্ত, ২। তিনিটা প্ৰধান পন্থাৰ এটা। আন দুটা শাক্ত আৰু শৈৱ। **—ৱী** ১। বিষ্ণুশক্তি। 'বিষ্ণুভক্তা বিষ্ণুৰূপা বিষ্ণোঃ শক্তি স্বৰূপিণী। সৃষ্টৌ চ বিষ্ণুনা সৃষ্টা বৈষ্ণৱী তেন কীৰ্তিতা। ২। দুৰ্গা, ৩। গঙ্গা, ৪। অপৰাজিতা, ৫। তুলসী, **—পুৰাণং** ওঠৰখন মহাপুৰাণৰ এখন।

**বৈসাৰিণঃ** *পু.* মাছ।

**বৈসূচনং** *ক্লী.* নাটকত পুৰুষৰ দ্বাৰা স্ত্ৰী চৰিত্ৰ ৰূপায়ণ

**বৈহাৰ্য্য** *বিণ.* পৰিহাসৰ যোগ্য। হাঁহি-ধেমালিৰ যোগ যেনে খুলশালী।

**বৈহাসিকঃ** পৰিহাস কৰোঁতা, ভণ্ড, বিদূষক, নৈ ১৯।৬৪

**বোটা** *স্ত্ৰী.* দাসী।

**বোড়ঃ** *পু.* তামোল গছ।

**বোদ্ৰঃ** *পু.* ১। এবিধ সাপ, ২। এবিধ মাছ।

**বোদ্ৰী** *স্ত্ৰী.* পণৰ চাৰি ভাগৰ এভাগ।

**বোঢ়ব্য** *বিণ.* বহনীয়, বহন কৰাৰ যোগ্য।

**বোঢ়া (ঢ়)** *পু.* (ৱহ্ তৃচ) ১। ভাৰী, মজদুৰ, 'কুলি' ২। নায়ক, নেতা, ৩। পতি, ৪। ষাঁড়, বলদ, ৫ সাৰথি, ৰথচালক, ৬। মাল বহনকাৰী ঘোঁৰা।

**বোণ্টঃ** ঠানি, কন্দ।

**বোদ** *বিণ.* সেমেকা, তিতা।

**বোদালঃ** বৰালি মাছ।

**বোৰকঃ** *পু.* লিখক। নকলনবিচ।

**বোৰটঃ** *পু.* কুন্দ ফুল।

**বোলঃ** বাঁহৰ ভিতৰৰ এঠাৰ দৰে এবিধ ৰস, বংশলোচন।

**বোলকঃ** লিখক।

**বোল্লাহঃ** *পু.* এবিধ ঘোঁৰা।

**বোহিথ্যং** *ক্লী.* জাহাজ।

**বৌদ্ধং** *ক্লী.* (বুদ্ধেন কৃতম্ বুদ্ধ অন্) বুদ্ধৰ দ্বাৰা ৰচিত নিৰীশ্বৰ শাস্ত্ৰ।

**বৌষৎ** *অব্য.* দেৱতা আৰু পিতৃ-পুৰুষৰ উদ্দেশ্যে হবি দান কৰা মন্ত্ৰ বিশেষ।

**ব্যংশকঃ** *পু.* (ৱিগতোঽংশো ৱিভাগো যস্য) পৰ্বত।

**ব্যংশুক** *বিণ.* উলঙ্গ, কি ৯।২৪।

**ব্যংসকঃ** ধূৰ্ত, ঠগ।

**ব্যংসনং** ছল, প্ৰবঞ্চনা।

**ব্যংসিত** *বিণ.* প্ৰবঞ্চিত, প্ৰতাৰিত।

**ব্যক্ত** *বিণ.* (ৱি অনজ ব্যপ্তৌ ক্তঃ) ১। প্ৰদৰ্শিত, প্ৰকাশিত, ২। সৃষ্ট, ৩। প্ৰস্ফুটিত, স্পষ্ট, ৪। জ্ঞাত, ৫। ব্যক্তিগত, ৬। জ্ঞানী,প্ৰাজ্ঞ, **—ক্তং** *অব্য.* স্পষ্টকৈ খোলাখুলিকৈ, নিশ্চয়কৈ, **—গণিতং** অঙ্কশাস্ত্ৰ, **—দৃষ্টাৰ্থঃ** সাক্ষী, দেখা সাক্ষী, **—ৰাশিঃ** জনা পৰিমাণ, জনা সংখ্যা, **—ৰূপঃ** বিষ্ণু, **—ৱিক্ৰম** বিণ. শক্তি প্ৰদৰ্শন।

**ব্যক্তিঃ** *স্ত্ৰী.* (ৱি অনজ ক্তিণ) ১। প্ৰকাশ, দৃষ্ট বস্তু, ২। স্পষ্টতা, ৰ ১।১০; ৩। জন, মানুহ, কু ৭।২; ৪। চৰাচৰ প্ৰাণী, গী ৮।১৮; ৫। প্ৰভেদ বিশিষ্টতা, ৬। (ব্যাক) লিঙ্গ, ৭। শব্দ সাধন।

**ব্যগ্ৰ** *বিণ.* ১। বিমূঢ়, উদ্বিগ্ন, ব্যাকুল, ২। আতঙ্কিত, ৩। নিমগ্ন, কু ৭।২; **—গ্ৰঃ** *পু.* বিষ্ণু।

**ব্যঙ্গ** *বিণ.* ১। আকাৰহীন, ২। অঙ্গহীন, বিকলাঙ্গ, **—ঙ্গঃ** ১। ভেকুলী, ২। গালত হোৱা ক'লা দাগ।

**ব্যঙ্গ্য** *বিণ.* ব্যঞ্জনাৰ দ্বাৰা বোধ্য। ব্যঞ্জনা অৰ্থেৰে বুজিব পৰা, **—ঙ্গ্যং** ব্যঞ্জনাৰ্থ, ইঙ্গিত।

**ব্যচ ব্যাজে** (তুদা প স ৱিচতি) ১। ঠগা, ছলনা কৰ, ২। প্ৰবঞ্চনা কৰ।

**ব্যজঃ** *পু.* **ব্যজনং** *ক্লী.* বিচনী, ঋতু ১।৮।

**ব্যঞ্জক** *বিণ.* (ৱি অনজ ণ্বুল) স্পষ্ট কৰোঁতা, প্ৰদৰ্শক, প্ৰকাশক। ইঙ্গিতকাৰী, সঙ্কেতকাৰী, **—কঃ** ১। অভিনয়। নাটকীয় কাৰ্য্য, শৰীৰৰ অঙ্গী-ভঙ্গীৰে নাটকীয় চৰিত্ৰৰ ভাব প্ৰকাশ, ২। চিহ্ন, প্ৰতীক।

**ব্যঞ্জনং** *ক্লী.* (ৱি অনজ ল্যুট) ১। স্পষ্টকৰণ, প্ৰকাশন, ২। চিহ্ন, প্ৰতীক, ৩। পুৰুষ নাইবা স্ত্ৰীৰ গুপ্তাঙ্গ (লিঙ্গ), ৪। অঙ্গ, ৫। শাস্তি হোৱা চিহ্ন, ৬। (ব্যাক) ব্যঞ্জন বৰ্ণ 'হল', ৭। আঞ্জা, তৰকাৰী, মচলা, চাটনি, ৮। ভেশচন, ৯। স্মাৰক, ১০। শব্দৰ তৃতীয় বিধ অৰ্থ, ব্যঞ্জনা (বাকী দুটা অভিধা আৰু লক্ষণা), ১১। গোঁফ, **—না** ব্যঞ্জনা অৰ্থ। শব্দৰ বৃত্তি বিশেষ।

**ব্যঞ্জিত** *বিণ.* ১। স্পষ্টীকৃত, প্ৰকাশিত, ২। লক্ষিত, ৩। ইঙ্গিত, সঙ্কেত।

**ব্যড়ম্বকঃ ব্যড়ম্বনঃ** এৰা গছ।

**ব্যতিকৰঃ** *পু.* (ৱি অতি কৃ অপ্) ১। দুৰ্দশা, দুৰ্ভাগ্য, বিপদ, বিনাশ, ২। ঘটনা, বিষয়, কথা, ৩। বাধা, প্ৰতিবন্ধক, ৪। সংযোগ, ৫। মিশ্ৰণ।

**ব্যতিক্ৰমঃ** *পু.* (ৱি অতি ক্ৰম ঘঞ) ১। উলঙ্ঘন, ক্ৰমৰ বিপৰ্যয়, ২। অশ্ৰদ্ধা, অপমান, ৩। বিৰোধ, ওলোটা অৱস্থা, ৪। পাপ, অপকৰ্ম, ৫। দুৰ্ভাগ্য, বিপদ।

**ব্যতিক্ৰান্ত** *বিণ.* উলঙ্ঘিত, বিপৰ্যস্ত, অপমানিত।

**ব্যতিৰিক্ত** *বিণ.* (ৱি অতি ৰিচ ক্তঃ) ১। ভিন্ন, বিচ্ছিন্ন, ২। চেৰ পেলোৱা, অতিক্ৰান্ত, ৩। প্ৰত্যাখ্যাত, ফিৰাই দিয়া, আটক কৰা, ৪। বাদ পেলোৱা, নধৰা।

**ব্যতিৰেকঃ** *পু* (ৱি অতি ৰিচ ঘঞ) ১। বিনা, অভাৱ, ২। বাহিৰ, ৩। ভিন্নতা, ৪। উৎকৃষ্টতা, ৫। বিভেদ, বিসদৃশতা, ৬। (তৰ্ক) যৌক্তিক বিৰাম, নিবৃত্তি, ৭। এবিধ কাব্যালঙ্কাৰ। ইয়াত উপমানক উপমেয়তকৈ শ্ৰেয় বুলি দেখুৱা হয়।

**ব্যতিষক্ত** পৰস্পৰ সংযুক্ত, মিশ্ৰিত।

**ব্যতিষঙ্গঃ** *পু.* (ৱি অতি ষনজ ঘঞ) ১। পৰস্পৰ মিলন, ২। সংমিশ্ৰণ, ৩। সংযোগ, ৪। বিনিময়।

**ব্যতিহাৰঃ, ব্যতীহাৰঃ** (বি অতি হৃ ঘঞ) বেপাৰত বিনিময়, সালসলনি, ৰ ১২।৯২।

**ব্যতীত** *বিণ.* (ৱি অতি ই ক্তঃ) ১। অতীত, গত, (সময়) অতিবাহিত, ২। মৃত, ৩। অগ্ৰাহ্য, উপেক্ষিত, ৪। পৰিত্যক্ত।

**ব্যতীপাঃ** *পু.* ১। মহাপ্ৰলয়, মাৰাত্মক বিপদ, ২। অশ্ৰদ্ধা, অপমান, ৩। (জ্যোতিষ) এটা বেয়া যোগ।

**ব্যতীহাৰঃ** *পু.* (ৱি অতি হৃ ঘঞ) ১। একে জাতীয় বস্তুৰে ক্ৰীড়া বা কাঁজিয়া, যেনে কেশাকেশি, দণ্ডাদণ্ডি, ২। এবিধ বহুব্ৰীহি সমাস।

**ব্যত্যয়ঃ** *পু.* (ৱি অতি ই অচ) ১। ব্যতিক্ৰম, বিপৰ্য্যয়, ২। বিনিময়, ৩। বাধা, প্ৰতিবন্ধক, ৪। বিৰোধ।

**ব্যত্যস্ত** *বিণ.* বিপৰ্যস্ত, ৰুদ্ধ, অতিক্ৰান্ত।

**ব্যত্যাসঃ** *পু.* (ৱি অতি অস্ ঘঞ) বিপৰ্য্যয়, বিৰোধ, ব্যতিক্ৰম।

**ব্যথ্** দুঃখে চালে ভয়ে (ভ্বা আ অ ব্যথতে) ১। দুখী হ, দুখ কৰ, শোক কৰ, দুৰ্দশাত পৰ, ২। আলোড়িত হ, ৩। কঁপ, কঁপি থাক, ৪। ভয় খা, আতঙ্কিত হ, ৫। শুকাই যা, (নিজন্ত) ব্যথয়তি –তে।

**ব্যথক** *বিণ.* (ব্যথ ণিচ ণ্বুল) ব্যথাকাৰী, বেদনাদায়ক কি ২।৪।

**ব্যথা** *স্ত্ৰী.* (ব্যথ্ অঙ্ টাপ্) ১। দুখ, দুৰ্দশা, যাতনা, শোক, ২। আলোড়ন, অশান্তি, ৰোগ, বেমাৰ।

**ব্যথিত** *বিণ.* (ব্যথ্ ক্তঃ) ১। পীড়িত, দুৰ্দশাগ্ৰস্ত, ঋতু ৬।১৯; ২। আতঙ্কিত, আলোড়িত, অশান্ত।

**ব্যধ্** তাড়ে (দিৱা প ৱিধ্যতি) ১। বিন্ধা কৰ, ছিদ্ৰ কৰ, খোঁচ, ফুটা, ভেদ কৰ, ২। আঘাত কৰ, হত্যা কৰ, কাঁড় বা ছুৰিৰে আঘাত কৰ, **অনু—** ১। আঘাত কৰ, ভেদ কৰ, ঘেৰি ধৰ, ২। খচিত কৰ, **অপ—** দলিয়া, নিক্ষেপ কৰ, ভেদ কৰ, ফুটা কৰ।

**ব্যধঃ** *পু.* ১। ভেদক, ছিদ্ৰকৰ্তা, ২। আঘাতকাৰী।

**ব্যধিকৰণং** এবিধ বহুব্ৰীহি সমাস। ইয়াত সমাস বাক্যৰ প্ৰথম পদটোৰ বিভক্তিৰ লগত পিচৰটোৰ মিল নাথাকে। যেনে চক্ৰপাণি।

**ব্যধ্যঃ** *পু.* (ব্যধ যৎ) ১। ধনুৰ গুণ, ২। লক্ষ্য।

**ব্যধ্বঃ** *পু.* বেয়া পথ, কু মাৰ্গ।

**ব্যন্তৰঃ** *পু.* ভূত, প্ৰেত।

**ব্যপ্** ক্ষয়ে (চুৰা উ অক ব্যপয়তি –তে) ১। দলিয়া, নিক্ষেপ কৰ, ২। হ্ৰাস কৰ, সৰু কৰ, ক্ষয় কৰ, ব্যয় কৰ।

**ব্যপকৃষ্ট** *বিণ.* লৈ যোৱা, দুৰীকৃত।

**ব্যপগত** *বিণ.* ১। গত, প্ৰস্থিত, গুচি যোৱা, অন্তৰ্হিত, ২। দুৰীকৃত।

**ব্যপগমঃ** *পু.* প্ৰস্থান, অন্তৰ্ধান।

**ব্যপত্ৰয়** বিণ. নিলাজ, লজ্জাহীন।

**ব্যপদিষ্ট** *বিণ.* নিৰ্দিষ্ট, প্ৰদৰ্শিত, নিৱেদিত।

**ব্যপদেশঃ** *পু.* (বি অপ দিশ ঘঞ) ১। নাম, উপাধি, ২। পৰিয়াল, বংশ, গোত্ৰ, ৩। খ্যাতি, ৪। ছলনা, কপটতা, ৫। বাৰ্তা, আৱেদন, বিৱৰণ।

**ব্যপদেষ্টা (ঋ)** ঠগ, প্ৰবঞ্চক।

**ব্যপৰোপণং** *ক্লী.* অস্বীকাৰ, বহিষ্কৰণ।

**ব্যপায়ঃ** *পু.* সমাপ্তি, অন্ত, শেষ, অন্তৰ্ধান, ৩।৩৭।

**ব্যপাশ্ৰয়ঃ** *পু.* ১। এটাৰ পিচত এটা, ২। আশ্ৰয় গ্ৰহণ, ৩। নিৰ্ভৰশীলতা।

**ব্যপেক্ষা** *স্ত্ৰী.* ১। আশা, প্ৰত্যাশা, ২। শ্ৰদ্ধা, বিবেচনা, ৩। পৰস্পৰ নিৰ্ভৰশীলতা, ৪। প্ৰয়োগ।

**ব্যপেত** *বিণ.* ১। ভিন্ন, বিচ্ছিন্ন, ২। প্ৰস্থিত।

**ব্যপোঢ়** *বিণ.* ১। বহিষ্কৃত, ২। বিপৰীত, ৩। প্ৰকাশিত, প্ৰদৰ্শিত।

**ব্যভিচাৰঃ** *পু.* (বি অভি চৰ্ ঘঞ) ১। কদাচাৰ, ভ্ৰষ্টাচাৰ, ২। পথভ্ৰষ্ট, ৩। উলঙ্ঘন, ৪। পাপ, অপৰাধ, ৫। অবিশ্বাস, অসাধুতা, লম্পট স্বভাৱ, ৬। বিধি বা নিয়মৰ ব্যতিক্ৰম, ৭। (তৰ্ক) দোষযুক্ত 'হেতু'।

**ব্যভিচাৰিণী** *স্ত্ৰী.* পৰপুৰুষগামিনী স্ত্ৰী। অসতী তিৰোতা

**ব্যভিচাৰী (ন্)** ১। অবিশ্বাসী, অসতী, ২। বিধি বৰ্হিভূত, নীতি নিয়ম শূন্য, উলঙ্ঘনকাৰী। **—ভাৱঃ** শৃঙ্গাৰ ৰসৰ ভাৱ। স্থায়ীভাৱৰ বিপৰীত ভাৱ। ক্ষণস্থায়ী ভাব। নিৰ্বেদ, গ্লানি, শঙ্কা, অসূয়া, ব্ৰীড়া, হৰ্ষ, নিদ্ৰা আদি চৌত্ৰিশ প্ৰকাৰ ব্যভিচাৰী ভাৱ। সাদ ৩।১৬৯।

**ব্যয়** ক) নুদি (চুৰা উ স ব্যায়য়তি –তে) নুদি প্ৰেৰণে ১। দলিয়া, নিক্ষেপ কৰ, ২। চলা, পঠা, প্ৰেৰণ কৰ।

খ) গতৌ ত্যাগে (চুৰা উ স ব্যয়য়তি –তে) ১। যা গমন কৰ, আগুৱাই যা, ২। ব্যয় কৰ, ক্ষয় কৰ, ৩। দান কৰ।

গ) গতৌ (ভ্বা উ স ব্যয়তি –তে) যা, গমন কৰ

**ব্যয়** *বিণ.* (বি ই অচ) পৰিবৰ্তনশীল, ভঙ্গুৰ, অনিত্য বাধিত, **—য়ঃ** ১। অৰ্থক্ষয়, ২। নাশ, ধ্বংস, লোপ ৩। বাধা, প্ৰতিবন্ধক, ৪। ধন খৰচ, মনু ৯।১১; ৫। পতন, অৱনতি, জীৰ্ণতা, ৬। দান, পৰিত্যাগ, ১২।২৩; ৭। এটা নাগ, **—পৰ** অপব্যয়ী, **—পৰাঙ্মুখ** কৃপণ, **—শীল** অপব্যয়ী, **—শুদ্ধিঃ** ধন আদায়।

**ব্যয়নং** *ক্লী.* ১। খৰচ, নাশ, ক্ষয়।

**ব্যয়ী (ন্)** *বিণ.* খৰচী, ব্যয়যুক্ত।

**ব্যৰ্থ** *বিণ.* (বিগতোঽৰ্থো যস্মাৎ) নিৰৰ্থক, বিফল, নিষ্ফল, কু ৩।৭৫

**ব্যলীক** *বিণ.* (বি অল কীকন) ১। মিছা, অলীক, ২ অপ্ৰীতিকৰ, অপৰাধজনক, **—কং** *ক্লী.* ১। অপ্ৰীতিকৰ, অপ্ৰিয় কাম, ঘৃণাজনক বস্তু, ২। শোক, পীড়া যাতনা, দুখ, কু ৩।২৫; ৩। দোষ, অপৰাধ, শি ৯।৮৫; কামজ অপৰাধ, ৪। ছল, কপট, প্ৰতাৰণা, ৫। মিথ্যা, ৬। বিৰোধ, **—কঃ** লম্পট, বিদূষক, কামুক, ব্যক্তি।

**ব্যৱকলনং** ১। বিভাজন, ২। (অঙ্ক) বিয়োগ।

**ব্যৱক্ৰোশনং** *ক্লী.* পৰস্পৰ গালি-গালাজ। তৰ্ক-বিতৰ্ক

**ব্যৱচ্ছিন্ন** *বিণ.* ১। বিচ্ছিন্ন, কাটি, ছিঙি পেলোৱা, ২। ভিন্ন ৩। চিহ্নিত, ৪। ৰুদ্ধ।

**ব্যৱচ্ছেদঃ** *পু.* (বি অৱ ছিদ্ ঘঞ) ১। কাঁড় নিক্ষেপ,

২। পৃথকত্ব, ৩। নিবৃত্তি, ৪। নিশ্চয়তা, ৫। গ্ৰন্থৰ পৰিচ্ছেদ, অধ্যায়, ৬। বিৰাম।

**ব্যৱধা** *স্ত্ৰী.* (বি অৱ ধা অঙ) ১। ব্যৱধান, ২। আৱৰণ, ৩। বিভাগ, প্ৰতিবন্ধক।

**ব্যৱধানং** *ক্লী.* (বি অৱ ধা ল্যুট) ১। আচ্ছাদন, ২। বাধা, প্ৰতিবন্ধক, ৩। লোপ, অন্তৰ্ধান, ৪। পৰ্দা, ঢাকনী, ৫। মধ্যান্তৰ, ৬। (ব্যাক) এটা আখৰ বা বৰ্ণৰ মধ্যস্থতা, ৭। ভেদ, ৮। বিচ্ছেদ, ৯। সমাপ্তি।

**ব্যৱধায়ক** *বিণ.* প্ৰতিবন্ধক, বাধক, বিচ্ছেদক, ভেদকাৰী, মধ্যস্থ। ব্যৱধানকৰ্তা।

**ব্যৱধিঃ** *পু.* (বি অৱ ধা কিঃ) ব্যৱধান, নৈ ২।১৯।

**ব্যৱসায়ঃ** *পু.* (বি অৱ সো ঘঞ) ১। জীৱিকা, উপজীৱিকা 'আহাৰো দ্বিগুণঃ স্ত্ৰীণাং বুদ্ধিস্তাসাং চতুৰ্গুণা। ষড গুণো ব্যৱসায়শ্চ কামশ্চাষ্টগুণঃ স্মৃতঃ।।' চাণক্য. ২। যত্ন, চেষ্টা, অধ্যৱসায়, উদ্যোগ, ৩। নিশ্চয়তা, দৃঢ়তা, গী ৪১, ৪। কাৰ্য্য, অনুষ্ঠান, ৫। স্বভাৱ, চৰিত্ৰ, ৬। উপায়, কৌশল, ৭। দৰ্প, ৮। বিষ্ণু, ৯। মহাদেৱ।

**ব্যৱসায়ী** (ন্) ১। ব্যবসায়বিশিষ্ট। কোনো জীৱিকা কৰ্ম কৰি থকা, ২ উদ্যোগী, মনু ১২।১০৩, অনুষ্ঠাতা, ৩। দৃঢ়মন।

**ব্যৱসিত** *বিণ.* ১। প্ৰবঞ্চিত, ২। সাহসী, উদ্যোগী, ৩। কৌশলী, ৪। নিশ্চিত, নিষ্পন্ন, ৫। চেষ্টিত, **—ত্বং** দৃঢ়তা, নিশ্চয়তা।

**ব্যৱস্থা** *স্ত্ৰী.* (বি অৱ স্থা অঙ টাপ) ১। শাস্ত্ৰৰ দ্বাৰা নিৰূপিত বিধি, শাস্ত্ৰসম্মত নিয়ম, ২। আয়োজন, বন্দবস্তি, ৩। চুক্তি, সম্মতি, ৪। অৱস্থা, দশা।

**ব্যৱস্থানং, –স্থিতিঃ** ১। ব্যৱস্থা, বন্দবস্তি, চুক্তি, ২। শাস্ত্ৰীয় বিধি, ৩। দৃঢ়তা, অধ্যৱসায়, ৪। বিচ্ছেদ, **—নঃ** *পু.* বিষ্ণু।

**ব্যৱস্থাপক** *বিণ.* ১। ব্যৱস্থা কৰোঁতা, চুক্তি সম্পাদক, ২। আয়োজক, প্ৰতিষ্ঠাপক, ৩। শাস্ত্ৰবিধি উপদেশক।

**ব্যৱস্থাপিত** *বিণ.* আয়োজিত, সম্পাদিত, নিষ্পন্ন।

**ব্যৱস্থিত** *বিণ* (বি অৱ স্থা ক্তঃ) ১। শাস্ত্ৰবিধি অনুসাৰে সম্পাদিত, ২। সম্পাদিত, নিষ্পাদিত, নিৰ্দ্ধাৰিত, ৩। বিচ্ছিন্ন, ৪। নিৰ্দ্ধাসিত, ৰস উলিওৱা, আশ্ৰিত।

**ব্যৱহৰ্তা** (ঋ) *পু.* (বি অৱ হৃ তৃচ্) ১। আয়োজক, পৰিচালক, ২। (মোকৰ্দমাৰ) বিবাদী, গোচৰীয়া, ৩। বিচাৰক, ৪। সহায়ক, ৫। কায়স্থৰ এটা উপাধি।

**ব্যৱহাৰঃ** *পু.* (বি অৱ হৃ ঘঞ) ১। বিবাদ, মোকৰ্দমা, ২। ন্যায় বিচাৰ, ৩। পণ, ৪। কৰ্ম, ক্ৰিয়া, ৫। স্বভাৱ-চৰিত্ৰ, ৬। জীৱিকাবৃত্তি, ৭। লেন-দেন, ক্ৰয়-বিক্ৰয়, নিয়ম, আচাৰ, সামাজিক ব্যৱস্থা, ৰীতি-নীতি, **—জ্ঞঃ** ১। ব্যৱসায় সম্পৰ্কে অভিজ্ঞ লোক, ২। সাবালক, ৩। মোকৰ্দমা সম্পৰ্কে জনা ব্যক্তি, **—তন্ত্ৰং** আচৰণ, **—দৰ্শনং** মোকৰ্দমা, ন্যায়িক তদন্ত, **—পাদঃ** ১। মোকৰ্দমাৰ চাৰিটা অংশৰ এটা, ২। শেষ পাদ অৰ্থাৎ বিচাৰকৰ সিদ্ধান্ত, হুকুম, **—মাতৃকা** ১। ন্যায় বিচাৰ, ২। *ব্যৱহাৰোপযোগী* ক্ৰিয়া, মোকৰ্দমা বিষয়ক ক্ৰিয়া। ন্যায় বিচাৰৰ সম্পূৰ্ণ কৰ্ম। এনে ত্ৰিশ বিধ ক্ৰিয়াৰ উল্লেখ কৰা হৈছে। **—মাৰ্গঃ** ব্যৱহাৰৰ (মোকৰ্দ্দমাৰ) বিষয়, **—বিধিঃ** ব্যৱহাৰ অৰ্থাৎ মোকৰ্দমাৰ বিধান, আইন বিধি, **—বিষয়ঃ** ব্যৱহাৰ, পদ, মাৰ্গ, স্থান আইন বিধি।

**ব্যৱহাৰকঃ** বণিক, বেপাৰী, মহাজন।

**ব্যৱহাৰিক** *বিণ* (ব্যৱহাৰ ঠক) ১। ব্যৱসায় সম্পৰ্কীয়, মোকৰ্দ্দমা সম্পৰ্কীয়, ২। ব্যৱসায়ী, ৩। ন্যায়িক, ৪। বিবাদী, ৫। সামাজিক, প্ৰচলিত নিয়মানুযায়ী, **—কা** ১। সামাজিক আচাৰ, ৰীতি-নীতি, ২। বাঢ়নী, ৩। ইঙ্গুদী লতা।

**ব্যৱহাৰী** (ন্) ব্যৱহাৰ কৰ্তা, গোচৰীয়া, প্ৰচলিত নীতি, আচাৰ।

**ব্যৱহাৰ্য্য** *বিণ.* (বি অৱ হৃ ণ্যৎ) ব্যবহাৰ কৰিব লগীয়া।

**ব্যৱহিত** *বিণ.* (বি অৱ ধা ক্তঃ) ১। ব্যৱধান, ২। মাজতে ৰখা, প্ৰতিবন্ধক, ৩। ৰুদ্ধ, ৪। আচ্ছাদিত, লুকাই ৰখা, ৫। সম্পাদিত, নিষ্পন্ন, ৬। অতিক্ৰান্ত, ৭। শত্ৰুভাৱাপন্ন।

**ব্যৱহৃতিঃ** *স্ত্ৰী.* ১। আচাৰ, ৰীতি-নীতি, ২। কাৰ্য্য, ক্ৰিয়া।

**ব্যৱায়ং** *ক্লী* (বি অৱ অয় অচ) পোহৰ, দীপ্তি, **—য়ঃ** *পু.* ১। মৈথুন, যৌন সঙ্গম 'ব্যায়ামঞ্চ ব্যৱায়ঞ্চ স্নানং চংক্ৰমণং তথা। জ্বৰমুক্তো ন সেৱেত যাৱন্ন বলৱান ভৱেৎ।। বৈদ্যক। (জ্বৰৰ পৰা মুক্ত হৈ সম্পূৰ্ণ ৰূপে সবল হৈ নুঠালৈকে ব্যায়াম, মৈথুন, স্নান, ভ্ৰমণ কৰিব নালাগে), ২। শুদ্ধি, ৩। দ্ৰৱণ, ৪। আবৰি ৰখা, লুকাই ৰখা কাৰ্য্য, ৫। প্ৰতিবন্ধক, ৬। অন্তৰ্দ্ধান, ৭। পৰিণাম, **—য়ী** (ন্) লম্পট, কামুক।

**ব্যৱেত** *বিণ.* ১। বিভক্ত, বিচ্ছিন্ন, ২। ভাঙি বেলেগ বেলেগ কৰা।

**ব্যষ্টিঃ** *স্ত্রী.* (ৱি অস ক্তিন) ব্যক্তিত্ব, নিঃসঙ্গতা। (বেদান্ত) সমষ্টিৰ বিপৰীত।

**ব্যসনং** *ক্লী.* (ৱি অস ল্যুট) ১। বিপদ, আপদ, দুৰ্দশা, দুৰ্ভাগ্য, ২। বিচ্ছেদকাৰী, ৩। বহিষ্কৰণ, ৪। নাশ, হানি, পতন, ৫। খুঁত, দোষ, পাপ, অপৰাধ, কু-অভ্যাস, ৬। আসক্তি, মগ্নতা, ৭। অসমৰ্থতা, ৮। নিষ্ফল চেষ্টা, ৯। বতাহ, বায়ু, **—পীড়িত** বিপদগ্ৰস্ত।

**ব্যসনাতিভাৰঃ** অত্যধিক বিপদগ্ৰস্থ।

**ব্যসনী (ন্)** ১। পাপ কাৰ্যত নিৰত ব্যক্তি, অপকৰ্মত আসক্ত, ২। দুৰ্ভগীয়া, ৩। অত্যধিকভাৱে আসক্ত।

**ব্যসু** *বিণ.* প্ৰাণহীন, মৃত, শি ২০।৩।

**ব্যস্ত** *বিণ.* (ৱি অস ক্তঃ) ১। ব্যাকুল, ২। ব্যাপ্ত, ৩। পৃথক-কৃত, ৪। নিক্ষিপ্ত, সিঞ্চিত, ৫। বিভিন্ন, বিচ্ছিন্ন, ৬। পৃথকভাৱে বিৱেচিত, বহিষ্কৃত, ৭। নিমগ্ন।

**ব্যস্তাৰঃ** হাতীৰ কপালৰ পৰা মদবাৰিৰ প্ৰবাহ।

**ব্যাকৰণং** *ক্লী.* (ব্যাক্রিয়ন্তেঽৰ্থা অনেনেতি ৱি আ কৃ ল্যুট) ১। ছয় বেদাঙ্গৰ এবিধ। ব্যাকৰণ শাস্ত্ৰ, ২। ব্যাখ্যা। ব্যুৎপত্তিগত শব্দবিন্যাস, শুদ্ধ শব্দ প্ৰয়োগৰ শাস্ত্ৰ।

**ব্যাকাৰঃ** *পৃ.* গাঠনিক পৰিৱৰ্তন, বিকৃতি।

**ব্যাকীৰ্ণ** *বিণ.* বিশৃঙ্খল, চাৰিওফালে সিঁচৰিত কৰা।

**ব্যাকুল** *বিণ.* (ৱিশেষেণ্ আকুলঃ) ১। ব্যাকুল, বিমূঢ়, বিহ্বল, ২। আলোড়িত, অত্যন্ত নিমগ্ন, ব্যস্ত, ৩। উপদ্ৰুত।

**ব্যাকুলাত্মা (ন্)** *বিণ.* শোকবিহ্বলচিত্ত।

**ব্যাকৃতিঃ** *স্ত্রী.* (ৱিশিষ্টা আকুতিঃ) ছলনা, ভেশচন, প্ৰৱঞ্চনা।

**ব্যাকৃত** *বিণ.* ১। পৃথককৃত, ২। ব্যাখ্যাকৃত, ৩। বিকৃত।

**ব্যাকৃতিঃ** *স্ত্রী.* ১। ব্যাখ্যা, ২। বিকৃতি, আকাৰ বা গঠনৰ পৰিৱৰ্তন, ৩। ব্যাকৰণ।

**ব্যাকোশ** *বিণ.* (ৱি আ কুশ কঃ) ১। বিকশিত, শি ৪।৪৬, প্ৰস্ফুটিত, ২। বৰ্দ্ধিত।

**ব্যাক্ষেপঃ** *পৃ.* (ৱি আ ক্ষিপ ঘঞ্) ১। বাধা, প্ৰতিবন্ধক, ২। পলম, বিলম্ব, ৩। ব্যাকুলতা, বিভ্ৰম।

**ব্যাখ্যা** *স্ত্রী.* (ৱি, আ, খ্যা, টাপ) ১। বিৱৰণ, ২। মন্তব্য, ৩। টীকা, টিপ্পনি, ৪। গ্ৰন্থ।

**ব্যাখ্যাত** *বিণ.* ১। কথিত, বিবৃত, ২। ব্যাখ্যাকৃত, টীকা, টিপ্পনী কৃত, **—তা** (ঋ) *স্ত্রী.* ব্যাখ্যাদাতা, টীকাকাৰ, গ্ৰন্থকাৰ।

**ব্যাখ্যানং** *ক্লী.* ১। বিৱৰণ, বাৰ্তা, সংবাদ, ২। ভাষণ, বক্তৃতা, ৩। টীকা, মন্তব্য।

**ব্যাঘট্টনং** *ক্লী.* মন্থন, ঘৰ্ষণ, কৰ্ষণ।

**ব্যাঘাতঃ** *পৃ.* (বি আ হন ঘঞ্) ১। বিষ্কম্ভাদি ২৭ বিধ যোগৰ (জ্যোতিষ) অন্তৰ্গত এবিধ (গ্ৰহ) যোগ, ২ অন্তৰায়, প্ৰতিবন্ধক, বাধা, ৩। প্ৰহাৰ, বিৰোধ, ৪ এবিধ কাব্যালঙ্কাৰ। ইয়াত একেটা হেতুৰ ফলত দুটা পৰস্পৰ বিৰোধী কাৰ্য্য বা ফলৰ উৎপত্তি দেখুৱা হয়।

**ব্যাঘ্ৰঃ** *পৃ.* (ৱি আ ঘ্ৰা কঃ) ১। বাঘ, ২। বিশেষ্য পদৰ অন্তত শ্ৰেষ্ঠতা, শক্তি, প্ৰকাশ কৰাৰ বাবে ব্যবহাৰ কৰা হয়। যেনে, পুৰুষব্যাঘ্ৰ, ৩। ৰঙা বৰণীয়া এড়াগছ, **—নখং** ১। বাঘৰ নখ, ২। নখী নামৰ এবিধ আতৰ, ৩। নখৰ আঁচোৰ, **—নায়কঃ** পৃ শিয়াল, **—পাৎ (দ্)** ১। এবিধ গছ, ২। এজন মুনি **—পুচ্ছঃ —দলঃ** এৰা গছ।

**ব্যাঘ্ৰাটঃ** *পৃ.* ভৰদ্বাজ পক্ষী।

**ব্যাঘ্ৰাস্যঃ** *পৃ.* মেকুৰী।

**ব্যাঘ্ৰী** *স্ত্রী.* বাঘিনী, ৰ ১২।৩৭।

**ব্যাজঃ** *পৃ.* (ৱি অজ ঘঞ্) ১। কপট, ভণ্ড, ঠগ, প্ৰবঞ্চক, ২। ছলনা, অজুহাত, ৩। কৌশল, **—নিন্দা** ছলনাপূৰ্ণ নিন্দা, **—নিদ্ৰা** টোপনিৰ ভাও জোৰা, **—স্তুতিঃ** এবিধ কাব্যালঙ্কাৰ। ইয়াত স্তুতি বা প্ৰশংসা কৰাৰ ছলেৰে নিন্দা কৰা হয়।

**ব্যাজোক্তিঃ** *স্ত্রী.* ১। এবিধ কাব্যালঙ্কাৰ। ছলনাপূৰ্ণ বচন ইয়াত মনৰ ভাবৰ প্ৰকৃত কাৰণ গোপন কৰি আন এটা হেতুৰ ফল বুলি প্ৰকাশ কৰা হয়, ২। ভাৰ্নি বোলোৱা।

**ব্যাড়ঃ** *পৃ.* ১। সাপ, ২। মাংসভক্ষী পশু, ৩। খলনায়ক, দুষ্ট, প্ৰবঞ্চক, ৪। ইন্দ্ৰ।

**ব্যাড়াযুধং** বাঘৰ নখৰ দৰে অস্ত্ৰ।

**ব্যাড়িঃ** এজন কোষ গ্ৰন্থকাৰ মুনি। বৈয়াকৰণিক।

**ব্যাত্তং** *ক্লী.* (ৱি আ দা ক্তঃ) প্ৰসাৰিত, বিস্তৃত।

**ব্যাত্যুক্ষী** *স্ত্রী.* পৰস্পৰ পানী ছটিয়াই কৰা ধেমালি।

**ব্যাদানং** খোলা, মেলা, প্ৰৱেশ।

**ব্যাদিশঃ** বিষ্ণু।

**ব্যাধঃ** *পু.* (ৱিধ্যতি মৃগাদীন্ ইতি ৱ্যধ্ ণঃ) ১। ব্যাধ, চিকাৰী, ২। পশু হত্যাকাৰী জাতি এবিধ, ৩। নীচ ব্যক্তি, **—ভীতঃ** পহু।

**ব্যাধামঃ, —ধাৱঃ** ইন্দ্ৰৰ বজ্ৰ।

**ব্যাধিঃ** *স্ত্ৰী.* (ৱি আ ধা কিঃ) ১। ৰোগ, বেমাৰ, ২। কুষ্ঠ ৰোগ, ৩। মানসিক অস্থিৰতা, **—কৰ** *বিণ.* অস্বাস্থ্যকৰ, **—গ্ৰস্ত** ৰোগগ্ৰস্ত, ৰোগী।

**ব্যাধূত** *বিণ.* আলোড়িত, কম্পিত।

**ব্যানঃ** পাচবিধ প্ৰাণ বায়ুৰ এবিধ। এই বায়ু গোটেই শৰীৰত ব্যাপ্ত হৈ আছে। 'ব্যানঃ সৰ্বশৰীৰৰসঃ'।

**ব্যানত** এবিধ বিশেষ যৌন সঙ্গমৰ ভঙ্গি।

**ব্যাপক** *বিণ.* (ৱি আপ ণ্বুল্) ১। সৰ্বব্যাপী, ব্যাপৃত, ২। আনুষঙ্গিক।

**ব্যাপত্তিঃ** *বিণ.* ১। বিপদ, দুৰ্দশা, দুৰ্ভাগ্য, ২। এটাৰ সলনি এটা, ৩। মৃত্যু।

**ব্যাপদ্** *স্ত্ৰী.* বিপদ, ব্যাপত্তি।

**ব্যাপানং** ব্যাপ্তি, ভেদন, বিস্তাৰ।

**ব্যাপন্ন** *বিণ.* (ৱি আ পদ ক্তঃ) ১। মৃত, ২। ধ্বংস প্ৰাপ্ত, ৩। দুৰ্দশাগ্ৰস্ত, ৪। ব্যতিক্ৰম, বিশৃঙ্খল, ৫। পৰিৱৰ্তিত।

**ব্যাপাদঃ, ব্যাপাদনং** *পু. ক্লী.* ১। হত্যা, বধ, ২। ধ্বংস, নাশ, ৩। হিংসা।

**ব্যাপাদিত** *বিণ.* (ৱি আ পদ নিচ ক্তঃ) মাৰিত, নিহত, আঘাতপ্ৰাপ্ত।

**ব্যাপাৰঃ** *পু.* (ৱি আ পৃ ঘঞ্) ১। কাৰ্য্য, কৰ্ম, ২। নিযুক্তি, ৩। বেপাৰ, বাণিজ্য, জীৱিকা, ৪। চেষ্টা, যত্ন, উদ্যোগ।

**ব্যাপাৰিতঃ** নিযুক্ত, ব্যস্ত, স্থাপিত, দৃঢ়।

**ব্যাপাৰী(ন্)** ১। বেপাৰী, মহাজন, বণিক, ২। কাৰ্য্য কৰ্তা।

**ব্যাপী** (ন্) ১। সৰ্বব্যাপী, বিয়পি থকা, ২। আৱৰণ (পু) বিষ্ণু।

**ব্যাপৃত** *বিণ.* (ৱি আ পৃ ক্ত) কৰ্মত নিযুক্ত, কৰ্মনিৰত, কৰ্মব্যস্ত। দৃঢ়, (পু) কৰ্ম সচিব।

**ব্যাপৃতি** *স্ত্ৰী.* ১। নিযুক্তি, ব্যৱসায়, ২। কাৰ্য্য, ৩। অধ্যৱসায়, ৪। জীৱিকা, ব্যাপাৰ।

**ব্যাপ্ত** *বিণ.* (ৱি আপ্ ক্তঃ) ১। সম্পূৰ্ণ, পূৰ্ণ, ২। বিয়পি থকা, বিস্তাৰিত, ৩। বৰ্দ্ধিত, ৪। ঘেৰি থকা, আবৰি থকা, ৫। প্ৰাপ্ত, ৬। অন্তৰ্ভুক্ত, ৭। বিখ্যাত, প্ৰসিদ্ধ।

**ব্যাপ্তিঃ** (ৱি আপ্ ক্তিন্) ১। বিয়পি থকা, ব্যাপন, ২। শিৱৰ অষ্ট ঐশ্বৰ্য্যান্তৰ্গত এবিধ ঐশ্চৰ্য্য, ৩। (তৰ্ক) সাধাৰণ ব্যাপ্তি। অগ্নি-অভাৱ স্থানে ধূমস্য অৱৰ্তমানম্। য'ত জুই নাই ত'ত ধোঁৱা নাই। 'ব্যাপ্তিঃ সাধ্যৱদ্-অন্য-অবৃত্তিত্বম্' ৪। সাৰ্বজনীন বিধি। সাৰ্বজনীনতা, ৫। পৰিপূৰ্ণতা, ৬। প্ৰাপ্তি।

**ব্যাপ্য** *বিণ.* বিয়পি থকাৰ যোগ্য, পূৰ্ণ কৰিবলগীয়া, **—প্যং** হেতু, সাধন, **—প্যত্বং** *ক্লী.* অপৰি বৰ্তনীয়তা।

**ব্যাপ্যত্বাসিদ্ধিঃ** ভ্ৰান্ত, অসম্পূৰ্ণ ধাৰণা, অনুমান।

**ব্যামঃ, ব্যামনং** *ক্লী.* দুয়োখন হাত মেলি ধৰিলে এহাতৰ আঙুলি মূৰৰ পৰা ইখন হাতৰ আঙুলিৰ মূৰলৈ যি দীৰ্ঘতা সেই পৰিমাণ জোখ।

**ব্যামিশ্ৰ** *বিণ.* মিশ্ৰিত। ভিন ভিন বস্তু বা বিষয় একেলগে কৰা মিশ্ৰণ, গী ৩।২।

**ব্যামোহঃ** *পু* ১। মুগ্ধাৱস্থা, মোহগ্ৰস্ততা, ২। বিমূঢ়তা, ব্যাকুলতা।

**ব্যায়ত** *বিণ.* (ৱিশেষেণ আয়ত) ১। দীঘল, দীৰ্ঘ, ব্যাপৃত, ২। দৃঢ়, ৩। অতিশয়, ৪। বহল, ৫। নিয়ন্ত্ৰিত, ৬। ব্যস্ত, নিমগ্ন, ৭। বলৱান, ৮। গভীৰ, কু ৫।৪৪।

**ব্যায়ামঃ** *পু.* (ৱি আ যম ল্যপ) ১। পৌৰুষ, ২। শ্ৰম, ৩। মল্লক্ৰীড়া, 'কুস্তি', ৪। যত্ন, চেষ্টা, ৫। কাজিয়া, বিবাদ, আপত্তি, ৬। এবিধ জোখ, ৭। ব্যায়াম।

**ব্যায়োগঃ** *পু.* এবিধ একাঙ্কিকা নাটক। দহ বিধ ৰূপকৰ এবিধ।

**ব্যাল** *বিণ.* (ৱি আ অল অচ) ১। শঠ, ঠগ, দুষ্ট, ধূৰ্ত, ২। নিৰ্দয়, হিংস্ৰ, কি ১৩।৪; **—লঃ** *পু.* ১। মদমত্ত হাতী, ২। মৃগ, ৩। সাপ, ৪। বাঘ, ৫। নাহৰফুটুকী বাঘ, ৬। ৰজা, ৭। ঠগ, প্ৰবঞ্চক, ৮। বিষ্ণু, **—খড়্গঃ, —নখঃ** এবিধ গন্ধদ্ৰব্য, আতৰ, **—গ্ৰাহঃ,** গ্ৰাহী (ন্) সাপ ধৰা মানুহ, **—মৃগঃ** ১। বনৰীয়া পশু, ২। চিকাৰী, নাহৰফুটুকী বাঘ।

**ব্যালকঃ** *পু.* দুষ্ট হাতী।

**ব্যালম্বঃ** এবিধ এৰা গছ।

**ব্যাৱক্ৰোশী, —ৱভাষী** পৰস্পৰ গালাগালি। পৰস্পৰ আক্ৰোশ।

**ব্যাৱৰ্তঃ** (ৱি আ বৃৎ অচ) ১। নাইৰ (নাভিৰ) ঘা, ২। ঘেৰ, বেৰ, চৌহদ বেৰ, ৩। বিচ্ছিন্নকাৰী।

**ব্যাৱৰ্তনং** *ক্লী.* ঘূৰণ, আৱৰ্তন, ঘেৰণ।

**ব্যৱলম্বিত** *বিণ.* আলোকিত, কম্পিত।

**ব্যাৱহাৰিক** *বিণ.* ১। ব্যৱসায় সম্পৰ্কিত, ২। ন্যায়িক, ৩। প্ৰচলিত, ৪। মায়াময়, ভ্ৰম সম্বন্ধীয়, **—কঃ** *পু.* মন্ত্ৰণাদাতা, মন্ত্ৰী, সচিব।

**ব্যৱহাৰী** *স্ত্ৰী.* পৰস্পৰ হৰণ।

**ব্যাৱহাসী** *স্ত্ৰী.* পৰস্পৰ হাস্য।

**ব্যাবৃত্তঃ** *বিণ.* (বি আ বৃৎ ক্ত) ১। বৃত, আবৃত, ২। বিচ্ছিন্ন, ৩। বহিষ্কৃত, ৪। ঘূৰা, ৫। বিৰাম, প্ৰতিনিবৃত্ত, ৬। কাটি-ছিঙি পেলোৱা।

**ব্যাবৃত্তিঃ** *স্ত্ৰী.* ১। আৱৰণ, ২। বহিষ্কৰণ, ৩। খণ্ডন, ৪। আবৃত্তি।

**ব্যাসঃ** *পু.* (বি অস ঘঞ) ১। বিস্তাৰ, ২। পৃথককৰণ, ৩। যৌগিক পদাৰ্থৰ বিশ্লেষণ, ৪। ব্যক্তিত্ব, ৫। বৃত্তৰ ব্যাস, ৬। আয়োজক, সংযোজক, গ্ৰন্থকাৰ, সঙ্কলক, ৭। পুৰাণৰ পাঠক আৰু ব্যাখ্যাকাৰক ব্ৰাহ্মণ, ৮। বেদ, পুৰাণৰ ৰচয়িতা, প্ৰসিদ্ধ মহৰ্ষি বেদব্যাস। পৰাশৰৰ ঔৰসত অবিবাহিতা কুমাৰী সত্যৱতীৰ গৰ্ভজাত ব্যাস জন্ম হৈয়ে সন্ন্যাস লয় আৰু সন্ন্যাসী জীৱন যাপন কৰে। সত্যৱতীৰ শান্তনুৰ লগত বিবাহ হয়। সত্যৱতীৰ পুত্ৰ বিচিত্ৰবীৰ্যৰ কোনো সন্তান নোহোৱাকৈ মৃত্যু হোৱাত মাক সত্যৱতীয়ে আগৰ পুত্ৰ ব্যাসক মাতি আনে আৰু তেওঁৰ দ্বাৰাই ‘নিয়োগ’ প্ৰথাত বিধৱা বোৱাৰী দুজনীৰ গৰ্ভত ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুক, দাসী এগৰাকীৰ গৰ্ভত বিদুৰক জন্ম দিয়ায়। ব্যাসক কৃষ্ণ দ্বৈপায়ন ব্যাস বুলিও জনা যায়। কাৰণ ব্যাস ক'লা বৰণৰ আছিল আৰু এটা দ্বীপত ব্যাসৰ জন্ম হৈছিল। তেওঁক বেদব্যাস নামেৰেও জনা যায়। তেৱেঁই চাৰিওখন বেদৰ সঙ্কলক আছিল। ব্যাসে মহাভাৰত আৰু ওঠৰখন মহাপুৰাণো ৰচনা কৰে। সাত গৰাকী চিৰঞ্জীৱীৰ ভিতৰত ব্যাসো এজন।

**ব্যাসক্ত** *বিণ.* ১। বিশেষভাৱে আসক্ত, ২। মগ্ন, ব্যস্ত, ৩। বিযুক্ত, বিচ্ছিন্ন, ৪। ব্যাকুল, বিমূঢ়।

**ব্যাসঙ্গঃ** ১। গভীৰ আসক্তি, ২। প্ৰগাঢ় ভক্তি, অধ্যয়ন, ৩। মনোযোগ, ৪। বিচ্ছেদ।

**ব্যাষিদ্ধ** *বিণ.* (বি আ সিধ ক্ত) ১। নিষিদ্ধ, ২। বে-আইনী।

**ব্যাহত** *বিণ.* (বি আ হন্ ক্তঃ) ১। বিশেষভাৱে বাধাপ্ৰাপ্ত, ২। ব্যৰ্থ, ৩। নিৰাশ, হতাশগ্ৰস্ত, ৪। ব্যাকুল।

**ব্যাহৰণ** *ক্লী.* ১। উচ্চাৰণ। শব্দ বা বৰ্ণৰ উচ্চাৰণ, ২। বচন, ভাষণ, বিৱৰণ।

**ব্যাহাৰঃ** *পু.* (বি আ হৃ ঘঞ) বাক্য, বচন।

**ব্যাহৃত** *বিণ.* (বি আ হৃ ক্ত) কথিত, উচ্চাৰিত।

**ব্যাহৃতিঃ** *স্ত্ৰী* (বি আ হৃ ক্তিন) ১। ব্যাহাৰ, উচ্চাৰণ, বাক্য, শব্দ, ২। বিৱৰণ, ৩। ‘ওঁ’ অক্ষৰ উচ্চাৰণ কৰি উঠি ‘ভূঃ ভুবঃ স্বঃ'ৰ উচ্চাৰণ। ‘ও কাৰমাদিত, কৃত্বা ব্যাহৃতিস্তদনন্তৰম। ততোঽধীয়ীত সাবিত্ৰীমেকাগ্ৰ-শ্ৰদ্ধয়ান্বিতঃ।। মনু ২।৭৬।

**ব্যুচ্ছিত্তিঃ, —চ্ছেদঃ —ছেদন,** কাটি পেলোৱা, সম্পূৰ্ণ বিনাশ।

**ব্যুৎক্ৰমঃ** *পু.* ১। ক্ৰম বিপৰ্যয়, ব্যতিক্ৰম, উলঙ্ঘন ২। ওলোটা, ৩। বিপথগমন, ৪। বিমূঢ়তা, বিশৃঙ্খলতা।

**ব্যুৎক্ৰান্ত** ১। অতিক্ৰান্ত, উলঙ্ঘিত, ২। প্ৰস্থিত।

**ব্যুৎথানং —থিতিঃ** ১। অভ্যুৎথান, বিৰোধ প্ৰতিবন্ধক, ২। স্বৈৰাচাৰ, ৩। (যোগ) ধ্যানৰ স্থাপন, ৪। এবিধ নৃত্য।

**ব্যুৎপত্তিঃ** *স্ত্ৰী.* (বি উদ পদ ক্তিন) ১। বিশেষভাৱে উৎপত্তি, ২। সংস্কাৰ, ৩। শব্দ বা পদৰ সাধন, উৎপত্তি প্ৰকৰণ, ৪। ভাষণ দানত পাৰদৰ্শিতা, জ্ঞান, শিক্ষা।

**ব্যুৎপন্ন** *বিণ.* (বি উদ পদ ক্তঃ) ১। উৎপন্ন, উৎপাদিত, ব্যুৎপত্তিগত, ২। সম্পন্ন, শিক্ষিত, বিদ্বান।

**ব্যুত্ত** *বিণ.* সিক্ত, তিতা।

**ব্যুদস্ত** *বিণ.* দলিয়াই পেলোৱা, বহিষ্কৃত।

**ব্যুদাসঃ** *পু.* (বি উৎ অস্ ঘঞ) ১। নিষেধ, ২। অশ্ৰদ্ধা, অপমান, অৱজ্ঞা, ৩। বধ, হত্যা, ধ্বংস, বহিষ্কাৰ।

**ব্যুপদেশঃ** *পু.* অজুহাত, ছলনা, কপটতা।

**ব্যুপৰমঃ** *পু.* সমাপন, বিৰাম, অন্ত।

**ব্যুপশমঃ** *পু.* ১। অসমাপ্তি, ব্যাকুলতা, ২। সম্পূৰ্ণ সমাপ্তি।

**ব্যুষ্ট** *বিণ.* (বি বস ক্তঃ) ১। বাস কৰা, থকা, ২। দগ্ধ, ৩। পুৱা হোৱা, পোহৰ হোৱা, ৪। উজ্জ্বল হোৱা. **—ষ্টিঃ** ১। ৰাতিপুৱা, শি ১২।৪; ২। দিন, ৩। ফল, পৰিণাম।

**ব্যুষ্টিঃ** ১। পুৱাবেলা, ২। উন্নতি, ৩। প্ৰশংসা, ৪। ফল পৰিণাম।

**ব্যূঢ** *বিণ* (বি বহ ক্ত) ১। বিস্তৃত, বৰ্দ্ধিত বহল ২। দৃঢ়, ডাঠ, ঘন, ৩। শৃঙ্খলাবদ্ধ, বিন্যস্ত। সৈন্যৰ বিন্যাস কৰণ, ৪। বিশৃঙ্খল, ৫। বিবাহিত, **—কঙ্কট** *বিণ* বৰ্ম পিন্ধা।

**ব্যূঢিঃ** *স্ত্ৰী* সৈন্যৰ বিন্যাস, সংহতি।

**ব্যূত** *বিণ* সিয়া, গোঁথা

**ব্যূতিঃ** *স্ত্ৰী* (বি বে ক্তিন) কাপোৰ ঝেৱা বা সিয়া কাৰ্য্য

**ব্যূহঃ** *পু* (বি উহ ঘঞ) ১। সমূহ, ২। নিৰ্মাণ, ৩। তৰ্ক, যুক্তি ৪ দেহ, শৰীৰ ভা ১১।৬।১০, ৫। সৈন্য ৬ সৈন্য ৰচনা, সজ্জা, যেনে চক্ৰব্যূহ, ৭ অংশ, বিভাগ **—পাৰ্ষ্ণিঃ** সৈন্যপৃষ্ঠ, সৈন্যৰ পশ্চাদ ভাগ, **—ভঙ্গঃ, ভেদঃ** সৈন্যব্যূহ ভাঙি পেলোৱা

**ব্যূহনং** ১। সৈন্য সজ্জা ২। শৰীৰৰ অঙ্গসমূহৰ স্থাপনি।

**ব্যৃদ্ধিঃ** *স্ত্ৰী* দুৰ্ভাগ্য অনুন্নতি

**ব্যে** *ব্যৃতৌ* (ভ্বা উ স ব্যয়তি –তে) ১ আবৃত কৰ ঢাকি ৰাখ ২। চিলাই কৰ (নিজন্ত) ব্যায়য়তি –তে সনন্ত) বিব্যাসতি –তে

**ব্যোকাৰঃ** *পু* কমাৰ।

**ব্যোম (ন)** *ক্লী* (ব্যে নামন সীমন্নিতি ঈনা নিপাতনাৎ সাধুঃ) ১। আকাশ, আকাশ মণ্ডল, ৰ ১২।৬৭ ২। পানী, ৩। সূৰ্য্য মন্দিৰ, ৪। অভ্ৰ, **—কেশঃ, —কেশী (ন)** শিব, **—গঙ্গা** আকাশীগঙ্গা, **—চাৰী (ন)** ১ দেৱতা, ২। চৰাই, ৩। সন্ন্যাসী, ৪। ব্ৰাহ্মণ, **—ধূমঃ** মেঘ, **—নাশিকা** এবিধ চৰাই, **—মণ্ডৰং** ধ্বজা, পতাকা, **—মুদগৰঃ** ধুমুহা, **—যানং** আকাশযান, **—সৎ** ১। দেৱতা, ২। গন্ধৰ্ব, ৩ ভূত, প্ৰেত, **—স্থলী** পৃথিৱী, **—স্পৃশ** আকাশচুম্বী।

**ব্যোমোদকং** *ক্লী* বৰষুণৰ পানী, নিয়ৰ।

**ব্ৰজ** ক) গতৌ (ভ্বা প স ব্ৰজতি) ১। যা, গমন কৰ, আগ বাঢ়, ওচৰ চাপ, আহ, ২। প্ৰস্থান কৰ, পিচুৱাই যা, **অনু—** ১। অনুসৰণ কৰ, পিছে পিছে যা, ২। অভ্যাস কৰ, **আ—** আহ, ওচৰ চাপ, **পৰি—** ভ্ৰমণ কৰ, ঘূৰি ফুৰ, সন্ন্যাসীৰ দৰে ঘূৰি ফুৰ, **প্ৰ—** ১। সন্ন্যাস ল, প্ৰব্ৰজন কৰ, ২। সাংসাৰিক বন্ধন ছিন্ন কৰ, মনু ৬।৩৮; **প্ৰতি—** ওচৰ চাপ, **প্ৰত্যুদ—** লগ ধৰ, সমাদৰ কৰ, সম্ভাষণ জনা।

**ব্ৰজঃ** *পু* (ব্ৰজ গতৌ ঘঃ) ১। সমূহ, সমষ্টি, গোষ্ঠী, শি ৬।৬, ২। গৰখীয়াৰ পঁজা, ৩। গোহালি, ৪। জিৰণি ঘৰ, বাসস্থান, ৫। পথ, আলিবাট, মথুৰাৰ কাষৰ এখন ঠাই **—কিশোৰঃ, —নাথঃ, —মোহন, —বৰঃ, —বল্লভঃ** শ্ৰীকৃষ্ণ।

**ব্ৰজকঃ** *পু* তপস্বী, সন্ন্যাসী।

**ব্ৰজাঙ্গনা ব্ৰজবাসিনী,** গৰখীয়া স্ত্ৰী, গোপী।

**ব্ৰজনং** *ক্লী* ১ ভ্ৰমণ ২ ঘূৰি ফুৰণ, ৩ প্ৰবাস।

**ব্ৰজা** *স্ত্ৰী* (ব্ৰজ গতৌ ক্যপ) ১ পৰ্যটন, ভ্ৰমণ, সন্ন্যাসীৰ ভ্ৰমণ ২। আক্ৰমণ অৱৰোধ, ৩। জাক, সমূহ শ্ৰেণী ৪ প্ৰেক্ষাগৃহ, ৰঙ্গশালা।

**ব্ৰণ** ক) শব্দে ভ্বা প অক ব্ৰণতি) শব্দ কৰ, ধ্বনি তোল খ) অঙ্গচূৰ্ণে (চুৰা উ স ব্ৰণয়তি–তে) ১ আঘাত কৰ ২। শৰীৰৰ অঙ্গ চূৰ্ণ কৰ।

**ব্ৰণং, ণঃ** *ক্লী পু* ১ আঘাত, ঘা, ক্ষত, ৰ ১২।৫৫; ২ ফোহা **—কৃৎ** *বিণ* আঘাতকাৰী, **—বিৰোপণ** ঘা শুকোৱা **—শোধনং** ঘা ধোৱা, চফা কৰা, পটী বন্ধা **—হঃ** এড়া গছ।

**ব্ৰণাৰিঃ** বাহৰ ভিতৰত থকা এটা এবিধ, বংশলোচন।

**ব্ৰণিত** আঘাতপ্ৰাপ্ত। ক্ষত-বিক্ষত।

**ব্ৰতং, –তঃ** *ক্লী পু* (ব্ৰিয়তে ইতি বৃঞ ৱৰণে অতচ বিৎ। ১। পুণ্যফলদায়ী উপবাসাদি ধাৰ্মিক কাৰ্য্য, উপবাস পালন, শাস্ত্ৰত এনে অসংখ্য ব্ৰতৰ উল্লেখ আছে ২। প্ৰতিজ্ঞা, নিষ্ঠা, ভক্তি, তপস্যা, ৩। ধৰ্মীয় অনুষ্ঠান, ৪ আচাৰ-বিধি, ৫। বিধি, নিয়ম নীতি, ৬ যজ্ঞানুষ্ঠান, ৭। পুণ্য কৰ্ম, **—গ্ৰহণং** ধৰ্মকাৰ্য্যত প্ৰবেশ, **—চৰ্য্যঃ** ধৰ্মীয় ছাত্ৰ, শিষ্য, **—চৰ্য্যা** ধৰ্মাচৰণ, ব্ৰত পালন, **—পাৰণং —ণা** ব্ৰতোপবাসৰ সমাপন, ব্ৰতৰ পিচত ভোজন, **—ভঙ্গ** প্ৰতিজ্ঞা ভঙ্গ, **—ভিক্ষা** উপনয়নৰ সময়ত গ্ৰহণ কৰা ভিক্ষা, **—লোপনং** ব্ৰতভঙ্গ, **—বৈকল্য** ব্ৰতৰ অসমাপ্তি, **—সংগ্ৰহঃ** দীক্ষা, **—স্নাতকঃ** ব্ৰহ্মচৰ্য্য ব্ৰত শেষ কৰা শিষ্য।

**ব্ৰততিঃ, তী** ১। লতা, ২ বিস্তৰ।

**ব্ৰতাদেশঃ** পু. উপনয়ন।

**ব্ৰতী (ন্)** পু. (ব্ৰত ইনিঃ) ১। যজমান, ২। ব্ৰহ্মচাৰী, মনু ২।১৮৮; ৩। ব্ৰতত থকা ব্যক্তি, ৪। সন্ন্যাসী।

**ব্ৰশ্চ** ছেদে (তুদা প স বৃশ্চতি) ১। কাট, ছিন্ন কৰ,

কাটি পেলা, ছিৰি পেলা, ২। আঘাত কৰ, (নিজন্ত) ব্ৰশ্চয়তি (সনন্ত) বিব্ৰশ্চিচতি, বিব্ৰক্ষতি।

**ব্ৰশ্চনং** *ক্লী.* (ব্ৰশ্চ ল্যুঃ) ছেদন, কটা, আঘাত কৰা, **—নঃ** কৰত, সৰু ৰেতি।

**ব্ৰাজিঃ** *স্ত্ৰী.* (ব্ৰজ গতৌ ইঞ) বতাহ, ধুমুহা বতাহ।

**ব্ৰাতং** *ক্লী.* ১। শাৰীৰিক শ্ৰম, ২। দিন মজদুৰী, ৩। অস্থায়ী নিয়োগ, **—তঃ** ১। সমূহ, সমষ্টি, জাক, ২। মনুষ্য।

**ব্ৰাতীনঃ** *পু.* শাৰীৰিক শ্ৰমেৰে জীৱিকা অৰ্জনকাৰী ব্যক্তি, দিন মজদুৰ। বেতনভোগী মজদুৰ।

**ব্ৰাত্যঃ** *পু.* (ব্ৰাতো ব্ৰালাদিঃ স ইৰ ইতি যৎ) ১। দশ সংস্কাৰৰহিত দ্বিজ। উপযুক্ত কালত উপনয়ন অনুষ্ঠানেৰে যজ্ঞোপৱীত গ্ৰহণ নকৰা ব্ৰাহ্মণ, ২। ভ্ৰষ্ট, ৩। অধম, নীচ, ৪। বৰ্ণসঙ্কৰ জাতি বিশেষ (শূদ্ৰ পিতাক আৰু ক্ষত্ৰিয়া মাক), **—ব্ৰুবঃ** যি নিজকে ব্ৰাত্য বুলি কয়, **—স্তোমঃ** ব্ৰাত্যদোষ নিবৃত্তিৰ বাবে অনুষ্ঠিত কৰা যজ্ঞ বিশেষ।

**ব্ৰী** ক) বৃত্যাম (ক্ৰ্যা প স ব্ৰিণাতি, ব্ৰীণাতি) বাছ, বাছি ল, বৰণ কৰ।

খ) গতৌ, বৃত্যাম্ (দিৱা আ স ব্ৰীয়তে) ১। যা গমন কৰ, আগ বাঢ়, ২। নিৰ্বাচিত হ।

**ব্ৰীড়্** ক্ষিপি লজ্জে (দিৱা প স, অ ব্ৰীড্যতি) ১। লাজ পা, লজ্জিত হ, ২। নিক্ষেপ কৰ, দলিয়া।

**ব্ৰীড়ঃ** *ড়া পু স্ত্ৰী* (ব্ৰীড় ভাৱে ঘঞ) লজ্জা, লাজ, কু ৭।৬৭।

**ব্ৰীড়নং** *ক্লী.* (ব্ৰীড় ল্যুট্) লজ্জা।

**ব্ৰীড়িত** *বিণ.* লাজ দিয়া, লজ্জিত।

**ব্ৰীস্** ৱধে (ভ্বা প, চুৰা উ স ব্ৰীসতি, ব্ৰীসয়তি, -তে) ১। আঘাত কৰ, বধ কৰ, হত্যা কৰ।

**ব্ৰীহিঃ** *পু.* (ৱৰ্হতি বৃদ্ধিং গচ্ছতীতি বৃহ্ কিৎ) ১। ধান, চাউল, **—কাঞ্চনং** এবিধ মাহ, মচুৰ দালি, **—ৰাজিকঃ** ধান বা চাউলৰ ভিতৰত ৰজা। জহা চাউল, কণ্ঠুধান, চীনকধান। **—শ্ৰেষ্ঠঃ** শালি ধান।

**ব্ৰীহী** (ন্) ধান খেতিৰ পথাৰ।

**ব্ৰীহ্যাগাৰং** *ক্লী.* ধানৰ ভঁড়াল।

**ব্ৰুড়্** সংবৃতি সংহত্যোঃ মজ্জে (তুদা প স ব্ৰুড়তি) ১। আবৃত কৰ, ঢাকি ৰাখ, ২। সংগ্ৰহ কৰ, দ'ম কৰ, স্তুপাকাৰ কৰ, ৩। বুৰ যা, তললৈ যা।

**ব্ৰুস্** ৱধে (চুৰা ভ্বা প স ব্ৰুসয়তি, ব্ৰুসতি) আঘাত কৰ, বধ কৰ, হত্যা কৰ।

**ব্ৰৈহ** *বিণ.* (ব্ৰীহি অণ্) চাউলেৰে তৈয়াৰী।

**ব্ৰৈহেয়ঃ** *পু.* (ব্ৰীহি ঢক্) আহু ধানৰ উপযোগী পথাৰ।

**ব্লী** পতিবৃত্যোঃ (ক্ৰ্যা প স ব্লিনাতি) ১। যা, গমন কৰ, আগ বাঢ়, ২। ধৰ, অৱলম্ব কৰ, পোষণ কৰ, ৩। বৰণ কৰ, বাছি ল।

**ব্লেক্ষ্** প্ৰেক্ষে (চুৰা উ স ব্লেক্ষয়তি -তে) চা, দৰ্শন কৰ। নিৰীক্ষণ কৰ। ■

# শ

**শ** তালব্য শ কাৰ। শ বৰ্গীয় প্ৰথম বৰ্ণ। ত্ৰিংশতম ব্যঞ্জন বৰ্ণ আৰু অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ ত্ৰয়োদশ সূত্ৰৰ প্ৰথম বৰ্ণ। উচ্চাৰণ স্থান তালু।

**শং(ম্)** *অব্য* কল্যাণ, মঙ্গল, শান্ত।

**শঃ** *পু* ১। শিৰ, ২। অস্ত্ৰ-শস্ত্ৰ, কি ১৫।৪৫।

**শংযু** *বিণ্* (শং যুচ) মঙ্গলময়, কল্যাণীয়, শুভ, সমৃদ্ধিশালী।

**শংৱ** *বিণ্* (শং ৱঃ) কল্যাণময়, **—ৱঃ** *পু* ১। উড়াল মাৰিৰ মুখত থকা লোৰ খাৰু, ২। ইন্দ্ৰৰ বজ্ৰ।

**শংৱৰং** *ক্লী* পানী।

**শংস্** হিংসাস্তুত্যোঃ (ভ্বা প স শংসতি) ১। প্ৰশংসা কৰ, ২। স্তুতি কৰ, ৩। ক, বৰ্ণনা কৰ, ঘোষণা কৰ, ৪। দেখুৱা, ৫। আবৃত্তি কৰ, দোহাৰ, ৬। আঘাত কৰ। ৭। নিন্দা কৰ, গালি পাৰ। **অভি—** ১। অভিশাপ দি, ২। মিছা অপবাদ দি, গ্লানি কৰ। ৩। প্ৰশংসা কৰ **আ—** ১। আশা কৰ, ইচ্ছা কৰ, ২। আশীৰ্বাদ দি, মঙ্গল কামনা কৰ, ৩। বৰ্ণনা কৰ, ৪। প্ৰশংসা কৰ, ৫। দুনাই ক, দোহাৰ **প্ৰ—** প্ৰশংসা কৰ, অনুমোদন কৰ। আদেশ দি।

**শংশনং** *ক্লী* ১। প্ৰশংসা, ২। বৰ্ণনা, ৩। আবৃত্তি।

**শংশা** *স্ত্ৰী* ১। আশা, কামনা, ২। আবৃত্তি, ৩। প্ৰশংসা, স্তুতি।

**শংসিত** *বিণ্* (শংশ্ ক্তঃ) ১। প্ৰশংসিত, ২। কথিত, ঘোষিত ৩। নিৰ্দিষ্ট, সুদৃঢ়কৃত, ৪। ঈপ্সিত, ৫। মিছাকৈ অপমানিত, মিছাকৈ নিন্দিত, ৬। হিংসিত।

**শংসী(ন্)** ১। প্ৰশংসাকাৰী, ২। স্তুতিকাৰী, স্তুতি গায়ক। কথক, ঘোষক, ৩। ভৱিষ্যত বক্তা।

**শংস্তা(স্তৃ)** *পু* (শংস তৃচ) স্তুতিকাৰক, হোতা, প্ৰশংসাকাৰী, ঋবে ১।১৬২।৫।

**শংস্থ** *বিণ* (শম স্থা কঃ) মঙ্গলময়, শুভান্বিত, **—স্থা** কল্যাণময়।

**শংস্য** *বিণ* (শংস ণ্যৎ) ১। স্তুতিযোগ্য, ২। হিংসনীয়।

**শক** শক্তৌ (ক) (স্বা প অ স শক্নোতি, (খ) (দিৱা উ অ স শক্যতি তে) ১। সমৰ্থ হ, শক্তিমান হ, ২। উপযুক্ত হ, যোগ্য হ, ৩। সহন কৰ, বহন কৰ, (সনন্ত) শিক্ষতি।

**শকঃ** *পু* (শক অচ) ১। শক জাতি। ২। এজন ৰজা। শালিবাহন অথবা শকাদিত্য নামেৰে খ্যাত। এওঁৰ মৃত্যুৰ দিনৰ পৰা শকাব্দ চনৰ আৰম্ভণি কৰা হৈছে। এই চন খৃষ্টীয় চনৰ ৭৮ বছৰ পিচৰ। ৩। এটা ম্লেচ্ছ জাতি। পৌৰাণিক কাহিনী মতে সত্য যুগত সগৰ ৰজাই হেনো এই জাতিৰ পূৰ্বপুৰুষ জনৰ আধা মূৰ খুৰাই বেদৰ বাহিৰ কৰিছিল (শব্দ) **—কাঃ** শক জাতি, মনু ১০।৪৪, **—কৃৎ** শকাব্দৰ প্ৰৱৰ্তন কৰ্তা।

**শকটং,—টঃ** *পু ক্লী* (শক অটন) ১। ৰথ, গাড়ী, যানবাহন, ২। সৈন্যব্যূহ, মনু ৭।১৮৭, ৩। ৰোহিণী নক্ষত্ৰ, ৪। এবিধ ওজন, এক গাড়ী ওজন, ২০০০ পল, ৫। কৃষ্ণৰ হাতত নিহত এটা দৈত্য, ৬। তিনিশ বৃক্ষ। **—বিলঃ** ১। কুকুৰা, ডাউক জাতীয় চৰাই।

**শকটাৰিঃ, —টহা(ন্)** শ্ৰীকৃষ্ণ।

**শকটাহ্বা** *স্ত্ৰী* ৰোহিণী নক্ষত্ৰ।

**শকটিকা** *স্ত্ৰী* সৰু ৰথ বা গাড়ী। পুতলা গাড়ী।

**শকলং** *ক্লী* ১। ছাল, ২। খণ্ড, টুকুৰা, ৰ ২।৪৬; ৩। গছৰ ছাল, ৪। মাছৰ বাকলি, **—লঃ** খণ্ড, এটা টুকুৰা, এটা ফাল, মনু ৬।৮৮; **—লী(ন)** মাছ।

**শকলিত** টুকুৰা কৰা, ভাঙি টুকুৰা-টুকুৰ কৰা।

**শকান্তকঃ,—কাৰিঃ** *পু* বিক্ৰমাদিত্য।

**শকাৰঃ** *পু* ৰজাৰ ৰক্ষিতাৰ (অবিবাহিতা স্ত্ৰীৰ) ভায়েক। এই শকাৰবিলাক মূৰ্খ, খল স্বভাৱৰ হয়। ৰজাৰ 'খুলশালি' বুলি যিহকে ইচ্ছা তাকে কৰি ফুৰে। মৃচ্ছকটিক নাটকত শকাৰৰ চৰিত্ৰ সুন্দৰকৈ ফুটাই তোলা হৈছে।

**শকুনং** *ক্লী* ১। সু বা কু লক্ষণ, ২। শুভ লক্ষণ **—নঃ** (শক উনঃ) *পু* ১। চৰাই, ২। শগুন, ৩। চিলনী, ৪। এজন বিপ্ৰ, ৫। মঙ্গলৰ কাৰণে গোৱা এবিধ গীত। **—জ্ঞা** জেঠী। **—জ্ঞানং** লক্ষণ বিষয়ে অভিজ্ঞ। **—শাস্ত্ৰং** এখন লক্ষণ বিষয়ক শাস্ত্ৰ।

**শকুনিঃ** *পু* (শক উনিঃ) ১। এবিধ চৰাই, মনু ১২।৬৩, ২। শগুন, চিলনী বা শেন চৰাই, ৩। কুকুৰা, ৪। মহাভাৰতৰ প্ৰখ্যাত চৰিত্ৰ শকুনি। ধৃতৰাষ্ট্ৰৰ খুলশালি, গান্ধাৰৰাজ সুবলৰ পুত্ৰ আৰু কৌৰৱৰ মোমায়েক। দুৰ্যোধনৰ কুমন্ত্ৰণাদাতা শকুনি মামাই কূট পাশাৰ জৰিয়তে পঞ্চপাণ্ডৱক বনবাসলৈ পঠিয়ায় আৰু পাণ্ডৱসকলৰ ওপৰত নানা ৰকমৰ অত্যাচাৰ চলোৱাত দুৰ্যোধনক সহায় কৰে। কুমন্ত্ৰণাদাতা, কূট কৌশলী যি কোনো মানুহক আজিও শকুনি নাম দিয়া হয়। **—প্ৰপা** চৰাইক পানী খাবলৈ দিয়া জলাধাৰ। **—ৱাদঃ** ১। চৰাইৰ মাত ২। কুকুৰাৰ মাত।

**শকুনী** *স্ত্ৰী* ১। মাইকী কপৌ চৰাই, ২। পক্ষীৰূপধাৰিণী পূতনা ৰাক্ষসী, মহা ৫।১৩০।৪৫।

**শকুনীশ্বৰ** *পু* গৰুড়।

**শকুন্তঃ** *পু* (শক উন্তঃ ১। চৰাই, ২। নীলা কাউৰী, ভাস পক্ষী, ৩। এবিধ কীট, ফৰিং।

**শকুন্তলা** *স্ত্ৰী* (শকুন্তৈঃ পক্ষিভিঃ লায়তে পাল্যতে ইতি শকুন্ত লা কঃ টাপ)। মহাভাৰতৰ এটি উপাখ্যানৰ আধাৰত মহাকবি কালিদাসৰ অমৰ সৃষ্টি 'শকুন্তলা' নাটকৰ নায়িকা। বিশ্বামিত্ৰৰ তপস্যা ভঙ্গৰ কাৰণে ইন্দ্ৰই পঠোৱা অপসৰা মেনকা আৰু বিশ্বামিত্ৰৰ কন্যা। মেনকাই বনৰ মাজত এৰি থৈ যোৱা কেঁচুৱাটোক চৰাই-চিৰিকটিয়ে লালন-পালন কৰা হেতুকে তাইৰ নাম শকুন্তলা। মহৰ্ষি কণ্বই তাইক নিজৰ আশ্ৰমলৈ নি ডাঙৰ-দীঘল কৰে। ৰজা দুষ্মন্ত মৃগয়ালৈ আহি শকুন্তলাৰ অপূৰ্ব ৰূপ-লাৱণ্য দেখি মুগ্ধ হয় আৰু গন্ধৰ্ব প্ৰথামতে বিবাহ কৰাই থৈ গুচি যায়। পিচত দুৰ্বাসাৰ অভিশাপৰ ফলত ৰজাই তাইক পাহৰি যায়। অন্তঃসত্বা শকুন্তলাই ৰজাৰ ওচৰলৈ অহাত ৰজাই তাইক প্ৰত্যাখ্যান কৰে।

শকুন্তলাই মাৰীচৰ আশ্ৰমত থাকি ভৰতক জন্ম দিয়ে। পিচত দুষ্যন্তৰ লগত শকুন্তলাৰ পুনৰ্মিলন হয়। সম্রাট ভৰতৰ নামেৰেই এই দেশখনৰ নাম ভাৰতবৰ্ষ হয়।

**শকুন্তিঃ** *পু* ১। চৰাই, ২। ভাস পক্ষী, **—কা** *স্ত্রী* ১। চৰাই, ২। এবিধ, কীট, ফৰিং।

**শকুলঃ, —লিঃ** *পু* (শক উৰচ ৰস্য লঃ) ১। এবিধ মাছ, শ'ল মাছ। **—গণ্ডঃ** শাল মাছ।

**শকুলাক্ষকঃ** *পু* বগা দুবৰি।

**শকুলাদনী** *স্ত্রী* ১। এবিধ ঔষধি, কটকী, ২। এবিধ (কঞ্চট) শাক।

**শকুলাৰ্ভকঃ** *পু* এবিধ মাছ, গড়ৈ মাছ।

**শকুলী** *স্ত্রী* এবিধ মাছ, মিৰিকা মাছ।

**শকৃৎ** *ক্লী* (শক ঋতিন) ১। বিষ্ঠা, ২। জন্তুৰ গোবৰ। **—কৰিঃ, —কৰী** জন্তুৰ পোৱালি, বাছৰু। **—দ্বাৰং** গুহ্যদ্বাৰ, শৌচৰ দুৱাৰ। **—পিণ্ডঃ, —শুকঃ** গোবৰৰ লদা।

**শক্কৰঃ, —ৰিঃ** *পু* ষাঁড গৰু। **—ৰী** ১। নদী, ২। নীচ জাতিৰ স্ত্রী, ৩। কঁকালী, [illegible]টা, ৪। ছাব্বিশ বিধ সমবৃত্ত ছন্দৰ চতুৰ্দশ ছন্দ।

**শক্ত** *বিণ* (শক ক্তঃ) ১। শক্তিমান, সমৰ্থবান, মনু ৯।২০৭; ২। সমৃদ্ধিশালী, ধনী, ৩। চতুৰ, বুদ্ধিমান, ৪। প্রিয়ম্বাদী, মধুৰ ভাষী।

**শক্তুঃ** *পু* বুট মাহ আদিৰ ভজা গুড়া, চাতু গুড়ি।

**শক্তিঃ** *স্ত্রী* (শক ক্তিন) ১। শক্তি, বাহুবল, শৰীৰৰ বল, ক্ষমতা, ২। সামৰ্থ্য, (পদৰ শেষত), যথাশক্তি, মন্ত্র শক্তি, দৈৱীশক্তি, ৩। কাব্য ৰচনাত সামৰ্থ্য, ক্ষমতা, ৪। শক্তিৰূপিণী দেৱী দুৰ্গা। 'যা দেৱী সৰ্বভূতেষু শক্তিৰূপেণ সংস্থিতা।' শ্ৰী চণ্ডী। শিৱৰ পত্নী। 'শক্তিহীনঃ শিৱঃ শৱঃ।' আঠ বিধ শক্তি— ইন্দ্রাণী, বৈষ্ণৱী, ব্ৰহ্মাণী, কৌমাৰী, নাৰসিংহী, বাৰাহী, মাহেশ্বৰী আৰু ভৈৰৱী, ৫। শক্তি নামৰ শস্ত্ৰ এবিধ, শক্তিশেল, ৬। যাঠী, বাণ, ৭। প্রকৃতি। (প্রধানং প্রকৃতিঃ শক্তিৰ্নিত্যা চাৰিকৃতিস্তথা।' ৮। (ন্যায়) কাৰ্য্যোৎপাদন কৰাত কাৰণৰ অন্তৰ্নিহিত ক্ষমতা, ৯। (কাব্যালঙ্কাৰ) শব্দৰ তিনি বিধ (অভিধা, লক্ষণা আৰু ব্যঞ্জনা) অৰ্থবোধক ক্ষমতা, ১০। যোনিপীঠ। শিৱ-লিঙ্গৰ তলত থকা যোনিৰ আকাৰৰ পীঠ, শাক্তসকলৰ উপাস্য বিগ্ৰহ। **—কুণ্ঠনং** *ক্লী* নিস্তেজক। **—গ্রহঃ** ১। শিৱ, ২। কাৰ্তিকেয়, ৩। যাঠীধাৰী, সৈন্য, ৪। **শব্দশক্তিজ্ঞান** অৰ্থাৎ এইটো শব্দৰ এইটো অৰ্থ বুলি বুজিব লাগিব এয়ে শক্তি। **—গ্রাহক** শব্দৰ অৰ্থ নিৰ্দ্ধাৰক, প্রতিপাদক। (**—কঃ**) কাৰ্তিকেয়। **—ত্ৰয়ং** তিনি শক্তি। প্রভুশক্তি, মন্ত্ৰশক্তি আৰু উৎসাহশক্তি। **—ধৰ** শক্তিশালী (**—ৰঃ**) ১। কাৰ্তিকেয়, ২। অস্ত্ৰধাৰী। **—পাণিঃ —ভৃৎ** কাৰ্তিকেয় **—পাতঃ** শক্তিক্ষয়। **—পূজকঃ** শাক্তধৰ্মী পূজা, দুৰ্গা বা কালী পূজা **—বৈকল্যং** শক্তিহীনতা **—হেতিকঃ** শস্ত্ৰধাৰী যোদ্ধা

**শক্তিতঃ** *অব্য* শক্তি অনুসাৰে, যথা শক্তি।

**শক্তুং, ক্তুঃ** *ক্লী পু* (শক তুন) ভজা বুট মাহৰ গুড়ি চাতু।

**শক্তুকঃ** *পু* এবিধ বিহ।

**শক্তুফলা** *স্ত্রী* শমী বৃক্ষ।

**শক্ত্রিঃ** *পু* মহৰ্ষি বশিষ্ঠৰ জ্যেষ্ঠ পুত্র। এওঁ ইক্ষাকুবংশীয় ৰজা কল্মাষপাদক অভিশাপ দিছিল। সেই ৰজাই ৰাক্ষসী হৈ তাক ভক্ষণ কৰে।

**শক্ৰ, শক্ৰু** *বিণ* প্রিয়ম্বাদী, মধুৰ-ভাষী।

**শক্য** *বিণ* (শক যৎ) ১। সমৰ্থনীয়, ৰ ২।৪৯; ২। সম্ভৱনীয় সম্পাদনীয়।

**শক্যাৰ্থঃ** বাচ্যাৰ্থ।

**শক্রঃ** *পু* (শক্নোতি ৰাক্ষসান নাশয়িতুম শক ৰক) ১। দেৱৰাজ ইন্দ্র, ২। অৰ্জুন গছ, কুটজ বৃক্ষ, ৩। জ্যেষ্ঠা নক্ষত্র। **—গোপঃ** এবিধ কীট। **—জঃ, জাতঃ** কাউৰী **—জিৎ, ভিদ্** ৰাৱণ পুত্র মেঘনাদ। **—দ্রুমঃ** দেৱদাৰু গছ। **—ধনুস, —শৰাসনং** ৰামধেনু। **—ধ্বজঃ** ইন্দ্রধ্বজ, আস ২৬৯। **—পাদপঃ** দেৱদাৰু গছ **—প্রস্থঃ, —ভৱনং, —ভুৱনং, —ৱাসঃ** ইন্দ্রপুৰী, স্বৰ্গ। **—মূৰ্ধা, —শিৰঃ** পাহাৰ, উই-হাফলু। **—লোকঃ** ইন্দ্রলোক। **—সাৰথিঃ** মাতলি। **—সুতঃ** ১। ইন্দ্রপুত্র জয়ন্ত, ২। অৰ্জ্জুন, ৩। বালি।

**শক্ৰাখ্যঃ** *পু* ফেঁচা।

**শক্রাণী** *স্ত্রী* ইন্দ্ৰৰ পত্নী শচী

**শক্ৰাত্মজঃ** *পু* ইন্দ্ৰ পুত্র জয়ন্ত, ২। অৰ্জুন, ৩। বালি

**শক্রাসনং** *ক্লী* ভাং। **—নঃ** কুটজবৃক্ষ।

**শক্রিঃ** *পু* (শক ৱাহুলকাৎ ক্রিন) ১। মেঘ, ২। ইন্দ্ৰৰ বজ্র, ৩। পৰ্বত, ৪। হাতী।

**শক্রোত্থানং শক্রোৎসৱঃ** *ক্লী* শক্রধ্বজ উৎসৱ। ভাদ মাহৰ শুক্লা দ্বাদশী তিথিত পালন কৰা ইন্দ্ৰৰ উৎসৱ বিশেষ।

**শক্কৰ** *পু* ষাঁড় গৰু। **—ৰী** ১। আঙুলি, ২। মেখলা, ৩। চৈধ্যটা আখৰ যুক্ত বৃত্তৰ ছন্দ। এই বৃত্তৰ অন্তৰ্গত ছন্দ আঠটা।

**শক্কা** (ন) হাতী।

**শঙ্ক** শঙ্কায়াম (ভ্বা আ অ, শ শঙ্কতে) ১। ভয় খা, ভয় খুৱা, শঙ্কিত হ, ২। সন্দেহ কৰ, আশঙ্কা কৰ, ইতস্ততঃ কৰ, ৩। অবিশ্বাস কৰ, ৪। ভাব, চিন্তা কৰ, কল্পনা কৰ, ৫। আপত্তি তোল। **অভি—** সন্দেহ কৰ, সন্দিহান হ, মনু ৭।১৮৫; ৬। ভয় কৰ, আশঙ্কা কৰ, ৭। আপত্তি কৰ। **পৰি—** সন্দেহ কৰ, কল্পনা কৰ, ভয় কৰ। **ৱি—** সন্দেহ কৰ, চিন্তা কৰ, কল্পনা কৰ।

**শঙ্কঃ** *পু* ভাৰবাহী বলদ

**শঙ্কৰ** *বিণ.* (শম কৃ অচ) কল্যাণকাৰী, মঙ্গলদায়ক, মাঙ্গলিক। **—ৰঃ** *পু* ১। সদাশিৱ, দেৱাদিদেৱ মহাদেৱ। 'সদা ধ্যানাচ্চ ভক্তানাং পরনং যন্নিৰাময়ম। চৈতনাথত্বমপাস্মাত্তেনাহং শঙ্কৰঃ স্মৃতঃ।।, ২। প্ৰসিদ্ধ আচাৰ্য্য তথা ব্যাখ্যাকাৰ (আদি) শঙ্কৰাচাৰ্য্য। **—ৰী** ১। পাৰ্বতী, সতী ২। মজাঠি, ৩। শমী বৃক্ষ।

**শঙ্কৰাচাৰ্য্য** সুপ্ৰসিদ্ধ টীকাকাৰ কবি জগদগুৰু আদি শঙ্কৰাচাৰ্য্য। খৃষ্টীয় ৭ম-৮ম শতিকাৰ অদ্বৈতবাদী এইজনা মহাপুৰুষে বেদান্ত দৰ্শনৰ ভাষ্যৰ উপৰিও অসংখ্য পুথিৰ টীকা, কবিতা আদি ৰচনা কৰে। মাত্ৰ ৩২ বছৰ কাল জীয়াই থকা এনে অলৌকিক শক্তিধাৰী পুৰুষ জগতত হয়তো দ্বিতীয়জন নোলাব। শঙ্কৰাচাৰ্য্যই সমগ্ৰ ভাৰত ভ্ৰমণ কৰি উত্তৰত যোশী মঠ, পূৱত পুৰী মঠ, দক্ষিণত কাঞ্চী মঠ আৰু পশ্চিমৰ দ্বাৰকাত জ্যোতিষ মঠ— এই চাৰিখন পৱিত্ৰ শঙ্কৰ মঠ স্থাপন কৰে। এই কেইখনৰ অধিকাৰ কেইজনক পৰম্পৰাগতভাৱে অদ্যাপিও জগদগুৰু শঙ্কৰাচাৰ্য্য নামেৰে জনা যায়।

**শঙ্কৰাৱাসঃ** *পু* শিৱৰ বাসস্থান, কৈলাস পৰ্বত।

**শঙ্কা** *স্ত্ৰী* (শঙ্ক অঃ টাপ) ১। আশঙ্কা, ত্ৰাস, ২। চিন্তা, ৩। সন্দেহ, ৪। ইতস্ততঃ, ৫। আশা, বাসনা, ৬। অবিশ্বাস, অনিশ্চয়তা।

**শঙ্কিত** ... সশঙ্ক, আতঙ্কিত, ভীত, ২। অনিশ্চিত, **—চিত্ত, মনঃ** ...ৰ, অবিশ্বাসী, সন্দেহযুক্ত।

**শঙ্কী** (ন) *বিণ.* সন্দেহকাৰী, ভীত, সন্ত্ৰস্ত। **—ৱৰ্ণকঃ** চোৰ।

**শঙ্কুঃ** *পু* (শঙ্ক কুঃ) ১। গছৰ মুঢা, ২। এবিধ মাছ, ৩। অস্ত্ৰ, শস্ত্ৰ, যাঠী, শেল, ছুৰী, ৪। খুঁটি, স্তম্ভ, ৫। গজাল, শলখা, ৬। ঘড়ীৰ কাঁটা, ৭। মাপকাঠী, ৮। এশ কোটি, ৯। পুৰুষৰ লিঙ্গ, ১০। পাপ, ১১। জলজ প্ৰাণী, ১২। সদাশিৱ, ১৩। শাল গছ, ১৪। বাৰ আঙুলি পৰিমাণ, ১৫। পাতৰ আঁহ, ১৬। নখী নামৰ আতৰ এবিধ, ১৭। ন্যাস, পুঁজি, ১৮। জন্মেজয়ৰ পুত্ৰ, ১৯। উগ্ৰসেনৰ পুত্ৰ এজন। **—কৰ্ণঃ** ১। গাধ, ২। এজন দানৱ। **—চিঃ** এবিধ ...। **—তৰুঃ** শাল গছ। **—ৰ** *বিণ* ত্ৰাসজনক ...। **—লা** ১। ছুৰী, ডেগাৰ, ২। কেঁচী

**শঙ্খং, —খঃ** শম খঃ ১। সমুদ্ৰজাত এবিধ ডাঙৰ শামুক ... শঙ্খ হিচাপে ব্যৱহাৰ কৰে। পূজা, পাৰ্বণ, বিবাহাদি মাঙ্গলিক অনুষ্ঠানত এই শঙ্খত ফু দি ধ্বনি তোলা হয়। পুৰণি কালত শঙ্খধ্বনিৰে যুদ্ধৰ আৰম্ভ কৰা হৈছিল, ২। কপালৰ হাঁড়, ৩। হাতীৰ দুই দাঁতৰ মাজৰ অংশ, ৪। এহাজাৰ কোটি, ৫। যুদ্ধবাদ্য, ৬। নখী নামৰ আতৰ এবিধ, ৭। কুবেৰৰ এটা ৰত্ন ভাণ্ডাৰ, ৮। শ্ৰীকৃষ্ণৰ হাতত নিহত শঙ্খচূড় দৈত্য। ৯। কাণৰ কাষৰ অস্থি, ১০। শঙ্খনাগ, অষ্টনাগৰ এটা নাগ। **—চৰী, —চৰ্চী** কপালত চন্দনৰ তিলক। **—চূৰ্ণ** শঙ্খৰ গুড়ি। **—ধ্মঃ, —ধ্মা** শঙ্খবাদক। **—ধ্বনিঃ** শঙ্খৰ শব্দ। **—প্ৰস্থঃ** জোনৰ গাত থকা ক'লা দাগ। **—ভৃৎ** শ্ৰীকৃষ্ণ; **—মুখঃ** ঘঁৰিয়াল। **—স্বনঃ** শঙ্খধ্বনি।

**শঙ্খকং, কঃ** ১। শঙ্খ, ২। কাণৰ কাষৰ (কুম) হাঃ **—কঃ** ১। শঙ্খৰ খাৰু, হিন্দু সধৱা স্ত্ৰীয়ে সদায় ধাৰণ কৰা খাৰু, ২। মূৰৰ অসুখ।

**শঙ্খিনী** *স্ত্ৰী* ১। চাৰি বিধ নাৰীৰ এবিধ। (বাকী তিনিবিধ : পদ্মিনী, চিত্ৰিণী, আৰু হস্তিনী), ২। শঙ্খৰ দৰে ফুলযুক্ত এবিধ গছ, শ্বেত পুন্নাগ বৃক্ষ, ৩। উপদেৱতা এগৰাকী। **—ফলঃ** শিৰীষ গছ।

**শঙ্খী** (ন) *পু* (শঙ্খ ইনিঃ) ১। সমুদ্ৰ, ২। (পাঞ্চজন্যধাৰী) বিষ্ণু, ৩ শঙ্খবাদক.

**শচ্** ৱাচি (ভ্বা আ স শচতে) ক, কথা ক, বৰ্ণনা কৰ।

**শচিঃ চী** *স্ত্ৰী* ১। ইন্দ্ৰৰ পত্নী, ৰ ৩।১৩; ২। প্ৰজ্ঞা, বাক। **—পতিঃ, —ভৰ্তা** ইন্দ্ৰ।

**শঞ্চ্** গত্যাম (ভ্বা আ স শঞ্চতে) যা, গমন কৰ, আগ বাঢ়।

**শট্** ক) সাদে, গতৌ, ৰুজি (ভ্বা প অ, স শটতি) ১। অসুখত পৰ, ৰোগী হ, অসুস্থ হ, ২। ভাগ কৰ, বেলেগ বেলেগ কৰ, ৩। অৱসাদগ্ৰস্ত হ, বিষণ্ণ হ, খ) শ্লাঘে (চুৰা আ স শাটয়তে) প্ৰশংসা কৰ, গুণ গা।

**শট** *বিণ.* (শট অচ) টেঙা। **—টা** সন্ন্যাসীৰ মূৰৰ জটা। **—টিঃ** ১। এবিধ ঔষধি, ২। গৰু গা ধুওৱা হালধি।

**শট্টকং** *ক্লী.* ঘিউ পানী মিহলোৱা চাউল বা ঘেঁহুৰ গুড়ি, এবিধ লাড়ু পিঠা।

**শঠ্** ক) ৱধক্লেশকৈতৱে (ভ্বা প স শঠতি) ১। ঠগা, প্ৰবঞ্চনা কৰ, ছল কৰ, ২। আঘাত কৰ, হত্যা কৰ, ৩। কষ্ট খা, যাতনা ভোগ।

খ) আলস্যে, গত্যসংস্কৃত সংস্কৃতে (চুৰা প অ শাঠয়তি) ১। সম্পাদন কৰ, কাম শেষ কৰ, সংস্কৃত কৰ, ২। কাম আধা কৰা... এৰ, অসংস্কৃত কৰ, ৩। যা গমন কৰ, ৪। এলাহ কৰ, এলেহুৱা হ, ৫। ঠগা, প্ৰবঞ্চনা কৰ।

গ) দুৰ্ব্বাচি (চুৰা প স শঠয়তি) ১। কুৎসিত কথা ক, বেয়া কথা ক, ২। ঠগা, প্ৰবঞ্চনা কৰ।

**শঠ** *বিণ.* অসাধু, ঠগ প্ৰবঞ্চক, **—ঠং** *ক্লী* ১। লোহা, ২। তগৰ ফুল, ৩। কুঙ্কুম, **—ঠঃ** ১। মধ্যস্থব্যক্তি, ধূৰ্ত্ত, মনু ৪।৩০; ২। ধঁতুৰা গছ, ৩। ভণ্ড প্ৰেমিক। (এজনীক ভালপোৱাটো দেখুৱায় অথচ আন এজনীক ভাল পাই থাকে)। চাৰি বিধ পতিৰ ভিতৰত এবিধ। 'পাষণ্ডিনো ৱিকৰ্মস্থান বৈড়ালব্ৰতিকান্ শঠান'

**শঠতা** *স্ত্ৰী* (শঠ তল্) শাঠ্য। ভণ্ডামি, ছলনা।

**শণ** দানে (ভ্বা, চুৰাপ স শণতি শণয়তি) ১। যা, গমন কৰ ২। দি, দান দি, অৰ্পণ কৰ।

**শণং** *ক্লী* ১। শণ গছ ২। ভাং গছ । **—সূত্ৰং** ১। শণৰ সূতা । শণ সূতাৰে বনোৱা জাল । **—ণঃ** (শণ পচাদাচ) ১। ভাং গছ, ২। শণ গছ।

**শণ্ডং** *ক্লী* সমূহ। সমষ্টি, **—ণ্ডঃ** ১। এৰি দিয়া ষাঁড় ২। ষাঁড়, বলদ, ৩। বীৰ্যহীন পুৰুষ, নপুংসক।

**শণ্ডিলঃ** *পু* এজন মুনি। শাণ্ডিল্য গোত্ৰৰ প্ৰৱৰ্তক।

**শণ্ঢঃ** *পু* (শম ঢঃ) ১। অন্তেষপুৰৰ ৰক্ষক বা দুৱৰি এইবিলাক সাধাৰণতে বুঢ়া অথবা নপুংসক হয়, ২ ষাঁড়, ৩। পগলা মানুহ।

**শতং** *ক্লী* ১। দহৰ দহগুণ সংখ্যা। এশ। ২। বিশেষ পদৰ বিশেষণ ৰূপত ব্যৱহাৰ হলেও 'শ... একবচনত ব্যৱহাৰ হয়। যেনে শতং ছাত্ৰাঃ, শ... গাৰঃ। কেতিয়াবা বিশেষ্য পদটো সম্বন্ধবাচক ষষ্ঠী বিভক্তিতো ব্যৱহাৰ হোৱা দেখা যায়। যেনে মনুষ্যাণা শতং, ছাত্ৰাণাং শতং। **—কুম্ভঃ** সোণৰ আকৰ ... এখন পৰ্বত। **—কৃত্বঃ** অব্য এশ বাৰ। **—কোটিঃ** ইন্দ্ৰৰ বজ্ৰ। **—ক্ৰতুঃ** ইন্দ্ৰ। **—খণ্ডং** সোণ। এশ টুকুৰা **—গ্ৰন্থিঃ** দুবৰি বন। **—ঘ্নী** ১। এবিধ অস্ত্ৰ। লো... হুলযুক্ত চাৰিডাল তালগছৰ সমান দীঘল, প্ৰক... শিলাখণ্ড, ২। মাইকী বিছা, ৩। গন্ধৰ বে... **—জিহ্বঃ** শিব। **—ভিষক্, —ভিষা** এশ তৰা... চতুৰ্বিংশ নক্ষত্ৰ। **—দলা** বগা পদুম। **—দ্ৰু** পাঞ্জাব... এখন নদী। হিমালয়ৰ পৰা ওলাই বিপাশাত মিলিছে। **—ধামা** (ন) বিষ্ণু। **—ধৃতিঃ** ইন্দ্ৰ। **—পত্ৰং** পদুম ... **—পত্ৰঃ** পু ১। ম'ৰা চৰাই, ২। সাৰেং ... বৰটোকোলা চৰাই, ৩। ভাটৌ। **—পত্ৰকঃ** কাঠ... চৰাই। **—পত্ৰযোনিঃ** ব্ৰহ্মা। **—পত্ৰা** নাৰী। **—পদী** কেৰেলুৱা, বিছা, চেলা। **—পদ্মং** এশ পাহি... পদুম। **—পৰ্ব** (ন) বাঁহ (স্ত্ৰী) ১। আহিন মাহৰ পূৰ্ণি... তিথি, ২। দুবৰি বন। **—পৰ্বেশঃ** শুক্ৰ গ্ৰহ। **—পুষ্পঃ** কিৰাতাৰ্জুনীয় কাব্যৰ ৰচয়িতা ভাৰবি। **—ভীৰুঃ** মল্লিকা ফুল। **—মখঃ, মন্যুঃ** ইন্দ্ৰ। ৰ ৯।১৩; ২। ফেঁচা **—মুখ** এশটা নিৰ্গমন পথ থকা, এশখন মুখ যুক্ত **—মুখী** বাঢ়নী, মূলা, দুবৰি বন। **—মূলী** শতমূলী এবিধ ঔষধি। **—ৰূপা** ব্ৰহ্মাৰ কন্যা, পত্নীও। বিষ্ণু পুৰাণৰ মতে এওঁ স্বায়ম্ভুৱ মনুৰ পত্নী। **—ৱেধী** ... অম্লবেতস, থেকেৰা টেঙা। **—সহস্ৰং** এশ হাজাৰ এক লাখ, বহু সংখ্যক। **—সাহস্ৰং** এক লাখেৰে কিনা। **—হ্ৰদা** *স্ত্ৰী* বিজুলী, ইন্দ্ৰৰ বজ্ৰ।

**শতক** *বিণ.* এশ। **—কং** এশ শ্লোক থকা কাব্য যেনে বৈৰাগ্যশতকং, নীতিশতকং।

**শতশঃ** (স) অব্য এশ এশকৈ, এশ গুণকৈ, ... বাৰকৈ।

**শতাক্ষী** *স্ত্রী* ১। ৰাতি, ২। পাৰ্বতী।

**শতাঙ্গঃ** *পু* ১। ৰথ, ২। এবিধ (তিনিশ) গছ, ৩। এজন দৈত্য, ৪। এশ অৱয়ৱযুক্ত।

**শতানকং** *ক্লী* শ্মশান।

**শতানন্দঃ** *পু* ১। এজন মুনি, জনক ৰজাৰ পুৰোহিত, ২। দেৱকী পুত্ৰ, ৩। গৌতম আৰু অহল্যাৰ পুত্ৰ, ৪। ব্ৰহ্মা, ৫। বিষ্ণু, ৬। বিষ্ণুৰ ৰথখনৰ নাম।

**শতানীকঃ** *পু* ১। বুঢ়া মানুহ, ২। এজন মুনি।

**শতাৰং** *ক্লী* ইন্দ্ৰৰ বজ্ৰ।

**শতাৰুঃ** *পু* এবিধ কুষ্ঠৰোগ।

**শতায়ুঃ** *এশ* বছৰ জীয়াই থকা।

**শতিক** *বিণ.* এশৰে কিনা, এশ সম্বন্ধীয়।

**শতী** ন) *বিণ.* এশ গুণ, অসংখ্য।

**শতেৰঃ** *পু* (শদ শাতনে এৰক) শত্ৰু, হিংসা।

**শত্য** *বিণ* (শত যৎ) এশৰে কিনা, শতিক।

**শত্ৰিঃ** (শদ ত্ৰিপ) ১। হাতী, ২। এগৰাকী ৰাজৰ্ষি।

**শত্ৰুঃ** *পু* (শদ শাতনে ক্ৰুন) ১। শত্ৰু, অমিত্ৰ, বৈৰী, অৰি, ২। বিৰোধী, প্ৰতিদ্বন্দ্বী। **—কৰ্ষণ, —দমন** শত্ৰুক নাশ কৰা, বশীভূত কৰা। **—ঘ্নঃ** ১ শত্ৰু নাশকাৰী, ২। দশৰথৰ পুত্ৰ, সুমিত্ৰানন্দন, লক্ষ্মণৰ যমজ ভাতৃ। **—পক্ষ** বিৰোধী পক্ষ।

**শত্ৰুঞ্জয়ঃ** ১। হাতী, ২। বিমল পৰ্বত, ৩। এটা নাগ।

**শত্ৰুন্তপ** *বিণ* শত্ৰু বিনাশক।

**শত্বৰী** *স্ত্রী* ৰাতি।

**শদ** ক) শাতে (ভ্বা প অ স শীয়তে) ১। তল পেলা, তলত পৰ, সৰি পৰ, নাশ হ, জীৰ্ণ হ, লেৰেলি যা, ২। যা, গমন কৰ। (নিজন্ত) শাতয়তি- তে।

খ) গতৌ (ভ্বা প স শদতি) যা, গমন কৰ।

**শদঃ** *পু* ফলমূলাদি।

**শাদ্ৰিঃ** *পু* (শদ ক্ৰিন) ১। মেঘ, ২। হাতী, ৩। অৰ্জুন। (স্ত্ৰী) বিজুলী।

**শব্ধ** *বিণ.* (শদ ক্তঃ) তলত পেলাওঁতা, ভ্ৰমণকাৰী, নাশকাৰী।

**শনকৈঃ** (স) অব্য শনৈঃ, লাহে লাহে।

**শনিঃ** *পু* ১। ৰবি আদি নটা গ্ৰহৰ অন্তৰ্গত সপ্তম গ্ৰহ। সূৰ্য্য পুত্ৰ শনিগ্ৰহ। ক'লা বৰণ, ক'লা বসন। জ্যোতিষ তত্ত্বমতে শনিগ্ৰহৰ ভোগ কাল আঠৈ বছৰ, ২ শনি বাৰ, ৩ শিব। **—জং** জানুক। **—প্ৰদোষঃ** শনি বাৰ পৰা ত্ৰয়োদশী তিথি, শিৱ পূজাৰ বাবে প্ৰশস্ত। **—প্ৰসূঃ** সূৰ্য্যপত্নী ছায়া, **—প্ৰিয়ং** নীলা পাথৰ, নীলমণি।

**শনৈঃ** (স) *অব্য* লাহে লাহে, লাহে লাহে কৰিব লগীয়া পাঁচ বিধ কাম : 'শনৈৰ্বিদ্যা, শনৈঃ পন্থঃ, শনৈঃ পৰ্বতমাৰোহেৎ। শনৈঃ কামশ্চ ধৰ্মশ্চ পঞ্চৈতানি শনৈঃ শনৈঃ।'

**শনৈশ্বৰঃ** *পু* (শনৈঃ মন্দং চৰতীতি চৰ পচাদ্যচ) শনি গ্ৰহ, শনি গ্ৰহৰ স্তোত্ৰ : 'নীলাঞ্জনচয়প্ৰখ্যং ৰৱিসূনুং মহাগ্ৰহম। ছায়ায়া গৰ্ভসম্ভূতং বন্দে ভক্ত্যা শনৈশ্বৰম।।'

**শন্তনুঃ শান্তনুঃ** *পু* চন্দ্ৰবংশীয় ৰজা শান্তনু। এওঁৰ দুজনী পত্নী গঙ্গা আৰু সত্যৱতী। গঙ্গাৰ পুত্ৰ হ'ল ভীষ্ম আৰু সত্যৱতীৰ বিচিত্ৰবীৰ্য্য আৰু চিত্ৰাঙ্গদ। ভীষ্ম চিৰ-কুমাৰৰ প্ৰতিজ্ঞা লয়। বাকী দুজন ভায়েক নিঃসন্তান হৈ মৃত্যু হয়। বংশ ৰক্ষাৰ কাৰণে সত্যৱতীয়ে কুমাৰী কালৰ পুত্ৰ ব্যাসক মতাই আনি 'নিয়োগ' প্ৰথা মতে বিচিত্ৰবীৰ্য্যৰ বিধৱা পত্নীৰ গৰ্ভত ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুক জন্ম দিয়ায়।

**শপ** ক্ৰোশে (দিৱা, ভ্বা উভ ত স শপ্যতি- তে, শপতি- তে) ১। শাপ দি, অভিশাপ দি, ২। শপত খা, শপত খাই প্ৰতিজ্ঞা কৰ, কিম্বা কাটি ক, 'সত্যং শপামি যদি কিঞ্চিদপি স্মৰামি।', ৩। নিন্দা কৰ, গালি পাৰ। (নিজন্ত) শাপয়তি- তে।

**শপঃ শপথঃ** *পু* শপত, শাপ, অভিশাপ, ভৰ্ৎসনা, নিন্দা।

**শপনং** *ক্লী* শপ ল্যুট) শপত, গালি-শপনি।

**শপ্ত** *বিণ* (শপ ক্তঃ) অভিশপ্ত, নিন্দিত, ভৰ্ৎসিত। **—প্তঃ** *পু* উলু বন।

**শফং** *ক্লী* ১। গৰু আদি জন্তুৰ খুৰা, যা ১।২০৪; ২। গছৰ শিপা।

**শফৰঃ, ৰী** *পু স্ত্রী* পুঠী মাছ। 'অগাধজলসঞ্চাৰী বিকাৰী ন চ ৰোহিতঃ। গণ্ডূষজলমাত্ৰেণ শফৰী ফৰফৰায়তে।।'

**শফৰাধিপঃ** *পু* ইলিহী মাছ।

**শবৰঃ** *পু* ১। গিৰিবাসী, ২। মহাদেৱ, ৩। পানী, ৪। বাহু, ৫ শাস্ত্ৰবিশেষ, ৬। মীমাংসাৰ ভাষ্যকাৰ এগৰাকী। **—ৰী** ১। গিৰিবাসিনী স্ত্ৰী, ২। শ্ৰীৰামচন্দ্ৰৰ পৰম ভক্ত এগৰাকী জনজাতীয় নাৰী। **—লোধ্ৰঃ** লোধ্ৰ বৃক্ষ।

**শবৰালয়ঃ** শবৰবিলাকৰ বাসস্থান।

**শৱল** *বিন* ১। ফুটফুটীয়া, চিত্ৰবিচিত্ৰ, বিভিন্ন। **—লং** *ক্লী* পানী। **—লা, লী** ১। ফুটফুটীয়া দাগ থকা গাই, ২। কামধেনু।

**শব্দ্** ধ্বনৌ (চুৰা উ অ শব্দয়তি- তে) ১। শব্দ কৰ, ধ্বনি তোল, ২। ক, কথা ক, চিঞৰি মাত, নাম ধৰি মাত।

**শব্দঃ** *পু* (শব্দ ভাৱে ঘঞ) শ্ৰোত্ৰগ্ৰাহ্যপদাৰ্থ, আকাশৰ গুণ। ১। শব্দ, ধ্বনি, ২। চৰাইৰ মাত, মনু ৪।১১৪; ৩। বাদ্যযন্ত্ৰৰ শব্দ, ৪। বাক্যৰ শব্দ। বিশেষ্য পদ, ৫। নাম, উপাধি, গুণবাচক নাম। 'শব্দো ধ্বনিশ্চ ৱৰ্ণশ্চ মৃদঙ্গাদিভৱো ধ্বনিঃ। সৰ্ৱঃ শব্দো নভোবৃত্তিঃ শ্ৰোত্ৰোৎপন্নস্তু গৃহ্যতে।।, ৬। মৌখিক ক্ষমতা অথবা শক্তি, ন্যায় মতে 'প্ৰমাণ'। **—কোশঃ** অভিধান। **—গ্ৰহঃ** কাণ। **—চাতুৰ্য্যং** কথা কোৱাত নিপুণতা। **—চিত্ৰঃ** শুনি ভাল লগাকৈ শব্দ ব্যৱহাৰ কৰা কাব্য এবিধ। **—চোৰঃ** লিখনী চোৰ, আনৰ ৰচনা নিজৰ বুলি প্ৰকাশ কৰা ব্যক্তি। **—তন্মাত্ৰং** শব্দ (ধ্বনিৰ) সূক্ষ্ম উপাদান। **—পতিঃ** নামত মালিক। **—পাতী** (ন) শব্দ শুনি আঘাত কৰা ব্যক্তি। **—প্ৰমাণং** মৌখিক যুক্তি। **—বোধঃ** মৌখিক সাক্ষ্য বা যুক্তিৰ পৰা উদ্ভৱ হোৱা জ্ঞান। **—ব্ৰহ্মণ্** *ক্লী* ১। বেদ, ২। ব্ৰহ্ম জ্ঞান, পৰমাত্মা জ্ঞান। **—ভেদী** (ন) শব্দ শুনি শৰ নিক্ষেপকাৰী (পু) অৰ্জুন। **—যোনিঃ** শব্দৰ মূল, ধাতু। **—ৱিদ্যা, —শাসন, —শাস্ত্ৰং** ব্যাকৰণ, **—ৱিৰোধঃ** একেটা বাক্যত দুটা শব্দৰ বিৰোধ বা অসঙ্গতি। **—ৱেধী** (ন) শব্দ ভেদী। অৰ্জুন, কাঁড়। **—শক্তি** এটা শব্দৰ অভিধা বা ব্যঞ্জনা শক্তি। **—শুদ্ধিঃ** শব্দৰ পৱিত্ৰতা, শুদ্ধ শব্দৰ ব্যৱহাৰ। **—শ্লেষঃ** মৌখিক দ্ব্যৰ্থবোধক কথা বা শব্দ, ছলাহি কথা। **—সংগ্ৰহঃ** অভিধান। **—সৌষ্ঠৱ** (কাব্যত) শব্দ গাঁথনিৰ লালিত্য। **—সৌকৰ্য্যং** প্ৰকাশত সৰলতা, সুস্পষ্টতা।

**শব্দনং** *ক্লী* ১। ধ্বনি, শব্দ, ২। শব্দকৰণ, ৩। মাত, চিঞৰ।

**শব্দাখ্যেয়ং** শব্দ বা পদেৰে প্ৰকাশ কৰিব লগীয়া যে ১০৩।

**শব্দাড়ম্বৰঃ** ডাঙৰ ডাঙৰ শব্দ, বাক্যালঙ্কাৰযুক্ত শব্দ।

**শব্দাতীত** *বিণ.* ব্যাখ্যাৰ বা বৰ্ণনাৰ অতীত, অবৰ্ণনীয়।

**শব্দাদি** *বিণ.* শব্দেৰে আৰম্ভণি।

**শব্দাধিষ্ঠানং** *ক্লী* কাণ।

**শব্দাধ্যাহাৰঃ** শব্দ যোগ, লুপ্ত পদৰ পূৰ্ত্তিকৰণ।

**শব্দানুশাসনং** *ক্লী* ব্যাকৰণ।

**শব্দায়তে** নামধাতু, শব্দ কৰ, ধ্বনি তোল।

**শব্দালংকাৰঃ** বাক্যত বা কাব্যত বিশেষভাৱে শব্দ প্ৰয়োগ কৰি শুনিবলৈ শুৱলা কৰা অলঙ্কাৰ বিশেষ যেনে যমকালঙ্কাৰ (অৰ্থালঙ্কাৰৰ বিপৰীত)।

**শব্দিত** (শব্দ ক্ত) শব্দ কৰা, বাদ্য যন্ত্ৰ বজোৱা, মাত চিঞৰি মতা, নাম ধৰি মতা।

**শম্** সুখ, শান্তি, কল্যাণ, আনন্দবোধক, আশীৰ্বাদসূচক অব্যয় শব্দ। **—তাতি** মাঙ্গলিক আশীৰ্বাদ দান **—পাকঃ** আলতা।

**শম** ক) শমে (দিৱা প অক শাম্যতি) ১। শান্ত হ, শান্তি পা, নিজম হ, নিতাল মাৰ, ২। বন্ধ কৰ, শেষ কৰ, সমাপ্তি কৰ। 'ন জাতু কামঃ কামানামুপভোগেন শাম্যতি', মনু ২।৯৪; ৩। তৃপ্ত হ, দমন কৰ, নিবৃত্তি কৰ, পিয়াহ পলুৱা বা গুচা (ণিজন্ত) শময়তি- তে। ১। শেষ কৰ, ২। দমন কৰ, পৰাজয় কৰ, ৩। হত্যা কৰ, পিয়াহ পলুৱা বন্ধ কৰ। **উপ—** শান্ত হ, বন্ধ কৰ, শেষ কৰ। **নি—** গুণ, কাণ দি শুন, মন দি শুন, তৃষ্ণা দূৰ কৰ, শান্ত হ। **সং—** শান্ত হ, লুপ্ত হ, শেষ কৰ।

খ) আলোচে (চুৰা শক শাময়তি- তে) ১। চা, নিৰীক্ষণ কৰ, অনুসন্ধান কৰ, ২। দেখুৱা, প্ৰদৰ্শন কৰ।

**শমঃ** *পু* (শম্যত ইতি শম্ ঘঞ) ১। শান্তি, প্ৰশান্তি, নিৰুপদ্ৰৱ, ২। আৰাম, জিৰণি, ৩। মানসিক স্থিৰতা, ক্ৰোধৰ উপশম, ১০।৪; ৪। তৃপ্তি, তৃষ্ণা, শোক আদি প্ৰশমন, ৫। যুক্তি, মোক্ষ, সাংসাৰিক বন্ধনৰ পৰা মুক্তি, ৬। বাহু।

**শমকঃ** *পু* শান্তিকাৰক, শান্তিদায়ক।

**শমথঃ** *পু* (শম অথঃ) ১। শান্তি, ক্ৰোধৰ উপশম, ২ মন্ত্ৰী, মন্ত্ৰণাদাতা।

**শমনং** *ক্লী* (শম ল্যুট) ১। যজ্ঞৰ বাবে পশু বলি, ২ শান্তি, ৩। সমাপ্তি, সমাপন, প্ৰশমন, ৪। আঘাত হিংসা, ৫। চোবোৱা বা গিলা কাৰ্য্য, চৰ্বন, ৬ প্ৰতিসংহাৰ, নিবাৰণ। **—নঃ** *পু* ১। যমৰাজ, ২ এবিধ হৰিণ।

**শমনস্বসা (স্বৃ)** *স্ত্রী* যমৰাজৰ ভনীয়েক।

**শমনী** *স্ত্রী* ৰাতি। **—ষদঃ** নিশাচৰ, ৰাক্ষস।

**শমলং** *ক্লী* (শম কলঃ) ১। বিষ্ঠা, মলমূত্ৰ, ২। পাপ, কলুষতা, ৩। মলিনতা, গেদ।

**শমিত** *বিণ.* (শম ক্ত) ১। শান্ত, প্ৰশমিত, ২। ৰোগমুক্ত।

**শমী** *স্ত্রী* ১। এবিধ গছ, শমীবৃক্ষ, 'অৱেহি তনয়াং ব্ৰহ্মন্নগ্নিগৰ্ভাং শমীমিৱ।' শ ৪।২; ২। ছেঁই, চুপহি, বীন। **—গৰ্ভঃ** ১। অগ্নি, ২। ব্ৰাহ্মণ পুৰোহিত। **—ধান্যং** বুট, মাহ আদি যজ্ঞ বা পূজাৰ সামগ্ৰী। **—পত্ৰা** লাজুকীলতা।

**শমী (ন্)** *বিণ.* ১। শান্ত, ২। সংযমী, বশী। **—কঃ** এজন মুনি। ভা ১।১৮।

**শম্পা** *স্ত্রী* বিজুলী। **—কঃ**

**শম্ব** ক) গতৌ (ভ্বা প স শম্বতি) যা, গমন কৰ, আগুৱাই যা।

খ) সংগ্ৰহে (চুৰা প স শম্বয়তি) সংগ্ৰহ কৰ, একগোট কৰ, স্তূপাকাৰ কৰ, চয়ন কৰ।

**শম্ব** *বিণ* (শমেৰ্বন্ ইতি বন) ১। সুখী, ভাগ্যৱান, ২। দুখী, দুৰ্ভগীয়া। **—বঃ** *পু* ১। ইন্দ্ৰৰ বজ্ৰ, ২। মস্থন দণ্ডৰ লোহা থকা মূৰটো, ৩। কৰঙনত পিন্ধা লোৰ শিকলি (কাঞ্চী), ৪। দ্বিতীয় বাৰ হাল বোৱা।

**শম্বৰং** *ক্লী* ১। পানী, ২। মেঘ, ৩। ধন, ৪। ধৰ্মীয় ব্ৰত পালন, বৌদ্ধব্ৰত বিশেষ, ৫। চিত্ৰ। **—ৰঃ** *পু* ১। এবিধ হৰিণ, ২। প্ৰদ্যুম্নৰ হাতত নিহত এটা দৈত্য, শম্বৰাসুৰ, ৩। এবিধ মাছ, ৪। এজন জৈনমুনি, ৫। যুদ্ধ, ৬। আগিয়াচিতা, মং ভোলমতি গছ, অৰ্জুন গছ, ৭। পৰ্বত। **—সূদনঃ** প্ৰদ্যুম্ন। **—ৰী** যাদু, মায়া।

**শম্বলং, —লঃ** *ক্লী পু* ১। পাৰ, তীৰ, ২। ভ্ৰমণ, সামগ্ৰী, ৩। হিংসা, ঈৰ্ষা। **—লী** কুটনী।

**শম্বুঃ —ম্বুকঃ —ম্বূকঃ** ১। শামুক, বখলীয়া শামুক।

**শম্বূকঃ** *পু* ১। শামুক, ২। বখলীয়া শামুক, গোৱালপাৰাৰ ফালে ইয়াক 'ঝিনুক' বুলি কয়। এই খোলা পুৰি চূণ তৈয়াৰ কৰা হয়। ৩। হাতীৰ কুম্ভ, ৪। শ্ৰীৰামৰ হাতত নিহত এজন শূদ্ৰ তপস্বী, ৫। এজন দৈত্য, ৬। শঙ্খ, ক্ষুদ্ৰ শঙ্খ।

**শম্ভঃ** ১। সুখী পুৰুষ, ২। ইন্দ্ৰৰ বজ্ৰ।

**শম্ভলঃ** এখন চহৰ, আজিকালিৰ মোৰদাবাদ। **—লী** কুটনী।

**শম্ভুঃ** *পু* (শং মঙ্গলং ভবত্যস্মাদিতি শম ভূ ডুঃ) ১। শিৱ, শঙ্কৰ, মহাদেৱ, ২। ব্ৰহ্মা, ৩। যুদ্ধ, ৪। মুনি, জ্ঞানী ব্যক্তি, ৫। সিদ্ধ পুৰুষ, ৬। বগা আকন, ৭। অগ্নি, ৮। বিষ্ণু, ৯। একাদশ ৰুদ্ৰৰ অন্তৰ্গত এজন ৰুদ্ৰ। **—তনয়ঃ, —নন্দনঃ,–সুতঃ** কাৰ্তিকেয়। **—প্ৰিয়া** ১ দুৰ্গা, ২। আমলখী **—ৰল্লভং** বগা পদুম।

**শম্যা** *স্ত্রী* (শম যৎ টাপ) ১। যুঁৱলিৰ শলা, ২। দাণ্ডা, লাঠী, মনু ৮।২৩৭ ৩। খঞ্জৰী, তাল। সোঁ হাতে বজোৱা এবিধ তাল। ওজাপালিযে সোঁ হাতে বজোৱা খঞ্জৰী। ৪। যজ্ঞপাত্ৰ। ৫। শাস্ত্ৰ।

**শয়ঃ** *পু* (শী পুংসীতি ঘঃ) ১। বাহু, ২। টোপনি, নিদ্ৰা, ৩। বিছনা, ৪। এবিধ সাপ, অজগৰ সাপ। ৫। অভিশাপ, নিন্দা, অপবাদ। ৬। পণ।

**শয়ণ্ড** *বিণ* নিদ্ৰালু। টোপনিয়াই থকা ব্যক্তি। **—ণ্ডঃ** *পু* ১। বিষয়, ২। দেশ, স্থান

**শয়তঃ** *পু* নিদ্ৰালু।

**শয়থঃ** *পু* ১। অজগৰ, ২। নিদ্ৰালু ব্যক্তি, ৩। মৃত্যু, ৪। গাহৰি, ৫। মাছ।

**শয়নং** *ক্লী* (শী ল্যুট) ১। নিদ্ৰা, ২। শয্যা, ৩। মৈথুন, যৌনসঙ্গম। **—সখী** বিছনাৰ বন্ধু বা বান্ধৱী। **—স্থানং** শোৱনি কোঠা।

**শয়নাগাৰং, —ৰঃ, —গৃহং** শোৱনি কোঠা বা ঘৰ।

**শয়নীয়ং** *ক্লী* শয্যা, বিছনা, শি ১১।৫; 'শয্যাপ্ৰলম্বিতং হস্তং শয়নীয় আৰোপ্য', স্বপ্ন ৫অ।

**শয়নৈকাদশী** *স্ত্রী* আহাৰ মাহৰ শুক্লা একাদশী তিথি। বিষ্ণুৰ শয়ন সম্পৰ্কীয় তিথি।

**শয়ানকঃ** *পু* (শী-আনক) ১। সাপ। ২। তেজপিয়া।

**শয়ালু** *বিণ* নিদ্ৰালু। **—লুঃ** ১। এবিধ অজগৰ সাপ ২। কুকুৰ, ৩। শিয়াল।

**শয়িত** *বিণ* (শী ক্ত) শুই পৰা, টোপনিত পৰা, নিদ্ৰালু।

**শয়ুঃ** *পু* ১। অজগৰ সাপ, ২। এজন মুনি।

**শয়ুনঃ** *পু* অজগৰ সাপ।

**শয্যা** *স্ত্রী* (শী শয়নে ক্যপ্) ১। গৌঠনি, গুন্থন। ২। বিছনা, খাট, পালেং, **—গত** বিছনাত পৰি থকা; যেনে— বেমাৰী। **—গৃহং** শোৱা কোঠা বা ঘৰ।

**শৰং** *ক্লী* (শৃ অপ্) পানী **—ৰঃ** ১। বাণ, কাঁড়, ৰ ১।৬১, ২। গাখীৰ বা দৈৰ ওপৰৰ তেলাল চামনি। 'ক্ৰীম'। ৩। আঘাত, ঘা, ৪। সংখ্যা '৫'। ৫। এবিধ নল, খাগৰি। **—কাণ্ডঃ** কাঁড়ৰ দণ্ড, এবিধ নল। **—ঘাতঃ** শৰ নিক্ষেপ, **—জং** মাখন **—জন্মা(ন্)** কাৰ্ত্তিকেয়। **—জালং** কাঁড়ৰ জাল, অৰ্থাৎ অসংখ্য কাঁড় একেলগে **—ধিঃ** টোন, **—পাতঃ** একেলগে বহু কাঁড়ৰ উৰণ, পতন। **—পুঙ্খ,—ঙ্খা** কাঁড়ত লগোৱা পাখি। **—ফলং** কাঁড়ৰ তীক্ষ্ণ মুখ। **—ভঙ্গঃ** শ্ৰীৰামে দণ্ডকাৰণত লগ পোৱা এজন মুনি। **—মল্লঃ** ধনুৰ্ধৰ। **—ৱনং** নল-খাগৰিৰ বন বা জঙ্গল। **—ৱনোদ্ভৱঃ** কাৰ্ত্তিকেয়। **—ৱাণিঃ** ১। কাঁড়ৰ মুখ, ২। ধনুৰ্ধৰ, ৩। ধনু তৈয়াৰ কৰা মানুহ। ৪। পদাতি সৈন্য। **—বৃষ্টিঃ** কাঁড়ৰ বৰ্ষণ। **—ব্ৰাতঃ** অসংখ্য কাঁড় **—সন্ধানং** কাঁড়েৰে লক্ষ্য (সন্ধান) কৰা। **—সংৱাধ** কাঁড়েৰে আবৃত। **—স্তম্বঃ** একোছা নল

**শৰটঃ** *পু* ১। তেজপিয়া, ২। কুহুম ফল। ৰঙা ৰং তৈয়াৰ কৰাত ব্যৱহাৰ কৰা হয়।

**শৰণং** *ক্লী* (শৃ ল্যুট) ১। আশ্ৰয় স্থান, আশ্ৰয়, ২। ৰক্ষা, সহায়, উপকাৰ, ৰ ১৪।৬৪; ৩। ঘৰ, বাসস্থান, ৪। জিৰণি ঘৰ, ৫। আঘাত, হত্যা।

**শৰণাগত, —পন্নঃ** কাৰোবাৰ আশ্ৰয়ৰ অধীন হোৱা। কাৰোবাৰ ৰক্ষাৰ অধীন হোৱা। 'শস্ত্ৰহীনঞ্চ ভীতঞ্চ দীনঞ্চ শৰণাগতম। যো ন ৰক্ষত্যধমিষ্ঠঃ কুম্ভীপাকে ৱসেদযুগম।'

**শৰণাৰ্পকঃ** *পু* (শৰণাৰ্থমৰ্পযতি আত্মানমিতি অৰ্প ণ্যল) শৰণাপন্ন।

**শৰণিঃ,—ণী** *স্ত্ৰী* পথ, আলিবাট।

**শৰণ্ডঃ** *পু* ১। কামুক, লম্পট, ধূৰ্ত, ২। চৰাই, ৩। তেজপিয়া, ৪। এবিধ অলঙ্কাৰ।

**শৰণ্য** *বিণ* ১। আশ্ৰয় যোগ্য, ৰক্ষাযোগ্য, আশ্ৰয়। কু ৫।৭৬, ২। দুৰ্দশাগ্ৰস্ত, ৰক্ষণীয়। **—ণ্যং** ১। আশ্ৰয়স্থান, ২। আশ্ৰয়দাতা, ৰক্ষক। ৩। সুৰক্ষা, আত্মৰক্ষা, ৪। আঘাত **—ণ্যঃ** শিৱ। **—ন্যা** *স্ত্ৰী* দুৰ্গা। **—ণ্যুঃ** *পু* ১। মেঘ, ২। বায়ু, ৩। ৰক্ষাকৰ্তা।

*শৰৎ(দ) স্ত্ৰী (শৃ হিংসায়াম অদিঃ) ১। এবছৰ, ২। শৰৎ কাল।* **—কামী(ন্)** *কুকুৰ,* **—কালঃ** *শৰৎ কাল,* **—ঘনঃ, মেঘঃ** *শৰৎ কালৰ মেঘ,* **—চন্দ্ৰঃ** *শাৰদীয়* চন্দ্ৰ, **—ত্ৰিযামা** শাৰদীয় নিশা, **—পদ্মং —পদ্মঃ** বগা পদুম, **—পৰ্ব্ব (ন্)** শাৰদীয়, কোজাগৰী পূৰ্ণিমা লক্ষ্মী পূৰ্ণিমা।

**শৰদা** *স্ত্ৰী* ১। শৰৎ কাল, ২। এবছৰ।

**শৰদিজ** *বিণ.* শৰৎ কালত হোৱা, শাৰদীয়।

**শৰভঃ** *পু.* পোৱালি হাতী, ২। আঠখন ঠেং থকা অতি ভয়ানক এটা পৌৰাণিক জন্তু, ৩। ফৰিং, ৪। এবিধ বান্দৰ, ৫। উট, ৬। বিষ্ণু, ৭। এটা নাগ, **—ভূঃ** কাৰ্ত্তিকেয়।

**শৰযুঃ, —যূঃ** *স্ত্ৰী* এখন নদীৰ নাম।

**শৰলকং** *ক্লী* পানী।

**শৰব্যং** কাঁড়ৰ লক্ষ্য।

**শৰাঘাতঃ** *পু* কাঁড়ৰ আঘাত।

**শৰাটি, —ড়িঃ —তিঃ —ৰিঃ** *স্ত্ৰী* শৰালি হাঁহ।

**শৰাভ্যাসঃ** *পু* বাণৰ শিক্ষা, অস্ত্ৰ শিক্ষা।

**শৰাৰু** *বিণ* (শৃ আ ৰুঃ) হিংস্ৰ, অনিষ্টকাৰী।

**শৰালিঃ, —লিকা, —লী** শৰালি হাঁহ।

**শৰাৱং —ৱঃ** *ক্লী পু* মাটিৰ পাত্ৰ এবিধ।

**শৰাৱতী** *স্ত্ৰী.* শ্ৰীৰামৰ পুত্ৰ লৱৰ ৰাজ্যৰ ৰাজধানী।

**শৰাৱাৰ্দ্ধং** *ক্লী.* আধা সেৰ পৰিমাণ।

**শৰাশ্ৰয়ঃ** টোণ।

**শৰাসনং** *ক্লী* ধনু, ৰ ৩।৫২, **—নঃ** ধৃতৰাষ্ট্ৰৰ এজন পুত্ৰ।

**শৰাস্যং** *ক্লী.* ধনু।

**শৰিমা (ন্)** *পু* (শৃ ইমনিচ) প্ৰসৱ।

**শৰীৰং** *ক্লী.* (শৃ ঈৰণ) ১। কলেৱৰ, শৰীৰ, দেহ, কায় তনু, ২। সাৰ পদাৰ্থ, ৩। দৈহিক শক্তি, ৪। মৰ শ', **—কৰ্ত্তা** পিতা, **—কৰ্ষণং** ক্ষীণকায়, **—জঃ** ১ ৰোগ, ২। পুত্ৰ, ৩। বাসনা, কামনা, ৪। কামদেৱ **—তুল্য** দেহোপম, নিজৰ দেহৰ দৰে মৰমৰ **—দণ্ডঃ** শাৰীৰিক দণ্ড বিধান, শাস্তি, **—পতনং** **—পাতঃ** দেহত্যাগ, মৃত্যু বৰণ, **—পাকঃ** দেহৰ ক্ষীণতা, **—বদ্ধ** সোঁ শৰীৰ, অৱতাৰ, **—বন্ধঃ** দেহধাৰী **—বন্ধকঃ** মনুষ্য পণ। শৰীৰ পণ, **—ভেদঃ** আত্মাৰ পৰা দেহৰ বিচ্ছেদ, মৃত্যু, **—যষ্টিঃ** **ক্ষীণ, দুৰ্বল** দেহ *—যাত্ৰা জীৱিকা,* **—ৱিমোক্ষণং** *মোক্ষ মুক্তি* **—বৃত্তিঃ** *দেহ পালন, শৰীৰৰ অৱলম্বন,* **—ৱৈকল্যং** দৈহিক ৰোগ, ব্যাধি, **—সংস্কাৰঃ** ১। দেহৰ সংস্কাৰ

প্ৰসাধন, স্নান আদি, ২। জন্মৰ পৰা কৰণীয় দশসংস্কাৰৰ জৰীয়তে শৰীৰ শুদ্ধিকৰণ, **—সাদঃ** দৈহিক ক্ষীণতা, **—স্থিতিঃ** ১। দেহৰ অবলম্বন, ২। খাদ্য গ্ৰহণ।

**শৰীৰকং** *ক্লী.* দেহ, **—কঃ** আত্মা।

**শৰীৰান্তৰং** *ক্লী.* ১। দেহান্তৰ, অন্য শৰীৰ, ২। দেহৰ ভিতৰ ভাগ।

**শৰীৰাৱৰণং** *ক্লী.* চৰ্ম, ছাল।

**শৰীৰী (ন্)** *পু.* ১। দেহধাৰী, ২। জ্ঞান বিশিষ্ট সত্ত্বা, ৩। আত্মা, গী ২।১৮।

**শৰুঃ** *পু.* (শৃ উঃ) ১। ক্ৰোধ, ২। বজ্ৰ, ৩। কাঁড, ৪। হিংসা, ৫। অস্ত্ৰ-শস্ত্ৰ, ৬। এজন গন্ধৰ্ব।

**শৰেষ্টঃ** *পু.* আম গছ।

**শৰ্কৰজঃ** *পু.* এবিধ মিঠা নেমু (জম্বুৰা), **—জা** বাতাচা।

**শৰ্কৰা** *স্ত্ৰী.* ১। চেনি, বাতাচা, ২। শিলগুটি, ৩। বালি, ৪। খণ্ড, টুকুৰা, ৫। খোলাকটি, **—সপ্তমী** বহাগ মাহৰ শুক্লা সপ্তমী তিথিত পালনীয় ব্ৰত।

**শৰ্কৰাচলঃ** *পু.* দানৰ কাৰণে চেনিৰে তৈয়াৰী কৃত্ৰিম পৰ্বত।

**শৰ্কৰাধেনুঃ** দানৰ বাবে চেনিৰে তৈয়াৰী কৃত্ৰিম গাই গৰু।

**শৰ্কৰিক, —ৰিল** *বিণ* পাথৰময়, (শিলৰ দৰে) টান।

**শৰ্কৰী** *স্ত্ৰী.* ১। নদী, ২। কঁকালী মেখলা, ৩। এবিধ কাব্য ছন্দ, ৪। কলম, লেখনী।

**শৰ্কৰোদকং** *ক্লী.* চেনিপানী।

**শৰ্দ্ধঃ** *পু.* (শৃধু ঘঞ্) ১। অপান বায়ু (পাদ), ২। সমূহ, ৩। শক্তি, **—জহঃ** এবিধ মাহ (শস্য)।

**শৰ্দ্ধনং** *ক্লী.* অধোবায়ু ত্যাগ (পাদ মাৰা)।

**শৰ্ৱ(ৰ্ব)হিংসে** (ভ্বা প স শৰ্বতি) ১। আঘাত কৰ, মাৰ, হত্যা কৰ, ২। যা, গমন কৰ।

**শৰ্ম(ন্)** *ক্লী.* (শৃ মনিন) ১। সুখ, ২। ঘৰ, গৃহ, বাসস্থান।

**শৰ্মদঃ** *পু.* বিষ্ণু।

**শৰ্মৰঃ** *পু.* বস্ত্ৰ, পিন্ধা কাপোৰ।

**শৰ্মা (ন্)** *পু.* (শৃণাত্যশুভমিতি শৃ হিংসায়াম মনিন্) ১। অমঙ্গলনাশী, ২। ব্ৰাহ্মণৰ উপাধি বিশেষ,
'শৰ্মা দেৱশ্চ বিপ্ৰস্য বৰ্ম ত্ৰাতা তু ভূভুজঃ।
ভূতিৰ্দত্তশ্চ বৈশ্যস্য দাসঃ শূদ্ৰস্য কাৰয়েৎ।।
৩। আনন্দ, সুখ, ৪। আশীৰ্বাদ।

**শৰ্যা** *স্ত্ৰী.* ১। ৰাতি, ২। আঙুলি, **—তিঃ** বৈৱস্বত মনুৰ পুত্ৰ।

**শৰ্ৱঃ** *পু.* ১। শিৱ, কু ৬।১৪; ২। বিষ্ণু।

**শৰ্ৱৰং** *পু.* অন্ধকাৰ, **—ৰঃ** কামদেৱ, **—ৰী** ১। ৰাতি, শি ১১।৫; ২। হালধি, ৩। তিৰোতা।

**শৰ্ৱাণী** *স্ত্ৰী* দুৰ্গা। পাৰ্ৱতী।

**শশৰীকঃ** *পু.* (শৃ ঈকন ৰুক্চ) ১। হিংস্ৰ, অনিষ্টকাৰী, ২। খল, দুষ্ট, ৩। ধোঁৱা, ৪। মাঙ্গলিক আভৰণ, ৫। অগ্নি।

**শল** ক) ৱেগে (ভ্বা প স শলতি) ১। যা, গমন কৰ, ২। বেগাই যা, দৌৰি যা।

খ) শ্লাঘে (চুৰা আ স শালয়তে) প্ৰশংসা কৰ, শলাগ ল, গুণকীৰ্তন কৰ।

গ) চলনে স্তুতৌ (ভ্বা প স শলতে) ১। লৰচৰ কৰ, লৰাই দি, আলোড়ন কৰ, ২। কঁপা, কঁপনি তোল।

**শলং** *ক্লী* (শল ণঃ) কেঁটেলা পহুৰ কাঁইট। **—লঃ** *পু.* ১। যাঠী, শেল, ২। শিৱৰ অনুচৰ ভৃঙ্গী, ৩। ব্ৰহ্মা, ৪। উট, ৫। বাসুকী বংশৰ এটা নাগ, ৬। শল্যৰাজ, ৭। কংসৰ মন্ত্ৰী।

**শলকঃ** *পু.* মকৰা।

**শলঙ্গঃ** *পু.* ৰজা, সম্ৰাট, লোকপাল।

**শলভঃ** *পু.* ১। ফৰিং, ২। এবিধ কীট, চগা, ৩। ছয় বিধ দুৰ্যোগৰ এবিধ। বাকী ৫ বিধ— অতিবৃষ্টি, অনাবৃষ্টি, মূষিক (এন্দুৰ), চৰাই-চিৰিকতি, আৰু প্ৰতিবেশী ৰজা।

**শললং** *ক্লী.* কেঁটেলা পহুৰ কাঁইট, **—লী** কেঁটেলা পহু।

**শলাকা** *স্ত্ৰী.* (শল আকঃ টাপ্) ১। শেল, হুল, ২। শলা, লোৰ কাঠী, ৩। চকুত অঞ্জন লগোৱা কাঠী, ৪। কাঁড়, ৫। যাঠী, ৬। গজালি, পোখা, ৭। তুলিকা, ৮। জুৱা খেলৰ পাশগুটি, ৯। দাঁত খোঁচৰা শলা, ১০। শহা পহু, ১১। হাড়, **—পৰিঃ** জুৱাখেলত হাৰ।

**শলাটু** *বিণ.* কেঁচা ফল। **—টুঃ** *পু.* শিপা।

**শলাভোলিঃ** *পু.* উট।

**শলালুঃ** *ক্লী.* এবিধ সুগন্ধি দ্ৰব্য।

**শলী** *স্ত্ৰী.* (শল অচ ঙীষ্) কেঁটেলা পহুৰ পোৱালি।

**শল্কং** *ক্লী.* (শল চলনে কন্) ১। টুকুৰা, ২। ছাল, ৩। মাছৰ বাকলি।

**শল্কলং** *ক্লী.* মাছৰ বাকলি, **—লী** (ন) মাছ।

**শল্কী** (ন) *পু.* মাছ।

**শলভ্** কৎথনে (ভ্বা আ স শলভতে) প্ৰশংসা কৰ, শলাগ ল, গুণ কীৰ্তনকৰ।

**শল্মলিঃ** *পু.* শিমলু গছ।

**শল্মলিঃ, —লী, শাল্মলিঃ —লী** *স্ত্ৰী.* শিমলু গছ।

**শল্যং** *ক্লী.* (শল্ যঃ) ১। যাঠী, ২। কাঁড়, ৩। শেল, শূল, যি কোনো জোঙা অস্ত্ৰ, ৰ ৯।৭৫; ৪। শলা, কাঠী, ৫। শৰীৰৰ কোনো অঙ্গত অত্যন্ত বেদনাদায়ক পাথৰাদি বাহ্যিক পদাৰ্থ, ৬। পীড়াদায়ক কোনো কাৰণ, ৭। বিহ, ৮। পাপ, অপৰাধ, ৯। বিপদ, ১০। হাড়, **—ল্যঃ** *পু* ১। কেঁটে পহু, ২। কাঁইটীয়া জোপোহা গছ, কোঁটকৰা গছ, ৩। চৌহদ বেৰ, ৪। এবিধ মাছ, ৫। শলা, শূল, ৬। বেল গছ, ৭। শৰীৰ ভিতৰৰ পৰা শূল বাহিৰ কৰা ঔষধ, ৮ পাণ্ডুৰ মামা, মদ্ৰ দেশৰ ৰজা, নকুল সহদেৱৰ মাতৃ মাদ্ৰীৰ ভায়েক শল্য। কুৰুক্ষেত্ৰৰ যুদ্ধত শল্য প্ৰথমতে পাণ্ডৱৰ পক্ষতে থাকি যুদ্ধ কৰিছিল, কিন্তু দুৰ্যোধনে কূটচক্ৰ খেলি নিজৰ ফলীয়া কৰি কৌৰৱৰ সেনাপতি কৰ্ণৰ সাৰথি কৰে। কৰ্ণৰ মৃত্যুৰ পিচত শল্য কৌৰৱৰ এজন সেনাধ্যক্ষ হয়। যুদ্ধত যুধিষ্ঠিৰৰ হাতত শল্যৰ মৃত্যু হয়। **—কণ্ঠঃ** কেঁটেলা পহু, **—লোম(ন্)** কেঁটেলা পহুৰ কাঁটা, **—শাস্ত্ৰং** চিকিৎসা শাস্ত্ৰ বিশেষ, 'চাৰ্জাৰি'।

**শল্যকঃ** *পু.* কেঁটেলা পহু, মনু ৫।১৮; শূল, শেল।

**শল্যাৰিঃ** *পু.* যুধিষ্ঠিৰ।

**শল্যাহৰণং, —ল্যোদ্ধৰণং,** শৰীৰৰ পৰা শূল বাহিৰ কৰা কাৰ্য্য।

**শল্লং** *ক্লী.* বাকলি, ছাল, **—ল্লঃ** ভেকুলী।

**শল্লকং** বাকলি, ছাল, **—কঃ** এবিধ গছ, **—কী** *স্ত্ৰী.* ১। কেঁটেলা পহু, ২। হাতীয়ে খাই ভাল পোৱা এবিধ গছ, **—কীদ্ৰৱঃ** ধূপ, ধুনা।

**শল্বঃ, শাল্বঃ** *পু.* এই নামৰ এজন ৰাজা।

**শৱ্** বিকাৰে গতৌ (ভ্বা প স শৱতি) ১। যা, গমন কৰ, ওচৰ চাপ, ওচৰলৈ যা, ২। পৰিবৰ্তন কৰ, বিকৃত কৰ, ৰূপান্তৰ কৰ, আকাৰ সলা।

**শৱং —ৱঃ** *ক্লী. পু.* (শৱতি দৰ্শনেন চিত্তং বিকৰোতীতি শৱ বিকাৰে অচ) ১। মৃত শৰীৰ, ২। মৰা শ', মনু ১০।৫৫; **—কামঃ** কুকুৰ, **—যানং —ৰথঃ** মৰা শ বহন কৰা খট, চাঙি।

**শৱৰঃ** *পু.* এবিধ ম্লেচ্ছজাতি। ম'ৰা চৰাইৰ পাখি শৰীৰত লগাই লোৱা কিৰাত (বনবাসী)।

**শৱলঃ** *পু.* ফুটফুটীয়া ৰঙ, বিচিত্ৰ ৰঙ, **—লা —লী** ফুট্‌কা ফুট্‌কী ৰঙৰ গাই গৰু।

**শৱসানং** *পু.* শ্মশান, **—নঃ** পথ, পথিক।

**শশ** প্লৱনে (ভ্বা প অ শশতি) ১। জঁপিয়াই জঁপিয়াই যা, জাঁপ মাৰি যা। ভেকুলীৰ দৰে যা'।

**শশঃ** *পু.* (শশতি প্লৱেন গচ্ছতীতি শশ অচ) ১। শহা পহু ২।২৭০, 'শশমাংসং ত্ৰিদোষঘ্নং', ২। চন্দ্ৰৰ গাত থকা দাগ, সেই হেতু চন্দ্ৰৰ এটা নাম শশাঙ্ক ৩। চাৰিবিধ পুৰুষৰ এবিধ, 'মৃদুবচনসুশীল কোমলাঙ্গঃ সুকেশঃ। সকলগুণনিধানঃ সত্যৱাদী শশোঽয়ম।। ৪। মতা ভোমলতি, ৫। বাঁহৰ ভিতৰত থকা এঠা জাতীয় পদাৰ্থ, বংশলোচন **—কঃ** ১ শহা পহু, ২। কৰ্পূৰ, **—প্লুতকং** *ক্লী* নখৰ আঁচোৰ, **—বিন্দুঃ** ১। বিষ্ণু, ২। চিত্ৰৰথৰ পুত্ৰ, এজন ৰজা, **—ভৃৎ** *পু.* চন্দ্ৰ, **—ভৃদভৃৎ** শিৱ, **—লক্ষ্মণঃ, লাঞ্ছনঃ** চন্দ্ৰ, **—ৱিষাণং —শৃঙ্গং** অসম্ভৱ বস্তু। 'অশ্বডিম্ব'। **—স্থলী** গঙ্গা আৰু যমুনাৰ মাজৰ অঞ্চল। দোৱাব।

**শশাঙ্কঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ।

**শশাদঃ** ১। শেন চৰাই, ২। ইক্ষ্বাকু বংশীয় এজন ৰজা

**শশাদনঃ** শেন চৰাই।

**শশিকলা** *স্ত্ৰী.* ১। পোন্ধৰ অক্ষৰযুক্ত ছন্দ বিশেষ, ২ চন্দ্ৰকলা।

**শশিকান্তং** *ক্লী.* কুমুদ ফুল, **—ন্তঃ** চন্দ্ৰকান্ত মণি।

**শশিগ্ৰহঃ** চন্দ্ৰগ্ৰহণ।

**শশিধ্বজঃ** ভল্লাটপুৰৰ ৰজা।

**শশিপ্ৰভং** *ক্লী* ১। কুমুদ ফুল, ২। মুক্তা, **—ভা** জ্যোৎস্না।

**শশিভূষণঃ —মৌলীঃ, —শেখৰঃ** শিৱ।

**শশিলেখা** *স্ত্ৰী.* ১। চন্দ্ৰ কলা, ২। এবিধ কাব্য ছন্দ।

**শশিৱাটিকা** *স্ত্ৰী.* পুনৰ্নৱা শাক।

**শশী (ন্)** *পু.* (শশ ইনিঃ) ১। চন্দ্ৰ, ২। কৰ্পূৰ।

**শশোৰ্ণং** *ক্লী.* শহাৰ নোম।

**শশ্বৎ** *অব্য.* ১। বাৰে বাৰে, পুনঃ পুনঃ, ২। সদায়।

**শষ্কুলী** *স্ত্রী* ১। তিল, চাউল, মাহ মিশ্রিত মণ্ড, ২। পিঠা, ৩। কাণৰ বিন্ধা, ৪। এবিধ মাছ।

**শষ্পং, শস্পং** *ক্লী.* কোমল (সৰু) ঘাঁহ, ৰ ২।২৬; **—ষ্পঃ** প্ৰতিভা হানি, ক্ষয়।

**শস** ক) ৱধে (ভ্বা প স শসতি) ১। কাটি পলা, কাটি দুডোখৰ কৰ, ২। ধ্বংস কৰ, হত্যা কৰ।
খ) নিদ্ৰায়াম (ভ্বা প অ শাস্তি) টোপনি যা।

**শসনং** *ক্লী* (শস ল্যট) ১। যজ্ঞৰ বাবে পশুবলি, ২। হত্যা, বধ।

**শস্কুলী** *স্ত্রী* ১। এবিধ পিঠা। পুলী পিঠা।

**শস্ত** *বিণ* (শস ক্তঃ) ১। কল্যাণযুক্ত, মঙ্গলময়, মাঙ্গলিক, ২। স্তুতিকৃত, ৩। প্ৰশস্ত, উৎকৃষ্ট, ৪। আঘাতপ্ৰাপ্ত, ৫। নিহত, **—স্তং** *ক্লী.* ১। মঙ্গল, কল্যাণ, সুখ, ২। শৰীৰ, ৩। আঙুলি ৰক্ষাৰ বাবে পিন্ধা বৰ্ম বিশেষ। অঙ্গুলিত্ৰাণ।

**শস্তিঃ** *স্ত্রী.* প্ৰশংসা। স্তুতি।

**শস্ত্ৰং** *ক্লী* (শস্যতে হিংস্যতেঽনেনেতি ক্তঃ) ১। অস্ত্ৰ, গদা, তৰোৱাল আদি, ২। সঁজুলি, ৩। লোহা, তীখা, ৪। স্তোত্ৰ, **—স্ত্ৰঃ** *পু* খড়গ, তৰোৱাল, **—কং** লোহা, তীখা, **—কাৰঃ** অস্ত্ৰ নিৰ্মাতা, **—কোষঃ** তৰোৱাল বা অস্ত্ৰৰ খাপ, **—জীৱী (ন)**, **—বৃত্তি** অস্ত্ৰ ধাৰণ কৰাই জীৱিকা, চিপাহী, **—দেৱতা** অস্ত্ৰধাৰী সৈনিক, **—মাৰ্জঃ** অস্ত্ৰ চকা বা পৰিষ্কাৰ কৰোঁতা, **—সংহতিঃ** ১। অস্ত্ৰ সংগ্ৰহ, ২। অস্ত্ৰাগাৰ, **—সংপাতঃ** একেলগে বহুতো অস্ত্ৰৰ বৰ্ষণ, **—হস্তঃ** অস্ত্ৰধাৰী ব্যক্তি।

**শস্ত্ৰাজীৱঃ** বেতনভোগী সৈনিক, ধন লৈ কাম কৰা সৈনিক।

**শস্ত্ৰাভ্যাসঃ** অস্ত্ৰ-শস্ত্ৰ শিক্ষা।

**শস্ত্ৰাৱসং** *ক্লী.* তীখা, লো।

**শস্ত্ৰাস্ত্ৰং** *ক্লী.* শস্ত্ৰ নিক্ষেপ কৰা অস্ত্ৰ। অস্ত্ৰ।

**শস্ত্ৰিকা, শস্ত্ৰী** *স্ত্রী* ছুৰি, কটাৰী।

**শস্ত্ৰী (ন)** *বিণ.* অস্ত্ৰধাৰী।

**শস্যং** *ক্লী.* (শস্ যৎ) ১। গছৰ ফল, ধান, মাহ আদি, ২। যোগ্যতা, **—ক্ষেত্ৰং** খেতি-পথাৰ, **—ভক্ষক** শস্য খাদক, ফৰিং আদি, **—মঞ্জৰী** নতুনকৈ ওলোৱা ধান আদি শস্যৰ থীহ, **—মালী (ন)** শস্যৰ মুকুট ধাৰণকাৰী, **—শালী (ন)** প্ৰচুৰ শস্যৰ অধিকাৰী, **—শূকং** শস্যৰ শুং, **—সম্পদ** *স্ত্রী.* প্ৰচুৰ শস্য, **—সম্বৰঃ** শাল গছ।

**শস্যং** (দ) শস্য, প্ৰশংসনীয়।

**শস্যাকঃ** *পু* সৰু শমী গছ

**শাংসপায়নঃ** *পু* এজন মুনি, বিপু ৩।৬।১৯।

**শাকং, —কঃ** *পু* (শকাতে ভোক্তুমিতি শক ঘঞ) ১। শাকদি তৰি তৰকাৰি, ২ খোৱা ফল, ফুল, পাত, কন্দ মূলাদি **—কঃ** *পু* ১। শক্তি, বল, কৰ্ম, ২। শিৰীষ গছ ৩। চেগুন গছ, ৪। যুধিষ্ঠিৰ, বিক্ৰমাদিত্য, শালিবাহনাদি ৰজাসকলৰ অব্দ অথাৎ যুগ (কাল), ৫। এটা দ্বীপ, শাকদ্বীপ, **—চুক্ৰিকা** তেতেলী, টেঙেচি, **—তৰুঃ** চেগুন গছ, **—পণঃ** ১। এমুঠি পৰিমাণ, ২ এমুঠি শাক, **—পাৰ্থিৱ** শাক ভালপোৱা ৰজা। এবিধ সমাস, মধ্যপদলোপী সমাস। **—প্ৰতি** অৱা অলপমান শাক, **—যোগ্যঃ** ধনিয়া শাক, **—শাকটং, শাকী (ন)** শাকৰ খেতি।

**শাকট** *বিণ* ১। যান-বাহন সম্পৰ্কীয়, ২। যানাৰোহী, **—টং** খেতি-পথাৰ, **—টঃ** ১। শ্লেষ্মান্তক গছ, ২। ভাৰবাহী বলদ।

**শাকটায়নঃ** *পু* এজন ভাষাতত্ত্ববিদ মুনি। আঠজন আদি শাব্দিকৰ (বৈয়াকৰণিকৰ) ভিতৰত এজন। (বাকী সাতজন : ইন্দ্ৰশ্চন্দ্ৰ, কাশকৃৎস্না, পিশলী, পাণিনি, অমৰ, জয়ন্তী আৰু জৈনেন্দ্ৰ)।

**শাকটিক** *বিণ.* ১। শকত অৰ্থাৎ যান সম্পৰ্কীয়, ২। যানবাহনৰ আৰোহী।

**শাকটিনঃ** *পু* এটা ওজন, বিশ 'তুলা' পৰিমাণ।

**শাকম্ভৰী** *স্ত্রী.* (শাকেন বিভৰ্তীতি শাক ভৃ খশ ঙীষ) ১। দুৰ্গা, ২। এখন নগৰ, **—য়ং** *ক্লী.* আজমীৰৰ শাকম্ভৰী নগৰত থকা জলাশয়ৰ পানীৰ পৰা তৈয়াৰ কৰা নিমখ।

**শাকযোগ্যঃ** ধনিয়া শাক।

**শাকলঃ** *পু.* ১। এটা ঋকবেদীয় সম্প্ৰদায়, ২। এটা দ্বীপ, **—প্ৰাতিশাখ্যং** ঋক বেদীয় প্ৰাতিশাখ্য, **—ভিন্থঃ** বেঙেনা গছ। **—শাখা** ঋক বেদীয় শাখা।

**শাকল্যঃ** *পু.* ঋক বেদৰ পদপাঠৰ প্ৰণেতা এগৰাকী প্ৰসিদ্ধ বৈয়াকৰণিক।

**শাকাখ্যং** *ক্লী.* ফল, ফুল, মূল কন্দাদি শাক।

**শাকাঙ্গং** *ক্লী.* জলকীয়া, জালুক।

**শাকাম্লং** *ক্লী.* অমৰা।
**শাকাৰী** *স্ত্রী.* এবিধ নিকৃষ্ট পৰ্য্যায়ৰ প্ৰাকৃত। নাটকত শকাৰৰ ভাষা।
**শাকিনং** খেতি-পথাৰ।
**শাকিনী** *স্ত্রী.* ১। শাকৰ খেতি, ২। দুৰ্গাৰ অনুচৰী এগৰাকী, 'ডাকিনী যোগিনী চৈৱ খেচৰী শাকিনী তথা।'
**শাকুন** *বিণ.* ১। পক্ষী সম্বন্ধীয়, ২। শুভাশুভ লক্ষণ সম্বন্ধীয়।
**শাকুনিকঃ** ১। চৰাইচিকাৰী, ২। ব্যাধ, মনু ৮।২৬০।
**শাকুনেয়ঃ** ১। সৰু জাতীয় ফেঁচা এবিধ, ২। শকুনীপুত্ৰ বৃকাসুৰ।
**শাকুন্তলং** *ক্লী.* মহাকবি কালিদাস ৰচিত অভিজ্ঞান-শকুন্তল নাটক, **—লঃ** শকুন্তলাৰ পুত্ৰ ৰজা ভৰত।
**শাকুলিকঃ** মাছমৰীয়া।
**শাক্কৰঃ** *পু.* ষাঁড় গৰু।
**শাক্ত** *বিণ.* (শক্তির্দেৱতা অস্য ইতি শক্তি অন্) ১। শক্তি সম্পৰ্কীয়, ২। শক্তি অৰ্থাৎ দৈৱী শাক্তিৰ অধিকাৰিণী 'শক্তি' দেৱী (দুৰ্গা, কালী) সম্বন্ধীয়, **—ক্তঃ** ১। শক্তি উপাসক। দুৰ্গা, কালীৰ উপাসক। 'স্বৰ্গে মৰ্তে চ পাতালে নাস্তি শাক্তাৎ পৰঃ প্ৰিয়ঃ', 'শাক্তেভ্য উত্তমো নাস্তি স্বৰ্গে মৰ্ত্যে ৰসাতলে' : শাক্ত প্ৰশংসা। (শকদ্ৰু), ২। শক্তিমান পুৰুষ।
**শাক্তীকঃ** যাঠীধাৰী।
**শাক্তেয়ঃ শাক্ত্যঃ** শক্তি উপাসক, শাক্ত।
**শাক্যঃ** *পু.* ১। বুদ্ধ, ২। বুদ্ধৰ বংশ, **—ভিক্ষুকঃ** বৌদ্ধ ভিক্ষু, **—মুনিঃ, —সিংহঃ** বুদ্ধ।
**শাক্ৰী** *স্ত্রী.* ১। ইন্দ্ৰৰ পত্নী, ২। দুৰ্গা।
**শাক্বৰঃ** ষাঁড় গৰু।
**শাখঃ** *পু.* কৃত্তিকাৰ পুত্ৰ।
**শাখা** *স্ত্রী.* (শাখতি গগনং ব্যাপ্নোতীতি শাখ অচ্ টাপ্) ১। গছৰ ডাল, ঠাল, ঠেঙুলি, ২। বাহু, ৩। খণ্ড, বিভাগ, বেদৰ ভাগ, ৪। সম্প্ৰদায়, গোষ্ঠী, ৫। বেদৰ মন্ত্ৰৰ তথা বৈদিক পাঠৰ (শ্ৰৌত পাঠৰ) পৰম্পৰা। এটি পৰম্পৰাৰ প্ৰবৰ্ত্তক মুনিজনৰ নামেৰে শাখাৰ নাম ৰখা হয়। যেনে কাণ্ব শাখা, মাধ্যন্দিন শাখা, আশ্বলায়ন শাখা। ৬। প্ৰকাৰ, **—চন্দ্ৰন্যায়ঃ** এবিধ ফকৰা, **—পিত্তঃ** *পু.* হাতভৰি আদি উখহাৰ বাবে হোৱা পীড়া, **—পুৰং** নগৰৰ উপকণ্ঠ, **—মৃা** অমৰা, **—মৃগঃ** ১। বান্দৰ, ২। কেৰ্কেটুৱা, **—ৰণ্ডঃ** নিজৰ শাখা ত্যাগ কৰি অন্য শাখা লোৱা ব্ৰাহ্মণ, **—ৰথ্যা** *স্ত্রী.* উপপথ।
**শাখালঃ** *পু.* এবিধ বড় গছ।
**শাখী (ন্)** *বিণ.* (শাখাস্ত্যস্যেতি শাখা ইনিঃ) ১। শাখা-যুক্ত, ২। বেদৰ কোনো বিভাগ সম্বন্ধীয়, ৩। গছ, বৃক্ষ, ৪। বেদসংহিতা, ৫। বেদৰ কোনো সম্প্ৰদায়ভুক্ত ব্ৰাহ্মণ.
**শাখোটঃ, —টকঃ** *পু.* এবিধ গছ। ভোমোৰা গছ, ভূতবৃক্ষ।
**শাঙ্কৰঃ** *পু.* ষাঁড় গৰু।
**শাঙ্কৰিঃ** *পু.* ১। কাৰ্ত্তিকেয়, ২। গণেশ, ৩। অগ্নি।
**শাঙ্খিকঃ** *পু.* ১। শঙ্খৰ শাখা তৈয়াৰ কৰা এবিধ জাতি, ২। শঙ্খবাদক।
**শাটঃ, শাটী** পিন্ধা কাপোৰ, পোচাক, পৰিচ্ছদ।
**শাটকং, কঃ** পিন্ধা কাপোৰ।
**শাট্যায়ণং** *ক্লী.* এবিধ হোম।
**শাট্যায়নঃ** *পু.* এজন মুনি।
**শাঠ্যং** *ক্লী.* (শঠস্য ভাৱঃ শঠ ষ্যঞ) প্ৰবঞ্চনা, শঠতা, কপটতা, 'শঠে শাঠ্যং সমাচৰেৎ।'
**শাণং** *ক্লী.* (শণেন নিৰ্মিতমিতি শণ অণ্) ১। শণ সূতাৰে তৈয়াৰ কৰা কাপোৰ। মোটা কাপোৰ, ২। চট কাপোৰ, **—ণঃ** পু. ১। কষটি পাথৰ, ২। শান শিল, অস্ত্ৰাদি ধাৰ দিয়া পাথৰ, ৩। কৰত, ৪। চাৰি মাষ ওজন পৰিমাণ।
**শাণিঃ** শণ গছ। এই গছৰ আঁহেৰে শণ সূতা তৈয়াৰ কৰা হয়।
**শাণিত** *বিণ.* তীক্ষ্ণকৃত। সুতীক্ষ্ণ।
**শাণী** স্ত্রী. ১। শাণশিল, ২। কষটি পাথৰ, ৩। কৰত, ৪। চট কাপোৰ, ৫। তম্বু, ৬। হাতেৰে বা চকুৰে কৰা ইঙ্গিত, **—ৰং** সোণ (বিহাৰ) নদীৰ পাৰ।
**শাণ্ডিল্যঃ** পু. ১। ভক্তিসূত্ৰকাৰ, গোত্ৰকাৰ মুনি এগৰাকী, ২। বেল গছ, ৩। অগ্নিৰ এটা ৰূপ।
**শাত** *বিণ.* (শো ক্তঃ) ১। দুৰ্বল, ২। তীক্ষ্ণ, চোকা, ৩। ক্ষীণ, পাতল, ৪। ধুনীয়া, সুন্দৰ, ৫। সুখী, **—তং** সুখ, আনন্দ, **—তঃ** ধঁতুৰা গছ, **—কুম্ভং** সোম, শি ৯।৭; **—কুম্ভঃ** ১। ধঁতুৰা গছ, ২। কৰবী গছ, **—কৌম্ভঃ** স্বৰ্ণ নিৰ্মিত।
**শাতনং** *ক্লী.* ১। বিনাশ, ধ্বংস, পতন, ২। ছেদন, ৩। ক্ষীণ, ৪। তীক্ষ্ণকৰণ, ৫। কৰ্ম।

**শাতপত্ৰঃ** *পু.* চন্দ্ৰৰ পোহৰ, জ্যোৎস্না।
**শাতভীৰুঃ** এবিধ মল্লিকা ফুল।
**শাতমান** *বিণ.* এশৰে কিনা।
**শাত্ৰৱং** *ক্লী.* (শত্রু অণ) শত্রুতা। শত্রুৰ গোষ্ঠী, সমষ্টি, **—ৱঃ** *পু.* শত্রু, কি ১৪।২।
**শাদঃ** *পু.* (শো দঃ) ১। বোঁকা, পঙ্ক, ২। ঘাঁহ, **—হৰিতং**, ঘাঁহনি।
**শাদ্বলং, —লঃ** *ক্লী. পু.* সেউজ ঘাঁহনি, কি ৫।৩৭।
**শান** তেজে (ভ্বা উ স শীশাংসতি –তে) ১। ধাৰ দি। তীক্ষ্ণ কৰ। এই ধাতুৰ ৰূপ সনন্ত হ'লেও প্ৰাথমিক অৰ্থতে ব্যৱহাৰ হয়।
**শানঃ** *পু* শান। **—পাদঃ** *পু.* ১। পাৰিপাত্ৰ পৰ্বত, ২। চন্দন ঘঁহা পাথৰ।
**শান্ত** *বিণ* (শম ক্তঃ) ১। শান্ত। উপশমপ্ৰাপ্ত। তৃপ্ত, ২। ৰোগৰ উপশম, নিবৃত্তি, ৩। দূৰ হোৱা, দূৰীকৃত, ৪। সমাপ্ত, ৫। মৃত, ৬। নিস্তব্ধ , ৭। বশীকৃত, ৮। ক্ৰোধমুক্ত, ৯। পাপমুক্ত, ১০। শোধিত, **—ন্তং** *অব্য.* হৈছে, আৰু নালাগে, যথেষ্ট হৈছে, ঈশ্বৰে নকৰক। **—ন্তঃ** ১। সংযমী ব্যক্তি, সন্ন্যাসী, ২। প্ৰশান্তি, ৩। ৰস, ৪। পাৰ্থিব সুখ ভোগৰ প্ৰতি বৈৰাগ্য ভাব, **—তোয়** *বিণ* শান্ত শীতল পানী থকা, **—নৱঃ** শান্তনুৰ পুত্ৰ ভীষ্ম, **—ৰসঃ** শান্ত ৰস (কাব্য)।
**শান্তনুঃ** পু. দ্বাপৰ যুগৰ চন্দ্ৰবংশীয় একবিংশ সম্ৰাট। এই গৰাকী ৰজাৰ ঔৰসত গঙ্গাৰ গৰ্ভত ভীষ্মৰ জন্ম হয়।
**শান্তা** *স্ত্ৰী.* ১। ৰজা দশৰথৰ কন্যা। ঋষি লোমপাদৰ আশ্ৰমত পালিতা শান্তাৰ মহৰ্ষি ঋষ্যশৃঙ্গৰ লগত বিবাহ হয়, ২। এবিধ শমী গছ।
**শান্তিঃ** *স্ত্ৰী.* (শম ক্তিন) ১। কামক্ৰোধাদিৰ উপশম। প্ৰশান্তি, ২। নিতাল, নিস্তব্ধতা, ৩। আৰাম, জিৰণি, ৪। বৈৰতাৰ সমাপ্তি, ৫। বিবাদমুক্তি, ৬। সান্ত্বনা, ৭। শুদ্ধিকৰণ, ৮. পাপৰ পৰা মুক্তি, ৯। সৌভাগ্য, মঙ্গল, কল্যাণ, **—গৃহং** জিৰণি ঘৰ, **—হোমঃ** পাপ মোচনৰ বাবে অনুষ্ঠিত হোম, যজ্ঞ। মনু ৪।১৫০
**শান্তিকং** *ক্লী.* দুখ-দুৰ্গতি দূৰ কৰাৰ বাবে পালন কৰা পূজা ব্ৰতাদি।
**শাপঃ** *পু.* (শপনমিতি শপ ঘঞ) ১। আক্ৰোশ, ৰ ৫।৫৬; ২। অভিশাপ, ৩। প্ৰতিজ্ঞা, ৪। গালি-শপনি, ৫। পানী, **—গ্ৰস্ত** অভিশপ্ত, **—যন্ত্ৰিত** অভিশাপৰ দ্বাৰা সংযত, বশীভূত।
**শাপটিকঃ** *পু.* ম'ৰা চৰাই।
**শাপাস্ত্ৰঃ** *পু* (শাপ এৱ অস্ত্ৰং যস্য) মুনি।
**শাপিত** *বিণ.* ১। শাপবদ্ধ, মন্ত্ৰমুগ্ধ, ২। প্ৰতিজ্ঞাবদ্ধ। ঈশ্বৰৰ নামত শপত খোৱা (ব্যক্তি)।
**শাফৰিকঃ** *পু.* মাছমৰীয়া।
**শাৱৰ** *বিণ.* বৰ্বৰ, নীচ, অধম, **—ৰঃ** ১। অপৰাধ, পাপ, ২। মতা ভোমলতি গছ, **—ৰী** এবিধ গিৰিবাসীৰ প্ৰাকৃত ভাষা।
**শাব্দ** *বিণ.* (শব্দ অণ) ১। শব্দ অৰ্থাৎ ধ্বনি আৰু পদ সম্বন্ধীয়। শাব্দিক, মৌখিক, ২। শব্দময়, **—ব্দঃ** *পু.* বৈয়াকৰণিক, **—বোধঃ** শব্দাৰ্থৰ জ্ঞান, ন্যায়দৰ্শনৰ মতে পদাৰ্থজ্ঞানজন্য জ্ঞান। **—ব্যঞ্জনা** শব্দৰ ইঙ্গিত, ব্যঞ্জনাৰ্থ।
**শাব্দিকঃ** *পু.* (শব্দ ঠক) শব্দশাস্ত্ৰ-বেত্তা। ভাষাতত্ত্ববিদ, বৈয়াকৰণিক। শাকটায়নাদি পুৰণি বৈয়াকৰণিকসকল। নব্য বৈয়াকৰণিকসকলৰ ভিতৰত সৰ্ববৰ্মা, পদ্মনাভ মিশ্ৰ, বোপদেৱ আদি। শাকটায়ন চাওক।
**শামনং** *ক্লী* ১। হত্যা, বধ, মাৰণ, ২। শান্তি, ৩। শেষ, অন্ত, **—নঃ** যমৰাজ, **—নী** দক্ষিণ দিশ।
**শামিত্ৰং** *ক্লী.* ১। যজ্ঞ, ২। যজ্ঞ পাত্ৰ, ৩। পশু বলি, ৪। যজ্ঞৰ পশুক বান্ধি ৰখা কাৰ্য্য।
**শামিলং** *ক্লী.* যজ্ঞভস্ম।
**শামিলী** *স্ত্ৰী.* যজ্ঞত ঘিঁউ আহুতি দিয়া হেঁতা, স্রুক্।
**শাম্বৰী** *স্ত্ৰী.* ইন্দ্ৰজাল, যাদু, মায়া।
**শাম্বৰিকঃ** *পু* শঙ্খবিক্ৰেতা বেপাৰী।
**শামুকঃ** *পু.* শামুক।
**শাম্ভৱং** *ক্লী.* দেৱদাৰু গছ, **—ৱঃ** ১। শৈৱ, শিৱভক্ত, ২। শিৱৰ পুত্ৰ, ৩। কৰ্পূৰ, ৪। বিহ এবিধ, **—ৱী** ১। পাৰ্বতী, ২। এবিধ দূবৰি বন।
**শায়কঃ** *পু.* (শী ণিচ ণ্বুল্) ১। কাঁড়, নৈ ৪।১০১; ২। খড়্গ।
**শাৰ্** দৌৰ্বল্যে (চু উ স শাৰয়তি –তে) ১। দুৰ্বল হ, ২। দুৰ্বল কৰ, বলহীন কৰ।
**শাৰ** *বিণ.* ১। চিত্ৰ-বিচিত্ৰ, ফুটফুটীয়া, **—ৰঃ** ১। বিচিত্ৰ ৰং, ২। বায়ু, ৩ পাশতি, ৪। সেউজ ৰং, ৫। হিংসা, মাৰণ, আঘাত।

**শাৰঙ্গঃ** *পু.* (শীর্ষাণে আতপৈঃ শ্ ঃঅংচ) ১। চাতক চৰাই, ২। হৰিণ, ৩। ম'ৰা চৰাই, ৪। হাতী, ৫। ভোমোৰা, **—ঙ্গী** এবিধ বাদ্যযন্ত্ৰ, চাৰেঙ্গী।

**শাৰদ্** *বিণ.* (শাৰদ অণ) ১। শাৰদীয়। মন ৬।১১; ২। নতুন, ৩। অপ্ৰতিভ, লাজকুৰীয়া, ৪। নম্ৰ, ৫। বাৰ্ষিক, **—দং** *ক্লী.* ১। শস্য, ২। বগা পদুম, **—দঃ** ১। এটা বছৰ, ২। শৰত কালত হোৱা ব্যাধি, ৩। কাঁহীবন, কঁহুৱা বন, ৪। এবিধ মগু মাহ, ৫। বকুল গছ, **—দা** *স্ত্ৰী.* ১। দুৰ্গা, ২। সৰস্বতী, ৩। এবিধ বীণা, **—দী** কাতি মাহৰ পূৰ্ণিমা তিথি।

**শাৰদিকং** *ক্লী.* শাৰদীয় শ্ৰাদ্ধ, **—কঃ** ১। এবিধ ৰোগ, ২। শাৰদীয় উত্তাপ।

**শাৰদীয়** *বিণ.* শৰৎ কালীয়, **—পূজা** দুৰ্গা পূজা।

**শাৰিঃ** *পু.* (শৃ হিংসায়াম ইঞ) ১। পাশাখেলৰ গুটি, পাশৰি, ২। সৰু গোলাকাৰ বস্তু 'বল', (স্ত্ৰী) ১ শালিকী পক্ষী, ময়না চৰাই, ২। ছলনা, মায়া, ৩। হাতীৰ জীন, **—পট্টঃ, —ফালকং** পাশাৰ ঢাল, গুটি আদি।

**শাৰিকা** *স্ত্ৰী.* ১। শালিকী পক্ষী, ২। চাৰেঙ্গী বা বেহেলা বজোৱা ধনু, ৩। পাশাখেল।

**শাৰী** *স্ত্ৰী.* এবিধ চৰাই।

**শাৰীৰ** *বিণ.* শৰীৰ সম্বন্ধীয়, শাৰীৰিক, **—ৰঃ** *পু.* ১। জীৱাত্মা, ২। ষাঁড় গৰু, ৩। এবিধ ঔষধ।

**শাৰীৰক** *বিণ.* শৰীৰ সম্পৰ্কীয়, **—কং** ১। জীৱাত্মা, আত্মা, ২। বেদব্যাসকৃত (বেদান্ত) মীমাংসা সূত্ৰ, **—সূত্ৰং** বেদান্ত সূত্ৰ।

**শাৰীৰিক** *বিণ.* দৈহিক, পাৰ্থিব, বাহ্যিক।

**শাৰুক** *বিণ.* (শৃ উকঞ) হিংস্ৰ, অনিষ্টকাৰী।

**শাৰ্কৰঃ** *পু.* ১। মিছিৰি। বাতাচা, ২। গাখীৰৰ ফেন বা চামনি।

**শাৰ্কৰ** *বিণ.* ১। চেনিৰে তৈয়াৰী, ২। শিলময়, **—ৰঃ** ১। শিলময় ঠাই, ২। গাখীৰৰ চামনি বা ফেন, ৩। মাখন, 'ক্ৰীম'।

**শাৰ্ঙ্গং** *ক্লী.* ১। শিঙেৰে তৈয়াৰী, ২। ধনুৰ্ধৰ, **—ৰ্ঙ্গং —ৰ্ঙ্গঃ** ১। ধনু, ২। বিষ্ণুৰ ধনু, **—ধন্বা (ন্) —ধৰঃ, —পাণিঃ —ভৃৎ** বিষ্ণু।

**শাৰ্ঙ্গী (ন্)** *পু.* বিষ্ণু, ৰ ১২।৭০।

**শাৰ্দূলঃ** *পু.* (শৃ হিংসায়াম্ ঊলচ) ১। বাঘ, ২। নাহৰফুটুকী বাঘ, ৩। ৰাক্ষস, ৪। এবিধ চৰাই, ৫। বাঘৰ ছাল, **—ললিতং** ওঠৰটা আখৰ থকা এটা কাব্য ছন্দ, **—বিক্ৰীড়িতং** *ক্লী.* ঊনৈশটা আখৰ থকা এটা কাব্য ছন্দ

**শাৰ্বৰ** *বিণ.* ১। নিশাচৰ, ২। দুষ্ট, হিংস্ৰ, **—ৰং** অন্ধকাৰ। ডাঠ এন্ধাৰ। **—ৰী** ৰাতি।

**শাল্** কত্থনে (ভ্বা আ স শালতে) ১। প্ৰশংসা কৰ, তোষামোদ কৰ, ২। পোহৰ দি। উজ্জ্বল কৰ, ৩। ক, প্ৰকাশ কৰ।

**শালঃ** *পু.* (শাল ঘঞ) ১। শাল মাছ, ২। শাল গছ, ৩। গছ, ৰ ১।১৩; ৪। বেৰা, চৌহদ, বেৰ; ৫। শালিবাহন ৰজা; ৬। এখন নদ; **—গ্ৰামঃ** *পু.* বিষ্ণুৰ মূৰ্তি। শামগ্ৰাম শিলা। এই শিলাৰ গাত বজ্ৰকীট নামৰ এবিধ কীটে চক্ৰৰ দৰে একোটা দাগ কাটে ইয়াক গণ্ডকী নদীত পোৱা যায়। শৈৱসকলৰ শিৱলিঙ্গৰ দৰে বিষ্ণুভক্তসকলে এই শালগ্ৰাম শিলাক বিষ্ণুৰ প্ৰতীকৰূপত সেৱা-পূজা কৰে। 'শালগ্ৰাম শিলায়াস্তু ত্ৰৈলোক্যং সচৰাচৰম। সদা ৱসতি তেনৈৱ বিষ্ণুস্তিষ্ঠতি সৰ্বদা। **—জঃ —নিৰ্যাসঃ** শালধুনা, **—ভঞ্জিকা** ১। পুতলা, মূৰ্তি, ২। ৰক্ষিতা, বেশ্যা **—ভঞ্জী** পুতলা, **—ৱেষ্টঃ** ধুনা, **—সাৰঃ** হিং।

**শালঙ্কটঃ** *পু.* সুকেশী নামৰ এজন ৰাক্ষস।

**শালঙ্কায়নঃ** পু. ১। এজন মুনি, ২। নন্দী, **—জীৱসূঃ** *স্ত্ৰী.* ব্যাসৰ মাক।

**শালঙ্কিঃ** *পু.* এজন মুনি।

**শালৰঃ** মতা ভোমলতি গছ।

**শালা** *স্ত্ৰী.* ১। ঘৰৰ এটা কোঠা, যেনে অতিথিশালা, ৰন্ধনশালা, ২। ঘৰ, বাসস্থান, ৩। গছৰ প্ৰধান শাখা, ৪। গা-গছ, **—কী (ন্)** নাপিত, যাঠীধাৰী সৈন্য, **—জিৰঃ** সৰু বাটি বা পাত্ৰ, **—ঞ্চি** এবিধ শাক, **—মৃগঃ** শিয়াল, **—ৰং** ১। হাতীৰ নখ, ২। সোপান চিৰি, ৩। চৰাইৰ সঁজা, **—বৃকঃ** ১। বান্দৰ, ২। কুকুৰ, ৩। শিয়াল, ৪। হৰিণ, ৫। মেকুৰী।

**শালাকঃ, শালাতুৰীয়ঃ** পাণিনি মুনিৰ নাম।

**শালিঃ** *পু.* (শৃ ৰাহুলকাৎ ইঞ) ১। শালিধান, 'শালয়ে মধুৰাঃ শীতা লঘুপাকা বলাৱহাঃ, **—গোপী** শালিধান ৰখিবৰ বাবে নিযুক্তা বালিকা, **—চূৰ্ণঃ** পিঠাগুড়ি **—পিষ্টং** স্ফটিক, **—ভৱনং** শালি খেতিৰ পথাৰ, **—ৱাহনঃ** এজন প্ৰসিদ্ধ সম্ৰাট, শকাব্দৰ প্ৰৱৰ্তক, **—হোত্ৰঃ** ঘোঁৰা।

শালিকঃ পু ১। তাঁতী ২। কল [illegible]

শালিনী স্ত্রী ১। গৃহস্থ, গিৰিহঁতনী, ২। এবিধ কাব্য ছন্দ

শালী (ন) ১ পদান্তত— সম্পন্ন অৰ্থ, বিশিষ্টাদি অৰ্থত ব্যৱহৃত হয় যেনে গুণশালী, সমৃদ্ধিশালী, শক্তিশালী ২ [illegible] শোভা, ৩ ধৰচায়া।

শালী স্ত্রী [illegible] শাজাবা

শালীন বিণ ১। নম্র, লাজকুৰীয়া শিষ্ট, ২। সাদৃশ্য, —নঃ গৃহস্থী।

শালু ক্লী ভেট ফুলৰ শিপা, —লূঃ পু ১ ভেকুলী, ২। এবিধ আতৰ, —কং ১। জায়ফল, ২। ভেট ফুলৰ শিপা, —ৰঃ ভেকুলী।

শালেয়ং শালি খেতি পথাৰ।

শালোত্তৰীয়ঃ পু পাণিনি মুনি

শাল্মলঃ পু ১। শিমলু গছ ২। সপ্তদ্বীপা ধৰিত্ৰীৰ এটা দ্বীপৰ নাম, —লিঃ ১। শিমলু গছ, ২ এখন নৰক, —স্থঃ গৰুড়।

শাল্মলী স্ত্রী ১। শিমলু গছ, ২। পাতালৰ এখন নদী ৩। এখন নৰককুণ্ড —ৱেষ্টকঃ শিমলু গছৰ এঠা

শাল্বঃ পু ১। এখন ৰাজ্য, ২। শাল্ব ৰাজ্যৰ ৰজা।

শাব বিণ ১। মৰা শ' সম্বন্ধীয়, ২। মুগা ৰঙৰ, —বঃ পোৱালি শিশু।

শাবকঃ পোৱালি, শিশু।

শাশ্বত বিণ (শশ্বদ ভৱম শশ্বৎ অণ) নিত্য, অমৰ, চিৰস্থায়ী শাশ্বতং দেবপূজাদি বিপ্ৰদানঞ্চ শাশ্বতম শাশ্বতং সগুণা বিদ্যাঃ সুহৃন্মিত্ৰঞ্চ শাশ্বতম। —তঃ পু ১। বেদব্যাস, ২। শিৱ, ৩ সূৰ্য্য —তী পৃথিৱী।

শাশ্বতং অব্য অবিৰতভাৱে, যুগযুগ ধৰি ব্যাপি।

শাষ্কুল বিণ মাছ-মাংস খোৱা (ব্যক্তি)।

শাষ্কুলিকং এসোপা পিঠা।

শাস আশিষি শাসনে (অদা প সক সেট্‌, [illegible] ১। শিকা, শিক্ষা দি, ২। শাসন কৰ, ৩ আদেশ, নিৰ্দেশ দি, ৪। ক, জনা, জ্ঞাপন কৰ, ৫। উপদেশ দি, ৬। শাস্তি দি, দণ্ডবিধান কৰ, হুকুম দি, ৭। বশ কৰ, অনু— উপদেশ দি, নিৰ্দেশ দি, হুকুম দি, শাসন কৰ, শাস্তি দি, প্ৰশংসা কৰ, আ— আশীৰ্বাদ দি, বৰ দি, আদেশ দি, অভিলাষ কৰ, আশা কৰ। প্ৰশংসা কৰ, প্ৰ— শিক্ষা দি, আদেশ দি, শাস্তি দি, প্ৰাৰ্থনা কৰ।

শাসনং ক্লী (শাস ল্যুট) ১। হুকুম, আজ্ঞা, ২। দীক্ষা, উপদেশ, ৩। আইন, অধিনিয়ম, বিধি, শাস্ত্ৰবিধি, ৪। ৰজাই তামৰ ফলিত লিখি অৰ্পণ কৰা ব্ৰহ্মোত্তৰ আৰু দেৱোত্তৰ দান, ৫। দান-পত্ৰ, দলিল, ৬। পদৰ শেষত হত্যাকাৰী' 'ধ্বংসকাৰী' অৰ্থ বুজাবলৈ যেনে পাকশাসন, —পত্ৰ তাম্ৰ বা তেনেকুৱা কোনো পত্ৰ য'ত ৰজাৰ নিৰ্দেশ অথবা দানৰ বিষয়ে লিখা থাকে, —হাৰী (ন) দূত। বাৰ্তাবহ।

শাসিতা (ঋ) ১। প্ৰশাসক, ৰজা, সম্ৰাট, ২। শাস্তিদাতা, মনু ৭।১৭ ৩। ব্যাখ্যা কৰ্তা, মনু ২।১৫০।

শাস্তা (ঋ) পু (শাস তৃন) ১ শাসনকৰ্তা, ২। শিক্ষক, উপদেষ্টা, ৩। পিতা, ৪। বুদ্ধ, জৈন।

শাস্তিঃ স্ত্রী (শাস ক্তিঃ) ১। শাসন, ২। দণ্ড, শাস্তি।

শাস্ত্ৰং ক্লী (শিষ্যতে অনেন শাস ষ্ট্ৰন) ১। আদেশ, হুকুম, নিৰ্দেশ, বিধি, ২। পৱিত্ৰ গ্ৰন্থ। বেদ, ব্ৰাহ্মণ, উপনিষদ আদি পৱিত্ৰ পুথিসমূহ, এনে শাস্ত্ৰ ওঠৰ বিধ— চাৰিবেদ, ব্ৰাহ্মণ, উপনিষদ, শিক্ষা, কল্প, ব্যাকৰণ নিৰুক্ত, জ্যোতিষ, ছন্দ, মীমাংসা, ন্যায়, স্মৃতি, গান্ধৰ্ববেদ, আয়ুৰ্বেদ আৰু অৰ্থশাস্ত্ৰ। —কাৰঃ, —কৃৎ শাস্ত্ৰ প্ৰণেতা, গ্ৰন্থকাৰ, —কোবিদ্ শাস্ত্ৰজ্ঞ, —গণ্ডঃ পল্লৱগ্ৰাহী, শাস্ত্ৰবেত্তা, —চক্ষুস্ ব্যাকৰণ, —তত্ত্বং শাস্ত্ৰত থকা অন্তৰ্নিহিত সত্য, —দৰ্শী শাস্ত্ৰত থকা বা শাস্ত্ৰই নিৰ্দেশ কৰা, —যোনিঃ শাস্ত্ৰৰ উৎস, —বিধানং, বিধিঃ শাস্ত্ৰোক্ত নিয়ম, —বিপ্ৰতিষেধঃ, বিৰোধঃ ১। শাস্ত্ৰবিধিৰ বিপক্ষে যোৱা, ২। দুটা বিধিৰ পৰস্পৰ বিৰোধ, —ব্যুৎপত্তিঃ শাস্ত্ৰত পাৰদৰ্শিতা, —শিল্পী (ন) কাশ্মীৰ ৰাজ্য, —সিদ্ধ শাস্ত্ৰসম্মত।

শাস্ত্ৰী (ন) বিণ শাস্ত্ৰজ্ঞানী।

শাস্ত্ৰীয় বিণ শাস্ত্ৰসম্বন্ধীয়।

শাস্য বিণ (শাস ণ্যৎ) ১। শাসনীয়, শাসনযোগ্য, ২। শিক্ষণীয়।

শি নিশানে (স্বা উ স শিনোতি, শিনুতে) ১। চোকা কৰ, তীক্ষ্ণ কৰ, ধাৰ দি, শাণত ঘঁহি ধাৰ, দি, ২। ক্ষীণ কৰ, হ্ৰাস কৰ, ৩। মনোযোগ দি।

শিংশপা স্ত্রী. শিশু গছ। চেগুণ গছৰ দৰে এবিধ মূল্যবান গছ। এই গছৰ কাঠেৰে ৰথৰ চকা বনোৱা হৈছিল।

শিঃ ১। মঙ্গল, কল্যাণ, সৌভাগ্য, ২। শান্তি, ৩। শিৱ।

**শিক্ক** *বিণ.* এলেহুৱা, নিরুৎসাহী।

**শিক্থং** *ক্লী.* মৌচাকৰ মম।

**শিক্যং শিক্যা** ১। বস্তু থবৰ বাবে ৰচিৰে ওলমোৱা আধাৰ। শিকিয়া। বাঁওকাৰ দুয়োফালে থকা ৰচিৰ যতন।

**শিক্যিত** *বিণ.* ওলোমাই ৰখা বস্তু।

**শিক্ষ্** শিক্ষণে (ভ্বা আ স শিক্ষতে) ১। পঢ়, পঢ়াশুনা কৰ, শিক, ২। শিক্ষা ল, জ্ঞান প্ৰাপ্ত কৰ।

**শিক্ষকঃ** *পু.* (শিক্ষ ণ্বুল্) ১। শিক্ষক, আচাৰ্য্য, উপদেশক, ২। শিক্ষাৰ্থী, ৩। লেখক।

**শিক্ষণং** *ক্লী.* (শিক্ষ ল্যুট) ১। বিদ্যা, জ্ঞান, শিক্ষা আহৰণ, ২। শিক্ষাদান।

**শিক্ষা** *স্ত্ৰী.* (শিক্ষ অঃ টাপ্) ১। শিক্ষণ, বিদ্যা, জ্ঞান, ২। বেদৰ এটা অঙ্গ। পাণিনীয় শিক্ষা, বৰ্ণৰ উচ্চাৰণ সম্বন্ধে বিধি-নিয়মাদি থকা গ্ৰন্থ, ৩। নম্ৰতা, **—কৰঃ** বেদব্যাস।

**শিক্ষিত** *বিণ.* ১। জ্ঞানপ্ৰাপ্ত, জ্ঞানী, ২। নম্ৰ, ৩। নিপুণ, চতুৰ, ৪। প্ৰশিক্ষণপ্ৰাপ্ত, পোহমনা।

**শিক্ষিতাক্ষৰঃ** *পু.* শিষ্য, ছাত্ৰ।

**শিক্ষিতায়ুধঃ** *পু.* অস্ত্ৰ শিক্ষাত অভিজ্ঞ।

**শিখণ্ডঃ** *পু.* ১। ম'ৰা চৰাইৰ ফিছা, ২। চূড়াকৰণৰ সময়ত মূৰত এৰা চুলি একোছা।

**শিখণ্ডকঃ** ১। শিখণ্ড, ২। টিকনি, ফিছা, ম'ৰাৰ ফিছা।

**শিখণ্ডিকঃ** কুকুৰা চৰাই, **—কা** টিকনি।

**শিখণ্ডিনী** *স্ত্ৰী.* ১। যূঁথিকা ফুল, ২। মাইকী ম'ৰা চৰাই, ৩। দ্ৰুপদৰাজৰ কন্যা।

**শিখণ্ডী (ন্)** *পু.* ১। ম'ৰাৰ ফিছা, ম'ৰা চৰাই, ২। কুকুৰা চৰাই, ৩। কাঁড়, ৪। যূথিকা ফুল, ৫। বিষ্ণু, ৬। শিৱ, ৭। কোৱাভাতুৰী ফল, ৮। শিখণ্ডী, ভীষ্মৰশত্ৰু। দ্ৰুপদৰ এজন পুত্ৰ। শিখণ্ডী জন্ম হওঁতে এজনী কন্যা আছিল কিন্তু তাইক লৰাৰ দৰে লালন-পালন কৰা হৈছিল। 'তাই' ডাঙৰ হোৱাত তাইক হিৰণ্যবৰ্মণৰ কন্যাৰ লগত বিয়া দিয়ে। হিৰণ্যবৰ্মণৰ কন্যাই যেতিয়া জানিব পাৰিলে যে তাই 'স্বামীৰূপে' এজনী নাৰীকহে পালে তেতিয়াই বাপেকক কোৱাত বাপেকে খণ্ডতে দ্ৰুপদৰ ৰাজ্য আক্ৰমণ কৰিবলৈ ওলাল। শিখণ্ডীয়ে তেতিয়া বনলৈ গৈ কঠোৰ তপস্যাৰ বলেৰে এজন যক্ষৰ লগত লিঙ্গ বিনিময় কৰি হিৰণ্যবৰ্মাক শান্ত কৰে। কুৰুক্ষেত্ৰৰ যুদ্ধত এই শিখণ্ডীৰ কাৰণে ভীষ্ম আহত হয়, কাৰণ 'নাৰী' শিখণ্ডীৰ লগত ভীষ্মই যুদ্ধ নকৰে। পিচত অৱশেষে অশ্বত্থামাৰ হাতত শিখণ্ডীৰ মৃত্যু হয়।

**শিখৰং ৰঃ** (শিখাস্যাস্তীতি ৰঃ) ১। পৰ্বতৰ টিং। শীৰ্ষ, শিৰ, ২। গছৰ আগ, ৩। পাগুৰি, মুকুট, ৩ খড়গৰ ধাৰ, জোং, ৪। কাষলতি, ৫। মালতী ফুলৰ কলি, ৬। পকা ডালিমৰ গুটিৰ দৰে মাণিক, **—ৱাসিনী** দুৰ্গা, **—ৰা** মূৰ্বালতা।

**শিখৰিণী** *স্ত্ৰী.* ১। মনোৰমা তিৰোতা, ২। টিকনি, ৩। মূৰ্বা লতা, ৪। এবিধ ... ৫। এবিধ কাব্যছন্দ।

**শিখৰী (ন্)** *পু.* (শিখৰ ইনিঃ) ১। পৰ্বত, 'মেৰুঃ শিখৰিণামহং', গী ১০।২৩; ২। গছ, ৩। পৰ্বতীয়া দুৰ্গ, ৪। তিত্তিভ চৰাই, পানী-কাউৰীৰ দৰে জলচৰ চৰাই এবিধ।

**শিখা** *স্ত্ৰী.* (শী খঃ টাপ) ১। টিকনি, শি ৪।৫০; ২ চূড়াকৰণৰ পিচত মূৰ ওপৰত এৰা একোচা চুলি, ৩। খোপা, চূড়া, ৪। তীক্ষ্ণ ধাৰ, বা জোং, ৫। ম'ৰা চৰাইৰ ফিছা, ৬। জুইৰ শিখা, ৭। প্ৰধান, মুখ্য, ৮। কামজ্বৰ, ৯। শাখা, **—তৰুঃ** চাকিৰ গছা, **—ধৰঃ** ম'ৰা চৰাই, **—ধাৰঃ** ম'ৰা চৰাই, **—মণিঃ** মুকুট, **—মূলং** ১। গাজৰ, ২। চালগোম, **—ল্যুঃ** ম'ৰাৰ চূড়া, **—ৱতী** মূৰ্বালতা, **—বৰঃ** কঁঠাল গছ, **—বলঃ** ১। ম'ৰা চৰাই, ২। নগৰ, **—বলা** ম'ৰাৰ ফিছা, চূড়া, **—ৱান (ৎ)** ১। অগ্নি, ২। কেতু গ্ৰহ, **—বৃক্ষঃ** চাকিৰ গছা, **—বৃদ্ধিঃ** *স্ত্ৰী.* সুদ বৃদ্ধি।

**শিখী (ন্)** *বিণ.* ১। জোঙা, তীক্ষ্ণ, ২। শিখাযুক্ত, চূড়া-যুক্ত, ৩। অহঙ্কাৰী (পু) ১। ম'ৰা চৰাই, শি ৪।৫০; ২। অগ্নি, ৩। কুকুৰা, ৪। কেতু গ্ৰহ, ৫। সন্ন্যাসী, ৬। গছ, ৭। চাকি, বন্তি, ৮। বলদ, ষাঁড়, ৯। সংখ্যা '৩', ১০। আগিয়াচিতা, **—ধ্বজঃ** ১। কাৰ্ত্তিকেয়, ২। ধোঁৱা, **—পিচ্ছং** ম'ৰাৰ ফিছা, **—যূপঃ** এবিধ হৰিণ।

**শিগ্ৰুঃ** *পু.* এবিধ পাচলি। চজিনা।

**শিংখ্** গত্যাম্ (ভ্বা প অ শিংখতি) যা, গমন কৰ আওৱাই যা।

**শিঘ্, শিংঘ** আঘ্ৰাণে (ভ্বা প শিংঘতি) গোন্ধ ল, ঘ্ৰাণ ল।

**শিংঘাণং** *ক্লী.* ১। নাকৰ শেঙুণ, ২। মামৰ, ৩। আয়নাৰ পাত্ৰ, **—ণঃ** ১। ফেন, ২। কফ, শ্লেষ্মা।

**শিংঘাণকং, —কঃ** নাকৰ শেঙুণ। শ্লেষ্মা।

**শিজ শিঞ্জ্** অস্ফুটধ্বনৌ (১) (চুৰা, উ অ শিঞ্জয়তি -তে) (২) (ভ্বা, আ অ শিঞ্জতে), (৩) (অদা আ অ শিংক্তে) ১। অস্ফুট শব্দ কৰ, ৰুণ ঝুণ শব্দ কৰ, খৰ খৰ শব্দ কৰ।

**শিঞ্জঃ** *পু.* ১। ৰুণ ঝুণ, নূপুৰৰ শব্দ।

**শিঞ্জিঞ্জিকা** *স্ত্ৰী.* ১। নূপুৰ। ২। ককালত পিন্ধা সোণৰ শিকলি।

**শিঞ্জা, শিঞ্জিনী** নূপুৰ, জুনুকা, ধনুৰ গুণ।

**শিট** অনাদৰে (ভ্বা প স শটতি) নিন্দা কৰ, অনাদৰ কৰ, তিৰস্কাৰ কৰ। অপমান কৰ।

**শিত** *বিণ* (সো তনুকৰণে ক্তঃ) ১। তীক্ষ্ণ, চোকা, ২। দুৰ্বল, ক্ষীণ, ৩। ক্ষয়প্ৰাপ্ত, **—তঃ** *পু.* বিশ্বামিত্ৰগোত্ৰীয় এজন ঋষি, **—দ্ৰুঃ** *স্ত্ৰী.* শতদ্ৰু নদী, **—শূকঃ** যৱধান।

**শিতি** *বিণ* ১। বগা, শুভ্ৰ, ২। ক'লা, কৃষ্ণ, শি ১৫।৪৮, **—তিঃ** *পু* ভূৰ্জ বৃক্ষ, **—কণ্ঠঃ** ১। শিৱ, ২। ম'ৰা চৰাই, ৩। ডাউক চৰাই, **—ছদঃ —পক্ষ** ৰাজহাঁহ, **—ৰত্নং** নীলমণি, **—ৱাসঃ(স্)** শ্ৰীৰাম।

**শিথিল** *বিণ* (শ্লথ কিৰচ) ১। ঢিলা, সোলোকা, মন্থৰ, ২। বিচ্ছিন্ন, ৩। বন্ধনমুক্ত, ৪। দুৰ্বল, ক্ষীণ, কাহিল, নিস্তেজ, লেউ-সেউ, ৫। গলিত, ৬। জৰাজীৰ্ণ, ৭। অনৰ্থক, নিষ্ফল, অকামিলা, ৮। অসাৱধান, অযত্ন, ৯। পৰিত্যক্ত। **শিথিলীকৃ** ঢিলা কৰ, মুক্ত কৰ, দুৰ্বল কৰ, ত্যাগ কৰ, **—ত্বং** আওকাণ, অৱহেলা, ঢিলা। মন্থৰতা।

**শিথিলিত** ঢিলা কৰা, বন্ধনমুক্ত, গলিত, মুকলি কৰি দিয়া।

**শিনিঃ** *পু.* এজন যদুবংশীয় ক্ষত্ৰিয় যোদ্ধা।

**শিনের্নপ্তা (প্তৃ)** *পু.* সাত্যকি।

**শিপিঃ** *পু.* ৰশ্মি (স্ত্ৰী) ছাল। (ক্লী) পানী, **—ৱিষ্ট** *বিণ.* ১। পোহৰেৰে আবৰা, ২। চুলিহীন, তপা, ৩। কুষ্ঠ ৰোগী, **—ষ্টঃ** *পু.* ১। বিষ্ণু, ২। শিৱ, ৩। তপা মানুহ, ৪। লিঙ্গচ্ছদ নথকা পুৰুষ, ৫। কুষ্ঠ ৰোগী।

**শিপ্ৰঃ** *পু.* হিমালয়ৰ এটা হ্ৰদ।

**শিপ্ৰা** *স্ত্ৰী.* ১। শিপ্ৰ হ্ৰদৰ পৰা ওলোৱা এটা নদী এই নদীৰ পাৰত প্ৰসিদ্ধ উজ্জয়িনী নগৰ, ২। খুতৰি।

**শিফঃ, —ফা** *পু. স্ত্ৰী.* ১। আঁহযুক্ত শিপা, ২। ভূৰ্জবৃক্ষ, ৩। নদী, ৪। হালধি, ৫। লতা, মনু ৯।২৩০; ৬। মাতৃ, ৭। পদুমৰ নাল, ৮। চাবুকৰ কোব, **—কঃ** পদুমৰ শিপা, **—কন্দঃ** ১। পদুমৰ নাল, শিপা, ২। কেঁকোৰা, **—ধৰঃ** শাখা, ঠাল, **—ৰুহঃ** আঁহত গছ।

**শিবিঃ** ১। চিকাৰী, হিংস্ৰ জন্তু, ২। ভূৰ্জবৃক্ষ, ৩। এজন ৰাজা, ৪। দানবীৰ শিবি ৰজা। শেনৰূপী ইন্দ্ৰৰ হাতৰ পৰা কপোতৰূপী অগ্নিক ৰক্ষা কৰা, কাৰণে এইজন ৰজাই নিজৰ শৰীৰৰ পৰা সম ওজনৰ মঙহ কাটি দান কৰিছিল, **—কা** পাল্কী ডোলা।

**শিম্বা, শিম্বিকা, শিম্বী** *স্ত্ৰী.* ছেঁই, লেচেৰা মাহজাতীয় দীঘলীয়া ফল।

**শিৰং, —ৰঃ** *ক্লী পু.* ১। মূৰ, মস্তক, মুণ্ড, ২। শয্যা, ৩। অজগৰ সাপ, **—জাং —জঃ** মূৰৰ চুলি।

**শিৰঃ (স্)** *ক্লী* (শ্ৰি অসুন ধাতোঃ শিৰাদেশঃ) ১। শিৰ, মূৰ, ২। শিখৰ, শৃঙ্গ, ৩। গছৰ আগ, ৪। শীৰ্ষ বিন্দু, ৫। সমুখ ভাগ। সৈন্য বাহিনী সমুখৰ অংশ, ৬। প্ৰধান, মুখ্য অধ্যক্ষ, **—কপালী (ন্)** *পু.* মানুহৰ মুণ্ড লৈ ফুৰা সন্ন্যাসী। কাপালিক। ঘৰৰ মুধচত থকা সৰু কোঠা, **—ফলং** নাৰিকল, **—শূলং** মূৰৰ বিষ, মূৰৰ বেমাৰ।

**শিৰসিজঃ** *পু.* মূৰৰ চুলি, শি ৭।৬২।

**শিৰস্কং, —স্ত্ৰং, —স্ত্ৰাণং** *ক্লী* ১। পাগুৰি, ২। মূৰ ৰক্ষাৰ বাবে পিন্ধা ধাতু নিৰ্মিত টুপী 'হেলমেট'।

**শিৰস্কা** *স্ত্ৰী.* ১। শিৰস্ত্ৰাণ, ২। পাল্কী, ডোলা।

**শিৰস্তঃ (স)** *অব্য.* মূৰৰ পৰা, কু ৩।৪৯।

**শিৰস্যঃ** *পু* ধুনীয়া চুলি। সুগন্ধি তেলাদিৰে সুন্দৰকৈ আঁচোৰা চুলি।

**শিৰা** *স্ত্ৰী.* ধমনি। নাড়ী, স্নায়ু, **—পত্ৰঃ** ওটেঙা, কং বেল, **—ল** শিৰাযুক্ত, ভট্টি ২।৩০; **—লকঃ** এবিধ গছ, হাড়ভঙা গছ, হাড় ঘুনুচা লতা, **—বৃত্তং** সীহ, বাং।

**শিৰিঃ** *পু.* ১। তৰোৱাল, ২। কাঁড়, ৩। হিংস্ৰ জন্তু, ৪। ফৰিং।

**শিৰীষং** *ক্লী.* শিৰীষ গছৰ ফুল, **—ষঃ** *পু.* শিৰীষ গছ, কু ৫।৪।

**শিৰোগৃহং** *ক্লী.* অট্টালিকাৰ মুধত থকা সৰু কোঠা বা ...

**শিৰোগ্ৰহং** ... একেলগে। মূৰে গলে।

**শিৰোধৰা**, *স্ত্ৰী.* গল।
**শিৰোধিঃ** গল।
**শিৰোমণিঃ** *পু.* ১। মূৰত পিন্ধা ৰত্ন, মুকুট, চূড়ামণি, ২। পণ্ডিতৰ উপাধি বিশেষ, যেনে ব্যাকৰণ শিৰোমণি।
**শিৰোমৰ্ম্মা (ন্)** *পু.* গাহৰি।
**শিৰোৰুজা** *স্ত্ৰী* চতীয়না গছ। **—ৰুহঃ** *পু.* মূৰৰ চুলি।
**শিৰোৰোগঃ** মূৰৰ বেমাৰ।
**শিৰোঽৰ্ত্তিঃ** *স্ত্ৰী.* মূৰৰ বিষ।
**শিৰোবৃত্তং** *ক্লী* জলকীয়া, জালুক।
**শিৰোৱেষ্টঃ, ৱেষ্টনং** পাগুৰি।
**শিৰোঽস্থি** *ক্লী* মূৰৰ খোল, লাওখোলা।
**শিল্** উঞ্ছে (তুদা প সক শিলতি) ছেৰা বোটল, খেতি পথাৰত এৰা শস্য আহৰণ কৰ।
**শিলং, লঃ** *ক্লী. পু.* ধানৰ আগলি বা লেছেৰি বোটলা কাৰ্য্য, মনু ১০।১১২।
**শিলা** *স্ত্ৰী* ১। শিল, পাথৰ, পাষাণ, ২। শস্য গুড়ি কৰা জাঁত, ৩। দৰ্জাৰ তলৰ কাঠ, ৪। খুঁটাৰ ওপৰভাগ, ৫। শিৰা, ধমনী, ৬। কর্পূ[illegible] **—কৰ্ণী** এবিধ গছ, **—কুট্টকঃ** শিল কটা 'চেনি', বটালি, **—কুসুমং, —পুষ্পং** ধুনা, **—জ** *বিণ.* শৈল, পাহাৰত হোৱা, **—জং** ১। আলকাতৰা, ২। ধুনা, ৩। খনিজ পদাৰ্থ, ৪। লো, ৫। জীৱাশ্ম, **—জতু** ১। আলকাতৰা, ২। শিলাজিৎ, **—ধাতুঃ** চকমাটি, **—পট্টঃ** শিলৰ ফলক বা আসন, **—পুত্ৰঃ, পুত্ৰকঃ** পটাগুটি, **—প্ৰতিকৃতিঃ** শিলৰ মূৰ্তি, **—ভৱং —ৰসঃ** ধুনা, **—ভেদং** শিল কটা চেনি, বটালি, **—ৰস্তা পুৰাকল, —ৱল্কলং** শেলুৰৈ, **—বৃষ্টিঃ** শিল বৰষুণ, **—ৱেশ্মা (ন্)** গহ্বৰ, শিলৰ মাজত থকা জিৰণিৰ ঠাই, **—ব্যাধিঃ** খনিজ পদাৰ্থ, আলকাতৰা।
**শিলাটকঃ** *পু.* ১। গাঁত, খাল, বিল, ২। বেৰা, ৩। অট্টালিকাৰ ওপৰত থকা সৰু কোঠা।
**শিলাত্মজং** লোহা।
**শিলাত্মিকা** *স্ত্ৰী.* ধাতু গলোৱা মাটিৰ পাত্ৰ।
**শিলাসনং** শিলৰ আসন।
**শিলাহ্বং** খনিজ পদাৰ্থ, আলকাতৰা।
**শিলিং** *পু.* ভূৰ্জপত্ৰ গছ, (*স্ত্ৰী*) *দুৱাৰৰ তলৰ কাঠ। দুৱাৰডলি,* **—ন্দঃ** *এবিধ মাছ।*

**শিলী** *স্ত্ৰী.* ১। দুৱাৰৰ তলৰ কাঠ। দুৱাৰডলি, ২। খুঁটাৰ ওপৰভাগ, ৩। এবিধ কীট, ৪। নিক্ষেপাস্ত্ৰ, কাড়, ৫। মাইকী ভেকুলী, **—ন্ধ্ৰং** ১। কলডিল। শি ৬।৩২; ২। বৰষুণৰ শিল, ৩। কাঠফুলা, **—ন্ধ্ৰঃ** ১ এবিধ মাছ, ২। এবিধ গছ, **—ন্ধ্ৰকং** কাঠফুলা, **—ন্ধ্ৰী** ১। মাটি, ২। উই পৰুৱা, **—পদঃ** *পু.* (গাধা ৰোগ **—মুখঃ** *পু* ভোমোৰা, মৌমাখি, ৰ ৪।৫৭।
**শিলেয়** *বিণ.* (শিলা ঢঃ) ১। শৈলজ, পৰ্বতত হোৱা ২। শিলৰ দৰে (কঠিন)।
**শিলোচ্চয়ঃ** *পু* পৰ্বত, ৰ ২।২৭।
**শিলোঞ্ছঃ** *পু* লেছেৰি বোটলা। পথাৰত পৰি থকা শস্য বোটলা।
**শিলোদ্ভৱং** *ক্লী* ১। পৰ্বতত হোৱা বস্তু, ২। এবিধ চন্দন গছ।
**শিলৌকাঃ (স্)** পু. গৰুড়।
**শিল্পং** *ক্লী.* (শীল সমাধৌ পঃ) ১। কলা কৰ্ম, সুকুমাৰ কলা, কাৰিকৰী কৰ্ম, উদ্যোগ কৰ্ম। এনে ধৰণৰ কলা, ৬৪ বিধ (পৰিশিষ্ট 'ক' চাওক), ২। চাতুৰ্য, ৩। কাম, দৈহিক কৰ্ম, ৪। উৎসৱ, পৰ্ব, ৫ হোমত ঘিঁউ আহুতি দিয়া হেঁতা এবিধ, **—কৰ্ম, —ক্ৰিয়া** হস্তশিল্প, শাৰীৰিক কৰ্ম, **—কাৰঃ, কাৰকঃ, কাৰী (ন্)** শিল্পী, কাৰিকৰ, **—শালং, —লা** কৰ্মশালা, **—শাস্ত্ৰং** কলা বিষয়ক গ্ৰন্থ, বাস্তুশাস্ত্ৰ।
**শিল্পী (ন্)** ১। কাৰিকৰী, শিল্প সম্বন্ধীয়, (পু) কাৰিকৰ, ২। কৰ্মী, কলাকুশলী।
**শিৱ** *বিণ.* (শী উণাদি ৱন) ১। শুভ, মঙ্গলময়, পবিত্ৰ সৌভাগ্যৱান, ৰ ১১।৩৩; ২। সুখী, সুস্বাস্থ্যৱান, সমৃদ্ধিশালী, ভাগ্যৱান, 'তোমাৰ মঙ্গল হওক তোমাৰ যাত্ৰা শুভ হওক' আদি আশীৰ্বাদ দিবৰ সময়ত 'শিৱ' শব্দ ব্যৱহাৰ কৰা হয়। যেনে 'শিৱাস্তে সন্তু পন্থানঃ।' **—ৱং** *ক্লী.* ১। সুখ, ২ সৈন্ধৱ লোণ, ৩। পানী, ৪। মঙ্গল, কল্যাণ, **—ৱঃ** *পু.* ক) শিৱং কল্যাণমস্তি অস্যেতি শিৱঃ। খ শেৰতেঽৱতিষ্ঠন্তে অণিমাদয়োঽষ্টগুণা অস্মিন্নিতি শিৱঃ, ১। হিন্দুসকলৰ শ্ৰেষ্ঠ দেৱতা তিনিজনৰ শেষৰজন। দেৱাদিদেৱ মহাদেৱ। সৃজনকৰ্তা ব্ৰহ্মা পালনকৰ্তা বিষ্ণু আৰু শেষৰজন অৰ্থাৎ শিৱ সংহাৰকৰ্তা। শিৱৰ অসংখ্য নাম। তাৰ ভিতৰত

কেইটামান প্রসিদ্ধ নাম হ'ল : শম্ভু, ৰুদ্ৰ, শঙ্কৰ, ত্ৰ্যম্বক, ত্ৰিলোচন, বিশ্বেশ্বৰ, গিৰিশ ইত্যাদি। শিৱৰ পঞ্চাক্ষৰ, ষড়ক্ষৰ আৰু অষ্টাক্ষৰ মন্ত্ৰ ক্ৰমে, 'নমঃ শিৱায়, ওঁ নমঃ শিৱায় আৰু হ্ৰীং ওঁ নমঃ শিৱায় হ্ৰীং।' শিৱৰ ধ্যান : ধ্যায়েন্নিত্যং মহেশং ৰজতগিৰিনিভং চাৰুচন্দ্ৰাৱতংসম, ৰত্নাকল্পোজ্জ্বলাঙ্গং পৰশুমৃগৱৰাভীতিহস্তং প্ৰসন্নম। পদ্মাসীনং সমন্তাৎ স্তুতমমৰগণৈৰ্ব্যাঘ্ৰকৃত্তিং ৱসানং। ৱিশ্বাদ্যং বিশ্ববীজং নিখিলভয়হৰং পঞ্চৱকত্ৰং ত্ৰিনেত্ৰম।। ২। পুৰুষৰ লিঙ্গ, ৩। শুভগ্ৰহযোগ, ৪। বেদ, ৫। মোক্ষ, ৬। গৰু বন্ধা খুটি, ৭। দেৱতা, বিগ্ৰহ, ৮। পাৰা, ৯। গুগগুল, ১০। ক'লা ধঁতুৰা, ১১। পুণ্ডৰীক বৃক্ষ, **—ৱৌ** শিৱ আৰু পাৰ্বতী, **—কঃ** ১। গৰু বন্ধা খুটি, ২। গৰুৱে গা খজুৱা খুটি, **—কৰঃ** (শিৱঙ্কৰঃ) কল্যাণকাৰী, মঙ্গলজনক, (ৰঃ) *পু.* চব্বিশগৰাকী অৰ্হতৰ অন্তৰ্গত এগৰাকী জিন, **—কাঞ্চী** এখন নগৰী, **—কীৰ্ত্তনঃ** ভৃঙ্গী, **—গতি** সুখী, সমৃদ্ধিশালী, **—চতুৰ্দশী** মাঘ মাহৰ কৃষ্ণা চতুৰ্দশী। শিৱৰাত্ৰি পূজা আৰু ব্ৰত, **—ধৰ্মজঃ** মঙ্গল গ্ৰহ, **—জ্ঞানং** *ক্লী.* মানুহৰ শুভাশুভ কালবোধক জ্যোতিষশাস্ত্ৰ বিশেষ, **—তাতিঃ** *স্ত্ৰী.* কল্যাণকাৰিণী, **—দত্তং** *ক্লী.* সুদৰ্শন চক্ৰ, **—দাৰুঃ** দেৱদাৰু গছ, **—দ্ৰুমঃ** বেল গছ, **—দ্বিষ্টা** কেতেকী ফুলৰ গছ, **—ধাতুঃ** পাৰা, **—পুৰং** পুৰী, কাশী, **—পুৰাণং** ওঠৰখন প্ৰধান পুৰাণৰ এখন, **—প্ৰিয়ঃ** ১। স্ফটিক, ২। ধঁতুৰা গছ, ৩। বক ফুলৰ গছ, **—মল্লকঃ** অৰ্জ্জুন গছ, **—মল্লী** বক ফুলৰ গছ, **—ৰাত্ৰিঃ** মুখ্য চান্দ্ৰ মাঘ (সৌৰ ফাগুন) মাহৰ কৃষ্ণা চতুৰ্দ্দশীৰ ৰাতি। শিৱপূজা আৰু ব্ৰত পালন। মাঘ মাসস্য শেষে যা প্ৰথমে ফাল্গুনস্য চ। কৃষ্ণাচতুৰ্দ্দশী সা তু শিৱৰাত্ৰিঃ প্ৰকীৰ্তিতা। সিদিনা উপবাস প্ৰশস্ত, **—লিঙ্গঃ** লিঙ্গৰূপত সদাশিৱ। 'আকাশং লিঙ্গমিত্যাহুঃ পৃথিৱী তস্য পীঠিকা। আলয়ঃ সৰ্বদেৱানাং লয়নাল্লিঙ্গমুচ্যতে।। শিৱলিঙ্গ পূজাৰ প্ৰশংসা— 'লিঙ্গপূজাং ৱিনা দেৱি! অন্য পূজা কাৰোতি যঃ। ৱিফলা তস্য পূজা স্যাদন্তে নৰকমাপ্নুয়াৎ।।' একেটা ঘৰত দুটা লিঙ্গ, অথবা দুটা শালগ্ৰাম পূজা নিষেধ। গেহে লিঙ্গদ্বয়ং নাৰ্চ্যং শালগ্ৰামদ্বয়ং তথা। শিৱ পূজাৰ প্ৰশংসা— 'অসাৰে খলু সংসাৰে সাৰমেতচ্চতুষ্টয়ম। কাশ্যাং ৱাসঃ সতাং সঙ্গো গঙ্গাম্ভোঃ শম্ভুসেৱনম।। (কাশী বাস, সৎসঙ্গ, গঙ্গাজল আৰু শিৱপূজা), **—ৱল্লভঃ** আম গছ (ভা) *স্ত্ৰী.* পাৰ্বতী, **—ৱাহনঃ** ষাঁড় গৰু, **—ৱীজং** পাৰা, **—শেখৰঃ** ১। চন্দ্ৰ, ২। ধঁতুৰা গছ, **—সুন্দৰী** পাৰ্বতী।

**শিৱা** *স্ত্ৰী.* ১। মোক্ষ, ২। শমী বৃক্ষ, ৩। শিলিখা, ৪। আমলখী, ৫। দুবৰি বন, ৬। হালধি, ৭। গোৰোচনা, ৮। শিয়াল, 'অশিৱৈঃ শিৱাৰুতৈঃ', কি ১।৩৮; ৯। পাৰ্বতী, দুৰ্গা, 'শিৱা কল্যাণৰূপা চ শিৱদা চ শিৱ প্ৰিয়া।' **—প্ৰিয়ঃ** ছাগলী, **—ফলা** শমী বৃক্ষ, **—ৰুতং** শিয়ালৰ হোৱা, **—হ্ৰৃতঃ** জয়ন্তী গছ।

**শিৱাক্ষং** *ক্লী.* ৰুদ্ৰাক্ষ।

**শিৱাম্বুকং** *ক্লী* সৈন্ধৱ লোণ।

**শিৱানী** *স্ত্ৰী.* পাৰ্বতী।

**শিৱাৰাতিঃ** *পু.* কুকুৰ

**শিৱালয়ং** *পু.* শ্মশান, **—য়ঃ** ১। ৰঙা তুলসী, ২। শিৱ মন্দিৰ।

**শিৱালুঃ** শিয়াল।

**শিৱাহ্বাঃ** *স্ত্ৰী.* ৰুদ্ৰজটা।

**শিৱিঃ** শিবি চাওক।

**শিশিৰ** *বিণ.* (শশ প্লুতগতৌ কিৰচ) শীতল, চেঁচা, শীতগুণযুক্ত, ৰ ১৪।৩; **—ৰং, —ৰঃ** *ক্লী. পু.* ১। শীত কাল, (পুহ আৰু মাঘ মাহ) 'অমৃতং শিশিৰে ৱহ্নিঃ', ২। নিয়ৰ, কুঁৱলি, **—ৰাঃ** জুই।

**শিশিৰাংশুঃ, —কৰঃ —কিৰণঃ —দীধিতিঃ, —ৰশ্মিঃ,** চন্দ্ৰ।

**শিশিৰাত্যয়ঃ** বসন্ত কাল। (শীত কাল শেষ হোৱাৰ পিছতে অহা কাল)।

**শিশুঃ** *পু.* (শ্যতীতি শো উঃ) ১। শিশু, বালক, কেঁচুৱা, ২। জন্তুৰ পোৱালি, ৩। আঠ বছৰৰ তলৰ কিশোৰ, ৪। কুমাৰ কাৰ্ত্তিকেয়, ৫। ভ্ৰূণ, গৰ্ভ, **—ক্ৰন্দঃ, —ক্ৰন্দনং** কেঁচুৱাৰ কান্দোন, **—গন্ধা** এবিধ মালতী ফুল, **—চান্দ্ৰায়ণং** *ক্লী.* এবিধ সৰু চান্দ্ৰায়ণ ব্ৰত, **—তা** শিশুত্ব, **—ত্বং** শৈশৱ কাল, **—পালঃ** চেদি দেশৰ ৰজা শিশুপাল। এওঁ শ্ৰীকৃষ্ণৰ হাতত নিহত হোৱা ঘটনাৰ আলমত মহাকবি মাঘে 'শিশুপাল বধ' নামৰ এখন বিখ্যাত মহাকাব্য ৰচনা কৰে। বিষ্ণু পুৰাণৰ মতে শিশুপাল আগৰ জন্মত 'নৃসিংহ'

হিৰণ্যকশিপু আছিল। নৰসিংহৰূপী বিষ্ণুৰ হাতত হিৰণ্যকশিপু নিহত হোৱাৰ পিচত দমঘোষৰ পুত্ৰৰূপে জন্ম লয়। শিশুপাল নাম লৈ জন্ম হোৱাৰ পিচতো বিষ্ণুবিদ্বেষ ত্যাগ কৰা নাছিল আৰু যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত বিষ্ণুৰ অষ্টম অৱতাৰ শ্ৰীকৃষ্ণক অপমান কৰে। শিশুপালৰ অপমানতো শ্ৰীকৃষ্ণই বহু সময়লৈ ধৈৰ্য্য ধৰি আছিল। শেষত সুদৰ্শন এৰি দিয়ে। সুদৰ্শন আগুৱাই অহা দেখি ভয়তে শিশুপালে পলাবলৈ ধৰে। সুদৰ্শনে খেদি গৈ হত্যা কৰে, **—মাৰঃ** শিহু, **—গ্ৰাহকঃ, গ্ৰাহ্যকঃ** ৮-ৰীয়া ছাগলী।

**শিশুকঃ** *পু.* ১। কেঁচুৱা, শিশু, পোৱালি, ২। গছ, ৩। শিশু।

**শিশ্নং শিস্নং** *ক্লী.* পুৰুষৰ লিঙ্গ।

**শিশ্বিদান** *বিণ.* ১। ধাৰ্মিক, পবিত্ৰ, ২। দুষ্ট, পাপী।

**শিষ্** ক) ৱধে (ভ্বা প স শেষতি) আঘাত, কৰ, মাৰ, বধ কৰ।

খ) বিশেষে (ৰুধা প স শিনষ্টি, বিশিনষ্টি) ১। প্ৰভেদ কৰ, ভাল-বেয়া বিচাৰ কৰি বাছি ল, ২। অৱশেষ এৰ, অৱশিষ্ট ৰাখ।

গ) অসৰ্বোপযোগে (চুৰা, উ, ভ্বা, প স শেষয়তি -তে, শেষতি) অৱশিষ্ট এৰ, সকলো শেষ নকৰ, কিছু এৰ। (ণিজন্ত) শেষয়তি -তে। **অৱ—** অৱশেষ এৰ, **বি—** ১। বিশেষ কৰ, নিৰ্দিষ্ট কৰ, বিধ বিধ কৰ, নিৰ্দ্ধাৰণ কৰ, সীমা নিৰ্দিষ্ট কৰ, ২। ভাল-বেয়া বিচাৰ কৰ, ৩। বৃদ্ধি কৰ, উন্নত কৰ।

**শিষ্ট** *বিণ.* (শাস্ ক্তঃ) ১। শান্ত, ধীৰ, নম্ৰ, বিনীত, ২। জ্ঞানী, শিক্ষিত, ৩। সংযত, ৪। পৰিত্যক্ত, অৱশিষ্ট, ৫। আজ্ঞাপ্ৰাপ্ত, ৬। প্ৰধান, মুখ্য, প্ৰসিদ্ধ, শ্ৰেষ্ঠ, প্ৰখ্যাত, **—ষ্টঃ** *পু.* জ্ঞানী পুৰুষ, মন্ত্ৰী, **—সভা** জ্ঞানীলোকৰ সভা বা সমাজ। ৰাজ্য সভা।

**শিষ্টাচাৰঃ** *পু.* সদ্ব্যৱহাৰ। সাধু লোকৰ আচাৰ-ব্যৱহাৰ।

**শিষ্টিঃ** (শাস্ ক্তিন্) ১। আজ্ঞা, আদেশ, ২। শাসন বিধি, আইন, চৰকাৰ, ৩। শাস্তি বিধান।

**শিষ্যঃ** *পু.* (শিষ্যতেঽসাবিতি শাস্ ক্যপ্, ছাত্ৰ, গী ২।৭; শিষ্যৰ গুণ সমূহ— 'শান্তো বিনীতঃ শুদ্ধাত্মা শ্ৰদ্ধাবান্ ধাৰণক্ষমঃ। সমৰ্থশ্চ কুলীনশ্চ প্ৰাজ্ঞো সচ্চৰিত্ৰো ব্ৰতী।। যথা পুত্ৰঃ তথা শিষ্যো ন ভেদঃ পুত্ৰশিষ্যয়োঃ', ব্ৰৱৈ, **—শিষ্টিঃ** *স্ত্ৰী.* ছাত্ৰৰ সংশোধন।

**শিহ্লুঃ, —হ্লুকঃ** *পু* ধূনা।

**শী** স্বপ্নে (অদা আ অক শেতে) ১। শো, শয়ন কৰ, টোপনি মাৰ, ২। বাগৰ মাৰ, বিশ্ৰাম কৰ, (ণিজন্ত) শায়য়তি -তে, **অতি—** অতিশয় হ, অতিক্ৰম কৰ, চৰ পেলা, টোপনিত পৰ, **অধি—** ১। শো, শুই পৰ, ২। বাস কৰ, বসবাস কৰ, **উপ—** ওচৰত শো, **সং—** সংশয় কৰ, সন্দেহ কৰ, কি ৩।১৪।

**শীঃ** *স্ত্ৰী.* (শী ক্বিপ্) শান্তি, জিৰণি, শয়ন।

**শীক** ক) সেকে, সৰ্পে (ভ্বা আ স শীকতে) ১। তিয়া, ভিজাই পেলা, সিক্ত কৰ, ২। যা, লাহে লাহে আগুৱাই যা।

খ) আমৰ্শে (চুৰা, উ, ভ্বা প শীকয়তি -ক্তে, শীকতি ১। খং কৰ, ক্ৰোধ কৰ, ২। তিয়া, সিক্ত কৰ।

**শীকৰং** *ক্লী.* ১। সৰল গছ, ২। ধূনা, **—ৰঃ** *পু.* (শীক বাহুলকাৎ অৰঃ) ১। পানীৰ কণিকা, জলকণা, কিন্‌কিনিয়া বৰষুণ। ৰ ৫।৪২; ২। বৰষুণৰ টোপাল, জলবিন্দু, কু ১।১৫; ৩। বায়ু।

**শীঘ্ৰ** *বিণ.* (শিঘ্ ব্যাপ্তৌ ৰক্) ১। অবিলম্ব, আশু, দ্ৰুত, ক্ষিপ্ৰ, খৰধৰ, ২। তীব্ৰবেগী, **—ঘ্ৰং** *অব্য.* অবিলম্বে, সোনকালে, এতিয়াই, **—কোপী** (ন্) খিঙখিঙিয়া, খঙাল, **—চেতনঃ** কুকুৰ, **—বুদ্ধিঃ** তীক্ষ্ণবুদ্ধি, প্ৰবল, **—লংঘন** ক্ষিপ্ৰগামী, **—বেধী(ন্)** কাঁড় নিক্ষেপত ক্ষিপ্ৰ।

**শীঘ্ৰা** *স্ত্ৰী.* এবিধ গছ। দন্তী বৃক্ষ।

**শীঘ্ৰী** (ন্) ক্ষিপ্ৰ, দ্ৰুতগামী।

**শীঘ্ৰীয়** *বিণ.* ক্ষিপ্ৰ, দ্ৰুত, **—য়ঃ** ১। বিষ্ণু, ২। শিৱ, ৩। মেকুৰীৰ যুঁজ।

**শীৎ** *অব্য.* আনন্দ আৰু যাতনাৰ শব্দ। কেঁকনি। যৌন সঙ্গমৰ সময়ত মতা-মাইকীৰ মুখৰ পৰা ওলোৱা শব্দ, **—কাৰঃ** কেঁকনি (শব্দ)।

**শীত** (শ্যৈ ক্তঃ) ১। শীতল, চেঁচা, ২। অলস, নিদ্ৰালু, এলেহুৱা, নিস্তেজ, গোমোঠা, **—তং** *ক্লী.* ১। শীতলতা, হিমত্ব, মনু ১১।১১৪; ২। এলাচি, ৩। পানী, ৪। চাল, **—তঃ** *পু.* ১। বেঁত গছ, ২। নিম গছ, ৩। শীতকাল, ৪। কৰ্পূৰ, **—কুম্ভঃ** কৰবী গছ, **—কৃচ্ছ্ৰং, চ্ছ্ৰঃ** এবিধ বিশেষ ব্ৰত, **—কাৰং** সুৱৰ্ণ, **—গন্ধং** বগা চন্দন, **—গুঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ,

—**চম্পকঃ** ১। চাকি, বন্তি, ২। আর্চী, —**দীধিতিঃ** চন্দ্র, —**পুষ্পঃ** শিৰীষ গছ, —**পুষ্পকং** ধুনা, —**প্ৰভঃ** কৰ্পূৰ, —**ভানুঃ** চন্দ্ৰ, —**ভীৰুঃ** মালতী ফুল, মল্লিকা ফুল, —**মঞ্জৰী** শেৱালী ফুল, —**ময়ূখঃ**, —**মৰীচিঃ**, —**ৰশ্মিঃ**, —**ৰুক** (চ) ১। চন্দ্ৰ, ২। কৰ্পূৰ, —**ৰুহঃ** ডিমৰু গছ, —**শীৰ্ষকঃ** বড় গছ, —**শিৱঃ** শমী বৃক্ষ, —**শিৱং** ১। সৈন্ধৱ লোণ, ২। সুৰগা, —**শূকঃ** যৱধান।

**শীতক** *বিণ.* চেঁচা, শীতল, —**কঃ** পু. ১। শীত কাল, ২। চেঁচা বস্তু, ৩। দীৰ্ঘসূত্ৰী, এলেহুৱা, অলস পুৰুষ, ৪। সুখী ব্যক্তি, ৫। বৃশ্চিক।

**শীতল** *বিণ.* চেঁচা, জুৰ, —**লং** ১। চেঁচা বস্তু, ২। শীত কাল, ৩। ধুনা, ৪। বগা চন্দন, ৫। মুক্তা, ৬। পদুম, ৭। হীৰাকচ, ৮। বীৰণ নামৰ এবিধ শিপা, —**লঃ** *পু.* ১। চন্দ্ৰ, ২। কৰ্পূৰ, এবিধ, ৩। তাৰ্পিণ তেল, ৪। চম্পক বৃক্ষ, ৫। এবিধ ব্ৰত, —**ছদঃ** চম্পক বৃক্ষ, —**জলং** পদুম ফুল, —**প্ৰদং, দঃ** চন্দন কাঠ, —**ষষ্ঠী** : শীতলা ষষ্ঠী, মাঘ মাহৰ শুক্লা ষষ্ঠী। বসন্ত ৰোগ নিবাৰণৰ বাবে সিদিনা শীতলা পূজা পতা হয়।

**শীতলকং** বগা পদুম।

**শীতলা** *স্ত্ৰী.* (শীতল টাপ) ১। শীতলী বৃক্ষ, ২। বসন্ত ৰোগ, ৩। আইসকলৰ (বসন্ত ৰোগৰ) অধিষ্ঠাত্ৰী দেৱী, ৪। কুটুম্বিনী, ৫। বালুকা।

**শীতা** *স্ত্ৰী* সীতা। শ্ৰীৰামৰ পত্নী।

**শীতাংশুঃ** *পু.* ১। চন্দ্ৰ, ২। কৰ্পূৰ।

**শীতাদঃ** *পু.* এবিধ দাঁতৰ বেমাৰ।

**শীতাদ্ৰিঃ** *পু.* হিমালয় পৰ্বত।

**শীতাৰ্ত** *বিণ.* শীতত চেৰেঙা লগা।

**শীতালু** *বিণ.* শীতাৰ্ত।

**শীতাশ্মা (ন্)** *পু.* চন্দ্ৰকান্ত মণি।

**শীতীভাৱঃ** *পু.* মোক্ষ। শীতলত্ব।

**শীতোত্তমঃ** *পু.* পানী।

**শীধু** *পু. ক্লী.* (শী ধুক্) কুঁহিয়াৰৰ ৰসেৰে তৈয়াৰ কৰা মদ, সুৰা, —**গন্ধঃ** বকুল গছ, —**পঃ** মদাহী।

**শীন** *বিণ.* (শ্যৈঙ্ গতৌ ক্তঃ) ১। ঘনীভূত, ২। জঠ, —**নঃ** ১। মূৰ্খ ব্যক্তি, ২। অজগৰ সাপ।

**শীফালিকা** *স্ত্ৰী.* শেৱালী ফুল।

**শীভ্** কৎথনে (ভ্বা আ অ শীভতে) ১। ক, কথা ক, জনা, ২। অহঙ্কাৰ কৰ, গৰ্ব কৰ।

**শীভৰঃ** জলবিন্দু। পানীৰ কণিকা।

**শীভ্যঃ** *পু.* (শীভ ণ্যৎ) ১। শিৱ, ২। বাঁড় গৰু।

**শীৰঃ** *পু.* অজগৰ সাপ।

**শীৰ্ণ** *বিণ.* (শৄ ক্তঃ) ১। কৃশ, ক্ষীণ, জীৰ্ণ, দুৰ্বল, আস ৫৯৭; ২। শুকান, —**ৰ্ণং** এবিধ আতৰ, —**পৰ্ণঃ** *পু.* নিম গছ, —**পাদঃ** যমৰাজ, —**বৃন্তং** তৰমুজ।

**শীৰ্ণাঙ্ঘ্ৰিঃ** যমৰাজ।

**শীৰ্ৰি** *বিণ.* (শৄ ক্রিন্) ১। ধ্বংসকাৰী, অপকাৰী, ২। হিংস্ৰ।

**শীৰ্ষং** *ক্লী.* ১। মূৰ, শিৰ, ২। ক'লা অগৰু, —**চ্ছেদঃ** শিৰচ্ছেদ, —**চ্ছেদ্য** শিৰচ্ছেদৰ যোগ্য, ১৫।৫১; —**ৰক্ষকং** শিৰস্ত্ৰাণ। 'হেলমেট'।

**শীৰ্ষকং** *ক্লী.* (শীৰ্ষে কং সুখম্ অস্মাৎ) ১। শিৰস্ত্ৰাণ, ২। মূৰ, ৩। মূৰৰ খোলা, ৪। পাগুৰি, টুপী, ৫। হুকুম, বিচাৰকৰ ৰায়, সিদ্ধান্ত।

**শীৰ্ষণ্যং** *ক্লী.* (শিৰসি ভৱঃ শিৰস্ যৎ) ১। শিৰস্ত্ৰাণ, ২। পাগুৰি, টুপী, —**ণ্যঃ** পৰিচ্ছন্ন চুলি।

**শীৰ্ষাৱশেষ** মাথোন মূৰ অৱশিষ্ট থকা।

**শীৰ্ষাময়ঃ** মূৰৰ অসুখ।

**শীৰ্ষোদয়ঃ** *পু.* মিথুন-সিংহ-কন্যা-তুলা-বৃশ্চিক-কুম্ভ-মীন লগ্ন।

**শীল্** ক) সমাধৌ (ভ্বা প অক শীলতি) ১। ধ্যান কৰ, সমাধিস্থ হ, ২। সেৱা কৰ, পূজা কৰ, ৩। অভ্যাস কৰ, চেষ্টা কৰ।

খ) অভ্যাসে (চুৰা উ স শীলয়তি -তে) ১। সেৱা কৰ, ২। চিন্তা কৰ, ভাবি চা, অধ্যয়ন কৰ, ৩। শিক্ষ, ব্যৱহাৰ কৰ, ৪। যা, বাৰে বাৰে যা, দেখা কৰ, অনু—, পৰি— বাৰে বাৰে চেষ্টা কৰ। অভ্যাস কৰ। চিন্তা কৰ। অনুশীলন কৰ।

**শীলং** *ক্লী.* (শীলয়তীতি শীলং অতিশায়নে অচ্) ১। স্বভাৱ, চৰিত্ৰ, আচাৰ-ব্যৱহাৰ আদি তেৰ'বিধ ধৰ্মমূল। ক্ৰোধ, ঈৰ্ষাদি বৰ্জন। 'বেদোঽখিলো ধৰ্মমূলম্ স্মৃতিশীলে চ তদ্বিদাম্', মনু ২।৬; শব্দৰ শেষত 'থকা', 'অভ্যস্ত' আদি অৰ্থত ব্যৱহাৰ হয়। যেনে অধ্যয়নশীল। ২। সদাচাৰ, ৩। ধৰ্ম, ন্যায়, সততা, ৪। সৌন্দৰ্য, দৃঢ়তা, —**খণ্ডনং** সততাৰ উল্লঙ্ঘন, নৈতিকতা ভঙ্গ, —**ধাৰী** (ন্) শিৱ, —**ৰক্ষা** সতীত্ব ৰক্ষা।

**শীলনং** *ক্লী.* ১। অনুশীলন, বাৰম্বাৰ চেষ্টা, অধ্যয়ন, ২। পিন্ধন-উৰণ, ৩। সেৱা, সম্মান, ৪। প্ৰবৰ্তন।
**শীলৱান্ (ৎ)** সৎস্বভাৱী, সৎগুণসম্পন্ন।
**শীলা** *স্ত্ৰী.* (শীল অচ টাপ্) ১। সুশীলা নাৰী, গুণী তিৰোতা, ২। কৌণ্ডিণ্যমুনিৰ পত্নী।
**শীলিত** *বিণ.* ১। অভ্যস্ত, চেষ্টিত, ২। সঘনাই দেখা কৰ, ৩। নিপুণ।
**শীৱলং** *ক্লী.* শৈলেয়, শৈৱাল।
**শীৱা (ন্)** *পু.* (শী কনিপ্) অজগৰ-সাপ।
**শুক্** সৰ্পে (ভ্বা প স শোকতি) যা, গমন কৰ, আগ বাঢ়ি যা।
**শুক্ (চ্)** *স্ত্ৰী.* (শুচ ক্বিপ্) শোক, দুখ, ৰ ১২।৭৫।
**শুকং** *ক্লী.* (শোভতে ইতি শুভ দীপ্তৌ কঃ) ১। পিন্ধা কাপোৰ, ২। শিৰস্ত্ৰাণ, টুপী, পাগুৰি, ৩। কাপোৰৰ আঁচল, **—কঃ** *পু.* ১। ভাটৌ, ২। শিৰীষ গছ, ৩। ব্যাসৰ পুত্ৰ শুকমুনি। পৌৰাণিক কাহিনীমতে স্বৰ্গৰ অপ্সৰা ঘৃতাচী ভাটৌৰ ৰূপ ধৰি পথিৰীত ঘুৰি ফুৰোঁতে ব্যাসে দেখা পায় আৰু লগে লগে স্খলন হোৱা বীৰ্য্যৰ পৰা শুকৰ জন্ম হয়। শুকমুনি জন্মৰে পৰা মহাজ্ঞানী, বিদগ্ধ, দাৰ্শনিক পণ্ডিত আছিল। চিৰ-ব্ৰহ্মচাৰী, কঠোৰ সংযমী শুক মুনিৰ মন স্বৰ্গীয় অপ্সৰা ৰম্ভাৰ প্ৰেম নিবেদনেও টলাব পৰা নাছিল। এইজনা মুনিশ্ৰেষ্ঠই অভিশাপগ্ৰস্ত পৰীক্ষিত ৰজাক শ্ৰীমদ্‌ভাগৱত শুনাইছিল। **—তৰুঃ —দ্ৰুমঃ** শিৰীষ গছ, **—নাস** *বিণ.* ভাটৌৰ দৰে জোঙা নাক থকা, **—পুচ্ছঃ** গন্ধক, **—পুষ্পঃ, —প্ৰিয়ঃ** শিৰীষ গছ, **—ৱল্লভঃ** ডালিম গছ, **—ৱাহঃ** কামদেৱ।
**শুকাদনঃ** *পু.* ডালিম গছ।
**শুকী** *স্ত্ৰী.* কশ্যপৰ পত্নী।
**শুক্ত** *বিণ.* (শুচ্ ক্লেদে ক্তঃ) ১। উজ্জ্বল, পবিত্ৰ, পৰিষ্কাৰ, ২। টেঙা, ৩। কৰ্কশ, কঠিন, উগ্ৰ, ৪। পৰিত্যক্ত, অকলশৰীয়া, ৫। সংযুক্ত, **—ক্তং** *ক্লী.* ১। মাংস, ২। টেঙা আঞ্জা, ৩। নিৰ্জন স্থান।
**শুক্তিঃ** *স্ত্ৰী.* (শুচ্ ক্তিন) ১। জলজ জন্তু বিশেষ, শামুক। মুক্তা থকা শামুক বিশেষ, ২। শঙ্খ, ৩। ঘোঁৰাৰ গলৰ চুলি, ৪। এবিধ আতৰ, ৫। দুই কৰ্ষ ওজন পৰিমাণ, ৬। চকুৰ বেমাৰ এবিধ, ৭। অৰ্শ ৰোগ, **—জং** মুক্তা, **—পুট —পেশী, —বধূঃ** মুক্তা শামুক, **—বীজং** মুক্তা।
**শুক্তিকা** *স্ত্ৰী.* মুক্তা, শামুক।
**শুক্তোদ্ভৱং** *ক্লী.* মুক্তা।
**শুক্ৰং** *ক্লী.* (শুচ্ ক্লেদে ৰণ্) ১। পুৰুষৰ বীৰ্য্য, মনু ৩।৬৯; মজ্জাৰ পৰা হোৱা শৰীৰৰ ধাতু, ৰসাদ্ৰক্তং ততো মাংসং মাংসান্মেদঃ প্ৰজায়তে। মেদসোঽস্থি ততো মজ্জা মজ্জাৎ শুক্ৰস্য সম্ভৱঃ।। **—ক্ৰঃ** ১। শুক্ৰগ্ৰহ, ২। দৈত্যগুৰু শুক্ৰাচাৰ্য্য। শুক্ৰাচাৰ্য্যৰ আন কেইটামান নাম : ভাৰ্গৱ, উশনা, কবি, ৩। জেঠ মাহ, ৪। অগ্নি, ৫। আগিয়াচিতা, **—কৰঃ** মজ্জা, **—ভুক্ (জ্)** *পু.* ম'ৰা চৰাই, **—ৱাৰঃ, ৱাসৰঃ** শুকুৰ বাৰ, **—শিষ্যঃ** দৈত্য, ৰাক্ষস।
**শুক্ৰাঙ্গঃ** *পু.* ম'ৰা চৰাই।
**শুক্ৰিয়** *বিণ.* ১। শুক্ৰ সম্বন্ধীয়। শুক্ৰ বৃদ্ধিকাৰক।
**শুক্ল** *বিণ.* (শুচ শৌচে ৰণ ৰস্য লঃ) ১। বগা, শুভ্ৰ, উজ্জ্বল, ২। পৱিত্ৰ, শুদ্ধ, **—ক্লং** ১। ৰূপ, ২। চকুৰ বেমাৰ, ৩। মাখন, ৪। টেঙা আঞ্জা, **—ক্লঃ** *পু.* ১। বগা ৰং, ২। শুক্ল পক্ষ, ৩। শিৱ, **—কণ্ঠকঃ** কুকুৰা জাতীয় চৰাই এবিধ, ডাউক চৰাই, **—কৰ্মা (ন্)** ধাৰ্মিক, **—কুষ্ঠং** ধৱল ৰোগ, **—ধাতুঃ** চক মাটি, **—ৱায়সঃ** বৰটোকোলা চৰাই, সাৰেং পক্ষী, বগলী।
**শুক্লক** *বিণ.* বগা, **—কঃ** *পু.* শুক্লপক্ষ, বগা ৰং।
**শুক্লল** *বিণ.* বগা।
**শুক্লা** *স্ত্ৰী.* ১। সৰস্বতী, ২। মিছিৰি, ৩। শুভ্ৰবৰ্ণা তিৰোতা।
**শুক্লাঙ্গঃ, —পাঙ্গঃ** *পু.* ম'ৰা চৰাই, **—ঙ্গী** শেৱালী ফুল।
**শুক্লাম্লং** *ক্লী.* এবিধ টেঙা শাক। চুকা শাক। টেঙেচি শাক।
**শুক্লাৰ্ম (ন্)** এবিধ চকুৰ বেমাৰ।
**শুক্লিমা (ন্)** শুভ্ৰতা।
**শুক্লোপলা** *স্ত্ৰী.* মিছিৰি।
**শুক্ষিঃ** *পু.* (শুষ্ ক্সিঃ) ১। বায়ু, ২। জ্যোতি, দীপ্তি, ৩। অগ্নি।
**শুঙ্গঃ** *পু.* ১। বড় গছ, ২। অমৰা, ৩। ধানৰ শুং, **—ঙ্গা** *স্ত্ৰী.* ১। নতুন পল্লৱৰ (কলিৰ) কোষ, আৱৰণ, ২। শস্যৰ শুং, **—ঙ্গী (ন্)** বড় গছ।
**শুঙ্গাকৰ্ম (ন্)** *ক্লী.* পুংসৱন সংস্কাৰ বিশেষ।
**শুচ্ ক)** শোকে (ভ্বা প স শোচতি) ১। দুখ কৰ, শোক কৰ, ২। অনুতাপ কৰ, বিলাপ কৰ, কান্দ। খ) শৌচে, বিশৰণে, ক্লেদে (দিৱা উ অ, স শুচ্যতি

১। শুদ্ধ হ, পৱিত্ৰ হ, শুচি হ, ২। তিত, ৩। উজ্জ্বল হ, ৪। জীৰ্ণ হ।

**শুচ শুচা** *স্ত্ৰী.* ১। শোক, দুখ, অনুতাপ, ২। বিলাপ, শ ৪।১৮, মে ৮৮

**শুচি** *বিণ.* শুচ্যত্যনেনেতি শুচ ইন) ১। শুদ্ধ, পৰিষ্কাৰ, উজ্জ্বল, ২। শুক্লগুণবিশিষ্ট, বগা, ৩। ধাৰ্মিক, পৱিত্ৰ, নিৰপৰাধী, নিষ্কলুষ, কি ৫।১৩; ৪। সাধু, সৎ, ৫। শুক্ল বৰ্ণ, ৬। শৃঙ্গাৰ ৰস, ৭। গ্ৰীষ্ম কাল, ৮। জেঠ মাহ, ৯। সূৰ্য্যৰ তাপ, সূৰ্য্য, ১০। জুই, অগ্নি, ১১। চন্দ্ৰ, ১২। শুক্ৰ, ১৩। ব্ৰাহ্মণ, ১৪। পৱিত্ৰ ব্যক্তি, ১৫। ধৰ্ম, সততা, ১৬। সদ বন্ধু, **—দ্ৰুমঃ** বড় গছ, **—মণিঃ** স্ফটিক, **—মল্লিকা** মালতী ফুল এবিধ, **—ৰোচিঃ (স্)** চন্দ্ৰ, **—ব্ৰত** পৱিত্ৰ, ধৰ্মপৰায়ণ, **—স্মিত** মিচিকিয়া হাঁহি যুক্ত, ৰ ৮।৪৮।

**শুচিতা** *স্ত্ৰী.* (শুচি তল) শুদ্ধতা।

**শুচ্য** অভিষৱে (ভ্বা প অ স শুচ্যতি) ১। গা ধো, স্নান কৰ, তৰ্পণ কৰ, ২। চেপ, চেপি উলিয়া, ৩। মন্থন কৰ, ৪। আৰক উলিয়া।

**শুটীৰঃ** বীৰ পুৰুষ।

**শুঠ্** ক) খোটনে (ভ্বা প অ শোঠতি) ১। বাধা দি, প্ৰতিবন্ধক দি, (পানীত) বান্ধ দি, ২। খোৰাই যা, লেঙেৰাই যা, খ) আলস্যে (চুৰা প স শোঠয়তি) এলেহুৱা হ, এলাহ কৰ।

**শুণ্ঠ্** শোষণে ক) (ভ্বা প স শুণ্ঠতি)
খ) (চুৰা প স শুণ্ঠয়তি) ১। পৱিত্ৰ কৰ, শুদ্ধ কৰ, ২। শুকা, শুকান কৰ।

**শুণ্ঠিঃ** স্ত্ৰী শুকান আদা।

**শুণ্ডঃ** *পু.* ১। হাতীৰ কপালৰ পৰা ওলোৱা মদৰস, ২। হাতীৰ শুঁড়, **—শুকঃ** ১। ৰণবাদ্য, ২। মদ তৈয়াৰ কৰোঁতা, **—ণ্ডা** ১। হাতীৰ শুঁড়, ২। মদ, সুৰা, ৩। মদৰ দোকান, ৪। পদুমৰ নাল, ৫। বেশ্যা, ৬। কুটনী, **—ণ্ডাৰঃ** ১। মদ বেপাৰী, ২। হাতীৰ শুঁড়, **—ণ্ডালঃ** হাতী, **—ণ্ডিমূষিকা** চিকা, **—ণ্ডী (ন্)** ১। মদ বেপাৰী, ২। হাতী।

**শুতুদ্ৰিঃ** *স্ত্ৰী.* শতদ্ৰু নদী।

**শুদ্ধ** *বিণ.* (শুধ্ ক্তঃ) ১। বিশুদ্ধ, পৱিত্ৰ, নিৰ্মল, ২। সৎ, সাধু, নিৰপৰাধী, ৩। বগা, শুভ্ৰ, উজ্জ্বল, ৪। সাধাৰণ, হোজা, ৫। নিৰ্ভুল, ক্ৰটিহীন, ৬। একমাত্ৰ, কেৱল, ৭। সুতীক্ষ্ণ, চোকা, ৮। অনুপম, **—দ্ধা** *স্ত্ৰী.* ১। সৈন্ধৱ লোণ, ২। জলকীয়া, জালুক, **—দ্ধঃ** শিৱ, **—চৈতন্যঃ** শুদ্ধ জ্ঞান বা বুদ্ধি, **—জঙ্ঘঃ** গাধ, **—ধীঃ-ভাৱঃ-মতিঃ** *বিণ.* সাধু পুৰুষ, **—মাংসং** *স্ত্ৰী.* এবিধ মাংসৰ তৰকাৰী।

**শুদ্ধিঃ** *স্ত্ৰী.* ১। পৱিত্ৰতা, শুচি, পৰিষ্কাৰ-পৰিচ্ছন্নতা, ২। উজ্জ্বলতা, দীপ্তি, ৩। প্ৰায়শ্চিত্ত কৰ্ম, ৪। শুদ্ধিকৰণ, পূজা ব্ৰতাদি, ৫। প্ৰতিশোধ, ৬। বিচাৰৰ পৰা মুক্তি, খালাচ, ৭। সত্য, শুদ্ধতা, ৮। ক্ৰটিহীনতা, ৯। দুৰ্গা, **—পত্ৰং** ভুলৰ তালিকা।

**শুধ্** শৌচে (দিৱা প সক শুধ্যতি) ১। শুদ্ধ হ, পৱিত্ৰ হ, নিৰ্মল হ, ২। মঙ্গলময় হ, অনুকূল হ, সমৰ্থৱান হ, ৩। পৰিষ্কাৰ কৰ, সন্দেহ দূৰ কৰ (ণিজন্ত), শোধয়তি **—তে** শোধন কৰ, ধুই পেলা, **পৰি—**, **সং—** সংশোধন কৰ, পৰিষ্কাৰ কৰ।

**শুন্** গত্যাম (তুদা প স শুনতি) যা, গমন কৰ, আগুৱাই যা।

**শুনঃশেপঃ(ফঃ)** এগৰাকী বৈদিক মুনি। বাল্মীকি ৰামায়ণৰ আখ্যানমতে এওঁক অম্বৰীষে যজ্ঞৰ কাৰণে কিনি আনে আৰু বিশ্বামিত্ৰই ৰাখে। ঐতৰেয় ব্ৰাহ্মণৰ আখ্যান মতে : অপুত্ৰক ৰজা হৰিশ্চন্দ্ৰই প্ৰতিজ্ঞা কৰিলে যে যদি তেওঁৰ পুত্ৰ সন্তান হয়, তেনেহ'লে তাক বৰুণ দেৱতাৰ অৰ্থে বলি দিব। যথা সময়ত হৰিশ্চন্দ্ৰৰ পুত্ৰ হ'ল, আৰু তাৰ নাম ৰোহিত ৰখা হ'ল। কিন্তু ৰজাই তাক বলি নিদিলে। তেতিয়া ৰোহিতে এশ গৰুৰ বিনিময়ত অজীগৰ্তৰ পুত্ৰ শুনঃশেপক কিনি আনি নিজৰ হৈ বৰুণদেৱতাৰ উদ্দেশ্যে দিবলৈ আয়োজন কৰে। কিশোৰ শুনঃশেপই তেতিয়া বিষ্ণু, ইন্দ্ৰাদি দেৱতাসকলক স্তুতি-মিনতি কৰি পৰিত্ৰাণ পালে। বিশ্বামিত্ৰই শুনঃশেপক নিজৰ ঘৰলৈ নি দেৱৰাত নাম দি নিজৰ লগতে ৰাখে। দেৱী ভাগৱতত থকা আখ্যানমতে ৰজা হৰিশ্চন্দ্ৰ বৰুণৰ শাপত উদৰী ৰোগত আক্ৰান্ত হৈ বৰুণদেৱতাক তুষ্ট কৰাৰ কাৰণে অজীগৰ্তৰ পুত্ৰ শুনঃশেপক কিনি আনি যজ্ঞ আৰম্ভ কৰে। মহৰ্ষি বিশ্বামিত্ৰই কিশোৰ শুনঃশেপক যজ্ঞস্থলীৰ পৰা মুক্ত কৰি নিজৰ ঘৰলৈ নিয়ে আৰু তাৰ নাম দেৱৰাত ৰাখে। পিচত পৈ দেৱৰাত বিশ্বামিত্ৰৰ পুত্ৰৰূপে প্ৰসিদ্ধ হয়।

**শুনকঃ** (ক্লী) কুকুৰৰ নেজ, ১। ভৃগুবংশীয় এগৰাকী মুনি, ২। কুকুৰ।

**শুনাশীঃ** ১। ইন্দ্ৰ, ২। ফেঁচা।

**শুনিঃ** *পু.* কুকুৰ, **—নী** *স্ত্ৰী.* মাইকী কুকুৰ।

**শুনিৰঃ** *পু.* এদল মাইকী কুকুৰ।

**শুন্ধ** শুদ্ধৌ (ভ্বা চুৰা উ অ স শুন্ধতি -তে, শুন্ধয়তি -তে) শুদ্ধ কৰ, শুদ্ধ হ, পৱিত্ৰ কৰ, পৱিত্ৰ হ।

**শুন্ধ্যু** *পু.* (শুন্ধ যুচ) ১। বায়ু, ২। অগ্নি, ৩। আদিত্য, ৪। এবিধ জলচৰ চৰাই।

**শুন্য** *বিণ.* শূণ্য। নিৰ্জন। 'শুন্যং ৱাসগৃহং ৱিলোক্য—' স্বৰা ৫ম। (ক্লী) কুকুৰীৰ দল।

**শুভ** দীপ্তৌ (ভ্বা আ অক শোভতে) ১। দীপ্তিমান হ, উজ্জ্বল হ, দেখাত ধুনীয়া হ, মনোমোহা হ, ২। উপস্থিত হ, দেখা হ, ৩। উপযুক্ত হ, শোভা পা। (ণিজন্ত) শোভয়তি -তে। ধুনীয়া কৰ, অলঙ্কৰণ কৰ, সুসজ্জিত কৰ। সুশোভিত কৰ।

**শুভ** *বিণ.* (শোভতে ইতি শুভ দীপ্তৌ কঃ) ১। উজ্জ্বল, দীপ্তিমান, ২। মঙ্গলময়, কল্যাণজনক, ৩। পৱিত্ৰ, শুদ্ধ, সুখী, ভাগ্যৱান, ৪। ধাৰ্মিক, ভাল, প্ৰখ্যাত, ৫। ধুনীয়া, মনোৰম, সুন্দৰ, সুঠাম, **—ভং** *ক্লী.* ১। মঙ্গল, কল্যাণ, ২। সৌভাগ্য, ৩। অলঙ্কাৰ, ৪। চন্দনৰ দৰে এবিধ সুগন্ধি কাঠ, ৫। সুখ, সমৃদ্ধি, ৬। পানী, **—কৰ** মঙ্গলজনক, **—গন্ধকঃ** বাঁহৰ ভিতৰত থকা এঠাৰ দৰে সুগন্ধি পদাৰ্থ, বংশলোচন; **—গ্ৰহঃ** সৌম্য গ্ৰহ, নৱগ্ৰহৰ ভিতৰত বৃহস্পতি, শুক্ৰ, বুধ আৰু চন্দ্ৰৰ আধা— এইকেইটা মঙ্গলকাৰী শুভগ্ৰহ, **—দঃ** বৰ্ড় গছ, আঁহত গছ, **—দন্তী** ধুনীয়া দাঁত থকা তিৰোতা, **—লগ্ন** মঙ্গল মুহূৰ্ত, **—ৱাসনঃ** মুখত লোৱা আতৰ, **—শংসী** (ন্) মঙ্গলসূচক, **—সূচনী** সুবচনী দেৱী। এই দেৱীক সাধাৰণতে তিৰোতাসকলে পূজা কৰে, **—স্থলী** যজ্ঞভূমি।

**শুভংযু** *বিণ.* (শুভম যুচ) মাঙ্গলিক, কল্যাণমূলক, ৰ ৮।৬, সৌভাগ্যৱান।

**শুভঙ্কৰ** *বিণ.* মাঙ্গলিক, কল্যাণকাৰী, সুখদায়ক।

**শুভা** *স্ত্ৰী.* ১। শোভা, কান্তি, ২। ইচ্ছা, ৩। গোৰোচনা, ৪। শমী বৃক্ষ, ৫। প্ৰিয়ঙ্গু লতা, ৬। বগা দূৱৰি, ৭। দেৱসভা, **—ঙ্গী** ১। কুবেৰৰ পত্নী, ২। কামদেৱৰ পত্নী, ৩। কুৰুৰাজৰ পত্নী, **—চাৰা** উমাৰ সখী, **—ঞ্জনঃ** এবিধ গছ, চজিনা গছ, **—ননা** সুন্দৰী তিৰোতা।

**শুভেতৰ** *বিণ.* ১। দোষ, পাপ, ২। অমঙ্গল।

**শুভোদৰ্ক** মঙ্গলময় অন্ত। শুভ সমাপ্তি।

**শুভ্ৰ** *বিণ.* (শুভ ৰক) উদ্দীপ্ত, উজ্জ্বল, দীপ্তিমান, বগা, শুক্লগুণযুক্ত, ৰ ২।৬৯; **—ভ্ৰ.** ১। কপ, ২। সৈন্ধৱ লোণ, ৩। হাইতাল, ৪। অভ্ৰ, **—ভ্ৰঃ** ১। বগা ৰং, ২। চন্দন কাঠ, **—ভ্ৰা** *স্ত্ৰী.* ১। গঙ্গা, ২। স্ফটিক, ৩। বাঁহৰ ভিতৰত থকা সুগন্ধি এঠা জাতীয় দ্ৰব্য বংশলোচন। **—ভ্ৰিঃ** ব্ৰহ্মা।

**শুম্ভ** শোভনে বধে (ভ্বা প স শুম্ভতি) ১। উজ্জ্বল কৰ, পোহৰাই পেলা, ২। কথা ক, ৩। আঘাত কৰ, বধ কৰ

**শুম্ভঃ** *পু.* (শুম্ভ বধে কঃ) এজন দৈত্য। গৱেষ্ঠীৰ পুত্ৰ, প্ৰহ্লাদৰ নাতী। দুৰ্গাৰ হাতত নিহত হয়। **—ঘাতিনী, —মৰ্দিনী** দুৰ্গা, **—পুৰং** শুম্ভৰ নগৰী। (আজিকালিৰ শম্ভলপুৰ (চম্বলপুৰ?))।

**শুল্কং ল্কঃ** (শুল্ক ঘঞ্) ১। পাৰঘাট, আলিবাট আদিত দিব লগীয়া কৰ, ৰাজহ, মাচুল, খাজানা, মনু ৮।১৫৯; ২। লাভ, আয়, আমদানি, ৩। কন্যাপণ, কন্যাৰ বাবে বৰৰ পৰা লোৱা ধন, মনু ৩।৫১; ৪। যৌতুক, বিয়াৰ উপহাৰ, ৫। বৰে কন্যাক দিয়া উপহাৰ, ৬। পণ, মনু ৮।৩০৭; **—দঃ** যৌতুকদাতা বাগ্দত্ত বৰ, **—শালা** কৰ সংগ্ৰহৰ কাৰ্য্যালয়।

**শুল্বং** ১। ৰচি, জৰী, 'স্প্ৰীং', ২। তাম ধাতু।

**শুল্ব** মানে সৰ্গে (চুৰা প স শুল্বয়তি -তে) ১। জোখ ল, মাপ ল, ওজন কৰ, ২। দান কৰ, ৩। দূৰ কৰ, প্ৰত্যাখ্যান কৰ, ৪। সৃজন কৰ, নিৰ্মাণ কৰ।

**শুল্বং** *ক্লী.* (শুল্ব মানে ঘঞ্) ১। ৰচি, জৰী, ২। যজ্ঞকৰ্ম, ৩। পানীৰ কাষ, ৪। আচাৰ বিধি, নিয়ম, শাস্ত্ৰ বিধি, ৫। তাম ধাতু (শাস্ত্ৰৰ বচন মতে তামৰ পাত্ৰত ৰন্ধা অন্ন ভোজন কৰিলে চকু হানি হয়)।

**শুষাৰিঃ** *পু.* গন্ধক।

**শুশুমা** *স্ত্ৰী.* শুক্ৰৰ পত্নী।

**শুশ্ৰূঃ** *স্ত্ৰী.* মাতৃ।

**শুশ্ৰূষকঃ** ভৃত্য, সেৱক।

**শুশ্ৰূষণং, —ষা** *স্ত্ৰী.* (শ্ৰু সন্ ল্যুট) ১। সেৱা-শুশ্ৰূষা, যত্ন, পৰিচৰ্য্যা, ২। আজ্ঞা পালন। কৰ্তব্যতা, ৩ শুনিবলৈ ইচ্ছা।

**শুশ্ৰূষা** (শ্ৰু সন্ উঃ) ১। শুনিবলৈ ইচ্ছা, ২। সেৱা, যত্ন, পৰিচৰ্য্যা, মনু ২।১১২; ৩। কৰ্তব্যতা, ৪। শ্ৰদ্ধা, ৫। কথন।

**শুশ্ৰূষু** *বিণ.* (শ্ৰু সন্ উঃ) ১। শুনিবলৈ ইচ্ছুক, ২। সেৱা, যত্ন, পৰিচৰ্য্যা কৰিবলৈ ইচ্ছুক, ৩। বাধ্য, মনোযোগী।

**শুষ্** শোষে (দিৱা প অ শুষ্যতি) ১। শুকাই যা, শুকা, শুকান হ, ২। লেবেলি যা, (ণিজন্ত) শোষয়তি -তে। শুকান কৰ, ভাজ, ভাজি পেলা, লেৰেলা কৰ, ক্ষীণ কৰ।

**শুষঃ** **শুষী** ১। শুকান অৱস্থা, ২। গাঁত।

**শুষিঃ** *স্ত্ৰী.* ১। শুকান অৱস্থা, ২। গাঁত, ৩। সাপৰ ফণাত থকা গাঁত।

**শুষিৰ** *বিণ.* (শুষ্ শোষণে কিৰচ্) ১। বহুতো ফুটা থকা, গাঁত থকা, ২। সছিদ্ৰ; **—ৰং** গাঁত, বিবৰ, ২। আকাশ, বায়ুমণ্ডল, ৩। বাঁহী আদিৰে বতাহৰ শব্দ কৰা বাদ্য, **—ৰঃ** ১। এন্দুৰ, ২। অগ্নি, **—ৰা** *স্ত্ৰী.* ১। নদী, ২। এবিধ আতৰ।

**শুষিলঃ** বায়ু।

**শুষ্ক** *বিণ.* (শুষ্ ক্তঃ) ১। শুকান, ২। ভাজি পেলোৱা (বস্তু), ৩। শুকাই ক্ষীণাই যোৱা, ৪। খালি, অকামিলা, ৫। অমূলক, হেতুহীন, ৬। কঠোৰ, কৰ্কশ, অপৰাধজনক, **—কলহঃ** মিচা, কাঁজিয়া। ব্যৰ্থ কলহ, **—বৈৰং** অমূলক, অনৰ্থক শত্ৰুতা, **—ব্ৰণ** শুকাই যোৱা ঘা। ঘাৰ দাগ।

**শুষ্কলং, লঃ** ১। মাংস, **—লী** শুকান মাংস।

**শুষ্কাঙ্গ** *বিণ.* ক্ষীণ, চৰিহীন অৱয়ৱ, **—ঙ্গী** জেঠী।

**শুষ্ণঃ** *পু.* ১। সূৰ্য্য, ২। অগ্নি।

**শুষ্মং** *ক্লী.* দীপ্তি, তেজ, পৰাক্ৰম, **—ষ্মঃ** (শুষ মন), ১। সূৰ্য্য, ২। অগ্নি, ৩। বায়ু, ৪। পক্ষী।

**শুষ্ম (ন্)** *ক্লী.* দীপ্তি, সৌৰ্য্য, পৰাক্ৰম।

**শুষ্মা (ন্)** *পু.* (শুষ্ মনিন্) ১। অগ্নি, ২। আগিয়াচিতা।

**শূকং** **—কঃ** (শো তনূকৰণে উক্) ১। যৱ ধানৰ শুং, ২। জোং, তীক্ষ্ণ আগ, ৩। কোমলতা, ৪। বিষাক্ত শুং থকা জলজ কীট এবিধ, ৫। গাহৰিৰ দৰে সৰু খিয় নোম থকা জন্তু, **—কীটঃ**, **—টকঃ** বৃশ্চিক জাতীয় কীট, **—ধান্যঃ** শুং থকা ধান, যৱ ধান, **—পিণ্ডিঃ**, **—শিম্বিকা**, **—শিম্বী** কান্দৰকেঁকোৱা।

**শূকৰঃ** *পু.* বৰা, গাহৰি, **—ৰী** মাইকী বৰা।

**শূকৰেষ্টঃ** *পু.* গাহৰিয়ে খাই ভালপোৱা এবিধ খাঁহ।

**শূকলঃ** *পুঃ* বশ নমনা ঘোঁৰা।

**শূকা** কান্দৰকেঁকোৱা।

**শূক্ষ্ম** *বিণ.* সৰু, মিহি।

**শূদ্ৰঃ** *পু.* (শোচতীতি শুচ্ শোকে ৰক্ দশ্চান্তাদেশঃ) চাৰি মূখ্য বৰ্ণৰ ভিতৰত শেষৰটো। 'পদ্ভ্যাং শূদ্ৰোঽজায়ত।' যবে ৩১।১১। গৰুড় পুৰাণত শূদ্ৰৰ কৰ্ম সম্বন্ধে এনেদৰে উল্লেখ কৰা আছে— শুশ্ৰূষৈৱ দ্বিজাতীনাং (ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য) শূদ্ৰাণাং ধৰ্মসাধনম্। কাৰুকৰ্ম তথাজীৱঃ পাকযজ্ঞোঽপি ধৰ্মতঃ।। ৪৯ অ, **—কৃত্যং** শূদ্ৰৰ কৰ্তব্য, **—ধৰ্মঃ** শূদ্ৰৰ শাস্ত্ৰবিহিত আচাৰ, **—প্ৰিয়ঃ** পিয়াঁজ, **—প্ৰেষ্যঃ** শূদ্ৰৰ ভৃত্য হোৱা দ্বিজ, **—ভূয়িষ্ঠ** বহু শূদ্ৰ থকা, **—যাজকঃ** শূদ্ৰৰ যজ্ঞাদি কৰা ব্ৰাহ্মণ, **—বৰ্গঃ** শূদ্ৰ জাতি। সেৱক শ্ৰেণী। **—শাসনং** শূদ্ৰৰ শাসন বা দানপত্ৰ, **—সেৱনং** শূদ্ৰক সেৱা কৰা কাৰ্য্য।

**শূদ্ৰকঃ** *পু.* মৃচ্ছকটিক নাটকৰ প্ৰসিদ্ধ গ্ৰন্থকাৰ। (খৃঃ ১ম শতিকা)।

**শূদ্ৰা** *স্ত্ৰী.* শূদ্ৰা নাৰী। **—ভাৰ্য্যঃ** শূদ্ৰা তিৰোতা থকা পুৰুষ, **—বেদনং** শূদ্ৰ কন্যা বিবাহ কৰোৱা, **—সুতঃ** শূদ্ৰ সন্তান।

**শূদ্ৰাণী**, **শূদ্ৰী** ১। শূদ্ৰা পত্নী, ২। শূদ্ৰৰ পত্নী, যা ১।৯১।

**শূন** *বিণ.* (শ্বি বৃদ্ধৌ ক্তঃ) ১। বৰ্দ্ধিত, বৃদ্ধিপ্ৰাপ্ত, ২। ফুলি, ওফন্দি উঠা। উখহা।

**শূনা** *স্ত্ৰী.* (শ্বি ক্তঃ টাপ্) ১। আলজিভা, ২। কচাইখানা। প্ৰাণী বধ কৰা স্থান, ৩। ঘৰুৱা আচবাব আদি; যিবিলাকত কীট-পতঙ্গাদি সদায় মৰি থাকে। 'পঞ্চ শূনা গৃহস্থস্য চুল্লী পেষণ্যুপস্কৰঃ। কণ্ডনী চোদকুম্ভশ্চ বধ্যতে যাশ্চ বাহয়ন্।। মনু ৩।৬৮।

**শূনাবান্ (ৎ)** *পু.* কচাই।

**শূন্য** *বিণ.* (অতিশয়েন উনঃ) ১। অভাৱবিশিষ্ট, ২। খালি, নিৰ্জন, ৩। অসম্পূৰ্ণ, ৪। দুৰ্দশাগ্ৰস্ত, বিৰক্ত, নিস্তেজ, ৫। নিস্পৃহ, অলস, ৬। নিৰৰ্থক, ৭। উলঙ্গ, **—ন্যং** ১। নিৰ্জন স্থান, ২। আকাশ, বায়ুমণ্ডল, ৩। শূন্য বিন্দু, '০', ৪। অস্তিত্বহীন, **—মধ্যঃ** নল-খাগৰি, **—মনঃ** **—মনস্কঃ** অন্যমনস্ক,

অমনোযোগী, **—মুখ —ৱদন** *বিণ.* তলমূৰকৈ থকা, শূন্যমনে বহি থকা, **—ৱাদঃ** নাস্তিকবাদ। বৌদ্ধধৰ্মৰ এটা মতবাদ, **—ৱাদী (ন্)** নাস্তিক। বৌদ্ধ সন্ন্যাসী, **—হৃদয়** ১। অমনোযোগী, শূন্য মনে বহি থকা ব্যক্তি, ২। খোলা হৃদয়ৰ। উদাৰমনা।

**শূন্যা** *স্ত্রী.* ১। নল-খাগৰি, ২। বন্ধ্যা নাৰী।

**শূন্যালয়ঃ** নিৰ্জন ঘৰ। এৰাবাৰী।

**শূপকাৰঃ** শূদ্ৰৰ ৰান্ধনি।

**শূৰ্ (ক)** স্তম্ভে, হিংসে (দিৱা আ স, অ শূৰ্যতে) ১। লৰচৰ নকৰাকৈ থিয় হ, স্তম্ভিত হ, জড়তা প্ৰাপ্ত কৰ, ২। আঘাত কৰ। বধ কৰ।

খ) বিক্ৰমে (চুৰা উ অ শূৰয়তি -তে) ১। শক্তিমান হ, বীৰ হ, ২। শাৰীৰিক শ্ৰম কৰ।

**শূৰ** *বিণ.* (শূৰ অচ) সাহসী, শক্তিশালী, **—ৰঃ** ১। বীৰ যোদ্ধা, ২। সিংহ, ৩। বৰা, ৪। সূৰ্য্য, ৫। শ্ৰীকৃষ্ণৰ ককাক, এজন যাদৱ, ৬। শাল গছ, **—কীটঃ** নীচ, নিন্দনীয় বীৰ, **—মানং** দম্ভালি। **—সেনঃ** মথুৰাৰ কাষৰ এখন ৰাজ্য আৰু তাৰ অধিবাসী।

**শূৰণঃ** মূলা জাতীয় খাদ্য : ও[illegible]

**শূৰমন্য** *বিণ.* নিজকে বীৰ বুলি ভবা পুৰুষ

**শূৰ্পং —ৰ্পঃ** *ক্লী. পু.* ১। ডলা, কুলা, (পু) দুই দ্ৰোণ পৰিমাণ, **—কঃ** এটা দৈত্য, **—কৰ্ণঃ** হাতী, **—কাৰাতিঃ, —কাৰিঃ** *পু.* কামদেৱ, **—ণখা** ৰাৱণৰ ভনীয়েক। এজনী ৰাক্ষসী। এবাৰ বনত ঘূৰি ফুৰোঁতে শ্ৰীৰামক দেখি তেওঁৰ প্ৰতি আকৃষ্ট হয় আৰু ৰামক বিয়া কৰাব খোজে। শ্ৰীৰামে কয় যে তেওঁ যিহেতু বিবাহিত গতিকে শূৰ্পণখাই এবাৰ লক্ষ্মণৰ ওচৰত প্ৰস্তাৱ দিব পাৰে। তেতিয়া তাই লক্ষ্মণৰ ওচৰলৈ যায় আৰু লক্ষ্মণেও প্ৰত্যাখ্যান কৰে। তেতিয়া তাই আকৌ শ্ৰীৰামৰ কাষ চাপে। এবাৰ ৰাম এবাৰ লক্ষ্মণ এনেকৈ অহা-যোৱা কৰি থকা দেখি সীতাই হাঁহিবলৈ ধৰিলে আৰু তাতে ৰাক্ষসীয়ে অপমানিত বোধ কৰি নিজৰ ৰূপ লৈ আগ বাঢ়িল। লক্ষ্মণে তেতিয়া কাঁড় মাৰি তাইৰ নাক-কাণ কাটি পেলালে। **—ৱাতঃ** কুলাৰ বতাহ। **—শ্ৰুতিঃ** হাতী।

**শূৰ্পী** *স্ত্রী.* ১। সৰু ডলা, ২। শূৰ্পণখা।

**শূৰ্মঃ —ৰ্মিঃ —ৰ্মিকা, —ৰ্মী** *পু. স্ত্রী.* ১। লোহাৰ মূৰ্তি, ২। কমাৰ বা সোণাৰিৰ নিয়াৰি।

**শূল্** ৰুজায়াম (ভ্বা প স শূলতি) ১। ৰোগ হ, বেমাৰত পৰ, ২। ডাঙৰকৈ চিঞৰ, ৩। বেমাৰত পেলা।

**শূলং —লঃ** *ক্লী. পু.* ১। জোং, তীক্ষ্ণ জোং থকা অস্ত্ৰ, যেনে যাঠী, শূল আদি, ২। শিৱৰ ত্ৰিশূল, ৩ মাছ-মাংসাদি পোৰাৰ কাৰণে ব্যৱহাৰ কৰা লোৰ শলখা, ৪। অপৰাধীক বধ কৰাৰ কাৰণে পুতি থোৱা লোৰ জোং (সাধাৰণ ভাষাত শূলত দিয়া বুলি কোৱা হয়), ৫। পিত্তশূল, পেটৰ যন্ত্ৰণা, ৬। বাত ৰোগ, ৭। মৃত্যু, ৮। পতাকা, ধ্বজা, **—গ্ৰন্থিঃ** *স্ত্রী.* এবিধ দুবৰি বন, **—গ্ৰাসনং** লোৰ গুড়ি, **—ঘ্নঃ** পেটৰ শূলনাশক ঔষধ বিশেষ, **—ধন্বা (ন্), —ধৰঃ, ধাৰী (ন্) ধৃক, —পাণিঃ —ভৃৎ** সদাশিৱ, **—ধাৰিণী** দুৰ্গা, **—শত্ৰুঃ** এড়া গছ, **—স্থ** শূলবিদ্ধ, শূলত দিয়া (অপৰাধী), **—হন্ত্ৰী** এবিধ যৱ ধান, **—হস্তঃ** শূলপাণি

**শূলকঃ** *পু.* দুৰ্বৃত্ত ঘোঁৰা, বশ নমনা ঘোঁৰা।

**শূলা** *স্ত্রী.* ১। অপৰাধীক বধ কৰাৰ বাবে ৰখা খুঁটি, ২ বেশ্যা, **—কৃতং** শলা দিয়া মাংস।

**শূলিকং** *ক্লী.* শলা দিয়া মাংস, **—কঃ** *পু.* শহা পহু।

**শূলিনঃ** আঁহত গছ, **—নী** দুৰ্গা।

**শূলী (ন্)** পু. (শূলমস্যাস্তীতি শূল ইনিঃ) যাঠীধাৰী শূলধাৰী, (পু.) ১। যাঠীধাৰী সৈন্য, ২। শহা পহু, ৩। সদাশিৱ, মে ৩৪।

**শূল্য** *বিণ.* (শূল যৎ) ১। শলাত সিদ্ধ কৰা, ২ খৰিকাত দিয়া (মাংসাদি), 'শূল্যং বল্যং সুধাতুল্যং ৰুচ্যং ৱহ্নিকৰং লঘু।'

**শূষ্** প্ৰসৱে (ভ্বা প স শূষতি) ১। উৎপন্ন কৰ, ২। জন্ম দি, প্ৰসৱ কৰ।

**শৃকালঃ** *পু.* শিয়াল।

**শৃগালঃ** *পু.* (সৃজতি মায়ামিতি সৃজ কালন) ১। শিয়াল, ২। ঠগ, প্ৰবঞ্চক, ধূৰ্ত, ৩। ভীৰু, কাপুৰুষ, ৪ শ্ৰীকৃষ্ণ, ৫। নিষ্ঠুৰ ব্যক্তি, **—কণ্টকঃ** এবিধ সৰু কাঁইটীয়া গছ, শিয়ালকাঁটা, **—কোলিঃ** এবিধ সৰু বগৰি, **—জম্বুঃ** ছিৰাল, বাঙী।

**শৃগালিকা, —লী** *স্ত্রী.* শিয়ালী।

**শৃঙ্খলং —লঃ, —লা** ১। লোৰ শিকলি, ২। শিকলি, ৩। হাতী বন্ধা শিকলি, ৪। কংকালী, ৫। মাটি জোখা শিকলি, **—যমকং** এবিধ যমক অলঙ্কাৰ।

**শৃঙ্খলকঃ** *বিণ.* ১। শিকলি, ২। উট।

শৃঙ্খলিত *বিণ.* বদ্ধ। শিকলিৰে বন্ধা মানুহ বা পশু।

শৃঙ্গং *ক্লী.* (শৃ হিংসে গন) ১। পৰ্বতৰ উপৰি ভাগ, শিখৰ, ২। জন্তুৰ শিং, ৩। অট্টালিকাৰ উচ্চতম অংশ, ৪। উচ্চতা, ঊৰ্ধ্বতা, ৫। সাৰ্বভৌমতা, আধিপত্য, প্ৰভুত্ব, ৬। চিহ্ন, ৭। তীক্ষ্ণতা, ৮। পদুম ফুল, ৯। স্তন, ১০। যৌন কামনাৰ উদ্ৰেক, ১১। ফিচকাৰী, **—ঙ্গঃ** এজন মুনি, **—জং** অগৰু, **—জঃ** কাঁড, **—প্ৰহৰী (ন্)** শিঙেৰে খোঁচা, **—প্ৰিয়ঃ** শিৱ, **—ৱেৰং** আদা, **(ৰং)** এখন ঠাই। বৰ্তমান মীৰ্জাপুৰ।

শৃঙ্গকং, **—কঃ** *ক্লী. পু.* ১। শিং, ২। জোঙা বস্তু, ৩। ফিচকাৰী।

শৃঙ্গৱান (ৎ) *পু.* পৰ্বত।

শৃঙ্গাটং **—টকং** *ক্লী.* চাৰিআলি, **—টঃ** এখন পৰ্বতৰ নাম। কালিকাপুৰাণৰ মতে কামাখ্যাৰ এখন পৰ্বত।

শৃঙ্গাৰং *ক্লী.* (শৃঙ্গং প্ৰাধান্যং কামোদ্ৰেকং ঋচ্ছতীতি ঋ অণ্) ১। লং, ২। সেন্দুৰ, ৩। সুগন্ধি গুড়ি (চূৰ্ণ) এবিধ, ৪। ক'লা অগৰু, ৫। কেঁচা আদা, **—ৰঃ** ১। হাতীৰ গাত ঘঁহা সেন্দুৰৰ চিহ্ন, ২। প্ৰেম, প্ৰীতি, ভালপোৱা, ৩। প্ৰিয়তমাক দেখা কৰিবলৈ যোৱা সুন্দৰ বেশভূষা, পোচাক, আভৰণ, ৪। যৌন সঙ্গম, ৫। শৃঙ্গাৰ ৰস। কাব্য ৰস, নাট্য ৰস। ৬। 'পুংসঃ স্ত্ৰিয়াং স্ত্ৰিয়াঃ পুংসি সংযোগং প্ৰতি যা স্পৃহা স শৃঙ্গাৰ ইতি খ্যাতঃ', আঠ (বা ন) বিধ কাব্য ৰসৰ প্ৰথম বিধ। এই ৰস দুবিধ : সম্ভোগ শৃঙ্গাৰ আৰু বিপ্ৰলম্ভ শৃঙ্গাৰ, **—চেষ্টা** প্ৰেম-নিবেদন, **—ভাষিতং** প্ৰেমপূৰ্ণ কথা-বতৰা, **—ভূষণং** *ক্লী.* সেন্দুৰ, **—যোনিঃ** কামদেৱ, **—ৱিধিঃ**, **—ৱেশঃ** প্ৰেমিক বা প্ৰেমিকাক দৰ্শন কৰিবলৈ যাওঁতে পিন্ধা সাজ, **—সহায়ঃ** প্ৰেমিক-প্ৰেমিকাক সহায় কৰা লোক; নাটকত নায়কৰ বিশ্বস্ত বন্ধু।

শৃঙ্গাৰকং সেন্দুৰ। **—কঃ** প্ৰেম।

শৃঙ্গাৰী (ন্) ১। প্ৰেমিক, ২। মাণিক, মুক্তা, ৰবি, ৩। হাতী, ৪। প্ৰেমিকৰ সাজ-পোচাক, আভূষণ, ৫। তামোল গছ, ৬। থুৰিয়া তামোল-পাণ, সুন্দৰকৈ সজাই ৰখা তামোল-পাণ।

শৃঙ্গিঃ *পু.* অলঙ্কাৰৰ সোণ, (পু) শিঙী মাছ।

শৃঙ্গিকং এবিধ বিহ, **—কা** এবিধ ভূৰ্জ গছ।

শৃঙ্গিণঃ *পু.* ছাগলী, **—ণী** *স্ত্ৰী.* ১। সৰু, ২। এবিধ মালতী ফুল।

শৃঙ্গী (ন্) *বিণ.* শিং থকা (জন্তু), শিখৰযুক্ত (পু) ১। পৰ্বত, ২। হাতী, ৩। গছ, ৪। শিৱ, ৫। শিৱৰ এজন ভৃত্য।

শৃঙ্গী *স্ত্ৰী.* ১। অলঙ্কাৰত ব্যৱহাৰ কৰা সোণ, ২। এবিধ ঔষধি, ৩। এবিধ বিহ, ৪। শিঙী মাছ।

শৃণিঃ *স্ত্ৰী* হাতীক চলোৱা অঙ্কুশ, কাঁটি।

শৃত *বিণ.* (শ্ৰা পাকে ক্তঃ) ৰন্ধা, সিদ্ধ কৰা অন্নাদি।

শৃধ ক) পৰ্দে (ভ্বা আ অ শৰ্ধতে) তলৰ ফালে বায়ু এৰ। পাদ মাৰ।

খ) ক্লেদনে (ভ্বা উ অ শৰ্ধতি -তে) ১। ভিজা, তিতা, সিক্ত কৰ, ২। ছিন্ন কৰ, কাটি পেলা।

গ) চেষ্টায়াম (চুৰা উ স শৰ্দয়তি -তে ) ১। চেষ্টা কৰ, শ্ৰম কৰ, ২। ধৰ, খামুচি ধৰ, ৩। নিন্দা কৰ, ভৰ্ৎসনা কৰ, উপলুঙা কৰ।

শৃধুঃ পু ১। বুদ্ধি, ২। গুহ্যদ্বাৰ, **—ধূঃ** *পু.* অপান বায়ু।

শৃ হিংসনে (ক্যা প স শৃণাতি) ১। কাটি-ছিঙি পেলা, ২। আঘাত কৰ, বধ কৰ, হত্যা কৰ।

শেখৰং লং *ক্লী.* **—ৰঃ** *পু.* ১। শিৰোভূষণ, পাগুৰি, মুকুট, মূৰত পিন্ধা ফুলৰ মালা, ২। পৰ্বতৰ টিং, ৩। পদৰ শেষত উৎকৃষ্টতা বুজাবলৈ যেনে শব্দেন্দুশেখৰ, সৌন্দৰ্যশেখৰ, ৪। গীতৰ ধুৰা, দোহাৰ।

শেপঃ, **—ফঃ**, **—ফং**, *পু. ক্লী.* ১। পুৰুষৰ লিঙ্গ, ২। অণ্ডকোষ, ৩। নেজ।

শেফালিঃ, **—লিকা**, **—লী** *স্ত্ৰী.* শেৱালী ফুলৰ গছ।

শেমুষী *স্ত্ৰী.* বুদ্ধি, বোধশক্তি।

শেল্ চালগত্যোঃ (ভ্বা প সক শেলতি) ১। যা, গমন, কৰ, আগুৱাই যা, ২। কঁপ, কঁপি থাক।

শেৱ *বিণ.* সুখদায়ক, **—ৱং** (শী ৱন) ১। সুখ, ২। পুৰুষৰ লিঙ্গ, **—ৱঃ** *পু.* ১। সাপ, ২। পুৰুষৰ লিঙ্গ, ৩। উন্নতি, সমৃদ্ধি, সুখ, ৪। সম্পত্তি, **—ৱিঃ** ১। নিধি, ধনভাণ্ডাৰ, মনু ২।১১৪; ২। কুবেৰৰ নটা ধন ভাণ্ডাৰৰ এটা, **—লং** পানীৰ ওপৰত হোৱা এবিধ সেউজীয়া পদাৰ্থ, শেলুৰৈ, **—লিনী** নদী।

শেষ *বিণ.* (শিষ হিংসায়াম ঘঞ) ১। অৱশিষ্ট। এৰি যোৱা (বস্তু)। ২। পদৰ শেষত, যেনে ভক্তিতশেষ। খাই উঠি পাতত এৰাৰ খাদ্য, এৰেহ্য **—ষং** ষঃ *ক্লী. পু.* ১। অৱশিষ্ট। এৰেহ্য, ২। জিৰণি, আজৰি, ৩।

শেষ, সমাপ্তি। —ষঃ ১। শ্ৰীবলদেৱ, ২। শেষ নাগ, সৰ্পৰাজ, কু ৩।৩; ৩। হাতী, ৪। নাগ, ৫। পূজাৰ নিৰ্মালি বা ভোগৰ অৱশিষ্ট, —ভোজনং উচ্ছিষ্ট ভোজন, —ৰাত্ৰিঃ শেষ ৰাতি, —শয়নঃ, শায়ী (ন্) বিষ্ণু।

**শৈক্ষঃ** *পু.* (শিক্ষা অণ্) ১। শাখাধ্যায়ী ছাত্ৰ, ২। বেদাধ্যয়ন কৰিবলৈ আৰম্ভ কৰা ছাত্ৰ, ৩। নতুন শিকাৰু।

**শৈক্ষিকঃ** *পু.* শিক্ষা শাস্ত্ৰবিদ্। (শিক্ষা— ষড়ঙ্গ বেদৰ এটা অঙ্গ।)

**শৈক্ষ্যং** *ক্লী.* শিক্ষা, ব্যুৎপত্তি।

**শৈঘ্ৰ্যং** *ক্লী.* শীঘ্ৰতা। বেগ।

**শৈত্যং** *ক্লী.* (শীতস্য ভাৱঃ শীত ষ্যঞ্) শীতলতা। শীত কাল।

**শৈথিল্যং** *ক্লী.* ১। শিথিলতা, অলসতা, ২। দীৰ্ঘসূত্ৰতা, ৩। দুৰ্বলতা। কাপুৰুষালি।

**শৈনেয়ঃ** *পু.* শ্ৰীকৃষ্ণৰ সাৰথি সাত্যকি, ভা ১।৮।৭।

**শৈন্যাঃ** *পু.* বহুব। শিনিবংশজ সন্তানসমূহ।

**শৈলং** *বিণ.* (শিলা অণ্) ১। পৰ্বতত হোৱা, ২। শিলাজতু, ৩। আলকাতৰা, ৪। সুৰগা, ধূনা, ৫। এবিধ অঞ্জন, —লঃ *পু.* ১। পৰ্বত, ২। শিলাময় স্থান, ৩। প্ৰকাণ্ড শিল, —কটকঃ পৰ্বতৰ ঢালু অংশ, —গন্ধং এবিধ চন্দন কাঠ, —জং ধূনা, আলকাতৰা, —জা, —তনয়া, —পুত্ৰী, —সুতা পাৰ্বতী, —ধন্বা (ন্) শিৱ, —ধৰঃ শ্ৰীকৃষ্ণ, —নিৰ্যাসঃ ধূনা, —পত্ৰঃ বেল গছ, —ভিত্তি *স্ত্ৰী.* পাথৰ ভঙা 'চেনি', বটালি, —ৰন্ধ্ৰং গুহা, গহ্বৰ। —শিবিৰং সাগৰ, —সাৰ *বিণ.* পাথৰ সদৃশ দৃঢ়, কঠিন।

**শৈলাংশঃ** এখন ৰাজ্যৰ নাম।

**শৈলাটঃ** *পু.* ১। কিৰাত জাতি, ২। গিৰিবাসী, জনজাতি, ৩। বিগ্ৰহৰ সেৱক, ৪। সিংহ, ৫। স্ফটিক।

**শৈলাদিঃ** *পু.* নন্দী।

**শৈলাধিপঃ, —ধিৰাজঃ, —লেন্দ্ৰঃ —পতিঃ —ৰাজঃ** *পু.* হিমালয় পৰ্বত।

**শৈলালী (ন্)** *পু.* অভিনেতা, নট।

**শৈলিক্যঃ** *পু.* ১। বহুৰূপী, ২। ভণ্ড, ৩। ঠগ, প্ৰবঞ্চক।

**শৈলী** *স্ত্ৰী.* (শীল অচ্) ১। সঙ্কেত, ২। ব্যাকৰণসূত্ৰৰ চমু ভাষ্য, ৩। স্বভাৱ, চৰিত্ৰ, ৪। শিলৰ মূৰ্তি।

**শৈলূষঃ** *পু.* (শিলূষ অণ্) ১। অভিনেতা, নট, ২। বেল গছ, ৩। ধূৰ্ত, ৪। সঙ্গীতৰ তাল, ধাৰক।

**শৈলূষিকঃ** *পু.* নট বৃত্তিধাৰী।

**শৈলেয়** *বিণ.* (শৈল ঢক্) ১। পৰ্বতীয়া, পাহাৰীয়া, ২। পৰ্বতত উৎপন্ন, ৩। শিলৰ দৰে কঠিন, —য়ং ১। ধূনা, ২। সৈন্ধৱ লোণ, —য়ঃ ১। সিংহ, ২। ভোমোৰা, মৌমাখি।

**শৈল্য** *বিণ.* শিলাময়, —ল্যং কঠিনতা।

**শৈৱ** *বিণ.* (শিৱমধিকৃত্য, শিৱস্যেদং ইতি শিৱ অণ্) শিৱ সম্বন্ধীয়। শিৱভক্ত, শিৱপন্থী, —ৱং ওঠৰ পুৰাণৰ ভিতৰত এখন। শিৱপুৰাণ, —ৱঃ শিৱপন্থী লোক।

**শৈৱলঃ** *পু.* শৈৱাল। এবিধ জলজ উদ্ভিদ। শেলুৰৈ।

**শৈৱলিনী** নদী।

**শৈব্যঃ** *পু.* ১। শ্ৰীকৃষ্ণৰ ঘোঁৰাৰ নাম, ২। পাণ্ডৱৰ এজন সেনাপতি, গী ১।৫; —ব্যা *স্ত্ৰী.* প্ৰতীপ ৰাজৰ পত্নী। ৰজা সগৰৰ পত্নী।

**শৈশৱং** *ক্লী.* শিশুকাল। (ষোল বছৰৰ তলৰ কাল)।

**শৈশিৰ** *বিণ.* (শিশিৰ অণ্) শীত কাল সম্বন্ধীয়, —ৰঃ শ্যামবৰণীয়া চাতক পক্ষী।

**শো** নিশানে (দিৱা প স শ্যতি) ১। ধাৰ দি, তীক্ষ্ণ কৰ, চোকা কৰ, শানত দি, ২। হ্ৰাস কৰ, (শত্ৰুৰ) শক্তি লাঘৱ কৰ।

**শোকঃ** *পু.* (শুচ্ ঘঞ্) ১। চিত্তৰ বিকলতা। শোক, দুখ, সন্তাপ, —নাশঃ অশোক বৃক্ষ, —লাসক শোকগ্ৰস্ত। শোক সন্তপ্ত, —ৱিকল শোকগ্ৰস্ত, —স্থানং শোক কাৰণ।

**শোকাগ্নিঃ, —নলঃ** শোকৰ জুই।

**শোকাৰিঃ** কদম গছ।

**শোচনং** *ক্লী.* (শুচ্ ল্যুট্) শোক, সন্তাপ।

**শোচনীয়** *বিণ.* (শুচ্ অনিয়ৰ্) সন্তাপ কৰিব লগীয়া, দুৰ্দশাগ্ৰস্ত।

**শোচ্য** *বিণ.* (শুচ্ যৎ) ১। শোচনীয়, দুৰ্দশাগ্ৰস্ত, পুতৌ কৰিব লগীয়া, ২। দুষ্ট, অধম।

**শোচিঃ (স্)** *ক্লী.* (শুচ্ ইসিঃ) ১। প্ৰভা, দীপ্তি, উজ্জ্বলতা, ২। জুইৰ শিখা, —কেশঃ অগ্নি।

**শোটিৰ্যং** *ক্লী.* সাহসিকতা, বীৰত্ব।

**শোঠ** *বিণ.* ১। মূৰ্খ, ২। ঠগ, প্ৰবঞ্চক, নীচ, ৩। এলেহুৱা, পাপী।

**শোণ্** গতৌ র্বর্ণে (ভ্বা প স অ শোণতি) র্বর্ণো। ৰক্তীভাৱঃ, ১। যা, গমন কৰ, ২। ৰঙা হ, শোণতি সূৰ্য্যঃ সন্ধ্যায়াম্। (সন্ধিয়া সময়ত সূৰ্য্য ৰঙা হয়)।

**শোণ** *বিণ.* (শোণ র্বর্ণে অচ্) ১। ৰঙা পদুমৰ দৰে ৰঙা বৰণৰ। ২। ৰঙা-মুগা, পৰলা, **—ণং** ১। তেজ, ৰক্ত, ২। সেন্দুৰ, **—ণঃ** *পু.* ১। ৰঙা ৰং, ৰঙা মুগা ৰং, ২। অগ্নি, জুই, ৩। এবিধ ৰঙা কুঁহিয়াৰ, ৪। পৰলা ঘোঁৰা, ৫। পাটনা চহৰৰ মাজেৰে বৈ গঙ্গাত পৰা এখন নদী, ৬। মঙ্গল গ্ৰহ, **—পদ্ম** ৰঙা পদুম, **—ৰত্নং** পদ্মৰাগ মণি, ৰুবি।

**শোণা** *স্ত্ৰী* ৰঙা বৰণীয়া।

**শোণিত** *বিণ.* ৰঙা, ৰঙচুৱা, **—তং** ১। তেজ, ২। কুকুম, **—চন্দনং** ৰঙা চন্দন, **—প** ৰক্তপায়ী (জন্তু), **—পুৰং** শোণিতপুৰ। বাণৰজাৰ ৰাজধানী, বৰ্ত্তমান তেজপুৰ।

**শোণী** *স্ত্ৰী.* ৰঙা পদুমৰ দৰে দেখা স্ত্ৰী।

**শোথঃ** *পু.* (শু গতৌ থন্) শোথ ৰোগ। উখহা ৰোগ, **—ঘ্ন, —জিৎ** শোথ ৰোগ নাশক (ঔষধ) ভোলা গছ, **—ঘ্নী** পুনৰ্নবা।

**শোধঃ, শোধনং** ১। শোধন, শুদ্ধিকৰণ, ত্ৰুটি নিবাৰণ, ২। ঋণ পৰিশোধ, ৩। প্ৰতিশোধ, প্ৰতিফল, ৪। প্ৰায়শ্চিত্ত, ৫। বিষ্ঠা, ৬। ধাতু শোধন, ৭। ব্ৰণ, ঘা আদি পৰিষ্কাৰ কাৰ্য্য।

**শোধক** *বিণ.* শোধনকাৰক।

**শোধন** *বিণ.* (শুধ্ নিচ্ ল্যুঃ) শুদ্ধিকাৰক, **—নং** (অঙ্ক) বিয়োগ, **—নঃ** নেমু টেঙা, **—নী** বাঢ়নী।

**শোধনীবীজং** *ক্লী.* জায়ফল।

**শোধনীয়** *বিণ.* শোধন কৰিব লগীয়া।

**শোধিত** *বিণ.* ১। বিশুদ্ধকৃত। পৰিষ্কৃত, ২। ঋণমুক্ত, ঋণ আদায়, ৩। ত্ৰুটিমুক্ত।

**শোধ্য** *বিণ.* শোধনযোগ্য, পৰিষ্কাৰ কৰিব লগীয়া, **—ধ্যঃ** অপৰাধী। অৰ্থাৎ যি অভিযোগৰ পৰা নিজক মুক্ত কৰিব পৰা নাই।

**শোফঃ** *পু.* (শু গতৌ ফঃ) শোথ ৰোগ। শোথ বেমাৰ, **—নাশনঃ** নীল গছ, **—হৃ** ভোলা গছ।

**শোভন** *বিণ.* (শোভতে ইতি শুভ ল্যুঃ) ১। শোভাযুক্ত, ধুনীয়া, সুন্দৰ, মনোৰম, ২। ভাল, ঐশ্বৰ্য্যশালী, ভাগ্যৱান, ৩। অলঙ্কৃত, সুসজ্জিত, ৪। ধাৰ্মিক, পৱিত্ৰ, **—নং** ১। সৌন্দৰ্য্য, দীপ্তি, উজ্জ্বলতা, ২। পদুম ফুল, **—নঃ** ১। শিৱ, ২। গ্ৰহ যোগ, **—না** *স্ত্ৰী.* ১। হালধি, ২। গোৰোচনা।

**শোভা** *স্ত্ৰী.* (শোভতেঽনয়া। শুভ্ কৰণে ঘঞ টাপ্) ১। দীপ্তি, উজ্জ্বলতা, কান্তি, দ্যুতি, ২। সৌন্দৰ্য্য, ৩। হালধি, ৪। গোৰোচনা।

**শোভাঞ্জনঃ** *পু.* চজিনা গছ।

**শোভিত** *বিণ.* অলঙ্কৃত। ধুনীয়া, সুন্দৰ, মনোমোহা।

**শোষঃ** *পু.* (শুষ্ ভাৱে ঘঞ) ১। শোষণ, শুকান, শুকাই যোৱা, ক্ষীণাই যোৱা, ২। ক্ষয় (যক্ষ্মা ৰোগ, **—সম্ভৱং** জলকীয়াৰ শিপা।

**শোষণং** *ক্লী* ১। শোষন, শুকাই যোৱা, ২। লেৰেলা হোৱা, ৩। পৰিশ্ৰান্ত, ৪। শুকান আদা, **—ণঃ** ১। কামদেৱৰ এপাত শৰৰ নাম, ২। শোণামুখী। গছ।

**শোষিত** *বিণ.* (শুচ্ নিচ্ ক্তঃ) শুহি যোৱা, ক্ষীণ হোৱা, শুকাই যোৱা, ক্লান্ত।

**শৌকং** ভাটৌৰ জাক।

**শৌক্ত** *বিণ.* টেঙা, টেঙা জাতীয়।

**শৌক্তিক** *বিণ.* মুক্তা সম্বন্ধীয়। টেঙা জাতীয়।

**শৌক্তিকেয়ং শৌক্তেয়ং** *ক্লী.* মুক্তা।

**শৌক্লিকেয়ঃ** এবিধ বিহ।

**শৌক্ল্যং** শুক্লতা, শুভ্ৰতা।

**শৌচং** *ক্লী.* (শুচের্ভাৱঃ শুচি অণ্) শুচিতা, পৱিত্ৰতা, শুদ্ধতা, 'সত্যশৌচং মনঃশৌচং শৌচমিন্দ্ৰিয়নিগ্ৰহঃ। সৰ্ব্বভূতদয়াশৌচং জলশৌচন্তু পঞ্চমম্।। যস্য সত্যঞ্চ শৌচঞ্চ তস্য স্বৰ্গো ন দুৰ্লভঃ।। শৌচন্তু দ্বিবিধং প্ৰোক্তং বাহ্যমভ্যন্তৰং তথা। মৃজ্জলাভ্যাং স্মৃতং বাহ্যং ভাৱশুদ্ধিৰভ্যন্তৰম্।। গপু।

**—কৰ্ম** শুদ্ধি কৰ্ম, **—কল্পঃ** শুদ্ধি সংস্কাৰ কৰ্ম, প্ৰায়শ্চিত্ত কৰ্ম, **—কূপঃ** পাইখানা।

**শৌচাচাৰঃ** 'শৌচাচাৰ বিহীনস্য সমস্তা নিষ্ফলাঃ ক্ৰিয়াঃ।' গুৰুৱে শিষ্যক উপনয়ন কৰাই/উঠি বেদ শিক্ষা আৰু শৌচাচাৰ শিক্ষা প্ৰদান কৰিব— যাজ্ঞবল্ক্য।

**শৌটিকঃ** *পু.* এটা বৰ্ণসঙ্কৰ জাতি।

**শৌচেয়ঃ** ধোবা।

**শৌট্** গৰ্ব্বে (ভ্বা প অ শৌটতি) গৰ্ব্বিত হ, গৰ্ব্ব কৰ, অহঙ্কাৰ কৰ।

**শৌটীৰঃ** *পু.* (শৌট ঈৰন) ১। সন্ন্যাসী, সংসাৰ-ত্যাগী, ২। অহঙ্কাৰী পুৰুষ, ৩। বীৰ।

**শৌটীর্য্য, শৌণ্ডৰ্য্যং** *ক্লী.* গৰ্ব, অহঙ্কাৰ, দাম্ভিকতা।

**শৌণ্ড্** গৰ্ৱে (ভ্বা প অ শৌড়তি) গৰ্বিত হ, অহঙ্কাৰ কৰ, গৰ্ব কৰ।

**শৌণ্ড** *বিণ.* (শুণ্ডায়াং মদ্যে ৰতঃ) ১। মদাহী, মাতাল, ২। উন্মত্ত, মদমত্ত।

**শৌণ্ডিকঃ** *পু.* (শুণ্ডা ঠক) ১। মদ তৈয়াৰ কৰি জীৱিকা নিৰ্বাহ কৰা এটা জাতি।

**শৌণ্ডিকেয়ঃ** *পু.* দৈত্য। দানৱ।

**শৌণ্ডী** *স্ত্ৰী.* জলকীয়া।

**শৌণ্ডীৰ** *বিণ.* (শৌট্ ঈৰন) ১। অহঙ্কাৰী, মদগৰ্বী।

**শৌদ্ধোদনিঃ** শাক্য বংশত জন্ম হোৱা বুদ্ধ। ৰজা শুদ্ধোদনৰ পুত্ৰ।

**শৌদ্ৰ** *বিণ.* শূদ্ৰ সম্বন্ধীয়। শূদ্ৰবৰ্ণজাত, **—দ্ৰঃ** শূদ্ৰাৰ পুত্ৰ, মনু ৯।১৬০।

**শৌনং** *ক্লী.* কচাইখানাৰ মাংস।

**শৌনকঃ** *পু.* ঋকবেদ প্ৰাতিশাখ্য আৰু অন্যান্য অসংখ্য বৈদিক গ্ৰন্থৰ প্ৰণেতা মহৰ্ষি এ[illegible]াকী।

**শৌনিকঃ** *পু.* ১। কচাই, ২। ব্যাধ, ৩। চিকাৰ।

**শৌভঃ** *পু.* ১। দেৱতা, দৈৱত্ব, ২। তামোল গছ।

**শৌভাঞ্জনঃ** চজিনা গছ।

**শৌভিকঃ** *পু.* ১। যাদুকৰ, ঐন্দ্ৰজালিক, ২। ব্যাধ, চিকাৰী।

**শৌৰসেনী** *স্ত্ৰী.* এবিধ প্ৰাকৃত ভাষা।

**শৌৰিঃ** *পু.* (শূৰ ইঞ) ১। বিষ্ণু, শ্ৰীকৃষ্ণ, ২। বলৰাম, ৩। শনি গ্ৰহ।

**শৌৰ্য** *ক্লী.* (শূৰস্য ভাৱঃ শূৰ ষ্যঞ) ১। শক্তি, সাহসিকতা, বল, পৰাক্ৰম, বিক্ৰম, ২। মঞ্চত (নাটকত) যুদ্ধ আৰু অলৌকিক ঘটনা প্ৰদৰ্শন (আৰভটী)।

**শৌল্কঃ, —ল্কিকঃ** কৰ আদায়কাৰী বিষয়া।

**শৌল্বিকঃ** *পু.* কাঁহ-পিতলৰ বাচন তৈয়াৰ কৰা 'মৰিয়া'।

**শৌৱ** *বিণ.* (শ্বন্ অণ্) কুকুৰ সম্বন্ধীয়, **—ৱং** ১। এজাক কুকুৰ, ২। কুকুৰৰ স্বভাৱ।

**শৌৱন** *বিণ.* ১। কুকুৰ সম্বন্ধীয়, ২। কুকুৰৰ স্বভাৱযুক্ত, —নং ১। কুকুৰৰ স্বভাৱ, ২। কুকুৰ বংশ, ৩। এজাক কুকুৰ, ৪। কুকুৰৰ মাংস।

**শৌৱস্তিক** *বিণ.* (শ্বো ভৱম শ্বস্ ঠঞ তুড়াগমশ্চ) কালিলৈকে থকা, দিনতীয়া, খন্তেকীয়া।

**শৌষ্কলং** *ক্লী.* শুকান মাংস, মাংসৰ দ'ম, **—লঃ** ১। শুকান মাংস বিক্ৰেতা, ২। মাংস খাই ভাল পোৱা ব্যক্তি।

**শ্চুৎ, শ্চ্যুৎ** ক্ষৰণে (ভ্বা প অ শ্চ্যোততি) ১। টোপ টোপকৈ পৰ, নিগৰি যা, নিঃসৰণ হ, ২। ঢাল, সিঁচ।

**শ্চ্যোতঃ, —তনং** নিগৰণ, ক্ষৰণ, নিঃসৰণ।

**শ্ম (ন্)** *ক্লী.* মুখ, শৰীৰ, মৰা শ।

**শ্মশানং** *ক্লী.* (শ্মনাং শৱানাং শানং শয়নং যত্ৰ) মৰিশালি, মৰা শ' দাহ কৰা স্থান। কবৰ স্থান। 'ৰাজদ্বাৰে শ্মশানে চ যস্তিষ্ঠতি স বান্ধৱঃ।' **—গোচৰ** সঘনাই মৰিশালিলৈ অহা-যোৱা কৰা ব্যক্তি, **—নিৱাসী (ন্)** ভূত প্ৰেত, **—ভাক্, —ৱাসী (ন্)** ১। শিৱ, ২। ভূত, প্ৰেত, **—ৱেশ্মা (ন্)** শিৱ, **—ৱৈৰাগ্যং** মৰিশালি দেখি সংসাৰৰ প্ৰতি হোৱা ক্ষন্তেকীয়া বিৰাগ ভাব, **—শূলং —লঃ** শূলত দিবলৈ মৰিশালিত ৰখা লোৰ জোং, **—সাধনং** ভূত-প্ৰেতক দমন কৰিবলৈ মৰিশালিত কৰা যাদু-মন্ত্ৰাদি।

**শ্মশ্ৰু** *ক্লী.* (শ্ম মুখং শ্ৰয়তি আশ্ৰয়তীতি শ্ম শ্ৰি ডুন) গোফ, **—মুখী** ডাঢ়ি থকা তিৰোতা, **—ৱৰ্ধকঃ** নাপিত।

**শ্মশ্ৰুল** *বিণ.* ডাঢ়ি থকা (পুৰুষ)।

'**শ্মীল্** নিমিষণে (ভ্বা প অ শ্মীলতি) চকু টিপ মাৰ। চকুৰ পতা সঙ্কুচিত কৰ।

**শ্মীলনং** *ক্লী.* (শ্মীল ল্যট) চকুৰ টিপ। নিমিষ।

**শ্যান** *বিণ.* (শ্যৈ ক্তঃ) ১। প্ৰস্থিত, গত, গুচি যোৱা, ২। ডাঠ, এঠালেতীয়া, ৩। শুকান, **—নং** ধোঁৱা।

**শ্যাম** *বিণ.* (শ্যায়তে মনো যস্মাৎ শ্যৈ মক্) ক'লাগুণযুক্ত। ক'লা ৰঙৰ, **—মং** *ক্লী.* ১। সাগৰীয় নিমখ, ২। জালুক, **—মঃ** ১। ক'লা ৰং, ২। মেঘ, ৩। কুলি চৰাই, ৪। প্ৰয়াগত যমুনাৰ পাৰত পবিত্ৰ বড় গছ জোপা, ৰ ১৩।৫৩; ৫। ধঁতুৰা গছ, ৬। পীলুবৃক্ষ, ৭। ধুনা গছ, ৮। গান্ধ বিৰিণা, **—কণ্ঠঃ** ১। ম'ৰা চৰাই, ২। শিৱ, ৩। এবিধ চৰাই, **—কৰ্ণঃ** অশ্বমেধৰ বাবে উপযুক্ত ঘোঁৰা, **—পত্ৰঃ** তমাল গছ, **—লতা** অনন্ত মূল, **—লা** ১। পাৰ্বতী, ২। অশ্বগন্ধা, ৩। কস্তুৰী, **—লিকা** নীল গছ,

**—লিমা (ন্)** *পু.* কালিমা, ক'লা ৰং, অন্ধকাৰ, **—সুন্দৰঃ** শ্ৰীকৃষ্ণ।

**শ্যামল** *বিণ.* (শ্যাম লচ) ক'লা, ক'লা বৰণীয়া, শি ১৮।৩৮; **—লঃ** ১। ক'লা ৰং, ২। জালুক, ৩। ভোমোৰা, ৪। বড গছ।

**শ্যামা** *স্ত্ৰী.* (শ্যামো ৱৰ্ণোঽস্যা অস্তীতি শ্যাম অচ টাপ) ১। শ্যাম বৰণীয়া (ক'লা) তিৰোতা, ২। অপ্ৰসূতা (সন্তানহীনা) নাৰী, ৩। গাইগৰু, ৪। ৰাতি, অন্ধকাৰ ৰাতি, ৫। ছাঁ, ছায়া, ৬। হালধি, ৭। মাইকী কুলি চৰাই, ৮। প্ৰিয়ঙ্গু লতা, মে ১০৪; ৯। নীল গছ, ১০। তুলসী গছ, ১১। যমুনা নদী, ১২। গুগগুল, ১৩। জালুক, ১৪। কস্তুৰী, ১৫। এবিধ চৰাই, ১৬। শ্যামা কালী।

**শ্যামাকঃ** *পু.* এবিধ শস্য।

**শ্যামাঙ্গঃ** *পু.* বুধ গ্ৰহ।

**শ্যামিকা** *স্ত্ৰী.* ১। ক'লা ৰং। অন্ধকাৰ, ২। অশুদ্ধতা।

**শ্যালঃ —লকঃ** *পু.* (শ্যায়তে নৰ্মাৰ্থং প্ৰাপ্যতেঽসৌ শৈ্য কালন) পত্নীৰ ভায়েক। খুলশালি, গী ১।৩৪; ২। ভগ্নীপতি। শ্যালস্তু ভগিনীকান্তঃ, ব্ৰবৈ ১।১০।১৫১।

**শ্যালিকা** *স্ত্ৰী.* পত্নীৰ ভনীয়েক। খুলশালী. পত্নীভ্ৰাতা শ্যালকশ্চ পত্নীভগ্নী চ শ্যালিকা (ঐ)।

**শ্যাৱ** *বিণ.* (শৈ্য বাহুলকাৎ ৱঃ) ধোঁৱা বৰণীয়া, ৰঙা-মুগা বৰণীয়া, কপিল বা বাদামী ৰঙৰ, **—তৈলঃ** আম গছ।

**শ্যেত** *বিণ.* (শ্যৈঙ গতৌ ইতন) বগা ৰঙৰ। শুভ্ৰ, **—তঃ** বগা ৰং। শুভ্ৰতা।

**শ্যেনঃ** *পু.* (শ্যৈ গতৌ ইনচ) ১। বগা ৰং, ২। শুভ্ৰতা, ৩। শেন চৰাই, চিলনী, ৪। ধৰ্ষণ, অত্যাচাৰ, **—কৰণং, কৰণিকা** ১। আন এটা চিতাত দাহকৰণ, ২। চিলাৰ দৰে, চিলাই থাপ মৰাৰ দৰে। দুঃসাহসিক কাৰ্য্য, **—চিৎ, জীৱী (ন্)** শেন চৰাইৰ পালক।

**শ্যেনী** *বিণ.* ১। বগা বৰণীয়া, ২। শ্যেনপত্নী, কশ্যপৰ ঔৰসত দক্ষকন্যা তাম্ৰাৰ গৰ্ভত জাতা, মাপু ১০৪।৮।

**শ্যৈ** গতৌ (ভ্বা আ অ শ্যায়তে) ১। যা, গমন কৰ, আগ বাঢ়, ২। শুকান হ, শুকাই যা, লেৰেলা হ, ৩। গোট মাৰ।

**শ্যৈনম্পাতা** *স্ত্ৰী.* ১। চিকাৰ, মৃগয়া, নৈ ১৯।১২; ২। চিলাৰ দৰে থাপ মাৰি নিয়া কাৰ্য্য।

**শ্যোণাকঃ, —নাকঃ** *পু.* এবিধ গছ, শোণামুখী।

**শ্ৰঙ্ক** সৰ্পে (ভ্বা আ স শ্ৰঙ্কতে) ১। যা, গমন কৰ, ২। চুঁচৰি যা। সাপৰ দৰে গতি কৰ।

**শ্ৰঙ্গ** ব্ৰজে (ভ্বা প অ শ্ৰঙ্গতি) যা, গমন কৰ, আগুৱাই যা।

**শ্ৰণ** ক) কন্দানে ১। (চুৰা উ স শ্ৰাণয়তি -তে), ২। (ভ্বা প স শ্ৰণতি) দান কৰ, উপহাৰ দি। ৰ ৫।১

**শ্ৰৎ** *অব্য.* ১। শ্ৰদ্ধা। সাধাৰণতে এই প্ৰত্যয়টো ধা ধাতুৰ আগত ব্যৱহাৰ হয়, ২। সত্য।

**শ্ৰথ্** ক) শৈথিল্যে (ভ্বা আ অ স শ্ৰন্থতে) ১। শিথিল কৰ, ঢিলা কৰ, ২। পিন্ধা কাপোৰৰ গাঁথি ঢিলা কৰ, সোলোকা।

খ) যত্নে, প্ৰতিহৰ্ষে (চুৰা উ অ স শ্ৰাথয়তি -তে) ১। যত্ন কৰ, চেষ্টা কৰ, বাৰে বাৰে যত্ন কৰ, ২। হাঁহি তোল, হহুঁৱা। বাৰে বাৰে হহুঁৱাই থাক। শ্ৰাথয়তি পুনঃ পুনঃ হৰ্ষয়তি শিশুং পিতা।

গ) বন্ধে, মোক্ষে,ৱধে (চুৰা, ভ্বা প, স শ্ৰাথয়তি, -তে, শ্ৰথয়তি।) ১। আঘাত কৰ, বধ কৰ, ২। গাঁথি খোল, বন্ধনমুক্ত কৰ। শিথিল কৰ। মুক্ত কৰ, এৰি দি।

ঘ) দৌৰ্ব্বল্যে (চুৰা প অ শ্ৰথয়তি) ১। দুৰ্বল হ, অকামিলা হ, ২। অসমৰ্থ হ।

ঙ) ৱধে (ভ্বা প শ্ৰথয়তি) ১। আঘাত কৰ, ২। বধ কৰ।

**শ্ৰথনং** *ক্লী* (শ্ৰথ্ বধে ল্যুট) ১। বধ, হত্যা, ২। চেষ্টা অধ্যৱসায়, ৩। বাৰে বাৰে হাঁহি থকা, ৪। বন্ধন, ৫। মোচন, মুক্তি, শিথিলকৰণ।

**শ্ৰদ্ধধান** *বিণ.* (শ্ৰদ্ ধা শানচ্) শ্ৰদ্ধাযুক্ত, শ্ৰদ্ধালু।

**শ্ৰদ্ধা** *স্ত্ৰী.* (শ্ৰদ্ ধা অঙ টাপ্) ১। বিশ্বাস, ২। ধৰ্মীয় বিশ্বাস, ৩। মানসিক শান্তি, ৪। সম্মান, আদৰ, ৫। অত্যন্ত স্পৃহা, ৰা ২।৩৮।২; ৬। শুদ্ধি, ৭। শাস্ত্ৰত দৃঢ়বিশ্বাস। শ্ৰদ্ধা তিনিবিধ। সাত্ত্বিকী, ৰাজসী আৰু তামসী, গী ১৭।২; ৮। গৰ্ভৱতী তিৰোতাৰ স্পৃহা, **—লু** *বিণ.* শ্ৰদ্ধাৱান। অভিলাষী। স্পৃহাযুক্ত, **—লুঃ** *স্ত্ৰী.* গৰ্ভৱতী তিৰোতাৰ স্পৃহা, **—ৱান (ৎ)** *বিণ.* (শ্ৰদ্ধা মতুপ মস্য ৱঃ) শ্ৰদ্ধালু। 'শ্ৰদ্ধাৱান্ লভতে জ্ঞানম্', গী ৪।৩৯।

**শ্ৰম্ভু** ক) দৰ্ভে, ৱধে (চুৰা উ ভ্বা, স শ্ৰম্ভয়তি -তে শ্ৰম্ভতি) দৰ্ভো গ্ৰন্থনম্, ১। দুৰ্বল হ, অলস হ, ২। শিথিল হ, ঢিলা হ, সোলোক-ঢোলোক হ, ৩।

আঘাত কৰ, বধ কৰ।

খ) মোক্ষে, প্ৰতিহৃষি (ক্ৰ্যা প স শ্ৰথ্নাতি) ১। শিথিল কৰ, ঢিলা কৰ, বন্ধন মুক্ত কৰ। এৰি দি, ২। বাৰে বাৰে হৰ্ষিত কৰ।

**শ্ৰন্থঃ** *পু.* ১। শিথিলতা, মুক্তি, ২। বিষ্ণু।

**শ্ৰন্থনং** ১। শিথিলকৰণ। বন্ধন মোচন, ২। বধ, আঘাত, হত্যা, ধ্বংস, ৩। বন্ধন।

**শ্ৰন্থিত** *বিণ.* ১। বদ্ধ, বন্ধনযুক্ত, ২। নিহত, ৩। মুক্ত, ৪। হৰ্ষিত।

**শ্ৰপিতা** *স্ত্ৰী.* (শ্ৰপ্ ক্তঃ টাপ্) ভাতৰ মাড়।

**শ্ৰম্** তপঃখেদয়োঃ (দিৱা প অ শ্ৰাম্যতি) ১। পৰিশ্ৰম কৰ, চেষ্টা কৰ, যত্ন কৰ, শ্ৰম কৰ, ২। তপস্যা কৰ, কঠোৰ ব্ৰত কৰ, ৩। পৰিশ্ৰান্ত হ, ভাগৰি পৰ, ৪। দুৰ্দশাগ্ৰস্ত হ, দুখত পৰ, (নিজন্ত) শ্ৰময়তি -তে, শ্ৰাময়তি -তে, **পৰি—** পৰিশ্ৰম কৰ। যত্ন কৰ।

**শ্ৰমঃ** *পু.* (শ্ৰম্ ঘঞ্) তপস্যা, দুখ, খেদ, শ্ৰান্তি, পৰিশ্ৰম, ব্যায়াম, শাস্ত্ৰাভ্যাস।

**শ্ৰমণঃ** *পু.* সন্ন্যাসী, ভক্ত, বৌদ্ধ সন্ন্যাসী, **—ণা** ১। সুদৰ্শনা, ২। সন্ন্যাসিনী, ৩। নীচ জাতিৰ তিৰোতা, ৪। জটামাংসী।

**শ্ৰয়ঃ, শ্ৰয়ণং** *পু. ক্লী.* আশ্ৰয়। সুৰক্ষা।

**শ্ৰৱঃ** *পু.* (শ্ৰু অপ্) ১। কাণ, ২। শ্ৰৱণ শক্তি, ৩। সমকোণী ত্ৰিভুজৰ দীৰ্ঘতম ৰেখা, (কৰ্ণ)।

**শ্ৰবঃ (স্)** *ক্লী.* ১। কাণ, ২। অন্ন, ৩। ধন, ৪। যশস্যা, ৫। শব্দ।

**শ্ৰৱণং** *ক্লী.* (শ্ৰু কৰণে ল্যুট্) ১। কাণ, ২। শ্ৰুতি, ৩। অধ্যয়ন, ৪। যশস্যা, ৫। কৰ্ণেন্দ্ৰিয়জ্ঞান, মনু ৮।৭৪; **—ণঃ** শ্ৰৱণা নক্ষত্ৰ, **—দ্বাদশী** ভাদ মাহৰ শ্ৰৱণা নক্ষত্ৰযুক্তা শুক্লাদ্বাদশী তিথি। বিষ্ণু পূজাৰ বাবে প্ৰশস্তা।

**শ্ৰৱণা** *স্ত্ৰী.* দ্বাবিংশ নক্ষত্ৰ।

**শ্ৰৱাৰ্য্যঃ** *পু.* বলিৰ বাবে অনা পশু। যজ্ঞীয় পশু।

**শ্ৰৱিষ্ঠা** *স্ত্ৰী.* ধনিষ্ঠা নক্ষত্ৰ, **—জাঃ** বুধ গ্ৰহ।

**শ্ৰৱ্য** *বিণ.* (শ্ৰু যৎ) শুনিব লগীয়া। শ্ৰোতব্য।

**শ্ৰা** পাকে (অদা প অ শ্ৰাতি) ১। বান্ধ, বন্ধন কৰ, ২। সিদ্ধ কৰ, পাক কৰ, পৰিপক্ক কৰ।

**শ্ৰাণ** *বিণ.* (শ্ৰা ক্তঃ) ১। পক্ক, সিদ্ধ, ২। ঘিউ গাখীৰ, পানী ভিন্ন সিদ্ধ দ্ৰব্য, **—ণা** *স্ত্ৰী.* ভাতৰ মাড় বা মণ্ড।

**শ্ৰাদ্ধং** *ক্লী.* (শ্ৰদ্ধা প্ৰয়োজনমস্য ইতি শ্ৰদ্ধা অণ্) শাস্ত্ৰবিধি অনুসাৰে কৰা পিতৃকৰ্ম। মৃত পিতৃপুৰুষৰ উদ্দেশ্যে শ্ৰদ্ধাপূৰ্ণভাৱে কৰা অন্নাদি দান। বিশ্বামিত্ৰৰ মতে শ্ৰাদ্ধ বাৰ বিধ : নিত্যং, নৈমিত্তিকং, কাম্যং, বৃদ্ধিশ্ৰাদ্ধং, সপিণ্ডনং, পাৰ্ৱণং, গোষ্ঠ্যং, শুদ্ধাৰ্থং, কৰ্মাঙ্গং, দৈৱিকং, যাত্ৰাৰ্থং আৰু পুষ্ট্যৰ্থম্। শ্ৰাদ্ধৰ পিচত এই সাতটা কৰ্ম নিষিদ্ধ— যাত্ৰা যুদ্ধং নদী-পাৰং মিথ্যালাপো দ্বিভোজনম্। দ্যূতক্ৰীড়া দিৱানিদ্ৰা শ্ৰাদ্ধে সপ্ত বিৱৰ্জয়েৎ।।

**—কৰ্ম, —ক্ৰিয়া** শ্ৰাদ্ধ, পিণ্ডদান কৰ্ম, **—কৃ** শ্ৰাদ্ধকৰ্তা, **—দিনং,** দিনঃ প্ৰতি বছৰৰ শ্ৰাদ্ধৰ দিন, **—দেৱঃ** ১। যমৰাজ, ২। বিশ্বেদেৱ, ৩। বৈৱস্বত মনু, মাপু ১০৬।৪; ৪। পিতৃ পুৰুষ, **—ভুক্** মৃতক, যাৰ উদ্দেশ্যে পিণ্ডদান কৰা হয়।

**শ্ৰাদ্ধিকং** *ক্লী.* শ্ৰাদ্ধত অৰ্পণ কৰা দান, **—কঃ** শ্ৰাদ্ধভোক্তা।

**শ্ৰাদ্ধী (ন্)** *বিণ.* শ্ৰাদ্ধ ভোক্তা।

**শ্ৰাদ্ধীয়** *বিণ.* শ্ৰাদ্ধ সম্বন্ধীয়।

**শ্ৰান্ত** *বিণ.* (শ্ৰম্ ক্তঃ) ১। পৰিশ্ৰান্ত, ভাগৰি পৰা, ২। শান্ত, **—ন্তঃ** সন্ন্যাসী। জিতেন্দ্ৰিয়।

**শ্ৰান্তিঃ** *স্ত্ৰী.* পৰিশ্ৰম, ভাগৰ।

**শ্ৰামঃ** *পু.* (শ্ৰম অচ্) ১। এটা মাহ, ২। সময়, কাল, ৩। অস্থায়ী মণ্ডপ, **—ণেৰঃ** জৈন সন্ন্যাসী।

**শ্ৰায়ঃ** *পু.* (শ্ৰি শ্ৰয়ে ঘঞ্) আশ্ৰয়, সুৰক্ষাস্থলী।

**শ্ৰাৱকঃ** *পু.* (শ্ৰু ণ্বুল্) ১। শাক্য মুনিৰ এজন শিষ্যৰ নাম, ২। কাউৰী, ৩। শুনোতা, শ্ৰৱণ কৰোঁতা, ৪। শিষ্য, ৫। বৌদ্ধ সন্ন্যাসীৰ এটা শ্ৰেণী, ৬। বিধৰ্মী।

**শ্ৰাৱণ** বিণ. কাম সম্বন্ধীয়, শ্ৰৱণা নক্ষত্ৰত জন্ম হোৱা, **—ণঃ** *পু.* ১। শাওণ মাহ, ২। পাষণ্ড, বিধৰ্মী, ৩। ভণ্ড, লম্পট, ৪। দশৰথৰ বাণত নিহত এজন সন্ন্যাসী। এই সন্ন্যাসীৰ পিতৃ-মাতৃয়ে ৰজা দশৰথক অভিশাপ দিছিল যে ৰজাৰো তেনেকৈ পুত্ৰ শোকত মৃত্যু হ'ব।

**শ্ৰাৱণিকঃ** শাওণ মাহ।

**শ্ৰাৱণী** *স্ত্ৰী.* শ্ৰাৱণা নক্ষত্ৰযুক্ত পূৰ্ণিমা তিথি। বাৰ্ষিক শ্ৰাদ্ধৰ বাবে পবিত্ৰ তিথি। এই দিনা সমগ্ৰ দেশতে ৰাখী বন্ধন উৎসৱ আৰু সংস্কৃত দিৱস পালন কৰা হয়।

**শ্রাৱস্তিঃ** *স্ত্রী.* শ্রাৱস্ত ৰজাই প্রতিষ্ঠা কৰা এখন নগৰ।

**শ্রাৱিত** *বিণ.* কথিত, বর্ণিত।

**শ্রাব্য** *বিণ.* ১। শুনিব লগীয়া, ২। শুনিব পৰা, স্পষ্ট।

**শ্রি** সেৱনে (ভ্বা উ স শ্রয়তি -তে) ১। যা, ওচৰ চাপ, আশ্রয় ভিক্ষা কৰ, ২। পা, লাভ কৰ, ৩। নির্ভৰ কৰ, আশ্রয় কৰ, ৪। বাস কৰ, থাক, ৫। সেৱা কৰ, শ্রদ্ধা, পূজা কৰ, ৬। ব্যৱহাৰ কৰ, নিযুক্ত কৰ,৭। আসক্ত হ, (ণিজন্ত) শ্রাপয়তি -তে। (সনন্ত) শিশ্রষতি -তে, **অধি—** বাস কৰ। উঠ। ওপৰত উঠ, আ— অনুসৰণ কৰ, আশ্রয় ল, নির্ভৰ কৰ, ভোগ কৰ, আসক্ত হ, বাছি ল, সহায় কৰ, **উদ্—** ওপৰলৈ তোল, **উপা—** সাহায্য ল, আশ্রয় ল, **সং—** আশ্রয় ল, সাহায্য ল, নির্ভৰ কৰ, লাভ কৰ, যৌন সঙ্গমৰ কাৰণে ওচৰ চাপ। সেৱা কৰ।

**শ্রিত** *বিণ.* ১। আশ্রয়ৰ বাবে ওচৰলৈ যোৱা, ২। আসক্ত, ৩। সংযুক্ত, ৪। ৰক্ষিত, আশ্রিত, ৫। সম্মানিত, ৬। আবৃত, ৭। সহায়ক, ৮। অধিকাৰী, ৯। সংগৃহীত, **—ৱান্** (ৎ) সেৱাকাৰী।

**শ্রিতিঃ** *স্ত্রী.* আশ্রয়স্থল।

**শ্রিয়ম্মন্য** *বিণ.* নিজকে সমর্থৱান বুলি ভবা ব্যক্তি। অহঙ্কাৰী।

**শ্রিয়াম্পতিঃ** সদাশিৱ।

**শ্রিষ্** দাহে (ভ্বা প স শ্রেষতি) দাহ কৰ, পোৰ, পুৰি পেলা।

**শ্রী** পাকে (ক্র্যা উ স শ্রীণাতি শ্রীণীতে) ১। ৰান্ধ, পাক কৰ, সিদ্ধ কৰ, ২। খাদ্য তৈয়াৰ কৰ।

**শ্রী** *স্ত্রী.* (শ্রয়তীতি শ্রি ক্বিপ্ দীর্ঘশ্চ) ১। সম্পত্তি, উন্নতি, সমৃদ্ধি, প্রাচুর্য্য, ২। লক্ষ্মী দেৱী, ৩। ৰাজলক্ষ্মী, ৪। উচ্চ পদবি, ৫। সৌন্দর্য্য, দীপ্তি, ৬। ধর্ম, সদাচাৰ, পূর্ণ কর্ম, ৭। বুদ্ধি, জ্ঞান, ৮। অলৌকিক শক্তি, ৯। ত্রিবর্গ ফল : ধর্ম, অর্থ আৰু কাম, ১০। লৱঙ্গ, লং, ১১। বেল গছ, ১২। পদুম ফুল। 'শ্রী' শব্দ দেৱতা, কাব্য বা মহাকাব্যৰ নামৰ আগত যেনে শ্রীৰাম, শ্রীমদ্ভাগৱত, শ্রীৰামায়ণ। কাব্য বা মহাকাব্যৰ প্রথম অথবা শেষৰ শ্লোকত 'মঙ্গল' বুজাবলৈ 'শ্রী' ব্যৱহাৰ কৰা হয়। কবি মাঘে শিশুপাল বধৰ প্রতিটো অধ্যায়ৰ শেষৰ শ্লোকত 'শ্রী' আৰু ভাৰবিয়ে 'লক্ষ্মী' শব্দ ব্যৱহাৰ কৰিছে, **—কণ্ঠঃ** ১। শিৱ, ২। কবি ভৱভূতি, **—কৰঃ** বিষ্ণু (বং) পদুম, **—খণ্ডং** চন্দন কাঠ, **—গদিতং** এবিধ নাটিকা, **—গর্ভঃ** ১। বিষ্ণু, ২। তৰোৱাল, **—গ্রহঃ** চৰাইক পানী খাবলৈ দিয়া পাত্র, **—ঘনং** দৈ। (নঃ) বুদ্ধ, **—চক্রং** ১। ভূমণ্ডল, ২। ইন্দ্রৰ ৰথৰ চকা, ৩। ত্রিপুৰাসুন্দৰীৰ পূজাযন্ত্র বিশেষ, **—জঃ** কামদেৱ, **—দঃ** কুবেৰ, **—দয়িতঃ, —ধৰঃ** বিষ্ণু, **—নগৰং** কাশ্মীৰৰ ৰাজধানী, **—নন্দনঃ** শ্রীৰাম, **—নিকেতনঃ, নিৱাসঃ** বিষ্ণু, **—পতিঃ** বিষ্ণু, ৰজা, সম্রাট, **—পথঃ** ৰাজ আলি, **—পর্ণ** পদুম, **—পিষ্টঃ** তার্পিণ তেল, **—পুষ্পং** লৱঙ্গ, লং, **—ফলঃ** বেল ফুল, **—ফলা** নীলগছ। আমলখী, **—ভ্রাতৃ** ১। চন্দ্র, ২। ঘোঁৰা, **—মস্তকঃ** নহৰু, **—মুদ্রঃ** বৈষ্ণৱসকলৰ কপালৰ তিলক, **—মূর্তিঃ** বিষ্ণুৰ বা লক্ষ্মীৰ মূর্তি, **—যুক্ত, যুত** (নামৰ আগত ব্যৱহাৰ কৰা হয়), সুখী, সৌভাগ্যৱান ধনী, সমৃদ্ধিশালী, **—ৰঙ্গঃ** বিষ্ণু, **—ৰসঃ** তার্পিণ তেল। ধূনা, **—ল** *বিণ.* লক্ষ্মীযুক্ত, **—ৱৎসঃ** ১। বিষ্ণু, ২। বিষ্ণুৰ বুকৰ লোম, **—ৱৎসকী (ন্)** বুকত নোম থকা ঘোঁৰা, **—ৱৰঃ, ৱল্লভঃ** বিষ্ণু, সৌভাগ্যৱান পুৰুষ, **—ৱাসঃ** ১। বিষ্ণু, ২। শিৱ, ৩। পদুম, ৪। তার্পিণ, **—ৱাসঃ** (স্) তার্পিণ, **—বৃক্ষঃ** ১। বেল গছ, ২। আঁহত বা বড় গছ, ৩। ঘোঁৰাৰ কপালত থকা চুলিকোছা, **—শ্রেষ্ঠঃ** তার্পিণ, **—সংজ্ঞং** লৱঙ্গ, লং, **—সহোদৰঃ** চন্দ্র, **—সূক্তং** বেদৰ এটা সূক্ত, **—হস্তিনী** সূর্য্যমুখী ফুল।

**শ্রীমান** (ৎ) ১। ধনী, সমৃদ্ধিশালী, ২। সুখী, সৌভাগ্যৱান, ৩। ধুনীয়া, মনোৰম, ৪। বিখ্যাত, গৌৰৱান্বিত। (পু.) ১। বিষ্ণু, ২। কুবেৰ, ৩। শিৱ, ৪। আঁহত গছ।

**শ্রু** ক) গতৌ (ভ্বা প স শ্রৱতি) যা, গমন কৰ।
খ) গতৌ, শ্রৱণে (স্বা প স শৃণোতি) ১। যা, গমন কৰ, ২। শুণ, শ্রৱণ কৰ। কাণ দি, ৩। শিক, অধ্যয়ন কৰ, মনোযোগ দি, (ণিজন্ত) শ্রাৱয়তি -তে; (সনন্ত) শুশ্রূষতে, **অনু—** শুণ, কাণ দি, একজনৰ পৰা একজনে শুনি যা, **আ—** প্রতিজ্ঞা কৰ, **প্রতি—** প্রতিজ্ঞা কৰ।

**শ্রুঘ্নিকা** *স্ত্রী.* খাৰমাটি।

**শ্রুত** *বিণ.* (শ্রু ক্তঃ) ১। শুনিবলৈ পোৱা, শুনা, ২। জ্ঞাত, ৩। জনাজাত, বিখ্যাত, ৪। উল্লিখিত, **—তং** ১। শুনা বিষয়, ২। শুনা দৈৱবাণী অর্থাৎ বেদ। পবিত্র জ্ঞান, ৩।

শিক্ষা, বিদ্বান, **—কীৰ্তি** বিখ্যাত, প্ৰখ্যাত, (পু) ১। উদাৰ পুৰুষ, ২। এজন মহৰ্ষি; (স্ত্ৰী) জনকভ্ৰাতৃ কুশধ্বজৰ কন্যা, শত্ৰুঘ্নৰ পত্নী, **—দেৱী** সৰস্বতী, **—ধৰ** *বিণ.* ধাৰণক্ষম। স্মৰণ কৰিব পৰা, **—বোধঃ** *পু.* কালিদাসে ৰচনা কৰা এখন ছন্দ শাস্ত্ৰ।

**শ্ৰুতৱান্ (ৎ)** *বিণ.* বেদজ্ঞ।

**শ্ৰুতৰ্ষিঃ** এজন ঋষি।

**শ্ৰুতশ্ৰৱোঽনুজঃ** *পু.* শনি গ্ৰহ।

**শ্ৰুতাধ্যয়নং** বেদাধ্যয়ন।

**শ্ৰুতান্বিতঃ** শাস্ত্ৰজ্ঞ। বেদজ্ঞ।

**শ্ৰুতায়ুঃ** *পু.* সূৰ্যবিংশীয় এজন ৰজা। কুশৰ চতুৰ্দশ পুৰুষ।

**শ্ৰুতাৰ্থঃ** ১। মৌখিকভাৱে জ্ঞাপন কৰা বিষয়, ২। শুনা মাত্ৰকে বুজি পোৱা বিষয়।

**শ্ৰুতিঃ** *স্ত্ৰী.* (শ্ৰূয়তেঽনয়েতি শ্ৰু ক্তিন) ১। বেদ। বেদশাস্ত্ৰ, 'শ্ৰুতিস্তু বেদো বিজ্ঞেয়ো ধৰ্মশাস্ত্ৰন্তু বৈ স্মৃতিঃ', মনু ২।১০; ২। কাণ। গৰ্ভস্থ সন্তানৰ পঞ্চম মাহত কাণ হয়। ইয়াৰ ইন্দ্ৰিয়গ্ৰাহ্য বিষয় হ'ল শব্দ, ধ্বনি, ৩। শ্ৰোত্ৰ কৰ্ম, ৪। বাৰ্তা, ৰ ১।২৭; বাতৰি, খবৰ, উৰা-বাতৰি, জনশ্ৰুতি, ৫। শ্ৰবণা নক্ষত্ৰ, ৬। (সঙ্গীত) ষড়জাদি আৰম্ভিকা, সঙ্গীতৰ মাত্ৰা বিশেষ, **—কটঃ** ১। সাপ, ২। তপস্যা, প্ৰায়শ্চিত্ত, **—কটু** *বিণ.* অশ্ৰাব্য **(টুঃ)** কঠোৰ শব্দ, কাব্যালঙ্কাৰৰ এটা দোষ, **—কথিতঃ** বেদোক্ত, **—চোদনং —না** বৈদিক বিধি, **—জীৱিকা** ধৰ্মশাস্ত্ৰ, স্মৃতি, **—দ্বৈধং** বেদবিধিৰ অসঙ্গতি, **—নিদৰ্শনং** বেদৰ প্ৰমাণ, **—পথঃ** কাণে ঢুকি পোৱা দূৰত্ব, **—প্ৰসাদনং** কাণক আনন্দদান, **—প্ৰামাণ্যং** বেদৰ প্ৰমাণ, **—মণ্ডলং** কাণৰ বাহিৰ ভাগ, **—মূলং** বেদৰ পাঠ্যাংশ, **—মূলক** বেদত থকা, **—বিষয়ঃ** শ্ৰৱণেন্দ্ৰিয় গ্ৰাহ্য বিষয়। কাণে ঢুকি পোৱা বিষয়। বেদ বিধি।

**শ্ৰুত্যনুপ্ৰাশঃ** এবিধ অনুপ্ৰাস অলঙ্কাৰ। শব্দালঙ্কাৰ।

**শ্ৰুৱঃ** *পু.* ১। যজ্ঞ, ২। আহুতি দিয়া হেঁতা, হোমবাৰি।

**শ্ৰুৱা** *স্ত্ৰী.* ১। মূৰ্বালতা, ২। হোমবাৰি, **—বৃক্ষঃ** এবিধ গছ, বিকঙ্কট বৃক্ষ।

**শ্ৰেঢ়ী** *স্ত্ৰী.* অঙ্ক বিশেষ। ক্ৰমাৎ বৃদ্ধি হৈ যোৱা গণনা।

**শ্ৰেণিঃ, ণী** *পু. স্ত্ৰী.* (শ্ৰয়তি ইতি শ্ৰি ণিঃ) ১। পংক্তি, শাৰী, ২। জাক, সমূহ, ৩। বাল্টি, পানীৰ পাত্ৰ, ৪। সমাজ, গোষ্ঠী, যেনে বণিকশ্ৰেণী, **—ধৰ্মাঃ** বেহা-বেপাৰ।

**শ্ৰেণিকঃ** শ্ৰেণী। ৰ ১।৪১, **—কা** তম্বু, চামিয়ানা।

**শ্ৰেয়ঃ (স্)** *ক্লী.* (প্ৰশস্য ঈয়সুন ইতি শ্ৰঃ) ১। ধৰ্ম, ২। মুক্তি, মোক্ষ, মনু ২।২২৪; ৩। শুভ, মঙ্গল, উৎকৃষ্টতা, গী ৩।৩৫; ৪। সৌভাগ্য, আশীৰ্বাদ, কল্যাণ, ৫। ভাল ফল, ৬। মাঙ্গলিক অনুষ্ঠান, **—সী** *স্ত্ৰী.* শিলিখা। গজপিপ্পলী, ৰাস্না।

**শ্ৰেয়স্কৰ** *বিণ.* মাঙ্গলিক, কল্যাণজনক, সুখদায়ক।

**শ্ৰেয়াৰ্থী (ন্)** *বিণ.* সুখাভিলাষী। কল্যাণকামী।

**শ্ৰেয়ান্ (স্)** *বিণ.* (প্ৰশস্য ঈয়সুন্ ইতি শ্ৰঃ) শ্ৰেষ্ঠ, মনু ১০।১১২।

**শ্ৰেষ্ঠ** *বিণ.* (প্ৰশস্য ইষ্ঠন ইতি শ্ৰঃ) ১। শ্ৰেষ্ঠ। উৎকৃষ্টতম, ২। সকলোতকৈ সুখী, সমৃদ্ধিশালী, ৩। বয়সত ডাঙৰ, সকলোতকৈ বয়সীয়া, **—ষ্ঠং** *ক্লী.* গৰুৰ গাখীৰ, **—ষ্ঠঃ** ১। দ্বিজ, ২। কুবেৰ, ৩। ৰজা, সম্ৰাট, ৪। বিষ্ণু, ৫ মহাদেৱ, **—ষ্ঠা** স্থল পদ্ম। উত্তমা নাৰী।

**শ্ৰেষ্ঠাম্লং** *ক্লী.* অমৰা।

**শ্ৰেষ্ঠাশ্ৰমঃ** *পু.* গৃহস্থাশ্ৰম। (বাকী তিনিওটা আশ্ৰমৰ পালনকৰ্তা কাৰণে)।

**শ্ৰেষ্ঠী (ন্)** (শ্ৰেষ্ঠং ধনাদিকমস্তীতি শ্ৰেষ্ঠ ইনিঃ) বেপাৰী গোষ্ঠীৰ অধ্যক্ষ।

**শ্ৰৈ** স্বেদে (ভ্বা প অ শ্ৰায়তি) ১। ঘাম ওলা, ঘাম, ২। ৰান্ধ, সিদ্ধ কৰ।

**শ্ৰোণ্** সংঘাতে (ভ্বা প স শ্ৰোণতি) ১। সংগ্ৰহ কৰ, আহৰণ কৰ, ২। একগোট হ।

**শ্ৰোণ** *বিণ.* (শ্ৰোণ অচ) পঙ্গু, খোৰা, **—ণঃ** এবিধ বেমাৰ, **—ণা** ১। শ্ৰৱণা নক্ষত্ৰ, ২। ভাতৰ মাড, তিৰোতাৰ তপিনা।

**শ্ৰোণিঃ, ণী** *স্ত্ৰী.* (শ্ৰোণ সংঘাতে ইন্) ১। তপিনা, তিৰোতাৰ তপিনা, 'শ্ৰোণীভাৰাদলসগমনা—', মে ৮২; ২। পথ, আলিবাট, **—তটঃ** তপিনাৰ ঢাল অংশ, **—ফলকং** বহল তপিনা, **—বিম্বং —সূত্ৰং** কটি সূত্ৰ, কঁকালী।

**শ্ৰোতঃ (স্)** *ক্লী.* (শ্ৰু অসুন্) ১। কাণ, ২। নদীৰ বেগ, ৩। ইন্দ্ৰিয়, ৪। হাতীৰ শুঁড়, **—ৰন্ধ্ৰং** নাকৰ বিন্ধা।

**শ্ৰোতা (ঋ)** *বিণ.* (শ্ৰু তৃচ্) শুনোতা, 'অপ্ৰিয়স্য চ পথ্যস্য ৱক্তা শ্ৰোতা চ দুৰ্লভঃ', হি।

**শ্রোত্রং** *ক্লী.* (শ্রু ত্রন্) ১। কাণ, ৰ ৭।১৬; ২। বেদ, ৩। বেদজ্ঞ। **—পেয়** মনোযোগেৰে শুনিব লগীয়া।

**শ্রোত্রিয়** *বিণ্* (ছন্দোঽধীতে ইতি ছন্দস্ ঘন) ১। বেদাধ্যয়নশীল (ব্রাহ্মণ), বেদজ্ঞ (ব্রাহ্মণ) ২। শিক্ষণীয়, শান্ত। নম্র। **—য়ঃ** *পু* বেদজ্ঞ ব্রাহ্মণ। জন্মনা ব্রাহ্মণো জ্ঞেয়ঃ সংস্কাৰৈৰ্দ্বিজ উচ্যতে। ৱিদ্যাভ্যাসী ভৱেদবিপ্রঃ শ্রোত্রিয়স্ত্রিভিৰেৱ হি।। পপু ১১৬ অ; **—য্বং** বেদজ্ঞ ব্রাহ্মণৰ সম্পত্তি।

**শ্রৌত** *বিণ্* (শ্রুতৌ ভৱং শ্রুতি অণ্) ১। শ্রুতি অর্থাৎ বেদ অথবা কাণ সম্বন্ধীয়। ২। বেদবিহিত। **—তং** ১। বেদ বিহিত ধার্মিক কর্ম। ২। যজ্ঞাগ্নি সংৰক্ষণ আৰু সেৱন। ৩। ত্রেতাগ্নি (গাৰ্হপত্য, আহৱনীয় আৰু দক্ষিণ)। **—কর্ম** বৈদিক কর্ম। **—সূত্রং** বেদৰ ভেঁটিত ৰচিত এবিধ সূত্র। শ্রৌতসূত্রৰ কেইজনমান প্রসিদ্ধ সূত্রকাৰ হ'ল, আশ্বলায়ন, সাংখ্যায়ন, কাত্যায়ন।

**শ্রৌত্রং** *ক্লী* (শ্রোত্র অণ্) ১। কাণ, ২ শ্রোত্রিয় কর্ম। ৩। বেদ ব্যুৎপত্তি।

**শ্রৌষট্** *অব্য* দেৱতাৰ উদ্দেশ্যে হৱিঃ আহুতি দিবৰ সময়ত পুৰোহিতে কৰা মন্ত্রোচ্চাৰণ।

**শ্ব্যাহ্বং** *ক্লী* পদুম ফুল।

**শ্লক,– শ্লঙ্ক্** সর্পে (ভ্বা আ শ শ্লঙ্কতে) যা, গমন কৰ

**শ্লক্ষ্ণ** *বিণ্.* (শ্লিষ আলিঙ্গনে ক্স্নঃ) ১। অলপ, অকণমান পাতল, ক্ষীণ, ২। কোমল, মৃদু, ৩। চকচকীয়া, নিমজ, ৪। ধুনীয়া, মনোৰম, ৫। সাধু, সৎ।

**শ্লক্ষ্ণকং** তামোল গছ।

**শ্লগ্, শ্লঙ্গ্** ব্রজে (ভ্বা আ অ শ্লঙ্গতে) যা, গমন কৰ।

**শ্লথ্** দৌর্বল্যে (চুৰা উ অ শ্লথয়তি-তে) ১। ঢিলা হ, শিথিল হ। ২। দুর্বল হ, ৩। ঢিলা কৰ, শিথিল কৰ, ৪। আঘাত কৰ, বধ কৰ।

**শ্লথ** *বিণ্* (শ্লথ্ অচ্) ১। শিথিল, শি ৭।৬২; ২। ঢিলা, দুর্বল, সোলোক-ঢোলোক। ৩। আউল-বাউল **—লম্বী** তললৈ ওলমি থকা।

**শ্লাখ্** ব্যাপ্তৌ (ভ্বা প শ্লাখতি) ১। ব্যাপ্ত হ, বিয়পি যা। ২। ভেদ কৰ, সোমা, প্রৱেশ কৰ।

**শ্লাঘ্** কত্থনে (ভ্বা আ স শ্লাঘতে), কত্থনং প্রশংসা। ১। প্রশংসা কৰ, শলাগ ল। ২। অহঙ্কাৰ কৰ, গর্ব কৰ, গর্বিত হ। ৩। ভালবি লগা, তোষামোদ কৰ।

**শ্লাঘনং** *ক্লী* (শ্লাঘ ল্যুট্) প্রশংসা, গর্ব, শলাগ। তোষামোদ।

**শ্লাঘা** *স্ত্রী* (শ্লাঘ অঃ টাপ্) ১। প্রশংসা, শলাগ। ২। আত্মপ্রশংসা, অহঙ্কাৰ, ৩। সেৱা, শুশ্রূষা, ৪। ইচ্ছা, অভিলাষ **—ৱিপর্য্যয়ঃ** গর্বহীনতা। অহঙ্কাৰশূন্যতা। 'জ্ঞানে মৌনং ক্ষমা শক্তৌ ত্যাগে শ্লাঘা ৱিপর্য্যয়ঃ', ৰ ১।২২।

**শ্লাঘ্য** *বিণ্* (শ্লাঘা ণ্যৎ) শ্লাঘনীয়, প্রশংসনীয়, শলাগিব লগীয়া; ৰ ১১।৬৮।

**শ্লিকু** *ক্লী* (শ্লিষ কুঃ ) জ্যোতিষ শাস্ত্র। **—কুঃ–ক্যুঃ** *পু* ১। লম্পট, কামুক, ২। ভৃত্য।

**শ্লিষ্** (ক) দাহে (ভ্বা প স শ্লেষতি) ১। দাহ কৰ, ২। পোৰ।

(খ) শ্লেষে (দিৱা প স শ্লিষ্যতি) ১। সাবটি ধৰ, আঁকোৱালি ল, আলিঙ্গন কৰ। ২। লাগি ধৰ, ৩। সংযোগ কৰ, ৪। ধৰ। বুজি পা **আ—** আলিঙ্গন কৰ **ৱি—** বিচ্ছেদ কৰ, দূৰত ৰাখ। **সং—**, লাগি ধৰ, সংযোগ কৰ।

(গ) শ্লেষে (চুৰা উ স শ্লেষয়তি-তে) যোগ কৰ, সংযোগ কৰ, লগ লগা।

**শ্লিষা** *স্ত্রী* আলিঙ্গন।

**শ্লিষ্ট** *বিণ্* (শ্লিষ ক্তঃ) ১। সাবটি ধৰা, আলিঙ্গিত, আসক্ত। ২। শ্লেষ (অলঙ্কাৰ) যুক্ত।

**শ্লিষ্টিঃ** *স্ত্রী* আলিঙ্গন।

**শ্লীপদং** *ক্লী* ফুলা ভৰি। গোধা।

**শ্লীল** *বিণ্* (শ্রী লচ) ১। ভাগ্যৱান, ২। লক্ষ্মীৱান, ৩। শালীন।

**শ্লেষঃ** *পু* (শ্লিষ ঘঞ) ১। সংযোগ, ২। আলিঙ্গন। ৩। এবিধ শব্দালঙ্কাৰ। ইয়াত এটা শ্লিষ্ট পদৰ দ্বাৰা অনেকাৰ্থৰ বোধ হয়।

**শ্লেষ্মকঃ** শ্লেষ্মা, কফ।

**শ্লেষ্মণ,–ষ্মল** *বিণ্* কফৰ বেমাৰী।

**শ্লেষ্মা(ন্)** *পু* (শ্লিষ মনিন্) কফ। **—ষ্মা,–ষ্মী** ১। মল্লিকা, ২। কেতেকী, ৩। ত্রিকুট, **—তঃ,–তকঃ** এবিধ গছ।

**শ্লোক্** সংঘাতে, বর্জনে, সর্জনে (ভ্বা আ অ স শ্লোকতে) ১। কবিতা (শ্লোক) ৰচনা কৰ, ২। প্রশংসা কৰ, ৩। ত্যাগ কৰ, বর্জন কৰ, ৪। একগোট কৰ, সংগ্রহ কৰ, লাভ কৰ, পা।

**শ্লোকঃ** *পু* (শ্লোক সংঘাতে ঘঞ) ১। পদ্য, ২। যশস্যা, খ্যাতি। ৩। বাক্, প্রশংসা বাক্য, স্তুতি বাক্য, ৪।

অনুষ্টুভ্ ছন্দৰ পদ্য। ক্রৌঞ্চ মিথুনৰ এটা ব্যাধৰ হাতত বধ হোৱা দেখি বাল্মীকিৰ মুখৰ পৰা শোকৰ কবিতাফাকি আপোনা-আপুনি ওলাই পৰিল, 'মা নিষাদ প্রতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ। যৎক্রৌঞ্চমিথুনা-দেকমৱধীঃ কামমোহিতম।' এয়ে বাল্মীকিৰ মুখৰ পৰা ওলোৱা প্রথম শ্লোক। তাৰ পিচতে কবিয়ে কয়। 'শোকার্তস্য প্রবৃত্তো মে শ্লোকো ভৱতু নান্যথা।', ৫। এটা সমবৃত্ত।

**শ্লোণ্** সংঘাতে (ভ্বা প স শ্লোণতি) ১। সংগ্রহ কৰ ২। একগোট কৰ, দ'ম কৰ, স্তুপাকাৰ কৰ।

**শ্লোণঃ** *প* খোৰা মানুহ, পঙ্গু।

**শ্বঃ(স্)** *অব্য* কালিলৈ। —**শ্রেয়সং** কল্যাণ, ভট্টি ৪।৩৮।

**শ্বক্ শ্বঙ্ক্** সর্পে (ভ্বা আ স শ্বঙ্কতে) যা, গমন কৰ।

**শ্বচ্ শ্বঞ্চ** গত্যাম্ (ভ্বা আ স শ্বচতে, শ্বঞ্চতে) ১। যা, গমন কৰ, ২। ফাক কৰ, খোল, ফাল।

**শ্বঠ্ শ্বণ্ঠ** ক) দুর্বাচি (চুৰা উ, স শ্বঠয়তি-তে শ্বণ্ঠয়তি) বেয়া কথা ক, গালি পাৰ। আনৰ বিষয়ে বেয়া ক। খ) গতৌ (চুৰা প স শ্বাঠয়তি, শ্বণ্ঠয়তি) ১। যা, গমন কৰ, ২। কাম শেষ কৰ, সম্পন্ন কৰ, ৩। অলঙ্কৃত কৰ, ভূষিত কৰ।

**শ্বগণং** এজাক কুকুৰ। —**গণিকঃ** ব্যাধ।

**শ্বধূর্তঃ,-ভীৰুঃ** শিয়াল।

**শ্বনৰঃ** খিটখিটীয়া স্বভাৱৰ মানুহ।

**শ্বপচঃ** নীচ জাতিৰ মানুহ। চণ্ডাল।

**শ্বপাকঃ** চণ্ডাল। 'শুনি চৈৱ শ্বপাকে চ পণ্ডিতাঃ সমদর্শিনঃ।', গী ৫।১৮।

**শ্বফলং** নেমুটেঙা।

**শ্বফল্কঃ** অক্রূৰৰ পিতাক। বৃষ্ণিৰ পুত্র।

**শ্বভ্** ৱিলে টঙ্কে গতৌ (চুৰা উ স অ শ্বভ্রয়তি-তে) ১। যা, গমন কৰ, ২। ফাল, দুফাল কৰ, ফুটা কৰ, বিন্ধা কৰ, ৩। দুখ ভোগ কৰি থাক।

**শ্বভ্রং** *ক্লী* (শ্বভ্রাতে যৎ ইতি ঘঞ্) ১। গাঁত, ২। ছিদ্র। কি ১৪।৩৩।

**শ্বয়থুঃ** *পু* শোথ, শোব ৰোগ।

**শ্বয়ীচী** *স্ত্রী* পীড়া, যাতনা, কষ্ট।

**শ্বল্ শ্বল্ল্** রেগে (ভ্বা প অ শ্বলতি শ্বল্লতি) ১। দৌৰ, ২। বেগাই যা।

**শ্ববৃত্তিঃ** *স্ত্রী* (শুনঃ ইৱ পৰাধীনা বৃত্তিঃ সেৱা) কুকুৰৰ দৰে পৰসেৱা, মনু ৪।৬।

**শ্বৱ্যাঘ্রঃ** *পু* হিংস্র পশু।

**শ্বশুৰঃ** *পু* (শু আশু অশ্যতে ব্যাপ্যতে ইতি অশ্ উৰণ) পতি বা পত্নীৰ পিতাক। শহুৰ, মনু ৩।১১৯ 'অসাৰে খলু সংসাৰে সাৰঃ শ্বশুৰমন্দিৰম্', —**কঃ** শহুৰ।

**শ্বশুৰৌ** দ্বিব শহুৰ-শাহু।

**শ্বশুর্য্যঃ** *পু* দেওৰ, খুলশালি।

**শ্বশ্রূঃ** *স্ত্রী* (শ্বশুৰস্য স্ত্রী ইতি উঙ) শাহু। —**শ্বশুৰঃ** শাহু-শহুৰ।

**শ্বস্** প্রাণনে (অদা প অ শ্বসিতি) ১। উশাহ ল, উশাহ টান। ২। ফোঁপ', খৰকৈ উশাহ ল। ৩। ফোঁচ ফোঁচ কৰ্, ফোৰোহনি মাৰ। (নিজন্ত) শ্বাসয়তি-তে। **উদ্—** উল্লসিত হ। উশাহ ল, মনু ৩।৭২; ২। ফুলি উঠ। ৩। হুমুনিয়াহ কাঢ, ফোঁপাই থাক। ৪। শিথিল হ। নি— হুমুনিয়াহ কাঢ়, **ৱি—** ১। বিশ্বাস কৰ। নির্ভৰ কৰ, ২। জিৰণি ল, আশ্রয় ল, নির্ভয় হ।

**শ্বসনং** *ক্লী* (শ্বস্ ল্যুট্) ১। উশাহ, নিশাহ, কি ১০।৩৪; ২। হুমুনিয়াহ। —**নঃ** *পু* ১। বায়ু, ২। কেঁটকৰা গছ।

**শ্বসনাশনঃ, —নোৎসুকঃ** সাপ।

**শ্বসনেশ্বৰঃ** *পু* অর্জুন গছ।

**শ্বসনোর্মিঃ** ধুমুহা।

**শ্বসিত** *বিণ্* শ্বাস, উশাহ লোৱা। —**তং** উশাহ-নিশাহ, হুমুনিয়াহ।

**শ্বস্তন** *বিণ্* ভৱিষ্যতৰ কাৰণে ৰখা। ভৱিষ্যৎ সম্পৰ্কীয়।

**শ্বা(ন্)** *পু* (শ্বয়তি গচ্ছতীতি কনিন) কুকুৰ। —**কর্ণঃ** কুকুৰৰ কাণ, —**গণিকঃ** কুকুৰ-ৰখীয়া —**দন্তঃ** কুকুৰৰ দাঁত। —**পুচ্ছঃ** কুকুৰৰ নেজ।

**শ্বানঃ** *পু* (শ্বন্ অণ্) কুকুৰ। —**চিল্লিকা** উইচিৰিঙা —**নিদ্রা** কুকুৰ টোপনি। অর্থাৎ অকণমান শব্দতে সাৰ পোৱা। —**ৱৈখৰী** খিট্খিটীয়া স্বভাৱৰ।

**শ্বাপদ** ১। হিংস্র পশু। ২। বাঘ।

**শ্বাৱিৎ(ধ্)** *পু* কেঁটেলা পহু।

**শ্বাশ্বঃ** *পু* (শ্বা কুকুৰঃ অশ্ব ইৱ ৱাহনঃ যস্য) ভৈৰৱ।

**শ্বাসঃ** *পু* (শ্বস্ কৰণে ঘঞ্) ১। উশাহ-নিশাহ, ২। ফোঁপনি, হুমুনিয়াহ, ৩। বায়ু, বতাহ, ৪। হাঁপানি ৰোগ, উদ্‌ফাই ৰোগ, —**কাসঃ** হাঁপানি বেমাৰ, উদফাই ৰোগ,। —**হেতিঃ** টোপনি।

শ্বাসী(ন্) *বিণ্* উশাহ-নিশাহ। (পু) ১। বায়ু, বতাহ, ২। জীৱিত প্ৰাণী, ৩। ফোঁচ ফোঁচাই শব্দ কৰি পুথি পঢ়োঁতা।

শ্বি গতিবৃদ্ধ্যোঃ (ভ্বা প স শ্বয়তি) ১। ডাঙৰ হ, বৃদ্ধি পা, ফুলি উঠ। ২। উন্নতি কৰ, ৩। যা, গমন কৰ, ওচৰ চাপ, আগুৱাই যা। **উদ্**— বৃদ্ধি পা, ডাঙৰ হ, গৰ্বিত হ, অহঙ্কাৰত ফুলি উঠ।

শ্বিৎ শৌক্ল্যে (ভ্বা আ অ শ্বেততে) ১। বগা হ, ২। বগা কৰ।

শ্বিত *বিণ্* বগা, শুভ্ৰ। —**তিঃ** শুভ্ৰতা। —**ত্য** *বিণ্* বগা।

শ্বিত্ৰং *ক্লী* (শ্বিৎ শৌক্ল্যে ৰক্) ১। ধৱল কুষ্ঠ। ২। ঘাৰ বগা দাগ।

শ্বিত্ৰী(ন্) *বিণ্* (শ্বিত্ৰ ইনিঃ) ধৱল কুষ্ঠৰোগী।

শ্বিন্দ শৌক্ল্যে (ভ্বা আ অ শ্বিন্দতে) বগা হ, শুভ্ৰ হ।

শ্বেত *বিণ্* (শ্বিৎ অচ্) বগা, শুভ্ৰ। —**তং** *ক্লী* ৰূপ। —**তঃ** *পু* ১। বগা ৰং, ২। শঙ্খ, ৩। শুক্ৰ গ্ৰহ, ৪। কড়ি ৫। বগা মেঘ, ৬। জীৰা, ৭। এটা দ্বীপ, মহা, ১২।৩৩৫।৮; ৮। জম্বুদ্বীপৰ পৰ্বতসমূহৰ এখন, মা পু ৫৪।৯; ৯। শিৱৰ এটা অৱতাৰ, ১০। এটা নাগ —**কং** ৰূপ। —**কঃ** কড়ি —**কমলং,-পদ্মং** বগা পদুম। —**কুঞ্জৰঃ** ঐৰাৱত। —**কুষ্ঠং** ধৱল কুষ্ঠ। —**কেতুঃ** ১। বৌদ্ধ বা জৈন, ভিক্ষু। ২। এজন মুনি। —**কোল** এবিধ মাছ। পুঠী মাছ। —**গজঃ, -দ্বিপঃ** বগা হাতী, ইন্দ্ৰৰ হাতী। —**গৰুৎ, -গৰুতঃ, —ছদঃ** *পু* ৰাজহাঁহ। —**টঙ্কণং** এবিধ খাৰ। সুৱগা। —**দূৰ্ৱা** বগা দুবৰি। —**দ্বীপঃ** চন্দ্ৰদ্বীপ। বৈকুণ্ঠ নামৰ বিষ্ণুধাম, ভা ১০।৭০ অ; —**ধাতুঃ** চকমাটি। —**ধামা(ন্)** ১। চন্দ্ৰ, ২। কৰ্পূৰ, ৩। সাগৰৰ ফেন —**নীলঃ** মেঘ —**পত্ৰঃ** ৰাজহাঁহ —**পত্ৰৰথঃ** ব্ৰহ্মা। —**পাটলা** পেঁপা ফুল। —**পিঙ্গঃ** সিংহ —**পিঙ্গলঃ** ১। সিংহ, ২। শিৱ। —**ভণ্ডা** বগা অপৰাজিতা। —**মৰিচং** জলকীয়া, চজিনা গুটি। —**মালঃ** ধোঁৱা, মেঘ। —**ৰক্তঃ** গোলাপী ৰং, —**ৰঞ্জনং** সীহ —**ৰথঃ** শুক্ৰগ্ৰহ —**ৰোচিঃ(স্)** চন্দ্ৰ, —**ৰোহিতঃ** গৰুড় —**ৱল্কলঃ** ডিমৰু গছ। —**ৱাজী(ন্)** ১। চন্দ্ৰ, ২। অৰ্জুন, ৩। ঘোঁৰাৰ্য়াল, ৪। ৰজা অধিবেদৰ পুত্ৰ। —**ৱাহী(ন্)** অৰ্জুন। —**শিগ্ৰুঃ** বগা চজিনা —**শুঙ্গঃ,-শৃঙ্গঃ** যৱধান। —**সৰ্পঃ** ১। বগা সাপ, ২। বৰুণ বৃক্ষ। —**সাৰঃ** খয়েৰ। —**সুৰসা** বগা শেৱালি —**স্পন্দা** অপৰাজিতা। —**হয়ঃ, -হস্তী(ন্)** ঐৰাৱত।

**শ্বেতা** *স্ত্ৰী* ১। কড়ি, ২। অপৰাজিতা, ৩। বগা দুবৰি, ৪। মিছিৰি, ৫। স্ফটিক, ৬। বংশলোচন। ৭। শঙ্খিনী।

**শ্বেতাদ্ৰিঃ** *স্ত্ৰী* টেঙেচি টেঙা।

**শ্বেতাৰ্কঃ** বগা আকন গছ।

**শ্বেতেক্ষুঃ** বগা কুঁহিয়াৰ।

**শ্বেতোদৰঃ** *পু* কুবেৰ।

**শ্বেতৌহী** ইন্দ্ৰপত্নী শচীৰ এটা নাম।

**শ্বেত্ৰং** *ক্লী* ধৱল কুষ্ঠ।

**শ্বৈত্যং** *ক্লী* ১। শুভ্ৰতা, ২। ধৱল কুষ্ঠ।

**শ্বৈত্ৰং,-ত্ৰ্যং** ধৱল কুষ্ঠ।

**শ্বোভ্ৰসীয়সং** *ক্লী* মঙ্গল, কল্যাণ।

# ষ

ষ, ষকাৰ, মূৰ্দ্ধণ্য বৰ্ণ। একাৱন্নটা ব্যঞ্জন বৰ্ণৰ অন্তৰ্গত সপ্তচত্বাৰিংশ বৰ্ণ। অষ্টাধ্যায়ীৰ ত্ৰয়োদশ শিৱসূত্ৰৰ দ্বিতীয় বৰ্ণ। উচ্চাৰণ স্থান মূৰ্দ্ধা। বিণ্ শ্ৰেষ্ঠ, উৎকৃষ্ট, বিজ্ঞ। **ষঃ** *পু* ১। হানি, ধ্বংস, অন্ত, শেষ, ২। বাকী, অৱশিষ্ট, ৩। মোক্ষ, ৪। চুলি, ৫। মানৱ, ৬। শ্ৰেষ্ঠ পুৰুষ।

ষঘ হিংসে আদি কৰি যিমানবিলাক 'ষ' কাৰ যুক্ত ধাতু আছে, সেই সকলোবিলাক ধাতু ৰূপ কৰিবৰ সময়ত 'ষ'ৰ ঠাইত 'স' হয়। মাত্ৰ কিছুমান উপসৰ্গৰ পিচতহে 'ষ' হৈ থাকে। এই সকলোখিনি ধাতু 'স'ৰ শিতানত যথাস্থানত দিয়া হৈছে।

**ষট্(ষ্)** *বিণ্* ছয়সংখ্যক। —**কং** ছয়ৰ সমষ্টি। (শব্দৰ শেষত) যেনে— মাসষট্‌কং, বৎসৰষট্‌কং। —**কৰ্ম(ন্)** তন্ত্ৰমতে শান্তি আদি ছয়বিধ কৰ্ম। —**কৰ্ম্মা(ন্)** যাগাদি ষট্‌কৰ্ম কৰা ব্ৰাহ্মণ। 'ইজ্যাধ্যয়নদানানি যাজনাধ্যাপনে তথা। প্ৰতিগ্ৰহশ্চ তৈৰ্যুক্তঃ ষট্‌কৰ্ম্মা বিপ্ৰ উচ্যতে। —**কৃটা** ভৈৰৱী —**কোণঃ** ১। (জ্যোতিষ) লগ্নৰ পৰা ষষ্ঠগৃহ। শত্ৰুস্থান, ২। বজ্ৰ

**—চক্ৰং** শৰীৰ ভিতৰত থকা পদ্মাকাৰৰ ছয়প্ৰকাৰ চক্ৰ। **—চৰণঃ** ১। ভোমোৰা, মৌমাখি ২। ফৰিং ৩। ওকণী। **—জঃ** (ষড়জ) সঙ্গীতৰ প্ৰথম স্বৰ। **—তিলী(ন্)** জন্ম তিথি আদিত তিলৰ ছয়বিধ কৰ্ম। **—ত্ৰিংশৎ** *স্ত্ৰী* সংখ্যা ছয়ত্ৰিশ। **—পদঃ** ভোমোৰা, ওকণী, —(**—প্ৰিয়ঃ**) নাহৰ গছ। **—পদাতিথিঃ** আমগছ **—পদী** ওকণী, মাইকী ভোমোৰা। **—প্ৰজ্ঞঃ** ১। কামুক, লম্পট ২। ধৰ্মাদিশাস্ত্ৰসমূহত ব্যুৎপত্তি থকা ব্যক্তি। সেই ছয় শাস্ত্ৰ হ'ল : ধৰ্ম, অৰ্থ, কাম, মোক্ষ, লোক তত্ত্ব, আত্মা তত্ত্ব, **—ষষ্টিঃ** *স্ত্ৰী* ছয়ছষ্টি

**ষড়ঙ্গ**, *ক্লী* ১। শৰীৰৰ ছয় অঙ্গ। দুই জঙ্ঘা, দুই বাহু, মূৰ আৰু মাজ ভাগ (বুকু পেট)। ২। বেদৰ ছয় অঙ্গ। শিক্ষা, কল্প, ব্যাকৰণ, নিৰুক্ত, জ্যোতিষ আৰু ছন্দ। ৩। ছয় বিধ গব্যঃ গোমূত্ৰ, গোময়, গোৰোচনা, দুগ্ধ, দধি আৰু ঘিঁউ। **—ঙ্গঃ** বেদ। **—ঙ্গজিৎ** *পু* বিষ্ণু।

**ষড়ভিজ্ঞঃ** ধৰ্মাদি ছয় শাস্ত্ৰত অভিজ্ঞ ব্যক্তি, বুদ্ধ।

**ষড়শীতিঃ** *স্ত্ৰী* (জ্যোতিষ) মিথুন, কন্যা, ধনু আৰু মীন ৰাশিত ৰবি সংক্ৰান্তি। **—চক্ৰং** সেই চাৰিটা ৰাশিস্থিত ৰবিৰ শুভাশুভ ফল জনাৰ বাবে অঁকা চক্ৰ।

**ষড়ষ্টকং** *ক্লী* বৰ-কন্যাৰ ষড়ষ্টক যোৰা। এনে যোৰা দুবিধ মিত্ৰ আৰু অৰি।

**ষড়াননঃ** *পু* কাৰ্ত্তিকেয়। (কৃত্তিকাদি ছয়জনী ধাত্ৰীৰ স্তনপান কৰাৰ কাৰণে কাৰ্ত্তিকেয়ৰ ছয়খন মুখ আছিল।)

**ষড়াম্নায়াঃ** *পু* শিৱৰ ছয়খন মুখৰ পৰা ওলোৱা ছয়খন তন্ত্ৰ শাস্ত্ৰ।

**ষড়গয়া** *স্ত্ৰী* ছয়খন গয়া; অৰ্থাৎ গয়াৰ দৰে পবিত্ৰ, মুক্তিদাতা তীৰ্থ। গয়াগজ, গয়াদিত্য, গায়ত্ৰী, গদাধৰ, গয়া আৰু গয়াসুৰ।

**ষড়গৱ** *বিণ্* ১। ছয় গৰুযুক্ত হাল, ২। এবিধ প্ৰত্যয়।

**ষড়গ্ৰন্থি** *ক্লী* জলকীয়াৰ মূল। **—কা** এবিধ ঔষধি। গৰু গাঁ ধুওৱা হালধি, **—গ্ৰন্থী** এবিধ ঔষধি, বচ।

**ষড়দুৰ্গং** ছয় বিধ দুৰ্গ। ধন্বদুৰ্গ, মহীদুৰ্গ, গিৰিদুৰ্গ, মনুষ্যদুৰ্গ, মৃদ্দুৰ্গ, আৰু বনদুৰ্গ।

**ষড়ধা** *অব্য* ছয় প্ৰকাৰে, ছয় ধৰণে।

**ষড়বিন্দুঃ** ১। বিষ্ণু। ২। মূৰৰ অসুখত মালিচ কৰা এবিধ পকা তেল।

**ষড়ভুজ** *বিণ্* ১। ছয়খন হাত থকা। ২। (জ্যামিতি) ছয় ভুজৰ ক্ষেত্ৰ। **—জা** *স্ত্ৰী* খৰমুজা। দুৰ্গা।

**ষড়ৰসঃ** ছয়বিধ ৰস। মধুৰ, লৱণ, তিক্ত, কষায় (কেঁহা) অম্ল (টেঙা) আৰু কটু (খাৰ)।

**ষড়ৰাত্ৰং** *ক্লী* ছয় ৰাতি।

**ষড়ৰেখা** ছয়ডাল ৰেখাই আগুৰা ক্ষেত্ৰ।

**ষড়বক্ত্ৰঃ** *পু* কাৰ্ত্তিকেয়।

**ষড়বৰ্গঃ** ছয়টা (ৰিপু) একেলগে। ছয় ৰিপু— কাম, ক্ৰোধ, লোভ, মোহ, মদ আৰু মাৎসৰ্য্য।

**ষড়বিংশতি ঃ** ছাব্বিশ।

**ষড়বিধ** *বিণ্* ছয়বিধ, ছয়প্ৰকাৰ।

**ষণ্ডঃ** *পু* (ষণ্ দানে ডঃ) ১। ষাঁড়, বৃষভ। ২। নপুংসক, এনে নপুংসক চৈধ্যবিধ, কোনো কোনোৰ মতে কুড়িবিধ। ৩। দ'ম, সমূহ, ৪। চিহ্ন।

**ষণ্ডালী** ১। তেলৰ জোখ এবিধ। ছটাক। ২। কামুক তিৰোতা।

**ষণ্ঢঃ** *পু* ১। (শম ঢঃ) নপুংসক। ২। ক্লীবলিঙ্গ।

**ষন্নাড়ীচক্ৰং** *ক্লী* (জ্যোতিষ) জন্মৰ পৰা ছয় নক্ষত্ৰ ঘটিত চক্ৰ বিশেষ।

**ষন্মাস্য** *বিণ্* ছয় মাহত হোৱা।

**ষন্মুখঃ** ছয়মুখযুক্ত কাৰ্ত্তিকেয়। **—খা** খৰমুজা।

**ষত্বং** *ক্লী* মূৰ্দ্ধণ্য 'ষ' কাৰত্ব। (ব্যাকৰণ) ষত্ববিধি।

**ষৰ্ষপী** *স্ত্ৰী* এবিধ চৰাই।

**ষষ্টিঃ** *স্ত্ৰী* ষাঠী। মনু ৩।১৭৭; **—কঃ** এবিধ ধান। **—কা** *স্ত্ৰী* ষষ্টিক ধান। **—ক্য** সেই ধানৰ উপযুক্ত পথাৰ আদি। **—তম** *বিণ্* ৬০তম। **—ধা** *অব্য* ষাঠী প্ৰকাৰে **—মত্তঃ** হাতী **—হায়নঃ** ১। হাতী, ২। এবিধ ধান, ৩। ছয় বছৰ।

**ষষ্ঠ** *বিণ্* (ষষ্ ডট্) ৬ষ্ঠ।

**ষষ্ঠাংশঃ** ছয় ভাগৰ এভাগ। উৎপাদিত বস্তুৰ ৰজাই কৰ হিচাবে লোৱা ছয় ভাগৰ এভাগ। **—বৃত্তিঃ** ষষ্ঠাংশ আদায় কৰা ৰজা।

**ষষ্ঠান্ন** *ক্লী* ষষ্ঠ আহাৰ। **—কালঃ** তিনি দিনত (দিনে ৰাতি) এবাৰ আহাৰ কৰা অৰ্থাৎ পাঁচ সাজ উপবাসে থকা।

**ষষ্ঠী** *স্ত্ৰী* ১। ৬ষ্ঠী তিথি। ২। (ব্যাকৰণ) ৬ষ্ঠী বিভক্তি। ৩। দুৰ্গা, কাত্যায়নী, ষোড়শ মাতৃকাৰ অন্তৰ্গত এগৰাকী মাতৃকা। 'মাতৃকাসু পূজ্যতমা সা চ ষষ্ঠী প্ৰকীৰ্ত্তিতা।' **—তৎপুৰুষ** (ব্যাকৰণ) এবিধ সমাস। **—পূজনং,-পূজা** সন্তান প্ৰসৱৰ ছয়দিনৰ দিনা দেৱী ষষ্ঠীৰ পূজা।

**ষড়্সানুঃ** *পু* ১। ম'ৰা চৰাই, ২। যাগ, যজ্ঞ।
**ষাট্** *অব্য* সম্বোধনত ব্যৱহাৰ হয়।
**ষাড়্ৱঃ** *পু* ১। ৰস, ২। সঙ্গীত, ৩। ছয়টা স্বৰযুক্ত ৰাগিণী 'ঔড়ৱঃ পঞ্চভিঃ প্ৰোক্তঃ স্বৰৈঃ ষড়ভিস্তু ষাড়ৱঃ। সঙ্গীত দৰ্পণ।
**ষাড়্গুণ্যং** (ষড়্ গুণ স্বাৰ্থে ষ্যঞ) ১। ছয়টা গুণৰ সমাহাৰ। ২। ৰাজ্য ৰক্ষাৰ বাবে ৰজাই গ্ৰহণ কৰা ছয়টা উপায় সন্ধি, বিগ্ৰহ, যান, আসন, আশ্ৰয় আৰু দ্বৈধ, ৩। (অঙ্ক) ছয়ৰে পূৰণ।
**ষাণ্মাতুৰঃ** ছয় গৰাকী মাতৃ (ধাত্ৰী), যুক্ত কাৰ্ত্তিকেয়।
**ষাণ্মাষিক** *বিণ্* ছমহীয়া।
**ষাষ্ঠ** ৬ষ্ঠ।
**ষিড়গঃ** *পু* (ষিট অনাদৰে গন্) ১। কামুক, লম্পট। ২। বিদূষক, ৩। প্ৰেমানুৰাগী, প্ৰেমবিলাসী।
**ষুঃ** *পু* প্ৰসৱ। গৰ্ভবিমোচন।
**ষোড়ন্(ৎ)** *পু* ছয়দাঁতযুক্ত ষাঁড়।
**ষোড়শ (ন্)** *বিণ্.* ১৬শ, ষোল, **—কলা** ষোল বিধ কলা। চন্দ্ৰমণ্ডলৰ ষোল কলা— অমৃতা, মানদা, পূষা, তুষ্টি, পুষ্টি, ৰতি, ধৃতি, শশি, চন্দ্ৰিকা, কান্তি, জ্যোৎস্না, শ্ৰি, প্ৰীতি, অঙ্গদা, পূৰ্ণা আৰু পূৰ্ণামৃতা। **—দানং** আদ্য শ্ৰাদ্ধত আগ বঢ়োৱা ষোল বিধ দান। 'ভূৰ্ম্যাসনং জলং ৱস্ত্ৰং প্ৰদীপোঽন্নং ততঃ পৰম্। তাম্বুলছত্ৰগন্ধাশ্চ মাল্যং ফলমতঃ পৰম্। শয্যা চ পাদুকা গাৱঃ কাঞ্চনং ৰজতং তথা। দানমেতৎ ষোড়শকং প্ৰেতমুদ্দিশ্য দীয়তে, **—ভূজা** ষোলখন হাতযুক্তা দুৰ্গা। **—মাতৃকা** নান্দীমুখ শ্ৰাদ্ধৰ সময়ত এই ষোলগৰাকী মাতৃকাক পূজা কৰা হয়। 'গৌৰী পদ্মা শচী মেধা সাবিত্ৰী ৱিজয়া জয়া। দেৱসেনা স্বধা স্বাহা মাতৰো লোকমাতৰঃ। শান্তি পুষ্টি ধৃতি তুষ্টিৰাত্মদেৱতয়া সহ। আদৌ ৱিনায়কঃ পূজ্যঃ অন্তে চ কুলদেৱতা। **—ৰ্ত্বিকক্ৰতুঃ** *পু* ষোলগৰাকী পুৰোহিত থকা জ্যোতিষ্টোম যজ্ঞ।
**ষোড়শাঙ্গঃ** ১। ষোলটা অঙ্গযুক্ত ২। ষোল বিধ গন্ধদ্ৰব্য মিশ্ৰিত বিশেষ ধূপ।
**ষোড়শাঙ্গুলক** ষোল আঙুলি দীঘল।
**ষোড়শাংঘ্ৰি** কেঁকোৰা।
**ষোড়শাংশুঃ** শুক্ৰগ্ৰহ।
**ষোড়শাৰ্চ্চিঃ** (স্) শুক্ৰ গ্ৰহ।
**ষোড়শাৱৰ্ত্তঃ** শঙ্খ।
**ষোড়শিক** *বিণ্* ষোলটা অংশ বা ভাগ থকা।
**ষোড়শিকাম্ৰং** *স্ত্ৰী* এটা জোখ, 'পল'।
**ষোড়শী(ন্)** *পু* ১। যজ্ঞৰ এবিধ পাত্ৰ। ২। এবিধ অগ্নিষ্টোম যাগ।
**ষোড়শী** *স্ত্ৰী* দশ মহাবিদ্যাৰ অন্তৰ্গত এগৰাকী বিদ্যা। দশ মহাবিদ্যা চাওক।
**ষোড়শোপচাৰঃ** পূজাত উছৰ্গা কৰা নৈবেদ্যাদি ষোল বিধ দ্ৰব্য। 'আসনং স্বাগতং পাদ্যমৰ্ঘ্যমাচমনীয়কম্। মধুপৰ্কাচমনস্নানৱসনাভৰণানি চ। সুগন্ধিসুমনোধূপ দীপনৈৱেদ্যৱন্দনম্। প্ৰযোজয়েদৰ্চনায়াং উপচাৰাংস্তু ষোড়শঃ।।
**ষোঢ়া** *অব্য* ছয় ৰকমে, ছয় ধৰণে। **—ন্যাসঃ** তন্ত্ৰ শাস্ত্ৰবিধি অনুসাৰে ছয় ৰকমে শৰীৰৰ অঙ্গস্পৰ্শ। **—মুখঃ** কাৰ্ত্তিকেয়।
**ষ্ঠিব্** নিৰাসে (ক) (ভ্বা প স ষ্ঠীৱতি) (খ) (দিৱা প স ষ্ঠীৱ্যতি) ১। থু পেলা, মুখৰ পৰা থু উলিয়া, ২। বেলবেলাই থাক, কথা কওঁতে থু ছিটিকি পৰ, মনু ৪।১৩২।
**ষ্ঠীৱনং,-ষ্ঠেৱনং** *স্ত্ৰী* ১। থু পেলোৱা কাৰ্য্য, ২। থু, সেপ।
**ষ্ঠ্যূত** *বিণ্* (ষ্ঠিৱ ক্তঃ) থু নিক্ষিপ্ত।
**ষ্বক্ষ্ ষ্বষ্ক্** সৰ্পনে (ভ্বা আ স ষ্বক্কতে ষ্বষ্কতে) যা, গমন কৰ, আগুৱাই যা, ওচৰ চাপ। ■

# স

**স,** দন্ত্য সকাৰ। দ্বাত্ৰিংশ ব্যঞ্জন বৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ ত্ৰয়োদশ সূত্ৰৰ তৃতীয় বৰ্ণ। উচ্চাৰণ স্থান দন্ত। স বৰ্ণ সাধাৰণতে বিশেষ্য পদৰ আগত সহ, সমান, সম সদৃশ, সৈতে, তুল্য আদি অৰ্থ বুজাবলৈ ব্যৱহাৰ কৰা হয়। যেনে— সকন্যা, সপিণ্ডকৰণং সহৰ্ষং সমাতৃক ইত্যাদি।
**সঃ** *পু* ১। তদ্ সৰ্বনাম শব্দৰ ১মাৰ একবচন। সি বা তেওঁ। ২। ঈশ্বৰ, ৩। সাপ, ৪। বিষ্ণু ৫। বায়ু, বতাহ, ৬। চৰাই, ৭। সঙ্গীতৰ 'ষড়্জ'ৰ চুটি নাম, ৮। শিৱ।
**সং(ম্)** *অব্য* শোভন, প্ৰকৃষ্ট, সঙ্গতাদি অৰ্থবাচক।

**সংযঃ** *পু* কঙ্কাল।

**সংযৎ** *পু স্ত্রী* (সং যম্ ক্বিপ মলোপঃ তুক্) যুদ্ধ. ৰ ৭।৩৯। **—ত** *বিণ্* ১। নিয়ন্ত্রিত, ২। বদ্ধ, ৩। বশীভূত, কৃতসংযম। **—চেতঃ** সংযমী **—প্রাণ** যিয়ে নিশ্বাস ৰুদ্ধ কৰিছে। **—ৱাক্** মৌন।

**সংযত্বৰঃ** *পু* (সং যৎ ত্বৰচ) ৰজা। সম্রাট।

**সংযত্তা(ঋ)** *বিণ* সংযমকর্তা, সংযমী, নিয়ন্তা।

**সংযমঃ** *পু* (সং যম অপ) ১। ব্রত-শ্রাদ্ধাদি কর্মৰ পূৰ্বদিনত পালিব লগীয়া আচাৰ। ২। ব্যাঘাত, আটক, বশ, ৩। মানসিক স্থিৰতা, একাগ্ৰতা, যোগৰ শেষৰ তিনি আসনৰ অৱস্থা। ৪। তপস্যা, ব্রত পালন ৫। মানৱতা, সহানুভূতি। ৬। বন্ধন, সঙ্কোচ।

**সংযমকঃ** *পু* নিয়ন্তা, বিধাতা।

**সংযমনং** *ক্লী* (সং যম ল্যুট্) ১। বন্ধন ২। যমৰ ঘৰ, মহা ৩।১৬৩।৯; ৩। শাসন ৪। আকর্ষণ, ৫। আত্মসংযম, ৬। ধর্মীয় ব্রত পালন। **—নঃ** শাসক। **—নী** যমপুৰী।

**সংযমিত** *বিণ্* নিয়ন্ত্রিত, বশীভূত, আবদ্ধ, শৃঙ্খলিত।

**সংযমী(ন্)** *পু* মুনি, সন্ন্যাসী। 'যা নিশা সৰ্বভূতানাং তস্যাং জাগর্তি সংযমী', গী ২।৬৯।

**সংযাত্রা** *স্ত্রী* দ্বীপান্তৰ ভ্রমণ।

**সংযানাং** *ক্লী* ১। ভ্রমণ, ২। মৰা শ' কান্ধত লৈ শ্মশান গমন।

**সংযামঃ** *পু* সংযম।

**সংযাৱঃ** *পু* (সং যু ঘঞ) আটা বা ময়দাৰ লগত গাখীৰ আৰু ঘিঁউ সানি তৈয়াৰ কৰা পিঠা বিশেষ।

**সংযুক্(জ্)** *বিণ্* (সং যুজ ক্বিপ্) ১। লগ লাগি থকা, ২। সম্পৰ্কীয়, আত্মীয়।

**সংযুক্ত** *বিণ্* (সং যুজ ক্তঃ) ১। লগ লগা, যুক্ত, মিশ্রিত ২। প্রদত্ত, প্রাপ্ত, সম্পৰ্কিত।

**সংযুগঃ** *পু* ১। সংযোগ, ২। যুদ্ধ বিগ্রহ, ৰ ৯।৯ **—গোষ্পদং** অনৰ্থক কাঁজিয়া।

**সংযুত** *বিণ্* সংযুক্ত।

**সংযোগঃ** *পু* (সং যুজ ঘঞ) ১। মিলন, সম্মিলন, ২। সম্বন্ধ, ৩। বৈশেষিক মতে ২৪টা গুণৰ এটা। ৪। *যোগ, লগ লগোৱা কাৰ্য্য।* ৫। দুজন ৰজাৰ ভিতৰত মিলন, মিত্ৰতা। ৬। (ব্যাকৰণ) সংযোজক বৰ্ণ। ৭। (জ্যোতিষ) দুটা গ্ৰহ বা নক্ষত্ৰৰ মিলন যোগ। ৮। শিৱ। **—পৃথকত্বং** ন্যায় বিশেষ সংযোগৰ বিভিন্নতা। **—ৱিৰুদ্ধং** দুটা বস্তুৰ যোগ উৎপত্তিকাৰী মিশ্ৰণ।

**সংযোগী(ন্)** সংযোগ বিশিষ্ট। মিলিত সম্মিলিত।

**সংযোজনং** *ক্লী* ১। মৈথুন, যৌনসঙ্গম, ২। সংযোগ

**সংৰক্ষঃ** *পু* ১। ৰক্ষণ, সুৰক্ষা, ২ ৰক্ষণাবেক্ষণ জিম্মা।

**সংৰক্ত** *বিণ* ১। ৰঞ্জিত, ৰঙা, ৰংযুক্ত, ২। ক্ৰোধান্বিত খঙত ৰঙা পৰা ৩। ধুনীয়া, মনোৰম, ৪। মোহনীয়

**সংৰব্ধ** *বিণ* ১। উত্তেজিত, ২। ক্ৰোধান্বিত, উন্মত্ত, প্ৰচণ্ড ৩। বৰ্দ্ধিত, ৪। স্ফীত, ফুলি উঠা, ৫। নিমজ্জিত।

**সংৰম্ভঃ** *পু* (সং ৰম্ভ ঘঞ্ নুম) ১। ক্ৰোধ, খং, ২ আৰম্ভ, আৰম্ভণি, ৩। বেগ, গতিবেগ, ৪। উৎসাহ, ৫। সম্ভ্ৰম, ৬। প্ৰচণ্ডতা, অত্যাচাৰ, ৭। অহঙ্কাৰ **—ৰস** অত্যন্ত ক্ৰোধিত। **—ৱেগঃ** ক্ৰোধৰ প্ৰচণ্ডতা **—ম্ভী(ন্)** ১। ক্ৰোধান্বিত, ক্ৰোধী, ২। অহঙ্কাৰী।

**সংৰাগঃ** ১। ৰং, ২। ক্ৰোধ, ৩। অনুৰাগ, আসক্তি

**সংৰাধনং** *ক্লী* ১। স্তুতি, প্ৰশংসা, পূজা, ২। সম্পাদন, ৩। ধ্যান, গভীৰ চিন্তা।

**সংৰাৱঃ** *পু* (সং ৰু ধ্বনৌ ঘঞ) ১। শব্দ, ধ্বনি ২ কোঢ়াল, চিঞৰ-বাখৰ, হুলস্থুল।

**সংৰুগ্ন** *বিণ* ছিন্ন-বিচ্ছিন্ন, ভাঙি টুকুৰা-টুকুৰ হোৱা।

**সংৰুদ্ধ** *বিণ্* (সং ৰুধ ক্তঃ) ১। বদ্ধ, বাধাপ্রাপ্ত, ৰুদ্ধ ২। দখলীকৃত, অধিকৃত, ৩। লুক্কায়িত, লুকাই বা ঢাকি ৰখা, ৪। প্ৰত্যাখ্যাত।

**সংৰুঢ়** *বিণ্* (সং ৰুহ ক্তঃ) ১। প্ৰৌঢ়, ২। অঙ্কুৰিত ৩ শুকাব ধৰা ঘা। ৪। সাহসী, বিশ্বস্ত।

**সংৰোধঃ** *পু* (সং ৰুধ্ ঘঞ) ১। ব্যাঘাত, বাধা, প্ৰতিবন্ধক। ২। শৃঙ্খল, বন্ধন, ৩। প্ৰক্ষেপণ।

**সংৰোধনং** বাধা, বন্ধন। স্থগিতকৰণ।

**সংলগ্ন** *বিণ্* (সং লগ ক্তঃ) সংযুক্ত, সংযোজিত।

**সংলয়ঃ** *পু* (সং লী অচ্) ১। নিদ্ৰা, টোপনি, ২ প্ৰলয়, ধ্বংস।

**সংললিত** *বিণ্* আদৰ আপডাল কৰা, মৰম কৰা, মৰম কৰি ৰখা।

**সংলাপঃ** *পু* (সং লপ্ ঘঞ) ১। পৰস্পৰ ভাষণ। কথা-বতৰা, আলোচনা, ভাষণ ২। গুপুত মন্ত্ৰণা, নাটকৰ সংলাপ, কথোপকথন।

**সংলাপকঃ** এবিধ সৰু নাটিকা।

**সংলীঢ়** *বিণ্* (সং লীহ্ ক্তঃ) চেলেকি খাই শেষ কৰা, উপভোগ কৰা।

**সংলীন** *বিণ্* (সং লী ক্তঃ) ১। লাগি থকা, আসক্ত, সংযুক্ত, লুকাই থকা, আবৃত, ২। সঙ্কুচিত। **—কৰ্ণ** ওলমা কাণযুক্ত, **—মানস** মানসিকভাৱে দুখিত, জুৰুলা।

**সংলোড়নং** *ক্লী* বিৰক্তিকাৰক, বিবুদ্ধিজনক।

**সংৱৎ** *অব্য* এটা বছৰ। ৰজা বিক্ৰমাদিত্যৰ বছৰকেই সংৱৎ বুলি কোৱা হয়। এই চন খৃষ্টীয় চনৰ ৫৬ বছৰ পূৰ্ব্বৰ।

**সংৱৎসৰঃ** *পু* (সংৱসন্তি ঋতৱো যত্র ইতি সং ৱস নিৱাসে তসৰন) ১। এটা বছৰ, ২। সংৱৎ ৩। শিৱ **—কৰঃ** শিৱ। **—ভ্ৰমি** এটা বছৰৰ সম্পূৰ্ণ পৰিভ্ৰমণ।

**সংৱদনং** *ক্লী* ১। ভাষণ, কথোপকথন, সংবাদ, ২। বিবেচনা, ৩। কবচ, ৪। যাদুমন্ত্ৰ প্ৰয়োগৰ দ্বাৰা বশীকৰণ, মহা ৩।২৩।৫৭; **—না** *স্ত্ৰী* বশক্ৰিয়া।

**সংৱননং** *ক্লী* (সং ৱন ল্যুট) সংৱদনম।

**সংৱৰং** *ক্লী* (সং বৃ অপ্ ১। পানী ২। বৌদ্ধব্ৰত এবিধ। ৩। আত্মসংযম, ৪। গোপন, গুপ্তস্থান। **—ৰঃ** *পু* ১। আবৰণ, ২। সঙ্কোচন, ৩। এটা দৈত্য, ৪। এবিধ হৰিণ, ৫। বান্ধ, সেতু, ৬। বোধ, বোধ শক্তি, ৭। এবিধ মাছ।

**সংৱৰণং** *ক্লী* ১। আৱৰণ, গুপ্তকৰণ, গোপন, ২। ভেশচন, ছল, চেলু।

**সংৱৰ্জনং** ১। ভক্ষণ, ২। ক্ষয়, ধ্বংস।

**সংৱৰ্তঃ** *পু* (সং বৃৎ ক্তঃ) ১। প্ৰলয়, ধ্বংস, ২। বিশ্বৰ বিনাশ, ৩। মেঘ, ৪। আৱৰ্ত, ৫। প্ৰলয়ৰ সময়ত উত্থিত হোৱা সাত বিধ মেঘৰ এবিধ। ৬। এটা বছৰ, ৭। সমূহ, সমষ্টি। **—কঃ** ১। মেঘ, ২। প্ৰলয়াগ্নি, ৩। বড়ৱানল, ৪। বলৰাম, ৫। বলৰামৰ নাঙল। **—কী(ন্)** বলৰাম।

**সংৱৰ্তিঃ, —ৱৰ্তিকা** *স্ত্ৰী* ১। পদুমৰ কেশৰৰ কাষত থকা পাত। ২। পদুমৰ নতুন পাত। ৩। জুইৰ শিখা।

**সংৱৰ্দ্ধক** *বিণ্* (সং বৃধ্ নিচ ণ্বুল) ১। বৃদ্ধিকাৰী, উন্নতিজনক ২। সম্বৰ্ধনাকাৰী, সেৱা-শুশ্ৰূষাকাৰী, অভ্যৰ্থনাকাৰী।

**সংৱৰ্দ্ধনং** *ক্লী* (সং বৃধ ল্যুট) ১। বৃদ্ধি, উন্নতি, সমৃদ্ধি, আদৰ-অভ্যৰ্থনা। ২ খেল-ধেমালি।

**সংৱৰ্দ্ধিত** *বিণ্* (সং বৃধ নিচ ক্তঃ) বৃদ্ধিশালী, সমৃদ্ধিশালী।

**সংৱলিত** *বিণ্* (সং বল্ ক্তঃ) ১। মিলিত, মিশ্ৰিত, একত্ৰীকৃত ২। সংযুক্ত, ৩। ভগ্ন, ৪। সিঞ্চিত।

**সংৱল্গিত** *বিণ্* উৎপীড়িত, লুণ্ঠিত, উপদ্ৰুত **—তঃ** শব্দ ধ্বনি।

**সংৱসথঃ** *পু* (সং ৱস্ অথঃ) একেলগে বহু মানুহ বাস কৰা ঠাই, গাওঁ, চহৰ।

**সংৱহঃ** *পু* (সং ৱহ অচ) সপ্ত বায়ুমাৰ্গৰ চতুৰ্থ বিধ বায়ু। উদ্বহ বায়ুৰ উপৰিষ্ঠ বায়ু, মহা ১২।৩২৮।৪২।

**সংৱাদঃ** *পু* (সং ৱদ ঘঞ) ১। কথা-বতৰা, কথোপথন, ২। আলোচনা, ৩। খবৰ, বাৰ্তা, ৪। অনুমোদন। ৫। সম্মতি, মতৰ সাদৃশ্য, ৬। সম্ভাষণ, গী ১৮।৭০।

**সংৱাৰঃ** *পু* (সং বৃ ঘঞ) ১। সমাপ্তি, ২। বৰ্ণ উচ্চাৰণৰ সময়ত কণ্ঠৰ সঙ্কোচন। ৩। হ্ৰাস, ৪। সুৰক্ষা ৫। যোজনা।

**সংৱাসঃ** *পু* (সং ৱস ঘঞ) ১। একেলগে বাস, মনু ৮।২৭৬; ২। সঙ্ঘ, সংহতি ৩। ঘৰ, বাসস্থান, ৪। নগৰবাসীৰ খেলা-ধূলাৰ বাবে নগৰৰ মাজৰ মুকলি পথাৰ।

**সংৱাহঃ** *পু* (সং ৱহ নিচ অচ) ১। শৰীৰৰ অঙ্গ মালিচ কৰোঁতা। ২। মালিচ কৰাৰ কাৰণে নিযুক্ত চাকৰ। ৩। বেৰ থকা উদ্যান, ৪। একেলগে হেঁচি ধৰা ৫। (ভাৰ) বহন।

**সংৱাহকঃ** *পু* অঙ্গ-বিমৰ্দক। মালিচ কৰোঁতা।

**সংৱাহনং** *ক্লী* (সং ৱহ্ নিচ ল্যুট) ১। শৰীৰ মালিচ, মাপু ১০।৭৪; ২। ভাৰ বহন।

**সংৱিক্তং** *ক্লী* বিভক্তকৃত।

**সংৱিগ্ন** *বিণ্* ১। উদ্বিগ্ন, উত্তেজিত, ২। বিৰক্ত, ৩। বিমূঢ়, ৪। আতঙ্কিত।

**সংৱিজ্ঞাত** *বিণ্* ১। সকলোতে জনাজাত, ২। সৰ্বগ্ৰাহ্য।

**সংৱিত্তিঃ** *স্ত্ৰী* (সং ৱিদ ক্তিন্) ১। প্ৰতিপত্তি, ২। জ্ঞান, অনুভূতি ৩। বোধ, বুদ্ধি, ৪। পৰিচিতি, স্মৰণ, ৫। মানসিক সন্তুষ্টি।

**সংৱিৎ, —ৱিদ্** *স্ত্ৰী* (সং ৱিদ্ ক্বিপ্) ১। অঙ্গীকাৰ, ২। জ্ঞান, বোধশক্তি, অনুভূতি, ৩। সঙ্কেত, ৰ ৭।৩১; ৪। নাম, উপাধি, ৫। তোষণ, সন্তুষ্টি, ৬। সমাধি, ধ্যান, ৭। সম্ভাষণ, কথা-বতৰা, ৮। সহানুভূতি, ৯। ভাং, গাজা। ১০। অনুমোদন, চুক্তি, ১১। আচাৰ,

১২। যুদ্ধ; **—ব্যতিক্ৰমঃ** বিশ্বাসভঙ্গ, চুক্তিভঙ্গ। **—দা** প্ৰতিজ্ঞা। **—দাত** *বিণ্* ১। জ্ঞান, বুদ্ধি, ২। অনুকূলতা, **—দিত** ১। বিদিত, জ্ঞাত, ২। জনাজাত, বিখ্যাত ৩। উপদিষ্ট **—দিতং** *ক্লী* চুক্তিপত্ৰ।

**সংৱিধা** *স্ত্ৰী* ১। চুক্তি, ২। জীৱন ধাৰা, ৰ ১।৯৪।

**সংৱিধানং** ১। চুক্তি, ২। সম্পাদন, ৩। আঁচনি, পদ্ধতি, ৪। নাটকীয় ঘটনা-চক্ৰৰ সংযোজনা।

**সংৱিধানকং** *ক্লী* ১। নাটকৰ ঘটনাচক্ৰৰ যোজনা। নাটকীয় ঘটনা। ২। অলৌকিক বা অস্বাভাৱিক ঘটনা।

**সংৱিভাগঃ** বিভাগ, অংশ, ভাগ। **—গী(ন্)** ভাগী, অংশীদাৰ, অংশগ্ৰহণকাৰী।

**সংৱিষ্ট** *বিণ্* ১। টোপনিত পৰা, ২। প্ৰৱিষ্ট, ৩। উপবিষ্ট, ৪। বস্ত্ৰাবৃত, কাপোৰ পিন্ধা।

**সংৱিক্ষণং** *ক্লী* (সং ৱি ঈক্ষ্ ল্যুট) ১। অন্বেষণ, অনুসন্ধান, ২। পৰ্য্যৱেক্ষণ।

**সংৱীত** *বিণ্* (সং ৱ্যে ক্ত) ১। ৰুদ্ধ, ২। কাপোৰ পিন্ধা, আবৃত, কাপোৰেৰে আবৰা, ৩। আভূষিত ৪। পৰিৱেষ্টিত।

**সংবৃক্ত** ১। ভক্ষিত, ২। ধ্বংসীকৃত, বিধ্বংস।

**সংবৃত** *বিণ্* (সং বৃ ক্ত) ১। আবৃত, ২। লুক্কায়িত, গুপ্ত। শকু ২।১১; ৩। ৰুদ্ধ, ৪। নিৰ্জন, ৫। সঙ্কুচিত, ৬। সঙ্কুচিত, ৭। পূৰ্ণ, পূৰ্ণকৃত। **—তং** নিৰ্জন স্থান **—মন্ত্ৰ** *বিণ্* যি নিজৰ অভিপ্ৰায় গুপুতে ৰাখে।

**সংবৃতিঃ** *স্ত্ৰী* ১। আৱৰণ, ঢাকনী, ২। গোপন, ৩। গুপ্ত অভিপ্ৰায়।

**সংৱৃত্ত** *বিণ্* (সং বৃৎ ক্তঃ) ১। সংঘটিত, ২। সম্পাদিত, ৩। সংগৃহীত, স্তূপীকৃত, ৪। আবৃত, ৫। অতীত।

**সংৱৃত্তিঃ** *স্ত্ৰী* ১। ঘটনা, সম্পাদনা, ২। আৱৰণ, ৩। এগৰাকী দেৱী। 'সংবৃত্তিৰাশা নিয়তিঃ সৃষ্টিৰ্দেৱী ৰতিস্তথা', মহা ২।১১।৩৯।

**সংবৃদ্ধ** *বিণ্* (সং বৃধ্ ক্ত) ১। পৰিপুষ্ট, বৃদ্ধিপ্ৰাপ্ত, ২। উন্নত, ওখ, ৩। প্ৰস্ফুটিত।

**সংৱেগঃ** *পু* (সং ৱিজ্ ঘঞ্) ১। আলোড়ন, ২। উদ্বেগ, ৩। প্ৰচণ্ড বেগ, ৪। প্ৰচণ্ডতা, ৫। শীঘ্ৰতা, ৬। অত্যন্ত কষ্ট, তীব্ৰতা।

**সংৱেদঃ** *পু* (সং ৱিদ্ ঘঞ্) ১। অনুভৱ, অনুভূতি, ২। জ্ঞান।

**সংৱেদনং—না** ১। অনুভূতি, বোধ, বেদনা, ২। দান, সমৰ্পণ, আত্মসমৰ্পণ।

**সংৱেশঃ** *পু* (সং ৱিশ্ ঘঞ্) ১। নিদ্ৰা, টোপনি, ২। সপোন, ৩। (বহু) আসন, পীঠ; ৪। যৌনসঙ্গম **—শনং** যৌনসঙ্গম।

**সংব্যানং** *ক্লী* (সং ব্যা ল্যুট) ১। আৱৰণ, কাপোৰ, ২। আলোৱান, শি ১৮।৬৯।

**সংশপ্তকঃ** *পু* ১। যুদ্ধত বিপৰ্য্যয়ৰ সময়তো পলায়ন নকৰোঁ বুলি প্ৰতিজ্ঞা কৰা আৰু আনকো পলায়ন কৰিব নিদিয়া যোদ্ধা। এবিধ নাৰায়ণী সেনা। ২। হাতত অস্ত্ৰ লোৱা ভায়েক। ৩। শত্ৰুক হত্যা কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ সৈন্য।

**সংশয়ঃ** *পু* (সং শী অচ) ১। সন্দেহ, অনিশ্চয়তা, থেৰো গেৰোঁ ২। ন্যায়দৰ্শনৰ ষোল বিধ সন্দেহৰ এবিধ। ৩। বিপদ, আতঙ্ক, ৪। সম্ভাব্যতা। **—চ্ছেদঃ** সন্দেহ অপসাৰণ, নিশ্চয়তা।

**সংশয়াত্মা(ন্)** সদায় সকলো বিষয়তে সন্দেহ কৰি ফুৰা, সন্দেহবাদী।

**সংশয়ান** (সং শী শানচ্) **—য়ালু** *বিণ্* সন্দেহপূৰ্ণ, সংশয়যুক্ত।

**সংশৰণং** *ক্লী* যুদ্ধাৰম্ভ, আক্ৰমণ।

**সংশিত** *বিণ্* (সং শী ক্তঃ) ১। তীক্ষ্ণ, চোকা, তীক্ষ্ণীকৃত, ২। সম্পাতিত, ৩। নিশ্চিত, সুদৃঢ়কৃত **—ব্ৰত** প্ৰতিজ্ঞা, প্ৰতিশ্ৰুতি পূৰ্ণকাৰী।

**সংশিতাত্মা (ন্)** পৈণত মনৰ, বা পৈণত বুদ্ধিসম্পন্ন।

**সংশুদ্ধ** *বিণ্* (সং শুধ্ ক্তঃ) ১। সম্পূৰ্ণৰূপে শুদ্ধ, বিশুদ্ধ। ২। শোধিত, পৰিষ্কৃত ৩। প্ৰায়শ্চিত্তাদি কৰি শুদ্ধ হোৱা। **—দ্ধিঃ** *স্ত্ৰী* ১। সম্যকশোধন, সম্পূৰ্ণ শুদ্ধতা ২। শোধন, ত্ৰুটি, নিবাৰণ,৩। ঋণমুক্ত।

**সংশোধনং** *ক্লী* (সং শুদ্ধ ল্যুট) ১। সংশুদ্ধি, ২। শোধন, পৰিষ্কাৰকৰণ।

**সংশ্চৎ** *ক্লী* (সং চি অতি) ১। ছল, ছলনা, মায়া, ২। কুহক। *(পু)* ঐন্দ্ৰজালিক। যাদুকৰ।

**সংশ্যান** *বিণ্* (শং শ্যৈ ক্তঃ) ১। শীতত সঙ্কুচিত, ঠেৰেঙা লগা, গোট মৰা, ২। ভাগি পৰা।

**সংশ্ৰয়ঃ** *পু* (সং শ্ৰি অচ) ১। আশ্ৰয়, আশ্ৰয় স্থান, ৰা ২।৪১।৬; ২। বসবাস, বাসস্থান, ৩। আশ্ৰয়.

অন্বেষণ, আশ্ৰয় ভিক্ষা, ৰাজনীতিৰ ছয় বিধ গুণৰ এবিধ, মনু ৭।১৬০।

**সংশ্ৰৱঃ** *পু* (সং শ্ৰু অপ্) ১। অঙ্গীকাৰ, প্ৰতিজ্ঞা, ২। চুক্তি, ৩। সম্যক শ্ৰৱণ।

**সংশ্ৰৱণং** *ক্লী* ১। শ্ৰৱণ, ২। কাণ।

**সংশ্ৰিত** *বিণ্* (সং শ্ৰি ক্তঃ) ১। আশ্ৰিত, ২। আশ্ৰয়প্ৰাৰ্থী।

**সংশ্ৰুত** *বিণ্* (সং শ্ৰু ক্তঃ) ১। অঙ্গীকৃত, প্ৰতিজ্ঞা কৰা, ২। ভালদৰে শুনা।

**সংশ্লিষ্ট** *বিণ্* (সং শ্লিষ্ ক্তঃ) ১। সংযোজিত, মিলিত, ২। আলিঙ্গিত, ৩। সম্বন্ধিত, সম্পৰ্কিত। ৪। সংগৃহীত, প্ৰদত্ত। ৫। কাষতে থকা, লগত থকা, লগ লাগি থকা।

**সংশ্লেষঃ** *পু* (সং শ্লিষ্ ঘঞ্) ১। আলিঙ্গন ২। মিলন, সংযোগ।

**সংশ্বৎ** *ক্লী* ইন্দ্ৰজাল, মায়া, যাদু, ছলনা।

**সংশক্তঃ** *বিণ্* (সং সঞ্জ ক্তঃ) ১। সংলগ্ন, ২। সংযোজিত, মিলিত, ৩। ওচৰত থকা, লগ লাগি থকা, ৪। মিশ্ৰিত, ৫। আবদ্ধ, শৃঙ্খলিত **—মনঃ** (স্) যাৰ মন ধ্যানত মগ্ন। **—যুগ** *বিণ্* যুঁৱলিত সংযুক্ত, শি ৩।৬৮।

**সংশক্তিঃ** *স্ত্ৰী* ১। সংশক্ততা, ২। সংযুক্তি, ৩। ওচৰা উচৰি, লগা-লগি, ৪। সঙ্গম, সান্নিধ্য, ৫। শৃঙ্খলকৰণ, ৬। ভক্তি, আসক্তি।

**সংসৎ, —সদ্** *স্ত্ৰী* (সং সদ ক্বিপ্) ১। সভা, লোকসভা, ৰ ১৬।২৪; ২। ন্যায়ালয়, মনু ৮।৫২।

**সংসৰণং** *ক্লী* (সং সৃ গতৌ ল্যুট) ১। আগ বঢ়া কাৰ্য্য, ২। প্ৰাণীৰ জন্ম, ৩। সৈন্যৰ বাধা বা বিৰতিহীন গমন। ৪। যুদ্ধাৰম্ভ, আক্ৰমণ, ৫। ৰাজআলি, ৬। সংসাৰ, সাংসাৰিক জীৱন, ৭। নগৰৰ দুৱাৰমুখত যাত্ৰীৰ জিৰণি লোৱা স্থান।

**সংসৰ্গঃ** *পু* (সং সৃজ্ ঘঞ্) ১। সম্বন্ধ, সম্পৰ্ক, ২। সংমিশ্ৰণ, ৩। ওচৰা-উচৰি, স্পৰ্শ, ৪। যৌনসঙ্গম, মনু ৬।৭২; ৫। মৈত্ৰী, সান্নিধ্য। পাপিষ্ঠ, অন্ত্যজাদিৰ লগত সংস্পৰ্শ। ব্ৰহ্মহত্যা সুৰাপানং স্তেয়ং গুৰ্ব্বঙ্গনাগমঃ। মহান্তি পাতকানি আহুঃ সংসৰ্গশ্চাপি তৈঃ সহ।। মনু **—দোষঃ** সংসৰ্গ (সংস্পৰ্শ)-জনিত পাপ।

**সংসৰ্গাভাৱঃ** *পু* সম্বন্ধহীনতা। ন্যায়মতে অভাৱপদাৰ্থ বিশেষ। 'অভাৱস্তু দ্বিধা সংসৰ্গান্যোন্যাভাৱভেদতঃ।' ভাপ।

**সংসৰ্গী(ন্)** সম্বন্ধ বিশিষ্ট। একেলগে থকা, সম্পত্তিৰ ভাগ-বটৰা হোৱাৰ পিচতো পিতা, খুৰা, ভাই-ককাই একেলগে বাস কৰা। (পু) সহযোগী।

**সংসৰ্জনং** *ক্লী* ১। মিশ্ৰণ, মিহলা-মিহলি, ২। ত্যাগ, ৩। মলমূত্ৰ ত্যাগ।

**সংসৰ্পঃ** *পু* (সং সৃপ ক্ত) ১। চুঁচৰি গমন, গমন। ২। আচম্বিতে কৰা আক্ৰমণ। **—ৰ্পী(ন্)** ওচৰলৈ গৈ থকা, চুচৰি গৈ থকা ব্যক্তি, ৰ ৭।২৬।

**সংসাদঃ** *পু* (সং সদ ঘঞ্) সভা, সংসদ।

**সংসাৰঃ** *পু* (সং সৃ ঘঞ্) ১। গতিপথ, ২। জাগতিক জীৱনৰ ধাৰা, গতি বা চক্ৰ। জগৎ, পৃথিৱী, ঐহিক অস্তিত্ব। ৩। মিথ্যাজ্ঞানজন্য বাসনা, ৪। সংসাৰ চক্ৰ, এটা জীৱনৰ পিচত আন এটা জীৱনলৈ গতি, পুনৰ্জন্ম। **—গমনং** পুনৰ্জনম্ **—গুৰুঃ** কামদেৱ। **—মাৰ্গঃ** ১। জীৱন ধাৰা, জীৱনৰ পথ। ২। যোনি **—মোক্ষঃ —ক্ষণং** মোক্ষ, মুক্তি।

**সংসাৰী(ন্)** *বিণ্* ঐহিক, জাগতিক, জন্মান্তৰ বিষয়ক, *(পু)* ১। প্ৰাণী, ২। জীৱাত্মা, ব্যক্তি, শৰীৰী।

**সংসিদ্ধ** *বিণ্* (সং সিধ ক্তঃ) ১। সুসম্পাদিত ২। মোক্ষপ্ৰাপ্ত। **—দ্ধিঃ** *স্ত্ৰী* ১। সম্পাদনা, প্ৰাপ্তি ২। মোক্ষ, গী ৮।১৫; ৩। প্ৰকৃতি, স্বভাৱ-চৰিত্ৰ, ৪। ফল, পৰিণতি, ৫। মদমত্তা তিৰোতা, কামুকা নাৰী।

**সংসূচনং** *ক্লী* ১। প্ৰদৰ্শন, সূচনা, ২। বিজ্ঞাপনা, কথন, ৩। সঙ্কেত, ৪। নিন্দা, ভৰ্ৎসনা।

**সংসৃতিঃ** *স্ত্ৰী* (সং সৃ ক্তিন্) ১। গতি, সোঁত, প্ৰবাহ, ২। সাংসাৰিক জীৱন, ৩। জন্মান্তৰ।

**সংসৃষ্ট** *বিণ্* (সং সৃষ ক্তঃ) ১। মিশ্ৰিত, সংলগ্ন, সংযুক্ত, মিলিত, ২। শান্ত, ৩। সৃষ্ট, নিৰ্মিত, ৪। পৰিচ্ছন্ন।

**সংসৃষ্টতা,—ত্বং** *স্ত্ৰী ক্লী* ১। সঙ্ঘ, সমিতি, ২। (আইন) আৰ্থিক স্বাৰ্থৰ বাবে ভাগীসকলৰ স্বেচ্ছাই পুনৰ্মিলন।

**সংসৃষ্টিঃ** *স্ত্ৰী* (সং সৃষ ক্তিন্) ১। সংযোগ, মিলন, ২। সঙ্ঘ, সমিতি। ৩। একেটা পৰিয়ালত বাস, ৪। সংগ্ৰহ, সমষ্টি, গোষ্ঠী ৫। (অলঙ্কাৰ) একেটা বাক্যত বা অংশত দুটা ভিন্ন অলঙ্কাৰৰ অৱস্থিতি।

**সংসেকঃ** *পু* সিঞ্চন, জলসিঞ্চন।

**সংস্কৰ্তা(ৰ্ত্ত)** *পু* ১। সংস্কাৰ কৰ্তা, ২। ৰন্ধন কৰ্তা, খাদ্য বস্তু ধুই-পখালি কাটি-কুটি ৰন্ধন কৰোঁতা।

**সংস্কাৰঃ** *পু* (সং কৃ ঘঞ) ১। যজ্ঞাদি কৰ্ম, ২। শুদ্ধি, শুদ্ধিকৰণ, পৰিষ্কাৰ কৰণ, শোধন, ৩। পৱিত্ৰতা, বিশুদ্ধতা, ব্যাকৰণসম্মত ৪। অনুভৱ, ৫। (ন্যায়) গুণ বিশেষ। ৬। অদৃষ্টবিশেষজনক, হঠাতে কৰিব লগীয়া কৰ্ম। যেনে— যজ্ঞৰ অগ্নিস্থাপনৰ পিচতে বৰষুণ হোৱাৰ আশঙ্কা হ'লে নতুন ঠাইত আকৌ ভূমি সংস্কাৰ কাৰ্য্য কৰিব লাগে, ৭। বিবাহাদি দশ সংস্কাৰ— বিবাহ, গৰ্ভাধান, পুংসৱন, সীমন্তোন্নয়ন, জাতকৰ্ম, নামকৰণ, অন্নপ্ৰাশন, চূড়াকৰণ, উপনয়ন আৰু সমাৱৰ্তন, (মনুৰ মতে ১২ বিধ) ঃ মনু ২।২৭।৬৬) ৮। ৰন্ধন, পাক, ৯। সম্পাদন, প্ৰস্তুতি, আয়োজন, ১০। প্ৰায়শ্চিত্ত, শুদ্ধি। ১১। গঠন, অনুভৱ, ধাৰণা, প্ৰভাৱ। ১২। অনুভূতি, বোধ, ১৩। কৰ্মফল, ১৪। বৈশেষিক দৰ্শনৰ মতে ২৪ টা গুণৰ এটা; ১৫। স্মৰণ শক্তি ১৬। শৰীৰৰ শুদ্ধিকৰণ, ১৭। যিকোনো পূজা-পাঠাদি কৰ্ম। ১৮। উপনয়ন সংস্কাৰ, **—পূত** সুসংস্কৃত, শাস্ত্ৰোক্ত বিধিৰ দ্বাৰা পৱিত্ৰকৃত। **—ৰহিত, —ৱৰ্জিত,—হীন** *বিণ্* ১। সংস্কাৰ কৰ্ম ত্যাগী (দ্বিজ) ২। উপযুক্ত কালত উপনয়ন সংস্কাৰ নকৰা দ্বিজ, সাৱিত্ৰীপতিত, ব্ৰাত্য। দ্বিজই পোন্ধৰ বছৰত লগুণ ল'ব লাগে। বিপ্ৰৰ ১৬ বছৰ, ক্ষত্ৰিয়ৰ বাইশ বছৰ আৰু বৈশ্যৰ চল্লিশ বছৰ হলে ব্ৰাত্য দোষ হয়।

**সংস্কৃত** *বিণ্* (সং কৃ ক্তঃ) ১। পৰিষ্কৃত, শোধিত, ২। বিবাহ-উপনয়নাদি সংস্কাৰৰ দ্বাৰা পৱিত্ৰকৃত। ৩। সজ্জিত, সিদ্ধ, ৪। কৃত্ৰিমভাৱে নিৰ্মিত, কৃত্ৰিম, ৫। দেৱতালৈ আগ বঢ়োৱা, ৬। আভূষিত, ৭। উৎকৃষ্ট, শ্ৰেষ্ঠ। **—তং** *ক্লী* ১। পৰিষ্কৃত বিশুদ্ধ ভাষা বিশেষ। পাণিনি আদি বৈয়াকৰণিকসকলে ৰচনা কৰা সূত্ৰ-বিধিৰ দ্বাৰা শোধিত ভাষা, সংস্কৃত ভাষা যাক দেৱভাষা বুলিও কোৱা হয়। ২। দেৱতালৈ আগ বঢ়োৱা উছৰ্গা, নৈৱেদ্যাদি ৩। পৱিত্ৰ আচাৰ-ব্যৱহাৰ।

**সংস্ক্ৰিয়া** *স্ত্ৰী* (সং কৃ শঃ) ১। সংস্কাৰ কৰ্ম, ২। শৱদাহাদি কৰ্ম। ৩। উৎসৰ্গা।

**সংস্তম্ভঃ** *পু* ১। অৱলম্বন, ২। দৃঢ়তা, সুদৃঢ়কৰণ, ৩। ৰুদ্ধ, ৪। স্তম্ভন, স্থিৰ, লৰচৰ কৰিব নোৱৰা, পক্ষাঘাত, বিমূৰ্চ্ছন।

**সংস্তৰঃ** *পু* (সং স্তৃ অপ) ১। বিছনা, চোফা, কু ৪।৩৪; ২। যজ্ঞ, আহুতি।

**সংস্তৱঃ** *পু* (সং স্তু অপ) ১। পৰিচয়, চিনাকি, কি ৪।২৫; ২। স্তুতি, স্তৱ, ৩। প্ৰশংসা বচন।

**সংস্তৱান** *বিণ্* (সং স্তু আনচ) সদ্‌বক্তা, বাগ্মী *(পু)* ১। (যজ্ঞৰ) উদগাতা, ২। আনন্দ, হৰ্ষ।

**সংস্তাৱঃ** *পু* (সং স্তু ঘঞ) ১। যজ্ঞভূমিত স্তুতিপাঠ, বেদপাঠ আদি কৰাৰ কাৰণে পাঠক ব্ৰাহ্মণসকলে লোৱা স্থান। ২। প্ৰশংসা, স্তুতি। একেলগে বহু জনে কৰা স্তুতিপাঠ।

**সংস্তুত** *বিণ্* (সং স্তু ক্তঃ) ১। সম্যক প্ৰকাৰে স্তুতি-প্ৰাপ্ত। উচ্চপ্ৰশংসিত, ২। পৰিচিত, অন্তৰঙ্গ, আত্মীয়।

**সংস্তুতিঃ** *স্ত্ৰী* (সং স্তু ক্তিন) প্ৰশংসা, স্তুতি।

**সংস্ত্যায়ঃ** *পু* (সং স্ত্যৈ ঘঞ লুক) ১। সংঘাত, সন্নিবেশ, ২। সংস্থান, বিস্তৃতি ৩। ঘৰ, বাসস্থান, ৪। দ'ম, স্তূপসমূহ, ৫। আত্মীয়তা, পৰিচিতি।

**সংস্থ** *বিণ্* (সং স্থা কঃ) ১। থকা, স্থায়ী, বহু দিন যোৱা, ২। বাস কৰা, স্থিত, আশ্ৰিত ৩। বশমনা, পোহমনা, ৪। দৃঢ়, স্থাৱৰ। ৫। সমাপ্ত, মৃত। **—স্থঃ** ১। বাসিন্দা, অধিবাসী, ২। প্ৰতিৱেশী, দেশবাসী ৩। অনুচৰ, চোৰাংচোৱা। **—স্থা** *স্ত্ৰী* ১। ন্যায়িক দণ্ড বা হুকুম। ২। প্ৰতিজ্ঞা, ৩। ব্যৱস্থা, মনু ১।২১; ৪। ব্যক্তি, ৫। এবিধ সোম যজ্ঞ, ১০।২৩।৮; ৬। সমাপ্তি, ৭। চাৰি বিধ প্ৰলয়— নৈমিত্তিক, প্ৰাকৃতিক, নিত্য আৰু আত্যন্তিক। ৮। সঙ্ঘ, সমিতি, সমাজ। ৯। হানি, ক্ষয়, ধ্বংস।

**সংস্থানং** *ক্লী* (সং স্থা ল্যুট্) ১। সন্নিৱেশ, ২। সমষ্টি, সমূহ, ৩। অৱস্থান, ব্যৱস্থা ৪। গঠন, আকৃতি, ৫। মৃত্যু, ৬। চাৰিআলি, ৭। চিহ্ন, ৮। স্থান, ৰাজহুৱা স্থান ৯। কাষ, সন্নিকট।

**সংস্থাপনং** *ক্লী* (স স্থা ণিচ্ ল্যুট্) ১। স্থিতিকৰণ, **'ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।'** গী ৪।৮; ২। স্থাপন, দৃঢ়কৰণ, সংগ্ৰহ, ৩। সংযমন **—না** সংযমন, দমন, সান্ত্বনা।

**সংস্থিত** *বিণ্* (সং স্থা ক্ত) ১। মৃত, মনু ৯।১৯০; ২। একেলগে থকা, ৩। নিকট, ওচৰ, ৪। দৃঢ়ভাৱে

থকা, সুদৃঢ় ৫। স্থাৱৰ, লৰচৰ নকৰা, ৬। সমাপ্ত ৭। সদৃশ।

**সংস্থিতিঃ** *স্ত্রী* (সং স্থা ক্তিন) ১। সংস্থান, ২। একেলগে বাস, ৩। সংগ্ৰহ, সমষ্টি, স্তূপ, ৪। অৱস্থা, ব্যৱস্থা, ৫। দমন, সংযমন, ৬। মৃত্যু ৭। ঘৰ, বাসস্থান।

**সংস্পৰ্শঃ** *পু* (সং স্পৃশ ঘঞ) ১। স্পৰ্শ, সংযোগ, ২। সম্পৰ্ক। আলাপাৎ গাত্রসংস্পর্শাৎ নিশ্বাসাৎ সহভোজনাৎ। সহশয্যাসনাধ্যায়াৎ পাপং সংক্রমতে নৃণাম। (এইবিলাকৰ পৰা ৰোগ-পাপাদি এজনৰ পৰা আন এজনলৈ সংক্ৰমণ হ'ব পাৰে— কথা-বতৰা, শৰীৰ স্পৰ্শ, নিশ্বাস, সহ-ভোজন, আসন, শয্যা আৰু অধ্যয়ন।) **—স্পৰ্শা** *স্ত্রী* জনি নামৰ এবিধ আতৰ। **—স্পৰ্শী** *স্ত্রী* এবিধ সুগন্ধি লতা।

**সংস্ফালঃ** *পু* ১। ভেঁড়া, ২। মেঘ।

**সংস্ফেটঃ, –স্ফোটঃ** *পু* যুদ্ধ, সমৰ।

**সংস্মৰণং** *ক্লী* (সং স্মৃ ল্যুট) স্মৃতি, স্মৰণ, সংস্কাৰজন্য জ্ঞান।

**সংস্মৃতিঃ** *স্ত্রী* ১। স্মৰণ, স্মৃতি।

**সংস্ৰবঃ, –স্ৰাৱঃ** *পু* (সং স্ৰু ঘঞ) ১। বৈ যোৱা, স্ৰৱণ, টোপ টোপকৈ পৰা, ২। নিজৰা, ৩। যজ্ঞাবশিষ্ট।

**সংস্বৰঃ** *পু* (সং স্বৰ ণিচ অচ) জুইৰ তাপ।

**সংহত** *বিণ্* (সং হন্ ক্তঃ) ১। সুদৃঢ়ভাৱে একত্রিত, একগোট খোৱা, ২। সংযুক্ত, মিলিত, ৩। সন্নিকট, ৪। দৃঢ়, ডাঠ, গোটা। **—জানু** বক্ৰজানু, বেঁকা আঁঠুযুক্ত **—ভ্ৰূ** সঙ্কুচিত কৰা দুয়োপাৰি ভ্ৰূ। **—স্তনী** যি তিৰোতাৰ দুয়োটা স্তন বেছিকৈ ওচৰা-উচৰি।

**সংহততা–ত্বং** ১। ওচৰা-উচৰি অৱস্থা, সংলগ্ন, ২। আটিলতা, দৃঢ়তা, ৩। সম্মতি, সম্মিলন ৪। ঐক্য।

**সংহতিঃ** *স্ত্রী* (সং হন্ ক্তিন্) ১। ওচৰা-উচৰি অৱস্থা, ২। সমিতি, সম্মিলন, 'সংহতিঃ কাৰ্য্যসাধিকা', হি। ৩। আটিলতা, ৪। ঐক্য, ৫। সম্মতি ৬। স্তূপ, দ'ম, সমূহ, সমষ্টি।

**সংহননং** *ক্লী* ১। শৰীৰ, দেহ, ব্যক্তি, ২। দৃঢ়তা, আটিল অৱস্থা।

**সংহৰণং** *ক্লী* (সং হৃ ল্যুট) ১। সংগ্ৰহণ, একগোট, কৰণ, সঞ্চয়ন, ২। অধিকাৰকৰণ, দখলকৰণ, ৩। সঙ্কোচন, ৪। দমন, ৫। নাশ, ধ্বংস, বিনাশকৰণ।

**সংহৰ্তা(ৰ্ত্তৃ)** *পু* ধ্বংসকাৰী, নাশকাৰী।

**সংহৰ্ষঃ** *পু* (সং হৃষ ঘঞ) ১। আনন্দ, আহ্লাদ, হৰ্ষ, প্ৰমোদ, ২। স্পৰ্দ্ধা, ৩। লোমহৰ্ষ, শিহৰণ, গাৰ নোম থিয় হোৱা অৱস্থা। ৪। বায়ু।

**সংহাৰঃ** *পু* (সং হৃ ঘঞ) ১। এখন নৰকৰ নাম। ২। ধ্বংস, নাশ, প্ৰলয়, মনু ১।৮০; ৩। একগোট-কৰণ, সংগ্ৰহ, ৪। সঙ্কোচন, ৫। প্ৰস্থান, আটককৰণ, ৫। সমাপ্তি, অন্ত, অৱসান, ৬। উচ্চাৰণ ক্ৰটি। ৭। মায়া-অস্ত্ৰ নিবাৰক মন্ত্ৰ বিশেষ ৮। সমূহ, গোষ্ঠী, ৯। দক্ষতা, **—ভৈৰৱঃ** অষ্ট ভৈৰৱৰ এজন। **—মুদ্ৰা** বিসৰ্জন মুদ্ৰা। পূজা-যজ্ঞাদিৰ অন্তত দেৱতা-সকলক বিদায় দিবৰ সময়ত পুৰোহিতে হাতৰ আঙুলিৰে কৰা এবিধ তান্ত্ৰিক মুদ্ৰা। 'অধোমুখে ৱাম হস্তে উৰ্দ্ধাস্যং দক্ষহস্তকম। ক্ষিপ্তাঙ্গুলীৰঙ্গুলীভিঃ সংগৃহ্য পৰিৱৰ্ত্তয়েৎ।'

**সংহিত** *বিণ্* (সং ধা ক্তঃ) ১। মিলিত, একলগ কৰা বা হোৱা।, ২। পৰস্পৰ সম্মত, বিধিসম্মত ৩। সম্পৰ্কিত, ৪। সংগৃহীত, ৫। প্ৰদত্ত, সজ্জিত, পৰিপূৰ্ণ **—তা** *স্ত্রী* ১। সংযোগ, সংহতি, সংগ্ৰহ, সঙ্কলন, ২। শ্লোক-মন্ত্ৰাদি সুসম্বদ্ধভাৱে একত্ৰীকৃত, সঙ্কলিত গ্ৰন্থ বা শাস্ত্ৰ। ধৰ্মশাস্ত্ৰ, স্মৃতি, শ্ৰুতি। যেনে— মনুসংহিতা, বেদ সংহিতা, ৩। বেদৰ শাখা অনুসৰি পদপাঠ। 'পদপ্ৰকৃতিঃ সংহিতা।', নিৰুক্ত। ৪। সন্ধিৰ সূত্ৰানুসৰি দুটা বৰ্ণৰ সংযোগ। পৰঃ সন্নিকৰ্ষঃ সংহিতা। ৫। বিশ্ববিধাতা, পৰব্ৰহ্ম।

**সংহূতিঃ** *স্ত্রী* (সং হ্বে ক্তিন্) বহু লোকে একেলগে উলিওৱা মাত চিঞৰ, চিঞৰ-বাখৰ।

**সংহৃত** *বিণ্* (সং হৃ ক্তঃ) ১। একত্ৰীকৃত, ২। সংগৃহীত, সঙ্কুচিত, সংক্ষিপ্ত, ৩। নিবাৰিত, প্ৰস্থিত, ৪। বশীভূত, ৫। নাশকৃত, বিনষ্ট, সংহাৰকৃত।

**সংহৃতিঃ** *স্ত্রী* (সং হৃ ক্তিন্) ১। সঙ্কোচন, ২। সংহাৰ, বিনাশ, ৩। দমন, ৪। সংগ্ৰহ, ৫। অধিকাৰ, দখল।

**সংহৃষ্ট** *বিণ্* (সং হৃষ ক্তঃ) ১। আনন্দিত, হৰ্ষিত, ২। ৰোমাঞ্চিত, ৩। ভয়ত নোম শিয়ৰি উঠা।

**সংহ্লাদঃ** *পু* চিঞৰ, উচ্চ স্বৰ; শব্দ।

**সংহ্ৰীণ** *বিণ্* নম্ৰ, বিনীত, লাজুক।

**সকট** *বিণ্* দুষ্ট, অধম।

**সকটান্নং** *ক্লী* অশুদ্ধ অন্ন, কুখাদ্য।

**সকণ্টক** *বিণ্* ১। কাইটীয়া, ২। ক্লেশজনক, ভয়ানক, **—কঃ** এবিধ জলজ উদ্ভিদ, শৈৱাল, শেলুৱৈ।
**সকম্প** *বিণ্* কঁপি থকা।
**সকৰ** হাত থকা, বাহুযুক্ত।
**সকৰুণ** *বিণ্* কৰুণ, কোমল স্বভাৱৰ, সহানুভূতিপূৰ্ণ। কৰুণাযুক্ত।
**সকৰ্ণ** *বিণ্* (কৰ্ণাভ্যাং সহ বৰ্তমানঃ ইতি কপ্) কাণ থকা, শ্ৰৱণশক্তিবিশিষ্ট।
**সকৰ্মক** *বিণ্* (কৰ্মণা সহ ৱৰ্তমানঃ ইতি কপ) ১। কৰ্মকৰ্তা, কাৰ্য্যকৰ্তা, ২। কৰ্ম থকা ধাতু (ক্ৰিয়া), যেনে— পুস্তকং পঠতি।
**সকল** *বিণ্* (কলয়া সহ ৱৰ্তমানঃ) ১। সকলো, সমুদায়, সমস্ত, নিখিল, সমগ্ৰ। ২। সম্পূৰ্ণ, ৩। সকলো কলা, যুক্ত, যেনে— চন্দ্ৰ। সকলো গুণযুক্ত। 'নিষ্কলং সকলং ব্ৰহ্ম নিৰ্গুণং গুণগোচৰম।', মহা ১৩।১৬।৮; ৪। নিম্ন স্বৰবিশিষ্ট।
**সকল্প** *বিণ্* (কল্পেন সহ ৱৰ্তমানঃ) কল্প (বেদৰ অঙ্গ বিশেষ)যুক্ত। **—ল্পঃ** শিৱ।
**সকাকোলঃ** *পু* একৈশখন নৰকৰ [illegible]খন।
**সকাম** *বিণ্* (কামেন সহ ৱৰ্তমানঃ) ১। কামনাপূৰ্ণ, প্ৰেমপূৰ্ণ, ২। কামুক, কামাসক্ত, ৩। যাৰ সকলো বাসনা ফলৱতী হৈছে। তৃপ্ত, সন্তুষ্ট। **—মং** *অব্য* সঁচাকৈয়ে, আনন্দমনে, সন্তুষ্ট মনে।
**সকাল** *বিণ্* সময়মতে হোৱা, সময়োপযোগী **—লং** সোনকালে, ৰাতিপুৱাতে, সময়মতে।
**সকাশ** *বিণ্* (কাশঃ প্ৰকাশস্তেন সহ ৱৰ্ততে ইতি) ওচৰ, নিকট, উপস্থিত থকা, **—শঃ** সামীপ্য, উপস্থিতি সকাশম্ আৰু সকাশাৎ ক্ৰিয়াবিশেষণৰূপে, ওচৰত, কাষত, ওচৰৰ পৰা, কাষৰ পৰা, সমুখত আদি অৰ্থত ব্যৱহাৰ হয়।
**সকুক্ষি** সহোদৰ। একে গৰ্ভত জন্ম হোৱা।
**সকুল** *বিণ্* ১। উচ্চবংশ জাত, ২। একে বংশত জন্ম হোৱা, ৩। বংশ পৰিয়াল থকা, ৪। বংশ-পৰিয়ালৰ লগত। **—লঃ** ১। শ'ল মাছ। ২। কুটুম্ব, মিতিৰ।
**সকুল্যঃ** *পু* (সমানে কুলে ভৱঃ ইতি যৎ) ১। সগোত্ৰীয়, একেটা পৰিয়ালৰ সন্তান। ২। দূৰ সম্বন্ধীয়, চতুৰ্থৰ পৰা দশম পুৰুষ পৰ্য্যন্ত সন্ততিসকল। 'দশাহেন সপিণ্ডাস্তু শুধ্যন্তি প্ৰেতসূচকে। ত্ৰিৰাত্ৰেণ সুকল্যাস্তু স্নাত্বা শুধ্যন্তি গোত্ৰজাঃ।, বৃহস্পতি।
**সকুলী** *স্ত্ৰী* শ'ল মাছ।
**সকৃৎ** *অব্য* ১। এবাৰতে, একে সময়তে, পূৰ্বতে, এসময়ত, ২। তৎক্ষণাৎ, ৩। একেলগে *(পু স্ত্ৰী)* বিষ্ঠা, মল **—গৰ্ভা** ১। এবাৰ মাত্ৰ সন্তান জন্ম দিয়া তিৰোতা। ২। খচ্চৰ। **—প্ৰজঃ** কাউৰী, **—প্ৰসূতা,—প্ৰসূতিকা** ১। এটা সন্তানৰ মাতৃ ২। এবাৰ পোৱালি দিয়া গাই। **—ফলা** কল গছ।
**সকৈতৱঃ** *পু* ছল, ঠগ, প্ৰৱঞ্চক।
**সকোপ** *বিণ্* ক্ৰোধান্বিত, খঙাল। **—পং** *অব্য* খঙেৰে।
**সক্ত** *বিণ্* (সনজ ক্তঃ) ১। আসক্ত, ২। সংলগ্ন, ৩। সম্পৰ্কীয়, ৪। দৃঢ়ভাৱে সংযোজিত। **—বৈৰ** চিৰশত্ৰু, শ ২।১৪।
**সক্তি** *স্ত্ৰী* ১। সংসৰ্গ, স্পৰ্শ, ২। সংযোগ, ৩। আসক্তি, ভক্তি।
**সক্তু** *পু* ছাতুগুড়ি। যৱধান শুকানে ভাজি কৰা গুড়ি। **—কঃ** এবিধ বিহ, **—ফলা** শমী লতা।
**সক্থি(ন্)** *ক্লী* ১। উৰু, জঙ্ঘা, মাপু ১৮।৪৯; ২। ৰথ বা গাড়ীৰ ধুৰা।
**সক্ৰিয়** *বিণ্* কৰ্মপটু, সুকৰ্মী।
**সক্ষণ** *বিণ্* জিৰণি লোৱা।
**সক্ষম** *বিণ্* (ক্ষমেন সহ বৰ্তমানঃ) সমৰ্থৱান, ক্ষমতাপূৰ্ণ ক্ষমাশীল।
**সক্ষাৰ** *বিণ্* খাৰুৱা, নিমখীয়া।
**সখি** *পু* (সমানঃ খ্যায়ত ইতি খ্যা ইঞ্) ১। বন্ধু, লগৰীয়া, মিত্ৰ, সুহৃদ, শি ২।৩৬; ২। সহায়ক, কি ১।১০। **—খী** *স্ত্ৰী* বান্ধৱী, মহিলা সহচৰী।
**সখিতা, খ্যং, খত্বং** *স্ত্ৰী ক্লী* ১। বন্ধুত্ব। মিত্ৰতা। সৌহাৰ্দ্য, ৰ ১৩।৫৭; ২। সমতা, ঐক্য। **—খ্যঃ** বন্ধু।
**সগণ** *বিণ্* একেলগে বহুতৰ দ্বাৰা পালিত। **—ণঃ** শিৱ।
**সগন্ধঃ** (গন্ধেন সহ ৱৰ্তমানঃ) গন্ধযুক্ত, সুগন্ধি। **—ন্ধঃ** জ্ঞাতি, কুটুম্ব, মিতিৰ।
**সগৰ** *বিণ্* (গৰেণ সহ বৰ্তমানঃ) বিষযুক্ত, বিষাক্ত, **—ৰঃ** সূৰ্য্যবংশীয় প্ৰসিদ্ধ সম্ৰাট সগৰ। অযোধ্যাধিপতি বাহুৰ পুত্ৰ। শক, যৱন আদি শত্ৰুবিলাকে ৰজা বাহুৰ ৰাজ্যৰ একাংশ কাঢ়ি লোৱাত বাহুৱে দুখতে বনলৈ যায়। ৰজাৰ অনুপস্থিতিৰ সুযোগ লৈ পত্নী যাদৱীৰ সতিনীয়েকে

যাদৱীয়ে খোৱা আহাৰত বিহ মিহলাই গৰ্ভ নষ্ট কৰিবলৈ চেষ্টা চলায়। কিন্তু দেৱতাৰ অনুকম্পাবশতঃ ৰাণীৰ একো বিপদ নহল। বিহেৰে সৈতে 'সগৰ'ৰ জন্ম হ'ল। যথা সময়ত সগৰে সুমতিক বিয়া কৰায় আৰু ষাঠী হাজাৰ পুত্ৰৰ জন্ম হয়। সগৰে নিৰান্নব্বৈটা যজ্ঞ সুকলমে অনুষ্ঠিত কৰাৰ পিচত শততম যজ্ঞৰ আয়োজন কৰি যজ্ঞৰ ঘোঁৰা পুতেকহঁতৰ ৰক্ষণাৰেক্ষণত এৰি দিয়ে। ইন্দ্ৰই ভয় খাই এই ঘোঁৰাটো মনে মনে চুৰ কৰি পাতালত ধ্যানমগ্ন কপিল মুনিৰ আশ্ৰমত নি ৰাখেগৈ। সগৰৰ পুতেকহঁতে ঘোঁৰাটোক চাৰিওফালে বিচাৰি মাটি খান্দি পাতাল পাই তাতে কপিল মুনিৰ আশ্ৰমত ঘোঁৰাটো পালেগৈ। মুনিজনে ঘোঁৰাটো চুৰ কৰি অনা বুলি সিহঁতে মুনিজনাক অতি বেয়াকৈ অপমান কৰিব ধৰিলে। মুনিয়ে তেতিয়া খঙতে সিহঁতক পুৰি ছাই কৰিলে। এই ঘটনাৰ বহু হাজাৰ বছৰ পিচত সগৰৰ প্ৰপৌত্ৰ ভগীৰথে কঠোৰ তপস্যা কৰি গঙ্গাক স্বৰ্গৰ পৰা আনি সগৰপুত্ৰসকলৰ পুনৰ্জীৱন দান দিয়ে। সগৰপুত্ৰসকলে মাটি খান্দি সমুদ্ৰক বহল কৰাৰ কাৰণে সমুদ্ৰৰ এটা নাম সাগৰ, আৰু ভগীৰথে গঙ্গাক অৱতৰণ কৰাই অনাৰ কাৰণে গঙ্গাৰ আন এটা নাম ভাগীৰথী।

**সগৰ্ভঃ,–ৰ্ভ্যঃ** (সমানো গৰ্ভো যস্য) সহোদৰ, **–ৰ্ভা** ১। গৰ্ভৱতী তিৰোতা, ২। সহোদৰা ভগিনী।

**সগুণ** *বিণ্* ১। গুণৱান, ধাৰ্মিক, গুণী, ২। পাৰ্থিৱ, ৩। গুণা (তাঁৰ) যুক্ত, ৪। কাব্যগুণযুক্ত। 'উপমা কালিদাসস্য ভাৰৱেৰৰ্থগৌৰৱম্ দণ্ডিনেঃপদলালিত্যং মাঘে সন্তি ত্ৰয়োগুণাঃ।'

**সগোত্ৰ** *বিণ্* সমগোত্ৰীয়। একে বংশীয়, সম্বন্ধীয়। **–ত্ৰঃ** ১। একেটা পূৰ্বপুৰুষৰ (গোত্ৰ প্ৰবৰ্ত্তক মুনিৰ) পৰা অহা। ২। একে পৰিয়ালৰ, মিতিৰ, কুটুম্ব, জ্ঞাতি, ৩। সপিণ্ডীয়, ৪। বংশ, পৰিয়াল, দূৰ সম্পৰ্কীয়।

**সগ্ধিঃ** *স্ত্ৰী* একেলগে ভোজন। সহভোজন।

**সঘ্** হিংসে (ভ্বা প স সঘ্নোতি) বধ কৰ, আঘাত কৰ।

**সঙ্কট** *বিণ্* (সং কটচ) ১। সঙ্কুচিত, ঠেক, ক্লিষ্ট, ২। দুৰ্গম, বিঘিনিপূৰ্ণ, ৩। ঠাহ খোৱা, পৰিপূৰ্ণ। **–টঃ** ১। ঠেক বাট ২। বিপদ, বিঘিনি, আতঙ্ক। **–টা** বাৰাণসীৰ প্ৰসিদ্ধা দেৱী। অষ্ট যোগিনীৰ এগৰাকী। বাকী সাতগৰাকী– মঙ্গলা, পিঙ্গলা, ধন্যা, ভ্ৰামৰী, ভদ্ৰিকা, উল্কা আৰু সিদ্ধি।

**সঙ্কথনং** *ক্লী* সম্যক ভাষণ, কথা-বতৰা।

**সঙ্কথা** *স্ত্ৰী* পৰস্পৰ কথা-বতৰা।

**সঙ্কৰঃ** *পু* (সঙ্কীৰ্য্যতে ইতি সং কৃ বিক্ষেপে অপ্) ১। মিশ্ৰণ, মিহলি, ২। সংযোজন, ৩। বৰ্ণ বা জাতিৰ মিশ্ৰণ, দুটা ভিন্ন বৰ্ণৰ মতা-তিৰোতাৰ বিবাহৰ ফলত জন্ম হোৱা সন্তান, গী ১।৪২, মনু ১০।৪০; ৪। বাঢ়নীৰে সাৰোঁতে উঠা ধূলি ৫। একে ফাঁকি কবিতাত দুই বা ততোধিক অলঙ্কাৰৰ সমাৱেশত হোৱা অলঙ্কাৰ বিশেষ।

**সঙ্কৰী,–ৰাৰী** *স্ত্ৰী* নব দূষিতা কন্যা। অলপতে ধৰ্ষিতা হোৱা কুমাৰী কন্যা **–কৰণং** ন বিধ পাপৰ এবিধ।

**সঙ্কৰ্ষণং** *ক্লী* (সং কৃষ অনট) ১। আকৰ্ষণ, ২। হাল বোৱা কাৰ্য্য, ৩। সঙ্কোচন **–নঃ** শ্ৰীবলৰাম।

**সঙ্কলঃ** *পু* (সং কল ভাৱে অল) ১। সঙ্কলন, একত্ৰিকৰণ, ২। (অঙ্ক) যোগ।

**সঙ্কলনং** *ক্লী* ১। স্তূপীকৰণ, সংগ্ৰহ, ২। সংমিশ্ৰণ, ৩। সংযোজন, ৪। খুন্দন, বাধা।

**সঙ্কলিত** *বিণ্* ১। সংযুক্ত, ২। অধিকৃত, ৩। স্তূপীকৃত, সংমিশ্ৰিত।

**সঙ্কল্পঃ** *পু* (সং কৃপ ভাৱে ঘঞ্) ১। কাম কৰাৰ কাৰণে মনৰ দৃঢ় ইচ্ছা। ২। ইচ্ছা, অভিলাষ, ৩। উদ্দেশ্য, অভিপ্ৰায়, ৪। মন, অন্তৰ। ৫। ভাৱ, ধাৰণা, বোধ। ৬। পূজাৰ্চনা, ব্ৰত আদি পালনৰ দৃঢ় কামনা। ৭। বিষয় ৮। দেৱতা পূজা, যজ্ঞৰ আদিতে পুৰোহিতে মন্ত্ৰোচ্চাৰণ পূৰ্বক পূজাৰ উদ্দেশ্য আৰু লক্ষ্য ব্যক্ত কৰা কাৰ্য্য। 'সঙ্কল্পমূলঃ কামো বৈ যজ্ঞাঃ সঙ্কল্প সম্ভৱাঃ।' ৯। যজ্ঞ পূজা আদিৰ পৰা ফলপ্ৰাপ্তিৰ কামনা। **–জন্মা,–ভৱঃ,–যোনিঃ** কামদেৱ, **–ৰূপ** *বিণ্* ১। অভীপ্সামূলক, ২। ইচ্ছাসম্মত।

**সঙ্কসুক** *বিণ্* (সম্যক্ কসতি ইতস্ততঃ গচ্ছতি ইতি সস্ কস্ গতৌ উকন্) ১। অস্থিৰ, চঞ্চল, ২। অনিশ্চিত, ৩। দুষ্ট, দুৰ্বল, মন্দ, ৪। সঙ্কীৰ্ণ, ৫। নিন্দনীয়।

**সঙ্কাৰঃ** *পু* (সং কৃ ঘঞ্) ১। ধূলি, ২। বাঢ়নীৰে সাৰোঁতে উঠা ধূলি, ৩। জুইৰ শিখাৰ ফটকাৰ **–ৰী** অলপতে বলাৎকাৰ হোৱা কুমাৰী কন্যা।

**সঙ্কাশ** *বিণ্* (সং কাশ্ পচাদ্যচ্) ১। সদৃশ, একে, নিচিনা, ২। পদৰ শেষত, যেনে– 'জবাকুসুম-সঙ্কাশ', সূৰ্যসঙ্কাশ ৩। ওচৰ, নিকট **—শঃ** ১। প্ৰকাশ, উপস্থিতি, সন্নিকট।

**সঙ্কিলঃ** *পু* ১। জোনাকী পৰুৱা, ২। জোঁৰ-বাতি, জ্বলি থকা আৰিয়া।

**সঙ্কীৰ্ণ** *বিণ্* (সং কৃ ক্তঃ) ১। নানা জাতিৰে সম্মিলিত সংমিশ্ৰিত, জনাকীৰ্ণ, ২। বিস্তৃত, বহল, ব্যাপ্ত, ৩। অস্পষ্ট ৪। ভেঁজাল, অশুদ্ধ, দোষযুক্ত, অপৱিত্ৰ, ৫। বৰ্ণসঙ্কৰ, বিজতৰীয়া, ৬। *ঠেক*, সঙ্কুচিত, ৭। সঙ্কটময় **—ৰ্ণং** সঙ্কট, বাধা, ক্লেশ, লেঠা, জঞ্জাল। **—ৰ্ণঃ** ১। মিশ্ৰিত জাতিৰ সন্তান, ২। বৰ্ণসঙ্কৰ সন্তান। ৩। মিশ্ৰিত সুৰ (সঙ্গীত) **—জাতি,–যোনি** ১। মিশ্ৰিত বৰ্ণত উৎপন্ন সন্তান। ২। দুঁৰ্ভচীয়া, যেনে– খচ্চৰ। **—যুদ্ধ** বিশৃঙ্খল, কাঁজিয়া, কিলাকিলি, দঁবৰা দবৰি।

**সঙ্কীৰ্তনং–না** *ক্লী, স্ত্ৰী* (সং কীৰ্ত ল্যুট) ১। সম্যক প্ৰকাৰে দেৱতাৰ নামোচ্চাৰণ, নাম-কীৰ্তন, কীৰ্তন, গুণবৰ্ণনা, ২। দেৱতাৰ নাম বাৰে বাৰে উচ্চাৰণ। 'সঙ্কীৰ্তনং ধ্বনিং শ্ৰুত্বা যে চ নৃত্যন্তি মানৱাঃ। তেষাং পাদৰজঃ স্পৰ্শাৎ সদ্যঃ পূতা বসুন্ধৰা।' (সঙ্কীৰ্তন শুনি যিবিলাক ভক্তই নাচিবলৈ ধৰে সেইসকলৰ ভৰি ধূলিৰে বসুমতী লগে লগে পৱিত্ৰ হৈ উঠে)।

**সঙ্কীৰ্তিত** *বিণ্* (সং কীৰ্ত ক্তঃ) সংস্তুত, প্ৰশংসিত, সম্যক প্ৰকাৰে গুণাদি কীৰ্তন কৰা।

**সঙ্কুচিত** *বিণ্* ১। সংক্ষিপ্ত, ২। *ঠেক*, সঙ্কীৰ্ণ, ৩। কোঁচ মোচ খোৱা, শোঁটোৰা শোঁটোৰ। ৪। বন্ধ, নত, মুদ্ৰিত ৫। অলস। অপ্ৰস্ফুটিত, অপ্ৰফুল্ল।

**সঙ্কুল** *বিণ্* (সং কুল সংস্থানে কঃ) ১। বিমোৰ, বিমূঢ়, ২। জনাকীৰ্ণ, পৰিপূৰ্ণ, ৩। বিশৃঙ্খল, বিসঙ্গতিপূৰ্ণ, **—লং** ১। যুদ্ধ, ২। ক্লিষ্ট, ৩। জনতা, সমূহ, জাক, ৪। শৃঙ্খলাহীন কাঁজিয়া, দবৰা-দবৰি, ৫। বিসঙ্গতিপূৰ্ণ কথা-বতৰা, সঙ্গতিহীন ভাষণ। পৰস্পৰ বিৰুদ্ধ ভাষণ। যেনে– 'যাৱজ্জীৱমহং মৌনী ব্ৰহ্মচাৰী পিতা মম। মাতা চ মম বন্ধ্যা স্যাৎ, পুত্ৰহীনঃ পিতামহঃ। (মই আজীৱন মৌনী অৰ্থাৎ মৌন সন্ন্যাসী, মোৰ পিতা ব্ৰহ্মচাৰী, মোৰ মা বন্ধ্যা আৰু ককাদেউতা পুত্ৰহীন)।

**সঙ্কেতঃ** *পু* (সং কিৎ ঘঞ্) ১। স্ব অভিপ্ৰায়ব্যঞ্জক চেষ্টা। ২। চিহ্ন, সন্দেশ, ইঙ্গিত, সূচনা ৩। সম্মিলন, মতৰ মিল, ৪। নিযুক্তি, বন্দবস্তি, ৫। মিলন ক্ষেত্ৰ, আড্ডা, ৬। ' ব্যাকৰণৰ বিধি বিশেষ। **—গৃহং,–নিকেটনং,–স্থানং** (প্ৰেমিক-প্ৰেমিকাৰ) নিৰ্দিষ্ট মিলনক্ষেত্ৰ।

**সঙ্কেতকঃ** *পু* ১। সম্মতি, সম্মিলন, ২। নিযুক্তি, ৩। মিলন ক্ষেত্ৰ। ৪। গুপ্ত মিলনৰ সময় আৰু স্থান নিৰ্দিষ্ট কৰি দিয়া প্ৰেমিক বা প্ৰেমিকা।

**সঙ্কেতিত** *বিণ্* ১। নিৰ্দিষ্ট, পৰস্পৰসম্মত, ২। আহুত, নিমন্ত্ৰিত।

**সঙ্কোচং** *ক্লী* (সং কুচ অচ) কুঙ্কুম, **—চঃ** *পু* ১। বন্ধ, বন্ধন, ২। কোঁচমোচ, ৩। সংক্ষেপ, সংক্ষিপ্ত, ৪। হ্ৰাস ৫। ভয়, আতঙ্ক, ৬। এবিধ মাছ, শঙ্কৰ মাছ।

**সংক্ৰন্দন,–সংক্ৰন্দন** *বিণ্* শত্ৰুৰ সন্তাপকাৰী, শত্ৰুক কন্দুৱাওঁতা **—নং** *ক্লী* ৰোদন, ক্ৰন্দন **—নঃ** ১। শ্ৰীকৃষ্ণ, ২। ইন্দ্ৰ, ৩। ভৌত মনুৰ পুত্ৰ।

**সংক্ৰমং,–মঃ** *ক্লী পু* ১। দলং, সাঁকো, ২। মিলন, সংযোগ, একেলগে গমন, সহগমন, ৩। স্থানান্তৰ, অৱস্থান্তৰ, ৪। (জ্যোতিষ) ৰাশিচক্ৰৰ এটা ৰাশিৰ পৰা আন এটালৈ গ্ৰহৰ গমন, গ্ৰহসঞ্চাৰ, ৫। *ঠেক* পথ, ৬। উদ্দেশ্য বা লক্ষ্য সিদ্ধিৰ পথ বা উপায়।

**সংক্ৰমণং** *ক্লী* ১। অৱস্থান্তৰ, উন্নতি, এটাৰ পৰা আন এটালৈ গমন, ২। সূৰ্য্যৰ এটা ৰাশিৰ পৰা আন এটালৈ গমন, ৩। কৰ্কট সংক্ৰান্তিৰ তিথি। ৪। প্ৰাপ্তি।

**সংক্ৰান্ত** *বিণ্* (সংক্ৰান্তিৰস্যাস্তীতি অচ) ১। সংক্ৰান্তিবিশিষ্ট। ২। প্ৰাপ্ত, গত, ৩। অধিকাৰভূক্ত, ৪। স্থানান্তৰিত, হস্তান্তৰিত, ৫। প্ৰতিবিম্বিত, চিত্ৰিত, বৰ্ণিত।

**সংক্ৰান্তিঃ** *স্ত্ৰী* (সং ক্ৰম্ ক্তিন্) ১। সহগমন, সংযোগ ২। এটা অৱস্থাৰ পৰা আন এটালৈ গতি। ৩। সূৰ্য্যাদি নৱ গ্ৰহৰ এটা ৰাশিৰ পৰা আন এটালৈ গমন। ৰবি সংক্ৰান্তি। ৪। হস্তান্তৰকৰণ, ৫। প্ৰতিবিম্ব, প্ৰতিকৃতি, ৬। বৰ্ণনা, **—চক্ৰং** (জ্যোতিষ) শুভাশুভ জানিবৰ কাৰণে অঙ্কন কৰা মানুহৰ আকৃতিৰ চিত্ৰ বিশেষ।

**সংক্ৰামঃ** *পু* সংক্ৰম চাওক।

**সংক্ৰীড়নং** *ক্লী* বহু লোকে একেলগে কৰা খেল-ধেমালি।

**সংক্লেদঃ** *পু* (সং ক্লিদ ঘঞ) ১। সিক্ততা, সেমেকা অৱস্থা, জেকনি, জেলুকনি। ২। গৰ্ভৰ প্ৰথম মাহৰ অৱস্থা, জুলীয়া অৱস্থা।

**সংক্ষয়ঃ** *পু* (সং ক্ষী অচ) ১। নাশ, ধ্বংস, ২। অৱসান, অন্ত, ৩। সৰ্বনাশ, প্ৰলয়।

**সংক্ষিপ্তিঃ** *স্ত্ৰী* (সং ক্ষিপ্ ক্তিন্) ১। সংক্ষিপ্তকৰণ, হ্ৰাসকৰণ। ২। প্ৰক্ষেপণ, প্ৰেৰণ, ৩। সৈন্যৰ গুপ্ত অৱস্থান। চোৰাংকৈ অৱস্থান।

**সংক্ষেপঃ** *পু* (সং ক্ষিপ্ ঘঞ) ১। হ্ৰাস, চুটি, চমু ২। চমু ব্যাখ্যা, চমু বিৱৰণ, ৩। দলিওৱা কাৰ্য্য, প্ৰেৰণ ৪। কাটি লোৱা কাৰ্য্য। ৫। আনৰ কামত সহায় কৰা। —**সংক্ষেপেণ,** *ক্ৰি বিণ্* চমুকৈ, সৰুকৈ।

**সংক্ষেপণং** *ক্লী* ১। চমুকৰণ, হ্ৰাসকৰণ, ২। স্তুপীকৰণ, ৩। প্ৰেৰণ।

**সংক্ষোভঃ** *পু* (সং ক্ষুভ ঘঞ) ১। আন্দোলন, আলোড়ন, ২। কম্পন, ৩। হুলস্থুল, গণ্ডগোল, ৪। ওলট-পালট ৫। দম্ভ, দৰ্প।

**সংখ্যং** *ক্লী* (সংখ্যা ৱাহুলকাৎ কঃ) ১। যুদ্ধ, সমৰ, ২। কাজিয়া, শি ১৮।৭০।

**সংখ্যা** *স্ত্ৰী* (সংখ্যায়তে অনেনেতি সংখ্যা অঙ টাপ) ১। বুদ্ধি, বিচাৰ-শক্তি, ২। গণনা, ৩। এক দুই তিনি আদি অঙ্কসমূহ। ৪। যোগফল, মোট, মুঠ অঙ্ক। ৫। ৰীতি, আচৰণ, ৬। বিবেচনা, চিন্তা, ভাৱনা। —**ৱাচকঃ** সংখ্যা বুজোৱা শব্দ।

**সংখ্যাত** *বিণ* গণিত, গণনা কৰি থোৱা, —**তং** এটা সংখ্যা, —**তা** এবিধ সাঁথৰ, প্ৰহেলিকা।

**সংখ্যাতিগ,—তীত** *বিণ্* সংখ্যাৰে গণিব নোৱৰা, অসংখ্য।

**সংখ্যাৱান্(ৎ)** *পু* পণ্ডিত ব্যক্তি, জ্ঞানী পুৰুষ।

**সংখ্যেয়** *বিণ* গণনাৰ যোগ্য, গণ্য।

**সঙ্গঃ** *পু* (সঞ্জ সঙ্গে ঘঞ) ১। মিলন, দেভা ১।২০।৬৭; ২। দুই ততোধিক নদীৰ সঙ্গমস্থল, ৩। স্পৰ্শ, সংযোগ, ৪। বন্ধুত্ব, সমাজ, গোষ্ঠী, ৫। আসক্তি, বাসনা, প্ৰীতি, ৬। পাৰ্থিব বিষয়ৰ প্ৰতি আসক্তি, ৭। মুখামুখি কাজিয়া।

**সঙ্গণিকা** *স্ত্ৰী* ১। উৎকৃষ্ট আলোচনা, ২। উপদেশ।

**সংগত** *বিণ্* (সং গম্ ক্তঃ) ১। সংযোজিত, সংলগ্ন, একলগ হোৱা, ২। সংগৃহীত, সঞ্চয়িত, সম্মিলিত, ৩। বিবাহ পাশত আবদ্ধ, ৪। যৌনসঙ্গম, ৫। উপযুক্ত, সঠিক, ৬। সংকুচিত ৭। গ্ৰহে গ্ৰহে মিলিত। —**তং** ১। সংযোগ ২। মিলন, মিত্ৰতা, ৩। পৰিচিতি, বন্ধুত্ব। ৪। শুৱলা, একসুৰীয়া, ঐক্যমতপ্ৰসূত কথা।

**সঙ্গতিঃ** *স্ত্ৰী* ( সং গম ক্তিন) ১। সঙ্গ, সঙ্গম, সমাজ, একদল, ২। মাত-বোল, ৩। যৌনসঙ্গম, ৪। দেখা কৰা, ঘনাই সাক্ষাৎ, মিলন ৫। যোগ্যতা, উপযুক্ততা, ৬। হঠাৎ হোৱা ঘটনা, অদৃষ্ট, ৭। জ্ঞান, বুদ্ধি, ৮। যুক্তি, জিজ্ঞাসা।

**সঙ্গমং —মঃ,** *ক্লী পু* (সং গম অপ) ১। সংযোগ, মিলন, ৰ ১২।৯০; ২। সমাজ, সঙ্ঘ, সমিতি, ৩। দুই বা ততোধিক নদীৰ সংযোগ স্থল, যেনে—ত্ৰিবেণী সঙ্গম ৪। সংস্পৰ্শ, ৫। যৌনসংযোগ, মৈথুন, শ ৩।১২, ৬। যোগ্যতা, ৭। যুদ্ধ, মুখামুখি, ৮। গ্ৰহ সংযোগ।

**সঙ্গৰং** *ক্লী* শমী বৃক্ষৰ ফল। —**ৰঃ** *পু* ১। যুদ্ধ, ২। আপদ, বিপদ, দুৰ্দশা; ৩ অঙ্গীকাৰ, প্ৰতিজ্ঞা, ৰ ৫।২৬; ৪। বিহ, ৫। উদ্যোগ, ৬। দৰ দাম, চুক্তি, ৭। জ্ঞান, বুদ্ধি, ৮। ভক্ষণ।

**সঙ্গৱঃ** *পু* প্ৰাতঃকালৰ পিচৰ তিনিটা মুহূৰ্ত। 'প্ৰাতঃ কালো মুহূৰ্তাস্ত্ৰীণ সঙ্গৱঃ', শকদ্ৰু।

**সঙ্গাদঃ** *পু* কথোপকথন, আলোচনা।

**সঙ্গী (ন্)** *বিণ* ১। সঙ্গযুক্ত, ২। আসক্ত, অনুৰক্ত, অনুগত, গী ১৪।১৫।

**সঙ্গীত** *বিণ* (সং গৈ ক্তঃ) একেলগে গোৱা, একতানত গোৱা। —**তং** *ক্লী* ১। ঐক্যতান, নৃত্য-গীত-বাদ্য সহকাৰে প্ৰদৰ্শিত অনুষ্ঠান বিশেষ। ২। ঐক্যতান, সুৰ সমলয়। 'গীতং বাদ্যং নৰ্তনং চ ত্ৰয়ং সঙ্গীতমুচ্যতে', —**শালা** জলসাঘৰ, নৃত্য গীতৰ ঘৰ। —**শাস্ত্ৰং** নাট্য শাস্ত্ৰ।

**সঙ্গীতকং** *ক্লী* ১। সুৰ-সমলয়, ২। গীত, নৃত্য আৰু বাদ্যৰ একত্ৰে প্ৰদৰ্শন।

**সঙ্গীতাৰ্থঃ** *পু* সঙ্গীতানুষ্ঠানৰ লক্ষ্য বা বিষয়বস্তু। সঙ্গীত প্ৰদৰ্শনৰ বাবে লাগতিয়াল যন্ত্ৰাদি সামগ্ৰী।

**সঙ্গীতিঃ** *স্ত্ৰী* আলাপ।

**সঙ্গীৰ্ণ** *বিণ্* অঙ্গীকৃত, প্ৰতিজ্ঞাদত্ত।

**সঙ্গুপ্তঃ** *পু* ১। এগৰাকী বুদ্ধ, ২। গুপ্ত আশ্ৰয় স্থল।

**সঙ্কৃত্** *বিণ্* ১। সঙ্কলিত, ২। লিপিবদ্ধ।

**সংগ্ৰহঃ** *পু* (সং গ্ৰহ অপ্) ১। আহৰণ, ২। অধিকাৰ কৰণ, ৩। মুঠিবদ্ধতা, ৪। গ্ৰহণ, স্বীকাৰ, ৫। ৰক্ষা, ৰক্ষণ, ৬। পালন, তুষ্টিকৰণ, আনন্দদান, মনু ৩।১৩৮; ৭। স্তুপীকৰণ একত্ৰীকৰণ, ৮। দমন, শাসন ৯। দ'ম, স্তুপাকাৰ, ১০। সংযোজক অব্যয় শব্দ ১১। লাডু বন্ধা, চপৰা বন্ধা ১২। অন্তৰ্ভুক্তি, ১৩। সংক্ষিপ্ত সাৰ, সাৰাংশ, গী ৮।১১; ১৪। মুঠ, সম্পূৰ্ণ যোগফল। ১৫। ভঁৰাল ঘৰ, ১৬। চেষ্টা, অধ্যৱসায় ১৭। উল্লেখ, সঙ্গতি, ১৮। মহানুভৱতা, উন্নতি, ১৯। গতিবেগ, ২০। শিৱ।

**সংগ্ৰহণং** *ক্লী* ১। অধিকাৰকৰণ, খামোচ মাৰি ধৰা কাৰ্য্য, ২। সমৰ্থন, উদগনি, ৩। সংগ্ৰহ, সঙ্কলন, ৪। মিশ্ৰণ, ৫। বন্ধকৰণ, খাপত সুমুৱাই ৰখা কাৰ্য্য। ৬। তিৰোতাৰ সৈতে যৌনসঙ্গম। ৭। ব্যাভিচাৰ, পৰস্ত্ৰীগমন, ৮। গ্ৰহণ, স্বীকাৰ **—ণী** গ্ৰহণীৰোগ, তেজগ্ৰহণী।

**সংগ্ৰহীতা** (ঋ) ৰথচালক, সাৰথি।

**সংগ্ৰামঃ** *পু* (সংগ্ৰাময়তে অত্ৰেতি নিচ্ ভাৱে ঘঞ্) যুদ্ধ, সমৰ **—জিৎ** যুদ্ধবিজয়ী, **—পটহঃ** ৰণবাদ্য।

**সংগ্ৰাহঃ** *পু* (সং গ্ৰহ্ ঘঞ্) ১। খামোচ মাৰি ধৰা কাৰ্য্য ২। জোৰকৈ অধিকাৰ কৰা কাৰ্য্য, ৩। মুঠিবন্ধ, ৪। ঢালৰ খাৰুৱা। **—হী(ন্)** কুটজ নামৰ এবিধ গছ। সংগ্ৰাহক।

**সঙ্ঘঃ** *পু* (সং হন্ অপ্ নিপাতনাৎ ঘত্বম্) ১। গোষ্ঠী, সমষ্টি, সমিতি, সমাজ। ২। জাক, ৩। একেলগে বাস কৰা বহু লোক। **—চাৰী(ন্)** জাক পাতি ফুৰা মাছ এবিধ। একেলগে ফুৰা বহু লোক। **—জীৱী(ন্)** হাজিৰা কৰা মানুহ, মজদুৰ, 'কুলি'।

**সঙ্ঘটনা** *স্ত্ৰী* সংযোগ, দুটা বস্তুক একেলগে সংযুক্ত কৰা।

**সঙ্ঘট্টঃ** *পু* (সং ঘট্ট ঘঞ্) ১। পৰস্পৰ মৰ্দন, ঘৰ্ষণ, ঘঁহন, ২। খুন্দিয়া-খুন্দি, মুখামুখি ৩। কাঁজিয়া, সতিনীয়েকবিলাকৰ কাঁজিয়া, ৪। আলিঙ্গন, মিলন **—ট্টা** *স্ত্ৰী* এবিধ ডাঙৰ লতা। **—চক্ৰং** *ক্লী* (জ্যোতিষ) যুদ্ধৰ শুভাশুভ জনাৰ বাবে অঁকা নক্ষত্ৰ চক্ৰ।

**সঙ্ঘট্টনং-না** *ক্লী স্ত্ৰী* ১। পৰস্পৰ ঘৰ্ষণ, ২। মুখামুখি কাঁজিয়া, নিকট সংযোগ ৩। মল্লযুদ্ধ, ৪। মেল, সমাজ।

**সঙ্ঘতলঃ** *পু* হাতযোৰ (নমস্কাৰ কৰা ভঙ্গী)।

**সঙ্ঘশস্** *অব্য* জাকে জাকে, দলে দলে।

**সংঘৰ্ষঃ** *পু* (সং ঘৃষ ঘঞ্) ১। কাঁজিয়া, যুদ্ধ, ২। ঘৰ্ষণ, ৩। গুড়ি কৰা কাৰ্য্য, ৪। শত্ৰুতা, ৫। ঈৰ্ষা, স্পৰ্ধা, ৬। স্বৰণ, লাহে লাহে বৈ যোৱা।

**সংঘাটিকা** *স্ত্ৰী* (সং ঘট্ নিচ্ ণ্বুল্ টাপ্ অতঃ ইত্বম্) ১। যুগ্ম, মিথুন, মতা-মাইকী, ২। কুট্টনী, ৩। ঘ্ৰাণ, গোন্ধ ৪। পানীৰ কাঁইট।

**সংঘাতঃ** *পু* (সং হন ঘঞ্) ১। সমূহ, সমষ্টি, গোষ্ঠী, কু ৫।৫৫; ২। এখন নৰক ৩। হত্যা, বধ, ৪। নিবিড় সংযোগ, মিলন, কু ২।১১; ৫। শ্লেষ্মা, কফ ৬। নাটকীয় গতিবিশেষ, ৭। মিশ্ৰণ। **—পত্ৰিকা** শতপুষ্পা।

**সচকিত** বিণ্ চকখোৱা, ভয়খোৱা, ভয়াতুৰ **—তং** *অব্য* ভয়তে, কঁপি কঁপি।

**সচিঃ** *স্ত্ৰী* শচী, ইন্দ্ৰৰ পত্নী।

**সচিক্কণ** *বিণ্* কুকুৰীকণা, চকুৰুগীয়া।

**সচিৱঃ** *পু* (সচ সমৱায়ে ইন্ সন্ ৱাতীতি ৱা কঃ) ১। মন্ত্ৰী, সচিৱ, সম্পাদক, ২। সহায়ক, দেভা ২।৯।৪২।

**সচী** স্ত্ৰী শচী। **—নন্দনঃ** ১। শচীপুত্ৰ জয়ন্ত। ২। চৈতন্যদেব।

**সচেতঃ** (স্) *বিণ্* ১। বুদ্ধিমান, জ্ঞানী, অনুভৱী, ২। সৰ্বসম্মত।

**সচেল** *বিণ্* সজ্জিত, পোচাক পিন্ধা।

**সচেষ্ট** *বিণ্* (চেষ্টয়া সহ ৱৰ্তমানঃ) চেষ্টাশীল, যত্নপৰ, **—ষ্টঃ** আম গছ।

**সচ্চাৰা** *স্ত্ৰী* হালধি।

**সচ্চিৎ** *ক্লী* ব্ৰহ্ম।

**সচ্চিদানন্দঃ** *পু* (সংশ্চাসৌ চিচ্চাসৌ আনন্দশ্চেতি ত্ৰিপদে কৰ্মধাৰয়ঃ) শাশ্বত, জ্ঞানানন্দস্বৰূপ ব্ৰহ্ম।

**সজম্বাল** *বিণ.* বোকাময়, পঙ্কিল।

**সজন** *বিণ্* মানুহ থকা। **—নঃ** কুটুম্ব, মিতিৰ।

**সজল** *বিণ্* (জলেন সহ ৱৰ্তমানঃ) পনীয়া, পানী থকা, পানীৰে সৈতে। সেমেকা।

**সজাতি,-সজাতীয়** *বিণ* (জাতৌ ভৱঃ জাতীয়ঃ, সমানো জাতীয়ঃ) ১। একে জাতিৰ, গোত্ৰৰ, বংশৰ, বৰ্ণৰ সমাজৰ, গোষ্ঠীৰ, ২। সদৃশ, একে, দৰে; (পু) একে বংশৰ বা বৰ্ণৰ সন্তান।

**সজুঃ(ষ্)** *অব্য* (সহাৰ্থবাচক)। একেলগে, লগত; *বিণ.* (জুষ সেৱে ক্বিপ্ জুষা সহ ৱৰ্ত্ততে ইতি কঃ) ১।

মৰমিয়াল, আসক্ত, ২। সংযুক্ত *(পু)* ১। বন্ধু, মিত্ৰ। ২। তপস্বী।

**সজ্জ** *বিণ্* (সজু অচ্) ১। সজ্জিত, সাজু, প্ৰস্তুত, পোচাক পিন্ধা, ২। অলঙ্কৃত, সুশোভিত। ৩। অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত।

**সজ্জনং** *ক্লী* (সজ্জ ণিচ্ লু্যট্) ১। বান্ধা, ২। সজ্জা, ৩। প্ৰস্তুতি, ৪। আৰক্ষী চকী, ৫। ৰক্ষী, প্ৰহৰী, ৬। পাৰঘাট, **—নঃ** ভাল মানুহ, সুপুৰুষ **—না** *স্ত্ৰী,* ১। অলঙ্কৰণ, ২। সাজ-সজ্জা, যো-জা, ৩। সৰঞ্জাম, সঁজুলি, ৪। পোচাক-পৰিচ্ছদ।

**সজ্জা** *স্ত্ৰী* (ষসজ ভাৱে আৎ) ১। সাজ, পোচাক, বেশ, আভূষণ, অলঙ্কাৰ, সঁজুলি, ২। যুদ্ধৰ সাজ, বৰ্ম।

**সজ্জিত** *বিণ্* (ষসজ ক্তঃ) ১। ভূষিত, অলঙ্কৃত, ২। বৰ্ম পিন্ধা প্ৰস্তুত, সজ্জাকৃত।

**সজ্য** *বিণ্* ১। ধনুৰ গুণ যুক্ত, ২। (ধনুৰ দৰে) সহজতে উত্তেজিত, সাহসী।

**সজ্যোৎস্নাঃ** জোনাক ৰাতি।

**সঞ্চঃ** *পু* (সং চি ড) পুথি লিখাৰ বাবে পত্ৰসংগ্ৰহ।

**সঞ্চৎ** *পু* ১। প্ৰতাৰক, ঠগ, প্ৰবঞ্চক, ২। যাদুকৰ।

**সঞ্চয়ঃ** *পু* (সঞ্চীয়তে ইতি সম্ চি অচ) ১। সমূহ, সমষ্টি, স্তুপ, দ'ম ২। সংগ্ৰহ ৩। বৃহৎ পৰিমাণ। **—য়ী(ন্)** সঞ্চয়কৰ্তা, সংগ্ৰাহক।

**সঞ্চয়নং** *ক্লী* (সং চি ল্যুট্) সঞ্চয়। শবদাহৰ অন্তত মৃতকৰ ভস্ম আৰু অস্থি সঞ্চয়, আহৰণ। 'চতুৰ্থেঽহনি কৰ্তব্যমস্থিসঞ্চয়নং দ্বিজৈঃ। ততঃ সঞ্চয়নাদূৰ্দ্ধমঙ্গস্পৰ্শো ৱিধীয়তে।' (শৱদাহৰ চতুৰ্থ দিনা অস্থি সঞ্চয় আৰু শোধন কৰিব লাগে। তাৰ পিচতহে অঙ্গাদি স্পৰ্শ কৰিব পাৰিব। শুদ্ধিতত্ত্ব)।

**সঞ্চৰঃ** *পু* (সং চৰ্ ঘঃ) ১। সেতু, দলং, ২। এটা ৰাশিৰ পৰা আন এটালৈ গমন। ৩। পথ, আলিবাট, ৰ ১৬।১২; ৪। ঠেক বাট, ৫। প্ৰৱেশ পথ, ৬। শৰীৰ ৭। হত্যা, বধ, মাৰণ, ৮। উন্নতি।

**সঞ্চৰণং** *ক্লী* ১। গমন, গতি, ভ্ৰমণ।

**সঞ্চল** *বিণ্* কঁপি থকা, থৰ্থৰকৈ কঁপি থকা।

**সঞ্চলনং** *ক্লী* কঁপনি, আলোড়ন, কি ১৮।৮।

**সঞ্চানঃ** *পু* শেন চৰাই।

**সঞ্চায্যঃ** *পু* (সং চি ণ্যৎ) এবিধ যজ্ঞ।

**সঞ্চাৰঃ** *পু* (সং চৰ্ ঘঞ্) ১। ঘূৰা-ফিৰা, ২। চলন, ভ্ৰমণ, ৩। অতিক্ৰম কৰা পথ, আলিবাট ৪। দুৰ্গ অতিক্ৰম, ৫। গ্ৰহ সঞ্চাৰ, এটা ৰাশিৰ পৰা আন ৰাশিলৈ গমন। ৰাশ্যন্তৰ সংক্ৰমণ ৬। স্থান, ঠাই, ৭। গতি, বিপদসঙ্কুল ভ্ৰমণ, ৮। এঠাইৰ পৰা আনঠাইলৈ প্ৰেৰণ ৯। সাপৰ ফণাত পোৱা মুক্তা বিশেষ। ১০। বিপদ, দুৰ্দশা **—জীৱী(ন্)** শৰণাপন্ন।

**সঞ্চাৰকঃ** *পু* ১। নেতা, উপদেষ্টা, নায়ক, ২। উত্তেজক, কুপৰামৰ্শদাতা।

**সঞ্চাৰিকা** *স্ত্ৰী* ১। মহিলা দূত, পত্ৰবাহিকা, ২। প্ৰেমিক-প্ৰেমিকাৰ চিঠি-পত্ৰ আদান-প্ৰদান কৰা তিৰোতা। ৩। কুট্নী। ৪। মতা-মাইকী, মিথুন, যুগ্ম ৫। গোন্ধ, ঘ্ৰাণ।

**সঞ্চাৰণং** *ক্লী* ভ্ৰমণ, চলন, প্ৰেৰণ, উত্তেজনা।

**সঞ্চাৰী(ন্),-ৰিণী** ১। লৰি-চৰি থকা, ২। জঙ্গম, ৩। ভ্ৰমণ কৰি থকা, ৪। চঞ্চল, অস্থিৰ, গতিশীল ৫। দুৰ্গম, ৬। উত্তেজক, প্ৰভাৱশীল, ৭। পৈত্ৰিক, উত্তৰোত্তৰ। ৮। সংক্ৰমক, উত্তেজক। (পু) ১। ধূপ, ধুনা ২। (কাব্যৰস) অস্থায়ী, ব্যভিচাৰী ভাব। **—ৰিণী** *স্ত্ৰী* গৈ থকা যেনে— ৰাতিৰ দীপশিখা। 'সঞ্চাৰিণী দীপশিখেৱ ৰাত্ৰৌ', কু ৬।৬৭।

**সঞ্চালী** *স্ত্ৰী* গাজা, ভাং গছ।

**সঞ্চিত** *বিণ্* (সং চি ক্তঃ) ১। সংগৃহীত, স্তুপীকৃত, দ'ম কৰি ৰখা। চয়ন কৰি ৰখা। ২। গণিত, ৩। পূৰ্ণকৃত ৪। বাধাপ্ৰাপ্ত, ব্যাঘাত, ৫। ডাঠ, ঘন।

**সঞ্চিতিঃ** *স্ত্ৰী* স্তুপ, দ'ম, সমষ্টি।

**সঞ্চিন্তনং** *ক্লী* বিবেচনা, অনুভৱ।

**সঞ্চূৰ্ণনং** *ক্লী* চূৰ্ণকৰণ, পিহি গুড়ি কৰা কাৰ্য্য।

**সনচ্ছন্ন** *বিণ্* ১। আবৃত, ২। লুকায়িত, লুকাই ৰখা, ঢাকি ৰখা। ৩। পোচাক পৰিহিত।

**সনচ্ছাদনং** *ক্লী* লুকাই ৰখা, ঢাকি ৰখা কাৰ্য্য।

**সঞ্জ** সক্তে (ভ্বা প সক সঞ্জতি) ১। লাগি ধৰ, এঠাৰ দৰে লাগি ধৰ, ২। আসক্ত হ, ৩। গাঁথি লগা, বান্ধ, জোৰা লগা। (নিজন্ত) সঞ্জয়তি–তে। **অনু—** অনুৰক্ত হ, লাগি ধৰ, সংযুক্ত হ **অৱ—** ওলোমাই ৰাখ, আসক্ত হ বা কৰ দলিয়া, ৰাখ, স্থাপন কৰ। **আ—** ১। জোৰা বান্ধ, ২। সহায় হ, অৰ্পণ কৰ, আসক্ত হ। **নি—** আসক্ত হ, লাগি ধৰ। স্থাপন কৰ, **প্ৰ—** লাগি ধৰ, অনুসৰণ কৰ, উপযোগী হ, প্ৰয়োজনীয় হ। আসক্ত হ। **ব্যতি—** জোৰা লগা, সংযুক্ত কৰ।

**সঞ্জঃ** *পু* (সম্যক্ জায়তে ইতি সং জন্ ডঃ) ব্ৰহ্মা, শিৱ।

**সঞ্জয়ঃ** *পু* ৰজা ধৃতৰাষ্ট্ৰৰ সাৰথি। দিব্য চক্ষুৰ বলত সঞ্জয়ে কুৰুক্ষেত্ৰ যুদ্ধৰ সকলো বৃত্তান্ত অন্ধ ধৃতৰাষ্ট্ৰক কৈছিল। কুৰু-পাণ্ডৱৰ এই যুদ্ধ বন্ধ কৰাৰ কাৰণে এওঁ অশেষ চেষ্টা কৰিও বিফল হয়।

**সঞ্জল্পঃ** *পু* ১। কথোপকথন ২। কোঢ়াল, চিঞৰ-বাথৰ।

**সঞ্জৱনং** *ক্লী* মুখামুখিকৈ থকা চাৰিটা ঘৰৰ মাজৰ চোতালখন।

**সঞ্জা** *স্ত্ৰী* মাইকী ছাগলী।

**সঞ্জীৱনং** *ক্লী* (সং জীৱ অধিকৰণে ল্যুট) ১। চাৰিটা ঘৰৰ সমষ্টি ২। সম্যাক প্ৰকাৰে প্ৰাণ ধাৰণ, ৩। একেলগে বাস, ৪। পুনৰ জীৱন লাভ, ৫। একৈশখন নৰকৰ এখন, মনু ৪।৮৯; **—নী** *স্ত্ৰী* ১। এবিধ (মৃত সঞ্জীৱনী) সুধা, আৰক, ২। সঞ্জীৱনী বিদ্যা বিশেষ।

**সংজ্ঞ, সঞ্জ্ঞ** *বিণ্* ১। লম্বজানুক, বক্ৰজানুক, আগফালে বেঁকা আঠুযুক্ত ২। সতৰ্ক, ৩। আহুত, নাম ধৰি মতা **—জ্ঞং** এবিধ হালধীয়া সুগন্ধি কাঠ।

**সংজ্ঞপনং** *ক্লী* (সং জ্ঞা ণিচ ল্যুট) মাৰণ, হত্যা।

**সংজ্ঞপ্তিঃ** *স্ত্ৰী* মাৰণ, বধ।

**সংজ্ঞা** *স্ত্ৰী* (সং জ্ঞা অঙ) ১। চেতনা, জ্ঞান, অনুভূতি। ২। বুদ্ধি, মন, ৩। সঙ্কেত, কু ৩।৪১; ইঙ্গিত, ৪। নাম, উপাধি, গী ১৫।৫; ৫। (ব্যাক) অভিধা, সৰ্বনাম। বিশেষ অৰ্থযুক্ত নাম, ৬। গায়ত্ৰী মন্ত্ৰ, ৭। সূৰ্য্যৰ পত্নী, বিশ্বকৰ্মাৰ জীয়াৰী; যম, যমী আৰু অশ্বিনীকুমাৰদ্বয়ৰ মাক। এবাৰ সংজ্ঞাই পিতাকৰ ঘৰলৈ যাবলৈ ইচ্ছা কৰি পিতাকৰ অনুমতি বিচাৰিলে। পিতাক বিশ্বকৰ্মাই অনুমতি নিদিয়াত তাই নিজৰ শৰীৰৰ পৰা নিজৰ অনুৰূপ এটা ছায়া বিম্ব তৈয়াৰ কৰি পতি গৃহত ৰাখি থৈ পতিক নজনোৱাকৈ পিতাকৰ ঘৰলৈ গুচি গ'ল। ছায়াই সূৰ্য্যৰ ঔৰসত তিনিটা সন্তান জন্ম দিয়ে আৰু সূৰ্য্যৰ লগত সুখে-সন্তোষে দিন কটাবলৈ ধৰিলে। সংজ্ঞা ঘূৰি অহাত সূৰ্য্যই তাইক ঘৰ সোমাবলৈ নিদিলে। সূৰ্য্যৰ দ্বাৰা প্ৰত্যাখ্যাত হৈ সংজ্ঞাই এজনী ঘূঁৰীৰ ৰূপ ধাৰণ কৰি বিশ্বব্ৰহ্মাণ্ড ঘূৰি ফুৰিবলৈ ধৰিলে। সূৰ্য্যই কিছুকাল পিচত সকলো কথা জানিব পাৰি নিজে এটা ঘোঁৰাৰ ৰূপ লয়। তাৰ পিচত সংজ্ঞাৰ লগত মিলিত হৈ দুই অশ্বিনীকুমাৰৰ জন্ম দিয়ে। **—ৱিষয়ঃ** গুণবাচক নাম, উপাধি **—সুতঃ** শনিগ্ৰহ।

**সংজ্ঞানং** *ক্লী* জ্ঞান, বোধশক্তি।

**সংজ্ঞাপনং** *ক্লী* ১। বিজ্ঞাপন ২। শিক্ষা দান, ৩। মাৰণ, হত্যা।

**সংজ্ঞাৱান্(ৎ)** ১। জ্ঞানী, বিবেচক, চেতনাসম্পন্ন, ২। নাম থকা,

**সংজ্ঞিত** *বিণ্* অভিহিত, নামযুক্ত।

**সংজ্ঞু** *বিণ্* বক্ৰজানু, ধেনুভিৰীয়া আঁঠুযুক্ত।

**সংজ্বৰঃ** *পু* প্ৰখৰ উত্তাপ, জ্বৰ, জুইৰ উত্তাপ।

**সট্** ক) অৱয়ৱে (ভ্বা প অ সটতি) ভাগ কৰ, অংশ কৰ, অংশ হ। খ) দৰ্শনে (চুৰা উ স সাটযতি-তে) প্ৰদৰ্শন কৰ, প্ৰকাশ কৰ, ব্যক্ত কৰ, দেখুৱা।

**সটং,—সটা** *ক্লী স্ত্ৰী* (সট অৱয়ৱে অচ) ১। জটা, সন্ন্যাসীৰ মূৰৰ জটা বন্ধা চুলি, ৰ ৯।৬০, ২। টিকনি, শিখা, ভা ৪।৫।২, ৩। (সিংহৰ) কেশৰ।

**সটাঙ্কঃ** *পু* সিংহ।

**সটি, —সটী** *স্ত্ৰী* বন আদা, এবিধ ঔষধি। **—কা** তেজপাত।

**সট্ট** হিংসে (চুৰা উ স সট্টয়তি-তে) ১। আঘাত কৰ, বধ কৰ, হত্যা কৰ, ২। বলৱান হ, শক্তিশালী হ, ৩। দি, দান কৰ, ৪। ল, গ্ৰহণ কৰ, ৫। বাস কৰ।

**সট্টকং** *ক্লী* প্ৰাকৃত ভাষাৰ সৰু নাটিকা। যেনে— কৰ্পূৰ মঞ্জৰী।

**সট্টা** *স্ত্ৰী* ১। এবিধ চৰাই, ২। এবিধ বাদ্যযন্ত্ৰ।

**সঠ্** গতিসংস্কৃতাসংস্কৃতেষু (চুৰা উ স অ সাঠয়তি-তে) ১। যা, গমন কৰ, ২। অলঙ্কৃত কৰ, শোভিত কৰ, সজা, ৩। সুসম্পন্ন কৰ, ৪। সম্পন্ন নকৰাকৈ এৰ, আধা সম্পূৰ্ণ কৰ।

**সণসূত্ৰং** *ক্লী* শণসূতা।

**সণ্ডঃ ষণ্ডঃ** *পু* ষাঁড়, নপুংসক।

**সণ্ডিশঃ** *পু* চেপেনা, চিমটা, সৰাঁহ।

**সণ্ডীনং** *ক্লী* চৰাইৰ উৰণ ভঙ্গী এবিধ।

**সৎ** *বিণ্* (অস্তীতি অস্ শতৃ) ১। থকা, অস্তিত্বশীল, ২। শুদ্ধ, প্ৰকৃত, সত্য, ৩। ভাল, ধাৰ্মিক, পৱিত্ৰ, ৪। মহান, উচ্চ ৫। উৎকৃষ্ট, ৬। শ্ৰদ্ধাৱান, শ্ৰদ্ধেয়, ৭। জ্ঞানী, সাধু, পণ্ডিত, ৮। ধুনীয়া, দেখনিয়াৰ, ৯। দৃঢ়,

স্থিৰ, **প্ৰশস্ত** (ক্লী) ১। **ব্ৰহ্ম**, 'ওম তৎসদিতি নিৰ্দেশো **ব্ৰহ্মণস্ত্ৰিবিধঃ স্মৃতঃ।'** গী ১৭।২৩; ২। **অস্তিত্ব**, সত্তা, সত্যতা, *(পু)* জ্ঞানী লোক, ধাৰ্মিক পুৰুষ, মুনি, ৰ ৪।৪৬; **সৎকৃ** শ্ৰদ্ধাপ্ৰদৰ্শন, অতিথি-সৎকাৰ। **—কৰ্ম(ন্)** *ক্লী* ১। ধৰ্মকাৰ্য্য, ধৰ্ম, পৱিত্ৰ কাৰ্য্য, ২। অতিথিসেৱা, **—কাণ্ডঃ** শেন চৰাই, চিলনী **—কাৰঃ** ১। শ্ৰদ্ধা, অতিথি-সেৱা, ২। যত্ন, পৰিচৰ্য্যা, ৩। ধৰ্মকাৰ্য্য, ব্ৰত পালন, ৪। আহাৰ। **—কুলং** ভাল বংশ, উচ্চবংশ, **—কুলীন** উচ্চবংশজাত। **—কতং** অতিথি-সৎকাৰ, ধৰ্মকাৰ্য্য, (তঃ) পু শিৱ। **—কৃতিঃ** সৎকাৰ, ধৰ্মকাৰ্য্য, **—ক্ৰিয়া** ১। সৎকাৰ, ২। ধৰ্ম, ধৰ্মকাৰ্য্য, সেৱা, ৩। সৌজন্য, ৪ প্ৰায়শ্চিত্তাদি শুদ্ধি কাৰ্য্য, ৫। শৱদাহ কাৰ্য্য। **—গতিঃ** ১। মুক্তি, মোক্ষ, ২। সম্বধনা। **—গুণঃ** ধৰ্ম, সৌজন্যগুণ, উৎকৰ্ষতা। **—চৰিত,-চৰিত্ৰ** (সচ্চৰিত-ত্ৰ) সদগুণী, ধাৰ্মিক, সদ-স্বভাৱী, **—চিৎ** (সচ্চিদ) পৰব্ৰহ্ম পৰমাত্মা **—চিদাত্মন্** অস্তিত্বৱান **—চিদানন্দঃ** সত্য, আত্মা আৰু আনন্দ যুক্ত, পৰমাত্মা। **—পত্ৰং** পদুমফুল **—পথঃ** সৎপন্থা, সন্মাৰ্গ, প্ৰশংসনীয় মাৰ্গ। **—পশু** যজ্ঞীয় পশু **—পুত্ৰঃ** ধাৰ্মিক, গুণী পুত্ৰ। পিতৃপুৰুষৰ উদ্দেশ্যে শ্ৰাদ্ধাদি ধৰ্মকাৰ্য্য নিয়মিতৰূপত সম্পাদন কৰা পুত্ৰ। **—প্ৰতিগ্ৰহঃ** সাধুলোকে দান কৰা দ্ৰব্য গ্ৰহণ। ধনাগমৰ সাতটা পথৰ এটা, মনু ১০।১১৫; **—প্ৰতিপক্ষঃ** ১। সমতুল্য ব্যক্তি, প্ৰতিযোগী, (ন্যায়) পাচ বিধ হেত্বাভাৱৰ এবিধ। দোষযুক্ত হেতু। এটা হেতুৰ বিপৰীতে আন এটা বিপৰীত হেতু। যেনে—হ্ৰদো বহ্নিমান। **—ফলঃ** ডালিম গছ। **—ভাৱঃ** ১। অস্তিত্ব, ২। সত্যতা, ৩। শুদ্ধ ভাব, শুদ্ধ প্ৰকৃতি, স্বভাৱ, নম্ৰতা, অমায়িকতা। **—মাতুৰঃ** (সন্মাতুৰঃ) সাধ্বী তিৰোতাৰ পৰা জন্ম হোৱা সন্তান। **—মানঃ** (সন্মান) শ্ৰদ্ধা। **—মিত্ৰং** সদবন্ধু। **—ৱচস্** সম্ভাষণ, উৎকৃষ্ট কথা, ভাষণ। **—ৱিদ্য** সুপণ্ডিত, **—বৃত্ত** ১। সৎ স্বভাৱী, ধাৰ্মিক সচ্চৰিত্ৰৱান, ২। সুগোল 'সদবৃত্তঃ স্তনমণ্ডলঃ', গীত ৩। **—সংসৰ্গঃ —সন্নিধানং —সঙ্গঃ, —সঙ্গতিঃ —সমাগমঃ** সাধুলোকৰ সঙ্গ। বহুতো ভক্তই একেলগে বহি ভগৱানৰ গুণ কীৰ্তন-শ্ৰৱণ কৰা অনুষ্ঠান। **—সম্প্ৰয়োগঃ** সৎস্থানত প্ৰয়োগ। **—সহায়ঃ** ভাল, সাধু বন্ধু। **—সাৰ** শুদ্ধ সাৰ যুক্ত, সাৰসম্পন্ন 'বন্দ্যোঽপি প্ৰকাশিত সৎসাৰঃ সংসাৰঃ', হচ ৫অ। (**—ৰঃ**) ১। এবিধ গছ। ২। কবিতা ৰচক কবি, ৩। শিল্পী, চিত্ৰকাৰ **—হেতুঃ** (সদ্ধেতু)' ত্ৰুটিহীন হেতু।

**সতত** *বিণ* নেবানেপেৰা, অবিৰত, শাশ্বত, **স্থায়ী —তং** অব্য অবিৰতভাৱে, সদায়, স্থায়ীভাৱে, **—গঃ, —গতিঃ** বায়ু, বতাহ শি ৬।৫ **—যায়ী(ন্)** সদায় গৈ থকা, সদা গমনশীল,

**সতৰ্ক** *বিণ* (তৰ্কেন সহ বৰ্তমানঃ) ১। বিবেচক, যুক্তিনিষ্ঠ, ২। তৰ্কশাস্ত্ৰত পাৰ্গত।

**সতিঃ** *স্ত্ৰী* ১। দান, উপহাৰ, ২। অন্ত, **সমাপ্তি, ধ্বংস** নাশ।

**সতী** *স্ত্ৰী* (অস্তীতি অস শতৃ ঙীপ) ১। সাধ্বী তিৰোতা, বা পত্নী, কু ১।২১; ২। সন্ন্যাসিনী, ৩। শিৱপত্নী, দক্ষৰাজ দুহিতা, দুৰ্গা, কু ১।২১। দক্ষৰাজে পতা যজ্ঞলৈ শিৱৰ বাহিৰে সকলো দেৱতাকে নিমন্ত্ৰণ কৰাত সতীয়ে বিনা নিমন্ত্ৰণে যজ্ঞলৈ আহে। দক্ষৰাজে সতীক দেখি সকলো দেৱ দেৱীৰ উপস্থিতিত শিৱক ভৰ্ৎসনা কৰিবলৈ ধৰে। পতি নিন্দা শুনি অস্থিৰ হৈ সতীয়ে যজ্ঞাগ্নিত দেহত্যাগ কৰে। শিৱই প্ৰিয়তমা পত্নীৰ বিয়োগত ক্ৰোধান্বিত হৈ অনুচৰ পঠাই যজ্ঞ লণ্ড-ভণ্ড কৰে আৰু সতীৰ দেহ কান্ধত লৈ পগলাৰ দৰে বিশ্ব-ব্ৰহ্মাণ্ড ঘুৰি ফুৰিব ধৰে। তেতিয়া দেৱতাসকলৰ অনুৰোধত বিষ্ণুৱে সুদৰ্শনক পঠাই সতীদেহ খণ্ড-বিখণ্ড কৰি কাটি পেলায়। একোটা খণ্ড য'ত পৰিছিল সেই ঠাইতে একোটাকে দেৱী পীঠৰ সৃষ্টি হয়। এনেকৈ অবিভক্ত ভাৰতত একাৱন্নতা প্ৰসিদ্ধ দেৱী পীঠৰ প্ৰতিষ্ঠা হয়। ৪। সাবিত্ৰী ৫। অস্তিত্বসম্পন্না, বিদ্যমানা, কু ৫।১। **—ত্বং** পৱিত্ৰতা।

**সতীনং** *ক্লী* পানী, **—নঃ** ১। এবিধ মাহ জাতীয় শস্য, ২। বাঁহ।

**সতীৰ্থঃ, —তীৰ্থ্যঃ** *পু* একেজন গুৰুৰ শিষ্য। সহপাঠী।

**সতীলঃ** *পু* ১। বাঁহ, ২। বায়ু, বতাহ, ৩। কলা মাহ, মাটিমাহ, **—লকঃ** মাটিমাহ। (**—লা**) *স্ত্ৰী* মাহ, মাটিমাহ।

**সতুষং** *ক্লী* তুঁহ থকা শস্য।

**সতৃট(ষ)** তৃষ্ণাতুৰ। পিপাসাগ্ৰস্ত। পিয়াহত আতুৰ ব্যক্তি।
**সতেৰঃ** *পু* তুঁহ।
**সত্তম** *বিণ.* পূজ্যতম, উত্তম।
**সত্তা** *স্ত্রী* (সতো ভাৱঃ সৎ তল টাপ্) ১। বিদ্যমানতা, অস্তিত্ব, ২। উচ্চতম জাতি ৩। উৎকৃষ্টতা, শ্ৰেষ্ঠতা, সাধুতা।
**সত্ত্ৰং, –সত্ৰং** *ক্লী* (সতঃ সাধুন ত্ৰায়তে ইতি সৎ ত্ৰৈ কঃ অথবা সীদন্দি সজ্জনাঃ যত্ৰেতি সদ গতৌ ত্ৰঃ) ১। যজ্ঞানুষ্ঠান, বিশেষকৈ তেৰ অথবা এশ দিন ব্যাপী হোৱা যজ্ঞ, মনু ৮।৩০৩; ২। উপহাৰ, উৎস ,৩। ধৰ্ম, ৪। ঘৰ, বাসস্থান, ৫। উদাৰতা, ৬। ঢাকনী, আৱৰণ, ৭। বননি, জঙ্গল, কি ১৩।৯; ৮। পুখুৰী, সৰোবৰ, ৯। প্ৰৱঞ্চনা, ১০। আশ্ৰয় স্থান, ১১। ধন, সম্পত্তি, ১২। বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ প্ৰসিদ্ধ অনুষ্ঠান। অসমৰ মহাপুৰুষীয়া ধৰ্ম প্ৰতিষ্ঠান সমূহ, **–ত্ৰং,–ত্ৰা** *অব্য* সৈতে, সহ, লগত। **–শালা** দুখীয়া মানুহক বিনামূলীয়াকৈ অন্নদান কৰা ঘৰ।
**সত্ত্ৰাজিৎ, সত্ৰাজিৎ** *পু* এজন ৰজা। শ্ৰীকৃষ্ণৰ শহুৰেক নিম্নৰ পুত্ৰ। সত্যভামাৰ পিতাক। সত্ৰাজিতে সূৰ্য্যৰ পৰা পোৱা স্যমন্তক মণি সদায় গলত পিন্ধি ফুৰিছিল। কিছুদিন পিচত ভায়েক প্ৰসেনক দিয়ে। প্ৰসেনক বধ কৰি জাম্বৱন্তই এই মণি নিজে ধাৰণ কৰে। শ্ৰীকৃষ্ণৰ হাতত জাম্বৱন্ত পৰাভূত হোৱাত জাম্বৱন্তই মণি আৰু কন্যা জাম্বৱন্তীক শ্ৰীকৃষ্ণৰ হাতত অৰ্পণ কৰে। শ্ৰীকৃষ্ণই তাৰ পিচত সেই মণি প্ৰকৃত গৰাকী সত্ৰাজিতক ঘূৰাই দিয়ে। কৃতজ্ঞতাৰ চিনস্বৰূপে সত্ৰাজিতে মণিৰ লগতে নিজৰ কন্যা সত্যভামাক শ্ৰীকৃষ্ণক দান কৰে। এবাৰ সত্যভামা যেতিয়া পিতাকৰ ঘৰত আছিল তেতিয়া যাদৱ অক্ৰুৰৰ প্ৰৰোচনাত শতধন্বাই সত্ৰাজিক বধ কৰি স্যমন্তক কাঢ়ি লয় আৰু অক্ৰুৰক দি দিয়ে। শ্ৰীকৃষ্ণই শতধন্বাক বধ কৰে যদিও স্যমন্তক মণি অক্ৰুৰকে ৰাখিবলৈ দিয়ে।
**সত্ত্ৰিঃ–ত্ৰিঃ** *পু* ১। মেঘ, ২। হাতী **–জাতকঃ** এবিধ আঞ্জা। মাংসৰ আঞ্জাবিশেষ।
**সত্ত্ৰী,–ত্ৰী(ন্)** ১। গৃহস্থী, গৃহপতি, গিৰিহঁত, ২। উদাৰ, দানশীল গিৰিহঁত। ৩। সদায় যাগ-যজ্ঞাদি কৰি থকা গৃহস্থী, শি ১৪।৩২।
**সত্ত্বং** *ক্লী* (সতো ভাৱঃ সৎ ত্ব) ১। প্ৰকৃতিৰ গুণ বিশেষ, ২। সত্ত্বা, অস্তিত্ব, ৩। জীৱন, উশাহ-নিশাহ প্ৰাণশক্তি, ৪। চেতনা, মানসিক অস্তিত্ব, ৫। গৰ্ভ, ভ্ৰূণ, ৬। ভূত, প্ৰেত, দৈত্য, দানৱ। ৭। জীৱিত প্ৰাণী, জন্তু, পশু, ৮। ধৰ্ম, সাধুতা, ৯। জ্ঞান, ১০। বিশেষ্য পদ, ১১। ত্ৰিগুণৰ (সত্ত্ব, ৰজ, তম) শ্ৰেষ্ঠ গুণ। মনু ১২।২৪; ১২। শক্তি, তেজ, সাহসিকতা, ৰ ৪।৭২; বল, ১৩। স্বভাৱ-চৰিত্ৰ, কি ১২।৩৯; ১৪। আনন্দ, আহ্লাদ, হৰ্ষ, প্ৰীতি ১৫। দ্ৰব্য, পাঁচ বিধ প্ৰাণবায়ু, অসুঃ। ১৬। আত্মা, চিত্ত, ৰস, আয়ুস *(পু)* কুবেৰ। ধন সম্পত্তি, জন্তু ৰ ২।৮; **–তা** সত্ত্বভাৱ। **–লক্ষণং** ভ্ৰূণৰ লক্ষণ, গৰ্ভৰ লক্ষণ, **–ৰিপ্লৱঃ** চেতনহীনতা। চেতনহানি। **–ৰিহিত** ১। প্ৰকৃতিসম্ভূত ২। ধাৰ্মিক, ন্যায়পন্থী, সৰল, অকপট। **–সংশুদ্ধিঃ** প্ৰাকৃতিক শুদ্ধতা, **–সাৰঃ** শক্তিমন্ত পুৰুষ। **–স্থ** *বিণ* ১। প্ৰকৃতিস্থ। ২। প্ৰাণীৰ অন্তৰ্নিহিত, ৩। সচেতন, জীৱন্ত। ৪। সৎস্বভাৱী, উৎকৃষ্ট।
**সত্য** *বিণ্* (সতে হিতম সৎ যৎ) ১। সঁচা, প্ৰকৃত, বিশুদ্ধ, ২। সাধু, সত্যবাদী, সদাচাৰী, ৩। ধাৰ্মিক, পৱিত্ৰ। **–ত্যং** *ক্লী* ১। সত্যতা, ২। সঁচা কথা, সদ্বাক্য। 'সত্যং ব্ৰুয়াৎ প্ৰিয়ং ব্ৰুয়াৎ ন ব্ৰুয়াৎ সত্যমপ্ৰিয়ম্।' মনু। নহি সত্যাৎ পৰো ধৰ্মো নানৃতাৎ পাতকং নৰঃ। নহি গঙ্গাসমং তীৰ্থং দেৱঃ কেশৱাৎ পৰঃ। ৩। সাধুতা, ৪। প্ৰতিজ্ঞা, শপত, ৫। সত্য যুগ। (চাৰি যুগৰ প্ৰথম যুগ) ৬। পানী, ৭। ব্ৰহ্ম, **–ত্যঃ** *পু* ১। ব্ৰহ্মলোক, সপ্তলোকৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ লোক। ২। বড় গছ। ৩। শ্ৰীৰাম, ৪। বিষ্ণু ৫। অধিষ্ঠাত্ৰী দেৱতা। **(ত্যং)** প্ৰশ্নবোধক, স্বীকাৰবোধক অব্যয়। **–কামঃ** সত্যনিষ্ঠ ব্যক্তি। **–তপঃ(স্)** এজন মুনি। **–দৰ্শী(ন্)** সত্যকে সদায় দেখি থকা। সত্যনিষ্ঠ। **–ধন** সত্যই যাৰ একমাত্ৰ সম্বল। **–ধৃতি** সত্যনিষ্ঠ **–পুৰং** বিষ্ণুলোক। **–পূত** সত্য বচনৰ দ্বাৰা পৰিশোধিত। **–ভাৰতঃ** বেদব্যাস। **–ৱচঃ(স্)** সত্যবাদী, **(দ্যং)** সত্যতা **–ৱাক্(চ্)** ১। সত্যবাদী, ২। স্পষ্টবাদী, সৰল। **–ব্ৰত, –সঙ্গৰ –সন্ধ** অঙ্গীকাৰৰ প্ৰতি নিষ্ঠাশীল, সাধু, সত্যবাদী, সহজ, সৰল, **–শ্ৰাৱণং** দৃঢ় প্ৰতিজ্ঞা গ্ৰহণ, **–সঙ্কাশ** সঙ্গত, সম্ভৱপৰ, প্ৰশংসনীয়, মাঙ্গলিক।

**সত্যঙ্কাৰঃ** *পু* ১। সত্যকৰণ, সাব্যস্ত কৰণ, ধাৰ্য্যকৰণ ২। প্ৰতিশ্ৰুত ধন, ঠিকা লোৱাৰ সময়ত ঠিকাদাৰে জমা দিয়া জামিনৰ ধন, কি ১১।৫০।

**সত্যনাৰায়ণঃ** চতুৰ্ভুজ বিষ্ণুৰ এটা ৰূপ। হিন্দুৱে ঘৰে ঘৰে পূজা কৰা দেৱতা এগৰাকী। শুক্ল-পূৰ্ণিমাৰ সন্ধিয়া এই পূজা প্ৰশস্ত।

**সত্যৱান(ৎ)** বিণ সত্যবাদী, সত্যনিষ্ঠ, (পু) সাবিত্ৰীৰ পতি। **—তী** *(স্ত্ৰী)* পৰাশৰৰ পত্নী, ব্যাসৰ মাতৃ।

**সত্যা** *স্ত্ৰী* ১। সত্যতা, সত্যবাদিতা, ২। সীতা, ৩। দ্ৰৌপদী, কি ১১।৫০; ৪। সত্যৱতী, ৫। শ্ৰীকৃষ্ণৰ পত্নী সত্যভামা ৬। দুৰ্গা। **—পনং** ১। সত্যভাষণ, ২। শোধন, শুদ্ধিকৰণ নৱীকৰণ।

**সত্যাকৃতিঃ** *স্ত্ৰী* সত্যকৰণ, সত্যাপন।

**সত্যাগ্নিঃ** *পু* অগস্ত্যমুনি।

**সত্যানুৰূপ** *বিণ* ১। নিজৰ স্বভাৱ বা চৰিত্ৰৰ অনুৰূপ। ২। নিজৰ সংস্থান বা সঙ্গতি অনুযায়ী।

**সত্যানৃতং** *ক্লী* বেপাৰ-বাণিজ্য। (বেহা-বেপাৰত কিছু সঁচা কিছু মিছা কোৱাৰ প্ৰয়োজন হয়), মনু ৪।৬

**সত্ৰপ** *বিণ* লজ্জিত।

**সত্বৰ** *বিণ* (ত্বৰয়া সহ ৱৰ্ততে) শীঘ্ৰ, ক্ষিপ্ৰ, বেগী, **—ৰং** *অব্য* সোনকালে, শীঘ্ৰই, লৰালৰিকৈ।

**সথুৎকাৰং** *ক্লী* (থুৎ কাৰেণ সহ ৱৰ্তমানং) থু পেলোৱা **—ৰঃ** থু সহ কথা।

**সদ** আসনে (ভ্বা প অ সীদতি) ১। আসন ল, বহ, শো, বাগৰ দি, ২। ডুব যা, ডুব মাৰ ৩। অলস হ, বিৰক্ত হ, দুখত পৰ, ৪। বাস কৰ, থাক, ৫। নাশ হ, ক্ষয় যা, ধ্বংস হ। ৬। অসহায় হ, দুৰ্দশাগ্ৰস্ত হ, ক্লেশ পা, ৭। বাধাগ্ৰস্ত হ, মনু ৯।৯৪; ৮। ভাগৰি পৰ, হালি পৰ, ৯। যা, গমন কৰ (ণিজন্ত) সাদয়তি-তে, (সনন্ত) সিদৎসতি। **অৱ—** অৱসাদগ্ৰস্ত হ, অলস হ, বিৰক্ত হ। দুৰ্ভোগ কৰ, উপেক্ষিত হ, ভাগৰি পৰ, ধ্বংস পা, ক্ষয় প্ৰাপ্ত হ, **আ—** আসন ল, বহ, ওচৰ চাপ, লগ লাগ, মিলিত হ, মুখামুখি হ, স্থাপন কৰ, ৰাখ। অতিক্ৰম কৰ, পাৰ হ, আক্ৰমণ কৰ। **উদ্—** ডুব মাৰ। ডুব যা, ত্যাগ কৰ, এৰ, উঠ, উত্থান কৰ, নাশ কৰ, ধ্বংস কৰ, গী ১।৪২; **উপ—** ওচৰত বহ, ওচৰ চাপ, সেৱা কৰ, যত্ন ল, শুশ্ৰূষা কৰ, যুদ্ধযাত্ৰা কৰ, **নি—** বহ, আসনত বহ, আৰাম কৰ, অলস হ, বিৰক্ত হ, **প—** সন্তুষ্ট হ, উদাৰ হ, শান্ত হ, তৃপ্ত হ, শুদ্ধ হ, পৱিত্ৰ হ, উজ্জ্বল হ, ফল ধৰ, সফল হ, কৃতকাৰ্য্য হ, **ৱি—** অলস হ, ভাগৰি পৰ, বিৰক্ত হ, নিস্তেজ হ, দুখী হ, দুৰ্দশাগ্ৰস্ত হ, গী ২।১।

**সদঃ** *পু* গছৰ ফল।

**সদঃ(স্)** *ক্লী* ১। আসন, বাসস্থান, ২। সভা **—গৃহং** সংসদ, সভাগৃহ।

**সদংশকঃ** কেঁকোৰা।

**সদংশৱদনঃ** *পু* কঙ্কপক্ষী, ম'হ বগ।

**সদনং** *ক্লী* (সদ অধিকৰণে ল্যুট) ১। ঘৰ, অট্টালিকা, প্ৰাসাদ, ২। ডুব যোৱা, ক্ষয় যোৱা, ৩। আলস্য, ভাগৰ ৪। পানী, ৫। যজ্ঞগৃহ, ৬। যমালয়।

**সদয়** *বিণ* (দয়য়া সহ ৱৰ্তমানঃ) করুণাশীল, দয়ালু, অব্য মৰমেৰে, দয়াসহকাৰে।

**সদস্যঃ** *পু* (সদসি সাধুঃ সদস্ যৎ) ১। কোনো সভা বা সমাজৰ অন্তৰ্ভুক্ত সভ্য। ২। যজ্ঞ বা পূজানুষ্ঠানৰ মূল পুৰোহিতৰ সহকাৰী অথবা উপদেষ্টা।

**সদা** *অব্য* ১। সদায়, প্ৰতিদিন, ২। অবিৰতভাৱে। **—গতিঃ** ১। বায়ু, বতাহ, ২। সূৰ্য ৩। মুক্তি, মোক্ষ, সদগতি। **—তোয়া,—নীৰা** ১। কৰতোয়া নদী। কন্যা দানৰ সময়ত বৰ শঙ্কৰৰ হাতৰ পানী বৈ গৈ এই নদীৰ সৃষ্টি হয়। সেই কাৰণে এইখন নদীৰ নাম কৰতোয়া। শাওণ মাহৰ তিনিটা দিন এই নদীৰ বাহিৰে বাকী সকলো নদী ৰজস্বলা হয়। ২। সদা প্ৰৱাহমানা নদী বা নিজৰা **—দান** *বিণ.* উদাৰ, দানী, দানশীল। (**—নঃ**) ১। মদৰস বৈ থকা হাতী, ২। গন্ধলতা এবিধ, ৩। ঐৰাৱত, ৪। গণেশ, **—নৰ্তঃ** ফিছা নচুৱাই থকা এবিধ চৰাই, বালিমাহী চৰাই। **—ফলঃ** ১। বাৰ মাহে ফল ধৰা গছ। ২। বেল গছ, ৩। কঁঠাল গছ, ৪। নাৰিকল গছ, ৫। ডিমৰু গছ। **—যোগী(ন্)** শ্ৰীকৃষ্ণ **—শিৱঃ** সদাশিৱ, মহাদেৱ।

**সদাচাৰঃ** *পু* সাধুসকলৰ আচৰণ 'যস্মিন্ দেশে যদাচাৰঃ'। পৰম্পৰা অনুসৰি, শাস্ত্ৰবিধি অনুসৰি জ্ঞানীসকলে দেখুৱা আচাৰ, ৰীতি-নীতি। 'যদ্ যদাচৰতি শ্ৰেষ্ঠঃ তদ্ তদেৱেতৰো জনঃ', গী ৩।২১।

**সদানন্দঃ** *পু* শিৱ। সদাশিৱঃ সদাকৰ্তা সদাভৰ্তা সদাগতিঃ। সদানন্দঃ সদাৱৰ্তা সদাসঙ্গবিৱৰ্জিতঃ।।

**সদৃক্ষ, সদৃশ্, সদৃশ** *বিণ্* ১। একে, দৰে, একে সমান একে দেখা, শব্দৰ শেষত, যেনে পুষ্পসদৃশ, পশু সদৃশ। ২। উপযুক্ত, যোগ্য, ৩। সক্ষম, সমৰ্থ, ৰ ১।১৫।

**সদেশ** *বিণ্* ১। নিকট, ওচৰ, দেশীয়; ২। ওচৰ-চুবুৰীয়া।

**সদ্ভূত** *বিণ্* (সন্ ভূতঃ) সত্য।

**সদ্ম (ন্)** *ক্লী* (সীদন্তি অত্ৰেতি সদ মনিন) ১। গৃহ, ঘৰ, ৰ ৩।১৭; বাসস্থান ২। স্থান, আস্থান, ৩। মন্দিৰ, ৪। পানী, ৫। যজ্ঞ বা পূজাৰ বেদী। ৬। সংগ্ৰাম।

**সদ্যঃ (স্)** *অব্য* ১। এতিয়াই, আজি, একেদিনাই, ২। তৎক্ষণাৎ হঠাতে, মে ১৬; ৩। অলপতে, কেইদিনমান আগতে, **—কালঃ** বৰ্তমান কাল। **—কালীন** অলপতে হোৱা। **—জাত** নৰজাত, অলপতে জন্ম হোৱা। (**—তঃ**) *পু* ১। গৰু বা কোনো জন্তুৰ পোৱালি, ২। সদাশিৱ, **—পাতী**(ন্) ক্ষণভঙ্গুৰ, ঠুনুকা, মে ১০; **—প্ৰাণকৰ** সদ্য বলকাৰক দ্ৰব্য— সদ্যোমাংসং নৱান্নঞ্চ বালা স্ত্ৰী ক্ষীৰ ভোজনম্। ঘৃতমুষ্ণোদকঞ্চৈৱ সদ্যঃ প্ৰাণকৰাণি ষট।। **—প্ৰাণহৰ** *বিণ্* শুষ্কং মাংসং স্ত্ৰিয়ো বৃদ্ধা বালাৰ্কস্তৰুণং দধি। প্ৰভাতে মৈথুনং নিদ্ৰা সদ্যঃ প্ৰাণহৰাণি ষট।। —এইবিলাকে তৎক্ষণাৎ দুৰ্বল কৰে। **—শুদ্ধিঃ —শৌচং** লগে লগে যোৱা অশুদ্ধতা। লগে লগে শুদ্ধতা, শুচি। 'দেশান্তৰমৃতে ৱালে সদ্যঃ শুদ্ধিৰ্যতো মৃতে।' এইবিলাকৰ স্পৰ্শ দোষৰ পৰা তৎক্ষণাৎ শুদ্ধি হয়— 'শিল্পিনঃ কাৰৱো ৱৈদ্যা দাসীদাসাশ্চ ভৃত্যকাঃ। অগ্নিমান শ্ৰোত্ৰিয়ো ৰাজা সদ্যঃ শৌচাঃ প্ৰকীৰ্তিতাঃ।। **—শোথা** *স্ত্ৰী* বান্দৰ-কেঁকোৱা।

**সদ্যস্ক** *বিণ্*. ১। নতুন, অলপতে হোৱা, ২। লগে লগে হোৱা।

**সদ্যস্তন** *বিণ্* নতুন, সজীৱ, সতেজ।

**সদ্ৰ** *বিণ্* ১। থকা, জিৰণি লোৱা, ২। গমন কৰা।

**সদ্বন্দ্ব** *বিণ্* কাঁজিয়া কৰি ভাল পোৱা মানুহ। দন্দুৰা, অজীণ-পাতকী।

**সদ্মথঃ** গাওঁ।

**সধৰ্মা(ন্)** *বিণ্* ১। সমগুণী, ২। সগোত্ৰীয়, সৱৰ্ণ, ৩। সদৃশ।

**সধৰ্মিণী, সধৰ্মচাৰিণী** *স্ত্ৰী* শাস্ত্ৰানুসাৰে বিবাহিতা পত্নী, ধৰ্মপত্নী।

**সধৱা** *স্ত্ৰী* (ধৱেন ভৰ্ত্ৰা সহ বৰ্তমানঃ) পতি থকা তিৰোতা

**সধিঃ (স্)** ষাঁড়, বলধ।

**সধ্ৰীচী** *স্ত্ৰী* পাৰিচাৰিকা, সহচৰী, বান্ধৱী।

**সধ্ৰ্যঙ্(চ)** *বিণ্* সহচৰ।

**সন্** পূজনে প্ৰীতৌ (ভ্বা, তনা প উ, স সনতি সনোতি, সনুতে) ১। ভাল পা, প্ৰীত হ, ২। পূজা কৰ, শ্ৰদ্ধা কৰ, ৩। দখল কৰ, লাভ কৰ, ৪ গ্ৰহণ কৰ, ৫। দান দি, বিতৰণ কৰ। (সনন্ত) সি- সনিষতি।

**সনঃ** *পু স্ত্ৰী* হাতীৰ কাণৰ আস্ফালন। *(পু)* **সনৎকুমাৰঃ সনকঃ, সনন্দঃ সনাতনঃ** ব্ৰহ্মাৰ চাৰি পুত্ৰ। (ব্ৰ দান।

**সনকঃ** *পু* ব্ৰহ্মাৰ চাৰি পুত্ৰৰ এজন। বাঁকী তিনিজন- সনৎকুমাৰ, সনন্দ আৰু সনাতন।

**সনৎ, সনা, সনাৎ** *অব্য* সদায়, প্ৰতিদিন।

**সনাতন** *বিণ্* (সনা ভৱঃ) ১। শাশ্বত, নিত্য, স্থায়ী ২ দৃঢ়, ৩। পুৰণি, প্ৰাচীন, মনু ৭।৯৮; **—নঃ** পু বিষ্ণু, ব্ৰহ্মা, শিৱ, দিব্যপুৰুষ, ব্ৰহ্মাৰ পুত্ৰ এজন **—নী** *স্ত্ৰী* লক্ষ্মী, দুৰ্গা, সৰস্বতী। 'সৰ্বত্ৰ সৰ্বকালেষু ৱিদ্যমানা সনাতনী'।

**সনাথ** *বিণ্* (নাথেন সহ ৱৰ্তমানঃ) ১। গৰাকী বা স্বামী থকা, ২। ৰক্ষক থকা, **—থা** *স্ত্ৰী* সধৱা।

**সনাভি** *বিণ্* (সমানো নাভিঃ গোত্ৰমস্য) ১। একে নাভি বা গৰ্ভজাত, সগোত্ৰীয়, কুটুম্ব, জ্ঞাতি, সম্বন্ধীয়, ২ সদৃশ, সধৰ্মী, ৩। মৰমিয়াল, ৪। সহোদৰ, **—ভিঃ** পু ১। সহোদৰ ভায়েক, ওচৰ সম্বন্ধীয় মিতিৰ। ২ সপ্তম পুৰুষলৈ সম্পৰ্কীয়, মনু ৫।৭২।

**সনাভ্যঃ** সপ্তম পুৰুষলৈ সম্বন্ধীয় কুটুম্ব।

**সনামকঃ** *পু* চজিনা গছ।

**সনিঃ** *পু স্ত্ৰী* (সন ইঃ) ১। পূজা, সেৱা, ২। দান উপহাৰ ৩। শ্ৰদ্ধাপূৰ্ণ সম্ভাষণ **—ষ্ঠীৱং,—ষ্ঠেৱং** কণ্ঠ কণ্ঠতে থু ওলোৱা, থুৰে সৈতে ভাষণ।

**সনী** *স্ত্ৰী* (সন ঙীষ্) ১। সনিঃ ২। হাতীৰ কাণৰ আস্ফালন শব্দ। **—ড়** ১। একে বাহত থকা, একে ঘৰত বাস কৰা, ২। ওচৰ, নিকট।

**সন্তঃ** *পু* সৎ শব্দৰ ১মা বহুব। হাতৰ তলুৱা মেলি যোৰ কৰা, হাতযোৰ কৰা, ৰ ১।১০।

**সন্তক্ষণং** শ্লেষপূৰ্ণ কথা, শ্লেষ, ইতিকিং, ঠাট্টা।

**সন্তত** *বিণ* (সম তন ক্তঃ) ১। বিস্তৃত, বহল, ২। অবাধ, নিয়মিত। ৩। স্থায়ী, নিত্য, শাশ্বত, ৪। প্রচুৰ, বহুত। **—তং** *অব্য* সদায়, অনবৰতে।

**সন্ততিঃ** *স্ত্রী* (সম্ তন ক্তিন্) ১। গোত্র, ২। বংশ, বংশজ সন্তান, পৰিয়াল, ৩। সন্তান, ৪। স্থায়ী কৰণ, লানি নিছিগা অৱস্থিতি, ৫। দ'ম, স্তুপ, সমূহ।

**সন্তপন** *বিণ্* ১। তাপ, জ্বলন, ২। যাতনা।

**সন্তপ্ত** *বিণ্* (সম্ তপ্ ক্তঃ) ১। উত্তপ্ত, জ্বলিত, ২। শোকগ্রস্ত, দুখিত, পৰিশ্রান্ত, যাতনাপ্রাপ্ত, মে ৭ **—ৱক্ষঃ(স্)** সঘনাই উশাহ টনা।

**সন্তমঃ(স্),—সন্তমসং** *ক্লী* ১। অন্ধকাৰেৰে চাৰিওদিশ ব্যাপ্ত, সৰ্বব্যাপক অন্ধকাৰ, শি ৯।২২; ২। মোহ।

**সন্তৰ্জনং** *ক্লী* তৰ্জন-গৰ্জন, হুমিয়নি, ধমকী, গালি-গালাজ।

**সন্তৰ্পণং** *ক্লী* (সং তৃপ ণিচ ল্যুঃ) ১। তৃপ্তিকাৰক, সন্তুষ্টিকাৰক, ২। আনন্দ দান, আনন্দদায়ক, ৩। আঙুৰ, ডালিম, খেজুৰী, কল, চেনি, আঁখৈৰ গুড়ি, মৌ আৰু ঘিঁউ মিহলাই তৈয়াৰ কৰা এবিধ সুস্বাদু পৰমান্ন।

**সন্তানং—নঃ** (সন্তনোতি ৱিস্তাৰয়তি পত্রপুষ্পাদীনিতি সম তন ণঃ) ১। কল্পতৰু, ২। বংশ, পৰিয়াল, সতি সন্ততি, ৩। বিস্তাৰ, ৪। অবাধ লানি, লেথেৰি।

**সন্তানকঃ** *পু* কল্পবৃক্ষ, ইন্দ্রৰ অমৰাৱতীৰ পাঁচজোপা গছৰ এজোপা, শি ৬।৬৭; **—নিকা** ১। ফেনা, ভাতৰ মাড়, ২। গাখীৰৰ সৰ, ক্রীম, ৩। তৰোৱালৰ ধাৰ থকা অংশ, ৪। মকৰাজাল।

**সন্তাপঃ** *পু* (সং তপ্ ঘঞ) ১। জুইৰ তাপ, উত্তাপ, ২। শোক, দুখ, যাতনা, দুৰ্দশা, ৩। অনুৰাগ, ৪। অনুতাপ ৫। তপস্যা, তপঃক্লেশ, দেহ বিনাশ, কি ৫।৫০।

**সন্তাপনং** *ক্লী* ১। জ্বলি-পুৰি থকা, জ্বলন যাতনা, ২। ক্লেশ **—নঃ** কামদেৱৰ পাঁচ বিধ শৰৰ এবিধ।

**সন্তাপিত** *বিণ্* (সং তপ্ ণিচ ক্তঃ) ১। উত্তপ্ত, তাপিত, ক্লিষ্ট, ২। সুদূৰ পথ অতিক্রম কৰাৰ বাবে পৰিশ্রান্ত।

**সন্তিঃ** *স্ত্রী* (সনু দানে ক্তিচ্) ১। দান, ২। অৱসান, সমাপ্তি ধ্বংস, বিনাশ।

**সন্তুষ্টিঃ** *স্ত্রী.* (সং তুষ্ ক্তিন্) পূৰ্ণতৃপ্তি।

**সন্তোষঃ** *পু* (সং তুষ্ ঘঞ) ১। তৃপ্তি, সন্তুষ্টি, ২। আনন্দ, ৩। বুঢ়া আঙুলি।

**সন্ত্যজনং** *ক্লী* ত্যাগ।

**সন্ত্রাসঃ** *পু* (ত্রাসেন সহ ৱৰ্তমানঃ) আতঙ্ক, ভয়।

**সন্দংসঃ** *পু* (সং দন্‌শ্ অচ) ১। চেপেনা, সঁৰাহ, ২। ৰৰ্ণ উচ্চাৰণত দাঁত জোৰেৰে চেপি ধৰা কাৰ্য্য, ৩। এখন নৰককুণ্ড।

**সন্দংশকঃ, —শিকা** চেপেনা, চিমটা।

**সন্দৰ্ভঃ** *পু* (সং দৃভ গ্রন্থনে ঘঞ) ১। গ্রন্থ ৰচনা, ২। একেলগে গোঁথা, একেলগে বোৱা, ৩। সঙ্কলন, সংযোজন ৪। লানি, নিয়মিত সংযোগ, ৫। নিৰ্মাণ, গঠন, ৰচনা।

**সন্দৰ্শনং** *ক্লী* (সং দৃশ ল্যুট) ১। দৰ্শন, চোৱা কাৰ্য্য, ২। একেথৰে চাই থকা কাৰ্য্য, ৩। মিলন, দেখাদেখি ৪। দৃশ্য, আকাৰ, ৫। বিবেচনা।

**সন্দানং** *ক্লী* ১। ৰচি, শিকলি, ২। পঘা। **—নঃ** হাতীৰ মদৰস ওলোৱা ঠাই (কপাল)।

**সন্দানিত** *বিণ* বদ্ধ, বান্ধি ৰখা।

**সন্দানিনী** *স্ত্রী* গৰুৰ গোহালি।

**সন্দাৱঃ** *পু* (সং দু ঘঞ) পলায়ন।

**সন্দাহঃ** *পু* (সং দহ্ ঘঞ) পোৰণ, জ্বলন, দাহ।

**সন্দিগ্ধ** *বিণ* (সং দিহ ক্তঃ) ১। প্রলেপিত, আবৃত, ২। সন্দেহপূৰ্ণ, অনিশ্চিত, ৩। ভ্রান্ত, ৪। বিমোৰ, অস্পষ্ট, বুজি নোপোৱা, বিশৃঙ্খল, ৫। বিপদসঙ্কুল, ৬। বিহযুক্ত।

**সন্দিত** *বিণ্* আবদ্ধ, বান্ধি ৰখা।

**সন্দিষ্ট** *বিণ* (সং দিশ্ ক্তঃ) ১। নিৰ্দিষ্ট ২। নিযুক্ত, ৩। কথিত, বৰ্ণিত, ৪। স্বীকৃত, অঙ্গীকৃত, **—ষ্টং** বাতৰি, সংবাদ, **—ষ্টঃ** বাৰ্তাবাহক, ডাকোৱাল, দূত।

**সন্দিহান** *বিণ্* (সং দিহ্ শানচ) সন্দিগ্ধ।

**সন্দী** *স্ত্রী* সৰু খাটিয়া, খাট।

**সন্দীপনং** *ক্লী* ১। জুই জ্বলোৱা কাৰ্য্য, উত্তেজনা, প্রজ্বালন, ২। প্রৰোচন, **—নঃ** ১। উত্তেজক, ২। কামদেৱৰ এপাট শৰ।

**সন্দীপ্ত** *বিণ্* ১। প্রদীপ্ত, প্রজ্বলিত, ২। প্রৰোচিত, উত্তেজিত।

**সন্দুষ্ট** *বিণ্* (সং দুষ্ ক্তঃ) ১। দূষিত, ২। দুষ্ট।

**সন্দেশঃ** *পু* (সং দিশ ঘঞ) ১। সংবাদ, বাতৰি, ২। বাৰ্তা, মে ৭; ৩। আদেশ, আজ্ঞা, আয়োগ, ক্ষমতা **—ৱাক্** বাতৰি, সমাচাৰ **—হৰঃ** ডাকোৱাল বাৰ্তাবাহক, দূত।

**সন্দেহঃ** *পু* (সং দিহ ঘঞ) ১। সন্দেহ, সন্দিগ্ধতা, অনিশ্চয়তা, ২। সন্দেহালঙ্কাৰ। একেধৰণৰ দুটা বিষয় উপস্থাপিত হোৱাত এটাক আনটো বুলি ভুল কৰা হয়। **—দোলা** সন্দেহৰ দোলন, এবাৰ ইফাল এবাৰ সিফাল, দোধোৰ-মোধোৰ, উভয় সঙ্কট, খুদুৱনি অৱস্থা।

**সন্দোহঃ** *পু* (সং দুহ ঘঞ) ১। সমূহ, সমষ্টি, থুপ, স্তূপ, ২। (গাখীৰ) দোহন।

**সন্দ্ৰাৱঃ** *পু* (সং দ্ৰু ঘঞ) পলায়ন।

**সন্ধা** *স্ত্ৰী.* সং ধা অঙ) ১। স্থিতি, ২। প্ৰতিজ্ঞা, প্ৰতিশ্ৰুতি, ৰ ১৪।৫২; ৩। সন্ধান, ৪। সন্ধ্যা ৫। সীমা, ৬। পাচন।

**সন্ধানং** *ক্লী* (সং ধা ল্যুট) ১। সংযোজন, ২। সংযোগ, মিলন, ৩। মিশ্ৰণ, ঔষধৰ মিশ্ৰণ ৪। মেৰামতি, পুনৰ সংস্থাপন, প্ৰতিদান, ৫। মিত্ৰতা, বন্ধুত্ব, শান্তি, ৬। মনোযোগ, ৭। নিৰ্দেশন, ৮। সহযোগ, সহায়, ৯। পাচন, মদ তৈয়াৰী, মদ, সুৰা ১০। আচাৰ তৈয়াৰী, ১১। টেঙা হোৱা ভাতৰ মাড়, পচাই থোৱা ভাতৰ মণ্ড। **—নী[illegible]**১। (মদ) পাচন, ২। কাঁহ-পিতলৰ কমাৰশাল।

**সন্ধানিকা** *স্ত্ৰী* আচাৰ।

**সন্ধানিত** *বিণ্* ১। সংযুক্ত, সংযোজিত, ২। একেলগে বন্ধা, বদ্ধ, শৃঙ্খলিত।

**সন্ধিঃ** *পু* (সং ধা কিঃ) ১। ৰজাৰ ছয় ৰাজনৈতিক গুণৰ এবিধ গুণ বা উপায়। মিত্ৰতাকৰণ। ২। সংযোগ, শৰীৰৰ গ্ৰন্থি, ৩। সুৰঙ্গ, গাঁত, খনি, ৪। ভগ, যোনি ৰন্ধ্ৰ, ৫। নাটকৰ এটা ভাগ; পঞ্চসন্ধিৰ এটা। ৬। এটা যুগৰ শেষৰ কাল। ৭। সন্ধিক্ষণ, ৮। বিভাগ, **—চোৰঃ** সিন্ধি খান্দি সোমোৱা চোৰ। **—ছেদঃ** বেৰাত কৰা ছিদ্ৰ। **—জং** মদ, সুৰা। **—জীৱকঃ** মাজত থাকি অসাধু উপায়ে জীৱিকা অৰ্জন কৰা লোক। **—দূষণং** *ক্লী* সন্ধিৰ চুক্তিভঙ্গ কৰা কাৰ্য্য 'ৱিদধতি সোপধি সন্ধিদূষণানি', কি ১।৪৫; **—পূজা** অষ্টমী আৰু নৱমী তিথিৰ সন্ধিক্ষণত পতা পূজা। শাৰদীয় দুৰ্গাপূজাৰ তৃতীয় পূজা। **—বন্ধঃ** শৰীৰৰ গাঁথিৰ আঁহ। **—বন্ধনং** নাড়ী, স্নায়ু **—ভঙ্গঃ** হাড়ৰ গাঁথি ভঙা। **—ৱিগ্ৰহঃ** যুদ্ধ আৰু শান্তি **(—অধিকাৰঃ)** বৈদেশিক নীতি নিৰ্দ্ধাৰক কাৰ্য্যালয়। **—ৱিচক্ষণ** সন্ধি শান্তি বিষয়ত নিপুণ। **—ৱেলা** সন্ধ্যা সময়। **—হাৰকঃ** চোৰ, ডকাইত।

**সন্ধিকঃ** এবিধ জ্বৰ, **—কা** মদ তৈয়াৰ, পাচন।

**সন্ধিত** *বিণ্* (সন্ধা জাতাস্যেতি ইতচ) ১। সন্ধিযুক্ত, সংযুক্ত, জোৰা লগোৱা, ২। বদ্ধ, বন্ধা, ৩। মিত্ৰ হোৱা, মিলিত, পুনৰায় মিল হোৱা, ৪। মিশ্ৰিত, ৫। সংৰক্ষিত, মচলাৰে সংৰক্ষণ কৰা আচাৰ আদি। **—তং** ১। আচাৰ, ২। মদ, সুৰা।

**সন্ধিনী** *স্ত্ৰী* ১। ষাঁড়ৰ দ্বাৰা আক্ৰান্ত গাই। পালখোৱা গাই। গৰ্ভ সন্ধাৰ হোৱা গাই, ২। অকালত গাখীৰ দিয়া গাই।

**সন্ধিবক্ৰকা, সন্ধিলা** *স্ত্ৰী* সুৰঙ্গ। গাঁত।

**সন্ধুক্ষণং** *ক্লী* ১। প্ৰজ্বালন, জুই জ্বলোৱা কাৰ্য্য, ২। উত্তেজনা, প্ৰৰোচনা।

**সন্ধুক্ষিত** *বিণ্* প্ৰজ্বালিত, উত্তেজিত, প্ৰৰোচিত।

**সন্ধেয়** *বিণ্* (সন্ধা যৎ) সন্ধিযোগ্য, লগ লগাব লগীয়া, সংযোজ্য।

**সন্ধ্যা** *স্ত্ৰী* (সং সম্যক্ ধ্যায়ত্যস্যামিতি সং ধ্যৈ অঙ্ অথবা সং ধা যক) ১। সন্ধিয়া কাল। দিন আৰু ৰাতিৰ মাজৰ দুই দণ্ড সময়। ২। গাঁথি, গ্ৰন্থি, ৩। সংযোগ, ৪। ভাগ, বিভাগ। ৫। ডোকমোকালি, ৬। দুটা যুগৰ মাজৰ কাল, মনু ১।৬৯; ৭। পুৱা দুপৰীয়া আৰু সন্ধিয়াৰ উপাসনা, ত্ৰিসন্ধ্যা, মনু ৪।৯৩; ৮। প্ৰতিজ্ঞা, চুক্তি ৯। ধ্যান, ভাৱনা ১০। সীমা, অৱধি। **—কালঃ** ডোকমোকালি, গধূলি সময়। **—নাটী(ন্)** শিৱ, **—পুষ্পী** ১। এবিধ মালতী ফুল, ২। জায়ফল। **—বলঃ** দানৱ, ৰাক্ষস, **—বলিঃ** শিৱমন্দিৰত থকা মাটি বা কাঠেৰে তৈয়াৰী বৃষভ। **—ৰাগঃ** সেন্দুৰ **—ৰামঃ** ব্ৰহ্মা, **—ৱন্দনং** পুৱা সন্ধিয়াৰ উপাসনা।

**সন্ন** *বিণ্* (সদ্ ক্তঃ) ১। অৱসন্ন, শ্ৰান্ত, ২। বহা, বিশ্ৰাম কৰা, ৩। দুৰ্বল, ৪। ধ্বংসপ্ৰাপ্ত, নষ্ট, ৫। স্থিৰ, অলৰ-অচৰ ৬। সঙ্কুচিত, ৭। নিকট, ওচৰ, **—ন্নং** অকণমান, অলপ, **—ন্নঃ** *পু* পিয়াল বৃক্ষ। **—তৰ** নিম্ন স্বৰবিশিষ্ট।

**সন্নক** *বিণ্* চাপৰ, চুটি, বাওনাৰ দৰে। **—দ্ৰুঃ** পিয়াল বৃক্ষ।

**সন্নত** *বিণ্* (সং নম্ ক্তঃ) প্ৰণত, নত, হালি পৰা, হেলনীয়া, সঙ্কুচিত। **—তিঃ** *স্ত্ৰী* ১। প্ৰণতি, মিনতি, প্ৰণাম, শ্ৰদ্ধা প্ৰদৰ্শন, ২। নম্ৰতা, ৩। এবিধ যজ্ঞ ৪। শব্দ, ধ্বনি।

**সন্নদ্ধ** *বিণ্* (সং নহ্ ক্তঃ) ১। বৰ্মিত, বৰ্ম পিন্ধা, ২। সুসজ্জিত, প্ৰস্তুত ৩। একেলগে বান্ধি থোৱা, ৪। সাজু, তৈয়াৰী, সংগঠিত, ৫। ব্যাপ্ত, ৬। আগেয়ে যতনাই ৰখা, ৭। হিংস্ৰ, নিষ্ঠুৰ, প্ৰাণনাশক। ৮। নিবিড়ভাৱে আসক্ত, সন্নিকট।

**সন্নয়ঃ** *পু* (সং নী অচ্) ১। সমূহ, সমষ্টি, থুপ, ২। প্ৰচুৰ পৰিমাণ, ৩। পৃষ্ঠভাগত থকা সৈন্য।

**সন্নহনং** *ক্লী* ১। বৰ্ম পিন্ধি সাজু হোৱা, ২। সাজ-সজ্জা, ৩। দৃঢ়বন্ধন, ৪। উদ্যোগ, চেষ্টা।

**সন্নাহঃ** *পু* (সং নহ্ ঘঞ্) ১। অঙ্গত্ৰাণ, বৰ্ম, কৱচ, ২। যুদ্ধ সজ্জা, সা-সজুলি, কি ১৬।১২।

**সন্নহ্যঃ** *পু* যুদ্ধৰ হাতী।

**সন্নিকৰ্ষঃ** *পু* (সং নি কৃষ ঘঞ্) ১। সান্নিধ্য, কাষ, ওচৰ, সমীপ, কু ৩।৭৪; ২। ওচৰলৈ অহা, বা অনা, ৰ ৬।২০; ৩। সম্পৰ্ক, সম্বন্ধ, ৪। (ন্যায়) ইন্দ্ৰিয়ৰ লগত বিষয়ৰ সংযোগ। ই দুবিধ— লৌকিক আৰু অলৌকিক। লৌকিক ছয় বিধ। **—কৰ্ষণং** ১। আকৰ্ষণ, ২। ওচৰ চপা কাৰ্য্য, ৩। ওচৰ, নিকট।

**সন্নিকৃষ্ট** *বিণ্* (সং নি কৃষ্ ক্তঃ) ১। নিকট ২। প্ৰায়, ওচৰ, কাষৰীয়া, চুবুৰীয়া **—ষ্টং** সান্নিধ্য।

**সন্নিচয়ঃ** সংগ্ৰহ, একগোটকৰণ।

**সন্নিধাতা (ঋ)** *পু* (সং নি ধা তৃচ) ১। আকৰ্ষণকাৰী, ওচৰলৈ আনোতা, ২। চুৰি কৰা মাল গ্ৰহণ কৰোঁতা, মনু ৯।২৭৮; ৩। আদালতত চিনাক্তকাৰী বিষয়া।

**সন্নিধানং** *ক্লী* (সং নি ধা ল্যুট) ১। সান্নিধ্য, ৰা ২।২১।৫৩; ২। আশ্ৰয়, ৩। অৱস্থান, মাপু ৯৭।৩৫; ৪। সন্নিকৰ্ষ।

**সন্নিধিঃ** *স্ত্ৰী* (সং নি ধা কিঃ) ১। সন্নিকৰ্ষ, মনু ৯৭।৩৫; ২। সান্নিধ্য।

**সন্নিপাতঃ** *পু* (সম্যক্ নিপাতো পতনং যত্ৰ) ১। সঙ্গীতৰ এবিধ তাল। ২। অধঃপতন, তলত পৰা, একেলগে তলত সৰি পৰা, মিলন ৩। খুন্দা, বিৰোধ, সংযোগ, ৪। সংগঠন, মিশ্ৰণ, বিবিধ সংগ্ৰহ ৫। সমূহ, সমষ্টি। ৬। আগমন ৭। শৰীৰৰ তিনি ৰসৰ (বায়ু, পিত্ত, কফ) একেলগে হোৱা বিকাৰৰ ফলত উদ্ভৱ হোৱা ৰোগ। সন্নিপাত জ্বৰ। **—জ্বৰঃ** সন্নিপাত জ্বৰ, 'টাইফয়েড জ্বৰ'।

**সন্নিবদ্ধঃ** *পু* ১। সুদৃঢ় বন্ধন, ২। আসক্তি, সংযোগ, ৩। কাৰ্য্যকাৰিতা।

**সন্নিভ** *বিণ্* (সং নি ভা কঃ) সদৃশ, নিচিনা, দৰে, একে।

**সন্নিযোগঃ** *পু* ১। সংযোগ, আসক্তি, ২। নিয়োগ, নিযুক্তি।

**সন্নিৰোধঃ** *পু* বাধা, প্ৰতিবন্ধক।

**সন্নিৱিষ্ট** *বিণ্* (সং নি ৱিশ্ ক্তঃ) ১। উপৱিষ্ট, বহি থকা। ২। নিকট, ওচৰ, ৩। প্ৰৱিষ্ট, অন্তৰ্ভূক্ত।

**সন্নিবৃত্তিঃ** *স্ত্ৰী* (সং নি বৃৎ ক্তিন্) নিৱৰ্তন, প্ৰত্যাৱৰ্তন ঘূৰি অহা, উভতি অহা, ৰ ১০।২৭।

**সন্নিৱেশঃ** *পু* (সং নি ৱিশ ঘঞ্) ১। প্ৰৱেশ, গভীৰ মনোনিৱেশ, গভীৰ আসক্তি, ভক্তি। ২। সমূহ, সমষ্টি, সমাজ, ৩। সংযোগ, সংগঠন ৪। স্থান, অৱস্থান, স্থিতি, ৫। সান্নিধ্য, ৬। আকাৰ, গঠন, ৭। পঁজা ঘৰ, বাসগৃহ, বাসস্থান, ৮। অন্তৰ্ভূক্তি, ৯। নগৰৰ বাহিৰত থকা মুকলি ঠাই। ১০। আসন, বহা ঠাই।

**সন্নিহিত** *বিণ্* (স নি ধা ক্তঃ) ১। ওচৰত থকা, কাষত থকা, ২। উপস্থিত, ৩। দৃঢ়, স্থাপিত, পুঞ্জীকৃত ৪। সুসজ্জিত, সাজু ৫। অৱস্থিত।

**সন্নিহিতোপায়ঃ** *পু* যাৰ ধ্বংস অৱশ্যম্ভাৱী, ভঙ্গুৰ, অস্থায়ী, দুৰ্বল।

**সন্ন্যসনং** *ক্লী* (সং নি অস ল্যুঃ) ১। মাটিত বাগৰা, উদাস অৱস্থা, ত্যাগ, ২। পাৰ্থিৱ ভোগ-বিলাস ত্যাগ, বৈৰাগ্য, গী ৩।৪; ৩। আনৰ ওপৰত ভাৰ অৰ্পণ

**সন্ন্যস্ত** *বিণ্* (সং নি অস্ ক্তঃ) ১। ভাৰাৰ্পিত। ২। ন্যাসীকৃত, পুঞ্জীকৃত, সঞ্চিত, ৩। পৰিত্যক্ত, বৰ্জিত।

**সন্ন্যাসঃ** *পু* (সং নি অস্ ঘঞ্) ১। জটামাংসী ২। ত্যাগ ৩। কাম্যকৰ্মৰ ন্যাস। পাৰ্থিৱ, অস্থায়ী ভোগ-বিলাসৰ প্ৰতি অনীহা; সম্পূৰ্ণ ত্যাগ, বৈৰাগ্য, গী ৬।২, মনু ১।১১৪; 'সন্ন্যাসঃ কৰ্মণাং ন্যাসঃ কৃতানামকৃতৈঃ সহ।', মপু ১২০ অ; ৪। চতুৰ্থ আশ্ৰম, সন্ন্যাসাশ্ৰম।

**সন্ন্যাসী(ন্)** *পু* (সন্ন্যাসেঽস্তীতি সন্ন্যাস ইনিঃ) ১। সন্ন্যাসী, ঋষি, মুনি, তপস্বী ২। সন্ন্যাসাশ্ৰমত বাস কৰা ব্যক্তি, ৩। সাংসাৰিক ভোগ-বিলাস ত্যাগী ৪। ন্যাসকৰ্তা, সঞ্চয়কৰ্তা, জমা কৰোঁতা, ৫। অনাহাৰী, নিৰাহাৰী, উপৱাসী।

**সপ্** সম্বন্ধে (ভ্বা প স সপতি) ১। সংযোগ কৰ, লগ লগা। ২। শ্ৰদ্ধা কৰ, সন্মান কৰ, পূজা কৰ।

**সপক্ষ** *বিণ্* (পক্ষেণ সহ ৱৰ্তমানঃ) ১। পাখি থকা ২। পক্ষ বা দলভুক্ত, ৩। সদৃশ, একে, একে দলীয়, **—ক্ষঃ** ১। পক্ষীয় ব্যক্তি, অনুৰক্ত, ২। সহচৰ, অনুচৰ, কুটুম্ব, মিতিৰ ৩। (তৰ্ক) সাদৃশ্য থকা উদাহৰণ, দৃষ্টান্ত।

**সপত্নঃ** *পু* (সহ পৎ নঃ সহস্য সঃ) শত্ৰু, প্ৰতিদ্বন্দ্বী **—ত্নী** *স্ত্ৰী* সতিনীয়েক। এক পতিৰ দুই পত্নী। **—ত্নীক** পত্নী থকা। পত্নীৰ দ্বাৰা সেৱিত।

**সপত্ৰাকৰণং** *ক্লী* (সপত্ৰ কৃ ল্যুট্) ১। অত্যন্ত পীড়ন। অত্যন্ত যাতনা দান, ২। শৰৰ পাখি পৰ্য্যন্ত সোমাই বিদ্ধ কৰা।

**সপত্ৰাকৃত** অত্যন্ত পীড়িত।

**সপদি** *অব্য* তৎক্ষণাৎ, শীঘ্ৰতাৰে, অতি শীঘ্ৰে, কু ৬।৪

**সপৰ্য্যা** *স্ত্ৰী* (সপৰ পূজায়াম্ ইতি যক অঃ টাপ) ১। পূজা, অৰ্চনা, শি ১।১৪; ২। সেৱা, শুশ্ৰূষা।

**সপাদ** *বিণ্* (পাদেন সহ ৱৰ্তমানঃ) ১। ভৰি বা ঠেং থকা ২। চাৰি ভাগৰ এভাগেৰে সৈতে।

**সপিণ্ড** *পু* (সমানঃ পিণ্ডো যস্য) ১। সাত পুৰুষলৈ কুটুম্ব। পিতৃ পুৰুষলৈ পিণ্ডদানৰ ভাগী, জ্ঞাতি, মনু ২।২৪৭।

**সপিণ্ডীকৰণং** মৃতকৰ উদ্দেশ্যে সম্পূৰ্ণ এবছৰ প্ৰতি মাহে পিণ্ডদান কাৰ্য্য। ইয়াত প্ৰেত-পিণ্ডৰ লগত পিতৃ-পিণ্ডৰ মিশ্ৰণ কৰা হয়। আজিকালি প্ৰতি মাহে কৰাৰ সলনি আদ্যশ্ৰাদ্ধৰ পিচ দিনা অৰ্থাৎ মৃত্যুৰ দ্বাদশ দিনত এই শ্ৰাদ্ধ কৰা হয়। ইয়াৰ পিচত এবছৰ পূৰ্ণ হ'বৰ দিনা (অৰ্থাৎ পিচৰ বছৰৰ সেই মাহৰ সেই তিথিত বছৰেকীয়া সপিণ্ডীকৰণ কৰা হয়। তাৰ পিচৰ বছৰৰ পৰা বাৰ্ষিক একোদ্দিষ্ট শ্ৰাদ্ধ কৰা হয়। 'ততঃ সংৱৎসৰে পূৰ্ণে সপিণ্ডীকৰণং ভৱেৎ', কূপু ২২ অ।

**সপীতিঃ** *স্ত্ৰী* (সহ একত্ৰ পীতিঃ পানম্। পা পানে ক্তিন্) বন্ধু বান্ধৱে একেলগে কৰা (মদ্য) পান। মদাহীৰ মেল।

**সপ্ত(ন্)** *বিণ্* সংখ্যাবাচক বহুব শব্দ (সপ্ সমৱায়ে কনিন্, তুৰচ) ১। সংখ্যা, '৭' **—চত্বাৰিংশ** সাতচল্লিশ, **—জিহ্বঃ —জ্বালঃ** অগ্নি, জুই। **—তন্তুঃ** যজ্ঞ **—ত্ৰিংশৎ** সাতত্ৰিশ, **—দশ** সোতৰ, **—দীধিতিঃ** অগ্নি, **—দ্বীপা** ধৰিত্ৰী, পৃথিৱী **—ধাতু** *পু* শৰীৰৰ সাতটা মৌলিক পদাৰ্থ। পেটত আহাৰৰ পৰা উৎপন্ন হোৱা ৰস, তেজ, মাংস, চৰ্বি, হাড়, মজ্জা আৰু বীৰ্য্য (শুক্ৰ) **—নৱতিঃ** সাতানৈবৈ **—নাড়ীচক্ৰম্** (জ্যোতিষ) বৰষুণ হব নে নহয় জানিবৰ কাৰণে অঁকা চিত্ৰবিশেষ। **—পদী** বিবাহত হোমাগ্নিৰ চাৰিওফালে বৰ-কন্যাই কৰা প্ৰদক্ষিণ সাত বাৰ। **—প্ৰকৃতিঃ** ৰাজ্যৰ সাত বিভাগ– স্বামী, অৰ্থাৎ ৰজা, অমাত্য, সুহৃদ, ৰাজকোশ, সাৰ্বভৌমত্ব, দুৰ্গ আৰু সৈন্য **—ভদ্ৰঃ** শিৰীষ গছ **—ভূমিক,-ভৌম,** সাত তলা ওখ (ঘৰ) **—শতং** সাত শ, এশ সাত **—শতী** সাত শ শ্লোক থকা গ্ৰন্থ, যেনে– দুৰ্গাসপ্তশতী। **—সপ্তিঃ** সূৰ্য্য।

**সপ্ততিঃ** *স্ত্ৰী* সত্তৰ, **—তম** ৭০ তম।

**সপ্তধা** *অব্য* সাত ৰকমে বা প্ৰকাৰে।

**সপ্তম** *বিণ্* ১।৭ম, **—মী** ১। সপ্তমী বিভক্তি, ২। সপ্তমী তিথি ৩। শাৰদীয় সপ্তমী পূজা।

**সপ্তৰক্তং** *ক্লী* শৰীৰৰ সাত বিধ ৰঙা বৰণীয়া অৱয়ব, অঙ্গ। 'পাণিপাদতলৌ ৰক্তৌ নেত্ৰান্তৰ নখানি চ তালুকাধৰ জিহ্বাশ্চ সপ্তৰক্তং প্ৰশস্যতে'।'

**সপ্তৰ্ষয়ঃ** *পু* বহু বচন। সাত গৰাকী মহৰ্ষি– মৰীচি, অত্ৰি, অঙ্গিৰা, পুলহ, পুলস্ত্য, ক্ৰতু আৰু বশিষ্ঠ। 'সপ্তৰ্ষিমণ্ডলং তস্মাদ্ দৃশ্যতে সৰ্বতো পৰি।' মনু।

**সপ্তলা** *স্ত্ৰী* ১। নৱমল্লিকা, ২। ভাং গছ।

**সপ্তসূঃ** *স্ত্ৰী* সাত সন্তানৰ মাতৃ।

**সপ্তাংশুপ্ৰভৱঃ** *পু* শনি গ্ৰহ।

**সপ্তাত্মা(ন্)** ব্ৰহ্মা।

**সপ্তাৰ্চিঃ (স্)** *পু* অগ্নি।

**সপ্তাশ্বঃ** *পু* (সপ্ত অশ্বাঃ যস্য) ১। সূৰ্য্য, ২। আকন গছ।

**সপ্তাহঃ** *পু* সাত দিন, এসপ্তাহ।

**সপ্তিঃ** *পু* ১। ঘূঁৰলি ২। ঘোঁৰা।

**সপ্ৰণয়** *বিণ্* (প্ৰণয়েন সহ ৱৰ্তমানঃ) মৰমিয়াল, মৈত্ৰীভাৱাপন্ন।

**সপ্ৰত্যয়** *বিণ্* বিশ্বস্ত। বিশ্বাসযোগ্য।

**সফৰঃ, —ৰী** পুঠীমাছ। 'গণ্ডূষ জলমাত্ৰেণ সফৰী ফৰ্ফৰায়তে।'

**সফল** *বিণ্* (ফলেন সহ ৱৰ্তমানঃ) ১। ফলৱান, ২। অমোঘ, ৩। কৃতকাৰ্য্য, ৪। শস্যপূৰ্ণ। 'সফলং মে ভৱেৎ জন্ম যদি নাৰমন্যসে', মাপু ৬১।৩৭।

**সবন্ধু** *বিণ্* বন্ধু থকা, সম্বন্ধীয়, ওচৰ সম্পৰ্কীয়। **—ন্ধুঃ** *পু* কুটুম্ব।

**সাবল** *বিণ্* (বলেন সহ ৱৰ্তমানঃ) সৈন্য যুক্ত, সামৰ্থ্যৱান। **—লিঃ** আবেলি।

**সবাধ** *বিণ্* পীড়াযুক্ত, যাতনাদায়ক, বাধাপূৰ্ণ, নিষেধযুক্ত।

**সব্ৰহ্মচাৰী(ন্)** *পু* (সমানে ব্ৰহ্মণি চৰতীতি সম ব্ৰহ্ম চৰ ণিনিঃ) ১। পৰস্পৰ এক ব্ৰহ্মব্ৰতত ৰত বটু, শিষ্য। সহপাঠী ছাত্ৰ। একেজন গুৰুৰ অধীনত শিক্ষা লাভ কৰা শিষ্য। ২। একেলগে দুখ ভোগ কৰা ব্যক্তি। সমদুখী, আনৰ দুখত দুখী হোৱা লোক।

**সভৰ্তৃকা** *স্ত্ৰী* সধৱা স্ত্ৰী। পতিৱত্নী। সনাথা তিৰোতা। আয়তী

**সভা** *স্ত্ৰী* (সহ ভান্তি শোভন্তে অত্ৰেতি ভা দীপ্তৌ অঙ) ১। সমিতি, মেল, পঞ্চায়ত, পৰিষদ, সংসদ, ২। সমাজ, সঙ্গ, ৩। আদালত, ন্যায়ালয়, ৪। জুৱাৰ আড্ডা। **—পতিঃ** ১। সভাৰ অধ্যক্ষ ২। জুৱাৰ আড্ডাৰ গৰাকী। **—পূজা** সমজুৱাৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন। **—সদ্** ১। সভাত যোগদান কৰা ব্যক্তি, সদস্য। ২। ন্যায়নিৰ্দ্ধাৰক **—স্তাৰঃ** *পু* সভাসদ, সাংসদ।

**সভাজ্** সেৱনে (চুৰা উ স সভাজয়তি-তে) ১। নমস্কাৰ কৰ, শ্ৰদ্ধা দেখুৱা, পূজা কৰ, অৰ্চনা কৰ। ২। সম্মান কৰ, ৩। সন্তুষ্ট কৰ, তৃপ্তি কৰ, ৪। শোভিত কৰ, অলঙ্কৃত কৰ, কৃপা কৰ, ৫। প্ৰদৰ্শন কৰ।

**সভাজনং** *ক্লী* ১। সন্তুষ্টকৰণ, ২। অৰ্চনা, পূজা, সেৱা; ৩। সৌজন্য, নম্ৰতা **—নঃ** *পু* শিৱ।

**সভিকঃ** *পু* (সভা ঠন) জুৱাৰ আড্ডাৰ মালিক। যা ২।১৩৯।

**সভোচিত** *বিণ্* সভাযোগ্য, পণ্ডিত।

**সভ্য** *বিণ্* (সভা যঃ) ১। সদস্য, সভা বা সমিতিৰ বৈধভাৱে অন্তৰ্ভুক্ত (ব্যক্তি)। ২। সভাযোগ্য, ৩। সাধু, ভদ্ৰ, বিশ্বস্ত, ৪। কুলীন, অভিজাত, **—ভ্যঃ** *(পু)* জুৱাৰ আড্ডাৰ ৰক্ষক, মালিক **—তা,—ত্বং** নম্ৰতা, সৌজন্য, কুলীনতা।

**সম্** বৈক্লব্যে (ভ্বা প; চুৰা উ, অ সমতি, সময়তি-তে) ১। উত্তেজিত হ, বিমূঢ় হ, ২। উত্তেজিত নহ, বিমূঢ় নহ।

**সম** ১। শব্দ বা ধাতুৰ পিচত সহ, সমান, একে, প্ৰকৃষ্ট, শোভন, সমুচ্চয়, আদি বোধক অব্যয় শব্দ। ২। চতুৰ্থ উপসৰ্গ (প্ৰ, পৰা অপ সম নি ইত্যাদি)

**সম** *বিণ্* (সম্ বৈক্লব্যে অচ) ১। সৰ্ব, সকলো, সমূহ, ২। সমান, একে, নিচিনা, সদৃশ, গী ২।৩৮; ৩। সমতল, সমান ঠাই, ৪। সম সংখ্যা, ৫। সমপক্ষ, পক্ষপাতিত্বহীন, ৬। সাধু, নিষ্ঠাৱান, ন্যায্য, প্ৰকৃত, ৭। ভাল, ধাৰ্মিক, ৮। অবিকৃত, অচল-অটল, অবিকাৰ্য্য, ৯। উপযুক্ত, সুবিধাজনক ১০। সাধাৰণ, ১১। মধ্যৱৰ্তী **—মং** *ক্লী* সমতল ভূমি, ৰাজ্য; (অব্য) ১। লগত সৈতে, একেলগে, সহ, ২। সমানভাৱে সমানে সমানে ৩। একেদৰে, একে সময়তে, **—মঃ** *পু* কেইটামান ৰাশিৰ সংজ্ঞা বিশেষ। ছয়টা সমৰাশি। বৃষ, কৰ্কট, কন্যা, বৃশ্চিক, মকৰ আৰু মীন। বাকী-কেইটা বিষম ৰাশি। **—কন্যা** বিবাহযোগ্যা কন্যা। **—কালঃ** একে সময়। **—কালীন** সমসাময়িক **—কালং** অব্য একে সময়তে **—কোলঃ** সাপ। **—ক্ৰ** *বিণ্* গমনকৰ্তা, যাওঁতা। **—ক্ষ** চকুৰ আগত (দেখা)। দৃষ্টিগোচৰ। **—ক্ষেত্ৰং** নক্ষত্ৰৰ অৱস্থিতি বিশেষ। **—গ্ৰ** বিণ সকলো, **—ঙ্গা** লাজুকী লতা। **—চিত্তং** ১। সমান একেৰকমৰ, আওকণীয়া। **—জং** *ক্লী* বন, বননি, জঙ্গল। **—জঃ** *পু* ১। মূৰ্খৰ জাক, ২। পশুৰ জাক **—জাতি** একে জাতীয়। **—দৰ্শন,—দৰ্শী (ন্)** সকলোকে সমান জ্ঞান কৰোঁতা (পণ্ডিত)। 'শুনি চৈৱ শ্বপাকে চ পণ্ডিতাঃ সমদৰ্শিনঃ।', গী ৫।১৮; সমপক্ষপাতী। **—দুঃখ** সহানুভূতিশীল। আনৰ দুখ দেখি দুখী হোৱা। **—দৃষ্টি** নিৰপেক্ষ। **—বুদ্ধি** নিৰপেক্ষ। **—ভাৱ** সমগুণ সম্পন্ন। **—বৰ্জ্জিত** ৰহীণ কৰা। **—ৰেখ** পোন, চিধা, ঋজু। **—লম্পং,—ম্বঃ** অসমান্তৰাল চতুৰ্ভুজ ক্ষেত্ৰ। **—ৱৰ্ণঃ** বৰ্ণ, সম্প্ৰদায়। **—ৱৰ্তী(ন্)** নিৰপেক্ষ (পু) যমৰাজ **—বৃত্তং** সমপাদযুক্ত শ্লোক। যেনে— অনুষ্টুভ্ **—বৃত্তি** সৰল, অকপটীয়া **—ৱেষঃ** মজলীয়া/গভীৰতা। **—শোধনং** (অঙ্ক) সমানে সমানে বিয়োগকৰণ **—সন্ধিঃ** উভয়পক্ষীয় চুক্তি অনুসৰি শান্তি স্থাপন। **—সুপ্তিঃ** কল্পান্তত বিশ্বব্ৰহ্মাণ্ডৰ নিদ্ৰা। **—স্থ** বিণ্ সমান, একে সদৃশ **—স্থলং** *ক্লী* সমতল ভূমি।

**সমজ্ঞা** *স্ত্ৰী* (সম জ্ঞা কঃ) কীৰ্ত্তি, যশস্যা।

**সমজ্যা** *স্ত্ৰী* (সম অজ্ ক্যপ্) ১। সভা, সমিতি, ২। কীৰ্ত্তি।

**সমঞ্জস** *বিণ্* (সম্যক অঞ্জ ঔচিত্যং যত্র) ১। সঠিক, উপযুক্ত ২। উচিত, ৩। সমীচীন. ৪। শুদ্ধ, প্ৰকৃত, ৫। স্পষ্ট, বুজিব বা পঢ়িব পৰা, ৬। ধাৰ্মিক, পবিত্ৰ ৭। অভিজ্ঞ, ৮। স্বাস্থ্যৱান, **—সং** সৌজন্য, শুদ্ধতা, শুদ্ধ প্ৰমাণ।

**সমতা,—ত্বং** *স্ত্ৰী ক্লী* ১। সাম্য, সাদৃশ্য, ২। সমগুণ সম্পন্নতা, ৩। নিৰপেক্ষতা, ৪। শুদ্ধতা, ৫। সৌম্যভাৱ, সুস্থিৰতা।

**সমতিক্ৰমঃ** *পু* উল্লঙ্ঘন, অতিক্ৰমণ।

**সমতীত** *বিণ্* (সম অতি ই ক্তঃ) অতীত।

**সমদ** *বিণ* (মদেন সহ ৱৰ্তমানঃ) ১। মদমত্ত, মাতাল, ভয়ঙ্কৰ, ২। মদৰস ওলাই থকা (হাতী)।

**সমধিক** *বিণ্* (সম্যক্ অধিক) অধিক, বেছি, অতিৰিক্ত, ৰ ১৮।৫৩ **—কং** *অব্য* বেছিকৈ, অত্যধিকভাৱে।

**সমধিগমনং** *ক্লী* অতিক্ৰমণ, উল্লঙ্ঘন।

**সমধ্ব** *বিণ্* একেলগে ভ্ৰমণ, সহগমন।

**সমনুজ্ঞাতং** *ক্লী* ১। সম্মতি, সৰ্বসম্মতি।

**সমন্তঃ** *পু* (সম্যক্ প্ৰকাৰেণ অন্তঃ ইতি তৎপু) ১। সীমা, শেষ সীমা, দিগন্ত। অৱধি। **—পঞ্চকং** *ক্লী* ১। কুৰুক্ষেত্ৰ, কুৰুপাণ্ডৱৰ যুদ্ধক্ষেত্ৰ। পৰশুৰামে নিধন কৰা ক্ষত্ৰিয়সকলৰ তেজেৰে ইয়াত পাঁচটা সৰোবৰৰ সৃষ্টি হৈছিল। **—ভদ্ৰঃ** বুদ্ধ। **—ভুক্(জ্)** *পু* অগ্নি, জুই।

**সমন্ততঃ(স্), সমন্তাৎ** *অব্য* চতুৰ্দিশে, চতুৰ্দিশব্যাপী, চাৰিওফালৰ পৰা, 'সমন্তাৎ স্তুতৈৰমৰগণাঃ ব্যাঘ্ৰকৃত্তিং ৱসানং', শিৱৰ ধ্যান মন্ত্ৰ।

**সমন্যু** *বিণ্* ১। ক্ৰোধান্বিত, ২। শোকাতুৰ, **—ন্যুঃ** শিৱ।

**সমন্বয়ঃ** *পু* ১। নিয়মিত, নিয়মপৰায়ণ, ২। ইটোৰ লগত সিটোৰ সম্বন্ধ, সংযোগ, প্ৰয়োগযোগ্য।

**সমন্বিত** *বিণ্* (সম্ অনু ইণ্ ক্তঃ) ১। সংযুক্ত, সংশ্লিষ্ট, সংলগ্ন, সংযোজিত, ২। অনুসৃত, ৩। সংঘটিত, পূৰ্ণিত।

**সমভিপ্লুত** *বিণ্* প্লাৱিত, পানীত নিমজ্জিত।

**সমভিব্যাহাৰঃ** *পু* (সম অভি ৱি আ হৃ ঘঞ্) ১। সহিত, সৈতে, লগত একেলগত উল্লেখ, ২। সম্বন্ধ, সঙ্গ।

**সমভিব্যাহৃতঃ** *পু* সহ উচ্চাৰিত শব্দ।

**সমভিসৰণং** ১। ওচৰ চপা, আশা কৰা, ২। অভিলাষ।

**সমভিহাৰঃ** ১। বাৰম্বাৰ, ২। একেলগে লোৱা ৩। উদবৃত্ত, অৱশিষ্ট।

**সমভ্যৰ্চনং** *ক্লী* পূজা, অৰ্চনা, সেৱা।

**সমভ্যাহাৰঃ** সঙ্গ, লগত নিয়া বস্তু, গীতৰ লগত বজোৱা বাদ্যযন্ত্ৰ।

**সময়ঃ** *পু* (সম্যগেতীতি সম্ ইণ্ গতৌ পচাদ্যচ্) ১। কাল, সময়, ২। সুযোগ, ৩। উপযুক্ত মুহূৰ্ত, ঋতু, ৪। সকাম, চুক্তি, ৫। দেশাচাৰ, ৬। কবি সময়, কবি প্ৰসিদ্ধি, কবিসকলে ব্যৱহাৰ কৰা কিছুমান পদ্ধতি, ৰীতি। যেনে— 'পাদাঘাতাৎ অশোকঃ' ৭। নিযুক্তি, ৮। অৱস্থা, ৯। বন্দবস্তি। ১০। আইন, বিধি, মনু ১০।৫৩; ১১। নিৰ্দেশ, আজ্ঞা, ১২। শপত, প্ৰতিজ্ঞা, ১৩। ইঙ্গিত, চিহ্ন, সঙ্কেত, ১৪। সীমা, অৱধি, ১৫। শেষ, অন্ত, সমাপ্তি, ১৬। উন্নতি, সম্পদ, কৃতকাৰ্য্যতা, সিদ্ধান্ত, ১৭। দুখৰ অৱসান, **—ক্ৰিয়া** চুক্তিকৰণ, বন্দবস্তিকৰণ, **—পৰিৰক্ষণং** চুক্তি ৰক্ষা, কি ১।৪৫; **—ব্যভিচাৰঃ** চুক্তিভঙ্গ, **—ব্যভিচাৰী (ন্)** চুক্তি ভঙ্গকাৰী।

**সময়া** *অব্য.* (সম্ ইন্ আ) ১। ওচৰতে, ২। সময়মতে, যথা সময়ত, নিৰ্দ্ধাৰিত সময়ত, মাজতে।

**সমৰং, —ৰঃ** *ক্লী. পু.* (সম্যক্ অৰণং প্ৰাপণমিতি সং ঋ গতৌ অপ্) যুদ্ধ, ৰণ, ৰ ১২।৬২; **—ভূমিঃ** যুদ্ধক্ষেত্ৰ, **—মূৰ্ধণ্ —শিৰঃ (স্)** যুদ্ধৰ সন্মুখ ভাগ।

**সমৰভঃ** *পু.* যৌনসঙ্গম ভঙ্গি বিশেষ। 'স্বজঙ্ঘাদ্বয় সংযুক্তং কৃত্বা যোষিৎপদদ্বয়ম্। স্তনৌ ধৃত্বা ৰমেৎ কামী বন্ধঃ সমৰভঃ স্মৃতঃ।।' ৰম

**সমৰ্চণং** *ক্লী.* ১। পূজা, অৰ্চনা, ২। শ্ৰদ্ধা প্ৰদৰ্শন।

**সমৰ্ণ** *বিণ.* ১। শোকাৰ্ত, আঘাতপ্ৰাপ্ত, ২। প্ৰাৰ্থিত, যাচিত।

**সমৰ্থ** *বিণ.* (সম্ অৰ্থ পচাদ্যচ্) ১। শক্তিমান, বলশালী, ২। যোগ্য, উপযুক্ত, ৩। গুৰুত্বপূৰ্ণ, ৪। প্ৰবল, ফলপ্ৰদ, ৫। অৰ্থযুক্ত, **—থঃ** (ব্যাক) তাৎপৰ্য্যপূৰ্ণ শব্দ। বাক্যত ইটোৰ শব্দৰ লগত সিটোৰ সম্বন্ধ।

**সমৰ্থকং** অগৰু কাঠ।

**সমৰ্থনং** *ক্লী.* (সম্ অৰ্থ ল্যুট্) ১। সম্মতিদান, সাব্যস্ত কৰণ, ২। নায্যতা, প্ৰমাণ, ৩। বিবেচনা, নিৰ্দ্ধাৰণ, ৪। শক্তি, অধ্যৱসায়, ৫। বিবাদ নিষ্পত্তি, ৬। প্ৰতিবাদ, ৭। সামৰ্থ্য, উপযুক্ততা প্ৰদৰ্শন।

**সমৰ্থক** *বিণ.* আশীৰ্বাদ বা বৰ প্ৰদানকাৰী, বৰদাতা, ইষ্টফল দাতা।

**সমৰ্পণং** *ক্লী.* (সম্ ঋ ণিচ্ অনট্) উছৰ্গা, সম্পূৰ্ণভাৱে উছৰ্গা কৰা কাৰ্য্য, আত্মদান।

**সমৰ্য্যাদ** *বিণ.* (মৰ্য্যাদয়া সহ বৰ্তমানঃ) ১। সমীপ, নিকট, ২। সীমিত, ৩। মৰ্য্যাদাসহিত, সুসঙ্গত, ৪। সম্মানীয়, শ্ৰদ্ধেয়।

**সমল** *বিণ.* (মলেন সহ ৱৰ্তমানঃ) ১। মলিন, দুৰ্গন্ধযুক্ত, লেতেৰা, ক্লেদাক্ত, ২। পাপী, কলঙ্কযুক্ত, **—লং** *ক্লী.* বিষ্ঠা, মলমূত্ৰ।

**সমৱকাৰঃ** *পু.* দহ বিধ ৰূপকৰ এবিধ।

**সমৱতাৰঃ** *পু* (সম্ অৱ তৃ ঘঞ্) ১। তীৰ্থ ক্ষেত্ৰ, ২। তীৰ্থস্থানত থকা পৱিত্ৰ পুখুৰীত স্নান কৰা ঘাট।

**সমৱৰ্ত্তী(ন্)** *পু.* (সম্ বৃ ণিনিঃ) যমৰাজ।

**সমৱস্থা** *স্ত্ৰী.* নিৰ্দ্ধাৰিত অৱস্থা, স্থিৰ অৱস্থা, একে অৱস্থা।

**সমৱস্থিত** *বিণ.* স্থিৰ, নিৰ্দ্ধাৰিত।

**সমৱায়ঃ** *পু.* (সমৱায্যতে ইতি সম্ অৱ অয ঘঞ্) ১। সমূহ, মনু ৪।১০৮; ২। সম্বন্ধ বিশেষ, সংযোগ, ইটোৰ লগত সিটোৰ সম্পৰ্ক স্থাপন, ৩। দ'ম, বহুসংখ্যক, ৪। নিবিড় সম্পন্ধ, ৫। (বৈদ) নিবিড় সম্পৰ্ক, অবিচ্ছেদ্য, স্থায়ী সংযোগ। এটা বস্তুত আন এটা বস্তু থকা অৱস্থা। অৱয়ৱৰ লগত অৱয়ৱৰ, এটাৰ গুণ আৰু কৰ্মৰ লগত আন এটাৰ গুণ আৰু কৰ্মৰ অবিচ্ছেদ্য সম্বন্ধ। বৈশেষিক দৰ্শনৰ সাতটা শ্ৰেণীৰ এটা।

**সমৱায়ী (ন্)** ১। নিবিড় সম্বন্ধ থকা, অলেখ, নানান।

**সমৱেত** *বিণ.* সাম্ অৱ অণ ক্তঃ) ১। মিলিতঃ 'ধৰ্মক্ষেত্ৰে কুৰুক্ষেত্ৰে সমৱেতা যুযুৎসৱঃ।' গী ১।১; ২। সংযোজিত, ৩। নিবিড়ভাৱে সংযুক্ত, অবিচ্ছেদ্যভাৱে যোজিত, ৪। বহুসংখ্যক।

**সমষ্টিঃ** *স্ত্ৰী.* (সং অশ্ ব্যাপ্তৌ ক্তিন্) ১। সম্মিলন, ২। মিলিত, ৩। একে জাতীয় বিভিন্ন অংশৰ মুঠ।

**সমসনং** *ক্লী.* ১। মিশ্ৰণ, সংযোজন, ২। সমস্তপদ গঠন, ৩। সঙ্কোচন।

**সমসুপ্তিঃ** *পু.* (সমেষাং সৰ্ৱেষাং সুপ্তিৰ্যত্ৰ) ১। মহা প্ৰলয়, ধ্বংস, নাশ, ২। একেলগে শোৱন।

**সমস্ত** বিণ. (সম্ অশ ক্তঃ) ১। সম্পূৰ্ণ, গোটেইখিনি, নিখিল, ২। সংযুক্ত, ৩। সঙ্কুচিত।

**সমস্থ** বিণ. (সং স্থা কঃ) ১। সমান, একে, ২। সমভাৱত থকা।

**সমস্থলী** *স্ত্ৰী.* গঙ্গা যমুনাৰ মাজৰ (সঙ্গম) স্থান।

**সমস্যা** *স্ত্ৰী.* (সম্ অশ্ ণ্যৎ টাপ্) কোনো শ্লোকৰ সম্পূৰ্ণ কৰণ, পাদপূৰণ।

**সমহ্যা** *স্ত্ৰী.* যশস্যা, কীৰ্ত্তি।

**সমা** *স্ত্ৰী.* (সম ৱৈক্লব্যে পচাদ্যচ টাপ্) এটা বছৰ। 'মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ', ৰা ১।২।১০; (অব্য) সৈতে, লগত, একেলগে।

**সমাংশহাৰী (ন্)** *বিণ.* সমভাগী, সম অংশৰ গৰাকী, ভাগী।

**সমাংশিক** *বিণ.* ভাগী, সমভাগী।

**সমাংসমীনা** *স্ত্ৰী.* (সমাং সমাং ৱিজায়তে ইতি খঃ) প্ৰতি বছৰে এটাকৈ পোৱালি দিয়া গাই।

**সমাকৰ্ষী (ন্)** *পু.* (সম্ আ কৃষ্ ণিনিঃ) ১। অতি দূৰলৈ যোৱা গন্ধ, ২। আকৰ্ষক।

**সমাকুল** *বিণ.* ১। পৰিপূৰ্ণ, জনাকীৰ্ণ, ২। বিমূঢ়, ব্যাকুল।

**সমাখ্যা** *স্ত্ৰী.* (সম আ খ্যা অঙ) ১। কীৰ্ত্তি, ২। সংজ্ঞা।

**সমাখ্যাত** *বিণ* (সম আ খ্যা ক্ত) ১। গণিত, মুঠ কৰা, ২। ঘোষিত, সম্পৰ্কিত, ৩। প্ৰখ্যাত।

**সমাগত** *বিণ.* (সম আ গম ক্ত) । আগমন, মিলিত হোৱা, সংযুক্ত।

**সমাগতি** *স্ত্ৰী.* (সম আ গম ক্তিন্) ১। সমাগম, মিলন, সম্মিলন, ২। আগমন, ওচৰলৈ যোৱা, ৩। সমোন্নতি।

**সমাগমঃ** *পু.* (সম আ গম্ ঘঞ্) ১। আগমন, ২। প্ৰাপ্তি, ৩। মিলন, সংযোগ, ৪। সমাজ, সঙ্ঘ।

**সমাঘাতঃ** *পু.* (সম্ আ হন্ ঘঞ্) ১। আঘাত, হত্যা, বধ, ২। যুদ্ধ, সমৰ।

**সমাচয়নং** *ক্লী.* সঞ্চয়ন, সংগ্ৰহ, স্তূপীকৰণ।

**সমাচৰণং** *ক্লী.* ১। পালন, অভ্যাস কৰণ, ২। আচৰণ, ব্যৱহাৰ।

**সমাচাৰঃ** *পু.* (সম আ চৰ ঘঞ্) ১। সম্যক আচৰণ, স্বভাৱ-চৰিত্ৰ, ব্যৱহাৰ, ২। বাৰ্তা, বাতৰি, খবৰ, বিজ্ঞপ্তি, বিৱৰণ।

**সমাজঃ** *পু.* (সম্ অজ ঘঞ্) ১। সম্মিলন, সভা, ২। সংঘ, গোষ্ঠী, ৩। স্তুপ, দ'ম, সমষ্টি, ৪। দল, ৫। হাতী।

**সমাজিকঃ** *পু.* সদস্য, সভ্য।

**সমাজ্ঞা** *স্ত্রী.* (সম্ আ জ্ঞা অঙ্ টাপ্) যসস্যা, কীৰ্তি।

**সমাদানং** *ক্লী.* (সম আ দা ল্যুট্) ১। সম্পূৰ্ণ গ্ৰহণ, সমীচীন, বা সম্যক গ্ৰহণ, ২। জৈন আৰু বৌদ্ধ-সকলৰ নিত্য কৰ্ম, সৌগত আহ্নিক।

**সমাদেশঃ** *পু.* ১। আজ্ঞা, আদেশ, নিৰ্দেশ, হুকুম, ২। উপদেশ।

**সমাধা, —ধানং** (সম আ ধা ল্যুট্) ১। নিষ্পত্তি। ২। বিবাদ বা সন্দেহ খণ্ডন, ৩। পৰমব্ৰহ্মত মনঃস্থিৰকৰণ, ৪। চিত্তৰ একাগ্ৰতা, ৫। ধ্যান, সমাধি, ৬। স্থিৰতা, তৃপ্তি, সন্তুষ্টি, শান্তি, মানসিক শান্তি, ৭। অনুমোদন, ৮। অভিযোগ খণ্ডন, ৯। নাটকৰ অঙ্গবিশেষ। উৎক্ষেপাদি দ্বাদশ অঙ্গৰ এটা। 'বীজস্যাগমনং যত্তু তৎ সমাধানমুচ্যতে।'

**সমাধিঃ** *পু.* (সমাধীয়তেঽস্মিন্ মনো জনৈৰিতি সম·আ ধা কিঃ) ১। সমৰ্থন, ২। সংযমন, নিয়ম, কু ৫।৬, ৩। মনৰ একাগ্ৰতা, ৪। (মানসিক) গভীৰ চিন্তা, একাগ্ৰ চিন্তা, ভাৱনা ধ্যান। এটা বিষয়ৰ ওপৰত মনোনিবেশ, পৰব্ৰহ্মৰ ভাৱনা ধ্যান, ৫। তপস্যা, ধাৰ্মিক ভাৱনা ভক্তি, ৬। সংযোগ, ৭। বিবাদ খণ্ডন বা নিষ্পত্তি, ৮। মৌনতা, ৯। অঙ্গীকাৰ, প্ৰতিজ্ঞা, অনুমোদন, ১০। অধ্যৱসায়, ১১। সম্পূৰ্ণকৰণ, সমাপন, ১২। শস্য সংৰক্ষণ, ১৩। সমাধি স্থল, কবৰ স্থান, মৈদাম, ১৪। এবিধ কাব্যালঙ্কাৰ, ১৫। কাব্যৰ দহটা গুণৰ এটা, ১৬। যোগৰ অঙ্গ বিশেষ, অষ্টম আৰু শেষ স্তৰ। সমাধিস্তৰ। সমাধি দুবিধ— নিৰ্বিকল্প আৰু সবিকল্প সমাধি, **—স্থঃ** সমাধিযুক্ত।

**সমাধ্যাত** *বিণ.* ফুলি উঠা, স্ফীত, ওফন্দি উঠা, উখহা।

**সমান** *বিণ.* (সম্ আ অন্ ল্যুঃ) ১। একে, সম, সদৃশ, মনু ৪।৪০; ২। একেৰূপ, একে দেখা, ৩। সাধাৰণ, ৪। সঠিক, ভাল, পৱিত্ৰ, ৫। সম্মানিত, গৰ্ব সহিত, **—মং** *অব্য.* একে সমানে, একেদৰে, **—নঃ** ১। বন্ধু, সমনীয়া বন্ধু, ২। পাঁচ প্ৰাণ বায়ুৰ এবিধ। নাভিৰন্ধ্ৰত থকা এই বায়ুয়ে হজম শক্তিক সহায় কৰে। **—কাল, কালীন,** *বিণ.* সমসাময়িক, **—গোত্ৰ** সগোত্ৰীয়, একে বংশৰ, **—দুঃখ** সমদুখী, **—ধৰ্ম** (ন্)সমগুণী, সহানুভূতিশীল, **—ৰুচি** একে সোৱাদৰ।

**সমায়নং** *ক্লী.* আনয়ন, সংগ্ৰহ, সঞ্চয়ন।

**সমানাধিকৰণ** *ক্লী.* (ন্যায়) একে শ্ৰেণীয়, একে বৰ্গীয়, একে জাতিগত গুণ।

**সমানাৰ্থ** একে অৰ্থযুক্ত, একাৰ্থক।

**সমানোদক** *বিণ.* একোদক। পিতৃ-পুৰুষলৈ (জল) তৰ্পণ কৰা একে পৰিয়ালৰ জ্ঞাতি-কুটুম্বসকল।

**সমানোদৰ্যঃ** সহোদৰ ভায়েক।

**সমানোপমা** এবিধ উপমা অলঙ্কাৰ।

**সমাপঃ** *পু.* দেৱযজ্ঞ।

**সমাপকঃ** *বিণ.* সমাপন কৰোঁতা, সম্পাদন কৰোঁতা।

**সমাপতিঃ** *স্ত্ৰী.* (সম আ পত ক্তিন) ১। মিলন, মুখামুখি হোৱা, ২। আপদ, দুৰ্ঘটনা, হঠাৎ মুখামুখি।

**সমাপনং** *ক্লী.* ১। সমাপ্তি, অন্ত, শেষ। মনু ৫।৮৮, ২। বধ, হত্যা, ৩। কিতাপৰ পৰিচ্ছেদ, অধ্যায়, ৪। গভীৰ ধ্যান।

**সমাপন্ন** *বিণ.* (সম আ পদ ক্তঃ) ১। প্ৰাপ্ত, ২। ঘটিত, সংঘটিত, ৩। অভিজ্ঞ, বিজ্ঞ, ৪। দুৰ্দশাগ্ৰস্ত, বিপদগ্ৰস্ত, ৫। সুসম্পন্ন, সমাপ্তিকৃত, সম্পাদিত, ৬। নিহত।

**সমাপাদনং** *ক্লী.* সম্পাদন কৰণ।

**সমাপ্ত** *বিণ.* (সম আপ ক্তঃ) সুসম্পাদিত, সম্পন্ন, সম্পাদনপ্ৰাপ্ত।

**সমাপ্তালঃ** *পু.* ১। পতি, গৰাকী, স্বামী, মালিক।

**সমাপ্তি** *স্ত্ৰী.* (সম্ আপ্ ক্তিন) ১। শেষ, অৱসান, কু ৩।২৭; ২। সমৰ্থন, ৩। প্ৰাপ্তি, ৪। বিবাদ নিষ্পত্তি, **—ক** *বিণ.* ১। চূড়ান্ত, ২। সুসম্পন্ন কৰ্তা, **—কঃ** শাস্ত্ৰ, অধ্যয়ন, সুসম্পন্নকাৰী ছাত্ৰ।

**সমাপ্ত্যৰ্থা** *স্ত্ৰী.* সমস্যা।

**সমাপ্য** *বিণ.* (সম্ আপ্ ণ্যৎ) সমাপনীয়, শেষ কৰিব লগীয়া।

**সমাপ্লুত** *বিণ.* বানপানীত বুৰ যোৱা, জলপ্লাৱিত।

**সমাভাষণং** *ক্লী.* কথা-বতৰা।

**সমাম্নানং** *ক্লী.* ১। পুনৰ ভাষণ, দোহৰা, ২। উল্লেখন, পাৰম্পৰিক উল্লেখন, ৩। গণন।

**সমাম্নায়ঃ** *পু.* ১। পাৰম্পৰিক উল্লেখ, বাৰম্বাৰ উল্লেখ, দোহাৰ, ২। পৌৰাণিক, পাৰম্পৰিক পাঠ বা শব্দ সংগ্ৰহ, ৩। পৰম্পৰা, ৪। অধ্যয়ন, পাঠ, লেখ কৰণ, গণন, ৫। মুঠ, সংগ্ৰহ।

**সমায়ঃ** *পু.* ১। আগমন, ২। সাক্ষাত।

**সমায়ুক্ত** *বিণ.* (সম্ আ যুজ ক্তঃ) ১। সংযুক্ত, ২। আসক্ত, ৩। সুসজ্জিত, ৪। পৰিপূৰ্ণ, প্ৰদত্ত, ৫। নিযুক্ত।

**সমাযুত** *বিণ.* সমাযুক্ত।

**সমাযোগঃ** *পু.* (সম আ যুজ ঘঞ) ১। সংযোগ, নিয়োগ, মনু ৯।৩৩, সাজ-সজ্জা, ২। সমূহ, সমষ্টি, ৩। অভিপ্ৰায়, হেতু।

**সমাৰম্ভঃ** *পু.* ১। আৰম্ভণ, আৰম্ভণি, ২। উদ্যোগ, ৩। সুগন্ধি প্ৰলেপ।

**সমাৰাধনং** *ক্লী.* ১। সন্তুষ্টিসাধন, আনন্দদান, ২। সেৱা-শুশ্ৰূষা, ৩। ভাৰাৰ্পণ।

**সমাৰোপিত** *বিণ.* (সম্ আ ৰূপ ণিচ ক্ত) ১। ওপৰলৈ তোলা, ২। ধনুত গুণ আৰোপিত, ৩। পুঞ্জীকৃত, ৪। ভাৰাৰ্পিত।

**সমাৰোহঃ** *পু.* (সম্ আ ৰুহ্ ঘঞ) ১। আৰোহণ, ২। ঘোঁৰা বা হাতীত উঠা, ৩। অনুমোদন।

**সমালম্বনং** অবলম্বন, আশ্ৰয়, মেৰ খাই থকা, লাগি থকা।

**সমালম্বী** (ন্) এবিধ ঘাঁহ।

**সমালম্ভঃ** *পু.* (সম আ লভ ঘঞ) ১। কুঙ্কুমাদিৰ প্ৰলেপ। 'স্নো', 'ক্ৰীম' আদি, ২। ধৰা, দখল কাৰ্য্য, ৩। বলি দিয়াৰ সময়ত পশুক ধৰা কাৰ্য্য।

**সমাৱৰ্তনং** *ক্লী.* (সম্ আ বৃৎ ল্যুট্) ১। প্ৰত্যাৱৰ্তন, উভতা কাৰ্য্য। ২। বেদাধ্যয়নৰ অন্তত স্বগৃহলৈ ঘূৰি অহাৰ সময়ত গুৰুগৃহত পতা এক বিশেষ সংস্কাৰানুষ্ঠান।

**সমাৱায়ঃ** *পু.* ১। সমূহ, সমষ্টি, ২। সংযোগ, সম্বন্ধ, নিবিড় সম্পৰ্ক।

**সমাৱাসঃ** *পু.* ঘৰ, বাসস্থান।

**সমাৱিষ্ট** *বিণ.* (সম্ আ বিশ্ ক্তঃ) ১। সুপ্ৰৱিষ্ট, ভালকৈ সোমাই যোৱা, ২। আৱিষ্ট, ভূত-প্ৰেত আদিৰ দ্বাৰা আক্ৰান্ত, ভূতে পোৱা, ৩। দৃঢ়, নিৰ্দ্ধাৰিত, ৪। পৰিব্যাপ্ত, চাৰিওফালে বিয়পি যোৱা, ৫। বিজিত, অতিক্ৰান্ত, ৬। সুদীক্ষিত।

**সমাবৃত** *বিণ.* (সম্ আ বৃ ক্তঃ) ১। ভালকৈ আবৰা, আবৃত, ঘেৰি থকা বা ৰখা, ২। ঢাকনী লগোৱা, ঢাকি ৰখা, ৩। সুৰক্ষিত, ৪। ৰুদ্ধ, ৫। বৰ্জিত, বাদ দিয়া।

**সমাবৃত্তঃ** সমাৱৰ্তন হোৱাৰ পিচত স্বগৃহলৈ ঘূৰি অহা ছাত্ৰ।

**সমাৱেশঃ** (সম্ আ ৱিশ্ ঘঞ) ১। একেলগে আসন লোৱা (লোকসকল), ২। জন সমাৱেশ, সভা, সমাজ, ৩। ভূত প্ৰেতে পোৱা অৱস্থা, ৪। ক্ৰোধ, মানসিক উদ্বেগ।

**সমাৱেশিত** *বিণ.* সমাৱেশ হোৱা। সহাৱস্থান কৰা, প্ৰৱিষ্ট।

**সমাশ্ৰয়ঃ** *পু.* (সম আ শ্ৰি অচ) ১। আশ্ৰয়, সহায়, আশ্ৰয় স্থান, ২। বাসস্থান, ৩। আশ্ৰয়ভিক্ষা, সহায়ভিক্ষা।

**সমাশ্লেষঃ** নিবিড় আলিঙ্গন।

**সমাশ্বাসঃ** *পু.* ১। শান্তিৰ দীঘল নিশ্বাস, ২। দুখৰ উপশম, ৩। আশ্বাস, বিশ্বাস, ৪। উদগনি, নিচুকনি, সান্ত্বনা।

**সমাশ্বাসনং** *ক্লী.* (সম্প আ শ্বাস ল্যুট) সান্ত্বনা, আশ্বাস দান

**সমাসঃ** *পু.* (সম্ অস্ ঘঞ) ১। সংক্ষেপ, হ্ৰাস, মনু ৭।২০২; ২। সমৰ্থন, ২। সমাহাৰ, ৩। (ব্যাক) একপদীকৰণ। পদয়োঃ পদানাং বা একপদীকৰণং সমাসঃ। সমাস ছয়বিধ : দ্বন্দ, দ্বিগু, তৎপুৰুষ, বহুব্ৰীহি, কৰ্মধাৰয় আৰু অব্যয়ীভাৱ।

**সমাসক্ত, –সক্তিঃ –সঙ্গঃ** *স্ত্ৰী.* সংযোগ, সংযুক্তি, আসক্তি।

**সমাসঞ্জনং** *ক্লী.* (সং আ সনজ ল্যুট) ১। আসক্তি, সংযোগ, মিলন।

**সমাসন্ন** *বিণ.* নিকটস্থ, ওচৰত থকা।

**সমাসৰ্জনং** *ক্লী.* ১। ত্যাগ, সম্পূৰ্ণ বৰ্জন, ২। ভাৰাৰ্পণ।

**সমাসাদিত** *বিণ.* (সম্ আ সদ্ নিচ্ ক্তঃ) ১। আহৃত, আহৰণ কৰা, ২। প্ৰাপ্ত, ৩। মিলিত, ৪। সম্পাদিত।

**সমাহৰণং** *ক্লী.* সংযোজন, আহৰণ, সমুচ্চয়, স্তূপীকৰণ, সমাহাৰ।

**সমাহৰ্তা** (ঋ) ১। আহৰণকৰ্তা, ২। কৰ আদায়কাৰী বিষয়া।

**সমাহাৰঃ** *পু.* (সং আ হৃ ঘঞ) ১। সমুচ্চয়, ৰাশীকৰণ, ২। সংগ্ৰহ, ৩। শব্দ ৰচনা, শব্দ যোজনা, বাক্য সংযোজনা, ৪। দ্বন্দ্ব আৰু দ্বিগু সমাসৰ এটা বিভাগ

সমাহাৰ দ্বন্দ্ব আৰু সমাহাৰ দ্বিগু, ৫। সংক্ষেপ বা সংক্ষিপ্তকৰণ, সঙ্কোচন।

**সমাহিত** *বিণ.* (সম্ আ ধা ঘঞ্) ১। সমাধিস্থ, গভীৰ ভগৱৎ ধ্যানত ৰত, ২। বিবাদ নিষ্পত্তি, ৩। শান্ত, মানসিক শান্তি, ৪। নিষ্পন্ন, সুসম্পাদিত, ৫। মনোনীত।

**সমাহৃত** *বিণ.* (সং আ হৃ ক্তঃ) ১। একত্ৰীকৃত, ২। সংগৃহীত, ৩। সংক্ষেপতে প্ৰতিপাদিত, ৪। বহুত, প্ৰচুৰ, ৫। প্ৰাপ্ত, গৃহীত।

**সমাহৃতিঃ** *স্ত্ৰী.* ১। সংগ্ৰহ, সঙ্কলন, ২। সংক্ষিপ্তকৰণ।

**সমাহ্বঃ** *পু.* প্ৰত্যাহ্বান, ফেৰ পতা কাৰ্য্য।

**সমাহ্বয়ঃ** *পু.* (সং আ হ্বে ঘঃ) ১। প্ৰত্যাহ্বান, ২। যুদ্ধ, সমৰ, ৩। প্ৰতিদ্বন্দ্বিতা, ৪। পশু-পক্ষীৰ যুঁজ, যেনে ম'হ যুঁজ, কুকুৰা যুঁজ, ৫। নাম, উপাধি, ৬। পাশা খেল।

**সমাহ্বা** *স্ত্ৰী.* ১। সমাখ্যা, নাম, ২। উপাধি।

**সমিকং** *ক্লী.* যাঠী, বল্লম, শেল।

**সমিৎ (ধ্)** *স্ত্ৰী.* (সম্ ইন্ধ ক্বিপ্) ১। ইন্ধন, কাঠখৰি, ২। দুই মূৰে ঘিঁউ লগাই হোমাগ্নিত আহুতি দিয়া কাঠী বিশেষ।

**সমিৎ** *স্ত্ৰী.* (সম্ ইণ্ ক্বিপ্) যুদ্ধ, সমৰ।

**সমিতা** *স্ত্ৰী.* আটা বা ময়দাৰ গুড়ি।

**সমিতিঃ** *স্ত্ৰী.* (সং ইণ্ ক্তিন্) ১। সভা, মেল, সঙ্ঘ, ২। গোষ্ঠী, জাক, কি ৪।৩২; ৩। যুদ্ধ, শ ২।১৪, ৪। সাদৃশ্য, সমতা, ৫। সাম্য।

**সমিতিঞ্জয়ঃ** যুদ্ধ জয়। দিগ্বিজয়।

**সমিথঃ** *পু.* (সম্ ইণ্ থক) ১। অগ্নি, জুই, ২। যুদ্ধ, ৩। আহুতি।

**সমিদ্ (ধ্)** *স্ত্ৰী.* সমিৎ।

**সমিদ্ধঃ** *পু.* (সম্ ইন্ধ ক্তঃ) প্ৰদীপ্ত, জ্বলি থকা।

**সমিধঃ** *পু.* অগ্নি।

**সমিৰঃ** *পু.* বায়ু, বতাহ।

**সমীকং** *ক্লী.* যুদ্ধ, সমৰ।

**সমীকৰণং** *ক্লী.* (সম্ কৃ চ্বি) ১। সমানকৰণ, সমতা স্থাপন, ২। সম্পূৰ্ণ অন্বেষণ, ৩। সাংখ্য দৰ্শনৰ এটা দিশ বা পদ্ধতি, শি ২।৫৯।

**সমীক্ষং** *ক্লী.* সাংখ্যশাস্ত্ৰ।

**সমীক্ষণং** *ক্লী.* অন্বেষণ, সম্যক দৰ্শন।

**সমীক্ষা** *স্ত্ৰী.* (সম্ ঈক্ষ টাপ্) ১। তত্ত্ব, ২। জ্ঞান, বিবেচনা, বুদ্ধি, ৩। মীমাংসা শাস্ত্ৰ, ৪। যত্ন, চেষ্টা, ৫। আত্মবিদ্যা, ৬। সম্যক দৰ্শন। পৰীক্ষা, ৭। অন্বেষণ।

**সমীচঃ** *পু.* সাগৰ, সমুদ্ৰ, **—চী** *স্ত্ৰী.* ১। হৰিণী, ২। বন্দনা, স্তুতি।

**সমীচকঃ** *পু.* যৌনসঙ্গম, মৈথুন।

**সমীচীন** *বিণ.* (সম্যক্ খঃ) ১। যথাৰ্থ, যোগ্য, উপযুক্ত, ২। সঁচা, প্ৰকৃত, শুদ্ধ, ভাল, ৩। সঙ্গত, **—নং** *ক্লী.* সত্যতা, উপযুক্ততা।

**সমীদঃ** আটা বা ময়দাৰ গুড়ি।

**সমীন** *বিণ.* (সমা খঃ) ১। সাংবৎসৰিক, এবছৰীয়া, ২। এবছৰৰ কাৰণে অনা, **—নিকা** *স্ত্ৰী.* প্ৰতিবছৰে পোৱালি দিয়া গাই।

**সমীপ** *বিণ.* (সঙ্গতা আপো যত্ৰ) ওচৰ, নিকট, সন্নিকট, মনু ২।১০৪।

**সমীৰঃ** *পু.* ১। বায়ু, বতাহ, শি ৪।৫৪; ২। শমী বৃক্ষ।

**সমীৰণঃ** *পু.* (সং ঈৰ্ ল্যুঃ) ১। বায়ু, বতাহ, ২। উশাহ, ৩। পৰ্যটক, পথিক, ৪। মৰুবক গছ।

**সমীহা** *স্ত্ৰী.* ইচ্ছা, বাসনা, অভিলাষ।

**সমীহিত** *বিণ.* ইপ্সিত, আশা কৰা, **—নং** আশা, ইচ্ছা, বাসনা।

**সমুক্ষণং** *ক্লী.* ত্যাগ, বৰ্জন, যেনে চকুলো ত্যাগ। নিঃসৰণ।

**সমুখ** *বিণ.* (মুখেন সহ ৱৰ্তমানঃ) বাগ্মী, কথকী।

**সমুচিত** *বিণ.* সম্যক, উচিত, উপযুক্ত, সুযোগ্য।

**সমুচ্চয়ঃ** *পু.* (সম্ উৎ চি অচ্) ১। সমাহাৰ, সমষ্টি, সমূহ, কু ১।৪৯; ২। শব্দ অথবা বাক্যৰ সংযোগ, ৩। এবিধ কাব্যালঙ্কাৰ।

**সমুচ্ছেদঃ** *পু.* (সম্ উৎ ছিদ্ ঘঞ্) বিনাশ, ধ্বংস, কি ১১।৪৯।

**সমুচ্ছ্ৰয়ঃ** *পু.* (সম্ উ শ্ৰি অচ্) ১। বিৰোধ, শত্ৰুতা, ২। উন্নতি, উদ্গতি, উচ্চতা।

**সমুচ্ছ্ৰায়ঃ** *পু.* উন্নতি, উচ্চতা।

**সমুচ্ছ্বসিতং, সমুচ্ছ্বাসঃ** *ক্লী. পু.* দীঘল হুমুনিয়াহ।

**সমুজ্ঝিত** *বিণ.* ১। পৰিত্যক্ত, বৰ্জিত, ২। মুক্ত।

**সমুৎকৰ্ষঃ** *পু.* ১। উন্নতি, উৎকৰ্ষতা, ২। স্বজাতিতকৈ উচ্চতৰ জাতিৰ ব্যক্তি, মনু ১১।৫৬।

**সমুৎক্ৰমঃ** *পু.* (সম্ উৎ ক্ৰম্ অল্) উৰ্দ্ধগমন, উন্নতি।

**সমুৎক্ৰোশঃ** *পু.* ১। উচ্চ স্বৰ, আটাহ, চিঞৰ। কোলাহল, ২। ডাঙৰ জাতৰ এবিধ শেন চৰাই, কুৰুৰা।

**সমুৎথ** *বিণ.* (সম উৎ স্থা কঃ) ১। ওপৰলৈ উঠা, সমুৎথিত, সমুদ্‌ভৱ, জন্মপ্ৰাপ্ত, জাত, ২। সংঘটিত।

**সমুৎথানং** *ক্লী.* (সম্ উৎ স্থা ল্যুট) ১। উদ্যোগ, মনু ৮।৪; ২। উৎথান, উন্নয়ন, ৩। সম্পূৰ্ণ আৰোগ্য, ৪। ৰোগৰ লক্ষণ।

**সমুৎপতনং** *ক্লী.* ১। আৰোহণ, উন্নয়ন, ২। চেষ্টা, শ্ৰম।

**সমুৎপত্তিঃ** *স্ত্ৰী.* (সম উৎ পৎ ক্তিন্) উৎপাদন, জন্ম, ঘটনা।

**সমুৎপন্ন** *বিণ.* (সম্ উৎ পৎ ক্তঃ) সমুদভূত, জন্ম হোৱা, উৎপাদিত।

**সমুৎপিঞ্জ, —পিঞ্জল** *বিণ.* অতি ব্যাকুল। অত্যন্ত বিমূঢ়, **—ঞ্জঃ** *পু.* অত্যধিকভাৱে বিমোৰত পৰা সৈন্য।

**সমুৎসুক** *বিণ.* ১। উৎসুক, উদ্‌গ্ৰীৱ, ২। আগ্ৰহী, ৩। শোকাৰ্ত।

**সমুৎসেধঃ** *পু.* ১। উচ্চতা, উন্নতি, ২। আগ্ৰহী, ৩। শোকাৰ্ত।

**সমুদক্ত** *বিণ.* (সম উৎ অনচ ক্তঃ) উদ্ধৃত, (কুঁৱাৰ পৰা) ওপৰলৈ তোলা।

**সমুদয়ং** *ক্লী.* (সম উৎ ইণ অচ) ১। লগ্ন, ২। (জ্যোতিষ) ষন্নাড়ী চক্ৰৰ অন্তৰ্গত চতুৰ্থ নাড়ী, **—য়ঃ** *পু.* ১। সমুদায়, মুঠ, ২। যুদ্ধ, ৩। উদ্‌গম, উন্নতি, আৰোহণ, উত্থান, ৪। এটা দিন, ৫। সৈন্যৰ পৃষ্ঠ ভাগ।

**সমুদাগমঃ** *পু.* পূৰ্ণ জ্ঞান।

**সমুদাচাৰঃ** *পু.* (সম উৎ আ চৰ অচ্) ১। আচাৰ, ৰীতি-নীতি, ২। যোগ্য সম্বোধন, ৩। অভিপ্ৰায়, অভিসন্ধি, চক্ৰান্ত।

**সমুদায়ঃ** *পু.* (সম্ উৎ অয়্ অচ্) গোটেইখিনি, মুঠ, সমুদায়।

**সমুদাহৰণং** *ক্লী.* ১। ঘোষণা, বিজ্ঞপ্তি, ২। উদাহৰণ, দৃষ্টান্ত।

**সমুদিত** *বিণ.* (সম্ বদ্ ক্তঃ) ১। সমুদ্‌ভূত, উত্থিত, ওপৰলৈ উঠা, ২। উচ্চ, উন্নীত, ৩। উৎপাদিত, উৎপন্ন, ৪। সংযুক্ত, একত্ৰিত।

**সমুদীৰণং** *ক্লী.* (সম্ উৎ ঈৰ্ ল্যুট্) ১। উচ্চাৰণ, কথন, ২। ঘোষণা, দোহাৰ, বাৰম্বাৰ কথন।

**সমুদ্‌গ** *বিণ.* (সম্ উদ্ গম্ ডঃ) ১। উত্থিত, ২। পৰিব্যাপ্ত, ৩। ঢাকনীযুক্ত, আৱৰণ থকা, ৪। মগুমাহ থকা, **—গঃ** *পু.* ১। ঢাকনী থকা বাকচ, বা পেৰা, ২। কৃত্ৰিম শ্লোক, **—গকঃ** ১। ঢাকনী থকা বাকচ, ২। কৃত্ৰিম শ্লোক, য'ত দুয়ো শাৰীৰ ধ্বনি একে হলেও অৰ্থ বেলেগ। যেনে— কি ১৫।১৬।

**সমুদগমঃ** *পু.* ১। উদগম, উদ্‌গমন, ওপৰলৈ উঠা কাৰ্য্য, ২। উৎপত্তি, জন্ম, উৎপাদন।

**সমুদ্‌গিৰণং** *ক্লী.* (সম্ উদ্ গীৰ ল্যুট্) ১। বমি, উদ্‌গীৰণ, বহিৰ্গমন, ২। উন্নীতকৰণ।

**সমুদ্‌গীতং** *ক্লী.* উচ্চৰৱে গোৱা গান।

**সমুদ্দেশঃ** *পু.* ১। সম্যক নিৰ্দেশ, ২। পূৰ্ণ বিৱৰণ, গণনা।

**সমুদ্ধত** *বিণ.* (সম্ উ হন্ ক্তঃ) ১। উদ্ধত, দুৰ্বিনীত, ২। উদ্ধৃত, উন্নীত, ৩। গৰ্বিত, স্ফীত, ৪। দুষ্ট, নিধক।

**সমুদ্ধৰণং** *ক্লী.* ১। উত্তোলন, আৰোহণ, ২। আকৰ্ষণ, ৩। উদ্ধাৰ, ৰক্ষা, ৪। ধ্বংস, নাশ, বিনাশ, ৫। বমি।

**সমুদ্ধৰ্তা (ৰ্ত্তৃ)** *পু.* (সম উৎ হৃ তৃচ্) উদ্ধাৰকৰ্তা, মুক্তি-দাতা, গী ১২।৭।

**সমুদ্‌ভৱঃ** *পু.* উৎপত্তি, মূল, বীজ।

**সমুদ্যমঃ** *পু.* ১। ওপৰলৈ উঠন, আৰোহণ, উন্নয়ন, ২। চেষ্টা, শ্ৰম, গী ১।২২; ৩। উদ্যোগ, আৰম্ভণ।

**সমুদ্যোগঃ** *পু.* (সম্ উৎ যুজ ঘঞ) শক্তি, উদ্যম, উদ্যোগ, সক্ৰিয় চেষ্টা, শ্ৰম।

**সমুদ্ৰ** *বিণ.* (মুদ্ৰা মৰ্য্যাদা তয়া সহ ৱৰ্ত্তেতে ইতি) ১। মুদ্ৰাযুক্ত, ২। মুদ্ৰিত, চীল-মোহৰ কৰা, **—দ্ৰঃ** ১। জলসমূহৰ স্থান, সাগৰ, সৰোবৰ, ২। শিৱ, ৩। সংখ্যা '৪', **—কফঃ —ফেনঃ** *পু.* দীঘল শুং থকা এবিধ সাগৰীয় মাছৰ হাড়, **—গঃ** সাগৰ বণিক, নাবিক, সাগৰ-যাত্ৰী, **—গামী (ন্)** নদ-নদী, **—চুলুকঃ** অগস্ত্য ঋষি, **—নৱনীতং** ১। চন্দ্ৰ, ২। অমৃত, **—মেখলা, ৱসনা, ৰসনা** পৃথিৱী, **—যানং** জাহাজ, সমুদ্ৰ-যাত্ৰা, **—যোষিৎ** নদী, **—ৱহ্নিঃ** বড়ৱাগ্নি, **—সুভগা** গঙ্গা।

**সমুদ্ৰান্তং** *ক্লী.* ১। সাগৰৰ তীৰ, ২। জায়ফল।

**সমুদ্ৰান্তা** *স্ত্ৰী.* ১। কপাহ গছ, ২। পৃথিৱী।

**সমুদ্ৰাম্বৰা** *স্ত্ৰী.* পৃথিৱী।

**সমুদ্ৰাৰুঃ** *পু.* ১। ঘঁৰিয়াল, ২। তিমিতকৈও ডাঙৰ এবিধ কাল্পনিক সাগৰীয় মাছ, ৩। শ্ৰীৰামৰ সেতু।

**সমুদ্ৰিয়, —দ্ৰীয়** সাগৰ সম্বন্ধীয়।

**সমুদ্বহঃ, —দ্বাহঃ** ১। উদবহন, ২। বহন কৰ্তা।

**সমুদ্বেগঃ** উদ্বেগ, আশঙ্কা, আতঙ্ক।

**সমুন্দনং** *ক্লী.* (সম উন্দ্ ল্যুট্) তিতা অৱস্থা, আৰ্দ্ৰতা, সিক্ততা।

**সমুন্ন** *বিণ.* আদ্ৰ, তিতা, সিক্ত।

**সমুন্নত** *বিণ.* (সম উৎ নম্ ক্তঃ) ১। উন্নত, উন্নীত, ২। উচ্চ, ওখ, ৩। গৰ্বিত, ৪। নায্য, প্ৰকৃত, যথাৰ্থ।

**সমুন্নতিঃ** *স্ত্ৰী.* ১। ওপৰলৈ তোলা কাৰ্য্য, উন্নীতকৰণ, মানসিক উন্নতি, ২। উচ্চ মৰ্য্যাদা, ৩। উন্নতি, সমৃদ্ধি, কৃতকাৰ্য্যতা, কু ৬।৬৬।

**সমুন্নদ্ধ** *বিণ.* (শম্ উৎ নহ্ ক্তঃ) ১। নিজকে পণ্ডিত বুলি ভবা, স্ফীত, গৰ্বিত, ২। উন্নীত, ওপৰলৈ তোলা, ৩। উচ্চ, ওখ, ৪। বন্ধনহীন।

**সমুন্নয়ঃ** *পু.* ১। প্ৰাপ্তি, ২। সংঘট্ট, ঘটনা।

**সমুন্মূলনং** *ক্লী.* উন্মূলন, শিপা পৰ্য্যন্ত উভালি পেলোৱা কাৰ্য্য, সম্পূৰ্ণভাৱে নাশকৰণ।

**সমুপগমঃ** ওচৰলৈ যোৱা, ওচৰ চপা, সংযোগ।

**সমুপজোষম্** *অব্য.* আনন্দমনে, ইচ্ছামতে, সুখেৰে।

**সমুপভোগঃ** *পু.* যৌনসঙ্গম, মৈথুন।

**সমুপৱেশনং** *ক্লী* ১। বাসস্থান, প্ৰাসাদ, ২। উপৱেশন, আসন গ্ৰহণ।

**সমুপস্থা, —স্থানং** ১। ওচৰ চপা, কাষলৈ যোৱা, ২। কাষ, নিকট, ৩। সংঘটন, ঘটনা।

**সমুপাৰ্জনং** *ক্লী.* একেলগে উপাৰ্জন, একে সময়তে পোৱা অধিকাৰ।

**সমুপেত** *বিণ.* একেলগে ওচৰলৈ অহা, লগ লগা, একগোট খোৱা।

**সমুপোঢ়** *বিণ.* (সম্ উপ উহ্ ক্তঃ) ১। ওপৰলৈ উঠা, উত্থিত, ২। বৰ্দ্ধিত, ৩। সংযত, ৪। আসন্ন।

**সমুল্লাসঃ** *পু.* (সম্ উৎ লস্ ঘঞ্) ১। উল্লাস, আনন্দ, ২। অত্যধিক উজ্জ্বলতা।

**সমুল্লিখন(ৎ)** *বিণ.* (সম্ উৎ লিখ শতৃ) ভৰিৰ আঙুলিৰে মাটিত লিখোতা, কু ১।৫৬।

**সমূঢ়** *বিণ.* (সম ৱহ্ ক্তঃ) ১। পুঞ্জীভূত, সমৱেত, ২। সংগৃহীত, ৩। আবৃত, ৪। সংযুক্ত, ৫। শান্ত, সংযত, ৬। বক্ৰ, ৭। পৰিশোধিত, পৰিষ্কৃত, ৮। বিবাহিত, ৯। পৰিচালিত

**সমূৰঃ, —ৰুঃ, —ৰুকঃ** *পু.* এবিধ হৰিণ।

**সমূল** *বিণ.* (মূলেন সহ ৱৰ্তমানঃ) মূলেৰে, শিপাৰে সৈতে।

**সমূহঃ** *পু.* (সম উহ্ ঘঞ্) অনেক, বহু, জাক, মুঠ, মনু ৮।২২১।

**সমূহনং** *ক্লী.* ১। একত্ৰীকৰণ, সংগ্ৰহ, ২। প্ৰচুৰ।

**সমূহনী** *স্ত্ৰী.* বাঢ়নী।

**সমূহ্যঃ** *পু.* যজ্ঞাগ্নি বিশেষ।

**সমৃদ্ধ** *বিণ.* (সম ঋধ ক্তঃ) ১। সমৃদ্ধিশালী, সম্পত্তিশালী, ধনী, ২। সুখী, ৩। সফল, ফলৱান।

**সমৃদ্ধিঃ** *স্ত্ৰী.* (সম ঋধ ক্তিন) ১। সম্যক বৃদ্ধি, উন্নতি, ধন-সম্পত্তি, ২। প্ৰাচুৰ্য্য, ৩। শক্তি, আধিপত্য, পৰাক্ৰম।

**সমেত** *বিণ.* (সম আ ইণ ক্তঃ) ১। সম্যকপ্ৰাপ্ত, ২। একত্ৰিত, একগোট খোৱা, ৩। সংযুক্ত, সংযোজিত, ৪। আগত, ওচৰলৈ অহা, ৫। মুখামুখি হোৱা, ৬। মনোনীত।

**সম্পত্তিঃ** *স্ত্ৰী* (সম্ পদ্ ক্তিন) ১। উন্নতি, সমৃদ্ধি, ২। ধন-সম্পদ, ৩। কৃতকাৰ্য্য, সফলতা, সম্পাদনা, ৪। প্ৰাচুৰ্য্য, ৫। উৎকৃষ্টতা।

**সম্পৎ (দ্)** *স্ত্ৰী.* (সংপদ ক্বিপ) ১। ধন, সম্পত্তি, ৰ ১।৩৪; ২। গুণ উৎকৰ্ষতা, কি ৫।২৪; ৩। উন্নতি, ৪। কৃতকাৰ্য্যতা, সফলতা, ৫। উৎকৃষ্টতা, প্ৰাচুৰ্য্য, (পদৰ শেষত) যেনে ধনসম্পদ, ৰূপসম্পদ, ৬। লাভ, সুবিধা, আশীৰ্বাদ, ৭। ঐশ্বৰ্য্য, ৮। অলঙ্কৰণ, সাজসজ্জা, ৯। মুক্তাহাৰ, **—ৱৰঃ** ৰজা, সম্ৰাট, **—ৱিনিময়ঃ** ধন অথবা লাভালাভৰ বিনিময়।

**সম্পন্ন** *বিণ.* (সম্ পদ্ ক্তঃ) ১। সাধিত, ২। উন্নতিশীল, উন্নত, ৩। সম্পদযুক্ত, ধনী, ৪। নিষ্পন্ন, সম্পাদিত, ৫। পৈণত, ৬। প্ৰাপ্ত, ৭। শুদ্ধ, নিৰ্ভুল, **—ন্নং** *ক্লী.* ১। ধন, ঐশ্বৰ্য্য, ২। উপাদেয়, সুস্বাদু (বস্তু)।

**সম্পৰায়ঃ** *পু.* (সম্যক পৰে কালে ঈয়তে ইতি পৰ ইণ ঘঞ্) ১। আপদ, বিপদ, ২। যুদ্ধ, বিগ্ৰহ, ৩। ভবিষ্যৎ কাল, ৪। পুত্ৰ।

**সম্পৰায়কং** ১। মুখামুখি, ২। যুদ্ধ।

**সম্পৰ্কঃ** *পু.* (সং পৃচ ঘঞ্) ১। মিলন, মিশ্ৰণ, ২। সঙ্গম, সংযোগ, ৩। যৌনসঙ্গম, মৈথুন, ৪। সঙ্ঘ, সমাজ, সঙ্গ।

**সম্পৰ্কীয়** *বিণ.* সম্বন্ধীয়।

**সম্পা** *স্ত্ৰী.* (সম্ পদ ডঃ টাপ্) বিদ্যুৎ, বিজুলী।

**সম্পাক** *বিণ.* ১। তাৰ্কিক, ২। ধূৰ্ত, ৩। অলপ, সূক্ষ্ম, ৪। লম্পট, কামুক, **—কঃ** ১। পৈণত, ২। সোণাৰু গছ।

**সম্পাটঃ** ১। শলা, শলখা, ২। দুই ৰেখাৰ মিলন ভূমি।

**সম্পাতঃ** *পু.* (সম পদ্ ঘঞ্) ১। পতন, অধঃপতন, অৱৰোহণ, ২। মিলন, মুখামুখি, ৩। সংঘাত, ৪ চলন, গমন, ৫। গতি, উৰণ, ৬। দূৰীকৰণ, ৭ চৰাইৰ উৰণ গতি বিশেষ, ৮। নৈবেদ্যৰ অৱশিষ্ট।

**সম্পাতিঃ** অৰুণৰ পুত্ৰ। জটায়ুৰ ককায়েক, **—কঃ** অৰুণৰ জ্যেষ্ঠ পুত্ৰ, সম্পাতি।

**সম্পাদঃ** *পু.* (সম পদ ঘঞ্) ১। সম্পাদন, ২। আৰ্জন, আৰ্জিত সম্পদ।

**সম্পাদনং** *ক্লী.* ১। নিষ্পাদন, ২। সম্পন্নকৰণ, ৩। সাফল্য, ৪। লাভ, প্ৰাপ্তি, ৫। শুদ্ধিকৰণ, পৰিষ্কৰণ।

**সম্পিণ্ডিত** *বিণ.* ১। পিণ্ডকৃত, গোলাকাৰকৃত. ২। সঙ্কুচিত।

**সম্পীড়নং** *ক্লী.* (সম্ পীড় অনট্) ১। পীড়ন, উৎপীড়ন, যাতনা, কষ্ট, ২। শাস্তি, পিটন।

**সম্পীতিঃ** *স্ত্ৰী.* (সম পা ক্তিন) ১। একেলগে পান কৰা, ২। মদাহীৰ মেল।

**সম্পুটঃ** *পু.* (সং পুট্ কঃ) ১। গাঁত, বন্ধ, ফাট, ২। ঢাকনী থকা পাচি, ৩। কুৰুবক ফুল, ৪। এবিধ যৌনসঙ্গম ভঙ্গি— 'সম্প্ৰসাৰ্যোভয়োঃ পাদৌ শয্যাগতকপোলকঃ। ভগলিঙ্গস্য সংযোগাৎ ৰমতে সম্পুটো হি সঃ।।' ৰম।

**সম্পুটকঃ —টিকঃ** *পু.* পেৰা, বাকচ, পাচি।

**সম্পূৰ্ণ** *বিণ.* (সং পৃ ক্তঃ) ১। গোটেইখিনি, সকলোখিনি, ২। পৰিপূৰ্ণ, **—ৰ্ণং** আকাশ, **—ৰ্ণঃ** সঙ্গীতৰ এবিধ ৰাগ। সপ্তস্বৰমিশ্ৰিত ৰাগিণীসমূহ।

**সম্পৃক্ত** *বিণ.* (সং পৃচ্ ক্তঃ) ১। মিলিত, মিশ্ৰিত, ২। সংযুক্ত, সম্পৰ্কিত, ৩। স্পৰ্শকৃত।

**সম্প্ৰক্ষালনং** *ক্লী.* ১। জলপ্লাৱন, ২। স্নান, যজ্ঞ, পূজা আদিৰ আগতে কৰা স্নান।

**সম্প্ৰণেতা (তৃ)** *পু.* ১। শাসক, ২। ন্যায়াধীশ।

**সম্প্ৰতি** *অব্য.* এতিয়া, আজিকালি, এই সময়ত, **—পত্তিঃ** *স্ত্ৰী.* (সম্ প্ৰতি পদ্ ক্তিন), ১। অঙ্গীকাৰ, স্বীকাৰোক্তি ২। লাভ, প্ৰাপ্তি, ৩। আইনৰ বা মোকৰ্দ্দমাত অভিযোগৰ উত্তৰ, ৪। আক্ৰমণ, আঘাত, ৫। সংঘাত, ঘটনা, ৬। সহায়, সহানুভূতি, ৭। সম্পাদন, **—ৰোধকঃ** ১। সম্পূৰ্ণ বাধা, প্ৰতিবন্ধক, ২। কাৰাৰুদ্ধ।

**সম্প্ৰতীত** *বিণ.* ১। প্ৰত্যাৱৰ্তিত, ঘূৰি অহা, ২। প্ৰমাণিত, মনোনীত, ৩। নিশ্চিত, বিশ্বস্ত, ৪। প্ৰখ্যাত, ৫। সম্মানিত।

**সম্প্ৰতীতিঃ** *স্ত্ৰী.* (সম্ প্ৰতি ইণ ক্তিন) ১। নিৰ্দ্ধাৰণ, নিৰূপণ, ২। সম্মতি, সুখ্যাতি, ৩। কুখ্যাতি, কি ৩।৪৩; ৪। সম্যক জ্ঞান।

**সম্প্ৰত্যয়ঃ** *পু.* ১। দৃঢ় বিশ্বাস, ২। সম্মতি।

**সম্প্ৰতীক্ষা** *স্ত্ৰী.* অপেক্ষা, আশা।

**সম্প্ৰদানং** *ক্লী.* (সম প্ৰ দা ল্যুট) ১। দান, উপহাৰ, সম্পৰ্ণৰূপে কৰা, দান, ২। বিয়াত দিয়া উপহাৰ, যৌতুক, ৩। কন্যাদান, ৪। (ব্যাক) সম্প্ৰদান কাৰক। ছয় বিধ কাৰকৰ ভিতৰত এবিধ। 'সম্প্ৰদানে চতুৰ্থী'।

**সম্প্ৰদানীয়ং** উপঢৌকন, উপহাৰ।

**সম্প্ৰদায়ঃ** *পু.* (সম প্ৰ দা ঘঞ্) ১। পৰম্পৰা, গুৰু পৰম্পৰাগত উপদেশ. গুৰু-শিষ্য পৰম্পৰা, ২। গোষ্ঠী, পৰম্পৰাগত জ্ঞান, ৩। এক বিশেষ ধৰ্মীয় শিক্ষা পদ্ধতি। এগৰাকী বিশেষ দেৱতাক পূজাৰ্চনা কৰা বিশেষ ধৰ্মীয় পদ্ধতি। দেশাচাৰ। সামাজিক ৰীতি-নীতি, প্ৰথা।

**সম্প্ৰধানং** *ক্লী.* নিৰ্দ্ধাৰণ, নিৰূপণ।

**সম্প্ৰধাৰণং —ণা** (সম্ প্ৰ ধৃ ণিচ্ যুচ্ –টাপ্) ১। নিৰূপণ, ২। উচিতানুচিত নিৰ্ণয়, ৩। সমৰ্থন, ৪। আলোচনা, বিবেচনা।

**সম্প্ৰপাদং** (সম্ প্ৰ পদ্ গতৌ কঃ) ১।/ভ্ৰমণ, পৰ্যটন, ২। ঘূৰি ফুৰা।

**সম্প্ৰভিন্ন** *বিণ.* ১। ফালি দুফাল কৰা, ২। ফাট, ফুটা, বিদ্ধ।

**সম্প্ৰমোদঃ** আনন্দ, মহোৎসৱ।

**সম্প্ৰমোষঃ** *পু.* হানি, ধ্বংস, নাশ।

**সম্প্ৰয়াণং** *ক্লী.* প্ৰস্থান।

**সাৰশেষ** *বিণ.* ১। অবশেষ থকা, অৱশিষ্ট থকা, বাকী থকা, ৩। অসম্পূৰ্ণ, অশুদ্ধ।

**সাৰষ্টম্ভ** *বিণ.* ১। গৌৰৱান্বিত, মৰ্যাদাসম্পন্ন, ২। সাহসী, দৃঢ়মনা, সুদৃঢ়, **—ম্ভং** দৃঢ়ভাৱে, সাহসেৰে, দৃঢ়তাৰে।

**সাৰহল** *বিণ.* ঘৃণাজনক, অৱজ্ঞাপূৰ্ণ, দাম্ভিক, **—লং** অব্য. ঘৃণাৰে, ইতিকিং কৰি।

**সাৰিকা** *স্ত্ৰী.* ধাত্ৰী, ধাইমা।

**সাৱিত্ৰ** *বিণ.* (সৱিতা দেৱতা অস্যেতি অণ) ১। সূৰ্য্য সম্বন্ধীয়, ২। সূৰ্যবংশোদ্ভৱ, সূৰ্যবংশীয়, ৩। গায়ত্ৰীযুক্ত, **—ত্ৰং** *ক্লী.* যজ্ঞোপৱীত, লগুণ, **—ত্ৰঃ** ১। ব্ৰাহ্মণ, ২। শিৱ, ৩। বসু, ৪। সূৰ্য্য, ৫। গৰ্ভ, ভ্ৰূণ, ৬। সূৰ্য্যপুত্ৰ কৰ্ণ।

**সাৱিত্ৰী** স্ত্ৰী. ১। ৰশ্মি, ২। ঋক্ বেদৰ চিৰ প্ৰসিদ্ধ গায়ত্ৰী মন্ত্ৰ। সূৰ্য্যক উদ্দেশ্য কৰি এই মন্ত্ৰ পাঠ কৰা হয় কাৰণে ইয়াৰ এটা নাম সাৱিত্ৰী, ৩। যজ্ঞোপৱীত সংস্কাৰ কৰ্ম, ৪। ব্ৰহ্মাৰ পত্নী, ব্ৰহ্মাণী, ৫। পাৰ্ৱতী, ৬। কাশ্যপ পত্নী, ৭। শাল্বৰাজ সত্যৱানৰ পত্নী। ৰজা অশ্বপতিৰ একমাত্ৰ কন্যা সাবিত্ৰী ইমান ৰূপৱতী আছিল যে অগণন ৰজা তথা ৰাজপুত্ৰই তেওঁক পত্নীৰূপে পাবলৈ ইচ্ছা কৰি অশ্বপতিলৈ প্ৰস্তাৱ পঠাইছিল। ৰজাই কন্যাক নিজৰ ইচ্ছানুসৰি এজন বৰ বাচি লবলৈ কোৱাত সাৱিত্ৰীয়ে বৰ বিচাৰি ওলাই গ'ল আৰু কিছুদিন পিচত উভতি আহি পিতাকক ক'লে যে তেওঁ ৰজা দ্যুমৎসেনৰ পুত্ৰ সত্যৱানক নিৰ্বাচিত কৰিছে। দেৱৰ্ষি নাৰদে কথাটো শুনি ক'লে যে বিয়াৰ এবছৰ পিচতে সত্যৱানৰ মৃত্যু হ'ব, গতিকে সাৱিত্ৰীয়ে তেওঁক বিবাহ কৰোৱা উচিত নহ'ব। কিন্তু সাৱিত্ৰীয়ে নিজৰ কথা লৰচৰ কৰিবলৈ মান্তি নহ'ল। সেই সময়ত শাল্বৰাজ দ্যুমৎসেনে নিজৰ ৰাজ-ঐশ্বৰ্য্য সকলো হেৰুৱাই বনত সন্ন্যাসীৰ জীৱন যাপন কৰি আছিল। যথা সময়ত সাৱিত্ৰীৰ বিবাহ হ'ল। সাৱিত্ৰীয়েও শৰীৰৰ সকলো আভূষণ ত্যাগ কৰি পতিৰ লগত বনত দিন কটাবলৈ ধৰিলে। তাই দিনবোৰ গণি আছিল। এবছৰৰ শেষৰ তিনি দিন তাই কঠোৰ ব্ৰত পালন কৰে। শেষৰ দিনা সত্যৱানে যজ্ঞকাষ্ঠ আহৰণৰ উদ্দেশ্যে বনলৈ ওলাওঁতে তাইও লগত গ'ল। খৰি কাটি ভাগৰ লগাত পত্নীৰ কোলাত মূৰ থৈ টোপনিত পৰিল। এনেতে যমৰাজ আহি সত্যৱানৰ প্ৰাণ লৈ যাবলৈ ধৰোঁতে সাৱিত্ৰীয়েও যমৰ পিছে পিছে গ'ল। যমে মানা কৰা সত্বেও সাৱিত্ৰীয়ে যমক অনুসৰণ কৰি আতুৰভাৱে এনেকৈ মিনতি কৰিব ধৰিলে যে যমে নিৰুপায় হৈ সত্যৱানৰ প্ৰাণৰ বাহিৰে এটাৰ পিচত এটাকৈ বৰ দিবলৈ বাধ্য হ'ল। শেষৰ বৰটোত সাৱিত্ৰীক পুত্ৰৱতী হোৱাৰ বৰ দি নিজে বান্ধ খাই পৰিল আৰু অৱশেষত সত্যৱানৰ প্ৰাণ ওভতাই দিবলৈ বাধ্য হয়। সত্যৱানক লৈ সাৱিত্ৰী ঘৰলৈ ঘূৰি আহে আৰু সপৰিয়ালে সুখে-সন্তোষে জীৱন যাপন কৰে। সাৱিত্ৰী শ্ৰেষ্ঠা সতী সাধ্বী স্ত্ৰীসকলৰ ভিতৰত এগৰাকী। **—পতিতঃ —পৰিভ্ৰষ্টঃ** যথা কালত যজ্ঞোপৱীত সংস্কাৰ নোহোৱা দ্বিজ, **—ব্ৰত** বৈধব্য দোষৰ পৰা মুক্তি পাবৰ কাৰণে জেঠ মাহৰ কৃষ্ণ চতুৰ্দশীৰ দিনা হিন্দু নাৰীসকলে পালন কৰা এবিধ ব্ৰতোপবাস। (কোনো ঠাইত জেঠ মাহৰ শুক্লপক্ষৰ শেষৰ তিনিটা দিনত এই ব্ৰত পালন কৰে), **—সূত্ৰং** লগুণ।

**সাৱিষ্কাৰ** *বিণ.* ১। গৰ্বী, অহঙ্কাৰী, ২। আবিৰ্ভূত, প্ৰকাশ্য।

**সাশংস** *বিণ.* আশাপূৰ্ণ, অভিলাষী, আশাবাদী, **—সং** অব্য আশাৰে।

**সাশঙ্ক** *বিণ.* ভীত, আতঙ্কিত।

**সাশয়ন্দকঃ** জেঠী।

**সাশূকঃ** কম্বল।

**সাশ্চৰ্য্য** *বিণ.* আশ্চৰ্য্যান্বিত, আচৰিত, অদ্ভুত, **—ৰ্য্যং** আচৰিতভাৱে।

**সাশ্ৰ** *বিণ.* (অশ্ৰুণা সহ ৱৰ্তমানঃ) ১। চকুলো ওলাই থকা, ২। চুকীয়া, কুণীয়া, কোণ থকা।

**সাশ্ৰুধী** *স্ত্ৰী.* শাহু।

**সাষ্টাঙ্গং** *ক্লী.* মাটিত দীঘল হৈ (শৰীৰৰ সকলো অঙ্গ মাটিত স্পৰ্শ কৰাই) কৰা প্ৰণাম।

**সাস** *বিণ.* ধনুৰ্ধাৰী, কি ১৫।৫।

**সাসুঃ** শৰযুক্ত।

**সাসূয়** *বিণ.* হিংসাকুৰীয়া, ঈৰ্ষাপৰায়ণ, **—য়ং** অব্য. খঙেৰে, অৱজ্ঞাৰে।

**সাস্না** *স্ত্ৰী.* ষাঁড়ৰ গলধন, শি ৫।৬২।

**সাহচৰ্য্যং** *ক্লী.* (সহচৰস্য ভাবঃ কৰ্ম বা সহচৰ ষ্যঞ্) ১। মিত্ৰতা, বন্ধুত্ব, কু ৩।১১; ২। সহগমন, ৩। একেলগে বাস, ৪। সহধৰ্মাচৰণ।

**সাহয়** *বিণ.* সহনকাৰী, সহ্য কৰোঁতা।

**সাহসং** *ক্লী.* (সহসা বলেন নিবৃতম্ সহস্ অন্) ১। দণ্ড, শাস্তি, ২। ধৰ্ষণ, বল প্ৰয়োগ, বলাৎকাৰ, ৩। অপৰাধমূলক কাৰ্য্য, ৪। নিষ্ঠুৰতা, ৫। সাহসিকতা, দুঃসাহসিক কাৰ্য, **—সঃ** এবিধ যজ্ঞাগ্নি, **—লাঞ্ছন** সাহসলক্ষণযুক্ত।

**সাহসাঙ্কঃ** *পু.* ৰজা বিক্ৰমাদিত্য।

**সাহসিক** *বিণ.* ১। নিষ্ঠুৰ, ২। ধৰ্ষণকাৰী, ভয়ঙ্কৰ, ৩। সাহসী, দুঃসাহসী, অবিবেচক, **—কঃ** ১। সাহসী পুৰুষ, ২। আগ-পাচ নোচোৱা ব্যক্তি, ডেও পৰা লোক, ৩। ডকাইত।

**সাহসী(ন্)** ১। প্ৰবল, নিষ্ঠুৰ, হিংসুক, হিংস্ৰ, ২। দুঃসাহসী।

**সাহস্ৰ** *বিণ.* ১। এহাজাৰ সম্বন্ধীয়, ২। এহাজাৰ সংখ্যক, ৩। এহাজাৰ মূল্য দি কিনা, ৪। এহাজাৰ গুণ, **—স্ৰং** এহাজাৰৰ সমষ্টি, **—স্ৰঃ** এহাজাৰ সৈন্যৰ এটা দল।

**সাহায়কং** *ক্লী.* ১। সহায়, সাহায্য, সহযোগ, ২। বন্ধুত্ব, মিত্ৰতা, ৩। সাহায্যকাৰী সৈন্য বাহিনী।

**সাহায্যং** *ক্লী.* (সহায়স্য ভাৱঃ কৰ্ম বা ইতি ষ্যঞ্) ১। সহায়তা, ২। মিত্ৰতা, বন্ধুত্ব।

**সাহিত্যং** *ক্লী. স্ত্ৰী.* (সহিত ষ্যঞ্) ১। মিলন, সম্মিলন, ২। সমাজ, সস্থা, ৩। মনুষ্যকৃত শ্লোকময় গ্ৰন্থ বিশেষ। ৰসময় কাব্যাদি, কৃত্ৰিম ৰচনা, 'সাহিত্য সঙ্গীতকলাবিহীনঃ সাক্ষাৎপশুঃ-', ভৰ্তৃ ৩।১২; ৪। কাব্যকলা শাস্ত্ৰ।

**সাহ্য** *ক্লী.* (সহ্ ষ্যঞ্) ১। মিলন, সংযোগ, সম্মিলন, ২। সহায়, সাহায্য, **—কৃৎ** *পু.* সহযোগী।

**সাহ্বয়ঃ** *পু.* (আহ্বয়েন সহ ৱৰ্তমান) ১। ছাগলী, কুকুৰা, ম'হ আদিৰ যুঁজ লগাই খেলা জুৱা। ২। পশুযুদ্ধ।

**সি** বন্ধনে (স্বাদি, ক্ৰ্যাদি, উ স সিনোতি, সিন্নতে, সিনাতি, সিনীতে) ১। বান্ধ, বান্ধি থ, ৰুদ্ধ কৰ, ২। ফান্দত পেলা।

**সিংহঃ** *পু.* (হিনস্তীতি পৃষোদৰাদিত্বাৎ সিংহঃ) ১। পশুৰাজ, কেশৰী, ২। পদৰ শেষত শ্ৰেষ্ঠাৰ্থবাচক, যেনে পুৰুষসিংহঃ, ৩। সিংহ ৰাশি, **—কোলিঃ** এগৰাকী জিন, **—কেশৰঃ** বকুল গছ, **—তলঃ** হাতযোৰ, কৃতাঞ্জলি, **—তুণ্ডঃ** এবিধ মাছ, মনু ৫।১৬; **—দ্ৰংষ্ট্ৰঃ** শিৰ, **—দৰ্প** *বিণ.* সিংহৰ দৰে দৰ্পকাৰী, **—দ্বাৰং** নগৰৰ প্ৰধান তোৰণ, **—ধ্বনিঃ** পু. সিংহ গৰ্জন, **—নাদঃ** সিংহৰ গৰ্জন, ৰণ হুঙ্কাৰ, ৰণধ্বনি, **—মুখী** বাহক গছ, **—যানা, —ৰথা** স্ত্ৰী. দুৰ্গা, **—লং** তাম, পিতল, ছাল, **—লঃ** শ্ৰীলঙ্কা দেশ; জম্বুদীপৰ অন্তৰ্গত আঠটা দ্বীপৰ এটা, **—লস্থা** লঙ্কাবাসী, **—লীলঃ** এবিধ যৌনসঙ্গম ভঙ্গি। 'লিঙ্গোপৰিস্থিতা নাৰী ভূমৌ দত্বা পদদ্বয়ম্। হৃদয়ে দত্তহস্তা চ সিংহলীলঃ প্ৰকীৰ্তিতঃ।। **—ৱাহিনী** দুৰ্গা, **—ৱিক্ৰান্তঃ** ঘোঁৰা, **—সিংহনন** বিণ. ১। সিংহৰ দৰে বলশালী, ২। সুঠাম, (–নং) সিংহনিধন।

**সিংহাণং** *ক্লী.* ১। লোৰ মামৰ, ২। নাকৰ সেঙুণ।

**সিংহাসনং** *ক্লী.* (সিংহ চিহ্নিতম আসনম্) ৰজাই বহা স্বৰ্ণময় আসন। 'ৰাজ্ঞো ৰৱাসনং নাম শ্ৰীসিংহাসনমুচ্যতে', **—নঃ** *পু.* এবিধ যৌনসঙ্গম ভঙ্গি। 'স্বজঙ্ঘাদ্বয়বাহূ চ কৃত্বা যোষাপদদ্বয়ম্। স্তনৌ ধৃত্বা ৰমেৎ কামী বন্ধঃ সিংহাসনো মতঃ।।' ৰম। **—চক্ৰং** (জ্যোতিষ) সাতাইশটা নক্ষত্ৰ অঙ্কিত নৰাকাৰ চক্ৰ তিনিটা।

**সিংহাস্যঃ** ১। বাহক গছ, ২। হাত দুখনৰ বিশেষ অৱস্থা।

**সিংহিকা** *স্ত্ৰী.* ৰাহুৰ মাক, কশ্যপৰ পত্নী; **—পুত্ৰঃ, —সুতঃ —সুনুঃ** ৰাহু গ্ৰহ।

**সিংহী** *স্ত্ৰী.* ১। মাইকী সিংহ, ২। ৰাহুৰ মাক।

**সিক্ (চ্)** *স্ত্ৰী.* ১। কাপোৰ, পোচাক, ২। জাল।

**সিকতা** *স্ত্ৰী.* (সিক সেচনে বাহুলকাৎ অতচ্) ১। বালুকা, বালি, ২। শিলগুটি, **—ময়ং** সৈকত, (সাগৰৰ) বালিময় পাৰ।

**সিকতিল** *বিণ.* বালিময়।

**সিক্ত** *বিণ.* (সিচ্ ক্তঃ) ১। সিঞ্চিত, তিতি থকা, ২। সেমেকা, ৩। বীজপূৰ্ণ, গৰ্ভোৎপাদিত।

**সিক্থং** *ক্লী.* (সিচ্ ক্ষৰণে থক্) ১। মৌচাক, মম, ২। নীল ৰং, সিদ্ধান্ন। ভাতৰ গৰাহ, অন্নপিণ্ড।

**সিক্ম্যঃ** *পু.* স্ফটিক, আইনা।

**সিঙ্ঘাণং** নাকৰ সেঙুণ।

**সিঙ্ঘিণী** নাক।

**সিঞ্চ** সেচনে (তুদা উ স সিঞ্চতি -তে) ১। সিঁচ, সিঞ্চন কৰ, পানী সিঁচ, ২। পানী দি বা ঢাল, তিয়াঁ, সিক্ত কৰ, ৩। ঢাল, বাহিৰ কৰ, উলিয়া, ৪। ঢালি দি,

(ণিজন্ত) সেচয়তি -তে (সনন্ত) সিসিক্ষতি -তে। **অভি—** সিঁচ, নিয়োগ কৰ, লিপি দ, অভিষিক্ত কৰ, ৰাজ্যাভিষেক কৰ, **উদ্—** ওপৰলৈ উঠা, স্ফীত কৰ গপত ওফন্দা, বিৰক্ত হ, **নি—** ঢাল, বীৰ্য্য নিক্ষেপ কৰ, গৰ্ভৱতী কৰ।

**সিঞ্চয়ঃ** কাপোৰ, পোচাক।

**সিঞ্চিতা** কেচা বা শুকান জলকীয়া।

**সিঞ্জা** ধাতৰ অলঙ্কাৰৰ ঝুন ঝুন শব্দ।

**সিঞ্জিতং** ঝুন ঝুন শব্দ, কু ১।৩৪।

**সিট্** অৱজ্ঞায়াং 'ভ্বা প স সেটতি) ১। অৱজ্ঞা কৰ, ২। অপমান কৰ, নিন্দা কৰ।

**সিত** *বিণ* (সিতঃ শুক্লবৰ্ণোঽস্যেতি অচ) ১। বগা বৰণীয়া, শুভ্ৰ, শি ১।২৫; ২। বদ্ধ, শৃঙ্খলিত, ৩। চাৰিওফালে ঘেৰি থকা, ৪। জ্ঞাত, ৫। সমাপ্ত, **—তং** ১। ৰূপ, ২। বগা চন্দন, ৩। মূলা, **—তঃ** ১। বগা ৰং, ২। শুক্লপক্ষ, ৩। শুক্ৰ গ্ৰহ, শুক্ৰাচাৰ্য্য, ৪। শৰ, কাঁড, **—কৰঃ —ৰশ্মিঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ, **—কৰ্ণী** বাহক গছ, **—কুঞ্জৰঃ** ১। ইন্দ্ৰ, ২। ঐৰাবত, **—ছত্ৰং** ৰাজছত্ৰ, **—চ্ছদঃ** ৰাজহাঁহ, **—ৰাজী** (ন্) অৰ্জুন, **—শৰ্কৰা** মিছিৰি, **—শিৱং** সৈন্ধৱ লোণ, **—সৰ্ষপঃ** বগা সৰিয়হ, **—সিন্ধুঃ** গঙ্গা।

**সিতা** *স্ত্ৰী.* ১। শৰ্কৰা, চেনি, ২। শ্বেত দুৰ্বা, ৩। জ্যোৎস্না, ৪। সুন্দৰী তিৰোতা, ৫। এবিধ মল্লিকা লতা, ৬। মদ, সুৰা, **—দিঃ** গুড, **—লতা** বগা দুবৰি।

**সিতাননঃ** গৰুড়।

**সিতাপাঙ্গঃ** ম'ৰা চৰাই।

**সিতাম্বুং, —ম্ভোজং** *ক্লী.* বগা পদুম।

**সিতাভঃ, —ভ্ৰঃ** *পু.* কৰ্পূৰ।

**সিতাৰ্জকঃ** বগা তুলসী।

**সিতি** *বিণ.* ১। বগা বৰণীয়া, শুভ্ৰ, ২। ক'লা, **—তিঃ** বগা বা ক'লা ৰং, **—কণ্ঠঃ** শিৱ, **—ৱাসাঃ** (স্) বলৰাম।

**সিতিমা** (ন্) *পু.* শুক্লতা, কৃষ্ণতা।

**সিতেক্ষুঃ** বগা কুঁহিয়াৰ।

**সিতোদৰঃ** *পু.* কুবেৰ।

**সিতোত্তৰং** *ক্লী.* বগা চন্দন।

**সিতোপলঃ** *পু.* স্ফটিক, **—লা** চেনি।

**সিদ্ধ** *বিণ.* (সিধ ক্তঃ) ১। সম্পন্ন, সম্পাদিত, নিষ্পন্ন, ২। প্ৰাপ্ত, লব্ধ, ৩। কৃতকাৰ্য্য, সফল, ৪। প্ৰমাণিত, ৫। যুক্তিসঙ্গত, বিধিবদ্ধ, ৬। পৈণত, সুপক্ক, পৰিপক্ক, ৭। প্ৰস্তুত, ৮। বশীভূত, ৯। পৰিশোধিত, ১০। অলৌকিক শক্তিসম্পন্ন, ১১। অভিজ্ঞ, ১২। জনাজাত, বিখ্যাত, ১৩। স্বৰ্গীয়, দৈৱিক, ১৪। উজ্জ্বল, জ্যোতিষ্মান, ১৫। সুমিশ্ৰিত (যেনে, ঔষধ), **—দ্ধং** সাগৰীয় নিমখ, **—দ্ধঃ** ১। দেৱযোনি বিশেষ, অণিমাদি **গুণ** (সিদ্ধি) সম্পন্ন বিশ্বাৱসু প্ৰভৃতি, কু ১।৫; ২। ব্যাসাদি ঐশ্বৰিক শক্তিসম্পন্ন মুনিসকল, ৩। ঐন্দ্ৰজালিক, বেজ, ৪। মোকৰ্দমা, ৫। (জ্যোতিষ) বিষ্কম্ভাদি ২৭টা যোগৰ অন্তৰ্গত ২১শ যোগ, **—গঙ্গা, -নদী, —সিন্ধুঃ** আকাশীগঙ্গা, মন্দাকিনী, **—গ্ৰহঃ** এবিধ পগলা অৱস্থা, **—জলং** টেঙা ভাতৰ মাড়, গৰম পানী, **—ধাতুঃ** পাৰা, **—পক্ষঃ** যুক্তি তৰ্কৰ ন্যায়সিদ্ধ অংশ বা পক্ষ, **—পীঠঃ** সিদ্ধ স্থান। জাতো লক্ষবলিৰ্যত্ৰ হোমো ৱা কোটিসংখ্যকঃ মহাৱিদ্যাজপঃ কোটিঃ সিদ্ধপীঠঃ প্ৰকীৰ্তিতঃ।। তন্ত্ৰশাস্ত্ৰ। **—প্ৰযোজনঃ** বগা সৰিয়হ, **—যোগী** (ন্) শিৱ, **—ৰসঃ** ১। পাৰা, ২। ধাতু-বিদ্যাত পাৰ্গত ব্যক্তি, **—ৱিদ্যা** কালী, তাৰা আদি দশমহাবিদ্যা। 'দশ মহাৱিদ্যাঃ সিদ্ধৱিদ্যাঃ প্ৰকীৰ্তিতাঃ' **—সঙ্কল্পঃ** নিজৰ সঙ্কল্প অৰ্থাৎ বাসনা পূৰণ কৰোঁতা, **—সাধনঃ** বগা সৰিয়হ, **—সেনঃ** কাৰ্তিকেয়, **—সেৱিতঃ** বটুক ভৈৰৱ, **—স্থালী** অন্নাদি সিদ্ধ কৰা পাত্ৰ বিশেষ। অলৌকিক শক্তিসম্পন্ন এই পাত্ৰটো মুনিজনাই ইচ্ছা কৰা খাদ্যবস্তুৰে সকলো সময়তে ভৰি থাকে।

**সিদ্ধতা, ত্বং** নিষ্পন্নতা, পৰিপূৰ্ণতা। সফলতা।

**সিদ্ধা** *স্ত্ৰী.* ঋদ্ধি। যোগিনী বিশেষ। অষ্ট যোগিনীৰ এজনী। (বাকী সাতজনী : মঙ্গলা, পিঙ্গলা, ধন্যা, ভ্ৰামৰী, ভদ্ৰিকা, উল্কা আৰু সঙ্কটা)।

**সিদ্ধান্তঃ** *পু.* (সিদ্ধঃ অন্তঃ যস্মাৎ) ১। পূৰ্বপক্ষক নিৰস্ত কৰি উত্তৰ অৰ্থাৎ সিদ্ধপক্ষ নিৰ্দ্ধাৰণ। কোনো প্ৰশ্নৰ শেষ উত্তৰ, ২। প্ৰমাণিত মত, নিৰ্দ্ধাৰিত তথ্য।

**সিদ্ধান্নং** সিদ্ধ ভাত।

**সিদ্ধাৰ্থ** *বিণ.* কৃতকাৰ্য্য, সফল, (**—ৰ্থঃ**) ১। বগা সৰিয়হ, ২। শিৱ, ৩। গৌতম বুদ্ধ।

**সিদ্ধাসনং** *পু.* ধ্যানৰ এক বিশেষ আসন।

**সিদ্ধিঃ** *স্ত্রী.* (সিধ ক্তিন্) ১। দুৰ্গা, ২। এবিধ যোগ, ৩। ঋদ্ধি নামৰ ঔষধ এবিধ, ৪। নিষ্পত্তি, সুসম্পাদনা, সমাপ্তি, সম্যক প্রাপ্তি, মনু ২।৯৭; ৫। উন্নতি, কৃতকাৰ্য্যতা, ৬। প্রমাণ, নিদর্শন, ৭। বিধিবদ্ধতা, আইনগত দৃঢ়তা, ৮। ঋণ আদায়, ৯। ৰন্ধন ক্রিয়া, প্রস্তুতি, ১০। পূর্ণ তৃপ্তি, ১১। অলৌকিক শক্তি লাভ, ১২। নিপুণতা, সামর্থ্য, ১৩। অন্তৰ্ধান হোৱা শক্তি, ১৪। মায়া জোতা, ১৫। অণিমা, লঘিমা আদি অলৌকিক শক্তি, ১৬। বুদ্ধি, বোধন শক্তি, **—দঃ** *বিণ.* ফলদায়ক, **—দঃ** শিৱ, **—দাত্রী** দুৰ্গা, **—লী** *স্ত্রী.* সৰু পৰুৱা, **—যোগ** (জ্যোতিষ) এটা বিশেষ মঙ্গল যোগ।

**সিদ্ধেশ্বৰী** *স্ত্রী.* দেৱী বিশেষ। দুৰ্গাৰ এটা ৰূপ।

**সিদ্ধৌঘঃ** *পু.* গুৰুক্ৰম বিশেষ। নাৰদঃ কাশ্যপঃ শম্ভুৰ্ভাৰ্গৱঃ কুলকৌশিকঃ। এতে পঞ্চ মহাদেৱ সিদ্ধৌঘাঃ পৰিকীৰ্তিতাঃ।।

**সিদ্ধ্যঃ** *পু.* পুষ্যা নক্ষত্ৰ।

**সিধ্** ক) সিদ্ধৌ (দিৱা প [illegible] সিধ্যতি) ১। সম্পন্ন হ, সফ হ, কৃতকাৰ্য্য হ। সিদ্ধি লাভ কৰ, ২। লাভ কৰ, অভীষ্ঠ ফল পা, ৩। প্রমাণিত কৰ, ৪। সিদ্ধ কৰ, সিজা, ৫। জয় কৰ, বিজয়ী হ, (ণিজন্ত) সাধয়তি, সেধয়তি (সনন্ত) সিষিৎসতি, **প্র—** জনাজাত হ, প্রসিদ্ধ হ, কৃতকাৰ্য্য হ, **সং—** সুখী হ, স্বয়ং সম্পূর্ণ হ, লাভ কৰ, সুখ ভোগ কৰ।

খ) গতৌ (ভ্বা প অ স সেধতি) ১। যা, গমন কৰ, ২। খেদ, দূৰ কৰ, ৩। সংযত কৰ, বাধা দি, ৪। আজ্ঞা দি, হুকুম দি, উপদেশ দি, **নি—** দূৰ কৰ, খেদি পঠা, বাধা দি, বিৰোধ কৰ, নিষিদ্ধ কৰ, নিষেধ কৰ, পৰাজয় কৰ, **প্রতি—** বাধা দি, নিষিদ্ধ কৰ, **বিপ্রতি—** বাধা দি, বিৰোধ কৰ।

**সিধ্মং সিধ্ম (ন্)** *ক্লী.* ১। খৰ, খুজতীয়া, পকতীয়া, বেচু, ২। কুষ্ঠৰোগ।

**সিধ্মল** *বিণ.* ১। বেচু ৰোগী, ২। কুষ্ঠ ৰোগী।

**সিধ্মা** *স্ত্রী.* ১। বেচু, ২। পকতীয়া, ৩। কুষ্ঠৰোগ।

**সিধ্রঃ** *পু.* ১। ধাৰ্মিক পুৰুষ, ২। গছ।

**সিধ্ৰকাৰণং** *ক্লী.* দেৱোদ্যান।

**সিনং** *ক্লী.* শৰীৰ, দেহ, **—নঃ** গ্ৰাস, এগৰাহ (অন্ন)।

**সিনী** *স্ত্রী.* বগা, শুভ্ৰা। স্ত্রী. **—ৱালী** ১। চতুৰ্দশীযুক্ত অমাৱস্যা তিথি। দেখা-নেদেখা অৱস্থাৰ চন্দ্ৰযুক্ত দিন, ২। দুৰ্গা।

**সিন্দুকঃ, —ন্দুৱাৰঃ** এবিধ গছ।

**সিন্দুৰং** *ক্লী.* সেন্দুৰ, **—ৰঃ** এবিধ গছ, **—তিলকঃ** হাতী, **—তিলকা** স্ত্রী. সধৱা নাৰী।

**সিন্ধু** *পু.* (স্যন্দতে ইতি স্যন্দ্ প্ৰস্ৰৱণে উঃ) ১। সাগৰ, সমুদ্ৰ, ২। সিন্ধু নদ, ৩। সিন্ধু প্রদেশ, ৪। মালৱ ৰাজ্যৰ এখন নদী, মে ২৯; ৫। হাতীয়ে শুঁড়েৰে উলিওৱা পানী, ৬। হাতীৰ কপালৰ পৰা ওলোৱা ৰস, মদবাৰি, ৭। হাতী (পু) সিন্ধু প্রদেশৰ অধিবাসী, **—জ** সমুদ্ৰজ, জলজ, **—জং** সৈন্ধৱ লোণ, **—জঃ** চন্দ্ৰ, **—নাথঃ** সাগৰ, **—শয়নঃ** বিষ্ণু।

**সিন্ধুকঃ, —ৱাৰঃ** *পু.* এবিধ গছ।

**সিন্ধুৰঃ** *পু.* হাতী।

**সিপ্রং** *ক্লী.* এখন সৰোবৰ, কাপু ৪১ অ, **—প্রঃ** ১। ঘাম, স্বেদ, ২। চন্দ্ৰ, **—প্রা** *স্ত্রী.* ১। তিৰোতাই কঁকালত পিন্ধা মেখলা, কঁকালী, ২। উজ্জয়িনীৰ কাষেদি বৈ যোৱা এখন নদী। ৰ ৬।৩৫; ৩। মাইকী ম'হ।

**সিম** *বিণ.* সমুদায়, গোটেইখিনি, সম্পূর্ণ।

**সিম্বা** *স্ত্রী.* শমী লতা।

**সিৰঃ** জলকীয়াৰ শিপা, **—ৰা** ১। শৰীৰৰ সিৰা, স্নায়ু ধমনী, ২। বাল্টি, পানী সিঁচা কোঢ়োনা। লাঢ়নী।

**সিৱ্** তন্তুসন্তানে (দিৱা প স সীৱ্যতি) ১। কাপোৰ চিলাই কৰ, সিয়া, ২। সংযোগ কৰ, লগ লগা।

**সিৱৰঃ** হাতী।

**সিষাধয়িষা** *স্ত্রী.* (সাধয়িতুমিচ্ছা সাধ্ সন্ অঃ টাপ্) ১। সাধনেচ্ছা, কাম নিষ্পন্ন কৰাৰ ইচ্ছা, ২। প্রমাণ কৰাৰ প্রদর্শন কৰাৰ ইচ্ছা।

**সিসৃক্ষা** *স্ত্রী.* (স্ৰষ্টুমিচ্ছা) নির্মাণ কৰাৰ, তৈয়াৰ কৰাৰ ইচ্ছা।

**সিহুণ্ডঃ** *পু.* এবিধ গছ। সিজু গছ। দুগ্ধ পাদপ।

**সিহ্লঃ, —হ্লকঃ** এবিধ গন্ধদ্ৰব্য। ধুনা।

**সিহ্লকী, হ্লী** সল্লকী বৃক্ষ।

**সীক** ক) সেকে (ভ্বা আ অ সীকতে) ১। ছটিয়া, সিঁচ, ২। যা, গমন কৰ।

খ) আমৃশি (চুৰা, ভ্বা প, উ স সীকতি, সীকয়তি —তে) ১। অস্থিৰ হ, অধৈৰ্য্য হ, ২। ধৈৰ্য্য ধৰ, ৩। স্পৰ্শ কৰ।

**সীকৰঃ** *পু* ১। কিন্‌কিনীয়া বৰষুণ, ২। পানী সিঁচি দিয়া, চিৰচিৰকৈ পানী ছটিওৱা কাৰ্য্য।

**সীতা** *স্ত্রী.* (সিনোতীতি সিঞন বন্ধে ক্তঃ দীৰ্ঘশ্চ) ১। নাঙলে মাটিত কৰা সীৰলু, লুৰি, ২। জনক-তনয়া, শ্ৰীৰামৰ পত্নী. সীতা। মিথিলাৰ ৰজা সীৰধ্বজ জনকে এদিন যজ্ঞভূমিত হাল বাওঁতে নাঙলৰ লুৰিত কন্যাজনীক পোৱাৰ কাৰণে এওঁৰ নাম সীতা ৰাখে। শ্ৰীৰামে হৰধনু ভঙ্গ কৰি সীতাক পত্নীৰূপে পায়। পিতৃ আজ্ঞা পালন কৰি শ্ৰীৰাম বনবাসলৈ যোৱাত সীতাইও সহগমন কৰে। বনবাসত থাকোঁতে লঙ্কাপতি ৰাৱণে সীতাক হৰণ কৰি নিয়ে। পিচত কিষ্কিন্ধাৰ বানৰ সৈন্যৰ সহায়ত শ্ৰীৰামে সীতাক উদ্ধাৰ কৰে। কঠোৰ অগ্নি পৰীক্ষাৰ মাজেৰে পাৰ হৈ সীতা শ্ৰীৰামৰ পত্নীত্ব পোৱাৰ পিচতো অযোধ্যাবাসীৰ কথা পেলাব নোৱাৰি শ্ৰীৰামে অন্তঃসত্ত্বা সীতাক বনবাসলৈ পঠিয়ায়। সীতাই বাল্মীকিৰ আশ্ৰমত থাকি লৱ আৰু কুশক জন্ম দিয়ে। পিচত বাল্মীকিৰ যত্নত শ্ৰীৰাম-সীতাৰ পুনৰ মিলন হয়। ৩। ইন্দ্ৰৰ এগৰাকী পত্নীৰ নাম, ৪। উমা, ৫। লক্ষ্মী, ৬। পৌৰাণিক আখ্যান মতে গঙ্গাৰ এখন উপনদী, ৭। সুৰা, মদ, **—দ্ৰব্যং** কৃষিৰ সা-সৰঞ্জাম—কোৰ, নাঙলাদি, মনু ৯।২৯৩; **—ফল** আতলচ্ ফল।

**সীতানকঃ** মটৰ মাহ।

**সীতায়াঃপতিঃ,** অলুক সমাস। সীতাপতি, শ্ৰীৰামচন্দ্ৰ।

**সীৎকাৰঃ, —কৃতিঃ** *পু. স্ত্রী.* হুমুনিয়াহ কাঢ়োঁতে, জৰত কঁপোতে, মুখৰ পৰা ওলোৱা শব্দ, সীসিয়নি, ভোৰ-ভোৰণি, আস ২১৬।

**সীত্যং** *ক্লী.* ধান, শস্য।

**সীদ্যং** *ক্লী.* আলস্য, এলাহ।

**সীধুঃ** *পু.* গুড়ৰ পৰা তৈয়াৰ কৰা মদ। সুৰা, **—গন্ধঃ** বকুল, **—পুষ্পঃ** কদম গছ, বকুল গছ, **—ৰসঃ** আম গছ, **—সংজ্ঞঃ** বকুল গছ।

**সীধ্ৰং** *ক্লী.* শৌচদ্বাৰ, গুহ্যদ্বাৰ।

**সীপঃ** *পু.* কোষা (পূজাত পানী লোৱা পাত্ৰ)।

**সীমন্তঃ** *পু.* (সীম্নোঽন্তঃ) ১। সেওঁতা, মে ৬৫; ২। সীমা পংক্তি, সীমাৰেখা, **—কং** সেন্দুৰ, **—কঃ** নৰকবাসী।

**সীমন্তয়তি** নাম ধাতু। সীমাৰেখা টান। সেওঁতা ফাল।

**সীমন্তিত** *বিণ.* দুফাল কৰা, দুভাগ কৰা (চুলি) সীমাচিহ্নিত।

**সীমন্তিনী** *স্ত্রী.* তিৰোতা।

**সীমন্তোন্নয়নং** *ক্লী.* দ্বাদশ সংস্কাৰৰ অন্তৰ্গত সংস্কাৰ বিশেষ। গৰ্ভৰ ১ম, ৪ৰ্থ, ৬ষ্ঠ অথবা অষ্টম মাহত পুংসৱনৰ লগতে এই সংস্কাৰ কৰ্ম কৰা হয়।

**সীমা** (ন্) সীমা স্ত্রী. (সি মনিন্ টাপ্) ১। পৰিসীমা, অৱধি, সীমাৰেখা, ২। সীমা বুজাবলৈ নিৰ্মাণ কৰা, মাটিৰ টিপ, ৩। পাৰ, তীৰ, ৪। দিগন্ত, ৫। মূৰৰ হাড়ৰ জোৰা, ৬। মৰ্য্যাদা, সাধুতাৰ শেষ সীমা, ৭। চূড়ান্ত, উচ্চতম অৱধি, ৮। পথাৰ, ৯ গলধন, ১০। স্থিতি, শি ৩।৫৭; ১১। অণ্ডকোষ, 'কেশেষু চমৰীং হন্তি সীম্নি পুষ্কলকো হতঃ।' **—নিশ্চয়ঃ** বৈধভাৱে সীমা নিষ্পত্তি, **—লিঙ্গং** সীমা চিহ্ন, **—বাদঃ, বিবাদঃ** সীমা লৈ কাঁজিয়া, যুদ্ধ, **—বৃক্ষঃ** সীমাৰ চিনৰূপে থকা গছ, **—সন্ধিঃ** দুটা সীমাৰ মিলন ক্ষেত্ৰ।

**সীমিকঃ** ১। এবিধ গছ, ২। উই হাফলু, ৩। পৰুৱা, কীট।

**সীৰঃ** *পু.* (সি বন্ধে ক্ৰন্) ১। সূৰ্য্য, ২। নাঙল, হাল, মে/১৬; ৩। আকন্দ গছ, **—ধ্বজঃ** জনক ৰজা, **—পাণিঃ —ভৃৎ** বলৰাম, **—যোগঃ** নাঙলত বলদ সংযোগ।

**সীৰী** (ন্) *পু.* বলৰাম।

**সীলন্দঃ, —ন্ধঃ** *পু.* এবিধ মাছ। সিলিন্দা মাছ।

**সীৱনং** *ক্লী.* (সীৱ ল্যুট্) সূতাৰে সিয়া, সিয়নি, সিয়া কাৰ্য্য, **—নী** বেজী; লিঙ্গমুণ্ডৰ পৰা গুহ্যদেশলৈ থকা চিলাই।

**সীসং, সীসকং সীসপত্ৰকং** *ক্লী.* সীহ।

**সীহুণ্ডঃ** *পু.* দুগ্ধপাদপ, সিজুগছ।

**সু** গতৌ *ঐশ্বৰ্য্যে প্ৰসৱে* (ক) (ভ্বা উ অ সৱতি -তে) যা, গমন কৰ, (খ) (অদা, ভ্বা, প অ সৱতি, সৌতি), ১। *ঐশ্বৰ্য্যশালী* হ, সম্পত্তিশালী হ, শক্তিশালী হ, ২। চেপি ৰস উলিয়া, ৩। পাচন কৰ, ৪। সিঁচ, সিঞ্চন কৰ, ছটিয়া, ৫। স্নান কৰ, অভি— মিশ্ৰণ কৰ, মিহলা, (সোমৰস) উলিয়া, ছটিয়া, উদ্— উত্তেজিত হ, প্ৰ— উৎপাদন কৰ, উৎপন্ন কৰ।

**সু** *অব্য.* কুড়িটা উপসৰ্গৰ এটা, ১। ভাল, সুন্দৰ, মনোৰম, ২। সহজতে, সুন্দৰকৈ, সঠিকভাৱে, প্রচুৰকৈ, বেছিকৈ, বহুত ইত্যাদি অৰ্থত কৰ্মধাৰয় সমাসৰ পূৰ্ব পদৰূপে ব্যৱহাৰ হয়, **—কণ্ডুঃ** খৰ, খজুৱতি, **—কন্দঃ** ১। পিঁয়াজ, কাঠ আলু, **—কন্যা** চ্যৱন ঋষিৰ পত্নী, **—কৰ** সুখকৰ, সহজে কৰিব পৰা, **—কৰা** সুশীলা গাই। দোহন কৰিব পৰা গাই, **—কৰং** বদান্যতা, **—কৰ্মা (ন্)** ধাৰ্মিক, কৰ্মী, (জ্যোতিষ) মঙ্গলযোগ্য, (পু) বিশ্বকৰ্মা, **—কল** দাতা, ভোক্তা ৰূপে বিখ্যাত, **—কাণ্ডী (ন্)** ভোমোৰা, মৌমাখি, **—কাষ্ঠং** খৰিৰ কাঠ, **—কুণ্ডকঃ** পিয়াঁজ, **—কুমাৰ** সুকোমল, **—কুমলঃ** ১। সুন্দৰ যুৱক, ২। এবিধ কুঁহিয়াৰ, **—কুমাৰকঃ** ১। সুন্দৰ যুৱক, ২। শালি ধান (কং) তমাল পাত, **—কৃৎ** *বিণ.* ধাৰ্মিক, পৱিত্ৰ, জ্ঞানী, ভাগ্যৱান, ভাল যজমান (পু) কৰ্মী পুৰুষ, ত্বষ্টা ঋষিৰ নাম, **—কৃত** সঠিকভাৱে কৃত (কৰ্ম), সুনিৰ্মিত, ভাগ্যৱান, পৱিত্ৰ, **(তং)** ভাল কাম, ধৰ্ম, পৱিত্ৰতা, সৌভাগ্য, কল্যাণ, মঙ্গল, **—কৃতিঃ** সৰলতা, সাধুতা, তপস্যা, **—কৃতী (ন্)** ১। স্নেহপূৰ্ণ কাৰ্য্য, ২। ধাৰ্মিক, সজ, জ্ঞানী, সাধু, গী ৭।১৬, ৩। উদাৰ, ভাগ্যৱান, **—কেশৰঃ** নেমু গছ, **—ক্ৰতুঃ** ১। অগ্নি, ২। ইন্দ্ৰ, ৩। শিৱ, ৪। বৰুণ, ৫। সূৰ্য্য, **—গ** ১। সুন্দৰ গমনকাৰী, ধুনীয়াকৈ খোজ কঢ়া (মানুহ), ২। শুৱনী, লাৱণ্য, ৩। বোধগম্য, ৪। সহজে যাব যাব পৰা, **—গং** ১। বিষ্ঠা; ২। সুখ, **—গতঃ** গৌতম বুদ্ধ, **—গন্ধং** ১। চন্দন, ২। জীৰা, ৩। নীলা পদুম, **—গন্ধঃ** ১। ভাল গন্ধ, আতৰ, ২। গন্ধক, ৩। বণিক, **—গন্ধা** তুলসী গছ, **—গন্ধকঃ** ৰঙা তুলসী, গন্ধক, **—গন্ধি** *বিণ.* ১। ভাল গোন্ধোৱা, আতৰ সনা, ২। ধাৰ্মিক, পৱিত্ৰ (ক্লী) ১। জলকীয়াৰ শিপা, ২। গান্ধবিৰিণা (চিত্ৰনলা) ধনিয়া,. **(—ন্ধিঃ)** *পু.* ১। পৰব্ৰহ্ম, ২। আতৰ, ৩। এবিধ সুগন্ধি আম, **—গন্ধিকং** বগা পদুম, **(কঃ)** *পু.* ধূপ, গন্ধক, এবিধ চাউল (জহা বা বাসমতী), **—গম** সহজ, সৰল, সহজে যাব পৰা, সহজে বুজিব পৰা, **—গহনা** যজ্ঞবেদীৰ চাৰিওফালে বাহিৰা মানুহ সোমাব নোৱৰাকৈ দিয়া (অস্থায়ী) বেৰ বা ঘেৰ, **—গৃহীত** ভালকৈ ধৰা, খামোচ মাৰি ধৰা, সুব্যৱহৃত, **(—নাম)** যাৰ নাম শ্ৰদ্ধা সহকাৰে উচ্চাৰণ কৰা হয়, **—গ্ৰাসঃ** সুখাদ্য এগৰাহ, **—গ্ৰীৱঃ** ১। বীৰ, নায়ক, ২। ৰাজহাঁহ, বানৰৰাজ বালিৰ অনুজ ভাতৃ। সীতাক বিচাৰি কিষ্কিন্ধ্যা পাওঁতে সুগ্ৰীৱৰ লগত দেখা হয়। সুগ্ৰীৱে শ্ৰীৰামৰ আগত বালিৰ অত্যাচাৰৰ কথা বিৱৰি কয় আৰু বালিক বধ কৰি পত্নী তাৰাক উদ্ধাৰ কৰাৰ পিচত শ্ৰীৰামক সীতা উদ্ধাৰত সহায় কৰিব বুলি প্ৰতিশ্ৰুতি দিয়ে। শ্ৰীৰামে বালিক বধ কৰি তাৰাক উদ্ধাৰ কৰে আৰু বানৰ সেনাৰ সহায়ত শ্ৰীলঙ্কা জয় কৰি সীতাক উদ্ধাৰ কৰে। **—চক্ষুঃ** (স্) *পু.* জ্ঞানী, সুবিবেচক পুৰুষ, **—চৰিতং** —ত্ৰং সচ্চৰিত্ৰ, সৎস্বভাৱী **(—ত্ৰা)** স্ত্ৰী সতী, পতিব্ৰতা তিৰোতা, **—চিত্ৰকঃ** ১। এবিধ সাপ, ২। মাছৰোকা চৰাই, মাছলুকা, **—চিত্ৰা** এবিধ লাউ, **—চিন্তা** গভীৰ চিন্তা, **—চিৰং** *অব্য.* বৰ দীঘলীয়াকৈ, সুদীৰ্ঘ সময় ব্যাপি,বহু দিনলৈ, **—চিৰায়ুঃ** দেৱতা, বিগ্ৰঃ **—জনঃ** জ্ঞানী মানুহ। উদাৰ পুৰুষ, **—জনতা,** সৌজন্য, ধৰ্ম, বদান্যতা, **—জন্মা (ন্)** অভিজাত, উচ্চ বংশজাত, **—জাত** *বিণ.* কুলীন, সুন্দৰ, মনোৰম, **—তনুঃ** ১। সুন্দৰ শৰীৰ, মনোৰমা, ২। ক্ষীণ শৰীৰ, **—তপা** ১। মুনি, ঋষি, ভক্ত, ২। সূৰ্য্য, ৩। কঠিন তপস্যা, **—তৰাং** অব্য. গতিকে, সেয়ে, বেছিকৈ, অধিকভাৱে, ইয়াতকৈ বেছিকৈ, **—তৰ্দনঃ** কুলি চৰাই, **—তলং** ১। অত্যধিক গভীৰতা, তলহীনতা, ২। পাতাল (নাগলোক) সাতখনৰ ৬ষ্ঠ খন, **—তীক্ষ্ণঃ** ১। চজিনা গছ, ২। এজন ঋষি, ৰ ১৩।৪১; ৩। শিৱ, **—তীৰ্থঃ** ১। শ্ৰেষ্ঠ গুৰু, ২। শিৱ, **—তুঙ্গ** অত্যুচ্চ, ওখ **(—ঙ্গঃ)** নাৰিকল গছ, (জ্যোতিষ) গ্ৰহ, উচ্চাংশ বিশেষ, **—ত্ৰামা (ন্)** *পু.* ইন্দ্ৰ, **—দক্ষিণ** *বিণ.* উদাৰ **(—ণা)** ৰজা দিলীপৰ পত্নী, **—দণ্ডঃ** বেঁত, **—দৎ** ধুনীয়া দাঁতযুক্ত, **—দন্তঃ** সুন্দৰ দাঁত, অভিনেতা, **(—ন্তী)** উত্তৰ পশ্চিমৰ দিক্‌ হস্তিনী, **—দৰ্শন** ধুনীয়া মনোৰম, **(নং)** জম্বুদ্বীপ, **(—নঃ)** ১। বিষ্ণুৰ চক্ৰ, ২। শিৱ, (না) ১। মনোৰমা কন্যা, ২। স্ত্ৰী, ৩। আজ্ঞা, ৪। এবিধ ঔষধ, **—দা** বৰ ধুনীয়া, **—দামা (ন্)** উদাৰ (পু), ১। মেঘ, ২। শ্ৰীকৃষ্ণৰ ব্ৰাহ্মণ বান্ধৱ, অত্যন্ত গৰিব সুদামাই শ্ৰীকৃষ্ণক উপহাৰ ৰূপে দিবলৈ হাতত কেইটামান

চাউল ভজা (মুৰী বা চিৰা) লৈ দ্বাৰকালৈ আহে। শ্ৰীকৃষ্ণই পৰম মিত্ৰক আদৰ-সৎকাৰ কৰি আঁকোৱালি লয় আৰু প্ৰতিদান স্বৰূপে প্ৰভূত সা-সম্পত্তি দান কৰে। ৰামায়ণত শ্ৰীৰাম-ভৰতৰ মিলন আৰু ভাগৱতত শ্ৰীকৃষ্ণ-সুদামাৰ মিলন দুটা চিৰস্মৰণীয় কাহিনী, **—দায়ঃ** মাঙ্গলিক দান, উপহাৰ, **—দীনং** ভাল দিন, ভাল তিথি, **—দীৰ্ঘা** এবিধ দীঘলীয়া জাতৰ বাঙী, **—দুৰ্লভ** অসজলভ্য, **—দূৰ** বহু দূৰ, **—দৃশ্** ধুনীয়া চকুৰ, **—ধন্বা (ন্)** ১। সুযোদ্ধা, ধনুৰ্দ্ধৰ, ২। বিশ্বকৰ্মা, **—ধৰ্মা, —ৰ্মী** দেৱসভা, **—ধীঃ** জ্ঞানী পুৰুষ (স্ত্ৰী) সুবুদ্ধি, **—নন্দা** নাৰী, স্ত্ৰী, **—নয়ঃ** সুনীতি, সচ্চৰিত্ৰ, **—নয়ন** সুন্দৰ চকুৰ **(—নঃ)** হৰিণ **(—না)** সুন্দৰ চকুৰ স্ত্ৰী, নাৰী, **—নাভ** সুন্দৰ নাভিযুক্ত, **(ভঃ)** পু. ১। পৰ্বত, ২। মৈনাক পৰ্বত, **—নিভৃত,** অতি নিৰ্জন, ভিতৰুৱা, (তং) অৱ মনে মনে, গুপুতভাৱে, ভিতৰুৱাকৈ, **—নিশ্চলঃ** শিৱ, **—নীত** ভদ্ৰ, নম্ৰ, সচ্চৰিত্ৰৱান, **(—তং)** সৎস্বভাৱ, **—নীতিঃ** ১। সৎস্বভাৱ, ভদ্ৰতা, ২। ভক্ত ধ্ৰুৱৰ মাতৃ, **—নীথ** ধাৰ্মিক, চৰিত্ৰৱান, সাধু **(—থঃ)** ১। ব্ৰাহ্মণ, ২। শিশুপাল, **—নীল** অতি নীলা, ক'লা, **(—লঃ)** ডালিম, **—পক্ক** ভালকৈ পকা, পৈণত, পূৰঠ, **(—ক্কঃ)** এবিধ সুগন্ধি আম, **—পত্নী** সাধু পতিযুক্তা, **—পথঃ** সন্মাৰ্গ, সাধু স্বভাৱ, **—পৰ্ণ** সুন্দৰ পাত থকা, **(—ৰ্ণঃ)** ১। সূৰ্য্যৰ ৰশ্মি, ২। পাখি থকা গন্ধৰ্ব এবিধ, ৩। স্বৰ্গীয় পক্ষী এবিধ, ৪। গৰুড়, ৫। কুকুৰা চৰাই, **(—ৰ্ণা, —ৰ্ণী)** ১। এসোপা পদুম ফুল, ২। অসংখ্য পদুম থকা পুখুৰী, ৩। গৰুড় মাতৃ, **—পৰ্য্যাপ্ত** ১। আহল-বহল, ২। সুদৃঢ়, **—পৰ্ব্ব** বহুতো গাঁথি থকা, যেনে বাঁহ, (পু) ১। বাঁহ, ২। কাঁড়, ৩। দেৱতা, ৪। ভাল তিথি, যেনে পূৰ্ণিমা, অমাৱস্যা, অষ্টমী, একাদশী আৰু চতুৰ্দশী, ৫। ধোঁৱা, **—পাত্ৰং** ভাল, মাৰ্জলিক পাত্ৰ, আধাৰ, যোগ্য ব্যক্তি, কন্যাৰ বাবে উপযুক্ত বৰ, **—পাদী** ধুনীয়া ভৰি থকা, **—পাৰ্শ্বঃ** পাকৰিগছ, সম্পাতিপুত্ৰ, **—পীতং** গাজৰ **(—তঃ)** পঞ্চম মুহূৰ্ত, **—পুষ্পঃ** পোৱাল গছ, **—প্ৰতৰ্কঃ** শুদ্ধ বিচাৰ, **—প্ৰতিভা** সুৰা, **—প্ৰতিষ্ঠ** লব্ধপ্ৰতিষ্ঠ, সুখ্যাত, গৌৰৱোজ্জ্বল **(—ষ্ঠা)** ১। ভাল পদ বা পদবি, স্থান, খ্যাতি, ২। অনুষ্ঠান, প্ৰতিষ্ঠান, অভিষেক, **—প্ৰতিষ্ঠিত** খ্যাতিসম্পন্ন, অভিষিক্ত, **(—তঃ)** ডিমৰু গছ, **—প্ৰতিজ্ঞাত** ১ [illegible], ২। অভিজ্ঞ, **—প্ৰতীক** ১। সুন্দৰ আকাৰৰ, সুঠাম, ২। ধুনীয়া শুঁড় থকা **(—কঃ)** ১। কামদেৱ, ২। শিৱ, ৩। উত্তৰ পূবৰ দিগ্‌গজ, **—প্ৰপাণং** ভাল পুখুৰী **—প্ৰভ** *বিণ* সুউজ্জ্বল, ঐশ্বৰ্যপূৰ্ণ (ভা) অগ্নিৰ সাতখন জিভাৰ এখন, **—প্ৰভাতং** সুন্দৰ পুৱা, **—প্ৰযোগ,** উত্তম প্ৰয়োজনা, **—প্ৰসাদ** পৱিত্ৰ, কল্যাণজনক **(—দঃ)** শিব, **—প্ৰিয়া** মনোৰমা স্ত্ৰী, **—ফল** ফলৱান, উৎপাদনশীল **(—লঃ)** ১। ডালিম গছ, ২। বগৰী গছ, ৩। মগুমাহ, **(—লা)** ১। লাউ, তৰমুজ, ২। কল গছ, ৩। আঙুৰ, **—বন্ধঃ** তিল, **—বলঃ** শিৱ, **—বোধঃ** সদুপদেশ, **—ব্ৰহ্মণ্যঃ** ১। কাৰ্ত্তিকেয়, ২। যজ্ঞৰ যোলজন পুৰোহিতৰ এজন, ৩। ব্ৰহ্মৰূপী বাসুদেৱপুত্ৰ, **—ভগ** ১। সৌভাগ্যৱান, সুদৃশ্য, ২। সুন্দৰ শৰীৰযুক্ত, ৩। আনন্দদায়ক, **(গং)** ১। সৌভাগ্য, ৰূপ, লাৱণ্য, ২। আনন্দ, **(—গা)** ১। পতিয়ে ভাল পোৱা স্ত্ৰী, প্ৰিয়া স্ত্ৰী, ২। জননী, ৩। এবিধ মল্লিকা ফুল, ৪। হালধি, ৫। তুলসী গছ, **—ভঙ্গঃ** নাৰিকল গছ, **—ভদ্ৰ** সৌভাগ্যৱান **(—দ্ৰা)** শ্ৰীকৃষ্ণৰ ভগিনী, অৰ্জুনৰ পত্নী, অভিমন্যুৰ মাতৃ, **—ভাষিত** সুকথিত **(—তং)** ১। সুন্দৰ ভাষণ, বাগ্মিতা, শিক্ষা, ২। সুন্দৰ শ্লেষপূৰ্ণ উক্তি, সাধুৱা কথা, ৩। ভাল মন্তব্য, **—ভিক্ষং** ১। ভাল ভিক্ষা, সুলভ ভিক্ষা, ২। প্ৰচুৰ খাদ্য সম্ভাৰ, **—ভ্ৰূ** ধুনীয়া ভ্ৰূযুক্ত, **—মতি** অতি জ্ঞানী **(—তিঃ),** ১। ভদ্ৰতা, স্নেহশীলতা, ২। বদান্যতা, ৩। বন্ধুত্ব, ৪। দান, আশীৰ্বাদ, ৫। প্ৰাৰ্থনা, স্তুতি, ৬। বাসনা, অভিলাষ, ৭। সগৰৰাজৰ পত্নী, ষাঠী হাজাৰ পুত্ৰৰ মাক, **—মদনঃ** আম গছ **—মধ্যা** মনোৰম তিৰোতা, **—মন** মনোৰম, ধুনীয়া **(—নঃ)** ১। ঘেহু ২। ধঁতুৰা গছ **(—না)** মল্লিকা ফুল, **—মনঃ (—স্)** ভালমনা, সুহৃদয়ী, সন্তুষ্ট পু ১। দেৱতা, বিগ্ৰহ, ২। জ্ঞানী পুৰুষ, ৩। বেদ বিদ্যাৰ্থী, ৪। নিম গছ (স্ত্ৰী) ফুল। **(—ফলং)** ১। জায়ফল, ২। কৎবেল, **—মুখ** সুন্দৰ মুখৰ, আনন্দজনক, আগ্ৰহী, **(—খং)** মুখৰ নখত, নখৰ আঘাত, ঘা **(—খঃ)** ১। জ্ঞানী পুৰুষ, ২। গৰুড়, ৩। শিৱ, ৪। গণেশ **(—খা, —খী)** ১।

ধুনীয়া নাৰী, ২। দাপোণ, —**মূলকং** গাজৰ, —**মেধাঃ** (শ্) জ্ঞানী, বোধশক্তি সম্পন্ন, —**মেৰুঃ** ১। মেৰু পৰ্বত; ২। শিৱ, —**যৱসং** ঘাঁহনি পথাৰ, —**যোধনঃ** দুৰ্যোধন, —**ৰক্তকঃ** এবিধ আম গছ, ৰঙা চক, ৰঙা আলতা, —**ৰঙ্গঃ** ১। ভাল ৰং, ২। কমলা, (—**ধাতুঃ**) ৰঙা চক, —**ৰঞ্জনঃ** তামোল গছ, —**ৰত** *বিণ.* ১। ধেমেলীয়া, ২। ভালকৈ উপভোগ কৰা, ৩। সুকোমল, কোমলমনা, মৃদু (—**তঃ**) ১। আনন্দ উপভোগ, ২। যৌনসঙ্গম (—**তালী**) পত্ৰবাহিকা, প্ৰেমিক-প্ৰেমিকাৰ মাজত থাকি পত্ৰ আদান-প্ৰদান কৰা তিৰোতা, ৩। শিৰোভূষণ, মূৰৰ মালা, —**ৰতিঃ** সুতৃপ্তি, —**ৰস** ১। ৰসাল, সুস্বাদু ৰসযুক্ত, ২। সুমধুৰ, ৩। মনোগ্ৰাহী ৰচনা (—**সঃ**) পচতীয়া গছ, (—**সা**) দুৰ্গা, —**ৰূপ** ১। ধুনীয়া, ৰূপৱান, ২। জ্ঞানী, সুশিক্ষিত (—**পঃ**) শিৱ, —**ৰেভ** সুন্দৰ স্বৰৰ মাতৰ (—**ভঃ**) টিন ধাতু, —**লক্ষণঃ** সুন্দৰ লক্ষণযুক্ত, চিহ্নযুক্ত, ভাগ্যৱান, (—**নং**) নিৰ্দ্ধাৰণ, সুবিবেচনা, সুপৰীক্ষণ, মাঙ্গলিক চিহ্ন, —**লভ** সহজলভ্য, সহজতে পোৱা, সস্তৰপৰ, প্ৰয়োজনীয়, উপযুক্ত (—**কোপ**) অলপতে খং উঠা, —**লোচনঃ** হৰিণ (না) সুনয়না স্ত্ৰী. —**লোহকং** পিতল, —**লোহিতা** অগ্নিৰ সাতখন জিভাৰ এখন, —**ৱক্ত্ৰং** সুমুখ, সহিষ্ণু, —**ৱাসিনী**, 'পিতাকৰ ঘৰত থকা বিবাহিতা বা কুমাৰী কন্যা। সধৱা পত্নী, —**ৱিক্ৰান্তং** বীৰত্ব, —**ৱিদ্** *পু.* জ্ঞানী পুৰুষ (স্ত্ৰী) চতুৰা নাৰী, —**ৱিদঃ** পৰিচাৰিকা, —**ৱিদুৎ** *পু.* ৰজা, —**ৱিদল্লং** অন্তেষপুৰ, (—**ল্লঃ**) ভৃত্য, (—**ল্লা**) বিবাহিতা কন্যা, —**ৱিধ** ভাল বিধৰ বা ৰকমৰ, —**ৱিধং** *অব্য* সহজতে, —**ৱিনীত** নম্ৰ, সুশিক্ষিত (—**তা**) সুশীলা গাই, —**ৱিহিত** সুসংস্থাপিত, ভালকৈ যোগান ধৰা, সুসজ্জিত, —**ৱীজ** ভাল সঁচৰ, (—**জঃ**) ১। ভাল বীজ, ২। আফু গুটি, —**বীৰাম্লং** টেঙা ভাতৰ মাড়, —**ৱীৰ্য** শক্তিমান, সাহসী পৰাক্ৰমী (—**ৰ্যং**) ১। বীৰত্ব, ২। বীৰৰ সমষ্টি, ৩। বগৰী (—**ৰ্যা**) কপাহ, —**ৱৃত্ত** ১। ভাল স্বভাৱৰ, সচ্চৰিত্ৰৱান, ২। সুগোল, ঘূৰণীয়া, —**ৱেল** শান্ত, প্ৰণত, নম্ৰ, মৃদু (—**লঃ**) ত্ৰিকূট পৰ্বত, —**ৱেশ** *বিণ.* সুন্দৰ বেশভূষা, পোচাক পিন্ধা, 'সুৱেশং পুৰুষং দৃষ্ট্বা ভ্ৰাতৰং যদি ৱা সুতম্। যোনিঃ ক্লিদ্যতি নাৰীণাং সত্যং সত্যং হি নাৰদ।।' মহা, —**ৱ্ৰত** শোভন ব্ৰতযুক্ত, ব্ৰত পৰায়ণ (—**তঃ**) শিষ্য, বেদ বিদ্যাৰ্থী (—**তা**) সুশীলা গাই, সাধবী স্ত্ৰী, —**শংস** প্ৰশংসনীয়, খ্যাতিমান, —**শল্যঃ** খদিৰ বৃক্ষ, —**শাকং** কেঁচা আদা, —**শাসিত** সুসংযত, —**শিখঃ** অগ্নি, জুই, —**শীল** সৎস্বভাৱী, সচ্চৰিত্ৰৱান, (—**লা**) ১। যমৰ পত্নী, ২। শ্ৰীকৃষ্ণ আঠজনী পত্নীৰ এজনী, —**শ্ৰুত** ১। ভালকৈ শুনা, ২ বেদজ্ঞ (—**তঃ**) আয়ুৰ্বেদ চিকিৎসা পদ্ধতিৰ এগৰাকী প্ৰসিদ্ধ প্ৰৱৰ্তক। সুশ্ৰুত সংহিতাৰ গ্ৰন্থকাৰ, শ্লিষ্ট, সুমিশ্ৰিত, সুযুক্ত, —**শ্লেষঃ** নিবিড় আলিঙ্গন, —সহ সহজতে বহন কৰিব পৰা, সহিষ্ণু (—**হঃ**) শিৱ —**সাৰঃ** ১। ৰস, সাৰ, ২। যোগ্যতা, ৩। ৰঙা খদিৰ, —**স্থ** স্বাস্থ্যৱান, নিৰোগী, উন্নতিশীল, সুযোগ্য, —**স্থং** ভাল অৱস্থা, —**স্থিতিঃ** ভাল অৱস্থা, সুখ, আনন্দ, সুস্বাস্থ্য, আৰোগ্যতা, —**স্মিত** মিচিকিয়া হাঁহিৰ (তা) স্মিতমুখী নাৰী, —**স্বৰ** সুশ্ৰাব্য, সুমধুৰ, উচ্চ ৰৱ, —**হিত** উপযুক্ত, মিত্ৰতাপূৰ্ণ, মাঙ্গলিক, সুতৃপ্ত (—**তা**) অগ্নিৰ সাতখন জিভাৰ এখন, —**হৃদ্** মৰমিয়াল, স্নেহশীল, (পু) বন্ধু। মিত্ৰ, —**হৃদঃ** বন্ধু, —**হৃদয়** মৰমিয়াল।

**সুখ** *বিণ.* (সুখয়তীতি সুখ অচ্) ১। সুখী, আনন্দিত, ২। মনোৰম, মধুৰ, ধুনীয়া, ৩। ধাৰ্মিক, পবিত্ৰ, ৪। মনোগ্ৰাহী, ৫। সহজ, ৬। উপযুক্ত, যোগ্য, —**খং** ১। আনন্দ, সুখ, শান্তি, ২। আৰাম, ৩। কল্যাণ, মঙ্গল, স্বাস্থ্য, ৪। সুবিধা, সুযোগ, ৫। স্বৰ্গ, ৬। পানী, —**খং** *অব্য.* সুখেৰে, আনন্দেৰে, সহজে, ভালভাৱে, ইচ্ছাকৃতভাৱে, শান্তিৰে, —**কৰ**, —**কাৰ**, —**দায়ক** আনন্দকৰ, হৰ্ষজনক, —**দা** ইন্দ্ৰৰ এজনী ৰক্ষিতা, —**দং** বিষ্ণুৰ আসন, বিষ্ণুপদ, —**বোধঃ** ১। সুখানুভূতি, ২। সহজ জ্ঞান, —**ভাগী** (**ন্**) —**ভাৰ** সখী, —**শ্ৰৱ**, **শ্ৰুতি** *বিণ.* শ্ৰৱণসুখদায়ক, সমধুৰ, —**সংগী** (**ন্**) আনন্দাসক্ত, —**স্পৰ্শ** ছুই ভাল লগা।

**সুখা** *স্ত্ৰী.* বৰুণ দেৱতাৰ নগৰ।

**সুখাধাৰঃ** স্বৰ্গ।

**সুখাপ্লৱঃ**, স্নান যোগ্য।

**সুখায়তঃ**, —**য়নঃ** শিক্ষিত ঘোঁৰা।

**সুখাৱতীশ্বৰঃ** এগৰাকী বুদ্ধ।
**সুখাৱহ** সুখদ, আনন্দদায়ক, আৰামজনক।
**সুখাশঃ** *পু.* বৰুণ দেৱতা. (**—কঃ**) বাঙি।
**সুখোৎসৱঃ** *পু.* ১। পতি, আনন্দমেলা।
**সুখোদকং** *ক্লী.* গৰম পানী।
**সুখোদয়ঃ** আনন্দোদয়।
**সুখোদর্ক** *বিণ.* সুফলজনক।
**সুখোদ্য** *বিণ.* কথনীয়, সহজে ক'ব পৰা।
**সুত** *বিণ.* ১। ঢালি উলিওৱা, নিষ্কাসন কৰা, ২। উৎপন্ন, প্ৰাপ্ত, **—তঃ** *পু.* ১। পুত্ৰ, ২। ৰজা, **—ৱন্ধ্বৰা** সাতটা সন্তানৰ মাতৃ, **—স্নেহঃ** বাৎসল্য।
**সুতৱান্** (**ৎ**) পুত্ৰ সন্তান থকা। (পু) এটা পুত্ৰৰ পিতাক।
**সুতা** *স্ত্ৰী.* কন্যা, দুহিতা।
**সুতাত্মজঃ** পৌত্ৰ, নাতি, **—জা** নাতিনী।
**সুতিঃ** *স্ত্ৰী.* সোম ৰসৰ নিষ্কাসন। **—নী** মাতৃ।
**সুতোৎপত্তিঃ** পুত্ৰ সন্তানৰ জন্ম।
**সুত্যা** *স্ত্ৰী.* ১। সোমৰসৰ নিষ্কাসন, ২। যজ্ঞাহুতি, ৩। প্ৰসৱ।
**সুত্ৰামা** (**ন্**) *পু.* (সু ত্ৰৈ মনিন্) ইন্দ্ৰ।
**সুত্বা** (**ন্**) *পু.* অভিষৱ। সোমপায়ী, যজ্ঞাহুতি অৰ্পণ কৰা বিদ্যাৰ্থী।
**সুদি** *অব্য.* শুক্লপক্ষত।
**সুধন্বাচাৰ্য্যঃ** *পু.* বৈশ্য নাৰীৰ গৰ্ভত জাতিভ্ৰষ্ট বৈশ্যৰ পুত্ৰ সন্তান, মনু ১০।২৩।
**সুধা** *পু.* (সুখেন ধীয়তে পীয়তে ইতি ধেট পানে অঙ্ টাপ্) ১। অমৃত, ২। ফুলৰ ৰস, মৌ, ৩। ৰস, ৪। গঙ্গা নদী, ৫। পানী, ৬। ঘৰৰ বেৰত সনা বগা ৰং, চুণ, মচলা, 'প্লাস্তাৰ', ৭। ইটা, ৮। বিদ্যুৎ, ৯। সিজু গছ, **—জীৱী** (**ন্**) চুণ কাম কৰা মানুহ, ৰং মিস্ত্ৰি, **—ধৱলিত** বগা ৰং কৰা (বেৰা), **—নিধিঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ, **—ভৱনং** চুণ দিয়া ঘৰ, **—ভিত্তিঃ** ১। চুণ দিয়া বেৰা, ২। ইটাৰ বেৰা, ৩। দিনটোৰ পঞ্চম মুহূৰ্ত, আবেলি সময়, **—ভুক্** দেৱতা, **—ময়ং** ইটাৰ প্ৰাসাদ, ৰাজভৱন, **—ৱৰ্ষঃ** অমৃতৰ বৰষুণ, **—ৱৰ্ষী** (**ন্**) ব্ৰহ্মা, **—ৱাসঃ** ১। চন্দ্ৰ, ২। কৰ্পূৰ, **—ৱাসা** তৰমুজ, **—সিত** ১। অমৃতৰ দৰে উজ্জ্বল, ২। চুণৰ দৰে বগা, **—সূতিঃ** ১। চন্দ্ৰ, ২। যজ্ঞ, ৩। পদুম ফুল, **—স্যন্দী** (**ন্**) অমৃতময়, **—স্ৰৱা** আলজিভা, **—হৰঃ** গৰুড়।

**সুধিতিঃ** কুঠাৰ।
**সুনাৰঃ** *পু.* ১। কুকুৰীৰ ওহাৰ, ২। সাপৰ কণী, ৩। কপৌ চৰাই।
**সুনাসীৰঃ** ইন্দ্ৰ।
**সুন্দঃ** ১। নিকুম্ভৰ পুত্ৰ, উপসুন্দৰ ভায়েক। দুই ভায়েকে ব্ৰহ্মাৰ পৰা এনে বৰ লাভ কৰে যে সিহঁতে নিজকে নিজে নামাৰিলে আন কোনেও মাৰিব নোৱাৰে। এই বৰ লাভ কৰি দুয়োজন ইমান অত্যাচাৰী হৈ উঠিল যে ইন্দ্ৰই উপায় নাপাই তিলোত্তমা নামৰ এজনী অত্যন্ত সুন্দৰী অপ্সৰা পঠিয়াই দিলে। দুয়ো ভায়েকে তাইক লৈ কাঁজিয়া কৰি শেষত ইটোৱে-সিটোক হত্যা কৰে, ২। কিস্কিন্ধ্যাৰ এটা বানৰ, ৩। বিষ্ণু।
**সুন্দৰ** *বিণ.* (সুষ্ঠু উনত্তি আৰ্দ্ৰীকৰোতীতি সু উন্দ্ অৰঃ) ১। মনোহৰ, ধুনীয়া, সুঠাম, ২। শুদ্ধ, **—ৰঃ** কামদেৱ, **—ৰী** মনোৰমা নাৰী।
**সুপ্ত** *বিণ.* (স্বপ্ ক্তঃ) ১। শুই থকা, টোপনিত পৰা, নিদ্ৰাসক্ত, ২। অজ্ঞান, **—প্তং** টোপনি, গভীৰ নিদ্ৰা, **—জনঃ** দোভাগ ৰাতি, **—জ্ঞানং** সপোন, **—ত্বক্** (**চ্**) পক্ষাঘাতগ্ৰস্ত, অৱশ।
**সুপ্তিঃ** *স্ত্ৰী.* ১। টোপনি, নিদ্ৰালুতা, ২। অজ্ঞানতা, পক্ষাঘাত, অৱশতা, ৩। বিশ্বাস, নিৰ্ভৰতা।
**সুমঃ** *পু.* (সুষ্ঠু মাতীতি সু মা কঃ) ১। কৰ্পূৰ, ২। চন্দ্ৰ, ৩। আকাশ, **—মং** *ক্লী.* ফুল।
**সুৰঃ** *পু.* (সুষ্ঠু ৰাতীতি সু ৰা কঃ) ১। দেৱতা, বিগ্ৰহ, ২। সংখ্যা '৩'; ৩। সূৰ্য্য, ৪। জ্ঞানী পুৰুষ, মুনি, **—কাৰুঃ** বিশ্বকৰ্মা, **—কাৰ্মুকং** ৰামধেনু, **—গুৰুঃ** বৃহস্পতি, **—গ্ৰামনী** ইন্দ্ৰ, **—জ্যেষ্ঠঃ** ব্ৰহ্মা, **—তৰুঃ** কল্পবৃক্ষ, **—তোষকঃ** কৌস্তুভ মণি, **—দাৰু** দেৱদাৰু গছ, **—দীৰ্ঘিকা** গঙ্গা নদী, **—দুন্দুভী** তুলসী গছ, **—দ্বিপঃ** ঐৰাৱত, **—দ্বিষ্** দৈত্য, ৰাক্ষস, **—ধনুঃ** ৰামধেনু, **—ধূপঃ** তাৰ্পিণ, ধুনা, **—নিম্নগা** গঙ্গা নদী, **—পতিঃ** ইন্দ্ৰ, **—পথং** আকাশ, স্বৰ্গ, **—পৰ্ব্বতঃ** মেৰু পৰ্বত, **—পাদপ** কল্পতৰু, **—প্ৰিয়ঃ** ইন্দ্ৰ, বৃহস্পতি, **—ভূয়ং** দৈৱত্বপ্ৰাপ্তি, **—ভূৰুহঃ** দেৱদাৰু গছ, **—যুৱতিঃ** অপসৰা, **—লাসিকা** বাঁহী, **—লোকঃ** দেৱলোক, স্বৰ্গ, **—ৱৰ্ত্ম** (**ন্**) আকাশ মাৰ্গ, **—ৱল্লী** তুলসী গছ, **—ৱিদ্বিষ, ৱৈৰী** (**ন্**), **শত্ৰুঃ** ৰাক্ষস,

দানৱ, **—সৰিৎ** সিন্ধু, স্ত্ৰী গঙ্গা নদী, **—সুন্দৰী** স্ত্ৰী, অপ্সৰা, দেৱপত্নী।

**সুৰঙ্গং** *ক্লী* (সুষ্ঠঃ ৰঙ্গঃ যস্মাৎ) সেন্দুৰ। **—ঙ্গঃ,—ঙ্গা** *পু স্ত্ৰী* ১। সুৰঙ্গ, মাটিৰ তলৰ গাঁত, সিন্ধি, বেৰত থকা ছিদ্ৰ। ২। মাটিৰ তলৰ পথ, খনন।

**সুৰথঃ** চন্দ্ৰবংশীয় চৈত্ৰৰাজৰ পুত্ৰ। এওঁ ৰাজসূয় যজ্ঞ কৰি 'দ্বিজৰাজ' হয়।

**সুৰভি** *বিণ্* (সু ৰভ ইন্) ১। সুগন্ধি, মধুৰগন্ধী, মনু ৩।২০৯; ২। আনন্দজনক, মনোৰম, ৩। উজ্জ্বল, সুন্দৰ, সুঠাম ৩। প্ৰিয়, মৰমৰ, ৪। প্ৰখ্যাত ৫। জ্ঞানী, শিক্ষিত, ৬। ধাৰ্মিক *(ক্লী)* ১। সোণ, ২। গন্ধক, ৩। আতৰ, ৪। জায়ফল ৫। শালধূনা *(পু)* ১। চম্পক বৃক্ষ, ২। শমী বৃক্ষ, ৩। কদম্ব বৃক্ষ ৪। গান্ধবিৰিণা (চিত্ৰনলা) ৫। বসন্ত কাল (স্ত্ৰী **—ভী**) ১। ৰুদ্ৰজটা লতা, ২। গাই গৰু, ৩। সুৰা, ৪। শল্লকী বৃক্ষ, ৫। পৃথিৱী, ৬। গোমাতা, ৰ ১।৮১; ৭। এবিধ আতৰ **—ঘৃতং** সুগন্ধি ঘিঁউ। **—ত্ৰিফলা** তিনি বিধ সুগন্ধি ফল, ১। জায়ফুল, ২। লং ৩। তামোল **—বাণঃ** কামদেৱ **—মাসঃ** বসন্ত কাল **—মুখং** বসন্ত কালৰ আৰম্ভণি।

**সুৰভিকা** *স্ত্ৰী* এবিধ কল গছ।

**সুৰভিমান্(ৎ)** *পু* অগ্নি।

**সুৰা** *স্ত্ৰী* (সু অভিষৱে ক্ৰন্ টাপ মদ, মদ্য। গৰুড় পুৰাণ মতে সুৰাপান এটা মহাপাপ আৰু ইয়াৰ প্ৰায়শ্চিত্তও অতি কঠোৰ। সুৰাপানৰ ফলত বিকলতা, বচন আৰু গমনত স্খলন, লজ্জা, মান চ্যুতি, প্ৰেমাধিক্যং, ৰক্তাল্পতা আৰু ভ্ৰম উৎপন্ন হয়। (শকদ্ৰু)। **—গ্ৰহঃ** মদ্যপাত্ৰ **—ধ্বজঃ** মদৰ দোকানৰ সমুখত আঁৰি থোৱা পতাকা, 'চাইনবোৰ্ড।' **—প** *বিণ* ১। মদ্যপায়ী ২। মনোগ্ৰাহী ৩। জ্ঞানী, মুনি **—পানং** মদ্যপান **—পাত্ৰং-ভাণ্ডং** মদৰ গিলাচ। **—ভাগঃ** মদৰ ফেন, খমিৰ। **—মণ্ডঃ** মদ পক ধৰাৰ সময়ত উঠা ফেন। **—সন্ধানং** মদৰ পাগন কাৰ্য্য।

**সুৰাকৰঃ** *পু* নাৰিকল গছ।

**সুৰাঙ্গনা** *স্ত্ৰী* দেৱপত্নী, অপ্সৰা

**সুৰাচাৰ্য্যঃ** *পু* দেৱগুৰু বৃহস্পতি।

**সুৰাজীৱী (ন্)** মদৰ বেপাৰী।

**সুৰাপগা** *স্ত্ৰী* গঙ্গানদী।

**সুৰাৰিঃ** *পু* অসুৰ, কু ৩।৯; **—হন্তা (ঋ)** বিষ্ণু।

**সুৰাৰ্হং** *ক্লী* বগা চন্দন।

**সুৰালয়ঃ** *পু* দেৱ মন্দিৰ।

**সুৰাষ্ট্ৰঃ** *পু* এখন ৰাজ্য, সৌৰাষ্ট্ৰ, গুজৰাট। **—জঃ** এবিধ কলা মাহ, এবিধ বিহ।

**সুৰাহ্বঃ** *পু* দেৱদাৰু গছ।

**সুৰুঙ্গঃ** চজিনা গছ। **—ঙ্গা** সুৰুঙা, সিন্ধি, গাঁত। **—ঙ্গাহিঃ** সিন্ধি খন্দা চোৰ।

**সুৰেজ্যা** *স্ত্ৰী* তুলসী গছ।

**সুৰেন্দ্ৰঃ** ১। ইন্দ্ৰ ২। লোকপাল, ৰ ৩।১১; **—জিৎ** ১। গৰুড়, ২। ইন্দ্ৰজিত।

**সুৰেশ্বৰঃ** ১। ৰুদ্ৰ, ২। ইন্দ্ৰ **—ৰী** আকাশীগঙ্গা।

**সুৰেষ্টঃ** *পু* শাল গছ।

**সুৰোত্তমঃ** *পু* সূৰ্য্য।

**সুৰোদঃ** *পু* সুৰাসমুদ্ৰ, ভা ৫।১।৩৩।

**সুলক্ষণা** স্ত্ৰী পাৰ্বতীৰ এজনী বান্ধৱী।

**সৱচনী** *স্ত্ৰী* এগৰাকী দেৱতা।

**সুৱৰ্ণ** *বিণ* (সু শোভনঃ ৱৰ্ণো যস্য) ১। ধুনীয়া ৰঙৰ, উজ্জ্বল, সোণালী, ২। উচ্চ বৰ্ণৰ, কুলীন ৩। গৌৰৱপূৰ্ণ, বিখ্যাত। **—ৰ্ণং** ১। সোণ, ২। সোণৰ মুদ্ৰা ৩। যোল মাষ ওজন ৪। ধন-সম্পত্তি, ঐশ্বৰ্য্য, ৫। এবিধ হালধীয়া চন্দন ৬। এবিধ ৰঙা চক। **—কৰ্তা,—কাৰঃ,—কৃৎ** সোণাৰী। **—পুষ্পিত** প্ৰচুৰ সোণ **—পৃষ্ঠ** সোণৰ পানী চৰোৱা **—বিন্দুঃ** বিষ্ণু **—মাক্ষিকং** এবিধ খনিজ পদাৰ্থ **—যূথী** হালধীয়া মল্লিকা ফুল। **—ৰূপাক** সোণৰূপৰ প্ৰাচুৰ্য্য। **—ৰেতঃ** শিৱ, **—ৱৰ্ণা** হালধি, **—সিদ্ধ** যাদু মন্ত্ৰেৰে সোণ লাভ কৰাত পটু। **—স্তেয়ং** সোণ চুৰি। (পাঁচ বিধ মহাপাতকৰ এবিধ)।

**সুৱৰ্ণকং** *ক্লী* ১। পিতল, ২। কাঁহ, ৩। সীহ।

**সুৱৰ্ণৱান্ (ৎ)** ১। সোণালী, ২। সোণ বৰণীয়া, ধুনীয়া, সুন্দৰ। মনোৰম **—মা** পৰমা শোভা, উজ্জ্বলতা, দীপ্তি।

**সুষৱী** *স্ত্ৰী* ১। এবিধ লাউ, ২। কালজীৰা, ৩। জঁৰা।

**সুষাঢ়ঃ** শিৱ।

**সুষিঃ** *স্ত্ৰী* গাঁত, ছিদ্ৰ, ফুটা।

**সুষিম, —ষীম** *বিণ্* ১। চেঁচা, শীতল, ২। ভাল লগা, আনন্দজনক, **—মঃ** ১। শীত, ২। এবিধ সাপ ৩ চন্দ্ৰকান্ত মণি।

**সুষিৰ** *বিণ.* ১। গাঁতেৰে ভৰি থকা, ফোঁপোলা, ছিদ্ৰপূৰ্ণ ২।

জোঁটাই উচ্চাৰণ কৰিব নোৱৰা, —ৰং গাঁত, ছিদ্ৰ, ফাঁট।

**সুষুপ্তি** *স্ত্রী* ১। গভীৰ টোপনি, ২। গভীৰ বিশ্ৰাম, ৩। অচেনতা, অনুভৱ শক্তিৰ অভাৱ, সাত্বিক অজ্ঞানতা, অবিদ্যা।

**সুষুম্নঃ** *পু* সূৰ্য্যৰ এটা প্ৰধান ৰশ্মি। **—ম্না** *স্ত্রী* শৰীৰৰ এডাল প্ৰধান নাড়ী, ভাৰতীয় দৰ্শনৰ মতে এই নাড়ী ইড়া আৰু পিঙ্গলা নামৰ দুডাল শিৰাৰ মাজত থাকে।

**সুষেণঃ** *পু* ১। বিষ্ণু। ২। বানৰৰাজ সুগ্ৰীৱৰ চিকিৎসক। ৩। বেঁত গছ, ৪। বসুদেৱৰ এজন পুত্ৰ, ৫। এটা নাগ

**সুষ্ঠু** *অব্য* (সু স্থা কুঃ) ১। ভালকৈ, উৎকৃষ্টভাৱে, সুন্দৰকৈ, ২। বহু, প্ৰচুৰ, ৩। সঁচাকৈ, শুদ্ধকৈ।

**সুষ্মং** ৰচি, ডোল, গুণা।

**সুসংস্কৃত** *বিণ্* (সু সং কৃ ক্তঃ) ১। ঘিঁউ আদি নানা দ্ৰব্যেৰে ৰন্ধা ২। উত্তম সংস্কাৰবিশিষ্ট।

**সুসত্যা** *স্ত্রী* জনক ৰজাৰ পত্নী।

**সুস্নাঃ** *পু* এবিধ মাহ জাতীয় শস্য। কলা মাহ, খেচাৰী মাহ।

**সৃ** ক) জননে (অদা দিৱা আ স সূতে সূয়তে) উৎপাদন কৰ, উৎপন্ন কৰ, জন্মা, ওপজা।

খ) প্ৰেৰণে (তুদা প স সুৱতি) ১। উত্তেজিত কৰ, প্ৰেৰিত কৰ, ২। বাধ্য কৰ।

**সূকঃ** *পু* ১। বাণ, শৰ, ২। বায়ু, বতাহ, ৩। পদুম।

**সূকৰঃ** *পু* (সূ কৃ টঃ) ১। বৰা, গাহৰি ২। এবিধ হৰিণ, ৩। (মাটিৰ বাচন বনোৱা) কুমাৰ **—ৰী** ১। মাইকী গাহৰি, ২। এবিধ শেলুৰৈ।

**সূক্ত** (সুষ্ঠু উক্তম্) ১। সুন্দৰ উক্তি, বচন, ২। বেদত থকা স্তোত্ৰ মন্ত্ৰাদি। যেনে— ঋগবেদৰ 'সহস্ৰশীৰ্ষা' আদি মন্ত্ৰখিনিক পুৰুষসূক্ত বোলা হয়। তেনেকৈ অগ্নিসূক্ত, ৰুদ্ৰসূক্ত ইত্যাদি। **—ক্তা** শালিকা, ময়না চৰাই।

**সূক্ষ্ম** *বিণ্* (সূচ্যতে ইতি সূচ্ স্মন্) ১। সৰু, ক্ষুদ্ৰ, ২। অলপ, অকণমান, ৩। কোমল, মিহি, উত্তম, ধুনীয়া, ৪। তীক্ষ্ণ, ৫। চতুৰ, নিপুণ, ৬। সঠিক, শুদ্ধ **—ক্ষ্মং** ১। পৰমাত্মা, ২। অধ্যাত্ম শক্তি, সন্ন্যাসীয়ে আহৰণ কৰিব লগা তিনি শক্তিৰ এটা (বাকী দুটা ঐশ্বৰ্য্য আৰু নিৰৱদ্য। ৩। চাতুৰ্য্য, কৌশল, ৪। ছলনা, ফাঁকি ৫। সূতা, ৬। এবিধ কাব্যালঙ্কাৰ। **—তণ্ডুলঃ** আফুগুটি (**—লা**) ১। জলকীয়া ২। এবিধ ঘাঁহ **—দৰ্শী(ন্)**,**—দৃষ্টি** *বিণ্* অতিশয় জ্ঞানী, তীক্ষ্ণদৰ্শী, তীক্ষ্ণ বিবেচনা শক্তিসম্পন্ন **—দাৰু** সৰু কাঠৰ টুকুৰা, কাঠৰ পাট, ফলক **—দেহঃ, —শৰীৰং** *ক্লী* লিঙ্গ শৰীৰ। **—শৰীৰাণি** *ক্লী* বহুব, সপ্তদশ অৱয়ৱ। পাঁচ জ্ঞানেন্দ্ৰিয়, পাঁচ কৰ্মেন্দ্ৰিয়, প্ৰাণাপানাদি পাঁচ বায়ু, বুদ্ধি আৰু মন **—পত্ৰঃ** ১। ধনিয়া গুটি। ২। জঙ্গলী জীৰা ৩। ৰঙা কুঁহিয়াৰ, ৪। এবিধ সৰিয়হ, **—পৰ্ণী** এবিধ তুলসী, **—পিপ্পলী** জঙ্গলী জলকীয়া **—বুদ্ধি** তীক্ষ্ণ বুদ্ধিসম্পন্ন, চতুৰ জ্ঞানী (**—দ্ধিঃ**) *স্ত্রী.* তীক্ষ্ণ জ্ঞান, বোধ শক্তি, **—মক্ষিকং —কা** মহ, ডাঁহ। **—মানং** শুদ্ধ জোখ, ক্ষুদ্ৰাতিক্ষুদ্ৰ জোখ, গণনা। **—শৰ্কৰা** সৰু শিলগুটি, বালি। **—শালিঃ** সৰু জাতৰ এবিধ শালি ধান। **—ষট্ চৰণঃ** এবিধ ওকণী।

**সূক্ষ্মা** *স্ত্রী.* সৰু এলাচি, বালুকা, যূথিকা ফুল।

**সূক্ষ্মৈলা** *স্ত্রী* সৰু এলাচি।

**সূচ্** পৈশুন্যে (চুৰা উ সক সূচয়তি-তে) ১। ভেদ কৰ, ভিন্ন কৰ, ২। নিৰ্দেশ কৰ, দেখুৱা ৩। প্ৰকাশ কৰ, প্ৰমাণ কৰ, ৪। প্ৰদৰ্শন কৰ, সদৰি কৰ, জাহিৰ কৰ, ৫। ইঙ্গিতেৰে বুজা, ৬। অন্বেষণ কৰ, নিৰ্দ্ধাৰণ কৰ, চোৰাংচোৰাগিৰি কৰ।

**সূচঃ** *পু* কুশাগ্ৰ, কুশাঙ্কুৰ।

**সূচক** *বিণ্* (সূচয়তীতি সূচ পৈশুন্যে ণ্বুল্) ১। সূচনাকাৰী, প্ৰমাণকাৰী। নিদৰ্শক, ২। জ্ঞাপক **—কঃ** *পু* ১। ভেদক, ২। বেজী, ছিদ্ৰ কৰা বা চিলাই কৰা যন্ত্ৰ। ৩। চোৰাংচোৱা, অনুচৰ, সংবাদদাতা, লগনীয়া ৪। উপদেষ্টা, প্ৰশিক্ষক, ৫। বুদ্ধ ৬। সিদ্ধ পুৰুষ ৭। দুষ্ট, নীচ, ব্যক্তি। ৮। দানৱ, দৈত্য ৯। কাউৰী ১০। কুকুৰ ১১। মেকুৰী।

**সূচনং** *ক্লী* (সূচ্ ল্যুট্) ১। সূচনা, বিজ্ঞাপন, ২। ছিদ্ৰ, ছিদ্ৰণ, ভেদকৰণ, ৩। অভিনয়, ৪। সংবাদ, প্ৰশিক্ষণ, চোৰাংচোৰাগিৰি ৫। উপদেশ, ৬। নিৰ্দ্ধাৰণ, ৭। দুষ্টালি।

**সূচিঃ —চী** *স্ত্রী* (সূচ্ নিচ্ ইঃ) ১। বিন্ধন, ভেদ, ২। বেজী, ৩। কুশাগ্ৰ, ৪। জোং, যাঠী, কাঁড়, বল্লম আদিৰ আগ ভাগ। ৫। এক প্ৰকাৰ সৈন্য ব্যূহ, সূচীব্যূহ, মনু ৭।২৯১; ৬। ক্ৰমে ওপৰলৈ জোঙা

হৈ যোৱা বস্তু। ৭। ইঙ্গিত, সূচনা, অভিনয় ৮। এবিধ নৃত্য, ৯। পুথিৰ সূচীপত্ৰ, বিষয় তালিকা, ১০। কেতেকী ফুল **—কঃ —চী(ন্)** কাপোৰ চিলোৱা মানুহ, দৰ্জী **—কা** ১। বেজী, ২। হাতীৰ শুঁড় **—কাধৰঃ** হাতী **—কামুখঃ** শঙ্খ **—পুষ্পঃ** কেতেকী ফুলৰ গছ। **—ভেদ্য** বেজীৰে বিন্ধিব পৰা, ডাঠ, ঘন। যেনে— সূচীভেদ্যোঽন্ধকাৰঃ। **—মুখঃ** ১। চৰাই, ২। বগা কুশ **—ৰোমা(ন্)** গাহৰি, **—ৱদনঃ** ম'হ, নেউল, **—ৱান (ৎ)** *পু* গৰুড **—শালিঃ** এবিধ সৰু জাতৰ শালি ধান।

**সূচিত** *বিণ* (সূচ ক্তঃ) ১। কথিত, ২। বোধিত, বিজ্ঞাপিত। নাটকৰ এটা অঙ্কৰ শেষত পিচৰ অঙ্কত হ'ব লগীয়া ঘটনাৰ কথিত বিবৰণ। ৩। প্ৰকাশিত, নিৰ্দ্ধাৰিত।

**সূচিনী** *স্ত্ৰী* ১। বেজী ২। ৰাতি।

**সূচ্য** *বিণ* (সূচ যৎ) জনাব লগীয়া, সূচিত কৰিব লগীয়া, বিজ্ঞাপনীয়।

**সূচ্যাস্যঃ** *পু* নিগনি (মুখখন জোঙা কাৰণে এই নাম)।

**সূৎ** *অব্য* অনুকাৰ শব্দ বিশেষ। হাঁচি মাৰোঁতে এনে শব্দ হয়। **—কাৰঃ** সূৎকাৰ শব্দ।

**সূত** *বিণ্* (সূ ক্তঃ) ১। প্ৰসূত, উৎপন্ন, জন্ম হোৱা; ২। প্ৰেৰিত **—তং** *ক্লী* পাৰা **—তঃ** *পু* ১। ৰথ চালক, সাৰথি। এটা বৰ্ণসঙ্কৰ জাতি। ব্ৰাহ্মণীৰ গৰ্ভজাত ক্ষত্ৰিয়ৰ সন্তান, মনু ১০।১১। কৰ্ণৰ সেই বিখ্যাত উক্তি— 'সূতো ৱা সূতপুত্ৰো ৱা যো ৱা কো ৱা ভৱাম্যহম্। দৈৱায়ত্তং কুলে জন্ম মমায়ত্তং তু পৌৰুষম।' ৰে ৩।৩৩; ২। চাৰণ, স্তুতিগায়ক, ৩। কাঠমিস্ত্ৰী, ৪। সূৰ্য্য, ৫। ব্যাসৰ এজন শিষ্য। **—তনয়ঃ—পুত্ৰঃ** কৰ্ণ। **—ৰাজ্** *পু* পাৰা।

**সূতকং** *ক্লী* ১। অশৌচ। অপৱিত্ৰতা, জননাশৌচ। মৰণাশৌচ। ২। চন্দ্ৰ আৰু সূৰ্য্যগ্ৰহণ। ৩। পাৰা।

**সূতকা** *স্ত্ৰী* সদ্য-প্ৰসূতা, সূতিকা।

**সূতিঃ** *স্ত্ৰী* (সূ ক্তিন্) ১। সোম ৰস উলিওৱা ঠাই। ২। জন্ম, প্ৰসৱ, উৎপাদন, ৩। সন্তান, বংশজ ৪। উৎস, মূল **—গৃহং** সূতিকা ঘৰ। প্ৰসৱ হ'বৰ সময়ত তিৰোতাজনীক থাকিবলৈ দিয়া বিশেষ কোঠা। **—মাসঃ** প্ৰসৱৰ মাহ। গৰ্ভৰ নৱম (শেষ) মাহ।

**সূতিকা** *স্ত্ৰী* সদ্য-প্ৰসৱিনী স্ত্ৰী। **—গৃহং —গেহং —ৱাসঃ —ভৱনং** প্ৰসূতি ঘৰ, **—ৰোগঃ** প্ৰসূতিৰোগ, **—ষষ্ঠী** সন্তান জন্মৰ ৬ষ্ঠ দিনা পূজ্যা দেৱী বিশেষ। সূতিকা ষষ্ঠী পূজা।

**সূৎপৰং** মদ তৈয়াৰ, সুৰা পাগন।

**সূত্ৰ** গ্ৰন্থনে (চুৰা উ স সূত্ৰয়তি-তে) ১। বান্ধ, সী, ৰচিৰে জোৰা লগা, ২। সূত্ৰ ৰচনা কৰ, বিধি লিখ, ৩। যোজনা কৰ, আঁচনি কৰ, শৃঙ্খলাবদ্ধ কৰ। ৪। শিথিল কৰ, যুক্ত কৰ, বিশ্ৰাম ল, আৰাম কৰ।

**সূত্ৰং** *ক্লী* (সূত্ৰ গ্ৰন্থনে ণিচ অচ) ১। সূতা, কাপোৰ বোৱা সূতা, তন্তু, ৰ ১।৪; ২। যজ্ঞসূত্ৰ, লগুণ। ৩। শাস্ত্ৰাদি সূচনা গ্ৰন্থ। ৪। অতি কম সংখ্যক বৰ্ণ ব্যৱহাৰ কৰি ৰচনা কৰা নিয়ম, বিধি। যেনে— পাণিনি মুনিৰ অষ্টাধ্যায়ীসূত্ৰ। ৫। পুতলাৰ হাত-ভৰি আদি নচুৱাওঁতে ব্যৱহাৰ কৰা সূতা। ৬। তাঁড বা গুণা, ৭। এনেচা সূতা, এমুঠি সূতা। **—কণ্ঠঃ** ব্ৰাহ্মণ **—কৰ্মা** কাঠমিস্ত্ৰী **—কাৰঃ, —কৃৎ** সূত্ৰ ৰচক, সূত্ৰগ্ৰন্থকাৰ **—কোণঃ,—কোণকঃ** ডম্বৰু। **—গণ্ডিকা** মহুৰা, টাকুৰী **—চৰণং** বিভিন্ন সূত্ৰ প্ৰৱৰ্তকসকলৰ বৈদিক গোষ্ঠী বিশেষ। **—দৰিদ্ৰ** অলপমান সূতা থকা, চোহোৰা ওলোৱা, জীৰ্ণ। **—ধৰঃ,—ধাৰঃ** ১। নাটকৰ ঘটনাৰ সূত্ৰ ধাৰণ কৰোঁতা। সংস্কৃত নাটকৰ আৰম্ভণিতে নান্দী শ্লোকৰ অন্তত সূত্ৰধাৰজনে মঞ্চত ওলাই নাটক, নাট্যকাৰ, নাটকীয় ঘটনা সম্পৰ্কে থূলমূলকৈ সমজুৱাক জনাই প্ৰস্থান কৰে। অসমীয়া অঙ্কীয়া ভাওনাত আদিৰ পৰা অন্তলৈকে মঞ্চত উপস্থিত থাকি সভাসদবৰ্গক পাত্ৰ-পাত্ৰীৰ চিনাকি দিয়াৰ লগতে নাটকৰ ঘটনাৰ বিৱৰণো গাই-বাই জনাই থাকে, ২। কাঠমিস্ত্ৰী, কাৰুশিল্পী, ৩। ইন্দ্ৰ, ৪। সূত্ৰগ্ৰন্থ ৰচক, ৫। পুতলা নাচৰ সূত্ৰ ধৰোঁতা। **—পিটকঃ** বৌদ্ধ ৰচনাৰ সঙ্কলন বিশেষ, **—পুষ্পঃ** কপাহ গছ, **—ভৃৎ** সূত্ৰধাৰ, **—যন্ত্ৰং** ১। তাঁতশাল, ২। মাকো, **—লা** *স্ত্ৰী* টাকুৰী; **—ৱীণা** এবিধ বীণা, **—ৱেষ্টনং** মাকো।

**সূত্ৰণং** ১। সিয়ন, ২। চিলাই কাৰ্য্য, ৩। সংযোজনা, আয়োজন, সূত্ৰ সংযোজনা।

**সূত্ৰলা** *স্ত্ৰী* টাকুৰী।

**সূত্ৰামা(ন্)** ইন্দ্ৰ।

**সূত্ৰালী** গলসূত্ৰ, গলত ধাৰণ কৰা এবিধ বীজমালা, *যেনে— ৰুদ্ৰাক্ষমালা।*

**সৃত্ৰী(ন)** কাউৰী।

**সৃদ** ক) ক্ষৰণে (ভ্বা আ স সৃদতে) ১। আঘাত কৰ, মাৰ, হত্যা কৰ, ২। ঢাল, টোপ টোপকৈ পেলা, বাক, ৩। জমা কৰ, ৪। দলিযা, উলিযাই পেলা, বাহিৰ কৰ।

খ) হননে (চুৰা উ স সৃদযতি–তে) ১। মাৰ, আঘাত কৰ, বধ কৰ, ২। ঢাল, বাক ৩। উদগনি দি, প্ৰেৰিত কৰ, ৪। ৰান্ধ, প্ৰস্তুত কৰ, ৫। মত দি, প্ৰতিশ্ৰুতি দি।

**সৃদঃ** *পু* (সৃদযতি ৰসানিতি সৃদ ণিচ অচ) ১। ৰান্ধনি, সূপকাৰ। ২। আঞ্জা, ব্যঞ্জন, ৩। ঢালন, ৪। কুঁৱা, নিজৰা ৫। ধ্বংস, নাশ, হত্যা, ৬। বোকা, ৭। ফলা মটৰ মাহ। ৮। ভোমলতি গছ **—কৰ্ম্ম(ন্)** ৰন্ধন কাৰ্য্য। **—শালা** ৰান্ধনিঘৰ।

**সৃদন** *বিণ* ১। ধ্বংসকাৰী, হত্যাকাৰী, নাশজনক, ২। মৰমৰ, চেনেহৰ, স্নেহশীল। **—নং** হত্যা কাৰ্য্য, নাশ, বিনাশ, প্ৰতিশ্ৰুতি, দূৰীকৰণ, বহিস্কৰণ।

**সৃণ** *বিণ* (সৃ ক্তঃ) ১। জাত, জন্ম হোৱা, উৎপাদিত, ২। প্ৰস্ফুটিত, বিকশিত। ৩। খালি, ৰিক্ত, **—নং** ১। জন্ম, প্ৰসৱ, প্ৰসূতি ২। ফুলৰ কলি, ফুল

**সূনৰী** *স্ত্ৰী* সুখী তিৰোতা।

**সূনা** *স্ত্ৰী* (সূ ক্তঃ টাপ) ১। কচাইখানা, ২। মাংস বিক্ৰীৰ স্থান। ৩। বধ, হত্যা, নাশ। ৪। আলজিভা ৫। গলফুলা ৰোগ, শিয়ালগলা ৫। ৰশ্মি, ৬। নদী, ৭। কন্যা, জীয়াৰী ৮। পঞ্চসূনা, ঘৰত প্ৰতি দিন কৰা পাঁচ বিধ নাশকাৰ্য্য। পঞ্চ মহাযজ্ঞৰ দ্বাৰা এই পাঁচ বিধ নাশকাৰ্য্য ৰূপ পাপৰ পৰা মুক্তি পোৱা হয়। 'পঞ্চসূনা গৃহস্থস্য পঞ্চযজ্ঞাৎ প্ৰণশ্যতি।' মনু ৩।৬৮।

**সূনী(ন্)** কচাই, মাংস বেপাৰী, ব্যাধ।

**সূনুঃ** *পু* (সূ নুঃ কিৎ) ১। পুত্ৰ, ৰ ১।৯৫; ২। অনুজ, ভাতৃ। আখণ্ডল সূনু বিক্ৰমঃ, কি ১।২৩; ৩। সন্তান ৪। দৌহিত্ৰ, জীয়েকৰ পুতেক, নাতি। ৫। সূৰ্য্য, ৬। আকন্দ গছ।

**সূনু** *স্ত্ৰী* কন্যা, জীয়াৰী।

**সূনৃৎ** *বিণ* (সু নৃৎ কঃ উপসৰ্গস্য দীৰ্ঘঃ) ১। সঁচা, সত্য, ২। মঙ্গল, কল্যাণময়, ৩। মৰমিয়াল, সাধু, সৌজন্যতাপূৰ্ণ, ৪। মাঙ্গলিক, ভাগ্যবান ৫। মৰমৰ, চেনেহৰ **—তং** *ক্লী* ১। ভাল কথা, ২। উত্তম ভাষণ, উৎকৃষ্ট বাক্য, ৩। সৌজন্য।

**সূপঃ** *পু* (সু পঃ দীৰ্ঘত্বম) ১। আঞ্জা, দালি আঞ্জা, ২। চাটনি, 'চচ'। ৩। কাঁড়, শৰ। ৪। ৰান্ধনি, ৫। কেৰাহি, 'চচপেন'. **—কাৰঃ** ৰান্ধনি **—ধূপকং, —পনং** আফুগুটি।

**সূপাঙ্গং** *ক্লী* হিং।

**সূমং** *ক্লী* (সু মক) ১। ক্ষীৰ, গাখীৰ, ২। পানী, ৩। আকাশ।

**সূৰ** বধে (দিৱা আ স সূৰ্য্যতে) ১। আঘাত কৰ, বধ কৰ, মাৰ, ২। দৃঢ় কৰ, সুদৃঢ় কৰ, দৃঢ় হ।

**সূৰঃ** *পু* (সৃ ক্রন) ১। সূৰ্য্য, ২। আকন্দ গছ ৩। সোমৰস, ৪। বীৰ, ৰজা, ৫। জ্ঞানী পুৰুষ **—চক্ষুঃ** (স্) সূৰ্য্যসম দীপ্তিমান **—সূতঃ** শনি গ্ৰহ **—সূতঃ** সূৰ্য্যৰ সাৰথি, অৰুণ।

**সূৰণঃ** *পু* মূলাজাতীয় খাদ্য। 'মকৰে মূলকঞ্চৈৱ সিংহে চালাবুকং তথা। কাৰ্ত্তিকে শূৰণঞ্চৈৱ সদ্যো গোমাংসভক্ষণম।'

**সূৰত** *বিণ* (সুষ্ঠু ৰমতে ইতি সু ৰস ক্তঃ সু শব্দস্য দীৰ্ঘঃ) ১। দয়ালু, কৃপালু, ২। শান্ত।

**সূৰিঃ** *পু* (সৃ ক্রিঃ) ১। পণ্ডিত, জ্ঞানী পুৰুষ, মুনি ২। সূৰ্য্য, ৩। পূজক, পূজাৰী, ৪। উপাধি বিশেষ, ৫। শ্ৰীকৃষ্ণ।

**সূৰী(ন)** *বিণ* জ্ঞানী, শিক্ষিত *(পু)* পণ্ডিত, উচ্চ শিক্ষিত ব্যক্তি।

**সূৰী** *স্ত্ৰী* ১। সূৰ্য্যপত্নী, ২। পাণ্ডুৰমাতা কুন্তীৰ এটা নাম।

**সূৰ্ক্ষ** নাদৰে (ভ্বা, দিৱা প স সূৰ্ক্ষতি, সূৰ্ক্ষ্যতি) ১। আদৰ কৰ, শ্ৰদ্ধা কৰ, সন্মান কৰ, ২। অনাদৰ কৰ, অৱজ্ঞা কৰ, নিন্দা কৰ।

**সূৰ্ক্ষণং** *ক্লী* অৱজ্ঞা, অনাদৰ।

**সূৰ্ক্ষ্যঃ** এবিধ মগুমাহ।

**সূৰ্ণ** *বিণ* আঘাতপ্ৰাপ্ত।

**সূৰ্পঃ** *পু* ১। দুই দোণ পৰিমাণ, ২। কুম্ভ পৰিমাণ।

**সূৰ্মিঃ,–ৰ্মী** শূৰ্মী। ১। লোৰ মূৰ্ত্তি, ২। ঘৰৰ খুঁটা, ৩। উজ্জ্বলতা, দীপ্তি ৪। জুইৰ শিখা।

**সূৰ্ষঃ** *পু* (সৰতি আকাশে লোকং প্ৰেৰয়তি সৃ প্ৰেৰণে ক্যপ্) ১। আদিত্য গ্ৰহ, সূৰ্য্য। অদিতি আৰু কশ্যপৰ পুত্ৰ। সাতটা ঘোঁৰাই টনা ৰথত উঠি ফুৰে। সাৰথি অৰুণ। সংজ্ঞা তেওঁৰ পত্নী, সূৰ্য্য উদয় হোৱাৰ লগে লগে পশু-পক্ষী কৰ্মত প্ৰবৃত্ত হয়, গছগছনি ঠন ধৰি উঠে। অস্ত যোৱাত ৰাতি হয় আৰু সকলোৱে

বিশ্ৰাম লয়। যম, সুগ্ৰীৱ, কৰ্ণ, যমুনা, অশ্বিনীদ্বয় আৰু শনি গ্ৰহ তেওঁৰ সন্তান। সূৰ্য্যবংশৰ প্ৰৱৰ্তক। ২। আকন গছ ৩। সংখ্যা '১২' (দ্বাদশাদিত্য) **—ক্ৰান্তিঃ** ১। সূৰ্য্যৰ কিৰণ, পোহৰ, ২। তিল ফুল **—গ্ৰহঃ** ১। সূৰ্য্য, ২। সূৰ্য্য গ্ৰহণ, ৩। ৰাহু আৰু কেতু। ৪। পানীৰ কলহৰ তলিভাগ। **—জঃ, —তনয়ঃ, —পুত্ৰঃ** ১। সুগ্ৰীৱ, ২। কৰ্ণ, ৩। শনি গ্ৰহ। ৪। যম। **—জা,—তনয়া** যমুনা নদী **—তেজঃ** (স) সূৰ্য্যৰ তাপ, উজ্জ্বলতা। **—নক্ষত্ৰং** যিটো নক্ষত্ৰত সূৰ্য্যৰ অৱস্থিতি। **—পৰ্ব্ব** সূৰ্য্যোৎসৱ। (কৰ্কট আৰু মকৰ সংক্ৰান্তি, দিন-ৰাতি সমান হোৱা দিন দুটা, আৰু সূৰ্য্যগ্ৰহণৰ দিনা এই পৰ্ব পালন কৰা হয়। **—প্ৰভৱ** সূৰ্য্যৰ পৰা উদ্ভুৱ হোৱা (বংশ)। 'ক্ব সূৰ্য্যপ্ৰভৱো ৱংশঃ ক্ব চাল্পৱিষয়া মতিঃ।' ৰ ১।২; **—ভক্তঃ** বন্ধুক পুষ্প। **—মণিঃ** সূৰ্য্যকান্ত মণি **—লোক** সৌৰভুৱন। **—ৱংশঃ** সূৰ্য্যৰ সন্তান **—ৱিলোকনং** কেঁচুৱাৰ ৪ মাহ বয়সত সূৰ্য্যক দেখুৱাই পতা উৎসৱ। আজিকালি এঘাৰ দিনৰ দিনা সূৰ্য্যক দেখুৱা হয়।) **—সংক্ৰমঃ,—সংক্ৰান্তিঃ** *স্ত্ৰী* (জ্যোতিষ) এটা ৰাশিৰ পৰা আন এটা ৰাশিলৈ সূৰ্য্যৰ গতি। **—সংজ্ঞং** কুঙ্কুম। (**—জ্ঞঃ**) *পু* আকন্দ গছ। **—সাৰথিঃ** অৰুণ **—স্মৃতিঃ, —স্তোত্ৰং** সূৰ্য্যস্তুতি মন্ত্ৰ। **—হৃদয়ং** সূৰ্য্যস্তুতি।

**সূৰ্যা** *স্ত্ৰী* ১। সূৰ্য্যপত্নী সংজ্ঞা ২। বাক, বাণী, ৩। নববিবাহিতা।

**সূৰ্যাৰ্ঘ্যং** *ক্লী* সূৰ্য্যৰ প্ৰতি অৰ্ঘ্য দান কাৰ্য্য। দেৱী পূজাত ছিদ্ৰাছিদ্ৰ দোষোপসমৰ বাবে পূজাৰ শেষত এই অৰ্ঘ্য দান কৰা হয়।

**সূৰ্যাৱৰ্তা** *স্ত্ৰী* আদিত্য ভক্তা।

**সূৰ্যাশ্মা(ন)** *পু* সূৰ্য্যকান্তমণি।

**সূৰ্যাশ্বঃ** সূৰ্য্যৰ ঘোঁৰা।

**সূৰ্যাহ্বং** *ক্লী* তাম ধাতু।

**সূৰ্যেন্দুসঙ্গমঃ** *পু* অমাৱস্যা।

**সূৰ্যোঢ়ঃ** *পু* আবেলিৰ অতিথি। 'দিৱাতিথৌ তু ৱিমুখে গতে যৎ পাতকং ভৱেৎ। তদেৱাষ্টগুণং ৱিদ্যাৎ সূৰ্যোঢ়ে ৱিমুখে গতে।'

**সূষ** *প্ৰসৱে (ভ্বা প স সূষতি)* ১। উৎপন্ন কৰ, জন্ম দি বহন কৰ, উৎপাদন কৰ।

**সূষণা** *স্ত্ৰী* মাতৃ।

**সৃ** গতৌ (ভ্বা, চুৰা, হ্বা প সিসৰ্তি, সাৰয়তি, সিসৰ্তি) ১। যা, গমন কৰ, আগুৱাই যা, ওচৰ চাপ, ২। দৌৰ, দৌৰি যা, ৩। ফুৰাই দি, বতাহ দি, ৪। বৈ যা, (ণিজন্ত) সাৰয়তি-তে, (সনন্ত) সিসীৰ্ষতি। **অনু—** অনুসৰণ কৰ। অনুকৰণ কৰ, **অপ—** অপসৰণ কৰ, গুচা, অন্তৰ্ধান হ, নোহোৱা হ, **অভি—** আগুৱাই যা, ওচৰ চাপ **উদ্—** দূৰ কৰ, **উপ—** ওচৰলৈ যা, **নিস্—** নিঃসৰণ হ, উলিয়া, দূৰ কৰ, প্ৰস্থান কৰ, বাহিৰ হ, ওলা (যেনে— ঘাৰ পৰা পূঁজ) **পৰি—** পৰিভ্ৰমণ কৰ, ঘূৰি ফুৰ **প্ৰ—** বৈ যা, ওলা, বিস্তাৰ কৰ, বহলা, দীঘল হ, প্ৰবল হ, **প্ৰতি—** ১। প্ৰস্থান কৰ, ঘূৰি যা ২। সমুখলৈ বেগাই যা, আক্ৰমণ কৰ। **সং—** বহলা, যা, বৈ য়া, পা, লাভ কৰ।

**সৃকঃ** *পু* (সৃ ণ্বুল্) ১। বায়ু, বতাহ, ২। কাঁড় ৩। বিদ্যুৎ ৪। পদুম **—কা** মণিহাৰ।

**সৃকণ্ডু** *স্ত্ৰী* খজুৱতি, খৰ।

**সৃকালঃ —গালঃ** *পু* শিয়াল।

**সৃক্ক(ন্), —ক্কং —ক্কণী** *ক্লী স্ত্ৰী* ওঠৰ প্ৰান্ত ভাগ (কাষৰ অংশ)

**সৃজ** ৱিসৰ্গে ক) (তুদা প স সৃজতি) ১। সৃজন কৰ, উৎপন্ন কৰ, জন্ম দি, বংশ বৃদ্ধি কৰ, ২। নিয়োগ কৰ, স্থাপন কৰ ৩। যাব দি, মুক্ত কৰ, ৪। ত্যাগ কৰ (যেনে— অশ্ৰু) ৫। উচ্চাৰণ কৰ, ৬। দলিয়া, নিক্ষেপ কৰ, ৭। এৰ, ত্যাগ কৰ।

খ) (দিৱা আ শ সৃজ্যতে) খুলি দি, মুক্ত কৰ, বা হ, প্ৰেৰণ কৰ। **অতি—** দি, দান কৰ; ত্যাগ কৰ, বৰ্জন কৰ; বাহিৰ কৰ; অনুমতি দি; **অভি—** দি, দান কৰ, (চকুলো) টোক, ত্যাগ কৰ, ঢাল, বাক, বৰ্জন কৰ; মুক্ত কৰ; নিক্ষেপ কৰ; বহলা, বিস্তাৰ কৰ; দূৰ কৰ, নিষিদ্ধ কৰ, সংযত কৰ; **উপ—** ঢাল, সংযোগ কৰ, লগ কৰ; গ্ৰাস কৰ, ঢাকি পেলা; উৎপন্ন কৰ **নি—** মুক্ত কৰ, এৰি দি, বিশ্বাস স্থাপন কৰ, **প্ৰ—** এৰ, ত্যাগ কৰ, এৰি দি, সিঁচ, ছটিয়া, আঘাত কৰ **ৱি—** ত্যাগ কৰ, বৰ্জন কৰ, যাবলৈ দি, মুক্ত কৰ, প্ৰেৰণ কৰ, নিক্ষেপ কৰ, পৰিবলৈ দি, আঘাত কৰ **সং—** সংমিশ্ৰণ কৰ, মিহলা, সংযোগ কৰ, মিলা, লগ লাগ, দেখা কৰ, সৃষ্টি কৰ, সৃজন কৰ।

**সৃজিকাক্ষাৰঃ** খাৰ এবিধ, খাৰ মাটি।

**সৃণিঃ** *পু* (সৃ নি কিৎ) ১। শত্রু ২। চন্দ্র (স্ত্রী) হাতী চলোৱা অঙ্কুশ।

**সৃণিকা** *স্ত্রী* মুখৰ লালটি, থু।

**সৃতিঃ** *স্ত্রী* (সৃ ক্তিন) ১। গমন, চুঁচৰি-পিছলি গমন, ২। আঘাত, ৩। নির্মাণ, জন্ম, উৎপাদন।

**সৃত্বৰ** *বিণ্* (সৃ গতৌ ক্বৰপ) যাওঁতা, গমনকর্তা **—ৰী** *স্ত্রী* ১। নদী, নিজৰা ২। মাতৃ।

**সৃত্বা(ন্)** *পু* (সৃ গতৌ ক্বনিপ) ১। চুঁচৰি গমনকর্তা, ২। বৃদ্ধি, ৩। প্রজাপতি।

**সৃদৰঃ** *পু* (দৃ বিদাৰণে অচ নিপাতনাৎ) সাপ।

**সৃদাকুঃ** *পু* (সৃ কাকুঃ দুগাগমঃ) ১। বায়ু, ২। বজ্র, ৩। অগ্নি *(স্ত্রী)* নদী, নিজৰা।

**সৃপ** গত্যাম (ভ্বা প সর্পতি) ১। চুঁচৰি যা, লাহে লাহে বাগৰি যা, বগাই যা। ২। যা, গমন কৰ, আগুৱাই যা। (সনন্ত) সিসৃক্ষতি। **অনু—** ওচৰ চাপ, অনুসৰণ কৰ **অপ—** প্রস্থান কৰ, বাগৰি যা। ত্যাগ কৰ, **উদ্—** ওপৰলৈ চুঁচৰি উঠ, **উপ—** ওচৰ চাপ, যা, ভোগ কৰ, সহ্য কৰ, বহলা, বিস্তাৰ কৰ। **পৰি—** ঘূৰ, ঘূৰি ঘূৰি গমন কৰ, ইফালে-সিফালে যা। **বি—** আগুৱাই যা, আগ বাঢ়, বহলাই পেলা, ঘূৰি ফুৰ, তললৈ পৰ, সাৰি যা, মনে মনে পলা।

**সৃপাটঃ, —টী** এবিধ জোখ। **—টিকা** চৰাইৰ ঠোঁট,

**সৃপ্রঃ** *পু* চন্দ্র।

**সৃভ্ সৃম্ভ্** হিংসে (ভ্বা প স সর্ভতি, সৃম্ভতি) ১। আঘাত কৰ, মাৰ, ২। হত্যা কৰ, বধ কৰ।

**সৃমৰঃ** *পু* (সৃ গতৌ ক্মৰচ) এবিধ হৰিণ।

**সৃষ্ট** *বিণ্* (সৃজ ক্তঃ) ১। নির্মিত, ২। সংযুক্ত, ৩। নিশ্চিত, ৪। প্রচুৰ, বহুত, ৫। ভূষিত ৬। বর্জিত, পৰিত্যক্ত, ৭। মুক্ত, শিথিলীকৃত।

**সৃষ্টিঃ** *স্ত্রী* (সৃজ ক্তিন্) ১। নির্মাণ, সৃজন, ২। বিশ্বসৃষ্টি ৩। প্রকৃতি, ৪। নির্গমন, ৫। উপহাৰ, দান ৬। গুণৰ অস্তিত্ব, গুণসত্ত্বা, স্বভাৱ, ৭। নির্গুণ। **—কর্তা** ব্রহ্মা।

**সৄ** হিংসে (ক্র্যা প স সৃণাতি) আঘাত কৰ, মাৰ, বধ কৰ।

**সেক্** গত্যাম (ভ্বা আ স সেকতে) যা, গমন কৰ, আগ বাঢ়ি যা।

**সেকঃ** *পু* (সিচ্ ঘঞ্) ১। সিঞ্চন, পানী সিঁচা, (গছত) পানী ঢালা, ২। নির্গমন, নিঃসৰণ, ৩। বীর্য্যক্ষৰণ, ৪। তর্পণ, জলদান। **—পাত্রং** গছত পানী দিয়া ঝাৰী, বাল্টি।

**সেকিমং** *ক্লী* মূলা।

**সেক্তৃশা(ষা)** *পু* (সিঞ্চতি ৰেতঃ সিচ তৃচ) পতি, গিৰীয়েক, পানী সিঁচোতা।

**সেকত্রং** *ক্লী* ঝাৰী, বাল্টি।

**সেচকঃ** *পু* (সিচ ণ্বুল্) মেঘ।

**সেচনং** *ক্লী* (সিচ ল্যুট) ১। ক্ষৰণ, নিঃসৰণ, ২। সিঞ্চন **—নী** নাৱৰ পৰা পানী সিঁচা বাচন।

**সেটুঃ** *পু* এবিধ ফল, তৰমুজ।

**সেতিকা** *স্ত্রী* অযোধ্যা নগৰী।

**সেতুঃ** *পু* (সিনোতি বধ্নাতি জলমিতি সি বন্ধনে তুন) ১। মাটিৰ ঢিপ, আলি, (নদী বা সাগৰৰ) বান্ধ, ২। দলং ৩। পর্বতৰ পথ, ঠেক বাট, ৪। মাটিৰ সীমনা সীমাৰ চিন। ৫। নির্দ্দিষ্ট বিধি বা নিয়ম। ৬। পৰিসীমা, প্রতিবন্ধক, ৬। প্রণৱ, 'ওঁ'। 'মন্ত্রাণাং প্রণৱঃ সেতুঃ তৎ সেতুঃ প্রণৱঃ স্মৃতঃ।' কাপু **—বন্ধঃ** ১। নদীৰ ওপৰত দলং সজা কার্য্য। ২। ভাৰতৰ দক্ষিণত ৰামেশ্বৰৰ পৰা শ্রীলঙ্কালৈ শ্রীৰামৰ কাৰণে নলাদি বানৰসকলে বন্ধা শিলৰ সেতু। **—ভেদী(ন্)** ১। প্রতিবন্ধক বা বান্ধ ভাঙোতা। ২। দন্তী নামৰ এবিধ গছ।

**সেতুকঃ** *পু* (সেতু স্বার্থে কঃ) ১। পাৰ, তীৰ, ২। ঠেক বাট, দলং ৩। পাহাৰীয়া বাট। ৪। বৰুণবৃক্ষ।

**সেত্রং** *ক্লী* শিকলি, লোৰ বেৰি।

**সেন** *বিণ্* গৰাকী বা মালিক থকা।

**সেনা** *স্ত্রী* (সিনোতি শত্রুমিতি সি বন্ধনে নঃ টাপ্) চতুৰঙ্গ বাহিনী। সৈন্যবাহিনী; ৰথ, অশ্ব, হস্তী আৰু পদাতি থকা সম্পূর্ণ বাহিনী। **—চৰঃ** যোদ্ধা, **—নিৱেশঃ** সৈন্য শিবিৰ **—নী** *পু* ১। সেনাপতি, সেনাধ্যক্ষ। ২। কার্ত্তিকেয় **—পতিঃ** সেনাধ্যক্ষ **—পৰিচ্ছদ** *বিণ্* সৈন্যই আগুৰি থকা **—পৃষ্ঠং** সৈন্যৰ পিচ ফাল। **—ভঙ্গঃ** ছেদেলি-ভেদেলি হোৱা সৈন্য। **—মুখং** ১। সৈন্যৰ এটা বিভাগ, য'ত ৩টা হাতী, ৯টা ঘোঁৰা কেইখনমান ৰথ আৰু ১৫জন পদাতি থাকে। ২। মূল প্রবেশ দ্বাৰত থকা মাটিৰ ঢিপ **—যোগঃ** সৈন্য সামগ্রী। **—ৰক্ষঃ** আৰক্ষী, প্রহৰী।

**সেনাঙ্গং** *ক্লী* চতুৰঙ্গ সেনাবাহিনী।
**সেফঃ** *পু* পুৰুষৰ লিঙ্গ।
**সেমন্তী** *স্ত্ৰী* বগা পদুম।
**সেৰঃ** *পু* এবিধ জোখ, সেৰ।
**সেৰাহঃ** বগা ঘোঁৰা।
**সেৰু** *বিণ্* বন্ধনকৰ্তা, বাধোঁতা।
**সেল্** চালগত্যোঃ (ভ্বা প স সেলতি) যা, গমন কৰ।
**সেৱ্** সেৱনে (ভ্বা উ স সেৱতি-তে) ১। সেৱা কৰ, পূজা কৰ, শুশ্ৰূষা কৰ, সম্মান কৰ, আদৰ কৰ, ২। অনুসৰণ কৰ, পিচে পিচে যা, ৩। ব্যৱহাৰ কৰ, ভোগ কৰ, কামনা উপভোগ কৰ, ৪। সেৱন কৰ, পান কৰ, ৫। আসক্ত হ, সম্পাদন কৰ, অভ্যাস কৰ, ৬। ৰক্ষা কৰ, পহৰা দি, ৭। আশ্ৰয় ল, বাস কৰ। **আ—** উপভোগ কৰ, অভ্যাস কৰ, আসক্ত হ, বাস কৰ। **নি—** অনুসৰণ কৰ, উপভোগ কৰ, যৌন উপভোগ কৰ, বাস কৰ, ব্যৱহাৰ কৰ, শুশ্ৰূষা কৰ, ভোগ কৰ, **পৰি—** উপভোগ কৰ, আশ্ৰয় ল। (ণিজন্ত) সেৱয়তি-তে; (সনন্ত) সিষেৱিষতে।
**সেৱক** *বিণ্* ১। সেৱা, শুশ্ৰূষাকাৰী, ২। অনুসৰণকাৰী ৩। অনুজীৱী **—কঃ** ১। ভৃত্য, চাকৰ, ২। ভক্ত, পূজাৰী, ৩। দৰ্জী, ৪। আশ্ৰয়দাতা, ৫। থৈলা।
**সেৱতী** *স্ত্ৰী* এবিধ ফুল। সেউতী ফুল।
**সেৱধিঃ** *পু* নিধি। পুঁজি।
**সেৱনং** *ক্লী* (সেৱ ল্যুট্) ১। সিয়নি, চিলাই, ২। সেৱা, পূজা ৩। অনুসৰণ, অভ্যাস, ৪। যৌন উপভোগ, ৫। বস্তা, থৈলা **—নী** ১। সিয়নি, ২। বেজী, ৩। শৰীৰৰ অৱয়ৱ সংযোগ।
**সেৱা** *স্ত্ৰী* (সেৱ সেৱনে অঃ টাপ্) ১। সেৱন, শুশ্ৰূষা, দেখা-শুনা কৰা, ২। পূজা, সম্মান, ৩। ভক্তি, আসক্তি, ব্যৱহাৰ, নিয়োগ, ৪। শ্ববৃত্তি (কুকুৰৰ প্ৰবৃত্তি) ৫। আৰাধনা, ৬। আশ্ৰয়, মনু ১২।৮৭। **—ধৰ্মঃ** সেৱাকৰ্তব্য, সেৱাৰ দায়িত্ব। **—ব্যৱহাৰঃ** সেৱাবিধি, সেৱাভ্যাস।
**সেৱি** *ক্লী* ১। বগৰি, ২। আপেল।
**সেৱিত** *বিণ্* (সেৱ ক্তঃ) ১। পূজিত, সেৱাকৃত, সম্মানিত ২। অভ্যাসকৃত, অনুসৃত, ৩। আশ্ৰিত ৪। ভুক্ত। **—তং** ১। আপেল, ২। বগৰি।
*সেৱিতা (স্থ) ১। অনুজীৱী, ২। ভৃত্য, অনুচৰ।*

**সেৱী(ন্)** *বিণ্* ১। সেৱক, ২। অনুসৰণকাৰী, নিবাসী *(পু)* ভৃত্য।
**সেৱ্য** *বিণ্* ১। সেৱনযোগ্য, ২। পূজ্য, আদৰণীয় ৩। নিয়োজনীয়, ৪। ৰক্ষণীয়। **—ব্যং** এবিধ শিপা, (বীৰণ) **—ব্যঃ** *পু* ১। স্বামী, গৰাকী, মালিক, ২। আঁহত গছ। **—সেৱকৌ** মালিক আৰু ভৃত্য।
**সৈ** ক্ষিত্যাম ভ্বা প অ সায়তি) ১। ক্ষয় হ, ক্ষয় যা, ২। নাশ হ, হ্ৰাস পা।
**সৈংহ** *বিণ্* (সিংহ অণ্) ১। সিংহ তুল্য, ২। সিংহসম্বন্ধীয়।
**সৈংহল** *বিণ্* লঙ্কাদেশীয়, লঙ্কাত হোৱা। **—লী** লঙ্কাবাসী।
**সৈংহিকঃ-কেয়ঃ** *পু* (সিংহিকায়াং ভৱঃ) ৰাহু গ্ৰহ।
**সৈকতং** *ক্লী* (সিকতাঃ সন্ত্যত্ৰেতি সিকতা অণ্) ১। বালিময় পাৰ, তীৰ, কু ১।২৯; ২। বালিময় দ্বীপ। ৩। সাগৰ বা নদীৰ পাৰ।
**সৈকতিক** *বিণ্* ১। সন্দেহজীৱী ২। বালি সম্বন্ধীয় **—কং** মঙ্গলসূত্ৰ, মঙ্গলৰ কাৰণে গলত বা হাতত পিন্ধা সূতা। **—কঃ** সন্ন্যাসী, ক্ষপণক।
**সৈকতেষ্টং** *ক্লী* আদা।
**সৈদ্ধান্তিক** *বিণ্* (সিদ্ধান্তং বেত্তীতি ঠক্) সিদ্ধান্তজ্ঞ। প্ৰকৃত সত্য সম্বন্ধে অভিজ্ঞ ব্যক্তি। সিদ্ধান্ত সম্বন্ধীয়।
**সৈনাপত্যং** *ক্লী* সেনাপতিৰ কাম, মনু ১২।১০০; সেনাধ্যক্ষপদ।
**সৈনিকঃ** *পু* (সেনা ঠক্) ১। যোদ্ধা, ৰ ৩।৬১; ২। ৰক্ষী, প্ৰহৰী, ৩। যুদ্ধক্ষেত্ৰত সৈন্য সমাৱেশ।
**সৈন্ধৱ** *বিণ্* (সিন্ধৌ সিন্ধুদেশে বা ভৱ ইতি অণ্ ১। সিন্ধুদেশীয়, ২। নদীত উৎপন্ন, সাগৰীয় **—ৱং —ৱঃ** সৈন্ধৱ লোণ *(পু)* সিন্ধুদেশীয় ঘোঁৰা, সিন্ধু ৰাজ্য। **—ৱাঃ** সিন্ধুদেশীয় প্ৰজা। **—ঘনঃ** এসোপা নিমখ **—শিলা** এবিধ শৈলজ লোণ।
**সৈন্ধী** *স্ত্ৰী* তালৰ ৰস, বা সেই ৰসেৰে তৈয়াৰী মদ।
**সৈন্যং** *ক্লী* সৈন্য সমাৱেশ **—ন্যঃ** যোদ্ধা, শি ৬।২৮ ৰক্ষী প্ৰহৰী **—পৃষ্ঠং** সৈন্যৰ পশ্চাৎভাগ। যুদ্ধ কৰিবলৈ যোৱাৰ সময়ত ৰাজধানী ৰক্ষাৰ বাবে ৰাখি থোৱা বাহিনী।
**সৈমন্তিকং** সেন্দুৰ।
**সৈৰন্ধ্ৰী, —সৈৰিন্ধ্ৰী** *স্ত্ৰী* (সৈৰং ধৰতীতি ধৃ কঃ ঙীষ্) ১। অন্তঃপুৰৰ পাৰিচাৰিকা, ভৃত্যা, ৰাণীৰ সহচৰী, *(বৰ্ণসঙ্কৰ জাতি এবিধৰ স্ত্ৰী) ২। আনৰ ঘৰত থাকি*

কাম কৰা শিপিনী। ৩। বিৰাট ৰজাৰ ঘৰত থকাৰ সময়ত দ্ৰৌপদীয়ে লোৱা নাম।

**সৈৰিক** *বিণ্* (সীৰ ঠক) ১। হাল বা নাঙল সম্বন্ধীয়। ২। সীৰলুযুক্ত **—কঃ** ১। হালোৱা, ২। হালোৱা গৰু।

**সৈৰিভঃ** *পু* (সীৰে ভৰঃ) ১। ম'হ, ২। হালোৱা বলদ ৩। স্বৰ্গ।

**সৈৱালঃ** শৈৱাল, শেলুৱৈ।

**সৈসক** *বিণ্* সীহাৰে তৈয়াৰী।

**সো** হিংসে (দিৱা প স সাতি) ১। বধ কৰ, নাশ কৰ, ধ্বংস কৰ, ২। নিষ্পত্তি কৰ, সম্পন্ন কৰ, সমাপ্ত কৰ, শেষ কৰ, ৩। জান, জানি ল, বুজি ল, ৪। বিফল হ। **অধ্যৱ—** সম্পাদন কৰ, চেষ্টা কৰ, যত্ন কৰ, চিন্তা-চৰ্চা কৰ; **পৰ্য্যৱ—** সমাপ্ত কৰ, নিশ্চয় কৰ, নাশ কৰ নাশ হ; **ব্যৱ—** ব্যৱসায় কৰ, উদ্যোগী হ, নিশ্চিত কৰ, গ্ৰহণ কৰ, বিশ্বাস কৰ, চিন্তা কৰ।

**সোঢ়** *স্ত্ৰী* পাৰ্বতী।

**সোঢ়** *বিণ্* (সেহ মৰ্ষণে ক্তঃ) ক্ষান্ত, সহনশীল, সহিষ্ণু, ভুক্তভোগী। **—ঢ়া(ঋ)** ক্ষমাশীল, শক্তিমান, কষ্টসহিষ্ণু পুৰুষ।

**সোৎক, কণ্ঠ** *বিণ্* (উৎকণ্ঠয়া সহ ৱৰ্তমানঃ) ১। উৎকণ্ঠাযুক্ত, উন্মনা, আগ্ৰহী, ২। দুখী, শোকগ্ৰস্ত। **—ণ্ঠং** *অব্য* উৎকণ্ঠাৰে, আগ্ৰহেৰে, দুখেৰে।

**সোৎপ্ৰাস** *বিণ্* ১। অত্যধিক, অত্যন্ত, ২। শ্লেষযুক্ত, ঠাট্টাপূৰ্ণ **—সং—সঃ** ১। ঠাট্টাপূৰ্ণ বাক্য, বিদ্ৰূপজনক উক্তি, ২। অট্টহাস্য।

**সোৎসৱ** *বিণ্* আনন্দপূৰ্ণ, উৎসৱপূৰ্ণ।

**সোৎসাহং** *অব্য* উৎসাহেৰে সৈতে, সতৰ্কতাৰে।

**সোৎসুক** *বিণ্* দুখপূৰ্ণ, শোকপূৰ্ণ, আগ্ৰহপূৰ্ণ।

**সোৎসেধ** *বিণ্* উন্নীত, উচ্চ, ওখ।

**সোদৰ** *বিণ্* সহোদৰ, একে গৰ্ভজাত **—ৰঃ** সগৰ্ভী ভায়েক। **—ৰা** সহোদৰ ভনী।

**সোদৰ্য্যঃ** *পু* সহোদৰ ভায়েক।

**সোদ্যোগ** *বিণ্* ১। আগ্ৰহী, ২। শোকাৰ্ত, ৩। উগ্ৰাৱল। **—গং** *অব্য* আগ্ৰহেৰে।

**সোনহঃ** নহৰু।

**সোন্মাদ** *বিণ্* ১। পাগল, উন্মাদ,

**সোপকৰণ** *বিণ্* (উপকৰণেন সহ ৱৰ্তমানঃ) ১। সকলো দ্ৰব্যেৰে সৈতে ২। সুসজ্জিত।

**সোপদ্ৰৱ** *বিণ্* বিপদসঙ্কুল, বিঘিনিপূৰ্ণ।

**সোপধ** *বিণ্* ছলনাপূৰ্ণ **—ধি** *অব্য* ছলনাৰে।

**সোপপ্লৱ** *বিণ্* ১। বিপদেৰে সৈতে, বিপদগ্ৰস্ত, ২। শত্ৰুৰ দ্বাৰা আক্ৰান্ত ৩। গ্ৰাসকৃত, গ্ৰস্ত।

**সোপৰোধ** *বিণ্* ১। বাধাপ্ৰাপ্ত, অৱৰুদ্ধ ২। অনুগৃহীত **—ধং** *অব্য* সম্মানেৰে, বাধিতভাৱে।

**সোপসৰ্গ** *বিণ্* ১। বিপদগ্ৰস্ত, দুৰ্দশাগ্ৰস্ত, ২। ভূত পিশাচৰ দ্বাৰা আক্ৰান্ত, ভূতে পোৱা বা ধৰা, (ব্যাক) উপসৰ্গ সহিত।

**সোপহাস** *বিণ্* উপহাসপূৰ্ণ, হাঁহিয়াত **—সং** *অব্য* উপহাসেৰে, ঠাট্টাপূৰ্ণ হাঁহিৰে।

**সোপাকঃ** নীচ জাতৰ লোক।

**সোপাধি, —ধিক** *বিণ্* (উপাধিনা সহ ৱৰ্তমানঃ) ১। উপাধিযুক্ত ২। সীমিত, সীমিত গুণসম্পন্ন ৩। (ন্যায়) বিশিষ্ট গুণসম্পন্ন।

**সোপানং** *ক্লী* (উপানং উপৰি গমনং তেন সহ ৱিদ্যমানং) ১। আৰোহণ, ২। খটখটী, জখলা **—পংক্তিঃ, —পথঃ, —মাৰ্গঃ** খটখটী থকা ৰাস্তা, পথ।

**সোভাঞ্জনঃ** *পু* শোভাঞ্জন বৃক্ষ। চজিনা গছ।

**সোমং** *ক্লী* (সু প্ৰসৱে মন) ১। স্বৰ্গ, আকাশ, ২। ভাতৰ মাড়, **—মঃ** *পু* ১। চন্দ্ৰ; সমুদ্ৰ মন্থনৰ সময়ত অমৃতাদি অন্যান্য বস্তুৰ লগতে চন্দ্ৰও উঠিছিল। ২৭জনী দক্ষকন্যাৰ (নক্ষত্ৰ) ভিতৰত ৰোহিণী চন্দ্ৰৰ প্ৰিয়তমা আছিল। বৃহস্পতিৰ পত্নী তাৰাৰ গৰ্ভত চন্দ্ৰৰ পুত্ৰ হ'ল বুধ। ২। কৰ্পূৰ ৩। ৰশ্মি ৪। বানৰ, ৫। কুবেৰ, ৬। যম, ৭। বায়ু, ৮। এজন বসু, মাপু ৫।২১; ৯। (সমাসৰ শেষত) প্ৰধান, মুখ্য, শ্ৰেষ্ঠ বোধাৰ্থক। ১০। আকাশ, **—কান্তং** চন্দ্ৰকান্ত মণি। **—ক্ষয়ঃ** চন্দ্ৰকলাৰ হ্ৰাস, **—গ্ৰহঃ** সোম ৰসৰ পাত্ৰ। **—জঃ** বুধ গ্ৰহ **—ধাৰা** আকাশ, **—নাথঃ** শিৱলিঙ্গ। সৌৰাষ্ট্ৰৰ বিখ্যাত সোমনাথ মন্দিৰ, য'ত দ্বাদশ জ্যোতিৰ্লিঙ্গৰ এটা বিৰাজমান। (উল্লেখযোগ্য যে গজনীৰ ৰজা/চুলতান মামুদে ১০২৪ চনত এই মন্দিৰ ধ্বংস কৰি সকলো সা-সম্পত্তি লৈ যায়। বৰ্তমান সেই ঠাইত নতুনকৈ মন্দিৰ নিৰ্মাণ কৰা হৈছে)। **—প, —পা** ১। সোম ৰস পানকৰ্তা, ২। পিতৃগণ বিশেষ। **—পতিঃ** ইন্দ্ৰ। **—পায়ী(ন্)** সোমপানকাৰী **—পুত্ৰঃ** বুধগ্ৰহ **—প্ৰভাৱঃ**

সোম যজ্ঞৰ পুৰোহিত, সংগ্ৰাহক। শ্ৰোত্ৰীয়; **—ৱন্ধুঃ** ভেঁটফুল। **—যোনিঃ** এবিধ সুগন্ধি চন্দন কাঠ। **—ৰোগঃ** তিৰোতাৰ এবিধ ৰোগ। **—ৱল্লৰী** সোমলতা **—ৱংসঃ** বুধ গ্ৰহে প্ৰৱৰ্তন কৰা চন্দ্ৰবংশ। **—ৱাসৰঃ** সোমবাৰ **—ৱৃক্ষঃ, —সাৰঃ** বগা খয়েৰ গছ। **—শকলা** এবিধ বাণ্ডী। **—সংজ্ঞং** কৰ্পূৰ,. **—সদ্** একশ্ৰেণীৰ পিতৰগণ, মনু ৩।১৯৫। **—সিদ্ধান্তঃ** ১। এখন জ্যোতিষ গ্ৰন্থ ২। বুদ্ধ এগৰাকী **—সিন্ধুঃ** বিষ্ণু **—সুৎ** সোম ৰস উলিওৱা ব্যক্তি। **—সুতা** নৰ্মদা নদী **—সূত্ৰং** শিৱলিঙ্গৰ পৰা পানী ওলোৱা নলা।

**সোমা (ন্)** *পু* চন্দ্ৰ। **—মী(ন্)** সোম যজ্ঞকাৰী **—মং** বিণ সোম যাগৰ যোগ্য বা উপযুক্ত, সোমতুল্য কোমল, মৃদু, মৰমিয়াল।

**সোল্লুণ্ঠঃ-ণ্ঠনং** ঠাট্টা, শ্লেষপূৰ্ণ, অৱজ্ঞা, বিদ্ৰূপ, তিৰস্কাৰ। **—ণ্ঠং —ণ্ঠনং** *অব্য* ঠাট্টা কৰি, বিদ্ৰূপভাৱে।

**সোষ্ম (ন্)** *বিণ* (উষ্মেণ সহ ৱৰ্তমানঃ) ১। গৰম, তপত ২। (ব্যাক) উষ্ম বৰ্ণ।

**সৌকৰ** *বিণ* গাহৰি সম্বন্ধীয়, ৰেঁতেৰা।

**সৌকৰ্য্যং** *ক্লী* ১। গাহৰিৰ দৰে ক্লেদময়তা। ২। সুবিধা, সহজসাধ্যতা, সাম্ভৱ্যতা, ৩। নিপুণতা, ৪। তৎক্ষণাৎ বনোৱা খাদ্য।

**সৌকুমাৰ্য্যং** *ক্লী* ১। কোমলতা, মৃদুতা, ২। যৌৱন।

**সৌক্ষ্ম্যং** সূক্ষ্মতা।

**সৌকশায়নিকঃ,-শায়িকঃ** *পু* এজনৰ ভালকৈ টোপনি হৈছে নে নাই সোধা ব্যক্তি।

**সৌখসুপ্তিকঃ** *পু* ১। সৌখশায়িক, ২। বৈতালিক, (ৰজাক টোপনিৰ পৰা জগাবলৈ গীত গোৱা চাৰণ)।

**সৌখিক** *বিণ* (সুখ ঠক) ১। সুখসম্বন্ধীয়, সুখোপভোগী।

**সৌখ্যং** *ক্লী* আনন্দ, সুখ, উপভোগ, তৃপ্তি।

**সৌগতঃ** *পু* বৌদ্ধ সন্ন্যাসী **—তিকঃ** ১। বৌদ্ধ সন্ন্যাসী ২। নাস্তিক **—তিকং** নাস্তিকতাবাদ, অবিশ্বাস, সন্দেহ।

**সৌগন্ধং** *ক্লী* ১। গন্ধ মাধুৰ্য্য, ২। এবিধ তৃণ, গান্ধবিৰিণা, **—ন্ধিকং** ১। ভেঁট ফুল ২। নীলোৎপল ৩। এবিধ সুগন্ধি ঘাঁহ। ৪। পদ্মৰাগ মণি।

**সৌচিঃ, —চিকঃ** *পু* দৰ্জী।

**সৌজন্যং** *ক্লী* (সুজনস্য ভাৱঃ ন্যৎ) ১। সৌজন্য, সাধুতা, ভদ্ৰতা, ২। মত্মনুভৱতা ৩। দয়ালুতা, ৪। বন্ধুত্ব, মিত্ৰতা।

**সৌণ্ডী** জলকীয়া।

**সৌতিঃ** *পু* (সুতস্যাপত্যমিতি অণ্) কৰ্ণ।

**সৌত্যং** *ক্লী* সাৰথি পদ।

**সৌত্ৰ** *বিণ* ১। সূত্ৰ সম্বন্ধীয় ২। (ব্যাকৰণাদি) সূত্ৰত থকা বা উল্লেখ কৰা; ব্যাকৰণৰ সূত্ৰত থকা কৃত্ৰিম ধাতু বিশেষ। **—ত্ৰঃ** ব্ৰাহ্মণ।

**সৌত্ৰামণি** *স্ত্ৰী* (সুত্ৰামা ইন্দ্ৰো দেৱতা অস্যা ইতি সুত্ৰামন অণ্ ঙীষ্) ১। এবিধ যজ্ঞ।২। পূৱ দিশ।

**সৌদামনী** *স্ত্ৰী* (সুদামা মেঘঃ পৰ্ৱতো বা ইতি অণ্) বিদ্যুৎ **—মিনী** ১। বিদ্যুৎ ২। এজনী অপসৰা।

**সৌদায়িকং** *ক্লী* (সুদায়েভ্য আগত ইতি ঠক) ১। পিতৃ, মাতৃ অথবা স্বামী কুলৰ পৰা পোৱা ধন-সম্পত্তি।

**সৌদাসঃ** ইক্ষ্বাকুবংশীয় অযোধ্যাপতি এগৰাকী।

**সৌধং,-ধঃ** *ক্লী পু* (সুধা লেপোঽস্যেতি অণ্) ১। সুধা অৰ্থাৎ অমৃত সম্বন্ধীয়, ২। চূণ-চুৰ্কী লগোৱা **—ধং** *ক্লী* ১। চূণ কাম কৰা প্ৰাসাদ। ২। ডাঙৰ অট্টালিকা ৩। ৰূপা ৪। সঘনাই ৰং বদলি হৈ থকা এবিধ মূল্যৱান পাথৰ, 'অপেল'। **—কাৰঃ** মিস্ত্ৰি, **—ৱাসঃ** অট্টালিকা।

**সৌধাৰঃ** *পু* নাটকৰ চৈধ্যটা অংশৰ এটা।

**সৌধালং** *ক্লী* শিৱ মন্দিৰ।

**সৌন** *বিণ* কচাই সম্বন্ধীয়, কচাইখানাত হোৱা। **—নং** কচাইখানাৰ মাংস। **—নিকঃ** কচাই। মনু ৪।৮৬।

**সৌনন্দং** বলৰামৰ গদা, হব ৯।৬৩; **—ন্দী(ন্)** বলৰাম।

**সৌন্দৰ্য্যং** *ক্লী* সুন্দৰতা, মাধুৰ্য্য।

**সৌপৰ্ণং** *ক্লী* ১। শুকান আদা, ২। মৰকত ৩। গৰুড়াস্ত্ৰ।

**সৌপৰ্ণেয়ঃ** গৰুড়।

**সৌপ্তিক** *বিণ* (সুপ্তিকালে ভৱ ইতি ঠঞ্) ১। নিদ্ৰা সম্পৰ্কীয়, ২। নিদ্ৰাজনক, **—কং** *ক্লী* ৰাত্ৰিমাৰণ, ৰাত্ৰিযুদ্ধ, ৰাতিৰ আক্ৰমণ বা আঘাত। **—পৰ্ৱ(ন্)** মহাভাৰতৰ দশম পৰ্ব। এই পৰ্বত, কৌৰৱ সেনাপতি কৃপ, অশ্বত্থামা আৰু কৃতবৰ্মাই ৰাতি পাণ্ডৱ শিবিৰত সোমাই গভীৰ টোপনিত পৰি থকা অসংখ্য পাণ্ডৱ সৈন্যক হত্যা কৰাৰ কাহিনী আছে।

**সৌৱলঃ** *পু* শকুনি মামা।

**সৌৱলী,-লেয়ী** *স্ত্ৰী* গান্ধাৰী।

**সৌভং** ৰজা হৰিশ্চন্দ্ৰৰ ৰাজধানী।

**সৌভগং** *ক্লী* সৌভাগ্য, সুখ, উন্নতি, সমৃদ্ধি, ধন সম্পত্তি।

**সৌভদ্রঃ,-সৌভদ্রেয়ঃ** সুভদ্রাৰ পুত্ৰ অভিমন্যু।

**সৌভাগ্যং** *ক্লী* (সুভগায়ৈ হিতমিতি অণ্) ১। সেন্দুৰ ২। সুৰগা, ৩। সুভাগ্য, পতি পত্নীয়ে লাভ কৰা সুখ সমৃদ্ধি। প্ৰিয়েষু সৌভাগ্যফলতা হি চাৰুতা, কু ৫।১; ৪। সৌন্দৰ্য্য, মাধুৰ্য্য, ৫। ঐশ্বৰ্য্য ৬। অবৈধব্য, ৭। (জ্যোতিষ) গ্ৰহৰ যোগ বিশেষ; ৮। এবিধ ব্ৰত; **—চিহ্নং** সধৱাৰ চিন, কপালৰ সেন্দুৰ। **—তন্তুঃ** বিৱাহৰ সময়ত স্ত্ৰীয়ে পিন্ধা হাৰ বিশেষ, মঙ্গলসূত্ৰ। **—তৃতীয়া** ভাদ মাহৰ শুক্লা তৃতীয়া **—দেৱতা** মঙ্গলবৰ্ষী দেৱতা। **—ৱায়নং** মিষ্টান্নৰ নৈবেদ্য।

**সৌভিকঃ** *পু* যাদুকৰ, বেজ।

**সৌভ্ৰাত্ৰং** *ক্লী* সুভাতৃত্ব, বিশ্বভাতৃত্ব।

**সৌমনস** *বিণ্* ১। মনে ধৰা, মনোমত ২। ফুল সম্বন্ধীয় **—সং** ১। মহানুভৱতা, সৌজন্য, দয়ালুতা, ২। তৃপ্তি, আনন্দ। **—সা** জায়ফলৰ বাকলি। **—স্যং** ১। মানসিক তৃপ্তি, আনন্দ, ২। শ্ৰাদ্ধত পিণ্ডদানৰ অন্তত পুৰোহিতৰ হাতত অৰ্পণ কৰা ফুল। **—স্যায়নী** মালতী ফুলৰ কলি।

**সৌমায়নঃ** *পু* বুদ্ধৰ গোত্ৰীয় নাম।

**সৌমিক** *বিণ্* সোমৰস সম্বন্ধীয়, চন্দ্ৰ সম্পৰ্কীয়, চান্দ্ৰ।

**সৌমিত্ৰঃ, –ত্ৰিঃ** *পু* সুমিত্ৰা নন্দন লক্ষ্মণ। উ ৬।৪৫।

**সৌমিল্লঃ** *পু* কালিদাসৰ পূৰ্বৰ এজন নাট্যকাৰ।

**সৌমেচকং** *ক্লী* সোণ।

**সৌমেধিকঃ** *পু* (সুমেধয়া নিবৃত্তঃ ইতি ঠক) মুনি, ঋষি, অলৌকিক জ্ঞানসম্পন্ন পুৰুষ।

**সৌমেৰুক** *বিণ্* সুমেৰু সম্পৰ্কীয় **—কং** সোণ।

**সৌম্য** *বিণ্* (সোমো দেৱতা অস্য ট্যণ্) ১। মনোজ্ঞ, শান্ত, ধীৰ, স্থিৰ, ২। সোমৰস গুণসম্পন্ন, ৩। সোম যজ্ঞ সম্বন্ধীয় ৪। সুন্দৰ, সুঠাম, কোমল, ৫। মাঙ্গলিক **—ম্যঃ** *পু* (সোমস্যাপত্যং য্যঞ) ১। বুধ গ্ৰহ, ২। ব্ৰাহ্মণৰ প্ৰতি যোগ্য সম্বোধন; ব্ৰাহ্মণ, ৩। ডিমৰু গছ, ৪। পিত্ত ৰস ৫। সৌম্যকৃচ্ছ্ৰ ব্ৰত ৬। নখন ভূখণ্ডৰ এখন। ৭। পিতৃগণ, ৮। ৰাশি চক্ৰৰ ছয়টা সম ৰাশি– বৃষ, কৰ্কট, কন্যা, বৃশ্চিক, মকৰ আৰু মীন ৰাশি। **—কৃচ্ছ্ৰঃ** এবিধ ব্ৰত। **—গন্ধী** বগা গোলাপ। **—গ্ৰহঃ** শুভগ্ৰহ। পাপগ্ৰহ লগত নথকা বুধ, বৃহস্পতি আৰু শুক্ৰগ্ৰহ। **—ধাতুঃ** কফ। **—ৱাৰঃ-ৱাসৰঃ** বুধবাৰ।

**সৌম্যা** ১। দুৰ্গা, 'সৌম্যা সৌম্যতৰাশেষ সৌম্যেভ্যস্তু অতি সুন্দৰী' —শ্ৰীচণ্ডী, ২। গুঞ্জা, ৰুদ্ৰজটা, ব্ৰাহ্মী, মল্লিকা আদি গছ লতা। **—ম্যাঃ** বহুব মৃগশিৰা নক্ষত্ৰৰ মূৰত থকা পাঁচটা তৰা।

**সৌৰ** *বিণ্* (সূৰ্য্যস্যায়মিতি সূৰ অণ্) ১। সূৰ্য্য সম্বন্ধীয়, ২। সূৰ্য্যৰ প্ৰতি অৰ্পিত, ৩। স্বৰ্গীয়, ঐশ্বৰিক, ৪। সুৰা সম্বন্ধীয় **—ৰং** ঋগবেদৰ সূৰ্য্যসূক্তৰ মন্ত্ৰ **—ৰঃ** ১। সূৰ্য্যোপাসক, ২। শনি গ্ৰহ, ৩। সৌৰ মাহ, সৌৰ দিন। ৪। এখন উপপুৰাণ **—জঃ** তুম্বুৰু বৃক্ষ। **—নক্তং** এবিধ ব্ৰত।

**সৌৰথঃ** বীৰ, যোদ্ধা।

**সৌৰভং** *ক্লী* (সৌৰভমস্তীতি অচ) কুঙ্কুম। **—ভী, ভেয়ী** ১। গাই গৰু, ২। কামধেনু সুৰভীৰ পুত্ৰী।

**সৌৰভেয়ঃ** ষাঁড় গৰু।

**সৌৰভ্যং** *ক্লী* ১। সুগন্ধ, মধুৰ গন্ধ, সৌন্দৰ্য্য, মনোগ্ৰাহিতা, ২। সচ্চৰিত্ৰ, যশ, খ্যাতি।

**সৌৰসেনাঃ** এজন ৰাজা আৰু তাৰ প্ৰজা। **—নী** এবিধ প্ৰাকৃত।

**সৌৰসৈন্ধৱঃ** *বিণ.* আকাশীগঙ্গা সম্বন্ধীয়, গাঙ্গেয়। **—ৱঃ** সূৰ্য্যৰ এটা ঘোঁৰা।

**সৌৰাজ্যং** ভাল চৰকাৰ। উৎকৃষ্ট শাসন।

**সৌৰাষ্ট্ৰং** *ক্লী* পিতল, কাঁহ। **—ষ্ট্ৰঃ** এখন ৰাজ্য, গুজৰাট (বহুব) গুজৰাটৰ অধিবাসী। **—ষ্ট্ৰকঃ** এবিধ কাঁহ।

**সৌৰাষ্ট্ৰিকং** এবিধ বিহ।

**সৌৰিঃ** *পু* ১। শনি গ্ৰহ, ২। অসন বৃক্ষ ৩। সূৰ্য্যোপাসক।

**সৌৰিকঃ** *পু* (সুৰেভ্যো হিতঃ সুৰ ঠক) ১। স্বৰ্গ, ২। মদ বেপাৰী।

**সৌৰী** *স্ত্ৰী* সূৰ্য্যপত্নী।

**সৌৰীয়** *বিণ্* সৌৰ, সূৰ্য্যৰ উপযুক্ত।

**সৌলভ্যং** ১। সহজলভ্যতা, ২। সহায়, সুবিধা।

**সৌল্বিকঃ** কাঁহ-পিতলৰ কাম কৰা মানুহ, মৰিয়া।

**সৌৱ** *বিণ্* (স্ব অণ্) নিজৰ সম্পত্তি সম্বন্ধীয়। **—ৱং** শাসন।

**সৌৱগ্ৰামিক** *বিণ্* নিজৰ গাৱঁৰ।

**সৌৱৰ** *বিণ্* (স্বৰ অণ্) একে সুৰৰ।

**সৌৱৰ্চল** *বিণ্* (সুরর্চল দেশে ভৱ ইতি অণ্) সুর্বচল দেশীয়, অথবা সেই দেশৰ পৰা অহা **—লং** সেই দেশৰ নিমখ।

**সৌৱৰ্ণ** *বিণ্* ১। সোণ বৰণীয়া ২। এক স্বৰ্ণ ওজন পৰিমাণৰ।

**সৌৱস্তিক** *বিণ্* (স্বস্তি তৎ কৰণে সাধুঃ) স্বস্তি সম্বন্ধীয় **—কঃ** পুৰোহিত।

**সৌৱাস্তৱ** *বিণ্* সুন্দৰ স্থানত নিৰ্মাণ কৰা (গৃহাদি)।

**সৌৱিদঃ,–দল্লঃ** *পু* অন্তেষপুৰৰ পৰিচাৰক।

**সৌৱীৰং** *ক্লী* ১। বগৰিফল, ২। টেঙা ভাতৰ মাড় বা মণ্ড। **—ৰঃ** এখন জিলা আৰু তাৰ বাসিন্দা।

**সৌৱীৰকঃ** *পু* ১। বগৰি গছ, ২। সুবীৰৰ অধিবাসী ৩। জয়দ্ৰথ।

**সৌৱীৰাঞ্জনং** এবিধ অঞ্জন।

**সৌৱীৰ্য্যং** বীৰত্ব, পৰাক্ৰম।

**সৌশীল্যং** সুশীলতা, নৈতিক সাধুতা, সচ্চৰিত্ৰ।

**সৌশ্ৰৱসং** *ক্লী* খ্যাতি, যশস্যা।

**সৌষ্ঠৱং** *ক্লী* ১। উৎকৃষ্টতা, সৌজন্য, সৌন্দৰ্য্য, লাৱণ্য, ২। নিপুণতা, চাতুৰ্য্য, ৩। সূক্ষ্মতা, ৪। প্ৰাচুৰ্য্য।

**সৌহাৰ্দং** *ক্লী* (সুহৃদস্য ভাৱঃ ইত্যণ্) বন্ধুত্ব, মিত্ৰতা, মৰম, সহৃদয়তা। **—ৰ্দঃ** বন্ধুপুত্ৰ। **—ৰ্দ্যং** বন্ধুত্ব, মৰম, চেনেহ, সহৃদয়তা।

**সৌহিত্যং** *ক্লী* ১। পৰিপূৰ্ণতা, ২। দয়া, বন্ধুত্ব, ৩। তৃপ্তি, সন্তুষ্টি।

**স্কন্দ্** ক) আপ্লৱে, শোষণে, গত্যাম্ (ভ্বা প স স্কন্দতি) ১। জাঁপ মাৰ, জঁপিয়াই দি, ২। উঠা, ওপৰলৈ উঠা, ওপৰলৈ জাপ মাৰ, ৩। শেষ হ, নাশ হ ৪। ওলা, বাহিৰ হ (যেনে— পুঁজ) ৫। উলিয়া, বাহিৰ কৰ, ত্যাগ কৰ, (যেনে— চকুলো)। (ণিজন্ত) স্কন্দয়তি-তে। **আ—** ১। আক্ৰমণ কৰ **পৰি—** ১। জঁপিয়াই ফুৰ ২। জঁপিয়াই পৰ, ওপৰত পৰ।

খ) সমাহ্নাতৌ (চুৰা প স স্কন্দয়তি-তে) সংগ্ৰহ কৰ, আহৰণ কৰ।

**স্কন্দঃ** *পু* (স্কন্দ্ অচ্) ১। কাৰ্ত্তিকেয়, ২। জাঁপ, লম্ফ, ৩। পাৰা, ৪। সদাশিৱ, ৫। শৰীৰ, দেহ, ৬। ৰজা, ৭। নদীতীৰ ৮। চতুৰ মানুহ। **—পুৰাণং** ওঠৰখন প্ৰধান পুৰাণৰ এখন। **—ষষ্ঠী** চ'ত মাহৰ শুক্লা ষষ্ঠীৰ দিনা কাৰ্ত্তিকেয়ৰ উদ্দেশ্যে পালন কৰা উৎসৱ।

**স্কন্দকঃ** *পু* ১। জাঁপ মাৰোতা, ২। সৈনিক।

**স্কন্দনং** *ক্লী* ১। দ্ৰৱণ, স্ৰৱণ, ৰেচন, গমন, শোষণ।

**স্কন্দাংশকঃ** পাৰা।

**স্কন্ধ্** সমাহৃতৌ (চুৰা উ স স্কন্ধয়তি-তে) সংগ্ৰহ কৰ, চয়ন কৰ, আহৰণ কৰ।

**স্কন্ধঃ** *পু* (স্কন্দতে ইতি স্কন্দ্ অসুন্ ঘঃ অন্তাদেশঃ) ১। শৰীৰৰ এটা অংশ, কান্ধ, ২। শৰীৰ, দেহ ৩। গা-গছ ৪। গছৰ ডাল, ৫। (বৌদ্ধ) পাৰ্থিৱ জ্ঞানৰ পাঁচ আকাৰ বা অৱয়ৱ। ৬। গ্ৰন্থৰ অধ্যায়। যেনে— দ্বাদশ স্কন্ধ ভাগৱত। ৭। সৈন্যৰ এটা বিভাগ, ৮। পঞ্চ জ্ঞানেন্দ্ৰিয়, ৯। দল, গোষ্ঠী, ১০। যুদ্ধ-বিগ্ৰহ, ১১। ৰজা ১২। চুক্তি ১৩। জ্ঞানী পুৰুষ ১৪। পথ, আলিবাট, ১৫। বগলী, **—চাপ** বোজা বহন কৰিবলৈ কান্ধত লোৱা বাওঁকা, সিকিয়া। **—তৰুঃ** নাৰিকল গছ। **—দেশঃ** কান্ধ। **—পৰিনিৰ্ৱাণং** (বৌদ্ধ) প্ৰাণীৰ সকলো উপাদানৰ বিনাশ **—ফলঃ** বেল গছ, নাৰিকল গছ। জৰি গছ। **—বন্দনা** মধুৰিকা লতা **—মল্লকঃ** বগলী। **—ৰুহঃ** আহঁত গছ। **—বহঃ,–বাহকঃ** ভাৰ কঢ়িওৱা বলদ। **—শাখা** গছৰ মুখ্য শাখা, ডাল **—শৃঙ্গঃ** ম'হ।

**স্কন্ধা** গছৰ ডাল, লতা।

**স্কন্ধাগ্নিঃ** *পু* খৰিৰ জুই।

**স্কন্ধাৱাৰঃ** *পু* সৈন্যস্থিতি, সৈন্যব্যূহ বিশেষ।

**স্কন্ধিকঃ** *পু* ভাৰ কঢ়িওৱা ষাঁড় গৰু।

**স্কন্ধী(ন্)** *পু* গছ।

**স্কন্ন** *বিণ্* (স্কন্দ্ ক্তঃ) ১। শুকান, ২। তলসৰা, পতিত, ৩। নিসৃত, ৪। সিঁচৰিত।

**স্কভ্** স্তম্ভে ক) (ভ্বা আ স স্কভতে) খ) (স্বা প স স্কভ্নোতি), গ) (ক্ৰ্যা প স স্কভ্নাতি) ১। সৃষ্টি কৰ, নিৰ্মাণ কৰ, ২। বাধা দি, সংযত কৰ, (ণিজন্ত স্কম্ভয়তি–তে।

**স্কম্ভঃ** *পু* (স্কম্ভ্ অচ্) ১। অৱলম্বন, খুঁটা, স্তম্ভ, ২। পৰমেশ্বৰ

**স্কম্ভনং** ওলোমাই ৰখা কাৰ্য্য।

**স্কান্দ** *বিণ্* ১। স্কন্দ সম্বন্ধীয়, ২। শিৱ সম্পৰ্কীয়, শৈৱ **—ন্দং** স্কন্দ পুৰাণ।

**স্কু** উদ্ধৃতৌ আপ্লাৱনে (ক্ৰ্যা, স্বা, উৎ স্কুনাতি, স্কুনীতে, স্কুনোতি, স্কুনুতে) ১। জঁপিয়াই যা, জাঁপ মাৰি যা, জাঁপ মাৰ, ২। উঠা, ওপৰলৈ তোল, ৩। আবৃত

কৰ, বধ কৰ, ৪। পৰাস্ত কৰ, সম্পূৰ্ণৰূপে ছিন্ন-ভিন্ন কৰ, ৫। ভাগৰ লাগ, শ্ৰান্ত হ, ৬। সুদৃঢ় কৰ, নিশ্চিন্ত কৰ।

**স্খন্দনং** *ক্লী* ১। খণ্ড-বিখণ্ড কৰণ, ২। আঘাতকৰণ, হিংসা, হত্যা কাৰ্য্য, ৩। বিৰক্তকৰণ। ক্লেশোৎপাদন।

**স্খল্** ক্ষয়ে চলে (ভ্বা প স, অ স্খলতি) ১। উজুতি খা, উজুতি খাই পৰ, পিছলি পৰ, ২। লৰাই দি, কঁপ, টলমল কৰ, ৩। স্খলিত হ, পথভ্ৰষ্ট হ, বংশভ্ৰষ্ট হ, ৪। ভুল কৰ, ৫। উত্তেজিত হ, ৬। খোলা হ, ৭। বিফল হ। টোপ টোপকৈ পৰ (ণিজন্ত) স্খলয়তি-তে।

**স্খলনং** *ক্লী* (স্খল ল্যুট) ১। পতন, অধঃপতন, ২। কম্পন, ডোলন, ৩। উজুটি খাৱন, ৪। ভ্ৰান্তি, ভুল কৰা। উচ্চাৰণ কৰোঁতে কৰা ভুল, ৫। পৰস্পৰ মৰামৰি, পিহা-পিহি।

**স্খলিত** *বিণ* (স্খল ক্তঃ) ১। পিছল খোৱা বা খাই পৰা, ২। অশুদ্ধভাৱে উচ্চাৰিত, ৩। কম্পিত, ৪। মদমত্ত, ৫। সংযত, বাধাগ্ৰস্ত, ৬। টোপটোপকৈ পৰি থকা, ৭। উত্তেজিত, **—তং** *পু* ১। উজুটি, ২। ভ্ৰান্তি ৩। ছলনা ৪। দোষ, পাপ।

**স্তক্** প্ৰতীঘাতে (ভ্বা প স স্তকতি) ১। বাধা দি, সংযত কৰ, ২। আঘাত কৰ, পিচুৱাই পঠা, দূৰ কৰ।

**স্তন্** ক) অভ্ৰশব্দে (চুৰা উ অ স্তনয়তি-তে); খ) শব্দে (ভ্বা প অ স্তনতি) ১। শব্দ কৰ, ধ্বনি তোল, প্ৰতিধ্বনি তোল, ২। চিঞৰ মাৰ, গৰ্জন কৰ, ৩। হুমুনিয়াহ কাঢ়, দীঘলকৈ উশাহ ল, আৰ্তনাদ কৰ, **নি—** শব্দ কৰ, হুমুনিয়াহ কাঢ়, শোক কৰ **ৱি—** গৰ্জন কৰ।

**স্তনঃ** *পু* (স্তন্যতে শব্দ্যতে কামুকৈঃ ইতি স্তন্ শব্দে ঘঞ্) ১। শৰীৰৰ এটা অৱয়ৱ, স্তন, পিয়াহ, ২। মাইকী জন্তুৰ ওহাৰ। **—তটং-তটঃ** পিয়াহৰ এঢলীয়া অংশ **—প, —পা, —পায়ী(ন্)** মাকৰ গাখীৰ খাই ডাঙৰ হোৱা। **—ভৰঃ** ১। মাইকী মানুহৰ দৰে স্তনযুক্ত মতা মানুহ, ২। পিয়াহৰ ভৰ। **—ভৱঃ** এবিধ যৌন-সঙ্গম ভঙ্গী। 'স্বজঙ্ঘাদ্বয়মধ্যে তু কৃত্বা যোষিৎ-পদদ্বয়ম্। স্তনৌ ধৃত্বা ৰমেৎ কামী বন্ধঃ স্তনভৰঃ স্মৃতঃ। **—মুখং —শিখাঃ** পিয়াহৰ বাঁট।

**স্তননং** *ক্লী* ১। শব্দ, ধ্বনি, ২। গৰ্জন, চিঞৰ ৩। আটাহ, আৰ্তনাদ ৪। জোৰেৰে উশাহ লোৱা কাৰ্য্য।

**স্তনন্ধয়ঃ** মাকৰ পিয়াহ খোৱা কেঁচুৱা, শি ১২।৪০।

**স্তনয়িত্নুঃ** *পু* ১। মেঘ, ২। বজ্ৰ, বিদ্যুৎ, ৩। মৃত্যু, ৪। এবিধ ঘাঁহ, ৫। অসুস্থতা, পীড়া।

**স্তনাগ্ৰং** পিয়াহৰ বাঁট, 'নিপল'।

**স্তনান্তৰং** হৃদয়।

**স্তনাভোগঃ** *পু* স্তনৰ ভৰ, স্তনৰ পৰিপূৰ্ণতা।

**স্তনিত** *বিণ* (স্তন্ ক্তঃ) ১। শব্দিত, ধ্বনিত, ২। কোলাহল পূৰ্ণ, গৰ্জিত **—তং** বজ্ৰধ্বনি, বিজুলীৰ গৰ্জন, হাত চাপৰিৰ শব্দ।

**স্তন্যং** *ক্লী* (স্তনে ভৱঃ ইতি যৎ) ১। গাখীৰ, ২। মাকৰ গাখীৰ, ৰ ২।৬৯; **—ত্যাগঃ** মাকৰ গাখীৰ এৰুৱা।

**স্তবকঃ** *পু* (ফুলৰ) থোপা, মুঠি, কোছা, মে ৭৫।

**স্তব্ধ** *বিণ* (স্তম্ভ ক্তঃ) ১। স্তম্ভিত, ২। বাধাপ্ৰাপ্ত, বদ্ধ, ৩। অচেতন, পক্ষাঘাতগ্ৰস্ত, ৪। নিস্তব্ধ, অলৰ-অচৰ, ৫। কঠোৰমনা ৬। কৰ্কশ, **—ৰোমা(ন্)** গাহৰি, বৰা; **—লোচন** থৰ লাগি চাই থকা।

**স্তব্ধতা,-ত্বং** ১। দৃঢ়তা, কঠিনতা, ২। অজ্ঞানতা, অচেতনতা, মূৰ্চ্ছা, হতচেতন অৱস্থা।

**স্তব্ধিঃ** *স্ত্ৰী* স্তব্ধতা।

**স্তভঃ** *পু* ছাগলী, ভেঁড়া।

**স্তম্বঃ** *পু* ১। এমুঠি বা একোছা ঘাঁহ। ২। একোছা শস্য। ৩। জোপোহা গছ, ৪। খুটা, স্তম্ভ, ৫। অচেতন অৱস্থা, ৬। পৰ্বত, পাহাৰ **—কৰিঃ** ধান। **—কাৰ** *বিণ* শস্যৰ মুঠি বান্ধোঁতা **—ঘনঃ,-ঘ্নঃ** ধান দোৱা কাঁচি, ধানৰ মাজত হোৱা ঘাঁহ-বন কটা দা, কাঁচি।

**স্তম্বেৰমঃ** *পু* (স্তম্ব ৰম্ অচ) হাতী, ৰ ৫।৭২

**স্তম্ভ্** ৰোধনে (ক্ৰ্যা, স্বা প স স্তভ্নাতি, স্তভ্নোতি) ১। বাধা দি, বন্ধ কৰ, দমন কৰ, ২। দৃঢ় কৰ, অলৰ-অচৰ কৰ, ৩। স্তম্ভিত কৰ, অচেতন কৰ, ৪। গৰ্ব কৰ, ফুলি উঠ। (ণিজন্ত) স্তম্ভয়তি-তে **অৱ—** হালি পৰ, বিশ্ৰাম ল, ওপৰলৈ তোল, ওলমাই ৰাখ, বাধা দি, বন্ধ কৰ। **উদ্—** সংযত কৰ, বন্ধ কৰ, **পৰ্য্যৱ—** ঘেৰি পেলা, বেৰি ৰাখ। **সং—** বন্ধ কৰ, অচেতন কৰ, প্ৰেৰিত কৰ, শান্ত হ, অলৰ-অচৰ হ, দৃঢ় হ, গী ৩।৪৩; **সমৱ—** প্ৰতিপালন কৰ, প্ৰেৰণা দি, আৰাম দি।

**স্তম্ভঃ** *পু* (স্তম্ভ্ অচ) ১। খুটা, ২। দৃঢ়তা, কাঠিন্য নিস্পন্দতা, ৩। অচেতনতা, মূৰ্চ্ছা, ৪। বাধা,

প্ৰতিবন্ধক, ৫। সংযম, দমন, ৬। অৱলম্বন, ৭। গা-গছ, ৮। অনুভূতিহীনতা ৯। মন্ত্ৰমুগ্ধতা **—কৰ** বাধাজনক, অচেতনকাৰী **—কৰঃ** বেৰা, দেৱাল। **—পূজা** ৰভাস্থলীৰ খুঁটা পোতা যাগ বা পূজা। :

**স্তম্ভকী(ন্)** চামৰাৰে তৈয়াৰী এবিধ বাদ্যযন্ত্ৰ।

**স্তম্ভনং** *ক্লী* (স্তম্ভ ল্যুট) ১। বাধাদান, প্ৰতিবন্ধন, সংযত-কৰণ, ২। অচেতনকৰণ, ৩। অৱলম্বন, ৪। **ৰক্তক্ষৰণ** বন্ধ কৰা কাৰ্য্য, ৫। ইন্দ্ৰজাল অথবা বশীকৰণ বিদ্যা।

**স্তৰ** *বিণ্* বিস্তাৰক, আবৃতকাৰী **—ৰঃ** বিস্তৰ, বিছনা, (মাটিৰ) লেপ, বিস্তাৰ।

**স্তৰণং** বিস্তাৰ কাৰ্য্য। সিঁচৰণ।

**স্তৰিমা(ন্)** বিছনা, আৰাম চকী।

**স্তৰী** *স্ত্ৰী* ১। ধোঁৱা, বাষ্প ২। **বাঁজী গাই,** ৩। চেঁউৰী গাই।

**স্তৱঃ,—স্তাৱঃ** *পু* (স্তু অপ্) প্ৰশংসা বাক্য, স্তুতি, স্তোত্ৰ, **—কঃ** ১। চাৰণ, বৈতালিক, ২। প্ৰশংসা, স্তুতি ৩। ফুলৰ থোঁপা, 'বুকে' ৩। পুথিৰ অধ্যায়, ৪। সমূহ, সমষ্টি।

**স্তৱনং** *ক্লী* প্ৰশংসা, স্তুতি।

**স্তাৱকঃ** স্তুতি গায়ক, চাৰণ।

**স্তিপ্** ক্ষৰণে (ভ্বা আ অ স্তেপতে) ১। ওলা, ২। টোপ্ টোপকৈ ওলা বা পৰ।

**স্তিভিঃ** ১। বাধা, প্ৰতিবন্ধক ২। সাগৰ, ৩। মুঠি, থোপা, কোছা।

**স্তিম্** সেকে (দিৱা প অ স্তিম্যতি স্তীম্যতি) ১। ভিজা, তিতা, সেমেকা হ। ২। **স্তম্ভিত** হ, দৃঢ় হ, অলৰ-অচৰ হ।

**স্তিমিত** *বিণ্* (স্তিম্ ক্তঃ) ১। সেমেকা, আৰ্দ্ৰ, তিতি থকা, ২। থৰ, শান্ত, দৃঢ়, স্থিৰ, অলৰ-অচৰ, স্তম্ভিত, ৩। বন্ধ, ৪। কোমল, মৃদু ৫। তৃপ্ত, সন্তুষ্ট, **—ৱায়ুঃ** বন্ধ বতাহ, স্থিৰ বায়ু। **—সমাধিঃ** স্থিৰ ধ্যান।

**স্তিভিঃ** *পু* (স্তম্ভ্ ইন্ ইৎ) ১। সমুদ্ৰ, ২। বাধা।

**স্তীৰ্ৰিঃ** *পু* (স্তৃ ক্তিন্) ১। আকাশ, ২। তেজ, ৰক্ত, ৩। এবিধ ঘাঁহ, ৪। পানী, গাখীৰ, ইন্দ্ৰ, ৬। যজ্ঞৰ পুৰোহিত, অধ্বৰ্য্যু।

**স্তু** **স্ততৌ** (অদা উ স স্তৌতি, স্তৱদি; স্তুতে, স্তুৱীতে) ১। প্ৰশংসা কৰ, স্তুতি কৰ, ২। স্তুতি গীত গা (সনন্ত) তুষ্টূৰতি–তে

**স্তুকঃ** *পু একোছা চুলি, বেণী* **—কা** *১। চুলিৰ থোঁপা বা* বেণী, ২। বলদৰ দুই শিঙৰ মাজত থকা চুলি কোছা। ৩। জঙ্ঘা, তপিনা।

**স্তুচ্** দীপ্তৌ (ভ্বা আ অ স্তোচতে) ১। উজ্জ্বল হ, দীপ্তিমান হ, ২। তৃপ্ত হ, আনন্দিত হ।

**স্তুত** *বিণ্* (স্তু ক্তঃ) ১। প্ৰশংসিত, স্তুতি কৃত।

**স্তুতিঃ** (স্তু ক্তিন্) ১। প্ৰশংসা, প্ৰশংসাগীত, স্তৱ, নৈ ৩।১১৬; ২। দুৰ্গা **—গীতং** প্ৰশংসা গীত। চাৰণ-বিলাকে গোৱা গীত। **—পদং** স্তুতিৰ বিষয় **—পাঠকঃ** স্তুতি গায়ক। **—ৱাদঃ** প্ৰশংসা বাক্য **—ব্ৰতঃ** চাৰণ, বৈতালিক।

**স্তুত্য** *বিণ্* প্ৰশংসাৰ যোগ্য, প্ৰশংসনীয়।

**স্তুনকঃ** ছাগলী।

**স্তুভ্** স্তনভ্ ক) শংসনে (ভ্বা প স স্তোভতি) ১। প্ৰশংসা কৰ, ২। পালন কৰ, পূজা কৰ।

খ) ৰোধনে (ক্ৰ্যা স্বা প স স্তুভ্নাতি, স্তুভ্নোতি) ১। বন্ধ কৰ, বাধা দি, ২। অলৰ-অচৰ কৰ, ৩। দূৰ কৰ।

**স্তুভঃ** ছাগলী।

**স্তূপ্** উচ্ছ্ৰায়ে ক) (দিৱা প স স্তূপ্যতি) খ) (চুৰা উ স স্তূপয়তি–তে) ১। স্তূপ কৰ, জমা কৰ, দ'ম কৰ, সংগ্ৰহ কৰ, ২। নিৰ্মাণ কৰ।

**স্তূপঃ** *পু* (স্তু পঃ) ১। মাটিৰ ঢিপ, দ'ম, স্তূপ, ২। বৌদ্ধ কীৰ্তিস্তম্ভ, বুদ্ধৰ স্মৃতিচিহ্ন ৰখা 'টোপ', ৩। মৰা শ দাহৰ চিতা।

**স্তৃ** প্ৰীতিৰক্ষাপ্ৰাণনে (স্বা উ স অ স্তৃণোতি–স্তৃণুতে) ১। বিস্তাৰ কৰ, বহলাই দি, ওপৰত ঢাক, ২। ছটিয়া, সিঁচৰিত কৰ, ৩। আবৃত কৰ, ৪। **তুষ্ট কৰ,** সন্তুষ্ট কৰ, তৃপ্ত কৰ। (সনন্ত) তুস্তূৰ্ষতি–তে।

**স্তৃতিঃ** *স্ত্ৰী* আৱৰণ, ঢাকনী, কাপোৰ-কানি, বিস্তাৰ।

**স্তৃহ্** বধে (তুদা উ স স্তৃহতি) আঘাত কৰ, বধ কৰ।

**স্তৃ** ছাদনে (ক্ৰ্যা উ স স্তৃণাতি, স্তৃণীতে) আচ্ছাদিত কৰ, ঢাকন দি, আবৃত কৰ।

**স্তেন্** চৌৰ্য্যে (চুৰা উ স স্তেনয়তি–তে) চুৰি কৰ, ডকাইতি কৰ, লুট কৰ।

**স্তেনঃ** *পু* চোৰ, লুটিয়াৰ, মনু ৭।৮৩; **—নিগ্ৰহঃ** চোৰৰ শাস্তি।

**স্তেপ্** ক্ষেপণে (চুৰা উ সস্তেপয়তি–তে) পঠাই দি, প্ৰেৰণ কৰ, দলিয়া, প্ৰক্ষেপ কৰ।

**স্তেমঃ** *পু* (স্তিম আৰ্দ্ৰে ঘঞ্) আৰ্দ্ৰতা, তিতা অৱস্থা, *সেমেকা ভাব।*

**স্তেয়ং** *ক্লী* (স্তেনস্য ভাবঃ ইতি যৎ) চৌৰ্য্যং, ডকাইতি, লুট। **—য়ী** (ন) চোৰ, লুণ্ঠনকাৰী।

**স্তৈ** ভূষণে (ভ্বা প স স্তায়তি) পিন্ধ, কাপোৰ পিন্ধ, অলঙ্কাৰ পিন্ধ, ভূষিত কৰ।

**স্তৈনং** *ক্লী* (স্তেনস্য চৌৰস্য ভাবঃ কৰ্ম বা ইতি অণ্) চৌৰ্য্য, চোৰৰ কাৰ্য্য, লুট।

**স্তৈমিত্যং** *ক্লী* (স্তিমিত ষ্যঞ) ১। জড়তা, শিথিলতা, ২। আৰ্দ্ৰতা ৩। অলৰ-অচৰ ভাব।

**স্তোক** *বিণ* (স্তুচ ঘঞ) ১। অলপ, অকণমান, 'স্তোকনম্ৰাস্তনাভ্যাং—', মে ৮২; ২। চুটি, ৩। কম, **—কং** *অব্য* অকণমান, অলপকৈ **—কঃ** ১। এটোপ, এক বিন্দু, ২। চাতক চৰাই **—কায়** চুঁটি-চাপৰ শৰীৰৰ, বাওনা **—কঃ** *পু* চাতক পক্ষী **—শঃ(স্)** *অব্য* অলপ অলপকৈ।

**স্তোতব্য** *বিণ* প্ৰশংসনীয়, স্তুতিযোগ্য।

**স্তোতা (ঋ)** চাৰণ, বৈতালিক।

**স্তোত্ৰং** *ক্লী* স্তব, স্তুতিগীত।

**স্তোত্ৰিয়ঃ-য়া** এবিধ কবিতা বা শ্লোক।

**স্তোভঃ** *পু* (স্তুভ ঘঞ) ১। প্ৰতিবন্ধক ২। বিৰতি, ৩। অপমান, ৪। স্তুতি, ৫। সামবেদৰ এটা বিভাগ; সামগানৰ আলাপ পূৰণৰ বৰ্ণ বিশেষ। এনে তেৰ বিধ। বাবলোকো হাউকাৰঃ, বায়ুঃ হাইকাৰ, আদিত্যঃ ঊকাৰঃ, বিশ্বেদেৱা ঔহোকাৰঃ ইত্যাদি।

**স্তোমং** *ক্লী* (স্তু মন) ১। মূৰ, ২। ধন, ৩। শস্য, ৪। লোহাৰ মুৰ থকা লাঠী **—মঃ** *পু* ১। সমূহ, সমষ্টি, ২। স্তুতি, স্তৱ, ৩। যজ্ঞ, আহুতি, যেনে— অগ্নিষ্টোম, ৪। সোম যাগ।

**স্তোম্য** *বিণ* স্তুতিযোগ্য, প্ৰশংসনীয়।

**স্ত্যান** *বিণ* (স্ত্যৈ ক্তঃ) ১। স্নিগ্ধ, কোমল, মৃদু ২। ডাঠ, ঘন ৩। স্তুপীকৃত, ৪। ধ্বনিকাৰী **—নং** *ক্লী* ১। কাঠিন্য, ঘনত্ব, ২। আলস্যতা, ৩। অমৃত, ৪। প্ৰতিধ্বনি।

**স্ত্যায়নং** স্তুপীকৰণ, একত্ৰীকৰণ।

**স্ত্যেনঃ** *পু* ১। অমৃত, ২। চোৰ।

**স্ত্যৈ** সংহতৌ, ধ্বনৌ (ভ্বা উ অ স্ত্যায়তি-তে) ১। থুপ কৰ দ'ম কৰ, একত্ৰিত কৰ, ২। বিস্তাৰ কৰ, বহলা, ৩। শব্দ কৰ, প্ৰতিধ্বনি তোল।

**স্ত্ৰী** *স্ত্ৰী* (স্ত্যায়তি গৰ্ভো যস্যাম্ইতি স্ত্যৈ ড্ৰুট ডিত্বাৎ টিলোপঃ টিত্বাৎ ঙীপ্) ১। নাৰী, তিৰোতা, মাইকী মানুহ, ২। পত্নী, মাইকী জন্তু, ৩। স্ত্ৰীলিঙ্গ ৪। স্ত্ৰীবাচক আনকেইটামান শব্দ : যোষিৎ, তন্বী, মহিলা, বনিতা, অঙ্গনা, ৰমণী, বধূ 'বালাতু প্ৰাণদা প্ৰোক্তা যুৱতী প্ৰাণধাৰিণী। প্ৰৌঢ়া কৰোতি বৃদ্ধত্বং বৃদ্ধা মৰণমাদিশেৎ।' **—কামঃ** নাৰী কামুকতা, বিবাহাভিলাষী **—কাৰ্য্য** মহিলাৰ কাম। **—কুমাৰং** স্ত্ৰী পুত্ৰ, ল'ৰা তিৰোতা **—কুসুমং** তিৰোতাৰ (মাহেকীয়া) ঋতুস্ৰাৱ। **—ক্ষীৰং** মাকৰ গাখীৰ। মনু ৫।৯ **—গ** *বিণ* স্ত্ৰী সহবাস **—গৱী** গাখীৰতী গাই। **—ঘোষঃ** ভোকমোকালি। **—ঘ্নঃ** নাৰী ঘাতক। **—চিহ্ন** মাইকী মানুহৰ চিন— লিঙ্গ, যোনি। **—চৌৰঃ** লম্পট, নাৰী ধৰ্ষণকাৰী **—জিত** তিৰোতা সেৰুৱা, 'স্ত্ৰীজিত-স্পৰ্শমাত্ৰেণ সৰ্বং পুণ্যং বিনশ্যতি', শকদ্ৰু। **—ধনং** পত্নীৰ নিজৰ সম্পত্তি। **—ধৰ্মঃ** ১। নাৰীৰ ধৰ্ম বা কৰ্তব্য। ২। ঋতুস্ৰাৱ **—ধৰ্মিণী** ঋতুমতী স্ত্ৰী। মাইকী **—নিবন্ধনং** মাইকী মানুহৰ কৰ্তব্য। ঘৰুৱা কাম কাজ। **—পৰঃ** কামুক। **—পিশাচী** পিশাচিনী। **—পুং —সলক্ষণা** মতা- মাইকী উভয়ৰে লক্ষণযুক্ত। **—পুংসৌ** মতা-মাইকী, স্বামী স্ত্ৰী **—প্ৰত্যয়ঃ** (ব্যাকৰণ) স্ত্ৰীবাচক প্ৰত্যয়, যেনে— ক্তিন্ **—প্ৰসঙ্গঃ** অত্যধিক সঙ্গম। **—প্ৰসূঃ** অকল ছোৱালী জন্ম দিয়া মাতৃ। **—প্ৰিয়ঃ** আম গছ **—বুদ্ধিঃ** মাইকী মানুহৰ বোধ শক্তি, উপদেশ **—ভোগঃ** নাৰী সম্ভোগ, সঙ্গম। **—যন্ত্ৰং** নাৰীৰূপী যন্ত্ৰ বিশেষ। **—ৰঞ্জনং** তামোল-পাণ। **—ৰত্নং** নাৰী ৰত্ন। 'স্ত্ৰীৰত্নং দুষ্কুলাদপি' **—লিঙ্গঃ** যোনি **—ৱশঃ** পত্নীৰ বশ। **—ৱিধেয়** নাৰী-শাসিত **—ৱিৱাহঃ** তিৰোতাৰ লগত বিবাহৰ চুক্তি। **—সংগ্ৰহণং** নাৰী ধৰ্ষণ, অবৈধ আলিঙ্গন। **—সভং** নাৰী সমাজ, মহিলা সমিতি **—সম্বন্ধঃ** বৈবাহিক সম্পৰ্ক। **—স্বভাৱঃ** তিৰোতাৰ স্বভাৱ-চৰিত্ৰ। **—হৰণং** নাৰী হৰণ।

**স্ত্ৰীতা-ত্বং** নাৰীত্ব।

**স্ত্ৰৈণ** *বিণ* (স্ত্ৰিয়া ইদম্ স্ত্ৰী নঞ) নাৰী সম্বন্ধীয়। নাৰীসুলভ, ৰমণীৱত ; **—ণং** নাৰীত্ব, নাৰীৰ স্বভাৱ, স্ত্ৰীলিঙ্গ। নাৰীৰ গোষ্ঠী।

**স্ত্ৰৈণতা, —ত্বং** ১। নাৰীত্ব, ২। অত্যধিক নাৰীপ্ৰেম, ৰমণীৱত্তি।

**স্থ** *বিণ* (স্থা ঘঞৰ্থে কঃ) সমাসৰ শেষত 'থকা', 'থিয়

হৈ থকা', আদি অৰ্থত। যেনে— প্ৰকৃতিস্থ, তটস্থ, অঙ্কস্থ আদি।

**স্থকৰঃ** তামোল।

**স্থগ** সংবৃত্তৌ (ভ্বা প স স্থগতি, স্থগয়তি) ১। ঢাকি ৰাখ, লুকাই ৰাখ, ২। আবৃত কৰ, পৰিপূৰ্ণ কৰ।

**স্থগ** *বিণ* (স্থগতি সংবৃণোতি আত্মানমিতি স্থগ অচ) ধূৰ্ত, ঠগ, বদমাচ।

**স্থগনং** *ক্লী* ঠগন, প্ৰবঞ্চনা।

**স্থগৰং** তামোল।

**স্থগিকা** *স্ত্ৰী* ১। ৰক্ষিতা, ২। বান্ধনী, পেটী, ৩। তামোল। পাণ ভাৰীৰ পদ।

**স্থগিত** *বিণ* লুকাই ৰখা, আবৃত, তিৰোহিত।

**স্থগী** *স্ত্ৰী* ঠগী, বটা, শৰাই।

**স্থগু** *ক্লী* কুঁজ।

**স্থণ্ডিলং** *ক্লী* (তিষ্ঠত্যস্মিন্নিতি স্থা ইলচ) ১। যজ্ঞৰ কাৰণে নিৰ্মাণ কৰা মাটিৰ ঢাপ, যজ্ঞবেদী ২। বাকৰি পথাৰ। ৩। এচপৰা মেঘ ৪। সীমা, সীমাচিহ্ন। **—শায়ী(ন্)** মুক্ত যজ্ঞবেদীত শুই থকা সন্ন্যাসী **—সিতকং** যজ্ঞবেদী।

**স্থপতিঃ** *পু* (তিষ্ঠত্যস্মিন্নিতি স্থা কঃ স্থঃ তং পাতীতি পা ৰাহুলকাৎ অতিঃ) ১। ৰজা, সম্ৰাট, ২। বাস্তুবিদ্যাত অভিজ্ঞ, 'আৰ্কিটেক্ট'। ৩। কাঠমিস্ত্ৰী ৪। ৰথ চালক, সাৰথি, ৫। কঞ্চুকী, ৬। কুবেৰ ৭। অন্তেষপুৰৰ পৰিচাৰক, ভৃত্য।

**স্থপুট** *বিণ* ১। বিষমভাৱে (ওখ-চাপৰকৈ) ওপৰলৈ তোলা, ২। বিষম বা বিপদসঙ্কুল কামত আগ বাঢ়ি যোৱা ব্যক্তি।

**স্থল্** স্থানে (ভ্বা প অক) দৃঢ়ভাৱে থিয় হ, দৃঢ় হ।

**স্থলং** *ক্লী, স্ত্ৰী* (স্থল অচ) ১। জলশূন্য কৃত্ৰিম ভূমিখণ্ড। শুকান ঠাই, ২। সাগৰৰ পাৰ, ৩। থল, ভূমি, পথাৰ, মুকলি ঠাই, ৪। ওখ ভেঁটি, ঢাপ, ৫। আস্থান ৬। তম্বু, ৭। অংশ ৮। আলোচনাৰ বিষয়, ৯। বস্ত্ৰগৃহ। **—কন্দঃ** বনৰীয়া ওল। **—কমলং,** স্থলপদুম **—কুমুদঃ** কৰৱী গছ **—পদ্মঃ** *পু* মানকচু **—বিগ্ৰহঃ** মাটিত হোৱা যুদ্ধ **—শুদ্ধিঃ** ভূমিৰ শোধন কাৰ্য্য।

**স্থলা** *স্ত্ৰী* ১। জলশূন্য কৃত্ৰিম ভূমি, ঢাপ।

**স্থলী** *স্ত্ৰী (স্থল ঙীষ্) শুকান ঠাই। জলশূন্য অকৃত্ৰিম* (প্ৰাকৃতিক) ভূমি। **—দেৱতা** *গাওঁখনৰ অধিষ্ঠাত্ৰী দেৱতা, মে ১০৬।*

**স্থলেশয়ঃ** *পু* উভচৰ প্ৰাণী।

**স্থৱিঃ** *পু* (স্থা ক্বিন্) ১। তাঁতী, ২। স্বৰ্গ, ৩। জঙ্ঘম।

**স্থৱিৰ** *বিণ* (স্থা কিৰচ ১। ধীৰ, স্থিৰ, ২। বৃদ্ধ, বুঢ়া, জৰাগ্ৰস্থ **—ৰঃ** *পু* ১। বুঢ়া মানুহ, ২। ভিখাৰী, ৩। ব্ৰাহ্মণ **—ৰা** বুঢ়ী।

**স্থৱিষ্ঠ** *বিণ* (স্থুল ইষ্ঠন) ১। অতি বৃহৎ, প্ৰকাণ্ড ২। অতি বলী।

**স্থা** স্থানে (ভ্বা উ অ তিষ্ঠতি-তে) ১। থাক, বহি থাক, থিয় হৈ থাক, ২। বাস কৰ, ৩। বন্ধ কৰ, ৪। ৰাখি থাক, ৫। সংযত হ, ৬। প্ৰাপ্য হ, ৭। জীয়াই থাক, উশাহ-নিশাহ ল, ৮। কাযত থাক, সহায় কৰ, ৯। আশ্ৰয় ল, নিৰ্ভৰ কৰ, ১০। কাম কৰ, কামত প্ৰবৃত্ত হ, সম্পাদন কৰ (নিজন্ত) স্থাপয়তি-তে (সনন্ত) তিষ্ঠাসতি। **অভি—** বাঢ়ি যা, **অধি—** ওপৰত থাক অধিকাৰ কৰ, অভ্যাস কৰ, **বাস কৰ,** দখল কৰ, জয় কৰ, পা, লাভ কৰ, শাসন কৰ **অনু—** কৰ, সম্পাদন কৰ, অনুসৰণ কৰ, অভ্যাস কৰ, কাযত থাক, সহায় কৰ, পালন কৰ, গী ৩।৩১, দান কৰ, দি, **অৱ** থাক, পালন কৰ, অপেক্ষা কৰ, **উদ—** থিয় হ, উঠ, এৰ, ত্যাগ কৰ, কষ্ট কৰ, অভ্যাস, **উপ—** কাষত থাক, ওচৰ চাপ, সাহস কৰ, শেবা কৰ, পূজা কৰ, লগ লাগ, যুক্ত হ, **প্ৰ—** প্ৰস্থান কৰ, স্থাপন কৰ, দৃঢ়ভাৱে থিয় হ, ওচৰ চাপ **প্ৰতি—** আশ্ৰয় ল, নিৰ্ভৰ কৰ, **প্ৰত্যৱ—** বিৰোধ কৰ, বাধা দি **ৱি—** থাক, বাস কৰ, বিস্তাৰ কৰ, দূৰত থাক। **ৱিপ্ৰ—** আৰম্ভ কৰ, যাত্ৰা কৰ, **ৱ্যৱ—** শৃঙ্খলাবদ্ধ কৰ, নিষ্পত্তি কৰ, আশ্ৰয় ল, **সং—** বাস কৰ, থাক, থিয় হ, **সমধি—** শাসন কৰ, প্ৰভুত্ব কৰ, **সমৱ—** থিৰ হৈ থাক, সাজু হৈ থাক। **সমা—** অভ্যাস কৰ, নিয়োগ কৰ, প্ৰয়োগ কৰ, পালন কৰ **সমুদ্—** থিয় হ, উঠ, প্ৰাণ পাই উঠ, অজ্ঞানতাৰ পৰা সাৰ পাই উঠ, **সমুপ—** ওচৰলৈ যা, আক্ৰমণ কৰ, ওচৰত থিয় হ **সম্প্ৰ—** প্ৰস্থান কৰ, যাত্ৰা কৰ, **সম্প্ৰতি—** আশ্ৰয় ল, নিৰ্ভৰ কৰ, দৃঢ়ভাৱে থিয় হ।

**স্থাণু** *বিণ* (স্থা ণুঃ) ১। দৃঢ়, ধীৰ স্থিৰ, **স্থাবৰ, অলৰ**-অচৰ **—ণুঃ** *পু* ১। শিৱ, ৰ ১১।১৩; ২। ব্ৰহ্মা, মহা ১।১।৩২; ৩। বেৰত পোতা খিলি, গজাল, ৪। জীৱক

নামৰ এবিধ গন্ধদ্ৰব্য, ৫। ডাল-পাতহীন গছ, গছৰ মূঢ়া; ৬। এবিধ অস্ত্ৰ। ৭। খুঁটা, স্তম্ভ ৮। উইৰ বাহ। **—ছেদঃ** গছ কটা মানুহ। **—ভ্ৰমঃ** খুঁটা বুলি কৰা ভুল।

**স্থাণ্ডিলঃ** *পু* ১। ভিখাৰী, ২। যজ্ঞবেদীত শুই থকা সন্ন্যাসী।

**স্থাণ্বীশ্বৰঃ** *পু* শিৱলিঙ্গ বিশেষ।

**স্থাতব্য** *বিণ* (স্থা তব্য) স্থানীয়, থাকিব লগীয়া (ঠাই)

**স্থানং** *ক্লী* (স্থা ল্যুট) ১। ঠাই, থকা ঠাই, বাসস্থান, ২। দৃঢ়, স্থাবৰ, ৩। অৱস্থা, স্থিতি, ৪। আস্থান, অৱস্থান ৫। (পদৰ শেষত) সম্বন্ধ, যেনে— ভাতৃস্থান, মাতৃস্থান। ৬। পদবি, উপাধি, ৭। দেশ, প্ৰান্ত, জিলা, নগৰ, ৮। বিষয়, ৯। উপযুক্ত ঠাই, ১০। বেদী, ১১। পৱিত্ৰ ঠাই, তীৰ্থ স্থান ১২। আস্থান, বাটত ৰাতি থকা ঠাই। ১৩। নিৰপেক্ষ অৱস্থা, ১৪। সাদৃশ্য ১৫। গ্ৰন্থৰ বিভাগ, অধ্যায়, ১৬। নটে প্ৰদৰ্শন কৰিব লগীয়া অংশ বা চৰিত্ৰ। ১৭। জিৰণি, আজৰি **—চিন্তকঃ** সৈন্যৰ ৰচদ-পাতিৰ যোগাৰ কৰা বিষয়া। **—চ্যুত** স্থানভ্ৰষ্ট, পদচ্যুত, বৰ্খাস্ত **—মাহাত্ম্যং** এখন বিশেষ ঠাইৰ মহিমা **—যোগঃ** যথাযোগ্য স্থানত নিয়োগ। **—স্থ** নিজৰ ঠাইত থকা।

**স্থানকং** *ক্লী* (স্থানমিৱেতি কন) ১। স্থান, পদ, পদবি, ২। বিশেষ নাটকীয় ঘটনাৰ অৱস্থা, ৩। ঢৌ, চৰিয়া, অৱবাহিকা, ৪। মদৰ ফেন, ৫। মন্ত্ৰ পাঠৰ এবিধ পদ্ধতি, ৬। তৈত্তিৰীয় সংহিতাৰ এটা বিভাগ।

**স্থানতঃ(স)** *অব্য* নিজৰ স্থান বা পদবি অনুসৰি, সঠিক স্থানৰ পৰা, উচ্চাৰণৰ স্থানানুসৰি।

**স্থানিকঃ** স্থানাধ্যক্ষ। যথা স্থানত বা পদবিত থকা ব্যক্তি।

**স্থানী(ন্)** ১। স্থান থকা, স্থায়ী ২। মৌলিক, মূল বা প্ৰাথমিক পদাৰ্থ। স্থলাভিষিক্ত।

**স্থানীয়** *বিণ* (স্থানায় হিতমিতি ছঃ) এখন ঠাইৰ, স্থানযোগ্য, খিলঞ্জীয়া **—য়ং** নগৰ, চহৰ।

**স্থানে** *অব্য* ১। সঁচাকৈ, দৰাচলতে, সঠিকভাৱে, ন্যায়সঙ্গতভাৱে; 'স্থানে খলু তত্ৰভৱান গ্ৰহৱৰ্মা বৰ্ণিতৱানস্য গুণান' —হৰ্ষচ ৫ম উ; ২। ইয়াৰ ঠাইত, বা সলনি, ৩। এই কাৰণে, এনে ধৰণে।

**স্থাপক** *বিণ* (স্থা ণিচ ণ্বুল্) স্থাপনকৰ্তা, সংস্থাপক, প্ৰতিষ্ঠাপক **—কঃ** ৰঙ্গমঞ্চৰ অধ্যক্ষ, মঞ্চ সঞ্চালক। মন্দিৰৰ প্ৰতিষ্ঠাতা।

**স্থাপত্যং** *ক্লী* অভিযন্তা, অট্টালিকা। **—ত্যঃ** অন্তেষপুৰৰ অধ্যক্ষ।

**স্থাপনং** *ক্লী* (স্থা ণিচ ল্যুট) ১। ৰোপণ, ২। পুংসৱন, ৩। সমাধি, ৪। সংস্থাপন, ৫। বাস, বসতি। **—না** *স্ত্ৰী* ১। স্থাপন, দৃঢ়কৰণ, সংস্থাপন, প্ৰতিষ্ঠাকৰণ, ২। আয়োজন, মঞ্চ পৰিকল্পনা, ৩। বেদী, থাপনা।

**স্থাপিত** *বিণ* (স্থা ণিচ ক্ত) নিশ্চিত, দৃঢ়ীকৃত, ন্যস্ত। সংস্থাপিত, প্ৰতিষ্ঠিত, নিৰ্মিত, নিৰ্দিষ্ট, নিৰ্দ্ধাৰিত, বিবাহিত।

**স্থাপ্য** *বিণ* (স্থা ণিচ ণ্যৎ) স্থাপনীয়, সুদৃঢ় কৰণীয়, নিৰ্দ্ধাৰণযোগ্য।

**স্থাম(ন্)** *ক্লী* (স্থা মনিন্) সামৰ্থ্য, শক্তি, পৰাক্ৰম, স্থায়িত্ব।

**স্থায়ী(ন্)** *বিণ* (তিষ্ঠতীতি স্থা ণিনিঃ) ১। থিয় হৈ থকা, (পদৰ শেষত) যেনে— চিৰস্থায়ী, ক্ষণস্থায়ী, ২। জীৱিত, বাস কৰি থকা, ৩। দৃঢ়, স্থাৱৰ, স্থিৰ, অবিকৃত (ক্লী) চিৰস্থায়ী বস্তু **—ভাৱঃ** ৰসৰ অন্তৰ্গত এটা ভাৱ। মনৰ এক বিশেষ স্থায়ী অনুভূতি। এই অনুভূতিৰ পৰা কাব্য ৰসৰ উদ্ৰেক হয়। প্ৰত্যেক ৰসৰ একোটাকৈ স্থায়ীভাৱ থাকে। যেনে— শৃঙ্গাৰ ৰসৰ স্থায়ীভাৱ ৰতি। 'ৰতিৰ্হাসশ্চ শোকশ্চ ক্ৰোধোৎসাহৌ ভয়ং তথা। জুগুপ্সা বিস্ময়শ্চেৎথামষ্টৌ প্ৰোক্তঃ শমোঽপি চ।

**স্থায়ুক** *বিণ* স্থায়ী, দৃঢ় ধীৰ, স্থাৱৰ **—কঃ** গাওঁবুঢ়া। গ্ৰামাধ্যক্ষ।

**স্থালং** *ক্লী* (স্থা অলচ) থাল। কাঁহী। ভোজন পাত্ৰ, ৰন্ধা বাচন, থালী।

**স্থালী** *স্ত্ৰী* (স্থা আলচ ঙীষ) ১। থালী, কেৰাহী, কেটলী, মাটিৰ চৰু, ২। সোম ৰস তৈয়াৰ কৰা বাচন, ৩। পেঁপা ফুল। **—পক্ব** থালীত ৰন্ধা (অন্ন)। **—পাকঃ** গৃহস্থীয়ে পালন কৰা চাতুৰ্মাস্য ব্ৰত বিশেষ। **—পুৰীষং** কেৰাহীত লাগি থকা অৱশিষ্ট বস্তু। **—পুলাকঃ** কেৰাহীত ৰন্ধা অন্ন। **—বিলং** কেৰাহীৰ ভিতৰ ভাগ।

**স্থাৱৰ** *বিণ* (তিষ্ঠতীতি স্থা ৱৰচ) ১। স্থায়ী বস্তু। লৰচৰ নকৰা বস্তু যেনে— গছ, লতা, ঘৰ আদি। জঙ্গমৰ বিপৰীত। ব্ৰহ্মাৰ সপ্তম সৃষ্টি। **—ৰং** ১। যি কোনো প্ৰাণহীন বস্তু, যেনে— মাটি, পানী, গছ, গছনি আদি, মনু ১।৪১; ২। ধনুৰ গুণ, ৩। স্থাৱৰ

সম্পত্তি, যেনে— ঘৰবাৰী, মাটি, পুখুৰী আদি। ৪। পৈতৃক সম্পত্তি। —**জঙ্গমং** চৰাচৰ, প্ৰাণী-অপ্ৰাণী।

**স্থাৱিৰ** *বিণ্* ডাঠ, ঘন, দৃঢ়, কঠিন। —**ৰং** বুঢ়া বয়স।

**স্থানকঃ** *পু* ১। পানীৰ বুৰবুৰণি ২। শৰীৰত সুগন্ধি আতৰ আদিৰ প্ৰলেপ।

**স্থাসু** *ক্লী* (স্থা সুঃ) শাৰীৰিক বল।

**স্থাস্নু** *বিণ্* (স্থা স্নুঃ) দৃঢ়, সুস্থিৰ, অলৰ, চিৰস্থায়ী, শাশ্বত, মনু ১।৫৬; যুগমীয়া।

**স্থিকঃ** *পু* তিৰোতাই কঁকালৰ তলত পিন্ধা কাপোৰ।

**স্থিত** *বিণ্* (স্থা ক্তঃ) ১। থিয় হৈ থকা, থকা, অস্তিত্বৱান, উত্থিত, ওপৰলৈ উঠা, ২। সংঘটিত, ৩। অধিকৃত, ৪। দৃঢ়কৃত, ৫। স্থিৰ মতিসম্পন্ন, ধীৰ স্থিৰ, ৬। সুসংস্থাপিত, ৭। প্ৰতিজ্ঞাত, প্ৰতিশ্ৰুতিবদ্ধ, ৮। মনোমত, প্ৰস্তুত, ৯। গতিহীন; 'স্থিতঃ স্থিতামুচ্চলিতঃ প্ৰযাতাম্—', ৰ ২।৬; —**ধী** স্থিৰমনা, স্থিৰ বুদ্ধিসম্পন্ন, শান্ত, গী ২।৫৬; —**প্ৰজ্ঞ** ১। আত্মা-অনাত্মা সম্পৰ্কে সম্যক প্ৰজ্ঞা, জ্ঞানবিশিষ্ট। 'আত্মন্যেৱাত্মনা তুষ্টঃ স্থিতপ্ৰজ্ঞস্তদুচ্যতে।' গী ২।৫৫; ২। দৃঢ়, ভ্ৰান্তিশূন্য বিবেচনা শক্তিসম্পন্ন। —**প্ৰেমা(ন্)** বিশ্বস্ত বন্ধু।

**স্থিতিঃ** *স্ত্ৰী* (স্থা ক্তিন্) ১। ন্যায্য পথত দৃঢ়ভাৱে থকা অৱস্থা। ২। মৰ্য্যাদা, ধাৰণা, সংস্থিতি, কু ১।১৮; ৩। অৱস্থান, ৰ ১।৮৯; ৪। দৃঢ়তা, ভক্তি, আসক্তি, ৫। স্বাভাৱিক অৱস্থা ৬। স্থায়িত্ব, ৭। নিয়ম পালন, ৮। জীৱনৰ তিনিটা অৱস্থাৰ (সৃষ্টি-স্থিতি-প্ৰলয়) এটা, ৯। সীমা, অৱধি, সময়সীমা, ১০। অলৰ-অচৰ অৱস্থা, ১১। গ্ৰহণৰ (গ্ৰাসৰ) অৱস্থিতি, ১২। সাধুতা, নৈতিক আচৰণ, সৌজন্য। —**স্থাপক** পূৰ্বাৱস্থালৈ ঘূৰি অহা, লেকেটা, টানিলে দীঘল হৈ আকৌ ঘূৰি অহা, যেনে স্প্ৰীং।

**স্থিৰ** *বিণ্* (স্থা কিৰচ্) ১। স্থিৰ, দৃঢ়, অলৰ-অচৰ, ২। স্থায়ী, শাশ্বত, নিত্য, ৩। শান্ত, ধীৰ মনা; ৪। কঠিন, গোটা, ডাঠ, ৫। শক্ত, ৬। ক্ৰোধশূন্য। —**ৰঃ** ১। দেৱতা, বিগ্ৰহ, ২। গছ, ৩। পৰ্বত, ৪। বাঁড় ৫। শিৱ, ৬। কাৰ্ত্তিকেয়, ৭। মোক্ষ, ৮। শনি গ্ৰহ, —**গন্ধঃ** চম্পক বৃক্ষ। —**ছদঃ** ভূৰ্জ্জ গছ। —**ছায়ঃ** গছ —**জিহ্বঃ** মাছ —**জীৱিত** শিমলু গছ। —**পুষ্পঃ** চম্পক গছ, বকুল গছ। —**প্ৰতিজ্ঞ** দৃঢ়প্ৰতিজ্ঞ, আঁকোগোঁজা —**ফলা** এবিধ লাউ। —**যোনিঃ** ছায়া দিয়া প্ৰকাণ্ড গছ। —**যৌৱনঃ** ১। চিৰযৌৱনা পৰী, ২। মায়াৰী। —**শ্ৰী** স্থায়ী সম্পত্তিৰ অধিকাৰী —**স্থায়ী(ন্)** অলৰ-অচৰ হৈ থকা, ধ্যানত থকা।

**স্থিৰতা** ১। দৃঢ়তা, দৃঢ় অৱস্থা, ২। মানসিক চাঞ্চল্যহীনতা।

**স্থিৰা** *স্ত্ৰী* (স্থা কিৰচ টাপ পৃথিৱী।

**স্থিৰায়ুঃ** *পু* শিমলু গছ।

**স্থুড্** বৃত্যাম (তুদা প স স্থুডতি) আবৃত কৰ, ঢাক।

**স্থুল** এবিধ তম্বু।

**স্থূণা** *স্ত্ৰী* (স্থা নঃ) ১। ঘৰৰ খুটা, ২। খুঁটা বা খুঁটি, ৩। লোৰ প্ৰতিমা, ৪। কমাৰৰ নিয়াৰি।

**স্থূমঃ** *পু* ১। চন্দ্ৰ, ২। দীপ্তি, উজ্জ্বলতা।

**স্থূৰঃ** *পু* (তিষ্ঠতীতি স্থা উৰণ্) ১। ষাঁড় ২। মনুষ্য —**ৰী(ন্)** ভাৰবাহী ঘোঁৰা।

**স্থূল্** বৃংহণে (চুৰা উ অ স্থূলয়তি-তে) দীঘল হ, ওখ হ, শকত হ।

**স্থূল** *বিণ্* (স্থূল অচ্) ১। দীঘল, ডাঙৰ, প্ৰকাণ্ড, শকত, মে ১০৬; ২। পেটাল, ৩। বলৱান, ৪। ডাঠ, ৫। খহটা, কৰ্কশ, ৬। মূৰ্খ, অবোধ। —**লং** ১। দ'ম, স্তূপ ২। তম্বু, ৩। পৰ্বতৰ শিখৰ —**লঃ** কঁঠাল গছ। —**কায়** শকত, মোটা, পেটুৱা। —**ক্ষেড়ঃ,-ক্ষ্বেড়ঃ** কাঁড় —**চাপঃ** কপাহ ধুনা ধনু। —**তালঃ** খেজুৰী গছ। —**ধী,-মতি** মূৰ্খ। —**নালঃ** এবিধ ডাঙৰ জাতৰ নলখাগৰি। —**নাস** চেপেটা-নকা। —**নাসঃ** গাহৰি। —**পটং** ডাঠ কাপোৰ —**পট্টঃ** কপাহ। —**পাদঃ** ১। হাতী, ২। গোধা বেমাৰী। —**ফলঃ** শিমলু গছ। —**মানং** উপৰুৱা হিচাব, থূলমূল গণনা। —**মূলং** এবিধ মূলা —**লক্ষ** ১। উদাৰ, মুক্তহস্ত। ২। জ্ঞানী —**শংস্বা** ডাঙৰ যোনি থকা তিৰোতা। —**শৰীৰং** অনিত্য, ক্ষণভঙ্গুৰ দেহ (লিঙ্গ শৰীৰৰ বিপৰীত) —**শীৰঃ(স্)** শৰীৰৰ তুলনাত ডাঙৰ মূৰ থকা। —**শীৰ্ষিকা** সৰু পৰুৱা এবিধ। (হৈঁতৰ মূৰবিলাক ডাঙৰ) —**ষট্পদঃ** ভোমোৰা, বৰল। —**হস্তং** হাতীৰ শুঁড়।

**স্থূলক** *বিণ্* বৃহৎ, ডাঙৰ, প্ৰকাণ্ড, পেটাল। —**কঃ** এবিধ নল।

**স্থূলা** *স্ত্ৰী* ডাঙৰ এলাচি। গজপিপ্পলী।

**স্থূলাংশা** *স্ত্ৰী* গন্ধপাত, তেজপাত, নৰসিংহ পাত।

**স্থূলান্ত্ৰং** পেটৰ ডাঙৰ অন্ত্ৰ, নাড়ী।

**স্থূলাস্যঃ** *পু* সাপ।

**স্থূলী (ন্)** *পু* উট।
**স্থূলৈলা** *স্ত্রী* ডাঙৰ এলাচি।
**স্থূলোচ্চয়ঃ** ১। হাতীৰ গহীন গতি, শি ১২।১৬; ২। হাতীৰ দাঁতৰ ছিদ্ৰ, ৩। মুখৰ ফোঁহা।
**স্থেমন্** দৃঢ়তা, স্থিৰতা।
**স্থেয়ঃ** *পু* ১। দুটা বিবাদী পক্ষৰ মধ্যস্থতাকাৰী, বিবাদ নিষ্পত্তিকাৰী, ২। ঘৰুৱা পুৰোহিত।
**স্থেয়ান (স)** *বিণ* (স্থিৰ ইয়সুন্) ১। স্থিৰতৰ, শাশ্বত, চিৰস্থায়ী, নিত্য।
**স্থেষ্ঠ** *বিণ* (স্থিৰ ইষ্ঠন) অতি স্থিৰ, সুস্থিৰতম।
**স্থৈৰ্য্যং** *ক্লী* (স্থিৰস্য ভাৱঃ স্থিৰ ষ্যঞ) ১। দৃঢ়তা, সুস্থিৰতা, ২। বিৰতিশূন্যতা, ৩। মানসিক নিশ্চয়তা, চাঞ্চল্যহীনতা, গী ১৩।৭; ৪। ধৈৰ্য্য, ৫। কাঠিন্য।
**স্থৌণেয়ঃ** এবিধ আতৰ।
**স্থৌৰং** *ক্লী* ১। স্থৈৰ্য্যং, ২। শক্তি, সামৰ্থ্য, ৩। (ঘোঁৰা বা গাধৰ) বহনযোগ্য বোজা।
**স্থৌৰী(ন্)** *পু* ১। ভাৰবাহক ঘোঁৰা, ২। বলৱান ঘোঁৰা।
**স্থৌল্য** *বিণ* (স্থুল ষ্যঞ) স্থূলতা, বলিষ্ঠতা।
**স্নপনং** *ক্লী* (স্না ণিচ ল্যুট) স্নান, গা ধোৱা কাৰ্য্য। 'পূজনাৎ স্নপনং শ্ৰেষ্ঠং স্নপনাত্তৰ্পণং স্মৃতম।'
**স্নপিত** *বিণ* (স্না ণিচ ক্তঃ) কৃতস্নান। গা ধুই উঠা, গীত ১২।১।
**স্নৱঃ** *পু* (স্নু প্ৰস্ৰৱণে অপ) স্ৰৱণ, ক্ষৰণ, টোপ টোপকৈ পৰা বা ওলোৱা।
**স্নসস্** নিৰাসে (ভ্বা দিৱা প স স্নসতি, স্নস্যতি) ১। বাস কৰ, বসতি কৰ, বসবাস কৰ, ২। (মুখৰ পৰা) বাহিৰ কৰ, প্ৰত্যাখ্যান কৰ।
**স্না** স্নানে (অদা প অ স্নাতি) ১। গা ধো, স্নান কৰ। ২। (গুৰুগৃহ ত্যাগ কৰিবৰ সময়ত) স্নান কৰ (ণিজন্ত) স্নাপয়তি-তে। (সনন্ত) সিস্নাসতি। **অপ—** শোক কৰাৰ বা অশৌচৰ বা শ্মশানৰ পৰা অহাৰ পিচত স্নান কৰা। **নি—** ভালকৈ বুৰিয়াই বা গভীৰতাত প্ৰবেশ কৰি স্নান কৰ অৰ্থাৎ শাস্ত্ৰত পাৰ্গত হ। (শাস্ত্ৰনিষ্ণাত)।
**স্নাত** *বিণ* (স্না ক্তঃ) কৃতস্নান, গা ধুই উঠা।
**স্নাতকঃ** *পু* (স্না কন্) ১। শিক্ষা সাং কৰাৰ পিচতে গুৰুগৃহত সমাৱৰ্তন সংস্কাৰ সম্পাদন কৰা ব্ৰহ্মচাৰী শিষ্য, ২। গৃহস্থাশ্ৰমত প্ৰৱেশ কৰা দ্বিজ। ৩। ব্ৰাহ্মণ ভিক্ষু।
**স্নানং** *ক্লী* (স্না ল্যুট্) ১। গা ধোৱা কাৰ্য্য, অভিষেক, অৱগাহন, 'স্নানং পৱিত্ৰমায়ুষ্যং শ্ৰমস্বেদমলাপহম।' ২। তীৰ্থস্নান, ৩। বিগ্ৰহ স্নান, মহাস্নান, দেৱতা প্ৰতিমাক স্নান কৰোৱা কাৰ্য্য, **—দ্ৰোণী** গা ধোৱা ডাঙৰ চৰিয়া, 'টাব'। **—যাত্ৰা** জেঠ মাহৰ পূৰ্ণিমাৰ দিনা শ্ৰীবিষ্ণু মহাস্নানৰ এটা বিশেষ পৰ্ব। **—বিধিঃ** স্নানৰ নিয়ম।
**স্নানীয়** *বিণ* (স্নানায় হিতম ইতি ছঃ) স্নানযোগ্য। অভিষেকৰ যোগ্য, *(ক্লী)* স্নানৰ উপকৰণ দ্ৰব্য।
**স্নাপকঃ** *পু* গৰাকীক গা ধুৱাই দিয়া বা গাধোৱা বস্তুৰ যোগান ধৰা ভৃত্য।
**স্নায়ুঃ** *স্ত্ৰী* (স্না বাহুলকাৎ উন যুক) ১। বায়ুবাহক নাড়ী, স্নায়ু, মাংসপেশী, ২। ধনুৰ গুণ।
**স্নাৱঃ-ৱা(ন্)** *পু* স্নায়ু।
**স্নিগ্ধ** *বিণ* (স্নিহ্ ক্তঃ) ১। স্নেহযুক্ত, কোমল, মৃদু, ২। মৰমিয়াল, ৩। তেলান, ৪। উজ্জ্বল, চিকমিকিয়া ৫। আঠালেতীয়া ৬। সেমেকা, তিতা, ৭। শীতল ৮। ডাঠ, ঘন ৯। মনোৰম, মনোগ্ৰাহী **—ঙ্কং** ১। তেল, ২। মৌচাকৰ মম, ৩। দীপ্তি, উজ্জ্বলতা, ৪। কঠিনতা, কৰ্কশতা **—ঙ্কঃ** বন্ধু, ১। মৰমলগা ব্যক্তি, ২। এড়া গছ। ৩। এবিধ সৰল গছ। **—তণ্ডুলঃ** সোনকালে হোৱা এবিধ ধান। **—দৃষ্টি** একেথৰে চাই থকা।
**স্নিগ্ধতা** *স্ত্ৰী* কোমলতা, স্নেহশীলতা, তৈলাক্ততা।
**স্নিগ্ধা** *স্ত্ৰী* মজ্জা।
**স্নিহ্** স্নেহে (দিৱা প অ স্নিহ্যতি) ১। মৰম লগা, মৰম কৰ, ভাল পা, স্নেহশীল হ, ২। আসক্ত হ, ৩। সন্তুষ্ট হ, ৪। কোমল হ, (ণিজন্ত) স্নেহয়তি-তে।
**স্নু** প্ৰস্ৰৱণে (অদা প অ স্নৌতি) ১। টোপ টোপকৈ পৰ, ২। লাহে লাহে বৈ যা, বা ওলা।
**স্নু** *পু ক্লী* (স্নু ডুঃ) মালভূমি, পৰ্বতৰ ওপৰৰ সমান ঠাই। *(স্ত্ৰী)* স্নায়ু, মাংসপেশী।
**স্নুত** *বিণ* বৈ যোৱা (যেনে— তেজ, পূঁজ), টোপ টোপকৈ পৰা।
**স্নুষা** *স্ত্ৰী* বোৱাৰী, পুত্ৰবধূ।
**স্নুহ্** ৱমনে (দিৱা প স স্নুহ্যতি) বমি কৰ, বমি কৰি বাহিৰ কৰ।
**স্নেহঃ** *পু* (স্নিহ্ ঘঞ) ১। চেনেহ, মৰম, প্ৰেম, ভালপোৱা ২। তৈলাক্ততা, তেলতেলীয়া ভাৱ ৩।

চৰ্বি, তেল, ৪। শৰীৰৰ ৰস, যেনে— বীৰ্য্য। ৫। ৰস, জীপনি। **—ছেদঃ —ভঙ্গঃ** বন্ধুবিচ্ছেদ। **—পূৰ্ব্বং** *অব্য* মৰমেৰে, চেনেহেৰে, **—প্ৰিয়ঃ** তেলৰ চাকি, প্ৰদীপ **—বীজঃ** পিয়ালবৃক্ষ। **—ভূঃ** কফ, শ্লেষ্মা, *(স্ত্ৰী)* স্নিগ্ধভূমি **—ৰঙ্গঃ** তিল **—ৰস্তিঃ** তেলৰ বস্তি, 'এনিমা' **—ৰিদ্ধং** দেৱদাৰু **—ৰিমৰ্দিত** তেল ঘঁহা (শৰীৰ) **—ব্যক্তি** বন্ধুত্বৰ প্ৰকাশ।

**স্নেহা(ন্)** *পু* (স্নিহ্ কনিন্) ১। বন্ধু, ২। চন্দ্ৰ, ৩। এবিধ ৰোগ।

**স্নেহনং** *ক্লী* (স্নিহ্ ল্যুট্) ১। তৈলমৰ্দন, তেল ঘঁহন, ২। বিনাশ সাধন, ৩। কোমলোৱা ঔষধ মলম, মালিচৰ তেল।

**স্নেহিত** *বিণ্* (স্নিহ্ ক্তঃ) ১। মৰমিয়াল, দয়ালু, মৰম লগা, ২। তৈলমৰ্দিত, তৈলাক্ত। **—তঃ** বন্ধু, চেনেহৰ লোক।

**স্নেহী(ন্)** ১। আসক্ত, মৰমিয়াল, বন্ধুত্বপূৰ্ণ, ২। তেলতেলীয়া। *(পু)* ১। বন্ধু, গা মালিচ কৰোঁতা, ২। চিত্ৰশিল্পী।

**স্নেহুঃ** (স্নিহ্ উঃ) ১। এবিধ বেমাৰ, ২। চন্দ্ৰ।

**স্পন্দ্** ঈষৎকম্পে (ভ্বা আ অক স্পন্দতে) ১। কঁপ, কঁপি থাক, টিপটিপা, ২। কঁপা, লৰাই দি, ৩। যা গমন কৰ। **—ৰি** ঘুৰি ফুৰ, চেষ্টা কৰ, যত্ন কৰ।

**স্পন্দঃ** *পু* (স্পন্দ ঘঞ্) ঈষৎ কম্পন, ধপ্ধপনি,

**স্পন্দনং** *ক্লী* (স্পন্দ ল্যুট্) ১। কঁপনি, ধপধপনি, ২। প্ৰস্ফুৰণ, গৰ্ভৰ ভিতৰত ভ্ৰূণৰ লৰচৰকৰণ।

**স্পন্দিত** *বিণ্* (স্পন্দ্ ক্তঃ) ১। কম্পিত, ২। গত **—তং** ধপধপনি, কঁপনি।

**স্পৰ্ধ** সংঘৰ্ষে (ভ্বা আ স স্পৰ্ধতে) ১। স্পৰ্ধা কৰ, বা দেখুওৱা, প্ৰতিশোধ ল, প্ৰতিদ্বন্দ্বী হ, ২। প্ৰত্যাহ্বান জনা, ফেৰ পাত, অৱজ্ঞা কৰ।

**স্পৰ্ধা** *স্ত্ৰী* (স্পৰ্ধ টাপ) ১। শত্ৰুতা, অৰিয়াঅৰি, অৱজ্ঞা, প্ৰত্যাহ্বান, ২। হিংসা, ঈৰ্ষা, ৩। প্ৰতিদ্বন্দ্বিতা।

**স্পৰ্ধী(ন্)** *বিণ্* অৱজ্ঞাকাৰী, ঈৰ্ষাকাৰী, প্ৰতিদ্বন্দ্বী, শত্ৰু, গৰ্বী, অহঙ্কাৰী।

**স্পৰ্শ** শ্লেষে, গ্ৰহণে (চুৰা আ স স্পৰ্শয়তে) ১। গ্ৰহণ কৰ, ল, স্পৰ্শ কৰ, ২। সংযোগ কৰ, লগ লগা, ৩। আলিঙ্গন কৰ, সাৰটি ধৰ।

**স্পৰ্শঃ** *পু* (স্পৰ্শ ঘঞ্) ১। পৰশ, সংযোগ, ২। মুখামুখি, অৰিয়াঅৰি ৩। অনুভূতি, *স্পৰ্শানুভূতি, ৪। স্পৰ্শ গুণ, ৫। স্পৰ্শ বৰ্ণ। 'ক'ৰ পৰা 'ম' লৈ বৰ্ণকেইটা।* ৬। ৰোগ, অসুস্থতা, ক্ৰোধ, ৭। দান, উপহাৰ, ৮। বতাহ, বায়ু ৯। আকাশ, ১০। যৌনসঙ্গম। **(—ৰ্শা)** *স্ত্ৰী* ব্যভিচাৰী তিৰোতা। **—মণিঃ** পৰশ পাথৰ। **—মণিপ্ৰভৱং** পৰশমণিৰ দ্বাৰা উৎপন্ন সোণ। **—লজ্জা** লাজুকী লতা **—ৱেদ্য** স্পৰ্শ কৰি জানিব পৰা বা বুজিব পৰা **—সঞ্চাৰী(ন্)** সংক্ৰামক, স্পৰ্শৰ পৰা উদ্ভৱ হোৱা (ৰোগ) **—স্নানং** চন্দ্ৰ বা সূৰ্য্য গ্ৰহণৰ সময়ত কৰা স্নান। **—স্পন্দঃ—স্যন্দঃ** ভেকুলী।

**স্পৰ্শন** *বিণ্* ১। স্পৰ্শকাৰী, ২। প্ৰবৃত্তিকাৰী, ৩। দুখকাৰী, **—নং** ১। স্পৰ্শ, পৰশ, অনুভূতি ২। স্পৰ্শেন্দ্ৰিয় ৩। দান, উপহাৰ।

**স্পৰ্ষ্টা (ঋ)** ৰোগ।

**স্পশ্** গ্ৰন্থৰাধয়োঃ (ভ্বা উ স স্পশতি-তে) ১। সম্পাদন কৰ, গাত ল, ভাৰ ল, ২। বাধা দি, ৩। সংযোগ কৰ, সূতাৰে লগ লগা, ৪। স্পৰ্শ কৰ, ৫। চা, ভালকৈ অনুভৱ কৰ, লুকাই দৰ্শন কৰ।

**স্পশঃ** *পু* (স্পশ্ পচাদ্যচ্) ১। চোৰাংচোৱা, গুপ্তচৰ, ২। যুদ্ধ, সমৰ, ৩। পুৰস্কাৰৰ লোভত জন্তুৰ লগত যুদ্ধ কৰোঁতা।

**স্পষ্ট** *বিণ্* (স্পশ ণিচ ক্তঃ) ১। সুস্পষ্ট, ফট্ফটীয়া, প্ৰকাশ্য, সৰল, ২। সঠিক, সঁচা, ৩। প্ৰস্ফুটিত, প্ৰফুল্লিত, বিস্তৃত। **—ষ্টং** *অব্য* ফট্ফটীয়াকৈ, সৰলভাৱে **—গৰ্ভা** গৰ্ভৰ লক্ষণ স্পষ্ট হোৱা তিৰোতা। **—প্ৰতিপত্তিঃ** স্পষ্ট অনুভূতি। **—ভাষী(ন্)** **—ৱক্তা (ঋ)** অকপট বক্তা, স্পষ্টবাদী।

**স্পৃ** প্ৰীতিৰক্ষা পালনে (স্বা প স স্পৃণোতি) ১। ৰক্ষা কৰ, পালন কৰ, দান দি, তৃপ্তি কৰ, ২। বাস কৰ, জীয়াই থাক।

**স্পৃক্কা** এবিধ জঙ্গলী লতা।

**স্পৃশ্** স্পৃশি (তুদা প স স্পৃশতি) ১। স্পৰ্শ কৰ, ছুই দি, ২। পানীৰে ধো, মনু ২।৬০; ৩। লাগি ধৰ, ৪। যা, ওচৰলৈ যা, ৫। পা, লাভ কৰ (নিজন্ত) স্পৰ্শয়তি-তে। **অভি—** স্পৰ্শ কৰ; **উপ—** ১। পানীৰে মুখ-হাত ধো বা পানী ছটিয়া। ২। আচমন কৰ, মুখত পানী ল, মুখ ধো। **সং—** পানী ছটিয়া সংযোগ কৰ, লগ লগা।

**স্পৃশ্** *বিণ্* (পদৰ শেষত) স্পৰ্শ কৰা, ভেদ কৰা। *যেনে— মৰ্মস্পৃশ, হৃদয়স্পৃশ।*

**স্পৃষ্ট** *বিণ্* (স্পৃষ ক্ত) ১। পৰশ লগা, হাতেৰে ছোৱা লাগি ধৰা, সংস্পৰ্শ হোৱা, ২। দূষিত, কলুষিত। স্পৃষ্ট বৰ্ণ, 'ক ৰ ম' লৈ ব্যঞ্জন বৰ্ণ পঁচিশটা।

**স্পৃষ্টিঃ–ষ্টিকা** *স্ত্রী* স্পৰ্শ, সংযোগ।

**স্পৃহ্** ঈপ্সে (চুৰা উ স স্পৃহয়তি-তে) ইচ্ছা কৰ, অভিলাষ কৰ, আশা কৰ, বাসনা কৰ।

**স্পৃহণং** *ক্লী* (স্পৃহ ল্যুট) বাসনা, স্পৃহা।

**স্পৃহণীয়** *বিণ* (স্পৃহ অনীয়ৰ) বাঞ্ছনীয়, ঋতু ১।১; ঈৰ্ষাযোগ্য, কু ৭।৬০।

**স্পৃহয়ালু** *বিণ* (স্পৃহ আলুচ) স্পৃহাশীল, বাসনাকাৰী লোভী, আগ্ৰহী, স্পৃহনীয়।

**স্পৃহা** *স্ত্রী* (স্পৃহ অঙ টাপ) আশা, ইচ্ছা, বাসনা, অভিলাষ।

**স্পৃহ্য** *বিণ* (স্পৃহ্ যৎ) বাঞ্ছনীয়, স্পৃহনীয়, **—হ্যঃ** *পু* এবিধ বনৰীয়া টেঙা গছ।

**স্পৃ** মাৰণে (ক্র্যাদি প স স্পৃণাতি) মাৰ, আঘাত কৰ, বধ কৰ।

**স্ফট্** শীৰ্ণৌ (ভ্বা প অ স্ফটতি) ফাটি যা, বিদীৰ্ণ হ, খণ্ড খণ্ড কৰি ভাং, বহল কৰ, বিস্তাৰ কৰ।

**স্ফটঃ–টা** *পু স্ত্রী* সাপৰ (মেল খোৱা) ফণা।

**স্ফটিকঃ** *পু* (স্ফট্ শীৰ্ণৌ ৱাহুলকাৎ ইকন্) ফটিক, কাঁচ, এবিধ চকচকীয়া পাথৰ, সূৰ্য্যকান্ত মণি। **—মণি–শিলা** ফটিক পাথৰ।

**স্ফটিকা, স্ফটিকাৰিঃ, স্ফটিকী** ফিটকিৰী।

**স্ফটিকাদ্ৰিঃ** কৈলাশ পৰ্বত **—ভিদ্** কৰ্পূৰ।

**স্ফটিকাশ্ম,** ফটিক পাথৰ।

**স্ফণ্ট্** ৱিদীৰ্ণে হাসে (ভ্বা প, চুৰা উ স স্ফণ্টতি, স্ফণ্টয়তি-তে) ১। ফাল, খণ্ড খণ্ড কৰি ফাল, খোল, বহলা। ২। উপহাস কৰ, ঠাট্টা-মস্কৰা কৰ।

**স্ফৰণং** *ক্লী* কম্পন, ধপধপনি, কঁপনি।

**স্ফল্** চালে স্ফূৰ্তৌ (ভ্বা চুৰা প, উ অ স্ফলতি, স্ফালয়তি-তে) ১। কঁপ, কঁপি থাক, ধপ্ ধপ্ কৰ, ২। ছিটিকনি পেলা, খেলা কৰ, (ধনুত) টঙ্কাৰ তোল বা মাৰ। (ণিজন্ত) স্ফালয়তি-তে।

**স্ফাটিক** *বিণ্* স্ফটিকৰ পৰা হোৱা **—কং** স্ফটিক।

**স্ফাটিত** *বিণ্* (স্ফণ্ট্ বিদীৰ্ণে ক্তঃ) ফালি দুফাল কৰা, বিস্তাৰিত।

**স্ফাতিঃ** *স্ত্রী* (স্ফণ্ট ক্তিন ১। ফুলা (ৰোগ) উখহনি ২। বৃদ্ধি।

**স্ফায়্** বৃদ্ধৌ (ভ্বা আ স স্ফায়তে) ১। ডাঙৰ হ, বৃদ্ধি হ, মোটা হ, ২। ফুলি উঠ, ৩। বহল হ (ণিজন্ত) স্ফাটয়তি-তে। ভট্টি ১২।৭৬।

**স্ফাৰ** *বিণ* (স্ফায় ৰক ১। ডাঙৰ, প্ৰকাণ্ড, বৃদ্ধিপ্ৰাপ্ত, বিস্তাৰিত ২। বহুত, প্ৰচুৰ **—ৰং** প্ৰাচুৰ্য্য **—ৰঃ** *পু* ১। উখহা ৰোগ, উখহনি, বৃদ্ধি, ২। পানীৰ বুৰবুৰণি ৩। কঁপনি, ধপধপনি, ৪। ধনুৰ টঙ্কাৰ, ৫। টেমুনা।

**স্ফাৰণং** *ক্লী* কঁপনি, ধপধপনি, স্ফুৰণ।

**স্ফালঃ** (স্ফল চলনে ঘঞ্) স্ফূৰ্তি, কম্পন, ধপধপনি।

**স্ফালনং** *ক্লী* কম্পন, চালন, ঘঁহন, (ঘোঁৰাৰ পিঠিত) থাপৰ মাৰা।

**স্ফিক্(চ)** *স্ত্রী* তপিনা, কটি, মনু ৮।২৮১; **—স্থাতনকঃ** কৎবেল।

**স্ফিট** হননে (চুৰা উ স স্ফটয়তি-তে) ১। আঘাত কৰ, বধ কৰ, ২। অৱজ্ঞা কৰ, ঘিণ কৰ, ৩। ভাল পা, ৪। ঢাক, আবৃত কৰ।

**স্ফিৰ** *বিণ্* (স্ফায় বৃদ্ধৌ কিৰচ) ১। প্ৰচুৰ, বহুত, ২। প্ৰকাণ্ড, আহল-বহল।

**স্ফীত** *বিণ্* (স্ফায়–ক্তঃ) ১। ফুলি উঠা, বৃদ্ধিপ্ৰাপ্ত, ২। মোটা, শকট, পেটুৱা, ৩। প্ৰচুৰ, ৪। পবিত্ৰ, শুদ্ধ, ৫। কৃতকাৰ্য্য, সফল, উন্নতিশীল, ৬। বংশ পৰম্পৰাগত ৰোগত আক্ৰান্ত।

**স্ফীতিঃ** *স্ত্রী* (স্ফায় ক্তিন) বৃদ্ধি, বিস্তাৰ, প্ৰাচুৰ্য্য।

**স্ফুট্** ক) ভিদি (চুৰা উ স স্ফুটয়তি-তে, স্ফোটয়তি-তে) ১। ফাট, ফাটি দুভাগ হ, ফাল, ২। দেখা পোৱা হ। খ) ৱিকাশে ৱিসৰণে (ভ্বা প, তুদা উ. স স্ফুটতি, স্ফোটতি-তে) ১। ফাল, ফালি দুফাল কৰ, ২। বহলা, খোল, ফুলা, বিয়পা, খানবান কৰ, ৩। দৃষ্টিগোচৰ হ, প্ৰকাশ হ। (ণিজন্ত) স্ফোটয়তি-তে। প্ৰকাশ হ, প্ৰকাশ কৰ, ভেদ ভাং, আঘাত কৰ, বধ কৰ।

**স্ফুট্** *অব্য* এটা অনুকাৰ শব্দ। **—কৰঃ** অগ্নি **—কাৰঃ** 'ফুট্' ধ্বনি, ফুট্কাৰ শব্দ।

**স্ফুট** *বিণ্* (স্ফুটতি প্ৰকাশতে ইতি স্ফুট্ কঃ) ১। ব্যক্ত, প্ৰকাশিত, ২। বিস্তাৰিত, প্ৰস্ফুটিত, ৩। ফালি দুফাল হোৱা, ৪। শুভ্ৰ, উজ্জ্বল, বিশুদ্ধ, ৫। প্ৰখ্যাত, প্ৰসিদ্ধ ৬। গলগলীয়া, এলেহুৱা, ৭। স্পষ্ট, **—টং**

*অব্য* স্পষ্টকৈ, জলজল পটপটকৈ **—টিঃ** ভৰি উখহা ৰোগ। **—টিকা** ডাঙৰৰ পৰা কাটি উলিওৱা টুকুৰা।

**স্ফুটিত** *বিণ্* (স্ফুট ক্তঃ) বিকশিত, প্রস্ফুটিত, বিদাৰিত, বিদীর্ণ, ভিন্ন।

**স্ফুটী** *স্ত্রী* (স্ফুট ঙীষ) ভৰি উখহা, বা ফটা ৰোগ।

**স্ফুট্ট** অনাদৰে (চুৰা উ স স্ফুট্টয়তি-তে) অনাদৰ কৰ, অৱজ্ঞা কৰ, ঘিণ কৰ, হেয় কৰ।

**স্ফুড্** অনাদৰে (চুৰা উ স স্ফুট্টয়তি-তে) অনাদৰ কৰ, অৱজ্ঞা কৰ, ঘিণ কৰ, হেয় কৰ।

**স্ফুণ্ড্, স্ফুণ্ট্** নর্মণি (ভ্বা প, চুৰা উ স্ফুণ্ডতি, স্ফুণ্ডয়তি -তে) ১। খোল, বহলা, বিস্তাৰ কৰ, ২। উপহাস কৰ, ঠাট্টা-মস্কৰা কৰ, হেয় কৰ, ঘিণ কৰ, অৱজ্ঞা কৰ।

**স্ফুৰ্** স্ফুৰ্তৌ, চলে (তুদা চুৰা, প অ স্ফুৰতি, স্ফুৰয়তি)। ১। কঁপ, ধপধপ কৰ, ২। কঁপা, লৰচৰ কৰা, ৩। নিক্ষেপ কৰ, ৪। ঘূৰি আগৰ অৱস্থালৈ আহ, ৫। প্রকাশ হ, দৃষ্টিগোচৰ হ, দৃশ্য হ, ৬। চকচক কৰ, উজ্জ্বল কৰ, ৭। প্রখ্যাত হ, উজ্জ্বল হ, ৮। মনলৈ আহ, ৯। থৰক-বিৰককৈ যা। (নিজন্ত) স্ফাৰয়তি-তে, স্ফোৰয়তি-তে। **অভি—** বহলা, জনাজাত হ, **পৰি—** ধপ্ধপ কৰ **—প্র** চাৰিওফালে বিয়পা। **বি—** চেষ্টা যত্ন কৰ, ধনুত টঙ্কাৰ তোল। কি ১৪।৩১।

**স্ফুৰঃ** *পু* (স্ফুৰ কঃ) স্ফুৰণ, কঁপনি, ফলক, ঢাল, উখহা ৰোগ, ফুলা বেমাৰ।

**স্ফুৰণং** *ক্লী* (স্ফুৰ্ ল্যুট্) ১। কম্পন, ধপাধপনি, ২। শৰীৰৰ কোনো অংশ ফুলি উঠা, হঠাতে কঁপি উঠা ৩। জলজল পট্পট্ হোৱা, ৪। হঠাতে মনলৈ অহা। মনত জোকাৰণি তোলা, ৫। জিলমিলনি, চক্মকনি।

**স্ফুৰৎ** *বিণ্* (স্ফুৰ্ শতৃ) কঁপনি, জিলমিলনি।

**স্ফুৰতোল্কা** *স্ত্রী* উল্কাপাত।

**স্ফুৰিত** *বিণ্* (স্ফুৰ্ ক্তঃ) কঁপনি উঠা, লৰচৰ কৰা, জিকমিকাই উঠা, ফুলি উঠা, স্ফীত হোৱা, অস্থিৰ। **—তং** কঁপনি, ধপ্ধপনি, মানসিক অস্থিৰতা।

**স্ফুর্চ্ছ** বিস্মৃতৌ (ভ্বা প স স্ফুর্চ্ছতি) ১। বহলা, বহলাই দি, বৃদ্ধি কৰ, ২। পাহৰি যা বা পেলা।

**স্ফুর্জ** ৱজ্রনির্ঘোষে (ভ্বা প অ স্ফুর্জতি) ১। বজ্র গর্জন কৰ, বজ্রপাতৰ দৰে গর্জন কৰ, ২। চক্মক্ কৰ, বিদীর্ণ কৰ, ৩। প্রতিধ্বনি তোল, ৪। বৃদ্ধি কৰ, ৫। প্রকাশ হ, উজ্জ্বল হ।

**স্ফুর্জথুঃ** *পু* বজ্রপাতৰ শব্দ।

**স্ফুল্** স্ফুর্তৌ চলে (তুদা প প অ স্ফুলতি) ১। কঁপ, কঁপি থাক, ধপ ধপ কৰ, ২। প্রকাশ হ, ৩। সংগ্রহ কৰ, ৪। নাশ কৰ, বধ কৰ।

**স্ফুলং** *ক্লী* তম্বু।

**স্ফুলনং** *ক্লী* কঁপনি, ধপধপনি।

**স্ফুলিঙ্গং,-ঙ্গঃ,-ঙ্গা** *বিণ্* ফিৰিঙতি, বে ৬।৮: **—ঙ্গিনী** অগ্নিৰ সাতখন জিভাৰ এখনৰ নাম।

**স্ফুর্জঃ** *পু* (স্ফুর্জ্ কঃ) ইন্দ্রৰ বজ্র। যুৱক-যুৱতীৰ প্রথম মিলনজনিত ভয়, কঁপনি।

**স্ফুর্জথুঃ** *পু* (স্ফুর্জ অথুচ) বজ্রপাতৰ শব্দ।

**স্ফুর্তি** *স্ত্রী* (স্ফুৰ্ ক্তিন্) ১। স্ফুৰণ, কম্পন, ২। প্রস্ফোটন, ৩। প্রকাশ, প্রদর্শনি, ৪। কাব্যিক প্রেৰণা। **—মান্ (ৎ)** কোমলমনা, স্ফুর্তিযুক্ত।

**স্ফেয়ান্(স্)** *বিণ্* (স্ফিৰ্ ঈয়সুন্) অতিশয়, অধিক, প্রচুৰ।

**স্ফেৰষ্ঠ** *বিণ্* (স্ফিৰ্ ইষ্ঠন্) অত্যধিক, প্রচুৰতম, অতিবৃহৎ।

**স্ফোটঃ** *পু* (স্ফোটতীতি স্ফুট্ অচ্) ১। স্ফোটক, বিদাৰণ, ২। প্রকাশন, ৩। উখহা ৰোগ, টেমুনা, ৪। মীমাংসক সকলৰ পৰিচিত নিত্য, শাশ্বত শব্দ বা ধ্বনি, ৫। হঠাতে শব্দ শুনি উদ্রেক হোৱা ভাব বা অনুভূতি। **—বীজকঃ** ভোলা গছ। (এই গছৰ গুটিৰে চিন দিয়া হয়।)

**স্ফোটকঃ** *পু* (স্ফুট ণ্বুল্) ১। সঙ্গীতৰ এবিধ ৰাগ, ২। বিস্ফোট।

**স্ফোটনং** *ক্লী* (স্ফুট্ ল্যুট্) ১। বিদাৰণ, ভেদন, ২। প্রকাশ, স্পষ্টকৰণ, **—নং** ১। ফাটল, ফালন, ২। শস্য জাৰণ, ৩। আঙুলি ফুটোৱা কার্য্য। ৪। শব্দ, ধ্বনি। **—নঃ** সংযুক্ত ব্যঞ্জন বর্ণৰ ভাঙনি, ভিন্নকৰণ, **—নী** মণি-শঙ্খাদি ছিদ্র কৰা যন্ত্র, অগাৰ।

**স্ফোটা** *স্ত্রী* সাপৰ বিস্তৃত ফণা।

**স্ফোটায়নঃ** *পু* এজন মুনি।

**স্ফোটিকা** এবিধ চৰাই।

**স্ফোৰণং** *ক্লী* স্ফুৰণং।

**স্ফ্যং** *ক্লী* তৰোৱালৰ দৰে দেখা এবিধ যজ্ঞ কাষ্ঠ।

**স্ম** *অব্য* ১। বর্তমান কালৰ ক্রিয়াৰ পিচত এই প্রত্যয় ব্যৱহাৰ কৰি অতীত কাল বুজোৱা হয়। 'তত্র ৰায়স

দম্পতী প্রতিরসতঃ স্ম'; পঞ্চ। অতীত কাল বুজালেও বহু দিনৰ আগৰ পৰা বাস কৰি অহা অৰ্থ বুজায়। ২। শ্লোকৰ পাদ পূৰণ শব্দ। ৩। নিষেধাৰ্থক 'মা' শব্দৰ লগত, যেনে— ক্লৈব্যং মাস্ম গমঃ পাৰ্থ, গী ২।৩।

**স্ময়ঃ** *পু* (স্মি অচ ১। আশ্চৰ্যতা, অদ্ভুত, ২। গৰ্ব, অহঙ্কাৰ, দাম্ভিকতা, ভৰ্তৃ ৩।৬৯।

**স্মৰঃ** *পু* (স্মৃ ণিচ অচ) ১। কামদেৱ, কু ৪।৮; ২। স্মৰণ, ৩। প্ৰেম, ভালপোৱা, **—কূপকঃ, —গৃহং,** যোনি। **—কৰ্ম** কামকৰ্ম, ক্ৰীড়াকৰ্ম। **—গুৰুঃ** বিষ্ণু **—ছত্ৰং** যোনি, ভগাঙ্কুৰ। **—দশা** প্ৰেমাৱস্থা, কামাৱস্থা। এনে অৱস্থা মুঠতে দহ বিধ— নয়নপ্ৰীতি, চিন্তাসঙ্গ, সঙ্কল্প, নিদ্ৰাচ্ছেদ, তনুতা, বিষয় নিবৃত্তি, ত্ৰপানাশ, উন্মাদ, মূৰ্চ্ছা, মৃতিঃ **—ধ্বজং** *ক্লী* যোনি **—ধ্বজঃ** লিঙ্গ, বাদ্যযন্ত্ৰ, **—ধ্বজা** জোনাক ৰাতি। **—প্ৰিয়া** কামদেৱৰ পত্নী ৰতি। **—মন্দিৰং** যোনিঃ **—লেখনী** শালিকা, ময়না চৰাই, **—সুতঃ** অনিৰুদ্ধ **—বীথিকা** বেশ্যা **—শাসনঃ** শিৱ **—সখ** চন্দ্ৰ **—স্তম্ভঃ** পুৰুষ, লিঙ্গ **—স্মাৰ্যঃ** গাধ, **—হৰঃ** শিৱ।

**স্মৰণং** *ক্লী* (স্মৃ ল্যুট) ১। স্মৰণ, স্মৃতি, ২। ভাৱনা, চিন্তা, ৩। পৰম্পৰা, পৰম্পৰাগত আচাৰ-বিধি ৪। শোক স্মৃতি, দুখ প্ৰকাশ। ৫। এটা বস্তু চকুত পৰি সেই বিষয়ে বা তেনেকুৱা একেধৰণৰ মনলৈ অহা ভাৱনা। এবিধ কাব্যালঙ্কাৰ। সদৃশানুভাৱাদ বস্তু স্মৃতিঃ স্মৰণম **—পদৱী** মৃত্যু।

**স্মৰণানুগ্ৰহঃ** *পু* স্মৰণৰ অনুগ্ৰহ, স্মৰণ কৃপা।

**স্মৰণাপত্যতৰ্পকঃ** কাছ।

**স্মৰাঙ্কুশঃ** *পু* ১। নখ, ২। কামুক ব্যক্তি।

**স্মৰাগাৰং** *ক্লী* যোনি।

**স্মৰান্ধ** কামাৰ্ত।

**স্মৰাতুৰ, স্মৰাৰ্ত, স্মৰোৎসুক** *বিণ* কামাৰ্ত।

**স্মৰাসৱঃ** লালটি।

**স্মাৰ** *বিণ্* স্মৰ অৰ্থাৎ কামদেৱ সম্বন্ধীয় **—বং** স্মৰণ, স্মৰণ শক্তি, **—কং** স্মৃতি সৌধ, স্মৃতিচিহ্ন, **—ণং** মনলৈ অনা, মনত পেলাই দিয়া।

**স্মাৰ্ত** *বিণ্* (স্মৃতেৰিদমিতি স্মৃ অণ্) ১। স্মৰণযোগ্য, স্মৰণীয়। ২। স্মৃতি শাস্ত্ৰ সম্বন্ধীয়, স্মৃতি শাস্ত্ৰৰ আচাৰ বিধিসম্মত। ৩। বিধিবদ্ধ, আইনসঙ্গত ৪। গৃহ্য (অগ্নি) **—ৰ্তঃ** ১। স্মৃতি শাস্ত্ৰাভিজ্ঞ পণ্ডিত, স্মৃতি শাস্ত্ৰী, ২। পৰম্পৰাগত বিধি পালনকাৰী; 'আচাৰঃ পৰমো ধৰ্মঃ শ্ৰুত্যুক্তঃ স্মাৰ্ত এৱ চ।'

**স্মি** অনাদৰে (চুৰা আ স স্ময়তে) ১। হাঁহি মাৰ, মিচিকিয়া হাঁহি মাৰ, ২। ফুলি উঠ, প্ৰস্ফুটিত হ, ৩। বিদ্ৰূপ কৰ, ইতিকিং কৰ, উপহাস কৰ। (ণিজন্ত) স্মায়য়তি -তে। (সনন্ত) সিস্ময়িষতে, **ৱি—** বিস্মিত হ, প্ৰশংসা কৰ।

**স্মিট্** অনাদৰে, স্নেহে (চুৰা উ স (স্মেটয়তি-তে) ১। উপহাস কৰ, ঠাট্টা কৰ, ২। ভাল পা, মৰম কৰ, ৩। যা, গমন কৰ।

**স্মিত** *বিণ্* (স্মি ক্তঃ) ১। মিচিকিয়া হাঁহিৰে, ২। প্ৰস্ফুটিত **—তং** হাঁহি, মিচিকিয়া হাঁহি।

**স্মীল্** নিমেষণে (ভ্বা প অ স্মীলতি) চকু টিপ মাৰ, চকু পচাৰ।

**স্মৃ** ক) স্মৃতৌ (ভ্বা উ স স্মৰতি) ১। স্মৰণ কৰ, মনলৈ আন, মনত পেলা, ২। মনে মনে আবৃত্তি কৰ, ৩। প্ৰকাশ কৰ, বিবেচনা কৰ, ৪। দুখেৰে স্মৰণ কৰ (ণিজন্ত) স্মাৰয়তি -তে (সনন্ত) সুস্মূৰ্ষতে, **অপ—** পাহৰি যা, **সং—** স্মৰণ কৰ, ভাবি চা, গী ১৮।৭৬।

খ) তুষ্টৌ, ৰক্ষণে (স্বা প স স্মৃণোতি) ১। তুষ্ট কৰ, সন্তুষ্ট কৰ, ২। ৰক্ষা কৰ, নিজকে ৰক্ষা কৰ।

**স্মৃতিঃ** *স্ত্ৰী.* (স্মৃ ক্তিন্) ১। স্মৰণ, ২। মনত পেলোৱা, ৩। আইন শাস্ত্ৰ, ৪। বিধি, আচাৰ-বিধি, পৰম্পৰাগত আচাৰ-পদ্ধতি, ৫। ইচ্ছা, আশা, ৬। বোধ শক্তি, ৭। মনু, যাজ্ঞবল্ক্যাদি মুনিসকলে প্ৰণয়ন কৰা ধৰ্মশাস্ত্ৰ, ধৰ্মসংহিতা। 'শ্ৰুতিস্তু বেদো বিজ্ঞেয়ো ধৰ্মশাস্ত্ৰন্তু বৈ স্মৃতিঃ', মনু ২।১০; **—পথঃ —বিষয়ঃ** স্মৰণযোগ্য বস্তু, **—প্ৰবন্ধঃ** আইনসঙ্গত বিষয় বা গ্ৰন্থ, **—ভ্ৰংশঃ** স্মৃতি হানি **—বিভ্ৰমঃ** স্মৰণৰ খেলিমেলি, **—বিৰুদ্ধ** বেআইনী, **—বিৰোধঃ** আইনৰ বিসঙ্গতি, দুখন স্মৃতিৰ মাজত বিৰোধ, **—শাস্ত্ৰং** আইন শাস্ত্ৰ, **—শেষ** মৃত, **—সাধ্য** আইনৰ দ্বাৰা প্ৰামাণ্য।

**স্মেৰ** *বিণ.* (স্মি ৰঃ) ১। বিকশিত, প্ৰস্ফুটিত, হাঁহি থকা, ২। অহংকাৰী, ৩। প্ৰত্যক্ষ, স্পষ্ট।

**স্যন্দঃ** *পু.* (স্যন্দ ঘঞ্) বেগ, শীঘ্ৰ গতি, গতিবেগ।

**স্যন্দ্** স্রুতৌ (ভ্বা আ স স্যন্দতে) ১। টোপটোপকৈ পৰ, বৈ যা, বাগৰি যা, ২। ত্যাগ কৰ, ঢাল, ৩। দৌৰ, পলা, ৪। বৰ্ষণ কৰ।

**স্যন্দঃ** *পু.* (স্যন্দ ঘঞ্) ১। বৈ যোৱা, টোপ টোপকৈ পৰা, ২। দৌৰ, পলায়ন, ৩। ৰথ, ৪। এবিধ বেমাৰ।

**স্যন্দন** *বিণ.* শীঘ্ৰবেগী, শীঘ্ৰ, দৌৰি গমনকাৰী, প্ৰৱহমান, —নং ১। দৌৰ, ২। প্ৰৱাহ, ৩। পানী, —নঃ ১। যুদ্ধৰ ৰথ, ২। ৰথ, যান-বাহন, ৩। বতাহ, বায়ু, ৪। তিনিশ নামৰ এবিধ গছ।

**স্যন্দ্নিকা, স্যন্দনী** এটোপ লালটি।

**স্যন্দিনী** *স্ত্ৰী.* ১। লালটি, ২। একেলগে দুটা পোৱালি দিয়া গাই।

**স্যম্** ধ্বননে বিতৰ্কে (তুদাঁ প, চুৰা উ স্যমতি, স্যময়তি -তে) ১। শব্দ কৰ, ধ্বনি তোল, ২। চিঞৰি কান্দ, চিঞৰ মাৰ, ৩। বিবেচনা কৰ, চিন্তা কৰ।

**স্যমন্তকঃ** শ্ৰীকৃষ্ণৰ হাতত থকা মণি। অতি মাহাত্ম্যপূৰ্ণ এই মণি শৰীৰত থাকিলে সকলো বিপদৰ পৰা ৰক্ষা পৰে আৰু ধাৰণ কৰোঁতাক প্ৰভূত ঐশ্বৰ্য্যশালী কৰে।

**স্যমিকঃ —মীকঃ** *পু.* (স্যম শব্দে কণ ঈট) ১। উইঁৰ হাফলু, ২। মেঘ, ৩। এবিধ গছ, —কা নীল।

**স্যাৎ** (অস্ ধাতুৰ বিধিলিঙৰ প্ৰথম পুৰুষৰ একবচন)। সম্ভৱতঃ, হ'ব পাৰে, হয় যদি, হ'লে ইত্যাদি অৰ্থবাচক অব্যয়। —ৱাদঃ (দৰ্শন) নাস্তিকতাবাদ, সন্দেহবাদ, —ৱাদী (ন্) নাস্তিক।

**স্যূত** *বিণ.* (সিব্ ক্তঃ) ১। বেজীৰে চিলাই কৰা, বোৱা, ২। ভিন্ন ছিদ্ৰিত, —তঃ ১। ৰশ্মি, ২। সূৰ্য, ৩। থৈলা, বস্তা, —তিঃ *স্ত্ৰী.* ১। সিয়নি, চিলাই, চিলাইৰ কাম, ২। থৈলা, ৩। বংশ, পৰিয়াল, ৪। সন্তান।

**স্যূনঃ** *পু.* (সিব্ নঃ যুঃ) ১। সূৰ্য্যৰ কিৰণ, ২। ৰশ্মি।

**স্যূমং** *ক্লী.* (সিব্ মন্) ১। পানী, ২। ৰশ্মি, —মঃ *পু.* ৰশ্মি।

**স্যোতঃ** *পু.* থৈলা,বস্তা।

**স্যোন** *বিণ.* (সিব বাহুলকাৎ নঃ) ১। সুন্দৰ, ধুনীয়া, মনোৰম, ২। মাঙ্গলিক, —নং সুখ, আনন্দ, —নঃ ১। ৰশ্মি, ২। সূৰ্য্য, ৩। বস্তা, থৈলা।

**স্রংস্** পতনে (ভ্বা আ অ স্রংসতে) ১। তলত পৰ, পিছলি পৰ, ২। ডুব যা, (ণিজন্ত) স্রংসয়তি -তে)।

**স্রংসী (ন্)** *বিণ.* (স্রংস্ ণিনি) ১। অধঃপতনশীল, ২। নিৰ্ভৰশীল (পু) এবিধ গছ, পীলু বৃক্ষ।

**স্রক্ (জ্), স্রগ্** *স্ত্ৰী.* (সৃজ্ ক্বিন) ১। মালা, ফুলৰ মালা, —দামন্ মালাৰ সূতা বা ডোল, —ধৰ *বিণ.* মালাধাৰী, —ধৰা ঐকেশটা বৰ্ণৰ এটা ছন্দ, যেনে— শ ১।১।

**স্ৰজ্যা** *স্ত্ৰী.* ৰচি, সূতা।

**স্ৰদ্ধ** *স্ত্ৰী.* অপানবায়ু, পাদ।

**স্ৰম্ভু** প্ৰমাদে, বিশ্বাসে (ভ্বা আ অক স্ৰম্ভতে) ১। অসতৰ্ক হ, ভুল কৰ, ২। বিশ্বাস কৰ।

**স্ৰৱঃ** *পু.* (স্ৰু অপ্) ১। স্ৰৱণ, প্ৰস্ৰৱণ, ২। টোপ, প্ৰৱাহ, নিজৰা।

**স্ৰৱণং** *ক্লী.* (স্ৰু ল্যুট্) ১। মূত, ২। প্ৰৱহন, ৩। ঘাম।

**স্ৰৱৎ** *বিণ.* (স্ৰু শতৃ) প্ৰৱাহ, টোপ টোপকৈ পতন, —গৰ্ভা ১। গৰ্ভপাত হোৱা তিৰোতা, ২। দৈবাৎ গৰ্ভপাত হোৱা গাই গৰু।

**স্ৰৱন্তী** *স্ত্ৰী.* (স্ৰু শতৃ ঙীপ্) ১। নিজৰা, ২। নদী।

**স্ৰষ্টা(ষ্টৃ)** *পু.* ১। নিৰ্মাতা, ২। সৃষ্টিকৰ্তা ব্ৰহ্মা, ৩। শিৱ।

**স্ৰস্ত** *বিণ.* (স্ৰনস্ ক্তঃ) ১। পতিত, অধঃপতিত, তলত সৰি পৰা, 'হস্তেন স্ৰস্তকোণেন কৃতমাকাশৱাদিতম' স্বপ্নবা ৪ অ; ২। হালি পৰা, ঢিলা, ৩। ওলমি থকা, ৫। বিচ্ছিন্ন।

**স্ৰস্তৰঃ** *পু.* আসন, বিছনা, চোফা। মনু ২।২০৪

**স্ৰস্তাঙ্গ** *বিণ.* ১। শিথিল অঙ্গ-প্ৰত্যঙ্গ, ২। মূৰ্চ্ছা।

**স্ৰাক্** *অব্য.*ততালিকে, শীঘ্ৰে, বেগাই।

**স্ৰাৱঃ** *পু.* (স্ৰু ঘঞ্) প্ৰবাহ, স্ৰৱণ, টোপটোপকৈ পৰণ অলপ অলপকৈ বৈ যোৱা, —কং জালুক, —কঃ প্ৰস্ৰৱণকাৰী।

**স্ৰিভ্ স্ৰিম্ভ্** হিংসে (ভ্বা প স স্ৰেভতি, স্ৰিম্ভতি) আঘাত কৰ, মাৰ, বধ কৰ।

**স্ৰিৱ্** গতৌ শোষে (দিৱা প স অ স্ৰীৱতি) ১। গমন কৰ, ২। শুকা, শুকাই যা।

**স্ৰু** স্ৰৱতৌ গতৌ (ভ্বা প স, অ স্ৰৱতি) ১। বৈ যা, ২। টোপ টোপকৈ পৰ, ওলা, ঢাল, ৩। যা, গমন কৰ, ৪। শোহ, ৫। (ণিজন্ত) স্ৰাৱয়তি -তে।

**স্ৰুঘ্নঃ** *পু.* পাটলিপুত্ৰৰ (পাটনাৰ) কাষৰ এখন জিলা। —ঘ্নী খাৰমাটি।

**স্ৰুক্ (চ্), স্ৰুচ্** *স্ত্ৰী.* (স্ৰৱতি ইতি স্ৰু চিক্) যজ্ঞত বিশিষ্ট আকৃতি ঢকা চামুচ, হোমবাৰি। এই হোমবাৰি

সাধাৰণতে, বেল, পলাশ নহলে খদিৰ গছৰ কাঠেৰে তৈয়াৰ কৰা হয়, —**প্ৰণালিকা** *স্ত্ৰী.* হোমবাৰিৰ মুখ।

**স্ৰুত** *বিণ.* (স্ৰু ক্তঃ) বৈ যোৱা (পানী), টোপ টোপকৈ পৰা বা ওলোৱা, চ্যুত, পতিত, মনু ৪।১২২; —**তিঃ** *স্ত্ৰী.* ১। স্ৰৱণ, ক্ষৰণ, ২। ধুনা, ৩। নিজৰা।

**স্ৰুৱঃ** *পু. স্ত্ৰী.* (স্ৰু কঃ) হোমবাৰি। মনু ৫।১১৭; —**ৱা** *স্ত্ৰী.* ১। নিজৰা, ২। মূৰ্বালতা, ৩। হোমবাৰি।

**স্ৰেক্** গতৌ (ভ্বা আ অ স্ৰেকতে) যা. গমন কৰ।

**স্ৰৈ** পচি (ভ্বা প স স্ৰায়তি) ১। সিদ্ধ কৰ, ২। ঘামি পৰ, ঘাম উলিয়া।

**স্ৰোতং** *ক্লী.* (স্ৰু গতৌ অসুন, তুট চ) নিজৰা।

**স্ৰোতঃ (স্)** *ক্লী.* ১। নিজৰা, পানীৰ সোঁত, প্ৰৱাহ, গী ১০।৩১; ২। তীব্ৰ সোঁত, ৩। নদী, ৪। ঢৌ, ৫। পানী, ৬। জ্ঞানেন্দ্ৰিয়, ৭। হাতীৰ শুঁড়, —**ৰন্ধ্ৰং** হাতীৰ শুঁড়ৰ বিন্ধা, নাকৰ বিন্ধা, —**ৱহা** নদী।

**স্ৰোতস্যঃ** *পু.* (স্ৰোতঃ যৎ) ১। শিৱ, ২। চোৰ।

**স্ৰোতস্বতী, —স্বিনী** *স্ত্ৰী.* নদী।

**স্ৰোতেশঃ** *পু.* সাগৰ।

**স্ব** *বিণ.* (স্বন শব্দে ডঃ) ১। নিজৰ, আপোন, ২। স্বাভাৱিক, সহজাত, ৩। স্বজাতীয়, ৪। **স্বং, স্বঃ** ১। ধন-সম্পত্তি, ২। সম্পৰ্কীয়, কুটুম্ব, মনু ৫।১০৪; ৩। আত্মা, ৰ ২।৫৫; ৪। বিষ্ণু, —**কম্পনং** বতাহ; বায়ু, —**কাৰ্য্য** নিজৰ ব্যৱসায়, —**গতঃ** *অব্য.* নিজকে নিজে, যেনে স্বগতোক্তি, —**ছন্দ** স্বেচ্ছাশীল, লম্পট, অসংযত, জঙ্গলী, —**ছন্দং** *অব্য.* স্বেচ্ছাই, নিজৰ ইচ্ছামতে, —**জ** নিজকে নিজে বা আপোনা-আপুনি হোৱা, —**জঃ** সন্তান, ঘাম, —**জনঃ** জ্ঞাতি-কুটুম্ব, —**তন্ত্ৰ** স্বাধীন, স্বেচ্ছাধীন, স্বনিৰ্ভৰশীল, —**তন্ত্ৰঃ** কণা মানুহ, —**দেশঃ** নিজৰ দেশ, —**ধৰ্মঃ** নিজৰ ধৰ্ম, নিজৰ কৰ্তব্য, স্বজাতীয় কৰ্তব্য 'স্বধৰ্মে নিধনং শ্ৰেয়ঃ পৰধৰ্মো ভয়াৱহঃ', গী ৩।৩৫; —**পক্ষ** নিজ পক্ষ বা দল; —**পৰমণ্ডলং** নিজৰ আৰু শত্ৰুৰ দেশ, —**প্ৰয়োগাৎ** অব্য নিজৰ চেষ্টা অনুসৰি, —**ভটঃ** নিজৰ সৈন্য, —**ভাৱঃ** স্বভাৱ-চৰিত্ৰ, স্বাভাৱিক গুণ, স্বকীয় ভাৱ। 'স্বভাৱো যাদৃশো যস্য ন জহাতি কদাচন। অঙ্গাৰঃ শতধৌতেন মলিনত্বং ন মুঞ্চতি।।' (—**উক্তিঃ**) একবিধ কাব্যালঙ্কাৰ, (—**বাদঃ**) দাৰ্শনিক মতবাদ বিশেষ। এই মতবাদ মতে বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি, পদাৰ্থৰ সহজাত গুণ আৰু ধৰ্মৰ স্বাভাৱিক কৰ্মৰ দ্বাৰাহে হৈছে পৰমাত্মাৰ দ্বাৰা নহয়, —**ভূঃ** বিষ্ণু, শিৱ, ব্ৰহ্মা, —**যোনিঃ** স্বগৰ্ভ, —**ৰসঃ** স্বাভাৱিক স্বাদ, —**ৰাট (জ্)** পৰমাত্মা, —**ৰূপ** ১। সদৃশ, ২। মনোৰম, ৩। জ্ঞানী, —**ৰূপং** স্বাভাৱিক অৱস্থা, —**ৱশ** স্বাধীন, —**ৱাসিনী** বিয়া হওক বা নহওক মাকৰ ঘৰতে থকা ছোৱালী, —**সংবৃত্ত** নিজকে নিজে ৰক্ষা কৰোঁতা, —**স্থ** স্বনিৰ্ভৰশীল, দৃঢ়, স্বাধীন, সুখী, স্বাস্থ্যৱান, —**স্থং** *ব্য.* সহজভাৱে, সহজে, শান্তভাৱে, —**স্থানং** নিজৰ ঠাই, বাসস্থান, ঘৰ। 'নক্ৰঃ স্বস্থানমাসাদ্য গজেন্দ্ৰমপি কৰ্ষতি', —পঞ্চ, —**হস্ত** নিজৰ হাত, হাতৰ লিখা, স্বাক্ষৰ, —**হস্তিকা** কুঠাৰ, —**হিত** নিজৰ মঙ্গল।

**স্বক, স্বকীয়** *বিণ.* নিজৰ, নিজৰ পৰিয়ালৰ।

**স্বজ** গতৌ (ভ্বা প অ স্বজতি) যা, গমন কৰ।

**স্বজঃ** *পু.* আলিঙ্গন।

**স্বচ্ছ** *বিণ.* (সুষ্ঠু অচ্ছঃ নিৰ্মলঃ) ১। অত্যাধিক, নিৰ্মল, উজ্জ্বল, ফটফটীয়া, চকচকীয়া, আইনাৰ দৰে, ২। বগা, শুভ্ৰ, ধুনীয়া, স্বাস্থ্যৱান, —**চ্ছং** মুক্তা, —**চ্ছাঃ** স্ফটিক, —**পত্ৰং** অভ্ৰ, —**ৱালুকং** খড়ি মাটি, —**মণিঃ** স্ফটিক।

**স্বঞ্জ** আশ্লিষি (ভ্বা আ স স্বঞ্জতে) ১। আলিঙ্গন কৰ, সাৱটি ধৰ, ২। পাক ঘূৰ।

**স্বদ্** গতৌ (চুৰা উ অ স্বদয়তি –তে, স্বাদয়তি –তে) ১। যা, গমন কৰ, ২। শেষ কৰ, নিষ্পন্ন কৰ।

**স্বতঃ (স্)** *অব্য.* নিজে, নিজে নিজে।

**স্বত্বং** *ক্লী.* ১। নিজৰ অস্তিত্ব, ২। অধিকাৰ, দখলী স্বত্ব, স্বামীত্ব, মালিকী অধিকাৰ।

**স্বদ্ ক)** স্বাদে (ভ্বা আ চুৰা উ অ স, স্বদতে, স্বাদয়তি –তে) খাই ভাল লাগ, সোৱাদ লাগ, সুস্বাদু হ; মিঠা কৰ, সোৱাদ লগা কৰ।

**স্বদনং** *ক্লী.* (স্বদ্ ল্যুট) ১। ভক্ষণ, খাৱন, ২। সোৱাদ লোৱা।

**স্বদিত** *বিণ.* (স্বদ্ ক্তঃ) সোৱাদ লোৱা, —**তং** শ্ৰাদ্ধত পিণ্ড দিয়াৰ পিচত শ্ৰাদ্ধকৰ্তাই 'আপুনি অন্নপিণ্ড গ্ৰহণ কৰি তুষ্ট হওক' বুলি কৰা উচ্চাৰণ।

**স্বধা** *স্ত্ৰী.* (স্বান দধাতীতি স্বধা কিপ্) ১। নিজৰ ইচ্ছা, স্বভাৱ, ২। মৃত পিতৃপুৰুষলৈ অৰ্পণ কৰা পিণ্ডাদি, ৩। মায়া, ৪। দক্ষৰাজৰ কন্যা। পিতৃগণৰ পত্নী।

ব্ৰহ্মাৰ মানস কন্যা। শ্ৰাদ্ধৰ অধিষ্ঠাত্ৰী দেৱী। (অব্য) শ্ৰাদ্ধত পিণ্ড দিওঁতে উচ্চাৰণ কৰা মন্ত্ৰ, যেনে পিতৃভ্যঃ স্বধা, **—কৰ** পিতৃসকললৈ পিণ্ডদান, **—কাৰঃ** 'স্বধা' উচ্চাৰণ, **—প্ৰিয়ঃ** ১। অগ্নি, জুই, ২। ক'লা তিল, **—ভুক্ (জ্)** দেৱতা, পূৰ্বপুৰুষ।

**স্বধিতি** *পু. স্ত্ৰী.* কুঠাৰ, **—হেতিকঃ** কুঠাৰধাৰী সৈনিক।

**স্বন্** শব্দে (ভ্বা প অ স্বনতি) ১। শব্দ কৰ, ধ্বনি তোল, ২। গীত গা, (ণিজন্ত) স্বনয়তি -তে।

**স্বনঃ** *পু.* (স্বন অপ্) শব্দ, ধ্বনি, মহা ১।১২৩।৪৬; **—চক্ৰঃ** এবিধ যৌনসঙ্গম ভঙ্গি।

ধৃ' ৰাহু তথা কণ্ঠং পাদতোঽপি শিৰঃ স্থিতঃ।

গূঢ়ঞ্চ কাময়েৎ কামী স্বনচক্ৰঃ প্ৰকীৰ্তিতঃ।। ৰম।

**স্বনিঃ** *পু.* (স্বন্ ইন্) ধ্বনি, শব্দ।

**স্বনিত** *বিণ.* (স্বন্ ক্ত) গৰ্জিত, ধ্বনিত, **—তং** মেঘগৰ্জন।

**স্বপ্** শয়নে (অদা প অ স্বপিতি) ১। শো, শুই থাক, টোপনিত পৰ, ২। বাগৰ, জিৰণি ল, বিশ্ৰাম কৰ, ৩। নিমগ্ন হ। (ণিজন্ত) স্বাপয়তি -তে, (সনন্ত) সুষুপ্সতি।

**স্বপ্নঃ** *পু.* (স্বপ্ নন) ১। নিদ্ৰা, টোপনি, ২। সপোন, সপোন দেখা, ৩। আলস্য, এলাহ, নিদ্ৰালুতা, **—কৰ** টোপনি অনা (ঔষধ), **—গৃহং, —নিকেতনং** শোৱা ঘৰ, **—দোষঃ** ৰাতি আপোনা-আপুনি হোৱা বীৰ্য্যক্ষৰণ, **—ধীগম্য** মাথোন ধ্যানাৱস্থাতহে জ্ঞানজন্য (অনুভূতি), মনু ১২।১২২; **—প্ৰপঞ্চঃ** সপোনৰ সংসাৰ। নিদ্ৰাভ্ৰম। **—ৱিচাৰঃ** সপোনত দেখা বস্তু সম্পৰ্কে বিচাৰ, **—শীল** নিদ্ৰালু, আলস্য।

**স্বমেকঃ** *পু.* এটা বছৰ।

**স্বয়ং** *অব্য.* ১। নিজে, আপুনি নিজে, ২। স্বাভাৱিকতে, নিজে নিজে, অনায়াসে, **—গ্ৰাহ** স্বেচ্ছাই, নিজৰ ইচ্ছামতে, (—হঃ) পু. স্বনিৰ্বাচিত, **—জাত** স্বয়ম্ভু, **—দত্তঃ** আনৰ দ্বাৰা পালিত হ'বলৈ নিজকে নিজে দান কৰা ল'ৰা, স্বপ্ৰদত্ত পুত্ৰ। বাৰবিধ পুত্ৰৰ এবিধ; **—ভূঃ** ব্ৰহ্মা, **—ভূৱঃ** ১। প্ৰথমজন মনু ২। ব্ৰহ্মা, ৩। শিৱ, ৪। কাল, ৫। কামদেৱ, **—ৱৰঃ** স্বনিৰ্বাচিত, **—ৱৰা** নিজে পতি নিৰ্বাচিত কৰি লোৱা কন্যা।

**স্বয়মাৰ্জিতঃ** নিজে অৰ্জা।

**স্বয়মোক্তিঃ** ১। স্বেচ্ছাই কৰা উক্তি, ২। সংবাদ, ৩। জবানবন্দি।

**স্বৰ্** আক্ষেপে (চুৰা প স স্বৰয়তি -তে) ১। দোষ উলিয়া, ত্ৰুটি বিচাৰি ফুৰ, ২। নিন্দা কৰ, গালি পাৰ।

**স্বৰ্ (স্বঃ)** *অব্য.* ১। স্বৰ্গ, ২। ইন্দ্ৰৰ ৰাজ্য, ৩। আকাশ, বায়ুমণ্ডল, ৪। সূৰ্য্য আৰু ধ্ৰুৱ তৰাৰ মাজৰ ঠাই, ৫। তিনি ব্যাহৃতিৰ (ভূ, ভুৱঃ স্বঃ) তৃতীয়টো, **—গতিঃ** স্বৰ্গপ্ৰাপ্তি, মৃত্যু, **—তৰুঃ** কল্পতৰু, স্বৰ্গতৰু, **—দৃক্ (শ্)** ইন্দ্ৰ, অগ্নি, সোম; **—নদী,** আকাশী গঙ্গা, **—মানৱঃ** এবিধ অমূল্য পাথৰ, **—ভানুঃ** ৰাহু গ্ৰহ (-সূদনঃ) সূৰ্য্য, **—মধ্যং** আকাশৰ মধ্য ভাগ, শীৰ্ষবিন্দু, **—লোকঃ** স্বৰ্গ, **—ৱধূঃ** অপ্সৰা, **—ৱাপী** গঙ্গা, **—ৱেশ্যা** অপ্সৰা, **—ৱৈদ্য** স্বৰ্গৰ চিকিৎসক। অশ্বিনীকুমাৰদ্বয়, **—সিন্ধু** আকাশী গঙ্গা।

**স্বৰঃ** *পু.* (স্বৰ অচ্) ১। সুৰ, সঙ্গীতৰ সুৰ; সা, ৰে, গা আদি সপ্তসুৰ, ২। শব্দ, ধ্বনি, ৩। সংখ্যা '৭'; ৪। অ, আ আদি স্বৰবৰ্ণ, ৫। বেদমন্ত্ৰৰ স্বৰ, এই স্বৰ তিনি বিধ : উদাত্ত, অনুদাত্ত আৰু স্বৰিত, ৬। নাকেৰে টনা উশাহ, ৭। হাঁচি, **—গ্ৰামঃ** সৰগম, সঙ্গীতৰ সপ্তসুৰ, **—পত্তনং** সামবেদ, **—বন্ধ** সুৰত গঁথা, সুৰ লগোৱা, **—ভক্তি** উচ্চাৰণৰ সুবিধাৰ কাৰণে পদৰ মাজত এটা স্বৰবৰ্ণ অন্তৰ্ভুক্ত কৰাৰ বিধি; যেনে বৰ্ষ শব্দ বৰিষ, স্বৰ্ণ সুৱৰ্ণ কৰা হয়। (অসমীয়া ভাষাত এনে অসংখ্য উদাহৰণ পোৱা যায়, যেনে পদ্ম-পদুম, কৰ্ম-কৰম, ধৰ্ম-ধৰম ইত্যাদি)। **—ভঙ্গ** (গীতৰ) সুৰ ভঙ্গ, তালভঙ্গ, বেসুৰীয়া, **—ভেদঃ** মাত ভঙা ৰোগ **—মণ্ডলিকা** এবিধ বীণা, **—লসিকা** বাঁহী, **—শূন্য** সুৰ তাল হীন, **—সংযোগঃ** স্বৰ বৰ্ণৰ সংযোগ, সুৰৰ সংযোগ, **—সন্ধি** (ব্যাক) স্বৰবৰ্ণৰ সন্ধি, **—সাম (ন্)** যজ্ঞানুষ্ঠানৰ দিনবিলাকৰ নাম।

**স্বৰৱান্ (ৎ)** ১। স্বৰযুক্ত, স্বৰ বিশিষ্ট, ২। উচ্চাৰিত।

**স্বৰা** *স্ত্ৰী.* ব্ৰহ্মাৰ জ্যেষ্ঠা পত্নী। গায়ত্ৰীৰ সতিনী।

**স্বৰান্তৰঃ** দুটা স্বৰবৰ্ণৰ মাজৰ ফাঁক।

**স্বৰিত** *বিণ.* (স্বৰ্ ক্ত) ১। উচ্চাৰিত, ২। শব্দিত, ধ্বনিত, ৩। উচ্চাৰণ চিহ্নিত, **—তঃ** বেদমন্ত্ৰৰ তিনিটা স্বৰৰ শেষৰটো, 'সমাহাৰঃ স্বৰিতঃ।'

**স্বৰুঃ** *পু.* (স্বৃ উঃ) ১। বজ্ৰ, ২। সূৰ্য্যৰ পোহৰ, ৩। যজ্ঞৰ খুঁটাৰ এটা অংশ, ৪। যজ্ঞানুষ্ঠান, ৫। কাঁড়, (সে) বজ্ৰ।

**স্বৰোদয়** *বিণ.* পিচত স্বৰবৰ্ণ থকা, **—য়ঃ** স্বৰ লিপি, সঙ্গীতৰ সুৰ থকা গ্ৰন্থ বিশেষ।

**স্বৰোপধ** *বিণ.* স্বৰবৰ্ণ আগত থকা।

**স্বৰ্গঃ** *পু.* (সুষ্ঠু অৰ্জতে ইতি ঘঞ্) ১। দেৱতাসকলৰ ঘৰ,বাসস্থান, সৰগ, ২। ইন্দ্ৰৰ ৰাজধানী, **—দ্বাৰং** সৰগৰ দুৱাৰ, **—ভৰ্ত্তা** (ঋ) ইন্দ্ৰ, **—লোকঃ** স্বৰ্গধাম, **—বধূঃ,** স্ত্ৰী. অপসৰা, **—সাধনং** স্বৰ্গলাভৰ উপায়।

**স্বৰ্গাপগা** *স্ত্ৰী.* গঙ্গা।

**স্বৰ্গী** (ন্) *পু.* ১। দেৱতা, ২। স্বৰ্গীয় ব্যক্তি।

**স্বৰ্গীয়, স্বৰ্গ্য** *বিণ.* ১। স্বৰ্গ সম্বন্ধীয়, ঐশ্বৰিক, ২। মৃত, স্বৰ্গপ্ৰাপ্ত, মনু ৫।৪৮

**স্বৰ্ণং** *ক্লী.* (সুষ্ঠু অৰ্ণো ৱৰ্ণো যস্য) ১। সুৱৰ্ণ, সোণ, ২। সোণৰ মুদ্ৰা, **—কণঃ কণিকা** সোণৰ গুড়ি, **—কায়ঃ** গৰুড়, **—কাৰঃ** সোণাৰী, **—গৈৰিকঃ** এবিধ ৰঙা খড়িমাটি, **—চূড়** ১। মুৰ্গী, ২। এবিধ নীলা চৰাই, **—জং** বগীতাম, 'টিন', **—দীধিতিঃ** জুই, **—পক্ষঃ** গৰুড়, **—পাঠকঃ** সুৱগা, **—পুষ্পকঃ** চম্পাফুলৰ গছ, **—বন্ধঃ** সোণৰ পুঁজি, **—বিন্দুঃ** বিষ্ণু, **—ভৃঙ্গাৰঃ** সোণৰ কলহ, বা ফুলদানী, **—মুখা** এখন নদীৰ নাম, **—মাক্ষিকং** এবিধ উপধাতু, **—ৰেখা —লেখা** সোণৰ আঁচ বা ৰেখা, **—ৱণিক্** ১। সোণৰ বেপাৰী, ২। মুদ্ৰা বিনিময়কাৰী, **—ৱৰ্ণা** হালধি।

**স্বৰ্দ** আস্বাদনে (ভ্বা আ স স্বৰ্দতে) সোৱাদ ল, আস্বাদন কৰ।

**স্বল্** গতৌ (ভ্বা প অ স্বলতি) যা, গমন কৰ।

**স্বল্প** *বিণ.* (সুষ্ঠু অল্পঃ) কম, অতি কম, অলপমান, 'স্বল্পমপ্যস্য ধৰ্মস্য ত্ৰায়তে মহতো ভয়াৎ', গী ২।৪০; **—কঙ্কঃ** এবিধ সৰু জাতৰ কঙ্কপক্ষী, **—বিষয়ঃ** সামান্য বিষয়, **—ব্যয়ঃ** অকণমান খৰচ, **—ব্ৰীড়** নিৰ্লজ্জ, নিলাজ, **—শৰীৰ** বাওনা।

**স্বল্পক** *বিণ.* অতি অল্প, অকণমান।

**স্বল্পীয়ান্** (স্) অত্যন্ত কম। ক্ষুদ্ৰতৰ।

**স্বল্পিষ্ঠ** *বিণ.* ক্ষুদ্ৰতম, অল্পতম।

**স্বশুৰঃ** শহুৰেক।

**স্বসা** (ঋ) *স্ত্ৰী.* (সুষ্ঠু অস্যতে ক্ষিপ্যতে ইতি) ভনী, ভগিনী, মনু ২।৩০।

**স্বস্ক্** গতৌ (ভ্বা আ অ স্বস্কতে) যা, গমন কৰ।

**স্বস্তি** *অব্য.* (সু অস্ তিঃ) 'তোমাৰ ভাল, কল্যাণ, মঙ্গল হওক, তোমাৰ যাত্ৰা সফল হওক' আদি আশীৰ্বাদ-সূচক শব্দ। স্বস্তিবাচন 'স্বস্তি নো ইন্দ্ৰো বৃদ্ধশ্ৰৱাঃ' যবে ২৫।১৯; **—দঃ —ভাৱঃ** শিৱ, **—মুখঃ** ১। চিঠি-পত্ৰ, ২। ব্ৰাহ্মণ, ৩। চাৰণ, **—ৱাচনং —ৱাচনিকং** যাগ- যজ্ঞ, পূজাৰ শেষত পুৰোহিতৰ দ্বাৰা মঙ্গলসূচক মন্ত্ৰোচ্চাৰণ, শান্তি পাঠ। এই মন্ত্ৰ পাঠ কৰি ভক্তৰ মূৰত পৱিত্ৰ জল অথবা চাউল বৰ্ষণ কৰা হয়, **—ৱাচ্যং** অভিনন্দন, আশীৰ্বাদ দান।

**স্বস্তিকং, —কঃ** *পু.* ১। স্বস্তি সূচক চিহ্ন। মাঙ্গলিক ফোঁট, তিলক, ২। এবিধ অট্টালিকা, ৩। সৌভাগ্যসূচক দ্ৰব্য, ৪। এবিধ পিঠা, ৫। চাউলৰ গুড়িৰে আঁকা ত্ৰিভূজাকাৰ মণ্ডল, আল্পনা, ৬। এবিধ যোগাসন, ৭। লম্পট।

**স্বস্ৰী(স্ৰে)য়ঃ** ভাগিন।

**স্বাক্ষপাদঃ** *পু.* ন্যায় দৰ্শন মতবাদৰ অনুগামী পুৰুষ।

**স্বাক্ষৰ** আখৰ (বৰ্ণ) জ্ঞান বিশিষ্ট, **—ৰঃ** চহী, দস্তখত।

**স্বাগতং** *ক্লী.* কুশল প্ৰশ্ন।,কু ২।১৮; সাদৰ আহ্বান, নিমন্ত্ৰণ।

**স্বাঙ্কিকঃ** *পু.* ঢুলীয়া।

**স্বাচ্ছন্দ্যং** *ক্লী.* স্বাধীনতা, স্বচ্ছন্দতা, স্বতন্ত্ৰতা।

**স্বাতন্ত্ৰ্যং** *ক্লী.* স্বতন্ত্ৰতা, নিজৰ অধীন কৰা ক্ষমতা, ইচ্ছাধীনতা।

**স্বাতিঃ —তীঃ** ১। সূৰ্য্যৰ এজনী পত্নী, ২। তৰোৱাল, ৩। পঞ্চদশ নক্ষত্ৰ, ৪। মঙ্গলকাৰক নক্ষত্ৰ।

**স্বাদঃ, স্বাদনং** *পু. ক্লী.* ১। সোৱাদ, ২। খাৱন, ভক্ষণ, ৩। আনন্দ উপভোগ।

**স্বাদিমা** (ন্) সোৱাদ, মধুৰতা, জুতি।

**স্বাদিয়ান্** (স্) *বিণ.* (স্বাদ ঈয়সুন্) অতি মিঠা।

**স্বাদিষ্ঠ** *বিণ.* অতিকৈ সোৱাদ লগা, বৰ মিঠা।

**স্বাদু** *বিণ.* (স্বাদ্ উঃ) ১। সোৱাদ লগা, মিঠা, 'যথৌষধং স্বাদু হিতঞ্চ দুৰ্লভম্।' (ক্লী) মধুৰতা, সোৱাদ, জুতি, ৰুচি, 'কৱিঃ কৰোতি কাব্যানি স্বাদু জানাতি পণ্ডিতঃ', সুভা। (স্ত্ৰী.) আঙুৰ (পু) মিঠা ৰস, সোৱাদ, **—খণ্ডঃ** জুতি লগা বস্তুৰ এটা অংশ, **—ফলং** বগৰি, **—মূলং** গাজৰ, **—ৰসা** ১। অমৰা, ২। শতমূল লতা, মদ, আঙুৰ, **—শুদ্ধং** সৈন্ধৱ লোণ, সাগৰীয় নিমখ।

**স্বাদ্বী** *স্ত্ৰী.* (স্বাদু ঙীপ্) আঙুৰ।

**স্বাধিষ্ঠানং** শৰীৰৰ ছয় চক্ৰৰ এটা।

**স্বাধীন** নিজৰ অধীন, **—কুশল** নিজৰ অধীনত থকা

সমৃদ্ধি। **–পতিকা, –ভর্ত্তৃকা,** যি স্ত্রীয়ে পতিক নিজৰ অধীন কৰি ৰাখিছে।

**স্বাধ্যায়ঃ** নিজে নিজে বেদাধ্যয়ন কৰোঁতা। 'স্বাধ্যায়ো জপঃ ইত্যোক্তঃ' **—য়ী (ন্)** বেদপাঠী।

**স্বানঃ** *পু.* (স্বন শব্দে ঘঞ্) শব্দ, ধ্বনি শি ৪।৫৭।

**স্বান্তং** *ক্লী.* ১। মন ভট্টি ৬।২২; ২। গহ্বৰ, গুহা।

**স্বাপঃ** *পু.* (স্বপ ঘঞ্) ১। নিদ্ৰা, টোপনি, ২। সপোন, ৩। নিদ্ৰালুতা, অলসতা, ৪। অজ্ঞানতা, ৫। অৱশতা।

**স্বাপতেয়ং** *ক্লী.* (স্বাপতৌ সাধু) ধন-সম্পত্তি, শি ১৪।৯।

**স্বাপদঃ** *পু.* শ্বাপদঃ।

**স্বাভাৱিক** *বিণ.* (স্বভাৱ ঠক্) ১। স্বভাৱসিদ্ধ, সহজ, সহজাত, প্ৰাকৃতিক, **—কাঃ** বৌদ্ধ মতাৱলম্বী। নাস্তিকবাদী।

**স্বামিতা, –ত্বং** প্ৰভুত্ব। আধিপত্য।

**স্বামী (ন্)** *পু.* (স্ব আমিন্) ১। গৰাকী, প্ৰভু, মালিক, অধিপতি, ২। ৰজা, সম্ৰাট, ৩। পতি, গিৰিয়েক, ৪। শিক্ষাগুৰু, ৫। উৎকৃষ্ট ব্ৰাহ্মণ সন্ন্যাসী, ৬। কাৰ্ত্তিকেয়, ৭। বিষ্ণু, ৮। শিৱ, ৯। ব্যাৎস্যায়ন, ১০। গৰুড়, **—কাৰ্য্যং** মালিকৰ কাম, **—পাল** পশুৰ পালক, গৰাকী, মনু ৮।৫; **—ভাৱঃ** স্বামিত্ব, **—ৱাৎসল্যং** গৰাকীৰ প্ৰতি মৰম-চেনেহ, **—সম্ভাৱঃ** গৰাকীৰ অস্তিত্ব, সৌজন্য, **—সেৱা** স্বামী, পতি, গৰাকীৰ প্ৰতি আদৰ, শুশ্ৰূষা, আদৰ-যত্ন।

**স্বাম্যং** *ক্লী.* (স্বামিনঃ ভাৱঃ) ১। আধিপত্য, স্বামিত্ব, ২। সম্পত্তিৰ ওপৰত অধিকাৰ, প্ৰভুত্ব, ৩। শাসন, ৰাজ্য।

**স্বায়ম্ভুৱ** *বিণ.* ব্ৰহ্ম সম্বন্ধীয়, ব্ৰহ্মসম্ভূত, **—ৱঃ** প্ৰথম মনু।

**স্বাৰসিক** *বিণ.* সহজাত ৰসযুক্ত, সৰস (কাব্য)।

**স্বাৰস্যং** *ক্লী.* স্বাভাৱিক ৰসযুক্ত। যোগ্যতা। মধুৰতা।

**স্বাৰাট্ (জ্)** ইন্দ্ৰ।

**স্বাৰাজ্যং** স্বৰ্গৰাজ্য, ইন্দ্ৰধাম, ব্ৰাহ্মসাযুজ্যতা।

**স্বাৰোচিষঃ, –চিস্** *পু.* দ্বিতীয় মনু।

**স্বাৰ্থঃ** *পু.* স্বকীয় ধন, নিজৰ সম্পত্তি।

**স্বালক্ষণ্যং** স্বাভাৱিক লক্ষণ, বিশেষ ধৰণৰ স্বভাৱযুক্ত।

**স্বাল্প** *বিণ.* অলপ, অকণমান, কেইটামান।

**স্বাস্থ্যং** *ক্লী.* (স্বস্থস্য ভাৱঃ ইতি ষ্যঞ্) ১। আৰোগ্যতা, নিৰোগী শৰীৰ, ২। আত্মনিৰ্ভৰশীলতা, ৩। সমৃদ্ধি, সন্তুষ্টি।

**স্বাহা** *অব্য.* (সুষ্ঠু আহুয়ন্তে দেৱা অনেনেতি সু আ হ্বে ডা) ১। দেৱতালৈ হৱিঃ (আহুতি) দান কৰোঁতে উচ্চাৰণ কৰা মন্ত্ৰবিশেষ। যেনে— অগ্নয়ে স্বাহা, (স্ত্ৰী) ১। অগ্নিৰ পত্নী, দক্ষকন্যা, ২। দুৰ্গা; 'ত্বং স্বাহা, ত্বং স্বধা ত্বং বষট্‌কাৰ স্বৰাত্মিকা', শ্ৰীচণ্ডী, **—কাৰঃ** 'স্বাহা' উচ্চাৰণ, **—পতিঃ –প্ৰিয়ঃ** অগ্নি।

**স্বিদ্** *অব্য* প্ৰশ্ন, অনুসন্ধান, আশ্চৰ্য্য, সন্দেহবোধক অব্যয় শব্দ। কেতিয়াবা 'আহো' শব্দৰ পিচত ব্যৱহাৰ কৰা হয়, মে ১৪।

**স্বিদ্** ঘৰ্মে লেপে (দিৱা প, ভ্বা আ অ স স্বিদ্যতি স্বেদতে) ১। ঘাম ওলা, ঘামি পৰ বা যা, ভাগৰ লাগ, ২। (শৰীৰত) প্ৰলেপ সান, তেল মালিচ কৰ, ৩। বিৰক্ত, হ বা কৰ, (নিজন্ত) স্বেদয়তি –তে।

**স্বীকৰণ, –কাৰঃ, –কৃতিঃ** ১। মনোনয়ন, সম্মতি, ২। অঙ্গীকাৰ, প্ৰতিজ্ঞা, ৩। বিবাহ।

**স্বীয়** *বিণ.* (স্ব ছঃ) স্বকীয়, নিজৰ, **—য়া** *স্ত্ৰী.* নাটকৰ এবিধ নায়িকা, পতিব্ৰতা তিৰোতা।

**স্বৃ** শব্দোপতাপয়োঃ (ভ্বা অ স স্বৰতি) ১। শব্দ কৰ, ধ্বনি তোল, ২। আবৃত্তি কৰ, ৩। স্তুতি কৰ, প্ৰশংসা কৰ, ৪। কষ্ট ভোগ কৰ, ক্লেশ দি, ৫। যা, গমন কৰ (সনন্ত) সিস্বৰিষতি, সুস্বৰ্ষতি।

**স্বৃ** হিংসনে (ক্ৰ্যা প স স্বৃণাতি) আঘাত কৰ, মাৰ, বধ কৰ।

**স্বেক্** গতৌ (ভ্বা আ অ স্বেকতে) যা, গমন কৰ।

**স্বেদঃ** *পু.* (স্বিদ্ ঘঞ্) ঘাম, **—চূষকঃ** শীতল বতাহ, **—জঃ** ঘামৰ পৰা উৎপন্ন হোৱা পোক, ছাল ওকণি।

**স্বেদনং** *ক্লী.* (স্বিদ্ ল্যুট্) ঘাম, **—নী** লোৰ পাত্ৰ।

**স্বেদনিকা** *স্ত্ৰী.* খৰ, খজুৰতি।

**স্বৈৰ** *বিণ.* (স্বেন ঈৰ্তে ইতি ঈৰ্ গতৌ অচ্) ১। স্বচ্ছন্দ, স্বেচ্ছাশীল, অসংযত, ২। মুক্ত, বিশ্বস্ত, ৩। ধীৰ, শান্ত, অলপ, **—ৰং** *অব্য.* ১। নিজৰ ইচ্ছানুসৰি, ২। লাহে লাহে, শান্তভাৱে, ৩। কম শুনাকৈ, **—তা** স্বাচ্ছন্দ্য, স্বাধীনতা।

**স্বৈৰিণী** বিণ. ব্যভিচাৰী তিৰোতা, নিজৰ ইচ্ছামতে ঘূৰি ফুৰা তিৰোতা, অসংযতা, কামুকিনী।

**স্বৈৰী (ন্)** *বিণ.* স্বেচ্ছাধীন, অনিয়ন্ত্ৰিত, উদণ্ড।

**স্বৈৰিন্ধ্ৰী** *স্ত্ৰী.* সৈৰন্ধ্ৰী।

**স্বোৰসঃ** *পু.* তেলান বস্তু; (শস্যাদি) শিলেৰে পিহোঁতে তলত পৰি থকা গেদ, তলনি, মেদ।

**স্বোয়ণীয়ং** *ক্লী.* সুখ, সমৃদ্ধি, পাৰলৌকিক সুখ।

**হ** হকাৰ। বৰ্ণমালাৰ শেষ বৰ্ণ। ত্ৰিংশ ব্যঞ্জনবৰ্ণ। অষ্টাধ্যায়ীৰ শিৱসূত্ৰৰ ৫ম আৰু ১৪শ সূত্ৰৰ প্ৰথম বৰ্ণ। অষ্টমবৰ্গীয় চতুৰ্থ বৰ্ণ। উচ্চাৰণ স্থান কণ্ঠ।
এটা অব্যয় শব্দ বা বৰ্ণ। সাধাৰণতে জোৰ বুজাবলৈ ব্যৱহাৰ কৰা হয় যদিও এই শব্দটোৰ বিশেষ কোনো অৰ্থ নাই। বৈদিক মন্ত্ৰত পাদপূৰণৰ বাবেও ব্যৱহাৰ হৈ থাকে। তাৰোপৰি সম্বোধন, আক্ষেপ, কুৎসা আদিও বুজাবলৈ 'হ' ব্যৱহাৰ হয়।

**হং** (ম্) *অব্য* ক্ৰোধ, অনুনয় বাচক। **হঃ** *পু* ১। শিৱ ২। পানী ৩। শূন্যতা ৪। ধাৰণ, ৫। ৰক্ত, ৬। স্বৰ্গ ৭। পাপক্ষয়, ৮। চন্দ্ৰ ৯। শুভতা।

**হংসঃ** *পু* (হন্তি সুন্দৰং গচ্ছতীতি হন সঃ) ১। ৰাজহাঁহ। 'ন শোভতে সভামধ্যে হংসমধ্যে বকো যথা'। সুভা। ব্ৰহ্মাৰ বাহন। ২। পৰমাত্মা ৩। জীৱাত্মা ৪। নিৰ্লোভ ৰজা ৫। বিষ্ণু, মহা ১২।৪৩।৭৬; ৬। এবিধ যোগী ৭। শিক্ষাগুৰু ৮। পৰ্বত, ৯। শিৱ ১০। পবিত্ৰ, শ্ৰেষ্ঠ,পুৰুষ ১১। কামদেৱ ১২। এবিধ ঘোঁৰা ১৩। এবিধ গাই। ১৪। এবিধ মন্ত্ৰ। ১৫। শৰীৰস্থ এবিধ বায়ু ১৬। ৰজা জৰাসন্ধৰ এজন সেনাপতি **—কঃ** ১। ভৰিত পিন্ধা নূপুৰ। ২। ৰাজহাঁহ, **—কান্তা** মাইকী হাঁহ **—গতিঃ** হাঁহৰ নিচিনা খোজকঢ়া লোক। **—গদগদা** মধুৰ মাতৰ তিৰোতা **—গামিনী** ১। ৰাজহাঁহৰ দৰে খোজ দিয়া স্ত্ৰী। মনু ৩।১০; ২। ব্ৰাহ্মণী **—দাহনং** অগৰু কাঠ **—নাদিনী** এক বিশেষ শ্ৰেণীৰ সুন্দৰী তিৰোতা; (ডাঙৰ তপিনা, ক্ষীণ কংকাল, কুলিৰ দৰে মাত, হাতীৰ দৰে গমন) **—পাদঃ** সেন্দুৰ **—মালা** মালাৰ দৰে উৰি যোৱা এজাক ৰাজহাঁহ **—ৰথঃ, —ৱাহনঃ** ব্ৰহ্মা। **—ৰাজঃ** হাঁহৰ ৰজা। **—লোমশং** হীৰাকচ **—লোহকং** তাম ধাতু **—শ্ৰেণী** হাঁহৰ শাৰী।

**হংসাংঘ্ৰিঃ** সেন্দুৰ।

**হংসাধিৰূঢ়া** সৰস্বতী।

**হংসিকা, হংসী** *স্ত্ৰী* মাইকী ৰাজহাঁহ।

**হংহো** *অব্য* হেৰা, হেৰি আদি সম্বোধনবাচক তথা ক্ৰোধ, নিন্দা, প্ৰশ্নবোধক শব্দ।

**হক্কঃ** হাতীক মতা।

**হক্কাৰঃ** আহ্বান।

**হঞ্জা,—হঞ্জে** *অব্য* ভৃত্যা, পৰিচাৰিকা মাতিবৰ সময়ত ব্যৱহাৰ কৰা হয়। 'হঞ্জে চেটীসম্বোধনম্'।

**হট্** দ্বিধি (ভ্বা প অক হটতি) পোহৰা, উজ্জ্বল কৰ।

**হটপৰ্ণি** *স্ত্ৰী* শৈৱাল, শেলুৱৈ।

**হট্টঃ** *পু* হাট, বজাৰ, বেচা-কিনা কৰা ঠাই। **—চৌৰকঃ** বজাৰ বা হাটৰ চোৰ। **—ৱিলাসিনী** ১। বেশ্যা, কামুকা স্ত্ৰী, ২। এবিধ আতৰ, ৩। হালধি।

**হঠঃ** *পু* (হঠ ঘঃ) ১। বলাৎকাৰ, ধৰ্ষণ, ২। উপদ্ৰৱ, অত্যাচাৰ। **—যোগঃ** একপ্ৰকাৰ অতি কঠিন যোগ বা ধ্যান। ৰাজযোগৰ বিপৰীত। যেনে— তললৈ মূৰ কৰি ধোঁৱা সেৱন, এখন ভৰিত থিয় হৈ থকা, হাত দুখন ওপৰলৈ তুলি থিয় হৈ থকা ইত্যাদি। হঠেন, হঠাৎ ক্ৰিয়া-বিশেষণ।

**হড়িঃ** *পু* কাঠৰ শিকলি, ভৰিজিৰি।

**হড়িকঃ হাৰী**, সোনাৰি জাতি।

**হড্ডং** *স্ত্ৰী* হাড়

**হড্ডিকঃ** হড়িক।

**হণ্ডা, হণ্ডে** *অব্য* (নাটকত) নীচ পাত্ৰক উদ্দেশ কৰি ব্যৱহাৰ কৰা সম্বোধনবাচক শব্দ। 'হণ্ডে হঞ্জে হলাহ্বানং নীচং চেতীং সখীং প্ৰতি'।

**হণ্ডিকা, হণ্ডী** মাটিৰ হাঁড়ী।

**হত** *বিন* (হন ক্তঃ) ১। নিহত, ২। আঘাতপ্ৰাপ্ত, ৩। নষ্ট, ধ্বংসপ্ৰাপ্ত, ৪। বিষাদগ্ৰস্ত, ব্যৰ্থ, ৫। দুৰ্দশাগ্ৰস্ত, অভিশপ্ত, অকামিলা, দুখলগা আদি অৰ্থ বুজাবলৈ সমাসৰ পূৰ্বপদ ৰূপে ব্যৱহাৰ হয়। 'হতবিধিলসিতানাং হী ৱিচিত্ৰো ৱিপাকঃ।' শি ১১।৬৪। **—কণ্টক** কণ্টক শূন্য। বিঘিনিহীন। **—চিত্ত** বিমোহিত পৰা। **—দৈৱ** দুৰ্ভগীয়া। **—বীৰ্য্য** শক্তিহীন, দুৰ্বল। **—বুদ্ধি,** বুদ্ধিহীন, জ্ঞানহীন। **—ভাগ,** ভাগ্য দুৰ্ভগীয়া। **—মূৰ্খঃ** গজমূৰ্খ। **—লক্ষণ** মাঙ্গলিক চিহ্নহীন, ভাগ্যহীন। **—শ্ৰী,** ধন, সম্পদহীন, কঙাল। **—সাধ্বস** নিৰ্ভয়।

**হতক** *বিন* দুৰ্ভগীয়া, নীচ, অধম। **—কঃ** নীচ ব্যক্তি।

**হতাশ** *বিন* নিৰ্দয়, আশাবিহীন।

**হতিঃ** *স্ত্ৰী* (হন ক্তিন) ১। হত্যা, বধ ধ্বংস, আঘাত, ২। হানি, ৩। দোষ, ৪। *পু* (অঙ্ক) পূৰণ।

**হন্তুঃ** *পু* (হন্তি শৰীৰমিতি হন্ ক্তুঃ) ১। অস্ত্ৰ, ২। ৰোগ।
**হন্ত্যা** *স্ত্ৰী* (হন্ ভাৱে ক্যপ্) হনন, বধ।
**হথঃ** *পু* (হন্তি সুখমিতি হন্ কথন) বিষণ্ণতা।
**হদ্** স্বৰ্থে (ভ্বা আ অ হদতে) স্বৰ্থঃ ৱিষ্ঠোৎসৰ্গঃ। বিষ্ঠা তাগ কৰ, হাগ, মল তাগ কৰ; (সনন্ত) জিহৎসতে।
**হদনং** *ক্লী* হাগন, বিষ্ঠা ত্যাগ কাৰ্য্য।
**হদ্দা** *স্ত্ৰী* (জ্যোতিষ) মেষাদি দ্বাদশ ৰাশি লগ্নৰ ত্ৰিশ অংশ, যেনে— মেষ লগ্নত বৃহস্পতিৰ ৬, শুক্ৰৰ ৬, বুধৰ ৮, মঙ্গলৰ ৫ আৰু শনিৰ ৫, মুঠতে ত্ৰিশ অংশ।
**হন্** গতৌ বধে (অদা প সক হন্তি) ১। বধ কৰ, মাৰ, হত্যা কৰ, ২। আঘাত কৰ, শাস্তি দি, কোবা, ৩। বৰ্জন কৰ, ৪। দূৰ কৰ্, নাশ কৰ, ৫। জয় কৰ, ৬। বাধা দি, ৭। ভ্ৰষ্ট কৰ, নষ্ট কৰ, ৮। (অঙ্ক) পূৰণ কৰ, ৯। যা, গমন কৰ, (নিজন্ত) ঘাটয়তি-তে (সনন্ত) জিঘাংসতি। **অতি**— অত্যধিকভাৱে আঘাত কৰ, **অপ**— দূৰ কৰ, নাশ কৰ, আক্ৰমণ কৰ, দখল কৰ, **অভি**— নাশ কৰ, বধ কৰ, (ঢোলত) কোব মাৰ, গী ১।১৩; আক্ৰমণ কৰ। **আ**— আঘাত কৰ, (ঢোলত) কোব মাৰ **উদ্**— ওপৰলৈ উঠা, গৰ্ব কৰ, **উপ**— আঘাত কৰ, হত্যা কৰ, **নি**— নিহত কৰ, বধ কৰ, আঘাত কৰ, **পৰা**— প্ৰতিশোধ ল, ওলোটাই আঘাত কৰ, প্ৰত্যাঘাত কৰ, উচ্ছন্ন কৰ। আক্ৰমণ কৰ **প্ৰ**— বধ কৰ, কোবা, খুন্দা মাৰ, **প্ৰতি**— বাধা দি, দূৰ কৰ, খেদা, খেদি পঠা, নাশ কৰ। **ৱি**— বিনাশ কৰ, কোবা, মাৰ, প্ৰত্যাখ্যান কৰ, ভগ্ন মনোৰথ হ। **সং**— আঘাত কৰ, বধ কৰ, দ'ম কৰ, সংগ্ৰহ কৰ, সংযোগ কৰ, মিলন কৰ।
**হননং** *ক্লী* (হন ল্যুট্) ১। হত্যা, বধ, আঘাত ২। (অঙ্ক) পূৰণ।
**হনীলঃ** *পু* কেতেকী ফুল।
**হনু, হনূ** *পু স্ত্ৰী* (হন্তীতি হন্ উঃ) মুখৰ তলৰ অংশ, থুঁতৰি, চিবুক। (স্ত্ৰী) ১। জীৱন হানিকাৰক বস্তু, ২। অস্ত্ৰ, ৩। বেমাৰ, ৪। মৃত্যু, ৫। এবিধ ঔষধ, ৬। বেশ্যা **—গ্ৰহঃ** বন্ধ কোৱাৰি। **—মূলং** কোৱাঁৰিৰ তল ভাগ।
**হনুমান(ৎ)** *পু* (হনু মতুপ্) মহাকাব্য ৰামায়ণত উল্লেখ থকা চিৰপ্ৰসিদ্ধ শ্ৰীৰামভক্ত হনুমান। মৰুৎ (বায়ু) আৰু অঞ্জনাৰ পুত্ৰ। আন এটা নাম মাৰুতি। শ্ৰীৰামৰ প্ৰতি অসীম প্ৰেম আৰু অচলা ভক্তিৰ কাৰণে হিন্দুসকলে হনুমানক এজন ভগৱানৰ দৰেই পূজা কৰে। ৰাৱণে সীতাক হৰণ কৰি লঙ্কাত নি ৰখাৰ সময়ত হনুমানেই প্ৰথমতে সাগৰ পাৰ হৈ লঙ্কাত প্ৰৱেশ কৰে আৰু সীতাক সাক্ষাৎ কৰে। লঙ্কাৰ যুদ্ধত লক্ষ্মণ শৰাঘাতত ধৰাশায়ী হোৱাত হনুমানেই গন্ধমাদন পৰ্বত দাঙি আনি তাত থকা ঔষধিৰে লক্ষ্মণক সুস্থ কৰি তুলিছিল। হনুমানৰ ভক্তিত মুগ্ধ হৈ শ্ৰীৰামে নিজৰ গলৰ পৰা উলিয়াই এধাৰ মণিহাৰ দিয়াত হনুমানে মণিবিলাক এটা এটাকৈ কামুৰি দলিয়াই পেলায়। তাকে দেখি ৰামে কিয় তেনে কৰিছে সুধিলত হনুমানে বুকু ফালি শ্ৰীৰাম-সীতাক বুকুৰ মাজত দেখুৱায়। শ্ৰীৰাম ভক্তিৰ এয়া আন এটা অনুপম নিদৰ্শন। মহাকাব্যখনত শ্ৰীৰাম আৰু সীতাৰ পিচতেই শ্ৰীহনুমান এজন উল্লেখযোগ্য ব্যক্তি। ২। অৰ্জুনৰ ধ্বজা।
**হন্ত** *অব্য* আনন্দ, আশ্চৰ্য্য, সহানুভূতি, শোক, পুনৌ আদি বুজাবলৈ ব্যৱহাৰ কৰা হয়। বাক্যৰ আৰম্ভণিতেও কেতিয়াবা এই অব্যয় শব্দ ব্যৱহাৰ হয়। **—কাৰঃ** 'হন্ত'! উচ্চাৰণ। অতিথিলৈ উপহাৰ বা ভেঁটি।
**হন্তা(ন্তৃ)** *বিণ্* (হন তৃচ্) হত্যাকাৰী, আততায়ী, মনু ৫।৩৪; চোৰ, ডকাইত্, ঠগ।
**হন্তুঃ** *পু* (হন্ তুঃ) ১। মৃত্যু, ২। ষাঁড় গৰু, ৩। বিনাশ।
**হন্তোক্তি** অনুকম্পাবোধক উক্তি, সম্বোধন।
**হন্ন** *বিণ্* (হদ্ ক্তঃ) হাগি উঠা, বিষ্ঠা ত্যাগ কৰি উঠা।
**হন্যমান** *বিণ্* (হন্ শানচ্) হননযোগ্য, মৰণশীল। 'ন হন্যতে হন্যমানে শৰীৰে', গী ২।২০।
**হম্** *অব্য* খঙ, আদৰ, সম্মানবাচক তথা আশ্চৰ্য্যবোধক শব্দ।
**হম্বা–হম্ভা** *স্ত্ৰী* গৰুৰ মাত, হেম্বেলনি।
**হয়্** ক্লমে গতৌ *পু* (ভ্বা প অ হয়তি) ১। যা, গমন কৰ, ২। শব্দ কৰ, ধ্বনি তোল, ৩। ভাগৰি পৰ, ৪। পূজা কৰ।
**হয়ঃ** *পু* (হয়তি গচ্ছতীতি হয় অচ্) ১। ঘোঁৰা, গী ১।১৪; ২। এক শ্ৰেণীৰ মানুহ। ৩। সংখ্যা '৭', ৪। ইন্দ্ৰ। **—কোৱিদ** ঘোঁৰা শাস্ত্ৰত পণ্ডিত। ঘোঁৰাক শিক্ষা দিয়াত পাৰ্গত। **—জ্ঞঃ** ঘোঁৰা ব্যৱসায়ী, চহিচ। **—দ্বিষ্** ম'হ। **—প্ৰিয়ঃ,** যৱধান, **—প্ৰিয়া** খেজুৰী গছ

—মাৰঃ,—মাৰকঃ কৰবী গুটি —মাৰণঃ আঁহত গছ —মেধঃ অশ্বমেধ যজ্ঞ —ৱাহনঃ কুবেৰ, সূৰ্য্যপুত্ৰ ৰেৱন্ত। —শালা ঘোঁৰাশাল। —শাস্ত্ৰং ঘোঁৰাক প্ৰশিক্ষণ দিয়া শাস্ত্ৰ —শীৰ্ষঃ বিষ্ণু।

**হয়গ্ৰীৱঃ** *পু* (হয়স্য গ্ৰীৱা ইব গ্ৰীৱা যস্য) বিষ্ণুৰ হাতত নিহত এজন দৈত্য। কল্পৰ শেষত ব্ৰহ্মা শুই থাকোঁতে এই দৈত্যজনে বেদ হৰণ কৰিছিল। বিষ্ণুৱে মৎস্য অৱতাৰ ধৰি চাৰি বেদ উদ্ধাৰ কৰে। কালিকা পুৰাণ মতে, দেৱীয়েহে হয়গ্ৰীৱক হত্যা কৰে। কাপু ৮২ অ। দেৱী ভাগৱতৰ মতে হয়গ্ৰীৱ নামৰ দৈত্যক বধ কৰাৰ কাৰণে বিষ্ণুৱে হয়গ্ৰীৱ মূৰ্তি ধাৰণ কৰে, দেভা ১।৫; (কামৰূপৰ হাজোত হয়গ্ৰীৱ মাধৱৰ মন্দিৰ আছে)।

**হয়ঙ্কষঃ** চালক, সাৰথি।

**হয়ী** মাইকী ঘোঁৰা, ঘুঁৰী।

**হৰ** *বিণ* (হৰতীতি হৃ অচ) ১। হৰণকাৰী, ২। আনয়নকাৰী, বহনকাৰী, আকৰ্ষণকাৰী, দখলকাৰী, (পদৰ শেষত), যেনে— কৌমাৰহৰ, শোকহৰ। —ৰঃ ১। পাপ হৰণকাৰী সদাশিৱ, মহেশ্বৰ। মে ৭; ২। অগ্নি, ৩। গাধ, ৪। (অঙ্ক) হৰণ, ভাজক। —গৌৰী শিৱ পাৰ্ৱতী, অৰ্ধনাৰীশ্বৰ মূৰ্তি বিশেষ। —চূড়ামণিঃ শিৱৰ শিৰোমণি, চন্দ্ৰ —তেজঃ পাৰা —নেত্ৰং শিৱৰ চকু, সংখ্যা '৩' —বীজং শিৱশুক্ৰ, পাৰা। —শেখৰা গঙ্গা —সুনুঃ স্কন্দ।

**হৰকঃ** *পু* (হৰ কণ্) শিৱ, চোৰ, (অঙ্ক) ভাজক।

**হৰণং** *ক্লী* (হৃ ল্যুট্) ১। যৌতুকত দিয়া বস্তু, ৰ ৭।২২; ২। দখল, গ্ৰহণ, ৩। অপহৰণ, ৪। নাশ, ৫। ছাত্ৰক দিয়া উপহাৰ, ৬। (অঙ্ক) হৰণ ৭। বাহু, ৮। শুক্ৰ, ৯। সোণ।

**হৰাদ্ৰিঃ** কৈলাশ পৰ্বত।

**হৰিঃ** *পু* (হৰতি পাপানীতি হৃ ইন) ১। বিষ্ণু, ৰ ১০।৮৬; ২। সিংহ, ৰ ২।৫৯; ৩। ভাটৌ চৰাই, ৪। সাপ, ৫। বান্দৰ, ৬। ভেকুলী, ৭। চন্দ্ৰ, ৮। সূৰ্য্য, ৯। বায়ু, ১০। ঘোঁৰা, ১১। যমৰাজ, ১২। শিৱ, ১৩। ব্ৰহ্মা, ১৪। সূৰ্য্যৰ কিৰণ, ১৫। ইন্দ্ৰ, ১৬। হালধীয়া ৰং, পীতবৰ্ণ। ১৭। কুলি চৰাই ১৮। ইন্দ্ৰৰ ঘোঁৰা উচ্চৈঃশ্ৰৱা ১৯। মনুষ্য, ২০। মঁৰা চৰাই —কান্ত ইন্দ্ৰপ্ৰিয়, সিংহৰ দৰে ধুনীয়া। —কেলীয়ঃ বঙ্গদেশ —গন্ধঃ এবিধ চন্দন —চন্দনঃ হালধীয়া চন্দন এবিধ। (—নং) জ্যোৎস্না —তালঃ এবিধ হালধীয়া পাৰ চৰাই (—লং) হাইতাল (—লী) দূবৰি বন —তালিকা ১। দূবৰি বন, ২। ভাদ মাহৰ শুক্লা চতুৰ্থী —দাসঃ বিষ্ণুভক্ত —দেৱঃ শ্ৰৱণা নক্ষত্ৰ —দ্বাৰঃ উত্তৰ প্ৰদেশৰ গঙ্গাৰ পাৰত থকা এখন প্ৰসিদ্ধ তীৰ্থস্থান। —নেত্ৰং বিষ্ণুনেত্ৰ, বগা পদুম। —পদং বসন্তকালীয় দিনৰাতি সমান হোৱা দিন। —প্ৰিয়ঃ ১। শঙ্খ, ২। কদম গছ, ৩। মূৰ্খ, ৪। পগলা মানুহ ৫। শিৱ। —প্ৰিয়া ১। লক্ষ্মীদেৱী, ২। তুলসী গছ, ৩। পৃথিৱী, ৪। শুক্লাদশমী —ভুক্ সাপ। —মন্থঃ এবিধ সৰু জাতৰ মটৰ মাহ। —লোচনঃ ষেঁচা, কেঁকোৰা —বল্লভা তুলসী গছ, লক্ষ্মী দেৱী। —বাসৰঃ একাদশী তিথি। —বাহনঃ ১। গৰুড়, ২। ইন্দ্ৰ —শৰঃ শিৱ। (শিৱই ত্ৰিপুৰাসুৰক মাৰিবৰ সময়ত বিষ্ণুৱে নিজে এপাট শৰ হৈছিল)। —সখঃ এজন গন্ধৰ্ব। —সূতঃ,—সুনুঃ অৰ্জুন —হয়ঃ ১। ইন্দ্ৰ, ২। সূৰ্য —হৰঃ শিৱবিষ্ণুৰ সংযুক্ত ৰূপ বিশেষ। —হেতিঃ ১। বিষ্ণুৰ সুদৰ্শন চক্ৰ। ২। ৰামধেনু, —ৰাগঃ হালধীয়া ৰং, চঞ্চলতা —গণেশঃ গণেশৰ এটা ৰূপ।

**হৰিকঃ** *পু* ১। পীতবৰ্ণৰ ঘোঁৰা এবিধ, ২। চোৰ, ৩। জুৱাৰী।

**হৰিণ** *বিণ* (হৃ ইনচ) ১। শেঁতা, ২। বগা, ৰঙচুৱা। —ণঃ ১। পহু; হৰিণ পাঁচ বিধ— ঋষ্যঃ, খড়্গঃ, ৰুৰুঃ, পৃষতঃ, মৃগঃ বগা ৰং, ৩। সূৰ্য্য, ৪। শিৱ, ৫। বিষ্ণু, ৬। ৰাজহাঁহ। —কলঙ্কঃ চন্দ্ৰ, —নয়নঃ —নেত্ৰঃ হৰিণনয়ন। —হৃদয় ভীৰু।

**হৰিণকঃ** *পু* হৰিণ।

**হৰিণী** *স্ত্ৰী* ১। মাইকী হৰিণ, ২। চাৰি বিধ নায়িকাৰ এবিধ, চিত্ৰিণী। ৩। সোণৰ প্ৰতিমা, ৪। সুৰাঙ্গনা, ৫। হালধীয়া যূথিকা ফুল, ৬। এবিধ কাব্যছন্দ। —দৃক্(শ্) হৰিণীনয়না স্ত্ৰী।

**হৰিৎ** *বিণ* ১। সেউজীয়া, ২। হালধীয়া, ৩। পীত বৰ্ণৰ। (পু) ১। সূৰ্য্যৰ ঘোঁৰা, তীব্ৰবেগী ঘোঁৰা, ২। সিংহ, ৩। সূৰ্য্য, ৪। বিষ্ণু (স্ত্ৰী) ঘাঁহ, —মণিঃ পান্না, মৰকত। —বৰ্ণঃ সেউজীয়া।

**হৰিত** *বিণ* ১। সেউজীয়া, ২। পীত বৰ্ণ —তঃ সিংহ, এবিধ ঘাঁহ।

**হৰিতকং** এবিধ জোপোহা গছ। সেউজীয়া ঘাঁহ। **—ছদ** সেউজীয়া পাতৰ (গছ)।

**হৰিতা** *স্ত্ৰী* ১। দুবৰি বন, ২। হালধি, ৩। এবিধ আঙুৰ

**হৰিদ্ৰা** *স্ত্ৰী* (হৰিৎ ৰা কঃ টাপ্) ১। হালধি, হালধি গছৰ শিপা **—গণপতিঃ–গণেশঃ** গণেশৰ এটা ৰূপ, **—ৰাগঃ** ১। হালধীয়া ৰঙ, ২। অস্থায়ী অনুৰাগ, চঞ্চলমনা।

**হৰিয়ঃ** *পু* হালধীয়া বৰণৰ ঘোঁৰা।

**হৰিশ্চন্দ্ৰঃ** *পু* ত্ৰেতা যুগৰ সূৰ্য্যবংশীয় অষ্টাবিংশ ৰজা। ত্ৰিশঙ্কুপুত্ৰ হৰিশ্চন্দ্ৰ অতি দানী, দয়ালু আৰু প্ৰজাবৎসল ৰজা আছিল। এবাৰ বিশ্বামিত্ৰৰ আগত গুৰু বশিষ্ঠই ৰজাৰ গুণ গৰিমা বৰ্ণনা কৰোঁতে বিশ্বামিত্ৰই মুঠেই স্বীকাৰ কৰা নাছিল। শেষত দুয়োজনৰ মত অনুযায়ী বিশ্বামিত্ৰই নিজেই ৰজাক পৰীক্ষা কৰিবলৈ ওলাই ৰজাক বহু ধৰণে কষ্ট দিবলৈ ধৰিলে। ৰজাই কিন্তু সকলো সহ্য কৰি থাকিল। ৰজাই নিজৰ কথা ৰাখিবলৈ গৈ ৰাজ্য, পত্নী, ধন, সম্পত্তি সকলো হেৰুৱালে, আনকি নিজেও গৈ শ্মশানবাসী হৈ থাকিল। বিশ্বামিত্ৰই শেষত ৰজাৰ মহানুভৱতা স্বীকাৰ কৰিবলৈ বাধ্য হ'ল আৰু ৰাজ ঐশ্বৰ্য্য-বিভূতি সকলো ঘূৰাই দিলে। ত্ৰেতাৰ হৰিশ্চন্দ্ৰ আৰু দ্বাপৰৰ কৰ্ণৰ বদান্যতা চিৰ-যুগমীয়া কীৰ্তি।

**হৰিষঃ** *পু* হৰ্ষ, আনন্দ **—ষা** *স্ত্ৰী* ১। মাংসৰ এবিধ আঞ্জা, ২। ফুলৰ ৰেণু। ৩। ৰেণুকা নামৰ আতৰ এবিধ।

**হৰীতকী** *স্ত্ৰী* (হৰিতা কণ্ ঙীষ) শিলিখা।

**হৰ্তা (ৰ্ত্তৃ)** *পু* চোৰ, লুণ্ঠনকাৰী, ডকাইত।

**হৰ্ম(ন্)** *ক্লী* (হৃ মনি) হামি, জৃম্ভণ।

**হৰ্মিত** *বিণ্* ১। হামি মৰা, হামিয়াই উঠা, ২। নিক্ষিপ্ত, ৩। দগ্ধ।

**হৰ্ম্যং** *ক্লী* (হৃ মুট্) ১। অট্টালিকা, প্ৰাসাদ, ঋতু ১।২৮; ২। আখাশাল, জুহাল ৩। ভূত-পিশাচৰ বাসস্থান। **—স্থলং** প্ৰাসাদৰ কোঠা।

**হৰ্ম্যাঙ্গনং** প্ৰাসাদৰ আঙ্গন, চোতাল।

**হৰ্ষঃ** *পু* (হৃ, তুষ্টৌ ঘঞ্) ১। ভাল লগা কথা শুনাৰ পিচত উৎপন্ন হোৱা আনন্দ, সন্তুষ্টি, উল্লাস, ২। শিহৰণ, ৩। চৌত্ৰিশটা ৰসানুভূতিৰ এটা। 'ইষ্টপ্ৰাপ্ত্যাদিজন্য সুখৱিশেষো হৰ্ষঃ।' **—কৰ** আনন্দজনক। **—স্বনঃ** আনন্দত উত্ৰাৱল হৈ মৰা চিঞৰ।

**হৰ্ষক** *বিণ্* (হৃষ্ ণিচ ণ্বুল্) আনন্দজনক, তুষ্টিকাৰক, **—কঃ** এখন পৰ্বত।

**হৰ্ষণ** *বিণ্* (হৃষ ল্যুট্) হৰ্ষজনক, আনন্দপূৰ্ণ, সন্তুষ্টিসাধক। **—ণং** *ক্লী* আনন্দ, আহ্লাদ, সুখ, **—ণঃ** *পু* ১। কামদেৱৰ এপাট শৰ। ২। এবিধ চকুৰ বেমাৰ, ৩। এবিধ শ্ৰাদ্ধ, ৪। শ্ৰাদ্ধৰ অধিষ্ঠাত্ৰী দেৱতা।

**হৰ্ষয়িত্নু** *ক্লী* সোণ *(পু)* পুত্ৰ।

**হৰ্ষিত** *বিণ্* (হৰ্ষ ইতঃ) আহ্লাদিত।

**হল্** বিলেখে (ভ্বা প স হলতি) হাল বা।

**হলং** *ক্লী* (হলতীতি হল্ অচ) হাল, নাঙ্গল। **—ভৃৎ** বলৰাম। **—ভৃতিঃ** এজন মুনি। **—হৃতিঃ** হালবোৱা **—হলা** সম্বোধন 'হেৰি ভাল নে?'

**হলা** *অব্য* (নাটকত) সখীৰ প্ৰতি সম্বোধন, *(স্ত্ৰী)* ১। সখী; ২। মদ, সুৰা, ৩। পৃথিৱী, ৪। পানী।

**হলায়ুধঃ** *পু* বলৰাম।

**হলাহঃ** *পু* ফুটুকী ঘোঁৰা।

**হলাহলঃ, –হালাহলঃ** *পু* মাৰাত্মক বিহ। এই হলাহল বিহ সাগৰ মন্থন কৰোতে সাগৰৰ পৰা ওলাইছিল। এই বিহ উদ্ভৱ হোৱাৰ লগে লগে সমস্ত বস্তু এফালৰ পুৰি যাবলৈ ধৰা দেখি শেষত সদাশিৱই পান কৰি পেলায়। সেয়ে শিৱৰ আন এটা নাম নীলকণ্ঠ।

**হলিঃ** *পু* (হলতীতি ইন্) ১। ডাঙৰ নাঙল, ২। সীৰলু, ৩। কৃষিকৰ্ম। **—নী** কেবাখনো হাল।

**হলী(ন্)** ১। হালোৱা, ২। খেতিয়ক; ৩। বলৰাম। **—প্ৰিয়ঃ** কদম গছ **(—য়া)** সুৰা।

**হলীনঃ** চেগুণ গছ।

**হলীষা** নাঙলৰ মুঠি।

**হল্য** *বিণ্* (হল্ ণ্যৎ) ১। হাল বাব লগীয়া, হাল বোৱাৰ যোগ্য; ২। কুৎসিত, বিকৃত। **—ল্যা** কেবাখনো হাল।

**হল্লকং** *ক্লী* ৰঙা পদুম।

**হল্লনং** *ক্লী* (টোপনিত) ইফাল-সিফাল কৰা, ইকাতি-সিকাতি কৰা।

**হল্লীশং** *ক্লী* ১। ওঠৰখন উপৰূপকৰ এখন; ২। ঘূৰি ঘূৰি কৰা নৃত্য বিশেষ। **—কঃ** তিৰোতাৰ বৃত্তাকাৰ নৃত্য।

**হৱঃ** *পু* (হু হোমে অপ্) ১। হোম যজ্ঞ, ২। আজ্ঞা, হুকুম, ৩। আহ্বান, ৪। উপাসনা, স্তুতি, ৫। প্ৰত্যাহ্বান।

**হৱনায়ুঃ**(স্) অগ্নি।

**হৱনীয়ং** *ক্লী* (হু অনীয়ৰ্) হব্য। হোমৰ সামগ্ৰী, যেনে— ঘিঁউ, তিল, চাউল আদি।

**হৱিঃ**(স্) *ক্লী* ১। আহুতি, ঘিঁউ, ২। পানী **—ম্বঃ** অগ্নি।

**হৱিত্ৰী** *স্ত্ৰী* হোমকুণ্ড।

**হৱিৰশনঃ** *পু* অগ্নি। (*ক্লী*) ঘৃতভোজন।

**হৱির্গন্ধা** *স্ত্ৰী* শমীলতা।

**হৱির্গেহং** *ক্লী* যজ্ঞগৃহ।

**হৱির্যাজী**(ন্) *পু* পুৰোহিত।

**হৱিষ্যং** *ক্লী* (হৱিষে হিতং ইতি যৎ) ঘিঁউ আদি হোমৰ আহুতিৰূপে ব্যৱহাৰ কৰা সামগ্ৰী **—ভুক্(জ্)** অগ্নি।

**হৱিষ্যান্নং** *ক্লী* (হৱিষ্যমন্নম্) ব্ৰতৰ সময়ত খাব পৰা খাদ্য, ঘিঁউ ভাত।

**হব্য** *বিণ্* (হু যৎ) হৱনীয়। **—ব্যং** ১। ঘিঁউ, ২। দেৱতালৈ অৰ্পণ কৰা অন্নাহুতি, ৩। আহুতি, **—কব্যং** দেৱতা আৰু পিতৃপুৰুষলৈ অৰ্পণ কৰা অন্ন, মনু ১।৩৪ **—ৱাহ্,—ৱাহ্,—ৱাহন** অগ্নি।

**হব্যাশঃ** *পু* অগ্নি।

**হস্** হাসে (ভ্বা প অ স হসতি) ১। হাঁহ, হাঁহি মাৰ, মিচিকিয়া হাঁহি মাৰ, ২। উপহাস কৰ, ঠাট্টা কৰ, অৱজ্ঞা কৰ, ৩। ফুল, প্ৰস্ফুটিত হ, ৪। উজ্জ্বল হ, স্পষ্ট হ। (ণিজন্ত) হাসয়তি-তে **অপ—** ঠাট্টা কৰ, নিন্দা কৰ, **অৱ—** নিন্দা কৰ, চেৰ পেলা **উপ—** উপহাস কৰ, নিন্দা কৰ। **পৰি—** ঠাট্টা-মস্কৰা কৰ, নিন্দা কৰ **প্ৰ—** হাঁহি মাৰ, ঠাট্টা কৰ, নিন্দা কৰ, চেৰ পেলা, উজ্জ্বল হ, দেখাত ধুনীয়া হ, **ৱি—** ঠাট্টা কৰ।

**হসঃ** *পু* (হস্ অপ্) ১। হাস্য, হাঁহি, অট্টহাস্য; ২। আনন্দোল্লাস।

**হসনং** *ক্লী* (হস ল্যুট্) হাঁহি, অট্টহাস্য। **—নী** জুইৰ কেৰাহী (**—মণিঃ**) জুই।

**হসন্তী** *স্ত্ৰী* (হস্ শতৃ ঙীপ্) ১। জুইৰ কেৰাহী, ২। এবিধ মল্লিকা ফুল। ৩। হাঁহি থকা তিৰোতা।

**হসিক** (হস্ ঠিক) হাঁহি থকা মানুহ **—কা** *স্ত্ৰী* হাঁহি, অট্টহাস্য।

**হসিত** *বিণ্* (হস্ ক্তঃ) উল্লসিত, উৎফুল্লিত, প্ৰস্ফুটিত **—তং** ১। হাঁহি; ২। ঠাট্টা-বিদ্ৰূপ, ৩। কামদেৱৰ ধনু।

**হস্তঃ** *পু* (হসতি বিকসতি ইতি হস তন্) ১। শৰীৰৰ এটা অঙ্গ। হাত, বাহু, পাণি, কৰ, ভুজ; ২। হাতীৰ শুঁড়। ৩। হস্তা নক্ষত্ৰ; ৪। এহাত (কিলাকুটিৰ পৰা মধ্যমা আঙুলিলৈ দীৰ্ঘত্ব); ১৮ ইঞ্চি বা ২৪ আঙুলি) ৫। হাতৰ আখৰ, ৬। সহায়, সাহায্য। **—কমলং** পদুমৰ দৰে হাত। **—কৌশলং** শাৰীৰিক নিপুণতা। **—ক্ৰিয়া** হাতৰ কাম। **—গত** হাতত পৰা, দখললৈ অহা, প্ৰাপ্ত। **—তলং** হাতৰ তলুৱা **—তালং** হাততালি, হাতচাপৰি। **—ধাৰণং** মাৰিবলৈ আহোঁতে হাতেৰে বাধা দিয়া কাৰ্য্য। **—পুচ্ছং** হাতৰ কব্জিৰ তলৰ অংশ। **—পৃষ্ঠং** হাতৰ পিঠি। **—প্ৰাপ্ত** হস্তগত। **—প্ৰাপ্য** হাতেৰে সহজতে পোৱা বা ঢুকি পোৱা **—বিম্বং** শৰীৰত সুগন্ধি তেল আদিৰে কৰা মালিচ। **—মণিঃ** হাতত পিন্ধা মুক্তা; **—সংৱাহনং** হাতেৰে তেলাদি ঘঁহা কাৰ্য্য। **—সিদ্ধিঃ** ১। দৈহিক পৰিশ্ৰম, হাতেৰে কৰা কাম। ২। বেতন, দৰ্মহা। **—সূত্ৰং** খাৰু, বলয়, কু ৭।২৫

**হস্তকঃ** *পু* ১। হাত, ২। হাতৰ অৱস্থান।

**হস্তৱান্**(ৎ) ১। পৰিশ্ৰমী, ২। চতুৰ, নিপুণ।

**হস্তা** *পুং স্ত্ৰী* ত্ৰয়োদশ নক্ষত্ৰ, হস্তা নক্ষত্ৰ। **—হস্তি** *অব্য* হাতে হাতে।

**হস্তাঙ্গুলিঃ** হাতৰ আঙুলি।

**হস্তামলকং** *ক্লী* হাতৰ আমলখী, অৰ্থাৎ চকুৰ আগৰ বস্তু।

**হস্তিকং** *ক্লী* এজাক হাতী।

**হস্তিকক্ষঃ** *পু* সিংহ, বাঘ।

**হস্তিকৰ্ণঃ** এড়া গছ।

**হস্তিগিৰিঃ** কাঞ্চি দেশ।

**হস্তিঘ্নঃ** *পু* হাতী চিকাৰী, মানুহ।

**হস্তিচাৰী**(ন্) মাউত।

**হস্তিদন্তং** *ক্লী* ১। হাতীৰ দাঁত। ২। বেৰত মৰা গজাল বা খিলি। ৩। মূলা।

**হস্তিনখঃ** নগৰৰ মূল দুৱাৰৰ সমুখত মাটিৰ গড়। শি ৩।৬৮।

**হস্তিনপুৰঃ** হস্তিনাপুৰ।

**হস্তিনী** *স্ত্ৰী* ১। মাইকী হাতী, ২। এবিধ আতৰ, ৩। চাৰি বিধ নায়িকাৰ এবিধ। লক্ষণ- ডাঙৰ ওঁঠ, ডাঙৰ তপিনা, মোটা আঙুলি, প্ৰকাণ্ড স্তন, ক'লা বৰণ আৰু অত্যন্ত কামুকা।

**হস্তিপঃ** মাউত।

**হস্তিমদঃ** হাতীৰ কপালৰ পৰা ওলোৱা মদবাৰি।

**হস্তিমল্লঃ** ১। গণেশ ২। ঐৰাৱত, ৩। ধূলিৰ বৰষুণ, ৪। ছাইৰ দ'ম। ভস্মস্তুপ।

**হস্তিযূথং–যূথঃ** হাতীৰ পাল।

**হস্তিৱাহঃ** ১। মাউত, ২। অঙ্কুশ।

**হস্তিস্নানং** হাতীৰ গা ধোৱা, অৰ্থাৎ নিষ্ফল, বৃথা চেষ্টা।

**হস্তী** (ন) *পু* (হস্ত অস্ত্যস্যেতি ইনিঃ) ১। হাতী। হাতী চাৰিবিধ— ভদ্ৰো মন্দ্ৰো মৃগো মিশ্ৰঃ।

**হস্ত্য** *বিণ* (হস্ত যৎ) হাত সম্বন্ধীয় যেনে হাতেৰে কৰা, দিয়া ইত্যাদি।

**হস্ত্যায়ুৰ্ব্বেদঃ** হাতীৰ চিকিৎসা-শাস্ত্ৰ।

**হস্ত্যাৰোহঃ** মাউত।

**হস্ম** *বিণ.* মূৰ্খ।

**হহলং** *ক্লী* হলাহল বিহ।

**হহা** *পু* একশ্ৰেণীৰ গন্ধৰ্ব।

**হা** (ন) *বিণ* পদৰ শেষত হত্যা, বধ, নাশ বুজাবলৈ, যেনে বৃত্তহা, পিতৃহা, ব্ৰহ্মহা।

**হা** *অব্য.* শোক, দুখ, কষ্ট, আদি বুজাবলৈ, হা। ব্যৱহাৰ কৰা হয়। হা নাথ! হা মহাৰাজ।

**হা** ক) ত্যাগে ( হ্বা প স জহাতি) ১। এৰ, এৰি পেলা,ত্যাগ কৰ, বৰ্জন কৰ, গী ২।৫০; ২। অৱজ্ঞা কৰ, ৩। হাত সাৰ। (নিজন্ত) হাপয়তি —তে। (সনন্ত) জিহাসতি। **অপ—** এৰ, এৰি পেলা, **পৰি—** অৱজ্ঞা কৰ, এৰ, মনু ১২।৯২; **প্ৰ—** ত্যাগ কৰ, নিক্ষেপ কৰ, **—ৱি** এৰ, ত্যাগ কৰ।

খ) গতৌ (হ্বা আ স জিহীতে) ১। যা, গমন কৰ ২। পা, লাভ কৰ, (সনন্ত) জিহাসতে, **উদ্—** ১। ওপৰলৈ যা, উঠ, (জ্ঞান পাই) থিয় হ, ২। যা, প্ৰস্থান কৰ, ৩। ওপৰলৈ তোল, **উপ—** তললৈ নাম, **সং—** উপভোগ কৰ।

**হাঙৰঃ** হাঙৰ। এবিধ প্ৰকাণ্ড জলজন্তু।

**হাটকং** *ক্লী.* (হট দীপ্তৌ ণ্বুল্) সোণ, **—ময়ং** স্বৰ্ণময়।

**হাটকেশ্বৰঃ** *পু.* গোদাবৰী নদীৰ পাৰত থকা শিৱ মন্দিৰ।

**হাতব্য** *বিণ.* বৰ্জনীয়।

**হাত্ৰং** *ক্লী.* (হা ষ্ট্ৰন্) ১। বেতন, দৰ্মহা, ২। মৃত্যু, মৰণ, ৩। এটা দৈত্য।

**হানং** *ক্লী.* (হা ক্তঃ) ১। ত্যাগ, বৰ্জন, ২। হানি, ৩। পৰাক্ৰম।

**হানিঃ** *স্ত্ৰী.* (হা নিঃ) ১। ক্ষতি, অপচয়, ২। কম, অল্পতা, হ্ৰাস, ৩। অৱজ্ঞা, ভঙ্গ।

**হাম্ভ্ৰং** *ক্লী.* মৰণ, মৃত্যু।

**হাফিকা** হামিয়া। হামি।

**হায়নং –নঃ** ১। এটা বছৰ, ২। এবিধ ধান, ৩। জুইৰ শিখা।

**হাৰ** *বিণ.* (হৰি অণ্) ১। হৰি সম্বন্ধীয়, ২। হৰণকাৰী, অধিকৃত, ৩। বাহক, **—ৰঃ** *পু* (হ্ৰিয়তে মনো যেন হৃ ঘঞ্) ১। মুক্তাৰ মালা, হাৰ, কণ্ঠহাৰ, ২। হৰণ, ৩। যুদ্ধ, সমৰ, ৪। (অঙ্ক) ভাজক, **—কঃ** *পু.* চোৰ, লুণ্ঠনকাৰী, ঠগ, প্ৰৱঞ্চক, মুক্তাহাৰ (অঙ্কৰ ভাজক), **—গুটি** হাৰৰ মণি, **—যষ্টিঃ** *স্ত্ৰী.* মুক্তাহাৰ, **—হূৰঃ** মদ, **—হূৰা** আঙুৰ।

**হাৰাৱলী** মণিহাৰ। গীত ১১।১৩।

**হাৰি** *বিণ.* হৰণকাৰী, মনোৰম, **—ৰিঃ** *স্ত্ৰী.* ১। পৰাজয়, ২। জুৱাত হৰা, ৩। পৰ্যটকৰ দল, **—কণ্ঠঃ** কুলি চৰাই, **—তঃ** এবিধ চৰাহ, **—তকং** এবিধ পাচলি।

**হাৰিদ্ৰ** *বিণ.* (হৰিদ্ৰয়া ৰঞ্জিতং) হালধিৰে বোলোৱা, হালধীয়া, **—দ্ৰঃ** ১। কদম গছ, ২। এবিধ বিহ।

**হাৰী** *স্ত্ৰী.* মুক্তা।

**হাৰী(ন্)** ১। হৰণকৰ্তা, কণ্ঠহাৰ ধাৰণকাৰী, ২। দখলকাৰী, অধিকাৰী, আকৰ্ষণীয়, আনন্দদায়ক, উৎকৃষ্ট।

**হাৰীতঃ** *পু.* ১। এবিধ পাৰ চৰাই, ২। স্মৃতি শাস্ত্ৰকাৰ হাৰীত মুনি, ৩। ঠগ, ধূৰ্ত, **—কঃ** হাৰীত পক্ষী।

**হাৰ্দং** *ক্লী.* (হৃদয় অণ্) ১। প্ৰেম, ভাল পোৱা, চেনেহ, মৰম, ২। দয়ালুতা, ৩। অভিপ্ৰায়, ইচ্ছা, **—ৰ্দী** (ন্) প্ৰেমী, স্নেহশীল।

**হাৰ্য** (হৃ ণ্যৎ) হৰণযোগ্য, বহনযোগ্য, কু ৫।৭০; আকৰ্ষণীয়, অধিকাৰযোগ্য, **—ৰ্যঃ** ১। সাপ, ২। ভোমোৰা গছ, ৩। (অঙ্ক) হৰণ কৰিব লগীয়া।

**হালঃ** *পু.* (হল্ অণ্) ১। হল, নাঙল, ২। বলৰাম, ৩। ৰজা শালিবাহন, **—ভৃৎ** বলৰাম।

**হালকঃ** কজলা (পীত হৰিত) ঘোঁৰা।

**হালহলং** হলাহল, **—ধৰঃ** সাপ।

**হালহলা** *স্ত্ৰী.* নিগনি।

**হালহলী –হালা** *স্ত্ৰী* সুৰা, মদ, মে ৪৯।

**হালিকঃ** *পু.* (হল ঠক্) ১। হালোৱা, খেতিয়ক, ২। হালোৱা গৰু, ৩। হালেৰে যুদ্ধ কৰোঁতা (যেনে— বলৰাম)।
**হালিনী** *স্ত্রী.* ডাঙৰ জাতৰ ঘৰচীয়া জেঠী।
**হালী** *স্ত্রী.* খুলশালী (ছোৱালী)।
**হালুঃ** *পু.* (হল উন্) দাঁত।
**হাৱঃ** *পু.* (হ্বে ঘঞ্) ১। আহ্বান, মাতা, ২। তিৰোতাৰ কামোদ্দীপক চাল-চলন। 'গ্রীৱাৰেচক সংযুক্তো ভ্রূনেত্রাদিবিকাশকৃৎ। ভাৱাদীষৎপ্রকাশো যঃ স হাৱ ইতি কথ্যতে।'
**হাসঃ** *পু.* (হস্ ঘঞ্) ১। হাস্য, হাঁহি, ৰ ১২।৩৬; মিচিকিয়া হাঁহি। 'ভাসো হাসঃ কৱিকুলগুৰুঃ কালিদাসো বিলাসঃ', ২। হাস্য ৰসৰ স্থায়ী ভাৱ, ৩। প্রস্ফুটন, বিস্তাৰ, ৪। উপহাস।
**হাসিকা** *স্ত্রী.* হাঁহি, আনন্দ উৎসৱ।
**হাস্য** *বিণ.* (হস্ ণ্য) ১। হাঁহিয়াতৰ পাত্র, হাঁহিবলগীয়া, **—স্যং** ১। হাঁহি, অট্টহাস্য, ২। আনন্দ, ৩। উপহাস, ঠাট্টা-মস্কৰা, **—স্যঃ** হাস্যৰস, কাব্যৰ শৃঙ্গাৰাদি নটা ৰসৰ এটা, **—পদৱী**, **—মাৰ্গঃ** উপহাস, ঠাট্টা, **—ৰসঃ** শৃঙ্গাৰাদি নটা ৰসৰ এটা, **—স্পদ** হাঁহিয়াতৰ পাত্র।
**হাস্তিকং** হাতীৰ পাল, **—কঃ** মাউত।
**হাস্তিনং** *ক্লী.* হস্তিনাপুৰ।
**হাহা** দেৱগন্ধৰ্ব বিশেষ; (অব্য) দুখ, শোক, পৰিতাপবোধক অব্যয়, **—কাৰঃ** শোক, দুখ, দুৰ্গতি, ডাঙৰকৈ চিঞৰি কন্দা, **—ৰৱঃ** চিঞৰ বাখৰ।
**হি** বৰ্দ্ধনে গতৌ(স্বা প স হিনোতি) ১। পঠা, যাবলৈ বাধ্য কৰ, ২। দলিয়া, নিক্ষেপ কৰ, ৩। উদগনি দি, ৪। তুষ্ট কৰ, ৫। যা, আগ বাঢ় (ণিজন্ত) হায়য়তি (সনন্ত) জিঘীষতি।
**হি** অব্য. কাৰণ, হেতু, সঁচাকৈ, মাথোন, অকলে ইত্যাদি বুজাবলৈ ব্যৱহাৰ কৰা হয়। কেতিয়াও বাক্যৰ আগত ব্যৱহাৰ কৰা নহয়। ইয়াৰ উপৰিও সম্ভ্রম, অসূয়া বুজাবলৈ আৰু পাদপূৰণৰ বাবেও ব্যৱহাৰ কৰা হয়।
**হিংস্** হিংসে ক) (ভ্বা প স হিংসতি)
খ) (ৰুধা প স হিনস্তি)
গ) (চুৰা উ স হিংসয়তি -তে)
১। আঘাত কৰ, ঘাইল কৰ, পীড়িত কৰ, ২। কষ্ট দি, যাতনা দি, ৩। মাৰ, বধ কৰ, গী ১৩।২৮।
**হিংসক** *বিণ.* হিংসুক, আঘাতকাৰী, হিংস্র, আততায়ী, **—কঃ** ১। বনৰীয়া, হিংস্র জন্তু। যেনে— বাঘ, সিংহ আদি ২। শত্রু, ৩। অথৰ্ববেদী ব্রাহ্মণ।
**হিংসনং** হিংসা কাৰ্য্য, আঘাত, বধ, হত্যা, মনু ২।১৭৭।
**হিংসা** *স্ত্রী.* (হিংস অ টাপ্) ১। চৌৰ্য্যাদি কৰ্ম, ২। আঘাত (এনে আঘাত তিনি প্রকাৰ : কায়িক, অৰ্থাৎ শাৰীৰিক, বাচিক অৰ্থাৎ বচন সম্পৰ্কীয় আৰু মানসিক), ৩। হত্যা, বধ, **—কৰ্ম** (ন্) ১। হিংসাৰ কাম, ২। শত্রুক নাশ বা আঘাত কৰিবলৈ যাদুমন্ত্র প্রয়োগ, **—প্রাণী** (ন্) হিংস্র জন্তু।
**হিংসাৰুঃ** ১। বাঘ, ২। হিংস্র জন্তু।
**হিংসালু** *বিণ.* (হিংস্ আলুচ্) ১। হিংস্র, নিষ্ঠুৰ প্রাণনাশক, **—লুঃ** জঙ্গলী বা হিংস্র কুকুৰ।
**হিংসিত** *বিণ.* আঘাতপ্রাপ্ত, নিহত।
**হিংসীৰঃ** *পু.* ১। বাঘ বা হিংসুক মানুহ, ২। এবিধ চৰাই।
**হিংস্য** *বিণ.* বধযোগ্য, আঘাতযোগ্য, মনু ৫।৪১।
**হিংস্র** *বিণ.* (হিংস ৰঃ) ১। হিংসাশীল, ঘাতক, হিংসাকুৰীয়া, মনু ১২।৫৬; ২। ভয়ানক, ৩। নিষ্ঠুৰ, **—স্রঃ** ১। ভয়ানক জন্তু, ২। শিৱ, ৩। ধ্বংসকাৰী, **—স্রা** ১। জটামাংসী, ২। নাৰী, শিৰা, ধমনী।
**হিংস্রকঃ** হিংস্র পশু।
**হিক্ক** ক) কূজে (ভ্বা উ অ হিক্কতি -তে) ১। হিকটি মাৰ, ২। অস্পষ্ট শব্দ কৰ।
খ) হিংসে (চুৰা আ স হিক্কয়তে) ১। মাৰ, আঘাত কৰ, বধ কৰ।
**হিক্কা** *স্ত্রী.* হিকটি, ৰোগৰ উপসৰ্গ বিশেষ।
**হিঙ্কাৰঃ** *পু.* (হিং ইতি অব্যক্ত শব্দং কৰোতীতি কৃ অণ্) ১। 'হিম' শব্দ উচ্চাৰণ, ২। বাঘ।
**হিঙ্গু** *পু. ক্লী.* ১। হিং গছ। এই গছৰ আঠাৰ পৰা হিং তৈয়াৰ কৰা হয়, **—নিৰ্য্যাসঃ** ১। হিং গছৰ আঠা, ২। নিম গছ।
**হিঙ্গুলং**, **—লঃ**, **—লিঃ**, **—লুঃ** *পু. স্ত্রী.* সেন্দুৰ।
**হিঞ্জীৰঃ** *পু.* হাতীৰ ঠেং বন্ধা শিকলি।
**হিণ্ড্** গতৌ অনাদৰে (ভ্বা আ স হিণ্ডতে) ১। যা, গমন কৰ, ঘূৰি ফুৰ, ২। অৱজ্ঞা কৰ, অনাদৰ কৰ।
**হিড়িম্বঃ** *পু.* ভীমে হত্যা কৰা এজন ৰাক্ষস, মহা ১।১৫৩; **—ম্বিৎ**, **ম্বিৎ** ভীমসেন, **—ম্বা** হিড়িম্ব ৰাক্ষসৰ ভনীয়েক, (**—ম্বজিৎ**), (**—ম্বৰ**ঃ) হনুমান, ভীম।

**হিণ্ডণং** *ক্লী.* (হিড় ল্যুট) ১। ভ্ৰমণ, গমন, ২। (যৌন) ৰমণ, ৩। লেখন।

**হিণ্ডিৰঃ, —ণ্ডীৰঃ** (হিড় ঈৰণ) ১। বেঙেনা, ২। পুৰুষ, ৩। সমুদ্ৰ ফেনা, (ক্লী) ডালিম।

**হিণ্ডী** *স্ত্রী.* দুৰ্গা।

**হিত** *বিণ.* (হি গতিপ্ৰেৰণে অথবা ধা ধাৰণে ক্তঃ) ১। উপকাৰী, 'যথৌষধং হিতং মনোহাৰী চ দুৰ্লভং', উপযুক্ত, যোগ্য, পথ্য, ২। সুবিধাজনক, ৩। স্থাপিত, প্ৰাপ্ত, ৪। মৰমিয়াল, **—তং** *ক্লী.* ১। লাভ, উপকাৰ, সুবিধা, ২। উপযুক্ত বা যোগ্য বস্তু, ৩। কল্যাণ, মঙ্গল, **—তঃ** বন্ধু, উপদেষ্টা, **—কৰ** মঙ্গলকাৰী, কল্যাণজনক, **—কাম** মঙ্গলাভিলাষী, **—কাৰী** (ন্) **—কৃৎ** কল্যাণকাৰী, **—কাম্যা** আনৰ মঙ্গল কামনাকাৰী, **—প্ৰণী** গুপ্তচৰ, **—বুদ্ধি** মঙ্গলকামী, **—ৱাদী** (ন্) শুভ উপদেষ্টা।

**হিতকঃ** *পু.* শিশু, জন্তুৰ পোৱালি।

**হিন্তালঃ** *পু.* এবিধ তাল গছ।

**হিন্দুঃ** *পু.* (হীনং দূষয়তীতি পৃষোদৰাদিত্বাৎ সাধুঃ দুষ ডুঃ) বেদ-পুৰাণাদি শাস্ত্ৰৰ অনুগামী ভাৰতীয় জাতি বিশেষ। যৱনসকলে সিন্ধু প্ৰদেশত সোমাই 'সিন্ধু' উচ্চাৰণ কৰিব নোৱাৰি সেই ঠাইৰ দেশবাসীবিলাকক 'হিন্দু বুলি কৈছিল।

**হিন্দোলঃ** *পু.* (হিন্দোল ঘঞ্) ১। শাওণ মাহৰ পূৰ্ণিমাত পালন কৰা বিষ্ণু পূজা (যাত্ৰা) বিশেষ। ঝুলনযাত্ৰা, ২। ভৈৰৱাদি ছয় বিধ ৰাগৰ এবিধ, **—লকঃ —লা** ঝুলন।

**হিম** *বিণ.* (হন্তি উষ্মাণমিতি হন মক্ হিচ্) শীতল, ঠাণ্ডা, চেঁচা, **—মং** *ক্লী.* ১। কুঁৱলী, ২। বৰফ, ৩। শীতলতা, ৪। পদুম, ৫। মাখন, ৬। মুক্তা, ৭। ৰাতি, ৮। চন্দন কাঠ, **—মঃ** ১। শীত কাল, ২। চন্দ্ৰ, ৩। চন্দন গছ, ৪। কৰ্পূৰ, **—কূটঃ** হিমালয়, শীত কাল, **—গিৰিঃ** হিমালয়, **—জঃ** মৈনাক পৰ্বত, **—জা** ১। গন্ধ গা ধুওৱা হালধি, ২। পাৰ্বতী, **—তৈলং** কৰ্পূৰৰ তেল, **—দীধিতিঃ** চন্দ্ৰ **—দুৰ্দিনং** শীত কাল, বেয়া বতৰ, **—দ্যুতিঃ** চন্দ্ৰ **—দ্ৰুহ্** সূৰ্য্য। **—ধ্বস্ত** হিমাক্ৰান্ত। **—ভাঃ** ৰশ্মি, চন্দ্ৰ, **—ৱালুকা** কৰ্পূৰ, **—শীতল** বৰফৰ দৰে চেঁচা, **—সংহতিঃ** এসোপা বা এদ'ম বৰফ, **—সৰঃ** (স্) বৰফৰ সাগৰ, **—হাসকঃ** খেজুৰী গছ।

**হিমা** *স্ত্রী.* সৰু এলাচি, কিন্তি।

**হিমাংশুঃ** *পু.* চন্দ্ৰ, ৰ ৫।১৬।

**হিমাংশ্বভিখ্যং** *ক্লী.* ৰূপ।

**হিমাগমঃ** হেমন্ত কাল।

**হিমাদ্ৰিঃ** *পু.* হিমালয় পৰ্বত। **—জা —তনয়া** পাৰ্বতী।

**হিমানী** *স্ত্রী.* হিমসংহতি। এদ'ম বৰফ। বৰফৰ পাহাৰ।

**হিমাম্বু** *ক্লী* নিয়ৰ।

**হিমাব্জং** পদুম ফুল।

**হিমাৰাতিঃ** *পু.* ১। জুই, ২। সূৰ্য্য।

**হিৰুঙ্গুঃ** *পু.* ৰাহু গ্ৰহ।

**হিৰণং** *ক্লী.* ১। শুক্ৰ, ২। সোণ, ৩। কড়ি।

**হিৰণ্ময়** *বিণ.* (হিৰণ্যস্য ৱিকাৰঃ হিৰণ্য ময়ট্) সোণেৰে তৈয়াৰী, সোণালী, **—য়ঃ** ব্ৰহ্মা।

**হিৰণ্যং** *ক্লী.* (হৰ্যতি দীপ্যাতে ইতি কন্যন্) ১। সোণ, মনু ৮।২৪৬; ২। ৰূপ, ৩। মূল্যৱান ধাতু, ৪। ধন-সম্পত্তি, ৫। পুৰুষৰ বীৰ্য্য, ৬। কড়ি, ৭। এবিধ জোখ, ৮। ধঁতুৰা গছ, **—কক্ষ** সোণৰ কঁকালী বা পেটী, **—কোশঃ** সোণ-ৰূপ, **—গৰ্ভঃ** ১। সোণৰ কণীৰ পৰা উদ্ভৱ হোৱা ব্ৰহ্মা, ২। সূক্ষ্ম শৰীৰযুক্ত, সূক্ষ্মাত্মা, ৩। বিষ্ণু, **—দঃ** সাগৰ, **—নাভঃ** মৈনাক পৰ্বত, **—বাহুঃ** শিৱ, **—ৰেতঃ** (স্) ১। অগ্নি, ২। সূৰ্য্য, ৩। শিৱ, ৪। আকন ৰা আগিয়াচিত গছ, **—ৱৰ্ণা** নদী, **—ৱাহঃ** সোণ নদী।

**হিৰণ্যকশিপুঃ** *পু.* দৈত্যৰাজ হিৰণ্যকশিপু কশ্যপ আৰু দিতিৰ পুত্ৰ। ব্ৰহ্মাৰ বৰ লাভ কৰি এই দৈত্যজনে ত্ৰিভুৱন জয় কৰি নানান অত্যাচাৰ কৰি ফুৰিব ধৰিলে। তেওঁ বিষ্ণুৰ এজন প্ৰধান প্ৰতিদ্বন্দ্বী আছিল যদিও তেওঁৰ পুত্ৰ প্ৰহ্লাদ এজন পৰম বিষ্ণুভক্ত আছিল আৰু সেয়ে পিতাকৰ অত্যাচাৰৰ সমুখীন হৈছিল। শেষত বিষ্ণুৱে নৰসিংহ ৰূপ ধৰি দৈত্যৰাজক বধ কৰে।

**হিৰুক্** *অব্য.* বিনা, বিহনে, মাজত, ওচৰত, তলত আদি বুজাবলৈ ব্যৱহাৰ কৰা হয়।

**হিল্** হাৱকৃতৌ (তুদা প অ হিলতি) ১। খেলা কৰ, ঘূৰি ফুৰ, ধেমালি কৰি ফুৰ, ২। কামুক মনোভাৱ ব্যক্ত কৰ।

**হিল্লঃ** *পু.* এবিধ চৰাই।

**হিল্লোলঃ** *পু.* (হিল্লোল দোলনে অচ্) ১। ঢৌ, তৰঙ্গ, ২। হিন্দোল ৰাগ, ৩। হুজুগ, ৪। এবিধ যৌন

সম্ভোগ ভঙ্গি : 'হৃদি কৃত্বা স্ত্রিয়াঃ পাদৌ কৰাভ্যাং ধাৰয়েৎ কৰৌ। যথেষ্টং তাড়য়েৎ যোনিং বন্ধো হিল্লোলসংজ্ঞকঃ।।' ৰম।

**হিল্বলা** *স্ত্রী.* মৃগশিৰা নক্ষত্ৰৰ মূৰত থকা পাঁচটা সৰু তাৰকা।

**হিহি, হীহী** *অব্য.* আনন্দত হাঁহি মাৰি মুখৰ পৰা উলিওৱা অনুকাৰ শব্দ।

**হী** *অব্য.* বিস্ময়, দুখ, হেতু, বিষাদ শোক আদি বুজোৱা অব্যয় শব্দ। (বাক্যৰ আগতো 'হী' ব্যৱহাৰ হয়)। 'হী নাহং ভৰতোঽতিৱক্ৰবচসা দাতুং–' ৱক্ৰোক্তিপঞ্চাশিকা।

**হীন** *বিণ.* (হা ত্যাগে ক্তঃ) ১। উন, কম, ৰ ১।৭০; ২। ত্যক্ত, বৰ্জিত, ৩। খুঁত থকা, ৪। জৰাগ্ৰস্ত জীৰ্ণ, ক্ষয়প্ৰাপ্ত, ৫। নীচ, তল থাপৰ, অধম, **—নঃ** দোষযুক্ত সাক্ষ্য, দোষযুক্ত প্ৰতিবাদী। এনে লোক পাঁচ বিধঃ অন্যবাদী, ক্ৰিয়াদ্বেষী, নোপস্থায়ী, নিৰুত্তৰঃ, আহুতপ্ৰপলায়ী, **—জাতি** বৰ্ণ-নীচ জাতি, **—ৱাদী** (ন্) বোবা, **—সখ্যং** নীচ লোকৰ লগত মিত্ৰতা।

**হীনাঙ্গ** *বিণ.* বিকলাঙ্গ। অঙ্গহীন, **—ঙ্গী** সৰু পৰুৱা।

**হীন্তালঃ** *পু.* খেজুৰী গছ।

**হীৰঃ** *পু.* (হৰতি সৰ্বং প্ৰলয়ে ইতি হৃ অচ) ১। শিৱ, ২। কণ্ঠহাৰ,৩। সিংহ, ৪। নৈষধচৰিতৰ ৰচয়িতা কবি শ্ৰীহৰ্ষৰ পিতাক, **—ৰং ৰঃ** ১। বজ্ৰ, ২। হীৰা, (নৈষধচৰিত মহাকাব্যখনৰ প্ৰতিটো অধ্যায়ৰ শেষৰ শ্লোকত কবিয়ে 'হীৰঃ' শব্দ ব্যৱহাৰ কৰিছে।)

**হীৰা** *স্ত্রী.* ১। লক্ষ্মী, ২। এবিধ পৰুৱা, ৩। পইতাচোৰা।

**হীৰাঙ্গঃ** ইন্দ্ৰৰ বজ্ৰ।

**হীলং** *ক্লী.* (হী লা কঃ) শুক্ৰ, পুৰুষৰ বীৰ্য্য।

**হু** হোমে, অদনে (হ্বা প স জুহোতি) ১। আহুতি দি, (জুইত) অৰ্পণ কৰ, ২। যজ্ঞ কৰ, হোম কৰ, মনু ৩।৮৭।

**হুঙ্কৃতং** *ক্লী.* হুঙ্কাৰ। 'হুম্' এই অস্ফুট শব্দৰ উচ্চাৰণ। 'হুং' মন্ত্ৰৰ উচ্চাৰণ।

**হুড়্** ক) গতৌ (ভ্বা উ স হোড়তি, –তে) যা, গমন কৰ, খ) সংহে মজ্জে (তুদা প স, অ হুড়তি) ১। সংগ্ৰহ কৰ, একগোট কৰ, ২। নিমগ্ন হ, ডুব যা।

**হুড়ঃ** *পু.* (হুড় কঃ)১। ভেড়া, ২। চোৰ নিবাৰণৰ কাৰণে মাটিত বা বেৰত পোতা লোৰ তীক্ষ্ণ শলা, ৩। লোৰ মাৰি, দাণ্ডা।

**হুডুক্কঃ** *পু.* ১। ডম্বৰু (বাদ্য) ২। হুদু চৰাই, ৩। দুৱাৰৰ শলখা, ৪। মদাহী মানুহ।

**হুডুৎ** *ক্লী.* ষাঁড় গৰুৰ মাত।

**হুণ্ডঃ** *পু.* ১। বাঘ, ২। ভেঁড়া, ৩। মূৰ্খ, ৪। বৰচীয়া গাহৰি, ৫। ৰাক্ষস।

**হুত** *বিণ.* (হু ক্তঃ) ১। অগ্নিত অৰ্পণ কৰা দ্ৰব্য, গী ৬।১৬; ২। তৰ্পিত, **—তং** আহুতি, হব্য দ্ৰব্য, **—তঃ** শিৱ, **—জাতৱেদঃ** (স্) আহুতি প্ৰদাতা, **—ভুক** (জ) অগ্নি, (প্ৰিয়া) স্বাহা, **—ৱহঃ** অগ্নি, **—হোমঃ** আহুতি অৰ্পণকাৰী ব্ৰাহ্মণ।

**হুতাশঃ** *পু.* (হুতং অশ্নাতি ইতি অশ অণ) ১। অগ্নি, ২। এজন মুনি, আয়ুৰ্বেদ সংহিতাৰ প্ৰণেতা অগ্নিৱেশ মুনি।

**হুতাশনঃ** *পু.* ১। অগ্নি, ২। শিৱ।

**হুতিঃ** *স্ত্রী.* হৱন।

**হুম্** *অব্য.* স্মৰণ, সন্দেহ, সম্মতি, ক্ৰোধ, গালি, প্ৰশ্ন, নিবাৰণ আদি বুজাবলৈ ব্যৱহাৰ কৰা হয়, **—কাৰঃ, —কৃতিঃ** ১। 'হুং' শব্দ উচ্চাৰণ, ২। প্ৰত্যাহ্বান, অৱজ্ঞাসূচক শব্দ, ৩। গৰ্জ্জন, ৪। গাহৰিৰ মাত, ৫। ধনুৰ টঙ্কাৰ।

**হুৰ্ছ** কৌতিল্যকে (ভ্বা প অ হুৰ্ছতি) কুটিল হ, বক্ৰ স্বভাৱী হ।

**হুৰ্ছনং** *ক্লী.* কুটিলতা।

**হুল্** গতি সম্বৰণয়োঃ (ভ্বা প অ হুলতি) ১। যা, গমন কৰ ২। ঢাক, ঢাকি ৰাখ, আবৃত কৰ, লুকাই ৰাখ।

**হুলহুলী** *স্ত্রী.* আনন্দত তিৰোতাই কৰা শব্দ।

**হুহুঃ** *পু.* (হে ড়ুঃ) এবিধ গন্ধৰ্ব, (অব্য) একপ্ৰকাৰ আহ্বান, সম্বোধন।

**হূ** *অব্য.* মন্ত্ৰ বিশেষ।

**হূঙ্কাৰঃ** *পু.* (হুম্ কৃ ঘঞ) হুমিতি ভয়ানক ধ্বনিঃ।

**হূড়্** গতৌ (ভ্বা আ অ হূডতে) যা, গমন কৰ।

**হূণঃ, হূনঃ** *পু.* এবিধ ম্লেচ্ছ জাতি। বৰ্বৰ, বিদেশী জাতি।

**হূণীয়া** *স্ত্রী.* নিন্দা।

**হূত** *বিণ.* (হ্বে ক্তঃ) আহুত, নিমন্ত্ৰিত।

**হূতিঃ** *স্ত্রী.* (হ্বে ক্তিন্) নিমন্ত্ৰণ, আহ্বান।

**হূৰবঃ** *পু.* (হু ইতি ৰৱোঽস্য) শিয়াল।

**হৃ** হৃতায়াং (ভ্বা উ দ্বিক হৰতি –তে) ১। হৰণ কৰ, লৈ

যা, কাঢ়ি লৈ যা, ৩। নাশ কৰ, দূৰ কৰ, ৪। দূৰলৈ টানি নি, ৫। আকৰ্ষণ কৰ, জয় কৰ, ৬। দমন কৰ, বশ কৰ, ৭। লাভ কৰ, পা, ৮। চেৰ পেলা, গ্ৰাস কৰ, ৯। বিবাহ কৰ (ণিজন্ত) হাৰয়তি -তে (সনন্ত) জিহীৰ্ষতি -তে, **অনু—** অনুকৰণ কৰ, **অপ—** অপহৰণ কৰ, চোৰ কৰ, লুণ্ঠন কৰ, নাশ কৰ, আকৰ্ষণ কৰ, **অভি—** দূৰ কৰ, **আ—** আন, ওচৰলৈ আন, মনু ২।১৮৩, খা, আহাৰ কৰ, যজ্ঞ কৰ, ঘূৰাই আন, উৎপন্ন কৰ, পিন্ধ, পৰিধান কৰ, আকৰ্ষণ কৰ, দূৰত থাক, **উদ্—** ৰক্ষা কৰ, উদ্ধাৰ কৰ, উন্মূলন কৰ, নাশ কৰ, ওপৰলৈ উঠা, ফুল ছিং, চয়ন কৰ, বাছি ল, নিৰ্বাচন কৰ, **উদা—** উদাহৰণ দি, বৰ্ণনা কৰ, ব্যাখ্যা কৰ, **—উপ** উপহাৰ দি, দান দি, (পশু) বলি উছৰ্গা কৰ, **—নিস্** নিষ্কাসন কৰ, (ৰস) উলিয়া, **পৰি—** পৰিহাৰ কৰ, ত্যাগ কৰ, বৰ্জন কৰ, উত্তৰ দি, প্ৰতিবাদ কৰ, **প্ৰ—** প্ৰহাৰ কৰ, মাৰ, আঘাত কৰ, আক্ৰমণ কৰ, দলিয়া, নিক্ষেপ কৰ, **বি—** বিহাৰ কৰ, আনন্দ-ফূৰ্তি কৰ। খেল ধেমালি কৰ, সময় কটা, (অশ্ৰু) ত্যাগ কৰ, ব্যৱহাৰ কৰ, আদান-প্ৰদান কৰ, মোকৰ্দমা কৰ, আদালতলৈ যা, **ব্যা—** ক, কথা ক, ব্যাখ্যা কৰ, ঘোষণা কৰ, **সং—** সংহাৰ কৰ, নাশ কৰ, সংগ্ৰহ কৰ। একগোট কৰ, সংক্ষেপ কৰ, ফিৰাই ল, আগৰ স্বৰস্থালৈ ঘূৰাই আন, গী ২।২৪; সংযত কৰ, **সমা—** আন, বহন কৰ, সংগ্ৰহ কৰ, একগোট কৰ। আকৰ্ষণ কৰ, ধ্বংস কৰ, নাশ কৰ, আগৰ ঠাইলৈ ঘূৰি আহ। দমন কৰ, সংযত কৰ।

**হৃণীয়তে** নামধাতু (হ্ৰীণং কৰোতীতি) গালি পাৰ, খং কৰ, লজ্জিত হ।

**হৃণীয়া** *স্ত্ৰী* (হৃণীয়তে ইতি যক্) ১। নিন্দা, গালি, অপমান, ২। লজ্জা, ৩। সহানুভূতি।

**হৃৎ** *বিণ* (সমাসৰ শেষত) লৈ যোৱা, কাঢ়ি নিয়া, দূৰ কৰা, আকৰ্ষণ কৰা।

**হৃৎ(দ্)** *ক্লী* (হৃ বাহুলকাৎ দুক্) হৃদয়। মন, চেতঃ, বুকু, স্তন। **—কম্পঃ** বুকুৰ কঁপনি, ধপধপনি **—গত** মনত থকা, বোধিত। **—পিণ্ডং—ণ্ডঃ** হৃদয়, কলিজা। **—ৰোগঃ** ১। মনৰ পোৰণি, হৃদয়ৰ বেমাৰ। ২। শোক, ৩। প্ৰেম, ৪। মীন ৰাশি **—লাসঃ** হিকটি। **—লেখঃ** ১। জ্ঞান, বিচাৰ-বুদ্ধি ২। বুকুৰ বিষ **—লেখা** শোক, উদ্বেগ **—ৱণ্টকঃ** পেট। **—শোকঃ** হৃদয়ৰ পোৰণি।

**হৃদয়ং** *ক্লী* (হৃয়তে বিষয়ৈৰিতি হৃ কয়ন্ দুক্চ) ১। বুকু, বক্ষ, ২। মন, অন্তঃকৰণ, ৩। প্ৰেম, প্ৰীতি, মৰম ৪। অন্তৰ, সাৰ, ৫। গুপ্ত-বিদ্যা। **—কম্পঃ** হৃৎকম্প। বুকুৰ কঁপনি **—গম** বোধগম্য, সঠিক, ৰোমাঞ্চকৰ, আকৰ্ষণীয়, মনোগ্ৰাহী, যোগ্য, মৰমৰ। **—গ্ৰাহী(ন্)** আন্তৰিক, হৃদয়ৰ গ্ৰহণযোগ্য। **—চৌৰঃ** মনচোৰ। **—ছিদ্, ভেদী(ন্)** অন্তৰ্ভেদী, মৰ্মভেদী **—বৃত্তি** হৃদয় বা মনৰ অৱস্থা, গঢ়গতি। **—স্থ** হৃদয়ত থকা **—স্থানং** বুকু।

**হৃদয়ালু, হৃদয়িক, হৃদয়ী(ন্)** কোমলমনা, মৰমিয়াল।

**হৃদিকঃ** *পু* যাদৱ বংশীয় এজন ৰজা।

**হৃদিস্পৃশ্** *বিণ* হৃদয়স্পৰ্শী, মৰ্মস্পৰ্শী, মনোগ্ৰাহী, মনোৰম।

**হৃদ্য** *বিণ* আন্তৰিক, সৌজন্যতাপূৰ্ণ, মৰমৰ, মনোৰম। **—গন্ধঃ** বেলগছ। **—গন্ধা** সুগন্ধি জাতিফুল।

**হৃষ্** হৃষ্টৌ (ভ্বা, দিবা প অ হৰ্ষতি, হৃষ্যতি) ১। আনন্দ কৰ, আনন্দিত হ, তুষ্ট বা প্ৰীত হ, ২। থিয় হ, শিয়ৰি উঠ। ৰোমাঞ্চিত হ, ৩। উত্তেজিত হ, (লিঙ্গ) থিয় হ।

**হৃষিত** *বিণ* (হৃষ্ ক্ত) ১। আনন্দিত, প্ৰীত, শিয়ৰণ উঠা, উল্লসিত ২। বিস্মিত, ৩। প্ৰণত, ৪। বৰ্মিত, ৫। বিষণ্ণ।

**হৃষিকং** *ক্লী* (হৃষ্ ঈকন্) জ্ঞানেন্দ্ৰিয়।

**হৃষিকেশঃ** *পু* (হৃষীকাণাং ঈশঃ) বিষ্ণু, গী ১।১৫।

**হৃষ্ট** *বিণ* (হৃষ্ ক্তঃ) তুষ্ট, প্ৰীত, আনন্দিত **—চিত্ত** সুখী, **—ৰোমা(ন্)** ৰোমাঞ্চিত। **—ৱদন** আনন্দবদন, হাঁহি মুখৰ **—সঙ্কল্প** তুষ্ট, প্ৰীত।

**হৃষ্টিঃ** *স্ত্ৰী* (হৃষ্ ক্তিন্ প্ৰীতি, সন্তুষ্টি, আনন্দ, গৌৰৱ।

**হে** *অব্য* (হিনোতীতি হি ডে) সম্বোধন, হেৰি, হেৰা, হেৰ। অসূয়া, ঈৰ্ষা, কু অভিপ্ৰায় আদি বুজাবলৈ ব্যৱহাৰ কৰা হয়।

**হেক্কা** *স্ত্ৰী* হিকটি।

**হেঠঃ** *পু* (হেঠ ঘঞ্) বাধা, প্ৰতিৰোধ, আঘাত, ক্ৰোধ, অসন্তুষ্টি।

*হেড্ ক) অনাদৰে (ভ্বা আ স হেড়তে) অনাদৰ কৰ,*

অৱজ্ঞা কৰ, অপমান কৰ।

খ) ৱেষ্টে (ভ্বা প স হেড়তি) ১। ঘেৰি ল, বেৰি ল, আবেষ্টন কৰ, ২। পোচাক পিন্ধ।

**হেড়ঃ** *পু* (হেড অচ) অপমান, নিন্দা, অৱজ্ঞা **—জঃ** ক্রোধ, অসন্তোষ।

**হেড়াবুক্কঃ** *পু* ঘোঁৰা বেপাৰী।

**হেতিঃ** *স্ত্রী* (হন ক্তিন) ১। অস্ত্র-শস্ত্র ২। খুন্দা, আঘাত, ৩। সূৰ্য্যৰ কিৰণ, ৪। পোহৰ, দীপ্তি, জুইৰ শিখা।

**হেতুঃ** *পু* (হিনোতি ব্যাপ্নোতীতি হি তুঃ) ১। কাৰণ, লক্ষ্য, অভিপ্ৰায় ২। উপায়, সাধন, ৩। তৰ্কবিদ্যা, ৪। যুক্তি-সঙ্গত প্ৰমাণ, কাৰণ; ৫। এবিধ কাব্যালঙ্কাৰ। **—ৱাদঃ** বিবাদ, তৰ্কবিতৰ্ক। **—শাস্ত্ৰং** যুক্তিবাদৰ শাস্ত্ৰ। শ্ৰুতি-স্মৃতিৰ অধিকাৰৰ ওপৰত যুক্তি-বিচাৰ শাস্ত্ৰ, মনু ২।১১; **—হেতুমান(ৎ)** কাৰ্য্য-কাৰণ।

**হেতুক** *বিণ* (পদৰ শেষত) হেতুকাৰক, উৎপাদক, কাৰণ সম্বন্ধীয়। **—কঃ** কাৰণ, সাধন, তাৰ্কিক।

**হেতুতা** *স্ত্রী* হেতুত্ব, কাৰণতা।

**হেতুমান(ৎ)** কাৰণ থকা, হেতুযুক্ত *(পু)* কাৰ্য্য, ফল।

**হেত্বাভাসঃ** *পু* (হেতুৰিব আভাসতে আ ভাস অচ) হেতুদোষ, ভ্ৰান্তি। পাঁচ বিধ— ব্যভিচাৰঃ বিৰুদ্ধঃ, অসিদ্ধঃ, সৎপ্ৰতিপক্ষঃ আৰু বাধঃ

**হেম(ন্)** *ক্লী* (হিনোতি বৰ্দ্ধতে ইতি হি মনিন) ১। সোণ, ৰ ১।১০; ২। ধঁতুৰা; ৩। কেশৰ। ৪। হিম, বৰফ; ৫। পানী **—মং** *ক্লী* সোণ **—মঃ** ১। এক মাষ পৰিমাণ; ক'লা ঘোঁৰা; ২। বুধ গ্ৰহ। **—কন্দলঃ** প্ৰৱাল। **—কৰঃ, —কাৰঃ, —কাৰকঃ** সোণাৰি, মনু ১২।৬১; **—কিঞ্জল্কং** নাহৰ ফুল, **—কুম্ভঃ** সোণৰ কলহ **—কূটঃ** এখন পৰ্বত। **—গন্ধিনী** ৰেণুকা নামৰ সুগন্ধি দ্ৰব্য। **—গিৰি** মেৰু পৰ্বত **—গৌৰঃ** অশোক গছ। **—ছন্ন** সোণ চৰোৱা **—জ্বালঃ** জুই, **—তাৰং** তুতীয়া **—দুগ্ধঃ,—দুগ্ধকঃ** ডিমৰু গছ, **—পৰ্ব্বতঃ** মেৰু পৰ্বত **—পুষ্পকঃ** অশোক গছ, ভোমলতি গছ। **—মালী(ন্)** সূৰ্য্য। **—যূথিকা** মালতীফুল। **—ৰাগিনী** হালধি **—শঙ্খঃ** বিষ্ণু **—সাৰং** তুতীয়া **—সূত্ৰং** এবিধ হাৰ।

**হেমন্তং —ন্তঃ** *ক্লী পু* ছয় ঋতুৰ এটা। হেমন্ত কাল। (আঘোণ আৰু পুহ মাহৰ কাল)। **—নাথঃ** কপিত্থ ফল, কৎবেল।

**হেমলঃ** *পু* (হেমং লাতি গৃহ্লাতীতি লা কঃ) সোণাৰি।

**হেমহস্তিৰথঃ** সোণেৰে তৈয়াৰী হাতীযুক্ত ৰথ। মহা-দানসমূহৰ এটা।

**হেয়** *বিণ* (হা যৎ) বৰ্জনীয়, ত্যাজ্য।

**হেৰং** *ক্লী* এবিধ মুকুট, হালধি, আসুৰি মায়া।

**হেৰম্বঃ** *পু* (হে ৰণে ৰব শব্দে পচাদ্যচ) ১। গণেশ, ২। মহ, ৩। সদৰ্পী বীৰ। **—জননী** পাৰ্বতী। **—হট্টঃ** দক্ষিণৰ এখন ঠাই।

**হেৰিকঃ** *পু* গুপ্তচৰ, গুপ্তদূত।

**হেৰুকঃ** *পু* ১। এগৰাকী বুদ্ধ, ২। মহাকালগণ, ৩। শিৱলিঙ্গ বিশেষ, ৪। গণেশ।

**হেলঞ্চী** *স্ত্রী* হেলচী শাক।

**হেলনং-না** *ক্লী স্ত্রী* অৱহেলা, অৱজ্ঞা, অপমান, ভৰ্ৎসনা।

**হেলা** *স্ত্রী* (হিল ঘঞ টাপ) ১। তিৰোতাৰ শৃঙ্গাৰ ভাব উদ্ৰেক কৰা এক বিশেষ ক্ৰিয়া। 'সুৰতে প্ৰৌঢ়েচ্ছা হেলা।' অত্যন্ত কামুকতা। ২। সুবিধা **—হেলয়া** ক্রি বিণ সহজে, সহজতে, অনায়াসে।

**হেলাবুকঃ** *পু* ঘোঁৰা বেপাৰী।

**হেলিঃ** *পু* (হিলতীতি হিল ইন) সূৰ্য্য (স্ত্রী) খেল- ধেমালি, হেলা।

**হেল্লাকঃ** অত্যধিক আশা **—কী(ন্)** অত্যধিক আশাবাদী, অভিলাষী।

**হেল্লাকস** *বিণ* উচ্চ, অত্যধিক, খুব।

**হেষ্** অশ্বনাং স্বনে (ভ্বা আ অ হেষতে)। ঘোঁৰাৰ দৰে চিঞৰ, চিঞৰ মাৰ।

**হেষঃ,-হেষা,-হেষিতঃ** ঘোঁৰাৰ চিঞৰ।

**হেহে,-হৈ** সম্বোধন কৰোঁতে ব্যৱহাৰ কৰা অব্যয় শব্দ। হেৰা, হেৰি।

**হৈতুক** *বিণ* ১। হেতুযুক্ত, কাৰণযুক্ত, ২। যুক্তিযুক্ত, **—কঃ** ১। যুক্তিতাৰ্কিক, ২। মীমাংসা মতাৱলম্বী, মীমাংসক, মনু ১২।১১১; ৩। সন্দেহবাদী, নাস্তিক, বিধৰ্মী। পাষণ্ড।

**হৈম** *বিণ* (হিমে ভৱ ইতি অন) ১। হিমজাত, শীতল, চেঁচা ২। সোণালী, স্বৰ্ণময়। **—মং** নিয়ৰ, বৰফ। **—মঃ** শিৱ **—মুদ্ৰা** সোণৰ মোহৰ।

**হৈমন** *বিণ* (হেমন্ত এৱ হেমন্তে ভৱ ইতি বা অণ) ১। হেমন্ত কালত হোৱা বা উৎপন্ন। শীতল, ক্রি

১৭।১২; ২। শীত কাল সম্বন্ধীয়, ৩। হেমন্ত বা শীত কালৰ উপযুক্ত, ৪। সোণালী **—নং** হেমন্ত কাল **—নঃ** আঘোণ মাহ।

**হৈমন্তং,—ন্তঃ** হেমন্ত কাল।

**হৈমন্তিক** *বিণ্* (হেমন্তে ভৱঃ ইতি ঠঞ্) হেমন্ত কালত উৎপন্ন; শীতল। **—কঃ** শালি ধান।

**হৈমলঃ** *পু* হেমন্ত কাল।

**হৈমৱত** *বিণ* ১। বৰফপূৰ্ণ, ২। হিমালয়ত জন্ম হোৱা বা থকা, **—তং** *ক্লী* (হিমৱতঃ অদূৰভৱঃ দেশঃ ইতি অণ্) ভাৰতবৰ্ষ **—তঃ** ১। এবিধ বিহ, ২। হিমালয় পৰ্বত, **—তী** ১। পাৰ্বতী ২। গঙ্গা, ৩। ৰেণুকা নামৰ গন্ধদ্ৰব্য, ৪। হালধীয়া আঙুৰ।

**হৈমা, —হৈমী** *স্ত্ৰী* হালধীয়া জাতিফুল।

**হৈয়ঙ্গৱীণং** *ক্লী* ১। নতুনকৈ তৈয়াৰ কৰা ঘিউ, ২। নতুনকৈ মন্থন কৰি উলিওৱা মাখন।

**হৈৰিকঃ** চোৰ।

**হৈহয়ঃ** *পু* ১। এখন ৰাজ্য আৰু তাৰ অধিবাসী ২। যদুৰ আজোনাতি ৩। কাৰ্তবীৰ্য্যাৰ্জুন। এওঁ পৰশুৰামৰ হাতত নিহত হয়।

**হো** *অব্য* সম্বোধনবাচক। হে, হেৰা।

**হোড়্** গতৌ অনাদৰে (ভ্বা প, আ, অ হোড়তি, হোড়তে) ১। যা, গমন কৰ, ২। অৱজ্ঞা কৰ, নিন্দা কৰ, অপমান কৰ।

**হোড়ঃ** *পু* (হোড় গতৌ অচ্) ভুৰ।

**হোডা (ঋ)** *পু* চোৰ।

**হোতা (ঋ)** *পু* (জুহোতীতি হু তৃণ্) ঋক্‌বেদী ব্ৰাহ্মণ, হোমকৰ্ত্তা, বেদজ্ঞ ব্ৰাহ্মণ, মনু ১১।৩৬।

**হোত্ৰং** *ক্লী* হোম, যজ্ঞ।

**হোত্ৰা** *স্ত্ৰী* ১। হোম, ২। স্তুতি, ৩। যজ্ঞত আহ্বান কৰা দেৱতা **—ত্ৰী(ন্)** হোতা।

**হোত্ৰী** *স্ত্ৰী* যজমানৰূপী শিৱ। 'যা হৱিৰ্যা চ হোত্ৰী', শ ১।১।

**হোত্ৰীয়ং** *ক্লী* যজ্ঞগৃহ, **—য়ঃ** হৱনকৰ্তা।

**হোমঃ** *পু* (হৱনমিতি হু মন্) পঞ্চ মহাযজ্ঞৰ অন্তৰ্গত এটা যজ্ঞ। 'হোমো দৈৱো' মনু ৩।৭০; **—কুণ্ডঃ** যজ্ঞ কুণ্ড, **—তুৰঙ্গঃ** যজ্ঞৰ ঘোঁৰা **—ধান্যং** তিল **—ধূমঃ** হোমৰ ধোঁৱা **—ভস্ম(ন্)** হোমৰ ছাই। **—বেলা** যজ্ঞ আৰম্ভৰ সময়। **—শালা** যজ্ঞগৃহ।

**হোমিঃ** *পু* (হু ইন্) ১। অগ্নি, ২। ঘিউ ৩। পানী।

**হোমী(ন্)** *পু* হোমকৰ্তা, যজ্ঞকৰ্তা।

**হোমীয়,—হোম্য** *বিণ্* হোম সম্বন্ধীয়, হোমযোগ্য **—ম্যং** ঘিউ।

**হোৰা** *স্ত্ৰী* (হুল্যতে ইতি হুল হিংসায়াম অচ্) ১। ৰাশি লগ্ন, ২। ৰাশিৰ আধা অংশ ৩। শাস্ত্ৰ বিশেষ, ৪। এঘণ্টা, ৫। চিহ্নৰেখা।

**হোলাকা,—লিকা—লীঃ** বসন্ত কালৰ উৎসৱ বিশেষ। ফাগুণৰ পূৰ্ণিমাৰ দিনা অতি সৰবৰহী এই ফাকুৱা উৎসৱ পালন কৰা হয়। এই উৎসৱে বসন্ত কালৰ আগমনৰ সূচনা দিয়ে।

**হো,—হোহো** সম্বোধন বাচক অব্যয় শব্দ। হে, হেৰা, হেৰি।

**হৌত্ৰং** *ক্লী* হোত্ৰী পদ। হোত্ৰী কৰ্ম।

**হৌম্যং** *ক্লী* ঘিউ। **—ধান্যং** তিল।

**হ্নু** চৌৰ্য্যে (অদা আ স হ্নুতে) ১। হৰণ কৰ, লুণ্ঠন কৰ, চুৰি কৰ, ২। লুকাই ৰাখ, **অপ—** ১। লুকাই ৰাখ, মনু ৮।৫৩; ২। অস্বীকাৰ কৰ, **নি—** লুকাই ৰাখ, অস্বীকাৰ কৰ।

**হ্যঃ(স্)** *অব্য* কালি।

**হ্যস্তন** *বিণ্* কালিৰ **—দিনং** কালি।

**হ্যস্ত্য** *বিণ্* কালিৰ।

**হ্ৰদঃ** *পু* (হ্ৰাদতে ইতি হ্ৰাদ অচ্) ১। অগাধ জলাশয়, সৰোবৰ। ২। ডাঙৰ ছিদ্ৰ বা গাঁত, **—গ্ৰহঃ** ঘঁৰিয়াল।

**হ্ৰদিনী** *স্ত্ৰী* (হ্ৰদঃ ইনি ঙীপ্) ১। নদী, ২। বিজুলী।

**হ্ৰদ্ৰোগঃ** *পু* মীন ৰাশি।

**হ্ৰস্** ৰৱে (ভ্বা প অ হ্ৰসতি) ১। শব্দ কৰ, ধ্বনি তোল, ২। হ্ৰাস হ বা পা। কমি যা।

**হ্ৰসিমা(ন্)** *পু* (হ্ৰস্বস্য ভাৱঃ ইতি ইমনিচ্) হ্ৰাস, হ্ৰস্বতা সূক্ষ্মতা।

**হ্ৰস্ব** *বিণ্* (হ্ৰস্ ৱন্) ১। ক্ষুদ্ৰ, সৰু, চুটি, কম, ২। বাওনা, চুটি-চাপৰ, ৩। (ছন্দ) হ্ৰস্ব বৰ্ণ **—স্বং** *ক্লী* অলপমান, অকণমান, **—স্বঃ** বাওনা মানুহ। **—কুশঃ, —গৰ্ভঃ —দৰ্ভঃ** বগা দুবৰি এবিধ **—বাহুক** চুটি হাতৰ। **—মূৰ্তি** চুটি দেহৰ, বাওনা।

**হ্ৰস্বাঙ্গঃ** *পু* বাওনা মানুহ।

**হ্ৰাদ্** স্বনে (ভ্বা আ অক হ্ৰাদতে) ১। শব্দ কৰ, ধ্বনি তোল, ২। চিঞৰ, গৰ্জন কৰ।

**হ্লাদঃ** *পু* (হ্লাদ ঘঞ) শব্দ, ধ্বনি।
**হ্লাদিনী** *স্ত্ৰী* বিজুলী
**হ্লাদী(ন্)** *বিণ্* শব্দ বিশিষ্ট, শব্দকাৰী।
**হ্রাসঃ** *পু* (হ্রস্ ৰৱে ঘঞ) ১। শব্দ, ধ্বনি, ২। চুটি হোৱা, কমি যোৱা, ক্ষয়।
**হ্রিণীয়া** *স্ত্ৰী* লজ্জা, ব্ৰীড়া।
**হ্রিত, –হ্রীত,** *বিণ্* লজ্জিত, বিভক্ত।
**হ্রিতিঃ –হ্রীতিঃ** *স্ত্ৰী* হৰণ।
**হ্রিবেৰঃ, –হ্রীবেৰং** *ক্লী* (হ্রিয়ে লজ্জায়ৈ বেৰমঙ্গমস্য) এবিধ আতৰ।
**হ্রী** লজ্জে (হ্রা প অ জিহ্রেতি) লাজ পা, লজ্জিত হ, (ণিজন্ত) হ্রেপয়তি–তে।
**হ্রী** *স্ত্ৰী* (হ্রী ক্বিপ্) লজ্জা, ব্ৰীড়া, ৰ ৪।৮০; লজ্জাভাব, সতীত্ব, নম্রতা।
**হ্রীকা** *স্ত্ৰী* (হ্রী কন্ টাপ্) ১। লজ্জা, ২। ত্রাস, ভয়
**হ্রীকু** *বিণ্* (হ্রী কুক) লাজুক, নম্র, ভয়াতুৰ। **–কুঃ** ১। টিন, ২। লা, ৩। জেতুকা।
**হ্রীণ** *বিণ* হ্রিত।
**হ্রেষ্** সৰ্পণে, অশ্বস্বনে (ভ্বা আ স অ হ্রেষতে) ১। ঘোঁৰাৰ দৰে চিঞৰ, চি হিঁ হিঁ কৰ, ২। যা, গমন কৰ, চুঁচৰি যা।
**হ্রেষা** *স্ত্ৰী* (হ্রেষ্ অঃ) ঘোঁৰাৰ চিঞৰ।
**হ্লগ্** সম্বৰণে (ভ্বা প স হ্লগতি) আবৃত কৰ, ঢাক।
**হ্লত্তিঃ** *স্ত্ৰী* আনন্দ, উল্লাস।
**হ্লস্** ৰৱে (ভ্বা আ অ হ্লাদতে) ১। আনন্দিত হ, আমোদ কৰ, আহ্লাদ কৰ, ২। শব্দ কৰ।
**হ্লাদঃ,– দকঃ** (হ্লাদ ঘঞ) পু আনন্দ, আহ্লাদ।
**হ্লাদনং** *ক্লী* (হ্লাদ ল্যুট) আহ্লাদ, আমোদ।
**হ্লাদিনী** *স্ত্ৰী* ১। বিদ্যুৎ, বিজুলী, ২। বজ্র।
**হ্লাদী (ন্)** *বিণ* আনন্দদায়ক, সন্তুষ্টিকাৰক।
**হ্বল্** চালে (ভ্বা প অ হ্বলতি) ১। যা, গমন কৰ, ২। কঁপ, কঁপি থাক। (ণিজন্ত) হ্বলয়তি–তে।
**হ্বানং** *ক্লী* ১। আহ্বান, ২। চিঞৰ, শব্দ।
**হ্বৃ** কৌতিল্যে (ভ্বা প অ হ্বৰতি) ১। ক্রূৰ হ, কুটিল হ, বেঁকা হ, ২। ঠগা, প্ৰবঞ্চিত কৰ, ৩। আঘাত কৰ।
**হ্বে** স্পৰ্দ্ধে (ভ্বা উ স হ্বয়তি–তে) ১। মাত, আহ্বান কৰ, ২। নাম ধৰি মাত, ৩। প্ৰত্যাহ্বান জনা, ফেঁপেৰি পাত; ৪। খোজ, ভিক্ষা কৰ, প্ৰাৰ্থনা কৰ। ■

।। ওম্।।

# পৰিশিষ্ট 'ক'

১। ***শিৱসূত্ৰ ঃ ১৪ টা ঃ**

**(ক) অচ অৰ্থাৎ স্বৰবৰ্ণ।**

১) অ ই উ ণ্, ২) ঋ ঌ ক্, ৩) এ ও ঙ্, ৪) ঐ ঔ চ্।

**(খ) হল্ অৰ্থাৎ ব্যঞ্জনবৰ্ণ।**

৫) হ য ৱ ৰ ট্, ৬। ল ণ্, ৭। ঞ ম ঙ ণ ন ম্, ৮। ঝ ভ ঞ্, ৯। ঘ ঢ ধ য্, ১০। জ ব গ ড দ শ্, ১১। খ ফ ছ ঠ থ চ ট ত ৱ্, ১২। ক প য্ ১৩। শ ষ স ৰ, ১৪। হ্ ল্।

২। **চৈধ্য শাস্ত্ৰ ঃ** ৪ বেদ, ৬ বেদাঙ্গ, ধৰ্মশাস্ত্ৰ, পুৰাণ, আয়ুৰ্বেদ আৰু ধনুৰ্বেদ।

৩। **৬৪ বিধ কলা—** ১। গীতম্, ২। বাদ্যম্, ৩। নৃত্যম, ৪। নাট্যম্, ৫। আলেখ্যম্, ৬। বিশেষকচ্ছেদ্যম্, ৭। তণ্ডুলকুসুমৱলিৱিকাৰাঃ, ৮। পুষ্পাস্তৰণম্, ৯। দশনবসনাঙ্গৰাগাঃ, ১০। মণিভূমিকাকৰ্ম, ১১। শয়নৰচনম, ১২। উদকবাদ্যম্, ১৩। উদকঘাতঃ, ১৪। চিত্ৰাযোগাঃ, ১৫। মাল্যগ্ৰথনবিকল্পাঃ, ১৬। শেখৰাপীড়যোজনম, ১৭। নেপথ্যযোগাঃ, ১৮। কৰ্ণপত্ৰভঙ্গাঃ, ১৯। গন্ধযুক্তিঃ, ২০। ভূষণযোজনম, ২১। ঐন্দ্ৰজালম্, ২২। কৌচুমাৰযোগাঃ, ২৩। হস্তলাঘৱম্, ২৪। চিত্ৰশাকপূপভক্ষ্যৱিকাৰক্ৰিয়া, ২৫। পানকৰসৰাগাসৱযোজনম্, ২৬। সূচীৱাপকৰ্মাণি, ২৭। সূত্ৰক্ৰীড়া, ২৮। প্ৰহেলিকা, ২৯। প্ৰতিমালা, ৩০। দুৰ্বচকযোগাঃ, ৩১। পুস্তকৱাচনম, ৩২। নাটিকাখ্যায়িকাদৰ্শনম, ৩৩। কাব্যসমস্যাপূৰণম্, ৩৪। পট্টিকাৱেত্ৰবাণৱিকল্পাঃ, ৩৫। তৰ্কুকৰ্মাণি, ৩৬। তক্ষণম্, ৩৭। বাস্তুবিদ্যা, ৩৮। ৰূপ্যৰত্নপৰীক্ষা, ৩৯। ধাতুবাদঃ, ৪০। মণিৰাগজ্ঞানম, ৪১। আকৰজ্ঞানম, ৪২। বৃক্ষায়ুৰ্বেদযোগাঃ, ৪৩। মেষকুক্কুটলাৱকযুদ্ধবিধি, ৪৪। শুকশাৰিকাপ্ৰলাপনম, ৪৫। উৎসাদনম্, ৪৬। কেশমাৰ্জনকৌশলম্, ৪৭। অক্ষৰমুষ্টিকাকথনম্, ৪৮। ম্লেচ্ছিতকৱিকল্পাঃ, ৪৯। দেশভাষাজ্ঞানম্, ৫০। যন্ত্ৰমাত্ৰিকা, ৫১। ধাৰণমাতৃকা, ৫২। সম্পাট্যম্, ৫৩। পুষ্পশকটিকানিমিত্তজ্ঞানম, ৫৪। মানসীকাব্যক্ৰিয়া, ৫৫। ক্ৰিয়াবিকল্পাঃ, ৫৬। ছলিতকযোগাঃ, ৫৭। অভিধানকোষচ্ছন্দোজ্ঞানম, ৫৮। বস্ত্ৰগোপনানি, ৫৯। আকৰ্ষক্ৰীড়া, ৬০। দ্যূতবিশেষ, ৬১। বালকক্ৰীড়নকানি, ৬২। বৈনায়িকীনাং বিদ্যানাম্ জ্ঞানম, ৬৩। বৈজয়িকীনাং বিদ্যানাং জ্ঞানম্, ৬৪। বৈতালিকীনাং বিদ্যানাং জ্ঞানম্। (শকদ্ৰু)।

## ন্যায় (ফকৰা, পটন্তৰ)

আধুনিক ভাৰতীয় ভাষাসমূহত থকাৰ দৰে সংস্কৃত সাহিত্যতো কবিসকলে সুন্দৰ সুন্দৰ ফকৰা-যোজনা ব্যৱহাৰ কৰা দেখা যায়। সংস্কৃতত এইবিলাকক 'ন্যায়' বোলা হয়। প্ৰায়ে ব্যৱহাৰ হৈ থকা কেইটামান ন্যায়ৰ উদাহৰণ দিয়া হ'ল। (শব্দকল্পদ্ৰুমত এনে ৩৩৪টা ন্যায়ৰ তালিকা দিয়া হৈছে)।

১। **অন্ধপঙ্গুন্যায় ঃ** পঙ্গুজন অন্ধৰ কান্ধত উঠি অন্ধজনক বাট দেখুৱাই নিয়াত দুয়োজন পথত বিনাকষ্টে আগ বাঢ়িব পাৰে।। অৰ্থাৎ ইজন সিজনৰ সহায়ক হয়। এজনে অকলে এখোজ আগবাঢ়িবও নোৱাৰিলেহেঁতেন।

২। **অন্ধপৰম্পৰান্যায় ঃ** অন্ধানুকৰণ। আনক বা আনে কৰা কাৰ্যক চকুমুদি (অৰ্থাৎ নিজৰ মস্তিষ্ক অকণো নখটাই) অনুকৰণ কৰা কাৰ্য্য। ইয়াৰ ফলত যে বিপদতো পৰিব পাৰে তালৈ চিন্তা নাই।

---

* নৃত্তাৱসানে নটৰাজৰাজো ননাদ ঢক্কাং নৱপঞ্চৱাৰম্।

উদ্ধৰ্তুকামঃ সনকাদিসিদ্ধানেতদ্বিমৰ্শে শিৱসূত্ৰজালম্।।

(সনকাদি সিদ্ধসকলক উদ্ধাৰ কৰাৰ ইচ্ছাৰে সদাশিৱই তেওঁৰ ডম্বৰুৰে চৈধ্যবাৰ শব্দ কৰিলে আৰু তাৰ পৰাই চৈধ্য শিৱসূত্ৰ উদ্ভৱ হৈছিল বুলি ভাবো)।

৩। **অন্ধহস্তিন্যায় ঃ** অন্ধৰ হাতী দেখা। কেইজনমান অন্ধই প্ৰকাণ্ড হাতী এটাৰ শৰীৰৰ বেলেগ বেলেগ অংশত হাত দি নিজৰ বুদ্ধিৰে হাতীটো, 'এডাল ৰচিৰ দৰে', 'এখন প্ৰকাণ্ড দেৱাল', 'এটা স্তম্ভ' ইত্যাদি জ্ঞান কৰা।

৪। **কদম্বগোলকন্যায় ঃ** এটা কদম ফুলৰ গোলকত একে সময়তে একেলগে অসংখ্য ফুল ফুলি উঠা।

৫। **কাকতালীয়ন্যায় ঃ** (ক) তাল গছ এজোপাত তাল ফল এটা পকি পৰোঁ পৰোঁ হৈ থকা অৱস্থাত এটা কাউৰী আহি পৰোঁতে তালটো সৰি পৰিল। ইয়াত কাউৰীটো তাল ফল পতনৰ 'হেতু' হৈ পৰিল।

(খ) কাউৰী এটা তাল গছৰ ঠানিত বহাৰ লগে লগে গছডালৰ ওপৰৰ পৰা পকা তাল এটা সৰি তাৰ মূৰতে পৰাত কাউৰীটো মৰি থাকিল।

৬। **কাকদন্তগৱেষণান্যায় ঃ** নিষ্ফল অনুসন্ধান। কাউৰীৰ দাঁত আছে নে নাই অথবা কেইটা দাঁত আছে সেই বিষয়ে গৱেষণা কৰা।

৭। **কাকাক্ষিগোলকন্যায় ঃ** কাউৰীৰ হেনো চকুৰ মণি এটাহে। ই চকুৰ মণিটো নিজৰ ইচ্ছামতে প্ৰয়োজন অনুসৰি ইটো কোটৰৰ পৰা সিটো কোটৰলৈ নিব পাৰে। এটা বাক্যত এবাৰ ব্যৱহাৰ হোৱা কোনো পদে প্ৰয়োজনমতে দুটা উদ্দেশ্য সাধন কৰিব পাৰে।

৮। **কূপযন্ত্ৰঘটিকান্যায় ঃ** নাদৰ পৰা পানী তোলোঁতে কিছুমান লোটা পানীৰে পূৰ্ণ হৈ ওপৰলৈ উঠে আৰু কিছুমান খালি হৈ তললৈ নামে। মানুহৰ সাংসাৰিক জীৱনো তেনেকুৱা সুখ-দুখ উত্থান-পতনেৰে ভৰা।

৯। **কূৰ্মাঙ্গন্যায় ঃ** কাছই নিজৰ ইচ্ছামতে শৰীৰৰ কিছুমান অঙ্গ, যেনে মূৰ, ঠেং আদি নিজৰ শৰীৰতে সুমুৱাই ৰাখিব পাৰে আৰু প্ৰয়োজন মতে বাহিৰ কৰে।

১০। **গড্ডালিকাপ্ৰৱাহ ন্যায় ঃ** 'ভেঁড়াৰ দল'। এটা ভেঁড়াৰ পিছে পিছে বাকীবিলাকো গৈ থাকে। আগৰ ভেঁড়াটো গৈ গৈ এটা খালত পৰিলে, পিছৰবিলাকো গৈ সেই খালতে পৰে। এজনক অন্ধভাৱে অনুসৰণ কৰিলে এনে হয়।

১১। **গোবলীবৰ্দন্যায় ঃ** বলিবৰ্দ শব্দই ষাঁড় গৰুক বুজালেও অৰ্থ সোনকালে বুজিবৰ কাৰণে 'গো' শব্দও ব্যৱহাৰ কৰা হয়। যেনেকৈ অসমীয়া ভাষাত 'কাঁহী' শব্দই কাঁহৰ থাল বুজালেও পিতল, তাম আদিৰ পৰা পৃথক বুজাবলৈ 'কাঁহৰ কাঁহী' কোৱা হয়।

১২। **ঘুণাক্ষৰন্যায় ঃ** কণাৰ ফমুটি। কৰ্তাই নজনাকৈয়ে কোনো ভাল কৰ্ম সম্পাদন হোৱা বুজাবলৈ এই ন্যায় ব্যৱহাৰ কৰা হয়। ঘুণ পোকে পুথি অথবা কাঠত কিছুমান ছিদ্ৰ কৰি যায়। সেই ছিদ্ৰবোৰৰ কিছুমান আখৰৰ দৰেও হ'ব পাৰে। ইয়াক 'অন্ধচটকন্যায়' বুলিও কোৱা হয়।

১৩। **দগ্ধপত্ৰন্যায় ঃ** গছৰ পাত এখিলা জুইয়ে পুৰি ছাই কৰাৰ পিছত দেখাত আগৰ পাতখিলাৰ দৰে হৈ থাকিলেও বস্তুতঃ সেইখিলা পাত নহয়।

১৪। **দণ্ডাপূপন্যায় ঃ** পিঠাৰ লগতে লাঠী এডাল থোৱাৰ পিছত লাঠীডাল মাটিত পৰিলে 'নিগনিয়ে লাঠীডাল পেলালে' বুলিলে নিগনিয়ে পিঠাখিনিও পেলালে বা খালে বুলি ধৰি লব পাৰি। এটাৰ লগত আন এটাৰ নিবিড় সম্বন্ধ থকা কথাৰ এটাক বুজালে আনটোকো বুজায়।

১৫। **দেহলীপ্ৰদীপন্যায় ঃ** দুৱাৰমুখত ওলোমাই ৰখা চাকি এগছিয়ে দুটা কোঠা পোহৰ কৰাৰ দৰে এটাৰ দ্বাৰা একে সময়তে দুটা উদ্দেশ্যৰ সফলতা বুজাবলৈ এই ন্যায় ব্যৱহাৰ কৰা হয়।

১৬। **নৃপনাপিতপুত্ৰন্যায় ঃ** নিজৰটো সদায় শ্ৰেষ্ঠ। ৰজাই নাপিতক ৰাজ্যখনৰ সকলোতকৈ ধুনীয়া ল'ৰা এটা

আনিবলৈ কোৱাত নাপিতে তেনে ধুনীয়া ল'ৰা ক'তো নাপাই নিজৰ কুৎসিত লৰাটোকে আনি ৰজাক দিলে। নাপিতৰ ওপৰত ৰজাৰ প্ৰথমতে খং উঠিলেও পিছত বুজিলে যে মানুহে নিজৰটোকে সদায় ভাল বুলি কয়।

১৭। **পঙ্কপ্ৰক্ষালণন্যায় ঃ** গাত বোকা সানি গা ধোৱাতকৈ বোকা নসনাকৈ থকাই শ্ৰেয়।

১৮। **পাষাণেষ্টকন্যায় ঃ** এচপৰা ইটা মাটিৰ লদা এটাতকৈ কঠিন হ'ব পাৰে কিন্তু শিল এচটাৰ তুলনাত সি অত্যন্ত কোমল। ইয়াক অশ্মলোষ্টন্যায় বুলিও কোৱা হয়।

১৯। **পিষ্টপেষণন্যায় ঃ** চৰ্বিত চৰ্বণ। একেটা কথাকে অনৰ্থক পাগুলিয়াই থকা কাৰ্য্য।

২০। **বহ্নিধূমন্যায় ঃ** য'ত ধোঁৱা দেখা যায় ত'ত জুই থাকিবই। জুই ধোঁৱাৰ হেতু। হেতু নোহোৱাকৈ, অৰ্থাৎ কাৰণ নোহোৱাকৈ কাৰ্য্য হ'বই নোৱাৰে।

২১। **বিষকৃমিন্যায় ঃ** মানুহৰ দৰে ডাঙৰ জীৱ-জন্তুৰ কাৰণে মাৰাত্মক বিষত জন্ম হৈ আৰু সেই বিষকে খাই কণ কণ কৃমি কীট আদি জীয়াই থাকে।

২২। **বিষবৃক্ষন্যায় ঃ** নিজ হাতে ৰোৱা গছ এজুপি যদি বিষবৃক্ষও হয় তথাপি তাক নিজে কাটি পেলোৱা উচিত নহয়। নিজে ভৰণ-পোষণ দি ডাঙৰ-দীঘল কৰা এজন যদি দুষ্ট আৰু অনিষ্টকাৰীও হয় তথাপি তাক নিজে নাশ কৰিব নালাগে।

২৩। **বীজাঙ্কুৰন্যায় ঃ** গুটি প্ৰথমতে নে গছ প্ৰথমতে, এই প্ৰশ্নৰ শেষ সিদ্ধান্ত কোনেও দিব নোৱাৰে।

২৪। **বৃদ্ধাকুমাৰীবৰন্যায় ঃ** কুমাৰী বৃদ্ধাৰ বৰ-ভিক্ষা। অসম্ভৱ কথা। ইন্দ্ৰই এবাৰ এজনী অবিবাহিতা বুঢ়ীক কি বৰ লাগে সোধাত বুঢ়ীয়ে ক'লে 'মোৰ সন্তানবোৰে যেন সোণৰ থালত ঘিঁউ-গাখীৰেৰে ভাত খাবলৈ পায়।'

২৫। **শতপত্ৰভেদন্যায় ঃ** এখিলাৰ ওপৰত এখিলাকৈ এশখিলা পাত ৰাখি বেজীৰে 'একেলগে একেবাৰতে' বিন্ধিলেও দৰাচলতে বেজীটোৱে এখিলাৰ পিচত এখিলাকৈহে বিন্ধি যায়।

২৬। **সৰ্বাপেক্ষান্যায় ঃ** বহুলোকক নিমন্ত্ৰণ কৰা এখন ভোজলৈ প্ৰথমতে মাত্ৰ এজন বা দুজন আহিলে, তেওঁলোকক বাকীসকল অহালৈকে অপেক্ষা কৰিবলৈ সাদৰেৰে কোৱা হয়। নিমন্ত্ৰিত ব্যক্তি গোটেইখিনি অহাৰ পিছতহে সকলোকে একেলগে ভোজনকক্ষলৈ লৈ যোৱা হয়।

২৭। **সিংহাৱলোকনন্যায় ঃ** পিছলৈ ঘূৰি চোৱা কাৰ্য্য। সিংহই খাদ্য বিচাৰি সন্মুখৰ ফালে আগবাঢ়োঁতে মাজে মাজে পিছ ফালেও কিবা থাকিব পাৰে বুলি পিছলৈ ঘূৰি চায়। কোনো কাম কৰি আগবাঢ়ি যাওঁতে ক'ৰবাত কিবা এৰি আহিলনেকি বুলি মাজে মাজে পিছলৈ চোৱা উচিত।

২৮। **সূচীকটাহন্যায় ঃ** ডাঙৰ পাত্ৰ এটা তৈয়াৰ কৰি থকা কমাৰ এজনৰ ওচৰলৈ বেজী এটা ধাৰ কৰাৰ বাবে লৈ গ'লে কমাৰজনে ডাঙৰ কামটো থৈ সৰু (বেজীৰ) কামটো আগতে কৰি মানুহজনক বিদায় দিব।

২৯। **স্থবিৰলগুড়ন্যায় ঃ** বুঢ়া এজনে হাতৰ লাঠীডাল ক'ৰবাত নিক্ষেপ কৰিলে লক্ষ্যস্থানত পৰিবও পাৰে নপৰিবও পাৰে।

৩০। **স্থালিপুলাকন্যায় ঃ** কেৰাহীৰ ভাত সিজিছেনে নাই ৰান্ধনিয়ে কেৰাহীৰ পৰা এটা বা দুটাহে ভাত পিটিকি চায়। গোটেইখিনি ভাত এটা এটাকৈ পিটিকি চোৱাৰ প্ৰয়োজন নাই। এটা বৃহৎ গোষ্ঠীৰ অৱস্থা বুজিবলৈ তাৰ পৰা এটা সৰু অংশহে হাতত লোৱা হয়। ■

# পৰিশিষ্ট 'খ'

## কাব্যালঙ্কাৰ

**শব্দাৰ্থযোৰস্থিৰা যে ধৰ্মাঃ শোভাতিশায়িনঃ।**
**ৰসাদীনুপকুৰ্বন্তোঽলঙ্কাৰাস্তেঽঙ্গদাদিৱৎ।। সাদ**

শব্দ আৰু অৰ্থৰ যি অস্থিৰ অৰ্থাৎ অনিত্য ধৰ্মই সাহিত্যৰ ৰসৰ জগতে শোভাৰো উৎকৰ্ষ সাধন কৰে সেয়ে অলঙ্কাৰ। যেনেকৈ কণ্ঠহাৰ, কেয়ূৰ, বলয় আদিয়ে শৰীৰ, আত্মা দুয়োকে উপকৃত কৰে, তেনেকৈ কাব্যৰ অলঙ্কাৰে কাব্যৰ সৌন্দৰ্য্য বৃদ্ধি কৰে আৰু ই ৰস-ভাৱৰ অভিব্যক্তিৰ সহায়ক হয়। অলঙ্কাৰক এই কাৰণেই 'অস্থিৰ ধৰ্ম' বুলি কৈ কোৱা হয় যে ই কাব্যৰ গুণৰ দৰে আৱশ্যকীয় বা অনিবাৰ্য্য নহয়।

কাব্যালঙ্কাৰ দুবিধ— শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰ। শব্দালঙ্কাৰত শব্দৰ গাঁথনিৰ ওপৰত আৰু অৰ্থালঙ্কাৰত শ্লোক বা কবিতাফাকিৰ অৰ্থৰ ওপৰত গুৰুত্ব দিয়া হয়।

প্ৰধান কেইবিধমান শব্দ আৰু অৰ্থালঙ্কাৰৰ বিষয়ে ইয়াত উল্লেখ কৰা হ'ল।

**ক) শব্দালঙ্কাৰ**

১। অনুপ্ৰাস ঃ স্বৰবৰ্ণৰ বৈষম্য থাকিলেও শব্দ অথবা ব্যঞ্জনবৰ্ণৰ সাদৃশ্য থাকিলে, অনুপ্ৰাস অলঙ্কাৰ। অনুপ্ৰাস পাঁচবিধ— ছেক, বৃত্তি, শ্ৰুতি, অন্ত্য আৰু লাট।

যস্য ন সবিধে দয়িতা দৱদহনস্তুহিনদীধিতিস্তস্য।
যস্য সবিধে দয়িতা দৱদহনস্তুহিনদীধিতিস্তস্য। (লাটা)

কাষত প্ৰেয়সী নথকাৰ কাৰণে হিম (শীতল) চন্দ্ৰৰ ৰশ্মিও বনজুইৰ দৰে; আৰু কাষত প্ৰেয়সী থকা জনৰ কাৰণে বনজুইও হিমৰশ্মি জোনটোৰ দৰে হৈ পৰে।

মাথোন এটা বা দুটা বৰ্ণ ব্যৱহাৰ কৰা অনুপ্ৰাসৰ উদাহৰণ ঃ

দাদদো দুদ্দদুদ্দাদো দাদাদো দূদদীদদোঃ।
দুদ্দাদং দদদে দুদ্দে দদাদদদদোঽদদঃ।। শি ১৯/১১৪।

দাদদ (দান দিওঁতা), দুদ্দোং (দুষ্টবিলাকক) সন্তাপ দিওঁতা, দাদাদ (শুদ্ধিদাতা) দূদোং (সন্তাপ দিওঁতা) দুষ্টৰ নাশক বাহুযুক্ত তথা দাতা-অদাতা দুয়োকে দিওঁতা ভগৱান শ্ৰীকৃষ্ণই দুদ্দ (দুখদায়ী শত্ৰুৰ) ওপৰত পীড়াদায়ক বাণ দিলে। অৰ্থাৎ শত্ৰুনাশক বাণ নিক্ষেপ কৰিলে।

দুটা আখৰৰ অনুপ্ৰাস ঃ শি ১৯/৯৪, ৯৮, ১০০, ১০২ ইত্যাদি।

২। যমক ঃ অৰ্থযুক্ত হলেও ভিন্ন অৰ্থৰ স্বৰ তথা ব্যঞ্জন বৰ্ণসমূহৰ পূৰ্বক্ৰমানুসাৰে আবৃত্তি হ'লে যমক অলঙ্কাৰ। যেনে—

নৱপলাশ-পলাশবনং পুৰঃ স্ফুটপৰাগ-পৰাগত-পঙ্কজম্।
মৃদুলতান্ত-লতান্তমলোকয়ৎ স সুৰভিং সুৰভিং সুমনোহৰৈঃ।

শ্ৰীকৃষ্ণই মনোহৰ ফুলেৰে সুশোভিত, নতুনকৈ পাত ওলোৱা পলাশ বনৰ সৌন্দৰ্য্যৰে সমৃদ্ধ, প্ৰস্ফুটিত পদুমৰ ৰেণুৰে পৰিপূৰ্ণ কমলৰ সৌৰভেৰে মধুৰ আৰু সুকোমল লতাৰে ৰমনীয় সেই 'সুৰভি' অৰ্থাৎ বসন্ত কাল দৰ্শন কৰিলে। যমকৰ আন উদাহৰণ ঃ কি ১/১, ১/৩৬

৩। বক্ৰোক্তি ঃ শ্লেষ অথবা কাকুৰ (ধ্বনি বিকাৰ) কাৰণে এটা অৰ্থত ব্যৱহাৰ কৰা এটা বাক্যক আন এটা অৰ্থত গ্ৰহণ কৰিলে বক্ৰোক্তি হয়। যেনে— কে যূয়ং স্থল এৱ সম্প্ৰতি বয়ং প্ৰশ্নো বিশেষাশ্ৰয়ঃ। কিংব্ৰুতে বিহগঃ স

ৱা ফণিপতিৰ্যত্ৰাস্তি সুপ্তো হৰিঃ ইত্যাদি। ইয়াত প্ৰশ্নকৰ্তাই সুধিছে, তোমালোক কোন? শ্ৰোতাই উত্তৰ দিছে, —আমি বৰ্তমান শুকান মাটিতে আছোঁ। (প্ৰশ্নকৰ্তা)— মই তোমালোকৰ বিষয়ে জানিব খুজিছোঁ। (শ্ৰোতা)— আপুনি বিশেষ কোনো চৰাইৰ বিষয়ে অথবা শেষনাগৰ বিষয়ে জানিব খুজিছে নেকি? ইয়াত শ্ৰোতাই 'কে' (কং শব্দৰ ৭মী ১ব) মানে পানীত আৰ বিশেষক (বি + শেষ) চৰাই আৰু শেষ নাগ বুলি ভাবি লৈছে।

৪। **শ্লেষ ঃ** শ্লিষ্ট পদৰ দ্বাৰা অনেক অৰ্থৰ বোধন হ'লে শ্লেষ হয়। শ্লেষ আঠ প্ৰকাৰ। এবিধৰ উদাহৰণ ঃ

**সৰ্ব্বস্বং হৰ সৰ্ব্বস্য ত্বং ভৱচ্ছেদতৎপৰঃ।**
**নয়োপকাৰসাংমুখ্যমায়াসি তনুৱৰ্ত্তনম্।।**

(মহাদেৱৰ প্ৰতি ভক্তৰ উক্তি) হে দেৱাদিদেৱ! তুমিয়েই চৰাচৰ জগতৰ যথাসৰ্বস্ব। তুমি প্ৰাণীসমূহৰ সংসাৰ-বন্ধনক ছিন্ন কৰা আৰু মানুহক ন্যায় উপদেশ দিয়াৰ কাৰণে নৰৰূপ ধাৰণ কৰা। (পুতেকৰ প্ৰতি চোৰৰ উক্তি) —হে পুত্ৰ, তই যথাসৰ্বস্ব হৰণ কৰ, তোৰ সম্মুখত থকা সকলোকে ছিন্ন-ভিন্ন কৰ অৰ্থাৎ কাটি-ছিঙি শেষ কৰ। (সিন্ধিৰে) লাহে লাহে ভিতৰলৈ সোমাই যা আৰু এনেকৈয়ে উপকৃত হ।

৫। **প্ৰহেলিকা ঃ** ৰসৰ পৰিপন্থী হোৱা কাৰণে প্ৰহেলিকাক অলঙ্কাৰ বুলি নধৰিলেও শব্দালঙ্কাৰৰ মান্যতা দিয়া হৈছে।

উদাহৰণ ঃ **পাণ্ডৱানাং সভামধ্যে দুৰ্যোধন উপাগতঃ।**
**যস্মৈ গাং চ সুৱৰ্ণং চ সৰ্ব্বাণ্যাভৰণানি চ।।**

(যথাযথ অৰ্থ) পাণ্ডৱসকলৰ ৰাজসভালৈ দুৰ্যোধন অহাত তেওঁক গৰু, সোণ আৰু আভৰণাদি দিয়া হ'ল। দৰাচলতে 'দুৰ্যোধন' শব্দৰ আগত 'অ' লাগিছিল তেতিয়া ইয়াৰ অৰ্থ হ'ব— অদুঃ যো অধনঃ অৰ্থাৎ এজন দৰিদ্ৰ ভিখাৰী (আহিছিল)।

**খ) অৰ্থালঙ্কাৰ**

সংস্কৃত সাহিত্যৰ কবিসকলে শব্দালঙ্কাৰতকৈ অৰ্থালঙ্কাৰ অধিকভাৱে ব্যৱহাৰ কৰি ভাল পাইছিল। অৰ্থালঙ্কাৰৰ সংখ্যা অনেক। তাৰ ভিতৰত কেইবিধমান প্ৰধান প্ৰধান অলঙ্কাৰৰ লক্ষণ আৰু উদাহৰণ দিয়া হৈছে।

১। **উপমা ঃ** আধুনিক, পৌৰাণিক সকলো কবিয়ে এইবিধ অলঙ্কাৰ বহুলভাৱে প্ৰয়োগ কৰে। উপমা অলঙ্কাৰ শূন্য কাব্য বা কবিতা কল্পনাই কৰিব নোৱাৰি। মহাকবি কালিদাসৰ কবিতাত উপমাই সৰ্বোৎকৃষ্টতা লাভ কৰিছে। সেয়েহে কোৱা হয় 'উপমা কালিদাসস্য'।

**সাম্যং ৱাচ্যমৱৈধৰ্ম্ম্যং ৱাক্যৈক্যে উপমা দ্বয়োঃ।**

উপমা অলঙ্কাৰ তাকেই কোৱা হয় য'ত উপমান (যাৰ লগত উপমা কৰা হয়) আৰু উপমেয়ৰ (যাক উপমা কৰা হয়) সাদৃশ্য একেটা বাক্যতে প্ৰকাশ হয় আৰু য'ত বৈধৰ্মৰ উল্লেখ নাথাকে। মুখং চন্দ্ৰ ইৱ মনোৰমম বুলিলে মুখক চন্দ্ৰৰ লগত মাথোন মনোৰমত্ব ধৰ্মৰ সাদৃশ্যতাৰ বাবে 'একে' বুলি কোৱা হৈছে। বাকী সকলো বৈসাদৃশ্যৰ উল্লেখ ইয়াত নাই। উপমাত চাৰিটা অঙ্গ থাকে— উপমেয়, উপমান, সামান্যধৰ্ম আৰু উপমাবাচক শব্দ, যেনে ইৱ, যথা, ৱৎ, ৱা, তুল্য, সম, সমান আদি। উপমা কেইবা বিধ। তাৰ ভিতৰত প্ৰধান কেইবিধমান হ'ল-

(ক) পূৰ্ণোপমা **মধুৰঃ সুধাৱদধৰঃ, পল্লৱতুল্যোঽতিপেলৱঃ পাণিঃ।**
**চকিতমৃগলোচনাভ্যাং সদৃশী চপলে চ লোচনে তস্যাঃ।।**

(তাইৰ) ওঁঠযুৰি অমৃতৰ দৰে, অতি শেঁতা হাত দুখন পল্লৱৰ দৰে, চকুযুৰি চকিত হৰিণীৰ দৰে চঞ্চল।

(খ) **লুপ্তোপমা : লুপ্তা সামান্যধর্মাদেৰকস্য যদি দ্বয়োঃ ত্ৰয়াণাম্।**

যেতিয়া সাধাৰণ ধৰ্ম আদি চাৰিটা অঙ্গৰ এটা, দুটা বা তিনিটা অঙ্গ লুপ্ত হৈ থাকে।

**মুখমিন্দোৰ্যথা পাণিঃ পল্লৱেন সমঃ প্ৰিয়ে।**
**ৱাচঃ সুধা ইৱোষ্ঠস্তে বিম্বতুল্যো মনোঽশ্মৱৎ।।**

(তাইৰ) মুখখন চন্দ্ৰৰ দৰে, হাত দুখন পল্লৱৰ দৰে, কথাবিলাক মধুৰ, ওঁঠযুৰি বিম্বফলৰ দৰে, (কিন্তু) মনটোহে শিলৰ দৰে।

(গ) **মালোপমা :** উপমেয় একেটা কিন্তু — উপমান একাধিক হ'লে মালোপমা।

**ৱাৰিজেনেৱ সৰসী শশিনেৱ নিশীথিনী।**
**যৌৱনেনেৱ ৱনিতা নয়েন শ্ৰীৰ্মনোহৰা।।**

ৰাজনীতিৰ সৈতে শ্ৰী অৰ্থাৎ ঐশ্বৰ্য্য অতিকৈ মনোহৰ হয়, যেনেকৈ পদুমৰ সৈতে পুখুৰী, চন্দ্ৰৰ সৈতে নিশা, যৌৱনৰ সৈতে নাৰী সুন্দৰ হয়।

(ঘ) **উপমেয়োপমা : পৰ্যায়েণ দ্বয়োৰেতদুপমেয়োপমা মতা।**

ইয়াত দুটা বস্তুক পৰ্য্যায়ক্ৰমে পৰম্পৰ উপমান উপমেয় ৰূপত কল্পনা কৰা হয়।

**কমলেৱ মতিৰ্মতিৰিৱ কমলা, তনুৰিৱ ৱিভা ৱিভেৱ তনুঃ।**
**ধৰণীৱ ধৃতিৰ্ধৃতিৰিৱ ধৰণী সততং ৱিভাতি বত যস্য।।**

এয়া কিমান আশ্চৰ্য্য আৰু আনন্দৰ কথা যে ৰজাজনৰ বুদ্ধি ৰাজলক্ষ্মীৰ দৰে, লক্ষ্মী বুদ্ধিৰ দৰে, কান্তি দিব্য শৰীৰৰ দৰে, দিব্য শৰীৰ কান্তিৰ দৰে, ধৈৰ্য্য ধৰিত্ৰীৰ দৰে, ধৰিত্ৰী ধৈৰ্য্যৰ দৰে বিৰাজমান।

২। **স্মৰণ :** সদৃশানুভৱাদ্বস্তুস্মৃতিঃ স্মৰণমুচ্যতে।

যেতিয়া একে ধৰণৰ অথবা সমান গুণৰ এটা বস্তুৰ অনুভূতিৰ দ্বাৰা তেনে একে ধৰণৰ আন এটা বস্তুৰ স্মৰণ হয়।

**অৰৱিন্দমিদং ৱীক্ষ্য খেলৎখঞ্জনমঞ্জুলম্।**
**স্মৰামি ৱদনং তস্যাশ্চাৰু চঞ্চললোচনম্।।**

যেতিয়া খেলি থকা খঞ্জন পক্ষীটোৰে সৈতে পদুম ফুলটো মোৰ চকুত পৰে তেতিয়াই তাইৰ চঞ্চল চকুযুৰিৰে ধুনীয়া মুখখন মোৰ মনত পৰে।

৩। **ৰূপক : ৰূপকং ৰূপিতাৰোপাদ্বিষয়ে নিৰপহ্নৱে।**

যেতিয়া উপমানৰ দ্বাৰা অনপহ্নুত (অৰ্থাৎ লুকাই নৰখা) বিষয়ত (উপমেয়ত) বিষয়ীৰ (উপমানৰ) অভেদাৰোপ হয়। অৰ্থাৎ উপমেয়ত উপমানৰ তাদাত্ম্য আৰোপ হয়। যেনে— উট মৰুভূমিৰ জাহাজ বুলি কৈ উটৰ ওপৰত জাহাজৰ ধৰ্মক (ক্ৰমে মৰুভূমি আৰু পানীত অনা-নিয়া কৰা গুণক) আৰোপ কৰা হৈছে।

**আহৱে জগদুদ্দণ্ড! ৰাজমণ্ডলৰাহৱে।**
**শ্ৰীনৃসিংহমহীপাল! স্বস্ত্যস্তু তৱ ৱাহৱে।।**

(ইয়াত ৰাজমণ্ডল শব্দই ৰজাসমূহক আৰু চন্দ্ৰমণ্ডল দুয়োটাকে বুজাইছে)। হে নৃসিংহৰূপ মহীপাল! হে মহাপৰাক্ৰমী মহাৰাজ! যুদ্ধত প্ৰচণ্ড শক্তিশালী ৰাজমণ্ডলৰূপী চন্দ্ৰমাৰ কাৰণে ৰাহুস্বৰূপ আপোনাৰ ভুজদণ্ড সদায় (যেন) বিজয়ী হয়।

৪। **পৰিণাম : বিষয়াত্মতয়াৰোপ্যে প্ৰকৃতাৰ্থোপযোগিনি পৰিণামো ভৱেৎ।**

**ইয়াত আৰোপ্যমানক (উপমানক) আৰোপ্য বিষয় (উপমেয়) ৰূপত পৰিণত কৰা হয়।**

**স্মিতেনোপায়নং দূৰাদাগতস্য কৃতং মম।**
**স্তনোপপীড়মাশ্লেষঃ কৃতো দ্যূতে পণস্তয়া।।**

মই প্ৰবাসৰ পৰা আহি পোৱাত তাই হাঁহি মাৰি মোক আপ্যায়িত কৰিলে আৰু পাশাৰ পণৰূপে (তাইৰ নিজৰ) বুকুত (স্তনত) হেঁচা পৰাকৈ আলিঙ্গন কৰিলে। আন উদা : শ ৭/৫, ৭/২০ শি ১০/১।

৫। **সন্দেহ : প্ৰকৃতেঽন্যস্য সংশয়ঃ সন্দেহঃ প্ৰতিভোৎথিতঃ**

কবিৰ প্ৰতিভাৰ দ্বাৰা উত্থাপিত হোৱা প্ৰকৃত বস্তুত, অৰ্থাৎ উপমেয়ত আন বস্তু ৰূপত অৰ্থাৎ উপমানৰূপত সংশয় হ'লে সন্দেহ অলঙ্কাৰ হয়।

**মধ্যং তৱ সৰোজাক্ষি! পয়োধৰভৰাৰ্দিতম্।**
**অস্তি নাস্তীতি সন্দেহঃ কস্য চিত্তে ন ভাসতে।।**

হেৰা কমলনয়না! স্তনৰ ভৰত তোমাৰ কঁকালখন এনেকৈ নিপীড়িত হৈছে যে তোমাৰ কঁকালখন আছে নে নাই সেই কথাৰ সন্দেহ কাৰ মনত নুপজিব?

অন্য উদা : শ ২/৯, ৫/১০।

৬। **ভ্ৰান্তিমান : সাম্যাদতস্মিংস্তদ্ বুদ্ধিৰ্ভ্ৰান্তিমান্ প্ৰতিভোৎথিতঃ।**

সাদৃশ্যৰ কাৰণে এটা বস্তুত অন্য এটা বস্তু বুলি ভ্ৰম হ'লে ভ্ৰান্তিমান। ইও কবি প্ৰতিভাপ্ৰসূত।

**সঙ্গম ৱিৰহৱিকল্পে ৱৰমিহ ন সঙ্গমস্তস্যাঃ।**
**সঙ্গে সৈৱ তথৈকা ত্ৰিভুৱনমপি তন্ময়ং ৱিৰহে।।**

তেওঁৰ (ন্যায়িকৰ) লগ[illegible] সঙ্গমেই ভাল নে বিৰহেই ভাল এই দুটা বিষয়ত ক'ব পাৰি যে সঙ্গম শ্ৰেয় নহয়; (কাৰণ) সঙ্গমৰ সময়ত মাথোন তেওঁকেই পোৱা হয়, কিন্তু বিৰহৰ সময়ত এনে হয় যেন সমস্ত সংসাৰখনতেই তেওঁ ব্যাপ্ত হৈ আছে। অৰ্থাৎ ত্ৰিভুৱনখন ন্যায়িকাময় হৈ পৰে। আন উদা : শ ১/২১।

। **অপহ্নুতি : প্ৰকৃতং প্ৰতিষিধ্যান্যস্থাপনম্ অপহ্নুতিঃ।**

প্ৰকৃতক (উপমেয়ক) নিষেধ কৰি (নুই কৰি) অন্য বস্তুক (উপমানক)নিশ্চিত (স্থাপন) কৰিলে অপহ্নুতি অলঙ্কাৰ হয়।

**নেদং নভোমণ্ডলমম্বুৰাশিৰ্নৈতাশ্চ তাৰা নৱফেনভঙ্গাঃ।**
**নায়ং শশী কুণ্ডলিতঃ ফণীন্দ্ৰো নাসৌ কলঙ্কঃ শয়িতো মুৰাৰিঃ।।**

এইখন গগনমণ্ডল নহয় ক্ষীৰ সাগৰহে, এইবিলাক তৰা নহয় (সাগৰৰ) ফেনহে, সৌটো জোন নহয় মেৰ খাই থকা শেষনাগহে, আৰু এয়া কলঙ্ক নহয় শেষ নাগৰ ওপৰত শুই থকা বিষ্ণুহে।

৮। **নিশ্চয় : অন্যন্নিষিধ্য প্ৰকৃতস্থাপনম্ নিশ্চয়ঃ।**

অন্যক অৰ্থাৎ উপমানক নিষেধ কৰি প্ৰকৃতক অৰ্থাৎ উপমেয়ক স্থাপন কৰিলে নিশ্চয় অলঙ্কাৰ।

**ৱদনমিদং ন সৰোজং নয়নে নেন্দীৱৰে এতে।**
**ইহ সৱিধে মুগ্ধদৃশো ভ্ৰমৰ! মুদা কিং পৰিভ্ৰমসি।।**

হেৰা ভোমোৰা! এইখন মুখহে— পদুম নহয়। এই যুৰি তাইৰ চকুহে— নীলা পদুম নহয়। গতিকে পদুম বুলি (তাইৰ) মুখখনৰ ওপৰত মিছাতে কিয় ঘূৰি ফুৰিছ?

৯। **উৎপ্ৰেক্ষা : ভৱেৎ সম্ভাৱনোৎপ্ৰেক্ষা প্ৰকৃতস্য পৰাত্মনা।**

উৎপ্ৰেক্ষা কবিসকলৰ কাব্যিক কল্পনা। প্ৰকৃত বস্তুক (উপমেয়ক) উপমান বুলি সম্ভাৱনা কল্পনা কৰিলে উৎপ্ৰেক্ষা অলঙ্কাৰ হয়।

**(ক) জ্ঞানে মৌনং ক্ষমা শক্তৌ ত্যাগে শ্লাঘা ৱিপৰ্যয়ঃ।**
**গুণা গুণানুবন্ধিত্বাত্তস্য সপ্ৰসৱা ইৱ।**

তেওঁ জ্ঞানী হোৱা সত্বেও মৌন, শক্তিমান হৈও ক্ষমাশীল আৰু ত্যাগী হোৱা সত্বেও আত্মশ্লাঘা কৰি নুফুৰে। এনেকৈ পৰস্পৰবিৰোধী গুণবোৰে ইটোৱে সিটোক অনুসৰণ কৰি যেন সহোদৰ ভাতৃৰ দৰে বাস কৰে।

(খ) অনাৰতং তেন পদেষু লম্ভিতা ৱিভজ্য সম্যক ৱিনিযোগসৎক্রিয়াঃ।
ফলন্ত্যুপায়াঃ পৰিবৃংহিতায়তীৰুপেত্য সংঘৰ্ষমিৱাৰ্থসম্পদঃ।।

(দুৰ্যোধনে) যোগ্য স্থানত যোগ্য বিভাজন কৰি সুন্দৰভাৱে প্ৰয়োগ কৰাৰ ফলত সাম, দানাদি চাৰিওটা উপায়েৰে নিজৰ ভিতৰত যেন প্ৰতিযোগিতা কৰিয়েই তেওঁৰ ধন-সম্পত্তি উত্তৰোত্তৰ বঢ়াই আছে। কি ১/১৫।

(গ) তন্বঙ্গ্যাঃ স্তনযুগেন মুখং ন প্ৰকটীকৃতম্।
হাৰায় গুণিনে স্থানং ন দত্তমিতি লজ্জয়া।।

ক্ষীণাঙ্গীৰ স্তনযুগলে গুণ অৰ্থাৎ সূতা থকা হাৰডালিক স্থান দিয়া নাই বুলি লাজতেই যেন মুখখন প্ৰকট কৰা নাই।

(ঘ) লিম্পতীৱ তমোঽঙ্গানি ৱৰ্ষতীৱাঞ্জনং নভঃ।

অন্ধকাৰে যেন দেহৰ অঙ্গ-প্ৰত্যঙ্গবোৰত লিপিত খাই ধৰিছে। আকাশে যেন কাজল বৰ্ষণ কৰিছে। উৎপ্ৰেক্ষাৰ আন কেইটামান উদাহৰণ : শ ১/১, ৪/১২, মে ৩১, ৪৪।

১০। অতিশয়োক্তি : সিদ্ধত্বেঽধ্যৱসায়স্যাতিশয়োক্তির্নিগদ্যতে।

অধ্যৱসায় সিদ্ধ হ'লে অতিশয়োক্তি হয়। বিষয়ৰ জ্ঞান নহৈ বিষয়ৰ সৈতে অভিন্ন ৰূপত যদি বিষয়ীৰহে জ্ঞান হয়, তেনেহ'লে অধ্যৱসায় হয় আৰু সেই অধ্যৱসায় সিদ্ধ হ'লে অতিশয়োক্তি হয়।

(১) অন্যদেৱাঙ্গলাৱণ্যমন্যাঃ সৌৰভসম্পদঃ।
তস্যাঃ পদ্মপলাশাক্ষ্যাঃ সৰসত্বমলৌকিকম্।।

পদুম-পলাশ সদৃশ তাইৰ শৰীৰৰ লাৱণ্যই বেলেগ, শৰীৰৰ সৌৰভৰূপী সম্পদো বেলেগ আৰু (অকল সেয়ে নহয়) তাইৰ প্ৰেমানুভূতিও অলৌকিক।

(২) যদি স্যান্মণ্ডলে সক্তমিন্দোৰিন্দীৱৰদ্বয়ম্।
তদোপমীয়তে তস্যা ৱদনং চাৰুলোচনম্।।

যদি চন্দ্ৰমণ্ডলত দুটা নীলা পদুম লাগি যায় (অথবা লগাই দিব পৰা যায়) তেতিয়াহে তাইৰ ধুনীয়া চকুযুৰিৰে সৈতে মুখখনিক চন্দ্ৰৰ লগত ৰিজাব পৰা যাব। আন উদা : শ ৬/১৯।

১১। তুল্যযোগিতা : পদাৰ্থানাং প্ৰস্তুতানামন্যেষাং ৱা যদা ভৱেৎ।
একধৰ্মাভিসম্বন্ধঃ স্যাত্তদা তুল্যযোগিতা।।

যেতিয়া প্ৰস্তুত পদাৰ্থবিলাকৰ অথবা আনবিলাকৰ অৰ্থাৎ অপ্ৰাসঙ্গিকবিলাকৰ একেটা ধৰ্মৰ লগত সম্বন্ধ হয়।

দানং ৱিত্তাদৃতং ৱাচঃ কীৰ্তিধৰ্মৌ তথায়ুষঃ।
পৰোপকৰণং কায়াদসাৰাৎ সাৰমাহৰেৎ।।

বুদ্ধিমান লোকসকলৰ কাৰণে এইটোৱে প্ৰয়োজন যে তেওঁলোকে ধনৰ পৰা দানক, বাণীৰ পৰা সত্যক, জীৱনৰ পৰা যশস্যা, ধৰ্ম তথা শৰীৰৰ পৰা পৰোপকাৰ আৰু সেইদৰে সংসাৰৰ পৰা সাৰক গ্ৰহণ কৰিব লাগে।

১২। দীপক : অপ্ৰস্তুতপ্ৰস্তুতয়োৰ্দীপকং তু নিগদ্যতে
অথ কাৰকমেকং স্যাদনেকাসু ক্রিয়াসু চেৎ।।

যেতিয়া প্ৰস্তুত (প্ৰাকৰণিক) আৰু অপ্ৰস্তুতৰ (অপ্ৰাকৰণিকৰ) একধৰ্মত্ব আৰোপৰ বৰ্ণনা কৰা হয়, লগতে অনেক ক্রিয়াৰ লগত একেটা কাৰকৰ সম্বন্ধ হয়।

**বলাৱলেপাদধুনাপি পূৰ্ব্বৱৎ প্ৰবাধ্যতে তেন জগজ্জিগীষুণা।**
**সতীৱ যোষিৎপ্ৰকৃতিঃ সুনিশ্চলা পুমাংসমভ্যেতি ভৱান্তৰেষ্বপি।।**

সি (শিশুপালে) নিজৰ শক্তিৰ অহঙ্কাৰত ত্ৰিজগত জয় কৰিবলৈ উদ্যত হৈ এতিয়াও (পূৰ্বজন্মৰ দৰেই) সংসাৰত অত্যাচাৰ চলাব ধৰিছে। (সঁচাকৈয়ে) নিশ্চলা মানৱ প্ৰকৃতিয়ে (অৰ্থাৎ স্বভাৱে) সতী স্ত্ৰীৰ দৰে জন্ম-জন্মান্তৰে পুৰুষৰ পিচ নেৰে। শি ১/৭২ আন উদাঃ শ ২/১৫, ৪/২০।

১৩। **প্ৰতিবস্তুপমা ঃ** **প্ৰতিৱস্তুপমা সা স্যাদ্বাক্যয়োৰ্গম্যসাম্যয়োঃ।**
**একোঽপি ধৰ্মঃ সামান্যো যত্ৰ নিৰ্দিশ্যতে পৃথক্।।**

য'ত পৰস্পৰ শব্দ সাদৃশ্য অনুভৱ হোৱা বাক্যৰ একেটা সামান্য ধৰ্ম পৃথক পৃথক শব্দৰ দ্বাৰা নিৰ্দিষ্ট হয়। অৰ্থাৎ একেটা সাধাৰণ ধৰ্মক (পুনৰুক্তি দোষৰ পৰা মুক্ত হোৱাৰ কাৰণে) বেলেগ বেলেগ শব্দেৰে প্ৰকাশ কৰা হয়।

**ধন্যাসি বৈদৰ্ভি গুণৈৰুদাৰৈৰ্য়য়া সমাকৃষ্যতে নৈষধোঽপি।**
**ইতঃ স্তুতিঃ কা খলু চন্দ্ৰিকায়া যদব্ধিমপ্যুত্তৰলীকৰোতি।।**

হে বিদৰ্ভৰাজকুমাৰী দময়ন্তী, তুমি সঁচাকৈয়ে ধন্যবাদৰ পাত্ৰী, কাৰণ তুমি নিজৰ উদাৰ গুণেৰে নিষধৰাজ নলকো আকৰ্ষণ কৰিৱ পাৰিছা। (গহীন গম্ভীৰ) সাগৰকো (জোনৰ পোহৰে) চঞ্চল কৰি তোলে। চন্দ্ৰৰ পোহৰৰ বাবে ইয়াতকৈ আৰু কি বেছি প্ৰশংসা হ'ব পাৰে? আন উদা ঃ শি ২/৮, ১৫।

১৪। **দৃষ্টান্ত ঃ** **দৃষ্টান্তস্তু সধৰ্মস্য ৱস্তুনঃ প্ৰতিবিম্বনম্।**

ইয়াত একে ধৰ্মসম্পন্ন উপমান আৰু উপমেয় (প্ৰকৃত-অপ্ৰকৃত) দুটাৰ বিম্বপ্ৰতিবিম্ব ভাব প্ৰকট হয়।

**অৱিদিতগুণাপি সৎকৱিভণিতিঃ কৰ্ণেষু ৱমতি মধুধাৰাম্।**
**অধিগপৰিমলাপি হি হৰতি দৃশং মালতীমালা।।**

কাব্যৰ গুণাগুণ সম্পৰ্কে একো নাজানিলেও শ্ৰেষ্ঠ কবিৰ উক্তিয়ে (ৰচনাই) শুনামাত্ৰকে কাণত অমৃত বৰ্ষণ কৰে। সুগন্ধ নাপালেও মালতী ফুলৰ মালাই (ততালিকে) দৃষ্টি আকৰ্ষণ কৰে। আন উদাঃ শ ৬/৩০, ৭/৩২ শি ২/৩২, শি ২/৮৩, ১৫/১৭, ১৬/১৫।

১৫। **নিদৰ্শনা ঃ** **সম্ভৱন্ ৱস্তুসম্বন্ধোঽসম্ভৱন্ ৱাঽপি কুত্ৰচিৎ।**
**যত্ৰ ৱিম্বানুৱিম্বত্বং বোধয়েৎ সা নিদৰ্শনা।।**

সম্ভৱ বা অসম্ভৱ (উপপন্ন অথবা অনুপপন্ন) বস্তুসম্বন্ধ অৰ্থাৎ দুটা বাক্যাৰ্থৰ পৰস্পৰ অম্বয়ত ৱিম্বপ্ৰতিৱিম্বভাৱ (সাদৃশ্য) প্ৰকট হ'লে নিদৰ্শনা।

**জন্মেদং বন্ধ্যতাং নীতং ভৱভোগোপলিপ্সয়া।**
**কাচমূল্যেন ৱিক্ৰীতো হন্ত! চিন্তামণিৰ্ময়া।।**

সাংসাৰিক ভোগৰ কামনা-বাসনাত মই মোৰ এই (অমূল্য) জীৱনটো নষ্ট কৰিলোঁ। হায়! হায়! কাঁচ অৰ্থাৎ আয়নাৰ দামত মই অমূল্য পৰশপাথৰ বিক্ৰী কৰিলোঁ।

আন উদা ঃ শ ১/১৭, ৬/১৬, ৬/২৮, ৭/২২ ৰ ১/২; শি ২০/৭৫।

১৬। **ব্যতিৰেক ঃ** **আধিক্যমুপমেয়স্যোপমানান্ ন্যূনতাঽথৱা**

উপমানতকৈ উপমেয়ৰ অধিক্য অথবা ন্যূনতা প্ৰকাশ হলে ব্যতিৰেক।

**অকলঙ্কং মুখং তস্যা ন কলঙ্কী বিধুৰ্যথা।**

সুন্দৰী তিৰোতাজনীৰ নিষ্কলঙ্ক মুখখন কলঙ্কযুক্ত জোনটোৰ দৰে নহয়। অন্য উদা শ ৩/৭।

১৭। **সমাসোক্তি ঃ** **সমাসোক্তিঃ সমৈৰ্যত্ৰ কাৰ্যলিঙ্গ ৱিশেষণৈঃ।**
**ৱ্যৱহাৰসমাৰোপঃ প্ৰস্তুতেঽন্যস্য ৱস্তুনঃ।।**

প্রস্তুত তথা অপ্রস্তুত বিষয়ত সমান ৰূপত সমন্বিত হোৱা কার্য্য, লিঙ্গ আৰু বিশেষণৰ বলত প্রস্তুতৰ ওপৰত অপ্রস্তুতৰ ব্যৱহাৰ আৰোপ কৰা হয়।

(ক) অসমাপ্তজিগীষস্য স্ত্রীচিন্তা কা মনস্বিনঃ।
অনাক্রম্য জগৎকৃৎস্নং নো সন্ধ্যাং ভজতে ৰৱিঃ।।

যাৰ বিজয়াকাঙ্ক্ষাই পূর্ণ হোৱা নাই, সেই মনস্বী (বীৰ) জনৰ স্ত্রী-চিন্তা কেনেকৈ হ'ব পাৰে? সমগ্র জগৎখনক নিজৰ অধীন নকৰালৈকে সূৰ্য্যই সন্ধ্যাক আহ্বান নকৰে।

(খ) ৱ্যাধয় যত্নসনমম্বুজলোচনায়া ৱক্ষোজয়োঃ কনককুম্ভৱিলাসভাজোঃ।
আলিঙ্গসি প্রসভমঙ্গমশেষমস্যা ধন্যস্ত্বমেৱ মলয়াচলগন্ধৱাহ।।

হে মলয়ানিল! তুমি (সঁচাই) ধন্য, কাৰণ তুমি এই কমলনয়না সুন্দৰীজনীৰ সোণৰ কলহ সদৃশ স্তনযুগলৰ পৰা কাপোৰখন আঁতৰাই তাইৰ (শৰীৰৰ) সকলো অঙ্গ-প্রত্যঙ্গ বলেৰে আলিঙ্গন কৰিব পাৰিছা।

আন উদা : শ ৪/৯, ৬/৪. মে ১৩, ২৯, শি ১৮/১৯, ১৯/৯১, ২০/৬।

১৮। পৰিকৰ : উক্তৈর্ৱিশেষণৈঃ সাভিপ্রায়ৈঃ পৰিকৰো মতঃ।
ৱিশেষণৰ অভিপ্রায়গর্ভতাই পৰিকৰ।

'অঙ্গৰাজ! সেনাপতি! দ্রোণোপহাসিন্! কর্ণ! ৰক্ষৈনং ভীমাদ্ দুঃশাসনম্। অঙ্গৰাজ। সেনাপতি! দ্রোণৰ উপহাসকাৰী কর্ণ! এতিয়া ভীমৰ হাতৰ পৰা দুঃশাসনক ৰক্ষা কৰা। অন্য উদা : শ ২/৪।

১৯। শ্লেষ : শব্দৈঃ স্বভাৱাদেকার্থৈঃ শ্লেষোঽনেকার্থৱাচনম্।

স্বভাৱতে একার্থবাচক পদৰ দ্বাৰা অনেক অর্থৰ প্রতিপাদন হ'লে শ্লেষ।

প্রৱর্তয়ন্ ক্রিয়াঃ সাধ্বীর্মালিন্যং হৰিতাং হৰন্।
মহসা ভূয়সা দীপ্তো ৱিৰাজতি ৱিভাকৰঃ।।

চাৰিওফালে ধার্মিক ক্রিয়া-কর্মত প্রবৃত্তি বৃদ্ধি কৰি, চতুর্দিশে মলিনতা (অন্ধকাৰ) দূৰ কৰি, মহান তেজোৰাশিত দীপ্ত এই বিভাকৰ (সূৰ্য্য অথবা বি·াকৰ নামৰ ৰজা জন) বিৰাজমান হৈছে। আন উদা – কি ১/৪৬।

২০। অপ্রস্তুতপ্রশংসা : ক্বচিদ্বিশেষঃ সামান্যাৎ সামান্যং ৱা ৱিশেষতঃ।
কার্য্যান্নিমিত্তং কার্যং চ হেতোৰথ সমাৎ সমম
অপ্রস্তুতাৎ প্রস্তুতং চেদ্ গম্যতে পঞ্চধা ততঃ।

অপ্রস্তুতৰ পৰা প্রস্তুতৰ প্রশংসা হ'লে অপ্রস্তুতপ্রশংসা

পাদাহতং যদুত্থায় মূর্ধানমধিৰোহতি।
স্বস্থাদেৱাপমানেঽপি দেহিনস্তদ্বৰং ৰজঃ।।

অপমান পোৱাৰ পিছতো চেষ্টাহীন (নির্বিকাৰ)হৈ বহি থকা পুৰুষতকৈ ধূলিও শ্রেষ্ঠ; কাৰণ, ধূলিয়ে ভৰিৰ আঘাত পাই আঘাতকাৰীৰ মূৰত জঁপিয়াই উঠে। শি ২।৪৬।

অন্য উদা শ ১/২২, ১/২৩, ৩/২, ৫/২২, ৭/৪

২১। অর্থান্তৰন্যাস : সামান্যং ৱা ৱিশেষেণ বিশেষস্তেন ৰা যদি।
কার্যং চ কাৰণেনেদং কার্যেণ চ সমর্থ্যতে সাধর্ম্যেণেতৰেণ।

য'ত সাধৰ্ম্য অথবা বৈধৰ্ম্যৰ দ্বাৰা সামান্যক বিশেষেৰে, বিশেষক সামান্যেৰে, কাৰ্য্যক কাৰণেৰে আৰু কাৰণক কাৰ্য্যেৰে সমর্থন কৰা হয়।

বৃহৎসহায়ঃ কার্যান্তং ক্ষোদীয়ানপি গচ্ছতি।
সম্ভূয়াম্ভোধিমভ্যেতি মহানদ্যা নগাপগা।।

ডাঙৰৰ পৰা সহায় পালে সৰুৱেও কাৰ্য্য সম্পাদন কৰিব পাৰে। পাহাৰৰ পৰা ওলোৱা সৰু সৰু নিজৰ বোৱে ডাঙৰ নদীৰ লগ লাগি সমুদ্ৰ পায়গৈ।

আন উদা কি ১/৪, শ ১/১৫, ১/১৮, ৪/১৮, ৫/১৩, ৫/১, মে, ৫, ৬. ২০; শি ৫/৬, ১১/৫৭, ১৩/১৭, ২০/৭৪।

**২২। ৱিৰোধাভাস :** **আভাসত্বে ৱিৰোধস্য ৱিৰোধাভাসঃ তদুচ্যতে।**

পৰস্পৰ বিৰোধ থকা যেন দেখা বিষয়ৰ বৰ্ণনাত বিৰোধাভাস অলঙ্কাৰ হয়।

**অজস্য গৃহ্নতো জন্ম নিৰীহস্য হতদ্বিষঃ।**

**স্বপতো জাগৰূকস্য যাথাৰ্থ্যং ৱেদ কস্তৱ।।**

তুমি জন্মহীন— অথচ জন্মগ্ৰহণ কৰা, বাসনাহীন— অথচ শত্ৰু নিধন কৰা, নিদ্ৰাত থাকিও তুমি জাগি থাকা। গতিকে হে প্ৰভু! তোমাৰ প্ৰকৃত স্বৰূপ কোনে জানে?

আন উদা : শ ৫/২, ৭/১০, শি ১/৩৬।

**২৩। ৱিভাৱনা :** **ৱিভাৱনা ৱিনা হেতুং কাৰ্যোৎপত্তিৰ্যদুচ্যতে।**

কাৰণ নোহোৱাকৈ কাৰ্য্যৰ উৎপত্তি বৰ্ণনা হ'লে বিভাৱনা হয়।

**অনায়াশকৃশং মধ্যমশঙ্কতৰলে দৃশী।**

**অভূষণমনোহাৰিৱপুৰ্ৱয়সি সুভ্ৰুৱঃ।।**

সুন্দৰীগৰাকীৰ এই বয়সতো কঁকালটো অতি কৃশ (সৰু), ভয় শঙ্কা নোহোৱাকৈ চকুযুৰি চঞ্চল আৰু শৰীৰত কোনো অলঙ্কাৰাদি নিপিন্ধাকৈয়ে মনোৰম।

অন্য উদা : শ ৩/৭, ৪/২।

**২৪। ৱিশেষোক্তি :** **সতি হেতৌ ফলাভাৱে ৱিশেষোক্তিস্তথা দ্বিধা।**

কাৰণ থাকিলেও কাৰ্য্যৰ অভাৱৰ বৰ্ণনাই বিশেষোক্তি।

**স একস্ত্ৰীণি জয়তি জগন্তি কুসুমায়ুধঃ।**

**হৰতাঽপি তনুং যস্য শম্ভুনা ন হৃতং বলম্।।**

হাতত পুষ্পধনু থকা কামদেৱে অকলেই ত্ৰিলোক জয় কৰিছে। মহাদেৱে তেওঁৰ শৰীৰ নাশ কৰিলেও শক্তি নাশ কৰিব নোৱাৰিলে। আন উদা : শ ৭/১।

**২৫। ৱিষমালঙ্কাৰ :** **গুণৌ ক্ৰিয়ে ৱা চেৎ স্যাতাং ৱিৰুদ্ধে হেতুকাৰ্যয়োঃ**

**যদ্বাৰদ্ধস্য ৱৈফল্যমনৰ্থস্য চ সম্ভৱঃ**

**ৱিৰূপয়োঃ সংঘটনা যা চ তদ্বিষমং মতম্।।**

যেতিয়া কাৰ্য্য আৰু কাৰণৰ গুণ অথবা ক্ৰিয়া পৰস্পৰ বিৰূপৰূপত বৰ্ণিত হয়, যেতিয়া আৰব্ধ কাৰ্য্যৰ বিফলতা তথা তাৰ লগতে অনৰ্থৰ উৎপত্তিৰ বৰ্ণনা থাকে, আৰু যেতিয়া দুটা বিৰুদ্ধ পদাৰ্থৰ সংঘটনাৰ বৰ্ণনা থাকে।

**ক্ক সূৰ্যপ্ৰভৱো ৱংশঃ ক্ক চাল্পৱিষয়া মতিঃ।**

**তিতীৰ্ষুঃ দুস্তৰং মোহাদুডুপেনাস্মি সাগৰম্।। ৰ ১।২।**

সূৰ্য্যৰ পৰা উদ্ভৱ হোৱা সেই সূৰ্য্যবংশই বা ক'ত, আৰু মোৰ দৰে কম জ্ঞানসম্পন্ন লোকেই বা ক'ত। মই

দুস্তৰ (পাৰ হোৱা কঠিন) সাগৰ এখনক ভূৰ এখনেৰে পাৰ হ'বলৈ মন মেলিছোঁ।

আন উদা – শকু ১/১০, ২/১৮, মে ৫, শি ১/৫৬।

২৬। সভাৰোক্তি : স্বভাৱোক্তির্দুৰূহার্থস্বক্রিয়াৰূপবর্ণনম্।

কবিৰ কল্পনাই ঢুকি পোৱা দুৰূহ অর্থাৎ সূক্ষ্ম পদার্থৰ স্বৰূপ অথবা ক্রিয়াৰ বর্ণনা।

মুক্তেষু ৰশ্মিষু নিৰায়তপূর্বকায়া নিষ্কম্পচামৰশিখা নিভৃতোর্ধ্বকর্ণাঃ।

আত্মোদ্ধতৈৰপি ৰজোভিৰলঙ্ঘনীয়া ধাৱন্ত্যমী মৃগজৱাক্ষময়েৱ ৰথ্যাঃ।। শ ১/৮।

লাগাম কেইডাল এৰি দিয়াৰ লগে লগে (ৰথৰ) ঘোঁৰা কেইটাৰ শৰীৰৰ সমুখভাগ যেন দীঘল হৈছে, মূৰত থকা চোঁৱৰ কেইডাল নিশ্চল আৰু কাণ কেইখন থিয় হৈছে, ইহঁতৰ খুৰাৰ আঘাতত ওপৰলৈ উঠা ধূলিবোৰেও ইহঁতক চেৰ পেলাব পৰা নাই। ধাৰণা হয় ঘোঁৰা কেইটাই যেন দৌৰি পলোৱা হৰিণৰ গতিবেগত ঈর্ষান্বিত হৈ আৰু দ্রুতভাৱে দৌৰিব ধৰিছে।

আন উদা : শ ১/৪, ২/৬, ৬/৭, ৭/১৭ শি ৫/৫, ১১/৭, ১২/১৮।

২৭। সংসৃষ্টি, সঙ্কৰ : যদ্যেত এৱালঙ্কাৰাঃ পৰস্পৰবিমিশ্রিতাঃ।

তদা পৃথগলঙ্কাৰৌ সংসৃষ্টিঃ সঙ্কৰস্তথা।।

যেতিয়া ওপৰোক্ত অলঙ্কাৰসমূহৰ একাধিক অলঙ্কাৰ পৰস্পৰ লগ লাগি থাকে, তেনেহ'লে এই দুবিধ অলঙ্কাৰ। যেতিয়া পৰস্পৰ নিৰপেক্ষভাৱে থাকে তেতিয়া সংসৃষ্টি আৰু অঙ্গাঙ্গী ভাৱত থাকিলে সঙ্কৰ।

(ক) সংসৃষ্টি :

দেৱঃ পায়াদপায়ান্নঃ স্মেৰেন্দীৱৰলোচনঃ।

সংসাৰধ্বান্তবিধ্বংসহংসঃ কংসনিষূদনঃ।।

ফুলি থকা নীলা পদুমৰ দৰে চকুযুক্ত, সংসাৰৰ অন্ধকাৰ নাশকাৰী সূর্যৰূপ, কংসশত্রু, সেই দেৱতা শ্রীকৃষ্ণই আমাক বিপদৰ পৰা ৰক্ষা কৰক। (উপমা আৰু ৰূপকৰ মিশ্রণ)।

আন উদা : মে ৩, শি ১/১৯।

(খ) সঙ্কৰ :

অনুৰাগৱতী সন্ধ্যা দিৱসস্তৎ পুৰঃসৰঃ।

অহো! দৈৱগতিশ্চিত্রা তথাপি ন সমাগমঃ।।

সন্ধ্যা অনুৰাগিণী, দিনো তেওঁৰ (সন্ধ্যাৰ) সমুখত উপস্থিত! (কিন্তু) হায়! কি বিচিত্র বিধিৰ বিধান, তথাপিতো দুয়োৰো মিলন নহয়। (সমাসোক্তি আৰু বিশেষোক্তিৰ মিশ্রণ)।

আন উদা : শি ১/১৬, ৭/৪২, ১২/৫।

২৮। ব্যাজস্তুতি : নিন্দাস্তুতিভ্যাং ৱাচ্যাভ্যাং গম্যত্বে স্তুতিনিন্দয়োঃ।

যেতিয়া নিন্দাৰূপ বাচ্যাৰ্থৰ পৰা স্তুতিৰূপ ব্যঙ্গার্থ আৰু স্তুতিৰূপ বাচ্যাৰ্থৰ পৰা নিন্দাৰূপ ব্যঙ্গার্থৰ প্রতীতি হয়।

(ক) নিন্দাৰ চলেৰে প্রশংসা

স্তনযুগমুক্তাভৰণাঃ কণ্টককলিতাঙ্গযষ্টয়ো দেৱ!

ত্বয়ি কুপিতেঽপি প্রাগিৱ বিশ্বস্তা বিপুস্ত্রিয়ো জাতাঃ।।

মহাৰাজ! আপুনি ক্রুদ্ধ হ'লেও শত্রুনাৰীসকলে বুকৰ পৰা আভৰণ ত্যাগ কৰে আৰু সিহঁতৰ শৰীৰৰ সকলো অঙ্গতে কাঁইটৰ দৰে নোমবোৰ শিয়ৰি উঠে।

**(খ) স্তুতিৰ চলেৰে নিন্দা**

**ব্যাজস্তুতিস্তৱ পযোদ ময়োদিতেয়ং যজ্জীৱনায় জগতস্তৱ জীৱনানি।**
**স্তোত্রন্তু তে মহদিদং ঘন! ধৰ্মৰাজসাহায্যমৰ্জয়সি যৎ পথিকান্ নিহত্য।।**

হে মেঘ! তুমি জগতৰ প্ৰাণীবিলাকৰ জীৱন (পানী) বুলি তোমাক মিছাতে মই প্ৰশংসা কৰিছোঁ। কিন্তু বস্তুতঃ তুমি বিৰহী পথিকৰ প্ৰাণ হৰণ কৰি যমৰাজক সহায় কৰি আছা বুলি কলেহে তোমাৰ সৰ্বোচ্চ প্ৰশংসা হ'ব।

২৯। **কাব্যলিঙ্গ ঃ** **হেতোৰ্বাক্যপদাৰ্থত্বে কাব্যলিঙ্গং নিগদ্যতে।**

কোনো এটা অৰ্থ উপপাদনৰ বাবে বাক্যাৰ্থ অথবা পদাৰ্থক হেতুৰূপে নিৰেশ কৰিলে কাব্যলিঙ্গ অলঙ্কাৰ হয়।

**ত্বদ্বাজিৰাজিনিৰ্ধূতধূলিপটলপঙ্কিলাম্।**
**ন ধত্তে শিৰসা গঙ্গাং ভূৰিভাৰভিয়া হৰঃ।।**

মহাৰাজ! যুদ্ধভূমিত আপোনাৰ ঘোঁৰা বাহিনীয়ে ওপৰলৈ তোলা ধূলিৰাশিৰ দ্বাৰা গঙ্গা পঙ্কিল হৈ পৰাৰ কাৰণে (গঙ্গাৰ পানীৰ) ওজন বাঢ়ি যোৱাৰ ভয়ত মহাদেৱে মূৰত ধাৰণ নকৰা হৈছে। (ইয়াত প্ৰথমাৰ্দ্ধ দ্বিতীয়াৰ্দ্ধৰ হেতু)। অন্য উদা ঃ শ ১/১৪, ১/২৭, ২/৫, ৫/২, শি ১/২৪, ১৫/১৪।

৩০। **একাৱলী ঃ** **পূৰ্বং পূৰ্বং প্ৰতি ৱিশেষণত্বেন পৰং পৰম্।**
**স্থাপ্যতেঽপোহ্যতে ৱা চেৎ স্যাত্তদৈকাৱলী দ্বিধা।।**

পূৰ্ব পূৰ্ব বৰ্ণিত বস্তুৰ বিশেষণ ৰূপত উত্তৰোত্তৰ বৰ্ণনা কৰা বস্তুৰ স্থাপন অথবা আপোহন অৰ্থাৎ নুইকৰণ হ'লে একাৱলী হয়।

**ন তজ্জলং যন্ন সুচাৰুপঙ্কজং ন পঙ্কজং তদ্ যদলীনষট্পদম্।**
**নষট্পদঽসৌ ন জুগুঞ্জ যঃ কলং ন গুঞ্জিতং তন্ন জহাৰ যন্মনঃ।।** ভট্টি ২।১৯।

(বিশ্বামিত্ৰৰ সৈতে শ্ৰীৰামে গৈ থকা পথত) এনেকুৱা কোনো সৰোবৰ নাছিল য'ত পদুমবোৰ ফুলি জকমকাই থকা নাছিল, এনেকুৱা পদুম ফুল নাছিল যিবিলাকত ভোমোৰা লীন হৈ থকা নাছিল, এনেকুৱা ভোমোৰা নাছিল যিবিলাকে গুণগুণাই থকা নাছিল, এনে গুণগুণনিও নাছিল যি মানুহৰ মন হৰণ কৰা নাছিল।

# পৰিশিষ্ট 'গ'

## ।। ছন্দ ।।

বৈদিক তথা লৌকিক সংস্কৃত কাব্য সাহিত্যত ছন্দৰ এক বিশেষ বৈশিষ্ট্য আছে। বৈদিক সাহিত্যৰ আৰম্ভণিৰ পৰা ছন্দৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি বেদৰ মন্ত্ৰৰ বিশুদ্ধতা আৰু লয়বদ্ধ গতিৰ বাবে ছন্দৰ সৃষ্টি কৰা হয়। কাৰণ, মন্ত্ৰৰ ছন্দহীন উচ্চাৰণৰ পৰা অভীষ্ট ফল পোৱা নাযায়। সেয়ে বেদৰ ছয় অঙ্গৰ ভিতৰত ছন্দও এটা অঙ্গ। মহৰ্ষি পিঙ্গল ছন্দ শাস্ত্ৰৰ বাটকটীয়া আছিল বুলি পণ্ডিতসকলে কয়। পিঙ্গলৰ পূৰ্বত যে ছন্দশাস্ত্ৰকাৰ নাছিল এনে নহয়। পিঙ্গলৰ পূৰ্বসূৰী সাতগৰাকী হ'ল ক্ৰৌষ্টুকি, যাস্ক, তাণ্ডী, সৈতৱ, কাশ্যপ, ৰাত আৰু মাণ্ডব্য। মহৰ্ষি পিঙ্গলৰ ছন্দ শাস্ত্ৰখন আঠটা খণ্ডত বিভক্ত এখন সৰ্বাঙ্গপূৰ্ণ গ্ৰন্থ। সূত্ৰৰ আধাৰত ৰচিত এই পুথিখনৰ কেবাগৰাকী টীকাকাৰৰ ভিতৰত হলায়ুধ (মৃতসঞ্জীৱনী) আৰু ভাস্কৰাচাৰ্য্য (ছন্দকৌতুভ) প্ৰধান। ইয়াৰ উপৰিও কালিদাসৰ (?) শ্ৰুতবোধ, ক্ষেমেন্দ্ৰৰ সুবৃত্ততিলক, হেমচন্দ্ৰৰ ছন্দোঽনুশাসন, কেদাৰ ভট্টৰ 'বৃত্তৰত্নাকৰ', দামোদৰ মিশ্ৰৰ 'বাণীভূষণ',

দুখভঞ্জনৰ 'বাগ্বল্লভ' আৰু গঙ্গাদাসৰ বহুল প্ৰচাৰিত, অত্যন্ত সৰবৰহী ছন্দোমঞ্জৰী আদিও উল্লেখযোগ্য ছন্দ গ্ৰন্থ। আমি ইয়াত ছন্দোমঞ্জৰীকেই অনুসৰণ কৰিছোঁ।

সংস্কৃত কাব্য দুবিধ ঃ গদ্যকাব্য আৰু পদ্যকাব্য। ছন্দৰ প্ৰচলন পদকাব্যতহে পোৱা যায়। এফাকি পদ্য বা কৰিতা বা (সহজ ভাষাত) শ্লোকত চাৰিটা 'পাদ' থাকে আৰু এই 'পাদ'কেইটা বৰ্ণ বা আখৰৰ সংখ্যা অথবা মাত্ৰাৰ দ্বাৰা নিয়ন্ত্ৰিত হয়। চাৰিটা পাদৰ এই পদ্য বা শ্লোকক বৃত্ত অথবা জাতি বোলা হয়!

**অক্ষৰৈৰ্গণনা যত্ৰ তদ্ বৃত্তমিতি কথ্যতে।**

**মাত্ৰাভিৰ্গণনা যত্ৰ সা জাতিৰভিধীয়তে।।**

বৃত্তত বৰ্ণৰ সংখ্যা গণনা কৰা হয় আৰু জাতিত মাত্ৰাৰ গণনা কৰা হয়। বৃত্ত তিনিবিধ— সমবৃত্ত, অৰ্দ্ধসমবৃত্ত আৰু বিষমবৃত্ত। বৰ্ণ অৰ্থাৎ একেবাৰতে উচ্চাৰণ কৰা এটা 'আখৰ'। এটা পাদত যেতিয়া সমান সংখ্যক আখৰ থাকে তাক সমবৃত্ত, প্ৰথম আৰু তৃতীয় পাদ, তথা দ্বিতীয় আৰু চতুৰ্থ পাদত সমান সংখ্যক আখৰ থাকিলে অৰ্দ্ধসমবৃত্ত আৰু চাৰিওটা পাদত আখৰৰ সংখ্যা ভিন ভিন হ'লে বিষমবৃত্ত হয়।

এটা পাদত থকা বৰ্ণসমূহৰ হ্ৰস্ব, দীৰ্ঘ আৰু অৱস্থানৰ দ্বাৰা 'গণ'ৰ নিৰ্ণয় কৰা হৈছে। গণ মুঠতে দহবিধ। মগণ, যগণ, ৰগণ, তগণ, জগণ, ভগণ, সগণ, নগণ আৰু গুৰু আৰু লঘু। 'ভগৱান বিষ্ণু যেনেকৈ সমগ্ৰ বিশ্বত ব্যাপ্ত হৈ আছে, এই দহটা প্ৰতীকাত্মক বৰ্ণৰ (গণ'ৰ) দ্বাৰা সম্পূৰ্ণ ছন্দশাস্ত্ৰ ব্যাপ্ত হৈ আছে।' পদত থকা স্বৰবৰ্ণ, ব্যঞ্জনবৰ্ণ, অনুস্বাৰ, বিসৰ্গৰ স্থানানুসৰি আখৰ 'লঘু' বা 'গুৰু' হয়। স্বৰ বৰ্ণৰ অ ই উ ঋ ৯ হ্ৰস্ব আৰু আ ঈ ৠ এ ঐ ও ঔ দীৰ্ঘ; অনুস্বাৰ বিসৰ্গযুক্ত হ'লে দীৰ্ঘ, যুক্তাক্ষৰৰ প্ৰথম অংশটো (সংযোগপূৰ্বঃ) দীৰ্ঘ আৰু পাদৰ অন্তত থকা আখৰ দীৰ্ঘ হয়। উচ্চাৰিত লঘু-গুৰুৰ স্থানানুসৰি 'গণ'ৰ পৰিচয়—।

**আদিমধ্যাৱসানেষু য-ৰ-তা যান্তি লাঘৱম।**

**ভ-জ-সা গৌৰৱং যান্তি ম-নৌ তু গুৰুলাঘৱম্।।**

তিনিটা 'বৰ্ণেৰে' এটা 'গণ' হয়। এটা পাদৰ প্ৰতি তিনি বৰ্ণৰ আদিত, মধ্যত আৰু অন্তত গুৰু-লঘুৰ স্থানানুসৰি 'গণ'সমূহ নিৰ্ণয় কৰা হয়।

গণ সমূহত গুৰু-লঘুৰ স্থান—

**মঃ** তিনি গুৰু (– – –); **নঃ** তিনি লঘু (∪ ∪ ∪); **ৰঃ** মধ্য লঘু (– ∪ –); **তঃ** অন্ত লঘু (– – ∪) ;
**জঃ** মধ্য গুৰু (∪ – ∪); **ভঃ** আদি গুৰু (– ∪ ∪) ; **যঃ** আদি লঘু (∪ – –); **সঃ** অন্ত গুৰু (∪ ∪ –);
**লঃ** লঘু, **গঃ** গুৰু। সহজতে মনত ৰাখিবৰ কাৰণে আটাইকেইটা গণ একে শাৰীতে এইদৰে—

∪ – – – ∪ – ∪ ∪ ∪ –

**য মা তা ৰা জ ভা ন স ল গ ম্**

ইয়াত **য = যমাতা** অৰ্থাৎ ∪ – –; **ম = মাতাৰা – – –**

**ত = তাৰাজ – – ∪** ইত্যাদি

**জাতি**

**মাত্ৰাভিৰ্গণনা যত্ৰ সা জাতিৰভিধীয়তে।**

জাতিৰ শ্ৰেণীত পৰা পদ্যসমূহৰ ছন্দ মাত্ৰাৰ দ্বাৰা নিৰ্ণিত হয়। মাত্ৰা গণনাত হ্ৰস্ব একমাত্ৰা, দীৰ্ঘক দুই মাত্ৰা, প্লুত স্বৰক তিনিমাত্ৰা আৰু ব্যঞ্জনবৰ্ণক অৰ্দ্ধমাত্ৰা দিয়া হয়।

আন বিধ পদ্যক জাতি আখ্যা দিয়া হৈছে। জাতিত সৰ্বগুৰু (মগণ), অন্তগুৰু (সগণ), আদিগুৰু (ভগণ) আৰু যিটো শব্দত চাৰিমাত্ৰা (চতুৰ্লঘু)— এনেকৈ পাঁচটা গণ থাকে। আৰ্যা আদি ছন্দৰ নিৰ্ণয় ই পাঁচটা গণেৰেই কৰা হয়।

**যতি**

**'যতির্জিহ্বেষ্টবিশ্রামস্থানং'**। পদ্য উচ্চাৰণ কৰাৰ সময়ত জিভাখন য'তে বৈ যায় তাকে 'যতি' কোৱা হয়। যতি উচ্চাৰণকৰ্তাৰ ইচ্ছাধীন। দণ্ডীৰ মতে শ্লোকৰ পাদচ্ছেদেই যতি। যতি পাদৰ অন্তত বা মাজ ভাগতে হ'ব পাৰে। অনুষ্টুপ ছন্দত পাদান্তত যতি, মন্দাক্রান্তাত এটা পাদত দুটা যতি ইত্যাদি। পিঙ্গল, বশিষ্ঠ কপিলাদিয়ে যতিক মানিলেও কোহল, মাণ্ডব্য, সৈতৱ আদি ছন্দশাস্ত্রবিদসকলে যতিক মান্যতা দিয়া নাই। এটা পাদত এটা আখৰৰ পৰা আৰম্ভ কৰি আঠাইশটালৈকে আখৰ থকা ছন্দ পোৱা যায়। বৈদিক আৰু লৌকিক দুয়োবিধ কাব্যৰ কেইবিধমান প্ৰধান ছন্দৰ উল্লেখ কৰা হ'ল।

**বৈদিক ছন্দ :** উল্লেখযোগ্য কেইটামান বৈদিক ছন্দ হ'ল– গায়ত্ৰী, উষ্ণিক, অনুষ্টুপ, বৃহতী, পংক্তি, ত্ৰিষ্টুপ আৰু জগতি।

মহৰ্ষি পিঙ্গলে একাক্ষৰা 'উকথা' শ্ৰীঃ শব্দেৰে শুভাৰম্ভণি কৰিছে। "শ্ৰীস্তে সাস্তাম"।। ছন্দশাস্ত্ৰৰ এটা বৈশিষ্ট্য এয়ে যে ছন্দৰ সংজ্ঞাসমূহক উদাহৰণৰূপেও ব্যৱহাৰ কৰিব পাৰি।

**গায়ত্ৰী**— এটা পাদত ছয়টা আখৰৰ ছন্দ। গায়ত্ৰী চাৰিবিধ – **তনুমধ্যা** (ত য) **বিদ্যুল্লেখা** (ম ম) **শশিৱদনা** (ন য) আৰু **সোমৰাজী** (য য)। উদাহৰণ :

ক) **বৈদিক**— **তৎ সৱিতুৰ্ৱৰেণীয়ং ভৰ্গোদেৱস্য ধীমহি ধিয়ো যো নঃ প্ৰচোদয়াৎ।।**

আমি সৱিতাদেৱৰ (সূৰ্য্যৰ) সেই বৰণীয় শক্তিক ধ্যান কৰোঁ যিয়ে আমাৰ ধীশক্তিক অনুপ্ৰেৰিত কৰে।

খ) **লৌকিক**— **শশিৱদনানাং ব্ৰজতৰুণীনাম্। অধৰসুধোৰ্মি মধুৰিপুৰৈচ্ছৎ।।**

মধু নামৰ দৈত্যৰ শত্ৰু শ্ৰীকৃষ্ণই চন্দ্ৰমুখী গোপাঙ্গনাসকলৰ অধৰামৃতৰূপ তৰঙ্গসমূহক পান কৰিবলৈ কামনা কৰে।

## সমবৃত্ত

এটা পাদত আঠটা বৰ্ণৰ বৃত্ত।

**অনুষ্টুভ্** (শ্লোক)

ইয়াৰ আন এটা নাম 'শ্লোক'। সংস্কৃত কাব্য সাহিত্যৰ যি কোনা পদ্যকো সাধাৰণতে 'শ্লোক' বুলি কোৱা হয়। লৌকিক সংস্কৃত সাহিত্যৰ পুৰাণাদি অসংখ্য গ্ৰন্থ, কাব্য, মহাকাব্যসমূহত কবিসকলে এই ছন্দ বহুল পৰিমাণে ব্যৱহাৰ কৰিছে। ক্ৰৌঞ্চ মিথুনৰ এটাক বধ কৰা ব্যাধজনৰ প্ৰতি বাল্মীকিৰ আৱেগপূৰ্ণ (শোকৰ) উক্তি এই শ্লোকছন্দতে স্বতঃস্ফূৰ্তভাৱে মুখৰপৰা ওলাই পৰিছিল আৰু সেয়ে আছিল লৌকিক সংস্কৃতৰ আদিমতম শ্লোক। শ্লোক অৰ্থাৎ অনুষ্টুপ ছন্দৰ এটা পাদত আঠটাকৈ আখৰ থাকে।

**শ্লোকে ষষ্ঠং গুৰু জ্ঞেয়ং সৰ্বত্ৰ লঘু পঞ্চমম্।**
**দ্বিচতুঃ পাদয়োৰ্হ্ৰস্বং সপ্তমং দীৰ্ঘমন্যয়োঃ।।**

শ্লোকৰ প্ৰতি পাদত ৫ম আখৰ হ্ৰস্ব আৰু ৬ষ্ঠ আখৰ দীৰ্ঘ। ৭ম আখৰটো দ্বিতীয় আৰু চতুৰ্থ পাদত লঘু আৰু বাকী দুটাত গুৰু।

**যযাতেৰিৱ শৰ্মিষ্ঠা ভৰ্তুৰ্বহুমতা ভৱ।**
**সুতং ত্বমপি সম্ৰাজং সেৱ পূৰুমৱাপ্নুহি।।** শ ৪/৭।

**(শকুন্তলাৰ প্ৰতি কণ্বমুনিৰ উক্তি) বাছা। শৰ্মিষ্ঠা যেনেকৈ যযাতিৰ অত্যন্ত প্ৰিয়পাত্ৰ হৈছিল তুমিও তেনেকৈ তোমাৰ স্বামীৰ আদৰৰ পাত্ৰী হোৱা। (আকৌ) শৰ্মিষ্ঠাই যেনেকৈ (সম্ৰাট) পূৰুক পুত্ৰৰূপে পাইছিল, তুমিও তেনে এটি পুত্ৰ লাভ কৰা, যিজন (ভৱিষ্যতে) সম্ৰাট হ'ব।'**

এটা পাদত নটা বৰ্ণৰ বৃত্ত।

বৃহতী

ভুজগ শিশুভৃতা নৌ মঃ।। (ন, ন, ম)।

হ্রদতটনিকটক্ষোণী ভুজগশিশুভৃতা যাঽঽসীৎ।

মুৰৰিপুদলিতে নাগে ব্ৰজজনসুখদা সাঽভূৎ।।

কালিয়সৰোবৰৰ পাৰভূমি, যি পূৰ্বতে (কালিয় নাগৰ) পোৱালিবিলাকেৰে ভৰি আছিল, মুৰৰিপু শ্ৰীকৃষ্ণই নাগটোক বধ কৰাৰ পিছত (সেই ভূমি) ব্ৰজবাসিনীসকলৰ কাৰণে সুখদায়ক হৈ পৰিল।

এটা পাদত দহটা বৰ্ণৰ বৃত্ত।

পংক্তি (কল্মরতী)

কল্মরতী সা যত্র ভমসগাঃ।। (ভ ম স গ)

কায়মনোৱাক্যৈঃ পৰিশুদ্ধৈৰ্যস্য সদা কংসহিষি ভক্তিঃ।

ৰাজ্যপদে হৰ্ম্যাদিকদাৰা কল্মরতী প্ৰিয়ঃ খলু তস্য।।

পাপৰহিত, কায়মনোবাক্যে পৱিত্ৰ মানুহ এজনৰ যদি কংসশত্ৰু শ্ৰীকৃষ্ণৰ চৰণত (একনিষ্ঠ) ভক্তি থাকে, তেনেহ'লে (সেইজনৰ কাৰণে) ৰাজ্য লাভ, ধন-ধান্যেৰে পৰিপূৰ্ণ স্বৰ্ণখচিত ৰাজমহল আদি (বস্তুবিলাক) সেই ভক্তিৰ বাধক ৰূপেহে থিয় হ'ব।

এটা পাদত এঘাৰটা বৰ্ণৰ বৃত্ত।

ক) ত্ৰিষ্টুপ্ (ইন্দ্ৰবজ্ৰা): স্যাদিন্দ্ৰবজ্ৰা যদি তৌ জগৌ গঃ।। (ত ত জ গ গ)

ভানুঃ সকৃদ্যুক্ত-তুৰঙ্গ এৱ ৰাত্ৰিন্দিৱং গন্ধবহঃ প্ৰযাতি।

শেষঃ সদৈৱাহিত-ভূমিভাৰঃ ষষ্ঠাংশবৃত্তেৰপি ধৰ্ম এষ।। শ ৫/৪।

সূৰ্যদেৱে (কোনোবা যুগতে) এবাৰ মাত্ৰ ৰথত ঘোঁৰা বান্ধিছিল (আৰু আজিলৈকে খোলা নাই), পৱনদেৱ (বায়ু) দিনে ৰাতি প্ৰৱাহিত হৈ আছে, অনন্তদেৱে (বাসুকিয়ে) সদায় (অনন্তকাল ধৰি) ভূভাৰ (মূৰত) ধাৰণ কৰি আছে (অৰ্থাৎ এইবিলাকৰ কোনো আহৰি বা বিশ্ৰাম নাই)। (প্ৰজাৰ পৰা আয়ৰ) ষষ্ঠাংশ কৰৰূপে গ্ৰহণ কৰা ৰজাবিলাকৰো এয়ে ধৰ্ম।

খ) উপেন্দ্ৰবজ্ৰা উপেন্দ্ৰবজ্ৰা প্ৰথমে লঘৌ সা। জ, ত, জ, গ, গ।

ইন্দ্ৰবজ্ৰা ছন্দৰ যদি আদি আখৰটো লঘু হয় তেনেহ'লে তাক উপেন্দ্ৰবজ্ৰা ছন্দ বোলা হয়।

গ) উপজাতি

উপজাতি দুটা ছন্দৰ (ইন্দ্ৰবজ্ৰা আৰু উপেন্দ্ৰবজ্ৰাৰ।) মিশ্ৰণ—

প্ৰথম আৰু চতুৰ্থপাদ— জ, ত, জ, গ, গ (উপেন্দ্ৰবজ্ৰা)

দ্বিতীয় আৰু তৃতীয় পাদ— ত ত জ গ গ (ইন্দ্ৰবজ্ৰা)

শমপ্ৰধানেষু তপোধনেষু গূঢ়ং হি দাহাত্মকমস্তি তেজঃ।

স্পৰ্শানুকূলা ইৱ সূৰ্যকান্তাস্তদন্য-তেজোঽভিভৱাদ্বমন্তি।। শ ২/৭।

তপোৱনসমূহ সাধাৰণতে শান্তিপ্ৰধান; কিন্তু সেইবিলাকৰ ভিতৰত অত্যন্ত দাহকাৰী তেজ (শক্তি) গুপ্ত হৈ আছে। সূৰ্যকান্ত মণি সুস্পৰ্শ অৰ্থাৎ স্পৰ্শযোগ্য কিন্তু অন্য তেজৰ দ্বাৰা সংস্পৰ্শিত আহিলেই জুই উদ্গীৰণ কৰি থাকে। অন্য উদা : কু'ৰ ১ম, ২য়, আৰু ৭ম, ৰ'ৰ ২য়, ৫ম, ৬ষ্ঠ আৰু ৭ম। কি'ৰ ১৭ অ।

**ঘ) শালিনী**

**মাত্তৌ গৌ চেচ্ছালিনী ৱেদলোকৈঃ। (ম ত ত গ, গ)**

ছন্দৰ সংজ্ঞাসমূহত থকা কিছুমান শব্দেৰে বৃত্তত যতিৰ স্থান বুজোৱা হয়। এইটো সংজ্ঞাত 'বেদ' আৰু 'লোক' শব্দেৰে সংখ্যা '৪' (বেদ চাৰিখন) আৰু '৭' (সপ্তলোক) বুজাইছে। গতিকে এই ছন্দৰ এটা পাদত চাৰিটা বৰ্ণৰ পিছত আৰু সাতটা বৰ্ণৰ পিছত 'যতি' হ'ব।

**সা নিন্দন্তী স্বানি ভাগ্যানি বালা বাহূৎক্ষেপং ক্রন্দিতুং চ প্রবৃত্তা।**
**স্ত্রীসংস্থানঞ্চাঽপ্সৰস্তীৰ্থমাৰাদ্ উৎক্ষিপ্যৈনাং জ্যোতিৰেকং জগাম।।**

সেই কন্যাগৰাকীয়ে (শকুন্তলাই) নিজৰ ভাগ্যক ধিক্কাৰ দি হাত তুলি কান্দিবলৈ ধৰিলে। তেতিয়া অপ্সৰা তীৰ্থৰ কাষত হঠাতে এটা জ্যোতিৰ্ময়ী ৰমণী মূৰ্তি আৱিৰ্ভূতা হৈ (আমাৰ ওচৰৰ পৰা) তাইক লৈ গুচি গ'ল।

**ঙ) ৰথোদ্ধতা**

**ৰাৎ পৰৈৰ্নৰলগৈ ৰথোদ্ধতা। (ৰ ন ৰ ল গ)**

**এরমাশ্রমবিৰুদ্ধ বৃত্তিনা সংযমী কিমিতি জন্মদস্ত্বয়া।**
**সত্ত্বসংশ্রয়গুণোঽপি দূষ্যতে কৃষ্ণসৰ্পশিশুনের চন্দনঃ।। শ ৭/১৮।**

হেৰা মুনিতনয়। ফেঁটী সাঁপৰ পোৱালিয়ে যেনেকৈ চন্দন গছক দূষিত কৰে, তুমিও কিয় আশ্ৰমবিৰুদ্ধ ব্যৱহাৰৰ দ্বাৰা সত্ত্বগুণসম্পন্ন, জিতেন্দ্ৰিয় পিতাৰাক তেনেকৈ কলুষিত কৰিছা?

এটা পাদত বাৰটা বৰ্ণৰ বৃত্ত।

**ক) দ্রুতবিলম্বিত**

**দ্রুতবিলম্বিতমাহ নভৌভৰৌ। (ন ভ ভ ৰ)**
**ইদমনন্যপৰায়ণমন্যথা হৃদয়সন্নিহিতে! হৃদয়ং মম।**
**যদি সমৰ্থয়সে মদিৰেক্ষণে! মদন-বাণহতোঽস্মি হতঃ পুনঃ।। শ ৩/১৭।**

হে খঞ্জননয়না! তুমি মোৰ হৃদয়ত স্থান লোৱাৰ পিছতো যদি অনন্যাসক্ত (মোৰ) হৃদয়ক (অন্যাৰ প্ৰতি আসক্ত) বুলি ভাবিছা, তেনেহ'লে কামদেৱৰ বাণৰ দ্বাৰা আহত হোৱাৰ পিছত আকৌ তোমাৰ দ্বাৰা আহত হলোঁ।

**খ) ৱংশস্থৱিল**

**ৱদন্তি ৱংশস্থৱিলং জতৌ জৰৌ। (জ ত জ ৰ)**
**ইদং কিলাঽব্যাজ-মনোহৰং ৱপুস্তপঃক্ষমং সাধয়িতুং য ইচ্ছতি।**
**ধ্রুবং স নীলোৎপলপত্ৰধাৰয়া শমীলতাং ছেত্তুমৃষিৰ্ব্যৱস্যতি।। শ ১/১৭।**

স্বাভাৱিকতে মনোৰম এই দেহাটিক যি তপস্যাৰ যোগ্য কৰিবলৈ হাবিলাষ কৰিছে, সেইজনে নিশ্চয় নীলোৎপলৰ পাহিৰে শমী গছৰ (কঠিন) ঠানি কাটিবলৈ প্ৰয়াস কৰিছে। কু'ৰ ৫ম আৰু ৰ'ৰ ৩য় অধ্যায় এই ছন্দত।

এটা পাদত তেৰটা বৰ্ণৰ বৃত্ত।

**প্রহৰ্ষিণী** (অতিজগতী)

**ত্ৰ্যাশাভিৰ্মনজৰগাঃ প্রহৰ্ষিণীয়ম্ (ম ন জ ৰ গ)**
**এষ ত্বামভিনৱকণ্ঠশোণিতাৰ্থী শাৰ্দূলঃ পশুমিৱ হন্মি চেষ্টমানম্।**
**আৰ্তানাং ভয়মপনেতুমাত্তধন্বা দুষ্যন্তস্তৱ শৰণং ভৱত্বিদানীম্।। শ ৬/২৭।**

বন্ধনৰ পৰা মুক্তি পাবৰ বাবে যত্নৱান পশুক কেঁচা কণ্ঠৰ ৰক্ত পিপাসু বাঘে হত্যা কৰাৰ নিচিনাকৈ ময়ো এয়া তোক তাকে কৰিম। যি দুষ্যন্তই পীড়িতসকলৰ ভয় দূৰ কৰিবৰ কাৰণে ধনু ধাৰণ কৰে (বুলি দৰ্প কৰি ফুৰে) সেই দুষ্যন্তই পাৰে যদি তোক (মোৰ কবলৰ পৰা) ৰক্ষা কৰক। কি ৭ম অধ্যায় এই ছন্দত।

এটা পাদত চৈধ্যটা বৰ্ণৰ বৃত্ত।

**ৱসন্ততিলকা**

**জ্ঞেয়ং ৱসন্ততিলকং তভজা জগৌ গঃ (ত ভ জ জ গ গ)।**

**পৃষ্টা জনেন সমদুখসুখেন বালা নেয়ং ন ৱক্ষ্যতি মনোগতমাধিহেতুম্।**

**দৃষ্টো ৱিবৃত্য ৱহুশোঽপ্যনয়া সতৃষ্ণম্ অত্রান্তৰে শ্রৱণকাতৰতাং গতোঽস্মি।। শ ৩/৯।**

জীৱনত সুখ-দুখৰ লগৰী এই সখীকেইজনীয়ে যেতিয়া সুধিছে তেতিয়া এই ছোৱালীজনীয়ে (শকুন্তলাই) নিশ্চয় তাইৰ দুখৰ কাৰণ প্ৰকাশ নকৰাকৈ থাকিব নোৱাৰে; (গুচি যোৱাৰ সময়ত) তাই বাৰে বাৰে মোৰ ফালে সতৃষ্ণ নয়নে ঘূৰি ঘূৰি চাইছে যদিও তাই এতিয়া কি কয় তাক শুনিবলৈ মোৰ সংশয় হৈছে।

এটা পাদত পোন্ধৰটা বৰ্ণৰ বৃত্ত।

**মালিনী**

**ননমযযযুতেয়ং মালিনী ভোগিলোকৈঃ। (ন ন ম য য)**

ভোগি (আঠ), লোক (সাত) ত যতি।

**ন খলু ন খলু বাণঃ সন্নিপাত্যোঽয়মস্মিন্ মৃদুনি মৃগশৰীৰে তূলৰাশাৱিৱাগ্নিঃ।**

**ক্ব ৱত হৰিণকানাং জীৱিতঞ্চাতিলোলং ক্ব চ নিশিতনিপাতা ৱজ্ৰসাৰাঃ শৰাস্তে।। শ ১/১০।**

তূলাৰ দ'মত জুইৰ দৰে এই হৰিণৰ শৰীৰত শৰ নিক্ষেপ কৰা উচিত নহয় উচিত নহয়। হায়। ক'তেইবা অকণমানি হৰিণবিলাকৰ ক্ষণস্থায়ী জীৱন আৰু ক'তেইবা আপোনাৰ বজ্ৰৰ দৰে তীক্ষ্ণ শৰ।

এটা পাদত সোতৰটা বৰ্ণৰ বৃত্ত

(ক) মন্দাক্রান্তা

মন্দাক্রান্তাম্বুধিৰসনগৈৰ্মো ভনৌ তৌ গযুগ্মম। (ম ভ ন ত ত গ গ)

অম্বুধি (চাৰি), ৰস (ছয়) আৰু নগ (সাত) ত যতি।

**তন্বী শ্যামা শিখৰিদশনা পক্কৱিম্বাধৰোষ্ঠী**

**মধ্যে ক্ষামা চকিতহৰিণীপ্ৰেক্ষণা নিম্ননাভিঃ**

**শ্ৰোণীভাৰাদলসগমনা স্তোকনম্ৰা স্তনাভ্যাং।**

**যা তত্ৰ স্যাদ্ যুৱতিবিষয়ে সৃষ্টিৰাদ্যেৱ ধাতুঃ।।** মে উত্তৰ ২১।

কৃশাঙ্গী, শ্যামা, বিম্বফলৰ দৰে মনোৰম অধৰযুক্তা, ক্ষীণ কঁকালৰ, চঞ্চলা, (আৰ্ত) হৰিণীৰ দৰে নয়নযুক্তা, গভীৰ নাভিৰে, তপিনাৰ গুৰু ভাৱৰ কাৰণে ধীৰগতিসম্পন্না, স্তনৰ ভৰত ঈষৎ নতা সেই নাৰীগৰাকীৰ ৰূপ, যুৱতী সমাজত যেন বিধাতাৰ প্ৰথমা (আদ্যা) সৃষ্টি।

**(খ) শিখৰিণী**

**ৰসৈঃ ৰুদ্ৰৈশ্ছিন্না যমনসভলাগঃ শিখৰিণী। (য ম ন স ভ ল গ)**

**ৰস (৬) ৰুদ্ৰ (১১) ত যতি।**

**স্তনন্যস্তোশীৰং প্ৰশিথিলমৃণালৈকৱলয়ং**

**প্ৰিয়ায়াঃ সাবাধং কিমপি কমনীয়ং ৱপুৰিদম্।**

**সমস্তাপঃ কামং মনসিজনিদাঘ-প্ৰসৰয়োঃ।**

**ন তু গ্ৰীষ্মস্যৈৱং সুভগমপৰাদ্ধং যুৱতিষু।। শ ৩/৭।**

প্ৰিয়াৰ স্তনযুগলত উশীৰৰ অনুলপেন দিয়া হৈছে, মৃণালৰ এপাত মাথোন খাৰু— সিও শিথিল হৈ পৰিছে; ইমান সন্তাপৰ (শোকৰ) সময়তো প্ৰিয়াৰ তাপিত দেহ আৰু সুন্দৰ হৈ উঠিছে। প্ৰবল গ্ৰীষ্ম আৰু উৎকট কাম—এই দুয়োজনৰ তাপ যদিও সমান বুলি স্বীকাৰ কৰা হয় তথাপি কিন্তু যুৱতীসকলৰ ওপৰত গ্ৰীষ্মৰ অত্যাচাৰ ইমান মধুৰ নহয়।

(গ) **হৰিণী**

**নসমৰসলাগঃ ষড্‌ৰেদৈৰ্হয়ৈৰ্হৰিণী মতা।** (ন স ম ৰ স ল গ)

ষড (৬), বেদ (৪), হয় (৭) ত যতি।

**ইদমশিশিৰৈৰন্তস্তাপাৎ ৱিৱৰ্ণমণীকৃতং**

**নিশি নিশি ভুজ-ন্যস্তাপাঙ্গ-প্ৰৱৰ্ত্তিভিৰশ্ৰুভিঃ।**

**অনভিলুলিত জ্যাঘাতাঙ্কং মুহুৰ্মণিবন্ধনাৎ**

**কনকৱলয়ং স্ৰস্তং স্ৰস্তং ময়া প্ৰতিসাৰ্যতে।।** শ ৩/১১।

প্ৰতি নিশাই বাওঁ হাতৰ ওপৰত চকুৰ প্ৰান্ত ভাগ ৰাখি (বহি) থকাৰ ফলত অন্তৰৰ সন্তাপত উষ্ণ চকুলো বাগৰি আহি হাতত থকা সোণৰ খাৰুৰ মণিবিলাকক মলিন কৰিছে। একেৰাহে ৰাতি জাগৰণৰ ফলত হাত দুখন ক্ষীণ হৈ গৈছে, (যাৰ ফলত) সোণৰ খাৰু মণিবন্ধৰ পৰা তললৈ নামি পাৰিছে (আৰু) মই সেইডাল বাৰে বাৰে ওপৰলৈ তুলি দিছোঁ। অথচ (কৃশতাৰ কাৰণে) ধনুৰ গুণৰ আঘাত চিহ্নক খাৰুৱে স্পৰ্শই কৰা নাই।

এটা পাদত ওঠৰটা বৰ্ণৰ বৃত্ত।

**শাৰ্দূলৱিক্ৰীড়িতম্**

**সূৰ্যাশ্বৈৰ্যদি মঃ সজৌ সততগাঃ শাৰ্দূলৱিক্ৰীড়িতম।।** (ম স জ স ত ত গ)

সূৰ্য্য (১২), অশ্ব (৭) ত যতি

**শুশ্ৰূষস্ব গুৰূন্ কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে**

**ভৰ্ত্তুৰ্ৱিপ্ৰকৃতাপি ৰোষণতয়া মাস্ম প্ৰতীপং গমঃ।**

**ভূয়িষ্ঠং ভৱ দক্ষিণা পৰিজনে ভোগেষ্বনুৎসেকিনী**

**যান্ত্যেৱং গৃহিণীপদং যুৱতয়ো ৱামাঃ কুলস্যাধয়ঃ।।** শ ৪/১৮।

বয়োজ্যেষ্ঠসকলক শুশ্ৰূষা কৰিবা, সপত্নীসকলৰ (ৰজাৰ আন ৰাণীসকলৰ) লগত প্ৰিয় বান্ধৱীৰ দৰে ব্যৱহাৰ কৰিবা, (স্বামীৰ দ্বাৰা কোনো কাৰণত) তিৰস্কৃত হ'লেও কেতিয়াও তেওঁৰ বিৰুদ্ধাচৰণ নকৰিবা, (চাকৰ-চাকৰণী আদি) পৰিজনবৰ্গৰ প্ৰতি অত্যন্ত উদাৰ মনোভাৱ প্ৰকট কৰিবা আৰু (কেতিয়াও) ভোগ, ঐশ্বৰ্য্যত গৰ্বিতা নহ'বা। (বিবাহিতা) যুৱতীসকলে এনে ব্যৱহাৰৰ দ্বাৰাই (ক্ৰমে) গৃহিণীৰ পদত অধিষ্ঠিতা হৈ পৰে (অৰ্থাৎ সৰ্বশ্ৰেষ্ঠা পত্নীৰূপে সকলোৰে প্ৰিয়পাত্ৰ হৈ পৰে) আৰু যিবিলাকে ইয়াৰ বিপৰীত আচৰণ কৰে সেইবিলাক বংশৰ পীড়াদায়ক হয়।

এটা পাদত একৈশটা বৰ্ণৰ বৃত্ত।

**স্ৰগ্ধৰা**

**ম্ৰভ্নৈৰ্যানাং ত্ৰয়েণ ত্ৰিমুনিযতিযুতা স্ৰগ্ধৰা কীৰ্ত্তিতেয়ম্** (ম ৰ ভ ন য য য)

ত্ৰিমুনি অৰ্থাৎ ৭, ৭, ৭ত যতি।

**যা সৃষ্টিঃ স্ৰষ্টুৰাদ্যা ৱহতি ৱিধিহুতং যা হৱিৰ্যা চ হোত্ৰী**

**যে দ্বে কালং ৱিধত্তঃ শ্ৰুতিৱিষয়গুণা যা স্থিতা ৱ্যাপ্য ৱিশ্বম্।**

**যামাহুঃ সৰ্ৱভূতপ্ৰকৃতিৰিতি যয়া প্ৰাণিনঃ প্ৰাণৱন্তঃ**

**প্ৰত্যক্ষাভিঃ প্ৰপন্নস্তনুভিৰৱতু ৱস্তাভিৰষ্টাভিৰীশঃ।।** শ প্ৰস্তাৱনা ১।

যি সৃষ্টি (পানী) প্রজাপতি ব্ৰহ্মাৰ পূৰ্বতো আছিল, যি সৃষ্টিয়ে (অগ্নিয়ে) যথাবিধি আহুত হবি বহন কৰে, যি সৃষ্টিয়ে (যজমানে) যজ্ঞ সম্পাদন কৰে, যি দুটা সৃষ্টি (চন্দ্ৰ আৰু সূৰ্য্য) সময়ৰ মাপকাঠী, শব্দগুণসম্পন্ন যি সৃষ্টি (আকাশ) বিশ্বত ব্যাপ্ত হৈ আছে, যি সৃষ্টিক (পৃথিৱীক) সমগ্ৰ প্ৰাণীজগতৰ হেতু বুলি (পণ্ডিতবৰ্গই) কয় আৰু যি সৃষ্টিৰ (বায়ুৰ) দ্বাৰা প্ৰাণীবিলাক বলশালী হয় —সেই প্ৰত্যক্ষ অষ্টমূৰ্তিৰ দ্বাৰা জ্ঞাত ভগৱান শঙ্কৰে আপোনালোক সকলোকে ৰক্ষা কৰক।

## অৰ্দ্ধসমবৃত্ত

### (ক) বেগৱতী

**ৰিষমে প্ৰথমাক্ষৰহীনং দোধকমেৱ হি ৱেগৱতী স্যাৎ (ল ল ভ ভ গ গ, ভ ভ ভ গ গ)**

বিষম চৰণত (অৰ্থাৎ প্ৰথম আৰু তৃতীয় পাদত) দুটা লঘুবৰ্ণ, দুটা ভগণ, দুটা গুৰু বৰ্ণ, আৰু সম চৰণত (অৰ্থাৎ দ্বিতীয় আৰু চতুৰ্থ চৰণত) তিনিটা ভগণ, দুটা গুৰুবৰ্ণ থাকিলে বেগৱতী ছন্দ। (প্ৰথম আৰু তৃতীয় চৰণত ১০টাকৈ আৰু দ্বিতীয় আৰু চতুৰ্থ চৰণত ১১ টাকৈ মুঠতে এশাৰীত ২১টা আখৰ)।

**স্মৰ ৱেগৱতী ব্ৰজবামা, কেশৱৱংশৰৱৈৰতিমুগ্ধা।**
**ৰভসান্ন গুৰূণ্ গণয়ন্তী, কেলিনিকুঞ্জগৃহায় জগাম।।**

এগৰাকী কামপীড়িতা ব্ৰজবনিতাই শ্ৰীকৃষ্ণৰ মুৰলীধ্বনি শুনি আকৃষ্ট হৈ ঘৰৰ বয়োজ্যেষ্ঠসকলক আওকাণ কৰি কেলিকুঞ্জৰ ফালে দৌৰি গ'ল।

### (খ) অপৰৱক্ত্ৰ

**অযুজি ননৰলা গুৰুঃ সমে, তদপৰৱক্ত্ৰমিদং নজৌ জৰৌ।।** (ন ন ৰ ল গ, ন জ জ ৰ)

বিষম চৰণত দুটা নগণ, ৰগণ, লঘু আৰু গুৰুবৰ্ণ আৰু সম চৰণত নগণ, দুটা জগণ আৰু ৰগণ থাকিলে অপৰবক্ত্ৰ ছন্দ। (প্ৰথম আৰু তৃতীয় পাদত ১১টাকৈ আৰু দ্বিতীয় আৰু চতুৰ্থ পাদত বাৰটাকৈ আখৰ, মুঠতে এশাৰীত ২৩টা আখৰ)।

**স্ফুটসুমধুৰৱেণুগীতিভিঃ তমপৰৱক্ত্ৰমৱেত্য মাধৱম।**
**মৃগযুৱতিগণৈঃ সমং স্থিতা ব্ৰজৱনিতা ধৃতচিত্তৱিভ্ৰমাঃ।।**

মুৰলীৰ সুমধুৰ সুৰ শুনি শ্ৰীকৃষ্ণক বাঁহীবাদনত নিপুণ বুলি ভাবি বিস্ময়াভিভূত ব্ৰজৰমণীসকলে হৰিণীবিলাকৰ লগতে থমক খাই ৰ'ল। অৰ্থাৎ শ্ৰীকৃষ্ণৰ মোহনীয় ৰূপ আৰু বাঁহীৰ সুললিত সুৰ দুয়োটাকে গোপী আৰু হৰিণীয়ে সমানে আস্বাদন কৰিছে।

### (গ) পুষ্পিতাগ্ৰা

**অযুজি নযুগৰেফতো যকাৰো, যুজি চ নজৌ জৰগাশ্চ পুষ্পিতাগ্ৰা।।** (ন ন ৰ য, ন জ জ ৰ গ)

বিষম চৰণত দুটা নগণ, ৰগণ, যগণ, তথা সম চৰণত নগণ, দুটা জগণ, ৰগণ আৰু গুৰুবৰ্ণ থাকিলে এই ছন্দ। (১ম আৰু ৩য়ত ১২টা আৰু ২য় আৰু ৪ৰ্থত ১৩টা, মুঠতে এশাৰিত ২৫টা আখৰ)।

**ন নময়িতুমধিজ্যমস্মি শক্তো ধনুৰিদমাহিতসায়কং মৃগেষু।**
**সহৱসতিমুপেত্য যৈঃ প্ৰিয়ায়াঃ কৃত ইৱ মুগ্ধৱিলোকিতোপদেশঃ।। শ ২/৩।**

ধনুত গুণ আৰু শৰ লগোৱা সত্ত্বেও মই সৌ হৰিণবোৰৰ ওপৰত শৰ নিক্ষেপ কৰিবলৈ অসমৰ্থ হৈছোঁ। কাৰণ (সিহঁতে) মোৰ প্ৰেয়সীৰ কাষত থাকি তেওঁক সৰল (মধুৰ) দৃষ্টিপাতৰ উপদেশ দি আছে। অৰ্থাৎ কেনেকৈ মধুৰ দৃষ্টি পেলাব পাৰি তাৰ শিক্ষা দিছে।

(ঘ) সুন্দৰী (বিয়োগিনী)

অযুজোৰ্যদি সৌ জগৌ যুজোঃ, সভৰা ল্লৌ যদি সুন্দৰী তদা।। (স স জ গ, স ভ ৰ ল গ)

বিষম চৰণত দুটা সগণ, জগণ, গুৰু বৰ্ণ আৰু সম চৰণত সগণ, ভগণ, ৰগণ, লঘু গুৰু বৰ্ণ থাকে, তেতিয়া সুন্দৰী। (১ম আৰু ৩য়ত ১০টাকৈ আৰু ২য় আৰু ৪ৰ্থত ১১টাকৈ মুঠতে এশাৰিত ২১টা আখৰ)।

ক বয়ং ক পৰোক্ষমন্মথো মৃগশাবৈঃ সমমেধিতো জনঃ।

পৰিহাসৰিজল্পিতং সখে! পৰমাৰ্থেন ন গৃহ্যতাং বচঃ।। শ ২/১৮।

আমাৰ নিচিনা নাগৰিক ক'ত! আৰু কামকলাত অনভিজ্ঞ তথা হৰিণৰ পোৱালিৰ লগত একেলগে থাকি ডাঙৰ-দীঘল হোৱা সৌ (সাধাৰণ অৰণ্যবাসী) মানুহেইবা ক'ত। হে সখি, ধেমালিৰ চলেৰে (শকুন্তলা নামৰ ছোৱালী এজনীৰ বিষয়ে) কোৱা কথাক তুমি সঁচা বুলি ধৰি নল'বা।

(ঙ) মালভাৰিণী (কালভাৰিণী)

বিষমে সসজা যদা গুৰু চেৎ, সভৰা যেন তু মালভাৰিণীয়ম্।। (স স জ গ, স ভ ৰ য)

বিষম চৰণত স স জ গ গ আৰু সম চৰণত স ভ ৰ য থাকিলে এই ছন্দ। (১ম আৰু ৩য়ত ১১টাকৈ আৰু ২য় আৰু ৪ৰ্থত ১২টা, মুঠতে এটা শাৰিত ২৩টাকৈ আখৰ)।

অপৰিক্ষিতকোমলস্য যাৱৎ কুসুমস্যেৱ নৱস্য ষট্‌পদেন।

অধৰস্য পিপাসতা ময়া তে সদয়ং সুন্দৰি! গৃহ্যতে ৰসোঽস্য।। শ ৩/২২।

হে সুন্দৰী! আগতে কোনেও দাঁতেৰে আঘাত কৰা নাছিল বুলিয়েই তোমাৰ কোমল ওঁঠযুৰি ভোমোৰাই নতুনকৈ ফুলা ফুল এটাৰ মৌৰস গ্ৰহণ (পান) কৰাৰ দৰে প্ৰথমতে ময়েই মৰেমেৰে গ্ৰহণ কৰিম।

## বিষমবৃত্ত

এইবিধ বৃত্তত চাৰিওটা পাদৰ গণব্যৱস্থা ভিন্ন অৰ্থাৎ পাদ চাৰিটাৰ গণগত মিল নাই। সংস্কৃত কাব্যৰ কবিসকলে বিষম বৃত্তৰ ব্যৱহাৰ প্ৰায় নকৰে বুলিয়েই ক'ব পাৰি। কথমপিহে ক'ৰবাত দুই এটা এনে পদ্য দেখা যায়। কেইটামান প্ৰধান বিষম বৃত্ত হ'ল— উদগতা, ললিত, বক্ত্ৰ, পথ্যাবক্ত্ৰ ইত্যাদি।

## মাত্ৰাবৃত্ত

### জাতি

আৰ্যা আদি কিছুমান বৃত্ত মাত্ৰাৰ দ্বাৰা নিৰ্ণয় কৰা হয়। এইবিলাক 'জাতি'ৰ পৰ্য্যায়ত পৰে। এনে জাতি ন-বিধ। (এটা হ্ৰস্ব স্বৰক একমাত্ৰা আৰু দীৰ্ঘস্বৰক দুই মাত্ৰা দিয়া হয়)।

পথ্যা ৱিপুলা চপলা মুখচপলা জঘনচপলা চ।

গীত্যুপগীত্যুদ্‌গীতয় আৰ্যাগীতিশ্চ নৱধাঽঽৰ্যা।।

ইয়াৰ ভিতৰত প্ৰধান কেইটামান উল্লেখ কৰা হ'ল।

(ক) আৰ্যা বা গাথা

যস্যাঃ পাদে প্ৰথমে দ্বাদশমাত্ৰাস্তথা তৃতীয়েঽপি।

অষ্টাদশ দ্বিতীয়ে চতুৰ্থকে পঞ্চদশ সাঽঽৰ্যা।।

(আৰ্য্যাৰ ১ম আৰু ৩য় পাদত ১২ মাত্ৰা, ২য়ত ১৮ মাত্ৰা আৰু ৪ৰ্থত ১৫ মাত্ৰা)

সুভগসলিলাঽৱগাহাঃ পাটল-সংসৰ্গ সুৰভি ৱনৱাতাঃ।

প্ৰচ্ছায়সুলভনিদ্ৰা দিৱসাঃ পৰিণামৰমণীয়াঃ।। শ প্ৰস্তা/৩।

এতিয়া পানীত বুৰ মাৰি স্নান কৰাটো অতি আনন্দদায়ক, গোলাপৰ সংসৰ্গলৈ অহা বনৰ বতাহ অতি সুগন্ধি; উৎকৃষ্ট ছায়াত নিদ্ৰাও অনায়াসে লাভ কৰিব পাৰি। (সঁচাকৈয়ে) দিনটোৰ শেষ ভাগ পৰম ৰমণীয়।

(খ) আর্যাগীতি (উদ্‌গাথা)

আৰ্যাপ্ৰাগ্দলমন্তেঽধিকগুৰু তাদৃক্ পৰমাৰ্ধমাৰ্যাগীতিঃ।।

প্ৰথম আৰু তৃতীয় পাদত ১২ তথা ২য় আৰু ৪ৰ্থ পাদত ১৮ মাত্ৰা থাকে।

হৰ্ষাশ্ৰুস্তিমিতদৃশঃ প্ৰমোদৰোমাঞ্চকঞ্চুকাঞ্চিতদেহাঃ।

আৰ্যাগীতিং ভক্ত্যা গায়ন্তি শ্ৰীপতেশ্চৰিতসম্বদ্ধাম্।।

আনন্দাশ্ৰু তথা ৰোমাঞ্চযুক্ত আৰ্য্য (ভক্ত)-সকলে শ্ৰীকৃষ্ণৰ লীলাসমূহেৰে সমৃদ্ধ গীতসমূহ শ্ৰদ্ধা-ভক্তি সহকাৰে কীৰ্তন কৰি থাকে।

(গ) উদ্‌গীতি

আৰ্যাশকলদ্বিতয়ে বিপৰীতে পুনৰিহোদ্‌গীতিঃ।

প্ৰথম আৰু তৃতীয় পাদত ১২, দ্বিতীয় পাদত ১৪ আৰু চতুৰ্থ পাদত ১৮ মাত্ৰা থাকিলে উদ্‌গীতি ছন্দ।

নাৰায়ণস্য সন্ততমুদ্গীতিঃ সংস্মৃতিৰ্ভক্ত্যা।

অৰ্চায়ামাসক্তিৰ্দুস্তৰসংসাৰসাগৰে তৰণিঃ।।

শ্ৰীনাৰায়ণৰ নিৰন্তৰ ভজন-কীৰ্তন, ভক্তি-শ্ৰদ্ধাপূৰ্ণ স্মৰণ আৰু পূজা-সেৱাত হৃদয়ৰ একনিষ্ঠতাই অপাৰ সংসাৰ সাগৰ পাৰ হোৱাত সহায়ক হয়। ■

## পৰিশিষ্ট 'ঘ'

### ।। সংস্কৃত সাহিত্যৰ প্ৰসিদ্ধ কবিসকলৰ চমু পৰিচয়।।

(বৰ্ণানুক্ৰমে)

**অপ্যয়দীক্ষিত :** দক্ষিণাত্যৰ এগৰাকী প্ৰসিদ্ধ অলঙ্কাৰশাস্ত্ৰবিদ। অতি বিদ্বান এইগৰাকী পণ্ডিতে প্ৰায় এশখনমান গ্ৰন্থ ৰচনা কৰে। আচাৰ্য্য দীক্ষিতৰ ৰচনাৰ কাল সোতৰ শতিকা। অলঙ্কাৰ শাস্ত্ৰৰ ওপৰত দীক্ষিতে ৰচনা কৰা গ্ৰন্থ তিনিখন হ'ল : কুবলয়ানন্দ, চিত্ৰমীমাংসা আৰু বৃত্তিবাৰ্তিক। কুবলয়ানন্দ এওঁৰ সৰ্বশ্ৰেষ্ঠ পুথি। পণ্ডিতৰাজ জগন্নাথ দীক্ষিতৰ এজন তীব্ৰ সমালোচক আছিল। পিছত অৱশ্যে দীক্ষিতৰ ভতিজা নাতিয়ে পণ্ডিতৰাজক সমালোচনা কৰে।

**অভিনৱগুপ্ত :** ধ্বনি সম্প্ৰদায়ৰ এগৰাকী কাশ্মীৰী কাব্যশাস্ত্ৰবিদ। বহুমুখী প্ৰতিভাসম্পন্ন অভিনৱগুপ্ত কবি আৰু দাৰ্শনিকো আছিল। মহেন্দ্ৰৰাজৰ পৰা এওঁ কাব্যশাস্ত্ৰৰ দীক্ষা লয়। এওঁৰ টীকাখনৰ নাম 'বিভীষিণী'। 'ভৈৰৱাশাস্ত্ৰ' নামৰ এখন স্তোত্ৰ পুথিও এওঁ ৰচনা কৰে। এওঁৰ জীৱনকাল ১০ম শতিকাৰ উত্তৰাৰ্দ্ধ। ভৰতৰ নাট্যশাস্ত্ৰৰ ওপৰত 'অভিনৱভাৰতী', আনন্দবৰ্ধনৰ ধ্বন্যালোকৰ ওপৰত 'ধ্বন্যালোকলোচন' আৰু নিজৰ গুৰু ভট্টতৌতৰ 'কাব্যকৌস্তুভ'ৰ ওপৰত 'কাব্যকৌস্তুভ বিৱৰণ' নামেৰে তিনিখন টীকাগ্ৰন্থ ৰচনা কৰে। পাণিনিৰ অষ্টাধ্যায়ীৰ টীকাকাৰ পতঞ্জলিৰ ব্যাকৰণ বিষয়ত যি স্থান কাব্যশাস্ত্ৰত 'লোচন' টীকাৰ ৰচক অভিনৱগুপ্তৰো সেই স্থান। তন্ত্ৰশাস্ত্ৰৰ ওপৰত লিখা 'তন্ত্ৰাখ্যান' এখন অতি মূল্যৱান গ্ৰন্থ। দৰ্শনৰ ওপৰতো গুপ্তই চাৰিখন পুথি ৰচনা কৰে।

**অশ্বঘোষ :** কালিদাসৰ পৰৱৰ্তী কবি অশ্বঘোষে 'বুদ্ধচৰিত' ৰচনা কৰে। তেওঁ ৰচনা কৰা আন দুখন পুথি হ'ল— সৌন্দৰানন্দ আৰু শাৰিপুত্ৰপ্ৰকৰণ। অশ্বঘোষ অযোধ্যাৰ নিবাসী আছিল আৰু তেওঁৰ মাতৃৰ নাম আছিল সুৱৰ্ণাক্ষী। অশ্বঘোষ বৌদ্ধ আছিল আৰু বৌদ্ধ ধৰ্ম আৰু দৰ্শনৰ ওপৰত এওঁৰ প্ৰতিভা অসীম আছিল। এওঁ এজনা কবিয়েই নহয়, দাৰ্শনিক আৰু সঙ্গীতজ্ঞও আছিল। এওঁ ৰচনা কৰা আন প্ৰখ্যাত পুথিকেইখন হ'ল— সূত্ৰালঙ্কাৰ, গণ্ডীস্তোত্ৰগাথা, মহাযানশ্ৰদ্ধোৎপাদসংগ্ৰহ, বজ্ৰসূচী আদি। এই কেইখন পুথি অশ্বঘোষৰ ৰচনা বুলি মতভেদ নথকা নহয়। পুথি কেইখনৰ পাণ্ডুলিপি তিব্বতত সুৰক্ষিত কৰি ৰখা হৈছে। অশ্বঘোষ মহাৰাজ কণিষ্কৰ (১ম-২য় শতিকা) সমকালীন আছিল।

**আনন্দৱৰ্ধন :** কাব্যত ধ্বনি সম্প্ৰদায়ৰ প্ৰৱৰ্তক (জন্মদাতা) আনন্দৱৰ্ধন কাশ্মীৰী আছিল। কল্হণৰ মতে আনন্দৱৰ্ধন কাশ্মীৰৰ ৰজা অৱন্তিবৰ্মাৰ (খৃ ৮৫৫-৮৮৪) ৰাজত্ব কালৰ আছিল। গতিকে এওঁৰ স্থিতি কাল খৃঃ নৱম শতিকা বুলি ধৰি ল'ব পাৰি। 'ধ্বন্যালোক বৃত্তি' আনন্দৱৰ্ধনৰ প্ৰধান গ্ৰন্থ। ইয়াৰ বাহিৰেও অৰ্জুনচৰিত, বিষয়বাণ, দেৱীশতক নামৰ তিনিখন কাব্যও ৰচনা কৰে। **ধ্বন্যালোক :** ধ্বনিবাদৰ মূল পুথি 'ধ্বন্যালোক'ৰ ৰচয়িতা সম্পৰ্কে জনা নাযায়। 'ধ্বন্যালোক'ৰ তিনিটা অংশ আছিল — কাৰিকা, বৃত্তি আৰু উদাহৰণ। মূল কাৰিকাসমূহৰ লিখকজন সম্ভৱতঃ আনন্দবৰ্ধনৰ আগৰ ভামহ অথবা দণ্ডীৰ সমসাময়িক আছিল। কাৰিকাসমূহৰ ওপৰত আনন্দৱৰ্ধনে ধ্বন্যালোকবৃত্তি ৰচনা কৰে আৰু উদাহৰণসমূহ সেই সময়ত উপলব্ধ গ্ৰন্থসমূহৰ পৰা উদ্ধৃত কৰে।

**কল্হণ :** প্ৰসিদ্ধ ইতিহাস কাব্য 'ৰাজতৰঙ্গিণী'ৰ ৰচয়িতা কবি কল্হণ এগৰাকী কাশ্মীৰী আছিল। কাশ্মীৰ ৰজা জয় সিংহৰ (খৃঃ ১১২৯-১১৫০) ৰাজত্ব কালতেই কল্হণে এই কাব্যখনি ৰচনা কৰে। কল্হণে তেওঁৰ পূৰ্বৱৰ্তী কেবাজনো ইতিহাসকাৰ আৰু কবিৰ সুন্দৰ পৰিচয় দি গৈছে। কল্হণে লিখি থৈ যোৱা পৰিচয়বোৰৰ পৰাই তেওঁৰ পৰৱৰ্ত্তী কেবাগৰাকীও কবিৰ বিষয়ে জানিব পৰা গৈছে। তাৰ ভিতৰত 'পাৰ্থিৱাৱলি'ৰ গ্ৰন্থকাৰ হেলাৰাজ, 'ছবিল্লাক'ৰ সুব্ৰত, 'নৃপাৱলী'ৰ ৰচক ক্ষেমেন্দ্ৰ আদি।

**কালিদাস :** মাথোন ভাৰতৰে সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ কবিয়েই নহয়— পৃথিৱীৰ ভিতৰতে শ্ৰেষ্ঠ কবিসকলৰ ভিতৰত এগৰাকী মহাকবি কালিদাসৰ ব্যক্তিগত জীৱন তথা সময় সম্পৰ্কে একো জানিব নোৱাৰাটো সচাঁকৈয়ে দুখৰ বিষয়। কালিদাসৰ স্থিতিকাল সম্পৰ্কে আজিলৈকে কোনেও এনে এটা তথ্য দিব পৰা নাই বুলি প্ৰাচ্য-পাশ্চাত্যৰ সকলো পণ্ডিতে একমুখে স্বীকাৰ কৰিছে। কালিদাস বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱ-ৰত্নৰ এগৰাকী আছিল বুলি সকলোৱে জানে; কিন্তু কোনজন বিক্ৰমাদিত্য, মৌৰ্য্যবংশৰ নে গুপ্তবংশৰ? আৰু এই দুজন বিক্ৰমাদিত্যৰ কালৰ ব্যৱধান প্ৰায় ছয়-শ বছৰ। বাহ্যিক তথ্যৰ ওপৰত ভিত্তি কৰি ভাৰততত্ত্ববিদ কেইগৰাকীমানে তেওঁৰ কাল প্ৰথম শতিকাৰ আৰম্ভণি বুলি ঠাৱৰ কৰিছে। কালিদাস বাণভট্টৰ (৬ষ্ঠ শতিকা) আগৰ আৰু ভাসৰ পিছৰ বুলি সকলোৱে স্বীকাৰ কৰিছে আৰু সিদ্ধান্তৰূপত প্ৰকাশ কৰা হৈছে যে কালিদাসক কোনোপধ্যে খৃঃ চতুৰ্থ শতিকাৰ পিছলৈ নিব নোৱাৰি। কালিদাসৰ ৰচনাৰাজি সম্পৰ্কেও বিবাদ নোহোৱা নহয়। তিনিখন নাটক — বিক্ৰমোৰ্ৱশীয়ম্, মালবিকাগ্নিমিত্ৰম্ আৰু অভিজ্ঞানশকুন্তলম্; দুখন মহাকাব্য— ৰঘুৱংশম্ আৰু কুমাৰসম্ভৱম্ আৰু দুখন খণ্ডবাক্য — মেঘদূতম্ আৰু ঋতুসংহাৰম্ — মুঠতে এই সাতখন যে মহাকবিজনাৰ দ্বাৰা ৰচিত সেই সম্পৰ্কে কোনো দ্বিমত নাই। কিন্তু কাব্যিক উৎকৰ্ষৰ দৃষ্টিত উক্ত সাতখনৰ তুলনাত অলপ নিম্নখাপৰ শৃঙ্গাৰতিলক, শ্ৰুতবোধ, নলোদয়, ঘটকৰ্পৰ, নৱৰত্নমালা, কালীস্তোত্ৰ, গঙ্গাষ্টক আদি কেবাখনো গ্ৰন্থ আছে যিবিলাকক বহুতে কালিদাসৰ ৰচনা বুলি স্বীকাৰ নকৰে। কোনো কোনোৱে আনকি কালিদাস তিনিজন (কালিদাসত্ৰয়ী) আছিল বুলিও কয়। কালিদাস সম্পৰ্কে বহুতো কিংবদন্তি আজিও প্ৰচলিত হৈ আছে। (কালিদাস আগতে মহা মূৰ্খ আছিল, গছৰ আগত উঠি গুৰিত কাটিছিল, বিদ্যাৱতী নামৰ এগৰাকী বিদুষী কন্যাৰ লগত বিবাহ হৈছিল, বিবাহৰ দিনা ৰাতি কিন্তু কালিদাসক মূৰ্খ বুলি জানিব পাৰি প্ৰত্যাখ্যান কৰিছিল। পিছত শিৱ-পাৰ্বতীৰ কৃপাত কালিদাসে কবিত্ব লাভ কৰে। কালিদাস ঘৰলৈ ঘূৰি অহাত পত্নী বিদ্যাৱতীয়ে 'অস্তি কশ্চিদ্ ৱাক বিশেষঃ' বুলি কালিদাসক প্ৰশ্ন কৰিছিল, কালিদাসে বাক্য ফাকিত থকা চাৰিটা শব্দেৰে চাৰিখন কাব্য ৰচনা কৰে ইত্যাদি।) এইবিলাক কিংবদন্তিৰ কোনো ঐতিহাসিক ভেটি নাই। কালিদাস সৰ্বশ্ৰেষ্ঠ কবি আছিল বুলি তেওঁৰ পিছৰ কবিসকলেও প্ৰশস্তি গাইছে। এজনে লিখিছে :

**পুৰা কৱীনাং গণনাপ্ৰসঙ্গে কনিষ্ঠিকাধিষ্ঠিতকালিদাসঃ**
**অদ্যাপি তত্তুল্যকৱেৰভাৱাদনামিকা সাৰ্থৱতী ৱভূৱ।**

*(এবাৰ কবিসকলৰ গণনা প্ৰসঙ্গত কনিষ্ঠ আঙুলিৰ মূৰত প্ৰথমতে কালিদাসৰ নাম লোৱাৰ পিছত তেওঁৰ সমতুল্য দ্বিতীয়জন কবি নথকাত (কনিষ্ঠ আঙুলিৰ) পিছৰ আঙুলিটোৰ নাম 'অনামিকা' হৈ ৰ'ল।)*

**কুমাৰদাস :** সিংহল (শ্ৰীলঙ্কাৰ) কবি কুমাৰদাসে 'জানকীহৰণ' নামৰ এখন মহাকাব্য ৰচনা কৰে। কুমাৰদাস ভট্টিৰ পিছৰ কবি। কিছুমান কিংবদন্তিৰ ওপৰত নিৰ্ভৰ কৰি কুমাৰদাসৰ কালিদাস সমসাময়িক আছিল বুলিও কোৱা হয়। তথাপি এওঁৰ স্থিতিকাল খৃঃ ৭ম, ৮ম শতিকা বুলি সকলোৱে স্বীকাৰ কৰিছে। জানকীহৰণ কাব্য সম্পৰ্কে এফাকি সুন্দৰ শ্লেষোক্তিমূলক শ্লোক পোৱা যায়।

জানকীহৰণং কর্তুং ৰঘুবংশে স্থিতে সতি।
কবিঃ কুমাৰদাসশ্চ ৰাৱণশ্চ যদি ক্ষমৌ।।

'ৰঘুবংশ' থকা সত্বেও 'জানকীহৰণ' কৰাৰ ক্ষমতা একমাত্ৰ ৰাৱণ আৰু কুমাৰদাসৰহে আছিল। (ইয়াত ৰঘুবংশ মানে ৰাম লক্ষ্মণ আৰু কালিদাসৰ মহাকাব্য ৰঘুবংশ। উল্লেখযোগ্য যে ৰাৱণ আৰু কুমাৰদাস দুয়োজনেই সিংহলৰ।)

**কুমাৰিল ভট্টপাদ :** কৃষ্ণ যজুৰ্বেদীয় তৈত্তিৰীয় শাখাৰ ব্ৰাহ্মণ প্ৰসিদ্ধ মীমাংসা দাৰ্শনিক কুমাৰিল ভট্টৰ আবিৰ্ভাৱৰ সময় সপ্তম শতিকা। ভাৰতীয় ষড়দৰ্শনৰ অন্তৰ্গত মীমাংসা দৰ্শনৰ প্ৰৱৰ্তক মহৰ্ষি জৈমিনীয়ে ৰচনা কৰা মীমাংসা সূত্ৰৰ শবৰ মুনিয়ে লিখা শাবৰ ভাষ্যৰ ওপৰত প্ৰভাকৰ আৰু কুমাৰিলে টীকা ৰচনা কৰে। শাবৰ ভাষ্যৰ তিনটা সম্প্ৰদায়— কুমাৰিলৰ ভাট্টমত, প্ৰভাকৰৰ গুৰুমত আৰু মুৰাৰিমত। প্ৰভাকৰে শাবৰ ভাষ্যকে সম্পূৰ্ণৰূপে সমৰ্থন কৰিছে, কিন্তু কুমাৰিলে স্বতন্ত্ৰ মতকো প্ৰকাশ কৰিছে। কুমাৰিলৰ মতে নিৰ্বিকল্প জ্ঞানত বস্তুৰ শ্ৰেণী অথবা জাতি তথা বিশেষ ধৰ্মৰ প্ৰতীতি নহয়। অহং প্ৰত্যয়ৰ দ্বাৰা আত্মাৰ প্ৰত্যক্ষ হ'ব পাৰে। কুমাৰিলৰ শাবৰ ভাষ্যৰ টীকা— শ্লোকবাৰ্তিক, তন্ত্ৰবাৰ্তিক আৰু টুপটীকা নামৰ তিনিটা খণ্ডৰ টীকা গ্ৰন্থ। ষড়দৰ্শনকে ধৰি সমগ্ৰ শাস্ত্ৰত অসাধাৰণ পাণ্ডিত্যৰ অধিকাৰী কুমাৰিলে সেই সময়ত ক্ৰমে বৃদ্ধি পাই অহা নাস্তিকবাদী বৌদ্ধধৰ্মৰ প্ৰভাৱ ক্ষীণ কৰি তেওঁৰ মতবাদক ধাৰ্মিক আধাৰ দি মীমাংসাৰ জনপ্ৰিয়তা বৃদ্ধি কৰে। কুমাৰিলৰ শিষ্য উম্বেকাচাৰ্যই শ্লোকবাৰ্তিকৰ টীকা ৰচনা কৰে। পুষ্পদন্তৰ প্ৰখ্যাত 'শিৱমহিম্নস্তোত্ৰৰ' প্ৰকৃত ৰচক কুমাৰিল আছিল বুলিও কোনো কোনোৱে কয়। কুমাৰিল ভট্টৰ জন্মস্থানৰ বিষয়ে সঠিকভাবে নাজানিলেও তেওঁ প্ৰাচীন কামৰূপৰ আছিল বুলিও বহুজন পণ্ডিতে দাবী কৰিছে।

**ক্ষেমেন্দ্ৰ :** কাব্যত ঔচিত্যবিচাৰৰ প্ৰৱৰ্তক ক্ষেমেন্দ্ৰ কাশ্মীৰী আছিল। এওঁ প্ৰথমতে শৈৱ আছিল, পিচত বিষ্ণুভক্ত হয়। ক্ষেমেন্দ্ৰ কাশ্মীৰৰ ৰজা অনন্তৰাজৰ সভাপণ্ডিত আছিল। মালৱৰাজ ভোজৰ (১০২৮–১০৮০) সমসাময়িক ক্ষেমেন্দ্ৰ আলঙ্কাৰিক অভিনবগুপ্তৰ শিষ্য আছিল। ক্ষেমেন্দ্ৰই প্ৰথমতে দুখন কাব্যগ্ৰন্থ ৰচনা কৰে— ঔচিত্যবিচাৰচৰ্চা আৰু কবিকণ্ঠাভৰণম্। ছন্দ শাস্ত্ৰৰ ওপৰত লিখা পুথিখনৰ নাম 'সুবৃত্তিতিলক'। 'কবিকৰ্ণিকা' নামৰ আন এখন গ্ৰন্থ এওঁ ৰচনা কৰে। অৱশ্যে বৰ্তমান এইখন পাবলৈ নাই। বহুমুখী প্ৰতিভাসম্পন্ন এইজনা কাব্যশাস্ত্ৰবিদে শিশুবংশ, ভাৰতমঞ্জৰী, ৰামায়ণ মঞ্জৰী, বৃহৎ কথামঞ্জৰী আদিৰ উপৰিও কেবাখনো শ্ৰেষ্ঠ গ্ৰন্থ, নাটক, কোশ আৰু নীতিশাস্ত্ৰ ৰচনা কৰে।

**গুণাঢ্য :** কাশ্মীৰত জন্মগ্ৰহণ কৰা কবি গুণাঢ্যই (খৃঃ পূঃ ১ম শতিকা) পৈশাচী প্ৰাকৃত ভাষাত 'বৃহৎকথা' নামৰ এখন সাধুকথাৰ কাব্য ৰচনা কৰে যদিও পুথিখন পিচত হেৰাই যায়। এইখনত থকা সাধুকথাসমূহৰ ওপৰত ভিত্তি কৰি নেপালৰ বুদ্ধস্বামীয়ে (৮ম শতিকা) 'বৃহৎকথাশ্লোক সংগ্ৰহ', কাশ্মীৰদেশীয় ক্ষেমেন্দ্ৰই 'বৃহৎকথামঞ্জৰী' আৰু আনজন কাশ্মীৰী সোমদেৱে (খৃঃ ১১০০) প্ৰখ্যাত 'কথাসৰিৎসাগৰ' ৰচনা কৰে। ইয়াৰ উপৰিও, বৃহৎকথাৰ আধাৰত পিচৰ কবিসকলে অসংখ্য কাব্য নাটকাদি ৰচনা কৰে।

**জগদ্ধৰ :** এজন প্ৰসিদ্ধ টীকাকাৰ জগদ্ধৰৰ কাল চতুৰ্দশ শতিকা। এওঁ মালতীমাধৱ আৰু বেণীসংহাৰৰ ওপৰত টীকা ৰচনা কৰি খ্যাতি লাভ কৰে।

**জগন্নাথ :** দাক্ষিণাত্যৰ তেলেঙ্গ ব্ৰাহ্মণ সম্প্ৰদায়ৰ জগন্নাথ পণ্ডিত খৃঃ সপ্তদশ শতিকাৰ এগৰাকী প্ৰসিদ্ধ অলঙ্কাৰ শাস্ত্ৰবিদ আছিল। কাব্যালঙ্কাৰৰ ওপৰত এওঁ ৰচনা কৰা 'ৰসগঙ্গাধৰ' এখন উচ্চশ্ৰেণীৰ কাব্যশাস্ত্ৰ। ইয়াৰ উপৰিও

'ভামিনীবিলাস', (পঞ্চ) গঙ্গা লহৰ, প্ৰাণাভৰণ, জগদাভৰণ, আদি কেবাখনো কাব্যগ্ৰন্থও তেওঁ ৰচনা কৰে। এওঁ দিল্লীৰ বাদশাহ্ চাহজাহান আৰু সম্ৰাটৰ ভাতৃ দাৰাৰ অতি প্ৰিয়পাত্ৰ আছিল। সম্ৰাট চাহজাহানে এওঁক 'পণ্ডিতৰাজ' উপাধি প্ৰদান কৰে। জগন্নাথ পণ্ডিত দাক্ষিণাত্যৰ আন এগৰাকী প্ৰসিদ্ধ আলঙ্কাৰিক অপ্যয়দীক্ষিতৰ এজন তীব্ৰ সমালোচক আছিল।

**জয়দেৱ ঃ** সংস্কৃত গীতিকাব্য সাহিত্যৰ ইতিহাসত জয়দেৱৰ স্থান অতি উচ্চত। জয়দেৱ দুজন। এজন প্ৰসিদ্ধ গীতিকাব্য 'গীতগোৱিন্দৰ' ৰচয়িতা আৰু আনজন কাব্যশাস্ত্ৰ 'চন্দ্ৰালোক'ৰ প্ৰণেতা। দুয়োজনৰে সময় কাল দ্বাদশ-ত্ৰয়োদশ শতিকা। প্ৰথমজন বঙ্গৰ লক্ষ্মণ সেনৰ (১২শ শতিকা) ৰাজত্ব কালত বীৰভূমৰ অধিবাসী ভোজদেৱ–ৰামাদেৱীৰ পুত্ৰ আৰু আনজন 'পীযূষবৰ্ষ' উপাধিৰ 'চন্দ্ৰালোক' নামৰ অলঙ্কাৰ শাস্ত্ৰৰ প্ৰণেতা। এইখনৰ ওপৰত প্ৰায় ছয়খনমান টীকাগ্ৰন্থও ৰচিত হৈছে। এওঁ আলঙ্কাৰিক মম্মটৰ পিচৰ আৰু আন এজন অলঙ্কাৰশাস্ত্ৰী বিশ্বনাথৰ আগৰ কাব্যশাস্ত্ৰী আছিল।

**ত্ৰিবিক্ৰমভট্ট ঃ** 'নলচম্পূ' নামৰ প্ৰখ্যাত চম্পূকাব্যৰ গ্ৰন্থকাৰ ত্ৰিবিক্ৰমভট্টই মদালসাচম্পূ' নামৰ আন এখন চম্পূকাব্য ৰচনা কৰে। এওঁৰ স্থিতি কাল খৃঃ দশম শতিকা। প্ৰাকৃত ভাষাৰ ব্যাকৰণৰ ওপৰত এওঁ 'প্ৰাকৃতশব্দানুশাসন' নামৰ আন এখন গ্ৰন্থ ৰচনা কৰে।

**দণ্ডী ঃ** মহাকবি দণ্ডীয়ে দুখন প্ৰখ্যাত গ্ৰন্থ ৰচনা কৰে। এখন গদ্যকাব্য 'দশকুমাৰচৰিত' আৰু আনখন অলঙ্কাৰশাস্ত্ৰ 'কাব্যাদৰ্শ'। এওঁ মহাকবি বাণ ভট্টৰ সমসাময়িক আৰু সেয়ে এওঁক ৬ষ্ঠ-৭ম শতিকাৰ ভিতৰৰ বুলি ধৰিব পাৰি। দণ্ডীয়ে কাব্যত ভামহৰ বক্ৰোক্তিৰ সলনি অলঙ্কাৰৰ লগতে গুণ আৰু ৰীতিক অধিক গুৰুত্ব দিছে। কালিদাসৰ উপমাৰ দৰে দণ্ডীৰ 'পদলালিত্য' সৰ্বোৎকৃষ্ট। দণ্ডীৰ ব্যক্তিগত জীৱনৰ বিষয়ে বিশেষ জনা নাযায়। তথাপি এওঁক বিদৰ্ভদেশীয় বুলি বহুতে কয়। 'অৱন্তিসুন্দৰী কথা' নামৰ আন এখন গদ্যকাব্যৰ প্ৰণেতা দণ্ডীয়েই আছিল বুলি কেবাজনো পণ্ডিতে কয় যদিও তাত সন্দেহৰ অৱকাশ নথকা নহয়।

**ধনঞ্জয় ঃ** 'দশৰূপক' নামৰ প্ৰসিদ্ধ নাট্যশাস্ত্ৰখনৰ ৰচয়িতা ধনঞ্জয় খৃঃ দশম শতিকাৰ। ধনঞ্জয়ৰ ৰচনাশৈলী অত্যন্ত সৰল আৰু সুন্দৰ। এওঁ মালৱৰাজ মুঞ্জৰ সভাপণ্ডিত আছিল। এওঁৰেই সহোদৰ ভাতৃ ধনিকে 'দশৰূপক'ৰ ওপৰত 'অৱলোক' নামৰ টীকা লিখে।

**ধন্বন্তৰি ঃ** মহাৰাজ বিক্ৰমাদিত্যৰ ৰাজসভাৰ এগৰাকী সভাপণ্ডিত আছিল। এওঁ কালিদাসৰ সমসাময়িক আছিল। আচাৰ্য্য ধন্বন্তৰি এগৰাকী প্ৰসিদ্ধ আয়ুৰ্বেদ শাস্ত্ৰজ্ঞ আছিল আৰু বিখ্যাত 'সুশ্ৰুত সংহিতা'ৰ ৰচয়িতা সুশ্ৰুত এওঁৰ শিষ্য আছিল। পৌৰাণিক আখ্যানৰ দেৱযোনি ধন্বন্তৰিয়ে 'ধন্বন্তৰি' নাম লৈ পৃথিৱীত জন্ম লৈছিল বুলি বিশ্বাস কৰা হৈছিল। এইজনাই বাৰ্হস্পত্য ভাৰদ্বাজৰ পৰা আয়ুৰ্বেদৰ দীক্ষা লয় আৰু এওঁকেই আয়ুৰ্বেদৰ বাটকটীয়াসকলৰ ভিতৰত এজন বুলি কোৱা হয়। ধন্বন্তৰিয়ে আয়ুৰ্বেদৰ ওপৰত কেবাখনো শাস্ত্ৰ ৰচনা কৰে। তাৰ ভিতৰত কেইখনমান হ'ল ঃ ধাতুকল্প, অজীৰ্ণামৃতমঞ্জৰী, ৰোগনিদান, বৈদ্যচিন্তামণি, ধন্বন্তৰি নিঘণ্টু আদি।

**পতঞ্জলি ঃ** প্ৰসিদ্ধ মহাভাষ্যকাৰ পতঞ্জলি মুনি খৃঃ পূঃ ৪ৰ্থ-৩য় শতিকাৰ। পাণিনিৰ (খৃঃ পূঃ ৭ম-৬ষ্ঠ শতিকা) ব্যাকৰণ গ্ৰন্থ 'অষ্টাধ্যায়ী'ৰ ভাষ্য ৰূপত ৰচনা কৰা হলেও মহাভাষ্য 'স্বে মহিম্নি প্ৰতিষ্ঠিত'। অষ্টাধ্যায়ীৰ পূৰক ৰূপত কাত্যায়নে 'বাৰ্তিক' ৰচনা কৰাৰ পিছত পতঞ্জলিয়ে অতি বৃহদাকাৰৰ এই মহাভাষ্যখন ৰচনা কৰে। পাণিনি আৰু পতঞ্জলিৰ মাজত কেবাজনেও অষ্টাধ্যায়ীৰ ওপৰত 'বাৰ্তিক' ৰচনা কৰিলেও কাত্যায়নৰ বাৰ্তিককেই শ্ৰেষ্ঠ বুলি গণ্য কৰা হয়। দৰাচলতে ক'বলৈ গ'লে পাণিনি, কাত্যায়ন আৰু পতঞ্জলি — এই তিনিজনা মুনিৰ হাততেই সংস্কৃত ব্যাকৰণে পৰিপূৰ্ণতা লাভ কৰে। পতঞ্জলিৰ মহাভাষ্যৰ ওপৰতো কেবাজনো বৈয়াকৰণিকে ভাষ্য ৰচনা কৰে। সেইসকলৰ ভিতৰত ভৰ্তৃহৰি, কৈয়ট আদি প্ৰধান। ব্যাকৰণৰ বাহিৰেও পতঞ্জলিৰ বহুমুখী প্ৰতিভাৰ পৰিচয় সাংখ্য, যোগ, ন্যায়শাস্ত্ৰ, আয়ুৰ্বেদ, কোশ তথা ৰসায়ন শাস্ত্ৰ আদি বিশেষ বিশেষ বিষয়বোৰতো পোৱা যায়। পতঞ্জলিয়ে ৰচনা কৰা আন কেইখনমান গ্ৰন্থৰ ভিতৰত যোগসূত্ৰ, সামবেদীয় নিদানসূত্ৰ, ৰসশাস্ত্ৰ আদি উল্লেখযোগ্য।

**বাণভট্ট :** সংস্কৃত সাহিত্যৰ কবিসকলৰ ভিতৰত বাণভট্টও এগৰাকী অগ্রগণ্য কবি যিজনে নিজৰ বাহিৰেও কালিদাসকে আদি কৰি আন বহুকেইজন কবি, মহাকবিৰ বিষয়ে দুষাৰ লিখি থৈ সংস্কৃত ভাষাক বিশ্বৰ সৰ্বোৎকৃষ্ট ভাষাসমূহৰ ভিতৰত স্থান পোৱাত অৰিহণা যোগাইছে। 'হৰ্ষচৰিত'ৰ প্ৰথম তিনিটা অধ্যায়ত আৰু 'কাদম্বৰী'ৰ আৰম্ভণিত এওঁ নিজৰ জীৱনৰ কিছু কথা লিখি থৈ গৈছে। বাণে তেওঁৰ প্ৰখ্যাত কথা-কাব্য 'কাদম্বৰী'ৰ পূৰ্বাৰ্ধহে লিখিলে, উত্তৰাৰ্ধ তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ ভূষণ বাণ বা ভূষণ ভট্টই লিখি পুথিখন সম্পূৰ্ণ কৰে। বাণভট্টৰ আনখন প্ৰধান গদ্যকাব্য (আখ্যায়িকা) হ'ল 'হৰ্ষৰচিত'। এই হৰ্ষৰচিতৰ-পাতনিতে তেওঁ পূৰ্বৰ প্ৰখ্যাত কবি কেইগৰাকীমানৰ প্ৰতি শ্ৰদ্ধাৰ শৰাই আগবঢ়াইছে। বাণভট্টৰ ৰচনা-শৈলী অননুকৰণীয়। হৰ্ষচৰিতৰ পৰা জানিব পাৰি যে তেওঁ সম্ৰাট হৰ্ষবৰ্ধনৰ (খৃঃ ৬৯৯-৬৪৫) ৰাজসভাৰ পণ্ডিত আছিল। গতিকে নিঃসন্দেহে তেওঁ ৭'ম শতিকাৰ। বাণভট্টই ৰচনা কৰা আন দুখন গ্ৰন্থ হ'ল— চণ্ডিকাশতক আৰু পাৰ্বতীপৰিণয়।

**বিল্‌হণ :** কাশ্মীৰত জন্ম হৈ সংস্কৃত সাহিত্যলৈ আগবঢ়োৱা অনৱদ্য অৱদানৰ কাৰণে প্ৰসিদ্ধ হোৱা কবিসকলৰ ভিতৰত বিল্‌হণো এজন। বিল্‌হণে ৰচনা কৰা বিক্ৰমাঙ্কদেৱচৰিত এখন উল্লেখযোগ্য ঐতিহাসিক মহাকাব্য। এওঁৰ আনখন পুথিৰ নাম কৰ্ণসুন্দৰী। বিল্‌হণৰ স্থিতিকাল ১১শ শতিকা।।

**ভট্টনাৰায়ণ :** বেণীসংহাৰ নাটকৰ ৰচয়িতা ভট্টনাৰায়ণ খৃঃ নৱম শতিকাৰ এগৰাকী প্ৰখ্যাত কবি-নাট্যকাৰ আছিল। আনন্দবৰ্ধন, মম্মট, ধনঞ্জয় আদি আলঙ্কাৰিকসকলে এওঁৰ কাব্যৰ পৰা উদ্ধৃতি দিছে। ভট্টনাৰায়ণ মহাৰাজ অৱন্তিবৰ্মাৰ (খৃঃ ৮৫৫-৮৮৪) ৰাজত্ব কালৰ বাস কৰিছিল। কথিত আছে যে এওঁ নিজৰ জন্মভূমি কনৌজ ত্যাগ কৰি বঙ্গদেশত থাকিবলৈ লয়। এওঁ বঙ্গদেশৰ প্ৰসিদ্ধ 'ঠাকুৰ' পৰিয়ালৰ পূৰ্বপুৰুষ আছিল বুলিও বহুতে কয়। বঙ্গদেশৰ ৰজা আদিসূৰে আন কেবাজনো পণ্ডিতৰ লগতে ভট্টকো কনৌজৰ পৰা আমন্ত্ৰণ কৰি আনিছিল।

**ভট্টি :** সুবিখ্যাত 'ৰাৱণবধ মহাকাব্য'ৰ (ভট্টিকাব্যৰ) প্ৰণেতা কবি ভট্টি বল্লভৰ ৰজা শ্ৰীধৰ সেনৰ (খৃঃ ৬ষ্ঠ-৭ম শতিকাৰ মাজভাগ) ৰাজত্ব কালৰ কবি। ভট্টি এগৰাকী মাথোন মহাকবিয়েই নহয়, তেওঁ এজন আলঙ্কাৰিকো। ভট্টিকাব্যৰ ১০ম অধ্যায়ৰ পৰা ১৩শ অধ্যায়লৈ কাব্যশাস্ত্ৰৰ আলোচনা কৰা হৈছে। কিছুমানে ভৰ্তৃৰ অপভ্ৰংশ ভট্টি বুলি কৈ ভৰ্তৃহৰি আৰু ভট্টি একেজন বুলি ক'ব খোজে। কিন্তু এয়া সঠিক নহয়। দুয়োজন সম্পূৰ্ণ পৃথক। মহাকবি ভট্টিয়ে ৰজা শ্ৰীধৰ সেনৰ পুত্ৰ কেইজনক সহজতে ব্যাকৰণৰ শিক্ষা দিবৰ কাৰণে কাব্যময়ী ভাষাত ব্যাকৰণ ভিত্তিক মহাকাব্যখনৰ ৰচনা কৰিছিল বুলি জনা যায়। এই সম্পৰ্কে কবিজনাই নিজে লিখিছে— 'বৈয়াকৰণিকসকলৰ বাবে মোৰ এইখন পুথি দীপক (বন্তি) সদৃশ, কিন্তু আনৰ কাৰণে অন্ধৰ হাতত থকা দাপোণৰ দৰে।' অৰ্থাৎ এইখনৰ উপযোগিতা কাব্যৰসিকতকৈ বৈয়াকৰণিকৰহে অধিক।

**ভৰতমুনি :** নাট্যশাস্ত্ৰকাৰ ভৰতমুনি সংস্কৃত সাহিত্যাকাশৰ এগৰাকী উজ্জ্বল তাৰকা। কাব্যৰ অলঙ্কাৰ, ছন্দ, অভিনয় আদি প্ৰায়বোৰ দিশকে সামৰি কৰা আলোচনা, মীমাংসা আদিৰে সমৃদ্ধ এই পুথিখনক নাট্যসাহিত্যৰ 'বেদ' বুলিও কোৱা হয়। উপলব্ধ হোৱা নাট্যশাস্ত্ৰখন তিনিটা ৰূপত পোৱা যায়। সূত্ৰ, ভাষ্য আৰু কাৰিকা। নাট্য-শাস্ত্ৰৰ পিছত ৰচনা কৰা কবি-নাট্যকাৰসকলে ভৰতক শ্ৰদ্ধাৰে সোঁৱৰাৰ কাৰণেই তেওঁলোকৰ নাটকসমূহৰ শেষৰ শ্লোক ফাকি 'ভৰতবাক্য' বুলি লিখিছে। নাট্যশাস্ত্ৰৰ ৰচনা কাল সম্বন্ধে বহুত মতভেদ দেখা যায় যদিও বেছিভাগ পণ্ডিতে ভৰতক খৃঃ পূঃ ২য়-১ম শতিকাৰ বুলি কয়।

**ভৰ্তৃহৰি :** এইজনা কবিয়ে ৰচনা কৰা শতকত্ৰয়ে (শৃঙ্গাৰ, নীতি আৰু বৈৰাগ্যশতক) সংস্কৃত সাহিত্যত এক বিশেষ স্থান অধিকাৰ কৰি আছে। বিশেষকৈ নীতিশতকৰ শ্লোকসমূহ অতি সৰবৰহী আৰু জ্ঞানগৰ্ভ। এওঁৰ স্থিতিকাল খৃঃ ২য়-৩য় শতিকাৰ মাজভাগ। এওঁ এগৰাকী কবিয়েই নহয়, এজন প্ৰখ্যাত বৈয়াকৰণিকো। পতঞ্জলিৰ মহাভাষ্যৰ টীকাসমূহৰ ভিতৰত সবাতোকৈ প্ৰাচীন টীকা ভৰ্তৃহৰিৰ। চীনা পৰ্যটক ইৎশিঙে ভুলতে এওঁক বৌদ্ধ বুলি লিখিছিল। ভৰ্তৃহৰি এজন নৈষ্ঠিক হিন্দুহে আছিল। এওঁক কবি মহাৰাজ শূদ্ৰকৰ ভায়েক বুলি কোৱা হৈছে। ভৰ্তৃহৰিয়ে লিখা

কেইখনমান উল্লেখযোগ্য গ্ৰন্থ হ'ল— মহাভাষ্যদীপিকা, বাক্যপদীয়, ভাগবৃত্তি (অষ্টাধ্যায়ী বৃত্তি) মীমাংসাসূত্ৰবৃত্তি আৰু বেদান্তবৃত্তি।

**ভৱভূতি ঃ** লৌকিক কবি হিচাপে ভৱভূতি কালিদাসৰ সমপৰ্য্যায়ৰ। কনৌজৰ ৰজা যশোৱৰ্মাৰ (খৃঃ ৬৯৩–৭২৯) সভাকবি ভৱভূতিয়ে তিনিখন দৃশ্যকাব্য (নাটক) ৰচনা কৰে— উত্তৰৰামচৰিত, মালতীমাধৱ আৰু মহাবীৰচৰিত। এই তিনিওখনৰ ভিতৰত উত্তৰৰামচৰিত সৰ্বশ্ৰেষ্ঠ। 'উত্তৰৰামচৰিতে ভৱভূতিৰ্বিশিষ্যতে'। ভৱভূতি বাণভট্টৰ পিছৰ কবি আৰু সেয়ে হৰ্ষচৰিতত তেওঁৰ নামোল্লেখ নাই। ভৱভূতিৰ জন্মস্থান পদ্মপুৰ আৰু এওঁ এজন কৃষ্ণযজুৰ্বেদী ব্ৰাহ্মণ আছিল। কুমাৰিলভট্টৰ শিষ্য ভৱভূতিয়ে কুমাৰিলৰ শ্লোকবাৰ্তিকৰ টীকা ৰচনা কৰে। ভৱভূতিৰ বিষয়েও কিছুমান কিংবদন্তি পোৱা যায় যিবিলাক বিশ্বাসযোগ্য নহয়।

**ভামহ ঃ** এগৰাকী প্ৰখ্যাত কাব্যশাস্ত্ৰবিদ্। এওঁৰ দ্বাৰা ৰচিত 'কাব্যালঙ্কাৰ'ত অলঙ্কাৰক এক বিশেষ বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে ব্যাখ্যা কৰিছে আৰু সেয়ে কাব্যশাস্ত্ৰসমূহৰ ভিতৰতে এইখন এখন উৎকৃষ্ট গ্ৰন্থ বুলি সকলোৱে স্বীকাৰ কৰিছে। উদ্ভট, আনন্দবৰ্ধন, অভিনৱগুপ্ত, মম্মট আদি প্ৰসিদ্ধ আলঙ্কাৰিকসকলে ভামহৰ নাম শ্ৰদ্ধাৰে লৈছে। ভামহৰ পিতাকৰ নাম ৰক্লিলগোভি আছিল। কোনোৱে এওঁক বৌদ্ধ আৰু কোনোৱে বৈদিক ব্ৰাহ্মণ বুলি কয়। ভামহৰ স্থিতিকাল খৃঃ ৪ৰ্থ-৫ম শতিকা।

**ভাৰবি ঃ** বিখ্যাত মহাকাব্য 'কিৰাতাৰ্জুনীয়ম'ৰ প্ৰণেতা ভাৰবি হেনো প্ৰথমতে এজন অতি দৰিদ্ৰ আছিল। এদিন এফাকি কবিতা 'সহসা বিদধিত ন ক্ৰিয়াম্' (কি ২য় অধ্যায়) সদাগৰক বিক্ৰী কৰি পেটৰ ভাত মোকলায়। পিছত সেই কবিতাফাকিৰ কাৰণে সদাগৰৰ স্ত্ৰী-পুত্ৰ ৰক্ষা পৰাত সদাগৰে ভাৰবিক প্ৰভূত ধনসম্পত্তি দান কৰে। ভাৰবিৰ কাল খৃঃ ৬ষ্ঠ শতিকাৰ উত্তৰাৰ্ধ। ভাৰবি সেই সময়ৰ প্ৰসিদ্ধ কবি আছিল বুলি ঐহোলত প্ৰাপ্ত এখন শিলালিপিত (খৃঃ ৬৩৪) উল্লেখ পোৱা গৈছে। ভাৰবিৰ কবিত্বকৃতিৰ বিষয়ে এজনে লিখিছে— 'ভাৰবেৰৰ্থগৌৰৱম্'।

**ভাস ঃ** কালিদাসতকৈ কিছু পূৰ্বৰ কবি ভাসে মুঠতে ১৩খন নাটক ৰচনা কৰে। এই শতিকাৰ মাজভাগতহে পুথিকেইখনৰ পাণ্ডুলিপি মহামহোপাধ্যায় গণপতি শাস্ত্ৰীয়ে ত্ৰিবান্দ্ৰমৰ ওচৰৰ গাওঁ এখনত আৱিষ্কাৰ কৰে। কালিদাস আৰু বাণভট্টই ভাসৰ নাম লৈছে। শূদ্ৰকৰ 'মৃচ্ছকটিক'ত ভাসৰ 'চাৰুদত্ত'ৰ প্ৰভাৱ দেখা যায়। গতিকে ভাসক শূদ্ৰক আৰু কালিদাসতকৈ পূৰ্বৰ অৰ্থাৎ খৃঃ পূঃ ৩য় শতিকাৰ বুলিব পাৰি। এই তেৰখন নাটকৰ ভিতৰত ভাসৰ স্বপ্নৱাসৱদত্তা, প্ৰতিমা নাটক, চাৰুদত্ত, প্ৰতিজ্ঞাযৌগন্ধৰায়ণ আৰু কৰ্ণভাৰম্ বিশেষভাৱে উল্লেখযোগ্য নাটক। ইয়াৰ বাহিৰেও ৱীণাৱাসৱদত্তা, যজ্ঞ ফলম্ আদি কেইখনমান নাটক মহাকবিজনাৰ দ্বাৰা ৰচিত বুলি কোৱা হৈছে।

**ভোজৰাজ ঃ** লক্ষ্মী আৰু সৰস্বতী দুয়োগৰাকী দেৱীৰ আশীৰ্বাদ লাভ কৰা সম্ৰাট-কবি ভোজৰ বিষয়ে কল্হণে ৰাজতৰঙ্গিণীত সুন্দৰভাৱে উল্লেখ কৰিছে। ভোজ ধাৰা নগৰৰ ৰজা আছিল। এখন দানপত্ৰৰ (খৃঃ ১০২১) পৰা এওঁৰ স্থিতিকাল একাদশ শতিকা বুলি ঠাৱৰ কৰা হৈছে। ভোজৰ 'সৰস্বতীকণ্ঠাভৰণম্' আৰু 'শৃঙ্গাৰ প্ৰকাশ' দুখন প্ৰসিদ্ধ অলঙ্কাৰ শাস্ত্ৰ। জ্যোতিষৰ ওপৰত 'ৰাজমৃগাঙ্ক' নামৰ আন এখন পুথিও ভোজে ৰচনা কৰে।

**মম্মট ঃ** প্ৰখ্যাত অলঙ্কাৰশাস্ত্ৰ কাব্যপ্ৰকাশৰ ৰচয়িতা মম্মট এগৰাকী কাশ্মীৰী আছিল। এওঁৰ জীৱন কাল খৃঃ দ্বাদশ শতিকা। মম্মট সংস্কৃত কাব্যশাস্ত্ৰৰ প্ৰমুখ গ্ৰন্থকাৰসকলৰ ভিতৰত এজন। মম্মট ধ্বনিবাদৰ এজন প্ৰধান সমৰ্থক। মহিমভট্ট, কুন্তক আদি ধ্বনিবিৰোধীসকলৰ মত খণ্ডন কৰি মম্মটে ধ্বনিক কাব্যৰ আত্মা ৰূপে প্ৰতিষ্ঠা কৰে।

**ময়ূৰ ঃ** সূৰ্যশতকৰ প্ৰণেতা ময়ূৰ বাণভট্টৰ শহুৰেক আছিল। গতিকে বাণভট্টৰ প্ৰায় সমসাময়িক বুলি ক'ব পাৰি। ময়ূৰ কুষ্ঠৰোগত ভুগি থকাৰ সময়তে ৰোগৰ পৰা নিবৃত্তি পোৱাৰ আশাৰে এই কাব্যখন ৰচনা কৰে।

**মাঘ ঃ** আন এগৰাকী প্ৰখ্যাত মহাকবি, 'শিশুপালবধ' মহাকাব্য ৰচয়িতা। মাঘৰ স্থিতিকাল খৃঃ ৭ম শতিকা। মাঘৰ পিতাকৰ নাম দত্তক সৰ্বাশ্ৰয় আছিল। ভোজপ্ৰবন্ধ আৰু প্ৰবন্ধচিন্তামণিত মাঘৰ নাম পোৱা যায়। তাত থকা

বিৱৰণমতে মাঘ ধাৰা নৰেশ ভোজৰ মিত্ৰ আছিল আৰু ভোজৰ ৰাজসভাৰ এগৰাকী সভাপণ্ডিত আছিল। শিশুপালবধৰ প্ৰধান টীকাকাৰ মল্লিনাথ। সোমদেৱৰ যশস্তিলক চম্পূত মাঘৰ নাম আৰু আনন্দৱৰ্ধনৰ ধ্বন্যালোকত শিশুপালবধৰ উদ্ধৃতি পোৱা যায়। শিশুপালবধ মহাকাব্য মাঘৰ অমৰ কীৰ্তি। এইখন মহাকাব্যৰ পৰাই বুজিব পাৰি যে মাঘ ৰাজনীতি, ব্যাকৰণ, সাংখ্য, যোগ, বেদ-বেদাঙ্গ, পুৰাণাদিতো বিগদ্ধ পণ্ডিত আছিল। এগৰাকী কবিয়ে লিখিছে যে কালিদাসৰ উপমা, ভাৰবিৰ অৰ্থগৌৰৱ, দণ্ডীৰ পদলালিত্য— এই তিনিওটা গুণ মাঘৰ আছিল।

**ৰত্নাকৰ :** মহাকবি মাঘৰ পিছতেই আন এগৰাকী প্ৰখ্যাত কবি ৰত্নাকৰৰ নাম আহে। ৰত্নাকৰ এগৰাকী কাশ্মীৰী আছিল। এওঁৰ পিতাকৰ নাম অমৃতভানু আছিল। এওঁ কাশ্মীৰৰ ৰজা বিপ্লট জয়াপীড়ৰ (৭৭৯-৮১৩) সভাপণ্ডিত আছিল। এই জয়াপীড়ৰ একনিষ্ঠ বিদ্যাপ্ৰেমৰ বাবে কাশ্মীৰৰ লুপ্তপ্ৰায় বিদ্যা ব্যৱস্থাৰ পুনৰ উদ্ধাৰ হয়। মহাৰাজ অৱন্তিবৰ্মাৰ (৮৫৫-৮৮৪) ৰাজত্ব কালত ৰত্নাকৰে তেওঁৰ মহাকাব্য 'হৰবিজয়' ৰচনা কৰে। এইখন কাব্যত ৫০টা অধ্যায় আৰু মুঠতে ৪,৩২০ টা শ্লোক আছে। সংস্কৃত সাহিত্যত এইখনেই বৃহত্তম কাব্যগ্ৰন্থ। ইয়াত শৈৱদৰ্শন, নীতিশাস্ত্ৰ, ইতিহাস, পুৰাণ, নাট্যশাস্ত্ৰ, সঙ্গীত, অলঙ্কাৰ আদি প্ৰায় সকলো বিষয়ৰে আভাস পোৱা যায়।

**ৰাজশেখৰ :** ৰাজশেখৰ প্ৰধানতঃ এজন নাট্যকাৰ আছিল। তেওঁ ৰচনা কৰা এখন অলঙ্কাৰ শাস্ত্ৰ 'কাব্য-মীমাংসা' উপলব্ধ হোৱাৰ পিছত এওঁ এজন আলঙ্কাৰিক বুলিও জনাজাত হয়। এওঁৰ স্থিতিকাল খৃঃ নৱম শতিকা। ৰাজশেখৰে ৰচনা কৰা আন কেইখনমান প্ৰধান গ্ৰন্থ হ'ল : বালৰামায়ণ, বালভাৰত, কৰ্পূৰমঞ্জৰী (নাটিক, মহাৰাষ্ট্ৰী প্ৰাকৃত ভাষাত) বিদ্ধশালভঞ্জিকা, হৰিবিলাস, প্ৰবন্ধকোশ আৰু ভুৱনকোশ। পিছৰ দুখন পুথি অৱশ্যে আজি পাবলৈ নাই। 'বালকবি', 'কবিৰাজ' আদি উপাধিৰেও তেওঁক জনা যায়।

**ৱাক্পতিৰাজ :** প্ৰখ্যাত প্ৰাকৃত মহাকাব্য 'গড়উবহো'ৰ ৰচয়িতা বাক্পতিৰাজ কনৌজৰ ৰজা যশোবৰ্মাৰ (৯ম শতিকা) পৃষ্ঠপোষকতাত থাকি এইজন ৰজাৰেই যুদ্ধবৰ্ণনাৰে সমৃদ্ধ এইখন মহাকাব্য ৰচনা কৰে। তেওঁ এইখন কাব্যত কবি সুবন্ধুৰ নাম শ্ৰদ্ধাৰে সুঁৱৰিছে।

**ৱাগ্ভট্ট :** জৈন কবি (১২শ শতিকা) ৱাগ্ভট্টই 'নৈমিনিৰ্বাণ' নামৰ এখন মহাকাব্য ৰচনা কৰে। ১৫টা সৰ্গত বিভক্ত এই মহাকাব্যখন জৈন তীৰ্থঙ্কৰ ভগৱান নেমিনাথৰ জীৱন চৰিতৰ বৰ্ণনাৰে সমৃদ্ধ। ৱাগ্ভট্ট নামৰ চাৰিজন গ্ৰন্থকাৰ আছিল বুলি নাথুৰামজীয়ে জৈন সাহিত্যৰ ইতিহাসত লিখিছে। এই চাৰিজন হ'ল ক্ৰমে 'অষ্টাঙ্গহৃদয়', বাগ্ভট্টালঙ্কাৰ, নেমিনিৰ্বাণ, আৰু কাব্যানুশাসনৰ গ্ৰন্থকাৰ। এই চাৰিওজন কবি আছিল। ৱাগ্ভট্টালঙ্কাৰত 'নেমিনিৰ্বাণ'ৰ উদ্ধৃতিও পোৱা যায়। কাব্যানুশাসনৰ ৰচয়িতা ৱাগ্ভট্ট ১৪শ শতিকাৰ বুলি কোৱা হৈছে। সূত্ৰ শৈলীত লিখা এইখন অলঙ্কাৰ শাস্ত্ৰৰ উপৰিও 'ঋষভদেৱ চৰিত' আৰু 'ছন্দোঽনুশাসন' নামৰ আন দুখন পুথিও ৰচনা কৰে।

**ৱিশাখদত্ত :** প্ৰসিদ্ধ কূটনৈতিক নাটক 'মুদ্ৰাৰাক্ষস'ৰ ৰচয়িতা ৱিশাখদত্তৰ কাল খৃঃ ৭ম-৮ম শতিকা। মুদ্ৰাৰাক্ষসৰ স্থান সংস্কৃত নাট্যসাহিত্যৰ অতি উচ্চত। ৱিশাখদত্তই এই নাটকখনৰ বাহিৰেও আৰু দুখনমান গ্ৰন্থ (নাটক) ৰচনা কৰে। সেই কেইখন হ'ল— দেৱীচন্দ্ৰগুপ্ত আৰু ৰাঘৱানন্দ। পিছৰখন অৱশ্যে বৰ্তমান উপলব্ধ নহয়।

**ৱিশ্বনাথ :** কবিৰাজ বিশ্বনাথ এজন প্ৰসিদ্ধ অলঙ্কাৰশাস্ত্ৰবিদ। এওঁ ৰচনা কৰা 'সাহিত্যদৰ্পণ' এখন জনপ্ৰিয় অলঙ্কাৰশাস্ত্ৰ। কাব্যালঙ্কাৰৰ প্ৰায় গোটেইবিলাক বিষয় সামৰা এই পুথিখনক কাব্যশাস্ত্ৰৰ 'বিশ্বকোষ' বুলি জনা যায়। বিশ্বনাথৰ স্থিতিকাল ১৪শ শতিকা। বিশ্বনাথৰ পিতাক চন্দ্ৰশেখৰ স্বয়ং এজন কবি আছিল। পিতামহ নাৰায়ণো এগৰাকী প্ৰখ্যাত পণ্ডিত আছিল। বিশ্বনাথ উৰিষ্যাৰ অধিবাসী আছিল যদিও কেবাটাও ভাষাৰ ওপৰত তেওঁৰ অধিকাৰ আছিল। বিশ্বনাথে ৰচনা কৰা আনকেইখনমান উল্লেখযোগ্য গ্ৰন্থ হ'ল : ৰাঘৱবিলাস (মহাকাব্য), কুৱলয়াশ্বচৰিত (প্ৰাকৃত কাব্য), প্ৰভাৱতী পৰিণয় (নাটক), চন্দ্ৰকলা (নাটক), প্ৰশস্তি ৰত্নাৱলী (১৬ টা ভাষাৰে সমৃদ্ধ) আৰু নৰসিংহবিজয় (কাব্য)।

**শঙ্কৰাচাৰ্য্য :** প্ৰসিদ্ধ দাৰ্শনিক, হিন্দুধৰ্মৰ পুনৰ্প্ৰৱৰ্তক শঙ্কৰাচাৰ্য্যক জগদগুৰু আদি শঙ্কৰাচাৰ্য্য (৭ম শতিকা) বুলি জনা যায়। অতুল প্ৰতিভাসম্পন্ন এই গৰাকী পণ্ডিতে ৰচনা কৰা 'ব্ৰহ্মসূত্ৰভাষ্য'ই ভাৰতীয় দৰ্শন সাহিত্যত এক উচ্চস্থান অধিকাৰ কৰিছে। ইয়াৰ উপৰিও গীতা আৰু উপনিষদৰ ভাষ্য, যিবিলাকক শঙ্কৰভাষ্য বুলি জনা যায়, আজিও সমগ্ৰ বিশ্বৰ সংস্কৃতপ্ৰেমী লোকৰ মাজত জনপ্ৰিয়। অদ্বৈতবাদী বুলি জগতত প্ৰসিদ্ধি লাভ কৰা এইগৰাকী আচাৰ্য্যই ৰচনা কৰা কিছুমান গ্ৰন্থ হ'ল— মোহমুদ্গৰ, অন্নপূৰ্ণাদশক, অন্নপূৰ্ণাষ্টক, কনকধাৰাষ্টৱ, দক্ষিণামূৰ্তি অষ্টক, ৰামভুজঙ্গস্তোত্ৰ, লক্ষ্মীনৃসিংহস্তোত্ৰ, শিৱভুজঙ্গস্তোত্ৰ, সৌন্দৰ্য্যলহৰী আদি। মাত্ৰ বত্ৰিশ বছৰ কাল (৬৮৮–৭২০) জীয়াই থাকি শঙ্কৰাচাৰ্য্য জগতৰ যুৱ সমাজৰ কাৰণে প্ৰেৰণাৰ প্ৰতীক হৈ ৰ'ল। সমগ্ৰ জগতৰ ইতিহাসত এনে এজন দ্বিতীয় ব্যক্তি হয়তো নোলাব। বেদান্ত দৰ্শনৰ পুথি, ভাষ্য আদি লিখাই নহয় সেই সময়ত ভাৰতত হিন্দুধৰ্মৰ প্ৰভাৱ কমি অহা দেখি তেওঁ সমগ্ৰ দেশ ভ্ৰমণ কৰি পূৱ-পশ্চিম-উত্তৰ-দক্ষিণ চাৰিদিশত চাৰিখন পীঠ (শঙ্কৰপীঠ) স্থাপন কৰি হিন্দুধৰ্মক পুনৰ উজ্জীৱিত কৰি তোলে। এই চাৰিওখন পীঠে তেওঁৰেই পৰম্পৰা ৰক্ষা কৰি আছে আৰু পীঠাধীশ্বৰ-সকলে আজিও জগদ্গুৰু শঙ্কৰাচাৰ্য্য পদবী ধাৰণ কৰি আহিছে।

**শিৱস্বামী :** কাশ্মীৰৰ আন এগৰাকী প্ৰসিদ্ধ মহাকবি শিৱস্বামীয়ে 'কফ্‌ফিণাভ্যুদয়' নামৰ মহাকাব্য এখন ৰচনা কৰে। এওঁৰ পিতাকৰ নাম ভট্টাৰ্কস্বামী। এওঁ আন এজন কাশ্মীৰী কবি ৰত্নাকৰৰ সমসাময়িক আৰু কাশ্মীৰনৰেশ অৱন্তিবৰ্মাৰ আশ্ৰিত আছিল। গতিকে এওঁৰ স্থিতিকাল নৱম শতিকাৰ আৰম্ভণি বুলি ধৰিব পাৰি।

**শ্ৰীহৰ্ষ :** খৃঃ দ্বাদশ শতিকাৰ কবিসকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ শ্ৰীহৰ্ষই ৰচনা কৰা মহাকাব্য 'নৈষধচৰিত' সংস্কৃত সাহিত্যৰ শ্ৰেষ্ঠ মহাকাব্য কেইখনৰ ভিতৰত এখন। এইজন শ্ৰীহৰ্ষই 'ৰত্নাৱলী' নাটক ৰচনা কৰিছে বুলি কোনো কোনাৱে ক'ব খোজে যদিও এনে ধাৰণাৰ কোনো 'ভেঁটি' নাই; কাৰণ হৰ্ষ (ৱৰ্দ্ধন) আৰু শ্ৰীহৰ্ষৰ মাজৰ সময়ৰ ব্যৱধান প্ৰায় ছয়-শ বছৰ। তাৰোপৰি ধনঞ্জয়ে 'দশৰূপক'ত (খৃঃ ৯ম শতিকা) ৰত্নাৱলীৰ পৰা উদ্ধৃতি দিছে। অসমৰ স্বনামধন্য সংস্কৃত পণ্ডিত ক[illegible]কান্ত সন্দিকৈয়ে এই অতি দুৰূহ মহাকাব্যখনৰ ইংৰাজী অনুবাদ কৰিছে। মহাকাব্যখনৰ প্ৰতিটো সৰ্গৰ শেষত কবিজনাৰ কিছু পৰিচয় দিয়া হৈছে। ইয়াৰ পৰা জনা যায় যে শ্ৰীহৰ্ষৰ পিতাকৰ নাম শ্ৰীহৰি আৰু মাকৰ নাম মামল্লদেৱী আছিল। শ্ৰীহৰ্ষ কনৌজৰ ৰজা বিজয়চন্দ্ৰ আৰু জয়চন্দ্ৰ দুয়োজনৰে ৰাজকবি আছিল। জয়চন্দ্ৰৰ সময়কাল (খৃঃ ১১৫৬–১১৯৩) আৰু এয়ে শ্ৰীহৰ্ষৰো স্থিতিকাল। এইজন জয়চন্দ্ৰই বুৰঞ্জীপ্ৰসিদ্ধ কনৌজনৰেশ জয়চন্দ্ৰ, যাৰ কন্যা সংযুক্তাক পৃথ্বীৰাজে অপহৰণ কৰি নিছিল।

**সুবন্ধু :** প্ৰসিদ্ধ গদ্য-কাব্য 'বাসৱদত্তা'ৰ ৰচয়িতা সুবন্ধুৰ সময়কাল খৃঃ ৭ম শতিকাৰ আগ ভাগ। বাণে হৰ্ষচৰিতত এই বাসৱদত্তাৰ উল্লেখ কৰিছে। বাক্‌পতিৰাজেও তেওঁৰ প্ৰাকৃত কাব্য 'গড়উবহো'ত সুবন্ধুৰ নাম শ্ৰদ্ধাৰে লৈছে।

**সোমদেৱ :** কাশ্মীৰৰ এগৰাকী প্ৰসিদ্ধ কবি। কাশ্মীৰৰ আন এগৰাকী কবি গুণাঢ্যই পৈশাচী প্ৰাকৃত ভাষাত ৰচনা কৰা 'বৃহৎকথা'ৰ গল্পসমূহৰ আধাৰত এওঁ 'কথাসৰিৎসাগৰ' নামৰ কাব্যগ্ৰন্থ এখন ৰচনা কৰে। সোমদেৱৰ স্থিতিকাল একাদশ শতিকা। সোমদেৱৰ নামত 'যশস্তিলকচম্পূ' নামৰ আন এখন চম্পূকাব্য ৰখা হৈছে যদিও এই দুয়োজন একেজনেই নে ভিন্ন সেই সম্পৰ্কে মতভেদ আছে। সোমদেৱ নামৰ এজন জৈন কবিও আছে আৰু এইজনেই যশস্তিলকচম্পূৰ ৰচয়িতা বুলি ঠাৱৰ কৰা হৈছে। এইজন ৰাষ্ট্ৰকূটৰ ৰজা কৃষ্ণ তৃতীয়ৰ আশ্ৰিত আছিল।

**হৰিশ্চন্দ্ৰ :** ১০ম শতিকাৰ এগৰাকী জৈন মুনি। এওঁ ৰচনা কৰা চম্পূকাব্যখনৰ নাম জীৱনধৰচম্পূ। ৯ম শতিকাৰ গুণভদ্ৰই ৰচনা কৰা 'উত্তৰপুৰাণ'ক আধাৰ স্বৰূপে লৈ হৰিশ্চন্দ্ৰই এই চম্পূকাব্যখন ৰচনা কৰে।

**হৰ্ষবৰ্দ্ধন :** মহাকবি বাণে আখ্যায়িকা 'হৰ্ষচৰিত'ত কবি সম্ৰাট হৰ্ষবৰ্দ্ধনৰ পৰিচয় দি যোৱাৰ কাৰণে এইজনা কবিৰ বিষয়ে নিশ্চিতভাৱে কিছু জানিব পৰা গৈছে। বাণ হৰ্ষবৰ্দ্ধনৰ সভাপণ্ডিত আছিল। হৰ্ষবৰ্দ্ধনে ৰত্নাৱলী, নাগানন্দ আৰু প্ৰিয়দৰ্শিকা নামৰ তিনিখন দৃশ্যকাব্য (নাটক) ৰচনা কৰে। 'ৰত্নাৱলী'খন হৰ্ষবৰ্দ্ধনৰ হৈ বাণে লিখা বুলিও কোনো কোনো পণ্ডিতে ক'ব খোজে।

**হেমচন্দ্ৰ :** খৃঃ দ্বাদশ শতিকাৰ জৈনাচাৰ্য্য কবি হেমচন্দ্ৰই চালুক্যৰাজ জয়সিংহৰ (খৃঃ ১০৯২–১১৪৩) নিৰ্দেশত 'সিদ্ধহেম' নামৰ এখন প্ৰসিদ্ধ গ্ৰন্থ ৰচনা কৰে। হেমচন্দ্ৰৰ জন্ম ধুন্ধুক (বৰ্তমান আহমেদাবাদ) নামৰ ঠাইত হৈছিল। ১১১৮ চনত এওঁ জৈনসাধু হয়। এওঁ ৰচনা কৰা 'ত্ৰিষষ্টিশলাকাপুৰুষচৰিত' এখন অতি বৃহৎ কাব্য গ্ৰন্থ। এওঁ ৰচনা কৰা আনকেইখনমান গ্ৰন্থ হ'ল— দ্বয়াশ্ৰয়কাব্য, কাব্যানুশাসন (অলঙ্কাৰ গ্ৰন্থ), যোগশাস্ত্ৰ আদি।

ওপৰত উল্লেখ কৰাসকলৰ বাহিৰেও আন কেইগৰাকীমান প্ৰখ্যাত সংস্কৃত কবি-আলঙ্কাৰিকৰ আৰু তেওঁলোকে ৰচনা কৰা গ্ৰন্থসমূহৰ (বন্ধনীৰ ভিতৰত) নাম তলত উল্লেখ কৰা হ'ল।

অনন্তভট্ট (ভাৰতচম্পূ ১৬শ শতিকা) অমৰুক (অমৰুশতক, ৮ম শতিকা), উদ্ভটভট্ট (ৰস সম্প্ৰদায়ৰ সমৰ্থক, কাব্যালঙ্কাৰসাৰ সংগ্ৰহ, ৮ম–৯ম শতিকা), কুন্টক (বক্ৰোক্তিজীৱিতম, পুথিখন অসম্পূৰ্ণ), ক্ষেমীশ্বৰ (চণ্ডকৌশিক, নৈষধানন্দ, ১০ম শতিকা), জীৱস্বামী (গোপালচম্পূ ১৬ শতিকা), দামোদৰ মিশ্ৰ (হনুমন্নাটক বা মহানাটক ৯ম শতিকা), দিঙ্‌নাগ (নাটক কুন্দমালা ১০ম শতিকা), ধনিক (ধনঞ্জয়ৰ ভাতৃ 'দশৰূপকৰ' টীকা 'অৱলোক'ৰ ৰচক) নাৰায়ণ পণ্ডিত (হিতোপদেশ ১৪শ শতিকা), নীলকণ্ঠ দীক্ষিত (নীলকণ্ঠবিজয়চম্পূ, ১৭শ শতিকা) প্ৰৱৰসেন (প্ৰকৃত কাব্য সেতুবন্ধ, ৭ম শতিকা), বাণেশ্বৰ (চিত্ৰচম্পূ), ভানুদত্ত (ৰসতৰঙ্গিনী ১৪–১৫শ শতিকা), মংখক (ৰুয্যকৰ শিষ্য, শ্ৰীকণ্ঠচৰিত কাব্য, ১২শ শতিকা) মহিমভট্ট (ব্যক্তিবিৱেশ আৰু তত্ত্বোক্তিকোশ, ১১শ শতিকা), মেৰুতুঙ্গ (প্ৰবন্ধ চিন্তামণি, ১৪শ শতিকা), যজ্ঞনাৰায়ণ (ৰঘুনাথবিলাস, ১৭শ শতিকা), মায়ুৰাজ (উদাত্তৰাঘৱ ১০ম শতিকা) মুকুলভট্ট, (অভিধামাতৃকা ৯ম শতিকা) মুৰাৰি (অনৰ্ঘৰাঘৱ ৮ম শতিকা), যশশ্চন্দ্ৰ (মুদিতকুমুদচন্দ্ৰ ১২শ শতিকা), ৰুদ্ৰট (আলঙ্কাৰিক, কাব্যালঙ্কাৰ ১১শ শতিকা), ৰুয্যক (আলঙ্কাৰিক, অলঙ্কাৰসৰ্বস্ব, কাব্যপ্ৰকাশসঙ্কেত ইত্যাদি ১২শ শতিকা), লোলট (ভৰতসূত্ৰৰ প্ৰথম টীকাকাৰ, আলঙ্কাৰিক, ৰসবাদৰ সমৰ্থক, ৭ম-৮ম শতিকা), বৎসভট্টি (মন্দসৌৰ প্ৰশস্তি ৫ম শতিকা), বামন (ৰীতি সম্প্ৰদায়ৰ প্ৰৱৰ্তক, কাশ্মীৰী, কলহণৰ মতে ৰজা জয়াপীড়ৰ মন্ত্ৰী আছিল; ৮ম শতিকা), বিদ্যাধৰ (একাৱলী, ১৩শ শতিকা), বিষ্ণু শৰ্মা (পঞ্চতন্ত্ৰ, ৫ম শতিকা), বীৰসেন (উদয়গিৰি গুহালিপিৰ ৰচক, চন্দ্ৰগুপ্ত বিক্ৰমাদিত্যৰ সভাপণ্ডিত, কবি বৈয়াকৰণিক, ৪ৰ্থ–৫ম শতিকা), শক্তিভদ্ৰ (আশ্চৰ্যমঞ্জৰী, ৮ম শতিকা), ৰজা শূদ্ৰক (মৃচ্ছকটিক নাটক, ১ম শতিকা), শেষকৃষ্ণ (পাৰিজাতহৰণচম্পূ, ১৬শ শতিকা), সোমেশ্বৰ দেৱ (কীৰ্তি কৌমুদী ১৫শ শতিকা), হৰিষেণ (প্ৰয়াগ প্ৰশস্তি, ৪ৰ্থ শতিকা)। ■

# পৰিশিষ্ট 'ঙ'

## অসমৰ সংস্কৃত পণ্ডিত কেইগৰাকীমানৰ চমু পৰিচয় (বৰ্ণানুক্ৰমে)

**আনন্দৰাম বৰুৱা (১৮৫০-১৮৮৯) :**

স্বৰ্গীয় আনন্দৰাম বৰুৱা অসমৰ প্ৰাতঃস্মৰণীয় ব্যক্তিসকলৰ অন্যতম। বৃটিচৰ যুগত ভাৰতীয়ৰ কাৰণে দুৰ্লভ আই-চি-এচ পদবি লাভ কৰাৰ পিছত এগৰাকী উচ্চ-পদস্থ বিষয়া হৈও তেওঁ অতি কম সময়ৰ ভিতৰতে সংস্কৃত সাহিত্য বিষয়ত যিখিনি অৱদান দি গ'ল, সেয়া সঁচাকৈয়ে বিস্ময়কৰ। বৰুৱাৰ মাকৰ নাম দুৰ্লভেশ্বৰী আৰু পিতাকৰ নাম গৰ্গৰাম। পিতাকৰ উপদেশ মতে তেওঁ সংস্কৃত টোলত শিক্ষা লাভ কৰে। মাত্ৰ তেৰ বছৰ বয়সতেই তেওঁ সম্পূণ অমৰকোষ কণ্ঠস্থ কৰি পেলাইছিল। ১৮৬৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণীৰ তৃতীয় স্থান লাভ কৰি স্নাতক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত তেওঁ বিলাতলৈ যায় আৰু তাতে বিজ্ঞান আৰু আইনৰ স্নাতক হয়, লগতে আই-চি-এচ পৰীক্ষা দি উত্তীৰ্ণ হয়। মাত্ৰ উনচল্লিশ বছৰ কাল জীয়াই থাকি আনন্দৰাম অগ্নিৰ স্ফুলিঙ্গৰ দৰে ক্ষন্তেক পোহৰ বিলাই নিৰ্বাপিত হ'ল। তথাপি, সংস্কৃত ভাষা-সাহিত্যৰ একনিষ্ঠ সেৱক আনন্দৰামে যিখিনি পুঁথি প্ৰণয়ন কৰি থৈ গ'ল সেয়া কালজয়ী হৈ ৰ'ল। বৰুৱাদেৱে ৰচনা কৰা চৈধ্যখন পুথি তেওঁৰ একনিষ্ঠ সাৰস্বত সাধনাৰ ফলশ্ৰুতি। তাৰ ভিতৰত উল্লেখযোগ্য কেইখন হ'ল— ইংৰাজী-সংস্কৃত অভিধান, নানাৰ্থসংগ্ৰহ, ভৱভূতিৰ মহাবীৰচৰিতৰ জানকীৰাম ভাষ্য, ধাতুবৃত্তিসাৰ, নামলিঙ্গানুশাসনৰ টীকা, ছন্দশাস্ত্ৰ, সংস্কৃত ভাষাৰ ব্যাকৰণ, এনচিয়েণ্ট জিঅ'গ্ৰাফী, ভোজৰাজৰ সৰস্বতীকণ্ঠাভৰণ আৰু কাব্যালঙ্কাৰ সূত্ৰবৃত্তিৰ সম্পাদনা।

**কৃষ্ণকান্ত সন্দিকৈ (১৮৯৮-১৯৮২) :**

কৃষ্ণকান্ত সন্দিকৈ অসমৰ আন এগৰাকী চিৰ-প্ৰসিদ্ধ সংস্কৃত পণ্ডিত। মাথোন সংস্কৃত ভাষাতেই নুহয়, ইংৰাজী জাৰ্মান, ফৰাচী, লেটিন আদি বহুকেইটা বিদেশী ভাষাৰ ওপৰতো সন্দিকৈৰ জ্ঞান অগাধ। ১৯১৯ চনত কলিকতাৰ পৰা বেদত আৰু তাৰ পিছত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা এম-এ ডিগ্ৰী লাভ কৰে। ১৯৩০ৰ পৰা ১৯৪৭লৈকে তেওঁ যোৰহাটৰ জে-বি কলেজৰ অধ্যক্ষৰ আসন অলঙ্কৃত কৰে। তাৰ পিছত ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম প্ৰতিষ্ঠাপক উপাচাৰ্য্য হয়। ইয়াৰ মাজতে ১৯৩৭ চনত অসম সাহিত্য সভাৰ আৰু ১৯৫১ চনত প্ৰাচ্য সম্মিলনৰ সভাপতি হয়। ১৯৫৫ চনত পদ্মশ্ৰী আৰু ১৯৬৭ চনত পদ্মভূষণ সম্মানেৰে ভূষিত হয়। সংস্কৃত সাহিত্যৰ ওপৰত অগাধ পাণ্ডিত্যৰ অধিকাৰী অথচ প্ৰচাৰ-বিমুখ সন্দিকৈয়ে কেবাখনো মূল্যৱান গ্ৰন্থ ৰচনা কৰি বিশ্বৰ বৰেণ্য পণ্ডিতবৰ্গৰ ভূয়সী প্ৰশংসা লাভ কৰে। তাৰ ভিতৰত নৈষধচৰিত আৰু প্ৰৱৰসেনৰ সেতুবন্ধৰ ইংৰাজী ভাঙনি, 'যশস্তিলক আৰু ভাৰতীয় সংস্কৃতি' বিশেষভাৱে উল্লেখযোগ্য। ইয়াৰ উপৰিও বিভিন্ন কাকতে-পত্ৰে সন্দিকৈয়ে লিখা অসংখ্য গৱেষণামূলক প্ৰবন্ধ প্ৰকাশ হৈছে।

**কৃষ্ণদত্ত বুজৰবৰুৱা (১৯৮৭-১৯৭০) :**

নলবাৰীৰ বৰখলা গাঁৱৰ সদাগৰ বংশৰ ধীৰদত্ত বুজৰবৰুৱা আৰু যোগেশ্বৰী দেৱীৰ পুত্ৰ কৃষ্ণদত্তই গৌৰীপুৰৰ ৰাজটোলত ন্যায় অধ্যয়ন কৰাৰ পিছত নৱদ্বীপলৈ গৈ তাৰ পৰা তৰ্কতীৰ্থ উপাধি লাভ কৰে। তাৰ পিছত পিতাকে স্থাপন কৰা যোগেশ্বৰী দৰ্শন চতুষ্পাঠীত তেওঁ অধ্যাপনা কৰে। বৰখালা আৰু বাথান হাইস্কুল দুখন স্থাপনত কৃষ্ণদত্তই আগ ভাগ লৈছিল। পণ্ডিতজনাই ৰচনা কৰা বহুকেইখন পুথি পাণ্ডুলিপি অৱস্থাতে থাকি গ'ল। তাৰ ভিতৰত উল্লেখযোগ্য কেইখন মান হ'ল— পঞ্চসিদ্ধান্তিকা (দৰ্শন), ভূকম্পন, কৃষিবিজ্ঞান, নিৰ্বাণমুক্তি (নাটক), ধ্ৰুৱ চৰিত আদি। ১৯৫৫ চনত তেওঁ সংস্কৃত অভিৱৰ্তনতো সভাপতিত্ব কৰিছিল।

**খগেন্দ্ৰনাথ শাস্ত্ৰী (১৯০৯-১৯৯২) :**

নলবাৰী জিলাৰ কৈঠালকুছিৰ আনন্দ শৰ্মাৰ পুত্ৰ খগেন্দ্ৰনাথে ১৯৩০ চনত কটন কলেজৰ পৰা স্নাতক হৈয়ে স্বাধীনতা আন্দোলনত জঁপিয়াই পৰে। ইয়াৰ মাজতেই পণ্ডিত জীৱেশ্বৰ গোস্বামীৰ অধীনত শিক্ষা লাভ কৰি কাব্যতীৰ্থ আৰু সাহিত্যশাস্ত্ৰী উপাধি পৰীক্ষাত উত্তীৰ্ণ হৈ কেবাখনো বিদ্যালয়ত শিক্ষকতা কৰে। শাস্ত্ৰীয়ে ৰচনা কৰা মুঠ এঘাৰ খন পুথিৰ ভিতৰত আদিপাঠম্‌, সংস্কৃত পাঠমালা, সংস্কৃত প্ৰৱেশ ব্যাকৰণ, কাদম্বৰী কথা, ধৰ্মপৰীক্ষা, গীতাবাণী আদি উল্লেখযোগ্য।

**গোপাল শাস্ত্ৰী (১৯১৪-১৯৬৫) :**

প্ৰসিদ্ধ শিল্পগ্ৰাম শুৱালকুছিৰ শাণ্ডিল্য গোত্ৰৰ এক সম্ভ্ৰান্ত ব্ৰাহ্মণ পৰিয়ালত গোপাল শৰ্মাই জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতাকৰ নাম মাধৱ শৰ্মা আৰু মাকৰ নাম পূৰ্ণিমা দেৱী। ব্যাকৰণ আৰু কাব্যত উপাধি লাভ কৰাৰ পিছত তেওঁ শুৱালকুছিৰ ৰতিকান্ত চতুষ্পাঠীত প্ৰধানাচাৰ্য্যৰূপে যোগদান কৰে। তেওঁ কিছুদিন নলবাৰী সংস্কৃত কলেজতো অধ্যাপনা কৰে। শাস্ত্ৰীদেৱৰ পত্নী ৰত্নগৰ্ভা শ্ৰীমতী নাৰায়ণী দেৱী বাৰটা সন্তানৰ মাতৃ। পণ্ডিত গোপাল শাস্ত্ৰীক মাথোন শুৱালকুছিতেই নহয় সমগ্ৰ উত্তৰ কামৰূপৰ পণ্ডিতসমাজে আজিও শ্ৰদ্ধাৰে সোঁৱৰে। অসম বেদ বিদ্যালয়ৰ মূল তোৰণখন পণ্ডিতজনাৰ নামত উৎসৰ্গিত হৈছে।

**গোবিন্দচন্দ্ৰ ভাগৱতী (১৯০৯-১৯৮৩) :**

অগাধ পাণ্ডিত্যৰ অধিকাৰী গোৱিন্দচন্দ্ৰ ভাগৱতীয়ে দৰং (বৰ্তমান শোণিতপুৰ) জিলাৰ জামুগুৰিত জন্ম গ্ৰহণ কৰে। নিচেই সৰু কালতে পিতৃ মাতৃক হেৰুৱাই গোৱিন্দ ভাগৱতী সংস্কৃত শিক্ষা গ্ৰহণত ব্ৰতী হয় আৰু অতি দুখে-কষ্টে জীৱন নিৰ্বাহ কৰি ১৯৩৩ চনত তেতিয়াৰ অসম আৰু বেঙ্গল বোৰ্ডৰ পৰা স্মৃতিতীৰ্থ উপাধি লাভ কৰে। তেওঁ কলিকতাৰ ভাটপাৰাৰ মূলাজোৰ সংস্কৃত কলেজতো কিছুকাল অধ্যয়ন কৰে। তাৰ পিছতে জামুগুৰিহাটত মাধৱ প্ৰদীপ টোল স্থাপন কৰি তাতে পঞ্চাশ বছৰৰো অধিক কাল অধ্যাপনা কৰে। এই সময়ৰ ভিতৰতে তেওঁ স্মৃতিৰত্ন, স্মৃতি-বাচস্পতি, বিদ্যালঙ্কাৰ, সাহিত্যালঙ্কাৰ, আদি উপাধি অৰ্জন কৰি সেই অঞ্চলৰ লগতে অসমৰ আগশাৰীৰ সংস্কৃত পণ্ডিতসকলৰ ভিতৰত এগৰাকীৰূপে প্ৰসিদ্ধি লাভ কৰে। সেইখন টোলতে তেওঁৰ অধীনত শিক্ষা লাভ কৰি আঢ়ৈ কুৰিৰো অধিক শিক্ষাৰ্থীয়ে সাহিত্য, ব্যাকৰণ, স্মৃতি, আয়ুৰ্বেদ আদি বিষয়ত উপাধি পায়। ১৯৪২ চনৰ মুক্তি-যুঁজত বিচাৰাধীন বন্দীৰূপে তিনি মাহ কাল অতিবাহিত কৰে। ১৯৭৯ চনত তেওঁ ৰাষ্ট্ৰপতিৰ সন্মান পদক লাভ কৰি সেই গোটেই অঞ্চলকে গৌৰৱান্বিত কৰে। পণ্ডিত ভাগৱতী বহু দিন ধৰি অসম সংস্কৃত বোৰ্ডৰ সদস্য আছিল। ১৯৩৪ চনৰ পৰা তেওঁ সাংবাদিকতাৰ চৰ্চাও কৰি আছিল। তেওঁৰ বহুমুখী প্ৰতিভাৰ আন এটা উল্লেখযোগ্য দিশ হ'ল, প্ৰাচীন অসমীয়া সাহিত্যৰ পাণ্ডুলিপি উদ্ধাৰত তেওঁৰ প্ৰচেষ্টা। অসমীয়া পদত ভট্টদেৱে ৰচনা কৰা বিষ্ণুসহস্ৰনামৰ পাণ্ডুলিপি ভাগৱতীদেৱে উদ্ধাৰ কৰি ছপা কৰি উলিয়ায়। তেওঁৰ শ্ৰীশ্ৰীচণ্ডীতত্ত্ব এখন সৰ্বজন সমাদৃত গ্ৰন্থ। ইয়াৰ উপৰিও তেওঁ ৰচনা কৰা কেবাখনো পুথি এতিয়াও অপ্ৰকাশিত হৈ আছে।

**চক্ৰপতি তৰ্কতীৰ্থ (১৯০৬-১৯৮৪) :**

নলবাৰীৰ আৰাংমৌ গাঁৱৰ যাদৱানন্দ শৰ্মাৰ ঔৰসত আৰু অন্নপূৰ্ণা দেৱীৰ গৰ্ভত জন্ম গ্ৰহণ কৰা চক্ৰপতিয়ে সোণাপতি শৰ্মা বিদ্যাবাগীশৰ অধীনত ৰত্নমালা ব্যাকৰণৰ শিক্ষা লাভ কৰে। তাৰ পিছত গৌৰীপুৰৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীৰ পৰা ব্যাকৰণ, আৰু সাংখ্য দৰ্শনত আৰু চিলেটৰ সংস্কৃত কলেজৰ পৰা তৰ্কতীৰ্থ উপাধি লাভ কৰাৰ পিছত নলবাৰী সংস্কৃত কলেজত অধ্যাপকৰূপে নিযুক্ত হৈ ১৯৭১ চনত সেই কলেজৰ অধ্যক্ষ হয়। সাংখ্য, বেদান্ত, গীতা আদি সকলো শাস্ত্ৰতে শাস্ত্ৰীদেৱৰ অগাধ পাণ্ডিত্য আছিল।

**চক্ৰেশ্বৰ ভট্টাচাৰ্য্য (১৮৯১-১৯৭৮)**

অসমৰ এগৰাকী প্ৰসিদ্ধ তান্ত্ৰিক পণ্ডিত চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই নলবাৰীৰ দীঘেলীত জন্ম গ্ৰহণ কৰে। সংস্কৃত টোলত শিক্ষা লাভ কৰি ব্যাকৰণতীৰ্থ উপাধি পোৱাৰ পিছত বালাজান বেদ বিদ্যালয়ত প্ৰধান শিক্ষকৰূপে কাম কৰে। তাৰ

পিছত তেওঁ গুৱাহাটীৰ উগ্ৰতাৰা দেৱালয়ৰ মূল পুৰোহিত (দলৈ) হৈ তন্ত্ৰ-শাস্ত্ৰ অধ্যয়নত ৰত হয় আৰু তন্ত্ৰ চৰ্চাত জীৱনৰ গোটেইখিনি কাল অতিবাহিত কৰে। অসমীয়া ভাষাত ৰচিত শক্তিতত্ত্ব তেখেতৰ এখন উল্লেখযোগ্য পুথি। ইয়াৰ উপৰিও দেৱী তাৰাৰ পূজা-অৰ্চনাৰ বিষয়ে লিখা তাৰাৰ্চন তন্ত্ৰ, শতচণ্ডীযজ্ঞ পদ্ধতি সম্পৰ্কে লিখা শতচণ্ডীযাগপ্ৰয়োগতন্ত্ৰ আৰু শক্তিতত্ত্বৰ ওপৰত সংস্কৃত ভাষাত লিখা শাক্তদৰ্শনম্ বিশেষভাৱে উল্লেখযোগ্য। ১৯৬৫ চনৰ সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ আলোচনা চক্ৰত শক্তিতত্ত্বৰ ওপৰত দিয়া ভাষণে সন্মিলনত উপস্থিত সকলোকে মুগ্ধ কৰিছিল।

**চন্দ্ৰকান্ত বিদ্যালঙ্কাৰ (১৮৭০-১৯৫২) :**

নলবাৰী জিলাৰ অন্তৰ্গত কৈঠালকুছিত গামেৰীমুৰীত চন্দ্ৰকান্তৰ জন্ম হয়। পিতাকৰ নাম হৰিদেৱ আৰু মাকৰ নাম দুৰ্গাপ্ৰিয়া। চন্দ্ৰকান্তই গৌৰীপুৰৰ আদ্যনাথ ন্যায়ভূষণ, খাগৰাবাৰীৰ (কোচবিহাৰ) ম. ম. সিদ্ধিনাথ বিদ্যাবাগীশ, ম. ম. কৃষ্ণনাথ ন্যায়পঞ্চাননৰ দৰে সুপ্ৰসিদ্ধ পণ্ডিতসকলৰ অধীনত শিক্ষা লাভ কৰে। স্মৃতি, পুৰাণ, ব্যাকৰণাদি সকলো শাস্ত্ৰত পাৰ্গত হৈ তেওঁ গামেৰীমুৰীৰ টোলত শিক্ষকতা কৰে আৰু তাতেই জীৱনৰ বাকী কেইটা দিন কটায়। বিদ্যালঙ্কাৰে শব্দ মঞ্জৰী, পদমঞ্জৰী আৰু ধাতুমঞ্জৰী ('মঞ্জৰীত্ৰয়ম্') নামৰ তিনিখন মূল্যৱান গ্ৰন্থ ৰচনা কৰে।

**জয়কান্ত শৰ্মা (১৮৯৭-১৯৬৪) :**

গুৱাহাটীৰ খাৰঘূলী নিবাসী প্ৰসিদ্ধ জ্যোতিষী পণ্ডিত জয়কান্ত শৰ্মাৰ জন্ম-স্থান নলবাৰীৰ বড়িদতৰা গাৱঁত। সৰু কালিতে তেওঁৰ সেই গাৱঁৰে ব্ৰহ্মময়ী চতুষ্পাঠীত সংস্কৃতৰ প্ৰাথমিক শিক্ষা গ্ৰহণ কৰে। তাৰ পিছত গৌৰীপুৰৰ তাৰিণীপ্ৰিয়া চতুষ্পাঠীত অধ্যয়ন কৰি তেতিয়াৰ বঙ্গীয় পৰিষদৰ অধীনত ব্যাকৰণশাস্ত্ৰী আৰু কাশীৰ পৰা বেদতীৰ্থ উপাধি লাভ কৰে। জ্ঞানপিপাসু পণ্ডিত শৰ্মাদেৱে কাশী ধামতে গুৰুৰ ওচৰত জ্যোতিষ শাস্ত্ৰ অধ্যয়ন কৰে আৰু সামুদ্ৰিক বিদ্যাতো ব্যুৎপত্তি অৰ্জন কৰে। তাৰ পিছত অসমলৈ ঘূৰি আহি পাণ্ডুলাৰ দামোদৰ ধাম টোলত কিছুদিন অধ্যাপকৰ কাম কৰি জ্যোতিষ চৰ্চাত মনোনিবেশ কৰে আৰু সেই সময়ৰ এজন প্ৰসিদ্ধ জ্যোতিষীৰূপে খ্যাতি লাভ কৰে। জ্যোতিষ বিদ্যাৰ উপৰি যাগ-যজ্ঞ-পূজা বিষয়ত তেওঁ লিখা কেবাখনো পুথি এতিয়াও পাণ্ডুলিপি অৱস্থাতে আছে।

**জীৱেশ্বৰ গোস্বামী ষড়দৰ্শনতীৰ্থ (১৮৯১-১৯৬১) :**

সৰ্থেবাৰীৰ শ্ৰীহৰিচন্দ্ৰ গোস্বামীৰ ঔৰসত আৰু কামেশ্বৰী দেৱীৰ গৰ্ভত জীৱেশ্বৰে জন্ম গ্ৰহণ কৰে। বানপানী আৰু ভূমিকম্পত ঘৰবাৰীৰ প্ৰভূত ক্ষতি হোৱাৰ পিছত প্ৰথমে এই পৰিয়ালটিয়ে বনগাঁৱলৈ আৰু পিছত টিহুলৈ উঠি যায়। জীৱেশ্বৰে ব্যাকৰণ আৰু কাব্যত উপাধি লোৱাৰ পিছত চিলেটৰ সংস্কৃত কলেজৰ পৰা নব্য ন্যায় উপাধি আৰু ১৯২৬ চনত ষড়দৰ্শনতীৰ্থ উপাধিৰে ভূষিত হয়। ১৯৩০ চনত পাণ্ডুলাৰ দামোদৰ ধামত অধ্যাপনা কৰাৰ পিছত নলবাৰী সংস্কৃত কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হয়। তেওঁৰ পাণ্ডিত্যৰ কাৰণে কামৰূপ সঞ্জীৱনী সভাই তেওঁক বাচস্পতি উপাধিৰে ভূষিত কৰে। পণ্ডিতপ্ৰৱৰ গোস্বামীয়ে ৰচনা কৰা পুথিসমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল— মনোহৰ গদ্যমালা, জীৱেশ্বৰতত্ত্বম্, নিত্যাৰ্থ পদ্ধতি, জ্যোতিষ চিন্তামণি, হাস্যৰস তৰঙ্গ, শব্দাৰ্থ বিচাৰ, দামোদৰীয় দৰ্শন, ভট্টদেৱৰ ভক্তিবিবেকৰ টীকা আদি।

**জীৱেশ্বৰ শৰ্মা বেদান্ততীৰ্থ (১৯০৬-৬২) :**

গামেৰিমুৰীৰ প্ৰসিদ্ধ পণ্ডিত চন্দ্ৰকান্ত বিদ্যালঙ্কাৰ আৰু তাৰাপ্ৰিয়া দেৱীৰ সুযোগ্য পুত্ৰ জীৱেশ্বৰ শৰ্মা সেই অঞ্চলৰ আন এগৰাকী প্ৰখ্যাত সংস্কৃত পণ্ডিত। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতত বি, এ, আৰু দৰ্শনত এম এ পাছ কৰি চিলেটৰ মুৰাৰীচাঁদ কলেজত কিছুদিন অধ্যাপনা কৰে। তাৰ পিছত কলেজ পৰিদৰ্শক আৰু শেষত অসম সংস্কৃত বোৰ্ডৰ সচিবৰূপে কাম কৰি অৱসৰ লয়। গীতা, দৰ্শন আদি বিষয়ত তেওঁ বহুতো প্ৰবন্ধ প্ৰকাশ কৰে। এওঁৰ ভায়েক ধীৰেশ্বৰ শৰ্মা আন এগৰাকী প্ৰসিদ্ধ পণ্ডিত।

**তীৰ্থনাথ শৰ্মা (১৯১১-১৯৮৬) ঃ**

যোৰহাটৰ গোলাপ শৰ্মা আৰু চেনেহী দেৱীৰ সেই সময়ৰ পুত্ৰ তীৰ্থনাথ শৰ্মা এগৰাকী প্ৰখ্যাত সংস্কৃত পণ্ডিতেই নহয়— এজন বিশিষ্ট সাহিত্যিক, সমাজসেৱক, শিক্ষাবিদ আৰু সেই সময়ৰ এগৰাকী স্বাধীনতা যুঁজাৰুও আছিল। কলিকতাৰ পৰা সংস্কৃতত সুখ্যাতিৰে স্নাতকোত্তৰ ডিগ্ৰী পোৱাৰ পিছত তেওঁ কিছুদিন কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপকৰূপে কাম কৰে। তাৰ পিছত গুৱাহাটীলৈ উভতি আহি কটন কলেজৰ পুথিভঁৰালী হয় আৰু প্ৰাগ্‌জ্যোতিষ কলেজ স্থাপনত আগ ভাগ লৈ প্ৰথম অধ্যক্ষ হয়। ১৯৭১ চনত তেওঁ অসম সাহিত্য সভাৰ সভাপতি হয়। তেওঁ বিশ্ব হিন্দু পৰিষদৰ অসম শাখা, অসম বেদ বিদ্যালয়, অসম সঙ্গীত সম্মিলন, কলেজ শিক্ষক সম্থা আদিৰ লগতো ওতঃপ্ৰোতভাৱে জড়িত আছিল। শৰ্মাদেৱে ৰচনা কৰা পুথিসমূহৰ ভিতৰত পঞ্চপুষ্প, কামসেন্দুৰ (কবিতা পুথি), গান্ধীশিক্ষাসাৰ, সাহিত্য-বিদ্যা-পৰিক্ৰমা, আউনীআটীয় সত্ৰৰ বুৰঞ্জী, বেণুধৰ শৰ্মাৰ জীৱনী, উপনিষদ অষ্টক আদি উল্লেখযোগ্য। অসমৰ সাহিত্য-সামাজিক ক্ষেত্ৰত পণ্ডিত শৰ্মাৰ নাম চিৰস্মৰণীয় হৈ থাকিব।

**ম. ম. ধীৰেশ্বৰ ভাট্টাচাৰ্য্য (১৮৫১-১৯১০) ঃ**

নলবাৰীৰ আঠঘৰীয়াৰ কেশৱাচাৰ্য্য আৰু চন্দ্ৰপ্ৰভা দেৱীৰ পুত্ৰ ধীৰেশ্বৰ কোচবিহাৰৰ সিদ্ধান্তবাগীশৰ টোলত সংস্কৃত শিক্ষা গ্ৰহণ কৰি ব্যাকৰণ, দৰ্শন আদি বিষয়ত একাধিক উপাধি লাভ কৰাৰ পিছত আউনীআটীয়, দক্ষিণপাট, কামাখ্যা, শুক্লেশ্বৰৰ টোলসমূহত অধ্যাপনা কৰে। ১৯১০ চনত তেতিয়াৰ অসম চৰকাৰে তেওঁক মহামহোপাধ্যায় উপাধিৰে বিভূষিত কৰে। স্বনামধন্য এই পণ্ডিত গৰাকীয়ে কেবাখনো সংস্কৃত পুথি প্ৰণয়ন কৰে; তাৰ ভিতৰত ছন্দ বিষয়ত বৃত্ত মঞ্জৰী, শোকপ্ৰক্ষা, আৰু হৰ্ষপ্ৰক্ষা নামৰ দুখন খণ্ডকাব্য, গোপালাষ্টক, পৰমেশ্বৰাষ্টক, শিৱস্তুতি, কামাখ্যাষ্টক আদি ভক্তিমূলক গীতপুথি উল্লেখযোগ্য। তেওঁ শ্ৰীধৰ কন্দলিৰ 'কাণখোৱা' সংস্কৃতলৈ আৰু যজুৰ্বেদীয় সন্ধ্যাবিধি অসমীয়ালৈ ভাঙনি কৰে। আন দুখন গ্ৰন্থ ধাতুপাঠ আৰু আচাৰ্য্যগীতি অসম্পূৰ্ণ হৈ থাকি গ'ল।

**নাৰায়ণদেৱ মিশ্ৰ (১৮৭৭–১৯৬৩) ঃ**

ৰামৰায় গুৰুৰ বংশত পণ্ডিত গোবিন্দ মিশ্ৰৰ ঔৰসত আৰু ভুৱনেশ্বৰী দেৱীৰ গৰ্ভত নাৰায়ণদেৱে জন্ম গ্ৰহণ কৰে। সৰুৰে পৰা অত্যন্ত মেধাৱী নাৰায়ণদেৱে সেই সময়ৰ কেবাগৰাকী প্ৰসিদ্ধ সংস্কৃত পণ্ডিতৰ ওচৰত স্মৃতি কাব্য, ন্যায়, বেদান্ত, ভাগৱত আদি শাস্ত্ৰ অধ্যয়ন কৰে। ১৯২৮ চনত তেওঁ কাশীত সৰ্বভাৰতীয় ব্ৰাহ্মণ সম্মিলনত যোগদান কৰিছিল। পুৰীত তেওঁৰ ভাগৱত ব্যাখ্যা শুনি ম. ম. গণপতি শাস্ত্ৰী, পুৰীৰ নাৰায়ণ মিশ্ৰ আদি প্ৰখ্যাত পণ্ডিতবৰ্গ মুগ্ধ হৈ পৰিছিল। অসম সংস্কৃত পণ্ডিত পৰিষদ সম্মিলনৰ মুখ্য অতিথিৰূপে যোগদান কৰি বঙ্গদেশৰ প্ৰখ্যাত পণ্ডিত সাতকড়ি মুখাৰ্জীয়ে কৈছিল— 'বাণভট্টৰ পিছত নাৰায়ণ মিশ্ৰৰ দৰে সংস্কৃত আন কোনোৱে লিখা নাই বুলি মই ভাবোঁ।' সংস্কৃত শাস্ত্ৰ প্ৰকাশ কৰাৰ কাৰণেই তেওঁ ১৯১০ চনত এটা ছপাশালো স্থাপন কৰে। তেওঁ ৰচনা কৰি প্ৰকাশ কৰা গ্ৰন্থসমূহৰ ভিতৰত কেইখনমান হ'ল— ছন্দোমণি, শ্ৰীকৃষ্ণ, জীৱস্যস্বতন্ত্ৰীয়ম্ পৰতন্ত্ৰীয়ঞ্চ, সংস্কৃত ব্যাকৰণ পদ্ধতি, বৈষ্ণৱ ধৰ্ম, ভাগৱতী ভক্তি ধৰ্ম, নামঘোষাৰ ব্যাখ্যা আদি। ইয়াৰ বাহিৰে তেওঁ ভালেখিনি স্তোত্ৰও ৰচনা কৰে।

**পীতাম্বৰ সিদ্ধান্তবাগীশ ঃ**

প্ৰাচীন কামৰূপৰ আন এগৰাকী প্ৰখ্যাত সংস্কৃত পণ্ডিত পীতাম্বৰ সিদ্ধান্তবাগীশৰ জন্ম বৃত্তান্ত সম্বন্ধে যিখিনি পোৱা গৈছে সেয়া যথেষ্ট নহয়। তেওঁ আন গৰাকী প্ৰসিদ্ধ পণ্ডিত ৰত্নমালা ব্যাকৰণৰ গ্ৰন্থকাৰ পুৰুষোত্তম বিদ্যাবাগীশৰ সমসাময়িক আছিল আৰু দুয়োজনেই কোঁচৰজা নৰনাৰায়ণৰ (খৃঃ ১৫৪০–১৫৮৪) ৰাজসভাৰ সভাপণ্ডিত আছিল। দৰঙীৰজাৰ নিৰ্দেশত বলদেৱ সূৰ্য্যখড়ী নামৰ ঘটনা পঞ্জীয়ক এজনে লিখা দৰঙ ৰাজবংশাৱলীৰ পৰা জনা যায় যে নৰনাৰায়ণ আৰু ভায়েক চিলাৰায়ে ৰাজ্যত সংস্কৃত শিক্ষাৰ প্ৰসাৰৰ কাৰণে বহুতো আঁচনি গ্ৰহণ

কৰিছিল আৰু ৰাজসভাত থকা পণ্ডিতবৰ্গক সংস্কৃত শাস্ত্ৰসমূহ অসমীয়ালৈ ভাঙনি কৰাৰ নিৰ্দেশ দিছিল। এই উদ্দেশ্যে নৰনাৰায়ণে গৌৰ দেশৰ পৰা দুজন বিদগ্ধ সংস্কৃত পণ্ডিতো লৈ আহে। এই দুজনৰ এজন পীতাম্বৰ আৰু আনজন পুৰুষোত্তম। পীতাম্বৰে তেওঁৰ দায়কৌমুদীত লিখিছে যে লৌহিত্য অৰ্থাৎ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ কোনো ঠাইত তেওঁৰ জন্ম হৈছিল। ইয়াৰ পৰা বুজিব পাৰি যে পীতাম্বৰৰ জন্মস্থান প্ৰাচীন কামৰূপ। নৰনাৰায়ণৰ ৰাজগুৰু পীতাম্বৰে ৰজাৰ মৃত্যুৰ পিছত ভতিজাক ৰঘুদেৱৰ (১৫৮৪-১৬০৩) ৰাজধানীলৈ আহে। অৱশেষত চিলাৰায়ৰ নাতি বলিনাৰায়ণৰ ৰাজ্যলৈ যায় আৰু মঙ্গলদৈৰ ওচৰৰ সৰাবাৰীত জীৱনৰ বাকীখিনি কাল সংস্কৃত শাস্ত্ৰ চৰ্চা-অধ্যয়নত কটায়। পীতাম্বৰ এজন নৈষ্ঠিক বৈষ্ণৱ আছিল যদিও তেওঁ শিৱ, দুৰ্গা, সূৰ্য্য আদি আন আন দেৱতাসকলৰো ভক্ত আছিল। বেদ, বেদান্ত, ন্যায় বিশেষকৈ নব্য ন্যায়, পূৰ্বমীমাংসা, ৰামায়ণ, মহাভাৰত, ভাগৱতাদি সমস্ত শাস্ত্ৰত তেওঁৰ তেওঁৰ অগাধ পাণ্ডিত্য আছিল। তেওঁ ৰচনা কৰা ওঠৰখন কৌমুদী শাস্ত্ৰই তেওঁৰ অগাধ পাণ্ডিত্যৰ পৰিচায়ক। ক'বলৈ গ'লে তেওঁ মধ্যযুগীয় ভাৰতৰ এগৰাকী শ্ৰেষ্ঠ স্মৃতিসাৰ ৰচয়িতা। পণ্ডিত পীতাম্বৰে ৰচনা কৰা ওঠৰখন (কোনো কোনো পণ্ডিতৰ মতে আঠাইশখন) কৌমুদী শাস্ত্ৰ হ'ল— দণ্ড, প্ৰেত, বৃষোৎসৰ্গ, প্ৰমাণ, শ্ৰাদ্ধ, দুৰ্গোৎসৱ, একাদশী, শুদ্ধি, প্ৰতিষ্ঠা, সঙ্কল্প, প্ৰায়শ্চিত্ত, তীৰ্থ, কাল, পঞ্চদীক্ষা, সম্বন্ধ, তিথি, দায় আৰু আচাৰ কৌমুদী। ইয়াৰ বাহিৰেও তেওঁ 'ভক্তি'ৰ ওপৰত এখন গ্ৰন্থ আৰু কিছুমান স্তোত্ৰ ৰচনা কৰো বুলি জানিব পৰা গৈছে।

**পুৰুষোত্তম বিদ্যাবাগীশ ঃ**

পুৰুষোত্তম ভট্টাচাৰ্য্য অসমৰ এগৰাকী স্বনামধন্য সংস্কৃত পণ্ডিত। পুৰুষোত্তমে ৰচনা কৰা প্ৰয়োগৰত্নমালা ব্যাকৰণে অসমত সংস্কৃত ব্যাকৰণ অধ্যয়ন-অধ্যাপনৰ এক নতুন দিশৰ সূচনা কৰে। অসমৰ চুকে-কোণে সিঁচৰতি হৈ থকা বিভিন্ন সংস্কৃত টোলসমূহত আজিও ৰত্নমালা ব্যাকৰণৰ শিক্ষাদান হৈ আছে আৰু এই ব্যাকৰণতে ছাত্ৰ-ছাত্ৰীয়ে উপাধি লাভ কৰি আছে। পুৰুষোত্তম ৰজা মল্লদেৱৰ (নৰনাৰায়ণৰ) সভাকবি আছিল। প্ৰবাদ আছে যে এবাৰ ৰজাৰ ওচৰলৈ পশ্চিমৰ পৰা নাৰায়ণ তৈলঙ্গ নামৰ এজন পণ্ডিত আহে। ৰজাই মালিচৰ বাবে (মধ্যম) নাৰায়ণ তেল অনাৰ বাবে আগতেই ৰাজবৈদ্যক নিৰ্দেশ দি থৈছিল। পিছত দুৱৰীয়ে পণ্ডিতজনৰ নাম অলপ ভুলকৈ উচ্চাৰণ কৰি ৰজাক জনোৱাত ভঁৰালত জমা দিবলৈ নিৰ্দেশ দিলে। পণ্ডিতজনে ভঁৰালত কষ্ট ভোগ কৰি কিছুদিন থকাৰ পিছতহে ৰজাই সকলো জানিব পাৰিলে। তাৰ পিছতে ৰজাই পুৰুষোত্তমক এখন সহজ-সৰল সংস্কৃত ব্যাকৰণ ৰচনা কৰি উলিয়াবলৈ নিৰ্দেশ দিয়ে। অসমৰ এগৰাকী প্ৰধান বৈষ্ণৱ ধৰ্মগুৰু শ্ৰীশ্ৰীহৰিদেৱৰ শিষ্য বনগঞ্জাগিৰিয়ে লিখা চৰিতপুথিৰ পৰা পুৰুষোত্তম ভট্টাচাৰ্য্যৰ বংশৰ বিষয়ে কিছু আভাস পোৱা যায়। খৃঃ ৭ম শতিকাত কুমাৰ ভাস্কৰ বৰ্মাই বাৰাণসীৰ পৰা নৰোত্তমদেৱ নামৰ এগৰাকী সংস্কৃত পণ্ডিত কামৰূপলৈ আনে। এই নৰোত্তমৰে এজন বংশধৰ সূৰ্য্যদেৱৰ পদ্মনাভৰ আৰু অজনাভ নামৰ দুজন পুত্ৰ আছিল। হৰিদেৱ অজনাভৰ আৰু পুৰুষোত্তম পদ্মনাভৰ পুত্ৰ। পুৰুষোত্তম ১৪৫৭ পৰা ১৫০৯ শকাব্দলৈ ৰজা নৰনাৰায়ণৰ সভাকবি আছিল। বিদ্যাবাগীশৰ জন্ম কাল ১৪০৮ শকাব্দ বুলি অনুমান কৰা হৈছে।

**বিপিন চন্দ্ৰ গোস্বামী (১৯০৯-১৯৮৭) ঃ**

মহামহিমোপাধ্যায় বিপিন চন্দ্ৰ নলবাৰী সত্ৰৰ যামিনীকান্ত গোস্বামী আৰু অমৃতপ্ৰিয়া দেৱীৰ পুত্ৰ। ১৯৩০ চনত শুক্লেশ্বৰৰ মুনিকুলাশ্ৰম টোলত পঢ়ি বেদশাস্ত্ৰী উপাধি লোৱাৰ পিছত বাৰাণসীলৈ গৈ ব্যাকৰণতীৰ্থ আৰু কলিকতাৰ পৰা কাব্যতীৰ্থ উপাধি লাভ কৰে। বাৰাণসীত থকা কালতে তেওঁ বেদবাচস্পতি উপাধিৰ শিক্ষা সাং কৰে। তাৰ পিছত গুৱাহাটীলৈ আহি মুনিকুলাশ্ৰমতেই শিক্ষকতা কৰি জীৱনৰ বাকী গোটেইখিনি কাল কটায়। পণ্ডিত গোস্বামীয়ে কেবাখনো সৰ্বভাৰতীয় প্ৰাচ্য সম্মিলনত যোগদান কৰে। ১৯৭৫ চনত বিশ্ব সংস্কৃত সম্মিলনলৈ তেওঁ আমন্ত্ৰিত হৈছিল। বিহগী কবি ৰঘুনাথ চৌধুৰীৰ নৱমল্লিকা তেওঁ সৰল সংস্কৃতলৈ ভাঙনি কৰে। ইয়াৰ উপৰিও তেওঁ ব্যাকৰণ মঞ্জুষা আৰু ব্যাকৰণ মঞ্জৰী ৰচনা কৰে। তেওঁ প্ৰয়াগৰ পৰা বিদ্যাবাগীশ আৰু মহামহিমোপাধ্যায় উপাধি লাভ কৰে।

১৯৭১ চনৰ তেওঁ ৰাষ্ট্ৰপতি পুৰস্কাৰো পায়। অতি সহজ-সৰল সংস্কৃতত বক্তৃতা দি সৰ্বসাধাৰণক মুগ্ধ কৰিব পৰা গুণৰ অধিকাৰী আছিল পণ্ডিত গোস্বামীদেৱ।

**ভগৱান চন্দ্ৰ দেৱ গোস্বামী (১৮৯৮-১৯৭১) :**

নলবাৰীৰ ওচৰৰ নামকোনা সত্ৰত জন্ম গ্ৰহণ কৰা ভগৱান চন্দ্ৰ গোস্বামীৰ মাকৰ নাম বসুন্ধৰী দেৱী আৰু পিতাকৰ নাম ইন্দ্ৰদেৱ গোস্বামী ভাগৱতভূষণ। চিলেট সংস্কৃত কলেজত আৰু তাৰ পিছত পণ্ডিত মন্মথ তৰ্কতীৰ্থৰ অধীনত তেওঁ সাংখ্য, বেদান্ত, ন্যায়, স্মৃতি পুৰাণ আদি বিভিন্ন শাস্ত্ৰ অধ্যয়ন কৰি কাব্য আৰু ব্যাকৰণশাস্ত্ৰী হয়। পণ্ডিত গোস্বামীৰ অগাধ পাণ্ডিত্য দেখি ম. মঃ ধীৰেশ্বৰ আচাৰ্য্যই তেওঁক নিজৰ টোলত অধ্যাপকৰূপে নিযুক্তি দিয়ে। তাৰ পিছত তেওঁ নলবাৰী সংস্কৃত কলেজৰ অধ্যাপক হয়। পণ্ডিত গোস্বামীয়ে সংস্কৃত শ্লোকেৰে বক্তৃতা দিব পাৰিছিল। তেওঁ ৰচনা কৰা (ভাঙনি) পুথিসমূহ হ'ল— মহাভাৰত, দশকুমাৰ চৰিত, কাদম্বৰী, হৰ্ষচৰিত, বেতাল পঞ্চবিংশতি আৰু কথাসৰিত সাগৰ; জীৱিতঃ মানৱঃ (যমালয়ত জীৱন্ত মানুহৰ সংস্কৃত ৰূপান্তৰ)। ইয়াৰ উপৰিও তেওঁ অসংখ্য গৱেষণামূলক প্ৰৱন্ধও ৰচনা কৰে।

**ভৱদেৱ ভাগৱতী (১৯০২- ১৯৮৮) :**

কৈঠালকুছিৰ বলভদ্ৰ ভাগৱতীৰ ঔৰসত ভৱদেৱ ভাগৱতীয়ে জন্ম গ্ৰহণ কৰে। নলবাৰী গৰ্ডন হাইস্কুলত দশম শ্ৰেণীৰ ছাত্ৰ হৈ থাকোঁতেই ভৱদেৱে স্বাধীনতা আন্দোলনত জঁপিয়াই পৰে। তাৰ পিছত গোপাল চন্দ্ৰ তৰ্কতীৰ্থৰ অধীনত কমলা চতুষ্পাঠীত সংস্কৃত শিক্ষা গ্ৰহণ কৰি ব্যাকৰণ আৰু পুৰাণশাস্ত্ৰী হয়। ১৯৩১ চনত বাৰাণসীৰ পৰা বেদান্ততীৰ্থ, বেদান্তবাগীশ আৰু ঢাকাৰ পৰাও বেদান্তবাগীশ হয়। পণ্ডিত ভাগৱতীয়ে কেবাখনো পুথি ৰচনা কৰে। তাৰ ভিতৰত সংস্কৃত ভাষাত সতী জয়মতী, কথাকুসুমম আৰু শ্লোকমালা, অসমীয়া ভাষাত সুখৰ সপোন, ভেকোভাওনা, নতুন নাটক, গান্ধীকীৰ্তন, স্তুতিপাঠ, মহাভাৰতৰ আদি, বন আৰু দ্ৰোণপৰ্ব। ইয়াৰ উপৰিও ৰচনা কৰা কেবাখনো পুথি এতিয়াও পাণ্ডুলিপি অৱস্থাতে আছে। ১৯৭৭ চনত অসম চৰকাৰৰ পৰা সাহিত্যিক পুৰস্কাৰ আৰু ১৯৮৭ চনত সাহিত্যিক পেঞ্চন লাভ কৰে। ১৯৮২ চনত ৰাষ্ট্ৰপতি পদক পায়।

**মনোৰঞ্জন শাস্ত্ৰী (১৯১১-১৯৮৮) :**

এই শতিকাৰ অসমৰ শ্ৰেষ্ঠ সংস্কৃত পণ্ডিতসকলৰ ভিতৰত আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীও এগৰাকী। ওঠৰ বছৰ বয়সতেই ব্যাকৰণশাস্ত্ৰী উপাধি পোৱাৰ চাৰি বছৰ পিছত তেওঁ স্মৃতিশাস্ত্ৰী হয়। তাৰ পিছত কলিকতালৈ গৈ মীমাংসা আৰু বেদান্তত উপাধি লাভ কৰে। শাস্ত্ৰীদেৱে তাৰ পিছত নলবাৰী সংস্কৃত কলেজত ত্ৰিশ বছৰৰো অধিক কাল অধ্যাপনা কৰে। গুৱাহাটী বিশ্ববিদ্যালয়তো তেওঁ আলহী অধ্যাপকৰূপে কিছুদিন কাম কৰে। তেওঁ বহুকেইখন মূল্যবান গ্ৰন্থ প্ৰকাশ কৰে। তাৰ ভিতৰত তেওঁ সম্পাদনা কৰি উলিওৱা পীতাম্বৰ সিদ্ধান্তবাগীশৰ গ্ৰহণ কৌমুদী, লক্ষ্মীপতিৰ জ্যোতিৰ্মালা, আৰু দামোদৰ মিশ্ৰৰ স্মৃতিসাগৰসাৰ, ৰঘুনাথ চৌধাৰীৰ কেতেকী কাব্যৰ সংস্কৃত ৰূপান্তৰ, অশ্বঘোষৰ বুদ্ধচৰিতৰ অসমীয়া ভাঙনি, পটকাম্নায়, প্ৰকামকামৰূপম, উটঙ্কভৈক্ষম্, পাটকাপ্ৰকাশ, সাহিত্য দৰ্শন, বাক্যাৰ্থবোধ, কুমাৰিল ভট্টপাদ, আচাৰ্য্য ধৰ্মকীৰ্তি আদি বিশেষভাৱে উল্লেখযোগ্য। ইয়াৰ উপৰিও মীমাংসাসূত্ৰৰ শবৰ ভাষ্যৰ প্ৰথম অধ্যায়ৰ ওপৰত লিখা ভাষ্য বালমনোৰঞ্জনী আৰু বৈদিক দৰ্শনৰ ৰূপৰেখা আন দুখন মূল্যৱান পুথি। শাস্ত্ৰীদেৱে ১৯৭৫ চনত ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ আৰু ১৯৭৭ চনত অসম চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চনো লাভ কৰে।

**মাহেন্দ্ৰ চন্দ্ৰ সাংখ্যাৰ্ণৱ (১৮৭৬–১৯৭১) :**

শ্ৰীহট্ট (বৰ্তমান কাছাৰ) জিলাৰ প্ৰসিদ্ধ পণ্ডিত মাহেন্দ্ৰ চন্দ্ৰ কাব্যতীৰ্থই হবিগঞ্জৰ দেওপাড়াৰ প্ৰখ্যাত বাৰুচি বংশত জন্ম গ্ৰহণ কৰে। তেওঁৰ পিতাকৰ নাম ৰুদ্ৰ চন্দ্ৰ তৰ্কবাগীশ আৰু মাকৰ নাম নৱকুমাৰী দেৱী। পণ্ডিত বাৰুচি কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ এগৰাকী পৰীক্ষকো আছিল। তেওঁ বহুকেইখন পুথি ৰচনা কৰে। তাৰ

ভিতৰত উল্লেখযোগ্য কেইখন মান হ'ল— ধাত্বাৰ্থ চন্দ্ৰিকা, সাহিত্য চৰ্চা, তত্ত্ব চন্দ্ৰিকা, প্ৰবন্ধ কল্পলতা, শ্ৰীদুৰ্গাৰ্চন চন্দ্ৰিকা, ব্ৰাহ্মণ পৰিচয়, মহেঞ্জোদাৰু চিলচ্ ডিচাইফাৰ্ড।

**যোগীৰাজ বসু (১৯১১-১৯৭৬) ঃ**

অধ্যক্ষ যোগীৰাজ বসু অসমৰ এগৰাকী প্ৰসিদ্ধ সংস্কৃত পণ্ডিতেই নহয়, এজন প্ৰখ্যাত শিক্ষাবিদো। ১৯৩৪ চনত বেদান্ত, তাৰ দুবছৰ পিছত বেদ বিষয়ত তাৰ তিনি বছৰ পিছত ইংৰাজীত স্নাতকোত্তৰ আৰু ১৯৬৬ চনত যাদৱপুৰ বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। ১৯৪৫ চনত ডিব্ৰুগড় কলেজৰ (বৰ্তমান কানৈ কলেজ) প্ৰতিষ্ঠাপক অধ্যক্ষ হয়। ১৯৬৭ চনত ড° বসুৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপকৰূপে যোগদান কৰে। কোনো কালেই পাদুকা পৰিধান নকৰা, চিৰকুমাৰ যোগীৰাজে তেওঁৰ দীক্ষাগুৰু ওম বাবাই প্ৰতিষ্ঠা কৰা বিৰাজ আশ্ৰমতেই জীৱনৰ বেছিখিনি কাল অতিবাহিত কৰে। এগৰাকী সংস্কৃত পণ্ডিতৰূপে পৃথিৱীৰ বিভিন্ন ঠাঁইত ভাৰততত্ত্বৰ ওপৰত বক্তৃতা দি ফুৰা বসুৱে কেবাখনো মূল্যৱান পুথি প্ৰণয়ন কৰে। তাৰ ভিতৰত বেদৰ পৰিচয়, জৰাথুষ্ট্ৰ ধৰ্ম, বৈদিক যুগৰ প্ৰাচীন সভ্যতা আৰু সংস্কৃতি, প্ৰাচ্য আৰু পাশ্চাত্যৰ সাহিত্য সমালোচনাৰ ধাৰা, পূৰ্বমীমাংসা, বেদান্ত দৰ্শন, উপনিষদৰ যুগৰ সামাজিক আৰু অৰ্থনৈতিক অৱস্থা (ইংৰাজী ভাষাত) আদি।

**ৰজনীকান্ত দেৱ শৰ্মা (১৯১২-১৯৯১) ঃ**

পণ্ডিতপ্ৰৱৰ ৰজনীকান্ত দেৱ শৰ্মাৰ জন্ম কামৰূপৰ ব্যাসকুছি সত্ৰত। প্ৰাকৃতিক দুৰ্যোগত পৰি পৰিয়ালটোৱে পিছত পাটাছাৰকুছিলৈ উঠি যায়। সংস্কৃতত সৰ্ব্বোচ্চ নম্বৰ লৈ প্ৰৱেশিকা পাচ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম, এ আৰু তাৰ পিছত সাহিত্য আৰু পুৰাণত উপাধি লাভ কৰে। তেওঁ কেবাখনো স্কুলত শিক্ষকতা কৰাৰ পিচত কটন কলেজত আৰু কিছুদিন গুৱাহাটী বিশ্ববিদ্যালয়তো শিক্ষকতা কৰে। পণ্ডিত শৰ্মা বহুকেইখন গ্ৰন্থৰ ৰচয়িতা। তাৰ ভিতৰত মুদ্ৰাৰাক্ষস আৰু অৰ্থশাস্ত্ৰৰ অসমীয়া ভাঙনি বিশেষকৈ উল্লেখযোগ্য। অসমীয়া বিশ্বকোষৰ প্ৰথম খণ্ড তেওঁ সম্পাদনা কৰে। 'সমাৰ্থক শব্দকোষ' তেওঁৰ আন এখন উল্লেখযোগ্য গ্ৰন্থ। ইয়াৰ বাহিৰেও পণ্ডিত শৰ্মা এগৰাকী সুবক্তা। তেওঁ বেদ, ভাগৱত পুৰাণাদি শাস্ত্ৰৰ বিষয়ে অনৰ্গল বক্তৃতা দি হাজাৰ হাজাৰ শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰি ৰাখিব পাৰিছিল। মৃত্যুৰ পিছত তেওঁক আনন্দৰাম বৰুৱা বটা প্ৰদান কৰা হয়।

**ৰাজেশ্বৰ ভট্টাচাৰ্য্য তৰ্কতীৰ্থ (১৯০৯-১৯৯২) ঃ**

নলবাৰী চতমাত জন্ম গ্ৰহণ কৰা পণ্ডিত ৰাজেশ্বৰ ভট্টাচাৰ্য্যৰ পিতাকৰ নাম তাৰানাথ ভট্টাচাৰ্য্য আৰু মাকৰ নাম পদ্মপ্ৰিয়া দেৱী। কলিকতাৰ ভাটাপল্লি সংস্কৃত কলেজৰ পৰা সাংখ্য আৰু ঢাকাৰ পৰা ন্যায়ত উপাধি লাভ কৰি চতমাত মাকৰ নামত এখন টোল প্ৰতিষ্ঠা কৰে। ১৯৪৭ৰ পৰা ১৯৫০ লৈ তেওঁ নলবাৰী সংস্কৃত কলেজত আৰু তাৰ পিছত ১৯৬৭ চনত গুৱাহাটী কলেজিয়েট স্কুলত শিক্ষকতা কৰে। তেওঁ অসম চৰকাৰী সংস্কৃত কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগতো কিছুদিন শিক্ষকতা কৰে। তেওঁ ৰচনা কৰা পুথিসমূহৰ ভিতৰত দেৱভাষা পৰিচয়, সংস্কৃত ব্যাকৰণ পৰিচয়, সংস্কৃত শিক্ষা, সিদ্ধান্ত মুক্তাৱলী আদি উল্লেখযোগ্য।

**ৰাধানাথ ফুকন (১৮৭৫-১৯৬৪) ঃ**

যোৰহাটৰ বিখ্যাত তামুলী ফুকন পৰিয়ালত জন্ম গ্ৰহণ কৰা দাৰ্শনিক পণ্ডিত ৰাধানাথ ফুকন শিক্ষাত বিজ্ঞানৰ ছাত্ৰ হলেও সৰু কালৰে পৰা সংস্কৃত ভাষা সাহিত্য দৰ্শনৰ প্ৰতি তেওঁ বিশেষভাৱে আকৃষ্ট হৈছিল। ৰাধানাথৰ পিতাকৰ নাম কৃপানাথ ফুকন আৰু মাকৰ নাম ৰুক্মিণী দেৱী। ১৮৯৫ চনত কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা পদাৰ্থ বিজ্ঞানত এম-এচ-চি পাচ কৰাৰ পিচত আইন বিষয়তো স্নাতক হৈ যোৰহাটত ওকালতি কৰিবলৈ লয়। তেওঁ সংস্কৃত সাহিত্য বিশেষকৈ ভাৰতীয় দৰ্শনৰ ওপৰত বিশেষভাৱে আকৃষ্ট হৈ গভীৰ অধ্যয়নত ৰত হয়। তেওঁ দৰ্শনৰ ওপৰত কেবাখনো পুথি ৰচনা কৰে। তাৰ ভিতৰত বেদান্ত দৰ্শন, শ্ৰীমদ্‌ভগৱদ্‌গীতা, কথাৰে উপনিষদ, বিজ্ঞানৰ সিপাৰে, জন্মান্তৰ ৰহস্য, থিয়ৰি অব্ ৰিবাৰ্থ, ঈশ্বৰকৃষ্ণৰ সাংখ্যকাৰিকা আদি উল্লেখযোগ্য।

**ৰূপেশ্বৰ বুজৰবৰুৱা স্মৃতিৰত্ন :** 

কামৰূপৰ বৰখালা গাৱঁত ১৮৭২ চনত জন্ম লাভ কৰা ৰূপেশ্বৰ বুজৰবৰুৱা অসমৰ সংস্কৃত পণ্ডিত সকলৰ ভিতৰত এগৰাকী লেখত লবলগীয়া ব্যক্তি। কোচবিহাৰৰ মঃ মঃ সিদ্ধিনাথ বিদ্যাবাগীশৰ টোলৰ পৰা ব্যাকৰণ তীৰ্থ উপাধি লাভ কৰাৰ পিছত তেওঁ বৰখলা টোলত অধ্যাপনা কৰে। বুজৰবৰুৱাই আয়ুৰ্বেদো অধ্যয়ন কৰি এজন ভাল কবিৰাজ ৰূপেও প্ৰসিদ্ধি লাভ কৰে। পণ্ডিত বুজৰবৰুৱাই আয়ুৰ্বেদ আৰু স্মৃতিৰ ওপৰত কেবাখনো পুথি ৰচনা কৰে। তেওঁ পাঁচটা খণ্ডত দশকৰ্মদৰ্পণ প্ৰকাশ কৰি উলিয়ায়। ইয়াৰ উপৰিও প্ৰেতকৃত্যদৰ্পণ, শিশুচিকিৎসা, স্ত্ৰীচিকিৎসা, গোচিকিৎসা, দ্ৰব্যগুণ, কামৰূপ বিৱৰণ, পঞ্চভাষা প্ৰদীপ আদি পুথি বুজৰবৰুৱাৰ উল্লেখযোগ্য অৱদান।

**শচীন্দ্ৰ ভট্টাচাৰ্য্য পঞ্চতীৰ্থ (১৯১৩–১৯৮২) :**

শ্ৰীহট্ট জিলাৰ বোয়ানজোৰ গাৱঁত সতীশ ভট্টাচাৰ্য্যৰ ঔৰসত আৰু বিলাস মঞ্জৰী দেৱী গৰ্ভত জন্ম গ্ৰহণ কৰা পণ্ডিত শচীন্দ্ৰ ভট্টাচাৰ্য্যই বিভাজনৰ আগলৈকে সেই জিলাতে কৰ্মজীৱন আৰম্ভ কৰি বিভাজনৰ পিছত কাছাৰলৈ আহি জীৱনৰ বাকীকেইটা দিন অতিবাহিত কৰে। অসীম পাণ্ডিত্যৰ অধিকাৰী শচীন্দ্ৰই কেইবাটাও বিষয়ত সন্মান আৰু উপাধি লাভ কৰে। ১৯২৬ চনত ব্যাকৰণ তীৰ্থ, ১৯৩০ চনত স্মৃতি শাস্ত্ৰী, ১৯৩২ চনত স্মৃতিতীৰ্থ, ১৯৩২ আকৌ স্মৃতিতীৰ্থ, ১৯৩৫ চনত সোণৰ পদক সহ ধৰ্মশাস্ত্ৰী, ১৯৩৫ চনত বেদ শাস্ত্ৰী, ১৯৪০ চনত (কামৰূপীয়) স্মৃতিতীৰ্থ উপাধি পায়। কাশীৰ পণ্ডিত সভাই ১৯৬০ চনত তেওঁক 'স্মৃতিসম্ৰাট' উপাধিৰে ভূষিত কৰে। ১৯৭৭ চনত সংস্কৃত অধ্যাপক সম্মেলনে 'বাচস্পতি' আৰু সেই চনতে কলিকতাৰ সৰ্বভাৰতীয় সংস্কৃত সম্মেলনে 'মহামহোপধ্যায়' উপাধি প্ৰদান কৰে। ১৯৭৯ চনত তেওঁ ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে।

**শাৰদা চৰণ শাস্ত্ৰী**

পূৰ্বৰ কাছাৰ (বৰ্তমান কৰিমগঞ্জ) জিলাৰ জবাইনপুৰ গাৱঁৰ শাণ্ডিল্যগোত্ৰৰ সামবেদীয় ব্ৰাহ্মণ পৰিয়ালৰ ৰঘুনাথ ভট্টাচাৰ্য্যৰ পুত্ৰ শাৰদা চৰণ সৰু কালতে সংস্কৃত শিক্ষাৰ প্ৰতি আকৃষ্ট হয়। ৰাজসাহী (বৰ্তমান বাংলাদেশত) কলেজৰ পৰা বি. এ পাছ কৰি সংস্কৃত সাহিত্য অধ্যয়নৰ কাৰণে কাশীলৈ যায় আৰু কাশী সংস্কৃত কলেজৰ পৰা 'সাহিত্য কলা বিনোদ' উপাধি লাভ কৰে। সংস্কৃত ভাষাত বিশেষ পাণ্ডিত্যৰ কাৰণে তেখেত শাৰদা চৰণ শাস্ত্ৰীৰূপে প্ৰসিদ্ধ হৈ পৰে। তেতিয়াৰ বৃটিছ চৰকাৰৰ অধীনত তেওঁ কিছুকাল শিক্ষা বিষয়াৰূপে কাৰ্য্যনিৰ্বাহ কৰাৰ সময়তে সংস্কৃত সাহিত্যৰ ওপৰত বহুতো প্ৰৱন্ধ প্ৰকাশ কৰে। তেওঁৰ অগাধ পাণ্ডিত্য আৰু সেৱাৰ বাবে চৰকাৰে তেওঁক 'ৰায় চাহেব' উপাধি প্ৰদান কৰে। ১৯৪৮ চনৰ অক্টোবৰ মাহত এই বৰেণ্য পণ্ডিত গৰাকীয়ে ইহলীলা সম্বৰণ কৰে।

**শিৱনাথ বুজৰবৰুৱা (১৮৮০-১৯৫৬) :**

কামৰূপৰ দতৰাৰ লক্ষ্মীনাথ বুজৰবৰুৱা আৰু ব্ৰহ্মময়ী দেৱীৰ পুত্ৰ শিৱনাথ অসমৰ আন এগৰাকী সুপ্ৰসিদ্ধ সংস্কৃত পণ্ডিত। শিশু অৱস্থাতে তেওঁ প্ৰয়োগৰত্নমালা ব্যাকৰণৰ শিক্ষা লাভ কৰি। নৱদ্বীপৰ মধুসূদন স্মৃতিৰত্নৰ টোলৰ পৰা তেওঁ স্মৃতিৰত্ন আৰু স্মৃতিতীৰ্থ আৰু ঢাকাৰ সাৰস্বত সমাজৰ পৰা স্মৃতিবাচস্পতি উপাধি লাভ কৰে। পণ্ডিত বুজৰবৰুৱাই ৰচনা কৰা গ্ৰন্থসমূহৰ ভিতৰত লঘুৰত্নমালা ব্যাকৰণ আৰু দায়কৌমুদী প্ৰবোধিনী বিশেষভাৱে উল্লেখযোগ্য।

**শিৱনাথ শৰ্মা শাস্ত্ৰী (১৯১৫-১৯৯৯)**

নলবাৰী জিলাৰ নন্দগাঁৱৰ এগৰাকী প্ৰসিদ্ধ পণ্ডিত শিৱনাথ শৰ্মাই ১৯৩৯ চনত ব্যাকৰণ আৰু তাৰ ৩ বছৰ পিছত কাব্যৰ উপাধি লাভ কৰে। ১৯৫৮ চনত সংস্কৃত বিষয়ত এম. এ পাচ কৰে। তেঁও কৰ্মজীৱন আৰম্ভ কৰে ধমধমা, কৈঠালকুছি, নলবাৰী গৰ্ডন, গিৰীশ বিদ্যাপীঠ আদি বিভিন্ন স্কুলত শিক্ষকতা কৰি কিছুকাল পাটাছাৰকুছি এন

এইচ কলেজৰ অধ্যক্ষও হয়। ১৯৬২–৭০লৈ অসম সংস্কৃত বোৰ্ডৰ সচিবৰূপে কাম কৰে। তেওঁ প্ৰয়োগ ৰত্নমালা ব্যাকৰণ সম্পাদনা কৰি প্ৰকাশ কৰে। বিভিন্ন আলোচনী আদিত সংস্কৃত বিষয়ৰ তেওঁৰ বহুতো প্ৰবন্ধ প্ৰকাশ হৈছে।

**হংসনাথ স্মৃতিব্যাকৰণতীৰ্থ (১৮৮৭–১৯৫৯) :**

নলবাৰী জিলাৰ বালি গাৱঁৰ পদ্মনাথ ভাগৱতী আৰু মহেশ্বৰী দেৱীৰ পুত্ৰ হংসনাথে প্ৰথমতে গামেৰীমুৰি টোলত কিছুদিন সংস্কৃত শিক্ষা লোৱাৰ পিছত গৌৰীপুৰৰ তাৰানাথ গোস্বামীৰ টোলত পঢ়ি ব্যাকৰণতীৰ্থ উপাধি লয়। তাৰ পিছত কলিকতাৰ মূলাজোৰ সংস্কৃত কলেজৰ পৰা স্মৃতিতীৰ্থ উপাধি লাভ কৰে। তেওঁ তাৰ পিছত নিজৰ বালিগাৱঁলৈ ঘূৰি আহি বালি বিদ্যোৎসাহিনী টোল স্থাপন কৰে। এই টোলত কিছুদিন শিক্ষকতা কৰাৰ পিছত তেওঁ চিলেটৰ সংস্কৃত কলেজৰ অধ্যাপকৰূপে নিযুক্তি পায় আৰু ১৯৪৭ চনলৈকে সেইখন কলেজতে শিক্ষকতা কৰি অৱসৰৰ শেষৰ কেইবছৰমান সেই কলেজৰ অধ্যক্ষও হয়। তাৰ পিছত জীৱনৰ বাকীখিনি কাল বালিটোলতে শিক্ষা দান কৰি কটায়।

ইয়াৰ উপৰিও আৰু কেইবাগৰাকী প্ৰসিদ্ধ সংস্কৃত পণ্ডিতৰ নাম আমি পাইছোঁ যদিও তেওঁলোকৰ বিষয়ে বিশদ বিৱৰণ নোপোৱাৰ কাৰণে ইয়াত সন্নিবিষ্ট কৰিব পৰা নগ'ল। তাৰ ভিতৰত কেইজনমানৰহে নাম ইয়াতে উল্লেখ কৰা হ'ল। তেওঁলোকে ৰচনা কৰা পুথিৰ নাম বন্ধনীৰ ভিতৰত দিয়া হৈছে। মঃ মঃ আদ্যনাথ ন্যায়ভূষণ (জন্ম গোৱালপাৰাৰ হাকামাত ১৮৪৭ চন), কৃষ্ণমোহন শৰ্মা স্মৃতিতীৰ্থ (জন্ম বিলাসীপাৰৰ ওচৰৰ শালকোচাত, গঙ্গাজলম্ আৰু প্ৰায়শ্চিত্ততত্ত্বম্ সম্পাদনা কৰি প্ৰকাশ কৰে; এইখন অভিধানৰ সঙ্কলকৰ শ্বশুৰ পিতামহ)। গোপালদেৱ বিদ্যাবাগীশ (জন্ম শিলাগাও, কামৰূপ, ১৯শ শতিকা, প্ৰয়োগ ৰত্নমালাৰ কাৰকখণ্ডৰ টীকা ৰচনা কৰে)। গোপাল চন্দ্ৰ তৰ্কতীৰ্থ (বিবাহ পদ্ধতি, কেইবাখনো পূজাবিধি, পীতাম্বৰ সিদ্ধান্তবাগীশৰ দশকৰ্মকৌমুদীৰ সংস্কৃত টীকা সহ অসমীয়া ভাঙনি)। গোপীনাথ শৰ্মা স্মৃতি জ্যোতিষৰত্ন (জন্ম বিষ্ণুপুৰ, কামৰূপ ১৮৪৭ চন; শিক্ষা প্ৰধানতঃ নবদ্বীপ আৰু বাৰাণসী। 'দৈবজ্ঞ ভাস্কৰ' ৰচনা কৰি প্ৰকাশ কৰে)। চিদানন্দ তৰ্ক-ব্যাকৰণ তীৰ্থ (১৯০৮—১৯৭২; কৈঠালকুছি) জীৱনাথ অধ্যাপক (জন্ম গন্ধিয়া ১৮২৬ চন। জ্যোতিষ ৰত্নমালা ৰচনা কৰে)। ধীৰেশ্বৰ তৰ্কতীৰ্থ (১৯০০–১৯৪৪; গামেৰিমুৰী, সংস্কৃত ভাষাত 'ব্ৰহ্মাণ্ডবিবৃতি' হাতে লিখা অৱস্থাতে আছে)। পদ্মনাথ বিদ্যাভূষণ (কামৰূপ শাসনাৱলী)। পুষ্প চন্দ্ৰ গোস্বামী (জন্ম নলবাৰীৰ কৈহাটী ১৮৪৬ চন। শিক্ষা নবদ্বীপত। নলবাৰী সংস্কৃত কলেজৰ প্ৰথম অধ্যক্ষ।) মহিৰাম বিদ্যাৰত্ন (১৮৪৯–১৯২৯, শিমলাগুৰি, কামৰূপ। স্মৃতি, ন্যায় আৰু বেদান্তত বিগদ্ধ পণ্ডিত। অভয়াপুৰি এষ্টেটৰ দেৱান হয়। অসমীয়া ভাঙনিৰে সৈতে 'ব্যৱহাৰ দৰ্পণ' স্মৃতি প্ৰকাশ কৰে)। ৰমানাথ বিদ্যাভূষণ (জন্ম কাৰাকুছি, ১৮৬২ চন। অন্ত্যেষ্টিক্ৰিয়া পদ্ধতি আৰু তীৰ্থশ্ৰাদ্ধ পদ্ধতি ৰচনা কৰে)। ৰাধানাথ গোস্বামী অচ্যুতামণি (জন্ম নলবাৰী বনগাঁও ১৮৩৬ চন প্ৰসিদ্ধ তন্ত্ৰশাস্ত্ৰবিদ)। লক্ষ্মীনাথ স্মৃতি-তৰ্ক, বেদান্ত-ব্যাকৰণ তীৰ্থ (১৮৮১–১৯১৪ জন্ম গুৰাকুছি, কামৰূপ। সেই সময়ৰ এগৰাকী প্ৰসিদ্ধ পণ্ডিত)। সদানন্দ মিশ্ৰ সাহিত্যশাস্ত্ৰী (১৯০২–১৯৯০; কৈঠালকুছি। গ্ৰন্থ : সুবোধ ব্যাকৰণচন্দ্ৰিকা, সংস্কৃত ব্যাকৰণ মঞ্জৰী আৰু জ্যোতিষকল্পলতিকা। পাণ্ডুলিপি অৱস্থাত— নানা দেৱ-দেৱীৰ পূজা পদ্ধতি। ১৯৭১ চনত ৰাষ্ট্ৰপতি পুৰস্কাৰ পায়)। সিদ্ধনাথ বিদ্যাবাগীশ (খাগৰাবাড়ী, কোচবিহাৰ; প্ৰয়োগ ৰত্নমালাৰ টীকা গূঢ় প্ৰকাশিকা ৰচনা কৰে, স্মৃতিৰ বিদগ্ধ পণ্ডিত)। সোণাপতি বিদ্যাবাগীশ (জন্ম কামৰূপৰ দাহদিত, সেয়ে দাহদিয়া দেউ নামে বিখ্যাত। ভাগৱতৰ এজন প্ৰসিদ্ধ ব্যাখ্যাকাৰ), আদি।

॥ শুভম্ ॥